**ATULCHANDRA BARUA RACHANAWALI,** Vol III A compilation of twenty-one volumes of literary works and a few essays in Assamese and English of Shri Atul Chandra Barua, edited by Srimati Sewali Bora, B A B T

Price Rs 300 00/-

অতুলচন্দ্ৰ বৰুৱা ৰচনাৱলী
তৃতীয় খণ্ড

প্ৰথম সংস্কৰণ ঃ ১৯৯৮ চন

প্ৰকাশক ঃ **বৰুৱা প্ৰকাশন**
নৱগিৰি, চানমাৰি
গুৱাহাটী-৭৮১০০৩

মূল্য ঃ তিনিশ টকা

মুদ্ৰক ঃ
পূৰ্বদেশ মুদ্ৰণ
ৰিহাবাৰী,
গুৱাহাটী-৭৮১০০৮

# মোৰ যৎকিঞ্চিৎ

শিক্ষা, প্ৰশাসন, বিচাৰ, ভূমি-ব্যৱস্থা আৰু সমাজ-সেৱাৰ বিশাল কৰ্ম্মক্ষেত্ৰত ওৰে জীৱন লাগি থাকি, কৃষকে বৰষুণ বতৰত ডাৱৰৰ মাজেদি বেলি চোৱাৰ দৰে, মযো সাহিত্য চৰ্চ্চাৰ কাম হাতত লৈছিলোঁ। নিৰৱচ্ছিন্ন শৈক্ষিক জীৱন এটা লভিবলৈ হুতাহ আৰু হাবিযাস থকা সত্বেও ভাগ্যত সি নঘটিছিল। ফলত ওমৰৰ বাণী-'অন্ধ নিযতিৰ অন্ধ বিশ্বাসত চলে মানৱৰ জীৱন ৰথ'--হে সময়ৰ সোঁতত গা এৰি দিছিলোঁ। তেনে খণ্তেকীয়া ছেগবোৰতে মোৰ সাহিত্য সৃষ্টি। সেযেহে মই ছাবমৰা গল্পকাৰ নহওঁ, কবি নহওঁ, ঔপন্যাসিক নহওঁ ক'বলৈ গ'লে তেনে একো নহওঁ। তথাপি—নাইৰ মাজতে আছে, আছেৰ পাৰ্ত্তনি বোলাৰ দৰে আলোচনা-বিলোচনা, কথা-বতৰা, চলতি গীত-মাত, যোজনা-ফকনা, অধ্যয়ন, বিশ্লেষণ আদিৰ চৰ্চ্চাৰ ফলত ফুটি উঠা মনটোৰ বিভিন্ন ৰূপ প্ৰকাশেই মোৰ সাহিত্যৰ সমল। লিপিবদ্ধ কৰা সেইবোৰ ভাব-চিন্তাকেই কিতাপৰূপে উলিযাই দিছিলোঁ। সেই কিতাপবোৰ এতিযা দুষ্প্ৰাপ্য হৈ অহা দেখি তাৰে পৰাখনি থুপাই থ'বলৈ বুলি ইতিপূৰ্ব্বে দুইখণ্ড ৰচনাৱলী যুগুত কৰা হৈছিল। সি ক্ৰমে ১৯৯৩ আৰু ১৯৯৬ চনৰ কথা। তাৰে অৱশিষ্ট পুস্তক আৰু ৰচনা-সমলখিনিৰো সামৰিব পৰাখিনিৰে ইবাৰ তৃতীয় খণ্ড ৰচনাৱলী গঢ়ি তুলিবলৈকে এই প্ৰযাস।

প্ৰথম খণ্ড ৰচনাৱলীত আঠখন কিতাপে এহেজাৰ পৃষ্ঠা, দ্বিতীয় খণ্ডত এঘাৰখনে ১১৯৮ পৃষ্ঠা আৰু ইবাৰৰ তৃতীয খণ্ডৰ একৈছখন পুথি আৰু ভিন্নসুৰী বিবিধ ৰচনাই ১২৩৮ পৃষ্ঠা অধিকাৰ কাৰছে। মুক্তকণ্ঠে স্বীকাৰ কৰোঁ তৃতীয খণ্ড ৰচনাৱলী প্ৰকাশ আমাৰ নুমলীযা জীযাৰী শ্ৰীমতী শেৱালি বৰা আৰু জোঁৱাই শ্ৰীমান যোগেন বৰাৰ সৰ্ব্বাত্মক যত্ন আৰু উদ্যমৰ ফল। সংকলন আৰু সম্পাদনাৰ কামফেৰাও তেওঁলোকেই কৰিছে। এই সকলোবোৰ কামৰ কাৰণে মোৰ সহধৰ্ম্মিণী শ্ৰীমতী হিৰণপ্ৰভা বৰুৱা আৰু তেওঁলোক উভযলৈ মোৰ শলাগ আৰু আশীৰ্ব্বাদ যাচিলোঁ।

প্ৰথম দুইখণ্ড ৰচনাৱলী অধ্যাপক কনকচন্দ্ৰ ডেকাৰ সম্পাদনাত ওলাইছিল। নানান আলৈ-আহুকালৰ হেতুকে ইবাৰ এইখণ্ড ৰচনাৱলী তেওঁ যুগুতাব নোৱাৰিলে। তথাপি যা-যোগাৰ আৰু দিহা-ভাৰসাৰে তেওঁ আমাক সহায কৰি আছে। তেওঁলৈও শলাগনি থাকিল। কিমধিকম্ ? ইতি

নৱগিৰি / চানমাৰি
গুৱাহাটী-৭৮১০০৩

১৫ আগষ্ট, ১৯৯৮

# সম্পাদিকাৰ নিবেদন

সাহিত্য এটা জাতিৰ হৃদযৰ স্পন্দন। যি দেশৰ সাহিত্য নাই সেই দেশৰ জাতীয স্পন্দনো নাই। সাহিত্যৰ লগত সাহিত্যিকসকলৰ হৃদযৰ আত্মাৰ মহামিলন হয। এই মহামিলনৰ ফলত এটা জাতিৰ ভাষা কলা-কৃষ্টিৰ জন্ম হয। এই মহান সৃষ্টিযেই এখন দেশক, এটা জাতিক যুগে যুগে পৃথিৱীৰ বুকুত জীযাই ৰাখিছে।

আমি অসমীযা। অসম আমাৰ দেশ। ভাৰতবৰ্ষত অসমৰ বাহিৰে এনে এখন ৰাজ্য নাই যিযে নিজৰ ভাষা-সাহিত্যৰ ক্ষেত্ৰতে হওক বা ৰাজ্য ৰক্ষাৰ ক্ষেত্ৰতে হওক কাৰোবাৰ লগত যুঁজ দি আহিব লগা হৈছে। কিন্তু অসমীযা জাতিটোৱে ভাষা-সাহিত্যৰ ক্ষেত্ৰতে হওক বা দেশ ৰক্ষাৰ ক্ষেত্ৰতে হওক যুগে যুগে কাষৰীযা ৰাজ্যবোৰৰ লগত সঘনে যুঁজ দি আহিবলগীযা হৈছে। প্ৰাক্-শঙ্কৰী যুগত মাধৱ কন্দলী, হেম সৰস্বতী, হৰিবৰ বিপ্ৰ আদি কবিসকলে, শঙ্কৰী যুগত মহাপুৰুষ শঙ্কৰদেৱ, মাধৱদেৱ আদি কবিসকলে অসমীযা জাতিটোক গঢিবৰ বাবে কম কষ্ট কৰিবলগীযা হোৱা নাই। ক'বলৈ গ'লে শঙ্কৰ-মাধৱৰ দযাতহে আমি অসমীযা হৈ ৰ'লোঁ। তাৰ পিছত আহিল অসমীযা জাতিৰ “অন্ধকাৰ যুগ”। ১৮৩৬ চনৰপৰা ১৮৭৩ চনলৈ অসমীয়া ভাষা-সাহিত্যত বৰ বিপৰ্য্যয ঘটিল। এচাম বঙালী বুদ্ধিজীৱীৰ লগত অসমীযা বদন কিছুমানেও শাসক বৃটিছসকলক অসমীযা ভাষাটো বঙালী ভাষাৰ অপভ্ৰংশ বুলি বুজাই দিলে। ফলস্বৰূপে অসমীযা ভাষা-সাহিত্যৰ লগত অসমীযা জাতিটোৰ বেলি মাৰ যাবৰ উপক্ৰম হ'ল। অৰুণোদয যুগৰ কবি-সাহিত্যিক আনন্দৰাম ঢেকীযাল ফুকন, ডঃ মাইকেল ব্ৰন্সন, ডঃ নাথান ব্ৰাউন, শ্ৰীমতী গাৰ্ণী আদিৰ আপ্ৰাণ চেষ্টাৰ ফলত অসমীযা ভাষা-সাহিত্যই বিপদৰ ঢৌ কাটি সুন্দৰ সুঠামভাৱে গঢ় ল'লে। জোনাকী যুগত চন্দ্ৰকুমাৰ আগৰৱালা, ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱা, হেমচন্দ্ৰ গোস্বামী, ৰঘুনাথ চৌধাৰী, কমলাকান্ত ভট্টাচাৰ্য্য, পদ্মনাথ গোহাঞিবৰুৱা আদি সাহিত্যিকসকলৰ আপ্ৰাণ চেষ্টাত অসমীযা ভাষা-সাহিত্যৰ লগতে অসমীয়া জাতিটোৱে পুনৰ্জীৱন পালে। অসমীয়া ভাষা ভাৰতবৰ্ষৰ অন্যতম স্বীকৃত ভাষা হিচাপে পৰিগণিত হ'ল।

এইসকল কবি, সাহিত্যিক, নাট্যকাৰ, গল্পকাৰ আদিৰ সাহিত্য লৈয়ে অসমীয়া সমাজ জীয়াই আছে। আজিৰ সমাজত ডঃ নিৰ্মলপ্ৰভা বৰদলৈ, লক্ষ্মীনন্দন বৰা, হোমেন বৰগোহাঁই, নিৰুপমা বৰগোহাঁই, নৱকান্ত বৰুৱা, চৈয়দ আব্দুল মালিক আদি

খ্যাতনামা সাহিত্যিকসকলৰ বাহিৰে নতুন মুষ্টিমেয় কবি-সাহিত্যিকৰহে জন্ম হৈছে। কাৰণ আজিৰ উঠি অহা ডেকা চামৰ বহুলাংশই উদ্যমেৰে কলম হাতত ল'ব পৰা নাই। দেশৰ পৰিস্থিতিয়ে তেওঁলোকক বিব্ৰত কৰি তুলিছে। ফলত বৰ্তমানে শৈক্ষিক, মানসিক, বাতাবৰণৰ শোচনীয় অৱক্ষয় ঘটিছে আৰু পঢ়ুৱৈ সমাজৰ মাজত চিন্তাৰ দৰিদ্ৰতাই দেখা দিছে। দেশৰ এনে দোলায়মান অৱস্থাত অসমীয়া ভাষা-সাহিত্যৰো বহুত মূল্যৱান সমল হেৰাই যোৱাৰ আশংকা হৈছে। দেউতাৰ পুথিসমূহো কালৰ কুটিল গতিত হেৰাই যাব বুলি ভয় কৰিছোঁ। নিজৰ কৰ্তব্য কৰাৰ উপৰি দুকুৰিৰো অধিক পুথি ৰচনা কৰি দেউতাই অসমীয়া ভাষা-সাহিত্যলৈ যি অৱদান আগবঢ়াইছে সেয়া অতুলনীয়। অসমীয়া সমাজে আৰু অসমৰ ভাগ্য নিৰ্ণয় কৰোঁতাসকলে দেউতাৰ নিচিনা অননুকৰণীয় মৌলিক চিন্তাধাৰাৰে পৰিপুষ্ট ৰচনাশৈলীৰে অসমীয়া ভাষা-সাহিত্য চহকী কৰা ভীষ্ম সদৃশ সাহিত্যিকসকলক কি ধৰণে মূল্যায়ন কৰিছে আৰু কৰিব তাত আমাৰ অলপ সন্দেহ আছে। বিৰাশীৰ দেওনা পাৰ হোৱা দেউতাই এতিয়াও কলম হাতত লৈ আছে। সাহিত্যই দেউতাৰ জীৱন। অসমীয়া ভাষা, অসমীয়া জাতি, দেউতাৰ সেৱাৰ উপাস্য দেৱতা স্বৰূপ। দেউতাই ৰচনা কৰা অ'ত ত'ত সিঁচৰতি হৈ থকা পুথিসমূহ থুপাই ছপাই ৰাখিব পাৰিলে সেইবোৰ সহজে হেৰাই যোৱাৰ ভয় নাথাকে। গ্ৰন্থ সংৰক্ষণৰ তেনে কামত সহায় কৰিলে দেউতাই মনত আনন্দ পাব বুলি ভাবি অতুলচন্দ্ৰ বৰুৱা ৰচনাৱলীৰ তৃতীয় খণ্ড প্ৰকাশৰ দায়িত্ব হাতত ল'লোঁ। এই তৃতীয় খণ্ডত—মাজনিশাৰ সাধু, ছন্দশিল্পী ভোলানাথ দাস, স্মৃতিৰ ৰঙিয়া, শৰৎচন্দ্ৰ গোস্বামী, খেলি-মেলি, সানমিহলি, মোৰ জীৱন নৈৰ টৌবোৰ, সভাপতিৰ অভিভাষণ আদি একৈছখন পুথিৰ লগতে বিভিন্ন আলোচনী, বাতৰি কাকত আদিত প্ৰকাশিত মূল্যৱান প্ৰবন্ধ আৰু সমালোচনা গোটাচেৰেক সন্নিবিষ্ট কৰা হৈছে। আশাকৰোঁ পাঠক-পাঠিকাসকলে ৰচনাৱলীখন পঢ়ি তৃপ্তি পাব। পাঠক-পাঠিকাসকলৰ মৰম স্নেহ পালেই আমাৰ শ্ৰম সাৰ্থক হোৱা বুলি ভাবিম।

পৰিশেষত ৰচনাৱলীৰ গ্ৰন্থ আৰু প্ৰবন্ধ সন্নিৱেশত অনুসৰণ কৰা নীতি সম্পৰ্কে একাষাৰ কথা উল্লেখ কৰিব খুজিলোঁ। গ্ৰন্থকাৰে প্ৰায় প্ৰত্যেক প্ৰবন্ধৰ অন্তত সংগতনে ৰচনাৰ তাৰিখ দি ৰাখিছিল। সেইটো তেখেতৰ এটা অভ্যাসেই। তেনে তাৰিখৰ বিশেষ গুৰুত্বও আছে। অনেক ক্ষেত্ৰত দেখা যায় যে ৰচনাৰ ভিতৰৰ কথাৰ লগত সেই তাৰিখৰ অন্তৰঙ্গ আৰু অবিচ্ছেদ্য সম্পৰ্ক আছে। "জীৱন নৈৰ টৌবোৰ" শিতানৰ লেখাবোৰত এই কথা বিশেষকৈ প্ৰযোজ্য। ৰচনাৱলীত তেনেবোৰ তাৰিখ যথাস্থিতভাৱে ৰখা হৈছে। প্ৰসঙ্গক্ৰমে কৈ থওঁ এই ৰচনাৱলী প্ৰস্তুতিত মই প্ৰকৃতাৰ্থত সম্পাদিকাৰ কাম কৰিব পৰা নাই, সংকলয়িত্ৰীৰ কামহে কৰিছোঁ।

গ্ৰন্থখন ৰচনা কৰাৰ ক্ষেত্ৰত প্ৰেৰণা যোগোৱা বাবে অধ্যাপক শ্ৰীকনকচন্দ্ৰ ডেকা, সাংবাদিক নৰেন হাজৰিকা আদি জনচেৰেক সদাশয় লোকত বাহিৰেও ছপাশালৰ মালিক শ্ৰীপ্ৰশান্ত শৰ্মা আৰু কৰ্মচাৰী বিসয়া শ্ৰীকৈলাশ চৌধুৰী প্ৰমুখ্যে

সংশ্লিষ্ট কৰ্মকৰ্তা সকললৈ মোৰ আন্তৰিক কৃতজ্ঞতা নিবেদন কৰিলোঁ। ৰচনাৱলীখন ছপোৱাৰ সন্মতি প্ৰদান কৰাৰ বাবে মা-দেউতালৈ মোৰ আন্তৰিক শ্ৰদ্ধা থাকিল। সকলো দিশতে দিহা-পৰামৰ্শ দিয়া বাবে মোৰ স্বামী শ্ৰীযোগেন্দ্ৰ বৰাদেৱলৈ মোৰ সেৱা যাচিলোঁ।

গ্ৰন্থখনত ভুল-ত্ৰুটী কিছু নহয় কিছু ৰৈ যোৱা অসম্ভৱ নহয়, পঢ়ুৱৈ সমাজে তাৰবাবে মাৰ্জনা কৰিব বুলি আশা ৰাখিলোঁ।

শেৱালি বৰা
কনিষ্ঠা জীয়াৰী
দিছপুৰ, সৰুমটৰীয়া
গুৱাহাটী-৭৮১০০৬

# সূচীপত্ৰ

বিষয় পৃষ্ঠা

বিষয় পৃষ্ঠা

বিষয় পৃষ্ঠা

বিষয় পৃষ্ঠা

| বিষয় | পৃষ্ঠা |
|---|---|

| বিষয় | পৃষ্ঠা |
|---|---|

# মাজনিশাৰ সাধু

## পৰপুৰুষৰ মুখ নাচায় পতিব্ৰতা নাৰী

ব্ৰতধাৰী বগুলা * থাকে ব্ৰত ধৰি,
পৰপুৰুষৰ মুখ নাচায় পতিব্ৰতা নাৰী।
পত্ৰৰ ভাৰ নসহে চোৰ-ব্ৰহ্মচাৰী;
বাটৰপৰা লৈ গ'ল টকা সাতশ কাঢ়ি।।

ভাটীৰ দেশত এজন ৰজা আছিল। তেওঁ যি পিনে চাই হাঁহি মাৰে সেই ফালেদিয়ে সকলো বস্তু ৰূপালী হৈ জিল্-মিলাবলৈ ধৰে। সেই একে সময়তে উজনিত এজন ৰজা আছিল ঃ তেওঁ হাঁহিলে বস্তুবোৰ সোণ বৰণীয়া হৈ উঠে।

ভাটীৰ ৰজাজনে এদিন ভাবিলে—উজনিৰ ৰজাজনক মাতি আনি আনন্দ দিব পাৰিলে তেওঁ নিশ্চয় হাঁহিব আৰু তেতিয়া তেওঁৰ ৰাজ্যৰ বস্তুবোৰ সোণালী হৈ পৰিব। ইয়াকে ভাবি তেওঁ সুন্দৰ নাচ-গান আৰু ভাওনাৰ আয়োজন কৰিলে আৰু উজনিৰ ৰজাক নিমন্ত্ৰণ কৰি পঠালে। নিমন্ত্ৰণ পাই ৰজাই মন্ত্ৰীক ক'লে—'মন্ত্ৰী, মই অহা বুধবাৰে ভাটীৰ দেশৰ অমুক ৰজাৰ ঘৰলৈ যাম, তেওঁ মোক নিমন্ত্ৰণ কৰিছে। মই ঘূৰি নাহোঁ মানে ৰাজ্যভাৰ তোমাৰ ওপৰত থাকিব।' মন্ত্ৰীয়ে দায়িত্ব গাত ল'লে।

ৰজাৰ এটা পোহনীয়া বগুলা* আছিল। সি সদায় ৰজাৰ সিংহাসনৰ ওচৰতে থিয় হৈ থাকি ৰজাৰ বিচাৰ শুনে। সি কেতিয়া কি খায় ৰজাই কবই নোৱাৰে। ৰজাৰ সেই বগুলাটোলৈও মনত পৰিল। তেওঁ ক'লে—'মন্ত্ৰী, মোৰ এই বগুলাটোও মহাভক্ত হ'ল। সি মোক এৰি কেতিয়াও কলৈকো নাযায়, খোৱা-বোৱাও নকৰে। সি মাছ খাবলৈ পাহৰিলেই হবলা।'

মন্ত্ৰীয়ে ক'লে "মহাৰাজ, তাৰ প্ৰমাণ আপুনি নিজেই পাব। আপুনি আজি

* বগুলা = বগলী

মাজনিশা আপোনাৰ মাছৰ গঁৰালৰ কাযত আঁৰ হৈ বহি থাকিব, তেতিয়াহে আপুনি আপোনাৰ ভক্তৰ আহাৰ ত্যাগৰ নমুনা দেখিবলৈ পাব।” ৰজাই তাকে কৰিলে।

ৰজাৰ এখন মাছ জীওৱা গঁৰাল আছিল। ৰাতি তাৰে ওচৰত ৰজা বহি থাকিল। ৰাতি গভীৰ হোৱাত বগলীয়ে গৈ খোৱাৰৰ ভিতৰেদি মূৰটো সুমাই দি পাৰে মানে মাছ খালে। পিছদিনা পুৱা ৰজাই দেখে বগলীয়ে আগৰ দৰে তেওঁৰ সিংহাসনৰ ওচৰত টোপনিয়াই থিয় হৈ আছে। ৰজাই দেখিলে যে মন্ত্ৰীৰ কথা সঁচা আৰু মন্ত্ৰীযে বহুত কথা জানে।

আকৌ আন এদিন কিবা দৰকাৰত ৰজা বৰঘৰত সোমাল। সোমাই দেখিলে ৰাণীযে তেওঁৰ কেঁচুৱাটোক পিযাহ দি আছে। ৰজাই দুৱাৰ মেলা মাত্ৰে ৰাণীযে মুখখন ঘূৰাই পাছৰফালে চাই আছিল—কেঁচুৱালৈ চোৱা নাছিল। ৰজাই সুধিলে—‘ই কি আচৰিত কথা! সন্তানৰ মুখলৈ নাচাই তুমি দেখোন আন ফালেহে চাই আছা? ৰাণীযে উত্তৰ দিলে—‘মহাৰাজ, মোৰ ল’ৰা হ’লেও সি পৰপুৰুষ। মোৰ সত্য অঙ্গীকাৰ আছে যে মই কেতিযাও আপোনাত বিনে আনৰ মুখ নাচাওঁ।’ ৰজা বৰ খুচি হৈ ওলাই আহিল।

বাহিৰলৈ আহি ৰজাই মনৰ আনন্দত অধীৰ হৈ মন্ত্ৰীক কলেহি—‘মন্ত্ৰী, মোৰ ৰাণী, একেবাৰে সাধ্বী সতী, কাৰণ তেওঁ পৰপুৰুষৰ মুখকে নাচায। আনকি নিজৰ কেঁচুৱা ল’ৰাটোক পিয়াহ দিওঁতেও তেওঁ তাৰ মুখলৈ নাচায, কিয়নো নিজৰ সন্তান হ’লেও সি পৰ-পুৰুষ।’ মন্ত্ৰীযে ক’লে—‘আপুনি অহা বুধবাৰে ভাটীৰ ৰজাৰ ঘৰলৈ যাব খুজিছে নহয। আপুনি পিছে মঙ্গলবাৰেই ওলাই যাওঁক। বাটৰ পৰা উভতি আহি কোনেও নজনাকৈ ঘৰৰ চুকত লুকাই থাকিব। তেতিয়া যি দেখে তাতেই ৰাণীৰ সতীত্ব ধৰা পৰিব।

মন্ত্ৰীৰ কথামতে ৰজাই মঙ্গলবাৰেই যাত্ৰা কৰিব খুজি ৰাণীৰ ওচৰলৈ গৈ ক’লে—‘ৰাণী মই তোমালোকক আগতে কোৱা মতে বুধবাৰে ভাটীৰ ৰজাৰ ঘৰলৈ নাযাওঁ, মঙ্গলবাৰেই যাম। মন্ত্ৰীৰ হাতত ৰাজ্যভাৰ গতাইছোঁ, তোমালোকৰ কোনো চিন্তা নাই। মহা সুখে থাকিব পাৰিবা।’ কথা শুনি ৰাণীয়ে ক’লে—‘প্ৰাণেশ্বৰ, মই আপোনাক অন্ততঃ দিনটোৰ ভিতৰত এবাৰ নেদেখিলে থাকিব নোৱাৰোঁ। গতিকে মহাৰাজ, আপোনাৰ ছবি এখনকে চণ্ডুকৰ পৰা উলিয়াই দি যাওঁক। মই সেইটোকে চাই থাকিম।’—ৰজা সম্মত হ’ল। ৰজাৰ হাতৰপৰা ছবিখন নি ৰাণীয়ে বিচনাৰ মূৰ-শিতানত সুন্দৰকৈ সজাই থ’লে।

যথা সময়ত ৰজাই ঘৰৰ পৰিয়ালক মাত লগাই যাত্ৰা কৰিলে আৰু কিছুদূৰ গৈয়ে বুদ্ধি কৰি উভতি আহিল আৰু মন্ত্ৰীৰ সহায়ত গৈ বৰঘৰৰ চুকত চুপি থাকিল। ৰাণীয়ে সেইদিনা দুৱাৰত ডাং দিয়া নাছিল। মাজনিশা তেওঁৰ গুপ্ত স্বামী সোমালগৈ। সোমাই তেওঁ দেখিলে যে ৰজাৰ ছবিখন ৰাণীৰ বিচনাতে সজোৱা আছে। ৰাণীৰ ওচৰতে বিচনাত বহি তেওঁ সুধিলে—‘এই ছবিখন কিয় তেনেকৈ ৰাখিছা? তুমি

আগতে মোৰ আগত কৈছিলা দেখোন যে মোত বাহিৰে বোলে তোমাৰ কাকো ভাল নালাগে। এতিয়া এইবোৰ কি কৰিছা?' ৰাণীয়ে ক'লে, 'কথা ঠিকেই আছে। ৰজাৰ মনত বিশ্বাস জন্মাবৰ কাৰণে তেওঁৰ কেৱল ছবিটোহে ৰাখিছোঁ।' এই বুলি ৰাণীয়ে হাঁহি মাৰি তেওঁৰ ভৰিত ধৰি এটা সেৱা কৰিলে। মানুহজনে তেতিয়া ৰাণীক ক'লে —'বাৰু তেনেহলে ভৰিৰে এই ছবিখন মাটিত পেলাই দিয়া।' ৰাণীয়ে তেতিয়া ৰজাৰ ছবিটো লাথি মাৰি বিচনাৰপৰা মাটিত পেলাই দিলে।

ৰজাই এইবোৰ নিজ চকুৰে চাই আছিল। তেওঁ আৰু ৰব নোৱাৰিলে। তেওঁ কোষৰপৰা তৰোৱালখন খুলি লৈ আগবঢ়াৰ লগে লগে চোৰ চাট্ কৰে পলাই বাহিৰলৈ গ'ল। ৰজাই তাক নাপাই ঘৈণীযেকক একে ঘাপে দুছেও কৰিলে। তাৰ পিছত তেওঁ বাহিৰলৈ গৈ মন্ত্ৰীক টোপনিৰপৰা জগাই ক'লে—'মন্ত্ৰী, তোমাৰ কথা সকলোখিনি সঁচা। মই কাম শেষ কৰিছোঁ—ৰাণীক দুখণ্ড কৰিলোঁ। চোৰ পলাল। এতিয়া কি কৰিব লাগে কোৱা। মোৰ মস্তিষ্ক ঠিক নাই।'

মন্ত্ৰীয়ে ক'লে, 'আপুনি বিশ্ৰাম লওক। আমি লাচটো সৎকাৰ কৰি জাগা-জমিবোৰ এতিযাই ভাল কৰিম। কালিলৈ আপুনি ভাটীৰ ৰজাৰ দেশলৈ যাবগৈ।' সেইমতে কাম হ'ল। পিছদিনা ৰজাই গাৰুৰ তলত থকা নগদ টকা সাতশ মোনাত টোপোলা বান্ধি লৈ পুনঃ ভাটীৰ দেশৰ ৰজাৰ ৰাজ্যলৈ খোজ ল'লে।

কিছু দূৰ গৈ ভাগৰ লাগিল। ইপিনে পৰিবাৰক কটা মনৰ দুখ, তাতে ওৰে নিশা টোপনি নাই। চাৰিআলিৰ চৌকা (চোক) এটাত আঁহত গছৰ শীতল ছাঁত সন্ত মহন্তৰ দৰে লোক এজনে জিৰণি লৈ আছিল। তাকে দেখি তেৰোঁ গৈ ওচৰতে বহিল। মানুহজন দেখাত সন্ত সন্ন্যাসীৰ দৰে আছিল যদিও আচলতে সি আছিল এটা ডকাইত। ৰজাই তাক চিনি নাপাই সাধুলোক বুলিয়েই ভাবিলে আৰু মনত একো সন্দেহ নকৰি টকাৰ মোনাটো কাষত থৈ জিৰাবলৈ বহিল। ছদ্মবেশী সাধুৱে টকাৰ মোনাটো দেখি নোচোৱা ভাও জুৰি টোপনিয়াবলৈ ধৰিলে। এনেতে গছৰ পাত এটা আহি তাৰ মূৰতে পৰিল। সি তেতিয়া উঃ উঃ কৰি বৰ দুখ পোৱা ভাও জুৰি বাগৰি পৰিল আৰু অলপ পৰৰ ভিতৰতে টোপনি গ'ল। আচলতে সি টোপনি যোৱা নাছিল, টোপনি যোৱাৰ ভাওহে ধৰিছিল। ৰজাই ভাবিলে ই বেচেৰা কোনোৱা বৰ সুখীয়া মানুহ আছিল, এতিয়া সৈন্ন্যাসী হৈছে, নহলেনো গছৰ পাতটো মূৰত পৰোতেই উঃ উঃ কৰেনে? ইয়াৰপৰা মোৰ কোনো ভয় নাই। ময়ো ইয়াতে অলপ জিৰাওঁ। এই ভাবি ৰজাই মোনাটো মূৰত লৈ ঘাঁহৰ ওপৰতে বাগৰ দিলে। বাগৰ দিয়া মাত্ৰকে ৰজাৰ বৰ টোপনি আহিল। ডকাইতে তেতিয়া ৰজাৰ মূৰটো লাহেকৈ গছৰ পাতৰ ওপৰত থৈ টকাৰ মোনাটো লৈ পলাল।

পাছত ৰজাই সাৰ পাই দেখে যে সন্ন্যাসীও নাই, তেওঁৰ টকাৰ মোনাটোও নাই। সন্ন্যাসীৰ কথা তেওঁৰ তেতিয়া বুজিবলৈ বাকী নাথাকিল। দুখে-অৱসাদে তেওঁ গৈ গৈ ভাটীৰ ৰজাৰ ঘৰত উপস্থিত হ'ল। ৰজাই তেওঁক মহা আড়ম্বৰ কৰি আগবঢ়াই নি সভাত বহুৱালে আৰু খোৱা থকাৰ সকলো সা-সুবিধা কৰি দিলে।

যথা সময়ত হাঁহি-ধেমালিৰ ভাওনা আৰম্ভ হ'ল। বহুৱাৰ কথাত সভাসদসকল হাঁহি হাঁহি বাগৰি পৰিল। দৰ্শকে ভাওনা দেখি হাঁহিৰ খিকিন্দালি তুলিলে। উজনিৰ ৰজাই কিন্তু নাহাঁহিলে, তেওঁ অলপো হাঁহিব নোৱাৰিলে। কাৰণ, পৰিবাৰক কাটি আৰু ডকাইতৰ হাতত টকা হেৰুৱাই তেওঁৰ মন বিষাদত ডুব গৈ আছিল। সেইবাবে তেওঁৰ মুখত অলপো হাঁহি নোলাল। মুখখন গোমোঠা মাৰি তেওঁ ভোটভোটকৈ বহি থাকিল।

ৰং-ধেমালি শেষ হোৱাত দৰ্শকসকল ঘৰাঘৰি গ'ল। সভাসদসকলো যাবলৈ ওলাল। ৰজাৰ বৰ খং উঠিল। তেওঁ উজনিৰ ৰজাৰ ওচৰলৈ গৈ ক'লে, 'বন্ধু, তুমি বৰ কপটীয়া লোক দেওহে। মোৰ ৰাজ্যৰ বস্তুবোৰ সোণালী হৈ পৰে বুলিয়ে তুমি আজি নাহাঁহিলা। দৰাচলতে তুমি মোৰ বন্ধু নোহোৱা, তুমি মোৰ শত্ৰু। তোমাক মই বন্দী কৰি থম।' এই বুলি কটকীলৈ চাই তেওঁক শীঘ্ৰে নি কাৰাগাৰত থবলৈ আদেশ দিলে। সেই মতে কাম কৰা হ'ল। উজনিৰ ৰজাই একোকে নামাতিলে।

ৰজাৰ কাৰাগাৰৰ ওচৰতে এটা বৰ ডাঙৰ হাতী-গঁৰাল আছে। ৰজাৰ সাতশ হাতী তাতে বন্ধা হয়। সাতশ হাতীৰ শাতশ মাউত। এই মাউতবোৰৰ এটা ওস্তাদ আছিল। তাৰ ঘৰটোও সেই হাতী শালৰ সোঁমাজতে। সি দিনত নিজে তাতে ৰান্ধি-বাঢ়ি খায় আৰু ৰাতি হ'লে ৰজাঘৰীয়া থানাৰে ভাগ পায়। ৰাণীয়ে তাক বৰ ভাল পায়। সেইবাবে তেওঁ সদায় ৰাতি ৰজাই নৌ খাওঁতেই ৰজালৈ ৰন্ধা ভাত-আঞ্জা ভালকৈ সজাই নি নিজে নিজহাতে তাক গোপনে দি আহেগৈ। তাকে কৰিবলৈ যাওঁতে ৰাণীয়ে বান্ধি থোৱা বহুত হাতীৰ পেটৰ তলেদি পাৰ হৈ যায়। এই কথা কোনেও নাজানে; কোনেও গম নাপায়।

হাতী-গঁৰালৰ ওচৰতে দুখু নামেৰে এটা দুখীয়া মানুহ আছিল। তাৰ এজনী বৰ দুষ্ট কলী গাই আছিল। সেই গাইজনীয়ে সদায় হাতী-গঁৰালৰ এমূৰত চুৰনিত সোমাই চুৰাপাত চেলেকি থাকে। তাৰ অলপ দূৰতে ওস্তাদৰ বহা। সেইদিনাখন তাৰ দুষ্ট গাইজনী বিচাৰি বিচাৰি দুখু বৰ হায়ৰাণ হ'ল। গধূলি সেইখিনিলৈ গৈ মাউতবোৰক দেখি সি সুধিলে, 'ভাইহঁত, মোৰ দুষ্ট গাইজনী ক'বাত দেখিলানে?' সিহঁতৰ এজনে ক'লে, "অ' তোৰ গাইজনীয়ে কেতিয়াবা কেতিয়াবা ৰাতি এই চুৰনিতে চুৰাপাত চেলেকি থাকে। আজিও হয়তো তালে ৰাতি আহিব।" দুখুৱে হাতত পঘা এডাল লৈ তাতে চুপি থাকিল।

কিছু ৰাতি হোৱাত ৰাণীয়ে আগৰ দৰে ভাত লৈ ওস্তাদৰ ওচৰ পালেগৈ। তেওঁ ভাতৰ কাঁহী নমাই থোৱাৰ লগে লগে ওস্তাদে 'মোৰ খোৱাৰ সময় কেতিয়াবাই গ'ল; ইমান সময়লৈ কিয় অনা নাছিলা'? বুলি খং কৰি থলৌ থলৌকৈ দুটা চৰ বহালে। ৰাণী উঃ উঃ বুলি বাগৰি পৰিল আৰু মুখেৰে ক'লে—'মই আজি সচাঁকৈ চৈধ্য ভুবন দেখিলোঁ। তুমি ইমান নিৰ্দয় হব পাৰানে?' সি ভেতিয়া ৰাণীক তুলি ধৰি আদৰ সাদৰ কৰিলে। তাৰ পাছত ৰাণী উভতি ঘৰমুৱা হ'ল।

দুখু তাৰে ওচৰতে আছিল। সি মৰণত শৰণ দি ৰাণীক ক'লে—'আই, মোৰ গাইজনী ক'ৰবাত দেখিলেনে? ৰাণীয়ে একো নামাতি হাতত সাৰে ভৰিত সাৰে হাতীৰ পেটৰ তলে তলে যোৱা বাটেদি ঘৰলৈ উভতিল। ভাগ্যক্রমে তাৰ পিছতেই দুখুৰ গাইজনীও সেই ঠাইত ওলালহি। দুখুৱে তাইক পঘা লগাই ঘৰলৈ লৈ গ'ল।

এই সকলোবোৰ দৃশ্য উজনিৰ ৰজাই বন্দীশালৰ পৰাই দেখি আছিল। তেওঁৰ মনত বৰ ৰহইচ লাগিল আৰু তেওঁ অকলে অকলে হাঁহিবলৈ ধৰিলে। তেওঁ হাঁহা মাত্রে হাতী-শালৰ ওচৰৰ গছ-গছনি আদি সকলোবোৰ তেনেই সোণ বৰণীয়া হৈ পৰিল।

ৰজাই পুৱা উঠি হাতীশালৰ ফালে চাই দেখে যে গছ-গছনি সকলোবোৰ তেনেই সোণ বৰণীয়া হৈ পৰিছে। তাকে দেখি ৰজা বন্দীশালৰ ফালে গ'ল। তেওঁ গৈ বন্দী ৰজাক ক'লে—'তুমি আজি কিয় হাঁহিছিলা মোক কবই লাগিব।' বন্দী ৰজাই ক'লে, 'মহাৰাজ, মই কিয় হাঁহিছিলোঁ কব লাগিলে আপুনি সমাজ পাতি বহি শুনিব লাগিব। সেই সভাত ৰাজ সভাৰ মুখ্য মুখ্য লোকসকল থাকিব লাগিব। তাৰ পিছত আপোনাৰ ৰজা-হাউলিৰ ওচৰৰ যিজন মানুহৰ কালি গাই এজনী হেৰাইছিল তাকো মাতি আনিব লাগিব। তেতিয়া মই মোৰ হাঁহি উঠাৰ কাৰণ কম।'

ৰজাই দুখুক অনালে। বন্দী ৰজাজনকো গা-পা ধুই সাজ-পাৰ পিন্ধি ৰাজসভালৈ আহিবলৈ আদেশ দিলে। সভাত বহি বন্দী ৰজাই ক'লে—'মহাৰাজ আপোনাৰ ৰাণীকো আজি ৰাজসভালৈ আনিব লাগে, তেতিয়াহে মোৰ হাঁহি উঠাৰ সকলো কাহিনী জানিব পাৰিব।' ৰজাই তেতিয়া ৰাণীক দোলাত তুলি সভালৈ আনিবলৈ আদেশ দিলে। যেনে আদেশ তেনে কাম।

দুলীযাইঁতে দোলাত তুলি ৰাণীক আনি থাকোঁতে এটা ঘটনা ঘটিল। ৰাজসভাৰ অপল দূৰতে বাটত এটা সৰু আহঙ্গীয়া দামুৰি শুই আছিল। দামুৰিটোৰ নেজত কেনেবাকৈ দুলীয়া এটাৰ খচা পৰিল। দামুৰিটোৱে বে-কৈ ডেডাই উঠিল। ৰাণীয়ে তাতে চক্ খাই 'মোক বাঘে খালে ঔ' বুলি দোলাৰপৰা জপিয়াই পৰি লৰি গ'ল। ঘটনাটো দেখি বন্দী ৰজাই আকৌ খিল-খিলাই হাঁহি দিলে। সেই হাঁহিত ওচৰৰ সকলো বস্তুৱে সোণালী বৰণ ধাৰণ কৰিলে। তাকে দেখি সকলোৰে মনত বৰ আনন্দ উপজিল। ৰাণীকো পুনঃ ৰজাৰ আদেশত ৰাজ-সভালৈ অনা হ'ল।

ৰজাই তেতিয়া বন্দী ৰজাক ক'লে—'বন্ধু, তুমি এতিয়া কিয় হাঁহিলা আৰু ৰাতি কিয় হাঁহিছিলা কব লাগে।' বন্দী ৰজাই ক'লে—'ৰাতিৰ ঘটনা সৌ গৰু হেৰোৱা দুখুৱে কব। কোৱা হে দুখু, তুমি গাই বিচাৰি গৈ কি কি দেখিছিলা কোৱা।'

দুখুৱে কবলৈ ধৰিলে—'মহাৰাজ, মই যি দেখিছোঁ ঠিক তাকেহে কম। মোৰ এজনী দুষ্ট গাই আছে। ৰাতি হ'লে তাই মাউতৰ চুৰনি পায়গৈ। কালি তাইৰ বাবে মই মাউতহঁতৰ কথা শুনি ৰাতি হাতত পঘা এডাল লৈ তাতে ৰখি আছিলোঁ। গাইজনী তালৈ অহাৰ আগতে এটা বৰ ডাঙৰ ঘটনা ঘটিল, মহাৰাজ! মই এতিয়া কবলৈয়ে ভয়

কৰোঁ।' ৰজাই ক'লে—'তোৰ একো ভয় নাই, কৈ যা।' দুখুৱে তেতিয়া আকৌ ক'লে—'তেতিয়া মই—আগ পাছ নাজানো—থলৌ থলৌকে চৰ দুটা মৰা শুনিলোঁ। চৰ মৰা শুনি কাণ উণাই থাকোঁতে আমাৰ ৰাণী আইৰ মাতহে শুনিবলৈ পালোঁ। তেওঁ কৈছিল—মই আজি চৈধ্য ভুৱন দেখিলোঁ। —তাকে শুনি তেওঁ ঘূৰি অহাত মই কৈছিলোঁ—'মোৰ গাইজনী আপুনি কৰবাত দেখিলে নে?' ৰাণী আই নিমাত থাকিল। তাৰ পিছত মই গাইজনী-পাই লৈ গলোঁ, আৰু একো নাজানো, স্বৰ্গদেউ!'

তেতিয়া বন্দী ৰজাই ক'লে—'মহাৰাজ, মই এই কথাতে হাঁহি ৰাখিব পৰা নাছিলোঁ—যে যিগৰাকী তিৰোতাই হাতীৰ পেটৰ তলেদি ভাতৰ কাঁহী লৈ যাব পাৰে তেওঁ সামান্য দামুৰি এটাই ডেং কৰোঁতেই ভয়ত দোলাৰপৰা জপিয়াই পৰে। কথাটো বাৰু সঁচাকৈয়ে হাঁহি উঠা নহয়নে?'

ঘটনা শুনি ৰজা তেনেই মূছৰ্কঁছ যোৱাৰ দৰে হ'ল। তেওঁৰ অৱস্থা দেখি বন্দী ৰজাই ক'লে—'মহাৰাজ, আপুনি একো দুখ নকৰিব। মোৰো বৃত্তান্ত অলপ কওঁ, শুনকচোন।' এই বুলি ৰজাই নিজৰ দুখৰ কাহিনী আদিৰপৰা অন্তলৈকে ভাঙি বিবৰি ক'লে। তেওঁ আৰু ক'লে—'মহাৰাজ, মই এই কাহিনীবোৰকে গুণি-গাঁথি এটা শ্লোক ৰচনা কৰিছোঁ, তাকে কওঁ শুনক—

ব্ৰতধাৰী বগুলা থাকে ব্ৰত ধৰি
পৰপুৰুষৰ মুখ নাচায় পতিব্ৰতা নাৰী।।
পত্ৰৰ ভাৰ নসহে চোৰ-ব্ৰহ্মচাৰী,
বাটৰপৰা লৈ গ'ল টকা সাত শ কাঢ়ি।
সাত শ হাতীৰ তলেদি আহে যায়,
তিন্‌দিনীয়া দামুৰিটোৱে মানুহটো খায়।'

এই কথা শুনি ৰজাই ৰাণীক কাটি পেলালে আৰু পুনৰ বিয়া কৰালে। উজনি দেশৰ ৰজাকো মান-সৎকাৰ ধৰি বহুত হাতী-ঘোঁৰা, চাকৰ-বাকৰ, লগুৱা-লিক্‌চৌ লগত দি বিদায় দিলে। উজনিৰ ৰজায়ো উভতি গৈ পুনঃ বিয়া কৰাই সুখে সন্তোষে ৰাজ্য চলালে।

# ভাবিছিলোঁ কুঁজা-কুঁজী, এতিয়াহে হ'ল বুজাবুজি

ৰজা বিক্রমাদিত্যৰ সুলোচনা নামেৰে এজনী খুলশালী আছিল। তেওঁ আছিল ভোজৰজাৰ কন্যা, দেখিবলৈ ধুনীয়া, ৰজাৰ পাটমাদৈতকৈও অধিক শুৱনী। বিক্রমাদিত্য ৰজাই বহুত পাক-চক্র কৰি তেওঁকো গোপনে বিয়া কৰাই ৰাণী পাতিলে। বিয়াৰ পাছত ৰাণী সুলোচনাই বাপেকক ক'লে—'পিতা, আমাৰ বিয়া হৈ গ'ল। তুমি বাৰু মোক আন একো যৌতুক দিব নালাগে, আমাৰ নগৰত থকা কুঁজা-কুঁজী যোৰাকে দিয়া।' ভোজৰজাই ক'লে—'বাৰু লৈ যোৱা।'

ৰাণী সুলোচনাই কুঁজা-কুঁজী হালক আনি নগৰৰ ভিতৰতে বাটৰ কাষত ঘৰ এটা সাজি থাকিবলৈ দিলে। কুঁজা-কুঁজীয়ে বহুত বিষয়ৰ যাদু বিদ্যা জানে। সিহঁতে বিক্রমাদিত্য ৰজাৰ নগৰত মহাসুখে কাল কটাবলৈ ধৰিলে।

এদিন বিক্রমাদিত্য ৰজাৰ পণ্ডিতসকলে আলচ কৰিলে— আমি আজি কুঁজা-কুঁজীক নো ৰজাই কিয় ৰাখিছে ছাওঁগে ব'লাহঁক।—এই বুলি ৰাজসভাৰ নৱৰত্ন পণ্ডিতসকল কুঁজা-কুঁজীৰ ঘৰ ওলালগৈ। পণ্ডিতসকলক দেখি ৰাণী সুলোচনাও কুঁজা-কুঁজীৰ ঘৰৰ ওচৰ পালেগৈ। পণ্ডিতসকলৰ এজনে ক'লে—'ৰাণী আইদেৱে নো যৌতুকত কি কি আপুৰুগীয়া বস্তু আনিলে তাকে চাবলৈ আমি আহিছোঁ।' ৰাণীয়ে ক'লে—'মোৰ নো ইয়াত কিহৰ অভাব? সকলো আছে, আপোনালোকৰ নিচিনা মহা মহা পণ্ডিতসকলো আছে যেতিয়া, মই পিতাৰ ৰাজ্যৰপৰা একো নানিলেও চলিব পাৰিম বুলি ভাবি একো নানিলোঁ। এই হাল কুঁজা-কুঁজীকে পিতাক খুজি আনি ইয়াতে বাহ দিছোঁ।' পণ্ডিতসকলে ৰাণীক ভাল বোলাবলৈ ক'লে—'ঠিকেই হৈছে, ৰাণী আইদেউৰ কিহৰ অভাব?' ৰাণী উভতি গৈ ঘৰত সোমাল।

তেতিয়া পণ্ডিতসকলৰ এজনে ক'লে—'ৰাণীয়ে খৰীয়া কুঁজা-কুঁজী হালহে পালে। খৰ খজুৱাই খজুৱাই ৰাতিটো জাগি থাকিব আৰু তেনেকৈয়ে চোৰ ৰখিব পাৰিব বুলি আনিছে হবলা।' অন্য এজনে ক'লে—'নহয়, ৰাণীৰ সন্তান হ'লে ইহঁতে লৰ-থৰ পাৰিব'; আৰু এজনে ক'লে—'ঘনাই চোতাল-ঘৰ সাৰিব পাৰিব, হালিব নালাগে, সেই বাবেহে আনিছে।'—এনেকৈ প্রত্যেকে একো একো আবাৰ উপলুঙা

কথা কলে। কুঁজা-কুঁজীয়ে এইবোৰ ভেঙুচালি নীৰবে শুনি থাকিল, মনত কিন্তু বেজাৰ নোপোৱাকৈ নাথাকিল।

পণ্ডিতসকল উভতি যোৱাত কুঁজা-কুঁজীয়ে আলচ কৰিলে—বোলে এই পণ্ডিত কেইজনক এসেকা দিব লাগিব। এনেতে ডেকা মন্ত্ৰী দুজনেও আহি কুঁজা-কুঁজীৰ লগত নানা ধৰণে পেংলাই কৰিবলৈ ধৰিলে। এজনে ক'লে—'কুঁজালৈ আমি এজনী যোল বছৰীয়া ছোৱালী চাইছোঁ। বিয়া হবি নে কুঁজা? ছোৱালীজনী বৰ ধুনীয়া, মাত্ৰ নাকটোহে চেপেটা আৰু চকু এটা কেঁৰা'। দ্বিতীযজনে ক'লে—'চকু এটা ঘনে ঘনে টিপিয়াই থাকে। তাই চকু টিপিয়াব আৰু তইঁত দুযো তাৰ সুৰে সুৰে তাল ধৰি চাপৰি বজাই নাচিবি—কি বঢিযা হব।' কুঁজা-কুঁজীৰ খং উঠিল কিন্তু, একো নামাতিলে। মন্ত্ৰী দুজনো গ'ল।

কুঁজা-কুঁজীয়ে কথা-বতৰা পাতি ঠিক কৰিলে যে মন্ত্ৰী দুজন আৰু পণ্ডিত নজনৰ ফুটনি বাহিৰ কৰিব লাগিব। পিছদিনা ৰাজসভা বহি থাকোঁতে এজন যুৱক লগত এজনী দীপলিপ গাভৰু লৈ ৰাজসভাত ওলালগৈ। যুৱক-যুৱতী হাল ঘোঁৰাৰ পিঠিত উঠি গৈছিল। ঘোঁৰাটো বাটত বান্ধি থৈ ৰাজসভাত দুযো সোমাইছিল। যুৱকে যোদ্ধাৰ সাজ-পাৰ পিন্ধিছিল আৰু দেখাত তেওঁক এজন সাহসী বীৰ যেন লাগিছিল। ৰজাই তেওঁলোকক বহিবলৈ আসন দি সুধিলে—'আপোনালোকক কি লাগে? ক'ৰপৰা আহিছে? আপোনালোকক আমি চিনি নাপাওঁ দেখোন।' তেতিযা বীৰজনে ক'লে—'আমি বহুত দূৰৰ মানুহ। মোৰ নাম যুদ্ধজিত। স্বৰ্গৰ গন্ধৰ্বৰ লগত মোৰ যুদ্ধ হৈছে—এই সুন্দৰী তিৰোতাজনীৰ কাৰণে। এওঁক মই বিযা কৰাই আনিবৰ এমাহো পূৰ হোৱা নাই। গন্ধৰ্বইঁতে এওঁক জোৰ কৰি মোৰপৰা কাঢি নিব খোজে। গতিকে মই এওঁক পলুৱাই আনিছোঁ। গন্ধৰ্বৰ লগত এতিয়া মোৰ যুদ্ধ হব। যুদ্ধত জিকিলেও সিহঁতে এওঁক নিব নোৱাৰে, কাৰণ এওঁ প্ৰতিজ্ঞা কৰিছে যে মই মৰিলে তেৱোঁ মৰিব। লোকৰ মুখত শুনিছোঁ আপুনি হেনো বৰ ধাৰ্মিক ৰজা। আপোনাৰ বুঢ়া মন্ত্ৰী এজন, ডেকা মন্ত্ৰী দুজন আৰু সভাপণ্ডিত নজন আছে। সকলোৱে হেনো ধৰ্ম আলোচনাতে সদায় কাল কটায়। কোনো দুৰ্বৃত্ত আপোনাৰ ওচৰলৈ আহিব নোৱাৰে। সেই কাৰণে মই মোৰ ঘৈণীক ইয়াতে আপোনাৰ আশ্ৰয়তে ৰাখি যুদ্ধলৈ যাব খোজোঁ। এসপ্তাহৰ পাছতে মই আহি এওঁক লৈ যাম। খৰচ-ভৰচ যি হব মই আহি দিম।'

ৰজাই ক'লে—'একো কথা নাই। তেওঁ ইয়াতে থাকিব পাৰিব, খৰচ একো দিব নালাগে।' এই বুলি এজনী সহচৰীক মাতি সুন্দৰীক সেই মুহূৰ্ততে অন্তঃপুৰলৈ পঠিয়াই দিলে। তাতে তেওঁ মহা সুখে থাকিবলৈ ল'লে। গিৰিয়েক যুদ্ধলৈ গ'ল।

কেইদিনমানৰ পাছত আকাশত যুদ্ধৰ বৰ আস্ফালন হবলৈ ধৰিলে। এদিন চাই থাকোঁতে মেঘৰ আঁৰৰ পৰা কটা হাত এখন ৰজাৰ চোতালত পৰিল। সকলোৱে ভাবিলে যুদ্ধলৈ যোৱা বীৰজনৰেই হাত হবলা। চাই থাকোঁতে আৰু এখন হাত পৰিল। তাৰ পিছত মূৰটো পৰিল। মূৰটো দেখি মন্ত্ৰী আৰু সভাপণ্ডিতসকলে স্থিৰ

কৰিলে যে এইবোৰ যুদ্ধলৈ যোৱা বীৰজনৰেই হাত-মূৰ। বীৰজন যে মৰিল তাত কাৰো সন্দেহ নাথাকিল, তেওঁলোকে গাভৰুজনীক মাতি আনি বীৰৰ কটা মূৰ-হাতবোৰ দেখুৱাই ক'লে—'আইদেউ, তোমাৰ স্বামী ৰণত পৰিল। সৌৱা হাত-মূৰবোৰ চাই লোৱা।' সকলোৱে তাইক প্ৰবোধ দিবলৈ ধৰিলে। গাভৰুগৰাকী কান্দি কান্দি অস্থিৰ হ'ল। তেওঁ স্বামীৰ কটা মূৰটো চাদৰত বান্ধি লৈ পাৰেমানে কান্দিলে আৰু কান্দি কান্দি নগৰৰ পৰা চাট্ কৰে বাহিৰ হ'ল। ক'লৈ গল কোনেও যেন গম ধৰিবই নোৱাৰিলে।

তাৰে দুদিনমান পাছতে যুদ্ধজিত ঘোঁৰাত উঠি তেজেৰে ৰাঙলী হৈ ৰাজসভাত ওলালহি। তেওঁ ৰজাৰ আগত কলেহি—'মহাৰাজ, আপোনালোকৰ আশীৰ্বাদত মই যুদ্ধজয় কৰিলোঁ। এতিয়া মোৰ ন-গৃহিণীক দিয়ক। মই উভতি মোৰ ৰাজ্যলৈ যাওঁ। তেওঁৰ কাৰণে মোৰ বৰ কষ্ট গ'ল।

ৰজা, মন্ত্ৰী নৱৰত্ন আৰু সভাসদ সকলো বিমোৰত পৰিল। কি কব, কি কৰিব, সকলোৱে উপায় হেৰাল। ৰজাই ক'লে—'বোপা, এইবিলাক কি কথা হৈছে আমি একো বুজিব পৰা নাই। আমাৰ আগত তোমাৰ কটা মূৰটো আহি চোতালত পৰিছিল, হাত দুখনো আগেয়ে পৰিছিল। এইবোৰ দেখি আমি তোমাক যুঁজত মাৰিলে বুলি স্থিৰ কৰিছিলোঁ। তোমাৰ পত্নীযেও তোমাৰ মূৰটো তুলি লৈ পাৰেমানে কান্দিলে আৰু শেষত সেইটো হাতত লৈ কান্দি কান্দিয়ে বাহিৰলৈ গ'ল। উভতি নাহিল।

যুদ্ধজিতে ক'লে—'মহাৰাজ, মই উপায় বিহীন হৈ আপোনাৰ আশ্ৰয় লৈছিলোঁ আৰু মোৰ মানুহজনীক আপোনাৰ তাত থৈ গৈছিলোঁ; এতিয়া আপুনি মোক ঠগি তেওঁক ৰাখিবৰ দিহা কৰিলে। বাৰু তেওঁনো আপোনাৰ অন্তঃপুৰত সঁচাকৈ আছে নে নাই মই এবাৰ চাওঁ। এই বুলি তেওঁ ঘৈণীয়েকক চিঁয়ৰি চিঁয়ৰি মাতিলে আৰু ক'লে—'তুমি ক'ত লুকাই আছা, ওলাই আহা, মই তোমাৰ স্বামী যুদ্ধজিত আহিছোঁ।' তেতিয়া ভিতৰৰপৰা কোনোবাই উত্তৰ দিলে—"মই ইয়াতে আছোঁ; মোক লুকাই ৰাখিছে, সহচৰীবিলাকে যাব নিদিয়ে, আগুৰি ধৰি ৰাখিছে।' তেওঁ তেতিয়া জোৰেৰে খং কৰি ক'লে—'তুমি ওলাই আহা, মই কেছোঁ আহা, কাৰ সাধ্য আছে তোমাক আগুৰি ৰাখক!' তেতিয়া তেওঁ ওলাই আহিল। গাত গহনা নাই, চুলি আউলী-বাউলী। দেখাত বৰ ক্লান্ত যেন দেখি। তেওঁৰ চকুত ধাৰাসাৰ চকুলো।

যুদ্ধজিতে সুধিলে—'তোমাৰ কোনে এনে গতি কৰিলে? তোমাৰ কি হৈছে? কান্দিছা কিয়? তোমাৰ একো ভয় নাই, কি হৈছে কোৱা।'

গাভৰুৱে উত্তৰ দিলে—'ইয়াত আপুনি মোক কিয় এৰি গৈছিল নাজানো। দিনে-নিশাই মোৰ ওপৰত পাশৱিক অত্যাচাৰ চলিছে। ৰজাই মুখেৰে একো নকয়। দিনত মই ডেকা মন্ত্ৰী দুজনক আৰু ৰাতি হলে নজন পণ্ডিতক এজন এজনকৈ শুশ্ৰূষা কৰিব লাগে। শেষত আজি ৰাতিপুৱা পণ্ডিত কেইজনে মোৰ অলঙ্কাৰখিনিও কাঢ়ি আনি ভগাই লৈছে। মোক আপুনি গ্ৰহণ কৰিব নালাগে, মোৰ শৰীৰ অশুচি। মোক

আপুনি তৰোৱালেৰে কাটি পেলাওক আৰু নতুনকৈ এজনী বিয়া কৰাই লওক।' এই বুলি কৈ গাভৰুৱে আকৌ ইনাই-বিনাই কান্দিবলৈ ধৰিলে।

পণ্ডিত, মন্ত্ৰী, ৰজা আৰু সভাসদৰ মুখৰ মাত হেৰাল। কালিদাসে পোনেই ক'লে—'এই নিশ্চয় অসৎ স্বভাৱৰ গাভৰু, আমাক মিছাকৈ চোৰ বুলিছে। নহয় যদি তাইৰ কথাৰ প্ৰমাণ দিয়ক।' ৰজাই মূৰ দুপিয়ালে। গাভৰুৱে তেতিয়া বাঘিনীৰ দৰে খং দেখুৱাই, আঁঠু কোঁচাই বহি থকা কালিদাসৰ আঁঠুটো জোৰেৰে দাঙি ধৰি তাৰ তলৰপৰা জোনবিৰিটো আনি ৰাইজক দেখুৱালে। ভৱভূতিৰ কঁকালৰ খোচঁনাত কাণফুলযোৰ পালে। এইদৰে সকলোৰে লগত একো একোপদ বস্তু পালে। ডেকা মন্ত্ৰী দুজনৰ নাম লিখা হীৰাৰ আঙঠি দুটা তেওঁ নিজৰ হাতৰ পৰা খুলি দি ক'লে—'এই আঙঠি তেওঁলোকে মোৰ তালৈ গৈ মোক দিছিল নে নাই কওঁক। ইযাতকৈ আৰু কি সাক্ষী লাগে? ইয়াকে কয় বোলে— দুষ্টৰ লট্-পট, শান্তৰ মৰণ। তেওঁলোক সাধু হৈ থাকিব মইহে কলঙ্কিনী হম?'

ৰজা, বুঢ়ামন্ত্ৰী আৰু সভাসদসকল তেনেই কাঁহ পৰি জীণ গ'ল। নবৰত্ন আৰু ডেকা মন্ত্ৰী দুজনে উপাই হেৰুৱাই কান্দিবলৈ ধৰিলে। তেতিয়া অন্তঃপুৰৰপৰা সুলোচনা ৰাণী ওলাই আহিল আৰু কুঁজা-কুঁজীহঁতক মাতি আনি ক'লে—'সোনকালে এইবোৰ গুচাই দিয়া। পণ্ডিতসকলে আৰু ডেকা মন্ত্ৰী দুজনে তোমালোকক আৰু উপলুঙা নকৰে। তোমালোকৰ মহিমা তেওঁলোকে এতিয়া বুজিব!'

চাই থাকোতে সকলো উপচক্ৰ আঁতৰি গ'ল। ৰাজসভা আগৰ দৰে হ'ল। যুদ্ধজিতো নাই গাভৰুও নাই। পণ্ডিত কালিদাসে তেতিয়া ক'লে—

'অ'—আগে ভাবিছিলোঁ কুঁজা-কুঁজী,
এতিয়াহে হ'ল বুজাবুজি।'

# নাই হাঁহি নাই মাত, খট্-খট্‌কৈ বয় তাঁত

এখন গাঁৱত ৰামনাথ বুলি এটা সাউদ আছিল। বেপাৰ কৰি কৰিয়ে তেওঁ বুঢ়া হ'ল। তেওঁৰ এটা পুতেক আছিল, নাম ৰতিৰাম। ৰতিৰামক বিয়া কৰাই দি উঠি বুঢ়াই ক'লে, 'বোপা ৰতিৰাম, মই বুঢ়া হ'লোঁ। বেপাৰ কৰি ফুৰিব নোৱৰা হৈ আহিলোঁ। তই এতিয়া বেপাৰ কৰিবলৈ শিক।' ৰতিৰামে ক'লে— 'ভাল পিতা, মই আপোনাৰ অজ্ঞা পালন কৰিম। প্ৰথমে মই ছমাহৰ কাৰণে বেপাৰলৈ যাওঁ , তাৰ পাছত বাৰ বছৰলৈ যাম।' এইবুলি সি লগবিলাকক মাতি লৈ বেপাৰ কৰিবলৈ গ'ল।

ৰতিৰাম বেপাৰলৈ যোৱাৰ পাছত তাৰ তিৰোতাজনীয়ে কাকো নমনা হ'ল। বুঢ়াৰ বেজাৰ লাগিল। বুঢ়াই এদিন বুঢ়ীক ক'লে— 'এই বুঢ়ী, এইক তই ভাত-পানী দিয়াৰ আশা এৰ। এই বৰ বজ্জাত হৈছে। খাব নাপাই মৰক। বেপাৰৰপৰা আহিলে মই ৰতিক আকৌ এজনী বিয়া কৰাই দিম।' বুঢ়ীয়ে ক'লে— 'তুমি মনে মনে থাকা। মই তাইক যি কৰিব লাগে কৰিম।' বুঢ়ীয়ে বোৱাৰীয়েকক কেতিয়াবা ভাত দিয়ে কেতিয়াবা নিদিয়ে। এইদৰে থাকোঁতে তাই শুকাই-খীণাই আধামৰা হ'ল।

সিফালে আকৌ ৰংপুৰৰ হাটৰ ওচৰত ধনপতি নামে আৰু এটা সাউদ আছিল। তেওঁ ৰংপুৰৰপৰা ভাটীলৈ আহি ৰামনাথৰ দেশত বেপাৰ কৰে। ৰামনাথৰ নঙলাৰ কাষেদি এটা নদী বৈ গৈছে। ধনপতি সাউদে সেই নদীয়েদি নাও বাই আহি মাল কিনি নিয়ে। এদিন ৰামনাথৰ নঙলাৰ মুখতে থকা ঘাটত নাও বান্ধি ধনপতি সাউদে নাওৰ চৈৰ ওপৰত বহি ধঁপাত খাই আছিল। এনে সময়তে এজনী বুঢ়ীৰ লগত ৰতিৰামৰ ঘৈণীয়েক সেই ঘাটলৈ পানী আনিবলৈ যাওক। ধনপতিয়ে দেখা পাই বুঢ়ীক মাত লগালে— 'আবু, তুমি যে লগত আনিছা এওঁনো জীয়াৰী নে বোৱাৰী? দেখাত দেখোন গাভৰু, কিন্তু কপালত সেন্দুৰ দেখি আকৌ বোৱাৰী যেন লাগে।' বুঢ়ীয়ে ক'লে— 'সেইবোৰ নো কি সোধা বোপা, এইজনী ৰামনাথ সাউদৰ বোৱাৰীয়েক ; বয়সত তেনেই কুমলীয়া, পিছে খাব নাপাইহে এইৰ এই অৱস্থা হৈছে। বুঢ়া-বুঢ়ীয়ে দেখিব নোৱাৰে। এইৰ মুনিহটো এইক বিয়া কৰাই উঠিয়ে বেপাৰলৈ গ'ল। তেতিয়াৰেপৰা এইৰ তেল নাই, ফণি নাই, ভাল কাপোৰ এখনো পিন্ধিবলৈ নাই। খোৱা-লোৱাত কষ্ট। বুঢ়া-বুঢ়ীয়ে একো নিদিয়ে। সেই দেখিয়ে এইৰ অৱস্থা এনে হৈছে।" তেতিয়া ধনপতিয়ে বৰকৈ অহ্ অহ্ কৰিবলৈ ধৰিলে। লগতে

পুতৌ কৰি ক'লে— "আই, তোমাক ৰামনাথ সাউদে তেনে ব্যৱহাৰ কৰিব নালাগিছিল। তুমি মোৰ জীয়াৰীৰ দৰে মৰমৰ। ইয়াৰ পিছৰ বাৰ পানী নিবলৈ আহিলে মই বাৰু কিবাকিবি যি পাৰো অলপ কিছু দিম। ঘিণ নকৰি নিবাহি। তোমাৰ দুখৰ কথা শুনি মোৰ অন্তৰখন তেনেই ভাগি গৈছে।"

ঘৰত কেটেৰা-জেঙেৰা খাই থকা সাউদৰ বোৱাৰীয়েক এনে সুত লগা কথা শুনি তেনেই পমি গ'ল। তেওঁ ঘৰলৈ গৈ অলপ পৰৰ পিছতেই পুনঃ কলহ কাষত লৈ পানী নিবলৈ আহিল। এইবাৰ তেওঁ অকলে আহিল। সদাগৰে তেওঁৰ লগত অলপ সময় কথা পাতি থাকি আসৈ পাই সাহসেৰে ক'লে— 'এটা কথা, তুমি ইয়াত ইমান কষ্ট সহি থকাতকৈ মই নিলে যাবানে? মই তোমাক ভাল ভাল গহনা-গাঁঠৰি দিম, তেল-ফণি দিম, খাবলৈ-ল'বলৈ দিম, আৰু মৰম কৰি সুখত ৰাখিম। যদি সন্মত হোৱা তেনেহ'লে এতিয়াই নাৱৰ ভিতৰলৈ আহা, কোনেও নেদেখে, আমি আজি ৰাতিয়ে নাও মেলি যাম।' তাই ক'লে— 'মই যাম, কিন্তু মোক অন্য উপায় কৰি নিয়ক। এতিয়া নাৱত উঠি থাকিলে আপোনাৰো বিপদ হ'ব, মোৰো মৰণ হ'ব।' সদাগৰে ক'লে— 'তেনেহ'লে আজি মাজনিশা তুমি চাকি জ্বলাই তোমাৰ ঘৰত বহি থাকিবা; মই, মানুহ পঠাই তোমাক আনিম আৰু ৰাতিয়ে নাও মেলি যাম, হ'বনে?' সাউদৰ বোৱাৰীযেকে মুখেৰে মথোঁ 'ও' বুলিলে, আৰু কাষত কলহ লৈ ঘৰলৈ উভতিল।

দৈবাৎ সেইদিনা আৰু এটা সুযোগ মিলিল। উজনিৰ গাঁও এখনত এজনী তিৰোতাক সেইদিনা সাপে খাই মাৰিছিল। ওজা-বৈদ্যে ভাল কৰিব নোৱৰাত সেই তিৰোতাজনীক দেশৰ দস্তুৰ মতে কলৰ ভুৰত তুলি নৈত উতাই দিয়া হৈছিল। ঈশ্বৰৰ ইচ্ছাত সেই ভুৰখন আহি ধনপতি সাউদৰ নাৱতে বজিছিল। সাঁজ গঢ়ি যোৱাত চাকিৰ পোহৰত সদাগৰে সেই ভুৰখন দেখি আৰু মৰা তিৰোতাজনীৰ মেলি থোৱা দীঘল চুলিকোচা দেখিবলৈ পাই ভাবিলে— বাপেকে আমৰ নাৱকে আজি চামৰ নাও কৰিম। এইবুলি তেওঁৰ নাৱৰ হজুৱা চাৰিজনক ক'লে— 'তোমালোক চাৰিজনে তৎক্ষণাৎ ভুৰৰ ওপৰত থকা চাঙীখনেৰে সৈতে তিৰোতাজনীক অলৈ তুমি আনা আৰু মোৰ পাছে পাছে কান্ধত লৈ আহি থাকা। মই য'ত থ'বলৈ কওঁ তাতে শুৱাই থ'বা।' সিহঁতে মৰাশটো কান্ধত লৈ সদাগৰৰ পাছে পাছে গৈ তিৰোতাজনীৰ ঘৰ পালেগৈ। তিৰোতাজনীক সদাগৰে দুৱাৰত টুকুৰিয়াই দি মাতি বাহিৰলৈ আনিলে আৰু মৰাশটো তেওঁৰ বিছনাত শুৱাই থোৱালে। তাৰ পিছত শটো ভালকৈ কাপোৰেৰে ঢাকি থৈ চাঙীখন বাহিৰলৈ আনি দুৱাৰ জপালে আৰু চাঙী আৰু তিৰোতাজনীক লগত লৈ সদাগৰ আৰু তেওঁৰ লগৰীয়াসকল নাৱলৈ আহিল। নদীত চাঙীখন পেলাই দি গা-মূৰ ধুই সকলোৱে নাৱত উঠি নাও মেলি দিলে। এৰাতি এদিনৰ মূৰত নাও গৈ ৰংপুৰৰ ঘাটত লাগিল। সদাগৰে তিৰোতাজনীক লগত লৈ নিজৰ ঘৰত সোমাল আৰু সকলোৱে মহা সুখেৰে দিন নিয়াবলৈ ধৰিলে।

ইফালে ৰামনাথৰ ঘৰত পুৰা আনবিলাক মানুহ উঠিছে, মাত্ৰ বোৱাৰীয়েক উঠা নাই। বোৱাৰীয়েকক নুঠা দেখি শাহুবেকে বকিবলৈ ধৰিছে— 'তোৰ উঠিবৰ সময় হোৱা নাই হ'বলা? কিমান পৰ শুই থাক থাকচোন, ময়ো নামাতোঁ। মোক খনীয়া বৈ দিব নালাগে।' এনেতে এজনী তিৰোতা তেওঁলোকৰ ঘৰলৈ শাকৰ গুটি খুজিবলৈ আহিছিল। তাই সুধিলে— 'আজি দেখোঁ তোমালোকৰ ক'ইনাটো নাই।'

শাহুবেকে ক'লে— 'তঁইৰ কথা কি সোধা আই? তাই বৰ মানুহৰ জীয়েক, এতিয়াই উঠিবনে? বেলা দুপৰিয়াহে উঠিব। ময়ো আজি নামাতোঁ বাপেকে, চাওঁচোন আজি তাই কেতিয়ানো খুচিমতে উঠে। উঠিলে আজি এপালি দিম।'

—'কিযনো উঠা নাই, ময়ে চাওঁচোন বাৰু'— এইবুলি সেই তিৰোতাজনীয়ে দুৱাৰখন ঠেলা মাৰি দি খুলিলে। খুলিয়ে এটা বেয়া গোন্ধ পালে। অলপ পৰ মুখখনলৈ চাই—'এ আই তাই দেখোন খাটতে মৰি আছে' বুলি ওলাই আহিল।

কথাটো শুনি বুঢ়া নিজে বোৱাৰীয়েকক চাবলৈ গ'ল। গৈ দূৰৰপৰা দেখে মৰি থকা কথাটো সঁচা। তেওঁ সোনকালে গাঁৱৰ মানুহ মাতি আনি বিছনাই সহিতে দাঙি নি বোৱাৰীযেকক নদীৰ পাৰত পুৰি পেলালে। নদীত নাও বাই যোৱা বেপাৰীবোৰে সুধিলে— 'কাৰ ঘৰতনো মানুহ মৰিল?' গাঁৱৰ মানুহে ক'লে— 'ৰামনাথ সাউদৰ বোৱাৰীয়েক মৰিছে।'

কিছু দিনৰ অন্তত ছমাহ পূৰ হোৱাত ৰতিৰাম বেপাৰী নাও লৈ ঘৰমুৱা হওক। ৰংপুৰত তেওঁ দুই-এজন বেপাৰীক লগ পাই সুধিছিল— 'আমাৰ গাঁৱৰ ফালে ভালনে— খবৰ কিবা পোৱানে?' উত্তৰত এজনে ক'লে— 'ভাল, কিন্তু ৰামনাথ সাউদৰ বোৱাৰীয়েক মৰিল। আমি নদীৰ ঘাটত পোৰা দেখি আহিছোঁ।'

—কিমান দিন হ'ল?

—সম্ভৱ দুমাহ মান হৈছে।

কথা শুনি ৰতিৰাম চিন্তাত পৰিল। তেওঁ ভাবিলে ৰংপুৰীয়া বেপাৰীৰ কথাত সঁজাত নাই। ইহঁতৰ বেছি ভাগেই লম্পট স্বভাৱৰ , খৰচ কৰি বিয়া নাপাতে। মোৰো কিজানি তিৰোতাজনী ইহঁতৰে কোনোবাই চুৰ কৰি আনিহে এইদৰে কৈছে। এইদৰে ভাবি তেওঁ এটা কাম কৰিলে। নাওখন ভটিয়াই পঠালে। তেওঁ ক'লে, 'মোৰ এই ৰংপুৰত বহুত টকা বাকী পৰি বৈছে। মই কেইদিনমান পিছত ঘৰ পামগৈ। ইয়াতে টকা-পইচা কিছু আদায় কৰোঁ— তোমালোকে মোৰ বস্তু-বাহানিবোৰ ঘৰত দিবা।' লগৰীয়াবোৰক এইদৰে কৈ নাওখন পঠিয়াই দিলে।

ৰংপুৰত সোমাই ৰতিৰামে এটা পাৰ বেপাৰীৰৰ ভেশ ধৰিলে আৰু ঘৰে-ঘৰে ফুৰিবলৈ আৰম্ভ কৰিলে। দুপৰিয়ালৈকে ঘূৰি ফুৰিও তেওঁ ক'তো একো খবৰ নাপালে। শেষত আবেলি গৈ ধনপতি সাউদৰ ঘৰত ওলাল। তাত তেওঁ দেখিলে যে তেওঁৰ ঘৈণীয়েকে সদাগৰৰ ঘৰৰ তাঁত-শালত কাপোৰ ব'ই আছে। দেখি তেওঁ বিচুৰ্তি হ'ল। তিৰোতাজনীয়েও তেওঁক চিনিলে। তাই লাজতে তলমূৰ কৰিলে। তেওঁ

তাৰপৰা ঘূৰি আহি ৰজাৰ ওচৰত গোচৰ দিলেগৈ— 'মহাৰাজ মই দৰঙৰ মানুহ। মোৰ তিৰোতাজনী ধনপতি বেপাৰীয়ে চুৰ কৰি আনিছে। আপুনি মোক বিচাৰ কৰি দিয়ক।'

ৰজাই ধনপতিক মাতি আনিলে আৰু সুধিলে— 'ধনপতি, তুমি বোলে দৰঙৰপৰা এজনী তিৰোতা চুৰ কৰি আনিছা, হয়নে?' ধনপতিয়ে ক'লে— 'মহাৰাজ, এজনী বিধবা তিৰোতা মই মাকক দুশ টকা ৰূপ দি অনাটো সঁচা। মোৰ লগত যোৱা বেপাৰী সাতোটা আছে— লাগিলে আপুনি তেওঁলোকক সুধিব পাৰে।' ৰজাই সিহঁতক সুধিলে— 'ধনপতিয়ে তিৰোতাজনী কাৰ ঘৰৰপৰা আনিছে?' সিহঁতে একে মুখে ক'লে— 'মাকক দুশ টকা দি তিৰোতাজনী বেপাৰীয়ে কিনি আনিছে।' ৰজাই তেতিয়া ৰতিৰামক সুধিলে— 'তোমাৰ সাক্ষী কোন?' ৰতিৰামে ক'লে— 'মোৰ সাক্ষী নাই, দেউতা।' ৰজাই অলপ পৰ বৈ ক'লে— 'সাক্ষী নাই যদি প্ৰমাণ নাই। গতিকে তোমাৰ আপত্তি নামঞ্জুৰ হৈছে।' ৰতিৰাম অসন্তোষ মনে উভতিল।

বাটত আহোঁতে ৰতিৰামে এজোপা ডাঙৰ গছৰ তলত এটা ওখ ভেটিত এজন লোকক বৰপীৰা এখনত বহি থকা দেখিলে। তেওঁৰ ওচৰত পালি-পহৰীয়া কিছুমানো আছে। ৰজাৰ ঘৰলৈ যাওঁতেও ৰতিৰামে এই মানুহবোৰ দেখিছিল। দুখ মনে উভতি অহা ৰতিৰামক দেখি বৰপীৰাত বহি থকা মানুহজনে তেওঁক মতাই নি সুধিলে— 'তুমি ক'ৰ মানুহ? কি লাগে? মুখখন দেখোন তেনেই মলিন— কি হৈছে?' তেতিয়া তেওঁ ক'লে— 'ক'লেনো মোৰ কি হ'ব? বোলে কাক ক'ম, কোনে পতিযাব, যাকে ক'ম সেযে লঠিযাব। মই বৰ দুৰ্ভগীয়া পাপী লোক। তথাপি কওঁ শুনক— মোৰ পাটীৰ তিৰোতাজনী ধনপতি সাউদে চুৰ কৰি আনিছে। মই আহি বিচাৰি বিচাৰি তেওঁৰ ঘৰত পালোঁ, কাপোৰ বৈ আছে। মই ভযত নামাতিলোঁ তায়ো নামাতিলে, কিন্তু মোক দেখি তাই লাজত তলমূৰ কৰিলে। এতিয়া ৰজাৰ আগত গোচৰ দিলোঁ। সাক্ষী নোহোৱা বাবে তাতো মই হাৰিলোঁ। সিহঁতে কিনি অনা বুলি সাক্ষী দিলে। সেইবাবেই মই উপায বিহীন হৈ এইদৰে ঘূৰি ফুৰিছোঁ।'

ওখ ভেটিৰ ওপৰত বৰপীৰা পাৰি বহি থকা এইজন আছিল বৰ গৰখীয়া। তেওঁক ৰজাযো মানে আৰু তেওঁৰ বিচাৰ ৰজাৰ বিচাৰৰো ওপৰত। বৰ গৰখীয়াই ক'লে— 'তোমাৰ তিৰোতাজনীৰ মাক আছেনে?"

—আছে দেউতা, এতিযাও জীযাই আছে।

—আনিব পাৰিবা নে?

—পাৰিম , ১০। ১২ দিনৰ ভিতৰতে আনি দিব পাৰিম।

—আনাগৈ। অমুক তাৰিখে এইখিনিত তেওঁক লৈ হাজিৰ হ'বাহি।

—নিশ্চয় হ'ম— বুলি ৰতিৰাম গ'ল।

তাৰিখৰ দিনা ৰাতিপুৱা ৰতিৰামে শাহুৱেকক লগত লৈ বৰ গৰখীয়াৰ বৰভেটিৰ ওচৰত হাজিৰ হৈ হাতযোৰ কৰি থিয় হৈ থাকিল। বৰ গৰখীয়াই কটকী

পঠিয়াই ৰজা, মন্ত্ৰী, ধনপতি সাউদ, সেই তিৰোতাজনী আৰু আগৰ ৰজাঘৰৰ বিচাৰৰ সময়ত থকা কেইজনমান সভাসদ অনালে। আটাইবোৰ আহি পোৱাত মাকে জীয়েকক দেখি ৰজা-ৰাইজ সকলোলৈকে আওকাণ কৰি পোনেই খেদি গ'ল আৰু জীয়েকৰ ডিঙিত ধৰি হাঁযে-বিঁযে কৰি কান্দিবলৈ ধৰিলে। জীয়েকেও হুৱাওৱাৰে কান্দোন জুৰিলে। কান্দোনৰ উৰ্মি উঠিল। তেতিয়া বৰ গৰখীয়াই ক'লে— 'ৰাইজ, আপোনালোক সকলোৱে জানে, এজনী তিৰোতা দেখিলে আন এজনী তিৰোতাই বিনা কাৰণত নাকান্দে। তেওঁলোক নিশ্চয় মাক-জীয়েক, বহুত দিনৰ মূৰত দুয়ো লগালগি হৈছে।' 'হয়নে' বুলি সোধাত মাক-জীয়েক দুয়ো 'হয়' বুলিলে। সমজুৱাসকলেও সেইটো মানি ল'লে।

বৰ গৰখীয়াই তেতিয়া ধনপতি সাউদক ক'লে— 'সাউদ' এতিয়াও সময় আছে। সকলো কথা স্বীকাৰ কৰা আৰু কেনেকৈ কি হ'ল আমাক কোৱা, আমি তোমাক উচিত ব্যৱস্থা দিম।' ধনপতি সাউদে ঘটনাটো আদিৰেপৰা অন্তলৈকে বিবৰি ক'লে। তাকে শুনি বৰ গৰখীয়াই মোকৰ্দমাৰ ৰায় দি ক'লে— 'তিৰোতাজনীক ৰতিৰামলৈ এতিয়াই ঘূৰাই দিব লাগে। চুৰ কৰি অনা বাবে ধনপতি সাউদে সাতকুৰি টকা জৰিমনাও ভৰিব লাগে।'

ধনপতি সাউদে ভাবিলে— হৰিয়ে ভাল ৰক্ষা কৰিলে। সঁচা কথা কৈহে সাৰিলোঁ। বন্দীশালত যে থাকিবলগীয়া নহ'লোঁ— এয়ে ৰক্ষা। এই ভাবি সাতকুৰি টকা তেওঁ তেতিয়াই লেখি লেখি উলিয়াই দিলে। মেল ভাগিল। ৰতিৰামে ঘৈণীয়েকক লৈ নিজ দেশলৈ যাত্ৰা কৰিলে। বাটত যাওঁতে ৰতিৰামে ঘৈণীয়েকৰপৰা ঘটনাৰ আদ্যোপান্ত সকলো শুনিলে। তেওঁ ঘৈণীয়েকক ক্ষমা কৰিলে। বাটত যাওঁতে গোটেই ঘটনাকে লৈ তেওঁ এটা শোলোখ ৰচনা কৰি গাই শুনালে— বোলে,

মৰিল খাটত, পুৰিলে ঘাটত ,
সেই মানুহজনী পালোঁ মই ৰংপুৰৰ হাটত।
নাই হাঁহি, নাই মাত,
থট্-থট্‌কৈ বয় তাঁত।
মোকো চিনে ময়ো চিনো ,
সাক্ষী নোহোৱাকে কেনেকৈ জিনো?
বৰগৰখীয়াই পাতিলে ঘাই ;
মাকক আনিলে জীয়েকক পায়—।

# ভাগ্যৰ ফেৰত বঁটা পায়, ভাগ্যৰ ফেৰত কটা যায়

এজন ৰাজকুমাৰে এজন সন্ন্যাসীৰ লগত থাকি কিছুমান নীতি কথা শিকিছিল। তাৰে এটা আছিল— মানুহে দূৰলৈ গ'লে লগত এজন সহায় লৈ যাব লাগে। তাৰে কিছুমান দিনৰ পিছত ৰাজকুমাৰ এদিন দেশ ভ্ৰমণৰ কাৰণে ওলাল। তেওঁ অকলে গৈছিল। বাটত সন্ন্যাসীৰ কথা তেওঁৰ মনত পৰিল। তেওঁ ভাবিলে— মইতো কোনো সহায় নোহোৱাকৈয়ে যাবলৈ আহিলোঁ, কথাটো ভাল নহ'ল। এনেকৈ ভাবি ইফালে-সিফালে চাওঁতে তেওঁৰ চকুত পৰিল যে এটা সৰু কেঁকোৰা আলিৰ দাঁতিয়েদি বগুৰা বাই যাব লাগিছে। তেওঁ সেই কেঁকোৰাটোকে এটা সেৱা কৰি তুলি ল'লে আৰু নিজৰ পিন্ধা চোলাটোৰ জেপত ভৰাই থৈ ক'লে— 'তুমি মোৰ বাটৰ সহায় হবা।'

ৰাজকুমাৰ গৈ গৈ সাগৰৰ দাঁতি পালে। সাগৰৰপৰা অহা জুৰ বতাহ গাত লাগিবলৈ ধৰাত কেঁকোৰাটো চোলাৰ জেপৰপৰা ওলাই আহিল আৰু থলৌ কৰি মাটিত পৰিল। মাটিত পৰিয়ে সি এটা কাছৰ সমান হ'ল। সেই যুগত জন্তুবিলাকেও কথা ক'ব পাৰিছিল। ৰাজকুমাৰে কেঁকোৰাটোক সুধিলে— 'তইনো কিয় ইমান ডাঙৰ হ'লি?' উত্তৰত কেঁকোৰাই ক'লে— 'মই আগেয়ে সাগৰত আছিলোঁ। সাগৰৰপৰা ঢৌত উটি গৈ কেনেবাকৈ সেই দেশ পাওঁতে মই সৰু হৈ গৈছিলোঁ। এতিয়া আকৌ সাগৰৰ বতাহ গাত লগাত মই মোৰ আগৰ বল পালোঁ। সাগৰ পালে মই আৰু ডাঙৰ হ'ম। এতিয়া আৰু তুমি মোক ল'ব নালাগে। তুমি মোৰ পাছে পাছে আহি থাকা।' এইবুলি কৈ সি আগে আগে যাবলৈ ধৰিলে। ৰাজকুমাৰ পাছে পাছে গ'ল। এইদৰে দুয়ো গৈ সাগৰ পালে। তেতিয়া কেঁকোটোৱে মাত লগালে— 'মই এতিয়া সাগৰত পৰিম। পৰা মাত্ৰে খুব ডাঙৰ হ'ম। তুমি মোক লগৰ সহায় বুলি আনিছিলা। এতিয়া পিছে ক'লৈ যাবা? মই তোমাক কি সহায় কৰিব লাগে, কোৱা।' ৰাজকুমাৰে ক'লে— 'মই সাগৰ পাৰ হৈ তাৰ সিপাৰে কি আছে চাব খোজোঁ।' কেঁকোৰাই ক'লে— 'তেনেহ'লে মই এতিয়া সাগৰত পিঠি পাতি পৰি থাকোঁ। তুমি মোৰ পিঠিত লাহেকৈ খোপনি পুতি উঠি লোৱা। তল পৰিবা বুলি ভয় নকৰিবা। সেই দেশত তুমি ঘূৰি ফুৰি পুনৰ যেতিয়া উভতি আহিব খোজা তেতিয়া সাগৰৰ পাৰত থিয় হৈ তুমি মোক

স্মৰণ কৰিবা— মই পানীৰ তলৰপৰা ওলাই আহিম আৰু তোমাক পাৰ কৰি দিম।' কেঁকোৰাৰ পিঠিত উঠি সেইদৰে ৰাজকুমাৰে সাগৰ পাৰ হৈ সিপাৰৰ দেশ পালেগৈ।

সাগৰৰ সিপাৰে এজনী ৰজাৰ ছোৱালীয়ে কাপোৰ ধুই আছিল। তাই দেখিলে সাগৰৰ মাজেদি এজন সুন্দৰ পুৰুষ কিহবাত উঠি পানী নখচাকৈ আহি আছে। তাই দেখা পাই আচৰিত হ'ল। মনতে ভাবিলে— এওঁ কম পুৰুষ নহয়। নিশ্চয় কোনোবা শক্তিমন্ত পুৰুষ। দেখাত ধুনীয়া— চালে চাই থাকোঁ চাই থাকোঁ লাগে। হাত-ভৰিবোৰো আটিল। এওঁক স্বামীৰূপে পালেহে জীৱন সাৰ্থক হ'ব। এইদৰে ভাবি-গুণি তাই ঘৰলৈ গৈ ৰোহ-ঘৰত পৰিল। ঢেঁকী শালেই ৰোহ-ঘৰ। ঢেঁকীশালৰ তুঁহৰ ওপৰতে শুই থাকিল। খোৱা-লোৱাৰ পাছ এৰিলে।

দুপৰীয়া ভাত খাবৰ পৰত বিচাৰ লাগিল। বিচাৰি বিচাৰি কোনোবাই তাইক ঢেঁকী-শালত পালেগৈ আৰু ৰাণীক সেই খবৰ দিলেহি। ৰাণীয়ে গৈ জীয়েকক তুলি ল'লে আৰু 'মোৰ আইৰনো কি হৈছে' বুলি সুধিলে। জীয়েকে ক'লে— 'আই, মোৰ আন একো হোৱা নাই, মাত্ৰ আজি মই সাগৰৰ পাৰলৈ কাপোৰ ধুবলৈ যাওঁতে দেখিলোঁ সাগৰৰ ওপৰেদি পানী নখচাকৈ এজন থুলন্তৰ পুৰুষ কিহবাত আহি আমাৰ ৰাজ্যত সোমাইছে। তেওঁক দেখিয়ে মোৰ গাটো বেয়া লাগিল। তেওঁলৈ মোক বিয়া নিদিলে মোৰ গা ভাল নহয়। মই একো নোখোৱাকৈ থাকি এইদৰেই মৰিম।' মাকে ক'লে— 'ঐ আই, তই পাগলী হ'লি নেকি? ক'ৰপৰা বা কি মানুহ ক'লৈ আহিছে , তাৰ জাতি কি, নাম কি, গাঁও ক'ত— এইবোৰ একো নজনা-নুশুনাকৈ জানো বিয়া পাতিব পাৰি? বাৰু তথাপি আমি কথাটো আজি পিতাৰাৰ লগত আলচ কৰি চাম আৰু যদি ঠিক পাওঁ তেনেহ'লে বিয়া পাতি দিমেই— তই এতিয়া ভাত খাহি।' জীয়েকে ক'লে, 'বিয়াৰ ঠিক হ'লেহে মই ভাত খাম— নহ'লে নাখাওঁ।'

নিৰুপায় হৈ ৰাণী ৰজাৰ ওচৰলৈ গ'ল। তেওঁ ৰজাক ক'লে— 'মহাৰাজ, আজি আপোনাৰ বৰ-জীয়েকে ভাত-পানীৰ পাছ এৰি ৰোহ-ঘৰত পৰিছে। মই গৈ সোধাত তাই ক'লে— 'সাগৰেদি বোলে এটা ধুনীয়া ডেকা ল'ৰা আমাৰ ৰাজ্যত সোমোৱা তাই দেখিছে। সেই ল'ৰাটোত তাইক বিয়া দিব লাগে, নহ'লে তাই ভাত-পানী নাখায়ে মৰিব। মই উপায় নাপাই আপোনাৰ ওচৰলৈ আহিছোঁ।' ৰজাই ক'লে— 'তেনেহ'লে পোনতে সেই ল'ৰাটো বিচাৰি অনাহে আমাৰ কৰ্তব্য।' এইবুলি তেওঁ চাৰিওফালে মানুহ পঠিয়ালে। মানুহবোৰে গৈ ৰাজকুমাৰক এজোপা গছৰ ছাঁত জিৰণি লৈ থকা অৱস্থাত পালে। সিহঁতে তেওঁক ৰজাই মতা বুলি মাতি আনি ৰজাৰ আগত শোধাই দিলেহি। ৰজা-ৰাণীৰ ৰাজকুমাৰক দেখি মন উলাহত নাচি উঠিল। ৰজাই সুধিলে— 'বোপা তুমিনো ক'ৰ ল'ৰা আৰু সাগৰ পাৰ হৈ মোৰ ৰাজ্যলৈ কিয় আহিলা?' ৰাজকুমাৰে ক'লে— 'মহাৰাজ, মই ৰজাৰ ল'ৰা। মোৰ পিতাৰ নাম মেঘবাহন। তেওঁৰ অনুমতি লৈ মই দেশ চাবলৈ আহিলোঁ। মোৰ আন একো উদ্দেশ্য নাই।' ৰজাই ক'লে— 'বোপা, তেনেহ'লে তুমি আমাৰ বন্ধুৰে ল'ৰা। ৰজা মেঘবাহন

মোৰ বন্ধু। ঈশ্বৰে যি কৰে ভালেই কৰে। পিছে তুমি বিনা অনুমতিত মোৰ ৰাজ্যত সোমাই অপৰাধ কৰিছা। এতিয়া মই যি কওঁ তাকে কৰিব লাগিব। তুমি মোৰ বৰ ৰাজকুমাৰীক বিয়া কৰাব লাগে। তোমাক তাই দেখিছে। তুমি তাইক কি আহুদি কৰিলা নাজানো। তাই এতিয়া তোমাক নাপালে বোলে ভাত-পানী নাখাই মৰিব। ৰোহ-ঘৰত পৰি আছে।' ৰাজকুমাৰে ক'লে— 'মহাৰাজ, মই সাগৰৰ পাৰত ধুনীয়া ছোৱালী এজনীয়ে কাপোৰ ধুই থকা দেখা পাইছিলোঁ। তেৱেঁ বোধহয় আপোনাৰ জীয়েক।'

—ও সেইজনীয়ে আমাৰ বৰ-জীয়ৰী।

—তেওঁক বিয়া কৰোৱাত হ'ওঁতে মোৰ নিজাকৈ আপত্তি একো নাই। পিছে কথা হৈছে মই আগতে বিয়া কৰাইছোঁ। আৰু এজনী বিয়া কৰাবলৈ পিতাৰ অনুমতিও লোৱা নাই। সেইবাবেহে আপোনাৰ আদেশ মানিবলৈ মোৰ সঙ্কোচ হৈছে।— সেই বিষয়ে তুমি ভয় নাখাবা। তোমাৰ পিতৃ মোৰ বন্ধু। তেওঁলৈ মই চিঠি লিখি পঠাম। তেওঁ বেযা নাপায, ভালহে পাব। সেই জগৰ বাৰু মোৰ।—এইদৰে কৈ ৰজাই বৰ-জীযেকক আনি ৰাজকুমাৰৰ ওচৰত থিয় কৰালে আৰু সুধিলে তুমি দেখা ছোৱালী এইজনীয়ে নহয জানো? ৰাজকুমাৰে ক'লে— 'হয়, পিছে তেওঁ বা মোকে দেখিছিল নে কাকে দেখিছিল।' তাতে ৰাজকুমাৰীযে মিচিকিকৈ হাঁহি দিলে। সমজুৱাসকলেও হাঁহিলে। বিযাৰ আয়োজন চলিল আৰু বিয়া হৈ গ'ল।

বিযাৰ কেইদিনমান পাছত ৰাজকুমাৰে ক'লে— 'মহাৰাজ আমি পৰহিলৈ সাগৰৰ সিপাৰৰ আমাৰ দেশলৈ যাব খুজিছোঁ। আপুনি আমাক বিদায দিয়ক।' ৰজাই ক'লে— 'বিদায় দিব পাৰিম, কিন্তু পাৰ কৰিহে থ'ব নোৱাৰিম।' ৰাজকুমাৰে ক'লে— 'বিদায় দিলেই হ'ব। আমি যাব পাৰিম।' ৰাজকুমাৰীয়ে তেতিয়া ক'লে— 'পিতা, মোক আন একো নালাগে— সাতোটা মাণিক দিলেই হব।' ৰজাই দিম বুলি ক'লে।

তৃতীয় দিনা ৰাতিপুৱা খাই-বৈ উঠি ৰাজকুমাৰে ৰজাৰ জীয়েকক লগত লৈ ঘৰলৈ বুলি খোজ ল'লে। সাগৰৰ পাৰ পাই তেওঁ বন্ধু কেঁকোৰাক স্মৰণ কৰিলে। কেঁকোৰা বন্ধু তৎক্ষণাৎ ওলালহি আৰু কি কৰিব লাগে সুধিলে। ৰাজকুমাৰে ক'লে— 'আমাক পাৰ কৰি দিয়া, আমি ঘৰলৈ যাওঁ।' কেঁকোৰাই ক'লে— 'তোমালোকক পাৰ কৰি দিব পাৰিম, কিন্তু এটা কথা—মাণিক সাতোটা এনেকৈ লৈ তোমালোক ক'লৈ যাব খুজিছা? ডকাইতৰ দেশেৰে যাব লাগিব। তেতিয়া ডকাইতে তোমালোকক মাৰি মাণিক নিব। মই এটা বুদ্ধি দিওঁ শুনা। মই নখেৰে তোমালোকৰ এজনৰ কৰঙন ফালি তাত মাণিককেইটা সুমাই দি চিলাই কৰি থ'ম আৰু ঔষধ লগাই দি ভাল কৰি দিম। ঔষধটোও শিকাই দিম। যেতিয়া তোমালোকৰ মাণিককেইটা লাগে তেতিয়া খুলি উলিয়াই ল'বা আৰু ঔষধ লগাই দি ভাল হ'বা।' ৰাজকুমাৰীয়ে কথা শুনি ভয খালে আৰু ৰাজকুমাৰকে মাণিককেইটা ল'বলৈ দিলে। কেঁকোৰাই নখেৰে কৰঙন ফালি মাণিক থৈ চিলাই কৰি ঔষধেৰে ৰাজকুমাৰক ভাল কৰি দিলে আৰু ঔষধটোও শিকাই দিলে আৰু পিঠিত তুলি তেওঁলোকক সাগৰ পাৰ কৰি থ'লে।

ৰাজকুমাৰে ৰজাৰ জীয়েকক লগত লৈ গৈ থাকোঁতে সঁচাসঁচিকৈ ডকাইতৰ দেশ এখন পালে। ভাগ্যৰ কি ফেৰ, দুয়ো গৈ ঘাই ডকাইতটোৰ চোতালতে উঠিল। সিহঁতৰ সাত ভায়েক। আটাইকেইটাই ডকাইত। সেই সময়ত সিহঁত সাতোজনে নদীত গা ধুবলৈ গৈছিল। ঘৰত সিহঁতৰ মাকজনী মাত্ৰ আছিল। মাকে সিহঁতক ক'লে— 'বোপা, তোমালোক ক'ৰপৰা আহিছা? তোমালোকক দেখি মোৰ মৰম লাগিছে। পিছে মোৰ ল'ৰাকেইটা ডকাইত। সিহঁতে তোমালোকক এই অৱস্থাত পালে কি কৰে ভগবানেহে জানে। তোমালোক সোনকালে পলোৱা, নহ'লে বিপদ, মহা বিপদ।'

ৰাজকুমাৰে বুঢ়ীক সেৱা এটা কৰি ঘৈণীয়েকক লগত লৈ ভৰা-নৰা খিৰ্কি বেগ দিলে। তেওঁলোকে গৈ আৰু এখন গাঁও পালে। তাতে তেওঁ এঘৰ মানুহৰ ঘৰত সোমাই ঘৈণীয়েকক সেই মানুহ ঘৰতে থৈ পিছত নিবহি বুলি কৈ চকুৰ পচাৰতে আঁতৰ হ'ল।

ইফালে গা ধোৱা ঠাইত ডকাইতহঁতে সিহঁতৰ বৰডেকাক ক'লে— 'ককাইদেউ, আজি আমাৰ ঘৰত কি হৈছে কড়ি মাৰি চোৱাচোন।' বৰডেকাই খুব ঠিকনা চাব জানে। সি কড়ি মাৰি চালে। দেখিলে যে সিহঁতৰ চোতালত এজন ৰাজকুমাৰে বহুমূলীয়া বস্তু লৈ জিৰণি লৈছেগৈ। সিহঁত আটায়ে লৰালৰিকৈ গা ধুলে। বৰডেকাই ক'লে— 'তোমালোক লাহে লাহে আহি থাকা, মই আগ বাঢ়ো।' এইবুলি সি বেগাই গৈ ঘৰ পালে। গৈ পায়ে মাকক সুধিলে— 'আই, এতিয়াই অহা মানুহ হাল ক'লৈ গ'ল?' মাকে ক'লে— 'ক'লৈ গ'ল মই নাজানো। বাটে বাটে গৈ আছে।'

ডকাইতহঁতৰ এটা উৰিব পৰা ঘোঁৰা আছিল। সি সেই ঘোঁৰাটোত উঠি ৰাজকুমাৰক বিচাৰি গ'ল। সি ৰাজকুমাৰক এখন হাবিৰ মাজত পালে। কোঁৱৰে দূৰতে অশ্বাৰোহীজনক তেওঁৰ পিনে ক্ৰোধমনে খেদি অহা দেখি ততালিকে ওচৰতে থকা আঁহত গছ এজোপাত উঠিল। ডকাইত ঘোঁৰাৰপৰা নামিল আৰু ঘোঁৰাটো আঁহত গছৰ হালি থকা ডাল এটাত বান্ধি থৈ ৰাজকুমাৰক ধৰিবৰ কাৰণে গুৰিয়েদি গছত উঠিল। ৰাজকুমাৰ ডকাইতৰ খেদাত ৰ'ব নোৱাৰি হালি থকা ডালটোৰেদি মাটিলৈ নামিল আৰু ডকাইতৰ ঘোঁৰাটোকে মোকলাই লৈ তাৰ ওপৰত উঠি চকুৰ পচাৰতে কোনোবা দেশ পালেগৈ। ডকাইত গছৰ ওপৰতে থাকিল।

ৰাজকুমাৰে উৰণীয়া ঘোঁৰাত উঠি গৈ গৈ নিজৰ দেশ পালে। তেওঁ ঘোঁৰাটো বাটৰ মুখত বান্ধি থৈ ঘৰৰ ভিতৰ সোমাল। ঘৈণীয়েকে তেওঁক বহুত দিনৰ মূৰত দেখি হেৰোৱা মাণিক পোৱাদি পাই বৰকৈ আতৌ-পুতৌ কৰিলে। তেওঁ ভাত-পানী খাই উঠি জিৰণি লোৱা সময়ত ছোৱা বুজি মাণিক সাতোটা উলিয়াই ঘৈণীয়েকৰ হাতত দি ক'লে— 'এইকেইটা ভালকৈ ৰাখিবা। বৰ মূল্যবান বস্তু, কামত আহিব।' তাৰ পিছত দুয়ো বিশ্ৰাম ল'লে।

আবেলি ৰাজকুমাৰৰ নতুন ঘৈণীয়েকলৈ মনত পৰিল। তেওঁ পুনঃ ঘোঁৰাত উঠি ৰাজকুমাৰীক আনিবলৈ গ'ল আৰু ঘোঁৰাত তুলি তেওঁক বুদ্ধি কৰি আনি এজনী মালিনীৰ ঘৰত থ'লে। মালিনীক তেওঁ ক'লে— 'এই ছোৱালীজনী তুমি ৰাখা। কোনোবাই সুধিলে তোমাৰ ভনীয়েৰাৰ ছোৱালী বুলি ক'বা— মই আনি ৰখা বুলি কাৰো আগত নক'বা। পিছত যি কৰিব লাগে মই কৰিম।' এইবুলি কৈ তেওঁ কিছুদিন ঘৰত থাকিলগৈ।

ৰাজকুমাৰৰ আগৰ তিৰোতাজনী আছিল কোনো এক নীচলোকৰ জীয়ৰী। ৰাজকুমাৰে ফুৰিবলৈ যাওঁতে কিবা প্ৰকাৰে পাকত পৰি তেওঁক বিয়া কৰি আনিব লগা হৈছিল। তেওঁ মাণিককেইটা চাই ভাবিলে— এইবোৰ নো আকৌ কি? লাচ খেলিবলৈ অনা কিবা ধুনীয়া লতাগুটি হ'বলা। সেই ভাবি তেওঁ মাণিককেইটাৰ বৰ বেছি যত্ন নল'লে। কেনেবাকৈ সেই মাণিককেইটা ভুঁহৰাৰ লগত চুৰনিত পৰিলগৈ।

ৰাজকুমাৰৰ এটা ঘোঁৰা চহিচ আছিল। এদিন সি গধূলি সময়ত ঘোঁৰা বান্ধি থৈ ঘৰলৈ উভতিব খোজোঁতে চুৰনিত জিলিকি থকা সেই মাণিককেইটা দেখিলে আৰু বুটলি লৈ গ'ল। চহিচে সেইকেইটা মাণিক বুলি চিনি পালে আৰু যত্ন কৰি ৰাখিলে।

কিবা কাৰণত এদিন ঘোঁৰা-চহিচ মালিনীৰ ঘৰলৈ গ'ল। সি মালিনীৰ ঘৰত ধুনীয়া গাভৰু এজনীক দেখি অলপ আচৰিত হৈ সুধিলে— 'আবু, এইজনীনো ক'ৰ ছোৱালী, ক'লৈ আহিছে?' মালিনীয়ে ক'লে— 'বোপা, এইজনী মোৰ ভনীৰ ছোৱালী, আন কাৰো নহয়। এইবাৰ বিয়া দিব বুলি শুনি চাৰিদিন মানলৈ ময়ে আনিছোঁ ইয়াতে ৰাখিবলৈ। বিয়া দিলেনো আৰু কেতিয়া আহিব?'

চহিচ উভতিল। সি বাটতে ভাবিলে— এনে ধুনীয়া ছোৱালীজনী। আঃ এই ছোৱালীজনীক মই বিয়া কৰাবলৈ পোৱা হ'লে কি যে আনন্দ হ'লহেঁতেন। কালিলৈ আহি তথাপি এবাৰ যত্ন কৰি চাওঁ। লাগে যদি মাণিক সাতোটাকে দিম, বাপেকে। মনতে এইদৰে ভাবি-গুণি থাকি পিছদিনা সি আকৌ মালিনী বুঢ়ীৰ ঘৰত ওলালগৈ। সি বুঢ়ীক ক'লে— 'আবু, তোমাক এটা কথা সোধোঁ। এই ছোৱালীজনীক মোক দিব পাৰানে? মই তোমাক যি লাগে তাকে দিম।'

বুঢ়ীয়ে ক'লে— 'ঐ আই! মইনো পৰৰ ছোৱালী এজনী কেনেকৈ তোমাক দিম? তুমিনো এইবোৰ কি কোৱা? তথাপি বৰকৈ ইচ্ছা কৰা যদি মই বাৰু সুধি চাওঁ। পৰহিলৈ তুমি আহিবা।'

ইফালে তাৰ পিছদিনাখন ৰাজকুমাৰে দুপৰীয়া খাই-বৈ উঠি কুঁৱৰীক ক'লে— 'মই দিয়া মাণিককেইটা মোক দিয়াচোন। মই এবাৰ চাওঁ।' ঘৈণীয়েকে ক'লে— 'মাণিক! কিহৰ মাণিকটোনো মোক দিছিল? আপুনি দেখোন সাতোটা ডিমৰু-গুটি মোক দিছিল? সেইবোৰ আছে ক'ৰবাত। মই এতিয়াই আনি দিম ৰ'ব। এইবুলি তেওঁ শুকান ডিমৰুৰ গুটি সাতোটা আনি কোঁৱৰৰ হাতত দি ক'লে— 'এয়া

আপোনাৰ মাণিক।' কোঁৱৰৰ বিস্ময় হ'ল। মুখেৰে মাত মাতিব নোৱাৰিলে। সঁচাকৈয়ে তেওঁ বোবা হৈ পৰিল। বেজ-কবিৰাজে আহি নানা ঔষধ খুৱাই, নানা যত্ন কৰিও মাত উলিয়াব নোৱাৰিলে। কুঁৱৰী তেতিয়া মাক-বাপেকৰ ঘৰলৈ গুচি গ'ল, লগত সম্পত্তিও বহুত নিলে।

কোঁৱৰৰ এই অদ্ভুত বেমাৰৰ কথা চাৰিওফালে বিযপি পৰিল। এদিন মালিনী বুঢ়ীয়ে সেই ছোৱালীজনীৰ আগত ক'লে— 'আমাৰ ৰাজকুমাৰ বোলে কিবা মাণিকৰ কাৰণে মুখেৰে মাত মাতিব নোৱৰা হৈছে। তেওঁৰ সাতোটা মাণিক আছিল হেনো। তেওঁ সেইকেইটা ঘৈণীয়েকৰ হাতত দিছিল। ঘৈণীয়েকে তাৰ মূল্য নুবুজি ক'ৰবাত পেলাই দিলে। তাৰ বাবেই বোলে ৰাজকুমাৰৰ মুখত মাত হেৰাইছে। কোনো চিকিৎসাতে ফল ধৰা নাই।' কুঁৱৰী বিমোৰত পৰিল। তেওঁ মূল ঘটনাটো বুজিলে। ঠিক এনে সময়তে বাহিৰত চহিচটো ওলালহি। সি বুঢীক মাত লগাই সুধিলে - 'আবু, পিছে কথাটো হ'বনে?' বুঢ়ীয়ে 'ৰ'বা বোপাই, তুমি অকণমান বহাচোন', বুলি কৈ ছোৱালীজনীক সুধিলে— 'আই, এই ল'ৰাটো সদায় তোমাৰ কাৰণে আহিব লাগিছে। ই তোমাক নিব খোজে। তোমাক সি যি লাগে তাকে দিব খুজিছে। পিছে মই কি ক'ম?'

ছোৱালীজনীয়ে ক'লে— 'আই, তাৰ আগত কোৱাগৈ যে যিয়ে মোক সাতোটা মাণিক দিব পাৰিব তাৰ তালৈয়ে মই যাম।' বুঢীয়ে তাৰ আগত তেনেকৈ ক'লেহি। তেতিয়া চহিচে ক'লে— 'তেনেহ'লে মযে সাতোটা মাণিক দিব পাৰিম।' বুঢীয়ে ভিতৰলৈ গৈ ছোৱালীজনীক ক'লেগৈ— 'আই, সি বোলে সাতোটা মাণিক দিব পাৰিব।'

—তেনেহ'লে কোৱাগৈ যে মাণিক সাতোটা মই আজিয়ে পাব লাগিব। মই মাণিক পোৱাৰ পিছতহে তাৰ ঘৰলৈ যোৱাব থাটিৰ (তাৰিখ) দিম।

বুঢীয়ে তেনেকৈ কোৱাত চহিচে সেইদিনাই মাণিক আনি ছোৱালীজনীৰ হাতত দি গ'লহি। তেওঁ বুঢীক ক'লে, 'এই মাণিকৰ পোৰ্ৱণিতে ৰাজকুমাৰৰ তেনে গতি হৈছে। মই এতিয়া তেওঁক ভাল কৰিব পাৰিম। তুমি ৰজাক ইয়াকে মাত্ৰ ক'বা যে মই এদিনৰ চিকিৎসাতে তেওঁক ভাল কৰিব পাৰিব লাগে। মাত্ৰ মোক চিকিৎসাৰ কাৰণে সুবিধা দিব লাগিব।'

বুঢী ততালিকে ৰজাৰ ঘৰলৈ গৈ ক'লে— 'ৰাজকুমাৰক বোলে মোৰ ঘৰত থকা ছোৱালীজনীয়ে ভাল কৰিব পাৰিব। তাই কিবা-কিবি আৰ্হদি জানে।' বুঢা ৰজাই তেওঁক তেতিয়া মতাই আনি সুধিলে— 'তোমাক কি যোগাৰ লাগিব।' ছোৱালীজনীয়ে ক'লে— 'দেউতা, মোক আন একো নালাগে, মাত্ৰ আজি ৰাতি তেওঁকে মোকে এটা ঘৰত একে লগে ৰাখিব লাগে। কালি ৰাতিপুৱাৰপৰা তেওঁৰ মাত ওলাব। ঘৰটোত দুখন চকী, এখন মেজ আৰু এখন শয্যা ৰাখিলেই হ'ব। তালৈ কোনো যাব নোৱাৰিব।' সেইমতে কাম কৰা হ'ল।

ঘৰটোত ৰাজকুমাৰক সুমাই চকী এখনত বহুৱাই ৰাখি সম্মুখৰ মেজৰ ওপৰত মিঠা তেলৰ চাকি জ্বলাই ৰখা হ'ল। ছোৱালীজনীযে তাত সোমাই পাৰি থোৱা অন্যখন চকীত বহি ল'লে আৰু ভিতৰৰপৰা দুৱাৰখনত ডাং দিলে। মানুহ টোপনি যোৱালৈকে তেওঁ ৰাজকুমাৰক গা-মূৰ পিটিকি দি মৰম কৰিলে। তাৰ পিছত তেওঁ আঁচলত বান্ধি নিয়া মাণিককেইটা মেজৰ ওপৰত আলফুলকৈ থ'লে। ৰাজকুমাৰে মাণিককেইটা দেখি আচৰিত হৈ সুধিলে— 'তুমি নো মাণিককেইটা ক'ত পালা?' এইবুলি তেওঁ ৰাজকুমাৰীৰ ডিঙিত সাবটি ধৰিলে। চকুৰেদি তেওঁৰ চকুলো বৈ গ'ল। ৰাজকুমাৰীযে ক'লে— 'আপুনি আৰু নাকান্দিব। আজিৰপৰা আমাৰ দিন ভালৰ ফালে আহিল। দুযোৰো হেৰোৱা মাণিক দুযো পালোঁ। ই ভগৱানৰ ইচ্ছা।' এইবুলি দুযো সুখে-সন্তোষে নানা আলাপ-আলোচনা আৰু ৰং-ৰহইচৰ মাজেদি ৰাতিটো কটাই দিলে।

ৰাতিপুৱা ঘৰৰ বাহিৰৰপৰাই দুযোৰো কথা-বতৰাৰ গুণগুণনি শুনি সকলো মানুহৰ মনত আনন্দ উপজিল। দুৱাৰ মেলি দুযো ওলাই আহি সকলোৰে লগত কথা-বতৰা পতাত ৰজাৰ নগৰ আনন্দত বুৰ গ'ল। ৰাজকুমাৰে আগৰ ঘৈণীয়েকক অনাই কটোৱালৰ হতুৱাই কটালে আৰু পাছৰ জনীৰ লগত সুখেৰে থাকিল। ইফালে ঘোঁৰা-চহিচৰ শুদাই-শুদাই গ'ল। তাকে দেখি সকলোৱে ক'বলৈ ধৰিলে— ইযাকেই বোলে—

ভাগ্যৰ ফেৰত বঁটা পায।
ভাগ্যৰ ফেৰত কটা যায়।।

# ভালৰ ভাল সৰ্বতি কাল, অ-ভালৰ ভাল আগে

এটা দৈৱজ্ঞৰ ল'ৰা আছিল। তেওঁ জ্যোতিষ শাস্ত্ৰ শিকি পণ্ডিত হৈ উঠিল। সকলোকে তেওঁ ভাগ্য-গণনা কৰি দিয়ে আৰু যাকে যি কয় ঠিক সেই মতেই ফল ফলে। তেওঁ কিন্তু নিজৰ ভাগ্যখন কোনো দিন গণনা কৰি চোৱা নাছিল। উপযুক্ত বয়স হোৱাত তেওঁৰ বিয়া কৰাবলৈ মন গ'ল। সেই উদ্দেশ্যে তেওঁ সৰ্ব-সুলক্ষণী ৰূপহী ছোৱালী এজনী বিচাৰি ফুৰিবলৈ ধৰিলে। বহুত দিন ঘূৰি ফুৰি গৈ গধূলি এখন গাঁৱৰ গিৰী এঘৰত আলহী হ'ল। সেই ঘৰখনত মানুহ বুলিবলৈ মতা-মাইকী এহাল মাত্ৰ আছিল। তিৰোতাজনী দেখাই-শুনাই ধুনীয়া আৰু তেওঁৰ লয-লক্ষণবোৰো ভাল। খেতি-বাতি কৰি সিহঁতে জীৱিকা নিৰ্বাহ কৰে। বিয়াৰ পাছত ৫। ৬ বছৰেও সিহঁতৰ সতি-সন্ততি হোৱা নাছিল।

সন্ধিয়াৰ আলহী বোলে সাক্ষাৎ দামোদৰ। দামোদৰ ৰূপী আলহীক গিৰিয়েক-ঘৈণীয়েক দুয়ো আদৰ-সাদৰ কৰি থাকিবলৈ দিলে। দৈৱজ্ঞ যুৱকে অলপ সময় থাকিয়ে বুজিব পাৰিলে যে গিৰিহঁতনী সাক্ষাৎ লক্ষ্মী স্বৰূপা। খাই-বৈ উঠি ৰাতি শুই থাকোঁতে তেওঁ ভাবিলে— ইয়াত থাকিলেই দেখোন মোৰ কাম হ'ব পাৰে। এই তিৰোতাগৰাকী তেনেই গাভৰু হৈ আছে , এইজনীকেই হাত কৰিব লাগিল। এনে ৰূপৱতী লক্ষ্মী তিৰোতা আৰু পোৱা টান। ছোৱালী বিচাৰি মিছাতে হায়ৰাণ হোৱাত লাভ নাই।

পিছদিনা ৰাতিপুৱা বিছনাৰপৰা উঠি দৈৱজ্ঞই আঙুলিৰ মূৰত কিবা গণনা কৰি থাকোঁতে গিৰিহঁতৰ মানুহজনে দেখা পালে আৰু কথা-বতৰাত ওলাই পৰিল যে তেওঁ সামান্য আলহী নহয় গণা-পঢ়াত পণ্ডিত দৈৱজ্ঞ। গিৰিহঁতৰ অতীতৰ অনেক কথা তেওঁ গণনা কৰি ক'লে। কথাবোৰ হুবহু মিলি যোৱাত গিৰিয়েক-ঘৈণীয়েক দুয়োৰো পণ্ডিতলৈ আৰু বেছি শ্ৰদ্ধা উপজিল। তেওঁক তেওঁলোকে তেওঁলোকৰ ঘৰতেই মাহচেৰেক থাকিবলৈ অনুৰোধ কৰিলে। দৈৱজ্ঞয়ো কথাটো শুনি হাততে স্বৰ্গ ঢুকি পোৱাদি পালে। তেওঁ গণনা কৰি চাই গাঁওখনত অহা আঠ-দহ দিনৰ ভিতৰতে কি হ'ব কৈ দিয়ে। তেওঁৰ ভৱিষ্যৎ বাণীবোৰ আখৰে আখৰে ফলিল। তেওঁৰ নাম

চাৰিওফালে ফাটি-ফুটি গ'ল। ঘৰৰ গিৰিহঁত-গিৰিহঁতনী দুযো তেওঁক সাক্ষাৎ দেৱতা যেন জ্ঞান কৰা হ'ল। গাঁৱৰ গএঞাসকলেও তেওঁক শ্ৰদ্ধা-ভক্তি কৰিবলৈ ধৰিলে।

এদিন গিৰিহঁত-গিৰিহঁতনী দুয়ো বহি তেওঁলোকৰ অতীতত নো কি হৈ গৈছে আৰু ভৱিষ্যতত নো কি হ'বলগীয়া আছে দৈৱজ্ঞক সুধিলে। দৈৱজ্ঞই কোষ্ঠী গণনা কৰাৰ উপৰিও এজন-এজনকৈ দুয়োৰো হাত আৰু কপাল চালে। তেওঁ দুয়োজনাৰে অতীতৰ কিছুমান ঘটনা হুবহু মিলি যোৱাকৈ ক'লে। ভৱিষ্যতৰবোৰ কিন্তু চোৱা-চিন্তা আৰু গণা-পঢ়াৰ কাম বুলি কৈ সপ্তাহত এদিনকৈ চাই ক'বলৈ গাত ল'লে। সেইদৰে কাম চলিবলৈ ধৰিলে। অকল তেওঁলোকৰেই নহয় গোটেই গাঁওখনৰে সামূহিক ভাল-বেয়া তেওঁ এদিন বহি মাহটোৰ বাবে থূল-মূলভাৱে কৈ দিযে। এইদৰে ছমাহমান গ'ল। গিৰিহঁত আৰু গএঞা ৰাইজে তেওঁক সকলো বিষযতে অপৰিসীম বিশ্বাস কৰা হ'ল। গিৰিহঁতৰ সেই ঘৰখনৰ প্ৰকৃত মালিক তেওঁহে হৈ পৰিল। ঘৰৰ মালিকজনে কেতিয়াবা গৈণীযেক আৰু ঘৰখনৰ ভাৰ তেওঁৰ ওপৰতে থৈ এঢুক লেথেৰিয়ে কেইবা দিনলৈও দৰকাৰ মতে দূৰত থাকিবলৈ ধৰিলে। তেনে কাৰ্যাত কোনেও একো বুবু-বাবা নকৰে।

ইফালে গিৰিহঁত ঘৰত নথকা ছেগত দৈৱজ্ঞই গিৰিহঁতনীৰ হাত চোৱা, কোষ্ঠী গণনা কৰা আদি কামবোৰ বেছিকৈ কৰিবলৈ ধৰিলে। শৰীৰৰ কোন অঙ্গত তিল থাকিলে ভাল, কোনজন মানুহৰ ক'ত তিল বা মাহ আছে এনেবোৰ কথা দৈৱজ্ঞই ৰাশি-চক্ৰ গণনা কৰিযে কৈ দিযে। সকলো মানুহে তাতে বিস্ময় মানে। গিৰিহঁতনীকো তেনেকৈ বুকু বা আঁঠুৰ তলৰ পিনে থকা তিল, পিঠিত থকা ক'লা জৰুণ, কাষলতিৰ তলত লুকাই থকা তুলসীৰ পাত আদিবোৰ গণনাৰপৰাই কৈ আৰু লগে লগে সেইবোৰ প্ৰত্যক্ষে দেখুৱাই দি আমোদ দিছিল। ইমানবোৰ যত্ন কৰিও কিন্তু দৈৱজ্ঞই গিৰিহঁতনীৰ মন টলাব নোৱাৰিলে। তেওঁ মুখতে হাঁহি-মাতি দৈৱজ্ঞৰ লগত কথা পাতিছিল যদিও আচল কথাত ঠিক আছিল। তেতিযা দৈৱজ্ঞই ভাবিলে বোলে— সন্ধিৰ বাঁহ বুদ্ধিৰেহে কাটিব লাগে।

গিৰিহঁতৰ আগত এদিন দৈৱজ্ঞই ক'লে— 'ইয়াত মোৰ আজি প্ৰায বছৰেক হৈ গ'ল। মই গণনা কৰি চাই দেখিছোঁ অহা মঙ্গলবাৰে মই এই ঠাই এৰি নগ'লে নহ'ব।' গিৰিহঁত-গিৰিহঁতনীয়ে বৰকৈ ধৰিলে যদিও তেওঁ থাকিবলৈ মান্তি নহ'ল। তেওঁ গিৰিহঁতক এদিন অকলে মাতি নি নিৰ্জনত্ ক'লে— 'মোৰ এটা কথাত বৰ শোক উপজিছে। তোমাৰ ঘৈণীযেৰাই তোমাৰ মৃত্যুৰ কাৰণ হ'ব। অহা মঙ্গলবাৰে তেওঁক এটা ভূতে লম্ভিব , আৰু সেই ভূতেই তোমাকো হত্যা কৰিবলৈ চেষ্টা কৰিব। গিৰিহঁতে কান্দি কান্দি ক'লে— 'তেনেহ'লে উপায়? উপায় কি হ'ব?'

—উপায় আছে, পিছে তুমি জানো সেই উপায় কৰিব পাৰিবা?

—পাৰিবই লাগিব।

—তেনেহ'লে বাৰু হ'ব। অন্ততঃ তোমাক মই ৰক্ষা কৰিব পাৰিম।

মঙ্গলবাৰেই সেই কাম কৰিব লাগিব। কামটো হ'ল এই—। এটা ডাঙৰ কাঠৰ বাকচ সাজিব লাগে। তাত উশাহ ল'বৰ কাৰণে বাট থাকিব। তোমাৰ তিৰোতাজনীক তাতে ভৰাই তুমি তেওঁক নদীত উটাই দিব লাগিব। মই ইফালে মন্ত্ৰেৰে বৰুণৰ খুঁটি মাৰি তোমাৰ ঘৰ-দুৱাৰবোৰ বান্ধিম। তোমাক তেতিয়া ভূতে একো কৰিব নোৱাৰে। তাৰ পিছত ময়ো যামগৈ , নহ'লে মোক সিহঁতে মাৰিব।

সেইমতেই কাম হ'ল। কাঠৰ বাকচত গিৰিহঁতনীক তুলি নৈত ভহাই দিয়া হ'ল। দৈৱজ্ঞই কিবা-কিবি মন্ত্ৰ মাতি ঘৰ বান্ধিলে আৰু বিদায় লৈ গুচি গ'ল।

অলপ দূৰ গৈ দৈৱজ্ঞই নৈত উটি যোৱা বাকচৰ ফালে লুভীয়া চকুৰে চাই চাই পাৰেদি ভটীযাই যাবলৈ ধৰিলে। এইদৰেই দৈৱজ্ঞ বহুত দূৰ গ'ল। গৈ গৈ এখন অৰণ্য পালে। অৰণ্যত এটা প্ৰকাণ্ড বাঘ আছিল। বাঘটোৱে নৈৰ পাৰে পাৰে নৈৰ বাকচত চকু ৰাখি গৈ থকা দৈৱজ্ঞক দেখি হাউৎ কৰি কামোৰ মাৰি ধৰিলে আৰু চিৰাচিৰ কৰি খাই পেলালে। বাকচৰ ভিতৰত ভাহি যোৱা গিৰিহঁতনীয়ে এইবোৰ বাকচৰ পৰাই দেখি আছিল।

বাকচটো নদীত ভাহি গৈ গৈ কোনো এজন ৰজাৰ নগৰৰ ঘাটত লাগিল। ৰজাৰ কৰ্মচাৰীযে বাকচৰ ভিতৰত থকা তিৰোতাজনীক দেখি তৎক্ষণাৎ ৰজাক জনালেগৈ। ৰজাই বাকচটোৰে সৈতে তিৰোতাজনীক ধৰি নি তেওঁৰ ওচৰত হাজিৰ কৰিবলৈ আদেশ দিলে। ৰজাৰ ওচৰ পাই তিৰোতাজনীয়ে নিজৰ দুখৰ সকলো কাহিনী বিবৰি ক'লে। ৰজাৰ তাইলৈ বৰ মৰম লাগিল আৰু পোনতে কেইদিনমান তাইক তেওঁৰ আশ্ৰয়ত ৰাখি থৈ শেষত মৰমতে নুমলীয়া ৰাণী পাতি ল'লে।

ইফালে সেই গৃহস্থজনৰ আলৈ-অথানিৰ অন্ত নোহোৱা হ'ল। শেষত সি ভিক্ষা বৃত্তিকে অৱলম্বন কৰি ল'লে আৰু দাঢ়ি-চুলি ৰাখি তেনেই আপচুটো হৈ ঘৰে ঘৰে ভিক্ষা কৰি ফুৰিবলৈ ধৰিলে। ভিক্ষা কৰি ফুৰোঁতে ফুৰোঁতে সি গৈ এদিন সেই ৰজাৰ নগৰত ওলাল। ৰজাৰ নুমলীয়া ৰাণীয়ে আকৌ ভিক্ষাৰীক বৰকৈ মৰম আৰু বিশ্বাস কৰিছিল। তেওঁ ভিক্ষাৰীৰ লগতো কথা পাতে আৰু সিহঁতৰ জীৱনৰ কাহিনীবোৰ কাণ পাতি শুনে। তাকে দেখি নগৰৰ ৰখীয়াসকলে অলপ ৰহস্য থকা ভিক্ষাৰী যেন দেখিলে তাক সৰু-ৰাণীৰ ওচৰত হাজিৰ কৰে। সৰু-ৰাণীয়ে তেনে কাৰ্য্যত বৰ সন্তোষ পায়। সেই দিনাও সেয়ে হ'ল। ভিক্ষাৰীয়ে গৈ ৰাণীৰ ওচৰত দুআষাৰমান কথা কওঁতেই ৰাণীয়ে তেওঁক চিনি পালে। ৰাণীয়ে ভিক্ষাৰীক বহুৱাই থৈ ৰজাৰ ওচৰত হাত যোৰ কৰি ক'লেগৈ— 'মহাৰাজ, মোৰ পূৰ্বৰ স্বামী ভিক্ষাৰী হৈ ৰজাৰ দুৱাৰত উপস্থিত হৈছেহি। মহাৰাজৰ অনুমতি পালে মই তেওঁক আদৰ-সাদৰ কৰি থকা-মেলাৰ সুবিধা কৰি দিব খোজোঁ।' ৰজাই অনুমতি দিলে। ৰাণীয়ে তেতিয়া তেওঁৰ পূৰ্বৰ স্বামীক ভৰি-হাত ধুবলৈ পানী দি খোৱা-থকাৰ বাবে যতন কৰি দিলে। ভিক্ষাৰীয়ে তেওঁৰ পত্নীক চিনিব পাৰি তেওঁৰ ওচৰত হাত যোৰ কৰি ক্ষমা খুজিলে। ৰাণীয়ে তেতিয়া জীৱনৰ বাকী কাহিনী তেওঁৰ আগত কৈ এটা শ্লোক মাতি

বুজালে— যে যি ভাল তাৰ ভালেই হয়, বেয়াৰো ভালৰ লগত ভাল হয়, আৰু দৈবজ্ঞ-সন্ন্যাসীৰ দৰে ভণ্ড লোকৰ শেষত পতন আছেই—। ৰাণীয়ে নিজৰ পটন্তৰকে দি ক'লে—

ভালৰ ভাল সৰ্বতি কাল
অভালৰ ভাল গ'ল আগে
মই হ'লোঁ ৰাজপটেশ্বৰী—
সন্ন্যাসীক খালে বাঘে।

# সতিনীৰ পো মোৰ হোৱে ভাই

এখন গাঁৱত হৰপতি নামে এজন সাউদ আছিল। তেওঁ সদায় নাৱেৰে বেপাৰ কৰি ফুৰে। এদিনি ঘাটিত নাও ৰাখি কিবা মাল-বস্তু পাওঁ বুলি তেওঁ এঘৰ গিৰীৰ ঘৰত সোমাল। সেই গিৰীঘৰৰ মুনিহ মানুহ নাই , এজনী তিৰোতা আৰু এটা সৰু ল'ৰা মাত্ৰ আছে। আৰু এজনী ছোৱালী আছিল, আগেয়ে বিয়া দিছে। মুনিহ মানুহটো মৰিবৰ আজি তিনি বছৰমান হৈছে।

তিৰোতাজনীয়ে সাউদক দেখা পাই আথ-বেথ কৰি বহিবলৈ আসন আৰু খাবলৈ গুৱা-পাণ দিলে। সাউদে সুধিলে--- 'তোমালোকৰ ঘৰত মৰদ মানুহ নাই নেকি?'

—নাই দেউতা আমাৰ সকলোৰে মিলি চাৰিটা প্ৰাণী আছিলোঁ। ছোৱালীজনী বিয়া দি উঠি দুটা বছৰ নৌহওঁতেই বাপেক ঢুকাল। আজি তিনি-চাৰি বছৰ হ'ল সৰু ল'ৰাটো বুকত বান্ধি লৈ মই বাঁৰী-ভাত খাই আছোঁ। আমাৰ ঘৰক নো পিছে আপুনি কিয় আহিল, দেউতা? আমি একেবাৰে দুখীয়া। জা-জলপান অলপমান দিবলৈও সামৰ্থ্য নাই।'

সাউদে ক'লে— 'নালাগে আই মোক জা-জলপান একো নালাগে। মই কিবা বেপাৰৰ মাল কিনিবলৈ পাওঁ বুলিহে আহিছিলোঁ। মোৰ নাম হৰপতি সাউদ। নদীৰ ঘাটতে মই নাও ৰাখিছোঁ। মোৰ নাম কিজানি শুনিব পোৱায়ে।'

— 'হয়, আপোনাৰ নাম অহকাণে-পহকাণে শুনি আছোঁ, পিছে দেখাহে নাছিলোঁ— আজিহে দেখিলোঁ। আপোনাক বৰ দয়ালু লোক বুলি মানুহে কয়।'

— 'সেইটো মানুহৰ কথা। কোনোৱে দয়ালু বুলিব, আকৌ কোনোৱে হয়তো বেযা পালে দয়া-মযা নথকা বুলি গালি পাৰিব। পিছে তোমাৰ দেখোঁ ইয়াত বৰ কষ্ট। তুমি এতিয়াও ডেকেৰী হৈ আছা, ক'ৰবালৈ গ'লেও কৰি-ধৰি খাব পাৰিবা। ইমান দুখ সহ্য কৰি থকাতকৈ মই যদি মাল-বস্তুখিনিৰে সৈতে তোমালোক দুয়োকো নাৱত তুলি নি তোমাক মোৰ পাচুৱা মানুহ কৰোঁ— তুমি যাবানে?'

কিছুপৰ বৈ তিৰোতাজনীয়ে ক'লে— 'দেউতা আপুনি যদি এলাহ-ঘিণ নকৰে ভেন্তে মই যাম। ইয়াত আৰু কিমান নিকাৰ ভুঞ্জিম?'

এই কথা শুনি সাউদে নাৱৰপৰা মানুহ পঠিয়াই মালে সৈতে তিৰোতাজনীক নাৱত তুলি ঘৰলৈ নিলে। বাঁৰী বিধৱাই গৈ তাত শাৰী তিৰোতা হৈ মহাসুখে কাল কটাবলৈ ধৰিলে।

সিফালে বাঁৰীৰ আগতে বিয়া দিয়া ছোৱালীজনীও বিধবা হৈ শাহুৱেকৰ ঘৰতে বহি থাকিল , ছা-ছলী একো হ'বলৈয়ে নাপালে। তাইৰো ঘৰ নদীৰ কাষতে আছিল। হৰপতি সাউদে বেপাৰ কৰিবলৈ গৈ তাইকো এদিন দেখিলে। তাইৰ গাল-মুখত তেজ দেখি লুভীয়া সাউদে মন সামৰিব নোৱাৰিলে। এদিন-দুদিনকৈ তাইৰ ঘৰলৈ কেইবাদিনো অহা-যোৱা কৰি তাইৰ লগত কথা-বতৰা পাতি থাকি এদিন মাকক নিয়াৰ দৰে তাইকো চপাই ল'লে আৰু নিজৰ তিৰোতা কৰি ৰাখিলে। তাই আহি সাউদৰ ঘৰত মাক আৰু ভায়েকক দেখিলে। মাকেও তাইক দেখিলে। লাজতে কোনেও একো মাতবোল নকৰিলে। উপায় হেৰুৱাই মাকৰ লগতে জীয়েকে সতিনী খাটিব লগাত পৰিল।

এদিন পাছে অনা তিৰোতাজনীয়ে নদীৰ ঘাটত ভায়েকৰ মূৰ-গা ধুৱাই আছিল। নদীয়েদি বেপাৰ কৰিবলৈ যোৱা আন এটা সাউদে তাইক তেনেকৈ থকা দেখি তাৰো লোভ লাগিল। তাইনো কোন, কাৰ ঘৰৰ ঘৈণী আৰু কাৰ ছোৱালী, ল'ৰাটোনো কোন— আদি কথাৰ সম্ভেদ তেওঁ সুধিলে! তেতিয়া তাই থোৰতে ক'লে—

'সতিনীৰ পো, ই মোৰ হোৱে ভাই ,
ইয়াৰ মাক আছিল আগে মোৰ আই।
মোক দেখি ইয়াৰ বাপেক হ'ল বাউল,
এই তিনিটা কথাৰ ভাঙি দিয়া আউল।'

এনে আউল লগা কথাৰ আঁত নাপাই সদাগৰে তাইৰ মুখলৈ চাই থাকিল। তেতিয়া তাই ঘটনাটো থোৰতে কৈ সদাগৰক বিদায় দিলে।

# নিতৌমৰী ৰাজ্য

এখন দেশত এজন ৰজা আছিল। তেওঁৰ একেজনী ৰাণী আৰু দুটি ল'ৰা আছিল। ডাঙৰটোৰ বয়স বাৰ বছৰ আৰু সৰুটোৰ বয়স দহ বছৰমান হৈছিল। ৰজা-ৰাণীৰ শোৱা পালেঙৰ ওপৰেদি চালৰ খেৰত এহাল টুনী চৰাই বাহ সাজি বহুত দিনৰেপৰা থাকিবলৈ লৈছিল। যথাসময়ত সিহঁতৰ বাহত দুটা পোৱালি উপজিল। পোৱালি দুটা ডাঙৰ হ'বলৈ নৌপাওঁতেই এদিন মাইকী চৰাইজনীৰ বেমাৰ হ'ল। তেতিয়া তাই মতা চৰাইটোক ক'লে— 'মই মৰিলে আপুনি যদি এই বাহটোলৈ অন্য এজনী মাইকী চৰাই আনি লয় তেন্তে মোৰ এই পোৱালিহালৰ ভয়ঙ্কৰ দুৰ্গতি হব। তাকে ভাবি ভাবি আজি মোৰ মনটোৱে কান্দি উঠিব লাগিছে। আপুনি সঁচাকৈয়ে বাৰু মই মৰিলে অন্য মাইকীৰ লগত যোৰ হ'বনে নহয় মোক আজি কওকচোন।' মতা চৰাইটোৱে তেতিয়া মাইকী চৰাইজনীৰ ঠোঁটত ঠোঁট লগাই মৰম কৰি ক'লে— 'তুমি এনেকুৱা বিমঙ্গলীয়া কথা বাৰু মনলৈ আনিছা কিয়? তুমি মৰিলে ময়ো মৰিম। মোৰ আৰু দুনাই সংসাৰ হ'ব নোৱাৰে। তুমি এনেকুৱা কথা কৈ মোৰ মনটোত দুখ নিদিবা।'

ৰাণীয়ে অকলে অকলে চৰাইহালৰ কথা-বতৰা শুনি আছিল। তেওঁ সিহঁতৰ সংসাৰখনলৈ সদায় নজৰ কৰি আছিল। কিছু দিনৰ পাছত, সঁচাসঁচিকৈয়ে মাইকী চৰাইজনী এদিন মৰি থাকিল। মতাটোৱে একেৰাহে ৬। ৭ দিনমান জলকা লাগি থাকি আহাৰ-পানী নাখালে সঁচা কিন্তু তাৰ কিছুদিনৰ পাছতে এদিন এজনী মাইকী চৰাইক বাহলৈ মাতি আনিলে আৰু দুয়ো একে লগে থাকিবলৈ ল'লে। এইদৰে কিছুদিন যোৱাত এদিন নতুন মাইকী চৰাইজনীয়ে কিবা বিষ ফল খুৱাই পোৱালি দুটা মাৰি পেলালে।

ৰাণীয়ে এই সকলোবোৰ কাৰ্য্য লক্ষ্য কৰি আছিল। তেওঁৰ মনত বিষম বেজাৰ লাগিল। তেওঁ ভাবিলে— মোৰো যদি এনে হয়। সেইবাবে তেওঁ এদিন দুপৰীয়া খাই-বৈ উঠি একেলগে বিশ্ৰাম লওঁতে ৰজাক ক'লে— 'মহাৰাজ, এই চৰাইহালৰ কথা আপুনি নাজানে। মই কওঁ শুনক। আগৰ মাইকী চৰাইজনী মৰাত মতাটোৱে নতুনকৈ মাইকী এজনী আনিলে। তাই বেটীয়ে কেইদিনমানৰ পাছতে আগৰ পোৱালি দুটাক বিহ খুৱাই মাৰি পেলালে। এতিয়া সিহঁতৰ নতুন সংসাৰ

হৈছে। পিছে সিহঁতৰ দৰে আমাৰো দুটি পোনা আছে। মই কেনেবাকৈ মৰিব লাগিলে আপুনিও চাগৈ নতুন কইনা আনি সংসাৰ আৰম্ভ কৰিব। তেতিয়া ইহঁতৰ গতি কি হ'ব তাকে ভাবি মোৰ আজি পেটলৈ ভাত নোযোৱা হৈছে।' ৰজাই ক'লে— 'ৰাণী, তোমাৰ তেনেকুৱা চিন্তা নিৰৰ্থক। প্ৰথম কথা তোমাৰ মৃত্যু হ'ব নোৱাৰে , মই তোমাক মৰিবলৈ নিদিওঁ। মৰিলেও তাহানি সাবিত্ৰীয়ে সত্যবানক জীযাই অনাৰ দৰে মই তোমাক জীযাই আনিম। দ্বিতীয়তে, যদি সেইটো সম্ভৱ নহয অৰ্থাৎ তোমাক মই জীযাই আনিব নোৱাৰোঁ তেনেহ'লে মই বনবাসী হ'ম। নতুনকৈ সংসাৰ কৰাৰ কথা উঠিবই নোৱাৰে। তুমি নাৰী কাৰণেহে তোমাৰ দুৰ্বল মনলৈ তেনে দুশ্চিন্তাবোৰ আহিছে। তেনে বিমঙ্গলীয়া চিন্তা বাদ দিয়া।'

তাৰে দুবছৰমানৰ মূৰত ৰাণীৰ বেমাৰ হ'ল আৰু অলপ দিনৰ ভিতৰতে সঁচাসঁচিকৈয়ে তেওঁ মৰি থাকিল। ৰজাই মামৰীযা ল'ৰা দুটাক লগত লৈ চলি থাকিল। এইদৰে কেইমাহমান যোৱাত বুঢ়া মন্ত্ৰীয়ে ৰজাক নানা প্ৰকাৰৰ শাস্ত্ৰীয় বচন শুনাই বিযাৰ কাৰণে উদগাবলৈ ধৰিলে। তেওঁ ক'লে, 'তিৰোতা বুঢ়া কালৰহে বান্ধৱী। বুঢ়া বযসত স্ত্ৰীহীন লোকে বৰ কষ্ট পায। গতিকে ৰজাই পুনঃ বিযা কৰোৱা উচিত। তাতে আকৌ তেওঁৰ বযস বিযাৰ বাবে এতিয়াও উকলি যোৱা নাই। মানুহে তিনিকুৰি বছৰলৈ সহজেই দ্বিতীযবাৰ বিযা কৰাব পাৰে। ৰজাৰ দৰে সুখীয়া লোকৰ কাৰণে সি আৰু বেছি সত্য। আকৌ শাস্ত্ৰত আছে নতুন যুৱতীৰ সঙ্গ পালে হেনো বৃদ্ধলোকো তৰুণ হৈ পৰে।'

বুঢ়া মন্ত্ৰীৰ এনেবোৰ উপদেশত ৰজাৰ মন টলিল। তেওঁ তেতিয়া লচ্-পচীয়া যুৱতী এজনীক বিয়া কৰাই আনি ৰাণী পাতি গাত ডেকাধনি লগালে। বিয়াৰ পাছত ৰজাই দুযোজন পুতেকক মাতি আনি নতুন ৰাণীৰ লগত চিনাকি কৰি দি নতুন ৰাণীৰ হাতত সিহঁতক সঁপি দিলে।

তিঁযহ্‌ৰ জালিৰ দৰে কোমল মুখৰ ল'ৰা দুটি দেখি ৰাণীৰ মৰম লাগিল। তেওঁ সিহঁতৰ লগত ৰং-ধেমালি কৰি কাল কটাবলৈ ধৰিলে। তেনেকৈ থাকোঁতে থাকোঁতে কালক্ৰমে তেওঁৰ মনত কেনেবাকৈ কুভাবে ঠাই ল'লে। মনৰ কৌতূহল দমাব নোৱাৰি তেওঁ এদিন, ৰজা মৃগয়ালৈ যোৱাত ডাঙৰ ল'ৰা বিজযক অকলশৰে শোৱা কোঠালৈ মাতি নি ক'লে— 'বিজয়, ৰজা নাথাকিলে তোমাক মই যদি ৰজা পাতোঁ তেনেহ'লে তুমি জানো ভাল নাপাবা?' বিজয়ে একো বুজিব নোৱাৰি উত্তৰ দিলে— 'মাহী আই, সেইটোনো আকৌ কেনেকৈ হ'ব? পিতা থাকোঁতে অন্যই তেওঁৰ আসনত বহিব লাগিলে পিতা আকৌ ৰজা হৈ থাকিব কেনেকৈ? এজন থাকোঁতে অন্য এজন জানো ৰজা হ'ব পাৰে? সেইটো দেখা-দেখিকৈয়ে অসম্ভৱ কথা।'

—পিতাৰা এতিয়া নাই নহয়। নথকা বাবেহে তোমাক ৰজা পাতিম, আৰু তুমি তেওঁৰ সিংহাসনতো বহিব নালাগে, অন্য এখন সিংহাসনতহে বহিব লাগিব।

সেইখন মই নিজে যত্নেৰে সজা সিংহাসন, তাত মইহে তোমাক ৰজা পাতি বহুৱাম, অইনে গমকে নাপাব। তুমি সেই সিংহাসন আগতে হয়তো দেখাই নাই। যেয়ে সেয়ে তাত বহিব নোৱাৰে।

—সেইটো আকৌ কেনেকুৱা কথা? সেই সিংহাসনে বা কেনেকুৱা?

—কেনেকুৱা মই দেখুৱাম নহয়। তুমি এতিয়াও এই বিষয়ত কেঁচুৱা ল'ৰা। কেঁচুৱা ল'ৰা অবাধ্য হ'ব নাপায়। তুমি অবাধ্য নহওঁ বুলি কোৱা—।

এনেকৈ কৈ ৰাণীয়ে বিজয়ৰ উত্তৰলৈ বাট নাচাই কথাৰ লাছুতে তেওঁক ডিঙিত সাবটি ধৰি মনৰ কু-অভিপ্ৰায় ভাঙি ক'লে। বিজয় উচপ খাই উঠিল আৰু 'ৰাম ৰাম' বুলি ঘৰৰপৰা ছাট্‌কৰে বাহিৰ হৈ গুচি গ'ল। বিজয়ৰ আচৰণত ৰাণীৰ খঙে মূৰৰ চুলি পালেগৈ। বিজয়ৰ ওপৰত দুৰ্ঘোৰ প্ৰতিশোধ ল'বৰ কাৰণে তেওঁৰ মন গুজৰি-গুমৰি উঠিল। ৰজা অহালৈ তেওঁ বাট চালে।

মৃগযাৰপৰা ৰজা উভতি আহি ঘৰত ভৰি দিয়াৰ লগে লগে ৰাণীয়ে তেওঁৰ ওচৰলৈ গৈ অস্থিৰভাৱে কান্দি-কান্দি ক'লে— 'মহাৰাজ, আপোনাৰ গুণধৰ বৰপুত্ৰৰ কাণ্ড শুনক। সি কালি মোৰ ওচৰত অসৎ প্ৰস্তাৱ দাঙি ধৰি আপোনাৰ ঠাই পূৰাবলৈ জোৰেৰে আগবাঢ়ি আহিছিল। মই কথমপিহে সতীধৰ্ম ৰক্ষা কৰিছোঁ। তাক উপযুক্ত শাস্তি দিয়ক।' ৰজাই ক'লে— 'তাক পাষণ্ডক কটোৱালৰ হতুৱাই আজিয়ে দুছেও কৰি তাৰ মঙহ কুকুৰ-শিয়ালক দিম। সেয়েহে তাৰ উপযুক্ত শাস্তি হ'ব।'

ৰাণীয়ে ক'লে— 'মহাৰাজ আপুনি প্ৰবল পৰাক্ৰমী ৰজা, আৰু হাজাৰ হওক সি আপোনাৰ তেজ-মঙহৰ নিজ-পুত্ৰ। গতিকে কাটি পেলোৱাতকৈ তাক অন্য শাস্তি দিয়ক যাতে ভৱিষ্যতলৈ ভাল হ'ব পাৰে।'

ৰজাই ক'লে— 'তেনেহ'লে তাক তিনি দিনলৈ পোতাশালত বন্দী কৰি ৰাখিব লাগে , খোৱা-পিয়া একো দিব নালাগে। মই এই তিনিদিন তাৰ মুখ নাচাওঁ। ওজৰ-আপত্তিও নুশুনো।' ৰাণীয়ে 'ও' বুলি সমৰ্থন জনালে।

যেনে আদেশ তেনে কাম। বিজয়ক পোতাশালত ৰখা হ'ল। ৰাণীয়ে দ্বিতীয় দিনা ৰাতিপুৱা গোপনে গৈ বিজয়ক ক'লে— 'বিজয়, ৰজা পাতিলেও ৰজা নোহোৱা নহয়, এতিয়া পোতাশালৰ বন্দী হৈ কেনে পাইছা? এতিয়াও তুমি মই পাতিব খোজামতে ৰজা হ'বলৈ মান্তি হোৱা, তোমাক আজিয়ে মই মুক্তি দিয়াম। কোৱা, মোক গোপনে কোৱা, ৰজা হ'বা?'

বিজয়ে ৰাণীক পোতাশালৰপৰাই হাতযোৰ কৰি সেৱা জনালে আৰু ক'লে— 'ভগৱানে সকলোকে সুমতি দিয়ক মাহীআই।

ৰাণীয়ে একো নক'লে। তিনিদিনৰ মূৰত বিজয়ে মুক্তি লভিলে। কিন্তু কি দোষত নো তেওঁক তেনে উগ্ৰ শাস্তি দিয়া হ'ল সেই বিষয়ে তেওঁক জানিবলৈয়ে দিয়া নহ'ল। তেওঁ পিতাকক সেই বিষয়ে একো নুসুধিলেও। ৰজাৰ ওচৰলৈ গৈ তেওঁ মাত্ৰ ৰজাক এটি সেৱা জনালে আৰু উভতি আহিল। ৰজা গোঙোৱা হাতীৰ দৰে থিয় হৈ থাকিল, মুখেৰে তেওঁ একো নক'লে।

তাৰে কেইদিনমানৰ পাছত ৰাণীযে কাপোৰ বাটি-কাঢ়ি আছিল। ওচৰতে বিজয় আৰু বসন্তই ঘিলা খেলি আছিল। তাতে ঘিলাগুটিটো গৈ এবাৰ ৰাণীৰ বাটি-কঢা সূতাৰ তলত সোমাল। বসন্তই লৰি গৈ মাহীমাকৰ ওচৰ পালে আৰু ঘিলাগুটিটো দিবলৈ মাহীমাকক খাটিলে। গুটিটো নিদিয়া দেখি বসন্তই নিজেই হাতেৰে সেইটো মাহীমাকৰ পীৰাৰ তলৰপৰা উলিয়াই আনিলে। মাহীমাকে মৰমেৰে বেয়াভাৱে বসন্তৰ হাতত আৰু গাত ধৰাত বসন্তই ছিঃ ছিঃ বুলি মাহীমাকক ঠেলা মাৰি দি গুটিটো লৈ গুচি আহিল। ৰাণীয়ে বসন্তৰো এনে ব্যৱহাৰত মৰ্মান্তিক বেজাৰ পালে।

যাচি দিয়া মৰমৰ প্ৰতিদান নাপাই ৰাণী ক্ৰোধত জ্বলি উঠিল। তেওঁ পালেঙৰ শুই শুই কান্দিলে আৰু হাত-ভৰিবোৰত ঠায়ে ঠায়ে চূণ সানি থ'লে , শেতেলিৰ কাপোৰৰ তলত মৰাপাতৰ শুকান ঠাৰি কেইডালমানো থৈ দিলে যাতে বাগৰ সলালে পট্‌পট্‌-মৰ্‌মৰ্‌কৈ শব্দ উঠে। এনে সময়তে ৰজা গৈ শোৱা কোঠালিত সোমাল। ৰজা অহা গম পাই ৰাণীয়ে মুখেৰে কেঁকাবলৈ ধৰিলে— যেন তেওঁ বিষত তেনেই জঠৰ। ৰজাই ৰাণীৰ ওচৰলৈ গৈ কি হৈছে বুলিবলৈহে পালে— 'ৰাণীযে কান্দি কান্দি পেনপেনাই কেঁকাই-গোঁথাই ক'বলৈ ধৰিলে— 'চাওকচোন, আপোনাৰ মৰমৰ পুতেকহালে মোৰ কি গতি কৰিলে! মই কাপোৰ বাটি-কাটি আছিলোঁ। তেতিয়া সিহঁতে মোৰ কাপোৰৰ তললৈ ঘিলাগুটিটো মাৰি দি মোৰ কাপোৰৰ সূতাবোৰ ছিঙিলে। তাকে কওঁতে, ঘিলাগুটি নিযাৰ ছলেৰে দুযো ধৰি মোক পাৰেমানে মাৰিলে। মাৰত মোৰ হাড়-মূৰ তেনেই থেতেলা হ'ল। আহত হোৱা ঠাইবোৰত চূণ সানি দিযাতহে মই অলপ সকাহ পাইছোঁ, নহ'লে হয়তো আপুনি ইমান পৰে মোৰ মৰা শটোহে দেখিবলৈ পালেহেঁতেন। আপুনি সিহঁতক লৈযে ৰাজত্ব কৰক। মোক এৰি দিয়ক। হায় হায়! সতিযৈ পোৰ কিল খাবলৈহে কপালত আছিল। মই যেন সিহঁতৰহে বিযাতা (বেইতা) তিৰোতা হ'লোঁ। এইটো ঘৰত আপুনি হয় মোক ৰাখক, নহয় সিহঁতক। মই আৰু সিহঁতৰ মুখ নাচাওঁ।'

ৰজাই ক'লে— 'তুমিয়ে নহয, ময়ো নাচাওঁ।' এইবুলি কটোৱালক আদেশ দিলে— 'কটোৱাল মোৰ আদেশ— আজি খেলাৰপৰা উভতি আহিলে বিজয-বসন্ত দুযোকো কাটি সিহঁতৰ তেজ দুটা পাত্ৰত আনি মোক দেখুৱাব লাগে।' ৰজাৰ আদেশ শুনি কাটোৱালে হাতত তৰোৱাল লৈ ৰজাৰ সিংহদ্বাৰত বিজয়-বসন্তৰ কাৰণে বাট চাই থাকিলগৈ।

ইফালে ৰজাৰ এজনী বুঢ়ী বান্দী আছিল। তাই সকলো কথাৰ গম-গতি লক্ষ্য কৰি আছিল। তাই বাৰীৰ পাকেদি গৈ খেলি থকা ঠাইতেই বিজয-বসন্ত দুয়োকে ৰজাৰ প্ৰচণ্ড আদেশৰ কথা ক'লে আৰু তুৰন্তে পলাই নিজৰ প্ৰাণ বচাবলৈ উপদেশ দিলে। বিজয়-বসন্তয়ো সেইমতে কাম কৰিলে। প্ৰাণলৈ মমতা নাই কাৰ? গতিকে দুয়ো পলাই গৈ হাবিত সোমাল।

সন্ধিয়া বিজয-বসন্ত ঘূৰি নহা বুলি শুনি ৰজাই ৰাণীৰ কথাৰ সত্যতাৰ প্ৰমাণ

পালে আৰু বিজয়-বসন্তক সঁচাকৈয়ে দোষী বুলি সাব্যস্ত কৰিলে। ৰাতিপুৱা তেওঁ চাৰওফালে মানুহ পঠিয়াই, বিজয়-বসন্তক বিচৰালে। সিহঁতক বিচাৰি পালে য'তে পোৱা যায় ত'তে কাটিবলৈ আদেশ দিয়া হ'ল। ওৰে দিন বিচাৰি বিচাৰি ৰজাৰ কটোৱাল আৰু পৰীয়াবোৰে বিজয়-বসন্তক এখন অটব্য অৰণ্যৰ মাজত লগ ধৰিলে। দুয়োকো দেখি সিহঁতৰ মনত পুতৌ লাগিল। সিহঁতে দুযোকো এৰি দি অন্য দেশলৈ যাবলৈ কৈ বাটৰ কুকুৰ এটাকে খেদি ধৰি কাটিলে আৰু তাৰ তেজকে দুটা পাত্ৰত ভৰাই ৰজাৰ ওচৰলৈ লৈ আহিল। সিহঁতে ৰজাক ক'লেহি— 'মহাৰাজ এয়া আপোনাৰ বিজয়-বসন্তৰ তেজ। সিহঁতক খেদি খেদি কোনোমতেহে ধৰি বধ কৰা হ'ল।'

ৰজা নীৰৱ হ'ল। ৰাণীয়ে তেজৰ পাত্ৰ দুটালৈ চাই হুমুনিযাহ কাঢ়ি ক'লে— 'ইহঁতক ইমান দিনে বুকুত বান্ধি লৈ ডাঙৰ-দীঘল কৰি শেষত ইযাকেহে পালোঁ।'

(২)

বিজয-বসন্ত ঘোৰ অৰণ্যৰ মাজে মাজে গৈ আছিল। এনেতে সিহঁতে গছৰ ডালত দুটা পক্ষীয়ে কথা-বতৰা পতা শুনিলে। এটাই কৈছিল— 'মোৰ কলিজাটো যিযে খাব তেওঁ ৰজা হ'ব।' আনটোৱে কৈছিল, 'মোৰ ডিলটো যিযে খাব তেওঁ আকৌ নিতৌ পাঁচটাকৈ সোণৰ মুদ্ৰা শুই উঠিয়ে গাৰুৰ তলত পাব কিন্তু যদিহে তেওঁ ফটিকা খায তেনেহ'লে সেই মুদ্ৰা নাপাব।' বিজয-বসন্ত দুয়ো ধনুৰ্বিদ্যা ভালকৈ জানিছিল। অৰণ্যত আত্মৰক্ষা কৰিবৰ কাৰণে তেওঁলোকে হাতত ধনু-কাঁড় ৰাখিছিল। বিজযে তৎক্ষাণাৎ ধনুত কাঁড জুৰিলে আৰু এক উশাহৰ ভিতৰতে দুপাত কাঁড মাৰি দুযোটা চৰাই মাটিত পেলাই দিলে। চৰাই দুটা তুলি লৈ দুযো হাবিৰ মাজতে একুৰা জুই ধৰিলে আৰু তাতে পুৰি দুযো দুযোটা চৰাইৰ কলিজা দুটা খালে। বিজয়ে খালে ৰজা হোৱা কলিজাটো আৰু বসন্তই খালে সোণৰ মুদ্ৰা পোৱা কলিজাটো। দুয়ো তেনেকৈ পোৱা মঙহ খাই উঠি আগ বাঢ়ি গৈ থাকোঁতে দুযোৰো বৰ পিযাহ লাগিল। দুয়ো পিযাহত আতুৰ হৈ পৰিল। বসন্তই ক'লে— 'ককাইদেউ, মই লৰিব-চৰিব নোৱৰা হৈছোঁ , আৰু কিছুপৰ পানী খাবলৈ নাপালে মই বাগৰি পৰিম। তুমি কিবা উপায়ে মোক অলপ পানী আনি দিযা।'

বিজয় মহা বিমোৰত পৰিল। সি ওচৰৰ এজোপা গছত উঠি কেনিবা ক'ৰবাত পানী দেখে বুলি বহু দূৰলৈ নিৰীক্ষি নিৰীক্ষি চাবলৈ ধৰিলে। বহুত দূৰত থকা সৰোবৰ এটাৰ চলচলীয়া পানী তাৰ চকুত পৰিল। প্ৰভুই দযা কৰিলে বুলি ভাবি সি গছৰপৰা নামি আহি বসন্তক ক'লে— 'ভাই, মই পানী দেখিছোঁ, আনোগৈ। তুমি ইযাতে এই গছৰ তলতে জিৰণি লোৱা।' এইবুলি বিজয় পানী আনিবলৈ গ'ল।

সৰোবৰৰ ওচৰ পাই বিজয়ে দেখিলে যে সৰোবৰৰ পাৰবোৰ কাঁইটেৰে বেৰা আছে। সৰোবৰলৈ যাবলৈ এটি মাত্ৰ বাট আছে আৰু সেই বাটতে এটা প্ৰকাণ্ড হাতী পৰি আছে। শুকুলা হাতী। হাতীটোৱে অকণো সাৰ-সুৰ কৰা নাছিল। হাতত-সাৱে ভৰিত-সাৱে ওচৰলৈ গৈ ছুই চাই বিজয়ে ঠাৱৰ কৰিলে হাতী নিশ্চয় মৰিছে। সি মৰণত -নৰণ দি সেই হাতীৰ ওপৰেদি বগাই গৈ সৰোবৰৰপৰা পানী আনিবলৈ স্থিৰ কৰিলে আৰু অতি সাৱধানে কিন্তু ভযে ভয়ে হাতীৰ ওপৰত উঠিল। বিজয় উঠা মাত্ৰেই ধহমহকৈ হাতীও উঠি থিয় দিলে আৰু বায়ুবেগে দৌৰ মাৰিলে। বিজয় তাৰ পিঠিৰ ওপৰতে থাকিল। নপৰিল।

একে দৌৰে হাতী গৈ ৰজাৰ নগৰ পালে আৰু তাতে বৈথ্ পৰি বিজযক নমাই দি শুঁৰেৰে তেওঁক প্ৰণাম জনালে। হাতী গৈ পোৱা শুনি অন্তঃপুৰৰপৰা মতা-মাইকী অনেক লোক ওলাই আহিল আৰু আনন্দত কিৰিলি পাৰি বিজযক নি গা-পা ধুৱাই সিংহাসনত বহুৱাই ৰজা পাতিলে। খোৱা-বোৱাৰ সা-সুবিধা কৰি দি ৰাতি হোৱাত নতুন ৰজা বিজযক আগৰ ৰজাৰ ধুনীয়া মাদৈগৰাকীৰ লগত ৰজাৰ কাৰেঙত থাকিবলৈ দিয়া হ'ল। ৰাণীয়ে নতুন ৰজাক আদৰ-সাদৰ কৰি কোমল বিছনাত শুবলৈ দিলে আৰু তেওঁৰ লগত নানা প্ৰকাৰৰ আলাপ-আলোচনা আৰু ধেমালি-ধুমুলা আৰম্ভ কৰিলে। বিজয়ে ৰাণীৰ এই সকলোবোৰ কামত যোগ দিলে যদিও ধৰি অনা বান্দৰৰ দৰে সেমেকি থাকিল।

তেতিয়া প্ৰায় মাজ নিশা। ৰাণী ভৰ টোপনিত। তেওঁৰ নাকে ঘোৰ্ ঘোৰ্কৈ শব্দ কৰি আছিল। মিঠাতেলৰ চাকি তেতিয়াও ৰজা-ৰাণীৰ শয়ন-খক্কত জ্বলি আছিল। ভাযেক বসন্তৰ চিন্তা ঘনাই মনলৈ অহাত বিজযৰ টোপনি নাহিল। তেওঁ বিছনাত উঠি বহিল আৰু ৰাণীৰ নিপোতল শৰীৰৰ ৰূপ-লাৱণ্যত চকু থৈ ভায়েক বসন্তৰ কথাকে ভাবি থাকিল। এনে সময়তে হঠাৎ বিজয়ে দেখিলে ৰাণীৰ নাকেৰে কিবা এটি পোক ওলাই আহিল আৰু সাউৎ কৰে মাটিলৈ বগাই গৈ ক্ৰমাৎ বাঢ়িবলৈ ধৰিলে। চাই থাকোঁতে থাকোঁতে সেই পোকটোৱে এটা প্ৰকাণ্ড সাপৰ আকৃতি ধৰিলে আৰু লহ্ লহ্ কৰি জিভা উলিয়াই ফেঁট তুলি বিজয়লৈ চোঁচা ল'লে। বিজয়ে অলপো সময় অপেক্ষা নকৰি তৎক্ষণাৎ কোষৰপৰা তৰোৱালখন উলিয়াই ল'লে আৰু চকুৰ পচাৰতে সেই সাপটোক টুকুৰা-টুকুৰ কৰি কাটিলে। তাৰ পিছত ৰাতিৰ বাকীখিনি সময় বিজয়ে আৰু নুশুলে , তেওঁ আৰু নো ক'ৰপৰা কি আহে তাকে সতৰ্ক দৃষ্টিৰে চাই বহি থাকিল।

পুৱতি নিশা ৰাণীয়ে সাৰ পাই উঠি ৰজাক জীযাই থকা দেখি আচৰিত হ'ল। তেওঁৰ ৰজাৰ প্ৰতি যেন নতুনকৈ মৰম উপজিল আৰু তেওঁক জোৰেৰে সাবটি ধৰিলে। ৰজাই ৰাতিৰ সকলো কথা বিবৰি ক'লে আৰু টুকুৰা-টুকুৰ কৰি থুকুচি থোৱা সাপটো দেখুৱালে। ৰাণীয়ে ক'লে— 'উত্তম কথা, তুমিহে ৰজা হ'বৰ যোগ্য লোক। এই ৰাজ্যৰ কাহিনী কওঁ শুনা। মই আছিলোঁ নাগ-কন্যা। মৃগয়ালৈ যাওঁতে এই দেশৰ

ৰজা সূৰ্য্যসিংহই মোক অৰণ্যৰ মাজত অকলে পাই জোৰ কৰি লৈ আহিল। মোক এৰি দিবলৈ ৰজাক মই বৰকৈ মিনতি কৰিছিলোঁ ; ৰজাই কিন্তু নুশুনিলে। মই তেতিয়া ৰজাক কৈছিলোঁ যে মই যিমান দিনলৈ ৰাজ্যত অকলে থাকোঁ সিমান দিনলৈ ৰজা-ৰাইজ সকলোৰে অৱস্থা জয়জয় ময়ময় হ'ব ; কিন্তু যদিহে কোনোবাই মোৰ ৰূপত ভোল গৈ মোক বিয়া কৰাবলৈ চায়, তেতিয়া বিপদ হ'বই। তেওঁৰো বিপদ, ৰাইজৰো অমঙ্গল হ'ব। ৰজাই সেই বাবেই এমাহলৈ মোক এটা পৃথক ঘৰত ৰাখিছিল। সেই মাহৰ ভিতৰতে ৰজাৰ ধন-ভঁৰালত ধন-সোণ উভৈনদী হ'ল , হাতী-ঘোঁৰা অনেক পৰিমাণে বাঢ়িল , ওচৰৰ ৰজা দুই-এজনেও বিনা যুদ্ধে ৰজাৰ বশ্যতা স্বীকাৰ কৰিলেহি। প্ৰজাৰ সুখ-সম্পদৰ পাৰ নাইকিয়া হ'ল। এইবোৰ দেখি ৰজাই পুনঃ পুনঃ মোৰ ওচৰলৈ আহি মোৰ ৰূপৰ পূজাৰী হৈ মোক তেওঁৰ মুখ্য পটেশ্বৰী পাতিবলৈ ইচ্ছা প্ৰকাশ কৰিলেহি। মই তেওঁক তেতিয়া আকৌ বুজাই ক'লোঁ যে মই এলাপেচা নাৰী নহওঁ , মোৰ লগত সহবাস কৰিলে তেওঁৰ প্ৰাণলৈ সংকট, অৱশ্যে যদি তেওঁ কেনেবাকৈ বাচে তেতিয়াহ'লে কিন্তু তেওঁ সসাগৰা বসুন্ধৰাৰ সম্ৰাট হ'ব পাৰিব। ৰজাই তেতিয়া বিপদলৈ ভ্ৰূক্ষেপ নকৰি মোক পত্নীৰূপে গ্ৰহণ কৰিলে। মোৰ ৰূপৰ মোহে তেওঁক অন্ধ কৰিলে। তেওঁ তেতিয়া অন্তৰৰ হাবিয়াহ পূৰাবলৈ মোৰে সৈতে এনিশা মাত্ৰ কটালে। সেই নিশাই তেওঁ কালৰ গ্ৰাসত পৰিল। প্ৰজাসকলে কিন্তু মোক তেতিয়াও এৰি নিদিলে। মই তেতিয়া উপদেশ দিলোঁ যে ৰজা নহ'লে নচলে, গতিকে নগৰৰ সুলক্ষণীয়া শুকুলা হাতীটোক, ৰজা পাতিবলৈ সদায় ৰাজলক্ষণযুক্ত সুপুৰুষ একোজন ধৰি আনিবলৈ পঠিয়াব লাগে। সেইদৰে আজিলৈ অনেক ৰজা হ'ল, কিন্তু সকলোৱেই ৰাজপাটত উঠিবৰ দিনাই মোৰ লগত সহবাস কৰি মৃত্যুৰ মুখত পৰে। এইদৰে কিমান যে যুৱক মৰিল তাৰ সীমা সংখ্যা নাই। নিতৌ ৰজা মৰে কাৰণে এই ৰাজ্যৰ নামেই হ'ল নিতৌমৰী ৰাজ্য। তুমি কিন্তু আজি ভাল বাচিলা। তুমি যে মোৰ লগত সহবাস কৰাৰ পাছতো সতৰ্ক হৈ জাগি থাকিব পাৰিছিলা সেয়ে প্ৰমাণ কৰে যে তুমি এলাপেচা লোক নোহোৱা। তুমি ভোগী হৈয়ো যোগী হ'ব পাৰিছা। প্ৰকৃত ৰজা তোমাৰ দৰেই হ'ব লাগে। আজিৰপৰা মোৰ নাগকন্যাৰ জাল গ'ল। তুমি মোৰ অন্তৰৰ বিষাল নাগটোক হত্যা কৰি মোক আজিৰপৰা প্ৰকৃত মনুষ্য কন্যা কৰি ললা। আজিৰপৰা তোমাৰ আৰু কোনো ভয় নাই—' এইবুলি ৰাণীয়ে বিজয়ক পুনঃ মৰমেৰে আঁকোৱালি ধৰি চুমা খালে আৰু নিশাৰ বাকীখিনি সময় দুয়ো উলাহ-আনন্দত কটালে।

ৰাতিপুৱা ৰজাক জীয়াই থকা দেখি ৰাজ্যৰ লোকৰ আনন্দৰ পাৰ নাইকিয়া হ'ল। মন্ত্ৰীসকলে যোৱা দুবছৰত কিমান ৰজা ঢুকাল তাৰে বৰ্ণনা দিলেহি। বিজয়ে ৰাজপাটত বহি ভায়েক বসন্তক বিচাৰি দেশে-বিদেশে লোক পঠালে। হাবি-বননিতো বিচাৰিলে। কিন্তু কেইবা মাহলৈও একো খবৰ নোলাল।

(৩)

ইফালে বসন্তই কৰিলে কি? ককায়েক বিজয়ক উভতি নহা দেখি সিও কান্দি কান্দি সেই পিনে গ'ল। গৈ গৈ সি সৰোবৰটো পালে আৰু হাতীৰ খোজবোৰো দেখিলে। তাৰ ধাৰণা হ'ল— বনৰীয়া হাতীয়ে ককায়েকক মাৰি ক'ৰবাত পেলালে। সি ইনাই-বিনাই কান্দিলে আৰু সৰোবৰত পানী খাই বাটে বাটে গৈ থাকিল।

গৈ গৈ সি এটা নদী পালে। নদীত এটা সদাগৰে বেপাৰৰ কাৰণে নাও বান্ধি থৈ সিদিনা নাও মেলিবলৈ স্থিৰ কৰিছিল। কিন্তু অনেক যত্ন কৰাতো নাওখন নলৰিল। সেই সময়ত নৈৰ পাৰেদি বসন্ত গৈ আছিল। সদাগৰে বসন্তকো মাতি নি আনবোৰ নাৱৰীয়াৰ লগত নাওখন ঠেলিবলৈ দিলে। আচৰিত কথা বসন্তই ছুই দিয়া মাত্রে নাওখন লৰিল আৰু পানীকুহিলাৰ দৰে ওপঙি যাবলৈ ধৰিলে। সাউদে ভাবিলে— ই কোনোবা বৰ সুলক্ষণীয়া যুৱক। ইয়াক এৰি দিলে ভাল নহ'ব। আকৌ ক'ৰবাত নাও বজিলে কি কৰিম? গতিকে ইয়াক নাৱতে লৈ যোৱা ভাল হ'ব। এই ভাবি সদাগৰে বসন্তক সুধিলে— 'তোমাক মই নাৱত লৈ গ'লে যাবানে?' বসন্তই পোনেই ক'লে, 'যাম।' সদাগৰে তেতিয়া তাক নাৱত তুলি লৈ গ'ল।

নাৱত এদিন সাউদে দেখে যে বসন্তৰ গাৰুৰ তলত বহুতো সোণৰ মুদ্ৰা আছে। সদাগৰ তেনেই উচপ খাই উঠিল। বসন্তক অকলে মাতি নি তেওঁ সুধিলে— 'তুমি এইবোৰ সোণৰ মুদ্ৰা ক'ত পালা? ফাকি নিদি মোৰ আগত সঁচা কথা ক'লে পুৰস্কাৰ পাবা।' বসন্তই ক'লে— 'মই নিতৌ পাঁচটাকৈ সোণৰ মুদ্ৰা মোৰ গাৰুৰ তলতে পাওঁ। জমা হৈ হৈ ইমানবোৰ হৈছে।' সদাগৰে সেইদিনা প্রমাণ চাবৰ উদ্দেশ্যে সোণৰ মুদ্ৰাবোৰ নি নিজৰ লগত ৰাখিলে আৰু বসন্তক নাৱৰীয়াসকলৰ দ্বাৰা ৰাতি পহৰা দি ৰাখিলে। পিছদিনা দেখে বসন্তৰ কথা সঁচা , তেওঁৰ গাৰুৰ তলত পাঁচটা সোণৰ মুদ্ৰা আছে। সদাগৰেহে মাত্র এই কথা জানিলে আৰু কাকো তেওঁ সেই কথা জানিব নিদিলে। সেইদিনাৰেপৰা বসন্ত সদাগৰৰ সোঁ-হাত স্বৰূপ হৈ পৰিল।

এদিন নদীৰ ঘাটত নাও বান্ধি সদাগৰ আৰু বসন্ত নাৱৰ চৈৰ ওপৰত বহি আছিল, বাকী নাৱৰীয়াসকল পাৰৰ গাঁৱলৈ বেপাৰৰ কাৰণে গৈছিল। এনে সময়ত সেই দেশৰ ৰজাৰ জীয়েক সখীসকলৰ লগত গা ধুবলৈ নৈৰ ঘাটলৈ যাওক। গা ধুই থাকোঁতে তেওঁৰ চকু বসন্তৰ ওপৰত পৰিল। বসন্তই তেতিয়া নাৱৰ চৈৰ ওপৰত বহি মূঢ়া গুঁঠি আছিল। তেওঁ ৰাজকুমাৰীক দেখা নাছিল। বসন্তৰ ৰূপ আৰু কান্তি দেখি ৰাজকুমাৰী মোহ গ'ল। গা ধুই উভতি গৈ ৰাজকুমাৰী ৰোহ-ঘৰত পৰিল। মাকে সোধাত ক'লে— 'ঘাটৰ নাওখনৰ ওপৰত এটা বৰ ধুনীয়া ডেকা বহি আছে। মোক তালৈ বিয়া দিব লাগে , নিদিলে মই আজিয়ে বিহ খাই মৰিম।' ৰাণীয়ে এই খবৰ ৰজাক দিলেগৈ। ৰজাই ঘাটলৈ চৰ পঠিয়াই আগে সকলো কথাৰ সম্ভেদ ল'লে আৰু তাৰ পাছত কটকী পঠাই নাৱৰ সকলো মানুহকে ৰাজচ'ৰালৈ ডকাই অনালে। বসন্তৰ

তেজ-পানী দেখি ৰজা-ৰাণীৰো মন জুৰ পৰিল। কোবা-মেলা কৰি সেইদিনাই বসন্তৰ লগত ৰাজকুমাৰীৰ কেঁচা কল কাটি বিয়া পতা হ'ল। বসন্তই বিয়াৰ যৌতুক হিচাপে অনেক ধন-ৰত্ন, বস্ত্ৰ-অলঙ্কাৰ আদি পালে। সেইবোৰ লৈ সদাগৰৰ নাৱতে সি ৰাজকন্যাৰে সৈতে উভতি আহিল। সি সদাগৰৰ ঘৰতে থাকিবলৈ স্থিৰ কৰিলে।

দুদিনমান নাৱত অহাৰ পাছত সদাগৰে ভাবিলে— এই কটা ভিকহুৰ ভাগ্য চা। সি নিতৌ পাঁচোটাকৈ সোণৰ মুদ্ৰা এনেযে পায। তাতে এতিয়া ৰাজকুমাৰী আৰু অজস্ৰ সম্পত্তিও পালে। ভগবানে সঁচাকৈয়ে বাৰু সেইবোৰ তাক দিছেনে মোক দিছে? মোৰ প্ৰতি ভাগ্য-দেৱতা প্ৰসন্ন নহ'লে মই জানো তাক পালোঁহেঁতেন? এনেকৈ ভাবি সদাগৰে সেইদিনা ৰাতি বসন্তক অকলে বহুৱাই লৈ কথাৰ ছলতে তাক বৰকৈ লাওপানী খুবালে। বসন্তযো নাজানি-নুগুণি খালে আৰু খাই অচেতন হোৱাৰ দৰে হৈ পৰি থাকিল। তেতিয়া সদাগৰে এন্ধাৰৰ ছেগ বুজি বসন্তক নাৱৰপৰা পেলাই দি নাও জোৰেৰে চলাই গুচি গ'ল। বসন্তৰ ধন-সম্পত্তি আৰু তিৰোতা তেতিয়া সদাগৰৰ হাতত পৰিল। কিন্তু বসন্ত গ'ল ক'লৈ?

বসন্তই সাঁতুৰিবলৈ যত্ন কৰোঁতে ভাগ্যক্ৰমে এটা গছৰ মুৰা ঢুকি পালে আৰু তাতে ধৰি পিছদিনা সি নদীৰ পাৰলৈ উঠিল। এবেলামান সি মৰাৰ দৰে হৈ পৰি আছিল। তাৰ পাছত গালৈ চেতনা আহিল। সি বাটে বাটে খোজ কাটি যাবলৈ ধৰিলে। তাৰ বৰ ভোক লাগিল। ইফালে খাবলৈ একো নাই। বাটৰ কাষত লাউৰ চাং এখনত জাতি লাউ কিছুমান ওলমি থকা দেখি সি তাৰেই এটা ছিঙি আনি কেঁচাই কেঁচাই খাবলৈ ধৰিলে। এনেতে লাউৰ গিৰী বুঢ়ী এজনীয়ে আহি মানুহ লগাই বসন্তক চোৰ ধৰিলে আৰু লাউৰে সৈতে ৰজাৰ ওচৰলৈ বিচাৰৰ বাবে লৈ গ'ল।

বিচাৰৰ সময হ'ল। ৰজাই ক'লে— 'বুঢ়ী তোমাৰ চোৰ আৰু চোৰা মাল এতিযা আনা, বিচাৰৰ সময হৈছে।' বুঢ়ীযে আধাখোৱা লাউডোখৰ এহাতে আৰু অন্য হাতেদি ৰছীত ধৰি হাতত বান্ধি থোৱা বসন্তক টানি লৈ ৰজাৰ সম্মুখত হাজিৰ হ'ল। ৰজাই বসন্তক দেখিযে চিনিব পাৰিলে আৰু সিংহাসনৰপৰা উঠি আহি তাৰ ডিঙিত ধৰি কান্দিবলৈ ধৰিলে। সভাৰ সকলো লোক অবাক হ'ল। ৰজাই বসন্তৰ হাতৰ গাঁথি মোকোলাই দি ৰাইজক ক'লে যে সেইটো তেওঁৰ নিজৰ ভায়েক। বসন্তক কেনেকৈ তেওঁ এৰি আহিছিল সেইকথা ৰাইজক থোৰতে ক'লে। বসন্তযো নিজৰ কাহিনী ক'লে। ৰজাই বুঢ়ীক বহুত ধন-সোণ পুৰস্কাৰ দি বিদায় দিলে।

বিজয-বসন্তৰ মিলন হ'ল। বিজয়ে তেতিয়া বিজয়সিংহ নাম গ্ৰহণ কৰিলে। ৰজা বিজযসিংহই গুপ্তচৰ পঠিযাই বসন্তৰ পত্নীক নাৱত লৈ যোৱা সাউদক চাৰিওফালে বিচৰালে। শেষত বিজয়ৰ পিতাকৰ ৰাজ্যতে সেই সাউদ ধৰা পৰিল। ৰজা বিজয়সিংহই বিচাৰৰ বাবে সাউদক তেওঁৰ হাতত শোধাই দিবলৈ সেই দেশৰ ৰজালৈ খবৰ পঠালে। ৰজা কিন্তু মান্তি নহ'ল। তাকে লৈ দুয়োজন ৰজাৰ মাজত তুমুল ৰণ লাগিল। ৰণত পিতাক হাৰিল আৰু বন্দী হ'ল। সাউদক ধৰি আনি

বন্দীশালত থৈ বসন্তৰ পত্নীক উদ্ধাৰ কৰা হ'ল। পিছত দুয়ো ৰজাই সম্বন্ধত পিতা-পুত্ৰ বুলি চিনিব পাৰি সন্ধি কৰিলে। বিজয়-বসন্তৰ পিতাক ৰজাই সেই সন্ধিমতে ৰাজ্যভাৰ বসন্তৰ হাতত গতাই দিলে আৰু ৰাণীৰে সৈতে নিজে জীৱনৰ বাকী কালছোৱা ঋষিৰ আশ্ৰমত কটাবলৈ স্থিৰ কৰিলে। বিজয়-বসন্তই পিতৃ-মাতৃক সেৱা জনালে আৰু বুঢ়া ৰজা-ৰাণীয়েও চকুলো টুকি দুয়োকো আশীৰ্বাদ দি বানপ্ৰস্থী হ'ল।

# হৰন্ত কোঁৱৰ

অতি পুৰণি কালৰ কথা। এটা মিকিৰ ল'ৰা আছিল, নাম হৰন্ত। হৰন্তহঁতৰ চাৰি ভাই আৰু চাৰিও ভাইৰ ভিতৰত তেওঁৱেই আছিল আটাইতকৈ সৰু। হৰন্ত আছিল বৰ ধুনীয়া। দেখাত যেনে শুৱনী, সাহস আৰু বুদ্ধিতো আছিল তেনে আগৰণুৱা। ওচৰৰ সকলো লোকে হৰন্তক বৰ ভাল পাইছিল আৰু মৰম কৰিছিল। তেওঁৰ এটা দোষ আছিল— তেওঁ পিতাক আৰু ককায়েকহঁতৰ দৰে খেতি-বাতিৰ কামত সমূলি মন নিদিছিল। সদায় ধেনু-কাঁড় লৈ হাবিয়ে-বননিয়ে ফুৰাটোৱেই আছিল তেওঁৰ দৈনন্দিন কাম।

ভালেমান দিন এইদৰে গ'ল। এদিন তেওঁৰ ভায়েক কেইজনে পিতাকক ক'লে—"পিতা, আমি পথাৰত খেতি কৰোঁ। ভৱিষ্যতলৈও আমি খেতি কৰিয়ে খাম। হৰন্তই একো নকৰে আৰু ধেনু-কাঁড় লৈ ঘূৰি ফুৰিয়ে সময় কটায়। সি জানো সদায় এনেকৈ খাব পাৰিব? বেলেগ হ'ব লাগিলে সি কি কৰি খাব? সিতো এদিন বেলেগ হ'ব লাগিব, তেতিয়া তাৰ অৱস্থা কি হ'ব? তাক তেতিয়া কোনে খুৱাব?"

ইয়াকে শুনি বুঢ়া বাপেকে ভাবিলে কথা সঁচা। ছোৱালী বিয়া কৰালে সি তাইক কেনেকৈ খুৱাব? তাৰ চেহেৰাটো ধুনীয়া কাৰণে ছোৱালী সি পাব। তাক যেয়ে সেয়ে ছোৱালী দিব। কিন্তু দিলেইতো নহব' বুঢ়াই তেনেকৈ ভাবি গোটেই কেইজন ল'ৰাকে মাতি আনি এজন এজনকৈ সকলোকে সুধিলে—"কোৱাচোন বাৰু বুঢ়াকালত তুমি মোক কেনেকৈ খুৱাবা? প্ৰথমজনে উত্তৰ দিলে, "মই গাঁওবুঢ়া হৈ খুৱাম।" দ্বিতীযজনে ক'লে, "মই মিস্ত্ৰী হ'ম।" তৃতীয়জনে ক'লে—"মই খেতি কৰিম।" শেহত হৰন্তক সোধাত তেওঁ ক'লে, "মই ৰজাৰ ছোৱালী বিয়া কৰাই ৰজা হ'ম।"

হৰন্তৰ এনে অসম্ভৱ উত্তৰ শুনি বাপেকৰ বৰ খং উঠিল। অকামিলা কু-পুত্ৰ সংসাৰত থকাতকৈ নথকাই ভাল বুলি এদিন ডাঙৰ ল'ৰাকেইজনেৰে সৈতে এখন মেল পাতিলে। হৰন্তক মৰিযাই মৰিযাই মাৰি পেলাবলৈযে বাপেকে মেলত টানি ধৰিলে। কিন্তু ককাইয়েকহঁতে বৰকৈ আপত্তি কৰাত সেই শাস্তি নিদিয়াটো ঠিৰাং হ'ল।

হৰন্তৰ এগৰাকী নবৌয়েক আছিল। তেওঁ হৰন্তক বৰ মৰম কৰিছিল। পিছদিনা তেওঁ কান্দি কান্দি মেলত হোৱা সকলোখিনি কথা হৰন্তক ভাঙি ক'লে। কথা শুনি

হৰন্তই ক'লে, "নবৌ, তেন্তে মই আজিয়েই ঘৰৰপৰা ওলালোঁ। কেতিয়াবা যদি উভতি আহোঁ তেন্তে কেঁচুমটাৰ দ'লি তিনিটা ঘৰৰ চালৰ ওপৰত মাৰিম আৰু তাৰেই ঘূৰি অহাৰ জাননী দিম।"

ধেনু-কাঁড়েৰে বাটৰ বিঘিনি অতিক্ৰম কৰি বহুত গাঁও, নগৰ, পাহাৰ, পৰ্বত পাৰ হৈ গৈ গৈ হৰন্তৰ বৰ ভাগৰ লাগিল। তেওঁ আৰু অলপ দূৰ গৈ ভৈয়াম আৰু পাহাৰৰ মাজতে এটি সৰু জুৰি দেখা পালে। তাৰ দাঁতিত এটা সৰু পঁজাত এজনী বুঢ়ী থাকে।

পেটৰ ভোকত তৎ নেপাই হৰন্তই বুঢ়াৰ বাম চাপিল। বুঢ়ীক সেৱা কৰি ক'লে, "আই, মই বহুত দূৰৰপৰা আহিছোঁ, বৰ ভোক লাগিছে, কিবা অলপ খাবলৈ দিয়ক। মই আপোনাৰ ঘৰতে চাকৰ হৈ থাকিম।" বুঢ়ীয়ে তেতিয়াকৈ হৰন্তক কিবা অলপ খাবলৈ দি ক'লে—"বোপাই, ভিক্ষা কৰি খাওঁ, ৰজাৰ দৰে এনে সুকোমল শৰীৰ লৈ তুমি ভিখাৰী-মগনিয়াৰৰ দৰে মোৰ ইয়াত কেনেকৈ থাকিবা?" হৰন্তই ক'লে, "মোৰ বাবে চিন্তা নকৰিব, আই, আপুনি বাহিৰলৈ গ'লে মই ঘৰৰ কাম-বন কৰি আপোনাৰ ঘৰ ৰখি থাকিম।"

হৰন্তৰ কথা শুনি বুঢ়ীয়ে আৰু আপত্তি নকৰি ক'লে, "যদি থাকিব খুজিছা তেন্তে থাকিব পাৰা। কিন্তু এই নৈখনৰ উজানলৈ কেতিয়াও নাযাবা।"

হৰন্তই তাতে থাকিবলৈ ল'লে। কেইবাদিনো যোৱাৰ পিছত এদিন ৰাতিপুৱা বুঢ়ী ভিক্ষা মাগিবলৈ ওলাল। হৰন্ত আছিল বৰ চটফটীয়া। ঘৰৰ কাম-বন সোনকালে শেষ কৰি অকলে ভাবি-চিন্তি থাকোঁতে হঠাৎ তেওঁৰ বুঢ়ীৰ কথাষাৰ মনত পৰিল— নদীৰ উজানলৈ নাযাবা। লাহে লাহে তেওঁৰ মনত খু-দুৱনি বেছি হ'ল আৰু গ'লে কি হ'ব নভবাকৈ লাহে লাহে নৈৰ দাঁতিয়ে দাঁতিয়ে উজানৰ পিনে খোজ ল'লে।

অলপ দূৰ গৈয়েই হৰন্ত নৈৰ এটা মোচৰ পাৰ হ'ল। তাৰ পিছতে তেওঁ এখন বিতোপন নিৰ্জন ঠাই দেখা পালে। সেই ডোখৰত নৈখন অলপ বহল। পানী সুনীল—গভীৰ। চাৰিওফালে লতা-কুঞ্জ। চৰাই-চিৰিকটিয়ে গীত গাইছে আৰু সেই গানৰ প্ৰতিধ্বনিয়ে হাবি-বন থলক লগাইছে। তেওঁ আৰু দেখিলে নৈৰ দাঁতিত দেখোন সোণৰ কলহৰ ভগা টুকুৰা। তেওঁ আচৰিত হ'ল। মনতে ভাবিলে—ইয়াৰ নিশ্চয় কিবা ৰহস্য আছে। ইয়াৰ কথা বুঢ়ীক সুধিবই লাগিব। ইয়াকে ভাবি ভাবি উভতি তেওঁ ঘৰ পালেহি।

গধূলি খোৱা-বোৱাৰ পিছত হৰন্তই বুঢ়ীক সুধিলে, "আই, উজানৰ সেই ঘৰটো কাৰ?" বুঢ়ীয়ে আচৰিত হৈ ক'লে, "মই তোমাক তালৈ যাবলৈ হাক দিছিলোঁ নহয়! তুমি মোৰ কথা নুশুনিলা। সেইটো এজন ডাঙৰ ৰজাৰ ঘাট। তালৈ তেওঁৰ ছোৱালীকেইজনী নিতৌ গা-ধুবলৈ আহে। তালৈ আৰু নাযাবা।"

হৰন্তই মনে মনে ভাবিলে,—বাৰু কেনেকুৱা ছোৱালীনো, কালিলৈ চাবগৈ লাগিব।

পিছদিনা বুঢ়ী আকৌ আগৰ দৰে ভিক্ষা মাগিবলৈ ওলাই গ'ল। হৰন্তই সোনকালে ঘৰৰ কাম-বন শেষ কৰি ঘাটৰ কাষত লুকাই থাকিলগৈ।

চাওঁতে চাওঁতে বেলি দুপৰ হ'ল। এনেতে হৰন্তই দেখে যে আকাশৰপৰা সাতজনী দীপ্‌লিপ গাভৰু ছোৱালী সোণৰ কলহ কাষত লৈ নামি আহিছে। লুকাই লুকাই হৰন্তই সিহঁতক চাই থাকিল। ছোৱালীকেইজনীয়ে পিন্ধি অহা ৰিহা-মেখেলাবোৰ পাৰত থৈ শাৰী পাতি এজনীৰ পিছত এজনীকৈ পানীত জাঁপ দি পৰি গা ধুবলৈ ধৰিলে। নৈত উমলি-জামলি থাকি বেলা ভাটী দিয়াৰ সময়ত সাতো ভনী, পানীৰপৰা উঠিল আৰু ৰিহা-মেখেলা পিন্ধি কাষত কলহ লৈ উৰা মাৰিলে।

হৰন্তই ছোৱালীকেইজনীৰ ৰূপত ভোল গৈ সকলো পাহৰি আছিল। যেতিয়া তেওঁলোক আকাশত নেদেখা হ'লগৈ তেতিয়াহে তেওঁৰ হঁচ আহিল। এটা ডাঙৰ হুমুনিয়াহ কাঢ়ি হৰন্তই ভাবিলে—যেনে তেনে এওঁলোকৰ এজনীক বিয়া কৰাবই লাগিব।

আগদিনাৰ দৰে খোৱা-বোৱাৰ পিছত হৰন্তই বুঢ়ীক সুধিলে, "আই, সেই ঘাটত গা ধুবলৈ অহা ছোৱালীবোৰ ক'ত থাকে? সিহঁত ইমান ধুনীয়া। মই তাৰে এজনীক বিয়া কৰামেই।"

বুঢ়ী অবাক হৈ ৰ'ল। অলপ পিছত ক'লে, "তাকে কৰিলে বিয়া কৰোৱা নহয় তুমি বিহহে খাবা। তুমি ইয়াৰ ভু নোপোৱা। সিহঁতক দেখিলে সকলো বলিয়া হয়। আগতে এইদৰে কেইবাজনো লোক বলিয়া হৈছিল, কিন্তু সিহঁতে কোনো এজনীকো নাপাই শেহত আত্মঘাতী হৈছে। তোমাৰ ভাগ্যত কি হয় ক'ব নোৱাৰোঁ। তথাপি নেৰা যদি বাৰু মই এটা বুধি শিকাই দিম।" এইবুলি কৈ বুঢ়ীয়ে হৰন্তক এটা বুধি শিকাই দিলে।

হৰন্তৰ সেই নিশা চকুত টোপনি নাই। বুঢ়ীৰ কথা অনুসৰি কেনেকৈ কাম সমাধা হ'ব তাৰে চিন্তা কৰি থাকোঁতে ৰাতি পুৱাল। পুৱা বুঢ়ী আগৰ দৰে ওলাই গ'ল। ঘৰৰ কাম-বন শেষ কৰি হৰন্তও আগৰ দৰে ওলাল।

ঘাটৰ অলপ দূৰতে হৰন্তই হাবি-বন গোটাই এটা ঘৰ সাজিবৰ যো-জা কৰিলে। নৈৰ দাঁতিত এখন ফুলনিৰো দিহা কৰিলে। দুই-চাৰি দিনৰ পিছতে হৰন্তৰ সুন্দৰ ঘৰ হৈ উঠিল। ঘৰৰ চাৰিওফালে খেতিৰ পথাৰো ঠিক হ'ল। কিছুদিনৰ ভিতৰতে ফুলনিত হালি জালি ফুল ফুলি উঠিল।

তেতিয়া হৰন্তই এটা বাঁহৰ বাঁহী সাজিলে। ঘাটৰ অলপ নিলগত বহি সেই বাঁহীটো সদায় তেওঁ বজাবলৈ ধৰিলে। ছোৱালীকেইজনীয়ে আগৰ দৰে গা ধুবলৈ আহি বাঁহীৰ মধুৰ সুৰ শুনে। বাঁহীৰ সুৰত হেনো ফণীয়েও মণি পাহৰে, হৰিণী ভেলেকী লাগে। ছোৱালীবোৰো বাঁহীৰ সুৰ শুনি মুগ্ধ হ'ল। তাৰ পিছত বেলা ভাটী দিয়াত হৰন্তৰ ফুলনিৰ ফুল খুজি লৈ তেওঁলোকে আকাশলৈ উৰা মাৰিলে।

আনন্দত উত্ৰাবল হৈ হৰন্তই ঘৰলৈ আহি বুঢ়ীক ক'লে, "আই মোৰ বাঁহীৰ

মাতত ছোৱালীকেইজনী ভোল গৈছে। সিহঁতে মোৰ ফুলনিৰ ফুলো খুজি নিছে। এতিয়া কি কৰিব লাগিব, কওক।" বুঢ়ীয়ে ক'লে, "বোপা, ফুল যদি নিছে তেন্তে তুমি পাৰিবা।" এইবুলি কৈ বুঢ়ীয়ে হৰন্তক আকৌ কিবা এটা বুধি শিকাই দিলে।

পিছদিনাও পুৱাই ছোৱালীকেইজনী উৰি নামি আহিল আৰু ৰিহা-মেখেলা পাৰত থৈ সাঁতুৰিবলৈ ধৰিলে। তেওঁলোকে সেইদৰে ধেমালি কৰি থাকোঁতে ইপিনে হৰন্তই হাতত সাৰে ভৰিত সাৰে গৈ আটাইতকৈ সৰু ছোৱালীজনীৰ ৰিহা-মেখেলা চুৰ কৰি আনি বুঢ়ীক দিলেহি। বুঢ়ীয়েও দেখিবলৈ ঠিক তেনেকুৱা চাই অইন এযোৰ ৰিহা-মেখেলা হৰন্তৰ হাতত দি ক'লে, "সিহঁতে গম নোপোৱাকৈ সিহঁতৰ নিজৰ কাপোৰৰ ঠাইত থৈ দিয়াগৈ।"—হৰন্তযো তাকে কৰিলে।

আগৰ দৰে আকৌ বেলা ভাটী দিয়াৰ সময়ত সিহঁতে পানীৰপৰা উঠি ৰিহা-মেখেলা পিন্ধি ল'লে আৰু এজনী এজনীকৈ আকাশলৈ উৰা মাৰিবলৈ ধৰিলে। সকলো উৰি গ'ল, কিন্তু সৰু ছোৱালীজনীয়ে বাৰে বাৰে চেষ্টা কৰিও উৰিব নোৱৰা হ'ল। সৰু ভনীৰ এনে অৱস্থা দেখি ডাঙৰ ছোৱালীকেইজনী চিন্তাত পৰিল। বহুত পৰ ভাবি-চিন্তি সকলো কথা তন্ন-তন্নকৈ চাই গম পালে যে, তাইৰ কাপোৰবোৰ স্বৰ্গ পুৰীৰ নহয়, মাটিৰ দেশৰহে। তেওঁলোকে ততালিকে হৰন্তকে সন্দেহ কৰিলে।

হৰন্তই তেতিয়া নিজৰ ন-কৈ সজা ঘৰত বহি ৰং মনেৰে বাঁহী বজাই আছিল। ছোৱালীকেইজনীয়ে তাৰ কাষ চাপি ক'লে, "ভাই হৰন্ত, এওঁৰ আচল ৰিহা-মেখেলা যোৰ তুমি দিয়া।" হৰন্তই হাঁহি এটা মাৰি উত্তৰ দিলে, "মই দিব নোৱাৰোঁ। মোৰ এই নতুন ঘৰটিত তোমালোকৰ এগৰাকীয়ে পোহৰ দিবই লাগিব—মোক তোমালোকৰ এগৰাকীয়ে পতি বৰিব লাগিব।"

হৰন্তৰ কথা শুনি ছোৱালীকেইজনী বিমোৰত পৰিল। তেওঁলোকৰ ডাঙৰ ছজনীৰ বিয়া হৈ গৈছে—সৰুজনীৰো তপন কুমাৰৰ লগত বিয়াৰ সকলো ঠিক-ঠাক হৈ আছে। তেওঁলোকে হৰন্তক বহুত বুজালে কিন্তু হৰন্তই নেৰানেপেৰাকৈ লাগিল। অগত্যা উপায় নাপাই সৰুজনীক হৰন্তৰ লগত বিয়া দি তেওঁলোক আকাশলৈ গ'ল। তাত তেওঁলোকে তপন ৰাজক এইবুলি বুজাই ক'লে যে তেওঁলোকৰ সৰু ভনী ভানুমতীয়ে পৃথিৱীত থাকিবলৈ ভাল পাই তাতে ৰ'ল। কিছুদিনৰ পিছতহে আহিব। ইপিনে ভানুমতীয়েও আকাশপুৰীৰ মায়ালৈ পাহৰিব নোৱাৰি তালৈ যোৱাৰ সুযোগ বিচাৰি থাকিল।

বহুত দিন পাৰ হৈ গৈছে। হৰন্তই মহা আনন্দত দিন কটাইছে। দুবছৰৰ পিছত তেওঁৰ এটি ল'ৰাও হৈছে। এদিন হৰন্তই বুঢ়ীক ক'লে, "আই, এতিয়া মই নিজ দেশলৈ যাওঁ।" অলপ পৰ ভাবিয়ে বুঢ়ীয়ে ক'লে,—"বাৰু, যাব খুজিছা যোৱা ; কিন্তু, সাৱধান। ভানুমতীয়ে তোমাৰ ঘৰ ভালকৈ লোৱা নাই। তাই যাতে পলাই নাযায় তালৈ চকু-কাণ দিবা।"

এদিন পুৱাতে বুঢ়ীৰপৰা বিদায় লৈ ঘৈণীয়েক আৰু ল'ৰাটিৰে সৈতে হৰন্ত

নিজ দেশলৈ ওলাল। বাটত নানা বাধা-বিঘিনি অতিক্রম কৰি তেওঁলোক ঘৰ পালেগৈ আৰু হৰন্তই তিনিটা কেঁচু-মটাৰ দ'লি চাললৈ মাৰি পঠিয়ালে। তেতিয়া হৰন্ত আহিছে বুলি বৌৱেকে গম পালে। তেওঁৰ মহা আনন্দ হ'ল। লৰালৰিকৈ ঘৰ নিকা কৰিলে আৰু ভাল ভাল খোৱা-বস্তুৰ যোগাৰ কৰিলে। ঘৰত উৎসৱৰ ঢৌ উঠিল। ল'ৰা-তিৰোতা লৈ হৰন্ত ঘৰলৈ উভতি অহাৰ কথা চাৰিওফালে বিয়পি পৰিল। ভানুমতীৰ অতুলনীয় ৰূপৰ কথা যিমানে ৰাষ্ট্ৰ হৈ পৰিল, সিমানে হৰন্তৰ ঘৰে চোতালে মানুহ নধৰা হ'ল।

কেইদিন মানৰ পাছত এদিন হৰন্ত অলপ দূৰলৈ ফুৰিবলৈ গ'ল। আগৰ দৰে সেই দিনাও ঘৰত মানুহৰ সীমা-সংখ্যা নাই। ভানুমতীয়ে সুযোগ পাই ক'লে, "আপোনালোকৰ কোনোবাই যদি সেই চালত আঁৰি থোৱা পেৰাটোৰপৰা মোৰ ভাল বিহা-মেখেলা যোৰ উলিয়াই দিব পাৰে, তেন্তে মই তাকে পিন্ধি এতিয়াতকৈ আৰু সুন্দৰী হৈ দেখুৱাব পাৰোঁ।"

কথা শুনা মাত্ৰকে মানুহৰ মাজত গুণগুণনি উঠিল। এজনে তত্তালিকে চালত উঠি পেৰাটো নমাই আনিলে। ভানুমতীয়ে লৰালৰিকৈ তেওঁৰ আকাশপুৰীৰ বিহা-মেখেলাযোৰ উলিয়াই পিন্ধিলে। চাওঁতে চাওঁতে তেওঁৰ গাত অপূৰ্ব স্বৰ্গীয় জেউতিয়ে দেখা দিলে। ৰূপৰ প্ৰভাৱত সকলো মানুহ ভেলেকি লাগিল। ভানুমতীৰ গাৰপৰা বেলিৰ পোহৰৰ দৰে পোহৰ ওলাবলৈ ধৰিলে। এই ছেগতে তেওঁ আকাশলৈ উৰা মাৰিলে।

হৰন্ত তেতিয়া উভতি আহি ঘৰ পাওঁ পাওঁ হৈছে। দূৰৰপৰা ভানুমতীক আকাশত দেখা পাই তেওঁ চিঞৰ মাৰি উঠিল। "ভানুমতী, ভানুমতী, উভতি আহ" বুলি তেওঁ মাতিবলৈ ধৰিলে। ভানুমতীয়ে তেওঁক দেখি "আকৌ দেখা হ'ব" বুলি কৈয়েই আকাশত নাইকিয়া হ'ল।

ঘৰলৈ আহি হৰন্তই দেখে যে ভানুমতীয়ে আকাশপুৰীৰ সকলো নিছে, মুঠে বিয়াৰ আঙঠিটো নিয়া নাই। তেওঁ বলিয়াৰ দৰে হ'ল ; ভাত-পানীৰ পাছ এৰিলে ; লাহে লাহে টোপনি এৰিলে ; ঘৰ এৰিলে, আৰু অৱশেষত এদিন ল'ৰাটি কোঁচত লৈ নিৰুদ্দেশ হ'ল।

সুন্দৰ-সুঠাম ডেকা হৰন্ত এতিয়া শুকাই জেওৰা খৰিব নিচিনা হ'ল। বলিয়াৰ দৰে তাৰ কথাত এতিয়া লাগ-বান্ধ নাই। যেনি তেনি ঘূৰি ফুৰে......। এনেকৈ ঘূৰি ফুৰোঁতে তেওঁ গৈ আগৰ বুঢ়ীৰ ঘৰ পালেগৈ। হৰন্তৰ এনে অৱস্থা দেখি বুঢ়ীৰ বৰ পুতৌ লাগিল। সকলো ঘটনা শুনি বুঢ়ীয়ে তেওঁক সান্ত্বনা দি ক'লে, "বোপা, চিন্তা নকৰিবা, তুমি তেওঁক আকৌ পাবা, মুঠে মোৰ বুধিমতে কাম কৰিবা।" এইবুলি বুঢ়ীয়ে হৰন্তক কিবা বুধি শিকাই দিলে।

কেইদিন মানৰ পাছত, হৰন্তই ল'ৰাটিক পিঠিত ভালকৈ বান্ধি লৈ ছোৱালী-কেইজনীয়ে গা-ধোৱা ঘাটত আকৌ লুকাই থাকিলগৈ। অলপ সময়ৰ পিছতে, এটা

শুকুলা হাতী আহি পানীত নামিলহি। সি পানী খাই উৰা মাৰিব খোজোঁতেই হৰন্তই তাৰ নেজত টানি ধৰিলে। নেজত মানুহে ধৰা গম পাই হাতীয়ে সুধিলে, "ক'লৈ যাবা?" হৰন্তই ক'লে, "যেণীৰ তালৈ।" হাতীয়ে আৰু একো নামাতি হৰন্তেৰে সৈতে উৰা মাৰি আকাশপুৰীৰ তপন ৰজাৰ দেশ পালেগৈ।

সেইদিনা তপন ৰাজ্যত বৰ ধুম-ধাম। আগেযে ঠিক হৈ থকা তপন কুমাৰৰ লগত ভানুমতীৰ বিয়া সেইদিনাই। হৰন্তৰ লগত হোৱা বিযাৰ কথা বাযেকইঁতে আকাশপুৰীত উলিওৱা নাই। বিযাৰ কোলাহলত গোটেই আকাশপুৰী খলক লাগিছে। ল'ৰা-ছোৱালীয়ে ৰঙতে নাচিছে। কাউৰ-কুকুৰে চুৰা পাতত কোচাল লগাইছে, ঢোল-পেঁপা-কালিৰ সুৰবোৰে মিলি বতাহত ৰোল তুলিছে। গাড়ী, ঘোঁৰা, মানুহ আদি আহি আছে, গৈ আছে। নানা ধৰণৰ ৰং-বেৰঙৰ সাজপাৰ পিন্ধি গাভৰুইঁতে জেউতি বিলাইছে। সাতজনী আযতীয়ে কলহ লৈ উলহ-মালহেৰে পানী তুলি ঘৰলৈ উভতিছে।

পানী তুলি অহা বাটতে বোকোচাত ল'ৰাটি লৈ হৰন্ত থিয হৈ আছিল। তেওঁৰ সাজ-পাৰ গম গতি আছিল মগনিযাৰৰ দৰে। সেই দেখি সেই মহা আনন্দৰ দিনত তেওঁলৈ কাৰো চকু যোৱা নাই। পানী তুলি অহা আয়তীকেইগৰাকীৰ প্ৰথম-গৰাকীক তেওঁ তেওঁৰ ল'ৰাটিৰ বাবে অলপ পানী খুজিলে। গাভৰু আযতীগৰাকীয়ে মগনীযা বুলি ভাবি হৰন্তলৈ কেৰেপ নকৰি গুচি গ'ল। তাৰ পিছত আৰু এগৰাকী, তাৰ পিছত আৰু এগৰাকী, এইদৰে—প্ৰথম ছগৰাকী আযতী পাৰ হৈ গ'ল। শেষৰজনী আছিল এজনী বুঢ়ী। হৰন্তই তেওঁকো পানী খোজাত বুঢ়ীযে শুকাই-খীণাই থকা ল'ৰাটিৰ মুখলৈ চাই পানী দিব খুজিলে। এই সুযোগতে হৰন্তই কোনেও নেদেখাকৈ মনে মনে বুঢ়ীৰ কলহত আঙঠিটো পেলাই দিলে।

ভানুমতীৰ আজি বিযা। নোৱাই উঠি কইনাক গা ধুৱাবৰ সময হ'ল। এটা এটাকৈ ছটা কলহৰ পানী ভানুমতীৰ মূৰত ঢলা হ'ল। সপ্তম কলহ পানী তেওঁৰ মূৰত ঢলা মাত্ৰকে আঙঠিটো তেওঁৰ কোলাতে পৰিল। তেতিয়া অইনে নাজনিলেও ভানুমতীয়ে সকলো গম পালে। তেওঁ পেটে পেটে ৰং পাইছে যদিও মুখত কপট খং দেখুৱাই সুধিলে—"এই কলহ পানী কোনে আনিছে?" সকলোৰে মুখ ক'লা পৰি গ'ল। শেষত আযতীকেইগৰাকীয়ে ভযে ভযে বুঢ়ীলৈ আঙুলিযাই দেখুৱালে।

আঙঠি ক'ৰপৰা আহিল বুঢ়ীযে তাৰ একো সম্ভেদ দিব নোৱাৰিলে। খং কৰি ভয় দেখুৱাই সোধাত ক'লে, 'বাটত এটা মগনীযাক মই পানী দিছিলোঁ, কিন্তু মগনীয়াটোৰেনো সোণৰ আঙঠি ক'ত পাব?' "বাৰু যি হওক, সেই মগনীযাটোকে মোৰ ওচৰলৈ লৈ আহাঁ। নহ'লৈ কিন্তু তোমাৰ প্ৰাণ নাথাকিব।"

বুঢ়ীৰ চুলিৰ আগে জীউ গ'ল। মগনীযাটো যে বাটত তেতিযাও আছে তাৰো আশা নাই। তথাপি কান্দি-কাটি ঈশ্বৰকে ভৰসা কৰি বুঢ়ী ওলাল।

হৰন্ত আগৰ ঠাইতে আছিল। তেওঁক দেখিহে বুঢ়ীৰ মুখলৈ পানী আহিল।

বুঢ়ীয়ে ক'লে, "বোপা, তুমি মোৰ লগতে আহা—নহ'লে আজি মোৰ প্ৰাণ নাথাকে।" হৰন্তও বুঢ়ীৰ পাছে পাছে আহিল, ভাবিলে—বিয়াৰ জলপান হ'বলা।

ইফালে ভানুমতীয়ে গা-ধুই উঠি ধুনীয়া সাজ-পাৰ পিন্ধি কইনা সাজি বহি আছে। ভানুমতীৰ ওচৰ পোৱা মাত্ৰকে হৰন্তই ল'ৰাটি এৰি দিলে। ল'ৰাযো বহুত দিনৰ মূৰত মাকক পাই 'মা', 'মা' বুলি ভানুমতীৰ কোলাত উঠিলগৈ।

কাণ্ড দেখি সকলো অবাক। ভানুমতীৰ বায়েকহঁতে লাজতে তলমূৰ কৰিলে। লাহে লাহে সকলো কথা তপন ৰজাৰ কাণত পৰিলগৈ। তেতিয়া ভানুমতীৰ বায়েকহঁতে আগৰ সকলো ঘটনা তপন ৰজাক ভাঙি ক'লে। ৰজা বৰ চিন্তাত পৰিল। দৰা হ'ল মাটিৰ দেশৰ আৰু ছোৱালী, আকাশপুৰীৰ। তাতে আকৌ প্ৰবল পৰাক্ৰমী তপন কুমাৰৰ লগত সেইদিনাই ভানুমতীৰ বিয়া পাতিবলৈ সকলো আয়োজন ঠিক হৈ আছে। তথাপি, ধৰ্ম ৰক্ষা নকৰিলে নহয়। এজনী ছোৱালীৰ দুবাৰ দুঠাইত বিয়া হ'ব নোৱাৰে। সেই ভাবি ৰজাই তপন কোঁৱৰক মাতি আনি ছোৱালীহঁতে কৰা দোষৰ বাবে ক্ষমা খুজিলে। তপন কোঁৱৰো মান্তি হৈ নিজৰ দেশলৈ উভতিল।

তাৰ পিছত, ঠিক-ঠাক কৰি থোৱা সেই বিয়া থলীতে সেইদিনাই হৰন্তৰ লগত ভানুমতীৰ বিয়া আকাশপুৰীৰ আচাৰ মতে সমাধা হ'ল।

বিয়া হৈ যোৱাত বহুত দিন হৰন্তই শহুৰেকৰ ৰাজ্যত কটোৱাৰ পিছত এদিন ভানুমতীয়ে তপন ৰজাক ক'লে, "দেউতা, আমি এতিয়া নিজৰ ৰাজ্যলৈ উভতি গৈ তাত নিজৰ ঘৰ-সংসাৰ পাতিব খোজোঁ।" তপন ৰজা সন্মত হ'ল আৰু বন্দী-বেটী সৈন্য-সামন্তেৰে সৈতে আশীৰ্বাদ কৰি পঠিয়াই দিলে। ঢোলে-দগৰে আটায়ে আহি পোনতে বুঢ়ীৰ ঘৰত ওলালহি। বুঢ়ীয়ে ঢোলৰ মাত শুনিযেই সকলো বুজিলে। তেওঁ ঘৰৰপৰা ওলাই আহি হৰন্তক ক'লে— "বোপা তোমাৰ এতিয়াহে হৰন্ত নাম সাৰ্থক হ'ল। তুমি দেৱতাৰ কন্যা বিয়া কৰাইছা যেতিয়া, তুমি ৰজা হ'বৰ যোগ্য। ব'লা তোমাক ৰজাৰ নগৰলৈ লৈ যাওঁ। আমাৰ ৰজাও বুঢ়া হৈছে। তেওঁৰ সতি-সন্ততি নাই, কিজানি তোমাকে ৰজা পাতে।" এইবুলি সকলোৱে দলেবলে ৰজাৰ নগৰ পালেগৈ।

ৰজাই এনে আড়ম্বৰ দেখি আচৰিত হ'ল। সৈন্য-সামন্ত দেখি কিবা যুঁজ-বাগৰহে বুলি ভয় খালে। পিছে বুঢ়ীৰ মুখে সকলো শুনি তেওঁ মনত বৰ আনন্দ পালে আৰু হৰন্তক তেওঁৰ ৰাজ্যতে যুৱৰাজ পাতি ৰাখিলে। হৰন্ত কোঁৱৰে ভানুমতীক লৈ তাতে মহাসুখে থাকিবলৈ ল'লে। তেওঁ তেতিয়া নিজে গৈ বিচাৰি বিচাৰি ককায়েক-বৌৱেকহঁতৰো ঘৰ উলিয়ালে। তেওঁৰ বুঢ়া পিতাক তেতিয়া একেবাৰে আলৰ হৈছিল। হৰন্ত কোঁৱৰে গোটেই পৰিয়ালটোকে নিজৰ লগলৈ আনিব খুজিলে , কিন্তু তেওঁলোক নাহিল। ঘৰ এৰি আহিবলৈ সিবিলাকে টান পায়। হৰন্ত কোঁৱৰে তেওঁলোকক ধন-সম্পত্তি দিলে। বুঢ়াই ক'লে, "বোপা, ভানুমতীক তই আমাৰ তিৰোতাৰ দৰে নাচাবি। তাই দেৱতাৰ কন্যা, মোৰ কথা নুশুনিলে তই কিন্তু তাইক আকৌ হেৰুৱাবি।"

পিছত সেয়ে হ'ল। তিনিটা ল'ৰা-ছোৱালীৰ মাক হোৱাৰ পিছত হৰন্ত কোঁৱৰে বুঢ়াৰ কথা পাহৰি এদিন ভানুমতীক ববকৈ মাৰ-কিল কৰাত তেওঁ চাই থাকোঁতেই দেৱতাৰ কাপোৰ পিন্ধি আকাশলৈ উৰি গ'ল। হৰন্তই তেতিয়া নিজৰ জাতিৰ ছোৱালী এজনীকো বিয়া কৰাই ৰাণী পাতি ল'লে আৰু সুখেৰে কাল কটালে। ভানুমতীৰ ল'ৰা-ছোৱালীয়ে পৃথিৱীত দেৱতাৰ বংশ বঢ়ালে।

# জনা গাভৰুৰ বিয়া

গৰুচৰ ৰাজ্যৰ সিংহাসনত তেতিয়া ৰাণী আছিল এজনী দীপলিপ গাভৰু ছোৱালী, নাম—জনা গাভৰু। জনা গাভৰুৰ ৰূপ, গুণ আৰু সাহসৰ কথা তেতিয়া চাৰিওফালে বৈ বৈ পৰিছিল। তেওঁ দেশে-বিদেশে প্ৰচাৰ কৰি দিছিল যে, তেওঁ দিয়া তিনিটা পৰীক্ষাত যিযে উঠিব পাৰিব তেৱেঁ তেওঁক বিয়া কৰাব পাৰিব। নোৱাৰিলে কিন্তু তেওঁৰ হাতত বন্দী হৈ বন্দী শালত থাকিব লাগিব।

গৰুচৰ ৰাজ্যত জনা গাভৰুৱে
তিৰী হৈ ৰাজপাট খায় ,
ন শ কোঁৱৰক বন্দী কৰি থৈছে
তাইৰ মান বলবান নাই।

* * *

দেশে-বিদেশে পৰণা পঠাইছে
পৰীক্ষাত উঠিব যেয়ে ,
তিনিটা পৰীক্ষাত উঠিব পাৰিলে
স্বামী গুৰু হ'ব সেযে।
তিনিটা পৰীক্ষাত উঠিব নোৱাইলে
মই বন্দী কৰি থ'ম ;
তিনিটা পৰীক্ষাত উঠিব নোৱাইলে
বাপেকৰ বুঢীমাক হ'ম।

কথাতে কয় বোলে—মানুহ লাভত বন্দী নে লোভত বন্দী? লোভতহে বন্দী! এজন এজনকৈ ন শ কোঁৱৰ গৈ গৰুচৰ ৰাজ্যত জনা গাভৰুৰ হাতত বন্দী হৈ ৰ'ল। অহকাণে-পহকাণে গৈ খবৰটো কামপুৰ চহৰত থকা কলিধন নটৰ কাণতো পৰিল। ৰাজকোঁৱৰ নহয় যদিও কলিধন আছিল তেতিয়া ভৰবয়সীয়া চফল ডেকা। তাতে নট কুলীয়া মানুহ, গাৰ তেজ এনেয়ে পিৰ্-পিৰাই নাচি থাকে। সাহস আৰু বুদ্ধিতো ওচৰ-চুবুৰীয়াৰ মাজত জাকত জিলিকা। তেৱেঁই এইবাৰ জনা গাভৰুক বিয়া খবাবলৈ মনতে পাণ্ডিলে আৰু এদিন অকলেই সেই উদ্দেশ্যে খোজ ল'লে। জনা গাভৰুক বিয়া কৰাব হাবিয়াসত গৰুচৰ ৰাজ্যলৈ যাওঁতে কলিধনে বাটত ক'ত ভৰি

দিলে ক'ত নিদিলে ক'বই নোৱাৰিলে। ছমাহৰ বাট যেন ছয়দিনতে গ'ল। গৰুচৰ ৰাজ্য আছিল ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে। কলিধনে গৈ ব্ৰহ্মপুত্ৰখন পাই বুঢা ঘাটৈক ভালকৈ খাটিৰ পকালে আৰু বুদ্ধি কৰি নদীখন পাৰ হ'ল।

গৰুচৰ ৰাজ্যত সোমাই তেওঁ জনা গাভৰুক চাবলৈ বাটৰ কাষত চোপ ল'লে। এদিন-দুদিনকৈ কেইবাদিনো চোৰে চোৱাৰ দৰে তেওঁ জনা গাভৰু কুঁৱৰীক চালে। চাই চাই থাকি যেন হেঁপাহ নপলাল। পিছে তেওঁক লগ পাব কেনেকৈ? এদিন কলিধনে মৰণত শৰণ দি আগবাঢ়ি অবাইচ কথাৰে আহমন্ত্ৰ মাতি ক'লে— "মই পৈয়েৰে নিবলৈ আহিছোঁ— পিছে যাবি নে নাযাবি ক?" কথা শুনি গাভৰুৰ খঙে মূৰৰ চুলি পালেগৈ। তেওঁ তৎক্ষণাৎ কলিধনক ধৰাই তাৰ নাক আৰু কাণ দুখনৰ আগটো কটালে আৰু ভালকৈ দুটা কাণ-টাহা চৰ মাৰি এৰি দিলে।

দাঁতৰ বিষ কাটিলে চুলিৰ আগ কাটিলে
তললৈ নমালে ভুৰু ,
মই হেন পৈযেৰে নিবলৈ আহিছোঁ
মানি ল' স্বোৱামী গুৰু
যেতিয়া তেনেকৈ ক'বলৈ ধৰিলে
জনাৰ উঠিলে খং
ৰ' বুঢীমাৰে ক'ৰ পৰা আহিছ
এতিয়াই দেখুৱাম ৰং।
খোপাত আছিলে চোকা কটাৰী
সানে লাহে কৰি শান,
খচৰাই ধৰি লচৰাই কাটিলে
কলিধনৰ দুখনি কাণ।
কাণো কাটিলে নাকো কাটিলে
মাৰে কাণফটা চৰ ,
কাণ-নাক কটা মাছ খোৱা বিড়ালী
ভিৰাই মাৰিলে লৰ।

কাণকটা কলিধন এতিয়া নেগুৰ-কটা বাঘ হ'ল। লাজে অপমানে তেওঁ ভাবি ঠিক কৰিলে— বোলে সন্ধিৰ বাঁহ বুদ্ধিৰেহে কাটিব লাগে। তেওঁৰ মনত পৰিল বাল্য কালৰ সখি নগাঁও চহৰৰ গোপীচন কোঁৱৰৰ কথা। বল-বুদ্ধি আৰু টেঁণ্টনালিত দুয়ো সমান আছিল। কলিধনে পোনেই গৈ গোপীচন কোঁৱৰক লগ ধৰিলে আৰু তেওঁৰ আগত জনা গাভৰুৰ ৰূপ-লাৱণ্যৰ কথা কৈ গাভৰুক বিয়া কৰাবলৈ যাবলৈ ৰৰকৈ উচটনি দিলে।

গোপীচনে তেতিয়া বিয়া-বাৰু কৰাইছিল। অকল বিয়া কৰোৱাই নহয়, তেওঁৰ কুঁৱৰীয়ে আছিল এপাল। বাপেকে হেনো বিয়া কৰাইছিল ছয়পোণ কুঁৱৰী,

সেইদেখি বাপেকতকৈ চৰা হ'বলৈ বুলি তেওঁ বিয়া কৰাইছিল নপোণ। ইমানবোৰ কুঁৱৰী বিয়া কৰাববো মাত্ৰ ছমাহ হৈছিল—গাৰ হালধিৰ ৰং পূৰাকৈ যোৱাই নাছিল। তথাপি সখীয়েকৰ মুখত জনা গাভৰুৰ ৰূপৰ কথা শুনি তেওঁৰ মনে পিট্‌-পিটাবলৈ ধৰিলে। তেওঁ কৈ পেলালে, "তেন্তে—

মিছাতে আনিলোঁ নপোণ কুঁৱৰী
মিছাতে কটালোঁ কাল ,
জনা গাভৰুক আনিব নোৱাৰিলে
একোতে নালাগে ভাল।"

গোপীচন কোঁৱৰৰ বাঁৰী মাক তেতিয়াও জীয়াই আছিল। মাকৰপৰা বিদায় ল'বলৈ যোৱাত মাকে কিবা বিপদ হ'ব বুলি ভয় কৰি ক'লে— "বোপাই, তই জনাক বিয়া কৰাবলৈ যাব নালাগে। তাইৰ লয-লক্ষণ বেয়া। শুনচোন—

জনাৰ চুলিটাৰ জেঠী নেগুৰীয়া
তাইৰ মান শাঁখিনী নাই।
হিয়া ভাঙি ভাঙি খোজক বুলে তাই
তাইৰ মান কুলক্ষণী নাই।।
জনাৰ ভৰি যুৰি খৰমে যুৰীয়া
তাইৰ মান গজমূৰী নাই।
পাছলৈ মানুহ চাই খোজক বুলে তাই
তাইৰ মান নেওচনী নাই।।' ইত্যাদি

তাতো ফল নধৰা দেখি মাকে ইবাৰ আকৌ দোচোৰা প্ৰলোভন দেখুৱাই ক'লে—

নপোণ লিগিৰীযে গা জুৰ নকৰে
আৰু ছপোণ আনি দিম মই ,
জনা গাভৰুক বোপাই আনিবলৈ
কেতিয়াও নাযাবি তই।

সিও মিছা হ'ল। তেতিয়া কুঁৱৰীসকলে আহি ৰোহ-ঠেহ পাতি কন্দা-কটা আৰম্ভ কৰিলে। কোঁৱৰে তেতিয়া শপত খাই ক'লে যে তেওঁ তিৰোতাৰ লোভত ওলোৱা নাই, তেওঁ ওলাইছে বন্দী কোঁৱৰ নশক মোকলাই আনিবলৈহে। আৰু তাৰ প্ৰমাণ স্বৰূপে ক'লে, তেওঁ যদি কেনেবাকৈ গাভৰুক বিয়া কৰাব লগীয়াতো পৰে তেনেহ'লে গাভৰুৰ চুলিকোচাৰ আগটো তেওঁ আগে কাটিব। সেয়ে প্ৰমাণ দিব যে তেওঁ গাভৰুৰ প্ৰেমত পৰা নাই—তাইৰ দৰ্প হৰণ কৰিবলৈহে ওলাইছে—

লাটিম বৰুৱাক খাটিম ঐ কুঁৱৰী
লাটিম বৰুৱাক খাটিম ;
জনা গাভৰুক আনিব পাৰিলে
চুলিকোচা গড়ত থৈ কাটিম।

কোঁৱৰৰ এনে ভীষ্ম-প্ৰতিজ্ঞা শুনি সকলো নিজম পৰিল। তেতিয়া বাপেকৰ দিনৰ দৈৱজ্ঞ নৰাম গণকক দিন-বাৰ চাবলৈ মাতি অনা হ'ল। বিধবা মাকে গধুৰ মনেৰে কোঁৱৰক আশীৰ্বাদ দি ক'লে—

জনাৰ নগৰে যাবলৈ ওলাইছ
হৃদয়ত লাগিছে ভয ,
চুলি ছিঙি-ছিঙি আশীৰ্বাদ কৰিছোঁ
বোপাই তোৰ হ'বলৈ জয।

বিদায দি নপোণ কুঁৱৰীযে ক'লে— "হাজাৰ হওক পুৰুষ লুভীয়া, ভোমোৰা-জাতিৰ। তাক বান্ধি ধৰি ৰাখিব নোৱাৰি। যাকে ভাল পায তাকে সি পাবলৈ বিচাৰে। হওক বাৰু, জয হওক।

আমাক এৰি থৈ গ'ল গৈ কোঁৱৰে
নগ'লে আমাকো কাটি ,
যাকে দেখিব তাকে লাগিব
পুৰুষ যে ভোমোৰা জাতি।

এইদৰে বিদায লৈ গোপীচন কোঁৱৰ আৰু সখি কলিধন নট দুযো গৈ নানা কষ্টেৰে ব্ৰহ্মপুত্ৰ পাৰ হৈ জনা গাভৰুৰ দেশ গৰুচৰ ৰাজ্য পালে। দুযো গৈ চল চাই জনা গাভৰুক দেখা দিলে আৰু তেওঁৰ লগত চুপতি আৰম্ভ কৰিলে। গাভৰুই দুযোকো "ক'ৰপৰা আহিছ বঙালী-কছাৰী" বুলি হেয-জ্ঞানৰ সুৰত কথা সুধিলে। উত্তৰ দিবলৈ কলিধনৰ মুখ আগে বাজিল। তেওঁ ক'লে— "সেইজন যেনিবা— তোমাৰ স্বোৱামী, মাৰেৰ স্বোৱামী মই।" এনে অবাচ্য গালি শুনি জনা গাভৰু খঙত কঁপিবলৈ ধৰিলে। তেওঁৰ তেতিয়া লগত কোনো নাছিল। গতিকে তেওঁ 'ৰ' বুঢীমাৰে আহোঁ ঘৰৰপৰা, এতিযাই দেখুৱাম 'ৰং' বুলি ভৰক মাৰি যাবলৈ ওলাল। এনে সময়তে কলিধনৰ ইঙ্গিতমতে লৰি গৈ কোঁৱৰে তেওঁক পিছফালৰপৰা হাতত ধৰি টান মাৰিলে। বেচেৰী জনা লুটি খাই মাটিত বাগৰি পৰিল আৰু ক'লে— "ক'ৰপৰা আহিছ, একোটো নেজান, তইঁত চাউডাঙৰ জাত" বুলি গালি পাৰি তেনেকৈ তেওঁৰ শান্তি ধৰ্ম নষ্ট কৰা বাবে সিহঁতৰো পৰীক্ষা ল'বলৈ ওলাল। তেওঁ পোনতে ক'লে—

"গছতো নলগা কটাৰীয়ে নকটা
আৰু নলগোৱা চূণ ,
এখনি গুৱাপাণ হাতৰ মুঠিত দিয়া
নোৱাৰিলে ছিটিকাম ধুন।"

"মোক এখন তামোল দিয়া , সেই তামোলখন হ'ব লাগিব গছত নলগা তামোলৰ ; কটাৰী নলগোৱাকৈ তাক খনিয়াব (কাটিব) লাগিব , পাণো গছত নলগা হ'ব লাগিব আৰু তাত চূণ লগাব নালাগে। পাৰা যদি দিয়া, নহ'লে পখৰা ধুন বাহিৰ কৰিম।"

গাভৰুৰ এনে 'লাও তল যোৱা, শিল ওপঙা' কথা শুনি কোঁৱৰ বিচূৰ্তি হ'ল। তেওঁৰ মুখ শুকাই আমঠু যেন হ'ল। কলিধন কিন্তু বুদ্ধিৰ চুঙা। তেওঁ সখিয়েক কোঁৱৰক চকুৰ ঠাৰেৰে কিম্বা কথাৰ ইঙ্গিত দিলে আৰু কি ক'ব লাগে ফুচ্ফুচাই কৈ দিলে। কোঁৱৰে তেতিয়া গাভৰুক হাত মেলি তামোল যাচিলে আৰু তেওঁৰো সতী ধৰ্মৰ পৰীক্ষা ল'ব খুজি ক'লে— "সতী [illegible] পৰীক্ষা দে।" কি পৰীক্ষা?

গছতো নলগা [illegible]

[illegible]

তোৰ আঁঠুৰ মধ্যতে [illegible]

আমাৰ এসাঁজি ভাত

ঢেঁকীত নবনা চাউলেৰে [illegible] দুটাৰ মাজতে চৰু বহুৱাই ৰান্ধি দিয়া ভাত এমুঠি [illegible] যদি [illegible] নোৱাৰা তেনেহ'লে আমাক ভাত ৰান্ধি খুৱাব [illegible]।

গাভৰুৰ লাগিল চিন্তা, ভাত ৰান্ধিব লাগে নিজৰ আঁঠু দুটাৰ ওপৰতে, গছত নলগা ধানৰ চাউলেৰে, সেই চাউলো হ'ব লাগে ঢেঁকীত নবনাকৈ উলিওৱা, হাতেৰেও তাক ছুব নোৱাৰি। তেওঁ মহা চিন্তাত পৰিল। পিছে ইষ্ট-দেৱক চিন্তা কৰি তেওঁ যেনিবা সেই পৰীক্ষাত উঠিল। তেওঁ তেতিয়া পুনৰ কোঁৱৰক প্ৰশ্ন দিলে—। প্ৰশ্ন হ'ল— "মোৰ ককাদেউতাৰ দিনৰে শিলৰ ঢেঁকী এটা আছে। সেইটো মোৰ ঘৰত থকা এসেৰ ওজনৰ কাঠৰ কুঠাৰখনেৰে সমানে দুফাল কৰি দিব লাগে। মনত ৰাখিবা কিন্তু মোৰ কুঠাৰখনৰ নাল হ'লে মৰাপাটৰ শুকান ঠাৰিৰ। ইয়াকে কৰিব নোৱাৰিলে কিন্তু মই দুয়োকো ফাটেকত সুমুৱাই থ'ম।"

কোঁৱৰ এই পৰীক্ষাতো উত্তীৰ্ণ হ'ল। জনা গাভৰুই তেতিয়া আৰু এটা প্ৰশ্ন দি ক'লে, বোলে—"মোৰ দুৱাৰ মুখত থকা শিলটোত যদি তুমি বহি পেচাব কৰি তাত অন্ততঃ এহাত দ গাঁত কৰিব পাৰা তেনেহ'লে তোমাৰ যথোচিত পুৰুষত্ব থকা বুলি ধৰিম, সেযে নহ'লে তুমি মোৰ দৰে চোকা গাভৰুৰ যোগ্য দৰা হ'ব নোৱাৰিবা।" গুৰু আৰু ইষ্টদেৱতা শিৰক চিন্তা কৰি লৈ কোঁৱৰ সেই পৰীক্ষাতো উঠিল। জনাৰ তেতিয়া হিয়া কঁপিবলৈ ধৰিলে। তথাপি শেষৰ পৰীক্ষা লওঁ বুলি পুনঃ তেওঁ ক'লে—

এই পৰীক্ষাত উঠিব পাৰিলেহে

তোমাক মই ভজি যাম,

যদিহে পৰীক্ষাত উঠিব নোৱাৰা

তোমাক মই বন্দী কৰি থ'ম

এইবুলি তেওঁ ক'লে— "মোৰ ঘৰৰ পূবৰ পিনে থকা কাঠনি হাবিখনত দিনতে বাঘে মানুহ ধৰি খায়। তাৰ ওচৰতে বলিয়া হাতীৰ পাল এটা বান্ধি থোৱা

আছে। সেই হাবিৰ একো একো জোপা গছ আজি তিনি পীৰি ধৰি একে দৰেই আছে। কোনো কোনো জোপা তাল-শাল গছে কম পক্ষে বাৰ পূৰা মাটি আগুৰিছে। তেনে শালগছ এজোপা তুমি আজি ডালত ধৰি উভালি আনি দেখুৱাব লাগিব। নহ'লে মই তোমাক বলী যুৱান বুলি নধৰোঁ আৰু বন্দীশালত ভৰাই থ'ম। মনত ৰাখিবা কিন্তু একে আঁজোৰতে উভালিব লাগিব, বহুত পৰ যুঁজি থাকি উভালিলে নহ'ব।"

কোঁৱৰে এইবাৰ ভালকৈয়ে থত্‌মত্‌ খলে। কলিধনে আকৌ সখিয়েক গোপীচনক উৎসাহ দি ক'লে—

তালৈ নকৰিবা ভয় ঐ সখিদেউ
তালৈ নকৰিবা ভয় ,
সেই পৰীক্ষাতো উঠিব পাৰিবা
তোমাৰেই হ'ব জয়।

"তুমি সদিয়াৰ কেঁচাই-খাইতী গোসাঁনীকে আদি কৰি পগলা-পাৰ্বতী পৰ্যন্ত আমাৰ তেত্ৰিশ কোটি গোসাঁই-গোসাঁনীক এবাৰ মনতে চিন্তা কৰি লোৱা। এই পৰীক্ষাত এইবাৰ উঠি যাব পাৰিলে হাঁহ, পাৰ, বগা ম'হ আৰু আনকি নৰ-বলি পৰ্যন্ত দিম বুলি তুমি মনতে সথা তোলা। তুমি পাৰিবা, ভয় নাই।" কোঁৱৰে তাকে কৰিলে। তাৰ পিছত—

সেৱা সৎকাৰ কৰি লৈ কোঁৱৰে
জাঁপ মাৰি আগতে ধৰে ;
আগত ধৰি লৈ আঁজোৰ মাৰোঁতে
তাল-শাল উভালি পৰে।

কোঁৱৰৰ এনে বীৰত্ব দেখি জনা গাভৰু তেনেই মুছ-কছ গ'ল। তেওঁৰ এইবোৰ পৰীক্ষাত বাৰ বছৰে তেতিয়ালৈ কাহানিও কোনো কৃতকাৰ্য হ'ব পৰা নাছিল। তেওঁ তেতিয়া কোঁৱৰক স্বামী বৰিবলৈ বাধ্য হ'ল। লগতে কলিধনকো দেৱৰ বা নিজৰ ভাইৰ তুল্য বুলি মানিবলগীয়াত পৰিল। তেওঁ সমাজ গোটাই আনি তেতিয়া নিজৰ অঙ্গীকাৰ ৰাখিবৰ কাৰণে সকলোৰে আগত কোঁৱৰ আৰু কলিধনৰ ফালে চাই ক'লে—

"তোমাকে বুলি যাওঁ বুকুৰ স্বামী গুৰু
কলিধনক বুলি যাওঁ ভাই ;
অভাগীৰ দোষকে মৰিষণ কৰিবা
মোৰ গাত একো দোষ নাই।
এখনি তামোল দিওঁ লোৱা মোৰ স্বোৱামী
চৰণত লগাইছোঁ মূৰ ;
অনেক দায়-জগৰ লগালোঁ স্বামীদেউ
নামাৰিবা ভৰিৰে গোৰ।"

গাভৰুই দিয়া তামোল কোঁৱৰে কিন্তু হাত পাতি নল'লে। তেওঁ পোনছাটে গাভৰুই বন্দী কৰি থোৱা নশ কোঁৱৰৰ ওচৰ পালেগৈ। তেতিয়া কোঁৱৰৰ অৱস্থা চাব নোৱৰা হৈছিল—

চকুবোৰ সোমাই গ'ল আঁঠুৰ মূৰ ওলালে
চুলীয়া যোগী যেন হ'ল,
আজি বাৰে বছৰে খাবলৈ পোৱা নাই
গাত বল নাইকিয়া হ'ল।'

গোপীচন কোঁৱৰে নশ কোঁৱৰৰ কাৰণে নশ নাপিত অনালে আৰু কোঁৱৰসকলৰ দাঢ়ি-চুলি কটালে। সেইবোৰ দাঢ়ি-চুলিৰে এটি সৰুসুৰা পৰ্বত হ'ল।

"নশ কোঁৱৰৰ দাঢ়ি-চুলিৰে
নগৰ নধৰা হ'লে ,
নশ কোঁৱৰৰ দাঢ়ি-চুলিবোৰ
জবকাৰে টনাই থ'লে।"

তাৰ পাছত গোপীচনে কোঁৱৰবোৰৰ প্ৰত্যেককে একোখনকৈ ভূনি আৰু একোটাকৈ চোলা দিলে। এশ মোন চাউল ৰন্ধাই তেওঁলোকক এসাজ ভাতো ভালকৈ খুৱালে আৰু তাৰ পিছত বিদায় দিলে।

কোঁৱৰসকলক মুক্তি দি উঠি গোপীচন আকৌ জনা গাভৰুৰ ওচৰলৈ আহিল আৰু গাভৰুই দিয়া তামোলখন মুখ ভৰাই খালে। তেতিয়া গোপীচন, কলিধন আৰু গাভৰুৰ মাজত আলাপ-আলোচনা চলিল। কলিধনৰ মুখত কথাই আখৈ ফুটা দিব ধৰিলে। তেওঁ গাভৰুক লক্ষ্য কৰি ক'লে যে কলিৰ কালত বাছ-বিচাৰ একো নোহোৱা হ'ল আৰু বুঢ়ী ছোৱালীবোৰেও নাতি বয়সৰ দৰা বিচাৰি লোৱা হ'ল—'কলি কালতে বিচাৰ নাইকিযা, নাতিলৈ বুঢ়ীমাক যায়।' গাভৰুৱে কলিধনৰ তেনে চোকা কথাৰ উত্তৰত কয়—

"কটা ঘাত চেঙাতেল নিদিবি বোপাই ঔ
গেলাতো নিদিবি টেঙা ,
তাহানিয়ে থালোঁ জেঙেৰু চকলা
এতিয়া লাগিছে জেঙা।" ইত্যাদি।

ঘটনা সিমানতে শেষ নহ'ল। সিফালে জীউৰাম বাৰীচোৱা নামৰ লগুৱা এজনে গৈ জনা গাভৰুৰ এনে লটি-ঘটিৰ কথা বুঢ়া ৰজাক জনালে। ক'ৰবাৰ অচিনাকি লোকে নিজৰ জীয়েকক তেনেকৈ ধৰি নিবলৈ ধৰা বুলি শুনি ৰজা খঙত জ্বলি উঠিল। তেওঁ জীউৰাম বাৰীচোৱাৰ হতুৱাই বৰ-পুতেক অভিমনক মাতি আনি ৰণলৈ যাবলৈ পাঁচিলে। অভিমনে ক'লে যে তেওঁৰ ভনীয়েক ভালৰ হাততেই পৰিছে। গোপীচন কোঁৱৰো ৰজাৰে ল'ৰা। তাৰ উপৰি তেওঁ পৰীক্ষাত উত্তীৰ্ণ হৈহে জনাক লাভ কৰিছে। গতিকে ৰণ নকৰি মনে মনে থকাই ভাল।

বৰুপুতেক অভিমনৰ এনে কথাত বাপেক বুঢ়া ৰজাৰ খং উঠিল। তেওঁ ঘপৰাই কৈ পেলালে— "জনা গাভৰুক লোকে নিযাতকৈ তই নিযহি আছিলে ভাল"।

যেতিয়া তেনেকৈ কবলৈ ধৰিলে
অভিমনৰ উঠিলে খং,
'নেমানহে যদি যাওঁগে এতিয়াই
দিমগৈ এতিয়াই ৰণ'।

অভিমন তেতিয়া ৰণলৈ গ'ল। গোপীচন কোঁৱৰৰ লগত অভিমন কোঁৱৰৰ হতাহতি যুঁজ লাগিল। সেই যুঁজ এদিন দুদিনকৈ সাতদিন চলিল। তেতিয়াও কাৰো হৰা-জিকা হোৱা নাই। সেই সময়ত শঙ্কৰ আৰু পাৰ্বতী ৰথত উঠি আকাশেদি গৈছিল। অভিমন-গোপীচনৰ যুঁজখন দুযোৰো চকুত পৰিল। পাৰ্বতীয়ে চাই থাকিব নোৱাৰি নিজৰ চুলি এডাল আকাশৰপৰা ভাগিনেক গোপীচনৰ গাত পৰাকৈ পেলাই দিলে। পাৰ্বতী আইৰ চুলি গাত পৰাত গোপীচন কোঁৱৰৰ বল এশ গুণে বাঢ়িল। তেওঁ তেতিয়াঁ অভিমন কোঁৱৰক চল চাই ভৰিত ধৰি তুলি ল'লে আৰু আকাশত চক্ৰাকাৰে ঘূৰাই থাকি দলি মাৰি দিলে। ঘূৰণৰ কোবত অভিমনৰ শৰীৰৰ অঙ্গবোৰ বেলেগ বেলেগ ঠাইত ছিটিকি পৰিল। মূৰটো গৈ বুঢ়া ৰজাৰ বাৰীত ভয়ঙ্কৰ শব্দ কৰি পৰিল। বুঢ়া ৰজাই সেই শব্দ শুনি ভাবিলে—বাৰীত থকা গুৰি কঁঠালটো সৰিল হ'বলা। বতাহ-বৰষুণ একো নোহোৱাকৈনো কিয় সৰিল?

গুৰি কঁঠালটো সৰি পৰিল বুলি
বাপেকে দেখিলে আহি,
অভিমন কোঁৱৰৰ মূৰটোহে দেখোঁ
আছে খলখলাই হাঁহি।

কঁঠালৰ ঠাইত পুতেক অভিমনৰ মূৰটোহে দেখি ৰজা তেনেই হতভম্ব হ'ল। খঙত কোবত তেওঁ মন্ত্ৰীক ক'লে— "মন্ত্ৰী ই কথাই কথা নহয়। আমাৰ বান্ধি থোৱা বাৰ কুৰি বলিয়া হাতী এতিয়াই মোকোলাই লৈ আহা। গোপীচনৰ লগত ৰণ কৰি তাক বান্ধি আনিব লাগে, তাকে কৰিব নোৱাৰিলে তাক হাতীৰে গচকাই মাৰিম।"

হাতীবোৰ অহা দেখি গোপীচনে কলিধনৰ উপদেশ মতে ঢেঁকেলি এটাত কোদো বৰল ভৰাই ঢেঁকী থোৱা এটা আৰু ৰচি এডাল লগত দি মন্ত্ৰ কৰিলে। হাতীবোৰক বৰলে বৰকৈ কামুৰিবলৈ ধৰাত সিহঁতে শুঁৰ দাঙি ৰজা-মাউত সকলোকে পেলাই থৈ উভতি দৌৰ দিলে। ৰছীয়ে তেতিয়া ৰজাক ধৰি লৈ বান্ধি পেলালে আৰু ঢেঁকী থোৱাই তেওঁক কোবাবলৈ ধৰিলে। ৰজাই তাতে তৎমৎ নাপাই আথাকে কয় নো কি—

ৰছীৰে নেবান্ধিবি থোৱাৰে নেমাৰিবি
জনাক বিয়া কৰাই দিম,
গোপীচন কোঁৱৰ নো ক'ৰপৰা আহিছে
এতিয়া পালোঁহি চিন।

বুঢা ৰজাই নিজে মহা আড়ম্বৰেৰে গোপীচন কোঁৱৰৰ লগত জনা গাভৰুৰ বিয়া পাতিলে। বিয়া হৈ গ'ল। বিয়াৰ পাছত কোঁৱৰে সখিয়েক কলিধনৰে সৈতে জনা গাভৰুক লৈ নিজৰ ঘৰলৈ যাত্ৰা কৰিলে।

সিফালে কোঁৱৰৰ বাঁৰী মাকে কটকী পঠিয়াই এইবোৰ খবৰ আগধৰি নিলে। তেওঁ তিনি দিন আগৰেপৰা কোঁৱৰক আদৰিবলৈ বাটত যা-যোগাৰ কৰি ৰাখিলে। নপোণ কুঁৱৰীয়ে তেওঁলোকৰ 'শতৰু' আহিব বুলি কান্দিবলৈ ধৰিলে। যেতিয়া জনা গাভৰুক লৈ কোঁৱৰ আৰু কলিধন পালেগৈ তেতিয়া হাঁহি-কান্দোনৰ ৰোল উঠিল। আনন্দত অধীৰ হৈ মাকে জনা গাভৰুৰ মুখলৈ চাই থাকিল। জনা গাভৰুৰ—

মুখলৈ কি চাবা পূর্ণিমাৰ জোন যেন
চকু যুৰি স্বৰগৰ তৰা,
গাললৈ কি চাবা সেন্দুৰী আম যেন
জিলিকে নিলগৰ পৰা।
হাতলৈ কি চাবা লোহোৰা-লোহোৰ
কঁকাল যেন বীণৰে নলা ,
ভৰিলৈ কি চাবা ঠানুৰা ঠানুৰা
চুলিবোৰ সেওঁতা ফলা।
জনা গাভৰুৰ গালৈ কি চাবা
জিলিকে নিলগৰ পৰা,
জনা গাভৰুক দেখে বাঁৰী মাকে
ইহঁত নপোণতকৈ চ'ৰা।

গোপীচনে কিন্তু নিজৰ প্ৰতিজ্ঞাৰ কথা পাহৰা নাই। তেওঁ গৈ পায়ে কুঁৱৰীহঁতক ক'লে— "তোমালোকে কি চাই আছা? মই যাবৰ সময়ত তোমালোকক কৈছিলোঁ নহয় যে জনা গাভৰুক বিয়া কৰাই আনিব পাৰিলে তেওঁৰ দীঘল চুলিকোচাৰ আগটো কাটিম। তোমালোকে এতিয়া চোৱা— মই মোৰ প্ৰতিজ্ঞা ৰাখিম।" এইবুলি কোঁৱৰে জনাৰ কলডিলীয়া খোপাটো মেলি দিলে। চুলিয়ে গৈ আঁঠুৰ তলত থকা কলাফুল চুলে। কোঁৱৰে আলফুলকৈ ধৰি তাৰ আগটো কাটি উঠি ক'লে—

বচনক ৰাখিলোঁ মোৰে ঐ গাভৰু
বচনক ৰাখিলোঁ মোৰ ;
ইমান দীঘল চুলি কেলেই লাগিছে
চাৰি আঙুল কাটিলো তাৰ।

তেতিয়া কোঁৱৰৰ নপোণ কুঁৱৰীয়েও জনা গাভৰুক মাজত লৈ আদৰ-সাদৰ কৰি ভিতৰলৈ নিলে। ঘৰে বাহিৰে ৰং-ৰহইচৰ ৰোল উঠিল।

# মাদৈ-কটা

দৰং জিলাৰ পশ্চিমে কামৰূপৰ উত্তৰ-পূব অঞ্চলত তেতিয়া এজন ৰজা আছিল, নাম ৰামচন্দ্ৰ। সিংহাসনত উঠাৰ পাছত তেওঁ নাম লৈছিল ইন্দ্ৰনাৰায়ণ। এসময়ত ৰজা ৰামচন্দ্ৰ মৃগয়ালৈ গৈছিল। ব্ৰহ্মপুত্ৰৰ বিশাল চাপৰিত পছু চিকাৰ কৰি ফুৰি থাকোঁতে এদিন তেওঁ ৰাতিপুৱা জাৰকালিৰ ৰ'দ-কাঁচলিত জিলিকি থকা এগৰাকী আটক ধুনীয়া দীপলিপ গাভৰু দেখিবলৈ পালে। অকলে অকলে নৈৰ পাৰত তেনেকৈ বৈ থকা ধুনীয়া গাভৰুজনীক দেখি ৰজা আচৰিত হ'ল। ৰজাও সেই সময়ত অকলশৰীয়া হৈ আছিল। তেওঁ বুকুত সাহ বান্ধি লৈ গাভৰুৰ ওচৰ চাপিল আৰু তেওঁৰ পৰিচয় বিচাৰিলে। গাভৰুৱে ক'লে— তেওঁ এগৰাকী ৰাজকন্যা। ৰজাৰ লগত নাওত উঠি ভটীয়াই যাওঁতে মাহীমাকে ছল কৰি তেওঁক নদীৰ পাৰত এৰি গ'ল। এতিয়া তেওঁ নিঃসহায় নিঃসম্বল। ৰজাই তেতিয়া নিজৰ পৰিচয় দিলে আৰু ৰাজকন্যাক আশ্ৰয় আৰু অভয় দি ৰাজধানীলৈ লৈ গ'ল। গাভৰুৰ ৰূপে ৰজাক মতলীয়া কৰিলে। তেওঁ গাভৰু ৰাজকন্যাক বিয়া কৰাই পাটৰাণী পাতিবলৈ ইচ্ছা প্ৰকাশ কৰিলে। গাভৰুৱেও ওজৰ-আপত্তি নকৰি ৰজাৰ লগত বিয়াত বহিল। তেওঁ ৰাণী হৈ নাম ল'লে চন্দ্ৰপ্ৰভা।

এই গাভৰুগৰাকী আচলতে এগৰাকী জলকুঁৱৰীহে আছিল। মানুহৰ সঙ্গ আৰু আচাৰ-ব্যৱহাৰনো কেনে তাৰ জুতি ল'বলৈ তেওঁ ৰজা ৰামচন্দ্ৰৰ লগত তেনেকৈ বিয়া সোমাইছিলহি। এই বিয়াৰ কিছু কালৰ পিছত এটা অঘটন ঘটিল। ৰামচন্দ্ৰৰ সুখময় ৰাজ্যখনত মাৰি-মৰক, অতিবৃষ্টি, অনাবৃষ্টি, জলপ্লাৱন আদি দুৰ্যোগবোৰ এটাৰ পাছত এটাকৈ নুগুচা হ'ল। চাৰিওফালে প্ৰজাৰ হাহাকাৰ উঠিল। পিছত ৰজা, ৰাজপুৰোহিত, মন্ত্ৰী আদি নগৰৰ জ্ঞানী লোকসকলে এদিন এদিনকৈ তিনিদিন একেৰাহে সপোন দেখিলে যে ৰজাই ৰাণীক ত্যাগ কৰিব লাগে। ৰাণী চন্দ্ৰপ্ৰভাক ব্ৰহ্মপুত্ৰত উটাই দিব লাগে। জলদেৱতাৰ ৰোষত ৰাজ্যত এনে অঘটনবোৰ ঘটিছে। লুইত ক্ৰুপিত হৈছে। ৰাণীক তেনেকৈ ত্যাগ নকৰিলে দেশৰ অপায়-অমঙ্গলবোৰৰ অৱসান নঘটে।

ৰজাই তেতিয়া পণ্ডিত-ব্ৰাহ্মণ, মন্ত্ৰী-সজ্জন সকলোৰে লগত পৰামৰ্শ কৰি দেশৰ মঙ্গলৰ বাবে ৰাণী চন্দ্ৰপ্ৰভাক ত্যাগ কৰিবলৈ স্থিৰ কৰিলে। তেওঁ নিজে গৈ

চকুলো টুকি টুকি এই নিষ্ঠুৰ সিদ্ধান্তৰ কথা ৰাণী চন্দ্ৰপ্ৰভাক ক'লে। চন্দ্ৰপ্ৰভা মান্তি হ'ল। তেওঁ ইয়াকে মাথোঁ ক'লে— "মহাৰাজ মই সাজু আছোঁ ; মাত্ৰ এটা কথা— মোৰ বৰ্তমান গাত লেঠা আছে। মই জানো মোৰ এটি পুত্ৰ উপজিব। আমাৰ এই ক্ষণস্থায়ী মিলনৰ চিন স্বৰূপে মোৰ পুত্ৰই যাতে তোমাৰ ৰাজ্যৰ গৰাকী হয় তাকে তুমি বাঞ্ছা কৰিবা আৰু মই গ'লে তুমি পুনঃ বিয়া নকৰাবা। মই তোমাক ৰাজকন্যা বুলি চিনাকি দিছিলোঁ যদিও আচলতে মই জলকুঁৱৰীহে।" ৰজাই এই কথা শুনি আৰু বেচিকৈ মুগ্ধ হৈ চকুলো টুকিবলৈ ধৰিলে। অন্তত দুয়োৰেপৰা দুয়ো বিদায় ল'লে। চন্দ্ৰপ্ৰভাক কলৰ ভুৰত তুলি হৰিধ্বনি কৰি মহাবাহু ব্ৰহ্মপুত্ৰৰ বুকুত উটাই দিয়া হ'ল। কোৱা বাহুল্য যে সেই সময়ত ৰাণী চন্দ্ৰপ্ৰভা গৰ্ভৱতী আছিল।

বাণ-বাৰিষাৰ কোবাল সোঁতে ভুৰখন চকুৰ পচাৰতে ভটীয়াই লৈ গ'ল। সি গৈ গৈ নীলাচল পৰ্বতৰ দাঁতিত গছ এজোপাত লাগি ৰ'ল। নীলাচল পৰ্বতৰ দাঁতিত মহাপীঠ কামাখ্যা তীৰ্থৰ নিচেই নিকটতে সেই সময়ত জিতাৰি নামে এজন ব্ৰাহ্মণে আশ্ৰম পাতি বাস কৰিছিল। জিতাৰি ব্ৰাহ্মণে স্নানৰ কাৰণে ঘাটলৈ গৈ কলৰ ভুৰত লুইতৰ বুকুত উটি যোৱা নিঃসহায় ৰাণীক দেখি যতনেৰে পাৰলৈ তুলি আনিলে আৰু আলফুলকৈ আশ্ৰমত ৰাখি পৰিচৰ্য্যা কৰিলে।

যথা সময়ত ৰাণী চন্দ্ৰপ্ৰভাই এটি পুত্ৰ সন্তান প্ৰসব কৰিলে। সন্তানটিৰ মূৰত আৰি মাছৰ দৰে চিন আছিল। সেই চিন থকা বাবেই হওক বা নৈত মাছৰ দৰে উটি আহিছিল কাৰণেই হওক—তেওঁৰ নাম ৰখা হ'ল আৰিমত্ত। জিতাৰি বামুণৰ আশ্ৰমতে থাকি আৰিমত্ত বাঢ়ি আহিল। বল-বিক্ৰম আৰু বুদ্ধি-কৌশলত তেওঁৰ সকলো কামৰ মাজেদি ৰাজ লক্ষণ ফুটি ওলাল।

ইফালে ৰাণী চন্দ্ৰপ্ৰভাক ব্ৰহ্মপুত্ৰত বিসৰ্জন দি ৰজা ৰামচন্দ্ৰ শোকত বিহ্বল হ'ল। সংসাৰ তেওঁৰ মানত তেনেই অসাৰ অসাৰ যেন লাগিল। কেইমাহমান ৰাজ্য শাসন কৰাৰ পাছত তেওঁ ৰাজ্যভাৰ মন্ত্ৰীসকলৰ হাতত শোধাই দিলে আৰু পূবমুৱা হৈ তপস্যাৰ কাৰণে যাবলৈ ধৰিলে। তেওঁ গৈ তেজপুৰৰ ওচৰৰ বিশ্বনাথত কিছুদিন থাকিল আৰু তাতে পুনঃ বাহুবলেৰে এখন সৰু ৰাজ্য পাতি শান্তিত থাকিবলৈ ল'লে। তেওঁ তেতিয়া তাতে প্ৰতাপগড় নামে ঠাইত ৰাজধানী পাতি প্ৰতাপনাৰায়ণ নাম ল'লে।

এসময়ত জিতাৰি-ব্ৰাহ্মণ এই ৰজা ৰামচন্দ্ৰৰে পুৰোহিত আছিল আৰু তেওঁ যি কৈছিল সেয়ে ৰাজ্যত বেদৰ বাণী হৈ পৰিছিল। ৰামচন্দ্ৰ তেনেকৈ বৈৰাগী হৈ যোৱা বুলি শুনি আৰু মন্ত্ৰীসকলেই ৰাজ্য চলাইছে বুলি জানিব পাৰি এদিন পুৰোহিত জিতাৰি গৈ ৰাজধানীত উপস্থিত হ'ল। ৰাজ্যৰ সকলো লোকে তেওঁক বৰ আদৰ-সাদৰ কৰিলে আৰু ৰজাপতা বিষয়ত পৰামৰ্শ সুধিলে। তেওঁ তেতিয়া আশ্ৰমলৈ গৈ আৰিমত্তক লগত লৈ আহিল আৰু সিংহাসনত বহুৱালে। ৰজা ৰামচন্দ্ৰই সিংহাসন ত্যাগ কৰি যোৱাৰ সময়ত কৈছিল যে তেওঁৰ বংশৰ লোক নহ'লেকে সেই সিংহাসনত

কোনো বহিব নোৱাৰিব আৰু বহিলেও সিংহাসন বাগৰি পৰিব। মন্ত্ৰীসকলে তাৰ প্ৰমাণ চাবৰ কাৰণে এদিন তেওঁলোকৰে এজনে সিংহাসনত বহিব খুজিছিল—কিন্তু সিংহাসন কাতি হৈ বাগৰি পৰিব খোজাত তাত আৰু বহা নহ'ল। আৰিমত্ত কোঁৱৰ তাত বহাত সিংহাসন কিন্তু অচল-অটল থাকিল। সেইবাবে সকলোৱে আৰিমত্ত কোঁৱৰকে ৰজা বুলি গ্ৰহণ কৰিলে।

ৰজা হৈ আৰিমত্ত কোঁৱৰে কেইবাগৰাকীও কুঁৱৰীৰ পাণি গ্ৰহণ কৰিলে। তেওঁ ৰাজ্যখনত শান্তি স্থাপন কৰি তাৰ সীমা বঢ়াবৰ কাৰণে মন মেলিলে। পুৰণি বৈদ্যৰ গড়টোকেই তেওঁ দুৰ্ভেদ্য কৰি সজাই তাৰ ভিতৰত ৰাজধানী পাতি ল'লে। এই গড়টোক আজিও বৈদ্যৰ গড় আৰু আৰিমত্তৰ গড় এই দুয়ো নামত জনা যায়। ৰঙিয়াৰপৰা প্ৰায় ৩ মাইল উত্তৰে এই গড়ৰ ভগ্নাৱশেষ আজিও দেখিবলৈ পোৱা যায়। এই গড়ৰ উত্তৰ-পূব কোণে থকা বেতনা নামৰ ঠাইতে ৰজা ৰামচন্দ্ৰৰ পুৰণি ৰাজধানী আছিল।

ৰজা আৰিমত্তৰ বিক্ৰমৰ কথা সেই সময়ত মানুহৰ মুখে মুখে হৈ পৰিছিল। পছিমৰ ফিঙুৱা কোঁৱৰ নামে এজন কোঁৱৰে আহি তেওঁত শৰণ লৈ তেওঁৰ আশ্ৰয়তে থাকিবলৈ লৈছিল। ফিঙুৱা কোঁৱৰ আছিল পছিমত থকা কমতাপুৰ নামে ৰাজ্যৰ এজন কোঁৱৰ, ৰজা দুৰ্লভনাৰায়ণৰ বংশধৰ। ফিঙুৱা কোঁৱৰ দেখাই-শুনাই বাহুবলী আৰু জাকত জিলিকা লোক আছিল। তেওঁৰ প্ৰতি দয়াপৰবশ হৈ আৰিমত্ত ৰজাই তেওঁৰ ৰাজধানীৰ উত্তৰ সীমাতে চাপাতল নামে ঠাইতে তেওঁৰ কাৰণে সুকীয়া ৰাজভৱন সজাই দিছিল। দিন গৈ অহাৰ লগে লগে ফিঙুৱা কোঁৱৰ ৰজা আৰিমত্তৰ পৰিয়ালৰে এজন লোক যেন হৈ পৰিছিল। কুঁৱৰীসকলেও তেওঁক বৰ মৰমেৰে চাইছিল। নক'লেও হ'ব যে কোঁৱৰ তেতিয়া অবিবাহিত আছিল। ৰজায়ো তেওঁক ইমান ভাল পাইছিল যে কোঁৱৰৰ ৰাজভৱনো আৰিমত্তৰ দ্বিতীয় ৰাজভৱনৰ দৰে হৈ পৰিছিল। তাত হয়-হস্তী, দাস-দাসী, কাৰিকৰ-মিস্ত্ৰি সকলো আছিল।

ফিঙুৱা কোঁৱৰক তেনেকৈ থকা-মেলাৰ সকলো সা-সুবিধা কৰি দি ৰজা আৰিমত্তই পূবপিনে ৰাজ্য বিস্তাৰ কৰিবলৈ মন মেলিলে। তাতে এটা দুৰ্ঘটনা ঘটিল। ভূঞা নামৰ সৰু সৰু ৰজা কিছুমানে পূবে থকা ৰজা প্ৰতাপনাৰায়ণৰ প্ৰকোপ সহিব নোৱাৰি বুধিৰে তেওঁৰ লগত মহা প্ৰতাপী ৰজা আৰিমত্তৰ ৰণ লগাবলৈ ফাং পাতিলে। ৰজা আৰিমত্তই তেতিয়ালৈকেও প্ৰতাপনাৰায়ণক তেওঁৰ পিতৃ বুলি জানিব পৰা নাছিল। তেনেকৈয়ে দুয়োৰো মাজত তযাময়া ৰণ লাগিল আৰু ৰণত আৰিমত্তই নিজেহাতে পিতৃ প্ৰতাপনাৰায়ণক বধ কৰিলে। ই তাহানিৰ অৰ্জুন-বভ্ৰুবাহনৰ বা ৰুস্তম-ছোহৰাবৰ যুদ্ধৰ দৰে পিতা-পুত্ৰৰ মাজত হোৱা যুঁজৰ এটি নিকৰুণ কাহিনী।

যুদ্ধৰ অন্তত নিজ ৰাজ্যলৈ বীৰদৰ্পে উভতি আহি ৰজা আৰিমত্তই যেতিয়া মাক চন্দ্ৰপ্ৰভাৰপৰা সকলো কথা জানিব পৰিলে তেতিয়া অনুতাপ আৰু অনুশোচনাত তেওঁৰ অন্তৰ তেনেই ডেইপুৰি যাবলৈ ধৰিলে। তেওঁ দান-পুণ্যৰ কামৰ দ্বাৰা নিজৰ

পিতৃবধ মহাপাপৰ প্ৰায়শ্চিত্ত কৰিবলৈ মন মেলিলে। কথিত আছে যে তেওঁ হেনো যাগ-যজ্ঞাদি কৰি উঠি যেতিয়া যজ্ঞৰ বস্তু কোনেও গ্ৰহণ নকৰাত ব্ৰহ্মপুত্ৰত সমৰ্পণ কৰিছিল, তেতিয়া মহাবাহু ব্ৰহ্মপুত্ৰয়ো সেইবোৰ গ্ৰহণ নকৰি ঢৌৱে কোবাই পাৰলৈ দলিয়াই দিছিল। তাৰ পিছত এইবোৰ অন্য নৈত অৰ্পণ কৰা হৈছিল ; কিন্তু অন্য নৈবোৰেও তাকেই কৰিছিল। কোনো কোনো নৈয়ে সেইবোৰ পাৰলৈ দলিয়াই দিব নোৱাৰি হেনো নিজৰ গতিকে সলাইছিল। শিৱসাগৰৰ মৰিদিখৌ বোলে তাৰে এটা উদাহৰণ।

তেনেকৈয়ে যাগ-যজ্ঞ অন্ত কৰি ৰজা আৰিমত্তই পুৰোহিতৰ উপদেশ মতে এটা বিৰাট ব্ৰহ্মভোজন পাতিছিল। কিন্তু ব্ৰাহ্মণসকলেও পিতৃবধী ৰজাৰ ঘৰত জা-জলপান, সিধা-পাতি আদি একো গ্ৰহণ নকৰিলে। ব্ৰাহ্মণ-সজ্জনক খুৱাবৰ কাৰণে যিবোৰ বস্তু সংগ্ৰহ কৰা হৈছিল সেইবোৰ অকাৰণতে নষ্ট হৈ গ'ল। মানুহে কয় যে ব্ৰাহ্মণক খুৱাবৰ কাৰণে তৈয়াৰ কৰা পৰ্বত আকাৰৰ পিঠাগুড়িৰ দৌলে আজিও পিঠাগুড়ি পৰ্বত নাম লৈ তেজপুৰৰ ওচৰত ৰজা আৰিমত্তৰ পিতৃবধৰ কলঙ্ক-কাহিনীৰ সাক্ষ্য দিব লাগিছে।

এনেকৈ ভগা অন্তৰ লৈ ৰজা আৰিমত্ত পুনঃ ৰাজধানীত সোমাল। তাত কিছুকাল মন মাৰি থকাৰ পাছত এদিন ফিঙুৱা কোঁৱৰে তেওঁক নিজঘৰলৈ ভোজনাৰ্থে নিমন্ত্ৰণ কৰিলে। ৰজা আৰিমত্তই সেই নিমন্ত্ৰণ প্ৰত্যাখ্যান কৰিবৰ উদ্দেশ্যে ক'লে— "কোঁৱৰ, মই আনৰ ঘৰত খাবলৈ এৰিছোঁ , মোৰ খোৱাৰ জুতি বেলেগ। বাহিৰত সেই জুতিত মোক কোনেও খুৱাব নোৱাৰে। গতিকে তুমি বেযা নাপাবা, মই তোমাৰ ঘৰলৈ খাবলৈ নাযাওঁ। আৰু দ্বিতীযতে মই পুৰুষৰ হাতে নাখাওঁ।"

কোঁৱৰো কিন্তু সহজে এৰা বিধৰ লোক নহয়। তেওঁ ক'লে— "মহাৰাজ, যদি আপুনি মোৰ ঘৰত ঠিক আপোনাৰ ঘৰত খোৱাৰ দৰে জুতিত উঠাকৈ নাৰীযে সজোৱা অন্ন-ব্যঞ্জন খাবলৈ নাপায, তেনেহ'লে মই আপোনাৰ বন্ধু গুচি দাস হ'ম।" ৰজা মান্তি হ'ল।

ফিঙুৱা কোঁৱৰে ইমানকৈ জোৰ দি কথা কোৱাৰ পুৰ্বৰ আছিল অন্য ক'ৰবাত। আৰিমত্ত ৰজাৰ নিচেই ধুমলীয়া ৰাণী মাযাদেৱীৰ লগত কোঁৱৰৰ গুপুত সদ্ভাৱ আছিল। ফিঙুৱা কোঁৱৰে দেখাদেখিকৈ নুকৰাক নিজৰ ৰাজভৱনলৈ নিব নোৱাৰে গতিকে আৰিমত্ত ৰজা যুদ্ধত ৰত থক। কালডোখৰতেই তেওঁ কাৰিকৰ লগাই দুযোখন ৰাজভৱনৰ মাজত এনে এটা সুৰুঙা মাটিৰ তলেদি গোপনে নিৰ্মাণ কৰালে, যে সেই সুৰুঙাইদি ৰণীযে ইচ্ছা কৰিলেই অলপ সময়ৰ ভিতৰতে অপ্ৰয়াসে গৈ ফিঙুৱা কোঁৱৰৰ অট্টালিকাত উপস্থিত হ'ব পাৰে। কেতিযাবা ৰাতি গৈ তেওঁ পুৱতি নিশা কুকুৰাই ডাক দিওঁতেই উভতে।

ইফালে আৰিমত্তক নিমন্ত্ৰণ কৰি আহি ফিঙুৱা কোঁৱৰ অভ্যাৰ্থনাৰ যা-যোগাৰত লাগি গ'ল। ৰাণী মাযাদেৱীয়েও মাবা ধৰাৰ দৰেই কাম কৰিলে। তেওঁ ভালকৈ পিন্ধি-

উৰি গৈ ছদ্মভাবে থাকিয়েই ৰজাৰ কাৰণে ৰন্ধা-বঢ়া আদি সকলো কৰিলে। যথা সময়ত কোঁৱৰ ফিঙুৱা আৰু ৰজা আৰিমত্ত দুয়ো মহা আয়মেৰে খাবলৈ বহিল। মায়াদেৱীয়ে ভাবিলে, ভালকৈ ওৰণিয়ে-বাৰণিয়ে গৈ অন্ন -ব্যঞ্জন দিলে ৰজাই তেওঁক চিনিব নোৱাৰিব ; বৰং তেওঁ নিজৰ ঘৰত খোৱা যেনহে পাব। এই ভাবি তেওঁ ভালকৈ সাজি-কাচি গৈ দুয়োকো ভাত-আঞ্জা দিবলৈ ধৰিলে।

ৰজা আৰিমত্তই, ঠিক নিজৰ ঘৰত সৰু মাদৈয়ে ৰান্ধি দিয়া অন্ন-ব্যঞ্জন ভুঞ্জা যেনেই অনুভৱ কৰিলে। বিলনীয়া মহিলাগৰাকীৰ চাল-চলন আৰু লাহ-বিলাহে কিন্তু তেওঁৰ মনত অলপ সন্দেহৰ উদ্ৰেক নকৰাকৈ নাথাকিল। তেওঁ এবাৰ ভাবিলে— মোৰ আশ্ৰিত বন্ধু ফিঙুৱা কোঁৱৰৰ নিজৰ পত্নী নাই ; তেওঁ মোক সন্তোষ দিবৰ কাৰণে হয়তো কোনোবা ওচৰ-চুবুৰীয়া তিৰোতাক ৰান্ধনী নিযুক্ত কৰিছে।—তথাপি ঘটনাৰ ৰহস্যটো ঠিককৈ বুজিবৰ কাৰণে তেওঁৰ এটা বুধি কৰিলে—এবাৰ আঞ্জাৰ বাটিত কথাৰ লাছতে আচম্বিতে এনেকৈ হাত জুবুৰিয়াই দিলে যে বিলনীয়া ৰাণীৰ ৰিহামেখেলাত আঞ্জাৰ ছিটিকনি গৈ ভালকৈয়ে পৰিল। ৰাণীয়ে সেইটো লক্ষ্য কৰিবই নোৱাৰিলে।

ইফালে খোৱা শেষ হ'লত ৰজা আৰিমত্তই নিজৰ ৰাণী মায়াদেৱীনো ঘৰত আছে নে নাই তাকে চাবৰ উদ্দেশ্য জৰুৰী কাম থকা বুলি কৈ পোনেই আলিয়েদি ঘোঁৰা চেঁকুৰাই ৰাজভৱন পালেহি। ৰজাক অহা দেখি মায়াদেৱীয়েও অকণো সময় নকটাই সুৰুঙাইদি গোপনে ততাতৈয়াকৈ আহি ৰাজকাৰেং ল'লেহি। তেওঁ আহিল সঁচা কিন্তু পোছাক সলাবলৈকে সময় নাপালে, ৰজা গৈ পোনেই তেওঁৰ ওচৰত হাজিৰ হ'ল। ৰজাই পৰীক্ষা কৰি চাই নিজে পেলাই দিয়া আঞ্জাৰ ছেকা ৰাণীৰ কাপোৰত দেখিলত ৰহস্য বুজিবলৈ তেওঁৰ আৰু একো বাকী নাথাকিল। ৰাণীক সোধাত ৰাণীয়ে পোনেই আসে মাতিলে। ৰজাই আৰু একো প্ৰমাণ নলৈ এনে পৈশাচিক পাপকাৰ্য আৰু বিশ্বাসঘাটকতাৰ কাৰণে ৰাণী মায়াদেৱীক কটোৱালৰ হতুৱাই তেতিয়াই গড়ৰ এটি চুকত কটালে। যি ঠাইত ৰাণী মায়াদেৱীৰ শিৰচ্ছেদ কৰা হ'ল সেই ঠাই আজিকোপতি মাদৈকটা নামে পৰিচিত। এই ঠাই ৰঙিয়াৰ ওচৰত।

পিতৃ-হত্যা, পত্নী-হত্যা, বন্ধু-বিচ্ছেদ, পত্নীৰ বিশ্বাসঘাটকতা আদিৰ শোক আৰু সন্তাপত ৰজা আৰিমত্ত বাতুল সদৃশ হ'ল। তেনে অৱস্থাত অনাই-বনাই ঘূৰি ফুৰোঁতে তেওঁ শোচনীয়ভাৱে মৃত্যুৰ মুখত পৰিল। ইফালে তেওঁৰ চেনেহৰ জীয়ৰী লক্ষতৰাযো পিতৃ-বিয়োগৰ বতৰা পাই স্থিৰে থাকিব নোৱাৰি ওচৰেদি বৈ যোৱা পুঠিমাৰী নৈৰ কোবাল সোঁতত জঁপ দি প্ৰাণ ত্যাগ কৰিলে। এই লক্ষতৰাৰ নামেৰেই তেতিয়াৰেপৰা পুঠিমাৰী নৈৰ সেইছোৱাক আজিকোপতি মানুহে লখাইতৰা বোলে।

# তাৰ পিছত?

তেতিয়া অসমৰ ৰাজধানী আছিল ৰংপুৰ নগৰত। ৰংপুৰ নামে কামে ৰংপুৰ আছিল। ৰং-ৰহইচ, আমোদ-আনন্দ তাত দিনে-নিশাই চলি আছিল। ৰজাৰ ৰং-চ'ৰাত ভালকৈ নাচ-গান কৰি দেখুৱাব পৰা লোকে তেনেকৈয়ে জীৱিকা নিৰ্বাহ কৰিব পাৰিছিল। সেইদেখি গাঁৱৰ নামঘৰবোৰৰ আগত নাচ-গানৰ আখৰা চলিছিল।

সেই সময়ত ৰংপুৰৰ ৰাজ-সিংহাসনত ৰজা আছিল স্বৰ্গদেৱ শিৱসিংহ। শিৱসিংহ বিলাসী ৰজা আছিল। তেওঁৰ মাঁদে আছিল কেইবাগৰাকীও। ৰাজকাৰ্য্যৰপৰা অৱসৰ পালেই পাৰিষদবৰ্গক লগত লৈ তেওঁ প্ৰায়ে ৰাজধানীৰ বাহিৰত ফুৰি আমোদ লভিছিল। কেতিয়াবা অকলে অকলেও ভেশছন্ন কৰি ফুৰিছিল। তেওঁ এদিন তেনেকৈ ভেশছন্ন কৰি ফুৰি থাকোঁতে শগুনপৰা নামে এখন গাঁৱৰ নামঘৰত দুজনী নাচনী ছোৱালীয়ে ঢোলৰ ছেৱে ছেৱে কঁকাল ঘূৰাই নাচি থকা দেখিলে। অসংখ্য লোকে সেই ছোৱালীদুজনীৰ নাচ বেটি বেটি চাইছিল। ছোৱালীদুজনী বায়েক-ভনীয়েক, আৰু দেখাত যেন ঠিক একে সাঁচতে গঢ়া। বয়স বাৰ-চৈধ্য বছৰ হ'ব। ৰজাই ওচৰৰে গছ এজোপাত ঘোঁৰাটো বান্ধি থৈ ৰাইজৰে এজন হৈ নাচ চালে। সিহঁতৰ অপূৰ্ব নাচ, হাতৰ মুদ্ৰা, চকুৰ পাক আদি দেখি ৰজা তেনেই মুগ্ধ হ'ল। তেওঁৰ আনকি পুৰস্কাৰ দিবলৈও মন গৈছিল, কিন্তু নিদিলে, কাৰণ তাকে কৰিলে তেওঁক ৰজা বুলি কোনোবাই সন্দেহ কৰিব পাৰে।

তাৰে কেইমাহমান পিছত অন্য এদিন ৰজা সেই পিনেদি যাওক। সেইদিনা পালী-পহৰীয়া, লগুৱা-লিকচৌবোৰো তেওঁৰ লগতে আছিল। সেই একে দুজনী ছোৱালীকে সিদিনা তেওঁ কলহত পুখুৰীৰপৰা পানী নি বাৰীৰ শাক-পাচলিত দি থকা দেখিবলৈ পালে। ছোৱালী দুজনীৰ পৰিচয় ল'বলৈ তেওঁৰ বৰ মন গ'ল। ছোৱালীহঁতৰ বাপেকক সুধি তেওঁ জানিব পাৰিলে যে সিহঁতৰ এজনীৰ নাম ফুলমতী, আনজনীৰ দময়ন্তী ; মাক নাই, মাহীমাকহে আছে। ঘৰৰ অৱস্থা শোচনীয় হোৱা বাবে সিহঁতে নাচ-গান শিকিছে আৰু ঘৰৰ সকলো কাম নিজেই কৰে। ৰজাই সিহঁতৰ নাচ নিজে দেখিছে ; দেখিছে যদিও একো নক'লে ঃ মাত্ৰ ইয়াকে ক'লে— "সিহঁতক ভালকৈ নাচ-গান শিকিবলৈ দিবা। নাচত ভাল হ'লে হয়তো ৰাজসভালৈও সিহঁতে নাচিবলৈ কেতিয়াবা নিমন্ত্ৰণ পাব পাৰে।" ইয়াকে কৈ ৰজাই দহোটা সোণৰ মুদ্ৰা সিহঁতক দিলে আৰু বিদায় ল'লে।

ছোৱালী দুজনীৰ ৰূপ-গুণ, নাচ, চকুৰ পাক আদিয়ে ডেকা ৰজা শিৱসিংহৰ মনত সপোন ৰচনা কৰিলে আৰু তাৰেই ফুলত ভূতে পোৱা মানুহৰ দৰে তেওঁ সঘনে সেই বাটেদি অহা-যোৱা কৰিবলৈ ধৰিলে , কেতিযাবা ছদ্মবেশত যায়, কেতিযাবা ৰজাৰ ৰাজ আভৰণত। এনেকৈ এদিন পাৰিষদবৰ্গক লগত লৈ গৈ ৰজা সেই ঠাইত উপস্থিত হ'ল। সেই দিনাও নামঘৰৰ প্ৰাঙ্গণত ফুলমতী আৰু দময়ন্তীৰ নাচ পূৰ্ণ উদ্যমে চলি আছিল। ৰজাই সদলবলে সেই নাচ উপভোগ কৰিলে। তেওঁ দুয়োজনী নাচনী ছোৱালীক সোণৰ মুদ্ৰা উপহাৰ দিলে আৰু কাৰেঙলৈ দুয়োকো নিবলৈ মনস্থ কৰি সিহঁতৰ বাপেকক সুধিলে— "ইহঁতক ৰজাৰ কাৰেঙৰ নাচনী কৰি নিবলৈ যাবলৈ দিবা নে?" বাপেকে উত্তৰ দিলে-- "স্বৰ্গদেওৰ আদেশ হ'লে বন্দীয়ে কালিলৈয়ে সিহঁতক কাৰেঙলৈ নিয়ে লৈ যাম।" ৰজাই আদেশ দিলে আৰু ফুলমতী দময়ন্তীক কাৰেঙত ৰখা হ'ল।

ৰজাই নাচনীহঁতৰ জাত কুল বিচাৰি চাই সিহঁত ভাল জাতৰে বুলি জানি আৰু আনন্দ পালে, আৰু ফুলমতীক বিয়া কৰালে। বিয়া কৰাই নহয়, বুদ্ধিমতী ফুলমতীক তেওঁ পাটমাদৈ পাতিলে , বাকী মাদৈসকল তেওঁৰ তলতীয়া হ'ল। ফুলমতীয়ে ফুলেশ্বৰী কুঁৱৰী নাম ল'লে। ফুলেশ্বৰী কুঁৱৰীৰ ৰূপ আৰু গুণে ৰজাক তেনেই বশ কৰিলে। তেওঁ নামত মাথোন ৰজা হৈ থাকিল, পাটৰাণী ফুলেশ্বৰীযেহে ৰাজ্যভাৰ চলাবলৈ ধৰিলে।

ফুলেশ্বৰী কুঁৱৰীয়ে তেতিয়া পোনেই বাপেক-মাকহঁতক শগুনপৰা গাঁৱৰপৰা তুলি নি ৰংপুৰ নগৰৰ ওচৰতে থকা কালুগাঁৱত পাতিলে। উদ্দেশ্য হ'ল—ৰজাঘৰৰ-পৰা মাক-বাপেকলৈ ইটো-সিটো সদায় পঠিযাই থকা।

ৰজাৰ চাংমাযে মাছে-মঙহে জুতি লগাই ৰন্ধা বিবিধ ব্যঞ্জন খাই থাকিও কিন্তু বাপেক-মাকৰ ঘৰত তাহানি খোৱা পোনা মাছৰ আঞ্জা, খোলাত দিয়া চৰ্চৰীযা পুঠীমাছ, খাৰ'লি আৰু পোৰা হাঁহ-কণীৰে নিমখ-তেল-জলকীয়াৰ লগত খোৱা পইতা ভাতৰ জুতিৰ কথা ৰাণীয়ে পাহৰিব পৰা নাছিল। সেইবোৰলৈ মনত পৰিলে তেওঁ ভাবে এদিন বা এবেলাৰ বাবে হ'লেও তেওঁ যেন এবাৰ বাপেকীৰ ঘৰলৈ যাব। কিন্তু দেখাদেখিকৈ সেইটো সম্ভৱপৰ নহয় , কাৰণ ৰজাঘৰলৈ বিযা দিয়া ছোৱালীক মাক-বাপেকৰ ঘৰলৈ যাবলৈ দিয়া নিষেধ , কাৰণ মাক-বাপেক হ'ল প্ৰজা, ৰজাঘৰৰ বহুত তলত। এই নিয়মকে মানি আজিপৰ্যন্ত দৰঙী ৰজাসকলে—ৰাজা নোহোৱা ৰজা যদিও—ছোৱালীক বিয়া কৰাই নিযাৰ পাছত মাক-বাপেকৰ ঘৰলৈ যাবলৈ নিদিযে। গতিকে ফুলেশ্বৰী কুঁৱৰী যায় কেনেকৈ? তেওঁ যাব লাগিলে গোটেইখন ৰাজ্য ৰজনজনাই নাযাব জানো?

পিছে ৰাণীযে এটা বুদ্ধি পাঙিলে। এসময়ত ৰজা ৪/৫ দিনৰ বাবে ৰাজধানীৰপৰা দূৰলৈ গৈছিল। সেই ছেগতে এদিন পাটৰাণী ফুলেশ্বৰীযে দিন-দুপৰীয়া যেতিয়া কাৰেঙৰ পালী-পহৰীয়া, দুৱৰী-চন্তৰীবোৰে জিৰণি লৈ আছিল সেই

সময়ত এগৰাকী লিগিৰীৰ পোছাক পিন্ধি ল'লে আৰু কাৰোফালে অকণো নোচোৱাকৈ সোঁ-সোঁকৰে কাৰেঙৰপৰা বাহিৰ হ'ল। তেওঁ সেইদৰে ৰাজধানীৰপৰা বাহিৰ হৈ পোনে পোনে গৈ কালুগাঁৱত থকা বাপেকৰ ঘৰত ওলাল।

ঘৰত তেতিয়া কোনো নাছিল। মাক-বাপেকহঁতে তেওঁলোকৰ পুৰণি ভতুৱা কুকুৰটোকে ঘৰ-ৰখীয়া কৰি এৰি ঘৰৰ দুৱাৰবোৰ বান্ধি থৈ খেতিৰ পথাৰলৈ গৈছিল। তাহানিৰ ফুলমতী বাইদেউক দেখি কুকুৰটোৱেও নেজডাল লৰফৰ কৰি আনন্দহে প্ৰকাশ কৰিলে। সি অকণো নুভুকিলে। সাধাৰণতে কোনো আচহুৱা মানুহ গ'লে তাৰ ভুক্‌ভুকনিত গোটেইখন গাঁও খলক লাগে আৰু তেতিয়া ঘৰত সোমোৱা দূৰৰ কথা কোনোৱে চোতালত ভৰি দিবলৈকে সাহ নকৰে।

ৰাণীয়ে গৈ কাৰো কাৰণে অপেক্ষা নকৰি পোনেই ৰান্ধনীঘৰত সোমাল আৰু খাবৰ কাৰণে ক'ত কি আছে বিচাৰিবলৈ ধৰিলে। চৰুৰ ঢাকনী উদিয়াই দেখে কেইটামান পইতা ভাত মাত্ৰ আছে। আঞ্জাৰ চৰুতো আঞ্জা নাই—খোলাত দিয়া চৰ্চৰীয়া পুঠীমাছৰ ফিচা দুখনমান মাত্ৰ ঢাকন দি থোৱা আছে। বাহিৰৰ কোঠালিটোৰ তুঁহৰ জুইৰ ওপৰতে টেকেলিটোত পানী বহুৱাই দিয়া আছে। তুঁহৰ জুইকুৰা অলপ খোঁচৰি চাই পালে তাৰে ভিতৰত এটা হাঁহকণী আছে। আটালত খাৰ'লি আৰু জলকীয়াও পালে। মিঠাতেলৰ চিচাটোৰ তলিত দুটোপামান মাত্ৰ মলমলীয়াকৈ গোন্ধোৱা পেৰাতেল আছিল। ৰাণীয়ে পইতা ভাতকেইটাৰ লগত চৰ্চৰীয়া খোলাত দিয়া পুঠী মাছৰ ফিচা, পোৰা হাঁহকণী, খাৰ'লি, নিমখ-তেল-জলকীয়া—এই সকলোবোৰ লৈ হেঁপাহ পলুৱাই খালে আৰু বটাত থকা শুকান তামোলৰ লগত চোতালত সৰি থকা পকা পাণ এপাতেৰেই মুখদি কৰি—দুৱাৰত গাঁথি দি থৈ লৰালৰিকৈ উভতিল। তেওঁ তৰা-নৰাছিঙা বেগ দি আহি ৰাজধানীত সোমাল। ৰাজধানীত সোমাওঁতে তেওঁ এবাৰ দুৱৰীৰ হাতত ধৰা পৰিবই ধৰিছিল—কাণে কাণ মাৰিহে সাৰিল , দুৱৰীয়ে তেওঁক ৰাণী আইদেউৰ ওচৰলৈ যোৱা কোনোবা লিগিৰী বুলি আগুৰি নধৰিলে।

পটেশ্বৰী হ'লেও হাজাৰে হওক ফুলেশ্বৰী আছিল তিৰোতা মানুহ , পেটত কথা নৰয়। সন্ধিয়া সতিনীয়েক মাদৈহঁতৰ আগত নিজৰ বুদ্ধি আৰু কৌশলৰ কথা কৈ তেওঁলোকৰপৰা বাঃ বাঃ নল'লে মানে তেওঁ সুখ নাপালে। তেওঁ কেনেকৈ ভেশছন কৰি দুৱৰী-প্ৰহৰী, চাওডাং-লিগিৰী সকলোৰে চকুত ধূলি মাৰি গৈ মাক-বাপেকৰ ঘৰত তৃপ্তিৰে পইতা ভাত খাই আহিল সেইকথা বাকী ৰাণীসকলক ক'লে। সতিনীয়েকহঁতেও 'বলে নোৱৰা শিলক পৰি নমস্কাৰ' কৰাৰ দৰে পাটমাদৈ ফুলেশ্বৰী কুঁৱৰীৰ কথাত হাঁহিলে আৰু আচৰিত হৈ বাঃ বাঃ দিলে ; ভিতৰে ভিতৰে কিন্তু পাৰিলে তাৰ মজা দিবলৈও চিন্তা নকৰাকৈ নাথাকিল।

ৰজা উভতি আহিলত সতিনীয়েক কেউগৰাকীয়ে পাটমাদৈ উপস্থিত নথকা ছেগত ৰজাৰ আগত লগালে, বোলে "আমি হ'লে স্বৰ্গদেৱক নোসোধাকে ৰাজধানীৰ

ভিতৰতো ইকাতি-সিকাতি কৰিব নোৱাৰোঁ— পাটমাদৈয়ে মাকৰ ঘৰলৈ গৈ গাঁও ফুৰি আহিলেও দাই-জগৰ নাই।" ৰজাই ভালকৈ সোধাত আটাইকেইজনীয়ে একমুখে কথাটো লগালে। ৰজাই ক'লে, "বাৰু এই কথাৰ কালিলৈ প্ৰমাণ লোৱা হ'ব। প্ৰমাণ পালে উচিত দণ্ড বিহা যাব, প্ৰমাণ নাপালে কিন্তু চাবা!" কুঁৱৰীহঁতৰ ভয় লাগিল। ৰজাই বুজি পাই ক'লে— "কালিলৈ বাৰু দুপৰীয়া খাই-বৈ উঠি মই বিশ্ৰাম নলওঁ, তোমালোকৰ লগত আলাপো নকৰোঁ। মই জৰুৰী ৰাজকাৰ্য থকা বুলি বাহিৰ চ'ৰালৈ ওলাই গৈ গোপনে আহি সৌ সিটো কোঠালিত বহি থাকিম। তোমালোকে তেতিয়া তেওঁক মাকৰ ঘৰলৈ কেনেকৈ গৈছিল সুধিবা। তোমালোকে সুধিব নোৱাৰিলে লিগিৰীহঁতৰে কাৰোবাক লগাই দিবা সুধিবলৈ। তেতিয়া তেওঁ কি কয় মই শুনিম। তেওঁৰ মুখেৰে শুনিলে মোক আৰু অন্য প্ৰমাণ নালাগে।"

পিছদিনা কুঁৱৰীহঁতে সেইমতে কাম কৰিলে। চকু টিপিয়াই দিয়াত এজনী লিগিৰীয়ে সুধিলে— "আইচু দেউতা, সিদিনা আপুনি কি বুদ্ধিৰে মাকৰ ঘৰলৈ গৈছিল কওকচোন, শুনি বৰ ভাল লাগিছিল।" তাতে হৃষভৰ দি মাদৈসকলেও ক'লে— "সঁচাকৈয়ে সেইটো কথা আপোনাৰ মুখেদি শুনিলে কিবা আচৰিত সাধুকথা শুনা যেনহে লাগে। কওকচোন বাৰু কোনেও নো বাটত আপোনাক অকলে অকলে যোৱাত একো সোধা বা জোকোৱা নাছিলনে?"

ৰাণীয়ে তেতিয়া ভেশছন্ন কৰি যোৱাৰেপৰা আদ্যোপান্ত সকলো কথা ক'বলৈ ধৰিলে। কৈ কৈ গৈ পইতা ভাত খাই পুনৰ কেনেকৈ উভতি আহিল আৰু উভতি আহিও কেনেকৈ সেই পইতা ভাত খাব'লি আৰু পোৱা হাঁহকণী আদিৰ সোৱাদ পাহৰিব পৰা নাই তাৰে সৰস বৰ্ণনা দি টকালি পাৰোঁতে— ৰজাই আৰু সহি থাকিব নোৱাৰিলে। তেৰোঁ ইঃ বুলি টকালি পাৰি ক'লে— "হয় নে? তাৰ পিছত?"

পাটৰাণীৰ গা চিৰিংকৈ উঠিল। সেইবুলি তেওঁ বিবুধি নহ'ল। তেওঁ টপৰাই উত্তৰ দিলে— "তাৰ পিছত আৰু কি হ'ব মহাৰাজ? তাৰ পিছত বন্দীয়ে সাৰ পালোঁ। সাৰ পাই দেখো য'ৰে মই ততে'ই আছোঁ।"

পাটমাদৈ ফুলেশ্বৰীৰ এনে বিশ্বাসযোগ্য কথাত ৰজা সঁজাত গ'ল। তেওঁ বুজিলে যে ৰাণীয়ে সঁচাকৈয়ে সপোনৰ কথাকে বাকী মাদৈহঁতকো কৈছিল—সিহঁতে কেৱল বুজিব নোৱাৰিহে কেঁচুকে সাপ বুলি ভাবিছে। ৰজাই কাকো শাস্তি নিদিলে।

দৈৱজ্ঞই গণনা কৰি চাই ৰজা শিৱসিংহৰ ছত্ৰভঙ্গ যোগ পৰা বুলি কোৱাত তেওঁ ৰাজপাট এই ফুলেশ্বৰী কুঁৱৰীৰ হাততে এৰি দি শান্তি লাভ কৰিছিল। নিজৰ অদূৰদৰ্শিতাৰ হেতুকে মোৱামৰীয়া ভকতসকলক বলিৰ তেজৰ ৰঙা ফোঁট পিন্ধাই নগুৰ-নাগতি কৰি এইগৰাকী ৰাণীয়ে দেশখন কেনেকৈ জ্বলাই তুলিছিল—বুৰঞ্জীৰ পাঠকসকলে সেই কথা ভালকৈ জানে।

# কথাৰ নাভাঙিবি থোৰ, আদখিনি তোৰ আদখিনি মোৰ

অসমৰ ৰজা আছিল তেতিয়া স্বৰ্গদেব গৌৰীনাথ সিংহ। ৰজা হৈ তেওঁ গড়গাঁৱৰ তিনি খলপীয়া ওখ কাৰেংঘৰত থাকিবলৈ লৈছিল। কাৰেংঘৰটো বৰ ওখ বাবে তাৰ ওপৰত টুপত বহি জাৰকালি ৰ'দ ল'বলৈ ভাল। ৰজাই প্ৰায় সদায়ে কাৰেংঘৰৰ ওপৰ টুপৰ আগচালিত বহি ৰঙা ৰ'দ লৈ আৰাম কৰে। কাৰো গাত ৰ'দ নপৰোঁতে ৰজাৰ গাত পৰেহি। ৰাতিপুৱাৰ কাঁচি ৰ'দত গাভৰু লিগিৰীবোৰে ৰজাক গা-মূৰ পিটিকি দি তেল-তেঙা ঘঁহি দিয়ে। দূৰণিৰ গছ-গছনিত দৃষ্টি ৰাখি ৰজা গৌৰীনাথ সিংহই জাৰকালি সদায় এই সুখ উপভোগ কৰে। এপৰমান বেলি উঠিলে ৰজাৰ চকুত সদায় ক'ৰবাৰ কজলা প্ৰতিবিম্ব এটি পৰেহি। সেইটো আচলতে কি বা কিহৰ জিলমিলনি তেওঁ নাজানে। পালী-পহৰীয়াসকলক তেওঁ তাৰ পম খেদিবলৈ কয়, কিন্তু সিহঁতে তাৰ একো উৱাদিহকে নাপায়। ৰহস্য ৰহস্য হৈয়ে থাকে।

শেষত ৰজাই নিজেই অকলে অকলে পম খেদি সেই উৰহি গছৰ গুৰ উলিয়ালে। কাৰেঙৰ পোনে পোনে সুবিশাল পথাৰ এখনৰ মূৰত এখন গাঁও আছে। সেই গাঁৱেদি পৰ্বতীয়া নিজৰা এটি বৈ গৈছে। নিজৰাৰ দুয়ো দাঁতিত মানুহৰ বসতি। তাৰেই কোনো এঘৰ লোকৰ গাভৰু জীয়ৰী এজনীয়ে সদায় কাঁচিয়লি ৰ'দ গাত লগাই নিজৰাৰ পানীত গা ধোৱে আৰু গা ধুই উঠি ৰ'দত চুলি মেলি দি খন্তেকৰ বাবে থিয় হৈ থাকে। চুলিও কম চুলি নাছিল—থিয় হৈ উধনীয়া খোঁপাটো মেলি দিলে সি গৈ কঁকালৰ নামনিত পৰে। ওঁৰত চুলি মেলি নিদিলে তিতা চুলিকোচাৰে তাই মূৰটো পোনকৈয়ে ৰাখিব নোৱাৰে, গোটেই মানুহজনী ধেনু-ভিৰীয়া হৈ যায়। তাইৰ কিচ্‌কিচীয়া ক'লা চুলিকোচাত পৰা ৰ'দৰ চিক্‌মিকনি গৈ কাৰেঙত ৰ'দ লৈ থকা ডেকা ৰজা গৌৰীনাথ সিংহৰ চকুত পৰি চকুত জলক লগায়। ৰজাই গোপনে অনুসন্ধান কৰি জানিব পাৰিলে যে সেই ছোৱালীজনীৰ নাম ভবাৱতী আৰু তাইৰ বাপেকৰ নাম সোন্দৰ বণিয়া। ভবাৱতীৰ মাক নাই, ঢুকাবৰ প্ৰায় ৮/১০ বছৰ হৈছে। তেতিয়া বাপেকো প্ৰায় পামতে থাকে। পাম বেছি দূৰত নহয়, তথাপি ৰখিব লাগে। বাপেক ঘৰত নাথাকিলে ককায়েক ধনঞ্জয়ৰ লগতে থাকি ভবাৱতীয়ে, কাপোৰ বই,

বন্ধা-বঢ়া কৰি ঘৰখন ৰাখি থাকে। কেতিয়াবা বাপেক ঘৰত থাকে, কেতিয়াবা ককায়েক থাকে। ঘৰৰ অৱস্থা একেবাৰে শোচনীয় নহ'লেও স্বচ্ছল নহয়।

ৰজাই চল চাই কঠীয়া পাৰিলে। ঘৰত কোনো নথকা সময়ত এদিন তেওঁ ভবাৱতীৰ ঘৰলৈ ফুৰাৰ ছলেৰে গৈ ভবাৱতীক ৰজা বুলি নিজৰ পৰিচয় দিলে। ভবাৱতীয়েও স্বৰ্গদেৱক যথাসাধ্যে আদৰ-অভ্যৰ্থনা কৰিলে। তাৰ পিছত ৰজা সঘনে ভবাৱতীৰ ঘৰলৈ যাবলৈ ধৰিলে আৰু অকল যোৱায়ে নহয়, যোৱাই পতি ধন-পইচাৰে ভবাৱতীহঁতক বাৰুকৈয়ে সহায় কৰিবলৈ ধৰিলে। তেনে কাৰ্যত ভবাৱতীৰ ককায়েক আৰু বাপেকে ৰজাৰ আশয় অলপ বুজিব পাৰিও চকু-কাণ নিদিয়াকৈ থাকিল। এইদৰে এডেও দুডেওকৈ ৰজা বহুতখিনি আগবাঢ়িল।

গএঞা ওচৰচুবুৰীয়াই ৰজাৰ এনে কাৰ্যলৈ একেবাৰে নজৰ নিদিয়াকৈ নাছিল। তথাপি 'বৰলোকৰ হ'লে সেয়ে হ'ব লীলা ; সৰু লোকৰ হ'লে, তাক ধৰি বান্ধি কিলা' বুলি সকলোৱে মুখ ফুটাই একো কোৱা নাছিল। ৰজায়ো সেই কথা একেবাৰে গম নোপোৱাকৈ নাছিল। গতিকে তেওঁ এটা বুদ্ধি কৰিলে। দিনত তেওঁ সেই বাটেদি সমূলি নোযোৱা হ'ল ; এন্ধাৰৰ ছেগ লৈ তালৈ ৰাতি যাবলৈ ধৰিলে। যায় কেনেকৈ? মাজনিশা ৰজাই ধোঁৱাশালৰপৰা কাজলী ঘুঁৰী এজনী আনি তাইৰ পিঠিত উঠি একে জাঁপে গড় চেৰাই সোণাৰি গাঁওলৈ ঢাপলি মেলে আৰু ৰাতিৰ ভিতৰতে কাম সমাধা কৰি উভতি আহি কাৰেঙত শুই থাকে—কেৰে তাৰ ফুটকে নাপায়। কোনোবা পৰীয়া-ৰখীয়াই কেতিয়াবা কিবা বু-বু-বা-বা কৰিলে তাক ৰজাই কিবা অন্য চেলু উলিয়াই কাটি পেলায়। এইদৰে অনেক নিৰপৰাধী দুৱৰী, পৰীয়া, চাউডাং, ৰখীয়া এনেয়ে কটা গ'ল। কাৰণ, জানিলেও জগৰ, নাজানিলেও জগৰ। ৰজাই কেতিয়াবা কোনো প্ৰহৰীক সোধে 'কালি নিশা ক'ৰবাৰ চোৰ-মাকাৰ আহিছিল নেকি দেখিছিলি নে? তেতিয়া সি যথাযথ উত্তৰ আকাৰে-ইঙ্গিতে দিব পাৰিব লাগিব, কিন্তু পোনে পোনে ৰজাৰ কালে টোঁৱালেও বিপদ। চোৰ অহা-যোৱা কৰাৰ ইঙ্গিত দিব নোৱাৰিলেও বিপদ ; কাৰণ ৰজাই জানে। দুয়ো পিনে বিপদ। দুয়ো পিনে কটা যায়। এনেকৈ কটা যাবলৈ ধৰাত প্ৰহৰী, ৰখীয়া আদি কামৰ বাবে কোনো আগবাঢ়ি নহা হ'ল। গাঁও মূৰি পাল পাতি পহৰা দিবলগীয়া হ'ল।

এদিনৰ কথা। সেইদিনা ৰতৰটো আছিল গোমা। মেঘে ওন্দোলাই আছিল। এটা খবীয়াই খবৰ খজুৰতিত বৰ নোৱাৰি ভাবিলে—ৰজাৰ ঘৰলৈ গৈ পৰীয়া হৈ কটা যোৱাই ভাল, নহ'লে খবৰ খজুৰতিত ব'ব নোৱাৰি। তাতে ডাৱৰীয়া ৰতৰত খবৰ খজুৰতি বেছি হয়। সেই দেখি সি গৈ সেইদিনাৰ প্ৰহৰীৰ তালিকাত নিজৰ নামটো দিলে। ৰাতিৰ প্ৰহৰী। ৰজাৰ সিংহদ্বাৰত সি খৰ খজুৱাই খজুৱাই বহি থাকিল।

ইফালে সিদিনা মানুহে ৰাতি ভাত-পানী খাই উঠাৰ পাছতেই এজাক বৰষুণ আহিল। লগতে অলপ বতাহো আছিল। সেইদেখি জাৰৰ দিন নহ'লেও জাৰ নমা যেন অনুভৱ হৈছিল। বৰষুণ আৰু বতাহ থামিল কিন্তু বিজুলীৰ চিক্‌মিকনি চলি

থাকিল। ৰাজধানীৰ আলিবাটৰ চাকিবোৰৰ বেছিভাগেই নুমাই গ'ল। মানুহবোৰো ভাতঘুমটিত পৰি লালকাল হ'ল। ক'তো যেন গছৰ শুকান পাত এটাৰো খিখিক্ কৰা নাই। ৰজাই তেতিয়া কাৰেঙৰপৰা বাহিৰ হৈ হাতত-সাৰে ভৰিতসাৰে গৈ আন্তাবলত সোমাল আৰু কাজলী ঘুঁৰীজনীক লৈ ওলাই আহিল। তেওঁ কাজলী ঘুঁৰীত উঠি জাঁপ মাৰি গড় পাৰ হ'ল আৰু চকুৰ পচাৰতে গৈ সোণাৰি পাঁৰত ওলাল। যোলে, বাতিও ক'লা, হাতীও ক'লা। একেই ৰাতিৰ আন্ধাৰ তাতে কাজলী ঘুঁৰীৰ পিঠিত ঢাপলি মেলা ৰজা। দেখে কোনে? তাতে আকৌ আলিৰ চাকিবোৰো বতাহত নুমাইছে। বিজুলীৰ চিকিমিকিয়ে অবশ্যে ৰজাৰ ঘৰৰূপটো চকামকাকৈ দেখুৱাকে নাছিল।

ৰজাই তৰাৱতীৰ ঘৰৰ দুৱাৰ মুখ পাই আস্তে-ধীৰে ওচৰৰ বগৰী গছত ঘোঁৰাজনী বান্ধিলে আৰু দুৱাৰত টোকৰ মাৰিলেগে। এৰি এৰি তিনিটা টোকৰ মৰাৰ পাছত কেৰেৎ কৰি শব্দ কৰি দুৱাৰ আপোনা-আপুনি মেল খালে। ৰজা ভিতৰলৈ সোমাই গ'ল। তাৰ পাছত তুঁহৰ জুই ফুৰাই জুই ধঁৰাৰ আৰু শয়ন-ভোজন আদিৰ যোগান ধৰাৰ গম পোৱা গ'ল। গম পালে খৰীয়া পৰীয়াইহে। পৰ দিওঁতে খৰৰ খজুৰতিত তাৰ টোপনি অহা নাছিল। সি ৰজাক ঘোঁৰাৰ পিঠিত উঠি গড় পাৰ হৈ যোৱা দেখি পাছে পাছে দৌৰ দিলে আৰু তৰাৱতীৰ চোতালত ওলালগৈ। ৰজাই তাৰ অকণো গুংসূত্ৰকে নাপালে। তাত কাণ উনাই থাকি আৰু বেৰৰ জলঙাইদি চাই সি ৰজা-তৰাৱতীৰ মাজত নেপথ্যত হোৱা নাটকৰ দৃশ্যটো ভালকৈ দেখিলে আৰু কথাবোৰ কাণেৰেও শুনিলে।

পুৱতি নিশা ৰজা পুনঃ ঘোঁৰাত উঠি আহি ৰাজধানীত সোমাল আৰু ঘোঁৰা-ঘৰত কাজলীক থৈ কাৰেঙত শুই থাকিলগৈ। পিছদিনা ৰজা শুই উঠাত পলম হ'ল। কোনেও তেওঁক জগাবলৈ সাহ নকৰিলে। বেলি হোৱাত শুই উঠি তেওঁ প্ৰাতঃকৃত্য কৰিলে।

আবেলি ৰাজসভা বহিল। ৰজাই ভাবিলে— কালি মই যোৱা কোনোবা খৰীয়া-পৰীয়াই বাৰু গম পালেনে নাই চাওঁচোন। এই ভাবি তেওঁ আগনিশাৰ দুৱৰী, প্ৰহৰী সকলোকে ভকাই আনি সুধিলে— "আজি বাৰু খৰীয়াইঁতে কোনোবাই চোৰ দেখা পালি নে? ক'ব পাৰিলে বঁটা পাবি, ক'ব নোৱাৰিলে কটা যাবি।"

ৰজাৰ আদেশ শুনি খৰীয়াই খৰ খজুৰাই খজুৰাই আগবাঢ়ি আহি ক'লে— "স্বৰ্গদেউ ঈশ্বৰ, পিছে কন্দীয়ে খোলাখুলিকৈ ক'ম নে ঠাৰে-ঠিৰাৰে ক'ম?' খৰীয়াৰ কথা শুনি ৰজাৰ বুকু চিৰিং কৰি উঠিল। তেওঁ ভাবিলে তেন্তে ই কটা খৰীয়াই কথাটো জানিলে নেকি? অলপ পৰ টভক মাৰি থাকি ৰজাই ক'লে শুন—

কথাৰ নাভাঙিবি থোৰ,

আদখিনি তোৰ আদখিনি মোৰ।

অৰ্থাৎ ৰহস্যটো বাৰু তোৰ আৰু মোৰ ভিতৰতে থাকক ; তই আধা জানিলে আৰু

মই আধা জানিলেই হ'ব। গতিকে থোৰতে আকাৰে-ইঙ্গিতে ক। খৰীয়াই তেতিয়া ক'বলৈ ধৰিলে—

সুপুৰুষৰ কু বুদ্ধি
লাফ মাৰি উঠিলে কাজলী ঘুঁৰীৰ পিঠি।
চাবুকত মাৰিলে ছাটি
গড় ডেলে ওঠৰ হাত।
বগৰী গছত বান্ধিলে ঘুঁৰী ;
দুৱাৰত টোকৰ মাৰি সোমাল 'চুৰি'।
কাঠৰ চৰিয়া, মাটিৰ ঘটি ;
তাৰেই ধুৱালে চিকণ চোৰৰ ভৰি।
আদ্ শুকান তুঁহুৰ জুই
ফুকাওঁতে ফুকাওঁতে চকু খোঁৱা-কুঁই।
তিনিডাল খাগৰীৰে জ্বলালে বাতি ,
ধনঞ্জয়ে পাৰি দিলে ঢাৰি-পাটী।
কেৰ্কেৰীয়া তামোল লেৰেলা পাণ,
তাৰেই ধৰিলে চিকণ চোৰৰ মান।
চুণৰ খুৰখুৰি, ছিৰালৰ আদখন ফটা,
সেয়েহে স্বৰ্গদেৱৰ হাতত দিনৌ মানুহবোৰ যায় কটা।

খৰীয়াৰ মুখেদি সকলো বাহিৰ হ'ল। খৰীয়াই স্বৰ্গদেৱক ভালকৈয়ে হাতে-লোতে চোৰ ধৰিলে। সোণাবিৰ ঘৰত মাটিয়ে-বালিয়ে শুই, আধা-ফটা ছিৰাল ভক্ষণ কৰি, লেৰেলা তামোল-পাণেৰে মুখেদি কৰা পৰ্য্যন্ত খৰীয়াই ধৰা পেলালে। ৰজাৰ মুখ শুকাই টেমীযেন হ'ল। কিছুপৰ তলমূৰ কৰি থাকি ৰজাই পুনঃ খৰীয়াক ক'লে—বাৰু বাৰু এতিয়াও—

কথাৰ নাভাঙিবি থোৰ,
আদ্‌খিনি তোৰ আদ্‌খিনি মোৰ।

খৰীয়ায়ো এই কথা ভেদ ভাঙি কাকো নক'লে। সেইদিন ধৰি ৰজা-ঘৰীয়া বাব খাই খৰীয়া গহীন হৈ বহি থাকিল।

সিদিনাৰপৰা ৰজাই নিশা নিশা যাবলৈ এৰিলে, কাৰণ কাৰ্য্যই বেয়া গতি লোৱা যেন অনুমান কৰিলে। তেওঁৰ মন-আকাশত তৰাৱতী কিন্তু দিনে-নিশাই তৰাৰ দৰে জিলিকিয়ে থাকিল। ভাবি ভাবি ৰজাই এটা বুদ্ধি উলিয়ালে। কেইজনমান লোকক পেৰাভাৰী খিতাপি দিলে। তেওঁলোকৰ কাম হ'ল ৰজাৰঘৰলৈ পেৰাৰ ভিতৰত বস্তু ভৰাই গোপনে অনা আৰু ৰজাই পঠিওৱা বস্তুও তেনেকৈ বাহিৰলৈ ৰাজ আদেশত গোপনে নিয়া। পেৰাভাৰীৰ অবাধ গতি। সিহঁতে স্বয়ং স্বৰ্গদেৱৰ আদেশতহে পেৰা অনা-নিয়া কৰে। দিনত মানুহক দেখুৱাই পেৰাত ইটো-সিটো বস্তু

ৰজাই বাহিৰলৈ পঠিয়ায় বা বাহিৰৰপৰা আনে। ৰাতি মানুহ-দুনুহ শুলে পেৰাভাৰীহঁতে গৈ সোণাৰি গাঁৱৰপৰা তৰাৱতীক পেৰাত ভৰাই ৰজাৰ কাৰেঙলৈ আনে আৰু ৰাতি নৌ পুৱাওঁতেই পুনঃ ঘৰত থৈ আহেগৈ। এইদৰে কাম চলিবলৈ ধৰিলে। ব্যৱস্থাটো ৰজাই বৰ সুচল পালে।

অনেক দিন এইদৰে চলাৰ পাছত ৰজাৰ ডা-ডাঙৰীয়াসকলৰ চকু পৰিল। অহকাণে পহকাণে হয়তো তেওঁলোকে ৰজাৰ এই কাৰ্যৰ তেনেই গম নোপোৱাকৈও নাথাকিল। এদিন বৰগোহাঁই, বুঢ়াগোহাঁই আৰু বৰপাত্ৰগোহাঁই তিনিও আলচ কৰি ৰাতি ক'ৰপৰানো ৰজাঘৰলৈ কি অনা হয় চাবলৈ স্থিৰ কৰিলে। বৰগোহাঁই, বুঢ়া গোহাঁই আৰু বৰপাত্ৰগোহাঁই এই তিনিওগৰাকী বিষয়া একমত হ'লে তেতিয়া আকৌ ৰজাকো ভঙা-পতা কৰিব পাৰিছিল।

ৰাজধানীৰ মানুহ ভাত-ঘুমটিত পৰাৰ লগে লগে সেই দিনা ৰাতি পেৰাভাৰীহঁতে পেৰা লৈ ৰজা-হাউলিৰ সিংহদ্বাৰত প্ৰৱেশ কৰিছে মাথোন, এনে সময়তে তিনিওজনা গোহাঁই যমযমকৈ সিহঁতৰ আগত থিয় হ'ল। বৰগোহাঁয়ে গহীনাই ক'লে— "পেৰা নমাই থ। পেৰাৰ ভিতৰত কি আছে আমি চাওঁ। খোল, সাঁফৰ খোল।" পেৰাভাৰীহঁতৰ লাগিল ভয়। পেৰা খুলিলে ৰজাই কাটিব, পেৰা নুখুলিলে বিষয়াহঁতে মাৰিব। মাৰিলেও মাৰিব তথাপি ৰজাৰ হাতত কটা যাব নোৱাৰি বুলি ভাবি বুকুত বল বান্ধি এজনে গহীনাই ক'লে—"দিয়াই দিছে, অনাই আনিছোঁ— যাক দিব লাগে আমি দিমগৈ, বাটত দেউতাসকলৰ আকৌ কি চুটত খৰে খালে?"

বুঢ়াগোহাঁয়ে ক'লে— "তৰ্ক নকৰিবি। আমি কৈছোঁ পেৰা খোল, নহ'লে এতিয়াই আটাইৰে মূৰ যাব।"

ভয় পাই ভাৰীহঁতে পেৰাৰ সাঁফৰ খুলি দিলে। বাহিৰৰ চাকিৰ পোহৰ পৰি সোন্দৰ সোণাৰিৰ গাভৰু জীয়েক তৰাৱতী জিলিকি উঠিল। তেজে ফুটি-যাওঁ-ফাটি-যাওঁকৈ থকা তৰাৱতীৰ মুখৰ ৰূপ আৰু কান্তি দেখি বৰপাত্ৰগোহাঁয়ে ক'লে— "ভালেটোহে দিয়াই দিয়ে, অনাই আনে। দিয়কগৈ বাৰু। আমি এৰি দিওঁহঁক।' এইবুলি তিনিওজনা বিষয়াই পেৰাভাৰীহঁতক গন্তব্য স্থানলৈ যাবলৈ দিলে।

লাহে লাহে এই খবৰ সকলোৰে মাজত ইকাণ-সিকাণকৈ সহস্ৰকাণ হ'ল। ৰজাই পেৰাভাৰীহঁতক সোধাত সিহঁতেও আঁঠু লৈ ৰজাৰ আগত সকলো কথা স্বীকাৰ কৰিলে। ৰজা মহা বিমোৰত পৰিল। তেওঁ তৰাৱতীকে বা এৰে কেনেকৈ, অপবাদ'ৰে বা হাতসাৰে কেনেকৈ? এই বিষয়ে তেওঁ গোপনে চাংকাকতীৰ লগত পৰামৰ্শ কৰিলে। চাংকাকতীয়ে ক'লে— "মহাৰাজ, এনে কাৰ্যৰ বিধি-ব্যৱস্থা হিন্দু শাস্ত্ৰত নোহোৱা নহয়। সত্ৰৰ গোসাঁই-প্ৰভুসকলে ব্যৱস্থা দিয়ে। গতিকে ভাল সত্ৰীয়া গোসাঁই এজনাৰ হতুৱাই খৰচ-পাতি কৰি ব্যৱস্থা চোৱাব লাগে।

ৰজাই অসংখ্য টকা-পইচা খৰচ কৰি বিধি চোৱালে। আন গোসাঁয়ে বিধি দিব নোৱাৰিলে, শুকান সুঁতিৰ ওচৰৰ ন-গোসাঁয়েহে তাৰ বিধি-ব্যৱস্থা দিলে। তেওঁ শ্ৰুতি-

স্মৃতি, আগম-পুৰাণ আদি চায়ে নেৰিলে, বুৰঞ্জী আৰু বংশাৱলীও চালে। তাত পালে যে হিন্দু শাস্ত্ৰ মতে ৰজাৰ এতিয়াও একো জাতি যোৱা নাই। বংশাৱলীয়ে কয় যে তবাৱতীৰ পূৰ্ব-পুৰুষসকল কায়স্থ মানুহ আছিল। গতিকে তবাৱতী নীচ জাতিৰ কন্যা নহয়। তেওঁৰ পূৰ্বপুৰুষসকল মাজুলীৰ বাৰভূঞা আছিল। মাজুলীত থকা কালত এবাৰ ৰজাক অমান্য কৰা দোষত তেওঁলোকক ৰজাই কপালত ছাব মাৰি নীহ কুলীয়া বুলি ঘোষণা কৰিছিল। তেতিয়াৰপৰাহে তেওঁলোক নীহ কুলীয়া হ'ল। পিছে কপালত ছাব মাৰি কাকো কোনেও নীহ পাতিব নোৱাৰে। শাস্ত্ৰত তেনে কথা ক'তো নাই। গতিকে তবাৱতী ভাল কুলৰ ছোৱালী আৰু ৰজাই তেওঁত খোৱাত কোনো প্ৰকাৰ দোষ হ'ব নোৱাৰে। পিছে লোকাচাৰ এটা চলি আহিছে যেতিয়া ৰজাই প্ৰায়শ্চিত্ত হৈ আত্মশুদ্ধি কৰিব লাগে।

ন-গোসাঁয়ে দিয়া বিধি-ব্যৱস্থা মানি স্বৰ্গদেৱ গৌৰীনাথ সিংহই আত্মশুদ্ধিৰ কাৰণে প্ৰায়শ্চিত্ত হ'ল আৰু ভাবে-ভেটিয়ে তবাৱতীক বিয়া কৰাই আনি কাৰেঙত সুমালে। তেতিয়াৰেপৰা তবাৱতী হ'ল তুলেশ্বৰী কুঁৱৰী। তেওঁৰ বংশ-পৰিয়ালবোৰ কিন্তু আগৰ দৰেই থাকিল। ইয়াকে কয় বোলে—ৰজাই ভাল বোলে যাক, ঢেঁকী-কুলাও নালাগে তাক।

# মই যদি ৰজা হওঁ, তুমি হ'বা ৰাণী

তেতিয়া মল্ল ৰাজ্যৰ ৰাজধানী আছিল কুশৱতী আৰু মহাৰাজ ইক্ষ্বাকু আছিল তাৰ ৰজা। ৰজা ইক্ষ্বাকুৰ নাৰীসঙ্গ সবাতোকৈ প্ৰিয় আছিল আৰু নানা ঠাইৰপৰা সুন্দৰী ৰমণীবোৰ গোটাই আনি তেওঁ তেওঁৰ অন্তঃপুৰ এখন জীৱন্ত ফুলনিৰ দৰে কৰি তুলিছিল। এইদৰে সংগ্ৰহ কৰোঁতে কৰোঁতে তাত ষোল হাজাৰ ৰূপহী গোট খাইছিলহি। শীলৱতী নামৰ এগৰাকী মহিষী আছিল সেইসকলৰ ভিতৰত মুখ্য আৰু তেৱেঁ আছিল ৰজাৰ পাটৰাণী। দুখৰ কথা—ইমানতো ৰজা আছিল নিসন্তান। ৰজা-প্ৰজা সকলোৰে মনত সেই হেতুকে বিষম বেজাৰ আছিল।

এদিন এজন সন্ন্যাসীয়ে আহি ৰজাক ক'লে— মহাৰাজ, আপুনি পটেশ্বৰী শীলৱতীত বাহিৰে বাকী ৰাণীসকলক স্বৈৰিণী হৈ কোনো দায়-জগৰ নোহোৱাকৈ ৰাজ্যত ইচ্ছামতে হাট-বাট কৰিবলৈ এৰি দিয়ক, তাতো যদি কোনো ফল নধৰে তেনেহ'লে পিছত লাগিলে মুখ্য পটেশ্বৰী শীলৱতীকো পঠিয়াব—আপুনি নিসন্তান হৈ নাথাকে। ইয়াকে কৈ সন্ন্যাসী গ'ল। ৰজাই সেইমতে কাম কৰিলে। স্বাধীনতা পাই সুন্দৰী ৰাণীসকলে বাছকবনীয়া সাজপাৰ পিন্ধি নগৰৰ হাটে-বাটে সৌন্দৰ্যৰ পোহাৰ পাতিলে। কিন্তু তাতো একো ফল নধৰিলে। শেষত ৰাণী শীলৱতীক পঠোৱা হ'ল।

পটেশ্বৰী শীলৱতী তেনেকৈ বাহিৰ হোৱাত স্বৰ্গত ইন্দ্ৰৰ সিংহাসন কঁপি উঠিল। ধ্যান কৰি চাই ইন্দ্ৰই জানিলে যে মহাৰাণী শীলৱতীয়ে পুত্ৰাৰ্থী হৈ নগৰৰপৰা বাহিৰ হৈছে। ইন্দ্ৰ স্থিৰে থাকিব নোৱাৰিলে। বোধিসত্বক পুত্ৰ ৰূপে যাবলৈ নিৰ্দেশ দি তেওঁ নিজে এটা বুঢ়া বামুণৰ ভেশ ধৰিলে।

যিদিনা পটেশ্বৰী শীলৱতী ৰাজভৱনৰপৰা বাহিৰ হ'ল সেইদিনা তেওঁৰ ৰূপ চাবলৈ আলিৰ দুয়োকাষে সুন্দৰ স্বাস্থ্যবান ডেকাসকলে সাজি-কাচি শাৰী পাতিলে। কাৰ ভাগ্যত কি আছে কোনে জানে? পিছে সেই ডেকাসকলৰ মাজতে এজন বুঢ়া বামুণো সুন্দৰ সাজপাৰ পিন্ধি থিয় হৈ আছিল। বামুণৰ দুঃসাহস দেখি এজন ডেকাই সুধিলে— "দেউ, আপুনি আকৌ আগশাৰীত থিয় হৈছে কিয়? আপোনাৰো কিবা অভিলাষ আছে নেকি?" বাকী ডেকাবোৰে হাঁহিলে। ডেকাবোৰৰ বিদ্ৰূপত বামুণৰ হিয়া ভেদি গ'ল ; সেইবুলি তেওঁ নিৰুত্তৰ নহ'ল। তেওঁ ক'লে— "বোপাইহঁত মোক বুঢ়া বুলি নিন্দা নকৰিবা। শৰীৰ জীৰ্ণ হ'লেও কাম-শক্তি মোৰ এতিয়াও হ্ৰাস হোৱা

নাই। তোমালোকৰ দৰে ডেকাৰ লগত এতিয়াও সেই বিষয়ত কেৰ মাৰিব পৰাই আছোঁ। ভাগ্যে যদি ৰাণী শীলৱতীৰ অনুগ্ৰহ পাওঁ তেতিয়া দেখিবা নহয়।" ডেকাবোৰে 'বাঃ বাঃ বুঢ়া বামুণ' বুলি নানা ধৰণে ইতিকিং কৰি হাঁহিলে।

মহিষী যথাসময়ত বাহিৰ হ'ল। তেওঁ হাঁহিমুখে ডেকাসকললৈ বেঁকা চাৱনি দি আগ বাঢ়িল। অলপ দূৰ গৈ বুঢ়া বামুণক দেখি তেওঁ থন্তেক ৰ'ল আৰু মিচিকিয়াই হাঁহিলে। বামুণে মহিষীৰ হাতত ধৰিলেগৈ আৰু মহিষী তেওঁৰ পাছে পাছে দৰাৰ লগত কন্যা যোৱাৰ দৰে গৈ থাকিল। যুৱকসকল পেপুৱা লাগিল। উপস্থিত সমজুৱাসকলো আচৰিত হ'ল।

ভালেখিনি নিলগলৈ খোজ কাঢ়ি যোৱাৰ পাছত বাটৰ দাঁতিতে এটা ধুনীয়া অট্টালিকা দেখা গ'ল। ৰাণীয়ে সুধিলে— "এযে নেকি আপোনাৰ ঘৰ?" বামুণে ক'লে— "হয় আইদেউ, এইটিয়ে মোৰ কুটীৰ। ইমান দিন মই অকলে আছিলোঁ, আজিৰপৰা আমি তাত দুটি প্ৰাণী হ'ম।" এইবুলি ৰাণীক লৈ বামুণ ঘৰৰ ভিতৰলৈ গ'ল। ইন্দ্ৰদেৱতাৰ অভিলাষত সেই ঘৰটো আপোনা-আপুনি তাত হৈ উঠিছিল।

বামুণে মহিষীক ওচৰতে থকা পালেংখনলৈ আঙুলিয়াই ক'লে, "তুমি তাতে অলপ বিশ্ৰাম লোৱা। মই মুহূৰ্তচেৰেকৰ ভিতৰতে ভিক্ষা কৰি চাউল লৈ আহিম।" এইবুলি বামুণ ওলাই গ'ল। মহিষীয়ে কোমল পালেঙত বহা মাত্ৰকে তন্দ্ৰা অনুভৱ কৰিলে। তেওঁ গাৰুত মূৰ থৈ আৰাম কৰি শুই পৰিল। টোপনি আহিবলৈ নৌপাওঁতেই কাৰবাৰ হাতৰ পৰশ তেওঁ অনুভৱ কৰিলে। তেওঁৰ সৰ্বশৰীৰ পুলকিত হ'ল। বামুণৰূপী শক্ৰই (ইন্দ্ৰই) তেওঁক সেই অৱস্থাতে অন্য এক লোকলৈ লৈ গৈ তাত সাতদিন ৰাখিলে। সাতদিনৰ মূৰত ৰাণীযে যেন প্ৰকৃত জ্ঞান পালে। তেওঁ বামুণলৈ চাই তেওঁৰ ৰূপ-কান্তি আৰু কাম শক্তি দেখি বুজিব পাৰিলে যে বামুণ ছদ্মবেশী শক্ৰ। তেওঁ বামুণক সেইৰূপে গ্ৰহণ কৰি তেওঁৰপৰা বৰ প্ৰাৰ্থনা কৰিলে। শক্ৰয়ো বৰ দিবলৈ ৰাজী হ'ল আৰু কি বৰ লাগে সুধিলে।

ৰাণীয়ে ক'লে— "মই এটা মাত্ৰ বৰ মাগিম আৰু সেয়ে হৈছে মোক এটি পুত্ৰ লাগে।" শক্ৰই ক'লে— "এটি কিয়, দুটা পুত্ৰ দিম, তাৰে এটা হ'ব মহাজ্ঞানী ; কিন্তু ৰূপবান নহয়, আৰু অন্যটো হ'ব পৰম ৰূপবান কিন্তু প্ৰজ্ঞাবান নহয়। এই দুটাৰ ভিতৰত কোনটো তুমি বেছি ভাল পোৱা?"

—"প্ৰজ্ঞাবানটো"—ৰাণীয়ে ক'লে।

শক্ৰই 'তথাস্তু' বুলি তেওঁক মায়া-বলেৰে আনি ৰাতিয়ে ৰজাৰ শয্যাত শুৱাই থ'লে। ৰজাই সাৰ পাই প্ৰিয়তমা পত্নী শীলৱতীক কাষতে শুই থকা পাই স্বৰ্গ পোৱা দিলে আৰু সুধিলে— "তোমাক কোনে নিছিল?" ৰাণীয়ে ক'লে— "দেৱৰাজ ইন্দ্ৰই।" ৰজাই ক'লে— "তুমি ফাকি দিছা। মই নিজ চকুৰে দেখিছোঁ তোমাক এটা বুঢ়া বামুণে হাতত ধৰি লৈ গৈছিল।" ৰাণীয়ে ক'লে— "বিশ্বাস কৰক মহাৰাজ, শক্ৰই মোক লৈ দেৱলোক পাইছিলগৈ।" ৰজাই বিশ্বাস নকৰাত ৰাণীয়ে স্বৰ্গৰপৰা

আহিবৰ সময়ত ইন্দ্ৰই দিয়া এডাল কুশ আৰু দিব্য বস্ত্ৰ দুখনমান দেখুৱালে। ৰজাই তেতিয়া প্ৰত্যয় মানিলে আৰু সুধিলে— "সিছে তুমি গৰ্ভৱতী হ'লানে নাই?" ৰাণীয়ে ক'লে, "মই তো হোৱা যেন অনুমান কৰোঁ।" ৰজা খুচী হ'ল।

দহ মাহৰ অন্তত ৰাণী শীলৱতীৰ এটি পুত্ৰ সন্তান লাভ হ'ল। ইন্দ্ৰই দিয়া কুশ বনৰ নাম অনুসৰি সন্তানৰ নাম ৰখা হ'ল কুশ। কুশ ডাঙৰ হৈ আহিল। লৰি-চৰি ফুৰিব পৰা হোৱাত ৰাণীয়ে দুনাই গৰ্ভধাৰণ কৰিলে। যথাসময়ত তেওঁৰ আৰু এটি পুত্ৰ সন্তান লাভ হ'ল। এই সন্তানৰ নাম ৰখা হ'ল জয়ম্পতি। দুয়োটি সন্তান লাহে লাহে বাঢ়ি আহিল। কুশ মহাজ্ঞানী হ'ল আৰু পূৰ্ব জন্মৰ জ্ঞানৰ বলত তেওঁ সকলো বিদ্যাত পৈণত হৈ উঠিল।

ৰবপুত্ৰ কুশ কোঁৱৰৰ ষোল বছৰ বয়স হোৱাত ৰজাই তেওঁক বিয়া কৰাই দি ৰাজপাটিত বহুৱাবলৈ মনস্থ কৰিলে। বিয়াৰ বিষয়ে পুতেকৰ মন বুজি ল'বলৈ ৰজাই ৰাণীক উপদেশ দিলে। ৰাণীয়ে কোঁৱৰক সুধিলত কোঁৱৰে ক'লে যে পিতৃ-মাতৃ জীয়াই থকালৈকে তেওঁ পুত্ৰৰ কৰ্তব্য কৰি তেওঁলোকৰ পৰিচৰ্যা কৰিব ; তেওঁলোক স্বৰ্গী হ'লে তেওঁ প্ৰবজ্যা গ্ৰহণ কৰি পৰিব্ৰাজক হ'ব ; বিয়া নকৰায়।

ৰজা-ৰাণী হতাশ হ'ল, তথাপি আশা নেৰিলে। মানুহ পঠিয়াই বাৰে বাৰে কোঁৱৰক তেওঁলোকে বিয়াৰ বাবে কোৱাবলৈ ধৰিলে। শেষত কোঁৱৰে ভাবিলে পিতৃ-মাতৃৰ অবাধ্য হোৱাটো ঠিক নহয়। তেওঁ তেতিয়া ৰাজ্যৰ শ্ৰেষ্ঠ সোণাৰিসকলক আনি সোণৰ নাৰী-মূৰ্তি এটা সাজিবলৈ দিলে। সেই মূৰ্তি আটক ধুনীয়া হ'ব লাগিব। তেওঁ নিজেও ইতিমধ্যে নিজ হাতেৰে এটা মূৰ্তি সাজিলে আৰু সেইটো তেওঁৰ শোৱা কোঠাত বিছনাৰ ওচৰত থিয় কৰি থ'লে। মুখ্য সোণাৰিজনে নিৰ্দিষ্ট দিনত সোণৰ নাৰী-মূৰ্তিটো নি কোঁৱৰৰ হাতত দিলে। কোঁৱৰে অসন্তুষ্ট হৈ ক'লে— "সিমান ভাল নহ'ল ; তুমি যাৰু মোৰ শোৱা কোঠালিৰ সোণৰ মূৰ্তিটো আনা।" কোঁৱৰে বুদ্ধি কৰি তেওঁ সজা মূৰ্তিটোৰ গাত মেখেলা-চাদৰ পিন্ধাই মুখখন মাত্ৰ দেখাকৈ ৰাখিছিল। সোণাৰিয়ে সেই মূৰ্তিকে কোনোবা ৰূপহী ৰমণী বুলি ভাবি উভতি আহি কোঁৱৰক ক'লে, "দেৱ, আপোনাৰ শয়ন কক্ষত এজনী বৰ ৰূপৱতী গাভৰু আছে। তেওঁৰ ওচৰলৈ মই নগ'লোঁ। নামাতিলোঁও। তেওঁনো কোন?" কোঁৱৰে হাঁহিলে আৰু ক'লে— "সেইটোৱেই মই সজা মূৰ্তি, মানুহ নহয়, সাহ কৰি আনিলেই বুজিবা।" সোণাৰিয়ে এই বাৰ মূৰ্তিটো আনিলে। কোঁৱৰে ক'লে— "এই মূৰ্তিৰ তুল্য ধুনীয়া কুঁৱৰী পালে মই বিয়া কৰাম।" সোণাৰিয়ে ক'লে, "মূৰ্তিটো সঁচাকৈয়ে বিতোপন।"

ৰজাই মহাযত্নেৰে মূৰ্তিটো দেশে-বিদেশে পঠাই তেনেকুৱা ধুনীয়া নিপোটল ছোৱালী ক'ত পোৱা যায় বিচৰালে, কিন্তু ক'তো নাপালে। শেষত কন্যা অন্বেষণকাৰী দলটোৱে গৈ গৈ মদ্ৰ ৰাজ্যৰ ৰাজধানী শাকল নগৰত উপস্থিত হ'ল। মদ্ৰৰজাৰ সাতোটি দেৱকন্যা সদৃশ ৰূপৱতী কন্যা আছিল। ডাঙৰজনীৰ নাম প্ৰভাৱতী। তেওঁৰ গাৰপৰা উষাৰ সূৰ্যৰ জেউতি ওলোৱাৰ দৰে জেউতি বা প্ৰভা ওলাইছিল বুলিয়ে

তেওঁৰ নাম আছিল প্ৰভাৱতী। প্ৰভাৱতীৰ এজনী কুঁজী বান্দী আছিল। তাই প্ৰভাৱতীক গা ধুৱাই দিছিল। সেইদিনা ৰজাৰ মানুহবোৰ গৈ সোণৰ মূৰ্তিটো নদীৰ পাৰত ৰাখি খন্তেক জিৰণি লৈছিল। এনে সময়তে প্ৰভাৱতীক গা ধুৱাবৰ কাৰণে সিদিনা পানী আনিবলৈ আঠজনী তিৰোতা কাষত কলহ লৈ নদীলৈ গৈছিল। কুঁজী বুঢ়ীও সিহঁতৰ লগত গৈছিল। নদীৰ ঘাটত থকা সোণৰ মূৰ্তিটো দেখি কুঁজীয়ে ভাবিলে প্ৰভাৱতীয়ে দুষ্টালি কৰি আগতে আহি নদীৰ পাৰ পালেহি। প্ৰভাৱতীৰ দায়িত্ব কুঁজীৰ গাত আছিল বাবে কুঁজীৰ বিপৰীত খং উঠিল। তাই ক'লে— "বেটী, তই সকলোৰে কলঙ্ক আনিলি। আমাক পানী আনিবলৈ পঠাই ইয়াত আগতে থিয় হৈ আছহি!"— এইবুলি প্ৰতিমাৰ গালত চৰ বহুৱালে। চৰ মাৰি দি বুঢ়ীয়ে বুজিলে যে সেইটো প্ৰতিমাহে প্ৰভাৱতী নহয়। ওচৰত থকা ৰাজদূতসকল কাৰ্য দেখি অবাক হ'ল।

কুঁজী বুঢ়ীৰপৰাই আচল কথাৰ সন্ধেদ পোৱা যাব বুলি ভাবি ৰজাৰ ৰাজদূতসকলে সন্ধ্যাসময়ত তাইক লগ ধৰিলে। কুঁজীয়ে প্ৰভাৱতীৰ ৰূপৰ বৰ্ণনা দি ক'লে, "মই আজিলৈকে প্ৰভাৱতীৰ সমান ৰূপৱতী ছোৱালী এজনী ক'তো দেখা নাই। তাই ঠিক সোণৰ সেই প্ৰতিমাটোৰ দৰেই।" ৰজাৰ দূতসকলে তেতিয়া সাহ কৰি মদ্ৰৰজাৰ ৰাজসভালৈ গ'ল আৰু ইক্ষাকু ৰজাৰ কুশ কুমাৰৰ কাৰণে প্ৰভাৱতীক বিয়া দিবলৈ ধৰিলে। মদ্ৰ ৰজাই ৰজা ইক্ষাকুৰ নাম-গৌৰৱৰ কথা আগৰেপৰা শুনি আছিল। বিয়াৰ প্ৰস্তাৱটো পাই তেওঁ সেইবাবে আনন্দ পালে। ৰাজদূতসকলে পণ হিচাপে সোণৰ মূৰ্তিটোকেই আগ বঢ়ালে। মদ্ৰৰজাই বিয়াৰ প্ৰস্তাৱ সাদৰে গ্ৰহণ কৰিলে। ৰাজদূতসকলো উভতি গ'ল আৰু ইক্ষাকু ৰজাক এই বাতৰি দিলেগৈ।

মহাৰাজ ইক্ষাকু আৰু ৰাণী শীলৱতীও মদ্ৰৰজাৰ কন্যা প্ৰভাৱতীক চাবলৈ আহিল আৰু প্ৰভাৱতীৰ ৰূপ দেখি মনত অপাৰ আনন্দ লভিলে। ৰাণী শীলৱতীয়ে তেতিয়া গোপনে স্বামী ইক্ষাকু ৰজাৰ লগত কিবা এটা কথা আলচ কৰি উঠি মদ্ৰৰজাক ক'লে— "মহাৰাজ আমি ছোৱালী বৰ ভাল পাইছোঁ। আমাৰ বৰপুত্ৰ কুশ কোঁৱৰৰ লগত তেওঁৰ বিয়া হ'লে পাভ-যোৱা হ'ব কিন্তু সেইটো নিৰ্ভৰ কৰিছে আপোনাৰ এটি কথাৰ ওপৰত।" "কি কথা?" মদ্ৰৰজাই সুধিলে।

—"কথা হ'ল আমাৰ পূৰ্বৰপৰা চলি অহা কুলপ্ৰথা মতে কন্যাই এটি সন্তানৰ মাক নোহোৱালৈকে স্বামীৰ মুখ দিনৰ পোহৰত বা চাকিৰ পোহৰত চাব নোৱাৰে। সেই সৰ্তত জানো আপুনি ছোৱালী দিবলৈ প্ৰস্তুত?"

পিতাক মদ্ৰৰজাই প্ৰভাৱতীৰ ওচৰলৈ গৈ ক'লে— "আই, আমাৰ ইচ্ছা যে তোমাক সুপাত্ৰ ইক্ষাকু-নন্দন কুশ কুমাৰত বিয়া দিওঁ। পিছে তেওঁলোকৰ বোলে কুলপ্ৰথা এটা আছে এইযে বিয়াৰ পাছত কইনাই এটি সন্তান নোপোজালৈকে জুইৰ পোহৰ বা দিনৰ পোহৰত স্বামীৰ মুখ পোনে পোনে চাব নাপায়। কিবা হয়তো কাৰবাৰ শাওপাত আছে। তুমি পিছে সেই চৰ্তত বিয়াত বহিবা জানো?" প্ৰভাৱতীয়ে ক'লে— "পিতা, তোমালোকৰ ভালেই মোৰ ভাল। চৰুক সুধি চাউল বহুৱাব নাপায়।" যথাসময়ত বিয়াখন হৈ গ'ল। প্ৰভাৱতী কুশৱতী নগৰলৈ গ'ল।

ৰজা ইক্ষ্বাকুৰে বিয়াৰ পাছত কুশকোঁৱৰৰ অভিষেক পাতিলে। কুশকোঁৱৰ ৰজা হ'ল ; কিন্তু তেওঁ হ'লে দিনত নাইবা চাকিৰ পোহৰত কোনো দিনে ৰাণীৰ ৰূপ-মাধুৰী পান কৰিবলৈ নাপালে। ইফালে ৰাণী প্ৰভাৱতীয়ো কোনো দিন স্বামীৰ মুখশ্ৰী দৰ্শনৰ সৌভাগ্য নঘটিল। বেলি ওলোৱাৰ পূৰ্বে শয্যা ত্যাগ কৰি কুশৰাজে বাহিৰত ৰাজকাৰ্য চলায় আৰু ৰাতিৰ আন্ধাৰৰ ছেগ লৈহে শয্যা লয়হি। এইদৰে কিছু কাল গ'ল।

কুশ ৰজাৰ প্ৰবল ইচ্ছা হ'ল যে তেওঁ পত্নী প্ৰভাৱতীৰ ৰূপ-লাৱণ্য দিনত এবাৰ হেঁপাহ পলুৱাই চাই লয়। মাকক এই অভিলাষৰ কথা জনোৱাত মাকে ক'লে— "বাছা, তুমি এই অভিলাষ পৰিত্যাগ কৰা। পুত্ৰ এটাৰ মুখ নেদেখা পৰ্যন্ত তুমি প্ৰভাৱতীৰ ৰূপ চাব নালাগে।" ৰজাই মাকৰ কথাৰ একো অৰ্থ নুবুজি সদায় দুনাই দুনাই একেটা কথাকে কৈ মাকক আমনি কৰিবলৈ ধৰিলে। মাকেও অগত্যা এবাৰ নোৱাৰি এদিন ক'লে— "বাৰু বাছা, ইমানেই যেতিয়া তোমাৰ ইচ্ছা হৈছে তুমি এটা কৌশলেৰে চাব পাৰিবা। তুমি আজিয়ে হাতীশালত মাউতৰ বেশ ধৰি হাতীৰ পিঠিত বহি ৰৈ থাকিবা। মই প্ৰভাৱতীক হাতীশাললৈ ভুলাই নিম। তেতিয়া কিমান চোৱা চাবা। কিন্তু ভুলতেও নিজৰ পৰিচয় নিদিবা।" ৰজা কুশ মান্তি হ'ল।

ৰাজমাতাই সেইদিনা প্ৰভাৱতীক ক'লে— "আমি আজি হাতীশাললৈ হস্তীমঙ্গলোৎসৱ চাবলৈ যাওঁহঁক ব'লা।" প্ৰভাৱতী ওলাল। দুয়ো গৈ হাতীশাল পালে, ৰাজমাতা আগত ৰাণী প্ৰভাৱতী পাছত। ওচৰ পোৱাত ৰজাই প্ৰভাৱতীৰ ৰূপ দেখি ব্যাকুল হৈ ছট্‌ফটাবলৈ ধৰিলে। তেওঁ অন্য একো কৰিব নোৱাৰি হাতীৰ পিঠিতে ডাঙৰকৈ এটা চাপৰ মাৰি দিলে। প্ৰভাৱতীয়ে মাউতৰ এনে ময়মতালি আৰু দুঃসাহস দেখি ক'লে— "ৰজাক কৈ তোৰ মই হাত কটাম ৰ'বি।" ৰাজমাতাই বহুত বুজাই-বঢ়াই কোৱাত ৰাণীয়ে ৰজাৰ আগত এই বিষয়ে গোচৰ নিদিলে।

আন এদিন কি ঘটিল? ৰাণী প্ৰভাৱতীৰ মনত স্বামী কুশৰাজৰ লগত দিনৰ পোহৰত সাক্ষাৎ হ'বলৈ প্ৰবল হেঁপাহ উপজিল। তেওঁ তাৰ বাবে ৰাজমাতাক বাৰে বাৰে ক'বলৈ ধৰিলে। বোৱাৰীয়েকৰ অনুৰোধ এবাৰ নোৱাৰি ৰাজমাতাই ক'লে— "বাৰু কালিলৈ ৰাজভৱনৰ সন্মুখেদি ৰজা হাতীত উঠি যাব। তেতিয়া তুমি স্বৰ্ণপৰা খিৰিকী খুলি ইচ্ছামতে তেওঁক চাবা।" ইফালে বুদ্ধিৰে তেওঁ সজাই পৰাই জয়ম্পতি কুমাৰক হাতীৰ ওপৰত তুলি নগৰ পৰিভ্ৰমণ কৰাবলৈ স্থিৰ কৰিলে। জয়ম্পতি কুমাৰৰ পাছত বহিল কুশৰাজ। ৰাণীয়ে জয়ম্পতি কুমাৰকে ৰজা বুলি চালে আৰু কুমাৰৰ ৰূপ দেখি নিজৰ জীৱন যৌৱন সাৰ্থক হোৱা বুলি ভাবিলে।

ইফালে কুশৰাজেও দ্বিতীয় দিনৰ কাৰণে ৰাণী প্ৰভাৱতীৰ অনিন্দ্য-সুন্দৰ মুখখন দিনৰ পোহৰত হেঁপাহ পলুৱাই চালে। অকল সেয়ে নহয় পত্নীৰ ৰূপ দেখি আনন্দত অধীৰ হৈ তেওঁ হাত-ভৰি লৰাই ছট্‌ফটাই অলপ অসংভাৱে হ'লেও মনৰ আনন্দ প্ৰকাশ নকৰি নোৱাৰিলে। হাতীবোৰ গুচি যোৱাত ৰাজমাতাই ৰাণীক

সুধিলে— "আই, ৰজাক দেখিলানে?" ৰাণীয়ে ক'লে, "মা, দেখিলোঁ, পিছে, ৰজাৰ পাছত বহাজন কোন আছিল? সি বৰ অশিষ্ট। সি মোক দেখি এনেকুৱাহে অঙ্গীভঙ্গী দেখুৱাইছিল— যেন সি আগতে মইকী মানুহ কোনো দিন দেখাই নাই!" ৰাজমাতাই ক'লে— "আই, সি ৰজাৰ দেহ ৰক্ষক। ৰজাৰ দেহ-ৰক্ষকজন তজ্‌বজীয়া লোক হ'ব লাগে। সেইটো নিয়মেই।"

ৰাজমাতাৰ কথা প্ৰভাৱতীয়ে শুনিলে যদিও তেওঁৰ কিন্তু মনত খু-দুবনি বৈ গ'ল। তেওঁৰ সন্দেহ হ'ল— তেবেঁহে জানোচা কুশৰাজ। কুশৰাজ নিশ্চয় কুৰূপ হ'ব লাগিব, এজ্ঞাৰত বীৰত্ব দেখুৱা বীৰজনে পোহৰত দেখা দিবলৈ ভয় কৰাৰ কি কাৰণ থাকিব পাৰে? এইদৰে ভাবি থাকি তেওঁ কুঁজী বান্দীক গোপনে সুধিলেগৈ—"কুঁজী, তই জাননে কোনজন ৰজা? হাতীৰ পিঠিত বহাদুজনৰ আগত ব্ৰহাজন নে পাছত বহাজন?" কুঁজীয়ে ক'লে— "মোৰ কুঁজটো নথকা হ'লে মই ক'ব পাৰিলোহেঁতেন, কুঁজটো থকা কাৰণে মই আকৌ হাতীৰ পিঠিলৈ চাম কেনেকৈ? পিছে এটা কথা হাতীৰ পিঠিৰপৰা আগে নমাজনেই ৰজা হ'ব—তাৰ বাবে অন্য প্ৰমাণ নালাগে।" ৰাণীয়ে তেতিয়া ক'লে— "তই তেনেহ'লে বেগতে গৈ হাতী য'ত ৰাখিব তাত থিয় হৈ থাকগৈ প্ৰথমে কোনজন নামে ক'বিহি।"

হাতী যথাস্থানত ৰ'লহি। বৈঠ্ পৰাত পোনতে কুশৰাজ সাউৎ কৰে নামিল। তেওঁ কুঁজী বুঢ়ীক একান্ত মনে চাই থকা দেখি অলপ সন্দেহ কৰিলে আৰু কুঁজীক মাতি আনি সুধিলে— "বুঢ়ী মোৰ ফালে তুমি ইমান আগ্ৰহেৰে চাইছিলা কিয়?" বুঢ়ীয়ে ক'লে— "এনেয়ে চাইছিলোঁ, হাতীৰপৰানো ৰজা কেনেকৈ নামে চাইছিলোঁ।" কুশৰাজে ক'লে— "পিছে এটা কথা, ৰাণীয়ে যদি তোমাক সোধে— হাতীৰপৰা কোন আগে নামিছিল— তেনেহ'লে তুমি ক'বা হাতীৰ সম্মুখত মাউতৰ পাছত বহাজনেই আগে নামিছিল তাকে নকৰিলে কিন্তু নিশ্চয় মোৰ হাতত কটা যাবি।" কুঁজী ভয়ত মান্তি হ'ল। তেওঁ ৰাণীক সেইদৰেই ক'লেগৈ। প্ৰভাৱতীয়ে বিশ্বাস কৰিলে।

অন্য এদিনৰ কথা। ৰজাই মাকক ক'লে— "মা, তিনিবাৰেহে নিবাৰ, গতিকে মই তৃতীয় বাৰৰ কাৰণে ৰাণী প্ৰভাৱতীৰ ৰূপটো পোহৰত চাই ল'ব খোজোঁ— এটা সুযোগ দিয়ক।" মাকে ক'লে, "বাৰু তেনেহ'লে আজি দুপৰীয়া তুমি উদ্যানত লুকাই থাকিবা—মই ৰাণীক তালৈ পঠিয়াম।" ৰজাই ভাবিলে গছত উঠি থাকিলে হয়তো কেনেবাকৈ ধৰা পৰিব পাৰোঁ। আকৌ গছৰ আঁৰত লুকাই থকাটোও তেনেই নিৰাপদ নহয়। গতিকে তেওঁ বিলৰ পানীত ডিঙিলৈকে বুৰ গৈ থাকি পদুমৰ ঘন পাতৰ মাজত মুখখন আঁৰ কৰি ৰাখি ৰাণীৰ ৰূপ-মদিৰা পান কৰিবলৈ স্থিৰ কৰিলে। সেই মতেই কাম হ'ল।

দিনটো গৰম আছিল। ৰাণী প্ৰভাৱতী লগৰীয়াসকলৰ লগত বিলৰ পাৰৰ ফুলনিলৈ ফুৰিবলৈ গ'ল। পিছে, বিলত জকমকাই ফুলি থকা পদুম ফুলবোৰ দেখি

আৰু দিনটোও বৰ গৰম পাই ৰাণীয়ে বিলৰ চেঁচা পানীত নামি গা ধুবলৈ ইচ্ছা প্ৰকাশ কৰিলে। ইচ্ছা কৰাই নহয়, তেওঁ পানীত নামি নিজ হাতেৰে পদুম ফুল ছিঙিবলৈয়ে আৰম্ভ কৰিলেগৈ। ইটোৰ পাছত সিটোকৈ পদুম ফুল ছিঙি ছিঙি গৈ তেওঁ কুশৰজাৰ ওচৰ পোৱাত কুশৰাজো স্থিৰে থাকিব নোৱাৰিলে। তেওঁ পদুমৰ পাতৰ তলেদি হাত ভৰাই দি ৰাণী প্ৰভাৱতীৰ হাতত জোৰেৰে ধৰিলে। দুয়োৰো জোঁটা-পোটা লাগিল। জোঁটা-পোটা কৰোঁতে কুশৰজাক ৰাণীয়ে দেখিলে। তেওঁ কোনোমতে কুশৰজাৰ হাতৰপৰা এৰাই আহি পাৰত মূৰ্চ্ছা গ'ল আৰু প্ৰলাপ বকি ক'বলৈ ধৰিলে— "মোক বিলৰ যক্ষই ধৰিলে— মোক যক্ষই পালে।" বহুত যত্ন কৰাত বহুত সময়ৰ পাছত ৰাণীৰ গাত সংজ্ঞা আহিল।

ৰাণীয়ে ভাবিবলৈ ধৰিলে— তেন্তে লুকাই থকা এই কুৎসিত মানুহটোৱেই কুশৰজা। হাতীৰ পিঠিতো মই তেওঁকে দেখিছিলোঁ। তেওঁ মোক দেখা দিবলৈও ভয় কৰে। এনে ভয়াতুৰ কদাকাৰ পুৰুষ এজনৰ লগত থকাতকৈ আই-বোপাইৰ ঘৰলৈ গুচি যোৱাই ভাল। এনেকৈ চিন্তা কৰি যান-বাহন সজাই লৈ তেওঁ মাক-বাপেকৰ ঘৰলৈ এদিন গুচি গ'ল। কুশৰাজেও বাধা নিদিলে— কাৰণ বাধা দি ৰাখিলে কি লাভ হ'ব? অশান্তিহে বাঢ়িব।

ৰাণী প্ৰভাৱতী যোৱাত কুশৰাজ তেনেই মুজুৰা পৰিল। তেওঁ প্ৰভাৱতীৰ ওচৰলৈ নগৈ থাকিব নোৱাৰি মাকক এদিন ক'লে— "আই, মোক প্ৰভাৱতীক আনি দিয়া, নহ'লে মোকেই যাবলৈ দিয়া। মই তেওঁক আনিব পাৰিম।" মাকে যাবলৈ অনুমতি দিলে কিন্তু ক'লে— "বাছা, যোৱা কিন্তু চাবা যাতে ৰমণীৰ মায়াত নপৰা।"

কুশৰাজে গৈ মদ্ৰৰাজৰ ৰাজধানীত প্ৰবেশ কৰিয়ে ৰাণী প্ৰভাৱতীৰ কাষলৈ কেনেকৈ যায় তাকে চিন্তা কৰিবলৈ ধৰিলে। এদিন তেওঁ গায়ক হৈ গৈ ৰাজসভাত আৰু ৰাজভৱনত গীত গাই গাই ঘূৰি ফুৰিলে। অন্য এদিন বীণ বজাই সকলোকে মুগ্ধ কৰিলে। ইমানতো একো ফল নধৰিলে। প্ৰভাৱতীক তেওঁ দেখা নাপালে। অন্য এদিন কিছুমান ধুনীয়া পাত্ৰ সাজি তাৰে এটাত কুঁজী আৰু ৰাণী প্ৰভাৱতীৰ ছবি আঁকি ৰাজসভাত দেখুৱালে। ছবি দুটা দেখি মদ্ৰৰাজে প্ৰভাৱতীলৈ পাত্ৰটো দি পঠালে। প্ৰভাৱতীয়ে তৎক্ষণাৎ বুজিলে যে ই কুশৰাজত বাহিৰে আন কাৰো কাম নহয়। আনে দেখি ছবি দুটা বৰ বঢ়িয়া হোৱা বুলিলে— প্ৰভাৱতীয়ে কিন্তু মুখখন অলপ বিকটাইহে দি বিতৃষ্ণাৰ ভাব দেখুৱালে। সেই ছবি যেন একো ছবিয়েই হোৱা নাই।— তাতো ইঙ্গিত ফল নধৰিলে।

অন্য এদিন কুশৰাজে বহুত তাল-পাতৰ বিচনী তৈয়াৰ কৰি তাৰে এখনত ৰাণী প্ৰভাৱতী আৰু কুশৰাজৰ ছবি বিতোপন কাৰুকাৰ্য্যেৰে আঁকিলে। বিচনীখন ৰাজসভালৈ পঠোৱাত ৰজাই সেইখন বহু ধন দি কিনিলে আৰু প্ৰভাৱতীৰ ওচৰলৈ পঠিয়াই দিলে। অন্তঃপুৰৰ সকলো লোকে বিচনীখনৰ কাৰুকাৰ্য্য পুনঃ পুনঃ বখানিলে আৰু বিচনীখন লাৰিচাৰি চালে। প্ৰভাৱতীয়ে কিন্তু তালৈ ভ্ৰূক্ষেপকে নকৰিলে আৰু

তাক নেদেখা ভাও জুৰি থাকিল। তাৰ কাৰণ বিচনীখনত কি আঁকা আছে আৰু কোনে আঁকিছে তেওঁ ভালকৈ জানে।

এনেবোৰ বুদ্ধিৰেও কাৰ্যসিদ্ধি নোহোৱা দেখি কুশৰাজে সেইবোৰ এৰি এইবাৰ ৰজাৰ ৰান্ধনিৰ ওচৰ চাপিল আৰু ৰান্ধনিক কোনোমতে হাত কৰি লৈ তেওঁৰ লগতে থাকিবলৈ ল'লে। এদিন কুশৰাজে মঙহৰ আঞ্জাখন নিজে ৰান্ধি ৰজালৈ পঠালে, বাকীবোৰ আঞ্জা পুৰণি ৰান্ধনিয়ে ৰান্ধিলে। অতি সুস্বাদু আৰু গোন্ধত আমোলমোলাই থকা মঙহৰ তৰকাৰীখন ৰজাই টকালি পাৰি খালে আৰু সেইখন কোনে ৰান্ধিছে সুধিলে। সুপকাৰে প্ৰকৃত কথা ক'লে। ৰজাই ন-ৰান্ধনিজনক তেতিয়া জীয়েক প্ৰভাৱতীৰ ৰান্ধনি পাতিলে। যি হওক কুশৰাজৰ অভিলাষ এতিয়া কিছুপৰিমাণে পূৰ্ণ হ'ল। তেওঁৰ ৰান্ধনি থাকি হ'লেও প্ৰভাৱতীৰ ওচৰ চাপিল আৰু তেওঁৰ দৰ্শন লাভৰ সুযোগ লভিলে।

প্ৰভাৱতীয়ে কিন্তু কুশৰাজক অকণো আদৰ বা মৰম নেদেখুৱালে। কুশৰাজক ৰান্ধনি স্বৰূপে পাই তেওঁ যে অলপো আনন্দ পোৱা নাই তাকে দেখুৱাবলৈ তেওঁ দুদিনমান ৰান্ধনিৰ হাতে ভাত নাখাই কুঁজীৰ হতুৱাই ৰন্ধাই খালে। অন্য এদিন আনে নেদেখাত অন্য কিবা কথাৰ চেলু লৈ কুশৰাজক ভালকৈয়ে এজাউৰি গালি দিলে। ইমানতো কুশৰাজে সেই ঠাই নেৰিলে।

কুশৰাজে এদিন ভাবিলে তেওঁ প্ৰভাৱতীক ইমান ভাল পায় অথচ প্ৰভাৱতীয়ে তেওঁক চকুৰ কোণেৰেও দেখিব নোৱাৰে। ই জানো সম্ভৱ হ'ব পাৰে? সঁচাকৈয়ে প্ৰভাৱতীৰ তেওঁৰ প্ৰতি মৰম আছে নে নাই পৰীক্ষা কৰিবৰ কাৰণে তেওঁ এটা বুদ্ধি কৰিলে। এদিন বহুত বাচন-বৰ্তন একেলগে লৈ কেঁকো-জেকোকৈ ৰান্ধনি-ঘৰলৈ যাওঁতে প্ৰভাৱতীয়ে দেখাকৈ তেওঁ বাটতে বেয়াকৈ পৰি গ'ল। ওচৰত আৰু আন কোনো নাছিল। নিতত হৈ পৰি থকা কুশৰাজক প্ৰভাৱতীয়ে আলফুলকৈ ধৰি তুলি পৰিচৰ্য্যা কৰিলে। তাতে ছেগ বুজি কুশৰাজে তেওঁক মুখে-গায় থু-থুৱাই দিলে। প্ৰভাৱতীয়ে তেতিয়া কুশৰাজৰ টেঙৰালিৰ ভু পাই তেওঁক নানা প্ৰকাৰে গালি পাৰি পুনঃ অন্তঃপুৰলৈ গুচি গ'ল। তাৰ পিছত এদিন তেওঁ কুশৰাজক শুনাই শুনাই গুণগুণাই গালে—

দৈৱজ্ঞ সবৰ বাণী যদি সত্য হয়,
কুশ তুমি পতি মোৰ নহ'বা নিশ্চয়।
শতধা বিদীৰ্ণ যদি মোৰ দেহো হয়,
তথাপি পতিত্ব মোৰ নাপাবা নিশ্চয়।

কুশৰাজে প্ৰভাৱতীৰ কথাৰ উত্তৰ নিদিয়াকৈ থাকিব নোৱাৰিলে। তেওঁ উত্তৰত গালে—

দৈৱজ্ঞৰ হস্তে ময়ো পালোঁ এই বাণী ;
মই যদি ৰজা হওঁ, তুমি হ'বা ৰাণী।

কেতিয়াও তাৰ একো নহ'ব অন্যথা,
শুনা ৰাণী এয়ে মোৰ পূৰ্বাপৰ কথা।

কথাত বলে নোৱাৰি প্ৰভাৱতীয়ে দুৱাৰ জপাই ভিতৰত থাকিল। তেওঁ কুশৰাজক দৰ্শন দিবলৈ এৰিলে। তাতে কুশৰাজ কিঞ্চিৎ হতাশ হ'ল।

দেৱৰাজ ইন্দ্ৰই কুশৰাজৰ মনৰ ভাব বুজিব পাৰিলে। তেওঁ তেতিয়া মদ্ৰৰজাৰ আশে-পাশে থকা সাতজন পৰাক্ৰমী ৰজালৈ মদ্ৰৰজাই পঠোৱা হিচাপে ৰাজদূত পঠিয়াই খবৰ দিলে যে প্ৰভাৱতীয়ে কুশৰজাৰ সঙ্গ ত্যাগ কৰি আহিছে আৰু তেওঁক তেওঁ আহি গ্ৰহণ কৰিব পাৰে। সাতোজন ৰজাৰ প্ৰত্যেককে পৃথকে পৃথকে এই খবৰ দিয়া হ'ল। মন্ত্ৰী-বিষয়া আৰু অনুচৰসকলক লৈ সাতোজন ৰজা মদ্ৰৰাজৰ দুৱাৰত উপস্থিত হ'লহি। মদ্ৰৰাজ হতভম্ব হ'ল আৰু তেওঁলোকক ইতিকিং কৰিলে। মদ্ৰৰাজৰ এনে অশিষ্ট ব্যৱহাৰত ৰজাসকল ক্ষুণ্ণ হ'ল আৰু সকলোৱে মদ্ৰৰাজৰ বিৰুদ্ধে যুঁজিবলৈ স্থিৰ কৰিলে।

মদ্ৰৰজাই ভাবিলে— মই এতিয়া এওঁলোকৰ যেই সেই এজনক সন্তুষ্ট কৰিবলৈ প্ৰভাৱতীক দিব পাৰোঁ, কিন্তু তাকে কৰিলেও তো বাকী ছজনে যুঁজিব। গতিকে দেখা যায় প্ৰভাৱতীয়ে হ'ল মোৰ কাল। আজি তাইকেই কাটি খণ্ড খণ্ড কৰি আটাইকেইজনকে বিলাই দি লেঠা মাৰিম। অকল ভাবিয়ে নাথাকিল, তেওঁ এই কথা প্ৰকাশো কৰিলে। লগতে ক'লে— "এনে মহা সঙ্কটৰ সময়ত মোৰ কুশৰাজ জোঁৱাই থকা হ'লে তেওঁ মোক পৰিত্ৰাণ কৰিব পাৰিলেহেঁতেন, আনে কোনে কৰিব?"

ৰজাৰ প্ৰতিজ্ঞা আৰু খেদ কৰি কোৱা কথা গৈ প্ৰভাৱতীৰ কাণতো পৰিল। সাত ভনীয়েকক লগত লৈ তেওঁ মাকৰ ওচৰ পালেগৈ। এনেতে ৰাজ আদেশ আহিল খণ্ড-বিখণ্ড কৰিবৰ কাৰণে প্ৰভাৱতীক ৰাজসভালৈ নিব লাগে।

মদ্ৰৰাণীয়ে কান্দি কান্দি ক'লে— "হায় আজি মোৰ মহা বিক্ৰমশালী জোঁৱাই কুশৰাজ থকা হ'লে এনে হ'বলৈ পালেহেঁতেন নে? কোনো শত্ৰুৱে আমাৰ কাষ চাপিবলৈয়ে সাহ নাপালেহেঁতেন, কিন্তু ৰূপ-যৌৱনৰ গৰ্বত মইমতীয়া ছোৱালীয়ে আজি মোৰ সৰ্বনাশ আনিলে। হায়! কুশৰাজক যদি মই এই মুহূৰ্তত এখন্তেক দেখিবলৈ পালোঁহেঁতেন!"

মাকৰ এনে কথাত প্ৰভাৱতীৰ অন্তৰ পমি গ'ল। তেওঁ ভাবিলে— অন্ততঃ আজিৰ এই শেষ মুহূৰ্তত মই মোৰ পিতৃ-মাতৃক কুশৰাজৰ লগত চিনাকি কৰি দিয়া উচিত হ'ব। ইয়াকে ভাবি মাকক হাতত ধৰি নি তেওঁ ক'লে— "মা, মোৰ ৰান্ধনি হৈ থকা এৱেঁই মহা বিক্ৰমশালী কুশৰাজ।" এইবুলি প্ৰভাৱতীয়ে কুশৰ ভৰিত সেৱা কৰি ক'লে— "আৰ্য্য, আজি সাত মাহে মই আপোনাক যি কষ্ট দিলোঁ তাৰ বাবে মোক আজি আপুনি আপোনাৰ দাসী বুলি ভাবি ক্ষমা কৰক। মই আৰু জীৱনত আপোনাৰ অবাধ্য নহওঁ—

"কৰিছোঁ প্ৰতিজ্ঞা সত্য দয়া কৰি হে ৰাজন
কৰক শ্ৰৱণ,
তোমাৰ অপ্ৰিয় কাম নকৰিম জীৱনত
মই কদাচন।"

উত্তৰত কুশৰাজে ক'লে— "প্ৰিয়ে, তোমাক ভাল পাওঁ কাৰণেই মই ইমান নিৰ্য্যাতন সহিলোঁ। তিৰস্কাৰকো পুৰস্কাৰ বুলি ললোঁ। তোমাক মই এৰিম কেনেকৈ? তুমি মোৰ!"

এনে কথোপকথনৰ পাছত কুশৰাজৰ লগত মদ্ৰৰাজৰো সাক্ষাৎ হ'ল। কুশৰাজে দাড়ি-গোঁফ খুৰাই গা-পা ধুই উঠি ভোজন সমাপ্ত কৰিলে আৰু যোদ্ধাৰ সাজ-পাৰ পিন্ধি ল'লে। ইতিমধ্যে তেওঁ নিজ ৰাজ্য মল্ল দেশলৈ সৈন্য-সামন্ত পঠাবলৈ নিৰ্দেশ পঠাইছিল। সিবিলাকো আহি পালে। যুদ্ধ আৰম্ভ হ'ল। কুশৰাজে সেই যুঁজত শত্ৰু পক্ষৰ ৰজাসকলক বন্দী কৰিলে। ৰজাসকলে কুশৰাজৰ ওচৰত আঁঠু লৈ ক্ষমা খুজিলে। তেতিয়া কুশৰাজে বন্দী ৰজাসকলক নি মদ্ৰৰাজৰ হাতত শোধাই দিলে। মদ্ৰৰাজে সকলোকে মুক্তি দি তেওঁলোকৰ লগত সন্ধি কৰিলে।

তাৰ পিছত কুশৰাজে ইন্দ্ৰই দিয়া বিৰোচন মণি ডিঙিত পিন্ধি ল'লে। মণিৰ প্ৰভাৱত তেওঁৰ দেহৰ বৰণ উজ্জ্বল আৰু গৌৰ হৈ পৰিল। ৰাণী প্ৰভাৱতী তেওঁৰ ওচৰতে থিয় হ'ল। দুয়োকো তেতিয়া সাক্ষাৎ ইন্দ্ৰ-শচী যেন দেখা গ'ল। দুয়ো এখন সুন্দৰকৈ সজোৱা ৰথত উঠি মহা সমাৰোহেৰে সসৈন্যে ৰাজধানী কুশৱতী নগৰলৈ উভতি গ'ল।

# যৎ ভবেৎ তৎ ভবিষ্যতি

এটা মালীৰ দুজনী তিৰোতা আছিল, নাম—পদ্মিনী আৰু পদ্মলোচনী। দুয়ো ফুল তুলি নি মালা গাঁথে আৰু মালীয়ে সেই মালা বজাৰু দিয়েগৈ। নিতৌ সেই কাম চলে। সেই ফুলনিলৈ এটা বামুণৰ ল'ৰাও ফুল তুলিবলৈ যায়। বামুণৰ ল'ৰাই যৌৱনত ভৰি দিছে। ওচৰৰে সংস্কৃত টোল এখনত সি কাব্য শাস্ত্ৰ পঢ়ে। মালাকাৰৰ ডেকেৰী ঘৈণীয়েক দুজনীক দেখি তাৰ মন টলিল। সি আহোঁতে যাওঁতে সদায় সিহঁতৰ ফালে লুভীয়া চাৱনি দিবলৈ ধৰিলে। সিহঁতৰ কিন্তু তাৰ প্ৰতি অকণো আকৰ্ষণ নাই। তথাপি বামুণৰ ল'ৰাৰ লগত সিহঁতে মাজে সময়ে অলপ-অচৰপ চুপতি মাৰি মুখৰ খজুৱতি পলায়। বামুণৰ ল'ৰাই তাকেই বহুত বুলি ভাবে।

এদিন মালাকাৰৰ পত্নী দুজনীৰ লগত চুপতি মাৰি উঠি গৈ বামুণৰ ল'ৰা টোলত উতলা হৈ পৰিল। ৰাতি তাৰ চকুত টোপনি নাহিল। পুৱতি নিশা সি চাকি লগাই লৈ কবিতা লিখিবলৈ বহিল। ভাবি ভাবি সি এটা সংস্কৃত কবিতা লিখি উলিয়ালে—

মালাকাৰস্য দ্বে ভাৰ্য্যে পদ্মিনী-পদ্মলোচনে।
তযোৰেকং হৰিষ্যামি যৎ ভবেৎ তৎ ভবিষ্যতি।।

মালকাৰৰ দুই ভাৰ্য্যা—পদ্মিনী পদ্মলোচনা
হৰিম তাৰে এটিক মই—মৃত্যুলৈ নাই ভাবনা।

তাকে এবাৰ গদ্য কৰি চালে— মালাকাৰৰ দুজনী তিৰোতা—এজনী পদ্মিনী, আনজনী পদ্মলোচনা। অসমীয়াত পদ্মলোচনীও বোলে। ইহঁত দুজনীৰ এজনীক মই হৰণ কৰি নিমেই— সিফালে যি হয হ'ব। পিছদিনা সি গৈ নিজে ৰচনা কৰা সেই কবিতাটোকে গুণগুণাই গাই ফুলনিত ফুল তুলিবলৈ ধৰিলে।

মালীৰ ঘৈণীয়েকহঁতে সেইদিনা তাক তেনেকৈ ৰংমনে গুণগুণাই গীত গোৱা দেখি ক'লে— "আজি দেখোন বাপুৰ কি আনন্দ একা' আমি আকৌ পোনতে ভোমোৰাৰ গুণগুণনি বুলিহে ভাবিছিলোঁ, পিছেহে দেখোঁ ভোমোৰা দুঠেঙীয়াহে। হওক বাৰু, কথা একেই। ভোমোৰাই গুণগুণাই ফুল চুহি ফুলটো আনলৈ এৰি যায়—আমাৰ দেউ ভোমোৰাই যেনিবা ফুলটোকে তেনেই ছিঙি নিয়ে—পাৰ্থক্য এই ফেৰাহে। গোৱাচোন বোপাদেউ, আকৌ এবাৰ গোৱা—আমাৰ গীত শুনি বৰ ভাল

লাগিছে।" দেউৰ গা উঠিল আৰু সি ভাবিলে—মোৰ কবিতা নিশ্চয় বঢ়িয়া হৈছে, গীতৰ সুৰো ভাল হ'ব লাগিব, নহ'লেনো মালাকাৰৰ দুয়ো ঘৈণীয়ে এনেকৈ জালত পৰেনে? মোৰ গীত ৰচনা সাৰ্থক হৈছে। এই গীত মই সদায় গাম আৰু ইয়ে মন্ত্ৰৰ কাম কৰিব। ইয়াকে ভাবি সি আকৌ এফেৰি স্পষ্টকৈ কবিতাটো গীতৰ দৰে গাই শুনালে। মালীৰ ঘৈণীয়েকহঁতে অৰ্থ একো নুবুজিলে, কিন্তু তাক কেইবাবাৰো আওৰাই মুখস্থ কৰিলে—

মালাকাৰস্য দ্বে ভাৰ্য্যে ইত্যাদি

ৰাতি সিহঁতে কথাটো মালাকাৰক ক'লে। মালাকাৰে ৰাতিপুৱা এজন পণ্ডিত লোকৰ ওচৰলৈ গৈ গীতটোৰ কি অৰ্থ সুধি ল'লে। অৰ্থ শুনি মালাকাৰে কবিতাটোৰ গূঢ়াৰ্থও নুবুজাকৈ নাথাকিল। সি পিছদিনা টাঙোন এডাল হাতত লৈ ফুলৰ জোপোহাৰ আঁৰত জোপ লৈ থাকিল। ঘৈণীয়েকহঁতক বামুণৰ ল'ৰা আহিলে তেওঁৰ লগত ৰংমনে চুপতি মাৰিবলৈ ক'লে। ঘৈণীয়েকহঁতেও কাৰ্য্যত তাকে কৰিলে। সিহঁতে বামুণৰ ল'ৰাক ক'লে— "দেউ দেখোন দিনে দিনে বেছি চিকণটো হৈ আহিব লাগিছে। গীতটোও এনে মিঠা যে সি কাণত মৌ-বৰষে। চকুৰে দেউক নেদেখিলে ইয়াক মৌ-পিয়া ভোমোৰাৰ গুণগুণনি নে ফুল নিয়া বাপুদেউৰ গীত বুজিবই নোৱাৰি। দেউ, গীতটো আকৌ এবাৰ গোৱাচোন।"

বামুণৰ ল'ৰাই আকৌ স্পষ্টকৈ গাবলৈ আৰম্ভ কৰিলে—

মালাকাৰস্য দ্বে ভাৰ্য্যে পদ্মিনী-পদ্মলোচনে।
তয়োৰেকং হৰিষ্যামি—যৎ ভৱেৎ তৎ ভৱিষ্যতি।।

শেষৰ 'যৎ ভৱেৎ তৎ ভৱিষ্যতি' বুলিবলৈ নৌ-পাওঁতেই মালীয়ে 'যৎ ভৱেৎ তৎ ভৱিষ্যতি' বুলি দুয়োখন হাতেৰে টাঙোনডাল তুলি লৈ বামুণৰ ল'ৰাৰ পিঠিত মাধ-মাৰ শোধালে। কোব পাই বামুণৰ ল'ৰা আই ঐ মাই ঐ কৰি পলাল আৰু সেই দিন ধৰি আৰু কোনো দিন ফুলনিৰ ফালে মুখ নুঘূৰালে। আজিকোপতি আমিও সেই বামুণৰ ল'ৰাক ক'তো আৰু দেখা নাই।

# কাকনো বুলিবা ককা

এটা সদাগৰ আছিল। বুঢ়া বয়সত তেওঁৰ ঘৈণীয়েক মৰিল। সদাগৰৰ তেতিয়ালৈকে একো সা-সন্ততি নাছিল। তাকে ভাবি আৰু ৰন্ধা ভাত খাবলৈও টান পাই তেওঁ আকৌ এজনী চপাই আনিবলৈও মন মেলিলে। বন্ধু-বান্ধৱ, মিতিৰ-কুটুম্ সকলোৱে আদবয়সীয়া বিধবা এজনী আনিবলৈ উপদেশ দিলে। তেওঁৰ মনে কিন্তু সেইটো নামানিলে। তেওঁ ভাবিলে মোৰ ইমানবোৰ সম্পত্তি খায় কোনে? গতিকে যদি বিয়া কৰাওঁ তেনেহ'লে কোমল বয়সীয়া চেঙেৰী বিয়া কৰোৱাই ভাল। তেওঁ সেইমতে কাম কৰিলে, দুখীয়া মাক-বাপেকৰ এজনী যোল বছৰীয়া গাভৰু ছোৱালী বহুত টকা-পইচা খৰচ কৰি তেওঁ বিয়া কৰালে। সোণৰ গহনা আৰু পাটৰ কাপোৰ বিধে বিধে পাই ছোৱালীয়েও বুঢ়া সদাগৰলৈ যাবলৈ অমান্তি নহ'ল। যথাসময়ত বিয়াখন হৈ গ'ল।

কেই বছৰমান যোৱাত সদাগৰ ভালকৈয়ে বুঢ়া হ'ল। ইফালে ঘৈণীয়েক তেতিয়া ভৰ যুৱতী হৈ উঠিল। সদাগৰক এৰি সদাগৰনীয়ে অইনৰ লগত ছেগ বুজি গোপনে হাট-বাট কৰিবলৈ ধৰিলে। সেইসকলৰ ভিতৰত দুজন আছিল ঘাই। এজন সদাগৰৰ নাৱত তাহানি বণিজ শিকিবলৈ ধৰা বেপাৰী আৰু আনজন ঘৰৰে এটা লগুৱা, নাম সৰুআপা। সৰুআপা নামত হে সৰু, বয়সত আৰু দেখাই-শুনাই আচলতে কিন্তু ডেকা-আপাহে। বেপাৰীটোও আগতে চেমনীয়া ল'ৰা আছিল— এতিয়া গজলা ডেকা হৈ উঠিছে।

বেপাৰীয়ে এদিন সদাগৰনীক ক'লে— 'মোক যদি সঁচাকৈয়ে তুমি ভাল পোৱা তেন্তে চোৰ-আঁৰ কৰি ভাল পালে নহ'ব, সদাগৰৰ আগতো সেই ভালপোৱা দেখুৱাব পাৰিব লাগিব।' সদাগৰনীয়ে ক'লে— 'সেইটো আকৌ কেনেকৈ সম্ভৱ হ'ব? তাকে কৰিবলৈ গ'লে দুয়ো মৰিম। চাউলে-চৰুই তললৈ যাব।' বেপাৰীয়ে ক'লে— 'তোমাৰ যদি সেইফেৰা কাম কৰিবলৈয়ে সাহস নাই তেনেহ'লে তুমি কিহৰ সদাগৰনী? মই তোমাৰ সংসৰ্গ এৰাহে ভাল।' সদাগৰনী ঘোৰ চিন্তাত পৰিল। তথাপি তেওঁ ক'লে— 'হ'ব বাৰু। কিন্তু মনত ৰাখিবা এইবোৰ কামত এখন তাল নাবাজে ; দুয়োখন সমানে লাগিলেহে বাজে আৰু কাম হয়। তুমিও বুকুত সাহস বান্ধি মই যি কওঁ তাকে কৰিব লাগিব, পাৰিবা তো?' বেপাৰীয়ে ক'লে— 'ও নোৱাৰিম কিয়? পাৰিবই লাগিব। শিতৰ ভয়ত ম'হ পলাব নে?'

সদাগৰনীয়ে পিছদিনা শুই উঠি চকু মোহাৰি মোহাৰি ক'লে— 'সদাগৰ, আজি তিনি নিশা একেৰাহে মই একেটা সপোনকে সদায় দেখিব লাগিছোঁ। অৰ্থ কি নুবুজোঁ। সপোনটো হৈছে— আমি যেন তুমি আৰু মই দুযো আৰু কোনোবা এজনক লগত লৈ আমাৰ নদীৰ পাৰৰ প্ৰমোদ কাননত (নদীৰ পাৰৰ আমবাৰীখনক তেওঁলোকে প্ৰমোদ কানন বুলিছিল।) ফুৰি ফুৰিছোঁ। আমৰ গছত যেন এখন চৰ্কী ধুনীয়াকৈ ওলোমাই থোৱা আছে , তাতে তুমি এবাৰ বহা, মই এবাৰ বহোঁ। মই বহিলে তুমি তলত থাকা আৰু তুমি বহিলে মই থাকোঁ। তাত বহিলে আমি অদ্ভুত অদ্ভুত ছবি দেখোঁ। আমাৰ লগত যোৱা মানুহজনে যেন আমাক দুয়োকে এটা এটাকৈ সেই চৰ্কীত বহুৱাই দি ৰং চায। দুযো বাৰু এবাৰ সচিতত সেইটো পৰীক্ষা কৰি চালে কিবা বেযা হ'ব নেকি?' সদাগৰে ক'লে— 'কি বেয়া হ'ব? পৰীক্ষা চালেই দেখোন হ'ল।'

সদাগৰ-সদাগৰনী দুযো সেইদিনায়ে আবেলি সৰুআপাক লৈ গৈ আমৰ ওলমি থকা ডাল এটাত ধুনীযাকৈ চকী এখন সজাই ওলোমাই বান্ধি ৰখালে আৰু পিছদিনা কোনো শুই নুঠোঁতে ফুৰিবলৈ তালৈ গৈ তাত বহিবলৈ স্থিৰ কৰিলে। সদাগৰনীয়ে ঘৰ পাই সদাগৰক সুধিলে— 'আমাৰ লগত কালি কাক লৈ যোৱা হ'ব? সৰুআপাকে নিম নেকি?' সদাগৰে ক'লে— 'নালাগে। আমাৰ ঘৰলৈ সদায় আহি থকা সেই বেপাৰী ডেকাটোকেই নিলে হ'ব। আমাৰ লগত তাকহে ভালকৈ শুৱাই পৰিব!' সদাগৰনীয়ে ভালেই পালে ; কাৰণ বেপাৰীকো তেওঁ কম ভাল নাপায়।

ডেকা বেপাৰীটোক সেইমতে মতাই আনি সদাগৰে সেই খবৰটো দিলে। সদাগৰনীয়ে ক'লে-—'কিমান সাহসী ডেকা কালিলৈহে প্ৰমাণ হ'ব। ঘৰৰ মজিয়াত বৰ বৰ কথা কৈ তিৰোতাৰ আগত সাহস দেখুৱালেই সাহসী নহয, লোকে দেখা-শুনাকৈ সাহস দেখুৱাব পাৰিলেহে সাহসী। ৰাতি নৌ-পুৱাওঁতেই এইখিনি পাবহি লাগিব।' বেপাৰীয়ে 'বাৰু' বুলি গুচি গ'ল।

ৰাতিপুৱা সদাগৰ, সদাগৰনী আৰু বেপাৰী ডেকা তিনিও নৈৰ পাৰলৈ ফুৰিবলৈ ওলাল। বেলি তেতিযাও ওলোৱা নাই। চৰাই-চিৰিকটিৰ মাতত ঠাইবোৰ খলক লাগি আছে। নৈৰ পাৰৰ ৰিব্ ৰিব্ বতাহ গাত লগাত তিনিওৰো গাত ডেকা তেজৰ পিৰ্‌পিৰণি উঠিল। আমবাৰী পোৱাত সদাগৰে সদাগৰনীক ক'লে—'আমাৰ প্ৰমোদ কানন পালোঁহি। এতিযা চৰ্কীত কোন আগে বহিব, মই নে তুমি?' সদাগৰনীয়ে ক'লে— 'যেই-সেই এজন বহিলেই হ'ল। পিছে তুমি সকলোৰে মান্য ; তুমিয়ে বহা। আমি ইয়াতে দুবৰি বনৰ ওপৰতে বহিম। দুবৰিবোৰেও যেন আমাৰ কাৰণে কোমল দলিচা এখনহে পাৰি থৈছে। তাতে আকৌ কথাতে কয় বোলে—খাব জানিলে চাউলেই চিৰা, বহিব জানিলে মাটিয়েই পীৰা।'

সদাগৰনীয়ে তেতিয়া বেপাৰী ডেকাক ক'লে—'এতিয়া তুমি নিবোকা চামোন হৈ থাকিলে নহ'ব। আমি যি কওঁ তাকে কৰি যাব লাগিব। দেখাত ডেকাটো হ'লেই নহয়, ডেকাৰ কাম ওলালে তাত ডেকা হৈ দেখুৱাবও পাৰিব লাগে। সম্প্ৰতি

তুমি সৌ জখলাডাল গছত লগাই দি সদাগৰক গছৰ ওপৰৰ সৌ ওলোমাই থোৱা চকীখনত বহুৱাই দিয়া। তাৰ পাছত জখলাডাল আগৰ ঠাইত আঁতৰাই থোৱা।' বেপাৰীয়ে সেইমতে কাম কৰিলে। সদাগৰে চকীত আয়মেৰে বহি দূৰৰ দৃশ্যবোৰ চাবলৈ ধৰিলে।

ইফালে তলত সদাগৰনীয়ে ক'লে— 'এতিয়া আমি ইয়াতে দুৰৰি বনতে বহোঁহক! মই যি কওঁ সেইমতে তুমি কাম কৰি যাবা।' এইবুলি দুয়ো তাতে বহিল আৰু ভাগৰ লগা বুলি শুই পৰিল। ওপৰত সদাগৰ থকাৰ কথা দুয়ো খন্তেকৰ কাৰণে পাহৰি পেলালে। এনেতে সদাগৰে এবাৰ তললৈ চাই সদাগৰনী আৰু বেপাৰীক বেয়া অৱস্থাত দেখি চিএৰি ক'লে— 'হেৰা, এইবোৰ কি কৰিছা?— তোমালোকে এইখন কি কৰিছা?' সদাগৰ নামি আহিব নোৱাৰে বুলি জানি তেওঁলোকে সদাগৰৰ কথালৈ অকণো মন-কাণ নিদি নিজৰ কাম কৰি থাকিল। কাম শেষ কৰি সদাগৰনীৰ কথামতে বেপাৰীয়ে গছত জখলা লগাই দিলে আৰু সদাগৰ নামি আহিল। তেওঁ নামি আহি খঙত কঁপিবলৈ ধৰিলে। সদাগৰনীয়ে ক'লে— 'তুমি মোক কিবা বেয়া কাম কৰা দেখিলা, নহয়? মযো সপোনত তোমাক ঠিক তাকেই কৰি থকা দেখিছিলোঁ। দোষ বোধহয় এই গছজোপাৰ বা তাত থকা চকীখনৰ। এইবাৰ বাৰু মই তাত বহোঁগৈ। মই কি দেখোঁ চাওঁ।' এইবুলি সদাগৰনী জখলাৰে বগাই গৈ গছৰ ওপৰত থকা চকীত বহিল , বেপাৰীযে তেওঁক গছত উঠাত সহায কৰিলে।

সদাগৰনীয়ে চকীত আৰাম লগাকৈ বহি অলপ সময ইফালে-সিফালে চাই থাকি চিএৰি ক'বলৈ ধৰিলে— 'হেৰ' লাপুং বুঢাটোৰ কাণ্ডখন চা— ছিঃ বুঢ়াটোৰ কাণ্ড চা। কি কৰিছা, বোলো কি কৰিছা? মই চাই থাকোঁতে কি কৰিছা? অ' তুমি দেখাতহে বুঢা। মোৰ সপোনৰ কথা আখৰে আখৰে সঁচা। ডেকা, মোক নমাই দিয়া, মই এই বুঢাক এশিকনি দিও।' এই বুলি বেপাৰীযে দিয়া জখলাৰে তেওঁ লৰালৰিকৈ নামি আহিল। তেওঁ মাটিলৈ নামি আহি ক'লে যে তেওঁ সদাগৰক এগৰাকী গাভৰুৰ লগত বেয়া কাম কৰি থকা দেখিছিল। সদাগৰে ভাবিলে— তেনেহ'লে এইখন কিবা যাদুকৰা চকী নেকি? নে গছজোপাহে কিবা যাদু গছ?

তিনিও কথাই মাতে উভতিল। বাটত সদাগৰে বেপাৰীক ক'লে— 'বুজিছা, তুমি আকৌ আজি ইযাত আমাৰ মাজত হোৱা কাণ্ডবোৰ বাহিৰত কাৰো আগত নক'বা। ই বাহিৰ হৈ যাব লাগিলে তিনিওৰে বিপদ হ'ব।' বেপাৰীযে ক'লে— 'সেইটো হয়, বোলে ফটা কঠা তিতিলে গালৈহে গধুৰ। মই নো বাহিৰত এইবোৰ কৈ হাতৰ কুঠাৰ ভৰিত মাৰিব পাৰোঁনে?' সদাগৰনীযে ক'লে— 'এৰা নক'লে লাভ আনতকৈ তোমাৰে বেছি হ'ব। আমাৰ মৰম-স্নেহ সোপাকে পাই থাকিবা। নহয় জানো?'

তাৰে দুদিনমান পিছতে এদিন ডেকা লগুৱা সৰুআপাই ক'লে—'আইদেউ, আপুনি মোক মিছাকৈয়ে মৰম কৰে হ'বলা। যদি মিছা নহয তেন্তে দেউতাই দেখাকৈ

এদিন মৰম কৰিব চোন। তাকে কৰিলেহে মোৰ জীৱন ধইন হ'ব। তাকে কৰিলে মই জনমে জনমে আপোনাৰ নিকিনা গোলাম হ'ম আৰু আপোনাক যেনেকৈ যি কৰি দিব লাগে তাকে কৰি দিম।' সদাগৰনীয়ে ক'লে— 'বাৰু, তাকে বৰকৈ ভাবি নাথাকিবি। ভাগ্যত আছে যদি বাৰু তই মোৰ নিকিনা গোলাম সিপুৰীতো হ'ব পাৰিবি, এই পুৰীততো আছয়ে।' সদাগৰনীয়ে এইদৰে আশা দি থৈ সিদিনায়ে ৰাতি সদাগৰক ক'লে— 'সিদিনাৰ ঘটনাটো পিছে তোমাৰ কেনে লাগিল? গছজোপা যদি কিবা অসভ্য গছ তেনেহ'লে তাক কাটি পেলালেহে ঠিক হ'ব। নহ'লে চকীখনতে কিবা লেঠা আছে। পিছে, চকীখন দেখোন আমি সদায় বহা চকীয়ে। ঘটনাৰ ৰহস্যটো বাহিৰ কৰিব লাগিছিল , নহয় জানো?'

—'এৰা, আৰু এদিন ভালকৈ প্ৰমাণ চাব লাগিল।'—সদাগৰে ক'লে। তেতিয়া সদাগৰনীয়ে পোনেই কৈ উঠিল— কিন্তু এটা কথা—এইবাৰ ডেকা বেপাৰীক নিনি আমাৰ অতি বিশ্বাসী লোক অন্য এজনক নিব লাগে।' সদাগৰে ক'লে—'তেন্তে আমাৰ সৰুআপা লগুৱাকে নিম। তাতকৈ বিশ্বাসী আমাৰ আৰু কোন আছে? কেনে দেখা?'

—'ঠিক হ'ব। মযো তাৰ নামকে ক'ব খুজিছিলোঁ।' সদাগৰনীযে ক'লে। সৰু-আপাক মাতি আনি সেইদৰে সাজু হ'বলৈ কোৱা হ'ল।

পিছদিনা দোকমোকালিতে তিনিও ওলাল— সদাগৰ, সদাগৰনী আৰু সৰুআপা। নদীৰ পাৰৰ আমবাৰীত খেলা আৰম্ভ হ'ল। সেইদিনা প্ৰথমে চকীত বহিল সদাগৰনী। তেওঁ কিছুপৰ বহি থাকি উচ্‌পিচাই উঠি চিঞৰি ক'লে—'বুঢ়াক ধৰ, সৰুআপা, বুঢ়া সদাগৰক ধৰ। তই আৰু মই থাকোঁতে তেওঁ যিখন কাণ্ড কৰিব লাগিছে—তইনো ওচৰতে কেনেকৈ চাই আছ? দেখা নাই নেকি? ছিঃ ছিঃ, মোক নমাই দে' এইবুলি কৈ তেওঁ জখলাৰে নামি আহিল। সৰুআপাই একো নুবুজি দুয়োৰো মুখলৈ চাই থাকিল। তাৰ পিছত সি ক'লে—'আই, মই দেখোন একো বুজি নাপালোঁ।' সদাগৰনীয়ে ক'লে—'তই নুবুজ। তই নুবুজিলেও হ'ব। কাম কৰা মানুহ তই কাম কৰিবি, কামত হেলা কৰিলেহে মৰা পৰিবি। আমি বুজাইহে বুজিছোঁ।'

ইবাৰ বুঢ়া সাউদ গছত উঠিল গৈ। তেওঁ কঁপি কঁপি উঠি গৈ চকীখনত আৰামেৰে বহিবলৈ ধৰোঁতেই বহুত সময় গ'ল। বহি লৈ আগৰ দৰে চাৰিওফালৰ দৃশ্য চাবলৈ ধৰিলে। এইবোৰ কৰি থাকোঁতে লাহেকৈ জখলাডাল আঁতৰাই থৈ সৰুআপা আৰু সদাগৰনীয়ে দুবৰি বনত বহি ল'লে। তাৰ পিছত সদাগৰনীয়ে ক'লে—'সদাগৰৰ আগত মৰম কৰিলেহে বোলে তই নিকিনা গোলামটো হ'ব পাৰ, এনেই নোৱাৰ ; আজি তোক নিকিনা গোলাম সাজিম।' এইবুলি সদাগৰনীয়ে লগুৱাক আচল কামত লগাই দিলে।

ইফালে সদাগৰে গছৰ ওপৰৰপৰা দুৰলৈ চাই থাকি কিছুপৰৰ পিছতহে তললৈ চকু নমালে আৰু তলত চলি থকা নাটকৰ দৃশ্যটো দেখি চিঞৰি ক'লে—'হেঃ

আজিও আকৌ সেই একেখন কাণ্ড। মই আৰু এই নিলাজ দৃশ্য নাচাওঁ। মোক নমাই নে সৰুআপা। সৰুআপাই সদাগৰনীৰ কথামতে সাউদৰ কথালৈ আওকাণ কৰি নিজৰ কামত লাগি থাকিল। কিছুপৰ পিছত নাটকৰ অভিনয় শেষ হোৱাত জখলাডাল পুনঃ লগাই দিলে আৰু সদাগৰ নামি আহিল। সদাগৰে ক'লে--'কাকনো বুলিম ককা, আটাইৰে দাড়ি-চুলি পকা।' তুমি যি দেখা ময়ো তাকে দেখোঁ।

ঘূৰি আহোঁতে বাটত সদাগৰে ক'লে—'এই গছজোপা নিৰ্মূল কৰাই ভাল। তাক মই আজিয়ে কটাম। সদাগৰনীয়ে তাতে যোগ দি ক'লে—'কটোৱাই নহয়, তাক ফালি খৰি কৰি পুৰিব লাগে। নহ'লে ক'ৰবাত ঘৰৰ খুঁটা বা অন্য কামত লাগিলে সি বা আৰু কি কৰে!'

সেইমতে কাম হ'ল। জগৰ লাগিল গছজোপাৰ গাত। তাকেই ফালি-ছিৰি খৰি কৰি পুৰি অন্ত কৰা হ'ল। সদাগৰ-সদাগৰনীৰ সংসাৰ আগৰ দৰে চলি থাকিল।

# চীনা ৰাজকুমাৰী

এসময়ত কাশ্মীৰ উপত্যকাত এজন নবাব আছিল, নাম আলি মৰ্দন খাঁ। আলি মৰ্দনে মৃগয়া বৰ ভাল পাইছিল। তাত থকা হ্ৰদ আৰু বিলবোৰৰ মাজে মাজে অৰণ্যত তেওঁ মৃগয়া কৰি ফুৰিছিল। এদিন তেনেকৈ ফুৰোঁতে হঠাৎ তেওঁ এটা ফুটুকা-ফুটুকী পখৰা হৰিণ দেখিবলৈ পালে। নবাবৰ লোভ লাগিল আৰু ধনু-কাঁড় হাতত লৈ তাৰ পাছে পাছে খেদি গ'ল। তেওঁৰ লগৰীয়াবোৰ বহুত দূৰতে থাকিল। অকলে ঘোঁৰাৰ পিঠিত লৰি গৈ গৈ তেওঁ কোনোবা অচিনা-অজানা ঠাইত ওলাল। ঠাইডোখৰ হাবি-বনেৰে ভৰা। সেই ঠাইত আগে আগে লৰি যোৱা হৰিণটো হঠাৎ ক'ৰবাত লুকাল। হৰিণ চকুৰ আঁতৰ হোৱাতহে তেওঁৰ গাত হঁচ আহিল যে তেওঁ কোনোবা লক্ষাত ওলাইছেগৈ। তেওঁ ঘোঁৰাৰ লেকাম টানি থমকি ৰ'ল আৰু উভতি খোজ ল'লে। অলপ দূৰ আহিয়ে ক'ৰবাত তেওঁ কোনোবা আতুৰ ৰমণীৰ আৰ্তনাদ শুনিবলৈ পালে। তেওঁ শুনিলে যেন সহায়ৰ কাৰণে কোনোবা তিৰোতাই ইনাই-বিনাই কান্দি আছে। তেওঁ ধৈৰ্য্য ধৰি থাকিব নোৱাৰি সেই কান্দোনৰ স্বৰ অনুসৰণ কৰিলে আৰু ঘোঁৰাত উঠি তালৈ আগবাঢ়ি গৈ থাকিল।

অবিলম্বে তেওঁ গৈ এজোপা আঁহত গছৰ তলত এজনী আটকধুনীয়া ৰমণীক কান্দি থকা দেখিলে। তিৰোতাগৰাকী বৰ বেছি ওখ-পাখ নহ'লেও অনুপম ৰূপৱতী। তেওঁক দেখিয়ে নবাবে অনুমান কৰিলে যে তেওঁ সেই ঠাইৰ বাসিন্দা তিৰোতা নহয়। তেওঁ ঘোঁৰাৰপৰা নামি সম্মানপূৰ্বক সুধিলে—'আই, তুমি কোন? ইয়াত কিয় অকলে আছা?'

—মই এজনী চীনা ৰাজকুমাৰী। মোৰ পিতা এখন সৰু ৰাজ্যৰ ৰজা আছিল। তেওঁ ৰণত পৰিল। আমাৰ ঘৰৰ বাকী পৰিয়ালবোৰকো শত্ৰুৱে বন্দী কৰিলে। মই পলাই অৰণ্যত সোমালোঁ আৰু শত্ৰুৰ হাতত ধৰা নিদি অকলে এই অৰণ্যত নিৰাশ্ৰয় অৱস্থাত আছোঁহি। মই এতিয়া নিঃসঙ্গ, নিৰুপায়।

আলিমৰ্দনে ক'লে—'তুমি আৰু বেছি দূৰ ঘূৰি ফুৰিব নালাগে। তোমাৰ দুখ-দুৰ্গতিৰ ওৰ পৰিল। মাত্ৰ তুমি মোৰ লগত আহিব লাগিব আৰু মই যি কওঁ সেই মতে কাম কৰিব লাগিব। মই এই অঞ্চলৰ শাসনকৰ্তা—নবাব। তুমি মোক মানি চলিবানে?

—নিশ্চয় চলিম। নচলিলে মোৰ আৰু অন্য গতিও নাই। নবাবে তেতিয়া

ইঙ্গিত দিবহে পালে ৰাজকুমাৰী পৈণত চিপাহীৰ দৰে ঘোঁৰাৰ পিঠিত উঠিল আৰু নবাবে তেওঁৰ পিছতে বহি ঘোঁৰা চলাবলৈ ধৰিলে। নানা প্ৰকাৰৰ কোমল কথা-বতৰাৰ মাজেদি দুয়ো আহি আহি এটা ঘৰ পালে। ঘৰলৈ বিতোপনকৈ সজোৱা। নবাবে ক'লে—'এইটো মোৰেই ঘৰ। ইযাত তুমি কাকো ভয় কৰিব নালাগে। ইয়াত অনেক বিবি আছে যদিও মই কাকো বিয়া কৰোৱা নাই। সিইতে তোমাৰ পৰিচৰ্য্যা কৰিব।'

ৰাজকুমাৰী সেইদৰে নবাবৰ ঘৰত থাকিল। লাহে লাহে নবাবৰ লগত তেওঁৰ সদ্ভাব উপজিল। তেতিয়া তেওঁ নবাবক ক'লে, 'প্ৰিয়তম, মই এনেকৈ থকাতকৈ মুকলিমূৰীয়াভাৱে অকলে থাকি ভাল পাওঁ। মোৰ মনত এনে ভাব হৈছে—মই যেন তোমাক লৈ কোনো এখন ধুনীয়া উপবনত অকলে থাকি আনন্দ উপভোগ কৰিম। তুমি জানো মোক তেনেকুৱা এটা ঘৰ সাজি দিবা? মানুহৰ এনে কোলাহল মোৰ সমূলি ভাল লগা নাই।'

নবাব মান্তি হ'ল। নগৰৰপৰা দূৰত নিৰ্জন অৰণ্যৰ মাজত তেওঁ এটা অট্টালিকা নিৰ্মাণ কৰালে। তাতে নবাব আৰু ৰাজকুমাৰী থাকিবলৈ ল'লে। ওচৰত এটা পুখুৰী আৰু তাৰ পাৰত এখনি ফুলনিৰো আয়োজন কৰা হ'ল। ৰাজধানীৰপৰা নিযা বিবিধ আহাৰ আৰু আমোদ-প্ৰমোদৰ সামগ্ৰীয়ে দুয়োকো স্বৰ্গ-সুখ দান কৰিলে। দিন-ৰাতিৰ ছেদ-ভেদ নোহোৱাকৈ আমোদ-আনন্দত কাল অতিবাহিত হ'বলৈ ধৰিলে।

পিছে, নবাবৰ সেই সুখ, সেই আনন্দ বেছি দিন নিটিকিল। এদিন ৰাতিপুৱা শুই উঠি ফুলনিত ফুৰি থাকোঁতে নবাবে তেওঁৰ তল পেটত বিহবাই খুঁচি ধৰা যেন পালে। বিষত তেওঁৰ তৎ হেৰাল। তেওঁ ততালিকে বিছনাত পৰিলগৈ আৰু ৰাজকুমাৰীক তেওঁৰ সেই বিষৰ কথা ক'লে। ৰাজকুমাৰীয়ে নানা প্ৰকাৰে পৰিচৰ্য্যা কৰিলে , গা-মূৰ মালিচ কৰি দিলে, গৰম পানীৰে সেকিলে, মিঠা চৰবৎ খুৱালে আৰু অনেক কিবা-কিবি কৰিলে। তেওঁৰ পৰিচৰ্য্যাত নবাবে সকাহ পালে আৰু অলপ পাছতে বিছনাৰপৰা উঠি পুনঃ ফুলনিত ফুৰিবলৈ ধৰিলে। তেনেকৈ ফুৰি থাকোঁতে এজোপা গছৰ তলত তেওঁ এজন যোগীক শুই থকা দেখিবলৈ পালে। যোগীজন টোপনি গৈ আছিল। তেওঁৰ মুখ ডাঢ়ি-গোঁফেৰে ভৰা, মূৰত জঁট আৰু কঁকালত কৌপিন। হাত-ভৰিবোৰ লোদোৰ-পোদোৰ আৰু গাল-মুখত তেজে ফুটি-যাওঁ ফাটি-যাওঁ কৰি আছে। যোগীজনৰ প্ৰতি নবাবৰ আপোনা-আপুনিযে শ্ৰদ্ধা উপজিল আৰু পুতৌও জন্মিল। ঘাঁহ-বনৰ ওপৰত তেনেকৈ পৰি থকাটো তেওঁৰ সহ্য নহ'ল। তেওঁ ঘৰলৈ গ'ল আৰু কোমল দলিচা এখন আনি সন্যাসীৰ গাৰ তলত লাহেকৈ পাৰি থৈ নিজে আঁতৰি গ'ল।

বহুত সময়ৰ পিছত সন্ন্যাসীযে সাৰ পাই উঠি চকু মেলি চাই দেখে— তেওঁ এখন বিতোপন দলিচাৰ ওপৰত শুই আছে। তেওঁ আচৰিত হ'ল। কোনে তেওঁক সেই দলিচাত শুৱাই থ'লে, তেওঁনো কিয় একো গম নাপালে ইত্যাদি কথাৰ

আঁতিগুৰি তেওঁ ভাবিবলৈ ধৰিলে। তাকে দেখি নবাবৰ এটা পৰিচাৰকে ক'লে—'বাবাজী, ভয় নাখাব। দলিচাত নুশুই আপুনি ইয়াত দুবৰিৰ ওপৰত পৰি থাকিলে শোভা নাপায়, কিয়নো আপুনি বোধহয় নাজানে—আপুনি ইয়াত স্বয়ং নবাবৰ আলহী। এয়া তেওঁৰ প্ৰমোদ-কানন। আপুনি এতিয়া মোৰ লগত তেখেতৰ ওচৰলৈ যাব লাগে। ভয় নাখাব, তেখেত বৰ দয়ালু মানুহ।'—সন্ন্যাসী গ'ল।

নবাবে সন্ন্যাসীক দেখি ভক্তি কৰিলে আৰু তেওঁ কিয় তেনেকৈ গছৰ তলত ৰ'দে-বতাহে শুই আছিল সুধিলে। সন্ন্যাসীয়ে ক'লে—'এই পিনেদিয়ে গৈ মই সৌ পবিত্ৰ হ্ৰদটোৰপৰা পানী নি মোৰ গুৰুক মাহত এদিন দিওঁ। যোৱা মাহত আহোঁতে মই নকৈ খন্দোৱা এই পুখুৰীটো দেখিছিলোঁ কিন্তু তাৰ পাৰৰ অট্টালিকাটো দেখা নাছিলোঁ। এইবাৰ আহি দেখিলোঁ। দেখি মোৰ বৰ ভাল লাগিল। পুখুৰীৰ পাৰৰ গছ-গছনি আৰু ফুলনিখন দেখি মই তেনেই মোহ যোৱাৰ দৰে হ'লোঁ। ভাগৰত অলপ জিৰণি ল'বলৈ বহোঁতেই বতাহ লাগি মোৰ টোপনি আহিল। সাৰ পাই উঠি দেখোঁ—মই দুবৰিৰ দলিচাত নাথাকি কোমল নোমৰ দলিচাৰ ওপৰত শুই আছোঁ। পিছতহে জানিব পাৰিলোঁ—সেইটো হেনো আপোনাৰ দয়া আৰু মই হেনো আপোনাৰ আলহী। এতিয়া কওক, মই আপোনাৰ বাবে কিবা কৰিব পাৰোঁ নেকি?'

নবাবে তেওঁৰ পেটৰ বিষটোৰ কথা সন্ন্যাসীক ক'লে। সন্ন্যাসীয়ে তেতিয়া কড়ি মাৰি পৰীক্ষা কৰি চালে আৰু নবাবক ক'লে—'মই সকলো কথা বুজিলোঁ ; পিছে, ইয়াৰ প্ৰতিকাৰ মোৰ গুৰুজীয়েহে কৰিব পাৰিব। মই আজিয়ে গৈ তেওঁক সকলো কথা ক'ম। আশাকৰোঁ তেওঁ আপোনাৰ ওচৰলৈ আহিবলৈ হেলা নকৰিব।'—এইবুলি সন্ন্যাসী পানী আনিবলৈ হ্ৰদলৈ গ'ল।

পিছদিনা ৰাতিপুৱা বুঢ়া সন্যাসী এজন নবাবৰ অট্টালিকাৰ সন্মুখত ওলালগৈ। নবাবে তেওঁৰ পৰিচয় ল'লে আৰু তেওঁকেই ডেকা সন্ন্যাসীৰ গুৰু বুলি জানিব পাৰি তেওঁৰ আগত নিজৰ পেটৰ বিকাৰৰ কথা বিৱৰি ক'লে। সন্ন্যাসীয়ে প্ৰথমে ঘৰত কোন কোন থাকে, তেনেকৈ অকলে ৰাজকুমাৰীক লৈ থাকিবৰ কিমান দিন হ'ল, ৰাজকুমাৰীক ক'ত কেনেকৈ পাইছিল, ৰাজকুমাৰীয়ে কেনে ধৰণৰ সুখ বিচাৰে ইত্যাদি নানা বিষয়ৰ খবৰ নবাবৰপৰা ল'লে। তাৰ পিছত তেওঁ নবাবক এটা কোঠাত অকলশৰীয়াকৈ লৈ নবাবৰ শৰীৰৰ পিন্ধা কাপোৰ খুলি প্ৰত্যেক অঙ্গ পৰীক্ষা কৰিলে। তেওঁৰ হাতত ব্যাধি ধৰা পৰিল। তেওঁ ক'লে— 'পিছে আপুনি ভাল হ'ব খোজে নে নোখোজে? আপোনাৰ যি ব্যাধি হৈছে তাৰ গুৰি শিপা অন্য ক'ৰবাত আছে। ইয়াক আপুনি উচ্ছেদ কৰিব নোৱাৰিলে ই আপোনাক ধ্বংস কৰিব। কিন্তু ইয়াৰপৰা হাত সাৰিব খুজিলে আপুনি আপোনাৰ এটি বৰ প্ৰিয় বস্তুৰপৰা বঞ্চিত হ'ব। আপুনি ভাবি চাওক— তেনে ধৰণে ত্যাগ স্বীকাৰ কৰিবলৈ আপুনি ৰাজী আছে নে নাই।'

নবাবে সন্ন্যাসীৰ কথাৰ সাৰ মৰ্ম ভালকৈ বুজিব নোৱাৰি অলপ পৰ নীৰৱে থাকিল। সন্ন্যাসীয়ে তেতিয়া নবাবক ক'লে—'আপুনি এই বিষয়ে মোক পৰহিলৈ

ক'লেও হ'ব। মই পৰহিদিনা আকৌ আহিম।' ইয়াকে কৈ সন্ন্যাসী গ'ল। ৰাজকুমাৰীৰ আগত সন্ন্যাসীৰ কথাবোৰ কোবাত তেওঁ হাঁহি উৰুৱাই দি ক'লে—'সন্ন্যাসীৰ কথা বাদ দিয়া। সন্ন্যাসীয়ে জানো আমাৰ সংসাৰীৰ সুখৰ মোল বুজিব পাৰিব? সি হয়তো তোমাক সংসাৰ এৰিবলৈয়ে ক'ব।' এইদৰে কৈ ৰাজকুমাৰীয়ে নবাবক বিছনালৈ লৈ গ'ল আৰু তেওঁক নানা প্ৰকাৰে পৰিচৰ্য্যা কৰিলে।

পিছদিনা ৰাতিপুৱা ফুলনিত ফুৰি থাকোঁতে নবাবৰ আকৌ পেট বিষাবলৈ ধৰিলে। তেওঁ গৈ বিছনাত পৰিল আৰু ৰাজকুমাৰীয়ে আগৰদৰে তেওঁক পৰিচৰ্য্যা কৰিলে। ৰাজকুমাৰীৰ পৰিচৰ্য্যাত এইবাৰ নবাব আৰোগ্য নহ'ল। পিছদিনালৈ তেওঁ সেইদৰে বিছনাত পৰি চটফটাই থাকিল। নানা বেজ-কবিৰাজে নানা চিকিৎসা কৰিলে কিন্তু সকলো বিফল হ'ল। যথাসময়ত গুৰু সন্ন্যাসীজন ওলালহি। তেওঁ নবাবৰ ওচৰলৈ গৈ তেওঁৰ গাত কেইবাবাৰো হাত বুলাই দিয়াত নবাবে গা ভাল পালে আৰু বিছনাতে উঠি বহিল। সন্ন্যাসীয়ে ক'লে—'মই চিকিৎসা হাতত লৈছোঁ মাত্ৰ। তুমি পিছে মোৰ চিকিৎসা গ্ৰহণ কৰি মই কোৱা মতে কাম কৰিবা নে নকৰা কোৱা।' নবাবে ক'লে—'মই আপোনাৰ একান্ত অনুগত হৈছোঁ। মোৰ মঙ্গলৰ বাবে আপুনি মোক যি কৰিবলৈ কয় মই তাকে কৰিম।'

সন্ন্যাসীয়ে তেতিয়া বাহিৰত জুই ধৰি লৈ সেই জুইৰ ওপৰত এটা পাত্ৰত খিচিৰি ৰান্ধিলে। ৰন্ধা খিচিৰিখিনি দুভাগ কৰি এভাগত তেওঁ চোকাকৈ লোণ দিলে আৰু অন্য ভাগত নিদিলে। ঘৰৰ কোনো লোকে সন্ন্যাসীৰ এইবোৰ কাৰ্য্যলৈ লক্ষ্য কৰা নাছিল, কাৰণ সকলোৱে ভাবিছিল তেওঁ নিজৰ কাৰণেহে তেনেকৈ ভাত ৰান্ধিছিল। তাৰ পিছত নবাবক ওচৰলৈ মাতি আনি সন্ন্যাসীয়ে নিমখ চোকাকৈ দিয়া খিচিৰিখিনি ৰাতি ৰাজকুমাৰীক খুৱাব লাগে আৰু অন্য ভাগ খিচিৰি তেওঁ নিজে খাব লাগে বুলি নিৰ্দেশ দিলে। সন্ন্যাসীয়ে আৰু ক'লে—'আজি তোমালোকৰ শোৱা ঘৰত ক'তো অকণো পানী নাৰাখিবা। তুমি ওৰে নিশা কিন্তু বিছনাত পৰি টোপনি নগৈ টোপনি যোৱা ভাও জুৰি ৰাজকুমাৰীয়ে কি কৰে চাই থাকিবা। ঘৰৰ খিড়িকীবোৰ খুলি শুবা। ৰাতি কি দেখা কালিলৈ পুৱা তুমি মোক গোপনে ক'ব লাগিব। তাৰ পিছতহে মই অন্য চিকিৎসা হাতত ল'ব পাৰিম। এইবোৰ কথা কিন্তু ৰাজকুমাৰীক নক'বা, নহ'লে সকলো তেনেই পণ্ড হ'ব।'

ৰাতি নবাব আৰু ৰাজকুমাৰী দুয়ো বহি সন্ন্যাসীয়ে দিয়া প্ৰসাদ খালে। ৰাজকুমাৰীয়ে নিমখ বেছি হোৱা কাৰণে খিচিৰি খাবলৈ অনিচ্ছা কৰিছিল, কিন্তু নবাবক বিনা ওজৰে খাই থকা দেখি তেৰোঁ নাখাই নোৱাৰিলে। দুয়ো সেইদৰে খিচিৰি খাই সাং কৰিলে আৰু ৰাতি আগৰ দৰে নিশ্চিন্ত মনেৰে শুই থাকিল। নবাবে শোৱাৰ আগতে ঘৰৰ ভিতৰত থকা পানীৰ পাত্ৰবোৰ খালী কৰি ৰাখিলে আৰু ৰাজকুমাৰীক ক'লে—'আজি আমি খিড়িকীবোৰ খুলি শুলে কেনে হয়, মোৰ দেখোন

গৰম লাগিছে?' ৰাজকুমাৰীও মান্তি হ'ল। ৰাজকুমাৰীয়ে নবাবক আৰাম দিবৰ কাৰণে তেওঁৰ গা-মূৰ পিটিকি দিলে।

মাজনিশা ৰাজকুমাৰীৰ বৰকৈ পিয়াহ লাগিল। তেতিয়া নবাবে টোপনি অহা ভাও জুৰি নাকেৰে ঘোৰ্ঘোৰাই শব্দ কৰি শুই ৰাজকুমাৰীয়ে নো কি কৰে তাকে উমান লৈ থাকিল। ৰাজকুমাৰীয়ে নবাবক বিছনাত এৰি হাতত সাৱে ভৰিত সাৱে বিছনাৰপৰা উঠিল আৰু পিযাহত খাবলৈ ঘৰটোৰ ভিতৰত পানী বিচাৰিবলৈ ধৰিলে। পানী নাপাই তেওঁ নবাব ভালকৈ টোপনি গৈছে নে নাই আকৌ এবাৰ চালে। নাকৰ শব্দ শুনি তেওঁৰ মনত সন্দেহ নাথাকিল। তেওঁ তেতিয়া নিজৰ ৰূপ সলাই সাপ এডাল হৈ খিড়িকীযেদি বাহিৰ হ'ল আৰু পুখুৰীত নামি পানী খালেগৈ। পানী খাই উঠি তেওঁ আকৌ খিডিকীয়েদি চুঁচৰি ভিতৰ সোমাল আৰু সাপ গুচি ৰাজকুমাৰী হৈ নবাবৰ ওচৰত শুই থাকিল। নবাবে এইবোৰ কাৰ্য্য নিজ চকুৰে চাই আছিল। তেওঁৰ ভয়ত গাৰ কঁপনি উঠিল। কোনোমতে ৰাতিটো সেইদৰে পাৰ হ'ল।

ৰাতি পুৱালত নবাবে সন্ন্যাসীক সকলো কথা গোপনে বিবৰি ক'লে। সন্ন্যাসীয়ে তেতিয়া ক'লে—'এতিযা তুমি বুজিলা কি ঘটিছে। তুমি তাইৰ হাতৰপৰা ৰক্ষা পাবলৈ হ'লে মই কোৱামতে কাম কৰিব লাগিব, নহ'লে তোমাৰ ৰক্ষা নাই।'

নবাবে সন্ন্যাসীয়ে যি কয় তাকে কৰিবলৈ প্ৰতিজ্ঞা কৰিলে। সন্ন্যাসীয়ে তেতিয়া ক'লে—'এটা লাৰে তৈযাৰী ঘৰ সাজিব লাগে। তাৰ ভিতৰত তোমালোকৰ শোৱা কোঠালি কৰিবা আৰু ৰন্ধা-বঢ়া কৰিবৰ কাৰণে তাৰ ভিতৰতে আৰু এটা সৰু কোঠালি ৰাখিবা। সৰু কোঠালিটোৰ বেৰবোৰ শকতকৈ সজাবা। তাত খিড়িকী নাৰাখিবা, মাত্ৰ এটা চিম্‌নি ৰাখিবা ধোঁৱা যাবলৈ। ঘৰটো তৈয়াৰ হ'লে এদিন এইখিনি আটাগুড়ি ৰাজকুমাৰীক দি ক'বা যে তেওঁ নিজ হাতে তাৰে তোমাক সেই চিমনিত ৰুটি বনাই দি খুবালেহে তোমাৰ বেমাৰ সম্পূৰ্ণকৈ আৰোগ্য হ'ব। ৰাজকুমাৰীয়ে ৰুটি সাজি থাকোঁতে তুমি ঘৰৰ দুৱাৰ-খিৰিকীবোৰ বন্ধ কৰিবা আৰু ৰন্ধা-কোঠালিৰ দুৱাৰ তৎক্ষণাৎ বন্ধ কৰি দি বাহিৰৰপৰা ঘৰত জুই লগাই দিবা। তেনে কৰিলে ঘৰটোৰ লগতে ৰাজকুমাৰীও পুৰি ভস্ম হ'ব। তাৰ পিছত মোলৈ খবৰ পঠিয়াবা।' ইয়াকে কৈ সন্ন্যাসী গুচি গ'ল। নবাবে সেই মতে কাম কৰিলে। ৰাজকুমাৰী পুৰি ভস্ম হ'ল।

সন্ন্যাসীলৈ নবাবে খবৰ পঠিয়ালে। সন্ন্যাসীয়ে আহি সেই ভস্মবোৰ দেখি নবাবক ক'লে,— এই ভস্মৰ ভিতৰত কি বস্তু আছে তুমি নিজে পৰীক্ষা কৰি চোৱা আৰু যি বস্তু পোৱা তাকে মোৰ ওচৰলৈ লৈ আহা। নবাবে ছাইবোৰ লিৰিকি-বিদাৰি চালে আৰু তাৰ মাজত এটুকুৰা গোটা শিল পালে। শিলডোখৰ নি তেওঁ সন্ন্যাসীৰ হাতত দিলে।

সন্ন্যাসীয়ে তেতিয়া ক'লে—'এতিয়া তুমি এই শিলটুকুৰা ৰাখিবা নে ছাইবোৰ ৰাখিবা?'

নবাবে ক'লে—'শিলটুকুৰাকে মোক দিয়ক।'

'ৰাখা তেনেহ'লে শিলডোখৰকে। মই ছাইখিনিকে নিম।' এইবুলি তেওঁ ছাইখিনি থুপুৰি কৰি এখন কাপোৰত বান্ধি ল'লে আৰু নবাবৰপৰা বিদায় লৈ গুচি গ'ল। নবাবক নিশ্চিন্ত হৈ থাকিবলৈ ক'লে। শিলটুকুৰা পৰীক্ষা কৰি পোৱা গ'ল যে সি পৰশ পাথৰ। তাৰে যিহকে স্পৰ্শ কৰা যায় সেয়ে সোণ হয়। নবাব অতিশয় সুখী হ'ল। ছাইখিনিৰ মূল্য কি আছিল তেওঁ নাজানিলে, কাৰণ সন্ন্যাসীক আৰু বহুত খবৰ কৰিও তেওঁ বিচাৰি নাপালে।

# ৰসলু কোঁৱৰৰ বিয়া

পঞ্জাব দেশৰ শিয়ালকোট অঞ্চলত এজন ৰজা আছিল। তেওঁৰ বুঢ়া বয়সলৈ সতি-সন্ততি নাছিল। তাতে ৰজা-ৰাণীৰ মনত বৰ বেজাৰ। ৰজা আছিল বৰ শিৱ-ভক্ত। সদায় তেওঁ শিৱ পূজা কৰে। পূজাৰ সময়ত স্তুতি-আৰাধনা কৰি থাকোঁতে এদিন মহাদেৱে তেওঁক এটা বুঢ়া বামুণৰ বেশত দেখা দিলে আৰু এডাল পিতলৰ লাঠী দি ক'লে—'তুমি আজি তোমাৰ আমৰ বাগিচালৈ গৈ এইডাল লাঠীৰে আমলৈ ফৰ্মুটি মাৰিবা। খবৰদাৰ কিন্তু এবাৰতকৈ দুবাৰ ফৰ্মুটি নামাৰিবা। এবাৰতে যি আম সৰে তাকে তুমি লৈ আহিবা আৰু ৰাণীৰ লগত ভগাই-পিটাই খাবা।'

ৰজাই পিতলৰ লাঠীডাল নি আমবাৰীত সোমাল আৰু দোঁ-খাই লাগি থকা আম এজোপাৰ তলত থিয় হৈ আমলৈ বুলি পিতলৰ লাঠীডাল ফৰ্মুটি মাৰি দিলে। ফৰ্মুটি আমত লাগিল সঁচা, কিন্তু মাত্ৰ এটাহে আম সৰিল। ৰজাই ভাবিলে—এটা আমেৰেনো কি হ'ব—মোকেই দেখোন নাটে। ৰাণীক দিলেগৈ তেওঁ মোৰ কিৰ্পিণালি দেখি হাঁহিবহে। ইয়াকে ভাবি তেওঁ পিতলৰ লাঠীডাল বুটলি আনি পুনঃ আমলৈ মাৰি পঠিয়ালে। কি দুৰ্ভাগ্য আমতো নাহিলেই ফৰ্মুটিও এইবাৰ আৰু তললৈ নাহিল, ওপৰতে ক'ৰবাত বজি ৰ'ল। অকল সেয়ে নহয়, প্ৰথমবাৰ ফৰ্মুটি মাৰি পোৱা পকা আমটোও কাষৰপৰা নাইকিয়া হ'ল।

লাজে-অপমানে অধোমুখ হৈ ৰজা ঘৰলৈ উভতিল। তেওঁ গৈ ঘৰৰ আলহী বামুণটোক সকলো কথা দুখমনে ক'লে। বুঢ়া বামুণে ৰজাৰ দুখ দেখি আশ্বাস দি ক'লে—'মহাৰাজ, অতি লোভ বেয়া। যি হ'ল হ'ল, এতিয়া বাৰু মই দোচোৰা এডাল লাঠী দিওঁ, তুমি তাৰে সৈতে আকৌ আম ফৰ্মুটিওবাগৈ। এইবাৰ কিন্তু ভুল নকৰিবা—এবাৰহে ফৰ্মুটিয়াবা।'

ৰজাই এইবাৰ অতি সাৱধানে আমলৈ বুলি ফৰ্মুটি মাৰিলে। এইবাৰো আম এটা মাত্ৰ সৰিল। ৰজাই তাকে বুটলি লৈ বামুণৰ হাতত দিলেহি। বামুণে আমটো ৰজা আৰু ৰাণীক খাবলৈ ক'লে। ৰজা-ৰাণী দুয়ো আমটো খালে আৰু আমঠুটোৰে সৈতে বাকলিবোৰ আস্তাবলত পেলালে। আস্তাবলত এজনী মাইকী ঘোঁৰাই সেই আমঠু আৰু আমৰ বাকলি খালে।

কিছুমান দিনৰ পাছত ৰাণীৰ গৰ্ভ লক্ষণে দেখা দিলে। সেই একে সময়তে

মন্ত্ৰীৰ পত্নীও গৰ্ভৱতী হ'ল, আস্তাবলৰ মাইকী ঘোঁৰাজনীও গাভিণী হ'ল। যথাসময়ত অলপ আগ-পিছকৈ ৰাণীয়ে এটি পুত্ৰ আৰু মন্ত্ৰীৰ পত্নীয়ে এজনী ছোৱালী প্ৰসব কৰিলে। আস্তাবলতো এটি তজবজীয়া ঘোঁৰা পোৱালি জন্মিল।

কেইদিনমানৰ পাছত পূৰ্বে বৰ দিয়া বামুণজন এদিন ৰজাৰ ঘৰত ওলালহি। ৰজাই তেওঁক পুৰস্কাৰ হিচাপে বহুত ধন-সোণ দান দিব খুজিলে। বামুণে ক'লে— 'মোক একো দান নালাগে। মই আপোনাৰ ল'ৰাটোৰ নাম থ'বলৈ আহিছিলোঁ। পিছে আজি সেই কাম নকৰোঁ। ছবছৰৰ মূৰত মই আকৌ আহিম আৰু তেতিয়াহে মই তাৰ নাম থ'ম। তাৰ মঙ্গলৰ বাবে মই মাত্ৰ আজি এটা কাম কৰি যাম। এটা দীঘল, বহল আৰু দকৈ গাঁত খান্দিব লাগে। তাতে মন্ত্ৰীৰ জীয়েক আৰু ৰজাৰ কোঁৱৰ দুয়োকো থ'ব লাগিব।'

কথা শুনি ৰজা, ৰাণী আৰু মন্ত্ৰী আটায়ে ভয় খালে। কিন্তু বুঢা বামুণে কোৱা মতেই কাম কৰিলে। গাঁতত কেঁচুৱাৰ খাদ্য, বিছনা আদি সকলো ঠিক-ঠাককৈ ৰখা হ'ল। তাতে আলফুলকৈ ল'ৰা-ছোৱালীহাল শুৱাই থৈ গাঁতটোৰ ওপৰখন বাঁহ আৰু কাঠৰ তক্তাৰে ঢাকি মাটি জাপি সমান কৰি এৰা হ'ল। তাকে কৰি বামুণ আঁতৰি গ'ল।

ৰজা, ৰাণী আৰু মন্ত্ৰীৰ মুখৰ মাত হেৰাল। তেওঁলোকে ধৰি ল'লে যে তেওঁলোকৰ ল'ৰা-ছোৱালীহালক জীয়াই জীয়াই কবৰ দিয়া হ'ল। বেজাৰ মনেৰে সকলোৱে দিন কটাবলৈ ধৰিলে।

ছবছৰৰ মূৰত বামুণ এদিন পুনঃ ওলালহি। ৰজাই বামুণক আদৰ-সাদৰ কৰিলে আৰু বামুণে কি কয় আৰু কি কৰে তালৈ বাট চাই থাকিল।—'গাঁতটো খান্দি চাওঁগৈ ব'লাহক ; ল'ৰা-ছোৱালীহাল এতিয়ামানে ডাঙৰ হ'ব পায়'—এইবুলি বামুণে পোনেই গৈ গাঁতটো খান্দিবলৈ ধৰিলে। সকলোৱে ধৰি গাঁতটো খান্দি ঢাকনি গুচাই দিয়াত দেখা গ'ল—ল'ৰা-ছোৱালীহালে তাতে উমলি-জামলি কথা পাতিব লাগিছে, বাহিৰত কি হৈছে তালৈ কাণষাৰ নাই। খেলোঁতে ল'ৰাটোৱে কৈছিল—'মই তোমাক ডাঙৰ হ'লে বিয়া কৰিম।'

ছোৱালীজনীয়ে কৈছিল—'হয়নে? তোমাৰ দেখোন বৰ সাহ হৈছে। মই আকৌ তোমাক আমাৰ পিতাৰ দুষ্ট ৰঙা ঘোঁৰাটোৰ চহিচ কৰিহে ৰাখিব খুজিছোঁ। তুমি সেই কামৰহে উপযুক্ত।' এনে কথাত ৰাজকোঁৱৰৰ বৰ খং উঠিল আৰু ক'লে— 'বাৰু তেনেহ'লে ময়ো তোমাক বিয়া কৰিহে এৰিম। বিয়া কৰিও এনে কৰিম যাতে তুমি মোৰো তিৰোতা হ'ব নোপোৱা—আৰু আনলৈও যাব নোৱাৰা ; তেতিয়াহে মজা পাবা।'

এই সময়তে বামুণে ল'ৰা-ছোৱালীহালক বাহিৰলৈ উলিয়াই অনালে। তেওঁ ৰাজকোঁৱৰৰ নাম থ'লে বসলু কোঁৱৰ। ছোৱালীজনীৰ বিষয়ে তেওঁ ক'লে— 'এওঁৰ নাম তোমালোকে যি থোৱা থ'বা। মই হ'লে এওঁক বিয়াৰ দিনা বিয়াৰ ভত্তক সাতবাৰ

প্ৰদক্ষিণ কৰি উঠাৰ পিছতহে নাম দিম—আজি নিদিওঁ।' ইয়াকে কৈ বামুণ গ'ল। তেওঁক দুনাই একো সুধিবলৈ কাৰো সাহস নহ'ল।

দিনক দিনে ল'ৰাটো ডাঙৰ হৈ আহিল। সি বৰ আটালকটা বিধৰ হ'ল ঃ তাৰ উৎপাতত ওচৰ-চুবুৰীয়া হাইৰান হ'বলৈ ধৰিলে। সি পুখুৰীলৈ পানী নিবলৈ অহা তিৰোতাবোৰক জোকায় আৰু সিহঁতৰ কলহত শিলগুটি মাৰে। ডাঙৰ হোৱাৰ লগে লগে তাৰ উদ্ভগুলি কমক চাৰি বাঢ়িলহে। তাতেঁ ৰজাই এদিন খং কৰি তাক ক'লে—'তোৰ যদি ইমান বল বুদ্ধি হৈছে তেন্তে শিৰকটকী (শিৰকটোৱা) ৰজাৰ জীয়েকক বিয়া কৰিবলৈ নাযাব কিয়? তেতিয়াহে তোৰ বীৰত্ব ধৰা পৰিব। ঘৰতে বৰ মতাটো ওলাইছ।'

তাতে ৰসলু কোঁৱৰে লাজ পালে। তেওঁ শিৰকটকী ৰজানো কোন তাকে সুধি লৈ সেই ৰজাৰ জীয়েকক বিয়া কৰিবলৈ যাবলৈ সাজিকাচি ওলাল। ঘোঁৰাশাললৈ গৈ তেওঁ ঘোঁৰাবোৰ পৰীক্ষা কৰিলে। কোনোটো ঘোঁৰাকে তেওঁৰ উপযুক্ত যেন নালাগিল। শেষত এটা কম বয়সৰ তেজী ঘোঁৰা দেখি তাকেই বাছি ল'লে। বামুণে দিয়া আমৰ বাকলি আৰু আমঠু খাই গাভিণী হোৱা ঘোঁৰাজনীৰেই এইটো আছিল পোৱালি। ৰাজকুমাৰ তাৰ পিঠিত উঠি যাবলৈ ওলাল।

সেই সময়ত এটা কথা সকলোৰে শুনিছিল যে শিৰকটকী ৰজাৰ ৰাজকুমাৰীক বিয়া কৰাবলৈ যোৱা সকলোবোৰ কোঁৱৰৰে মূৰ তাতে কটা গৈছিল। সেইদেখি বহুতে ৰাজকুমাৰক তেনে এটি মৰসাহ নকৰিবলৈ বুজনি দিছিল , কিন্তু কোঁৱৰে সেইবোৰ নামানিলে। তেওঁ ঘোঁৰাত উঠি যাত্ৰা আৰম্ভ কৰিলেই। মন্ত্ৰীয়ে কথা বিষম দেখি অন্য এটা বাটেদি গৈ অলপ দূৰতে ৰসলু কোঁৱৰক লগ ধৰিলে আৰু নানা প্ৰকাৰে বুজাই কোঁৱৰক তেওঁৰ ঘৰলৈ নিলে। কোঁৱৰে মন্ত্ৰীৰ উপদেশ কাণেৰে শুনিলে যদিও নিজৰ সঙ্কল্প নেৰিলে।

মন্ত্ৰীৰ ঘৰত অলপ সময় বহাৰ পাছত কোঁৱৰৰ ডেকা চকু মন্ত্ৰীৰ যুৱতী কন্যাৰ ওপৰত পৰিল। ছোৱালীজনী দেখি তেওঁৰ পুৰণি কথা মনত পৰিল। এদিন গাঁতত থাকোঁতে তেওঁ এই ছোৱালীজনীকে বিয়া কৰিব খুজিছিল। তেওঁ মন্ত্ৰীক ক'লে—'মন্ত্ৰী মহাশয়, আপোনাৰ এই ছোৱালীজনীক মই আজিয়ে বিয়া কৰাব খোজোঁ। আপুনি দিবনে? যদি দিয়ে বিয়াখন আজিৰ ভিতৰতে হ'ব লাগিব কিন্তু।'

মন্ত্ৰীযেও হাতত স্বৰ্গ ঢুকি পোৱাদি পালে। তেওঁ এক মুহূৰ্তও অবাবত যাবলৈ নিদি কেঁচা কল কাটি বিয়াখন পাতিলে। বিয়াত সেই দেশৰ দস্তুৰমতে দৰা-কন্যাই ভম্ভ এটাৰ চাৰিওফালে সাতবাৰ প্ৰদক্ষিণ কৰিব লাগে। তেতিয়া তেওঁলোকৰ কাপোৰে কাপোৰে লগুণ গাঁথি বন্ধা থাকে। দৰা-কন্যাই চাৰি পাক ঘূৰাৰ পাছত কোঁৱৰে হঠাৎ মূৰ ঘূৰোৱা বুলি ক'লে আৰু কাপোৰৰ গাঁথি খুলি জিৰণি ল'বলৈ বিছনাত পৰিলগৈ। বহুত পৰ তেনেকৈ থকাত বিয়াৰ মানুহ দিহাদিহি গ'ল। মানুহৰ সাঁহাৰি নোহোৱা যেন পাই ৰাজকোঁৱৰ উঠিল আৰু ঘোঁৰাত উঠি পুনঃ যাবলৈ ওলাল।

মন্ত্ৰীৰ জীয়েক কিন্তু ওচৰতে আছিল। তেওঁ ক'লে—'চাৰিপাক ঘূৰিলেই জানো বিয়াৰ কাম হৈ যায়? এইদৰে পলাব খোজাটো কোন দেশৰ ৰীতি?'

বসলু কোঁৱৰে উত্তৰ দিলে—'আজি ৰীতিৰ কথা ক'লে কি হ'ব? মনত পেলোৱাচোন গাঁতত থাকোঁতে তুমি মোক কি কৈছিলা! এই চকুৰে তোমাক সহজে আৰু ঘূৰি আহি চোৱা নহ'ব।'—ইয়াকে কৈ বসলু কোঁৱৰে ঘোঁৰাৰ পিঠিত উঠি বায়ুবেগে হাবিলৈ দৌৰ দিলে। মন্ত্ৰীৰ জীয়েকে কান্দি-কাটি দিন নিয়ালে।

কোঁৱৰে ওৰে দিন গৈ গৈ সন্ধিয়া এখন নগৰ পালে। তাতে তেওঁ আলিৰ দাঁতিৰ জিৰণি ঘৰ এটাতে ৰাতিটো কটালে। পিছদিনা পুৱা কিছুদূৰ গৈ তেওঁ এখন ধুনীয়া ফুলনি দেখিলে। ফল-মূলো তাত যথেষ্ট আছে। ভোকত তাৰে কিবা অলপ খাই দূৰত কেইজনীমান ছোৱালী তেওঁৰ ফালে আহি থকা দেখি তেওঁ ওচৰতে ঘোঁৰাটো বান্ধি থৈ কদম গছ এজোপাৰ তলত থাপ লৈ থাকিল। সেইদিনা ভাগ্যবশতঃ ৰজাৰ জীয়েক সখীয়েকসকলৰ সৈতে ফুলনিলৈ ফুল তুলিবলৈ আহিছিল। সাতজনী সখীয়েক আগত, সাতজনী পাছত, তেওঁ মাজতে। তেওঁ আহি এজোপা আম গছৰ তলত থিয় হ'ল। গছত তেতিয়া ডালভৰি আম লাগি আছিল। চৌদিশে ফুলৰ সুবাস। সেই অৱস্থাতে, থিয় হৈ থকা ৰাজকুমাৰীৰ ৰূপ দেখি কোঁৱৰৰ মুখেদি গুণ গুণকৈ গীত ওলাল—

ডাঠ হাবিতো মই নাপালোঁ গছ,
দ পুখুৰীতো নাই পানীৰ সঁচ,
মোৰ কপালত নো কি হ'ল
ক'ৰ বস্তুনো ক'লৈ গ'ল
হায়! ক'ৰ বস্তুনো ক'লৈ গ'ল?

গীতটো কাৰো কাণত নপৰিল, কেৱল ৰাজকুমাৰীয়েহে তাক শুনিলে। তেওঁ অলপ দূৰ আগবাঢ়ি গৈ ভৰিত কিহবাই বিন্ধা ভাও ধৰি তাতে বহি পৰিল আৰু বসলু কোঁৱৰৰ সুন্দৰ ৰূপটো এবাৰ ভালকৈ চাই ল'লে। কোঁৱৰৰ কেঁচা সোণৰ দৰে বৰণৰ চেহেৰাটো দেখি ৰাজকন্যাৰ মনটো তেনেই উতলা হৈ পৰিল। ভুন্ ভুনাই তেৰো গাবলৈ ধৰিলে—

ক'ৰ মানুহ নো ক'লৈ যায়
ক'ৰ ভোমোৰাই কি মৌ খায়
কিয় বা ফুল শুৱনি হ'ল—
কিয় ভোমোৰা উৰি গ'ল—
আহ ভোমোৰা আহ
মেলহি ফুলৰ পাহ
আহ ভোমোৰা আহ।

তাৰ পিছত ৰাজকন্যা দুখোজ গ'ল আৰু পুখুৰীত নামি ভৰি ধুবলৈ ধৰিলে।

পানীত হাত বুলাই বুলাই ঢৌ তুলি তেওঁ আকৌ গাবলৈ ধৰিলে—

তই পুখুৰীৰ পাৰৰে বগলী ঐ
কি চাৱ ইফালে বৈ বৈ বৈ
মাছ নে মাণিক লাগেনো কি
মাছ খা, মাছ খা মাণিক এৰি দি
হায় মাণিক নো কেনে তই বুজিবি কি
তই বুজিবি কি ঐ বুজিবি কি? বগলী, বগলী ;

গীত শেষ কৰি ৰাজকুমাৰীয়ে গাবলৈ চকু দিলে। বসলু কোঁৱৰৰ চকুত চকু পৰাত দুয়োৱে দুয়োৰো মনৰ ভাব বুজি হাঁহি তলমূৰ কৰিলে। বসলু কোঁৱৰে তেতিয়া ক'লে—'অচিনাকী যদিও ক'ৰবাত যেন দেখিছিলোঁ—পূৰ্বৰ যেন চিনাকী এনেহেন লাগিছে।'

—'মোৰ তেনে নালাগিলেও কিন্তু নতুন মানুহ দেখিও ভয় হ'লে লগা নাই। কিয় বা তেনে হৈছে?'

এইবোৰ কথা শুনি ৰাজকুমাৰীৰ সখীয়েকহঁতে ক'লে—'এই ডেকাটোৰো কম সাহস নহয়। ৰজাৰ ফুলনিত সোমাই ৰাজকন্যাৰ লগতেই চুপতি মাৰিবলৈ আহিছে। ব'লাহক, ৰজাৰ আগত গোচৰ দি ইয়াৰ মূৰটো পৃথক কৰি থোৱাৰ ব্যৱস্থা কৰোঁ।'

কঠাল-গুটীয়া ছোৱালী কেইজনীৰ এনে বৰ কথা শুনি বসলু কোঁৱৰৰ খঙে মূৰৰ চুলি পালেগৈ। তেওঁ লোনেই তৰোৱালখন উলিয়াই চকুৰ পচাৰতে এজনী এজনীকৈ তেৰজনীৰ অন্ত পেলালে। চতুৰ্দশজনী কোন পিনেদি কেনি গ'ল ধৰিব পৰা নগ'ল। সিফালে তাই ৰজাৰ ওচৰত সকলো কথা জনালেগৈ। ৰজাৰ নগৰত খলক লাগিল।

ৰজাই সৈন্য-সামন্ত পঠিয়াই ফুলনি ঘেৰাও কৰিলে। কথা বিষম দেখি কোঁৱৰে ক'লে—'দেখিছোঁ এতিয়া প্ৰাণটোও যাব। তোমাৰ কাৰণে আহি তোমাক লাভ কৰা দূৰৰ কথা নিজৰ প্ৰাণটোকে বচোৱাটো এতিয়া টান হৈ পৰিল। আজি ৰ'লেহে বোৱা।'

—'মোৰ কাৰণেই যদি সঁচাকৈ আহিছিলা আৰু তাৰ বাবেই যদি আজি তোমাৰ প্ৰাণ যাবলগীয়া হয়, তেন্তে ময়ো কৈছোঁ তোমাৰ লগতে ময়ো নিশ্চয় মৰিম। নহ'লে মোক তোমাক বধ কৰাৰ পাপে চুব।'

বসলু কোঁৱৰে তেতিয়া এটা বুদ্ধি সাজি ৰাজকুমাৰীক ক'লে— 'তুমি মই কোৱা মতে কাম কৰিলে আমি দুয়ো বাচিম, আমাৰ কাৰ্য্যও সিদ্ধি হ'ব। ৰজাই সৈন্য-সামন্ত পঠিয়াইছে যেতিয়া মোক ধৰিবই। তথাপি বুজিবে নো কি কৰিব পাৰি চোৱা যাওক। ইয়াকে কৈ ৰাজকুমাৰীক তেওঁ ওচৰতে থকা পকা নাদ এটাত পেলাই দিলে। নাদত পানী কম আছিল যদিও কুমাৰী তাত পৰি তল গ'ল। কোঁৱৰে ওপৰৰপৰা

একো পেলাই দিবলৈ নৌ-পাওঁতেই কুমাৰীয়ে নাদৰ কিনাৰত থকা লোহাৰ সৰু খুঁটি এটাত ধৰি কোনোমতে মূৰটো পানীৰ ওপৰত উলিয়াই ৰাখিলে।

এনে সময়তে ৰজাৰ সৈন্য-সামন্ত পালেহি। কোঁৱৰে লৰালৰিকৈ তেওঁলোকক ক'লে—'ভাইহঁত আহা, সোনকালে আহা। শীঘ্ৰে এই ছোৱালীজনীক বচোৱাহি। নহ'লে বেচেৰী আৰু বেছি সময় নিজীয়ে।'

সৈন্যবোৰে অইন কথা পাহৰি লৰালৰিকৈ ধৰি-মেলি ছোৱালীজনীক নাদৰপৰা উদ্ধাৰ কৰিলে। তাৰ পাছত কোঁৱৰক তেওঁলোকে সুধিলে—'ঘটনাটো কেনেকৈ ঘটিল?'

কোঁৱৰে ক'লে—'ব'লাহঁক ৰজাৰ ওচৰলৈ যাওঁ , তাতে সকলো কথা বিবৰি ক'ম।' ৰজাৰ আগত তেওঁ গৈ ক'লে—'মহাৰাজ, কাটিকে বা মাৰকে সঁচা কথা ক'ম। বাটেদি গৈ থাকোঁতে ডালেকেইজনী ছোৱালীয়ে এই ছোৱালীজনীক ধৰি টানি নি নাদটোত পেলাই দিয়া দেখিলোঁ। মই তাকে দেখি সহি থাকিব নোৱাৰি খঙত কোৰত সিহঁতৰ তেৰজনীক কাটি পেলালোঁ। এজনী ক'ৰবালৈ পলাল। তাৰ পিছত মই অকলে তুলিব নোৱাৰি আপোনাৰ সৈন্যবোৰৰ সহায়ত তেওঁক তুলিছোঁ। লাগিলে তেওঁকে সোধক, ধৰ্মত থাকিলে তেওঁ সত্য কথা ক'বই লাগিব। সেয়ে যদি নহয় তেন্তে মোক শাস্তি দিয়ক, বধ কৰক।'

ৰজাই জীয়েকক সুধিলে, 'আই, এওঁ কোৱা কথা হয়নে?'

কুমাৰীয়ে উত্তৰ দিলে— 'হয়।'

ৰজা বৰ সন্তুষ্ট হ'ল। কোঁৱৰক তেওঁ ঘৰত ৰাখি জীয়েকক তেওঁলৈ বিয়া দিলে।

বিয়াৰ পাছনিশা দেশৰ দস্তুৰ মতে ৰাজকুমাৰীৰ লগত বসলু কোঁৱৰক একেলগে থাকিবলৈ সুবিধা কৰি দিয়া হ'ল। বসলু কোঁৱৰে মাজনিশালৈ ৰাজকুমাৰীৰ লগত নানা প্ৰকাৰৰ আলাপ-আলোচনা কৰি থাকিল। বিছনাত পৰি তেওঁ ৰাজকুমাৰীক ক'লে—'ৰাজকুমাৰী, তোমাক মোৰ এটা প্ৰতিজ্ঞাৰ কথা কওঁ। তুমি আকৌ মোক ভুল নুবুজিবা। মোৰ এজন বাল্য কালৰ সখি আছে। আমি নলেগলে লগা বন্ধু। আমাৰ দুয়োৰে মাজত প্ৰতিজ্ঞা আছে যে আমাৰ যাৰে আগতে বিয়া হয় তেওঁ যেন আনজনে বিয়া নকৰোৱালৈকে স্ত্ৰীৰ লগত নোশোৱে। মোৰ আজি সেই প্ৰতিজ্ঞা মনত পৰিছে। গতিকে পত্নী হিচাপে তুমি মোক প্ৰতিজ্ঞা পালনত সহায় কৰা। প্ৰতিজ্ঞাৰ চিন স্বৰূপে মই মোৰ এই তৰোৱালখন আমাৰ দুয়োৰো মাজত ৰাখিলোঁ। তুমিও পাৰ হৈ নাহিবা, ময়ো নাযাওঁ। মই কালিলৈ গৈ মোৰ সেইজনা সখিৰ বিয়া হ'ল নে নাই খবৰ ল'ম আৰু উভতি আহি যি কৰিব লাগে কৰিম।'

ৰাজকুমাৰীয়ে চলচলীয়া চকুৰে পতিৰ কথা মানিলে। পিছদিনা বসলু কোঁৱৰে ঘোঁৰাৰ পিঠিত বাটৰ সমল ল'লে আৰু ৰাজকোঁৱৰৰ দৰে ভালকৈ পিন্ধি-উৰি মোনাত ভালকৈ কিছু ধন-বস্ত্ৰ ভৰাই লৈ যাত্ৰা কৰিলে।

দুই-তিনি দিন ঘোৰাৰ পাছত তেওঁ এদিন গৈ এখন ৰাজ-নগৰীত সোমাল। তাৰে আলহীঘৰ এটাত তেওঁ ৰাতিটো কটালে। পিছদিনা আলহীঘৰৰ পৰিচাৰকবোৰে তেওঁক ক'লে—'আপোনাক দেখোন কোনোবা ৰাজকোঁৱৰ যেনহে লাগে। আপুনি যেনেকুৱা চেহেৰাৰ ডেকা, আমাৰ ৰাজকুমাৰীৰ যোগ্য দৰা আপুনিহে হ'ব।'

—'হয়নে? ৰাজকুমাৰী নো ক'ত থাকে?'

—'ৰাজকুমাৰীৰ থকা ঠাই এখন সৰু-সুৰা হাউলী। তেওঁ এতিয়াও কিজানি তাত দোলন খেলি আছে। তেওঁ আকৌ ওপৰত আৰ্চি লগোৱা সোণৰ খুঁটাৰ দোলনত দোলন খেলিহে সুখ পায়।'

—'মই জানো তেওঁক চাব পাৰিম?'

—'চাব পাৰিব। পিছে লুকাই-চুৰকৈ চালেহে, নহ'লে ৰজাই কাটিব।' এইদৰে কৈ সিহঁতে ৰসলু কোঁৱৰক সকলোবোৰ দেখুৱাই দিলে। ৰসলু কোঁৱৰো কম নহয়। তেওঁ চেগ চাই গৈ দোলনৰ খুটা এটাতে উঠি লৈ লুকাই থাকিল। ৰাজকুমাৰীয়ে দোলন খেলি থাকোঁতে কেইবাবাৰো কোঁৱৰৰ ছবিটো আৰ্চিখনত দেখিলে। তেওঁ অকণো আচৰিত নহৈ তেনেই সহজভাৱে এটি গীত যুৰিলে—

—ৰাজকোঁৱৰ নে চোৰ অ'ই
প্ৰাণলৈও নাই ভয়
কিয় ৰাক, কিয় ৰাক ওলমি আছাহি বৈ?
ভয় নাই, ভয় নাই
পেলোৱা পেলোৱা কৈ।

ৰসলু কোঁৱৰো গীত মুখেদি আপোনা-আপুনিয়ে বাহিৰ হ'ল—

—ৰসলু কোঁৱৰ মোৰ নাম
ৰস বিচৰা মোৰ কাম
চোৰ নহওঁ—নহওঁ চোৰ মই
ৰসৰ মোল বুজোঁ মই
ৰস পালেই যাম গ'ই
ৰসৰ বাজে একো নলওঁ
চোৰ নহওঁ, চোৰ নহওঁ।

তাৰে উত্তৰত ৰাজকুমাৰীয়ে গালে—

—তপত তপত মোৰ ৰস
তাকে পালে হ'বা বশ
বেছি পালে কিন্তু তুমি মৰিবা যে পুৰি
ছাই হৈ যে তোমাৰ দেহা যাবগৈ উৰি
হায় মৰিবা যে পুৰি।*

* In my Ras you may burn yourself and die And burnt you will trun to ashes.

তেতিয়া আকৌ কোঁৱৰে গালে—

বসলু কোঁৱৰ মোৰে নাম
বস চুহি লোৱা মোৰে কাম
জেকেট গুচাই মোহাৰি চাই
ল'ম বসৰ মোল, মই ল'ম বসৰ মোল।
লয়লাসৰ ছেৰে ছেৰে
ব'ব প্ৰীতিৰ জোল।
পাম বসৰ মোল।।
হায়! পাম বসৰ মোল।।।*

এনেবোৰ গীতৰ কটাকটিত দুয়োৰে অন্তৰৰ কথা দুয়ো বুজিলে। ৰাজকুমাৰীয়ে তেতিয়া উকা কথাতেই কৈ পেলালে—'তেনেহ'লে বিয়া কৰাই নিনিয়া কিয়?'

বসলু কোঁৱৰে—'নিম বাৰু, অলপ ধৈৰ্য্য ধৰা' বুলি উভতি আলহীঘৰলৈ গ'ল।

পিছে, সেই ৰজাৰ এটা ঘোঁৰা আছিল— নাম হংসৰাজ। হংসৰাজৰ পিঠিত উঠি বাগৰি নপৰাকৈ যি চেঁকুৰিব পাৰে, তাৰেঁ ৰজাই ৰাজকুমাৰীক বিয়া দিব বুলি পণ কৰিছিল।

পিছদিনা ৰজাৰ নাপিতে আহি বসলু কোঁৱৰৰ দাড়ি-চুলি কাটি চিকুণাই দিলে। কোঁৱৰে নাপিতক সোণৰ মোহৰ এটা দিলে। নাপিতে বকচিচ খোজাত আৰু এটা সোণৰ মোহৰ তাক কোঁৱৰে দিলে। নাপিতে কোঁৱৰৰ ব্যৱহাৰলৈ চাই তেওঁক কোনোবা ৰাজকোঁৱৰ বুলি ঠাৱৰ কৰিলে আৰু ক'লে— 'আপুনিহে আমাৰ ৰাজকুমাৰীৰ লায়ক দৰা হ'ব যেন পাওঁ। ৰজাৰ হংসৰাজ ঘোঁৰাত উঠি আপুনি কুমাৰীক বিয়া নকৰায় কিয়?'

'—হংসৰাজ ঘোঁৰা নো ক'ত থাকে আৰু তাত নো মই উঠিম কেনেকৈ?'

—'বুধিটো শিকাই দিওঁ শুনক। আপুনি গৈ ৰজাৰ পূজা ঘৰৰ ওচৰত থকা প্ৰকাণ্ড ডবাটোত দুব্দুব্‌কৈ কোবাই দিব। এনেকৈ কোবাব যেন ৰাজধানী তেনেই খলক লাগি যায়। দূৰত থকা ৰজাৰ হংৰাজ ঘোঁৰাৰ কাণত সেই ডবাৰ মাত পৰিলে সি তেনেই মন্ত্ৰমুগ্ধ সাপৰ দৰে হ'ব। তাৰ পিছত আপুনি তাক শাসন কৰিব পাৰিব। তাকে নকৰা বাবে অনেক ৰজা, অনেক ৰাজকোঁৱৰ তাৰ পিঠিত উঠি বাগৰি পৰি কঁকাল-মূৰ ভাঙি মৰিছে।'

কোঁৱৰে সেইমতে কাম কৰিলে। ৰজাই ডবাৰ মাত শুনি ওলাই আহি যুৱক বসলু কোঁৱৰক দেখি গোনেই হংসৰাজ ঘোঁৰাটো অনালে আৰু কোঁৱৰৰ নাম-ধাম

* I will undo your jecket & break your body Jumping on it, playing with it, I will break your body.

সুধি লৈ তাৰ পিঠিত চৰিবলৈ ক'লে। কোঁৱৰে লাফ মাৰি হংসৰাজৰ পিঠিত উঠিবলৈহে পালে ৰজাই ঘোঁৰাৰ তপিনাত চৰপ্ চৰপ্‌কৈ তিনি কোৰ বহুৱাই দিলে। হংসৰাজে জাঁপ মাৰি চেকুৰ আৰম্ভ কৰিলে আৰু দোপতদোপে আকাশলৈ উৰিবলৈ ধৰিলে। ৰসলু কোঁৱৰে কিছুদূৰ যোৱাৰ পিছত লেকাম কচি ধৰি হংসৰাজক নমাই আনি মাটি পোৱালেহি। ৰজাই তেতিয়া বাঃ বাঃ দি নিজৰ পণ মতে জীয়েকক ৰসলু কোঁৱৰলৈ বিয়া দিলে আৰু বিয়াৰ যৌতুক স্বৰূপে সাতখন গাঁও দিলে।

বিয়াৰ পাছত কোঁৱৰ-কুঁৱৰী একেলগে থাকিল। কোঁৱৰে দুয়োৰো মাজত খোলা তৰোৱালখন থৈ ক'লে—'তুমি বেয়া নাপাবা। মোৰ এজন বাল্যকালৰ সখি আছে। তেওঁৰ লগত মোৰ প্ৰতিজ্ঞা কৰা আছে তেওঁৰ বিয়াৰ আগতে মোৰ বিয়া হ'লেও পত্নীৰ লগত মই সহবাস নকৰিম। গতিকে তেওঁৰ বিয়া হ'ল নে নাই খবৰ ল'বলৈ মই কালিলৈ ৰাতিপুৱা যাত্ৰা কৰিম। মই ঘূৰি আহিলেই আমাৰ মাজৰ বাকী সকলো কাম হ'ব।'

কুঁৱৰী মান্তি হ'ল। দুয়োৰো মাজত মৰম-প্ৰীতিৰ আলাপ-আলোচনাতে ৰাতিটো কাটি গ'ল।

পিছদিনা কোঁৱৰে ঘোঁৰাত উঠি আকৌ যাত্ৰা আৰম্ভ কৰিলে। তেওঁ গৈ গৈ আৰু এখন নগৰ পালে। তাত এটা ওখ স্তম্ভৰ ওপৰত এটা ধুনীয়া সোণৰ কলহ পাতি থোৱা আছে। বহুত দূৰৰপৰাই তাৰ চিকিমিকি জিলিকনি বাটৰুৱাৰ চকুত পৰে। ৰজাই চাৰিওফালে প্ৰচাৰ কৰি দিছিল যে তলত পানী এচৰিয়ালৈ চাই ওচৰতে থোৱা ধনুখনত শৰ যুৰি যি সেই শৰেৰে কলহটো বিন্ধি মাটিত পেলাব পাৰিব তেৱেঁহে ৰাজকুমাৰীক বিয়া কৰিব পাৰিব। নোৱাৰিলে কিন্তু ৰজাৰ বন্দীশালত বন্দী হৈ থাকিব লাগিব। তেতিয়ালৈকে অনেক কোঁৱৰে যত্ন কৰিলে, কিন্তু কোনেও লক্ষ্যভেদ কৰিব নোৱাৰিলে। বন্দীশাল তেনেকুৱা কোঁৱৰেৰে ভৰি পৰিল। ৰাজকন্যাক বিয়া কৰিব পোৱাৰ লোভত ৰসলু কোঁৱৰেও আগগুৰি নাচাই পোনেই গৈ ধনু ধৰি থিয় হ'ল। ৰজাই যেতিয়া শুনাই দিলে যে লক্ষ্য ভেদ কৰিব নোৱাৰিলে কিন্তু বন্দীশালেই গতি হ'ব, ৰসলু কোঁৱৰে তেতিয়া ধনু থৈ গুচি আহিবলৈ হে পাঙিলে। আৰম্ভৰেপৰা কোঁৱৰৰ ৰূপ আৰু গতি-মতি দেখি ৰাজকুমাৰীয়ে মনে মনে তেওঁকে পতি পাবলৈ ভাবি আছিল। এতিয়া কোঁৱৰক থমক খোৱা দেখি লাজ-কাজ এৰি তেওঁ মাত লগালে—'মৌ পাৰিবলৈ গছত উঠি মৌৱে কামোৰাৰ ভয়ত ভয়াতুৰেহে পলায়ন কৰে, যি সাহসী সি জানো পলায়? সাহসীজনক মৌৱেও বাহ এৰি দি সহায় কৰে।'—ৰজাই ৰাজকুমাৰীৰ মনৰ ভাব কিছু বুজি পালে। কোঁৱৰেও মনত লাজ আৰু বল পালে। ৰজাই তেতিয়া ছল চাই কঠীয়া পাৰিলে আৰু ক'লে—'কলহ ভাঙিব নোৱাৰিলেও তোমাক বাৰু বন্দী কৰি নাৰাখি গুচি যাবলৈয়ে দিম, আমাৰো বন্দীশালত ঠাই নোহোৱা হৈছে।' ৰসলু কোঁৱৰ ৰাজী হ'ল আৰু শৰ মাৰি স্তম্ভৰ ওপৰৰ কলহ

মাটিত পেলাই দিলে। হে-ঋষিৰ মাজত তেতিয়া কোঁৱৰৰ লগত ৰাজকুমাৰীৰ বিয়া হৈ গ'ল।

নিশা আগৰ দৰেই কোঁৱৰে বিছনাৰ ওপৰত তৰোৱালখন থৈ তেওঁৰ প্ৰতিজ্ঞাৰ কথা কুঁৱৰীক ক'লে। কুঁৱৰীয়েও মান্তি হৈ কোঁৱৰৰ লগত নানা বিষয়ৰ কথা পাতিয়ে ৰাতিটো কটালে। পিছদিনা কোঁৱৰ ঘোঁৰাত উঠি গুচি গ'ল।

কোঁৱৰে গৈ গৈ এইবাৰো এখন নগৰ পালে। তাত সোমাব ধৰোঁতেই কোঁৱৰে এইবাৰ দেখিলে এটা সাপে এটা ভেকুলী ধৰি লৈ গিলিব ধৰিছে। ৰসলু কোঁৱৰৰ লগত এটা পোহনীয়া ভাটৌ আছিল। বাটিতে পাই তেওঁ সেইটো কিনি লৈ লৈছিল। ভাটৌ জ্ঞানী চৰাই বুলি জনাজাত। কোঁৱৰে সেইদেখি ভাটৌক সুধিলে—'ভাটৌ, মই ভেকুলীটোক সাপৰ মুখৰপৰা মুক্ত কৰিম নে নকৰিম?'—'কৰিব পাৰা, কিন্তু সাপটোও ভোকাতুৰ। ভোকাতুৰক বঞ্চিত কৰিলেও পাপ হ'ব। পাৰিলে দুয়োকে ৰক্ষা কৰিব লাগে।'

কোঁৱৰে অলপ ভাবি-চিন্তি চাই তৰোৱালেৰে নিজৰ উৰুৰপৰা এডোখৰ মঙহ কাটি সাপটোৰ মুখত পেলাই দিলে। সাপেও মঙহ পাই ভেকুলীটো এৰি দিলে। ভেকুলীটোৱে তেতিয়া ক'লে—'কোঁৱৰ, তুমি মোক প্ৰাণ দান দিলা। এই উপকাৰ মই জীৱনত নাপাহৰোঁ। তুমিও বিপদত পৰিলে মোক মাতিবা, মই গৈ তোমাৰ ওচৰত হাজিৰ হৈ তোমাক যথাসাধ্য সহায় কৰিম।' এইবুলি ভেকুলীয়ে জঁপিয়াই জঁপিয়াই গুচি গ'ল।

ৰসলু কোঁৱৰে গৈ গৈ এটা নদী পালে। নদীত ৰজাৰ জীয়েকে সখীয়েকসকলৰ লগত গা ধুই আছিল। তাতে কেনেবাকৈ তেওঁৰ আঙুলিৰপৰা হীৰা লগোৱা আঙঠিটো হেৰাল। সকলোৱে বিচাৰিছেহে বিচাৰিছে, পোৱা নাই। কোঁৱৰে পাৰতে থিয় হৈ চাই আছিল। ৰাজকুমাৰীয়ে তেতিয়া কান্দি কান্দি ক'লে—'এই আঙঠিৰ লগতে মোৰ জীৱন-মৰণ সাঙোৰা আছে। সন্ন্যাসীয়ে কৈছিল যে এই আঙঠি কেনেবাকৈ হেৰাব লাগিলে মোৰ আৰু বিয়ায়ে নহ'ব।'

কোঁৱৰে পাৰৰপৰা ক'লে—'যদি আঙঠি বিচাৰি দিওঁ তেন্তে তুমি মোক বাৰু কি দিবা?'

—'যি লাগে তাকে দিম।'

—'তোমাক বিয়া কৰিব খুজিলে দিবানে?'

—'দিম বাৰু, আঙঠিটো বিচাৰি দিয়া আগে।'

কোঁৱৰে সখীয়েকহঁতক সাক্ষী ৰাখি তেওঁৰ বন্ধু ভেকুলীক মাতিবলৈ ধৰিলে। তৰা-নৰা ছিঙি দীঘল দীঘল জাঁপ দি ভেকুলী আহি উপস্থিত হ'ল। ৰাজকোঁৱৰে ক'লে—'ৰাজকুমাৰীৰ হীৰা খটোৱা আঙঠিটো নদীত পৰিছে, তুমি বিচাৰি উলিয়াব পাৰিবানে?'

—'নোৱাৰিম কিয়?'

এইবুলি জাঁপ মাৰি পানীত পৰি ভেকুলীয়ে পানীৰ তলত কিছু সময় বিচাৰি থাকি থাকি শেহত আঙঠিটো কামোৰ মাৰি ধৰি লৈ পাৰ পালেহি। আঙঠিটো দি ভেকুলীয়ে বিদায় ল'লে। আঙঠি পাই সকলোৰে মনলৈ আনন্দ উভতি আহিল।

তেতিয়া ৰাজকুমাৰীয়ে কোঁৱৰক লগত লৈ গৈ মাকৰ আগত সকলো কথা ক'লে। ৰাণীয়ে ৰজাৰ লগত আলচ কৰি চাই কোঁৱৰলৈ ৰাজকুমাৰীক বিয়া দিলে। পিছে, ৰাতি শুবৰ সময়ত বিছনাত উঠি ৰাজকুমাৰীয়ে বিছনাৰ সোঁমাজতে খোলা তৰোৱালখন দেখি উচপ্ খাই উঠিল। কোঁৱৰে আলফুলকৈ ৰাজকুমাৰীৰ হাতত ধৰি মৰমেৰে বহুৱাই লৈ তেওঁক তেনেকৈ তৰোৱাল ৰখাৰ ৰহস্য বিৱৰি ক'লে। ৰাজকুমাৰীয়েও কোঁৱৰৰ সখিয়েকৰ বিয়া হৈ যোৱাৰ বাতৰি নোপোৱালৈকে ধৈৰ্য্য ধৰি থাকিবলৈ মান্তি হ'ল।

পিছদিনা কোঁৱৰে পুনঃ যাত্ৰা আৰম্ভ কৰিলে। কেইবাদিনো গৈ গৈ কোঁৱৰে এইবাৰ বাটৰ কাষতে এটা বিতোপন পুখুৰী দেখিলে। পুখুৰীটোৰ পানী ফটিকৰ দৰে নিৰ্মল। পানীৰ তলত পাৰি দিয়া শিলবোৰো চকুৰে ফট্-ফট্‌কৈ দেখা যায়। বহুতদিন গৈ থাকোঁতে কোঁৱৰৰ কাপোৰবোৰ মলিয়ন হৈছিল। তেওঁ এই ছেগতে ঘোঁৰাটো পাৰত বান্ধি থৈ পিন্ধা কাপোৰবোৰ ধুবলৈ লাগি গ'ল। সেই সময়তে ৰজাৰ জীয়েক পুখুৰীৰ পাৰৰ ফুলনিলৈ ফুল তুলিবলৈ আহিছিল। আগত সাতজনী, পিছত সাতজনী সখীয়েক। ৰজাৰ জীয়েকে কোঁৱৰৰ মদাৰ-ফুলীয়া চেহেৰাটো দেখি মনতে ভাবিলে—দেহি ঐ, কোন ঈশ্বৰে নো কেনেকৈ ইয়াক সৃজিছে। এই ডেকাটোৰ লগত মোৰ বিয়া হোৱা হ'লে মোক আৰু অন্য একোকে নালাগিলহেঁতেন। ইয়াক দেখোন চাই থাকিবৰে মন যায়। চাওঁ মানে হেপাহ নপলায়।

ফুলনিত ঘূৰি ভাগৰ লগাত ৰাজকুমাৰীযে উভতি আহি পুনঃ সেই ঠাইতে ৰহিল। তেওঁ এইবাৰ কাপোৰ ধুই থকা কোঁৱৰক লক্ষ্য কৰি ক'লে—

—মুখত নাই মাত, কাপোৰ নাই গাত।
চিনো চিনো কৰে, মনত নপৰে।

কোঁৱৰে মূৰ তুলি চাই গাৰ তিতা কাপোৰ চন্তালি লৈ উত্তৰ দিলে—

—নালাগে চিনিব ঘৰলৈ যোৱা।
মিছাতেনো কিয় ঘূৰি ঘূৰি চোৱা।।
মোৰ কাম মই কৰোঁ ;
কাকো তাত লগ নধৰোঁ।

কুমাৰীয়ে অলপ লাজ পাই অভিমান কৰি ক'লে—

—দুই-চাৰিটা আছে ভৃত্য তোমাৰ দৰে মোৰ।
সকলোটিয়ে তোমাৰ দৰে লোদোৰ-পোদোৰ।।

তাতে কোঁৱৰে মনত অলপ অপমান বোধ কৰিলে। তেওঁ তেতিয়া মনতে প্ৰতিজ্ঞা কৰিলে— এই কন্যাক মই বিয়া কৰিমেই কৰিম। বিয়াও কৰিম, এৰিও যাম।

ইয়াকে ভাবি তেওঁ গৈ ৰজাৰ আলহীঘৰত আলহী হ'ল। আলহীঘৰ পাই কোঁৱৰে ভাল ভাল পোচাকবোৰ পিন্ধি তেনেই দৰাটো সাজি ওচৰত টহল দিবলৈ ধৰিলে।

ৰজাই সেই সময়ত ৰাজকুমাৰীৰ বাবে উপযুক্ত দৰা বিচাৰি দেশে-বিদেশে মানুহ পঠিয়াইছিল। দৰা বিচাৰি পালেও ৰাজকুমাৰীৰ পচন্দ নহয়। এইদৰে বহুত দৰা আহি উভতি গ'ল, বহুত কোঁৱৰ ভগ্ন মনোৰথ হ'ল। শেষত ৰাজকটকীৰ চকু বসলু কোঁৱৰত পৰিল। কোঁৱৰক নি হাজিৰ কৰাৰ লগে লগে ৰাজকুমাৰীয়ে তেওঁক চিনি পালে। তেওঁ কোঁৱৰৰ লগত পুৰণি বন্ধুৰ দৰে কথা পাতিলে। দুয়োৰো মনৰ মিল দেখি ৰজা আৰু ৰাণীযে সুখ পালে আৰু ৰাজকুমাৰীৰ সন্মতি লৈ বিয়া পাতিলে।

বিয়া হৈ গ'ল। বিয়াৰ পিছ নিশা বসলু কোঁৱৰে আগৰদৰে শোৱা বিছনাত তৰোৱালখন থোৱাত ৰাজকুমাৰী আচৰিত হ'ল। কোঁৱৰে তেওঁক তেওঁৰ প্ৰতিজ্ঞাৰ কথা বিবৰি ক'লে। ৰাজকুমাৰীয়ে কোঁৱৰৰ প্ৰতিজ্ঞাৰ কথা শুনি তেওঁক অলপ ইতিকিং কৰিলে। যি হওক, ৰাতিটো তেনেকৈ কথাই-মাতে পাৰ হ'ল। পিছদিনা কোঁৱৰে ৰাজকুমাৰীক এৰি ঘোঁৰাত উঠি যাত্ৰা কৰিলে।

এইবাৰ কোঁৱৰ গৈ গৈ এখন দিকছৌ অৰণ্যত সোমাল। তেতিয়া লাহে লাহে ৰাতি হ'ল। তেওঁ ঘোঁৰাটো এজোপা গছত বান্ধি থ'লে আৰু গছৰ ডালত উঠি ৰাতিটো কটাবলৈ স্থিৰ কৰিলে। ভাগ্যক্ৰমে ৰাতি মহাদেৱ-পাৰ্বতী দুয়ো সেই গছৰ তলেদি গৈছিল। জোনাক ৰাতি পাই দুয়ো সেই গছজোপাৰ তলতে বহি পাশা খেলিবলৈ ধৰিলে। খেলি থাকোঁতে পাৰ্বতীৰ টোপনি ধৰিলে। তেওঁ মহাদেৱৰ বাঘৰ ছালতে শুই পৰিল। মহাদেৱে অকলে অকলে আমনি পাই মূৰত থকা জঁটাটোত হাত দিলে আৰু তাৰপৰা এজনী দীপলিপ গাভৰু উলিয়াই লৈ তাইৰ সৈতে পাশা খেলিবলৈ ধৰিলে। বহুত সময় তেনেকৈ ৰং-ধেমালি কৰি খেলি থকাৰ পাছত পাৰ্বতীযে এঙামুৰি দিলে। মহাদেৱে তেতিয়া লাহেকৈ গাভৰুৰ লাহী ককালটিত খামোচ মাৰি ধৰি নিজৰ শিৰত থকা জঁটাৰ মাজত পুনঃ তাইক লুকাই থ'লে। শিৱৰ মূৰ পাই গাভৰু এধানমান ওকণি এটাৰ সমান হ'ল। পাৰ্বতীয়ে তাইক দেখাকে নাপালে। গাভৰু এইদৰে মহাদেৱৰ জঁটাতে লুকাই থাকিল।

এইবাৰ আকৌ মহাদেৱৰ টোপনি ধৰিলে। তেওঁ টোপনিয়াই থাকি শেষত বাঘৰ ছালতে ঘাৰ-মোটোকা দি শুই পৰিল। পাৰ্বতী এইবাৰ অকলশৰীয়া হ'ল। তেওঁ ওচৰত কাকো নেদেখি নিজৰ মূৰৰ খোপাত হাত দিলে আৰু তাৰপৰা বান্দৰে ওকণি অনাৰ দৰে নাওমান পুতলা মানুহ এটি ধৰি আনিলে। মাটিত নমাই থোৱাৰ লগে লগে সেই পুতলাৰ মানুহটো এটা ডাঙৰ-দীঘল আচল মানুহ হৈ পৰিল। পাৰ্বতীয়ে তাৰ লগত নাচি-বাগি নানা প্ৰকাৰৰ খেলা খেলিলে। ৰাতি নৌপুৱাওঁতেই তেওঁ পুনঃ সেই যুৱকক কঁকালত ধৰি লৈ মূৰত তুলি ল'লে আৰু সিও তাতে অকণমানি হৈ লুকাই পৰিল। ৰাতি পুৱালত মহাদেউ পাৰ্বতী দুয়ো পুনঃ যাবলৈ ওলাল।

বসলু কোঁৱৰে এই সকলোবোৰ কাৰ্য্য গছৰ ডালৰপৰা ভাওনা চোৱাৰ দৰে চাই আছিল। তেওঁ ৰাতিপুৱা তৎক্ষণাৎ গছৰপৰা নামি আহিল আৰু মহাদেউ-পাৰ্বতী দুয়োকো সেৱা জনাই পূজা কৰিবলৈ ওলাল। তেওঁ সেই উদ্দেশ্যে পাঁচখন আগলতি কলপাত কাটি আনি মাটিত পাৰি ল'লে। তাকে দেখি পাৰ্বতীয়ে সুধিলে—'তই কি অকৰা অ'? আমি দেখোন দুটাহে—তোক গন্তি কৰিলেও তিনিটাহে ; পাঁচখন পাত কিয়? তই পগলা হ'লি নেকি?

বসলু কোঁৱৰে ক'লে—'আই, মই আপোনালোক দুজনৰ মূৰত থকা সিদুজনকো ধৰিছোঁ।' মহাদেৱ-পাৰ্বতীয়ে সকলো কথা বুজিব পাৰি দুয়ো দুয়োৰো পিনে চাই ফিচিঙা-ফিচিঙি কৰিলে। শিৱই কোঁৱৰক ক'লে— 'কি বৰ লাগে কোৱা আৰু লোৱা।' তেওঁ ক'লে—'মোক অইন একো বৰ নালাগে প্ৰভু। আপোনালোকৰ পাশাখেলৰ পাশতিডাল পালেই মোৰ হ'ব।'

আশুতোষ মহাদেৱে পাশতিডাল দিলে, কিন্তু লগতে ক'লে—'তুমি যদি কেতিয়াবা শিৰকটকী ৰজাৰ ৰাজ্যলৈ যোৱা তেনেহ'লে ভুলক্ৰমেও আমাৰ এইবোৰ কথা নক'বা।' কোঁৱৰে নকওঁ বুলি প্ৰতিজ্ঞা কৰিলে।

ঘোঁৰাত উঠি এইবাৰ বসলু কোঁৱৰ শিৰকটকী ৰজাৰ ৰাজ্যলৈ যাবলৈ ওলাল। তেতিয়া কথমপিহে ৰাতি পুৱাইছিল। কোঁৱৰে বায়ুবেগে ঘোঁৰা চলাই গৈ শিৰকটকী ৰজাৰ নগৰত ওলাল। শিৰকটকী ৰজা পাশাখেলত বৰ পটু। সেইদেখি পাশাত কোনোবাই তেওঁক ঘটুৱাব পাৰিলে তেওঁ নিজৰ ৰাজ্য, ৰাণী, সাতজনী কন্যা আৰু আনকি নিজৰ শৰীৰটোও দি দিবলৈ পণ কৰিছিল। নোৱাৰিলে কিন্তু খেলুৱৈয়ে যথাসৰ্বস্ব আৰু আনকি নিজৰ মূৰ পৰ্য্যন্ত এৰিবলগীয়া হৈছিল। কোঁৱৰ গৈ পোৱাৰ লগে লগে আলিৰ দাঁতিৰ এটা নাদৰপৰা অসংখ্য মানুহৰ কটা মূৰে খল খলাই হাঁহিবলৈ ধৰিলে। কোঁৱৰে ক'লে—'তোমালোকৰ মূৰবোৰহে দেখোন আছে, তথাপি হাঁহিছা। ঠাট্টা কৰিছা নে আনন্দত হাঁহিছা?'

—'আমি ঠাট্টা কৰি হঁহা নাই। আমি ইয়াত ৯৯ জন আছোঁ। তুমি আহিলে এশ হ'ম বুলিহে হাঁহিছোঁ। আনন্দত হাঁহিছোঁ। পিছে এটা কথা। তুমি যদি ভাগ্যে ৰজাক পাশা খেলত হৰুৱাব পাৰা তেনেহ'লে ৰজাক কাটি তেওঁৰ তেজ আমাৰ গাত ছটিয়াই দিলেই আমি জী উঠিম। নহ'লে তুমি আমাৰ লগ হ'বাহি। তোমাৰো ডিঙি কটা যাব।'

পাশাখেলৰ সময় পালেহি। বসলু কোঁৱৰ খেলত বহিল। ৰজাই তেওঁৰ সপ্তমজনী জীয়েৰক লুকাই ৰাখি বাকী ছয়জনীক সজাই-পৰাই উলিয়াই আনিলে আৰু নতুন আলহী বসলু কোঁৱৰক পৰিচৰ্য্যা কৰিবলৈ লগালে। খেল চলিবলৈ ধৰিলে। কোঁৱৰে পণত একে একে সকলো হেৰুৱালে। শেষত তেওঁৰ শৰীৰটো বাকী থাকিল। শৰীৰটো পালেই ৰজাই তেওঁক কাটি পেলাব। ইমান পৰে কোঁৱৰে মহাদেৱে দিয়া পাশতিৰ কথা পাহৰি আছিল। তেওঁৰ সঙ্গী ভাটৌটোৱে তেতিয়া তেওঁক কাণে কাণে

ক'লে—'মহাদেৱৰ পাশতিৰ কথা তুমি পাহৰিলা নেকি?' ৰাজকুমাৰীহঁতে ভাটোটো দেখি ভেক্কী লাগি চাই থাকিল। এই ছেগোতে কোঁৱৰে পাশতি সলাই লৈ খেল চলাবলৈ ধৰিলে। এইবাৰ তেওঁ ক্ৰমে ক্ৰমে আগতে হেৰুৱা সকলো বস্তু পালে। ৰজাই প্ৰথমে নিজৰ হাতৰ আঙঠি আৰু তাৰ পিছত ক্ৰমে ধনসম্পত্তি, ৰাজ্য, ৰাণী, সাতজনী কন্যা আৰু শেষত আনকি নিজৰ শৰীৰটোৰো অধিকাৰ হেৰুৱালে। তেতিয়া ভাটৌৱে কোঁৱৰক ফুচ্‌ফুচাই উপদেশ দি ক'লে—'ৰজাক শীঘ্ৰে বধ কৰা। কিন্তু ৰাণীক নাকাটিবা , ছয় কন্যাক বধ কৰা, কিন্তু সিহঁতৰ তেজ মাটিত নেপেলাবা—কাৰণ সিহঁতৰ তেজৰপৰা ৰাক্ষসী জন্মিব। সপ্তমজনী কন্যা বয়সত তেনেই কুমলীয়া হ'লেও তুমি তেওঁক বিয়া কৰিবা, কাৰণ তেওঁ ৰাক্ষসিনী নহয়। পলম নকৰিবা, ভয় নকৰিবা, লাগি যোৱা।'

কোঁৱৰে ৰজাক বান্ধি থৈ ছয়জনী ৰাজকন্যাক গদাৰে কোবাই মাৰিলে। তাৰ পিছত ৰজাক তৰোৱালেৰে দুছেও কৰি তেজখিনি নি নাদত পৰি থকা ৯৯টা ৰজা আৰু ৰাজকোঁৱৰৰ মূৰত ঢালি দিলে। ৰজা আৰু ৰাজকোঁৱৰ ৯৯ জন তেতিয়া জী উঠিল। ৰজাৰ ৰাজ্যখন ভাগ কৰি সেই ৯৯ জন ৰজা আৰু ৰাজকোঁৱৰক দি কোঁৱৰে নিজে সৰুজনী ৰাজকন্যাক বিয়া কৰিলে। বিয়াৰ পিছত তেওঁ নিজ ৰাজ্যলৈ যাত্ৰা কৰিলে।

এই সপ্তমজনী ৰাজকন্যা কিন্তু তেতিয়াও শান্তি হোৱা নাছিল। তেওঁক কোঁৱৰে নি এটা বিতোপন সৰোবৰৰ পাৰত অকলে এটা চাং বঙলাত ৰাখিলে। ৰাজকুমাৰীৰ সঙ্গী হ'বলৈ আৰু তেওঁৰ লগত কথা পাতি থাকিবলৈ কোঁৱৰে এটা মইনা পুহিলে। তেওঁৰ সঙ্গী ভাটৌটোকো তাতে এৰিলে। তেওঁৰ তত্ত্বাৱধান ল'বলৈ এজনী চিলনীও পুহিলে। অলপ দিনৰ ভিতৰতে ৰাজকন্যা পুষ্পিতা হ'ল। ৰাজকন্যা শান্তি বিয়াৰ উপযুক্ত হওক বুলি ভাবি কোঁৱৰ কিছুদিনৰ কাৰণে দূৰলৈ চিকাৰ কৰিবলৈ গ'ল। ঘৰত ক'লে—'মই এটা বাঘ চিকাৰ নকৰোঁ মানে নাহোঁ।' ভালেমান দিন তেওঁ উভতি নাহিল।

ইফালে সেই দেশৰ ৰজাৰ এটা ডেকা পাঠান চাকৰ আছিল। এদিন সি হাবিত কিবা বিচাৰি আহি সেই বিলৰ পাৰত ওলাল। বিলৰ পাৰৰ চাং বঙলাত থকা ৰাজকুমাৰীয়ে দূৰৰপৰা খিড়িকীয়েদি সেই পাঠান যুৱকক দেখিলে। তেওঁ তেতিয়া বসলু কোঁৱৰৰ কথাকে মনত ভাবি আছিল। কোঁৱৰৰ দৰেই নোদোকা চেহেৰাৰ যুৱক এজনক দেখি তেওঁৰ মন ভাল লাগিল। পাঠানেও ইফালে-সিফালে চকু ঘূৰাই চাওঁতে তাৰো চকু গৈ এবাৰ খিড়িকীৰ মুখৰ ৰাজকুমাৰীৰ ওপৰত পৰিল। দুয়োৰো চকুৱে চকুৱে মিলি গ'ল। সি দুই-এখোজকৈ ঘৰৰ ওচৰ পালেগৈ। মাতোঁ-নামাতোঁকৈ থাকি শেষত ৰাজকুমাৰীয়ে ক'লে—

ক'ৰ নো মানুহ এয়া ক'লৈ যায় ;
আমাৰ পিনে নো কিয় ঘূৰি ঘূৰি চায়?

পাঠানে উত্তৰ দিলে—

আম,ডালিম কোনে নো ৰুলে ;
কোন ৰজাৰ কন্যাক কোনে বা আনিলে।
কাৰ ৰাণী কাৰ স্ত্ৰী,
ইয়াতে থাকি কৰিছে কি?

ৰাজকুমাৰীয়ে ক'লে—

শিৱ কটকী ৰজাৰ কন্যা জগতে মোক জানে ;
ৰসলু কোঁৱৰৰ ৰাণী বুলিও সকলোৱে মানে।

হাবিত ফুৰি ফুৰি পাঠানটোৰ তেতিয়া বৰ পিয়াহ লাগিছিল। সি খাবলৈ অলপ পানী খুজিলে। ৰাজকুমাৰীয়ে খিড়িকীয়েদি ঢালি দিলে—পাঠানে হাতৰ চলুত খালে। অলপ পৰৰ পিছত পাঠানে আঙুলিৰ মাজেৰে পানীবোৰ সৰকি যাবলৈ দি পানী খাই থকা ভাও জুৰি থাকিল। ওপৰৰপৰা পানী ঢালি দি দি ৰাজকুমাৰীৰ ভাগৰ লাগিল। ইফালে পিয়াহৰ পানী নিদিলেও নহয়। তেওঁ তেতিয়া ক'লে—'তোমাৰ নো পিয়াহ পলোৱাই নাই নে? ক'ৰনো এনে দানহটো ওলালাহি? ইমান দূৰৰপৰা পানী দি মই তোমাৰ পিয়াহ পলুৱাব নোৱাৰিম। চাওঁ—এইপিনেদি ওচৰ চাপি ভিতৰলৈ সোমাই আহা। কিমান পিয়া ইয়াতে পিয়াহি।'

পাঠানেও মনে মনে তাকেই বিচাৰিছিল। সি ভিতৰলৈ গৈ ক'লে যে আচলতে তেওঁ ৰসলু কোঁৱৰৰে ভায়েক। কোঁৱৰ অহাৰ পিছৰপৰা তেওঁ তেওঁক বিচাৰি হাবিয়ে-বননিয়ে ঘূৰি ফুৰিছে। ৰাজকুমাৰীয়ে সঁচা বুলি ভাবি তাক কোঁৱৰৰ বিছনাতে বহিবলৈ দিলে। নিজৰ দেৱৰ বুলি জানি তেওঁ আৰু বেছি আতৌ-পুতৌ কৰিলে। দিনত ভাত-পানী খাই উঠি সি নিশ্চিন্তমনে ককায়েক কোঁৱৰৰ বিছনাতে ভৰি-হাত পোনালে। ৰাতিও তাতেই শুলে। ৰাজকুমাৰীয়েও আপত্তি নকৰিলে। এদিন-দুদিনকৈ কেইবাদিনো সেইদৰে গ'ল।

যাৰ যি প্ৰকৃতি সি ক'লৈ যাব? পাঠানে ভাত-পানী খাই উঠি বিছনাত শুই শুই তামোল খাইছিল আৰু পিকাই ওচৰৰ ধুনীয়া বেৰবোৰ তেনেই ৰাঙলী কৰিছিল। ঘৰত থকা ভাটো, চিলনী আৰু মইনা চৰাইকেইটাই এইবোৰ সদায় দেখি-শুনি আছিল। এদিনাখন ৰাতি ৰাজকুমাৰী আৰু পাঠানৰ কাৰ্য্য দেখি মইনাটোৱে মনৰ উচ্-পিচনিত ৰ'ব নোৱাৰি স্পষ্টকৈ কৈ পেলালে—

—এনে অকাম কিয় কৰা,
জুইত পৰি কিয় মৰা ;
আমি হ'লে কোঁৱৰক ক'ম,
পাপৰ ভাগ কিয় ল'ম?—

ভাটো জ্ঞানী চৰাই। সি ভয়ত পেপুৱা লাগি নীৰৱে থাকিল। পাঠানে বিছনাৰ-পৰা মইনাৰ কথা শুনি ক'লে—'ভাউজী, এই চৰাইটোৰপৰা আমাৰ দুয়োৰো বিপদ

হ'ব পাৰে। এই চয়তানক মাৰি পেলোৱাই ভাল। আমাৰ সুখ দেখি তাৰ অসহ্য হৈছে।'—এইবুলি উঠি গৈ মইনাটোক সি ডিঙিত চেপি ধৰি মাৰি পেলালে।

ভাটৌটোৱে মাত লগালে—'তাক মৰাত মই ভাল পালোঁ। সি বৰ দুষ্ট আছিল, অসতো। সি মোৰ ভাগৰ আহাৰো কেতিয়াবা কেতিয়াবা চুৰ কৰি খাইছিল। মই কিন্তু তোমালোকে যি কৰিছা সেই কথা কাকো নকওঁ।'—মানুহ মাৰ দেখি মচুৰে বেঁত মেলাৰ দৰে চিলনীয়ৰ ভয়তে বাহৰপৰা ওলাই ভুকং কৰি উৰি গছৰ আগ পালেগৈ। উভতি আৰু নাহিল।

পিছদিনা ভাটৌৱে বৰকৈ কাকুতি-মিনতি কৰি ধৰাত কুঁৱৰীয়ে তাকো যাবলৈ এৰি দিলে। সি উৰি গৈ হাবিয়ে হাবিয়ে বসলু কোঁৱৰক বিচাৰি ফুৰিবলৈ ধৰিলে। শেষত সি এটা নিজৰাৰ পাৰত বসলু কোঁৱৰক এটা ভালুকৰ লগত যুঁজ কৰি থকা দেখা পালে। সেই যুঁজ বহুত দিন চলিছিল। ভাটৌৱে গছৰ ওপৰৰপৰা ক'লে—

বসলু কোঁৱৰ তোমাৰ নাও,
গুপুত বতৰা তোমাক কওঁ,
ঘৰত তোমাৰ চোৰ সোমাই
সদায় সদায় মধু খায়,
শীঘ্রে তুমি ঘৰলৈ যোৱা
কি ঘটিছে নিজে চোৱা।

কথা শুনি বসলু কোঁৱৰে চক্ খাই উঠিল। তেওঁ ভালুকৰ লগত সন্ধি কৰি যুঁজ এৰি ঘৰলৈ গ'ল। ঘৰ পাই তাত মানুহৰ সমাগমৰ চিন পাই ঘৈণীয়েকক সুধিলে—'বাৰীৰ আম গছৰ ডালবোৰ কোনে কাটিলে? ডালিম কোনে ছিঙিলে? মোৰ বিছনাত আৰু কোন মানুহ শোৱে? বেৰবোৰত কোনে এনেকৈ পিকালে?' ঘৈণীয়েকে ক'লে—'আম গছৰ ডাল ময়ে কাটিছোঁ ; ডালিমো ময়ে ছিঙিছোঁ ; বিছনাতো ময়ে শোওঁ আৰু বেৰতো ময়ে পিকাইছোঁ।' কোঁৱৰ মনে মনে থাকিল।

আবেলি সেই পাঠান যুৱকটো আগৰদৰে আহি ঘৰটোত সোমাব খোজোঁতেই ৰাজকুমাৰীয়ে গৈ গোপনে তাক সকলো কথা ক'লে আৰু মনে মনে কিবাকিবি খাই চোৰৰ দৰে গুচি যাবলৈ ক'লে। সিও তাকে কৰিলে। কিন্তু কোঁৱৰো জানো কম? তেওঁ দূৰত এজোপা গছৰ আঁৰত চোপ লৈ সকলো দেখি আছিল। পাঠানটো গৈ সেইখিনি পোৱাত কোঁৱৰে তাক বাট ভেঁটি ধৰিলে। পাঠানটোৱে ক'লে—'মই জানো চোৰ? তোমাৰ ঘৰৰপৰা মই কাঁহী-বাটিকে আনিছোঁ নে ধন-পইচাকে চুৰ কৰিছোঁ, মোক যে তুমি চোৰক আগুৰি ধৰা দিছা? মোক যাবলৈ দিয়া। মোৰ গাত একো দোষ নাই।'

—তুমি মোৰ ঘৰত সোমাই মোৰ বিছনাত শুইছিলা নে নাই?

—শুইছিলোঁ। মই যদি চোৰ হওঁ তেনেহ'লে কেঁচা মঙহৰ হে চোৰ, অন্য চোৰ নহওঁ।

—'বাৰু তেনেহ'লে মোৰ লগত যুঁজ দিয়া। এই দুডাল শেলৰ এডাল তুমি লোৱা, এডাল মই লওঁ। যুঁজত যদি তুমি মোক মাৰিব পাৰা তেনেহ'লে বাৰু মোৰ তিৰোতাক তুমিয়েই নিবা। ঘৰো তোমাৰে হ'ব। নহ'লে মোৰ হাতত তোমাৰ প্ৰাণ যাব।' এইবুলি দুয়ো যুঁজ পাতিলে। যুঁজত পাঠান মৰিল।

ৰসলু কোঁৱৰে পাঠানৰ কলিজাটো কাটি নি ঘৈণীয়েকৰ হাতত দি ক'লে—'আজিৰ চিকাৰত এটা পহু পাইছিলোঁ। গাঁৱৰ মানুহবোৰক পহুটো দি কলিজাটো মাত্ৰ মই আনিছোঁ। ভালকৈ ৰান্ধা আৰু হেপাহ পলুৱাই খোৱা। মই চিকাৰৰ ঠাইতে বৰকৈ খালোঁ—ভোক নাই ; নাখাওঁ।'—ঘৈণীয়েকে নাজানি-নুবুজি পাঠানৰ কলিজাটো ৰান্ধি তৃপ্তিৰে পেট ভৰাই খালে।

ৰাতিপুৱা ভাটৌটোৱে ঘৰৰ চালৰপৰা ক'বলৈ ধৰিলে—

'প্ৰেমিকৰ কলিজা প্ৰেমিকাই খায় ;
এনে কাৰ্য্য আমি দেখা-শুনা নাই।'

তাতে ৰাজকুমাৰীয়ে সন্দেহ কৰি কোঁৱৰক সেই কথাৰ মৰ্ম সুধিলে। কোঁৱৰে ক'লে—'ভাটৌৱে ঠিক কথাকে কৈছে। তুমি তোমাৰ গুপ্ত প্ৰেমিকৰ দিলটো খালা। তাক মই যুঁজত মাৰি তাৰ দিলটো আনি তোমাক দিছিলোঁ—তুমি ৰান্ধি-বাঢ়ি খালা—ইমানেই কথা।' কুঁৱৰীয়ে উচুপি উচুপি কান্দি কোঁৱৰক ক'লে—'এনে অকাৰ্য্য আপুনি কৰিব নালাগিছিল। সঁচা নে মিছা মই চাব খুজিছোঁ, মোক এতিয়াই দেখুৱাব লাগে, নিজ চকুৰে কি হৈছে মই চাওঁ।'

তেতিয়া ৰসলু কোঁৱৰে লৈ গৈ কাউৰ-শগুনে খাবলৈ ধৰা পাঠানৰ শৰীৰটো দেখুৱালে। কুঁৱৰীয়ে নভবা-নিচিন্তাকৈ কৈ পেলালে—'হে কাউৰ-শগুনবোৰ নাখাবা, নাখাবা, অন্ততঃ তাৰ চকু দুটা নাখাবা—সি এতিয়াই জী উঠিব।'

কাউৰী এজনীয়ে তেতিয়া ক'লে—'তোমাৰ উপদেশ আমাক নালাগে। আমাক আৰাম কৰি খাবলৈ দিয়া। আমি এটা মৰাশ খাইছোঁ—তুমি এটা নহয় দুটা জীয়া মানুহ খালা। তোমাক আমি ঘিণ কৰোঁ—তুমি গুচি যোৱা।'

কোঁৱৰে তেতিয়া ৰাজকুমাৰীক এৰি নিজৰ পুৰণি ঘৰলৈ যাবলৈ ওলাল। কুঁৱৰীয়ে তেওঁকো লৈ যাবলৈ কাকুতি-মিনতি কৰিলে। কোঁৱৰে নুশুনিলে। কুঁৱৰীয়ে এটা ওখ টিলাত উঠি কোঁৱৰ গৈ গৈ চকুৰ আঁৰ নোহোৱালৈকে তেওঁলৈ চাই আছিল। তাৰ পিছত মনৰ বেজাৰত সেই টিলাৰপৰাই জাঁপ মাৰি তললৈ পৰি মৰি থাকিল।

ৰসলু কোঁৱৰে তেতিয়া গোনেই আগতে এৰি থৈ যোৱা ষষ্ঠজনী ছোৱালীৰ ওচৰলৈ গ'ল। তাত গৈ তেওঁ দেখিলে যে তেওঁৰ বিবাহিতা পত্নীয়ে অন্য এজন লোকৰ লগত গুপুতে সংসাৰ আৰম্ভ কৰিছে। তেওঁ তাইক সেই অৱস্থাতে এৰি গুচি গ'ল। এইবাৰ তেওঁ পঞ্চমগাৰাকী ঘৈণীয়েকৰ ওচৰ চাপিল। তাত তেওঁ গৈ যি দেখিলে সি তেওঁক আৰু বেছি বিস্মিত কৰি তুলিলে। সেই ঠাইত বহুত লোকৰ সমাগম হৈছে ; গুপ্তভাৱে লোক আহিব লাগিছে আৰু ওলাই যাব লাগিছে। তেৰোঁ

সেইসকলৰ দৰেই ভিতৰলৈ গ'ল আৰু ফৈণীয়েকক তৰোৱালেৰে দুখণ্ড কৰি থৈ ওলাই আহিল। তাকে দেখি তালৈ বোৱা চোৰ যাত্ৰীসকল দিহাদিহি কাটি পলাল।

তাৰ পিছত বসলু কোঁৱৰ তেওঁৰ চতুৰ্থজনী বিবাহিতা পত্নীৰ ওচৰ চাপিল। এইজনীয়ে আকৌ কোঁৱৰৰ কথাকে ভাবি ভাবি, তেওঁৰ কাৰণে চিন্তা কৰি তেনেই বুঢ়ীৰ দৰে হৈ পৰিছিল। তেওঁক ঠগিবৰ কাৰণে বসলু কোঁৱৰৰ সগা-ভগা নাইৰা নিজৰ ভায়েকৰ ভাও যুৰি অনেক কোঁৱৰ আহিছিল, কিন্তু তেওঁক অলপো বিচলিত কৰিব নোৱাৰিলে। কোঁৱৰক পাই তেওঁ পাদ্য-অৰ্ঘ্য দি পূজা কৰি ভিতৰলৈ নিলে আৰু নানা প্ৰকাৰে আদৰ-অভ্যৰ্থনা কৰি কোঁৱৰৰ মনৰ কামনা পূৰ্ণ কৰিলে। কোঁৱৰে পিছদিনা তেওঁক লগত লৈ নিজ দেশলৈ যাত্ৰা কৰিলে।

বাটতে কোঁৱৰৰ মনত পৰিল যে তেওঁৰ আৰু তিনিজনা বিবাহিতা তিৰোতা আছে। কুঁৱৰীৰ আগত তেওঁ এই কথা ক'লে আৰু কুঁৱৰীয়েও তেওঁৰ তেনে খোলা কথাত সন্তোষ লভি তেওঁলোককো আনিবলৈ কোঁৱৰক ক'লে। কোঁৱৰ তেতিয়া তেওঁৰ তৃতীয়গৰাকী পত্নীৰ ঘৰলৈ গ'ল। তাত তেওঁ পালে যে দুজন পুৰুষৰ লগত তেওঁ মহাসুখে সংসাৰ পাতি আৰাম কৰি আছে। কোঁৱৰে ভিতৰলৈ গৈ তৰোৱালেৰে সেইজনীৰো জীৱনৰ অন্ত পেলালে। দুয়োটা চপনীয়া পুৰুষ তেতিয়া চোৰ পলোৱাৰ দৰে লৰি পলাল।

এইবাৰ গৈ গৈ কোঁৱৰ তেওঁৰ দ্বিতীয়াজনী পত্নীৰ ওচৰত হাজিৰ হ'ল। তেওঁ দেখে যে তেওঁৰ পত্নীৰ গৰ্ভাৱস্থা। কোঁৱৰে খণ্ডতে তেওঁকো কাটি দুখণ্ড কৰিলে আৰু ঘৰৰপৰা বাহিৰ হৈ তেওঁৰ প্ৰথম ভাৰ্য্যাৰ সমীপলৈ যাত্ৰা আৰম্ভ কৰিলে। তাত গৈ তেওঁ পত্নীক নাপালে। ইয়াকে মাথো আনৰপৰা জানিব পাৰিলে যে তেওঁৰ পত্নী এই সময়ৰ ভিতৰতে ৰজাৰ সেনাপতি এজনৰ লগত গুপ্ত প্ৰেমত বদ্ধ হৈ কোনোবা দেশলৈ গুচি গৈছে। এই পত্নীক তেওঁ আৰু নিবিচাৰিলে।

বসলু কোঁৱৰে এইবাৰ তেওঁৰ মৰমৰ চতুৰ্থ ভাৰ্য্যাকে লগত লৈ গৈ নিজৰ দেশ পঞ্জাবত ওলাল। তেওঁ গৈ পিতাকলৈ তেওঁ অহা বুলি খবৰ পঠালে। ৰজাই কোঁৱৰক আদৰ-সাদৰ কৰি আগবঢ়াই নিলেহি। ৰজাই শিৰ্কটকী ৰজাৰ কন্যাক পোৱা বুলি আনন্দত বিভোৰ হ'ল। তেওঁ পিছদিনাহে বসলু কোঁৱৰৰ মুখে সকলো কথা শুনিলে। পুতেকৰ বীৰত্বৰ কাহিনী শুনি তেওঁ আনন্দত বিভোৰ হ'ল আৰু তেওঁক সিংহাসনত বহুৱাই নিজে বানপ্ৰস্থ গ্ৰহণ কৰিলে। বসলু কোঁৱৰৰ বংশই যুগ যুগ ধৰি পঞ্জাবত ৰাজত্ব কৰিছিল।

# হীৰ মন্দিৰ (পঞ্জাবী সাধু)

চন্দ্ৰভাগা নৈৰ পাৰত আজিও এটা মন্দিৰ আছে— নাম হীৰ মন্দিৰ। এই মন্দিৰৰ নাম কেনেকৈ হীৰ মন্দিৰ হ'বলৈ পালে সেই বিষয়ে পঞ্জাবৰ অনেক ঠাইত এটা ধুনীয়া আখ্যান শুনিবলৈ পোৱা যায়। সেই আখ্যান মতে এই মন্দিৰ স্থাপন কৰা ঠাইতে এসময়ত হীৰ নামৰ এগৰাকী সাধ্বী সতীয়ে পতিৰ কাৰণে চিন্তা কৰি প্ৰাণ বিসৰ্জন দিছিল। তেওঁৰ নামেৰেই মন্দিৰৰ নাম হীৰ মন্দিৰ হৈছে। সেই ঠাইৰ লোকৰ এনে এটা ধাৰণা আছে যে নিৰাশ প্ৰেমিক-প্ৰেমিকাই ইয়াত প্ৰৱেশ কৰি ভক্তি সহকাৰে যিহকে কামনা কৰে তাকে পায়। তেনেকৈ নিজৰ আশা পূৰ হোৱা অনেক প্ৰেমিক-প্ৰেমিকাই আকৌ তাত সোমাই হীৰ সুন্দৰীৰ আত্মাৰ সদগতিৰ হকে ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনায়।

হীৰ আছিল এগৰাকী ৰাজপুত কন্যা। ধনী মানুহৰ জীয়ৰী, দেখিবলৈও ধুনীয়া। তেওঁৰ ৰূপ-গুণৰ কথা তেতিয়া দেশে-বিদেশে বিয়পি পৰিছিল। বিয়াৰ কাল উপস্থিত হোৱাত নানা দেশৰপৰা কোঁৱৰসকল আহি তেওঁৰ দৰা হ'বলৈ বিচাৰিছিল। কিন্তু তেওঁৰ মাক-বাপেকে সেই যুৱকসকলক কটু কথাৰে তেওঁলোকৰ ছোৱালীৰ উপযুক্ত দৰা নহয় বুলি বিদায় দিছিল।

হীৰৰ এখন ধুনীয়া নাও আছিল। তাৰ ভিতৰতে ৰং-ধেমালি আৰু খোৱা-পিয়াৰ সকলো সজুলি মজুত ৰখা হৈছিল। আনকি আৰাম কৰি শুবলৈ তাত এখন কোমল বিছনাও পাৰি থোৱা আছিল। এই নাৱত উঠি কেতিয়াবা কেতিয়াবা হীৰ সুন্দৰীয়ে চন্দ্ৰভাগা নদীত বিহাৰ কৰে। নাৱৰীয়াই নাও বাই নিয়ে। সখীয়েকসকলৰ লগত কেতিয়াবা তেওঁ নাৱত ফুৰে, কেতিয়াবা আকৌ ঘাটত নাও বান্ধি থৈ নৈৰ পাৰতে খেলি থাকে।

এদিন এটা ঘটনা ঘটিল। ঘাটত নাও বান্ধি থৈ নৈৰ পাৰত সখীয়েকসকলৰে সৈতে হীৰ সুন্দৰী ফুৰি আছিল। বহুত সময় ফুৰি থাকি নাৱলৈ উভতি গৈ দেখে যে তাত পাৰি থোৱা কোমল বিছনাখনত এটা অচিনাকী যুৱক শুই আছে। তাৰ ভৰ টোপনি। খন্তেকত হীৰৰ গা কঁপি উঠিল। বলিয়াই নে বটীয়াই একো ঠাৱৰ কৰিব নোৱাৰি অলপ বিস্ময়ো হ'ল। সখীয়েকসকলক লগত লৈ তেওঁ বিছনাৰ ওচৰলৈ গ'ল আৰু পোনেই শুই থকা যুৱকজনৰ দুই বাহুত দুই হাতেদি ধৰি জোকাৰিবলৈ ধৰিলে

আৰু লগে লগে সুধিলে—'তুমি কোন ভদ্রলোক। ইয়াত কি কৰিছা? কোনে ইয়াত শুৱলৈ দিছে? বলিয়া নেকি?'

যুৱকে চক্‌মক্ খাই সাৰ পাই উঠি অতি নম্র সুৰত ক'লে—'আইদেউ, সঁচাকৈয়ে মোৰ এনে কাৰ্য্যত মই লাজ পাইছোঁ। মই বলিয়া নহওঁ। কি কৰিম, বহুত দূৰ বাটকুৰি বাই আহি মোৰ ভাগৰ লাগিছিল। বিছনাখন দেখি আৰু তাৰ ওচৰত কাকো নেদেখি তাতে শুই পৰিছিলোঁ। মোক ক্ষমা কৰা।'

—তোমাৰ নাম?

—মোৰ নাম ধীদু। ভাল নামটো ৰণ্‌ঝা। ঘৰত ধোদৰ দৰে বহি থাকোঁ বুলিয়ে মোক সকলোৰে ধীদু বোলে। সঁচা কথা ক'বলৈ হ'লে মই কাম কৰিবলৈ টান পাওঁ। ছবি অঁকা আৰু বাঁহী বজাই ঘুৰি ফুৰাটো মোৰ বৰ প্ৰিয় কাম। বাঁহী বজাবলৈ পালে মোক দুনিয়াৰ আৰু আন বস্তু একো নালাগে। বাঁহীটো হাতত ল'লে মই ভোক-পিয়াহ সকলো পাহৰোঁ। মোক সেইবাবে ঘৰৰ কোনো লোকে ভাল নাপায় আৰু মৰম নকৰে।

—তোমাৰ বিয়া হোৱা নাই?

—নাই। মোক আকৌ কোনে ছোৱালী দিব?

—দিলে বিয়া কৰাবা নেকি?

—মোৰ বাঁহীৰ সুৰ ভালপোৱা ছোৱালী যদি ক'ৰবাত ওলায় তেনেহ'লে সেইটো হ'ব, নহ'লে নহয়।

—তুমি বাঁহী বজোৱাচোন বাৰু, আমি শুনো। বেয়া পালে কিন্তু তোমাক আমি ইয়াতে বান্ধি থ'ম। তুমি লোকৰ বিছনাত নোসোধাকৈ শুইছিলা কিয়?

—বেয়া পালে বাৰু বান্ধি থ'বা, পিছে ভাল পালে একা?'

—ঠিক এই আষাৰ কথা কৈয়েই ধীদুই কাষলটিৰ তলৰপৰা বাঁহীটো উলিয়াই বিমোহন সুৰত বজাবলৈ ধৰিলে। বজাই বজাই সি নিজকে পাহৰি গ'ল। নৈৰ দুয়ো পাৰ বাঁহীৰ সুৰৰ প্ৰতিধ্বনিত কঁপি উঠিল। হীৰ সুন্দৰী আৰু তেওঁৰ সখীয়েকসকলে ধীদুৰ ফালে একেথৰে চাই থাকিল।

ধীদুৱে বাঁহীৰ সুৰ বন্ধ কৰাৰ লগে লগে হীৰ সুন্দৰীৰ মুখৰপৰা আপোনা-আপুনি ওলাল—'তুমি চাকৰি কৰিবা নেকি? যদি কৰা, তেনেহ'লে মই মোৰ পিতাৰ তলত তোমাক এটা চাকৰি দিয়াব পাৰোঁ। আমাৰ বহুত ম'হ আছে, সেইবোৰ চাৰিব লাগিব, পাৰিবানে?'

ধীদু মান্তি হ'ল। চাকৰিত সোমোৱাত তেওঁৰ ভাল নামটোহে মানুহে শুনিলে—তেওঁক মানুহে ধীদু নুবুলি ৰণ্‌ঝা বুলিবলৈ ধৰিলে। ৰণ্‌ঝাৰ এতিয়া ম'হ চৰোৱা কাম। ম'হৰ পিঠিত উঠি সি যেতিয়া বাঁহী বজাবলৈ ধৰে তেতিয়া দূৰ-দূৰণিলৈ সেই সুৰ বায়ুৰ বোকোচাত উৰি যায় আৰু তেতিয়া সকলোৰে ৰণ্‌ঝালৈ মনত পৰে।

ইফালে হীৰ সুন্দৰীৰ অন্তৰে ৰণ্‌ঝাৰ কাৰণে কান্দিবলৈ ধৰিলে। তেওঁ মাজে-সময়ে ফাকি দি অন্য কাম কৰিবলৈ যোৱাৰ ছলেৰে কোনেও নেদেখাকৈ পথাৰত ৰণ্‌ঝাক ৰুটি, মাখন আদি খুৱাই আহে। তাতেই দুয়োৰো আকৰ্ষণ বাঢ়ি আহিল। নদীৰ পাৰত গোপনে কথা পাতি থাকোঁতে এদিন ৰণ্‌ঝাই হীৰক ক'লে যে সঁচাকৈয়ে হীৰ সুন্দৰীক পোৱাটোৱেই আছিল তেওঁৰ জীৱনৰ একমাত্ৰ লক্ষ্য। সেই উদ্দেশ্যেই তেওঁ দূৰ-দূৰণিৰপৰা বাটকুৰি বাই আহিছিল। সি এলেহুৱা আছিল কাৰণে বৌৱেকহঁতে তাক সদায় এইদৰে কৈ ঠাট্টা কৰিছিল—'এনেকৈ বাঁহী বজাই ফুৰিলে তোক কোনে ছোৱালী দিব? তই হীৰ সুন্দৰীক বিয়া কৰাবলৈ যা—তেওঁহে তোৰ যোগ্য কন্যা হ'ব। তেৰোঁ বোলে আজিলৈ দৰা বিচাৰি পোৱা নাই। আমি তোক ইয়াত আৰু কিমানদিন এইদৰে বহুৱাই খুৱাম?'—ৰণ্‌ঝাই হীৰক ক'লে—'সেইবাবে চাৰি আঙুলীয়া কপালখন আৰু এই বাঁহীটোকে লৈ হীৰ সুন্দৰীকে এবাৰ জীৱন-মৰণৰ কাৰণে চাই লওঁ বুলি আহিছিলোঁ।'

—'এতিয়া দেখিলা তো?'—হীৰে ক'লে।—'আৰু ভালকৈ চাববো মতলব আছে নেকি?'

—'দেখিলোঁ, পিছে চালে কি হ'ব? মতলব থাকিলেই বা কি হ'ব? কেঁচুৱা ল'ৰা-ছোৱালীয়ে আকাশৰ জোনটোকো হাতত ল'বলৈ বিচাৰে, পিছে পায় জানো?'

—'তেন্তে তুমি এতিয়াও আঁপইতা কেঁচুৱা হৈয়ে আছা বুলি ভাবিছা নেকি? তোমাক জোনটো লাগে নেকি? কোনোবাই আনি দিলে তুমি ৰাখিব পাৰিবা তো?'

—'নিশ্চয় পাৰিম। পাৰোঁ নে নোৱাৰোঁ পৰীক্ষা চালেই হ'ল দেখোন।'—তাতে দুয়ো হাঁহিলে। মৰম-প্ৰীতিৰ এনাজৰীডাল দুয়োৰো ডিঙিত ভালকৈয়ে কাঁচিল। কথাৰ চুপতি সঘনে চলিবলৈ ধৰিলে।

পিছে, দুযোৰো এনে হলিগলি আনৰ চকুত একেবাৰে নপৰাকৈ নাথাকিল। কোনোবা টুটকীয়া লোকে হীৰৰ বাপেকক লগালে যে হীৰক কোনোবাদিনা তেওঁৰ ম'হ-ৰখীয়া ৰন্‌ঝা গোৱালে ফুচুলাই নিনিলেই হয়। বাপেক খঙত জ্বলি উঠিল। তেওঁ গোপনে গোপনে সেই কথাৰ পৰীক্ষা চালে আৰু প্ৰমাণো পালে। হীৰৰ বাপেকে তেতিয়া লৰালৰিকৈ হীৰক চৈদা নামৰ এটা ধনী যুবকলৈ বিয়া দিলে।

বিয়া হৈ গ'ল। স্বামী হিচাবে চৈদা যেতিয়া হীৰৰ ওচৰলৈ গ'ল তেতিয়া হীৰে তেওঁক স্পষ্টকৈ কৈ দিলে যে তেওঁ চৈদাৰ পত্নী নহয়। তেওঁ সেই বিয়াত সম্মতি দিয়া নাছিল আৰু সেইবাবে দুয়োৰো সহবাস অসম্ভব। চৈদাই তেতিয়া হীৰৰ প্ৰতি কোনোপ্ৰকাৰৰ অত্যাচাৰ নকৰি ভাবিলে যে দিন গ'লে হীৰৰ মন আপোনা-আপুনিয়ে কুমলিব। চৈদাৰ সেই আশা কিন্তু ফলৱতী নহ'ল।

চৈদাৰ চেথী নামেৰে এজনী ভনীয়েক আছিল। তেওঁৰো বয়স হীৰতকৈ অলপহে কম হ'ব। তেওঁ বৌয়েক হীৰৰ যত্ন ল'বলৈ ধৰিলে। দুয়ো কথা-বতৰাও পাতে।

ঘৰে ঘৰে ভিক্ষা কৰি ফুৰা মগনিয়াৰবোৰক আমনি কৰি চেথীয়ে আমোদ লভিছিল। তেওঁৰ মতে এই ভিক্ষাৰীবোৰৰ সৰহখিনিয়েই ভণ্ড— আচল ভিক্ষাৰী নহয়। এই ভিক্ষাৰীবোৰক কাম-কাজত লগাব লাগে। এদিন এটা ডেকা ভিক্ষাৰীক তেওঁ ঠাট্টা কৰি সুধিলে—'এই, কি ভিক্ষা কৰিবলৈ আহিছ, ধন-পইচা, চাউল-কটি নে অন্য কিবা? চেহেৰাটো দেখো তোৰ থুলন্তৰ।'

—'হয় আই, চাউল-কটিত বাহিৰে নো আৰু কি ভিক্ষা কৰিম, কোনে বা কি দিব?'

—'আৰু কিবা লাগে নেকি? ছোৱালী নালাগে নে'—বুলি উত্তৰলৈ বাট নাচাই চেথীয়ে তাৰ হাতত থকা ভিক্ষাৰ পাত্ৰটো ঠেলা মাৰি দিলে আৰু সি মাটিত পৰি ভাগি টুকুৰা-টুকুৰ হ'ল। ভিক্ষাৰীয়ে তেতিয়া কান্দি কান্দি গিৰিহঁতক শাও দিবলৈ ধৰিলে।

তেতিয়া ভিতৰৰপৰা হীৰ ওলাই আহিল আৰু সেই ভিক্ষাৰীটোক দেখি তেওঁৰ পুৰণি বন্ধু বুলি চিনি পালে। তেওঁ সেই দৃশ্য চকুৰে চাই থাকিব নোৱাৰিলে আৰু মুৰ আচন্দ্ৰাই কৰাত ভিতৰলৈ দুখোজ কি এখোজ গৈয়ে পৰি গ'ল। বৌৱেকক তেনেকৈ মূৰ্চ্ছা যোৱা দেখি চেথীয়ে তেওঁৰ মুৰত তেল-পানী দি বিচিবলৈ ধৰিলে। কিছু সময়ৰ মুৰত হীৰে চেতনা পালে, কিন্তু মুখেৰে একো নকৈ উভতি যাবলৈ ধৰা ভিক্ষাৰীটোলৈ একেথৰে চাই থাকিল। ভিক্ষাৰীয়েও হীৰক চিনিছিল, কিন্তু ঘটনা বিষম হয় বুলিহে তেওঁ চিনাকি দিয়া নাছিল। তেৰোঁ ঘনাই ঘনাই পিছলৈ ঘূৰি চাই গৈ আছিল।

ৰাতি চেথী আৰু হীৰ একেলগে আছিল। চেথীয়ে হীৰৰ ওপৰত সন্দেহ কৰি তেওঁৰ সেইদিনা মুৰ ঘূৰোৱাৰ কাৰণ কি বৰকৈ সোধাত হীৰে তেওঁৰ আগত সকলোবোৰ ক'লে। হীৰৰ গুপ্ত প্ৰেমৰ কথা তেনেকৈ শুনি থাকোঁতে চেথীৰ দুয়োগালে দুটোপা চকুলো বৈ গ'ল। তেওঁ হুমুনিয়াহ কাঢ়িলে। বৌৱেক হীৰে তেতিয়া সেই হুমুনিয়াহৰ কাৰণ কি সোধাত চেথীয়েও তেওঁৰ গুপ্ত প্ৰণয়ৰ কথা ক'লে। তেওঁ ক'লে যে তেৰোঁ মুৰাদ নামৰ যুৱক এজনক ভাল পাইছিল, কিন্তু মাক-বাপেকৰ বাধাত সিহঁতৰ বিয়াখন নহ'ল। মুৰাদ এতিয়া বলিয়াৰ দৰে হৈ ঘূৰি ফুৰে।

হীৰ আৰু চেথী দুয়ো একে পথৰ পথিক হ'ল। দুয়োৰো উদ্দেশ্য একে ধৰণৰ হোৱাত দুয়ো দুয়োকো সহায় কৰিবলৈ প্ৰতিজ্ঞা কৰিলে। ৰাতিপুৱা দুয়ো পথাৰলৈ খেতি চাবলৈ গ'ল। তাতে আলাপ-আলোচনা কৰি এটা উপায় উলিয়ালে। দুয়ো সেইমতে কাম কৰিবলৈও লাগি গ'ল। দুয়ো ঘৰলৈ উভতিল আৰু হীৰে নিজৰ ভৰিত সাপৰ কামোৰৰ দৰে দেখুৱাবলৈ এডাল হুলেৰে খুন কৰি তেজ উলিয়ালে। চেথীয়ে বৌৱেক হীৰক সাপে কামুৰিলে বুলি কৈ কান্দি কান্দি ওজা বিচাৰিবলৈ মানুহ লগালে। হীৰ মূৰ্চ্ছা গৈ পৰিল। বহুত ওজাই যন্ত্ৰ কৰি চালে আৰু জৰা-ফুকা কৰিলে কিন্তু একো ফল নধৰিলে। হীৰ মূৰ্চ্ছা গৈয়ে থাকিল। চেথীয়ে তেতিয়া ককায়েক চৈদাক

ক'লে যে সিদিনাৰ ভিক্ষাৰীটো হেনো সাপৰ বিষ জৰাফুকা কৰাত ধন্বন্তৰী ওজা। তেওঁক পাৰিলে বিচাৰি আনিব লাগে। তেৱেঁই হয়তো সাপ লগাই দি এই ঘটনা কৰিছে। তেওঁৰ লক্ষ্য আছিল চেথীৰ অন্যায় কৰা, কিন্তু ভুলতে হীৰৰহে অন্যায় কৰিলে। ককায়েক চৈদাই মানুহ পঠিয়াই ভিক্ষাৰীক বিচৰাই আনিলে। সৰ্প দংশনত মৰা লোকৰ চিকিৎসা কৰিব পাৰিব নে বুলি সোধাত তেওঁ কৈছিল—'মোক ভিক্ষাৰী বুলি হেয়জ্ঞান নকৰি মোৰ কথা আপোনালোকে মানি চলে যদি মই এই ৰোগীক জীয়াই দিব পাৰিম, নহ'লে অসম্ভৱ।' চৈদাই যি লাগে তাকে দিবলৈ গাত লৈ ভিক্ষাৰীক চিকিৎসা আৰম্ভ কৰিবলৈ ক'লে।

ভিক্ষাৰীয়ে কিবা-কিবি গছৰ ডাল-পাত বিচাৰি আনি এটা নিভৃত কোঠালিত বেমাৰীক থ'বলৈ দি সেই কোঠালিলৈ অন্য কাকো যাবলৈ মানা কৰি দিলে। হীৰৰ ননদ চেথীক মাত্ৰ তালৈ যাবলৈ আৰু চিকিৎসাৰ সময়ত তাত থাকিবলৈ তেওঁ আদেশ দিলে। দুৱাৰ-খিড়িকী বন্ধ কৰি লৈ ওজাই চিকিৎসা আৰম্ভ কৰিলে। গছৰ কোমল পাতেৰে মূৰৰপৰা ভৰিলৈ আৰাম লগাকৈ এবাৰ কোবাই ফুক এটা মৰাৰ লগে লগে হীৰে চকু মেলিলে। তেতিয়া ওজাৰূপী ৰণ্‌ঝাই হীৰক হেৰুৱাই কেনেকৈ অনাই-বনাই ফুৰিছিল তাৰে বৰ্ণনা দি গ'ল। তেওঁ ক'লে যে এজন সন্ন্যাসীয়ে তেওঁক কৈছিল তেওঁ সোনকালেই হেনো হীৰক বিচাৰি পাব ; মাত্ৰ বিচাৰিব লাগে। সেই হেতুকেহে তেওঁ ভিক্ষাৰী হৈ ঘূৰি ফুৰিছিল। চেথীয়ে ভিক্ষাৰীৰ ওচৰত তেওঁৰ সিদিনাৰ ব্যৱহাৰৰ কাৰণে ক্ষমা খুজিলে আৰু নিজৰ জীৱনৰো কাহিনী কৈ গ'ল। মুৰাদৰ কথা ওলোৱাত ভিক্ষাৰী ৰণ্‌ঝাই তেওঁক চিনি পায় বুলি ক'লে আৰু বিচাৰি আনিবলৈও গাত ল'লে। তিনিওৰো ভিতৰত তেতিয়া এয়ে স্থিৰ হ'ল যে বেমাৰীক অলপ ভাল অৱস্থালৈ আনি থৈ ওজা ৰণ্‌ঝাই মুৰাদক পিছদিনা বিচাৰি যাব আৰু তেওঁকো পাৰিলে সেই নিশায়ে তালৈ অনাৰ ব্যৱস্থা কৰিব, নোৱাৰিলে তাৰ পিছৰ নিশা। তাৰ পাছত ৰাতা-ৰাতিৰ ভিতৰতে চাৰিও পলাই যাব।

সেইমতে কাম হ'ল। পিছদিনা ৰাতি ৰণ্‌ঝাৰ উপদেশ মতে মুৰাদ সেই বেমাৰী থকা কোঠালিলৈ আহিল। দুযো যোৰা প্ৰেমিক-প্ৰেমিকাই ৰাতিৰ এন্ধাৰৰ ছেগ লৈ সেই নিশাতে ঘৰৰপৰা পলায়ন কৰিলে। তাৰ পিছদিনা হীৰ আৰু চেথীক পলুৱাই লৈ ওজাৰূপী ভিক্ষাৰী পলাল বুলি খবৰ ওলাল। সকলোৱে তেওঁলোকক বিচাৰি ওচৰ-পাজৰৰ ঠাই চলাথ কৰিলে।

মুৰাদৰ এটা উট আছিল। চেথী আৰু মুৰাদে সেই উটৰ পিঠিত উঠি যাবলৈ ধৰিলে। হীৰ আৰু ৰণ্‌ঝাই কিছু দূৰলৈ হাতত ধৰা-ধৰিকৈ উটৰ পিছে পিছে গৈ আছিল। শেষত তেওঁলোকে বাটত অলপ পৰ বৈ জিৰণি ল'লে আৰু অন্য বাট লৈ যাবলৈ ধৰিলে।

দুৰ্ভাগ্যক্ৰমে হীৰ আৰু ৰণ্‌ঝা চোৰাংচোৱাৰ হাতত ধৰা পৰিল। দুয়োকো সেই দেশৰ নবাবৰ হাতত বিচাৰৰ কাৰণে গতাই দিয়া হ'ল। চৈদাই গুচৰীয়া হৈ

ক'লে যে ৰণ্‌ঝাই ভিক্ষাৰী-ওজা হৈ গৈ তেওঁৰ বিবাহিতা পত্নী হীৰক ফুচুলাই নিছে। বিচাৰ আৰম্ভ হ'ল। হীৰে স্পষ্ট কথাত ক'লে যে তেওঁৰ স্বামী ৰণ্‌ঝাহে, তেওঁৰ স্বামী চৈদা নহয় বা হ'ব নোৱাৰে। বিয়া পাতিছিল সঁচা, কিন্তু বিয়াৰ সময়ত তেওঁ কেতিয়াও চৈদালৈ যাবলৈ সন্মতি দিয়া নাছিল, আপত্তিহে কৰিছিল। চৈদাৰ লগত তেওঁৰ কোনোদিন সহবাসো হোৱা নাই। তেওঁ মনে-প্ৰাণে ৰণ্‌ঝাকহে স্বামী বৰিছে আৰু সেইমতে তেওঁক গ্ৰহণো কৰিছে।

নবাবে হীৰৰ তেনে স্পষ্ট কথা শুনি হীৰক মাক-বাপেকৰ হাতত গতাই দি এই আদেশ দিলে যে চৈদাৰ লগত হীৰৰ বিবাহ আইন-সঙ্গত হোৱা নাই। মাক-বাপেকে এতিয়া হীৰক ৰণ্‌ঝাৰ লগত দেশৰ দস্তুৰমতে বিয়া দিব লাগে। চৈদাই অন্য ঠাইত ছোৱালী ধৰি বিয়া পাতিব পাৰে।

হীৰৰ মাক-বাপেকেও সেই আদেশ মানি ল'লে। তেওঁলোকে ৰণ্‌ঝাক সাজি-কাচি সদলবলে আহি হীৰক বিয়া কৰি নিবলৈ এটা দিন নিৰ্দ্ধাৰিত কৰি দিলে। দিনৰ দিনা ৰণ্‌ঝা সেইমতে বিয়াৰ কাৰণে সাজু হৈ আহিল। কিন্তু তেওঁ আহি বিয়া-ঘৰত শুনিবলৈ পালে যে হীৰক কোনোবাই কিবাপ্ৰকাৰে বিষ খুৱাই হত্যা কৰিলে আৰু তেওঁ হেনো ৰণ্‌ঝাৰ নাম লৈ থাকিয়ে চকু মুদিলে। ৰণ্‌ঝা চিৰকুমাৰ হৈ থাকিল।

আজিও হীৰ-ৰণ্‌ঝাৰ প্ৰণয়-কাহিনীকে হীৰ মন্দিৰৰ প্ৰতিচটা ইটা আৰু প্ৰতিটো শিলগুটিয়ে যাত্ৰীসকলক সদায় ক'ব লাগিছে। সেইদেখি আজিও হীৰ মন্দিৰক প্ৰেম-মন্দিৰ বুলি জনা যায়। ই যেন ব্যৰ্থ প্ৰেমৰ এটা জীৱন্ত কাহিনী।

CHANDASILPI BHOLANATH DAS . A critical study of Bholanath Das, the man, his time and his poetical writings with an analysis of his heroic Blank Verse as used in Sitaharan Kavya written, collected and edited by Shri Atul Chandra Barua M A and published by Shri Ratna Datta, New Book Stall, Panbazar, Guwahati-1,

---

প্ৰথম প্ৰকাশ—শকাব্দ ৫৩০
অক্টোবৰ, ১৯৭৮ চন


মুদ্ৰক ঃ—প'লাৰ্ড চিল্ক-স্ক্ৰীণ প্ৰিণ্টাৰ্ছ
চানমাৰি, গুৱাহাটী—৭৮১০০৩

---

মূল্য—সাধাৰণ সংস্কৰণ—৫ ০০
উত্তম সংস্কৰণ—৭ ০০

---

# প্ৰাসঙ্গিক যৎকিঞ্চিৎ

পোনতেই কৈ থোৱা ভাল যে 'ছন্দশিল্পী ভোলানাথ দাস' স্বয়ংসম্পূৰ্ণ গ্ৰন্থ নহয় ঃ ই মূলতঃ আমাৰদ্বাৰা সঙ্কলিত আৰু সম্পাদিত আৰু অসম প্ৰকাশন পৰিষদৰ দ্বাৰা প্ৰকাশিত 'ভোলানাথ দাস ৰচনাৱলী'ৰে এখন পৰিপূৰক পুথি। পৰিষদৰ সচিবে 'ভোলানাথ দাস ৰচনাৱলী' সম্পাদনাৰ দায়িত্ব দিওঁতে 'তথ্যবহুল বিস্তৃত পাতনি এখন সংযোজিত হ'ব' লাগিব বুলি আমাক নিৰ্দ্দেশ দিছিল। আমিও সেই উদ্দেশ্যে বহু পৰিশ্ৰম কৰি মূল ৰচনাৱলী, এখনি বিস্তৃত পাতনি আৰু আৱশ্যকীয় পৰিশিষ্ট যুগুত কৰিছিলোঁ। পিছত নিৰীক্ষকৰ নিৰ্দ্দেশমতে পৰিষদে পাতনি আৰু পৰিশিষ্টৰপৰা কোনো কোনো ঠাইত গোটে-গোটে, কোনো কোনো ঠাইত চকলা-চকলি-বখলা-বখলিকৈ সমল এৰুৱাই থৈ খণ্ডিত পাতনি আৰু পৰিশিষ্ট প্ৰকাশ কৰিলে। তাতো আমাৰ লগত সহযোগ কৰি কাম কৰা হ'লে কাম কিছু নিয়াৰি হ'লহেঁতেন। তাকে নকৰা হেতুকে আমাৰ ৰচনা-শিল্পত আমাৰ অজ্ঞাতে কৰা কাটনৰ কাটনবোৰ বহুত ঠাইত খাপ-নোখোৱাকৈ দেখ-দেখ হৈ থাকিল আৰু বহুত ঠাইত সি ৰচনাৱলীক ন্যূনতাৰ দোষত পঙ্গু কৰি তুলিলে। অনেক ঠাইত পৰিশিষ্টলৈ আঙুলিওৱা কথাৰ পৰিশিষ্টত নামগোন্ধেই নাই। ৰচনাৱলী উন্মোচন হোৱাৰ এমাহ পূৰ নৌ-হওঁতেই পৰিষদৰ নিজা মুখপত্ৰ 'প্ৰকাশ'ৰ (এপ্ৰিল, ৭৮ সংখ্যাৰ) গ্ৰন্থসমালোচনা শিতানত ৰচনাৱলীৰ সম্যক সমালোচনা এটি দাঙি ধৰি অধ্যাপক নগেন শইকীয়াদেৱে আমাক যি প্ৰশংসা কৰিলে তাৰ বাবে তেওঁক ধন্যবাদ দিছোঁ। সমালোচনাৰ শেষৰ পিনে তেওঁ কিন্তু কটাক্ষপাত কৰি লিখিলে—

'সম্পাদক শ্ৰীবৰুৱা ডাঙৰীয়াই ৮৩ পৃষ্ঠাৰ এখন সুবিস্তৃত পাতনিত তেখেতৰ সংগ্ৰহকাৰ্য্য-সম্পৰ্কে দিয়া বৰ্ণনাৰ উপৰিও, ভোলানাথ দাসৰ জীৱন পৰিচয়, তেওঁৰ প্ৰত্যেকখনি গ্ৰন্থৰ ৰচনাৰ সময়, ৰচনা আৰু বিষয়ৰ পৰিচয়, ভোলানাথ দাসৰ কবিতাৰ ছন্দ, অলঙ্কাৰ, ৰস-পৰিচয়, 'সীতাহৰণ কাব্য'ৰ বিষয়বস্তু আৰু চৰিত্ৰৰ পৰিচয়, কবিৰ ভাষা আৰু আখৰ জোঁটনিৰ পৰিচয় আদি সকলো দিশৰ আলোচনাত্মক পৰিচয় দিবলৈ যত্ন কৰিছে। পাতনিখন নিজেই এখনি স্বয়ংসম্পূৰ্ণ ৰচনালৈ উন্নীত হৈছে। কিন্তু তেখেতেও ভোলানাথ দাসৰ পূৰ্ব্বপুৰুষৰ পৰিচয় অসমীয়া সাহিত্যৰ বুৰঞ্জী লেখকসকলে যথেষ্টভাৱে নিদি কেৱল 'বিখ্যাত বাথৰ বৰাৰ ঘৰৰ' বুলি দিয়া মন্তব্যৰ প্ৰতি দৃষ্টি আকৰ্ষণ কৰিয়ে এৰিলে, বাথৰ বৰানো কোন আৰু কিয় বিখ্যাত সেই সম্পৰ্কে কোনো আভাস নিদিলে। পাঠকৰ এই বিষয়ে জানিবলৈ কৌতূহল ওপজা স্বাভাৱিক হ'ব।'

এই মন্তব্যত অৱশ্যে শইকীয়াদেৱক দোষ দিব নোৱাৰি ; কিয়নো পৰিষদৰ ভিতৰ চ'ৰাত কি ঘটিছিল তেখেতৰ জানিবৰ উপায় নাছিল। এই প্ৰসঙ্গটো আদ্যোপান্ত বেদনাপূৰ্ণ

আৰু ৰহস্যাবৃত। লোকগীতি-প্ৰসিদ্ধ বাখৰ বৰাৰ কথাৰ উপৰিও এই পুথিত থকা প্ৰায় সকলোখিনি সমলকে ৰচনাবলীৰ বাণী-পূজাৰ সম্ভাৰ ৰূপে যথাস্থানত নিবেদন কৰা হৈছিল। পৰিষদৰ যথাৰীতি বৰণ কৰি লোৱা পুৰোহিতে যথানিৰ্দ্দিষ্ট কাম কৰি সংগৃহীত উপচাৰৰ ভালেখিনি সম্ভাৰ অৱশিষ্ট এৰিলে। তাকেই আনি মাতৃপূজাৰ বস্তু মাতৃপূজাতে লাগক বুলি তাত কিছু যোগ-বিয়োগ কৰি 'ছন্দশিল্পী ভোলানাথ দাস' ৰূপে নিবেদন কৰিলোঁ।

ডঃ বৰা আৰু ডঃ ৰক্ষিতৰ অমিত্ৰাক্ষৰ ছন্দ সম্পৰ্কীয় প্ৰবন্ধ দুটা পৰিষদৰে ভব্য-গব্য শুৰিয়াল দুই-এজনৰ পৰামৰ্শমতে ছন্দ-শিল্পৰ বিশেষজ্ঞ পণ্ডিত দুগৰাকীৰপৰা সংগ্ৰহ কৰা হৈছিল। ৰচনাবলীৰ পৰিশিষ্টত সেই দুয়োটা প্ৰবন্ধ আৰু দূৰ অতীতৰ ১৯০৭ চনতে 'উষা'ত পদ্মনাথ গোহাঞিবৰুৱাই লিখা সমালোচনীটি একেলগে ৰাখিলে সম্ভৱ বছৰ ব্যৱধানৰ সমালোচনাৰ তুলনামূলক দৃষ্টিভঙ্গী আৰু মূল্যায়ন অধ্যয়নৰ দ্বাৰা পাঠক আলোড়িত আৰু উপকৃত হ'ব বুলি আমি ভাবিছিলোঁ। সমকালীন অসমীয়া সাহিত্য, ভোলানাথৰ পূৰ্ব্বপুৰুষ বিখ্যাত বাখৰ বৰাৰ ঐতিহ্য আদি বিষয়বোৰো আলচ কৰা হৈছিল। পিছে, নিৰীক্ষকসকলে সেই সকলোবাৰক 'অগ্ৰহণীয়, একেবাৰে অবান্তৰ, অপ্ৰাসঙ্গিক, অপ্ৰয়োজনীয়' আদি বিবিধ মন্তব্যেৰে বিভূষিত কৰিলে আৰু পৰিষদেও 'গ্ৰন্থখনৰ স্বাৰ্থৰ খাতিৰতে' হেনো বাদ দিলে। সিমানেই নহয়, ৰচনাবলীৰ দুই-এখন দুষ্প্ৰাপ্য গ্ৰন্থ সংগ্ৰহ কৰাত যিসকল সদাশয় লোকে আমাক সহায় কৰিছিল তেখেতসকলৰ নামপৰ্য্যন্ত পৰীক্ষকসকলে বাদ দিবলৈ মন্তব্য দিছিল। এনে অশিষ্টতা আৰু অযুক্তিসঙ্গত কথা সমৰ্থন কৰিব নোৱাৰি লাগিলে সমস্ত পাতনিকে বাদ দিবলৈ ওলোৱাত শেহত যেনিবা সচিবে তেখেতসকলৰ নাম পাতনিত উল্লেখ কৰিবলৈ মান্তি হ'ল। পাতনিত ব্যৱহৃত নোহোৱা লেখাবোৰ বহু যত্ন কৰিও সচিবৰপৰা সম্পূৰ্ণকৈ ঘূৰাই নাপাই আৰু চিঠিৰো সমিধান আনিব নোৱাৰি আমি হাতত থকা প্ৰতিলিপি আৰু প্ৰাৰম্ভিক খচৰাৰপৰাই বৰ্ত্তমানৰ 'ছন্দশিল্পী' গঢ়ি তুলিছোঁ। এতিয়া ই গুৰুভকতত লাগিলেই আমাৰ শ্ৰম সাৰ্থক হ'ব।

এই পুথি প্ৰকাশত ডঃ মহেশ্বৰ নেওগ প্ৰমুখ্যে কেইবাগৰাকীও হিতাকাঙ্ক্ষী শ্ৰদ্ধাৰ্হ বন্ধুৰপৰা উদগনি পাইছোঁ। প্ৰতিলিপি কৰা, আৰ্হিকাকত চোৱা আদি কামত আৰম্ভণিৰেপৰা আমাৰ সৰু জীয়াৰী শেৱালি আইটী আৰু নুমলীয়া পো ৰাজু বোপাই আমাক সহায় কৰিছে। শ্ৰীপ্ৰদীপ বৰুৱাদেৱে তেওঁৰ নিজা ছেপাকলত তৎপৰতাৰে ছপাই দি আৰু নিউ বুক ষ্টলৰ মালিক শ্ৰীৰত্ন দত্তই প্ৰকাশনৰ ভাৰ লৈ আমাক ঋণী কৰিছে। এই সদৌটিৰে শলাগ ল'লোঁ। আশা—'সজ্জনাঃ গুণমিচ্ছন্তি. ।' কিমধিকমিতি

শ্ৰীঅতুলচন্দ্ৰ বৰুৱা
নৱগিৰি, চানমাৰি,
গুৱাহাটী-৩

৫৩০ শঙ্কৰাব্দ
বিজয়া দশমী, ১১।১০।৭৮

# লোকগীতৰ বাখৰ বৰা আৰু কবি ভোলানাথ দাসৰ বংশ-পৰম্পৰা

অসমীয়া সাহিত্যৰ বুৰঞ্জী লিখকসকলে কবি ভোলানাথ দাসৰ চিনাকি দিবলৈ গৈ পোনেই কয়, ভোলানাথ দাস বিখ্যাত বাখৰ বৰাৰ বংশধৰ আছিল আৰু তেওঁৰ পুৰণি ঘৰ আছিল নগাঁও জিলাত। — পিছে, বাখৰ বৰানো কোন আৰু তেওঁনো কি সূত্রে কেনেকৈ কেতিয়া বিখ্যাত হৈ উঠিছিল সেই বিষয়ে হ'লে বুৰঞ্জী নিমাত। ড° মহেশ্বৰ নেওগে তেওঁৰ 'অসমীয়া সাহিত্যৰ ৰূপৰেখা'ত - 'লোকগীতিত বিখ্যাত বাখৰ বৰাৰ বংশৰ ভোলানাথ দাস' বুলি উল্লেখ কৰিছে (৩০০ পৃঃ, প্ৰথম তাঙৰণ)। বুৰঞ্জীৰ সাক্ষ্য যেতিয়া সহজলভ্য নহয় বিষয়টো লোকগীতি আৰু জনশ্ৰুতিৰ ফালৰপৰা বিচাৰ কৰি চোৱা উচিত হ'ব।

## 'ককাদেউতাৰ হাড়'ত বাখৰ বৰা

জনশ্ৰুতি বা কিংবদন্তিৰ ওপৰত নিৰ্ভৰ কৰি বাখৰ বৰা সম্পৰ্কে আজিলৈকে অসমীয়া সাহিত্যত এখনেই উপন্যাস ৰচিত হৈছে আৰু সেয়ে হৈছে 'ককাদেউতাৰ হাড়' ; প্ৰণেতা, শ্ৰীনৱকান্ত বৰুৱা, ৰচনা কাল ১৯৭২ ; প্ৰথম প্ৰকাশ, আগষ্ট, ১৯৭৩ চন। 'ককাদেউতাৰ হাড়'ৰ 'প্ৰাসঙ্গিক' শিতানৰ মুখবন্ধত গ্ৰন্থকাৰে কৈছে — 'বাখৰ বৰাৰ বিষয়ে প্ৰচলিত কাহিনী এটাকে লৈ পুথিখন লিখি উলিয়ালোঁ। কল্পনাৰ ভাগেই ইয়াত বেছি — বুৰঞ্জীৰ নামত জুমুথিৰ খেৰকুটা দুডালমানো আছে নে নাই সন্দেহ।' গতিকে উপন্যাসৰ বিষয়বস্তু, বিশেষকৈ ইয়াত থকা বাখৰ বৰাৰ চৰিত্ৰ বুৰঞ্জীৰ চকচকীয়া সত্য নহ'বও পাৰে। অন্ততঃ গ্ৰন্থকাৰে তাৰ দায়িত্ব লোৱা নাই। কিংবদন্তিৰ কাহিনীটো মুখে মুখে সাধু কথাৰ আকাৰে চলি থকা কাহিনী নে লোকগীতৰ মাজেদি কাণ বাগৰি ফুৰা কাহিনী—সেই বিষয়ে ঔপন্যাসিকে আমাক একো সম্ভেদ দিয়া নাই।

'কাকাদেউতাৰ হাড়'ৰ কাহিনী এখন অসমীয়া বিয়াৰ কাহিনী ঃ খৰঙী বৰুৱা আৰু বাখৰ বৰাৰ পৰিয়াল দুটাৰ মাজত হোৱা এখন বিয়াৰ কাহিনী। বিয়া আচলতে দুখনেই হ'ল—তাহানি বাখৰ বৰাৰ দিনৰ এখন আৰু বৰ্ত্তমান ঔপন্যাসিকে পতাখন এখন। ইয়াৰ মাজতে আৰু এখন হৈ গৈছে — তাৰো উল্লেখ উপন্যাসত আছে। এই তিনিওখন বিয়াতে দৰা হ'ল খৰঙী বৰুৱাৰ বংশৰ আৰু কন্যা বাখৰ বৰাৰ ঘৰৰ।

'ককাদেউতাৰ হাড়'ৰ কাহিনী মতে কলংপৰীয়া ভোগেশ্বৰ বৰুৱা আৰু নৈপৰীয়া বাখৰ বৰা—এসময়ত দুয়োজন সেই অঞ্চলৰ ৰব প্ৰতিপত্তিশালী লোক আছিল। দুয়ো ঘৰৰ মাজতে আছিল এখন বিশাল পথাৰৰ ব্যৱধান। ভোগেশ্বৰ আছিল পুৰণি বুৰঞ্জী প্ৰসিদ্ধ খৰঙী বৰুৱাৰ বংশধৰ ঃ তাহানিৰ শৰাইঘাটৰ ৰণৰ দিনৰ নদাই খৰঙীৰ বংশধৰ। এই নদাই খৰঙীৰ কান্ধত ভিৰ দি গৈয়ে লাচিত বৰফুকনে শৰাইঘাটত জুৰৰ গাৰে নাৱত উঠি মোগলৰ লগত ৰণ কৰিছিল। সেইমতে নদাই বা নন্দেশ্বৰ বৰুৱা আছিল স্বয়ং লাচিত বৰফুকনৰ গাৰখীয়া। ভোগাই (ভোগেশ্বৰ) এই নদাইৰে দুপুৰুষ তলত। স্বৰ্গদেৱ গৌৰীনাথ সিংহৰ (১৭৮০-১৭৯৫) দিনত তেওঁ ডেকা মানুহ।

বাখৰ বৰাৰ তেনে উল্লেখযোগ্য অতীত গৌৰৱ একো নাছিল ; কিন্তু সাহস, অৰ্থবল আৰু বুদ্ধিমত্তাৰ কাৰণে প্ৰজাই তেওঁক ভয় কৰিছিল আৰু মানি চলিছিল। বাখৰে দহ বুলিলেই দহ, পাঁচ বুলিলেই পাঁচ। বাখৰৰ এনে প্ৰতিপত্তি দোপত দোপে বাঢ়ি অহা দেখি ভোগেশ্বৰ বৰুৱাই পেটে পেটে ভয় খাইছিল—জানোচা এদিন বাখৰেহে গৈ সেই অঞ্চলৰ ঘাই মানুহ হৈ পৰে। ভোগাইৰ জীৱন-দৰ্শন আছিল—'মূৰ তুলি থাকিবলৈ হ'লে তুমি আনৰ মূৰ তল কৰি ৰাখিব লাগিব—নহ'লে নিজৰ মূৰ যি কোনো মুহূৰ্ত্ততে খহি পৰাৰ ভয়।' গতিকে দেখ দেখকৈ দুয়োৰো মাজত তলে তলে প্ৰতিপত্তিৰ অৰিয়াঅৰিখন চলি আছিল। বিয়াৰ মাজেদি তেজৰ সম্বন্ধ গঢ়িবলৈ যত্ন কৰা হ'ল যদিও সকলো ফুটুকাৰ ফেন হ'ল, বৰঞ্চ প্ৰতিদ্বন্দ্বিতাৰ যজ্ঞত সি ঘৃতাহুতিৰ দৰেহে হ'ল। তাৰেই ফলত শেষত ভোগায়ে এদিন নানা প্ৰকাৰে অভিসন্ধি কৰি জগুঘলৰ বাঘ ভেটিবলৈ যোৱা উন্মত্ত জনতাক উচতাই দি বাঘ-চিকাৰৰ অন্তত তেওঁলোকৰ হতুৱাই বাখৰ বৰাক শেলবিদ্ধ কৰি হত্যা কৰালে।

ঘটনাটো বুৰঞ্জীৰ কোন সময়ত ঘটিছিল প্ৰস্তুকাৰে ঠিককৈ চন-তাৰিখেৰে কোৱা নাই যদিও ই যে পলৰীয়া ৰজা গৌৰীনাথ সিংহ আৰু কলিয়াবৰ অঞ্চলৰ স'লাল গোঁহাইৰ কালৰ কথা, সেইটো অ'ত ত'ত তেওঁ উল্লেখ কৰিছে। গৌৰীনাথ সিংহ ৰজাই বাখৰ বৰাক হেনো কিছু দিনৰ কাৰণে বৰুৱা খিতাপিও দিছিল—কিন্তু বহুতৰ আক্ৰোশত আৰু নিজৰ মৰমতীয়া স্বভাৱৰ কাৰণে সি অধিক কাল নিটিকিল। মোৱামৰীয়া বিদ্ৰোহৰ শেষ কালত পলৰীয়া ৰজা গৌৰীনাথ সিংহই বৰফুকনকে প্ৰমূখ্য কৰি ভালেমান বিষয়াক অদল-বদল কৰিছিল ; আকৌ অন্য কিছুমানক ৰাইজৰ আপত্তি শুনি অধঃনমিত কৰিছিল। বাখৰো তেনেকৈয়ে বৰুৱা পদৰপৰা পুনঃ বৰা পদলৈ নামিবলগীয়া হৈছিল।

বাখৰ বৰাৰ মৃত্যুৰ কিছুকাল পিছতেই হেনো দেশখন মানৰ দিনৰ ধামখুমীয়াত পৰিল। 'ভোগাইৰ তেতিয়া বয়স তিনি কুৰিৰ ওপৰ।' এনেবোৰ উল্লেখৰপৰা বুজা যায় যে ঘটনাটো মোৱামৰীয়া বিদ্ৰোহৰ সময়ত সংঘটিত হৈছিল। ইয়াৰ ঘটনা-কাল ১৭৯৪-৯৫ চন বুলি ধৰা যায় আৰু লোকগীতৰ কাহিনীয়েও তাকে সমৰ্থন কৰে। সেই বিষয়ে পাছত উল্লেখ কৰা হ'ব।

## ড° সূৰ্য্যকুমাৰ ভূঞাৰ গল্পৰ কাহিনী

বাখৰ বধৰ উপৰোক্ত কাহিনীটোকে ড° সূৰ্য্যকুমাৰ ভূঞা দেৱে তেওঁৰ 'পঞ্চমী' পুথিৰ মাণিক বৰা শিতানৰ গল্প এটাত অলপ পৃথককৈ ৰূপায়ণ কৰা যেন লাগে। ঔপন্যাসিক আৰু গল্পকাৰে অৱশ্যে ঘটনা সজোৱাত আৰু চৰিত্ৰ চিত্ৰণ কৰাত অসীম স্বাধীনতা পায়। গল্প আৰু উপন্যাসৰ চৰিত্ৰ-বুৰঞ্জীৰ বাস্তৱ ঘটনাৰ চৰিত্ৰ হৈও—তেনেই নতুন ৰূপত ৰূপায়িত হ'ব পাৰে। মাইকেল মধুসূধন দত্তৰ 'মেঘনাদ বধ' কাব্যৰ বীৰ মেঘনাদ কৃত্তিবাসী বা বাল্মীকি-ৰামায়ণৰ মেঘনাদ হৈ থকা নাই , তেওঁৰ ৰাৱণো বাল্মীকি বা কৃত্তিবাসৰ ৰাৱণ নহয়। বৰ্ত্তমান ক্ষেত্ৰত ড° ভূঞাৰ মাণিক বৰা বা নৱকান্ত বৰুৱাৰ বাখৰ বৰাও যে তেজ-মঙহৰ জলজ বাখৰ বৰাজন নহয়—তাক নক'লেও হ'ব। উল্লেখযোগ্য এই যে বৰুৱাই বাখৰ বৰাৰ কাহিনীটোকে অৱলম্বন কৰি উপন্যাসখন তৰিছে বুলি স্বীকাৰ কৰিছে , গতিকে তাত মূল ঘটনাৰ আৰু চৰিত্ৰৰো অন্ততঃ কিছু নহয় কিছু সত্য থাকিবই লাগিব। ড° ভূঞাই বাখৰ বৰাৰ নাম ক'তো উল্লেখ কৰা নাই। গতিকে গল্পৰ ঘটনা বাখৰৰ জীৱন কাহিনীৰ লগত কেনেবাকৈ মিলিছে যদিও তাক আকস্মিক বুলিহে গ্ৰহণ কৰিব লাগিব। পিছে ড° ভূঞাই গল্পৰ মাজতে বুৰঞ্জীৰ ঘটনাৰ চন-তাৰিখ কিছু উল্লখ কৰি ঘটনাটো তাৰ বুকুত বাখৰ খাজি দিযাৰ দৰে দিয়াতহে তাৰ আলোচনা ইয়াত প্ৰয়োজনীয় হৈ পৰিল।

ড' ভূঞাৰ মাণিক বৰা গল্পত মাণিক বৰাক, উন্মত্ত জনতাই ভেটা দি বাঘ চিকাৰ কৰাৰ পাছত, যাঠি-জোং-শেলেৰে খুঁচি হত্যা কৰিছিল, আৰু সেই ঘটনাটো ঘটিছিল মানৰ দ্বিতীয় আক্ৰমণৰ সমযত। তেতিয়া আহোম ৰাজপাটত ৰজা পুৰন্দৰ সিংহ। তেওঁৰ মন্ত্ৰী ৰুচিনাথ বুঢ়াগোহাঁয়ে কলিয়াবৰৰ স'লাল গোহাঁইলৈ খবৰ দি পঠিয়ালে যে মানে পুনঃ অসম আক্ৰমণ কৰিবলৈ আহিব লাগিছে আৰু সিহঁতৰ আক্ৰমণ প্ৰতিৰোধ কৰিবৰ কাৰণে সেই অঞ্চলৰপৰা স'লাল গোহাঁয়ে যেনে তেনে কুৰি হাজাৰ টকা আৰু পাঁচ হাজাৰ ৰণুৱা দহ দিনৰ ভিতৰত উজনিলৈ পঠিয়াব লাগে। মাণিকে পোনতে ওজৰ দেখুৱাই স'লাল গোহাঁইক কৈছিল 'গৌৰীনাথ সিংহদেৱে কিছু বছৰৰ আগেয়ে নগাঁৱত ভালেমান দিন বাস কৰি গৈছে ; তেওঁক আহিলাপাতি যোগাই প্ৰজাই বৰ টান পাইছিল, সেই কথা ৰাইজে আজিলৈকে পাহৰা নাই। ইয়াৰ ওপৰত আকৌ বৰঙণি তুলিলে কিজানি ৰাইজে ধৈৰ্য্য হেৰুৱায়।' পিছে গোহাঁযে—'দেশৰ শত্ৰু মানক যেনে তেনে খেদি পঠিয়াবই লাগিব—প্ৰজাই এঙ্গোৰালে কাণ দিব নোৱাৰি' বুলি কোৱাত মাণিকে ক'লে—'মোৰ ডিঙি কটা গ'লেও ধন আৰু ৰণুৱাৰ যোগাব দিম, ডাঙৰীয়া। তথাপি এই সুণীয়া সঁফুৰা অসম দেশত মান বঙালক সোমাবলৈ নিদিওঁ।'

ঘটনা-কাল সম্পৰ্কে গল্পকাৰে পুনঃ বুৰঞ্জী লিখি কৈছে—১৭৪০ শকৰ (১৮১৮ চনৰ) ফাগুন মাহৰ আদিতে কলিয়াবৰৰ স'লাল গোহাঁই আৰু তেওঁৰ

(১৮১৮ চনৰ) ফাগুন মাহৰ আদিতে কলিয়াবৰৰ স'লাল গোহাঁই আৰু তেওঁৰ প্ৰধান বিষয়া সূতাৰ গাঁৱৰ মাণিক বৰাৰ মাজত ওপৰত কোৱাৰ দৰে কথাবাৰ্ত্তা চলিছিল। আহোম-ৰবি তেতিয়া অস্তগিৰিৰ টিঙনিত। ৰাজ্যৰ সৰ্ব্বনিয়ন্তা মহামন্ত্ৰী বুঢ়াগোহাঁই ডাঙৰীয়াৰ আকস্মিক মৃত্যুত ৰাজ্যৰ ভাৰ নিশকতীয়া ৰুচিনাথ বুঢ়াগোহাঁইৰ হাতত পৰিছে। ঘিণাই বদন চন্দ্ৰ বৰফুকনে মানহেন জুইৰ চৰু আনি দেশত মেলি দিছিল। প্ৰথমবাৰ বিদায় দিয়া হয়। তাৰ পাছত ৰুপচিং চুবাদাৰৰ হাতত মান অনা (বদন) ফুকনৰ মৃত্যু ঘটে। মানৰ মিত্ৰ চন্দ্ৰকান্তক ৰজা ভাঙি পুৰন্দৰ সিংহক ৰজা পতা হয়। চন্দ্ৰকান্তই কটকী পঠিয়াই মান সৈন্যক অসম দেশলৈ নিমন্ত্ৰণ কৰিলে। দেশত প্ৰলয় আগ্নেয়গিৰি পুনৰ দেদীপ্যমান হ'ল।

গল্পত বাখৰ বৰা আৰু খৰঙী বৰুৱা কাৰো নামৰ উল্লেখ নাই। কোনো এক হৰিগতি নেওগ বোলা সৰু বিষয়া এজনেহে মাণিকৰ বিৰুদ্ধে প্ৰজাক উচটাই দি তেওঁক হত্যা কৰাইছে। মাণিক বৰাৰ দোৰ্দণ্ড-প্ৰতাপ, দেশৰ বিপদৰ সময়ত তেওঁ প্ৰদৰ্শন কৰা কৰ্ত্তব্যনিষ্ঠা আৰু আনৰ উচটনিত জনতাই তেওঁক চিকাৰৰ পহৰ দৰে হানি-খুঁচি হত্যা কৰাৰ কাহিনীয়ে লোকগীত আৰু উপন্যাসৰ কাহিনীৰ লগত হাত মিলাইছে। কিন্তু ঘটনাটো অৰ্থাৎ বাখৰ বৰাৰ ঘটনাটো মানৰ দিনৰ ঘটনা নহয়, তাৰ কিছুকাল আগৰ, মোৱামৰীয়া বিদ্ৰোহৰ সময়ৰ কথা।

<u>লোকগীতৰ বাখৰ বৰা</u>

লোকগীতত বাখৰ বৰাৰ কথা একালত পুৰণিগুদাম অঞ্চলত মানুহৰ মুখে মুখে হৈ পৰিছিল। ১৯২৭ চনত বিৰিঞ্চি কুমাৰ বৰুৱাদেৱে 'আসাম হিতৈষী'ত 'বাখৰ বৰা আৰু মোৱামৰীয়া উপদ্ৰৱ' বুলি এটা প্ৰবন্ধ লিখিছিল। সেই প্ৰবন্ধ মতেও ঘটনাটো মোৱামৰীয়াৰ তৃতীয় বিদ্ৰোহৰ সময়ৰ কথা।

লোকগীতৰ বাখৰ বৰাও পুৰণিগুদাম অঞ্চলৰ এজন মহাপ্ৰতাপী লোক আছিল ; ঘৰ পুৰণিগুদামৰ মিকিৰহাটিৰপৰা ডেৰ মাইল দূৰৈত। প্ৰবন্ধত লিখা মতে— সেই সময়ত তেওঁ সেই অঞ্চলৰ এজন নামজ্বলা আৰু সাহিয়াল বীৰপুৰুষ আছিল। মোৱামৰীয়াৰ দ্বিতীয় বিদ্ৰোহত এওঁ স্বৰ্গদেৱ গৌৰীনাথক ভালেমান ধন-প্ৰাণেৰে আৰু নিজে শত্ৰুৰ বিৰুদ্ধে যুঁজি সহায় কৰিছিল। কিন্তু সামান্য কথা এটাত পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ সৈতে মনোমালিন্য হোৱাত তেওঁ স্বৰ্গদেৱৰ বিপক্ষে ষড়যন্ত্ৰ কৰিবলৈ তলে তলে চেলু বিচাৰে। এনেতে মোৱামৰীয়াইত পুনৰ বিদ্ৰোহী হোৱাত তেওঁ তলে তলে সিহঁতৰ লগ লাগে।' যিজন লোকে পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ লগতো ফেৰ পাতিবলৈ সাহ কৰে—তেওঁ কেনে দিলবলী লোক আছিল নক'লেও হ'ব।

" মোৱামৰীয়া বিদ্ৰোহ দমন কৰা অসম্ভৱ হৈ উঠাতে ৰাজধানীত থকা পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ পৰামৰ্শমতে স্বৰ্গদেৱ গৌৰীনাথ সিংহই গুৱাহাটীৰপৰা (গুৱাহাটীত তেওঁ সেই সময়ত পলাই আছিলহি।) কটকী পঠাই কলিকতাত থকা তেতিয়াৰ

ভাৰতৰ গৱৰ্ণৰ জেনেৰেল কৰ্ণওৱালিচৰ সহায় বিচাৰে। কৰ্ণওৱালিচে কেপ্টেইন ওৱেল্‌চক সৈন্যসহ পঠিয়ায় আৰু ওৱেল্‌চে বিদ্ৰোহ দমন কৰি শান্তি স্থাপন কৰি উভতি যায়।

কটকীৰ হাতে কাকত পঠিয়ালে
সহায় পাবৰে মনে ;
কুম্পানীৰ ৰাজ কৰ্‌নোৱালিছে
দুপিয়ালে মুৰ ৰঙে।।

● ● ● ●

তামোলটো কাটিলোঁ খেনা,
আমাৰ দেশতে বিয়পি পৰিলে
আটাইবোৰ বছা বছা সেনা।।

মন কৰিবলগীয়া কথা এই যে বিদ্ৰোহ দমনৰ পাছত কেপ্টেইন ওৱেল্‌চে কিন্তু বাখৰক কোনো প্ৰকাৰে ভৎর্সনা কৰা বা শাস্তি দিয়াৰ কথা ক'তো নাই।

মোৱামৰীয়া দমনৰ পাছত দেশত আকাল চলিল। বিষয়াসকলৰ মাজত হিংসা-হিংসি, খিয়লা-খিয়ালিও বাঢ়িল। বাখৰ বৰাৰ ভঁৰালত তেতিয়া মেটমৰা ধান। ভঁৰালো বহুত। কিছুমান বিষয়াৰ উচটনিত ৰাইজৰ প্ৰতিনিধি কিছুমানে গৈ ৰজাৰ ওচৰ চাপি ৰজাৰপৰা হুকুম আনিলে যে বাখৰে ভঁৰালৰ ধান আকালত পৰা মানুহৰ মাজত ভগাই দিব লাগে। বৰাৰ ওচৰলৈ নাহি পোনে পোনে গৈ ৰজাৰ গুৰি পোৱাত আৰু ৰজাৰপৰা তেনে আদেশ লৈ অহাত বৰাই অপমান বোধ কৰিলে আৰু জিদ পাতি ৰাজাজ্ঞা উলঙ্ঘা কৰি 'ধান নিদিওঁ যা' বুলি বহি গ'ল। স্বৰ্গদেৱক পুনঃ সেই কথা লগোৱা হ'ল, কিন্তু স্বৰ্গদেৱেও সেই সময়ত বাখৰক জোকাই ল'বলৈ সাহ নকৰিলে। এইয়ে আছিল বাখৰ বৰা।

পুৰণিগুদামৰপৰা পাঁচ মাইল দূৰৈত থকা বৰ্হমপুৰ গাঁৱত তেতিয়া বাঘৰ ঘোৰ উপদ্ৰৱ চলিছিল। খৰাঙী বৰুৱাই ছেগ চাই বাখৰক এসেকা দি সেও মনাই থ'বলৈ—নহ'লে পাৰিলে প্ৰাণে মাৰিবলৈযে বহু দিনৰপৰা পাঙি আছিল। তেওঁ এইবাৰ ৰাইজক হাতত লৈ বৰ্হমপুৰত বাঘভেটা দিয়ালে। বাঘভেটা চাবৰ কাৰণে তাত লোকে লোকাৰণ্য হ'ল। বাঘ কেনেকৈ ভেটিলে আৰু তাত কোন কোন ঘাই বিষয়া আছিল তাৰ বৰ্ণনা লোকগীতত এইদৰে আছে—

সমস্ত ৰাইজে = বাঘক ঘেৰিলে = কোনো ফালে সন্ধি নাই।
লস্কৰ খাউণ্ডে = এৰেকপাট শেলেৰে = পঠালে যমৰে ঠাই।।
খৰাঙী ঘৰৰে = কেনাই বৰুৱা = কঢ়াল ঘৰৰে ভোলাই।
মথেটৰ ঘৰৰে = সতাই ব'ৰাগী = কটকী ঘৰৰে খোলাই।
হাজৰিকা ঘৰৰে হৰি ;
লস্কৰ খাউণ্ডে ৰাইজক ৰখালে
সকলোৰে পাৰে পৰি।।

লক্ষ্য কৰিবলগীয়া কথা এই যে এই বাঘভেটাত উপস্থিত থকা বৰ লোকসকলৰ ভিতৰত কিন্তু বাখৰ বৰা নাই। কাৰ্য্যৰপৰা বুজা যায়, বাঘভেটা দিয়াৰ এই সমস্ত ঘটনাৰ কথা তেওঁক জানিবলৈ নিদিযাকৈ চক্ৰান্ত কৰি লুকাই ৰখা হৈছিল। নহ'লে বাখৰ বৰা তাত নথকাৰ আৰু পিছ দিনাও সেই সম্পৰ্কে তেওঁ একো ভু নোপোৱাৰ কাৰণ নাই।

বাঘমৰা শেষ হ'লত সন্ধিয়া লাগিল। কেনাই বৰুৱাই ৰাইজক উদ্দেশ্য কৰি ক'লে—'ৰাইজ, আপোনালোক এতিয়া ঘৰাঘৰি নাযাব। আমি এটি বাঘহে মাৰিছোঁ, আৰু এটা বাঘ এতিয়াও মৰা হোৱা নাই। সেইটো বাঘ এতিয়া ক'ত আছে জানে নে? সি এতিয়া মিকিৰ হাটত।'

মিকিৰ হাটত আৰু এটা বাঘ সোমোৱা বুলি শুনি ৰাইজ বিচূৰ্ত্তি হ'ল আৰু 'মিকিৰ হাটত বাঘ, বাঘ' বুলি চিঞৰি সেইফালে যাবলৈ উদ্যত হ'ল। তেতিয়া কেনাই বৰুৱাই মাত লগালে—'ৰাইজ, আপোনালোক ইমান ব্যাকুল নহ'ব। লৰালৰি কৰিলে সকলো পণ্ড হ'ব। সিটো বাঘ ইটোতকৈ সিযান। সিটো নৰৰূপী বাঘ ; বাখৰ। সি বন্য বাঘতকৈও অধম। স্বৰ্গদেৱৰ আজ্ঞা পায়ো সি আপোনালোকক ধান এমুঠিকে পেলাই নিদিলে। ৰাজবল এই সময়ত নিশকতীযা দেখি স্বৰ্গদেৱে তেওঁকেই এতিয়াও বিষয়া ৰাখিছে। সেইবুলি আমি জানো বহি থাকিম ? আমি নিজেই নিজৰ ভৰিৰ কাঁইট নুঘালিলে উঘালিব কোনে ? কালিলৈ বাখৰক বাঘ মৰাৰ দৰে মাৰি তাৰ ভঁৰালৰ ধান সকলো আকলুৱা ৰাইজৰ মাজত ভগাই দিমহঁক—আপোনালোকে কি কয় ?' সকলোৱে 'হয় হয়' কৰিলে।

পিছদিনা পুৱা খোজকাঢ়ি সকলোৱে সমদলে বাখৰ বৰাৰ ঘৰলৈ চোঁচা ল'লে। বাখৰ বৰাই তেতিয়া শুই উঠি প্ৰাতঃকৃত্যাদি কৰি বৰপীৰা পাৰি ৰ'দ কাঁচলিত বহি গৰম ভাতৰ কাৰণে বাট চাই আছে। সময় কেঁৰা দুপৰ। ঠিক এনে সময়তে বিদ্ৰোহী ৰাইজে তেওঁক আগুৰি ধৰিলেগৈ। গীতত আছে —

দলনি আগৰে তৰা !
গাধুই উঠিয়েই গোসাঁইৰে ঘৰতে
সোমালে বাখৰ বৰা।
গুৰুসেৱা কৰিয়েই বৰপীৰা আনিলে
চ'ৰা ঘৰৰে পৰা।
ৰ'দে কাঁচলিতে বৰপীৰা পাৰিলে
বহিলে বাখৰে বৰা ।

তেতিয়া কি হ'ল ?—

পোন পহিলতে = বৰাৰে বুকুতে = হানিলে যাঠি এপাট।
চকু পচাৰতে = যাঠি জোঙেৰে = উপচি পৰিলে গাত।।
যাঠিৰে খোঁচতে = পৰাণটো এৰিলে = আমাৰে বাখৰে বৰা।

ভাতলৈ বাটি চাই - শুদা পেটে গলি - আমাৰ বৰাৰে লৰা।।

এয়ে আছিল লোকগীতি প্ৰসিদ্ধ বাথৰ বৰা। ইয়াত খৰতী বৰুৱা আছিল— কেনাই, ভোগাই নহয়। কেনাই ভোগাইৰে দ্বিতীয় নামো হ'ব পাৰে।

'বৰফুকনৰ গীত' নামৰ পুথি সম্পাদন কৰোঁতে তাৰ ভূমিকাত অধ্যাপক (পিছত ড°) সূৰ্য্যকুমাৰ ভূঞাদেৱে—অন্যান্য অসমীয়া গীত প্ৰসঙ্গত বাথৰ বৰাৰ বিষয়ে কৈছে—'স্বৰ্গদেৱে গৌৰীনাথ সিংহৰ দিনত বাথৰ বৰা নামে এজন অতি সম্ভ্ৰান্ত নগাঞা বিষয়াক বাইজে প্ৰজাদ্ৰোহী বুলি মিছাতে বিবেচনা কৰি পুৰণিগুদামৰ ওচৰৰ গতীয়াবালিত বধ কৰে। এওঁৰ বিষয়ে গীতটি বাথৰ বৰাৰ গীত বুলি প্ৰচলিত। তাৰ গোটাচেৰেক পদ মাথোন আমাৰ হাতত পৰিছে—

আঠিয়া কলৰে পাত সৰু সৰু
জাতি কলৰে পাত,
গাধুই উঠি মোৰ বাথৰ তেমেকাই
খাবলৈ নাপালে ভাত।
লুইতৰ বাগুলী গৰা,
ভৰলুমুখতে ঘৰবাৰী সাজিছে
পালেহি বাথৰ বৰা।

'বৰফুকনৰ গীত' পুথিৰ প্ৰথম সংস্কৰণ প্ৰকাশ হৈছিল ১৯২৪ চনত।

উপসংহাৰ

জনশ্ৰুতিয়ে বুৰঞ্জী কয় ; কিন্তু সেই বুৰঞ্জীত ৰহণ সনা থাকে, নহ'লে সি মানুহৰ মন আকৰ্ষণ নকৰে। তাক সম্পূৰ্ণ বুৰঞ্জী বুলি ধৰা নাযায়।

পুৰণি কালত সামন্ত যুগত ডা-ডাঙৰীয়াসকলে নিজৰ প্ৰতাপ প্ৰদৰ্শনৰ কাৰণে সাধাৰণ লোকক অনেক সময়ত তুচ্ছ-তাচ্ছিল্য কৰিছিল। মাত কথা আৰু ব্যৱহাৰত কটুতা প্ৰদৰ্শন ডা-ডাঙৰীয়াসকলৰ ভেম আৰু গৌৰৱৰ এটা অঙ্গ হৈ পৰিছিল। কিন্তু তেনে ব্যৱহাৰৰ মাজেদিও তেওঁলোকৰ অনেকৰ মনৰ উদাৰতা আৰু দয়া-মমতা ফুটি ওলাইছিল। সেইদেখি প্ৰত্যেক বৰলোকৰে দুই ৰকমৰ ছবি জনমানসত ভাহি ফুৰিছিল। সেয়েহে লোকগীতৰ পূৰ্ণানন্দ বুঢ়াগোহাঁই বুৰঞ্জীৰ বুঢ়াগোহাঁই নহয়। বুৰঞ্জীৰ ৰাজনীতিজ্ঞ বহুদৰ্শী পূৰ্ণানন্দ বুঢ়াগোহাঁইক বৰফুকনৰ গীতত তাচ্ছিল্য কৰি বৰ্ণোৱা আছে —

'কাললীৱা চেলেকি - বুঢ়াগোহাঁই নাৰকী - ৰাতিয়েই সৰকি গ'ল' বুলি।

মুঠতে, বাথৰ বৰাৰ কাহিনী মানৰ দিনৰ কাহিনী নহয় ; ই মোৱামৰীয়া বিদ্ৰোহৰ সময়ৰ ঘটনা। বাথৰ বৰা মহাপ্ৰতাপী লোক আছিল আৰু কোনো কোনো সময়ত তেওঁ পূৰ্ণানন্দ বুঢ়াগোহাঁই আৰু আনকি স্বৰ্গদেৱ গৌৰীনাথ সিংহৰ আজ্ঞাকো উলাই কৰি সাহস বা দাম্ভিকতাৰ পৰিচয় দিছিল, সেইটো ঠিক। তেওঁ আৱশ্যক

হ'লে দেহেকেহে খাটি ধন আৰু ৰণুৱা পঠাই বিপদৰ সময়ত ৰজাক সহায় কৰিছিল— সেইটোও ঠিক। বাইজৰ আৰু দেশৰ হৈ তেওঁ এসময়ত অনেক কাম কৰিছিল আৰু শেষত ৰাইজৰ হাতত্তেই প্ৰাণ হেৰুৱালে, সেই সম্পৰ্কেও কাৰো মতভেদ নাই। কিন্তু সকলো প্ৰকাৰ সাক্ষ্যই প্ৰমাণ দিয়া এই অনস্বীকাৰ্য্য সত্যটো মানি লবই লাগিব যে বাধৰহত্যা—ৰাইজৰ স্বতঃস্ফূৰ্ত্ত আৰু স্বপ্ৰণোদিত কাম নাছিল। ই আছিল খৰঙী বৰুৱাৰ প্ৰৰোচনাত ৰূপ লৈ উঠা এখন পূৰ্ণাঙ্গ নাটক। অৱশ্যে খৰঙী বৰুৱাৰ এই কাৰ্য্যত কিমান পৰিমাণে তেওঁৰ ব্যক্তিগত স্বাৰ্থ আৰু বিদ্বেষ জড়িত আছিল আৰু কিমান পৰিমাণে সি দেশপ্ৰেম, প্ৰজাবাৎসল্য আৰু দূৰদৃষ্টিপূৰ্ণ জনকল্যাণৰ কামনাৰঞ্জিত আছিল সেইটোহে জুখি উলিওৱা টান। একেটা চোঙত দুটা বাঘ থাকিব নোৱাৰে, এই বাণী আৰাৰৰ সত্যতা বাধৰ-খৰঙী বৰুৱাৰ কাহিনীতে প্ৰমাণ পোৱা যায়।

বাধৰ বৰাৰ মৃত্যুৰ পাছত তেওঁৰ বংশ-পৰিয়াল বাহ ভঙা চৰাইৰ দৰে হৈ কিছুকাল দিহিঙে-দিপাঙে ঘূৰি ফুৰিছিল।

আমোদ আৰু কৌতূহলৰ কথা এই যে তাহানি 'ৰোমিও-জুলিয়েট' নাটকত অহি-নকুল সম্বন্ধত বাস কৰা কেপুলেট-মণ্টেগু পৰিয়াল দুটা একালত বিয়াৰ বান্ধোনৰ মাজেদি মিলি পৰাৰ দৰে বাধৰ বৰাৰ শোকাবহ মৃত্যুৰ প্ৰায় ডেৰশ-দুশ বছৰ পাছত কুৰি শতিকাৰ মাজ ভাগত অসমৰ এই বিখ্যাত বিবদমান পৰিয়াল দুটাও দৈৱচক্ৰত সৌ সিদিনা একে একে দুখন বিয়াৰ মাজেদি পুনঃ মিলি পৰিল। তাহানিৰ খৰঙী বৰুৱাৰ গৌৰৱ-মণ্ডিত বংশধৰ নগাঁৱা দেৱকান্ত-নৱকান্ত ভ্ৰাতৃদ্বয়ে পুনঃ বাধৰ বৰাৰ তেজৰ কণিকা বহন কৰা পৰিনাতি প্ৰ-পৰিনাতি ক্ৰমে ভোলানাথ আৰু লক্ষ্মীনাথ দাসৰ কন্যাৰ পাণি গ্ৰহণ কৰি বুৰঞ্জীৰ পুনৰাভিনয় কৰিলে। 'ককাদেউতাৰ হাড়'ত তেনেকুৱা বিয়া এখনৰেই কাল্পনিক চিত্ৰ এটা দেখিবলৈ পোৱা যায়।

ইতিহাস আৰু জনশ্ৰুতিৰ উপৰোক্ত বাতাবৰণৰ সৃষ্টি আছিল লোকগীতি-প্ৰসিদ্ধ বাধৰ বৰা। কবি ভোলানাথ দাস সেই বাধৰ বৰাৰে বংশধৰ।

ভোলানাথ দাসৰ পূৰ্ব্বপুৰুষসকলৰ পুৰুষীনামা পোৱা নাযায়। নাছিল এনে নহয়, আছিল হেনো ; কিন্তু কাৰবাৰ হাতত থকাবোৰ ঘৰ পোৰা জুইত পুৰি নষ্ট হ'ল আৰু আন কাৰবাৰ হাতত থকাবোৰ হেৰাল ঃ বহুত বিচাৰ-খোচাৰ কৰিও পোৱা নগ'ল। তথাপি ভোলানাথ দাস ডাঙৰীয়া যে বাধৰ বৰাৰপৰা পোন-সূত্ৰে অহা বংশধৰ আছিল সেইটো সৰ্ব্বজনস্বীকৃত কথা আৰু দাস ডাঙৰীয়াই নিজেও সেই কথা লিখি থৈ গৈছে। ● তেখেতৰ বৰপুত্ৰ স্বৰ্গীয় লক্ষ্মীনাথ দাস ডাঙৰীয়াই ১৯৪০ চনৰ 'ডায়েৰি'ৰ ৩ জানুৱাৰীৰ পাতত তলত দিয়াৰদৰে বংশলতা পোৱা যায়—

● 'ভোলানাথ দাস ৰচনাৱলী'ৰ 'মোৰ জীৱন-স্মৃতিৰ টোকা' দ্ৰষ্টব্য।




ওপৰৰ উদ্ধৃত কৰা বংশ-লতাৰপৰা আৰু নামি আহিলে আমি বৰ্ত্তমানত তলৰ ঠাল-ঠেঙুলিবোৰ পাওঁ—









# ভোলানাথ দাস—কবি আৰু মানুহজন

লোকগীতি-প্ৰসিদ্ধ বাথৰ বৰাৰ বংশত 'সীতা-হৰণ কাব্য' আৰু 'চিন্তা-তৰঙ্গিণী'ৰ কবি ভোলানাথ দাস ডাঙৰীয়াৰ জন্ম হৈছিল ১৮৫৮ চনত। তেওঁৰ ঘাই কৰ্ম্ম-জীৱন আৰু জীৱনৰ শেষ কালছোৱা অতিবাহিত হৈছিল গুৱাহাটীত। উজান বজাৰৰ যোৰপুখুৰী পাৰত এসময়ত 'ছব ডিপুটীৰ ঘৰ' নামেৰে জনাজাত ভোলানাথৰ হাউলি আজিও জিলিকি আছে। তেওঁৰ পিতৃৰ নাম আছিল বাপীৰাম আৰু মাতৃৰ নাম পদ্মাৱতী. জন্ম : নগাঁও জিলাৰ নগাঁও চহৰত।

মাক-বাপেকৰ তেওঁ একমাত্ৰ সন্তান আছিল আৰু সেই দেখি সৰু কালত অতিশয় আদৰত লালিত-পালিত হৈছিল। নগাঁও হাইস্কুলৰপৰা প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ তেওঁ কলিকতাৰ মেট্ৰ'পলিটান কলেজত পঢ়িবলৈ লৈছিল। মাতৃ-বিয়োগ ঘটাত তেওঁ ঘৰলৈ উলটি আহে আৰু উচ্চ শিক্ষাৰ আশা ত্যাগ কৰি পিতাকৰ ইচ্ছানুযায়ী চাকৰি কৰি ঘৰতে থাকিবলৈ স্থিৰ কৰে।

১৮৮১ চনত ভোলানাথ নগাঁও জিলাৰ 'ডিষ্ট্ৰিক্ট ছাৰ্ভেয়াৰ' পদত নিযুক্ত হয়। ইয়াৰ পিছত তেওঁ ক্ৰমে নগাঁও হাইস্কুলৰ 'লাষ্ট মাষ্টৰ', শিক্ষা বিভাগৰ কেৰাণী আদি কামত সাময়িকভাৱে নিযুক্ত হৈ থাকি শেষত শিৱসাগৰ ছাৰ্ভে স্কুলৰ শিক্ষকৰ পদত মকৰল হয়।

১৮৮৮ চনত তেওঁ প্ৰাদেশিক ছাবৰ্ডিনেট চিভিল ছাৰ্ভিছ পৰীক্ষা দিয়ে আৰু তাত সুখ্যাতিৰে উত্তীৰ্ণ হৈ ছাবডিপুটী কলেক্টৰৰ পদ-মৰ্য্যাদা লাভ কৰে। এই কামতেই তেওঁ সুখ্যাতি অৰ্জ্জন কৰে আৰু ইয়াৰপৰাই ক্ৰমোন্নতি লাভ কৰি দ্বিতীয় শ্ৰেণীৰ মেজিষ্ট্ৰেটৰ ক্ষমতা পায় আৰু এছিষ্টেন্ট ছেটোল্‌মেন্ট অফিছাৰ নিযুক্ত হয়।

ছাৰ্ভে আৰু ছেটোল্‌মেন্ট্ কামত ভোলানাথ দাসৰ সুখ্যাতি আছিল। তেওঁৰ জোখ-মাখ আৰু অঙ্ক নিৰ্ভুল বুলি ওপৰ মহলত এটা বিশ্বাস আছিল। সেই দেখি তেওঁক অন্য কামৰপৰা আনি গুৱাহাটী চহৰৰ 'ৰি-ছাৰ্ভে' আৰু 'ৰি-ছেটোল্‌মেন্ট' কামৰ গুৰু দায়িত্ব দিয়া হৈছিল আৰু তেৰোঁ তাক নিখুঁতভাৱে সম্পন্ন কৰি ১৯১২ চনৰ ১২ ডিচেম্বৰ তাৰিখে সেই চৰকাৰী কামৰপৰা অৱসৰ লভিছিল। গুৱাহাটী চহৰৰ আশে-পাশে থকা জৰিপ নোহোৱা 'ননকেডেষ্ট্ৰেল' জঙ্ঘলবোৰ তেওঁ কেডেষ্ট্ৰেল জৰিপভুক্ত কৰি চৰকাৰৰ এটা দুষ্কৰ কাম সমাধা কৰি দিয়ে। আজিও খাৰঘুলি, ৰাম্‌ছাহিল গ্ৰেন্ট্ আদিৰ পুৰণি মেপত তেওঁৰ চহী জিলিকি আছে।

চৰকাৰী কামৰপৰা অৱসৰ লাভ কৰাৰ পিছতো তেওঁ ভালেমান ৰাজহুৱা দায়িত্বত লিপ্ত থাকিবলগীয়া হৈছিল। তাৰে ভিতৰত গুৱাহাটী চহৰৰ মিউনিচিপেল চেয়াৰমেনৰ পদবী উল্লেখযোগ্য। তাত তেওঁ বহুকাল থাকিবলগীয়া হৈছিল। ১৯২৯ চনৰ জুলাই মাহত জন্ম মাহ আৰু জন্ম-বাৰত তেওঁ ৭১ বছৰ বয়সত উজান বজাৰৰ নিজ ঘৰত স্বৰ্গী হয়। মৃত্যুৰ আগলৈকে তেওঁ অবৈতনিক হাকিম পদবী পাই আছিল।

পাৰিবাৰিক জীৱনত ভোলানাথ দাস এজন আদৰ্শ ভদ্ৰলোক আছিল। তেওঁৰ জীৱনৰ আদৰ্শ নিজে নিজৰ নামটো বান্ধ খুৱাই লিখা তলৰ চাৰিটা পদ্য-পংক্তিত পৰিস্ফুট হৈ উঠিছে।

ভোজন সুমিষ্ট চাওঁ নাই উপাৰ্জ্জন।
লাভ চাওঁ বহু কিন্তু নাহি মূলধন ॥
নাহি বল বোলাইবে চাহোঁ মহাবীৰ।
থৰ-থৰি হিয়া মুখে বচন গম্ভীৰ।

লেখকৰ ইচ্ছা আৰু কাৰ্য্যৰ বাহিৰ-ভিতৰৰ সুন্দৰ ছবি এখন এই পদ্য কেইশাৰীয়ে দাঙি ধৰিছে। বস্তুতঃ তেওঁ সদায় আত্ম-বিশ্লেষণ আৰু আত্ম-নিৰীক্ষণৰ দ্বাৰা নিজক সংযতভাৱে চলাবলৈ যত্ন কৰিছিল। তাৰ উদাহৰণ অনেক আছে।

অলপো সময় তেওঁ অবাবত নকটাইছিল। অৱসৰপ্ৰাপ্ত জীৱনৰ শেষ নিশ্বাস পেলোৱালৈকে তেওঁ সদায ধীৰ, স্থিৰ, মিতব্যয়ী আৰু মিতভাষী আছিল। তেওঁৰ সাজপাৰ সদায় পৰিষ্কাৰ আৰু অনাডম্বৰ আছিল। জীৱনটো তেওঁ যেন এটা গতিত, এক নীতিত ধীৰ-স্থিৰভাৱে চলাই নিছিল। পুৱা দোক্‌মোকালিতেই তেওঁ প্ৰায়ে সদায় 'তেজৰে কমলাপতি পৰভাত নিন্দ' বৰগীতটি সুৰ লগাই গাই সকলোকে জগাই দিছিল। তাৰ পিছত স্নানাদি নিত্যকৰ্ম্ম শেষ কৰি ভগৱানৰ নাম লয় আৰু পৰিপাটিকৈ পোছাক পিন্ধি চাৰিকুণীয়া বহল মেজখনৰ ওচৰত পাৰি থোৱা চকীত বহে ; জেপৰপৰা চাবি উলিযাই নিজহাতে তৈয়াৰ কৰা, সৰু-বৰ নানা খোটালি থকা হাতপেৰাটো খুলি পইচাৰ হিচাব কৰে আৰু দৈনন্দিন খৰচৰ বাবে পইচা উলিয়াই দিয়ে। তাৰ পিছত চাহ-জলপান খায়। এই কামৰ পিছত লোহাৰ পেৰা খুলি তাৰপৰা টকা আনি খৰচৰ বাবে হাত-বাকছত পৃথক কৰি থয় আৰু হিচাব লিখি ৰাখে। এইদৰে হিচাবসহ আচুতীয়াকৈ যথাস্থানত সকলোবোৰ ঠিকঠাক কৰি থৈ উঠি তেওঁ লিখা-পঢ়া কামত লাগে। তাত প্ৰায় এঘণ্টা ডেৰ ঘণ্টামান নিয়াই ভালকৈ ৰ'দ-বাদ ওলালে ঘৰুৱা কাম-কাজত চকু দিযে , ঘৰুৱা কাম-কাজ, যেনে, ঘৰৰ তাঁত-শালৰ বয়-বস্তু যুগুতোৱা, সা-সঁজুলিৰ অভাৱ হ'লে বা তাৰে কিবা বেয়া হ'লে তাক নিজ হাতে পূৰণ কৰা নাইবা সেইবোৰ একো কৰিব নালাগিলে কাঠ মিস্ত্ৰিৰ কোঠাৰ দুৱাৰ খুলি কাঠৰ কামত লগা ইত্যাদি। বিশেষ উল্লেখযোগ্য এই যে তেওঁ নিজে মিস্ত্ৰিৰ কাম ভাল পাইছিল আৰু নিজহাতে কৰিছিল। নিজে তেওঁ চকী-

মেজ-পালেং-পেৰা-পেটেৰা-বিচনী, জপা, চন্দুক আদি তৈয়াৰ কৰি লৈছিল। পালেঙৰ খুঁটাবোৰ নিজহাতে অস্ত্ৰ ধৰি কুন্দাৰ ভাল জানিছিল। এইবোৰৰ বাহিৰেও তেওঁ বিছনাত পালেঙৰ ওপৰত পাৰিবলৈ চটাই-ঢৰা নিজে বৈ তাৰ চাৰিও কোণত বাওঁৰ ওচৰত ৰঙা বা ক'লা বৃত্তাংশৰ গৰম কাপোৰ লগাই দেখাত ধুনীয়া কৰি দিছিল। নিজৰ দুগৰাকী জীয়েকৰ বিয়াত তেওঁ নিজহাতে নিৰ্ম্মাণ কৰা কাঠৰ পেৰা, বৰপীৰা আৰু পালেং উৎসৰ্গা কৰি সুখ লভিছিল। এনেবোৰ কামৰ বাহিৰেও ভোলানাথ দাসে নিজেহাতে কাপোৰ চিলাই কৰি ল'ব পাৰিছিল। তেওঁৰ নিজৰে এটা সুকীয়া চিলাই কল আছিল। সেই কল আজিও তেখেতৰ নাতি-নাতিনীবোৰে ব্যৱহাৰ কৰি আছে।

মিস্ত্ৰিৰ কাম, চিত্ৰাঙ্কন আৰু চিলাই কামত ভোলানাথ দাসৰ পটুতা আজিও তেওঁৰ নিজহাতে তৈয়াৰ কৰি এৰি থৈ যোৱা অনেক কামত জিলিকি আছে। নিজৰ ফটোখন চাই চাই পেন্সিলেৰে তেওঁ নিজৰ এখন ধুনীয়া আৰু হুবহু ডাঙৰ প্ৰতিকৃতি আঁকিছিল। মিস্ত্ৰি কামবোৰতো জন্তু, চৰাই আদিৰ ছবি আঁকি কাঠত ধুনীয়াকৈ খোদিত কৰা তেওঁৰ এটা অভ্যাস হৈ পৰিছিল। তেওঁৰ হাতেসজা তাঁত শালৰ সঁজুলিবোৰ তেওঁৰ মৃত্যুৰ প্ৰায় অৰ্দ্ধশতাব্দীৰ পাছতো আজি ঘৰৰ জীয়াৰী-বোৱাৰীৰ হাতত আছে। আজিকোপতি তেওঁৰ ঘৰখন অসমীয়া বোৱন-কাটনৰ বাবে জনাজাত। তাৰ গুৰিতে আছিল তেওঁ নিজে আৰু তেওঁৰ সুযোগ্যা পত্নীদ্বয়।

ভোলানাথ দাসৰ ঘৰত সকলো কাম সকলোৱে নিৰ্দ্দিষ্ট সময়ত কৰিব লাগিছিল। তেওঁ নিজে তাৰ এটা আদৰ্শ আছিল। তেওঁ সদায় চাকৰি জীৱনত ঠিক সময়ত খোৱা-বোৱা কৰি অফিচলৈ গৈছিল আৰু অফিচ ছুটী হ'লেহে ঘৰলৈ উভতিছিল। ভোলানাথ দাসৰ বৰপুত্ৰ - লক্ষ্মীনাথ দাসে পঢ়াশলীয়া অৱস্থাতে দেউতাকৰ আৰ্হিত মিস্ত্ৰিকামৰ বহুখিনি জ্ঞান আয়ত্ত কৰিছিল। দেউতাকৰ লগত থাকি তেওঁ সৰু সৰু বস্তু কিছুমান নিজে সাজিছিল। পঢা অৱস্থাত থাকোঁতেই তেওঁ টিন-পাতৰ পণ্টুন সাজি কাঠেৰে দুয়োটাকে জোৰা লগাই জালিব'টৰ দৰে দাৰ লগাই ঘৰৰ ওচৰত থকা যোৰপুখুৰীত চলাই লৈ ফুৰিছিল আৰু পিছত তাৰ সহায়তে ব্ৰহ্মপুত্ৰ পাৰ হৈ দেখুৱাই সকলোকে চমক লগাইছিল। এই কামত দেউতাক ভোলানাথ দাসে তেওঁক কেৱল গজাল-বল্টু আদি আৱশ্যকীয় বস্তুবোৰ মাত্ৰ দি সহায় কৰিছিল। দেউতাকৰ উদগনিয়ে তেওঁক কম উৎসাহিত কৰা নাছিল।

ভোলানাথ দাসে চৰকাৰী কামৰ দায়িত্ব চম্ভালি অসমীয়া সাহিত্যলৈ যিখিনি দান দি গ'ল তাৰ বাবে সাহিত্যৰ বুৰঞ্জীত তেওঁৰ এখন আচুতীয়া আসন থাকিব। সাহিত্যৰ বুৰঞ্জী ৰচোঁতা সমালোচক কবি ডিম্বেশ্বৰ নেওগৰ মতে কবি ভোলানাথ দাস আছিল—বৰ্ত্তমান অসমীয়া কবিতা আকাশৰ এটি পুৱতি-ভোটা। অসমীয়া ভাষাত অমিত্ৰাক্ষৰ ছন্দত প্ৰথমে কাব্য লিখিবলৈ লোৱাসকলৰ ভিতৰত ভোলানাথ অন্যতম। 'লিৰিক' বা খণ্ড কবিতাৰ প্ৰচলনো অসমীয়া সাহিত্যত পোনতে

ভোলানাথৰ লেখনীতে আৰম্ভ হয় বুলিব পাৰি। 'মেঘ', 'কিয়নো নাজাগে আমাৰ মন' আদি খণ্ড কবিতাই তাৰ সাক্ষী। 'মেঘ' কবিতাৰ ভাষাত দেখা যায়—পুৰণিৰপৰা দেখ-দেখকৈ নতুনলৈ পৰিবৰ্ত্তন ; ছন্দত ই 'ধীৰে ধীৰে ভাহি যোৱা মেঘৰ গজেন্দ্ৰ গমন'। বিষয় গাম্ভীৰ্য্যৰ লগত ইয়াৰ ভাষা আৰু ছন্দৰ সুন্দৰ সমন্বয় ঘটিছে। শব্দাড়ম্বৰ আৰু শব্দ মাধুৰ্য্য তেওঁৰ প্ৰকাশভঙ্গীৰ এটি বৈশিষ্ট্য।

ভোলানাথ দাসৰ কাব্য-প্ৰতিভা পাঁচখন কাব্যত পঞ্চধা বিভক্ত হৈ ১৮৮১ চনৰ ভিতৰত প্ৰকাশ পায় ঃ দুই খণ্ডত বিভক্ত দুখন 'কবিতা-মালা', দুই খণ্ডত বিভক্ত দুখন 'চিন্তা-তৰঙ্গিণী' আৰু 'সীতাহৰণ কাব্য'—এই পাঁচখন। হাতে লিখা অৱস্থাত অসম্পূৰ্ণ কৰি এৰি যোৱা 'সুভদ্ৰা-হৰণ' কালৰ বুকুত লীন গ'ল। তেওঁৰ প্ৰথম কবিতা পুথি 'কবিতা-মালা'—প্ৰথম ভাগ প্ৰকাশ হয় ইং ১৮৮১ চনত।

পুথিখনত (প্ৰথম ভাগ কবিতা-মালাত) কুৰিটা খণ্ড-কবিতা আছে। ভাষা পুৰণি পুথিৰ ছন্দ-গন্ধবাহী হ'লেও ভাব আৰু প্ৰাঞ্জলতাত ইংৰাজ আমোলৰ নতুন যুগৰ কবিতালৈ ই এটি স্পষ্ট পদক্ষেপ। শিশু মনৰ উপযোগী কৰি নীতি-বচনপূৰ্ণ পদ্য ৰচনাৰে পুথিখন মজুত কৰা হৈছে।

যাৰ কৃপাবলে জন্মি যত জীৱগণ।
আনন্দে সংসাৰ মাজে কৰন্ত ভ্ৰমণ ॥
হেৰা ল'ৰা সিজনক যোড়হাত কৰি।
সেৱিবা আনন্দ চিত্তে দিবস শৰ্ব্বৰী।' (ঈশ্বৰলৈ সেৱা)

● ● ● ●

সদ্‌গুণ থাকিলে শিশু কি কৰয় ৰূপ।
দেখা স্নেহপাত্ৰ কুলি হুইয়া কুৰূপ। (সদ্‌গুণৰ আদৰ)

● ● ●

নাহি ধৰ্ম্ম নাহি কৰ্ম্ম নাহি যাৰ জ্ঞান।
সেহি জন হোৱে মাত্ৰ পশুৰ সমান।
(মনুষ্য শ্ৰেষ্ঠ জীৱ কিয়)
—এইবোৰ তাৰ চানেকি মাত্ৰ।

প্ৰথম ভাগ 'চিন্তা-তৰঙ্গিণী' ৰচনা কৰি কবিয়ে নগাঁৱৰ টে'ক্সট্ বুক কমিটিৰপৰা এশ টকা পুৰস্কাৰ পাইছিল। ইয়াতেই তেওঁ পোনতে অমিত্ৰাক্ষৰ ছন্দৰ খণ্ড-কবিতা ৰচনাত নিজৰ হাত পৰীক্ষা কৰিছে। প্ৰথম কবিতাটোৰ নামেই 'চিন্তা-তৰঙ্গিণী' আৰু ইয়াত কবিয়ে পুথি ৰচনাৰ উদ্দেশ্য মুকলি কৰি কৈছে—

অযথা সাহসে,—পাই দুৰাশা আশ্বাস—
দুৰ্ব্বল চিন্তাৰ বলে, 'চিন্তা-তৰঙ্গিণী'
ৰচিলোঁ ; সোণাৰি যেন কৰি ধন আশ,
ৰচে স্বৰ্ণ-প্ৰায় কৰি পিতলৰ মণি। ইত্যাদি

ঠিক তেনেকৈয়ে ভোলানাথ দাসে 'সীতাহৰণ কাব্য'তো তেওঁৰ কাব্য ৰচনাৰ উদ্দেশ্য আৰু অনুপ্ৰেৰণা সম্পৰ্কে কৈছে—'সেহি ৰামায়ণ গীত—

গাইবাক চাহোঁ আমি অতি মূঢ়জনে
অমিত্ৰ অক্ষৰ ছন্দে, হে মাতঃ বাগ্‌দেবি!
যি ছন্দে গাইলা বহু মধুময় গীত
তব অনুগ্ৰহে, অতি প্ৰিয় পুত্ৰ তব
শ্ৰীমধুসূদন বঙ্গ কবিকুল মণি ! ইত্যাদি

আউনীআটীৰপৰা ওলোৱা 'আসাম বিলাসিনী' নামৰ কাকতত 'সীতাহৰণ কাব্য' খণ্ড-খণ্ডকৈ প্ৰকাশ হৈছিল প্ৰায় ১৮৭৮ চনৰপৰা। তাৰে প্ৰথম সৰ্গৰ একাংশ 'চিন্তা-তৰঙ্গিণী'ৰ প্ৰথম ভাগত ঠাই দিয়া হৈছিল।

ভোলানাথ দাস ডাঙৰীয়া তাহানিৰ বঙলা আৰু অসমীয়া ভাষা-যুঁজৰ হেঁচা-চেপাত ওপজা কবি। বঙলাৰ মাধ্যমেৰেই তেওঁ শিক্ষা লভিছিল। মনত ৰাখিব লাগে যে ১৮৩৬ চনত শিপাই লৈ বঙলা ভাষাই অসমীয়া ভাষাক হেঁচা দি হাড় ভাঙিব খুজিছিল, কিন্তু নোৱাৰিহে শেহান্তত ১৮৭২ চনত ক্ৰমে আঁতৰি যায়। এই মধ্যবৰ্ত্তী ছয়ত্ৰিশ বছৰীয়া কালডোখৰত অসমীয়া স্কুল, কাছাৰি সকলোতে বঙলা আৰু অসমীয়া ভাষাৰ সনা-পোটকাত ওপজা এটা খিচুৰী ভাষা চলিছিল। ভেলানাথ দাসৰো 'সীতাহৰণ কাব্য'ৰ ৰচনা আৰম্ভ হয় ১৮৭৮ চন মানত। সেই হেতুকে তেওঁৰ ভাষাত বঙলা ভাষাৰ ছাপ থকাটোত আচৰিত হ'বলগীয়া একো নাই। অৱশ্যে কবিতা ৰচনাত তেওঁ ইচ্ছা কৰিয়ে গহীন প্ৰকাশ ভঙ্গী অৱলম্বন কৰি চলিছিল। শব্দ-চয়নত সংস্কৃত বা তৎসম শব্দ তেওঁ পছন্দ কৰিছিল আৰু অমিত্ৰাক্ষৰ ছন্দ গহীন বিষয়ৰ কবিতাত সততে ব্যৱহাৰ কৰিছিল। ভোলানাথ দাসৰ 'কবিতা-মালা'ৰ অনেক কবিতাৰ ভাব, ভাষা আৰু ছন্দৰ প্ৰতিধ্বনি ধনাই বৰা, বলদেৱ মহন্ত আদি পৰবৰ্ত্তী কবিসকলৰ কবিতাত দেখ দেখকৈ ওলাই পৰিছিল। তেওঁৰ 'আলেক্‌জেণ্ডাৰ আৰু দস্যু'—কবিতা আজিও ছাত্ৰসকলৰ আদৰৰ আবৃত্তি। ইংৰাজী সাহিত্যত 'তীৰ্থযাত্ৰীৰ সাধু' (কেণ্টাৰবাৰী টে'লচ) ৰচোঁতা ছচাৰৰ ভাব আৰু ভাষাত ন-পুৰণিৰ সমাৱেশ ঘটাৰ দৰে অসমীয়া সাহিত্যতো ভোলানাথ আছিল এটা যুগৰ সাঁজেলি-ভোটা বা সান্ধ্য-তৰা আৰু আন এটাৰ পুৱতি-ভোটা।

ভোলানাথৰ কবিতাৰ ৰচনা-ৰীতি বহু পৰিমাণে কৃত্ৰিম আছিল আৰু তাক তেওঁ ইচ্ছা কৰিয়ে কৃত্ৰিম কৰিছিল। সাহিত্যত এক শ্ৰেণীৰ লেখকে লিখিত ভাষাক কথিত ভাষাৰপৰা কিঞ্চিৎ পৰিমাণে হ'লেও মাৰ্জ্জিত কৰি কৃত্ৰিমতাক প্ৰশ্ৰয় দিয়াটো বাঞ্ছনীয় বুলি বিবেচনা কৰে। ভোলানাথেও কাব্য ৰচনাত তাকে কৰিছিল। তেওঁৰ সেই ৰচনা-ৰীতি নিটিকিল ; কিন্তু তাৰ মাজেদিয়ে ফুটি উঠা কবি প্ৰতিভাৰ চমকপ্ৰদ স্ফুৰণে আজিও পাঠকক স্তব্ধ নকৰি নাথাকে। অন্ততঃ আধুনিক অসমীয়া খণ্ড-কবিতাৰ প্ৰবৰ্ত্তক আৰু অমিত্ৰাক্ষৰ ছন্দৰ আদি প্ৰচাৰকসকলৰ অন্যতম হিচাপে অসমীয়া সাহিত্যত ভোলানাথ দাস স্মৰণীয় হৈ থাকিব।

# সমকালীন অসমীয়া সাহিত্য আৰু ভোলানাথ দাস

(প্ৰেৰিত পত্ৰ)

মহামহিম শ্ৰীল শ্ৰীযুক্ত আসাম বিলাসিনী সম্পাদক

মহাশয়, মান্যবৰেষু

মহাশয় ।

নিম্ন প্ৰেৰিত আখৰ কেইপংক্তি আপোনাৰ বিখ্যাত বিলাসিনীৰ এক পাৰ্শ্বে স্থান দান কৰি চিৰ বাধিত কৰিব।

মহাশয়—আমি কোনো এক কাৰ্য্যোপলক্ষে এজন বন্ধুৰ সমীপলৈ গৈছিলোঁ। বন্ধুৱে চন্দ্ৰোদয় নামে মাসিক পত্ৰ এখনি পাঠ কৰিবৰ দেখি আমি জিজ্ঞাসা কৰিলোঁ, বন্ধু ! এইখনিনো কি পাঠ কৰিছা ? পাছে তেওঁ পত্ৰখানি আমাৰ হাতত দিলে। ইত্যাদি

সংখ্যা ১২। আসাম বিলাসিনী। ১৮৭৬ মাৰ্চ্চ। পঞ্চম বৎসৰ। আউনীআটী শকাব্দা ১৭৯৭ চৈত্ৰ।।

সেই কাকতৰে 'সম্বাদাবলী' শিতানৰ আৰু এটা খবৰৰ ভাষাৰ নমুনা —

'এই মাজলিৰ অন্তৰ্গত কৰতিগ্ৰাম নিবাসী বুদুৰাম নামেৰে লোক এটাই ২৪ চৈত্ৰ প্ৰাতঃ কালে আহুধান বৰৰ নিমিত্তে আগত গৰুহাল এবং মূড়ত ধানৰ খৰাহিটো লৈ ইকৰানি হাবি এখন পাওতেই অকস্মাৎ বাঘ এটা ওলাই মানুহটো কামোৰ মাৰি ধৰি লৈ লৰ মাৰিলে। তাৰ পাছত আন এটা মানুহ গৈ সিটো মানুহৰ গামোচাখন আৰু তেজ পড়ি থকা দেখি গাঁৱত বাৰ্ত্তা কলেহি। গাঁৱৰ অনেক মানুহ গোট খাই যাঠি টাঙ্গোন আদি লৈ গৈ বাঘে নিয়া যেন দেখি সেই চিনে চিনে গৈ মানুহকে বাঘকে দেখা পালেগৈ। মানুহটোৰ তেজ খাই মূড়টো বাঘে ভাঙি পেলাইছিল, পিছে বাঘটো খেদাই মানুহটো লৈ আহিল। কি দুঃখৰ কথা।'

সেই একে সময়তে ১৮৭৫ চনত ৰমাকান্ত চৌধুৰীয়ে তেওঁৰ 'অভিমন্যু বধ' কাব্যৰ ভূমিকাত লিখিছিল —

'হে ভাগতিসকল !

আজিকালি আমাৰ মৰমৰ মাতৃভাষা যেনেকুৱা দশাত আছে তাৰপৰা ভাল

পুথি ৰচিবৰ আশা কৰা কেৱল পৰ্ব্বতত কাচ কণি বিচৰা মাথোন। গছজোপাৰ ঠাল শকত নহ'লে আৰু সাৰ ফুটাৰ আগেয়ে আমি তাৰপৰা সজ গুটি পাবৰ মিছা ভৰসা কৰিলে নিচেই বঞ্চিত হম। × × বাউনায় জোনলৈ হাত মেলা বুলি মোক ঘিন নকৰি আজৰি সময়ত ধেমালি কথা শুনাৰ দৰে এই পুথিখন আপোনাসকলে পঢ়ি চালে দুঃখৰ সাৰ্থক হব।'

তাৰে ৭/৮ বছৰ পিছত ভোলানাথ দাসে লিখিছিল—

'কবিতা মালা—১ম ভাগ' পূৰ্ব্বে প্ৰকাশিত হৈছে। কোনো পুথিৰ ১ম ভাগ প্ৰকাশ কৰিলে তাৰ (অধিক ভাগ নহলেও) অন্ততঃ দ্বিতীয় ভাগ আছে বা হব বুলি সকলোএ ভাবে। এতেকে এই পুথী খানী 'কবিতা মালা—২য় ভাগ' ৰূপে প্ৰকাশ কৰা গ'ল। (বিজ্ঞাপন—কবিতা-মালা—দ্বিতীয় ভাগ ; ১৮৮৩ চন।)

এই একেজনা লিখকেই ১৯২৪ চনত লিখিছিল—

'বেনাৰ গাঁও আৰু কুমাৰী গাঁও নামে দুখন ওচৰা-ওচৰি গাঁও আছিল। গাঁও দুখনৰ মাজত মিল নাছিল , সদায় ইখানে সিখানৰ আৰু সিখানে ইখানৰ নিন্দা কুৎসা কৰি থাকে। দৈবাৎ বেনাৰ গাঁৱৰ দৰা এটালৈ কুমাৰী গাঁৱৰ কন্যা এজনী দিয়াৰ বন্দবস্ত হ'ল।' ('লঙ্কাৰ সম্বাদ কি' গল্প চাওক ; 'ভোলানাথ দাস ৰচনাৱলী')

তেৱেঁই পুনঃ ১৯২৯ চনত লিখিছিল—

'এই গৰাকী সহধৰ্ম্মিনীক হেৰুৱাই মই আৰু কেতিয়াও বিয়া নকৰাও বুলি স্থিৰ কৰিছিলোঁ। কিন্তু ১৯০৬ চনত মোৰ দ্বিতীয় পুত্ৰ শ্ৰীমান কুমুদনাথৰ মৃত্যু হোৱাত মই দুনাই বিয়া কৰাবলৈ মোৰ বৃদ্ধা মাতৃ আৰু বন্ধুসকলে মোক ইমান বলেৰে ধৰিলে যে মই তেওঁলোকৰ, বিশেষকৈ মোৰ স্নেহশীলা জননীৰ বচন অবহেলা কৰিবলৈ একেবাৰে অপাৰগ হলোঁ।'—ভোলানাথ দাস ; ১৮ শ বছৰৰ ৪ৰ্থ সংখ্যা 'বাঁহী' ; ('ভোলানাথ দাস ৰচনাৱলী' চাওক)।

ওপৰত দিয়া উদ্ধৃতাংশসমূহৰপৰা দেখা যায় যে ভোলানাথ দাসৰ গদ্যৰীতি সমসাময়িক লিখকসকলৰ গদ্যৰীতিকৰা কোনো প্ৰকাৰে পৃথক নাছিল। সময়ৰ অগ্ৰগতিৰ লগে লগে ভোলানাথৰ গদ্যৰীতিয়েও নতুন সাজ পিন্ধি সমাজত খাপ খাই পৰিছিল। উনবিংশ শতিকাৰ শেষৰফালে 'হব', 'হইছিল', পুস্তকখানী, 'পুথীখান' আদি শব্দ সেই সময়ৰ প্ৰায় সকলো লিখকৰ লিখাতে কম-বেছি পৰিমাণে পোৱা গৈছিল ; আন নালাগে সত্যনাথ বৰাৰ ভাষাতো তেনে ব্যৱহাৰ পৰিলক্ষিত হৈছিল। এনে ধৰণৰ শব্দ-প্ৰয়োগৰ 'গত' বা ঠাচ কোনো এক আঞ্চলিক ভাষাৰ প্ৰভাৱো হ'ব পাৰে।

এতিয়া পদ্য বা কবিতাৰ কথালৈ আহোঁ। প্ৰথমে একে বিষয়ৰ বা একে শিতানৰ প্ৰায় একে সময়তে লিখা ভোলানাথ দাসৰ কবিতা আৰু আন আন কবিৰ কবিতা চোৱা যাওক। ভোলানাথ দাসৰ স্বদেশানুৰাগপূৰ্ণ বিখ্যাত কবিতা 'আসামবাসী'ক সেই সময়ৰ অসমীয়া ভাষা আৰু সাহিত্যৰ অন্যতম গুৰিয়াল

গুণাভিৰাম বৰুৱাই তেওঁৰ 'ন চ জ্ঞানাৎ পৰং বলম্' মন্ত্ৰকে মূল নীতিৰূপে লৈ চলিবলৈ ধৰা 'সাহিত্য, বিজ্ঞান আৰু শিল্প বিষয়ৰ মাসিক পত্ৰ'—'আসাম বন্ধু'ৰ প্ৰথম সংখ্যাৰ প্ৰথম কবিতা হিচাপে স্থান দি প্ৰকাশ কৰিছিল ; মাঘ, শক ১৮০৬ ; ইং ১৮৮৫ চন। তাৰ প্ৰথম স্তৱকটো এইদৰে আৰম্ভ হৈছে—

হে অসমবাসী ! মিনতি আমাৰ
নয়ন উন্মিলি দেখা একবাৰ ;
সদায় নিদ্ৰিত, অতি অনুচিত,
দেখা একবাৰ নয়ন মেলি।
তোমাসবসম কোন হেন জাতি
আলস্যৰ বশ ; উলটি-পালটি
কোন হেন জাতি, চিৰ শয্যাপাতি
শুইয়াছে ; দেখা মস্তক তুলি—ইত্যাদি

শেষৰ স্তৱকত কোৱা আছে—

ছি ছি অসমীয়া ! উঠা, উঠা, উঠা
চিৰ নিদ্ৰা এড়ি মেলা চকু দুটা ;
হোৱা সচেতন, নাথাকা মগন
আলস্য-পিশাচ-ক্ৰোড়ে একতিল।
অনৰ্থৰ মূল অহিফেন বিষে
গোমাংসে ভাবিয়া মনৰ হৰিষে
এৰা সৰ্ব্বজনে ; কাৰ্য্যে দিয়া মন ;
কৰিও স্বদেশ উন্নতিশীল।

ঠিক তেনেকৈয়ে পদ্মহাস গোস্বামীয়ে ১৮৭৬ চনৰ মাৰ্চ্চৰ সংখ্যা 'আসাম বিলাসিনী'ত 'আসাম দেশ' শিতানৰ কবিতাত লিখিছিল—

এওঁ নে আসাম ? যাহাৰ সমান,
ৰূপে গুণে কোন নাছিলে সংসাৰে,
যাৰ ক্ষেতি সদা কৰে স্বৰ্ণ দান,
যাৰ গুণে সুখে মানব বিচৰে ॥
(১)
যাৰ ধনে ধনী ভিন্ন জাতিগণ,
অন্নাভাবে কান্দে তেওঁৰ সন্তান
দ্বাৰে দ্বাৰে ফুৰে জীবিকা কাৰণ
ভাবি চালে বুকু হয় বিদাৰণ ॥

শেষৰ দুটা স্তৱকত কবিয়ে গাইছে—

(৭)

হে আসাম ! শুনা কওঁ সুউপায়
ধৰা ব্ৰহ্মপদ দৃঢ় কৰি মন
চঞ্চল জগতে লভিবা আশ্ৰয়
সদানন্দ ভোগী সুখী হ'ব মন।

(৮)

সভ্যতা সোপানে ভেন্তে পাৰিবা উঠিব,
জ্ঞানালোকে দীপ্ত হব তব পুত্ৰগণ,
চতুৰ্দ্দিশ ভৰি তব যশস্যা বাঢ়িব,
ধন্য ধন্য বুলি সদা হব সুনিস্বন

বাধ্য শ্ৰীপদ্মহাস গোস্বামী

দুয়োটা কবিতাতে অসমবাসীক দুখ আৰু উন্নতি লাভৰ উপায় দিয়া হৈছে : ভোলানাথে অসমীয়াক এলাহ-নিহালি পোলাই থৈ, আফিং-অহিফেন ত্যাগ কৰি কৰ্ম্মৰত হ'বলৈ বিধান দিছে আৰু পদ্মহাস গোস্বামীয়ে ব্ৰহ্মপদৰ আশ্ৰয় লৈ চঞ্চল-বিকল মনক শান্ত-সুস্থিৰ কৰি সংসাৰত জ্ঞান, যশস্যা আদি লভি সভ্যতা-সোপানত অগ্ৰসৰ হ'বলৈ উপদেশ দিছে।

'আসাম-বন্ধু' আলোচনীৰ ১ম বছৰৰ দ্বাদশ সংখ্যা পুহৰ কাকতত (ইংৰাজী ১৮৮৬) ৰঃ মঃৰ অৰ্থাৎ ৰত্নেশ্বৰ মহন্তৰ (১৮৬৪-১৮৯৩) 'মেঘ আৰু বিজুলি' কবিতা প্ৰকাশ হৈছিল আৰু সেই ইংৰাজী চনৰে চ'ত-ব'হাগৰ ৩য়-৪ৰ্থ সংখ্যা কাকতত অৰ্থাৎ দুমাহ পাছতেই শ্ৰীভঃ অৰ্থাৎ শ্ৰীভোলানাথ দাসৰ 'মেঘ' কবিতা ওলাইছিল। দুয়োটা কবিতাই স্বৰমহিম্নি ভাস্বতী আৰু দুয়োটাৰে ভাব-ভাষা ৰমণীয় আৰু তুলনীয়। তুলনাৰ কাৰণে তাৰ উদ্ধৃতি দিয়া হ'ল—

(১)

ক'লা মেঘ ? বত্ন তুমি পুৰুষ কুলৰ ;
পুৰুষ কাঠ-বুকীয়া
শিলেৰে বন্ধোৱা হিয়া
দয়া, স্নেহ, আত্মত্যাগ নাই পুৰুষৰ
পুৰুষৰ শৰীৰত
গুণ কম দোষ যত ;
হেন অনৰ্থক অপবাদ বহুতৰ
ৰটে লোকে সৰ্ব্বদাই
কিন্তু যদি কোনোবাই,
খন্তেক তোমাৰ গমি চায়, পটন্তৰ ;

(২)

কি দেখিব ? কোনে কয় পুৰুষ নিৰ্দ্দয় ?
সূৰ্য্যৰ প্ৰচণ্ড তাপে
জহৰ বিষম ভাপে
তৃণ লতা আদি কৰি যত বৃক্ষচয়,
সকলো শুকাই যায়
পৃথিবীৰ ৰস নাই
প্ৰাণীসকলৰো প্ৰাণ ওষ্ঠাগত হয়
সবাৰে শুকাল মুখ
দেখিলে বিদৰে বুক
ছট্‌ ফট্‌ কৰে প্ৰাণ দুৰন্ত সময়।

(৩)

ক্ষেতিয়ক হালোৱাই চিন্তাত অস্থিৰ
শুকান পথাৰ পায়
সমূলঞ্চে জীপ নাই ;
দুৰন্ত ৰ'দত মাটি ফটা চিৰ চিৰ-
টোঁৱাব নোৱাৰি হাল,
উফৰি পৰয় ফাল,
ভাবি অন্ত নপায়, কি কৰিব ক্ষেতিৰ ।
হেনয় বিপদ চাই
কোনে দুখ পতিয়াই
পৰহিত কৰে নাশি নিজৰ শৰীৰ ॥

(৪)

কোনে সংসাৰত হেন আত্মত্যাগ কৰে
পুৰুষ মেঘৰ বিনে
কোনে কোৱা ৰাতি দিনে ?
প্ৰাণীৰ হিতৰ জন্যে অতি অকাতৰে
নিজ দেহ ক্ষয় কৰি
পানী ঢালে হৰহৰি
পানী পাই হালোৱাই আনন্দ অন্তৰে,
ক্ষেতি কৰে পুনৰায়
আকাল পলাই যায়,
অন্নচিন্তা গুচি শান্তি শোভে ঘৰে ঘৰে।।

ভোলানাথ দাসৰ 'মেঘ' কবিতা ৰত্নেশ্বৰ মহন্তৰ 'মেঘ আৰু বিজুলি'তকৈ

দুমাহে কনিষ্ঠ যদিও ছান্দিক সৌন্দৰ্য্য আৰু কবিসুলভ কল্প-চিত্ৰত অধিক পূৰঠ আৰু সমৃদ্ধ। তুলনাৰ সুবিধাৰ্থে 'মেঘ' কবিতাৰ এটা স্তবক তুলি দিয়া হ'ল —

কৃষ্ণবক্ষে জ্বলে যেন স্ফটিকৰ মণি
কিম্বা শ্যাম দূৰ্ব্বাদলে
যথা জলবিন্দু জ্বলে
ছায়াবৃত জলে যেন শোভে কমলিনী,
বিস্তীৰ্ণ সমুদ্ৰে কিম্বা ধৱল তৰণী। ইত্যাদি

স্বীকাৰ কৰিব লাগিব যে ভাবে-ভাষাই, ছন্দই-উপমাই দুয়োটা কবিতা একে সময়ৰ দুগৰাকী প্ৰতিনিধি-অসমীয়া-কবিৰ অসমীয়া খণ্ড-কবিতাৰ কৰণিলৈ শ্ৰেষ্ঠ অৰিহণা। প্ৰথমজনা বাস্তৱ জীৱনৰ প্ৰয়োজন সচেতন, দ্বিতীয়জনা সৌন্দৰ্য্যৰ পূজাৰী।

এতিয়া ভাষাৰ বিষয়ে আচল কথালৈ আহোঁ। ভোলানাথ দাসৰ কবিতাৰ ভাষা তেওঁৰ গদ্যৰ ভাষাতকৈ কিঞ্চিৎ পৃথক ধৰণৰ। সেইবুলি সেই ক্ষেত্ৰতো তেওঁ তেনেই 'অকলশৰীয়া পন্থ' নাছিল। ক'বলৈ গ'লে সেই সময়ৰ প্ৰায় সকলো কবিৰ কবিতাতে কবিতাগন্ধী ভাষাৰ এটা সুকীয়া ঢং, টং কৰি চালে দেখিবলৈ পোৱা গৈছিল। উদাহৰণ দুই-এটা দিলে কথাটো স্পষ্ট হ'ব। ১৮৮৫ চনৰ ফাগুন মাহৰ দ্বিতীয় সংখ্যা 'আসাম বন্ধু'ত ওলোৱা ৰঃ মৰে অৰ্থাৎ ৰত্নেশ্বৰ মহন্তৰে 'স্তুতি' কবিতাৰ ভাষালৈ চাওক—

সংসাৰত জানন্ত যিজনে,
কিন্তু তাঙ্ক কোনেও নাজানে,
পুৰুষ প্ৰধান হেন জন
সৃষ্টি-স্থিতি-প্ৰলয় কাৰণ
ভজা ভাই তাঙ্ক সদা হই শুদ্ধমতি
বোলা সদা 'প্ৰভো, মোৰ গুচোৱা দুৰ্গতি।

বেঃ বৰ (বেণুধৰ বৰুৱাৰ) ১৮৮৬ চনৰ দ্বিতীয় বছৰ ২য় সংখ্যা 'আসাম-বন্ধু'ৰ 'বিধবা-বিলাপ' বোলা কবিতাত আছে—

'ভুগিলোঁ অমৃত ক্ষণে মাতৃত খুজিয়া।
দুঃখ যোনো পাৱে আই—আছিল চাহিয়া।
(২)
যিবা খোজে পিতৃস্নেহে দেন্ত বেছি কিনি।
নাপালে জীয়াই যোনো হৈব অভাগিনী ॥
পিন্ধিউৰি সমনীয়া সখীৰ লগত।
ৰূপগুণ গদ্ধুয়াই ফুৰিলোঁ গৰ্ব্বত ॥'

১৮৮৫ চনৰ প্ৰথম বছৰৰ ৩য় সংখ্যা 'আসাম-বন্ধু'তে প্ৰকাশ হোৱা পঃ শঃ (পূৰ্ণকান্ত শৰ্মাই) 'ধন' কবিতাত লিখিছিল —

ব্ৰহ্মহা হলেও পূজ্য ধনৰ বলত।
ধনীৰ নাহিকে দুখ পৃথিবী মধ্যত ॥
নীচ কুলোদ্ভব লোক হলে ধনবান
সমাজত তেহো ভুঞ্জে অনেক সম্মান ॥
× × ×
পৰকো নোৱাৰে দিব নুভুঞ্জে আপুনি।
সেইধন পাই চোৰ হয় মহাধনী ॥
পোতন্তে থাকন্ত কিম্বা পৃথিবী মধ্যত।
কিম্বা দাহ কৰে অগ্নি লাগিয়া ঘৰত ॥ ইত্যাদি

প্ৰথম বছৰৰ ১ম সংখ্যা 'আসাম-বন্ধু'তে সঃ বৰ (সত্যনাথ বৰাৰ) গোলাপ ফুল কবিতাত আছিল—

হালিছে দুলিছে নাচিছে হাঁসিছে
বতাহৰ লগত কি ?
ইফালে আহিছে সিফালে গইছে
থমক খাই ৰইছে কি ?

তেৰেঁই ১১শ সংখ্যা 'আসাম-বন্ধু'ত (১৮৮৬ চনত) 'ল'ৰাকাল' কবিতাত লিখিছিল—

হেৰুৱালোঁ ভাই মই অমূল্য ৰতন।
ৰাখিবলৈ নোৱাৰিলোঁ কৰিয়া যতন ॥
× × ×
আনন্দৰ কাল মোৰ পৰিল হবলা ওৰ।
× × ×
বোধকৰোঁ সি আৰু নাহিব উভতি।
যাবৎ জীৱন মোৰ হব এই গতি ॥ ইত্যাদি

প্ৰথম বছৰৰে ৫ম সংখ্যা 'আসাম-বন্ধু'ত (১৮৮৬ চন) কঃ ভৰ (কমলাকান্ত ভট্টাচাৰ্য্যৰ) 'খাসিয়া পৰ্ব্বতৰ ওপৰত থিয় দি—মনৰ ভাব' বুলি কবিতাত আছিল—

কিয় চকু পানী বহিছে সঘনে,
কিয় চকু একে ঠৰে চাইছা সেই পোনে ?
দেশৰ অৱস্থাত দুখী, বুজি তোমাৰ আখি,
তাতে বুজি কান্দিচাহা দুঃখ অভিমানে ॥
● ● ● ●
দেখা বঙ্গে কেনে ৰঙ্গে উন্নতি সাধিয়া
ৰাখিছে নিজৰ সত্ত্ব পৰক নেদিয়া
শিল্প বাণিজ্যাদি যত উন্নতিৰ পথ

সকলোতে বঙ্গ ৰঙ্গে সিদ্ধমনোৰথ
নতুন নতুন কত বাতৰি কাকত
সাধিছে দেশত হিত হইয়া বেকত
আসাম তোমাৰ কপালৰ গতি দেখা—
'নিউচ' খনি মৰো মৰো প্ৰায়, সদায় আধালেখা
'মিহিৰ', 'দৰ্পণ', 'বিলাসিনী' ক'লৈ গ'ল
হায় বিস্মৃতিৰ গৰ্ভত সকলো হৰিল ॥—ক. ভ.

সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা তেতিয়া তৰুণ লিখক। দ্বিতীয় বছৰ (১৮৮৬ চন) ৩য়-৪ৰ্থ সংখ্যা 'আসাম-বন্ধু'ত প্ৰকাশ হোৱা 'সন্ধ্যা' নামৰ কবিতাত তেওঁ লিখিছিল —

'যেহেন ধ্ৰুবৰ মণ্ডলত'
● ●
ৰূপ দেখি পশ্চিমত ভক্তি
সূৰ্য্যে অষ্টচূড়া আলম্বি
ভৰাইয়া নয়ন চাহিছে।
● ●
কিন্তু হায় কিনো দুৰ্ভগীয়া
দেখোতেই পৰিল খসিয়া
আকৌ
প্ৰশান্ত মূৰতি প্ৰকাশিয়া
সুশীতল কোলা বিস্তাৰিয়া
আশ্বাসিছে তনয় সবক।
সিকোলাত পৰিয়া জগৎ
মজিয়া শান্তিৰ সাগৰত
ধন্যবাদ দিছে ঈশ্বৰক ॥
সিসবে মনক মোহনিছে
এইৰূপে অল্পক্ষণ আছে ; ইত্যাদি ;

অকল ভোলানাথ দাসৰ কবিতাতে নহয় সত্যনাথ বৰাকে ধৰি অনেকৰ কবিতাতে 'ঝাপ মৰা', 'পূয়া', ময়, হব (জাপমৰা, পুৱা, মই, হবৰ ঠাইত) শব্দ আৰু পুৰণি পুথিৰ বচনৰ তুল্য বচন পৰ্য্যাপ্ত পৰিমাণে পোৱা যায়। নাম ধাতুৰ মুক্ত আৰু তৎসম সংস্কৃত শব্দৰ প্ৰচুৰ প্ৰয়োগ ভোলানাথ দাসৰ কবিতাৰ বৈশিষ্ট্যস্বৰূপ। তাক তেওঁ ইচ্ছা কৰিয়ে কৰিছিল। ই একপ্ৰকাৰ তেওঁৰ ছন্দ-গুৰু মাইকেল মধুসূদনৰে তেওঁৰ ওপৰত পৰা পৰোক্ষ আৰু প্ৰত্যক্ষ প্ৰভাৱ। এই বিষয়ে পিছত আলচ কৰা হৈছে।

অমিত্ৰাক্ষৰ ছন্দ-শিল্পৰ প্ৰাথমিক জ্ঞান লাভ কৰাৰ লগে লগে ভোলানাথে কবিতাৰ ভাষা সম্পৰ্কে নিজে নিজৰ সংজ্ঞা স্থিৰ কৰি লৈছিল আৰু তাক যত্নেৰে মানি চলিছিল। আনকি পাতল ভাব প্ৰকাশৰ বেলিকাও তেওঁ এটা কাব্যিক পৰিমণ্ডল সৃষ্টি কৰিহে সেই কাম সম্পন্ন কৰিছিল। তেওঁৰ ভাষা আৰু কবি-মানস সম্বন্ধে পৃথক প্ৰবন্ধত বহলাই আলচ কৰা আছে। এই ছেগতে প্ৰসঙ্গ-সঙ্গতি ৰাখি মন্তব্য কৰা যায় যে দুকুৰি বছৰীয়া বিৰতি ল'বলগীয়া নহ'লে হয়তো ভোলানাথ দাসৰ এই কালছোৱাৰ কবিতাই তেওঁৰ গদ্য-শৈলীয়ে ন ৰূপ লোৱাৰ দৰে ন সাঁচ, ন ভাবত অসমীয়া ভাষা-সাহিত্যক ন-কৈ গঢ় দি সজাই-পৰাই আৰু অধিক সুচিকণ কৰি তুলিলেহেঁতেন, কোনে তাক নুই কৰিব ?

উল্লেখযোগ্য এই যে ভোলানাথ দাসৰ লেখনী একেৰাহে মাত্ৰ দহ বছৰমানহে চলিছিল। (প্ৰায় ১৮৭৫ চনৰপৰা ১৮৮৫ চনলৈ)। তেওঁৰ লেখনী স্তব্ধ হৈ যোৱাৰ মূল কাৰণ অকল সমালোচকসকলৰ কটু সমালোচনায়ে আছিল, নে অন্য কিবাও আছিল, সেইটো ভাবিবলগীয়া। তেওঁ কবি হ'ম বুলি মনত দৃঢ় সংকল্প লৈয়ে— 'ভাবিছিলোঁ হবোঁ কবি' হৈ ছাত্ৰাবস্থাৰপৰা কবিতা ৰচনাত মন ঢালি দিছিল আৰু তেওঁৰ আটাইকেইখন কবিতা-পুথি ডেকা-কালৰ ৰচনা ; ডেকা-কালৰ কিয়, ক'বলৈ গলে ছাত্ৰাবস্থাৰ সাহিত্য-সাধনাৰ ফল। সেই ফালেদি চাই তেওঁৰ অৱদানৰ তুলনাত সম্ভাৱনাৰ বিপুলতালৈ (Petty done and undone vast) ভাবিলেহে স্তম্ভিত নহৈ নোৱাৰি।

প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ ১৮৭৯ চনত ভোলানাথ দাসে কলিকতাৰ মেট্ৰ'পলিটান কলেজত উচ্চ শিক্ষাৰ কাৰণে প্ৰৱেশ কৰে আৰু ঘৰুৱা আহকালৰ কাৰণে তাৰ কিছু কালৰ পিছতে কলিকতা ত্যাগ কৰি আহি ঘৰত থাকিবলগীয়া হয়। ১৮৮৮ চনৰ মে' মাহত তেওঁ মাটিৰ হাকিম হয়। উপৰোক্ত দুয়োটা চন আমাৰ বিশেষ প্ৰয়োজনীয়। কাৰণ, এই কালছোৱাত তেওঁ শিক্ষকতাত ব্যাপৃত আছিল আৰু এই সময়খিনিতে তেওঁৰ 'সীতাহৰণ কাব্য'ত বাহিৰে বাকী আটাইকেইখন পুথি প্ৰকাশ হৈছিল। 'কবিতা-মালা'—১ম ভাগ আৰু ২য় ভাগৰ কবিতাবোৰ আৰু 'চিন্তা-তৰঙ্গিণী'ৰ অধিকাংশ কবিতা ১৮৮২ চনৰ আগতে ৰচিত হৈছিল, তাত সন্দেহ নাই। 'সীতাহৰণ কাব্য'টো অধিকাংশ ছোৱা-ছোৱাকৈ অন্ততঃ সেই চনৰ পূৰ্বে 'আসাম-বিলাসিনী'ত প্ৰকাশ হৈছিল আৰু কিতাপ আকাৰত সি ১৯০২ চনত সম্পূৰ্ণ কাব্য হৈ ওলায়। এনে স্থলত হাকিম কাম পাইহে ভোলানাথ দাসে লেখনী ত্যাগ কৰিলে নে সমালোচনাত থকা-সৰকা হৈ থকা তেওঁৰ জুৰুলা মনটোৱে চৰকাৰী চাকৰিকে আশ্ৰয় ৰূপে লৈ বিৰতিৰ জিৰণিকে স্থায়ী শান্তি হিচাপে গ্ৰহণ কৰিলে, ভাবিবলগীয়া। অনেক লিখকে মনৰ জ্বালাত নাম আৰু সুখ্যাতিৰ কাৰণে লিখে আৰু মনলৈ প্ৰশান্তি আহিলে 'মনে পালে তাৰ বিচৰা স্বৰগ,—পৃথিৱীতে সেই নেদেখা লোক' হৈ কলম স্তব্ধ কৰে। ভোলানাথৰো স্পৰ্শকাতৰ মনটোৱে হয়তো

কৈছিল—যাৰ বাবে চুৰ কৰিবলৈ আহিলোঁ পুনু সেয়ে বোলে মোক চোৰ ('যাৰ জন্যে চুৰি কৰি সেই আবাৰ বলে চোৰ'), নতুবা—যদি যাৰ বাবে শাঁখা-সিন্দুৰ, তাকে পাতে ভোকোলা ইন্দুৰ—তেনেহ'লে নিলিখাই ভাল। সেযেহে তেওঁ নিজহাতে লিখি থৈ যোৱা জীৱন-স্মৃতিৰ চমু টোকাটোতো সাহিত্য-চৰ্চা সম্পৰ্কে ঘুণাক্ষৰেও একো উল্লেখ কৰা পোৱা নাযায়।

এইটো স্বীকাৰ্য্য যে অসমীয়া ভাষাই বঙলা ভাষাৰ কৱলৰপৰা মুক্ত হৈ ১৮৭২ চনত পুনঃ কছাৰি, পঢ়াশালি আদিত প্ৰৱেশাধিকাৰ পোৱাৰ পাছত ই কেনে ৰূপ লোৱা উচিত সেই বিষয়ে নানা কল্পনা-জল্পনা, বাদ-বিতণ্ডা আদি আৰম্ভ হৈছিল। সেই প্ৰশ্নটোকে লৈ তেতিয়া ঘাইকৈ দুটা পন্থ বা 'স্কুল'ৰ উদ্ভৱ হৈছিল। এক পন্থৰ লিখকসকলে শুধ, নিভাঁজ, খাচ অসমীয়া ব্যৱহাৰ কৰি লিখিত ভাষাক কথিত ভাষাৰ লগত যিমান পৰা যায় একে কৰি ৰাখিব খুজিছিল। তেওঁলোকে সংস্কৃত, বঙলা, ইংৰাজী, হিন্দী আদি শব্দ অসমীয়াত ব্যৱহাৰ কৰাৰ পক্ষপাতী নাছিল। অন্য পন্থৰ লিখকসকলে সংস্কৃতৰ তৎসম শব্দ আৰু ব্যৱহাৰত থকা অন্য ভাষাৰ শব্দাৱলীকো অসমীয়াত স্থান দি এটা 'সাধু ভাষা'ৰ সৃষ্টি কৰিব খুজিছিল। প্ৰথম পন্থৰ গুৰু বা গুৰিয়াল আছিল হেমকোষ ৰচোঁতা হেমচন্দ্ৰ বৰুৱা (১৮৩৫-১৮৯৬) আৰু দ্বিতীয় পন্থৰ, ৰায় গুণাভিৰাম বৰুৱা বাহাদুৰ (১৮৩৭-১৮৯৪)। পদ্মনাথ গোহাঞি বৰুৱাৰ ভাষাত 'অসমীয়া সাহিত্য ক্ষেত্ৰত ইবিলাক দুয়ো দুখন সুকীয়া 'স্কুল'ৰ দৰে আছিল . এখনত (হেমচন্দ্ৰ বৰুৱাৰখনত) খাচ অসমীয়া আৰু ইখনত (গুণাভিৰাম বৰুৱাৰ খনত) সংস্কৃতীয়া শব্দ প্ৰয়োগৰ ধাউতি প্ৰবল আছিল। কালৰ গতিত এতিয়া দুয়োখন স্কুলৰ ছাত্ৰ এক পন্থীয়া হৈ আটাইবিলাক আগৰখন (খাচ অসমীয়া) স্কুলত ভৰ্ত্তি হৈছে, পাছৰখন (সংস্কৃতীয়াখন) স্কুল এৰা পৰিছে'। ● পদ্মনাথে নিজে তাৰে এটা সমন্বয় বিচাৰি গদ্য ৰচনাত হেমচন্দ্ৰৰ আৰু পদ্য ৰচনাত গুণাভিৰামৰ পদ্ধতি মানি চলিবলৈ যত্ন কৰিছিল।●১

গদ্যৰ ভাষা যহতহ, পদ্যৰ ভাষা কিন্তু সেই সময়ত একোপধ্যে স্পষ্টকৈ নিৰূপিত হোৱা নাছিল। ইংৰাজ শাসনৰ আৰম্ভণিৰ কবি হ'লেও বিশ্বেশ্বৰ, দুতিৰাম, পূৰ্ণকান্ত আদি কবিসকলৰ কাব্যত পশ্চিমীয়া ভাব-ভঙ্গীৰ সঁহাৰি পোৱা নাযায়। বিশ্বেশ্বৰ বৈদ্যাধিপৰ পদ্যবুৰঞ্জীত ১৭৯২ চনৰপৰা ১৮১৯ চনলৈ অসমৰ কাহিনী বৰ্ণোৱা আছে। ই ১৮৪৬ চন মানৰ ৰচনা। ই পুৰণি ছন্দৰ পুথি ; ভাবে-ভাষাই বৈষ্ণৱী আদৰ্শৰ, যেনে—

কবি কুলে জাত।
বিশ্বেশ্বৰ নামে খ্যাত।।

---

● অসম সাহিত্য সভাৰ ১ম অধিৱেশনৰ সভাপতিৰ অভিভাষণ (১৯১৭ চন)

●১ গোহাঞি বৰুৱাৰ জীৱন-আলেখ্য—নৱকান্ত বৰুৱা

তেহে পদ বিৰচিল।
স্বৰ্গদেৱে আজ্ঞা দিল ॥ ইত্যাদি

ইয়াক সম্ভৱ স্বৰ্গদেৱ পুৰন্দৰ সিংহৰ আজ্ঞাত ৰচনা কৰা হৈছিল। দুতিৰাম হাজৰিকাৰ 'কলিভাৰত' পদ্য বুৰঞ্জীখো ভাবা একে ধৰণৰ। এইখন পুথি ১৮৬২ চনত সম্পূৰ্ণ কৰা হৈছিল বুলি জনা যায়। এইখনো ৰজা পুৰন্দৰ সিংহৰ আদেশত কৰা হৈছিল। তাতো আছে—

চন্দ্ৰকান্ত মহাৰাজা।
চন্দ্ৰৰ সমান তেজা ॥
নাম চন্দ্ৰকান্ত কয়।
চন্দ্ৰ যেন প্ৰকাশয় ॥
কৰিলা অঙ্গক খুন।
তভো শান্ত নোহে মন ॥—এনে ধৰণৰ কথা।

পূৰ্ণকান্তৰ 'নল-চৰিত্ৰ' (১৮৮৯) ও সেই একে ধৰণৰ পুথি। এইবোৰত পাশ্চাত্যৰ নতুন সুৰ অনুৰণিত হোৱা নাছিল। তাৰ পাছৰ ৰমাকান্ত (১৮৪৬-১৮৮৯)-ভোলানাথৰ (১৮৫৮-১৯২৯) কাব্যতহে পাশ্চাত্যৰ চাল-চলন, ভাব-ভঙ্গীৰ উপৰিও ব্লেঙ্কভাৰ্চ বা নতুন অমিত্ৰাক্ষৰ ছন্দৰ উমান পোৱা যায়। তাকে ডিম্বেশ্বৰ নেওগৰ ভাষাত ক'বলৈ হ'লে—'চন্দ্ৰকুমাৰ-লক্ষ্মীনাথ-হেম গোস্বামীৰ কবিতাতহে প্ৰথম চাহ্যবানি দেখা পোৱা যায়।' পৰিবৰ্ত্তনৰ এই তিনিটি খাপৰ প্ৰথমটিত পুৰণি ভাব আৰু পুৰণি ছন্দ প্ৰায় অবিচলিতভাৱে থাকিল , দ্বিতীয়ত দুলড়ি-লেছাৰীৰ ঠাইত সাত সাগৰ তেৰ নদীৰ সিপাৰৰ ব্লেঙ্কভাৰ্চ ব্যৱহৃত হ'ল অথচ তাৰ ভিতৰৰ বস্তু, সেই ৰামায়ণ-মহাভাৰতৰ আদৰ্শই হুবহু থাকিল , কিন্তু চন্দ্ৰ-লক্ষ্মী-হেমৰ কবিতাতহে ইংৰাজী ৰোমাণ্টিছিজম বা ইটালীয় ছনেট আৰু বাহিৰা বস্তু হৈ নাথাকিল, হাড়েহিমজুৱে এক হৈ পৰিল।' *

হেমচন্দ্ৰ বৰুৱা সম্পাদিত 'আসাম-নিউচ' সাদিনীয়া কাকতখন ১৮৮২ চনৰপৰা ১৮৮৫ চনলৈ-ইংৰাজী আৰু অসমীয়া দুটা ভাগত বিভক্ত হৈ ওলাইছিল, আৰু ইয়াৰ জৰিয়তেই অসমীয়া আখৰ-জোঁটনিয়ে বৰ্ত্তমান গঢ় লয়। গুণাভিৰাম বৰুৱাৰ 'আসাম-বন্ধু' মাহেকীয়া আলোচনী ১৮৮৫ চনত ওলাই ১৮৮৬ চনত লোপ পায়। ভাষা-প্ৰয়োগত 'আসাম-বন্ধু' বহু পৰিমাণে উদাৰপন্থী আছিল। ভোলানাথ দাস 'আসাম-বন্ধু'ৰ এজন বিশিষ্ট লেখক (কবি) আছিল। এই দুয়োখন কাকত আৰু দুয়োগৰাকী সাহিত্য-ৰথী সম্পৰ্কে হেমচন্দ্ৰ গোস্বামীয়ে ৭ম বছৰৰ ৩য় সংখ্যা বাঁহীত লিখিছিল—'হেমচন্দ্ৰ বৰুৱাই অসমীয়া লিখাত আখৰ জোঁটনিৰ ব্যতিক্ৰম কৰা মুঠেই সহিব নোৱাৰিছিল। অশুদ্ধ ভাষাৰে প্ৰবন্ধ লিখি 'আসাম-নিউচ'ত ছপা কৰিবলৈ

* নতুন পোহৰত অসমীয়া সাহিত্যৰ বুৰঞ্জী — ডিম্বেশ্বৰ নেওগ।

পঠোৱা লিখকসকলৰ বিলাই 'চিঠি লিখোতাবিলাকৰ প্ৰতি' এই স্তম্ভত ভালকৈ দেখা গৈছিল। 'আপোনাৰ চিঠিয়ে আমাৰ ফটা কাকতৰ পাচিতহে ঠাই পালে'—এনে নিৰ্দয় সম্বিধান বহুতে পাইছিল। সহৃদয়, অমায়িক গুণাভিৰাম বৰুৱা আছিল ইয়াৰ ঠিক বিপৰীত। তেওঁৰ 'আসাম-বন্ধু' বহুত ন লিখাৰুৰ আদৰৰ ধন আছিল। এই কাকতত আখৰ-জোঁটনিৰ কট্‌কটীয়া নিয়ম নাছিল। 'আসাম-বন্ধু'ৰ ভুল আখৰৰ জোঁটনি দেখি কত দিন হেমচন্দ্ৰ বৰুৱাক মুখ বিকটা-বিকট কৰা অনেকে দেখিছে। কিজানি তেওঁ সেই সময়ত গুণাভিৰাম বৰুৱাক লগ পোৱা হ'লে ভালকৈ কেই আষাৰমান শুনাই দিলেহেঁতেন। কেবাজনো অসমীয়া লিখাৰু কিন্তু হেমচন্দ্ৰ বৰুৱাৰ প্ৰিয়পাত্ৰ আছিল। লম্বোদৰ বৰা, পানীন্দ্ৰনাথ গগৈ আৰু হেমচন্দ্ৰ গোস্বামীৰ নাম উল্লেখযোগ্য।' ঠিক তেনেকৈয়ে গুণাভিৰাম বৰুৱাৰ প্ৰিয়পাত্ৰ আৰু বিশ্বস্তসকলৰ ভিতৰত ৰত্নেশ্বৰ মহন্ত, ভোলানাথ দাস, সত্যনাথ বড়া, পূৰ্ণকান্ত শৰ্ম্মা, কমলাকান্ত ভট্টাচাৰ্য্য আদিসকলৰ নাম উল্লেখযোগ্য।

আগতে উল্লেখ কৰা হৈছে যে গুণাভিৰাম বৰুৱা সাহিত্যত সাধুভাষা প্ৰচলনৰ পক্ষপাতী আছিল। সাধুভাষা সম্পৰ্কে তেওঁ 'আসাম-বন্ধু'ত মহাপুৰুষ শঙ্কৰদেৱৰ 'সীতাসয়ম্বৰ' নাটকৰ সমালোচনা কৰি প্ৰসঙ্গক্ৰমে কৈছিল—'শঙ্কৰদেৱৰ পুস্তকসকলেই আমাৰ অসমীয়া পুথী। কিন্তু সেই পুথীৰ ভাষালৈ চালে এইটো ঠাৱৰ জানি যে ভাৰতবৰ্ষৰ যি যি জাতিৰ ভাষাৰ সংস্কৃত ভাষাই মূল সি সি জাতিৰেই শঙ্কৰদেৱৰ পুস্তকসকল সম্পত্তি। সেই সকলে আতি অল্প শ্ৰমতে তাক বুজিব পাৰে। সেই ভাষাই সেই সময়ৰ 'সাধুভাষা' অৰ্থাৎ সাধু সমাজৰ ভাষা।' পিছত অৱশ্যে সাহিত্য সভাৰ সভাপতিৰ আসনৰপৰা বেজবৰুৱা আৰু গোহাঞিবৰুৱা দুয়ো 'সাধুভাষা'ৰ অস্তিত্ব আৰু প্ৰয়োজনীয়তা'—সাহত্যিত স্বীকাৰ কৰিছে।

সংস্কৃত তৎসম শব্দ সৰহীয়াকৈ প্ৰয়োগ কৰি কবিতা ৰচনা কৰা কাৰণে বহুতে ভোলানাথ দাসক কঠোৰভাৱে সমালোচনা কৰিছিল। আওপকীয়াকৈ হ'লেও বেজবৰুৱাৰ দৰে লোকেও তেনে সমালোচনাত যোগদান নকৰাকৈ নাছিল। 'কৃপাবৰ বৰুৱাৰ সামৰণি'ত 'সাধুভাষাৰ জাল' শিতানত তেওঁ লিখিছিল — '× × × ভো ভো মেৰাকান্ত বিদ্যামশুক পণ্ডিতপুঙ্গৱ ! স্থিৰোভৱ স্থিৰোভৱ ! জালোহয়ং ৰচয়িত্বা অসাধু ডাসমশকমক্ষিকা শব্দান্ ভক্ষয়ামি। তৎপশ্চাৎ পেট নাহি ভৰিলে, সাধু মেৰাকান্তং।'

আকৌ

'ৰচিম ভাষাচক্ৰ, অসমীয়াই য'ত  
দি প্ৰাণ, কৰে পান সুধা নিৰবধি।  
একেতাঁৰ গোফকেই কৰি দুইতাঁৰ  
দেখুৱাম মায়া, সাধি দেশৰ কল্যাণ।  
ভাষা-ভাণ্ডাৰৰ চিৰীক বঢ়াই উচ্চ

অঙ্গী সাহিত্য গঢ়িম, গ্ৰামিকতা নাশি।
পিন্ধাম নাগৰী সাজ নগৰীয়া আমি,
জনম যদিও গাঁৱৰ কঁঠিয়াতলীত।
'হায়ৰে ! যেমতি' নীলবৰণ চৰ্চ্চিত
কৰি কলেবৰ নুশুনিলে শিবা হোৱা
আন শিয়ালৰ , নুশুনো গ্ৰামৰ হোৱা
সি প্ৰকাৰে, মই হাকিম হুকুম খোদ।● ইত্যাদি

'সীতাহৰণ কাব্য'ৰ গৰ্ভ-বচন আৰু ছন্দ ব্যঙ্গ কৰি একাধিক বাৰ বাঁহীত কৃপাবৰে ব্যঙ্গ-কৌতুক কৰিছিল। সীতাহৰণ কাব্যত আছে—

'ৰাঘব ৰাঘৱ-বাঞ্ছা যুগল মূৰতি,
—অনুপম গৃহে যাৰ ছিলে বাসস্থান—,
কপোতৰ সঙ্গে যথা কপোতী বিহগী,
ৰহিলা কুটীৰে।'

দ্বিতীয় বছৰৰ ৮ম সংখ্যা (১৮৩৩ শক) বাঁহীত 'বৰবৰুৱাৰ খেদ'ত কৃপাবৰে লিখিছিল—

'ছিলোঁ, সভাসদ শুনা, সুখত একালে
নিদ্ৰাসমে, কপোত-কপোতী যথা উচ্চ
বৃক্ষডালে গোদাবৰী তীৰে নীৰবে।' ইত্যাদি

'উষা' আলোচনীত গোহাঞিবৰুৱাই ২য় বছৰৰ ১ম সংখ্যা কাকতত সম্পাদকীয় স্তম্ভতেই 'সীতাহৰণ কাব্য'ৰ কেনে বিৰূপ সমালোচনা দাঙি ধৰিছিল তাক পৰিশিষ্টত সাঙ্গে-পাঙ্গে উদ্ধৃত কৰা হৈছে।

অমিত্ৰাক্ষৰ ছন্দ আৰু লগতে সেই ছন্দৰ শ্ৰেষ্ঠ প্ৰবক্তা ভোলানাথ দাসক বিংশ শতিকাৰ প্ৰথম-দ্বিতীয় দশক মানলৈ তেওঁৰ বয়োকনিষ্ঠ সহযোগীসকলে বাৰুকৈয়ে তুচ্ছ-তাচ্ছিল্য কৰিছিল। তাৰ এটা নমুনা 'কৃপাবৰ বৰুৱাৰ ওভতনি'ৰ 'কবিতাদেৱী' নামৰ ব্যঙ্গ কবিতাৰ ৪ নং কবিতাত পোৱা যায়। তাত কৃপাবৰৰূপী বেজবৰুৱাই ভোলানাথ দাসৰ অমিত্ৰাক্ষৰ ছন্দত থকা শব্দৰ 'মৰ্মৰণি' আৰু নাম ধাতুৰ 'ঘৰ্ঘৰণি'ৰ প্ৰকোপকে ব্যঙ্গ কৰি এৰা নাই, 'চিন্তা-তৰঙ্গিণী'ৰ সেই ছন্দত লিখা 'কলিকাতা' শিতানৰ কবিতাও উদ্ধৃতিসহ কটুভাৱে ব্যঙ্গ কৰিছে, আৰু লগতে 'টে'ক্‌ষ্ট্‌ বুক কমিটি'কো তেনে কবিতা থকা কিতাপত পুৰস্কাৰ দিয়া বাবে ঠাট্টা-মস্কৰা কৰিছে। 'কলিকাতা' যেন কবিতাৰ বিষযবস্তু হ'ব নোৱাৰে আৰু 'কলিকাতা'ৰ বিষয়ে কবিতা লিখিবলৈ লোৱা মানে শুকান জেওৰা চেপি কাব্যৰস বাহিৰ কৰিবলৈ যত্ন কৰা , আৰু তাকো ভোলানাথে লৈছিল অমিত্ৰাক্ষৰ নামৰ আখৰ নিমিলা এটা নতুন

● এইপাট বাণ দেখ দেখকৈয়ে ভোলানাথ দাসৰ প্ৰতি নিক্ষেপ কৰা হৈছিল।

ছন্দত লিখিবলৈ ! সেয়েহে কৃপাবৰে 'কলিকাতা' কবিতাটোত থকা কাব্যৰস গ্ৰহণ আৰু হজম কৰিব নোৱাৰি মাজে মাজে 'ক্যা বাত্' বুলি মন্তব্য কৰিছে আৰু কলিকতাৰ কলিঙ্গা নামে ঠাইৰ বাৰাঙ্গনালয়ৰ শ্বেতভূজা বাৰাঙ্গনাসকলৰ বৰ্ণনা শুনি কৈছে— 'মাফ কৰা ; আমি হাৰ মানিলোঁ। আৰু কাব্যৰস পান কৰিব নোৱাৰোঁ , পেট ঢকাডিঙৰীয়া লাগিল।' এই কৃপাবৰী কবিতাটি 'বেজবৰুৱা ৰচনাৱলী'ৰ 'ওভতনি' গ্ৰন্থত নাই ; তাত থকা তিক্ততাৰ হেতুকেই হবলা, সম্পাদকে বাদ দিছে। একাধিক কাৰণত সম্পাদনাৰ তেনে নীতি আমি মানি চলিবলৈ টান পাওঁ। বিষয় আৰু পৰিস্থিতিৰ সম্যক অৱগতিৰ সূচলৰ কাৰণে আমি তলত তাৰ উদ্ধৃতি দিলোঁ—

(৪)

অমিত্ৰ অক্ষৰ ছন্দ ৰাজ আলিবাট।
হাতীৰ পিঠিত উঠি যাব পাৰা তাত ॥
আখৰ মিলোৱা লেঠাৰ নাই তাত কাম।
শব্দকুল মৰ্ম্মৰিব ঘৰ্ঘৰিব নাম ॥
যি ছন্দত কবিতাৰে অসমীয়া কবি।
কলিকতা চেপি ৰস উলিয়ালে ভূবি ॥
যতনৰ পুৰস্কাৰ এশ টকা ৰূপ।
'টে'ক্‌ষ্ট বুক কমিটিয়ে দানিলে স্বৰূপ ॥
'চিন্তা-তৰঙ্গিণী' পুঁথি চিন্তাৰ তৰঙ্গ।
কথাৰ ভুমুক তাত নাই ৰসভঙ্গ ॥

নমুনা স্বৰূপে ফাকিদেক তুলি দিলোঁ।
পঢ়িলে আনন্দ মিলে নিশ্চয় বুলিলোঁ ॥ ঃ—

ভাগীৰথী তীৰে,—পুৰাতন দিল্লী জিনি,
শোভিয়াছে কলিকাতা নব ৰাজধানী ॥
× × ×
কলেজ, ওৱেলিংটন, হেলিডে, বিডন,
চৌৰঙ্গী, মিৰজাপুৰ, ইষ্ট্ৰিট নিকৰে, .... আদি
× × ×
স্থানে স্থানে জলস্তম্ভ, ঘুৰালেই কল,
চলে জল অবিৰল শোধিত শীতল।
× × ×
নানা দ্ৰব্য শিৰে কৰি চীকাৰে 'হকাৰ'।
কোনোৱে ডাকিছে 'চাই তেতুল' বুলিয়া,
কোনোৱে, 'দুগুলি এক পইচা' শব্দিছে
... .... . ... .. ...... .. . ....................ধন।

নাটৰ মন্দিৰ এড়ি, বাদ্যগান,
আসিও পাঠক । এবে ইংৰাজ বিভাগে,
দেশীয় বিভাগ জিনে.............. থাকে
× × ×
আসিও পাঠক, (কিন্তু ভয় ভয় চিত্তে
আসিবা), দৰ্শিও 'বহুবাজাৰ ইষ্ট্ৰিটে'
ইংৰাজ নাবিকগণ ; উন্মত্ত ..... হুয়া দীৰ্ঘাকাৰ।
× × ×
ইকালে কলিঙ্গা নামে স্থানে অপৰূপ
বাৰনাৰী গৃহশ্ৰেণী ভাসিছে নয়নে ;
শ্বেতভূজা দেবী (১) এড়ি ইউৰূপ,
— এড়ি সুৰপুৰ যেন সুৰবালাগণে
সুৰেশ্বৰ শাপে—, লঙ্ঘি .. কটাক্ষে লঙ্ঘিছে ?
× × ×
পাঠক কল্পনাবলে কৰা দৃষ্টিপাত,
কত বাৰাঙ্গানা বাস কৰে কলিঙ্গাত।
অৰ্দ্ধবক্ষ অৰ্দ্ধপৃষ্ঠ ৰাখি উলঙ্গনে,
কত শ্বেতভূজা দেবী সুতাম্ৰ কেশিনী,
বংশ-শলা নিৰমিত ৰঞ্জিত আসনে
বসিছে হইয়া গৃহ-দ্বাৰ সুশোভিনী (২)

যশস্বী সাহিত্যিক ডিম্বেশ্বৰ নেওগৰ মতে এনে 'প্ৰতিকূল সমালোচনাত বিশেষভাবে ক্ষুণ্ণ হৈ ভোলানাথে জীৱনৰ পিছৰ দুকুৰি বছৰ কাল আৰু লিখনী হাতেৰে নুছুলে। ই অসমীয়া সাহিত্যৰ বাবে সামান্য ক্ষতি আৰু এলাপেচা বেজাৰৰ কথা নহয়। ● ● ● সংস্কৃত, বঙলা আদিৰ ভাঁজ দিয়া বুলিলেও স্বৰূপতে অসমীয়াত এক সাধু, গহীন ভাষাৰ কাব্য-ৰীতিৰ সৃষ্টি কৰাই ভোলানাথৰ মহৎ উদ্দেশ্য আছিল নিশ্চয় ; তেওঁৰ দোষখিনিয়ে অসমীয়া সাহিত্যক ছুব নোৱাৰিলে, কিন্তু গুণখিনিয়ে ইয়াক বহুত সমৃদ্ধিশালী কৰিলে যে ই নিশ্চয়।' ('নতুন পোহৰত অসমীয়া সাহিত্যৰ বুৰঞ্জী'—ডিম্বেশ্বৰ নেওগ।)

ভোলানাথ দাসে কলিকতাত সৰহ কাল থাকিবলৈ সুযোগ পোৱা নাছিল। অসমলৈ উভতি আহি শিক্ষকতা কৰা সময়তো কোনো সাহিত্যিক গোষ্ঠীৰ দলভুক্ত হৈ সদলবলে সাহিত্য চৰ্চা কৰিবলৈ তেওঁৰ সুযোগ মিলা নাছিল। ফলত তেওঁ

(১) ক্যা বাত ।

(২) মাফ কৰা ; আমি হাৰ মানিলোঁ। আৰু কাব্যৰস পান কৰিব নোৱাৰোঁ ; পেট চকাভিঙৰীয়া লাগিল। শ্ৰীকপাবৰ।

স্কুল-কলেজত অৰ্জ্জন কৰা বিদ্যা আৰু অধ্যয়নৰ ওপৰতে নিৰ্ভৰ কৰি চলিবলগীয়া হৈছিল। সেয়েহে তেওঁৰ লিখাত বঙ্গৰ বঙ্কিমচন্দ্ৰৰ দৰে সংস্কৃত তৎসম শব্দৰ প্ৰাচুৰ্য্য আৰু ছন্দত মাইকেল মধুসূদনৰ নতুন অমিত্ৰাক্ষৰ অনুৰণিত হৈ বহুতৰ কাৰণে তেওঁৰ কাব্য আৰু খণ্ড-কবিতাক বাংলাগন্ধী কৰি তুলিছিল। সেয়েহে বেজবৰুৱা, গোহাঞিবৰুৱা আদিসকলৰ দৰে বয়োকনিষ্ঠ সমসাময়িকসকলেও মাজে সময়ে তেওঁক কঠোৰভাৱে সমালোচনা কৰিবলৈ ধৰাত তেওঁ অকলে অকলে তাৰ উত্তৰ দিবলৈ নগৈ চিৰ কালৰ বাবে কবিতা ৰচনাৰপৰা বিৰত থাকিবলৈয়ে পচন্দ কৰিছিল।

ইয়াতে উল্লেখযোগ্য এই যে ইংৰাজী 'হিৰয়িক ব্লেংকভাৰ্চ'ক অমিত্ৰাক্ষৰ ছন্দ নাম দি ভাৰতীয় ভাষাত তাক সুপ্ৰতিষ্ঠিত কৰোঁতা মাইকেল মধুসূদনৰ দৰে লোকেও এদিন তেওঁৰ সহযোগী সাহিত্য-সমালোচকসকলৰপৰা কম কঠোৰ সমালোচনা পোৱা নাছিল। তেওঁৰ অমিত্ৰাক্ষৰ ছন্দক ঠাট্টা কৰায়ে নহয়, খেনোৱে তেওঁৰ নাম ধাতুৰ প্ৰয়োগকো 'টেবুলা টেবুলিলা কাষ্ঠেৰ টেবুল'ৰ দৰে তাচ্ছিল্যপূৰ্ণ মন্তব্যেৰে তুল্য উদাহৰণ দিছিল। পিছে ভাগ্য ভাল, ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ দৰে উদাৰ পণ্ডিত লোকে তেওঁক সাৱটি লৈ তেওঁৰ ছন্দ আৰু কাব্যক আদৰ-সম্ভাষণ জনালে। গতিকে তেওঁ বাচিল কিন্তু ভোলানাথৰ ভাগ্যত তাৰ বিপৰীতটোহে ঘটিল। অকল সিমানেই নহয় এনে এটা সময়ো আহিছিল যেতিয়া ভোলানাথ দাসক কবিসকলৰ গণ্ডিতেই ধৰা নহৈছিল। দেবেন্দ্ৰনাথ বেজবৰুৱাৰ অসমীয়া সাহিত্যৰ বুৰঞ্জীত (এইখনেই অসমীয়া সাহিত্যৰ প্ৰথম বুৰঞ্জী) ভোলানাথ দাসৰ নাম পৰ্য্যন্ত উল্লেখ নাই। সেই বুৰঞ্জী ভোলানাথৰ জীৱৎ কালতেই প্ৰকাশ হৈছিল আৰু তাৰ অধ্যয়নে তেওঁৰ অন্তৰত কেনে বজ্ৰাঘাত দিছিল তাক সহজে অনুমান কৰা যায়। ●

এসময়ত ইংৰাজ কবি পোপ আৰু ড্ৰাইডেনৰ ক্ষেত্ৰতো ঠিক একে দশাই ঘটিছিল। মেথিউ আৰ্ণল্ডৰ দৰে জ্ঞানী আৰু চিন্তাশীল সমালোচকেও এসময়ত তেওঁৰ কাব্যাদৰ্শৰ লগত এওঁলোকৰ কাব্যাদৰ্শ নিমিলা হেতুকে হিচাবত তেওঁলোকক কবি বুলিয়ে ধৰিব খোজা নাছিল।

থমাচ গ্ৰে', জে'মচ থমচন আৰু উইলিয়াম কাউপাৰৰ দৰে ভোলানাথ দাসো আছিল যুগসন্ধিৰ কবি। পৰৱৰ্ত্তী কালৰ কোনোবা সময়ৰ কাব্যাদৰ্শৰ লগত তেওঁৰ কাব্য-দৰ্শন নিমিলিবও পাৰে ; কিন্তু সেইবুলিয়ে তেওঁক কবিৰ লেখত নধৰাৰ কাৰণ নাই। মনত ৰাখিব লাগিব যে প্ৰত্যেক সাৰ্থক কবিয়ে এটা যুগৰ প্ৰতিনিধি আৰু লগে লগে কাব্য-কলাৰ কালজয়ী কীৰ্ত্তিস্তম্ভ নিৰ্ম্মাতাও। আমি ভোলানাথ দাসৰ কাব্য-কৃতি বিচাৰ কৰোঁতে এই দুয়োটা বিষয়ে সচেতন থাকিব লাগিব। তেওঁৰ কবিতাত যদি কিবা যুগোত্তীৰ্ণ বা কালজয়ী উপাদান আছে সেয়েহে তেওঁক সাহিত্যত

---

● এই পৰিস্থিতিত গোহাঞি বৰুৱাৰ দুশাৰী কথা মনত আছে — 'গুণৱন্তসকলক গণনা কৰোঁতে, নপাবে আগত নাম যাৰ , সিজনাৰ মাতৃ যদি পুত্ৰৱতী হয়, অপুত্ৰিকা নাম হ'ব কাৰ ?'

আৰু সাহিত্যৰ বুৰঞ্জীত অমৰত্ব দান কৰিব। তেনে ধৰণৰ বিচাৰৰ এতিয়া সময় উপস্থিত হৈছে।

বঙলা ভাষাৰ গ্ৰাসত পৰাৰ ভয় অসমীয়াৰ আজি আৰু নাই। অন্ততঃ ভাষা আৰু সাহিত্য হিচাপে নাই। আজি ভোলানাথ দাসৰ কবিতা আৰু ছন্দকে ধৰি তাত থকা বিবিধ উপাদানসমূহ নতুন দৃষ্টিৰে নিৰ্ভীকভাবে পৰীক্ষা কৰি চাবৰ দিন আহিছে। স্বীকাৰ কৰিব লাগিব যে ভোলানাথ দাস সময়ৰ সোঁততকৈ যথেষ্টখিনি আগবাঢ়ি গৈছিল; 'চিন্তা-তৰঙ্গিণী'ৰ 'কলিকতা' কবিতা আৰু 'সীতাহৰণ কাব্য'ৰ অমিত্ৰাক্ষৰ ছন্দাদিয়ে তাৰ প্ৰমাণ। ভোলানাথ কাব্যৰ শব্দ সম্ভাৰৰ বিপুলতা, ৰূপক-উপমা আদি কাব্যালঙ্কাৰৰ বৈচিত্ৰ্য আৰু অমিত্ৰাক্ষৰ ছন্দৰ ওজস্বল প্ৰয়োগ দ্বিতীয় এজন অসমীয়া কবিয়ে আজি পৰ্য্যন্ত দাবী কৰিব পৰা নাই। ছন্দ শিল্পী হিচাপে অসমীয়া কাব্যত ভোলানাথ দাসৰ কৃতিত্ব যে অনন্যসাধাৰণ আৰু স্থান আচুতীয়া তাক ডঃ মহেন্দ্ৰ বৰা আৰু ডঃ বীৰেন্দ্ৰনাথ ৰক্ষিত উভয়ে পৰবৰ্ত্তী প্ৰবন্ধত পদে-প্ৰমাণে দাঙি ধৰিছে।

তৎসম শব্দ আৰু নাম-ধাতুৰ প্ৰচুৰ প্ৰয়োগ ভোলানাথৰ কবিতাৰ এটা আদৰ্শগত বিশেষত্ব আছিল। পিছে দুয়োটা বিষয়তে মন কৰিবলগীয়া কথা এই যে তেওঁ তৎসম শব্দ ব্যৱহাৰ কৰি পাৰ্য্যমানে বঙলুৱা তদ্‌ভৱ শব্দ পৰিহাৰ কৰিছিল ; ৰমাকান্ত চৌধুৰীৰ দৰে দুই-একোজনা সমসাময়িক কবিৰ তেনে একো আদৰ্শ নাছিল। উদাহৰণ স্বৰূপে 'চন্দ্ৰ' আৰু 'চাঁদ' এই শব্দ দুটাৰ প্ৰয়োগলৈকে আঙুলিয়াব পাৰি। 'চন্দ্ৰ' তৎসম, কিন্তু 'চাঁদ' দেখ দেখকৈ বঙলুৱা। ভোলানাথৰ 'চাঁদ'ৰ ব্যৱহাৰ নাই 'চন্দ্ৰ'হে আছে, কিন্তু ৰমাকান্ত চৌধুৰীৰ 'দুই দিকে দুই চাঁদ প্ৰকাশে আকাশে ('অভিমন্যু বধ কাব্য'—৩য় সৰ্গ) এটা উল্লেখযোগ্য উদ্ধৃতি।

নামধাতু প্ৰয়োগৰ ক্ষেত্ৰতো অসমীয়া ভাষা তেনে প্ৰয়োগৰ বিৰোধী তো নহয়েই, বৰঞ্চ যথেষ্ট উদাৰহে। ঘৰুৱা কথা-বতৰাতে তাৰ অলেখ উদাহৰণ ধৰা পৰে, যেনে, 'গুলী'ৰপৰা গুলীয়া, 'মৈ'ৰপৰা মৈয়া, 'কোৰ'ৰপৰা কোৰা বা কুৰিয়া ; 'বথলা'ৰপৰা বথলিয়া; 'মল'ৰপৰা মলিয়া ; 'ফৰমুটি'ৰপৰা ফৰমুটিয়া, হাকুটি'ৰপৰা হাকুটিয়া ইত্যাদি। মধুসূদন দত্তৰ দৰে ভোলানাথ দাসে প্ৰয়োজনমতে নতুন নতুন নামধাতু তৈয়াৰ কৰি কাব্য-ক্ষেত্ৰ ওপচাই পেলাইছিল—বিবেশত্ব সিমানেই। মুঠতে নামধাতুৰ প্ৰয়োগ কৰি ভোলানাথে অসমীয়া ভাষাত অন্ততঃ নকৰা কাম একো কৰা নাছিল।

উত্তৰ কালৰ কবিসকলৰ ওপৰত

# ভোলানাথ দাসৰ কবিতাৰ ছন্দ আৰু ভাবৰ ধ্বনি-প্ৰতিধ্বনি

দৰ্শক বা শ্ৰোতাৰ মনৰ ওপৰত বিস্তাৰ কৰা প্ৰভাৱৰ মাত্ৰা বা পৰিমাণে সকলো শিল্প-কলাৰ বিচাৰ ক্ষেত্ৰত মাপকাঠিৰ দৰে কাম কৰে। এইটো সাধাৰণ অভিজ্ঞতা যে গল্প, উপন্যাস, কবিতা, ৰচনা, গীত, চিত্ৰ, ভাস্কৰ্য্যাদিয়ে পাঠক, শ্ৰোতা বা দৰ্শকৰ মনৰ ওপৰত কম-বেছি পৰিমাণে প্ৰভাৱ পেলায় আৰু সেই প্ৰভাৱৰ হেতুকে তেওঁলোকে দেখা, শুনা বা পঢ়া বিষয়বস্তুবোৰ পুনঃ পুনঃ ভাবিবলৈ, মনত কল্পনা কৰিবলৈ বা গুণগুণাই গাবলৈ বাধ্য হয়। এনে ৰোমন্থনৰ পৰিমাণে সেই সেই বিষয়ৰ শ্ৰেষ্ঠতা নহ'লেও চমৎকাৰিতা নিৰ্ণয় কৰে। গাঁৱৰ সবাহ-উৎসৱাদিত ভাওনা হৈ যোৱাৰ কিছুদিন পিছলৈকেও তাৰ ওচৰ-পাঁজৰৰ ল'ৰা-ছোৱালীয়ে সেইবোৰ আবৃত্তি কৰে। ক'বলৈ গ'লে ইয়েই ভাওনাৰ আকৰ্ষণীয়তাৰ পৰোক্ষ স্বীকৃতি। কবি মধুসূদন দত্তই তেওঁৰ নতুন ছন্দৰ 'মেঘনাদ বধ' কাব্য এজন দোকানীৰ মুখেদি আবৃত্তি কৰা শুনি আহি বন্ধু এজনলৈ লিখিছিল যে তেওঁৰ কাব্যৰ প্ৰকৃত প্ৰশংসা তেওঁ যোগ্যজনৰপৰা শুনিলে আৰু শুনি উৎসাহিত হ'ল। অন্য কবিসকলৰ কবিতাৰ ক্ষেত্ৰতো তেনে বিচাৰ খাটে। কবিতাৰ ছন্দ, ভাব আদি আকৰ্ষণীয় হ'লে তাক অকল পাঠকেহে যে পঢি আবৃত্তি কৰে এনে নহয়, পশ্চাদ্‌গামী কবিসকলৰ কাৰণেও সি আদৰ্শৰ দৰে হৈ জ্ঞাতে বা অজ্ঞাতে তেওঁলোকক পৰিচালিত কৰে। ভোলানাথ দাস কি পৰিমাণে তেওঁৰ সমসাময়িক আৰু উত্তৰসূৰীসকলৰ আদৰ্শ হ'ব পাৰিছিল সেইটো বিচাৰ্য্য।

শঙ্কৰদেৱৰ দৰে মহান কবিয়েও 'পূৰ্ব্বকবি অপ্ৰমাদী মাধৱ কন্দলি আদি'ৰ কবিত্বৰ স্বীকৃতি দি আৰু তেওঁলোকক স্মৰণ কৰিহে হাতত কলম তুলি লৈছিল। ভোলানাথ দাসেও ছন্দগুৰু মাইকেল মধুসূদনৰ প্ৰতি তেওঁৰ অন্তৰৰ অকপট শ্ৰদ্ধা নিবেদন কৰিহে সীতাহৰণ কাব্য আৰম্ভ কৰিছিল। একাধিক স্থলত একাধিকবাৰ উল্লেখ কৰা হৈছে যে ভোলানাথ দাস আছিল সংক্ৰান্তি কালৰ অসমীয়া কবি। একালে বঙ্গকবি মাইকেল মধুসূদনৰ নতুন অমিত্ৰাক্ষৰ ছন্দ আৰু আনকালে পুৰণি অসমীয়া বৈষ্ণৱ কবিসকলৰ ভাব, ভাষা ছন্দাদিয়ে কবিতা ৰচনাৰ সময়ত তেওঁৰ মনত

বাৰুকৈহে ক্ৰিয়া কৰি আছিল। সেয়েহে তেওঁৰ কেইবাটাও কবিতাতন্ত বৈষ্ণৱী 'ঘোষা' পদ্ধতিৰ পুনৰুক্তি দেখ দেখকৈ জিলিকি আছে। উদাহৰণ বিচাৰি বেছি দূৰলৈ যাব নালাগে ঃ 'কবিতামালা, ১ম ভাগৰ দ্বিতীয় কবিতা 'ঈশ্বৰলৈ সেৱা'ত্তে আছে—

'হেৰো ল'ৰা ! সিজনাক যোড়হাত কৰি।

সেৱিবা আনন্দ চিত্তে দিবস শৰ্ব্বৰী'।। — এই ঘোষাটোৰ সফল পুনৰাবৃত্তি।

শেষাক্ষৰ মিলৰ যতিপ্ৰান্তিক ছন্দৰ ক্ষেত্ৰত তেওঁ বৈষ্ণৱ কবিসকলৰ দুলড়ি-লেচাৰিতে আবদ্ধ নাথাকি তাত নানা প্ৰকাৰে যোগ-বিয়োগ কৰি অসমীয়া ছন্দশিল্পত নতুনত্বৰ সৃষ্টি কৰিছিল আৰু সেই বিষয়ত তেওঁ যে বহু সময়ত তেওঁৰ সমসাময়িক পূৰ্ব্বতন কবি ৰত্নেশ্বৰ মহন্তৰ সাৰ্থক পৰিপূৰক হৈ পৰিছিল সেই কথা ডঃ মহেন্দ্ৰ বৰাই সুন্দৰকৈ ফঁহিয়াই দেখুৱাইছে। তেৱেঁই যে যতীন্দ্ৰ দুৱৰাৰ বিখ্যাত 'ওমৰ তীৰ্থ'ৰ ছন্দৰো অবিসম্বাদী স্ৰষ্টা আছিল তাকে ডঃ বৰাই পদে-প্ৰমাণে দাঙি ধৰিছে।

অন্যপিনে আকৌ মিতাক্ষৰী অমিত্ৰাক্ষৰ ছন্দৰো প্ৰবৰ্ত্তক তেৱেঁই নহলেও তেওঁ যে তাৰ প্ৰবৰ্ত্তকসকলৰ অন্যতম সেইটো অস্বীকাৰ কৰিবৰ উপায় নাই। 'কবিতা-মালা' আৰু 'চিন্তা-তৰঙ্গিণী'ৰ অনেক কবিতাত তাৰ উদাহৰণ পোৱা যায়। 'কবিতা-মালা' দ্বিতীয় ভাগৰ 'ব্যাঘ্ৰ আৰু মনুষ্য' কবিতাটোতে আছে—

'মৃগমৃগী যত জন্তু মহিষ গোগণ।
নৰ আদি কৰি প্ৰাণী কৰয় ভক্ষণ।।
বিকট দশন তাৰ , তৃষিত ৰসনা
ৰক্তপানে ; কোনো জীৱে নকৰে কৰুণা।।
যদিও দোষয তাক সবে, কিন্তু মনে
ভাবি চালে, তাত থাকি দুষ্ট নৰগণে।।, ইত্যাদি

এইদৰে চালে ভোলানাথ দাসক একাধিক নতুন ছন্দৰ পটিকটীয়া বুলি স্বীকাৰ কৰিবলগীয়া হয়।

ভাবৰ ফালেদি ভোলানাথৰ কবিতাত কেতিয়াবা কাব্য-চিন্তাই চিৰাচৰিত ৰীতি পৰিহাৰ কৰি বিপ্লৱৰ সূচনা কৰিছিল। শিক্ষকৰ উপদেশ ছাত্ৰই ল'ব লাগে, শিক্ষক ছাত্ৰৰ পৰম গুৰু আৰু গুৰুৰূপে তেওঁ অন্ধজনক চক্ষুদান দিয়াৰ দৰে ছাত্ৰক জ্ঞান দিয়ে—এনে ধৰণৰ কথা আৰু ধ্যান-ধাৰণা অনাদি কালৰপৰা চলি আহিছে , কিন্তু তাৰ মাজতে তেওঁ 'কবিতা-মালা' প্ৰথম ভাগৰ 'উপদেশ' শিতানৰ প্ৰথম কবিতাটোতে উপদেশ দিওঁতে ছাত্ৰক স্পষ্টকৈ কৈছে, বোলে—

'তোমাৰ যত্নতে হৰ সব ফলাফল।
শিক্ষক সহায়কাৰী জানিবা কেৱল।।'

পাঠ্য পুথিত ভোলানাথে উপদেশমূলক কবিতাৰ যি ওৰা পাতিছিল সি বহু কাললৈ একেদৰেই চলি আছিল। মোহাম্মদ ছোলেইমান খা, বলদেৱ মহন্ত, আনন্দ

আগৰৱালা, ধনাই বৰা আদিসকলেও সেই একে সুৰতে উপদেশমূলক কবিতা ৰচনা কৰিছিল।

ভোলানাথ দাসৰ দুটা-এটা কবিতাৰ ভাব-ভাষা তেওঁৰ উত্তৰসূৰী কবি ধনাই বৰাকে ধৰি কেইবাগৰাকীও কবিৰ কবিতাত প্ৰতিধ্বনিত হোৱা দেখা যায়। উদাহৰণ স্বৰূপে ভোলানাথ দাসৰ 'সময়' শিতানৰ কবিতাত আছে —

'সময় অমূল্য ধন, গলে একবাৰ।
কেতিয়াও আসিবৰ নোহে পুনৰ্ব্বাৰ ॥
যত বহুমূল্য বস্তু আছে সংসাৰত।
সকলো কিনিব পাৰে ধনে ইচ্ছামত ॥' ইত্যাদি

ইয়াৰে প্ৰতিধ্বনি ধনাই বৰাৰ 'সময় অমূল্য ধন' কবিতাত এইদৰে শুনা যায়—

'সময় নদীৰ দৰে ধীৰে বৈ যায়,
নোভতে এবাৰ গলে আৰু পুনৰায়।
যত মহামূল্য বস্তু পায় মূল্য দিলে,
দিলেও অসংখ্য ধন সময় নিমিলে।' ইত্যাদি। দাসে মোখনি মাৰোঁতে কৈছে —

'এহি জানি সময়ৰ সদ্‌ব্যবহাৰ।
কৰিবা যতনে, শিশু,নকৰি অসাৰ ॥'

বৰাই কৈছে —

'এতেকে হে প্ৰিয় ল'ৰা, উপদেশ ধৰা,
সময়ৰ ব্যবহাৰ ভাল ৰূপে কৰা।'

সেয়ে মোহাম্মদ ছোলেইমান খা চাহাবৰ 'সময়ৰ গতি'ত এনে ৰূপ লৈছে—

নদীৰ সোঁত সদাই যায়,
ৰাখিব তাক নোৱাৰি ভাই ।
সময়ো যায় তাৰেই দৰে,
ৰাখিব তাক নোৱাৰে নৰে।
● ● ●
এতেকতে বোপা, এলাহ থোৱাঁ,
কৰ্ত্তব্য কাম হাতত লোৱাঁ।
সময় মতে সকলো কৰা,
সমাধা কৰা লগাই মন।

আকৌ

ভোলানাথ দাসৰ 'কবিতা-মালা'ৰ হিংসা কবিতাত আছে—

'হিংসা কৰি নাহি লাভ বিনে অমঙ্গল।

সঘোৰ বিবাদ তাত ঘটন্ত কেৱল ॥
ৰামক হিংসিলে দুষ্ট লঙ্কাৰ ৰাৱণে।
কিন্তু কি ঘটিল শেষে ভাবি চোৱা মনে।'

*　*　*

'ৰাজ্যলোভী দুৰ্য্যোধন পাণ্ডবে হিংসিলে।
পিতৃৰাজ্যচ্যুত কৰি বনবাস দিলে ॥
তাহাৰ উচিত শাস্তি পাইলেক হাতে।
ভাঙিলেক উৰু তাৰ ভীম ভীমাঘাতে ॥' ইত্যাদি

ধনাই বৰাৰ 'কবিতা চন্দ্ৰিকা'ৰ 'হিংসা' কবিতাত আছে —

'হিংসা কৰি কোন জনে পাইছে কি ফল ?
হিংসুকৰ নাই লাভ, বিনে অমঙ্গল।
আকৌ
ৰামৰ ভাৰ্য্যাক দুষ্টে কৰিলে হৰণ।
শেষত ঘটিল তাৰ সবংশে মৰণ।
দুৰ্য্যোধনে পাণ্ডৱক কতনো হিংসিলে।
শেষত উপায় কৰি বনবাস দিলে ॥
পাণ্ডৱক হিংসা কৰি পালে কিবা ফল ?
নিজৰেই হ'ল পাছে ঘোৰ অমঙ্গল ॥' ইত্যাদি

তেনেকৈ আকৌ

ভোলানাথ দাসৰ 'অহঙ্কাৰী লোক' শিতানৰ কবিতা আৰম্ভ হৈছে—

'কিয় হেৰা অহঙ্কাৰি,　কিয় হেৰা অহঙ্কাৰি,
মাতিলে দৰিদ্ৰজনে নোচোৱাহা ফিৰি ?
মাতিলে সিসবে যেন,　মাতিলে সিসবে যেন,
মান্যচূড়া চূৰ্ণ হয় ভাবা মনে হেন।'—এনেকৈ।

ৰবা ডাঙৰীয়াৰ 'অহঙ্কাৰীৰ প্ৰতি' কবিতা আৰম্ভ হৈছে এইদৰে—

'হেৰা হেৰা অহঙ্কাৰী,　মন কিছু থিৰ কৰি,
মোৰ এই উপদেশ ধৰা।
শিকা নম্ৰ ব্যৱহাৰ,　ধৰা সেই সদাচাৰ,
অহঙ্কাৰ পৰিত্যাগ কৰা ॥' ইত্যাদি

স্বীকাৰ কৰিব লাগিব যে ধনাই বৰাৰ কবিতা অধিক সৰল, অধিক নিমজ আৰু অধিক কথিত মাত-কথাৰ কাষচপা। কিন্তু সেইবুলি ভোলানাথ দাসৰ কবিতাৰ সি যে অনেক ক্ষেত্ৰত স্পষ্টতৰ প্ৰতিধ্বনি মাত্ৰ, সেইটোও অস্বীকাৰ কৰা নাযায়। ৰবাৰ ভাষাৰ এই আপেক্ষিক সুসমতাৰ কাৰণ যাইকৈ ৰচনা কালৰ ব্যৱধান। ধনাই ৰবাৰ কবিতা ভোলানাথ দাসৰ কবিতাৰ অন্ততঃ ১৫/২০ বছৰ পাছত লিখা (১৯০০ চন)।

প্ৰশ্নোত্তৰৰ ছলেৰে প্ৰচাৰ কৰা কথাবোৰ সদায় অধিক মনোগ্ৰাহী হয। কিয়নো তেনে পদ্ধতিত বক্তব্য বিষয়টো যুক্তিৰ ওপৰত তৰপে তৰপে স্থাপন কৰা হয়। ই তাহানিৰ ওজাপালি অনুষ্ঠানৰ ওজা আৰু দাইনাপালিৰ মাজত হোৱা কথোপকোথনৰ দৰে বস্তু।

এনে প্ৰশ্নোত্তৰ পদ্ধতিৰ খণ্ড-কবিতাও ভোলানাথ দাসেই পোনতে লিখিবলৈ চেষ্টা কৰিছিল। তেওঁৰ 'কবিতা-মালা' প্ৰথম ভাগৰ 'মানুহৰ শত্ৰু কোন' কবিতা আজিও সেই যুগৰ লোকৰ মুখেদি আবৃত্তি কৰা শুনিলে তবধ মানিব লাগে।

'মনুষ্যৰ শত্ৰু, ল'ৰা, হোৱে কোন জন ?
হোৱে কি মহিষ সিংহ ভীষণ আকাৰ ?
হোৱে কি ভালুক ঘোঙ অতি ক্ৰুৰাচাৰ,
উৰে প্ৰাণ দেখি যাৰ বিকট দশন ?
× × ×
নহন্ত ইসব শত্ৰু কহে জ্ঞানীজন।
হলেও, থাকয দূৰে নাহি অতি ভয়।
কিন্তু সে পৰম শত্ৰু দেহতে থাকয়।
কাম, ক্ৰোধ, লোভ আদি যত ৰিপুগণ।। ইত্যাদি

তাৰ ঠিক পিছৰ কবিতা 'সদ্‌গুণৰ আদৰ'তো কবিয়ে ঠিক একে পদ্ধতিকে অবলম্বন কৰিছে—

নয়নৰ তৃপ্তিকৰ নোহে মেঘগণ।
× × ×
তথাপি স্নেহয় তাক কিয় সকলোৱে ?
× × ×
কাৰণ কৰয় মেঘে জীৱ উপকাৰ।
পৃথিবী ভেজিয়া জল বৰষি অপাৰ ॥
× × ×
সদ্‌গুণ, থাকিলে শিশু কি কৰয় ৰূপ।
দেখা স্নেহপাত্ৰ মেঘ হইয়া কুৰূপ ॥ ইত্যাদি

তেনে ধৰণৰ প্ৰশ্নোত্তৰ পদ্ধতিত লিখা কবিতাৰ প্ৰতিধ্বনি আমি আনকি বিহগী কবি ৰঘুনাথ চৌধাৰীৰ দুই-এটা কবিতাতো পাওঁ। 'সাদৰী'ৰ 'বিশ্ব' কবিতাৰ আৰম্ভণিয়ে হ'ল—

কিয় বা উষাৰ ভালে
হিৰন্ময় জ্যোতি ?
কিয়বা হিমাদ্ৰিশৃঙ্গে
ধৱল কিৰীটি ?

কিয়বা চন্দ্ৰমা উঠে
শূন্যৰ কোলাত ?
কিয়বা বিজুলী হাঁহে
মেঘৰ আঁৰত ?' ইত্যাদি

× × ×

উত্তৰত কবিয়ে বিচাৰি পালে —

'ভাবিলে নাপাওঁ অন্ত
ইসব কাৰ্য্যৰ,
তোমাৰ অনন্ত লীলা
পৰম ঈশ্বৰ।'

পোনতে ইংৰাজীৰপৰাই এনে প্ৰশ্নোত্তৰৰ ঢং অসমীয়া খণ্ড কবিতালৈ অনা হৈছিল বুলি ভাবিবৰ স্থল আছে। হ'লেও তাক পোনতে অসমীয়া সাজ পিন্ধায় ভোলানাথ দাসে। ইংৰাজী "My Mother" কবিতাৰ ভাঙনি পোনতে ভোলানাথ দাসৰ 'মাতৃস্নেহ' কবিতাত এইদৰে ওলায—

'কোনে মোক স্তনহন্তে দুগ্ধক পিয়ালে ?
কোনে কোলা কৰি মোক আদৰে শুৱালে ? ইত্যাদি

তাকেই পিছত লাৱণী কৰি ভাঙনি-কোঁৱৰ আনন্দ চন্দ্ৰ আগৰৱালাই ৰূপ দিলে —

'কোনে মোক তুলি তালি কৰিলে ডাঙৰ
মউ সনা মাতে মোৰ পলায় ভাগৰ।' ইত্যাদি

তেনেকৈ আকৌ 'কবিতা-মালা' দ্বিতীয় ভাগৰ 'ধাৰ্ম্মিক কোন' বোলা কবিতাৰ ছন্দ বিন্যাসটোও অন্ততঃ আগৰৱালাৰ 'সুখৰ ঠাই' কবিতাৰ দৰে : তাৰ ঘোষা হ'ল—

'হোৱে কি ধাৰ্ম্মিক মাতঃ, হোৱে সেইজন
নহয়, নহয় সিটো প্ৰিয় বাছাধন।'

আগৰৱালাৰ 'সুখৰ ঠাই'ৰ দিহা বা ঘোষাটো হ'ল—

'তাতে নে সুখৰ ঠাই কোৱা মোক আই,
—নহয়, নহয় তাত, সাদৰী সোণাই ॥

কোনো এটা বিষয়ে বৰ্ণনা দি থাকি তাতে ছেগ বুজি, ছেওতে চাপৰি বজাই, কবিয়ে কেতিয়াবা নিজৰ অন্তৰৰ মূল বক্তব্য' কথাও দুটা-এটাকৈ কয়। ই ঘাইকৈ বৈষ্ণৱী কাব্যৰ ৰীতি। 'কীৰ্ত্তন'ৰ শিশুলীলা বৰ্ণনাত মহাপুৰুষ শঙ্কৰদেৱে শিশু কৃষ্ণক খেদি ফুৰা মাক যশোদাৰ অবস্থা বৰ্ণনা কৰিবলৈ গৈ টিপ্পনী দি কৈছিল—

'যাক যোগী নাপাৱে ধ্যানত।
হেন হৰি পলান্ত ভয়ত।'

সেই একে বৰ্ণনায়ে 'দশম'তো আছে—

'যোগী যাক নাপান্ত নিৰ্ম্মল মনে সদা।
হেন মাধৱক খেদি ফুৰন্ত যশোদা ॥'

তেনেকৈয়ে যশোদাই কৃষ্ণক ৰচিবে বন্ধাৰ সময়তো কোৱা আছে—

'জগতৰ আপুনি ঈশ্বৰ।
তুমি বৈশ্য ভৈলা ভকতৰ ॥' (কীৰ্ত্তন) আৰু
'কৃপাময় কৃষ্ণে বান্ধ লৈলন্ত আপুনি' (দশম)

অতৰ্কিতে হ'লেও সেই পদ্ধতিকে অনুসৰণ কৰি 'মনুষ্য শ্ৰেষ্ঠ জীৱ কিয়' কবিতাত মানুহৰ প্ৰকৃতি বৰ্ণাই থাকি কবি ভোলানাথ দাসেও মাজতে নিজৰ মন্তব্য দিছে—

'নাহি ধৰ্ম্ম নাহি কৰ্ম্ম নাহি যাৰ জ্ঞান।
সেহিজন হোৱে মাত্ৰ পশুৰ সমান ॥'

তেনেকৈ 'মানৱ জীৱন' কবিতাতো —

'ভক্তি কৰি ভক্তি পাবা,মান কৰি মান।
মানব জীৱন ঠিক বাণিজ্যৰ স্থান।'

তেনেকৈয়ে বৈষ্ণৱী সঙ্গীতত 'কহয় মাধৱ দাসে' বুলি ভণিতা দিয়াৰ দৰে ভোলানাথ দাসেই দুই-এঠাইত নিজে ওলাই আহি উপদেশ দিবলৈ প্ৰয়াস কৰিছে। কুলি ও ময়ূৰ কবিতাৰ সামৰণিতো কোৱা আছে—

'শুনা পিক শিখি দুয়ো'—কহয় লেখকে।
নসম্ভৱে কদাচিত সৰ্ব্বগুণ একে।'

ভোলানাথ দাসৰ কবিতাৰ ভাব-ভঙ্গী আৰু চিন্তাৰ প্ৰতিধ্বনি অতৰ্কিতেই আহি তেওঁৰ সমসাময়িক পৰবৰ্ত্তী কবি অনেকৰ কবিতাত বাজি উঠিছিল বুলি আগতে উল্লেখ কৰা হৈছে। তাৰে আৰু গোটাচেৰেক উদাহৰণ, যেনে—ভোলানাথ দাসৰ-

সি সব সুবৰ্ণ জ্যোতি পুষ্প তৱ বনে ;
যিসব চয়ন কৰি,
কল্পনাৰ সূত্ৰে ভৰি,
ৰচিলে বিৰলে বসি তৱ পুত্ৰগণে
চিৰ দীপ্তিকৰ মালা, বিখ্যাত ভুৱনে ॥ (কবিতা)

পদ্মনাথ গোহাঞিঃ বৰুৱাৰ—

'সুৰবুজা আদিগুৰু স্বৰ্গী কবিগণে
সুৰসূতা বাছি লই ৰচিলে কতনা
সঞ্জীৱনী মালা, জ্বলন্ত জেউতি তাৰ
জিলিকে চৌপাশে, অহ, কাব্য-কাননত ।' (বন্দনা-'লীলা')

আকৌ

ভোলানাথ দাসৰ —

কোনে কয় পদ্ম অতি শোভাকৰ ?
গোলাপ কুসুম বৰণ অমল
শোভাময় কোনে কহয়, থাকোঁতে
শিশুৰ সহাস্য বদন কমল ? (মধুহাঁসি)

লক্ষ্মীনাথ বেজবৰুৱাৰ—

কোনে কলে সেয়া বাঁহী বাজে বুলি ?
বনদেৱী গীত গায়।' ইত্যাদি—

নতুবা

প্ৰশ্ন।—কাঁইট নথকা ৰূপহ গোলাপ,
বোলে পৃথিবীত নাই।

উত্তৰ ঃ— চকুৰে দি ঠাৰ দেখালোঁ প্ৰিয়াক,
মুখেৰে একো নুবুলি ॥ ইত্যাদি

তেনেকৈয়ে আৰু ভোলানাথ দাসৰ—

'উঠা গিৰিৰাজ আজি সমূলে উপাড়ি,
নাথাকা অচল আৰু একেটা ভাবেৰে ;
উত্তৰ থাকিয়া যোৱা দক্ষিণে বাগৰি
পিশিয়া ভাৰত তব গুৰু দেহ ভাৰে।
× × ×
স্থান পৰিবৰ্ত্তি গিৰি যোৱাহি সত্বৰে,
ভাৰতৰ ওপৰেদি দক্ষিণ সাগৰে।
× × ×
বহোক ভাৰত জুৰি সলিল সফেন ;
অতল জলধিতলে পড়োক ইদেশ ,
নাথাকোক চিহ্ন একো ; ভৱিষ্যতে যেন
নাজানে ভাৰত কেহো ; হোক সব শেষ।'

চন্দ্ৰকুমাৰ আগৰৱালাৰ—

আঙ্গুলি বুলাব জনাহলে আজি
পেলালোহেঁতেন টানি,
হিমালয় চূড়া বুৰালোহেঁতেন
উছালি কলীয়াপানী। ইত্যাদি

আকৌ পুনঃ

ভোলানাথ দাসৰ—

'সুখ হলে আছে দুখ, দুখ পাছে আছে সুখ
সুখ দুখ চক্ৰপ্ৰায় ঘূৰে অনিবাৰ,
সংসাৰে অলঙঘ্য এই বিধি বিধাতাৰ।'

বিষয় চন্দ্ৰ বিশ্বাসীৰ—

ৰাজপুত্ৰ যায বন
দৰিদ্ৰৰো সিংহাসন
চক্ৰবৎ দুখ-সুখ ঘূৰিছে সদায়।
কালৰ কুটিল গতি বুজে কোনে ভাই ।

দণ্ডিনাথ কলিতাৰ—

অসভ্য কালত হয ৰাজদণ্ডধাৰী,
ৰাজৰাজেশ্বৰ হয় পথৰ ভিখাৰী। ইত্যাদি

ভোলানাথ দাসে গীতৰ সুৰত পেলাই গীতি সুৰীয়া কৰি একাধিক কবিতা লিখি হয়তো খণ্ড গীতি কবিতাৰ নমুনা ৰচনা কৰি চাইছিল। তেনে ধৰণে গীতৰ সুৰৰ নাম পৰ্য্যন্ত উল্লেখ কৰি লক্ষ্মীনাথ বেজবৰুৱাই ৰচনা কৰা বহুত কবিতা তেওঁৰ 'কদম-কলি'তে পোৱা যায়। আন নালাগে তেওঁ ৰচিত বিখ্যাত অসমীয়া জাতীয সঙ্গীত 'অ মোৰ আপোনাৰ দেশ'কেই বন্ধনীত গীত বুলি পাদটীকাত 'ইংৰাজী সুৰ' বুলি কোৱা আছে। এনে ধৰণৰ ভাব, ভঙ্গী, ছন্দ, ভাষা আদিৰ ক্ৰমাগত অনুৰণন সাহিত্যত, বিশেষকৈ কবিতাত তেনেই স্বাভাবিক কথা। ভোলানাথ দাসৰ কবিতাৰ ধ্বনি-প্ৰতিধ্বনিয়েও তেওঁৰেই কবিত্বৰ কৃতিত্ব সূচায় আৰু সেয়ে অসমীয়া ব্যক্তিনিষ্ঠ খণ্ড-কবিতাত তেওঁ যে এজন সাৰ্থক শিল্পী আছিল তাৰে প্ৰমাণ দাঙি ধৰে। সকলো পিনৰপৰা চাই পাশ্চাত্য প্ৰভাৱত আৰম্ভ হোৱা অসমীযা কবিতাৰ মহান শিল্পীসকলৰ ভিতৰত ভোলানাথ দাস যে অন্যতম আছিল সেইটো স্বীকাৰ নকৰি নোৱাৰি। তেওঁৰ কবিতাৰ সমসামযিক সমালোচকসকলৰ চকুত নপৰা গুণবোৰ কালপ্ৰবাহত ক্ৰমে স্পষ্টৰপৰা স্পষ্টতৰ হ'ব বুলি আশা কৰা যায়।

# ছন্দশিল্পী ভোলানাথ দাসৰ কাব্য আৰু কবিতাৰ ছন্দ আৰু ভাষা

(ড° মহেন্দ্ৰ বৰা)

ভোলানাথ দাসৰ কবি-প্ৰতিভা নিশ্চয়েই অনন্যসাধাৰণ। তথাপি, তেওঁৰ লগত ফেৰ মাৰিব পৰা অথবা তেওঁক চেৰাই যোৱা কবি ভালেকেইজন আছে। কিন্তু ছন্দশিল্পী হিচাপে তেওঁ যি অমৰত্বৰ অধিকাৰী, সেয়া বৃটিছ যুগতো অসমীয়া কবিৰ কাৰণে ঈৰ্ষাৰ বস্তু। অসমীয়া ছন্দক তেৱেঁই চিৰাচৰিত যতিপ্ৰান্তিক ছন্দৰ বন্ধনৰপৰা মুক্ত কৰি অমিতাক্ষৰ ছন্দৰ স্পন্দনেৰে সমৃদ্ধ কৰি তুলিলে। তেওঁ যে এইবিধ 'গম্ভীৰ আৰু ৰাজকীয় ছন্দ'ৰ প্ৰথম বাটিকটীয়া, সেয়ে নহয়— এইবিধ ছন্দৰ আটাইতকৈ সফল শিল্পীও। আনহাতে, যদিপ্ৰান্তিক ছন্দৰ ক্ষেত্ৰতো তেওঁৰ দান শ্ৰদ্ধাৰে স্মৰণীয। অসমীয়া কবিতাক তেওঁ দুবিধ মিশ্ৰ ছন্দসজ্জাৰ আভাস দিলে। তাৰে প্ৰথমবিধ তেওঁৰ পূৰ্ব্বতন কবি ৰত্নেশ্বৰ মহন্তৰ উদ্ভাৱন ; ভোলানাথ দাসে সেই ছন্দসজ্জাকেই সজাই-পৰাই মনোমোহা কৰি তুলিলে। দ্বিতীয়বিধ তেওঁৰ নিজস্ব ছন্দপ্ৰতিভাৰ সৃষ্টি।

তেওঁৰ যুগান্তকাৰী কীৰ্ত্তিৰ নিদৰ্শন স্বৰূপে অমিতাক্ষৰ ছন্দৰ আলোচনা কৰিবলৈ লোৱাৰ আগতে যতিপ্ৰান্তিক ছন্দৰ ক্ষেত্ৰত প্ৰবৰ্ত্তন কৰা নতুনত্বখিনিৰ আলেখলেখ লৈ থোৱা উচিত হ'ব। কাৰণ, নিজেই নিজৰ মহত্ত্বৰ কীৰ্ত্তিৰে তাক ম্লান কৰি নেপেলোৱা হ'লে, অকল সেইখিনিৰ গৌৰৱেৰেই তেওঁৰ নাম কবিতাৰ ছন্দ-বুৰঞ্জীত অমৰ হৈ ব'লহেঁতেন। এইখিনিতে সুঁৱৰিবলগীয়া কথা এযাৰ হ'ল, বৃটিছ যুগত প্ৰৱেশ কৰাৰ লগে লগে কেবাগৰাকীও অসমীয়া কবিয়ে অসমীয়া ছন্দৰ ৰাজ্যত মিশ্ৰ ছন্দসজ্জাৰ নানা তৰহৰ পৰীক্ষা-নিৰীক্ষা চলাবলৈ লৈছিল। এনে পৰীক্ষা কাৰ্য্যত হাত দিয়া প্ৰথম কবিজন হ'ল, ৰত্নেশ্বৰ মহন্ত। তেওঁৰ পৰীক্ষামূলক ছন্দযুক্ত কবিতাসমূহৰ ভিতৰত 'গাঁৱলীয়া বোৱাৰী' কবিতাটোৱে নিশ্চয় ভোলানাথ দাসৰ দৃষ্টি আকৰ্ষণ কৰিছিল। এই কবিতাটোৰ মিশ্ৰ-ছন্দসজ্জাৰ ৰূপটো এনে ধৰণৰ ঃ দুয়োমূৰে দুটাকৈ পয়াৰৰ যুগ্মক আৰু তাৰ মাজতে দুটা ঝুমুৰা (৪ ঃ ৪)ৰ চৰণ। যদিও এই কবিতাটোৰ স্থপতিকুশলতা নিঃসন্দেহে প্ৰশংসনীয়, তথাপি ইয়াৰ গাঁথনিত অতিমাত্ৰা জ্যামিতিকতা লক্ষ্য কৰিবলগীয়া। যি কি নহওক, ৰত্নেশ্বৰ মহন্তৰ

'গাঁৱলীয়া বোৱাৰী'ৰপৰা ভোলানাথ দাসৰ 'মেঘ'লৈ বেছি দূৰৰ বাট নহয়।●
আলোচনাৰ সুবিধাৰ্থে মেঘৰ এটি স্তৱক চকুৰ আগত থৈ লোৱা যাওক ঃ

দৰশিছোঁ কেতিয়াবা বিকট দৰ্শন ,
কৃষ্ণদেহে ক্ৰোধমনে দিগন্ত বিয়াপি ক্ষণে
দৰশোৱা বিভীষিকা চপলা নৰ্ত্তন
কঁপিছোঁ শুনিযা তব ভীষণ গৰ্জ্জন।

ভালকৈ বিশ্লেষণ কৰি চালে দেখা যায়, 'মেঘ'ৰ প্ৰতিটো স্তৱক তিনিটাকৈ অসমান আয়তনৰ চৰণেৰে ৰচিত। দুযো মূৰে দুটা পয়াৰৰ অকলশৰীয়া চৰণ আৰু তাৰ মাজতে এটা দীৰ্ঘ চৌপদী (৮৮.৮.৬) ৰ চৰণ। দীৰ্ঘ চৌপদীৰ শেষ পদ দুটা পযাৰৰ ৰূপত শেষ চৰণটোৰ লগত মিলি স্থাপত্য-সুষমাৰে নিটোল হৈ পৰিছে। চৰণান্তিক মিলৰ ত্ৰিবেণী-বন্ধনে (দৰ্শন । নৰ্ত্তন । গৰ্জ্জন) এহাতে যেনেকৈ সাংগীতিক পৰ্য্যাযত স্পন্দন-বৈচিত্ৰ্য দান কৰিছে, তাৰ মাজতে সৰু এটি সুহুৰিৰ দৰে বাজি উঠা পদমিলে (মনে । ক্ষণে) তেনেকৈ আনহাতে 'পদ্যং চতুস্পদী'ৰ সৌষম্য দান কৰিছে। নক'লেও হ'ব, উৎকৃষ্ট ছন্দসজ্জাৰ সৌন্দৰ্য্য এইখিনিতে— ঐক্য আৰু বৈচিত্ৰ্যৰ হৰগৌৰী-মিলনতে। 'মেঘ'ৰ এই ছান্দসিক সৌন্দৰ্য্য ৰত্নেশ্বৰ মহন্তৰ 'গাঁৱলীযা বোৱাৰী'ত পাবলৈ নাই। মহন্তৰ কবিতাটোত গাঁথনিহে নিটোল— কঁপনিৰ মধুৰতা নাই। ছন্দশিল্পী হিচাপে ভোলানাথ দাসৰ কৃতিত্ব এইখিনিতে। তেওঁ দুটা ছন্দসজ্জাৰ মিলনক মিশ্ৰণৰ পৰ্য্যাযলৈ ৰূপান্তৰিত কৰি দেখুৱালে। ●

ভোলানাথ দাসৰ অন্য এক কীৰ্ত্তি হ'ল, তেৱেঁই অসমীযা ছন্দত পঞ্চম অতিপ্ৰচলিত ছন্দসজ্জাটোৰ প্ৰবৰ্ত্তন কৰিলে। এই নতুন ছন্দসজ্জাটোৱেই পৰবৰ্ত্তী কালৰ কবিসকলৰ অতিপ্ৰিয় 'ওমৰ তীৰ্থৰ ছন্দ'। ভোলানাথ দাসে দুলডিৰ আধৰুৱা-চৰণৰ লগত একাবলীৰ গোট চৰণৰ মিল দি এই ছন্দসজ্জাটোৰ ৰূপ এইদৰে দিছিল ঃ

---

● প্ৰকাশৰ পিনেদি সাত মাহৰ ব্যৱধান। ১ম বছৰ 'আসাম বন্ধু'ৰ শ্ৰাৱণ (১৮০৭ শক) সংখ্যাত 'গাঁৱলীয়া বোৱাৰী' আৰু ২য় বছৰৰ ১৮০৭-৮ শক) চ'ত-ব'হাগ সংখ্যাত 'মেঘ' কবিতা প্ৰকাশ হৈছিল। —অতুলচন্দ্ৰ বৰুৱা

● তুলনাৰ সুবিধাৰ্থে 'গাঁৱলীয়া বোৱাৰী'ৰ প্ৰথম স্তৱক এটা উদ্ধৃত কৰা যাওক—

(১)
ফেঁচাই উৰুলি দিলে পূবে কাঁড়াৰ
বাহিৰে পোহৰ কিন্তু ভিতৰে আন্ধাৰ,
কুকু-কু-কু-কু-কু বুলি,
কুকুৰাই কণ্ঠ তুলি,
পুৱাল ৰজনী বুলি জগালে জগত,
গাঁৱলীয়া বোৱাৰীৰ আহ্লাদ মনত।—অতুলচন্দ্ৰ বৰুৱা

মধুৰ সুঘ্ৰাণ কৰি সৱে দান
বহিছে ধীৰি ধীৰি প্ৰভঞ্জন ;
সৱেও জাগ্ৰত নিজ কাৰ্য্যে ৰত
কিয়নো নাজাগে আমাৰ মন !

স্বীকাৰ কৰিব লাগিব, দাসৰ হাতত এই নতুন সজ্জাটোৱে দুলড়িৰ বিস্তাৰ হিচাপে প্ৰকাশ পাইছিল। সেয়ে, তেওঁ দুলড়িৰ লেখিয়াকৈ প্ৰথম দুটা পৰ্ব্বৰ ক্ষেত্ৰতো মিল দিবলৈ পাহৰা নাছিল আৰু শেষ পদটোকো এঘাৰ মাত্ৰাৰ অখণ্ড অতিমাত্ৰিক পৰ্ব্বৰ ৰূপত গঢ় দিয়াৰ প্ৰয়াস পাইছিল। যি কি নহওক, এইটো ছন্দসজ্জায়েই কমলাকান্ত ভট্টাচাৰ্য্যৰ 'ভৈৰৱী দেৱালয'ৰ চোতাল পাৰ হৈ সময়ৰ মুৰকত ৬,৬,৬,৫ বিন্যাসৰ তৰলিত ৰূপত 'ওমৰ তীৰ্থ'ৰ সুৰা-বিপণিত ভুমুকি মাৰিলেহি। এই অতি জনপ্ৰিয় ছন্দসজ্জাটোৰ প্ৰথম স্ৰষ্টাৰ সমস্ত গৌৰৱ ভোলানাথ দাসৰেই প্ৰাপ্য।

ভোলানাথ দাসৰ জীৱনৰ সৰ্ব্বশ্ৰেষ্ঠ কীৰ্ত্তি হ'ল, অমিতাক্ষৰ ছন্দৰ সাধনা। উপৰুৱাকৈ চালে, অসমীয়া কবিতাত এই ছন্দ প্ৰবৰ্ত্তনৰ গৌৰৱ ৰমাকান্ত চৌধুৰীৰহে প্ৰাপ্য। কাৰণ, তেওঁৰ 'অভিমন্যু বধ' ১৮৭৫ চনতে ছপা হৈ ওলায়। আনহাতে ভোলানাথ দাসৰ 'সীতাহৰণ কাব্য' পুথিৰ আকাৰত প্ৰকাশিত হয়, তাৰ সাতাইশ বছৰ পাছত, ১৯০২ চনত। কিন্তু সুঁৱৰিবলগীয়া কথাষাৰ হ'ল, 'সীতাহৰণ কাব্য'ই ছোৱা-ছোৱাকৈ ছপা আখৰৰ পোহৰ দেখিবলৈ লয় ১৮৭১ চনৰপৰা। ● ভোলানাথ দাসে এই নতুন ছন্দৰ অনুপ্ৰেৰণা লাভ কৰিছিল মাইকেল মধুসূদনৰপৰা, ঠিক যেনেকৈ মাইকেলে তেওঁৰ বৰীয়াকৈ অনুপ্ৰেৰণা লাভ কৰিছিল, ইংৰাজ কবি মিল্টনৰপৰা। এই সন্দৰ্ভত ভোলানাথৰ অকপট স্বীকাৰোক্তি স্মৰণযোগ্য। 'সীতাহৰণ কাব্য'ৰ দুবাৰডলিতে তেওঁ এই জাননীখন আঁৰি দিছে ঃ

সেহি ৰামায়ণ গীত
গাইবে বাঞ্ছিছোঁ আমি মূঢ় অকিঞ্চন
অমিত্ৰ-অক্ষৰ ছন্দে, হে মাতঃ বাগ্‌দেৱি,
যি ছন্দে গাইলা বহু মধুময় গীত
তব অনুগ্ৰহে অতি প্ৰিয় পুত্ৰ তব
শ্ৰীমধুসূদন বংগ কবিকুলমণি।

আনকি, তৰ্কৰ খাতিৰত যদি ধৰিও লোৱা হয় অসমীয়া কাব্যত ৰমাকান্ত চৌধুৰীহে অমিতাক্ষৰ ছন্দৰ জনক, তথাপি ভোলানাথ দাসৰ সফল সাধনাৰ অকণো হীন-

---

● ভোলানাথ দাসৰ 'সীতাহৰণ কাব্য' 'আসাম বিলাসিনী' নামৰ মাহেকীয়া আলোচনীত ছোৱা-ছোৱাকৈ প্ৰকাশ হৈছিল আৰু 'আসাম বিলাসিনী' ১৮৭১ চনৰপৰা ১৮৮৩ চনলৈ জীয়াই আছিল। তাত ভোলানাথ দাসৰ 'সীতাহৰণ কাব্য' কোন চনত পোনতে ওলাইছিল জনা নাযায়। ডঃ সত্যেন্দ্ৰ নাথ শৰ্মাই অনুমান কৰে ১৮৭৮-৮০ চন মানত বুলি। শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা দেৱেও 'অভিমন্যু বধ'ৰ পাতনিত ১৮৭৮ চন মানত বুলি অনুমান কৰিছে। আমাৰো সেয়ে মত। —অতুলচন্দ্ৰ বৰুৱা

ডেটি নঘটে। কাৰণ, তেওঁহে এই নতুন ছন্দসজ্জাৰ গোটেইখিনি বৈশিষ্ট্য প্ৰথমে আয়ত্ত কৰিছিল। অকল সেয়ে নহয়, তেওঁৰ উত্তৰসূৰী কোনোজন কবিয়েই তেওঁৰ কৃতিত্বক চেৰাই যাব পৰা নাই। এইষাৰ কথা মিল্টন আৰু মধুসূদনৰ ক্ষেত্ৰত যিমানলৈকে সঁচা, ভোলানাথ দাসৰ ক্ষেত্ৰতো সিমানলৈকে সঁচা।

অথচ, তেওঁৰ জীৱন কালত তেওঁ ইয়াৰ স্বীকৃতি যে নাপালেই, বৰং অশেষ গঞ্জনা আৰু একাধাৰে নিৰ্দ্দয় আৰু নিৰ্ব্বোধ সমালোচনাৰহে মুখামুখী হ'বলগীয়া হৈছিল। তেওঁ নিজে তাৰ সাক্ষ্য থৈ গৈছে ঃ

কি লিখিছে সেইজন
কৰি ভাষা অশোভন
অমিত্ৰ-অক্ষৰ ছন্দে কি কৰে ৰচন ;
নোহে পদ্য নোহে গদ্য
কিবা লেখে মূৰ্খে অদ্য
অনুকৰি বাংলাৰ শ্ৰীমধুসূদন।

তেওঁৰ সমকালীন সমালোচকসকলৰ দৃষ্টিত তেওঁ দুটা ডাঙৰ পাপ কৰিছিল। প্ৰথমতে, তেওঁ মিত্ৰাক্ষৰ বৰ্জ্জন কৰি অমিতাক্ষৰহে ছন্দ বুলি চলাবৰ চেষ্টা কৰিছিল। আচলতে, ইংৰাজী 'ব্লেংকভাৰ্ছ'ৰ প্ৰতিশব্দ অমিত্ৰাক্ষৰ যদিও, মিত্ৰাক্ষৰ বৰ্জ্জনতে এই ছন্দৰ মৌলিকতা থূপ খাই থকা নাই। সেয়ে, আমি ইয়াৰ ভিতৰৰ ছন্দৰ উমান দিয়া 'অমিতাক্ষৰ' শব্দটোকেই গ্ৰহণ কৰিছোঁ। মন কৰিবলগীয়া যে, মিত্ৰাক্ষৰী অমিতাক্ষৰ ছন্দৰ নিদৰ্শনো অসমীয়া কবিৰ ৰচনাত অসংখ্য পোৱা যায়। উদাহৰণ স্বৰূপে,

তোমাৰ কৰুণা ×
মাগোঁ আজি সকাতৰে। বিৰহিনী প্ৰিয়া ক
মোৰ আছে অলকাত। যদি আনি দিয়া ক
কুশল বাৰতা। হায প্ৰিযা, অশ্ৰুজল খ
পূৰ্ণ কিবা অলকাৰ মণি-হৰ্ম্যতল। খ
কৃষ্ণপক্ষ জোনদৰে প্ৰিয়া কিবা মোৰ গ
সহিব লাগিছে ক্ৰমে। ই বিৰহ ঘোৰ গ
কিৰূপে সহিব হায। খন্তেক আঁতৰে ঘ
ভূলুণ্ঠিতা প্ৰিয়া মোৰ বিৰহ-কাতৰে। ঘ
(সিংহদত্ত দেব অধিকাৰী)

আনহাতে এনে কবিতাও বহুত আছে, য'ত মিত্ৰাক্ষৰ নাই—অথচ সেয়া অমিতাক্ষৰ ছন্দৰ নিদৰ্শন নহয। প্ৰমাণ,

বনস্পতি দ্ৰুমদলে নৱ পল্লৱেৰে
জনাইছে হৃদযৰ গুপ্ত সম্ভাষণ।
স্তোকনম্ৰা লতিকাৰ কুঞ্জ-পল্লৱত
উঠিছে উথলি যেন প্ৰেমৰ তৰঙ্গ।
(ৰঘুনাথ চৌধাৰী, গিৰিমল্লিকা)

দৰাচলতে, অমিতাক্ষৰ ছন্দত মিত্ৰাক্ষৰ বৰ্জন এটা গৌণ লক্ষণহে। ভোলানাথ দাসৰ কাব্যত অনিবাৰ্য প্ৰয়োজনতহে মিত্ৰাক্ষৰৰ অভাৱ। বিষদ আলোচনা কৰাৰ পাছত আমি দেখা পাম, মিত্ৰাক্ষৰ বৰ্জ্জনে তেওঁৰ কবিতাৰ জেউতি চৰাইছিলহে—টুটাব পৰা নাছিল।

সমালোচকসকলৰ মতে, ভোলানাথে অসমীয়াৰ সলনি একপ্ৰকাৰ 'ইংগ-বংগ-অসমীয়া' ভাষাতহে কবিতা লেখিছিল। যদিও এতিয়াবো বহুত সমালোচকে এইযাৰ কথাৰ খেও ধৰিবলৈ এৰা নাই, তথাপি মুকলিমূৰীয়া বিচাৰত কথাষাৰৰ ঠেং চুটি। পাহৰিলে নচলিব, তেওঁ যি সময়ৰ কবি, সেই সময়ত ভাষাৰ সংক্ৰান্তিকাল চলি আছিল। অৰুনোদয়ৰ ভাষা অমাতৰ মাতৰ লেখিয়া, কাশীনাথ তামুলী ফুকনৰ 'পদ্য বুৰঞ্জী'ৰ ভাষা মাৰ-যোৱা ৰাজ-চ'ৰাৰ ভাষা, চৰিত পুথিসমূহৰ ভাষা সত্ৰীয়া পৰিশীলিত ভাষা আৰু 'বৰফুকনৰ গীত'ৰ ভাষা তোৰ মুখৰ মোৰ মুখৰ হেজাৰ মুখৰ ঘৰুৱা ভাষা। এই সকলোকে সামৰি-সুতৰি এটা নতুন সাধু ভাষাই পূৰে বগাডাঁৱ দিছিল। সেই ভাষাটোৰে নতুন সাহিত্যিক প্ৰমূল্যৰ জগত খাপ খুৱাই ল'বলৈ চেষ্টা কৰিছিল ভোলানাথ দাসে। অশোভন বুলিবলৈ তাত একো নাছিল। অশোভন হয় যেতিয়া তাত গুৰু-চণ্ডালীয়ে অবাধ প্ৰকাশ পায়। ভোলানাথ দাসৰ ভাষাত বাংলা ভাষাৰ চাট নাছিল, আছিল গুৰুগম্ভীৰ সংস্কৃত ভাষাৰহে চাট। বাকীখিনি অপ্ৰাসঙ্গিক হলেও এষাৰ কথা স্বীকাৰ কৰিব লাগিব, তেওঁ ছন্দৰ প্ৰয়োজনতহে গ্না সংস্কৃতৰ বিপুল শব্দ ভাণ্ডাৰৰ কাষ চাপিছিল। মিল্টনে যিটো কাৰণত লাটিনধৰ্ ত্ৰ তিয়া ইংৰাজী শব্দৰ বিপুল প্ৰয়োগ কৰিছিল, মাইকেলে যিটো কাৰণত সংস্কৃতমূলক বা তাক্ষৰ শব্দৰ আশ্ৰয় সঘনে লৈছিল, সেই একেটা কাৰণতে ভোলানাথ দাসেও মিতাক্ষৰ অসমীয়া শব্দৰ প্ৰচুৰ প্ৰযোগ কৰিছিল। মিতালিৰ

অমিতাক্ষৰ ছন্দৰ কবি হিচাপে ভোলানাথ দাসৰ কৃতিত্বৰ আলোচনা মিতালিয়ে হ'লে, এই ছন্দৰ মৌলিক বৈশিষ্ট্যসমূহৰ বিষয়ে এটা স্পষ্ট ধাৰণা আগতীৰ ভূমিকা কৰি লোৱা বিধেয়। থোৰতে ক'বলৈ গ'লে, এই ছন্দৰ প্ৰধান বৈলীয়া বাক্যৰ কেইটা ঃ (১) এই ছন্দ প্ৰবাহমান। ভাবৰ প্ৰবাহে সচৰাচৰ চৰণৰ শেষ যতিক অতিক্ৰম কৰি চৰণৰপৰা চৰণান্তৰলৈ গতি কৰে। এইবাৰ কণ্ঠনে এযাৰ অতি নেওগে ধুনীয়াকৈ কৈছে, 'যেনেকৈ ভাগনাওখন গৈ চকুৰে নেদেখা নতুন ছন্দটোৰ টোৱে তেতিয়াও পাৰত কোবাই থাকে আৰু থিয়-গড়াৰ ওপৰেস্পৰ্কে ভাবিবলৈ পঠিয়ায়, ঠিক তেনেকৈয়ে চৈধ্য আখৰৰ [যথা] সীমাত শাৰীতে যতি কেৱল অষ্টম ভাবৰ টৌ সেই গড়াৰ ওপৰেদি ওফন্দি উপচি পিছৰ শাৰীলৈ, ৩য়, ৪ৰ্থ, ৬ষ্ঠ, বাগৰি আহে।" ● (২) এই ছন্দত ছেদ আৰু যতিৰ এক দ্বৈত-ধাৰে। ● × ভোলানাথ মাথোন বাহিৰৰ সাঁচটোহে ৰাখে ঃ ভিতৰৰ স্পন্দন একান্ত, তেওঁ অক্ষৰ আৰু মাত্ৰাৰ মাত্ৰা বুলি ক'লেহে কথাবাৰৰ

● ডিম্বেশ্বৰ নেওগ ঃ 'চকুলো' কবিতা—হিতেশ্বৰ, অসমীয়া সাহিত্যৰ

কৰে। মাজে মাজে যেতিয়া যতিয়ে ছেদৰো সঁহাৰি পায়, তেতিয়া ছন্দৰ গতি যেনেকৈ সুবলিত হৈ উঠে, দুয়োটাৰে বিৰোধৰ মাজতো তেনেকৈ বিস্ময়ৰ ভাব সঞ্চাৰিত হয়। প্ৰত্যাশিত আৰু অপ্ৰত্যাশিত স্থানত যতি পতনে ছন্দ-প্ৰবাহৰ এক অমিয় আনন্দৰ যোগান ধৰে। (৩) এই ছন্দত ছন্দস্পন্দনৰ প্ৰতিটো পৰ্য্যায়তে এক অপৰূপ স্থিতিস্থাপকতা পৰিলক্ষিত হয়। ইয়াৰ পৰ্ব্ব, চৰণ আৰু স্তবক—প্ৰত্যেকৰে আকাৰ অনিৰূপিত। সেইবাবেই, ইয়াত পৰ্ব্বৰ সলনি পোৱা যায় বাক্যখণ্ড অথবা বাক্-পৰ্ব্ব। অনুৰূপে, পয়াৰৰ ৰূপত চৈধ্য মাত্ৰাৰ চৰণ মাথোন ছন্দৰ বহিৰঙ্গহে— তাৰ আচল বান্ধোনটো পোৱা যায় ভাব-পংক্তিৰ ৰূপত। তদুপৰি, দীৰ্ঘতৰ ৰচনাসমূহত নিৰ্দ্দিষ্ট ৰূপকল্পৰ আৰু নিৰূপিত জোখৰ স্তবকৰ সলনি অমিতাক্ষৰ ছন্দৰ কবিয়ে ব্যৱহাৰ কৰে ছন্দ অনুচ্ছেদ।

ভোলানাথ দাসৰ অমিতাক্ষৰ ছন্দত প্ৰবহমানতা যিমান সাৱলীল গতিৰ, আন কোনোজন অমিতাক্ষৰ ছন্দৰ কবিৰ কবিতাতে সিমান বেছি সাৱলীল গতিৰ নহয়। সচৰাচৰ দেখা যায়, ভাবৰ প্ৰবাহে চৰণৰ শেষত থকা নিযমিত পূৰ্ণ যতিক অতিক্ৰম কৰি যায়। তথাপি, নিৰূপিত স্থানৰ পূৰ্ণ যতিয়ে অন্ততঃ উপযতিৰ নিচিনা ছ এটা মৃদু বিৰতিৰ আভাস দিয়ে। কিন্তু, ভোলানাথ দাসৰ কবিতাত কেতিয়াবা দি এনেকুৱা চৰণৰ লগতো সাক্ষাৎ ঘটে, য'ত চৰণৰ অন্তত সামান্যতম বিৰতিৰো অস্নাভাস পাবলৈ নাই। দৃষ্টান্ত স্বৰূপে,

স্বৰূ কুসুম-বদন-

(১) হাসি-নিঃসৰিত মধু লোভে লোভী যত
গুঞ্জৰি মধুপপুঞ্জ উৰিলা চৌদিশে
চুম্বি প্ৰতি পুষ্পানন।

(সীতাহৰণ কাব্য, ১ম সৰ্গ)

(২) টুটিছে দশাস্য আয়ু ; সিহেতু কমলা-
তেজোদ্ভূতা সীতা আজি ইচ্ছিছে হৰিবে
ৰক্ষৰাজ।

(সীতাহৰণ কাব্য, ৪ৰ্থ সৰ্গ)

নযোগ্য যে ওপৰৰ দুয়োটা দৃষ্টান্তৰে প্ৰথম চৰণ দুটাৰ শেষত দীৰ্ঘ আনহাতে মধ্যখণ্ডত কোনো প্ৰকাৰৰ যতিৰে অৱস্থান সম্ভৱ নহয়। অসমীয়া অমিতাক্ষৰ ছন্দৰ ন্দি যতিৰ সম্পূৰ্ণ অৱলুপ্তিৰ দুঃসাহস কেৱল ভোলানাথ দাসৰ বনণ্ঠই পৰিলক্ষিত হয়। এই ক্ষেত্ৰত তেৱেঁই প্ৰথম আৰু শেষ অসমীয়া জনাই

স্তোকন আৰু যতিৰ দ্বৈত-লীলা তেওঁৰ কবিতাত যিমান সুন্দৰকৈ উঠিছে খা যায় আন কাৰো কবিতাতেই তেনেকুৱাকৈ দেখা নাযায়।

গাক্ষৰ ছন্দৰ কবিৰ ক্ষেত্ৰত ছেদৰ পতন নিয়মীয়াকৈ ৬ষ্ঠ

মাত্ৰাত অনুভূত হয়। পৰিণতিস্বৰূপে, কেইটামান চৰণ পাৰ হোৱাৰ পাছতে চৰণসমূহৰ যতিপ্ৰান্তিক পয়াৰৰ দৰেই ৮-৬ ৰূপকল্পত প্ৰকাশ পাবলৈ লয়—মাথোন বাহিৰৰপৰা দেখা সাঁচটো বিপৰীত ক্ৰমৰ ৬-৮ ৰূপকল্পৰ যেন প্ৰতীয়মান হয়। তুলনাত, ভোলানাথ দাসৰ কবিতাত মাজে মাজে ছেদ আৰু যতিৰ সহাৱস্থানে শ্ৰুতিক প্ৰসন্ন কৰি তোলে। আনহাতে, ছেদৰ অত্যধিক স্বাধীনতাই বিস্ময়ৰ পুলকো জগাই যায়। এই আনন্দ আৰু বিস্ময়ৰ যুগল অনুভূতিৰ কাৰণ বিচাৰিবলৈ হ'লে, তলৰ কবিতাফাকিত ছেদ (চিন ● ) আৰু যতি (চিন।) স্থাপন কৰি অলপ টলকি চালেই ধৰিব পৰা যাব।

প্ৰভাতিলা নিশা ● উষা। আশুগতি ধৰি।
আসিলা ● কুৰুলি দিলা । সুদীৰ্ঘে পেচক ● ।
বায়সে কৰিলা কা-কা ● । যেন হেৰুৱাই ।
লঙ্কা ● লঙ্কাপ্ৰিয়-পক্ষী । কুক্কুট পুছিলা ● ।
লঙ্কাপুৰ ক'ত বুলি ● । গাইলা চৌদিশে ।
প্ৰভাতীয় গীত যত । প্ৰভাতী বিহগ ● ।

(সীতাহৰণ কাব্য, ১ম সৰ্গ)

লক্ষ্য কৰিবলগীয়া যে, তেওঁৰ অমিতাক্ষৰ ছন্দত ছেদক আশ্ৰয় কৰিয়েই পৰ্ব্ববিলাকে ৰূপ লৈ উঠে। যতিয়ে মাথোন ছন্দৰ অবয়বটোহে নিৰ্দ্দেশ কৰে। তথাপিও, এটা ছেদৰপৰা আন এটা ছেদলৈ ব্যৱধান যেতিয়া সুদীৰ্ঘ হৈ উঠে, তেতিয়া অতি বিৰল ক্ষেত্ৰত (যথা ওপৰৰ দৃষ্টান্তৰ শেষ চৰণটোত) ছন্দযতিয়ে শ্বাসযতিৰ ৰূপত হস্তক্ষেপ নকৰাকৈ নাথাকে। উল্লেখযোগ্য যে, গোটেইবোৰ পৰ্ব্বই যেতিয়া ভাবপৰ্ব্ব হৈ পৰে, তেতিয়া আৰু সেই ৰচনা কবিতা হৈ নাথাকে। অমিতাক্ষৰ ছন্দৰ আচল ৰহস্য এইখিনিতে। এই মূল কথাষাৰৰ গা-তে আউজি অমিতাক্ষৰ ছন্দত সঞ্চৰণশীল ছেদ আৰু স্থিতিশীল যতিৰ মাজত এক অনিৰ্ব্বচনীয় মিতালিৰ সম্পৰ্ক স্থাপিত হয়। ভোলানাথ দাসৰ কবিতাত এই দুয়োবিধ যতিৰ মিতালিয়ে এক অপূৰ্ব্ব স্পন্দন-বৈচিত্ৰ্য আনি দিয়া দেখা যায়। তেওঁ ছন্দযতিকতাৰ ভূমিকা পালন কৰিবলৈ দিবৰ মানসেৰেই বহু ক্ষেত্ৰত ছেদৰ অস্তিত্ব নথকা দীঘলীয়া বাক্যৰ প্ৰয়োগ কৰাটো মন কৰিবলগীয়া।

অমিতাক্ষৰ ছন্দৰ স্বৰূপ ব্যাখ্যা কৰিবলৈ গৈ, মাইকেল মধুসূদনে এষাৰ অতি মূল্যবান কথা কৈ গৈছে, 'কিছুদিন ধৰি ইমানবোৰ মানুহে মোক নতুন ছন্দটোৰ গঠনভঙ্গী ব্যাখ্যা বিচাৰি ওচৰ চাপিছেহি যে, মই বিষয়টোৰ সম্পৰ্কে ভাবিবলৈ বাধ্য হৈছোঁ, আৰু তাৰ পৰিণতিস্বৰূপে ভাবি পাইছোঁ—ইয়াৰ যতি কেৱল অষ্টম অক্ষৰত সীমাবদ্ধ হৈ থকাৰ সলনি স্বাভাৱিক ধৰণেৰেই ২য়, ৩য়, ৪ৰ্থ, ৬ষ্ঠ, ৭ম, ১০ম, ১১শ আৰু ১২শ অক্ষৰৰ অন্ততো অনুভূত হ'ব পাৰে। ● × ভোলানাথ

● × ৰাজনাৰায়ণ বসুলৈ লেখা ইংৰাজী চিঠিৰ অনুবাদ। উল্লেখযোগ্য যে, তেওঁ অক্ষৰ আৰু মাত্ৰাৰ পাৰ্থক্য সম্পৰ্কে বিশেষৰূপে অৱহিত নাছিল। দৰাচলতে, অক্ষৰৰ সলনি মাত্ৰা বুলি ক'লেহে কথাষাৰৰ অৰ্থ থাকে।

দাসৰ ছন্দতো এই কেইটা মাত্ৰাৰ অন্ততেই যতিৰ সংস্থাপন লক্ষ্য কৰা যায়। উল্লেখযোগ্য যে কবিগুৰু ৰবীন্দ্ৰনাথে পয়াৰৰ দ্বিমাত্ৰিক চলনলৈ লক্ষ্য ৰাখি অসম মাত্ৰাৰ পিছত, বিশেষকৈ ৩য় মাত্ৰাৰ অন্তত যতি-সংস্থাপন ছন্দপতনৰ পক্ষে যথেষ্ট বুলি মন্তব্য কৰিছিল। দেখা যায়, অসমীয়া ছন্দৰ বুৰঞ্জীত মাধোন ভোলানাথ দাস আৰু হিতেশ্বৰ বৰুৱাইহে ৰবীন্দ্ৰনাথৰ মন্তব্যলৈ আওকাণ কৰিছিল। দুয়োজন কবিয়ে নিজস্ব বিশিষ্ট ৰীতিৰে ৩য় মাত্ৰাৰ অন্তত যতিস্থাপন কৰিবলৈ প্ৰয়াস পাইছিল। ভোলানাথ দাসে জানিছিল, পয়াৰৰ চলনত যদিও দ্বিমাত্ৰিক প্ৰবণতা এটা আছে, শব্দৰ গাঁথনিত বৈখিক ক্ৰম ৰাখিব পাৰিলে আৰু অৰ্দ্ধযতিক নিজৰ ভূমিকা পালন কৰিবলৈ দিলে, ৩য় মাত্ৰাৰ পাছতো অনায়াসে যতি স্থাপন কৰিব পাৰি। অকল সেয়ে নহয়, অৱশ্যম্ভাবী ৩ ৩ ২ ৰূপকল্প ৰক্ষা কৰি চলিলে ৩য় মাত্ৰাৰ যতিয়ে এক অপূৰ্ব্ব স্পন্দন-বৈচিত্ৰ্যহে দান কৰে। উদাহৰণ স্বৰূপে,

(১) হায় কি কুটিল গতি
কাল । ধৰণীতলে । বুজে কোন জনে
(সীতাহৰণ কাব্য, ১ম সৰ্গ)

(২) কণ্টকৰ ভয়ে কোন পুষ্প আহৰণে
কুণ্ঠিত । বিৰত কোন । তৰঙ্গ তৰ্জনে
ৰত্নাকৰ গৰ্ভ হন্তে ৰত্ন উত্তোলনে
(সীতাহৰণ কাব্য, ৪ৰ্থ সৰ্গ)

এইদৰে তেওঁ ৰবীন্দ্ৰনাথৰ 'অসম্ভৱ'কো সম্ভৱ কৰি তুলিছিল।

অমিতাক্ষৰ ছন্দৰ কবি হিচাপে ভোলানাথ দাসৰ ৰচনাতেই ছন্দ-স্পন্দৰ সঞ্চৰণশীলতা আটাইতকৈ অধিক পৰিমাণে পৰিলক্ষিত হয়। অসমান আয়তনৰ বিভিন্ন পৰ্ব্বৰ সমাহাৰত তেওঁৰ অমিতাক্ষৰ ছন্দৰ স্পন্দন-বৈচিত্ৰ্য যিমান ঐশ্বৰ্য্যবান, আন কোনোজন অসমীয়া কবিৰেই ৰচনাত সেই ঐশ্বৰ্য্যৰ সন্ধান পোৱা নাযায়। অতি চুটি আযতনৰ পৰ্ব্বসমূহৰ নেপুৰধ্বনি, অতি দীঘলীয়া আয়তনৰ পৰ্ব্বসমূহৰ তৰলিত গীতময়তা, আৰু নিয়মীয়া জোখৰ পৰ্ব্বসমূহৰ গম্ভীৰ নিনাদ—সকলো মিলি তেওঁৰ অমিতাক্ষৰ ছন্দৰ ৰচনা বিচিত্ৰ ঐকতানেৰে মুখৰিত। ছন্দৰ এই স্থিতিস্থাপকতা দীৰ্ঘতম ছন্দ-বিভাজনলৈকে প্ৰসাৰিত। সেই বাবেই, তেওঁ অমিতাক্ষৰ ছন্দৰ ধ্বনিপ্ৰবাহৰ স্বাধীনতাক ধৰা-বন্ধা জোখৰ স্তবকৰ সাঁচত থৈ সংকুচিত কৰা নাছিল। তেওঁৰ কাব্যত অমিতাক্ষৰ ছন্দ আৰু ছন্দ-অনুচ্ছেদ অনিবাৰ্য্য পাৰস্পাৰিক সম্পৰ্কেৰে সম্পৰ্কিত। তেওঁৰ ক্ষেত্ৰতেই ছন্দ-অনুচ্ছেদ সম্পৰ্কে এগৰাকী ইংৰাজ ছান্দসিকে কোৱা কথাষাৰ খাপ খাই পৰে, 'ই এক ঐক্যসূত্ৰ মানি চলে, কেৱল এক ৰূপকল্পৰ নিয়ম নহয়। ইয়াক বাহিৰৰপৰা সাঁচত ঢালি দিয়া বস্তু নহয়,

ভিতৰৰপৰা গজি উঠা বস্তুহে। ● সহজ ভাষাত ক'বলৈ হ'লে, তেওঁৰ অমিতাক্ষৰ ছন্দত পৰ্ব্বৰ গঠন যেনেকৈ ভাবৰ খেও ধৰি গাঢ়ি উঠা বস্তু, পূৰ্ণযতিৰ ৰূপত ক'ত থমকিব লাগিব—সেয়া যেনেকৈ ভাবেই নিৰূপণ কৰি দিয়ে, ঠিক তেনেকৈয়ে ছন্দৰ বৃহত্তম মণ্ডলটো ক'ত শেষ হ'ব—সেয়াও স্তবকৰ দৰে পূৰ্ব্ব নিৰ্দ্দিষ্ট নহয়।

ছন্দৰ নিয়মেই এনেকুৱা ঃ যেতিয়া কবিয়ে নিয়মৰ অনুশাসন দলিয়াই পেলায়, তেতিয়া তেওঁ স্বেচ্ছাই নিজকে নতুন নিয়মৰ বন্দী কৰি তোলে। কোনোবাই যদি সেই সংযমৰ নীতিকো অগ্ৰাহ্য কৰে, তেনেহ'লে তেওঁৰ ছন্দ বিশৃঙ্খল ধ্বনিসমষ্টি ৰূপেই প্ৰতিভাত হ'বলৈ বাধ্য। অমিতাক্ষৰ ছন্দত যদিও মিত্ৰাক্ষৰৰ প্ৰয়োগ নিষিদ্ধ নহয়, আৰু মিল বোলা বস্তুটো যদিও ছন্দৰ ভিতৰুৱা বস্তু নহয়, তথাপি ছন্দৰ প্ৰয়োজনতেই ভোলানাথ দাসে তেওঁৰ অমিতাক্ষৰ ছন্দৰপৰা চৰণান্তিক মিলক সীমাবদ্ধভাবে নিৰ্বাসন দিছিল। মিল বিজ্ঞানৰ বিচাৰত ছন্দৰ ভিতৰুৱা বস্তু নহ'ব পাৰে, কিন্তু এইটো ঐতিহাসিক সত্য অস্বীকাৰ কৰিব নোৱাৰি যে ই চৰ্য্যাৰ যুগৰেপৰা বৰ্ত্তমান কাললৈকে অসমীয়া ছন্দৰ অপৰিহাৰ্য্য উপাদান বুলি বিবেচিত হৈ আহিছে। ভোলানাথ দাসে সেই অপৰিহাৰ্য্যকেই পৰিহাৰ কৰিছিল, আৰু তাৰ মূল্য দিছিল নতুন নিয়মৰ শিকলি পিন্ধি। মিলৰ অভাৱত ছন্দৰ যিখিনি মাধুৰ্য্য হেৰাইছিল, তাক অতি সচেতন শিল্পীৰ দৰে অন্ততঃ চাৰিটা বিভিন্ন উপকৰণৰ আশ্ৰয়ত পূৰাই লৈছিল। সেই উপকৰণ চাৰিটা হ'ল, যথাক্ৰমে অন্তঃমিল, অনুপ্ৰাস, অৰ্থশ্লেষ আৰু যমক। তাৰ বিভিন্ন দৃষ্টান্ত ঃ

১, ডৰি বিভাবৰী
বিভাবৰী দৰশনে, পলাল অন্তৰে।
(সীতাহৰণ কাব্য, ১ম সৰ্গ)

২, প্ৰফুল্ল প্ৰসূণৰাশি প্ৰফুল্ল বান্ধব
বান্ধব মিলনে যথা, হাসি মধু হাসি
দৰ্শে দিনবন্ধু মুখ , দেখি দিনবন্ধু
মুচিলা বদন বাৰি আদৰে সবাৰ
প্ৰসাৰি সহস্ৰ কৰ , দীনবন্ধু যথা
কৰয় আদৰ দীনে।
(সীতাহৰণ কাব্য, ১ম সৰ্গ)

---

● Egerton Smith Principles of English Metre, P 21
মূল ঃ "It obeys a law of unity, not one more uniformity It is not moulded from without, but grows from within"

৩, ৰঘুমণি-মধুবাণী-ৰমণী-শ্ৰৱণ
মধুৰিলা, মধুকালে মধুকাল-প্ৰিয়
কুহুকণ্ঠ কুহু যথা।
(সীতাহৰণ কাব্য, ১ম সৰ্গ)

৪, আৰু ভাই বিভীষণ বংশ-বিভূষণ
ভীষণ সমৰী, কুম্ভ-নিকুম্ভ সুবলী,
শুম্ভ-নিশুম্ভৰ সম বিক্ৰমে , তৰণী,
—তৰণী কৰ্বুৰ কুলে—, ভীষণ দৰ্শন
ভস্মাক্ষ ধূম্ৰাক্ষ আদি লঙ্কা-অলঙ্কাৰ
আছে বীৰগণ যাৰ অজেয় জগতে।
(সীতাহৰণ কাব্য, ১ম সৰ্গ)

উল্লেখযোগ্য যে অসমীয়া যতিপ্ৰান্তিক ছন্দত যেনেকৈ আলঙ্কাৰিক মিল ছান্দসিক উপকৰণ হৈ পৰিছে, ভোলানাথ দাসৰ অমিতাক্ষৰ ছন্দতো তেনেকৈ অলঙ্কাৰ শাস্ত্ৰৰ অন্তৰ্গত এইবোৰ বিভিন্ন মিত্ৰধ্বনি ছন্দৰ ভিতৰুৱা উপাদান হৈ পৰিছে। তেওঁ জানিছিল এইবোৰ মিত্ৰধ্বনিৰ মিলৰ মাধুৰ্য্য কেৱল অসমতল ধ্বনিপুঞ্জৰ সংঘাতৰ আবৰ্ত্ততেই সম্ভৱপৰ। সেইবাবেই তেওঁ অসমীযা কবি হৈও ভাষাৰ মজিযালৈ বিপুলসংখ্যক তৎসম শব্দক নিমন্ত্ৰণ কৰি আনিছিল। আৰু সেইবাবেই, তেওঁৰ ছন্দৰ এক 'গম্ভীৰ আৰু ৰাজকীয়' চলন আছে, যি চলন আন কোনো অসমীযা কবিৰ ছন্দতেই পাবলৈ নাই। থোৰতে ক'বলৈ হ'লে, তেওঁ আমাৰ কাব্য-সাহিত্যত এগৰাকী অতি মহান ছন্দশিল্পী।

# অসমীয়া কাব্যত ভোলানাথ দাসৰ অমিত্ৰাক্ষৰ ছন্দৰ স্বৰূপ আৰু বৈশিষ্ট্য

ড° বীৰেন্দ্ৰনাথ ৰক্ষিত

১

আধুনিক অসমীয়া কাব্যৰ প্ৰথম দুই কবি পুৰুষ হ'ল—ৰমাকান্ত চৌধুৰী আৰু ভোলানাথ দাস। কাব্যৰ ভাব, ৰূপ আৰু ৰীতিত দুয়ো স্পষ্টকৈয়ে আধুনিকতাৰ সূত্ৰপাত কৰে। বঙ্গীয় কবি মধুসূদন দত্তৰ প্ৰভাৱত এই কবিদ্বয়ে যথাক্ৰমে অসমীয়া ভাষাত অমিত্ৰাক্ষৰ ছন্দৰ প্ৰবৰ্ত্তন কৰে। তুলনামূলক বিচাৰত এই দুই কবিৰ সাফল্য আৰু সীমাবদ্ধতা নিৰূপণ কৰাৰ পূৰ্ব্বে সাধাৰণভাৱে এই ছন্দটো সম্পৰ্কে কিছু কথা কোৱা আৱশ্যক।

এই তথ্য সৰ্ব্বজনবিদিত যে ঊনবিংশ শতাব্দীৰ সপ্তম দশকত মধুসূদনে মিল্টনৰ 'হিৰোযিক ব্লেঙ্ক ভাৰ্ছ'ৰ আদৰ্শত বঙলা ভাষাত অমিত্ৰাক্ষৰ ছন্দৰ সৃষ্টি কৰে। বন্ধুসকললৈ লিখা তেওঁৰ বিভিন্ন পত্ৰাৱলীত তেওঁ এই অভিনৱ ছন্দৰ আকৃতি আৰু প্ৰকৃতিৰ বিষযে যি আলোকপাত কৰিছে সেইটো ছন্দজিজ্ঞাসুমাত্ৰৰে অনুধাবন যোগ্য। মধুসূদনে ইংৰাজী ব্লেঙ্ক ভাৰ্ছ (Blank Verse) শব্দটোৰ প্ৰতিশব্দ কৰিছে—'অমিত্ৰাক্ষৰ ছন্দ'। এই ছন্দৰ পঠনৰীতি, ভাবযতি (Sense pause), বিন্যাসৰ বৈচিত্ৰ্য, ভাবাদৰ্শ, ধ্বনিসংঘাতজাত ছন্দস্পন্দ আৰু different tone of musicৰ সহযোগত তাৰ সামগ্ৰিক সাংগীতিকতা আৰু সুৰ-সংহতিৰ বিষয়ে মধুসূদনে আমাক অবহিত কৰিছে। সেই হেতুকে কেৱল পংক্তি প্ৰান্তিক মিলৰ অমিত্ৰতাই যে এই ছন্দৰ প্ৰকৃত পৰিচয নহয়, বৰং ছন্দযতি (metrical pause) আৰু ভাবযতিৰ অৱস্থান ঘটিত অমিত্ৰতা বা বিন্যাস বৈচিত্ৰ্যত ছন্দযতিৰ প্ৰাধান্য হ্ৰাস কৰি ভাবযতিৰ স্বাধীন গতিক্ৰম দানহে উক্ত ছন্দৰ লক্ষ্যণীয অন্যতম প্ৰধান বিশেষত্ব, সেই কথা সৰ্ব্বাগ্ৰে স্মৰণীয়।

'আয়াম্বিক পেণ্টামিটাৰ'ৰ ছন্দ-জুমুধিৰ সাঁচত তৈয়াৰ হোৱা ইংৰাজী-বাংলা ছন্দৰ প্ৰকৃতিগত বিভিন্নতা থকা সত্ত্বেও বঙ্গীয় অনুবাদত, মধুসূদনে সেই ছন্দোবন্ধৰ

কাৰণে ধাৰ্য্য কৰিছিল—আমাৰ চতুৰ্দ্দশমাত্ৰিক পয়াৰ ছন্দ। এই চৈধ্য মাত্ৰাৰ বন্ধাধৰা সীমাৰপৰা পয়াৰ অবাৰিত হ'ল যতিস্বাচ্ছন্দ্যত , তাৰ আঠ-ছয়ৰ ছন্দযতি ভেটিৰ ফালে পকা, কিন্তু তাক বাদ দি তাৰ বহিৰঙ্গৰ কাৰুকাৰ্য্যত দেখা দিলে ছন্দোমুক্তি। এই মুক্তি যিমান ৰূপৰ তাতকৈ বেছি ভাবৰ। বহুকাল পিছত ৰবীন্দ্ৰনাথে গদ্যছন্দৰ নাম দিছিল—ভাবছন্দ, আৰু স্বয়ং তেৱেঁই সকলোতকৈ আগে মধুসূদনৰ অমিত্ৰাক্ষৰ ছন্দত গদ্যজাতীয় স্বাধীনতাৰ সন্ধান পায়।

সেই হেতুকে ভাবযতিৰ স্বাধীনতাসূত্ৰেই অমিত্ৰাক্ষৰ শব্দটো বিবেচ্য। সেই স্বাধীনতাৰ স্বৰূপ সম্পৰ্কে মধুসূদনে কৈছে—I find that the যতি instead of being confined to the 8th syllable, naturally comes in after the 2nd, 3rd, 4th, 6th, 7th, 8th, 10th, 11th and 12th ইযাত যি যতিৰ কথা তেওঁ কৈছে সি নিসন্দেহে অৰ্থযতি বা ভাবযতি (sense pause) । কিন্তু সেইটো হোৱা সত্বেও পযাৰক '7th footed' বুলি উল্লেখ কৰা বা পংক্তিৰ অষ্টম মাত্ৰাত যতি নুবুলি' তাক 8th syllable ৰূপে ধাৰ্য্য কৰাত মধুসূদনৰ বক্তব্য হৈছে কিছু পৰিমাণে পাৰিভাষিক প্ৰমাদদুষ্ট আৰু স্বভাৱতে ছন্দতত্ত্ব বিষযতো ই তেওঁৰ ইংৰাজী ছন্দশাস্ত্ৰমনস্কতাৰ পৰিচাযক। অৱশ্যে প্ৰকৃত ছন্দজিজ্ঞাসু মাত্ৰেই বুজিব, কবিয়ে এই বিষযত syllable বা আখৰকে প্ৰশ্ৰয দিলেও পযাৰক চতুৰ্দ্দশাক্ষৰা—এই সংজ্ঞাৰ্থে, কেতিয়াও গ্ৰহণ কৰা নাছিল। হযতো তাৰ মাত্ৰিক চাৰিত্ৰ্য তেতিযালৈকে আমাৰ ছন্দ-আলোচানাত অনুদ্‌ঘাটিত আছিল বাবেই এই বিভ্ৰম।

বস্তুতঃ ৮+৬ৰ ছন্দযতিত (পৰ্বত) বিভক্ত চতুৰ্দ্দশ মাত্ৰিক দ্বিপদী পংক্তিৰ নাম পয়াৰ। বৰ্তমান যুগৰ আগতে ছন্দযতি আৰু ভাবযতিৰ অভিন্ন আৰু সমান্তৰাল অৱস্থান আছিল সুনিৰ্দ্দিষ্ট। মধুসূদনে ছন্দযতিৰ সংশ্ৰৱৰপৰা ভাবযতিৰ গতিপথ স্বতন্ত্ৰ কৰি তুলিলে, ফলত যতিবিচ্ছেদৰ মাজেদি কবিতাৰ ভাববৃত্তই পালে পংক্তিলঙ্ঘনৰ শক্তি, প্ৰেৰণা, আৰু চৈধ্য মাত্ৰাৰ পয়াৰৰ ভিতৰত জাগি উঠিল প্ৰবহমানতাৰ বেগ।

এই বেগৱতী অভিনৱ ছন্দোবন্ধটোৰ কাৰণে তেওঁ উপযুক্ত ভাষাদৰ্শৰ সন্ধান কৰিবলৈ ধৰিলে। আজন্ম গীতিকাব্যলালিত বঙ্গ-ভাষাত মহাকাব্যৰ বাগৈশ্বৰ্য্য-বিস্তাৰ প্ৰায় অসম্ভৱ বুলি জানিও তেওঁ এই দুৰূহ কৰ্ম্মত আত্মনিয়োগ কৰিছিল। কিয়নো, তেওঁ জানিছিল অমিত্ৰাক্ষ ছন্দৰ প্ৰাণস্বৰূপ হ'ল তাৰ ছন্দস্পন্দ ; আৰু সেই স্পন্দ-শক্তি উপযুক্ত কাব্যভাষাৰ ওপৰত নিৰ্ভৰশীল। সেই দেখি শ্বেক্সপীয়ৰীয় 'ড্ৰামাটিক ব্লেঙ্ক ভাৰ্ছ'ৰ পৰিবৰ্ত্তে মধুসূদনে তেওঁৰ 'লিটাৰেৰি এপিক' ৰচনাৰ উদ্দেশ্য কবিগুৰু মিল্টনৰ 'হিৰোযিক ব্লেঙ্ক ভাৰ্ছ'কে আদৰ্শ হিচাপে গণ্য কৰিলে। নাটকৰ ভাষা বিশেষভাৱে বাকৰীতিৰ অনুগত। সেই কাৰণে শ্বেক্সপীযেৰে তেওঁৰ নাটকৰ সংলাপত কথোপকথনৰ অন্তৰঙ্গ ছন্দৰ প্ৰতিহে মনোযোগ দিছিল। কাব্যভাষাৰ ধ্বনি-তৰঙ্গ তাত উচ্ছ্বিত হোৱা নাই, বৰং সি তাত প্ৰচ্ছন্ন আৰু সংহত। ৰচনাৰীতিক ক্লেচিকেল ভাষাৰ মুখাপেক্ষী নকৰি তেওঁ তাত বহুল পৰিমাণে এংলো-চেক্সন শব্দৰ

সাহচৰ্য্য ঘটালে যাতে সংলাপ বাকছন্দৰ (speech-rhythm) অন্তৰ্ভুক্ত হয়। আনহাতে মিল্টনৰ অন্বেষণৰ বস্তু আছিল মহাকাব্যৰ বাগৈশ্বৰ্য্য। সেই বাবে তেওঁৰ 'হিৰোয়িক ব্লেঙ্ক ভাৰ্চ্'ৰ ভাষাদৰ্শ অনিবাৰ্য্যৰূপেই ক্লেচিকেল গ্ৰীক-লেটিন শব্দসম্ভাৰৰ প্ৰতি আকৃষ্ট হ'ল আৰু তাৰ ফলত মিল্টনৰ ব্লেঙ্ক ভাৰ্ছত উপযুক্ত ধ্বনি-সংঘাত মহাকাব্যোচিত ছন্দস্পন্দ সৃষ্টিৰ অনুকূল হৈ উঠিল। মধুসূদনে তেওঁৰ 'লিটাৰেৰি এপিক'ৰ কাৰণে মিল্টনৰ পথকেই যথাৰ্থ ভাবি সংস্কৃত শব্দ-ভাণ্ডাৰৰ দ্বাৰস্থ হ'ল, কাৰণ তেওঁ প্ৰায় নিশ্চিত আছিল যে এইদৰে ইংৰাজী ব্লেঙ্ক ভাৰ্ছৰ ধ্বনিতৰঙ্গ বাংলা ভাষাৰ অমিত্ৰাক্ষৰতো সঞ্চাৰিত কৰা সম্ভৱ হ'ব।

মধুসূদনে অমিত্ৰাক্ষৰ ছন্দত 'different tone of music' সৃষ্টি সম্পৰ্কে আমাক বিশেষভাৱে অৱহিত কৰিছে আৰু সেইটোৱে 'মিল্টনিক ব্লেঙ্ক ভাৰ্ছ'ৰ পংক্তি-অনুচ্ছেদ বা verse paragraph গঠনৰো এটা অন্যতম প্ৰধান বিশেষত্বৰূপে লক্ষণীয় হ'ব পাৰে। প্ৰসিদ্ধ ইংৰাজ ছান্দসিক ছেইণ্টছ্বেৰি বৰ্ণিত এই verse paragraph হ'ল—'Power of knitting the whole of a verse paragraph into one, by variation of pause and weight' এই বিষয়ত মোহিতলাল মজুমদাৰে কৈছে —'এই verse paragraphৰ আয়তন সৰু বা ডাঙৰ হ'ব পাৰে, কিন্তু ই তিনিটা বা চাৰিটা শাৰীৰ কথা নহয়। চুটি-দীঘল বিৰামযুক্ত বহু বাক্য আৰু বাক্যাংশৰ সমাহাৰ—বা সঙ্গীত-সঙ্গতিৰ সহায়ত এটা ভাব, এটা চিত্ৰ বা এটা বৰ্ণনাই যি পূৰ্ণৰূপ লাভ কৰে সেয়ে অমিত্ৰাক্ষৰৰ পংক্তি-পৰ্ব।' মোহিতলালে verse paragraphৰ প্ৰতিশব্দ কৰিছে পংক্তিপৰ্ব।

ইয়াৰ পাছত মিল্টনিক ব্লেঙ্ক ভাৰ্ছৰ আদৰ্শ অনুসৰণত মধুসূদন প্ৰবৰ্ত্তিত অমিত্ৰাক্ষৰ ছন্দৰ গোটাচেৰেক সাধাৰণ বৈশিষ্ট্যৰ নিৰ্দ্দেশ কৰা যায়, যেনে—(১) ছন্দযতিৰ প্ৰাধান্য হ্ৰাস আৰু ভাবযতি-বিন্যাসৰ বৈচিত্ৰ্য, (২) প্ৰবহমানতা (৩) ছন্দস্পন্দ আৰু (৪) Verse paragraph বা পংক্তি-অনুচ্ছেদ। এই বৈশিষ্ট্যবোৰৰ যিকোনো এটাৰ অভাৱতে আমাৰ অমিত্ৰাক্ষৰ ছন্দোবন্ধটো যে দিগ্‌ভ্ৰষ্ট হ'ব পাৰে তাৰ প্ৰমাণ মধুসূদনৰ পৰবৰ্তী বাংলা, অসমীয়া আৰু উৰিয়া কাব্যত পৰ্য্যাপ্ত।

(২)

সাহিত্যৰ ইতিবৃত্তকাৰসকলৰ মতে ৰমাকান্ত চৌধুৰী তেওঁৰ 'অভিমন্যুবধ কাব্য'ত (১৮৭৫ খৃঃ) প্ৰথমে অমিত্ৰাক্ষৰ ছন্দ প্ৰয়োগ কৰে। সেই একে ছন্দতে ৰচিত ভোলানাথ দাসৰ সীতাহৰণ কাব্যৰ ৰচনাকাল ১৮৭৮ খৃষ্টাব্দ। ● তুলনামূলক

● প্ৰকৃততে ভোলানাথ দাসৰ 'সীতাহৰণ কাব্য' ১৮৭১ চনৰপৰা ১৮৮৩ চন পৰ্য্যন্ত চলি থকা মাহেকীয়া আলোচনী 'আসাম বিলাসিনী'ত খণ্ড খণ্ডকৈ প্ৰকাশ হৈছিল। ১৯০২ চনত ই স্বয়ং-সম্পূৰ্ণ পুথিৰূপে প্ৰকাশ হয়। — অতুলচন্দ্ৰ বৰুৱা

বিচাৰত এই দুই কবিৰ উক্ত ছন্দোবন্ধত সাফল্য আৰু সীমাবদ্ধতাৰ বিষযে ইয়াত বিস্তৃত আলোচনাৰ বাবে ঠাই নাই। সংক্ষেপে কেৱল ইয়াকে কোৱা যায় যে ৰমাকান্তৰ তুলনাত ভোলানাথে অধিক কৃতিত্ব আৰু সাফল্যৰ পৰিচয় দিছিল।

অমিত্ৰাক্ষৰ ছন্দৰ প্ৰধান যি চাৰিটা বৈশিষ্ট্য, যেনে—(১) যতিস্বাচ্ছন্দ্য, (২) প্ৰবহমানতা, (৩) ছন্দস্পন্দ আৰু (৪) পংক্তি-অনুচ্ছেদ, সেই বিষয়ে ৰমাকান্তই সৰ্ব্বত্ৰ ছন্দশিল্পীৰ ভূমিকা পালন কৰিব পৰা নাই। ভাবযতি সংস্থানত তেওঁ প্ৰধানতঃ যুগ্মমাত্ৰাৰ (অৰ্থাৎ দুই, চাৰি, ছয়, আঠ আৰু চৈধ্য মাত্ৰাৰ) প্ৰতিযেই বেছিকৈ মনোযোগ দিছে। তাৰ ভিতৰত প্ৰয়োগবহুলতাৰ ফালৰপৰা পংক্তিৰ অষ্টম মাত্ৰাত ভাবযতি স্থাপনতহে তেওঁৰ বিশেষ প্ৰবণতা লক্ষ্য কৰা যায়। দুই আৰু ছয় মাত্ৰাত যতি খুব কম ব্যৱহাৰ হৈছে। প্ৰযোগবহুলতাৰ ক্ৰম অনুসাৰে তেওঁৰ ভাবযতি বিন্যাসৰ লক্ষণীয় মাত্ৰাবোৰ হ'ল—আঠ, চৈধ্য, চাৰি, ছয আৰু দুই। কাচিৎ দুই-এঠাইত পংক্তিৰ ত্ৰিমাত্ৰিক পৰ্বাঙ্গত ভাবযতি লক্ষণীয় হয়। অসম আৰু সমমাত্ৰিক শব্দত যথেচ্ছা ভাবযতি বিন্যাসৰ দ্বাৰা অমিত্ৰাক্ষৰ ছন্দত যি প্ৰবহমানতা প্ৰতিষ্ঠিত হয়, ৰমাকান্তৰ ছন্দোবন্ধত তাৰ গতি যথেষ্ট ক্ষীণ। তাৰ প্ৰধান কাৰণ, তেওঁ অযুগ্ম মাত্ৰাত, বিশেষতঃ ত্ৰিমাত্ৰিক পৰ্ব্বাঙ্গত—ভাবযতি স্থাপনৰ বাবে বিশেষ চেষ্টা কৰা নাছিল। ভাবযতি বা ছেদপ্ৰভাৱত ছন্দযতিনিৰ্দ্দিষ্ট অষ্টমাত্ৰিক পৰ্বত যি বিষম ধ্বনিবিভাগৰ বৈচিত্ৰ্যই ৩ ● ৩ + ২ অমিত্ৰাক্ষৰবন্ধৰ ধ্বনিতৰঙ্গ সৃষ্টি কৰে, তাৰ দুৰ্লভ সুযোগ তেওঁ কেতিযাও গ্ৰহণ কৰা নাই। ফলত তেওঁৰ অমিত্ৰাক্ষৰ ছন্দত ছন্দযতিৰ প্ৰভাৱ ক'তো গৌণ নহয। ভাবযতি বা ছেদ যেন বহু পৰিমাণে তাৰেই যুগ্মমাত্ৰিক গতিক্ৰমৰ অনুসাৰী। ছেদ বা যতিৰ অমিত্ৰতাৰ দ্বাৰা যি অমিত্ৰাক্ষৰ ছন্দবন্ধৰ প্ৰকৃতিগত পৰিচয় পৰিস্ফুট হৈ উঠে, প্ৰবহমানতা ছন্দস্পন্দ আৰু পংক্তি অনুচ্ছেদ তাৰে গুণগত বৈশিষ্ট্যত একযোগ হৈ সেই প্ৰকৃতিৰ স্বযংসম্পূৰ্ণতা বিধান কৰে। কোৱা বাহুল্য অমিত্ৰাক্ষৰ ছন্দৰ এই তত্ত্ব ৰমাকান্তৰ ৰচনাত বহুপৰিমাণে অনধিগত।

গতিস্বাচ্ছন্দ্য আৰু বৈচিত্ৰ্যৰ অভাৱৰ হেতুকেই ৰমাকান্তৰ অমিত্ৰাক্ষৰছন্দ প্ৰাযেই প্ৰবহমানতাৰ গৌৰৱবৰ্জ্জিত। আৰু এটি কাৰণত এই প্ৰবহমানতা মাজে মাজে ব্যাহত হৈছে—সেযে হৈছে পংক্তিগঠনত তেওঁ বহুপৰিমাণে সংবৃত অক্ষৰান্ত (closed syllable) পংক্তিবিন্যাসৰ প্ৰতি প্ৰবণতা দেখুৱাইছে। অৱশ্যে বহুত ঠাইত বিবৃত অক্ষৰান্ত (open syllable) পংক্তি ব্যৱহাৰ কৰিও যে প্ৰবহমানতাৰ গতিবেগ সুস্পষ্ট কৰা নাযায়—পূৰ্ব্বোক্ত ভাবযতিৰ বৈচিত্ৰ্যৰ অভাৱত, সেই কথা নক'লেও চলে।[৮]

অসমীয়া ভাষাৰ স্বকীয় ধ্বনি-উদ্‌ভাবনাক এই ছন্দোবন্ধৰ প্ৰয়োজনত সংস্কৃত আৰু তৎসম শব্দভাণ্ডাৰৰ সংস্পৰ্শত বৰ্দ্ধিত কৰাৰ বিষয়ত ৰমাকান্তই সচেতনভাৱে বিশেষ কোনো প্ৰয়োজন অনুভৱ কৰা নাছিল। তাৰ ফলত যি ছন্দস্পন্দ অমিত্ৰাক্ষৰ

ছন্দৰ প্ৰাণস্বৰূপ তাৰ উদ্‌বোধন তেওঁৰ নিষ্প্ৰাণ ছন্দ অনুসৃত সংঘটিত হোৱা নাই। ভাবযতিবিন্যাসৰ বিচিত্ৰতা আৰু যুক্তবৰ্ণৰ সংঘাত, এই দুয়োৰে ওপৰত যে অপূৰ্ব ধ্বনিতৰঙ্গ সৃষ্টিৰ সম্ভাৱনা নিহিত আছে—ৰমাকান্তৰ ৰচনাত তাৰ স্বাক্ষৰ নাই বুলিলেই হয়। ছন্দস্পন্দৰ অভাৱত প্ৰায় প্ৰাণহীন অমিত্ৰাক্ষৰৰ নমুনা হিচাপে তেওঁৰ কেইটামান পংক্তি ইয়াত উদ্ধৃত কৰা যাওক —

লোৰ বাৰি হাতে লই লোহিতলোচন,
থাকে থিয হই তৈতে যেন তাল গছ।
ডাকি ক'লা বীৰবলে সকলোৰে আগে।
"কিনো অদভুত আজি চোৱা বীৰ সবে
দুইদিকে দুই চাঁদ প্ৰকাশে আকাশে।
হেৰা এক চাঁদ নভে কৰিছে পযাণ,
আৰু চাঁদ মোৰফালে বেগেৰে আহিছে
যেন বিজুলীৰ গতি।

(ৰমাকান্ত চৌধুৰী ঃ অভিমন্যুবধ, ৩য সৰ্গ, পৃ ৮০)

ইয়াত বাহিৰে পংক্তি-অনুচ্ছেদ অমিত্ৰাক্ষৰ ছন্দৰ অন্য এটা বৈশিষ্ট্য। এই পংক্তি-অনুচ্ছেদৰো প্ৰাণকেন্দ্ৰ হ'ল যতিস্বাচ্ছন্দ্য। কোৱা বাহুল্য, এই বিষয়তো ৰমাকান্ত বিশেষ কৃতকাৰ্য হোৱা নাই। ছন্দৰ মাত্ৰাবিন্যাস আৰু পৰ্বৰ গঠনতো কিছু দোষত্ৰুটি লক্ষিত হয়। গতিকে অসমীয়া কাব্যত অমিত্ৰাক্ষৰ ছন্দৰ প্ৰবৰ্ত্তক হিচাপে তেওঁৰ ঐতিহাসিক গুৰুত্ব স্বীকাৰ্য হ'লেও সেই নতুন ছন্দটোত তেওঁৰ সাফল্য অতিশয় সীমাবদ্ধ।

'সীতাহৰণ কাব্য'ৰ কবি ভোলানাথ দাসে তেওঁৰ কাব্যৰীতিৰ ক্ষেত্ৰত, বিশেষকৈ ছন্দৰ বিষয়ত সম্পূৰ্ণৰূপে মধুসূদনৰ প্ৰভাৱকে শিৰোধাৰ্য্য কৰি লৈছে। তেওঁৰ কাব্যৰ ভাষাদৰ্শ সম্পৰ্কে অৱশ্যে তৎকালীন 'আসাম-বিলাসিনী' আলোচনীত বিৰূপ সমালোচনা হৈছিল, আনকি পৰবৰ্ত্তীকালত লক্ষ্মীনাথ বেজবৰুৱাযো কবিৰ ভাষাদৰ্শ সম্পৰ্কে তীব্ৰ সমালোচনা কৰিছিল।

প্ৰথমতে উল্লেখ কৰা যাওক, আধুনিক অসমীয়া সাহিত্যৰ প্ৰথম বিশিষ্ট ছন্দশিল্পী হিচাপে যদি কোনো এজন কবিৰ নাম উল্লেখ কৰিবলগীয়া হয়, তেনেহ'লে সেই কবিজনা নিশ্চয় ভোলানাথ দাস। ৰমাকান্ত যি ছন্দোবন্ধ প্ৰয়োগত ব্যৰ্থ, ভোলানাথে তাৰেই এটা সফলতা সম্ভাৱনাৰ দিক্ নিৰ্দ্দেশ কৰিছে।

কবিৰ এই সাফল্যৰ অন্যতম প্ৰধান কাৰণ তেওঁৰ কাব্যৰ ভাষাদৰ্শ। যি ভাষাদৰ্শ তৎকালীন সমালোচকসকলৰ দ্বাৰা নিন্দিত হৈছিল—আনকি সাম্প্ৰতিক কালতো কোনো কোনো সমালোচকে, (যেনে—ডঃ সত্যেন্দ্ৰনাথ শৰ্মাই কয় 'সীতাহৰণ কাব্য'ৰ আচহুৱা শব্দ, নাম ধাতুৰ প্ৰচুৰ প্ৰয়োগ আদিয়ে কাব্যখনৰ ৰচনাৰীতি কৃত্ৰিম কৰি তুলিছে।')—ভোলানাথৰ কাব্যভাষা সম্পৰ্কে এই কৃত্ৰিমতাৰ

অভিযোগ অত্যন্ত অযৌক্তিক ; বিশেষতঃ এজন কবিয়ে যেতিয়া ছন্দৰ পৰীক্ষা-নিৰীক্ষাত তেওঁৰ মাতৃভাষাৰ অন্তঃ প্ৰকৃতিত ক্লাচিক ভাষাৰ সাহচৰ্য্যক অনিবাৰ্য্য কৰি তোলে—প্ৰধানতঃ এই কাৰণে যে, তাকে কৰিলে কবিৰ বিচৰা কাব্যভাষা আৰু ছন্দৰ স্পন্দশক্তি জাগ্ৰত হ'ব। এই কথা ঠিক যে ভোলানাথে 'লিটাৰেৰি এপিক'ৰ ৰচনা ধৰ্ম্মৰপৰা নহয়, আখ্যাযিকা কাব্যৰ প্ৰয়োজনৰ কাৰণেহে অমিত্ৰাক্ষৰ ছন্দৰ প্ৰতি আকৃষ্ট হৈছিল, আৰু এইটো সৰ্ব্বজনবিদিত যে মহাকাব্য আৰু গীতিকাব্যৰ মধ্য - ী এই বিশেষ ৰচনাৰীতিটোৰ বাবে 'হিৰোয়িক ব্লেঙ্ক ভাৰ্ছ' সমূলি আখজা নহয়, বৰং সঙ্গতহে।

ভোলানাথৰ চেষ্টা সেইফালৰপৰা চালে বহু পৰিমাণে ফলপ্ৰসূ হৈছিল বুলিব লাগিব। তেওঁৰ 'সীতাহৰণ কাব্য'ত তথাকথিত যিবোৰ আচহুৱা শব্দ ব্যৱহাৰ কৰা হৈছে, তাৰ অধিকাংশই সংস্কৃত শব্দভাণ্ডাৰৰপৰা গৃহীত। সংস্কৃত তৎসম শব্দাৱলী আৰু নাম ধাতুৰ বহুল প্ৰযোগৰ ক্ষেত্ৰত তেওঁ অৱশ্যে প্ৰত্যক্ষভাৱে মধুসূদনৰ দ্বাৰা প্ৰভাৱান্বিত হৈছিল। তথাপি অসমীযা ভাষাৰ স্বকীয ধ্বনি-উদ্‌ভাবনাৰ জগতত কিয এই ক্লেচিকেল ভাষাদৰ্শৰ সংযোগ কবিৰ কাৰণে অনিবাৰ্য্য হৈ উঠিল, সেই তথ্য অনুধাবন কৰিবলৈ হ'লে মিল্টনিক ব্লেঙ্ক ভাৰ্ছ আৰু মাইকেলী অমিত্ৰাক্ষৰৰ ছন্দস্পন্দ সৃষ্টিৰ বিশেষ কৌশল আৰু ভাষা-ছন্দনীতি পুনৰ্বাৰ স্মৰণীয়। মিল্টনে তেওঁৰ স্বভাৱদৃপ্ত ইংৰাজী ভাষাত মহাকাব্যোচিত ধ্বনি-গৌৰৱ বৃদ্ধিৰ কাৰণে লেটিন আৰু গ্ৰীক ভাষাৰ ঋণ সশ্ৰদ্ধচিত্তে গ্ৰহণ কৰিছিল। অন্যপক্ষে, মধুসূদনেও তেওঁৰ ছন্দোগুৰু মিল্টনৰ অনুসৰণত গীতিকাব্যলালিত বাংলা ভাষাত মহাকাব্যৰ বাগৈশ্বৰ্য্য অন্বেষণত সংস্কৃত ভাষাৰ ধ্বনিসম্পদ ব্যৱহাৰ কৰিছিল। ছন্দস্পন্দ অমিত্ৰাক্ষৰ ছন্দৰ প্ৰাণ। সেই প্ৰাণধৰ্ম্মকে ভোলানাথে তেওঁৰ অমিত্ৰাক্ষৰ ছন্দত কৰায়ত্ত কৰিবলৈ চাইছিল। তাৰ উপৰি ৰমাকান্ত চৌধুৰীৰ অমিত্ৰাক্ষৰ ছন্দৰ ৰচনাৰ ব্যৰ্থতাই সম্ভৱ কবিক এই বিষযে সতৰ্ক কৰি দিছিল। তেওঁ এই কথা সুনিশ্চিতভাৱেই উপলব্ধি কৰিছিল যে যতিস্বাচ্ছন্দ্য আৰু ছন্দস্পন্দ সৃষ্টি কৰিব নোৱাৰিলে 'হিৰোয়িক ব্লেঙ্ক ভাৰ্ছ'ৰ প্ৰকৃতি অনুসৰণ অসমীয়া ছন্দত অসম্ভৱ। সেই দেখি ভোলানাথে এই ছন্দৰ ৰচনাত যি ভাষাদৰ্শ আৰু আনুষঙ্গিক প্ৰণালী গ্ৰহণ কৰিছিল সেইটো তাৰ অভীষ্ট পথ, আৰু নক'লেও হ'ব—তেওঁৰ অমিত্ৰাক্ষৰ ছন্দ কেতিয়াও বাকছন্দৰ বিৰোধী নহয়।

ইতিপূৰ্ব্বে আমি অমিত্ৰাক্ষৰ ছন্দৰ যি প্ৰধান চাৰিটা বিশেষত্বৰ কথা উল্লেখ কৰিছোঁ এতিযা সেই ফালৰপৰাও এই কবিজন সামগ্ৰিকভাৱে কিমান দূৰ কৃতকাৰ্য্য হৈছিল সেইটো পৰীক্ষা কৰি চোৱা যায়। অমিত্ৰাক্ষৰ ছন্দোবন্ধৰ অন্যতম প্ৰধান বৈশিষ্ট্য হ'ল তাৰ ভাবযতিৰ বৈশিষ্ট্যপূৰ্ণ বিন্যাস। প্ৰথমে ভোলানাথৰ ৰচনাত এই ভাবযতি স্থাপনৰ বিচিত্ৰতা লক্ষ্য কৰা যায়। কবিয়ে তেওঁৰ 'সীতাহৰণ কাব্য'ত সাধাৰণতে পংক্তিৰ দ্বিতীয়, তৃতীয়, চতুৰ্থ, ষষ্ঠ, অষ্টম আনকি নৱম মাত্ৰাতো ভাবযতি বিন্যস্ত কৰিছে। সপ্তম, দশম আৰু দ্বাদশ মাত্ৰাত যতি বিৰল। চতুৰ্দ্দশ

মাত্ৰাত বহুত ঠাইত পূৰ্ণ ভাবযতি নিৰ্দ্দিষ্ট হৈছে। ক'বলৈ গ'লে তেওঁ যুগ্ম আৰু অযুগ্ম মাত্ৰাত যতিস্থাপন কৰি সমভাৱে পটুতা দৰ্শাইছে। পংক্তিৰ আদিতে, ত্ৰিমাত্ৰিক পৰ্বাঙ্গত কবিৰ ভাবযতি স্থাপন বৰকৈ দেখা যায় বাবে এই কথা যুক্তিসঙ্গতভাৱেই ক'ব পাৰি যে তেওঁ অমিত্ৰাক্ষৰ ছন্দৰ ভাবযতিৰ স্বাচ্ছন্দ্য আৰু স্বাধীনতাৰ বিষয়ে তাৰ পূৰ্ণশক্তি প্ৰকাশক যথাৰ্থ যতিস্থল লক্ষ্য কৰিছিল। ছন্দযতিৰ বিচ্ছেদৰ প্ৰকৃত ক্ষেত্ৰ এইবোৰ ত্ৰিমাত্ৰিক পৰ্বাঙ্গত যি পৰিমাণে স্বপ্ৰকাশ, পংক্তিৰ অন্য দুটা অযুগ্ম মাত্ৰাত (সপ্তম আৰু নৱম) সিমান নহয়। কাযেই এই ত্ৰৈমাত্ৰিক পৰ্বাঙ্গত ভাবযতি, যাক ৰবীন্দ্ৰনাথৰ দৰে প্ৰবোধচন্দ্ৰ সেনেও অমিত্ৰাক্ষৰ ছন্দৰ ৰীতিৰ বিৰোধী বুলি স্থিৰ কৰিছে, প্ৰকৃত পক্ষে এই বিশেষ অযুগ্ম মাত্ৰাৰ যতিয়েই মধুসূদনৰ অমিত্ৰাক্ষৰ ছন্দৰ শক্তি আৰু স্বাধীনতাৰ পৰিচায়ক। এতিয়া ভোলানাথৰ ৰচনাত ভাবযতি বিন্যাসৰ দৃষ্টান্তবোৰ চোৱা যাওক—।

[চিহ্নসূত্ৰ ঃ ছন্দযতি—। , ভাবযতি— ●]

দ্বিতীয় মাত্ৰাত ভাবযতি ঃ

খোপাত শোভিত ফুল ; । কৰ্ণমূলে ঝুলে
ফুল , ● হাতে ফুল মালা , । ফলময় দেহ

(সীতাহৰণ কাব্য ১ম সৰ্গ, পৃ ১৫)

তৃতীয় মাত্ৰাত ভাবযতি ঃ

বৃক্ষে বৃক্ষে তৃণে তৃণে । সুমন্দ শ্বসন
স্বনিলা ; ● কৰিলা বন— । দেৱীক ব্যজন।

(সীতাহৰণ কাব্য ১ম সৰ্গ, পৃ ৬)

ধৰিলা কোদণ্ড কোনো, । শৰবৃন্দ সহ
আঁটিয়া নিষঙ্গ অঙ্গে ; । কোনো উলঙ্গিলা
কৃপাণ , ● প্ৰচণ্ড দণ্ড । দণ্ডাইলা ধৰি
কোনো এ , ● বান্ধিলা কেহোঁ । কবচ উৰসে।

(সীতাহৰণ কাব্য ২য় সৰ্গ, পৃ ৪৭)

চতুৰ্থ মাত্ৰাত ভাবযতি ঃ

কোমলাঙ্গী হেমপ্ৰভা । ৰমণী-ৰতন
সঙ্গে তব ; ● কিবা হোৱে । ই চন্দ্ৰবদনী ?

(সীতাহৰণ কাব্য ১ম সৰ্গ, পৃ ১৬)

ষষ্ঠ মাত্ৰাত ভাবযতি ঃ

হে বন কুসুম । ● তুমি । আদৰৰ ধন

(সীতাহৰণ কাব্য ৭ম সৰ্গ, পৃ ১৯০)

সপ্তম মাত্ৰাত ভাবযতি ঃ

কণ্ঠ কণ্ঠকূণিকা ● । নিঃসৰে অমৃত

কহে কথা যবে ধীৰি । অমৃত-ভাষিণী ;
(সীতাহৰণ কাব্য ৩য় সৰ্গ, পৃ ৮০)

ভোলানাথৰ অমিত্ৰাক্ষৰ ছন্দত ৭ম মাত্ৰাত ভাবযতি আৰু ছন্দযতি দুয়োটাই বিৰলতৰ।

অষ্টম মাত্ৰাত ভাবযতি ঃ

শোভিছে ৰজত-প্ৰভ । সৰস সলিলে
ফুটি সৰোজিনী ৰাশি , ● । সৰস চৌকূলে
গ্ৰথিত বৰফনিভ । সুশ্বেত প্ৰস্তৰে,
(সীতাহৰণ কাব্য ৫ম সৰ্গ, পৃ ১১৮)

দশম মাত্ৰাত ভাবযতি ঃ

নহ্‌লে, ৰূপসি,
সম্ভৱে কি ই হেন ৰূপ ? । নহলে কি সাহে
ভ্ৰমিছা ই ঘোৰ বনে । তুমি ● সুবদনি ?
(সীতাহৰণ কাব্য ১ম সৰ্গ, পৃ ১৭)

একাদশ মাত্ৰাত ভাবযতি ঃ

মধুসূদনৰ অমিত্ৰাক্ষৰ ছন্দত পংক্তিৰ আদিতে যেনেকৈ অযুগ্ম তৃতীয় মাত্ৰাত ভাবযতিৰ অৱস্থান বিশেষ গুৰুত্বপূৰ্ণ তথ্য—যিহে যতিস্বাচ্ছন্দ্য, প্ৰবহমানতা আৰু বৈচিত্ৰ্যপূৰ্ণ ছন্দস্পন্দ সৃষ্টিত সহাযতা কৰে, পংক্তিশেষত অযুগ্ম একাদশ মাত্ৰাৰ ভাবযতিও অনুৰূপ বৈশিষ্ট্যসমূহৰ কাৰক। যুগ্মধ্বনিৰ লগত অযুগ্ম ধ্বনিৰ সংঘাতত অপূৰ্ব ছন্দস্পন্দ সৃষ্টি হয়, এই স্পন্দন ছন্দৰীতিৰ লযঘটিতও। অযুগ্ম মাত্ৰাবোৰৰ মাজত পংক্তিৰ পঞ্চম মাত্ৰাত ভাবযতি নচলে, তাৰ প্ৰধান কাৰণ চতুৰ্দ্দশমাত্ৰিক মূল ছন্দপংক্তিৰ পৰ্ব আৰু পৰ্বাঙ্গৰ গঠন অনুযায়ী—হয় ৪+৪ মাত্ৰাৰ দুটা অথবা ৩+৩+২ মাত্ৰাৰ তিনিটা শব্দ, সমাসবদ্ধ হ'লে সি পৰ্বাঙ্গৰ মাত্ৰিক ক্ৰম অক্ষুণ্ণ ৰাখি ৩+৫ মাত্ৰাৰ দুটা শব্দ হ'ব পাৰে, কিন্তু কদাপি ৩+২+৩, ২+৩+৩ বা ৫+৩ মাত্ৰাৰ শব্দৰ বিন্যাস আশ্ৰয় কৰিব নোৱাৰে। আৰু সেই হেতুকে পংক্তিৰ পঞ্চম মাত্ৰাত ভাবযতি অকল্পনীয়, যেনে—অসম্ভৱ পংক্তিৰ ত্ৰয়োদশ মাত্ৰাত। কিন্তু পংক্তিৰ তৃতীয় আৰু একাদশ মাত্ৰাত ভাবযতি, দুই, চাৰি, ছয়, আঠ, দহ, বাৰ ইত্যাদি যুগ্মমাত্ৰাৰ যতিৰ ওচৰত উক্ত অযুগ্ম মাত্ৰাৰ যতিয়ে তীব্ৰ Contrast ৰচনা কৰে, যাৰ ফলত একপ্ৰকাৰ বিপুল ছন্দ-বৈচিত্ৰ্যৰ উদ্‌ভৱ হয়, আৰু সেই বৈচিত্ৰ্যই অৱলীলাক্ৰমে অমিত্ৰাক্ষৰ ছন্দোবন্ধৰ পূৰ্ণ প্ৰকৃতিত সুৰসঙ্গতিৰ ঐক্য নিৰ্দ্দেশ কৰে।

মধুসূদনৰ ছন্দ-আদৰ্শৰ সাৰ্থক অনুসাৰী ভোলানাথ দাসে তেওঁৰ অমিত্ৰাক্ষৰ ছন্দতো পংক্তিৰ তৃতীয় আৰু একাদশ মাত্ৰাত ভাবযতি স্থাপন কৰি উক্ত ছন্দৰ বৈচিত্ৰ বৃদ্ধি কৰিছে। তেওঁৰ একাদশ মাত্ৰাৰ ভাবযতি তলত দিয়া উদাহৰণত দেখা যায়—

পদ্মপুষ্প ভ্ৰমে,
(কূলত কামিনীকুল । নিৰখি), ● কৌতুকে
উড়িলা, মধুপপুঞ্জ । মধুজীৱী সদা,
(সীতাহৰণ কাব্য ৫ম সৰ্গ, পৃ ১১৮)

দ্বাদশ মাত্ৰাত ভাবযতি —

দ্বাদশ মাত্ৰাত ভাবযতি ভোলানাথৰ ৰচনাত বিৰল। তলত এটা দৃষ্টান্ত দিয়া হ'ল—

হাসিয়া হনুষী
উত্তৰিলা, 'ৰক্ষকুলো । ত্তবা, বীৰমণি,
এহি দাসী , ধৰো নাম । শূৰ্পনখা ; ● বাস
লঙ্কাপুৰে ,
(সীতাহৰণ কাব্য ১ম সৰ্গ, পৃ ১৭)

ইযাৰ পাছত ছন্দপংক্তিৰ চতুৰ্দ্দশ মাত্ৰাত ভাবযতি আৰু পূৰ্ণ ভাবযতি মাজে মাজে দেখা গ'লেও সেই বিন্যাস কেৱল ছন্দযতিৰ গতিক্ৰম অনুসৰণৰ অভিপ্ৰায়ে আৰোপিত , এনে সৰলীকৰণ নকৰাই ভাল।

দেখা যায় ভাবযতিৰ বৈচিত্ৰ্যবিধানত ভোলানাথ দাস বহু পৰিমাণে কৃতকাৰ্য্য হৈছে। আৰু এই যতিস্বাচ্ছন্দ্যে তেওঁৰ অমিত্ৰাক্ষৰ ছন্দোবন্ধত প্ৰবহমানতাৰ বৈচিত্ৰ্যকেই সুপ্ৰতিষ্ঠিত কৰিছে।

আনফালে, ছন্দস্পন্দ সৃষ্টিতো যে কবিয়ে প্ৰধানতঃ সংস্কৃত তৎসম শব্দাৱলীৰ সহায়ত যুক্তাক্ষৰৰ ধ্বনিসংঘাতত অমিত্ৰাক্ষৰৰ স্পন্দশক্তিক জাগ্ৰত কৰিছে তাৰ প্ৰমাণ প্ৰচুৰ। ইযাত এটা দৃষ্টান্ত দিয়া হ'ল—

উড়িল কলম্বৰাজি ত্যজি ৰাঘবৰ
কাৰ্ম্মুক কালাগ্নি বৰ্ষি আলোকি চৌদিক
ভেদিলে জৰ্জ্জৰি দেহ যুযুৎসু চমুৰ।
বাণানলে বীৰচূড়া বিমুখিলা সবে
কটাক্ষে , কৰাল মূৰ্ত্তি কৰ্ব্বুৰ কটক
হইলা ভূতলশায়ী, ধৰাতল শায়ী
যথা তীক্ষ্ণ অস্ত্রে ছিন্ন ৰম্ভা তৰুশ্ৰেণী।
(সীতাহৰণ কাব্য ২য় সৰ্গ, পৃ ৬৩)

দেখাত আলোচ্য উদাহৰণত থকাৰ দৰে অপেক্ষাকৃত কিছুমান অপ্ৰচলিত শব্দপ্ৰয়োগৰ কাৰণেই যে এদিন অনেকৰ মনত বিৰূপ প্ৰতিক্ৰিয়া হৈছিল সেইটো বুজা যায়। কিন্তু কাব্যভাষাক এইজনা কবিয়ে যে ক্লেচিকেল ধ্বনিগৌৰৱ দিবলৈ চেষ্টা কৰিছিল সেইটো যদি আমি মনত ৰাখোঁ তেনেহ'লে মানি ল'বই লাগিব যে গীতিকাব্যলালিত ভাষা এটাক মহাকাব্যোচিত ওজঃগুণ দিবলৈ হ'লে—তাৰ অন্য একো বিকল্প নাই।

অমিত্ৰাক্ষৰ ছন্দৰ অন্য বৈশিষ্ট্যটো হ'ল—verse-paragraph বা পংক্তি-অনুচ্ছেদ গঠন। ভোলানাথে তেওঁৰ 'সীতাহৰণ কাব্য'ত পংক্তি-অনুচ্ছেদ ৰচনাতো বিশেষ সতৰ্ক প্ৰয়াসৰ পৰিচয় দিছিল। তেওঁৰ কাব্যৰপৰা এটা পংক্তি-অনুচ্ছেদ উদ্ধৃত কৰা হ'ল—

মায়াবলে মৃগৰূপ ধৰিলা মাৰীচ ;
সুপ্ৰসন্না মায়াদেৱী কৰিলা সহায় ;
ৰচিলা মৃগৰ দেহ আপুনি স্বকৰে
কৰিয়া বিচিত্ৰ অতি। চিত্ৰিত শৰীৰে
কৰিছে কজ্জল ৰেখা ; কোমল নিটোল
অবয়ব ; শিৰে যেন দ্বিখণ্ড প্ৰস্তৰ
বহুমূল্য, শৃঙ্গৰূপে হ'ল সুশোভিত।
সুশ্বেত চাৰিটা খুড়া ; ৰক্ত ওষ্ঠ দুটী ;
সুবঙ্কিম নেত্ৰযুগ, নয়নৰ মণি
যেন নীলমণি দুটি অতি মনোহৰ ;
কোনে নুভুলিব তাৰ মৃদু দৰশনে।
স্বৰ্ণপ্ৰভ মৃগ দেখি লভিলা আনন্দ
দশমুণ্ড ; দশমুখে খলখল হাসি
কহিলা, অতুল মায়া তব মিত্ৰবৰ ।
ধন্য বুদ্ধি ; এইৰূপে মানব ৰাঘব
অৱশ্যে ভুলিব ; যোৱা তাহাৰ গোচৰে ;
থাকো লুকাইয়া আমি নিকটস্থ বনে ।'
কুটিৰৰ পাশে বনে ৰ'ল লুকাইয়া
ৰক্ষোৰাজ ; বনৰাজ যেন বন মাজে
লুকায়, অপেক্ষি কাল ধৰিবে হৰিণী।

(সীতাহৰণ কাব্য ৭ম সৰ্গ, পৃঃ ১৬৮-৬৯)

ছান্দসিক ছেইণ্টছবাৰিৰ মতে পংক্তিঅনুচ্ছেদত যতি আৰু ভাৰ (weight) সংস্থাপনৰ বৈচিত্ৰ্যেৰে ভাবসামগ্ৰ তৈয়াৰ কৰোঁতে সুৰ-সঙ্গতি আৰু ঐক্যই বিশিষ্ট অৰিহণা যোগায়। ওপৰত উল্লেখ কৰা দৃষ্টান্তটোত ভাবসমগ্ৰতাৰ উদ্ভাৱন মাৰীচক কেন্দ্ৰ কৰি। ৰাৱণৰ নিৰ্দ্দেশত আৰু মায়াদেৱীৰ সহায়ত মাৰীচ সোণৰ হৰিণত ৰূপান্তৰিত হ'ল। এই ৰূপান্তৰ প্ৰক্ৰিয়াৰ প্ৰত্যেকটো স্তৰতে ভাবযতি আৰু তদনুযায়ী বৰ্ণিত বাক্য বা উপবাক্যৰ ভাবে যথোপযুক্ত ছন্দলয়ৰ বৈচিত্ৰ্যপূৰ্ণ বিভঙ্গত নৃত্য কৰি মাৰীচক মৃগৰ অঙ্গপ্ৰত্যঙ্গাদিৰ বৰ্ণনাৰ সহায়ত পূৰ্ণাবয়ৱ সোণৰ হৰিণত প্ৰস্ফুটিত কৰি তোলে। এই ধৰণৰ বয়নক্ৰিয়াই আৰু সুৰসঙ্গতিয়ে পংক্তি অনুচ্ছেদৰ গঠননৈপুণ্যকে প্ৰমাণ কৰে।

পৰিশেষত এইদৰে উপসংহাৰ দিয়া যায়—অসমীয়া ভাষাত অমিত্ৰাক্ষৰ ছন্দৰ প্ৰবৰ্ত্তকৰূপে ৰমাকান্ত চৌধুৰী আৰু ভোলানাথ দাসৰ নাম উল্লিখিত হয় যদিও, উভয় কবিৰ তুলনামূলক বিচাৰত এইটো সত্য অৱশ্যেই প্ৰতিভাত হয় যে, ৰমাকান্ততকৈ ভোলানাথেহে এই ছন্দৰ দুৰূহ পৰীক্ষাত বহুখিনি কৃতিত্বৰ পৰিচয় দিছিল। সেই পৰিচয় মধুসূদনৰ সাফল্যৰ তুলনাত হয়তো কিছু নিষ্প্ৰভ হ'ব, তথাপি ভোলানাথ দাসৰ কৃতিত্ব ইয়াতেই যে তেওঁ এই ছন্দৰ শক্তি আৰু সম্ভাৱনাৰ বিষয়ে যথেষ্ট সচেতন আছিল। তেওঁৰ কবিশক্তিৰ সীমাবদ্ধতাই উক্ত ছন্দৰ সৰ্ব্বতোমুখী সিদ্ধি সম্যকভাৱে আয়ত্ত কৰাত কিছু বাধা দিছে আৰু যতিস্বাচ্ছন্দ্যৰ তত্ত্ব উপলব্ধি কৰিও তেওঁ অনেক ঠাইত অমিত্ৰাক্ষৰ ছন্দৰ ছন্দযতি প্ৰধানুগত আকৰ্ষণৰপৰা ভাবযতিৰ স্বতন্ত্ৰ পথৰেখা নিৰ্দ্দেশ কৰিব পৰা নাই আৰু তাৰ ফলত তেওঁৰ ৰচনাৰ বহুত ঠাইত মিলহীন পযাৰ ছন্দৰ ৰূপেই বহুপৰিমাণে প্ৰকট হৈ পৰিছে। প্ৰবহমানতা আৰু ছন্দস্পন্দৰ গুণগত বৈশিষ্ট্য দুটাও কোনো কোনো ঠাইত গতানুগতিৰ সীমা অতিক্ৰম কৰিবলৈ সমৰ্থ হোৱা নাই। মুঠতে অমিত্ৰাক্ষৰ ছন্দৰ উদাত্ত-অনুদাত্ত ধ্বনিতৰঙ্গৰ বৈচিত্ৰ্য আৰু সমতা আৰু অপূৰ্ব্ব বাগবৈভব তেওঁৰ কাব্যত বহুপৰিমাণেই প্ৰকট হ'বলৈ বাকী ৰৈ গৈছে। ইয়াৰ এটা প্ৰধান কাৰণ হয়তো এই যে মধুসূদনৰ দৰে ভোলানাথ দাসে মহাকাব্যৰ ভাবগত আৰু ৰূপগত আদৰ্শ কেতিয়াও বিচৰা নাছিল। উনৈশ শতিকাৰ বাংলা সাহিত্যত যেনেকৈ মধুসূদন প্ৰবৰ্ত্তিত মহাকাব্য ৰচনাৰ ধাৰা হেম-নবীনৰ হাতত কেৱল আখ্যায়িকা আৰু গীতিকাব্যৰ ক্ষেত্ৰত প্ৰবাহিত হৈছিল তেনেকৈ আধুনিক অসমীয়া সাহিত্যৰ আদি পৰ্ব্বত ৰমাকান্ত-ভোলানাথৰ আখ্যায়িকা কাব্যৰ ভাব আৰু ৰূপ পৰবৰ্ত্তী অনেক কবিয়ে গ্ৰহণ কৰিছিল। স্বীকাৰ কৰিবই লাগিব যে 'লিটাৰেৰি এপিক' আৰু তাৰ অনুযায়ী অমিত্ৰাক্ষৰ ছন্দৰ স্বৰূপ পূৰ্ব্বভাৰতৰ ছন্দ ইতিহাসত একমাত্ৰ মধুসূদনেই পূৰ্ণভাৱে উদ্‌ঘাটিত আৰু প্ৰতিষ্ঠিত কৰিব পাৰিছিল। অনুকাৰীসকলে তাৰ সমগ্ৰ বৈভৱৰ সন্ধান পোৱা নাছিল। তথাপি অসমীয়া ছন্দত ভোলানাথ দাসৰ বলিষ্ঠ প্ৰয়াস ছন্দোমুক্তিৰ পথত অৱশ্যেই এক অভিনৱ সংযোজন। পৰবৰ্ত্তী কবিসকলৰ কাৰণে তেওঁ অন্ততঃ এটা পথৰ সন্ধান যে দি গৈছে তাত সন্দেহ নাই। ●

● মূল বাংলা প্ৰবন্ধৰ অসমীয়া অনুবাদ—অতুলচন্দ্ৰ বৰুৱা

পৰিশিষ্ট—(১)

# সীতাহৰণ কাব্য (সমালোচনা)

(উষা ঃ ১ম বছৰ, ২য় ভাগ, ১ম সংখ্যা, ১৯০৭ চন)

লিখক—পদ্মনাথ বৰুৱা, পিছত পদ্মনাথ গোহাঞিবৰুৱা)

**সীতাহৰণ কাব্য ঃ**— শ্ৰীভোলানাথ দাস প্ৰণীত। শ্ৰীযুত শিবনাথ ভট্টাচাৰ্য্য কৰ্ত্তৃক প্ৰকাশিত। পকাবন্ধা, বেচ চৈধ্য অনা। কিতাপৰ নামে বিষয়ৰ আৰু গ্ৰন্থকাৰৰ নামে ৰচনাৰ চিনাকি দিছে। ৰচোঁতা কবিত্ব ভাবেৰে চহকী। সেই কাৰণে, তেওঁ একেটা বিষয়ৰ সমলেৰে ১৯২ পিঠীয়া এখন গ্ৰন্থ ৰাইজৰ আগলৈ উলিয়াব পাৰিছে। ঠায়ে-ঠায়ে ৰচনা বৰ শুৱলা হৈছে। যেনে,—

'উৰ্ম্মিলা-বান্ধৱ যদি কহিলা ইমতে,
নুবুজিয়া উপহাস অগিৰ অঙ্গনা
উলটি আসিলা সীতা-বল্লভ নিকটে ,
বিনয়ে কৰিলা উক্তি, "তবানুজ বাকে
আসিলোঁ হে গুণমণি, আতুৰা অবলা
পুনশ্চ শ্ৰীপদ পাশে ; পদছায়া দিযা
শীতলা তাপিত প্ৰাণ । নকৰা বঞ্চনা ;
কৰা বাঞ্ছা পূৰ্ণ মোৰ, বালা-বাঞ্ছা-তৰু ।

এইখিনিত ছন্দবন্ধন, শব্দযোজনা, ভাব-পাতন আদি সজোৰা বেচ হৈছে ; অলপ দোষ বৈছে কেৱল বঙলুৱা ক্ৰিয়াত। গ্ৰন্থৰ সৰ্ব্বাঙ্গত নহ'লেও, সৰহ ভাগত এই নিয়ম ৰক্ষা পৰা হ'লে, অসমীয়া পুথি-ভঁড়ালত ইয়াক বহুমূলীয়া সম্পত্তি বুলিব লাগিছিল। কিয় দুখৰ বিষয়, এই নিয়ম গ্ৰন্থৰ সৰহ ভাগত ভঙ্গ হৈছে। শাৰীত চৈধ্যটা আখৰ থাকিলেই ছন্দবন্ধন ৰক্ষা নপৰে, আৰু উচ্চাৰণৰ পৰিমাণ আৰু লঘু গুৰু যতি ৰজিতা খোৱা নহ'লে অমিত্ৰাক্ষৰ ছন্দ নিভাঁজ নহয় , যেনে,—

(ক) 'টকালিলা কোনো ৰক্ষ ; মাৰিলা টিলিকি
কোনো ; পকাইলা কেহো সুঘোৰ নয়ন।'

(খ) 'প্ৰণামো চৰণে ; এবে হইলো বিদায়
ই দাস । আকাশ দিশে চাই বীৰমণি
প্ৰাৰ্থিলা, 'হে দেৱকুল, হবা অনুকূল।'

ইযাত 'কোনো' আৰু 'ইদাস'ৰ অন্তত যতি পূৰ্ণ হোৱা নাই। 'মাৰিলা টিলিকি'ৰ পাছত আঠোটা আখৰৰ দীঘলীয়া সুৰৰ অন্ততহে যতি পৰেগৈ। সেইদৰে 'এবে হইলো বিদায'ৰ পাছত 'ইদাস'ৰ সমানে আৰু এক খণ্ড-ছত্ৰৰ অন্ততহে যতি ৰযগৈ। ইত্যাদি।

শব্দযোজনাৰ দোষ কিতাপত ডাঙৰকৈ জিলিকিছে। সমনীয়া শব্দৰ যোজনাৰ অভাৱত অকল সুৰৰ ওখ-চাপৰ অমিল ঘটিছে এনে নহয়, ভাবৰো লটিঘটি হৈছে। যেনে,—'নিকটি বিকট দন্ত চক্ষু পকাইযা' এই ঠাইত বৰকৈ উঠি অহা ছত্ৰৰ ঠিক পাছতে, পিছৰ ছত্ৰ অযথাকৈ নামি পৰিল। —'যি আসিছে তাকে বলকিছে, দুৰ্ম্মুখে দুৰ্ম্মুখী পৰ পুৰুষ সম্মুখে'—ইযাত আগৰ ছত্ৰ চহা কথাৰে নিচেই নামত পৰি থাকোতেই পিছৰ ছত্ৰ উন্নত সংস্কৃতীয়া কথাৰে হঠাৎ কাকিনী তামোলৰ আগলৈ উঠিল।

আৰু এটা ডাঙৰ কথা, বঙ্গলুৱা ক্ৰিয়া, বিভক্তি আৰু শব্দ প্ৰয়োগ কৰাত কিতাপখনত বঙালী সুৰ বৰকৈ ওলাইছে। যেনে,—

'কি কৰিছে শূৰ্পনখা ইহেন সময়ে
বসি দ্বাৰৰুদ্ধ গৃহে ? কি হেতু বসিযা
আছে ই সুখদ কালে ? কিয় ৰক্ষোবালা
ক্ষুণ্ণা আজি, ত্যাজি শয্যা বসি ধৰাসনে ?

ইয়াত 'স' আৰু 'শ'ত অসমীয়া উচ্চাৰণ নিদি বঙালী উচ্চাৰণ দি পঢ়িলে পদকেইফাকি নিভাঁজ বঙালী যেনহে লাগিব, নিলগত শুনোতাই তাক অসমীয়া বুলিবলৈ চল নেপাব। তথাপি, 'সময়ে', 'গৃহে', 'কালে', 'ধৰাসনে', 'বসি', 'বসিয়া' ইত্যাদি বিভক্তি আৰু ক্ৰিযাৰ আদেশ নথকা হ'লে পঢ়োঁতাই তাক অসমীয়া বুলিবলৈ চল লাগিলহেঁতেন।

পাতনিত কোৱা প্ৰকাশকৰ কথাখিনিৰ অৰ্থ, উদ্দেশ্য আৰু ৰুচি ভালকৈ চাকিব পৰা নহ'ল। গ্ৰন্থৰ সম্মানলৈ চাই, প্ৰকাশকে সেই কেই-আযাৰ কথা তাৰ গাতে লগাই দিব নেলাগিছিল। ●

'সীতাহৰণ কাব্য' আকাৰে-প্ৰকাৰে অসমীয়া পুথি-ভঁড়ালত এখন শকত গ্ৰন্থ সোমাইছে। গতিকে, ইযাৰ সম্বন্ধে ক'বলৈ আৰু বহু বাকী ৰ'ল। কিয়নো, আমাৰ জাতীয় সাহিত্যৰ বৰ্ত্তমান অৱস্থাত তাৰ নেতাস্বৰূপ পুৰণি লিখাৰুসকলৰ লিখা সমালোচনাৰ ঘন চালনীৰে চালিবলগা হৈছে। আশাকৰোঁ, এইখিনি সংকেতৰপৰাই দ্বিতীয় তাঙৰণত গ্ৰন্থখন, বৰ্ত্তমান দোষৰ হাত এৰাই, গ্ৰন্থাকৰ্ত্তাৰ বয়স আৰু তেওঁৰ সাহিত্য চৰ্চ্চাৰ কালৰ উপযোগী হৈ ওলাব।

---

● প্ৰকাশকৰ কথাখিনিৰ কাৰণে 'ভোলানাথ দাস ৰচনাৱলী'ৰ পৰিশিষ্ট দ্ৰষ্টব্য।

# অশ্ৰু-অৰ্ঘ্য ঃ ভোলানাথ দাস

## (মিলন ; সপ্তম বছৰ, ৪ৰ্থ সংখ্যা , ১৮৫১ শক)

উনৈশ শকিতাৰ শেষ আৰু অসমীয়া সাহিত্যৰ বৰ্ত্তমান যুগৰ আদি ভাগত মাতৃ-মন্দিৰৰ সাহিত্য-বেদীৰ আগত চিন্তা-তৰঙ্গিণী, কবিতামালা, সীতাহৰণ কাব্য আদিৰে ধূপ-ধূনাঁ জ্বলাই দিক্‌বিদিক্ সুবাসিত কৰোঁতা বৃদ্ধ কবি সাহিত্যিক ভোলানাথ দাস তেখেতৰ গুৱাহাটী ঘৰত যোৱা দুই জুলাই (১৯২৯) মঙ্গলবাৰে পুৱা ৯ বাজি ৪০ মিনিট যোৱাত স্বৰ্গী হ'ল। মৃত্যুৰ সময়ত তেখেতৰ বয়স প্ৰায় ৭১ বছৰ হৈছিল। কাঠৰ কাম, মাটিৰ কাম, চিলাই, চিত্ৰাঙ্কন আদিতো দাস ডাঙৰীয়া অতি নিপুণ আছিল। ছাবডেপুটী কলেক্টৰ আৰু অধনুৱা হাকিম হিচাপে চৰকাৰৰ ঘৰত আৰু গুৱাহাটী মিউনিচিপেলিটিৰ ভাইছ চেয়াৰমেন, চেয়াৰমেন, লতাশীল কো-অপাৰেটিভ বেংকৰ আৰু মাণিকচন্দ্ৰ মধ্য ইংৰাজী স্কুলৰ কাৰ্য্যনিৰ্বাহক সভাৰ সভাপতি আৰু কামৰূপ নাট্য সমিতিৰ এজন প্ৰতিষ্ঠাতা হিচাপে ৰাইজৰ লগতো তেখেতৰ ভাল সম্বন্ধ আছিল। তেখেতে জৰীপৰ কাৰ্য্যও ভাল জানিছিল আৰু সেই সম্বন্ধে পুথি লিখিছিল। এইবোৰ কথাই তেখেতৰ জীৱন-চৰিতত ঠাই পাব বুলি আশা ৰাখি তেখেতৰ আত্মাৰ সদ্‌গতিৰ অৰ্থে ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা কৰিছোঁ আৰু শোকসন্তপ্ত পৰিয়ালক সমবেদনা জনাইছোঁ। সম্পাদক।

(মিলন, ৭ম বছৰ, ৪ৰ্থ সংখ্যা , ১৮৫১ শক)

MEN I HAVE MET

By Dr. Surya Kumar Bhuyan :–

Das Bholanath,

His mother and my maternal grandmother were uterine sisters This relationship drove me closer to him, and I studied his poetical works with very close interest and avidity I used to live at his Gauhati residence very frequently during my student days. The affectionate solitude with which he awaited my arrival is still remembered by me. The reason which impelled me to build my Gauhati home at its present site in Uzanbazar was its proximity to the residence of my maternal uncle Bholanath Das

পৰিশিষ্ট—(২)

# ভোলানাথ দাস ৰচনাৱলীৰ পাতনি *

১৯৭৪ চনৰ মাজভাগত অসম প্ৰকাশন পৰিষদে 'ভোলানাথ দাস ৰচনাৱলী' প্ৰকাশ কৰিবলৈ আঁচনি লৈ তাৰ সম্পাদনাৰ দায়িত্ব আমাৰ ওপৰত অৰ্পণ কৰে। আৰম্ভণিতে ৰচনাৱলীৰ এপদো সম্পদ মজুত নাছিল। ৰচনাসমূহো দুষ্প্ৰাপ্য। গতিকে সেইবোৰ সংগ্ৰহ কৰাটোৱে পোনতে এটা দুৰ্লঙ্ঘ্য প্ৰতিবন্ধকৰূপে দেখা দিছিল। তলত মাত্ৰ এখন পুথি 'চিন্তা-তৰঙ্গিণী—দ্বিতীয় ভাগ' সংগ্ৰহৰ পথত পোৱা আহুকালবোৰৰ থূলমূল বৰ্ণনা এটাৰেই বিষয়টোৰ জটিলতাৰ আভাস দিবলৈ প্ৰয়াস কৰা হ'ল।

ভোলানাথ দাসৰ 'চিন্তা-তৰঙ্গিণী—প্ৰথম ভাগ' পুথি বিচাৰিলে পুৰণি পুথিভঁৰাল নাইবা বয়সস্থ শিক্ষিত মানুহৰ হাতত ক'ৰবাত একোখন খণ্ডিত অৱস্থাত হ'লেও পোৱা যায় , কিন্তু তাৰ দ্বিতীয় ভাগখন এখন দুষ্প্ৰাপ্য গ্ৰন্থ। ইমানে দুষ্প্ৰাপ্য যে তাৰ অৱস্থিতি সম্পৰ্কেই, অৰ্থাৎ পুথিখন জানো প্ৰকৃততে কেতিয়াবা ছপা হৈছিল—সেই বিষয়েই প্ৰশ্ন উঠিছিল , ঊনবিংশ শতিকাৰ দুষ্প্ৰাপ্য অসমীয়া গ্ৰন্থৰ অন্যতম ভঁৰাল হ'ল ইংলণ্ডৰ বৃটিছ মিউজিয়ামৰ গ্ৰন্থাগাৰ । তাতেও লিখাই বিচৰাই খবৰ পোৱা গৈছিল যে সেই কিতাপ তাতো কোনো দিন পোৱা হোৱা নাছিল, প্ৰথম ভাগখনহে আছে। অসমীয়া সাহিত্যৰ ইতিহাস প্ৰণেতা জীৱিত কেউগৰাকী পণ্ডিতৰ ওচৰ চাপি আলচ কৰাত তেওঁলোকৰ কোনোজনায়ে কিতাপখন কেতিয়াবা দেখিছিল বুলি ক'ব নোৱাৰিলে। এগৰাকীয়ে চিন্তা কৰি মন্তব্য দিলে যে আগৰ দিনত আকৌ কিতাপ প্ৰকাশ হোৱাৰ পূৰ্বেই বিজ্ঞাপন দি কিতাপ প্ৰকাশ হোৱা বুলি বাতৰি প্ৰচাৰ কৰাটো এটা দস্তুৰ হৈ পৰিছিল, গতিকে 'চিন্তা-তৰঙ্গিণী—দ্বিতীয় ভাগ' সম্পৰ্কেও হয়তো তেনে ঘটনায়ে ঘটিব পাৰে। × ×

এনেতে ১৮৫১ শকৰ ভাদ মাহৰ ১৮শ বছৰ ৫ম সংখ্যা বাঁহীত, ইংৰাজী ১৯২৯ চনত স্বৰ্গীয় জ্বলন্তিৰাম লহকৰ ডাঙৰীয়াই লেখা 'ভোলানাথ দাস' শিতানৰ প্ৰবন্ধ এটা পোৱা গ'ল (পৰিশিষ্ট চাওক)। তাত প্ৰবন্ধ লেখকে 'চিন্তা-তৰঙ্গিণী—দ্বিতীয় ভাগ' কিতাপৰপৰা উদ্ধৃতি দি তাৰ গুণাগুণৰ কথা বিচাৰ কৰিবলৈ যত্ন কৰাৰ উপৰিও পুথিখন ৰচনা কৰা বাবে যে কবি ভোলানাথ দাসে এশ টকা পুৰস্কাৰ

× × এই পাতনি 'ছন্দশিল্পী ভোলানাথ দাস' পুথিৰেই অংশস্বৰূপ।

পাইছিল (আচলতে গ্ৰন্থকাৰে কিতাপৰ বিজ্ঞাপনত উল্লেখ কৰামতে ১২৫ টকা পাইছিল,) সেই কথাও উল্লেখ কৰিছে। তাৰ পিছত উৰহীৰ ওৰ বিচাৰি ফুৰোঁতে পোৱা গ'ল 'সীতাহৰণ কাব্য'ৰ প্ৰথম সংস্কৰণৰ জৰাজীৰ্ণ পুথি এখন। তাত ডিব্ৰুগড় সদৰ স্কুলৰ তদানীন্তন কালৰ শিক্ষক শিৱনাথ ভট্টাচাৰ্যদেৱে ১৮২৪ শকৰ (ইং ১৯০২ চনৰ) ফাগুন মাহত 'আসাম বিলাসিনী' আলোচনীত ছোৱা ছোৱাকৈ এসময়ত প্ৰকাশ হ'বলৈ ধৰা কাব্যখন পোন প্ৰথমে পুথিৰ আকাৰে প্ৰকাশ কৰিবলৈ লৈ 'প্ৰকাশকৰ কথা' বুলি ভূমিকা এটা আৰম্ভণিতে সংযোজনা কৰিছিল (পৰিশিষ্ট চাওক)। তাত তেওঁ অন্য কথাৰ মাজতে প্ৰাসঙ্গিকভাৱে উল্লেখ কৰিছিল—"গ্ৰন্থকাৰে এই কাব্যখানী বহু বছৰ পূৰ্ব্বেঁহি লেখিবলৈ আৰম্ভ কৰিছিল। বঙ্গীয় কবি ˇ মধুসূদন দত্তই বাঙ্গালা ভাষাত অমিত্ৰাক্ষৰ ছন্দৰ প্ৰথম সৃষ্টি কৰে। তেওঁক অনুসৰণ কৰি আমাৰ গ্ৰন্থকাৰেও অসমীযা ভাষাত উক্ত ছন্দত প্ৰথমে কবিতা ৰচনা আৰম্ভ কৰে। সীতাহৰণ কাব্যও অমিত্ৰাক্ষৰ ছন্দত কেইপাতমান লেখি তেওঁ 'আসাম বিলাসিনী' পত্ৰিকাত প্ৰকাশ কৰিছিল। উক্ত পত্ৰিকাই অসমীযা ভাষাত অমিল ছন্দৰ ৰচনা কিম্ভুতকিমাকাৰ যেন ভাবি আৰু গ্ৰন্থকাৰৰ 'ইটো' 'সিটো' ব্যৱহাৰ অশুদ্ধ বুলি ইতিকিং কৰিছিল। 'বিলাসিনী'ৰ মতে 'ইতো' 'সিতো' হে শুদ্ধ। গ্ৰন্থকাৰে তেওঁৰ 'চিন্তা-তৰঙ্গিণী—দ্বিতীয় ভাগ'ত 'ইটো' 'সিটো' শীৰ্ষক কবিতাটী কিয় লেখিছিল তাক বোধকৰোঁ কোনেও বুজিব পৰা নাই। গ্ৰন্থকাৰে 'ইটো' 'সিটো' শব্দ ব্যৱহাৰ কৰাত আৰু অমিত্ৰাক্ষৰ ছন্দত কবিতা লেখাত 'বিলাসিনী'এ তীব্ৰ সমালোচনা কৰা দেখি তেওঁ সেই কবিতাটী লেখে।" ইযাকে পঢ়ি আমি 'চিন্তা-তৰঙ্গিণী—দ্বিতীয় ভাগ' যে প্ৰকাশ হৈছিল সেই বিষযে আৰু নিঃসন্দেহ হ'লোঁ।

এনে সমযতে গুৱাহাটীৰপৰা ভালেমান দিন আঁতৰত থাকি ঘূৰিপকি তেতিয়া উভতি অহা পাতাল-সন্ধানী ঐতিহাসিক শ্ৰীযুত বেণুধৰ শৰ্মাৰ লগত সাক্ষাৎ হ'বলৈ আমাৰ সৌভাগ্য ঘটে। এই বিষযৰ কথা ওলোৱাত কথাই কথাই তেখেতে ক'লে—কিতাপখন ছপা হৈছিল আৰু তাৰে এখন তেখেতৰ হাততেই আছিল। ১৯৫৬ চনত অসম সাহিত্য সভাৰ পঞ্চবিংশ অধিবেশনত সভাপতিত্ব কৰি ধুবুৰীৰপৰা উভতি আহোঁতে কথাপ্ৰসঙ্গত তেওঁ হেনো তেওঁৰ সঙ্গীবন্ধু আৰু সেই অধিবেশনৰে বিজ্ঞান শাখাৰ সভাপতি লক্ষ্মীনাথ দাসক কিতাপখনৰ কথা কৈছিল। লক্ষ্মীনাথ দাস ভোলানাথ দাসৰ বৰপুত্ৰ আৰু বিজ্ঞানৰ পণ্ডিত। কিতাপখনৰ পুনৰ মুদ্ৰণৰ ব্যৱস্থা কৰা হ'ব বুলি কৈ দাস ডাঙৰীয়াই সেইখন তেওঁক দিবলৈ বৰকৈ ধৰাত তেওঁ হেনো দাস ডাঙৰীয়াক সেই কিতাপখন দিছিল। সিমানেই নহয়, শৰ্মাদেৱে বোলে সেই কিতাপখন তাৰ উপৰি বছৰত অৰ্থাৎ ১৯৫৫ চনত টিয়কৰ কোনোবা এগৰাকী গঙ্গেশ্বৰ বৰুৱাৰপৰা দুটকা ৰূপ দি কিনি আনি যত্নেৰে নিজৰ পুথিভঁৰালত ৰাখিছিল। দুটকা ৰূপ দি কিনা সেই কথাটি তেওঁ পুথিৰ নামৰ তলতে তাৰিখসহ লেখি থৈছিল। ইতিমধ্যে দাস ডাঙৰীয়া পৰলোক প্ৰাপ্ত হ'ল। তাৰ পাছত

ক'ৰ কিতাপ ক'লৈ গ'ল—কোনেও ক'ব নোৱাৰাত পৰিল। আমি সংশ্লিষ্ট সকলোকে সুধিপুছি নানা প্ৰকাৰে বিচাৰ-খোচাৰ কৰিও তাৰ শুংসূত্ৰকে উলিয়াব নোৱাৰিলোঁ।

আৰু এদিনৰ কথা। ৰাতি প্ৰায় ন বাজিছে। কিনকিনীয়া বৰষুণ। বিহুগী কবি ৰঘুনাথ চৌধাৰী আৰু মোৰ পুথি-দৰদী বন্ধু শ্ৰীজিতেন্দ্ৰনাথ বুজৰবৰুৱাৰ ঘৰত থকা আপুৰুগীয়া পুথিভঁৰালত পুথি বিচাৰি নিৰাশ হৈ ভাগৰে-যুগৰে উভতি শ্ৰীসুৰেন দাস দাদা-শহুৰৰ ঘৰত সোমালোঁ আৰু মোৰ 'চিন্তা-তৰঙ্গিণী' অন্বেষণৰ কথা ক'লোঁ। তেখেতে ভিতৰলৈ গৈ কিছুপৰৰ মূৰত ঢিলাকৈ বন্ধা জৰাজীৰ্ণ কিতাপ এখন ধপচকৈ মেজত থৈ গহীনকৈ ক'লে, "এইখন হয়নে চোৱাচোন!" মই দূৰৈৰপৰাই নামটো দেখিলোঁ—'চিন্তা-তৰঙ্গিণী'। পিছে 'অতিস্নেহো পাপাশঙ্কে'। মনত বিজুলীয়াই গ'ল নিশ্চয় 'চিন্তা-তৰঙ্গিণী—প্ৰথম ভাগ', কাৰণ প্ৰথম ভাগ বা দ্বিতীয় ভাগ কথাটো সৰুকৈ ছপা কৰা আছে। হাতত তুলি লৈ পঢ়ি চাই দেখোঁ—'চিন্তা-তৰঙ্গিণী—দ্বিতীয় ভাগ।'

বিচৰা 'স্বৰগ' হাততে পাই মই ক'লোঁ—"হয, এইখনেই , এইখনেই দেখোন।" পাত লুটিযাবলৈ ধৰিলোঁ। সুধিবলৈ সত্ নগ'ল—ইমানদিনে দিযা নাছিল কিয ? পঢ়ি চাই তাত দেখোঁ যে বেণুধৰ শৰ্মাদেৱৰ নামৰ ছাব মৰা থকা দুটকা দামত কিনা কিতাপ সেইখনেই। নোপোৱাই পোৱাদি পাই বৰ আদৰ-ঔৎসুক্যেৰে আলফুলকৈ গ্ৰহণ কৰি পুথিখন আনি ঘৰত অ'ত ত'ত পঢ়ি চাই যি পালোঁ, তাতহে মোৰ অন্তৰ তেনেই বিদীৰ্ণ হ'ল। মোৰ অৱস্থা তেতিয়া গঞা লোকে কোৱাৰ দৰে 'দোনা (দোঙা) দেখি ৰং পালোঁ, সান্দহ দেখিহে থং খালোঁ' হ'ল। দেখোঁ যে শেষৰপিনে গোটাচেৰেক পাততো নায়েই মাজতো প্ৰায কুৰিটামান পাত নাই, ক'ৰবাত সুলকি পৰিছে। গল্পৰ কোনোবা চৰুৱা মুছলমানে কোৱাৰ দৰে ক'বলৈ মন গৈছিল—হে আল্লা, দিলাও নিলাও , আল্লা, দিলাও নিলাও। —বহু যত্নে বহুত বিচাৰ-খোচাৰ কৰিও সেই পাতবোৰ উদ্ধাৰ কৰিব পৰা নগ'ল। ফলত মই হ'লোঁ—'পুনৰেব পাপী, পুনৰেব দৰিদ্ৰঃ'! পিছে আমিও সিমানতে এৰা বিধৰ ভকত নহওঁ। গতিকে বিষয়টো সিমানতে নেৰিলোঁ। এইবাৰ বৰং আকৌ দুগুণ উদ্যমেৰে পুস্তক অন্বেষণত ব্ৰতী হ'লোঁ ; সম্ভাব্য স্থল সকলোবোৰলৈ শব্দভেদী বাণ মৰাৰ দৰে চিঠি পঠালোঁ। নগাঁৱৰ ঢিঙৰ কবি ৰত্নকান্ত বৰকাকতিৰ পুৰণি ঘৰত থাকিব পাৰে বুলি তাতো বিচৰালোঁ। এসময়ত আমাৰ লগত চেটোলমেণ্টত কাম কৰা ৪ৰ্থ শ্ৰেণীৰ কৰ্মচাৰী বন্ধু এজনে উত্তৰ দিলে, 'দ্বিতীয় ভাগ চিন্তা-তৰঙ্গিণী পোৱা হৈছে, পিছে আমি নিজে আগতে খবৰ দি তালৈ গ'লেহে পাম।' সেইমতে তালৈ গ'লোঁ আৰু কিতাপো পালোঁ, কিন্তু সেইখনো সম্পূৰ্ণ নহয়, মাজে মাজে পাত নাই, খঁৰা-মূৰা, আদি আৰু অন্তবিহীন। তথাপি এইখনে আগৰখনত ভালেখিনি যোগ দিলে। পিছত যোৰহাটৰ অধ্যাপক-বন্ধু সুসাহিত্যিক শ্ৰীযতীন্দ্ৰনাথ গোস্বামীদেৱৰ অকুণ্ঠ সহযোগ নোপোৱা হ'লে পুথিৰ সম্পূৰ্ণ উদ্ধাৰ সম্ভৱ নহ'লহেঁতেন। তেখেতে খবৰ দিলে

যে কিতাপখন বহুত ঠাইত বিচাৰি ফুৰি শেষত বালিগাঁও ৰিডিংক্লাৱ, কীৰ্ত্তিচন্দ্ৰ লাইব্ৰেৰী নামৰ পুথিভঁৰালত পোৱা গৈছে, কিন্তু গ্ৰন্থাগাৰিকে তাক হস্তান্তৰ বা স্থানান্তৰ নকৰে। গতিকে তেখেতৰ সহায়ত আৰু নিজেও এবাৰ যোৰহাটলৈ গৈ সাত জোৰা দি, কোনোমতে কামটো সম্পূৰ্ণ কৰা হ'ল। আমি গোস্বামীদেৱৰ ওচৰত এই বিষয়ে আকণ্ঠ ঋণী। গ্ৰন্থাগাৰিক শ্ৰীকুশলচন্দ্ৰ গোস্বামীলৈও আমাৰ শলাগ জনালোঁ।

দুখেৰে আমি স্বীকাৰ কৰিবলৈ বাধ্য যে ইমান বিচাৰিও কিন্তু স্বৰ্গীয় ভুলতিৰাম লহকৰে তেওঁৰ পূৰ্বোক্ত প্ৰবন্ধত উল্লেখ কৰা ভোলানাথ দাস ডাঙৰীয়াৰ হাতে লেখা ২২ পৃষ্ঠাৰ অসম্পূৰ্ণ 'সুভদ্ৰাহৰণ' নামৰ কাব্যখনৰ শুংসূত্ৰ একো উলিয়াব নোৱাৰিলোঁ। অকল সিমানে নহয়—দাস ডাঙৰীয়াৰ হস্তলিপিও আমি কাৰোপৰা উদ্ধাৰ কৰিব নোৱাৰিলোঁ। সংগ্ৰহৰ সেইফেৰা ত্ৰুটিৰ বাবে আমি দুঃখিত।

কবি ভোলানাথ দাস যুগসন্ধিৰ কবি। অসমীয়া সাহিত্যৰ সেইটো এটা এন্ধাৰ পোহৰৰ সন্ধিক্ষণ আছিল, বিশেষকৈ কবিতাত। কাৰণ পঢ়াশালি, কাচাৰী, আদিত বঙলা ভাষাই হেঁচা দি ধৰিলেও গাঁও-ভুঁইত অসমীয়া মাত-কথাৰ তেতিয়াও প্ৰচলন অব্যাহত আছিল। কবিতাৰ ভাষা জনসাধাৰণৰ কথিত ভাষা নহয় বাবে তাৰ সুঁতিটো কিন্তু মৰা-সুঁতিত পৰিণত হ'বলৈ বাধ্য হৈছিল। তাত নানা তৰহৰ পৰীক্ষা-নিৰীক্ষা চলিছিল। সেই হেতুকে সেই সময়ৰ সমসাময়িক অসমীয়া সাহিত্যৰ, বিশেষকৈ অসমীয়া কবিতাৰ স্বৰূপটোনো তেতিয়া কেনে আছিল তাকে যথাসম্ভৱ স্পষ্ট কৰি তুলিবলৈ পাতনিত যথাসাধ্য চেষ্টা কৰা হৈছে। তাকে কৰোঁতে অন্যান্য লেখকৰ ৰচনাৰ উদ্ধৃতি বিবিধ দুষ্প্ৰাপ্য আলোচনীৰপৰা সংগ্ৰহ কৰিবলগীয়া হৈছিল। যিখন মাহেকীয়া আলোচনীয়ে কবি ভোলানাথ দাসক তিক্ত-কঠোৰ হিয়াভেদা সমালোচনাৰ দ্বাৰা চিৰকালৰ কাৰণে সাহিত্য ক্ষেত্ৰৰপৰা বিতাৰিত কৰিলে, সেই 'আসাম-বিলাসিনী' পত্ৰিকাও অধিক কাল নিটিকিল আৰু তাৰ অস্থি পৰ্যন্ত আজি অসমত পাবলৈ নাই। তাৰে কেইখিলামান পাত বৃটিছ মিউজিয়ামৰপৰা 'ফটোষ্টেট কপি' কৰাই আনি ডঃ সত্যেন্দ্ৰনাথ শৰ্মাই গুৱাহাটী বিশ্ববিদ্যালয়ত সযত্নে সংৰক্ষণ কৰিছে। আমি সেই সময়ৰ লেখাৰ নমুনা দিবলৈ গোটাচেৰেক উদ্ধৃতি তাৰপৰা গ্ৰহণ কৰিছোঁ।

কবিতা পুথিবোৰৰ প্ৰত্যেকখনৰে একাধিক সংস্কৰণ ঊনবিংশ শতিকাতে প্ৰকাশ হৈছিল। অৱশ্যে 'সীতাহৰণ কাব্য'ৰ দ্বিতীয়, তৃতীয়াদি সংস্কৰণবোৰ গ্ৰন্থকাৰৰ পৰলোক ঘটাৰ পিছতহে ওলাইছিল। মন কৰিবলগীয়া কথা এই যে গ্ৰন্থকাৰ স্বৰ্গী হোৱাৰ পিছৰ তাঙৰণৰ পুথিবোৰত প্ৰকাশকসকলে পাণ্ডিত্যপূৰ্ণ পাতনি সংযোগ কৰাতহে অধিক মনোযোগ দিছিল, ছপাই উলিওৱা পুথিৰ পাঠৰ মূলৰ লগত অৰ্থৰ সঙ্গতি ৰাখি মিলাই চোৱাৰ প্ৰয়োজন সিমান উপলব্ধি কৰা নাছিল যেন লাগে। প্ৰথম সংস্কৰণৰ পুথিৰ লগত আধুনিক যিকোনো তাঙৰণৰ 'সীতাহৰণ কাব্য' এখন মিলাই চালে তাৰ সত্যতা প্ৰমাণ হ'ব। পৰৱৰ্তী সংস্কৰণবোৰৰ বহুত ঠাইত দাঁড়ি,

কমা আদি যতিবোৰ উঠি গৈ পাঠ দুৰ্বোধ্য হৈছে , বহুত ঠাইত 'মানৱ'ৰ ঠাইত 'দানৱৰ' দৰে শব্দ (২য় তাঙৰণৰ ১৬৯ পৃষ্ঠা চাওক) 'শাণ্ডিলা'ৰ ঠাইত 'শান্তিলা' (২য় তাঙৰণ, ১২৪ পৃঃ)ৰ দৰে শব্দ বহি ৰসোপলব্ধিত অনৰ্থৰ সৃষ্টি কৰিছে। আৰ্হি কাকত চোৱাৰ সময়ত আমি যথাসম্ভৱ মূল সংস্কৰণৰ কায চাপি চলিবলৈ যত্ন কৰিছোঁহক।

বানানৰ ক্ষেত্ৰতো আমি মূলৰপৰা আঁতৰি যাব খোজা নাই। তাৰ কাৰণ দুটা। প্ৰথমটো হ'ল ভোলানাথ দাসৰ কাব্যসমূহ প্ৰকাশ হোৱাৰ সময়ত 'হেমকোষ' অভিধান ছপা হোৱাই নাছিল। বানান বা বৰ্ণাশুদ্ধি সম্পৰ্কীয় বিতৰ্ক তেতিয়া চলিয়ে আছিল। 'চিন্তা-তৰঙ্গিণী—দ্বিতীয় ভাগ'ৰ—'ইটো'-'সিটো'—কবিতাই তাৰ সাক্ষী। 'আৰু'ৰ ঠাইত 'ও'ৰ হেতাওপৰা সৌ সিদিনালৈকে চলি আছিল। এনে ক্ষেত্ৰত গ্ৰন্থকাৰৰ বানানৰ ওপৰত হাত ফুৰালে গ্ৰন্থৰ মৰ্যাদা ক্ষুণ্ণ হ'ব পাৰে বুলি আমাৰ আশঙ্কা। দ্বিতীয়তে, এই বানান আৰু শব্দ প্ৰয়োগ ৰীতিৰ ঐতিহাসিক মূল্যও নোহোৱা নহয়। সেয়েহে তাত আমি হাত দিয়া নাই। উদাহৰণ স্বৰূপে সূচীৰ 'মেঘ' কবিতাৰ প্ৰকৃত শিৰোনামা কবিতাটোৰ ওপৰত দিয়া আছিল—'একখণ্ড ক্ষুদ্ৰ মেঘ' বুলি।

কবি ভোলানাথ দাসৰ কাব্যসমূহ—বিশেষকৈ প্ৰথম কেইখন, যেনে—'কবিতামালা' ১ম ভাগ, ২য় ভাগ আৰু 'চিন্তা-তৰঙ্গিণী'—১ম ভাগ, ২য়ভাগ ইমান দুষ্প্ৰাপ্য হ'ল কিয় ভাবিবলগীয়া কথা। দ্বিতীয়তে, কবি ভোলানাথ দাসে লেখিবলৈ এৰিছিল কিয়—সেইটোও চিন্তাৰ বিষয় হ'ব পাৰে। অন্য এক শ্ৰেণীৰ লোকে এই কিতাপবোৰৰ ভাষা তেনেই অপচন্দ কৰিছিল, আৰু পুথিবোৰৰ প্ৰতি কটাক্ষপাত কৰি সেইবোৰক অনাদৰ কৰাই নহয়, দূৰতে বিদূৰ কৰিবলৈ বিচাৰিছিল। তাৰেই ফলত পুথিবোৰ একাষৰীয়া হৈ গৈ শেষত পাহৰণিত প্ৰবেশ কৰিবলৈ ধৰিলে। বনজুইক বতাহে সহায় কৰাৰ দৰে সমালোচনাৰ তিক্ততাৰ লগত পূৰ্বোক্ত শ্ৰেণীৰ লেখকসকলৰ অনাদৰ-অৱহেলা যোগ হৈ কবিক সাহিত্য ক্ষেত্ৰৰপৰা দূৰতে থাকিবলৈ বাধ্য কৰিলে।

অসমীয়া সাহিত্যৰ বুৰঞ্জী লেখকসকলে কবি ভোলানাথ দাসৰ চিনাকি দিবলৈ গৈ পোনেই কয়—ভোলানাথ দাস বিখ্যাত বাখৰ বৰাৰ বংশৰ লোক আছিল আৰু তেওঁৰ পুৰণি ঘৰ আছিল নগাঁও জিলাত। পিছে বাখৰ বৰানো কোন আৰু তেওঁনো কি সূত্ৰে কেনেকৈ কেতিয়া বিখ্যাত হৈ উঠিছিল সেই বিষয়ে বুৰঞ্জী অথবা সাহিত্যৰ বুৰঞ্জী হ'লে নিমাত। ডঃ মহেশ্বৰ নেওগে তেওঁৰ 'অসমীয়া সাহিত্যৰ ৰূপৰেখা'ত—"লোকগীতত বিখ্যাত বাখৰ বৰাৰ বংশৰ ভোলানাথ দাস" বুলি উল্লেখ কৰিছে (৩০০ পৃঃ, প্ৰথম তাঙৰণ) আৰু ডিম্বেশ্বৰ নেওগে তেওঁৰ 'আধুনিক সাহিত্যৰ বুৰঞ্জী'ত কৈছে যে ভোলানাথ দাস "বিখ্যাত বাখৰ বৰাৰ বংশৰ আছিল" (৭০ পৃঃ, প্ৰথম তাঙৰণ)।

বাথৰ বৰাৰ মৃত্যুৰ পাছত পো-পৰিয়ালে জন্মস্থান পৰিত্যাগ কৰি কিছুমান দিন দিহিঙে-দিপাঙে ঘূৰি ফুৰিছিল। পৰিয়ালৰ এটা ঠেঙুলিয়ে গৈ গোলাঘাটত থাকিবলৈ লৈছিল। সেই শাখাটোৰ নাতিপুতিসকল আজিও তাত আছে। তেওঁলোকে বাথৰ বৰাৰ বংশধৰ বুলি দাবী কৰে , কিন্তু দুৰ্ভাগ্যবশতঃ তেওঁলোকৰো কাৰো হাতত বংশাৱলী নাই , ঘৰপোৰা জুইত নাশ হৈছে বুলি জনা যায়। অন্য এটা শাখা আহি গুৱাহাটীত কিছুদিন থাকি পুনঃ হেনো আগৰ ঠাই ননৈ পাৰলৈ পিতৃ-ভিঠাৰ মোহত উভতি গৈছিল। তেওঁলোকৰে কোনো এগৰাকীৰ নাম বাপিৰাম। বাপিৰামৰ পিতৃৰ নাম অনিবুঢ়া।

বাপিৰাম বৰ সাধু আৰু নম্ৰ স্বভাৱৰ ছাত্ৰ আছিল। ডেকা বয়সত তেওঁ অতিশয় ধীৰ আৰু ধৰ্মনিষ্ঠ হৈ পৰিছিল। তেওঁ কৈছিল যে সকলো মানুহ ভগৱানৰ দাস। স্বয়ং মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰে নিজক কৃষ্ণৰ কিঙ্কৰ বা দাস বুলিছিল। তেনে ভকতীয়া ভাবতে উদ্বুদ্ধ হৈ তেওঁ নিজেও তেওঁৰ নামৰ শেষত 'বৰা' উপাধি নেলেখি 'দাস' লেখিবলৈ লৈছিল। সেই বিষয়ে পিছত পুত্ৰ ভোলানাথ দাসে লেখিছিল, "মোৰ পিতৃ বিখ্যাত বাথৰ বৰাৰ বংশৰ হোৱা সত্ত্বেও তেওঁ নামৰ শেষত 'দাস' লিখিবলৈহে ভাল পাইছিল।"

ঊনবিংশ শতিকাৰ আগ ভাগতে বাপিৰামে নগাঁও চহৰলৈ আহি তাতে শিক্ষা লাভ কৰি চৰকাৰী চাকৰি গ্ৰহণ কৰে। তেওঁ পোনতে নগাঁও জিলাৰ জিলাধিপতিৰ অফিচত কেৰাণী কামত অস্থায়ীভাবে মকৰল হৈ নিজৰ কাৰ্যদক্ষতাৰ গুণত দেৱানী চিৰস্তাদাৰ খিতাপি লাভ কৰিবলৈ সমৰ্থ হৈছিল। সেই সময়তে ১৮৫৮ চনত নগাঁও চহৰত ভোলানাথ দাসৰ জন্ম হয়।

ভোলানাথ আত্মনিৰ্ভৰশীল লোক আছিল। তেওঁ নিজৰ জীৱন-স্মৃতিও চমুকৈ লেখি থৈ গৈছে। সম্ভৱতঃ এই জীৱন-স্মৃতিৰ ওপৰতে নিৰ্ভৰ কৰি তেওঁ নিজৰ বিস্তৃত আত্ম-জীৱনী লেখিবলৈ সঙ্কল্প কৰিছিল। কিন্তু তাকে কৰিবলৈ সময় সুযোগ নাপালে। মৃত্যুৰ পাছত তেওঁৰ সেই চমু টোকাটোকে 'বাঁহী'ত প্ৰকাশ কৰা হৈছিল।● এই জীৱন-স্মৃতিৰপৰা দাস ডাঙৰীয়াৰ জীৱনৰ মূল ঘটনাবোৰৰ এটি চমু তালিকা পোৱাৰ উপৰি তেওঁৰ গদ্য-ৰীতিৰো এটা ক্ষুদ্ৰ আভাস পোৱা যায়। ৰচনাৱলীৰ শেষৰ ফালে তাক সন্নিৱিষ্ট কৰা হৈছে।

ভোলানাথ দাসৰ মাতৃ পদ্মাৱতী এগৰাকী গুণৱতী ৰমণী আছিল। ভোলানাথ আছিল পিতৃ-মাতৃৰ একেটি সন্তান। তেওঁ ১৮৭৯ চনত নগাঁও উচ্চ ইংৰাজী বিদ্যালয়ৰপৰা প্ৰথম বিভাগত উত্তীৰ্ণ হৈ কলিকতাৰ মেট্ৰোপলিটান কলেজত নাম লগায় , কিন্তু সেই সময়ত তেওঁৰ স্নেহময়ী মাতৃ হঠাৎ নৰিয়া পৰাত তেওঁ খৰধৰকৈ কলিকতা ত্যাগ কৰি ঘৰলৈ উভতি আহিবলগীয়াত পৰে। ঘৰলৈ আহি তেওঁ বহি

---

● ১৯২৯ চনৰ ১৮শ বছৰৰ ৪ৰ্থ সংখ্যা 'বাঁহী' দ্ৰষ্টব্য।

নাথাকিল, নগাঁও জিলাৰ ডিষ্ট্ৰিক্ট ছাৰ্ভেয়াৰ পদত নিযুক্ত হ'ল ; কিন্তু সেই কামৰ কঠোৰ পৰিশ্ৰমে নুশুজাত তেওঁ তাক এৰি দিবলৈ বাধ্য হ'ল। ইয়াৰ পাছত তেওঁ নগাঁও উচ্চ ইংৰাজী বিদ্যালয়ৰ তলৰ শিক্ষক পদত অস্থায়ীভাবে নিযুক্ত হৈ তাৰপৰা ক্ৰমে শিক্ষা বিভাগৰ কেৰাণী আৰু নগাঁও আৰু শিৱসাগৰ জিলাৰ জৰিপ পঢ়াশালিৰ শিক্ষকৰ পদত মকৰল হয়। তাতে থাকি তেওঁ ছিভিল ছাৰ্ভিছ পৰীক্ষা দিয়ে আৰু তাত উত্তীৰ্ণ হৈ ১৮৮৮ চনত মাটিৰ হাকিম চাকৰি পায়। এই কামত তেওঁৰ যথেষ্ট সুনাম-সুখ্যাতি হয় আৰু তাৰেই ফলত শীঘ্ৰেই সহকাৰী চেটেলমেণ্ট বিষয়া নিযুক্ত হোৱাৰ উপৰিও প্ৰথম শ্ৰেণীৰ কৰ্মচাৰী হৈ দ্বিতীয় শ্ৰেণীৰ মেজিষ্ট্ৰেটৰ ক্ষমুতা লাভ কৰে। তেওঁ গুৱাহাটী চহৰৰ জৰিপ আৰু 'বিচেটেলমেণ্ট'ৰ কাম শেষ কৰি ১৯১২ চনৰ ১২ ডিচেম্বৰত ৰজাঘৰীয়া কামৰপৰা আজৰি হয়। অৱসৰ লোৱাৰ পাছতো তেওঁ নানা ৰাজহুৱা আৰু ৰজাঘৰীয়া কামত ব্যাপৃত থাকি ১৯২৯ চনৰ দুই জুলাইত উজান বজাৰৰ নিজঘৰত এপপ্লেক্সী ৰোগত মৃত্যুবৰণ কৰে।

ভোলানাথ দাসৰ সাহিত্য-জীৱন আৰম্ভ হৈছিল তেওঁৰ পঢ়াশালি আৰু কলেজত পঢ়া কালডোখৰতেই। তেওঁৰ জীৱনৰ ঘটনাপঞ্জি আমাৰ আলোচনাৰ সুবিধাৰ কাৰণে এইদৰে ল'ব পাৰোঁ।

(১) জন্ম ১৮৫৮ চন—স্থান নগাঁও চহৰ।

(২) ১৮৭৯ চনত প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ জলপানি লাভ আৰু কলিকতাৰ মেট্ৰপলিটান কলেজত প্ৰবেশ।

(৩) ১৮৭৯ চন—মাতৃৰ অসুস্থতাৰ হেতু কলিকতা ত্যাগ আৰু গৃহলৈ প্ৰত্যাবৰ্তন। মাতৃৰ পৰলোক প্ৰাপ্তি।

(৪) ১৮৮০ চন—নগাঁও জিলাত ডিষ্ট্ৰিক্ট ছাৰ্ভেয়াৰ নিযুক্ত আৰু স্বাস্থ্যই নুশুজাত চাকৰি ত্যাগ।

(৫) ১৮৮০ (২৪ আগষ্ট)—নগাঁও হাইস্কুলত অস্থায়ীভাবে লাষ্ট মাষ্টৰৰ নিযুক্তি লাভ।

(৬) ১৮৮১ চন—নগাঁৱত শিক্ষা বিভাগৰ অস্থায়ী কেৰাণী নিযুক্ত।

(৭) ১৮৮২ চনৰপৰা ক্ৰমে নগাঁও আৰু শিৱসাগৰ ছাৰ্ভে স্কুলত শিক্ষকতা।

(৮) ১৮৮৭ চন—প্ৰথম আৰু দ্বিতীয় পত্নীৰ মৃত্যুৰ পাছত গোলাঘাটৰ ৰাজখোৱা বংশৰ যজ্ঞেশ্বৰী আইদেউৰ লগত বিয়া।

(৯) ১৮৮৮ চন—ছাব ডেপুটি কলেক্টৰ পদত নিযুক্তি লাভ।

(১০) ১৮৯৩ চন—ৰৰপুত্ৰ লক্ষ্মীনাথ দাসৰ জন্ম।

(১১) ১৯১২ চন—গুৱাহাটী চহৰৰ বিছাৰ্ভে আৰু বিচেটেলমেণ্টৰ সমাপ্তি আৰু চৰকাৰী চাকৰিৰপৰা অৱসৰ গ্ৰহণ কৰি ৰাজহুৱা কামত আত্মনিয়োগ।

(১২) ১৯২৯ চন—মৃত্যু। স্থান গুৱাহাটী চহৰ।

উল্লেখযোগ্য কথা এই যে ভোলানাথ দাসে জীৱনৰ ঘটনাৱলীৰ চমু টোকা লেখাত তেওঁৰ সাহিত্য-জীৱন সম্পৰ্কে ক'তো উল্লেখ কৰা নাই। সাহিত্য চৰ্চাত, বিশেষকৈ 'সীতাহৰণ কাব্য' ৰচনা কৰি পোৱা কটু সমালোচনাৰ বিষম তিক্ততাই সম্ভৱতঃ তাৰ ঘাই কাৰণ। কবিতাৰ অ'ত ত'ত থকা উল্লেখ আৰু জীৱনৰ ঘটনাপঞ্জি চালিজাৰি চালে দেখা যায় যে ভোলানাথৰ সাহিত্য জীৱন পঢ়াশলীয়া ছাত্ৰ কালতে (আঠ দশকৰ মাজভাগ মানতে) আৰম্ভ হৈ ১৮৮৮ চন মানত স্তব্ধ হয়।

ভোলানাথ নিজৰ ঘৰখনত নিজে লেখা-পঢ়াত ৰত থকাত বাহিৰেও ল'ৰা-লুৰীসকলক কেনেকৈ সাহিত্য, বিজ্ঞান, গাৰ্হস্থ্য-কৰ্ম আদি বিষয়ত শিক্ষাদান কৰিছিল তাৰে এটা মাত্ৰ দৃষ্টান্ত ইয়াত বৰ্ণনা কৰি আমি তেওঁৰ ৰচিত সাহিত্য এখন এখনকৈ আলোচনা কৰিম।

**জুইশালত সাহিত্য**

জাৰকালি ৰাতি জুহাল-কাষত এদিন ভাত খাই উঠি আঠ ন বছৰীয়া বৰপুত্ৰ লক্ষ্মীনাথে দেউতাকক সুধিলে, 'চিন্তা-তৰঙ্গিণী'ৰ জিলটোত দিয়া "ভোজন সুমিষ্ট চাও নাহি উপাৰ্জ্জন" আদি কথাখিনিৰ মানে কি ? দেউতাক ভোলানাথে ক'লে, "মোৰ জীৱনটো কেনেকুৱা আৰু মই কি কৰিব খোজোঁ তাকে তাত লিখিছোঁ।" তাকে কৈ তেওঁ পদ্য চাৰি শাৰীৰ অৰ্থ ব্যাখ্যা কৰিলে। তাৰে প্ৰতিটো শাৰীৰ প্ৰথম আখৰকেইটা ল'লে যে ক্ৰমে ভো-লা-না-থ হয় তাকে দেখুৱাই তেওঁ পুতেকক ক'লে যে এনেকুৱা মানুহজনেই হ'ল ভোলানাথ। পিছে পুতেকো কম নহয়। তেওঁ ক'লে, "মোৰো নামটোৰ এটা পদ্য কওকচোন।" তেওঁ তেতিয়া পুতেকক কাগজ-পেন্সিল আনিবলৈ ক'লে। আনিলত ক'লে, "আৰম্ভ কৰচোন বাৰু—অমাৱস্যা ৰাতি লয় হয় কি ?" লক্ষ্মীনাথে লেখিলে, "লয় হয় 'পুৰ্ণচন্দ্ৰ' অমাৱস্যা ৰাতি।"— 'পুৰ্ণচন্দ্ৰ'ৰ ঠাইত 'চন্দ্ৰকলা' লেখ বুলি ভোলানাথে পুত্ৰ লক্ষ্মীনাথক সহায় কৰিলে। লক্ষ্মীনাথে অ'ত ত'ত পিতাকৰ সহায় লৈ পদ্য লেখিলে—

"লয় হয় চন্দ্ৰ কলা অমাৱস্যা ৰাতি।
ক্ষয় হৈ যায় দিন পালে মাহ কাতি ॥
মীনৰ বহুত ডিম জনম হোৱয।
নাথাকে সিমান কিন্তু জানিবা নিশ্চয় ॥
থৰ হৈ মনে গুণি চোৱা শিশু ভাই ;
লক্ষ্মীনাথ নাম মোৰ বিচাৰিলে পায়।"

ভোলানাথে পুতেকক সুধিলে, "ইয়াৰ তাৎপৰ্য কি জানা ? অৰ্থাৎ সকলোৰে ক্ষয় আছে, কীৰ্ত্তি কিন্তু অক্ষয় ; গতিকে মানুহে ক্ষণস্থায়ী জীৱনত লেখা-পঢ়া শিকি সৎ কামৰ মাজেদি অক্ষয় কীৰ্ত্তি ৰাখিবলৈ যত্নবান হ'ব লাগে। কীৰ্ত্তিমন্ত

পুৰুষ অমৰ হয়।"

ইয়াৰ চাৰি বছৰমান পাছত ৰৰপুত্ৰ লক্ষ্মীনাথে মেট্ৰিক পৰীক্ষা দিলে। তেওঁৰ সংস্কৃত পাঠ্যত মহাভাৰতৰ 'কিমাশ্চৰ্য্যং অতঃপৰম্'—কাহিনীটো আছিল। ভোলানাথে পুতেক লক্ষ্মীনাথক এদিন ক'লে, "তই নিজে ভাবি-চিন্তি 'কিমাশ্চৰ্য্যং অতঃপৰম্' এটা বাহিৰ কৰি সংস্কৃতৰ দৰে অসমীয়াতে মোক লেখি দেখুৱাব পাৰিলেহে মই তোক ভাল ল'ৰা বুলিম , দেখুৱাবিচোন।"

পিতৃবাক্য পালন কৰি লক্ষ্মীনাথে লেখি উলিয়ালে—

"বহু জ্ঞানৰাজি আছে মোৰ মগজুত ;
অনুভূতি অবিহনে নিসিজে কৰ্ম্মত।
শাস্ত্ৰগ্ৰন্থবাহী আছে অশ্বতৰী যত ;
গাধ নামে খ্যাত উপলব্ধি অভাৱত।
কীটনাশী বিদ্যাগ্ৰন্থ যতেক আচয় ,
উইকীটে সিসবক আনন্দে ভক্ষয়।
অদ্‌ভূত কথা ইটো সৰ্ব্বজন জ্ঞাত ,
পিণ্ডাকাৰ পৃথী ইটো সঞ্চাৰে ব্যোমত।
আচোক প্ৰাকৃত লোক শাস্ত্ৰবেত্তাচয় ;
সমতল স্থিৰ জ্ঞানে সতত ভ্ৰময়—
কিমাশ্চৰ্য্যং অতঃপৰম্ ?"

পদ্যটো পঢ়ি ভোলানাথে পিঠিত চপৰিয়াই ক'লে, "তই দেখোন সাহিত্যত এইসোপা বিজ্ঞানৰ কথাহে লিখিলি। বিজ্ঞানহে তোৰ অধিক প্ৰিয় হ'ব যেন পাওঁ। দুয়োকো নেৰিবি। পাৰিলে দুয়োটাৰে সমন্বয় ঘটাবি।" অসম সাহিত্য সভাৰ ১৯৫৬ চনৰ ধুবুৰী অধিবেশনত বিজ্ঞান শাখাৰ সভাপতিৰ আসনৰপৰা লক্ষ্মীনাথ দাসে পাঠ কৰা গভীৰ তত্ত্বগভী সুলিখিত অভিভাষণ এই উপদেশৰেই ফলশ্ৰুতি বুলিব পাৰি।

কবি ভোলানাথ দাসৰ কবিতাৰ পুথি পাঁচখন , তাৰে দুখন 'কবিতা-মালা' (প্ৰথম ভাগ আৰু দ্বিতীয় ভাগ) ; দুখন 'চিন্তা-তৰঙ্গিণী' (প্ৰথম ভাগ আৰু দ্বিতীয় ভাগ) আৰু অন্যখন 'সীতাহৰণ কাব্য'। প্ৰত্যেকখন পুথিৰে স্বকীয় বৈশিষ্ট্য আছে ; গতিকে আটাইকেইখনৰে পৃথক মূল্যায়নৰ প্ৰয়োজন।

**কবিতামালা—প্ৰথম ভাগ**

ভোলানাথ দাসে তেওঁৰ প্ৰায় প্ৰত্যেকখন কবিতা পুথিৰ কাৰণে চৰকাৰ বা টেক্সট্ বুক কমিটিৰপৰা বিত্তীয় পুৰস্কাৰ লাভ কৰিছিল। কবিতা ৰচনা তেওঁৰ জীৱনব্যাপী সাধনা আছিল। বাল্যকালৰপৰাই তেওঁ কবি হোৱাৰ অভিলাষ মনত লৈ তাৰ কাৰণে অহোপুৰুষাৰ্থ কৰিছিল, আৰু সেই কথা তেওঁ 'চিন্তা-তৰঙ্গিণী—২য় ভাগ'ৰ 'কবিতা' শিতানৰ কবিতা এটাত স্পষ্টকৈ উল্লেখ কৰিছে।

ভোলানাথ দাস প্ৰাক্ জোনাকী যুগৰ কবি। তেওঁৰ প্ৰথম প্ৰকাশিত পুস্তক 'কবিতামালা—প্ৰথম ভাগ'ৰ তৃতীয় সংস্কৰণৰ পুথি এখন বহু প্ৰবন্ধে সংগ্ৰহ কৰা হৈছে। সেইখন পুথিৰ প্ৰকাশৰ চন তাৰিখ আছিল—'১২৯১ সালৰ চৈত্ৰ মাহ' অৰ্থাৎ ইংৰাজী ১৮৮৪ চন। তৃতীয় সংস্কৰণ যিহেতু ১৮৮৪ চনৰ মাৰ্চ-এপ্ৰিল মাহত 'কলিকাতা, নতুন আৰ্য্যযন্ত্ৰে মুদ্ৰিত' হৈছিল—তাৰপৰা অনুমান হয় এই পুথিৰ প্ৰথম সংস্কৰণ ১৮৮১ চন মানত বা তাৰ আগে ওলাইছিল। ডঃ সত্যেন্দ্ৰনাথ শৰ্মাদেৱে তেখেতৰ 'অসমীয়া সাহিত্যৰ ইতিবৃত্ত'ত ১৮৮২।৮৩ চনত তেওঁৰ 'কবিতামালা'—দুই খণ্ডত প্ৰকাশ পায় বুলিছে। প্ৰকৃততে কিন্তু প্ৰথম ভাগ 'কবিতামালা' প্ৰকাশ হোৱাৰ কম পক্ষেও অন্ততঃ এবছৰমান পিছতহে দ্বিতীয় ভাগ প্ৰকাশ হৈছিল আৰু সেই কথা দ্বিতীয় ভাগ 'কবিতামালা'ৰ বিজ্ঞাপনৰপৰা বুজা যায়। প্ৰথম ভাগ 'কবিতামালা'ৰ বিজ্ঞাপনত কবি ভোলানাথ দাসে লেখিছিল—"বহুদিন হ'ল, এই 'কবিতামালা' পুথিখনি লেখি পেলাই থৈছিলোঁ। পাছে অসমীয়া ভাষাত পাঠোপযোগী পুথি লেখিলে পুৰস্কাৰ দিয়া যাব এই মৰ্মে আসাম প্ৰদেশৰ মহামান্য শ্ৰীযুক্ত চিফ্ কমিশ্যনৰ সাহাবে স্থানীয় গেজেটত বিজ্ঞাপন দিউৱাতে এই পুথী খানিকে অলপ পৰিবৰ্ত্তিত কৰি আসামৰ টেক্সট্ বুক কমিটিৰ মত প্ৰকাশৰ কাৰণে পঠাইছিলোঁ। কমিটিয়ে ইয়াক ব্যৱহাৰ্য বুলি আমাক ৫০ টকা পুৰস্কাৰ দিবলৈ মত দিলে।" এই বিজ্ঞাপন বা পাতনিত তাৰিখ নাই ; কিন্তু তাৰ প্ৰথম বাক্যটোতেই পুথিখন বহুদিন পূৰ্বে লেখি ৰখা হৈছিল বুলি উল্লেখ কৰা আছে। গতিকে পুথিখন ১৮৮১ চনত গোনতে ছপা হৈছিল বুলি ধৰি ল'লেও তাৰ কবিতাবোৰ তাৰ অন্ততঃ ২।৩ বছৰ পূৰ্বে লেখা হৈছিল বুলি ঠাৱৰ কৰা যায়। সেইমতে গণনা কৰিলে পুথিৰ ৰচনাকাল ঊনবিংশ শতিকাৰ অষ্টম দশকত। ছয়ত্ৰিশ বছৰ কাল অসমৰ স্কুল-কাচাৰীবোৰত ৰাজত্ব কৰি থাকি ১৮৭২ চনত বঙলা ভাষাই অসমৰপৰা বিদায় লৈছিল। বাৰিষাৰ আকাশৰ দৰে অসমীয়া ভাষা-আকাশখনো তেতিয়া বঙলা ভাষাৰ হেঁচাত পুৰাপুৰিকৈ মেঘাচ্ছন্ন হৈ থকা নাছিল যদিও খণ্ডিতভাৱে হ'লেও, বঙলা প্ৰভাৱে তাক ওন্দোলাই ৰাখিছিল। ভোলানাথ আৰু তেওঁৰ সমসাময়িক অন্যান্য কবিসকলৰ কবিতাৰ ভাষাতে তাৰ উমান পোৱা যায়।

ভোলানাথ দাস আজীৱন শিক্ষাব্ৰতী আৰু শিক্ষানুৰাগী আছিল। ভালেমান দিন তেওঁ বিভিন্ন শিক্ষানুষ্ঠানত শিক্ষকতাও কৰিছিল। তেওঁৰ অধিকাংশ কবিতা সেইবাবেই উপদেশগন্ধী।

'কবিতামালা—প্ৰথম ভাগ'ত সৰ্বমুঠ একুৰি কণ কণ কবিতা আছে। গদ্য আৰু কবিতাৰ আঁহফলা পাৰ্থক্য তেতিয়াৰ কাব্য-বিচাৰত ধৰা নপৰিছিল আৰু ছন্দোবদ্ধ সকলো ৰসাত্মক বাক্যই কবিতা আখ্যা পাইছিল। সেই যুগৰ মননমুখী অসমীয়া কবিতাই তেতিয়া বিবিধ ছন্দৰ মাজেদি বস্তুধৰ্মী বৰ্ণনাৰ মৃণ্ময় ৰাজ্যৰপৰা

আত্মগত আবেগপূৰ্ণ ভাষাৰ চিন্ময় ৰাজ্যলৈ নৃত্য-ভঙ্গিমাত গতি কৰিবলৈ আৰম্ভ কৰিছিল মাত্ৰ ; আৰু যিসকল কবিৰ শক্তিশালী লেখনীৰ সহায়ত ই আহি পাঠকৰ আগত আত্মপ্ৰকাশ কৰিবলৈ সমৰ্থ হৈছিল তাৰ ভিতৰত ভোলানাথ দাস প্ৰথম বা আদি নহ'লেও অন্যতম। তেওঁৰ কবিতা পুৰণি পুথিৰ অসমীয়া পদ বা পদ্য আৰু বৃটিছৰ আমোলত আৰম্ভ হোৱা পাশ্চাত্য ভাবধাৰাৰ নতুন অসমীয়া কবিতাৰ মাজৰ নব-নিৰ্মিত শিল-সাঁকোৰ দৰে। ভাব আৰু ভাষাৰ গতিত সি এটাৰপৰা আনটোলৈ যেন 'ধীৰে ধীৰে ভাহি যোৱা মেঘৰ গজেন্দ্ৰ গমন।'

প্ৰথম ভাগ 'কবিতামালা' পুথিত ঈশ্বৰলৈ প্ৰাৰ্থনা আৰু শিশুসকলৰ প্ৰতি দিয়া উপদেশেই প্ৰাধান্য লভিছে। পুথিখনৰ শুভাৰম্ভই হৈছে—'উপদেশ' আখ্যাৰ কবিতা এটাত, আৰু তাত গুৰুৱে শিষ্যক কোৱাৰ দৰে কবিয়ে ক'বলৈ আৰম্ভ কৰিছে ঃ

"শিক্ষক পৰমবন্ধু শুনা শিশুগণ।
বিদ্যা বিতৰণে তেওঁ কৰন্ত যতন ॥
নানা কথা কয় যদি আৰু শাস্তি দিযে।
বেয়াকৰে বুলি তুমি নাভাবিবা হিয়ে ॥"

শিক্ষক আৰু শিক্ষাৰ্থীৰ মাজৰ পবিত্ৰ সম্বন্ধটোকেই পোনতে কবিয়ে প্ৰতিপন্ন কৰিবলৈ প্ৰয়াস কৰিছে। নিজৰ একাণপতীয়া যত্নতহে ছাত্ৰই বিদ্যা অৰ্জন কৰিবলৈ সমৰ্থ হয়—শিক্ষক তাত সহায় মাত্ৰ। ইয়াত তেওঁ পুৰণি কালৰ গুৰুসৰ্বস্ব জ্ঞানৰ কথা কোৱা নাই, গুৰু-সাৰথি জ্ঞানৰ কথাহে কৈছে—

"তোমাৰ যত্নতে হুব সব ফলাফল।
শিক্ষক সহায়কাৰী জানিবা কেবল ॥"

আৰু সিমানেই নহয়, জীৱনত বিদ্যাৰ মূল্য কিমান তাকো কবিয়ে বুজাই কৈছে ঃ

"সৰ্ব্ব অলঙ্কাৰ থাকি বিদ্যা অলঙ্কাৰে।
মনুষ্যদেহত কিন্তু অতি শোভা কৰে ॥
হেৰা শিশু! এতেকতে মন দিয়া পঢ়া।
বিদ্যাগুণে অন্তৰক প্ৰফুল্লিত কৰা ॥"

দ্বিতীয় কবিতাটো হ'ল 'ঈশ্বৰলৈ সেৱা।' তাত দুশাৰী ঘোষা আছে আৰু তাতেই কবিতাটোৰ মূল কথা দোহাৰি থকা হৈছে, যেনে—

"হেৰা শিশু সিজনক যোড়হাত কৰি।
সেৱিবা আনন্দ চিত্তে দিবস-শৰ্ব্বৰী ॥"

এইদৰে ঘোষা সম্বলিত পদ ৰচনা কৰা পুৰণি কাব্যৰ এটা পৰম্পৰাগত ৰীতি আছিল। কাৰণ পুৰণি কাব্য সঙ্গীতৰূপেও ব্যৱহৃত হৈছিল। ঘোষা বা দিহা

পুৰণি কাব্যৰ এটা আকৰ্ষণীয় অঙ্গ। এই 'দিহা' সম্ভৱ তাহানিৰ বৌদ্ধ 'দোহা' শব্দৰ ৰূপান্তৰ আৰু মহাপুৰুষীয়া 'ঘোষা' তাৰেই অনুকৃতি। আধুনিক কবিতাৰ ঘোষা সুৰ লগাই গোৱা নহয় যদিও—ভাবৰ কেন্দ্ৰীকৰণৰ আভাস তাত বৰ্তমান।

'ঈশ্বৰলৈ সেৱা' আৰু 'প্ৰাৰ্থনা' নামৰ দুটা কবিতাত সৃষ্টিৰ সৌন্দৰ্য গৰিমা আৰু সৃষ্টিকৰ্তা ভগৱানৰ মাহাত্ম্যলৈ শিশুৰ মন আকৰ্ষণ কৰিবলৈ যত্ন কৰা হৈছে। শিশুৰ কোমল মনত ঈশ্বৰোপাসনাৰ বিমল আনন্দ আৰু মধুৰতাৰ আস্বাদ দিয়াই কবিৰ উদ্দেশ্য। গোটেইখন কিতাপ শিশুৰ উপযোগী উপদেশেৰে ভৰা। কবিতাবোৰৰ কিছুমানৰ নাম উল্লেখ কৰিলেই সেইটো বুজা যাব , যেনে ঃ 'খলব্যক্তি', 'মানুহৰ শত্ৰু কোন ?' 'সদ্‌গুণৰ আদৰ', 'হিংসা', 'সুখী কোন ?' উপদেশবোৰৰ গাম্ভীৰ্যপূৰ্ণ তাৎপৰ্য মন কৰিবলগীয়া। উদাহৰণ, যেনে—

"এতেকতে শিশুসব ধৰাহা বচন।
ত্যজা সেহি সঙ্গ যৈত থাকে খলগণ।" (খলব্যক্তি)

● ● ●

"ইকাৰণে ত্যজা হিংসা জুৰাওক প্ৰাণ।
সবেও স্নেহিবে তবে, পাইবা সন্মান ॥" (হিংসা)

● ● ●

"নাহি ধৰ্ম্ম নাহি কৰ্ম্ম নাহি যাৰ জ্ঞান।
সেইজন হোৱে মাত্ৰ পশুৰ সমান ।।" (মনুষ্য শ্ৰেষ্ঠ জীৱ কিয়?)
"ভক্তি কৰি ভক্তি পাবা মান কৰি মান।
মানৱ জীৱন ঠিক বাণিজ্যৰ স্থান ॥" (মানৱ জীৱন)

● ● ●

"মনুষ্য জীৱন শিশু অস্থিৰ সমূলি।
তৰঙ্গ আঘাতে যেন পদুমৰ কলি ॥" (পদুম কলি)

এনেকৈ নানা শিতানৰ নানা বিষযৰ কবিতাৰ মাধ্যমেদি উপদেশ সিঁচৰি দিযেই কিন্তু কবি ক্ষান্ত থাকিব পৰা নাই , 'নীতি কথা' বুলি আৰু এজোলোকা নীতি বচন তেওঁ পুথিৰ শেষত সংযোজনা কৰিহে এৰিছে। সেই নীতি বচনবোৰৰ প্ৰত্যেকটোকে ডাকৰ বচন বোলা সুবচনবোৰৰ লগত তুলনা কৰিব পাৰি। নমুনা যেনে ঃ

"সোণৰ পৰীক্ষা যেনে অগ্নিত পুৰিলে।
বন্ধুৰো পৰীক্ষা তেনে বিপদ ঘটিলে ॥"

● ● ●

"ভাবিযা চিন্তিয়া কাৰ্য্য কৰিবা সদাই।
শেষে যেন মন কষ্ট পাব নলাগয় ॥" —এই ফাকি নীতি উপদেশৰ

তুল্য ফকৰা-প্ৰবচনটি হ'ল—

"ভাবিয়া চিন্তিয়া কৰিবা কাজ ;
হাৰিলে জিকিলে নাই লাজ ॥"

আগতে কোৱা হৈছে যে ভোলানাথ দাস ঊনবিংশ শতিকাৰ বৃটিছ আমোলৰ কবি। ইংৰাজী সাহিত্যৰ প্ৰভাৱত সেই সময়ত অসমীয়া খণ্ড কবিতাৰ জন্ম হৈছিল বুলিব পাৰি। সেই দেখি 'My Mother' কবিতাৰ দৰে কবিতাৰ অসমীয়া অনুবাদ কৰি অসমীয়া শিক্ষাৰ্থীক তেওঁ তাৰ মধুৰ আস্বাদ দিবলৈ পাহৰা নাছিল। 'মাতৃস্নেহ' কবিতা তাৰেই ফল। তেওঁ নিজে সেই কবিতাটিৰ পাদটীকাত কৈছে, "অলপ বৰ্দ্ধিত আৰু পৰিবৰ্ত্তিত কৰি ইংৰাজীৰপৰা অনুবাদ কৰা হৈছে।"

ছন্দপ্ৰয়োগ আৰু শব্দ-ব্যৱহাৰত ভোলানাথ দাসৰ মন আছিল বৈচিত্ৰ্যবিলাসী। অমিত্ৰাক্ষৰ ছন্দ তেওঁ প্ৰথম ভাগ 'কবিতামালা'ত ব্যৱহাৰ কৰা নাই , 'কবিতামালা' আৰু 'চিন্তা-তৰঙ্গিণী'তহে তাৰ পৰীক্ষা আৰম্ভ কৰিছিল আৰু 'সীতাহৰণ কাব্য'ত সি পত্ৰেপুষ্পে জাতিষ্কাৰ হৈ আত্মপ্ৰকাশ কৰিছিল।

অমিত্ৰাক্ষৰ ছন্দৰ নহ'লেও অন্যান্য বিবিধ প্ৰকাৰৰ মিত্ৰাক্ষৰী ছন্দৰ পৰীক্ষা-নিৰীক্ষা তেওঁ কিন্তু প্ৰথমভাগ 'কবিতামালা'তে আৰম্ভ কৰিছিল বুলি কোৱা যায়। উদাহৰণ স্বৰূপে 'কুলি আৰু ময়ূৰ' কবিতাৰে ওপৰত উদ্ধৃতি দি অহা 'শুনা পিক' আদিৰে আৰম্ভ হোৱা কবিতা দুশাৰীলৈকে আঙুলিয়াব পাৰি। তাত সচৰাচৰ ব্যৱহাৰ হোৱা 'আঠ ঃ ছয়'ৰ চতুৰ্দশ অক্ষৰী পয়াৰ ছন্দতে গতানুগতিকতা পৰিহাৰ কৰি যতি বিৰতিৰ মাজেদি নতুনত্ব সৃষ্টিৰ নব প্ৰয়াস লক্ষ্য কৰা যায়।

পদ ছন্দৰ বাহিৰে 'মানুহৰ শত্ৰু কোন ?' কবিতাত আকৌ চাৰি শাৰীৰ স্তৱক একোটাত প্ৰথম শাৰীৰ শেষাক্ষৰ চতুৰ্থ শাৰীৰ শেষাক্ষৰৰ লগত মিলাই দি, দ্বিতীয়-তৃতীয় শাৰীৰ শেষাক্ষৰ মিত্ৰাক্ষৰী ছন্দত ৰাখি শিশু শিক্ষাৰ্থীক নতুন ছন্দ এটাৰ লগত পৰিচয় কৰি দিয়া হৈছে। উদাহৰণ, যেনে—

"মনুষ্যৰ শত্ৰু ল'বা হোৱে কোন জন ?
হোৱে কি মহিষ সিংহ ভীষণ আকাৰ ?
হোৱে কি ভল্লুক ঘোং অতি ক্ৰূৰাচাৰ,
উৰে প্ৰাণ দেখি যাৰ বিকট দশন ?" —ইত্যাদি। × ×

মিত্ৰাক্ষৰ বা অমিত্ৰাক্ষৰ যি ছন্দতে নহওক প্ৰশ্নোত্তৰৰ মাজেদি পাঠকৰ মনত কৌতূহল জগাই বিষয়বস্তু উপস্থাপন কৰা ভোলানাথ দাসৰ ৰচনাশৈলীৰ অন্য এটা বিশেষত্ব আছিল।

'এক ব্যক্তিৰ মনৰ ভাব' কৱিতাত কবিয়ে আকৌ পুৰণি দুলৰী-লেচাৰিতকৈ পৃথক অথচ তদনুৰূপ অন্য এক প্ৰকাৰ ছন্দ প্ৰয়োগৰ প্ৰয়াস কৰা দেখা যায়। উদাহৰণ,

"দিন পাছে ৰাত্ৰি যায় ৰাত্ৰি পাছে দিন
আলো পাছে অন্ধকাৰ
আসে যায় পুনৰ্ব্বাৰ
বৰ্ষ পাছে বৰ্ষ যায় হোৱে আয়ু ক্ষীণ।" —ইত্যাদি

অন্য কিছুমান কবিতাত প্ৰথম-তৃতীয় আৰু দ্বিতীয়-চতুৰ্থ শাৰীৰ শেষাক্ষৰৰ মিলেৰেও আৰু এক প্ৰকাৰ নতুন ছন্দৰ সৃষ্টি হৈছে—যেনে—'সুখী কোন' কবিতাত। অন্য কিছুমানত আকৌ পুৰণি লেচাৰি বা ছবি ছন্দৰ অলপ অদল-বদল কৰি তদনুৰূপ নতুন ছন্দ একোটা সৃষ্টি কৰিবলৈ যত্ন কৰা হৈছে ঃ তাৰ উদাহৰণ 'বৰ্ষাকাল', 'অহঙ্কাৰী কোন' আদি কবিতাত পোৱা যায়।



"কিয় হেৰা অহঙ্কাৰি কিয় হেৰা অহঙ্কাৰি
মাতিলে সহস্ৰজনে নোচোৱাহা ফিৰি ?
মাঁতিলে সিসবে যেন, মাতিলে সিসবে যেন
মান্যচূড়া চূৰ্ণ হয় ভাবা মনে হেন।"
(অহঙ্কাৰী লোক)

এই স্তবকটোত একেটা কথাকে দুবাৰ দোহাৰি আবৃত্তিৰ সহায়ত বক্তব্য বাণীৰ গুৰুত্ব আৰু গাম্ভীৰ্যলৈ পাঠকৰ মনোযোগ আকৰ্ষণ কৰা হৈছে। এই ছন্দৰেই আৰু অন্য এটা ৰূপ 'নদী' কবিতাত পোৱা যায়, যেনে—

"বিহঙ্গ কুৰঙ্গ মাতঙ্গ তুৰঙ্গ
গৰু গাধ আদি যত জীৱগণ।
তব জলপানে, তৃষ্ণা দূৰ কৰি"
মনৰ আনন্দে কৰয় ভ্ৰমণ।" (নদী)

ছন্দত ভোলানাথ দাসে যেনেকৈ পুৰণিৰ লগত নতুন মিলাই নতুন নতুন ছন্দ সৃষ্টিৰ কাৰণে যত্নপৰ হৈছিল, শব্দ প্ৰয়োগতো তেনেকৈ তেওঁ প্ৰাচুৰ্য আৰু নতুনত্বৰ বাবে কম তৎপৰ হোৱা নাছিল। ছন্দ-বৈচিত্ৰ্য আৰু শব্দ-প্ৰাচুৰ্য ভোলানাথৰ কবিত্বৰ এটা বিশেষত্ব স্বৰূপ। 'কবিতামালা' প্ৰথম ভাগত ব্যৱহাৰ কৰা গোটাচেৰেক শব্দলৈ লক্ষ্য কৰিলেই দেখা যাব যে নাম ধাতুৰ প্ৰয়োগ তেওঁ সকলো ঠাইতে প্ৰচুৰ পৰিমাণে কৰিছিল। বঙ্গীয় কবি মাইকেল মধুসূদনৰ তেওঁৰ ওপৰত হোৱা অতৰ্কিত প্ৰভাৱ বুলিও ইয়াক গণ্য কৰা যায়। জিভাৰ ঠাইত জিবা, হবৰ ঠাইত হব, আদিৰ প্ৰয়োগো কবিৰ আৰ্ষ প্ৰয়োগ বা আঞ্চলিক ভাষাপ্ৰীতি বুলিব পাৰি। শব্দত এনে ধ্বনৰ প্ৰয়োগৰ দ্বাৰা কবিয়ে তেওঁৰ কবিতাক কোনো কোনো ঠাইত প্ৰাচীনতাৰ গৌৰৱ প্ৰদান কৰি তাক পবিত্ৰীকৃত কৰিবলৈ যত্নপৰায়ণ হৈছিল বুলিও ধৰা যায়। নতুন শব্দ ব্যৱহাৰত থাকোঁতেও পুৰণিৰ আৰ্ষ প্ৰয়োগ পূৰ্বৰ কবিগুৰুসকলেও কৰিছিল। ইয়াৰ উপৰি মাজে মাজে 'ভালৰি বোলা', 'মোত থাকি',

'তোমা থাকি', 'মুখে মধু অন্তৰে গৰল' আদি ঘৰুৱা ঠাচৰ কথা আৰু আপ্তবচনৰ প্ৰয়োগেও কবিতাবোৰৰ মাধুৰ্য বৃদ্ধিত সহায় কৰিছে।

ভোলানাথ দাস শব্দপ্ৰেমী আৰু শব্দাৰ্থৰ ৰহস্য কৰাত সিদ্ধহস্ত আছিল। এই প্ৰাথমিক শিক্ষাৰ পুথিখনতেই দুই-এঠাইৰ শব্দ প্ৰয়োগে পাঠকক স্তম্ভিত আৰু চিন্তান্বিত কৰি ৰহস্যত নেপেলোৱাকৈ নাথাকে। উদাহৰণ, যেনে ঃ

"ইমতে জীৱন যায় অলক্ষিতৰূপে।
জীৱনৰ লক্ষ্যহীন
জীৱন অভাৱে মীন
যেন, কৰে চট্‌ফট্ অন্ধকাৰ কূপে।" (এক ব্যক্তিৰ মনোভাব) ইয়াত প্ৰথম 'জীৱন'ৰ অৰ্থ বিচাৰিব নালাগে ; কিন্তু দ্বিতীয় 'জীৱন'ৰ অৰ্থ কি ? ইয়াত 'জীৱন'ৰ অৰ্থ যে পানী সেইটো সহজে জনা নাযায়। তেনেকৈ আকৌ 'ঘন ঘনস্থিত কিম্বা তড়িতৰ মালা' ('মানুহৰ শত্ৰু কোন ?' কবিতাত) বোলোঁতে 'ঘন' শব্দটোৰ ওপৰতো পূৰ্বৰ দৰে ৰহস্য (pun) কৰা হৈছে। প্ৰথম 'ঘন'ৰ অৰ্থ 'ডাঠ' আৰু দ্বিতীয় 'ঘন'ৰ অৰ্থ 'মেঘ'।

"অভয় চৰণে মাত্ৰ পাইবে শৰণ।
কৰো আকিঞ্চন প্ৰভু আমি অকিঞ্চন ॥" (প্ৰাৰ্থনা)

● ● ●

"ভাঙ্গিলেক উৰু তাৰ ভীম ভীমাঘাতে।" (হিংসা)

● ● ●

"অগম্য অৰণ্য কাটি খেদি বনচৰ।
কৰয় সুৰম্য স্থান, কৰয় নগৰ ॥" (সদ্‌গুণৰ আদৰ)

এইবোৰত ব্যৱহাৰ হোৱা অকিঞ্চন, আকিঞ্চন, ভীম, ভীমাঘাত, অগম্য, অৰণ্য, সুৰম্য আদি শব্দবোৰৰ প্ৰয়োগে ভাবপ্ৰকাশত ৰসমাধুৰ্য ঢালিছে, তাত সন্দেহ নাই।

কবিতাবোৰলৈ লক্ষ্য কৰিলে দেখা যায় প্ৰায়বোৰ কবিতাতে শিক্ষকে ছাত্ৰক অথবা গুৰুৱে শিষ্যক উদাহৰণ দি বুজাই দিয়াৰ দৰে কবিতাটোৰ কোনোবা এঠাইত বক্তব্যৰ তাৎপৰ্য প্ৰকট কৰা আছে, যেনে ঃ

"ইকাৰণে ত্যজা হিংসা জুৰাওক প্ৰাণ।
সবেও স্নেহিবে তবে, পাইবা সম্মান ॥" (হিংসা)

● ● ●

"যদিও বৰ্ষাৰ জল কৰে কিছু অসুচল
কিন্তু এটি কথা কওঁ শুনা সব শিশু ;
জীৱন ধৰণোপায় জন্মে শস্য ৰৰষায়
অসুচল নাম মাত্ৰ, উপকাৰ বহু।" (বৰ্ষাকাল)

● ● ●

'এইৰূপে ভাবি চালে মানৱ জীৱন।
সম্পূৰ্ণ ৰূপত অমিনযৰ ভৱন।" (মানৱ জীৱন)

শিক্ষাৰ্থীয়ে ন ন শব্দ শিকি শব্দৰ ভঁৰাল চহকী কৰি লব লাগে, তেওঁলোক মনোহাৰী প্ৰকাশভঙ্গী আৰু বিচিত্ৰ শব্দাৰ্থৰ প্ৰতি সততে সজাগ থাকিব লাগে—সেইটো ভোলানাথ দাসৰ আদৰ্শ আৰু উপদেশ আছিল ; নহ'লে আদিপাঠৰ দৰে আদি কবিতাৰ পুথি, প্ৰথম ভাগ 'কবিতামালা'তেই তেওঁ জানো—দিবস-শৰ্ব্বৰী (দিন-ৰাতি), ৰসনা (জিভা), শাৰ্দ্দুল (বাঘ), অসিত (ক'লা), উৎকীৰয (চাহ কৰে), পুচ্ছধাৰী (কলম চলাই খোৱা), ন্যূনাধিক (অলপ অধিক), শিখী (ময়ূৰ), পুচ্ছ (নেজ), বিহঙ্গ-কুৰঙ্গ-মাতঙ্গ-তুৰঙ্গ (চৰাই-হৰিণ-হাতী-ঘোঁৰা) আদিৰ দৰে বিচিত্ৰ শব্দৰাজি ব্যৱহাৰ কৰে ? 'প্ৰকৃতিবোধ' বা 'অমৰকোষ' অভিধানৰ শব্দ মুখস্থ কৰাও এসময়ত ছাত্ৰৰ পঠিতব্য পাঠৰে অন্তৰ্ভুক্ত বিষয় আছিল। কবি ভোলানাথ দাসেও তাকে কৰিবলগীয়া হৈছিলনেকি নাজানো।

বাছকবনীয়া শব্দৰ অনুপ্ৰাস, দ্ব্যৰ্থপ্ৰয়োগ আদিৰ ব্যৱহাৰ ভোলানাথ দাসৰ প্ৰিয় ৰচনা-কৌশল আছিল, আৰু সেইটোকে তেওঁৰ ৰচনা-শৈলীৰ এটা বৈশিষ্ট্য বুলিব পাৰি।

উল্লেখযোগ্য যে যিসময়ত ভোলানাথ দাসে অসমীয়া কবিতা লেখিছিল সেই সময়ত 'হেমকোষ' প্ৰকাশ হোৱাই নাছিল। অসমীয়া ভাষাৰ ওপৰত বঙলা ভাষাৰ হেঁচা পূৰ্ণমাত্ৰাই পৰি আছিল। বহুত অসমীয়া শব্দৰ প্ৰকৃত আখৰজোঁটনি তেতিযাও থিৰাং হ'বৰ নৌ। 'দুয়ো' শব্দটোৱেই তাৰ এটা উদাহৰণ। তেতিয়া 'দুযো' শব্দ 'দুইও' লেখা হৈছিল। 'শুনা পিক শিখি দুয়ো' এই বাক্যাংশটো কবিতাত প্ৰযোগ কৰি কবি ভোলানাথে 'দুয়ো' লেখাৰ বাবে পাদটীকাত এইদৰে কৈফিয়ৎ দি থৈছে, " 'দুইও' শব্দটী পদ্যত 'দুযো' এইদৰে লেখা হৈছে।"

কোৱা বাহুল্য যে ভোলানাথ দাসৰ ছন্দ আৰু কবি-মানসে পৰৱৰ্তী অনেক অসমীয়া কবিক প্ৰভাবান্বিত কৰিছিল। তেওঁৰ ভাষা সম্পৰ্কে পৰৱৰ্তী সাহিত্যিক আৰু সমালোচকসকলে যিহকে নকওক, পঢ়াশলীয়া শিক্ষক আৰু শিক্ষাৰ্থীসকলে কিন্তু সুবিধাতকৈ অসুবিধা একো বোধ নকৰিছিল। সুসাহিত্যিক শ্ৰীবেণুধৰ শৰ্মা ডাঙৰীয়াই কয় যে সেই যুগৰ ছাত্ৰসকলে আজিও ভোলানাথৰ 'কবিতামালা' আৰু 'চিন্তা-তৰঙ্গিণী' শতমুখে বখানে। তেওঁক হেনো সৌ সিদিনা মাত্ৰ নাগিনীজান বাগিচাৰ বৰকেৰাণী মুখ্যেশ্বৰ সন্দিকৈয়ে কৈছিল, "সেই কবিতাৰ সোৱাদ আজি আৰু ক'ত পাম ? আপুনি মোক ভোলানাথৰ 'কবিতামালা' পুথি দুখনৰ একো 'কপি' দিয়ক মই আজিয়েই আপোনাৰ হাতত দুশটকা দিওঁ।" মঙ্গলদৈৰ ১৯৭৫ চনত ৯৫ বছৰত ভৰি দিয়া তাহানিৰ 'এণ্ট্ৰেন্স পাছ' অৱসৰপ্ৰাপ্ত পুলিচ ইন্সপেক্টৰ

শ্ৰীজনাৰাম বৰুৱাৰ মুখত আজিও ভোলানাথ দাসৰ 'কবিতামালা' আৰু 'চিন্তা-তৰঙ্গণী'ৰ কবিতাৰ সলসলীয়া আবৃত্তি শুনিলে তবধ মানিব লাগে। তেখেতে কয়, "আমি আচল বঙলা নপঢ়ি ভোলানাথ দাসৰ কবিতা পঢ়িবলৈ পাই তেতিয়া বৰ আনন্দ পাইছিলোঁ। সেইবোৰক আজি তোমালোকে বঙলুৱা যেন পোৱা, আমাৰ কাৰণে কিন্তু তেনে মজাৰ কবিতা আমি আজিলৈকে পঢ়াই নাই।" হ'বৰ কথাও, কাৰণ ১৮৩৬ চনৰপৰা ১৮৭২ চনলৈ পূৰা ৩৬ বছৰ কাল বঙলা কিতাপ পঢ়ি বঙলা ভাষা শিকাৰ পাছত ভোলানাথৰ তৎসম শব্দৰ প্ৰাচুৰ্য থকা আৰু ঠায়ে ঠায়ে বঙলা বঙলা লগা কবিতাৰ ভাষাই শিক্ষাৰ্থী আৰু শিক্ষকক বৰং বঙলাৰপৰা পুনঃ অসমীয়ালৈ বাগৰ সলোৱাত সহায়হে কৰিছিল। চোম গছত পোহা মুগা-পলুক কেতিয়াবা চোম গছৰ পাত পাবলৈ নাইকিয়া হ'লে, সোঁৱালু গছৰ পাত খাবলৈ দিয়া হয়। এৰী-পলুৰ ক্ষেত্ৰতো এৰা গছৰ পাত পাবলৈ নাইকিয়া হ'লে নুনি গছৰ পাত আনি এৰী-পলুক খাবলৈ দিয়া হয়। এই দুযো ক্ষেত্ৰতে পৰিৱৰ্তনৰ সময়ত চোৱা যায় যাতে কোমল পাতত লগাই দি সদৃশ বস্তুৰে আৰম্ভ কৰা হয়। তাকে কৰিলে আগৰ খোৱা কোমল পাতৰ দৰে পাতত আৰম্ভ কৰি সি সুকলমে ডাঠ আৰু বুঢ়া পাতলৈ যাব পাৰে। ভোলানাথ দাসৰ কবিতাযো বঙলাৰপৰা অসমীয়ালৈ আহিবৰ কাৰণে পঢ়ুৱাওঁতা আৰু পঢ়ুৱৈসকলক একে ধৰণে সহায় কৰিছিল। গাঁও-ভূঁইত গঞা কেঁচুৱাবোৰকো যেতিয়া পোনতে ভীমকল খুৱাবলৈ ধৰা হয় তেতিয়া পকা কলৰ ওপৰৰ কোমল অংশ মাত্ৰ চাচি লৈ মোহাৰি গাখীৰৰ লগত খুউৱা নিযম। ডাঙৰ হ'লে, দাঁত গজিলে শিশুৱে ভীমকল গোটে গোটে খাবলৈ শিকে। এই প্ৰথাৰপৰাই অসমীয়াত 'ধাতু বুজি কল খুউৱা' বুলি প্ৰবচন ওলাইছে। অসমীয়া সাহিত্যিতো সেই সময়ত ভোলানাথৰ কবিতাই জ্ঞাতে বা অজ্ঞাতে অসমীযাক 'ধাতু বুজি কল খুউৱা' নীতিকেই অনুসৰণ কৰিছিল।

**কবিতামালা-দ্বিতীয় ভাগ**

'কবিতামালা—দ্বিতীয় ভাগ' পুথিখন নগাঁও পাঠ্য-পুথি নিৰ্বাচন সমিতিয়ে পৰীক্ষা কৰি ১৮৮৩ চনৰ ৩০ চেপ্তেম্বৰ তাৰিখে অসমীয়া পঢ়াশালিত পাঠনোপযোগী বুলি অনুমোদন কৰিছিল। গতিকে ইয়াৰ ৰচনা সেই তাৰিখৰ অন্ততঃ এবছৰ পূৰ্বে হৈছিল বুলি ভাবিবৰ থল আছে। প্ৰথম ভাগত থকাৰ দৰে ইযাতো কুৰিটা খণ্ড কবিতা আছে। প্ৰথম ভাগৰ দৰে ইয়াতো ছন্দবৈচিত্ৰ্য আছে, উপদেশমূলক কবিতা আছে, ইংৰাজী কবিতাৰ ভাবানুসৰণত লেখা কবিতা আছে আৰু আছে প্ৰকৃতি বিষয়ক কবিতা। 'ধ্ৰুব চৰিত' আৰু ৰামায়ণৰ 'বন গমনে ৰামৰ অঙ্গীকাৰ' আৰু 'বন প্ৰস্থানৰ সময়ত পিতাৰ বিদায় লবলৈ ৰামৰ গমন'—এই তিনিটা আখ্যানমূলক কবিতা দ্বিতীয় ভাগৰ বিষয়গত বৈচিত্ৰ্য। ইয়াৰ উপৰিও আৰু এটা বৈচিত্ৰ্য দ্বিতীয় ভাগ 'কবিতামালা'ত লক্ষ্য কৰা যায়। এইখণ্ড কবিতাৰ পুথিতে পোনতে ভোলানাথ দাসৰ লেখনীযে নতুন অমিত্ৰাক্ষৰ ছন্দৰ নতুন আস্বাদ ন

শিকাৰুসকলক দিয়ে। আগন্তুক ঘটনাই কেতিয়াবা ঠাৰে-ঠিঁয়াৰে হ'লেও তাৰ পূৰ্বাভাস বা আগজাননী দিয়ে বুলি কোৱা হয়। ভোলানাথ দাসৰ অমিত্ৰাক্ষৰ ছন্দয়ো তেওঁৰ পয়াৰ বা দুলৰী ছন্দৰ মাজে মাজে কেতিয়াবা এই খণ্ড পুথিত আত্মপ্ৰকাশ কৰিছিল চকাছন্দাকৈ। দূৰলৈ নগৈ পুথিৰ প্ৰথম কবিতাটোতে তাৰ উদাহৰণ বিচাৰিলে পোৱা যাব—

"যিজনৰ কৃপাবলে বঞ্চিলা ৰজনী।
নিৰাপদে নিৰাতঙ্কে ; কৰা নাম ধ্বনি
জগত প্ৰভুৰ সেহি ; পুনঃ তাঙ্ক স্মৰি
মগ্ন হোৱা নিজ কাৰ্য্যে নবোৎসাহ ধৰি।"

ভাবৰ ফালেদি ভোলানাথৰ এই দুয়োভাগ কবিতা পুথিৰ অধিকাংশ কবিতাই ভগবৎ চিন্তা বা ভগৱানৰ ওচৰত আত্মোৎসৰ্গতে পৰিসমাপ্তি লভিছে। ভাষাৰ ফালেদি ভোলানাথ দাস সততে 'শুধ-বুধ'ৰ সেৱক আছিল বুলিব পাৰি। গহীন ৰচনা-ৰীতি অৱলম্বন কৰি কবি-মানস প্ৰকাশ কৰা তেওঁৰ লক্ষ্য আছিল। এই খণ্ড 'কবিতামালা'ৰ প্ৰথম কবিতাটোলৈয়ে চাওক। তাৰ নামটো 'প্ৰভাত'—ৰাতিপুৱা বা পুৱা নহয়। আকৌ 'চাবলৈ চকু মেলিলে' এইষাৰ কথাৰ ভাবটো তেওঁ প্ৰকাশ কৰিছে—'দৰ্শিবাক হেতু হৰ্ষে নয়ন উন্মিলে' বুলি। সেইদৰে 'নিজৰ মূৰত বৰফৰ টুপী পিন্ধি পৰ্বতখনে পৃথিৱীৰ ধুনীয়া ৰূপ চাইছে।' ইয়াকে প্ৰকাশ কৰিবলৈ তেওঁ কৈছে—

"স্বশৃঙ্গে তুহিন ৰাশি ধৰি ধৰাধৰ।
দৰ্শিছে ধৰাৰ ৰূপ অতি মনোহৰ ॥"

'বায়ু' কবিতাত আছে—"শীতত ভিক্ষুকে যবে কঁপে থৰথৰি।
জানু, ভানু কৃষাণু আশ্ৰয় মাত্ৰ কৰি ॥"

'বনগমনে ৰামৰ অঙ্গীকাৰ'ত আছে—"জটাজুট চীৰ ধৰি দ্বিসপ্ত বৎসৰ
কৰা বাস মুনি প্ৰায় দণ্ডক ভিতৰ ।।"—ইত্যাদি

শব্দ প্ৰয়োগত 'যেবে'ৰ ঠাইত 'যবে' ; 'হেঁতেন'ৰ ঠাইত 'হতন' ; 'কেতেকী'ৰ ঠাইত 'কেতকী' ; 'তাক'ৰ ঠাইত 'তাঙ্ক' ; 'হইয়া'ৰ ঠাইত 'হইয়া' ভোলানাথৰ আৰ্ষ প্ৰয়োগ।

অসমীয়া ভাষাত সৌ সিদিনালৈকে 'আৰু' সংযোজক অব্যয়ৰ ঠাইত বিকল্পে 'ও' ব্যৱহাৰ হৈছিল। ভোলানাথেও যে সেই নীতিকে মানিছিল তাক তেওঁৰ কবিতাবোৰৰ নামৰ নিৰ্ঘণ্টখনলৈ চালেই হ'ব। তাত 'বাঘ আৰু মানুহ' নামৰ কবিতাও আছে, 'কাউৰ ও শিয়াল' শিতানৰ কবিতাও আছে।

প্ৰথমভাগ 'কবিতামালা'ত থকাৰ দৰে দ্বিতীয় ভাগতো অনুবাদ কবিতা আছে ; ; অৱশ্যে ভাবানুবাদ বা ভাবানুসৰণহে, 'ঐক্যবল' কবিতাই তাৰ উদাহৰণ। ইয়াক ইংৰাজী "Little drops of water, little drops of rain" কবিতাৰ আৰ্হিত

লেখা হৈছে।

'ধাৰ্মিক কোন', 'ধ্ৰুব চৰিত' ; 'বনগমনে ৰামৰ অঙ্গীকাৰ', 'বন-প্ৰস্থানৰ সময়ত পিতাৰ বিদায় লবলৈ ৰামৰ গমন', 'গৃহপক্ষীৰ প্ৰতি বনপক্ষীৰ উক্তি', 'কাউৰ ও শিয়াল', 'যম' আদি কবিতা নাটকীয় ভঙ্গীত লেখা। এনেকুৱা কবিতা ছাত্ৰসকলে পঢ়ি আৰু আবৃত্তি কৰি আমোদ পায়।

মিত্ৰাক্ষৰী ছন্দৰ মাজত ব্যৱহাৰ কৰা অমিত্ৰাক্ষৰ ছন্দ সম্পৰ্কে আগতে উল্লেখ কৰা হৈছে। 'কাউৰ ও শিয়াল' কবিতাত কবিয়ে বঙ্গকবি মাইকেল মধুসূদনৰ মাইকেলী অমিত্ৰাক্ষৰ ছন্দৰ আখৰা আৰম্ভ কৰিছিল বুলিলেও ভুল নহ'ব, যেনে—

"কিবা অপৰূপ, ৰূপ, হে বায়সপতি ।
তোমাৰ ; বসিয়া তুমি আম্ৰবৃক্ষ ডালে
শোভিছাহা, যেন হায় নন্দৰ নন্দন
গোপীগণ মনোহাৰী, কদম্বৰ বৃক্ষে।"—ইত্যাদি

দ্বিতীয় ভাগ 'কবিতামালা'ৰ কিছুমান কবিতা গীতৰ দৰে গীতি-ভঙ্গিমাত লেখা। 'ঈশ্বৰৰ বিৰহে দুঃখ প্ৰকাশ' কবিতাত আছে—

"সূৰুজ কিৰণে পঙ্কজ ফুটিছে
হাঁসি হাঁসি মুখখানী সৰে ৰে।
চিত্ত সৰোজিনী কিয় তবে মোৰ
মলিন বদনা হায় হায় ৰে ?"

এনে ৰীতিত লেখা বহুতৰ বহুত কবিতা পিছৰ যুগত 'বাঁহী' কাকতত প্ৰকাশ হৈছিল। বেজবৰুৱাৰ 'কদম কলি'ৰ অনেক কবিতাও সেই একে সাঁচতে ঢলা।

ভোলানাথ দাসৰ সেই সময়ৰ আখৰ-জোঁটনি মন কৰিবলগীয়া। 'শিকে'ৰ ঠাইত 'শিখে', 'দুখ'ৰ ঠাইত 'দুঃখ', 'তোমাত শৰণ'ৰ ঠাইত 'তোমাৰ শৰণ' তাৰে দুই-একোটা নমুনা।

প্ৰথম ভাগ আৰু দ্বিতীয় ভাগ 'কবিতামালা'ৰ নীতি কথাবোৰ সাৰগৰ্ভ কথাৰ মৌচাকৰ দৰে। সেইবোৰৰ কিছুমান সংস্কৃতৰপৰা সংগ্ৰহ কৰি অসমীয়ালৈ ৰূপান্তৰ কৰা হৈছে, যেনে— "দুৰ্ব্বলস্য বলং ৰাজা, শিশুনাং ৰোদনং বলম্" আদি শ্লোকৰ আৰ্হিত ৰচিত, যেনে,—

'দুৰ্ব্বল প্ৰজাৰ বল নৃপতি কেৱল।
শিশুৰ হোৱয় মাত্ৰ ৰোদনেসে বল ॥
ৰমণীৰ স্বামী বল মৌনই মূৰ্খৰ।
উচ্চ ৰব বল বলহীন কুকুৰৰ ॥"—ইত্যাদি

তেনেকৈ আকৌ ইংৰাজীৰ "All that glitters is not gold" প্ৰবচনৰ আৰ্হিত লেখা হৈছে—

"যত দ্ৰব্য জকমক কৰে পৃথিবীত।

সবেও নহয় ৰত্ন জানিবা নিশ্চিত ॥”—ইত্যাদি

কবিয়ে ‘যম’ শিতানৰ শেষৰ কবিতাটোৰ পাদটীকাত এইদৰে উল্লেখ কৰিছে—“এই কবিতাটিৰ নিমিত্তে আমি লেখকৰ ওচৰত বাধ্য আছোঁ। ইয়াৰ কোনো ঠাইত আমি অলপ পৰিবৰ্ত্তন কৰিছোঁ, সেই দোষ তেওঁ মাৰ্জ্জনা কৰিব।” কবিতাটোৰ শেষত লেখা আছে—শ্ৰী ভ.স বড়ুৱা। এই ভ. স. বড়ুৱাৰ পূৰা নাম আমি আৱিষ্কাৰ কৰিব পৰা নাই। সেই সময়ত ইংৰাজীক অনুসৰণ কৰি তেনেকৈ চুটি নাম লেখা বহুতৰে এটা চখ হৈ পৰিছিল ; আনকি কবি ভোলানাথেও আলোচনীৰ প্ৰবন্ধ বা কবিতাত নিজৰ নাম দিছিল— ভ. ন. দাস বা শ্ৰী ভঃ অথবা শ্ৰীভ।

**চিন্তা-তৰঙ্গিণী—প্ৰথম ভাগ**

‘চিন্তা-তৰঙ্গিণী—প্ৰথম ভাগ’ পোনপ্ৰথমে প্ৰকাশ হৈছিল ১৮৮৪ চনত। সেই সময়ৰ অসমীয়া ভাষা আৰু সাহিত্যৰ শ্ৰেষ্ঠ গুৰিয়াল ৰায় গুণাভিৰাম বৰুৱা বাহাদুৰকে ভিতৰ কৰি কেইবাজনো কৃতবিদ্য লোকেৰে গঠিত পুথি-বছা সভাই এই পুথি পৰীক্ষা কৰি পাঠ্য-পুথি কৰিবলৈ মন্তব্য দিওঁতে কৈছিল যে ইয়াৰ ভাষা গহীন আৰু ৰচনাৰীতি উত্তম। বিষয়বস্তুবোৰো যত্নসহকাৰে বছা হৈছে আৰু কথাবোৰ সুলিখিত।

কিতাপখনত সৰ্বমুঠ ১৯টা কবিতা আছে। বৰ্ণনাত্মক আৰু দেশাত্মবোধক কবিতাই ইযাত প্ৰাধান্য লভিছে। কবিতাৰ দেশাত্মবোধ জাগি উঠিছে পুৰাণ-ইতিহাসৰ গল্পৰ ঠেকত ভেজা দি। কবিৰ মননমুখী ভাববোৰ সেইবোৰত বাৰুকৈয়ে স্পষ্ট হৈ উঠিছে। সেই সময়ত তাকে কৰাত বাহিৰে উপায়ান্তৰো নাছিল।

পুথিত ‘সীতাহৰণ কাব্য’ বুলি এটা সুকীয়া কবিতা আছিল। ই তেওঁৰ বিখ্যাত ‘সীতাহৰণ কাব্য’ৰে এটি অংশ বিশেষ। ‘সীতাহৰণ কাব্য’ পুথিতে এই ছোৱাও আছে বাবে ৰচনাৱলীৰ ‘চিন্তা-তৰঙ্গিণী’ৰপৰা তাক বাদ দিয়া হৈছে। এই কবিতাটিৰ পাদটীকাত কবিয়ে লেখিছিল, “এই অসমাপ্ত কবিতাৰ প্ৰথম সৰ্গ ‘আসাম বিলাসিনী’ পত্ৰিকাত প্ৰকাশিত হৈছিল। ইয়াত তাৰে এক খণ্ড উদ্ধৃত কৰা হ’ল।” এই ‘আসাম বিলাসিনী’ আলোচনী ১৮৭১ চনৰপৰা ১৮৮৩ চনলৈ আউনিআটী সত্ৰৰপৰা প্ৰকাশ হৈছিল। ‘সীতাহৰণ কাব্য’ অমিত্ৰাক্ষৰ ছন্দৰ পুথি। গতিকে সেই পিনেদি চাই ‘কবিতামালা’, ‘চিন্তা-তৰঙ্গিণী’ আদি কবিৰ অন্যান্য খণ্ডকাব্যবোৰত থকা অমিত্ৰাক্ষৰ ছন্দৰ কবিতাবোৰ যুগপৎ সৃষ্টি বুলিও গণ্য কৰা যায়।

‘চিন্তা-তৰঙ্গিণী’—প্ৰথম ভাগৰ প্ৰথম কবিতাটো কবিৰ যেন সেই পুথিৰ কাৰণে লেখা ছন্দময় পাতনিহে। তাত তেওঁ আত্মপ্ৰকাশ কৰি কৈছে—

“অযথা সাহসে, পাই দুৰাশা আশ্বাস—,  
দুৰ্ব্বল চিন্তাৰ বলে, ‘চিন্তা-তৰঙ্গিণী’  
ৰচিলোঁ ; সোণাৰি যেন কৰি ধন আশ  
ৰচে স্বৰ্ণপ্ৰায় কৰি পিতলৰ মণি।”

এই কবিতাটিয়ে একমাত্র নহয়, ক'বলৈ গ'লে এনেকুৱা অমিত্ৰাক্ষৰ ছন্দৰ কবিতাই 'চিন্তা-তৰঙ্গিণী'ৰ সমধিক ভাগ আগুৰি আছে। ই নিশ্চয়কৈয়ে কবিৰ সেই ছন্দটিৰ প্ৰতি থকা বিশেষ অনুৰাগৰ পৰিচায়ক।

ভোলানাথ দাসৰ আটাইকেইখন কবিতা পুথিতে গাথীৰত ঘিউ থকাৰ দৰে দুটা প্ৰধান 'চিন্তা' সোমাই আছে ঃ স্বদেশানুৰাগ আৰু নীতিজ্ঞান। শিক্ষকতাই কবিৰ জীৱনৰ বেচ কিছুকাল উপজীব্য আছিল বুলিয়ে হওক নতুবা জীৱন-যুঁজত জ্বলাকলা হৈ থৰকাছুটি হেৰুৱাই জীৱনৰ প্ৰতিটো ঘটনা, প্ৰতিটো কাৰ্য্যৰপৰাই অভিজ্ঞতা লাভ কৰিছিল বুলিয়ে হওক, এইজনা কবিয়ে এই পুথিতো কবিতাৰ মাজে মাজে শিক্ষকে ছাত্ৰক উপদেশ দিয়াৰ দৰে ছল পালেই সাৰগৰ্ভ উপদেশ দি গৈছে। 'শৱ দৰ্শন' কবিতাৰ শেষত কবিয়ে সূত্ৰধাৰে কোৱাৰ দৰে স্পষ্টভাৱেই ব্যক্ত কৰিছে—

"পাঠক ! শ্মশানে পৰি এহি মৃতজন
দিযে উপদেশ এহি,
শুনিয়োক সৰ্ব্বদেহি !
অসাৰ সংসাৰ, সাৰ ঈশ্বৰ শৰণ।"

প্ৰথম ভাগ 'চিন্তা-তৰঙ্গিণী'ত 'যবনে অসম আক্ৰমণ কৰাৰ সময়ত কোনো এক বীৰ পুৰুষৰ উক্তি' আৰু 'আলেকজেণ্ডাৰ ও দস্যু' কবিতাৰ জৰিয়তে কবিয়ে দেশপ্ৰেম-সঞ্চাৰী ভাব প্ৰকাশ আৰু প্ৰচাৰ কৰিবলৈ প্ৰয়াস কৰিছিল। 'আলেকজেণ্ডাৰ ও দস্যু' আজিও পঢ়াশলীয়া ছাত্ৰৰ উৎকৃষ্ট আবৃত্তি।

আগৰ দিনত কামাখ্যা মন্দিৰত হেনো নৰবলি চলিছিল—সেইটো এটা জনশ্ৰুতি। কবিয়ে সেই দেখিয়ে তেওঁৰ কবিতাৰ 'বীৰ পুৰুষ'ৰ মুখেদি কোৱাইছে—যে আক্ৰমণকাৰী যবনক ধৰি আনি কামাখ্যাত বলি দি জননী জন্মভূমিৰ স্বাধীনতা অক্ষুণ্ণ ৰাখিব লাগে, আৰু তাৰ বাবে—

"আসামৰ সেনা হোক একত্ৰিত,
শত শিঙা ধৰি বজোৱা সঘনে
জয় জয় ধ্বনি 'জয়াসামৰাজ'
পশোক অদূৰে যবন শ্ৰৱণে।"

আৰু তাৰ ফলস্বৰূপে—"পৰাস্তি যবন, কামাখ্যা কৃপায়
কৰিবো সবাক বন্দী কাৰাগাৰে।
নীলাচলে নিয়া দেৱীৰ চৰণে
দিবো বলিদান হৰ্ষ সহকাৰে ॥"

"তিৰস্কাৰ" কবিতাত দেশমাতৃকাই যেন জীৱন্তৰূপে দেখা দি দেশবাসী সন্তানসকলক অতীতৰ বীৰসকলৰ দৰে হৈ জননী জন্মভূমিৰ গৌৰৱ বৃদ্ধি কৰিবলৈ সঁকিয়াই দিছে—

"তোসব জন্মিলি এবে যি গৰ্ভে আমাৰ,
সেই গৰ্ভে জন্মিছিলে পূৰ্ব্বপুত্ৰগণ ;
কিয়নো প্ৰভেদ যেনে শৃগাল কুঞ্জৰ
তোসবে সিসবে তবে কৰো দৰশন ?"—ইত্যাদি

'কলিকাতা' আৰু 'কেৰাণী বাবু'—এই দুটা কবিতা কবি ভোলানাথ দাসৰ বৰ্ণনাত্মক চিত্ৰধৰ্মী কবিতাৰ শ্ৰেষ্ঠ নিদৰ্শন। 'কলিকাতা' পঢ়িলে সেই কালৰ কলিকতাৰ 'শাৰী শাৰী অট্টালিকা দ্বিতল ত্ৰিতল' সহ 'কলেজ, ওৱেলিংটন, হেলিডে, বিডন, চৌৰঙ্গী, মিৰজাপুৰ-ইষ্ট্ৰিট নিকৰে' আহি পাঠকৰ চকুৰ আগত ডাক দিয়াত হাজিৰ হোৱা কাচাৰীৰ মোকৰ্দমাৰ সাক্ষীৰ দৰে হাজিৰ হয়হি। অকল সিমানে নহয়, আৰু —

"ফুটপাথে জনস্ৰোত বহে নিৰন্তৰ
ৰাত্ৰি দিন সমভাৱে, নাহিকে বিশ্ৰাম ,
মধ্যপথে ঘোড়াগাড়ী কৰে ঘড় ঘড়,
কেৱল উঠিছে শব্দ কৰি ধুমধাম।
থাকি থাকি নানা স্বৰে পথে বাৰম্বাৰ,
নানা দ্ৰব্য শিৰে কৰি চীৎকাৰে 'হকাৰ'।"

সেই 'হকাৰ'ৰ 'চাই তেতুল', 'দুগুলি এক পয়সা', 'জুতাব্ৰুস', 'সেলাই জুতিয়া', 'বৰফ চাই', 'বুট ভাজা', 'মালাই', 'মিঠাই', 'গোলাপী গেণ্ডেৰী', 'পাণ চাই', 'তালপাতা', 'ফুলমালা চাই' আদিৰ 'চীৎকাৰ' ধ্বনিও পাঠকৰ কাণত বাজিবলৈ ধৰে আৰু লগে লগে ফুটপাথৰ জনস্ৰোতৰ দৃশ্যও পাঠকৰ দৃষ্টিত ভাহি উঠে। তেতিয়া তেওঁক মনটোৱে যেন কয়—

"হাটে বাটে ঘাটে আছে দ্ৰব্য অগণন,
ইচ্ছামতে কিনি লোৱা যদি থাকে ধন।"

এনেবোৰ দৃশ্য-চিত্ৰৰ মাজেদি কবিয়ে গহীনভাৱে পাঠকক কথাৰে বুলাই লৈ গৈ "আসিও পাঠক (কিন্তু ভয় ভয় চিত্তে আসিবা), দৰ্শিয়ো বহুবাজাৰ ইষ্ট্ৰিটে" বুলি তাত থকা ইংৰাজ নাবিকসকলৰ সুৰাপানৰ দৃশ্য দৰ্শাইছে। তাৰ পাছত 'শ্বেতভূজা' বৰনাৰীসকলৰ 'গৃহশ্ৰেণী' পৰিশোভিত 'কলিঙ্গা নামে স্থান অপৰূপ'-লৈও পাঠকক লৈ গৈ ইয়াকে কৈ ক্ষান্ত হৈছে—

"অৰ্দ্ধবক্ষ অৰ্দ্ধপৃষ্ঠ ৰাখি উলঙ্গণে,
কত শ্বেতভূজা দেৱী সুতাম্ৰকেশিনী,
বংশশলা নিৰমিত ৰঞ্জিত আসনে
কৰিছে ছইয়া গৃহদ্বাৰ সুশোভিনী
● ● ●
পাঠক কল্পনাবলে কৰা দৃষ্টিপাত
কত বাৰাঙ্গনা বাস কৰে কলিঙ্গাত।"

এই কবিতা পঢ়িলে ৰমণীয় স্থান 'ইডেন উদ্যান', 'জেনেৰাল পোষ্টাফিস্', 'হাইকোর্ট গৃহ' 'গঙ্গা-ভাগিৰথী' আদি সকলোবোৰ পাঠকৰ চকুত ভাহি পৰেহি। এনে বৈচিত্র্যপূর্ণ কলিকতা নগৰ ভাৰতৰ ৰাজধানী কেনেকৈ হবলৈ পালে তাৰ বৰ্ণনা কবিয়ে কবিতাৰ আৰম্ভণিতে দিছে। যমুনাৰ তটস্থিত দিল্লী নগৰ একালত হিন্দু আৰু মুছলমান উভয় ধৰ্মৰ ৰজা-মহাৰজাসকলৰ ৰাজধানী আছিল ; কিন্তু—

"যিদিনৰপৰা সেই, আৰ্য্যভূমি মাতা,
সেবিয়া সুদীৰ্ঘ কাল, যবন চৰণ,
ইংৰাজ কেশৰী নখে হইছে পতিতা
সমৰ্পি তাহাক যত আছে ৰত্ন ধন ;
সিদিনৰপৰা মাতা এৰি পুৰাতন,
দাসীত্ব শৃঙ্খল নব ধৰিছে চৰণে,
(চিৰ অভ্যাসৰ কাৰ্য্য নোহে দুঃখ মন) ;
সেহি দিন হন্তে নব প্ৰভুৰ মিলনে,
ভাগিৰথী তীৰে, পুৰাতন দিল্লী জিনি,
শোভিয়াছে কলিকতা নব ৰাজধানী।"

ঠিক তেনেকৈয়ে ইংৰাজ শাসনৰ কপকপীয়া বাঙ্কোনৰ বেতৰ গাঁঠিৰূপে থিয় হোৱা কেৰাণী সম্প্ৰদায়ৰ কৰ্তব্যনিষ্ঠাৰ বৰ্ণনাও কবি ভোলানাথৰ কলমত মনোগ্ৰাহী হৈ উঠিছে পঢ়িলে এনেহে লাগে যেন বৰ্ণনাৰ কেৰাণী বাবুক চকুৰ আগতে মেজৰ কাষত 'চেয়াৰ' আসনত বহি কাম কৰি থকা দেখা গৈছে। অফিচটোও চকুৰ আগতে ভাহি পৰেহি, আনকি অফিচত চলিথকা কামবোৰো দেখা যেন আৰু কথাবোৰো শুনা যেন লাগে—

"কোন্ সিটী বসি চেয়াৰ আসনে,
সম্মুখ টেবিলে ফুল্‌স্কেপোপৰে,
মধ্য বৃদ্ধ আৰু তৰ্জ্জনী আঙ্গুলে,
ধৰিয়া লেখনী চলাই যায় ?
* * *
সিজনে কেৰাণী-বাবু নামে খ্যাত
কৰে ৰাজকাজ ৰাজাৰ আফিচে।"—ইত্যাদি

বিলাতী আসনত বহি বিলাতী কাগজত, বিলাতী লেখনী চলাই তেওঁ জীৱিকা নিৰ্বাহ কৰে ; 'আনন্দ অপাৰ বাবুৰ মনে'। কিন্তু তেওঁ যে সদায় আনন্দতে থাকে, এনে নহয়—

"........ সময়ে সময়ে,
বিলাতি কৰ্ত্তাৰ বিলাতি বচন
'ননসেন্স', 'ফুল' বাজয় হৃদয়ে,
ধন্য কিন্তু বাবু পাসৰে ক্ষণে।"

কবি ভোলানাথৰ কুসুম-কোমল কবি-মানসৰ প্ৰতিচ্ছবি আৰু দুৰ্বলৰ প্ৰতি কৰুণাপূৰ্ণ সহানুভূতি অনেক কবিতাত ফুটি উঠিছে। 'বিধবা' কবিতাত তেওঁ পুৰুষৰ স্বাৰ্থপৰতাৰ বিষয়েও পাঠকৰ মনত চিন্তা জগাবলৈ যত্ন কৰা দেখা যায়।

"পুৰুষও স্বাৰ্থপৰ, কৰি ললে হিতকৰ
নিজৰ হেতুকে যত নিয়ম লাগয়।
এক নাৰী বৰ্তমানে, দ্বিতীয়া তৃতীয়া আনে
বিধবাৰ হলে কিন্তু নাই পৰিণয ॥"

অকল মন্তব্য দিয়ে ক্ষান্ত থকা নাই, তেওঁ কি বাঞ্ছা কৰে তাকো কৈছে—

"ইচ্ছা কৰোঁ হেন মনে, যেন সৰ্ব্ব নৰগণে,
জনমি ৰমণী কুলে হওক বিধবা।
জানোক বিধবাবস্থা, কেনে শোককৰ কথা,
কেনে পৰিতাপ মনে জ্বলয সৰ্বদা।
অথবা, পুৰুষ হেতু হোক দৃঢ় বিধি ইটো
নাৰীহীন হলে নাই পুনঃ পৰিণয।
তবেসে নৰৰ নেত্ৰ হইবেক উন্মিলিত
জানিবে কি দুঃখে দগ্ধ বিধবা হৃদয ॥"

বিধবা-বিবাহ সম্পৰ্কে পণ্ডিত ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ জীৱনৰ এটা কাহিনী সৰ্বজনবিদিত হৈ আছে। পণ্ডিতপ্ৰবৰৰ মাকে হেনো এদিন তেওঁক বেজাৰ মনে কৈছিল, "তুমি বোলে পণ্ডিত , তুমি বোলে বহুত শাস্ত্ৰ জানা। পিছে তোমাৰ শাস্ত্ৰতনো দুখীয়া বিধবাসকলৰ মুক্তিৰ কাৰণে একো ব্যৱস্থা নাইনে ?" ঈশ্বৰচন্দ্ৰই মৰণান্তিক দুখ পাই বিধবা-বিবাহৰ সপক্ষে থকা শাস্ত্ৰৰ যুক্তি-তৰ্কবোৰ ফঁহিযাই চালে আৰু—"নষ্টেমৃতে প্ৰব্ৰজিতে ক্লীবে চ পতিতে পতৌ , পঞ্চনাৰীনাং আপৎসু পতিৰণ্য বিধিয়তে"—আদি বচনবোৰ প্ৰচাৰ কৰি বিধবা-বিবাহৰ বিধি দিলে। পণ্ডিত ঈশ্বৰচন্দ্ৰ বিদ্যাসগৰৰ এই মহৎ কাৰ্যৰ প্ৰশংসা কৰি আমাৰ কবিয়েও কৈছে—

"ঈশ্বৰ কৃপাৰ বলে, জনমি ভাৰত স্থলে
'ঈশ্বৰ পীযুষকৰ' বিধবাৰ বন্ধু।
প্ৰদৰ্শাই নানা যুক্তি বাহিৰ কৰিছে বিধি
বিধবা বিবাহ ৰীতি প্ৰচলন হেতু ॥"

ইয়াত পোনেপোনে 'ঈশ্বৰচন্দ্ৰ' নুবুলি 'ঈশ্বৰ পীযুষকৰ' বুলিছে, কাৰণ পীযুষকৰ মানে চন্দ্ৰ। এনে ধৰণৰ ৰহস্যাবৃত শব্দৰ যথাযথ প্ৰয়োগৰ দ্বাৰা ৰসসৃষ্টি কৰা—কবি ভোলানাথ দাসৰ লেখনীৰ এটা বিশেষত্বই আছিল বুলি আগতেও কৈ অহা হৈছে। আন নালাগে তেওঁৰ ভোলানাথ নামটোও সাঁথৰৰ দৰে পদ্যাংশ এটাত তেওঁ ৰচনা কৰা সকলো পুথিতে এইদৰে পোৱা যায—

"ভোজন সুমিষ্ট চাওঁ নাহি উপাৰ্জ্জন।
লাভ চাওঁ বহু, কিন্তু নাহি মূলধন ॥
নাহি বল বোলাইবে চাহোঁ মহাবীৰ।
থৰ থৰি হিয়া মুখে বচন গম্ভীৰ ॥"

শব্দৰ মায়াজাল গুঁঠি ৰগৰৰ সৃষ্টি কৰাত তেওঁ কেনে সিদ্ধহস্ত আছিল তাক স্থানান্তৰতো একাধিকবাৰ উল্লেখ কৰা হৈছে। তেওঁৰ আটাইকেইখন কবিতাৰ পুথিতে শব্দ প্ৰয়োগৰ তেনে মায়াজাল ৰচনা কৰা পাঠকৰ চকুত সঘনে পৰে। ঈশ্বৰ পীযুষকৰৰ দৰে—'ৰামদৰ্পহাৰী ৰাম' (পৰশুৰামৰ দৰ্প হৰণ কৰোঁতা ৰাম), 'দ্বিসপ্ত বৎসৰ' (চৈধ্য বছৰ), 'শয়নে শয়ন ছিলে' (বিছনাত শুইছিল) ইত্যাদি তাৰ দুই-চাৰিটা নমুনা মাত্ৰ। এনে কৰোঁতে কেতিয়াবা শব্দৰ জালে পাঠকক কিঞ্চিৎ স্তব্ধ আৰু বিব্ৰত নকৰিও নাথাকে ; কাৰণ তেনে ৰহস্যই সময়ে সময়ে সাঁথৰৰ দৰে হৈ পৰি ভাবানুসৰণত বিভ্ৰাট ঘটায়, যেনে—'নিৰবিলা ৰাণী' অৰ্থাৎ ৰাণীয়ে কথা নক'লে ; 'ৰণিব'—ৰণ কৰিব ; 'পাবকে প্ৰবেশি' মানে অগ্নিত প্ৰবেশ কৰি, নেতেজিবা—ত্যাগ নকৰিবা ইত্যাদি। কবিয়ে কেতিযাবা কেতিয়াবা শব্দৰ চলতি ৰূপকো অলপ অদল-বদল কৰি ব্যৱহাৰ কৰিছিল, যেনে,— 'শপত'ৰ ঠাইত 'শপথ', 'কহয় শপথ কৰি' ; 'কিনো উপায়'ৰ ঠাইত 'কিনোপায়', 'নুবুজো'ৰ ঠাইত 'নুবুঝো' ; 'জয় আসাম ৰাজ'ৰ ঠাইত 'জযাসামৰাজ', 'দেব-দেৱী'ৰ ঠাইত 'দেৱী-দেৱ' ইত্যাদি। অৱশ্যে কোনো কোনো ক্ষেত্ৰত সেইটো আছিল কাব্যিক প্ৰয়োজন।

কবিসকলৰ ভাব আৰু ছন্দৰ ধ্বনি-প্ৰতিধ্বনি যুগ-যুগ ধৰি চলি অহা পৰম্পৰা স্বৰূপ। 'চিন্তা-তৰঙ্গিণী'ৰ ক্ষেত্ৰতো সেই একে কথা খাটে। ভোলানাথ দাসৰ 'শৱ দৰ্শন' কবিতাৰ—'বিচিত্ৰ জগত গতি, কি নকৰে কালে'ৰ প্ৰতিধ্বনি পিছৰ অসমীয়া কবিৰ কবিতাত পোৱা যায—

"চিৰকাল মানুহৰ সমানে নাযায়
ৰাজপুত্ৰ যায় বন
দৰিদ্ৰৰো সিংহাসন
চক্ৰবৎ দুখ-সুখ ঘূৰিছে সদায়
কালৰ কুটিল গতি বুজে কোনে ভাই।"—এনে স্তবকবোৰত। এই বিষয়ে পৃথকে আলচ কৰা হৈছে।

চিন্তা-তৰঙ্গিণী—দ্বিতীয় ভাগ

ভোলানাথ দাসৰ 'চিন্তা-তৰঙ্গিণী' দ্বিতীয় ভাগ কেনেকৈ উদ্ধাৰ কৰা হ'ল তাৰ এটি চমু আভাস ৰচনাৱলীৰ প্ৰাসঙ্গিক বাট-চ'ৰাত দিয়া আছে। ইয়াত পুথিখনৰ বিষয়বস্তু, ভাষা, সাহিত্য-সম্পদ আৰু ৰচনাকালত কবিৰ সমসাময়িক সাহিত্যিক গোষ্ঠীৰ অনেকৰ সৈতে ঘটা লেখনী যুঁজখনৰ বিষয় আলচ কৰা হ'ব।

'চিন্তা-তৰঙ্গিণী'—দ্বিতীয় ভাগত সৰ্বমুঠ চৌবিশটা কবিতা আছে। অধিকাংশ কবিতাৰে মূল ভাব কবিৰ 'আপোন মনৰ সপোন বাৰ্ত্তা', স্বদেশানুৰাগ আৰু পৰিস্থিতিৰ সংঘাতত সৃষ্টি হোৱা তৎকালীন ভাবৰ কাব্যময় প্ৰকাশ। বস্তুতঃ এই কবিতা পুথি ৰচনাৰ সময়ত কবিৰ মনোৰাজ্যত প্ৰচণ্ড ধুমুহা চলিছিল। প্ৰতিপক্ষৰ সমালোচনাৰ বাক্যবাণ আৰু লেখনীৰ খোঁচনিত কবি তেতিয়া থকা-সৰকা হৈ পৰিছিল। ইমানেই হৈছিল যে কিছুদিনৰ কাৰণে তেওঁ নীৰব হৈ থাকি দম লৈ পুনঃ লেখনী চলাবলগীয়া হৈছিল। তেওঁৰ কবিতাতেই তাৰ আভাস পোৱা যায়।

'চিন্তা-তৰঙ্গিণী' দ্বিতীয় ভাগৰ একাধিক কবিতা সেই সাহিত্য-যুদ্ধৰ কবিতা। ভোলানাথৰ কবিতাৰ ভাষা আৰু ছন্দই আছিল সমালোচকসকলৰ আক্ৰমণৰ লক্ষ্য-কেন্দ্ৰ। ভোলানাথে পোনতে লেখনী চলাইছিল আউনিআটী সত্ৰৰপৰা ওলোৱা 'আসাম-বিলাসিনী' (১৮৭২-১৮৮৩) নামৰ মাহেকীয়া কাকতত ; আৰু আশ্চৰ্যৰ কথা, সেই কাকতেই পোনতে তেওঁক কঠোৰভাৱে সমালোচনা কৰে। ভোলানাথে সেই সমালোচনাৰ উত্তৰ সেই কাকততেই দিছিল আৰু কেতিযাবা সেইটো সম্ভৱ হৈ নুঠিলে তেওঁ আবেগময়ী আত্মকেন্দ্ৰী কবিতা ৰচনা কৰি তাৰ মাজেদিযে নিজ মন্তব্য দাঙি ধৰিছিল। দুখৰ বিষয় 'আসাম বিলাসিনী' কাকত আজি ক'তো নাই— অন্ততঃ ভাষা-যুদ্ধৰ এই আমোদজনক অধ্যায়টো থকা কাকত নাই। আমি সেই কাকতৰ নমুনা এটা বৃটিছ মিউজিয়ামৰপৰা 'ফটোষ্টেট কপি' আনি সযতনে ৰখোৱা অৱস্থাত গুৱাহাটী বিশ্ববিদ্যালয়ৰ ৰবীন্দ্ৰ অধ্যাপক ডঃ সত্যেন্দ্ৰনাথ শৰ্মাদেৱৰ পুথিভঁৰালত চাবলৈ সুবিধা পাইছিলোঁ। তাত সেই যুদ্ধৰ কথা একো নাই। সি যিহওক 'চিন্তা-তৰঙ্গিণী'—দ্বিতীয় ভাগৰ দুই-এটা কবিতা আৰু ভোলানাথ দাসৰ অন্য ঠাইত প্ৰকাশ হোৱা কবিতাৰ দুই-এঠাইত প্ৰকাশ পোৱা ভাবৰপৰা যুঁজখনৰ স্পষ্ট ধাৰণা এটা গঢ়ি তুলিব পাৰি।

কবিতা লেখি কবি হ'বলৈ ভোলানাথৰ সৰু কালৰপৰাই মনত প্ৰবল ধাউতি আছিল। পিছে সেই সময়ত অসমীয়া সাহিত্যৰ, বিশেষকৈ অসমীয়া কবিতাৰ উপযুক্ত চানেকি ক'তো পোৱা নগৈছিল, কাৰণ তেতিয়া পঢ়াশালি আৰু আদালতত ব্যৱহাৰ হৈছিল বঙলা ভাষা। অসমত তেতিয়া ৰমাকান্ত চৌধুৰী (১৮৪৬-১৮৮৯ চন) প্ৰথমে অসমীয়াত অমিত্ৰাক্ষৰ ছন্দত 'অভিমন্যু বধ' কাব্য প্ৰণেতা আৰু ভোলানাথ দাসে ১৮৫৮-১৯২৯ চন) বঙলা ভাষাৰ সেই সময়ৰ উদীয়মান কবি মাইকেল মধুসূদন দত্তৰ 'বীৰাঙ্গনা কাব্য' (১৮৬২ চনত প্ৰকাশিত), 'মেঘনাদ বধ' কাব্য (১৮৬৫ চনত প্ৰকাশিত) আদি অমিত্ৰাক্ষৰী কাব্য পঢ়ি অসমীয়া কবিতাতো সেই ছন্দৰ ব্যৱহাৰ কৰিবলৈ যত্নপৰ হৈছিল। ৰমাকান্ত চৌধুৰীয়ে অমিত্ৰাক্ষৰ ছন্দত 'অভিমন্যু বধ' কাব্য লেখিলে আৰু ১৮৭৫ চনত সি প্ৰকাশ হৈ ওলাল। সেই কিতাপৰ ভাষা, বিষয়বস্তু আদিৰ সমসাময়িক সমাজত কেনে ধৰণৰ প্ৰতিক্ৰিয়া বা মূল্যায়ন হৈছিল বুজা নাযায়। বিশেষকৈ ৰমাকান্ত চৌধুৰী ভোলানাথ দাসৰ দৰে আলোচনী সাহিত্যিক নাছিল।

সেই হেতুকে তেওঁৰ 'অভিমন্যু বধ' কাব্যৰ অমিত্ৰাক্ষৰ ছন্দই সম্ভৱ উল্লেখযোগ্য আলোড়নৰ সৃষ্টি কৰা নাছিল। ভোলানাথ দাসে ছাত্ৰাৱস্থাতেই মাইকেলী অমিত্ৰাক্ষৰ ছন্দৰ দ্বাৰা প্ৰভাবান্বিত হৈ 'সীতাহৰণ কাব্য' ৰচনা আৰম্ভ কৰিছিল আৰু আৰম্ভ কৰিয়ে ক্ষান্ত থকা নাছিল ; 'আসাম-বিলাসিনী'ত তাক ছোৱা ছোৱাকৈ প্ৰকাশো কৰিছিল। তাকে কৰিয়ে তেওঁ কোদোৰ বাহত জুই দিলে। তেওঁৰ ভাষা আৰু অমিত্ৰাক্ষৰ ছন্দ 'আসাম-বিলাসিনী'তেই ঘোৰ তৰ্কযুদ্ধ আৰু বাদ-বিসম্বাদৰ বিষয়বস্তু হৈ পৰিল। কবি ভোলানাথ দাসৰ অভিলাষ কি আছিল আৰু সি শেষত কিহলৈ ঢাল খালে সেই বিষয়ে তেওঁৰ দ্বিতীয় ভাগ 'চিন্তা-তৰঙ্গিণী'ৰ পহিলা কবিতাটোতেই আভাস পোৱা যায়। 'কবিতা' শিতানৰ প্ৰথম কবিতাটোৰ দ্বিতীয় স্তৱকতে কবিয়ে এইদৰে আত্মপ্ৰকাশ কৰিছে—

"বাল্যকাল থাকি কিন্তু নাজানো কাৰণ
আছিল তোমাৰ প্ৰতি
ই হীন জনৰ মতি
পালে পদ্যময়ী পুথি কৰিয়া যতন,
পঢ়িছিলোঁ য'তে ত'তে হৰষিত মন।"

সেয়েহে 'ভাবিছিলোঁ হবো কবি' হৈ, যত্ন সহকাৰে 'সচাঁই-মিছাই'

"লেখিছিলোঁ নানা পদ
ভাবি তব দুটী পদ,
কল্পনাক বলে ধৰি পাগলৰ প্ৰায়
লেখিছিলোঁ যেহিসব, এবে হাঁসি পায়।"

বাল্যকাল অতীত হোৱাত কিবা কাৰণত কিছু দিনৰ কাৰণে তেওঁ হেনো কবিতা লেখা ব্যাধিৰপৰা হাত সাৰি নীৰৱে আছিল।

"কিন্তু যেৱে বাল্যকাল হইলেক গত
পুনঃ দূৰভাবে মন
কৰিলেক পৰশন
তোমাৰ ৰচনা ভাব হইলে জাগ্ৰত
দুৰাশা আশ্বাসে পুনঃ হইলো উন্মত্ত।"

'আসাম-বিলাসিনী'তেই পোন প্ৰথমে আধুনিক অসমীয়া সাহিত্যৰ সমালোচনা বোলা শাখা আৰম্ভ হয়। আধুনিক প্ৰবন্ধ-সাহিত্যৰ জন্ম হৈছিল মিছনেৰীসকলৰ 'অৰুণোদয়' (১৮৪৬-১৮৮২) কাকতত আৰু সমালোচনা সাহিত্য আৰম্ভ হৈছিল 'আসাম-বিলাসিনী'ত। সেই সময়ৰ সমালোচনা ঘাইকৈ কোনো প্ৰকাশিত পুথি বা প্ৰবন্ধৰ গুণ-দোষ বিচাৰতে আবদ্ধ আছিল। পিছৰ 'জোনাকী (১৮৮৯) যুগ'তহে ই ৰস-বিচাৰলৈ প্ৰসাৰ লাভ কৰে। সি যি হওক 'আসাম-

বিলাসিনী'ত ভোলানাথ দাসৰ 'সীতাহৰণ কাব্য' প্ৰকাশ হ'বলৈ ধৰাৰ উপৰিও তেওঁৰ অন্যান্য একাধিক ব্যক্তিনিষ্ঠ খণ্ড কবিতা প্ৰকাশ হৈছিল আৰু তাতেই তেওঁৰ অসমীয়া কবিতাত নতুনকৈ আৰম্ভ কৰা মাইকেলী অমিত্ৰাক্ষৰ ছন্দ আৰু ভাষাৰ কঠোৰ সমালোচনা ওলাইছিল।

'আসাম-বিলাসিনী'ৰ (১৮৭১-১৮৮৩) যুগত অসমীয়া ভাষাৰ আখৰ-জোঁটনি আৰু বানান বহু পৰিমাণে অনিশ্চিত অৱস্থাত আছিল। ভোলানাথ দাসৰ 'চিন্তা-তৰঙ্গিণী'—দ্বিতীয় ভাগৰ 'ইটো সিটো' শিতানৰ কবিতাই আজিও তাৰ সাক্ষী দিয়ে। 'বিলাসিনী'য়ে ভোলানাথক 'ইটো সিটো' লেখোঁতে মূৰ্দ্ধণ্য 'ট' দিয়া বাবে ইতিকিং কৰিছিল আৰু ভোলানাথেও তাৰ প্ৰতিবাদ কৰিছিল। কিন্তু শেহত সেই যুঁজত ভোলানাথৰেই জয় হয। 'আসাম-বিলাসিনী'যে ভোলানাথৰ বানান আৰু ছন্দৰ কেনে সমালোচনা দিছিল—সেই কবিতাটোতে পোৱা যায—

"কি লেখিছে সেইজন
কৰি ভাষা অশোভন ?
অমিত্ৰ অক্ষৰ ছন্দে কি কৰে ৰচন ?
নোহে পদ্য নোহে গদ্য
কিবা লিখে মূৰ্খে অদ্য
অনু কৰি বঙলাৰ শ্ৰীমধুসূদন।

(২)
'ইটো' 'সিটো' ব্যৱহাৰ
শুদ্ধ নাহি হোৱে যাৰ
'ইতো' স্থানে 'ইটো' লেখে, 'সিতো' স্থানে 'সিটো',
সিজনে কবিতা গাঁথা
কেৱল লাজৰ কথা
হেন উচ্চ আশা নোহে উচিত স্বপ্নতো।

(৩)
প্ৰকাশি তাৰ কবিতা
'বিলাসিনী' কলুষিতা
পৰিল সোপান হন্তে খসি একপদ।
কিন্তু সোধো এক কথা
কিয় বিলাসিনী মাতা
পুনঃ তবে প্ৰকাশিলে সিজনৰ পদ ?"

'ইটো-সিটো'ৰ যুদ্ধত হাৰি 'বিলাসিনী'যে পুনঃ ভোলানাথৰপৰা কবিতা নিতাত প্ৰকাশ কৰিছিল। ভোলানাথৰ কাৰণে ই কম গৌৰৱৰ কথা নহয়।

'বিলাসিনী'ত প্ৰকাশ হোৱা সমালোচনাৰ তীব্ৰ বাক্য-বাণে কিন্তু ভোলানাথৰ অন্তৰ বাৰুকৈয়ে বিদীৰ্ণ কৰিছিল। তেওঁৰ স্পৰ্শকাতৰ কবিপ্ৰাণে সেই আঘাতত কেনেকৈ চট্‌ফটাই আছিল, সেইটো একাধিক কবিতাত ফুটি ওলাইছিল।

"দুৰাশা উচিত শাস্তি পালোঁ হাতে হাতে,
দেখি মোৰ চপলতা
ক্ৰোধে 'বিলাসিনী' মাতা
কৰিলা গঞ্জনা, আমি ৰহিলোঁ অমাতে,
পুনঃ মোৰ দুৰাকাঙ্খা দিলোঁ অধঃপাতে ॥

হে কবিতে ! আকৌ মোৰ নিৰলজ্জ মন,
(কি লাজ আছয় তাৰ
গঞ্জনাও প্ৰিয় যাৰ ?)
সব কাতি কৰি আজি কৰিছে নৰ্ত্তন ,
চাইছে কৰিবে পুনঃ তূলিকা চালন।"

কবিয়ে প্ৰতিপক্ষৰ বাক্যবাণ আৰু কটু সমালোচনালৈও ভ্ৰূক্ষেপ নকৰি লেখনী চলায়ে থাকিল। অৱশ্যে তেওঁৰ মনত মাজে মাজে চিন্তা, উদ্বেগ আৰু দ্বিধাবোধ নোপজাকৈ নাছিল। কলম তুলি লৈযে কেতিয়াবা তেওঁ সমালোচনাৰ ভয়ত অন্তৰত ভূমিকম্প অনুভৱ কৰিছিল।

"হুইও ক্ষান্ত, মিছাতে নহবি ভ্ৰান্ত
লোভে পাছে হব প্ৰায়শ্চিত্তৰ বিধান
সমালোচনাত পৰি নাপাইবি ত্ৰাণ।"

ডেকাসকলৰপৰা বেঁকা কথা শুনিয়েই হওক বা অন্য যিকোনো কাৰণতেই নহওক তেওঁ ১৯০২ চনত 'সীতাহৰণ কাব্য' পুথিৰ আকাৰত প্ৰকাশ হোৱাৰ পিছৰপৰা সাহিত্যক্ষেত্ৰত পূৰ্ণ নীৰৱতা অৱলম্বন কৰিলে।

ভোলানাথৰ মতে—কল্পনা কবিতাৰ প্ৰাণস্বৰূপ। কবিতাৰ অধিষ্ঠাত্ৰী দেৱীৰ কৃপা হ'লেহে কবিয়ে মনলৈ আৱশ্যকীয় কল্পনা আনিব পাৰে।

"কল্পনে,
তুমি বিনে কবিতাৰ কিবা আছে সাৰ ?
কবিতা বাজনা গান
তুমি তাৰ তাল-মান
কবিতা অতাঁৰ বীণা, তুমি তাৰ তাঁৰ

কবিতা শৰীৰ মাত্ৰ, তুমি প্ৰাণধাৰ ॥

● ● ●

কৰা মাতঃ দয়া এই দীন-হীন জনে
দিয়া তব নেত্ৰ দুটী
সেইনেত্ৰে কৰো দৃষ্টি
নহলে, নেদেখোঁ একো ই অন্ধ নয়নে
নহলে, মনৰ আশা ৰহিবেক মনে ॥"

ই নতুন কথা নহয়। জন মিল্টন, মাইকেল মধুসূদন আদি কবিসকলেও তেনেকৈ Heavenly Muses-ক বা 'অমৃতভাষিণী' দেৱীক কাব্যৰ আদিতে আৰাধনা কৰিছিল কবি-মানসক কল্পনাৰ কল্পলোকলৈ তুলি নিবলৈ।

ভোলানাথ দাসৰ 'চিন্তা-তৰঙ্গিণী'ৰ অনেক কবিতাই সমসাময়িক সমাজ-ব্যৱস্থা আৰু সাহিত্যৰ অৱস্থা সম্পৰ্কেও আলোকপাত কৰে। 'জহনী' (মাউৰ) শিতানৰ কবিতাত সেই সময়ত অসমত জহনী বেমাৰৰ কেনে প্ৰকোপ আছিল তাৰ এটি ভয়াবহ চিত্ৰ দিয়া আছে। 'আসাম বন্ধু' নামৰ কবিতা এটাৰ পাদ-টীকাত কোৱা আছে—"এই নামৰ এখানী মাসিক পত্ৰ এই নগাঁও জিলাৰপৰা সম্পাদিত হইছিল। গ্ৰাহক সকলৰ সাহায্যাভাবে পত্ৰখানী লুপ্ত-প্ৰায় হোৱাত এই কবিতাটী লেখা হইছিল।" সঁচাকৈয়ে কবিতাটিয়ে সমসাময়িক অসমীয়া আলোচনীবোৰৰ জন্ম-মৃত্যু আৰু পাঠক, গ্ৰাহক আদি জনসাধাৰণৰ প্ৰতিক্ৰিয়াৰ এটা কৰুণ বৰ্ণনা-চিত্ৰ দাঙি ধৰে।

"সম্পাদকে যশ পাব পত্ৰিকা ছপাই,
ধন পাব মান পাব,
ঘৰে বসি সুখে খাব,
কিন্তু আমালোকে কি তেওঁৰ মায়ায়
মুগ্ধ হৈ ধন দিম নিৰ্ব্বোধৰ প্ৰায় ?"

এয়ে আছিল তেতিয়াৰ সাধাৰণ পাঠকৰ মন্তব্য বা প্ৰতিক্ৰিয়া, আৰু সেই ধৰণৰ অনাদৰ-অৱহেলাত পৰি কিমান কাকত ওলাল আৰু মৰিল তাৰ লেখ দিয়ে কোনে ? তাকে ব্যঙ্গ কৰি কবিয়ে কৈছে—

"কেনেনো চতুৰ দেখা সম্পাদকগণ
ভাল ভাল নাম ধৰি
আসামত ঘূৰি ঘূৰি
এটীৰ পাছত এটী দিছে দৰশন,
আনন্দৰ কথা কিন্তু পইছে পতন।

কি কি কাকত ?

'আসাম মিহিৰ' ॥ কোনো 'আসাম দৰ্পণ' ॥
বেলি, আৰ্চি কাকৈ, ফণি
'জ্ঞানোদয়', জ্ঞানমণি
'বিলাসিনী' 'নিউচ'—কেনে নামৰ ধৰণ
শুনিলে নোৱাৰি নিদি কাণত ঢাকন ॥
এতিয়া দিছেহি দেখা আৰু এজনাই
'মিহিৰ' 'দৰ্পণ' আদি
নাম ফলহীন দেখি
এড়ি তেনে নাম এওঁ বৰণ সলাই
'বন্ধু' নামে দিছে দেখা সাদৰ লগাই ॥"

উল্লেখযোগ্য কথা এই যে 'আসাম-মিহিৰ' (১৮৭২-৭৩), 'আসাম-দৰ্পণ' (১৮৭৪-৭৫) , 'আসাম-বিলাসিনী' (১৮৭১-১৮৮৩) ; 'আসাম নিউচ' (১৮৮২-১৮৮৫) ; 'আসাম বন্ধু' (১৮৮৫-১৮৮৬) আদি আলোচনীবোৰ ক্ষণস্থায়ীৰূপে বৰ্ত্তি আছিল।

অইনকেইখন কবিতা পুথিত পোৱাৰ দৰে ভোলানাথৰ এইখন পুথিতো জাতীয়তাবোধ আৰু স্বাধীনতাৰ উচ্ছ্বাস নানা কবিতাৰ মাজেদি ভুমুক ওলোৱাৰ দৰে ওলোৱা দেখা যায়। 'স্বাধীনতা নাই যাৰ কিবা আছে তাৰ' (এটা কথা', 'জগতে অমূল্য ৰত্ন স্বাধীন জীৱন' (স্বভাৱৰ শোভা), 'বুজিছোঁ পৰাধীনতা নৰক সমান' (কাৰাবদ্ধ ৰাজপুত্ৰ) ইত্যাদি পংক্তিবোৰেই তাৰ সাক্ষী। 'স্বৰ্গদৰ্শন' নামৰ কবিতাত তেওঁ চাকৰি জীৱনত কত কায়ক্লেশ ভুঞ্জিও দুবেলা দুমুঠি পেট ভৰাই খাবলৈ নোপোৱা দুখীয়া চাকৰিয়ালৰ ছবি এটি আঁকি কৈছে—

"উদৰৰ জ্বালা কৰিবে বাৰণ
সদা সেবি সেবি পৰৰ চৰণ
তাতো জানো মিলে যথেষ্ট অশন ?
প্ৰাণ জৰ্জ্জৰিত কৃশ কলেবৰ।"

'আসামবাসী' কবিতাও স্বদেশানুৰাগৰ কবিতা। ৰায় গুণাভিৰাম বৰুৱা বাহাদুৰৰ সম্পাদনাত ওলোৱা 'আসাম-বন্ধু' মাহেকীয়া আলোচনীৰ ১ম বছৰৰ প্ৰথম সংখ্যা কাকতৰ ই প্ৰথম কবিতা আছিল। আকৌ 'কাৰাবদ্ধ ৰাজপুত্ৰ' শিতানৰ কবিতাৰ টীকা-ব্যাখ্যা দি কবিয়ে কৈছে—"কোনো এটি হিন্দু ৰাজপুত্ৰ মুছলমান ৰাজত্বৰ সময়ত কাৰাবদ্ধ হইছিল। তেওঁৰ সন্তোষৰ কাৰণে তেওঁ থকা কোঠাটীত থোৱা এটি মইনা চড়াইক সম্বোধন কৰি ৰাজপুত্ৰৰ উক্তিস্বৰূপ এই কবিতা লিখা হ'ল।" ইয়াত কবিয়ে প্ৰতিপন্ন কৰিবলৈ বিচাৰিছে—জীৱনত যি কেতিয়াও দুখ পোৱা নাই তেওঁ দুখৰ প্ৰকৃত অৰ্থ নুবুজে। শোকগ্ৰস্তইহে শোকৰ বেদনা সম্যকভাৱে উপলব্ধি কৰিব পাৰে। সেয়েহে কাৰাবদ্ধ ৰাজপুত্ৰই সজাৰ মইনা চৰাইটোক কৈছে—

"সমান অৱস্থা আজি তোমাৰ আমাৰ ;
যবন অধীন তুমি, আমিও সিৰূপ।
ভাগ্যদোষে বাসস্থান ভীম কাৰাগাৰ,
তব বাসস্থান পক্ষি, পিঞ্জৰ যিৰূপ।

* * *

"অসভ্য জাতিও কত জগতে স্বাধীন।
সুসভ্য ভাৰত—লাজ—পৰৰ অধীন ॥
সবেও জাগ্ৰত মানে সবেও স্বাধীন।
কেৱল তোসব, লাজ, পৰৰ অধীন ॥"

কবি ভোলানাথ দাস আছিল অসমত বৃটিছ শাসন চলি থকাৰ মধ্যৱৰ্তী কালৰ লোক আৰু নিজে এজন দায়িত্বশীল ৰাজকৰ্মচাৰী। ৰাজভক্ত ৰাজকৰ্মচাৰী হৈও তেওঁ মনৰ স্বাধীন চিন্তা আৰু জননী জন্মভূমিৰ স্বাধীনতাৰ কাৰণে ওপজা ব্যাকুলতা আওপকীয়াকৈ হ'লেও প্ৰকাশ কৰিবলৈ প্ৰযাস কৰিছিল। 'কাৰাবদ্ধ ৰাজপুত্ৰ'ৰ কাব্যিক কল্পনাৰো গুৰি শিপা তাতেই আছে। 'স্বৰ্গদৰ্শন' কবিতাতো কবিযে স্বৰ্গৰ পূততোয়া মন্দাকিনীৰ স্নিগ্ধ প্ৰবাহত শোকৰ ছাঁ দেখিছে।

ঊনবিংশ শতিকাৰ আৰম্ভণিতে (১৮১৬ চনত) প্ৰকাশ হোৱা ইংৰাজ কবি ক'লৰিজৰ 'কুব্লাখাঁ' নামৰ বিশ্ববিখ্যাত অসম্পূৰ্ণ কবিতাৰ দৰে কবি ভোলানাথ দাসৰো 'স্বৰ্গদৰ্শন' এটা অসম্পূৰ্ণ কবিতা। তেনেকৈ তেওঁৰ 'জয়দ্ৰথ বধ' আৰু এটা অসম্পূৰ্ণ কবিতা। এই অসম্পূৰ্ণ কবিতাবোৰত কবিয়ে আধুনিক গল্পৰ কিছুমান গল্পকাৰে ঘটনাৰ মাজতে গল্পটো শেষ কৰি থৈ বাকীখিনি পাঠকৰ চিন্তাৰ কাৰণে এৰাৰ দৰে কল্পনাৰ কল্পচিত্ৰ আঁকি গৈ থাকি শেষ নকৰাকৈয়ে কবিতা 'অসম্পূৰ্ণ' কৰি এৰিছে। ইয়াকো একপ্ৰকাৰ নতুন কৌশল বুলিব পাৰি।

কবি ভোলানাথ দাসে কল্পচিত্ৰ বা মানস-চিত্ৰকে কল্পনা বুলিছে আৰু তাকেই কাব্যৰ প্ৰাণ বুলি স্বীকাৰ কৰিছে। তেওঁ নিজেও কল্পনাৰ আশ্ৰয় লৈ কল্প-চিত্ৰ অঙ্কন কৰি গৈ গৈ থাকি কেতিযাবা মাজতে ৰৈ গৈছিল বুলি ওপৰত উল্লেখ কৰা হৈছে। মেঘ আৰু বিজুলীৰ সহায়ত কবি ভোলানাথে অনেক কল্পচিত্ৰ আঁকিছে। 'স্বৰ্গদৰ্শন' কবিতাতো তেওঁ গম্ভীৰ মেঘক পুৰুষ আৰু চঞ্চল বিজুলীক চলকটো বাৰাঙ্গনাৰ চপলতাৰ লগত তুলনা কৰি কৈছে—

"প্ৰিয়া চঞ্চলতা বাৰনাৰী প্ৰায়,
নসয় মেঘৰ ; ক্ৰোধে গৰ্জ্জি ধায়
ভীষণ নিনাদে জগৎ কপায়,
নকপয় কিন্তু চপলাৰ মন।"

সেই একে উপমাকে তেওঁ 'কবিতা' নামৰ প্ৰথম কবিতাটিতো দিছে—

"তড়িতে সুন্দৰী নাৰী ; কৰয় বৰ্ণন
জলদে চপলা ধৰি কৰে আলিঙ্গন।"

'চিন্তা-তৰঙ্গিণী'—দ্বিতীয় ভাগৰ শেষৰ কবিতা 'মেঘ'। কবিয়ে সূচীপত্ৰত কবিতাটোৰ নাম 'মেঘ' দি ভিতৰৰ মূল কবিতাটিৰ ওপৰৰ শিতানত বা শিৰোনামাত 'একখণ্ড ক্ষুদ্ৰ মেঘ' দিছে। এই কবিতাটিক বৃটিছ আমোলৰ ৰোমাণ্টিক যুগৰ ব্যক্তিনিষ্ঠ খণ্ড কবিতাৰ প্ৰথম শ্ৰেষ্ঠ নিদৰ্শন বোলা যায়। ছন্দ প্ৰবাহৰ গতিত সি যেন 'ধীৰে ধীৰে ভাহি যোৱা মেঘৰ গজেন্দ্ৰগমন' আৰু কল্প-চিত্ৰ বা উপমাত অসমীয়া সাহিত্য আকাশৰ 'এক কোণে দৰশন দিয়া' ধৱল 'তুলাৰাশি', শুভ্ৰ ৰৰফখণ্ড অথবা 'সুশ্বেত ৰাগৰ' উজ্জ্বল প্ৰভা ঃ

"কৃষ্ণবক্ষে জ্বলে যেন স্ফটিকৰ মণি
কিম্বা শ্যাম দুৰ্ব্বাদলে
যথা জ্বলবিন্দু জ্বলে
ছায়াবৃত জলে যেন শোভে কমলিনী
বিস্তীৰ্ণ সমুদ্ৰে কিম্বা ধৱল তৰণী ॥"

এইজনা কবিৰ গহীন ছন্দত প্ৰকাশ কৰা দুই-একোটা পদ্যপংক্তিয়ে নাটকীয় ভঙ্গীত আপ্তবাক্যৰ দৰে হৈ মনত প্ৰতিধ্বনি তোলে, 'কাৰাবদ্ধ ৰাজপুত্ৰ' কবিতাত কবিয়ে মইনাক কোঁৱৰৰ হতুৱাই কোৱাইছে—

"(কালি যি আজি সি নোহে , সুখী দুঃখ ভাব
বহয়, পূজিত হোৱে অধম চৰণ।)
নৰকে জনম যাৰ তাৰো স্বৰ্গবাস ;
স্বৰগে জনম যাৰ সিও পৰদাস।"

সেইদৰে বিবেকক উদ্দেশ্য কৰি কবিযে কৈছে—

"ধন্য হে বিবেক তুমি ধন্য মন্ত্ৰীবৰ
ধন্য তুমি চিৰ বন্ধু হীন মানবৰ ॥"

ভোলানাথ দাস সময়ৰ সোঁতত‌কৈ কেইখোজমান আগবাঢ়ি আছিল বুলি আগতে উল্লেখ কৰা হৈছে। তেওঁৰ ভাষা নহ'লেও ভাব আৰু ছন্দ পিছৰ অনেক কবিৰ ৰচনাত অনুৰণিত হৈছিল। ভোলানাথে 'ভাৰতী' পত্ৰিকাৰ বেটুপাতৰ চিত্ৰখনলৈ চাই তাৰ কলাসৌন্দৰ্যত মুগ্ধ হৈ 'চিন্তা-তৰঙ্গিণী'ৰ 'ভাৰতী' নামৰ কবিতাটি লেখিছিল। সেই কথা তেওঁৰ কবিতাতে স্পষ্ট হৈ আছে—

"ভাৰতী' সম্বাদ পত্ৰে চিত্ৰখানি
দেখিলে তোমাৰ হে মাতঃ ভাৰতি !
চঞ্চল অন্তৰে হোৱয় গম্ভীৰ,
ক্ষণে হোৱে মন শোকাকুল অতি ॥



"কিবা পৰমাদ গণি আছা আজি,
কিবা মহা চিন্তা অন্তৰে উধায় ?
কি ভাবে ভাবিতা জননি ভাৰতি !
কি দুখে আকুল অন্তৰ তোমাৰ ?
কোৱা সৰস্বতি কোৱা এই জনে,
কিয়নো বদনে হেন শোক ভাব ?"—ইত্যাদি

ভোলানাথ দাসৰ কবিতাৰ ছন্দ সম্পৰ্কে এইটো স্পষ্টকৈ কোৱা যায় যে অমিত্ৰাক্ষৰ ছন্দহে ভোলানাথৰ কবিতাৰ মূল ছন্দ আছিল ; মিত্ৰাক্ষৰ ছন্দ ব্যতিক্ৰমহে। তেওঁৰ শ্ৰবণেন্দ্ৰিয়ত কবিতাৰ ছন্দকলাৰ স্পষ্ট জ্ঞান সততে সজাগ আছিল। সেয়েহে তেওঁৰ কবিতাই কেতিয়াবা মিলিতান্ত সুৰত বাজি গৈ থাকিও হঠাৎ অমিত্ৰাক্ষৰৰ নৃত্যভঙ্গীমা তোলে। বহুত সময়ত তেওঁৰ কবিতাত দুয়োবিধ ছন্দই বাই-ভনীৰ দৰে হাতত ধৰাধৰিকৈ লয়লাসে গতি কৰাও দেখা গৈছিল ; তাৰ উদাহৰণ এটা, যেনে—

"হ'ল গাঢ় নিদ্ৰা, হলোঁ অচেতন
বহুকষ্টে পাছে সুখ নিকেতন
লভিলোঁ। দেখিলো আশ্চৰ্য স্বপন
দেখাইলা নিদ্ৰা অমৰ নগৰ ॥" (স্বৰ্গদৰ্শন)

বহু সময়ত ছন্দত ব্যৱহাৰ কৰা শব্দ-ঝঙ্কাৰৰপৰাই অৰ্থৰ দ্যোতনা পোৱা গৈছিল। তাৰে এটা নমুনা, যেনে—

"নাচিছে অপ্সৰী বিদ্যাধৰীগণে
থমকে থমকে, নূপুৰ চৰণে
কৰে ৰুণু ঝুণু, হসিত বদনে
চঞ্চল নয়ন সঞ্চাৰিত কৰে।
কৰে মহানৃত্য যত সুৰবালা,
দেহ আবৰণে জ্বলকে চপলা ;
কৰয় বসনে সমীৰণে খেলা
দেখি দেৱগণ মোহিত অন্তৰে।"—ইত্যাদি।

দ্বিতীয় ভাগ 'চিন্তা-তৰঙ্গিণী'ত কবিৰ নিতান্ত নিজা কথাও আছে। কবি কালিদাসৰ 'মেঘদূত' কাব্যৰ লোকসংসৰ্গবৰ্জ্জিত যক্ষপত্নীৰ কথাও আছে ; শিশুৰ মধু হাঁসিৰ কথাও আছে, 'মহাভাৰত'ৰ জয়দ্ৰথ বধৰ কাহিনীও আছে ; কোনো এক বন্ধুৰ প্ৰতি চন-তাৰিখ ধৰি সোধা প্ৰশ্নও আছে ; 'ইটো' 'সিটো' ভাষাযুদ্ধৰ অস্পষ্ট কথাটোও আছে। এই পুস্তক ৰচনাত যেনে সাহস আৰু ধৈৰ্যৰ প্ৰয়োজন হৈছিল তাৰ প্ৰকাশ আৰু প্ৰচাৰতো অনুৰূপ কৌশল খটোৱা হৈছিল। বহুতৰ অন্তৰত এই পুথিয়ে আঘাত নিদিয়াকৈও নাছিল। সেয়েহে আজি প্ৰায় এশ বছৰৰ অন্তত প্ৰতিকূল কালপ্ৰবাহত পৰি ইয়াৰ অস্তিত্ব বিলোপ হ'ব ধৰিছিল। ই এটা যুগ-সংক্ৰান্তিৰ সাহিত্য-স্তম্ভ।

## সীতাহৰণ কাব্যত চৰিত্ৰ-চিত্ৰণ

ভোলানাথ দাসৰ 'সীতাহৰণ' এখন চিত্ৰধৰ্মী বৰ্ণনাবহুল কাব্য। ইয়াৰ ৰচনাকাল উনবিংশ শতিকাৰ অষ্টম দশকৰ শেষাৰ্ধ (১৮৭৮ চন মান) হ'ব। ই পুস্তক আকাৰে প্ৰকাশ হৈছিল ১৯০২ চনত। অমিত্ৰাক্ষৰ ছন্দৰ গহীন গম্ভীৰ মাইকেলী সুৰ এই কাব্যৰ এটা উল্লেখযোগ্য বৈশিষ্ট্য। আগতে উল্লেখ কৰা হৈছে যে পূৰ্বকালৰ ৰমাকান্ত আৰু উত্তৰকালৰ হিতেশ্বৰ-পদ্মনাথ-ইন্দ্ৰেশ্বৰ-দণ্ডীনাথ-চন্দ্ৰধৰ আদি অসমীয়া ছন্দশিল্পৰ প্ৰথিতযশা কাৰিকৰসকলৰ কাৰো হাতত অমিত্ৰাক্ষৰ ছন্দই মাইকেলী সুৰত ভোলানাথৰ কৃতিত্ব লভিব পৰা নাছিল। এইটো কিন্তু স্বীকাৰ্য যে এইবিধ ছন্দশিল্পৰ কাৰুকাৰ্যত ভোলানাথ তেওঁৰ গুৰু মাইকেল মধুসূদনৰ অনুগামী হ'ব পাৰিলেও চৰিত্ৰ অঙ্কনত হ'লে তেওঁ একোপধ্যে গুৰুৰ ওচৰ চাপিব পৰা নাই।

চৰিত্ৰ-চিত্ৰণ পাশ্চাত্যৰ নাট-উপন্যাস মহাকাব্যাদিৰ এটা অতি প্ৰয়োজনীয় অঙ্গ। এই বিষযত মাইকেল মধুসূদনে তেওঁৰ ছন্দগুৰু মিল্টনৰ 'পেৰেডাইজ লষ্ট'ৰ ● অনুসৰণ কৰিছে। তেওঁৰ কাব্যৰ ৰাম-লক্ষ্মণ-ইন্দ্ৰজিত-বিভীষণ আদিসকল বাল্মীকীয় বা কৃত্তিবাসী ৰামাযণৰ ৰাম-লক্ষ্মণ-ইন্দ্ৰজিত-বিভীষণ হৈ থকা নাই। তেওঁৰ কাব্যত এই সকলোৱে ন ৰূপত ন-ন গুণেৰে বিভূষিত হৈ নব জীৱন লাভ কৰিছে। সেই চৰিত্ৰবোৰৰ কাৰ্যাবলীয়ে কবিৰ অভীষ্টানুযায়ী নিজ নিজ কাৰ্যৰ দ্বাৰা অতৰ্কিতেই পাঠকৰ মনত আলোডনৰ সৃষ্টি কৰি হৃদয়ত সহানুভূতি, প্ৰশংসা, শ্ৰদ্ধা, অনুৰাগ আদি জগাই তুলিবলৈ সমৰ্থ হৈছে।

বাল্মীকি ৰামায়ণৰ ৰামচন্দ্ৰ এজনা সৰ্বজন নমস্য প্ৰজাবৎসল ৰজা। সীতাও এগৰাকী ক্ষত্ৰীয় বীৰাঙ্গনা। তেওঁলোকে মানুহ হৈও গুণৰ বলত অতিমানৱত্ব লাভ কৰিছে আৰু জনসমাজৰ পূজাৰ্হ হৈছে। মাইকেল মধুসূদনৰ ৰামচন্দ্ৰ কিন্তু চিন্তা-ভয়-হিংসা-প্ৰতিহিংসাদি মানৱিক দুৰ্বলতাপূৰ্ণ এজন মানুহ। সীতাও তদনুৰূপ এটা আকৰ্ষণীয় স্ত্ৰীচৰিত্ৰ। ভোলানাথৰ ৰামচন্দ্ৰ ধীৰ, স্থিৰ, বীৰ ; ৰামায়ণৰ ৰামচন্দ্ৰৰ সৈতে তাৰ মিল আছে, অৱশ্যে ৰামায়ণৰ ৰজা ৰামচন্দ্ৰতকৈও কোনো কোনো সময়ত অধিক কৌতুক আৰু পৰিহাসপৰায়ণ। নহ'লে জানো তেওঁ নিশাচৰী শূৰ্পণখাৰ নাৰীমূৰ্তি দেখি নিজৰ বংশগৌৰৱৰ ঐতিহ্যপূৰ্ণ পৰিচয় দাঙি ধৰি—'দিয়া তব পৰিচয়' বুলি কৈয়ে উত্তৰলৈ বাট নাচাই একে উশাহে ক'বলৈ ধৰে—

"...... উৰ্ব্বশী মেনকা
কিম্বা তিলোত্তমা হবা ; নহলে ৰূপসি
সম্ভৱে কি হেন ৰূপ ? নহলে, কি সাহে
ভ্ৰমিছা ইঘোৰ বনে তুমি, সুবদনি ?"

---

● চৰিত্ৰ কিন্তু বিদ্ৰোহী হ'লেও নীচ বা ঘৃণনীয় নহয়, বৰঞ্চ বিদ্ৰোহী নেতাৰ সকলো গুণৰাজিৰে আকৰ্ষণীয়ভাৱে সুশোভিত।

তেনেকৈয়ে আকৌ লক্ষ্মণৰ ওচৰত ব্যৰ্থকাম হৈ আহি যেতিয়া দ্বিতীয় বাৰ ৰামৰ ওচৰত তাই পতিত্ব ভিক্ষা কৰে তেতিয়াও—

"হাঁসিয়া ৰাঘৱ
নিৰীখি সুমুখী সীতা, কৌতুক কৰিয়া
কহিলা, কি বোলা সতি ! সপত্নী হইবে
বাঞ্ছে বালা তব সহ। দিয়া অনুমতি।"

আকৌ আন এঠাইত তেওঁ সীতাকো কৌতুক কৰি কৈছে—

"চৰ্ব্বণে হোৱয় বৎস, ডিম্ব অচৰ্ব্বণে—,
ন অৰ্চ্চে তোমাত প্ৰিয়ে ! জনক কৰ্ষণে
পাইলে তোমাক অণ্ডৰূপে ভূমিতলে ,
অণ্ড সমুদ্ভুতা, সতি, অমানবী তুমি।"

যদিও ভোলানাথ দাসৰ ৰামচন্দ্ৰই দৈৱবাণীৰ সহাযতহে ৰণত দূষণক বধ কৰিবলৈ সমৰ্থ হৈছে তথাপি অন্যত্ৰ তেওঁ ৰামায়ণৰ বীৰ ৰামচন্দ্ৰয়ে—নিৰ্ভীক, গম্ভীৰ, পৰাক্ৰমী, বংশগৌৰৱত গৌৰবান্বিত আৰু কৰ্তব্যপৰায়ণ।

'সীতাহৰণ'ৰ সীতা লাজুকী, ভীতা, পৰাশ্ৰয়ী, 'জনমদুখিনী' সীতা—পতিৰ কায়াৰ ছায়া স্বৰূপ। তেওঁ নিজেও স্বামী ৰামচন্দ্ৰক কৈছে—

"সূৰ্য্যকুলে সূৰ্য্য তুমি ; সূৰ্য্যকৰদানে
উজ্জ্বল যি চন্দ্ৰ, মোৰ জন্ম তাৰ কুলে ;"

সেইবাবেহে ভীতা হৈও তেওঁ ৰামচন্দ্ৰই যেতিয়া 'নিৰ্ভয়ে দেৱৰ সঙ্গে সুন্দৰ কন্দৰে' থাকা বুলি কৈ পৰ্ণকুটীৰ ত্যাগ কৰি পৰ্বতৰ কন্দৰত থাকিবলৈ কৈ ৰণলৈ যাবলৈ ওলাইছিল—তেওঁ তেতিয়া ক'ব পাৰিছিল, তাকো এবাৰহে ক'ব পাইছিল—

"নাযাইবো দূৰে কান্ত, ৰহিবো সমীপে
তোমাৰ ;. ৰহিবো এই কুটীৰ ভিতৰে।"

ভোলানাথৰ সীতাৰ অন্তৰত নজনা কথা জানিবৰ কাৰণে কৌতূহল বৰ প্ৰবল। তেওঁ কুটীৰত স্বামী ৰামচন্দ্ৰৰ লগত থকা সময়তো প্ৰশ্ন কৰিছিল—কিছুমান প্ৰাণীৰ যে শিং আছে আন কিছুমানৰ নাই কিয় ? কিছুমান প্ৰাণী যে অণ্ডজ, বাকীবোৰ নহয় কিয় ?—ইত্যাদি। বাল্মীকি ৰামায়ণত ফুল তুলি থাকোঁতেহে সীতাই মায়া হৰিণ দেখিছিল। দুৰ্গাবৰী ৰামায়ণত ৰামৰ লগত পাশা খেলি থাকোঁতে দেখিছিল।

ভোলানাথৰ সীতা চৰিত্ৰত অসমীয়া সাধ্বী গৃহিণী এজনীৰ অনেক গুণ লক্ষ্য কৰা যায়। তেওঁ দেৱৰ লক্ষ্মণৰ কাৰ্যৰ প্ৰশংসা কৰি পতি ৰামচন্দ্ৰক কৈছে—

"ত্যজি বীৰ জননী বণিতা
ৰাজ্যভোগ, তব হেতু আসিয়াছে বনে ;
ৰাত্ৰিত ৰক্ষক হোৱে, দিবসে কিঙ্কৰ ;
এনে ভ্ৰাতৃভক্তি, প্ৰভু, বিৰল ভুবনে।"

এনে এগৰাকী শান্ত সুশীলা মাতৃতুল্যা ৰমণীয়েও লক্ষ্মণক ৰামৰ অন্বেষণত নোযোৱাত দুৰ্বাক্য ব্যৱহাৰ কৰিছে। সেইটোৱে তেওঁৰ চৰিত্ৰৰ ওপৰত চেকা পেলায় বুলি ভাবি কবিয়ে সেই কাৰ্যৰ দোষ স্খলনৰ কাৰণে কাব্যত সৰস্বতীৰ সহায় লৈছে।

ৰণৰ বিভীষিকা দেখি ৰণ চলি থাকোঁতে তাৰ মাজতে 'সীতাহৰণ কাব্য'ৰ সীতাই এবাৰ—'ত্যজা ৰক্ষসহ বাদ ; চলা বন পৰিহৰি, নাই কাৰ্য্য সমৰত" বুলি ৰণ এৰি গুচি যাবলৈও ৰামক উপদেশ দিছিল। আনকি এবাৰ তেওঁ যুদ্ধৰত "সেনাৰ কলকলি, অস্ত্ৰাৱলীৰ ঝনঝনি, অৰিবাদ্য নাদ" শুনিয়ে ইফালে ঘৰত 'কুটীৰে মূৰ্চ্ছিতা সীতা' হৈছিল।

'সীতাহৰণ কাব্য'ৰ লক্ষ্মণৰ চৰিত্ৰ আৰু বেছি নিষ্প্ৰাণ, নিষ্প্ৰভ আৰু অনাকৰ্ষণীয। উল্লেখযোগ্য কাৰ্য আৰু সুঁৱৰিবলগীয়া বচন তেওঁৰ নাই বুলিবই পাৰি। মায়াহৰিণ দেখাৰ সময়ত তেওঁ এবাৰ মাত্ৰ ককাযেক ৰামচন্দ্ৰক উপদেশ দি কৈছিল যে সি কোনোবা ৰাক্ষসৰ মাযা , তাৰ অনুসৰণ নকৰাই ভাল।

ৰাৱণৰ কাৰ্যতো ৰাজোচিত ব্যৱহাৰ আৰু বীৰোচিত কাৰ্য কমেই লক্ষ্য কৰা যায়। কাব্যৰ ৰাৱণ লম্পট, কামুক আৰু ভীৰু। তেওঁ ইমানে ভীৰু যে ৰণস্থলীত হতাহত সৈন্যৰ দৃশ্য দেখি—'স্তম্ভিত অন্তৰে

গুণিলা, এতেক বল ধৰয ৰাঘৱ !
নোহেতো সামান্য নৰ ! বংশ ৰাক্ষসৰ
অস্তিলে সমূলে এই দণ্ডক অৰণ্যে ।
কি সাহে জোকাবোঁ হেন অতুল প্ৰতাপী
সমৰ-কুশল বীৰ বিষ্ণু অৱতাৰ
ৰঘুপতি ?"

সিমানেই নহয়, জানকীক হৰণ কৰি তেওঁ যেন ঠিক কাম কৰা নাই আৰু ৰণস্থলী এৰি লঙ্কাপুৰলৈ পলোৱাই শ্ৰেযঃ হ'ব সেই পৰ্যন্ত চিন্তা কৰিছিল—ভাগ্যে আশাদেৱীয়েহে তেওঁক পুনৰ উজ্জীৱিত কৰি সেই সমযত "সীতা লাভ হৰ তব অৱশ্য অক্লেশে" বুলি ৰণত প্ৰবৃত্ত কৰাইছিল।

"নাচাহো জানকী · পৰ ৰমণী হৰণে
নাহি কাম ; চলি যাওঁ ঘূৰি লঙ্কাপুৰে।"

এনে দুৰ্বল ৰাৱণৰ কল্পনা মাইকেলৰতো হ'বই নোৱাৰে, ৰামায়ণতো পোৱা নাযায়। ভোলানাথৰ ৰাৱণ ভীৰু আৰু কিছু পৰিমাণে ধৰ্মভীৰুও। সীতাহৰণৰ কাৰণে একে একে তেওঁ দুবাৰ দেৱতাৰ কৃপা ভিক্ষা কৰিছে। মাৰীচৰ লগত সীতাহৰণৰ উদ্দেশ্যে ৰথত যাওঁতে তেওঁ মহামায়া দুৰ্গাক স্তুতি কৰিছিল আৰু ভগৱতীয়েও যেন তেওঁৰ স্তুতিত তুষ্ট হৈ 'তথাস্তু' বুলি বৰ দান কৰিছিল।

"ৰাৱণ তোমাৰ দাস, দানৱ-দলনি !
প্ৰাৰ্থে পদে কৰপুটে , পূৰ্ণ কৰা আশা।
দিয়া বৰ হে বৰদে ! বাঞ্ছা সিদ্ধি যেন
হোৱে, সাধ্বি, ই ৰক্ষৰ । ৰমণী-ৰতন,
সীতানাম—পাৰোঁ যেন কৰিবে হৰণ
অক্লেশে।' কৈলাস শিৰে হাসি হৈমৱতী
হৰপ্ৰিয়া, দিলা বৰ 'তথাস্তু' বুলিযা।"

দেৱীৰ বৰত ৰাৱণে সীতাহৰণ অভিযানত সিদ্ধি লাভ কৰিলে। তেওঁ পুষ্পক ৰথত আকাশেদি সীতাক হৰণ কৰি লৈ গ'ল। সীতাই ক্ৰোধত ৰাৱণক অভিশাপ দিবলৈ ধৰিলে। সাধ্বী সতী সীতাদেৱীৰ অভিশাপত ভক্ত দশাননৰ হৃৎকম্প উপস্থিত হ'ল। তেওঁ তেতিয়া তেওঁৰ ইষ্টদেৱতা দেবাদিদেব মহাদেৱক ৰথৰ ওপৰতে অভীষ্ট সিদ্ধিৰ কাৰণে এইদৰে স্তুতি কৰিছিল—

"যদি নোহে কৃপা তব এই দাস হেতু,
বৃথা ভক্তি আৰাধনা পদাম্বুজে তব
নিয়ত ভৃত্যৰ তবে ; বৃথা তেন্তে, প্ৰভু,
ভোলানাথ দাস মোক বোলে সৰ্ব্বজনে।
তব কোপানলে পুড়ি অনঙ্গ অনঙ্গ
হইছিলে ; কি যে ভাগ্য, লভিয়া মৰণ,
পাইলে জীৱন পুনঃ। পীড়ে দাসে এবে
তব ৰিপু, ৰিপুঞ্জয়। কৰিও কৰুণা
কিঙ্কৰক কায়েমনে শ্ৰীপদে অৰ্পিত
নিয়ত। হে নীলকণ্ঠ ! নীলাকায়ে মম
শোভে যেন হেমময়ী ই নাৰী-মালিকা ;
ভজে যেন তব ভৃত্যে সীতা সীমান্তিনী।"

মুঠতে কাব্যত মহাবীৰ ৰাৱণৰ বীৰত্ব আৰু দাম্ভিকতাতকৈও ভক্তি আৰু ভীৰুতাহে অধিক প্ৰকট।

কাব্যত মন্দোদৰীৰ চৰিত্ৰৰ গুণৰাজি স্পষ্টকৈ ব্যক্ত হ'বলৈ সুবিধা নোলাল যদিও যিথিনি কথা তেওঁৰ মুখেদি ওলাইছে, সেয়ে তেওঁৰ পতিপ্ৰাণ মনৰ স্পষ্ট সাক্ষ্য দিয়ে। লঙ্কেশ্বৰৰ দৰে ৰজাই যদি বীৰবাহু মেঘনাদৰ দৰে পুত্ৰ, কুম্ভকৰ্ণ-বিভীষণৰ দৰে ভ্ৰাতৃ আৰু মন্দোদৰীৰ দৰে পত্নীৰ বৰ্তমানত এই বয়সত পৰস্ত্ৰীহৰণৰ কাৰণে উদ্যত হয়, তেনেহ'লে 'কি কহিব ত্ৰিজগতে হেন পাপাচাৰে'—ইয়াকে ভাবি তেওঁ লাজত অধোমুখ হৈ থাকোঁতে হঠাৎ নল-কুবেৰৰ অভিশাপৰ কথা তেওঁৰ মনত পৰিল।

"কামাকুল পতি যদি কৰে বলাৎকাৰ
জানকীক ; আছে নল কুবেৰৰ শাপ
ঘটিবেক বলাৎকাৰ ৰমণে-মৰণ।"

তেওঁ অস্থিৰ হৈ পৰিল—বিধাতাৰ ওচৰত পতিদান ভিক্ষা কৰি অৱনত শিৰে প্ৰাৰ্থনা কৰিলে—'মহামতি যেন নোহে ভ্ৰম-মতি।' দেৱী-মন্দিৰলৈও গৈ পতিৰ মঙ্গলৰ বাবে 'আৰাধিলা সতী সতী পদাম্বুজে।' তেওঁৰ মনত ঘনাই দুখ উপজিছিল ইয়াকে ভাবি—"ৰূপ-মুগ্ধ কাম-দাস ৰাজা

পৰস্ত্ৰী হৰিবে গলা উন্মত্ত অন্তৰে।

*  *  *

"যুবত তনয়গণ ; বাৰ্দ্ধক্য বয়সী
ৰক্ষোৰাজ, তেওঁ লাজ নাভাবিলা মনে।"

কাব্যৰ শূৰ্পণখা বা শূৰ্পণখী এজনী চঞ্চলা নিশাচৰী ; টাটক-নাটক আৰু চৰিত্ৰহীনা দন্দুৰী। মিছা-বেশ্যাৰ কাৰণে তাইৰ অকণো দ্বিধা-সঙ্কোচ নাই। য'তে যিটো কাৰ্যকৰী হ'ব বুলি ভাবিছে তাতেই তাই সেইদৰে সঁচাকে মিছা আৰু মিছাকে সঁচা কৰি দেখুৱাইছে। লক্ষ্মণৰ হাতত নাক-কাণ কটা খেদাই তাই গৈ খৰ-দূষণৰ আগত তাৰ কাৰণ এক ধৰণে বৰ্ণাইছে—ৰাৱণৰ আগত গৈ অন্য এক ধৰণে বৰ্ণাইছে। খৰ-দূষণৰ আগত কৈছে—

"ৰমণী স্বভাব
ৰমণীৰ সঙ্গ লাভ বাঞ্ছয় ৰমণী,
নদী সঙ্গ নদী যথা ; চলিলো হৰিষে,
সেহি ৰূপসীৰ পাশে, কৰিবে সম্ভাষ।"—

ময়ো সীতাক দেখি তেওঁৰ লগত কথা পাতিবলৈ যাওঁতে 'আদৰি তোলোতে ফুল হাতে হুল ফুটে' হ'ল—সেয়েহে মোৰ আজি এই দশা। 'বিনা অপৰাধে মোক নিৰ্ম্মম মানৱে এই দুৰ্দ্দশা কৰিলে" (উপৰোক্ত ঘটনাৰ বৰ্ণনা ৰাৱণক দিওঁতে তাই কৈছিল যে সীতা নামধাৰী অপৰূপ ৰূপৱতী নাৰী এজনীক বনৰ মাজত লগ পাই—

"কৰিবে মহিষী তব লঙ্কাপুৰেশ্বৰী
(যাক বিহে শোভে) মনে আলোচি চলিলোঁ
কুটীৰ সমীপে। কিন্তু বিড়ম্বিলা বিধি
বীৰেন্দ্ৰ ! নাসিকা কৰ্ণ কাটিলা লক্ষ্মণে।'
'ৰাজভগ্নী অঙ্গহীনা, ভূমণ্ডল মাজে
ৰহিল অখ্যাতি ইটো ; হাঁসিব বাসব—
শক্ৰ তব, বাসবাৰি। কিয় অভাগিনী
নমৰিল সিদিনতে তপস্বীৰ হাতে।"—ইত্যাদি

শূৰ্পণখাৰ উচটনি সীতাহৰণৰ অন্যতম কাৰণ।

ভোলানাথৰ মাৰীচ মন্ত্ৰণাত নিপুণ ব্ৰতাচাৰী, সত্যনিষ্ঠ ৰাক্ষস-তাপস। মাতৃ তাড়কাক ৰামচন্দ্ৰই বধ কৰিছিল যদিও তেওঁ ৰামভক্ত। তেওঁ এবাৰ নহয় দুবাৰো ৰাৱণক বৈদেহী-হৰণ দুষ্কাৰ্যৰপৰা বিৰত থাকিবলৈ যুক্তিপূৰ্ণ উপদেশ দিছিল। তেওঁৰ মতে 'শ্ৰীৰাম লক্ষ্মণ বিষ্ণু অংশে অৱতীৰ্ণ।' ৰাৱণে তাৰ উত্তৰত কৈছিল—"নীচ নৰে বিষ্ণুজ্ঞান । যেন কাঁহক কাঞ্চন" বোধ। মাৰীচে তেতিয়া সীতা-সয়ম্বৰৰ সময়ত হৰধনু দাঙিব নোৱাৰি মিথিলাত তেওঁৰ কি লটিঘটি হৈছিল আৰু ৰামে কেনেকৈ হেলাৰঙে হৰধনু ভঙ্গ কৰি সীতাক লভিছিল, কেনেকৈ ৰামে পৰশুৰামৰ দৰে বীৰৰ দৰ্পচূৰ্ণ কৰিছিল, আৰু পাওপৰশনৰ দ্বাৰাই অহল্যাক মুক্তিদান কৰিছিল আদি কথা ৰাৱণৰ স্মৃতিগোচৰ কৰাত তেওঁ যুক্তিত মাৰীচক বলে নোৱাৰি কৈছিল—

"বিধানিবোঁ, প্ৰতিদণ্ড শত্ৰুক তথাপি ,
হৰিবো বনিতা তাৰ,—অমূল্য ৰতন—
মণি বিনে ফণী যথা, জল বিনে মীন,
ৰামৰ সি গতি হোক।"

তথাপি মাৰীচক সৈমান কৰিব নোৱাৰি—"কৰিবোঁ ই অস্ত্ৰে তোৰ মস্তক ছেদন—ৰে ভণ্ড তপস্বি !" বুলি ৰাৱণে তৰোৱাল তুলি উগ্ৰমূৰ্তি হৈছিল। তাকে দেখি মাৰীচে মনৰ মাজতে প্ৰশ্ন কৰিছিল 'ই পাপ দেহৰ—পতন কুশল শীঘ্ৰ , কিন্তু কাৰ হাতে ?—ৰাম কি ৰাৱণ ?" উত্তৰ তেওঁ শীঘ্ৰেই পালে

"লঙ্কেশ্বৰ আজ্ঞা পালি হিংসিলে ৰাঘৱে,
দ্বিকৰ্ম্ম সাধন হব, ৰাজাজ্ঞা পালন ,
মুক্তি লাভ ৰাম হাতে, বৈকুণ্ঠ বসতি।"

শেষত তেওঁৰ বৈকুণ্ঠ বসতিযেই হ'ল—ৰামৰ শৰত মাৰীচে প্ৰাণ এৰিলে।

মাৰীচ অকল সত্যসন্ধ ধৰ্মনিষ্ঠই নাছিল—স্বদেশ হিতৈষীও আছিল। আকাশ পথেদি ৰাৱণৰ পুষ্পক ৰথত গতি কৰোঁতেও তেওঁ জন্মভূমি স্বৰ্ণলঙ্কাৰ ফালে শেষবাৰলৈ দৃষ্টি নিক্ষেপ কৰি 'শেষ দেখা অধম পুত্ৰৰ—আশিসি বিদায় তাক কৰিও জননি' বুলি আকাশৰপৰাই প্ৰণতি জনাইছিল।

'সীতাহৰণ কাব্য'ৰ দেৱতাসকল ভীতু আৰু কূটনীতি পৰায়ণ। সীতাহৰণৰ দ্বাৰা শত্ৰু নিধন হ'ব বুলি জানি তেওঁলোকে সীতাহৰণৰ দৰে দুষ্কাৰ্যতো ৰাৱণ, মাৰীচ আদিক সহায় কৰিছে। এইদৰে 'সীতাহৰণ কাব্য'ৰ চৰিত্ৰবোৰে ঘটনা প্ৰবাহ অব্যাহত ৰাখিবৰ কাৰণেহে নিজ নিজ কৰ্তব্য যথাৰীতি পালন কৰি গৈছে—কোনোটোৱে 'স্বে মহিম্নি' গৌৰৱোজ্জল হৈ দেদীপ্যমান আৰু আকৰ্ষণীয় হব পৰা নাই।

ভোলানাথ দাসৰ 'সীতাহৰণ কাব্য'ৰ মূল কাহিনী ৰামায়ণৰে মূল কাহিনী, এক কথাত—সীতাহৰণ। সপ্তকাণ্ড ৰামায়ণত সাতোটা কাণ্ড থকাৰ দৰে ইয়াত সাত কাণ্ড নাই , কিন্তু সাতোটা সৰ্গ আছে। ই মহাকাব্য নহয়, ই এক প্ৰকাৰ

কাহিনী কাব্য ঃ খণ্ড কাব্য। 'মেঘদূত' বা 'কুমাৰসম্ভব'ক যি অৰ্থত খণ্ডকাব্য বোলা হয়, ইও সেই অৰ্থৰ খণ্ডকাব্য। পুৰণি কবি আৰু নাটাকাৰসকলে একো একোটা পৌৰাণিক কাহিনীৰ ওপৰত নিৰ্ভৰ কৰিয়ে নিজ নিজ কবিত্ব আৰু প্ৰতিভা খটাই নতুন কাব্য বা নাটকৰ সৃষ্টি কৰিছিল। নাট্যাচাৰ্য শ্বেক্সপীয়েৰ বা মহাকবি কালিদাস— কোনো এই সূত্ৰৰ বহিৰ্ভূত নহয়। বঙ্গীয় কবি মাইকেল মধুসূদন দত্তয়ো পুৰাণ ৰামায়ণ আদিৰ কাহিনীকে নতুন দৃষ্টিকোণৰপৰা চাই তাত নতুন ৰহণ দি নতুন ৰূপত নতুন ছন্দত 'তিলোত্তমা সম্ভৱ কাব্য' (১৮৪৯ চন), 'মেঘনাদ বধ কাব্য' (১৮৬১ চন) আদিৰ দৰে ৰমণীয় কাব্য ৰচনা কৰিছিল। বাংলা ভাষাত নতুনকৈ প্ৰবৰ্তন কৰা তেওঁৰ অমিত্ৰাক্ষৰ ছন্দৰ 'মেঘনাদ বধ' কাব্যৰ আকৰ্ষণ আৰু জনপ্ৰিয়তা সেই সময়ত ইমানে প্ৰবল হৈ পৰিছিল যে তাৰ নতুন ছন্দৰ প্ৰচণ্ড টোৱে বাংলা ভাষাৰ পাৰ ভাঙি আহি অসমীয়া কবি ৰমাকান্ত চৌধুৰী আৰু ভোলানাথ দাসকো উনবিংশ শতিকাৰ সপ্তম দশকৰ ভিতৰতে বুৰাই পেলাইছিল। তাৰেই ফলত চৌধুৰীয়ে 'অভিমন্যু বধ' কাব্যত আৰু ভোলানাথ দাসে 'সীতাহৰণ কাব্য'ত তাৰ যথাযথ অনুশীলন কৰে। এই শিতানত ভোলানাথ দাসৰ 'সীতাহৰণ কাব্য'ৰ আখ্যান পূৰ্তিত কবিৰ কৃতিত্ব আৰু মৌলিকত্বহে আমাৰ আলোচ্য বিষয়।

ছন্দত ভোলানাথ দাসে কাব্যৰ আৰম্ভণিতে কবি মধুসূদন দত্তক অনুসৰণ কৰা বুলি সনম্ৰ স্বীকৃতি জনাইছে—

"—সেই ৰামায়ণ গীত
গাইবে বাঞ্ছিছোঁ আমি মূঢ় অকিঞ্চন
অমিত্ৰ-অক্ষৰ ছন্দে, হে মাতঃ বাগ্‌দেৱী !
যি ছন্দে গাইলা বহু মধুময় গীত
তব অনুগ্ৰহে অতি প্ৰিয় পুত্ৰ তব
শ্ৰীমধুসূদন বঙ্গকবিকুলমণি।"

মাইকেল মধুসূদনে তেওঁৰ কাব্যৰ আখ্যানবস্তু সংগ্ৰহ কৰিছিল লোকৰঞ্জক বাংলা কৃত্তিবাসী ৰামায়ণৰপৰা। ভোলানাথ দাসে কোনখন ৰামায়ণৰপৰা তেওঁৰ কাব্যৰ ঘটনাবস্তুৰ জঁকা বুটলি লৈছিল কোৱা টান। নিজে তেওঁ ক'তো তাক প্ৰকাশ কৰা নাই। এনে স্থলত মূল বাল্মীকি-ৰামায়ণৰ আখ্যান-বস্তুৰ লগত সম্বন্ধ ৰাখি এই কাব্যৰ বিষয়বস্তু বিচাৰ কৰাটোৱে সমীচীন হ'ব যেন পাওঁ, কিয়নো অসমীয়া কন্দলী ৰামায়ণে বাল্মীকি-ৰামায়ণৰ প্ৰায় অনুগ অনুবাদ।

'সীতাহৰণ কাব্য'ৰ সাতোটা সৰ্গৰ প্ৰত্যেকৰে বিষয়বস্তু চমুকৈ হ'ল : প্ৰথম সৰ্গ—পঞ্চবটী বনত থকা কালত ৰাম-লক্ষ্মণ-সীতাৰ সম্মুখলৈ এদিন নিশাচৰী শূৰ্পণখাৰ আগমন : কথোপকথন : শূৰ্পণখাৰ সীতাভক্ষণৰ প্ৰয়াস আৰু লক্ষ্মণৰ দ্বাৰা তাইৰ নাসা-কৰ্ণ ছেদন ; দ্বিতীয় সৰ্গ—শূৰ্পণখাৰ বিলাই-বিপত্তিৰ কথা শুনি খৰ-দূষণৰ ৰণোদ্যম আৰু ৰণত দুয়োৰে সঙ্গী ৰাক্ষসবৃন্দসহ নিধন ; তৃতীয় সৰ্গ—

লঙ্কাত শূৰ্পণখাৰ মুখত খৰ-দূষণৰ মৃত্যু সংবাদ আৰু সীতাৰ ৰূপৰ বৰ্ণনা শুনি ৰাৱণৰ সীতাহৰণৰ সংকল্প গ্ৰহণ ; চতুৰ্থ সৰ্গ—মাৰীচমন্ত্ৰণা ; পঞ্চম সৰ্গ—লঙ্কাত শূৰ্পণখাৰ নাসা-কৰ্ণ ছেদনৰ কাহিনী সম্পৰ্কে ৰাক্ষসসকলৰ মাজত নানা ধৰণৰ লঘু আলেচনা ; ষষ্ঠ সৰ্গ—দেৱতাসকলৰ ভীতি-বিহ্বলতা আৰু সীতাহৰণত ৰাৱণৰ মৃত্যু নিহিত থকা বুলি শুনি মাৰীচ আৰু সীতাক সেই কাৰ্যত সহায় কৰিবলৈ ক্ৰমে মায়া আৰু সৰস্বতীক প্ৰেৰণ ; সপ্তম সৰ্গ—মাৰীচৰ মায়ামৃগ ৰূপ ধাৰণ আৰু ৰাৱণৰ দ্বাৰা সীতাহৰণ।

উপৰোক্ত সাতোটা সৰ্গ বৰ্ণনা কৰোঁতে কবি ভোলানাথ দাসে দেখদেখকৈ অনেক ঠাইত মূলৰপৰা আঁতৰি গৈ কাল্পনিক উপকথাও কাব্যত সংযোগ কৰিছে। বিশেষকৈ পঞ্চম আৰু ষষ্ঠ সৰ্গ সাঙ্গোপাঙ্গে কবিৰ নিজা সৃষ্টি। এই সংযোগবোৰে কাব্যৰ বিষয়বস্তুত ৰহণ চৰাইছে যদিও কোনো কোনো ঠাইত এইবোৰে মূল ঘটনাবস্তুৰ লগত নিমজ্জ হৈ মিলি নোযোৱাত পাঠকক কেৱল নাটকত দিয়াৰ দৰে লঘু কৌতূহল মাত্ৰ (comic relief) যোগাইছে, যেনে,— পঞ্চম সৰ্গৰ শূৰ্পণখাৰ নাসাকৰ্ণছেদন সম্পৰ্কীয় লঙ্কাত হোৱা লঘু আলোচনাবোৰ। তেনেকৈয়ে মায়াই মায়াবী মাৰীচক আৰু সৰস্বতীয়ে সীতাৰ কণ্ঠত থিতি লৈ সীতাহৰণত সহায় কৰা ; ৰাৱণৰ ৰথৰ গতি দেখিয়ে ভ্ৰম কৰি ভয়ত আত্মগোপনকাৰী সুগ্ৰীৱৰ পলায়ন ; নাৰদৰ শাপত অগ্নি আৰু বৰুণে আহি মৰতত কলকাৰখানাত মানুহৰ সহায় হবলগীয়া হোৱা ইত্যাদি কাহিনীবোৰ গল্পবস্তুৰ অপৰিহাৰ্য অঙ্গ নহয়। সম্ভৱতঃ মূল ঘটনাৰ পবিত্ৰতাত আঘাত পৰাৰ ভয়তে ধৰ্মপ্ৰাণ কবিয়ে কাব্যৰ ঘটনাসৃষ্টি আৰু তাৰ বিৱৰ্তনত ক'তো বলিষ্ঠ সংযোগ দিব পৰা নাই। এই বিষয়ত মাইকেল মধুসূদন অধিক স্বাধীন আছিল আৰু সেইবাবে তেওঁৰ চৰিত্ৰ সৃষ্টিও অনবদ্য। কাব্যৰ কাহিনী বৰ্ণনাত কোন সৰ্গত ক'ত কেনেকৈ কবি ভোলানাথ দাসে মূলৰপৰা ফালৰি কাটিছে তাক আৰু অলপ ওচৰলৈ গৈ পৰীক্ষা কৰি চোৱা যাওক।

ৰামায়ণৰ নিশাচৰী শূৰ্পণখাৰ নাক-কাণ কটা যোৱাৰ কাহিনীতে ভোলানাথৰ সীতাহৰণ কাব্যৰ বিষয়বস্তুৰ সূত্ৰপাত হৈছে। 'সীতাহৰণ কাব্য' মতে—ৰাম, সীতা আৰু লক্ষ্মণে গোদাবৰী তীৰৰ দণ্ডকাৰণ্য বা পঞ্চবটী বনত পৰ্ণকুটীৰত বাস কৰি থকা সময়ত এদিন ৰাতিপুৱা লক্ষ্মণ গৈছিল আহাৰৰ কাৰণে ফলমূল বিচাৰি, ৰাম-সীতা আছিল ঘৰত ঃ ঘৰত মানে হাবিৰ মাজৰ পৰ্ণকুটীৰৰ সম্মুখত। পতি-পত্নী দুয়ো নানা প্ৰকাৰৰ আলাপ-আলোচনা কৰি আছিল। কথাৰ মাজতে তেতিয়া সীতাই ৰামক এটা এটাকৈ দুটা নজনা কথাৰ সন্তেদ সুধিলে ঃ প্ৰথমটো হ'ল—কিছুমান পশুৰ শিং আছে আনবোৰৰ নাই ; কিয় ? দ্বিতীয়টো—কোনো কোনো প্ৰাণী দেখোন 'ডিম্ব'ৰপৰা জন্মে আৰু আনবোৰ পোনে পোনেই উপজে। কিয় ? কাৰণ কি ? ৰামে উত্তৰত কৈছিল, "প্ৰিয়ে, আত্মৰক্ষাৰ কাৰণে মানুহে হাতেৰে ধনুৰ্বাণ, শূল-শেল আদি নানা অস্ত্ৰ ব্যৱহাৰ কৰিব পাৰে, কিন্তু পশুৱে নোৱাৰে।"

"সিহেতু বিধাতা
কাকো নখ-দন্ত, কাকো শিৰে-শৃঙ্গদ্বয়,
দিছে অস্ত্র পৰিবর্তে আত্মৰক্ষা হেতু।
নখ কিম্বা দীর্ঘদন্ত আছে যিসবৰ,
সিসবৰ শৃঙ্গ নাই ; পুনঃ যিসবৰ
পদত খণ্ডিত খুড়, আছে শৃঙ্গ শিৰে।
মূষিক, বিড়াল, শশ, কুকুৰ, শৃগাল,
শার্দ্দূল, ভল্লুক, সিংহ আদি চতুষ্পদী
নখী হেতু, শৃঙ্গ নাই , ছাগল হৰিণ
গো মহিষ আদি ধৰে ফাড়া খুড় পদে।
সিহেতু সিসব শিৰে শৃঙ্গৰ সৃজন।
যদিও গর্দ্দভ অশ্ব হোৱে খুড়পদী
অখণ্ডিত খুড কিন্তু ঃ অশৃঙ্গী সিহেতু।"

ৰামৰ কথাখিনি শুনি বুদ্ধিমতী ছাত্রীয়ে কোৱাৰ দৰে সীতাই ক'লে, 'তেনেহ'লে প্রভেদৰ সংজ্ঞা এনেদৰে দিযা যায়—অশৃঙ্গী নখী, শৃঙ্গী খুডপদী। মোৰ এতিয়া দ্বিতীয় প্রশ্নটো হ'ল—কোন প্রাণী একজন্মী, কোন প্রাণী দ্বিজ ?"

ভার্য্যা জানকীৰ কৌতূহল নিবাৰণৰ কাৰণে ৰামে ক'লে যে যিবোৰ জীৱই দাঁতেৰে চর্বণ কৰি আহাৰ খায় সিবোৰৰ জন্ম এবাৰতে হয় ; চর্বণ নকৰাকৈ গিলি আহাৰ খায় যিবিলাকে,-

"সিসবে প্রসব
কৰে খণ্ড। অশ্ব, নৰ, বানৰ, বাদুলী
গো, মহিষ আদি প্রাণী কৰয় চর্ব্বণ
আহাৰ , সিহেতু বৎস জন্মে সিসবৰ।
মৎস্য, সর্প, বেং আদি, আৰু পক্ষী জাতি,
চর্ব্বণ নকৰি ভক্ষ্য গিলি মাত্র খায ,
প্রসবে সিহেতু ডিম্ব চিত্তবিনোদিনী—।"

সীতাই হাঁহি ক'লে, "তাৰ মানে তেনেহ'লে—'চর্ব্বণে হোৱয় বৎস, ডিম্ব অচর্ব্বণে" সীতাই দিয়া এই সূত্র শুনি ৰামে তেওঁৰ থুঁতৰিত ধৰি কৈছিল, "সেই সূত্র কিন্তু 'ন অর্চে তোমাত প্রিয়ে' অর্থাৎ 'তুমিও অণ্ড-সম্ভূতা ; তথাপি সেইটো তোমাত নাখাটে।" ৰামৰ তেনে কৌতুক-বাক্যত সীতা 'ঈষদ লজ্জিতা' হৈছিল।

দুয়ো এনে ধৰণে এইবোৰ আমোদজনক কথা পাগুলিয়াই থাকোঁতে লক্ষ্মণে (প্রাতঃ ভোজনৰ বাবে) হাবিৰপৰা পকা ফল-মূল আনি তেওঁলোকৰ আগত থ'লেহি।

নকলেও হব যে ৰামাযণত ৰাম-সীতাৰ এই কথোপকথন নাই। ই জীৱবিদ্যাবিষয়ক জ্ঞানৰ প্রতি অনুৰক্ত অসমীয়া কবিৰ নতুন কল্পনা। এনে ধৰণৰ

বিজ্ঞানসম্মত যুক্তিৰ কথোপকথনে কাব্য-কাহিনীৰ ৰূপ সৌন্দৰ্য কোনো প্ৰকাৰে হ্ৰাস কৰা নাই। সি যি নহওক, ৰাম-সীতাই ক্লান্ত লক্ষ্মণক মধুৰ বচনেৰে আপ্যায়িত কৰি ক'লে, "পাইছা বীৰেশ ক্লেশ ; যাই তব গৃহে বিশ্ৰামা , শৰীৰ-শ্ৰম ক্লান্তি হোক দূৰ।" লক্ষ্মণেও তাকে কৰিলে।

ঠিক এনে সময়তে—"দুষ্টা নিশাচৰী এক, পঞ্চবটী বনে
হলা উপনীতা আসি—নাম শূৰ্পণখা,
লঙ্কেশ ৰাৱণ-ভগ্নী, নিকষা-নন্দিনী।"

মূল বাল্মীকি ৰামায়ণ মতে কিন্তু—পঞ্চবটীবনত গৃধ্ৰৰাজ জটায়ুক বিদায় দি ৰাম-সীতা দুয়ো কুটীৰৰ সম্মুখত বহি জিৰণি লৈছে ; লক্ষ্মণেও নিজৰ পঁজালৈ গতি কৰিছে , এনে সময়তে বনত অৱলীলাক্ৰমে ভ্ৰমি ফুৰোঁতে স্বেচ্ছাচাৰিণী নিশাচৰী শূৰ্পণখাই তেওঁলোকক অকস্মাৎ দেখা পায়। সুন্দৰদৰ্শন বীৰ ৰামচন্দ্ৰৰ 'অপূৰ্ব ভুবনমোহন' ৰূপত তাই মুগ্ধ হ'ল আৰু ৰামক কেনেকৈ পতিৰূপে পাব পাৰে তাকে ভাবিবলৈ ধৰিলে।[১] ভাবিচিন্তি তাই তেতিয়া মায়া ধৰি এজনী চিত্তবিনোদিনী ৰূপহী ৰমণী হৈ ৰাম-সীতাৰ সম্মুখত দেখা দিলেহি।[২]

তেতিয়া শূৰ্পণখা আৰু ৰাম—দুয়ো দুয়োৰে পৰিচয় ল'লে। শূৰ্পণখাই ৰামৰ ওচৰত আত্মনিবেদন কৰি পোনেই তাই অন্তৰত জ্বলি উঠা কামানলৰ কথা কৈ তাইক পত্নীৰূপে গ্ৰহণ কৰিবলৈ প্ৰস্তাৱ দাঙি ধৰাত ৰামে তাইক দুশ্চৰিত্ৰা বুলি জানি ৰহস্য কৰিবৰ কাৰণে ক'লে যে তেওঁ কৃতদাৰ আৰু সস্ত্ৰীক , তেওঁৰ অনুজ ভ্ৰাতৃ লক্ষ্মণ কিন্তু অকৃতদাৰ, অবিবাহিত—"তুমি ভাৰ্য্যা হোৱা তাৰ ; সমানে সমান ৰূপ হোক সম্মিলিত।"

শূৰ্পণখা এইবাৰ লক্ষ্মণৰ ওচৰলৈ গ'ল আৰু তেওঁৰ ওচৰতো গৈ সেই একে প্ৰস্তাৱকে দাঙি ধৰিলে। লক্ষ্মণে কৌতূহলপূৰ্ণ চলাহী কথাৰে বুজনি দি তাইক ক'লে যে তেওঁৰ লগ লাগিলে শূৰ্পণখাৰ একো লাভ নহ'ব , তাই বৌৱেক সীতাৰ ক্ৰীতদাস হৈহে কাল কটাব লাগিব। তাতকৈ পোনে পোনে গৈ ৰামচন্দ্ৰৰ লগ লোৱাটোহে উত্তম কথা হ'ব। ৰামচন্দ্ৰই তাইৰদৰে সুন্দৰী গাভৰু এজনী পত্নীৰূপে নলৈ নোৱাৰে।

এইবাৰ তাই পুনঃ ৰামৰ ওচৰলৈ গৈ ৰামৰ লগত কথা পাতি বুজিলে যে ৰামে তাইক গ্ৰহণ কৰিব খোজেই ; কিন্তু সীতাহে তাইৰ ৰামপ্ৰাপ্তিৰ পথৰ বিঘ্নকৰ কণ্টক। তাকে ভাবি তাই চকুৰ পচাৰতে ভয়ঙ্কৰী ৰূপ ধাৰণ কৰি মুখ মেলি সীতাক খাবলৈ খেদি গ'ল। কন্দলী ৰামাযণত কোৱা আছে—

---

১ সুকুমাৰং মহাসত্ত্বং পাৰ্থিবব্যঞ্জনান্বিতম্।
কামভাবসমাবিষ্টা দৃষ্টা ৰামমচিন্তয়ৎ ঃ—অৰণ্যকাণ্ড

২ সাভিগম্য মহাবাহুং ভূত্বা বৈ কামৰূপিণী।
স্ত্ৰীস্বভাবং পুৰস্কৃত্য সস্মিতং বাক্যমব্ৰবীৎ ঃ—অৰণ্যকাণ্ড ৰামায়ণ

"ৰাঘৱত কহে মোক এৰিল লক্ষ্মণে।
স্বৰূপতে আসি ভৈলো তোমাৰ কাৰণে ॥
মানুষী সীতাক তুমি মানাসা সুন্দৰী।
পাপিষ্ঠাৰ কাযে মোক অৱমান কৰি ॥
মোৰ সতিনীক দেখিবাকো নোহো যোগ।
সীতাক মাৰিয়া আজি কৰো উপভোগ ॥
ৰামৰ ভাৰ্য্যাক তাই ভুঞ্জিবাক মনে।
ৰাক্ষসীৰ বেশক ধৰিলে তেতিক্ষণে ॥"

মূল ৰামাযণ আৰু মাধৱকন্দলীৰ ৰামায়ণৰ ঘটনা পৰম্পৰাত এইখিনিতে সীতাহৰণৰ কবিযে আৰু এফেৰি কথা সংযোগ কৰি ৰহস্যৰ সৃষ্টি কৰিছে। সেইমতে কৌতুক কৰিবৰ কাৰণে ৰামে পত্নীক সুধিলে—

"কি বোলা সতি৷ সপত্নী হুইবে
বাঞ্ছে বালা তব সহ। দিযা অনুমতি !"

হাজাৰে হওক সীতা তিৰোতা মানুহ। তেওঁ স্থিৰে থাকিব নোৱাৰিলে। ৰামৰ ধেমেলীয়া কথা তেওঁ ধেমালিৰ সুৰত ল'ব নোৱাৰি খঙত অস্থিৰ হৈ নাৰীচৰিত্ৰৰ স্বৰূপ প্ৰকাশ কৰি মুখত যি আহে তাকে বুলি শূৰ্পণখাক গালি পাৰিবলৈ ধৰিলে— "লক্ষ্মীচাডী কৈৰহন্তে আসি বিচাৰে বনত পতি—নাপায নিলাজী লাজ মনে।" কামাগ্নিযে তাইক ইমানকৈ পুৰিছে যদি তাই দেখোন গলত কলহ বান্ধি গোদাৱৰী নদীত জাঁপ দি তাপিত প্ৰাণ শীতল কৰিব পাৰে। তাকে নকৰিলে গছৰ ডালত ৰছী লগাই শূন্যত ওলমি থাকিও শান্তি পাব পাৰে।—"দূৰ হোক পাপমুখী নিলাজী ৰাক্ষসী।"

কাব্যমতে সীতাৰ এনেবোৰ শেলে বিন্ধাৰ দৰে হিয়া থকা-সৰকা কৰা বাক্যবাণ (provocation) পাই আৰু গালি-শপনি শুনিহে শূৰ্পণখাই ৰাক্ষসী ৰূপ ধাৰণ কৰি সীতাক খাবলৈ খেদি গৈছিল। সতিনীৰ বিদ্বেষে সময বিশেষে কেনে কালান্তক ৰূপ ধাৰণ কৰিব পাৰে কাব্যত তাকে প্ৰকট কৰি তুলিবলৈ প্ৰয়াস কৰা হৈছে। কাব্যৰ এই বিচিত্ৰ চিত্ৰটিত ৰাম-লক্ষ্মণৰ ব্যঙ্গ-কৌতুক, সীতাৰ নাৰীসুলভ ঈৰ্ষা আৰু শূৰ্পণখাৰ লেলিহান কাম-বাসনাৰ উৎকট ৰূপ প্ৰকট হৈ পৰিছে। ইয়াৰ ফলত বীৰ লক্ষ্মণৰ হাতত শূৰ্পণখাৰ নাক-কাণ কটা যায় আৰু তাকে দেখি (মূল ৰামাযণত) ৰামে কৈছিল—"হে লক্ষ্মণ, ক্ৰুৰ স্বভাৱৰ অতিদুষ্ট লোকৰ লগত কেতিযাও কৌতুক-পৰিহাস কৰা উচিত নহয ; হে সৌম্য, চোৱাচোন, বৈদেহীৰ আজি কথমপিহে প্ৰাণ বাচিল।" ● ৰাম-লক্ষ্মণ আৰু সীতাৰ বনবাসৰ দাৰুণ দুখ

● ক্ৰূৰৈঃ প্ৰদুষ্টৈঃ সৌমিত্ৰে সংপ্ৰহাসঃ কথঞ্চন।
ন কাৰ্য্যঃ পশ্য বৈদেহী কথঞ্চিৎ সৌম্য জীৱতি—ৰামায়ণ।

বৰ্ণনা কৰি এই ছেগতে কবিয়ে নিজৰ মন্তব্য-টিপ্পনী দি কৈছে—

"হায় কি কুটিল গতি
কালৰ। ধৰণীতলে বুজে কোন জনে ?
ধনী হয় ভিক্ষাজীৱী, হয় ধনপতি
কুবেৰ, সততে যিটো ভিক্ষা কৰি খায় ॥"

শূৰ্পণখাৰ মুখত খণ্ডৰ চোটিত ওলোৱা—'দেখিম তোক, কোন বাপে ৰাখে' বোলাৰ দৰে কথাও বিশেষ অৰ্থব্যঞ্জক অসমীয়া বচনভঙ্গী।

দ্বিতীয় সৰ্গত বৰ্ণনা কৰা ৰাক্ষসসকলৰ কথা-বতৰাৰ চমু আভাস এটা মাত্ৰ মূল ৰামায়ণত আছে—বাহুল্য কথাবোৰ কাব্যকাৰৰ নিজা সৃষ্টি। আকৌ মূলৰ মতে শূৰ্পণখাই খৰ-দূষণৰ আগত নিজৰ নাক-কাণ কটা যোৱাৰ কাৰণ দৰ্শাই কৈছে যে বনৰ মাজত কোমল নৰ-মনিচ তিনিটাক অকস্মাৎ দেখি তাই স্বাভাৱিকতে লোভ পৰবশ হৈ সিহঁতক খাবলৈ খেদি যায় , তাতে দুয়োটা পুৰুষে খেদি ধৰি খৰ্গেৰে তাইৰ নাক-কাণ কাটি এই দশা কৰে (খড়্গেন তস্যাশ্চিচ্ছেদ কৰ্ণনাসং নিগৃহ্যতাম্)। কাব্যত কিন্তু কথা লগোৱাত স্ত্ৰীবুদ্ধিৰ প্ৰখৰতা কিমান তাকে প্ৰদৰ্শন কৰি ভোলানাথৰ শূৰ্পণখাই কৈছে যে তিৰোতাই তিৰোতাক দেখিলে খেদি কুৰি গৈ লগ লাগে। ময়ো সীতাক দেখি তাইৰ ওচৰলৈ যোৱাত ৰাম-লক্ষ্মণ নামৰ নিৰ্দয় পুৰুষ দুটাই মোৰ এই গতি কৰিলে।

"ৰমণী স্বভাৱ—
ৰমণী সঙ্গলাভ বাঞ্ছয় ৰমণী
নদী-সঙ্গ নদী যথা ; চলিলোঁ হৰিষে
সেহি ৰূপসীৰ পাশে, কৰিবে সন্তোষ।
কিন্তু কি অদৃষ্ট মোৰ। ভালে মন্দ ঘটে ;
আদৰি তোলোতে ফুল হাতে হুল ফুটে ;
কিনো বিধাতাৰ বিধি! বিনা অপৰাধে,
অকাৰণে, দাদা, বাণ মাৰি খৰশান
কৰিলে দুৰ্দ্দশা হেন নিৰ্ম্মম মানবে।"

ইয়াৰ পাছত শূৰ্পণখাই দ্বাৰৰুদ্ধ গৃহৰ 'ভূতলে বসিয়া' দাপোণত নিজৰ মুখ চাই কপালত চপৰিয়াই নিজৰ ভাগ্যক দোষ দি হুকহুককৈ কন্দাৰ বৰ্ণনাত পাঠকৰ মনত হাস্যৰসৰো উদ্ৰেক নোহোৱাকৈ নাথাকে। ইও কবিৰ নিজা সংযোজনা , মূলত নাই। তেনেকৈয়ে আকৌ শূৰ্পণখাই ঘৰৰ ভিতৰত বহি বিলাপ কৰি কৰি কেনেকৈ যৌৱনতে তাইৰ পতিক (বিদ্যুৎজিহ্বক) যুদ্ধত ভুলক্ৰমে বধ কৰি অগ্ৰজ ভ্ৰাতৃ ৰাৱণে তাইক ঘৰলৈ নি আদৰ কৰি মাতৃ-গৃহত ৰাখিছিল, পিছে মাতৃ-গৃহ ৰাজগৃহ আদিতো কেনেকৈ বৌৱেক মন্দোদৰী, ইন্দ্ৰজিতৰ পত্নী প্ৰমিলা আদিৰ লগতো তাইৰ দ্বন্দ্ব-কাজিয়া লাগিল আৰু তাৰবাবে ৰাৱণে নি পঞ্চবটী বনত স্বেচ্ছাবিহৰণৰ স্বাধীনতা

দিলে আদি বৰ্ণনা কৰি বিনাই বিনাই কন্দাৰ কথা মূলত নাই। ই সম্ভাব্য ঘটনাৰ পৰিস্থিতিত কবি-কল্পনাত ওপজা নতুন সৃষ্টি। সিমানেই নহয়, খৰ-দূষণৰ লগত হোৱা ৰামচন্দ্ৰৰ যুদ্ধ চাবলৈ নিজ নিজ বাহনত উঠি নাৰদাদি ঋষি আৰু ইন্দ্ৰাদি দেৱতাসকলৰ আগমনৰ দৃশ্য, পঞ্চৱটী ত্যাগ কৰি অন্য ঠাইলৈ যাবলৈ সীতাই ৰাম-লক্ষ্মণক দিয়া যুক্তি-পৰামৰ্শ আদিও মূল ৰামায়ণৰ বহিৰ্ভূত কথা।

তৃতীয় সৰ্গবো স্বৰ্ণলঙ্কাৰ বৰ্ণনা আৰু ৰাৱণৰ ৰত্ন-সিংহাসনৰ দুয়োকাষে হাতত চামৰ দুলাই থকা 'ৰূপৱতী দুটি নিত্যযৌৱনা যুৱতী'ৰ বৰ্ণনাও ভোলানাথৰ নিজা সৃষ্টি। ৰামায়ণত লঙ্কা নগৰৰ বিতোপন বৰ্ণনা সীতাহৰণৰ সময়ত সীতাৰ আগত ৰাৱণে ডাঙ্কোপ মাৰি কোৱা কথাতহে দিয়া আছে। ●১তেনেকৈ দ্বিতীয় সৰ্গত দূষণ বধৰ সময়ত দৈববাণীয়ে ৰামক 'দ্বিভুজ ৰক্ষৰ—ছেদা ৰঘুমণি' বুলি ৰাক্ষসৰ হাত কাটিবলৈ দিয়া উপদেশৰ কথাও মূলত নাই। দিব্য অস্ত্ৰেৰে ৰামচন্দ্ৰই দূষণৰ দুৰ্জয় শক্তিশেল ধ্বংস কৰিছিল বুলিহে আছে।

আকৌ ভোলানাথ দাসৰ শূৰ্পণখাই গৈ ৰাৱণৰ আগত এনেকৈহে লগাইছিল বোলে, ৰূপৱতী সীতাক বনত দেখি ককায়েক ৰাৱণৰ কাৰণে ধৰি আনিবলৈ বুলি যোৱাতহে ৰাম-লক্ষ্মণৰ হাতত তাইৰ তেনে গতি হৈছিল। মূল ৰামায়ণত শূৰ্পণখাই গৈ ৰাৱণক কৈছে, "দাদা, ৰাম-লক্ষ্মণে দণ্ডকাৰণ্যত থকা ৰক্ষকুল যুদ্ধত নিৰ্মূল কৰিলে , খৰ-দূষণো নিহত হ'ল (খৰং বিনিহতং, দূষণঞ্চ নিপাতিতম্)। তুমি এইবোৰৰ কথা একো জনাই নাই।"—ইত্যাদি।

মাৰীচ-মন্ত্ৰণাতো শূৰ্পণখাৰ লগত মাৰীচৰ একো তৰ্ক-বিতৰ্ক মূল ৰামায়ণত হোৱা নাই। মূল ৰামায়ণৰ, কাব্যত বোলাৰ দৰে, ৰামক ক'তো বিষ্ণু অৱতাৰো বোলা নাই। বাল্মীকি ৰামায়ণৰ ৰাম এজন শ্ৰেষ্ঠ মানৱহে ; দেৱতা নহয়। কাব্যত মাৰীচে ৰাৱণৰ কথা নুশুনাত ৰাৱণে কৈছে।

"এত কহি কোষহস্তে নিষ্কোষিলা অসি
তীক্ষ্ণধাৰ। ..... .. মেঘনাদ-পিতা গৰজিলা,
কৰিবো ই অস্ত্ৰে তোৰ মস্তক ছেদন
ৰে ভণ্ড তপস্বী।"

মূলত আছে—ইয়াকে নকৰিলে মই কিন্তু বল প্ৰয়োগৰ দ্বাৰা হ'লেও তোমাৰ হতুৱাই এই (মায়ামৃগ হৈ যোৱা) কাম কৰাম—'এতৎ কাৰ্য্যমৱশ্যং ত্বাং কাৰায়িষ্যে

● ১ মম পাৰে সমুদ্ৰস্য লঙ্কানাম মহাপুৰা ,
সংপূৰ্ণা ৰাক্ষসৈৰ্ঘোৰৈৰ্যথেন্দ্ৰস্যেৰামৰাৱতী ॥
প্ৰাকাৰেণ পৰিবৃতা পাণ্ডুৰেণ বিৰাজিতা ,
হেমকক্ষা পুৰীৰম্যা বৈদুৰ্য্যমণিতোৰণা ॥
তত্ৰ ত্বং বসহে সীতে ৰাজপুত্ৰী ময়াসহ ;
ন স্মৰিষ্যসি নাৰীণাং মানুষীনাং মনস্বিনী।

বলাদপি।' আৰু ৰামৰ ওচৰলৈ (মৃগৰূপে) গ'লে (তোমাৰ) জীৱন বিপদাপন্ন হ'বও পাৰে (নহ'বও পাৰে) কিন্তু মোৰ লগত বিৰোধ কৰিলে আজিয়েই তোমাৰ মৃত্যু হ'ব। এই কথাকে ভাবি চাই যথাযথ বিচাৰ কৰি তুমি যি হিতকৰ বুলি ভাবা তাকে কৰা।● মাধৱকন্দলীৰ অসমীয়া ৰামায়ণত অৱশ্যে আছে—

"খাণ্ডে হানি তোক আজি কৰিবো দোহাৰ।
ৰাঘৱে কৰোক আসি তোক প্ৰতিকাৰ।"

ভোলানাথে কন্দলী ৰামায়ণক স্থলবিশেষে মূল মানি চলাটোও অসম্ভৱ নহয় , কাৰণ মাধৱকন্দলীৰ ৰামায়ণ বাল্মীকি ৰামায়ণৰ সাৰ্থক ভাঙনি।

চতুৰ্থ সৰ্গৰ সীতাহৰণৰ পৰিকল্পনাত ৰাৱণে মহামায়া দুৰ্গাক স্তুতি কৰা, সীতাহৰণৰ প্ৰয়াসত সিদ্ধিলাভৰ কাৰণে দেৱীৰ বৰ লাভ কৰা আদিবোৰত কবি-কল্পনাৰ চমৎকাৰ ক্ৰিয়া দেখা যায়।

কাব্যৰ পঞ্চম সৰ্গত বৰ্ণনা কৰা যুদ্ধৰ 'আন্দোলন' বা আলাপ-আলোচনা প্ৰসঙ্গটি আদ্যোপান্ত কাব্যকাৰৰ নিজস্ব মানস সৃষ্টি। তাত দিযা তিৰোতাৰ মেলখন পানী আনিবলৈ যোৱা অসমীযা গঞা তিৰোতাৰ বাটত হোৱা এখন লেলপেল নিছিগা যুক্তি-তৰ্কৰ মেল। তাত কোনোৱে কৈছে,—"শূৰ্পণখা ৰাক্ষসী হ'লেও বেচেৰী বিধবা তিৰোতা, যুৱতীও। ৰামক লগত লৈ সধবা হ'ব খোজাত নো কি জগৰ লাগিল ? পিছে বেটীয়ে আৰু অন্য দৰা বিচাৰি নাপালে, বনবাসী ভিক্ষাৰী এটাকহে পাইছিলগৈ। মৰক তাই বাপেকে !"

আন এজনীয়ে কৈছিল,—"এ সখি, য'ত যাৰ চকু পৰে আৰু যাত যাৰ মন বহে , দুখীয়া-সুখীয়া কি আছে ? তুমি যাক ৰূপবান বুলিবা, মোৰ হয়তো তাক কুৰূপ যেনেহে লাগিব। ৰূপ মনৰহে কথা।"

তৃতীয় এজনীয়ে ক'লে, "পিছে এটা কথা শুনিছোঁ। শ্ৰীৰামতকৈ বোলে হেনো লক্ষ্মণহে বেছি ধুনীয়া। হৰৰ কোপানলত বোলে কামদেৱ ভস্ম হৈ লক্ষ্মণ ৰূপে উপজিছে। সেয়েহে তাই ৰামক এৰি লক্ষ্মণকে বাছি ল'বলৈ গৈছিল।"

চতুৰ্থজনীয়ে উত্তৰ দিলে, "কি হ'ব থাকিলে ৰূপ। পুৰুষ পুৰুষেই। পুৰুষৰ হৃদয় কঠুৱা। দানৱী হ'লেও বেচেৰী যুৱতী। তাইক নো ৰাম-লক্ষ্মণে পুৰুষ হৈও নাক-চুলি কাটি খেদি পঠিয়াব লাগেনে ?"

পঞ্চমজনীয়ে ক'লে, "পিছে ৰাম-লক্ষ্মণক দোষ দিলে কি হ'ব ? তাই জানো কম দন্দুৰী ? প্ৰেম কৰিবলৈ গৈও তাই নিশ্চয় দ্বন্দ্ব পাতিছিল। যাৰ যি স্বভাৱ তাক কেনেকৈ এৰিব ?"

---

● আসাদ্য তং জীৱিতসংশয়ো বা
মৃত্যুধ্ৰুবস্তেহদ্য ময়া বিৰুধ্য।
এবং যথাবদ্ বিগণয্য বুদ্ধ্যা
যদ্ৰোচতে তৎকুৰু যচ্চ পথ্যম্ ॥—ৰামায়ণ

ষষ্ঠজনীয়ে তপৰাই উত্তৰ দিলে, "নহয় নো কি সখি, ভয় খুৱাই ডৰুৱাই নো কোনোবাই কাৰবাক প্ৰেমত মজাব পাৰেনে ? জাল পাতিহে প্ৰেমত পেলাব লাগে। তাই বেটীযে প্ৰেমৰ কথা কি জানে ? 'ভীমাই নাজানে কৌশল ; কি হ'ব থাকিলে অস্ত্ৰ, নাজানে প্ৰয়োগ, অভাগী অমূল্য ৰত্ন হেৰুৱালে পাই।"

সপ্তমজনীয়ে ক'লে, "ব'লাহঁক দণ্ডকাৰণ্যলৈয়ে যাওঁ ; ৰাম-লক্ষ্মণ নো কিমান পানীৰ মাছ ওলাইছে এবাৰ চাওঁগে। আমি আটায়ে লগ হৈ সিহঁত দুয়োকে হেঁচা মাৰি ধৰোঁগৈহঁক ব'লা, কেনেকৈ পলায় চাওঁ।"

তাইৰ কথাত সকলোৱে খিলখিলাই হাঁহিলে। "ৰসিকা ৰসিকবাক্যে ৰক্ষোবালাদল হাঁসিলা বিস্তৰ।" অন্য এজনীয়ে তেতিয়া ক'লে, "শূৰ্পণখাৰ নাক-কাণ কিন্তু ৰাম-লক্ষ্মণে কটা নাই। তাই বেটীয়ে প্ৰেমত সিহঁতক ভুলাব নোৱাৰি লাজত পৰি প্ৰতিশোধ লবৰ কাৰণে নিজে তেনে কৰিছে ।"

আৰু এজনীযে কলে, "নহয অ'। আচল কথা মই কওঁ শুন। মায়া ধৰি ধুনীয়াজনী হৈ ঘুৰি ফুৰোঁতে হাবিৰ মাজত অকলে পাই ৰাম-লক্ষ্মণ দুয়ো ডেকাই তাইৰ ওপৰত বল কৰিব খুজিছিল। 'নুহিলা সম্মতা শূৰ্পণখা।' তাতে তাইৰ এই গতি হ'ল। খণ্ডত সিহঁতে তাইক তেনে কৰিলে। প্ৰেম প্ৰত্যাখ্যান কৰিলে এনে হয়।" "—এৰা, এয়ে ঠিক কথা হ'বলা। ক'ত শুনিলি অ' তই—ক'ত শুনিলি ?"—বুলি বাকীবোৰে সুধিলে। এনেবোৰ কাল্পনিক কথা-বতৰা, বাক-বিতণ্ডা, গল্প-গুজব আৰু সৰু সৰু ল'ৰা-ছোৱালীবোৰৰ উৰুলীকৃত হৈ গোৱা

"নাককাটী, কাণকাটী শূৰ্পণখা বাই,

দেখি ধাতু যায়"—গীতৰ কাহিনী কবি ভোলানাথ দাসৰ কবি মনৰ কাব্যিক সৃষ্টি।

ষষ্ঠ সৰ্গৰ দেৱতাসকলৰ মন্ত্ৰণা আৰু সেই মন্ত্ৰণা-মেলত বৰুণ আৰু অগ্নিদেৱতাক দেৱৰ্ষি নাৰদে তেওঁক মিথ্যাবাদী বুলি আখ্যা দিয়া দোষত শাপ দি দুয়োকে 'নৰ-যানবাহী হইবা কলিত' অৰ্থাৎ কলিকালত দুয়োকে কল চলাবলৈ আদেশ দিয়াৰ কাহিনী নতুন ভাবদ্যোতক আৰু ই বৈজ্ঞানিক তত্ত্বজিজ্ঞাসু কবি ভোলানাথৰ নিজা কল্পনা। তেনেকৈয়ে মায়া, আশা আৰু সৰস্বতী তিনিওকে সীতাহৰণত সহায় কৰি লৈ দেৱতাসকলে পঠিয়াই দি আশাক ৰাৱণৰ অন্তৰত, মায়াক মাৰীচৰ শৰীৰত আৰু বাগ্‌দেৱীক যথাসময়ত সীতাৰ কণ্ঠত স্থিতি হ'বলৈ নিৰ্দেশ দিয়াটো এটা নতুন কথা আৰু নতুন কৌশল। ই ৰামায়ণত নাই।

সপ্তম সৰ্গৰ দণ্ডকাৰণ্যৰ যুদ্ধান্তৰ ৰণস্থলীৰ বৰ্ণনা মিল্টনৰ নৰক বৰ্ণনাৰ দৰে বীভৎস আৰু ভয়াবহ। তাত কবি কল্পনাই চৰম উৎকৰ্ষ লাভ কৰিছে। কুকুৰে ভুকি থকাৰ কাৰণে শিয়াল, কাক, শগুণ আদি পশু-পক্ষীবোৰে মৰাশ খাব নোৱাৰি কেনেকৈ খেদ কৰি ফুৰিছিল তাৰ বৰ্ণনা প্ৰত্যক্ষদৰ্শীৰ বাস্তৱ বৰ্ণনাৰ দৰে জীৱন্ত। কুকুৰৰ ভুকনিত বায়সে কাতৰভাৱে—

"জিজ্ঞাসিছে, 'কাকা তই নিদিয়া কি খাব' ?
বায়স বিপত্তি দেখি হাঁহিছে শগুণী
'হিহি হিহি খিকি খিকি'—কুকুৰ ধাইছে
লক্ষি সিসবাক ক্ৰোধে ; প্ৰসাৰি ডেউকা
ভয়ে পলাইছে যত শগুণৰ শ্ৰেণী।"

কুকুৰৰ ভুক্‌ভুকনিত শগুণ উৰি যোৱা দেখি ধূৰ্ত্ত শিয়ালে বন্ধু শ্বাপদক প্ৰশংসা কৰি উলাহ-আনন্দৰ ধ্বনি কৰি—'হুৱা হুৱা ভাল হুৱা' বুলি উচ্চ ৰব তুলিছে। এনেকৈ কুকুৰে—

"খেদে কাক, খায় মাংস শৃগাল শগুণে ;
শগুণ খেদিলে, খায় কাউৰ শৃগালে ;
শৃগাল খেদিলে, খায় কাউৰ শগুণে—
এহিৰূপে খেদাখেদি কৰিছে কুকুৰ
নিৰন্তৰ ; শান্তি নাই ; শুকাইছে ভোকে ;
শ্ৰান্ত কলেৱৰ পাছে ডাকিছে সঘনে,
'ভুক্ ভুক্ ভোকে মৰোঁ খায় যে অপৰে।'
হিংসুকৰ শান্তি নাই দৃষ্টান্ত কুকুৰে।"

সেই ৰণস্থলী নামৰ শ্মশানত উপস্থিত হোৱা দশানন ৰাৱণক দেখি ডাকিনী-যোগিনীবোৰে আকৌ কি কয় ?—

"ইটো কি আহিছে হঁয়ে হাতী যেন গাৱে ?
'চাছোঁ চা দহোটা মূৰ', কহে অন্যজনী।
বোলে কোনো, 'চাছোঁ বাই শালগছ যেন
একুৰি এবুৰি হাত।' কয় আৰু জনী,
'টেলেকা একুৰি চকু টেৰোঁ কৰি কৰি
কেনেকৈ চাইছে চাছোঁ, কেনে কৰে দেখোঁ।'
আনজনী বোলে, 'সিটো হলং হলং কৰি
আহিছে ইফালে ; পলা, ধৰিবহি আজি।'
শ্মশানবাসিনী যত পলাল তৰাসে।"

এইবোৰৰ প্ৰতিটো বৰ্ণনাই একোটা জীৱন্ত ছবি পাঠকৰ মানস পটত দাঙি ধৰে। এইবোৰ বাল্মীকীয় ৰামায়ণৰ কথা নহয়।

সীতাহৰণৰ সময়তো কাব্যত প্ৰথমে ৰামে জায়া জানকীৰ অনুৰোধত মায়া মৃগ ধৰিবলৈ বা তাক মাৰি তাৰ ছালখন আনি দিবলৈ লক্ষ্মণকহে পাঁচিছে। লক্ষ্মণে তাক ৰাক্ষসৰ মায়া বুলি—'হইও নিৰস্ত, নাহি কাৰ্য্য, আৰ্যশূৰ, সুবৰ্ণ হৰিণে' বুলি কোৱাতহে ৰামচন্দ্ৰই নিজে ধনুশৰ লৈ জানকী ৰক্ষণৰ ভাৰ ভ্ৰাতৃ লক্ষ্মণৰ ওপৰত থৈ মায়ামৃগৰ পাছ লয়। উদ্দেশ্য হ'ল—

"প্ৰকৃত হৰিণ যদি, আবৰণ তাৰ
লইবোঁ বিচিত্ৰ অতি, যদিবা ৰাক্ষস
মায়াবী, মাৰিবো তাক দণ্ডক কণ্টক :
মুনিগণ নিষ্কণ্টক হোক ইকাননে।"

'বিষকুম্ভ পয়োমুখ কপটী অনুজ', 'কপটি বাসনা তোৰ নুপূৰিব কদা', 'বিমাতৃ নসন্তৰে কদাচিত প্ৰকৃত মমতা' ইত্যাদি। বাগ্‌দেৱী সৰস্বতীৰ এনে দুষ্কাৰ্যও কবি ভোলানাথৰে কল্পনা। ঠিক তেনেকৈ লক্ষ্মণে সীতাক কুটীৰত অকলে নিৰাশ্ৰয়া কৰি এৰি থৈ ৰামৰ সন্ধানত ওলাই যোৱাৰ সময়ত—

"....গৃহ চতুৰ্দ্দিশে
শৰাগ্ৰে অঙ্কিলা ৰেখা ; কহিলা সীতাক,
শৰাগ্ৰে ৰেখিলোঁ গৃহ, শক্ৰ সাধ্য নাই
প্ৰবেশে ভিতৰে। দেৱী, গৃহৰ বাহিৰ
নুহইবা কদাচিত, থাকে যেন মনে।"

মাটিত তিনিটা আঁক টানি থৈ বান্ধনি দি সীতাক কোনো কাৰণতে তাৰ বাহিৰ হৈ নাযাবলৈ কৈ লক্ষ্মণ ৰামৰ অন্বেষণত যোৱাৰ কথা সংস্কৃত ৰামায়ণত নতুবা কন্দলী ৰামায়ণত নাই। আছে কেৱল দুৰ্গাবৰী আৰু কৃত্তিবাসী ৰামায়ণত। ব্যাপক জনশ্ৰুতিয়েই ইয়াৰ মূল উৎস।

শকুন্তলা নাটকত দুৰ্বাসা মুনিৰ অভিশাপ আৰু আঙঠি হেৰোৱা ঘটনা কবি কালিদাসৰ নিজা সৃষ্টি ; মহাভাৰতত থকা মূল ঘটনাত তাৰ এটাৰো উল্লেখ নাই। নাটকৰ মূল চৰিত্ৰ ৰজা দুষ্মন্তক এই দুয়োটা কাৰ্যই বহুপৰিমাণে দোষমুক্ত কৰি তুলিছে। সীতাহৰণ কাব্যতো সীতাহৰণৰ সময়ত সৰস্বতীয়ে সীতাৰ কণ্ঠত থিতি হোৱাতহে সীতাই লক্ষ্মণৰ প্ৰতি কটূক্তি প্ৰয়োগ কৰিছিল বুলি দেখুৱাত সীতাচৰিত্ৰৰ নিষ্কলুষতা ৰক্ষিত হৈছে।

মাইকেল মধুসূদন দত্ত আৰু ভোলানাথ দাস দুয়ো নিজ নিজ কাব্যত মূল ৰামায়ণৰ ঘটনাক অৱলম্বন কৰি কল্পনাৰ নিজা সৃষ্টি সংযোগ কৰিছিল। তাকে কৰোঁতে দুয়োৰে বৈশিষ্ট্য আৰু কৃতিত্ব স্পষ্ট হৈ উঠিছে। মাইকেল আছিল হিন্দু ধৰ্মৰ সকলো প্ৰকাৰ সংস্কাৰৰপৰা মুক্ত। ৰামায়ণৰ ঘটনাক তেওঁ জুমুখি হিচাপে লৈ তাক নতুন দৃষ্টিকোণৰপৰা সজাই তেনেই নতুন ৰূপ দিছিল। সেয়েহে তেওঁৰ ৰাৱণ, তেওঁৰ ইন্দ্ৰজিত ৰামায়ণৰ ৰাৱণ আৰু ইন্দ্ৰজিত নহয়। তেওঁৰ ইন্দ্ৰজিত হ'ল— তেওঁৰ ভাষাতেই "the glorious son of Ravana, a noble fellow." ৰামচন্দ্ৰৰ বিষয়ে তেওঁ কৈছিল, "I hate Rama and his rabbles." খ্ৰীষ্টধৰ্ম গ্ৰহণৰ লগতে গ্ৰীক কাব্যধৰ্ম গ্ৰহণে সংমিশ্ৰিত হৈ মাইকেলৰ মনক নতুনকৈ গঢ় দিছিল। পূৰ্বসংস্কাৰ-মুক্তি আৰু মানৱৰস (humanism) গ্ৰীক কাব্যধৰ্মৰ শ্ৰেষ্ঠ মন্ত্ৰ স্বৰূপ আছিল। সেয়েহে মেঘনাদ বধ কাব্যৰ পাত্ৰ-পাত্ৰীসকল মূলতঃ মানুহ। 'ইন্দ্ৰজিৎ, বিভীষণ

প্ৰকৃতিও নৰমাংসভোজী ৰাক্ষস নহয়—পূৰাপূৰি মানুহ। ৰাম-সীতা-লক্ষ্মণ আৰু আনকি দেৱতাবোৰো—নামত যি নহওক কামত আমাৰ নিচিনা মানুহ।' ভোলানাথে যত্ন কৰিলেও নিজক সম্পূৰ্ণৰূপে পূৰ্বসংস্কাৰমুক্ত কৰি মাইকেল মধুসূদন দত্তৰ মনৰ পৰ্যায়ত উপনীত কৰিব নোৱাৰিছিল , কাৰণ সাহিত্যিক চিন্তাধাৰাত বিদ্ৰোহী হ'লেও তেওঁ আছিল এজন হিন্দু মানুহ ; হিন্দু সংস্কাৰ আছিল তেওঁৰ মনৰ মাজত বদ্ধমূল। সীতাহৰণ কাব্য ৰচনা কৰোঁতে তেওঁ নিজা সৃষ্টি যিহকে নকৰক সি এটা নিৰূপিত সীমাৰ মাজত পৰিবৰ্দ্ধিত হৈছিল। পৌৰাণিক নাটক, কাব্য আদিৰ মৌলিকতাও ঘাইকৈ তেনে ধৰণৰ সৃষ্টিৰ ওপৰতে নিৰ্ভৰ কৰে। সমসাময়িক অসমীয়া সমাজৰ কাৰণে ভোলানাথ দাস আছিল ভাবে-ভাষাই কেউপিনেদি সীমিত পৰিমাণৰ বিপ্লৱী। তেওঁৰ সৃষ্ট চৰিত্ৰ কোনোটোৱে সেই দেখি সংস্কাৰমুক্ত মনৰ বিপ্লৱ সূচনা কৰা নাছিল।

# ভোলানাথ দাসৰ কাব্যত অলঙ্কাৰ

পুৰণি কবিসকলে তেওঁলোকৰ বক্তব্য সদায় ৰমকজমক 'পুষ্পিতা বাণী'ৰ সহায়ত আকৰ্ষণীয় ছন্দত প্ৰকাশ কৰিছিল। আনকি ধৰ্মকথা প্ৰচাৰতো তেনে চিত্তাকৰ্ষক নীতি অৱলম্বন কৰা হৈছিল। তাকেই শ্ৰীমন্ত শঙ্কৰদেৱে বিৰচিত ভাগৱতৰ দ্বিতীয় স্কন্ধতো কোৱা আছে। তাত মহামুনি শুকে কৈছিল,

"সেহি কৃপাময মোৰ বাক্যচয়
অলঙ্কৃত কৰন্তোক।
শৃঙ্গাৰাদি নানা ৰসে বাজ হৌক
আনন্দে লোকে শুনোক ॥"

ইয়াৰপৰা জীৱনত ৰসসৃষ্টি আৰু ৰস পৰিবেশনৰ প্ৰয়োজন সেই যুগতো কেনে আছিল বুজা যায়।

বিদ্যাচৰ্চাৰ অগ্ৰগতিৰ লগে লগে কালক্ৰমে মানুহৰ কথা-বতৰাৰ গদ্যই লিখিত সাহিত্যত স্থান পায়। গদ্য ব্যৱহাৰিক জীৱনৰ ভাষা। 'নিৰ্দিষ্ট মাত্ৰা আৰু ওজনবিশিষ্ট শব্দবিন্যাসৰ নাম হ'ল পদ্য আৰু য'ত মাত্ৰা আৰু ওজনৰ নিয়ম নাই তাকে বোলে গদ্য।'● পদ্য বা কবিতাত কল্পনাৰ প্ৰাধান্য খাটে, আবেগ-অনুভূতিৰ প্ৰভুত্ব ৰজে ; কিন্তু গদ্যত এই দুয়োৰে স্থান পৰিমিত।

পুৰণি কাব্য সাহিত্য অলঙ্কাৰৰ প্ৰাচুৰ্যেৰে ৰমকজমক আছিল। তেতিয়া মানুহৰ

---

● হেমচন্দ্ৰ বন্দোপাধ্যায় ('মেঘনাদ-বধ' কাব্যৰ ভূমিকা)

অৱসৰো আছিল প্ৰচুৰ। মানুহৰ কাম-কাজ আৰু কথা-বতৰাত সেই প্ৰাচুৰ্য দেখদেখকৈ প্ৰতিফলিত হৈছিল। আন নালাগে তেওঁলোকে খাজেখোপে মিলিযোৱা যোজনা-ফকৰা, ৰূপক, উপমা আদি নিদিয়াকৈ কথাকে নকৈছিল। যথাৰ্থভে কেতিযা কেনেকৈ সেইবোৰ মুখেদি ওলাই আহিছিল কওঁতাই গমেই নাপাইছিল। 'মুখ শুকাই আমঠু যেন হোৱা', 'নাও বুৰিলেও টিঙা নেৰা', 'কলডিলীয়া খোপা', 'তিঁয়হৰ জালি যেন চেহেৰা'—এনেবোৰ বচন-ভঙ্গী নমুনা মাত্ৰ।

পিছৰ কালত পণ্ডিতসকলে সেই ৰূপক-উপমাবোৰৰ শ্ৰেণী নিৰূপণ কৰি নামকৰণ কৰে। ডঃ সুনীতিকুমাৰ চট্টোপাধ্যাযে পুৰণি কাব্যত ব্যৱহাৰ হোৱা অলঙ্কাৰ সম্পৰ্কে চৰ্চা কৰোঁতে চলন্ত চিত্ৰৰ উপমা এটা বিচাৰি পুৰণি বাংলা সাহিত্য চলাথ কৰি শেষত অসমীযা কন্দলী ৰামাযণৰ সুন্দৰাকাণ্ডতহে তাক বিচাৰি পাইছিল। তাত ৰাৱণে সীতাৰ প্ৰতি প্ৰযোগ কৰা 'মুখ তুলি মাত=সৰস বদনী=দেখোঁ মই চন্দ্ৰোদয়'—বোলা বচনৰ 'চন্দ্ৰোদয' শব্দটোত তেওঁ সেই অলঙ্কাৰ আৱিষ্কাৰ কৰিছিল। শব্দটো 'চন্দ্ৰ' বা 'পূৰ্ণচন্দ্ৰ' নহয, কিন্তু 'চন্দ্ৰোদয' অৰ্থাৎ উদীযমান অৱস্থাত থকা চন্দ্ৰ। চিত্ৰ হ'লেও সি যেন গতিশীল চিত্ৰ। এনে উপমা বিৰল।

কবি ভোলানাথো ৰূপক উপমাভৰা বাক্যাডম্বৰ কবিতাত প্ৰযোগ কৰাত কম নাছিল। তেওঁৰ 'চিন্তা-তৰঙ্গিণী'ৰ 'স্বভাৱৰ শোভা' বোলা কবিতা এটাতো নাচি থকা চন্দ্ৰৰ চিত্ৰ কল্পনা কৰা হৈছে।

"অস্থিৰ তৰঙ্গাযিত
জলে হোৱে প্ৰকাশিত
গগনস্থ এক ৰবি হুয়া শত শত।
ইৰূপে নৰৱো মনে,
প্ৰিযজন মূৰ্তি ঘনে,
শত শত ৰূপে হায় হোৱয বিম্বিত ॥"

এইজনা কবিয়ে তেওঁৰ কবিতাত প্ৰকৃতিৰ নৃত্যৰত চঞ্চল চিত্ৰ আঁকিয়ে ক্ষান্ত থকা নাই , চঞ্চল বিজুলীৰো আকৌ স্থিৰ ৰূপ এটা কল্পনা কৰি চাইছে—

"প্ৰতি গৃহে যেন উজ্জ্বল বৰণী
কৰিছে বিৰাজ স্থিৰ সৌদামিনী
জ্বলে চাৰি পাশে হীৰামুক্তামণি
নক্ষত্ৰৰ প্ৰায়, সংখ্যা অগণন (স্বৰ্গ দৰ্শন)

ভোলানাথ দাসৰ 'কবিতামালা' প্ৰথমভাগ পঢ়া 'ক' শ্ৰেণীৰ শিশুটোৱেও ঈশ্বৰক প্ৰাৰ্থনা কৰোতে কয়—

"অভয় চৰণে মাত্ৰ পাইবে শৰণ।
কৰো আকিঞ্চন প্ৰভু আমি অকিঞ্চন ॥

● ● ●

চঞ্চল ভ্ৰমৰ যেনে কৰে প্ৰতিক্ষণ।
এক ফুল মধু খাই আন ফুলে মন ॥
সিৰূপে আমাৰো ইটো বোধহীন মন।
সুখ অন্তে আন সুখ কৰে অন্বেষণ ॥” (প্ৰাৰ্থনা)

ভোলানাথ দাসৰ সমসাময়িক কোনো কবিয়ে কবিতাৰ ভাষা তেওঁৰদৰে অলঙ্কাৰসমৃদ্ধ, গহীন আৰু কৌতূহলোদ্দীপক কৰিবলৈ যত্ন কৰা নাছিল। ‘ঘন ঘনস্থিত কিম্বা তড়িতৰ মালা’ (কবিতা মালা, ১ম ভাগ), ‘তীব্ৰগ তুৰগ যোগে গই ৰাজদূতে’, ‘জানু-ভানু-কৃষাণু আশ্ৰয় মাত্ৰ কৰি’১ (কবিতা মালা, ২য় ভাগ), ‘ৰাজসুখে সুবৰ্দ্ধিত = গজদন্ত বিনিৰ্মিত = শয়নে শয়নে ছিলে সদা হৰ্ষমন’, ‘গঙ্গা-সিন্ধু-ব্ৰহ্মপুত্ৰ = ব্ৰাহ্মণৰ যেন যজ্ঞসূত্ৰ’, ‘ঈশ্বৰ পীযুষকৰ বিধবাৰ বন্ধু’ (চিন্তা-তৰঙ্গিণী ১ম ভাগ), ‘জলদে চপলা ধৰি কৰে আলিঙ্গন’, ‘ধীৰে ধীৰে ভাসি যোৱা মেঘৰ গজেন্দ্ৰ গমন’ (চি. ত. ২য় ভাগ), ‘শিলৰূপী-গজ-মালে আবৰিত দেহ’ অমৰীৰ হৰি হৰি, মৰিপদ সেৱা’, ‘নৰে বিষ্ণুবোধ যেন কাহক কাঞ্চন’ (সীতাহৰণ কাব্য) এনেধৰণৰ প্ৰকাশভঙ্গী আৰু শব্দযোজনা কবি ভোলানাথ দাসৰ ৰচনাশৈলীৰ এটা আকৰ্ষণীয় বৈশিষ্ট্য। তেওঁৰ ‘মেঘ’ কবিতাত তেনে উপমা আৰু কল্পচিত্ৰ ভৰি আছে। বস্তুতঃ অমিত্ৰাক্ষৰ ছন্দৰ সফল প্ৰয়োগ আৰু বিবিধ অলঙ্কাৰৰ বিচিত্ৰ ব্যৱহাৰৰ কাৰণে অসমীয়া কাব্য সাহিত্যৰ বুৰঞ্জীত কবি ভোলানাথ দাসৰ স্থান আছুতীয়া হৈ থাকিব।

এইটো স্বীকাৰ কৰিব লাগিব যে, ‘সীতাহৰণ কাব্য’ ৰচনা কৰোঁতে ৰূপক, উপমা আদি প্ৰয়োগত ভোলানাথ দাসে যিমান পাৰে সিমান বংগ-কবি মাইকেল মধুসূদনক অনুসৰণ কৰিছিল। এই কথা তেওঁ অকুণ্ঠভাৱে স্বীকাৰ কৰিছে। তথাপি কিন্তু সেইবোৰত তেওঁৰ নিজস্ব বৈশিষ্ট্য স্পষ্ট নোহোৱাকৈ থকা নাই। উদাহৰণঃ ৰাৱণৰ বৰ্ণনা দুয়োজনা কবিয়ে কেইবা ঠাইতো দিছে। মধুসূদন দত্তৰ ‘মেঘনাদ বধ’ কাব্যৰ ৰাৱণ আছিল—

“কনক আসনে বসে দশানন বলী
হেমকূট গিৰি শিৰে শৃঙ্গবৰ যথা
তেজঃপুঞ্জ”

‘সীতাহৰণ কাব্য’ৰ ৰাৱণ আকৌ—

“ৰম্য সভাগৃহে হেন মহাপয়োভৰে,
বিশ্বজয়ী বিশ্বশ্ৰবা-নন্দন আনন্দে

---

১ তুলনীয়—ৰাত্ৰৌ জানুঃ দিবা ভানুঃ
কৃশানু সন্ধ্যায়োদ্বয়োঃ।
ইত্থং শীতং ময়া নীতং
জানু-ভানু-কৃশানুভিঃ।

বসি উচ্চ সিংহাসনে, মুকুট-মণ্ডিত
দশ ফণা উচ্চ কৰি যেন ফণীশ্বৰ—
আলোচিছে ৰাজকাৰ্য্য ।"

স্বীকাৰ কৰিবই লাগিব যে মধুসূদনে মাত্ৰ কেইটামান বছা বছা শব্দৰেখাৰেই ৰাৱণৰ 'অপৰিহাৰ্যতম' গুণৰাশিৰ আভাস চিত্ৰ দাঙি ধৰিছে। ভোলানাথৰ দশাননৰ দশফণাবিশিষ্ট ফণীৰ লগত দিয়া তুলনাও কোনোগুণে কম উজ্জ্বল নহয় ; কিন্তু শিল্পী যিমানে সিদ্ধহস্ত হৈ আছে সিমানে তেওঁ কম ৰেখাৰে ছবি আঁকে। ভোলানাথৰ কাব্য ছাত্ৰকালৰ ৰচনা ; মাইকেলী অমিত্ৰাক্ষৰত তেওঁৰ হাত তেতিয়াও যেন পুৰঠ হ'বৰ নৌ।

ভোলানাথৰ কবিতাত বৰ্ষা নামে অৰ্থাৎ তেওঁৰ কাব্যশক্তিৰ সম্যক স্ফুৰণ আৰম্ভ হয় একে একে দুই খণ্ড চিন্তা-তৰঙ্গিণীৰ ভাব-তৰঙ্গৰ ছন্দময় প্ৰবাহত। লক্ষ্য কৰিলে তাত দেখা যাব যে 'চিন্তা-তৰঙ্গিণী' প্ৰথম ভাগৰ প্ৰথম কবিতা 'চিন্তা তৰঙ্গিণী'—সেই কবিতা পুথিৰ ভূমিকাস্বৰূপ। তাত কবি ভোলানাথে নিজক এজন কৰ্মকাৰ সোণাৰিৰ লগত তুলনা কৰি কৈছে—

"দুৰ্বল চিন্তাৰ বলে, চিন্তা-তৰঙ্গিণী
ৰচিলোঁ—সোণাৰি যেন কৰি ধন আশ,
ৰচে স্বৰ্ণপ্ৰায়, কৰি পিতলৰ মণি।"

ভোলানাথৰ উপমা, ৰূপক, মানসচিত্ৰাদিৰ এটা বিশেষত্ব এই যে তেওঁ যিমানদূৰ সম্ভৱ উপমাবোৰ পাঠকৰ পৰিচিত সামগ্ৰীৰপৰা সংগ্ৰহ কৰি আনি উপস্থাপন কৰে। ওপৰত উল্লেখ কৰা দশফণাবিশিষ্ট ভুজঙ্গৰ লগত দহমূৰীয়া ৰাৱণৰ তুলনায়ে তাৰ এটা উদাহৰণ। তেওঁ মধুসূদনৰ দৰে 'শৃঙ্গধৰ যথা তেজঃপুঞ্জ'ৰ কল্পনালৈ যোৱা নাই। ঠিক তেনেকৈয়ে জৰাসন্ধক বধ কৰোঁতে ভীমে তেওঁক মাটিত পেলাই লৈ এখন ঠেঙত খচকি ধৰি আনখন 'বাঁহ ফলাদি ফালিলে' বোলাত অসমীয়া গাঁৱৰ লোকে তাৰ ছবি তৎক্ষণাৎ ধাৰণা কৰিব পাৰে। তেনে ক্ষেত্ৰত 'ছিড়িলা দুখণ্ড কৰি যেন বংশগোট'তকৈ সুস্পষ্ট উদাহৰণ দ্বিতীয় এটা হ'ব নোৱাৰে। বামুনৰ যজ্ঞসূত্ৰৰ লগত ভাৰতৰ মেপখনৰ গঙ্গা-সিন্ধু-ব্ৰহ্মপুত্ৰৰ তুলনাও ঠিক একে ধৰণৰ কথা। 'ৰজনী' কবিতাত তেওঁ তেনেকৈ উপমাৰ পিছত উপমা দি ৰজনীৰ গহীন ৰূপ ক্ৰমে স্পষ্টতকৈও স্পষ্টতৰ কৰি তুলিছে। 'নক্ষত্ৰসমূহ যেন 'কুসুম আৱলী-উদ্যানৰ মাজে', 'ফুটিয়াছে নীলাকাশে কোমল কিৰণে' এই কথাটোকে আৰু স্পষ্ট কৰি তুলিবৰ কাৰণে পুনৰুক্তিৰ সহায়ত পুনঃ কোৱা হৈছে—

"ফুটিয়াছে নীলাকাশে কোমল কিৰণে,
কৰি চন্দ্ৰ কৰোজ্জ্বল নিজ কৰ দানে ;
নৃপেশ্বৰে যথা হায় দাস নৃপগণে
কৰয় ঐশ্বৰ্যশালী স্বধন প্ৰদানে।"

এনেধৰণৰ পুনৰাবৃত্তি অলঙ্কাৰৰ প্ৰয়োগ তেওঁ তেওঁৰ প্ৰথম কবিতা পুথি 'কবিতা মালা' প্ৰথম ভাগতে একাধিক স্থানত প্ৰযোগ কৰি সচৰাচৰ কৈ থকা 'আবৃত্তি সৰ্বশাস্ত্ৰাণাং বোধাদপি গৰীয়সী' কথাটোৰ সাৰ্থকতা প্ৰতিপন্ন কৰিছে।

মহাভাৰতৰ 'ব্যাসকূট'ৰ দৰে ভোলানাথ কাব্যতো মাজে মাজে ৰহস্যাবৃত চিন্তনীয় বৰ্ণনা বা কৌতূহলী বচন অ'ত-ত'ত পোৱা যায়। 'সীতাহৰণ কাব্য'ৰ শেষৰ পিনে থকা 'ভোলানাথ দাস' নামটোৱেই তেনে এটা ৰহস্য। সেই 'ভোলানাথ দাস'ক বহুতে ৰচয়িতা ভোলানাথ দাস বুলি ভ্ৰম কৰিব খোজে, কাৰণ পুথিৰ শেষত ৰচোঁতাই নিজৰ নাম কবিতাৰ মাজতে উল্লেখ কৰি ভণিতা দিয়াতো অস্বাভাবিক নহয়। আচলতে, 'ভোলানাথ দাস'ৰ অৰ্থ ইয়াত শ্লেষাৰ্থ সূচকহে, ব্যচ্যাৰ্থবাহী নহয়।

"যদি নোহে কৃপা তযু এই দাস হেতু
বৃথা ভক্তি আৰাধনা পদাম্বুজে তব
নিয়ত ভৃত্যৰ তবে ; বৃথা তেন্তে, প্ৰভু,
ভোলানাথ দাস মোক বোলে সৰ্বজনে।" ইত্যাদি

পুৰণি কবিসকলৰদৰেই ভোলানাথ দাসেও কাব্য ৰচনা কৰোঁতে অন্ততঃ অলঙ্কাৰ প্ৰয়োগৰ ক্ষেত্ৰত পুৰণি কবিসকলকেই অনুসৰণ কৰিছিল। স্বীকাৰ কৰিব লাগিব যে সকলো ৰচনাৰ মুখ্য উদ্দেশ্য হ'ল অৰ্থ-প্ৰকাশ আৰু ৰস-পৰিবেশন। ৰসসম্বলিতভাৱে অৰ্থ প্ৰকাশ কৰিব পাৰিলে সকলো ৰচনাই সাহিত্য আখ্যা পাব পাৰে। ৰস সৃষ্টিৰ কাৰণে ব্যৱহৃত হোৱা কাব্যালঙ্কাৰ সাধাৰণতে দুবিধ ঃ শব্দালঙ্কাৰ আৰু অৰ্থালঙ্কাৰ। এই দুয়ো প্ৰকাৰ অলঙ্কাৰৰ প্ৰতিয়ে ভোলানাথ দাসৰ অনুৰাগ আৰু শ্ৰদ্ধা কম নাছিল, তেওঁৰ অতি প্ৰিয় শব্দালঙ্কাৰবোৰ আছিল অনুপ্ৰাস, যমক, বক্ৰোক্তি আৰু শ্লেষ। সেইবোৰৰ বিশদ আলোচনাৰ বাবে ইয়াত স্থল নাই ; তথাপি দুই-একোটা বিষয় চমুকৈ উল্লেখ কৰা যাওক।

অনুপ্ৰাসকে ভোলানাথ-কাব্যৰ শ্ৰেষ্ঠ অলঙ্কাৰ বোলা যায়। অন্ত্যানুপ্ৰাস, বৃত্তানুপ্ৰাস, ছেকানুপ্ৰাস, শ্ৰুত্যনুপ্ৰাস আৰু লাটানুপ্ৰাস,—এই পাঁচোবিধ অনুপ্ৰাসৰে প্ৰচুৰ প্ৰয়োগ তেওঁৰ কাব্যত পোৱা যায়। উদাহৰণ

(ক) অন্ত্যানুপ্ৰাস—কবিতাৰ বিভিন্ন চৰণৰ শেষ ব্যঞ্জন বৰ্ণৰ মিলতে অন্ত্যনুপ্ৰাস নিষ্পন্ন হয়। যেনে,

(১) "আজিও সমুদ্ৰ জল ক্ষণে কৰে টলবল,
আজিও নাচিছে তথা শত উৰ্মিমালা।
গঙ্গা সিন্ধু ব্ৰহ্মপুত্ৰ ব্ৰাহ্মণৰ যজ্ঞসূত্ৰ
যেন, শোভে দেহে, কৰি তোমাক উজ্জলা ॥"

(চিন্তা-তৰঙ্গিণী, ১ম ভাগ)

(২) "তোমাত আমাত ভেদ নকৰো দৰ্শন।
তুমি দস্যু,ময়ো দস্যু, দস্যু দুয়োজন ॥"
(চিন্তা-তৰঙ্গিণী, ১ম ভাগ)

(৩) "সূৰ্য্যপ্ৰিয়া সূৰ্য্যমুখী সূৰ্য্যমুখ চাই।
পতিগতি সহ ধীৰে বদন ঘূৰায়।" (কবিতা মালা, ২য় ভাগ)

(খ) বৃত্তানুপ্ৰাস—ইয়াত এক বা অনেক বৰ্ণ দুবাৰ বা ততোধিক বাৰ আবৃত হয়। যেনে,

(১) "অমৰীৰ, হৰি হৰি, মৰীপদ সেবা।" (সীতাহৰণ কাব্য)

(২) "শীতত ভিক্ষুক যবে কঁপে থৰ থৰি।
জানু, ভানু, কৃষাণু আশ্ৰয় মাত্ৰ কৰি ।।" (কবিতা মালা, ২য় ভাগ)

(৩) "জানকীৰ কৌতূহলে কৌশল্যা-কুমাৰ
কহিলা কৌতুকে
ভয়ে ভঙ্গ দিলা ভয়াল ভল্লুক" (সীতাহৰণ কাব্য)

(৪) 'বিটপী ব্ৰততী তৃণ যতেক কাননে
আনন্দে আনন নিজ নিশিৰ নিয়ৰে" (সীতাহৰণ কাব্য)

(৫) "মৰুৎ মলিন মুখ নীৰদ নীৰব
দিনমণি দীনপ্ৰায়, অনল সমল,
মৃত্যুপতি মৃত যেন, বিষণ্ণ বৰুণ" (সীতাহৰণ কাব্য)

(গ) ছেকানুপ্ৰাস—ছেক মানে বিদগ্ধৰসিক। ই একালত সেই শ্ৰেণীৰ লোকৰ হেনো বৰ প্ৰিয় আছিল সেইগতিকে সেই নাম। ইয়াত যুগ্ম ব্যঞ্জন ধ্বনি প্ৰতিধ্বনি ব্যঞ্জিত হয় ঃ নতুবা আগেয়ে যি ব্যঞ্জন বৰ্ণ যেনেকৈ আছিল পাছতো ঠিক তেনেকৈ বহে। যেনে,

(১) 'বিহঙ্গ কুৰঙ্গ, মাতঙ্গ তুৰঙ্গ, গৰু গাধ আদি যত জীৱগণ"
(কবিতা মালা, ১ম ভাগ)

(২) "অন্য ভাই কুম্ভকৰ্ণ, সুবৰ্ণ শয্যাত
শিখৰী শিখৰ সম, আছয় নিদ্ৰিত
লঙ্কাত, শঙ্কাত যাৰ ত্ৰিদশ শঙ্কিত।" (সীতাহৰণ কাব্য)

(৩) "যোগীন্দ্ৰ বচনে সতী নগেন্দ্ৰ নন্দিনী
উত্তৰিলা কৰ যুৰি" (সীতাহৰণ কাব্য)

(৪) "উত্তৰিলা মধুকালে মধুকাল প্ৰিয়
কুহুকণ্ঠে কুহু যথা" (সীতাহৰণ কাব্য)

(৫) "চতুৰ চতুৰানন চিত্ৰিলে ভ্ৰুযুগল" (সীতাহৰণ কাব্য)

(ঘ) শ্ৰুত্যনুপ্ৰাস—শ্ৰুতিগ্ৰাহ্য সাদৃশ্যময় ব্যঞ্জনধ্বনিৰ অনুপ্ৰাস । যেনে,

(১) 'সদা চকমকি নাচে বিজুলী মেঘৰ মাজে,
গৰ্জ্জে মেঘ থাকি ভীম গৰজনে ।।" (কবিতা মালা, ১ম ভাগ)
(২) "জানোক বিধবাবস্থা কেনে শোকৰ কথা,
কেনে পৰিতাপ মনে জ্বলয় সৰ্বদা" (চিন্তা তৰঙ্গিণী, ১ম ভাগ)
(৩) অগম্য অৰণ্য কাটি খেদি বনচৰ।
কৰয় সুৰম্য স্থান, কৰয় নগৰ ॥" (কবিতা মালা, ১ম ভাগ)
(৪) "মূৰ্খৰ মৌনই ভাল, সেয়ে তাৰ বল
অসমত ৰীতি আছে
এক কষ্টে আনে হাঁসে
থাক মৌন হই মন, নহলে চপল
দেখিলে, হাঁসিব সবে কৰিব পালন" (চিন্তা-তৰঙ্গিণী, ২য় ভাগ)

(ঙ) লাটানুপ্ৰাস—তাৎপৰ্যভেদে একে শব্দৰে বিভিন্ন অৰ্থত প্ৰয়োগ। পুৰণি কালত লাট নামৰ দেশৰ লোকে হেনো ইয়াক বৰকৈ ব্যৱহাৰ কৰিছিল। উদাহৰণ ঃ

(১) "ঘন ঘনস্থিত কিম্বা তাড়িতৰ মালা" (কবিতা মালা, ১ম ভাগ)
ইয়াত প্ৰথম ঘন সাধাৰণ অৰ্থত লগালগিকৈ থকা আৰু দ্বিতীয় ঘন মানে মেঘ।
(২) "আৰাধিলা সতী সতীপদাম্বুজে।" (সীতাহৰণ কাব্য)
প্ৰথম সতী = মন্দোদৰী সতী। দ্বিতীয় সতী = পাৰ্বতী
(৩) "খৰ খৰৰাশি কৰিলেক ভস্মৰাশি" (সীতাহৰণ কাব্য)
প্ৰথম ৰাশি = সমূহ। দ্বিতীয় ৰাশি = দ'ম বা পুঁজি ; তাৎপৰ্যভেদে ব্যৱহাৰত ৰাশি শব্দৰ প্ৰয়োগ।
(৪) "ৰামদৰ্পহাৰী ৰাম কহিবে লাগিলা" (চিন্তা-তৰঙ্গিণী, ১ম ভাগ)
প্ৰথম ৰাম = পৰশুৰাম
দ্বিতীয় ৰাম = শ্ৰীৰামচন্দ্ৰ

বক্ৰোক্তি—ইয়াত বচনত বাহ্যিকভাৱে ফুটি উঠা অৰ্থটো এৰি শ্ৰোতাই অন্য অৰ্থ গ্ৰহণ কৰে। উদাহৰণ ঃ

(১) "পাৰিব কি ৰাজপুত্ৰ ৰঘুকুলমণি,
—কোমলাঙ্গ শিশু সম—, ৰাস সংগ্ৰামে ?" (সীতাহৰণ কাব্য)
(২) "কণ্টকৰ ভয়ে কোন পুষ্প আহৰণে
কুণ্ঠিত ? বিৰত কোন, তৰঙ্গ তৰ্জ্জনে
ৰত্নাকৰ গৰ্ভ হস্তে ৰত্ন উত্তোলনে ?" (সীতাহৰণ কাব্য)

যমক—ইয়াত অৰ্থ থাকিলে ভিন্নাৰ্থবিশিষ্ট হৈ আৰু অৰ্থ নাথাকিলে নিৰৰ্থকভাৱেই একে শব্দয়ে পুনঃ পুনঃ ব্যৱহাৰ হয়। উদাহৰণ ঃ

(১) "গাইলা ধনেশ
হৰিষে,—ধনেশজন হৰষিত যথা।" (সীতাহৰণ কাব্য)

ইয়াত প্ৰথম ধনেশ পক্ষী ; দ্বিতীয় ধনেশ = ধনীলোক।

(২) "কীলসম কীলালপ অধিপ দুই ভাই" (সীতাহৰণ কাব্য)
ইয়াত প্ৰথম কীল = অগ্নি। দ্বিতীয় কীল = ৰাক্ষস।

(৩) "ডৰি বিভাবৰী
বিভাবৈৰী দৰশনে, পলাল অন্তৰে।" (সীঃ হঃ কাঃ)

ইয়াত প্ৰথম বিভাবৰী = ৰাতি। বিভাবৈৰী = বিভা (পোহৰ) ৰূপ শত্ৰু)।

(৪) "তব কোপানলে পুৰি অনঙ্গ অনঙ্গ
হইছিলে।" (সীঃ হঃ কাঃ)

ইয়াত প্ৰথম অনঙ্গ = কামদেৱ। দ্বিতীয় অনঙ্গ = অঙ্গহীন, অশৰীৰ।

(৫) "সিংহদলে যেন দলিলে শৃগাল একা।" (সীঃ হঃ কাঃ)

ইয়াত প্ৰথম দল = পাল বা সমূহ। দ্বিতীয় দল = পিহা বা মষিমূৰ কৰা।

(৬) ভ্ৰাতৃশোকে নিৰগত অক্ষবাৰি বাৰি।" (সীঃ হঃ কাঃ)

প্ৰথম বাৰি = পানী। দ্বিতীয বাৰি = নিবাৰণ কৰি ; গুচাই।

(৭) "সুৰেন্দ্ৰ সমান
পাইবা, শূৰেন্দ্ৰ ভোগ ; গ্ৰহিও আমাক ।" (সীঃ হঃ কাঃ)

সুৰেন্দ্ৰ = দেৱৰাজ, ইন্দ্ৰ। শূৰেন্দ্ৰ = বীৰশ্ৰেষ্ঠ।

(৮) "জীৱনৰ লক্ষ্যহীন
জীৱন অভাৱে মীন
যেন কৰে ছটফট অন্ধকাৰ কূপে।" (কবিতা মালা, ১ম ভাগ)
জীৱন = দেহ, শৰীৰ। জীৱন = পানী।

(৯) "ভাঙ্গিলেক উৰু তাৰ ভীম ভীমাঘাতে।" (কবিতা মালা, ১ম ভাগ)

ভীম = দ্বিতীয় পাণ্ডৱ। ভীম = কঠোৰ, ডাঙৰ, ভীষণ।

(১০) "শ্ৰবণ—কুহৰে আজি সুধাৰ সুধাৰ
তাৰ পাশে স্বৰ্গ সুধা হোৱে কোন ছাৰ।" (চিঃ তঃ ২য় ভাগ)
সুধা = মদ। সুধাৰ = প্ৰবল ধাৰ বা সোঁত।

শ্লেষ—বাক্যত এবাৰ ব্যৱহাৰ হোৱা এটা শব্দৰে দুটা বা ততোধিক অৰ্থ ওলালে তাক শ্লেষ অলঙ্কাৰ বোলে। উদাহৰণ ঃ

(১) "ঈশ্বৰ পীযূষকৰ বিধবাৰ বন্ধু।" (চিন্তা তৰঙ্গিণী, ১ম ভাগ)
১। ঈশ্বৰ = ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰ

২। ঈশ্বৰ = ভগৱান

আকৌ

১। পীযুষকৰ = চন্দ্ৰ

২। পীযুষকৰ = অমৃতৰ সৃষ্টিকৰ্তা

(২) "ভোলানাথ দাস মোক বোলে সৰ্ব্বজনে।" (সীঃ হঃ কাঃ)

১। ভোলানাথ দাস = ভোলানাথৰ (শঙ্কৰৰ) দাস বা ভক্ত

২। ভোলানাথ দাস = কবি ভোলানাথ দাস

(৩) "এই ৰাম অজ্ঞ অজ্ঞ কুলে
উপজিল অজ্ঞ মূৰ্খ।" (সীতাহৰণ কাব্য)

১। অজ্ঞ = অজ ৰজা

২। অজ্ঞ = ছাগল (সভঙ্গ শ্লেষ)

(৪) "খৰ শৰৰাশি কৰিলেক ভষ্মৰাশি
যত নিশাচৰে।" (সীতাহৰণ কাব্য)

১। খৰ = ঘন বা দ্ৰুত

২। খৰ = প্ৰচণ্ড।

বিৰোধাভাস অলঙ্কাৰ—কোনো শব্দৰ ব্যৱহাৰৰ দ্বাৰা পোনতে পাঠকৰ মনত এটা বিৰোধ ভাব উপজি পিছত শব্দৰ প্ৰকৃত অৰ্থৰ জ্ঞান মনলৈ অহাত সেই বিৰোধ ভাব দূৰ হ'লে শব্দৰ তেনে প্ৰয়োগক বিৰোধ বা বিৰোধাভাস অলঙ্কাৰ বোলে। ভোলানাথ দাসৰ কাব্যত তেনে অলঙ্কাৰ প্ৰচুৰ। উদাহৰণ—

(১) 'ক্ষত্ৰিয় কুলজ অজ্ঞ-অঙ্গজ বীৰেন্দ্ৰ
মহাৰথী দশৰথ ; তাহাৰ তনয
যাবো আমি পলাইয়া ৰাক্ষসৰ ভযে ?" (সীতাহৰণ কাব্য)

(২) " .. নবোৎসাহে ৰণে
আগুবালে বৈৰীবৃন্দ বিৰূপ মূৰতি
এক হস্তে বৰ্ম্ম ধৰি এক হস্তে অসি" (সীতাহৰণ কাব্য)

পুনৰুক্তবদাভাস শব্দালঙ্কাৰ—কোনো বাক্যত একেটা শব্দৰ একে অৰ্থতে পুনঃ পুনঃ ব্যৱহাৰ হোৱা যেন লাগি পিছত অৰ্থৰ প্ৰতীতি জন্মাত সেই ভ্ৰম ভাগিলে তাক পুৰৰুক্তবদাভাস অলঙ্কাৰ বোলে—(লাটানুপ্ৰাস চাওক)। এনে শব্দালঙ্কাৰৰ প্ৰয়োগ ভোলানাথ দাসৰ বৰ প্ৰিয় আছিল ; উদাহৰণ—

(১) "..... ...গাইলা ধনেশ
হৰিষে, ধনেশজন হৰিষিত যথা ;" (সীতাহৰণ কাব্য)

(২) "আছিল উচিত কৰা ৰণ-যাত্ৰা আজি
ভাবি ভাবী ফলাফল।" (সীতাহৰণ কাব্য)

(৩) "সুনীল বাৰিধিবক্ষে দীপ্ত অলঙ্কাৰ
তুমি লঙ্কা, যথা হায় শশাঙ্কভূষণ
নীল নভঃ বক্ষে , ভাবি ভাবী পৰিণাম।" (সীতাহৰণ কাব্য)

ওপৰত ভোলানাথ দাসে প্ৰয়োগ কৰা শব্দালঙ্কাৰবোৰৰ কিছুমানৰ আভাস দিয়া হ'ল। তেওঁৰ কবিতাত একাধিক প্ৰকাৰ অৰ্থালঙ্কাৰবো প্ৰয়োগ লক্ষ্য কৰা যায়। অৰ্থালঙ্কাৰ কেবল অৰ্থ প্ৰকাশৰ কাৰণেই ব্যৱহাৰ কৰা হয়। শব্দালঙ্কাৰ আৰু অৰ্থালঙ্কাৰৰ মূল পাৰ্থক্য শব্দ ব্যৱহাৰত। শব্দালঙ্কাৰৰ শব্দ লৰচৰ কৰিব নোৱাৰি ; লৰচৰ কৰিলে তাৰ অৰ্থত ব্যাঘাত হয়। অৰ্থালঙ্কাৰৰ শব্দ লৰচৰ কৰিলেও অৰ্থত ব্যাঘাত নহয়। শব্দালঙ্কাৰে শব্দসম্ভাৰৰ মাজেদি বাক্যক অলঙ্কৃত কৰে ; অৰ্থালঙ্কাৰত অৰ্থটোহে লক্ষ্য , যেনে, "প্ৰফুল্ল কমল হেন নয়ন যুগল"—ইয়াক যদি বিকশিত পদ্মসম চকু দুটি বুলি কোৱা হয় তথাপি সেই উপমাৰ অৰ্থ অক্ষুণ্ণ থাকিব ● কিন্তু ভীমাঘাত শব্দৰ ঠাইত বৃকোদাৰাঘাত বুলিলে অৰ্থ নোলায।

ভোলানাথ দাসৰ কাব্যত অৰ্থালঙ্কাৰৰ ভিতৰত ঘাইকৈ সাদৃশ্যমূলক অলঙ্কাৰৰহে প্ৰয়োগ দেখা যায। সাদৃশ্যমূলক অলঙ্কাৰৰ ভিতৰতো উপমা আৰু ৰূপকৰ প্ৰযোগ অত্যধিক।

উপমা মানে তুলনা। তুলনা দিয়াত কবি কালিদাস আছিল জগতৰ অদ্বিতীয় কবি। 'উপমা কালিদাসস্য' কথা মানুহৰ মুখে মুখে। একে ধৰ্মৰ অৰ্থাৎ একে ৰূপগুণ থকা বেলেগ শ্ৰেণীৰ দুটা বস্তুৰ বা উপমান আৰু উপমেয়ৰ সাদৃশ্য বৰ্ণনা কৰাকে উপমা দিয়া বোলে। যাক তুলনা কৰা যায় সি উপমেয় বা উপমিত আৰু যাৰ লগত তুলনা কৰা যায সি উপমান। অন্য কথাত ক'বলৈ গ'লে উপমেয় হাতত থকা বস্তুটো আৰু উপমান বাহিৰৰ বস্তু। তাকে ৰহস্য কৰি কোৱা হয় বোলে উপমান, টানি আন। যেন, সম, প্ৰায, নিভ, কল্প, সদৃশ, বৎ আদি শব্দই উপমা দিয়াত সহায় কৰে। উপমা সাধাৰণতে সাত শ্ৰেণীৰ—পূৰ্ণোপমা. লুপ্তোপমা, বস্তু প্ৰতি বস্তুভাবৰ উপমা, বিশ্ব-প্ৰতিবিম্ব ভাবৰ উপমা, মালোপমা, স্মৰণোপমা আৰু প্ৰতিবস্তুপমা। কবি ভোলানাথ দাসৰ কবিতাত ইযাৰ গোটাচেৰেকৰ ব্যৱহাৰ স্পষ্টকৈ চকুত পৰে। উদাহৰণ—

পূৰ্ণোপমা ঃ

(১) "খৰ শৰৰাশি
কৰিবেক ভস্মৰাশি যত নিশাচৰে
পাইব বিলয় বৈৰী, যথা পায় লয়
তৃণদলে অম্বুবিন্দু অম্বুজেশ কৰে।" (সীতাহৰণ কাব্য)

(২) "সঞ্চাৰে তেজ লৌহখণ্ডে ব্যাপি

● সাহিত্য দৰ্পন—মনোৰঞ্জন শাস্ত্ৰী

অগ্নি পৰশনে যথা ; ধনু পৰশনে
বেগে তেজ তথা হ'ল প্ৰধাবিত
ব্যাপি বীৰ কলেবৰ" (সীতাহৰণ কাব্য)

(৩) "শ্বেতবৰ্ণ চাৰি তুৰঙ্গম
যোজিত, বিদ্যুৎগতি ; বিভূষিত দেহ
সমুজ্জ্বল হেম সাজে, হেমবৰ্ণে যথা
ভূষিত ধৱল-শৃঙ্গ হিমগিৰি শিৰে
প্ৰভাতে, শৰত কালে, মিহিৰ কিৰণে।"
(সীতাহৰণ কাব্য)

লুপ্তোপমা ঃ

(১) "অৰিদল মাজে
কৰী-অৰি-পৰাক্ৰমে পশিলা ৰাঘৱ
তাড়কাৰি ;" (সীতাহৰণ কাব্য)

(২) "কিমতে হৰিবো সীতা ? নাৱিক বিহনে
তৰণী তৰাঙ্গাকুল তৰঙ্গিণী স্ৰোত
অৱহেলি কেতিয়াবা উজাবকি পাৰে ?
তৰণী কেবল আমি।" (সীতাহৰণ কাব্য)

মালোপমা—মালোপমাত উপমান এটা কিন্তু উপমেয় একাধিক। 'সীতাহৰণ কাব্য'ত দেখাৰ মালোপমা আছে। গোটাচেৰেক যেনে,

(১) "ৰহিলা ৰাঘৱ, চিত্ৰবিনোদনী সহ,
শোভি পঞ্চবটীবন ; যথা নিশাপতি
শোভয় চিত্ৰাৰ সহ নভঃস্থলে ;
অথবা কৈলাশ শৃঙ্গে ভুজঙ্গ-ভূষণ
ভূতনাথ, যথা দেবী ভবানীৰ সহ।"

(২) "ৰঞ্জিলা আনন ; পূৰে গগন-আনন্দ
ৰঙ্গে যথা উদি ভানু উদয় অচলে ;
অথবা কৃষাণু যথা কান্তিয়া ক্ৰাঞ্চনে
ৰাঙ্গে তাপে।"

(৩) শ্যামাঙ্গে শোভিল
হেমাঙ্গিনী মূৰ্ত্তি ; যেন বাৰিদে বিজুলী ;
কিম্বা নীলাম্বু-বক্ষে যথা কমলিনী।"

(৪) "কণ্টকে কেতকী
পঙ্কে পঙ্কজিনী, কিম্বা আন্ধাৰ ভূগৰ্ভে

মুক্তাৰত্ন যথা ; এই ৰমণী-ৰতন
পতিত অথলে ; যতা ভিখাৰীৰ হাতে।"

(৫) "ভস্মে সৰ্ব্বভুক যথা ; কাদম্বে অশনি,
(মৃত্যু পৰশনে যাৰ) ; পাতালে অনন্ত
বিষধৰ যথা ; কিম্বা বিষধৰধাৰী
বৃষভ-বাহন যথা কৈলাস অচলে ;

(৬) "হৰিবো বনিতা তাৰ, অমূল্য ৰতন
মনি বিনে ফণী যথা, জল বিনে মীন
ৰামৰ সি গতি হোক।"

(৭) "তৰুৰাজ হলে তপন উত্তাপে,
ম্লান অবলম্বী পত্ৰ যিমত ; অথবা
হলে জলাশয় জলতপ্তময়, যথা
হোৱয় জীৱনীজীৱী যত জীৱগণ
সন্তপ্ত ; সিমত আজি দেবেন্দ্ৰ সন্তাপে
সন্তাপিত দেৱগণ, বিষণ্ণ বদন।"

ভোলানাথ দাসৰ 'মেঘ' কবিতাও মালোপমাৰদ্বাৰা উজ্জ্বল হৈ আছে। উদাহৰণ—

"কৃষ্ণবক্ষে জ্বলে যেন স্ফটিকৰ মণি,
কিম্বা শ্যাম দূৰ্ব্বাদলে
যথা জলবিন্দু জ্বলে
ছায়াবৃত জলে যেন শোভে কমলিনী
বিস্তীৰ্ণ সমুদ্ৰে কিম্বা ধৱল তৰণী।"

ৰূপক-উপমিতক উপমানৰ লগত অভেদ কল্পনা কৰি ৰূপক অলঙ্কাৰৰ সৃষ্টি কৰা হয়। উদাহৰণ—

(১) "মোৰ বক্ষৰূপাকাশে থাকি চন্দ্ৰৰূপে
তুমি, তুষিয়োক পুত্ৰ, সীতা-কুমুদিনী
লক্ষ্মণ—চকোৰে আৰু ;" (চিন্তা-তৰঙ্গিনী—১)

(২) "উড়িল পৰাণ-বায়ু দেহ হন্তে তাৰ ;
যেন কোনো বন্যপক্ষী," (চিন্তা-তৰঙ্গিনী—১)

(৩) "ডুবিলেক সুখতৰী দুস্তৰ সাগৰে" (চিন্তা-তৰঙ্গিনী—১)
"সাজিলে সুন্দৰ দেহ প্ৰকৃতি-সুন্দৰী" (কবিতা মালা—২)

(৪) "দৰশিলা গোদাৱৰী-জীৱন-দৰ্পণে
নিজ আস্য।" (সীতাহৰণ কাব্য)

(৫) "বন্দো অৰিন্দম তব পদ-অৰবিন্দে
কুলাঙ্গনা আমি।" (সীতাহৰণ কাব্য)

উৎপ্ৰেক্ষা—উপমেয়ক উপমান বুলি কৰা প্ৰবল সন্দেহৰ ভেটিত এই অলঙ্কাৰৰ সৃষ্টি। উদাহৰণ—

"বহে সুন্দৰ সমীৰ
বৃক্ষে বৃক্ষে তৃণে তৃণে বনৰ দেৱীক,
চামৰ ব্যজন যেন কৰয় হৰিষে।" (সীতাহৰণ কাব্য)

ভ্ৰান্তিমান বা ভ্ৰম (Illusion)—ইয়াত অতিশয় মিল থকা বাবে এটা বস্তুক আন এটা বস্তু বুলি কল্পনা কৰি ভুলত পৰা যায়, সেয়েহে নাম, ভ্ৰান্তিমান অলঙ্কাৰ। এটা উদাহৰণ—

"পদ্মপুষ্প ভ্ৰমে
(কুলত কামিনীকুল নিৰখি) কৌতুকে
উড়িলা মধুপপুঞ্জ মধুজীৱী সদা
ছুহিবে অধৰ মধু জিনি ফুল মধু।" (সীতাহৰণ কাব্য)

বিপৰীত লক্ষণা বা ব্যাজস্তুতি (Irony)—

ইয়াত নিন্দাৰ ছলেৰে গুণব্যাখ্যা আৰু গুণ বৰ্ণোৱাৰ ছলেৰে নিন্দা কৰা হয়। এই অলঙ্কাৰৰ উদাহৰণ—

"ৰূপো অনুপম অতি কৃতান্ত কিঙ্কৰী
দেখি যাক হাৰ মানি ডৰিয়া পলায়।" (সী হ কা.)

ঔপচাৰিক লক্ষণা বা সমাসোক্তি (Personification)—

গুণত বা অচেতন পদাৰ্থত সচেতনৰ বা জন্তুত, গুণত বা অচেতন পদাৰ্থত মানুহৰ গুণ আৰোপ কৰাকে ঔপচাৰিক লক্ষণা বা সমাসোক্তি (Personification) বোলে। উদাহৰণ—

(১) "পেচক ভ্ৰূকুতি কৰে হাসে পুষ্পদামে।" (চিন্তা-তৰঙ্গিণী)

(২) দেখি দিনবন্ধু
মুছিলা বদন বাৰি আদৰে সবাৰ
প্ৰসাৰি সহস্ৰ কৰ ;" (সীতাহৰণ কাব্য)

(৩) "জলদে চপলা ধৰি কৰে আলিঙ্গন।" (চিন্তা-তৰঙ্গিণী)

(৪) "ডৰি বিভাবৰী
বিভাবৈৰী দৰশনে, পলাল অন্তৰে ;
কন্দৰে তিমিৰমালা লুকাল তৰাসে।" (সীতাহৰণ কাব্য)

(৫) "দেখিয়া সমীৰ
উদাৰ, উজাৰি পুষ্প-পৰিমল-মধু

বিলাইলা, দাতা যথা ; সৰ্ব্বজীৱগণে।" (সীতাহৰণ কাব্য)

ব্যাঘাত—যি উপায়ৰ দ্বাৰা এটা কাম হয় সেই উপায়ৰ দ্বাৰা যদি তাৰ বিপৰীত ফল ফলে তেন্তে তাক ব্যাঘাত অলঙ্কাৰ বোলে। উদাহৰণ—

"কতশত দেৱী দেৱ পূজিলোঁ যতনে
উপবাসে জাগৰণে মঙ্গলৰ হেতু ;
অসংখ্য কৰিলোঁ দান ; তাৰ কিম্বা এবে
ফলিল ইফল পুত্ৰ তুমি যোৱা বনে ?" (চিন্তা-তৰঙ্গিণী)

বিশেষোক্তি (Cause without effect)—

কাৰণ থকাতো তদনুযায়ী কাৰ্য্যোৎপত্তি নহ'লে তাক বিশেষোক্তি বোলে। উদাহৰণ—

"আজিও ভাৰত তব আছে পূৰ্ণশোভা
আজিও মস্তকোপৰে ৰবিশশী দিনে ঘূৰে
আজিও নক্ষত্ৰ ধৰে ৰূপ মনোলোভা।
তবে কিয় মাতঃ তব নহে সুখ অনুভব
কি কাৰণ দৰ্শো তব কাঙ্গালিনী বেশ ?" (চিন্তা-তৰঙ্গিণী)

কবি ভোলানাথ দাস পুৰণি কাব্য শাস্ত্ৰৰ অলঙ্কাৰ প্ৰয়োগত কেনে সিদ্ধহস্ত আছিল আৰু তেওঁৰ ৰচনাত বিভিন্ন কাব্যালঙ্কাৰে কেনেকৈ অতৰ্কিতেই আহি জুমুৰি দি ধৰিছিল—তাৰে এটা ক্ষুদ্ৰ আভাস দিবলৈ মাথোন ওপৰৰ উদাহৰণবোৰ তেওঁৰ বিভিন্ন কবিতা-পুথিৰ পৰা উদ্ধৃত কৰা হ'ল। ভোলানাথ দাসক বাদ দি অসমীয়া কাব্যত পুৰণি কাব্যালঙ্কাৰৰ প্ৰয়োগ বিচাৰ অসম্ভৱ নহ'লেও অসম্পূৰ্ণ হয়।

# ভোলানাথ দাসৰ কাব্য আৰু কবিতাত প্ৰকৃতি

প্ৰকৃতি শব্দৰ নানা ঠাইত নানা অৰ্থ। 'প্ৰকৃতি পুৰুষ দুইবো নিয়ন্তা মাধৱ' তাত প্ৰকৃতি দৰ্শন শাস্ত্ৰৰ প্ৰকৃতি। সাহিত্যত প্ৰকৃতি বুলিলে সৃষ্টিৰ মূল আধাৰ বা ক্ৰিয়াভূমি বুজা যায়। অন্য কতাত ক'বলৈ গ'লে বহিৰ্জগতৰ সকলো বস্তু, সকলো সৌন্দৰ্য সেই প্ৰকৃতিৰ অন্তৰ্গত। আকাশৰ জোন-তৰা, গ্ৰহ-নক্ষত্ৰ, পৃথিৱীৰ নৈ-নিজৰা, পৰ্বত-পাহাৰ, তৰু-তৃণ, চৰাই-চিৰিকটি, জলচৰ-স্থলচৰ সকলো পদাৰ্থকে লৈ কবিৰ ক্ৰিয়াশীল মনে খেলা কৰে আৰু কবিও সেই সৰ্বময় প্ৰকৃতিৰে এটি অংশবিশেষ। কবিৰ মনত বিশ্ব-জগতৰ সকলো বস্তুৱে, সকলো সৌন্দৰ্যই এক প্ৰকাৰে নহয় এক প্ৰকাৰে প্ৰতিক্ৰিয়া কৰে। কবিয়ে সেইবোৰ মনোযোগেৰে পৰ্যবেক্ষণ কৰে আৰু সেই সেই বিষয়ে চিন্তা কৰি ভাবত বিভোৰ হয়। প্ৰকৃতিৰ লগত কবিমানসৰ তেনে ক্ৰিয়া-প্ৰতিক্ৰিয়াৰ ওপৰতে কাব্য-সৃষ্টি নিৰ্ভৰ কৰে।

মানৱ মন কিবা এক অজ্ঞেয় উপাদানেৰে গঠিত। তাত কেতিয়া কোন কালৰপৰা কিহে আহি কেনেকৈ ঘাত-প্ৰতিঘাতৰ সৃষ্টি কৰে বুজা নাযায়। কবিও মানুহ। পিছে তেওঁৰ মনটো আৰু বেছি বৈচিত্ৰ্যময়। এটা উদাহৰণ দিলে কথাটো স্পষ্ট হ'ব। ৰাতিপুৱাৰ সূৰ্যোদয় আমিও দেখোঁ, কবিয়েও দেখে। ৰাতিপুৱাৰ চৰাইৰ গীত কবিৰ কাণতো পৰে, আনৰ কাণতো পৰে। বাৰিষাৰ মেঘ কবিয়েও দেখে, কৃষক-বনুৱা আদি অইন অইন লোকেও দেখে। কিন্তু প্ৰকৃতিৰ এই বিভিন্ন দৃশ্যৰাজিয়ে প্ৰত্যেক মানুহৰ মনত পৃথক পৃথক ভাবৰ সৃষ্টি কৰে। মেঘ দেখি ময়ূৰে নাচে, মনত বসন্ত-বতাহ বলাৰ উমান পায়। সেই মেঘ দেখিয়ে কৃষকে আনন্দাপ্লুত হৈ ক'ত কি খেতি কৰিব, কিদৰে কৰিব ইত্যাদি বৈষয়িক বিষয়ৰ পৰিকল্পনা মনত পাঙে। আহাৰ মাহৰ তেনেকুৱা এডোখৰ বাৰিষাৰ মেঘেই আকৌ এদিন কবি কালিদাসৰ মনত বিশ্বৰ অমৰ কাব্য মেঘদূতৰ বিচিত্ৰ ভাব জগাই তুলিছিল। কেতেকী-দহিকতৰাৰ গীত শুনি বিহগী কবি ৰঘুনাথ চৌধাৰীয়ে নিদ্ৰা যাব নোৱাৰি ওৰে নিশা কবিতা লেখিছিল। 'স্কাইলাৰ্ক' বা ভৰত-চৰাইৰ গীত শুনি ইংৰাজ কবি শ্যেলিয়ে কল্পনাত ভাহি গৈ চৰাইৰ গীতৰ লগত মনটো উৰুৱাই দি পৃথিৱীৰ দুখদৈন্য পাহৰি পেলাবলৈ যত্ন কৰিছিল। সেই একে গীতেই আকৌ কবি ওৱৰ্ডচ্‌ওৱৰ্থক কল্পনাৰ কল্পলোকলৈ উৰি যাবলৈ আৰু লগে লগে মৰতৰ দুখদৈন্যভৰা জীৱনৰ কথা চিন্তা কৰিবলৈও সহায় কৰিছিল। কবি ভোলানাথৰ মনত প্ৰকৃতি কি আছিল আৰু তাৰ বিবিধ শোভাৰাশিয়ে তেওঁৰ মনৰ ওপৰত কেনে প্ৰতিক্ৰিয়া কৰিছিল নতুবা তেওঁৰ মনটোৱেই বা বিভিন্ন সৌন্দৰ্য কিদৰে গ্ৰহণ কৰিবলৈ সমৰ্থ হৈছিল সেই বিষয়ে আলোচনা কৰা অপ্ৰাসঙ্গিক নহ'ব।

বহুতৰ কাৰণে প্ৰকৃতি জ্ঞানৰ ভঁৰাল, উৎসাহ-আনন্দৰ অফুৰন্ত উৎস ; মানৱ মনে প্ৰকৃতিৰপৰা সেই জ্ঞান, সেই আনন্দ গ্ৰহণ কৰিব লাগে। প্ৰকৃতিৰ সত্তাৰ লগত কবিয়ে নিজৰ সত্তা মিলাই দি সান্ত্বনা লভিবলৈ অভিলাষ কৰে—

"প্ৰাণপ্ৰিয়া আজি মোৰ বিজন কুঞ্জত
তুলিবানে লয়লাসে হাঁহিৰ তৰঙ্গ ?
ব্যথাৰে উপচি পৰা আকুল প্ৰাণত
দিয়া প্ৰেম মকৰন্দ অমৃত পৰশ ;
নিষ্প্ৰভ কুলনি মোৰ হ'ক জ্যোতিৰ্ম্ময়।"

(গিৰিমল্লিকা—ৰঘুনাথ চৌধাৰী)

বহুতে আকৌ প্ৰকৃতিৰ বিশ্বজোৰা আনন্দত উত্বাউল হৈ তাৰ মাজত নিজৰ অন্তৰত বাজি থকা সুৰৰ আঁত বিচাৰিবলৈ ধৰে—

"বসন্তৰ সন্ধিয়াত পুষ্পিতা ধৰণী,
বননিত কলকণ্ঠ বিহঙ্গৰ ধ্বনি,
শেৱালিৰ গন্ধভৰা শৰত পুৱাত

ফাগুনৰ জ্যোতিহীন পূৰ্বতি নিশাত
হিয়াত উঠিল বাজি শতমুখী তান,
আনন্দ-বিষাদ গঁথা মিলনৰ গান।"

(আপোন সুৰ-সূৰ্য্যকুমাৰ ভূঞা)

কবি ভোলানাথৰ কাৰণে কিন্তু প্ৰকৃতি আছিল কিঞ্চিৎ পৃথক বিধৰ। তেওঁৰ প্ৰকৃতি আছিল সৌন্দৰ্যৰ আকৰ আৰু সুখ-দুখ ভৰা নানা চিত্ৰ-বিচিত্ৰ পৰিবৰ্ত্তনৰ সমষ্টি ঃ ই বিধিৰ বিধান মানি আপোন খুচিতে চলি থাকে ঃ মানুহক নিজে যাচি একো দান নকৰে। মানুহে নিজৰ ভাবৰ প্ৰতিবিম্ব তাত বিচাৰি পাব পাৰে অথবা নিজে ইচ্ছানুযায়ী তাক ব্যাখ্যা কৰিবহে পাৰে।

"বৰ্ষাকালে চকমকি,
কৃষ্ণ মেঘে থাকি থাকি,
স্বকান্তি প্ৰকাশি ঘনে নাচে সৌদামিনী
দৰশাৰে যেন নৰে
গুণবান পতি ক্ৰোড়ে
সি সুখ লভয় পতিব্ৰতা সুৰমণী ॥"

(স্বভাৱৰ শোভা—চিন্তা-তৰঙ্গিণী, ২য় ভাগ)

ভোলানাথৰ 'সীতাহৰণ কাব্য' ক'বলৈ গ'লে, প্ৰকৃতি বৰ্ণনাৰেই আৰম্ভ হৈছে—

"প্ৰভাতিলা নিশা। উষা আশুগতি ধৰি
আসিলা , কুৰুলি দিলে সুদীৰ্ঘে পেঁচক ;
বায়স কৰিলা 'কা কা' ; যেন হেৰুৱাই
লঙ্কা, লঙ্কা-প্ৰিয় পক্ষী কুক্কুট পুছিলা
লঙ্কাপুৰ ক'ত বুলি।" ইত্যাদি।

ৰাতিপুৱাৰ এনে বৰ্ণনাৰেই কবিযে- পুথিৰ ৪/৫ পিঠি পূৰ কৰি দিছে। মাজে মাজে বাস্তৱ জীৱনৰ ৰূপক আৰু উপমাই বৰ্ণনাবোৰক চঞ্চল বিজুলী বাতিৰ পোহৰে গছ-লতাৰ প্ৰকৃত ৰূপ আৰু বেছি স্পষ্টকৈ চাবলৈ সহায় কৰাৰ দৰে সহায় কৰিছে ঃ

(১) "দেখি দিন-বন্ধু
মুছিলা বদন-বাৰি আদৰে সবাৰ
প্ৰচাৰি সহস্ৰ কৰ ; দীনবন্ধু যথা
কৰয় আদৰ দীনে।" (সীতাহৰণ কাব্য)

(২) "গাইলা ধনেশ,
হৰিষে, ধনেশজন হৰষিত যথা।" (সীতাহৰণ কাব্য)

ভোলানাথৰ প্ৰকৃতি-বৰ্ণনা স্বাভাৱিক আৰু সূক্ষ্মদৃষ্টি-সমৃদ্ধ। সেয়েহে তেওঁ গএগা লোকৰ 'লঙ্কা ক'ত ক'ত' বুলি লঙ্কাপুৰ ক'ত, তাকে চিঞৰি সোধা কুকুৰা চৰাইৰ ডাকটোৰো আকাৰে-ইঙ্গিতে অৰ্থ কৈ দিছে। প্ৰকৃতিৰ যথাযথ বৰ্ণনা দিয়াত তেওঁ সিদ্ধহস্ত। সেই বিষয়ত তেওঁ আনকি পদ্মনাথ গোহাঞিবৰুৱাতকৈও উদাৰ আৰু স্পষ্ট। ত্ৰৈলোক্যনাথ গোস্বামীদেৱৰ মতে— 'লীলা' কাব্যত সংযোগ কৰা নামবৰ হাবিৰ বৰ্ণনা তেনেই চমু। প্ৰকৃতিৰ স্বকীয় সৌন্দৰ্য্য বৰ্ণনাৰ প্ৰতি তেওঁৰ যেন মোহ নাই।'—এই মন্তব্য কিন্তু ভোলানাথৰ ক্ষেত্ৰত নাখাটে। ভোলানাথে পৃষ্ঠভূমি নিৰ্মাণৰ কাৰণে তেওঁৰ 'সীতাহৰণ কাব্য'ৰ উপৰোক্ত বৰ্ণনাত অনাহকতে চমু হ'বলৈ গৈ কৃপণালি কৰা নাই । কিন্তু তেৰোঁ গোহাঞিবৰুৱাৰ সৈতে এটা বিষয়ত মিলি গৈছে ঃ প্ৰকৃতিৰ নিজৰ সত্তাৰ লগত দুয়োজনা কবিৰ এজনেও আত্মসত্তা মিলাই দি আপোনপাহৰা হ'ব পৰা নাই। দুয়ো প্ৰকৃতিৰ মনোৰম দৃশ্য দেখি উল্লাসিত হৈছে, সন্দেহ নাই, কিন্তু তন্ময় হোৱা নাই। এই বিষয়ত কিন্তু বিহগী কবিৰ কথা পৃথক আৰু সেই কথা আমি আগতে উল্লেখ কৰি আহিছোঁ।

বহুত কবিৰ কাৰণে প্ৰকৃতি মানুহৰ সুখ-দুখৰ সমভাগী। অৰ্থাৎ মানুহৰ দুখত দুখী, সুখত সুখী। তেওঁলোকৰ মতে প্ৰকৃতিৰ সকলো বস্তুৰে একোটা প্ৰাণ আছে, অনুভূতি আছে। সেই প্ৰাণ আৰু অনুভূতিপূৰ্ণ সত্তাৰ লগত মানুহৰ ব্যক্তিসত্তা আৰু অনুভূতি সাঙোৰা আছে। কবি কালিদাস এনে কল্পনাৰ মুখ্য প্ৰতিভূ আছিল। তেওঁৰ মানস-কন্যা শকুন্তলাৰ পতিগৃহলৈ যাত্ৰাৰ সময়ত আশ্ৰমৰ গছ-লতায়ো চকুলো টুকিছিল, হৰিণ পোৱালিয়েও ঘাঁহ খাবলৈ এৰিছিল। ভোলানাথৰ প্ৰকৃতি কিন্তু স্বয়ংসম্পূৰ্ণ প্ৰকৃতি , মানুহৰ সুখ-দুখত সি স্বেচ্ছাই সহানুভূতি প্ৰদৰ্শন কৰা নাই। আনহাতেদি প্ৰকৃতি সহানুভূতিশীল হওক-নহওক তাৰ কাৰণে কবিৰো ভ্ৰূক্ষেপ নাই। কবিয়ে নিজৰ ভাবহে প্ৰকৃতিত ৰূপায়িত হোৱা দেখিছে—প্ৰকৃতিৰ আনন্দত উন্মন, উদ্‌গ্ৰীৱ হোৱা নাই—

"কোনো স্থানে মন ৰঙ্গে,
বিহঙ্গম লঘু অঙ্গে,
শূন্য পথে ইচ্ছামতে কৰয় ভ্ৰমণ।
স্বজীৱন দৰশাই,
কহে যেন সুখে হায়,
'জগতে অমূল্য ৰত্ন স্বাধীন জীৱন' ॥"

(চিন্তা-তৰঙ্গিণী ২য় ভাগ)

ইয়াত 'জগতে অমূল্য ৰত্ন স্বাধীন জীৱন'—বোলা কথাৰ সাৰ্থকতা প্ৰকাশ কৰাটোহে কবিৰ আচল উদ্দেশ্য—প্ৰকৃতি পটভূমিহে।

তেনেকৈ আকৌ 'চিন্তা-তৰঙ্গিণী'—প্ৰথম ভাগৰ 'মোৰ প্ৰতি বিদ্ৰূপ' কবিতাত কবিয়ে দেখিছে—

"এহি তৰাগণ হয়া উদিত গগনে
অন্তৰে গৰল ধৰি,
মুখ হাস্যময় কৰি,
বিদ্ৰূপি হাঁসিছে মোক আনন্দিত মনে ॥
বামন হইয়া যেন শশী পৰশন
হেন মোৰ আশা দেখি,
আকাশে জোনাকী উঠি,
অঙ্গ ভঙ্গি কৰি কৰে বিদ্ৰূপ বৰ্ষণ।"

কবিৰ লগত প্ৰকৃতিয়ে সহযোগ কৰি সহানুভূতি প্ৰদৰ্শন কৰা দূৰৰ কথা সি যেন কবিৰ দুৰৱস্থা দেখি ভ্ৰূকুটিৰ কুটিল হাঁহিহে মাৰিছে।

প্ৰকৃতিৰ ঘাই ৰূপ দুটা ঃ এটা হ'ল শান্ত-সৌম্য, সমাহিত ৰূপ আৰু আনটো উগ্ৰৰৌদ্ৰ সংহাৰ মূৰ্তি। ইংৰাজ কবি ওৱৰ্ডচ্‌ওৱৰ্থক বিশিষ্ট প্ৰকৃতি-কবি বুলি স্বীকাৰ কৰা হয়। তেওঁৰো প্ৰকৃতিৰ সৌম্য মূৰ্তিৰ লগতহে পোনতে পৰিচয় আৰু একাত্মবোধ ঘটিছিল। পিছত প্ৰকৃতিৰ এটা আকস্মিক ঘটনাই তেওঁৰ চিন্তাৰ পৰিবৰ্তন ঘটালে। এদিন তেওঁ ক'ৰবাৰপৰা উভতি আহি ঘৰত হঠাৎ শুনিবলৈ পালে যে তেওঁৰ প্ৰিয় ভ্ৰাতৃ 'জন' (John) আৰু ইহজগতত নাই ঃ প্ৰচণ্ড ধুমুহাত উদ্বেলিত হোৱা পৰ্বতপ্ৰমাণ সাগৰৰ ঢৌৱে তেওঁক নিৰ্মমভাৱে গ্ৰাস কৰিলে। কথাটো শুনি তেওঁৰ দুচকুৰেদি দুধাৰি চকুলো বৈ গ'ল। সাগৰৰ এনে নিৰ্মম ব্যৱহাৰৰ কথা তেওঁ তেতিয়ালৈ ভাবিবই পৰা নাছিল। প্ৰকৃতিৰ এই কঠোৰতাই, এই নিৰ্মমতাই তেওঁৰ মনত দ-কৈ সাঁচ বহুৱালে। তেওঁৰ কবিতাত তেতিয়াৰপৰা প্ৰকৃতি সম্পৰ্কে পৃথক সুৰ বাজিবলৈ ধৰিলে। বস্তুতঃ 'প্ৰকৃতি আৰু কবি' (Nature and the Poet) নামৰ কবিতাত সেই কথা* তেওঁ মুক্তভাৱে স্বীকাৰ কৰিছে—(A deep distress hath humanized my soul)*

বিদ্ৰোহী ইংৰাজ কবি শ্যেলিয়ে আকৌ পছোৱাৰ ৰুদ্ৰ মূৰ্তিকো বন্ধুৰ দৰে আহ্বান কৰি আনি সেই শক্তিৰ লগত বন্ধুভাৱে বিলীন হ'বলৈ হাবিয়াস কৰিছিল।**

---

* "So once it would have been,–'tis so no more ,
I have submitted to a new control
A power is gone, which nothing can restore,
A deep distress hath humanized my soul "
(Nature and the Poet–Wordsworth)

** "Oh, lift me as a wave, a leaf, a cloud !
I fall upon the thorns of life ! I bleed !
A heavy weight of hours has chained and bowed
One too like thee , tameless, and swift and proud"
(Ode to the West Wind, PB Shelley)

কবি ভোলানাথে প্ৰকৃতিৰ দুয়োটা ৰূপৰে ছবি আঁকিছে, কিন্তু কোনোটোৰ লগতে আত্মসত্তাৰ সংহতি বা একাত্মবোধ স্থাপন কৰিব খোজা নাই। 'চিন্তা-তৰঙ্গিণী' দ্বিতীয় ভাগৰ 'স্বৰ্গদৰ্শন' বোলা কবিতাটোতে প্ৰকৃতিৰ উগ্ৰ-শান্ত দুয়োটা ৰূপৰ ছবি দেখিবলৈ পোৱা যায়।

"নিমিষে নিমিষে উগাৰে অনল,
নিমিষে জগত-যেন ৰসাতল
যায়, মনে বোধ হ'ল পলে পল ;
কঁপিল শৰীৰ পৰাণ আকুল।
গৰ্জ্জন ওপৰে উঠিছে গৰ্জ্জন
সমীৰণোপৰে বহে সমীৰণ
যেন মহাৰুদ্ৰ সৃষ্টি-সংহৰণ
কৰিবে উদ্যত ধৰিয়া ত্ৰিশূল ॥"

আকৌ,

"দেখোঁতে দেখোঁতে যত মেঘগণ
ক্ষণে হ'ল দূৰ, এড়িয়া গৰ্জ্জন ;
মুক্ত হ'ল সুৰপুৰী আবৰণ ;
লুপ্ত হ'ল নীল বৰণ আকাশ।
অমৰ নগৰ চক্ষুৰ গোচৰ
ভাসিলেক ক্ষণে অতি মনোহৰ,
দীপ্তিময় ; যেন ধৰি স্নিগ্ধ কৰ,
শতকোটি চন্দ্ৰ পালে পৰকাশ ॥"

এই দুয়োটা ৰূপ একেটা মুদ্ৰাৰ দু-পিঠিৰ দৰে। প্ৰকৃতিৰ এই দুয়োটা ৰূপৰ প্ৰতি যাতে সৰলমতি শিশুসকলৰো মন-কাণ সজাগ থাকে তাৰ বাবে তেওঁ আনকি 'কবিতামালা' প্ৰথম ভাগ পুথিতেই—তাৰ 'বৰ্ষা' নামৰ কবিতাত বুজনি দি কৈছে—বৰ্ষাত

"বজ্ৰপাত হই ক্ষণে নিপাতিছে জীৱগণে
গৃহ বৃক্ষ ভাঙ্গি বহে ঘোৰ সমীৰণ।
কৌৰব পাণ্ডৱে যেন অন্তৰীক্ষে কৰে ৰণ
গড়্গড় ধ্বনি সদা, কঁপে প্ৰাণ মন ॥"

আকৌ কিন্তু,

"যদিও বৰ্ষাৰ জল কৰে কিছু অসুচল
কিন্তু এটা কথা কওঁ শুনা সব শিশু।
জীৱন ধাৰণোপায় জন্মে শস্য বাৰিষায়
অসুচল নাম মাত্ৰ উপকাৰ বহু ॥"

কবি ভোলানাথৰ কাৰণে কবিতাত কল্পনাহে আচল বস্তু আছিল, আবেগ নহয়—সেই কথা আগতে উল্লেখ কৰা হৈছে। সেই কল্পনাৰ সহায়ত প্ৰকৃতিৰ যি কোনো বস্তুকে তেওঁ ইচ্ছানুৰূপে সজাবলৈ ইচ্ছা কৰিছিল। সেয়েহে শুনাত 'কলং' নদীৰ নামটো পুংলিঙ্গ যেন লাগিলেও কবিৰ মানত কলং স্ত্ৰী আৰু মহাবাহু ব্ৰহ্মপুত্ৰৰ এলাগী পত্নী—

"...............আছে জনশ্ৰুতি,
সেহি ব্ৰহ্মপুত্ৰ নদ তব প্ৰাণপতি,
তুমিহে কলঙ্গ তাৰ অন্তৰ তোষিণী
কিয় তবে প্ৰবাহিনী ! কিয় তবে হায়
ই হেন মলিন বেশ দুৰ্দ্দশা অসীম
তোমাৰ ? পূজিত বলী পতি বৰ্ত্তমানে ?

● ● ●

তথাপি সিজন
কিয়নো সদায় নাহে ? কিবা আছে হেতু ?
বুজিছোঁ পুৰুষ মন অত্যন্ত কঠিন,
একবাৰ ক্ৰুদ্ধ যদি হোৱয় অন্তৰে,
সহজে দয়াৰ্দ্ৰ নোহে ;" ইত্যাদি।

কবিয়ে কবিতাত কল্পনাক প্ৰাধান্য দিবলৈ গৈ ইয়াকো কৈছে যে কল্পনাৰ সহায়ত কবিয়ে নেদেখাকো দেখে, নুশুনাকো শুনে, কুৰূপকো সুৰূপ সজায় ; 'ভূধৰ কানন নদ-নদী-পাৰাবাৰেও' মানুহৰ দৰে 'হাঁহে, কান্দে, গীত গায়।' আৰু

"তব বলে পুষ্প গ্ৰহো হোৱে বিবাহিত ;
সূৰ্য্য চন্দ্ৰ গগনত
পদ্ম ভেঁট ভূতলত,
পদ্ম 'কমলিনী' নামে সূৰ্য্যে দিছে চিত ,
ভেঁট 'কুমুদিনী' নামে ভজিছে শশীত।"

এনে ধৰণৰ কল্পনা ৰাজ্যত বিহৰণ কৰি থাকিও কবিয়ে কিন্তু ভগৱানৰ ইচ্ছাতেই যে প্ৰকৃতিত সকলো ঘটিছে সেইটো পাহৰা নাই—

"আশ্চৰ্য্য তোমাৰ গুণ হেৰা প্ৰভঞ্জন
প্ৰাণ ধাৰণৰ মূল তুমিসে কাৰণ ॥
শতবাৰ নমস্কাৰ সেহি মহাজনে
যিজনে নিৰ্ম্মিলে বায়ু, তোমাক যতনে ॥"

(বায়ু—'কবিতামালা ২য়ভাগ')

বিজ্ঞানৰ যুগত প্ৰকৃতি মানুহৰ হাতত বহু ক্ষেত্ৰতে বশ হৈ পৰিছে। আনকি আজিৰ যুগত আকাশৰ চন্দ্ৰয়ো দেৱত্ব পৰিহাৰ কৰি মানুহৰ হাতত ধৰা দিছে।

ভোলানাথে মাজে মাজে বিজ্ঞানৰ কাৰ্যৰ কথা নভবাকৈ থকা নাই। 'সীতাহৰণ কাব্য'ত বৰুণ আৰু অগ্নিদেৱতাক দেৱৰ্ষি নাৰদে তেওঁলোকৰ দম্ভ-অহঙ্কাৰৰ কাৰণে অভিশাপ দিছিল—নিজৰ অহঙ্কাৰৰ কাৰণে এই দুয়োজনা দেৱতাই কলিকালত মানুহৰ হাতত বন্ধ হৈ আজ্ঞাবহ ভৃত্যৰ দৰে খাটিব লাগিব। 'নৰ যানবাহী হইবা কলিত'। সেই হেতুকেহে—

"অনল-বৰুণ দুই হুই সন্মিলিত
অহৰহ নৰগৃহে চলাইছে কল।" ইত্যাদি।

ই ৰামায়ণৰ কথা নহয়, কবি ভোলানাথ দাসৰ কল্পনাহে। তেনেকৈ দণ্ডকাৰণ্যত ৰাম-সীতাৰ কথোপকথনৰ মাজেদি প্ৰকাশ পোৱা প্ৰকৃতিৰাজ্যৰ আৰু দুটা গূঢ় তথ্য 'অশৃঙ্গী নখী, শৃঙ্গী খুড়পদী' আৰু 'চৰ্ব্বনে হোৱয় বৎস, ডিম্ব অচৰ্ব্বনে'—ভোলানাথৰ নিজা কল্পনা, ৰামায়ণৰ কথা নহয়। বস্তুতঃ শিং নথকা জন্তু বা প্ৰাণীৰ নখ আছে আৰু শিং থকাবোৰৰ খুৰা ফটা , আকৌ চোবাই আহাৰ খোৱা জীৱ-জন্তুৱে পোৱালি জগায় আৰু নোচোবোৱাকৈ গিলি আহাৰ খোৱাবোৰৰ কণীৰপৰা জন্ম হয়—এনেবোৰ বিষয় কবিতকৈও প্ৰাণীবিজ্ঞানীযেহে বেছিকৈ চিন্তা কৰে। ভোলানাথে কবি হৈয়ো তাকে কৰিছিল, কাৰণ তেওঁৰ মনটো আছিল বৈজ্ঞানিক অনুসন্ধিৎসাপূৰ্ণ কবিৰ মন। সেযেহে তেওঁৰ কবিতাত আবেগতকৈও কল্পনা আৰু যুক্তিৰ স্থান অধিকতৰ মুখ্য। আনকি জৰিপ-পৰিমিতিৰ অঙ্কতো তেওঁৰ সেই কবি মানসৰ পৰিচয় ফুটি ওলাইছিল। তেওঁৰ মনৰ ছাপ বহি থকা দুটা অঙ্কৰ ভাষালৈ লক্ষ্য কৰিলেই সেইটো স্পষ্টকৈ দেখা যাব। যেনে—(১) এটা পুখুৰীত এটা মাত্ৰ পদুম ফুল ফুলি আছে। পুখুৰীটো ইপাৰৰপৰা সিপাৰলৈ ৮০ হাত। পদুমটো ঠিক তাৰ মাজতে ফুলিছে। এটা ডেকা গৰখীয়াই সাতুৰি গৈ পদুম থকা ঠাইত কিমান পানী আছে ডুব দি চাই আঠ হাত পালে। পদুমটো পাৰৰপৰা হাকুঁটী লগাই আনিব লাগিলে কিমান দীঘল হাকুঁটী লাগিব ? (২) এটা বুঢ়া মানুহে গধূলি সময়ত এটা ঘূৰণীয়া পুখুৰীৰ চাৰিওফালে এপাক ঘূৰি ফুৰি আহিল। তেওঁৰ লগতে এটা ল'ৰাও আছিল। বুঢ়াই ল'ৰাটোক সুধিলে—আমি কিমান ফুৰিলোঁ ? ল'ৰাটোৱে ক'লে—পুখুৰীপাৰত ১৪৫২ গজ। পুখুৰীটোৰ বহল কিমান ?

প্ৰকৃতিৰ লগত কবি ভোলানাথ দাসৰ মনৰ সম্পৰ্ক আছিল এনে বিধৰেই।

আমাৰ ওপৰত ভোলানাথ দাস ৰচনাৱলীৰ সম্পাদনাৰ দায়িত্ব অৰ্পণ কৰোঁতে স্পষ্টকৈ নিৰ্দেশ দিয়া হৈছিল যে ৰচনাৱলী সংগ্ৰহ আৰু সম্পাদন কৰোঁতে আমি এখন তথ্যবহুল বিস্তৃত পাতনি সংযোজনা কৰিব লাগিব। সেই নিৰ্দেশ অনুযায়ী সেই বিষয়ে আমি অতি সন্তৰ্পণে আৰু সতৰ্কতাৰে আমাৰ কৰ্তব্যত আগবাঢ়িছোঁ। ইয়াত আমাৰ জ্ঞাতে বা অজ্ঞাতে নিশ্চয় অনেক ভুল-ত্ৰুটি ৰৈ গৈছে ; তাৰবাবে সহৃদয় পাঠকসকলৰ ওচৰত ক্ষমা ভিক্ষা কৰিলোঁ।

ভোলানাথ দাস ৰচনাৱলী সংগ্ৰহত, বিশেষকৈ 'চিন্তা-তৰঙ্গিণী, দ্বিতীয় ভাগ' সম্বন্ধে অনুসন্ধান চলোৱাত তলত উল্লেখ কৰা সদাশয় লোকসকলকে প্ৰমুখ্য কবি আৰু অনেক লোকৰপৰা দিহা-ভৰসা, পত্ৰোত্তৰ আৰু কাৰ্যকৰী পৰামৰ্শ পোৱা হৈছিল, যেনে, ডঃ মহেশ্বৰ নেওগ, ডঃ সত্যেন্দ্ৰনাথ শৰ্মা, ডঃ মহেন্দ্ৰ বৰা, ডঃ প্ৰফুল্ল দত্ত গোস্বামী, ডঃ প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য, অধ্যক্ষ ত্ৰৈলোক্যনাথ গোস্বামী, অধ্যক্ষ তীৰ্থনাথ শৰ্মা, আচাৰ্য মনোৰঞ্জন শাস্ত্ৰী, অধ্যক্ষ পৰাশ চলিহা, অধ্যক্ষ মহেশচন্দ্ৰ দেৱগোস্বামী, অধ্যক্ষ চন্দ্ৰনাথ বৰা, অধ্যক্ষ যজ্ঞেশ্বৰ শৰ্মা, অধ্যাপক যতীন্দ্ৰনাথ গোস্বামী, অধ্যাপক অতুলচন্দ্ৰ হাজৰিকা, অধ্যাপক ডঃ পৰীক্ষিত হাজৰিকা, অধ্যাপক লীলা গগৈ, অধ্যাপক নবীন শৰ্মা, অধ্যাপক নগেন শইকীয়া, অধ্যাপক নন্দ তালুকদাৰ, অধ্যাপক নৱকান্ত বৰুৱা, অধ্যাপক হৰেন্দ্ৰ দেৱ গোস্বামী, অধ্যাপক পৱনকুমাৰ বৰুৱা, কবি প্ৰসন্নলাল চৌধুৰী, মহম্মদ খোছনুৰ আলি, এম্ ইব্ৰাহীম আলি, কবি বিনন্দ চন্দ্ৰ বৰুৱা, কবি আনন্দ চন্দ্ৰ বৰুৱা, কবি ভবানন্দ ৰাজখোৱা, ৰাজ্যিক গ্ৰন্থাগাৰিক শ্ৰীৰাম গোস্বামী, গ্ৰন্থাগাৰিক শ্ৰীউত্তম বৰুৱা, গ্ৰন্থাগাৰিক শ্ৰীবীৰেন বৰুৱা, সাহিত্যিক শ্ৰীতপেশ্বৰ শৰ্মা, শ্ৰীতনুৰাম বৰুৱা, শ্ৰীহৰেকৃষ্ণ গোহাঞিবৰুৱা, বুৰঞ্জীবিদ পণ্ডিত শ্ৰীবেণুধৰ শৰ্মা, শ্ৰীঅন্নৰাম বৰুৱা, শ্ৰীইমদাদ উল্লাহ, শ্ৰীজিতেন্দ্ৰনাথ বুজৰবৰুৱা, শ্ৰীসত্যব্ৰত লহকৰ, ঢলৰসত্ৰৰ শ্ৰীপূৰ্ণচন্দ্ৰ গোস্বামী আৰু অনেক। প্ৰকাশন পৰিষদৰ সচিব শ্ৰীচন্দ্ৰপ্ৰসাদ শইকীয়া ডাঙৰীয়ায়ো ৰচনাৱলীৰ সন্ধানত বাতৰি কাকতত আৰু 'অসম বাণী'ত একাধিকবাৰ বিজ্ঞাপন প্ৰকাশ কৰি আমালৈ সহায় আৰু সহৃদয়তাৰ হাত আগবঢাইছিল। এই ছেগতে আমি সেই সদৌটিলৈকে আমাৰ অন্তৰৰ সশ্ৰদ্ধ শলাগ আৰু স্বীকৃতি জনালোঁ।

ৰচনাৱলীত দিয়া ফটোবোৰ আমি ভোলানাথ দাস ডাঙৰীযাৰ পৰিয়ালৰপৰা সংগ্ৰহ কৰিছোঁ , মাত্ৰ কবীন্দ্ৰ ৰবীন্দ্ৰনাথৰ লগত গ্ৰুপ-ফটোত উঠা ফটোখনৰ বাবে আমি ৰাজ্যিক পুথিভঁৰালৰ গ্ৰন্থাগাৰিক শ্ৰীৰাম গোস্বামীৰ ওচৰত ঋণী। এই সূত্ৰতে আমি ভোলানাথ দাস ডাঙৰীযাৰ নুমলীয়া পুত্ৰ শ্ৰীসুৰেন্দ্ৰনাথ দাস আৰু নাতি শ্ৰীকৃষ্ণনাথ দাসৰো অকুণ্ঠ সহযোগিতাৰ শলাগ নলৈ নোৱাৰোঁ।

অধ্যাপক শ্ৰীনৱকান্ত বৰুৱাদেৱে পাতনিখন এবাৰ চকু ফুৰাই চাই আমাক উপকৃত আৰু উৎসাহিত কৰিছে , তাৰবাবে তেওঁ আমাৰ ধন্যবাদৰ পাত্ৰ।

গুৱাহাটী
১৯৭৭

শ্ৰীঅতুলচন্দ্ৰ বৰুৱা

*Memoirs and anecdotes based on varied experience of a Revenue officer at Rangiya in Kamrup Distict in the early fifties, written by Shri Atul Chandra Barua M A, A C S and published with the pecuniary assistance of the Reception Committee of Rangiya Session of the Asom Sahitya Sabha, 1973*

---

**প্ৰকাশক :**
শ্ৰীবীৰেন্দ্ৰনাথ বৰদলৈ এম এ
সাধাৰণ সম্পাদক,
অসম সাহিত্য সভাৰ ৰঙিয়া অধিৱেশনৰ অভ্যৰ্থনা সমিতি

**প্ৰথম প্ৰকাশ :**
ফেব্ৰুৱাৰী, ১৯৭৩

মূল্য : দুটকা

**মুদ্ৰক :**
শ্ৰীকালীচৰণ পাল
**নবজীৱন প্ৰেছ্**
৬৬ গ্ৰে ষ্ট্ৰীট, কলিকতা-৬

# কৈফিয়ৎ

ৰঙিয়াত অতিবাহিত কৰা বিগত জীৱনৰ প্ৰায় পাঁচোটি বছৰৰ এইয়া স্মৃতিৰ বালিচন্দা, আঠোটা বিভিন্ন স্মৃতিৰ পুঞ্জীকৃত প্ৰবন্ধাষ্টক , নাম 'স্মৃতিৰ ৰঙিয়া'

অসম সাহিত্য সভাৰ বাৰ্ষিক অধিবেশন এইবাৰ উলহ-মালহেৰে ৰঙিয়াত পাতিবলৈ স্থিৰ হোৱাত আৰু চাওঁতে চাওঁতে ভাষা-জননীৰ পূজাৰ সময় ওচৰ চাপি অহাত পূজাৰ বেদীত যাচিবলৈ অন্য একো নাপাই এই আঠ পাহি স্মৃতি-পুষ্পকে গোটাই স্মৃতিৰ ৰঙিয়া গাঁথিলোঁ। অভ্যৰ্থনা সমিতিয়েও নিজ সহৃদয়তাৰ গুণত আইৰ পূজাৰ অৰ্থে তাক গ্ৰহণ কৰিবলৈ সম্মতি প্ৰকাশ কৰি কৃতাৰ্থ কৰিলে।

আমাৰ আগ্ৰহ দেখি বৰ পুত্ৰ শ্ৰীমান প্ৰদীপ বৰুৱা আৰু মাজিউ জীয়ৰী শ্ৰীমতী মিনতি বৰুৱাই প্ৰবন্ধকেইটিৰ প্ৰতিলিপি ততাতৈয়াকৈ তৈয়াৰ কৰি ছপাশালৰ উপযোগী কৰি তুলিলে।

সকলো হ'ল, কিন্তু শেষত পষেকৰ ভিতৰতে ছপাই উলিয়াবলৈ স্থানীয় ছপাশালৰ কোনোটোৱে সাহ কৰি আগ নবঢ়াতহে বিপাঙত পৰিলোঁ। শেহান্তত কলিকতীয়া পুৰণি বন্ধু নৱজীৱন প্ৰেছৰ মালিক শ্ৰীকালীচৰণ পালৰ ওচৰ চপাত তেওঁহে মাভৈঃ বাণী শুনালে, আৰু তেওঁৰ যত্ন আৰু তৎপৰতাতহে 'স্মৃতিৰ ৰঙিয়া' ৰাইজৰ আগলৈ সময় মতে ওলাল।

এই সদৌটিৰে ওচৰত আমি হিয়া উবুৰিয়াই শলাগ যাচিলোঁ।

'স্মৃতিৰ ৰঙিয়া'ৰ কাৰণে সাহিত্যমোদী পাঠকৰ কিঞ্চিৎ আগ্ৰহ দেখিলেও আমি আমাৰ শ্ৰম সাৰ্থক মানিম। ইতি--

শ্ৰীঅতুলচন্দ্ৰ বৰুৱা

নৱগিৰি, চানমাৰি
গুৱাহাটী — ৩
৭/২/৭৩

# স্মৃতিৰ ৰঙিয়া

## আমি অতীত সোঁৱৰোঁ কিয়?

মহাবীৰ হনুমন্তই যেতিয়া সীতাৰ অন্বেষণত সাগৰ পাৰ হৈ লংকালৈ যাবলৈ প্ৰভু ৰামচন্দ্ৰৰ আদেশ পালে তেতিয়া তেওঁ পোনতে তেনে এটি দুষ্কৰ কাৰ্যৰ গুৰুত্বলৈ ভ্ৰূক্ষেপ কৰাই নাছিল , কিন্তু যেতিয়া সেই উদ্দেশ্যে সাগৰৰ পাৰত থিয় হ'লগৈ আৰু মহাসাগৰৰ উদ্বেলিত উত্তাল তৰংগমালা দেখিবলৈ পালে, তেতিয়াহে তেওঁৰ গা কঁপি উঠিল। খন্তেকৰ কাৰণে তেওঁ বিব্ৰত হ'ল আৰু নিজৰ সকলো শক্তি পাহৰি পেলালে। বায়ুপুত্ৰ হনুমানৰ তেনে নিৰুপায় অৱস্থা দেখি জাম্বুবানে তেওঁক তেওঁৰ পূৰ্বপুৰুষসকলৰ অসীম শক্তিৰ কথা বিবৰি ক'লে। পিতাক বায়ু দেৱতাৰ দুৰ্জয় বিক্ৰমৰ কাহিনী শুনি তেওঁৰ সিৰত ক্ৰমে তপত তেজৰ সোঁত ব'বলৈ ধৰিলে আৰু অন্তৰত তেওঁ বিপুল শক্তি অনুভৱ কৰিলে। তাৰে ফলত তেওঁ একে জাপে সাগৰ পাৰ হ'বলৈ সক্ষম হ'ল।

পূৰ্বপুৰুষসকলৰ কীৰ্তি-কাহিনীয়ে আমাক সকলোকে কৰ্তব্যত প্ৰবৃত্ত হ'বলৈ মনত বল যোগায। সেই বাবেই বিবাহ আদি শুভ কাৰ্যৰ আৰম্ভণিতে নান্দীমুখ শ্ৰাদ্ধৰ বিধি দিয়া আছে, যাতে পূৰ্বপুৰুষসকলৰ স্মৰণত মন পবিত্ৰ আৰু বলৱন্ত হয় আৰু তেৰাসকলৰ শুভাশীষ আমি লাভ কৰিব পাৰোঁ।

দেশৰ পুৰণি স্মৃতি-চিহ্ন, মঠ-মন্দিৰ, প্ৰাচীৰ-দেৱালয আদিৰ সংৰক্ষণৰ গুৰিতো তেনে এটি ভাব আৰু উদ্দেশ্য নোহোৱা নহয়। সেইবোৰে দেশবাসীৰ মনত অতীত গৌৰৱ জগাই তোলে আৰু সৎকৰ্মত প্ৰবৃত্ত হ'বলৈ প্ৰেৰণা যোগায়। ৰঙিয়া এনে এখন ঠাই য'ত তেনে অতীত গৌৰৱৰ স্মৃতিচিহ্ন চাৰিওফালে সিঁচৰতি হৈ আছে। আজিৰ ৰঙিয়াই দিনক দিনে শিক্ষা, বাণিজ্য, সভ্যতা, সংস্কৃতি আদিত দোপত-দোপে আগবাঢ়ি যোৱা দেখি মনত উলাহ লাগে। কিন্তু আগৰ কালৰ ৰঙিয়াৰ তুলনাত যেন সি আজিও বহুত পিছ পৰা হৈ আছে, যিমান হ'ব লাগিছিল সিমান হ'ব পৰা নাই। কলেজ, বালিকা হাইস্কুল, ইচলামিক শিক্ষাৰ কলেজ, প্ৰশিক্ষণ কেন্দ্ৰ, ৰেজিষ্ট্ৰেচন অফিচ, উন্নয়ন কেন্দ্ৰ, চিনেমা ঘৰ, টাউন কমিটি, হস্পিতেল, পশু-চিকিৎসালয় ইত্যাদি অনুষ্ঠানবোৰ স্থাপিত হোৱাটো সুখৰ কথা ; এইবোৰ আধুনিক

সভ্যতাৰ অপৰিহাৰ্য অংগ। কিন্তু পলিটেকনিক স্কুল, বিজ্ঞান কলেজ, কৃষি কলেজ, সংগীত বিদ্যালয়, আদৰ্শ কৃষি-ফাৰ্ম, কৃষিজাত সামগ্ৰীৰ ভঁৰাল আদি অনুষ্ঠানবোৰৰ প্ৰয়োজন আজিও ইয়াত ভালকৈয়ে অনুভৱ কৰা যায়, আৰু ইয়াত এইবোৰৰ সম্ভাৱনাও প্ৰচুৰ। অতীতৰ ইতিহাসত এবাৰ ভুমুকি মাৰক, দেখিবলৈ পাব বৈদ্যৰাজ, আৰিমত্ত আদি ভুবন-বিখ্যাত ৰজাসকলৰো ই এসময়ত ৰাজধানী আৰু ক্ৰীড়াভূমি আছিল। বিদ্ৰোহী গণনেতা হৰদত্ত-বীৰদত্তৰো জন্ম আৰু কৰ্মস্থল আছিল ৰঙিয়াই, আৰু আজি ক্ষুদ্ৰভাৱে হ'লেও তেওঁলোকৰ স্মৃতিৰক্ষা কৰিছে হৰদত্ত-বীৰদত্ত ভৱনে।

## ৰঙিয়াৰ ঐতিহ্য

এদিন আছিল যিদিনা ৰঙিয়াতেই দিগ্‌বিজয়ী মোগল বাহিনীয়েও যুদ্ধত তিষ্ঠিব নোৱাৰি চকুৰে সৰিয়হৰ ফুল, বোন্দাৰ টিং দেখিছিল। এই ৰঙিয়াৰে আশে-পাশে আহোম আৰু কোঁচ ৰজাসকলৰ মাজতো সঘনে যুদ্ধ-বিগ্ৰহ হৈ আছিল। এনেকৈয়ে ৰঙিয়া এসময়ত হৈ পৰিছিল আহোম, কোঁচ, মোগল, পাঠান, ভোট-আবৰ আদি শক্তিসমূহৰ বল পৰীক্ষাৰ ৰণস্থলী। ৰণ দিয়া ঠাই বা ৰণভূমি বুলিয়ে ঠাইডোখৰৰো নাম হৈ পৰিছিল ৰঙিয়া। ভাষা-বিজ্ঞানে সমৰ্থন কৰকেই বা নকৰকেই, ইয়াৰ ইতিবৃত্ত অন্ততঃ স্থানীয় মানুহৰ মুখত এইদৰে শুনা যায়।

ৰঙিয়াৰ মাজেৰে বৈ যোৱা বৰলীয়া নদীতেই তাহানিৰ বিখ্যাত ৰজা আৰিমত্তই এদিন পত্নীবধ, পিতৃহত্যা আদি মহাপাপৰপৰা মুক্তি পাবৰ কাৰণে বিৰক্তি আৰু বেজাৰত বিহ্বল হৈ আত্মহত্যা কৰিছিল। ৰঙিয়া চহৰৰ ডেৰমাইল-দুমাইল উত্তৰে আৰিমত্তৰ গড বা বৈদ্যৰ গড়ে মূৰ তুলি থাকি আজিও সৰ্বগ্ৰাসী কালৰ দুৰ্নিবাৰ আক্ৰমণ নীৰৱে সহ্য কৰিব লাগিছে। ৰঙিয়াৰ এনে এখন ঠাই নাই যাৰ লগত পুৰণি কাহিনী এটি জড়িত নাই। আন নালাগে, সৌ আৰিমত্তৰ গডৰ বিষয়েই এঅঁৰা-

**বৈদ্যৰ গড়**

এটা প্ৰবাদ আজিও গাঁৱৰ বুঢ়া-মেঠাসকলে নাতি-পুতিসকলৰ আগত গল্পৰ ছলেৰে কয়। তাৰে এটা জন-প্ৰবাদ এনেকুৱা ঃ ৰজা আৰিমত্তই বেতনাত ৰাজধানী পাতি লৈ এটা দুৰ্জয় গড তৈয়াৰ কৰি ল'বলৈ স্থিৰ কৰিলে। গণকে গণনা কৰি গডৰ ঠাই বাছি দিলে। দিনে-ৰাতি গড সজা কামত মানুহ লাগিবলৈ ধৰিলে। দীঘলে চাৰি মাইল, পুতলে চাৰি মাইল কৰি বৰ্গাকাৰ গড এটাৰ আঁচনি তৈয়াৰ কৰা হ'ল। কি আচৰিত কথা, গড সম্পূৰ্ণ হ'বলৈ নৌপাওঁতেই অসংখ্য গুড়ি পৰুৱাই গোটেই গড ঢাকি পেলালে—যেন সেই গড সিহঁতৰহে। সিহঁতৰ প্ৰকোপত গড়ৰ কাম বন্ধ হ'ল। ৰজাই তেতিয়া উত্তৰৰপৰা বিখ্যাত বৈদ্য এজন অনালে। বৈদ্যে ৰজাৰ লগত এই বন্দোবস্ত কৰিলে যে পৰুৱাবোৰ বৈদ্যই মন্ত্ৰশক্তিৰ দ্বাৰা দূৰ কৰিব—

কিন্তু তাৰ পৰিবৰ্তে ৰজাই গডটোৰ নাম দিব লাগিব বৈদ্যৰ গড়। বৈদ্যৰ সতি-সন্ততি নাছিল। সেইবাবে তেওঁ এনেকৈয়ে নিজৰ নামটো ৰাখি যাবলৈ ভাবিছিল। ৰজা মান্তি হ'ল, কাম সেইমতে আগবাঢ়িল—পৰুৱা পলাল—গড় ওলাল আৰু তাৰ নাম দিয়া হ'ল বৈদ্যৰ গড়।

ই কিংবদন্তিৰ কথা। কিংবদন্তি বুৰঞ্জী নহয়। বুৰঞ্জীৰ মতে এই গড় নিৰ্মাণ কৰা হৈছিল ৰজা বৈদ্যদেৱৰ দিনত, ১১৪২ খৃঃত। প্ৰত্নতাত্ত্বিক ৰাজমোহন নাথ ডাঙৰীযাৰ মতে ৰজা বৈদ্যদেৱ আছিল গৌড়দেশৰ ৰজা কুমাৰপালৰ সেনাপতি। তেওঁ কামৰূপৰ পশ্চিম অংশ অধিকাৰ কৰি লৈ কমতা নামে ৰাজ্য এখন পাতিছিল। উত্তৰ গুৱাহাটীৰ ওচৰত বেতনা নামে কোনোবা এখন ঠাইত তেওঁৰ ৰাজধানী আছিল আৰু তেৰেঁই ৰাজধানীৰ নিকটতে বৈদ্যৰ গড নিৰ্মাণ কৰাইছিল। উত্তৰ গুৱাহাটীৰ ওচৰত বেতনা নামে কোনো ঠাই নাই আৰু তাৰ ওচৰৰ কোনোবা ঠাইৰ পুৰণি নাম বেতনা আছিল বুলি বলেৰে ক'ব খুজিলেও সেই বেতনা বৈদ্যৰ গডৰ যে নিকটত নহয় সেইটো স্বীকাৰ নকৰি উপায় নাই। গতিকে পুৰণি ৰঙিয়া চাৰ্কোলত অন্তৰ্ভুক্ত থকা বেতনাই যে বৈদ্যৰ গডৰ ওচৰত থকা বেতনা তাৰ বাবে দোচোৰা প্ৰমাণৰ প্ৰয়োজন নাই। পণ্ডিত কনকলাল বৰুৱাদেৱে সেইদেখি জনশ্ৰুতি আৰু বুৰঞ্জীৰ সম্ভাব্য সত্য দুযোটা কথাৰ ৰজিতা খুৱাই কৈছে—হয়তো দ্বাদশ শতিকাৰ মাজ ভাগতেই (১১৪২ খৃঃ) বৈদ্যদেৱে বেতনাত ৰাজধানী পাতি গড সজায় আৰু তাৰে প্ৰায় দুশ বছৰ পিছত (১৩৬৫ খৃঃ) ৰজা আৰিমত্তই তাক পুনৰ নিৰ্মাণ কৰে। এইটো অৱশ্যে বিশ্বাসযোগ্য কথা। It is quite possible that the fort was originally built by Baidyadev and therefore it was named Baidyagarh Subsequently Arimatta while fighting with Fingua Konor of the line of Durlabh Narayan repaired or rebuilt this fort and occupied it

## ৰজা আৰিমত্তৰ ৰাজধানী

গড় তৈয়াৰ হোৱাৰ পিছত ৰজা আৰিমত্তই বেতনাৰপৰা তেওঁৰ ৰাজধানী তুলি আনি গড়ৰ ভিতৰতে পাতি লৈছিল। তেওঁৰ পানীখোৱা পুখুৰী আৰু বৰঘৰৰ ভেটিৰ চিন আজিও গডৰ ভিতৰত দেখিবলৈ পোৱা যায়। হৰদত্ত-বীৰদত্ত ভৱনৰ সম্মুখত পৰি থকা সূৰ্যৰ মূৰ্তিৰ দৰে দেখা শিলাখণ্ড বা শৈলস্তম্ভৰ টুকুৰাটোও তাৰপৰাই সংগ্ৰহ কৰা হৈছিল।

ৰজা আৰিমত্তৰ কেবাগৰাকীও পত্নী আছিল। নিচেই নুমলীয়াগৰাকীৰ নাম আছিল মায়াদেৱী। মায়াদেৱীৰ লগত আৰিমত্তৰ সামন্ত বা তলতীয়া ৰজা ফিঙুৱা কোঁৱৰৰ গোপন সম্ভাৱ আছিল। ফিঙুৱা কোঁৱৰ আছিল ৰজা দুৰ্লভনাৰায়ণৰ বংশৰ

এজন কোঁৱৰ। গৃহবিবাদত জুৰুলা হৈ তেওঁ আহি ৰজা আৰিমত্তৰ আশ্ৰয়প্ৰাৰ্থী হোৱাত আৰিমত্তই তেওঁক গড়ৰ উত্তৰে চাপাতল নামে ঠাইত থাকিবলৈ দি সামন্ত ৰজা পাতিছিল আৰু তাতে এটা সৰুকৈ গড় নিৰ্মাণ কৰাই দিছিল, তাৰ নাম আছিল ফিঙুৱা গড়। ফিঙুৱা কোঁৱৰ অবিবাহিত আছিল। ৰজা আৰিমত্তৰ পাটমাদৈৰ লগত তেওঁৰ গোপন সম্ভাব হয়। ৰজাৰ হাতত সেই গুপ্তপ্ৰণয়ৰ ৰহস্য ধৰা পৰাত ৰজাই বিশ্বাসঘাতিনী পত্নী মায়াদেৱীক গড়ৰ পূবৰ এটি চুকত শিৰশ্চেদ কৰায়। মাদৈক তাতে কটা হৈছিল বুলি আজিও সেই ঠাইক মাদৈকটা নামে জনা যায়।

মাদৈ মায়াদেৱীৰ এজনী কন্যা আছিল, নাম লক্ষতৰা। এক লক্ষ তৰাৰ জেউতিৰ সমান তেওঁৰ ৰূপৰ জেউতি আছিল বুলি নাম ৰখা হৈছিল লক্ষতৰা। মাকৰ মৃত্যু শোকাতুৰা লক্ষতৰাই ৰাজভৱনৰপৰা পলাই গৈ পুঠিমাৰী বা বৰুনদীত জাপ দি প্ৰাণ বিসৰ্জন দিয়ে। সেই লক্ষতৰা ৰাজকুমাৰীৰ নামেৰেই পুঠিমাৰী নদীৰ এইছোৱাক আজিও মানুহে লখাইতৰা বুলিহে জানে।

ৰাজ্য বিস্তাৰ কৰিবলৈ গৈ ৰজা আৰিমত্তই ইতিপূৰ্বে চিনিব নোৱাৰি ৰণক্ষেত্ৰত নিজৰ পিতৃ প্ৰতাপনাৰায়ণক হত্যা কৰিছিল। এইটো তাহানিৰ বভ্ৰুবাহনৰ হাতত অৰ্জুন নতুৱা ছোহৰাবৰ হাতত ৰুস্তমৰ নিধনৰ দৰে অতিশয় মৰ্মন্তুদ কাহিনী। মাক চন্দ্ৰপ্ৰভাৰপৰা জানিব পাৰি ৰজা আৰিমত্তই পিতৃবধ পাপৰপৰা নিষ্কৃতি পাবৰ কাৰণে বিস্তাৰ যাগ-যজ্ঞাদি কৰিছিল , কিন্তু দুৰ্ভ্যাগ্যবশতঃ তেওঁৰ সেই যাগ-যজ্ঞৰ দান-দক্ষিণা কোনেও গ্ৰহণ নকৰাত তেওঁ সেইবোৰ ব্ৰহ্মপুত্ৰত উটাই দিছিল। ব্ৰহ্মপুত্ৰয়ো হেনো সেইবোৰ গ্ৰহণ নকৰি ঢৌৰে কোবাই পাৰত তুলিছিল। তেতিয়া তেওঁ লাজ আৰু অপমান পাই সেইবোৰ তুলি নি সৰু সৰু নৈবোৰতে অৰ্পণ কৰিছিল। কিন্তু সৰু নৈবোৰেও তাকে কৰিলে আৰু যিবোৰ নদীয়ে তাকে কৰিব নোৱাৰিলে সেইবোৰে নিজৰ গতিকে সলাই অন্য পিনেদি গতি ল'লে। শিৱসাগৰৰ মৰিদিখৌ হেনো তাৰে এটি প্ৰমাণ।

আৰিমত্ত ৰজাই তেওঁৰ বিশ্বাসঘাতক বন্ধু ফিঙুৱা কোঁৱৰকো শাস্তি নিদিয়াই থকা নাছিল। ফিঙুৱা কোঁৱৰৰ লগত ৰণ কৰি তেওঁ কোঁৱৰক নিৰ্মমভাৱে হত্যা কৰে। কোনো কোনো বুৰঞ্জীৰ মতে এই ৰণত ৰজা আৰিমত্ত নিজে নিহত হয়। কাৰো কাৰো মতে তেওঁ পিতৃ-হত্যাৰ বেদনা, কন্যা-বিয়োগৰ দাৰুণ শোক আৰু পত্নী-বধৰ সন্তাপত জুৰুলা হৈ বেদোক্ত বল্লভা নদীৰ বুকুত আত্মসমৰ্পণ কৰে আৰু এই বল্লভা নদীয়েই বৰলীয়া নদী। অন্য কাৰো কাৰো মতে আৰিমত্ত ৰজাই এনেবোৰ এশ এটা শোকাবহ ঘটনাত লিপ্ত হৈ সংসাৰৰ প্ৰতি বীতৰাগ হোৱাত অৰণ্যৰ মাজত ধ্যান কৰিবলৈ লৈছিল আৰু তেনেকৈ ধ্যান-নিবিষ্ট হৈ থকা অৱস্থাত পূৰ্বৰ পিতৃশাপ মতে পুত্ৰৰ হাতত প্ৰাণ এৰে। পুতেক জোঙাল বলহুৱে হাবিৰ মাজত চিনিব নোৱাৰি তেওঁক পছ বুলি ভাবি কাঁড়েৰে বধ কৰে। যি ঠাইত আৰিমত্ত ৰজাক হত্যা কৰা হৈছিল তাক আজিও মানুহে আৰিকাটি মুখ বোলে।

# হৰদত্ত-বীৰদত্ত ভৱনৰ নামকৰণ

আৰিমত্ত ৰজাৰ কথা ভাবিলেই হৰদত্ত-বীৰদত্তৰ কথা মনলৈ আহে। আৰিমত্ত ৰজাৰ নামৰ লগত আকৌ হৰদত্ত-বীৰদত্তৰ নাম সাঙোৰ খাবলৈ পালে কেনেকৈ তাৰ ৰহস্য হৰদত্ত-বীৰদত্ত ভৱনৰ নামকৰণৰ লগত সংশ্লিষ্ট আছে।

১৯৫১ চনৰ কথা। হৰদত্ত-বীৰদত্ত ভৱনৰ তেতিয়াও নামকৰণ হোৱা নাই, ঘৰটো মাত্ৰ কথমপি সম্পূৰ্ণ হৈছে। ভৱন নিৰ্মাণ কমিটি নামৰ যিখন কমিটি আছিল এই অভাজনেই আছিল তাৰ সভাপতি। ঘৰটো সম্পূৰ্ণ হ'লত নামকৰণৰ কাৰণে ৰাজহুৱা সভা আহ্বান কৰাত সভাঘৰ মানুহেৰে ভৰি পৰিল আৰু যথাসময়ত সভাৰ উদ্দেশ্য দাঙি ধৰা হ'ল। কেবাটাও নাম প্ৰস্তাৱিত হ'ল। তাৰে ভিতৰত দুটা নাম বিশেষ উল্লেখযোগ্য, কাৰণ এই দুয়োটা সম্পৰ্কে তুমুল তৰ্ক-বিতৰ্ক হৈছিল— এটা হৰদত্ত-বীৰদত্ত ভৱন আৰু আনটো আৰিমত্ত ভৱন। সেই দুটা নামৰো শুধৰণি প্ৰস্তাৱ অনেক আছিল ; যেনে— মূল ঘৰটোৰ নাম হওক হৰদত্ত ভৱন আৰু তাৰ তলত থকা লাইব্ৰেৰী আৰু কলা সংঘ দুটাৰ নাম হওক ক্ৰমে আৰিমত্ত পুথিভঁড়াল আৰু বীৰদত্ত কলামন্দিৰ, ইত্যাদি। সেই সকলোবোৰ জানিবা তৰ্কৰ মাজত তল পৰিল ; কিন্তু হৰদত্ত-বীৰদত্ত ভৱন আৰু আৰিমত্ত ভৱন এই দুটা নামৰ কোনটো গ্ৰহণ কৰা যায় তাকে লৈ শেষত উপস্থিত সভ্যসকল দেখাদেখিকৈ দুটা বিবদমান দলত বিভক্ত হ'ল। দুয়ো দলে নিজৰ নিজৰ যুক্তি দিবলৈ দূৰ অতীতৰ ঐতিহাসিক আৰু কাল্পনিক নানা কথা উত্থাপন কৰিলে। কাৰো যুক্তি কম নহয়, কোনেও হাৰ নামানে আৰু সকলোৰে নিজ নিজ বক্তব্য ক'বই। সন্ধ্যাৰপৰা ৰাতি এঘাৰ বজালৈ সভাৰ কাৰ্য চলিল, তৰ্কৰ উত্তাপ ক্ৰমাগত বাঢ়িহে গ'ল, কোনো দল অকণো ভাগৰা দেখা নগ'ল। দুই-একোজন হিতাকাঙ্ক্ষী বন্ধুৱে মোকেই এটা সিদ্ধান্ত দিবলৈ ক'লে। এজনে তাৰ মাজতে কৈ উঠিল, "আজিৰ সভাপতিয়ে অন্য দিনৰ দৰে নিজৰ শক্তি প্ৰয়োগ কৰা নাই। এনেকুৱা হ'লে তৰ্কৰ ওৰ নপৰিব।" এনে ধৰণৰ উত্তাপৰ মাজত সিদ্ধান্ত দিবলৈ গ'লে যে সভাপতিৰো বিপদ আছে, অন্ততঃ তেওঁ অনাহকতে অনেকৰ অপ্ৰীতিভাজন হ'ব—সেইটো তেওঁ নজনা নহয়। সেইদিনা সিদ্ধান্তটো গ্ৰহণ নকৰিলেনো নগৰত কি জগৰ লাগিব, ধীৰে-সুস্থিৰে কিবা এটা কৰাই ভাল—এই ভাবি তেওঁ সেইদিনালৈ সভা স্থগিত ৰাখি বিষয়টো অন্য এখন মিটিঙত স্থিৰ কৰিবলৈ সিদ্ধান্ত কৰিলে।

আকৌ নিৰ্দিষ্ট দিনত সভা বহিল। কোৱা বাহুল্য, সেইদিনা দুয়ো দলৰ প্ৰত্যেকে যেন আগতকৈও বলবান ; অকল যুক্তি-তৰ্কেৰেই নহয়, সংখ্যাগৰিষ্ঠতাৰ ফালেদিও। প্ৰথম দিনাৰ সভাত তামোলপুৰ, কুমাৰীকাটা আদি ঠাইৰ মুখ্য মুখ্য লোকো দুই-চাৰিজন উপস্থিত আছিল, কাৰণ ভৱন নিৰ্মাণত তেওঁলোকৰ অনেকৰ বুজন ধৰণৰ বৰঙণি আছে। তৰ্কত অৱশ্যে তেওঁলোকে অংশ গ্ৰহণ কৰা নাছিল আৰু

নামটো লৈ যাতে বিভেদ সৃষ্টি নহয় তাৰ কাৰণেহে যত্ন কৰিবলৈ তেওঁলোকে সভাপতিৰ কাণত ফুচ্-ফুচাই কৈ আছিল। দ্বিতীয় দিনাও প্ৰথম দিনাৰ দৰেই তৰ্কৰ কোব চৰি আহিল আৰু নিৰ্দলীয় লোকসকল অতিষ্ঠ হৈ উঠিল। সভাপতিয়েও আকাৰে-ইংগিতে বিৰক্তি প্ৰকাশ নকৰাকৈ নাথাকিল। তেতিয়া গতি বিষম যেন দেখি আমাৰ সকলোৰে নমস্য বয়োবৃদ্ধ নেতা শ্ৰীশান্তিৰাম লহকৰ থিয় হ'ল। তেখেতেও আগৰ পৰাই এটা দল সমৰ্থন কৰি আছিল। তৰ্কত নামিলে তেৰোঁ নবীন যুৱক হৈ পৰে। এইবাৰ তেওঁ কিন্তু নিজৰ নামৰ অৰ্থটোও সাৰ্থক কৰিবলৈকে নেকি, শান্তিৰ প্ৰস্তাৱ এটাহে দাঙি ধৰিলে। তেওঁ ক'লে "আমাৰ সভাপতি কেৱল ভৱন নিৰ্মাণ কমিটিৰ সভাপতিয়ে নহয়, তেওঁ ৰঙিয়াৰে সভাপতি। পশু-চিকিৎসালয়, প্ৰশিক্ষণ কেন্দ্ৰ স্থাপন আদিৰ কাৰণে তেওঁ খাটিছে, পাইলট প্ৰজেক্টকো মাটি-বাৰী দেখুৱাই দি তেওঁ সহায় কৰিছে, তাৰ উপৰি হস্পিতেল কমিটি, হাইস্কুল, হাইমাদ্ৰাছা এই সকলোৰে তেৱেঁ সভাপতি, এই ভৱন নিৰ্মাণৰো তেৱেঁ গুৰি ধৰি আহিছে আৰু হয় যদি তেওঁৰ যত্নতে ৰঙিয়াত এটা টাউন কমিটিও হ'ব বুলি আমি গম পাইছোঁ। আমি মন কৰিব লাগিব যে এই সকলোবোৰৰ কোনোটোতে তেওঁৰ নিজৰ স্বাৰ্থ একো নাই, ৰঙিয়াৰ স্বাৰ্থই তেওঁৰ স্বাৰ্থ। নহ'লে তেওঁ তামোলপুৰ, কুমাৰীকাটা আদি ঠাইৰপৰা এই ভৱন নিৰ্মাণৰ বাবে অৰ্থ-সংগ্ৰহ কৰাৰ উপৰিও নিজৰ অফিচতেই মোকৰ্দমাৰ বিবদমান লোকসকলৰপৰা মোকৰ্দমা ৰফা কৰি দি ভৱনৰ কাৰণে বৰঙণি দিবলৈ তেওঁলোকক নাখাটিলেহেঁতেন। আমাৰ দুৰ্গাদত্ত আগৰৱালাই এইবোৰ কথা আমাতকৈ ভালকৈ জানে। গতিকে মোৰ প্ৰস্তাৱ এয়ে যে আজিৰ সভাৰো সভাপতি বৰুৱাদেৱেই মধ্যস্থ লোক হিচাপে আমাক এটা সিদ্ধান্ত দিয়ক আৰু তাকে আমি দুয়োপক্ষই সাগ্ৰহে গ্ৰহণ কৰিম।" শ্ৰীকামিনী শৰ্মাই সমৰ্থন কৰাৰ পিছত সভাস্থ সকলোৱে তাতে হাত-চাপৰি বজাই হয়ভৰ দিলে। এনে উভয় সঙ্কটত পৰি সভাপতিয়ে ইয়াকে মাথো কৈছিল—"এফালে এজন বিশ্ববিখ্যাত পৰাক্ৰমী ৰজা, আনফালে হ'ল এজন (এজন বা দুজন) গণনায়ক, যি যথাসৰ্বস্ব ত্যাগ কৰিছিল জন্মভূমিৰ মুক্তিৰ কাৰণে। দুয়োৰে মৃত্যুও দুই ৰকমৰ, এজন মৰিছিল নিজৰ নাম, মান আৰু যশস্যাৰ কাৰণে আৰু অন্য জনক বধ কৰা হৈছিল দেশক আৰু স্বাধীনতাক ভাল পোৱাৰ কাৰণে ; এজন বিদ্ৰোহ দমনকাৰী আৰু আনজন নিজেই বিদ্ৰোহী। আজিৰ দিনত চাৰিওফালে যেতিয়া গণতন্ত্ৰৰ জয়ধ্বনিৰে দিগ্‌বিদিক মুখৰিত হ'ব লাগিছে তেতিয়া এই দুবিধৰ দুজনা বীৰৰ কোনজন বেছি বৰণীয় হ'ব? মই নিজে জয়মাল্য দিবলৈ হ'লে কিন্তু দ্বিতীয়জনৰ মূৰতহে দিমহঁক। মই ইয়াত মোৰ ব্যক্তিগত অভিমতটোহে প্ৰকাশ কৰিছোঁ, ভাল পালে আপোনালোকে মোৰ সুৰতে সুৰ মিলাব পাৰে, মই সনম্ৰে তাকেহে মাত্ৰ কওঁ।"

সকলোৱে মোৰ মততে মত দিলে যেন পালোঁ। হৰ্ষধ্বনিৰ মাজত শেষত সেয়ে স্থিৰ হ'ল। তাৰ পিছতেই স্থানীয় যুৱক শ্ৰীমান মদন লহকৰৰ হতুৱাই নামকৰণৰ

ফলক ধুনীয়াকৈ বিনা খৰচে লিখোৱা হ'ল। এয়ে হৰদত্ত-বীৰদত্ত ভৱনৰ নামকৰণৰ কাহিনী। ভৱনৰ ইতিবৃত্ত সম্পৰ্কে ইয়াকে চমুকৈ কোৱা যায় যে উপযুক্ত স্থান বিচাৰি উলিয়াই পাব্লিক হল এটি নিৰ্মাণ কৰিবৰ কাৰণে আমাৰ অগ্ৰজপ্ৰতিম সহকৰ্মী বন্ধু আৰু পূৰ্ববৰ্তী উপ-প্ৰতি-সমাহৰ্তা শ্ৰীঅভয়চৰণ দাসেই পোনপ্ৰথমে এটি নিৰ্দিষ্ট পৰিকল্পনাত কামটো আৰম্ভ কৰাৰ পিছত তেখেত স্থানান্তৰ হ'বলগীয়া হোৱাত সেই কামৰ দায়িত্বটো এই নিচলাৰ মূৰতে সকলোৱে জাপি দিছিল আৰু আমিও যথাসাধ্যে তাক বহন কৰিছিলোঁ।

ভৱন নিৰ্মাণৰ পৰিকল্পনা বৃহৎ, অথচ ইফালে ধন-ভঁৰালৰ তলি উদং। তেতিয়া মৌজাদাৰ, ঠিকাদাৰ, পি. ডব্লিউ ডি-ৰ এচ. ডি. ও অফিচৰ বৰকেৰাণী, একাউন্টেন্ট আদি লোকসকলৰ সহায়ত অৰ্থ সংগ্ৰহ কৰাৰ উপৰিও অৰ্দ্ধ-নিৰ্মিত ভৱনকেই অস্থায়ীভাৱে 'শ্বো' (show), চিনেমা আদিৰ বাবে ভাৰা দি, ডেপুটী কমিচনাৰৰ দৰে লোকৰপৰাও ইয়াতেই ধৰি মটৰ গাড়ীৰ নিয়ম ভঙ্গ কৰা মালিক, ড্ৰাইভাৰ আদিৰ পৰা আদায় কৰা জৰিমনাৰ টকা মৌখিক দান হিচাপে বাহিৰে বাহিৰে লৈ আৰু অনেক উপায়ে কেনেকৈ এই গৃহ নিৰ্মাণৰ কাম আগবঢ়াবলগীয়া হৈছিল সেইবোৰৰ অধিকাংশৰে জীৱন্ত সাক্ষী শ্ৰীদুৰ্গাদত্ত আগৰৱালা। এই কাৰ্যত শ্ৰীদুৰ্গাদত্ত আগৰৱালাৰ পৰিশ্ৰম, ত্যাগস্বীকাৰ আৰু নেৰানেপেৰা যত্ন অন্ততঃ মোৰ স্মৃতিত সদায় সজীৱ হৈ থাকিব।

## হৰদত্ত-বীৰদত্তৰ কাহিনী

হৰদত্ত-বীৰদত্ত ভৱনৰ কথা কওঁতে হৰদত্ত-বীৰদত্ত ভ্ৰাতৃদ্বয়ৰ কাৰ্যকলাপ অলপ আলচ নকৰিলে সমীচীন নহ'ব যেন লাগে।

১৭৮৮ চনৰ কথা। সেই সময়ত অসমৰ ৰাজসিংহাসনত ৰজা আছিল গৌৰীনাথ সিংহ। বুঢ়াগোহাঁই মহামতি ঘনশ্যাম। গুৱাহাটীৰ বৰফুকন বদনচন্দ্ৰ। আজিকালিৰ মৌজাৰ দৰে সেই সময়ত উত্তৰ আৰু দক্ষিণ কামৰূপতো বহুত আঞ্চলিক বিভাগ আছিল। এই বিভাগবোৰৰ ওপৰত কিছুমান চৌধাৰী আৰু কিছুমান বৰুৱা নামৰ বিষয়া আছিল। তেওঁলোকে ৰাজ্যৰ কৰ-কাটিল তুলি নি বৰফুকনক বহাগৰ সাত বিহুৰ ভিতৰতে সোধাব লাগিছিল। চৌধাৰী হৰদত্ত তেনেকুৱা এগৰাকী বিষযা আছিল। হৰদত্তৰ ভাই বীৰদত্ত। তেওঁলোকৰ ঘৰ আছিল জিকেৰী বুলি এডোখৰ ঠাইত , আজিকালি জৰিপী মেপত তাৰ নাম হৈছে তিতকুৰি , পূব কছাৰী মহল মৌজাত। ই ৰঙিযাৰপৰা প্ৰায় পাঁচ মাইল দূৰ—পুঠিমাৰী নদী ইয়াৰ কাষেদি বৈ গৈছে।

পিছে, এই কামৰূপীয়া বিষয়াসকলক বৰফুকনে বৰ তুচ্ছ-তাচ্ছিল্য কৰিছিল আৰু কথাই কথাই সদায় গালি-শপনি সোধাই আছিল। কামৰূপীয়া প্ৰজাৰ প্ৰতি ততোধিক তাচ্ছিল্য। আহোম বিষয়াৰ এনে ৰুক্ষ ব্যৱহাৰৰ বিৰুদ্ধে প্ৰতিবাদ কৰিবলৈ হৰদত্তই কমাৰকুচীয়া, চমাৰকুচীয়া, বতাহগিলীয়া, নামবৰভগীয়া, বাহজনীয়া, বড়িগোগীয়া, পাণ্ডুৰীয়া, বজলীয়া, ক্ষেত্ৰীয়া, ভবানীপুৰীয়া আদি বৰুৱা আৰু চৌধাৰীসকলক গোটাই মুঠ বান্ধি ল'লে। হৰদত্তৰ প্ৰধান সহায় হ'ল তেওঁৰ সহোদৰ ভাই বীৰদত্ত। তেওঁলোক সকলোৱে আলচ কৰি একমত হৈ আহোমৰ শাসন কামৰূপৰপৰা উঠাই দিলে। এই আন্দোলনত নেতৃত্ব কৰিছিল হৰদত্ত চৌধাৰীয়ে। নামটো উচ্চাৰণ কৰা হৈছিল হৰদৎ বুলি। ইংৰাজী ১৭৮৮ খৃষ্টাব্দৰপৰা ১৭৯৫ খৃষ্টাব্দলৈকে এই সুদীৰ্ঘ সাত বছৰ কাল এইদৰে বিদ্ৰোহ কৰি উত্তৰ কামৰূপ আহোমৰ শাসনৰ পৰা স্বাধীন হৈ আছিল। উত্তৰ কামৰূপীয়া চৌধাৰীসকলে সৈন্য শিক্ষা দিবৰ কাৰণে কুমেদান নামৰ চীখ এজনকো পশ্চিমৰপৰা অনাইছিল। নক'লেও হ'ব যে এই সকলোৰে গুৰিত আছিল হৰদত্ত-বীৰদত্ত চৌধাৰী ভ্ৰাতৃদ্বয়।

১৭৯৫ চনত গৌৰীনাথ সিংহৰ পিছত স্বৰ্গদেৱ কমলেশ্বৰ সিংহ ৰজা হয়। ইফালে প্ৰধান মন্ত্ৰী ঘনশ্যাম বুঢ়াগোহাঁইও সেইসময়তে পৰলোকী হয়। পুতেক পূৰ্ণানন্দ বুঢ়াগোহাঞে তেওঁৰ বাব গ্ৰহণ কৰিয়ে বদনচন্দ্ৰৰ অত্যাচাৰৰ সম্ভেদ পাই তেওঁক সলাই তেওঁৰ ঠাইত কলিয়া-ভোমোৰাক বৰফুকন পাতি উত্তৰ কামৰূপৰ বিদ্ৰোহ দমন কৰিবলৈ দায়িত্ব দিয়ে।

কলিয়া-ভোমোৰা বৰফুকনে আহি ধন-পইচা দি কুমেদানক হাত কৰি ল'লে আৰু কামৰূপীয়া প্ৰজাৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিলে। এই যুদ্ধতে চেঁচামুখৰ ৰণত বীৰদত্ত নিহত হয়। বীৰদত্ত ৰণত পৰাত কামৰূপীয়া সৈন্যসকলৰো মন ভাগি পৰিল। সকলোৰে মাজত সৰু সৰু কথা একোটা লৈয়ে মনোবাদ আৰু গৃহকন্দলো উপস্থিত হ'ল। বহুতে অৱস্থা বিষম দেখি আহোমৰ পক্ষ অৱলম্বন কৰি নিজকে ৰক্ষা কৰিলে। হৰদত্তই নিৰুপায় হৈ ৰঙিয়াৰ ডেৰমাইলমান দক্ষিণে থকা সন্ধিয়াঝাৰৰ ঘোৰ ঝাৰণিৰ মাজত সপৰিয়ালে লুকাই থাকিল। এইদৰে খুজি-মাগি খাই হাবিৰ মাজত থাকোঁতে ফাগুন মাহ গ'ল ; চ'তো গৈ গৈ ব'হাগ পালেহি। হৰদত্ত তেতিয়াও ধৰা পৰা নাই। তেওঁৰ পৰিয়ালৰ ভিতৰত আছিল চাৰিটি প্ৰাণী—তেওঁ, তেওঁৰ পত্নী, যুৱতী জীয়ৰী পদুমী আৰু আশ্ৰয় দি ৰখা ল'ৰা মহিৰাম।

বিপদ অকলে নাহে। এদিন বৰুৱানীয়ে হাবিৰ মাজৰ পিতনিৰপৰা পানী আনি ঘৰলৈ ওভতোঁতে বাটতে দৈৱাৎ এডাল চকৰী ফেঁটী সাপে তেওঁক ঘাইল কৰিলে। তেওঁ থিতাতে মৰিল। পদুমীয়ে মাকক বিচাৰি গৈ তেনে অৱস্থাত পৰি থকা দেখি ইনাই-বিনাই কান্দিবলৈ ধৰিলে। কান্দি কান্দি তেওঁ তাতে মূৰ্চ্ছা গ'ল। মহিৰামে বেজ বিচাৰি উধাতু খাই ওচৰৰ গাঁৱলৈ দৌৰ দিলে। সেই সময়ত বৰফুকনৰ চোৰাংচোৱাই হৰদত্তক বিচাৰি পিয়া-পি দি ফুৰিছিল। সেই ছেগতে পম খেদি গৈ

সিহঁতে গহ্বৰতে সিংহক বন্দী কৰাৰ দৰে হাবিৰ মাজৰ জুপুৰিটিতে সবাকে ধৰিলে। কোৱা বাহুল্য, হৰদত্তও সেই সময়ত ভিক্ষা কৰি অনা খাদ্য অলপ হাতত লৈ কথমপি পঁজাটি পাইছিলহি মাত্র। হৰদত্তক চোৰাংচোৱাইঁতে বান্ধি চোঁচোৰাই টানি লৈ গ'ল। পদুমীয়ে চেতনা পাই এই কথা জানিব পাৰি পিতাকৰ অন্বেষণত পাগলীৰ দৰে হৈ লৰি গৈ ভৰা নদীত জাপ দি প্ৰাণ এৰিলে। মহিৰামেও তাকেই অনুসৰণ কৰিলে।

যথাসময়ত হৰদত্তৰ বিচাৰ আৰম্ভ হ'ল। বৰফুকনে হৰদত্তক কামৰূপীয়া প্ৰজাসকলৰ আগত থিয় হৈ প্ৰশ্ন কৰিলে—

—হৰদত্ত, তই আজি সাতবছৰ ৰাজদ্ৰোহ আচৰণ কৰিলি—নহয়?

হৰদত্তই উত্তৰ দিলে—"মই ৰাজদ্ৰোহ আচৰণ কৰা নাই, বৰফুকন। তোমাৰ পূৰ্ব্ববৰ্তী বৰফুকন পাষণ্ড বদনচন্দ্ৰৰ পাশৱিক অত্যাচাৰৰ বিৰুদ্ধে মাত্ৰ থিয় দিছিলোঁ। বুজাব খুজিছিলোঁ—কামৰূপীয়া প্ৰজাসকলো মানুহ , কামৰূপীয়া প্ৰজাৰ গাতো মানুহৰ তেজেই আছে। ৰাজশক্তিক উলাই কৰা আমাৰ লক্ষ্য নাছিল। সুশাসন আমি সদায় মানি আহিছোঁ।"

— তেনেহ'লে এতিয়া বশ্যতা স্বীকাৰ কৰিবা?

—কেতিয়াও নকৰোঁ। যেতিয়ালৈকে আহোম বিষয়াৰ অবিচাৰ দূৰ নহয় তেতিয়ালৈকে যুঁজিম, প্ৰাণ থাকে মানে যুঁজিম।

—ঠিক আছে। চাওদাং, ইয়াক নি সমবেত ৰাইজৰ আগত পৌ শগুনঠুঁটীৰ বালিচৰত শূলত দি বধ কৰগৈ। তুৰন্তে লৈ যা।

যেনে আদেশ তেনে কাম। হৰদত্তক ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰৰ শগুনঠুঁটীৰ বালিত শূলত দি বধ কৰা হ'ল। কাৰো কাৰো মতে চেঁচামুখৰ ৰণত মহিৰামহে পৰিছিল , হৰদত্ত আৰু বীৰদত্ত দুয়োকো বন্দী কৰি নি পিছত শগুনঠুঁটীৰ বালিত শূলত দিয়া হয়।

এয়ে আছিল হৰদত্ত। এয়ে আছিল বীৰদত্ত।। এই দুগৰাকী বিদ্ৰোহী গণনেতাৰ নামৰেই ৰঙিয়াৰ সুবৃহৎ ৰাজহুৱা ঘৰটোৰ নামকৰণ কৰা হৈছে হৰদত্ত-বীৰদত্ত ভৱন।

হৰদত্ত-বীৰদত্ত ভৱনে আৰু তাত থকা পুথিভঁৰাল আৰু সংগীত অনুষ্ঠানে ৰঙিয়াবাসীৰ মনোবল আৰু কৰ্মশক্তিৰ সাক্ষ্য দিব লাগিছে। ইয়াক চৰকাৰী সাহায্যেৰে নিৰ্মাণ কৰা হোৱা নাই, কোনো বিশিষ্ট দানবীৰৰ দানৰ সহায়তো সি নিৰ্মিত হোৱা নাই ; সি ৰাইজৰ ধনেৰে গঢ়ি উঠিছে। ই ৰঙিয়াবাসীৰ কাৰণে কম গৌৰৱৰ কথা নহয়। এই ৰঙিয়াতেই ১৮৯৪ চনৰ কৃষক বিদ্ৰোহৰ সময়ত যি জন-জাগৰণ হৈছিল তাৰ বিবৰণেৰে ইতিহাসৰ পাতত জিলিকি থাকিব। আৰু এটা মন কৰিবলগীয়া কথা এই যে প্ৰজা-বিদ্ৰোহৰ সময়ত হৰদত্ত-বীৰদত্তৰ নেতৃত্বত কামৰূপীয়া সৈন্যই ধনু-কাঁড়েৰেই আহোমৰ হিলৈ আৰু কামানৰ সম্মুখীন হ'বলৈ সাহ কৰিছিল। কৃষক বিদ্ৰোহৰ সময়ত আকৌ বিদ্ৰোহী কৃষকসকলে হাতত

**কৃষক বিদ্ৰোহ**

হেঙ্গাৰৰ গোজ, কুঁহিয়াৰ পেৰা খৰি আৰু আহুতলীৰ দলি চপৰাৰেই ৰাইফলধাৰী চিপাহীৰ গুলীৰ সম্মুখীন হৈ প্ৰাণ বিসৰ্জন দিছিল। ইযাক এফালেদি চাই মূঢ়তাৰ পৰিচায়ক বুলি বহুতে হাঁহিব পাৰে, কিন্তু এই কাৰ্যৰ অন্তৰালত থকা প্ৰজাৰ সঙ্ঘবদ্ধতা বা সংহতি আৰু অজেয় মনোবল কোনে স্বীকাৰ নকৰি থাকিব পাৰিব?

## কৃষ্টি-সভা

১৯৫৩ চনত এই ভৱনকেই কেন্দ্ৰ কৰি ৰঙিয়া আলোচনী সভাৰ জৰিযতে এখন বিৰাট কৃষ্টি-সভাৰ আযোজন কৰা হৈছিল। তাত যে অকল ৰঙিযাৰ আশে-পাশে থকা লোকেহে যোগদান কৰিছিল এনে নহয, নলবাৰী, হাজো, পাতিদৰং, কুমাৰীকাটা, তামোলপুৰ আদি ঠাইৰ লোকেও আহি তাত বিশিষ্ট অংশ গ্ৰহণ কৰিছিল। দুৰ্দিন দুনিশা একেৰাহে চলা এই কৃষ্টি-সভাত ভুটান পৰ্বতৰ প্ৰান্তবাসী চাওতালসকলৰ চাওতালী নাচ, তীৰ খেলা , তামোলপুৰ ধমধমাৰ বডোসকলৰ খেৰাই নাচ , ওজাপালি গীত আৰু নাচ, টোকাৰী গীত, বিহুগীত, বৰগীত, নাম-কীৰ্তন, ব্যঙ্গ আবৃত্তি আদি ভৰি পৰিছিল। শত্ৰু আৰু দেবৰু ওজাৰ নাচ, গীত আৰু হাতৰ মুদ্ৰা যেন আজিও মনৰপৰা মাৰ যোৱা নাই। এই হৰদত্ত-বীৰদত্ত ভৱনতে জাক-জমকেৰে সজাই পতা অস্ত্ৰ-শস্ত্ৰ, ঢাল-তৰোৱাল, সাঁচিপতীযা পুথি, বিবিধ আয-অলঙ্কাৰ, সাজ-পাৰ, ভকতীয়া ভাওনাৰ মুখা আৰু সা-সঁজুলি, চাওতালী ধনুকাৰ, তাম্ৰলিপি, পেৰা-কাকত, মুদ্ৰা, মূৰ্তি আদিৰ প্ৰদৰ্শনীও জানো কম আকৰ্ষণীয় বস্তু হৈছিল? এই সকলোবোৰ হৰদত্ত-বীৰদত্ত ভৱনৰে দান বুলিব পাৰি।

## প্ৰয়াত মোহন কলিতাৰ স্মৃতি

এই প্ৰসঙ্গতে আৰু এটা কথা মনত পৰিছে, তাকো কৈ থোৱাই ভাল। উপৰোক্ত কৃষ্টি-সভাৰ নিৰ্দ্ধাৰিত দিনৰ মাত্ৰ ৫। ৬ দিনমান আগতে খবৰ পালোঁ যে তিতকুৰি গাঁৱত জিকেৰীযা চৌধাৰীৰ পুৰণি ঘৰৰ ভেটিৰ ওচৰতে বহুত শিলামূৰ্তি সিঁচৰতি-বিচৰতি হৈ পৰি আছে। তাৰে কেইটামান আনি ভৱনৰ সম্মুখত প্ৰদৰ্শনী পতাৰ লোভ লাগিল। তিতকুৰিলৈ যাবলৈ তেতিযা ভাল আলি-পদূলি নাছিল। খা-খবৰ কৰি হাতী এটা যোগাৰ কৰি তেতিয়াৰ হাইস্কুলৰ উৎসাহী ছাত্ৰ মোহন কলিতাক লগত লৈ এদিন দুইমান বজাত তিতকুৰিলৈ বুলি যাত্ৰা কৰিলোঁ। হাতী নিয়াৰ পিছে দুটা কাৰণ আছিল। বাৰিষাৰ বোকা-পানীৰ বাটত পোনাই গৈ লক্ষ্যস্থান শীঘ্ৰে পোৱাত সুবিধা হ'ব বুলি, আৰু দ্বিতীয়তে হাতীৰ পিঠিত মূৰ্তি তুলি আনিবলৈ সুবিধা হ'ব,

এই আশাত। তাত গৈ বহুত কিবাকিবি মূৰ্তি খণ্ড-বিখণ্ড হৈ পৰি থকা দেখিলোঁ। পদুমফুল অঙ্কিত ধুনীয়া মূৰ্তি এটা দেখি সেইটো আনিবলৈ বৰ মন গ'ল। ওচৰৰ অধিবাসী অধিকখিনিয়ে জনজাতীয় লোক। তেওঁলোকৰ অনুমতি বিচৰাত "ৰজাঘৰে নিব খুজিলে আমাৰ নো কি আপত্তি থাকিব পাৰে" বুলি ক'লে। বৰ বেজাৰেৰে অনুমতি দিয়া যেন লাগিল। এজনে ক'লে—"দেউতা, নিব খুজিছে নিয়ক, পিছে আমি হ'লে গোঁসাই ঘৰৰ ওচৰৰ শিল খান্দিবলৈ সাহ কৰিব নোৱাৰোঁ।"—মোহনৰ ফালে চোৱাত মোহনে ঘপৰাই ক'লে—"মই পাৰিম।" বিলম্বৰ কাম নাই ভাবি কোডাল আৰু চিপৰাং অনাই সেৱা এটা কৰি মযেই পোনতে কোৰেৰে এচাব মাটি পেলাই দি মোহনক খন্দা কামত লগালোঁ। মোহনে কিছু পৰ খান্দি থাকি ভাগৰি পৰি ধেমালি কৰি ক'লে—"গাটো দেখো কেনে লাগে একা। সঁচাকৈয়ে গোঁসাই আছে হবলা।" গধূলি হ'ল। আমি তেতিয়া সেই শিলৰ আশা সিদিনালৈ পৰিত্যাগ কৰি অন্য কেইটামান সৰু সৰু শিলামূৰ্তিকে বস্তাত ভৰাই হাতীৰ পিঠিত তুলি লৈ উভতিলোঁ।

পিছদিনা মোৰ বন্ধু পণ্ডিত তৰণী শৰ্মাই মোক ক'লেহি—"কালি ক'লৈ গৈছিল? মোহনৰ ৰাতিয়ে তীব্ৰ-কঁপে জ্বৰ উঠিছে, কিবাবোৰ বকিছেও বোলে। আপোনাৰ বোধহয় একো হোৱা নাই—আপোনাক নোৱাৰে—ৰজাঘৰীয়া বিষয়া। পিছে, ই কথাই কথা নহয়, মোহনৰ চিকিৎসাৰ ব্যৱস্থা কৰক, নহ'লে এতিয়া আপুনি দোষৰ ভাগী হ'ব, কৃষ্টি-সভা দক্ষৰ যজ্ঞহে হ'ব।"

কথা শুনি মই প্ৰমাদ গণিলোঁ। তথাপি সি যেন একো কথাই নহয়—এনে এটা গীহন ভাব দেখুৱাই তেওঁৰ লগতে চাহ-জলপান খাই উঠি পোনেই ডাঃ বিপিন তালুকদাৰৰ ঘৰ পালোঁগৈ আৰু সকলো কথা তেওঁক ক'লোঁ।

ডাঃ তালুকদাৰে দেও-ভূত নামানে। তেওঁ মোক সাহ দিলে। মই ক'লোঁ—"দৰবৰ যি খৰচ লাগে মই দিম—মোহনক আপুনি শীঘ্ৰে ভাল কৰি দি মোৰ মানটো বচাই দিয়ক।" ডাঃ তালুকদাৰে মোৰ আগতেই চাইকেলত চামৰাৰ বেগটোত আৱশ্যকীয় সা-সজুলি লৈ মোহনৰ ঘৰলৈ যাত্ৰা কৰিলে। ইফালে মোৰো মনে দুৰ্ভাবনাত তেত্ৰিশ কোটি দেৱতাৰ নাম ল'বলৈ ধৰিলে। কৃষ্টি-সভাৰ চিন্তাৰ ঠাইত মোহনক ভাল কৰি তোলাৰ চিন্তাইহে খন্তেকৰ কাৰণে মোৰ মন বৰকৈ ব্যস্ত কৰি তুলিলে।

যি নহওক, ডাঃ তালুকদাৰৰ বিশেষ যত্নত মোহনৰ জ্বৰ এৰিল। তেওঁ দুদিনৰ ভিতৰতে সকাহ পালে আৰু কৃষ্টি-সভাতো যোগ দিলে। কৃষ্টি-সভাৰ উলহ-মালহ পুনৰ চৰিল , লোকে লোকাৰণ্য হ'ল। বাস্তৱিকে এনেবোৰ কাৰ্যই মনৰ উদ্যম বঢ়োৱাৰ লগে লগে ক্ষুদ্ৰ ক্ষুদ্ৰ বিভেদ আৰু বিশৃঙ্খলাবোৰ দূৰ কৰি ঐক্য আৰু সংহতি স্থাপনত সহায় কৰে। ৰঙিয়াৰ উদ্যোগী যুৱক নেতা মোহন কলিতা আজি আৰু ইহজগতত নাই। মটৰ দুৰ্ঘটনা এটাৰ গ্ৰাসত পৰি কলিতাই ইহলীলা সম্বৰণ কৰিলে। তেওঁৰ করুণ স্মৃতি সকলো ৰঙিয়াবাসীৰে মনত আজিও জাগৰূক।

## ভৱন ৰক্ষণাবেক্ষণৰ সমস্যা

এসময়ত হৰদত্ত-বীৰদত্ত ভৱন প্ৰকৃতভতে কাৰ সম্পত্তি আৰু কাৰ হাতত তাৰ ৰক্ষণাবেক্ষণৰ ভাৰ থাকিব লাগে সেই বিষয়েও বাৰুকৈয়ে তৰ্ক-বিতৰ্ক চলিছিল। বিশেষতঃ তেতিয়াৰ আত্মগোপনকাৰী বিপ্লৱী কমিউনিষ্ট নেতা শ্ৰীগৌৰীশঙ্কৰ ভট্টাচাৰ্যক আদৰ-সম্ভাষণ জনাবলৈ আয়োজন কৰা সভা সম্পৰ্কেই সেই জটিল প্ৰশ্নৰ উদ্ভৱ হৈছিল। বহুতৰে নিশ্চয় মনত আছে, সেই সময়ত কমিউনিষ্টৰ লগত কথা-বতৰা পাতিলেও চোৰাংচোৱাৰ চকু থিয় হৈছিল, চৰকাৰী চাকৰিয়ালে তেনে কৰিলেতো তেওঁক ভূতে পাব নালাগে। ইফালে তেতিয়া চাৰ্কোলৰ উপ-প্ৰতি-সমাহৰ্তাই আছিল ভৱন কমিটিৰো সভাপতি। ভট্টাচাৰ্যক তেওঁৰ জন্মস্থানতে (ৰঙিয়া-নলবাৰীৰ সীমাতে তেওঁৰ ঘৰ) সন্মান প্ৰদৰ্শন কৰাত বাধা দিয়াতো আচৰিত ধৰণৰ কথা হ'ব। ইফালে কংগ্ৰেছ আৰু চৰকাৰী চাকৰিয়ালে কমিউনিষ্টৰ নামত তেতিয়া জুইতো খেৰ নিদিয়ে। এই ঘোৰ সঙ্কটতো জনসাধাৰণৰ মাজত কোনো প্ৰকাৰ মতভেদ হ'ব নিদিয়াকৈ ভৱন নিৰ্মাণ কমিটিয়ে কাৰ্যসাধন কৰি যোগ্যতাৰ পৰিচয় দিব পাৰিছিল। সমিতিয়ে পানী নোছোৱাকৈয়ে মাছ মাৰিলে। ততাতৈয়াকৈ সমিতিৰ বৈঠক পাতি ভৱন ব্যৱহাৰৰ নিয়ম-কানুন বান্ধি দিয়া হ'ল, তাৰে এটা নিয়মত কোৱা হ'ল—সমিতিৰ ভৱনটি ব্যৱহাৰৰ কাৰণে দৰ্খাস্ত লৈ ৰাজহুৱা কামৰ বাবে নিৰ্দিষ্ট নিৰিখত ভাৰা দিয়া হ'ব। সেইমতে ভাৰা লৈ ভট্টাচাৰ্যক এই ভৱনতেই ৰঙিয়াৰ ৰাইজে বিপুল সম্বৰ্দ্ধনা জনালে। ভৱন পৰিচালনা সমিতিৰ নিয়মো অব্যাহত থাকিল, চৰকাৰী চাকৰিয়ালেও পৰ্যবেক্ষকৰ ভাওত সেইবোৰ দেখিলে, শুনিলে আৰু উপভোগ কৰিলে। সকলো কাম নিৰ্বিঘ্নে চলি গ'ল। আনকি এই কাৰ্য হৈ যোৱাৰ পাছতো চোৰাংচোৱা বিভাগে ভৱন কমিটিৰ নিয়মাৱলী পৰ্যন্ত তদন্ত কৰি তন্ন-তন্নকৈ পটি চাই কমিটিৰ বুদ্ধিমত্তাক বাঃ বাঃ দি গৈছিল।

(হৰদত্ত-বীৰদত্ত ভৱনৰ বাৰ্ষিক উৎসৱৰ সভাপতিৰ অভিভাষণৰ সাৰাংশ)

# বাহাৰ কাননগো

এছ. ডি. চি হিচাপে ৰঙিয়াত পোনতে গৈ থান-থিত লৈ মাটি আৰু মানুহৰ লগত চা-চিনাকি হ'বলৈ নৌপাওঁতেই চৰকাৰী আদেশ গৈ পালে—ভূটান পাহাৰৰ দাঁতি অঞ্চলত প্ৰায় দহ হেজাৰ একৰ মাটি হেনো পতিত-গৰাবাদ অৱস্থাত আছে ; তাৰ এটি সঠিক সন্ধান শীঘ্ৰে দিব লাগে।

খেতি নকৰাকৈ পেলাই থোৱা মাটি সাধাৰণতে দুই শ্ৰেণীৰ ঃ পতিত আৰু গৰাবাদ। পতিত আৰু গৰাবাদৰ পাৰ্থক্য ঘাইকৈ এয়ে যে খেতি নকৰাকৈ একেৰাহে এবছৰ বা দুবছৰ যি মাটি পেলাই থোৱা হয় তাক পতিত মাটি বোলে। তিনি বছৰ বা ততোধিক কাল বিনা আবাদে পেলাই থোৱা বা পৰি থকা মাটিক গৰাবাদ বোলা হয়।

এতিয়া ভূটান পাহাৰৰ নামনিৰ এই অঞ্চলক তামোলপুৰ অঞ্চল নাম দি তাত পৃথক উপ-প্ৰতি-সমাহৰ্তা নিয়োগ কৰা হৈছে। তেতিয়া সেইবোৰ অঞ্চল ৰঙিয়াৰে অংশ বিশেষ আছিল।

উক্ত খবৰ সংগ্ৰহ কৰিবৰ কাৰণে ভাৰ পৰিল আমাৰ ওপৰত। কাৰ্য নিয়াৰিকৈ আৰু নিৰ্ভুলকৈ কৰিবৰ বাবে ভগনীয়া সংস্থাপক বিষয়া বা 'ৰিফিউজি ৰিহেবিলিটেচন অফিচাৰ' (সংক্ষেপে যাক 'আৰ, আৰ, ও' বুলি জনা যায) নিযুক্ত হ'ল—নলবাৰীৰ শ্ৰীপ্ৰতাপ চন্দ্ৰ গোস্বামী। লগতে এজন নতুন কাননগো। প্ৰতাপ গোসাঁই আগৰ এজন খ্যাতনামা কংগ্ৰেছ কৰ্মী। চিৰিয়াখানাত ৰখা গৰালৰ ফেঁটী সাপ ক্ৰমে ঢোঁৰাত পৰিণত হোৱাৰ দৰে তেৰোঁ তেতিয়া ৰাজ-কৰ্মচাৰী হৈ অন্য দহজন কৰ্মচাৰীৰ দৰেই কাম কৰে। তেওঁ ধৰ্মপুৰ অঞ্চলৰ কৈহাতি সত্ৰৰ গোসাঁই। আমি আটাযে সেইদিনা কলম্বচে আমেৰিকা আবিষ্কাৰ কৰিবলৈ যোৱাৰ দৰে মাটি বিচাৰি ওলালোঁ। মই তাৰ আগতে আমাৰ আঞ্চলিক চুপাৰভাইজাৰ কাননগোৰ লগত আলচ কৰি আৰু কাকত-পত্ৰ চাই জানিব পাৰিছিলোঁ যে ভূটান পাহাৰৰ নামনিত এই বিস্তীৰ্ণ জঙ্গলভূমি অৱস্থিত। ইকৰা, বতা, নল, খাগৰি, খেৰ, বন আদিৰে এই ঠাই ভৰপূৰ। মাজে মাজে একোজোপা ঔ, হিজল বা অন্য পাহাৰী গছ। মাজে মাজে বনৰীয়া খৈৰাৰ পুলি দুই-একোটাও দেখা যায়। এই সমস্ত অঞ্চল বনৰীয়া হাতীৰ বিহাৰ ভূমি। হিমালয়ৰ পাদদেশৰ এই বহল ভূমিখণ্ড সদায় বতাহত ঢৌ খেলি থকা সেউজীয়া গছ-লতাৰে

আবৃত থাকে। মাজে মাজে ক'ৰবাত দূৰে দূৰে দুই-একোঘৰ চাওতাল, কছাৰী, গাৰো আদি লোকৰ বসতি। ইয়াৰ বিভিন্ন অঞ্চলক মানুহে বিভিন্ন নামত জানে। যেনে— হৰিণ-চৰা, পাহাৰপুৰ, কাউলী, ডোঙাৰগাঁও, দেফেলী ইত্যাদি। এই আটাইবোৰ ঠাই ঘাইকৈ কাউলী আৰু ডোঙাৰগাঁও নামে এতিয়া জনাজাত হৈছে।

আমি আটায়ে আগতে দিন-বাৰ ঠিক কৰি সেইদিনা ওলালোঁ। আটায়ে মানে—গোসাঁই, দুই কাননগো আৰু মই। হাতী ল'লোঁ তিনিটা। এটাত মই, এটাত প্ৰতাপ গোসাঁই আৰু তৃতীয়টোত কাননগো দুজন। আটায়ে কুমাৰীকাটা এৰি কাউলীমুৱা হ'লোঁ। কাউলী নদীৰ নাম অনুসৰি এই বিৰাট অঞ্চলক কাউলী বুলি জনা যায়। সৰু নিজৰাৰ দৰে বহল পৰ্বতীয়া নৈ এখন—নাম মোটোঙ্গা। নৈখনৰ বুকু শিলগুটিৰে ভৰা। খৰালি শুকাই গৈ ই সুতা এড়ালৰ দৰে হয়। ভৰ বাৰিষাত কোনো কোনো ঠাইত ইয়াৰ পানী একাঁঠুতকৈ কম হয় , অথচ সোঁতৰ কোব কি চাবা! সাপৰ নেজ ছিঙা ধাৰে মানুহ বগৰাই দিব খোজে। বালিপূৰ্ণ বহল বুকুখন কোনো কোনো ঠাইত আধা ফাৰ্লংমান পথালিয়ে বিয়পি আছে।

আমি মোটোঙ্গা পাৰ হৈ হাবিত প্ৰৱেশ কৰিলোঁ। বিৰাট হাবিযনি। কিছুদূৰ যোৱাত আমাৰ পুৰণি কাননগোৱে ক'বলৈ ধৰিলে যে পাঁচ-ছয় বছৰ আগতে হেনো সেইবোৰ মাটিৰ কিছু অংশ হাজো-ৰঙিয়া অঞ্চলৰ বানপানী-পীড়িত লোকসকলক দিয়া হৈছিল। পিছে বনৰীয়া হাতী আৰু মেলেৰীয়াৰ ভয় বানপানীৰ ভয়তকৈ চৰা হোৱাত তালৈ মানুহ হয় নাহিলেই, নহয়, যিসকল আহিছিল তেওঁলোকো উভতি গৈ ঘৰ পোৱাৰ পিছত পুনঃ নুভতিল। এইখিনিতে কৈ থোৱা ভাল যে বাৰিষা নদীবোৰত ধল আহিলেই হাজো-মুকালমুৱা অঞ্চলৰ বানপানী-পীড়িত অনেক কৃষকে টালি-টোপোলা ভাৰ বান্ধি লৈ ৰঙিয়া-তামোলপুৰ আলিয়েদি জঙ্গল মাটি খাবলৈ বুলি উত্তৰমুৱা হয় আৰু দিনচেৰেকৰ পিছতেই পানী শুকালে পুনঃ সেই একে বাটেদিয়ে ঘৰমুৱা হয়। দুনাই নাযায়।

আমি যিমানেই আগবাঢ়িবলৈ ধৰিলোঁ ক্ৰমে হাবিও সিমানে গহীন হৈ আহিল। বেলিও প্ৰায় মূৰৰ ওপৰ পালেহি। আমি গৈহে আছোঁ। তিনিওটা হাতী হাবিত তল গৈছে। আমাৰ মূৰবোৰ জঙ্গলৰ সমানে সমানে আছে। কোনো কোনো ঠাইত আমি ওখ হওঁ, কোনো কোনো ঠাইত হাবি ওখ হয়। তেতিয়া আছিল বোধহয় আঘোণ মাহ। হাবিও গজলা দি উঠিছে।

গৈ থাকোঁতে দুপৰ হোৱা যেন লাগিল। হাতীৰ পিঠিত আৰোহণকাৰীসকলৰ মুখৰ মাত কমি আহিল। ইফালে ভোকে পেটত আলু-কচু খান্দিবলৈ ধৰিলে। উভতিলেও আবেলি তিনি-চাৰি বজাৰ আগতে মানুহৰ আশ্ৰয় পোৱাহি টান হ'ব। ওপৰত টৌ-টৌৱা ৰ'দ।

হাতীকেইটা শাৰী পাতি লৈ সমানে গৈ আছোঁ—ওচৰা-উচৰিকৈ। মনত বনৰীয়া হাতীলৈ ভয় আছে। মই ৰহস্যৰ ছলেৰে ৰিফিউজী কাননগো বাহাৰ বাবুক

ক'লোঁ (তেওঁৰ নাম আছিল বাহাৰুদ্দিন ; অসমীয়া মানুহ)—“বাহাৰবাবু, আপুনি ইয়াত অকলে কাম কৰিব লাগিব। আপুনি দেখোন আমাতকৈ নীৰব হৈ পৰিছে। কি ধ্যান কৰিছে? কিবা প্লেন ভাবিছেনে মূৰ্ত্তি দেখিয়ে চূৰ্ত্তি জ্ঞান হেৰুৱাইছে? কওকচোন বাৰু আমাৰ দক্ষিণে জঙ্গল অঞ্চলত অনুমান কিমান মাটি হ'ব?”

কাননগোৱে চক্মক্ খাই হাতীৰ পিঠিতে গা ঘূৰাই লৈ চাৰিওফালে এবাৰ কি দুবাৰ দৃষ্টি নিক্ষেপ কৰি পছিমমুৱা হৈ ক'লে—“ছাৰ, এই দক্ষিণেদিয়ে তো কমছে কম দহ হাজাৰ বিঘা মানৰ কম নহ'ব যেন পাওঁ।”

মই গোসাঁইৰ ফালে চালোঁ। দেখিলোঁ, তেওঁ জোৰ কৰি হাঁহিটো টিপি বন্ধ কৰি ৰাখিছে—নতুন কাননগোৱে বেয়া পাব বুলিয়ে নিশ্চয়। মই ক'লোঁ, “হৈছে বাৰু, আপুনি তৰালে। সেইফালে জানো দক্ষিণ? আপুনি দুপৰ হোৱা দেখি নমাজৰ কথা ভাবিছে হ'ব পায়! আকৌ ভালকৈ ভাবি-চিন্তি চাই কওকচোন সঁচাকৈ দক্ষিণে কিমান মাটি হ'ব?”

এইবাৰ বাহাৰবাবুই ঘপকৰে উত্তৰ-মুৱা হৈ ক'লে—“ছাৰ, এতিয়াহে মই দিশৰ উমান পাইছোঁ। দক্ষিণ এই ফালেহে ছাৰ। ছাৰ, এইফালে চাৰি-পাঁচ হাজাৰ বিঘামান নহ'বনে?” কথা শুনি হাতীৰ মাউতহঁতে হাঁহিবলৈ ধৰিলে। মাউত আছিল দুটা চাওতাল আৰু এটা বডো কছাৰী মানুহ। সিহঁতক হঁহা দেখি বাহাৰবাবুই পোনেই ক'লে—“হেই মাউতহঁত, তহঁতে মাটিৰ কথা কি জান? কিয় দাঁত চেলাইছ?” এটা চাওতাল মাউতে ঘপৰাই ক'লে—“নহয় দে ঐ বাবু, আমি মাটিৰ কতাত হাঁহা নাই দে। কিবাত হাঁহিছোঁ।”

আমাৰ পুৰণি কাননগোৱে ক'লে—“হেই বাহাৰ, তই পগলাই বকাদি কি ক'ব লাগিছ? সেইখন কি দেখা নাই নেকি?” বাহাৰ বাবুই ক'লে—“দেখিছোঁ বাবু, সেইখন পৰ্বত।” মণ্ডল আৰু কাননগোৱে পুৰণি কাননগোক বাবু বোলে।

মই ক'লোঁ—“বাহাৰবাবু, সেইখন পৰ্বত নহয়, সেইখন হিমালয়। এতিয়া কওকচোন, আমাৰ দক্ষিণে কিমান মাটি হ'ব?” বাহাৰবাবুই কথাটো সিমানতো ধৰিব নোৱাৰিলে। তেওঁ ক'লে—“সেইখন ছাৰ, ভূটান পাহাৰহে।” মই ক'লোঁ—“বাৰু আপোনাৰ মতেই হওক, ভোট, আঁকা, ডফলা পাহাৰ। এতিয়া মোৰ প্ৰশ্নটোৰ উত্তৰ দিয়কচোন।” বাহাৰবাবু এইবাৰ আৰু গহীন হ'ল। আৰু পূবলৈ ঘূৰি ক'লে—“ছাৰ, মই এতিয়াহে বুজিছোঁ। এই দক্ষিণে কমপক্ষেও আঠ-দহ হাজাৰ বিঘা হ'ব।” হাতীৰ মাউতহঁতে আকৌ হাঁহিলে। কাৰণ আৰম্ভৰেপৰা সিহঁতৰ দিশ ভুল হোৱা নাছিল। সিহঁতৰ লগতে এইবাৰ গোসাঁয়েও হাঁহিলে। মই ক'লোঁ—“আঠ-দহ হাজাৰ বিঘাটো আপুনি আজি নিশ্চয় ঘৰতে আওৰাই আহিছে।” বাহাৰবাবুই ক'লে—“অলপ কম-বেছি হ'বও পাৰে ছাৰ। জুখিলে ওলাব।” মই ক'লোঁ—“পিছত জুখিব বাৰু ; আগতে দিশটো ঠিক কৰক। এইফালে জানো দক্ষিণ?”

বাহাৰবাবুৰ তেতিয়া ভূগোলৰ জ্ঞান আহিল হ'বলা। তেওঁ ঘনে ঘনে মূৰৰ ওপৰৰ সূৰ্যটোলৈ চাই নিঃসহায়ভাৱে ক'লে—"ছাৰ, মূৰৰ ওপৰত বেলি থাকিলে এনে জঙ্গলী ঠাইত পূব-পশ্চিম ধৰাই টান হৈ পৰে।"

মই ক'লোঁ—"কিয়? ভূগোল পাহৰিলে নেকি? যিবোৰ পৰ্বতক আপুনি হিমালয় নুবুলি ভূটান বুলিলে সেই ভূটান পাহাৰ আমাৰ কোনফালে থাকে? কামৰূপৰ উত্তৰ সীমা মনত কৰকচোন!" তেতিয়া বাহাৰবাবুই ক'লে—"সঁচাকৈ ছাৰ, বেলিটো মূৰৰ ওপৰত উঠি মোক দিশ ভুল কৰি তুলিছিল।"

গোসাঁয়ে ক'লে—"বাৰু, মুঠে-মাঠে কিমান মাটি হ'ব যেন পায়?"

বাহাৰবাবুই পোনেই ক'লে—"নাই নাই বুলিও আঠ-দহ হাজাৰ বিঘা হ'ব ছাৰ।' মই আকৌ ক'লোঁ—"ভালকৈ চাই-চিন্তি কওকচোন। আঠ-দহ হাজাৰ বিঘাটো আজি আপুনি ঘৰতে ঠিক কৰি লৈ আনিছে হ'বলা। সেযেহে আজি আপোনাৰ হিচাপবোৰৰ প্ৰত্যেক বাৰতে আঠ দহ হাজাৰ বিঘা হ'ব লাগিছে।" বাহাৰবাবুই আকৌ ক'লে—"ছাৰ, কম-বেছি আঠ-দহ হাজাৰ বিঘা নহ'বনে ছাৰ?" গোসাঁয়ে ঘপৰাই মাত দিলে—"আপুনি ঠিক আছে বাহাৰবাবু। কম-বেছি নিশ্চয় হ'ব। আমাকো সম্প্ৰতি সিমান মাটিহে লাগে। পিছে আপুনি কাম কৰিব পাৰিব নে ইয়াত?" বাহাৰবাবুই ক'লে—"কি কাম ছাৰ?"

গোসাঁয়ে ক'লে—কি কামনো কৰিব খোজে?

মাউত এটাই ক'লে—"জঙ্গল চাফ।" বাহাৰবাবুই খঙত একোনাই হৈ ক'লে—"হেই মাউত, ইযাদ ৰাখি কথা কবি। হাকিম ওচৰতে আছে, জানিছনে নাই?"

মাউতে উত্তৰ দিলে—"হামি হাকিমকে নাই বুলিছি দে ঐ।" তেওঁলোকৰ তৰ্কৰ মাজতে মই ক'লোঁ—"আপুনি ইয়াত বাৰু জৰিপ কৰিব পাৰিব জানো?"

বাহাৰবাবু—পাৰা যাব ছাৰ।

—কেনেকৈ?

—টাৰেৰে অৱশ্যে টান হ'ব। কেডেষ্ট্ৰেল চাৰ্ভে কৰিব লাগিব।

কথা শুনি চাৰ্কোলৰ বুঢ়া কাননগোৱে ক'লে—"তোৰ আজি মূৰ ঘূৰিছে হ'ব পায়। এই অটব্য অৰণ্যত তই কি কেডেষ্ট্ৰেল চাৰ্ভে কৰিবি? মনে মনে থাক!"

বাহাৰবাবুই এইবাৰ ভাবিলে হ'বলা তেওঁক হাকিমসকলে একো নজনা বুলি ধৰি ল'ব। গতিকে তেওঁ আকৌ ক'লে—"হয় ছাৰ, মই এতিয়াহে অলপ বুজিছোঁ। ইয়াত প্লেন টেবুল চাৰ্ভেত বাহিৰে অইন চাৰ্ভে নহ'ব।"

মই নকৈ নোৱাৰিলোঁ—"বাহাৰবাবু, আপোনাৰ আক্কেল গুৰুম হৈছে। য'ত চেইন চাৰ্ভে নহয়, তাত জানো প্লেন টেবুল চাৰ্ভে হয়? এতিয়া চাৰ্ভে স্কুলত তাহানি শিকি অহা আটাইবোৰ কথাকেই দেখিছোঁ আপুনি আওৰাব। হৈছে বাৰু। আপোনাক আমি ৬।৭ দিনৰ কাৰণে এৰি যাম। চাই-চিন্তি, ঘূৰি-পকি আপুনি এটা ৰিপোৰ্ট দিব।"

আৰ, আৰ, ও, গোসাঁয়েও তাকেই ক'লে। কাৰণ তেখেত হে প্ৰকৃততে বাহাৰবাবুৰ মালিক।

আমি সিমানৰ পৰাই উভতিলোঁ , কাৰণ তিনিজন মাউতে একে মুখে ক'লে—বুনা (বনৰীয়া) হাতীৰ দল কৰবাত ওচৰতে আছে , এইবোৰ তাৰে খোজ।

তাৰ পিছত ছয়-সাত দিন গ'ল। লাহে লাহে বাৰ-চৈধ্য দিনো অতিবাহিত হ'ল। তথাপি বাহাৰবাবুৰ দেখা-দেখি নাই। তিনি সপ্তাহৰ মূৰত গুৱাহাটীৰপৰা আৰ, আৰ, ও, গোসাঁয়ে মোলৈ লিখিছে—"বাহাৰবাবুৰ ৰিপোৰ্টটো আপোনাৰ মন্তব্যেৰে সৈতে পঠাওক। 'স্কীম' কৰিব লাগে।" ইতিমধ্যে মই খোজ-খবৰ কৰি অৱশ্যে জানিব পাৰিছিলোঁ যে বাহাৰবাবু আমি অহাৰ দুদিনৰ পিছৰপৰাই কাউলীত নাই। ক'লৈ গৈছে কোনেও নাজানে।

গোসাঁইৰ চিঠি পাই বাহাৰবাবুৰ বিষয়ে ভালকৈয়ে অনুসন্ধান লগালোঁ। থানাৰ 'ও চি 'কো ক'লোঁ। তাৰে তিনি দিনৰ পিছত পঁচিশ দিনৰ দিনা বাহাৰবাবুই ৰঙিয়া চাৰ্কোলৰ অফিচত মোক দেখা কৰিলেহি! আগতে বাহাৰবাবু ৰঙিয়া চাৰ্কোলৰে মণ্ডল আছিল। ভগনীয়া সংস্থাপনৰ কামত প্ৰমোচন বিচাৰি সেই বিভাগলৈ গৈছিল। তেওঁ আহি মোক যিদৰে কথাবোৰ কৈছিল, সেই দৃশ্যটো আজিও মোৰ মানস-চকুত ভাঁহি আছে। বাহাৰবাবুই হাত-যোৰকৈ কাতৰ নয়নে মোৰ ওচৰত নাটকীয় ভঙ্গীত কৈছিলহি—"ছাৰ, আপুনি মোক ৰক্ষা কৰিব লাগে। মোৰ আপুনি প্ৰাণটো ৰক্ষা কৰক ছাৰ! মই এইবাৰ মৰিম। মোক আনে ৰাখিব নোৱাৰে। আপুনি নাৰাখিলে ৰাখোঁতা নাই। মই এইবাৰ আৰু নাবাচোঁ। মই নিগমে মৰিলোঁ ছাৰ।"

একে উশাহতে ইমানবোৰ কথা শুনি মই তেনেই হতভম্ব হ'লোঁ। ভাবিলোঁ—এওঁৰ নিশ্চয় কিবা বিপদ হৈছে , ক'ৰবাত কিবা দুৰ্ঘটনা ঘটাই আহিছে। মই ক'লোঁ—"বাহাৰবাবু, কি হৈছে কওক। ৰিপোৰ্ট দিয়াত পলম হোৱা বাবে চাকৰি যাব বুলি ভয় কৰিছে নেকি?"

বাহাৰবাবুই ক'লে—"নহয় ছাৰ, চাকৰিতকৈও মোৰ প্ৰাণলৈহে ভয় হৈছে।"

—কোনোবাই মাৰিব খুজিছে নেকি? ক'ত কি কৰিছিল?

—নহয় ছাৰ, কথা বিষম। আপোনালোক অহাৰ পিছদিনাই সেই ঠাইত বুনা (বনৰীয়া) হাতী নামিছে। এপাল হাতী। মই তথাপি মৰণত শৰণ দি গৈছিলোঁ ঠাইবোৰ চাবলৈ। কিন্তু মোটোঙ্গাৰ পাৰত বুনা হাতীৰ খোজ দেখি মোৰ ধাতু উৰি গ'ল। একোটা খোজেই একোটা পাচিৰ সমান। বিশ্বাস কৰক ছাৰ। সেইদিনা ৰাতি সপোনতো মই সেই খোজবোৰ দেখিছিলোঁ।

—আপুনি পিছে হাতী দেখিলেনে নাই?

—নাই ছাৰ, সেই হাতীৰ পাল দেখিলে নিশ্চয় মই থিতাতে মৰিলোঁহেঁতেন।

মোৰ হাঁহি উঠিছিল। কথমপি হাঁহি সম্বৰণ কৰি আকৌ সুধিলোঁ—এতিয়া আপোনাক কিহৰপৰা ৰক্ষা কৰিব লাগে? হাতীতো নেদেখিলেই, মাটিও নেদেখিলে।

এতিয়া মিছা ৰিপোৰ্টখন দি চাকৰি ৰাখি দিলেই হ'ব—নহয় জানো?

বাহাৰবাবুই ক'লে—নহয় ছাৰ। মোক আৰু অলপ ক'বলৈ দিয়ক। গোটেই সঁচা কথা ছাৰ। একাষাৰো মিছা নকওঁ। খোদাই দেখিছে। এই ঘৰৰ তলত আছোঁ। সেই হাতী দেখি আহি মোৰ ঘৰত জ্বৰ উঠিলহি।

—হাতী ক'ত দেখিলে? খোজহে দেখিছিল বুলিলে।

—হয় ছাৰ। খোজ দেখাতেই মোৰ হাতী দেখাৰ দৰে হ'ল। মই জ্বৰত আজি তিনি সপ্তাহ ভুগিলোঁ। জ্বৰ এৰে, আকৌ উঠে। কাউলীৰ কথা মনত পৰিলেই মোৰ গাটো সিয়ঁৰি উঠে আৰু লগে লগে জ্বৰ আহে। জ্বৰতো মই হেনো সেইবোৰকে প্ৰলাপ বকিছিলোঁ। আকৌ যদি কাউলীলৈ পঠায় তেনেহ'লে মই আৰু নাবাচোঁ। মোৰ জীউটোৰ বধ নল'ব ছাৰ। বাচি থাকিলে মই খুজি-মাগিয়ে খাম। মোৰ ল'ৰা-ছোৱালীকেইটাৰ বধৰ ভাগী নহ'ব, ছাৰ। মোক মণ্ডল কৰিয়ে ৰাখক। কাউলীত কাননগো নাপাতিব। ল'ৰা-তিৰোতা থকা কোনো লোককে তালৈ নপঠাব ছাৰ।

মই হাঁহিলোঁ। ভাবিলোঁ—বাহাৰবাবুই তৰালে। তথাপি অভয় দান দি তেওঁক বিদায় দিলোঁ , কাৰণ সেই অৱস্থাত তাকে কৰাত বাহিৰে মোৰ আৰু অন্য উপায় নাছিল। মোৰপৰা অভয় পাই তেৰোঁ কিঞ্চিৎ হাঁহিলে আৰু ঘূৰি গৈ নিজৰ ঠাইত ৰহিল। বাহাৰবাবুৰ আৰু কাননগো হোৱা নহ'ল।

ইয়াৰ পাছত, এখনৰ পিছত এখনকৈ বাহাৰবাবুৰ ছুটীৰ দৰ্খাস্ত আহি থাকিবলৈ ধৰিলে। দৰ্খাস্তবোৰ পাই পোনতে মোৰ সন্দেহ হৈছিল—নিশ্চয় বাহাৰবাবুই মোৰ কথাত প্ৰত্যয় মানিব পৰা নাই—, তেওঁ কাননগো হোৱাৰ ভয়তে এইখন খেলা খেলিছে। পিছত দেখিলোঁ সি নহয়। এদিন শুনিবলৈ পালোঁ বাহাৰবাবু আৰু ইহ-সংসাৰত নাই। লেঠাৰি নিছিগা বেমাৰৰ জাউৰিয়ে বাহাৰবাবুক সংসাৰৰূপী কাউলীৰপৰা চিৰকাললৈ আঁতৰাই নিলে। এইদৰে বাহাৰাবু গ'ল সঁচা, তেওঁৰ কাৰ্য-কলাপে কিন্তু মোৰ স্মৃতি-পটত গভীৰ ৰেখাপাত কৰি গ'ল। তেওঁৰ সৰল কথাবোৰ যেন আজিও মোৰ স্মৃতিৰ কৰ্ণ-কুহৰত বাজে। তেওঁৰ ভীতি-কাতৰ ছবিটি যেন আজিও মোৰ মানস-চকুত ভাহি উঠে!

জীৱনৰ মোহ, চাকৰিৰ মমতা, পদোন্নতিৰ হেঁপাহ—এই আটাইবোৰে বোধহয় মানুহক এইদৰেই জুৰুলা কৰে।

# গঞা ভাষাতত্ত্ব

একুৰি এক বছৰৰো আগৰ কথা। ১৯৫১ চন। জিলাৰ বৰ চাহাবে নির্দেশ দি পঠালে—ৰঙিয়াৰ নিজহচং.নামে ভিতৰুৱা গাঁও এখনত দুদল মানুহৰ মাটিৰ কাজিয়া লাগিছে , মাৰ-পিট হোৱাৰ সম্ভাৱনা। চাৰ্কোলৰ ছবডেপুটীয়ে নিজে গৈ কাজিয়াখনৰ কিবা এটা মীমংসা কৰি দিব লাগে। নির্দেশ আহিছে আমাৰ নিজা নামত। তাকো আনিছে পুলিচে। মজমুলি মেপ চাই বুজিলোঁ ঠাইডোখৰ ৰঙিয়াৰপৰা ৮। ৯ মাইল দূৰ হ'ব।

নির্দেশ পোৱাৰ পিছদিনাই মণ্ডল-কাননগো লৈ ঠাইলৈ যাত্রা কৰিলোঁ। সেইদিনা আছিল দেওবাৰ, ৯ চেপ্তেম্বৰ। টাউন-মৌজাদাৰ কৃষ্ণহৰি চৌধুৰীৰ হাতীটো ল'লোঁ ; কাৰণ সেই ঠাইলৈ যাবলৈ সুগম আলি-পদূলি নাই। ঠাইডোখৰ একপ্ৰকাৰ দুর্গম। তাতে জুলাই মাহত সেই ঠাইত ডাঙৰ বানপানী হৈ গৈছে। বাট-পথ লেতেৰা, বোকা-পানীৰে ভৰা।

ৰাতিপুৱা যাত্রা কৰি আঠাৰা, দগাঁও, সৌলা, কৰৈবাৰী আৰু বৰলেছাকোণা পাৰ হৈ গৈ প্ৰায় এঘাৰ মান বজাত নিজহচং পালোঁ। আগতে পুলিচে দুয়ো পক্ষকে সতর্ক কৰি ৰাখিছিল। গতিকে লগা মানুহবোৰ পোৱাত অসুবিধা নহ'ল।

বহিবৰ কাৰণে আমাক দুয়ো দলৰপৰা পৃথক পৃথক আহ্বান জনালে। আমি ক'লোঁ—সম্প্রতি কাৰো ঘৰলৈ নাযাওঁ। ইয়াতে এইবোৰ গছৰ তলতে অলপ জিৰাই আলাপ-আলোচনা কৰি লওঁ। সকলোকে ইয়ালৈকে মতা হওক।

সেইমতে প্ৰায় আধাঘণ্টা মানৰ ভিতৰতে বহুত মানুহ গোট খ'লেহি। কথা-বতৰা চলিল। গাঁৱৰ গাঁওবুঢ়া আৰু বয়সীয়া লোকসকলো আহিল। কাজিয়াৰ ওৰ ল'বলৈ মুখ মেলাৰ লগে লগে দুয়ো পক্ষৰপৰা গৰম গৰম কথাৰ সঁহাৰি আহিল। সীমাৰ কাজিয়া। এক পক্ষই কয় তেওঁলোকৰ পট্টাৰ মাটি। কথাটো দেখাত তেনেই ক্ষুদ্ৰ। তথাপি বিনাযুদ্ধে কোনেও যেন সূচ্যগ্ৰ মেদিনীও এৰি নিদিব—এয়ে প্ৰতিজ্ঞা।

মই ক'লোঁ—ই দেখোন তেনেই সহজ কথা। মাটিৰ সীমা আমি জুখি উলিয়াম। খেতি সম্পৰ্কে উভয় পক্ষৰপৰা বাছি দিয়া মানুহ লৈ মই পঞ্চায়ত পাতি দিম। তেওঁলোকৰ সিদ্ধান্তই সিদ্ধান্ত হ'ব। ময়ো তাকে গ্ৰহণ কৰিম।

এক পক্ষই ক'লে—মৰিলেও মৰিম, আমি খেতিৰ ফচল এৰি নিদিওঁ।

বৰাই-বুজাই কোনোমতে সৈমান কৰিব নোৱাৰি। মই অলপ উগ্ৰমূৰ্তি হৈ ক'লোঁ—দেশখন কিবা অৰাজক হোৱা বুলি ভাবিছানেকি? মাটিৰ সীমা মই এতিয়াই জোখাই উলিযাই দিম। ফচলৰ সিদ্ধান্ত নকৰিলে নহ'ব। তাকে নকৰিলে—এইবাৰৰ ফচল বাজেয়াপ্ত হ'ব। বৰকৈ হাঁফিয়া-হাঁফি কৰি কথা কোৱা মানুহকেইজনৰ নাম মই সুধিলোঁ আৰু ডায়েৰিত লিখি থ'লোঁ।

কথা বেযাৰ ফালে যোৱা দেখি হ'বলা, গাঁওবুঢ়াই ক'লে—দেউতা, দুপৰ হ'ল। খোৱা-বোৱাৰ কাৰণে দুয়োদলে অলপ যা-যোগাৰ কৰিছে—এতিয়া পিছে ক'ত ঠিক কৰা হ'ব?

উত্তৰত মই ক'লোঁ—ইয়াত জানো কিবা খাব পাৰি? যি ঠাইত সামান্য কথা এটাতে মানুহে মিলিব নোৱাৰে, কাৰো কথা কোনেও নুশুনে, তাত খাই চাউল হজম কৰা আমাৰ কাৰণে সম্ভৱ নহ'ব। আমি ইযাত পানী এটোপাও নাখাওঁ।

কথা শুনি উপস্থিত থকা বুঢ়া লোকসকলে অপমান পোৱাৰ দৰে পালে। এজনে খঙেৰে কৈ উঠিল—সেইটো হ'বই নোৱাৰে। ইহঁতে আমাৰ ঠাইৰ নামকে নুমালে। ইহঁতে দুযোঘৰে আজি হাকিমে কোৱামতে তেওঁৰ ৰায মানিবই লাগিব। দিন-দুপৰীযা ইয়াৰপৰা ৰজাঘৰীযা লোকে আহি ভোকে-লঘোণে উভতি যাব লাগিলে আমাৰ নাক কটা যাব , এই দেশ পাপত তললৈ যাব। দেউতা, আমি যোগাৰ কৰি দিম, আপোনালোকে শুদাই-নিকাই এমুঠি খাবই লাগিব।

দুযোপক্ষ মান্তি হ'ল। পঞ্চাযত মানিবলৈ ৰাজী হ'লত জোখ-মাখৰ কাৰণে মণ্ডল-কাননগো লাগি গ'ল। আমি গছৰ তলতে চকী-মেজ-বেঞ্চি-ঢাৰি—য'তে যি পালোঁ তাতে বহি পৰিলোঁ। চাহ-জলপান আহিল , খালোঁ। মই ক'লোঁ—দুযো পক্ষই যদি যোগাৰ কৰিছে তেন্তে ইয়াতে একেলগে ওচৰৰে এঘৰত ৰন্ধা হওক, পঞ্চাযতেও খাব।

পঞ্চাযত বছা হ'ল। দুযোপক্ষৰপৰা দুজনকৈ আৰু আমি বাছি দিয়া মধ্যস্থ লোক এজনেৰে পঞ্চায়ত গঠিত হ'ল, আৰু কাম আৰম্ভ কৰিলে।

এই মধ্যবৰ্তী সমযখিনিত আমাৰ মাজত গল্প-গুজব, আলাপ-আলোচনা চলিল। কথা প্ৰসঙ্গত মই সুধিলোঁ—আপোনালোকৰ ঠাইখনৰ নামটো হচং হ'ল কিয়? কোনে ক'ব পাৰে? নামটো শুনাত দেখোন জনজাতীয নাম যেন লাগে।

এজন আদহীযা লোকে ক'লে—দেউতা, ইয়াৰ মানুহবোৰ বৰ হচঙা অৰ্থাৎ ডাঙৰ-দীঘল বাবে হচং বোলে।

—ক'তা? মই দেখাত দেখোন তেনে হচঙা লোক আজি মোৰ চকুত এটাও পৰা নাই। ঘৰত আছে নেকি?—মই সুধিলোঁ।

অন্য এজনে ক'লে—নহয দেউতা, আচল কথাটো অন্য এটাহে। এসময়ত ইযাত সচং বা সত্ৰ আছিল। সৎসঙ্গৰপৰা সচং আৰু তাৰপৰা হচং হ'ল। বহুতে তাকে হচাং বোলে।

মই মূৰ দুপিয়ালোঁ। ভাবিলোঁ—সৎসঙ্গৰপৰা সচং আৰু তাৰপৰা হুচং হোৱাটো হ'ব পাৰে!

বুঢ়া এজনে বহুত সময় একো মতা নাছিল। তেওঁ ক'লে—নহয় দেউতা, ইহঁতে সিমান নাজানে। অলপ দূৰতে সৌ জাৰণিখন যে দেখিছে তালৈ হাতীৰে গৈ আপুনি এবাৰ চাই আহিব। তাত দেখিবলৈ পাব—তাত এতিয়াও এটা পিটনিপৰা পুখুৰী আছে। তাৰ কন্ধলিযাতে এচটা ভইৰ শিল পৰি আছে। একালত তাতে সদায় হৰ-গৌৰীৰ বিগ্রহক স্নান কৰাই নি ওচৰতে থকা মন্দিৰত থোৱা হৈছিল। সেই মূৰ্তি আজি নাই , কিন্তু মন্দিৰটোৰ চিন আছে। সেই হৰস্নানৰপৰাই হৰ্ চান্ হৈ পাছত হচাং হৈছে। তাকে বহুতে হচং বোলে।

ওচৰতে বহি থকা আন দুজন বুঢ়া লোকেও ক'লে—ইয়াৰ কথাই ঠিক দেউতা। আমিও সৰুতে তাকে শুনিছিলোঁ।

আজিও ভাবোঁ—হৰ-স্নান, হৰ্চান্, হচাং , অথবা সৎসঙ্গ, সচং, হুচং—কেনে তত্ত্বসন্মত কথা!

# ৰঙিয়া হস্পিতেলৰ জন্মকথা

১৯৫২ চনৰ বানপানী ৰঙিয়াৰ এটা স্মৰণীয় ঘটনা। বাৰ জুলাই শনিবাৰে ৰঙিয়াৰ কৰ্মচাৰী ডেকাসকলে মিলি স্থানীয় হৰদত্ত-বীৰদত্ত ভৱনতে থিয়েটাৰৰ আয়োজন কৰিছিল। আমিও সন্ধ্যাতে খাই-বৈ সপৰিয়ালে গৈ থিয়েটাৰ চাবলৈ বহিলোঁ। গধূলি সময়ত বতৰ গোমা আছিল যদিও বৰষুণ হোৱা নাছিল। চাইকেলেৰে আলি-পদূলিৰ অৱস্থা চালোঁ আৰু ৰেলবাটেৰে কিছুদূৰ খোজকাঢ়ি গৈ বৰলীয়া নদী ভৰিছে নেকি চাই বানপানীৰ সম্ভাৱনা অনুমান কৰিলোঁ। নদী ভৰিছে যদিও শীঘ্ৰে বানপানীৰ ভয় নাই বুলি ধাৰণা হ'ল। নাটক আছিল বোধহয় 'কুৰুক্ষেত্ৰ'।

ৰাতি থিয়েটাৰ শেষ হ'বলৈ নৌপাওঁতেই হৰ্‌হৰ্‌ শব্দ কৰি হৰদত্ত-বীৰদত্ত ভৱনৰ প্ৰাঙ্গনত বৰলীয়া নদীৰ পানী সোমাবলৈ ধৰিলে। আমি বহা ঠাইৰপৰা উঠি কাপোৰ কোচাই জোতা-চেণ্ডেল হাতত লৈ ঘৰলৈ বুলি কোব ল'লোঁ। ভীমৰ গদা হাতত লৈয়ে ভীম পলাল। ভাৱৰীয়াৰ বেশত মুখত ৰংচং সনা অৱস্থাতে বাকীসকলেও তাকে কৰিলে। ৰাতিটো সম্ভৱ জোনাক আছিল। বানপানীয়ে চহৰখনৰ বাহিৰে বাকী ঠাই বুৰাই পেলালে। চাৰ্কোল অফিচটো সাগৰৰ মাজৰ দ্বীপ এটাৰ দৰে হৈ পৰিল। আলিৰ ওপৰেদি এৰ্কেকাল পানীৰ ভয়ঙ্কৰ সোঁত ব'বলৈ ধৰিলে। অফিচৰ কাগজপত্ৰবোৰ ৰক্ষা কৰিবৰ কাৰণে কলৰ ভুৰ সাজি মণ্ডলসকল কঁকালত টঙালি বান্ধি লাগি গ'ল।

বানপানীৰ প্ৰায় তিনিমাহ আগৰ কথা। ছিৰাখুন্দিৰ পূবে থকা বিশাল পথাৰখনত আমাক এদিন গধূলি সময়ত ভীষণ শিল-বৰষুণে খুন্দিছিল। আমাক মানে—পণ্ডিত তৰণী শৰ্মা আৰু মোক। সেইদিনা আমি দুয়ো খাই-বৈ উঠিয়ে পি. ডব্লিউ ডি ৰ এচ ডি. ও-ৰ জীপখন খুজি লৈ ৰঙিয়া হস্পিতেলৰ কাৰণে বৰঙণি তুলিবলৈ গৈছিলোঁ। উভতি আহোঁতে মুকলি পথাৰৰ গাড়ী-বাটৰ ওপৰত পাই শিল-বৰষুণে খুন্দিলে। আমি শিল-বৰষুণ আৰু বতাহৰ কোবত আগুৱাবও নোৱাৰোঁ, পিছুৱাবও নোৱাৰোঁ। গাড়ী ৰাখি আমি বহা ঠাইতে ইজনৰ গাতে সিজনে মূৰ সুমুৱাই প্ৰায় এঘণ্টামান সময় প্ৰমাদ গণি আছিলোঁ। সেইদিনা শৰ্মাই বিশেষজ্ঞ পণ্ডিতৰ দৰে গহীনাই কৈছিল—"বৰুৱা চাহাব, এইবাৰ কিন্তু ভীষণ বানপানী হ'ব। হঠাৎ এনেকৈ হোৱা শিল-বৰষুণ ভালৰ কাৰণে নহয়।" মই ধেমালি কৰি অল্প উপলুঙাৰ সুৰত

কৈছিলোঁ, 'বৰ্ষাৰ আগমনিত শিল-বৰষুণ নহে শীতকালত হ'বনে?" ৰৰ পাই দুয়ো (ৰঙিয়াত) ডাঙৰকৈ জুই একুৰা ধৰি লৈ কাপোৰ সলাই হাত-ভৰিবোৰ সেকিছিলোঁ। শৰ্মাই কৈছিল—"মাকে গৰ্ভবেদনা পাহৰাৰ দৰে হস্পিতেল হৈ উঠিলেহে আমাৰো এই দুখ আমি পাহৰিব পাৰিম, নে কি কয়? "

—হয, পিছে আজি যে হস্পিতেললৈ যাব নালাগিল, কম ভাগ্য নহয।

এষাৰ বচন আছে—বোলে 'যাৰ বুঢ়ী গাই পোটক্ত পৰে, সেয়েহে গৈ নেগুৰত ধৰে।' তৰণী শৰ্মা আৰু মই দুয়ো যুঁজি যুঁজি কোনো প্ৰকাৰে হস্পিতেলৰ বাবে মাটিডোখৰ লৈছিলোঁ। তাৰো ইতিহাস আছে। মাটিখিনি দিয়াৰ সময়ত মাটিৰ মালিক চিদানন্দ ভট্টাচাৰ্যই কৈছিল—"ছাৰ, আপোনাৰ কথা এৰাব নোৱাৰি মই এই মাটি দিলোঁ। দামৰ ফালেদি ইয়াক প্ৰায় এনেই দিয়াৰ দৰে হ'ল। মাটি বিক্ৰী কৰাৰ প্ৰয়োজনো মোৰ একো নাছিল। যি হওক, পিছে হস্পিতেল জানো হ'ব? মই হ'লে আশা কৰা নাই। নহ'লে পিছে এবছৰৰ পিছতে মোক মাটি ঘূৰাই দিব লাগিব। আনক বেচিলে মই তাৰ দুগুণ দাম পাম।" মই কৈছিলোঁ—"শৰ্মাদেৱে লগ নেৰে যদি এবছৰৰ ভিতৰতে আমি তাত ঘৰ তুলিম।" এনেকৈ কথা দি বাক্যত বন্দী হৈ আমি দুয়ো টলৌ টলৌ কৰি ঘূৰিব লগীয়া হৈছিলোঁ।

চিদানন্দ ভট্টাচাৰ্য পণ্ডিত লোক। যদিও তেওঁ চাৰ্কোল অফিচতে মহৰী কাম কৰিছিল তথাপি ধুনীয়া আখৰেৰে লিখা তেওঁৰ আৰ্জিবোৰত মাজে মাজে পণ্ডিতালি ধৰা পৰিছিল। সুধি জানিব পাৰিছিলোঁ তেওঁৰ সংস্কৃত উপাধিও আছে। মই তেওঁক শ্ৰদ্ধা কৰিছিলোঁ, তেঁৱো মোক আদৰ-সন্মান কৰিছিল। বৰ্তমানে য'ত ৰঙিয়া হস্পিতেল আছে সেয়ে আছিল তেওঁৰ মাটি। ওখ মাটি। তাৰে এটা অংশত অস্থায়ীভাৱে কেইঘৰমান ৰিফিউজি বহিছিল। আমি সকলোৱে এই ঠাইডোখৰ হস্পিতেলৰ বাবে প্ৰশস্ত হ'ব বুলি স্থিৰ কৰি মাটিখিনি দিবৰ কাৰণে তেওঁক বৰকৈ খাটনি ধৰিছিলোঁ। তেওঁ ইটো-সিটো কাৰণ দৰ্শাই—বিশেষকৈ আমি যচা দামত দিব নোৱাৰি—বহি আছিল।

এদিন নহয়, দুদিন নহয়, তিনিদিন আমি তেওঁৰ লগত যুঁজিলোঁ। সন্ধিয়া সাতমান বজাতে বহি ৰাতি প্ৰায় নমান বজালৈ কথা পাতি দাম-দৰ কৰি তেওঁক ধৰি থাকোঁ। শেষত মাৰ্চৰ ২২ তাৰিখে গধূলি বহি ল'লোঁ। দিনটো আছিল শনিবাৰ। ভট্টাচাৰ্যই কথা নিদিয়ে, আমিও নেৰোঁ। দাম একপ্ৰকাৰ ঠিক হ'ল, তথাপি তেওঁ দিম নোবোলে। আমি জানো, তেওঁ এক কথাৰ মানুহ। গতিকে কোনো ৰকমে দিম বোলা মুখৰ কথাটো ল'ব পাৰিলে আৰু ভয় নাই। শেষত তেওঁ ক'লে, "পূবৰফালে ৰাস্তাৰ দাঁতিত মোৰ কাৰণে এবিঘা এৰিব লাগিব।" আমি তাতো মান্তি হ'লোঁ। ৰাতি লাহে লাহে গহীন হৈ আহিল। আমিও উঠা নাই। ন বাজিল। দহ বাজিল। এঘাৰ বাজিল। তেওঁ ক'লে—"ছাৰ, ৰাতি বহুত হ'ল, আপুনি কষ্ট খাব নালাগে, যাওক।" মই ক'লোঁ—"অকলময়ে নহয়, মোৰ লগতে এখেতসকলেও কষ্ট খাইছে।"

—এখেতসকলৰ কথা বাদ দিয়ক। এখেতসকল এইদৰে ঘূৰেই।

মই ক'লোঁ—"চাওক। আগতে দুদিন মই আপোনাৰ তাত বহি থাকি ৰাতি ৯। ১০ বজাত ঘৰলৈ ওভতাত গিৰিহঁতনীৰ ৰোষ খাবলগীয়া হৈছিলোঁ। আজিও সেয়ে হ'ব। হওক। তিনিবাৰে নিবাৰ। আজি ৰাতি এঘাৰ বাজিল। আপোনাৰ মুখৰ মাত্ৰ এষাৰ কথা পালেই আপোনাক আমি আৰু আমনি নকৰোঁ।"

—আজি শনিবাৰ ছাৰ।

—শনিৰ শেষটো সদায় মঙ্গলজনক। গতিকে আজি আপুনি হ'ব বুলি এটা মাত্ৰ শব্দ উচ্চাৰণ্ কৰক, আমাক আৰু একো নালাগে। আপোনাৰপৰা আমি লিখা-পঢ়া নিবিচাৰোঁ। আপোনাক আমি জানো।

তেওঁ হাঁহিলে। শেষত ক'লে—"তেনেহ'লে 'হ'ব' নুবুলিলে নেৰে নেকি?"

—আমি তাৰ বাবেই বৈ আছোঁ।

—তেন্তে হ'ব যাওক বাৰু।

আমি উল্লসিত হৈ ঘৰলৈ উভতিলোঁ। শম্ভু কবিৰাজ, ডাঃ বিপিন তালুকদাৰ, কমলা কলিতা, মুক্তা কলিতা, থানাৰ ও চি কাদিৰ আলি, তৰণী শৰ্মা আৰু মই। আৰু কোনোবা আছিল যদিও মনত নাই।

টকা তুলিলোঁ। মাটিও কিনিলোঁ। চৰকাৰী সাহায্যও কিছু পোৱাৰ ঠিক হ'ল। এতিয়া আহিল ঘৰ সাজিবৰ কাৰণে মিস্ত্ৰি নিৰ্বাচন পৰ্ব। ৰঙিয়াৰ ভিতৰত ৰাধাগোবিন্দ বোলা হিন্দুস্থানী মিস্ত্ৰিটোকেই সকলোৱে শ্ৰেষ্ঠ মিস্ত্ৰি বুলি জানে। তৰণী শৰ্মাই ক'লে—"বৰুৱাদেউ, এটা বৰ ভাল অসমীয়া মিস্ত্ৰি আছে। ৰাধাগোবিন্দতকৈ কোনোগুণে কম নহয়। মই নিজে তাৰ কাম দেখিছোঁ। তাক লগালে কেনে হয়? পিছে, সি মোৰ ওচৰৰ মানুহ।"

মই ক'লোঁ—"মিটিঙত উলিয়াব। প্ৰস্তাৱটো আপুনি নিদিব। আনৰ হতুৱাই দিয়াব।"

সেয়ে হ'ল। সভাপতি হিচাপে প্ৰসঙ্গটো মই উত্থাপন কৰিলোঁ। সমিতিত নানাজনে নানা মন্তব্য দি ক'লে—"আমি অচিন কাঠৰ ঠোৰা লগাই ৰাজহুৱা কামটো নষ্ট কৰিব নোৱাৰোঁ। ৰাধাগোবিন্দক হ'লে আমি জানো। তাকহে আমাক লাগে।"

মই উঠি তাকেই সমৰ্থন কৰা দেখুৱাই ক'লোঁ—"পিছে এটা কথা। যদি সঁচাকৈ তেনে কোনো ভাল স্থানীয় মিস্ত্ৰি আছে তেনেহ'লে তেওঁৰ কাম কোনে কোনে দেখিছে? শৰ্মাদেৱে দেখিছে নে?"

শৰ্মাই সুবিধা পালে। তেওঁ তেওঁৰ স্বভাৱসুলভ হাঁহিটিৰে যুক্তি দৰ্শাই ক'লে—"দেখাহে নালাগে, মই ন-দি ক'ব পাৰোঁ মুক্তা মিস্ত্ৰিৰ দৰে কাম জনা মিস্ত্ৰি আমাৰ ইয়াত নাই। ৰাধাগোবিন্দৰ কাম ভাল—মই জানো, কিন্তু এইটোও জানো যে মুক্তা তাতকৈ কোনোগুণে কম নহয়—বিশেষকৈ ঘৰ সজা কামত।"

মই উপায় এটা উলিয়াই ক'লোঁ—"বাৰু তেন্তে আমি প্ৰথমে সৰু ঘৰ এটা মাত্ৰ সজাই চাওঁ। তাৰ উপৰি মিস্ত্ৰিৰ যিখিনি কাম শেষ হয় তাৰ আধাৰহে আমি মজুৰি দিম, তাকো পি. ডব্লিউ. ডি-ৰ এছ. ডি. ও-ৰ পৰীক্ষা আৰু চাৰ্টিফিকেটৰ ওপৰত। কেনে হয়? মোৰ মনেৰে স্থানীয় মানুহকো পৰীক্ষা নোলোৱাকৈ নাকচ কৰি দিয়া উচিত নহয়। তাতে ৰাধাগোবিন্দৰ বহুত কাম, সময় নাই।"

সকলোৱে সন্মতি প্ৰকাশ কৰিলে। সেইমতে কাম আগবাঢ়িল। ৰঙিয়া হস্পিতেল ডোবোকৰ মিস্ত্ৰি মুক্তাৰাম শালৈৰ হাতৰ কাম।

# হৰদত্ত-বীৰদত্ত ভৱনৰ দ্বাৰ উদ্‌ঘাটন

মূকং কৰোতি বাচালং পঙ্গুং লঙ্ঘযতে গিৰিং।
যৎকৃপাতমহং বন্দে পৰমানন্দ মাধৱং।।

মাননীয় সভাপতি মহোদয় আৰু উপস্থিত ভদ্ৰমণ্ডলি! প্ৰথমে আজিৰ এই শুভ মুহূৰ্তত আমি সমূহ ৰঙিয়াবাসী ৰাইজে কৃতজ্ঞতাভৰা অন্তৰেৰে অনন্ত শক্তিৰ মূল আধাৰ পৰম কাৰুণিক ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনাইছোঁহঁক। আজি অনেক দিনৰ মূৰত আমাৰ মনৰ সঞ্চিত অভিলাষ এটি সকলোৰে উমৈহতীয়া যত্ন আৰু পৰিশ্ৰমৰ ফলত বাস্তৱত ৰূপায়িত হৈছে। ৰঙিয়াত আজি এটি ৰাজহুৱা মিলন-মন্দিৰ নিৰ্মাণ হ'ল। ইয়াৰ কৃতকাৰ্যতাৰ কাৰণে যিসকলে আদিৰেপৰা উদাৰভাৱে সহায়-সহানুভূতি আৰু সহযোগ আগবঢ়াই আহিছে তেখেতসকলৰ আজি আনন্দ চায় কোনে! ইংৰাজ কবি ৰবাৰ্ট ব্ৰাউনিঙৰ 'শেষ সহ-অশ্বাৰোহণ' (Last Ride Together) নামৰ কবিতাৰ নায়কে মনৰ কামনা পূৰ হোৱাত উল্লাসত কৈ উঠিছিল—'বোলে আজি পৃথিৱীখন চূৰমাৰ হৈ অন্ত হ'লেও মোৰ আৰু খেদ নাই।' আমি তেনেকৈ ক'ব নোৱাৰিলেও অন্ততঃ আমাৰ মনৰ আকাঙ্ক্ষা পূৰ্ণ কৰা বাবে আমি পৰম পিতা পৰমেশ্বৰৰ ওচৰত আমাৰ কৃতজ্ঞ অন্তৰৰ ভক্তিভৰা প্ৰণাম পুনঃ যাচিব পাৰোঁহঁক।

সুধীসকল, আজি আপোনালোকে যিটো ঘৰৰ তলত বহিছে তাৰ নাম হৰদত্ত-বীৰদত্ত ভৱন। আজি তাৰ দ্বাৰ উদ্‌ঘাটন উৎসৱ। গতিকে এই প্ৰসঙ্গত সেই ভৱনটিৰ ইতিবৃত্ত অলপ শুনিবলৈ ইচ্ছা হোৱাটো সকলোৰে পক্ষে স্বাভাৱিক। ইতিবৃত্তটো শুনিবলগীয়াও।

গছত ফল লগাৰ আগতে তাৰ কিছুমান বা-ফুল হৈ যায়। ফলৰূপী এই গৃহটি সম্পূৰ্ণ হৈ উঠাৰ আগতেও সেইদৰে ইয়াৰ কাৰণে একাধিক বন্ধ্যা প্ৰযাস হৈ গৈছিল। সেই প্ৰয়াসবোৰক অৱশ্যে সম্পূৰ্ণৰূপে বন্ধ্যা প্ৰয়াস বোলা নাযায়, কাৰণ সেইবোৰে অন্ততঃ প্ৰস্তুতিৰ পথত আমাক বহুতখিনি আগবঢ়াই দিছিল। সেই পিনেদি চাই ১৯২৫ চনতেই ইয়াৰ বা-ফুল ফুলিছিল বুলিব পাৰি।

ৰঙিয়াত তেতিয়া হাইস্কুল নাই, এখন মাইনৰ স্কুল আছিল। ৰঙিয়াৰ ল'ৰা গৈ নলবাৰী হাইস্কুলত পঢ়িছিল। তেনেকৈ নলবাৰীত পঢ়া গোটাচেৰেক হাইস্কুলীয়া

ছাত্ৰই গোট খাই ১৯২৫ চনৰ কোনো এটি দীঘলীয়া বন্ধত ৰঙিয়াত পুথি-ভঁৰাল আৰু সভাঘৰ এটি পাতিবলৈ আন্দোলন কৰিছিল। গোপীকান্ত কলিতাক সম্পাদক হিচাপে লৈ এখন কমিটিও গঠিত হৈছিল, কিন্তু তাৰপৰা উল্লেখযোগ্য একো কাম নহ'ল, মানসিক প্ৰস্তুতি মাত্ৰ আৰম্ভ হ'ল।

তাৰ কিছুকাল পিছৰ কথা। আজিৰ এই মেল-চ'ৰাৰ ভেটিত তেতিয়া এটা খাল আছিল। দ খাল নহয়, বৰষুণৰ পানী জমা হোৱা একাঁঠু পানীৰ খাল। মাটিডোখৰ আছিল গৰাবাদ চৰকাৰী মাটি। খালত গজা কচু-বিহলঙনি আদিয়ে স্বাস্থ্যৰ অনিষ্ট কৰে কাৰণে ঠাইডোখৰ পট্টাভুক্ত কৰি চিকুণাই ল'বলৈ ওচৰৰ মানুহে ইচ্ছা কৰি দৰ্খাস্ত কৰিছিল আৰু তাৰ একচনা পট্টাও পাইছিল। ঠাইডোখৰ বেয়াকৈ পৰি থকা হ'লেও কিন্তু তাৰ অৱস্থিতি ৰাজহুৱা কামৰ কাৰণে সৰ্বতোপ্ৰকাৰে উপযোগী। সেই গতিকে ৰঙিয়া ৰাইজৰ জনদিয়েক লোকে মাটিখিনি ভৱিষ্যতে ৰাজহুৱা কামত লাগিব বুলি আপত্তি কৰাত জিলাৰ ডেপুটী কমিছনাৰ চাহাবে সেই পট্টা বদ কৰি তাক চৰকাৰী কৰি ৰাখে। আপত্তিকাৰী ৰাইজে কিন্তু তাতেই ক্ষান্ত থকা যেনহে দেখুৱালে, খালটো পুতিবলৈ তেতিয়া একো যো-জা নকৰিলে।

তাৰে ৮। ১০ বছৰৰ পাছত ডাঃ উমেশচন্দ্ৰ বৰদলৈ ৰঙিয়াত থাকোঁতে তেখেতৰ উদ্যোগত আৰু এখন কমিটি হয়। সেই কমিটিখনেহে এই মাটি পুতিবলৈ কিছু যত্ন কৰিছিল ; পিছে ডাঃ বৰদলৈ বদলি হোৱাত ইয়াৰ কাম আলচা অৱস্থাতেই পৰি ৰ'ল।

এইদৰে ভালেমান দিন গ'ল। মৌঃ ফিৰ্দুচ আলি তেতিয়া ৰঙিয়াৰ এছ. ডি. চি। তেখেতৰ উদ্যোগত এইবাৰ ডাঃ কেশৱ লহকৰক সম্পাদক পাতি পুনঃ এখন সমিতি গঠিত হয়। এই সমিতিয়ে চকুত লগাকৈ কিছু কাম কৰিলে। তেওঁলোকে মাটিডোখৰৰ একাংশ ওখ আৰু উন্নত কৰি তাতে এটি পঁজাঘৰ তুলিলে আৰু তাতেই অনুষ্টুপীয়াকৈ পুথি-ভঁৰাল আৰম্ভ হ'ল। গছে পাত-পোখা মেলাৰ দৰে তাৰে ৩। ৪ বছৰ পাছত পুথি-ভঁৰালৰ লগতে এটি আলোচনী ক্লাব আৰম্ভ হ'ল। তাৰো দুই-তিনি বছৰৰ পাছত নাট্য-সমিতি বুলি এটা নতুন শাখা লগতে গজি ওলাল। এনে সময়তে হেনো ডাঃ উমেশচন্দ্ৰ বৰদলৈ আকৌ ৰঙিয়ালৈ বদলি হৈ আহে। তেখেতৰ উদ্যোগত এইবাৰ পুথি-ভঁৰাল, ক্লাব আৰু নাট্য-সমিতি তিনিওটা শাখা ঠন ধৰি উঠিল। দ্বিতীয় মহাযুদ্ধৰ অৱসান ঘটাত মিলিটাৰী কেম্পৰপৰা অ'ত-ত'ত চকী-মেজ আদি নিলাম হ'বলৈ ধৰাত ডাঃ বৰদলৈয়ে কেইখনমান চকী-মেজ ডাকি আনি ইয়াত ৰখাৰ ব্যৱস্থা কৰিছিল। সেইবোৰৰ অৱশিষ্টখিনি আজিও ইয়াত আছে।

তাৰ পিছত ১৯৪৯ চনৰ ১৫ আগষ্টৰ কথা। তেতিয়া শ্ৰীঅভয় চৰণ দাস ৰঙিয়াৰ এছ. ডি. চি। দাস ডাঙৰীয়াৰ ঘৰ-দুৱাৰ বন্ধা কামৰ ভাল জ্ঞান আৰু অভিজ্ঞতা আছে। স্বাধীনতা দিৱসৰ দিনা সভাত তেখেতে প্ৰস্তাৱ ল'লে যে অবিলম্বে ৰঙিয়া পুথি-ভঁৰালটো চকুত লগাকৈ গঢ়ি তুলিব লাগে। সেইমতে কাম হাতত লোৱা

হ'ল। '৪৯ গ'ল, '৫০ আহিল। তেতিয়ালৈ অৰ্থাভাৱত কাম বাঞ্ছিত পৰিমাণে আগবঢ়া নাছিল। '৫০ ৰ সাম্প্ৰদায়িক বিশৃঙ্খল আৰম্ভ হ'ল। চৰুৱা মুছলমানসকল দলে দলে স্থান ত্যাগ কৰি পাকিস্থানলৈ যাবলৈ ধৰিলে। তাৰে কিছুমানৰ অৱস্থা বাৰুকৈয়ে স্বচ্ছল আছিল। বহুতৰে টিনৰ ঘৰ আছিল। তেওঁলোকৰ দুই-এজনে নিজৰ টিনৰ ঘৰৰ টিন-কাঠ আদিৰ কিছু অংশ ৰঙিয়াৰ 'পাব্লিক হল'ৰ কাৰণে লিখি দান কৰি গ'ল। মৌলবী আতৰ আলিৰ নাম এই প্ৰসঙ্গত উল্লেখযোগ্য।

১৯৫০ চনৰ জুলাই মাহত এছ ডি চি শ্ৰীদাস ডাঙৰীয়াৰ স্থানান্তৰৰ চৰকাৰী আদেশ আহিল। ঘৰটোত তেতিয়া টিন উঠিব ধৰিছে। বেৰা, খিৰিকী, দৰ্জা হোৱা নাই। ভেটিও পকা হ'বলৈ বাকী আছে। এনে অৱস্থাত দাস ডাঙৰীয়া গুচি গ'লে ঘৰটোৰ পানীত হাঁহ নচৰা অৱস্থা হ'ব। তাকে ভাবি ৰাইজে তেখেতৰ স্থানান্তৰৰ আদেশ ৰদ কৰিবলৈ কৰ্তৃপক্ষৰ ওচৰত আবেদন জনালে। ফলত, তেখেত জুলাই মাহটো থাকিল, কিন্তু আগষ্টৰ পহিলা সপ্তাহতে আধৰুৱা কাম পেলাই এৰি নতুন স্থানলৈ গতি কৰিবলগীয়া হ'ল।

এই ঘৰ নিৰ্মাণত অকল দাস ডাঙৰীয়ায়ে সকলো কাম কৰিছিল বুলিলে পক্ষপাতিত্ব কৰা হ'ব। সৰ্বশ্ৰী তৰণীকান্ত শৰ্মা, দুৰ্গাপ্ৰসাদ আগৰালা, বৈকুণ্ঠ চক্ৰবৰ্তী, মুক্তা কলিতা, উদয় চৌধুৰী, শান্তিৰাম লহকৰ, প্ৰাণেশ্বৰ শৰ্মা, শম্ভুনাথ ভট্টাচাৰ্য আদিকে প্ৰমুখ্য কৰি অনেক লোকে ইয়াৰ পৰিপূৰ্ণতাৰ কাৰণে যথাসাধ্য খাটিছিল।

সেই চনৰে মে' মাহৰপৰা এই নিঃকিনে ৰঙিয়াৰ দ্বিতীয় উপ-প্ৰতি-সমাহৰ্তাৰূপে কাম কৰি আহিছে। দাস ডাঙৰীয়াৰ ডাইনা-পালী হিচাপে অহাৰেপৰা তেওঁ কামত ঘূৰাফিৰা কৰিলেও আচল কাম কৰিছিল, দাস ডাঙৰীয়া থকা দিনবোৰত, দাস ডাঙৰীয়াই। প্ৰকৃততে ঘৰ নিৰ্মাণ সমিতিৰ সভাপতিৰ ডাঙৰ বোজাটো তেওঁৰ সৰু মূৰটোৰ ওপৰত পৰেহি পঞ্চাশৰ আগষ্ট মাহত। তেওঁ যথাসাধ্য সেই বোজা বহন কৰি ইয়াক আজিৰ এই দেখনিয়াৰ অৱস্থাত তুলিবলৈ পাই নিজকে ধন্য মানিছে। পিছে 'জাকৈয়ে মাছ মাৰে, খালৈৰ নাম' বোলাৰ দৰে ই ৰাইজৰহে সমূহীয়া চেষ্টাৰ ফল , সভাপতিৰ জহাবলৈ তাত বিশেষ একো নাই। তেওঁ কেৱল 'নিমিত্তমাত্ৰ'।

সুধীসকল, ৰাজহুৱা মেল-চ'ৰা হৰদত্ত-বীৰদত্ত ভৱনৰ আৰু তাৰ লগত সংশ্লিষ্ট থকা পুথি-ভঁৰালৰ ইয়াত যি ইতিবৃত্ত দাঙি ধৰা হ'ল তাৰ অনেকখিনি, অন্ততঃ তাৰ প্ৰথম খণ্ডক আপোনালোকে যথাশ্ৰুত বৰ্ণনা বুলি ধৰি ল'ব। তাহানি ৰামচন্দ্ৰৰ ৰাজসভাত লৱ-কুশে গোৱা ৰামায়ণৰ গীতৰ দৰে ইয়াৰো অধিকখিনিয়ে আনৰপৰা আওৰাই লৈ দাঙি ধৰা বৰ্ণনা। গতিকে ইয়াৰ বঢ়া-টুটা শতদোষ মাৰ্জনীয়। ভৱন নিৰ্মাণ সমিতিৰ হৈয়ো আমি জ্ঞাতে বা অজ্ঞাতে কৰা ক্ৰুটী-বিচ্যুতিৰ বাবে ইমানতে গলবস্ত্ৰ হৈ ৰাইজৰ ওচৰত ক্ষমা ভিক্ষা কৰিলোঁ। আমি জানো, 'শূৰ্পবদ্দোষমুৎসৃজ্য গুণং গৃহ্নন্তি সাধৱঃ' আৰু গুণী ৰাইজেও আমাৰ কামৰ দোষ-ক্ৰুটীবোৰ পৰিহাৰ কৰি গুণ কিবা পালে তাকেহে গ্ৰহণ কৰিব।

(দ্বাৰ উদ্‌ঘাটন উৎসৱত আদৰণি ভাষণ, ১০ ফেব্ৰুৱাৰী, ১৯৫১)

# বুদ্ধি-সাগৰ সিদ্ধিনাথ শৰ্মাৰ সোঁৱৰণত

অনন্ত কাল-সমুদ্ৰত মুহূৰ্তে মুহূৰ্তে কোটি কোটি লোক জন্মিছে আৰু মৰিছে। তাৰ হিচাপ লয় কোনে? কিন্তু তাৰে দুই-এজোজনৰ, ফুল মৰহি যোৱাৰ পিছতো সুগন্ধ বৈ যোৱাৰ দৰে, মৃত্যুৰ পিছতো গুণৰ স্মৃতি বহুকাললৈ বৈ যায়। সিদ্ধিনাথ শৰ্মাও তেনে এজন ক্ষণজন্মা মহৎ লোক আছিল। তেওঁ জন্মিছিল ৰঙিয়াৰ দুমাইল দক্ষিণে নকুল নামে গাঁৱত এটি মধ্যবিত্ত ব্ৰাহ্মণ পৰিয়ালত, ইংৰাজী ১৮৯১ চনত। আচৰিত কথা, জীৱনৰ তিনি কুৰি পোন্ধৰটা বছৰ পূৰ্ণ কৰি জন্মৰ তাৰিখতে তেওঁ শেষ নিশ্বাস পেলালে—শ্বিলং পাহাৰৰ চৰকাৰী বাসভৱনত, ১৯৬৬ চনৰ ওঠৰ মে' বুধবাৰে কালসন্ধ্যা সাত বজাত। জন্মৰ দিন আৰু তাৰিখতে মৃত্যু বৰণ কৰাৰ বিস্ময়কৰ উদাহৰণ দঃ মহম্মদকে আদি কৰি ধৰ্মগুৰুসকলৰ দুই-এজোজনৰ জীৱনত পোৱা যায়।

বছৰচেৰেক পূৰ্বে ডাঃ বিধানচন্দ্ৰ ৰায়ৰ মৃত্যুও জন্মদিনৰ দিনাই ঘটিছিল। সাধাৰণৰ ব্যতিক্ৰম এনেবোৰ ঘটনাই খন্তেকৰ বাবে হ'লেও মানুহক স্তম্ভিত নকৰাকৈ নাথাকে। চাওঁতে চাওঁতে জাগ্ৰত বৰ্তমান গৈ অতীত বুৰঞ্জীত পৰিণত হোৱাত আজি শৰ্মা ডাঙৰীয়াৰ কাৰ্যাৱলীৰো আমাৰ মনত আচোঁৰ বহি থকা দুই-একোটা ঘটনা স্মৃতিপটত আঁকিবলৈ যত্ন কৰিম। ঘটনাবোৰ হয়তো ক্ষুদ্ৰ, কিন্তু হ'লেও সিবোৰে আমাৰ মনত গভীৰ ৰেখাপাত কৰিব পাৰিছিল।

নিৰ্বাচনৰ তুমুল যুঁজত পক্ষ আৰু প্ৰতিপক্ষ উভয় দলৰ লোকে মুক্ত কণ্ঠে স্বীকাৰ কৰিছিল যে শৰ্মা আছিল এগৰাকী ভীম-কৰ্মা বীৰ। সেই বীৰত্বৰ শিপা অঙ্কুৰিত হৈছিল তেওঁৰ ছাত্ৰ-জীৱনতেই। ইংৰাজীত এটি বচন আছে বোলে—The battle of Waterloo was won in the playing fields of Eton শৰ্মাদেৱেও নিৰ্বাচন যুদ্ধৰ প্ৰশিক্ষণ লাভ কৰিছিল ছাত্ৰ-জীৱনৰ কঠোৰ কৰ্তব্য পালনৰ মাজেদি।

ই আছিল ইংৰাজী ১৯১৮ চন মানৰ কথা। শৰ্মাই তেতিয়া বি এছ-চি. পাচ কৰি উঠি ক'ৰবাত শিক্ষকতা আৰম্ভ কৰিছিল। সেই সময়ত বন বিভাগৰ হাকিম কামৰ কাৰণে শিক্ষা দিবলৈ ছাত্ৰৰ নিৰ্বাচন পৰীক্ষা হৈছিল। চৰকাৰৰ লক্ষ্য আছিল পৰীক্ষাত উত্তীৰ্ণ হোৱা ছাত্ৰসকলৰ ভিতৰত দুজনক পঢ়ুৱাবলৈ পঠোৱা—এজন অসম উপত্যকাৰ আৰু অন্যজন সুৰমা উপত্যকাৰ। অৰ্থৰ পৰীক্ষা হৈছিল আৰু সেই

পৰীক্ষাৰ প্ৰশ্ন-কাকত তৈয়াৰ হৈছিল Pussa Institute of Forestryত আৰু প্ৰশ্নোত্তৰ কাকতো তাতেই পৰীক্ষা কৰা হৈছিল। যথাসময়ত খবৰ আহিল পৰীক্ষাত মাত্ৰ দুজন ল'ৰা কৃতকাৰ্য্য হৈছে, বাকী সকলো 'ফেল'। এইবাৰ আচৰিত কথা হ'ল এই যে দুয়োজন কৃতী ছাত্ৰ অসম-ভেলীতে পৰিল। সেই ছাত্ৰ দুজন আছিল যথাক্ৰমে লক্ষ্মীনাথ দাস আৰু সিদ্ধিনাথ শৰ্মা। প্ৰশ্ন-কাকত ভীষণ টান হৈছিল, তাতে পৰীক্ষকো আছিল সুদূৰ অচিনাকি ঠাইৰ। গতিকে কাৰো আপত্তিৰ একো কাৰণ নাথাকিল। চৰকাৰে অৱশ্যে দুযো উপত্যকাৰ কিছুমান পৰীক্ষাৰ্থী কৃতকাৰ্য হোৱা হ'লে নতুবা অন্ততঃ দুই উপত্যকাৰ দুজন কৃতকাৰ্য হোৱা হ'লেও বেছি ভাল পালেহেঁতেন। সেয়ে নোহোৱা দেখি চৰকাৰে খৰচ কিছু কম কৰাৰ উদ্দেশ্যে উত্তীৰ্ণ হোৱা দুয়োজন ছাত্ৰকে হাবিয়ে-বননিয়ে ঘূৰাই বন্য জীৱনৰ কষ্টসহিষ্ণুতাৰ প্ৰথম পৰীক্ষাটো ইয়াতেই ল'বলৈ স্থিৰ কৰিলে। সেইবাবে ছমাহ এগৰাকী দায়িত্বশীল বিষয়াৰ তলত দুয়োজন ছাত্ৰৰ পৰ্বতে-ভৈয়ামে অবিৰাম কষ্ট কৰি ভ্ৰমণ কৰাৰ পৰীক্ষা চলিল। ফলত প্ৰথমজনক এনে কষ্টকৰ জীৱনৰ যোগ্য ব্যক্তি নহ'ব বুলি পৰীক্ষকে ৰাখি দিলে আৰু দ্বিতীয়জনক অৰ্থাৎ শৰ্মাক বন বিভাগৰ কলেজত অধ্যয়ন কৰিবলৈ পঠিয়ালে। কলেজত পঢ়ি থাকোঁতে শৰ্মাৰ এদিন এজন অধ্যাপকৰ লগত অসম আৰু অসমীয়া লোকৰ বিষয়ে বেয়াকৈ তৰ্ক-বিতৰ্ক হ'ল। শৰ্মা কোনো দিনেই কু-তৰ্কত অংশ গ্ৰহণ কৰা লোক নাছিল, কিন্তু অবিচাৰ আৰু অন্যায় কাৰ্যৰ তেওঁ সদায় প্ৰতিবাদ কৰিছিল। কলেজত হোৱা সেই বাদ-প্ৰতিবাদৰ ফলত কলেজৰ অধ্যাপকজনে তেওঁক নানা প্ৰকাৰে অন্যায় কৰিবলৈ ফন্দি কৰিবলৈ ধৰিলে। তাতেই বিৰক্ত হৈ শৰ্মাই কলেজ এৰি ঘৰলৈ ঘূৰি আহিল আৰু ল পঢ়ি ওকালতি আৰম্ভ কৰিলে। শৰ্মা যে এজন মেধাবী ছাত্ৰ আছিল, অন্ততঃ উত্তম গণিতজ্ঞ আছিল, সেই বিষয়ে এই ঘটনায়ে সাক্ষী দিয়ে। ছাত্ৰ হিচাপে পৰ্বতে-ভৈয়ামে দিন-ৰাতি নোহোৱাকৈ অনাই-বনাই ভ্ৰমণ কৰাৰ যি অভ্যাস তেওঁ তাহানি অৰ্জন কৰিছিল ৰাজনীতিত নামি দেশৰ কাম কৰাত সিয়ে তেওঁক পিছৰ জীৱনত যথেষ্ট সহায় কৰিছিল।

## নিপুণ নায়ক

নিৰ্বাচন যুদ্ধত তেওঁ এগৰাকী নিপুণ নায়ক আছিল, অন্ততঃ তেওঁৰ হিচাব আৰু কাৰ্যপন্থা প্ৰায়ে নিৰ্ভুল আছিল বুলি কংগ্ৰেছ দলত আজিও তেওঁৰ নাম আছে। মাজ নিশালৈ ঘৰে ঘৰে বহি মেল কৰি মানুহৰ মন ঘূৰোৱাত তেওঁ সঁচাকৈয়ে নামে-কামে সিদ্ধিনাথ আছিল। তেনেকৈ আয়ত্ত কৰা সিদ্ধি বা সন্মানকো কিন্তু তেওঁ আৱশ্যক হ'লে পৰিহাৰ কৰিবলৈ প্ৰস্তুত হৈছিল।

এইখিনিতে এটা সৰু ঘটনাৰ কথা উল্লেখ কৰা অপ্ৰাসঙ্গিক নহ'ব। ঘটনাটো বোধহয় ১৯২৫ চন মানৰ। তেতিয়া গুৱাহাটী পৌৰসভাত প্ৰতিনিধি হোৱাটো এটা ডাঙৰ মান আৰু গৌৰৱৰ কাৰ্য আছিল। তেতিয়া কংগ্ৰেছে গা কৰি আহিব ধৰিছে, কিন্তু প্ৰতিবন্ধক আছিল অজস্ৰ আৰু প্ৰবল। একোটা সমষ্টিৰপৰা দুজনকৈ প্ৰতিনিধি নিৰ্বাচিত হ'ব লাগে। উজান বজাৰৰ কোনো এটা সমষ্টিৰপৰা কংগ্ৰেছে প্ৰতিনিধি থিৰ কৰিছিল শৰ্মা আৰু তৈয়বুল্লা চাহাবক। শৰ্মাই তাৰ বাবে দেহে-কেহে খাটিছিল আৰু তেওঁৰ প্ৰতিজ্ঞা আছিল তেওঁতো প্ৰতিনিধিত্ব পাবই, তৈয়বুল্লা চাহাবকো প্ৰতিনিধি পাতিব। সেয়ে নহ'লে অৰ্থাৎ তৈয়বুল্লা চাহাবক প্ৰতিনিধি নপতাকৈ তেওঁ প্ৰতিনিধি নহয়। তৃতীয়জন প্ৰাৰ্থী আছিল উপেন্দ্ৰনাথ বেজবৰুৱা। নিৰ্দিষ্ট দিনত নিৰ্বাচন যুদ্ধ হৈ গ'ল আৰু ভোট গণনা চলিবলৈ ধৰিলে। গণনাৰ অন্তত ফলাফল প্ৰচাৰিত হ'বলৈ নৌ-পাওঁতেই জনা গ'ল যে নিৰ্বাচনত প্ৰথম হ'ল শৰ্মা, দ্বিতীয় বেজবৰুৱা আৰু তৃতীয় তৈয়বুল্লা চাহাব অৰ্থাৎ তৈয়বুল্লা চাহাবৰ নাও তৰত লাগিল। শৰ্মাই তেতিয়া তৎক্ষণাৎ নিজৰ প্ৰতিনিধিত্ব প্ৰত্যাহাৰ কৰি ভোট গণনাৰ কৰ্তৃত্বত থকা ডেপুটি কমিচনাৰ চাহাবৰ হাতত আবেদন পত্ৰ দাখিল কৰিলে। নিৰ্বাচন যুদ্ধত নামি তেনেকৈ প্ৰত্যাহাৰ পত্ৰ দাখিল কৰাৰ নিয়ম ক'ত বুলি কোৱাত শৰ্মা ঘৃতাগ্নি হৈ উঠিল আৰু ক'লে যে নিৰ্বাচনৰ ফল তেতিয়াও প্ৰচাৰ কৰা হোৱা নাই আৰু সেই গতিকে তেওঁ প্ৰত্যাহাৰ পত্ৰ উঠাই নলয। আনকি তৈয়বুল্লা চাহাবে নিজে আহি অনুৰোধ কৰাতো তেওঁ নামানিলে। তেতিয়া তেওঁৰ প্ৰত্যাহাৰ পত্ৰ গৃহীত হ'ল আৰু তেনেকৈয়ে তেওঁৰ সহকৰ্মী তৈয়বুল্লা চাহাব প্ৰতিনিধি নিৰ্বাচিত হ'ল। তাৰে ফলত শৰ্মাৰ মান আৰু খ্যাতি আৰু বাঢ়িছিল।

## ব্যক্তিত্বৰ বৈশিষ্ট্য

বৰলোকসকলৰ বহুতেই আনৰ কথা শুনি তলৰ কৰ্মচাৰী বা তৃতীয় পক্ষক বিনা বিচাৰে অপৰাধী সাব্যস্ত কৰে আৰু তেনেভাৱে কাম কৰিবলৈ ধৰে। শৰ্মা কিন্তু তেনে ধৰণৰ বৰলোক নাছিল। কোনো কৰ্মচাৰীৰ বিৰুদ্ধে তেওঁক লগাবলৈ গৈ লগাওঁতাজনেহে কটু কথা শুনি উভতিব লগীয়া হৈছিল। ১৯৫০ চনৰ আগষ্ট মাহৰ কোনোবা এটা দিনৰ কথা। পমুৱা খেদা আন্দোলন তেতিয়াও ছেগাচোৰোকাকৈ চলিয়ে আছে। শৰ্মাৰ জন্মভূমি বৰিয়াই সেই বিষয়ত আগ-শাৰীত ঠাই লৈছিল। কুৰি-ডেৰকুৰি লোক নিঃচিহ্ন হোৱাৰ উপৰিও লঙ্কা-দাহনৰ ক্ষুদ্ৰ সংস্কৰণৰ বতৰা হাঁহকটা, বৰাগাঁও আদি ভিতৰুৱা ঠাই কিছুমানৰপৰা তেতিয়াও আহিয়ে আছিল। গছ নোহোৱা দেশত এৰাই বৰগছ আৰু ভোট-এৰাই সাৰ কাঠ হোৱাৰ দৰে চাৰ্কোলৰ

ভিতৰত ছব-ডেপুটীয়েই বৰচাহাবটো হৈ থাকে। ছব-ডেপুটীৰ লগত সকলো ঠাইতে একোজন থানাৰ বৰ দাৰোগা আৰু ডাক্তৰ থাকেই। অন্য নহ'লেও এই ত্ৰিমূৰ্তিৰ সংযোগ সকলো চাৰ্কোলতে আছে। যি সময়ৰ কথা কোৱা হৈছে সেই সময়ত লেখক আছিল বৰপেটা চাৰ্কোলৰ ছব-ডেপুটী। কাৰ্যভাৰ গ্ৰহণ কৰাৰো মাত্ৰ এমাহমান হৈছিল। বৰপেটাৰ কিছুমান গাঁৱৰ অৱস্থা তেতিয়া যি হৈছিল তাৰ স্মৃতিয়ে আজিও মনত বিভীষিকাৰ সৃষ্টি কৰে। কোনো কোনো ঠাই তেনেই এৰাবাৰী হৈছিল। কোনো কোনো গাঁৱত স্তূপীকৃত হৈ থকা বিৰাট ছাই-এণ্ডাৰৰ দৌল আৰু আধাপোৰা গছ-গছনিয়ে তাৰ পূৰ্বৰ নদন-বদন অৱস্থাৰ সাক্ষী দি আছিল। জিলাধিপতিৰ উপৰিও বিভিন্ন বিভাগৰ অধিকৰ্তা আৰু মন্ত্ৰীসকলৰ বাবে সেই ঠাই তেতিয়া বিপুল আকৰ্ষণৰ সামগ্ৰীস্বৰূপ হৈ পৰিছিল। এটা দিন নগৈছিল যিদিনা এজন নহয় এজন বৰমূৰীয়া তালৈ যোৱা নাছিল।

বৰপেটাৰ হৰদত্ত-বীৰদত্ত ভৱনৰ তেতিয়া খুটা-কাঠ-টিন আদি গোটোৱা কাম চলি আছিল। তাৰ গুৰিয়াল আছিল মোৰ পূৰ্ববৰ্তী ছব-ডেপুটী শ্ৰীঅভয়চৰণ দাস। চৰকাৰৰ আদেশত তেখেতে ততাতৈয়াকৈ মোক কাৰ্যভাৰ দি সেই ঠাই এৰিবলগীয়া হৈছিল। এনে সময়তে এদিন শৰ্মা গৈ উক্ত ভৱনৰ ভেটিত উপস্থিত হ'ল। সময় পুৱা। তেওঁক আগুৰি বহুত মানুহ থিয় হৈ আছিল। আমাৰ বাসস্থানৰপৰা এই ঠাই প্ৰায় এশ গজৰ ভিতৰতে হ'ব। মই তেখেত অহা বুলি শুনি ঘৰৰপৰা ওলালোঁ আৰু দুই-এখোজকৈ সেই ঠাই পালোঁগৈ। মোক যোৱা দেখিয়ে নেকি এগৰাকী স্থানীয় নেতাই তেওঁক ক'লে—ছাৰ, আমি অনেক ধৰা সত্ত্বেও আপুনি আমাৰ কথা নাৰাখিলে। দাস চাহাবক চৰকাৰে বদলি কৰিলে। এতিয়া এই ঘৰ আৰু হৈ নুঠে। ছব-ডেপুটী দাসৰ অবিহনে ইয়াক সম্পন্ন কৰা লোক আৰু ইয়াত নাই।

—কিয়? তোমালোকে নো কি কৰিছা? ছব-ডেপুটী দাসক ইয়াত তোমালোকৰ ঘৰ সাজিবলৈহে পঠিয়াইছিল হ'বলা? তোমালোকে নকৰা কিয়?—শৰ্মাই ক'লে।

—আমি কি কৰিম? আমাৰ কি ক্ষমতা আছে? আমাৰ কথা কোনে শুনিব? হাকিমৰ কতা হ'লে সকলোৱে শুনে।

—এতিয়া ইয়াত হাকিম নাই নেকি?

—আছে। এখেতেইতো হাকিম। পিছে এখেতে আমাৰ এই কামলৈ আহি আগভাগ লৈ দায়িত্ব গ্ৰহণ কৰিব খোজা আমি দেখা নাই। এখেত নিজৰ কামতেই ব্যস্ত। অফিচ কৰে, মোকৰ্দমা শুনে আৰু মফচললৈ যায়।

—তেওঁৰ দায়িত্বৰ ভিতৰত ঘৰ সজাটো নাই বুলি তোমালোকে নাজানা হ'বলা? ই তেওঁৰ কৰ্তব্য নহয়। তেওঁ নিজৰ কৰ্তব্য কৰিছে। তোমালোকৰ দৰ্কাৰ থাকিলে তেওঁৰ ওচৰলৈ তোমালোক যাবা, তেওঁ কিয় তোমালোকৰ ওচৰলৈ আহিব? কোনোবা কেতিয়াবা গৈছিলা জানো?

সকলোৱে নীৰৱ থকা দেখি শৰ্মাই পুনৰ ক'লে—নামাতা কিয় হা?

—হয়, আমি অৱশ্যে তেওঁক এই কামৰ বাবে ধৰা নাই।

—তেনেহ'লে এনে কথা আৰু নক'বা। কাম কেনেকৈ কৰিব পাৰি তাক তোমালোকে নাজানা। তেওঁ নাচাই নাথাকে, যোৱা।

ইয়াকে কৈ শৰ্মাই মোক চাৰ্কোলৰ কোন ঠাইত কি হৈছে ; খেতি হ'ব নে নহয় ; মোৰ সা-সুবিধা হৈছে নে নাই ইত্যাদি নানা কথা সুধিলে আৰু কথাৰ চলেৰে গৈ থাকি মোৰ ঘৰৰ ওচৰ পালে আৰু বহিবলৈ অনুৰোধ কৰাত বৈঠকখানাত বহি আতিথ্য গ্ৰহণ কৰিলে। লগতে মোক ৰাইজৰ কামত সাধ্যমতে সহায় কৰিবলৈ সৎ পৰামৰ্শ কিছুমান দিলে। তাৰে ফলত ৰাইজৰ সহযোগিতাত ৰঙিয়াত ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰৰ সৰ্ববৃহৎ ৰাজহুৱা মেল-চ'ৰা হৰদত্ত-বীৰদত্ত ভৱন নিৰ্মাণ হৈ উঠিল। এই অনুষ্ঠান সম্পূৰ্ণ কৰি তোলাতো শৰ্মাৰ পৰোক্ষ অৱদান উলাই কৰিবলগীয়া বিধৰ নহয়। এই অনুষ্ঠান পূৰ্ণাঙ্গ কৰি গঢ়ি তোলা পৰিকল্পনাত তেখেতে প্ৰথমে দুশ টকা মূল্যৰ গান্ধী-সাহিত্যৰ কিতাপ আৰু এটা আলমাৰী দান কৰিছিল। সেই অনুসাৰে উক্ত ভৱনত সমান্তৰালভাৱে পুথি-ভঁৰাল, অধ্যয়ন চক্ৰ আৰু সঙ্গীত-কলা-নাট্যসঙ্ঘৰ উদ্যোগপূৰ্ণ কাম নিতৌ সন্ধিয়া চলি আছিল , আশা কৰোঁ আজিও সি চলি আছে। এইদৰে সন্ধিৰ বাঁহ বুদ্ধিৰে কটাত শৰ্মা ডাঙৰীয়াৰ সমকক্ষ লোক নাছিল বুলিলেও অত্যুক্তি নহ'ব।

নিৰ্বাচনী যুঁজত তেওঁ কেতিয়াও প্ৰতিপক্ষক হিংসা নকৰিছিল। তেওঁৰ প্ৰতিদ্বন্দ্বী ৰঙিয়াৰ অন্যতম নেতা শ্ৰীশান্তিৰাম লহকৰক তেওঁ বাটৰপৰা নিজৰ মটৰতে তুলি নি একেখন মিটিঙতে দুয়ো দুফালে হৈ বাকযুদ্ধ কৰি পুনৰ সেই মটৰতে ঘূৰাই আনি ঘৰত থৈ যোৱা নিজ চকুৰে দেখিছিলোঁ। তেওঁ কৈছিল—গালি যি পাৰা পাৰিবা, উঠা, মটৰত উঠা। খোজকাঢ়ি মৰিব নালাগে।

লহকৰেও গৈ বক্তৃতা দি সভাত কৈছিল—মই সিদ্ধি শৰ্মাৰ গাড়ীত আহিলোঁ বুলি মোৰ বিবেকক মই বিক্ৰী কৰা নাই ; আৰু নকৰোঁও। আপোনালোকেও ধনী আঢ্যৱন্তসকলক তেনেকৈ যিমানে পাৰে খীৰাব , কিন্তু নিজৰ চিন্তা, বুদ্ধি আৰু বিবেকক বিক্ৰী নকৰিব।

শৰ্মাদেৱৰ বিষয়ে সেই একে ধৰণৰ কথাকে কমিউনিষ্ট নেতা তৰুণসেন ডেকাই লিখিছিল—ৰঙিয়াৰ গাঁও অঞ্চলৰ বহু মিটিঙত কামিনী শৰ্মাই তেখেতক ৰাজহুৱা সভাত আক্ৰমণ আৰু তীব্ৰ বিৰোধিতা কৰা মই জানো। মাজে মাজে তেখেত বিব্ৰত আৰু বিৰক্ত হোৱা বুলিও অনুমান হৈছিল। কিন্তু সভাৰ শেষত তেখেতেই বিৰোধীসকলক নিজৰ মটৰত তুলি আনি ঘৰত থোৱাৰ কথাও মই জানো। ৰাজনৈতিক জীৱনত এনে উদাৰতা বিৰল।

## ৰঙিয়াত বৰ বানপানীৰ সময়ত

১৯৫২ চনত ৰঙিয়াত হোৱা বৰ বানপানীৰ কথা অন্য প্ৰসঙ্গত উল্লেখ কৰা হৈছে। এজলাচী হাকিম যতীন হাজৰিকাক লগত লৈ আমি পূৰ্ণদেচপৰা, খুমদুম, ডোবোক, বাৰাংহাটী আদি ঠাইবোৰ নিজে চাই আহি চৰকাৰী সাহায্যৰ কাৰণে বিতং হিচাব সহ প্ৰতিবেদন তৈয়াৰ কৰিছিলোঁ। এনে সময়তে গুৱাহাটীৰপৰা জিলাৰ ডেপুটি কমিচনাৰ চাহাবক লগত লৈ শৰ্মা ৰঙিয়াত উপস্থিত হ'ল। সাহায্য সম্পৰ্কে আলচ কৰিবলৈ স্থানীয় লোকসকলে সভা পাতিলে। চল পালে চৰকাৰী বিষয়াক হেঁচাটো-ঠেলাটো দিবলৈ অনেক স্থানীয় নেতাই ভাল পায়। তাতে ডি চি কো সভাত দেখি সেইদিনা সকলোৰে মুখ মেল খালে। ইজনৰ ওপৰতে সিজনে ক'বলৈ চায়। তেতিয়া শৰ্মাই উঠি ক'লে—ৰ'বা, তোমালোকে যি ক'লা আমি সকলোৱে শুনিলোঁ। পিছে তোমালোকৰ কোনে কোনে কি কি বিধ্বস্ত অঞ্চল চালা কোৱাচোন। ওচৰৰ দুই-এখন গাঁৱৰ কথা কোৱাত বাহিৰে কোনেও প্ৰকৃত প্ৰপীড়িত অঞ্চলৰ নাম উল্লেখ নকৰিলে। শৰ্মাৰ সকলো ঠাই জনা আছে। তেওঁ ক'লে—পূৰ্ণখুমদুম, পূৰ্ণদেচপৰা, ডোবোক আদিলৈ কোনোবা গৈছিলানে?

সকলো নীৰৱ থাকিল। এজনে ক'লে—আমি তাৰপৰা অহা মানুহৰ মুখে শুনিছোঁ। তেতিয়া শৰ্মাই আমাৰ ফালে চোৱাৰ লগে লগে আমি উঠি সেই ঠাইবোৰলৈ কোন দিনা কেনেকৈ যোৱা হৈছিল, কাৰ কাৰ অৱস্থা কেনে পোৱা গৈছিল—ক্ষয়-ক্ষতিৰ পৰিমাণ কিমান, সকলো খবৰ ডায়েৰী বহী চাই ক'লোঁ আৰু সাহায্যৰ বাবে তৈয়াৰ কৰা প্ৰতিবেদন ডি চি ৰ হাতত দিলোঁ। শৰ্মাই তেতিয়া ক'লে—তোমালোকে খবৰো নাৰাখা , মিছাই ভছ-ভছ কৰা। পিছে এছ, ডি, চি, য়ে যি ৰিপোৰ্ট দিলে সি সঁচা নে মিছা?

প্ৰবীণ নেতা শান্তি লহকৰে উঠি ক'লে—মিছা নহয়, সঁচা। তেখেতৰ প্ৰতিটো কথাকে আমি সমৰ্থন কৰোঁ। আৰু তেখেতে হিচাব দিয়া মতে চৰকাৰে সাহায্য দিব লাগে বুলি ভাবোঁ। এই ঠাইবোৰলৈ তেখেত যোৱাৰ কথা আৰু মাণিকৰ জানেৰে নাৱত গৈ জীৱন বিপন্ন কৰাৰ কথা আমি জানো।

শৰ্মাই ক'লে—তেনেহ'লে তেওঁক তোমালোকে এই বিষয়ত সহায় কৰা।

ডি, চি, য়েও এটা চমু বক্তৃতা দি সকলোকে প্ৰশংসা কৰিলে আৰু চৰকাৰী সাহায্য পঠাব বুলি কৈ উভতি গ'ল। কোৱা বাহুল্য যে শৰ্মা ডাঙৰীয়াৰ ডাঙৰ গুণবোৰৰ ভিতৰত আনৰ ভাল কামৰ অকপট স্বীকৃতি দান আৰু উদাৰভাৱে কৰা প্ৰশংসাৰ কথা কোনেও পাহৰিব নোৱাৰে। চৰকাৰী কৰ্মচাৰীৰ কামত সমূলি হেতাওপৰা নকৰা নেতা তেওঁৰ দৰে দ্বিতীয় এজন আজিলৈকে পোৱা মনত নপৰে।

# কৰ্মী আৰু খুহুতীয়া হিচাপে

খোৱা-বোৱা কৰা আৰু বিশ্ৰাম লোৱাত শৰ্মাৰ অভ্যাস একাচেকা বিধৰ আছিল। ৰাইজৰ লগত মিলিবৰ কাৰণেই হ'বলা য'তে-ত'তে যেই-সেই সময়তে তেওঁ যিহকে-তিহকে খাইছিল আৰু তাকে কৰিও স্বাস্থ্য অটুট ৰাখিব পাৰিছিল। মাগুৰমাৰিত পুনৰ নিৰ্বাচন হোৱাত এবাৰ ৰাতি তেখেতৰ লগত প্ৰায় একমান বজাত একেলগে নৈশ ভোজন কৰিব লগীয়া হৈছিল। তেখেতে মাংসৰ আঞ্জা উদৰ পূৰাই খাই উঠি গৰম এবাঁ গাখীৰ এবাটি ঘোট-ঘোটকৈ পি খোৱা দেখি ভাবিছিলোঁ— হৰিয়ে পুৰালে ৰাখিলেহে ৰাখা। কিন্তু ক'তা? ৰাতিপুৱা সকলোতকৈ আগে উঠি হাত-মুখ ধুই তেওঁ নিৰ্বাচন কেন্দ্ৰত হাজিৰ হৈছিলগৈ।

আচৰিত কথা, তেওঁ ইচ্ছামতে যেতিয়াই-তেতিয়াই টোপনি মাৰিব পাৰিছিল। এদিন বহুত মানুহৰ মাজতে তেওঁ ক'লে—এৰা, দুই বজাতহে যাত্ৰা কৰিম, এতিয়া জিৰণি লওঁ। মানুহবোৰ তথাপি উঠি নগ'ল আৰু তেওঁৰ ওচৰতে বহি কথা পাতি থাকিল। তেওঁ তেওঁলোকৰ লগতে বহি চকু মুদি বেৰত আউজিলে আৰু নাকেৰে ঘোৰ্-ঘোৰ্ শব্দ কৰি টোপনি গ'ল আৰু ঠিক দুই বজাত উঠি হাত-মুখ ধুই যাবলৈ ওলাল।

খুহুতীয়া কথা কোৱাতো শৰ্মা কম নাছিল। কথা ধীৰে ধীৰে কৈছিল , কিন্তু খুহুতীয়া কথা কৈ নিজে নহঁহাকৈ থাকি আনক হঁহুৱাব পাৰিছিল। এবাৰ কৃষি আৰু মীন মহলৰ মন্ত্ৰী, ডি চি, কৃষি বিভাগৰ ডাইৰেক্টৰ আদিয়ে নলবাৰী ছান্দকুচীয়া বৰুবাৰ মীন-মহল পৰিদৰ্শন কৰিবলৈ গৈছিল। পালী-পহৰীয়া হিচাপে আমিও লগতে গৈছিলোঁ। দলটোৱে সন্ধ্যা তামোলপুৰৰ চৰকাৰী আড্ডাত ভাত খাব আৰু সিহাদিহি গৈ ৰাতি থাকিব। আবেলি আঙাৰকাটা, কাউলী, কুমাৰীকাটা আদি ঠাই পৰিভ্ৰমণ কৰি গধূলি সকলোৱে খাবলৈ একেলগে বহিল। ডি. চি কাৰ্ভালহো চাহাবে আঙুলিকেই কটা-চামুচৰ দৰে লৈ ভাত খোৱা দৃশ্য দেখি আমি সকলোৱে আমোদ পাইছিলোঁ।

—মাছৰ মূৰীঘণ্ট ক'ত? মূৰীঘণ্ট আন—বুলি এজনা মন্ত্ৰীয়ে চিঞৰিবলৈ ধৰিলে। উত্তৰত এজনে ক'লে—

—ছাৰ, মূৰটো গাড়ীত নিলে।

—কোনে নিলে?

—নিলে আপোনাৰ......।

—কোনে? কোনে??

কথাটো বুজি পাই শৰ্মাই ক'লে—দিয়াহে, তোমাক ইমান খবৰ কিয় লাগে? কোনোবা মাছৰ মূৰৰ মোল বুজা মানুহে নিলে আৰু। নাই যেতিয়া বাদ দিয়া। ইয়াত ৰন্ধা-বঢ়াত অসুবিধা হয় বুলি ভাবি ময়ে তোমাৰ শহুৰাৰেক নিব দিলোঁ।

## অন্য এটা ভোজত

ৰঙিয়াত এদিন সহ-উপপ্ৰতি-সমাহৰ্তা নন্দ দাসৰ ঘৰত সন্ধিয়া ভোজৰ আয়োজন চলিছিল। নিৰ্বাচনৰ কামত ঘূৰি-ফুৰি ঘটনাক্ৰমে শৰ্মাও আহি তাতে উপস্থিত হ'ল। দাসে মোক ফুচফুচাই কাণৰ কাষত সুধিলে—নিমন্ত্ৰণ কৰোঁ নেকি?

মই ক'লোঁ—নিশ্চয় কৰক।

—জানোচা গোমৰ ফাঁক হয়!

—হ'লেও নো হানি কি?

সেয়ে হ'ল। শৰ্মাকো নিমন্ত্ৰণ কৰা হ'ল। ৰাতি ২০। ২৫ জন লোক ভোজ খাবলৈ বহিছে। খোৱাৰ সময়ত শৰ্মাই সুধিলে—ভোজৰ কিবা উপলক্ষ্য আছে নেকি?

দাসে টপৰাই ক'লে—নাই ছাৰ। পঠাটো আমি সকলোৱে একেলগে খাব খুজিছিলোঁ। আজি খালোঁ।

দাসৰ কথা শুনি সকলোৱে হাঁহিলে। কোনোবা এজনে ক'লে—পঠা নহয় ছাৰ , খাহী। সকলোৱে আকৌ হাঁহিলে। শৰ্মাই গূঢ়াৰ্থ নুবুজিলে। সুধিলে—পঠা নহয় খাহী মানে?

তেতিয়া খাণ্ডা মহৰীয়ে (নাম হংশ শৰ্মা, মানুহে তেওঁক খাণ্ডা মহৰী বোলে) ক'লে—ছাৰ, দোষ নধৰে যদি কথাটো ময়ে কওঁ।

শৰ্মাই ক'লে—কাৰোবাৰ দোষৰ বাবে দিয়া পঠা নেকি?

—দোষ মানে মোৰেই দোষ ছাৰ। হাকিমৰ নহয়।—এইবুলি মহৰীয়ে ক'বলৈ ধৰিলে—হাকিমে এইবাৰ অষ্টমী পূজাৰ দিনা মুৰৰাৰ গোসাঁনীৰ থানত এটা ক'লা পঠা দিব খুজিছিল। ৰঙিয়া বজাৰত মোক লগত লৈ গৈ তেওঁ পঠা কিনিলে। মোক চাব দিলে, ময়ো চালোঁ। দাণ্ডি চালোঁ। ওজনত ১৫। ২০ সেৰমান পাই কিনিবলৈ ক'লোঁ। কিনিলে। মই মোৰ তাতে দৰখ দি পঠাটো বান্ধি ৰাখিলোঁ। পিছদিনা অষ্টমী পূজা। মই পঠাটো পঠালোঁ, আৰু হাকিমৰ লগত যাম বুলি বাট চাই থাকিলোঁ। এনেতে এজন লোকে দৌৰি আহি ক'লে—হাকিমৰ পঠাটো দেখোন পঠা নহয় , খাহীহে। গা-ধুৱাই উঠি বলি দিবলৈ নিব ধৰোঁতেহে ধৰা পৰিছে! এতিয়া কি কৰা যায়?

হাকিমো এনে সময়তে আহি পালে। মই অইন উপায় নেদেখি ঘৰৰ বাহত থকা ক'লা পাৰ এযোৰকে ধৰি লৈ গ'লোঁ। গোসাঁনীক তাকে দি আমাৰ খাহীটো ঘূৰাই আনিলোঁ। তাকে আজি সকলোৱে ভোজপাতি খাইছোঁ।

—হাকিমে তোমাক গালি নাপাৰিলে নে?

—হওঁতে তেওঁ মোক দোষ দিছিল। পিছে মই ক'লোঁ—ছাৰ আপুনিওতো কিনোতে মোৰ লগতে আছিল। আমি দুয়ো কিনিছিলোঁ। হাকিমে মোক ক'লে—বাৰু.

যি হ'বৰ হ'ল। এতিয়া কথাটো কাকো নক'ব। পিছে নক'ব ক'ত? হাকিমেই সকলোকে এটা এটাকৈ—কাকো নক'ব, কাকো নক'ব—বুলি কৈ পেলালে। নহ'লে আজি ইমান মানুহে ইয়াৰ ভাগ নাপায়।

আকৌ সকলোৱে হাঁহিলে। শৰ্মাই ক'লে—পিছে ই তোমাৰ খাহীখোৱা বামুণীয়া বুদ্ধি নহয়তো?

## বন্ধুত্বত সততা

লক্ষ্মীনাথ দাস শৰ্মাদেৱৰ সহপাঠী বন্ধু। মন্ত্রী হৈ থকা কালত এদিন শৰ্মাই গধূলি দাসৰ ঘৰলৈ ফুৰিবলৈ গৈ উভতি আহিবৰ সময়ত—লক্ষ্মী, এইখিনি লোৱাচোন—বুলি এটা লেফাফা দিলে। দাসে কি বুলি স্তম্ভিত হ'ল। শৰ্মাই ক'লে—লোৱাচোন, বহুত দিন আগতে মই তোমাৰপৰা আজি দহ টকা, কালি কুৰি টকা কৰি নিওঁতে নিওঁতে দুশ টকা হৈছিল। তাকে আজিহে দিলোঁ।

—মোৰ কিন্তু মনত নাই।—দাসে ক'লে।

—তুমি পাহেৰা বুলি ময়ো পাহৰিম নে? মোৰ ডায়েৰীত লেখা আছে দে।

এয়ে আছিল সিদ্ধিনাথ শৰ্মা। তেওঁৰ স্মৃতি আজিও আমাৰ মনত সেউজীয়া হৈ আছে। এসময়ত ৰঙিয়া মানেই সিদ্ধিনাথ শৰ্মা আছিল। তেওঁৰ আত্মাই শান্তি পাওক।

———০———

*Sarat Chandra Goswami–A biography of the late educationist and litterateur Sarat Chandra Goswami written by Shri Atul Chandra Barua and published by Shri Amal Rajkhowa, General Secretary, Asam Sahitya Sabha, Chandrakanta Handiqui Bhavan, Jorhat, Assam, 1st Edition, May, 1987, printed at Mani Manik Press, Ujanbazar, Guwahati - 781 001. Price Rs. 25.00*

---

শৰৎচন্দ্ৰ গোস্বামী
প্ৰণেতা ঃ শ্ৰীঅতুলচন্দ্ৰ বৰুৱা

প্ৰকাশক ঃ
শ্ৰীঅমল ৰাজখোৱা
প্ৰধান সম্পাদক, অসম সাহিত্য সভা ;
চন্দ্ৰকান্ত সন্দিকৈ ভৱন ; যোৰহাট

প্ৰথম প্ৰকাশ ঃ
মে', ১৯৮৭

বেটুপাত ঃ শ্ৰীহৰকুমাৰ ডেকা

মূল্য ঃ ২৫.০০ টকা

মুদ্ৰক ঃ
মণি-মাণিক প্ৰেছ,
উজানবজাৰ,
গুৱাহাটী - ৭৮১ ০০১

# প্ৰধান সম্পাদকৰ একাষাৰ

"ধীৰ, স্থিৰ, সভাশুৱনি, গহীন-গম্ভীৰ, সদালাপী, গঠনমূলক কামত সদায় অগ্ৰগণি—সেইজন আছিল শৰৎচন্দ্ৰ গোস্বামী"—অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি শ্ৰীঅতুলচন্দ্ৰ বৰুৱাৰ এই সাৰ্থক উক্তি স্মৰণ কৰি অসম সাহিত্য সভা গঠনৰ প্ৰথম উদ্যোক্তাসকলৰ এগৰাকী, সভাৰ প্ৰথম প্ৰধান সম্পাদক, শিক্ষাবিদ শৰৎচন্দ্ৰ গোস্বামীদেৱৰ জন্ম-শতবৰ্ষ জয়ন্তীত শ্ৰদ্ধাঞ্জলি নিবেদন কৰিছোঁ।

সভাৰ প্ৰাক্তন সভাপতি ডিম্বেশ্বৰ নেওগৰ ভাষাৰে "অসম সাহিত্য সভাৰ জন্মকালৰেপৰা লাগিভাগি তাৰ সৌষ্ঠব দানকৰোঁতাসকলৰ ভিতৰত শৰৎচন্দ্ৰ গোসাঁই প্ৰধান।" সভাৰ ১৯৮৬-৮৭ বছৰৰ কাৰ্য-নিৰ্বাহক সমিতিৰ বৈঠকে গোস্বামীদেৱৰ জন্ম-শতবাৰ্ষিকী উৎসৱ পালনৰ সিদ্ধান্ত গ্ৰহণ কৰে আৰু সেই উপলক্ষে এলানি প্ৰকাশনৰো আঁচনি গ্ৰহণ কৰে। গোস্বামীদেৱৰ সমগ্ৰ ৰচনাৱলী একত্ৰে প্ৰকাশ কৰাৰ উপৰিও এখনি প্ৰামাণ্য জীৱনী প্ৰকাশৰো সিদ্ধান্ত লোৱা হয়। ৰচনাৱলীৰ সম্পাদনাৰ দায়িত্ব অৰ্পণ কৰা হয় শ্ৰীযতীন্দ্ৰনাথ গোস্বামীদেৱক আৰু জীৱনীখনি ৰচনা কৰিবলৈ দায়িত্ব অৰ্পণ কৰা হয়—শ্ৰীঅতুলচন্দ্ৰ বৰুৱাদেৱক। শ্ৰীবৰুৱাই সভাৰ এই দায়িত্ব গ্ৰহণ কৰে আৰু অতি কম সময়ৰ ভিতৰতে জীৱনীখনি যুগুত কৰি উলিয়ায়। শ্ৰীবৰুৱাৰ এই আশাশুধীয়া কামৰ বাবে আৰু পুথিখন সৰ্বাংগ-সুন্দৰকৈ ছপা হোৱাৰ ক্ষেত্ৰত সকলো প্ৰকাৰেই যত্ন লোৱাৰ বাবে সভাৰ পক্ষৰপৰা তেখেতলৈ কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ। বেটুপাত অংকন কৰোঁতা গুৱাহাটীৰ শ্ৰীহৰকুমাৰ ডেকালৈ আৰু ছপা কৰি দিয়াৰ বাবে মণি-মাণিক ছপাশালৰ কৰ্তৃপক্ষলৈ আমাৰ আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিলোঁ।

অমল ৰাজখোৱা
প্ৰধান সম্পাদক
অসম সাহিত্য সভা

# ৰচয়িতাৰ যৎকিঞ্চিৎ

১৯৪৪ চনৰ ১৯ ডিচেম্বৰ তাৰিখে দিল্লী মহানগৰীত শৰৎচন্দ্ৰ গোস্বামীদেৱৰ আকস্মিকভাৱে তিৰোধান ঘটে। তাৰে এবছৰৰ মূৰত তেখেতৰ মৃত্যু-বাৰ্ষিকী আহি পোৱাত সেই উপলক্ষে ছিলঙৰ লাবান 'আসাম ক্লাব'ত এখন ৰাজহুৱা স্মৃতি-সভা বহিছিল আৰু তাত এটি বক্তৃতা দিয়াৰ ভাৰ পৰিছিল এই লেখকৰ ওপৰত। আমি আছিলোঁ তেতিয়া ছিলং ছেইণ্টমেৰী আৰু এড্‌মাগুছ্ মহাবিদ্যালযৰ নতুন প্ৰবক্তা। চৰকাৰী চাকৰিয়াল হৈ পোনপটীয়াভাৱে গোস্বামী ডাঙৰীয়াৰ সান্নিধ্য লাভ কৰাৰ সুযোগ কোনো দিনে পোৱা নাছিলোঁ , তথাপি কিন্তু আলেঙে-আলেঙে তেখেতৰ গুণ-গৰিমা, কাৰ্যকলাপ, বুদ্ধি-কৌশল আদিৰ উমান বাৰুকৈয়ে পাই আছিলোঁ। মুঠতে গোস্বামীদেৱৰ মোহনীয় ব্যক্তিত্বই আমাক আকৰ্ষণ নকৰাকৈ নাছিল। তেখেতৰ বিষযে মুকলি সভাত ক'বলগীয়া হোৱাত তেখেতৰ ৰচিত সাহিত্যৰাজিত চকু ফুৰোৱাৰ উপৰিও তেখেতৰ বন্ধু-বান্ধৱ. আত্মীয-স্বজনসকলৰ লগতো আলচ কৰি বহু বিষয় জানি ল'বলৈ বাধ্য হৈছিলো। সভাত সেইকণ সামান্য দাযিত্ব সম্পন্ন কৰাৰ ফল স্বৰূপেই হ'ব পায় গোস্বামীদেৱৰ গুণগ্ৰাহী বন্ধু-বান্ধৱসকলৰ উপৰি সিদিনাৰ সভাত উপস্থিত থকা অনেক গুণী-মানী সদাশয লোকে, বিশেষকৈ গোস্বামী পৰিযালৰ লোকসকলে গোস্বামী ডাঙৰীয়াৰ জীৱনী এখন প্ৰস্তুত কৰি উলিযাবলৈ আমাক নেৰানেপেৰাকৈ অনুৰোধ কৰে। সেই আপাহতে গোস্বামীদেৱৰ সুযোগ্য জোঁৱায়েক গকুলচন্দ্ৰ গোস্বামীয়ে লাগতিযাল পুথি-পাঁজি, নথি-পত্ৰ আদিৰে আমাক সহায কৰিবলৈ আগবাঢ়ি আহিলত আমি সেই কাম মাহচেৰেকৰ ভিতৰতে সম্পূৰ্ণ কৰিবলৈ বাধ্য হৈছিলোঁ। পিছত অৱশ্যে বহুজনৰ অভিৰুচি পূৰ্ণ কৰিবলগীযা হৈ তাৰ প্ৰকাশ বাধাপ্ৰাপ্ত হৈছিল আৰু শেহত প্ৰায় আঠ বছৰৰ মূৰত লেখকৰ পৰামৰ্শমতে গকুলচন্দ্ৰ গোস্বামীদেৱে খণ্ডিতভাৱে হ'লেও তাক এটা ৰূপত প্ৰকাশ কৰিছিল।

বৰ্তমানে শৰৎচন্দ্ৰ গোস্বামীদেৱৰ জন্ম-শতবাৰ্ষিকী সমাগত হোৱাত অসম সাহিত্য সভাই সভাখনৰ আৰম্ভণিতে এবছৰ (১৯১৭-১৮ চন) আৰু তাৰ পাছত একেৰাহে সাত বছৰ (১৯২০-২৭ চন) প্ৰধান সম্পাদকৰূপে অনুষ্ঠানটিৰ গুৰি-ব'ঠা ধৰি তাক বাট লগাই দি থৈ যোৱা এইগৰাকী কীৰ্তিমন্ত পুৰুষৰ পূৰ্ণাঙ্গ জীৱনী এখন প্ৰকাশ কৰিবলৈ স্থিৰ কৰি আমাৰ ওপৰত তাৰ দাযিত্ব অৰ্পণ কৰাত সেই কৰ্তব্যটি যথাসাধ্যে সম্পন্ন কৰিবলৈ আগবঢ়া হ'ল। নক'লেও হ'ব যে এই বিষযৰ আমাৰ পূৰ্বোক্ত কাৰ্য এই ক্ষেত্ৰত যথেষ্ট সহায়ক হৈছে।

শৰৎচন্দ্ৰ আছিল এগৰাকী বহুমুখী প্ৰতিভাশালী লোক। তেওঁৰ জীৱনৰ কাৰ্যাৱলীৰ একোটা দিশ লৈয়ে লিখোঁ বুলিলে একোখন পুথি লিখিব পাৰি।

তেনেস্থলত জুকিয়াই লৈ থূলমূলকৈ লিখিবলৈ জীৱনীখন সাধাৰণভাৱে সাতোটা ছেদত বিভক্ত কৰি লোৱা হৈছে, যেনে—ছাত্ৰ-জীৱন, কৰ্ম-জীৱন, গঠনমূলক কামৰ লগত জড়িত জীৱন, সাহিত্য-জীৱন, গোস্বামী মানুহজন, লোকান্তৰত শ্ৰদ্ধাঞ্জলিৰ ধ্বনি-প্ৰতিধ্বনি আৰু ওপৰঞ্চিত দুই-এখন মূল্যবান চিঠি, অভিনন্দন-পত্ৰ আদিৰ উপৰি পুৰুষীনামা, হস্তাক্ষৰ, ব্যক্তিগত জীৱনৰ ছবি-দাঙি-ধৰা হিচাপ-কিতাপ, কাকত-পত্ৰাদি অন্তৰ্ভুক্ত কৰা হৈছে।

শ্ৰদ্ধাঞ্জলিত সন্নিবিষ্ট কৰা ভালেকিখন চিঠি ইংৰাজীৰ ভাঙনি। পুথি ৰচনাত সহায় লোৱা আৰু ব্যৱহাৰ কৰা বিবিধ গ্ৰন্থ, অনুষ্ঠান, ব্যক্তি আদিৰ তালিকা পৃথকে পঞ্জীভুক্ত নকৰি যথাস্থানত পাদ-টীকাত সিসমূহৰ স্বীকৃতি দি উল্লেখ কৰা হৈছে ; যেনে—অসম সাহিত্য সভাৰ ৰূপৰেখা (অতুলচন্দ্ৰ হাজৰিকা), Annals of Assam Sahitya Sabha—(Dr M Neog), সাবিত্ৰী—(মহাদেৱ শৰ্মা), জীৱন-স্মৃতি আৰু কামৰূপী সমাজ—(পণ্ডিত প্ৰতাপচন্দ্ৰ গোস্বামী), The Journal of Assam Research Society, সাহিত্য সভা পত্ৰিকা -(অসম সাহিত্য সভা) ইত্যাদি।

পুথিখন যুগুত কৰাত গোস্বামী পৰিয়ালবৰ্গৰ বাহিৰেও অগ্ৰজ প্ৰতিম ড° মহেশ্বৰ নেওগ ডাঙৰীয়াৰ দিহা-পৰামৰ্শই পথৰ প্ৰধান সম্বলৰূপে কাম কৰিছে। সাহিত্যিক পেঞ্চনাৰ বন্ধু শ্ৰীনৰেন্দ্ৰ নাথ শৰ্মাই আৰ্হি-কাকত গুধৰাই দিয়াকে আদি কৰি নানাভাৱে সহায় কৰি আছে। অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক শ্ৰীঅমল ৰাজখোৱা আৰু সহকাৰী সম্পাদক শ্ৰীপৱনকুমাৰ বৰুৱাৰ উপৰি ছপাশালৰ মালিক শ্ৰীপঙ্কজ দত্তৰ বিশেষ তত্ত্বাৱধানত পুথি-প্ৰকাশ দ্ৰুত গতিত আগবাঢ়িছে। সেই সদৌটিলৈকে আমাৰ হিয়াভৰা শলাগ যাচিলোঁ।

নবগিৰি , চানমাৰি ,
গুৱাহাটী — ৩
দুই মে' /'৮৭

অলমতিবিস্তৰেণ
শ্ৰীঅতুলচন্দ্ৰ বৰুৱা

# প্ৰস্তাৱনা

এটা অনুষ্ঠান মানে এজন বা ততোধিক আশাশুধীয়া কৰ্মীৰ সমষ্টি ঃ ই এটা স্বতঃসিদ্ধ কথা। কেতিয়াবা আকৌ একোজন লোকেই একোটা মহৎ অনুষ্ঠানৰ স্নায়ুকেন্দ্ৰ বা প্ৰাণস্বৰূপ হৈ পৰে। ভাৰতীয় জাতীয় কংগ্ৰেছত এসময়ত সভাপতি বা কৰ্যনিৰ্বাহকৰ (হাইকমাণ্ডৰ) সদস্য হৈ নথকা সত্বেও মহাত্মা গান্ধী আছিল তাৰ প্ৰাণ-স্বৰূপ। পৰিমাণত বা প্ৰতিপত্তিৰ ফালেদি সিমান নহ'লেও অসম সাহিত্য সভাৰ প্ৰতিষ্ঠা আৰু সংবৰ্দ্ধনৰ ক্ষেত্ৰত শৰৎচন্দ্ৰ গোস্বামীৰো অৰিহণা উলা-মূলা বিধৰ নাছিল। সেয়েহে অসম সাহিত্য সভাৰ এগৰাকী প্ৰাক্তন সভাপতিয়ে সাহিত্য সভাৰ অৰ্দ্ধশতাব্দীৰ কাৰ্যাৱলী স্মৰণ কৰিবলৈ গৈ অসম সাহিত্য সভাৰ হীৰক জয়ন্তী উৎসৱৰ স্মাৰক গ্ৰন্থ 'হীৰক-জ্যোতি'ত কৈছে—'যিকেইজন দূৰদৰ্শী, অসমীয়া ভাষা-সাহিত্যৰ প্ৰতি গভীৰ শ্ৰদ্ধাবান সাহিত্যিকৰ মনত এনে এটি অনুষ্ঠানৰ (অসম সাহিত্য সভাৰ) পৰিকল্পনা জাগি উঠিছিল, সেইসকলৰ ভিতৰত শৰৎচন্দ্ৰ গোস্বামীদেৱৰ নাম প্ৰথমেই ল'ব লাগিব। তেখেতৰ প্ৰেৰণাতে যোৰহাটত এটি সৰু গোষ্ঠীয়ে এই সৎ উদ্দেশ্য কাৰ্যত পৰিণত কৰিবলৈ গোস্বামীদেৱৰ নেতৃত্ব মানি ল'লে।' (আনন্দ চন্দ্ৰ বৰুৱা)। এনে এদিন আছিল যেতিয়া স্কুল ইন্‌স্পেক্টৰ বুলিলে বুজা গৈছিল কেৱল শৰৎচন্দ্ৰ গোস্বামীকহে , যোৰহাট নৰ্মাল স্কুল বুলিলেই মানুহৰ মনলৈ আহিছিল শৰৎচন্দ্ৰ গোস্বামীৰ নাম আৰু কামৰ কথা। এনেকৈয়ে তেওঁ একে সময়তে হৈ পৰিছিল ভালেকেইটা বিখ্যাত অনুষ্ঠানৰ জীৱন্ত প্ৰতীক স্বৰূপ। এইজনা ক্ষণজন্মা পুৰুষৰ জীৱনৰ কাৰ্যাৱলী নতুন পুৰুষৰ প্ৰেৰণা আৰু গৱেষণাৰ স্থল হ'ব বুলি আশা কৰা যায়। গোস্বামীদেৱে নিজে নিজৰ জীৱন চৰিত লিখি থৈ যোৱা নাছিল যদিও তেওঁ সযতনে এৰি যোৱা সুশৃঙ্খল নথি-পত্ৰ, প্ৰবন্ধ আৰু ৰচনাৱলীৰপৰা তেওঁৰ জীৱনাদৰ্শ আৰু কাৰ্যাৱলীৰ আভাস পোৱা যায়। এই জীৱনী তাৰে এটি প্ৰয়াস।

## জন্ম, উপৰিপুৰুষ আৰু ছাত্ৰ-জীৱনৰ কাৰ্যাৱলী

ইংৰাজী ১৮৮৭ চনৰ ১২ মে'ৰ দিনা দিনৰ দুইমান বজাত কামৰূপ জিলাৰ নলবাৰী সত্ৰত শৰৎচন্দ্ৰ গোস্বামীদেৱৰ জন্ম হৈছিল। গোসাঁইদেৱৰ পূৰ্বপুৰুষসকল

ভাটীৰ নদীয়া শান্তিপুৰৰপৰা অহা মানুহ। মহাপ্ৰভু চৈতন্যদেৱৰ নাম-ধৰ্ম প্ৰচাৰ কৰিবলৈ বহু নদী-নলা পাৰ হৈ আৰু দুৰ্গম পথ অতিক্ৰম কৰি তেওঁলোক অসমলৈ আহিছিল। অসম পোৱাত ইয়াৰ উৰ্বৰা ভূমি, শস্যবহুল পথাৰ আৰু সৰল প্ৰকৃতিৰ বাসিন্দাসকলৰ ব্যৱহাৰত মুগ্ধ হৈ কামৰূপ জিলাৰ বৰনগৰ আৰু নলবাৰীত তেওঁলোকে ক্ৰমে ৰামপুৰ আৰু নাৰায়ণপুৰ নামে দুখন গৌৰীয় সত্ৰ পাতি বহিল। সত্ৰত তিনিও সন্ধ্যা নাম-কীৰ্তন হ'বলৈ ধৰিলে। হৰি-নামৰ মধুৰ কীৰ্তনৰ ধ্বনিয়ে চৌদিশ মুখৰিত কৰি তুলিলে। তাতে ওচৰ-পাঁজৰৰ লোকসকলৰ তেওঁলাকৰ প্ৰতি শ্ৰদ্ধা বাঢ়িল। পিছত গোস্বামীদেৱৰ প্ৰপিতামহ নাৰায়ণদেৱৰ নাম অনুযায়ী নলবাৰীৰ সত্ৰখনৰ নাম হৈ পৰিল নাৰায়ণপুৰ সত্ৰ। ই অষ্টাদশ শতিকাৰ শেষ আৰু ঊনবিংশ শতিকাৰ আদিভাগৰ কথা। বৰ্তমানে 'ঠাইৰ নাম অনুসৰি সত্ৰৰ নামো সলনি হৈ নলবাৰী সত্ৰ হৈছে।' * সংশ্লিষ্ট বংশাৱলী পুথিৰ শেষত সন্নিবিষ্ট কৰা হৈছে।

## পিতৃ-পৰিচয় আৰু বাল্যকাল

শৰৎচন্দ্ৰ গোস্বামীৰ পিতৃৰ নাম আছিল ললিতচন্দ্ৰ (গুপ্ত নাম লম্বোদৰ) আৰু মাতৃৰ নাম মুকুন্দপ্ৰিয়া। তেওঁলোকৰ আঠোটি সন্তানৰ ভিতৰত শৰৎচন্দ্ৰ আছিল দ্বিতীয় পুত্ৰ আৰু চতুৰ্থ সন্তান। আঠোটা সন্তানৰ ভিতৰত চাৰিজন ল'ৰা আৰু চাৰিজনী ছোৱালী। তাৰে শ্যামচন্দ্ৰ আৰু কণবাপ (গুপ্তনাম অমৃতচন্দ্ৰ) নামৰ দুটি পুত্ৰ ক্ৰমে ন বছৰ আৰু পোন্ধৰ বছৰ বয়সত ঢুকায়। জীৱিত দুই পুত্ৰৰ ভিতৰত প্ৰতাপচন্দ্ৰ গোস্বামী (পিছত বিদ্যাৰত্ন, বিদ্যাবিশাৰদ আৰু ধৰ্মভূষণ) ডাঙৰ আৰু শৰৎচন্দ্ৰ সৰু আছিল। সৰুবেপৰা শৰৎচন্দ্ৰই দেউতাক-মাক, ককায়েক-বায়েক সকলোৰে পৰা বৰ আদৰ-আপডাল পাইছিল। বিশেষকৈ ককাযেক প্ৰতাপচন্দ্ৰ গোস্বামীদেৱে তেওঁক নিজৰ প্ৰাণতকৈও অধিক ভাল পাইছিল। সেই কাৰণে গোসাঁইদেৱেও আজীৱন ককায়েকক দেউতাকক মনাৰ দৰে মানি চলিছিল আৰু সকলো কামতে তেওঁৰ পৰামৰ্শ বিচাৰিছিল। তেওঁলোক দুজন ককায়েক-ভায়েকৰ মিলা-প্ৰীতিৰ কথা আজিও মানুহৰ মুখত শুনিবলৈ পোৱা যায়। বয়সস্থ লোকসকলে দুইকো ৰাম-লক্ষ্মণ বুলি ভাল পাইছিল আৰু দুয়ো ভাটী বয়সতো নলে-গলে লগা বন্ধুৰ দৰে আলিবাটত কথা-বতৰা পাতি ফুৰিবলৈ যোৱা দেখি মানুহে ৰ-লাগি চাইছিল।

গোসাঁইদেৱৰ পিতাক এজন বৰ সদাচাৰী, নিষ্ঠাৱান আৰু মিষ্টভাষী লোক আছিল। গভীৰ পাণ্ডিত্য আৰু সজ আচৰণৰ কাৰণে তেওঁক নলবাৰী সত্ৰৰ শিষ্য-ভক্তসকলেই নহয়, দূৰ-দূৰান্তৰ লোকসকলেও বৰ ভক্তি কৰিছিল। তেওঁৰ পত্নী

* পণ্ডিত প্ৰতাপচন্দ্ৰ গোস্বামীৰ 'জীৱন-স্মৃতি আৰু কামৰূপী সমাজ'

মুকুন্দপ্ৰিয়া দেৱী নলবাৰীৰ ওচৰৰে মাজদিয়া নামৰ সত্ৰৰ এজনা অতি সাত্বিক গোসাঁইৰ দুহিতা আছিল। পতিৰ অনুৰূপেই তেৰোঁ আছিল জ্ঞান আৰু গুণৰ প্ৰতি অনুৰক্তা। পিতৃ-মাতৃৰ এই সজ গুণবোৰ সন্তানসকলৰ প্ৰকৃতিতো বহুলাংশে বিকশিত হৈছিল।

পিতৃ-মাতৃৰ প্ৰথম সন্তান আছিল বৃন্দা আই। বেলশৰ দেৱালয়ৰ দুমাইলমান দক্ষিণে জাপ্ৰা সত্ৰত তেওঁক বিয়া দিয়া হৈছিল। জাপ্ৰা এখন সুপ্ৰসিদ্ধ হৰিদেৱী সত্ৰ।

ধৰ্ম কথাত বৃন্দা আইৰ সৰুৰেপৰা বৰ আসক্তি আছিল। তেওঁ গোসাঁইদেৱৰ ডাঙৰ বাইদেৱাক। বৃন্দা আইদেৱে সৰুতে গোসাঁইদেৱক মৰমতে 'চানা বাপা' বুলি মাতিছিল ; নাম নাকাটিছিল। তেওঁ চানা বাপা বোলোঁতে বোলোঁতে সকলোৱে তেওঁক চানা বাপা বুলিয়েই মাতিবলৈ ধৰিলে। সেই কাৰণে পাছলৈ ডাঙৰ হোৱাতো বয়সীয়া লোকসকলে গোসাঁইদেৱক চানা বাপা বুলিহে মাতিছিল। সৰুৰেপৰা তেওঁৰ চাল-চলন আৰু কাম-কাজৰ গঢ়-গতি দেখি পিতৃ-মাতৃ আৰু ইষ্ট-কটুম্ব সকলোৱে বৰ আনন্দ লভিছিল।

## শিক্ষাৰম্ভ আৰু ছাত্ৰ জীৱন

তেতিয়া নলবাৰী আৰু আজিৰ নলবাৰীৰ বহুত প্ৰভেদ। আজিৰ নলবাৰী জিলাৰ সদৰ হৈছে। তাত আজি অফিচ-আদালত, স্কুল-কলেজ, মন্দিৰ-নামঘৰ আদি নানা অনুষ্ঠান ভৰি পৰিছে। তেতিয়া তাত স্কুল-কলেজৰ নাম-গোন্ধেই নাছিল। তাৰ অধিকাংশ ঠাই হাবি-বনে আগুৰি আছিল। উত্তৰ অঞ্চলত আনকি বাঘ-ভালুক, হৰিণ-গাহৰি আদি বন্য জন্তুও ওলাইছিল। ৰেল আলি তেতিয়া হোৱা নাই। মানুহে মটৰত উঠা দূৰৰ কথা, মটৰ গাড়ী দেখাই নাছিল। অৱশ্যে অকল নলবাৰীহে যে তেনে আছিল, এনে নহয়। তেতিয়া অসমৰ অনেক ঠাইৰে অৱস্থা তেনেকুৱাই আছিল ঃ বৰঞ্চ তুলনামূলকভাৱে বহুত বিষয়ত নলবাৰী অনেক ঠাইতকৈ উন্নতহে আছিল।

নলবাৰীত তেতিয়া আধুনিক শিক্ষা-পদ্ধতিৰ বেছি প্ৰচলন হোৱা নাছিল। গাঁৱৰ ল'ৰাবোৰে কাঠৰ ফলি লৈ কোনো স্থানীয় লোকৰ ঘৰত লেখা-পঢ়া শিকিছিল। সংস্কৃত শিক্ষাৰ কাৰণে অৱশ্যে অ'ত ত'ত দুই-এখন টোল আছিল। শিক্ষাৰ প্ৰতি ধাউতি থকা অভিভাৱকসকলে কেতিয়াবা কোনো কোনো সম্ভ্ৰান্ত মানুহৰ গোসাঁই ঘৰ বা চ'ৰা ঘৰতে তেওঁলোকৰ ল'ৰাবোৰক গোট খুৱাই একোজন শিক্ষকৰ অধীনত শিক্ষা দিয়াইছিল। গোস্বামীক কিন্তু পিতাকে সৰুতে নিজৰ ঘৰতে পণ্ডিত এজন ৰাখি বিদ্যা-শিক্ষা দিয়াৰ ব্যৱস্থা কৰিছিল। শিক্ষকজনৰ নাম আছিল মাটিৰাম দাস। ঘৰ বাইহাটাৰ ওচৰৰ পানীটেমা গাঁৱত।

## নলবাৰী মাইনৰ স্কুলত

সমগ্ৰ নলবাৰী অঞ্চলৰ ভিতৰত সেই সময়ত এখন মাত্ৰ মাইনৰ স্কুল আছিল। তাতো ছাত্ৰসংখ্যা আছিল নিচেই নগণ্য। এই স্কুল গোসাঁইদেৱৰ ঘৰৰপৰা এমাইলমান দূৰত। মাইনৰ স্কুলখনত দুটা শাখা আছিল ঃ এটা ছাত্ৰবৃত্তি শাখা, আনটো মাইনৰ। ১৮৯৭ চনৰ বৰভূঁইকঁপৰ বছৰতে গোস্বামীয়ে নলবাৰী মাইনৰ স্কুলৰ ছাত্ৰবৃত্তি শাখাত নাম লগায়। তেওঁ ছাত্ৰবৃত্তিত নাম লগাইছিল যদিও তলে তলে কিন্তু ইংৰাজীও শিকিছিল। তেতিয়া তেওঁৰ বয়স আছিল দহ বছৰ। সেই সময়ত গোসাঁই-বামুণৰ ল'ৰাই সাধাৰণতে ছাত্ৰবৃত্তিত অসমীযাহে শিকিছিল , ইংৰাজী পঢ়িলে জাত যায় বুলি ভাবিছিল। পিছে ইংৰাজী জনা লোকে ভাল ভাল চৰকাৰী চাকৰি পোৱা দেখি সকলোৰে ক্ৰমে ইংৰাজী শিক্ষাৰ প্ৰতি মনৰ গতি ঢাল খাইছিল। গোসাঁইকো অভিভাবকে ইংৰাজী শিকিবলৈ বাধা দিয়া নাছিল , কিন্তু দেখাদেখিকৈ ছাত্ৰবৃত্তিতহে নাম লগাই দিছিল।

সেই সময়ত বিজয় চন্দ্ৰ মেধি আৰু লক্ষ্মীনাথ শৰ্মা বুলি দুজনা বৰ নিষ্ঠাবান শিক্ষক আছিল। ছাত্ৰ আৰু স্থানীয় লোকসকলে তেওঁলোকক অতিশয় শ্ৰদ্ধা কৰিছিল। ছাত্ৰসকলৰ ভাল দেখিলে তেওঁলোকৰো মনত আনন্দৰ পাৰ-কূল নোহোৱা হৈছিল। এইখিনিতে উল্লেখ কৰা যায় যে লক্ষ্মীনাথ শৰ্মাই নলবাৰী হাইস্কুলত শিক্ষকতা কৰি থকা কালতেই সৌভাগ্যক্ৰমে গোসাঁইদেৱে স্কুল ইন্‌স্পেক্টৰ হৈ এবাৰ সেই স্কুল পৰিদৰ্শন কৰিবলৈ গৈছিল। নিজে পঢুৱা ছাত্ৰক ইন্‌স্পেক্টৰ ৰূপে পাই তেতিয়া তেওঁ আনন্দত অধীৰ হৈ হেনো শ্ৰেণীয়ে শ্ৰেণীয়ে কৈ ফুৰিছিল—'দেখিছা, মোৰ ছাত্ৰ শৰৎ এতিয়া ইন্‌স্পেক্টৰ চাহাব হৈ মোৰ স্কুল চাবলৈ আহিছে। তোমালোকেও মনোযোগেৰে পঢ়ি তেওঁৰ দৰে কৃতী পুৰুষ হ'ব লাগিব।'

## গুৱাহাটী কলেজিয়েট হাইস্কুলত

ইংৰাজী ১৯০০ চনত গোসাঁইদেৱে অসম উপত্যকাত প্ৰথম হৈ নলবাৰী মাইনৰ স্কুলৰপৰা ছাত্ৰবৃত্তি পৰীক্ষাত বৃত্তি লাভ কৰি গুৱাহাটী কলেজিয়েট হাইস্কুলত নাম লগায়। পিতাকে নি তেওঁক কলেজিয়েট স্কুলৰ ছাত্ৰাবাসত থৈ আহে। পাছলৈ কিন্তু কিছুদিন তেওঁ ছাত্ৰবাস এৰি চন্দ্ৰকান্ত গোস্বামী, শিৱমোহন গোস্বামী আৰু পীতাম্বৰ গোস্বামী নামৰ তিনিজন সহপাঠী বন্ধুৰ লগ লাগি এটা জুপুৰি ঘৰত থাকি নিজে নিজে ৰান্ধি-বাঢ়ি খাই পঢ়িবলৈ লৈছিল। পঢ়া-শুনাৰ সুবিধা আৰু কম খৰচত চলিবৰ কাৰণে তাকে কৰিছিল। পিছত আকৌ ছাত্ৰাবাসলৈ যায়। ছাত্ৰাবাসৰ অধীক্ষকে

তেওঁক উপদেশ দি ছাত্ৰাবাসলৈ পুনৰ নিয়ে। সেই বছৰতে ঘৰতে তেওঁৰ পিতৃ-বিয়োগ ঘটে।

সেই সময়ত হাজোৰ শ্ৰদ্ধাচৰণ চৌধুৰী নামৰ শিক্ষক এগৰাকী ছাত্ৰাবাসৰ অধীক্ষক আছিল। ছাত্ৰাবাসত থকা কালত আৰু কলেজিয়েট স্কুলত পঢ়া দিনত তেখেতেই গোসাঁইৰ স্থানীয় অভিভাৱক ৰূপে কাম কৰিছিল। গোসাঁইৰ চলন-ফুৰণ আৰু আচৰণত মুগ্ধ হৈ তেখেতে গোসাঁইৰ বিশেষ তদাৰক লৈছিল।

১৯০১ চনত নলবাৰী অঞ্চলৰেই গৌৰীকান্ত তালুকদাৰ আৰু কালিৰাম বৰ্মণে কলেজিয়েট স্কুলত নাম লগায়। তেওঁলোক দুয়োজনৰেই গোসাঁইৰ লগত বন্ধুত্ব স্থাপন হয়। কেইবা বছৰো তেওঁলোকে কলেজিয়েট হাইস্কুলৰ ছাত্ৰাবাসত একেলগে আছিল। সেই সময়ৰ কথা কালিৰাম বৰ্মণে (পিছৰ জীৱনত চৰকাৰ পক্ষৰ উকীল) এইদৰে লিখিছে—'আমি স্কুলত থকা কালত গুহাটীৰপৰা ঘৰলৈ যাব লাগিলে খোজ কাঢ়ি যাব লাগিছিল। ৰেলগাড়ী তেতিয়া গুৱাহাটীলৈ চলা নাছিল। ৰেলগাড়ী গুৱাহাটীলৈ চলা হ'ল ১৯০১ চনৰপৰা। গুৱাহাটীলৈ যাবৰ সময়ত আমি নলবাৰীৰ সকলোকেইজন ছাত্ৰ লগ হৈ গৈছিলোঁ। মৰোৱাৰ হাটখোলা সকলোবোৰ ছাত্ৰৰ লগ হোৱাৰ ঠাই আছিল। তাতে আটাইকেইজনে লগ হৈ গুৱাহাটীলৈ ৰাওনা হওঁ। নলবাৰীৰপৰা গুৱাহাটীলৈ অহা লোকেলবোৰ্ডৰ আলি সেই সময়ত ১৮৯৭ চনৰ ৰৰ ভূঁইকঁপে ভাঙি টুকুৰা-টুকুৰ কৰিছিল। বাৰিষা হ'লে ঠায়ে ঠায়ে একঁকাল পানী হয়। হাজোৰপৰা বিজুলীঘাটলৈ এই ছমাইলক এটা হ্ৰদ বুলিব পাৰি। সেইছোৱা বাট আমি নাৱেৰে অহা-যোৱা কৰিব লাগিছিল। আমি দল-বান্ধি ৩০। ৩২ মাইল খোজ কাঢ়ি কষ্টবোধ নকৰিছিলোঁ। কিয়নো সকলোৰে উৎসাহ, আগ্ৰহ আৰু আনন্দই আছিল আমাৰ বল। গোসাঁয়ে আমাক সঘনে ৰচনা আৰু সাহিত্যৰ কথা উলিয়াই আমনি লগাইছিল। আমি বাকীবোৰে নানাপ্ৰকাৰ মনভুলোৱা পাতল গল্প কৈ আমোদ কৰিছিলোঁ। তাৰ মাজত তেওঁৰ সাহিত্যৰ বক্তৃতা বৰং কেতিয়াবা আমি বিৰক্তিজনক বুলি অনুভৱ কৰিছিলোঁ।

সেই সময়ত নলবাৰীৰপৰা গুৱাহাটীলৈ অহা-যোৱা কৰা এটা ডাঙৰ সমস্যা আছিল। আমি ঘৰৰপৰা গুৱাহাটীলৈ যাত্ৰা কৰাৰ দুই-তিনি দিন আগৰেপৰা আমাৰ ইষ্ট-মিত্ৰ আৰু ভাগী-জ্ঞাতিয়ে খুৱাই-বুৱাই বিদায় দিছিল। বাটত কেতিয়াবা কেতিয়াবা আমি বাঘ-ভালুকৰ মুখতো নপৰাকৈ নাছিলোঁ। আমাৰ ভিতৰত আটাইতকৈ খুহতীয়া আছিল চন্দ্ৰকান্ত গোস্বামী আৰু পীতাম্বৰ চক্ৰবৰ্তী। চক্ৰবৰ্তীৰ আৰ্থিক অৱস্থা ভাল নাছিল। সেই কাৰণে তেওঁ ছাত্ৰাবাসত থকা বামুণ-গোসাঁইৰ ল'ৰাবিলাকৰ ভাত ৰান্ধি পঢ়া-খৰচ উলিয়াইছিল।'

## ছাত্ৰাৱস্থাত সাহিত্য চৰ্চা

সৰু কালৰেপৰা চুটি গল্প লিখাৰ প্ৰতি গোসাঁইৰ ধাউতি দেখা গৈছিল। কলেজিয়েট স্কুলত পঢ়া সময়তে তেওঁ চুটি গল্প লিখি কেইবাটাও পুৰস্কাৰ পাইছিল। কালিৰাম বৰ্মণ ডাঙৰীয়াই কয়—'আমাৰ ছাত্ৰাবাসত 'সুনীতি সঞ্চাৰিণী' নামেৰে এখন সভা আছিল। এই সভা প্ৰত্যেক মাহৰ শেহৰটো দেওবাৰে বহিছিল। তাত ৰচনা পাঠ, কবিতা পাঠ, আবৃত্তি, বক্তৃতা আদি হৈছিল। সাহিত্য-চৰ্চাৰ কাৰণে গোসাঁইদেৱে 'অঙ্কুৰ' নামেৰে এখনি মাহেকীয়া হাতে-লিখা আলোচনী উলিয়াইছিল। সেই বয়সত তেওঁক আমি সকলোৱে, বিশেষকৈ গৌৰিকান্ত তালুকদাৰ আৰু মই—এই দুজনে প্ৰবন্ধ-পাতি লিখি আৰু গোটাই দি সহায় কৰিছিলোঁ। এই 'অঙ্কুৰ'তেই গোসাঁইদেৱৰ সাহিত্য-সেৱাৰ অঙ্কুৰে দেখা দিছিল।

হাইস্কুলৰ তলৰ শ্ৰেণীত পঢ়ি থকা কালতেই গোসাঁইদেৱৰ গল্প 'জোনাকী' কাকতত সত্যনাথ বৰা ডাঙৰীযাই প্ৰকাশ কৰিছিল। এই গল্পই আছিল তেওঁৰ ছপা হৈ ওলোৱা প্ৰথম ৰচনা।

'সুনীতি সঞ্চাৰিণী' সভাই আনৰ বৰ বেছিকৈ নহ'লেও গোসাঁইদেৱৰ প্ৰভূত উপকাৰ সাধিলে। সেই সভাৰ যিবোৰ নীতি-নিযম আছিল, ছাত্ৰসকলে সেইবোৰ মানি চলিব লাগিছিল। পিছে সভা-সমিতিত বান্ধি লোৱা নিয়ম-নীতি কেইজন সভ্যই মানি চলে? বিশেষকৈ ছাত্ৰ-সভাৰ ধূমপান বৰ্জন কৰিবলৈ লোৱা প্ৰস্তাৱ জানো সকলো সভ্যই মানি চলে? গোসাঁইদেৱে কিন্তু 'সুনীতি-সঞ্চাৰিণী' সভাৰ নিয়ম-কানুনবোৰ আখৰে আখৰে মানি চলিবলৈ যত্ন কৰিছিল। তাৰ ফলত তেওঁ সৰুৰেপৰা বৰ সংযত, পৰিপাটি আৰু নিযমীয়া হৈ উঠিছিল।

ছাত্ৰাবাসত গোসাঁইদেৱৰ এবাৰ মেলেৰিয়া জ্বৰ হৈছিল। ডাক্তৰৰ ঔষধেও বহু দিনলৈকে গুণ দিয়া নাছিল। গোসাঁইদেৱে তেতিযাৰপৰা নিযমিতৰূপে পুৱা-গধূলি ব্যাযাম অভ্যাস কৰে আৰু বাছি খাবলৈ লয়। তাৰ ফলত কিছুদিনৰ ভিতৰতে তেওঁ আৰোগ্য লাভ কৰে। এই ব্যায়াম-অভ্যাসে গোসাঁইদেৱৰ সুঠাম শৰীৰ-গঠনতো যথেষ্ট সহায় কৰিছিল।

যদিও 'সুনীতি-সঞ্চাৰিণী সভা' ছাত্ৰাবাসৰ ছাত্ৰসকলৰ কাৰণেই প্ৰতিষ্ঠিত হৈছিল, তথাপি তাত সাহিত্যত ৰাপ থকা বাহিৰৰ দুই-এজন ছাত্ৰয়ো যোগদান কৰিছিল। তেনে এজন ছাত্ৰ আছিল উজান বজাৰৰ ৰঘুনাথ চৌধাৰী (পিছত বিহগী কবি ৰঘুনাথ চোধাৰী)। চৌধাৰীৰ শুৱলা কবিতা শুনিবলৈ সভাৰ সদস্যসকল উৎকণ্ঠিত হৈ থাকিছিল আৰু তেওঁক কবিতা লিখিবলৈ উৎসাহ দিছিল। এইদৰে গোসাঁইৰ গল্প আৰু চৌধাৰীৰ কবিতা আছিল 'সুনীতি-সঞ্চাৰিণী সভা'ৰ উল্লেখযোগ্য আকৰ্ষণ আৰু সাহিত্যিক অৱিহণা।'

# ছাত্ৰাবাসত আমোদজনক ঘটনা *

ছাত্ৰাবাসত মাজে-সময়ে ভোজ হয়। বিশেষকৈ দীঘলীয়া বন্ধৰ আগদিনা। এদিনাখন কলেজিয়েট ছাত্ৰাবাসতো তেনে এটা ভোজ হৈছিল। তেতিয়াৰ দিনত আঠ অনা পইচাতে এটা ডাঙৰ বৌ মাছ পোৱা গৈছিল। সেইদৰে চাউল আছিল টকাত ওঠৰ সেৰ। খাহী একোটাৰ দাম গুৱাহাটী নগৰত আঠ-ন টকাই বেছি। ভোজৰ আয়োজন ডাঙৰকৈয়ে হৈছিল।

খাবলৈ প্ৰস্তুত হোৱাৰ এঘণ্টামান আগেয়ে পুষ্পৰাম উজিৰ (পিছত পুলিচ ইন্‌স্পেক্টৰ) আৰু কেইজনমান দুষ্ট বুদ্ধিৰ ল'ৰাই ঘন গাখীৰেৰে গোল্ডত আমোল-মোলাই যোৱাকৈ ঘোঁটা ভাং তৈয়াৰ কৰিছিল। গোসাঁইদেৱে তেতিয়ালৈকে ঘোঁটা ভাং কি তাক সমূলি নাজানিছিল। নামটোও শুনা নাছিল। দুজনমান ল'ৰাই নিজে আগে খায় দেখুৱাই বাটিযে বাটিয়ে ঘোঁটা ভাং সকলোকে খুৱালে। গোসাঁইদেৱে আৰু তেওঁৰ বন্ধুসকলেও তাহানিৰ ভীমে নাজানি বিষ লাডু খোৱাৰ দৰে ঘোঁটা ভাং হেঁপাহ পলুৱাই খালে।

এঘণ্টামানৰ পাছত সকলোৰে নিচা লাগিল। তাৰে ভিতৰত গৌৰীকান্ত তালুকদাৰ, বিষ্ণুৰাম মেধি, অমৃতলাল দাস (পিছত ৰায়চাহাব) আৰু কালিৰাম বৰ্মণৰ নিচা ভালকৈযে লাগিল। গোসাঁইদেৱৰো নলগা নহয় , তেওঁৰো লাগিল। পিছে বৰকৈ লগাৰ আগতে গম পাই তেওঁ এটা বুদ্ধি কৰিলে। কথা বিষম হ'ব যেন দেখি তেওঁ ছাত্ৰাবাসৰ অধীক্ষক শ্ৰদ্ধাচৰণ চৌধুৰী ডাঙৰীয়াৰ ওচৰলৈ গৈ নিজৰ আৰু লগৰীয়াসকলৰ দোষৰ কথা স্বীকাৰ কৰি সকলোৰে হৈ ক্ষমা খুজিলে। চৌধুৰীয়ে মুখেৰে একো নামাতিলে।

ভাঙৰ নিচাত সকলোৱে যেয়ে যাৰে বিছনা পায় তাতে লাং খাই পৰি থাকিল। কাৰো ভোজ খোৱা নহ'ল। ৰন্ধা ভাত-আঞ্জা ৰন্ধায়ে থাকিল। পিছদিনা সেইবোৰ কাউৰী-কুকুৰৰ মহৎ ভোজ হ'ল।

ৰাতি পুৱালত কথাটো সদৰি হ'ল। ছাত্ৰসকলৰ তেতিয়া সকলোৰে মুখ শুকাল। ভয়ত তৎমৎ হেৱাল। সকলোৱে ভাবিলে অধীক্ষকে নিশ্চয় ঘটনাটো জানিছে আৰু সেই অপৰাধৰ শাস্তি কি হয় কোনে জানে? গতিকে সকলোৱে ফুচফুচাই আলাপ কৰি ছাত্ৰাবাস এৰিবলৈকে একৰকম স্থিৰ কৰিলে।

এনে সময়ত গোসাঁই ওলালহি। তেৰোঁ আলোচনাত ভাগ ল'লে। তেওঁ কিন্তু নিৰুদ্বেগ। তাকে দেখি সকলোৱে একমুখে ক'লে—গহীন হ'লে নচলিব। এতিয়া উপায়? আমি হ'লে খেদা খোৱাৰ আগতে নিজৰ মান ৰক্ষা কৰি ওলাই যোৱাই ভাল বুলি ভাবিছোঁ।

---

* কালিৰাম বৰ্মণ উকিল ডাঙৰীয়াৰপৰা প্ৰাপ্ত

গোসাঁয়ে এটি হাঁহি মাৰি সকলো কথা কৈ লগৰীয়াসকলক অভয় দিলে। বিপদে শাম কাটিলে। সকলো প্ৰকৃতিস্থ হ'ল। সকলোৱে গোসাঁইৰ বুদ্ধি বখানিলে।

## ছাত্ৰাৱস্থাত দেশৰ হকে

১৯০৫ চনত বঙ্গ-ভঙ্গ ৰহিত কৰিবৰ কাৰণে বঙ্গদেশত তেতিয়াৰ দেশনেতা ছাৰ সুৰেন্দ্ৰনাথ বানাৰ্জিৰ নেতৃত্বত বঙালীসকলে তুমুল আন্দোলন চলায়। সেই আন্দোলনৰ ঢৌৱে আমাৰ অসমকো ছুইছিলহি। বঙ্গদেশৰ এটা অংশ কাটি আনি অসমৰ লগত সাঙুৰি পূৰ্ববঙ্গ আৰু আসাম নামে এখন সুকীয়া প্ৰদেশ গঠন কৰা হৈছিল। তাতে অসমেও জিকাৰ খাই উঠিছিল। বিদেশী-বৰ্জন সেই আন্দোলনৰে এটা কৰ্মপন্থা আছিল। অসমৰ স্কুল-কলেজৰ ছাত্ৰবোৰেও বিদেশী-বৰ্জন আন্দোলনত যোগ দিছিল। সেই আন্দোলন চলাবৰ কাৰণে ধনৰ প্ৰয়োজন হ'ল। তেতিয়া 'আসাম ভেলী ট্ৰেডিং কোম্পানী' বুলি বিখ্যাত ব্যবসায় অনুষ্ঠান এটাত গোবিন্দ লাহিৰী নামেৰে এজন উৎসাহী ভদ্ৰলোক আছিল। তেওঁ ছাত্ৰসকলক গোপনে লগ ধৰি আন্দোলনৰ আৱশ্যকতা আৰু উদ্দেশ্য বুজাই দিছিল আৰু তাৰ কাৰণে অৰ্থ-সংগ্ৰহ কৰিবলৈ উদগাইছিল। কিন্তু সেই সময়ত যি কোনো ৰাজনৈতিক আন্দোলনকে মানুহে বৰকৈ ভয় কৰিছিল। গতিকে তাৰ কাৰণে অৰ্থ-দান বা অৰ্থ-সংগ্ৰহ সহজ কাম নাছিল। আন্দোলনৰ নামত মানুহে পইচা এটাও দিবলৈ সাহ নকৰিছিল।

ছাত্ৰসকলে তেতিয়া ধন তুলিবৰ কাৰণে এটা অভিনৱ উপায় উদ্ভাৱন কৰিলে। তেওঁলোকে স্থিৰ কৰিলে যে ধন সংগ্ৰহৰ কাৰণে তেওঁলোকে সপ্তাহত দুদিনকৈ প্ৰত্যেকে স্বেচ্ছাই জাহাজঘাট আৰু ৰেল ষ্টেচনলৈ গৈ মাল-কঢ়িওৱা মুটিয়াৰ কাম কৰিব। সেই সিদ্ধান্ত সকলোৱে গ্ৰহণ কৰিলে আৰু সেইমতে কামো হ'বলৈ ধৰিলে। অৱশ্যে সকলো ল'ৰা নগ'ল। কেইজনমানে হ'লে তাত দেহেকেহে খাটিলে। সেই খটা কেইজনৰ ভিতৰত শৰৎচন্দ্ৰ গোস্বামীও আছিল এজন। কাৰণ তেওঁ সদায় কোনো কাম কৰিবলৈ ল'লে তাক অতিশয় নিষ্ঠা আৰু আগ্ৰহেৰে কৰিছিল আৰু তাত সফলকাম নোহোৱাকৈ নেৰিছিল।

এদিনাখন এটা টিনৰ ট্ৰাঙ্ক নিয়াৰ ভাৰ পৰিছিল গোসাঁই আৰু কালিৰাম বৰ্মণৰ ওপৰত। ট্ৰাঙ্কটো আছিল বৰ গধুৰ। দুয়ো কোনোমতে দাণ্ডি তুলি লৈ থৰক-বৰক কৰি নদীৰ পাৰত থকা চাহাবৰ বঙলাৰ ফালে যাবলৈ ধৰিলে। বৰ্মণ আগত, গোসাঁই পাছত। গোসাঁই আছিল অলপ ওখ, বৰ্মণ চাপৰ। গতিকে স্বাভাবিকতে বৰ্মণৰ ফালে ভৰ বেছি পৰিছিল। কেইখোজমান গৈ—উঃ নোৱাৰোঁ, নোৱাৰোঁ বুলি বৰ্মণে আপত্তি কৰিবলৈ ধৰিলে। তেতিয়া গোসাঁইয়ে হেনো বৰ্মণৰ পিঠিত লাহেকৈ চাপৰ এটা মাৰি কৈছিল—এইখিনি কষ্টকে সহিব নোৱাৰা যদি দেশৰ কাৰণে মৰিবা

কেনেকৈ?—তেতিয়া দুয়ো অতি কষ্টেৰে কোনোমতে বাকচটো চাহাবৰ বঙলালৈ নিলে। এইদৰে ভালেখিনি পইচা গোটোৱা হৈছিল আৰু তাৰ সৎ কামত খটোৱা হৈছিল বুলি জনা যায়।

গোসাঁইদেৱে কুস্তী আৰু ব্যায়ামো অভ্যাস কৰিছিল বুলি আগতে উল্লেখ কৰা হৈছে। সেই সময়ত সমনীয়া ছাত্ৰসকলৰ ভিতৰত গছত উঠাত আৰু সাঁতোৰাত সবাতকৈ পৈণত আছিল বিষ্ণুৰাম মেধি। তেওঁ আকৌ কেতিয়াবা কেতিয়াবা গোটেই গাতে পেক সানি লৈ ব্ৰহ্মপুত্ৰৰ দাঁতিত ৰ'দত বহি থাকিছিল। তাকে কৰাৰ উদ্দেশ্য আছিল হেনো নিজক কষ্টসহিষ্ণু কৰা। তেওঁলোকৰ ভিতৰৰ কিছুমান ল'ৰাই তেতিয়া আকৌ বিদেশী খেল বুলি বিদেশী বৰ্জনৰ নামতে ফুটবল ক্ৰিকেট আদি খেল নেখেলিছিল। তাৰ পৰিবৰ্তে তেওঁলোকে ধোপ-খেলা, নাও-খেলা, হাফোলা দিয়া, হাদু-দুদু প্ৰভৃতি দেশীয় খেলা খেলিছিল। গোসাঁই পাকৈত আছিল নাও বোৱাত। তেওঁ কেতিয়াবা গুৰিয়াল হৈ ব্ৰহ্মপুত্ৰৰ মাজেদি নাও বাই লৈ গৈছিল। এদিন তেনেকৈ নাও বাই যাওঁতে ব্ৰহ্মপুত্ৰৰ কোবাল সোঁতৰ ডকা-চাকনৈয়াত পৰি নাও বুৰিব ধৰিছিল। পাৰ পাই তেওঁ লগৰীয়াসকলক কৈছিল—'এইবাৰে বাৰ আৰু দ্বিতীয় বাৰ এইদৰে টুলুঙা নাৱেৰে ব্ৰহ্মপুত্ৰত খেলা কৰিবলৈ কেতিয়াও নাহোঁ।'

## প্ৰৱেশিকা পৰীক্ষাৰ অন্তত

প্ৰৱেশিকা (এণ্ট্ৰেন্স) পৰীক্ষা হৈ যোৱাত ছাত্ৰাবাসৰ সকলো পৰীক্ষাৰ্থী ঘৰলৈ যাবলৈ ওলাল। বাকী ছাত্ৰবোৰে তেওঁলোকক ৰীতিমতে বিদায় দিবলৈ সভা-সমিতি পাতিলে। প্ৰীতি-ভোজনৰো আয়োজন কৰিলে। উলাহ-মালহ, ৰং-তামচাৰ মাজেদি এইবোৰ কাৰ্য হৈ গ'ল। দূৰৰ ল'ৰা বুলি নলবাৰীৰ ফালৰ ল'ৰাকেইজন আগেয়ে যাবলৈ ওলাল। তেওঁলোকে আনবিলাক সহপাঠীৰপৰা বিদায় ল'লে। এই সময়তে এটা ঘটনা ঘটিল। গোসাঁইদেৱৰ এজন সহপাঠী আছিল—নাম চন্দ্ৰমোহন ঠাকুৰীয়া। তেওঁ গোসাঁইৰ লগত সদায় পঢ়াত প্ৰতিযোগিতা চলাইছিল আৰু সদায়ে পৰাস্ত হৈছিল। সেই কাৰণে সদায় তেওঁ গোসাঁইক ঈৰ্ষাৰ চকুৰে চাইছিল। আনকি, হোৱাই-নোহোৱাই গোসাঁইৰ বিৰুদ্ধে সুবিধা পালেই ৰটিবলৈও এৰা নাছিল। গোসাঁয়ে সাধাৰণতে এইবোৰ কথালৈ মন-কাণ নিদি আচল বিষয়ত অৰ্থাৎ নিজৰ পঢ়া-শুনাত ঠিক থাকিবলৈ যত্নপৰ হৈছিল।

ঘৰলৈ আহিবলৈ ওলাই গোসাঁই সিদিনা আন ল'ৰাৰ ওচৰলৈ যোৱাৰ দৰে ঠাকুৰীয়াৰ ওচৰলৈও বিদায় ল'বলৈ গ'ল। ঠাকুৰীয়াৰ লগত আৰু কেইবাজনো ল'ৰা আছিল। গোসাঁইক দেখিয়েই ঠাকুৰীয়াই পোনেই গোসাঁইৰ পিনে পিঠি দিলে। গোসাঁয়ে কিন্তু হাঁহিমুখে মধুৰভাৱে বিদায় সম্ভাষণ জনালে। তাকে শুনি ঠাকুৰীয়া

অতিষ্ঠ হৈ উঠিল আৰু গোসাঁইক নানা অকথ্য কথাৰে গালি পাৰিলে। অন্য লগৰীয়াসকলে তেওঁৰ আচৰণ দেখি বৰ দুখ আৰু লাজ পালে। গোসাঁয়ে কিন্তু প্ৰত্যুত্তৰত হাঁহিমুখে ক'লে মই মোৰ কৰ্তব্য কৰিলোঁ। তুমি তোমাৰ কৰ্তব্য নকৰি দুখ পালে মই কি কৰিম ভাই? ইয়াকে কৈ তেওঁ ওলাই আহিল। লগৰীয়াবোৰে গোসাঁইৰ ধৈৰ্য আৰু শিষ্টাচাৰ দেখি বিস্ময় মানিলে।

## প্ৰবেশিকা পৰীক্ষাৰ ফলাফল আৰু বিবাহ

পৰীক্ষা দি উঠি বন্ধু-বান্ধৱসকলৰ সৈতে গোসাঁইদেৱ নলবাৰী সত্ৰৰ ঘৰ পালেহি। গোসাঁই-বামুণৰ ল'ৰাই সৰুতে বিয়া কৰোৱা তেতিয়াৰ সমাজৰ বদ্ধমূল ৰীতি আছিল। সেইদেখি উপযুক্ত দৰা ওলালেই কন্যাদায়গ্ৰস্তসকলে ছোৱালী দিবলৈ অহোপুৰুষাৰ্থ কৰিছিল। সুদৰ্শন স্বাস্থ্যবান যুৱক গোস্বামীদেৱৰ ক্ষেত্ৰতো সেই একে কথা হৈছিল। তেওঁকো ধৰিবলৈ বহুতে হেতাওপৰা লগাইছিল।

কামৰূপৰ সেই সময়ৰ এগৰাকী সুপ্ৰসিদ্ধ পণ্ডিত, গৌৰীপুৰ ৰাজটোলৰ অধ্যাপক তাৰানাথ গোস্বামীদেৱে বছৰচেৰেক পূৰ্বে কামৰূপ জাতীয় উন্নতিসাধনী সভা নামে এখন সভা পাতিছিল। তাৰ দুই-এটা বৈঠকত শৰৎচন্দ্ৰ গোস্বামী, কালিৰাম বৰ্মণ, গৌৰীকান্ত তালুকদাৰ প্ৰভৃতি উদীয়মান শিক্ষিত যুৱকসকলে উৎসাহেৰে যোগদান কৰিছিল। পিছে কেতিয়াবা 'কাকো পৰে, তালো সবে।' সেইবাৰ সেই সভাৰ বাৰ্ষিক অধিবেশন নলবাৰী সত্ৰত অনুষ্ঠিত হৈছিল। তাত উত্তৰ গুৱাহাটীৰ ৰায়বাহাদুৰ মাধৱচন্দ্ৰ বৰদলৈ ডাঙৰীয়াই সভাপতিত্ব কৰাৰ কথা আছিল। সময়ৰ মূৰত বিশেষ কাৰণত তেওঁ আহিব নোৱাৰি খবৰ দিয়াত ওচৰৰে গণ্যমান্য সম্ভ্ৰান্ত লোক উত্তমচন্দ্ৰ বৰুৱাক সেই সন্মান যচা হৈছিল। তেওঁকো নোপোৱাত হাজো দেৱালয়ৰ দলৈ পণ্ডিত নাৰায়ণ চন্দ্ৰ ভট্টাচাৰ্যকে তাৎকালিকভাৱে পাই সভাপতিৰ আসনত অধিষ্ঠিত কৰা হ'ল। সেই সভাতে পৰীক্ষা দি অহা ছাত্ৰসকলে গাঁও সংগঠনৰ আঁচনি হাতত লৈছিল আৰু ঘৰতে নীৰৱে নিষ্কৰ্মা হৈ বহি নাথাকি গাঁৱে-ভূঁয়ে সভা-সমিতি পাতি সমাজক নানা বিষয়ত সচেতন কৰি তুলিবলৈ সংকল্প গ্ৰহণ কৰিছিল। আচলতে হাজোৰ দলৈডাঙৰীয়া গৈছিল গোস্বামীক দৰা ধৰিবলৈ। তেওঁ গোস্বামীদেৱৰ ব্যৱহাৰ, ভাষণ আৰু সাংগঠনিক শক্তি দেখি তেনেই মুগ্ধ হ'ল। দুৰৈৰ গঙ্গা যেন তেওঁ হাততে পালে। সভাভঙ্গৰ পাছত উদ্দেশ্য সিদ্ধিৰ কাৰণে তেওঁ দেহেকেহে লাগি গ'ল।

ইয়াৰ কিছুদিনৰ পাছত খবৰ আহিল গোসাঁইদেৱ প্ৰবেশিকা পৰীক্ষাত প্ৰথম বিভাগত কৃতিত্বেৰে উত্তীৰ্ণ হৈছে আৰু তিনিটা বিষয়ত সোণ-ৰূপৰ পদক তিনিটা

পোৱাৰ উপৰি তেওঁ প্ৰতিযোগিতামূলক বৃত্তি লাভ কৰিছে। খবৰটো ৰাষ্ট্ৰ হোৱাৰ লগে লগে চাৰিওফালে উথপথপ, উলহ-মালহ লাগি পৰিল ঃ এতিয়া বিয়াখন আগে পতা যায় নে কলেজত নাম লগোৱা যায়। বিয়াবো কিন্তু তলে তলে প্ৰায় সকলো যা-যোগাৰ হৈ উঠিছিল।

প্ৰবেশিকা পৰীক্ষাৰ পাছতে গোসাঁইৰ যাতে বিয়াখন পাতিব পাৰি তাৰ কাৰণে গোসাঁইৰ পঢ়াশলীয়া ছাত্ৰাবাসৰ অধীক্ষক আৰু স্থানীয় অভিভাৱক শ্ৰদ্ধাচৰণ চৌধুৰী আৰু ছায়াৰাম শইকীয়া বুলি আন এগৰাকী গুৰুস্থানীয় লোকে উঠিপৰি লাগিছিল। তিৰোতাসকলৰ ভিতৰত যিসকলে বিয়া পাতিবলৈ ৰৰকৈ হেঁচা দিছিল তেওঁলোকৰ ভিতৰত ঘাই আছিল গোসাঁইৰ বিধবা পেহীয়েক হাজোৰ দলৈদেৱৰ সম্বন্ধীয়া বৌয়েক চন্দ্ৰকান্তি দেৱী। গোসাঁইৰ মাকো লৰালৰিকৈ বিয়া পতাৰ সিমান পক্ষপাতী নাছিল। শেষত সকলোৱে ইচ্ছাৰ প্ৰতি সঁহাৰি জনাবলৈ হ'লেও গোসাঁয়ে বিয়াত সন্মতি দিবলগীয়া হ'ল। সেইমতে ১৯০৪ চনতে আঠঘৰীয়াৰ বিখ্যাত পদ্মৰত্ন ভট্টাচাৰ্যৰ ঘৰৰ জীয়াৰী ভুবনেশ্বৰী দেৱীৰ লগত যথাবিহিতভাৱে তেওঁৰ বিয়া হয়। তেওঁৰ শহুৰেক পণ্ডিত নাৰায়ণচন্দ্ৰ ভট্টাচাৰ্য হাজো দেবালয়ৰ দলৈ হোৱাৰ উপৰিও সমগ্ৰ হাজো অঞ্চলৰে এজন প্ৰসিদ্ধ আৰু প্ৰতিভাশালী লোক আছিল। অৰ্থৰ ফালেদি সিমান আঢ্যৱন্ত নহ'লেও সমাজত তেওঁৰ কথা কোনেও অমান্য কৰিব নোৱাৰিছিল।

## কটন কলেজত এফ. এ. আৰু কলিকতাত বি. এ.

প্ৰতিযোগিতামূলক বৃত্তিধাৰী গোস্বামীদেৱে বিয়াৰ পাছতেই এফ এ. পঢ়িবলৈ কটন কলেজলৈ ঢাপলি মেলিলে। মনোযোগেৰে পঢ়ি তেওঁ ১৯০৬ চনত গুৱাহাটী কটন কলেজৰপৰা এফ এ পাছ কৰে। এই পৰীক্ষাতো তেওঁ অসমীয়া পৰীক্ষাৰ্থসকলৰ ভিতৰত প্ৰথম স্থান অধিকাৰ কৰি বৃত্তি আৰু স্বৰ্ণপদক লাভ কৰে। এফ এ. পৰীক্ষা দি উঠি তেওঁ যি অৱসৰ পাইছিল সেই সময়তে 'পানিপথ' নামে এখনি উপন্যাস লিখে। সেই বিষয়ে পিছত আলচ কৰা হ'ব।

যথাসময়ত গোসাঁইদেৱে বি. এ. পঢ়িবৰ কাৰণে কলিকতালৈ যাত্ৰা কৰে। তাত তেওঁ তেতিয়াৰ মেট্ৰোপলিটান, এতিয়াৰ বিদ্যাসাগৰ কলেজৰ বি. এ. শ্ৰেণীত নাম লগায়। বি. এ.ত শৰৎচন্দ্ৰই দৰ্শন আৰু সংস্কৃতত 'অনাৰ্ছ' পঢ়িছিল ; কিন্তু পৰীক্ষাৰ সময়ত হোৱা আকস্মিক অসুস্থতাৰ হেতুকে তেওঁ ডাক্তৰৰ পৰামৰ্শ মতে 'অনাৰ্ছ' এৰি দি উকাভাৱেই বি. এ পৰীক্ষা দিবলৈ বাধ্য হয়। তাতো তেওঁ সুখ্যাতিৰে উত্তীৰ্ণ হৈ 'বিশ্ববিদ্যালয় বঁটা' (ইউনিভাৰ্ছিটি প্ৰাইজ) লাভ কৰে। এইদৰে তেওঁ ১৯০৮ চনত বি. এ. পাছ কৰে আৰু ঘৰলৈ উভতি আহি শান্তি বিয়া কৰায়।

# এম. এ. অধ্যয়নৰ প্ৰয়াস আৰু কৰ্ম-জীৱনৰ পাতনি

যদিও গতানুগতিকভাবে শান্তি-বিয়া কৰালে তথাপি বি এ 'অনার্ছ কোর্চ'ত পৰীক্ষা দিব নোৱাৰি গোসাঁইৰ মনে শান্তি পোৱা নাছিল। তেওঁৰ মন ক্ষুব্ধ আৰু ক্ষুণ্ন হৈ আছিল। গতিকে হাতত অৰ্থ-সম্বল নথকা সত্ত্বেও তেওঁ এম. এ পঢ়িবলৈ মনত বল বান্ধিলে। সেই উদ্দেশ্যে তেওঁ কলিকতালৈ ৰাওনা হ'ল। তেতিয়া তেওঁৰ হাতত আছিল ৰূপ পঞ্চাশ টকা মাত্ৰ ; তাকো তেওঁ দদায়েক অধ্যাপক এজনৰপৰা ধাৰলৈ নিছিল। ইয়াৰ উপৰি সানেকুছি গাঁৱৰ অভয়ৰাম চৌধুৰী নামৰ উদাৰ আঢ্যৱন্ত লোক এজনে তেওঁক মাহে পঞ্চাশ টকাকৈ বিনা সুতে টকা ধাৰে দি থাকিবলৈ গাত লৈছিল আৰু সেইমতে তেওঁৰ প্ৰতিশ্ৰুতি ৰক্ষা কৰি আছিল।

এইদৰে কিছুদিন চলাৰ পিছত তেওঁ কলিকতাৰ বিখ্যাত 'নগেন্দ্ৰ প্ৰিণ্টিং ওৱাৰ্কছ'ত এটা কাম যোগাৰ কৰি লয় আৰু এম. এ. পঢ়িবলৈ ধৰে। তেওঁ সংস্কৃতৰ এম. এ. শাখাত নাম লগাইছিল। ছপাখানাত কাম লৈ নিজে টকা আৰ্জিবলৈ সমৰ্থ হোৱাত তেওঁ অভয়ৰাম চৌধুৰীলৈ ধন্যবাদ দি টকা আৰু কিছু দিনলৈ পঠাব নালাগে বুলি সকলো পৰিস্থিতি বুজাই চিঠি লিখিছিল। সেই চিঠি পাই চৌধুৰীয়ে টকা পঠিয়াবলৈ এৰিছিল যদিও গোসাঁইক সঘনে চিঠিৰে উৎসাহ দি আছিল। গোসাঁয়ে চাকৰিত প্ৰৱেশ কৰিয়ে এই ধাৰ পৰিশোধ কৰে।

ইমান যত্ন আৰু আগ্ৰহ থকাতো কিন্তু গোসাঁইদেৱৰ এম. এ. পঢ়া সম্পূৰ্ণ নহ'ল। তেখেতে পৰিস্থিতিৰ পাকত পৰি সিমানতে অধ্যয়ন সামৰি কৰ্ম-জীৱন আৰম্ভ কৰিবলগীয়া হ'ল।

সেই সময়ত পূৰ্ববঙ্গ আৰু অসমৰ শিক্ষা বিভাগৰ ডাইৰেক্টৰ আছিল মিষ্টাৰ (পাছত ছাৰ) ছাৰ্প চাহাব। গোসাঁইদেৱে বি. এ. পাছ কৰা খবৰ পোৱাৰ পাছতে এম. এ. পঢ়িবৰ কাৰণে মাহে পঞ্চাশ টকাৰ স্নাতকোত্তৰ বৃত্তি (Post-graduate Scholarship) এটা দিবৰ কাৰণে ডাইৰেক্টৰ ছাৰ্প চাহাবলৈ তেওঁৰ কৃতিত্ব, মেধা, স্বভাব-চৰিত্ৰ আদিৰ আৱশ্যকীয় প্ৰমাণপত্ৰ সহ আবেদন কৰিছিল। তেতিয়াৰ অসমৰ শিক্ষা বিভাগত বি. এ. পাছ কৰা মানুহ বৰ কম আছিল আৰু অসমীয়া মানুহ প্ৰায়

নাছিলেই। তেওঁ গোসাঁইদেৱৰ বৃত্তিৰ আবেদন মঞ্জুৰ নকৰি তেওঁক শিক্ষা বিভাগত উপযুক্ত নিযুক্তি দিবলৈহে পাঞ্জিলে। সেইমতে মাহে পঞ্চসত্তৰ টকা দৰমহা যাচি ডেপুটী ইন্‌স্পেক্টৰৰ কাম এটাত তেওঁক নিযুক্ত কৰিব খুজিলে।

গোসাঁইদেৱে ছাৰ্প চাহাবৰ তেনে অভাৱনীয় চিঠি এখন পাই কিংকৰ্তব্যবিমূঢ় হ'ল। তেওঁ তাঁৰবাৰ্তাযোগে সেই বিষয়ে ককায়েক প্ৰতাপ চন্দ্ৰ গোস্বামীৰ মতামত আৰু নিৰ্দেশ বিচাৰিলে। ককায়েকে জনালে, প্ৰাৰম্ভিক দৰমহা যদি এশ টকা হয়, তেনেহ'লে চাকৰিটো গ্ৰহণ কৰাই উচিত হ'ব।

সেই অনুসাৰে গোসাঁইদেৱে ছাৰ্প চাহাবলৈ উত্তৰ পঠিয়ালে। তেতিয়া ছাৰ্প চাহাবে চৰকাৰৰ মঞ্জুৰি লৈ মাহে এশ টকা দৰমহাত গোসাঁইদেৱক ডেপুটী ইন্‌স্পেক্টৰৰ কামত নিয়োগ কৰিলে আৰু নগাঁৱলৈ পঠিয়ালে। নগাঁৱত কেইমাহমান থকাৰ পিছত চাহাবে সন্তুষ্ট হৈ গোসাঁইক মঙ্গলদৈলৈ বদলি কৰি সেই মহকুমাৰ প্ৰাথমিক শিক্ষাৰ যাৱতীয় সম্পূৰ্ণ দায়িত্ব তেওঁৰ ওপৰত অৰ্পণ কৰিলে।

## মঙ্গলদৈত ডি. আই. হিচাপে

গোস্বামীদেৱৰ কৰ্মময় জীৱন মঙ্গলদৈত আৰম্ভ হয়। তেওঁ মঙ্গলদৈলৈ প্ৰথমে অকলে গৈছিল। তাত থকামেলাৰ সুবিধা কৰি কিছুদিন পিছত পত্নীক নিবলৈ বুলি নলবাৰীলৈ আহে। এই কাৰ্য্যত তেওঁ এটা সমস্যাৰ সন্মুখীন হ'বলগীয়া হৈছিল। তেওঁৰ পত্নী ভুবনেশ্বৰী দেৱী-একেই আঠঘৰীয়াৰ পঞ্চৰত্ন ভট্টাচাৰ্যৰ ঘৰৰ জীয়াৰী তাতে আকৌ নলবৰীয়া সত্ৰীয়া গোসাঁই পৰিয়ালৰ বোৱাৰী। গতিকে বাহিৰলৈ যোৱাত এনেজাৰ এটা বাধা। ইফালে গোসাঁই হ'ল কলিকতাত শিক্ষা লাভ কৰা মুকলি জগতৰ আভাস পোৱা নব্য ধৰণৰ শিক্ষিত ডেকা। গতিকে গোসাঁয়ে যেতিয়া পত্নীক মঙ্গলদৈলৈ নিয়াৰ প্ৰস্তাৱ উত্থাপন কৰিলে তেতিয়া ঘৰৰ সকলো মানুহ পোনেই দাং খাই উঠিল। নানাজনে নানা কথা কৈ গোসাঁইদেৱক এই কাৰ্যৰপৰা বিৰত হ'বলৈ ক'লে। ফলত সেই যাত্ৰাত তেওঁৰ পত্নীক মঙ্গলদৈলৈ নিয়া নহ'ল।

তাৰে কেইমাহমান পিছত এদিন খা-খবৰ নিদিয়াকৈ গোসাঁই নলবাৰীৰ ঘৰত ওলালগৈ। উদ্দেশ্য পত্নীক কৰ্মস্থলীলৈ নিয়া। এই যাত্ৰাত পূৰ্বে সেই বিষয়ৰ বা-বাতৰি একো নোপোৱা হেতুকে ওচৰ-চুবুৰীয়া বা ইষ্ট-কুটুম্বই আহি হকাবধা কৰিবলৈ সুযোগ নাপালে। গোসাঁয়ে কাৰো পৰামৰ্শ নোলোৱাকৈয়ে মাকৰ অনুমতি আৰু আশীৰ্বাদ মাত্ৰ লভি পত্নীক লগত লৈ মঙ্গলদৈলৈ যাত্ৰা কৰিলে।

আগতে কৈ অহা হৈছে যে ১৯০১ চনত গুৱাহাটীলৈ ৰেলপথ আৰম্ভ হয়। গোস্বামীয়ে নতুন ৰেল-গাড়ীত তুলি গৃহিণীক নলবাৰীৰপৰা বাইহাটা পৰ্যন্ত নিলে আৰু তাৰপৰা একুৰি পাঁচ মাইল বাট দুয়ো গৰুগাড়ীত উঠি মঙ্গলদৈলৈ গ'ল। এই

বাটখিনি যাওঁতে তেওঁৰ হেনো বাৰ ঘণ্টা সময় লাগিছিল। বাটত কইনা চোৱা মানুহে তেওঁলোকক আমনি নকৰাকৈ নাছিল। ছিপাঝাৰত হেনো তেওঁৰ গুণমুগ্ধ লোকসকলে গাড়ী ৰখাই ৰাতি সিধা খুৱাই পুৱা পঠাব খুজিছিল। গোসাঁয়ে ইচ্ছা নকৰাত তেওঁলোকে ডাক বঙলাতে গোসাঁই-গোসাঁনীক দৈ, গুড় আৰু মালভোগ কলেৰে সৈতে কোমল চাউলৰ জলপান খুৱাই পঠায়। গোসাঁয়ে তেওঁৰ দিন-লেখাত এই ভ্ৰমণৰ টোকা লিখি ৰাখিছিল। তেওঁলোকে সন্ধ্যা সময়ত গৰুৰ-গাড়ীৰে গৈ মঙ্গলদৈ পাইছিল।

মঙ্গলদৈত থকা কালডোখৰত গোসাঁই সকলোৰে বৰ প্ৰিয়পাত্ৰ হৈ উঠিছিল। তেওঁৰ হাঁহি-মুখ আৰু সজ আচৰণত সকলো বৰ সন্তুষ্ট হৈছিল। অৱস্থাৰ হীন-ডেঢ়িলৈ নাচাই তেওঁ সৰু-বৰ সকলোৰে লগত মধুৰ ব্যৱহাৰ কৰিছিল।

## পত্নীৰ শিক্ষা

বিয়াৰ পূৰ্বে গোসাঁনীয়ে মাক-দেউতাকৰ ঘৰত লেখা-পঢ়া সমূলি শিকা নাছিল। ঘৰুৱা কাম-বনো একো শিকাৰ প্ৰয়োজন বোধ কৰা নাছিল। তাৰ কাৰণ সমাজৰ প্ৰথামতে সেই সময়ত সম্ভ্ৰান্ত মানুহৰ ছোৱালীয়ে স্কুলত পঢ়া নিষিদ্ধ আছিল আৰু গৃহস্থালিৰ ঘৰুৱা কাম-কাজ কৰাটোও একৰকম মান-গৌৰৱৰ হানিকৰ বুলি ভবা হৈছিল। তাৰ উপৰি গোসাঁনীৰ পিতৃ-গৃহত চাকৰ-চাকৰণী আৰু হজুৱা-বনুৱা বহুত আছিল। তাৰে ফলত সৰু কালত গোসাঁনীয়ে কোনো কাম কৰিব বা শিকিবলগীয়া নহৈছিল। মাক-বাপেকৰ ঘৰত যি আছিল শহুৰেক-শাহুৱেকৰ ঘৰতো তেওঁ সেই একে অৱস্থাকে পাইছিলহি। গতিকে বিয়াৰ পাছত মঙ্গলদৈলৈ অহাত তেওঁৰ লেখা-পঢ়াত বাহিৰেও ঘৰুৱা কাম-বন আদি শিকোৱাৰ সকলো দায়িত্ব পৰিছিল গোসাঁইদেৱৰ ওপৰতে।

মঙ্গলদৈলৈ আনি গোসাঁয়ে প্ৰথমে তিনি মাহমান গোসাঁনীক আৰম্ভণিৰেপৰা একাণপতীয়াকৈ লেখা-পঢ়া শিকাবলৈ লয়। সেইখিনি সময়ৰ ভিতৰতে তেওঁ অসমীয়া লিখিব আৰু পঢ়িব পৰা হৈ উঠে। গোসাঁয়ে তেতিয়া তেওঁৰ কাৰণে এটা কাপোৰ চিলাই কৰা কল আনি দিয়ে আৰু নিজেই কিতাপ পঢ়ি পঢ়ি চিলাই সম্পৰ্কে প্ৰাৰম্ভিক কথাবোৰ গোসাঁনীক শিকায়। এইদৰে ৰন্ধা-বঢ়া, দিয়া-থোৱা সকলো শিক্ষাকে গোসাঁইদেৱে পত্নীক শিকাই অলপ দিনৰ ভিতৰতে সকলো বিষয়তে তেওঁক এগৰাকী পাকৈত গৃহিণীত পৰিণত কৰে। নক'লেও হ'ব যে পঢ়াশীয়া জীৱনতে ৰন্ধা-বঢ়া আদি সকলো কাম গোসাঁয়ে নিজহাতে কৰি স্বাৱলম্বী হ'বলৈ শিকিছিল।

## মঙ্গলদৈৰ বাতিখোৱা সম্প্ৰদায়ৰ বিষয়ে

মঙ্গলদৈত বাতিখোৱা সম্প্ৰদায় বুলি এটা ভকতীয়া সম্প্ৰদায় আছে। বহুতে এওঁলোকক বৰখেলীয়া মহন্তও বোলে। সম্ভৱতঃ সম্প্ৰদায়টোৰ গুৰুত্ব বুজাবলৈহে তেনেকৈ কোৱা হয়। বাতিৰ ভিতৰতে গোপনে গোপনে তেওঁলোকৰ পূজা-সেৱা সকলো শেষ হয় ; সাধাৰণ লোকে সেই পূজা-সেৱাৰ একো ভূ-ভা নাপায়। সেই সময়ত এই সম্প্ৰদায়টোৰ বিষয়ে অসমৰ খুব কম লোকেহে জানিছিল। সম্প্ৰদায়ভুক্ত ভকতসকলৰ বাহিৰে আনে তেওঁলোকৰ পূজাৰ বিধি-ব্যৱহাৰৰ কথা একো গম নাপাইছিল।

এই সম্প্ৰদায়টোৰ বিষয়ে জানিবলৈ গোসাঁইৰ মনত বৰ ঔৎসুক্য ওপজাত তেওঁ এজন বৰখেলীয়া মহন্তৰ ওচৰ চাপিল। গোসাঁইৰ আচৰণত মুগ্ধ হৈ জনদিয়েক ভকত-মহন্ত তেওঁৰ বন্ধু হৈ পৰিল। গোসাঁয়ে তেওঁলোকৰপৰা সম্প্ৰদায়টোৰ বহুত গুপুত ৰহস্যৰ সন্ধেদ ল'লে আৰু পিছত সেইবোৰ সম্পৰ্কে একাধিক মূল্যবান প্ৰবন্ধ লিখিলে।

## শিক্ষকৰ কেন্দ্ৰসভা

মঙ্গলদৈ মহকুমাত ডেপুটী ইন্‌স্পেক্টৰ হৈ থাকোঁতে কেৱল স্কুল পৰিদৰ্শন আৰু স্কুলৰ শিক্ষাৰ যত্ন লৈয়ে গোসাঁইদেৱ ক্ষান্ত থকা নাছিল। পৰিদৰ্শন কৰোঁতে শিক্ষকসকলৰ মাজত একতা আৰু মিলাপ্ৰীতিৰ অভাৱ তেওঁ বৰকৈ অনুভৱ কৰিছিল। গতিকে তেওঁলোকৰ মাজত সহযোগিতা আৰু মিলাপ্ৰীতি স্থাপনৰ উদ্দেশ্যে পোনতে তেওঁ চাৰ্কোল মিটিং বা কেন্দ্ৰসভা নামৰ কিছুমান অনুষ্ঠানৰ সৃষ্টি কৰিলে। এই চাৰ্কোলবোৰ আছিল ছবডেপুটী চাৰ্কোলৰ দৰে মহকুমাটোৰ কেইটামান আঞ্চলিক বিভাগ। শিক্ষকসকল গোট খোৱাৰ সুবিধাৰ অৰ্থে এই চাৰ্কোলবোৰ সৃষ্টি হৈছিল। তাৰ কোনো এখন স্কুলক কেন্দ্ৰ কৰি এই চাৰ্কোলবোৰ গঠন কৰা হয়। মাহৰ পহিলা বা শেষ তাৰিখে পূৰ্বনিৰ্দিষ্টমতে সেই স্কুলত চাৰ্কোলটোৰ শিক্ষকসকল গোট খাই সভা পাতি নিজৰ নিজৰ অভাৱ-অভিযোগবোৰ আলোচনা কৰে। শিক্ষকসকলৰ কোনো কোনোৱে ধেমেলীয়া গল্প, কবিতা আদিও লিখি নি তাত পাঠ কৰে। খেনোৱে শিক্ষাৰ প্ৰণালী সম্পৰ্কে বক্তৃতা দিয়ে। এই বিষয়ে ১৯০৯-১০ চনত শিক্ষাসংক্ৰান্ত প্ৰতিবেদনত সেই সময়ৰ মহকুমাধিপতি আৰু লোকেলবোৰ্ডৰ চেয়াৰমেন মিষ্টাৰ আৰ. ফ্ৰিল্ড চাহাবে এইদৰে লিখিছিল ঃ—

তেওঁ (শ্ৰীযুত শৰৎচন্দ্ৰ গোস্বামীয়ে) নিজৰ কৰ্তব্যত যথোচিত মনোযোগ দিছে আৰু কামৰ দ্বাৰা উৎসাহ-উদ্যমৰ পৰিচয় দিব পাৰিছে। তেওঁ অলপতে এটা নতুন পদ্ধতি পাতি উলিয়াইছে। যাৰ দ্বাৰা মহকুমাটো কিছুমান চাৰ্কোলত বিভক্ত কৰা হৈছে। তাত তেওঁ একোটা চাৰ্কোল বা অঞ্চলৰ সৰ্বশ্ৰেষ্ঠ অৰ্হতাসম্পন্ন শিক্ষকজনক কিছুমান দায়িত্ব আৰু ক্ষমতা দিছে, যেনে—আন শিক্ষকসকলৰ নৈমিত্তিক (কেজুৱেল) ছুটি মঞ্জুৰি। চাৰ্কোলৰ শিক্ষকসকলে নিৰ্দিষ্ট দিনৰ (কোনো এখন স্কুলত) গোট খায় আৰু শিক্ষাদান সংক্ৰান্ত সমস্যাবোৰ আলোচনা কৰে। স্কুলঘৰবোৰৰ তত্বাৱধান ল'বলৈ মৌজাদাৰ আৰু গাঁওবুঢ়াসকলকো দায়বদ্ধ কৰা হৈছে। এইবোৰ কাৰ্যই অৰ্থব্যয় সংকোচত সহায় কৰিব আৰু গাওঁৰ বাইজৰ মাজতো উৎসাহ-উদ্দীপনাৰ সৃষ্টি কৰিব।

স্বাঃ আৰ ফ্ৰিল্ড
মহকুমাধিপতি আৰু চেয়াৰমেন, মঙ্গলদৈ
২১। ৫। ১৯১০

উক্ত ধৰণৰ কেন্দ্ৰসভা গোস্বামীদেৱে স্কুল ইন্‌স্পেক্টৰ হোৱাৰ পাছত সমগ্ৰ অসমতে স্থাপন কৰাইছিল। এই কেন্দ্ৰসভাবোৰ আজিও ন-ন ৰূপত চলি আছে। এই উৰহী গছৰ ওৰ কিন্তু লয় কেইজনে?

## আচৰণৰ বিশেষত্বমূলক এটি ঘটনা

---

* He (Shrijut Sarat Chandra Gaswami) has taken great interest in his work and has shown much activity and energy He has recently started a system by which the subdivision is divided up into circles and the most deserving Pandit in the circle is given certain powers over the remaining Pandits in the matter of granting casual leave etc. The Pandits of each circle also meet at regular intervals to discuss educational matters. The system has also been introduced of making the Gaonburas & Mauzadars responsible for the upkeep of the School buildings. This ought both to save money and rouse an interest in the villagers.

Sd. R Friled
S. D. O. & Chairman, Local Board, Mangaldoi
21.5 1910

শৰৎচন্দ্ৰ গোস্বামী ঃ এম. এ. অধ্যয়নৰ প্ৰয়াস আৰু কৰ্ম-জীৱনৰ পাতনি ৩২৫

গোস্বামীদেৱতকৈ বয়সত জ্যেষ্ঠ আৰু গোসাঁইক অনুজৰ দৰে জ্ঞান কৰা হেডমাষ্টৰ ৰমণীকান্ত বৰুৱাদেৱে গোসাঁইৰ বিষয়ে কৈছিল—"গত ১৯১০ চনত, যেতিয়া গোসাঁই মঙ্গলদৈৰ ডেপুটী ইনস্পেক্টৰ হৈ আছিল, তেতিয়া মই ভাৰ-চৰকাৰী হাইস্কুলৰ হেডমাষ্টৰ আছিলোঁ। সেই চনৰ আগষ্ট মাহত মোৰ একমাত্ৰ সৰু ভাইটোৱে নিজে নিজে গুলী কৰি আত্মঘাতী হয়। ঘটনাটো মোৰ ছিপাঝাৰৰ ঘৰত ঘটিছিল। মই মঙ্গলদৈত ঘটনাৰ খবৰ পোৱা মাত্ৰকে থানালৈ গৈ দুজন পুলিচ কৰ্মচাৰী লগত লৈ ঘটনাস্থলীলৈ আহিলোঁ। এই খবৰ পাই তেখেত মোৰ পাছে পাছে আহি আমাৰ ছিপাঝাৰৰ ঘৰ ওলালহি। কাৰণ তেখেতৰ আশঙ্কা হৈছিল কিবাজানিময়ো এই আকস্মিক দুৰ্ঘটনাত মনৰ গতি ঠিক ৰাখিব নোৱাৰি নিজে নিজৰ অনিষ্ট কৰোঁ। বাস্তৱিকতে মই ঘৰৰপৰা ঘূৰি গৈ মঙ্গলদৈ নোপোৱালৈকে তেখেতে মোৰ গা-ৰখীয়াৰ দৰে মোৰ লগে লগে লাগি আছিল।"

আচৰণৰ এনে বিশেষত্বৰ কাৰণেই গোসাঁইদেৱ য'তে আছিল ত'তে জনপ্ৰিয় আৰু শ্ৰদ্ধাভাজন হৈ পৰিছিল।

## দিল্লীৰ দৰবাৰৰ সময়ত

১৯১১ চনত ভাৰতৰ সকলো ঠাইতে সম্ৰাট পঞ্চম জৰ্জৰ সিংহাসন আৰোহণ উপলক্ষে দৰবাৰ উৎসৱ পালন কৰা হৈছিল। ঘাইকৈ দিল্লী নগৰত ইয়াক বিশেষ উলহ-মালহ আৰু জাকজমকেৰে অনুষ্ঠিত কৰা হৈছিল। গোসাঁইদেৱে মঙ্গলদৈত সেই উৎসৱ পালনত আগভাগ লয়। এই উৎসৱতেই পোন-প্ৰথমে গোস্বামীদেৱৰ সংগঠন শক্তিৰ পৰিচয় বাইজ আৰু বিষয়াবৰ চকুত ধৰা পৰে। মঙ্গলদৈ চহৰত হোৱা এই উৎসৱ চাবলৈ দূৰ-দূৰণিৰ গাওঁৰ বাইজবো সোঁত বৈছিল। এই বিষয়ে সেই সময়ৰ মহকুমাধিপতি মিঃ ফ্ৰিল্ডে ১৯১১ চনৰ ১৪ ডিচেম্বৰৰ এখন চিঠিত গোসাঁইলৈ লিখিছিল। *

---

* I have just written a note to Ratneswar Babu telling him how much we had all enjoyed the various convocation entertainments you had provided The fireworks and theatre were so particularly good that I feel we ought to thank you specially for your share of the work. Would you please tell your colleagues in the sub-committee how pleased we and all our guests from the north have been

Sd. R. Friled.
14 12.1911

"দৰবাৰ উৎসৱত আপুনি আয়োজন কৰা নানা তৰহৰ আমোদ-প্ৰমোদ আমি কিমান যে উপভোগ কৰিলোঁ—সেই বিষয়ে মই এইমাত্ৰ বজ্ৰেশ্বৰ বাবুলৈ চিঠি এখনত লিখি জনাইছোঁ। সেইবোৰৰ ভিতৰত বিশেষকৈ আতচবাজী আৰু থিয়েটাৰ অতিশয় চমৎকাৰ হৈছিল। ইমান ভাল হৈছিল যে মোৰ মনটোৱে সেই বিষয়ে আপোনাক ধন্যবাদ জনাবলৈ উচ্‌পিচাই আছে। অনুগ্ৰহ কৰি আপুনি আপোনাৰ শাখা-সমিতিবোৰৰ সহকৰ্মীসকলক ক'ব যে আমি আৰু আমাৰ উত্তৰ অঞ্চলৰ আলহীসকলে সকলোৱে এইবোৰ অতিশয় আনন্দেৰে উপভোগ কৰিছোঁ।"

## ঢাকা বি. টি. ট্ৰেইনিং কলেজত

মঙ্গলদৈত ২/৩ বছৰ চাকৰি কৰাৰ পাছত ১৯১১ চনত গোসাঁইদেব ঢাকাৰ বি. টি. কলেজলৈ প্ৰশিক্ষণ ল'বলৈ যাবলগীয়া হয়। সেই সময়ত তেওঁৰ পত্নী সন্তান-সম্ভৱা আছিল। সেইবাবে তেওঁ তেওঁক নি নলবাৰীৰ নিজ ঘৰত থৈ আহিছিল। ঢাকাত থকা সময়তেই তেওঁৰ প্ৰথম সন্তান প্ৰতিভাদেৱীৰ নলবাৰীত জন্ম হয়।

১৯১২ চনত গোসাঁইদেৱে ঢাকাত বি. টি. পৰীক্ষা দিয়ে আৰু সুখ্যাতিৰে উত্তীৰ্ণ হয়। এই পৰীক্ষাত তেওঁ উত্তীৰ্ণ হোৱা ছাত্ৰসকলৰ ভিতৰত প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান পায়। বি. টি. পৰীক্ষাত অসমীয়া পৰীক্ষাৰ্থীয়ে প্ৰথম হৈ প্ৰথম শ্ৰেণীত স্থান লাভ কৰা এয়ে প্ৰথম আছিল। তাৰ বাবে গোস্বামীয়ে বিশ্ববিদ্যালয়ৰ স্বৰ্ণ-পদক আৰু পুৰস্কাৰ লাভ কৰে।

অকল সেয়ে নহয়। বি. টি. পঢ়ি থাকোঁতে তেওঁ শৰীৰিক ব্যায়াম শিক্ষাদানবো প্ৰশিক্ষণ লৈছিল। বি. টি. কলেজত প্ৰদৰ্শনীত তেওঁ ব্যায়াম শিক্ষা প্ৰদানতো সুখ্যাতিৰে স্বৰ্ণ-পদক লাভ কৰিছিল।

## এছিষ্টেণ্ট ইন্‌স্পেক্টৰ পদত, যোৰহাটত

সুনাম সুখ্যাতিৰে ঢাকাত বি. টি. পাছ্ কৰি অহাৰ পাছত গোস্বামীয়ে আগৰ ডেপুটী ইন্‌স্পেক্টৰ কামত মঙ্গলদৈত অতি অলপ দিন মাত্ৰ আছিল। শীঘ্ৰেই তেওঁক সেই কামতে যোৰহাটলৈ বদলি কৰা হয় আৰু তাৰে অতি অলপ দিনৰ ভিতৰতে তেওঁৰ সহকাৰী ইন্‌স্পেক্টৰ পদলৈ পদোন্নতি হয়। এনে উন্নতিত তেওঁৰ সমনীয়া আৰু সমকক্ষ কৰ্মচাৰীসকলৰ অনেকৰে অন্তৰ্দাহ হৈছিল। কাৰণ সহকৰ্মী ডেপুটী ইন্‌স্পেক্টৰসকলৰ ভিতৰত তেওঁ আছিল বয়সত সবাতকৈ সৰু আৰু তেওঁৰ চাকৰিৰ

কালো আছিল নিচেই কম। কিছুদিনৰ পিছতেই কিন্তু সেইসকলেও তেওঁৰ যোগ্যতা আৰু কৰ্মকুশলতা মুক্তকণ্ঠে স্বীকাৰ কৰিবলৈ বাধ্য হৈছিল। উল্লেখযোগ্য এই যে বিভিন্ন দায়িত্বৰ বিভিন্ন চাকৰিত প্ৰায় ওঠৰ বছৰ কাল তেওঁ যোৰহাটতে আছিল। গতিকে যোৰহাটৰ সেই কালছোৱাৰ অনেক উন্নতিমূলক কামত তেওঁৰ সুনিপুণ হাতৰ চিন আজিও অঙ্কিত হৈ আছে।

যোৰহাট আছিল শৰৎচন্দ্ৰ গোস্বামীৰ প্ৰধান কৰ্মক্ষেত্ৰ। এছিষ্টেণ্ট ইন্‌স্পেক্টৰ পদত নিযুক্তি হোৱাৰ পিছতে তেওঁৰ ওপৰত উজনি অসমৰ হাইস্কুলসমূহৰ টুৰ্ণামেণ্ট খেলাখন সুচাৰুৰূপে পৰিচালনা কৰাৰ গধুৰ দায়িত্ব পৰেহি। সেই দায়িত্ব তেওঁ নিয়াৰিকৈ সম্পন্ন কৰে। তাতেই তেওঁৰ কাৰ্যদক্ষতা আৰু সংগঠনী শক্তিৰ পৰিচয় দেখ দেখ হৈ পৰে। ক'বলৈ গ'লে ইয়ো আছিল তেওঁৰ কাৰণে এটা পৰীক্ষামূলক ঘটনায়ে।

১৯১২/১৩ চনৰ কথা। ইয়াৰ আগতে নানা আহুকাল আৰু বেমেজালিৰ কাৰণে অনেক বছৰ ধৰি টুৰ্ণামেণ্ট খেলা হোৱা নাছিল। তাৰ ঘাই কাৰণ আছিল এই যে কেতিয়াবা খেলা চলি থাকোঁতেই ছাত্ৰসকলৰ মাজত দলাদলিৰ সৃষ্টি হৈ হাই-কাজিয়া, আনকি মৰামৰি পৰ্যন্ত হৈছিল। সেই কাৰণে ডাইৰেক্টৰ কানিংহাম চাহাবে টুৰ্ণামেণ্ট খেল বন্ধ কৰি দিছিল। অৱশ্যে তাৰ কাৰণে তেওঁ চিন্তিত নহৈ থকা নাছিল। কেনেকৈ খেলাখন পুনঃ সুশৃঙ্খলভাৱে পতা যায় সেয়ে তেওঁক কেতিয়াবা উদ্বিগ্ন কৰি তুলিছিল।

এনে পৰিস্থিতিত সেই বিষয়ে তেওঁ এদিন কথা প্ৰসঙ্গত নতুন এ ইন্‌স্পেক্টৰ গোস্বামীৰ পৰামৰ্শ বিচাৰিলে। গোসাঁইি আছিল সদায় সকলো কামতে আশাবাদী। তেওঁ পোনেই ক'লে যে যত্ন সহকাৰে পৰিচালনা কৰিলে 'টুৰ্ণামেণ্ট' সুচাৰুৰূপে চলাব নোৱাৰাৰ কাৰণ একো নাই, লাগিলে তেওঁ নিজে তাৰ দাযিত্ব গ্ৰহণ কৰিবলৈও সাজু আছে বুলি ক'লে। মনৰ চিন্তা আৰু উদ্বিগ্নতাৰ মাজত গোসাঁইদেৱৰ এনে মাভৈ বাণী শুনি চাহাবে হাততে স্বৰ্গ ঢুকি পোৱাৰ দৰে পালে। তেওঁ তেতিয়াই আলচ কৰি চাই লিখিতভাৱে তাৰ পৰিচালনাৰ সৰ্বভাৰ গোসাঁইৰ ওপৰত ন্যস্ত কৰিলে। ঈশ্বৰৰ ইচ্ছাত আৰু গোসাঁইৰ অহোপুৰুষাৰ্থত খেলা অতিশয় সুচাৰুৰূপে সমাধা হ'ল। এই টুৰ্ণামেণ্ট খেলাৰ সুদক্ষ পৰিচালনা গোস্বামীৰ কৰ্মজীৱনৰ অন্যতম কীৰ্তিস্তম্ভ।

## টুৰ্ণামেণ্টৰ সময়ত ৰহস্যজনক ঘটনা

স্কুল টুৰ্ণামেণ্ট চলি থকা সময়ত এটা আমোদজনক ঘটনা ঘটিছিল। তেতিয়া স্কুল ইন্‌স্পেক্টৰ আছিল মিষ্টাৰ জি এ. স্মল। স্মল চাহাবে কান্দুৰাম চকীদাৰ বুলি

চৰকীদাৰ এটাক চাহখোৱা পিয়লা-পিৰিচবোৰ ধুই-পখালি, ঘঁহি-পিহি পৰিষ্কাৰ কৰিবলৈ দিছিল। তেনেবোৰ কামত অভ্যাস আৰু অভিজ্ঞতা নথকা হেতুকে সি সেইবোৰ পৰিষ্কাৰ কৰিবলৈ গৈ ছাই আৰু বালিৰে ঘঁহি বহুতবৰে স্বাভাৱিক উজ্জ্বলতা নষ্ট কৰিছিল আৰু দুটা নে এটা পিয়লাৰ ঠেনুও ভাঙিছিল। তাতে খং উঠি স্মল চাহাবে জোতাৰে তাক এটা গোৰ মাৰে। সি তেতিয়া লাজ, অপমান অৰু সমাজৰ দণ্ডৰ ভয়ত তেনেই মৰাৰ তুল্য হয়।

কথাটো ইকাণ সিকাণ সহস্ৰকাণ হ'ল। তেতিয়া বিলাতী চাহাবৰ লাথি খোৱা কুলি ওচৰ-চুবুৰীয়াই আৰু তাৰ গএগা সমাজে তাক এঘঁৰীয়া কৰে। এই বিপদত সি গৈ গোসাঁইদেৱৰ আশ্ৰয় লৈ তেওঁৰ উপদেশ বিচাৰিলে। গোসাঁয়ে তেতিয়া মধ্যস্থতা কৰি স্মল চাহাবক তেওঁৰ ভুলৰ কথা বুজাই দিলে আৰু তেওঁক কৈ-মেলি গএগাক জা-জলপান খুৱাই, নাম-কীৰ্তন কৰি উদ্ধাৰ হ'বৰ কাৰণে যি টকাৰ প্ৰয়োজন হৈছিল সেইখিনিও আদায় কৰি দিছিল। ইয়াৰ উপৰি গোসাঁইৰ বুজনিত প্ৰত্যয় মানিয়ে স্মল চাহাবে কান্দুৰামৰ হাতত ধৰি মাফ খুজিছিল।

## স্কুল পৰিদৰ্শনৰ ৰহস্যপূৰ্ণ অভিজ্ঞতা

এছিষ্টেণ্ট ইনস্পেক্টৰ আৰু পিছত ইনস্পেক্টৰ হিচাপে গোসাঁইৰ দীঘলীয়া কৰ্ম-জীৱনত লাভ কৰা অনেক ৰহস্যময় ঘটনা আছে। সেইবোৰ শুনাত উপভোগ্য কাহিনী যেন লাগে। তাৰে দুই-এটা উল্লেখ কৰা যাওক।

(১) এসময়ত বিখ্যাত জাতীয়তাবাদী হেড্‌মাষ্টাৰ বৰপেটাৰ গিৰীশ ৰায়চৌধুৰীয়ে কৈছিল—"গোসাঁয়ে এছিষ্টেণ্ট ইনস্পেক্টৰ কাম কৰি থকা সময়ত এদিন চাঁদাগুৰি প্ৰায়মাৰী স্কুল চাবলৈ গৈছিল। চাঁদাগুৰি ধুবুৰী মহকুমাৰ বঙাইগাঁও ষ্টেচনৰপৰা উত্তৰে আঢ়ৈ মাইলমান দূৰত। তেতিয়া ধুবুৰী মহকুমাৰ ডেপুটী ইনস্পেক্টৰ আছিল এজন বয়সীয়া মুছলমান মানুহ। ইমানবোৰ অভিজ্ঞ লোক থাকোঁতে ফুকলীয়া ডেকা ল'ৰা এটা এছিষ্টেণ্ট ইনস্পেক্টৰ হোৱাত তেওঁ ক্ষুব্ধ হৈছিল। সেই কাৰণে তেওঁ নিজে নগৈ আমাক পঠিয়ালে। মই তেতিয়া তাৰ স্কুল ছাব-ইনস্পেক্টৰ।

"বঙাইগাঁও বঙলাৰপৰা ৰাতিপুৱা গোসাঁইদেৱ আৰু মই স্কুল চাবলৈ গ'লোঁ। কছাৰী গাঁৱৰ স্কুল। শিক্ষকজনো কছাৰী। ল'ৰাৰ সংখ্যা কম। শিক্ষাদান আশানুৰূপ হোৱা নাই। কোনোবা এটা শ্ৰেণীৰ ল'ৰাবোৰক অঙ্ক কৰিবলৈ দিয়া হ'ল। বেছিভাগ ছাত্ৰই নোৱাৰিলে। শিক্ষকক বুজাই দিবলৈ কোৱা হ'ল। শিক্ষকেও কৰি কৰি গৈ মাজতে কিবা এটা ভুল কৰিলে। তেতিয়া তততালিকে গোসাঁইদেৱে ছাত্ৰ আৰু

ব্ৰেকবোৰ্ডৰ মাজত ভুলটো আঁৰ কৰি থিয় হ'ল; আৰু শুধৰাই দি শ'ৰাখোৰক চাৰলৈ দি আগৰ ঠাইত আঁতৰি আহিল। আন কোনো সাধাৰণ স্তৰৰ পৰিদৰ্শক হ'লে জুলি-পকি শিক্ষকক যথেচ্ছা তিৰস্কাৰ কৰিলেহেঁতেন। গোসাঁইদেৱৰ ধৈৰ্য, শিক্ষকসকলৰ প্ৰতি সহানুভূতি আৰু সহৃদয়তা দেখি সকলো মুগ্ধ হ'ল। শিক্ষকজনৰো সন্মান ৰক্ষা পৰিল। আমিও শিক্ষা পালোঁ।" গোস্বামীৰ স্কুল পৰিদৰ্শনৰ ই আছিল এটা নমুনা।

(২) অন্য এদিনৰ ঘটনাটো আছিল এনেকুৱা—আব্দুল ৰহমান বুলি এজন আহমীয়া ভদ্ৰলোক আছিল তেতিয়া যোৰহাটৰ ডেপুটী ইন্‌স্পেক্টৰ। আগ-আগমী দি গোসাঁই আৰু তেওঁ দুয়ো এদিন স্কুল পৰিদৰ্শন কৰিবলৈ বুলি যাত্ৰা কৰিলে।

গোসাঁই তেতিয়া যোৰহাটত নতুন মানুহ। তেওঁৰ নাম মাজুলীৰ গোসাঁই-ভকত সকলোৱে মাজত বাৰুকৈয়ে সদৰি হৈ পৰিছিল। গতিকে গোসাঁই যাব বুলি শুনি তেওঁলোকে তাত তেওঁৰ কাৰণে ধূপ-ধূনা জ্বলাই কলপুলি পুতি তেওঁক আদৰি নিবৰ উদ্দেশ্যে বাট চাই আছিল।

যথাসময়ত দুয়ো গৈ ওলাল। তেতিয়া গোসাঁইৰ মুখমণ্ডলত সুন্দৰ ডাঢ়ি-গোঁফ আছিল। ৰহমান আছিল নিমজকৈ খুৰোৱা মুখেৰে এজন সুন্দৰ-দৰ্শন লোক। মাজুলীৰ শুদ্ধ-সাত্ত্বিক গোসাঁই-ভকতসকলে জালকে জকাই বুলি তামোল-পাণ আৰু গামোচাৰ শৰাইৰে ৰহমানকে আদৰিলে। পাছত কথাটো ফাদিল হোৱাতহে সকলোৱে ৰৰকৈ আফচোচ্ কৰিছিল। তাৰে ফলস্বৰূপে উভতি আহি ঘৰ পোৱাৰ দুই-তিনি দিনৰ ভিতৰতে গোসাঁনীৰ বকনি সহিব নোৱাৰি গোসাঁযেও ডাঢ়ি-গোঁফ চিকুণকৈ খুৰাই ৰহমান হ'বলৈ বাধ্য হৈছিল।

## যোৰহাট নৰ্মাল স্কুলত

সকলোৱে শিক্ষা আৰম্ভ হয় প্ৰাইমাৰী স্কুলত। গতিকে প্ৰাইমাৰী স্কুলবোৰ গঢ়ি তুলিবলৈ লোৱাটো ৰজাঘৰীয়া শিক্ষাসংক্ৰান্ত কামৰ প্ৰথম পদক্ষেপ। তেতিয়াৰ শিক্ষা বিভাগৰ কৰ্তৃপক্ষয়ো সেই উদ্দেশ্যে শিক্ষকক প্ৰশিক্ষণ দিয়া যোৰহাট নৰ্মাল স্কুলখন নতুনকৈ গঢ় দি তাত উপযুক্ত শিক্ষক প্ৰস্তুত কৰিবলৈ মনস্থ কৰিছিল। কিন্তু ভালকৈ গমি-পিতি চাই সকলোৱে দেখিলে যে উপযুক্ত ছুপাৰিণ্টেণ্ডেণ্ট এজনৰ অভাৱত সেই কাম আশানুৰূপ হৈ নুঠিব। গতিকে প্ৰথম কাম হ'ল উপযুক্ত ছুপাৰিণ্টেণ্ডেণ্ট এজন নিযুক্ত কৰা। এই প্ৰসঙ্গত গোসাঁইৰ নামেই সকলোৱে মনত প্ৰথমে আহিল। কিয়নো তেওঁ সেই সময়ত বিজয় গৌৰবেৰে প্ৰথম শ্ৰেণীত প্ৰথম স্থান অধিকাৰ কৰি ঢাকাত বি. টি পাছ কৰি আহিছে। তদুপৰি নানান ক্ষেত্ৰৰ কাৰ্যদক্ষতালৈ লক্ষ্য কৰি তেওঁৰ ওপৰত সকলোৱে অটল বিশ্বাস জন্মিছে। এইবোৰৰ

উপৰিও তেওঁ আছিল তেতিয়া এজন উদীয়মান কৰ্মঠ যুৱক। সাত-পাঁচ বিবেচনা কৰি কৰ্তৃপক্ষই ১৯১৫ ইংৰাজী চনৰ দুই জানুৱাৰীৰপৰা তেওঁক যোৰহাট নৰ্মাল স্কুলৰ ছুপাৰিণ্টেণ্ডেণ্ট পদত নিযুক্ত কৰিলে। চাকৰি জীৱনৰ সমধিক কাল তেওঁ এই কামতে কটাইছিল।

ছুপাৰিণ্টেণ্ডেণ্ট হিচাপে গোস্বামীয়ে স্কুলখনক নিজৰ মনঃপূত কৰি গঢ়ি তুলিবলৈ দেহেকেহে খাটিছিল। ক'বলৈ গ'লে সেয়ে তেওঁৰ কেতিয়াবা কেতিযাবা হৈ পৰিছিল দিনৰ কাম আৰু ৰাতিৰ সপোন। সেই কাৰণে আজিও সেই অনুষ্ঠানটিক সকলোৱে গোসাঁইদেৱৰ হাতে-গঢ়া অনুষ্ঠান বুলি স্বীকাৰ কৰে। সেয়েহে বাগ্মীবৰ নীলমণি ফুকন ডাঙৰীয়াই গোসাঁইৰ পৰলোকত লিখিছিল—'গোসাঁইদেৱৰ হাতৰ কামে কিদৰে শিপাব পাৰে যোৰহাট নৰ্মাল স্কুল আৰু অসম সাহিত্য সভাই তাৰ নিদৰ্শন। এই দুয়োটা অনুষ্ঠান কুমাৰৰ হাতৰ মাটিলডাই ধুনীয়া বাচনৰ গঢ় লোৱাৰ দৰে তেওঁৰ হাতত বিশেষ গঢ লোৱা বস্তু। এই দুই অনুষ্ঠানত শৰৎচন্দ্ৰই যি পোহৰ ঢালিছিল তাৰ উজ্জ্বলতা আজি সমানে প্ৰকাশ পোৱা নাই যদিও, তাৰ আভা কোনো কালে লোপ পাব নোৱাৰে।'

## যোৰহাট নৰ্মাল স্কুলৰ নতুন গঢ়

শৰৎচন্দ্ৰ গোস্বামী যোৰহাট নৰ্মাল স্কুললৈ অহাৰ লগে লগে স্কুলে নতুন গঢ় ল'লে। ই এখন ডাঙৰ স্কুলেই নহয়, ডাঙৰ অনুষ্ঠান হৈ পৰিল। আগৰ ঘৰ-বাৰীয়ে নোজোৰা হ'ল। ইফালে ছাত্ৰসকলক পঢ়ুৱাবলৈ উপযুক্ত পাঠ্য পুথিৰো অভাৱ। গতিকে ঘৰ সজোৱাৰেপৰা উপযুক্ত পাঠ্যপুথি যুগুত কৰালৈকে সকলো ভাৰ পৰিল গোসাঁইৰ ওপৰত। এইবোৰ কামত প্ৰথম ছবছৰ তেওঁৰ ইমান খাটনি হৈছিল যে তেওঁ দিনে-ৰাতি আন কথা ভাবিবলৈকে অৱসৰ পোৱা নাছিল। ছবছৰৰ হাড়ভঙা কঠোৰ পৰিশ্ৰমৰ ফলতহে তেওঁ স্কুল ঘৰ আৰু সঁজুলি, পাঠ্যৰ ক্ৰম আৰু পাঠ্য নিৰ্বাচন, শিক্ষাবিধি, মনোবিজ্ঞান, সাহিত্য, ভূগোল আৰু বুৰঞ্জীৰ টোকা আদি ঠিক কৰি ল'ব পাৰিছিল।

স্কুলত ছাত্ৰক শিক্ষাদান দিলেই শিক্ষকৰ কৰ্তব্যৰ ওৰ নপৰে। ছাত্ৰৰ পঢ়া-শুনাৰ উপৰি স্বাস্থ্য আৰু কৰ্মশক্তিও উন্নত পৰ্যায়ৰ হ'ব লাগে—তাকে কৰাই আছিল তেওঁৰ প্ৰধান লক্ষ্য আৰু উদ্দেশ্য। সেয়েহে তেওঁৰ পৰিচালনা আৰু কাৰ্য-প্ৰণালীয়ে নৰ্মাল স্কুলখনৰ প্ৰতি যোৰহাট নগৰবাসীৰ মন বিশেষভাৱে আকৰ্ষণ কৰিছিল।

গোসাঁইদেৱে নৰ্মাল স্কুলৰ ছাত্ৰসকলক অকল স্কুলৰ শিক্ষা দিয়েই ক্ষান্ত থকা নাছিল ; তেওঁলোক যাতে ভৱিষ্যতে উপযুক্ত শিক্ষক আৰু লগে লগে দেশৰ আৰু সমাজৰ কামত আগৰণুৱা হৈ গাঁৱত জাকতজিলিকা হ'ব পাৰে তাৰ বাবে শিক্ষাৰ

সকলো দিশতে যত্ন লৈছিল। নৰ্মাল স্কুলৰ ল'ৰাবোৰৰ মন যাতে আধুনিক সাহ-বিলাহৰ ফালে নগৈ স্বাৱলম্বনৰ ফালে ঢাল খায়, তাৰ বাবে তেওঁ সদায় চোকা দৃষ্টি ৰাখিছিল। তেওঁলোকক নিয়মানুৱৰ্তী আৰু কৰ্তব্যপৰায়ণ কৰি তুলিবৰ কাৰণে তেওঁ সৰ্বতোপ্ৰকাৰে যত্নবান হৈছিল। গোসাঁইৰ দিনৰ নৰ্মাল স্কুলৰ ছাত্ৰই ছাত্ৰাবাসত কোনো ল'ৰাৰ অসুখ-বিসুখ হ'লেতো পাল পাতি শুশ্ৰূষা কৰিছিলেই, নগৰৰ কোনো লোকৰ ঘৰতো টান নৰিয়া হ'লে তালৈকে গৈ ৰোগীৰ সেৱা-শুশ্ৰূষা কৰিছিল। নৰ্মাল স্কুলৰ ছাত্ৰৰ সেৱাৰ প্ৰবৃত্তি ইমান প্ৰবল হৈ পৰিছিল যে স্কুলৰপৰা দুই-তিনি মাইল দূৰৰ সৰ্বাইবন্ধা, বৰভেটা প্ৰভৃতি ঠাইতো তেওঁলোকে ৰোগীৰ আলপৈচান ধৰি জাৰৰ দিনৰ দীঘল ৰাতি আনন্দেৰে কটাইছিল। কোনো নিৰাশ্ৰয় লোকৰ শৱ-সংকাৰ কৰিবলৈ হ'লে নগৰবাসীয়ে নৰ্মাল স্কুলৰ ছাত্ৰৰ সহায় বিচাৰিছিল আৰু ছাত্ৰসকলেও ৰংমনে সংকীৰ্তন কৰি মৰা-শ কঢ়িয়াই নি ধৰি দিয়া কাৰ্য সম্পাদন কৰিছিল। আশ্ৰয়হীন লোকক হাস্পতালত ৰখাই পাল পাতি পৰ দিয়াৰ নজিৰো আছে। নগৰৰ কোনো লোকে বিয়া-সবাহত সহায় বিচাৰিলে নৰ্মাল স্কুলৰ ছাত্ৰই হেলাৰঙে সহায় কৰিছিল। নগৰলৈ কোনো গণ্যমান্য ব্যক্তিৰ আগমন উপলক্ষে পথত তোৰণ সজাবলৈ হ'লে নৰ্মাল স্কুলৰ ল'ৰাইহে কৰিছিল। ছাত্ৰসকলৰ এনেবোৰ জনহিতকৰ কামৰ আদৰ্শ গ্ৰহণ গোসাঁইদেৱৰ শিক্ষা আৰু উদগনিৰ প্ৰভাৱতে হৈছিল।

নৰ্মাল স্কুলত বছৰি ডাঙৰকৈ সৰস্বতী পূজা পতা হয়। দুপৰীয়া নৰ্মাল স্কুলৰ সৰস্বতী পূজাত নগৰৰ প্ৰায় হাজাৰ-বাৰ শ ল'ৰাই ভোজন কৰে। এইবোৰ ল'ৰাৰ বেছিভাগেই আছিল ওচৰ-পাঁজৰৰ স্কুলৰ ছাত্ৰ আৰু বহুতো আছিল স্কুলত নপঢ়া ল'ৰা।

এবাৰ নৰ্মাল স্কুলৰ ছাত্ৰবোৰেই এখন ভাওনা কৰিছিল। সেই ভাওনা চাবলৈ ৰাতি নৰ্মাল স্কুলৰ চোতালত নগৰৰ মানুহ তেনেই উপচি পৰিছিল। অনেক ভাল ভাল মানুহে ল'ৰা-তিৰোতাৰে সৈতে নৰ্মাল স্কুলৰ ল'ৰাৰ ভাওনা চাবলৈ গোটেই ৰাতি উজাগৰে কটাইছিল আৰু সকলোৱে নৰ্মাল স্কুলৰ ল'ৰাৰ দিহা-পোহা আৰু ভাওনাৰ কৃতিত্ব শতমুখে প্ৰশংসা কৰিছিল। এই আটাইবোৰৰো গুৰিত আছিল চুপাৰিণ্টেণ্ডেণ্ট শৰৎচন্দ্ৰ গোস্বামী। কোনো এজন লোকেই সেই কথা নজনাকৈ নাছিল। বিশেষ উল্লেখযোগ্য কথা এই যে এনে ধৰণৰ সকলো কাৰ্যৰ গুৰিত থাকি গোস্বামীদেৱে সেইবোৰ পৰিচালনা কৰি আছিল যদিও সেই সময়ত তেওঁৰ পত্নী বাত বেমাৰত শয্যাশায়ী হৈ আছিল। ঘৰত ৰুগ্না সহধৰ্মিণীৰ শুশ্ৰূষা, বাহিৰত হৰেক ৰকম কামৰ ভিৰ, তেনেস্থলতো তেওঁ ধৈৰ্য ধৰি সকলো কাম নিয়াৰিকৈ চলাই নিব পাৰিছিল। পাৰিবাৰিক অশান্তিৰ হেতুকে আন নালাগে স্কুললৈ এদিনলৈকেও পলমকৈ যোৱা বা স্কুলৰ কামৰ সামান্য ত্ৰুটী কৰা বুলি তেওঁৰ কোনো শত্ৰুৱেও ক'ব নোৱাৰে। উপস্থিত বুদ্ধি, ধৈৰ্য আৰু মনৰ প্ৰফুল্লতা আছিল শৰৎচন্দ্ৰ গোস্বামীদেৱৰ চৰিত্ৰৰ সৰ্বাধিক অনুকৰণীয় গুণ।

## বুদ্ধি আৰু ব্যক্তিত্বৰ নমুনা

আজীৱন গোসাঁইদেৱে শিক্ষা বিভাগৰ চৰকাৰী চাকৰিয়াল আছিল। সেই সময় আছিল ইংৰাজ শাসনৰ দিন। ৰজাঘৰ আৰু ৰাইজৰ মাজত সঘনে তীব্ৰ বিৰোধ উপস্থিত হৈছিল। এই দ্বন্দ্বাত্মক স্বাৰ্থৰ মাজত থাকিও এফালে উপৰিস্থ কৰ্মচাৰীৰ মন যোগাই সুনাম আৰ্জি, আনফালে দেশহিতকৰ কাৰ্য আৰু অনুষ্ঠানৰ লগতো সুৰ মিলাই চলিব পৰাটোৱেই আছিল তেওঁৰ চৰিত্ৰৰ বিশেষত্ব।

এই কৃতিত্বৰ অন্তৰালত দুটা গুণ লুকাই আছে। এটা হ'ল কৰ্তব্যনিষ্ঠা, আনটো দূৰদৃষ্টি। এই দুয়োটা গুণে তেওঁৰ ব্যক্তিত্ব গঠনত সহায় কৰিছিল। নৰ্মাল স্কুলত কাম কৰা সময়ৰ এটা সৰু ঘটনাই তাৰ এটা দৃষ্টান্ত দাঙি ধৰে।

গোস্বামী তেতিয়া যোৰহাট নৰ্মাল স্কুলৰ গুৰিয়াল। নৰ্মাল স্কুলখন গঢ়ি তুলিবলৈ লৈ তেওঁ শিক্ষা বিভাগৰ কৰ্তৃপক্ষৰ লগত এনেদৰে বুজা-বঢ়া কৰি লৈছিল যে শিক্ষাদান আৰু শাসনৰ দায়িত্ব তেওঁ সম্পূৰ্ণৰূপে বহন কৰিব কিন্তু সেই উদ্দেশ্য সাধনৰ কাৰণে উপযুক্ত শিক্ষক নিয়োগৰ ক্ষেত্ৰত তেওঁক কিছু স্বাধীনতা দিব লাগিব।

সেইমতে তেওঁ এবাৰ নামনি অসমৰ এজন তীক্ষ্ণধী পুৰণি ছাত্ৰক শিক্ষক নিযুক্ত কৰিছিল। ছাত্ৰসকলৰ মাজত এই শিক্ষকজনক চিনি পোৱা আৰু বেয়া পোৱা ছাত্ৰও আছিল। তেওঁলোকে লগ হৈ বিৰোধিতা কৰি শিক্ষকজন গৈ শ্ৰেণীত প্ৰৱেশ কৰাৰ লগে লগে বাহিৰলৈ ওলাই গ'ল। কম সংখ্যক কেইজনমান ছাত্ৰ মাথোন শ্ৰেণীত থাকিল। ঘটনাটোৰ খবৰ পাই ছুপাৰিণ্টেণ্ডেণ্ট গোস্বামী ডাঙৰীয়া ততালিকে নিজৰ প্ৰকোষ্ঠৰপৰা ওলাই গৈ শ্ৰেণীত সোমাল আৰু বাহিৰলৈ যোৱা ল'ৰাবোৰক শ্ৰেণীলৈ মাতি পঠিয়ালে। ছাত্ৰবোৰ গৈ শ্ৰেণীত সোমোৱাত তেওঁ অইন একো নকৈ গহীন হৈ ইয়াকে মাত্ৰ ক'লে—মই এই ঘটনা বিচাৰ কৰিব খোজা নাই। মই আজি তোমালোকক ইয়াকে মাত্ৰ সুধিব খোজোঁ—তোমালোকৰ বাৰু মোৰ ওপৰত আস্থা, মোৰ ওপৰত বিশ্বাস আছে নে নাই?

সকলোৱে একেমুখে ক'লে—আছে।

—তেনেহ'লে মই কওঁ, তোমালোকে মনোযোগ দি পঢ়িবলৈ লোৱা। এসপ্তাহ পঢ়ি উঠি তোমালোকৰ যদি কাৰবাৰ শিক্ষকজনৰ শিক্ষাদান, আচৰণ আদি সম্পৰ্কে কিবা ওজৰ-আপত্তি থাকে, তেনেহ'লে মোক ক'বা, মই ব্যৱস্থা ল'ম। কাৰণ, এই স্কুলখন মোৰ নিজৰ স্কুল। মোৰ ওপৰত ইয়াৰ উন্নতিৰ সম্পূৰ্ণ দায়িত্ব আছে। স্কুলখনতকৈ মই কোনো ব্যক্তিকে অধিক ভাল পাব নোৱাৰোঁ। স্কুলৰ স্বাৰ্থ মোৰ কাৰণে সকলোৰে ওপৰত।

শেষত গোসাঁইদেৱৰ দিহা-ভৰসাত সকলো ঠিক হৈ গ'ল। সকলোৱে সহযোগ কৰিলে। ফলত শিক্ষকজনো থাকিল, স্কুলো নিয়াৰিকৈ চলিবলৈ ধৰিলে। এনেকুৱাই আছিল গোস্বামীৰ বুদ্ধি, আত্মবিশ্বাস আৰু ব্যক্তিত্ব।

## অসম শিক্ষক সন্মিলন

শৰৎচন্দ্ৰ গোস্বামীদেৱকে 'অসম শিক্ষক সন্মিলন'ৰো জন্মদাতা বুলিব পাৰি। তেওঁ নৰ্মাল স্কুলৰ ছুপাৰিন্টেণ্ডেণ্ট হৈ থকা সময়ত দুজন লোক তেওঁৰ অতি বিশ্বাসী আৰু প্ৰীতিভাজন হৈ পৰিছিল ঃ হৰিনাৰায়ণ দত্তবৰুৱা আৰু আদ্যনাথ শৰ্মা। আদ্যনাথ শৰ্মা আছিল ছাত্ৰ আৰু হৰিনাৰায়ণ দত্তবৰুৱা ছাত্ৰকৰ্তা। তেওঁলোক দুজনক সৌহাৰ্দ্যৰূপে লৈ তেওঁ অনেক জনহিতকৰ কামত আগবাঢ়িছিল। তেওঁলোকৰ সহায়তে নৰ্মাল স্কুলৰ ন-পুৰণি ছাত্ৰৰ সন্মিলন পতা হৈছিল। কিছুদিন পিছত ইয়ে ৰূপান্তৰিত হৈ 'অসম শিক্ষক সন্মিলন' নাম পায়। এই সন্মিলনৰ সংহতিৰ বলতেই প্ৰাইমাৰী স্কুলৰ শিক্ষকৰ দৰমহা আঠ টকাৰপৰা বাৰ টকা হয়। অকল সেয়ে নহয়, গৱৰ্ণমেণ্ট ছাত্ৰবৃত্তিৰ আৰু মাইনৰ স্কুলৰ শিক্ষকৰ প্ৰাৰম্ভিক দৰমহা ত্ৰিশ টকা আৰু হাইস্কুলৰ অসমীয়া শিক্ষকৰ দৰমহা চল্লিশ টকা হোৱাৰ গুৰিতো আছিল এই সন্মিলনেই। কোৱা বাহুল্য, তেতিয়াৰ দিনত তাকেই যথেষ্ট বুলি গণ্য কৰা হৈছিল।

## নৰ্মাল স্কুল চলোৱা সময়ৰ দুটা স্মৰণীয় ঘটনা

১৯২১ চনৰ অসহযোগ আন্দোলনৰ সময়ত যোৰহাটত এদিন এটা বৰ ডাঙৰ শোভাযাত্ৰা বাহিৰ হৈছিল। স্বাধীনতা আন্দোলনৰ সেই বিৰাট বিপ্লৱী সমদলটো নগৰৰ সোঁমাজৰ আলি বাটেদি আগবাঢ়ি গৈ আছিল। ইফালে সমদলৰ গতিৰোধ কৰি জনতাক ছত্ৰভঙ্গ দিয়াবলৈ বুলি জিলাৰ পুলিচ চাহাব নিজে সশস্ত্ৰ ফৌজ লৈ নিৰ্দিষ্ট স্থানত খাপ দি আছিল। পুলিচে সমদলকাৰীসকলক নৰ্মাল স্কুলৰ সন্মুখতে আগভেটি ধৰিবলৈ স্থিৰ কৰিলে। বিপৰীত ফালৰপৰা সমদলকাৰীসকল সদৰ্পে বিজয় ধ্বনি দি আগবাঢ়ি আহিল। তাকে দেখি পৰিস্থিতি বিষম হ'ব বুলি আশংকা কৰি গোসাঁইদেৱ ঘৰৰপৰা ওলাই আহি দুয়োদলৰ মাজত থিয় হ'লগৈ। তেওঁক দুয়োপক্ষৰ লোকে চিনি পায়। তেওঁ দেখিলে, পুলিচ বাহিনী সমদল ভাঙিবলৈ দৃঢ়প্ৰতিজ্ঞ আৰু সমদলকাৰীসকলো আগবাঢ়ি যাবলৈ কৃতসংকল্প। গতিকে মুহূৰ্তটোৰেই দুয়োৰে ভিতৰত মাৰাত্মক সংঘৰ্ষ অনিবাৰ্য। অৱস্থা বিষম বুজি গোসাঁইদেৱে লৰালৰিকৈ গৈ পুলিচ চাহাবক লগ ধৰি তাৰপৰা পুলিচ ফৌজ আঁতৰাই নিবলৈ অনুৰোধ কৰিলে আৰু সমদলকাৰীসকলে কাৰো একো অনিষ্ট নকৰে বুলি নিজে গা-পাতি দায়িত্ব ল'লে। তেতিয়া পুলিচ চাহাবে লিবিপ্ লিবিশ্ 'মাৰ্চ' কৰাই ফৌজ আঁতৰাই নিলে। সমদলকাৰীসকল আলিবাটেদি শোভা-যাত্ৰা কৰি সভাস্থলীলৈ গৈ থাকিল। কৰবাত কিবা দুৰ্ঘটনা ঘটে বুলি গোসাঁই সমদলকাৰীসকলৰ লগে লগে বহুত দূৰলৈকে গ'ল।

তেওঁ তাকে নকৰা হ'লে সেইদিনা নিশ্চয় সংঘৰ্ষ হৈ বহুতৰে অনিষ্ট হ'লহেঁতেন। নৰ্মাল স্কুলৰ ছাত্ৰসকলো যে তাত লিপ্ত নহ'লহেঁতেন, কোনে জানে?

সেই একে চনৰে আৰু এটা ঘটনা। স্বৰাজ আন্দোলনৰ সময়ৰে। আকাশে-বতাহে কেৱল আন্দোলনৰে কথা। মহাত্মা গান্ধী সেই সময়ত অসমলৈ আহিছিল। চাৰিওফালে দলদোপ-হোন্দোলদোপ। সকলোৰে মুখত মহাত্মা গান্ধীৰ কথা, স্বৰাজ আন্দোলনৰ কাহিনী, বিলাতী বস্ত্ৰ-দাহৰ গৰম গৰম আলাপ-আলোচনা।

সেইদিনা দিনৰ দহ বজাত ৰেলেৰে মহাত্মা গান্ধী যোৰহাট পাবহি। দুই বজাত ৰাজহুৱা সভা। তাতে তেওঁ ভাষণ দিব। ছাত্ৰবোৰ যে দহ বজাত ৰেল ষ্টেচনলৈ মহাত্মা গান্ধীক দৰ্শন কৰিবলৈ যাব, সি নিশ্চিত। তেওঁলোকক স্কুলত বন্ধ কৰি ৰখাও টান হ'ব। গোসাঁয়ে কাকো নোসোধাকৈ ৰাতিপুৱা জাননী দি সকলোকে জনাই দিলে যে সেইদিনা স্কুল ১১-৩০ বজাত বহিব আৰু ডেৰ বজাত ছুটী হ'ব। অপ্ৰত্যাশিতভাৱে এনে আদেশ শুনি ছাত্ৰসকল আনন্দত উৎফুল্লিত হ'ল। বাইজৰ লগত গৈ তেওঁলোকে মহাত্মা গান্ধীক ৰেল ষ্টেচনত আদৰিলে আৰু আবেলি স্কুল ছুটীৰ পাছত ৰাজহুৱা সভাতে তেখেতৰ ভাষণো শুনিলে। মিতিৰো ৰ'ল, চাউলো সিজিল। বুদ্ধি আৰু প্ৰশাসনীয় দক্ষতাৰ ইও এটি উদাহৰণ।

## 'প্ৰভাত' আলোচনী

সাহিত্য চৰ্চা আছিল শৰৎচন্দ্ৰ গোস্বামীৰ এটা সহজাত নিচা। হাইস্কুলত পঢ়া কালত 'সুনীতি-সঞ্চাৰিণী সভা'ৰ জৰিয়তে কৰা সাহিত্য চৰ্চাৰ কথা আগতে উল্লেখ কৰা হৈছে। ডেপুটী ইন্‌স্পেক্টৰ হৈ মঙ্গলদৈত কাম কৰা সময়তো প্ৰাইমাৰী স্কুলৰ পণ্ডিতসকলৰ কেন্দ্ৰসভাত কেনেকৈ তেওঁলোকৰ মাজত গল্প-প্ৰবন্ধ-কবিতা পঢ়াৰ সুযোগ উলিয়াই দিছিল সেই কথাও আগতে কৈ অহা হৈছে। নৰ্মাল স্কুলতো তেওঁ ছাত্ৰসকলৰ সাহিত্য চৰ্চাৰ কাৰণে তিনিমহীয়া আলোচনী এখন প্ৰকাশ কৰাৰ ব্যৱস্থা কৰি দিছিল। আলোচনীখনৰ নাম আছিল 'প্ৰভাত'। 'প্ৰভাত' প্ৰকাশনৰ লগত নৰ্মাল স্কুলৰ 'জ্ঞানদায়িনী' আৰু 'ধৰ্মালোচনী সভা' নামৰ দুখন সভাৰ ওতপ্ৰোত সম্বন্ধ আছে।

প্ৰতি শনিবাৰে আবেলি জ্ঞানদায়িনী আৰু দেওবাৰে পুৱা ধৰ্মালোচনী সভা বহিছিল। জ্ঞানদায়িনী সভাৰ নামকৰণ কৰিছিল সেই সময়ৰ নৰ্মাল স্কুলৰ সংস্কৃত শিক্ষক-পণ্ডিত কনকচন্দ্ৰ শৰ্মা কাব্যতীৰ্থ ডাঙৰীয়াই। এই সভা দুখনত গোসাঁইদেৱ নিয়মীয়াভাৱে উপস্থিত আছিল আৰু তেৱেঁই অন্তৰালৰপৰা তাৰ সূত্ৰ ধৰিছিল। তালৈ মাজে-সময়ে নগৰৰ কৃতবিদ্য লোকসকলৰো দুই-এগৰাকীক নিমন্ত্ৰণ কৰি আনি কোনো বিশেষ বিষয়ত তেওঁলোকৰ ভাষণ শুনাৰ ব্যৱস্থা কৰা হৈছিল। দূৰৰপৰা

কোনো জ্ঞানী-মানী লোক যোৰহাটলৈ আহিলে তেওঁ নৰ্মাল স্কুলৰ এই দুখন সভাৰ যিকোনো এখনত বক্তৃতা নিদিয়াকৈ যাব নোৱাৰিছিল। ইয়াৰ সুযোগ নগৰবাসী যোৰহটীয়া ৰাইজেও উপভোগ কৰিছিল। জ্ঞানদায়িনী সভাৰপৰাই নৰ্মাল স্কুলৰ তিনিমহীয়া আলোচনী 'প্ৰভাত' প্ৰকাশ হৈছিল। তাৰ উপৰি 'ছাত্ৰ' নামৰ হাতেলিখা মাহেকীয়া কাকত এখনিও ছাত্ৰসকলে সেই সময়ত উলিয়াইছিল। এই সকলোৰে উৎসাহ আৰু পৰামৰ্শদাতা আছিল শৰৎচন্দ্ৰ গোস্বামী।

বিশেষ উল্লেখযোগ্য কথা এই যে স্কুল-কলেজৰ ছাত্ৰৰ উদ্যোগত ছপা হৈ ওলোৱা অসমীয়া আলোচনীবোৰৰ ভিতৰত 'প্ৰভাত' আছিল প্ৰথম। 'প্ৰভাত' আলোচনীৰ নামটোৰ লগতো এটা কৰুণ কাহিনী জড়িত হৈ আছে।

নৰ্মাল স্কুলৰপৰা আলোচনী এখন প্ৰকাশ কৰাৰ উমঘাম চলি থাকোঁতে গোসাঁইৰ দ্বিতীয় সন্তান, প্ৰথম আৰু একমাত্ৰ পুত্ৰ, শিশু প্ৰভাতে সন্নিপাত জ্বৰত ইহধাম ত্যাগ কৰে। তেতিয়া নৰ্মাল স্কুলৰ ছাত্ৰসকলে শোকাভিভূত হৈ গোসাঁই-গোসাঁনীৰ অনুমতিক্ৰমে তেওঁলোকৰ নৱ সাহিত্য-উদ্যম আলোচনীখনৰ নাম দিয়ে 'প্ৰভাত'। 'প্ৰভাত' কাকতখনৰ প্ৰতি সেই হেতুকেও গোস্বামী ডাঙৰীয়াৰ এটা বিশেষ আকৰ্ষণ আছিল।

## গোস্বামীৰ মতে নৰ্মাল স্কুলৰ ইতিবৃত্ত

অসমত নৰ্মাল স্কুল স্থাপন সম্পৰ্কে এটি চমু টোকা দি শৰৎচন্দ্ৰ গোস্বামীদেৱে ১৮৬০ শকৰ (ইং ১৯৩৮ চনৰ) প্ৰথম সংখ্যা (২০শ খণ্ড) কাকতত এইদৰে লিখিছিল—।

(১)

সকলো অনুষ্ঠানৰে একোটা বুৰঞ্জী আছে। আমাৰ এই স্কুলৰো আছে। তাকে চমুকৈ ক'ব খুজিছোঁ।

এই স্কুল স্থাপনৰ ৬০ বছৰ হ'ল (১৮৭৮ চনত স্থাপিত)। বৃটিছ অধিকাৰলৈ অহাৰপৰা ১৮৭৪ খৃষ্টাব্দলৈ (শিক্ষাসংক্ৰান্ত বিষয়ত) আসাম দেশ বঙ্গদেশৰ চামিল হৈ আছিল। গতিকে বঙ্গদেশৰ আমোলা-বিষয়াসকলেই অসম দেশ শাসন কৰিছিল। ১৮৬৬ খৃষ্টাব্দত অসমত তিনিখন নৰ্মাল স্কুল স্থাপন হয়। সেই সময়ত অসম আৰু ৰাজশাহী বিভাগ এজন ইন্‌স্পেক্টৰৰ তলত আছিল, আৰু চিভিল চাৰ্ভিচৰ জৰ্জ এডোৱাৰ্ড পোৰ্টাৰ নামেৰে এজন চাহাব আছিল সেই পদত। এই বিভাগৰ নাম আছিল উত্তৰ-পূব বিভাগ। তেতিয়াৰ বঙ্গ আৰু অসম দেশৰ ডাইৰেক্টৰ চাহাবৰ নাম আছিল ডব্লিউ এছ. এট্‌কিন্‌চন।

(২)

১৮৬৬-৬৭ খৃষ্টাব্দৰ শিক্ষা বিভাগৰ ৰিপোৰ্টত এই বিষয়ে লিখা আছে— ভাৰত গৱৰ্ণমেন্টৰ আদেশমতে ১৮৬৬ ইংৰাজী চনৰ মে' মাহত গুৱাহাটী, তেজপুৰ আৰু শিৱসাগৰত তিনিখন নৰ্মাল স্কুল স্থাপন কৰা হয়। অসমৰ গাঁৱলীয়া স্কুলৰ শিক্ষকসকলৰ অৱস্থাৰ উন্নতি কৰা এই স্কুল কেইখনৰ উদ্দেশ্য। .........এই স্কুলৰ প্ৰত্যেক ছাত্ৰ-শিক্ষকে নৰ্মাল স্কুলত পঢ়ি থকা কালছোৱাত চাৰি টকাকৈ বৃত্তি পায়। নৰ্মাল স্কুললৈ অহাৰ আগেয়ে এই ছাত্ৰ-শিক্ষকে কোনো এখন গাঁৱৰ বাসিন্দাসকলৰ লগত এই বন্দবস্ত কৰি আছে যে, কোনো নিৰ্ধাৰিত দৰমহা লৈ কোনো নিৰ্দিষ্ট সংখ্যক বছৰলৈ তেওঁ সেই গাঁৱত স্কুলত শিক্ষক হৈ থাকিব , আৰু গাঁৱৰ মানুহেও তেওঁক লিখি দিয়ে যে তেওঁলোকে তেওঁক তেওঁলোকৰ 'গুৰু-মহাশয়' কৰি ল'ব, আৰু তেওঁৰ স্কুললৈ ছাত্ৰক পঢ়িবলৈ পঠাব। *

কি কাৰণত উল্লেখ নাই কিন্তু তেজপুৰৰ স্কুলখন স্থাপন হোৱাৰ অলপ দিনৰ পাছতে ১৮৬৮ চনৰ আগভাগতে নগাঁৱলৈ নিয়া হয়। তাৰ কেইবছৰমান পাছত নগাঁৱৰপৰা আনি ঘূৰি আকৌ তেজপুৰতে এই স্কুল পতা হয়।

(৩)

১৯০১ খৃষ্টাব্দলৈ অসমৰ সমতল ভাগৰ কাৰণে এই তিনিখন নৰ্মাল স্কুল থাকে। প্ৰথমতে তিনিওখনতে গুৰু-শ্ৰেণী মাত্ৰ আছিল। আৰম্ভণিৰেপৰা গুৱাহাটী নৰ্মাল স্কুলত ছাত্ৰসংখ্যা বেছি আছিল। খ্যাতনামা ভূদেৱ মুখোপাধ্যায় ১৮৬৭ কি ১৮৬৮ খৃষ্টাব্দত অসম আৰু ৰাজশাহী বিভাগৰ স্কুল ইন্‌স্পেক্টৰ হয় ; আৰু তেখেতৰ পৰামৰ্শমতে তেতিয়াৰ পৰা গুৱাহাটী স্কুল ডাঙৰ কৰি তাত বেলেগ ত্ৰৈবাৰ্ষিক শ্ৰেণী খোলা হয়। তেজপুৰ আৰু শিৱসাগৰ স্কুলত গুৰুবাৰ্ষিক শ্ৰেণীহে মাত্ৰ থাকে। তেতিয়াৰপৰা গুৱাহাটী (আৰু তাৰ পাছত যোৰহাট) নৰ্মাল স্কুলৰ লগত গুৰুবাৰ্ষিক শ্ৰেণী সদায় লাগি আছিল।

* In May, 1866, under orders from the Government of India in the Financial Deptt. No. 291 dated 25th January, 1856, three Normal Schools were established in Assam at Gauhati, Tezpur and Sibsagar The object of these three schools is to improve the indigenous village school teachers in Assam . ....... Each pupil and teacher receives a stipend of Rs. 4 per mensem during his stay at the Normal School. Before admission he enters into an agreement to work for a term of years at some village school on a certain salary, while the villagers enter into another agreement to receive him as their 'Gurumahasaya' and to send their children to the Pathsala.

১৯০১ চনত শিৱসাগৰ আৰু তেজপুৰৰ স্কুল দুখন চৰকাৰে তুলি দিলে। সেই সময়ত ফুলাৰ চাহাব (Sir Bamphylde Fuller) অসমৰ চীফ কমিছনাৰ। তেওঁৰ দিনত শিক্ষা বিভাগৰ বহুতো পৰিবৰ্তন ঘটে। যোধকৰো অসমৰ সকলো শিক্ষকৰ ট্ৰেইনিং একেখন স্কুলতে একেদৰে দিয়াৰ উদ্দেশ্যে এই কাম কৰা হৈছিল।

গুৱাহাটী নৰ্মাল স্কুলৰ ত্ৰৈবাৰ্ষিক বিভাগত কিন্তু তেতিয়া বঙালী ভাষাতহে শিক্ষা দিয়াৰ ব্যৱস্থা কৰা হৈছিল। চীফ কমিছনাৰ ফুলাৰ আৰু ডাইৰেক্টৰ ছাৰ্প (Sir Henry Sharp) চাহাবৰ দিহামতে ১৯০৫ চনৰপৰা অসমীয়াত শিক্ষাদান কৰা হয়, আৰু এই বছৰতে তিনি বছৰৰ পাঠ্য কমাই আনি দুবছৰীয়া পাঠ্যক্ৰম কৰা হয়।

(৪)

গুৱাহাটী স্কুলখন প্ৰথমতে পাণবজাৰৰ খেৰী বঙলা ঘৰ এটাত বহিছিল। × × এই খেৰী ঘৰত ১২/১৪ বছৰ স্কুল বহে। তাৰ পাছত বৰ্ত্তমান গুৱাহাটী কলেজিয়েট স্কুলৰ যি ঘৰ আছে তাৰে পশ্চিম অংশ (Western wing) নৰ্মাল স্কুল কৰি বন্ধা হয় ; আৰু ১৯০৬ চনলৈ এই ঘৰতে এই স্কুল থাকে। এতিয়াৰ কলেজিয়েট স্কুলৰ পূবৰ ফালৰ ডাঙৰ ঘৰ আৰু পশ্চিম ফালৰ ডাঙৰ ঘৰ লগ লগাই আৰু এটা পূবা-পশ্চিমা দীঘল ঘৰ আছে। নৰ্মাল স্কুল পশ্চিমৰ ফাললৈ অহাৰ লগে লগে ইয়াতে চৰকাৰী মজলীয়া স্কুল এখন স্থাপিত হয়। এই স্কুলেই নৰ্মাল স্কুলৰ প্ৰেক্টিচিং স্কুল আছিল।

নৰ্মাল স্কুলত অসমীয়া ভাষা চলোৱাৰ সময়তে তাৰ 'কোৰ্চ' দুবছৰীয়া কৰা হ'ল, আৰু লগতে গুৱাহাটীৰপৰা আনি ১৯০৬ চনৰ অক্টোবৰ মাহত এই স্কুল যোৰহাটত পতা হ'ল। ফুলাৰ চাহাবে যোৰহাট নগৰখন নতুনকৈ পাতিবৰ মন কৰিছিল। সেই কাৰণে ইয়াত আৱশ্যকীয় স্কুল, অফিচ আদি নতুনকৈ পাতিছিল।

পূৰ্বে অসমত ডাইৰেক্টৰ চাহাবৰ বাহিৰে ইন্‌স্পেক্টৰ নাছিল। ১৯০৫ চনত অসমত ইন্‌স্পেক্টৰ হয়। তেওঁৰো অফিচ যোৰহাটতে পতা হ'ল। × × যোৰহাটলৈ নৰ্মাল স্কুল অনাৰ লগতে সুৰমা উপত্যকাৰ কাৰণেও শিলচৰত নতুনকৈ এখন নৰ্মাল স্কুল পতা হ'ল।

(৫)

× × ফুলাৰ চাহাব আৰু ছাৰ্প চাহাবে যোৰহাট আৰু শিলচৰ নৰ্মাল স্কুল দুখন বৰ ধুনীয়াকৈ বন্ধালে। × × স্কুলৰ হোষ্টেল যি বন্ধা হ'ল, তেতিয়াৰ দিনত তাতকৈ ভাল হোষ্টেল ক'তো নাছিল।

নতুন ঘৰলৈ আহি নৰ্মাল স্কুল চকুত লগা হৈ উঠিল। কিন্তু নানা কাৰণত যোৰহাট স্কুলৰপৰা যিমান সুফল আশা কৰা হৈছিল তিমান পোৱা নগ'ল। ইফালে ছুপাৰিণ্টেণ্ডেণ্ট ৰায়বাহাদুৰ অঘোৰনাথ অধিকাৰীৰ কাৰ্যদক্ষতাৰ গুণত শিলচৰ স্কুলৰ ঘৰ-দুৱাৰ, বস্তু-বাহানি নানা প্ৰকাৰে উন্নত হ'বলৈ ধৰিলে।

অবশেষত ১৯১৫ চনৰপৰা ক্ৰমে ক্ৰমে নানা প্ৰকাৰে বাধা অতিক্ৰম কৰি আৰু মহাসমৰৰ কাৰণে গবৰ্ণমেণ্টে ব্যয় সঙ্কোচ কৰাতো, যোৰহাট স্কুলৰ ঘৰ, বোৰ্ডিং আদি বঢ়াব পৰা হ'ল , আৰু ইয়াৰ লগত তিনিখন প্ৰেক্‌টিচিং স্কুল স্থাপন কৰা হ'ল। ১ নং স্কুলখন ১৯১৯ চনৰ জুলাই মাহত খোলা হয় আৰু ২ নং ৩ নং স্কুল দুখন ১৯২০ চনৰ জানুৱাৰী মাহৰপৰা আৰম্ভ হয়। × × ×

এয়ে আছিল 'প্ৰভাত' আলোচনীত যোৰহাট নৰ্মাল স্কুল, তথা অসমত নৰ্মাল স্কুল স্থাপনৰ বিষয়ে গোসাঁয়ে নিজৰ কথাত লিখা চমু ইতিবৃত্ত। উপযুক্ত শিক্ষক প্ৰস্তুত কৰি জাতি গঢ়িবলৈ লোৱা এই অনুষ্ঠানটোত তেওঁ জীৱনৰ মূল্যবান বাৰটি বছৰ কটাইছিল।

## শিক্ষাদান সন্দৰ্ভত

শিক্ষক হিচাপে শিক্ষাদানৰ ক্ষেত্ৰত গোসাঁইদেৱৰ নিপুণতা তেওঁৰ ছাত্ৰসকলৰ মাজত আজিও প্ৰশংসামুখৰ হৈ আছে। ছাত্ৰক কোনো এটা বিষয় শিকাবলৈ হ'লে সেই বিষয়ে তেওঁ খৰচি মাৰি পঢ়ি-শুনি তাৰ চমুটোকা প্ৰস্তুত কৰি লৈছিল। তেওঁৰ 'শিক্ষাবিচাৰ' পুথিৰ অনেক অংশ এনেকুৱা টোকাৰেই সমষ্টি। এই পদ্ধতি পৰবৰ্তী কালত ড° বিৰিঞ্চিকুমাৰ বৰুৱা প্ৰমুখ্যে একাধিক কৃতী অধ্যাপকেও গ্ৰহণ কৰা দেখা গৈছিল। সেইসকলৰ ৰচিত অনেক পুথি তেনে অধ্যৱসায়ৰে ফল।

পৰিদৰ্শক হিচাপে কাম কৰোঁতেও গোসাঁইদেৱে সদায় শিক্ষকসকলৰ যি বিষয় যিজনে শিকায় তেওঁক সেই বিষয়ে সদায় ঘৰত ভালকৈ পঢ়ি আহিবলৈ পৰামৰ্শ দিছিল। তেওঁ কৈছিল যে তেনে নকৰিলে শিক্ষকে নিজকো ফাকি দিয়ে, ছাত্ৰকো প্ৰবঞ্চনা কৰে। ভালকৈ জনা হ'লেও শিক্ষকে শিক্ষাদানৰ পাঠটো ঘৰত এবাৰ চাই যোৱা উচিত।

গোসাঁইৰ মতে ভাল শিক্ষক হ'ব লাগিলে ছাত্ৰৰ প্ৰতি শিক্ষকৰ সহানুভূতি থকা উচিত। ছাত্ৰৰ অন্তৰত প্ৰৱেশ কৰি ছাত্ৰৰ মনৰ ভাব শিক্ষকে বুজিব পাৰিব লাগে। শিক্ষা দিওঁতে শিক্ষকে এই কথা পাহৰিব নালাগে যে তেওঁৰপৰা ছাত্ৰই যি ধৰণৰ শিক্ষা পায়, পিছত ছাত্ৰই গৈ শিক্ষকৰ দায়িত্ব পালেও ছাত্ৰসকলক তেনে শিক্ষাহে দিব পাৰিব। প্ৰসঙ্গক্ৰমে এইখিনিতে উল্লেখ কৰিব পাৰি যে কটন কলেজৰ স্বনামধন্য ভূতপূৰ্ব অধ্যাপক লক্ষ্মীনাৰায়ণ চট্টোপাধ্যায় আৰু শৰৎচন্দ্ৰ গোস্বামী কলিকতাত

একেজন অধ্যাপকৰ তলত সংস্কৃত সাহিত্য অধ্যয়ন কৰিছিল। গতিকে অভিজ্ঞতা থকাসকলে কয় যে দুয়োৰে শিক্ষাদানৰ প্ৰণালী অবিকল একে ধৰণৰ আছিল।

নিজে শিক্ষকতা সম্বন্ধে কিতাপ লিখাৰ উপৰি গোসাঁইদেৱে নৰ্মাল স্কুলৰ 'প্ৰভাত' কাকতত 'শিক্ষক', 'কোমল আৰু কঠোৰ শিক্ষা' ইত্যাদি শিতানত শিক্ষাদান সম্পৰ্কীয় কিছুমান মূল্যবান প্ৰবন্ধ লিখিছিল।

পৰিদৰ্শক আৰু শিক্ষকৰ সম্বন্ধ বিচাৰ কৰি তেওঁ এঠাইত লিখিছে 'ওপৰৱালা বিষয়াই যি কয় শিক্ষকে তাক সন্মানেৰে শুনিব লাগে। এনে কি ভুল ক'লেও প্ৰতিবাদ কৰিব নালাগে। পাছত লাহে লাহে তেওঁৰ ভুলটো ঘৰুৱাভাৱে ওপৰৱালাৰ চকুত পেলাব লাগে।

পৰিদৰ্শকসকলেও ভবা উচিত যে তেওঁলোক একোজন ভ্ৰাম্যমাণ আদৰ্শ শিক্ষক। শিক্ষকক গালি-গালাজ আৰু ৰূঢ় ব্যৱহাৰ কৰিবলৈ তেওঁলোকৰ ন্যায্য অধিকাৰ নাই। বিশেষকৈ ছাত্ৰৰ আগত তেনেদৰৰ ব্যৱহাৰে অতি নীচ ভাব আৰু অভদ্ৰতাৰ আৰ্হি দাঙি ধৰে।'

শিক্ষকৰ বিষয়জ্ঞান সম্পৰ্কে অভিমত দি তেওঁ কৈছিল যে শিক্ষকে যি বিষয় যিমানখিনি শিকাবলগীয়া হয় তাৰ দহ গুণমান নিজে জানিলেহে সেইখিনি ছাত্ৰক থৰচি মাৰি শিকাব পাৰে। সেইদেখি সকলো বিষয় খুকুৰি মাৰি কাৰ্য-কাৰণৰ সম্বন্ধ বিচাৰ কৰি বিষয়টো সম্পূৰ্ণকৈ আগেযে নিজে বুজিহে ছাত্ৰক বুজাবলৈ আগবাঢ়িব লাগে।

আকৌ কেতিয়াবা অনেক শিক্ষকে নিজে যিমান জানে সোপাকে ছাত্ৰক পঢ়াবলৈ বিচাৰে। সেইটো অনভিজ্ঞতাৰ ফল। ল'ৰাই যিমানখিনি শিক্ষা বা জ্ঞান গ্ৰহণ কৰিব পাৰে সিমানখিনিহে পঢ়াবলৈ বিচাৰিব লাগে। তাকে সাধাৰণ কথাত কোৱা হয় ধাতু বুজি কল খুউৱা।

শিক্ষা প্ৰণালীৰ মূল কথা দুটা বুলিব পাৰি। (১) শিক্ষকে সুন্দৰমতে প্ৰশ্ন কৰিব জানিব লাগে আৰু (২) বৰ্ণনা শক্তি বা সাধুকথা কোৱা শক্তি থাকিব লাগে।

'চেকনীৰ আগত বিদ্যা'—এই কথা আগৰ শিক্ষকসকলে মানিছিল। আজিকালি সেই দিন উঠি গ'ল। আজিকালি নানা কথাৰ মাজেদি শিক্ষণীয় বিষয়টো সহজ আৰু ৰসাল কৰি দিবলৈ শিক্ষকে যত্ন কৰিব লাগে। এই প্ৰসঙ্গত গোসাঁইদেৱে লিখা 'কোমল আৰু কঠোৰ শিক্ষা' নামৰ প্ৰবন্ধটো পঠনীয়। উদাহৰণেৰে সৈতে তেওঁ তাত আজিকালিৰ কোমল শিক্ষা-প্ৰণালীৰ সুন্দৰ বিশ্লেষণ কৰিছে। তেওঁ কয়—'পাঠ মনোৰঞ্জক আৰু সহজ কৰিবলৈ যাওঁতে কেতিয়াবা কেতিয়াবা তাক অতি কোমল কৰি তোলা হয়। আগৰ দিনৰ অতি কঠোৰ প্ৰণালীৰ দৰে আজিকালিৰ অতি কোমল প্ৰণালীও একে কাৰণতে গৰ্হিত।

দুটামান উদাহৰণ দিলে কথাটো বুজাত সহজ হ'ব। এদিন আমাৰ পাঠ দি থাকোঁতে ডাঙৰ ল'ৰা এটাৰ পেঞ্চিলডাল ভাগি গ'ল। শিক্ষকে ছুৰী কটাৰী এখন

বিচাৰি আনি পেঞ্চিলডাল কাটি দিলে। আন এদিন টোকা কাগজেৰে আন এজন ছাত্ৰ-শিক্ষকে ছাত্ৰহঁতৰ আখৰ নিজে টুকি দিলে। শ্ৰুতলিপি পাঠৰ সময়ত বহীত মাৰ্জিন শিক্ষকে নিজ হাতে ঠিক কৰি দিয়া, আখৰ এটা বেয়া হ'লে শিক্ষকে নিজে লিখি দিয়া—এইবোৰ বোধকৰোঁ আজিকালি সকলো শিক্ষকে কৰি থাকে। ইয়াৰ ফল হয় এয়ে যে, ছাত্ৰবিলাকে লাহে লাহে নিজৰ এৰি শিক্ষকৰ ওপৰত নিৰ্ভৰ কৰিবলৈ শিকে। ক্ৰমাৎ এনে হয়, কোনো এটা টান কথা পালেই তাক শিক্ষকে বুজাই দিব বুলি থৈ দিয়ে। এইদৰে চলোঁতে চলোঁতে ছাত্ৰৰ নিজৰ উদ্ভাৱনী শক্তি আৰু নিজত্ব লোপ পায়গৈ ; আৰু ওপৰৰ শ্ৰেণীত আগ্ৰহবিহীন মনোযোগ, মানসিক ক্ষিপ্ৰকাৰিতাৰ অভাব, অলপ চিন্তা কৰি বুজিবলগীয়া বিষয়ত অপ্ৰাসঙ্গিক আৰু নিৰ্বোধ প্ৰশ্নৰ উত্থাপন—এনেকুৱা নিৰুৎসাহজনক কথাই শিক্ষকক বাধা দিয়ে। × × ×'

সাধনাৰ মাজেদিহে সিদ্ধি লাভ হয়—এয়ে আছিল শৰৎচন্দ্ৰ গোস্বামীৰ জীৱনৰ মূল আদৰ্শ। সেয়েহে ছাত্ৰ কালত সকলোকে তেওঁ কৃচ্ছ্ৰ সাধনা কৰিবলৈ উপদেশ দিছিল। তেওঁ কৈছিল—'ছাত্ৰ জীৱনত কৃচ্ছ্ৰ সাধনাৰ যথেষ্ট সুযোগ পোৱা যায়। এটা ঘটনাৰ কথা কৈ উপদেশ দিওঁ। কেইবছৰমান আগতে যোৰহাটৰ ডাঙৰ ফিল্ডখনত চাহাব ভলণ্টিয়াৰবিলাকৰ কুচ-কাবাজ হৈছিল, প্ৰায় এসপ্তাহ। সেই কেইটা দিন দবাপিটা বৰষুণ। ফিল্ডখনৰ কথাই নাই গোটেই নগৰখনতে আঁঠুৱনীয়া বোকা। যোৰহাট যি দেখিছে, সেয়ে জানে যে ফিল্ডখনৰ চাৰিওফালে চাহাবলোকৰ দুমহলা বঙলাবোৰ। কিন্তু যিবিলাক চাহাবে এই কুচ-কাবাজত যোগ দিছিল, তাহাঁতৰ আটায়ে বৰষুণ বা বোকাৰ নিমিত্তে ফিল্ডত তম্বা তামীঘৰত থাকিবলৈ এৰি কোনো বঙলা বা শুকান ঠাইৰ আশ্ৰয় নিবিচাৰিলে। আলিটো পাৰ হৈয়েই বিঠাইত নিজৰ সুসজ্জিত বিলাস-ভৱন পাব পাৰি সেই স্থলতো তেওঁবিলাকে পানী-বোকাতহে লেটি লৈ সেই কেইদিন থাকিল আৰু তাতে যি যোগাৰ হৈছিল, তাকেহে খালে। এই জাতিৰ মানুহে পৃথিৱী ভোগ নকৰি আমি কৰিমনে?

'কৃচ্ছ্ৰ সাধনা সেইদেখি আমাক লাগে। বিপদৰ সম্মুখ হৈ তাৰ লগত হতাহতি কৰাতহে মনুষ্যত্ব বিকাশ হয়। মনটোক অসুবিধা, অসুচলৰ আগত দমিব দিব নালাগে। শৰীৰৰ কষ্ট হ'ব বুলি ভাবি কোনোটো কামত পিছ হুঁহকিব নালাগে। তেহে আমাৰ মনুষ্যোচিত চৰিত্ৰ গঠিত হ'ব।

'এইবিলাক কাৰণতে ভাৰতৰ প্ৰাচীন দিনত ছাত্ৰ জীৱনৰ নাম আছিল ব্ৰহ্মচৰ্য আশ্ৰম। কৃষ্ণাৰ্জুনেও গুৰু-গৃহত থকা কালত খৰি লুৰি, গৰু চৰাই ভাত খাইছিল। দশৰথৰ দৰে ৰজাৰ পুত্ৰ হৈও ৰাম-লক্ষ্মণে নিজৰ বাহুবল মাত্ৰ সম্বল কৰি বিশ্বামিত্ৰৰ লগত ৰাক্ষস বধিবলৈ গৈছিল। দিলীপৰ দৰে চক্ৰৱৰ্তী ৰজায়ো মুনিৰ আশ্ৰমত সস্ত্ৰীক গৰু পালন কৰি তপস্যা কৰিছিল। এই আদৰ্শৰ পুনৰুদ্বোধনৰ আৱশ্যক।'

নৰ্মাল স্কুলৰ প্ৰেকটিচিং স্কুল কেইখনত গোস্বামীদেৱে নতুন নতুন পদ্ধতিত শিক্ষাদান কৰাৰ কাৰ্যও পৰীক্ষা নকৰাকৈ নাছিল ; বিশেষকৈ গুৰু শ্ৰেণীত সেই কাম

চলাইছিল। বহু শ্ৰেণীৰ শিক্ষা প্ৰণালীও এইডোখৰ কালতে তেওঁ ব্যৱহাৰ কৰি চায়।

তেওঁ 'বহুশ্ৰেণী শিক্ষাপ্ৰণালী' বুলি এখন পুথিও ৰচনা কৰিছিল। তাৰ পাতনিত কোৱা আছে—'নৰ্মাল প্ৰেকটিচিং স্কুলত এই প্ৰণালীৰে কাম কৰি বিশেষৰূপে কৃতকাৰ্য হোৱা দেখা গৈছে। মোৰ গৌৰব কৰিবলৈ নহয়, নৰ্মাল আৰু প্ৰেকটিচিং স্কুলৰ শিক্ষকসকলৰ সন্তোষৰ অৰ্থে, আৰু নতুনকৈ এই ক্ৰমত কাম কৰিব খোজা শিক্ষকসকলৰ উৎসাহৰ অৰ্থে তলত এই বিষয়ে কেইজনমান ডাঙৰ ডাঙৰ বিষয়াৰ মন্তব্য তুলি দিলোঁ।

গৱৰ্ণমেণ্ট অৱ্ ইণ্ডিয়াৰ এডুকেচন কমিছনাৰ চাহাব মিষ্টাৰ (পিছত ছাৰ) লিটল্ হেইল্‌ছে এই স্কুল চাই লিখিছে—'মই এতিয়ালৈকে পৰিদৰ্শন কৰা প্ৰশিক্ষণ বিদ্যালয়বোৰৰ ভিতৰত এইখন এখন শ্ৰেষ্ঠ শৃঙ্খলাবদ্ধ বিদ্যালয়। × × প্ৰশিক্ষণৰ আটোমটোকাৰী পদ্ধতি দেখিও মই মুগ্ধ হৈছোঁ। এই বিদ্যালয়খন অসমৰ শিক্ষাৰ ক্ষেত্ৰত এক অমূল্য সম্পদ।' *১

এবাৰ শিক্ষা বিভাগৰ ডাইৰেক্টৰ মিষ্টাৰ কানিংহাম চাহাবে মন্তব্য কৰিছিল—'এইবাৰ মই ডেল্টন পদ্ধতিৰ সহায়ত উদ্ভৱ কৰা, বহুশ্ৰেণীৰ শিক্ষাদান সংক্ৰান্ত আহুকাল দূৰ কৰিবৰ কাৰণে কৰা যত্ন দেখি বিশেষভাৱে আকৃষ্ট হৈছোঁ। মই দেখিছোঁ, পৰীক্ষাটো বহুপৰিমাণে কৃতকাৰ্য হৈছে।' *২

সেই সময়ৰ স্কুল ইন্‌স্পেক্টৰ মিষ্টাৰ জি. এ. স্মল চাহাবৰ এই বিষয়ৰ মন্তব্য আৰু বেছি স্পষ্ট আৰু উৎসাহজনক। তেওঁ লিখিছিল—'ডেল্টন প্ৰথাৰ পৰিশোধিত ৰূপত ইয়াত কৰা শিক্ষাদানৰ পৰীক্ষা সম্পূৰ্ণ কৃতকাৰ্য হৈছে। × × তেনেকুৱা প্ৰণালীত যদি সমগ্ৰ উপত্যকাতে শিক্ষাদান কৰিব পৰা যায় তেনেহ'লে আমাৰ গাঁওনিবাসী শিক্ষকসকলৰ কাম বহুত পৰিমাণে উজু হ'ব।' *৩

অসমৰ তদানীন্তন গৱৰ্ণৰ ছাৰ জন কাৰ চাহাবে ১৯২৪ চনত লিখিছিল—'প্ৰশিক্ষণ বিদ্যালয় কেইখনত ডেল্টন প্ৰণালীৰ সহায়ত পৰীক্ষামূলকভাৱে শিক্ষা

---

*[1] It is one of the best organized training schools that I have visited. + + I was also impressed by the comprehensive nature of the provision made for practice + + + The school is a great asset to education in Assam. L.H.

*[2] On the present occasion I was particularly impressed in the attempt to solve or to help in solving the plural class difficulty by means of an adoption of the Dalton Plan. So far I can see the experiment is proving a great success.

*[3] The modified Dalton work being done here is most successful. + + + If similar method can be introduced throughout the Division, the work of our village school teachers will be very consideraly simplified.–G.A. Small.

দিবলৈ লোৱা হৈছে, সি বেচ আকৰ্ষণীয় হৈছে আৰু তাৰপৰা মূল্যবান ফল লাভ হ'ব বুলি আশা কৰা যায়।' *

প্ৰেক্‌টিচিং স্কুলত ছাত্ৰই পঢ়াৰ উপৰিও হাতৰ কাম কৰা, বেহেলা, বাঁহী, হাৰমোনিয়াম আদি বাদ্যৰ সুৰৰ তালে তালে কচৰৎ কৰা আদি কাম ইয়াত শিকোৱা হয়। শিক্ষক উপস্থিত নাথাকিলেও নিয়মানুবৰ্তিতাৰে কাম চলে।

## শিক্ষাদানৰ কাৰণে পাঠ্যপুথি ৰচনা

শিক্ষা সংক্ৰান্ত কামত লাগি থাকি প্ৰয়োজন বুজি গোসাঁইদেৱে পাঠ্যপুথি ৰচনাত নিজে মন দিবলগীয়া হৈছিল আৰু যোগ্য শিক্ষকসকলকো তেনে কামৰ কাৰণে উদগনি দিছিল। নৰ্মাল স্কুলৰ ছুপাৰিণ্টেণ্ডেণ্ট কামত যোগ দিয়াৰ পাছত তেওঁ এই কামত দুগুণ উৎসাহেৰে আগবাঢ়িছিল। এই বিষয়ে এজন অন্তৰঙ্গ বন্ধুৱে তেওঁক এদিন কৈছিল যে পাঠ্যপুথি ৰচনা নকৰি সাহিত্য ৰচনাত মন দিয়া হ'লে তেওঁ বেছি নাম কৰিব পাৰিলেহেঁতেন। উত্তৰত গোসাঁয়ে কৈছিল উপযুক্ত পাঠ্যপুথিৰ অভাৱত আমাৰ স্কুল-কলেজৰ ছাত্ৰ-ছাত্ৰীসকলে আৰু শিক্ষকসকলেও কি দুৰ্ভোগ্য ভুগিব লাগে তাক বাহিৰৰ লোকে কি বুজিব? আনৰ কাৰণে সি যেন বন্ধ্যাৰ প্ৰসৱ-বেদনা।— কথাষাৰ মন কৰিবলগীয়া। শিক্ষকতাত নিৰত আছিল কাৰণেই পদ্মনাথ গোহাঞিবৰুৱাদেৱেও প্ৰয়োজনৰ তাড়না উপলব্ধি কৰি পাঠ্যপুথি ৰচনাৰ গুৰু দায়িত্ব হাতত ল'বলৈ বাধ্য হৈছিল।

গোস্বামীদেৱে নিজে 'মহাসমৰ', 'ভূগোল পাঠ' আদি পাঠ্যপুথি ৰচনা কৰিছিল। তেওঁৰপৰা উৎসাহ-উদ্দীপনা লাভ কৰি হৰিনাৰায়ণ দত্তবৰুৱাই ৰচনা কৰিছিল 'ইংলণ্ডৰ বুৰঞ্জী' আৰু 'ভূগোল প্ৰবেশ' নামৰ দুখন আৰু প্ৰাণনাথ বুজৰবৰুৱাই 'ঘন পৰিমিতি' নামৰ এখন পাঠ্যপুথি। এই আপাহতে বুজৰবৰুৱাই হ'ল এণ্ড ষ্টিভেন্সৰ আটাই কেইখণ্ড জ্যামিতি অসমীয়ালৈ অনুবাদ কৰিছিল।

## চলন্ত পুথি-ভঁৰাল

সৰু কালত গঞা সমাজত ডাঙৰ-দীঘল হৈছিল কাৰণে গাঁওবাসী ৰাইজৰ শৈক্ষিক দুৰ্ৱস্থাৰ কথা গোসাঁয়ে মৰ্মে-মৰ্মে উপলব্ধি কৰিব পাৰিছিল। সেযেহে গাঁও-

* The experiment with Dalton Plan in the Practising Schools is very interesting and may have important results. – S.J. Car.

ভূঁইত পচুৱৈ সমাজ গটি তুলিবৰ কাৰণে তেওঁ ছেগ বুজি যত্নবান হৈছিল। সেই কাম তেওঁ নৰ্মাল স্কুলৰ শিক্ষকতাত নিৰত থাকিও কেনেকৈ বুদ্ধিৰে সম্পন্ন কৰিছিল তলত তাৰে এটা নিদৰ্শন দাঙি ধৰা হ'ল।

১৯২৬ চনত অসমৰ গবৰ্ণৰ ছাৰ জন হেন্‌ৰি কাৰ এবাৰ ভ্ৰমণত যোৰহাটলৈ আহিছিল। ভ্ৰমণৰ কামৰ লগতে তেওঁ নৰ্মাল স্কুলখনো পৰিদৰ্শন কৰিবলৈ গ'ল। সেই সময়তে চল চাই কঠীয়া পাৰি গোস্বামীয়ে কথা-প্ৰসঙ্গত তেওঁৰ পৰিকল্পিত চলন্ত পুথি-ভঁৰালৰ আঁচনি এটা লাট চাহাবৰ আগত দাঙি ধৰিলে। তাতে আঁচনিটোৰ সম্ভাব্য সুফলৰ কথা গবৰ্ণৰ বাহাদুৰৰ মনত লগাত তেখেতে তেতিয়াই আঁচনিটো প্ৰশংসা কৰিলে আৰু তাক সোনকালে কাৰ্যকৰী কৰিব লাগে বুলি কৈ পাঁচ হাজাৰ টকাৰ মঞ্জুৰিও প্ৰদান কৰিলে।

গোস্বামীয়ে বন্ধু-বান্ধবৰ লগত আলচ কৰি সেই টকাৰে ভাল ভাল কিতাপ কিছুমান কিনি সুন্দৰকৈ ২৬টা সৰু সৰু কাঠৰ বাকচত সেইবোৰ ভৰোৱালে আৰু বন্ধত নৰ্মাল স্কুলৰ ছাত্ৰবোৰ ঘৰলৈ যাওঁতে সেই বাকচবোৰ (প্ৰতি মহকুমাতে স্কুলৰ সংখ্যাৰ পৰিমাণে দুটা বা এটাকৈ) তেওঁলোকৰ হাতত অসম উপত্যকাৰ স্থানীয় ডেপুটি ইন্‌স্পেক্টৰসকললৈ পঠোৱাৰ ব্যৱস্থা কৰিলে। লগতে এই নিৰ্দেশ জাৰি কৰা হ'ল যে তেওঁলোকে বাকচটো বা বাকচ দুটা প্ৰথমে কেন্দ্ৰসভাৰ সম্পাদকক দিব। কেন্দ্ৰসভাৰ মাহেকীয়া বৈঠকলৈ আহোঁতে শিক্ষকসকলে তাৰেপৰা কিতাপ নি পঢ়িব আৰু পোন্ধৰ দিনৰ পাছত কেন্দ্ৰত ঘূৰাই দিব। এইদৰে সেই কেন্দ্ৰত কিতাপবোৰ পঢ়া হ'লে সম্পাদকে স্কুলৰ চকীদাৰৰ হতুৱাই ওচৰৰ আন এখন কেন্দ্ৰসভাৰ সম্পাদকলৈ পঠাব। এইদৰে গোটেই বছৰ জুৰি বাকচবোৰ ঘূৰিব। আটাইবোৰ কেন্দ্ৰৰ পঢ়া হ'লে শেষৰ কেন্দ্ৰসভাৰ স্কুলৰ পুথি-ভৰাঁলত বাকচটোৰ পুথিবোৰ স্থায়ীভাৱে জমা হ'ব (অৱশ্যে ফাটি-ছিটি গৈ যি থাকে)।

শিক্ষাবিভাগৰ সংশ্লিষ্ট সকলো শিক্ষকে আৰু উপৰিস্থ বিষয়াই চৰকাৰী নিৰ্দেশমতে এই আঁচনিৰ কাৰ্যত ৰংমনে সহযোগ কৰিছিল। ই সেই সময়ত গাঁওবাসী শিক্ষকসকলৰ মাজত এটি নৱজাগৰণৰ সৃষ্টি কৰিছিল।

উপৰোক্ত ব্যৱস্থামতে বহুদিন ধৰি চলন্ত পুথি-ভঁৰালৰ কাম নিয়াৰিকৈ চলি আছিল। পিছত সম্ভৱতঃ উদ্যোগী লোকৰ অভাৱত আজিকালি সেই পদ্ধতি বন্ধ হৈছে। এই পুথি-ভঁৰালৰপৰা শিক্ষকৰ জৰিয়তে পুথি নি সাধাৰণ শিক্ষা পোৱা গওঁৱা লোকেও উৎসাহেৰে পঢ়াত লাগিছিল। চলন্ত পুথি-ভঁৰাল গওঁৱা সমাজৰ মুখৰোচক আলোচনাৰ বিষয়বস্তু হৈ পৰিছিল।

# অতুল কথামালা

অসমীয়া সাহিত্যত শিশু-সাহিত্যৰ অভাৱ সকলোৰে জনাজাত কথা। অসমৰ প্ৰাইমাৰী আৰু মজলীয়া স্কুলবোৰত পঢ়াবৰ কাৰণে বিজ্ঞান আৰু সাধাৰণজ্ঞানৰ উপযুক্ত পাঠ্যপুথি সেই সময়ত সমূলি নাছিল। তাকে দেখি সেই অভাৱ পূৰণৰ উদ্দেশ্যে গোস্বামীদেৱে ডাইৰেক্টৰ কানিংহাম চাহাবৰ ওচৰত এলানি পুস্তিকা প্ৰণয়নৰ প্ৰস্তাৱ দাঙি ধৰিলে। ডাইৰেক্টৰে প্ৰস্তাৱৰ আঁচনিত প্ৰত্যয় মানি চৰকাৰৰপৰা সেই উদ্দেশ্যে তিনি হাজাৰ টকাৰ এটি মঞ্জুৰি দিয়ালে আৰু পুস্তিকা যুগুত কৰাবৰ কাৰণে তলত দিয়া সদস্যসকলৰে সৈতে এখন সমিতি গঠন কৰি দিলে ঃ—

১। মিঃ জি এ. স্মল (স্কুল ইনস্পেক্টৰ)

২। শৰৎচন্দ্ৰ গোস্বামী

৩। প্ৰাণনাথ বুজৰবৰুৱা

৪। ৰায়বাহাদুৰ অঘোৰনাথ অধিকাৰী

৫। ক্ষীৰোদ চন্দ্ৰ পুৰকায়স্থ

'বিজ্ঞান প্ৰবেশিকা' নাম দি এই সমিতিয়ে পোনতে তিনিখন কিতাপ যুগুত কৰিলে। এই কিতাপ অক্সফোৰ্ড ইউনিভাৰ্ছিটি প্ৰেছে চৰকাৰৰপৰা নিৰূপিত অৰ্থসাহায্য লৈ প্ৰকাশ কৰিলে। এবছৰ কি দুবছৰৰ ভিতৰতে চৰকাৰে প্ৰকাশকৰপৰা অগ্ৰিম সাহায্যৰূপে দিয়া টকাখিনি আগৰ বন্দবস্তমতে ঘূৰাই পালে।

এনে সময়তে ইন্‌স্পেক্টৰ স্মল চাহাব ডাইৰেক্টৰ হ'ল। তেওঁ তেতিয়া বিজ্ঞান প্ৰবেশিকাৰ লাভৰ অংশ গ্ৰন্থকাৰসকলক দিবৰ কাৰণে আদেশ দিলে। কিন্তু গোসাঁইদেৱে বাস্তৱ দৃষ্টি-ভঙ্গীৰে ভৱিষ্যৎ চিন্তা কৰি ঠাৱৰ কৰিলে যে শিশু সাহিত্য প্ৰচাৰৰ কাৰণে এটা আছুতীয়া পুঁজি নহ'লে এই কাম সুকলমে চলি থাকিব নোৱাৰে আৰু সদায় চৰকাৰৰ সাহায্যৰ ওপৰত নিৰ্ভৰ কৰি চলাও উচিত নহয়। তেখেতে নিজে গ্ৰন্থকাৰসকলৰ ওচৰ চাপি তেওঁলোকৰ প্ৰত্যেকৰে লাভৰ অংশটো ত্যাগ কৰিবলৈ মান্তি কৰালে। এইদৰে ৰাহি হোৱা ধনৰ ক্ষুদ্ৰ পুঁজিৰে 'অতুল কথামালা ফাণ্ড' নাম দি এটা পুঁজি কৰা হ'ল আৰু সবাৰে ইচ্ছা আৰু পৰামৰ্শ অনুসৰি গোসাঁইদেৱ তাৰ পৰিচালক হ'ল।

'অতুল কথামালা' নামটোৰ লগতো এটি কৰুণ কাহিনী জড়িত আছে। গোসাঁইদেৱৰ বৰ-জোঁৱাই (তেতিয়াৰ কটন কলেজৰ অধ্যাপক আৰু পিছত শিক্ষা বিভাগৰ ডাইৰেক্টৰ) উমাকান্ত গোস্বামীদেৱে গোস্বামী ডাঙৰীয়াৰ বৰজীয়েক প্ৰতিভা দেৱীক বিয়া কৰাইছিল। তেওঁলোকৰ বৈবাহিক মিলনৰ ফলত ওপজা প্ৰথম পুত্ৰৰ নাম আছিল 'অতুল'। শিশু সাহিত্য ৰচনাৰ ফাণ্ড যুগুত হোৱাৰ অলপ দিন আগতে শিশুটিৰ হঠাৎ লোকান্তৰ ঘটে। তেতিয়া শিশু অতুলৰ বয়স আছিল মাত্ৰ তিনি বছৰ। শিশুটিৰ মৃত্যু-শোকে আটাইকে অভিভূত কৰে। সেই শোক কিঞ্চিৎ পাতলাবৰ

উদ্দেশ্যে গ্ৰন্থকাৰসকলে আৰু ফাণ্ডৰ লগত জড়িত সকলো লোকে সৰ্বসন্মতিক্ৰমে ফাণ্ডটোৰ নাম ৰাখিলে 'অতুল কথামালা ফাণ্ড' আৰু সেই ফাণ্ডৰ ধনেৰে প্ৰকাশ কৰা কিতাপবোৰৰ নাম দিলে—'অতুল কথামালা চিৰিজ'।

গোসাঁইদেৱৰ জীৱিত কালত এই ফাণ্ডৰ ধনেৰে ৬। ৭ খন মনোগ্ৰাহী শিশু সাহিত্য প্ৰকাশ পাইছিল। ফাণ্ডৰ ধনেৰে বাছনিত উঠা প্ৰত্যেক পুথিৰ এবাৰত এহেজাৰখনকৈ ছপা কৰি তাৰে এশখন গ্ৰন্থকাৰক বিনামূল্যে দিয়া হৈছিল আৰু বাকী নশ কিতাপ লাভ নোলোৱাকৈ কম দামত বিক্ৰী কৰা হৈছিল। ফাণ্ডৰ নিৰ্দিষ্ট নিয়ম অনুযায়ী একোখন কিতাপ সাধাৰণতে এবাৰতকৈ অধিক বাৰ ছপা কৰা নহৈছিল। সমিতিয়ে নিৰ্বাচিত পুথি এবাৰ মাত্ৰ ছপোৱাটোৱেই আছিল নিয়ম। কিতাপখনে পঢ়ুৱৈ সমাজৰ আদৰ পালে তাৰ পাছৰ সংস্কৰণবিলাক গ্ৰন্থকাৰে নিজে প্ৰকাশ কৰাৰ অধিকাৰ আছিল। এই ফাণ্ডৰ পৰিচালনাৰ ভাৰ শেষত শিক্ষা বিভাগৰ ডাইৰেক্টৰৰ ওপৰৰ ন্যস্ত কৰা হৈছিল।

যোৰহাট নৰ্মাল স্কুলৰ ছুপাৰিণ্টেণ্ডেণ্ট হৈ কাম কৰি থকা সুদীৰ্ঘ বাৰ বছৰ কালৰ ভিতৰত শৰৎচন্দ্ৰ গোস্বামীদেৱ আৰু অনেক যুগমীয়া প্ৰতিষ্ঠান গঢ়াত লিপ্ত আছিল। সেইসমূহৰ ঘাইটো আছিল 'অসম সাহিত্য সভা'। সেই বিষয়ে পৃথক অধ্যাযত আলচ কৰা হ'ব।

## স্কুল ইন্‌স্পেক্টৰ পদত

১৯২৮ চনত শৰৎচন্দ্ৰ গোস্বামী অসম উপত্যকাৰ স্কুল ইন্‌স্পেক্টৰ পদত নিযুক্ত হয়। সেই কামত তেওঁৰ ব্যক্তিত্ব লোক-সমাজত এনেভাৱে অনুভূত হৈছিল যে তেওঁ সেই কাম ত্যাগ কৰাৰ অনেক দিন পিছলৈকেও স্কুল ইন্‌স্পেক্টৰ বুলিলে সৰ্বসাধাৰণে শৰৎচন্দ্ৰ গোস্বামী বুলিযে জানিছিল। স্কুল ইন্‌স্পেক্টৰ হিচাপে গোসাঁয়ে গাঁও-ভূঁইত ব্যাপকভাৱে শিক্ষাবিস্তাৰৰ কাৰণে, বিশেষকৈ অসমত দাঁতি-কাষৰীয়া পাৰ্বত্য অঞ্চলৰ নগাভূমি, গাৰোপাহাৰ আদিৰ) বাসিন্দাসকলৰ মাজত শিক্ষা বিস্তাৰৰ অৰ্থে দেহেকেহে চেষ্টা কৰিছিল। অসমৰ আশে-পাশে থকা এই জনজাতিসমূহক বাদ দি অসমীয়া জাতি তিষ্ঠিব নোৱাৰে, আৰু অসমীয়া মানুহৰ লগত সম্বন্ধ ত্যাগ কৰি এই জনজাতিসমূহৰ লোকেও শিক্ষা, সভ্যতা আদিৰ পোহৰ সম্যকভাৱে পাব নোৱাৰে, গোসাঁয়ে এই কথা মৰ্মে-মৰ্মে উপলব্ধি কৰিছিল আৰু সেইবাবেই পৰ্বতীয়া জাতিসমূহৰ মাজতো যাতে অসমীয়া ভাষা-শিক্ষা প্ৰচাৰ হয় তাৰ কাৰণে যৎপৰোনাস্তি চেষ্টা কৰিছিল।

অকল পাহাৰীয়া জাতিসমূহৰ মাজতেই নহয়, মিছিং, কাৰ্বি, লালুং, বড়ো আদি দাঁতিকাষৰীয়া সকলো জাতি-উপজাতিৰ মাজত অসমীয়া ভাষা প্ৰচাৰ হোৱাটো

সকলোৰে কাৰণে হিতকৰ হ'ব বুলি তেওঁ বিবেচনা কৰিছিল। সেই সময়ত সেই ঠাইবোৰত কম-বেছি পৰিমাণে আমেৰিকান মিছনেৰীসকলে খৃষ্টান ধৰ্ম আৰু ইংৰাজী ভাষা প্ৰচাৰ কৰিবলৈ প্ৰাণপণে যত্ন কৰিছিল। গোসাঁইদেৱৰ দৃঢ় ধাৰণা আছিল যে এই জনজাতীয় লোকসকলৰ জাতীয় কল্যাণ সাধিবলৈ হ'লে অসমীয়া ভাষা, সভ্যতা, সংস্কৃতি আদিৰপৰা তেওঁলোকক বিচ্ছিন্ন ৰাখিলে নচলিব ঃ তাকে কৰিলে তেওঁলোক সাগৰৰ মাজৰ দ্বীপৰ দৰে বিচ্ছিন্ন হৈ থাকিব। গতিকে অসমৰ লগত সম্বন্ধ ৰাখি চলাটোৱে হ'ব তেওঁলোকৰ কাৰণে সৰ্বতোভাৱে মঙ্গলজনক কাম। এনে মনোবৃত্তিৰে কাম কৰিবলৈ আৰম্ভ কৰাত তেওঁ মাজে-সময়ে ওপৰৱালাসকলৰো অনেকৰ লগত অনেক বাদ-বিতণ্ডা আৰু লেখনী-যুদ্ধ কৰিবলগীয়া হৈছিল।

এই পৰ্বতীয়া জাতিসমূহৰ ভাষাৰ নিজৰ আখৰ নাই। সেইবাবে তেওঁলোকৰ মাত-কথাবোৰ লিপিবদ্ধ কৰিবলৈ কোনো এক প্ৰকাৰৰ আখৰৰ প্ৰয়োজন হ'বই হ'ব। মিছনেৰীসকলে আগৰেপৰা সেইবোৰ ঠাইত সোমাই ৰোমান আখৰ ব্যৱহাৰ কৰি ইংৰাজী মাত-কথাৰ সহায়ত ইবিলাকৰ মাজত পাশ্চাত্য সভ্যতাৰ প্ৰতি অনুৰাগ বঢ়াবলৈ যত্ন কৰি আছে। ইয়াৰ বিৰুদ্ধে গৈ অসমীয়া ভাষা প্ৰচাৰ কৰিবলৈ হ'লে যুঁজ দিবলগীয়া হোৱাটো স্বাভাৱিক কথা। যথাৰ্থতে গোসাঁইদেৱে অনেক ঠাইত এনে যুঁজত অৱতীৰ্ণ হ'বলগীয়া হৈছিল।

এবাৰ তেওঁ তলতীয়া কৰ্মচাৰী হৈও কাৰ্বি (মিকিৰ) ভাষাৰ লিপি সম্বন্ধে আলোচনা কৰি ডাইৰেক্টৰ স্কুল চাহাবলৈ যুক্তি সহকাৰে চোকা চিঠি লিখিবলগীয়া হৈছিল। তেওঁ লিখিছিল 'ৰেভাৰেণ্ড হটনে কাৰ্বি (মিকিৰ) ভাষাৰ নিৰ্মলতা সম্বন্ধে এটা অতিৰঞ্জিত বৰ্ণনা দিছে। × × × মূল কথাটো হৈছে কাৰ্বি ছাত্ৰবোৰে দুটা ভাষাৰ আখৰ শিকা উচিত হ'ব, নে মাত্ৰ এটাৰ? যদি এটাৰ, তেনেহ'লে মোৰ বোধেৰে ৰোমান আখৰতকৈ অসমীয়া আখৰকে প্ৰাধান্য দিব লাগে।'

স্কুলত কাৰ্বি ভাষাৰ প্ৰচলন সম্বন্ধে তেওঁৰ মত আছিল—'পাহাৰৰ ওপৰত থকা কাৰ্বি ছাত্ৰবোৰক প্ৰথম খণ্ডত দুবছৰলৈ কাৰ্বি ভাষা শিকাব লাগে আৰু প্ৰথম মান শ্ৰেণীৰপৰা অসমীয়াত শিকাব লাগে। প্ৰাইমাৰী স্কুলৰ তলৰ শ্ৰেণীৰ দুবছৰলৈ কাৰ্বি ভাষাত শিক্ষা দিয়াৰ উদ্দেশ্য ছাত্ৰবোৰৰ স্কুলৰ প্ৰতি ধাউতি জন্মোৱা, অৰ্থাৎ সিহঁতক স্কুলমুখী (School-minded) কৰা।'

সেই পৰামৰ্শমতে তেতিয়া কাৰ্বি আৰ্লং জিলাত অসমীয়া ভাষাৰ প্ৰচলন হৈছিল। গোসাঁয়ে চৰকাৰলৈ লিখা-লিখি কৰি কাৰ্বি স্কুলত চলাবৰ কাৰণে কাশীনাথ বৰ্মণৰ 'অতুল পাঠ' নামৰ পাঠ্য কিতাপ—প্ৰথম, দ্বিতীয় আৰু তৃতীয় মানৰ কাৰণে ক্ৰমে প্ৰথম, দ্বিতীয় আৰু তৃতীয় ভাগ—কাৰ্বি আৰ্লঙৰ স্কুল ছাব ইন্স্পেক্টৰ ইংটি ডাঙৰীয়াৰ হতুৱাই কাৰ্বি ভাষালৈ অনুবাদ কৰাই কাৰ্বি স্কুলবোৰত চলাইছিল।

নগা পাহাৰৰ স্কুলবোৰত কি ভাষাৰ যোগেদি শিক্ষা-দানৰ ব্যৱস্থা কৰিব লাগে সেই বিষয়ে তেওঁ স্পষ্টকৈ কৈছিল—মোৰ নিজৰ মত এই—আঙ্গামি, আও, লোটা

আৰু চেমা—এই চাৰিটা নগা ফৈদৰ ভিতৰত তেওঁলোকৰ নিজ নিজ ভাষাত প্ৰাইমাৰী শিক্ষা দিবলৈ ব্যৱস্থা কৰিব লাগে। আঙ্গামি নগাৰ সংখ্যা ৪৫ হাজাৰ আৰু আও নগাৰ সংখ্যা ৩০ হাজাৰ। সেই গতিকে তেওঁলোকক মজলীয়া খাপতো নিজৰ ভাষা ব্যৱহাৰ কৰিবলৈ দিব পাৰি।

দেখা গৈছে যে, নগা ভদ্ৰলোকসকলৰ ইচ্ছা, ইংৰাজীতেহে হাইস্কুলত নগা ল'ৰাবোৰক শিক্ষা দিব লাগে। এইটো মানি ল'ব পাৰি।

আঙ্গামি আৰু আও মেট্ৰিকুলেচনতো প্ৰাদেশিক ভাষা বুলি মানি ল'ব লাগে। অন্যান্য নগাসকলৰ কাৰণে আদিৰেপৰা অসমীয়াত শিক্ষা দিবলৈ ব্যৱস্থা কৰাটো উত্তম পন্থা হ'ব। অৱশ্যে মোৰ এই মতৰ বিৰুদ্ধবাদী লোক যে ওলাব, তাক মই ভালকৈ জানো। তথাপি নগাসকলৰ ভালৰ কাৰণে শিক্ষা বিষয়ত যিটো বিশুদ্ধ পন্থা বুলি মই ভাবোঁ তাকেই সকলোৰে আগত দাঙি ধৰিছোঁ। আঙ্গামি আৰু আওনগা ভাষাত উপযুক্ত কিতাপ লিখাব লাগে।

নগা পাহাৰত ইংৰাজীতে শিক্ষা হ'ব লাগে বুলি এসময়ত এটা আন্দোলন চলিছিল। বহুত শিক্ষিত ভদ্ৰলোকে মিছনেৰীসকলৰ প্ৰৰোচনাত তাকে সমৰ্থন কৰিছিল। ডাইৰেক্টৰ স্মল চাহাবে গোসাঁইদেৱৰ মত সোধাত তেওঁ লিখিছিল—'কোনেও আঁসে মাতিব নোৱাৰে যে ভৈয়ামৰ কছাৰী, ৰাভা, মিছিং, কাৰ্বি, লালুং আদি জাতিসকলৰ দৰে নগাসকলো অসমীয়া ভাষা-ভাষী। সেই কাৰণে মোৰ বোধেৰে নগাসকলৰ হিতৰ কাৰণেই নগা ছাত্ৰবোৰক অসমীযা ভাষা শিক্ষা দিব লাগে। ওৱেলচ আৰু স্কটলেণ্ডৰ মানুহে নাইবা আমেৰিকাৰ ইংৰাজী কোৱা মানুহে ইংৰাজীক শিক্ষাৰ বাহন কৰি লোৱা যি কথা নগাসকলে অসমীযা ব্যৱহাৰ কৰা তাতোকৈ আৱশ্যকীয় কথা। × × × যিসকল নগাই এতিযা অসমীযা কয়, তেওঁলোকৰ মাজত অসমীয়াৰ পৰিবৰ্তে এদিন ইংৰাজী প্ৰচলন হ'ব বুলি ভবাটো এটা নিৰৰ্থক সপোন।'

নগাসকলৰ কাৰণে মেট্ৰিকুলেচনত অসমীয়া ভাষা শিক্ষা দিবৰ কাৰণে গোসাঁইদেৱে কলিকতা বিশ্ববিদ্যালয় আৰু শিক্ষা বিভাগৰ ডাইৰেক্টৰৰ লগত বহুত লিখা-লিখি কৰিবলগীয়া হৈছিল। পৰ্বতীয়া জাতিবোৰৰ লগত অসমীয়া ভাষা আৰু অসমীযা লোকৰ সম্বন্ধ কেনেকুৱা হোৱা উচিত, সেই কথা বুজাবলৈ গৈ তেওঁ এখন চিঠিত সেই সময়ৰ কলিকতা বিশ্ববিদ্যালযৰ ভাইচ্-চেঞ্চেলাৰ ড° শ্যামাপ্ৰসাদ মুখাৰ্জীৰ কোৱা কথাৰ উদ্ধৃতি দি কৈছিল—'ব্যক্তিগতভাৱে মই ভাবোঁ এই পৰ্বতীয়া জাতিসমূহক তেওঁলোকৰ নিজৰ ভাষা আৰু সংস্কৃতি সংৰক্ষণ আৰু সংবৰ্ধন কৰিবলৈ সৰ্বতোভাৱে সহায় কৰিব লাগে ; সেইটো সঁচা, কিন্তু লগে লগে তেওঁলোকক অসমৰ বাসিন্দাসকলৰ লগত মিলাপ্ৰীতিৰে অসমৰ বহল জাতীয় জীৱনৰ অংশ ল'বলৈও সকলো প্ৰকাৰে সা-সুবিধা দিয়া উচিত। মই তেওঁলোকক ৰাজনৈতিকভাৱে পৃথক হৈ থাকি উন্নতি কৰাটো বাঞ্ছা নকৰোঁ। মই কিয় অইন কোনেও তেওঁলোকক চিন্তা, চাল-চলন আৰু কাৰ্যত ভাৰতীয় হৈ থকাত বাহিৰে অন্য হোৱাটো বাঞ্ছা নকৰে।' *[1]

ডাইৰেক্টৰ, ইন্‌স্পেক্টৰ আদি শিক্ষাবিভাগৰ গুৰিয়াল কৰ্মচাৰীসকলৰ তেতিয়া প্ৰধান কৰ্তব্য আছিল পৰিদৰ্শন। অফিচৰ নথি-পত্ৰ ঘাঁটি থকাতকৈও পৰিদৰ্শনৰ সহায়ত নিজ চকুৰে চাই আৰু শুনি-বুজি সিদ্ধান্ত দিয়া কাম তেওঁলোকে অধিক পছন্দ কৰিছিল। এই খিনিতে দুটামান আমোদজনক পৰিদৰ্শনৰ কথা উল্লেখ কৰা যাওক। পৰিদৰ্শনকেইটা গোস্বামী স্কুল ইন্‌স্পেক্টৰ হৈ থকাকালৰ ঘটনা।

১৯৩১ চন মানৰ কথা। এদিন যোৰহাট চৰকাৰী হাইস্কুল পৰিদৰ্শন কৰিবলৈ গৈছিল শিক্ষা বিভাগৰ ডাইৰেক্টৰ স্মল চাহাব। লগত ইনস্পেক্টৰ শৰৎচন্দ্ৰ গোস্বামী। হাইস্কুলৰ হেড্‌মাষ্টাৰ আছিল জেহিৰুদ্দিন আহমদ। তিনিও লগ লাগিল। চাহাব গৈ পোনেই ক্লাছ ছেভেনত সোমাল। তেনে পৰিদৰ্শনৰ সময়ত শিক্ষকসকলে সাধাৰণতে বুদ্ধি কৰি ইংৰাজী আৰু গণিতত চোকা ল'ৰাবোৰক আগ-শাৰীত বহুৱাই থয়, যাতে পোনেই সিহঁতক প্ৰশ্ন সুধিলে উত্তৰ দিব পাৰে। সেই দিনাও সেয়ে ঘটিছিল। স্মল চাহাবে আগশাৰীত বহি থকা জীৱন গোস্বামী নামৰ চোকা ছাত্ৰ এজনৰ কিতাপবোৰত হাত দিযেই সংস্কৃত পাঠ্যখন ওপৰতে পাই সিদিনাৰ পাঠটো পঢ়িবলৈ ক'লে। ইফালে জীৱন গোস্বামীয়ে তেতিয়ালৈকে সংস্কৃতৰ আখৰকে ভালকৈ পঢ়িবলৈ শিকা নাছিল। ইংৰাজী আৰু গণিতত কিন্তু তেওঁ চোকা। তেওঁ কিতাপখন মেলি ফৰ্‌ফৰাই মাতি গ'ল। স্পষ্ট স্পষ্টকৈ সংস্কৃত পঢ়ি যোৱা দেখি স্মল চাহাবে পোনেই 'গুড্‌, গুড্ ; ভেৰি গুড্ (good, good, very good) আদি মন্তব্য দি গুচি গ'ল।

ইন্‌স্পেক্টৰ গোস্বামীয়ে ল'ৰাটোৰ ওচৰতে থিয় হৈ পাঠত নজৰ দি আছিল। স্মল চাহাব যোৱাৰ পাছত তেওঁ ল'ৰাজনক হেড্‌মাষ্টাৰৰ অফিচলৈ মতাই নি কাণখনত লাহেকৈ ধৰি ক'লে আজি কি পঢ়িছিলা? সেইটো জানো পাঠ আছিল?— শ্ৰেণীৰ চোকা ল'ৰা জীৱন গোস্বামীক তেওঁ ভালকৈ চিনি পায় আৰু মৰম কৰে। গতিকে তেনেকৈ কাণত ধৰি সুধিলে।

জীৱন গোস্বামীয়ে নো কয় কি?—ছাৰ, সেই সংস্কৃত পাঠটো মাত্ৰ মোৰ মুখস্থ আছিল। গতিকে কিতাপ ক'ত খুলিছোঁ তালৈ নাচাই তাকেই মাতি গ'লোঁ। নহ'লে অইন পাঠৰ সংস্কৃত আখৰবোৰ মই ভালকৈ চিনি নাপাওঁ ; পঢ়িব নোৱাৰোঁ।

হেড্‌মাষ্টাৰ জেহিৰুদ্দিন চাহাবেও ক'লে—এৰা, ময়ো ভাবিছিলোঁ—ই কিবা ভুল পঢ়িছে হ'বলা। পিছে, সংস্কৃত ভাষা চাহাবেও নাজানে, ময়ো নাজানো। চাহাবৰ 'ভেৰি গুড্' মন্তব্য পিছে ঠিক নহ'ল। ই দুষ্টই ওপৰতে শলাগনি ল'লে।

---

*[1] I personally feel while everything possible should be done to encourage these tribes to preserve and develop their own language and culture, we should also attempt to provide for them a full scope for their participation along with other residents of Assam, in the wider national life of the province. I do not want them to develop as a separate entity politically nor does anyone wish that they should be anything but Indian in thought, outlook and activity.

ইন্‌স্পেক্টৰ গোস্বামী ডাঙৰীয়াৰ এটা বিশেষত্ব আছিল এই যে তেওঁ গণিত, ভূগোল, সংস্কৃত, বুৰঞ্জী সকলো বিষয় সমানে জানিছিল। সিদিনা স্মল চাহাবে 'ভেৰি গুড়্' বোলাৰ পাছত তেওঁ পাঠৰ ভুলটো শ্ৰেণীতে ধৰি দিয়া হ'লে পৰিস্থিতি বিষম হ'লহেঁতেন। *

তেনেকৈ আৰু এদিন ইন্‌স্পেক্টৰ গোস্বামীৰে সৈতে ডাইৰেক্টৰ স্মল চাহাব যোৰহাট চৰকাৰী হাইস্কুললৈ যাওক। স্কুলঘৰৰ পকা ভেটিত উঠিয়েই তেওঁলোকে থাৰঘৰীয়া বুলি এজন অসমীয়া পঢ়োৱা শিক্ষকক লগ পালে। শিক্ষকজন আছিল নৈষ্ঠিক ভকত মানুহ। মূৰত তেওঁ খোপা বন্ধা চুলি আৰু পৰিধানত ধুবিয়াই পিন্ধা চুৰিয়া। স্কুললৈ অহা-যোৱাৰ সময়ত পিন্ধা তেওঁৰ চোলা-চুৰিয়া সাজ পৃথক। সেই সাজ কাপোৰ বাহিৰতে সলাই থৈহে তেওঁ ঘৰ সোমায়।

থাৰঘৰীয়াই বাৰাণ্ডাতে ডাইৰেক্টৰ চাহাবক দেখি নমস্কাৰ কৰি পিছুৱাই গ'ল। চাহাবে প্ৰতিনমস্কাৰ দি কৰমৰ্দন কৰিবলৈ আগুৱাই চোঁচা ল'লে। চাহাবৰ কৰমৰ্দন এৰাবলৈ থাৰঘৰীয়া পিছুৱাই গৈ আছে। আৰু অলপ পিছুৱাই গ'লে থাৰঘৰীয়া ওখ পকা বাৰাণ্ডাৰপৰা তললৈ বাগৰি পৰিব। তাকে লক্ষ্য কৰি ইন্‌স্পেক্টৰ গোস্বামীয়ে গৈ চাহাবৰ আগত থিয় হৈ ক'লে—চাহাব, থাৰঘৰীয়াৰ হাত ময়লা হৈ আছে, গতিকে তেওঁ আপোনাৰ লগত কৰমৰ্দন কৰিব খোজা নাই।

তাকে কৰাত দুয়ো কূল ৰক্ষা পৰিল। নহ'লে হয়তো কি অঘটন ঘটিলহেঁতেন কোনে জানে?

অইন এটা পৰিদৰ্শনৰ কথা। এইবাৰ ইন্‌স্পেক্টৰ গোস্বামী গৈছিল গুৱাহাটীৰ কামৰূপ একাডেমী পৰিদৰ্শন কৰিবলৈ। তাত তেতিয়া এজন নতুনকৈ এম. এ পাছ কৰা বঙালী ভদ্ৰলোক শিক্ষক হিচাপে নিযুক্ত হৈছিল। গোসাঁইদেৱে স্কুলৰ দীঘল বাৰাণ্ডাৰে গৈ থাকি এঠাইত সম্পূৰ্ণ এটা পিৰিয়ড বাৰাণ্ডাত থিয় হৈ তাৰপৰাই শিক্ষকৰ পঢ়োৱা ৰীতি পৰিদৰ্শন কৰিলে তাৰ পাছত অ'ত ত'ত শ্ৰেণীত সোমাই ছাত্ৰক দুই-এটা প্ৰশ্ন কৰি পৰিদৰ্শন তেওঁ শেষ কৰিলে। পৰিদৰ্শনৰ অন্তত তেওঁ সেই ডেকা বঙালী শিক্ষকজনক তেওঁৰ ওচৰলৈ মতাই আনি আচুতীয়াকৈ লৈ কৈছিল আপুনি কলেজৰ লেকচাৰাৰ পদৰ কাৰণে চেষ্টা কৰা নাইনে? যদি নাই কৰা তেন্তে কৰা উচিত। আপুনি স্কুলৰ কাৰণে উপযোগী নহয়। স্কুলত লাগে নিজে কমকৈ কোৱা আৰু ছাত্ৰৰপৰা বেছিকৈ আদায় কৰা মানুহ। আজিৰপৰা তাকে কৰিবলৈ যত্ন কৰিব। বক্তৃতা পৰিহাৰ কৰিব। আপোনাৰ অনৰ্গল বক্তৃতা শুনি শেষৰ বেঞ্চিৰ দুই-এটা ল'ৰা টোপনিত পৰিব খুজিছিল ঃ আপুনি বোধকৰোঁ গম নাপায়।

---

* গিৰীশ ৰায়চৌধুৰীৰ লগত এছিষ্টেন্ট ইন্‌স্পেক্টৰ হিচাপে গোসাঁইৰ ধুবুৰী চাঁদাগুৰি প্ৰাইমাৰী স্কুল পৰিদৰ্শনৰ পূৰ্বোক্ত আমোদজনক ঘটনা এই প্ৰসঙ্গত স্মৰণীয়। ৩২৮-৩২৯ পৃষ্ঠাত চাওক।

শিক্ষকজনে সিদিনাৰপৰা বক্তৃতা দিয়া অভ্যাস এৰিলে।

গোস্বামীদেৱে নৰ্মাল পাছ শিক্ষকৰ কাম বেয়া দেখিলে অতিশয় বিৰক্ত হৈ পৰিছিল। এদিন এখন স্কুল চাই এজনৰ পঢ়োৱা প্ৰণালী আৰু কাম-কাজত অসন্তুষ্ট হৈ তেওঁক অফিচলৈ মাতি আনি ৰুঢ়স্বৰে সুধিছিল—তুমি কোন চনত নৰ্মাল স্কুলত পঢ়িছিলা? পাছ কৰিছিলা নে ফেইল মাৰিছিলা?

শিক্ষকজনে পাছ কৰিছিল বুলি কোৱাত তেওঁ অধৈৰ্য হৈ কৈছিল—তোমাৰ চাৰ্টিফিকেটখন মোক ঘূৰাই দিবা। সেইখন মই পুৰি পেলাম। তুমি নৰ্মাল স্কুলৰ বদনাম আনিলা।

গোস্বামীৰ স্কুল পৰিদৰ্শন আৰু চাকৰি দিয়াৰ আৰু অনেক উপভোগ্য কাহিনী আছে। যোগ্য ব্যক্তিকহে শিক্ষকতাত নিযুক্ত কৰিবলৈ তেওঁ কিন্তু সদায় সচেষ্ট আছিল।

## শিক্ষা বিভাগৰ বিশেষজ্ঞ বিষয়া (Special Officer)

নৰ্মাল স্কুলৰ ছুপাৰিণ্টেণ্ডেণ্ট পদত সুদীৰ্ঘ বাৰ বছৰ কাল থকাৰ পাছত শৰৎচন্দ্ৰ গোস্বামী ডাঙৰীয়া আসাম প্ৰাইমাৰী শিক্ষা বিলৰ খচৰা তৈয়াৰ কৰা আৰু অন্যান্য অনেক কামত কিছুকাল অসম চৰকাৰৰ শিক্ষা বিষয়ৰ বিশেষজ্ঞ বিষয়া নিযুক্ত হৈছিল। তেওঁ সেই পদবী আৰু দায়িত্বত এৰাধৰাকৈ এবাৰ দুবাৰ নহয়, তিনিবাৰ নিযোজিত হৈছিল। আনকি চাকৰিৰপৰা অৱসৰ লোৱাৰ পিছতো গবৰ্ণমেণ্টে তেওঁক সেই বাব দি তেওঁৰ অভিজ্ঞতালব্ধ বিশেষ জ্ঞান কাৰ্যক্ষেত্ৰত ব্যৱহাৰ কৰিছিল। চাকৰিৰ লগত সংশ্লিষ্ট কৰ্তব্য নিয়াৰিকৈ কৰি থকা সময়তো তেওঁ নিজৰ কাম চম্ভালি লৈ অসমৰ শিক্ষা সংক্ৰান্ত সমস্যাবোৰলৈ বিশেষ মনোযোগ দিছিল আৰু সেই বিষয়ে নিজৰ সুচিন্তিত অভিমত প্ৰকাশ কৰি 'কলিকতা ৰিভিউ', 'মডাৰ্ণ ৰিভিউ' আদি আলোচনীবোৰত প্ৰবন্ধ লিখিছিল।

স্কুল ইন্‌স্পেক্টৰৰ চাকৰিত থকা সময়ত চৰকাৰে তেওঁক শিক্ষা বিভাগৰ বিশেষজ্ঞ বিষয়াৰ বাব দি নিব খোজাত তেওঁৰ মনৰ প্ৰতিক্ৰিয়া কেনে হৈছিল তাক তেওঁ নিজহাতে লিখি এৰা 'মোৰ জীৱনৰ লক্ষ্য' (Aims of any life) বোলা এটি টোকাত এইদৰে লিপিবদ্ধ কৰা আছে—মোক প্ৰাইমাৰী শিক্ষা-বিষয়া কৰি বদলি কৰিব বুলি এটা গুজব উঠিছে। বদলি কৰাত মোৰ আপত্তি নাই। কিন্তু মোৰ এটা ধাৰণা হৈছে চৰকাৰৰ আচলতে মোৰ দ্বাৰা কোনো বিশেষ গুৰুত্বপূৰ্ণ কাম কৰোৱা উদ্দেশ্য নহয়, মোক কেৱল স্কুল ইন্‌স্পেক্টৰ পদৰপৰা দূৰীভূত কৰাটোহে আচল লক্ষ্য , কাৰণ এতিয়ালৈকে মই চৰকাৰে যধে-মধে দিয়া সকলো নিৰ্দ্দেশ মানি কাম কৰিব পৰা নাই। ব্যক্তিগতভাৱে তেনে বদলি মোৰ কাৰণে নিৰৰ্থক। ক'বলৈ গ'লে

মই সেই বিষয়ে নিৰ্বিকাৰ। কিন্তু চৰকাৰে যদি প্ৰাইমাৰী শিক্ষা সম্পৰ্কে কাম কৰিবলৈ মোক প্ৰয়োজনীয় সা-সুবিধা একো নিদিয়ে তেনেহ'লে মোৰ মনেৰে মই মোৰ জাতিটোৰ কাৰণে, অসমীয়া লোকৰ হিতৰ কাৰণে ইন্‌স্পেক্টৰ হৈ থকাই ভাল , কাৰণ মোৰ বোধেৰে অসমীয়াসকল যেন বৰ্তমান সময়ত পৰিত্যক্ত আৰু নিৰাশ্ৰয়ৰ দৰে হৈ পৰিছে। বদলি হ'লে মই টকা বেছি পাম ; কিন্তু মোৰ জীৱনৰ এই অৱস্থাত কেইশমান টকা কোনো কথাৰ কথা নহয়।' এছ চি গোস্বামী। ২১। ৮। ৪১ *

অসমৰ প্ৰাইমাৰী শিক্ষাৰ সমস্যা সম্পৰ্কে তেওঁৰ নিজৰ মতবোৰ বহুদিন পিছত ১৯৩৭ চনৰ নবেম্বৰ মাহৰ 'কলিকতা ৰিভিউ' কাকতত প্ৰকাশ হৈ ওলাইছিল। তেনেবোৰ মত আৰু আলোচনাৰ মূল্য আজিও উবলি যোৱা নাই। তাৰে দুই-চাৰিটা তলত উল্লেখ কৰা হ'ল।

সেই সময়ৰ প্ৰাইমাৰী শিক্ষাৰ দ্বৈত শাসনলৈ আঙুলিয়াই দি তেওঁ কৈছিল— একালে লোকেলবোৰ্ড বা মিউনিচিপেলিটি, আনকালে শিক্ষা বিভাগ—এই দুই দুৱলীয়া শাসনে প্ৰাইমাৰী শিক্ষাত বহুখিনি অন্তৰায ঘটাইছে। দুই ম'হৰ যুঁজত ইকৰাৰ মৰণ হোৱাৰ দৰে দুই শাসনৰ তলত শিক্ষা বিস্তাৰত বস্তুতঃ বাধা জন্মিবই লাগিছিল, কিন্তু তেনেকুৱা বাধা বা কাজিয়া দেখাদেখিকৈ উপস্থিত নোহোৱাৰ গুৰিত আছে শিক্ষাৰ প্ৰতি সকলোৰে বিপুল ধাউতি। এক শাসনৰ তললৈ নিযাটোৱেই এনে অসুবিধাৰপৰা হাত সাৰিবৰ একমাত্ৰ উপায়। প্ৰাইমাৰী শিক্ষা হয স্থানীয বোৰ্ডৰ হাতত ৰাখি শিক্ষা বিষয়ত শিক্ষা বিভাগৰ বিষযাৰ দ্বাৰা নামমাত্ৰ পৰিদৰ্শন কৰোৱাৰ ব্যৱস্থা কৰিব লাগে, নহ'লে, শিক্ষা বিভাগৰ হাততেই সম্পূৰ্ণকৈ ৰাখিব লাগে।

'মোৰ বোধেৰে প্ৰত্যেক মহকুমাতে প্ৰাইমাৰী শিক্ষা বিস্তাৰত সকলো প্ৰকাৰে চকু দিবলৈ সৰু সৰু পৃথক শিক্ষা সমিতি (এডুকেচন বোৰ্ড) কৰি দিব লাগে। প্ৰাইমাৰী স্কুলৰ ইন্‌স্পেক্টৰসকল অৰ্থাৎ ছাব-ইন্‌স্পেক্টৰসকল এই সমিতিৰ (বোৰ্ডৰ) তলৰ চাকৰিয়াল হ'ব লাগে। এতিয়া এনেকুৱা কৰ্মচাৰীসকল চৰকাৰী চাকৰিয়াল , আৰু সেইবাবে তেওঁলোকে প্ৰাইমাৰী শিক্ষাৰ যাবতীয় কাম চলোৱা লোকেলবোৰ্ডবোৰৰ কৰ্মচাৰীসকললৈ কটাহি নক'ৰে। প্ৰত্যেক মহকুমাৰ ভিতৰতে একোজনকৈ চৰকাৰী ইন্‌স্পেক্টৰ থাকিব লাগে। তেওঁ বোৰ্ডৰ স্কুলবোৰ চাই সকলোবোৰতে যাতে একে

* There has been a talk to transfer me as Primary Education Officer I do not mind the transfer. But I feel Govt do not want any serious work done, only want me to get out of Inspectorship, as I have not yet been able to do all their biddings Personally the transfer is of no meaning to me I am indifferent But if Govt do not give me facility to work for Primary Education, I feel that I should better stay as Inspector for the good of my people–the Assamese, so forlorn & helpless now On transfer I get more money But a few hundred rupees at this stage of my life is not of much consequence to me

মান (ষ্টেণ্ডাৰ্ড) ৰাখি চলা হৈছে তালৈ চকু দিব আৰু শিক্ষকৰ কাৰণে তোলা বা দিয়া টকা যাতে উচিতভাৱে ব্যয় হয় সেই বিষয়ে তত্ত্বাৱধান ল'ব। পণ্ডিত নিয়োগ কৰা, বদলি কৰা, চাকৰিৰপৰা খেদা, দণ্ড দিয়া, স্কুলৰ সাজ-সৰঞ্জাম অনা ইত্যাদি কামত তেওঁ কোনো প্ৰকাৰে হস্তক্ষেপ নকৰিব। এইবোৰ কাম সমিতিয়ে (বোৰ্ডে) কৰিব।

'প্ৰাইমাৰী স্কুল ক'ত কিমানখন হ'ব লাগে, কেনেকুৱাকৈ কি অৱস্থাত প্ৰাইমাৰী স্কুলৰ সংখ্যা বঢ়াব বা টুটাব লাগে—সেয়ে হৈছে দ্বিতীয় সমস্যা। আমাৰ প্ৰাইমাৰী স্কুলবোৰ কেনেকৈ হৈ আহিল তাৰ ইতিহাস খেলিমেলিপূৰ্ণ। য'তে দুই-এজন শিক্ষিত আৰু প্ৰতিপত্তিশালী মানুহ আছে তাতেই প্ৰাইমাৰী স্কুল এখন স্থাপন কৰি লৈ লোকেলবোৰ্ডক ধৰি গ্ৰাহ্য কৰোৱা হয়। তাৰ ফলত য'ত স্কুল আছে ত'তেই হয়তো ওচৰা-উচৰিকৈ কেইবাখনো স্কুল গঢ়ি উঠিছে, অথচ য'ত ক্ষমতাপন্ন মানুহ নাই, অথচ স্কুলৰ খুব আৱশ্যক তাত এখনো নাই। কাজে কাজেই শিক্ষাৰ পোহৰ য'ত পৰা নাই তাত পোহৰ দিবলৈ কোনো বন্দবস্ত নাই। এই অৱস্থাত, স্কুলবোৰৰ সংখ্যা, আৱশ্যকতা আদি পৰীক্ষা কৰি য'ত ওচৰা-উচৰিকৈ কেইবাখনো প্ৰাইমাৰী স্কুল আছে, সেইবোৰ একেলগ কৰি স্কুলৰ সংখ্যা কমাই স্কুল নথকা ঠাইত স্কুল পাতি দিব লাগে। অৱশ্যে এই কামত বহুতৰ বিৰক্তিভাজন হ'ব লাগিব, তাত সন্দেহ নাই।

'ইয়াৰ পিছতে আৰু এটা সমস্যা আহি পৰে। সেয়ে হৈছে ছাত্ৰৰ উপস্থিতিৰ গড়। আমাৰ দেশৰ বেছিভাগ ল'ৰাই স্কুলত নপঢ়ে। যিকেইজনে পঢ়িবলৈ আৰম্ভ কৰে সিহঁতবো অনেকে প্ৰাইমাৰী স্কুলৰ শিক্ষা (কোৰ্চ) শেষ কৰিবলৈ নাপায়। স্কুললৈ যাবলৈ ধৰা শতকৰা ৭০ জন ল'ৰাই প্ৰাইমাৰী শেষ নকৰে। ফলত শিক্ষক আৰু বাইজৰ অনেক চেষ্টা বিফলে যায়। স্কুল এৰা ল'ৰাবোৰ অশিক্ষিত হৈ থাকে। ইফালে বাধ্যতামূলক প্ৰাথমিক শিক্ষা প্ৰচাৰ কৰাৰ পথতো দুৰ্লঙ্ঘ্য অন্তৰায় আছে। এনে অৱস্থাত এটা উপায় আছে। ল'ৰা স্কুলত দিবলৈ সকলো অভিভাৱকক বাধ্য কৰাব নালাগে ; কিন্তু যিসকলে স্কুলত এবাৰ ল'ৰাৰ নাম লগাই দিয়ে, তেওঁলোকক এনেভাৱে বুজাই-বৰাই মান্তি কৰাব লাগে যাতে ল'ৰাই প্ৰাইমাৰী পৰীক্ষা পাছ নকৰালৈকে তেওঁলোকে সিহঁতক নেৰুৱায়। ইয়াৰ কাৰণে সাধাৰণ ৰকমৰ কিবা এটা আইন কৰি লোৱাও বোধকৰোঁ ভাল হ'ব।

'শিক্ষাদানতো আমাৰ স্কুলবোৰত এটা বিশেষ অসুবিধা আছে। একোজন শিক্ষকে একে সময়তে কেইবাটাও শ্ৰেণী চলাব আৰু পঢ়াব লাগে। ট্ৰেইনিং নথকা শিক্ষকৰপৰা এনে অৱস্থাত বৰ বেছি আশা কৰা টান হৈ পৰে। গতিকে বহুশ্ৰেণী শিক্ষা-প্ৰণালীত শিক্ষকক ট্ৰেইনিং দিয়াবলৈ যত্ন কৰিব লাগে।

'নতুন স্কুল সোপা-সোপে বঢ়াই দিয়াতকৈ ভাল শিক্ষকৰ সংখ্যা বঢ়োৱাটোলৈহে বেছি লক্ষ্য ৰখা আৰু সেই বিষয়ত খৰচ কৰা উচিত হ'ব। তাৰ মানে যে স্কুলৰ সংখ্যা একেবাৰে বঢ়াব নালাগে এনে নহয় ; অন্ততঃ প্ৰত্যেক গাঁৱতে একোখনকৈ স্কুল হওক, মোৰ এয়ে অভিলাষ।

'স্কুলবোৰৰ অৱস্থা ভাল কৰাটোও অন্য এটা সমস্যা। লোকেল-বোৰ্ডবোৰে তাৰ কাৰণে বিশেষ যত্ন নকৰিলে নহ'ব। গাঁৱৰ মূৰত আটাইতকৈ অযত্নত থকা ঘৰটোৱেই আমাৰ স্কুল ঘৰ। ই বৰ পৰিতাপৰ কথা। এনেকুৱা স্কুল ঘৰলৈ ছাত্ৰৰ কি শ্ৰদ্ধা বা আগ্ৰহ হ'ব পাৰে?

'চেন্সাছ ৰিপোৰ্টৰপৰা গোৱা যায় যে আমাৰ অলপ শিক্ষা পোৱা মানুহবোৰেও দিন গৈ থকাৰ লগে লগে সেইখিনি পাহৰি পেলায় আৰু অশিক্ষিতৰ শাৰীত উঠে। ইয়াৰ একমাত্ৰ কাৰণ এই যে স্কুল এৰাৰ লগে লগে আমাৰ ল'ৰাই কিতাপ নাইবা কোনোপ্ৰকাৰৰ লেখা-পঢ়াৰ লগত সম্বন্ধ নাৰাখে ; কাৰণ পঢ়িবলৈ কিতাপ নাইবা কাকত নাই। যি দুই-এখন কিতাপ বা বাতৰি কাকত আছে সিও হয়টো বেছি মূল্যৰ নাইবা নীৰস। গতিকে কম মূল্যৰ আৰু বিবিধ বিষয়ৰ আমোদজনক পুস্তিকা আৰু বাতৰি কাকত প্ৰকাশ—শিক্ষা বিস্তাৰৰ অন্য এটা উপায়। চলন্ত পুথি-ভঁৰাল আৰু উপযুক্ত ঠাইত গাঁৱলীয়া পুথি-ভঁৰাল স্থাপনে এই সমস্যাৰ বহুখিনি সমাধান কৰিব পাৰে।'

কোৱা বাহুল্য যে গোসাঁইদেৱে উল্লেখ কৰা চলন্ত পুথি-ভঁৰাল ভেৰেঁই প্ৰথমে শিক্ষকসকলৰ মাজত উলিয়াইছিল আৰু বহুদিনলৈ ই গাঁৱে-ভূঁয়ে সকলো মানুহৰ মনত এটা আলোড়নৰ সৃষ্টি কৰিছিল। তেনেকৈ ওপৰত উল্লিখিত বহুশ্ৰেণীৰ শিক্ষা-প্ৰণালীও মূলতঃ তেওঁৰে উদ্ভাৱনা।

## গুৱাহাটী বিশ্ববিদ্যালয় স্থাপনৰ উদ্যোগ

অসমৰ কাৰণে এখন সুকীয়া বিশ্ববিদ্যালয় স্থাপন শৰৎচন্দ্ৰ গোস্বামীৰ জীৱনৰ শেষ উদ্যম আছিল। ই আছিল বহুতৰে দৰে তেওঁৰো জীৱনৰ বহুদিনীয়া এটা সঞ্চিত সপোন। চাকৰিৰপৰা অৱসৰ পাই তেওঁ পোনতে 'জয়ন্তী' আলোচনীত গুৱাহাটী বিশ্ববিদ্যালয় শিতানত একাদিক্ৰমে এলানি প্ৰবন্ধ লিখিছিল। অসম বিশ্ববিদ্যালয় সম্পৰ্কে বহুতেই সেই সময়ত নিজ নিজ অভিমত আৰু পৰিকল্পনা কাকতে-পত্ৰই দাঙি ধৰিছিল। ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদে আনকি বিশ্ববিদ্যালয়ৰ পৰিকল্পিত গৃহ-নিৰ্মাণ চিত্ৰ পৰ্যন্ত অঙ্কন কৰিছিল। সেই বিষয়ে গোসাঁইৰ নিজা মত আছিল এই যে অসম বিশ্ববিদ্যালয় অসমৰ কাৰণেই হ'ব লাগিব। সেইবুলি কলিকতা বিশ্ববিদ্যালয়ৰ লগত সম্বন্ধ বিচ্ছেদ কৰা তেওঁৰ লক্ষ্য নাছিল। তেওঁৰ মতে অসম বিশ্ববিদ্যালয় আৰু কলিকতা বিশ্ববিদ্যালয় এখন আনখনৰ পৰিপূৰক হিচাপে থাকিব। বিজ্ঞান বিষয়ৰ গবেষণা কলিকতা বিশ্ববিদ্যালয়ত সুন্দৰভাৱে হৈ আছে। তাৰ বাবে আৱশ্যকীয় সা-সঁজুলিও তাত আছে। গতিকে তাতেই ই হৈ থাকক। অসমত ভাষা-বিজ্ঞান,

ঐতিহাসিক অনুসন্ধান, উদ্ভিদ বিদ্যাৰ গৱেষণা চৰ্চা আদিৰ সুন্দৰ সুবিধা আছে। গতিকে অসম বিশ্ববিদ্যালয়ত এইবোৰ বিষয়ৰ গৱেষণা চলাব লাগে। অসম বিশ্ববিদ্যালয়ত অসমীয়া জাতিৰ ভাষা, কৃষ্টি, সভ্যতা, সংস্কৃতি আদিৰ বৈশিষ্ট্য প্ৰতিপন্ন কৰি সেইবোৰৰ সংৰক্ষণ আৰু উন্নতিৰ কাৰণে যত্ন ল'ব লাগে। সেই কাৰণেই অসমত প্ৰতিষ্ঠা কৰিব খোজা বিশ্ববিদ্যালয়ৰ তেওঁ নাম দিছিল 'গুৱাহাটী বিশ্ববিদ্যালয়'। সেয়ে নহে 'অসম বিশ্ববিদ্যালয়' নাম হ'লে তাত শ্ৰীহট্টয়ো (তেতিয়া শ্ৰীহট্ট অসমতে আছিল) শ্ৰীহট্টৰ ভাষা, কৃষ্টি, ইতিহাস আদি চৰ্চাৰ কাৰণে টনা-আঁজোৰা কৰিব পাৰে—এয়ে আছিল তেওঁৰ আশঙ্কা আৰু এয়ে আছিল তেওঁৰ পৰিকল্পিত অসম বিশ্ববিদ্যালয়ৰ থূলমূল আঁচনি।

১৯৪৪ চনত অসম বিশ্ববিদ্যালয় স্থাপনৰ কাৰণে আন্দোলনৰ যি প্ৰবল জোৱাৰ উঠিছিল তাৰ গুৰিয়াল আৰু গতিনিৰ্দেশকসকলৰ ভিতৰত শৰৎচন্দ্ৰ গোস্বামী আছিল অন্যতম। তেওঁক প্ৰস্তাৱিত গুৱাহাটী বিশ্ববিদ্যালয়ৰ ট্ৰাষ্ট বোৰ্ডৰ সম্পাদক নিযুক্ত কৰা হৈছিল। সেই চনৰে ২৯ ডিচেম্বৰত গুৱাহাটীত বহা ইউনিভাৰ্ছিটি কনভেঞ্চনখনৰ আহ্বায়ক-সচিব (চেক্ৰেটৰী) আছিল তেওঁ নিজে। পিছে বিধাতাৰ নিকৰুণ বিধানত তেওঁ তাত উপস্থিত হ'বলৈয়ে নাপালে ঃ ইয়াকে কয়—'আলচা কাৰ্য নহয় সিদ্ধি, বাটত আছে কণা বিধি।' তেওঁ ইতিমধ্যে স্বৰ্গী হ'ল।

## গোস্বামীদেৱৰ আকস্মিক মৃত্যু

সেই বছৰতে (১৯৪৪ চন) উদয়পুৰত 'হিষ্টৰিকেল ৰেকৰ্ডছ্ কমিছন'ৰ বৈঠক বহিছিল। অসম চৰকাৰে শৰৎচন্দ্ৰ গোস্বামীক তাত অসমৰ প্ৰতিনিধিত্ব কৰিবলৈ দায়িত্ব দিছিল। তদনুসাৰে তেওঁ নবেম্বৰ মাহৰ ২৭ তাৰিখে উদয়পুৰলৈ যাত্ৰা কৰে। লগত গৈছিল তেওঁৰ সহধৰ্মিণী ভুবনেশ্বৰী দেৱী, এটা পুৰণি লগুৱা আৰু জনাৰ্দন দেৱালয়ৰ দলৈ গোপাল চন্দ্ৰ শৰ্মা। এই যাত্ৰাত দক্ষিণ আৰু পশ্চিম ভাৰতৰ কেইখনমান বিখ্যাত তীৰ্থস্থান দৰ্শন কৰাটোও আছিল তেওঁলোকৰ উদ্দেশ্য।

তেওঁলোক যাওঁতে বাটত কলিকতাত দুদিন আৰু দিল্লীত তিনিদিন থাকি যায়। তাৰ পাছত সম্মিলনৰ নিৰ্দিষ্ট দিনলৈ যথেষ্ট সময় থকা দেখি তেওঁলোকে জয়পুৰ আৰু আজমীৰত সোমাই সেইবোৰ ঠাই দৰ্শন কৰে।

আজমীৰৰপৰা ত্ৰিশ মাইল দূৰত পুৰাণ-প্ৰসিদ্ধ পুষ্কৰ হ্ৰদ। গোসাঁইদেৱে তাত স্নান-তৰ্পণ কৰি নিয়মানুসাৰে চৈধ্য পুৰুষৰ পিণ্ড দান কৰে। সেই সুযোগতে তেওঁ তেওঁৰ মৃত ইষ্ট-মিত্ৰ, আত্মীয়-স্বজন, বন্ধু-বান্ধৱ, চাকৰ-বাকৰ, যাৰে নাম মনত পৰিছিল তেওঁৰ নামেই খৰচ ভৰি পিণ্ড দান কৰিছিল।

ইয়াৰ পাছত, ওচৰ-পাঁজৰৰ ঠাইবোৰ চোৱা হ'লত তেওঁলোকে উদয়পুৰৰ ঐতিহাসিক সন্মিলনলৈ যাত্ৰা কৰিলে। এই সন্মিলনত গোসাঁইদেৱে 'উমানন্দ দেৱালয়লৈ বাদছাহ আউৰঙ্গজেবৰ ভূমিদান' শিৰোনামৰ এটি প্ৰবন্ধ পাঠ কৰে। প্ৰবন্ধটোৱে শ্ৰোতাৰ ঔৎসুক্য জগাই প্ৰশংসা লাভ কৰিবলৈ সমৰ্থ হৈছিল।

উদয়পুৰ সন্মিলন শেষ কৰি ১৩ ডিচেম্বৰ তাৰিখে গোসাঁইদেৱ দলেবলে আহি দিল্লীত উপস্থিত হয়। দিল্লীত তেওঁলোকক কেইবা ঠাইতো কেইবাজনেও আলহী থাকিবলৈ নিমন্ত্ৰণ কৰিছিল।

প্ৰসঙ্গক্ৰমে ইয়াতে উল্লেখ কৰিব পাৰি যে গোস্বামী ডাঙৰীয়া আৰু ইন্‌স্পেক্টৰ (পিছত ডাইৰেক্টৰ) স্মল চাহাব দুয়ো স্কাউটৰ নায়ক আছিল আৰু দুয়ো ছাত্ৰসকলৰ মাজত স্কাউটিঙৰ প্ৰশিক্ষণ দিছিল। সেইদেখি উদয়পুৰলৈ যাওঁতে দিল্লীৰ স্কাউটসকলেও আতিথ্যদান কৰিবলৈ গোস্বামী আৰু তেওঁৰ সঙ্গীসকলক বৰকৈ ধৰিছিল, আৰু এবাৰ নোৱাৰি তেওঁলোকেও স্কাউটসকলৰ অনুৰোধ ৰক্ষা কৰিছিল। উভতি আহোঁতে এইবাৰো তেওঁলোকে যাত্ৰীসকলৰ চাৰিজনীয়া দলটোক তেওঁলোকৰে অতিথি হ'বলৈ সনিৰ্বন্ধ অনুৰোধ কৰিছিল ; কিন্তু ৰেল-ষ্টেচনৰপৰা তেওঁলোকৰ কাৰণে নিৰ্দিষ্ট কৰি থোৱা থকা-ঠাই কিছু দূৰ হোৱা কাৰণে এইবাৰ তেওঁলোক তালৈ যাবলৈ সম্মত নহ'ল।

ইফালে সেই একে সময়তে হৰিজন সেৱক সঙ্ঘৰ সভাপতি ঠক্কৰ বাপাই বিৰলা ভৱনৰ অতিথি শালাত (গেষ্ট হাউছত) তেওঁলোকৰ কাৰণে অটোমটোকাৰি দুটা কোঠালি আছুতীয়া কৰি ৰাখিছিল। কিন্তু সেই আলহীঘৰো আছিল ৰেল-ষ্টেচনৰপৰা যথেষ্ট দূৰত। সেই কাৰণে তেওঁলোক তালৈকো নগ'ল।

সেই সময়ত দিল্লীত থকা গোসাঁইদেৱৰ আত্মীয় দুলাল চন্দ্ৰ বৰুৱাই তেখেতৰ ঘৰত আলহী হ'বলৈও গোসাঁইদেৱক বৰকৈ মাতি পঠিয়াইছিল। শেষত গোসাঁই এইবোৰ ক'লৈকো নগৈ পোনে-পোনে ষ্টেচনৰ ওচৰতে থকা হোটেল এটাত উঠিলগৈ।

পিছদিনা পুৱা খবৰ পাই দুলাল বৰুৱা নিজে তেওঁলোকক বিচাৰি হোটেলত ওলালহি আৰু তেওঁলোকক তেওঁৰ ঘৰলৈ নোযোৱা কাৰণে খং কৰিলে। নিৰুপায় হৈ হোটেল এৰি তেওঁলোক সেই দিনাই বৰুৱাৰ ঘৰলৈ যাবলৈ বাধ্য হ'ল। বৰুৱাৰ তালৈ পোনে পোনে নোযোৱাৰ ঘাই কাৰণ আছিল, উদয়পুৰতে গোসাঁনীৰ ঘুঘুৰা জ্বৰ আৰু কাহ হৈছিল। সেই অসুখ তেতিয়াও ভাল হোৱা নাছিল। এনে অৱস্থাত দলেবলে গৈ আনক আমনি দিয়া উচিত নহয় বুলি ভাবি গোসাঁয়ে বৰুৱাৰ ঘৰলৈ যোৱাৰ ভাব পৰিহাৰ কৰিছিল , কিন্তু শেষত বৰুৱাদেৱৰ আগ্ৰহাতিশয্য দেখি নগৈ নোৱাৰিলে।

১৯৪৪ চনৰ ১৪ ডিচেম্বৰৰ দিনা গৈ তেওঁলোক দুলাল বৰুৱাৰ ঘৰত আলহী হ'ল ; আৰু নিজৰ ঘৰত থকাদি মহা আৰামত থাকিবলৈ ল'লে। ১৫ তাৰিখে গোসাঁইদেৱে দিল্লীৰ স্কাউটবিলাকৰ অনুৰোধ উপেক্ষা কৰিব নোৱাৰি তেওঁলোকৰ

এখন সভাত গৈ আনুষ্ঠানিকভাৱে 'বেজ' বিলাইছিল, আৰু সেই ৰাতিয়েই তেওঁলোকে মঞ্চস্থ কৰা এখন থিয়েটাৰো চাবলৈ গৈছিল।

পিছ দিনাখন, ১৬ তাৰিখে খবৰ পোৱা গ'ল যে ১৯ তাৰিখৰ আগতে তেওঁলোকে ঘূৰি আহিবলৈ ৰেলৰ টিকট নাপায়। গতিকে সেই তাৰিখলৈকে তেওঁলোক তাতে থাকিবলগীয়া হ'ল।

১৭ ডিচেম্বৰৰ দিনা ৰাতিপুৱা পাঁচ বজাতেই উঠি গোসাঁইদেৱে দলৈক এলাহাবাদলৈ যাবৰ কাৰণে পা-পইচা দি পঠালে। তাৰ পাছত আন দিনাৰ দৰে সিদিনাও তেওঁ আঠমান বজাতেই গা-পা ধুই, চাহ-জলপান খাই উঠিল। লগত নিয়া লগুৱাটোৰ হাতত অকণমান কিবা ঘা হোৱাৰ কাৰণে তেওঁ তালৈ নেৰি নিজেই তিওৱা চুৰিয়া চেপি ৰ'দত মেলি দিলে। এনেতে তেওঁ বাঁও হাতখন অলপ জিন্ জিনোৱা যেন অনুভৱ কৰিলে।

হাত-ভৰি জিন্‌জিনোৱা একো অস্বাভাৱিক নহয়। সময়ে সময়ে সকলোৰে তেনেকুৱা হয়। তাৰ বাবে চিন্তা কৰিবলগীয়া একো নাই। গোসাঁইদেৱেও তালৈ একো ভ্ৰূক্ষেপ নকৰিলে। তেওঁ ভিতৰলৈ সাজ সলাবলৈ গ'ল। সদায় তেওঁ তাকে কৰে, সিদিনাও কৰিলে।

তাৰ ক্ষন্তেক পাছতেই 'গাটো বেয়া লাগিছে' বুলি তেওঁ পত্নী আৰু দুলাল বৰুৱাক তুৰন্তে ওচৰলৈ মাতিলে। দুয়ো আহিল আৰু ততালিকে তেওঁক বিছনাত শুৱাই দিলে। বৰুৱাই তেতিয়াই তৎক্ষণাৎ এজন ডাক্তৰ বিচাৰি গ'ল। উভতি আহিবলৈ নৌ পাওঁতেই সেইখিনি সময়ৰ ভিতৰতে গোসাঁই গোসাঁনীৰ ফালে সজল দৃষ্টি নিক্ষেপ কৰি ওঁঠত এটি ক্ষীণ হাঁহিৰে গোসাঁনীক বিদায় সম্ভাষণ জনালে। ডাক্তৰ লগত লৈ ঘূৰি আহি বৰুৱাই গোসাঁইদেৱৰ মুখৰ মাত নাপালে। বিছনাত শুৱাই দিয়াৰপৰা প্ৰায় আধাঘণ্টা মানলৈ তেওঁৰ মাত-কথা ঠিক আছিল। তাৰ পাছত ক্ৰমে মাত বন্ধ হৈ আহিল আৰু শৰীৰৰ জ্ঞানো নোহোৱা হ'ল।

বৰুৱাৰ ঘৰত হুৱাদুৱা লাগিল। ততালিকে চাৰিওফালে টেলিগ্ৰাম কৰা হ'ল। ছিলঙত থকা জোঁৱায়েক গকুল গোস্বামীলৈ আৰু চিমলাত থকা ভতিজাক প্ৰমোদ গোস্বামীলৈ প্ৰথমে টেলিগ্ৰাম কৰা হ'ল।

গোসাঁনীৰ কথামতে দুলাল বৰুৱাই আৰু দুজন ডাক্তৰ আৰু এজনী নাৰ্চ অনালে। খবৰ পাই হৰিজন সঙ্ঘৰ ছেক্ৰেটাৰী শ্যামলাল আৰু দিল্লীৰ স্কাউট মাষ্টাৰ ভাটনগৰো গোসাঁইক চাবলৈ লৰি আহিল। শ্যামলালৰ মুখে ডাক্তৰ বিধান ৰায় সেই সময়ত দিল্লীত থকা বুলি শুনি তেখেতলৈও মানুহ পঠোৱা হ'ল। ডাক্তৰ ৰায় আহিল। তেখেতক দেখা পাই সেই সময়ত সকলোৰে মুখত আশাৰ আভা বিৰিঙি পৰিছিল। কিন্তু বিধাতাৰ বিধানক বাধা দিবৰ সাধ্য আছে কাৰ? অনেক যত্ন কৰিও ডাক্তৰসকলে গোসাঁইদেৱৰ চেতনা ঘূৰাই আনিব নোৱাৰিলে। এইদৰে অজ্ঞান অৱস্থাতে পৰি থাকি

সকলোকে কন্দুৱাই গোসাঁইদেৱে ১৯৪৪ চনৰ ১৯ ডিচেম্বৰৰ নিশা আঠ বজাত মৰণ-দেৱতাৰ শীতল কোলাত চিৰশান্তি লাভ কৰিলে।

হৰিজন সঙ্ঘৰ ঠক্কৰ বাপা সেই সময়ত চিমলাত আছিল। প্ৰমোদ গোস্বামী ১৯ তাৰিখে চিমলাৰপৰা লৰালৰিকৈ আহি কোনোমতে গোসাঁইদেৱক দেখিলে। গকুল গোস্বামী সেই দিনাই ছিলঙৰপৰা গ'ল যদিও গৈ তেওঁক দেখিবলৈ নাপালে।

গোসাঁইদেৱৰ মৃত্যু সম্বন্ধে এটা আচৰিত কথা এই যে তেওঁ দিন নিৰ্ধাৰণ কৰি নিমন্ত্ৰণি দি যোৱামতে ঠিক তেওঁৰ আদ্য শ্ৰাদ্ধৰ দিনাই গুৱাহাটী ইউনিভাৰ্ছিটিৰ কন্‌ভেঞ্চনৰো দিন পৰিছিল আৰু তদনুযায়ী তেওঁ নিমন্ত্ৰণ কৰি যোৱা কন্‌ভেঞ্চনে আৰম্ভণিতে পোনেই তেওঁৰ পুণ্য স্মৃতিৰ তৰ্পণ কৰিবলৈ পাইছিল।

# অসম সাহিত্য সভা, কামৰূপ অনুসন্ধান সমিতি, কামৰূপ সংস্কৃত সঞ্জীৱনী সভা আদি অনুষ্ঠানৰ সম্পৰ্কত

## যোৰহাট সাহিত্য সভা

১৯১২ চনৰ জানুৱাৰী মাহত শৰৎচন্দ্ৰ গোস্বামী যোৰহাটত ডেপুটী ইন্‌স্পেক্টৰ হিচাপে কামত যোগদান কৰিলেগৈ। তেওঁ তাত তেওঁৰ লগ-সমনীয়া বন্ধু কেইবাজনো পালে প্ৰধানকৈ কুলধৰ চলিহা আৰু দুৰ্গেশ্বৰ শৰ্মাক। বয়সত তেওঁতকৈ অলপ ডাঙৰ হ'লেও চন্দ্ৰধৰ বৰুৱা আৰু দেবেশ্বৰ চলিহাৰ লগতো সাহিত্য আলোচনাৰ মাজেদি তেওঁৰ বিশেষ বন্ধুত্ব গঢ লৈ উঠিল। ক্ৰমে ক্ৰমে তেওঁৰ দেবেন্দ্ৰনাথ বেজবৰুৱাৰ লগতো সাহিত্য চৰ্চাৰ সূত্ৰেই ঘনিষ্ঠ সম্পৰ্ক ঘটিল।

সেই সময়ত উজনি-নামনিৰ ভাষা লৈ 'বাঁহী' আৰু 'আসাম বান্ধৱ' আলোচনী দুখনৰ মাজত থৈয়া-নথৈয়া লেখনী-যুদ্ধ লাগি আছিল। সেযে গোটেই দেশখনতে এটা অবাঞ্ছনীয় উত্তপ্ত পৰিবেশৰ সৃষ্টি কৰিছিল। গোস্বামীয়ে সেই বিষয়ে নিজে লিখিছে—'মোৰ সদায় ইচ্ছা আছিল যে আমি এখন সাহিত্য সভা পাতি অসমীয়া সাহিত্যৰ উন্নতিৰ অৰ্থে সবিশেষ যত্ন কৰোঁ ; আৰু উজনীয়া-ঢেকেৰী ভাষাৰ মাজত হোৱা বিবাদটো মাৰি তেতিয়াৰ অসমীয়া ভাষাৰ সংকীৰ্ণতা দূৰ কৰোঁ। × × × এইদৰে এখন বলী আৰু কামিলা সভা পাতি অসমীয়া ভাষাৰ সংকীৰ্ণতা দূৰ কৰি তাক অকল অসম উপত্যকাৰে নহয়, পৰ্বতীয়া জিলা কেইখনৰো সৰ্বজনগ্ৰাহ্য ভাষা কৰি তুলিবলৈ মোৰ মনটোত বৰ ব্যাকুলতা আহিছিল। বন্ধুসকলক ইমানবোৰ কথা কোৱা নাছিলোঁ। কিন্তু এখন সভা পাতিব লাগে, এনে কথা ক'লো। আলোচনাও কৰিলোঁ।' *

গোস্বামীয়ে তেনে এটা বিষয় তেওঁৰ বন্ধুসকলৰ লগত আলচ কৰোঁতে তেওঁলোকৰ দুই-এজনে পোনতে অঃ ভাঃ উঃ সাঃ (অসমীয়া ভাষা-উন্নতি সাধিনী) সভাখনকে ভাল কৰি তুলি ল'বলৈ পৰামৰ্শ দিছিল। তেওঁ কিন্তু অঃ ভাঃ উঃ সাঃ

---

* অসম সাহিত্য সভা পত্ৰিকা , ২য় ৩য় সংখ্যা , ১৮৭৪ শক

সভাৰ কাৰ্য-প্ৰণালী পৰীক্ষা কৰি চাই তাক মনোমত নাপালে। তাৰ ঘাই কাৰণ— ভাষা সম্পৰ্কত এই সভা আছিল পৰম্পৰাগতভাৱে গোড়া ধৰণৰ আৰু নিকাপন্থী। সাতে-সতৰে বহুত আলোচনা-বিলোচনাৰ অন্তত এখন সুকীয়া সাহিত্য সভা পতাটোৱেই স্থিৰ হ'ল। গোস্বামীদেৱৰ ভাষাত ক'বলৈ হ'লে—'এনেকৈয়ে আমি পোনতে যোৰহাটত এখন যোৰহাট সাহিত্য সভা পাতিবৰ দিহা কৰিলোঁ। সম্পাদক হিচাপে ময়েই সকলো লেঠা গাত লৈ যোৰহাট সাহিত্য সভাৰ প্ৰথম অধিৱেশন আৰম্ভ কৰিলোঁ। × × যিমানদূৰ মনত পৰিছে—যোৰহাটৰ এই প্ৰথম সাহিত্য সভাত দেৱীচৰণ বৰুৱা আছিল সভাপতি। দেৱীচৰণ বৰুৱা এক কথাৰ মানুহ আছিল। কাকো হিংসা-কূৰ্চুট নকৰিছিল। অনাৱশ্যকৰূপে কোনো মানুহৰ লগত সংস্ৰৱ নাৰাখিছিল। অথচ তেখেতৰ মনত বিশ্বাস উৎপাদন কৰিব পাৰিলে সকলো ভাল কামত তেখেতে সহায় কৰিছিল। মিটিংখন হৈছিল বিষ্ণুৰাম হ'লত। মই 'কিবাকিবি বিষয়ৰ ৰচনা' নাম দি সেই সময়ৰ অসমীয়া ভাষা আৰু লেখকসকলক মৃদু ব্যঙ্গ কৰি এটা প্ৰবন্ধ পাঠ কৰিছিলোঁ। তাত যোৰহাটৰ গণ্যমান্য সকলোবিলাক লোক উপস্থিত আছিল। শ্ৰীযুত উপেন্দ্ৰনাথ বৰুৱাই মোৰ ৰচনাৰ আচল উদ্দেশ্যটো উপলব্ধি কৰি ৰচনাখনৰ ভাল প্ৰশংসা কৰিছিল। ইবিলাকেও ভাল বুলিছিল।

'সেই দিনাৰেপৰা যোৰহাট সাহিত্য সভা স্থাপিত হ'ল, আৰু মাহে মাহে এই সভাৰ অধিবেশন বহিবলৈ আৰম্ভ কৰিলে। মোৰ মনত আছে, প্ৰথম যোৰহাট সাহিত্য সভা বহাৰ দিনা গধূলি মোৰ ঘৰত পাঠা এটা মাৰি ভাত খাইছিলোঁ। আঞ্জাখন পনীয়া হৈছিল। আমি পাত, দোনা আনি খাবলগীয়া হৈছিল। খোৱা লগ আছিল—শ্ৰীযুত কুলধৰ চলিহা, দেবেশ্বৰ চলিহা, শ্ৰীদুৰ্গেশ্বৰ শৰ্মা আৰু এজন-দুজন। তেতিয়া মই নৰ্মাল স্কুলৰ ছুপাৰিণ্টেণ্ডেণ্ট। গতিকে ১৯১৫ ইংৰাজী চনৰ এপ্ৰিল-মে' মাহ হ'ব।

'ইযাৰ পাছত যোৰহাট সাহিত্য সভা বেছ বল দি উঠিল। মই University Extention Lecturesঅৰ দৰে কেই চিৰিজমান বক্তৃতা (Lectures) বন্দবস্ত কৰিলোঁ। ইয়াত শ্ৰীদুৰ্গেশ্বৰ শৰ্মাই সৰল জ্যোতিষ, শ্ৰীযুত হৰিপ্ৰসাদ বৰুৱাই 'ভূতত্ব', শ্ৰীগোলোকচন্দ্ৰ বৰুৱাই 'এৰী, মুগা, পাট' আৰু মই 'শিক্ষা-বিচাৰ'—এই বিষয়কেইটা ক্ৰমিক হিচাপত ব্যাখ্যা কৰিছিলোঁ। মোৰ বক্তৃতাকেইটা পাছত 'শিক্ষা-বিচাৰ' নাম দি ছপালোঁ। ইকেইজন বন্ধুৱে এতিয়াও একো কৰা নাই। মই সকলোটিকে কৈ আছোঁ।

'যোৰহাট সাহিত্য সভাৰ কাম কেইমাহমান চলাৰ পাছত (১৯১৫ চনৰ জুলাই মাহত *) তেতিয়াৰ অসম উপত্যকাৰ কমিছনাৰ কৰ্ণেল গৰ্ডনৰ (Col P R T. Gurdon) সভাপতিত্বত যোৰহাটত ৰাইজক হস্ত-শিল্পাদিত উৎসাহ-অনুপ্ৰেৰণা যোগাবৰ উদ্দেশ্যে চৰকাৰ পক্ষৰপৰা এখন মুকলি সভা আৰু বাজ্যিক পৰ্যায়ৰ প্ৰদৰ্শনী পাতে। সেই সভালৈ নিমন্ত্ৰণ পাই সেই সময়ৰ অসমৰ প্ৰায় সকলো গণ্য-মান্য লোকেই আহিছিল।'

---

* ড° মহেশ্বৰ নেওগৰ Annals of Asam Sahitya Sabha, পৃষ্ঠা ৬

এই আপাহতে 'অসম সাহিত্য সভা স্থাপনৰ পূৰ্বৰঙ্গ' শিতানত সাহিত্যাচাৰ্য অতুলচন্দ্ৰ হাজৰিকাই লিখিছে—'সেই উপলক্ষে যোৰহাটলৈ যোৱা অসমৰ বিভিন্ন স্থানৰ মুখিয়াল লোকসকলে বিষ্ণুৰাম হলত গোটখাই এখন অসমীয়া সাহিত্য সভা ... ...... পাতিবলৈ কুৰুং-কাৰাং কৰিছিল। মেঘে গাজিলে, কিন্তু বৰষুণ নহ'ল। সেই চনতে গুৱাহাটীৰ অঃ ভাঃ উঃ সাঃ সভাৰ এক বৈঠকত অধ্যাপক পদ্মনাথ ভট্টাচাৰ্য বিদ্যাবিনোদ মহাশয়ে 'অসম সাহিত্য সম্মিলন' এখন গঠন কৰি তাৰপৰা 'বঙ্গীয় সাহিত্য সম্মিলন'লৈ প্ৰতিনিধি পঠাবৰ বাবেও এটা প্ৰস্তাৱ দিছিল। পিছে, ঘাইকৈ প্ৰধান সাহিত্যিকসকলৰ বিৰোধিতাত সেই প্ৰস্তাৱো ফুটুকাৰ ফেন হৈ উৰি গ'ল।' *

এই বিষয়ে ৰত্নকান্ত বৰকাকতীদেৱে কৈছে—'১৯১৫ খৃষ্টাব্দৰ জুলাই মাহত মই কটন কলেজৰ প্ৰথম বাৰ্ষিকত ভৰ্তি হওঁ। তাৰ অলপ আগতে কটন কলেজৰ সংস্কৃতৰ প্ৰফেছৰ পদ্মনাথ ভট্টাচাৰ্য মহাশয়ৰ অনুগ্ৰহত ১৯১৫ খৃষ্টাব্দত বৰ্দ্ধমানৰ বঙ্গীয় সাহিত্য সম্মিলনলৈ ময়ো হেমচন্দ্ৰ গোস্বামী, চন্দ্ৰনাথ শৰ্মা আৰু সৰ্বেশ্বৰ কটকীৰে সৈতে 'হাফ কনচেছন' টিকতত ডেলিগেট হিচাপে যাবলৈ সুবিধা পাওঁ। সেই বৰ্দ্ধমান সাহিত্য সম্মিলন দৰ্শনৰ ফলতে মই, চন্দ্ৰনাথ শৰ্মা আৰু অম্বিকা ৰায়চৌধুৰী—এই তিনিজনৰ যুটীয়া যত্নৰ ফলতে অসম সাহিত্য সম্মিলনৰো জন্ম হ'ল বুলিব লাগে। আমাৰ কল্পনা-গৰ্ভস্থ অসম সাহিত্য সভা শিৱসাগৰত পদ্মনাথ গোহাঞিবৰুৱাৰ সভাপতিত্বত ১৯১৭ চনত ভূমিষ্ঠ হ'ল।' (ৰত্নকান্ত বৰকাকতী গদ্যসম্ভাৰ—আত্মবাণী)

অসম সাহিত্য সভা স্থাপনৰ কাৰণে চাৰিওফালে সেই সময়ত কেনে এটা পৰিবেশৰ সৃষ্টি হৈছিল আৰু তাত শৰৎচন্দ্ৰ গোস্বামীদেৱে কি অংশ গ্ৰহণ কৰিছিল তাৰে এটি আভাস দিবৰ কাৰণেহে উপৰোক্ত কথাখিনি দাঙি ধৰা হ'ল। কমিছনাৰ গৰ্ডন চাহাবৰ উপস্থিতিৰ সুযোগ লৈ শিল্প-প্ৰদৰ্শনীৰ লগতে পতা সভাখনৰ আলমত অসমীয়া সাহিত্য সভা এখন অনুষ্ঠিত কৰাৰ পৰিকল্পনা কাৰ্যত পৰিণত কৰিব পৰা নগ'ল যদিও গোস্বামীদেৱে কিন্তু এই সুযোগতে যোৰহাট সাহিত্য সভাৰ এখন বিশেষ অধিবেশনৰ আয়োজন নকৰাকৈ নাথাকিল। তেওঁৰ নিজৰ কথাতে ক'বলৈ হ'লে....

'সেই সুযোগ লৈ যোৰহাট সাহিত্য সভাৰ এটা বিশেষ অধিবেশন পাতিলোঁ। সভাপতি হৈছিল ফণীধৰ চলিহা। তেখেত তেতিয়া ৰায়বাহাদুৰ হৈছেনে নাই মনত নাই। সম্ভৱতঃ হোৱা নাই। তাত শ্ৰীযুত ঘনকান্ত বৰুৱাদেৱে 'চালাম ৰহস্য' নাম দি এটা বিতোপন ব্যঙ্গ প্ৰবন্ধ পঢ়িছিল। অসমীয়াত তেনে প্ৰবন্ধ বৰ বিৰল। × × সেই সভাত দ্বিতীয় প্ৰবন্ধ পঢ়িছিল শ্ৰীযুত মোক্ষনাথ ফুকন বি. এ দেৱে। এওঁৰ প্ৰবন্ধটোৰ নাম মনত নাই। বিষয়, জাতীয় উন্নতিৰ দৰে কথা। এওঁ প্ৰবন্ধটোত সকলো সঁচা আৰু হৃদয়গ্ৰাহী কথাকে লেখিছিল। কিন্তু তাৰ ভাষা হৈছিল অতি স্পষ্টবাদী—কঢ় আৰু

* অসম সাহিত্য সভা ৰূপৰেখা পৃষ্ঠা ১৪

কটু। তাতে সভাসদসকলৰ অনেক জিকাৰ খাই উঠিল। মই সভাৰ আহ্বানকৰ্তা হিচাপে ৰঙা-মঙা পৰিলোঁ। মুখত পানী নাই। এনে অৱস্থাত মাননীয় আব্দুল মজিদ চাহাব বক্তৃতা দিবলৈ উঠিল। মজিদ চাহাবৰ নাম আশাকৰোঁ আৰু বহুদিনলৈ অসমীয়া মানুহে নাপাহৰিব। বিদ্বান, ক্ষমতাৱন্ত, ডাঙৰ কৰ্মচাৰী। প্ৰায় চীফ কমিছনাৰৰ সমান। ধনী, মানী—কিন্তু নিৰহঙ্কাৰ, সৰল, সকলোৰে হিত কামনা কৰোঁতা। এনে মানুহ এতিয়া বিৰল হ'ল। মজিদ চাহাবে প্ৰায় এক ঘণ্টা কাল বক্তৃতা দিলে। বহুত কথা ক'লে। ফুকনৰ বক্তৃতাৰ সাৰ-কথা ভাল বুলিলে। ভাষাক এনেকুৱাভাৱে নিন্দা কৰিলে যে ফুকনো ক্ষুণ্ন নহ'ল। মুঠতে, তেখেতৰ বক্তৃতাই ফুকনৰ প্ৰবন্ধৰ জাল কাটিলে। বৰং সভাসদসকলক তৃপ্ত কৰিলে। পাছত আৰু এজনে কথা কোৱাত, চলিহা ডাঙৰীয়াই ভাল বক্তৃতা এটা দি সভা শেষ কৰিলে।'

## অসম সাহিত্য সভা স্থাপনৰ উমঘাম আৰু অসম ছাত্ৰ সম্মিলন

সেই বছৰতে (১৯১৫ চন ডিব্ৰুগড়ত কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈৰ সভাপতিত্বত 'আসাম এছোচিযেচন'ৰ বাৰ্ষিক অধিৱেশন বহিছিল। সেই অধিৱেশনৰ অন্তত সেই সভা-মণ্ডপতে ৩০ ডিচেম্বৰ তাৰিখে ৰায়বাহাদুৰ ফণীধৰ চলিহাৰ সভাপতিত্বত অসমীয়া সাহিত্যৰ এখন অভিবৰ্তন বহিছিল। উক্ত সভাত নবীনচন্দ্ৰ বৰদলৈ, সত্যনাথ বৰা, বেণুধৰ ৰাজখোৱা, পদ্মনাথ বৰুৱা (গোহাঁঞিবৰুৱা), তফজ্জল হুছেইন হাজৰিকা, দুৰ্গানাথ চাংকোকতী প্ৰভৃতি বহুত গণ্যমান্য লোকেও অসমীয়া সাহিত্যৰ বিষয়ে অসম সাহিত্য সভা এখন পতাৰ প্ৰয়োজন সম্পৰ্কে একোটি বক্তৃতা দিছিল। কিন্তু সি সিমানতে শাম কাটিলে। সাহিত্যাচাৰ্য অতুলচন্দ্ৰ হাজৰিকাদেৱে কোৱাৰ দৰে—'সিও গালোঁ বালোঁ খোলাকটিৰ তাল হ'ল।' (অসম সাহিত্য সভাৰ ৰূপৰেখা)। মুঠতে ১৯১৫-১৬ চনত অসমত অসমীয়া ভাষা-সাহিত্য চৰ্চাৰ কাৰণে এখন উমৈহতীয়া সাহিত্যানুষ্ঠান গঢ়ি তুলিবলৈ নানা ঠাইত নানা জনে নানা ধৰণে চেষ্টা কৰিছিল। *

১৯১৬ চনত গঙ্গাগোবিন্দ ফুকন ডাঙৰীয়াৰ সভাপতিত্বত 'অসম এছোচিয়েচনৰ বাৰ্ষিক অধিৱেশন গুৱাহাটীত বহিছিল। উজানবজাৰৰ লতাশিল

* বিংশ শতিকাৰ প্ৰথম দশকতে (১৯০৩ চন) অসমত 'আসাম এছোচিয়েচন' নামে এটা ৰাজনৈতিক অনুষ্ঠান গঢ় লৈ উঠিছিল। অসমৰ ৰাজনৈতিক দিশৰ সৰ্বাঙ্গীণ উন্নতি সাধন এই অনুষ্ঠানৰ মুখ্য উদ্দেশ্য আছিল। ইয়াৰ গুৰিয়াল আৰু প্ৰথম সম্পাদক আছিল মাণিকচন্দ্ৰ বৰুৱা আৰু 'গৌৰীপুৰৰ ৰজা' প্ৰভাতচন্দ্ৰ বৰুৱা বাহাদুৰৰ সভাপতিত্বত ইয়াৰ প্ৰথম অধিৱেশন বহিছিল ডিব্ৰুগড়ত, ১৯০৫ চনত। বহুদিনলৈ ই মহাপৰাক্ৰমে চলি আছিল আৰু ই আনকি ভাৰতীয় কংগ্ৰেছ মহাসভালৈও প্ৰতিনিধি পঠিয়াইছিল।

খেলমাটিত সজোৱা সুশোভন সভামণ্ডপত এই সভা অনুষ্ঠিত হৈছিল। চন্দ্ৰনাথ শৰ্মা, পদ্মধৰ চলিহা, অম্বিকানাথ বৰা, সৰ্বেশ্বৰ শৰ্মাকটকী, উমেশ চন্দ্ৰ চৌধাৰী, দৈৱচন্দ্ৰ তালুকদাৰ প্ৰমুখ্যে উদ্যোগী যুৱ নেতাসকলৰ আশাশুধীয়া চেষ্টাত সেই একে সভামণ্ডপতেই এই সুযোগতে 'অসমীয়া ছাত্ৰৰ সাহিত্য সম্মিলন' এখন পাতিবলৈ স্থিৰ কৰা হয়। পিছত অৱশ্যে সম্মিলনৰ কৰ্মপৰিসৰ বঢ়াবৰ কাৰণে সেই অধিৱেশনতে প্ৰস্তাব গ্ৰহণ কৰি তাৰ নামকৰণ কৰা হয়—'অসম ছাত্ৰ সম্মিলন'। সকলোবোৰ স্কুল-কলেজৰ ছাত্ৰ-প্ৰতিনিধিৰ উপৰিও অসমৰ সেই সময়ৰ নবীন-প্ৰবীণ প্ৰায়বোৰ সাহিত্যিকেই তাত সমবেত হৈছিল। শৰৎচন্দ্ৰ গোস্বামীদেৱে এই বিষয়ে লিখিছে—

'প্ৰথমবাৰৰ ছাত্ৰ সম্মিলন গুৱাহাটীত বহে। শ্ৰীযুত পদ্মধৰ চলিহা আৰু চন্দ্ৰনাথ শৰ্মা মুখিয়াল। ছাত্ৰ সম্মিলনৰ প্ৰথম উদ্যোক্তাসকলে এই সম্মিলনৰ নাম দিছিল—'অসমীয়া ছাত্ৰৰ সাহিত্য সম্মিলন' আৰু মোক সভাপতি হ'বলৈ মাতিছিল। তেতিয়া মই তেনেই ডেকা মানুহ। বয়স ২৬। ২৭ বছৰ। শ্ৰীযুত কুলধৰ চলিহাৰ লগত পৰামৰ্শ কৰিলোঁ মই সভাপতি হ'ম নে নহ'ম। মই অনাৱশ্যকভাৱে আগবাঢ়ি গৈ ঢোল কোবোৱা স্বভাৱৰ মানুহ নাছিলোঁ আৰু এতিয়াও নহওঁ। আৰু আমাৰ Generationৰ ডেকাসকলৰ নীতিও আছিল yield to your superiors। সেইদেখি আমি দুয়ো আলচ কৰি শ্ৰীযুত পদ্মধৰ চলিহালৈ লেখিলোঁ যে আমাৰ ডেকা তৰপৰ কোনো এজনক সভাপতি কৰাত কৰি লক্ষ্মীনাথ বেজবৰুৱাক সভাপতি কৰিলে ভাল হ'ব। বিদেশত থাকি চিৰকাল অসমীয়া সাহিত্যৰ চৰ্চা কৰি থকা মানুহজনক সম্বৰ্ধনা জনোৱাও হ'ব। ছাত্ৰসকল মান্তি হ'ল। পাছত ছাত্ৰ সম্মিলন সাহিত্য সম্মিলন হৈ নাথাকিল। দুই-তিনি বছৰ মানলৈ যদিও সাহিত্যৰ উন্নতিৰ চেষ্টাই তেওঁলোকৰ মুখ্য কাম হৈ থাকিছিল।' (অসম সাহিত্য সভা পত্ৰিকা, ২য়-৩য় সংখ্যা ; ১৮৭৪ শক)।

এইদৰে সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ সভাপতিত্বত ১৯১৬ চনত 'আসাম এছোচিয়েচন'ৰ সভামণ্ডপতে অসম ছাত্ৰ সম্মিলনৰ প্ৰথম অধিৱেশন বিপুল জাকজমকেৰে সম্পন্ন হৈ গ'ল। যুৱ-ছাত্ৰসকলৰ এনে কৃতকাৰ্যতা দেখি ডেকা সাহিত্যিসকল উৎসাহিত হ'ল। তেওঁলোকৰো পুনৰ গা উঠিল। ড° মহেশ্বৰ নেওগৰ Annals of Asam Sahitya Sabha পুথিত লিখামতে গুৱাহাটীৰ জনদিয়েক লেখক আৰু কবিয়ে চহৰৰ আৰু বাহিৰৰো সাহিত্যিক কিছুমানক নিমন্ত্ৰণ কৰি আনি অধ্যাপক সূৰ্যকুমাৰ ভূঞাৰ সভাপতিত্বত সদৌ অসম সাহিত্য সভা এখন পতা সম্পৰ্কে আলচ কৰিবলৈ এখন সৰু অথচ গাম্ভীৰ্যপূৰ্ণ আলোচনা চক্ৰ পাতিলে। চক্ৰৰ বৈঠক বহিছিল সেই সময়ৰ এজন ডেকা উকীলৰ (গৌৰীকান্ত তালুকদাৰৰ) উকীলখানাত। ইং ১৯১৭ চনৰ কথা। ইয়াৰ আহ্বায়ক আছিল অম্বিকাগিৰী ৰায়চৌধুৰী আৰু তাত সভাপতিত্ব কৰিছিল অধ্যাপক (পিছত ডক্টৰ) সূৰ্যকুমাৰ ভূঞাদেৱে। 'তাত দৃঢ়তাৰে সিদ্ধান্ত লোৱা হ'ল যে বিৰুদ্ধবাদী কেইজনমানৰ হেঙাৰলৈ কেৰেপ নকৰি পিছৰ বছৰ 'অসম এছোচিয়েচন'ৰ লগতে অসম সাহিত্য সভা পাতিবই লাগিব।

'এই উদ্দেশ্যে আন ঠাইৰ সাহিত্যিকসকলৰ লগত পৰামৰ্শ কৰি আৰু শিৱসাগৰৰ লগতো যোগাযোগ কৰি সদৌ অসমৰ সাহিত্যিকসকলৰ সভা এখনৰ প্ৰথম অধিবেশন পাতিবলৈ সেই মেলতে এখন তদৰ্থ সমিতি গঠন কৰি দিয়া হয়। সেই সমিতিৰ ভাৰ দিয়া হয় 'অসমৰ পিট' চন্দ্ৰনাথ শৰ্মাক। * শিৱসাগৰৰ 'আসাম এছোচিয়েচন'ৰ সদস্যসকলৰ উপৰি তাৰ সাহিত্যিকসকললৈও প্ৰস্তাৱৰ প্ৰতিলিপি আৰু আলোচনা, সিদ্ধান্ত আদিৰ বিতং বতৰা পঠোৱা হৈছিল।

তেনে এটা গোহাৰি গৈ পোৱাৰ আগতে কিন্তু শিৱসাগৰত সেই বিষয় লৈ এটা আলোড়ন আৰু জাগৰণৰ সৃষ্টি হৈছিল। ১৯১৭ চনৰ ২৮ ছেপ্তেম্বৰ তাৰিখে বেৰিষ্টাৰ তাৰাপ্ৰসাদ চলিহাৰ সভাপতিত্বত বহা এখন স্থানীয় সভাত সেইবাৰ তাত বহুৱাবলৈ স্থিৰ কৰা 'অসম এছোচিয়েচন'ৰ লগতে সদৌ অসম সাহিত্য সভা এখন পাতিবলৈও তাত প্ৰস্তাৱ গ্ৰহণ কৰা হৈছিল। সাহিত্য সভা পাতিবলৈ গুৱাহাটীত হোৱা আলোচনাটোৰ বিষয়ে শৰৎচন্দ্ৰ গোস্বামীয়ে কৈছে—

'১৯১৫ কি ১৯১৬ চনত গুৱাহাটীত শ্ৰীমান গৌৰীকান্ত তালুকদাৰ, শ্ৰীযুত অম্বিকাগিৰী ৰায়চৌধুৰী আৰু কিছুমানে লগ লাগি গোটেই অসমৰ কাৰণে সাহিত্য সভা এখন পাতিবৰ প্ৰস্তাৱ কৰিছিল। তেতিয়া শ্ৰীযুত সত্যনাথ বৰা ডাঙৰীয়া গুৱাহাটীৰ সাহিত্য ক্ষেত্ৰত নেতা। সকলোৱে তেখেতক মান আৰু সৎকাৰ কৰে। কিন্তু সমগ্ৰ অসমৰ কাৰণে সাহিত্য সভা এখন পাতা বিষয়টোত তেখেতৰ মত নাছিল। এই সম্পৰ্কে মই তেখেতৰ লগত পাছতো কথা পাতিছিলোঁ। মোক তেখেতে মৰম আৰু বিশ্বাস কৰিছিল। মোক কৈছিল যে উজনি-নামনি ভাষাৰ খৰিয়াল লাগিব বুলি তেখেতে বৰ আশঙ্কা কৰিছিল। তাৰ অলপ আগতে 'বাঁহী' আৰু 'আসাম-বান্ধৱ'ৰ প্ৰবল যুদ্ধ। এই বিবাদে অলপ শাম কাটিছে। তেখেত অতি শান্তিপ্ৰিয় মানুহ আছিল। হাই-হুল্লি অলপো সহ্য কৰিব নুখুজিছিল। ইয়াৰ বাহিৰে তেখেতে স্বীকাৰ কৰিছিল যে পাৰিলে অসমীয়া ভাষা আৰু সাহিত্যৰ সৰ্বাঙ্গীণ উন্নতি কৰিবলৈ সঙ্ঘবদ্ধ হৈ চেষ্টা কৰা ভাল।'

## অসম সাহিত্য সভা শুভাৰম্ভ আৰু প্ৰধান সম্পাদকৰ দায়িত্বত গোস্বামী

এইদৰে দেখা যায় অসম সাহিত্য সভা স্থাপন হোৱাৰ পূৰ্বে অসমৰ নানা ঠাইত বিশেষকৈ যোৰহাট, গুৱাহাটী, ডিব্ৰুগড় আৰু শিৱসাগৰত তাৰ কাৰণে বাৰুকৈয়ে আলোড়নৰ সৃষ্টি হৈছিল। সকলোৰে উমৈহতীয়া চেষ্টা আৰু হাবিয়াহৰ

* অসম সাহিত্য সভা ৰূপৰেখা পৃষ্ঠা ১৫

ফল স্বৰূপে ১৯১৭ চনৰ বৰদিনৰ বন্ধত অসম সাহিত্য সভাই শিৱসাগৰত জন্ম লাভ কৰিলে। গোস্বামীদেৱে ইয়াৰ কাৰণে কিদৰে কি কৰিছিল তাৰ বিতং বিৱৰণ নিজেই তলত লিখাৰ দৰে দি থৈ গৈছে।

"১৯১৭ চনৰ বৰদিনৰ বন্ধত 'আসাম এছোচিযেচন'ৰ 'কনফাৰেঞ্চ' বহাৰ কথা। সভাপতি শ্ৰীযুত সত্যনাথ বৰা। ঠাই শিৱসাগৰ।

তাতেই আমি প্ৰথম সাহিত্য সম্মিলন পাতিবলৈ স্থিৰ কৰিলোঁ। আমি মানে শ্ৰীযুত কুলধৰ চলিহা আৰু মই।

চলিহা শিৱসাগৰৰ মানুহ। তেওঁ তেতিয়া যদিও যোৰহাটত থাকে, শিৱসাগৰৰ লগত তেওঁৰ যথেষ্ট সংযোগ চলি আছিল। তেওঁ শিৱসাগৰলৈ গৈ এখন অভ্যৰ্থনা সমিতি পাতি আহিল। সভাপতি হ'ল গুঞ্জানন বৰুৱা বি এল আৰু সম্পাদক লক্ষ্মীকান্ত বৰুৱা বি এল.। আমি দুয়ো পৰামৰ্শ কৰি শিৱসাগৰত অভ্যৰ্থনা সভাৰ হতুৱাই শ্ৰীযুত পদ্মনাথ গোহাঞিবৰুৱাক সভাপতি কৰি মতালোঁ। নিমন্ত্ৰণ পত্ৰও চাৰিওফালে দিয়ালোঁ। ডিচেম্বৰৰ ২৭ তাৰিখে (সম্ভৱতঃ) দিন কৰিলোঁ *। সেই সময়ত মই যোৰহাটৰ তৰাজানত নিজা এটা খেৰী ঘৰ কৰি থাকোঁ। মোৰ পাছৰ ফালে শ্ৰীযুত কুলধৰ চলিহা থাকে। আমি দুয়ো সদায় পৰামৰ্শ কৰোঁ। নিয়মাৱলী প্ৰস্তুত কৰিলোঁ। চলিহাই কোনো কথাৰ details অলৈ যাব নোখোজে। দিহা দিলেই তেওঁ ভাবে কাম হ'ল বুলি। অৱশ্যে এনে মনোভাবৰো মূল্য আছে। যিহক, নিয়ম কৰি তাক লিখো কৰি লৈ আমি দুয়ো শিৱসাগৰলৈ যাত্ৰা কৰিলোঁ।

'শেষত কিন্তু মই যাওঁতে দুদিনমান পলম কৰিবলগীয়া হ'ল। চলিহা আগতে গ'ল। গুৱাহাটীৰপৰা দাদা (পণ্ডিত শ্ৰীপ্ৰতাপ চন্দ্ৰ গোস্বামী), শ্ৰীযুত বিষ্ণুৰাম মেধি, শ্ৰীযুত গৌৰীকান্ত তালুকদাৰ আৰু কোনোবা এজন শিৱসাগৰলৈ যাবলৈ গৈ যোৰহাটত সোমাল। তেওঁলোকে যোৰহাটত ৩/৪ দিন মান থাকিবৰ ইচ্ছা প্ৰকাশ কৰিলত মযো থাকিবলৈ বাধ্য হ'লোঁ। তেওঁলোক থকা দিন কেইটাতে মই 'কীৰ্তনত সাহিত্য-সৌষ্ঠৱ' বুলি প্ৰবন্ধ এটা লিখিলোঁ। এই প্ৰবন্ধ সাহিত্য সম্মিলনত পঢ়া হৈছিল। পাছত ১৯৩৯ কি ১৯৪০ ইং চনত সাহিত্য সভা পত্ৰিকাত এই প্ৰবন্ধ প্ৰকাশ হৈছিল।

'আসাম এছোচিয়েচনৰ ফালৰপৰা অভ্যাগত প্ৰতিনিধিসকলক সোধপোছ কৰিবলৈ বিশেষ যোগাৰ কৰিছিল। তাৰ ভাগ আমি পালোঁ। দাদা, মেধি, তালুকদাৰ, মই—আমি একেলগে থাকিলোঁ।

ইয়াতে সেই সময়ত সভা সম্মিলন আদিত উপস্থিত হ'বলৈ মানুহে কিমান যো-জা কৰিছিল তাৰে কথা অলপ কওঁ।

---

* ডিচেম্বৰৰ ২৬ আৰু ২৭ তাৰিখে মুকলি সভা (Annals of Asam Sahitya Sabha by Dr Maheswar Neog , Page 8)

'গণ্যমান্য ইংৰাজী জনা লোকমাত্ৰেই ক'লা গৰম কাপোৰৰ কোট-পেণ্টলন বা চোগা-ছাপকন পিন্ধিছিল। বিশেষ ফেছন কৰিব খোজা বা চাহাব যেন [illegible] কাৰো কেইজনে পূৰা ইংৰাজী পোছাক পিন্ধিছিল। ইবিলাক মানুহেও পাৰ্যমানে মুগা আৰু পাটৰ ছাপকন পিন্ধি গৈছিল। মোৰ যিমান দূৰ মনত পৰে, মই জনা মানুহৰ ভিতৰত কেবল দাদাইহে সাধাৰণ ধুতি-চোলা-পাগুৰি পিন্ধি সন্মিলনলৈ গৈছিল। তেওঁৰো এযোৰা ক'লা আলপাকাৰ চোগা-ছাপকন আছিল। কিন্তু তাক দুই-এক বছৰৰপৰাই পিন্ধিব এৰিছিল আৰু পোছাকযোৰা তেওঁৰ আবাল্য সখি পণ্ডিত তাৰানাথ কাব্যবিনোদক দিছিল। তেতিয়াৰ দিনৰ ভদ্ৰতাৰ চিন কোট-পেণ্ট্‌লুন। সভা-সমিতিৰ পোছাকো তেনে। মই এযোৰ ক'লা কোট-পেণ্ট পিন্ধি গৈছিলোঁ।

'সাহিত্য সন্মিলন বহিল। গোহাঞিবৰুৱাই সভাপতিত্ব কৰিলে। তেওঁৰ অভিভাষণখন বৰ দীঘল হৈছিল, কিন্তু মানুহে কাণ পাতি শুনিলে। তাৰ পাছত দুটামান প্ৰবন্ধ পাঠ হ'ল। মোৰ প্ৰবন্ধটো মই তেনেই নপঢ়িলোঁ। কাৰণ গধূলি হ'ল। সত্যনাথ বৰা ডাঙৰীয়াই ক'লে প্ৰবন্ধটো বৰ ভাল হৈছিল ; বেলেগ এখন সভা কৰি পঢ়িলেও ভাল।

'সেইদিনা ৰাতি বিষয়-বাছনি সভা বহিল। তাত আমি কৰি দিয়া নিয়মবোৰৰ আলোচনা হ'ল। আলোচনাৰ অন্তত সেইবোৰ গৃহীত হ'ল।

'সেই সভাৰ সম্পাদক পাতিলে মোক। ইয়াতে কৈ থওঁ যে General Secretaryৰ এতিয়া প্ৰচলিত অসমীয়া প্ৰতিশব্দ 'প্ৰধান সম্পাদক' পোনতে ময়েহে ব্যৱহাৰ কৰোঁ। সহকাৰী সম্পাদক বোধকৰোঁ পোনতে শ্ৰীযুত হৰিনাথ পাঠক চৌধুৰী হৈছিল। এতিয়া ঠিক মনত নাই। *

'সাহিত্য সভা পাতিবলৈ টকাৰ কথা ওলাল। ওলোৱা মাত্ৰকতে ডাঃ হৰিকৃষ্ণ দাসে ঘপহ কৰি দহ টকাৰ নোট এখন সভাত উলিয়াই দিলে। মোৰ যিমানদূৰ মনত পৰিছে, ডাঃ হৰিকৃষ্ণ দাসৰ এই দহ টকাই সাহিত্য সভালৈ হৃষ্টচিত্তে দিয়া প্ৰথম দান। সাহিত্য সভা শেষ হ'বৰ দিনা গধূলি মই যোৰহাটলৈ আহিলোঁ। তেতিয়া শিৱসাগৰলৈ ৰেল হৈছে। দাদা আৰু তেওঁৰ লগৰীয়াসকল দুই-তিনি দিন থাকিল।

'যোৰহাটলৈ ফিৰিবৰ দিনাৰ এটা কথা মনত আছে। ডাঃ ৰায়বাহাদুৰ সূৰ্যকুমাৰ ভূঞাদেৱে সেই সময়ত এম. এ. পাছ কৰি উঠি যোৰহাটৰ মিছনেৰি স্কুলত মাষ্টৰী কৰে। তেওঁ এতিয়াৰ দাস কোম্পানীৰ সন্মুখৰ সৰু ঘৰ এটা ভাৰা কৰি থাকে। আমি ৰাতি ১২-১ মান বজাত যোৰহাটৰ ষ্টেচন পাওঁ। ষ্টেচনত কুলি নাই। আমাৰ বিছনাপত্ৰ আছে। কি কৰোঁ? দুয়ো লগ লাগি দুয়োৰো মাল-পত্ৰখিনি সাঙী কৰি ল'লোঁ আৰু ভূঞা থকা ঠাইলৈ কঢ়িয়াই আনিলোঁ। তাতে মোৰ বস্তুখিনি পৃথক কৰি লৈ মই ঘৰলৈ গ'লোঁ। তেতিয়াও মই যোৰহাটৰ তৰাজানৰ ঘৰটোতে আছিলোঁ।

---

* 'অসম সাহিত্য সভাৰ ৰূপৰেখা'ত দিয়ামতে সাহিত্য সভাৰ প্ৰথম সহকাৰী সম্পাদক আছিল—দেৱেশ্বৰ শৰ্মা। (তৰাজান)

"এই কথা লেখিলোঁ—কাৰণ মনত পৰিল আৰু আমি যে ডেকা কালত তেনেই আনৰ ওপৰত নিৰ্ভৰ কৰা নাছিলোঁ, তাৰো ই এটা সৰু নিদৰ্শন।"

এইদৰে বুৰঞ্জীয়ে গৰকা পুৰণি ৰংপুৰ আৰু বৰ্তমানৰ শিৱসাগৰ নগৰত ১৯১৭ চনৰ ২৬, ২৭ ডিচেম্বৰ তাৰিখে অসম সাহিত্য সভাৰ প্ৰথম অধিৱেশন বহিল। তেতিয়ালৈকে সি 'সদৌ অসম সাহিত্য সন্মিলনী' বুলিহে পৰিচিত আছিল। প্ৰথম অধিৱেশনতে শৰৎচন্দ্ৰ গোস্বামীক সভাৰ প্ৰধান সম্পাদক নিৰ্বাচন কৰা হয়। আদৰণী সমিতিৰ সভাপতি আছিল 'ভ্ৰমৰঙ্গ' নাটকৰ অন্যতম নাট্যকাৰ গুণাভিৰাম বৰুৱা। উল্লেখযোগ্য এই যে সেইবাৰৰ বৰদিনৰ বন্ধত একেটা মণ্ডপতে অগাপিছাকৈ দুগৰাকী সাহিত্যিকে দুখন বিভিন্ন সভাত সভাপতিত্ব কৰিলে ঃ 'আসাম এছোচিয়েচন'ৰ সভাত সত্যনাথ বৰাই আৰু 'সদৌ অসম সাহিত্য সন্মিলনী'ত গোহাঞিবৰুৱাই। আদৰণী সমিতিৰ সম্পাদক আছিল কবি লক্ষ্মীকান্ত বৰুৱা উকীল আৰু সমিতিৰ আন আন বিশিষ্ট সভ্যসকলৰ ভিতৰত আছিল ইন্দ্ৰেশ্বৰ বৰঠাকুৰ, সিদ্ধেশ্বৰ গোঁহাঞি, ৰাধিকানাথ শৰ্মা প্ৰভৃতি গণ্যমান্য লোকসকল। সাহিত্য সভা উপলক্ষে ২৬ ডিচেম্বৰৰ নিশা শিৱসাগৰৰ নাট্য মন্দিৰত গোহাঞিবৰুৱাৰ 'জয়মতী' নাট অভিনীত হৈছিল। তাত গদাধৰৰ ভাও লৈছিল ইন্দ্ৰেশ্বৰ বৰঠাকুৰে, জয়মতীৰ ভাও লৈছিল পদ্মধৰ চলিহাই আৰু লেচাইৰ ভাৱত নামিছিল পাৰ্বতীপ্ৰসাদ বৰুৱা।

অসম সাহিত্য সভা সম্পৰ্কে আৰু এটা উল্লেখযোগ্য কথা আছিল এই যে চন্দ্ৰকান্ত সন্দিকৈ ভৱন নিৰ্মাণ নোহোৱা পৰ্যন্ত য'তে কৃষ্ণ ত'তে বৃন্দাবন বোলাৰ দৰে য'তে প্ৰধান সম্পাদক বাস কৰিছিল ত'তে সাহিত্য সভাৰো কাৰ্যালয় হৈছিল। তাৰ ফলত সাহিত্য সভাৰ কাৰ্যালয় লৰি ফুৰিছিল আৰু সাহিত্য সভা আছিল অঘৰী। তদনুযায়ী প্ৰথম অধিৱেশনত তেতিয়াৰ যোৰহাট নিবাসী, নৰ্মাল স্কুলৰ ছুপাৰিণ্টেণ্ডেণ্ট শৰৎচন্দ্ৰ গোস্বামী প্ৰধান সম্পাদক নিৰ্বাচিত হোৱাৰ লগে লগে সভাৰ ঘৰ, কৰ্মশালা বা কাৰ্যালয় হৈ পৰিছিল যোৰহাটত। এই নীতিমতে পিছৰ বছৰত প্ৰধান সম্পাদক গোহাঞিবৰুৱা হোৱাত কাৰ্যালয় তেজপুৰলৈ আৰু তাৰ পিছৰ বছৰত সত্যনাথ বৰা হোৱাত কাৰ্যালয় গুৱাহাটীলৈ স্থানান্তৰিত হৈছিল।

গোস্বামী ডাঙৰীয়া ১৯১৭-১৮ চনত আৰু তাৰ পাছত একেৰাহে ১৯২০ চনৰপৰা ১৯২৭ চনলৈ ক্ৰমে শিৱসাগৰ, তেজপুৰ, যোৰহাট, ডিব্ৰুগড়, গুৱাহাটী, নগাঁও আৰু ধুবুৰী অধিৱেশন পৰ্যন্ত প্ৰধান সম্পাদকৰ দায়িত্বত আছিল।

এইখিনিতে আৰু এটা কথা উল্লেখ কৰা যায়। সেয়ে হৈছে, ক'বলৈ গ'লে ১৯৪৪ চনৰ শিৱসাগৰ অধিৱেশন পৰ্যন্ত বাৰ্ষিক অধিৱেশন হৈ যোৱাৰ পাছত সাহিত্য সভাৰ প্ৰধান সম্পাদকেই সভাৰ সৰ্বেসৰ্বাৰ দৰে আছিল ; কাৰণ, মূল অধিৱেশনৰ মুকলি সভাত সভাপতিত্ব কৰি অভিভাষণ পাঠ কৰা আৰু সভাখন সুসম্পন্ন কৰি দিয়াতেই সভাপতিৰ কৰ্তব্যৰ ওৰ পৰিছিল। গোটেই আগন্তুক বছৰটোৰ কাম চলাইছিল প্ৰধান সম্পাদকে। গতিকে সেই সময়ত প্ৰধান সম্পাদকৰ পদটো ইমান

গৌৰৱপূৰ্ণ আৰু সম্মানজনক আছিল যে মুকলি সভাত সভাপতিৰূপে আসন অলঙ্কৃত কৰি যোৱা প্ৰাক্তন সভাপতিয়েও যথাবিহিতভাৱে নিৰ্বাচিত হৈ প্ৰধান সম্পাদকৰ দায়িত্ব গ্ৰহণ কৰিবলৈ সঙ্কুচিত নহৈছিল। ১৯১৮-১৯ চনত এটা বছৰৰ কাৰণে গোহাঞিবৰুৱাদেৱেই তাৰ এটা নিদৰ্শন দাঙি ধৰিছিল।

## চন্দ্ৰকান্ত সন্দিকৈ হল স্থাপন

গোস্বামী ডাঙৰীয়া প্ৰধান সম্পাদকৰ দায়িত্বত থকাৰ ভিতৰতে অসম সাহিত্য সভাই নিৰূপিত গঢ় লৈ উঠে। তেওঁৰ দিনতেই সাহিত্য সভাৰ স্থায়ী কাৰ্যালয় স্থাপিত হয়। চন্দ্ৰকান্ত সন্দিকৈ হল (পিছত ভৱন) স্থাপন, চন্দ্ৰকান্ত অভিধান প্ৰণয়ন, চন্দ্ৰকান্ত ট্ৰাষ্ট ফাণ্ড, কমলাদেৱী শিশু-সাহিত্য ট্ৰাষ্ট ফাণ্ড আৰু দক্ষিণপাট সত্ৰৰ শ্ৰীশ্ৰীনৰদেৱ ট্ৰাষ্ট ফাণ্ড একে সময়তে (১৯২৩-২৫ চনত) এই তিনিওটা ট্ৰাষ্ট ফাণ্ড গঠন আদিত শৰৎচন্দ্ৰ গোস্বামীৰ ব্যক্তিগত অৰিহণা আছিল একক আৰু অনবদ্য ধৰণৰ। এনেবোৰ কামত আত্মনিয়োগ কৰি তেওঁ অন্তৰত তৃপ্তি আৰু গৌৰৱবোধ কৰিছিল। তেওঁ কেতিয়াবা এই অনুভূতি প্ৰকাশো কৰিছিল। চন্দ্ৰকান্ত সন্দিকৈ ভৱন সম্পৰ্কে তেওঁ লিখিছে—

'চন্দ্ৰকান্ত সন্দিকৈ হল মোৰ নিজৰ হাতে সজা। সেই সময়ত পুৱা, গধূলি, বন্ধ, হাফ আদিত যি সময় পাইছিলোঁ সকলোখিনি সময় মই এই কামতে দিছিলোঁ। ইয়াৰ খৰচ-পত্ৰ, লো, ইটা, চিমেণ্ট ইত্যাদি সকলো মোৰ নিজ হাতেৰে অনা-নিয়া হৈছিল।

'এই ঘৰটো ভাল বস্তুৰে মজবুত কৰি বন্ধোৱা হৈছিল। ১৯৪৩ খৃষ্টাব্দৰ আগষ্টত যি ভূঁইকপে যোৰহাটৰ সমস্ত পকীঘৰৰ অল্প-বিস্তৰ ক্ষতি কৰিলে সেই ভূঁইকঁপতো চন্দ্ৰকান্ত সন্দিকৈ হলৰ একো ক্ষতি নহ'ল। ই মোৰ পক্ষে বৰ সন্তোষৰ কথা। ঘৰটোৰ প্লেনও মোৰ। মূধৰ খিৰিকীৰ ওপৰৰ কেমিকেল গ্লাচবোৰ গিৰ্জা ঘৰৰ দৰে আৰু তাৰ ৰং সন্দিকৈ ডাঙৰীয়াৰ ইচ্ছামতে দিয়া।'

সাহিত্য সভা সম্পৰ্কেও ঠিক তেনে ভাবৰ কথা তেওঁ সাহিত্য সভাৰ কথা বোলা দীঘল প্ৰবন্ধ এটাৰ অ'ত ত'ত লিখি থৈ গৈছে।

প্ৰধান সম্পাদক হিচাপে কাম কৰা কালছোৱাত গোস্বামীক কোনে কেনেকৈ সহায় কৰিছিল তাৰো স্বীকৃতি এইদৰে লিখি থৈ গৈছে—

'যোৰহাটৰ মই সম্পাদক হৈ থকা কালত অৰ্থাৎ ১৯১৮ ইংৰাজী চন আৰু ১৯২১ ইং চনৰপৰা ১৯২৭ চনলৈ তলত লেখা বন্ধু কেইজন সহকাৰী সম্পাদক আছিল। শ্ৰীযুত হৰিনাথ পাঠক চৌধুৰী, শ্ৰীযুত দেবেশ্বৰ শৰ্মা গবৰ্ণমেণ্ট প্লীডাৰ—

এওঁক কেন্দুগুৰীয়া দেৱেশ্বৰ শৰ্মাৰপৰা পৃথক বুজাবলৈ গবৰ্ণমেন্ট প্লীডাৰ বোলা হৈছিল। শ্ৰীযুত দেৱেন্দ্ৰনাথ বেজবৰুৱা, শ্ৰীযুত হৰিনাৰায়ণ দত্তবৰুৱা আৰু শ্ৰীআদ্যনাথ শৰ্মা।

এওঁলোকৰ প্ৰতিজনে অতি নিস্বাৰ্থভাৱে মোক সকলো কামত বিশেষ সহায় কৰিছিল। ৰায়বাহাদুৰ সন্দিকৈ ডাঙৰীয়াৰপৰা দান পাবৰ সময়ৰপৰা আৰু তাৰ পূৰ্বৰপৰা কাম-কাজ বহুত বেছি হোৱাত শ্ৰীযুত দেৱেশ্বৰ শৰ্মাই সভাৰ হিচাপ আদি বৰ পৰিপাটিকৈ ৰাখি বহুতো কাম কৰিছিল।

শ্ৰীযুত পূৰ্ণানন্দ শৰ্মা মোৰ দিনত সহকাৰী সম্পাদক আছিল নে নাই মনত নাই কিন্তু তেওঁৰপৰা সভাৰ কাজত আৰু লেখা-পঢ়া কৰাত বহুতো সহায় পাইছিলোঁ। শ্ৰীযুত শৰ্মাদেৱে পাঠক উপাধি লেখে। সাহিত্য সভাৰ কাৰ্যবিৱৰণী তেৱেঁ প্ৰায় লেখে দেখি আমি তেওঁক 'লেখক' বুলিও ধেমালি কৰিছিলোঁ।

শ্ৰীযুত বৰুৱা, দত্তবৰুৱা আৰু আদ্য শৰ্মাই মোক গুৰুজনৰ নিচিনা শ্ৰদ্ধা ভক্তি কৰিছিল আৰু মানিছিল। শ্ৰীযুত হৰিনাথ পাঠক, শ্ৰীযুত দেৱেশ্বৰ শৰ্মা আৰু শ্ৰীযুত পূৰ্ণ শৰ্মাও অনুজৰ নিচিনা আছিল আৰু যোৰহাটৰ গোটেইডোখৰ কাল সেইদৰে ব্যৱহাৰ কৰিছিল। মোৰ ইবিলাক স্মৃতি বৰ আনন্দৰ।'

## চন্দ্ৰকান্ত অভিধান

গোসাঁয়ে প্ৰধান সম্পাদক হিচাপে সাহিত্য সভাৰ কিছুমান কামৰ আঁচনি দাঙি ধৰি সেইবোৰৰ গোটাচেৰেক কামত ৰূপায়িত কৰিবলৈ দেহে-কেহে যত্ন কৰিছিল। চন্দ্ৰকান্ত অভিধান প্ৰণয়ন তাৰে অন্যতম। এই অভিধান প্ৰণয়নৰ বিতং আঁচনি আৰু তাৰ ৰূপায়ণ সম্পৰ্কে তেওঁ নিজে 'সাহিত্য সভাৰ কথা'ত বিবৰি লিখিছে। তেওঁ লিখা মতে 'চন্দ্ৰকান্ত অভিধান' তৈয়াৰ কৰাত 'এই কেইজন মানুহে খাটিছিল ঃ শ্ৰীযুত কোহিৰাম দাস—সৰ্থেবাৰী , ৰুদ্ৰকান্ত গোস্বামী—নগাঁও আৰু শ্ৰীযুত নকুল চন্দ্ৰ ভূঞা—যোৰহাট। × × × কোহিৰাম বাবুৱে 'ম' পৰ্যন্ত অভিধান লেখি উলিয়ায়। × × শ্ৰীযুত দেৱানন্দ ভৰালীয়ে 'হ' আখৰটো লেখে। × × মোৰ তত্ত্বাৱধানত 'হ' আখৰ বাদে অভিধানৰ বাকীখিনি কাম হৈছিল। × × পাতনি লেখিলে শ্ৰীযুত দেৱানন্দ চলিহাই। তাত সকলো কথা কিয় নেলেখিলে তাক তেওঁহে জানে। 'চন্দ্ৰকান্ত অভিধান'ৰ পাতনিত বা আন ক'তো মোৰ নামৰ কথাই নাই, কোহিৰাম বাবুৰ নাম পৰ্যন্ত উল্লেখ নহ'ল। × × এই বিষয় লৈ পাছত কাগজে-পত্ৰই বহুত লেখা-লেখি হৈছিল।'

এই সম্পৰ্কে কোহিৰাম দাসে তেওঁৰ আত্ম-জীৱনীত লিখিছে—'অভিধানৰ পাতনিত মোৰ সহকৰ্মী আৰু সভাৰ সম্পাদক শৰৎচন্দ্ৰ গোস্বামী ডাঙৰীয়াৰ কোনো

উল্লেখ পোৱা নাযায়। অভিধানৰ দ্বিতীয় তাঙৰণত এই ক্ৰটী গুচোৱা হ'ব বুলি কথা দিছে।'

'কোহিৰাম বাবু'নো কোন আৰু তেওঁক কি সূত্ৰে কেনেকৈ 'চন্দ্ৰকান্ত অভিধান' প্ৰণয়নৰ কামত নিযুক্ত কৰা হৈছিল সেই বিষয়ে গোস্বামীদেৱে লিখিছে—'চন্দ্ৰকান্ত সন্দিকৈ হল' হোৱাৰ লগে লগে 'চন্দ্ৰকান্ত অভিধান' লেখোৱাৰ দিহা কৰা হ'ল। পোনতে ৰায়চাহাব দুৰ্গাধৰ বৰকটকীক এই কাম দিয়া হ'ল। তেখেতে অলপ দিন চেষ্টা কৰি এই কাম এৰি দিলে, আৰু নিজে প্ৰকাশকৰ ব্যৱসায় কৰিব বুলি কলিকতালৈ গ'ল। তেতিয়া মানুহ বিচাৰি স্থিৰ হ'ল শ্ৰীযুত কোহিৰাম দাস বি. এ. দেৱক এই কামৰ কাৰণে আনিব লাগে।

'শ্ৰীযুত কোহিৰাম দাসে ১৯০৫-০৬ চনত ভালকৰি বি. এ. পাছ কৰে * তেওঁ বৰ মেধাবী মানুহ। দৈৱ-দুৰ্বিপাকত তেওঁ কোনো ভাল চাকৰি নাপালে। তেতিয়া ঘৰতে বহি আছে। মই তেওঁক ভালকৰি চিনি নাপাওঁ ; তেওঁৰ গুণ আৰু বিদ্যাৰ কথাহে জানো। শ্ৰীযুত দেবেশ্বৰ চলিহা, শ্ৰীযুত দেৱানন্দ ভৰালী, শ্ৰীযুত কুলধৰ চলিহা আদিয়ে তেওঁক ভালকৰি জানে। গতিকে তেওঁক অনা হ'ল। × × কাম দেখি মোৰ দৃঢ় বিশ্বাস হ'ল যে কোহিৰাম বাবু ব্যতিৰেকে তেতিয়া আন কোনো এজন অসমীয়া মানুহ নাছিল যি এনে বৃহৎ কামটো ইমান ভালকৰি কৰিব পাৰিলেহেঁতেন। × × যিহক, যি 'চন্দ্ৰকান্ত অভিধান' ছপা হৈ ওলাল, সি কোহিৰাম বাবুৱে লেখা সম্পূৰ্ণ অভিধান নহয়। × × পাছৰ কালত অভিধান ছপাবৰ সময়ত কোহিৰাম বাবুৱে লেখা বহুত শব্দ, প্ৰয়োগ, ব্যাখ্যা আদি কাটি দিয়া হ'ল।' তথাপি সবাৰো উমৈহতীয়া চেষ্টাত 'চন্দ্ৰকান্ত অভিধান' ছপা হৈ ওলাল।'

প্ৰধান সম্পাদকৰ দায়িত্ব গ্ৰহণ কৰিয়ে গোসাঁইদেৱে সাহিত্য সভাখন যাতে স্থায়ী হয় তাৰ কাৰণে অহোপুৰুষাৰ্থ কৰিছিল। সেইবাবে ঘাইকৈ তেওঁৰ যত্নতে অলপ দিনৰ ভিতৰতে অসম সাহিত্য সভাৰ শাখা সভা, স্বীকৃত সভা আদিবোৰ গোটেই অসমতে বিয়পি পৰিছিল। গোসাঁই আছিল সেই সময়ত যোৰহাট নৰ্মাল স্কুলৰ ছুপাৰিণ্টেণ্ডেণ্ট। উল্লেখযোগ্য কথা এই যে চৰকাৰী আৰু লোকেলবোৰ্ডসমূহৰ সহায় নোপোৱালৈকে সভাৰ যাৱতীয় কামৰ কাৰণে যিমানখিনি ডাক খৰচ, কাকত-কলমৰ খৰচ আদি লাগিছিল, সেই সকলোখিনি গোসাঁইদেৱে নিজে বহন কৰিছিল আৰু সম্পাদক হিচাপে সন্মিলনলৈ যোৱা-অহা খৰচ সাহিত্য সভাৰ পুঁজিৰপৰা লোৱা নাছিল।

সাহিত্য সভাৰ দ্বিতীয় অধিবেশন বহিছিল গোৱালপাৰাত—১৯১৮ চনৰ বৰদিনৰ বন্ধত। সভাপতি আছিল সাহিত্যৰত্ন চন্দ্ৰধৰ বৰুৱা ; অৱশ্যে সেই সময়ত তেখেতে সেই উপাধি পোৱা নাছিল।

---

* আচলতে ১৯০৩ চনত কোহিৰাম দাসে বি. এ. পাছ কৰে। (সম্পাদক)

যোৰহাটৰপৰা সেই সন্মিলনলৈ কেইবাজনো মানুহ গৈছিল। সভাপতি বৰুৱা, কুলধৰ চলিহা আৰু গোসাঁই—এই আটাইকেইজন গুৱাহাটীৰপৰা একেলগে গৈছিল। গুৱাহাটীৰপৰা সত্যনাথ বৰা ডাঙৰীয়াও তেওঁলোকৰ সঙ্গী হৈছিল।

গোসাঁই সেইবাৰ এৰাব নোৱৰা বান্ধত পৰিহে সন্মিলনলৈ গৈছিল। কাৰণ সেই সময়ত তেওঁৰ পত্নীৰ শয্যাগত নৰিয়া। ঘৰত কোনো বয়সীয়া লোকো নাছিল। তেতিয়া তেওঁৰ দ্বিতীয়া কন্যা মাইচানাৰ (শ্ৰীমতী সুপ্ৰভা গোস্বামীৰ) বয়স মাথোন ডেৰ বছৰমান হ'ব। গতিকে বেমাৰীৰ পৰিচৰ্যা কৰে কোনে? এটা চাকৰ আছিল, নাম মাণিক। সকলোৱে তেওঁক মাণিক-কা বুলি মাতিছিল। তাক প্ৰকৃততে চাকৰ বুলিলে নুশুৱায। কাৰণ, গোসাঁইৰ ঘৰত সি প্ৰায মালিকৰ দৰেই আছিল। গতিকে তেওঁৰ ওপৰতেই ঘৰখনৰ ভাৰ থৈ আৰু নৰ্মাল স্কুলৰ শিক্ষক আৰু ছাত্ৰসকলক খা-খবৰ লৈ থাকিবলৈ কৈ গোসাঁইদেৱ সন্মিলনলৈ গ'ল।

বেমাৰী গৃহিণীক ৰোগ-শয্যাত এৰি সেইবাৰ সন্মিলনলৈ যোৱা কামত দুটা কথাই গোসাঁইদেৱৰ মনত শক্তি যোগাইছিল। প্ৰথম তেওঁৰ পত্নীৰ অনুৰোধ, দ্বিতীয় তেওঁৰ বন্ধু চলিহাদেৱৰ একাষাৰ কথা। চলিহাদেৱে তেওঁক কৈছিল, 'ৰাজহুৱা কাম কৰিব লাগিলে নিজৰ ল'ৰা-তিৰোতালৈ চালে কেনেকৈ হ'ব? কৰ্তব্যক আগ কৰি ওলাওক।'

সেইবাৰৰ সভাত প্ৰশ্ন উঠিছিল সভাৰ অফিচ ক'ত হ'ব? বহুত আলোচনাৰ অন্তত স্থিৰ হ'ল যে সেই বছৰলৈ (তৃতীয বছৰ ১৯১৯) অফিচ হ'ব তেজপুৰত আৰু সভাৰ প্ৰধান সম্পাদক হ'ব পদ্মনাথ গোহাঞিবৰুৱা। গোস্বামীয়ে এৰাব নোৱৰা ঘৰুৱা আহুকালৰ কাৰণে প্ৰধান সম্পাদকৰ দায়িত্ব গ্ৰহণ কৰিব নোবাৰিলে।

দ্বিতীয দিনাৰ সভাত সাহিত্য সভাৰ ধন ভঁৰাল স্থাপন আৰু এটা ন্যাসৰক্ষী সমিতি (Board of trustees) গঠনৰ আলোচনা হ'ল। ফলত এই সমিতিৰ (Board of trustees) অৰ মেম্বৰ হ'ল চন্দ্ৰধৰ বৰুৱা, কুলধৰ চলিহা আৰু শৰৎচন্দ্ৰ গোস্বামী। গোস্বামী হ'ল তাৰ সম্পাদক। এইদৰে সকলো কাম হৈ গ'ল।

প্ৰথম দিনৰ মুকলি সভাতেই দান-বৰঙণিৰপৰা ছশ টকা উঠিছিল। আগৰ হাতত থকা টকাৰে কাম চলি থাকিবলৈ দি এই ছশ টকা সভাৰ পুঁজিত জমা ৰাখিবলৈ স্থিৰ হ'ল। গোসাঁইদেৱে এই টকা নি প্ৰথমে ক'তো খটাব পৰা নাছিল। কাৰণ, সেই সময়ত আজিকালিৰ দৰে বেঙ্ক আদি নাছিল। কেইমাহমানৰ পাছত ন্যাসৰক্ষক তিনিওজনে আলোচনা কৰি তাৰে কিছু টকা যোৰহাট থিযেটাৰক আৰু বাকীখিনি 'প্ৰভাত কোম্পানী'ক ধাৰে দিছিল। যথাসময়ত যোৰহাট থিয়েটাৰ আৰু প্ৰভাত কোম্পানীয়ে সুত সহ সেই ধাৰ পৰিশোধ কৰে।

১৯১৯ চনৰ বৰদিনৰ বন্ধত সাহিত্য সভাৰ বাৰ্ষিক অধিৱেশন বহিছিল বৰপেটাত। সভাপতি আছিল ৰায়বাহাদুৰ কালিৰাম মেধি। কিবা এৰাব নোৱৰা কাৰণত গোসাঁই সেইবাৰ অধিৱেশনত উপস্থিত থাকিব পৰা নাছিল। আগতে কোৱা হৈছে যে

তেৱেঁই সাহিত্য সভাৰ টকা-কড়িৰ 'ট্ৰাষ্ট ফাণ্ড'ৰ সম্পাদক আছিল। সেই কাৰণে তেওঁ বৰপেটা অধিৱেশনত পাঠ কৰিবৰ কাৰণে 'ট্ৰাষ্ট ফাণ্ড' সম্পৰ্কে এটা বছৰেকীয়া প্ৰতিবেদন লিখি পঠাইছিল। কিন্তু তেওঁৰ প্ৰতিবেদন গৈ পোৱাৰ আগতে সভাত 'ট্ৰাষ্ট ফাণ্ড' সম্বন্ধীয় আলোচনা ওলাল। সম্পাদকৰ প্ৰতিবেদন নাপাই দুই-এজন লোকে গোসাঁইদেৱক আক্ৰমণ কৰি দুই-চাৰি আৱাৰ কথা নোকোৱাকৈ নাথাকিল। কিন্তু সেইবোৰৰ প্ৰতিবাদ কৰিছিল গোপীনাথ বৰদলৈদেৱে। কাৰণ, বৰদলৈদেৱে গোস্বামীৰ ওপৰত যথেষ্ট আস্থা ৰাখিছিল আৰু ভালকৈ জানিছিল যে গোসাঁইদেৱে কেতিয়াও ৰাজহুৱা ধনৰ অপব্যৱহাৰ নকৰে। বাদানুবাদ চলি থাকোঁতেই গোসাঁইদেৱে পঠিওৱা প্ৰতিবেদন পালেগৈ। সভাপতিযে সেইখন পঢ়ি শুনালত যিসকল লোকে আনন্দ পাইছিল, তাৰ ভিতৰত বেছি আনন্দ পাইছিল বৰদলৈ ডাঙৰীযাই। তেওঁৰ কথা আখৰে আখৰে ফলিয়ালে। প্ৰতিপক্ষ জঁই পৰিল। পাছত এই কথা বোলে গোসাঁইদেৱে প্ৰথমে তেওঁৰ দাদাক পণ্ডিত প্ৰতাপ গোসাঁইৰ মুখে শুনিছিল। পিছত কালিৰাম মেধি ডাঙৰীযাযো কৈছিল হেনো।

তাৰ পিছৰ বাৰ সন্মিলন বহিল তেজপুৰত (১৯২০ চন)। সভাপতি আছিল পণ্ডিত হেমচন্দ্ৰ গোস্বামী। গোসাঁইদেৱৰ নামটোও অৱশ্যে সভাপতি পদৰ বাবে প্ৰস্তাৱিত হৈছিল। কিন্তু পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ লগত প্ৰতিযোগিতা কৰিবলৈ ইচ্ছা নকৰি গোসাঁইদেৱে নিজৰ নামটো তুলি ল'বলৈ অনুৰোধ কৰি চিঠি লিখিছিল। পিছে চিঠি গৈ যথাসময়ত নোপোৱাত নিৰ্বাচন হৈযে গ'ল আৰু পণ্ডিত হেমচন্দ্ৰ গোস্বমী অলপ ব্যৱধানৰ ভোটত জিকিল। সেই সন্মিলনতো গোসাঁইদেৱ উপস্থিত নাছিল। তাৰ কাৰণ টকাৰ অভাৱ বুলি তেওঁ লিখি থৈ গৈছে। ইচ্ছা কৰা হ'লে তেওঁ টকা আনৰপৰা সহজে ধাৰে ল'ব পাৰিলেহেঁতেন ; কিন্তু ধাৰ কৰা আৰু নিজৰ অভাৱৰ কথা আনক কোৱা—এই দুটা কাম তেওঁ সদায় ঘিণাইছিল আৰু পাৰ্যমানে পৰিহাৰ কৰিছিল।

তেজপুৰ সন্মিলনে গোসাঁইদেৱৰ অনুপস্থিতিতো তেওঁকেই সম্পাদক নিৰ্বাচন কৰিলে আৰু সাহিত্য সভাৰ মূল কাৰ্যালয ইবাৰ যোৰহাটলৈ গ'ল। তেতিযাৰেপৰা আজিকোপতি সাহিত্য সভাৰ মূল কাৰ্যালয় যোৰহাটতে আছে।

সেই সম্বন্ধে গোসাঁইদেৱে লিখি থৈ গৈছে—'পৰৱৰ্তী সময়ত যোৰহাটৰপৰা সাহিত্য সভাৰ অফিচ সলনি কৰিবলৈ বহুতো চেষ্টা হৈছিল। মই সেই চেষ্টাৰ সদায় বিৰোধিতা কৰিছোঁ। তাতে অনেকে কৈছিল যে যোৰহাটৰ গা-গধুৰ ডাঙৰীয়া কেইজনমানে সাহিত্য সভাৰ সকলো ক্ষমতা নিজৰ হাতত ৰাখিবলৈ চেষ্টা কৰে, অথচ কাম হ'ব নিদিয়ে। প্ৰকৃততে সেইটো কথা নহয়।

'মোৰ ধাৰণাত সভা এখন 'ৰিছাৰ্চ ইনষ্টিটিউট' (Research Institute), যদিও তাৰ গঠন-প্ৰণালী গণতান্ত্ৰিক। 'ৰিছাৰ্চ ইনষ্টিটিউট' নালাগে, যিকোনো অনুষ্ঠানেই কিবা কাম কৰিব খুজিলে, তাৰ স্থায়ী এখন অফিচ ঘৰ, লাইব্ৰেৰী আদি লাগে। 'হেড্

কোৱাৰ্টাৰ্চ' (Head Quarters) স্থায়ী নহ'লে এইবিলাক একো হ'ব নোৱাৰে। এইবিলাক হ'লেহে আন কাম হাতত ল'ব পাৰি। যোৰহাটত নানা প্ৰবন্ধ কৰি এটা ভাল ঘৰ আৰু ভাল মাটি এডোখৰ পোৱা হৈছে। তাত সাহিত্য সভাৰ লাইব্ৰেৰীও ভাল হৈ উঠিছে। আন ঠাইলৈ অফিচ গ'লে এইবোৰ সুবিধা নাথাকে। অফিচ অহা-যোৱা কৰা খেলিমেলিতে কিছুদিন সময়ো মিছাতে যায় আৰু মূল্যবান ৰেকৰ্ডবোৰো হেৰোৱাৰ ভয় থাকে। এইবোৰ কাৰণত সাহিত্য সভাৰ অফিচ নানা ঠাইলৈ নিয়াৰ মই সদায় বিৰোধী আছিলোঁ। এতিয়াও মই এই কথাৰ বিৰোধী। সাহিত্য সভাৰ অফিচ যোৰহাটতে থাকিব লাগে।'

## লোকেলবোৰ্ড আৰু মিউনিচিপালটিৰপৰা সাহায্য লাভ

লাহে লাহে সাহিত্য সভাৰ ঘৰ-দুৱাৰ, চকী-মেজ আদি সকলো হ'ল। এতিয়া বছৰে বছৰে অ'ৰ ত'ৰপৰা কিছু টকা অনাৰ ব্যৱস্থা হ'লে সভাৰ যাৱতীয় কাম চলোৱাত সুবিধা হয়। এই উদ্দেশ্যে গোসাঁইদেৱে প্ৰথমতে লোকেলবোৰ্ড আৰু মিউনিচিপালিটিবোৰলৈ হাত মেলিলে। সাহিত্য সভালৈ প্ৰথম দান-বৰঙণি দিছিল শিৱসাগৰ লোকেলবোৰ্ডৰ চেযাৰমেন তাৰাপ্ৰসাদ চলিহাদেৱে আৰু শেষত দিছিল গুৱাহাটী লোকেলবোৰ্ডৰ চেয়াৰমেন দেশভক্ত তৰুণৰাম ফুকনে। ফুকনপৰা টকা আনিবলৈ গোসাঁয়ে ভালকৈয়ে যুঁজিবলগীয়া হৈছিল। বহুত তৰ্কৰ পিছত ফুকনে শেষত কিবা এটা কথাত গোসাঁইৰ ওপৰত সন্তুষ্ট হৈ কৈছিল—'তোমাৰ বেচ ধৈৰ্য আছে। লাগি থাকিব পাৰা। বাৰু তোমাৰ সাহিত্য সভাক মই এই বছৰলৈ পঞ্চাশ টকা দিম।' ইয়াৰ বহুদিন পিছলৈকেও কিন্তু গুৱাহাটী বোৰ্ডে সাহিত্য সভাৰ এই টকা দি আছিল।

এইদৰে গোসাঁই প্ৰধান সম্পাদক হৈ থকা সময়ত চন্দ্ৰকান্ত সন্দিকৈ হ'লৰ দ্বাৰ-উদঘাটন উৎসৱলৈ সেই সময়ৰ গৱৰ্ণৰ ছাৰ জন কাৰক নিমন্ত্ৰণ কৰি নি সাহিত্য সভাৰ কাৰণে প্ৰথম চৰকাৰী সাহায্য লাভৰ বাট মুকলি কৰি দিছিল। ই ইং ১৯২৫ চনৰ কথা।

অসম সাহিত্য সভাৰ অধিৱেশনবোৰৰ ভিতৰত অন্ততঃ গোসাঁইৰ জীৱনৰ ফালৰপৰা চালে নগাঁও অধিৱেশন আৰু গোৱালপাৰা অধিৱেশনৰ স্পষ্ট বিশেষত্ব আছে। গোৱালপাৰা অধিৱেশনৰ কথা আগতে কৈ অহা হৈছে। নগাঁও অধিৱেশন বহিছিল ১৯২৫ চনত। ই সভাৰ সপ্তম অধিৱেশন।

গোসাঁইৰ হাতত সাহিত্য সভাৰ অৱস্থা দিনক দিনে ভালৰ ফালে অহা দেখি তেওঁৰ সমকক্ষ বন্ধু দুই-এজনৰ অন্তৰ্দাহ উপস্থিত হৈছিল। তেওঁলোকে গোসাঁইক কেনেকৈ সাহিত্য সভাৰ গুৰিয়াল গুচাই দিব পাৰে তাৰ উপায় যত্নেৰে ছান্দি আছিল।

যোৰহাটৰপৰা সভাৰ মূল অফিচ তুলি নিব পাৰিলে সেইটো হ'ব পাৰে। কিন্তু সভাৰ স্থায়ী ঘৰ নিৰ্মাণ হোৱাত সেইটো একপ্ৰকম অসম্ভৱ কাম হ'ল। তথাপি তেওঁক যেই-সেই উপায়ে সভাৰপৰা বিচ্ছিন্ন কৰিবই লাগিব এয়ে আছিল তেওঁলোকৰ সংকল্প আৰু গুপুত আলচ। কোনেও হ'লে এনে এটা কথা সাহ কৰি মূল সভাত উত্থাপন নকৰে।

এই অভিসন্ধিৰ গম পাই গোসাঁয়ে নিজেই মূল সভাত সম্পাদকৰ দায়িত্ব ত্যাগ কৰিবলৈ প্ৰস্তাৱ উত্থাপন কৰিলে। এনে আকস্মিক কাৰ্যত বহুত লোক আচৰিত হ'ল। কোনো কোনোৱে উঠি তৎক্ষণাৎ তেনে কাৰ্য একোপধ্যে হ'ব নোৱাৰে বুলি ঘোৰ আপত্তি কৰিলে। আচৰিত কথা এই যে যিসকলে গোসাঁইৰ অনুপস্থিতিত তেওঁৰ বিৰুদ্ধে ষড়যন্ত্ৰ কৰিছিল—তেওঁলোকৰো এজনে উঠি কথা বিষম যেন দেখি গোসাঁয়েই সম্পাদক থাকিব লাগে বুলি বক্তৃতা যুৰি দিলে। যুক্তিও দৰ্শালে। গোসাঁইৰ গুণৰো প্ৰশংসা কৰিলে। সৰ্বসম্মতিক্ৰমে তেতিয়া গোসাঁয়েই আকৌ প্ৰধান সম্পাদক নিৰ্বাচিত হ'ল। প্ৰতিপক্ষ জঁই পৰিল। এই সম্মিলনত সভাপতি আছিল ঔপন্যাসিক ৰজনীকান্ত বৰদলৈ। বৰদলৈয়ে তেতিয়া মুকলি সভাতেই গোসাঁইক মৰমতে আঁকোৱালি ধৰিছিলহি। তেওঁ সভাপতিৰ আসনৰপৰাই সকলোৰে আগতে গোসাঁইৰ বিস্তৰ প্ৰশংসা কৰিছিল। গোসাঁইৰ কাৰণে সেই দিনটো এটা স্বৰ্গীয় আনন্দৰ দিন আছিল বুলি তেওঁ নিজে লিখি থৈ গৈছে। গোসাঁইৰ জীৱনীৰ লগত সাহিত্য সভাৰো ইতিবৃত্ত এইদৰেই জড়িত হৈ আছে।

অসম সাহিত্য সভাৰ কাৰণে প্ৰধান সম্পাদক হিচাপে ইমানবোৰ কাম কৰাৰ উপৰি ছাত্ৰ কালৰপৰাই গোস্বামীৰ সাহিত্য ক্ষেত্ৰতো যথেষ্ট নাম আছিল। তেওঁ সেই সময়ৰ আলোচনীবোৰত চুটি গল্পত বাহিৰেও পুৰাতাত্ত্বিক বিষয়ৰ ভালেমান মূল্যবান প্ৰবন্ধ লিখিছিল। বুজন ধৰণৰ প্ৰকাশিত গ্ৰন্থও সেই সময়ত তেওঁৰ—পাঠ্যপুথিত বাদেও—৫/৬ খন আছিল। তথাপি সাহিত্য সভাৰ সভাপতিৰ আসন তেওঁ অলঙ্কৃত কৰিবলৈ নাপালে। সেয়েহে আৰু একাধিক যোগ্য লোকৰ ক্ষেত্ৰত হোৱাৰ দৰে সাহিত্য সভাৰ কাৰণেই ই এটা দুৰ্ভাগ্যজনক ক্ষতি। তেওঁ যে সেই সম্মান ল'বলৈ ইচ্ছুক নাছিল তেনেও নহয় ; কেৱল খাজে-খোপে খোৱাকৈ সুযোগ নিমিলিল। বস্তুতঃ এবাৰৰ কাৰণে হ'লেও তেওঁৰ নাম সেই পদৰ কাৰণে উত্থাপিত আৰু প্ৰস্তাৱিত হৈছিল। আৰু এটা কথা। সাহিত্য সভাৰ প্ৰধান সম্পাদক হৈ প্ৰাক্তন সভাপতি এগৰাকীয়েও ইতিপূৰ্বে সগৌৰৱে গ্ৰহণ কৰি যোৱা সম্পাদকীয় দায়িত্বও তেওঁ সুখ্যাতিৰে সম্পন্ন কৰি সাহিত্য সভাখন সাত-আঠ বছৰ চলাই আছিল। সম্পাদকৰ দায়িত্বত থকা এই সুদীৰ্ঘ কালছোৱাত তেওঁৰ নাম সভাপতি পদৰ কাৰণে প্ৰস্তাৱিত হোৱাৰ প্ৰশ্নও নুঠে। তাৰ পিছত স্কুল ইন্‌স্পেক্টৰ হৈ থকা সময়ত তেওঁ ইচ্ছা কৰিয়ে সেই সম্মান গ্ৰহণ কৰাৰপৰা বিৰত হৈছিল, কাৰণ তেওঁ নিজে লিখি থৈ যোৱা মতে সেই সময়ত সাহিত্য সভাৰ শাখা সভাবোৰ হয় তেওঁ এসময়ত নৰ্মাল স্কুলত পঢ়ুৱা

ছাত্ৰ, নহ'লে তেওঁৰে তলতীয়া কৰ্মচাৰী বা চাকৰি-প্ৰাৰ্থী লোকেৰে ভৰি আছিল। তেনে পৰিস্থিতিত তেওঁৰ সভাপতি নিৰ্বাচন প্ৰকৃত সাহিত্য-গুণৰ বিচাৰত পতা মুকলি নিৰ্বাচন নহ'ব। সেই বিষয়ে তেওঁৰ নিজা মন্তব্য হৈছে—'এনেবোৰ সন্মান যে মোক নালাগে এনে নহয় কিন্তু মোৰ মানুহজনৰ প্ৰকৃত মূল্য আৰু সাহিত্যিক মৰ্যাদাক আদৰ কৰি দিলেহে লাগে।'

## কামৰূপ অনুসন্ধান সমিতি, ৰাজ্যিক সংগ্ৰহালয় আৰু নাৰায়ণী সন্দিকৈ ভৱন

কামৰূপ অনুসন্ধান সমিতি, ৰাজ্যিক সংগ্ৰহালয (মিউজিয়াম) আৰু কটন কলেজ পুথি-ভঁৰালৰ লগত সংলগ্ন হৈ থকা নাৰাযণী সন্দিকৈ ভৱনৰ সংস্থাপনতেই হওক বা এই অনুষ্ঠান কেইটাৰ শ্ৰীবৃদ্ধি সাধনতেই হওক শৰৎচন্দ্ৰ গোস্বামীদেৱৰ অৰিহণা এলাপেচা বিধৰ নাছিল। এই আটাইকেইটা অনুষ্ঠান সাহিত্য-সংস্কৃতি আৰু ঐতিহাসিক অধ্যয়ন সম্পৃক্ত। গোসাঁইদেৱৰ মনৰ প্ৰবৃত্তিৰ লগত এই কেউটি অনুষ্ঠানৰ বিষয়-বস্তুৰ নিগূঢ় সম্বন্ধ আছে। সেয়েহে তেওঁ সুদূৰ যোৰহাটত থাকিও গুৱাহাটীত থকা এই অনুষ্ঠানকেইটিৰ শ্ৰীবৃদ্ধিৰ কাৰণে সৰ্বতোপ্ৰকাৰে সহায়-সহযোগ আগবঢ়াই আছিল।

অসমৰ অতীত বুৰঞ্জীৰ তথ্যপাতি সংগ্ৰহ কৰি সেই সমলবোৰৰ তত্ত্বাৱধান ল'বৰ কাৰণে কামৰূপ অনুসন্ধান সমিতিৰ জন্ম হয় ১৯১২ চনৰ ৭ এপ্ৰিলত। * বাহিৰৰ লোকে সহজে বুজিব পৰাকৈ ইযাক বোলা হৈছিল 'ডি আসাম ৰিছাৰ্চ ছোচাইটি'। সমিতিৰ জন্মৰ একৈশ বছৰ পিছত 'ডি জাৰ্ণেল অব্ ডি আছাম ৰিছাৰ্চ ছোছাইটি' বুলি এখন ইংৰাজী ত্ৰৈমাসিক মুখপত্ৰ প্ৰকাশ কৰা হৈছিল আৰু তাৰ প্ৰথম সংখ্যা ওলাইছিল ১৯৩৩ চনৰ এপ্ৰিল মাহত। ৰাযবাহাদুৰ কনকলাল বৰুৱা আছিল তাৰ প্ৰথম সম্পাদক। এই আলোচনীযে সমিতিৰ কাৰ্যকলাপ আৰু নতুনকৈ আৱিষ্কৃত হোৱা ফলি-মোহৰ পুথি-পাঁজিকে ধৰি নানান ঐতিহাসিক তথ্যপাতিৰ বিৱৰণ আজিকোপতি দাঙি ধৰি আছে। পণ্ডিত পদ্মনাথ ভট্টাচাৰ্য বিদ্যাবিনোদ, হেমচন্দ্ৰ গোস্বামী, কনকলাল বৰুৱা, কালিৰাম মেধি, সূৰ্যকুমাৰ ভূঞা, বাণীকান্ত কাকতি, সৰ্বেশ্বৰ কটকী, ৰাজমোহন নাথ, প্ৰবোধ চন্দ্ৰ সেন, শৰৎচন্দ্ৰ গোস্বামী, ডিম্বেশ্বৰ নেওগ প্ৰভৃতি লোকসকলৰ বাহিৰেও তাত মিলছ, গৰ্ডন আদি প্ৰশাসনত নিৰত থকা বিখ্যাত চাহাবসকলেও সহযোগ কৰিছিল আৰু মূল্যবান প্ৰবন্ধৰ যোগন ধৰিছিল।

---

* The Journal of Assam Research Society , Vol 1, April 1933, No 1

শৰৎচন্দ্ৰ গোস্বামী কামৰূপ অনুসন্ধান সমিতিৰ লগত তাৰ জন্ম লগ্নৰেপৰা জড়িত আছিল। সমিতিৰ ১৯১৪ চনৰ ৫ ডিচেম্বৰত প্ৰকাশ কৰা 'প্ৰস্পেক্টাছ' মতে আৰম্ভণিতে সমিতিৰ সদস্য সংখ্যা আছিল ৪৫ জন। তাৰে ৪১ জন আছিল অসমৰে বাকু ৪ জন অসমৰ বাহিৰৰ লোক। বাহিৰৰ কেইজনৰ ভিতৰত সমিতিৰ ৰংপুৰ শাখাৰ সচিব আৰু ৰংপুৰ সাহিত্য পৰিষদৰো সম্পাদক বাবু সুৰেন্দ্ৰ চন্দ্ৰ ৰায়চৌধুৰী আৰু জমিদাৰ খান চৌধুৰী মৌলবী আমানতুল্লা আহমদৰ নাম বিশেষ উল্লেখযোগ্য। এই দুগৰাকী সদস্যই সমিতিৰ লগত জড়িত হৈ সমিতিক বাহিৰৰপৰাই নানা ধৰণে সহায় কৰি আছিল।

অসমত তেনে এখন সমিতি গঢ়াৰ ভাব-চিন্তাই ঠাই পাইছিল পোনতে দুগৰাকী পণ্ডিতৰ মনত। তেওঁলোক আছিল কটন কলেজৰ অধ্যাপক পণ্ডিত পদ্মনাথ ভট্টাচাৰ্য বিদ্যাবিনোদ আৰু কামাখ্যা সংস্কৃত টোলৰ গুৰু মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্য কবিৰত্ন। তেওঁলোকৰ সেই চিন্তাই ১৯১২ চনত উত্তৰবঙ্গ সাহিত্য সম্মেলনৰ কামাখ্যা ধামত বহা অধিবেশনত বিশেষ ৰূপ পৰিগ্ৰহ কৰিছিল। পৰিষদৰ মূল সভাত তেনে এটি সমিতি স্থাপনৰ প্ৰস্তাৱ দাঙি ধৰিছিল কোচবিহাৰৰ উপৰোক্ত খানচৌধুৰী আমানতুল্লা আহমেদে। ৰংপুৰৰ ৰায়বাহাদুৰ মৃত্যুঞ্জয় চৌধুৰীয়ে সেই প্ৰস্তাৱ সমৰ্থন কৰাত সি সৰ্বসম্মতিক্ৰমে গৃহীত হয়। সমিতিৰ প্ৰথম সম্পাদক আৰু কোষাধ্যক্ষ আছিল বাবু কালীচৰণ পাল উকীল। পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে সমিতিৰ মেৰুদণ্ডৰ দৰে কাম কৰিছিল। সৌভাগ্যক্ৰমে অগ্নিৰ লগত বায়ু সংযোগ হোৱাৰ দৰে হৈ পাঁচগৰাকী বলবন্ত মহৎ লোকে আৰম্ভণিৰেপৰা এই অনুষ্ঠানটোৰ পৃষ্ঠপোষকতা কৰিছিল। তেওঁলোক আছিল, (১) চীফ কমিছনাৰ ছাৰ আৰ্চডেল আৰ্ল ; (২) কোচবিহাৰৰ মহাৰাজ জিতেন্দ্ৰনাৰায়ণ ভূপ বাহাদুৰ , (৩) বিহাৰ আৰু উৰিষ্যাৰ এক্সিকিউটিভ কাউন্সিলৰ প্ৰথমজনা সদস্য , (৪) আছাম ভেলীৰ কমিছনাৰ লেফ্‌টেনেন্ট কৰ্ণেল পি-আৰ, টি গৰ্ডন আৰু (৫) গৌৰীপুৰৰ ৰজা প্ৰভাতনাৰায়ণ বৰুৱা বাহাদুৰ। এই সদাশয় লোকসকলৰ নাম সমিতিৰ ইতিহাসত চিৰস্মৰণীয় হৈ থাকিব।

আৰম্ভণিৰেপৰা সমিতি স্থাপনৰ লগত জড়িত থকা সদস্যসকলৰ ভিতৰত ঘাই ঘাইসকল হ'ল—যেনে, মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্য কবিৰত্ন, অধ্যাপক পদ্মনাথ ভট্টাচাৰ্য বিদ্যাবিনোদ, পণ্ডিত হেমচন্দ্ৰ গোস্বামী, বাবু কালীচৰণ সেন, অধ্যাপক লক্ষ্মীনাৰায়ণ চেটাৰ্জী, খানবাহাদুৰ মৌঃ মুহিবুদ্দিন আহমদ, অসম উপত্যকা সংমণ্ডলৰ এছিষ্টেণ্ট স্কুল-ইনস্পেক্টৰ শৰৎচন্দ্ৰ গোস্বামী, গৌৰীকান্ত তালুকদাৰ, কামৰূপ জিলাৰ স্কুলসমূহৰ ডেপুটী ইন্‌স্পেক্টৰ হৰেন্দ্ৰ নাৰায়ণ দত্ত, অসম বান্ধৱৰ সম্পাদক পণ্ডিত তাৰানাথ কাব্যবিনোদ, পণ্ডিত প্ৰতাপ চন্দ্ৰ গোস্বামী, কাৰ্জন হলৰ লাইব্ৰেৰীয়ান বাবু গোপালকৃষ্ণ দে, তেজপুৰৰ ৰজনী কুমাৰ দাস, উত্তমচন্দ্ৰ বৰুৱা মৌজাদাৰ, তাৰিণীচৰণ শৰ্মা (কামাখ্যাৰ পাণ্ডা, সহদেব গোস্বামী,

সোনাৰাম চৌধুৰী, লম্বণুৰাম চৌধুৰী, পাণ্ডুৰী মৌজাৰ মৌজাদাৰ), বাবু সুৰেন্দ্ৰ চন্দ্ৰ ৰায়চৌধুৰী, খানচৌধুৰী মৌঃ আমানতুল্লা আহমদ প্ৰভৃতি।

সমিতিৰ কাৰ্যনিৰ্বাহক সভাৰ ৪/৫/৪০ তাৰিখৰ বৈঠকত শৰৎচন্দ্ৰ গোস্বামীক সমিতিৰ মুখপত্ৰ 'ডি জাৰ্নেল অব্ ডি আছাম ৰিছাৰ্চ ছোচাইটি'ৰ সম্পাদক নিৰ্বাচন কৰা হয়। এই আলোচনীখনিৰ সুপৰিচালনাৰ কাৰণে গোস্বামীক মুখ্য সম্পাদকৰ বাব দি তেওঁক সহায় কৰিবলৈ আৰু চাৰিজন সদস্যৰে এখন সম্পাদনা সমিতি গঠন কৰি দিয়া হৈছিল। এই চাৰিগৰাকী সদস্য আছিল (১) ৰাজমোহন নাথ, বি. ই. (২) কালিৰাম মেধি এম. এ. (৩) অধ্যাপক উমাকান্ত গোস্বামী এম. এ. বি. এল. আৰু (৪) অধ্যাপক দিবাকৰ গোস্বামী এম. এ. বি এল.। এই আলোচনীত শৰৎচন্দ্ৰ গোস্বামীয়ে তলত নাম দিয়া ধৰণৰ প্ৰবন্ধ লিখিছিল, যেনে (1) Assam as a Field of Research (1st Vol of 1941), (2) The Bhatheli Festivals (Jany to April 1943), (3) An Unknown King of Kamrupa (July Oct / 43) ইত্যাদি।

পিছলৈ সমিতিৰ কাৰ্যক্ষেত্ৰৰ পৰিসৰ আৰু অলপ বহল কৰি ল'বলৈ বুলি সমিতিয়ে তাৰ লগত পুৰাতত্ত্ব বিভাগ এটা যোগ দি এটা প্ৰাদেশিক সংগ্ৰহালয় (মিউজিয়াম) স্থাপনৰ প্ৰস্তাৱ দাঙি ধৰিছিল। তাৰ উদ্যোক্তাসকলৰ ভিতৰত শৰৎচন্দ্ৰ গোস্বামী আছিল অন্যতম। যথাসময়ত অসম চৰকাৰে এই প্ৰস্তাৱ আৰু উদ্যমৰ মূল্য উপলব্ধি কৰি তাত হয়ভৰ দিয়ে আৰু গুৱাহাটী দীঘলী পুখুৰীৰ দক্ষিণ পাৰত অসম ৰাজ্যিক সংগ্ৰহালয় স্থাপন কৰিবলৈ লয়। তেতিয়া কামৰূপ অনুসন্ধান সমিতি তাৰে এটা গবেষণা কেন্দ্ৰ হিচাপে সুকীয়া অনুষ্ঠানৰূপে বৰ্তি থাকে।

ইয়াৰ প্ৰায় লগে লগেই যুগপৎ এই যুগ্ম অনুষ্ঠান দুটাৰ কামৰ লগত বজিতা খোৱাকৈ তাৰে অনতিদূৰত কটন মহাবিদ্যালয়ৰ পুথি ভঁৰালৰ সমীপতে 'নাৰায়ণী সন্দিকৈ ভৱন' নামে আৰু এটা অনুষ্ঠান গঢ লৈ উঠিল। বুৰঞ্জী আৰু পুৰাতত্ত্ব বিষয়ৰ ইও এটা গবেষণা মন্দিৰ। দানবীৰ ৰাধাকান্ত সন্দিকৈদেৱৰ অৰ্থসাহায্যত স্থাপিত হোৱা ই তেওঁৰ পত্নী নাৰায়ণী সন্দিকৈৰ নামৰ স্মৃতি-ভৱন। ৰায়বাহাদুৰ অধ্যাপক ডঃ সূৰ্য্যকুমাৰ ভূঞাৰ অহোপুৰুষাৰ্থতে ই ৰূপ লৈ উঠিছিল যদিও ইয়াৰ প্ৰতিষ্ঠাৰ বাবে যোৰহাট নিবাসী দানবীৰ সন্দিকৈদেৱক গোপনতে যুক্তিসহকাৰে উদগনি দি আগবঢ়াই দিয়াত শৰৎচন্দ্ৰ গোস্বামীদেৱৰ পৰোক্ষ আৰু প্ৰত্যক্ষ অৱিহণা কম নাছিল। * ক'বলৈ গ'লে সেই কাম 'ইয়াতে মাৰিলে টিপা, গড়গাঁও পালেগৈ শিপা' বোলাৰ দৰে হৈছিল। কাৰণ সন্দিকৈদেৱে লেখৰ যি দুই-এজন তেওঁৰ অন্তৰঙ্গ বন্ধুক বিশ্বাসত ৰাখি তেওঁলোকৰ দিহা-পৰামৰ্শমতে দানৰ মাজেদি অৰ্থব্যয়ৰ যুগমীয়া কামবোৰ কৰিবলৈ হাতত লৈছিল—গোস্বামী আছিল সেই কেইজনাৰ অন্যতম। সকলো বিষয়তে গোস্বামীৰ ওপৰত তেওঁৰ আস্থা আছিল গভীৰ আৰু অপৰিসীম। চন্দ্ৰকান্ত সন্দিকৈ

* এই পুথিৰ ওপৰৰিজত সন্নিৱিষ্ট কৰা দুখনমান প্ৰাসঙ্গিক চিঠিৰ প্ৰতিলিপি দ্ৰষ্টব্য।

ভৱন স্থাপন, চন্দ্ৰকান্ত অভিধান ৰচনা আদিৰ ইতিহাসেই তাৰ সাক্ষী। কোৱা বাহুল্য যে এনে আস্থা আৰু প্ৰীতিৰ বশৱৰ্তী হৈয়ে চন্দ্ৰকান্ত অভিধান ৰচনাৰ সময়ত সন্দিকৈদেৱে কেতিয়াবা নিজেও আহি গোস্বামীৰ লগতে শব্দ-সংগ্ৰহ, অৰ্থ পৰীক্ষা আদিত ভাগ লৈ আনন্দ লভিছিল। সিমানেই নহয়, তেওঁৰ তেতিয়াৰ যুৱক পুত্ৰ সুপণ্ডিত কৃষ্ণকান্ত সন্দিকৈদেৱেও মুখ্য সংগ্ৰাহক কোহিৰাম দাসৰ লগত তাকেই কৰিছিল। অনুষ্ঠান আৰু সংশ্লিষ্ট ব্যক্তিসকলৰ কাৰণে ই কম গৌৰৱ আৰু আনন্দৰ কথা নহয়। একপ্ৰকাৰে ইও গোস্বামীৰে কৃতিত্বৰ পৰিচায়ক।

## কামৰূপ সংস্কৃত সঞ্জীৱনী সভা

নলবাৰীত কামৰূপ সংস্কৃত সঞ্জীৱনী সভা স্থাপন শৰৎচন্দ্ৰ গোস্বামীৰ জীৱনৰ অন্য এটি কৃতিত্ব। সংস্কৃত ভাষাৰ জ্ঞান, ভাৰতীয় ভাষা সাহিত্য, দৰ্শন আদিৰ অধ্যয়নত কেনে অপৰিহাৰ্য তাক নক'লেও হ'ব। দিনক দিনে কামৰূপত, তথা অসমত ই ক্ৰমে অধিক অৱহেলিত হৈ অহা দেখি ইয়াৰ অধ্যয়ন, অধ্যাপনা আৰু চৰ্চাৰ প্ৰয়োজনৰ গুৰুত্ব অন্তৰত দকৈ অনুভৱ কৰি আৰু হাতেলেখা অসংখ্য সাঁচিপতীয়া সংস্কৃত পুথি নানা ঠাইত সিচঁৰতি হৈ পৰি থকাৰ কথা নিজে জানিব পাৰি 'কামৰূপ সংস্কৃত সঞ্জীৱনী সভা' নামে এটি অনুষ্ঠান গঢ়িবলৈ তেওঁ পোনতে নলবাৰী আৰু তাৰ ওচৰ-পাঁজৰৰ ভালেকিজন সংস্কৃত পণ্ডিতৰ লগত আলচ কৰিছিল। এই কাৰ্যত তেওঁৰ প্ৰধান সহায়ক আৰু উপদেষ্টা আছিল তেওঁৰ শ্ৰদ্ধেয় ককাইদেৱেক পণ্ডিত প্ৰতাপচন্দ্ৰ গোস্বামী। দুয়ো ককাই-ভায়েকেই কামৰূপ সংস্কৃত সঞ্জীৱনী সভাৰ প্ৰথম মেৰুদণ্ড আছিল বুলিব পাৰি। ইয়াৰ আদি অৱস্থাৰ অন্যতম উদ্যোক্তা আছিল গুৱালকুছি দৰ্শন বিদ্যালয় নামৰ সংস্কৃত টোলৰ প্ৰথম অধ্যাপক লক্ষ্মীনাথ পঞ্চতীৰ্থ। তেওঁলোক আটাইৰে উমৈহতীয়া চেষ্টাত নলবাৰীত এই অনুষ্ঠান স্থাপিত হয়। ইয়াক প্ৰকাৰান্তৰে পুৰাতত্ত্ব অনুসন্ধানৰেই এটি বিশিষ্ট অঙ্গ বা বিভাগ বুলিব পাৰি। এই সভাই পোনতে তৎকাল পৰ্যন্ত বিচাৰি পোৱা হাতেলেখা সংস্কৃত পুথিবোৰৰ এখন সবিশেষ তালিকা তৈয়াৰ কৰিছিল। তাৰপৰাই পুৰণি কামৰূপ ৰাজ্যত সংস্কৃত চৰ্চাৰ পৰিসৰ আৰু গুৰুত্ব অনুমান কৰিব পাৰি। তাত সংগৃহীত পুথিবোৰৰ বিৱৰণ এইদৰে দিয়া হৈছিল, যেনে (১) ধৰ্মদেৱ প্ৰণীত ধৰ্মোদয়। ই এখন নাটক। (২) কবিচন্দ্ৰ শৰ্মা প্ৰণীত— কামকুমাৰহৰণম। ইও এখনি সংস্কৃত নাটক। (৩) বাগীশ প্ৰণীত—নীতিলতাঙ্কুৰ। ই এখনি ৰাজনীতিৰ গ্ৰন্থ। ইত্যাদি এই বিষয়ে গোসাঁইদেৱে ১৯৩৬ চনৰ জানুৱাৰী মাহৰ 'কামৰূপ অনুসন্ধান সমিতি'ৰ (Some Sanskrit Manuscripts found in Kamrup) শীৰ্ষক প্ৰবন্ধ ইংৰাজীত লিখি তালৈ অসমৰ বাহিৰৰ গৱেষকৰ দৃষ্টি আকৰ্ষণ কৰিছিল।

গোসাঁইদেৱৰ যত্নতে এই সভাৰ জৰিয়তে ১৯৩৪ চনত নলবাৰীত পুৰণি সংস্কৃত পুথি প্ৰদৰ্শনী এখন পতা হৈছিল আৰু তালৈ অসমৰ গবৰ্ণৰ বাহাদুৰক নিমন্ত্ৰণ কৰা হৈছিল। ইয়াতে উল্লেখ কৰা যায় যে বৃটিছ শাসনৰ সেই কালছোৱাৰ মানুহৰ এটা বদ্ধমূল ধাৰণা আছিল যে লাট চাহাবৰ দৰে ব্যক্তিৰ মনোযোগ আকৰ্ষণ কৰিব পাৰিলে যিকোনো অনুষ্ঠানৰে মান-মৰ্যাদা আৰু গাম্ভীৰ্য বাঢ়ে আৰু অনুষ্ঠানটোৱে এটা নতুন প্ৰেৰণা পায়। চন্দ্ৰকান্ত সন্দিকৈ ভৱনৰ দুৱাৰ মুকলি কৰা উৎসৱলৈ তেতিয়াৰ লাট বাহাদুৰ ছাৰ জন কাৰক নিমন্ত্ৰণ কৰি নিয়াৰ ঘাই উদ্দেশ্যও গোসাঁইদেৱৰ মনত সেয়ে আছিল আৰু যথাৰ্থতে তেওঁৰ সেই উদ্দেশ্যও বাৰুকৈয়ে পূৰণ হৈছিল ঃ কাৰ্য-নিৰ্বাহক সভাৰ প্ৰস্তাৱ মতে মাহেকত চৰকাৰী সাহায্য এহেজাৰ খোজাৰ ঠাইত গোস্বামীয়ে ছল চাই কঠীয়া পাৰি পাঁচ হাজাৰ খুজি চাৰি হাজাৰ পাইছিল ঃ এহেজাৰ ৰেকাৰিং গ্ৰেণ্ট আৰু তিনি হাজাৰ সেই বছৰলৈ। কাম দেখুৱাব পাৰিলে আৰু টকা পোৱা হ'ব বুলি আশাও পাইছিল।

নলবাৰীত কামৰূপ সংস্কৃত সঞ্জীৱনী সভা, সংস্কৃত বোৰ্ড, সংস্কৃত কলেজ আদি প্ৰাচ্য বিদ্যাৰ অনুষ্ঠানবোৰ কেনেকৈ হ'বলৈ পালে তাৰো উল্লেখযোগ্য ইতিহাস আছে। উচ্চপদস্থ চৰকাৰী চাকৰিয়াল হৈ নলবাৰীৰপৰা দূৰত থাকিবলগীয়া হৈছিল যদিও শৰৎচন্দ্ৰ গোস্বামীদেৱে নেপথ্যত থাকিযে এইবোৰৰ প্ৰতিষ্ঠা, পৰিচালনা আদিৰ সূত্ৰ ধৰি আছিল।

সেই সময়ত কামৰূপত সংস্কৃতৰ চৰ্চা ক্ৰমে হ্ৰাস পাই অহা দেখি মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্যদেৱ তাৰ উৎকৰ্ষ সাধনৰ কাৰণে চিন্তিত হৈ পৰিছিল। ঠিক এনে সময়তে নলবাৰীৰপৰা অনতিদূৰৰ গুৱাকুছিৰ বিদ্যাদত্ত কবিৰাজৰ পুত্ৰ লক্ষ্মীনাথ পঞ্চতীৰ্থই নবদ্বীপত ভিন ভিন বিষয়ৰ পাঁচটা তীৰ্থ উপাধি লাভ কৰি সুখ্যাতিৰে পঞ্চতীৰ্থ হৈ ঘৰ পাইছিলহি। তেওঁ ঘৰ পাই গুৱাকুছি দৰ্শন বিদ্যালয় নামেৰে এখন সংস্কৃত টোল স্থাপন কৰি তাতে অধ্যাপনা আৰম্ভ কৰিছিল। অসমৰ অনেক ঠাইত সংস্কৃত টোল আছে, উপযুক্ত পণ্ডিতো আছে, অথচ সংগঠনৰ অভাৱত কোনো এটা স্বীকৃতিপ্ৰাপ্ত সংস্কৃত বোৰ্ড গঠন নোহোৱা হেতুকে অসমৰ টোলবোৰৰ ছাত্ৰই কলিকতা, ঢাকা, নবদ্বীপ আদিৰ বোৰ্ডৰ তলত পৰীক্ষা দি উপাধি ল'ব লাগিছিল। তাকে দেখি পোনতে কামৰূপৰ সকলো সংস্কৃত পণ্ডিতে মিলি নলবাৰীত কামৰূপ সংস্কৃত সঞ্জীৱনী সভা এখন স্থাপন কৰিবলৈ ল'লে। দূৰৰপৰা, দূৰতে থাকিয়ে শৰৎচন্দ্ৰ গোস্বামীদেৱে সেই বিষয়ে আৱশ্যকীয় সকলো দিহা-ভৰসা দি থাকিল।

এইখিনিতে উল্লেখ কৰা যায় যে অনুষ্ঠানটোৰ নামকৰণ কৰিছিল লক্ষ্মীনাথ পঞ্চতীৰ্থই আৰু তেৱেঁই ইয়াৰ প্ৰতিষ্ঠাতা সম্পাদক আছিল। ইযাৰ প্ৰতিষ্ঠাপক সভাপতি আছিল স্বয়ং মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্য। উদ্যোক্তাসকলৰ ভিতৰত পণ্ডিত প্ৰতাপচন্দ্ৰ গোস্বামী আছিল অন্যতম। মহামহোপাধ্যায় স্বৰ্গী হোৱাত সৰ্বসম্মতিক্ৰমে তেখেতেই তাৰ স্থাযী সভাপতিৰ দায়িত্ব বহন কৰিবলগীয়া হৈছিল।*

কামৰূপ সংস্কৃত সঞ্জীৱনী সভাৰ যত্ন আৰু তদাৰকতে ক্ৰমে ক্ৰমে আসাম সংস্কৃত বোৰ্ড, নলবাৰী সংস্কৃত কলেজ আদি অনুষ্ঠাবোৰ গঢ় লৈ উঠে। সেই সময়ত নলবাৰী গৰ্ডন হাইস্কুলৰ হেড্‌মাষ্টৰ আছিল নাট্যাচাৰ্য ইন্দ্ৰেশ্বৰ বৰঠাকুৰ। তেখেতেও এই অনুষ্ঠানবোৰৰ প্ৰতিষ্ঠা আৰু পৰিচালনাত কম সহায় কৰা নাছিল। তাৰেই ফলত আসাম সংস্কৃত বোৰ্ডে বঙ্গীয় বোৰ্ডৰ উপাধি তীৰ্থৰ ঠাইত শাস্ত্ৰী উপাধিৰ সৃষ্টি কৰিলে। তদনুযায়ী বিভিন্ন বিষয় আৰু শাস্ত্ৰৰ জ্ঞান-ভিত্তিক বিবিধ বিষয়ৰ শাস্ত্ৰী উপাধিৰ উদ্ভৱ হ'ল , যেনে, ব্যাকৰণ শাস্ত্ৰী, কাব্য শাস্ত্ৰী, স্মৃতি শাস্ত্ৰী ইত্যাদি।

অসমত কন্দলী, ভাৰতী, বাগীশ, ৰত্নভাৰতী আদি পাণ্ডিত্যসূচক কিছুমান পুৰণি উপাধিৰ প্ৰচলন আছিল। সংস্কৃত সঞ্জীৱনী সভাই উপযুক্ততাৰ বিচাৰ কৰি তেনেবোৰ উপাধিৰ প্ৰদান আৰু প্ৰচলনো বাহাল ৰাখিলে। সভাই এনে উপাধি দুই প্ৰকাৰে প্ৰদান কৰিছিল ঃ (১) যোগ্য স্থলত সন্মানৰ স্বীকৃতি স্বৰূপে বিনাপৰীক্ষাই অৰ্পণ কৰি আৰু (২) পৰীক্ষাৰ ফল স্বৰূপে যোগ্যজনক প্ৰদান কৰি। বেলেগ বেলেগ বিষয়ত বেলেগ বেলেগ উপাধি দিযাৰ নিযম আছিল, যেনে, কাব্যভাৰতী, সাহিত্যৰত্ন, ভাগৱতবাগীশ, স্মৃতিবাগীশ ইত্যাদি। সন্মানসূচক তেনে উপাধি অনেকে অযাচিতেই লাভ কৰিছিল, যেনে, চন্দ্ৰধৰ বৰুৱাদেৱে সাহিত্যৰত্ন , কুলবিলৰ প্ৰসিদ্ধ কবিৰাজ পদ্মধৰ গোস্বামীদেৱে ভিষকশিৰোমণি ইত্যাদি।

ব্যক্তিগত অনুসন্ধানৰ দ্বাৰা সংস্কৃত শিক্ষাৰ তৎকালীন অৱস্থাৰ মূল্যায়ন কৰি উপযুক্ত ব্যৱস্থা ল'বলৈ অসম চৰকাৰে শিক্ষা বিভাগৰ গুৰিযাল তেতিয়াৰ ডাইৰেক্টৰ কানিংহাম চাহাবক নলবাৰীলৈ পঠাইছিল। তেখেতে আহি সংস্কৃত পণ্ডিতসকলৰ লগত, বিশেষকৈ পণ্ডিত প্ৰতাপ চন্দ্ৰ গোস্বামীৰ লগত এইবোৰৰ পুঙ্খানুপুঙ্খ আলোচনা কৰি আৱশ্যকীয বিধান গ্ৰহণ কৰিছিল। কোৱা বাহুল্য যে এই সকলোবোৰৰ গুৰিত আছিল শৰৎচন্দ্ৰ গোস্বামী। তেখেতে আনকি ডাইৰেক্টৰ কানিংহাম চাহাবৰ সঙ্গী-সহায়ক হৈ নলবাৰীলৈ গৈ চাহাবক ইংৰাজীতে সংস্কৃত পণ্ডিতসকলৰ যুক্তিপূৰ্ণ বক্তব্যবোৰ বুজাই দি অনুষ্ঠান গঢাত সহায কৰিছিল।

কামৰূপ সংস্কৃত সঞ্জীৱনী সভা স্থাপনৰ আৰু এটা উদ্দেশ্য আছিল আমাৰ দেশৰ খ্যাতনামা পণ্ডিতসকলৰ দ্বাৰা ৰচিত বিবিধ বিষয়ৰ সংস্কৃত পুথিবোৰ সংগ্ৰহ কৰি সেইবোৰ সযত্নে সংৰক্ষণ কৰা বা কৰোৱা। 'ৰাজনীতি', 'বৃত্তমালা', 'প্ৰয়োগতত্ত্ব' আৰু 'নীতি-লতাঙ্কুৰ' এই চাৰিখন দুষ্প্ৰাপ্য পুথি সংগ্ৰহৰ গৌৰৱো গোস্বামীৰে প্ৰাপ্য। তেওঁৰ অশেষ যত্ন আৰু তদাৰকতে বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগে 'নীতি-লতাঙ্কুৰ' আৰু মহামহোপাধ্যায ধীৰেশ্বৰাচাৰ্য কবিৰত্নৰ দুৰ্মূল্য গ্ৰন্থ 'বৃত্তমঞ্জৰী' প্ৰকাশ কৰিবলৈ লৈছিল। কবি কৰ্ণপূৰ বিৰচিত সংস্কৃত 'বৃত্তমালা'খন নিজে ব্যয বহন কৰি শুদ্ধ সংস্কৃত

* পণ্ডিত প্ৰতাপচন্দ্ৰ গোস্বামী বিদ্যাৰত্ন, বিদ্যাবিশাৰদ, ধৰ্মভূষণৰ 'জীৱন স্মৃতি আৰু কামৰূপী সমাজ।

ভাষাত নিজে লিখা ভূমিকা এটাৰে সৈতে শৰৎচন্দ্ৰ গোস্বামীদেৱে কামৰূপ সঞ্জীৱনী সভাৰ নামত প্ৰকাশ কৰিছিল। ইয়ে তেওঁৰ সংস্কৃত ভাষাৰ প্ৰতি থকা শ্ৰদ্ধা আৰু অনুৰাগৰ উপৰি সেই ভাষাৰ ওপৰত থকা দখলৰো প্ৰমাণ দাঙি ধৰে।

## নলবাৰী মহাবিদ্যালয় আৰু নলবাৰী সংস্কৃত মহাবিদ্যালয় স্থাপনত

নলবাৰী মহাবিদ্যালয় আৰু নলবাৰী সংস্কৃত মহাবিদ্যালয় স্থাপনতো গোস্বামীদেৱে কম খাটনি খটা নাছিল। তেওঁ অভিজ্ঞতাৰপৰা ভালকৈ উপলব্ধি কৰিছিল যে যিকোনো অনুষ্ঠানৰে সুপ্ৰতিষ্ঠা নিৰ্ভৰ কৰে তাৰ গুৰিয়াল কৰ্মকৰ্তা পৰিচালকজনৰ ওপৰত। গতিকে অধ্যক্ষ নিৰ্বাচনত দুয়োটি অনুষ্ঠানৰ ক্ষেত্ৰতে তেওঁ গভীৰ মনোযোগ দিছিল। উপযুক্ত অধ্যক্ষৰ সন্ধানত তেওঁ নিজে কলিকতালৈ গৈ তাত বহুতৰ লগত আলচ কৰি তাৰপৰা অধ্যয়নৰত পণ্ডিত মনোৰঞ্জন শাস্ত্ৰীক বহুপ্ৰবন্ধে আনি সংস্কৃত মহাবিদ্যালয়ৰ অধ্যক্ষৰ দায়িত্ব দিছিল। আচাৰ্য মনোৰঞ্জন শাস্ত্ৰী সংস্কৃত মহাবিদ্যালয়ৰ আৰু সাহিত্যিক ত্ৰৈলোক্যনাথ গোস্বামী নলবাৰী মহাবিদ্যালয়ৰ প্ৰথম অধ্যক্ষ। আজিও দুয়োখন মহাবিদ্যালয় এই স্বনামধন্য পণ্ডিত দুগৰাকীৰ কীৰ্তিস্তম্ভ।

# সাহিত্যক্ষেত্ৰত শৰৎচন্দ্ৰ

## সাহিত্য-চৰ্চা

শৰৎচন্দ্ৰ গোস্বামীদেৱে সাহিত্য-চৰ্চা শিশু কালৰপৰাই আৰম্ভ কৰিছিল— সেই বিষয়ে আগতে উল্লেখ কৰা হৈছে। তেওঁ সেই চৰ্চা, সেই অভ্যাস সমস্ত জীৱনতে অব্যাহত ৰাখিছিল। বস্তুতঃ সাহিত্যচৰ্চাৰ কথা বাদ দিলে গোস্বামীৰো জীৱন আন আন দহজনৰ জীৱনৰ দৰে গতানুগতিক জীৱন হৈ পৰে। সেই চৰ্চা কেনেকৈ আৰম্ভ কৰি ওৰে জীৱন অব্যাহত ৰাখিছিল সেই বিষযে আৰু কিছু আভাস দিয়া সমীচীন হ'ব।

গুৱাহাটী কলেজিয়েট হাইস্কুলত পঢ়া কালত বক্তৃতা, সাহিত্য চৰ্চা আদিৰ কাৰণে ছাত্ৰাবাসত অনুষ্ঠিত হোৱা 'সুনীতি-সঞ্চাৰিণী সভা'ৰ লগত গোস্বামীৰ সম্বন্ধৰ কথা আগতে উল্লেখ কৰা হৈছে। তেওঁ পঢ়াৰ সুবিধাৰ কাৰণে কিছু কাল পাণবজাৰতো নিজে ৰান্ধি-বাঢ়ি খাই বহা কৰি আছিল। তেওঁৰ সেই সময়ৰ লগৰীয়াসকলৰ ভিতৰত বিষ্ণুৰাম মেধি, গৌৰীকান্ত তালুকদাৰ, কালিৰাম বৰ্মন, পীতাম্বৰ চক্ৰৱৰ্তী আদিসকলৰ নাম উল্লেখযোগ্য। তেওঁলোকে তাতো এখন সাপ্তাহিক সাহিত্য আলোচনা চক্ৰ পাতি প্ৰতি দেওবাৰে তাত গল্প, প্ৰবন্ধ, কবিতা আদি পাঠ কৰি সেইবোৰৰ গুণাগুণ আলচ কৰিছিল। তাত বাহিৰৰ পৰাও সাহিত্যত ৰাপ থকা সমবয়স্ক ছাত্ৰই গৈ যোগদান কৰিছিল। সেইসকলৰ ভিতৰত প্ৰধান আছিল ৰঘুনাথ চৌধাৰী। চৌধাৰী সেই সময়ত স্কুল এৰি ঘৰতে বহি আছিল। থাকিছিল উজানবজাৰত। তেওঁ তাহানিৰ 'সুনীতি-সঞ্চাৰিণী সভা'ত যোগদান কৰাৰ দৰে সেই সভাতো বাহিৰৰপৰায়ে গৈ যোগদান কৰিছিল। গোসাঁইদেৱে সেই সভাৰ বৈঠকবোৰত পাঠ কৰিবলৈ প্ৰায়েই চুটি-গল্প লিখিছিল। চৌধাৰীয়ে লিখিছিল কবিতা। দুয়োৰে গল্প আৰু কবিতা সেই সভাৰ সদস্যসকলৰ মুখ্য আকৰ্ষণ হৈ পৰিছিল।

সেই সময়ত এটা আমোদজনক ঘটনা ঘটিছিল। ১৯০২ চনৰ কথা। তেতিয়া কলিকতা এ. এছ. এল. ক্লাবৰ সম্পাদক আছিল দুৰ্গেশ্বৰ শৰ্মা (পিছত ৰায়বাহাদুৰ কবি দুৰ্গেশ্বৰ শৰ্মা)। বাতৰি কাকতত প্ৰচাৰ কৰি দিছিল যে ক্লাবে সেই বছৰত শ্ৰেষ্ঠ চুটি-গল্প আৰু কবিতাৰ কাৰণে দুটা বঁটা প্ৰদান কৰিব ঃ তাৰ কাৰণে কবিতা আৰু চুটি গল্প পঠাব লাগে। গোসাঁয়ে চৌধাৰীক লগ ধৰি ক্লাবৰ ঘোষণাটোৰ কথা ক'লে আৰু জাননীখন দেখুৱালে। লগতে চৌধাৰীক কবিতা পঠাবলৈ ক'লে।

কবি চৌধাৰী লাজকুৰীয়া প্ৰকৃতিৰ লোক ঃ পোহৰ বিচাৰি হুলস্থূল কৰি ফুৰা মানুহ নহয়। তেওঁ পোনেই নাৰাজ হৈ ক'লে—'এহ্ মই ক'ত পুৰস্কাৰ পাম, গোসাঁই? মোৰ কবিতা পুৰস্কাৰৰ উপযোগী নহ'ব। আপোনালোকে ভাল পায কাৰণেহে মই লিখোঁ। মই নপঠাওঁ।'

গোসাঁই কিন্তু সহজে এৰা বিধৰ লোক নহয়। তেওঁ ক'লে—'আপোনাৰ কবিতা ভাল হয়নে নহয় আপুনি কেনেকৈ জানিব? মযো এটা গল্প পঠিয়াম , লগতে আপুনিও এটা কবিতা পঠিয়াব লাগিব। ৰেজিষ্টাৰ কৰি মই দুযোটা একেলগে পঠাম। আপুনি পইচা ভৰিব নালাগে। আমি গল্প-কবিতা পঠিওৱাৰ কথা কাকো নকওঁ। গতিকে চিন্তা কিহৰ? কোনে জানিব? বঁটা পালে পালোঁ, নাপালে নাই।'

অৱশেষত গোসাঁইৰ এনে নেৰানেপেৰা উৎসাহ-উদ্গনিত উৎফুল্লিত হৈ চৌধাৰীয়ে সন্মতি দিলে। যথাসময়ত দুয়োলৈ খবৰ আহিল চুটি-গল্পত গোসাঁয়ে আৰু কবিতাত চৌধাৰীয়ে প্ৰথম পুৰস্কাৰ লাভ কৰিছে। দুয়োৰে জীৱনত এযে আছিল ৰাজহুৱাভাৱে পোৱা প্ৰথম সাহিত্যিক স্বীকৃতি।

অসমীয়া সাহিত্যত গোস্বামী ঘাইকৈ গদ্য-লেখক হিচাবেহে পৰিচিত ঃ অৱশ্যে কবিতা যে তেওঁ একেবাৰেই লিখা নাছিল এনে নহয় , লিখিছিল, অন্ততঃ লিখিবলৈ চেষ্টা কৰিছিল। কিন্তু সেইবোৰ আলোচনীৰ পাতত বা হাতে-লিখা অৱস্থাতেই থাকি গ'ল, ছপা কৰি কিতাপ আকাৰে উলিওৱা নহ'ল। সেই বিষযে পিছত আলচ কৰা হ'ব।

গোসাঁইদেৱে লিখা গদ্য ৰচনাৱলীক বিষয়বস্তুৰ ফালৰপৰা চাই দুই ভাগত ভগাব পাৰি , যেনে, (১) চুটি-গল্প আৰু উপন্যাস আৰু (২) সাহিত্য, সংস্কৃতি আৰু পুৰাতত্ত্ব বিষযৰ ৰচনা। তেওঁৰ সাহিত্যিক প্ৰতিভা ঘাইকৈ প্ৰকাশ পাইছে তেওঁৰ চুটি-গল্পবোৰত।

## চুটি-গল্প লিখাত গোস্বামী

চুটি-গল্প আধুনিক যুগৰ সৃষ্টি। মানুহৰ জীৱনৰ জটিলতাৰ লগত ইয়াৰ সম্বন্ধ। পুৰণি কালত মানুহৰ জীৱন আছিল সহজ-সৰল ধৰণৰ। গতিকে এই সৰলতা তেতিয়াৰ সকলো সাহিত্যৰ মাজেদি ফুটি ওলাইছিল। পুৰণি কাব্য-মহাকাব্য-সাধুকথা-জাতক আদি সৰলতাভৰা সৌন্দৰ্য আধুনিক যুগৰ সাহিত্যত পাবলৈ টান। আজিকালিৰ গল্প, উপন্যাস, খণ্ডকাব্য, প্ৰহসন, এক-অঙ্কীয়া নাট আদিত মানব জীৱনৰ সমস্যা আৰু জটিলতা আদিৰহে আভাস দাঙি ধৰা পোৱা যায়। জীৱনৰ বহুধা-বিভক্ত ব্যস্ততাই এনে সাহিত্য-সৃষ্টিৰ ঘাই হেতু।

'গল্পাঞ্জলি', 'ময়না' আৰু 'বাজিকৰ'—লেখত এই তিনিখন গোস্বামীদেৱৰ চুটি-গল্পৰ পুথি। এই তিনিওখনৰ প্ৰকাশৰ সময়ৰ পৰ্যায়ক্ৰমত 'ময়না' দ্বিতীয় কিতাপ। হ'লেও কিন্তু এইখনতহে তেওঁৰ নিচেই সৰু কালৰ লিখা গল্পবোৰ সন্নিবিষ্ট হৈছে। পুথি কেইখনত প্ৰকাশিত গল্পবোৰৰ বহুতো গল্প আগতে বিভিন্ন আলোচনীত প্ৰকাশ হৈছিল ; পিছত সেইবোৰ থুপুৰি কৰি তাৰ লগত দুই-চাৰিটা নতুন গল্প যোগ দি পুস্তক আকাৰত তেওঁ প্ৰকাশ কৰি উলিয়াইছিল। 'গল্পাঞ্জলি'ত বাহিৰে বাকী দুখন কিতাপৰ প্ৰথমটো গল্পৰ নামেৰেই কিতাপৰ নামকৰণ হৈছিল। প্ৰায়বোৰ গল্পৰে পটভূমি আছিল চহা গঞা জীৱন।

গোস্বামীৰ গল্পবোৰ ঘাইকৈ দুই ভাগত ভগাব পাৰি। তেওঁ কিছুমান গল্প লিখিছিল ব্যাৱহাৰিক জীৱনত সচৰাচৰ ঘটা ঘটনা একোটাৰ নতুবা কাল্পনিক ঘটনা একোটাৰেই কেৱল ৰূপটো ফুটাই তুলিবলৈ ; আৰু অন্য কিছুমান গল্প লিখিছিল মনস্তত্ত্ব বিশ্লেষণৰ উদ্দেশ্যে বা মনৰ একোটা বিশেষ মুহূৰ্তৰ চিত্ৰ অঙ্কন কৰিবলৈ। ইয়াৰ প্ৰথম বিধে সাধু কথাৰ দৰে ঘটনাৰ মনোৰম বৰ্ণনা মাত্ৰ দিয়ে আৰু দ্বিতীয় বিধে মনস্তত্ত্ব বিশ্লেষণ কৰি দেখুৱায়। আধুনিক সাহিত্যত চুটি-গল্পই প্ৰধানকৈ দ্বিতীয় বিধৰহে অধিক প্ৰতিনিধিত্ব কৰা দেখা যায়। এই প্ৰসঙ্গত গোস্বামীৰ তাৰা, পক্ষী আদি গল্পত চৰিত্ৰ নাই বুলিবই পাৰি। এইবোৰত দেখ দেখকৈ লেখকৰ উদ্দেশ্য আছিল চৰিত্ৰৰ কিবা এটা বিশেষ ঘটনাৰ বিশেষ মুহূৰ্তত মনৰ অৱস্থা অঙ্কন কৰা। তাৰে কিছুমান গল্প পঢ়িলে আকৌ কথা-কবিতা পঢ়া যেনহে লাগে , কাৰণ ঘটনাৰ দ্বন্দ্ব বা সংঘাত সেইবোৰত নাই ঃ কথাৰ মাজেদি মাত্ৰ মনৰ একোটা অৱস্থাৰ ছবি অঙ্কন কৰা হৈছে। 'বাজিকৰ'ৰ 'পূজাৰী' আৰু 'মযনা'ৰ 'পক্ষী'লৈ মন কৰিলেই ইয়াৰ সাৰ্থকতা প্ৰতীয়মান হয়।

চৰিত্ৰ অঙ্কনতো অসমীযা জাতীয় চৰিত্ৰতকৈ বিশেষ বিশেষ ধৰণৰ মানুহৰ চৰিত্ৰৰ নমুনাহে আঁকি দেখুৱাবলৈ যত্ন কৰা দেখা যায়। নন্দৰাম, ভাটিৰাম, নবীন, পাৰ্বতী, মালতী, সৰযু আদি চৰিত্ৰ অসমীযা সমাজৰ প্ৰতিনিধি নহয় কিন্তু তেনে মানুহ যে নাই অথবা তেনে ঘটনা যে নঘটে তেনে কথাও নহয়। সামাজিক চৰিত্ৰৰ ভিতৰত 'ৰক্তবীজ'ত গাঁৱৰ কাজিয়া আৰু 'অদৃষ্ট'ত দুখীয়াৰ দুখ স্পষ্ট হৈ উঠিছে।

গোসাঁইৰ গল্পবোৰৰ সজোৱা কৌশল মনোমোহা। ঘটনা-বস্তু সামান্য হ'লেও তেওঁ তাক এনেভাৱে সজাব জানিছিল যে তাক পঢ়িবলৈ ল'লে পাঠকে শেষ নকৰাকৈ এৰিব নোৱাৰে। ইয়াতেই গোস্বামীৰ চুটি গল্পৰ মৌলিকত্ব ফুটি উঠিছে। বহুত গল্প দৈনন্দিন জীৱনৰ সচৰাচৰ ঘটা ঘটনাৰেই উনৈশ-বিশ ৰূপ মাত্ৰ। 'তিনিকুৰি টকা', 'বায়ন', 'বেল্টুমনি' আদিবোৰ এই শ্ৰেণীত পৰে। এইবোৰৰ দুই-এটাৰ বিষয়ে তেওঁৰ ককায়েক ডাঙৰ গোসাঁয়ে (পণ্ডিত প্ৰতাপ চন্দ্ৰ গোস্বামীয়ে) এইদৰে কয়—'বায়ন' ঃ লক্ষ্মীনাথ শৰ্মাদেৱে (লেহৰাম বাপুৰে) এযোৰা বায়ন শিকাইছিল আৰু সেই

বায়নযোৰাৰ পহিলা যাত্ৰাৰ দিনা তেওঁ আমাৰ ঘৰতে সেই যাত্ৰা কৰি দেখুৱাইছিল। তেতিয়া লেহ্বাম বাপু বুঢ়া। মই তেওঁক সহায় কৰিছিলোঁ। গল্পটো তাৰে সাঁচত গঢ়া।

'বেল্টুমনি' গল্পটোও আমাৰ সত্ৰৰ ভকতৰ ল'ৰা ভেল্লাক লৈ লিখা। গল্পত ভেল্লাৰ জীৱনৰ চৰিত্ৰ ভালদৰে ফুটি ওলাইছে।'

মানৱ জীৱনৰ কাৰ্যাৱলীত কৰুণ ঘটনাৰেই প্ৰাবল্য দেখা যায়। এই কৰুণতাই সাহিত্যকো জীপাল কৰি ৰাখে। ৰামায়ণৰ দৰে মহাকাব্যৰো উৎস এটা শোকাবহ কৰুণ ঘটনাহে। এইবোৰ দেখি-শুনি, পঢ়ি-বুজিয়েই নেকি গোস্বামীয়ে প্ৰায়বোৰ গল্পৰ মাজেদি বিয়োগ-ব্যথা বা কাৰুণ্যৰহে ছবি আঁকিছে। বায়ন, চিকাৰী আৰু হাঁহ, সামান্য প্ৰাণী, অদৃষ্ট, পশুপতিৰ বিয়া, সন্ন্যাসিনী, নৈৰ দাঁতিত, ঘুনুচা, যাত্ৰী, বনৰীয়া প্ৰণয়, ময়না আদি এই সকলোবোৰেই ইয়াৰ সাক্ষী দিয়ে।

গোসাঁয়ে শিশু সাহিত্য আৰু শিশু মনৰ উপযোগী গল্প ৰচনাৰ ফালেও মনোযোগ নিদিয়াকৈ নাছিল। আগতে উল্লেখ কৰা অতুল কথামালাৰ পেৰিক্লিচ, ডনকুইকচোট, মদালছা, মোৰ দেশৰ সাধু কথা, জাতক, কণিকা আদি কণ কণ গল্প সাহিত্যৰ সৃষ্টি তাৰেই ফল। তেনে সৃষ্টিৰ ক্ষেত্ৰত তেওঁ এগৰাকী ব্যক্তিতকৈও এটা চলন্ত অনুষ্ঠানৰ দৰেহে হৈ পৰিছিল। তেওঁ অনেক লেখকৰ হতুৱাই তেনে সাহিত্য লিখাইছিল। সেয়েহে মহাদেৱ শৰ্মাই তেওঁৰ ৰচিত 'সাবিত্ৰী' নামৰ শিশু সাহিত্যখন উছৰ্গা কৰোঁতে লিখিছিল—'শৰৎচন্দ্ৰ গোস্বামীদেৱেই আমাক শিশু সাহিত্য প্ৰণয়ন কৰিবলৈ পোনতে উদগাইছিল। তাৰে ফল স্বৰূপে এই পুস্তকখনি কৃতজ্ঞতাৰে তেখেতৰ পবিত্ৰ নামত উৎসৰ্গ কৰা হ'ল।'

'মলয়া', 'বাজিকৰ' আদিৰ কিছুমান গল্পকো শিশু সাহিত্যৰ উপযোগী বুলি ক'ব পাৰি। সেইবোৰ পঢ়িলে অনেক সময়ত উপনিষদৰ আখ্যান পঢ়া যেনহে লাগে। প্ৰত্যেক গল্পৰেই একোটা তাৎপৰ্য আছে। বাজিকৰৰ অন্তৰ-আবৰণ, মানুহৰ সৃষ্টি, সামান্য প্ৰাণী আদি সেই শ্ৰেণীৰ গল্প। গভীৰ সত্য একোটা সামান্য গল্পৰ ছলেৰে এইবোৰত দাঙি ধৰা হৈছে।

গোসাঁইৰ গল্পবোৰে আধুনিক চুটি-গল্প আৰু পুৰণি সাধুৰ মাজতে থাকি একোগছি মধ্যৱৰ্তী সোণালী সাঁকোৰ দৰে কাম কৰে। দুই-চাৰিটা গল্পত পুৰণি সাধু কথাৰ গন্ধ বাৰুকৈয়ে পোৱা যায়। সেইবোৰত অলৌকিক উপাদান বা অতিপ্ৰাকৃত সমল যথেষ্ট আছে। পুৰণি সাধুকথাবোৰত গছ-লতা পশু-পক্ষী আদিয়েও কথা কৈছিল। গোসাঁইৰ গল্পবো বহুতত হুবহু তাকেই কৰিছে। 'মেঘ আৰু বৰষুণ'ত ভেকুলীয়ে কথা কোৱা, 'সামান্য প্ৰাণী'ত হৰিণ-হৰিণীৰ কথোপকথন ইত্যাদি এই প্ৰসঙ্গত মন কৰিবলগীয়া। 'অন্তৰ-আবৰণ'ত হৰ-পাৰ্বতীৰ কথোপকথন, 'মানুহৰ সৃষ্টি'ত ব্ৰহ্মা-বিষ্ণু আদিৰ কথাবাৰ্তা আৰু 'ব্ৰহ্মপুত্ৰৰ বুকুত' নামৰ গল্পত সপোনৰ কথাই অতিপ্ৰাকৃত উপাদানৰ মাজেদি গল্পবোৰক সাধু কথাৰ শাৰীতহে ঠাই দিব খোজে। তথাপি কিন্তু সেইবোৰক সাধুকথা বুলিব নোৱাৰি এই কাৰণত যে

উপস্থাপনৰ কৌশলত এইবোৰ তেনেই আধুনিক হৈ পৰিছে। 'সামান্য প্ৰাণী' গল্পত প্ৰণয়ৰ পথৰ কাঁইট স্বৰূপ ঈৰ্ষাৰ যি ৰূপ ফুটি উঠিছে তাক ফ্ৰয়ডৰ মনস্তত্ত্ব বিশ্লেষণৰ এটা মনোগ্ৰাহী ৰূপক বুলিলেও ভুল নহ'ব।

মানুহক মানুহ হিচাপে অঙ্কন কৰাই আধুনিক সাহিত্যৰ অন্যতম লক্ষ্য। মানুহৰ ছবি আঁকিবলৈ গৈ মানৱীয় দোষ-দুৰ্বলতাবোৰ গুচাই দিলে দেৱতাৰ ছবিহে অঁকা হয়। আধুনিক সাহিত্যত তেনে দেৱতাৰ ছবিৰ ঠাই নাই। সেই কাৰণেই গল্পৰ পুৰুষ আৰু নাৰী-চৰিত্ৰ সম্পূৰ্ণ দোষ-বৰ্জিত নহয়। উদাহৰণ স্বৰূপে সন্ন্যাসিনীলৈকেই চাওক। তিৰোতা দ্বিচাৰিণী হোৱাটো এটা অমাৰ্জনীয় দোষ। অথচ তেনে তিৰোতাৰ চৰিত্ৰকেই গোসাঁয়ে গল্পত অঙ্কন কৰি দেখুৱাইছে। অৱশ্যে তাৰ মাজেদিও তেওঁ অতৰ্কিতে উপদেশ নিদিযাকৈ থকা নাই। আন হাতেদি গল্পটোৰ ঘটনাই নতুন পুৰুষৰ নতুন চিন্তা-ধাৰাবো আগলি বতৰা দিয়াৰ দৰেহে কাম কৰিছে।

গোস্বামী নিজে এজনা বিপ্লৱী পুৰুষ আছিল। অৱশ্যে সাধাৰণ অৰ্থত বিপ্লৱী বা বিদ্ৰোহী বুলিলে যি বুজা যায় তেনেকুৱা বিদ্ৰোহী তেওঁ নাছিল। তেওঁৰ বিদ্ৰোহে সদায় যুক্তিযুক্ত বিচাৰৰ শৃঙ্খলা মানি চলিছিল। তেওঁৰ গল্পবোৰৰ মাজেদিও তেনে ভাবধাৰাৰ প্ৰবাহ লক্ষ্য কৰা যায়। যিবিলাক চৰিত্ৰই সমাজৰ নিয়মৰ বিৰুদ্ধে বিদ্ৰোহ আচৰণ কৰিছে সিবিলাকৰ শেষ পৰিণতি শোকাবহ নহ'লেও জীৱন কণ্টকাকীৰ্ণ হৈ উঠিছে। পাৰিপাৰ্শ্বিকতাৰ লগত তুমুল সংগ্ৰাম চলাই শেহান্তৰত সকলোৱে জীৱনৰ কৰুণ পৰিণতি গ্ৰহণ কৰিবলৈ বাধ্য হৈছে। এয়ে মনুষ্য জীৱনৰ 'ট্ৰেজেডি'। এনেবোৰ মৰ্মস্পৰ্শী কৰুণ চিত্ৰ অঙ্কন কৰিছে যদিও গোসাঁযে তেনে বিদ্ৰোহ কৰাইছে উপযুক্ত লোকৰ হতুৱাই। কৰুণ পৰিণতি অঙ্কন কৰিলেও তেওঁ সেই বিদ্ৰোহকো ক'তো কোনোপ্ৰকাৰে হেয় প্ৰতিপন্ন কৰিবলৈ প্ৰয়াস কৰা নাই। সচৰাচৰ যি ঘটে তাকেহে দেখুৱাইছে।

এয়ে গোস্বামীদেৱৰ চুটি গল্পৰ থূলমূল পৰিচয়। এতিয়া তেওঁৰ মূল গল্প-পুথি তিনিখন গাইগুটীয়াকৈ চাই তেওঁৰ চিন্তাধাৰা আৰু যুক্তিৰ সমন্বয় কিঞ্চিৎ লক্ষ্য কৰা যাওক। গল্পবোৰৰ মাজেদি লেখকে নিজৰ জীৱন-দৰ্শন পাকে-প্ৰকাৰে প্ৰকাশ কৰিয়ে এৰা নাই, মাজে মাজে নাটকৰ সূত্ৰধাৰৰ দৰে দেখা দি স্পষ্ট ভাষাত নিজৰ মন্তব্যও দাঙি ধৰিছে। সেয়েহে লেখকৰ জীৱনৰ লগত গল্পবোৰ দেখদেখকৈ সংযুক্ত হৈ আছে ; পৰীক্ষা কৰি চাব পাৰিলেই হয়।

## গল্পাঞ্জলি

শৰৎচন্দ্ৰ গোস্বামীৰ এইখনেই প্ৰথম প্ৰকাশিত গল্প-পুথি। ইয়াত সৰ্বমুঠ এঘাৰটা গল্প আছে। প্ৰথমৰ 'দেখাদেখি' আৰু শেষৰ 'মালিনী' এই দুটা গল্পই

কিতাপখনৰ মূল ভাৱধাৰাৰ স্পষ্ট ইঙ্গিত দিয়ে। প্ৰথমটো তেনেই আধুনিক আৰু শেহৰটো পুৰণি আখ্যায়িকাৰপৰা লোৱা। এনে কাৰণতেই গোসাঁইৰ গল্পই আধুনিক আৰু পৌৰাণিকৰ মাজত যোগসূত্ৰ স্থাপন কৰিছে বুলি মন্তব্য কৰি অহা হৈছে।

তাহানি এগৰাকী সমালোচকে নাট্যাচাৰ্য শেক্সপীয়েৰৰ নাটবোৰ সমালোচনা কৰি কৈছিল যে এই নাটবোৰৰ প্ৰথম দৃশ্যটোৱেই সমস্ত নাটকখনৰ পূৰ্বাভাস দাঙি ধৰে। গোসাঁইৰ গল্পৰ ভাৱধাৰা সম্পৰ্কেও তেওঁৰ প্ৰথম গল্পপুথি 'গল্পাঞ্জলি'ৰ প্ৰথম গল্পটোলৈকে আঙুলিয়াই সেই একে মন্তব্য দিয়া যায়। ইয়াত বিশেষকৈ আধুনিক শিক্ষাৰ প্ৰভাৱত হোৱা বিদ্ৰোহৰ ভাব আৰু পৰিণতি ফুটাই তুলিবলৈ যত্ন কৰা হৈছে।

আধুনিক শিক্ষাই সাম্যবাদৰ বীজ শিক্ষাৰ্থীৰ মনত সিঁচি দিয়ে আৰু ক্ষুদ্ৰ জাতিভেদ নামানিবলৈ উদগায়। শিক্ষাৰ্থীয়ে তেতিয়া এক মহৎ আদৰ্শৰ সপোন দেখে আৰু সেই আদৰ্শ বাস্তৱত পৰিণত কৰিবলৈ উধাও হৈ পৰে। কিন্তু সেইখিনিতেই পুৰণি ৰক্ষণশীল সমাজৰ লগত আধুনিক শিক্ষাৰ্থীৰ মতৰ সংঘৰ্ষ উপস্থিত হয়।

স্কুল-কলেজীয়া ল'ৰাই জাতিভেদৰ ক্ষুদ্ৰ গণ্ডী সহজে মানিব নোখোজে, কিন্তু সমাজৰ বান্ধোনৰ মেৰপাকত সোমাই, পিতৃ-মাতৃৰ কথা লঙ্ঘন কৰিব নোৱাৰি প্ৰায় সকলো ক্ষেত্ৰতে নিজৰ মনোগত আদৰ্শ ত্যাগ কৰিবলগীয়া হয়। মনৰ বৈপ্লৱিক উদাৰতা তেতিয়া কেনিবাদি আঁতৰি যায়। নবীন কাযস্থৰ ল'ৰা ; তথাপি তেওঁ নিজৰ ভনীয়েক পাৰ্বতীক বিয়া দিব খুজিছিল ধৰণী নামৰ কোচ সম্প্ৰদায়ৰ ল'ৰাটোলৈ। সেয়ে গোসাঁইদেৱৰ ভাষাত—'কলেজৰ মানৱ জাতিৰ সকলো সমান, জাতিভেদ মিছা, বংশগৌৰৱ অহঙ্কাৰৰহে চিন, ইত্যাদি কথাৰ মাজত বুৰ গৈ থকা নবীনৰ মনত হ'ল যে ধৰণী কোচৰ ল'ৰা আৰু তেওঁবিলাক কাযস্থ মানুহ। কিন্তু পিতাকৰ কছাৰীৰ নথি আৰু আলাপৰ ভিতৰত জাতি আৰু বংশৰ কথাৰ বৰ চাট্ নাথাকিলেও সংসাৰৰ ঠেলা-হেঁচাত পৰি দ-বাম চিনি পোৱা মনত সকলো সমান যেন নালাগিছিল।' এইখিনিতেই গল্পৰ ঘটনাৰ দ্বন্দ্ব পৰিস্ফুট হৈ উঠিছে।

জাতিভেদৰ দুৰ্লঙ্ঘ্য প্ৰতিবন্ধকৰ হেতুকেই ধৰণীৰ লগত পাৰ্বতীৰ বিয়া নহ'ল। ধৰণীয়ে কৌমাৰ্য অৱলম্বন কৰি শিক্ষকতাকেই জীৱনৰ পবিত্ৰ ব্ৰত হিচাপে গ্ৰহণ কৰিলে।

ইয়াৰ বহুত দিন পিছত দৈৱ-দুৰ্বিপাকত পাৰ্বতীৰ পুতেকে ধৰণীৰ স্কুলতে পঢ়িবলগীয়া হৈছিল। ধৰণীয়ে কিন্তু সেইটো নাজানিছিল। এদিনাখন মাকৰ টান বেমাৰ বুলি কৈ ল'ৰাটোৱে ছুটী লৈ অহাত ধৰণীৰ অন্তৰ বিচলিত হ'ল। গধূলি সময়ত খবৰ ল'বলৈ গৈ দেখে তাত তেওঁৰ বন্ধু নবীন। পাৰ্বতীৰ গিৰিয়েকক ধৰণীৰ লগত চিনাকি কৰি দি নবীনে ধৰণীক ভিতৰলৈ লৈ গ'ল। যি সৌন্দৰ্য দেখি ডেকা বয়সত ধৰণী এদিন মোহ গৈছিল এতিয়া তেওঁ দেখে সেই সৌন্দৰ্য অস্থি-কঙ্কালসাৰ হৈ পৰি আছে। দেখি ধৰণীৰ চকু চলচলীয়া হৈ উঠিল। পাৰ্বতীয়ে দাদাকক আঙুলিৰ ইঙ্গিতেৰে মাতি নি মুখ লৰাই সুধিলে—'কোন'? নবীনে ভঙা মাতেৰে—'ধৰণী,

আইটি, ধৰণী'—বুলি কোবাত ধৰণীও বিচনাৰ ওচৰলৈ গ'ল। পাৰ্বতীবো চকু-লো বৈ গ'ল।' পাৰ্বতী আৰু ধৰণীৰ জীৱনৰ এই করুণ কাহিনীয়ে আজিৰ অনেক শিক্ষিত যুৱকৰ জীৱন-কাহিনীৰ প্ৰতিধ্বনি কৰে। চিৰকুমাৰ ধৰণী অসমীয়া সমাজতে নাই জানো?

ইংৰাজ নাট্যকাৰ মাৰ্লোৰ সেই Whoever loved that loved not at first sight বোলা বাণীতে উদ্বুদ্ধ হৈ হয়তো আজিও বহুত যুৱকে সেই আদৰ্শকে লৈ 'দেখাদেখি' গল্পৰ ভাওনা কৰে বা কৰিবলগীয়া হয়। কিন্তু যৌৱনৰ সেই মাদকতা দূৰ হ'লে পিছত কেনে পৰিতাপ আহে সি গোসাঁইৰ একাধিক গল্পৰ ট্ৰেজেডি ৰূপে ফুটি উঠিছে। 'প্ৰথম দেখাদেখি'তেই তাৰ ইঙ্গিত পোৱা যায়। 'তাৰা' গল্পবো মূল ভাব গল্পটোৰ ভিতৰত থকা এটা বাক্যতেই নিহিত আছে—'বিধাতাৰ ইচ্ছাক্ৰমে গোপালৰ এই ইচ্ছাও পূৰ নহ'ল। তাৰা এতিয়া আনৰ।'

আধুনিক শিক্ষা পোৱা যুৱক-যুৱতী অনেকৰে জীৱনত সমাজৰ ৰক্ষণশীলতাই যিদৰে শোকাবহ পৰিণতিৰ সৃষ্টি কৰিছে সেইদৰে অৰ্থলোভেও কাৰো কাৰো অন্তৰত কম পৰিবৰ্তন অনা নাই। 'ঘুনুচা' গল্পত তাৰে এটি ইঙ্গিত পোৱা যায়। 'ঘুনুচা ধনীৰ জীয়েক, ধনীৰ বোৱাৰীয়েক আৰু ধনীৰ ঘৈণীয়েক আছিল।' কিন্তু কালৰ হাতত জহনী বেমাৰত সকলোবোৰ উচন গ'ল। ঘুনুচা মাথোন অকলশৰীয়া হৈ থাকিল। ঘুনুচাৰ এজন দেৱৰ আছিল। 'সম্পত্তিৰ লোভত প্ৰথমতে কিছুদিন তেওঁ ঘুনুচাক বৰ আদৰ-যত্ন কৰিলে, কিন্তু বৌয়েকক গৰ্ভৱতী জানি তেওঁৰ শান্তি নোহোৱা হ'ল। সন্তান জন্মিলত মেলেকীসকলক ভেটী দি তেওঁ প্ৰমাণ কৰি দিলে যে ঘুনুচাৰ পুত্ৰ জাৰজ। ফলত ঘুনুচা ছবডেপুটী হাকিমৰ বিচাৰতো সম্পত্তিৰপৰা বঞ্চিতা হ'ল। ইয়াত গাঁৱলীয়া সমাজৰ চিত্ৰ এটা দেখিবলৈ পোৱা যায়।

ধনৰ বলত যে কেৱল আঢ্যৱন্তসকলৰ মাজতহে আচৰিত আচৰিত ঘটনা ঘটে এনে নহয়, বৰঞ্চ গাঁও-ভূঁইত মধ্যবিত্তসকলৰ মাজত ইয়াৰ প্ৰকোপ তাতোকৈ বেছি। আভিধানিক হেমচন্দ্ৰ বৰুৱাদেৱে 'বাহিৰে ৰং চং, ভিতৰে কোৱাভাতুৰী' আৰু 'কানীয়া কীৰ্তন'ত গুৰু-গোসাঁইসকলৰ কদাচাৰ আৰু ভণ্ডামিৰ কথাকে বৰ্ণনা কৰিছে। সাহিত্যৰথী বেজবৰুৱাদেৱৰ অনেক চুটি গল্পত আৰু 'কৃপাবৰ বৰুৱাৰ কাকতৰ টোপোলা'ৰো কোনো কোনো ঠাইত ইয়াকেই দেখিবলৈ পোৱা যায়। গোস্বামীৰো তীক্ষ্ণ দৃষ্টিৰপৰা সমাজৰ এই ভণ্ডামি সাৰি যোৱা নাই। তেওঁ এখন সত্ৰৰ গোসাঁই-প্ৰভু হৈও ঘুনুচা গল্পতেই তাৰ এটা ৰূপ দাঙি ধৰিছে। সহায়-সাৰথিহীনা ঘুনুচাই লাঞ্ছিতা, বঞ্চিতা আৰু পৰিত্যক্তা হৈ নৈৰ পাৰত এটি ঘৰ সাজি লৈ তাতেই শিশু সন্তান মণিৰামক বুকুত বান্ধি দিন নিয়াবলৈ ধৰিলে। পিছে, বিপদ অকলে নাহে। এসময়ত মণিৰামৰো বেমাৰ হ'ল। ঘুনুচাই চিন্তাত কাল কটাবলৈ ধৰিলে। 'এনেতে এদিন নৈৰপৰা গা ধুই আহোঁতে তেওঁলোকৰ গুৰুকুলক স্নান কৰি অহা দেখা পালে। ঘুনুচাই তেওঁৰ দুৰ্ভাগ্যৰ সময়ৰপৰা গুৰুজনাক লগ পোৱা নাছিল। আজি হঠাৎ দেখা

পাই কিবা উপায় পাব পাৰে বুলি ভাবি তেওঁৰ চৰণত দীঘল দি পৰিল। প্ৰথমতে গুৰুদেৱে ব্যভিচাৰিণীক দেখি ৰাম-বিষ্ণু স্মৰণ কৰি ফালৰি কাটি যাব খুজিছিল, কিন্তু ঘুনুচাৰ কাবৌ-কোকালিত এবাৰ নোৱাৰি অলপ থিয় দিলে। ঘুনুচাই লাজ-অপমানৰ ওপৰত অপত্য স্নেহক আসন দি সকলো সহি থাকিল। পাছত উপায় স্বৰূপে গুৰুৱে ক'লে—দেৱ-দ্বিজ ভক্তিত বাজে সংসাৰত কি আছে ? 'হৰিনামে কৰে সবাকে সুসাঙ্গ।' সংসাৰত হৰি-ভক্তি আৰু গুৰু-ব্ৰাহ্মণৰ প্ৰতি শ্ৰদ্ধায়ে হৈছে আচল বস্তু। সেয়ে হ'লে সংসাৰৰ ৰোগ-শোক পাপ-তাপে আৰু কি কৰিব পাৰে? ঘুনুচাই নাম-কীৰ্তন, পাঠ-স্বস্ত্যয়ন কৰক ; গুৰু-ভকতক ভক্তি কৰক, তেনেহ'লে মণিৰাম দুদিনতে ভাল হ'ব।—সৰলা ঘুনুচাই গুৰুবাক্যকে সাৰোগত কৰি নৈ দেৱতা-গুৰু-ব্ৰাহ্মণকে পূজা-পাতল দি চাব খুজিলে। ঘুনুচাৰ দুখৰ কথা শুনি এজন বিদেশী পথিকে তেওঁক এটি টকা দি গৈছিল। তেওঁ সেই টকাটিকে আনি গুৰুৰ শ্ৰীচৰণত সমৰ্পণ কৰিলে। তেতিয়া গুৰুদেৱে বাৰিষাৰ বৰষুণৰ নিচিনা আশীৰ্বাদৰ সহস্ৰ ধাৰ পেলাই প্ৰস্থান কৰিলে।'

এইদৰে প্ৰথমে ৰাম-বিষ্ণু বুলি আঁতৰি যাব খোজা গুৰুৰ মুখত এনেকৈ ধন পাই ওলোৱা আশীৰ্বাদে গুৰুকুলৰ ভণ্ডামিকে প্ৰকাশ কৰে। বিশেষকৈ সত্ৰীয়া গোসাঁই এজনাৰ লেখনীত প্ৰকাশ পোৱা এনে চৰিত্ৰাঙ্কন বিশেষ লক্ষ্য কৰিবলগীয়া। সমাজৰ আওকাণ-অবিচাৰত কোনো কোনো সময়ত ব্যক্তি জীৱন একোটা কেনেকৈ মষিমূৰ হয় তাকো এই গল্পৰ শেষ খণ্ডত দেখিবলৈ পোৱা যায়। 'এতিয়া ঘুনুচা নাই, মণিৰামো নাই, ঘুনুচা বা মণিৰামৰ কোনো আত্মীয়-স্বজনো নাই। কিন্তু নৈৰ পাৰৰ সেই ঠাইখিনিত এজনী পাগলী বহি বহি মাটিৰ দেৱতা-বামুণ গঢ়ি তাৰ ওপৰত অত্যাচাৰ কৰা বহু বাটৰুৱাই দেখিছে আৰু মাজে মাজে নৈশ নিস্তব্ধতা ভেদ কৰি কান্দোনৰ কাতৰ স্বৰ আকাশ-ছানি উঠাও বহুতে শুনিছে।' ইয়াক অসমীয়া সমাজৰ বৰ্তমান গুৰু-গোসাঁইসকললৈ গ্ৰন্থকাৰে দিয়া সতৰ্ক-বাণী বুলিলে ভুল নহ'ব।

চলিত নীতি-নিয়মৰ বিৰুদ্ধে হঠাৎ ঘটা পৰিবৰ্তনৰেই অন্য নাম বিদ্ৰোহ বা বিপ্লৱ। এই বিদ্ৰোহ দুই ধৰণৰ হ'ব পাৰে ঃ সামূহিক আৰু ব্যক্তিগত। এজনতকৈ অধিক লোকে যেতিয়া কোনো চলিত ৰীতি-নীতিৰ বিৰুদ্ধে মুঠ বান্ধি উমৈহতীয়াভাৱে মূৰ দাঙি উঠে, তেতিয়া ইয়াক সামূহিক বিপ্লৱ বা বিদ্ৰোহ বোলে। যেতিয়া কোনো ব্যক্তিবিশেষে সমাজৰ বদ্ধমূল নিয়ম-নীতি মানি চলিবলৈ সন্মত নহৈ অন্যথা আচৰণ কৰে তেতিয়া সি নাম পায় ব্যক্তিগত বিদ্ৰোহ। বিদ্ৰোহীয়ে যেতিয়া নিয়মৰ বিপৰীতে চলি আত্মপ্ৰতিষ্ঠা লাভ কৰিব পাৰে তেতিয়া সমাজত পৰিবৰ্তন আহে আৰু সমাজ তেওঁ দেখুৱা বাটেদি আগবাঢ়ি যায়। তাকে কৰিব নোৱাৰিলে বিদ্ৰোহৰ অগ্নি-দহন অন্তৰত বান্ধি লৈ বিদ্ৰোহীয়ে নিজ কাৰ্যৰ বাবে পৰিতাপ কৰে আৰু সাগৰৰ ঢৌ সাগৰতে মাৰ যোৱাৰ দৰে সমাজৰ মানুহ পুনৰ সমাজতে মিলি যায়। বুদ্ধ, মহম্মদ,

মহাবীৰ আদি যুগনায়কসকল প্ৰত্যেকেই এনেকুৱা একোগৰাকী বিপ্লৱী পুৰুষ আছিল আৰু আত্ম-প্ৰতিষ্ঠাৰ মাজেদি তেওঁলোকে সমাজত পৰিবৰ্তন আনিব পাৰিছিল।

গোসাঁইৰ গল্পৰ কিছুমান নায়কেও নিজৰ বিবেক-বুদ্ধি মানি সমাজৰ বিৰুদ্ধাচৰণ কৰিছে ; কিন্তু দৈৱ-দুৰ্বিপাকত গৈ নিজক প্ৰতিষ্ঠা কৰিবলৈ সমৰ্থ হোৱা নাই। 'নৈৰ দাঁতিত' গল্প তাৰেই এটি উদাহৰণ। 'যথাসময়ত বিয়া নহ'লে বামুণৰ ছোৱালী পতিতা হয়। অবস্থাৰ বৈষম্যত পৰি মালতীৰো সেয়ে হ'ল। কিন্তু যেতিয়া পদুমৰ কলিটি লাহে লাহে ফুলিবলৈ আগবাঢ়ে, অথচ সেই বাঞ্ছাৰ তৃপ্তি নহয়, যেতিয়া দ্বিতীয়া বা তৃতীয়াৰ জোনৰ ক্ষীণ কলাটি পূৰ্ণিমাৰ পূৰ্ণতা পাবলৈ ব্যাকুল হয়, অথচ সেই আকাঙক্ষা পূৰ নহয়, তেতিয়াৰ সেই কলিত, সেই জোনত এটি অতৃপ্ত বাসনা, এটি আনন্দৰ ব্যাকুলতা আৰু এটি মধুৰ উন্মাদনা ফুটি উঠে, যি বৰ্ণাব নোৱাৰা সুন্দৰ। এই বয়সত ৰূপ আৰু সৌন্দৰ্যৰ হেন্দোল-দোলত এজন ডেকাৰে সৈতে মালতীৰ বিয়া হ'ল। সমাজৰ মুখলৈ নাচাই আৰু গুৰুজনৰ কথা নুশুনি সেই ডেকাজনে মালতীক বিয়া কৰালে। এই ডেকাজনৰ নাম কালীনাথ। পুৰণিকলীয়া শাসনৰ বিৰোধে, সমাজৰ বিৰোধে আৰু গুৰুজনৰ উপদেশৰ বিৰোধে মালতীক বিয়া কৰোৱা দেখি কালীনাথৰ পিতাকে তেওঁক ঘৰত সোমাব নিদিলে।'

এইদৰে কালীনাথে ঘৰ-দুৱাৰ এৰি অনাই-বনাই ফুৰিলে। যথা সময়ত তেওঁৰ এটি পুত্ৰ-সন্মান লাভ হ'ল। এনেতে এদিন কালীনাথৰ পিতাক ঢুকাল। তেতিয়া মাকে শাস্ত্ৰ-সন্মত সকলো কাটি কৰি থৈ কালনীনাথক ঘৰলৈ আনিবলৈ স্থিৰ কৰিলে। কিন্তু হ'ল কি? কালীনাথে ঘৰলৈ আহোঁতে নৈ এখন পাৰ হ'ব লাগিছিল। কাৰ্যবশতঃ তেওঁ আগেযে মালতীক কেঁচুৱাৰে সৈতে এখন নাৱত পঠিয়াই দি নিজে পিছত অন্য এখনত আহিবলৈ স্থিৰ কৰিলে। মালতী পাৰ হোৱাৰ পিছত হঠাৎ নৈৰ চাকনৈয়াত পৰি কালীনাথৰ নাও বুৰ গ'ল। কালীনাথে সলিল সমাধি লাভ কৰিলে। 'তাৰ লগতে ইমান আশা, ইমান আনন্দ সকলো অনন্ত জলত বুৰ গ'ল। পণ্ডিতসকলে ক'লে— শাস্ত্ৰ-সন্মত নমনাৰ এই ফল।'

বিধিৰ ইচ্ছাত কালীনাথে নিজক প্ৰতিষ্ঠা কৰিব নোৱাৰিলে। ৰক্ষণশীল সমাজ আগৰ ঠাইতেই থাকিল, এখোজো আগলৈ নগ'ল। মালতীয়ে নিষ্ঠুৰ বিধিৰ কোপত পৰি ক্ৰমে শাহুৱেক আৰু প্ৰাণাধিক পুত্ৰটিকো হেৰুৱালে। এনে অবস্থাত বেচেৰী মালতী ঘুনুচাৰ দৰেই নিৰাশ্ৰয়া হ'ল ; কিন্তু পাগলী নহ'ল। কি কৰুণ ঘটনা।

'সন্ন্যাসিনী' গল্পত দুটা কথা স্পষ্ট হৈ উঠিছে ঃ অবৈধ প্ৰণয়ৰ পৰিণতি আৰু গুণজ আৰু ৰূপজ প্ৰণয়ৰ পাৰ্থক্য। যেতিয়া ভৰ যৌৱনৰ দুকূলভঙা ঢল আহে তেতিয়া বিবেক কাণ্ডাৰীয়ে জীৱন-নৌকা স্থিৰে ৰাখিবলৈ অনেক সময়ত অক্ষম হয়। সেই সময়তেই সমাজৰ চকুত ধূলি মাৰি অনেকে ইন্দ্ৰিয় সম্ভোগৰ অবৈধ সৰোবৰত অবগাহন কৰি কামনাৰ তৃপ্তি লাভ কৰে। সন্ন্যাসিনীৰো সেয়ে হৈছিল। যি মোহনক তেওঁ সৰুৰেপৰা ভাল পাইছিল, হঠাৎ যৌৱন জাগি উঠাত তেওঁক ওচৰত নাপাই

তেওঁ অন্য এজন যুৱকৰ লগত ভোগৰ আকাঙক্ষা পূৰ কৰিলে। সমাজে তাৰ গমকেই নাপালে। কিন্তু ফলত হ'ল কি? 'লো এডোখৰ তপতে তপতে বৰ্ব গৰম ; পানীত পেলাই দিয়া মাত্ৰেই ভক্‌ভকাই, ফক্‌ফকাই আৰু সি নাচি উঠে। কিন্তু যেতিয়া তাৰ পানীৰ প্ৰতি হোৱা আকৰ্ষণ বা লালসাই তৃপ্তি লভে, তেতিয়া সি আগৰ যেনে লো তেনে।' নতুন যুৱকৰ লগতো সন্ন্যাসিনীৰ সেয়ে হ'ল।

যথাসময়ত কিন্তু মোহনৰ লগতেই সন্ন্যাসিনীৰ বিয়া হ'ল। কিন্তু ইমানতে অশান্তিৰ অন্ত নপৰিল। মোহনৰ সৰলতা আৰু সাধু স্বভাবে তেওঁক মুগ্ধ কৰিলে। অতীততে কৰা বিশ্বাস-ঘাতকতাৰ কথা মনত পৰিবলৈ ধৰাত তেওঁৰ অন্তৰত অনুতাপ আহিবলৈ ধৰিলে। অথচ তেওঁ মোহনক সেই কথা খুলি ক'বও নোৱাৰে। তেওঁ তাৰ প্ৰতিকাৰৰ কাৰণে চিন্তা কৰিবলৈ ধৰিলে। এদিন যেতিয়া কমলে মোহনক ক'লে— মই আপোনাৰ উপযুক্ত নহওঁ, মোক আপুনি ত্যাগ কৰক—মোহনে তেতিয়া তেওঁক আৰু বেছিকৈহে মৰম কৰিলে। আকৌ দুনাই তেনেকৈ কোৱাত উত্তৰ দিলে—কমল, তেনে নিদাৰুণ কথা শুনাই তুমি কি সুখ পোৱা?—মোহনৰ চৰিত্ৰৰ সৰলতাই কমলক তেনেই মুগ্ধ কৰিলে। তেওঁ যে তেনেকুৱা এজন সাধু প্ৰকৃতিৰ লোকৰ পত্নী হোৱাৰ উপযুক্ত নহয় সেইটো অন্তৰত উপলব্ধি কৰি এদিন মাজনিশা মোহনৰ অজ্ঞাতসাৰে ঘৰৰপৰা তেওঁ বাহিৰ হ'ল। সেই দিনাৰপৰাই কমল সন্ন্যাসিনী। পাপীৰ অন্তৰত যে এদিন নহয় এদিন অনুশোচনা আহে তাকেই সন্ন্যাসিনী গল্পত প্ৰতিপন্ন কৰিবলৈ যত্ন কৰা হৈছে। তদুপৰি ৰূপৰ মাদকতাত ওপজা প্ৰণয় ভোকাতুৰৰ অন্তৰত খাদ্যৰ প্ৰতি ওপজা স্পৃহাৰ দৰে। পৰিতৃপ্তিতেই তাৰ সীমা। কিন্তু গুণজ প্ৰেম অন্তৰৰ বস্তু। প্ৰেমাস্পদৰ মঙ্গলৰ অৰ্থে ই প্ৰেমিকক জীৱন পৰ্যন্ত বিসৰ্জন দিবলৈ শিকায়। কমলৰো সন্ন্যাস গ্ৰহণত মোহনৰ প্ৰতি হিতাকাঙক্ষাৰ মাত্ৰাই বেছি , স্বকৰ্মজ পাপৰ প্ৰায়শ্চিত্ত চিন্তা ইয়াত গৌণ বুলিব পাৰি।

দুখীয়াৰ দুখ আৰু তাৰ ওপৰত অদৃষ্টৰ পৰিহাস গোসাঁইৰ গল্পৰ এটি প্ৰধান বিষয়। 'অদৃষ্ট' গল্পটো তাৰেই এটি নিদৰ্শন। আগেযে ধনীৰাম ধনে-ধানে, ঐশ্বৰ্যই-বিভূতিয়ে কেনে যোত্ৰবান লোক আছিল—শেহত বিধিৰ বিধানত মাউৰত কেনেকৈ সকলোবোৰ উচন গ'ল, কেনেকৈ তেওঁ বামুণৰ ঘৰত বন্ধা থাকি ঘৰখন পাতিবলৈ যত্ন কৰিলে আৰু শেষত ভাত-কাপোৰৰ কষ্টত উৰুখা ঘৰৰ তলত থাকি কেনেকৈ তাৰ নৱবধূৱে ইহ সংসাৰৰপৰা বিদায় ল'লে—ইত্যাদি কথা ভালকৈ ভাবিলে—এইবোৰক অদৃষ্টৰেই পৰিহাস নুবুলি নোৱাৰি। এই গল্পটো নিচেই চুটি যদিও ইয়াৰ ঘটনাৰ কাৰ্যক্ৰম ইমান প্ৰখৰ গতিত চলিছে যে গোটেইটো গল্প পঢ়িলে চকুৰ আগতে এখন আলোক-ছবি দেখা যেনহে লাগে। ইয়াত ধনীৰামৰ—'দাৰিদ্ৰ্যদোষো গুণৰাশিনাশী' কথাটো পৰিস্ফুট হৈছে।

'পশুপতিৰ বিয়া' গল্পটোত ছোৱালীৰ বাপেকৰ যি চৰিত্ৰ অঙ্কন কৰা হৈছে সি আজি-কালিৰ অসমীয়া সমাজত প্ৰায়ে অচল বুলিব পাৰি যদিও এসময়ত ছোৱালীৰ

গা-ধন লোৱাটো সমাজৰ ৰীতিয়ে হৈ পৰিছিল। এই গল্পটোৰ বিষয়বস্তু সম্পৰ্কে মন্তব্য দি গোস্বামীৰ ককায়েক প্ৰতাপচন্দ্ৰ গোস্বামীয়ে কৈছিল—ছোৱালীৰ গা-ধন লোৱা ৰীতি প্ৰচলন থকা সময়ত এনে চৰিত্ৰৰ অসমীয়া মানুহ সমাজত ঢেৰ আছিল। এই গল্পটো এটা সত্য ঘটনাকে অবলম্বন কৰি লিখা ; কেৱল পাত্ৰ-পাত্ৰীৰ নামান্তৰ কৰা হৈছে।

আজি-কালি অপত্য স্নেহতকৈ ধনৰ মোহক ওপৰ আসন দিয়া 'ছুইলক' অসমীয়া সমাজত কাচিৎ ক'ৰবাতহে দেখিবলৈ পোৱা যাব। কিন্তু টকা-ধাৰত পোত গৈ বিয়া পতা অসমীয়া যুৱকৰ সংখ্যা তাকৰ নহয় আৰু তেনেকৈ চালে পশুপতিৰ বিয়া বহুত গএগা-যুবকৰে চৰিত্ৰৰ প্ৰতিবিম্ব।

'পুনৰ্জন্ম' গল্পটো মিলনান্তক। এনেকুৱা মিলনৰ ছবি কিন্তু গোসাঁয়ে গল্পত অতি কম পৰিমাণেহে অঙ্কন কৰিছে। ঘটনাটো আচৰিত আচৰিত যেন লাগে যদিও ই তেনেই অস্বাভাৱিক বা অলৌকিক নহয়। গোসাঁইৰ বহুত গল্পতেই এনে ধৰণৰ চমৎকাৰিত্ব আছে।

ধৰ্মৰ মহিমাময় শক্তিয়ে যে সময়ত যৌৱনৰ প্ৰবল সোঁতৰো গতি বদলাব পাৰে সেইটো 'পুৰণি আখ্যায়িকাৰপৰা লোৱা' 'মালিনী' গল্পত ফুটি ওলাইছে। যৌৱনৰ বিদ্ৰোহ দুৰ্দমনীয়, কিন্তু ক্ষণস্থায়ী। সেই বিদ্ৰোহক সুপথ লগাই দিব পাৰিলে সি দুৰ্জয় শক্তিত পৰিণত হয়। মালিনীয়ে তেওঁৰ প্ৰেমাস্পদ সবোজক জীৱনৰ চিৰসঙ্গী হিচাপে নাপালে সঁচা, কিন্তু তেওঁৰ অন্তৰে যেতিয়া ধৰ্মৰ আশ্ৰয় গ্ৰহণ কৰিলে তেতিয়া তেওঁৰ মনত বিপুল শক্তি উপজিল আৰু সেই শক্তিৰ প্ৰভাৱত তেওঁ হাজাৰ হাজাৰ নৰ-নাৰীৰ কল্যাণ সাধিলে। ধৰ্মই পবিত্ৰ কৰি তোলা প্ৰেমৰ শক্তি এনেকুৱাই।

"মালিনী"য়েই গল্পাঞ্জলিৰ শেষ গল্প। ৰোমাণ্টিক পৰশ আছে যদিও গল্পবোৰ কোনো প্ৰকাৰে অস্বাভাৱিক বা অলৌকিক নহয়। এইবোৰ গল্প যিসময়ত ৰচনা কৰা হৈছিল সেই সময়ত অসমীয়া সমাজ আজিৰ সমাজতকৈ বহুগুণে পিছপৰা আছিল। গতিকে তেতিয়াৰ পাঠকৰ কাৰণে এই গল্পবোৰ আৰু বেছি মনঃপুত আছিল। তদানীন্তন গএগা সমাজৰ গতিগোত্ৰ অধ্যয়ন কৰাত লেখক গোস্বামীদেব কেনে তৎপৰ আছিল গল্পবোৰে তাৰে আভাস দিয়ে।

## ময়না

আচল নামটো 'ময়না' নহয়, 'ময়না আৰু আন আন গল্প'হে। কিন্তু 'ময়না' বুলিয়েই জনাজাত। নামটোৱে অসমীয়া প্ৰথা এটা সোঁৱৰাই দিয়ে। অসমীয়া গাঁওবোৰত যেতিয়া নতুন বোৱাৰীয়ে সন্তান জন্ম দিয়ে তেতিয়াৰেপৰা তেওঁক সেই

সন্তানৰ মাক বুলি মতা হয় ; যেনে, মধুৰ মাক, ডালিমীৰ মাক ইত্যাদি। অৱশ্যে মধুৰ মাক বুলিলে যে সকল মধুৰহে মাক নাইবা মধুৰ মাকৰ আৰু সন্তান নাই এনে কথা কোনেও নুবুজে। তথাপি তেওঁ নাম পায় মধুৰ মাক। প্ৰথম সন্তানৰ নাম মতেই তেনে নাম হয়। ঠিক তেনেকৈয়ে গোস্বামীৰো দুখন কিতাপৰ নাম পোৱা যায়—'ময়না' আৰু 'বাজিকৰ'। এই দুযোখন কিতাপ গোসাঁইৰ ক্ৰমে দ্বিতীয় আৰু তৃতীয় পুথি। দুয়োখন কিতাপৰেই নাম হৈছে প্ৰথম গল্পটোৰ নাম অনুসৰি। 'ময়না' যদিও গোসাঁইৰ দ্বিতীয় গল্প পুথি তথাপি ইয়াৰ অনেক গল্প বহুত দিন আগেয়ে ছাত্ৰাবস্থাতেই লিখা। পাতনিত সেই কথা লেখকে প্ৰকাশ কৰিছে। ইয়াৰ কেইবাটাও গল্প লেখকে ছাত্ৰ কালতেই 'অঙ্কুৰ' নামে হাতেলিখা আলোচনীত প্ৰকাশো কৰিছিল। ছাত্ৰ কালতে লিখা কাৰণেই হ'ব পায় অনেক গল্পত জীৱনৰ দায়িত্ববোধ বা কথা-বতৰাৰ আৱশ্যকীয় গাম্ভীৰ্য সম্পূৰ্ণকৈ ফুটি উঠা যেন নালাগে। উদাহৰণ স্বৰূপে প্ৰথম গল্প দুটালৈয়ে আঙুলিয়াব পাৰি। প্ৰথমটোত এটা কৰুণ ঘটনাৰ বৰ্ণনা আছে যদিও তাত আৱশ্যকীয় গাম্ভীৰ্য নাই। সন্তানহীনা তিৰোতা গৰাকীয়ে ময়না পুহি তাৰ মাত শুনিযেই সন্তানৰ মাতৰ অমৃতময় কথাৰ আস্বাদ লৈছিল। দুৰ্ভাগ্যক্ৰমে তেওঁৰ গিৰিয়েক ঢুকাল আৰু নিষ্ঠুৰ বিধিয়ে সেই ময়নাটোও মাৰি নিলে। মানুহে তেতিয়া তিৰোতাজনীক বলিয়া বুলিবলৈ ধৰিলে। কিন্তু তেওঁহে বুজিলে বলিয়া সঁচাকৈ কোন! গল্পৰ বিষয়বস্তু ইমানেই।

ঠিক সেইদৰে দ্বিতীয় গল্প 'ব্ৰহ্মপুত্ৰৰ বুকুত' চাওক। গল্পটো সুখপাঠ্য। উপন্যাসৰো গন্ধ তাত থকা যেন লাগে। সেই কাৰণেই গল্পৰ অন্তত লেখকে বুধিৰে প্ৰকাশ কৰিছে—আজিলৈকে জানিব নোৱাৰিলোঁ, এই ঘটনাত কিবা সত্য আছিল নে ই বঙালী উপন্যাস পঢ়া মোৰ বিকৃত মস্তিষ্কৰ অদ্ভুত উদ্ভাৱনা।—লেখকে গল্পটো 'অঙ্কুৰ'ত 'তৰণী-তীৰে' শিতানত প্ৰকাশ কৰিছিল। ইয়াত গোসাঁইৰ ছাত্ৰাবস্থাৰ লেখনীৰ ঠাচ লক্ষ্য কৰিব পাৰি।

সপোনকে আশ্ৰয় কৰি গল্পটোৰ উদ্ভৱ হৈছে। ইয়াক অবৈধ প্ৰণয়ৰ এটা মোহময় ছবি বুলিব পাৰি। 'গল্পাঞ্জলি'ৰ সন্ন্যাসিনী গল্পৰ দৰে ইযাতো অবৈধ প্ৰণয়ৰ চিত্ৰ গোসাঁয়ে আঁকিছে যদিও এই দুয়োটা গল্পৰ কোনোটোতে গল্পৰ নায়কৰ ভৱিষ্যৎ মঙ্গল সূচনা কৰা নাই। ব্ৰহ্মপুত্ৰৰ ওপৰত নাৱৰীয়াৰ বহল নাৱৰ বুকুত শৰৎ কালৰ বিতোপন নিশাৰ সপোনৰ যি কাহিনী লেখকে ইযাত বৰ্ণাইছে তাৰ মূল কথা নিচেই তাকৰ। সপোনৰ বালিকাই নিজে কৈছে—'ব্ৰহ্মপুত্ৰৰ বুকুত নাৱত উঠি ফুৰিছিলোঁ, মই আৰু মোৰ স্বামীৰ বন্ধু বিলাতৰ পৰা নতুনকৈ ফিৰি অহা—তেওঁৰ নাম নকওঁ ; তুমি বা কোনোৱে তেওঁৰ নাম জানিব নালাগে। সি মোৰ গূঢ় আনন্দৰ সামগ্ৰী, মোৰেই হৈ থাকক। কি হ'ল, কিজানি সকলো কথা শুনিলে তুমি মোক ঘৃণা কৰিবা। মুঠতে ইয়াকে জানি থোৱা, সেই লাজতে মই ব্ৰহ্মপুত্ৰৰ বুকুত ডুবিলোঁ, জানোচা মোৰ তীব্ৰ লালসা আৰু তীক্ষ্ণ লাজৰ দংশন এবাৰ শীতল জলে শীতলাই দিয়ে ;

আৰু মই ভূত নহওঁ ; এতিয়া জানিছা মই দেৱতাও নহওঁ। মই মানুহ—আশা, বাসনা, কাম, অবিবেচনাপূৰ্ণ চিন্তাৰে আদি মানুহৰ আত্মা মোৰ। তোমালোকৰ নীতিশাস্ত্ৰত মোৰ জীৱন ঘৃণ্য, মই পতিতা। মোৰ নামতো সাধু লোকৰ নাক কোঁচ খায়। কিন্তু জগৰ কাৰ? মোৰেই নে অকলে? নে মানুহৰ অন্তৰ আত্মাত যি অজ্ঞাত পুৰুষে বাসনাৰ এই তীব্ৰ হলাহল, প্ৰবৃত্তিৰ এই আদি উদ্দীপনা জগাই দিয়ে তেওঁৰো অলপ ভাগ আছে?' ঘটনাটোক কোনো কোনোৱে মামুলি বুলিব পাৰে, কিন্তু পতিতাৰ এনে আত্মবিশ্লেষণ নিশ্চয় আধুনিক আৰু 'ফ্ৰয়ডিয়ান'।

কথোপকথন আধুনিক গল্পৰ এটা আঙ্গিক স্বৰূপ। গোসাঁইৰ 'দিল্লীকা লাড্ডু' চাৰি-অঙ্কীয়া নান্দী-সূত্ৰধাৰ সম্বলিত নাটক বুলি ওলাইছে যদিও ই গল্পহে। ইয়াৰ মাজেদি গোসাঁয়ে ফিতাহি মৰা নতুন গ্ৰেজুৱেটৰ ফুটনি ফুটাই তুলিছে। গোসাঁইৰ বচন ভঙ্গী ইয়াত লক্ষ্য কৰিব পাৰি। ইয়াৰ হাস্যৰস গহীন ধৰণৰ হৈ পৰিছে। সংস্কৃত নান্দীত বুকাৰি (বুক (book) + অৰি) 'ডিগ্ৰীগ্ৰস্ত' নায়কৰ 'জগুঘামধ্যস্পৰশিকামিজঃ গোৱালিব্দৰ্শিধুৰ্তিঃ' আৰু 'হেজলিনস্নোনা শোধিতঃ নিৰ্মুক্ত-গোম্ফদাঢ়িঃ' বৰ্ণনা দিয়াত নাটৰ মূলবস্তু কি আৰু কেনে হ'ব তাৰ এটা ইঙ্গিত পোৱা যায়। প্ৰস্তাৱনাত আকৌ গ্ৰেজুৱেটৰ মনৰ অৱস্থাটো বৰ্ণনা কৰিছে—'তুমি যেনিবা উদং গোৱা গৰু, অভিভাৱকৰ শাসন জেং, কলেজৰ নিয়ম-কানুন বেৰ, এই সকলোবোৰৰ দিন গ'ল ; যুগ আহিল তোমাৰ মুকলি মনৰ, বাধাহীন প্ৰাণৰ, অনাস্বাদিত স্বাধীনতাৰ গৌৰৱৰ।' এনেকুৱা গ্ৰেজুৱেটৰ লগত গোসাঁই নিজে সদায় পুৱা-গধূলি ঘনিষ্ঠ সম্পৰ্কত থাকিবলগীয়া হৈছিল বাবেই হয়তো গ্ৰেজুৱেটৰ মনৰ অৱস্থা আৰু কাৰ্যই তেওঁক গল্পৰ সমল যোগাইছিল।

গোসাঁইৰ 'বনৰীয়া প্ৰণয়' গল্পই মিছিং যুবক-যুৱতী এহালৰ সৰল প্ৰাণত আদিম প্ৰবৃত্তি প্ৰেমৰ তীব্ৰতা ফুটাই তুলিছে। সাহিত্যৰথী বেজবৰুৱাদেৱে এনেকুৱা কথাকে লৈ 'ধনবৰ আৰু ৰতনী' বেলেড লিখিছিল। ঔপন্যাসিক ৰজনীকান্ত বৰদলৈদেৱেও তেখেতৰ 'মিৰিজীয়ৰী'ত পানেই আৰু জঙ্কিৰ মাজেদি তেনেকুৱা প্ৰেমৰে ছবি অঙ্কন কৰিছে। সহানুভূতি সহকাৰে মিছিং-জীৱনৰ কাৰ্য-কলাপ লক্ষ্য কৰিছিল কাৰণেই লেখকে গল্পত তাৰ স্পষ্ট ৰূপ দিব পাৰিছিল। গল্পৰ কথাকে মিছিং ডেকা-ডেকেৰী মণি আৰু লনীৰ মাজত তেওঁৰ পুৰণি পঢ়া-লগৰীয়া হাকিমক কৈ বি মিলন ঘটালে সি লেখকৰ ব্যক্তিগত জীৱনৰ কিবা বাস্তৱ অভিজ্ঞতাও হ'ব পাৰে। শেষত গল্পলেখকে কৈ থৈছে 'সেই দিনৰপৰা মনত এটা ভাব খেলাই আছে, কিজানি মিৰি হৈ জন্ম ল'ব পাৰিলেই ভাল আছিল।'

যেই-সেই কামৰেই গুৰিতে একোটা প্ৰেৰণা থাকে। বিখ্যাত কবি আৰু সাহিত্যিকসকলৰ কবিতা আৰু গ্ৰন্থৰ অধ্যয়নো কেতিয়াবা তেনে সৃষ্টিশীল প্ৰেৰণাৰ উৎস হৈ পৰে। ইংৰাজ কবি টেনিছনৰ কবিতা কলেজত সকলো ল'ৰাই পঢ়ে ; কিন্তু টেনিছনৰ 'ইনক আৰ্ডেন' কবিতাই গোসাঁইৰ অন্তৰত যাত্ৰী নামৰ গল্প ৰচনাৰ প্ৰেৰণা

দিছিল। গল্পটো সম্পৰ্কে গোস্বামীয়ে নিজে লিখিছে 'স্কুলত পঢ়া দিনত আমি কেইজনমান ছাত্ৰই 'অঙ্কুৰ' নামে হাতেলিখা মাহিলী এখন উলিয়াইছিলোঁ। 'যাত্ৰী' নামৰ গল্পটো তাৰপৰা তুলি দিয়া হ'ল। ইযাত মহাকবি টেনিছনৰ 'ইনক-আৰ্ডেন' গল্পৰ অলপ আভাস আছে।'

'ইনক-আৰ্ডেন' কবিতাৰ মূল কথা এই—ইনক, ফিলিপ ৰে' আৰু এনী—এই তিনিটা ল'ৰা-ছোৱালীয়ে সাগৰৰ বালিত উমলি-জামলি কাল কটাইছিল। দৰা-কইনা সাজি ওমলা সৰু ল'ৰা-ছোৱালীৰ বৰ প্ৰিয় খেলা। সিহঁতেও তাকে খেলিছিল। কেতিয়াবা ইনক হয় গৃহস্থ, এনী গৃহিণী আৰু ফিলিপ আলহী। আকৌ কেতিযাবা ফিলিপ গৃহস্থ, এনী গৃহিণী আৰু ইনক আলহী। যিযেই গৃহস্থ নহওক এনীৰ ভাগ্যত সদায় পৰিছিল গৃহিণী হোৱাটো। গৃহস্থ কোন হয তাকে লৈ ইনক আৰু ফিলিপৰ মাজত সততে কন্দলৰ সৃষ্টি হৈছিল। এনীযে তেতিযা সান্ত্বনাৰ বাণী শুনাই কৈছিল—

'কিযনো কন্দল বাৰু কৰাহঁক দুযো অবাবত?'
হে ক্ষুদ্ৰ পত্নী মই তুৰিম দুযোকো, তোমাসাৰ উভয গৃহত।।'

বাস্তৱ জীৱনত সেযে ঘটিল। ইনক আছিল দুখীয়া, কিন্তু বলী, সাহসী আৰু স্বাস্থ্যবান। ফিলিপ আছিল এজন ধনী সদাগৰৰ পুত্ৰ কিন্তু ইনকতকৈ দুৰ্বল আৰু কম সৌন্দৰ্যবান। সেই বাবেই নেকি এনীয়ে সাধাৰণতে ইনকক বেছি ভাল পাইছিল। ই সৰু কালৰ কথা।

বয়স হ'ল। যথাসময়ত ইনকে এনীক বিযা কৰালে। ফিলিপ বিয়া নকৰোৱাকৈয়ে থাকিল। ইনকে ইতিমধ্যে বাণিজ্যৰ কাৰণে সাগৰ-যাত্ৰা কৰিলে। দুভাগ্যাক্ৰমে তেওঁ যোৱা জাহাজখন অথাই সাগৰত বুৰ গ'ল আৰু তেওঁ গৈ টৌৰ কোবত জন-প্ৰাণীহীন এটা দ্বীপত উঠিল। সেই দ্বীপতেই গছৰ ফলমূল খাই ইনকে সুদীৰ্ঘ বাৰ বছৰ কাল কটালে।

ইফালে ইনক ঢুকাল বুলি ভাবি কেইবা বছৰো পিছত এনী এদিন ফিলিপৰ লগত বিযা সোমাল। পিছত হঠাৎ এদিন এখন জাহাজ সেই দ্বীপৰ ওচৰেদি যোৱা ইনকে দেখিলে। তেওঁ উচ্চৈস্বৰে চিঞঁৰ-বাখৰ কৰি নাবিকসকলৰ সহানুভূতি আকৰ্ষণ কৰিবলৈ সমৰ্থ হ'ল। সেই জাহাজৰ সহায়তে তেওঁ নিজৰ জন্মভূমি পালেহি। কিন্তু পালে কি হ'ব? তেওঁৰ কামনাৰ কামিনী জীৱন-তোষিণী এনী তেতিয়া হৈছিল ফিলিপৰ গৃহিণী। ইনকে এনীৰ ওচৰত আত্ম-পৰিচয় নিদিলে। ফিলিপ-এনীৰ সুখৰ সংসাৰ তেওঁ চুৰকৈ গৈ এবাৰ চাই ল'লে। তেওঁ ভাবিলে যে তেওঁ আত্ম-পৰিচয় দিব লাগিলে তেওঁলোকৰ সুখৰ সংসাৰ ছাৰখাৰ হ'ব। দাৰুণ মনোকষ্টত তেওঁৰ প্ৰাণপখী উৰি গ'ল।-নিজে প্ৰাণ ত্যাগ কৰিও তেওঁ প্ৰিয়তমা এনীৰ কল্যাণ কামনা কৰিলে।

'যাত্ৰী' গল্পলৈ এতিয়া মন কৰক। ইয়াত গদাধৰ হৈছে ইনক, সৰযূ এনী আৰু নবীন ফিলিপ। নবীন (ওৰফে নানু সদাগৰ)ৰ লগতেই সৰযূৰ বিয়া হ'ল। গদাধৰৰ লগত নহ'ল। ইয়াৰ প্ৰধান কাৰণ অৱস্থাৰ বৈষম্য। গদাধৰে অনাই-বনাই ফুৰি শেষত

ত্যাগৰ মাজেদিও সৰযূৰ মঙ্গল কামনা কৰিবলৈ ছদ্মবেশ ধৰি কেশৱ নাম লৈ নানু সদাগৰৰ ঘৰত গোমস্তা ৰ'লহি। তেনেকৈয়ে শান্তিয়ে (সৰযূৰ নাম তেতিয়া শান্তি) চিনি নোপোৱাকৈ দহ বছৰ কাল কেশৱে গোমস্তাগিৰি কৰি গদাধৰক বহুত ধন-পইচা আৰ্জনত সহায় কৰি দিলে।

নানু সদাগৰৰ দুজনী ছোৱালীৰ আগতে বিয়া হৈ গৈছিল। ১৫ বছৰত তৃতীয়জনীৰ বিয়াৰ ঠিক হ'ল—কেশৱহঁতৰ গাঁৱতে বি এ পাছ কৰা ল'ৰা এটাৰ লগত। গাঁৱৰ মানুহৰ হাতত ধৰা পৰাৰ ভয়ত বিয়াৰ দুদিন নে তিনিদিন আগতে সদাগৰৰ ঘৰৰপৰা কেশৱ নিৰুদ্দেশ হ'ল। বিয়া হৈ যোৱাৰ ৮। ১০ দিন পাছত তেওঁ ৰেজিষ্টাৰ্ড চিঠিৰ দ্বাৰা জনালে যে তেৱেঁই আছিল গধাধৰ আৰু শান্তিয়েই আছিল সৰযূ। ইনক আৰ্ডেন গল্পত কিন্তু ইনকে ফিলিপ আৰু এনীৰ আগত নিজৰ চিনাকি নিদিযাকৈয়ে প্ৰাণ এৰিছিল।'

কেশৱে নিজৰ পৰিচয় জনাই লিখা চিঠিত আৰু লিখিছিল—'শেষ অনুৰোধ শান্তিৰ একো দায় নধৰিব। শান্তিয়ে একো দোষ কৰা নাই। আৰু ইমান দিনে অভাগিনী আপোনাৰ সঙ্গতে সুখত আছেনে? মই টকা লৈ পলাই আহিছোঁ, অৱশ্যে প্ৰথমতে সকলোৱে এনে সংশয় হৈছিল। ইমান দিনে আপুনি নিশ্চয় আচল হিচাব পাইছে। কিন্তু আন মানুহৰ মনত সেই বিশ্বাস থকাই ভাল, বিশেষকৈ শান্তিৰ মনত , নহ'লে সন্দেহ হ'ব পাৰে।'

এনেকৈ অনাই-বনাই ফুৰি থাকি সন্ন্যাসী বেশে যেতিয়া মৃত্যুৰ কোমল কোলাত জিৰণি ল'বলৈ ওলাল তেতিয়া তেওঁ তেওঁক চাবলৈ যোৱা সদাগৰহঁতক কৈছিল—'শান্তি মোক ক্ষমা কৰিবা।' লেখকে ইয়াত এটা প্ৰশ্ন কৰিছে—অনন্ত পথৰ যাত্ৰী অনন্ত প্ৰেমৰ ভিখাৰী অনন্ত প্ৰেমময়ৰ ওচৰ পালেগৈ নে বাৰু?' তাৰ উত্তৰ কোনে দিব?

ৰেল-জাহাজত গ'লে বঙালী বাবুৰ ফেচ্‌ফেচনিত আমনি নোপোৱা যাত্ৰী কমেই আছে। 'অপৰিচিতা' গল্পত বঙালী ভদ্ৰলোকৰ শিষ্টতা আৰু কথোপকথনৰ পাৰ্গতালি স্পষ্ট হৈ উঠিছে। গৃহ-শিক্ষকৰ চৰিত্ৰ অঙ্কন নাইবা তাৰে আলমত গল্প ৰচনা কৰা বোধহয় লেখকৰ উদ্দেশ্য নাছিল। গতিকে 'পৰিচিতা' গল্পই ছাত্ৰীৰ আগতে ৰেলত হোৱা পৰিচয়ৰহে মাথোন সম্ভেদ দি ছাত্ৰীক নামে-কামে পৰিচিতা বুলি জনালে আৰু সেই কাৰণেই গল্পৰ নামটোও খাপ খাই পৰিছে।

পানীৰ ওপৰত তেল বিয়পি পৰাৰ দৰে গাঁৱত অকণমান ঘটনা এটাই গৈ সুবৃহৎ ৰূপ ধৰি দলাদলিৰ সৃষ্টি কৰে। গাঁৱত থকা লোক মাত্ৰেই এই কথা জানে। গোসাঁই গাঁৱতেই ডাঙৰ-দীঘল হোৱা লোক। সেই কাৰণে গল্প ৰচনাৰ উদ্দেশ্যে গাঁৱৰ কাজিয়াৰপৰা সমল সংগ্ৰহ কৰাটো স্বাভাৱিক। তেওঁৰ 'ৰক্তবীজ' তেনেকুৱা গাঁৱলীয়া কাজিয়া এটাৰেই ৰূপান্তৰ।

পৱিত্ৰ প্ৰেমৰ গৌৰৱ ঘোষণা কেইবাটাও গল্পৰ মূল বস্তু। ডাক্তৰ গল্পতো নিষ্কলুষ প্ৰেমৰেই এটা ৰূপ প্ৰকাশ পাইছে। প্ৰভাৰ লগত ডাক্তৰৰ বিয়া বিধিৰ বিপাকত নহ'ল যদিও প্ৰভাৰ প্ৰতি তেওঁ যি পৱিত্ৰ অনুৰাগ অন্তৰত পোষণ কৰিছিল তাক ত্যাগ কৰিব নোৱাৰিলে। প্ৰভাৰ বিয়া বিনয়ৰ লগত হ'ল ; কিন্তু অভিভাৱকৰ যি অৰ্থলোভৰ কাৰণে ডাক্তৰৰ লগত প্ৰভাৰ বিয়া নহ'ল সেই অৰ্থলোভেই বিনয়ৰ বিনাশ সাধন কৰিলে। টকা-পইচাৰ লোভত বিনয়ক প্ৰভাৰ খুৰাকইঁতে বিহ খুৱাই মাৰিলে। ডাক্তৰে যত্ন কৰিও বচাব নোৱাৰিলে। প্ৰভাকো মাৰিব বুলি আশঙ্কা কৰি তেওঁ প্ৰভাক পলুৱাই নিলে। সেই সময়ত প্ৰভা অন্তঃসত্বা আছিল। পলুৱাই নিয়াৰ এমাহৰ পিছতেই প্ৰভাৰ কন্যা এজনী জন্মিল , কিন্তু অলপ দিনৰ ভিতৰতে প্ৰভা ঢুকাই থাকিল। এই কন্যাজনীক বাটত পোৱা বুলি ডাক্তৰে ঘৰলৈ আনি তুলি-তালি ডাঙৰ কৰি এজন কোনোকিছু নথকা যুৱকত বিয়া দিলে।

প্ৰভাৰ প্ৰতি ডাক্তৰৰ যি প্ৰেম আছিল সি কোনো পাৰ্থিৱ মিলনত পৰিণতি লাভ নকৰিলে। অথচ ডাক্তৰে তেওঁৰ সমস্ত জীৱন প্ৰভাৰ কুশল কামনা কৰিয়েই কটালে। এনেকুৱা নিস্বাৰ্থ প্ৰেমৰ পৰিসমাপ্তি ক'ত ভাবিবলগীয়া। গল্পকাৰ গোস্বামীয়েও শেষত গল্পৰেই অঙ্গৰূপে কথাৰ ছলেৰে প্ৰশ্ন তুলিছে—ডাক্তৰৰ এই অতৃপ্ত প্ৰেম, প্ৰভাৰ এই দুৰ্ভাগ্য-কাহিনী প্ৰথমতে মই আজি আপোনালোকক কৈছোঁ। কোনোবাই ক'ব পাৰে নে মৃত্যুৰ সিপাৰে ইমান শোকৰ, ইমান প্ৰেমৰ, ইমান আবেগৰ কিবা চিন থাকিবনে নাই?

ত্যাগৰ মাজেদি প্ৰেমিকাৰ কল্যাণ কামনা 'নদৰাম' নামৰ গল্পৰো মূল বস্তু। এই গল্পটোত এফালে যেনেকৈ হাকিমী মেজাজৰ অৰ্থহীন ফিতাহিটো ফুটি উঠিছে ঠিক তেনেকৈয়ে আনফালে আকৌ নদৰামৰ পত্নীপ্ৰেমো জ্বলন্ত হৈ উঠিছে। লেখকৰ সূক্ষ্মদৃষ্টি ইয়াত ভালকৈ লক্ষ্য কৰিব পাৰি। নদৰাম ফ্ৰান্সত যুদ্ধ কৰা চিপাহী। বিদেশত যুঁজ কৰি ফুৰোঁতে নিজৰ বিবাহিতা পত্নীৰ ভাটিৰাম নামৰ অন্য এজন যুৱকৰ লগত সদ্ভাব হ'ল। অকল সদ্ভাব হৈয়ে নাথাকিল, ভাটিৰামৰ লগত তাই ঘৰ এৰি গুচিও গ'ল। পিছত গোচৰ কৰি নদৰামে ঘৈণীয়েকক পালে সঁচা কিন্তু যেতিয়া ঘৈণীয়েকে ক'লে যে ভাটিৰামৰ কিবা দণ্ড হ'বলৈ হ'লে তাই জীযাই নাথাকে, কাৰণ তাইহে তাৰবাবে দায়ী, তেতিয়া নদৰামৰ কাৰণে সেই কথা অসহ্য হ'ল। ঘৈণীয়েক ভাটিৰামৰ লগত থকাই ভাল। তাইৰ যদি তেনেকৈয়ে সুখ হয় তেন্তে নদৰাম তাতেই সুখী হ'ব।

'ময়না'ৰ শেষ গল্প 'দেৱদৰ্শন'। 'দেৱদৰ্শন'ত গোসাঁয়ে ক্ষমাৰ আদৰ্শ ফুটাই তুলিছে। ৰাজপুত এজনক মাৰি-ধৰি ডকাইতে তাৰ যথাসৰ্বস্ব কাঢ়ি নিলে অথচ সেই ডকাইতকো ৰাজপুতজনে নিজে মিছা কথা কৈও ক্ষমা কৰিবলৈ ওলাল। এনে কাৰ্যত ডকাইতৰ যি পৰিবৰ্তন হ'ল—সি ভিক্টৰ হিউগোৰ জাঁ ভেলজাঁলৈ সঘনে মনত পেলায়। বিদ্যাৰত্নই তীৰ্থলৈ গৈ এই ৰাজপুতজনৰ সঙ্গলাভৰ দ্বাৰা যি শিকিলে তাতহে

তেওঁৰ প্ৰকৃত ভগৱৎ প্ৰাপ্তি হ'ল। তেওঁ অন্তৰত উপলব্ধি কৰিলে আৰু ক'লে, 'সেই ৰাজপুতহে নাৰায়ণ ; মায়া কৰি দাসক দৰ্শন দি গ'ল আৰু শিকাই গ'ল—বাহিৰা তীৰ্থদৰ্শনতকৈ অন্তৰ শুদ্ধিহে আচল তীৰ্থ।' ৰাজপুতৰ ক্ষমা যীশুৱে কোৱা 'যদি তোমাৰ সোঁ গালত কোনোবাই চৰ মাৰি দিয়ে তেন্তে ততালিকে তেওঁক তোমাৰ বাঁও গালখনো পাতি দিবা'—এই কথাৰেই উজ্জ্বল পটন্তৰ নহয় জানো?

জানিব পৰা গৈছে যে বিদ্যাৰামৰ ঘটনাটোৰ নিচিনা ঘটনা এটা গোসাঁইদেৱৰ ককায়েক ডাঙৰ গোসাঁইৰ তীৰ্থ-ভ্ৰমণত ঘটিছিল। লেখক গোসাঁয়ে হেনো সেই ঘটনাৰপৰাই সমল লৈ 'দেৱদৰ্শন' গল্প ৰচনা কৰিছিল।

## বাজিকৰ

এইখনেই শৰৎচন্দ্ৰ গোস্বামীৰ পৈণত বয়সৰ চুটি-গল্পৰ পুথি। ইয়াৰ পাছত লিখা আৰু অনেক গল্প আছে যদিও সেইবোৰ কিতাপ আকাৰত প্ৰকাশ হৈ ওলোৱা নাই। 'বাজিকৰ'ৰ গল্পবোৰ ইয়াৰ আগতে লিখা অন্যবোৰ গল্পৰপৰা দুটা বিষয়ত পৃথক হৈ পৰিছে, যেনে, (১) যৌবন উন্মেষত জাগি উঠা, প্ৰথম দৃষ্টিৰ লগত জড়িত থকা পাতল প্ৰেমৰ প্ৰাচুৰ্য আৰু বিৰহৰ ছাটিফুটি এইবোৰত নাই, (২) অনেক গল্পত ককাদেউতাই নাতি-ল'ৰাৰ আগত নীতিগৰ্ভ সাধু কোৱাৰ লেখীয়া ভাব ফুটি উঠিছে। বয়স হোৱাৰ লগে লগে মানুহৰ বাক্য সংযত আৰু অৰ্থপূৰ্ণ হয়। তেতিয়া যি কথাকেই কওক, তাৰ মাজেদি কিবা এটা বিশেষ ভাব, বিশেষ অৰ্থ ফুটি ওলায়। লেখকৰ লেখাৰো বয়সৰ লগত তেনেকুৱা সম্বন্ধ আছে। 'বাজিকৰ'তো যেন গল্পকাৰৰ ভাবৰ তেনে এটা পৈণত অৱস্থা অনুমান কৰিব পাৰি। প্ৰথম গল্প 'বাজিকৰে'ই তাৰ সাক্ষী।

'বাজিকৰ', 'অন্তৰ-আৱৰণ' আৰু 'পিয়াহৰ পানী'—এই তিনিটা গল্পত ভগৱানৰ অনন্ত শক্তিৰেই জয়গান কৰা হৈছে। মানুহে যেতিয়া ধীৰস্থিৰভাৱে বিশ্ব-জগতৰ সৃষ্টিকৌশলৰ বিষয়ে চিন্তা কৰে তেতিয়া ভগৱানৰ অপৰিসীম শক্তিৰ ওচৰত তেওঁৰ শিৰ অতৰ্কিতে দোঁ খাই আহে। বয়স যোৱাৰ লগে লগে এই ভাব মানুহৰ মনত বেছি দ-কৈ বহে। সেই কাৰণেই বুঢ়া বয়সত কম-বেছি পৰিমাণে প্ৰায় সকলো লোককেই ভগৱৎ চিন্তাত নিমগ্ন হোৱা দেখা যায়। তেতিয়া সকলো বস্তুৰ মাজেদি ভগৱানৰ অনন্ত মহিমা মানুহে অন্তৰত উপলব্ধি কৰিবলৈ ধৰে। 'বাজিকৰ' গল্প লিখা সময়তো লেখকৰ মন নিশ্চয় কিছু পৰিমাণে ভগৱৎ ভক্তিৰ পিনে ঢাল খাইছিল।

বাজিকৰ গল্পটোত দাৰ্শনিক, পণ্ডিত, ধাৰ্মিক আদি সকলোৰে তৰ্কজাল কাটি সন্ন্যাসীয়ে বুজাই দিলে—তোমালোকে পৰশমণিৰ কথা কৈছা ; তেওঁৰ হাতেই পৰশমণি। ধূলি-মাকতি যিহৰ-তিহৰপৰা তেওঁ যি ইচ্ছা তাকে তৈয়াৰ কৰি যাক যিমান লাগে তিমানকৈ দিয়ে। নিচেই খুদকণ ফুল এটাৰ ভিতৰতো তেওঁ ইমান সাজ-

সাঁজুলি এনে বিতোপনকৈ সজাই ৰাখে যে কোনো ইঞ্জিনিয়াৰ নাই যে তাৰ কৌশল বুজি উঠে। × × চাৰিওকালে এই বিনন্দীয়া সংসাৰখন চোৱা। ইয়াৰ দৰে ভেল্কি বা বাজি দেখিছানে ক'ৰবাত? প্ৰকৃত বাজিকৰ স্বয়ং ভগৱান ; বিশ্বস্ৰষ্টা পৰমেশ্বৰ।—

'অন্তৰ-আৱৰণৰ গল্পবস্তু আকৌ আৰু বেছি আমোদজনক। পাৰ্বতীয়ে পৃথিৱীলৈ আহি মুকলিমূৰীয়াভাৱে এপাক ফুৰি গৈ হৰৰ আগত কেইটামান আপত্তি জনালে। পৃথিৱীত হেনো তেওঁ দেখি গ'ল যে তাত মাক-বাপেকে নিজৰ ল'ৰা-ছোৱালীৰ প্ৰতি নিষ্ঠুৰ আচৰণ কৰিছে ; তিৰোতাই পুৰুষৰ মনৰ ভাব আৰু পুৰুষে তিৰোতাৰ মনৰ ভাব বুজিব নোৱাৰাত দুয়ো দুয়োৰে প্ৰতি বিদ্বেশ আচৰণ কৰিছে ; পুতেক-বোৱাৰীয়েকৰ কেটেৰা-জেঙেৰা সহিব নোৱাৰি বুঢ়া-বুঢ়ীয়ে ঘৰ এৰিছে ; এনেকুৱা আৰু অনেক ঘটনা। এই সকলোৰে গুৰিত হৈছে 'অন্তৰ-আৱৰণ' বা কাৰো ভাব কোনেও বুজিব নোৱাৰাটো। কিন্তু পাৰ্বতীয়ে ইয়াৰ প্ৰতিকাৰ কৰে কেনেকৈ? ইফালে প্ৰতিকাৰ কৰিব নোৱাৰিলেও তেওঁৰ মনটো খু-দুৱাই থাকে। তেওঁ এটা বুধি পাঙিলে। মানুহে কয় নাকটো মোহাৰিলেই বোলে তিৰোতাৰ বুধি ওলায়, আৰু তিৰোতাই পুৰুষৰ দুৰ্বলতাও সকলো বুজে। অকল সেয়ে নহয়, কোন ছেগত কি কাম আদায় কৰিব লাগে সেইটোও নাপাহৰে। পাৰ্বতীয়েও চল চাই কঠীয়া পাৰিলে। মহেশৰ প্ৰিয় বস্তু ভাং। তেওঁ অতি যতনেৰে 'কাঠৰ চৰিয়া এটাত এক চৰিয়া মহা সুগন্ধময় সিদ্ধি আনি গোসাঁইৰ আগত হাজিৰ কৰিলে। সিদ্ধিৰ পাত্ৰ দেখি আৰু গোন্ধ পাই গোসাঁইৰ তিনিওটি চকু আনন্দত নাচি উঠিল আৰু চিপ্‌চিপকৈ সেই সুধাসদৃশ সিদ্ধি পান কৰিবলৈ ধৰিলে।'

তাৰ পাছত হৰৰ যেতিয়া ৰাগী লাগি আহিল তেতিয়া পাৰ্বতীয়ে ছেগ চাই ক'লে—'প্ৰভু' নৰলোকত যত দুখ দেখিলোঁ সেই সকলোৰে গুৰিত এটা কাৰণ, আৰু সেয়ে হৈছে সিহঁতৰ অন্তৰ-আৱৰণ। তাকে গুচাই দিলে সিহঁতৰ সুখ হ'ব। সেই কাৰণে তুমি তাহাঁতৰ অন্তৰ-আৱৰণখনি তুলি দিব লাগে। প্ৰত্যেকে যেন প্ৰত্যেকক দেখা মাত্ৰেই মনৰ সকলো ভাব মন্দাকিনী ধাৰাৰ উপলখণ্ডৰ দৰে ফট্‌ফটীয়াকৈ জানিব পাৰে। দাসীৰ এই অনুৰোধ ৰাখিব লাগে প্ৰভু।'

হৰেও পাৰ্বতীৰ অনুৰোধ উপেক্ষা কৰিব নোৱাৰি 'তথাস্তু' বুলিলে। লেঠা মৰিল।

কিন্তু ইফালে নৰলোকত হ'ল কি? অতি আচনক কাণ্ড। সৰহভাগ মানুহে ঘৰ-দুৱাৰ এৰি হাবি-বন, পৰ্বত-পাহাৰৰ ফালে লৰ ধৰিছে। মানুহ দেখিলে মানুহে ভয়তে লৰি বাঘ-ভালুক-সিংহ-হাতী যিহকে পায় তাৰে পেটৰ তলত আশ্ৰয় বিচাৰিছে। মানুহে মানুহৰ ভয়ত বিতত হৈ কালসৰ্পকো সাৱটি ধৰিছেগৈ।

'পাৰ্বতীয়ে নৰলোকত এইবোৰ দেখি পুনঃ হৰৰ ওচৰত ইয়াৰ নিবাৰকৰণৰ অৰ্থে গোচৰ দিলেগৈ। হৰে ক'লে—'পৰ্বত-জীয়াৰী, যেতিয়ালৈকে মুখৰ কথাই অন্তৰৰ ভাব গোপন কৰি ৰাখিব পাৰিছিল, নেদেখা উদ্দেশ্যবোৰ দেখা কামৰ আঁৰত

লুকাই আছিল তেতিয়ালৈকে মানুহে বিশ্বাস-অবিশ্বাস, দয়া-নিৰ্মমতা, মৰম-ঘৃণাৰ মাজত একেৰকমে দিন কটাব পাৰিছিল। তুমি লোৱা বৰৰ প্ৰভাৱত মানুহৰ হৃদয়-পট মুকলি হ'ল ; মানৱ মনৰ স্বাৰ্থজড়িত হিতৈষণাৰ ভিতৰখন ওলাই পৰিল, ক্ৰুৰতা প্ৰণোদিত দয়াৰ অন্তস্থল দেখা গ'ল।'

তেতিয়া পাৰ্বতীৰ অনুৰোধমতে শিৱই মানুহৰ পূৰ্বাবস্থা আনিলে। তেওঁ পাৰ্বতীক ক'লে—'প্ৰিয়ে, তুমি কৈলাসৰ অধিষ্ঠাত্ৰী হ'লেও তিৰোতা মানুহহে। এনেবোৰ কথাত হাত নিদিয়াই ভাল।' পাৰ্বতীয়ে এনেকৈ বিধাতাৰ সৃষ্টিৰ ভুল ধৰিবলৈ যোৱা কথাই 'বাটৰুৱা-বৰগছ আৰু কোমোৰা'ৰ গল্পলৈ সোঁৱৰায়। তাতো বাটৰুৱাই ভাবিছিল যে সৰু ঠাৰিবোৰত বৰ বৰ কোমোৰা ওলোমাই থৈ আৰু বিশাল বৰগছত সৰু সৰু গুটি লগাই বিধাতাই নিজৰ বিচাৰ-বুদ্ধিহীনতাৰহে চিনাকি দিছিল। কিন্তু যেতিয়া এদিন গৰমত বৰগছৰ ছাঁত শুই থাকোঁতে হঠাৎ সৰু গুটি এটা আহি বাটৰুৱাৰ চকুত পৰিল তেতিয়াহে তেওঁৰ জ্ঞান হ'ল যে সৃষ্টিকৰ্তাৰ ভুল নহয়, ভুল নিজৰহে। কিয়নো বৰগছৰ গুটি কোমোৰাৰ দৰে ডাঙৰ হোৱা হ'লে সেইদিনা তেওঁৰ মূৰ ভাগি চুৰমাৰ হ'লহেঁতেন।

'পিয়াহৰ পানী' গল্পৰো বিষয়বস্তু বা ঘটনা একো নাই বুলিবই পাৰি। তাৰ তাৎপৰ্য এই যে আগৰ দিনত ডাক্তৰসকলে টাইফইড ৰোগীক পিয়াহত পানী নিদিছিল আৰু তেনেকৈয়ে অনেক তৃষ্ণাৰ্ত ৰোগীয়ে পানীৰ কাৰণে লোলুপ দৃষ্টি ৰাখিয়ে প্ৰাণ বিসৰ্জন দিব লাগিছিল। আজি-কালি আকৌ ডাক্তৰে কয় টাইফইড হ'লে নৰিয়াই খাব খোজেমানে পানী খাবলৈ দিবা। স্বভাৱক বাধা নিদি সহায় কৰিবা। স্বভাৱৰ কাৰ্যই জানো ভগৱানৰ কাৰ্য নহয়? বিজ্ঞানৰ এনে ওলট-পালট কাৰ্য দেখিয়েই লেখকে কৈছে—'ধিক বিজ্ঞান! ধিক তোৰ আত্মম্ভৰিতাৰ মূৰ্খামি।'

এই গল্পটোত গোস্বামীৰ জীৱনৰ কৰুণ অভিজ্ঞতা এটিও সোমাই আছে। কাৰণ তেওঁৰ একমাত্ৰ পুত্ৰ প্ৰভাতেই সন্নিপাত জ্বৰত ভুগি পিয়াহত ছাটি-ফুটি কৰি হেনো প্ৰাণ এৰিছিল। ডাক্তৰে তাক পানী খুৱাবলৈ দিয়া নাছিল।

'বাজিকৰ', 'অন্তৰ-আৱৰণ' আৰু 'পিয়াহৰ পানী'—এই তিনিওটা গল্পতে বিধাতাৰ সৃষ্টি আৰু নিয়মৰ নিৰ্ভুলতাকেই একো একো প্ৰকাৰে প্ৰশংসা কৰা হৈছে।

বহুতো ক্ষেত্ৰত আধুনিক গল্প লেখকসকলে সচৰাচৰ নিজৰ জীৱনত ঘটা ঘটনাৰ ওপৰতেই ৰহণ সানি তাতে যোগ-বিয়োগ কৰি গল্প লিখে। গোসাঁইদেৱেও তাকে নকৰাকৈ থকা নাছিল। আগাতে সেই কথা উল্লেখ কৰা হৈছে। ইয়াতো 'তিনিকুৰি টকা' নামৰ গল্পটোত লেখকৰ বেগৰপৰা টকা হেৰোৱা এটি ঘটনায়ে নতুন ৰূপ লৈছিল বুলি জানিব পৰা যায়। ৰেলত যাওঁতে কেনেবাকৈ তেওঁৰ বেগৰপৰা তিনিকুৰি টকাৰ নোট হেৰাল। হয়তো টিকট কিনিবলৈ যাওঁতে ক'ৰবাত পৰিল, নতুবা কোনোবাই নিলে। সেই ঘটনাটোকে তেওঁ আহি ঘৰত কোৱাত এজন ডেকাই ঘটনাৰ পম খেদি একেলগে ৰেলত অহা যাত্ৰী জিতেন বাবুক চোৰ ধৰিলেগৈ।

ডেকাজনে ডিটেক্‌টিভ উপন্যাস পঢ়ি কাৰ্যত নিজৰ পুস্তকলব্ধ জ্ঞানৰ প্ৰমাণ চাবলৈ গৈ জিতেন বাবুক চোৰ ধৰিছিল। কিন্তু লাভৰ ভিতৰত তেওঁৰহে পুলিচৰ হাতত লটি-ঘটিখন হ'ল। আগৰ নেটি হেৰোৱা সত্য ঘটনাৰ লগত পিছৰ ডিটেক্‌টিভৰ কাহিনীফেৰা যোৰা দি গল্পটো সজোৱা হৈছিল বুলি জনা যায়।

'মেঘ আৰু ভেকুলী' গল্পটো শিশু সাহিত্যৰ এটি উপাদেয় সমল। ইয়াত গাঁৱে-ভূঁয়ে মানুহৰ মাজত বদ্ধমূল হৈ থকা ধাৰণা এটাক ৰূপায়িত কৰিবলৈ চেষ্টা কৰা হৈছে। ভেকুলী-বিয়া পতা আজিৰ দিনতো খৰাং বতৰত গাঁৱৰ মানুহৰ এটা প্ৰীতিকৰ কাম। তাৰ ফল অবশ্যে লেখকে কোৱাৰ দৰে 'জানোতাইহে জানে'। তথাপি 'দেশ লৈ ভেশ' থাকিবয়ে।

গোসাঁইৰ 'বায়ন' গল্পও গল্প নহয়, সঁচা ঘটনাহে। গীতৰ সুৰত আৰু নাচৰ ছেৱত বিৰাট সভা এখন নিস্তব্ধ কৰি ৰাখি দৰ্শকক ইচ্ছামতে হঁহুৱাব-কন্দুৱাব পৰা বায়ন বাস্তবিকেই পুৰণি অসমত ঢেৰ আছিল। আজি কিন্তু চৰ্চাৰ অভাৱত আৰু সমাজৰ অনাদৰত সেই সকলোবোৰ ক্ৰমে লোপ পাই আহিব ধৰিছে।

'চিকাৰী আৰু হাঁহ' গল্পত 'একস্য ক্ষণিকাপ্ৰীতি অন্যৈঃ প্ৰাণৈঃ বিমুচ্যতে' অৰ্থাৎ এজনৰ খন্তেকীয়া আমোদৰ কাৰণে আন এজনৰ প্ৰাণ যায়—বোলা কথাকেই ৰূপ দিয়া হৈছে। অইন অইন অনেক গল্পত কোৱাৰ দৰে লেখক গোস্বামীয়ে ইয়াৰ সাৰমৰ্ম এইদৰে কৈছে—'হায় মায়ামুগ্ধ মানৱ, তোমাৰ জীৱন, তোমাৰ সুখ-দুখ, তোমাৰ কল্পনা-জল্পনা, তোমাৰ আশা-ভৰসা এনেকুৱাকৈ কোনোবা এক মুহূৰ্ততে নাযাব নে? জানা জানো তোমাৰ চিকাৰী কোন?'

কোন অনাদি কালতে আদি মানৱৰ সৃষ্টি হ'ল। আশা-আকাঙক্ষা, ভোগ-বাসনা সকলো লগে লগে আহিল। এই সৃষ্টিৰ আখ্যান নানা জনে নানা প্ৰকাৰে লিখিলে। আদাম-ইভৰ জন্ম-কাহিনী অতিশয় ৰমণীয়। মুছলমানৰ আদম-হাওৱাৰ কাহিনীও বাইবেলৰ কাহিনীৰ নিচিনায়ে। তেনেকৈ হিন্দু শাস্ত্ৰকাৰসকলেও সেই বিষয়ে নানা প্ৰকাৰ কৌতূহলপূৰ্ণ কাহিনী লিখিছে। গোসাঁইৰ 'মানুহৰ সৃষ্টি' গল্প পঢ়িলে তেনেকুৱা কোনো এটা পৌৰাণিক আখ্যান পঢ়া যেনহে লাগে। উপনিষদ, পুৰাণ আদিত এনে গল্প ভূৰি ভূৰি পোৱা যায়। ইয়াক লেখকৰ পৌৰাণিক শাস্ত্ৰ অধ্যয়নৰে পৰিণাম বুলিব পাৰি।

গোসাঁইদেৱৰ 'মানুহৰ সৃষ্টি' গল্পৰ জুমুথিটো এই। ব্ৰহ্মা সৃষ্টি কাৰ্যত মত্ত। কত সহস্ৰ প্ৰকাৰৰ জীৱ সৃষ্টি কৰিছে তাৰ ইয়ত্তাই নাই। বিধে বিধে গছ-বিৰিখ, জীৱ-জন্তু, পোক-পৰুৱা, পশু-পক্ষী ইত্যাদি। 'পিছে ব্ৰহ্মাৰ আছিল এজনী জীয়েক। কথা ফুটিছে ; চাৰিওফালে দাউৰি-হাউৰি ফুৰে আৰু আদৰৰ অত্যাচাৰ কৰি ব্ৰহ্মাদেৱক আৰু তেওঁৰ গৃহিণী সাবিত্ৰী দেৱীক অস্থিৰ কৰি তোলে।'

সৰু ল'ৰা-ছোৱালী বৰ অনুকৰণ প্ৰিয়। সেই প্ৰবৃত্তিৰ কাৰণেই হ'ব পায় 'ব্ৰহ্মাদেৱে নজনা কৰি সৃষ্টি পদাৰ্থৰ ছেৰা-ছোছোৰা য'ত যি পালে তাকে আনি

জীয়েকো সৃষ্টি কাৰ্যত লাগি গ'ল। ফলত লেতু-সেতু, লোপ-সোপ এটা মূৰ্তি। তাৰ ছাল হ'ল সকলোতে কৰি পাতল, দাঁত হ'ল ভোটা নিচেই চুটি, নখ নাই বুলিলেই হয়। জাৰ-তাপৰপৰা ৰক্ষা পাবলৈ নোমবিহীন, আটি বান্ধিব নোৱাৰাত গাটোৰ বান্ধন হ'ল ঢিলা, দাঁত আৰু মুখ কোমল হোৱাত খাব নোৱাৰা হ'ল সি একোকে।'

জীয়েকৰ কাৰ্য দেখি ব্ৰহ্মা আৰু সাবিত্ৰীয়ে পাৰেমানে হাঁহিলে। তাতে জীয়েকে কান্দি কান্দি ঠেহ পাতিলে। মাকে নানা প্ৰকাৰে বুজাই-বৰাই জীয়েকক সান্ত্বনা দি ক'লে যে তাইৰ বিষ্ণু খুৰাক আহিলে তেওঁ নিশ্চয় এই নতুন বস্তুটোক সৃষ্টিৰ সকলো জীব-জন্তুৰ ওপৰত ৰজা পাতিহে এৰিব।

যথাসময়ত বিষ্ণু আহিল আৰু ব্ৰহ্মাৰ জীয়েকৰ ঠেহ ভাঙিবলগীয়া অৱস্থাত পৰিল। 'তেওঁ এই অদ্ভুত জীৱটো লিৰিকি-বিদাৰি চালে আৰু তাৰ নাম কি হ'ব সুধিলে। ব্ৰহ্মাৰ জীয়েকে ক'লে—'মা-নৱ' অৰ্থাৎ নতুন মাই। তেওঁ অলপ ভাবি-চিন্তি চাই আঙুলিৰ আগেৰে মানৱৰ মুখত অমৃতৰ বিন্দুকণা এটি সুমাই দিলে। তাৰ পিছত নিজৰ আঙুলি এটা থুহ্ কৰি ফুটাই তাৰপৰা দুগ্ধফেনৰ দৰে শুভ্ৰ-কোমল তেজৰ বিন্দু এটা মানৱৰ শৰীৰত ভৰাই দিলে। মানৱ জী উঠিল। অমৃতৰ এক কণা আৰু বিষ্ণু-তেজৰ এক বিন্দু পাই মানুহে সেইদিন ধৰি খন্তেকীয়া হৈও দেৱবাঞ্ছিত অমৰত্ব পাবলৈ ধৰিলে।' এয়ে গোসাঁইৰ গল্পৰ সৃষ্টিতত্ত্ব আৰু মানৱৰ আদি জন্ম-কাহিনী।

অপত্য-স্নেহৰ তান আৰু ভগৱদ্ভক্তিৰ মাজেদি গভীৰ শোকৰ উপশম এই দুটা ভাবকে লৈ 'পূজাৰী' গল্প ৰচিত হৈছে। 'বহু পূজা-আৰাধনাৰ অন্তত পুত্ৰলাভ হ'লত পূজাৰীৰ অন্তৰ মূৰ্তি গোপালত নবহা হ'ল। তেওঁৰ মনটো জীৱন্ত গোপালত। আসন পাতি ধ্যান কৰিবলৈ বিচাৰে বাল-গোপালৰ মূৰ্তি, ধ্যানৰ সংযমন হয় আহি এই জীৱন্ত গোপালত। সবিতৃ-মণ্ডল-মধ্যবৰ্তী নাৰায়ণৰ ধ্যান কৰোঁতে ধ্যান চকুত ফুটি উঠে ধূলা-ধূসৰিত নিপোটল সুকুমাৰ শৰীৰৰ এই চলন্ত আনন্দ মূৰ্তি।'

কালক্ৰমত এইহেন পুত্ৰকো যেতিয়া বিধিয়ে নিঠুৰভাবে মাক-বাপেকৰ বুকুৰপৰা কাঢ়ি লৈ গ'ল তেতিয়া 'পূজাৰিণীয়ে কান্দে। সমস্ত শৰীৰ আৰু মনৰ সেই কান্দোন ; তাত অশ্ৰু নাই, বিলাপৰ হাহাকাৰ নাই। পূজাৰীয়ে সান্ত্বনা দিয়ে 'শোক নকৰিবা। প্ৰভু গোপালে শৰীৰ ধৰি যিকেইদিন আমাৰ লগত দুখ খাই গ'ল, সেয়ে যথেষ্ট কৃপা নহয়নে? ভক্তৰ বিহ্বল অন্তৰৰ এনে কৰুণ আশ্বাসে অৱশ্যে ভগৱানৰেই মহিমা প্ৰকাশ কৰে। ভগৱানৰ উদ্দেশ্যেই আমি সকলো কৰিছোঁ। আৰু সেইবাবে আমাৰ কৃতকৰ্মৰ সুখ-দুখ সকলোখিনিকে ভগৱানৰ ওচৰত সমৰ্পণ কৰিব পাৰিলেই সুখ পামহঁক।'

লেখকৰ অন্তৰত নিশ্চয় দৃঢ় ধাৰণা আছিল—গীতাত ভগৱান কৃষ্ণই অৰ্জুনক নৱম অধ্যায়ৰ ২৭ নং শ্লোকত দিয়া সেই উপদেশ—

যৎ কৰোষি যদশ্নাসি যজ্জুহোষি দদাসি যৎ।
যৎ তপস্যাসি কৌন্তেয় তৎ কুৰুষ্ব মদৰ্পণম্।। ৯। ২৭

অৰ্থাৎ হে কৌন্তেয়, তুমি যি কৰা, যি খোৱা, যি যজ্ঞভাগ দিয়া নাইবা যি তপস্যা কৰা সেই সকলোবোৰকে মোতেই অৰ্পণ কৰিবা। তাকে কৰিলেই সকলো সাৰ্থক হ'ব। সেই ভাব থকা কাৰণেই তেওঁৰ গল্পৰ নায়কেও 'যথা নিযুক্তোহস্মি তথা কৰোমি' বুলি শোকদগ্ধ অন্তৰত সান্ত্বনা লভিব পাৰিছে।

'দৰ্শন' গল্পত গল্পকাৰে নিস্বাৰ্থ প্ৰেমৰ ছবি এটা আঁকিছে। গল্পৰ নায়কে ৮/৯ বছৰীয়া ছোৱালী এজনীক এদিন মৃত্যু-মুখৰপৰা ৰক্ষা কৰিছিল। সেই ছোৱালীৰ মাক-বাপেকৰ লগত লাহে লাহে নায়কৰ সহৃদয়তাৰ সদ্ভাব হ'ল। ইফালে ছোৱালীও ডাঙৰ হৈ আহিল। নায়কে তেতিয়াও তাইক মৰম কৰিয়ে থাকিল। পাছত কৰ্তব্যৰ খাটিৰত তেওঁ তাৰপৰা আঁতৰি আহিল।

বহুত দিনৰ পিছত আকৌ এদিন চলন্ত ৰেলগাড়ীত যাওঁতে নায়কে সেই ছোৱালীজনীকে এঠাইত ভদ্ৰমহিলা ৰূপে দেখা যেন দেখিলে। কিন্তু ৰেল চলাত তেওঁ ছোৱালীজনীক ভালকৈ চিনি নাপালে। এয়ে গল্পৰ মূঠ কথা। গল্পৰ নায়কে কৈছে—"আঁপোনালোকে তৎক্ষণাত সিদ্ধান্ত কৰিব পাৰে যে আমি পৰস্পৰৰ প্ৰেমত আবদ্ধ হ'লোঁ। কিন্তু মূঠেই তেনে নহয়। আমাৰ বিয়া হ'ব নোৱাৰে এই কথা তায়ো জানিছিল—ময়ো জানিছিলোঁ। × × × বোধকৰোঁ সৌন্দৰ্যৰ প্ৰতি আকৃষ্ট হোৱা মনৰ স্বভাৱ। ধুনীয়া ফুলটিক যিদৰে ভাল পাওঁ, প্ৰকৃতিৰ কোনো সুন্দৰ দৃশ্যত যিদৰে মন মুগ্ধ হয়, সেইদৰে সুন্দৰী ছোৱালীৰ ৰূপ দেখি তাক চাই থাকিবলৈ যি হেপাহ হয়—সিও নিষ্কলুষ হৈ থাকিব পাৰে। অনেকৰ মনত থাকেও। মোৰো তেনেকুৱা হৈছিল।"

'বেল্টুমণি' গল্প তেনেই সঁচা ঘটনা বুলি আগতে উল্লেখ কৰা হৈছে। বেল্টুমণিৰ নামটোও মন কৰিবলগীয়া। সি আছিল এটা নিৰক্ষৰ পৰিত্যক্ত ল'ৰা। মাক-বাপেক তাৰ নাই বুলিলেই হয়। কাৰণ থকাৰ কথা সি নাজানে। মাক-বাপেকৰ মৰম কি বস্তু সি নুবুজিলে। প্ৰথমে তাৰ নামো নাছিল। সম্ভৱ মাক-বাপেকে তাক কোনো নাম দিয়াই নাছিল বা দিছিল যদিও কোনোৱে ক'ব নোৱাৰে। কোনোবা এদিন কোনোবা এজনে কিবা কাৰণত খং কৰি তাক মাতিলে বেল্টুমণি বুলি ; সেই দিনাৰেপৰা তাৰ নাম হ'ল বেল্টুমণি।

সকলোৰেপৰা অনাদৰ, অৱহেলা আৰু গৰিহণা পাই বিৰক্ত হৈ বেল্টুমণি সৈন্যবিভাগত সোমাল। যুদ্ধক্ষেত্ৰত সি জান-প্ৰাণ দি যুঁজিলে। আনকি অকল সি থকা কাৰণেই কোনো এঠাইত জাৰ্মানবিলাক হাৰিব লগীয়া হৈছিল। বেল্টুমণিয়ে সেই সাহসিকতাৰ বাবে হেনো 'ভিক্টোৰিয়া ক্ৰছ' পালে। কথা-বস্তু ইমানেই।

'বেল্টুমণি'ৰ মূলভাব যিদৰে কৰ্তব্যনিষ্ঠাৰ পৰাকাষ্ঠা প্ৰকাশ, সেইদৰে 'সামান্য প্ৰাণী' গল্পৰো মূলভাব শুদ্ধ প্ৰণয়ৰ গৌৰৱ প্ৰচাৰ। গল্পটোৰ মাজতে প্ৰক্ষিপ্ত কথাৰ দৰে লেখকে কৈ থৈছে—'কিন্তু প্ৰগাঢ় প্ৰণয় পদুম ফুলটিৰ কাঁইটো আছে ; সি ঈৰ্ষা।' হৰিণে বিলৰ পাৰৰ ডেকা হৰিণীজনীৰ লগত চৰি ফুৰাত হৰিণীৰ কি ঈৰ্ষা হৈছিল

মন কৰিবলগীয়া। 'চিকাৰী আৰু হাঁহ' গল্পৰ দৰেই 'সামান্য প্ৰাণী' গল্পতো হাঁহি আৰু কান্দোনৰ মিলনত ফুটি উঠা কৰুণ ছবি এটা দেখিবলৈ পোৱা যায়।

'বাজিকৰ'ৰ শেষ গল্প 'পান্থ'ক গল্প নুবুলি এখন ভাবাত্মক ৰচনাহে বুলিব পাৰি। সংসাৰৰ পথিকে জীৱনৰ খলাবমা বাটত আগবাঢ়ি গৈ থাকোঁতে কেনেকৈ ঘনে ঘনে উজুটি খায় আৰু কেনেকৈ জ্ঞানীসকলৰ ৰচনাৱলীয়ে আৰু তেওঁলোকে দেখুৱাই থৈ যোৱা আদৰ্শবোৰে প্ৰাণত বল দিয়ে তাৰেই এটি মনোৰম বৰ্ণনা ইয়াত আছে। লেখক গোস্বামীৰ বক্তব্য ভাব এই কথাবোৰত প্ৰকাশ পাইছে। তাত কোৱা হৈছে— জ্ঞানী, পণ্ডিত যিয়েই যি নেদেখুৱাওক ভগৱানত সকলো সমৰ্পণ কৰিব নোৱাৰিলে 'পান্থ'ৰ সুখ নাই, বিশ্ৰাম নাই। মৰুভূমিত মৰীচিকালুব্ধ হৰিণাৰ দৰে পান্থই দিশ-বিদিশ হেৰুৱাই হাহাকাৰ কৰি ফুৰোঁতে জোনাকৰ দৰে শুভ্ৰ-স্নিগ্ধ মূৰ্তি এটিয়ে আহি পান্থক ক'লে—ভয় নাই, ভয় নাই ; বিৰাম আছে, বিশ্ৰাম আছে। চোৱা, তুমি য'তে আছা তাতে। ইযাতে থাকা, এয়ে তোমাৰ বিশ্ৰাম ভৱন, ইয়াতে জিৰণিৰ অনন্ত শান্তি পাবা, পথৰ অশেষ ক্লেশৰ অন্ত হ'ব।

'এনেতে ত্ৰিভুবন বিকম্পিত কৰি বচন ওলাল 'যৎ কৰোষি যদশ্নাসি' ইত্যাদি।' ইয়াৰ মূল অৰ্থ সাংসাৰিক আশা-ভৰসা সকলো ভগৱানত সমৰ্পণ কৰিব পাৰিলেই আনন্দ আছে, শান্তি আছে ; অন্যথাই নাই। দেখদেখকৈ গীতাৰ এই মহাবচনে গোস্বামীৰ অন্তৰ গভীৰভাবে স্পৰ্শ কৰিছিল। কেইবাটাও গল্পত তেনে ভাবৰ কথা, একেটা ভাবৰে প্ৰতিধ্বনি অ'ত-ত'ত পোৱা যায়।

## কবিতা লিখাত গোস্বামী

হাতেলিখা আলোচনী কেইখনমানত গোস্বামীৰ 'প্ৰথম উচ্ছ্বাস', 'এটি ছবি', 'অতৃপ্তি', 'গৌৰব', 'বিশ্বকৰ্তা' আদি কেইবাটাও কবিতা আছে। কবিতাত হাত নিদিয়া লেখক নাই বুলিব পাৰি। গোসাঁইৰো প্ৰথম প্ৰয়াসৰ কবিতাবোৰ বিতোপন নহ'লেও তেনেই পেলনীয়া নহয়। সংস্কৃত শব্দৰ প্ৰাচুৰ্য কবিতাবোৰৰ কিছুমানত ভালকৈয়ে লক্ষ্য কৰা যায়। তাত অৱশ্যে আচৰিত হ'বলগীয়া একো নাই, কাৰণ সংস্কৃত সাহিত্য গোস্বামীৰ বৰ প্ৰিয় অধ্যয়ন আছিল। কেতিয়াবা জীয়েকহঁতক লৈ ফুৰিবলৈ গ'লে কোনো ভাল দৃশ্য চকুত পৰিলে তাৰ খাপখোৱা সংস্কৃত শ্লোক মাতি তেওঁ জীয়েকহঁতক তাৰ অৰ্থ বুজাই দিছিল। বিশেষকৈ কালিদাসৰ গ্ৰন্থ তেওঁৰ বৰ প্ৰিয় আছিল। 'মেঘদূত'ৰ অসমীয়া অনুবাদ এখন লিখিবলৈও তেওঁ আৰম্ভ কৰিছিল। ইং ১৯০৭ চনৰ কথা। কিন্তু আৰম্ভ কৰা কাম আৰম্ভতে থাকিল ; শেষ হ'বলৈ নাপালে। তথাপি যিখিনি লিখা হৈছিল তাৰপৰাই লেখকৰ কাব্য প্ৰতিভাৰ কিছু আভাস পোৱা যায়। তাৰে দুফাকিমান তলত উদ্ধৃত কৰা হ'ল ঃ

নিদিয়াৰ বাবে মন নিজৰ কাজত
প্ৰভুশাপে কোনোবা যক্ষই ,
প্ৰণয়িনী-সহবাস নোবাৰি ভুগিব
বৰিষেক হীনলক্ষ্মী হ'ই,
ঘন-ছায়াশোভী ৰামগিৰি আশ্ৰমত
মনোদুখে কৰিলে বসতি
য'ৰ নদী জলাশয় জনকসূতাৰ
স্নানগুণে পুন্যময় অতি। (২-৪-০৭)
এই পাহাৰতে যক্ষে কামাতুৰ হই
বাস কৰি মাহ কিছুমান,
প্ৰকোষ্ঠৰ পৰিলত কনক-বলয
প্ৰিয়তমা বিৰহ-কাৰণ।
শিখৰত লাগি থকা দৰশিলে মেঘ
আহাৰৰ প্ৰথম দিনত,
বপ্ৰক্ৰীডা কৰি থাকা হাতীটোৰে যেন
ইতস্ততঃ প্ৰহাৰিছে দাঁত , ইত্যাদি।

গোস্বামীয়ে বেজবৰুৱা আৰু পদ্মনাথ গোহাঞিবৰুৱাই লিখাৰ দৰে কিছুমান কণ কণ খুদীয়া কবিতাও লিখিছিল। সেইবোৰৰ ভাষা কিন্তু তেনেই সহজ সৰল নিভাঁজ অসমীয়া আছিল। সেইবোৰৰ সৰহখিনিকে তেওঁ ১৯০৬।১৯০৭ চনত লিখিছিল বুলি কবিতাবোৰৰ তলত লিখি ৰখা তাৰিখৰপৰা ধৰিব পাৰি। অহঙ্কাৰ, আত্মপ্ৰশংসা, নিৰ্বোধৰ নিন্দা, বিশ্বকৰ্তা, কাকতৰ চিলা, গৌৰৱ, অতৃপ্তি, অন্তৰ প্ৰকাশ—এইবোৰ আছিল তেনে কবিতাৰ নাম। তাৰে তিনিটা নমুনা হিচাপে দিয়া হ'ল।

পণ্ডিতৰ অনাদৰ দেখি পুথি জ্বলে।
মোক লৈ তোৰ গৰ্ব খণ্ডে পুথি ক'লে।।
পণ্ডিতে পুথিৰ কথা শুনি হাঁহি কয়।
মোৰ যতনত পুথি তোৰ জন্ম হয়।।

× × ×

সাগৰে নদীক ধীৰে কৰে খোচামোদ।
হে নদী দেৱতা মোৰ জন্মদাতা খোদ।।
নদী বোলে সাগৰক তুমি আছা বুলি।
পৰ্বতৰপৰা মই আহিছোঁ বাগৰি।।

× × ×

চিলা বোলে ক'ৰপৰা হেৰা তই জৰি।
আকাশক যাব নিদি বান্ধ টান কৰি।।
চন্দ্ৰ সূৰ্য সঙ্গে মোৰ দিয়া আছে ঠাই।
তই কিয ৰাখ মোক মাটিত পেলাই।।

চিলাৰ অবজ্ঞা শুনি জৰি অভিমানী।
তাক এৰি গোৰতেই আহিল আপুনি।।
ঘূৰি ঘূৰি পাক খাই চিলাটি যেতিয়া।
পৰিল মাটিত আহি বুজিলে তেতিয়া।।
চন্দ্ৰ সূৰ্য আকাশাদি নোহে কোনো তাৰ।
জৰিৰ গুণতে সব গৰবৰ ভাৰ।। ১০-৯-০৭ ইং

## নাটক আৰু উপন্যাস ৰচনাত গোস্বামী

শৰৎচন্দ্ৰ গোস্বামীদেৱে নাটক আৰু উপন্যাস ৰচনাতো হাত নিদিয়াকৈ নাছিল। তেখেতৰ ৰচিত নাটক দুখন আৰু উপন্যাস এখন। নাটক দুখনৰ নাম 'পৰীক্ষা' আৰু 'বুদ্ধদেৱ' আৰু উপন্যাসখনৰ নাম 'পানিপথ'। ইয়াৰে ভিতৰত 'পৰীক্ষা' নাটক আৰু 'পানিপথ' উপন্যাস তেখেতৰ জীৱদ্দশাতে ছপা হৈ ওলাইছিল।

'পৰীক্ষা' নাটকখনি অমিত্ৰাক্ষৰ ছন্দত ৰচিত। কিতাপখন ৰচিত হোৱা সময়ত অমিত্ৰাক্ষৰ ছন্দৰ ব্যৱহাৰ অসমীয়া সাহিত্যত নতুনকৈ প্ৰৱেশ কৰি সদৰি হৈ পৰিছিল—বিশেষকৈ নাটকত। গোস্বামীয়ে এই নাটক শ্ৰীৰূপচন্দ্ৰ ভাগৱতী ছদ্ম নামত লিখিছিল।

'পৰীক্ষা' নাটকৰ বিষয়-বস্তুটো হ'ল অৰ্জুনে যেতিয়া স্বৰ্গৰ ইন্দ্ৰালয়ত থাকি অস্ত্ৰবিদ্যা আৰু জ্ঞান চৰ্চা কৰিবলৈ তপস্যা কৰিছিল তেতিয়া অপ্সৰা উৰ্বশীয়ে মদন আৰু বসন্তৰ সহায়ত অৰ্জুনৰ মন বিচলিত কৰিবলৈ নানান উপায়েৰে চেষ্টা কৰিছিল। পিছে অৰ্জুন সেই পৰীক্ষাত উত্তীৰ্ণ হ'ল। উৰ্বশীয়ে তেওঁক টলাব নোৱাৰিলে। উৰ্বশীয়ে ভগ্নমনোৰথ হৈ অৰ্জুনক নপুংসক হ'বলৈ শাপ দিলে। কালক্ৰমে সেই শাপেই এসময়ত অৰ্জুনৰ কাৰণে বৰ স্বৰূপ হ'ল। কাৰণ তেওঁ তাৰ সহায়তে নপুংসকৰূপে থাকি অজ্ঞাতবাস কালত বিৰাট ৰজাৰ অন্তঃপুৰত বিৰাট-নন্দিনী উত্তৰাৰ সঙ্গীত-শিক্ষাৰ কলাগুৰু নিযুক্ত হ'ব পাৰিছিল।

নাটকখনত অমিত্ৰাক্ষৰ ছন্দৰ ব্যৱহাৰ নিখুঁত নহ'লেও একৰকম সুখপাঠ্য হৈছে বুলিব পাৰি। চৰিত্ৰ অঙ্কন অৱশ্যে সম্পূৰ্ণৰূপে নিৰ্দোষ নহয়।

দ্বিতীয় নাটক 'বুদ্ধদেৱ'। বুদ্ধদেৱৰ সন্ন্যাস গ্ৰহণেই নাটৰ ঘাই বস্তু। ৰাজপুত্ৰ সিদ্ধাৰ্থ কেনেকৈ ত্যাগৰ মাজেদি জগৎ-গুৰু বুদ্ধদেৱ হ'লগৈ সেই কথা সকলোৱে জানে। তেওঁ আছিল বিবাহিত আৰু তেওঁৰ বিবাহিতা পত্নীৰ নাম আছিল যশোধৰা। সিদ্ধাৰ্থৰ বাল্যবন্ধু অথচ প্ৰায় সকলো ক্ষেত্ৰতে তেওঁৰ প্ৰতিদ্বন্দ্বী দেৱদত্তও সেই কন্যাৰ পাণিপ্ৰাৰ্থী আছিল। সিদ্ধাৰ্থই কিন্তু এই কথাৰ গম পোৱা নাছিল , বিয়াৰ দিনা আশীৰ্বাদ বিচাৰোঁতেহে বন্ধু দেৱদত্তৰপৰা সেই কথা জানিলে।

সিদ্ধাৰ্থৰ উদাৰতা, যশোধৰাৰ মনৰ দৃঢ়তা অথচ আকৃতি আৰু দেৱদত্তৰো যথাযোগ্য ভাৱেৰে যি চৰিত্ৰ নাটখনত ফুটাই তোলা হৈছে সি পাঠকৰ মনোজ্ঞ হৈছে বুলি স্বীকাৰ কৰিব লাগিব। সিদ্ধাৰ্থৰ বাল্যকালৰ প্ৰতিভা প্ৰকাশ কৰিবলৈ নাট্যকাৰে সহপাঠী ছাত্ৰসকলৰ মাজত কিছুমান কাল্পনিক কথোপকথনৰ আশ্ৰয় লৈছে। 'ৰজাৰ ল'ৰাটো বাস্তৱিকে বৰ অদ্ভুতহে'—এজনে কয়। 'অদ্ভুত নহয়, ভূতহে বুজিছ ? নহ'লে তাৰ মুখত ভৰভৰাই সকলো বিদ্যাৰ কথা আহেনে? আমাৰ মুখতনো নাহে কেলেই? আমাৰ জানো মুখ নহয়? আমাৰ জানো বুদ্ধি নাই?'—আনজনে কয়।

নাটকখনি গোস্বামীয়ে কৰ্তব্যৰ দায়িত্ব লৈ সৰহদিন মফচলৰ বাহৰত থাকোঁতে ৰচনা কৰিছিল। ইয়ো গোস্বামীৰ অদম্য সাহিত্যস্পৃহাৰ পৰিচায়ক। যদিও নাটখন প্ৰকাশ হৈ ওলোৱা নাই ইয়াৰ কিন্তু অভিনয় একাধিকবাৰ হৈছিল। ইয়াৰ প্ৰথম অভিনয় যোৰহাটত ১/৭/১৬ তাৰিখে হৈছিল বুলি লিখা আছে। সেই অভিনয়ত গ্ৰন্থকাৰে নিজে হেনো ভৰদ্বাজ আৰু ছন্দকৰ ভাও লৈছিল।

এইখিনিতে নাট্যকাৰ গোস্বামীৰ কৰ্তব্যপৰায়ণতাৰ উদাহৰণ স্বৰূপে এটি সৰু ঘটনা উল্লেখ কৰিব পাৰি। অভিনয়ৰ দিনা গোস্বামীৰ গৃহিণী কিবা অসুখত শয্যাগতা হৈ আছিল। গোসাঁয়ে গৃহিণীকো এৰি আহিব নোৱাৰে, ভাওনাতো যোগ নিদিলে নহয়। শেষত পত্নীৰ পৰিচৰ্যাৰ আৱশ্যকীয় তদাৰক লৈ তেওঁ বেমাৰীক নিদ্ৰাত এৰি ঘৰত একো নোকোৱাকৈ পলাই অহাদি আহি অভিনয়ত যোগ দিছিল। পিছদিনা পুৱা কথা পত্নীৰ ওচৰত থিয় দিয়া মাত্ৰে কাণৰ কাষত ৰং দেখি বুদ্ধিমতী ভাৰ্যাই তেওঁক ধৰা পেলাইছিল। তেতিয়া গোসাঁইদেৱে আসে নামাতি তলমূৰ হৈ হাতে-লোটে ধৰা পৰা দোষীৰ দৰে—সকলো কথা স্বীকাৰ কৰিলে। পত্নীয়ে তেওঁৰ সৰলতাত সন্তুষ্ট নহৈ নোৱাৰিলে।

'পৰীক্ষা' আৰু 'বুদ্ধদেৱ' দুয়োখন নাটতে চৰিত্ৰতকৈও নাটকীয় কাব্যৰ দিশটো অধিক আকৰ্ষণীয় হৈছে।

## পানিপথ

'পানিপথ' শৰৎচন্দ্ৰ গোস্বামীৰ ৰচিত প্ৰথম আৰু শেষ উপন্যাস। উপন্যাসৰ শাৰীৰ দ্বিতীয় এখন পুথি ৰচনা কৰিবলৈ তেওঁ কিয় প্ৰয়াস নকৰিলে বুজা টান।

'পানিপথ' তেওঁ ইংৰাজী ১৯০৬ চনতেই ৰচনা কৰিছিল। তেতিয়া তেওঁ আছিল কলেজৰ ছাত্ৰ। পৰীক্ষান্তত বহুদিনৰ বন্ধৰ ভিতৰতে তেওঁ 'পানিপথ' লিখি উলিয়ায়। মন কৰিবলগীয়া কথা এই যে 'পানিপথ' লিখা সময়ত তেওঁৰ বয়স আছিল মাত্ৰ সোতৰ বছৰ।

কিতাপৰ আদিতে 'নিবেদন'ৰ শিতানত তেওঁ 'পানিপথ' লিখাৰ উদ্দেশ্য ব্যাখ্যা কৰি কৈছে—'এই আখ্যানটি এটা প্ৰসিদ্ধ ঐতিহাসিক ঘটনা অৱলম্বন কৰি লিখা হৈছে যদিও, ইয়াত কোনোৱে যেন ইতিহাস নিবিচাৰে। ইয়াত বৰ্ণোৱা দৃশ্যও অসমৰহে, দিল্লী বা ৰাজপুতনাৰ নহয়। যিবিলাক মানুহৰ নামেৰে এই আখ্যান বৰ্ণোৱা হৈছে, তাৰ সৰহভাগেই কাল্পনিক। এনেকি প্ৰধান চৰিত্ৰৰ ভিতৰতো, সংগ্ৰাম সিংহৰ পত্নীৰ নাম কৰ্মদেৱী নাছিল। তেওঁৰ পূৰ্ববৰ্তী মহাৰাণা সমৰসিংহৰ পত্নীৰ নামহে আছিল কৰ্মদেৱী।'

এই কথাখিনিৰপৰাই বুজিব পাৰি যে গোস্বামীয়ে বুৰঞ্জীমূলক উপন্যাস লিখোঁ বুলি 'পানিপথ' লিখা নাছিল। বুৰঞ্জীৰ স্মৰণীয় ঘটনা এটাকে অৱলম্বন কৰি এটা চমৎকাৰ গল্প কৰি দিবলৈ বুলিহে 'পানিপথ' ৰচনা কৰিছিল।

ঐতিহাসিক উপন্যাসত ঔপন্যাসিকে খুচিমতে ঐতিহাসিক সত্যৰ অপলাপ কৰিব নোৱাৰে। গোসাঁয়ে নিজৰ ত্ৰুটী নিজে উপলব্ধি কৰিব পাৰিছিল। সেয়েহে তেওঁ স্বীকাৰ কৰি কৈ গৈছে—'বুৰঞ্জী বিষয়ক ঘটনা বৰ্ণাই উপন্যাস লিখিবলৈ বুৰঞ্জী বিষয়ে লিখকৰ যিমান জ্ঞান থাকিব লাগে, এই আখ্যান লিখাৰ সময়ত লিখকৰ সেই জ্ঞানৰ যথেষ্ট অভাৱ আছিল , এতিযাও আছে ; কিন্তু এতিয়া সেই অজ্ঞানতাৰ গভীৰতা বুজিব পাৰিছোঁ।'

উপন্যাস বোলা কোনো এক বিশেষ শ্ৰেণীৰ ৰচনা আগতে ভাৰতীয় সাহিত্যত নাছিল। আখ্যান, কাহিনী, সাধুকথা, উপকথা আদিৰ মাজত অৱশ্যে ইয়াৰ বীজ নিহিত আছিল। প্ৰকৃত উপন্যাস সাহিত্য ভাৰতীয় সাহিত্যলৈ পাশ্চাত্যৰ অৱদান। গণতন্ত্ৰৰ বিস্তাৰৰ লগত ইয়াৰ বিকাশৰ সম্বন্ধ। ব্যক্তি-স্বাধীনতাই গণতন্ত্ৰৰ মূল কথা। উপন্যাসেও ব্যক্তি-স্বাতন্ত্ৰ্যৰেই প্ৰতিনিধিত্ব কৰে। মানুহক মানুহ হিচাবে বিচাৰ কৰি চাবলৈ কৰা যত্নতেই ইয়াৰ প্ৰতিফলন। সেই কাৰণে মানব চৰিত্ৰ অঙ্কন উপন্যাসৰ এটা অপৰিহাৰ্য অঙ্গ। আগতে চৰিত্ৰ অঙ্কনতকৈও গল্প-বস্তুৰ চমৎকাৰিতাৰ ফালেহে লেখকসকলে অধিক মনোযোগ দিছিল। আজিকালি কিন্তু সেই ভাবৰ পৰিবৰ্তন ঘটিছে। আধুনিক সমালোচকসকলৰ কোনোৱে কয় যে ঔপন্যাসিকৰ কাম গল্প কোৱাও নহয়, চৰিত্ৰ অঙ্কন কৰাও নহয়, তেওঁৰ কাম বিশেষ বিশেষ অৱস্থাত চৰিত্ৰৰ মনৰ দ্বন্দ্ব বা বিৰোধৰ প্ৰতিচ্ছবি অঙ্কন কৰাহে।

'পানিপথ'ত গল্প-বস্তুহে বেছি আকৰ্ষণীয় হৈ পৰিছে। ইয়াক পুৰণি ধৰণৰ উপন্যাস বুলি গণ্য কৰিব পাৰি। সেয়েহে আখ্যান, সাধুকথা আদিত হোৱাৰ দৰে আকস্মিক পৰিবৰ্তন বা দৈৱিক ঘটনাৰ প্ৰাবল্যও ইয়াত লক্ষ্য কৰা যায়। কাঁচিব

সময়ত ফিৰোজৰ মুক্তি আৰু মহাতবৰ হাতৰপৰা গুলজানৰ পৰিত্ৰাণ, এই দুয়োটি ঘটনাত দৈৱই বিজুলী শক্তিৰ দৰে কাম কৰিছে। নক'লেও হ'ব যে পানিপথৰ প্ৰথম যুদ্ধ বা বাবৰৰ ভাৰত আগমনৰ ঐতিহাসিক উপাদানখিনিকে কেন্দ্ৰ কৰি উপন্যাসৰ আখ্যান অংশ তৰা হৈছে। ইয়াত জেলালৰ হাতৰপৰা গুলজানৰ মুক্তি, ফিৰোজৰ পলায়ন, কাবুললৈ যোৱা পথত মহাতব আৰু ফিৰোজৰ আকস্মিক ভেটাভেটি ইত্যাদি ঘটনাবোৰে উপন্যাসখন ৰোমাঞ্চপন্থী কৰি তুলিছে।

'পানিপথ'ৰ এটা প্ৰধান চৰিত্ৰ ফিৰোজাৰ মুখেদি নাইবা তেওঁৰ সহায়ত গ্ৰন্থকাৰে নিজৰ অন্তৰৰ মূল ভাব কিছুমান ব্যক্ত কৰা যেন অনুভৱ হয় , যেনে— 'সত্যত মৰণ মঙ্গল।'—'যি ৰাজ্যত ৰজা প্ৰজাপীড়কহে, প্ৰজাৰ ভালৰ কাৰণে চেষ্টা নকৰি তেওঁ নিজৰ বিলাসতহে মত্ত থাকে, সেই ৰাজ্যৰ পতন নিশ্চয।' এঠাইত ফিৰোজাই কৈছে—'তিৰোতাও মানুহ ; ঈশ্বৰৰ সমান সৃষ্ট জীৱ, জগতৰ সমান অংশী। পুৰুষৰ ভয়ত তিৰোতাই পুৰুষ সাজিব, ই কেনে কথা? পুৰুষতো বাঘ-ভালুক নহয় যে খাই পেলাব। মানুহে ইমান ভয় কৰি চলিব কেনেকৈ? মই যেনে তেনে বিধৰ তিৰোতা নহওঁ। মহাতব, তুমি যেনে মানুহ, ময়ো তেনে , তুমি যেনে কাপোৰ-কানি পিন্ধা দৰকাৰ, তেনে পিন্ধিছা , মোৰ দৰকাৰ যেনে, মই পিন্ধিছোঁ। যদি পুৰুষে মোক আক্ৰমণ কৰে, তাৰ প্ৰতিৰোধৰ অধিকাৰ মোৰো আছে। আত্মৰক্ষা কৰিবলৈ তুৰ্কী তিৰোতাই কেতিয়াও ভয় নকৰে। পুৰুষক ভয় কৰি যদি তিৰোতা চলিব লাগে, তেনেকৈ তিৰোতাক ভয় কৰি পুৰুষো চলিব লাগে। পুৰুষৰ ভয়ত সাজ সলাবৰ কি আৱশ্যক?'

সাহিত্য-চৰ্চা বিষয়ত গোস্বামীৰ বিষয়ে এই কথা ক'ব পাৰি যে তেওঁ একেৰাহে কোনো একপ্ৰকাৰ সাহিত্যৰ সাধনা নকৰিলে। ভিন্নধৰ্মী কৰ্তব্য-বহুলতাই তাৰ ঘাই কাৰণ। তেওঁৰ ক্ষেত্ৰত বহুমুখী কৰ্তব্যৰ হেঁচাই তেওঁৰ একমুখী সাহিত্য সৃষ্টিৰ প্ৰবল প্ৰতিবন্ধক হৈ পৰিছিল। সেয়ে নোহোৱা হ'লে অন্ততঃ চুটি-গল্প আৰু উপন্যাস ৰচনাত যদি তেওঁ আশাশুধীয়াভাবে লাগি থাকিলহেঁতেন তেনেহ'লে তেওঁ সেই সেই বিষযত একোখন বিশিষ্ট আসনৰ অধিকাৰী হ'ব পাৰিলেহেঁতেন বুলি অনুমান কৰা যায। বস্তুতঃ তেওঁ নিজমুখে এদিন তেওঁৰ নাতি-জোঁৱাই শ্ৰী (পিছত ড°) প্ৰফুল্লদত্ত গোস্বামীৰ আগত শিলঙৰ আৰাম লগা জুহাল-কাষত কৈছিল— 'পানিপথ' যেনেকৈ লিখিছিলোঁ, ছপা কৰোঁতেও তেনেকৈয়ে উলিয়ালোঁ। একো সালসলনি কৰা নহ'ল। সোতৰ বছৰত মোৰ যি লিখা ক্ষমতা আছিল, আন কামত নালাগি তাৰ বিস্তাৰ সাধন কৰিব পৰাহেঁতেন মই এজন ডাঙৰ সাহিত্যিকেই হলোঁহেঁতেন।'

## বিবিধ ৰচনা আৰু প্ৰবন্ধ লিখাত গোস্বামী

শৰৎচন্দ্ৰ গোস্বামীৰ ৰচনা বা নিবন্ধৰাজিক দুই ভাগত বিভক্ত কৰা যায় ঃ (১) পুৰাতত্ত্বৰ ঐতিহাসিক তত্ত্বমূলক প্ৰবন্ধ আৰু (২) সাহিত্য, সমাজ, ভাষা, শিক্ষা আদি বিষয়ৰ ৰচনা।

প্ৰাঞ্জলতা আছিল গোসাঁইৰ সকলো ৰচনাৰে অন্যতম গুণ। জটিল বিষয় একোটাও তেওঁ সহজ-সৰলভাৱে প্ৰকাশ কৰিব পাৰিছিল। 'শিক্ষা-বিচাৰ' নামৰ পুথিখনেই তেওঁৰ ৰচনা শক্তিৰ সুন্দৰ পৰিচয় দাঙি ধৰিছে। পঢ়াশলীয়া ছাত্ৰক বুজোবাৰ দৰে যিকোনো বিষয়কে ভাঙি-পাতি দাঙি ধৰাটোৱেই আছিল তেখেতৰ লেখা-ৰীতিৰ প্ৰধান বিশেষত্ব। অন্য কথাত ক'বলৈ গ'লে গোস্বামী আছিল এজন সুদক্ষ শিক্ষক আৰু শিক্ষাবিদ। 'শিক্ষা-বিচাৰ' পুথিৰ জন্ম-কাহিনী তেওঁ তাৰ নিবেদনত এইদৰে দাঙি ধৰিছে ঃ

'যোৰহাট সাহিত্য সভাই ১৯১৬-১৭ ইং চনত সকলোএ জানিব লগীয়া কিছুমান বিষযত কেইটামান প্ৰবন্ধ যোগাৰ কৰিছিল। ফলত শ্ৰীযুত দুৰ্গেশ্বৰ শৰ্মা দেৱে "সৰল-জ্যোতিষ", শ্ৰীযুত হৰিপ্ৰসাদ বৰুৱাদেৱে "ভূ-তত্ত্ব" আৰু শ্ৰীযুত গোলক চন্দ্ৰ বৰাদেৱে "এৰী-মুগা খেতি" সম্বন্ধে কেইটামান প্ৰবন্ধ পাঠ কৰিছিল। মোৰ ভাগত শিক্ষা সম্বন্ধে প্ৰবন্ধ পাঠ কৰাৰ ভাৰ পৰিছিল। এই সৰু কিতাপখনিৰ প্ৰথম অধ্যায আৰু চতুৰ্থ অধ্যায় সেই ছেগতে লিখা।' *

গোস্বামী সকলো বিষয়ে বৰ পৰিপাটি আছিল। তেওঁ অপ্ৰকাশিত ৰচনা বহুতো এৰি থৈ গৈছে। সেই ৰচনাবোৰৰ বিষযে মন কৰিবলগীয়া কথা এই যে তেওঁ ক'ত কেতিয়া কি লিখিছিল আৰু ক'ত পাঠ কৰোঁতে কোনে সেই বিষয়ে কি মন্তব্য দিছিল—সেইবোৰৰ টোকা প্ৰবন্ধৰ অন্তত লিখি ৰাখিছিল। উদাহৰণ স্বৰূপে ক'ব পাৰি যে অ. ভা উ সা সভাৰ পঞ্চম বাৰ্ষিক অধিৱেশনত ইং ১৯০৫ চনৰ ১ অক্টোবৰ তাৰিখে তেওঁ 'অসমীয়া ভাষা' শিতানৰ এটা দীঘল প্ৰবন্ধ পাঠ কৰিছিল। তাত তেওঁ অসমীয়া ভাষাৰ অভাৱ, অসুবিধা, বানান-বিভ্ৰাট, ব্যাকৰণ বেমেজালি, উজনি-নামনিৰ ভাষাৰ বিৰোধ আদি প্ৰধান প্ৰধান তৎকালীন সমস্যাবোৰৰ বিষয়ে আলচ কৰিছিল। নক'লেও হ'ব যে দোষ-ত্ৰুটীবোৰৰ বিষযে বেছিকৈ ব্যাখ্যা কৰা হৈছিল বাবে তাত অৱসাদ আৰু হতাশাৰ এটি ক্ষীণ ভাব আদিৰেপৰা অন্তলৈকে বিৰিঙি পৰিছিল।

ৰচনাখনে শ্ৰোতাসকলৰ মনত কেনে প্ৰতিক্ৰিয়া কৰিছিল, কাৰ মনত কি ভাব জগাইছিল আৰু কোনে সেই বিষয়ে কি মন্তব্য দিছিল, তাক গোসাঁয়ে এইদৰে লিখি থৈছিল—'ৰচনা পঢ়া হোৱাত সভাপতি মহাশয়ৰ কথা অনুসৰি শ্ৰীযুত তৰুণৰাম

* এই বিষয়ে যোৰহাট সাহিত্য সভাৰ ইতিবৃত্ত প্ৰসঙ্গত উল্লেখ কৰি অহা হৈছে।

ফুকন ব্যেৰিষ্টাৰ এট-ল আৰু শ্ৰীযুত নবীনচন্দ্ৰ বৰদলৈ বি. এল. মহোদয়দ্বয়ে ৰচনাখনিৰ সমালোচনা স্বৰূপে কিছুমান কথা কয়। ফুকন ডাঙৰীয়াই এটা কথাত মাত্ৰ লিখকৰ ক্ৰটী দেখুৱালে। তেওঁৰ মতে 'ৰচনাৰ আন কথা সকলো যুক্তিযুক্ত ; কেৱল ভাষাৰ আগেয়ে ব্যাকৰণ ৰচিত নহয় ও হ'ব নোৱাৰে। লেখকৰ মতে আগেয়ে ব্যাকৰণ, পাছুত ভাষা। কিন্তু ই ভুল ; আগেয়ে ভাষা , পাছত ব্যাকৰণ।'

'ৰচনাত মই কিন্তু ক'তো আগেয়ে ব্যাকৰণ, পাছতহে ভাষা, এনে কথা কোৱা নাই , ইয়াকেহে কৈছোঁ, এতিয়া আমাৰ ব্যাকৰণ ৰচনাৰ উপযুক্ত সময়। আচলতে এই কথাটি স্পষ্টকৈ আগেয়ে লিখা হৈছে, বাহুল্য ভয়ত তাক বহলাই লিখা নাই। ফুকন ডাঙৰীয়াৰ মতে তেখেতৰ আন মত লেখকৰ লগত মিলিছে।

'শ্ৰীযুত নবীনচন্দ্ৰ বৰদলৈ বি এল মহোদযৰ মতে—"অসমীয়া ভাষাক লেখকে যিমান বেয়া বুলিছে তেনে নহয়। ইয়াত বীৰ ৰসৰ পদ্য নহ'লেও ভাববোধক পদ্য আছে, যেনে, 'পুৰা'। 'মেঘনাদ বধ' নাটক অসমীয়াৰ ভিতৰত ভাল। লেখকে ইয়াক যেনে বেয়া বুলিছে তেনে বেয়া নহয় ; ইত্যাদি।"

'মই অসমীয়াক যি বিষয়ত যেনে বেয়া বুলিছোঁ তেনে হযনে নহয আনে ভাবি চাব। অসমীয়াত বীৰ ৰসৰ ৰচনা নাইহে বুলি কৈছোঁ , ভাববোধক পদ্য আছে, আমিও স্বীকাৰ কৰিছোঁ। 'মেঘনাদ বধ' আমাৰ মতেও অসমীয়াৰ ভিতৰত ভাল ; কেৱল বঙালীৰ লগত তুলনা কৰিহে বেযা বুলিছোঁ।'

ওপৰত লিখা কথাখিনি গোস্বামীযে নিজে ৰচনাৰ তলত হুবহু লিখি এৰা কথা। কথাখিনিৰ লগত মূল ৰচনাৰ কিছু অংশ মিলাই পঢ়িলেহে মতভেদৰ প্ৰকৃত মৰ্ম বুজা যাব। গতিকে প্ৰবন্ধৰ আৱশ্যকীয় অংশ তলত দিয়া হ'ল ঃ

'নবৰসৰ ভিতৰত কম-বেছি পৰিমাণে আন আন ৰস প্ৰকাশ কৰিব পাৰিলেও বীৰ ও ৰৌদ্ৰ ৰস প্ৰকাশ কৰা টান। যোনে এই ভাষাত নাটক বা উপন্যাস লিখিবলৈ চেষ্টা কৰিছে সেয়ে জানে ই কেনে দুৰূহ। অসমীয়াত গভীৰ ভাবৰ কৰুণ ৰসৰ বা শোভা বৰ্ণনাৰ কবিতা নাই বুলি ক'ব নোৱাৰোঁ, কিন্তু বীৰ ৰস হ'লে নাই। × × × কিন্তু মাইকেলৰ অমিত্ৰাক্ষৰ ছন্দত হ'লে আজিলৈও সুচাৰুৰূপে কবিতা ৰচিত হোৱা নাই। শ্ৰীযুত ভোলানাথ দাসে 'চিন্তা-তৰঙ্গিণী'ত কেইবাটাও কবিতা এই ছন্দত লিখিছে। মাজে মাজে অতি সুন্দৰ হ'লেও, গোটেই কবিতা কেইটি মনোৰম হোৱা নাই। অমিত্ৰাক্ষৰ ছন্দৰ আৰু এখন কাব্য আছে, 'লীলা'—শ্ৰীযুত পদ্মনাথ বৰুৱা বিৰচিত। যদিও 'লীলা'ৰ ভাষা-লালিত্য মাজে মাজে বৰ সুন্দৰ তথাপি সৰ্বাঙ্গ তেনে নহয়। অলপতে প্ৰকাশিত হোৱা 'মেঘনাদ বধ' নাটখনতো সেই একে কথাই খাটে। মাইকেলৰ 'মেঘনাদ বধ' কাব্যত অমিত্ৰাক্ষৰ ছন্দৰ যি মধুৰ মধুৰিমা উথলি উঠিছে সেই মাধুৰ্যৰ এশ ভাগৰ এভাগো এইবিলাকত পোৱা নাযায়।'

গোসাঁইৰ এনেবোৰ টোকাৰ সহায়ত সেই সময়ৰ অসমীয়া শিক্ষিত আৰু সাহিত্যামোদী সমাজৰ চিন্তা-চৰ্চাৰ এটি বিতোপন ছবি পোৱা যায়।

## ৰচনা-ৰীতি

শৰৎচন্দ্ৰ গোস্বামীদেৱৰ লেখাবোৰ পঢ়িলে তেওঁৰ গদ্য ৰচনাৰ দুটা ধৰণ বা ঠাঁচ চকুত পৰে ; এটা নিভাঁজ লিখিত অসমীয়া ভাষাৰ ঠাঁচ, আনটো নামনি অসমৰ শব্দ আৰু বচন-ভঙ্গী ব্যৱহাৰ কৰি লিখা অসমীয়া ঠাঁচ। ছাত্ৰ কালৰ বা আগ বয়সৰ ৰচনা আছিল প্ৰথম বিধৰ আৰু ভাটী বয়সৰ, দ্বিতীয় বিধৰ।

ভাষাৰ বিশেষত্ব নিৰ্ভৰ কৰে ব্যাকৰণত ; শব্দত নহয়। এই কথাটো তেওঁ নিজে উপলব্ধি কৰিছিল আৰু আনকো কৈছিল। ইংৰাজী ভাষাত এতিয়া নানা ভাষাৰ শব্দ সোমাইছে যদিও সি ইংৰাজী ভাষা গুচা নাই ; বৰং তেনে হোৱাত ইংৰাজী ভাষাটো অধিক সবল আৰু ব্যাপকহে হৈ পৰিছে। সেই কাৰণে তেওঁ অসমীয়া ভাষাতো উজনি-নামনিৰ পাৰ্থক্য নাৰাখি শব্দ-ব্যৱহাৰত উদাৰ-পন্থী হ'বলৈ প্ৰয়াস কৰিছিল। এনে কৰোঁতে তেওঁ কিন্তু অসমীয়া ব্যাকৰণৰ নিয়ম ক'তো কোনো প্ৰকাৰে লঙ্ঘন কৰা নাছিল।

জীৱনৰ আগ ছোৱাত গোসাঁইদেৱে কিন্তু তেওঁৰ ৰচনাত শব্দ ব্যৱহাৰৰ উদাৰতা প্ৰদৰ্শন কৰা নাছিল। তাকে কৰিবলৈ হয়তো তেওঁৰ অন্তৰত যথেষ্ট বল আৰু সাহস আৰু সাহিত্য-ক্ষেত্ৰত নাম আৰু প্ৰভাৱ হোৱা নাছিল। গতানুগতিকতাক ঠেলি থৈ নতুন বাট দেখুৱাবলৈ হ'লে মনত যথোচিত বল আৰু দহৰ ওপৰত যথেষ্ট প্ৰতিপত্তি থাকিব লাগে। উজান বয়সৰ মানসিক দুৰ্বলতাৰ কথা তেওঁ নিজেও অসম সাহিত্য সভাৰ চমু ইতিবৃত্ত লিখোঁতে মুক্তকণ্ঠে স্বীকাৰ কৰি গৈছে। কোনো কোনো সময়ত তেতিয়া কোনো এটা কথা লিখি উঠি তেওঁ হেনো নিজেই নিজকে প্ৰশ্ন কৰিছিল—'ওপৰ অসমীয়া ৰীতিত উঠিল নে নাই?'

কলেজীয়া জীৱনত আৰু কলেজীয়া শিক্ষা সাং কৰাৰ ঠিক পিছতো তেওঁ উপৰোক্ত ধৰণৰ সন্দেহৰ মাজেদি লেখনী চলাই আছিল। কলেজীয়া জীৱনতে লিখা 'পানিপথ' আৰু চাকৰিয়াল জীৱনত লিখা গল্প আৰু প্ৰবন্ধবোৰ পঢ়ি চালেই এই কথা স্পষ্ট হৈ উঠে। উদাহৰণ স্বৰূপে তলত বেলেগ বেলেগ সময়ৰ কেইছোৱামান ৰচনা উদ্ধৃত কৰা হ'ল।

## ৰূপ আৰু সৌন্দৰ্য

যেতিয়া লাহে লাহে বৈ যোৱা বতাহৰ লগতে কঁপি উঠা, উষাৰ অফুটা আলোকেৰে ভাসমান মেঘৰ ভিতৰেদি কেঁচুৱা বেলিৰ অফুটা ৰং-বহণে বিশ্বসংসাৰ বিয়পি ধৰে, বিমোৰ হৈ তেতিয়া কৈ উঠোঁ 'আহা! কি সুন্দৰ!' আৰু যেতিয়া পৰ্বতৰ

ওপৰত পৰ্বত, তাৰ ওপৰত পৰ্বত উঠি, নীল আকাশ চুমি, প্ৰেমৰ প্ৰতিমা বিকাশ যেন হৈ অনন্তত মিলি যায, বিমোৰ হৈ তেতিয়াও কৈ উঠোঁ, 'আহা! কি সুন্দৰ!' যেতিয়া বিশ্ব-বিমোহন ৰূপৰাশি আগত থিয় দিয়ে, যেতিয়া ললিত তানেৰে গোৱা গীত আহি অন্তৰত প্ৰৱেশ কৰে তেতিয়া সেই ভাব প্ৰকাশ কৰিবলৈ কওঁ—'আহা! কি সুন্দৰ!' আৰু যেতিয়া অমিয়া সৌৰভে আহি মন-প্ৰাণ মোহি পেলায়, যেতিয়া অমৃত সদৃশ খাদ্য উপভোগ কৰা হয, নাইবা যেতিযা নদীৰ পাৰৰ ফুলনিৰ মাজেৰে অহা বতাহে গাত হাত বুলাই অন্তৰখন শান্ত আৰু শীতল কৰি দিয়ে, তেতিয়া সেই ভাব প্ৰকাশ কৰিবলৈ কওঁ—'আহা! কি সুন্দৰ!' এইদৰে যিহৰ দ্বাৰা মন স্নিগ্ধ হয়, কোনো ইন্দ্ৰিয়ৰ উত্তম তৰ্পণ হয়, তাকেই বিশেষ কৰোঁ সুন্দৰৰ দ্বাৰা।

'কিন্তু সুন্দৰ কি? সুন্দৰ কিয় বোলোঁ? সৌন্দৰ্য আছে কাৰণেই সুন্দৰ ই ঠিক। যেনেকৈ বস্তু এটাৰ আৱশ্যকতা আৰু উপযোগিতা আগে, পাছেহে তাৰ গঢ়ৰ বিকাশ। সেইদৰে সৌন্দৰ্য্যৰ কল্পনাৰপৰাহে সুন্দৰৰ বিকাশ বা উৎপত্তি। এনেকৈ সকলোকে সুন্দৰ আখ্যা দিওঁ , সকলোতে সৌন্দৰ্যৰ ছাযা দেখোঁ, কিন্তু কেতিয়াবা চাইছোঁনে সৌন্দৰ্য কি আৰু সৌন্দৰ্য ক'ত?

'যেনেকৈ বিদ্যা বুলিলে আমি সাধাৰণতে লেখা-পঢ়াহে বুজি লওঁ, সেইদৰে সৌন্দৰ্য বুলিলেও সাধাৰণতে ৰূপহে বুজোঁ। দেখিবলৈ ধুনীয়া এটি ঘৰ, নানাবিধ সাজ-সজ্জাৰে সজ্জিত, তাক সুন্দৰ বোলোঁ, বা তাত সৌন্দৰ্য আছে বুলি ভাবোঁ। বৰ শুৱনি এটি ছবি, তাকো সুন্দৰ বোলো , কিন্তু ভাগিছিগি উৰলি যোৱা, চাৰিওপিনে হাবি-বন হৈ থকা ঘৰ এটা নাইবা অপটু হাতৰ বিকৃত সজুলি এটি, তাক সাধাৰণতে সুন্দৰ নোবোলোঁ, বা তাত সৌন্দৰ্য থকা বুলি নাভাবোঁ ; কাৰণ, প্ৰথম বিধৰ ৰূপ ধুনীয়া বা তাৰ গঠন-নৈপুণ্য উৎকৃষ্ট, শেষৰ বিধত ৰূপ বা গঠন-নৈপুণ্যৰ উৎকৰ্ষ নাই। কিন্তু দৰাচল পক্ষে ৰূপ আৰু সৌন্দৰ্যৰ ভিতৰত প্ৰভেদ আছে। যেনেকৈ একে সূৰ্যৰ কিৰণকে নীলা বিত-চকুৰ ভিতৰেদি চালে নীলা, ৰঙাৰ ভিতৰেদি চালে ৰঙা আৰু হালধীযাৰ ভিতৰেদি হালধীয়া দেখি, সেইদৰে ৰূপ নানা বিধৰ হ'ব পাৰে ; কিন্তু সৌন্দৰ্য এক। বেঁকা ৰেখাত যি সৌন্দৰ্য, ধুনীযা ছবিটোতো সেয়ে। সৌন্দৰ্যৰ মোল নুবুজি ৰূপক আদৰ কৰাটো দেৱতাৰ অতুল শক্তি আৰু মাহাত্ম্যৰ প্ৰতি মন নিদি প্ৰতিমা পূজা মাথোন। সাংখ্যৰ মতে যেনেকৈ স্থূলভূত প্ৰকৃতিৰ বিকাশ মাথোন, কিন্তু প্ৰকৃতি নিত্যা আৰু স্থূলভূতা নশ্বৰহে, সেইদৰে ৰূপো সৌন্দৰ্যৰ বহিৰ্বিকাশ বা অৱস্থান্তৰহে মাথোন ; কিন্তু ৰূপ নশ্বৰ, সৌন্দৰ্য নিত্য। যি বস্তুৰ ৰূপ মাত্ৰ দেখোঁ, কালৰ সোঁতত অৱস্থাৰ প্ৰাপ্তি হ'লে তাত সেই ৰূপ নেদেখিব পাৰো, কিন্তু য'ত সৌন্দৰ্য দেখোঁ তাত সি নিত্য। যেনেকৈ প্ৰতিমূৰ্তি কল্পনা কৰি পৰমেশ্বৰৰ অনন্ত শক্তি পূজিবলৈ বহুখিনি উজু হয়, সেইদৰে ৰূপেও সৌন্দৰ্য-বুজনত সহায় কৰে। কিন্তু সেইবুলি ৰূপ সৌন্দৰ্যৰ অঙ্গ নহয়, বিকাশ হে। ৰূপ দেহ, সৌন্দৰ্য তাৰ মোহিনী শক্তি ; ৰূপ বিশ্ব-সংসাৰ, সৌন্দৰ্য তাৰ নিয়ন্ত্ৰণী শক্তি।

'সচৰাচৰ আমি সকলো বস্তুতে একে সৌন্দৰ্য বা সকলোৱে একে সৌন্দৰ্য দেখিবলৈ নাপাওঁ। চন্দ্ৰৰ লাৱণ্যত যি সৌন্দৰ্য অন্ধকাৰত সি নাই, নীলা আকাশখনৰ বা গহীন পৰ্বতৰ যি সৌন্দৰ্য, গভীৰ সমুদ্ৰ বা শ্যামল বনৰাজিত তাক দেখিবলৈ নাপাওঁ। বতাহত গছৰ পাত এটা সৰিল, তাক কবিয়ে দেখিব এক ধৰণে, ভাবুকে আন ধৰণে আৰু সাধাৰণ শ্ৰেণীৰ মানুহে বা তাত একোকে নেদেখে। সেইদৰে ষোড়শী যুৱতীৰ সৌন্দৰ্য মাক-বাপেকৰ মনত এক ৰকম, স্বামীৰ মনত অন্য ৰকম, কামীৰ মনত তৃতীয় ৰকম আৰু ত্ৰৈলঙ্গ স্বামীৰ নিচিনা ভকতৰ মনত ই ঐশ্বৰ্যৰ বিকাশ স্বৰূপ বা নমস্যই। এনেস্থলত সৌন্দৰ্যক এক বুলিব পাৰি কেনেকৈ? আৰু এনে ভিন বোধ হোৱাত কাকেই বা বোলো সৌন্দৰ্য? (১৯০৬)

(২)

পৃথিৱীৰ বুকুত পানীৰ অভাৱ নাই, অথচ গাঁৱৰ মানুহে একেলগ হৈ পুখুৰী খান্দি লই পানী খাব নোৱাৰে ; তাৰ বদলি ৩। ৪ টা কলহ দি ২। ৩ মাইল আঁতৰৰপৰা পেকে-বোকাই পানী অনায় আৰু সেই পানীৰে সকলো শুধ হয। এই দৃশ্যই একেলগে কৃপা আৰু ক্ৰোধ নোপজায় নে? বাৰিষাৰ কালত ইয়াৰ বিপৰীত। ঘৰবাৰীত চাৰিওফালে চুৱা-ধোৱা খাল, মাটি-অনা খাল, গোবৰৰ দাম, জাবৰৰ বোজা ; আৰু কোনো ফালেই পানী যোৱাৰ বাট নাই। প্ৰথম জাক বৰষুণৰ লগতে এইবোৰ পচি দুৰ্গন্ধ ওলায়, আৰু অসংখ্য মহ আৰু মাখিযে লগত অসংখ্য বেমাৰৰ বীজ লৈ গাঁৱক যমৰাজাৰ চৌৰাশী নৰকৰ কোনোবা এখন কৰি তোলে। (চেতনা— ১৯২০ চন)

(৩)

ৰাজপুত্ৰই বন্তী লৈ আহিছে, তুলসীৰ গুৰিত দিবলৈ। কুমাৰী আৰু সধবা তিৰীয়ে তুলসীৰ গুৰিত চাকি নিদিয়ে, ইফালে সোণাই ঠাই আটাই ভিতৰলৈ যায়। সিফালৰপৰা ৰাজপুত্ৰই হাতৰ আঁৰ দি দীপ লৈ আহে। মুখ-আন্ধাৰি লাগা সময়। দুয়ো-দুয়োকে নেদেখে। হঠাতে তুলসীজোপাৰ ওচৰতে দুয়োৰো ঠেকাঠেকি লাগে। শৰীৰৰ ঠেকাঠেকি আৰু অতি সংক্ষিপ্ত এটা খন্তেকৰ কাৰণে দুয়োৰো চকুৰে চকুৰে ঠেকাঠেকি ; আৰু মনে মনেও। দুয়ো উচাপ খাই উঠে। (১৯৪৪ চন)।

এনেবোৰ উদ্ধৃতিয়ে স্পষ্টভাৱে দেখুৱাই দিয়ে—গোসাঁইৰ লেখাৰ ঠাঁচ বা ৰচনা-ৰীতি শেষত কোনফালে ঢাল খাইছিল।

# অসমীয়া বানান সম্পৰ্কে গোসাঁইৰ মত

ওপৰত গোসাঁইদেৱৰ বেলেগ বেলেগ সময়ৰ ৰচনা দেখুৱা হ'ল। তাৰপৰা এইটো স্পষ্ট হয় যে বয়স বাঢ়ি অহাৰ লগে লগে তেওঁৰ ভাষা নামনি অসমৰ স্বাভাৱিক ভাষাৰ বেছি ওচৰ চাপি আহিছিল। ৰজা, বিধতা, বিয়পি এনেবোৰ শব্দৰ পৰিবৰ্তে তেওঁ পিছত ৰাজা, বিধাতা, বিয়াপি আদিহে ব্যৱহাৰ কৰিছে ; কাৰণ, নামনি অসমত তেনেকৈ ব্যৱহৃত হোৱাৰ উপৰিও মূল সংস্কৃতে তাক সমৰ্থন কৰে।

অসমীয়া ভাষাৰ বৰ্ণ আৰু বানান পৰিবৰ্তনৰ বিষয়েও গোসাঁইৰ কিছুমান সুকীয়া মত আছিল। তেওঁৰ মতবোৰ এইদৰে জুকিয়াব পাৰি ঃ

(১) সংস্কৃত.'ইন্' ভাগান্ত শব্দ অসমীয়াত ব্যৱহাৰ কৰিলে 'ী' নে 'ি' যুক্ত কৰা যাব? এতিয়া গুণী, ধনী, মানী, প্ৰতিযোগী, উপকাৰী এইবোৰ ব্যৱহাৰ কৰা হয় ; যেতিয়া ভাবাৰ্থত 'তা' বা 'ত্ব' প্ৰত্যয যোগ কৰা হয তেতিয়া আকৌ সংস্কৃত ব্যাকৰণ অনুসৰি প্ৰতিযোগিতা, উপকাৰিতা এনে হ'ব লাগে। গতিকে অসমীয়া লেখকে উপকাৰিতা, মন্ত্ৰিত্ব, বাগ্মিতা, স্বামিত্ব, তেজস্বিতা প্ৰভৃতি শব্দ প্ৰযাগৰ বেলিকা হয় সংস্কৃত ব্যাকৰণ জানিব, নহয় মন্ত্ৰীত্ব, উপকাৰীতা আদি লিখিব লাগিব। এনে স্থলত 'ইন্' ভাগান্ত শব্দক 'ই' ৰে লিখিলে কেনে? যেনে, ধনি, গুনি, মন্ত্ৰি ইত্যাদি। তেনে কৰাই ভাল যেন লাগে।

(২) সংস্কৃত ৰেফযুক্ত বৰ্ণ অসমীযাত ৰেফ নোহোৱা হ'লে 'ণ' ক 'ন' কৰিলে কিবা লোকচান আছে নে? যেনে, কৰ্ণ কাণ নহৈ কান , পৰ্ণ পাণ নহৈ পান।

(৩) বিদেশী শব্দৰ ষত্ব, ণত্ব হ'ব নে নহ'ব? গবৰ্নমেণ্ট নে গবৰ্ণমেণ্ট? মিষ্টাৰ হৰ্ণেল নে মিষ্টাৰ হৰ্নেল? এনেবোৰ শব্দত মূল বিচাৰৰ আহুকাল নাই যেতিয়া, তেতিয়া ইহঁতক ণত্ব-ষত্বৰ জটিল নিযমৰ তলতীয়া নকৰিলে অপকাৰ কি?

(৪) মাটি নে মাটী , মাজুলী নে মাজুলি? এটি নে এটী? এইবোৰ শব্দত 'ী' নিদি 'ি' প্ৰয়োগ কৰাত একো বাধা দেখা নাযায়।

(৫) সংস্কৃত স্ত্ৰীলিঙ্গ শব্দৰ বিশেষণ অসীয়াত স্ত্ৰীলিঙ্গ হ'ব নে নহ'ব? প্ৰয়োগত দেখা যায় 'লাৱণ্যময় কান্তি' (শকুন্তলা), প্ৰখৰ বুদ্ধি ইত্যাদি চলি আছে।

(৬) বিশেষ্যৰ লিঙ্গভেদে 'মহৎ' প্ৰভৃতি শব্দৰ লিঙ্গভেদ হ'বনে নহয়? প্ৰয়োগত আছে 'মহৎলোক', 'মহৎলক্ষ্মী', 'মহৎ অন্তঃকৰণ' আকৌ 'ৰূপবান পুৰুষ', 'ৰূপৱতী স্ত্ৰী'। আকৌ 'সুন্দৰ ছোৱালী' 'সুন্দৰ ঘৰ' ইত্যাদি। সেইদৰে 'ভয়ঙ্কৰ ৰাক্ষসী', 'ভয়ঙ্কৰ আতাহ' ইত্যাদি।

(৭) সেইদৰে 'তিৰোতাজনী বৰ পণ্ডিত' , 'অধ্যাপকজনৰ ঘৈণীয়েকজনীও বৰ বিদ্বান মাইকী'—এনেবোৰ প্ৰয়োগ সাধু হ'ব নে? অথবা পণ্ডিতানী, বিদুষী— এনে হ'ব?

## বৰ্ণবিন্যাস সম্বন্ধে গোস্বামীৰ মত

এই সম্পৰ্কে গোসাঁইদেৱৰ মত আৰু বেছি বিদ্ৰোহী ধৰণৰ। তেওঁ সদায় উচ্চাৰণমতে বৰ্ণনিব্যাস হ'ব লাগে বুলি মত প্ৰকাশ কৰিছিল। সেই বিষয়ে তেওঁ এইদৰে যুক্তি দাঙি ধৰিছিল 'সকলোৱে জানে যে ভাষাৰ আৱশ্যক মনৰ ভাব প্ৰকাশৰ কাৰণে আৰু লিখাৰ আৱশ্যক মনৰ ভাব ভাষাত আবদ্ধ কৰি ৰাখিবৰ কাৰণে। এই মূল কথা পাহৰি ভাষাক ব্যাকৰণৰ প্ৰযোগ বুলি ধৰি লৈ কাম কৰিবলৈ গ'লে বিচাৰশূন্য আচাৰৰ দৰে সি প্ৰায় অন্ধ সংস্কাৰৰ সমতুল্য হয়। চিন্তা নকৰি কেৱল সংস্কৃত ব্যাকৰণৰ খাতিৰ ৰাখিবলৈ গৈ ভাষা বিষযত আমি বহুত মেৰপাকত সোমাবলগীয়া হৈছোঁ।

'ব্যাকৰণ নালাগে বুলি মই কোৱা নাই ; বৰং ইয়াকেহে ক'ব খুজিছোঁ, আমাক সম্পূৰ্ণ (অসমীয়া) ব্যাকৰণ এখন লাগে। আচলতে অসমীয়া ভাষাৰ একমাত্ৰ ব্যাকৰণ 'হেমচন্দ্ৰ ব্যাকৰণ'। ইয়াতো কিন্তু অযথাৰূপে ইংৰাজী ব্যাকৰণক অনুসৰণ কৰা হৈছে। ব্যাকৰণ সংস্কৃত ব্যাকৰণৰ অসম্পূৰ্ণ বা অকামিলা সংস্কৰণ মাত্ৰ। সেইদেখি নিভাঁজকৈ লিখা অসমীয়া ভাষাৰ ব্যাকৰণ এখনৰ আমাৰ অতি আৱশ্যক।* কিন্তু এইটো আমি মনত ৰাখিব লাগে যে ভাষা আগ, ব্যাকৰণ পাছ , আৰু সকলো জীৱন্ত ভাষাতেই যিদৰে ব্যাকৰণক অনুসৰণ কৰি ভাষা লিখা যায়, সেইদৰে ব্যাকৰণেও প্ৰতিভাশালী লিখকৰ ভাষাক অনুসৰণ কৰি নিজৰ সূত্ৰ আদি প্ৰবৰ্তন কৰিবলগীযাত পৰে। আমি এই কথা পাহৰিছোঁ দেখিয়ে আমাৰ ভাষা আৰু বানান বাক্য-গঠন আৰু শব্দ-গঠন আদি বিষযত ইমান বেমেজালি।' **

তেওঁ আৰু কয—'আমাৰ ভাষা সংস্কৃতৰপৰা ওলোৱা বুলি ভাবি সেইমতে কাম কৰিবলৈ গৈয়ে আমি বৰ গোলমালত পৰিছোঁ। আজিকালি ইয়োৰোপ আৰু আমেৰিকাত উচ্চাৰণ অনুসৰি বৰ্ণবিন্যাসৰ চেষ্টা চলিছে। আমেৰিকাৰ যুক্তৰাজ্যত সেই অনুসৰি ইংৰাজীৰ বানানবোৰৰপৰা অনাৱশ্যকীয় বহুত আখৰ বাদ দিয়া হৈছে। কিন্তু আমাৰ দুৰ্ভাগ্যৰ কথা যে পুৰণি অসমীয়া ভাষাত বৰ্ণবিন্যাসৰ এই উৎকৃষ্ট নিয়ম থকাতো তাক আওহেলা কৰি আৰু বঙালী ভাষাৰ বৰ্ণবিন্যাস অনুসৰণ কৰি আমি বৰ্তমান অসমীয়া ভাষাৰ বৰ্ণবিন্যাস ইমান টান কৰি তুলিছোঁ।

উচ্চাৰণলৈ চালে তলত দিয়া আখৰ কেইটাৰেই আমাৰ সকলো কাম চলে—

অ, আ, ই, উ, ঋ, এ, ঐ, ও, ঔ, ং, ঃ,

ক, খ, গ, ঘ, ঙ, চ, জ, ঞ, ত, থ, দ, ধ, ন, প, ফ, ব, ভ, ম, য, ৰ, ল, ৱ, ষ, স, হ, ক্ষ—অৰ্থাৎ স্বৰ এঘাৰটা আৰু ব্যঞ্জন ছাব্বিশটা। ইত্যাদি (চেতনা কাতি, ১৮৪১)

---

* সত্যনাথ বৰাৰ 'বহল ব্যাকৰণো' তেতিয়া ওলোৱা নাছিল।— লেখক

** অসমীয়া ভাষা'—১৯০৫ চন ঃ গুৱাহাটী অঃ ভাঃ উঃ সাঃ সভাত পঠিত।

গোস্বামীৰ উক্ত মতবোৰৰ যে প্ৰতিবাদ হোৱা নাছিল এনে নহয়। বহুতে এইবোৰৰ প্ৰতিবাদ কৰি সুন্দৰ যুক্তিও দিছিল। গোসাঁয়ে যে তেনে মৌলিক প্ৰশ্ন কিছুমানৰ উত্থাপনৰ দ্বাৰা যি কোনো বিষয়ত চিন্তাৰ ঢৌ তুলিব পাৰিছিল সেয়ে আছিল তেওঁৰ লেখাৰ আৰু চিন্তা-চৰ্চাৰ মৌলিক বিশেষত্ব।

## অসমীয়া ভাষা আৰু অভিধান

অসমীয়া ভাষা আৰু তাৰ অভিধান সম্পৰ্কে গোস্বামীয়ে কৈছিল—'অকল উজনিৰ শব্দকেইটা লৈয়ে অসমীয়া ভাষা হ'ব নোৱাৰে। প্ৰকৃত অসমীয়া ভাষা উজনি-নামনি সকলো ঠাইৰ অসমীয়া ভাষাৰ মাত-কথা গ্ৰহণ কৰি হোৱা সুবৃহৎ ভাষা এটা হৈ উঠিব লাগিব। পুৰণি অসমীয়া পদ পুথিবোৰত দেখোন তেনে ব্যৱহাৰৰ গণ্ডা গণ্ডা উদাহঁৰণ পোৱা যায়। আন নালাগে যি দুজনা ধৰ্ম-গুৰুৰ ৰচিত ধৰ্ম পুথিৰ ওপৰত ভেটি বান্ধি অসমীয়া ভাষা আৰু সাহিত্যৰ মন্দিৰটো আজি প্ৰায় ছশ বছৰ বাহিৰৰ ধুমুহা বজ্ৰপাতক কেৰেপ নকৰি নিকপ্‌কপীয়া হৈ তিষ্ঠিল সেই প্ৰাতঃস্মৰণীয় মহাপুৰুষ শঙ্কৰ-মাধৱৰ ৰচিত পুথিবোৰতে দেখোন অভিধানত নথকা নামনি অসমৰ শব্দ ঢেৰ পোৱা যায়।'

সেই কাৰণে গোসাঁইদেৱে উজনি-নামনিৰ সকলোবোৰ শব্দ গ্ৰহণ কৰি সেইবোৰৰ যথাযথ ব্যৱহাৰ দেখুৱাই এখন সম্পূৰ্ণ আৰু সুবৃহৎ অসমীয়া অভিধান ৰচনা কৰিবলৈ আঁচনি হাতত লৈছিল। সেই উদ্দেশ্যে তেওঁ ডঃ বাণীকান্ত কাকতি, ভাষাবিদ কালিৰাম মেধি, হৰেন্দ্ৰনাথ শৰ্মা প্ৰভৃতিক লৈ এখন প্ৰাথমিক সমিতিও গঠন কৰিছিল। সেই বিষয়ে লিখা চিঠিত তেওঁ কৈছিল—'বৰ্তমান সময়ত অসমীয়া ভাষাত চলি থকা অভিধান কেইখনৰ এখনেও নামনিৰ নিত্য ব্যৱহাৰ্য শব্দবোৰৰ প্ৰতিনিধিত্ব নকৰে। নামনিৰ এই শব্দবোৰ কোনেও জোৰ কৰি ব্যৱহাৰ কৰা নাছিল, আৰু কোনো ভাষাতেই কোনেও তেনেকৈ জোৰেৰে শব্দ ব্যৱহাৰ কৰাব নোৱাৰে। শব্দবোৰ মানুহৰ মুখে মুখে আপুনি জন্ম পোৱা বস্তু। মানুহে মনৰ ভাব প্ৰকাশ কৰিবলৈ সেইবোৰ ব্যৱহাৰ কৰে। গতিকে আমি যিবোৰক অসমীয়া ভাষা-ভাষী লোক বুলি ধৰোঁ তেওঁলোকৰ মাত-কথাকো অসমীয়া ভাষা-সাহিত্যত আদৰ কৰিব লাগিব।' দুখৰ কথা গোস্বামীদেৱৰ পৰিকল্পিত এই অভিধানৰ কাম আৰম্ভ কৰাৰ আগতে তেখেত স্বৰ্গী হ'ল।

## প্ৰত্নতত্ত্বত

আমাৰ দেশৰ অতীত বুৰঞ্জীৰ বহুতো কথা ৰহস্যময় হৈ লুপ্ত অৱস্থাতে আছে। সেইবোৰৰ মৰ্ম জানিবলৈ চেষ্টা আৰু চিন্তা কৰিও গোসাঁইদেৱে পৰম তৃপ্তি লাভ কৰিছিল। আকৌ তেনে চিন্তাৰ ফলত তেওঁৰ মনত যিটো তথ্য সত্য বুলি ধাৰণা হৈছিল সেইটো চলিত জনমতৰ বিপৰীতে গ'লেও তাক তেওঁ প্ৰকাশ কৰিবলৈ সংকোচ নকৰিছিল। সেই হেতুকে প্ৰত্নতত্ত্ব বিষয়ৰ অনেক কথাত তেখেতৰ প্ৰতিদ্বন্দ্বী ওলাইছিল বা তেনে মতৰ সমালোচনা হৈছিল। তাতে দেখা গৈছিল যে তেখেতৰ গৱেষণামূলক কথাই আনৰ মনতো স্বাধীন চিন্তাৰ ঢৌ তুলিছিল। প্ৰত্নতত্ত্বৰ ক্ষেত্ৰত তেনে চিন্তাৰ ঢৌ তুলিব পৰাটোৱেই তেখেতৰ এটা মন কৰিবলগীয়া বিশেষত্ব আছিল। গতানুগতিকভাৱে যিহকে-তিহকে মানি লোৱাতকৈ স্বাধীন চিন্তা আৰু যুক্তি-তৰ্কৰ সহায়ত নতুন প্ৰশ্ন উত্থাপন কৰিব পৰাটোও নিশ্চয় প্ৰশংসনীয় কাম। এইটো কিন্তু স্বীকাৰ কৰিব লাগিব যে তেওঁৰ গৱেষণাৰ কথাবোৰ অভ্ৰান্ত বুলি ভাবি তেওঁ কাৰো ওপৰত সেইবোৰ জোৰ কৰি জাপি দিবলৈ চেষ্টা কৰা নাছিল।

গোসাঁইদেৱৰ প্ৰত্নতাত্ত্বিক চিন্তাধাৰাৰ মৌলিক বিশেষত্ব ধৰা পৰে তেখেতৰ ১৯৩৪ চনৰ ৭ এপ্ৰিল তাৰিখে বহা কামৰূপ অনুসন্ধান সমিতিৰ বছৰেকীয়া অধিৱেশনত সভাপতি হিচাবে পাঠ কৰা অভিভাষণখনিত। সেই অভিভাষণত উত্থাপিত মূল বিষয় কেইটাৰ তলত আভাস দিয়া হ'ল।

অভিভাষণৰ আৰম্ভণিতে তেখেতে কৈ থৈছিল—'মোৰ জ্ঞানৰ গৰিমা নাই আৰু সেইবাবে মই সভাপতিৰ যোগ্য নহওঁ, অযোগ্য কাৰণেই সভাপতি পতাত মই এই সম্মানৰ মূল্য বেছিকৈ বুজিছোঁ। আপোনালোকৰ নিমন্ত্ৰণ গ্ৰহণ কৰি মই অন্ততঃ আপোনালোকৰ কৰিবলগীয়া কামৰ বিষয়ে কিছু ক'ব পাৰিম। ...মই যি ক'ম তাক আপোনালোকে সাধাৰণ লোক এজনে সুধীসকলৰ আগত কৰা কিছুমান আপত্তি মাথোন বুলি গ্ৰহণ কৰিব।

ব্যাপক অৰ্থত লৈ সাধাৰণভাৱে ক'বলৈ হ'লে, অসমৰ বিষয়ে আমাৰ অতীত আৰু বৰ্তমানৰ যি জ্ঞান আছে, সি চাৰিখন কিতাপতে আবদ্ধ ; যেনে, (১) গুণাভিৰাম বৰুৱাৰ অসম বুৰঞ্জী (২) ছাৰ এডোৱাৰ্ড গেইটৰ History of Assam (আসাম বুৰঞ্জী)। (৩) পণ্ডিত পদ্মনাথ বিদ্যাবিনোদৰ কামৰূপ শাসনাৱলী (৪) ৰায়বাহাদুৰ কনকলাল বৰুৱাৰ Early History of Kamrup (প্ৰাচীন কামৰূপৰ বুৰঞ্জী)। ইয়াৰ প্ৰথম দুখনত ঘাইকৈ আহোম যুগৰ আৰু পিছৰ দুখনত প্ৰাক্ আহোম যুগৰ কথা আলোচনা কৰা আছে। কিন্তু আপোনালোকৰ সমিতিৰ যোগ্য কাম হ'ব, যিবোৰ কথা এতিয়ালৈকে পোহৰলৈ অহা নাই সেইবোৰত পোহৰ পেলোৱা ঃ আগতে সকলোৱে জনা কথাবোৰ প্ৰচাৰ কৰা নহয়। আমাৰ নিজৰ দেশৰ বিষয়ে আমাৰ অজ্ঞানতা কিমান গভীৰ, সেই বিষয়ে মই আপোনালোকক কিঞ্চিত আভাস দিম।

আহোম যুগৰ কথাৰেই আমাৰ কথা আৰম্ভ কৰোঁ। আহোমসকলৰ ৰাজত্বৰ আৰম্ভণিৰ তিনিশমান বছৰলৈকে তেওঁলোকৰ ৰাজ্য বৰ্তমানৰ লক্ষীমপুৰ আৰু শিৱসাগৰ জিলাৰ ভিতৰতে আবদ্ধ আছিল। সেই সময়ত চুটিয়া, কছাৰী, ভূঞা, মেচ এইসকলেই দেশৰ অধিকাংশ ঠাই শাসন কৰি আছিল। দুখৰ বিষয় এই ৰাজ্যবোৰৰ সুকীয়া বুৰঞ্জী পাবলৈ নাই। যি যি সময়ত এই ৰাজ্যবোৰৰ লগত মুছলমান আৰু আহোমৰ সংঘৰ্ষ হৈছিল সেই সেই সময়ৰহে মাথোন বিবৰণ পোৱা যায় ; অন্য সময়ৰ বুৰঞ্জী নাই বুলিলেই হয়। উদাহৰণ স্বৰূপে বাৰভূঞাসকলৰ কথাকেই ক'ব পাৰি। বাৰভূঞাসকলে বহুকাল ব্যাপি প্ৰতাপেৰে ৰাজ্য শাসন কৰিছিল আৰু তেওঁলোকৰ নাতি-পুতিসকল আমাৰ মাজত এতিয়াও আছে। অথচ তেওঁলোকৰ স্পষ্ট ইতিহাস একো নাই বুলিলেও হয়। ..ভূঞাসকলে কিমান দিন ক'ত ক'ত ৰাজত্ব কৰিছিল, তেওঁলোকৰ ৰজাৰ ক্ষমতা কেনেকুৱা আছিল, নাইবা তেওঁলোকৰ ৰাজ্যবোৰ পুৰণি গ্ৰীচৰ 'চিটি ষ্টেট' বা নগৰ-ৰাজ্যৰ দৰে আছিল নেকি ইত্যাদি কথা আমি একো নাজানো। সেই একেদৰেই কছাৰী, কোচ, মেচ, চুটিয়া আদিসকলৰো ইতিবৃত্ত বেছি একো জনা নাযায়।

যি হওক তেওঁলোকৰ বিষযে বাৰু অলপ জনাযে যায় , কিন্তু মৰাণ, বৰাহি আদি ফৌজবোৰৰ কথা আকৌ সিমানো জানিব নোৱাৰি। আহোমসকলৰ কথা বহুত জনা যায়। ১২২৮ খৃষ্টাব্দত প্ৰথমে যেতিযা চুকাফাই সৌমাৰ খণ্ডত প্ৰৱেশ কৰি ৰাজত্ব আৰম্ভ কৰে, তেতিযা গুৱাহাটী, তেজপুৰ, নগাঁও, যোৰহাট, ডিব্ৰুগড়, সদিয়া, ধুবুৰী, ৰংপুৰ আদি কোনে শাসন কৰিছিল, সেই বিষয়ে অনুমান কৰাৰ বাহিৰে একো জানিব পৰা নাযায়।

প্ৰাক্ আহোম যুগৰ বিষযেও আমাৰ জ্ঞান বৰ কম। অসম উপত্যকাৰ প্ৰায় সকলো মানুহেই আৰিমত্ত ৰজাৰ কথা শুনিছে। উত্তৰ লক্ষীমপুৰৰপৰা গুৱাহাটীলৈকে তেওঁৰ নামৰ পুখুৰী নাইবা অন্যান্য ভগ্নাবশেষ ঢেৰ দেখিবলৈ পোৱা যায়। তেওঁ নিশ্চয় এজন পৰাক্ৰমী ৰজা আছিল। কিন্তু এটা আখ্যানৰ বাহিৰে তেওঁৰ বিষয়ে একো জনা নাযায়। তাৰ পিছত পুথি, প্ৰস্তৰ-লিপি আৰু তামৰ ফলিত 'অঙ্ক' আখ্যাবিশিষ্ট কিছুমান ৰজাৰ নামৰ উল্লেখ পোৱা যায়। তাৰে ভিতৰত প্ৰখ্যাত হৈছে—গজাঙ্ক, মীনাঙ্ক, নাগাঙ্ক, শুকৰাঙ্ক আৰু ভালুকাঙ্ক এইকেইজন। তেওঁলোক একে বংশৰে ৰজা আছিল নে কি আছিল আমি নাজানো। মোৰ বিশ্বাস এই আটাইবিলাক উপনাম মাথোন আছিল আৰু কেৱল যে এটা বংশৰ নাইবা একে ঠাইৰ ৰজাইহে তাক গ্ৰহণ কৰিছিল, এনে নহয়। ঠাই আৰু বংশ নিৰ্বিশেষে ই ৰজাৰ ৰুচি অনুসাৰে গ্ৰহণীয় আছিল। আমি জানো যে ভাস্কৰ বৰ্মাৰ পিতৃৰ নামো আছিল মৃগাঙ্ক।

মই ভাবোঁ, ৰজাই নিজৰ পতাকাত ৰুচি অনুসৰি ছবি আঁকাইছিল। এনে কাৰ্য পুৰণি বীৰসকলৰ অনুকৰণত কৰা হৈছিল ; যেনে গৰুড়ধ্বজ, কপিধ্বজ, মকৰ-কেতন ইত্যাদি। সি যিয়েই নহওক, কোন কোন ৰজাইনো এনে উপাধি গ্ৰহণ কৰিছিল,

কিমান দিনলৈ ই চলিত আছিল আৰু কেতিয়া বন্ধ হ'ল ইত্যাদি কৌতূহলপূৰ্ণ প্ৰশ্নৰ সমাধান আমাৰ নাই।

বিখ্যাত বঙ্গবীৰ শশাঙ্ক ৰজাৰ কথা কল্পনাৰ বলেৰে এইদৰেও ক'ব নোৱাৰি নে যে, শশাঙ্ক আছিল 'অঙ্ক' আখ্যাধাৰী বংশৰেই এজন ত্যাজ্য যুৱৰাজ। ধৰি লোৱা যাওক তেওঁ আছিল কুমাৰ ভাস্কৰ বৰ্মাৰেই ভতিজাক আৰু বঙ্গ, বিহাৰ আৰু উড়িষ্যালৈ গৈ তেওঁ বাহুবলেৰে এখন বিশাল ৰাজ্য স্থাপন কৰি লৈ ভাস্কৰ বৰ্মাৰ লগত যুঁজ পাতিছিল। আৰু এটা কথা এইদৰেও ভাবিব পাৰি যে, ভাস্কৰে কুমাৰ বা যুৱৰাজ আখ্যা গ্ৰহণ কৰিছিল, কাৰণ সিংহাসনৰ কাৰণে তেওঁৰ দাবী সকলোৱে মানি লোৱা নাছিল। আৰু ভাস্কৰ বৰ্মা আৰু শশাঙ্কৰ নামে বাৰু চিন্তাৰ উদ্ৰেক নকৰে নে?'

ইযাৰ পিছত গোসাঁইদেৱে 'কালিদাসৰ যুগত কামৰূপ' আৰু 'মহাকাব্যত কামৰূপ' শীৰ্ষক দুটি বিষয়ৰ আলচ কৰি দেখুৱাইছিল যে সেই সেই সময়ত কামৰূপ ৰাজ্য এখন লেখত ল'বলগীয়া ৰাজ্য আছিল। কামৰূপ প্ৰাগ্‌জ্যোতিষ আৰু লৌহিত্য নাম, মহাকাব্য দুখন আৰু পুৰাণত পোৱা যায়। এইবোৰৰপৰা আমি নিসন্দেহে জানিব পাৰোঁ যে অতি পুৰণি কালত এই ঠাই শিক্ষা আৰু কৃষ্টি বিস্তাৰৰ কেন্দ্ৰ আছিল। ইয়াৰপৰা ইয়াকে সিদ্ধান্ত কৰিব পাৰি যে অতীতৰপৰা কামৰূপ এখন প্ৰবল পৰাক্ৰমী ৰাজ্য আছিল।

এটা আচৰিত কথা এই যে খৃঃ পূৰ্ব ৫০০ ৰ পৰা খৃঃ ৩০০ লৈকে বৌদ্ধ যুগত কামৰূপৰ বিষযে বিশেষ একো উল্লেখ নাই। বৌদ্ধ যুগত এই হেন উন্নত ৰাজ্যখনৰ কি হ'ল? সেই সময়ত এনে অৰাজকতা হৈছিল নে যে তাৰ নাম পৰ্যন্ত নাইকিয়া হ'ল, আৰু সেই গতিকে সেই সময়ৰ কোনো এটা ঘটনাতে কামৰূপৰ নাম উল্লেখ কৰা নহৈছিল?—হ'লেও কিন্তু বৌদ্ধ ইতিহাসত কামৰূপৰ নাম সমূলি নথকাটোৰ কাৰণ বিচাৰি পোৱা টান। বৌদ্ধ ধৰ্মগুৰুসকলে কামৰূপৰ আশে-পাশে থকা বৰ্মা, বঙ্গ, ভুটান, তিব্বত আদিত বৌদ্ধ ধৰ্ম প্ৰচাৰ কৰিছিল, কিন্তু কামৰূপত প্ৰচাৰ কৰা নাছিল—ই আচৰিত ধৰণৰ কথা। মোৰ সেই কাৰণেই এনে বিশ্বাস হয়—মই অৱশ্যে তাৰ সিদ্ধান্তদৰ্শক যুক্তি দিব নোৱাৰোঁ—যে বৌদ্ধসকলে সেই সময়ত কামৰূপক অন্য কিবা নামত জানিছিল। বৌদ্ধ ধৰ্ম যে কামৰূপত প্ৰচাৰ হৈছিল আৰু কামৰূপ যে কেই শতিকামান ধৰি বৌদ্ধ কৃষ্টিৰ কেন্দ্ৰ আছিল তাৰ ভূৰি ভূৰি প্ৰমাণ আছে।
× × ×

বৈদিক যুগত কামৰূপ শীৰ্ষক কথাৰ আলোচনাত তেখেতে কয় যে আৰ্যসকলৰ এটা শাখা পূবৰ পৰ্বতবোৰৰ দাঁতিয়েদি আহি ভাৰতত সোমাইছিল, ই পণ্ডিতসকলৰ এটা মতবাদ। ইয়াক সমৰ্থন কৰা যায়। মানৱ সভ্যতা বিস্তাৰৰ ইতিহাসত দেখা যায় যে ডাঙৰ ডাঙৰ নদীৰ তীৰভূমিবোৰেই মানৱ সভ্যতাৰ জন্মস্থান। নীল, টাইগ্ৰীচ, ইউফ্ৰেটিজ, সিন্ধু, গঙ্গা আদিৰ সাৰুৱা উপত্যকাবোৰেই তাৰ উদাহৰণ। ব্ৰহ্মপুত্ৰও এখন ডাঙৰ নদী আৰু সেই কাৰণেই ব্ৰহ্মপুত্ৰৰ পাৰতো তেনে এটা সুকীয়া সভ্যতাই গঢ় লৈছিল বুলি ভাবিবৰ থল আছে।

এটা জাতিৰ কথা জানিবলৈ হ'লে ৰাজনৈতিক ইতিহাসেই যথেষ্ট নহয়। ভাষা, সাহিত্য, আচাৰ, ৰীতি-নীতি, সমাজ, ধৰ্ম আদিয়েও জাতিৰ ইতিহাস নিৰ্ণয়ত বহুখিনি সহায় কৰে। এইবিলাকৰে বা আমি কিমান জানো? অসমীয়া সাহিত্যৰ ইতিহাস সম্পৰ্কে গোস্বামীৰ মত—প্ৰহ্লাদ চৰিত্ৰই অসমীয়া সাহিত্যৰ প্ৰাচীনতম লিখিত পুথি নহয় আৰু হ'ব নোৱাৰে। × × কোনো কোনো পণ্ডিতে ভাবে যে বৌদ্ধ দোহাবোৰৰ ভাষাত প্ৰাচীন অসমীয়া আৰু বঙলা ভাষাৰ নমুনা পোৱা যায়। সেই বিষয়ত মোৰ মতদ্বৈধ নাই। কিন্তু মোৰ দুখ লাগে ইয়াকে ভাবিহে যে আমি এই পদবোৰ বৈজ্ঞানিক প্ৰণালীৰে পঢ়ি তাৰ গঢ়-গঠন আৰু পৰিবৰ্তনৰ বিষয়ে ক্ৰমাগত আলোচনা কৰি হেমসৰস্বতীৰ 'প্ৰহ্লাদ চৰিত্ৰ'ৰ যুগলৈকে তাৰ ইতিহাসৰ পম খেদিবলৈ যত্ন কৰা নাই।

ধৰ্ম আৰু সামাজিক আচাৰ-ৰীতি বিষযক আলচত গোস্বামীয়ে লিখিছিল—'কামৰূপত এসময়ত বৌদ্ধ ধৰ্ম প্ৰচলিত আছিল আৰু সি ইয়াত দকৈ শিপাব পাৰিছিল। চুটিয়া আৰু কছাৰী আদিসকলৰ ধৰ্ম কাৰ্যকে ভিতৰ কৰি এতিযা প্ৰচলিত থকা সকলোবোৰ ধৰ্মৰেই অনুষ্ঠানবিলাকত বৌদ্ধ ধৰ্মৰ কিছু প্ৰভাৱ থকা অনুমান কৰিব পাৰি। আমাৰ দেশত শৈৱ, শাক্ত আৰু বৈষ্ণৱ তিনিও প্ৰকাৰ ধৰ্মানুষ্ঠানৰ প্ৰভাৱ থকাৰ বহুতো প্ৰমাণ পোৱা যায়। আধুনিক ধৰ্মোৎসৱবিলাক কিন্তু বৈষ্ণৱ ধৰ্মৰ দ্বাৰা প্ৰভাৱান্বিত হৈছে। তদুপৰি ৰাতিখোৱা ভকতীয়া সম্প্ৰদায়, তামোল নোখোৱা সম্প্ৰদায়, গোপীধৰা সম্প্ৰদায় আদি বুৰিয়ে বুৰিয়ে অনেক গুপ্ত সম্প্ৰদায় অসমত আজিও আছে। এইবিলাকৰ ধৰ্মভাব আৰু জীৱনৰ ওপৰত সিবোৰৰ প্ৰভাৱৰ কথা উপযুক্ত প্ৰত্নতাত্ত্বিকৰ অনুসন্ধানৰ বিষয়বস্তু হৈ আছে।'

তেওঁ আৰু কৈছে—তেজপুৰৰ বামুণী পাহাৰত পৰি থকা ভগ্নাৱশেষে গুপ্ত যুগৰ ভাস্কৰ্যৰ গৌৰৱ ঘোষণা কৰিছে ; কিন্তু সেই মন্দিৰ সজাইছিল কোনে আৰু কেতিয়া? এই শিলত কটা ভাস্কৰ্যৰ লগত কামৰূপৰ ছয়গাঁৱৰ চান্দোসদাগৰৰ মেৰঘৰৰ ভগ্নাৱশেষৰো মিল দেখা যায়। আচলতে সেইবোৰ একে সময়ৰে ভাস্কৰ্যৰ চানেকি নে?

ডিমাপুৰৰ ভগ্নাৱশেষবোৰ খুব সম্ভৱ কছাৰী ভগ্নাৱশেষ নহয়। এইবোৰ বিস্মৃতিৰ গৰ্ভত আজি মাৰ যাবলৈ ওলোৱা কোনো লিঙ্গ পূজাৰেই চানেকি যেন লাগে।

দীঘলী পুখুৰীটোৰেই বা অতীত কাহিনী কি? ৰুক্মক বা ভীষ্মক নগৰত থকা ভালুক পুং, বৈদ্যৰ গড়, ফেঙুৱা গড়, জোঙালবলহু গড়, পৃথিমী নগৰ এইবোৰকেই বা সজাইছিল কোন ৰজাই? সেই সময়ত দেশৰ সাধাৰণ অৱস্থা বা আছিল কেনে?

আমাৰ দেশত যতবোৰ দেবালয় আছে সেইবোৰৰেই বা আমি কি বুজ পাওঁ? নৱগ্ৰহ দেবালয় আৰু ছত্ৰাকাৰ কি? নৱগ্ৰহৰ দৰে সূৰ্য পাহাৰো এটা সাঁথৰৰ দৰে। উগ্ৰতাৰা বৌদ্ধ দেৱী নেকি? জনাৰ্দন বৌদ্ধ মূৰ্তি নে? শুক্ৰেশ্বৰ কোনে স্থাপন

কৰিছিল? দীৰ্ঘেশ্বৰ, ধাৰেশ্বৰ, মণিকৰ্ণেশ্বৰ ইত্যাদিৰ অতীত বুৰঞ্জী কি? হাজোৰ হয়গ্ৰীৱ মাধৱ দেৱালয়ৰ বা কামাখ্যা মন্দিৰৰ বিষয়েই বা আমি কিমান কথা জানো? আমাৰ দেশতো বহুতো দেৱালয়ত নাচনীৰ আবিৰ্ভাব হৈছিল। ইয়াৰ লগত দাক্ষিণাত্যৰ দেৱদাসী নৃত্য-প্ৰথাৰ কিবা সম্বন্ধ বা সমন্বয় আছে নেকি? বহুতো মন্দিৰত আকৌ মূৰ্তি স্নান কৰোৱা মানুহ ব্ৰাহ্মণ নহয়। ইয়াৰ কাৰণ কি?—

ইয়াৰ পিছত সমগ্ৰ কামৰূপ জিলাত ব্যাপকভাৱে হোৱা ভঠেলি উৎসৱৰ কথা উত্থাপন কৰি তেওঁ কয়—এই উৎসৱটোৰ এইকেইটা কথা মন কৰিবলগীয়া , (১) বৰ দীঘল বাঁহ এডাল বিবিধ ৰঙৰ কাপোৰ আৰু অলঙ্কাৰেৰে সজাই পুতি দিয়া হয় ; (২) ভঠেলিৰ কাৰণে সজা ঘৰটো অন্য এটা দলে আহি ভাঙি দিয়ে। (৩) ভঠেলি ঘৰ কল-পটুৱাৰে সজা হয়। ইয়াক এটা খুঁটাৰ ওপৰতে বৰ কৌশলেৰে সজা হয়। (৪) সাধাৰণতে ভঠেলিৰ লগতে এখন ডাঙৰ মেলা হয়। এই আচৰিত প্ৰথাবোৰৰ ইতিহাস কি? ই অতীতৰ বিস্মৃতিত মাৰ যোৱা কোনো যুদ্ধ-বিজয়ৰেই স্মৃতিবাহী উৎসৱ নেকি? নে ই কিবা বসন্তোৎসৱৰ লগত সম্বন্ধ থকা উৎসৱ?— এনেবোৰ এশ এবুৰি প্ৰশ্নই আমাক প্ৰত্নতত্ত্বৰ অনাবিষ্কৃত বিশাল সাম্ৰাজ্য এখনলৈ আঙুলিয়াই দিয়ে।—

ৰাতিখোৱা সম্প্ৰদায় সম্পৰ্কে গোস্বামীদেৱে মঙ্গলদৈত কাম কৰা সময়ত কেনে ধৰণৰ অনুসন্ধান চলাইছিল সেই বিষয়ে আগতে উল্লেখ কৰা হৈছে।

## প্ৰত্নতত্ত্বৰ ক্ষেত্ৰত প্ৰতিক্ৰিয়া

সাহিত্য ক্ষেত্ৰতে হওক বা প্ৰত্নতত্ত্বৰ ক্ষেত্ৰতে হওক গোস্বামী আছিল এজন প্ৰগতিশীল লেখক। চিন্তাৰ নতুনত্ব তেওঁৰ লেখনীৰ বিশেষত্ব। কিন্তু এটা কথা মনত ৰাখিব লাগে যে কোনো লোকে নতুন তথ্য আবিষ্কাৰ কৰিবলৈ গৈ যেতিয়া আবহমান কালৰপৰা চলি থকা ৰীতি-নীতি সমালোচনা কৰি কোনো বদ্ধমূল ধাৰণাত সন্দেহ উপস্থিত কৰে, তেতিয়াই সমাজৰ লগত তেওঁৰ সংঘৰ্ষ হয়। গোসাঁইদেৱৰো তেনে নোহোৱাকৈ নাছিল। এনে কি বহুত লোকে গোসাঁইৰ গৱেষণাত অনেক সময়ত অভিসন্ধি আৰোপ নকৰাকৈও থকা নাছিল , বহুতে তেওঁক অনেক সময়ত বামুণীয়া বুদ্ধিৰ দ্বাৰা প্ৰণোদিত হোৱা বুলি তীব্ৰভাৱে সমালোচনাও কৰিছিল। গোসাঁইদেৱে যেতিয়া কামৰূপ অনুসন্ধান সমিতিৰ বছৰেকীয়া অধিৱেশনৰ সভাপতিৰ অভিভাষণত ডিমাপুৰৰ প্ৰাচীন ধ্বংস-কীৰ্তিৰ মাজত থকা অদ্ভুত ধৰণৰ শিলৰ স্তম্ভ সম্পৰ্কে উল্লেখ কৰি ই কছাৰী কীৰ্তিৰ নিদৰ্শন নহে কোনোবা দূৰ অতীতৰ লিঙ্গপূজাৰ চিহ্ন হ'বও পাৰে বুলি সন্দেহ প্ৰকাশ কৰিছিল, তেতিয়া সদৌ বড়ো জাতিৰ মাজতেই চাঞ্চল্যৰ সৃষ্টি হৈছিল। কাৰণ, বড়োসকলে ডিমাপুৰৰ ভগ্নাৱশেষৰ ভাস্কৰ্য তেওঁলোকৰ জাতীয়

কৃষ্টিৰ অতীত ইতিহাস বুলিয়েই সদায় বিশ্বাস কৰি আহিছে। ইফালে তেনে কথাৰ দ্বাৰা গোসাঁইদেৱে বৈজ্ঞানিক গৱেষকসকলৰ কাৰণে এটা নতুন প্ৰশ্নহে মাথোন দাঙি ধৰিছিল। নক'লেও হ'ব যে তেনে কাৰ্য তেওঁৰ সম্পূৰ্ণ সদিচ্ছা-প্ৰণোদিত আছিল। সদৌ অসম বড়ো সন্মিলনে কিন্তু গোসাঁইদেৱক তাৰ বাবে গৰিহণা নিদিয়াকৈ নাথাকিল।

সেইদৰে কামৰূপীয় বৈষ্ণৱ ধৰ্ম বিষয়ৰ প্ৰবন্ধ আৰু কলিতা জাতিৰ ইতিহাসৰ কথা লিখোঁতেও গোসাঁইদেৱে চোকা সমালোচনা কম পোৱা নাছিল। গোসাঁয়ে কিন্তু এইবোৰলৈ সিমান ভ্ৰূক্ষেপ কৰা নাছিল।

তত্ত্বভূষণ ৰাজমোহন নাথদেৱে সেই কাৰণেই লিখিছে— × × × অসম সাহিত্য সভা পত্ৰিকাত ভীষ্মক নগৰ শীৰ্ষক এটা প্ৰবন্ধত মই প্ৰকাশ কৰি দিছিলোঁ যে, সদিয়া অঞ্চলত পুৰাণোক্ত ভীষ্মক নগৰ নাছিল। প্ৰবন্ধ প্ৰকাশ হোৱা মাত্ৰকেই গোস্বামী ডাঙৰীযাৰপৰা বহু উদগনিপূৰ্ণ এখন পত্ৰ পালোঁ। তাৰ সাৰাংশ হৈছে তেৰোঁ হেনো এই কথাটো সদায় ভাবি আছিল। কিন্তু লোকৰ গালি খোৱাৰ ভয়ত সাহস কৰি লিখিব পৰা নাছিল। মোৰ সাহস আৰু লেখনীৰ শলাগ লৈ এই সম্পৰ্কে আৰু কেইটামান তথ্য তেওঁ লিখি পঠালে। তাৰ পিছতো কোনো কাকতত মোৰ গৱেষণামূলক প্ৰবন্ধ ওলোৱা মাত্ৰেই গোস্বামী ডাঙৰীয়াই গুণাগুণ বিচাৰ কৰি মোলৈ পত্ৰ লিখে।

'এবাৰ তেওঁ মোলৈ লিখিছিল—আমাৰ দেশৰ মানুহে নতুন কথা ভাল নাপায়। পুৰণি কথা ভুল হ'লেও তাকে আঁকোৱালি ধৰি থাকিবলৈ ভাল পায। নিজে একো নকৰে, অথচ অইনে পৰিশ্ৰম কৰি কিবা এটা ক'লে নিজে সৰ্বজান হৈ সেই বিষয়ে যিহকে পাৰে এটা বিৰুদ্ধ সমালোচনা কৰি দিযে আৰু প্ৰতি বিষযত একোটা ব্যক্তিগত অভিসন্ধি আৰোপ কৰে। পিছে এইবোৰত কাণ দিব নালাগে। গৱেষকসকল প্ৰাচীনপন্থীৰ কথা শুনি বহি থাকিলে উত্তৰ পুৰুষসকলৰ ওচৰত দোষৰ ভাগী হ'ব।'—

# শৰৎচন্দ্ৰ গোস্বামী মানুহজন

দেখাত ওখ-পাখ, তেজগোৰা বৰণৰ, লনি গাৱে গহীন-গম্ভীৰ সভা-শুৱনি লোকজনেই আছিল শৰৎচন্দ্ৰ গোস্বামী। চুৰিয়া-চোলাই হওক বা কোট-পেণ্টেই হওক, যি সাজকে পিন্ধিছিল সেযে তেওঁক শুৱাই তুলিছিল। সাধাৰণতে অফিচত কাম কৰা সময়ত তেওঁ আছিল চাহাবী সাজ-পাৰেৰে চাহাবটো আৰু জাতীয় সামাজিক অনুষ্ঠানবোৰত শুধ অসমীয়া ভদ্ৰলোক। সদায় সকলো সময়তে তেওঁৰ মুখমণ্ডল আছিল উজ্জ্বল আৰু প্ৰফুল্ল। তেওঁৰ মাত সৰু আছিল যদিও কথাবোৰ আছিল স্পষ্ট আৰু পোনপটীয়া। খং নুঠিছিলেই , কেতিয়াবা কেনেবাকৈ উঠিলেও তেওঁ কেতিযাও ডাঙৰ মাতেৰে কোনোদিন চিঞৰি কথা নকৈছিল। মধুৰ বচনেৰে সকলোকে তুষ্ট কৰি পঠিযাব পৰাটো তেওঁৰ চৰিত্ৰৰ এটি বৈশিষ্ট্যই আছিল। সেয়েহে বহুতে কৈছিল—শৰৎ গোস্বামীয়ে মানুহক কথাৰে মোহিনী মাৰিব পাৰিছিল। এনেবোৰ গুণৰ অধিকাৰী আছিল বাবে সদায় তেওঁ উচ্চ চৰকাৰী পদবীৰ মৰ্যাদা অক্ষুণ্ণ ৰাখি চলিব পাৰিছিল।

গোস্বামীয়ে সৰুৰেপৰা পিতৃ-মাতৃক পূজাৰ দেৱ-দেৱীক ভক্তুই মনাৰ দৰে মানি চলিছিল। তেওঁ নিজেই কৈছিল যে জীৱনত কোনোদিন তেওঁ মাতৃ-বাক্য লঙঘন কৰা নাছিল। ককাযেক পণ্ডিত প্ৰতাপ চন্দ্ৰ গোস্বামীকো তেওঁৰ পিতৃৰ তুল্য ভক্তি কৰিছিল আৰু ককাযেকেও তেওঁক প্ৰাণাধিক স্নেহ কৰিছিল। সৰু কালত তেওঁলোক দুয়োকো গাঁৱৰ মানুহে ৰাম-লক্ষ্মণ বুলি আনন্দ লভিছিল বুলি আগতে উল্লেখ কৰা হৈছে।

চাকৰ-নাকৰৰ প্ৰতি গোস্বামী বৰ মৰমিয়াল আছিল। তেওঁৰ মৰম মুখৰ মৰমেই নাছিল , কাৰ্যতো তেওঁৰ সেই মৰম ফুটি ওলাইছিল। অনেক নিঠৰুৱা লগুৱা আৰু চাকৰনীৰ তেওঁ ঘৰ-সংসাৰ পাতি দিছিল। উপযুক্ত দুই-এজনক চাকৰিতো সুমাই দিছিল। তেওঁৰ ঘৰত ছাত্ৰবৃত্তি পাছ বামুণৰ ল'ৰা এটাই দৰমহা খাই কিছুদিন ৰান্ধনি কাম কৰি আছিল। তেওঁ সেই ল'ৰাটোক নৰ্মাল পাছ কৰাই চৰকাৰী চাকৰিত সুমাই দিছিল। যথাসময়ত সেই মানুহজন সমাজৰ এজন মাতব্বৰ লোক আৰু আৰ্হি পুৰুষ হৈ পৰিছিল।

গোসাঁইৰ পত্নী ভুবনেশ্বৰী দেৱী মাতৃত্ব পোৱাৰ পিছৰপৰা বহু দিন ধৰি ৰুগ্না হৈ পৰিছিল। গোস্বামীয়ে তেওঁৰ চিকিৎসাত অজস্ৰ ধন ভাঙিছিল। গোসাঁইৰ পুত্ৰ-সন্তান নাই, পত্নীও ৰুগ্না ; তাকে দেখি এজন অন্তৰঙ্গ বন্ধুৱে তেওঁৰ আগত এদিন পুনৰ্বিবাহৰ প্ৰস্তাৱ তুলিছিল। তেওঁ তেতিয়া কাঠ-হাঁহি মাৰি উত্তৰ দিছিল—এৰা, সংসাৰৰ বাকী সকলো সুখ হ'ল, এতিয়া কেৱল সেই সুখটোহে বাকী আছে।

গোস্বামীৰ বক্তৃতা আছিল সদায় বিষয়-নিবদ্ধ। লাগিলে তেওঁ লিখিত বক্তৃতাকে গাই দিছিল, তথাপি চালে-বাৰে-কোবোবা অবান্তৰ কথা কৈ কেতিয়াও সময় নিনিয়াইছিল আৰু কেতিয়াও আৱেগপ্ৰৱণ নহৈছিল। অবাবত সময় নষ্ট কৰা তেওঁ সমূলি সহ্য কৰিব নোৱাৰিছিল। জীৱনৰ সকলো কাৰ্যতে তেওঁ সময়ৰ মূল্য খুব ভালকৈ বুজি চলিছিল।

সাধাৰণ কাম-কাজ, আচাৰ-ব্যৱহাৰ, অভ্যাস আদিৰ মাজেদিহে মানুহৰ জীৱনৰ মহত্ত্ব ধৰা পৰে। গোস্বামী আছিল সৰ্বতোভাৱে স্বাৱলম্বী। তাতে স্কাউটিং শিক্ষা লোৱাৰ পাছত তেওঁ আৰু বেছি পৰিপাটি আৰু আত্মনিৰ্ভৰশীল হৈছিল। অসমৰ ছাত্ৰসকলৰ মাজত স্কাউটিং প্ৰতিষ্ঠা কৰোঁতাসকলৰ ভিতৰত তেওঁ আছিল অন্যতম। তেওঁ নিজে স্কাউটৰ প্ৰশিক্ষণ লৈছিল আৰু 'উড্‌বেজ ট্ৰেইনিঙ'ত কৃতিত্বেৰে উত্তীৰ্ণ হৈছিল। স্কুল ইন্‌স্পেক্টৰ হৈ তেওঁ সমস্ত অসম উপত্যকাতে স্কাউটৰ প্ৰশিক্ষণ চলাইছিল আৰু তেওঁৰ যত্নতেই ১৯৩৭ চনত দিল্লীত অনুষ্ঠিত প্ৰথম ভাৰতীয় স্কাউট জাম্বুৰীত অসমৰ স্কাউটৰ দলটোৱে ভাৰতৰ ভিতৰত প্ৰথম স্থান অধিকাৰ কৰিব পাৰিছিল। শিক্ষা বিভাগৰ উচ্চ কৰ্মচাৰী হৈও তেওঁ নিজে অসমৰ প্ৰভিন্সিয়েল স্কাউট কমিছনাৰ পদত নিযুক্ত হ'বলৈ পাইছিল আৰু তেনে পদৰ কৰ্তব্য কৰিবলৈ পাই তেওঁ উৎসাহিত আৰু গৌৰৱান্বিত হৈছিল।

এইখিনিতে গোস্বামীদেৱৰ জীৱনৰ সাধাৰণ অভ্যাস কিছুমানৰ কথা উল্লেখ কৰা ভাল হ'ব। গোস্বামী সদায় ব্ৰহ্মমুহূৰ্ততে শুই উঠিছিল আৰু শৌচাচাৰ, ক্ষৌৰকৰ্ম, স্নানাদি প্ৰাতঃকৃত্য সমাপন কৰি সন্ধ্যা আহ্নিকৰ অন্তত, বেলি উঠাৰ লগে লগে সাজপাৰ পিন্ধি, জা-জলপান খাই দিনটোৰ কৰ্তব্যৰ কাৰণে প্ৰস্তুত হৈছিল। ৰাতিপুৱা, দুপৰীয়া আৰু ৰাতি সদায় খোৱাৰ পাছত তেওঁ দাঁত ঘঁহি ভালকৈ মুখ ধুইছিল। চুৰত, ধপাত আৰু তামোল তেওঁ সমূলি নাখাইছিল। তেওঁ সকলো কামতে অতিশয় পৰিপাটি আছিল আৰু ঘৰৰ সকলো পৰিয়ালকে, আনকি চাকৰ-চাকৰনীকো পৰিষ্কাৰ-পৰিচ্ছন্ন হৈ পৰিপাটিকৈ থাকিবলৈ শিক্ষা দিছিল। তেওঁৰ ঘৰৰ কোনোৱে অসময়ত হাঁহি-থিকিন্দালি নকৰিছিল আৰু যথাসময়ত সকলোৱে ওলাই চোতালত বা সম্মুখৰ ঘাঁহনিত ৰং-ধেমালি কৰিছিল। মাজে-সময়ে তেওঁ নিজেও তেনে খেল-ধেমালিত যোগ দিছিল। বন্ধৰ দিনত ঘৰৰ সকলো পৰিয়াল লৈ বাহিৰলৈ বালি-ভোজ খাবলৈ যোৱাটো তেওঁৰ কাৰণে এটা আমোদজনক কাম আছিল। ভোজ খাই উভতিবৰ সময়ত তেওঁ নিজৰ তত্ত্বাৱধানত ভোজ খোৱা ঠাইডোখৰ পৰিষ্কাৰ কৰাইহে ঘৰমুৱা

হৈছিল। চাকৰ-নাকৰক তেওঁ মাজে-সময়ে কেতিয়াবা বকিছিল যদিও কোনোদিন কেতিয়াও হাতেৰে প্ৰহাৰ নকৰিছিল। তেওঁ সদায় সিহঁতৰ দুখ বুজি চলিছিল আৰু সিহঁতক সিহঁতৰ সামৰ্থ্য চাইহে কাম দিছিল।

বিপদত ধৈৰ্য ধৰি চলিব পৰাটো গোসাঁইৰ এটা ডাঙৰ গুণ আছিল। তেওঁ এদিন কৈছিল—'খৰালি বৰনদীত যেয়ে-সেযে নাও বাই যাব পাৰে, কিন্তু বাৰিষা যেতিয়া পানীৰ সোঁত বাঢ়ে, ডকা ফুটে, টৌ-চাকনৈয়া উঠে, ধুমুহা আহে, তেতিয়া তাৰ মাজেদি যি সুকলমে নাও চলাই নিব পাৰে, তেওঁহে নাৱৰীয়া। সেইদৰে সংসাৰৰ বিপদ-ধুমুহাত থিৰে থাকি যি সংসাৰ চলাব পাৰে, তেওঁহে প্ৰকৃত গৃহস্থ।'

এইদৰে গোসাঁইৰ সংসাৰ বৰ সুশৃঙ্খল আৰু শান্তিপূৰ্ণ আছিল। ৰাতি সদায় খোৱাৰ সময়ত ঘৰৰ সকলোকে লগত লৈ খাবলৈ বহা আৰু খোৱাৰ পিছত কিছু সময় ল'ৰা-ছোৱালীৰ মাজত বহি নানা প্ৰকাৰৰ আলাপ-আলোচনা কৰা তেওঁৰ এটা অভ্যাস হৈ পৰিছিল। সেই সময়ৰ আলোচনাত সকলোৱে মন খুলি নিজৰ ভাব প্ৰকাশ কৰিব পাৰিছিল আৰু সামাজিক, ৰাজনৈতিক বা গাৰ্হস্থ্য জীৱনৰ কোনো কথা তাৰপৰা বাদ নপৰিছিল। সেই আলোচনাৰ মাজত আনকি কোনোবাই তেওঁৰ কাৰ্যৰ কিবা সমালোচনা কৰিব খুজিলেও কৰিব পাৰিছিল আৰু তেওঁ ধৈৰ্য ধৰি শুনি তাৰ যথাযথ উত্তৰ দি সকলোকে সন্তুষ্ট কৰিছিল। এনে কাৰ্য কৰি সৎ সাহস দেখুওৱা বাবে তেওঁ তেনেজনক সততে প্ৰশংসা কৰিছিল।

ডেকা কালত মাছ-মাংস গোসাঁইৰ বৰ প্ৰিয় খাদ্য আছিল। তেওঁ নিজে জুতি লগাকৈ খাইছিল আৰু আনকো জুতি লগাই খুৱাই সন্তোষ লভিছিল। সেইবুলি তেওঁ ভূৰি-ভোজন নকৰিছিল।

যোৰহাটৰ ইন্‌স্পেক্টৰৰ বঙলাটো আছিল চাহাবসকলৰ বঙলাৰ সোঁ মাজত। তালৈ মানুহ সাৱধানে-সন্তৰ্পণে যায়। এবাৰ বৰপেটাৰ গিৰীশ ৰায়চৌধুৰী ক'ৰবাৰপৰা গৈ ৰাতি হোৱা বাবে তেওঁৰ ঘৰত আলহী নাথাকিল। অইন ক'ৰবাত থাকি পিছদিনা বন্ধুত্বৰ খাতিৰত তেওঁক মাত লগাবলৈ গ'ল। তেতিয়া গোসাঁয়ে খেদ কৰি কৈছিল—আমাৰ তাতনো কিয় আলহী হ'ব? মোৰে দুৰ্ভাগ্য যে মই চাহাবৰ বঙলাত আছোঁ।—সেই বঙলাৰ কম্পাউণ্ডতে তেওঁ মাঘ বিহুত মেজি পুৰি, বাঁহৰ হিলৈ ফুটাই বিহুৰ উৎসৱ কৰিছিল। উৰুকাৰ দিনা চোতালতে তম্বু তৰি থাকি, ওচৰতে ভেলা-ঘৰ সাজি পৰিয়ালৰ সকলোৱে লগ লাগি তাতে ৰান্ধি-বাঢ়ি খাইছিল আৰু পিছদিনা সেই ভেলা-ঘৰ পুৰি জুই পুৱাইছিল। বিহুৰ দিনা তেওঁৰ ঘৰত মাহ-কৰাই, তিল-পিঠা, দৈ-চিৰা আদি খোৱা সকলোৱে তৃপ্তিকৰ কাম আছিল।

গোস্বামী অতিশয় মিতব্যয়ী লোক আছিল। সেইবুলি কিন্তু তেওঁক কৃপণ বুলিব নোৱাৰি। অৱশ্যে তেওঁৰ থকা-মেলাৰ আদৱ-কায়দা, পিন্ধন-উৰণ, খোৱা-বোৱা আদিৰ আৰম্বৰ দেখি মানুহে ভাবিবলৈ বাধ্য হৈছিল যে তেওঁ বৰ খৰচী লোক। খুচুৰা খৰচৰ ওপৰত চকু ৰাখি আৰু অনাৱশ্যকীয় ব্যয়-সঙ্কোচৰ দ্বাৰা তেওঁ মিতব্যয়ী

হৈ চলিছিল। তেওঁ তাৰদ্বাৰা কৰা অৰ্থ-সঞ্চয়ৰ সহায়ত পৰিকল্পিত মহৎ কামৰ আঁচনি একোটা কাৰ্যত পৰিণত কৰিবলৈ পাঙি চলিছিল কিন্তু মনৰ পৰিকল্পনা তেওঁ সদৰি কৰি নুফুৰিছিল। অকাল আৰু আকস্মিক মৃত্যুৱে তেওঁৰ মনৰ তেনে উদ্দেশ্য কাৰ্যত প্ৰতিফলিত হ'বলৈ সুযোগ নিদিলে।

নিমন্ত্ৰণী চিঠিবোৰৰ নিলিখা অংশ গোস্বামীয়ে সযতনে কেচিৰে কাটি 'শ্লিপ'ৰূপে বা অন্যথা ব্যৱহাৰ কৰিছিল। ব্যৱহাৰ কৰা চিঠিৰ লেফাফাবোৰো যতনেৰে ৰাখি কামত খটাইছিল। ল'ৰা-ছোৱালীহঁতে কৃপণৰ দৰে কাম কৰা বুলিলে তেওঁ কৈছিল—'তহঁত ডাঙৰ মানুহৰ ল'ৰা-ছোৱালী। এইবোৰৰ মোল কি বুজিবি? এইবোৰ বুজিবলৈ তহঁতক সময় লাগিব। তথাপি ভালকৈ চাই লচোন বাৰু।'

নিজৰ কামতে নহয়, চৰকাৰী কাম আৰু ৰাজহুৱা অনুষ্ঠানৰ পৰিচালনাতো তেওঁ তেনেবোৰ সৰু সৰু খৰচৰ প্ৰতি চকু ৰাখি চলিছিল। সেই কাৰণে তেওঁ গুৰি ধৰি থকা কোনো ৰাজহুৱা অনুষ্ঠানৰে কেতিযাও তলি উদং হ'ব নোৱাৰিছিল। অসম সাহিত্য সভাৰ ক্ষেত্ৰত সেইটো অতি স্পষ্ট হৈ উঠিছিল।

গোস্বামীয়ে মহৎ উদ্দেশ্যে ডাঙৰ দান কৰিবলৈ নাপালে , কিন্তু জীৱনত সৰু-সুৰাভাৱে যি দান কৰিছিল, তাৰ সদ্ব্যৱহাৰৰ ফালে সদায় তেওঁ নজৰ ৰাখিছিল। দানৰ টকাৰ উচিত ব্যৱহাৰ নহ'বও পাৰে বুলি শঙ্কা কৰিযে তেওঁ গাঁৱলীয়া পুথি-ভঁৰাললৈ দিয়া দানৰ টকাৰে উপযুক্ত পুথিহে কিনি দি পঠাইছিল।

তেওঁৰ ওচৰলৈ চাকৰি বিচাৰি অনেক লোক গৈছিল। তাৰে বহুতে চাকৰি পাই কৃতাৰ্থ হৈছিল আৰু বহুতে বিফল-মনোৰথ হৈ উভতি আহিছিল। কিন্তু অকৃতকাৰ্য হোৱাসকলেও কোনোদিন তেওঁৰ ব্যৱহাৰত ক্ষুণ্ণ নহৈছিল। তেওঁৰ ব্যৱহাৰত সকলোৱে বৰং মুগ্ধ হৈ উভতিছিল। তাকেই এদিন তেনে এজন যুৱকে কৈছিল—'গোসাঁয়ে একো নিদিলে , নিদিয়ে বুলি আগতে জানো ; তথাপি দেখোন সকলো পালোঁ পালোঁ যেনহে লাগিছে। শত্ৰুৱেও তেওঁক গালি পাৰিব নোৱাৰে।'

এইজনাই আছিল শৰৎচন্দ্ৰ গোস্বামী।

# গোসাঁইদেৱৰ লোকান্তৰত শ্ৰদ্ধাঞ্জলি

শৰৎচন্দ্ৰ গোস্বামীৰ বিযোগত অকল অসমতে নহয ভাৰতৰ বিভিন্ন ঠাইৰ অনেক লোকে শোক প্ৰকাশ কৰি তাঁৰ-বাৰ্তা, চিঠি, শোক-প্ৰস্তাব আদি পঠিয়াইছিল, অনেক ঠাইত নানা অনুষ্ঠানৰ জৰিযতে তেওঁৰ গুণগ্ৰাহী লোকসকলে সভা-সমিতি পাতি তেওঁৰ জীৱনৰ কীৰ্তি আৰু কাৰ্যাৱলী আলোচনা কৰিছিল। তেনে শোকোচ্ছ্বাসৰ আভাস দিবলৈ তলত খনচেৰেক চিঠি, প্ৰস্তাৱৰ প্ৰতিলিপি আৰু বাতৰি কাকতৰ উদ্ধৃতি দিয়া হ'ল।

শ্ৰীশ্ৰীদক্ষিণপাট সত্ৰৰ সত্ৰাধিকাৰ প্ৰভুৱে সাতদিনীয়া বাঁহীত এইদৰে শোক প্ৰকাশ কৰিছিল—

"ব্ৰহ্মপুত্ৰ উপত্যকাৰ স্কুলসমূহৰ ভূতপূৰ্ব ইন্‌স্পেক্টৰ শৰৎচন্দ্ৰ গোস্বামীৰ ১৭/১২/৪৪ তাৰিখে দিল্লী নগৰত হোৱা আকস্মিক মৃত্যুৰ সংবাদ ২৩/১২ তাৰিখৰ 'অসমীয়া' পত্ৰৰপৰা জানিবলৈ পাই অতিশয় দুঃখিত হ'লোঁ।

তেখেত এজন বিশেযজ্ঞ লোক আছিল আৰু অসমীযা শিক্ষা কেন্দ্ৰৰ গৌৰব প্ৰতিষ্ঠানত অগ্ৰণী আৰু উৎসাহী আছিল। আগন্তুক বিশ্ববিদ্যালয়ৰ প্ৰধান উদ্যোক্তাসকলৰ ভিতৰত তেখেতো এজন অন্যতম আছিল। আমি জাঁজি বাহৰত গোসাঁইৰ লগত কথা-বতৰা হৈ বুজিব পাৰিছিলোঁ যে তেখেত কেৱল পাশ্চাত্য বিদ্যাতে কৃতী আছিল এনে নহয়, সংস্কৃত সাহিত্যতো তেখেতে অভিজ্ঞতা অৰ্জন কৰিছিল। এনে এজন সুযোগ্য লোকৰ হঠাৎ হোৱা তিৰোধানে অসমবাসী মাত্ৰৰেই অন্তৰত আঘাত নিদিয়াকৈ থাকিব নোৱাৰে।

তেখেতৰ শোক-সন্তপ্ত অগ্ৰজাদি পৰিয়ালবৰ্গক এই কাকতৰ যোগেদিয়ে আমি সমবেদনা জনালোঁ। মৰ জগতত কোনো স্বাধীন নহয় ; সকলোৱে কৰ্মাধীন। পান্থশালাৰ দৰে এই সংসাৰত কৰ্মানুসাৰে জীৱনৰ যাতায়াত ঘটি থাকে। ইয়াকে ভাবি সিসকলেও শোক এৰি শান্তি লাভ কৰে যেন।"

× × × ×

**গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰথম সন্মিলন (কন্‌ভেন্‌শ্যন) ২৯/৩০ ডিচেম্বৰত (১৯৪৪ চন) গুৱাহাটীত বহে। তাত তলত লিখামতে প্ৰস্তাৱ গৃহীত হয়। সন্মিলনৰ সভাপতি আছিল লোকপ্ৰিয় দেশনেতা গোপীনাথ বৰদলৈ। বিশ্ববিদ্যালয় ট্ৰাষ্ট বোৰ্ডৰো তেওঁ সভাপতি নিৰ্বাচিত হৈছিল।**

"এই সন্মিলনে ˇশৰৎচন্দ্ৰ গোস্বামীদেৱৰ অকাল আৰু আকস্মিক মৃত্যুত গভীৰ শোক প্ৰকাশ কৰে। এই সন্মিলনৰ তেখেতেই আহ্বায়ক আছিল আৰু ট্ৰাষ্ট বোৰ্ডৰো সম্পাদক আছিল। বিশ্ববিদ্যালয় স্থাপনৰ উদ্দেশ্যে তেখেতে কৰা আশাশুধীয়া কাৰ্যাৱলীৰ কথা সভাই কৃতজ্ঞতা সহকাৰে সোঁৱৰে আৰু সেইবোৰৰ বিশেষ শলাগ লয়।"

"সন্মিলনৰ সভ্যসকলে বিশ্বাস কৰে যে স্বৰ্গীয় গোসাঁইদেৱৰ বহু-আকাঙ্ক্ষিত বিশ্ববিদ্যালযখন স্থাপন কৰিব পাৰিলেই বিগত আত্মাৰ প্ৰতি প্ৰকৃত শ্ৰদ্ধাজ্ঞাপন আৰু স্মৃতিতৰ্পণ কৰা হ'ব।"

"এই সন্মিলনে শোকসন্তপ্ত বিধবা পত্নী আৰু আন আন পৰিবাৰবৰ্গলৈ সমবেদনা জ্ঞাপন কৰে।

স্বাঃ শ্ৰীগোপীনাথ বৰদলৈ
সভাপতি
গুৱাহাটী ঃ ১০/১/৪৫

× × × ×

**পুণাৰ 'ছাৰ্ভেন্ট্‌ছ্‌ অব ইণ্ডিয়া ছোচাইটি'ৰপৰা শিক্ষাবিদ পণ্ডিত এ. ভি. ঠক্কৰে লিখিছিল—**

"কল্যাণীয়া সুপ্ৰভা,

তোমাৰ পিতৃদেৱতাৰ মৃত্যু সংবাদ পাই বৰ দুঃখিত হ'লোঁ। তেখেত মোৰ এজন অন্তৰঙ্গ বন্ধু আছিল। দিল্লীত তেখেতৰ অসুখ হোৱা বাতৰি পাই ভাবিছিলোঁ শীঘ্ৰে আৰোগ্য হ'ব। কিন্তু ঈশ্বৰৰ ইচ্ছা অন্যৰূপ আছিল আৰু তেখেতে তাতেই মৃত্যু বৰণ কৰিবলগীয়া হ'ল। তেখেতৰ আত্মাই শান্তি লাভ কৰক। আশাকৰোঁ তোমালোকে এই শোক ভগৱৎ চৰণত অৰ্পিত চিত্তেৰেই গ্ৰহণ কৰিবাহঁক।"

× × × ×

**অসম শিক্ষা বিভাগৰ ভূতপূৰ্ব ডিৰেক্টৰ, ইয়ং ইণ্ডিয়া ক্লাবৰ প্ৰতিষ্ঠাতা এছ. চি. ৰায়দেৱে লিখিছিল—**

"স্নেহৰ মাইচানা,

তোমাৰ পিতৃদেৱ মোৰ প্ৰিয় বন্ধু আছিল। তেখেতৰ আকস্মিক মৃত্যু সংবাদ শুনি মৰ্মাহত হৈছোঁ। মই আৰু তোমাৰ 'মাসীমা'ৰ পক্ষৰপৰা তোমালোক সকলোটিকে আমাৰ অন্তৰৰ গভীৰ সমবেদনা জনাইছোঁ। তেখেতৰ আত্মাৰ প্ৰতি আমাৰ হিয়াভৰা শ্ৰদ্ধা-ভক্তিৰ অৰ্ঘ্য নিবেদন কৰিবৰ কাৰণে কালিলৈ লাবানৰ আসাম ক্লাবত এখন সভা আহ্বান কৰা হৈছে। মাননীয় ছাৰ চৈয়দ মহম্মদ ছাদুল্লা চাহাবে তাত সভাপতিত্ব কৰিব। উদয়পুৰলৈ যোৱাৰ আগতে তেখেতে প্ৰাথমিক শিক্ষাৰ শিক্ষকসমূহলৈ এটি সুন্দৰ বাণী দি গৈছিল। সেই বাণীটিকেই আমি আমাৰ কাৰণে শেষ সম্পত্তিৰূপে গ্ৰহণ কৰিছোঁ আৰু সভাত কালিলৈ তাকে পাঠ কৰি শুনাম।

ইয়ং ইণ্ডিয়া ক্লাবৰ কাৰণে তেখেতে নিজৰ উৎসাহ, উদ্যম, শক্তি আৰু সময় দি অনুষ্ঠানটোক নানা প্ৰকাৰে সহায় কৰিছিল। আজি আমি তেখেতক হেৰুৱাই দৰিদ্ৰ আৰু ক্ষতিগ্ৰস্ত হৈছোঁ। সেই ক্লাবৰ পক্ষৰপৰাও তোমালোকলৈ বিশেষভাৱে সমবেদনা জনাইছোঁ। আসামৰ শিক্ষা বিভাগ আৰু জাতীয় সেৱাৰ কৰ্মক্ষেত্ৰত তেখেতৰ অভাৱত যি এটি নক্ষত্ৰ হেৰাল সি আৰু পূৰ্ণ নহয়। আমি যেন প্ৰাথমিক শিক্ষা আৰু বিশ্ববিদ্যালয় সম্বন্ধে তেখেতৰ আশা পূৰ্ণ কৰি তেখেতৰ পৰলোকগত আত্মাক সান্ত্বনা দিব পাৰোঁ।"

শান্তি কুটীৰ , শ্বিলং ৩০/১২/৪৪

× × × ×

**ইণ্ডিয়ান হিষ্টৰিকেল ৰেকৰ্ডছ্ কমিছনৰ তদানীন্তন সম্পাদক খ্যাতনামা বুৰঞ্জীবিদ পণ্ডিত ডঃ এছ. এন. সেনে গোস্বামীৰ সহধৰ্মিনীলৈ লিখিছিল—**

"মহাশয়া,

আপোনাৰ প্ৰিয় স্বামীৰ মৃত্যুজনিত শোক সংবাদ পাই অতিশয় মৰ্মাহত হৈছোঁ। এজন কৃতবিদ্য শিক্ষাব্ৰতী বুলি তেখেতক সমগ্ৰ ভাৰতে জানিছিল ; তেখেতৰ মৃত্যুত আমাৰ ৰেকৰ্ড কমিছনেও বহু দিনৰপৰা থকা যোগ্য সদস্য এজনক হেৰুৱা বাবে অপূৰণীয় ক্ষতি অনুভৱ কৰিছে। তেখেতৰ ভদ্ৰ আচৰণ, বিনয় ব্যৱহাৰ আৰু জ্ঞান-গৰিমাৰ কাৰণে আমি তেখেতক ভাল পাইছিলোঁ। আমাৰ এই অনুষ্ঠানৰ

সভাপতি আৰু আন আন সদস্যসকলৰ পক্ষৰপৰা মই সকলোৰে হৈ সমবেদনা জ্ঞাপন কৰিছোঁ। এই ক্ষতিৰ দুখ বহনৰ শক্তি ঈশ্বৰে আপোনাক দিয়ক।”

× × × ×

পুনা চহৰৰ লোক-কল্যাণ অনুষ্ঠানৰপৰা অধ্যাপক দত্তবামন পোদ্দাৰ মহাশয়ে লিখিছিল—

“মৰমৰ সুপ্ৰভা,

তোমাৰ শ্ৰদ্ধেয় পিতৃদেৱতাৰ মৃত্যু সংবাদ মই এইমাত্ৰ মাদ্ৰাজৰপৰা আহি পাই বিচলিত হৈছোঁ। দিন দিয়েক আগতে মই উদযপুৰত তেখেতক লগ পাইছিলোঁ। পুণাত ডঃ সুৰেন্দ্ৰ নাথ সেন মহাশযকো লগ পাইছিলোঁ। তেখেতেও সেই শোকৰ বাতৰি পাইছে বুলি ক'লে। তোমালোকলৈ সমবেদনা-জ্ঞাপক পত্ৰও দিছে বুলি ক'লে। মৃত্যু আজিয়ে হওক বা কালিলৈয়ে হওক আহিবই। আমাৰো সময় চাপি আহিছে। এনে ধৰণৰ মৃত্যুৱে সেই কথা বেছিকৈ সোঁৱৰাই দিযে। কিন্তু আমি নিৰ্ভয়ে দৃঢ়তাৰে আমাৰ কৰ্তব্য কৰি যাব লাগিব।

উদয়পুৰত তোমাৰ মাতৃদেৱীৰ লগতো দেখা-সাক্ষাৎ হৈছিল। এই শোকত তেখেতে শান্তি কেনেকৈ পাব? মোৰ দৃঢ় বিশ্বাস যে তেখেতে প্ৰকৃত ব্ৰাহ্মণ-পত্নীৰ ধৈৰ্যৰে এই শোকৰ সম্মুখীন হ'বলৈ সমৰ্থ হ'ব। মই ছিলঙত তেখেতৰ আদৰ-যত্নৰ মাজত এসপ্তাহ কটাইছিলোঁ। নাজানো কেতিযা আকৌ মা কামাখ্যাৰ, লগতে পুৰণি কামৰূপৰ সৌন্দৰ্য দেখা পাবলৈ সৌভাগ্য হয। আশাকৰোঁ শ্ৰাদ্ধকাৰ্য সুকলমে সমাধা হৈছে। মই দুঃখিত যে নিজে গৈ শ্ৰাদ্ধত যোগদান কৰিব নোৱাৰিলোঁ। আশাকৰোঁ মোলৈ নাপাহৰিবা। মোৰ একমাত্ৰ দুখ ইয়াকে ভাবিছে যে স্বৰ্গীয গোস্বামীদেৱৰ অসমাপ্ত পুৰাতত্ত্ব অনুসন্ধানৰ কাম এতিযা কোনে কৰিব?”

স্বা

পুণা ঃ ১১/১/৪৫

× × × ×

**দিল্লীৰ হৰিজন-সেৱক সংঘৰ সহকাৰী সম্পাদক শ্যামলালে শ্ৰীযুতা গোস্বামীলৈ লিখিছিল—**

"মহাশয়া,

আজি এইমাত্ৰ আপোনাৰ স্বামীৰ বিয়োগ-বাতৰি পাই মৰ্মান্তিক বেজাৰ পালোঁ। আমি এনে হ'ব বুলি ভাবিব পৰা নাছিলোঁ। এনে হিয়াভগা শোক-প্ৰকাশৰ ভাষা নাই। ঘৰ এৰি বিদেশত মৃত্যু আৰু অধিক শোকাবহ। আমাৰ হিন্দু গৃহিণীসকল ত্যাগ আৰু দুঃখ-সহনশীলতাৰ মূৰ্ত প্ৰতীক। ঈশ্বৰক প্ৰাৰ্থনা কৰিছোঁ আপোনাকো সেই শক্তি আৰু ধৈৰ্য দিয়ক। হৰিজন-বসতিৰ সকলোৰে হৈ মই আপোনালৈ সমবেদনা যাচিলোঁ। স্বৰ্গীয় গোস্বামীদেৱৰ সংস্পৰ্শলৈ অহা সকলোৰেই আপোনাৰ এই দুঃখৰ ভাগী হ'ব নিশ্চয়।"

স্বা..... ... ....... . . ....

কিংছ্বে, দিল্লী ঃ ২১/১২/৪৪

× × × ×

**পেছোৱাৰ চহৰৰপৰা এছ. এম. জাফৰ, এম. আৰ. এ. এছ. (লণ্ডন), ইণ্ডিয়ান হিষ্টৰিকেল ৰেকৰ্ড্ছ্ কমিছনৰ অন্যতম সদস্যই শোকসন্তপ্ত বিধৱা গোস্বামী-পত্নীলৈ লিখিছিল—**

"আপোনাৰ শ্ৰদ্ধেয় স্বামীৰ লগত অলপ দিন আগতে মাথোন মোৰ পৰিচয় হৈছিল। তেখেতৰ হঠাতে মৃত্যু হ'ল বুলি বাতৰি পাই মৰ্মাহত হৈছোঁ। উদয়পুৰত তেখেতৰ লগত কেইদিনমানৰ মাথোন পৰিচয় হ'লেও মোৰ ধাৰণা যে তেখেতৰ ব্যক্তিত্ব বৰ চিত্তাকৰ্ষক আৰু মানুহৰ মন হৰণ কৰিব পৰা বিশেষ শক্তিসম্পন্ন আছিল। মোৰ মনত আছে—তেখেত পেছোৱাৰ দৰ্শন কৰিবলৈ কিমান ইচ্ছুক আছিল, আৰু তেখেতে মোৰ আতিথ্য গ্ৰহণ কৰিব বুলি মোক কথা দিছিল। মই দুঃখিত যে অহা বছৰ আমাৰ ইয়াত বহিব লগা 'কমিছন'ৰ সভাত তেখেতক নাপাম। তেখেতৰ মৃত্যুজনিত শূন্যতা আনে পূৰণ কৰিব নোৱাৰিব। আপোনালোকৰ শোকত মোৰ আন্তৰিক সহানুভূতি জ্ঞাপন কৰিলোঁ। বিগত আত্মাই পৰমেশ্বৰৰ কৃপাত চিৰ শান্তি লাভ কৰক।"

স্বা.......................

৭/১/৪৫ ঃ পেছোৱাৰ।

**লোকপ্ৰিয় গোপীনাথ বৰদলৈদেৱে এইদৰে ব্যক্তিগত শোকোচ্ছ্বাস প্ৰকাশ কৰিছিল—**

"গোস্বামী ডাঙৰীয়া মোৰ সৰু কালৰ বন্ধু আছিল। তেখেতৰ আকস্মিক মৃত্যুৰ শোকে মোক অভিভূত কৰিছে। শিক্ষা-জগতত অসমীয়া জাতিৰ মঙ্গল সাধন তেখেতৰ জীৱনৰ উদ্দেশ্য আছিল। পুৰণি অসমৰ লুপ্ত গৌৰৱৰ বিষয়ে কৰা গৱেষণাৰ ক্ষেত্ৰত গোস্বামীদেৱে উচ্চ স্থান অধিকাৰ কৰিছিল। সুসাহিত্যিক হিচাবেও তেখেতৰ খ্যাতি কম নাছিল। প্ৰস্তাৱিত বিশ্ববিদ্যালয়ৰ তেখেত আছিল এজন প্ৰধান উদ্যোক্তা, আৰু ট্ৰাষ্ট বোৰ্ডৰ সচিব স্বৰূপে অসম বিশ্ববিদ্যালয় স্থাপনৰ কাৰণে তেখেতে আহোপুৰুষাৰ্থ কৰিছিল। তেখেতৰ অভাৱত বিশ্ববিদ্যালয় পৰিকল্পনাৰ যে অপূৰণীয় ক্ষতি হ'ল তাত কোনো সন্দেহ নাই। তেখেতৰ বিয়োগত আমি সৰ্বতোভাৱে দুখীয়া হ'লেও তেখেতে হাতত লোৱা কাম পূৰণৰ অৰ্থে তেনে উৎসাহেৰে কাম কৰিবলৈ উপযুক্ত লোক উলিয়াব পাৰিলেহে তেখেতৰ প্ৰতি আমাৰ শ্ৰদ্ধা আৰু প্ৰকৃত সন্মান জনোৱা হ'ব। পৰমেশ্বৰ চৰণত প্ৰাৰ্থনা কৰিছোঁ তেখেতৰ আত্মাই সদ্‌গতি লাভ কৰক।"

স্বা. .. .........
গুৱাহাটী, ১০/১/৪৫

× × × ×

**ছিলঙৰপৰা বুৰঞ্জীবিদ পণ্ডিত মিষ্টাৰ ই. জি. লেম্‌বাৰ্ট চাহাবে গোস্বামীৰ বিধৱা পত্নী ভুবনেশ্বৰী দেৱীলৈ লিখিছিল—**

পূজনীয়া মহাশয়া,

চিঠিৰেই মোৰ আন্তৰিক সমবেদনা-জ্ঞাপন শোক প্ৰকাশ কৰিলোঁ। এই শোকাবহ ঘটনাই অকল আপোনালোকৰে নহয়, সমগ্ৰ আসামৰে ক্ষতি কৰিলে। তেখেতক মই ভালদৰে জানিছিলোঁ। তেখেতেই মোক এই দেশৰ বুৰঞ্জী আৰু জনজাতিৰ বিষয়ে চৰ্চা কৰিবলৈ পোনতে উদগনি দিছিল। তেখেতৰ বিয়োগত দেশে এজন সুযোগ্য সন্তান হেৰুৱালে।

ছিলং ; ৩০/২/৪৪

× × × ×

**অসমৰ এজনা প্ৰাক্তন মন্ত্ৰী, ডিব্ৰুগড়ৰ নৱকুমাৰ দত্তই গোস্বামীৰ জোঁৱায়েক গকুল চন্দ্ৰ গোস্বামীদেৱলৈ লিখিছিল—**

প্ৰিয় গোস্বামী,

আমি আপোনাৰ শহুৰেকৰ দিল্লীত মৃত্যু হোৱা বুলি সংবাদ পাই অতিশয় দুঃখিত হৈছোঁ। আমাৰ দেশ, তথা অসমীয়া জাতিয়ে তেখেতৰ মৃত্যুত এজন অক্লান্ত সেৱক আৰু উৎসাহী শিক্ষাবিদ হেৰুৱালে। আমি তেখেতক সিদিনা মাত্ৰ ছিলঙত লগ পাই আহিছিলোঁ। তেতিযা তেখেতৰ স্বাস্থ্য অটুট আছিল। সেইজনৰ যে এনেভাৱে হঠাৎ মৃত্যু হ'ব সি সপোনৰো অগোচৰ আছিল। যি হওক, আমাৰ আন্তৰিক সমবেদনা জনালোঁ। অনুগ্ৰহ কৰি ঘৰৰ আন সকলোকে জনাব।

× × × ×

**অসম ব্যৱস্থাপক সভাৰ তদানীন্তন সভাপতি, দেশনেতা কুলধৰ চলিহাদেৱে লিখিছিল—**

স্নেহভাজন মাইচানা,

তোমাৰ পিতৃ-বিয়োগৰ নিদাৰুণ বাতৰিটি পাই মৰ্মাহত হ'লোঁ। তেখেত আজীৱন মোৰ বন্ধু আছিল। তেখেতৰ বহু কথা মোৰ স্মৃতিত ওতপ্ৰোতভাৱে জড়িত আছে। তেখেতৰ প্ৰথম সাহিত্য গ্ৰন্থ মোৰ নামে উছৰ্গা কৰা কথা আজি আকৌ মনত পৰিছে। তাতেই আমাৰ বন্ধুত্বৰ কথা বুজিবা। সাহিত্যিক হিচাবে সেই ক্ষেত্ৰত তেখেতৰ পদচিহ্ন আমাৰ দেশত বহু দিনলৈ ৰৈ যাব। অনুষ্ঠান গঢ়োঁতা হিচাবে তেওঁৰ সুনাম চিৰকাল থাকিব। চন্দ্ৰকান্ত সন্দিকৈ ভৱন, চন্দ্ৰকান্ত ট্ৰাষ্ট, নৱদেৱ ট্ৰাষ্ট আদিয়ে তেওঁৰ নাম আমাৰ মনত সদায় সজীৱ ৰাখিব। তেওঁক মই ১/১২/৪৪ তাৰিখে শেষ বাৰৰ কাৰণে কলিকতাত লগ পাইছিলোঁ। তেতিয়া ভবা নাছিলোঁ যে তেওঁক দুনাই আৰু দেখা নাপাম। জয়পুৰ, পুষ্কৰ, আদি ঠাইত থকা-মেলাৰ দিহা মই কৰি পঠাইছিলোঁ। আশাকৰোঁ সেইবোৰ ঠাইৰ অনেক অনুষ্ঠানত তেওঁক সম্বৰ্দ্ধনাও যাচিছিল। সঁচাকৈয়ে তেওঁক হেৰুৱাই আমি আজি বহুত দুখীয়া হ'লোঁ।

যোৰহাট ; ৩০/১২/৪৪

× × × ×

**তদানীন্তন অসম চৰকাৰৰ সহকাৰী সচিব বি. এ. এন. কিড্‌ওৱাইৰ জৰিয়তে এইদৰে শোক প্ৰকাশ কৰি অসম চৰকাৰৰপৰা জনোৱা হৈছিল—**

"অসম চৰকাৰৰ নিৰ্দেশত জনোৱা হয় যে স্কুলসমূহৰ অৱসৰপ্ৰাপ্ত ইন্‌স্পেক্টৰ শৰৎচন্দ্ৰ গোস্বামীৰ আকস্মিক মৃত্যুত চৰকাৰ অতিশয় দুঃখিত। এই চিঠিৰে চৰকাৰে গোস্বামী ডাঙৰীয়াৰ শোকসন্তপ্ত পৰিয়ালবৰ্গলৈ চৰকাৰৰ সহানুভূতি জ্ঞাপন কৰে।"

অসম সচিবালয়, ছিলং ২৮/১২/৪৪



× × ×

**শৰৎচন্দ্ৰ গোস্বামীৰ বিয়োগত দাৰ্শনিক পণ্ডিত ৰাধানাথ ফুকনৰ চিঠি ঃ**

শ্ৰীহৰি

যোৰহাট
৩/১২/৪৪

শ্ৰীমতী মাইছানা আইদেউ,

কল্যানীয়াসু—

তোমাৰ ২৫/১২/৪৪ তাৰিখৰ চিঠি আজিহে পালোঁ। তোমাক আৰু মায়াৰাক ক'বলৈ বা বুজাবলৈ একো নাই। মই নিজেই মৰ্মাহত হ'লোঁ। সমনীয়া সকলো মৰি অন্ত হ'ল আৰু সৰুবোৰো চকুৰ আগতে মৰিছে—মই দেখি কষ্ট ভোগ কৰিবলৈ জীয়াই আছোঁ।

ঈশ্বৰক প্ৰাৰ্থনা কৰোঁ তেওঁ যেন তোমালোকক এই শোক সহ্য কৰিবলৈ শক্তি দিয়ে। এই আশীৰ্বাদ। ইতি—

শ্ৰীৰাধানাথ ফুকন

× × × ×

সাহিত্যৰত্ন চন্দ্ৰধৰ বৰুৱাই লিখিছিল—

যোৰহাট (অসম)
২৯/১২/৪৪

শ্ৰীমতী মাইছানা,

তোমাৰ চিঠি পালোঁ। তোমাৰ পিতৃ-বিয়োগৰ বাবে মই অতিশয় শোক পাইছোঁ। ওচৰ হোৱা হ'লে, শ্ৰাদ্ধলৈ অৱশ্যে গ'লোহেঁতেন। এতিয়া ইয়াৰপৰা তেওঁৰ আত্মাৰ সদগতিৰ বাবে ঈশ্বৰক প্ৰাৰ্থনা কৰিছোঁ। তেওঁৰ অকাল মৃত্যু আমাৰ গোটেই অসম দেশৰ পক্ষে অতি দুৰ্ভাগ্যৰ কথা। তেখেত স্বৰ্গী হ'ল যদিও তোমালোকে আমালৈ যেন আগৰ বন্ধুভাব নেৰা, এই আশা কৰিছোঁ।

মোৰ আশীৰ্বাদ জানিবা। আমি ভালে আছোঁ।

তোমাৰ
শ্ৰীচন্দ্ৰধৰ বৰুৱা

× × × ×

লোকবন্ধু ডাঃ ভুবনেশ্বৰ বৰুৱাৰ চিঠি ঃ

২৯/১২/৪৪
গুৱাহাটী

কল্যানীয়া মাইছেনা,

তোমালোকৰ আকস্মিক শোকত গোটেই আসামৰ মানুহে সহানুভূতি জনাইছে। "দেউতাৰাৰ মৃত্যুত আসামে এজন দূৰদৰ্শী এহাণ্ডধীয়া কৰ্মী হেৰুৱালে। এই ক্ষতি আসামে পূৰণ কৰা বেগেতে টান।

তোমালোকৰ, বিশেষকৈ তোমাৰ মাৰাৰ মনৰ অৱস্থা কেনে হৈছে আমি বেছিকৈ উপলব্ধি কৰিছোঁ। কেৱল ঈশ্বৰৰ ওচৰত ইয়াকে প্ৰাৰ্থনা জনাইছোঁ মাৰাৰ মনত যেন শান্তি দি তেখেতক এই অৱস্থাত অকলশৰে চলিবলৈ শক্তি দিয়ে। মই নিজেই শান্তি আনিব পৰা নাই ; তোমালোকক কি বুজাম?

তোমাৰ—
শ্ৰীভুবনেশ্বৰ

## কবি সাহিত্যিক দুৰ্গেশ্বৰ শৰ্মাদেৱৰ চিঠি ঃ

Gauhati
28-12-44

শ্ৰীমতী মাইছেনা,

তোমাৰ চিঠি পাইছোঁ। সান্ত্বনা দিবলৈ কথা একো নাই। আমি যে কিমান দুখ পাইছোঁ তাক লেখি বুজাব নোৱাৰি। সিদিনা তোমাৰ মাৰা আহিছিল বুলি শুনিছিলোঁ। কিন্তু মই তেখেত যাবৰ দিনাহে গুৱাহাটী পালোঁহি। শ্ৰীযুতাক ক'বা যে সকলো সময়তে আমাক পূৰ্ব্ববৎ পাই থাকিব। মোৰ গা বৰ বেয়া। শ্ৰীমান দেৱেশ্বৰৰো গা অতি বেয়া। আমি দুযো এবাৰ যাবৰ ইচ্ছা আছে—বোধকৰোঁ হৈ নুঠিব। শ্ৰীমান দেৱেশ্বৰৰ এতিয়া জ্বৰ ১০০° ডিগ্ৰী। তাৰ ঘৈণীয়েকো অলপতে আহিব।

ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা কৰোঁ যেন তেখেতৰ আত্মাৰ ক্ৰমোন্নতি হৈ আকৌ আহি আমাৰ মাজত দেশৰ কামত লাগেহি। শ্ৰাদ্ধ নিশ্চযে ভালকৈ হৈ যাব।

তোমাৰ—
শ্ৰীদুৰ্গেশ্বৰ

× × × ×

**অসম সাহিত্য সভাই গোস্বামীৰ বিয়োগত শোক প্ৰকাশ কৰিবলৈ এখন জৰুৰী বৈঠক আহ্বান কৰি তাত তলত লিখা প্ৰস্তাৱটি গ্ৰহণ কৰিছিল—**

“অসম সাহিত্য সভাৰ অন্যতম প্ৰতিষ্ঠাতা আৰু স্বনামধন্য সাহিত্যিক স্বৰ্গীয় শৰৎচন্দ্ৰ গোস্বামী মহোদয়ৰ অকাল আৰু আকস্মিক মৃত্যুত অসম সাহিত্য সভাৰ এই বিশেষ সম্মিলনে গভীৰ শোক প্ৰকাশ কৰি তেখেতৰ শোক সন্তপ্ত পৰিয়াললৈ আন্তৰিক সমবেদনা জ্ঞাপন কৰে আৰু স্বৰ্গীয় আত্মাৰ সদ্‌গতিৰ অৰ্থে পৰমেশ্বৰৰ ওচৰত প্ৰাৰ্থনা কৰে।”

স্বাঃ কেৰামত আলি
সভাপতি
২৮/১২/৪৪

**অসম প্ৰাদেশিক মিউজিয়ামৰ ট্ৰাষ্টবোৰ্ডৰ সভাপতি কেদাৰমল ব্ৰাহ্মণদেৱে ট্ৰাষ্টবোৰ্ডৰ পক্ষৰপৰা শোক প্ৰকাশ কৰি শ্ৰদ্ধা জনাই সন্তপ্ত পৰিয়ালবৰ্গলৈ সহানুভূতি জনাই লিখিছিল—**

"এই অনুষ্ঠানৰ ট্ৰাষ্টবোৰ্ডৰ সভ্য হিচাবে গোসাঁইদেৱৰ যি অমূল্য দান, তাক সততে কৃতজ্ঞতাৰে স্মৰণ কৰি থকা হ'ব।"

গুৱাহাটী
২৮/১২/৪৪

× × × ×

**কামৰূপ অনুসন্ধান সমিতিৰ অবৈতনিক সম্পাদক অধ্যাপক উমাকান্ত গোস্বামী ডাঙৰীয়াই সমিতিৰ কাৰ্যনিৰ্বাহকৰ বৈঠকত গৃহীত প্ৰস্তাবৰ নকল এটাত লিখি পঠাইছিল—**

"কামৰূপ অনুসন্ধান সমিতিৰ কাৰ্যকৰী সভাই স্বৰ্গীয় শৰৎচন্দ্ৰ গোস্বামীদেৱৰ অকাল মৃত্যুত গভীৰ শোক প্ৰকাশ কৰে। তেখেতৰ মৃত্যুত এই সমিতিৰ অপূৰণীয় ক্ষতি হ'ল। তেখেত অকল শিক্ষাবিদেই নহয়, আমাৰ সমিতিৰ এজন সুযোগ্য সদস্যও আছিল আৰু সমিতিৰ মুখপত্ৰ আলোচনী কাকতখনৰ ঘাই সম্পাদক আছিল। আমাৰ সমবেদনা সন্তপ্ত পৰিয়ালবৰ্গলৈ লিখি জনোৱা হ'ল।" গুৱাহাটী ৩০/১২/৪৪

**উপৰোক্ত ধৰণে অভয়াপুৰীৰ—অসম কলা পৰিষদ, গুৱাহাটীৰ—অসম ৰাষ্ট্ৰভাষা প্ৰচাৰ সমিতি, গুৱাহাটী প্ৰগতিশীল শিল্পীসংঘ, কামৰূপ সাহিত্য সমাজ, যোৰহাট থিয়েটাৰৰ সভ্যসকল, গুৱাহাটী কটন কলেজৰ অধ্যাপকমণ্ডলী, গুৱাহাটী লোকেলবোৰ্ড, নলবাৰী ৰাইজ, কুলবিল বাণীপীঠ আৰু ছাত্ৰ ইউনিয়ন, ধুবুৰী হৰিসভা, কোচবিহাৰ এ. এছ. এল. ক্লাব, কাশী হিন্দু বিশ্ববিদ্যালয়ৰ ছাত্ৰ সমাজ, তিনিচুকীয়া কেন্দ্ৰীয় শিক্ষক সভা, তেজপুৰ অ. ভা. উ. সা. সভা, কলিকতাৰ মেডিকেল কলেজৰ ছাত্ৰবৃন্দ, শিৱসাগৰ জ্ঞানোদ্দীপিকা সভা, পলিটেকনিক স্কুল, যোৰহাট আৰু ধুবুৰী সাহিত্য সভা, বৰপেটা ৰাজহুৱা সভা প্ৰভৃতি অসমৰ যাৱতীয় সৰু-বৰ অনুষ্ঠান আৰু বাহিৰৰপৰাও গোসাঁইদেৱৰ প্ৰতি শ্ৰদ্ধাত্মক শোক-প্ৰকাশৰ প্ৰস্তাৱাদি বহুদিনলৈ আহি আছিল। এইবোৰে গোস্বামী ডাঙৰীয়াৰ জনপ্ৰিয়তাৰ সাক্ষ্য দাঙি ধৰে।**

গোস্বামীৰ মৃত্যুৰ অনেক দিন পিছলৈকে সেই সময়ৰ খ্যাতনামা সাহিত্যিক, দেশসেৱক, ৰাজকৰ্মচাৰী আৰু তেখেতৰ গুণমুগ্ধ অন্যান্য অনেক বিশিষ্ট লোকৰপৰা অজস্ৰ শোক-প্ৰকাশক, শ্ৰদ্ধাবাহী, গুণাৱলীৰ বৰ্ণনাপূৰ্ণ ব্যক্তিগত চিঠি-পত্ৰাদি আহি আছিল। সেইবোৰৰ যথাযথ প্ৰকাশ সম্ভৱ নহয়। সেইসকল খ্যাতনামা ব্যক্তিৰ জনচেৰেকৰ নাম মাত্ৰ ইয়াত উল্লেখ কৰা হ'ল ; যেনে, বিহগী কবি ৰঘুনাথ চৌধাৰী, অসম-কেশৰী অম্বিকাগিৰী ৰায়চৌধুৰী, কুলবিল সত্ৰাধিকাৰ পদ্ম চন্দ্ৰ গোস্বামী, ডঃ বিৰিঞ্চিকুমাৰ বৰুৱা, অৱসৰপ্ৰাপ্ত শিক্ষা সচিব মিষ্টাৰ এছ. এল. মেহ্তা আই. চি. এছ, ডিভিজনেল ফৰেষ্ট অফিচাৰ মিঃ আৰ. এন. দে, অধ্যাপক লক্ষ্মীনাৰায়ণ চট্টোপাধ্যায়, সুসাহিত্যিক ডিম্বেশ্বৰ নেওগ, প্ৰাক্তন মন্ত্ৰী পি. চি. দত্ত (শ্ৰীহট্ট), পণ্ডিত নলিনীমোহন শাস্ত্ৰী, এছ. কে দত্ত আই চি এছ, জনাব এম. এইছ. হুছেইন, খনীন্দ্ৰ চন্দ্ৰ বৰুৱা, ছেণ্ট এড্‌মাণ্ড্ছ্ কলেজৰ অধ্যক্ষ ৰেভাৰেণ্ড ব্ৰাডাৰ অলিয়াৰী, তাৰাপ্ৰসাদ চলিহা প্ৰমুখ্যে আৰু অনেক। গোস্বামীদেৱৰ মৃত্যুত তেখেতৰ সম্মানাৰ্থে চৰকাৰে অসমৰ স্কুলসমূহ এদিন বন্ধ দিছিল।

অসমৰ আৰু অসমৰ বাহিৰৰো ভালেকেইখন কাকতত গোসাঁইৰ বিয়োগ-বাতৰি প্ৰকাশ হৈছিল। তলত তাৰে দুই-এখনৰ প্ৰচাৰিত বাতৰিৰ নমুনা দিয়া হ'ল।

**'আজি অসমত শৰৎ গোসাঁই নাই'—এই শিৰোনামাৰে "বাঁহী" কাকতে এইদৰে শ্ৰদ্ধা নিবেদন কৰিছিল—**

"অসমী আইৰ সুসন্তান, আজীৱন শিক্ষাসেৱী, প্ৰভাবিত গুৱাহাটী বিশ্ববিদ্যালয়ৰ ট্ৰাষ্ট বোৰ্ডৰ সম্পাদক শৰৎচন্দ্ৰ গোস্বামী ডাঙৰীয়া উদয়পুৰত বহা হিষ্টৰিকেল ৰেকৰ্ড কমিছনত যোগ দিবলৈ গৈ উভতি আহোঁতে দিল্লীত যোৱা ১৯ ডিচেম্বৰ (১৯৪৪ চন) মঙ্গলবাৰে হঠাতে ঢুকায়। তেখেতৰ আকস্মিক বিয়োগত অসম আৰু অসমীয়া ৰাইজৰ যে কি মহান ক্ষতি হৈছে তাক প্ৰকাশ কৰিব নোৱাৰি। আমিও সান্ত্বনা ল'ব নোৱাৰা হৈছো। দেশৰ আগত বিশ্ববিদ্যালয় স্থাপনৰ দৰে এটা মহৎ কাম পৰি থকা অৱস্থাত এনে এটা জাতীয় ক্ষতিৰ সংবাদে সকলোৰে মন ক্ষুণ্ণ কৰিব নিশ্চয় ; তথাপি ধৈৰ্য আৰু আত্ম-সান্ত্বনাৰ বাহিৰে দেশবাসীয়ে আজি এনে অৱস্থাত শ্ৰীযুক্তা গোস্বামী, ককায়েক পণ্ডিত শ্ৰীযুক্ত প্ৰতাপচন্দ্ৰ গোস্বামী ধৰ্মভূষণ আৰু শোকসন্তপ্ত পৰিয়াললৈ কেনেকৈ সান্ত্বনা জনাব? আজি অসমত শৰৎ গোসাঁই নাই। শৰৎ গোস্বামীৰ আত্মাই আমাক আমাৰ কাৰ্যক্ষেত্ৰত সদায় সহায় হৈ বাট দেখুৱাই থাকিব—এনে বাঁহীৰ কামনা।"

× × × ×

**'অসমীয়া' কাকতৰ সম্পাদকীয় স্তম্ভত ওলাইছিল—**

' বিনামেঘে বজ্ৰপাত হোৱাৰ দৰে সুদূৰ দিল্লী নগৰীত সন্ন্যাস ৰোগত শৰৎচন্দ্ৰ গোস্বামীদেৱৰ মৃত্যু সংবাদ আহি পৰিল। ২৯ আৰু ৩০ ডিচেম্বৰ তাৰিখে গুৱাহাটীত বহিবলগীয়া বিশ্ববিদ্যালয় সন্মিলন বহাৰ আগতে বিশ্ববিদ্যালয় ট্ৰাষ্টবোৰ্ডৰ সম্পাদক আৰু সন্মিলনৰ প্ৰধান কৰ্মকৰ্তাৰ পৰলোক অসমীয়া ৰাইজৰ পক্ষে ডাঙৰ দুৰ্ভাগ্য। গোস্বামীদেৱৰ অবিহনত অকল পৰিকল্পিত বিশ্ববিদ্যালয়ৰে অপূৰণীয় ক্ষতি হোৱা নাই ; তেখেতৰ মৃত্যুত অসমীয়া জাতিয়ে এজন কৃতী সন্তান আৰু অসমীয়া সাহিত্যই এজন আশাশুধীয়া আৰু লব্ধপ্ৰতিষ্ঠ সেৱক হেৰুৱালে।

"প্ৰত্নতাত্ত্বিক হিচাপে গোস্বামীদেৱৰ গৱেষণামূলক প্ৰবন্ধাৱলীয়ে বিদ্বান সমাজৰ সমাদৰ লাভ কৰিছে। তেখেতৰ চুটি গল্পবোৰে অসমীয়া সাহিত্যৰসীসকলক চিৰদিন আনন্দ দিব।"

"তেখেতৰ বিয়োগত বিশ্ববিদ্যালয সন্মিলনৰ ৰাজহাড় ভাগিল বুলিব পাৰি, কিন্তু নিৰুৎসাহ নহৈ বৰং উমৈহতীয়াভাৱে সকলোৱে হাতে-পাতে ধৰি সন্মিলনৰ কাম কৃতকাৰ্যতাৰে সমাধা কৰি বিশ্ববিদ্যালয় স্থাপন কৰিব পাৰিলেহে গোস্বামীদেৱৰ প্ৰতি অসমীযা জাতিৰ শ্ৰদ্ধা আৰু কৃতজ্ঞতাৰ প্ৰকৃত প্ৰকাশ হ'ব। × × × সন্তপ্ত পৰিযাললৈ আমাৰ সমবেদনা জনালোঁ।"

× × × ×

**শৰৎচন্দ্ৰ গোস্বামীদেৱৰ জীৱনৰ কথা আলচ কৰি বাঁহী কাকতৰে পিছৰ এটা সংখ্যা কাকতত কোৱা আছে—**

"অসমীযাৰ সামাজিক আৰু শিক্ষা বিষয়ৰ অনুষ্ঠানবোৰত গোসাঁইৰ অক্লান্ত চেষ্টা আৰু উদ্যমৰ বিষয়ে কোনে খবৰ নাৰাখে? অসম সংস্কৃত বোৰ্ড, অসমৰ স্কাউট আন্দোলন, অসমত জনশিক্ষা অভিযানত শৰৎ গোসাঁইৰ খাটনিৰ বিষয়ে কোনে খবৰ নলয়? অলপতে মাথোন শ্বিলঙত গৈ প্ৰাইমাৰী শিক্ষাৰ আইন এখনৰ খচৰা তৈয়াৰ কৰি আহিল। কলিকতাৰপৰা প্ৰকাশিত দৈনিক কাকত 'হিন্দুস্তান ষ্টেণ্ডাৰ্ড' আৰু 'আনন্দ বাজাৰ' পত্ৰিকাত গোসাঁইদেৱৰ মৃত্যু সংবাদ প্ৰকাশিত হৈছিল। লগতে গোসাঁইদেৱৰ চমু জীৱন-কথা প্ৰকাশ হৈছিল। অসমৰ যি সন্ধিক্ষণত তেখেতৰ কৰ্মশক্তিৰ প্ৰয়োজন সমধিক আছিল, ঠিক তেতিয়াই তেখেতৰ বিয়োগত সমগ্ৰ প্ৰদেশ নিশ্চয় ক্ষতিগ্ৰস্ত।"

**'আসাম ট্ৰিবিউন' কাকত তেতিয়া ডিব্ৰুগড়ৰপৰা প্ৰকাশিত হৈছিল। তাত গোসাঁইদেৱৰ বিয়োগ বাতৰি দিয়াৰ পিছত জীৱন-কথা আলোচনা প্ৰসঙ্গত লিখিছিল—**

"কাৰ্যক্ষেত্ৰত গোসাঁইদেৱে যোগ্যতা আৰু দক্ষতা দেখুৱাব পৰা বাবে তেখেত ডেপুটি ইন্‌স্পেক্টৰৰ পদৰপৰা বিভাগীয় স্কুলসমূহৰ ইন্‌স্পেক্টৰ পদলৈকে উধাব পাৰিছিল। তেখেতে এই বিভাগত ত্ৰিশ বছৰ কাল চাকৰি কৰোঁতে অকল শিক্ষা বিষয়ত মন দিয়ায়ে নহয়, অসমীয়া ভাষা আৰু সাহিত্যৰ উন্নতিৰ হকেও বহুত কাম কৰি গ'ল। × × × যিবোৰ গুণৰ বলত গোসাঁইদেৱে ইমানখিনি প্ৰতিষ্ঠা লাভ কৰিলে সেইবোৰ হ'ল মূঠতে—কৰ্তব্যনিষ্ঠা, কৰ্মকুশলতা, তৎকালিক সিদ্ধান্ত গ্ৰহণৰ ক্ষমতা, অমায়িক ব্যৱহাৰ আৰু নিষ্কলুষ চৰিত্ৰ।"

× × × ×

**সাদিনীয়া বাতৰি কাকত 'ভৱিষ্যত অসম'ৰ সম্পাদকীয় স্তম্ভত লিখিছিল—**

"মৰিও মানুহ জীয়াই থাকে জনসমাজৰ হিতকৰ কাম আৰু ভালপোৱাৰ স্মৃতিত। গোসাঁইদেৱ যদিও আজি আমাৰ মাজত সৌশৰীৰে নাই, তেখেতৰ স্মৃতি আমাৰ মাজত সততে জীয়াই থাকিব তেওঁ কৰি যোৱা দেশহিতকৰ কৰ্মৰাজিৰ কাৰণে। × × × তেওঁৰ ব্যক্তিত্বৰ বিষয়ে ভালকৈ মন কৰিবলগীয়া কথা হ'ল তেওঁৰ স্বভাৱসুলভ গাম্ভীৰ্য, সহানুভূতিশীল মন আৰু মাৰ্জিত ৰুচিৰ আচাৰ-ব্যৱহাৰ।

"শাৰীৰিক স্বাস্থ্যৰ দৰে শৰৎ গোসাঁইৰ মানসিক স্বাস্থ্যও মৃত্যুৰ সময়লৈকে অটুট আছিল। তেওঁৰ সেই দৃঢ় মনোবলেই তেওঁৰ কৰ্তব্যনিষ্ঠাৰ কাৰণ আৰু ইয়াৰ জোৰতেই তেওঁ নিজৰ ভাগ্য নিজে গঢ়ি ল'ব পাৰিছিল। × × ×

"চৰকাৰী কামৰপৰা অৱসৰ লোৱাৰ পাছতো তেওঁ নিষ্কৰ্মা জীৱন যাপন কৰা নাছিল। বৰং তেতিয়াৰপৰাহে তেখেতে দেশৰ ভালৰ হকে আৰু বহুতো কাম কৰিব বুলি আশা কৰিছিল।

"শৰৎ গোসাঁইৰ মৃত্যুত অসম আইয়ে এটি সুসন্তান হেৰুৱালে। সন্তপ্ত পৰিয়াললৈ আমি সমবেদনা জনাইছোঁ। ভগৱানৰ ওচৰত প্ৰাৰ্থনা শৰৎ গোসাঁইৰ আত্মাই চিৰশান্তি লাভ কৰক।"

× × × ×

# ওপৰঞ্চি

শৰৎচন্দ্ৰ গোস্বামীয়ে ৰায়বাহাদুৰ কনকলাল বৰুৱাৰ লগত পত্ৰালাপ কৰি গুৱাহাটী Historical Institute. কামৰূপ অনুসন্ধান সমিতি, অসম মিউজিয়াম আদি স্থাপনৰ উদ্দেশ্যে অৰ্থ সংগ্ৰহৰ কাৰণে কিদৰে খাটিছিল তাৰ আভাস তলৰ চিঠিবোৰত পোৱা যাব।

(To Rai Bahadur K. L. Barua, Shillong)

Camp Gahpur
17-12-33

My dear Sir,

I met Rai Bahadur R. K. Handique at Jorhat. He is already committed to the promised donation for the Historical and Antiquarian Department , and the land in front of the Deputy Commissioner's Bungalow has been selected for the site. But so far as I could gather, if the Govt suggest that a wing in his wife's name should be added to the proposed Museum with the provision that it should house D H A S , he will be willing to accept the suggestion and probably to increase the donation by another three to five thousand rupees. But he will consult Prof Bhuyan to whom he already gave words. If the above suggestion comes from H.E , then probably Bhuyan will also agree and the Rai Bahadur will not only have no objection but will gladly act up to it. But the wing must be a front wing and it should bear his wife's name.

If it does not matenalise, even then I believe I shall be able to get some three to five tnousand rupees from him for the Museum.

But we must be prompt If you begin the subscnption list with Rs 15,000/- I believe I can raise the balance

Yours sincerely
S C Goswami

PS Handique has got your book and the letter
The Letter was a very good one

S C G

To Rai Bahadur K L. Barua, Shillong

ROSAVILLE
NANGTHYMAI
SHILLONG
7th July /34

My dear Goswami,

I do not know how many days it will take you to get the letter as all postal arrangements have been upset by the floods. You must have seen the Resolution about the Museum published in the last Gazette. We ( myself and Secretary T D.) shall now take steps to collect the donations already promised. Towards the end of this month I expect to call the first meeting of the Committee at Gauhati. I hope you will be able to come and attend. You will, no doubt, yourself now do your best to interest people and secure promises of donations. You are probably aware that it was Sarbeswar who secured the promise of a donation from the Gauhati Marwari. Perhaps he would be very useful in securing promises from Marwaris and others. We must be able to collect at least Rs. 40,000/- to start the work.

Please let me know what you think and what you advise us to do now. Our Journal is pining for want of contributions. What a sad commentary on our vaunted progress in education!

Yours Sincerely,
Sd/- K.L. Barua

To,

S. C. Goswami,
Inspector of Schools, Jorhat.

(To Rai Bahadur R.K. Handique, Jorhat)

Camp–Gahpur
17-12-33

(Confidential)

My dear Sir,

I am writing this letter to assure you that things at North Lakhimpur will be much easier than you fear. I understand Rai Bahadur R N Phukan will be going to Delhi during the ensuing Christmas. If he does not come to N.L it will be difficult to elect him as Secretary. The next man is Zahiruddin Ahmed- I have spoken to him Sasi Barua and others, I hope, will support Zahir. This is all I need write.

Regarding the proposed Museum, I have written to Rai Bahadur K. L. Barua that should he begin the subscription list with Rs 15,000/-, you will give a **handsome donation** or in consultation with Prof. Bhuyan may agree to build a wing—a front wing to bear your wife's name—of the Museum on condition that it will independently house the Deptt of studies under Prof. Bhuyan. Regarding this second alternative, there is something which I did not speak to you the other day but which you should know. I will tell you this on my return. So, please don't commit yourself to a separate promise during these days.

If possible, like the Chandra Kanta Handique Institute at Jorhat, let us have a National Institute for the Assamese at Gauhati

With regards and affection,

Yours sincerely
S.C. Goswami.

Inspector of Schools A.V.C. Jorhat
Dated 29th April 1936

(To Mr Rameswar Saharia, Dibrugarh)

Dear Mr Saharia,

Thank you very much for your letter of 28th April, 1936.

I am pleased to know that you promised to pay a handsome donation for the Provincial Museum. I would advise you, if as an old friend you will please allow me to do so, to pay at least Rs 20,000/- (Rupees twenty thousand) so that something good may come out of it If you will write to me about your intention definitely, I shall inform His Excellency through the proper quarters.

Please also let me know when you will be able to pay the amount

Yours sincerely
S. C. G.

To

Mr Rameswar Saharia
Proprietor, Balimara & Satyanarayan
Tea Estates ;
Dibrugarh P.O.

(To Mr. S. C. Goswami, Jorhat)

Hamet Ram Ram Pratap
General Merchants & Bankers,
Dibrugarh, Assam ;
the 5th May, 1936

Proprietors—

Balimara and Satyanarayan
Tea Estates

Dear Mr. Goswami,

I have to thank you very much for your letter of the 29th ultimo While I have full support for the scheme in establishing a Provincial Museum, I have to write to say that the amount of Rs 20,000/- is very exhorbitant ; specially in this trade crisis prevalent all over the globe. I, therefore, fervently hope that in consideration of the prevailing financial exigencies you will please be a bit more considerate in ascertaining the donation.

Thanking you very much for your prompt and kind response.

Yours sincerely
Sd/- Rameswar Saharia

To

Mr Sarat Chandra Goswami
Inspector of Schools, Assam Valley Circle,
Jorhat, P. O.

গোস্বামীদেৱে প্ৰয়োজন অনুসাৰে কেতিয়াবা নৰ্মাল স্কুলৰ ছুপাৰিণ্টেণ্ডেণ্ট হিচাপে পূৰণি ছাত্ৰসকলৰ নাইবা ছাত্ৰকল্প লোকলৈ চিঠি লিখি দুষ্প্ৰাপ্য গ্ৰন্থাদিৰ অনুসন্ধান কৰিছিল আৰু তেওঁলোকৰপৰা কিবা মূল্যবান গ্ৰন্থৰ সন্ধান পালে অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক হিচাপে তেনে গ্ৰন্থৰ প্ৰকাশৰ কাৰণে লেখালেখি কৰিছিল। তাৰে নমুনা ঃ

১৪ মাঘ
কমলা চতুষ্পাঠী
বেলশৰ ; ইং ১৯২৭ চন
২৭ ফেব্ৰুৱাৰী

মাননীয়েষু,

সপ্ৰণাম নিবেদনম্

গোসাঁই প্ৰভু,

আপোনাৰ শুভানুধ্যানে এক প্ৰকাৰ ভালে আছো। আপোনাৰ কথা মতে 'প্ৰয়োগ তত্ত্ব' পুথিখনৰ ঠিকনাদি লিখিলোঁ।

উক্ত পুথিখন বেলশৰ পোষ্টাফিচৰ অধীনস্থ নদলা গাঁৱৰ শ্ৰীকালিকান্ত দেৱশৰ্মা নামে এজন ব্ৰাহ্মণৰ তাত আছে। পুথিখন ৰঘুনন্দন কৃত। ছপা হোৱা নাই। ১৪৬ টা তুলাপতীযা পাত। দীঘলে এক হাত চাৰি আঙুল। বহলে এক জলে (বেগত) আওাজ। প্ৰত্যেক পৃষ্ঠাই ৭/৮ পাতিকৈ আছে। আখৰবোৰ ক্ষুদ্ৰ। সামবেদীৰ দশসংস্কাৰকে আদি কৰি দৈবিক পৈত্ৰিক যত জগতত কৰিবলগীয়া আছে সকলোৰে মন্ত্ৰ আৰু অনুষ্ঠানাদি বিশেষ পৰিপাতিৰে আছে। আৰু অন্যান্য ব্যৱস্থাও অনেক। ........... × ইতি

প্ৰণত
শ্ৰীগোপাল চন্দ্ৰ শৰ্ম্মনঃ

মাননীয় শ্ৰীযুত শৰৎচন্দ্ৰ গোস্বামী, ছুপাৰিণ্টেণ্ডেণ্ট মহাশয়, সমীপেষু ;
যোৰহাট ট্ৰেইনিং স্কুল

From

Sri S. C. Goswami, B.A. B.T.
General Secy, Assam Sahitya Sabha, Jorhat.

To

Prof. Vanamali Chakravarty M A
President Secretary, Assam Sanskrit Board, Sylhet.
(2) The Honorary Secretary,
The Asiatic Society of Bengal
1 Park Street, Calcutta.
Dated Jorhat, the 1st March, 1927

My dear Chakravarty,

Dear Sir,

It is said that the Smarta Raghunandan Bhattacharyya compiled 28 Tattwas ; but of the 28 only 26 are known.

I have recently discovered another, namely the প্রযোগ তত্ত্ব (Prayog Tattwa) which is not mentioned among the 26 Tattwas known.

The manuscript consists of 146 leaves of handmade paper (তুলাপাত) ; each leaf is nearly 20" x 7" , each page contains 7 to 8 leaves, and the writing is small. The contents cover almost all the religious rites of a Hindu—including সামবেদীয দশসংস্কাৰ and their Bidhis , as well as other allied things

May I request you kindly to let me know the value of this MSS , and if it indeed be a variety, which I think it is, will you please try to have a copy of it and have it published ?

I shall try my best to see that a copy can be had at a minimum cost possible,

Yours sincerely
Sd/- S. C. Goswami
1-3-27
General Secretary, Assam Sahitya Sabha, Jorhat.

Office of the President Sceretary,
Assam Sanskrit Board , Sylhet.

My Dear Mr Goswami,

I am very glad to get your letter intimating discovery of MSS of প্রযোগ তত্ব। I am prepared to buy the book or its certified copy at a reasonable price Kindly let me know how much money will be required for the purpose

With best regards,

Yours sincerely
V. Chakravartty.

President Secy, Assam Sanskrit Board,
Sylhet.

**প্ৰত্নতাত্বিক দণ্ডিৰাম দত্তৰ**

মাখিবাহা এম, ভি
১০/২/২৬

পৰম পূজনীয় শ্ৰীযুক্ত গুৰুদেৱৰ
শ্ৰীশ্ৰীচৰণেষু,

ছাৰ,

আপোনাৰ চিঠি আৰু চাৰ্টিফিকেট পাই অকল যে সন্তোষ হে লভিলোঁ এনে নহয়, কাম-কাজ কৰিবলৈ উৎসাহো পালোঁ।

আপোনাৰ চিঠি পঢ়ি শেষ কৰিয়েই এমাইল দূৰত থকা বনুৱা দ'ল চালোঁগৈ। তাত দুজোপা আঁহত গছ, দুজোপা কদম গছ আৰু ২/৩ জোপা সৰু সৰু গছ আছে। অনুমান গছবোৰৰ বয়স ৮০/১২০ বছৰ হ'ব। ওচৰৰ কেইবাজনকো সুধিলোঁ। শেষত বৰ্তমানে দৌলপূজা কৰা শ্ৰীঅভিৰাম মজুমদাৰ নামৰ (কায়স্থ) বুঢ়া এজনক মাতি আনি তাৰ কথা সুধিলোঁ। তেওঁ ক'লে—পূৰ্বে বুনা আৰু অইন কিবা নামৰ দুজন পশ্চিমীয়া বীৰে আহি এজনে দৌল বান্ধিছিল আৰু এজনে পুখুৰী খান্দিছিল। পাছত এই বুনা দৌল কৰা ঠাইত গোসাঁই-ঘৰ (নাম-ঘৰ) বান্ধি মানুহে পূজা আদি কৰিছিল। কিন্তু সেই ঘৰ বুনা (বনৰীয়া) হাতীয়ে ভাঙি দিয়ে। কাজেই তাত জঙঘল হয়। মানুহে স্বপ্ন দেখি আৰু বহুতো বিপদত পৰি ইযাত নাম আদি ধৰে। পাছত এজন সন্ন্যাসীয়ে থান পাতি আছিল। ইত্যাদি।

ইয়াৰ তলত শিল আদি কিবা আছে নেকি জনা নাযায়। ওচৰত মাত্ৰ খেতিৰ পথাৰ। আন খবৰ নাপালোঁ। কি কাৰণে ক'ত খবৰ লাগে জনায় যেন। বহুতে সুধিছে।

. ..ইতি

বিনয়াবনত
শ্ৰীদণ্ডিৰাম দত্ত

## শৰৎচন্দ্ৰ গোস্বামীলৈ
## যোৰহাট সাহিত্য সভাই দিয়া এখন মানপত্ৰ ঃ

পৰম ভক্তিভাজন

শ্ৰীযুক্ত শৰৎচন্দ্ৰ গোস্বামী

আই-এছ-অ', বি এ বি টি

বিদ্যানিধিদেৱৰ শ্ৰীকৰকমলেষু

হেপাহৰ অতিথি,

আপুনি সদাযেই আমাৰ মাজতে আছে আৰু থাকিব বুলি আশা কৰোঁ যদিও, আজিৰ এই সোণালী সন্ধিয়া যোৰহাট সাহিত্য সভাৰ ঘাইকৈ ডেকা তৰপে আপোনাক বিশেষভাৱে সম্বৰ্দ্ধনা জনাবলৈ পাই নিজকে কৃতাৰ্থ মানিছে।।

শৰতৰ জোন,

শ্ৰীমদ্ভাগৱত প্ৰসিদ্ধ 'শাৰদোৎফুল্লমল্লিকাঃ' পবিত্ৰ ৰাতিবোৰৰ আজিও এটি মধুৰ সন্ধিয়া। এই শুভ লগ্নত আপোনাক আজি হাততে পাই আমি খন্তেকীয়াকৈ হ'লেও হাততে হেৰুওৱাৰ আশঙ্কাত মনত উলাহ আৰু আনন্দৰ লগতে বিষাদ আৰু উদ্বেগৰ কি যে উখল-মাখল লাগিছে, তাক ভাষাৰে ফুটাই বুজোৱা টান।।

হে দেশ-হিত-ব্ৰতী,

সুদূৰ অতীতৰ ছাত্ৰ জীৱনৰেপৰা আজিৰ প্ৰায় এই প্ৰৌঢ় বয়সলৈকে পুণ্য দেশ-হিত-ব্ৰতত আপুনি যি পবিত্ৰভাৱে জীৱন কটাইছে, সেই আদৰ্শ আমাৰ আৰাধনাৰ ধন। চৰ্কাৰী বিষয়া সোমালেই অনেক ভাবী দেশ-হিতৈষী অসমীয়াই স্বদেশৰ শুভ্ৰ পতাকা নমাই থৈ তাৰ ঠাইত শুদা 'ৰঙা ফিটা'কে মোৰ বুলি ধৰে। সৌভাগ্যক্ৰমে যি কেইজন সেই নিয়মৰ বাহিৰ, আপুনি সেইসকলৰ অন্যতম।।

হে মানী,

আপুনি নিজ যোগ্যতাৰ বলত ৰজাঘৰৰপৰা পতা ব্ৰহ্মপুত্ৰ উপত্যকাৰ প্ৰথম অসমীয়া ইন্‌স্পেক্টৰ, প্ৰথম অসমীয়া আই-এছ-অ', আৰু এতিয়া সদৌ অসম প্ৰদেশৰ

প্ৰাথমিক-শিক্ষা আৰু জন-শিক্ষাৰ প্ৰথম অসমীয়া গুৰিয়াল। আপোনাৰ এই সকলো সন্মানত আমি সন্মানিত বোধ কৰিছোঁহক নিশ্চয়।।

হে গুণী,

আপুনি অসীয়াৰ শ্ৰেষ্ঠ শিক্ষাবিদ, প্ৰবীণ সাহিত্যিক আৰু গৱেষণা-ক্ষেত্ৰৰ অন্যতম পথ-প্ৰদৰ্শক। যোৰহাট নৰ্মাল স্কুল আৰু বিশেষকৈ অসম সাহিত্য সভা আপোনাৰ কৰ্ম-নিপুণতাৰ দুটি জ্বলন্ত চিত্ৰ। অকল ইমানেই নহয়,—আনন্দৰাম ঢেকিয়াল ফুকনকে আদি কৰি আজিলৈকে যিসকল অসমীয়া মনস্বীৰ শিক্ষা, সাহিত্য, ৰাজনীতি আৰু গৱেষণা আদি সকলো বিষয়ৰ উন্নতিৰ সজুলিৰে আধুনিক অসমৰ উন্নতিৰ সোণালী কাৰেং নিৰ্মাণ হ'ব লাগিছে আপোনাৰ লখিমী হাতৰো যুগমীয়া চিত্ৰ তাত ৰ'ব বুলি আশা কৰিছোঁহক।।

হে কৰ্মযোগী,

মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ কালৰ সেই বিপুল অসম আৰু সেই বিৰাট অসমীয়া জাতি ন-কৈ গঢ়ি তোলাই আপোনাৰ ধ্যান বুলি আমি জানো। এই অৰ্থে আপুনি ইয়াৰ আগতে পৰ্বতীয়া জাতিৰ মাজত অসমীয়া ভাষা প্ৰচাৰৰ যি সফল অভিযান চলাইছে, আমি তালৈ শ্ৰদ্ধা আৰু শলাগেৰে লক্ষ্য কৰিছোঁহক।।

হে বিনয়ী,

অকলেই ইমানখিনি আপুৰুগীয়া গুণৰ গৰাকী হৈও আপুনি এনে অমায়িক, এনে নিৰহঙ্কাৰ। এই যোৰহাটতে আপুনি জীৱনৰ এপুৰুষ কাল কটালে। ইয়াৰ ভিতৰত আপোনাৰ আচৰণত অসন্তুষ্ট হোৱা কাকো শুনা নাই। অৱশ্যে দোষে-গুণেই মানুহ। আপোনাৰ গুণ বা প্ৰতিভাৰ জোনাকে, ক'ৰবাত অন্ধকাৰ থাকিলেও, তাক সহজে ঢাকি পেলাব—সন্দেহ নাই।।

হে জয়-যাত্ৰী,

আপোনাৰ নতুন, অভিনৱ কাৰ্য-ক্ষেত্ৰত উজ্জ্বল সাফল্য দেখিবৰ আকাঙ্ক্ষা আমি মনতে পুহিছোঁহক। ভগৱানে আপোনাৰ কৰ্ম-কুশলতা অমোঘ কৰক, এয়ে বাঞ্ছা। আপোনাৰ কৰ্ম-জীৱনৰ মঙ্গলযাত্ৰাৰ আৰু যিখিনি বাকী, তাক সুকলমে সমাপন কৰি আপোনাৰ ভাটী বয়স আকৌ আমাৰ মাজতে কটাবলৈ যেন ঘূৰি আহে, সৰ্বশেষত সৰল অন্তঃকৰণেৰে আমি ইয়াকেহে কামনা কৰিলোঁ।

যোৰহাট।। ১০ ।। ৪৯৩ শকাব্দ।।
২৭ অক্টোবৰ। ১৯৪১ খৃষ্টাব্দ।।

আপোনাৰ গুণমুগ্ধ
যোৰহাট সাহিত্য সভাৰ
সভাসকলৰ হৈ—
কমলেশ্বৰ চলিহা

To,

Mr S C Goswami, Jorhat
Dated Jorhat the 5th May 1935

Sir,

I have the honour to inform you that His Majesty The King Emperor has been graciously pleased to confer on you a medal struck to commemorate His Silver Jubilee I should be pleased if you would attend the presentation ceremony tomorrow Monday the 6th of May on the Jorhat Maidan on 10.45 A. M.

Your obedient servant,
Sd/ C Humphrey
Deputy Commissioner, Sibsagar, Jorhat



VICEREGAL LODGE, SIMLA

By Command
of
**HIS MAJESTY THE KING-EMPEROR**

the accompanying Medal is forwarded

to

Srijut S C Goswami, I S O,

to be worn in commemoration of

Their Majesties' Silver Jubilee

6th May, 1935

শৰৎচন্দ্ৰ গোস্বামীৰ দিন-লেখা টোকা বহী এটাত তেওঁ ৩০/৫/২৫ তাৰিখে তেওঁৰ জীৱনৰ আচৰণীয় নীতি সম্পৰ্কে এইদৰে ইংৰাজীতে লিখি এৰিছিল—

Principles of my life and action. 30 5 25

(1) I will do the right without fear and favour
(2) I will try to my utmost ability to help the needy and the poor and to uplift the depressed
(3) My duty is first to my family and then to my people.
(4) Whatever I do I will try to be honest and frank
(5) I am not and will never be arrogant to my subordinates and survile to my superiors
(6) I do look to and will always try to appreciate the other man's views
(7) There is in me a little inclination toward diplomacy and an inborn dislike to be unpleasant, even at a little sacrifice of my principles I must try to get rid of these two sins

S C.G.

আত্ম-সমালোচনা কৰি গোস্বামীয়ে নিজৰ সাহিত্য-সাধনা আৰু সাহিত্য-সৃষ্টিৰ সামৰ্থ্য সম্পৰ্কে ৮/১১/৩৩ আৰু ২১/১/৪১ তাৰিখৰ টোকাত এইদৰে লিখি থৈ গৈছে—

(1) Literature I have now practically neglected, although I know that I possess literary ability to an unusual degree. I should make amends S C G 8 11.33

(2) My one work is not finished That of writing projected books, completing ambitious works begun, editing articles etc already written Briefly I am a great disappointment to myself as a literary man. I am conscious all the while that I have unusual literary abilities I know the technique of expression as few people do. S C G. 21.1.41

## শৰৎচন্দ্ৰ গোস্বামীদেৱে লেখি ৰখা হিচাবৰ নমুনা—
## জানুৱাৰী, ১৯১২

| | | | |
|---|---|---|---|
| ডিচেম্বৰৰ দৰমহা | ১০০ | ইনকম টেক্স | ১২ |
| ঐ পিয়ন | ৭ | টিকট | ৪ |
| যোৰহাটলৈ যোৱাত এড্ভান্স লোৱা (মঙ্গলদৈৰপৰা) | ১০০ | নেছনেল লাইফ এছিয়ৰেন্স | ৮।। |
| | | গাড়ী ঘৰলৈ পঠোৱাৰ লগত | ২২ |
| | | ধাৰ সুজা | ৪৮ |
| নিজে ধাৰে লোৱা | ২৯ | কাপোৰৰ বাকী আৰু কিনা | ৫১ |
| ধনীয়ে ধাৰে লোৱা | ৫ | ঘৰ ভাল কৰাত | ১৫ |
| অক্টোবৰৰ টি এ নিজা আৰু পিয়নৰ | ৮৫ | চাঁদা আৰু দৰ্জি | ১০ |
| মুঠ | ৩৩৬ | ঘৰলৈ দিয়া | ২৬।। |
| | | কিতাপ আদি কিনা | ৭ |
| | | জোতা আৰু টুপী | ৯ |
| জমা—৩৩৬ | | মৰা ঘোঁৰাৰ দাম | ২০ |
| খৰচ—৩৩৬ | | মঙ্গলদৈ-যোৰহাট (দুবাৰ অহা-যোৱা) ইত্যাদি | ৬০ |
| | | মানিকক দিয়া | ১১ |
| | | দধীক দিয়া | ৩ |
| | | সত্যনাথক দিয়া | ২ |
| | | বজাৰ খৰচ | ৩০ |
| | | শম্ভুক ধাৰে দিয়া | ৭ |
| | | | ৩৩৬ |

## শৰৎচন্দ্ৰ গোস্বামীৰ ৰচনাৱলীৰ এটি চমু খতিয়ান ঃ—

(ক) চুটি-গল্প ঃ
(১) গল্পাঞ্জলি (১৯১৪)
(২) ময়না (১৯২০)
(৩) বাজিকৰ (?)

(খ) নাটক ঃ
(১) বুদ্ধদেৱ
(২) পৰিদৰ্শন (নাটিকা আৰু চুটি-গল্প ঃ ১৯৫৬ চনত প্ৰকাশিত)
(৩) পৰীক্ষা (ৰূপচন্দ্ৰ ভাগৱতী ছদ্মনামত লেখা, ১৯১০)

(গ) উপন্যাস ঃ
(১) পানিপথ (১৯৩০)

(ঘ) বিবিধ ৰচনাৱলী ঃ
(১) শিক্ষা-বিচাৰ
(২) বহুশ্ৰেণীৰ শিক্ষা-প্ৰণালী
(৩) পেৰিক্লিচ্ (শিশু সাহিত্য)
(৪) সভাপতিৰ অভিভাষণ (১৯৩৭)
(৫) ভাষণ (১৯৪৮)

(ঙ) পঢ়াশলীয়া পাঠ্য পুথিৰ খনচেৰেক ঃ
(১) ভূগোল পাঠ
(২) আসাম দেশৰ পুৰণি কথা (ৰমাকান্ত দ্বিজ)
(৩) ব্ৰিটিছ সাম্ৰাজ্যৰ বুৰঞ্জী
(৪) সৰল ব্যাকৰণ
(৫) মহাসমৰ
(৬) গণিত ভূগোল
(৭) সহজ ভূগোল
(৮) আদি পাঠ—ইত্যাদি
(৯) শিক্ষা-বিজ্ঞান

(চ) ইংৰাজী ভাষাত লিখা পুথি আৰু প্ৰবন্ধাৱলী ঃ

(1) The Kamarupiya Sect of Vaishnavism
(2) The Night Worshippers
(3) Hidden Traces of Buddhism in Assam (Published in 1927)
(4) Address as President of the Kamrup Anusandhan Samiti
(5) A Short note on the History of Assamese Literature
(6) Dalton plan adopted to teach Plural Classes
(7) Sanskrit Manuscripts in Assam etc
(8) Introducing Assam Vaisnavism

(জ) সম্পাদনা কৰা পুথি ঃ

পুৰণি—

(১) শ্ৰীশ্ৰীদামোদৰদেৱ চৰিত্ৰ (নীলকণ্ঠ দাস কৃত)
(২) শ্ৰীশ্ৰীবনমালীদেৱ চৰিত্ৰ (ৰমাকান্ত দ্বিজ)
(৩) শ্ৰীশ্ৰীচণ্ডী
(৪) সাত্বত তন্ত্ৰ (ভাগৱত মিশ্ৰৰ দ্বাৰা ৰচিত)
(৫) নীতি-লতাঙ্কুৰ
(৬) ডন-কুইকচোট্ বা কেকো ডাঙৰীযাৰ অদ্ভুত বীৰত্ব (লেখিকা—প্ৰতিভা দেৱী) প্ৰথম প্ৰকাশ — ১৯২৬
(৭) অসমীয়া সাধুকথা (১৯২৯) ইত্যাদি
(৮) অসম দেশৰ পুৰণি কথা

নতুন—

(১) বিজ্ঞান প্ৰবেশিকা
(২) অতুল কথামালা চিৰিজ
(৩) ষষ্ঠমানৰ সাহিত্য
(৪) জন-শিক্ষাৰ পুথি প্ৰথম ভাগ আৰু দ্বিতীয় ভাগ
(৫) দেশী কছুৰং ইত্যাদি

## শৰৎচন্দ্ৰ গোস্বামীৰ জীৱনৰ মূল কাৰ্যাৱলীৰ সময়-পঞ্জী : (১৮৮৭-১৯৪৪)

জন্ম — ১৮৮৭ চনৰ ১২ মে' বহাগৰ পূৰ্ণিমা

প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ — ১৯০৪

বিযা — ১৯০৪

এফ এ পৰীক্ষাত উত্তীৰ্ণ আৰু 'পানিপথ' ৰচনা — ১৯০৬

বি এ আৰু পাছ-বিযা — ১৯০৮

চাকৰি-জীৱন : ডেপুটী ইন্‌স্পেক্টৰ, নগাঁও — ১৯০৮

ডেপুটী ইন্‌স্পেক্টৰ, মঙ্গলদৈ — ১৯০৯-১৯১১

বি টি (ঢাকাত) — ১৯১১-১৯১২

এছিষ্টেণ্ট ইন্‌স্পেক্টৰ অব্ স্কুলছ্ — ১৯১২

উজনি অসমৰ হাইস্কুল টুৰ্ণামেণ্ট সংগঠন — ১৯১২-১৯১৩

যোৰহাট নৰ্মাল স্কুলৰ ছুপাৰিণ্টেণ্ডেণ্ট — ১৯১৫-১৯২৭

শিক্ষা বিভাগৰ বিশেষজ্ঞ বিষযা — ১৯২৭

স্কুল ইন্‌স্পেক্টৰ — ১৯২৮-১৯৪৩

স্কাউটিং সংগঠনত — ১৯২৯-১৯৪২

অৱসৰ গ্ৰহণ — ১৯৪৩

গুৱাহাটী বিশ্ববিদ্যালয়ৰ কামত ওতপ্ৰোতভাৱে জড়িত — ১৯৪৩-১৯৪৪

অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক — ১৯১৭-১৯১৮ / ১৯২০-১৯২৭

পৰলোক-প্ৰাপ্তি — ১৯৪৪

# বংশাৱলী


সত্ৰ — নাৰায়ণপুৰ
গোত্ৰ — কাশ্যপ
সম্প্ৰদায় — চৈতন্যপন্থী
বাসুদেৱ, ভাৰ্যা সত্যভামা
কৃষ্ণচন্দ্ৰ, ভাৰ্যা দযাৱতী (কৈৰাৰা সত্ৰ)
ললিতচন্দ্ৰ, ভাৰ্যা মুকুন্দপ্ৰিয়া (মাজদিয়া সত্ৰ)
(১) কন্যা ˚বৃন্দা দেৱী
(২) কন্যা ˚পদ্মাৱতী দেৱী
(৩) পুত্ৰ প্ৰতাপচন্দ্ৰ
(৪) পুত্ৰ শৰৎচন্দ্ৰ
(৫) পুত্ৰ ˚অমৃতচন্দ্ৰ (১৫ বছৰ)
(৬) পুত্ৰ ˚শ্যামচন্দ্ৰ (৯ বছৰ)
(৭) কন্যা ৰামেশ্বৰী দেৱী
(৮) কন্যা জাহ্নবী দেৱী
(ভাৰ্যা ভুবনেশ্বৰী দেৱী)
(১) কন্যা ˚প্ৰতিভা দেৱী স্বামী ˚উমাকান্ত গোস্বামী
(২) পুত্ৰ ˚প্ৰভাত (২ বছৰ)
(৩) কন্যা শ্ৰীসুপ্ৰভা গোস্বামী (মাইচানা) স্বামী ˚গোকুলচন্দ্ৰ গোস্বামী
(১) পুত্ৰ ˚অতুল
(২) পুত্ৰ শ্ৰীদেৱব্ৰত গোস্বামী (বাপা)
(৩) কন্যা শ্ৰীসুব্ৰতা দেৱী (তুতু)
বিতু বেদব্ৰত
গীতু গায়ত্ৰী
মীতু মৈত্ৰেয়ী
ৰীতু ধৰিত্ৰী

*Khelimeli–A book of witty and humourous stories for children collected and written by Shri Atul Chandra Borua M.A. and published by Shri Dilip Barua, Dubahati, Sipajhar, Mangaldoi with the financial assistance of the Director of Public Instruction, Assam, Jan. 1978.*

---

প্ৰকাশক ঃ দিলীপ বৰুৱা ঃ জ্ঞানোদয় প্ৰকাশন ঃ ছিপাঝাৰ

প্ৰথম প্ৰকাশ ঃ ১৯৭৮ জানুৱাৰী

বেটুপাতৰ শিল্পী ঃ উৎপল বৰুৱা, গুৱাহাটী

মূল্য ঃ সাধাৰণ সংস্কৰণ ৩.৮০ উত্তম সংস্কৰণ ৫.৮০

মুদ্ৰক ঃ শ্ৰীশ্যাম কিশোৰ সিংহ ঃ পল্ আৰ্ট চিল্ক স্ক্ৰীণ প্ৰিণ্টাৰ্ছ
চানমাৰি, গুৱাহাটী - ৭৮১ ০০৩

# উছৰ্গা

অনুজপ্ৰতিম বন্ধু
শ্ৰীগুৰুদত্ত ভাগৱতীৰ নামত

# আদৰণি

শিশু আৰু কিশোৰ-কিশোৰীসকলৰ কাৰণে তেওঁলোকৰ শিক্ষা, মন আৰু বয়সৰ লগত খাপ খোৱাকৈ এলানি গল্প-সাহিত্য ৰচনা কৰা পৰিকল্পনা এটা বহু দিনৰপৰা মনত আছিল। সেই উদ্দেশ্যে লিখা চুটি অথচ পটি ৰং লগা, সৰল অথচ কৌতূহল-উদ্দীপক গল্প কিছুমান 'দীপক', 'জোনবাই', 'জনশিক্ষা' আদি আলোচনীত প্ৰকাশো কৰা হৈছিল। আমাৰ ১৯৫৭ চনত প্ৰকাশিত 'ওলট-পালট' পুথি পুস্তকাকাৰত তাৰে প্ৰথম প্ৰয়াস। 'সন্ধিয়াৰ সাধু' (১৯৬৩ চনত প্ৰকাশিত) দ্বিতীয় নমুনা। 'খেলিমেলি' 'ওলট-পালট'ৰে ওপৰৰ আৰু 'সন্ধিয়াৰ সাধু'ৰ তলৰ খটখটি ; একে গছৰে পাণ।

১৯৭৪ চনত এদিন বাতৰি কাকতত জাননী দেখিলোঁ—অসমৰ শিক্ষাধিকাৰে শিশু-সাহিত্য প্ৰকাশৰ বাবে লেখকসকললৈ অৰ্থ সাহায্য আগবঢ়াব। পাণ্ডুলিপি প্ৰস্তুতি আৰু দাখিলৰ কাৰণে তেতিয়া আমাৰ হাতত সময় আছিল 'দহ দিন, মাত্ৰ দহ দিন'। সেই দহ দিনতে বিচাৰি-খোচাৰি 'খেলিমেলি' যুগুত কৰা হ'ল। আমাৰ মাজিউ জীয়াৰী, সৰু জীয়াৰী আৰু নুমলীয়া পো ক্ৰমে মিনতি, শেৱালি আৰু ৰাজুৱে আৱশ্যকীয় প্ৰতিলিপি তৈয়াৰ কৰি দি আমাৰ কামত হাত উজান দিলে। যথাসময়ত দাখিল কৰাত কিতাপখন পৰীক্ষাৰ বাছনিত উঠিল আৰু সেয়েহে আজি সি পাঠকৰ আগত দেখা দিবলৈ সমৰ্থ হৈছে।

এই শ্ৰেণীৰ কিতাপৰ গল্পবোৰ 'হিতোপদেশ', 'পঞ্চতন্ত্ৰ' আদিৰ গল্পৰ দৰে উপদেশেৰে ভাৰাক্ৰান্ত নহয় ; এইবোৰ ৰং-ৰহইচ আৰু কৌতূহলপূৰ্ণ সাধুকথাহে। শাস্ত্ৰীয় উপদেশৰ গল্প আমাৰ 'গল্প-ভাৰতী'তহে কিছু পৰিবেশন কৰা আছে।

'খেলিমেলি'ৰ গল্পবোৰৰ কাৰণে আমি বহুতৰ ওচৰতে ধৰুৱা। বিশেষকৈ পাতাল-সন্ধানী ঐতিহাসিক পণ্ডিত বেণুধৰ শৰ্মা আৰু আমাৰ ওপজা-ঠাই ছিপাঝাৰৰ প্ৰয়াত বৈষ্ণৱ দাৰুক মহন্তৰ নাম আমি শ্ৰদ্ধাৰে সুঁৱৰিবই লাগিব। মঙ্গলদৈয়া,

বিশেষকৈ ছপাৰুৱীয়া মাত-কথাৰ ঠাচ পৰ্যন্ত বৈষ্ণৱৰূপৰা শুনা 'ভদ্ৰমুখী', 'গজতো এটা ঘটং টং' আদি গল্পত স্পষ্ট কৰি ৰাখিবলৈ যত্ন কৰা হৈছে।

আমাৰ চুবুৰীয়া বন্ধু শ্ৰীপ্ৰদীপ বৰুৱাই তেখেতৰ নিজা ছপাশাল 'পোলাৰ্ড'ত বিশেষ তদাৰক লৈ 'খেলিমেলি' ছপাই দি আমাক কৃতাৰ্থ কৰিছে। বৰপুত্ৰ শ্ৰীপ্ৰদীপ বৰুৱাৰ (সোণৰ) তদ্‌বিৰ আৰু স্নেহাস্পদ চেমনীয়া শিল্পী শ্ৰীউৎপল বৰুৱাৰ অঙ্গসজ্জা আৰু চিত্ৰ-পৰিবেশনে প্ৰকাশনত গতি আৰু শ্ৰী দান কৰিছে।

এই ছেগতে উপৰোক্ত সদৌটিলৈকে আমাৰ হিয়াভৰা শলাগ যাচিলোঁ। বিভৰেণ কিম্?

নৱগিৰি ; চানমাৰি ;
গুৱাহাটী - ৭৮১ ০০৩
১৫/১/৭৮

শ্ৰীঅতুলচন্দ্ৰ বৰুৱা
১লা মাঘ /১৩৮৪ ভাস্কৰাব্দ

# খেলিমেলি

কোণাকাটা আৰু বহিখোৱা একে গাঁৱৰে লোক। দুয়ো বৰ বন্ধু। দুয়ো এবাৰ দেশ চাবলৈ ওলাল। বহুত দিন খোজকাঢ়ি গৈ গৈ দুয়ো এখন আচৰিত দেশ পালে। তাত সকলো বস্তুৰে একে দাম। দালি এমোনবো এপইচা, চেনি এমোনবো এপইচা। হাঁহ এটাবো এপইচা, হাঁহ-কণী এটাবো এপইচা। সোণ এতোলাবো এপইচা, পিতল এতোলাৰো এপইচা।

কোণাকাটাই ক'লে—"ভাই, ইয়াত থকা ঠিক নহ'ব। সকলো বস্তুৰে যেতিয়া একে দাম, ই নিশ্চয় মুৰ্খৰ দেশ হ'ব। ইয়াৰ মানুহে বস্তুৰ মূল্যৰ অৰ্থকে নুবুজে। ইয়াত বেছি দিন ৰ'লে আমাৰ মৰণ হ'ব।"

বহিখোৱাই ক'লে—"নহয় ভাই, তুমি ভুল বুজিছা। ই বৰ উত্তম ঠাই। বিনা কষ্টে খাই-বৈ ইয়াত আৰাম কৰি থাকিব পৰা যাব। এই ঠাই এৰিলে আমি মস্ত ভুল কৰিম। তুমি গ'লেও যোৱা, মই হ'লে এই ঠাই সহজে নেৰিছোঁ।"

এইদৰে কোৱাকুই কৰি থাকি কোণাকাটা তাৰপৰা আহিল আৰু বহিখোৱা তাতে থাকি গ'ল। বহিখোৱাই তাতে আৰাম কৰি গাখীৰে-মঙহে খাই খাই তাৰ আগৰ গাঁৱৰ কথা পাহৰিয়ে পেলালে। সি বৰ নোদোকাটো হৈ পৰিল। বাটেদি যোৱা মানুহে তাৰ ফালে এবাৰ নোচোৱাকৈ যাব নোৱাৰে।

সেই ৰাজ্যত ৰজাৰ বিচাৰো আচৰিত ধৰণৰ। একো বিধ দোষৰ বাবে ধৰাবন্ধা একোপ্ৰকাৰ শাস্তি আছে ঃ মানুহ মাৰিলে ফাঁচি, চুৰ কৰিলে বেতৰ কোব ইত্যাদি। বেজী চোৰো চোৰ, হাতী চোৰো চোৰ, এয়ে তাৰ নীতি। চুৰ কৰিলেই বেত খাব লাগে—এয়ে তাৰ আইন। প্ৰজালৈ যি আইন, ৰজালৈও সেই একে আইন। দুখীয়ালৈ যি শাস্তি, ধনীলৈয়ো সেয়ে।

এদিন সেই দেশৰ ৰজাৰ বাটৰ কাষৰ পকা দেবাল এখন পৰি মানুহ এটা মৰিল। ৰজাই নিজ চকুৰেই সেইটো দেখিলে। গতিকে তেওঁৰ মহা চিন্তা উপস্থিত হ'ল। তেওঁ মন মাৰি বহি আছে। মন্ত্ৰীয়ে সোধাত ৰজাই ক'লে—"মন্ত্ৰী, মোৰ আজি মৰণ মিলিল। তোমালোকে ৰজা হ'বলৈ নতুন মানুহ বিচাৰা।"

মন্ত্ৰী আচৰিত হ'ল। তেওঁ ঘটনাটো নো কি বুলি সোধাত ৰজাই ক'লে, "মই আজি বুঢ়ী বিধৱাৰ ল'ৰা এটা মাৰিলোঁ। সি বাটেদি গৈ আছিল, এনেতে কেনেবাকৈ মোৰ ঘৰৰ কাষৰ দেৱালখন বাগৰি পৰিল আৰু সি তাৰ তলত পৰি মৰিল। গতিকে

ময়ে তাক মাৰিলোঁ ; তোমালোকে মোক এতিয়া ফাঁচি দিয়া। বুঢ়ী আহিলে মই তাকেই ক'ম। মই ফাঁচিত মৰাৰ পাছত আহিলে তোমালোকেই ক'বা।"

মন্ত্ৰীয়ে ক'লে—"ৰবচোন মহাৰাজ, আপুনি যদি মাৰিছে তেনেহ'লেহে আপোনাৰ ফাঁচি হ'ব, নহ'লে কিয় হ'ব? দেৱালখন সজাত বেয়া হৈছিল, সেই বাবেহে সি পৰিল। গতিকে সজা মিস্ত্ৰিৰ গাতহে দোষ। তাকহে ফাঁচি দিব লাগে। সি কিয় বেয়াকৈ দেৱাল সাজিব? আপুনি জানো তাক দেৱালখন বেয়াকৈ সাজিবলৈ কৈছিল?"

ৰজাই তং কৰি চাই দেখিলে কথাটো সঁচা। তেওঁৰ মুখত অলপ হাঁহি বিৰিঙিল। তেওঁ তৎক্ষণাৎ মিস্ত্ৰিক ধৰি আনিবলৈ দূত পঠালে। মিস্ত্ৰি আহি পোৱাত ৰজাই ক'লে—"মোৰ দেৱাল পৰি মানুহ মৰিল আৰু সেই দেৱাল তুমি সাজিছিলা, গতিকে তুমি মানুহ মাৰিছা, তোমাৰ ফাঁচি হ'ব। কটোৱাল, মিস্ত্ৰিক তুৰন্তে ফাঁচি দিয়া।"

মিস্ত্ৰিৰ গাৰ কঁপনি উঠিল। সি মৰণত শৰণ দি ক'লে—"মহাৰাজ, মোৰতো ফাঁচিৰ হুকুম হ'লেই, মই মৰিম, কিন্তু মোৰ একাষাৰ কথা ক'বৰ মন আছিল। মহাৰাজে শুনিলে শুনিব পাৰে, নুশুনিলে মোৰ উপায় নাই।"

ৰজাই ক'বলৈ ক'লে। মিস্ত্ৰিয়ে তেতিয়া সেপ ঢুকি ঢুকি ক'লে—"মহাৰাজ, মই ইমানবোৰ দেৱাল বনালোঁ, এখনো বাগৰি পৰা নাই। মহাৰাজৰ দেৱাল মই যিমান পাৰোঁ সিমান ভালকৈ বনাইছিলোঁ। পিছে এটা কথা। সেইদিনা যিখন কৰ্নিৰে মই দেৱাল বনাইছিলোঁ সেই কৰ্নিখন অলপ বেঁকা আছিল, সেইবাবে ক'ৰবাত মছলা ঠিকমতে লগা নাছিল। গতিকে কৰ্নিৰ মিস্ত্ৰিয়েহে এই শাস্তি পাব লাগে। এতিয়া মহাৰাজে যি ভাল দেখে তাকে কৰক। বন্দীৰ জীউ মহাৰাজৰ হাতত।"

ৰজাই ভাবি চাই দেৱালৰ মিস্ত্ৰিৰ কথা সাব্যস্ত পালে। তেওঁ কৰ্নিৰ কমাৰক ধৰি আনিবলৈ দূত পঠালে। কমাৰে আহি আঁঠু লৈ ক'লে—"মহাৰাজ, মই কৰ্নি সজা সঁচা। কৰ্নিখনত পাগ্ অলপ কম লগা বাবে সেইখন অলপ বেঁকা হোৱাটোও অসম্ভৱ নহয়। পিছে মই সেই কাম ইচ্ছা কৰি কৰা নাছিলোঁ। তাৰবাবে আচল জগৰীয়া মোৰ ভাতীটোহে। সেই ভাতীত এটা ফুটা আছিল। ভাতীৱালাই সেই ফুটাটো ঠিক কৰি নিদিয়া কাৰণে তৈয়াৰ কৰা বস্তুবোৰৰ পাগ্ ঢিলা হৈছিল। ভাতীৱালাহে ইয়াৰ বাবে দোষী। মহাৰাজে এতিয়া বন্দীক মাৰিলেও মাৰিব পাৰে, কাটিলেও কাটিব পাৰে ; দোষ নাই যেন পালে এৰি দিলেও এৰি দিব পাৰে।"

ৰজাই টলকা মাৰি থাকি ভাতীৱালাক ধৰি আনিবলৈ এইবাৰ আকৌ দূত পঠিয়ালে। দূতে উধাতু খাই লৰি-ঢাপৰি গৈ গাঁৱত খবৰ পালে যে ভাতীৱালা তাৰ তিনিদিন আগতে মৰিল। কি হৈ মৰিল বুলি সোধাত দূতক ভাতীৱালাৰ ঘৈণীয়েকে ক'লে—"বেমাৰ একো নাছিল, বৰ শকত হৈ দুদিন পৰি থাকিয়ে উশাহ ল'ব নোৱাৰি মৰিল।"

দূতে উভতি আহি সকলো কথা ৰজাক ক'লে। ৰজাই মন্ত্ৰীৰ ফালে চালে। মন্ত্ৰীয়ে ক'লে—"মহাৰাজ, তেনেই সহজ কথা। ভাতীবালা যদি শকত হৈ পৰি থাকি মৰিল, তেনেহ'লে শকত হোৱাটোৱে অপৰাধ। তেনে শকত মানুহ আৰু কোন আছে বিচাৰি আনিব লাগে আৰু তাক ফাঁচি দিব লাগে , কাৰণ, তেনে শকত মানুহে আৰু মানুহ মাৰিব।"

ৰজাই মন্ত্ৰীৰ পৰামৰ্শ উত্তম পালে। তেতিয়া ৰজাই ৰাজ্যৰ আটাইতকৈ শকত মানুহজনকে ফাঁচিৰ কাৰণে ধৰি আনিবলৈ দূতক আদেশ দিলে। দূতে গৈ বিচাৰি বিচাৰি বহিখোৱাক পালে আৰু ধৰি আনি ৰজাৰ ওচৰত শোধাই দিলে। ৰজাই তাক ফাঁচিৰ হুকুম শুনালে। তাৰ চুলিৰ আগেদি জীউ উৰি গ'ল।

বেঙে মূতা গৰু কঁপাৰ দৰে কঁপি কঁপি সি ক'লে—"মহাৰাজ, মোক ফাঁচি দিয়াৰ আগতে দুআষাৰ কথা ক'বলৈ দিবনে? নক'লে মোৰ মনৰ হাবিয়াহ মনতে ৰৈ যাব।"

ৰজাই তাক ক'বলৈ আদেশ দিলে। বহিখোৱাই ক'লে—"মহাৰাজ, মই এই দেশৰ লোক নহয়। মই দেশ চাবলৈ ইয়ালৈ আহিছিলোঁ। মোৰ দেশত মোৰ এজন বন্ধু আছে, নাম কোণাকাটা। আমাৰ দুয়োৰো বৰ মিল আছিল। তেওঁক মই এবাৰ চাই ল'ব খোজোঁ। মহাৰাজে অনুমতি দিলে মৃত্যুৰ আগতে আমি দুয়ো এখন্তেক কথা পাতি ল'ব পাৰোঁ। কাৰণ, এই জনমলৈ এয়ে দুয়োৰো শেষ দেখাদেখি হ'ব।"

ৰজাই অনুমতি দিলে। দূতে বহিখোৱাৰপৰা বাটপথৰ সন্ধান লৈ কোণাকাটাক বিচাৰি উলিয়াই বহিখোৱাই মতা বুলি মাতি আনিলে। দুয়ো বন্ধুৰ সাক্ষাৎ হ'ল : এজন লেৰেলা-চেপেটা, আনজন লোদোৰ-পোদোৰ, নোদোকা। কোণাকাটাই ক'লে—"মই তোমাক পূৰ্বেই কোৱা নাছিলোঁ নে ? ইয়াত থাকিলে মৰিব লাগিব বুলি দেখোন আগেয়ে মই কৈছিলোঁ। তুমি নুশুনিলা, নুগুণিলা। বাৰু এতিয়া শেষবাৰলৈ এবাৰ যুঁজি চোৱা যাওক—বোলে নুবুৰে মানে বাবা, নমৰে মানে চাবা। তুমি মই যি কওঁ তাকে ক'বা আৰু মই যি কৰোঁ তাকে কৰিবা। দূতে আমাক এতিয়া ৰজাৰ ওচৰলৈ লৈ যাওক।"

দূতে দুয়োকো ধৰি নি ৰজাৰ চ'ৰাত হাজিৰ কৰিলে। ৰজাই সুধিলে—"তুমিয়ে আমাৰ ফাঁচিত দিব উলিওৱা বহিখোৱাৰ বন্ধু হ'বলা? তোমাৰ কিবা ক'ব লগা আছে নেকি?"

কোণাকাটাই উত্তৰ দিলে—"মহাৰাজ, এই নিঃকিনেই বহিখোৱাৰ বাল্য বন্ধু। তেওঁক হেনো কিবা অপৰাধত আজি ফাঁচি দিব খুজিছে?"

ৰজাই ক'লে—"আজি কিয়, এই মুহূৰ্ততে।" তেতিয়া কোণাকাটাই ক'লে—"তেনেহ'লে মহাৰাজ, তেওঁক ফাঁচি নিদি মোক হে দিয়ক।" বহিখোৱাই ক'লে—"তেনেহ'লে মহাৰাজ, তেওঁক ফাঁচি নিদিব, মোকহে দিয়ক।"—দুয়োৰো ভিতৰত এইদৰে অৰিয়াঅৰি লাগিল। অৰিয়াঅৰিয়ে গৈ উখনা-উখনি কাজিয়াত পৰিণত হ'ল।

দেখি ৰজা-মন্ত্ৰী সকলোৱে আচৰিত হ'ল। ৰজাই ক'লে—"হেৰা কোণাকাটা, তুমি আকৌ ইয়াত মৰিবলৈ ওলাইছা কিয়? মৰিবলৈও কেনোবাই এইদৰে হেতাওপৰা কৰে নে—কথাটো কি?"

কোণাকাটাই উত্তৰ দিলে—"নহয় মহাৰাজ, আজিৰ দিনটো, বিশেষকৈ এইখিনি সময় বৰ শুভ সময়। এই সময়ত মানুহ মৰিলে পোনে পোনে স্বৰ্গলৈ যাব। গতিকে মোৰ বন্ধু বহিখোৱাক ফাঁচি নিদি মোকহে দিয়ক।"

ৰজাই ভাবিলে—মোৰ আয়ে স্বৰ্গলৈ যাবৰ কাৰণে কত ৰকমৰ ব্ৰত কৰিব লাগিছে। কেতিয়াবা দুই-তিনি দিন ভোকে-লঘোণে ঈশ্বৰ-চিন্তা কৰে। ইহঁতক স্বৰ্গলৈ যাবলৈ দিয়াতকৈ দেখোন তেওঁকে মই স্বৰ্গলৈ যোৱাত সহায় কৰিব পাৰোঁ। এই ভাবি তেওঁ নিজৰ মাকক আনি ফাঁচি দিয়ালে।

ফাঁচি-কাঠৰপৰা ৰজাৰ মাকৰ শ-টো নমাই অনা হ'ল। ৰজাই তেতিয়া বহুৱাক সুধিলে—"বহুৱা, বিচাৰ কেনে পালা? অন্য দেশৰ লোক দুজনক পঠোৱাতকৈ নিজৰ আইকেই পঠালোঁ। কেনে হ'ল?"

বহুৱাই ক'লে—'খেলিমেলি—মহাৰাজ, গোটেইখন তেনেই খেলিমেলি।"

# ডাড়িৰ বল

দৰঙী ৰজাৰ আমোলৰ কথা। এদিন ৰাজসভালৈ ৰজা অহাত অলপ পলম হৈছিল। সভাত সভাসদসকলৰ কিছুমান আছিল ডাঢ়ীয়া আৰু কিছুমান ডাঢ়ি-গোঁফ নথকা। সেই দিনা ৰজা নথকা দেখি এটা ডাঢ়ীয়া সভাসদে ফপৰ কৰি ক'লে—"গাইমুৰা মানুহ গহীন নহয় আৰু গহীন মানুহ নাথাকিলে সভাখন তেনেই উকণ্ঠা উকণ্ঠা লাগে। ডাঢ়ি-গোঁফ থকা মানুহ থাকিলেহে সভাখন গহীন আৰু শুৱনি হৈ পৰে। ৰাজপুতসকলে গোঁফৰ যহতেই ভাৰত শাসন কৰিছিল ; কাৰণ ডাঢ়ি-গোঁফ শৰীৰৰ শক্তিৰ চিন।"

ইয়াকে শুনি এজন আদবয়সীয়া ডাঢ়ি-গোঁফ নথকা লোকে ক'লে—"থোৱা থোৱা তোমাৰ ডাঢ়ি-গোঁফৰ ফুটনিটো। হাবি-বননিৰে ভৰা মাটি যেনে কোনো কামত নালাগে, ডাঢ়ি-গোঁফ ৰাখি ভোৰোকাৰ হৈ থকা মানুহো তেনে কোনো কামৰ উপযোগী নহয়। ডাঢ়ি-গোঁফ থকা মানুহে ডাঢ়ি-গোঁফৰ কাৰণে যিহকে খায় তাৰ জুতি নাপায়। বাটিত লৈ কিবা পি খাব খুজিলে গোঁফে আগধৰি বাটিত নামি সকলো নষ্ট কৰে। গতিকে গুঁফীয়া মানুহে আনে যিহকে ভাল বোলে তাকে ভাল বোলে আৰু আনে বেয়া বুলিলে বেয়া বোলে। সিহঁতৰ নিজৰ মত নাথাকে। তাৰ উপৰি হাবি-বনে আগুৰা মাটিত ৰ'দ-বতাহ নলগাৰ দৰে ডাঢ়িয়ে-গোঁফে আগুৰা মুখতো বা-বতাহ নালাগে।"

এনে কথাত ডাঢ়ীয়া সভাসদ এজনৰ খং উঠিল। তেওঁ ডাঙৰ ডাঙৰকৈ ক'বলৈ ধৰিলে—"শুনক, শুনক, সাৰ নথকা মাটিত ঘাঁহ-বন নগজাৰ দৰে বল আৰু সাহ-পিত নথকা লোকৰ মুখতো ডাঢ়ি-গোঁফ নগজে। গাইমুৰা মানুহ মাইকী মানুহৰ লগৰ জীৱ। তাৰ পদে-পদে লাজ আৰু ভয়। মন কৰিলে দেখিব, কথা কোৱাত সি চুলুং আৰু কামকাজত কেঁচা। গোলাপ ফুল ধুনীয়া কাৰণে তাক পাত আৰু কাঁইটে আগুৰি থাকে ; কাঠফুলাক জানো কিহবাই আগুৰি ৰাখে? কাঠফুলা দেখাতহে ফুল, আচলতে ফুল নহয় ; বাদুলিও দেখাতহে চৰাই, আচলতে চৰাই নহয় ; ডাঢ়ি-গোঁফ নথকা মানুহো—ঠিক তেনেকৈয়ে নামতহে মানুহ। কথাতেই কয় দেখোন, বোলে,

নাই পো মুখে, নাই পো গোঁফে।
নাই পো লনী, নাই পো ধনী।।

সঁচাকৈয়ে গোঁফেহে মানুহ কৰে। সেইদেখি তাহানি গাইমুৰা কোনোবা লোকে খেদ কৰি কৈছিল—

"খা গুঁৰ্কীয়া গোঁফৰ যহত ;
মেলতহে ওলায় গোঁফৰ মহৎ।"

এনে সময়তে ৰজা ওলালহি। ডাঢ়ি-গোঁফৰ বিষয়ে হোৱা এই উখনা-উখনিখনৰ কথা তেওঁ গম নোপোৱাকৈ নাথাকিল। তেওঁ ক'লে—"এনেকুৱা তৰল বিষয়ৰ বাক-বিতণ্ডা ৰাজসভাত শোভা নাপায়।" ইয়াকে কৈ তেওঁ ক'লে—"সভাসদসকল, মোৰ মনত আজি এটা নতুন পৰিকল্পনা জাগি উঠিছে।" মই ভাবিছোঁ আপোনালোক সকলোৱে ৰাইজৰ কাম কৰি খোজকাঢ়ি ফুৰোঁতে বৰ কষ্ট পায়। সেই গতিকে মই আপোনালোক সকলোটিকে একোটাকৈ ঘোঁৰা দিবলৈ পাঙিছোঁ। ঘোঁৰাৰ খোৱাকিৰ কাৰণে সকলোকে মাহে ৰূপ দুশকৈ বানচো দিম। তিনি মাহৰ পিছত মই ঘোঁৰাবোৰ চাম আৰু যাৰে ঘোঁৰা আটাইতকৈ অধিক শকত-আৱত আৰু নিপোটল পাওঁ তেওঁকে নগদ এহেজাৰ টকা বঁটা দিম।' সদস্যসকলে একমুখে ক'লে—"বঢ়িয়া হ'ব মহাৰাজ, বঢ়িয়া হ'ব।"

ৰজাই সেই দিনাখনেই ঘোঁৰাশালৰপৰা সকলোবোৰ ঘোঁৰা আনি বিষয়াসকলৰ মাজত বাঁটি দিলে। ঘোঁৰা লৈ বিষয়াসকল ঘৰাঘৰি গ'ল।

ইমানতো কিন্তু গাইমুৰা আৰু গোঁফাল বিষয়া দুজনৰ মাজত অৰিয়াঅৰিৰ ভাব আঁতৰি নগ'ল। গাইমুৰা বিষয়াজন অলপ অধিক টেঙৰ আছিল। তেওঁ ভাবিলে, কেতিয়াবা সুযোগ ওলালে গুঁৰ্কীয়াৰ গোঁফৰ মহতালি বাহিৰ কৰিব লাগিব। গোঁফাল বিষয়াজনেও ঠিক একেদৰেই প্ৰতিজ্ঞা কৰি ঘোঁৰা লৈ ঘৰলৈ গ'ল।

ঘোঁৰাবোৰ নি সকলোৱে যতনেৰে খুৱাই-বুৱাই ৰাখিবলৈ ধৰিলে। যতন লোৱাত আওহেলা কৰিলে কেৱল গাইমুৰা সভাসদজনে। তেওঁ ভাবিলে, বঁটা হ'ল মাত্ৰ এটা ; তাক এজনেহে পাব। গতিকে সেইটো মই নাপাবও পাৰোঁ। যদি নাপাওঁ তেনেহ'লে তো ঘোঁৰাক আপডাল কৰা সকলো দুখ এনেয়ে যাব। গতিকে বুধিয়কৰ কাম কৰি ঘোঁৰাক খুৱাবলৈ দিয়া দুশ টকীয়া বানচেৰে আমি গিৰিহঁতেই ভালকৈ পোহ যাওঁহক। ইয়াকে ভাবি তেওঁ ঘোঁৰাৰ কাৰণে এটা সৰু আস্তাবল সাজিলে। তাত পিছ ফালেদি এনেকৈ এখন দুৱাৰ-মুখ ৰাখিলে যাতে ঘোঁৰাটো কথমপি সেই পিনেদি ভিতৰ সোমাব পাৰে। সমুখৰ ফালেদিও এখন সৰু খিড়িকী এনেভাৱে ৰখা হ'ল যাতে সেই খিড়িকীয়েদি ঘোঁৰাটোৱে কথমপি মূৰটো গুজি বাহিৰলৈ উলিয়াব পাৰে। গিৰিহঁতে সদায় কেঁচা ঘাঁহ কাটি নি সেইপিনেদি দুই-এডালকৈ ঘোঁৰাটোক দিয়ে। এইদ্ৰৰে অপতি আৰু অনাদৰত বেচেৰা ঘোঁৰাটো দিনে দিনে শুকাই-খীণাই যাবলৈ ধৰিলে।

তিনি মাহ এইদৰে গ'ল। তিনি মাহৰ মূৰত এদিন ৰজাই বিষয়াসকলক নিজ নিজ ঘোঁৰাবোৰ আনি তেওঁৰ আগত হাজিৰ কৰিবলৈ আদেশ দিলে। সকলোৱে

ঘোঁৰা আছিল, নাছিল কেৱল গাইমুৱা সভাসদজনৰ। গণি চাই ৰজাই হিচাবত এটা কম পাই সুধিলে—"কাৰ ঘোঁৰা অহা নাই?"

গাইমুৱা সভাসদে উত্তৰ দিলে—"মহাৰাজ মোৰ।"

ৰজাই সুধিলে—"কিয় অনা নাই?"

সভাসদজনে উত্তৰ দিলে—"মহাৰাজ, সি এই তিনি মাহে খাই খাই ইমান মোটা-তাজা হৈছে যে তাক এলাপেছা মানুহে ধৰি আনিবই নোৱাৰে। দুই-তিনিজন বলী লোকে গৈ আনিলেহে আনিব পাৰিব।"

ডঢ়ীয়া বিষয়াজনে আগৰপৰাই কওঁ কওঁকৈ আছিল। এইবাৰ তেওঁ আৰু ৰ'ব নোৱাৰিলে। তেওঁ ক'লে—"নহয় মহাৰাজ, এওঁ টেঙৰালি কৰিছে। এওঁৰ ঘোঁৰাই খাবলৈ নাপাই লেৰেলা-চেপেটা হৈ মৰোঁ-মৰোঁকৈ দিন গণি আছে। যেয়েসেয়ে তাক আনিব পাৰিব।"

গাইমুৱা বিষয়াজনে তেতিয়া ক'লে—"মহাৰাজ, তেওঁকেই পঠাওকচোন বাৰু, পাৰে যদি তেৱেঁ আনকগৈ।"

ৰজাই একো ক'বলৈ নৌ পাওঁতেই তেওঁ ক'লে—"হয় মহাৰাজ, মোকে যাবলৈ দিয়ক ; তেওঁৰ ফাকি এতিয়াই ধৰা পৰিব।" ৰজাই আদেশ দিলে।

ৰজাৰ আদেশ পাই ডঢ়ীয়া সভাসদজন টমৃটমাই গ'ল। পাছে পাছে গিৰিহঁত সভাসদো গ'ল।

ঘোঁৰা-শালৰ দুৱাৰত তলা লগোৱা আছিল। গিৰিহঁতজনে ক'লে—"ঘোঁৰাই টজ্‌ৱাই থাকিব লাগে ; তুমি খিৰিকিয়েদি চোৱাচোন বাৰু। মই চাবিডাল ঘৰৰপৰা আনোগৈ।"—এই বুলি কৈ তেওঁ চাবি আনিবলৈ যোৱা ভাও ধৰিলে। ইফালে ডঢ়ীয়া বিষয়াজনে বাহিৰৰপৰা ঘোঁৰাটো ভালকৈ চাব নোৱাৰি খিৰিকিয়েদি মুখ গুজি ভিতৰলৈ মুখ সুমাই চালে। ভোকাতুৰ ঘোঁৰাটোৱে ভাবিলে—আনদিনাৰ দৰে গিৰিহঁতে আজিও ঘাঁহকে দিছে হ'বলা। এই ভাবি সি ডঢ়ীয়াৰ ডাড়িকেই ঘাঁহ বুলি কামোৰ মাৰি ধৰিলে। এতিয়া ডঢ়ীয়াই টানে এফালে, ঘোঁৰাই টানে এফালে। অৱশেষত এৰাব নোৱাৰি ডঢ়ীয়াই গগন-ফলা চিঞৰ ধৰিলে। চিঞৰেহে চিঞৰে, কিন্তু ঘোঁৰাই হ'লে এৰি নিদিয়ে।

গাইমুৱা সভাসদজনে তেতিয়া লৰি গৈ ৰজাক জনালে, "মহাৰাজ, চাওকহি, মোৰ কথা মিছা যদি এতিয়া চাওকহি। আপোনাৰ ডঢ়ীয়া সভাসদে ঘোঁৰা আনিব নোৱাৰি কান্দিব লাগিছে।"

ৰজা আৰু সভাসদসকলে ঘটনাটোনো কি তাকে চাবলৈ বুলি ঘোঁৰাত উঠি তৎক্ষণাৎ সেই ঠাই ল'লেগৈ। সকলোৱে গৈ দেখে যে ঘোঁৰাই ডঢ়ীয়াৰ ডাড়িত কামুৰি ধৰি ডঢ়ীয়াক জোকাৰিব লাগিছে। ইফালে ডঢ়ীয়াই কান্দিকাটি চিঞৰিব লাগিছে। ঘটনাটো দেখি সকলোৱে হাঁহিও উঠিল পুতৌও লাগিল। পিছত মন্ত্ৰীৰ

বুদ্ধিমতে দুৱাৰখন কটাই দি ঘোঁৰাটোৰ পিঠিত এছাৰিৰে কোবোৱাত সি ডঢ়ীয়াৰ ডাঢ়ি এৰি দিলে।

গাইমুৱা সভাসদজনে তেতিয়া ক'লে—"মহাৰাজ, মোটা-তাজাত এক নম্বৰী নহ'লেও মোৰ ঘোঁৰা কিন্তু মোৰ বৰ অনুগত। নহ'লেনো বাক ডঢ়ীয়াৰ লগত সি এইখন থৈয়া-নথৈয়া ৰণ পাতেনে? ডঢ়ীয়াৰ লগত সিদিনা যে মোৰ কাজিয়া লাগিছিল সি সেই কথা কেনেবাকৈ গম পায়। সি যিহওক মহাৰাজ, সিয়ে জানো আজি আমাৰ বাদ-বিতণ্ডাখনৰ সমিধান নিদিলে? মানুহে ডাঢ়ীয়ে-গোঁফে ভোবোকাৰ হৈ থকা উচিত নে মুখখন চিকুনাই ৰাখিব লাগে, সিয়ে জানো নক'লে?"

ৰজাই হাঁহিলে। ৰজাৰ লগতে সভাসদসকলেও হাঁহিলে।

# নোৱাৰিলে আইক দিম

এজনী বিধবাৰ এটি মাত্র ল'ৰা আছিল। পাঠশালা ইস্কুলত পঢ়ি থাকোঁতেই তাৰ দাড়ি-গোঁফে মুখ ঢাকিলে। পাঠশালা 'পাছ' কৰা তাৰ ভাগ্যত নঘটিল। সি আছিল বুদ্ধিৰ ভঁড়াল। টেঙৰালিত তাক কোনেও ঘটুৱাব নোৱাৰে।

এদিন তাৰ মিঠাই খাবৰ মন গ'ল। আলিৰ দাঁতিৰ দোকান এখনত সি মিঠাই দেখি সোমাল আৰু আইনাৰ আলমাৰিত থকা মিঠাই ভুমুকিয়াই চাবলৈ ধৰিলে। দোকানীয়ে ক'লে—"কি চাইছা? লাগে যদি মিঠাই কিনি লোৱা, নহ'লে গুচি যোৱা।"

সি ক'লে—"লাগে, পিছে মোক যিমান লাগে, সিমান তোমাৰ তাত নায়েই দেখোন। যিখিনি আছে তাৰে মোকেই নাটে।"

মিঠাই তিনি 'কিলো'মান আছিল। দোকানীয়ে ক'লে—"তোমাক নাটে? তুমি এই গোটেইখিনি মিঠাই খাব পাৰিবানে? পাৰিলে বাৰু মোক দামেই নালাগে, নোৱাৰিলে পিছে? নোৱাৰিলে কি দিবা?"

—কি দিম আৰু, দিবলৈনো মোৰ আছে কিটো? তুমি দেখোন জানাই। ঘৰখনত আমি দুজনহে থাকোঁ, আই আৰু মই। আযে ৰান্ধে, মই খাওঁ। বস্তু-বাহানিনো আমাৰ কি আছে? গতিকে গোটেইখিনি খাব নোৱাৰিলে আইকে দিম।

—সঁচাই দিবা?

—সঁচাই দিম। নিদি কি উপায়?

—ইয়াত নহয় কিন্তু, নিজে নি ঘৰত চমজাই দিব লাগিব।

—হয়, নি ঘৰতহে দিম, ইয়াত নহয। ইয়ালৈ মযো আইক আহিব নিদিওঁ।

দোকানতে তিনিজন বয়সীয়া লোক আছিল। দোকানীয়ে তেওঁলোকক সাক্ষী ৰাখি ক'লে—"আপোনালোকে এই ডেকাৰ কথা শুনক। ই এই সকলোখিনি মিঠাই খাব খুজিছে। নোৱাৰিলে বোলে সি আয়েকক দিব। অন্যথা হ'লে কিন্তু মই তাক নেৰিম।"

তেওঁলোকে তাক সুধিলে—"হয় নে?"

সি উত্তৰ দিলে—"হয়, খাব নোৱাৰিলে, মই মোৰ বুঢ়ী আইক দিম বুলিছোঁ।"

মিঠাই উলিয়াই দিয়া হ'ল। সি পাৰে মানে খালে। বাকীখিনি এখন কাগজত টোপোলা বান্ধি লৈ সি যাবলৈ ওলাল। দোকানীয়ে তৎক্ষণাৎ তাক ধৰাই আনি থিয় কৰালে আৰু ক'লে—"ৰবা, ক'লৈ যোৱা? তুমি এতিয়া আমাৰ ঘৰলৈ তোমাৰ আয়েৰাক আনি দিব লাগিব।"

ল'ৰাটোৱে সাক্ষী তিনিজনলৈ চাই ক'লে—"আপোনালোকেই বাৰু বিচাৰ কৰক। মিঠাই অকলে খাই ঢুকাব নোৱাৰিলে মই আইক দিম বুলিছিলোঁ। এতিয়া ঢুকাব নোৱাৰি মই আইক দিবলৈ লৈছোঁ আৰু। ইয়াত মোৰ কি দোষ হ'ল?"

মানুহ কেইজনে ক'লে—"কথা সঁচা। তাক এৰি দিয়াহে উচিত। নেচাই ডে'লে বোলে গালৈহে ঘাটি। ভালকৈ নাভাবি-নিচিন্তি কাম কৰিলে নিজৰহে হানি হয়।"

তাক এৰি দিয়া হ'ল। মাক-পুতেক দুয়ো হেপাহ পলুৱাই মিঠাই খালে।

# নতুন পঞ্জিকা

এটা ভাল দিনত কেঁচুবাটোৰ অন্নপ্ৰাশন পাতিব লাগে। তাৰ বাবে পিতাকে কলেজত পঢ়া বৰপুতেকক ক'লে—"বোপা, আমাৰ এইবাৰ নতুন পঞ্জিকা কিনা হোৱা নাই। গাৰুৰ তলৰপৰা পাঁচ টকীয়া নোটখন লৈ গৈ নতুন ডাইৰেক্টৰী পঞ্জিকা এখন চহৰৰপৰা কিনি আনাগৈ যোৱা। পঞ্জিকা এখনৰ ঘৰত বৰ দৰকাৰ। কামৰূপী পঞ্জিকা ওলাব ওলাব বুলি বাট চাই থাকি মই পঞ্জিকা ইমান দিনলৈ কিনা নাছিলোঁ।"

ৰবপুতেকে গৈ কিতাপৰ দোকান পোৱা সময়ত দোকানী অলপ সময়ৰ কাৰণে বাহিৰলৈ গৈছিল। দোকানীৰ বাপেকে দোকান ৰখি আছিল। নতুন পঞ্জিকা খোজাত বুঢ়াই ক'লে—"বোপা, মই লেখা-পঢ়া নাজানো। ল'ৰাটো বাহিৰলৈ গৈছে। তুমিয়ে সৌ তাৰপৰা চাই পঞ্জিকা এখন লৈ যোৱা। সৌবোৰ পঞ্জিকা। দাম চাৰি টকা।"

ছাত্ৰজন সোমাই গ'ল আৰু '১৩৮০ সালেৰ নূতন ডাইৰেক্টৰী পঞ্জিকা' লিখি থোৱা পঞ্জিকা এখন পাই দাম দি কিনি নিলে। পিতাকে পঞ্জিকাখন চাই ক'লে—"বোপাই, এইখন কি আনিলা? পুৰণি পঞ্জিকা দেখোন।" ল'ৰাৰ খঙে মূৰৰ চুলি পালেগৈ। সি ক'লে—"ভালকৈ পঢ়ি নোচোৱা কিয়? নতুন পঞ্জিকা লিখাই আছে দেখোন—ওপৰতে।"

পিতাকে বুজিলে ল'ৰাই নতুন পঞ্জিকাৰ চন নাজানে। ওচৰলৈ পুতেকক মাতি আনি ক'লে—"বোপাই, প্ৰত্যেক বছৰৰ পঞ্জিকাতে নতুন পঞ্জিকা লিখা থাকে। চনটো চাইহে কোন বছৰৰ নতুন পঞ্জিকা বুজা যায়। এতিয়া ১৩৮২ সাল।"

পুতেকে ক'লে—"এইবোৰ কথা আমি কলেজত শিকা নাই। তুমি নিজে আনিবা।"

# দুই আহম্মক

এটা বৰঢুলীয়াই এদিন ঢোলটো ঘৰত থৈ বাৰীলৈ খৰি লুৰিবলৈ গৈছিল। সি খৰি লুৰি আনি ঢোলটো সেকি তাও দি ল'ব খুজিছিল।

এনেতে সেই গাঁৱৰ দুটা মূৰ্খ ল'ৰা আহিল। সিহঁতে ঢুলীয়াক ঘৰত নেদেখি ভাবিলে, সুবৰ্ণ সুযোগ মিলিছে। ঢোলৰ ভিতৰৰপৰা কিহে সদায় শব্দ কৰে আজি ভালকৈ চোৱা যাওক। তাৰ ভিতৰত নিশ্চয় মানুহ বা অন্য কিবা জন্তু লুকাই আছে।

এই ভাবি সিহঁতৰ এজনে এফালে দি ঢোলটো ফুটাই হাত ভৰাই দি খেপিয়াই ঢোলটো পৰীক্ষা কৰিবলৈ ধৰিলে। অন্য জনেও সিমুৰেদি ঢোলটো ফুটাই ঠিক একেদৰেই জুলুকিত মাছ বিচৰা দিবলৈ ধৰিলে।

দুয়ো দুফালৰপৰা ঘটমটাই থাকোঁতে হঠাৎ এটাৰ হাতখন অন্যটোৰ হাতত লাগিল। দুয়ো দুয়োৰো হাতত খামুচি ধৰি চিঞৰি উঠিল—"পালোঁ ঐ পালোঁ। মই ধৰিছোঁ, "ময়ো,ময়ো ধৰিছোঁ। নেৰিবি। নেৰিবি।"

সিহঁতৰ চিঞৰ-বাখৰ শুনি বৰঢুলীয়া বাৰীৰপৰা লৰি আহিল আৰু সিহঁতক সেই অৱস্থাত দেখি দুয়োকে উধাই-মুধাই কোবাবলৈ ধৰিলে। মাৰ খাই দুযো দুয়োৰো হাত এৰি দি ঢোল এৰি চেঙালুটি পাৰি পলাল।

সিদিনাৰেপৰা সিহঁত দুয়োকো গাঁৱৰ মানুহবোৰে আহম্মক বুলি মাতিবলৈ ধৰিলে। মানুহে যিয়েই নোবোলক সিহঁত দুয়োৰো মনত থকা সন্দেহটো কিন্তু দূৰ নহ'ল। সিহঁতে নিশ্চয়কৈ জানি থ'লে যে ঢোলৰ ভিতৰত এটা মানুহ লুকাই থাকে আৰু সিহঁতে তাক এদিন ধৰা পেলাইছিল। অকল সেয়ে নহয়, সিহঁতে ইয়াকো পাঙিলে যে এদিন সেই মানুহটোক সিহঁত দুয়ো আকৌ দুফালৰপৰা আগুৰি ধৰিব আৰু সিহঁত আহম্মক নে অন্য লোকবোৰহে আহম্মক দেখুৱাই দিব।

# চোৰকো মোৰে পায়

এদিন এটা নাদৰ পাৰত খেলি থকা ল'ৰা-ছোৱালী এজাক দেখি এটা দিন-ডকাইতে ভাবিলে, ইহঁতৰ ডিঙিত বা কাণত নিশ্চয় সোণৰ অলঙ্কাৰ আছে। সেইবোৰকে কাঢ়ি নিয়া যাওক।

এই ভাবি সি ল'ৰা-ছোৱালীজাকৰ ওচৰলৈ গ'ল। সঁচাকৈয়ে ল'ৰা-ছোৱালীবোৰৰ ডিঙিত সোণৰ হাৰ, কাণত কুণ্ডল আৰু হাতত বালা আছিল।

মানুহটো ওচৰ চপা দেখি জাকৰ টেঙৰ ল'ৰাটোৱে বুজিলে—"ই নিশ্চয় ডকাইত-টকাইত কিবা হ'ব। নহ'লে আমালৈ এইদৰে চোঁচা ল'ব কিয়?" সি ফেকুৰি ফেকুৰি কান্দিবলৈ ধৰিলে।

মানুহটোৱে গৈ তাক সুধিলে—"ল'ৰা, কিয় কান্দিছা, হোঁ?" ল'ৰাটোৱে ক'লে—"মোৰ ডিঙিত ধুনীয়া সোণৰ হাৰ এডাল আছিল। মই নাদৰ পানী চাওঁ বুলি নাদৰ পাৰৰপৰা তললৈ মূৰ কৰোঁতে সি গৈ পানীত পৰিল। হাৰ নোহোৱাকৈ গ'লে মোক ঘৰত বৰকৈ মাৰিব। সেইবাবে ভয় লগাত মই কান্দিছোঁ।"

ডকাইতটোৱে জুমি চাই দেখে যে কুঁৱাত বেছি পানী নাই। সি এডাল বাঁহ পেলাই দিলে আৰু গাৰ কাপোৰ পাৰত থৈ, গামোচা সলাই পানীত নামিল। ল'ৰা-ছোৱালীবাহক ক'লে—"তহঁত নাযাবি। মই এতিয়া হাৰডাল নাদৰ তলিৰপৰা বিচাৰি আনি দিম।"

মানুহটো নাদত নমাৰ লগে লগে টেঙৰ ল'ৰাটোৱে কাপোৰবোৰ লৈ ল'ৰা-ছোৱালী জাকেৰে সৈতে দৌৰি পলাই ঘৰ পালেগৈ।

ডকাইতটোৱে সোণৰ হাৰ নাপালে। বহুত পৰৰ পিছত পাৰলৈ উঠি আহি দেখে, ল'ৰা-ছোৱালী জাক নাই আৰু তাৰ নিজৰ কাপোৰ-কানিবোৰো নাই। সি ভাবিলে—ডাঙৰ হ'লে ইহঁত মোতকৈও চোৰ হ'ব।

# চিকণ সৰিয়হৰ মান ধুনীয়া নাই

নগাঁও, নৰঙ্গী,
কলিয়াবৰ-কৰঙ্গী
সাতগাঁও মাৰিলোঁ ভাই
( তেও ) চিকণ সৰিয়হৰ মান ধুনীয়া নাই।

নগাঁও, নৰঙ্গী, কলিয়াবৰ, কৰঙ্গী আৰু সাতগাঁও—এই আটাই কেইখন নগাঁও জিলাৰ পুৰণি গাঁও। এই আটাই কেইখনতে আগৰ দিনত হেনো বৰ স্বাস্থ্যবান আৰু ধুনীয়া ডেকা বহুত আছিল।

চিকণ সৰিয়হ বুলি এসময়ত সেই অঞ্চলত এজন ধুনীয়া ডেকা আছিল। সেই ডেকাজনে আহোমৰ খোৰা ৰজাই বিয়া কৰিব খোজা ছোৱালী এজনী বিয়া কৰিব খুজিছিল। দুয়ো ফালৰপৰা একে সময়তে ছোৱালী খোজা-বঢ়া কৰিবলৈ যোৱাত কন্যাঘৰীয়াৰ ফালৰপৰা কোৱা হ'ল যে ৰজা আৰু চিকণ দুয়োৰো ভিতৰত যিয়ে বেছি ধুনীয়া তেওঁলৈকে ছোৱালী দিয়া হ'ব। ৰজাও কম ধুনীয়া নাছিল। ৰজাই ভাবিলে, তেওঁৰ হাতৰপৰা চিকণে ছোৱালী নিব নোৱাৰে। তথাপি বাৰু চিকণনো কিমান পানীৰ মাছ তাকেই এবাৰ চাবৰ কাৰণে ৰজাই সেই প্ৰস্তাৱতে মান্তি হ'ল। ৰজাই চৰ (দুত) পঠিয়াই সেই গাঁওবোৰৰ ভিতৰতনো কোন বেছি ধুনীয়া ডেকা আছে তাকে এবাৰ গোপনে পৰীক্ষা কৰি চাব খুজিলে। তেওঁ তাৰ কাৰণে চাৰিওফালে চৰ পঠিয়ালে। চৰবোৰে ঘূৰি আহি সেই একেটা কথাকে ক'লে, বোলে, আমি গোটেই দেশ ফুৰিলোঁ—ক'তো কিন্তু চিকণ সৰিয়হৰ মান ধুনীয়া ডেকা নাপালোঁ।

ৰজাই চিকণ সৰিয়হক ঘৰে-ঘৰোৱাহে ধৰাই অনালে আৰু বন্দী কৰি থ'লে। কন্যাঘৰীয়াক পুনঃ সোধাত কন্যাঘৰৰপৰা সেই একে কথাই আহিল—কন্যা ৰজালৈ যাব কিন্তু ৰজা চিকণতকৈ ধুনীয়া যদিহে সেইটো হ'ব। ৰজাই অপমান পাই মাক-বাপেকৰে সৈতে সেই গাভৰুক চাউডাং পঠাই ধৰাই অনালে আৰু গাহৰি গঁৰালত নিবাস দিলে। এই গাভৰুৰে নাম আছিল ফুলচেং গাভৰু।

কালত গাভৰুও মৰিল, ৰজাও মৰিল ঃ কিন্তু চৰৰ মুখৰ সেই বচন ফাকি বৈ গ'ল, বোলে—

নগাঁও, নৰঙ্গী,
কলিয়াবৰ-কৰঙ্গী
সাতগাঁও মাৰিলোঁ ভাই ,
( তেও ) চিকণ সৰিয়হৰ মান ধুনীয়া নাই।

# আৰিমত্ত ৰজাৰ সোণৰ পুখুৰী

ৰজা আৰিমত্তৰ নাম আমি সকলোৱে শুনিছোহঁক। পুৰণি কামৰূপত তেওঁ এজন বিখ্যাত ৰজা আছিল। আয়তনত কামৰূপ ৰাজ্য আজিৰ অসম দেশতকৈও বিশাল আছিল।

আৰিমত্ত ৰজাই ৰাইজৰ মঙ্গলৰ কাৰণে ঠায়ে ঠায়ে অনেক পুখুৰী খন্দাই দিছিল। সেইবোৰ পুখুৰীৰ চিন আজিও সমস্ত অসমতে পোৱা যায়। পুখুৰীবোৰেই তেওঁৰ নাম জীয়াই ৰাখিছে।

এবাৰ ৰজা আৰিমত্তই তেওঁৰ ৰাজ-হাউলিৰ ভিতৰত এটা সোণৰ পুখুৰী খন্দালে। সোণৰ পুখুৰীনো খন্দাব কিদৰে? চোতালখনৰ সমান বহল কৰি এটা সোণৰ চৰিয়া তৈয়াৰ কৰালে। কাণবোৰ তাৰ এবুকু মান ওখ। তাৰেই নাম দিয়া হ'ল ৰজাঘৰৰ সোণৰ পুখুৰী।

ৰজাৰ দৈৱজ্ঞই গণনা কৰি ক'লে—"সোণৰ পুখুৰীত পোনতে পানী থ'ব নাপায়। তাত প্ৰথমে গাখীৰহে থ'ব লাগে। তাৰ পিছতহে পানী থোৱা নিয়ম।" ৰজাই ভাবিলে, এই সোণৰ পুখুৰীত তেনেহ'লে সাধাৰণ লোকে পোনতে গাখীৰ ঢালিবও নাপায়। গতিকে তেওঁ আদেশ জাৰি কৰিলে যে, মন্ত্ৰীসকলত বাদে বাকী সকলো বিষয়াই ঘৰৰ পৰিয়ালৰ জনমূৰি একো কলহ এবা গাখীৰ সেই পুখুৰীত ঢালিব লাগে। তাৰ বাবে দিনো নিৰ্দিষ্ট কৰি দিয়া হ'ল।

দুদিনত পুখুৰীটো ভৰিব লাগে। সেই দুদিন সকলো বিষয়াই সোণৰ পুখুৰীত পৰিয়ালৰ মানুহ যিমান সিমান কলহ গাখীৰ ঢালিলে পুখুৰীটোত যাতে কাৰো মুখ নালাগে তাৰ কাৰণে তাক আঁৰ কাপোৰেৰে ঢাকি ৰখা হ'ল। বিষয়াসকলেও গাখীৰ ঢলা সময়ত যাতে পুখুৰীটো নেদেখে তাৰ কাৰণে পুখুৰীৰ ওপৰখনো আলফুলকৈ ৰঙীন কাপোৰেৰে ঢাকি দিয়া হ'ল।

পহিলা দিনৰ দিনা বিষয়াসকলৰ মনত এটা বুদ্ধি খেলালে। ঈশ্বৰৰ কি ইচ্ছা—তেওঁলোকৰ প্ৰত্যেকে ভাবিলে—অন্যবিলাকে গাখীৰ নিৰই ; মোৰ ভাগটোত বাৰু পানীকে দিলোঁ, তাতনো ক্ষতি কি হ'ব? আৰু পুখুৰীও যেতিয়া ঢাকনীৰে ঢকা থাকিব তেতিয়া কোনেনো মই পানী ঢলা কথা জানিব? এইদৰে ভাবি প্ৰত্যেকে নি অবিৰাম গতিত এজনৰ পিছত এজনকৈ গৈ পানী ঢালিবলৈ লাগিল।

সন্ধ্যাৰ আগতে পুখুৰী ভৰিল। দুদিন নালাগিলেই। পুখুৰী ভৰা খবৰ পাই মন্ত্ৰীসকলক লগত লৈ ৰজা পুখুৰী চাবলৈ গ'ল। পুখুৰীৰ ওপৰৰপৰা ঢাকনী গুচাই দিয়াত গাখীৰৰ ঠাইত পানীৰে উপচি থকা পুখুৰী দেখি ৰজা খঙত জ্বলি উঠিল। এতিয়া তেওঁ নিজৰ চকুকে বিশ্বাস কৰিবনে বিষয়াসকলকে বিশ্বাস কৰিব?

ঘটনাৰ সন্তেদ কি তেওঁ মন্ত্ৰীসকলক সুধিলে। বুঢ়া মন্ত্ৰীয়ে ক'লে—"মহাৰাজ, কাৰোবাৰ দুষ্ট বুদ্ধিত এনে ঘটনা ঘটিছে। ইয়াৰ বিতং বিচাৰ আজিয়ে হ'ব লাগে ; কথাতে কয় বোলে—"ধৰিবা পখী ভাঙিবা পাখি।"

ৰজাই বুঢ়ামন্ত্ৰীৰ কথা শুনি তুৰন্তে সকলো বিষযাকে ৰাজচ'ৰালৈ মাতি পঠালে। কথা বুলিলেই বতাহ। তৎক্ষণাৎ ইকাণ-সিকাণকৈ সমস্ত কণ্যা ৰাজ্যৰ ইমূৰৰ পৰা সিমূৰলৈ ছাটি পৰিল। ভযত কাৰো তৎ নাই। সকলোৱে ভাবিলে, এইবাৰ পৰিত্ৰাণ পালেহে পোৱা। সকলোৱে যাওঁতে বাটত আলচ কৰি থিৰ কৰিলে যে ৰজাৰ বৰুৱাৰ গাতেই সকলোৱে একমুখে দোষৰ ভাৰ দিব লাগে। মৰে যদি সিয়ে মৰক।

যথা সময়ত সকলো বিষয়া গৈ ৰাজ-চ'ৰাত উপস্থিত হ'ল। ৰজাৰ খং দেখি কোনেও মুখ মেলিবলৈ সাহ কৰা নাই। ৰজাই সুধিলে—"বিষযাসকল, মোৰ আদেশ আছিল তোমালোক সকলোৱে মোৰ সোণৰ পুখুৰী গাখীৰেৰে ভৰ্তি কৰিব লাগে। তাকে নকৰি তোমালোকে পানীৰে পূৰ কৰিলা। এনে বিশ্বাসঘাতকতাৰ দণ্ড কি কোৱা। কামৰপৰাতো বৰখাস্ত হ'বাই আৰু অন্য শাস্তি কি হ'ব নিজে নিজেই কোৱা।

বিষয়াসকলৰ মুখ শুকাল। চকুৰেদি বহুতে সৰিয়হৰ ফুল দেখিলে। অৱশেষত এজন বুঢ়া কটকীয়ে ক'লে—"মহাৰাজ, একেই ৰাজ-আজ্ঞা উলঙ্ঘা, তাতে বিশ্বাস-ঘাতকতা। ইয়াৰ শাস্তি শিৰচ্ছেদ। এনে বিশ্বাস-ঘাতক লোকক মহাৰাজৰ ৰাজ্যত ৰখাই অনুচিত। পৃথিৱীত থাকিলে সিহঁতে এনে দুষ্কৰ্মৰ বীজ অন্যৰ মাজতো সিঁচিব। কিন্তু মহাৰাজ, আমাৰ গাত হ'লে অকণো দোষ নাই। কেনেকৈ নাই, শুনে যদি ক'ব পাৰোঁ। তাকো অভয় দিলেহে ক'ব পাৰিম!"

ৰজাই ক'লে—"কোৱা, মৰণ-কালত আজি তোমালোকে নিজ নিজ বক্তব্য নিৰ্ভয়ে ক'ব পাৰা।" বুঢ়া কটকীয়ে আকৌ ক'লে—"মহাৰাজ, আপোনাৰ বৰুৱাৰ গাতেই সকলো দোষ। তেওঁ আমাক দোকমোকালিতে ঘৰে ঘৰে গৈ জনাই দিছিল যে গাখীৰ নালাগে, পানী হ'লেই হ'ব। সেই গতিকেহে আমি সকলোৱে পানী আনিছিলোঁ। নহ'লেনো মহাৰাজৰ কাৰণে গাইপতি একো কলহকৈ গাখীৰ অনা কি টান কামটো? তাৰ প্ৰমাণ লাগিলে এতিয়াও ল'ব পাৰে! আমি এতিয়াই তেনেকুৱা এটা নহয় দুটা সোণৰ পুখুৰী এবেলাৰ ভিতৰতে গাখীৰেৰে পূৰ কৰি দিব পাৰোঁ। আৰু, মহাৰাজৰ কাৰণে বন্দীহঁতে প্ৰাণ দিবলৈয়ে যেতিয়া সদায় ৰাজী, গাখীৰ দিয়াটোনো কি কাম?" সকলোৱে 'হয়, হয়' কৰিলে।

ৰজাই ভাবিলে—"হ'বও পাৰে। বৰুৱা কম লোক নহয়। তাৰেই ই কিবা ফাকতি কিজানি। সেয়ে হ'লে তাৰেই আজি শিৰচ্ছেদ কৰোৱা হ'ব।" এই ভাবি তেওঁ কটকী পঠাই বৰুৱাক ধৰাই আনিলে।

বহুৱাই ভাবিলে, ৰাইজে চোৰ বুলিলে বোলে মেঘিও চোৰ। গতিকে এতিয়া উপায়হে উলিয়াব লাগিব। এই ভাবি সি গৈ ৰজাক ক'লে—"মহাৰাজ, বিষয়াসকলৰো দোষ নাই, এই নিঃকিন বহুৱাৰো দোষ নাই। দোষ ৰজা আৰু মন্ত্রীসকলৰহে! মহাৰাজে দুদিনত পুখুৰীটো পূৰ কৰিবলৈ কৈছিল। পুখুৰীটোত কিমান কলহ গাখীৰ ধৰে অনুমান কৰিব নোৱাৰিলে কিদৰে তাক পূৰ কৰা যায়। গতিকে বিষয়াসকলে পহিলা দিনত পানীৰে পুখুৰীটো ভৰাই তাত কিমান পানী ধৰে জানি ল'লে। কালিলৈ তেওঁলোকে গাখীৰেৰে তাক পূৰ কৰি দিব।" সকলোৱে 'হয়, হয়' কৰিলে।

ৰজাই সকলো কথা ভাবি চাই বহুৱা আৰু বিষয়াসকলক বিদায় দিলে। পিছদিনা পুখুৰী আকৌ সিঁচি পেলাই গাখীৰেৰে পূৰ কৰা হ'ল।

# নাক কাণ কাটিলে আহিব আলে-জালে

নাক-কাণ কাটিলে আহিব আলে-জালে।
চুলিটাৰি কাটিলে আহিব কোন কালে?

জয়মতী কুঁৱৰীক শাস্তি দিয়া সময়ৰ কথা। ল'ৰা ৰজাৰ আদেশত জেৰেঙা পথাৰত জয়মতীক চাউডাংসকলে শাস্তি দিব লাগিছে। অমানুষিক শাস্তি। শাস্তি খায়ো কিন্তু জয়মতীয়ে স্বামী গদাপাণিৰ সন্ধান দিয়া নাই। ৰজাৰ সেইদিনা আদেশ হ'ল— 'জয়মতীয়ে যদি মাৰ-কিল খায়ো স্বামীৰ কথা নকয় তেনেহ'লে তাইৰ নাক-চুলি কাটিব লাগে।'

কথাটো ফাটি-ফুটি গ'ল। দুজনীমান পোহাৰীয়ে শুনি ইস্ ইস্‌কৈ বৰ দুখ কৰিলে। সিহঁতে কোৰাকুই কৰিলে বোলে—বেচেৰীৰ চুলিকে কাটক লাগিলে, নাকটো কাটিব লাগিলে কেনেকৈ জীয়াই থাকিব? আটায়ে আলোচনা কৰি জেৰেঙা পথাৰ পালেগৈ। কোনোবা এজনীয়ে গৈ চাউডাংহঁতে শুনাকৈ আনজনীক বিঙিয়াই ক'লে—"এঃ বাই, নাক-কাণ কাটিলে বাৰু আহিব আলে-জালে ;

চুলিটাৰি কাটিলেনো আহিব কোন কালে?—এনে দীঘল ধুনীয়া চুলিটাৰি গ'লে আৰু নাহে।"

চাউডাংহঁতে ভাবিলে তেনেহ'লে বাৰু আমি নাক নাকাটি সেই ধুনীয়া চুলিটাৰিকে কাটোচোন। নাকটো বাচিল ঃ মৰাৰ সময়লৈকে বাচিল। কথাষাৰ পৰি ৰ'ল, বোলে—

নাক-কাণ কাটিলে আহিব আলে-জালে
চুলিটাৰি কাটিলে আহিব কোন কালে?

# অনন্ত গোসাঁইৰ সাধু

কাশ্মীৰৰ এজন বৰ সাত্বিক বামুণ অসমলৈ দেশ ভ্ৰমণৰ কাৰণে আহিছিল। অনন্ত শয়নত থকা প্ৰভু নাৰায়ণৰ এধানিমান প্ৰতিমা এটি বামুণে সদায় বুকুত পৰাকৈ আঁৰি লৈছিল। কেতিয়াও সেই প্ৰতিমা তেওঁ লগৰপৰা নেৰে। সেই প্ৰতিমাৰ প্ৰভাৱত বামুণৰ একো অপায়-অমঙ্গল নহয়। বামুণে সেইদেখি সকলোৰে আগত বৰ বৰ কথা কৈ ফুৰি থাকে।

বামুণে ফুৰি ফুৰি গৈ মঙ্গলদৈৰ উত্তৰ অঞ্চলৰ এখন কছাৰী গাঁও পালে। মানুহবোৰক ভাল পাই তেওঁ তাতে ভালেমান দিন থাকিল। গাঁৱৰ কছাৰী মানুহে বামুণৰ কথাবোৰ শুনি আমোদ পায়। বামুণক সিহঁতৰ কোনেও একো কথাতে বলে নোৱাৰে। গম লৈ সিহঁতে জানিব পাৰিলে যে বামুণে বুকুত আঁৰি লৈ ফুৰা অনন্ত গোসাঁইৰ প্ৰতিমাৰ বলতহে তেনে কৰিব পাৰিছে। সেই মূৰ্তিটো কোনোমতে দূৰ কৰিব পাৰিলে বামুণো সিহঁতৰ দৰেই হ'ব। সেইদেখি সকলোৱে আলচ কৰি থিৰ কৰিলে যে বামুণক সিহঁতে বুদ্ধি কৰি লাওপানী খুৱাই সিহঁতৰ শাৰীলৈ নি ল'ব।

এদিন সেই উদ্দেশ্যে ফটফটীয়া লাওপানী অনা হ'ল। বামুণক সিহঁতে গৈ ক'লে—"বামুণ, তই সৰগৰ পানী খাইছ নে নাই? নাই যদি কি বামুণ হৈছ? চাচোন কি ফট্‌ফট্ কৰে চাফা পানী। ফট্‌ফটীয়া বগা দেখি ইয়াৰ নামে ফট্‌কা। অলপ খাই চাচোন, সৰগলৈ যাব পাৰিবি। একো নহয়, খা—আমাৰ লগতে খা। লাগিলে আমি কাৰো আগত নকওঁ।"

সৰগৰ পানী বোলাত বামুণৰ লোভ লাগিল। চাকি চাবলৈ মন গ'ল। সিহঁতে পোনতে বাটিত এবাটি ঢালি দি বামুণক খাবলৈ দিলে। তাৰ পাছত ক'লে—"অলপ বেছিকৈ খালেহে ভাল লাগিব, খা।" তাৰ পাছত সিহঁতে বাটিৰে নি বামুণৰ মুখত বাটিয়ে বাটিয়ে ফটিকা ঢালিলে। বামুণেও পাৰে মানে খাই উঠি গাটো ৰঞ্জিত ৰঞ্জিত লগা যেন পালে। তেতিয়া সিহঁতে ক'লে—"আহ এতিয়া নাচোঁ।" এই বুলি বামুণৰ হাতত ধৰি সিহঁতে নাচন যুৰিলে। বামুণৰো গা উঠিল। তেৰোঁ নাচিবলৈ ধৰিলে। নাচিছে যদিও বামুণে কিন্তু ডিঙিত আঁৰি লোৱা অনন্ত গোসাঁইক এৰা নাই। তেওঁৰ লাহে লাহে চকু ৰঙা আৰু গা অৱশ হৈ আহিল। কথাৰ লাগ-বান্ধ নথকা হৈ আহিল। তেতিয়া কছাৰী এজনে ক'লে—"হেই বামুণ, চাওঁ তোৰ ভাল নাচ অহা নাই। গলত

ওলমি থকা এই অনন্ত গোসাঁইটোৱে লটৌপটৌকে তোক বৰ আহুকাল কৰিছে। সেইটো থৈ দে। ভাল নাচ নাচিব পাৰিবি।" এই বুলি বামুণৰ গলৰ অনন্ত গোসাঁইক নি দলি মাৰি হাবিত পেলাই দিলে। বামুণেও কেতিয়া তেওঁৰ গলৰপৰা পুতলাটো কোনে নি ক'ত পেলালে গমকে নাপালে। সকলোৱে বহুত সময় নাচিলে আৰু নাচি নাচি এঠাইৰপৰা আন ঠাইলৈ গ'ল।

কিছু পৰৰ পিছত বামুণৰ গাত হুচ্ আহিল। তেওঁ তেতিয়া তেওঁৰ অনন্ত গোসাঁইক বিচাৰেহে বিচাৰে, কিন্তু পায় ক'ত? কছাৰীহঁতে ক'লে—"তোৰ অনন্ত গোসাঁই আৰু নাই দে। সি কোনোবা স্বৰ্গ পালেগৈ। তই আৰু তাক পাবলৈ আশা নকৰিবি।"

বামুণৰ মনত বৰ দুখ লাগিল। মনৰ দুখতে তেওঁ সেই গাঁও এৰি দূৰলৈ গুচি গ'ল। তেওঁ তেতিয়া ভিক্ষা বৃত্তি ল'লে। ভিক্ষা কৰি খায়। তেনেকৈ গৈ গৈ তেওঁ মঙ্গলদৈৰ ৰাজ-হাউলি পালে। তাৰ ৰজা বৰ পণ্ডিত লোক বুলি শুনি তেওঁ ৰজাৰ ওচৰলৈ ভিক্ষা মাগিবলৈ গ'ল।

ৰজাই সুধিলে—"বামুণ, তোমাৰ নো পৰিয়ালৰ লোক কেইটা? কিমানৰ জোখাৰে তোমাক ভিক্ষা দিলে হ'ব নো?"

বামুণে ভাবিলে, পৰিয়াল নাই বুলিলে এমুঠি চাউল বা ধন-বিত কিবা অলপ দিয়ে বিদায় দিব। তাকে ভাবি তেওঁ ক'লে,—"মহাৰাজ, কি ক'ম? মোৰ পৰিয়ালৰ লোক হিচাব কৰিলে একপ্ৰকাৰে সাতোটায়ে।"

—কোন কোন নো? নাম বাৰু কি কি?

বামুণে অলপ চিন্তা কৰি চাই চোলোখে সাজি ক'লে—"শুনক মহাৰাজ,

নামত দৰিদ্ৰ যিটো তেঁৱে মোৰ পিতা।
দুৰ্গতি নাম যাৰ তেঁৱে হয় মাতা।।
ক্ষুধা আৰু তৃষ্ণা নামে আছে দুই ভনী।
পতি-পুত্ৰ ৰহিত হৈ আছে দুয়োজনী।।
শোক আৰু মোহ মোৰ এই দুই ভাই।
এটা খোৰা, এটা কণা আৰ্জন একো নাই।।
পত্নী মোৰ চিন্তা সতী সদা নেৰে লগ।
মোৰে সৈতে এই সাত হিচাবত লওক।।
ভিক্ষা দিয়ক মহাৰাজ, হৰ্ষে চলি যাওঁ।
বাটে-পথে মহাৰাজৰ গুণ-যশ গাওঁ।।

ৰজাই ক'লে—"তোমাক দেখোন ডাঙৰ পণ্ডিত বামুণ যেন লাগে। সংস্কৃত ভাল জানা হ'বলা। মোক শুনোৱা চোলোখটোৰ সংস্কৃত শ্লোক এটা কৰি সংস্কৃতত মোক শুনোৱাচোন।"

বামুণে সংস্কৃত শ্লোক ৰচনা কৰি ৰজাক শুনালে। * ৰজাই সন্তুষ্ট হৈ সুধিলে—'ইমান ডাঙৰ পণ্ডিত এজন হৈ তোমাৰ এই গতি কেনেকৈ হ'ল?" বামুণে ক'লে—"মহাৰাজ, ই মোৰ কৰ্মফল : স্বধৰ্মে নিধনং শ্ৰেয়ঃ পৰধৰ্ম ভয়াবহঃ—হ'ল।" ইয়াকে কৈ বামুণে পূৰ্বাপৰ সকলো কথা বিবৰি ক'লে। ৰজাই তেওঁক নিজৰ ৰাজসভাতেই ৰাখি থ'লে।

---

দৰিদ্ৰো মে তাতো বসতি চ গৃহে
দুৰ্গতি নাম মাতা ; ক্ষুৎতৃষ্ণে দ্বৌ ভগিন্যৌ
পতি-সুতৰহিতে স্বাবলম্বেন
পঙ্গুশ্চান্ধৌ জপন (?) ৰহিতৌ ভ্ৰাতৰৌ শোকমোহৌ
চিন্তাকান্তা ত্যজতি ন সদা পোষণং কিং বদামি।।

# কুকুৰীকণাৰ আঠমঙ্গলা

নতুন জোঁবাই আৰু নতুন শাহু দুয়ো বোলে সমানে লাজকুৰীয়া। এটা নতুন জোঁবাই ল'ৰা ঘৈণীয়েকৰ সৈতে আঠমঙ্গলা খাবলৈ শহুৰেকৰ ঘৰলৈ গৈছিল। জোঁবাই ল'ৰা আছিল কুকুৰীকণা ; অৰ্থাৎ ৰাতি চকুৰে সি নেদেখে।

শহুৰেকৰ ঘৰত খাই-বৈ দিনটো সি আৰামেৰে কটালে। সন্ধিয়া ওচৰ চাপি অহাৰ লগে লগে তাৰ ভয় লাগি আহিল ; কাৰণ শহুৰেকৰ ঘৰত কোনোবাই তাক কেনেবাকৈ কুকুৰীকণা বুলি জানিলে তাৰ গতি কি হ'ব এয়ে হ'ল তাৰ চিন্তা। তাকে ভাবি ভাবি তাৰ বৰ ভয় লাগিল। তথাপি সাহসত ভৰ দি সি থাকিল।

য'তে বাঘৰ ভয়, ততেহে বোলে ৰাতিও হয়। শাহুৰেকৰ চোতালৰ কাষতে তামোল পুতিবলৈ গাঁত খান্দি থোৱা আছিল। কি দুৰ্ভাগ্যৰ কথা, সন্ধিয়া জলপান খাবলৈ গৈ জোঁবাই ল'ৰা পৰিল গৈ তামোলৰ গাঁতত। আন্ধাৰত চকুৰে নেদেখি সি গাঁতত খপজপাই আছে। খুলশালিয়েক আছিল দহ-বাৰ বছৰীয়া ল'ৰা। সি ভিনিহিয়েকৰ এই অবস্থা দেখি অলপ আচৰিত হ'ল আৰু গাঁতৰপৰা কোনোমতে ভিনিহিয়েকক তুলিলে।

কুকুৰীকণাই গাঁতৰপৰা উঠিয়েই ক'লে—"এৰা, আমালোকৰ ফালে হ'লে গাঁতবোৰ ইমান দ নকৰে দেই। আমিও তামোল মাটিত পুতি থওঁ ; কিন্তু গাঁতবোৰ ইমান দ নকৰোঁ। মই গাঁতটো কিমান দ তাকে চাবলৈ তাত নামি তাৰপৰা উঠিব পৰা নাছিলোঁ দেও।" এন্ধাৰ ৰাতিনো কি গৰজত গাঁতটো কিমান দ চাবলগীয়া হ'ল—এই কথা লাজতে কোনেও তাক নুসুধিলে। বাহুনি ঘৰত জলপান খাই কুকুৰীকণা উভতিল।

বাহুনি ঘৰৰপৰা চ'ৰা ঘৰলৈ যাওঁতে এইবাৰ কুকুৰীকণাৰ আকৌ এটা বিমঙ্গল হ'ল। সি গৈ এইবাৰ গোহালি ঘৰত সোমাল। গোহালি ঘৰৰ খীৰতী গাইজনীৰ ডিঙিত সৰু সৰু ঘুগুৰা আঁৰি দিয়া আছিল। তাই অচিনাকি লোকক ওচৰলৈ যোৱা দেখি পোনছাটে খেদি আহিল আৰু শিঙেৰে খুঁচি কুকুৰীকণাক পেলাই দিলে। শব্দ শুনি ঘৰৰ সকলোবোৰ মানুহ হাতত চাকি লৈ ততালিকে গোহালিলৈ গ'ল আৰু কুকুৰীকণা জোঁবাই ল'ৰাক সেই অৱস্থাত দেখি আচৰিত হ'ল। শাহুৰেকে

জোঁবায়েকৰ মৰমত পমি গৈ ক'লে—"এই গাইজনী বৰ অলক্ষী। তাই আপোন-পৰ একো নুবুজে। এইক বেচি পেলাব লাগে।"

কুকুৰীকণাই টপৰাই ক'লে, "হয় আই, আমাৰজনী গাই হ'লে এনে নহয়। এইজনীয়ে দেখোন মৰম কৰিব খোজোঁতেই মোক খুঁচিব ধৰিছিল। ভাগ্যেহে ৰ'লোঁ।"

তাৰ পিছত ৰাতি ভাত খাবৰ সময় আহিল। কুকুৰীকণাই এইবাৰ এটা বুধি কৰিলে। সি খুলশালিয়েকৰ লগ নেৰিলে। মৰম কৰাৰ চলেৰে খুলশালিয়েকৰ হাতত ধৰি বান্ধনি ঘৰ পালেগৈ।

বান্ধনি ঘৰত কুকুৰীকণাই ভাত খাবলৈ বহিছে। কুকুৰীকণাই ভালকৈ কোনো বস্তু দেখা নাই। তথাপি খাই আছে। দুই-একাবাৰ কথা কৈ খাই আছে।

এবাৰ শাহুৱেক আহক জোঁবায়েকক ভাত দিবলৈ বুলি হেতা-কৰপা হাতত লৈ। শাহুৱেকৰ হাতৰ খাৰু আৰু ডিঙিৰ মণিৰ অলপ ৰানাক-ঝুনুক শব্দ হ'ল। এবাৰ শাপে খালে বোলে লেজুলৈকো ভয় হয়। কুকুৰীকণাই ভাবিলে, আকৌ গাইজনীয়ে আহিল হ'বলা। এইদৰে ভাবি সি ওচৰলৈ ভাত দিবলৈ চাপৰি অহা শাহুৱেকৰ মুখতে থাপৰ মাৰি দিলে। থাপৰ পাই শাহুৱেকৰ হাতৰ কৰপা মাটিত চিটিকি পৰিল। তেওঁ বান্ধনি ঘৰৰ ভিতৰ কোঠালিলৈ গৈ আৰু ওলাই নাহিল।

খুলশালিয়েকে হাঁহি হাঁহি ক'লে—"ভিনিহি, মাক মাৰিলে কিয়?" কুকুৰীকণাই ঘটনা বিষম যেন পালে। তথাপি সাহেই সিদ্ধি বুলি ভাবি ক'লে—"তুমিনো এই মেকুৰীজনীক নেদেখিছানে? তাই পাতৰপৰাই মাছ নিব খোজে। মেকুৰীজনীহে খেদিছিলোঁ।"

মেকুৰীজনী সঁচাকৈয়ে ওচৰতে বহি আছিল। শাহুৱেকেও বেৰাৰ জলঙাইদি চাই মেকুৰীজনীক দেখি জোঁৱাই ল'বাৰ গাত একো দোষ নিদিলে। জোঁৱাইক সন্দেহো নকৰিলে।

খোৱা-বোৱাৰ পিছত ৰাতি শুবৰ সময় আহিল। কুকুৰীকণাই ভাবিলে, যদি ৰাতি কেনেবাকৈ বাহিৰলৈ যাব লাগে তেতিয়া উপায় কি হ'ব? সি ঘৈণীয়েকক মাতি আনি নিজৰ বিপদৰ কথা গোপনে ক'লে ; আৰু ইয়াকো ক'লে যে তেওঁ যাতে এইবোৰ কথা কাকো নকয় আৰু ৰাতি বাহিৰলৈ যাবলৈ এটা ব্যৱস্থা কৰি দিয়ে।

ঘৈণীয়েক আছিল চতুৰী তিৰোতা। তাই ভাবিলে, হাজাৰে হওক নিজৰ স্বামী। তেওঁৰ বদনাম আনক ক'লেনো কি সুফল হ'ব? গতিকে তাই এটা উপায় উলিয়ালে। কুকুৰীকণাৰ খাটৰ খুঁটাৰপৰা বাহিৰৰ বেঙেনাজোপালৈকে এডাল সৰু লতা বান্ধি থ'লে আৰু কুকুৰীকণাক সেই লতাডালৰ সহায়ত দৰকাৰ হ'লে বাহিৰলৈ গৈ ঘূৰি আহিবলৈ ক'লে।

পুৱতি নিশা কুকুৰীকণাৰ সঁচাকৈয়ে প্ৰস্ৰাৱৰ ভাব হ'ল। সি উমানে উমানে লতাডাল বিচাৰি ল'লে আৰু তাৰ সহায়ত বাহিৰলৈ গ'ল। বাহিৰৰ বেঙেনাজোপাৰ গুৰিত প্ৰস্ৰাব কৰি কুকুৰীকণাই ঘূৰি আহি চাই দেখে লতাডাল মাজতে নাই। দুষ্ট

গাইজনীয়ে লতাডাল ইতিমধ্যে খাই পেলাইছিল। সি হাতেৰে অ'ত ধৰি ত'ত ধৰি খেপিয়াই খেপিয়াই ঘৰলৈ উভতিল। কিন্তু নিজৰ খোটালিলৈ নগৈ অন্য এটা খোটালিতহে সোমাল গৈ।

দুৰ্ভাগ্যক্ৰমে সেই খোটালিটো আছিল শাহুৱেকৰ শোৱা কোঠা। শাহুৱেকে চোৰ সোমোৱা বুলি ভাবি চিএৰ-বাথৰ লগালে। ঘৰৰ সকলো মানুহ উঠিল। হাতত চাকি লৈ আহি কোঠাৰ ভিতৰত কুকুৰীকণাক থিয় হৈ থকা দেখা পালে। সকলো মানুহ আচৰিত হ'ল। কুকুৰীকণাক ঘৈণীয়েকে ক'লে—'ইয়াত সোমাইছিলহি কিয়? আয়ে চোৰ বুলিহে ভাবিছিল!" কুকুৰীকণাই ভাবিলে, মহা মস্কিল হ'ল। তথাপি সি বিবুদ্ধি নহ'ল। সি উত্তৰ দিলে—"তুমি নাজানা হ'বলা। কালি জানো কম ঘটনা হৈছিল? আইক মই তোমালোকে নজনাকৈ চৰণ চুই ক্ষমা খুজিবলৈ আহিছিলোঁ। তোমালোক আটাইবোৰ যে এইদৰে উজাৰ খাই উঠিবা মই জনা নাছিলোঁ।"

কুকুৰীকণাৰ কথাবোৰ মানুহে বিশ্বাসো কৰিব নোৱাৰিলে, অবিশ্বাসো কৰিব নোৱাৰিলে। পিছদিনা কুকুৰীকণা আৰু ঘৈণীয়েক দুয়ো আঠমঙ্গলা খাই ঘৰলৈ উভতিল।

# সৰু পুখুৰীৰ বৰ কেৰাহী

বঙালী ভদ্ৰলোক এজনে এদিন বৰ বৰ কথাৰে এদল মানুহৰ আগত ক'ব লাগিছে—"এবাৰ আমাৰ ঢাকা চহৰৰ বুঢ়ী গঙ্গা নৈত এটা মাছ ধৰা পৰিছিল, সি ইমান ডাঙৰ আছিল যে তেৰ শ মানুহেও তিনি দিনে পানীৰপৰা তাক টানি তুলিব পৰা নাছিল ; পিছত পাৰলৈ তুলি দেখে যে তাৰ পিঠিত সৰুসুৰা গাঁও এখন বহিব পাৰে।"

কথা শুনি থকা দলটোত টেঙৰ অসমীয়া এজনো আছিল। তেওঁ ক'লে—"আপুনি ঠিক কৈছে। কথাটো সঁচা হ'ব পাৰে। জগতত আচৰিত একো নাই। আমাৰ 'কীৰ্ত্তন'তো তেনে এটা মাছৰ কথা কৈছে, বোলে—

সত্যব্ৰত ৰাজাক দেখাইলা নিজ মায়া।
নধৰিলে সমুদ্ৰে তোমাৰ মৎস্য কায়া।।

সাগৰটোতকৈও মাছটো ডাঙৰ আছিল। আমাৰো যেতিয়া বৰপুখুৰীটো খান্দে তেতিয়া এটা লোহোৰা ওলাইছিল—সি কিমান ডাঙৰ আছিল জানে? এই চহৰখনতকৈও ডাঙৰ।"

বঙালী ভদ্ৰলোকজনে আচৰিত হৈ ক'লে—"অসম্ভৱ কথা। ইমান সৰু পুখুৰীটোৰপৰা সিমান ডাঙৰ কেৰাহী ওলাব কেনেকৈ? মিছা কথা। তুমি গছত গৰু উঠা কথা কৈছা।"

টেঙৰ অসমীয়া ভদ্ৰলোকজনে ক'লে—"ভাই চাহাব, যদি ইমান ডাঙৰ কেৰাহী নোলায়, তেনেহ'লে সিমান ডাঙৰ আপোনাৰ মাছটো ৰান্ধিব ক'ত?"

কোনোবা এজনে ক'লে—"চাবাইচ, কোনো কম্ নহয়!"

# কৃপণৰ গো-দান

মহাৰাজ ৰুদ্ৰসিংহ তেতিয়া অসমৰ সিংহাসনত ৰজা। তেওঁ আহোম ৰজা আছিল যদিও, হিন্দুধৰ্ম গ্ৰহণ কৰিছিল। হিন্দুধৰ্মত গো-পালন পুণ্যৰ কাম। বিশেষকৈ বামুণক গো-দান কৰাৰ তুল্য পুণ্য আৰু নাই বুলি অন্ততঃ সেই সময়ত হিন্দুসকলে ভাবিছিল।

ৰজায়ো এসময়ত ৰাজ্যত প্ৰচাৰ কৰাই দিছিল যে গৰুক সকলোৱে যত্নেৰে পালন কৰিব লাগিব ; আৰু যাৰে গৰু মৰিব তেৰেঁ জৰিমনা ভৰিব লাগিব। এই আদেশ জাৰি হোৱাৰেপৰা মানুহে গৰুক আৰু বেছি আদৰ কৰিছিল।

এটা কৃপণৰ কেইজনীমান গাই-গৰু আছিল। গাখীৰ বেচি কৃপণে বহুত ধন পাইছিল। গাখীৰৰ আশাত কৃপণে গাইকেইজনীক বৰ আপডাল কৰিছিল।

কৃপণো আছিল বৰ কৰাইচ কৃপণ। কোনো দিনে সি কেতিয়াও ধৰ্ম কামত ফুটাকড়ি এটিও খৰচ নকৰিছিল। এইদৰেই তাৰ দিনবোৰ গৈছিল।

এসময়ত কৃপণৰ কিবা এটা বেমাৰ হ'ল। গাঁৱৰ বেজে জৰা-ফুকা কৰিও কৃপণক ভাল কৰিব নোৱাৰিলে। দিনক দিনে তাৰ অৱস্থা বেয়াৰ ফালেহে ঢাল খালে। কৃপণৰ ঘৈণীয়েকৰ চিন্তাত টোপনি নহা হ'ল।

এদিন কৃপণৰ ঘৈণীয়েকে সপোন দেখিলে। সপোনত যেন তেওঁক কোনোবাই ক'লেহি যে ব্ৰহ্মভোজন কৰি ব্ৰাহ্মণক গো-দান কৰিলেহে কৃপণৰ বেমাৰ ভাল হ'ব।

পিছদিনা ৰাতিপুৱা সপোনৰ কথা ঘৈণীয়েকে কৃপণক ক'লে। অকল সেয়ে নহয়, তেওঁ গা ধুই উঠি তিতা গা আৰু কাপোৰেৰে গোসাঁই ঘৰলৈ গৈ পইচা সথা তুলি ক'লে যে গিৰিয়েক ভাল হ'লে তেওঁ ব্ৰহ্ম-ভোজন কৰিবই কৰিব।

আচৰিত কথা, তাৰ পিছৰপৰা কৃপণো দিনক দিনে আৰোগ্য হৈ আহিল। কিন্তু সি ব্ৰহ্ম-ভোজনৰ কথা হ'লে পাহৰিবলৈ যত্ন কৰিলে।

ঘৈণীয়েকে ভাবিলে, এইবাৰ আকৌ কেনেবাকৈ ৰোগ উভতিব লাগিলে কৃপণৰ ৰক্ষা নাই। গতিকে তেওঁ কৃপণক ব্ৰহ্ম-ভোজনৰ বাবে সদায় খেচখেচাই থাকিবলৈ ধৰিলে।

কৃপণে অগত্যা ঘৈণীয়েকৰ খেচ্খেচ্নিত ৰ'ব নোৱাৰি মনোকষ্টেৰে সৈতে এটা ব্ৰহ্ম-ভোজন পাতিবলৈ স্থিৰ কৰিলে আৰু ঘৈণীয়েকক ক'লে—"হেৰা, শুনা ; ব্ৰহ্মভোজন পাতিম, কিন্তু এটা কথা। এটা বামুণক খুৱালে যি পুণ্য, বহুত বামুণক খুৱালেও সেই একে পুণ্য। ব্ৰহ্ম-ভোজন মানে বামুণক খুওৱা। তাত এমখা বামুণক খুৱাব লাগে বুলি কোনো কথা নাই। তাতে আকৌ আমাৰ অৱস্থা চাইহে ব্যৱস্থা কৰিব পাৰিম। বোলে, 'শক্তি চাইহে ভক্তি।' 'গাত নাই চাল-বাকলি, মদ পিয়ে তিনি টেকেলি' হ'লে কি হ'ব? গতিকে মই ভাল বৃদ্ধ ব্ৰাহ্মণ এজনক খুৱাই-বুৱাই গো-দান কৰিম।" ঘৈণীয়েক মান্তি হ'ল।

যথাসময়ত বামুণক সিধা-পাতি দিয়া হ'ল। বামুণেও খাই-বৈ উঠি গো-দান গ্ৰহণ কৰিবলৈ ওলাল। কৃপণে চাই-চিন্তি বাছি বাছি গাখীৰ নথকা নেজগুৰুৰীয়া, চেৰেলী গাই এজনীক খেদি আনি বামুণক গতাই দিলে।

বামুণৰো লোভ কম নহয়। তেৰোঁ দেখিলে—কৃপণৰপৰা তাতকৈ বেছি আশা কৰা বৃথা। 'নাই মোমাইতকৈ কণা মোমাই ভাল' বুলি ভাবি তেওঁ সেই গাইজনীকে খেদি লৈ কৃপণক আশীৰ্বাদ দি বিদায় ল'লে।

অলপ দূৰ গৈয়ে বামুণে এটা আলিৰ খঁৰা (আলি ভঙা) পাৰ হ'বলগীয়া হ'ল। খৰাত বোকা আৰু পানী আছিল। চেৰেলী গাইজনী সেই বোকাতে বাগৰি পৰিল। বহুত যত্ন কৰিও বামুণে গাইজনী তুলিব নোৱাৰি এৰি যাবলৈ বাধ্য হ'ল। ৰাতি গাইজনী মৰি থাকিল।

পিছদিনা কাৰ গাই মৰিল বুলি ওচৰে-পাজৰে বিচাৰ লাগিল। কৃপণে নিজে আহি বামুণৰ গাই বুলি সকলোকে কৈ দিলে। বামুণক সোধাত তেওঁ ক'লে যে সেইজনী কৃপণৰহে গাই। বামুণে গাইজনী দানত পাইছিল যদিও সেই গাই গৈ ঘৰ পোৱা নাছিল। গতিকে গাই বামুণৰ নহয়।

কাৰ গাই এই সম্পৰ্কে ৰাজ-সভাত বিচাৰ আৰম্ভ হ'ল। বিচাৰৰ অন্তত গাই বামুণৰেই বুলি সাব্যস্ত হ'ল। বামুণক সমুচিত দণ্ড বিহা হ'ল। বামুণে সজল নয়নেৰে ক'লে—"আজিৰপৰা সইত খাইছোঁ, ভোকে-লঘোণে মৰিলেও কৃপণৰ ঘৰত খাবলৈ নাযাওঁ।"

সমজুৱাসকলৰ মাজৰপৰা কোনোবা এজনে মাত লগালে—"জানিলে কিন্তু কৃপণৰ ঘৰতহে খাবলৈ মজা।"

# দেউতা, তিনি-পেটীয়াক বিদায় দিয়ক

লেংপেঙ্টীয়া মগনীয়া এটাই গৃহস্থৰ জপনাৰ ওপৰত থিয় হৈ চিঞৰিব ধৰিলে—"দেউতা, তিনি-পেটীয়াক বিদায দিযক , আই, তিনি-পেটীয়ালৈ সদয় হওক।"

মগনীয়াৰ এনে আচৰিত বচন শুনি ঘৰৰ আৰু ওচৰ-পাজৰৰ ল'ৰা-বুঢ়া সকলোৰে তাক আগুৰি ধৰিলেহি। ইটোৱে বোলে—"চাওঁ, তোৰ তিনিটা পেট ক'ত অ'?" সিটোৱে বোলে—"হেৰ, তোৰো আমাৰ দৰে দেখোন এটাহে পেট।" দুষ্ট দুই-এটা ল'ৰাই মগনীয়াৰ ফটা চোলা উদিযাইও চালে। ল'ৰাহঁতে ভাবিছিল, সঁচাসঁচিকৈয়ে তাৰ কিজানি পেট তিনিটাই।

সকলোৰে অত্যাচাৰত ৰ'ব নোৱাৰি ভিক্ষাৰীয়ে মৰণত শৰণ দি ক'লে—"প্ৰভুসকল, কাটকেই বা মাৰকেই, আচল কথাটো কওঁ। আজিকালি দুৰ্ভিক্ষৰ দিনত কোনেও খোজনীয়াক ভিক্ষা দিব নোখোজে। ভিক্ষাৰীৰ মাত শুনিলে গৃহস্থই ভিতৰত টলকা মাৰে। নহ'লে পলাই ফাট মাৰে। এনে স্থলত এইদৰে কিবা উপায়ে গৃহস্থৰপৰা ভিক্ষা আদায় কৰিব নোৱাৰিলে আমাৰ মৰণ। পিছে দেউতাসকল, মোৰ কথাষাৰো তেনেই মিছা নহয়। লাগিলে মোৰ ভগা পঁজালৈ গৈ প্ৰমাণ চাব পাৰে। মই ঘৰত আৰু দুটা পেট এৰি আহিছোঁ। এটা মোৰ ঘৰৰ মানুহজনীৰ আৰু আনটো আমাৰ তিনি মহীয়া কেঁচুৱা ল'ৰাটোৰ।"

মগনীয়াৰৰ বুদ্ধি দেখি সকলোৰে আমোদ পালে।

# ভদ্ৰমুখী

এজন মানুহে এজনী মেকুৰী পুহিছিল। সৰুৰেপৰা পুহি-পালি ৰাখি ৰাখি তেওঁ তাইক ডাঙৰ কৰিলে. নাম থ'লে ভদ্ৰমুখী। তেওঁ তাইক মাছ খাবলৈ নিদিয়ে. সদায় গাখীৰেৰে ভাত খুৱায়। তাই বৰ মৰম লগা হৈ পৰিছিল।

গিৰিহঁতৰ ঘৈণীয়েকে ভাত ৰান্ধিবলৈ গ'লে ভদ্ৰমুখীও তেওঁৰ লগতে পাক-ঘৰলৈ যায় আৰু পাক-ঘৰৰ মজিয়াত বহি থাকে।

সেইঘৰ মানুহৰে এজনী গাই আছিল। তাই আছিল কুলক্ষণীয়া গাই। তাই সদায় শুবৰ সময়ত গোহালিৰ খুঁটাত নেজডাল মেৰিয়াই ওপৰৰ ফালে কৰি থৈ শোৱে। গিৰিহঁতৰ ঘৰৰ মজিয়াত কঠাল গছৰ শিপা ফুটি ওলাইছে। এইবোৰ কুলক্ষণে কিয় দেখা দিয়ে ভদ্ৰমুখীয়ে জানে। তাই এইবোৰ দেখি ভাবিলে, কাৰ দোষত এনে হ'বলৈ পাইছে চোৱা যাওক বাৰু। এই ভাবি তাই সদায় সতৰ্ক হৈ ফুৰিবলৈ ধৰিলে। ক'তো একো ছিদ্ৰ নাপাই তাই ভাবিলে, ইয়াৰ লেঠা গুৰিতে হ'ব লাগিব। এই ভাবি তাই সিদিনা গিৰিহঁতনীয়ে ভাত ৰান্ধি থাকোঁতে মাজৰ বেৰৰ ইবাগে লুকাই বহি থাকিল। ইফালে ভাত হোৱাত গিৰিহঁতনীয়ে গিৰিয়েকক ভাত দিয়াৰ আগতে এটা বাটিত ভাত, আঞ্জা আৰু ভজা মাছ লৈ মোকোৰা-মোকোৰে কেইটেপামান খালে আৰু খোৱা শেষ কৰি মুখ ধুই উঠি গিৰিয়েকক ক'লে—'আপুনি এতিয়া হাত-ভৰি ধোৱক, মই ভাত বাঢ়িব খুজিছোঁ।" গিৰিহঁতে তেতিয়া হাত-মুখ ধুই ভাত খালেগৈ।

মেকুৰীজনীয়ে ভাবিলে, ঘটনা ক'ৰবাতহে। মই তিনিত এক যোগ দি চাৰি কৰি থওঁ, নহ'লে নচলে। এই ভাবি ভদ্ৰমুখীয়ে কিবা এটা কৰিবলৈ ছেগ চাই ফুৰিবলৈ ধৰিলে।

সেইদিনা চোতালত গিৰিহঁতে ধানৰ মৰাণ মাৰি আছিল। ৰাতিটো আছিল পূৰ্ণিমা ঃ দিনৰ দৰে পোহৰ। গিৰিহঁতনীয়ে ভাত ৰান্ধি আছিল। তেওঁ এটা কাৰৈ মাছ আৰু এটা গৰৈ মাছ খৰিকাত দি থৈছিল। ভদ্ৰমুখী ওচৰতে বহি আছিল। তেনেকৈ থৈ কিবা কাৰণত ৰান্ধনী বাহিৰলৈ গৈছিল। ভদ্ৰমুখীয়ে এই ছেগতে খৰিকাৰে সৈতে মাছ লৈ পলাল। গিৰিহঁতনীয়ে আহি ভদ্ৰমুখীক তেনেকৈ যোৱা দেখি চিএৰ মাৰি ক'লে—"আপোনাৰ ভদ্ৰমুখীয়ে বোলে মাছ নাখায়। চাওকহি এতিয়া ; দুয়োটা

মাছকে তাই লৈ পলাইছে। আপোনাৰ কাৰণে বৰ কাৰৈ এটা আৰু মোৰ কাৰণে গৰৈ-চিৰিকা এটা খৰিকাত দিছিলোঁ, দুয়োটাকে নিলে। ”

এই কথা শুনি গিৰিয়েকৰ খং উঠিল আৰু ভদ্ৰমুখীক মাৰি পেলাওঁ বুলি হাতত টাঙোন এডাল লৈ তাইৰ পাছে পাছে খেদি পালেগৈ। ভদ্ৰমুখীয়ে তেতিয়া মাছ দুটা আগত থৈ জ্ঞানী মানুহৰ দৰে মেও মেওকৈ ক'বলৈ ধৰিলে—“দেউতা, মোক নামাৰিব। আপোনাৰ তিনিটা অমঙ্গল দেখিহে মই এই চতুৰ্থটো কৰি আপোনাক বচাব খুজিছোঁ , হয় আপুনি বাচক, নহয় ময়ে মৰোঁ।” এই বুলি মেকুৰী ভদ্ৰমুখীয়ে ধুনীয়াকৈ ফকৰা সাঁথৰ এটা মাতি ক'লে—

(আপোনাৰ) গোহালিত আছে নেজ মেৰোৰা গাই ;
গৃহস্থৰ মূল-ঘৰিণীয়ে হাড়ীত খায়।।
বৰ ঘৰৰ মজিয়া ফুটি ওলাইছে কঠালৰ শি।
মই অকল ভদ্ৰমুখী নো মাছ নাখাই কৰিম কি?

গিৰিহঁতে উভতি ঘৰলৈ গৈ বৰঘৰৰ মাজ মজিয়াত কঠালৰ শিপা আৰু গোহালিত নেজমেৰোৰা গাইজনীক দেখিলে। তেওঁ সকলো কথা তেতিয়া বুজিব পাৰি গাইজনী বেচি পেলালে, তিৰোতাজনী এৰি দিলে আৰু ঘৰটো লৰাই বান্ধিলে। তেতিয়াৰেপৰা তেওঁৰ ভাল দিন আহিল।

# তিনিটা প্ৰশ্ন

ৰজা নৰনাৰায়ণৰ ৰাজ-সভাত পণ্ডিতসকলৰ যেনে সন্মান আছিল বহুৱাবো তেনে আদৰ আছিল। বহুৱাৰ কাম আছিল আমোদজনক কথা কৈ ৰজাক আনন্দ দিয়া। ৰজাৰ বহুৱাই কোনো দিন কোনো কথাত ঘাটি নাখায়। কেতিয়াও হৰা নাম নলয়। যি প্ৰশ্নই হওক, তাৰ উত্তৰ সি হওক-নহওক কিবা এটা দিবই দিব।

এদিন এজন ব্ৰাহ্মণ পণ্ডিতে ৰজাক ক'লে—"মহাৰাজ, বহুৱাক এনেই পুহি ৰাখিলে কি হ'ব? তাক এনে প্ৰশ্ন দিব লাগে যাতে সি উত্তৰ দিব নোৱাৰি কাম এৰি যাবলৈ বাধ্য হয়।"

ৰজাই ক'লে—"কেনে প্ৰশ্ননো দিব লাগে?" পণ্ডিতে ক'লে—"তাক আপুনি সম্প্ৰতি এইকেইটা প্ৰশ্নকে সুধিবচোন—

(১) পৃথিবীখনৰ মাজ ঠাই কোনখিনি সি দেখুৱাই দিব লাগে।

(২) আকাশত কিমান তৰা আছে সি গণ্তি কৰি দিব লাগে।

(৩) পৃথিবীত মতা-মাইকী, লৰা-বুঢ়া, আঁঠু কঢ়া, উবুৰি হোৱা আদি সকলোকে ধৰি মানুহ কিমান?"

ৰজায়ো বহুৱাক সেইদৰে প্ৰশ্ন কৰিলে। বহুৱা চিন্তাত পৰিল। সি ক'লে—"মহাৰাজ, কালিলৈ পুৱাই মই এইবোৰৰ যথাযথ উত্তৰ দিমহি।" ৰজা মান্তি হ'ল। সেইদিনালৈ সভা ভাগিল।

বহুৱা গৈ ঘৰত চিন্তা কৰি মন মাৰি বহি আছে। বহুৱাৰ ঘৈণীয়েক আছিল বহুৱাৰ অনুৰূপেই টেঙৰী তিৰোতা। 'ফেঁচাৰ ফেঁচী, ইন্দ্ৰৰ শচী, হৰৰ পাৰ্বতী' হোৱাৰ দৰে বহুৱাৰ বহুৱানীও আছিল বহুৱাৰ লগত 'যোৰৰো যোৰ, পাভ-যোৰ ; এটা হ'ল হাড়ীত খাইতী আনটো গৰুচোৰ।' ঠিক তেনে জোৱাই-জোখাই বহুৱা-বহুৱানীও মিলি পৰিছিল।

বহুৱানীয়ে ক'লে—"তোমাৰ কিবা বিপদ হ'ল নেকি? যদি ৰজাৰ কিবা জগৰ লগাই থৈ আহিছা তেন্তে ময়ে লাগিলে ফটুৱৈ চোলাটো পিন্ধি গোৰোৱা-লোটাকে ভুনি মাৰি, ডাঢ়ি লগাই, চুলি কাটি গৈ ৰজাৰ জগৰ ভাঙিম। তুমি তথাপি মন মাৰি থাকি ৰব ডাঙৰ চাকৰি কৰি অহা বুলি দেখুৱাব নালাগে।"

বহুৱাই ক'লে—"পেংলাই কৰিবলগীয়া কথা নহয় ব'বা। ঘটনা ভালকৈয়ে ঘটিছে।" এই বুলি বহুৱাই আদ্যোপান্ত সকলো কথা বহুৱানীক ক'লে।

বহুৱানীয়ে ক'লে—"এহ্ কিনো ডাঙৰ কথাকেইটা সুধিছে? ই আন কাৰো কাম নহয়। সেই বুঢ়া বামুণ পণ্ডিতটোৰ কাম হ'ব। সেইডালেহে সদায় কৈ থাকে—আমি বোলে লেখা-পঢ়া নজনাকৈয়ে ৰজাৰ মৰমৰ পাত্ৰ হৈ মজাকৈ খাই-লৈ আছোঁ। তেওঁলোকে হ'লে পটি পটি পকি গেলি যাব ধৰিছে। বাৰু, চিন্তা কৰিব নালাগে। মই বুদ্ধি দিম।"

ৰাতি সেইদৰে গ'ল। বহুৱানীয়ে পিছদিনা পুৱা উঠি বহুৱাক টোপোলা এটাত কিবা দিলে আৰু কাণে-কাণে কিবা-কিবি ফুচফুচাই ক'লে। বহুৱা তাৰ পিছত ৰাজ-সভালৈ গ'ল।

ৰাজ সভাত হাজিৰ হৈ বহুৱাই ক'লে—"মহাৰাজ, শুনক , আপোনাৰ প্ৰশ্নবোৰৰ উত্তৰ শুনক। প্ৰথমতে আপুনি সুধিছে—পৃথিৱীৰ মাজ বিন্দু কোনটো? উত্তৰটো দিবলৈ মই গণি-পটি চাই দেখোঁ—মহাৰাজে আগতে সকলো গণনা কৰাই চাইহে এই ৰাজ-চ'ৰাটো সজাইছিল হ'বলা। এই মোৰ সোঁ-ভৰিৰ ওচৰত থকা এইখিনি ঠায়েই পৃথিৱীৰ সোঁ-মাজ বা কেন্দ্ৰ।" এই বুলি কৈ তেওঁ তাতে এটা খুঁটি পুতিলে আৰু ক'লে—"মহাৰাজ, মোৰ যদি জোখ বা গণনাত ভুল হৈছে তেন্তে পণ্ডিতসকলৰ হতুৱাই জোখাই চাওক।"

"দ্বিতীয়তে মহাৰাজে সুধিছে—আকাশত কিমান তৰা আছে? সিও সহজ কথা।" এই বুলি বহুৱাই মোনাৰপৰা সৰিয়হৰ টোপোলা এটা উলিযাই দি ক'লে—"ইয়াত যিমান সৰিয়হ আছে আকাশতো ঠিক সিমানকেইটাই তৰা আছে , এটাও কম নাই, এটাও বেছি নাই। আপোনাৰ সভাত খাই-বৈ গোফত তাও দি থকা পণ্ডিতসকলৰ কিছুমানক সৰিযহ গণ্তি কৰিবলৈ আৰু বাকীসকলক আকাশৰ তৰা গণিবলৈ লগাই দিলে মোৰ কথাৰ সত্যতা শীঘ্ৰে ধৰা পৰিব।"

"তৃতীযতে সুধিছে—পৃথিৱীৰ মুঠ মানুহ কিমান? এটাও বাদ নিদিয়াকৈ সাঙ্গে -পাঙ্গে কিমান?" সেইটো গণ্তি কৰাত অলপ অসুবিধা হয , কাৰণ এফালৰপৰা গণ্তি কৰি গ'লে গণ্তিত ধৰা মানুহবোৰ লৰিচৰি ফুৰি আকৌ আগত ওলায়হি। গণ্তিত ভুল হয়। তৰাবোৰৰ দৰে একে ঠাইতে বৈ অলৰ-অচৰ হৈ থাকিলে গণ্তি কৰাত সুবিধা হয়। গতিকে মোৰ প্ৰস্তাৱ এই—গণনাৰ সুচলৰ কাৰণে মানুহবোৰ মাৰি লৰচৰ কৰিব নোৱাৰা কৰি থ'লে সুবিধা হ'ব। আপোনাক বুদ্ধি দিয়া পণ্ডিতৰপৰাযে সেই কাম আৰম্ভ হোৱা উচিত।"

ৰজাই ইমান পৰে একো মতা নাছিল। বহুৱাৰ কথা শেষ হোৱাৰ লগে লগে সমিধানৰ আশাত মুৰ ঘূৰালে। পণ্ডিতসকলৰ এজনে ক'লে—"মহাৰাজ, নিৰক্ষৰ বহুৱাৰ প্ৰথম দুটা কথা বিনা বিচাৰে গ্ৰহণ কৰিব পাৰি। তৃতীয় প্ৰশ্নৰ উত্তৰ আমাক নালাগে ; কাৰণ আমি জানো যে মানুহ যিমান মৰে তাতোকৈ বেছি জন্মে। গতিকে জন্মা মানুহ জন্মিয়ে থাকক। তাৰনো হিচাপ লৈ লাভ কি?" ৰজাই সকলো কথা শুনি আমোদ লভিলে আৰু বহুৱাক ক'লে—"বহুৱা, তোৰে জয় হ'ল।"

# লৰি ফুৰা কবিৰ খেতি

নিংনা ডাঙৰীয়াক এবাৰ তৰুণৰাম ফুকনে ক'লে—"নিংনা, তই মোক লৰি ফুৰা কবিৰ আঞ্জা খুৱাব লাগে। পাৰিবিনে?"

নিংনাই ক'লে—"ফুকন ডাঙৰীয়াৰ হুকুম হ'লে পাৰিম টু। নৰিম কিয়া? নিংনাইনো নৰেই কি?"

ফুকন ডাঙৰীয়াই ক'লে—"বাৰু, পাৰ যদি তই বঁটা পাবি, নোৱাৰিলে বেত খাবি। সময় দিলোঁ তিনি মাহ। আজিৰপৰা তিনি মাহ। মনত ৰাখিবি, যা।"

নিংনা গ'ল। সি গৈ ভাবিলে, নাপাহৰোঁতে খেতিত লাগি যোৱাই ভাল। তাৰ এখন গৰু-গাড়ী আছিল। সি তাৰ চাংখনৰ ওপৰত বাহৰ চোঁচ পাৰিলে। তাৰ ওপৰত ধানখেৰ ডাঠকৈ পাৰিলে। তাৰ ওপৰত ভালকৈ গোবৰ-মাটি দি সাৰ তৈয়াৰ কৰি কবিৰ পুলি ৰুলে। সি নিতৌ সেই কবিপুলিবোৰৰ যত্ন লয়। সি নাথাকিলে তাৰ ঘৈণীয়েকে লয়।

পিছত যেতিয়া কবিবোৰ লহপহ কৰি বাঢ়ি আহি খাব পৰা হ'ল তেতিয়া গাড়ীত গৰুহাল জুৰি দি সি এদিন গাড়ীখন খেদি লৈ ফুকনৰ ঘৰৰ আগত ওলালগৈ। সি ফুকন ডাঙৰীয়াক বাহিৰৰ চ'ৰাত বহি থকা দেখি তেওঁৰ ওচৰলৈ গৈ হাতযোৰ কৰি ক'লে—"দেউতা, নিংনাক বঁটা দেক। নিংনাই দেউতাকলেগি দাউৰি ফুৰা কবি আনচু।"

ফুকন ডাঙৰীয়াই বাহিৰলৈ আহি নিংনাৰ কাৰ্য দেখি হাঁহিলে আৰু ঘৰৰ সকলোকে লৰি ফুৰা কবিৰ খেতি দেখুৱাই আমোদ দিলে। তেওঁ নিংনাক এযোৰ ধুতি-চাদৰ দিয়াৰ উপৰিও দহ টকীয়া নোট দুখন পুৰস্কাৰ দি বিদায় দিলে।

# আদাক দেখি উঠিল গা

মান্ধাতাৰ আমোলৰ কথা। নতুনকৈ বিয়া কৰা এহাল ডেকা-ডেকেৰীৰ দুখৰ পাৰ নাইকিয়া হৈছিল। এদিন ঘৈণীয়েকে গিৰিয়েকক ক'লে—"তুমি ঘৰত বহি থাকিলে কিদৰে চলিব? আমাৰ ঘৰৰ অৱস্থা দিনক দিনে বেয়াৰ ফালেহে যাব লাগিছে। তুমি ঘৰৰপৰা বাহিৰ হৈ বণিজৰ কাৰণে ওলোৱা। কথাতে কয়—

'লৰে চৰে পৰৰ খায়।
দুখ কৰিলেহে সুখ পায়।।"

গিৰিয়েক আছিল অলপ অকামিলা বিধৰ লোক, কিন্তু বৰ সাধু প্ৰকৃতিৰ। ঘৈণীয়েকৰ অনুৰোধ এবাৰ নোৱাৰি সি ক'লে—"তেনেহ'লে মই গোনতে দেশে-বিদেশে ঘূৰি কি বস্তুৰ বণিজ ক'ত হয়, ক'ত কি বস্তুৰ কি দৰ-ভাও ইত্যাদি কথা চাই-চিন্তি আহোঁগে। তুমি মোক বাটত খাবলৈ অলপ কিবা-কিবি দিয়া।"

ঘৈণীয়েকে লৰালৰিকৈ পিঠাগুৰি খুন্দি জুলীয়া গুৰ সানি শুকাই টোপোলা এটাত দি ক'লে—"এই টোপোলাতে পিতলৰ বাটি এটা আৰু পিঠাগুৰি দিলোঁ। তুমি কোনো নদীৰ পাৰত বা পুখুৰীৰ পাৰত বহি জিৰাই-শতাই ভাগৰ পলাই হাত-ভৰি ধুই ইয়াকে খাবা।"

গিৰিয়েকে ভাবিলে—যদিও জ্ঞানীসকলে কয়, স্ত্ৰী বুদ্ধি প্ৰলয়ঙ্কৰী, তথাপি দুখৰ কালত বোলে বিয়াতা তিৰোতাহে পতিৰ একমাত্ৰ বন্ধু। গতিকে সি যাবলৈ ওলাল। দিনৰ দিনটো গৈ সন্ধিয়াৰ আগে আগে সি জলপান খাই ল'বলৈ স্থিৰ কৰিলে। সি এখন নৈৰ পাৰৰ গছ এজোপাত পিঠাগুৰিৰ টোপোলাটো আঁৰি থৈ অলপ জিৰাবলৈ গছৰ তলতে বহিল। বেছি খোজ কঢ়াৰ অভ্যাস নথকা কাৰণে বেচেৰাৰ অতি কম সময়ৰ ভিতৰতে টোপনি আহিল। তাৰ নাকে ঘোৰ-ঘোৰাবলৈ ধৰিলে।

তেতিয়া আছিল গৰমৰ দিন। কৈলাসত হৰ আৰু পাৰ্বতী দুয়ো অলপ বিহাৰ কৰিবৰ মনেৰে বিমানত উঠি আকাশত ঘূৰি ফুৰিছিল। নদীৰ পাৰেদি বিমান যোৱাত পাৰ্বতীয়ে গুৰসনা পিঠাগুৰিৰ গোন্ধ পাই ক'লে—"প্ৰভো, আপুনি গোন্ধ পোৱা নাইনে? ইয়াত নিশ্চয় কিবা ভাল বস্তু আছে। বিচাৰি চাওঁগৈ আৰু খাওঁগৈ ব'লক।

গোছটো ঠিক যেন মনুষ্যৰ পূজাৰ বস্তুৰহে গোছ।" এইদৰে কথাই-মাতে দুয়ো গৈ নদীৰ পাৰৰ গছৰ ওচৰ পালে আৰু ৰথৰপৰা নামিল।

গছজোপালৈ চাই হৰ-পাৰ্বতীয়ে দেখে, ডালত জলপানৰ টোপোলা এটা আঁৰি থৈ তাৰে তলত মানুহ এটা শুই আছে। মানুহটো টোপনিত লালকাল। জলপানৰ গোন্ধে চৌদিশ আমোল-মোলাই আছে।

হৰ-পাৰ্বতী দুয়ো টোপোলাটো নমাই আনিলে আৰু পিঠাগুৰিখিনি খালে। যাবৰ সময়ত দুয়ো টোপোলাটোৰপৰা পিতলৰ বাটিটো নি তাতে সোণৰ বাটি এটা বান্ধি থৈ গ'ল।

কিছুপৰৰ পিছত মানুহটোৱে সাৰ পালে। সি নদীত হাত-মুখ ধুলে আৰু জলপান খাবলৈ বুলি গছৰ ডালৰপৰা টোপোলাটো নমাই আনিলে। সি দেখি আচৰিত হ'ল যে ইমান কম সময়ৰ ভিতৰতে পিঠাগুৰিখিনি কিহবাই খাইছে আৰু টোপোলাটোত পিতলৰ বাটিৰ পৰিবৰ্তে সোণৰ বাটি এটা বান্ধি থৈ গৈছে। লুটিয়াই-বগৰাই চোৱাত অকস্মাৎ বাটিটো উবুৰি হ'ল। তাৰ পিছত পুনঃ লুটিয়াই দিয়াত তাতে কিছুমান ধুনীয়া ধুনীয়া পিঠা হ'ল।

ভোকত ৰ'ব নোৱাৰি কোনো বাছ-বিচাৰ নকৰাকৈ সি সেই পিঠা খাই পেলালে আৰু পৰম তৃপ্তি লভিলে। সি ততালিকে ঘৰলৈ উভতিল আৰু সেই নিশাই ঘৈণীয়েকক সকলো কথা ক'লেহি।

ঘৈণীয়েকে ক'লে—"ই আমাৰ প্ৰতি নিশ্চয় কোনোবা দেৱতাৰ অনুগ্ৰহ ; আমি ইয়াক অকলে ভোগ কৰা উচিত নহ'ব। গতিকে গাঁৱৰ সকলো লোকক আমি কালিলৈ জলপান খুৱামহঁক।"

পিছদিনা গাঁৱৰ সকলো লোকক জলপান খুৱাবলৈ মাতি অনা হ'ল। তেওঁলোকৰ সকলোৱে আগত কল-পাত পাৰি দি গিৰিহঁতে তপাতপ বাটিটো প্ৰতিখন পাততে উবুৰিয়াই দিবলৈ ধৰিলে। লগে লগে প্ৰত্যেক পাততে সুন্দৰ সুন্দৰ পিঠা ভৰি পৰিল। দুখীয়া গিৰিহঁতে ঘৈণীয়েকৰে সৈতে আঁঠু কাঢ়ি পৰি সকলোকে প্ৰণাম জনালে আৰু দেৱতাৰ অনুগ্ৰহৰ কথা কৈ পিঠা খাবলৈ মিনতি কৰিলে। মানুহবিলাকে হেপাহ পলুৱাই পিঠা খালে আৰু ডেকা-ডেকেৰীহালক আশীৰ্বাদ দি ঘৰাঘৰি গ'ল।

চকু চৰহা স্বভাৱ চুবুৰীয়া অনেক লোকৰে থাকে। সেইদিনা ওচৰৰে তিৰোতা এজনীয়েও বাতি গিৰিয়েকক ক'লে—"অইনৰ মতাবোৰে দেশে-বিদেশে গৈ সোণৰ বাটি আনি ৰাইজক খুৱাব পাৰে, আমাৰহে ঘৰৰপৰা নোলায়। কালিলৈ আমাৰো যাওক। মই জা-জলপান যতাই-পিতাই দিম।"

ঘৈণীয়েকৰ কথা পেলাব নোৱাৰি এইহাল মতা-মাইকীৰো গিৰিয়েকটোৱে বাটৰ বিষয়ে সকলো কথা সুধি-পুচি লৈ বিদেশলৈ ওলাল। হাতত পিঠাগুৰিৰ টোপোলা। বাটত ভাগৰ লগাত সি পিতলৰ বাটিসহ টোপোলাটো গছৰ ডালত আঁৰি থৈ টোপনিত পৰিল।

সেই সময়ত ব্ৰহ্মদৈত্য গৈছিল সেই পিনেদি ফুৰিবলৈ। ব্ৰহ্মদৈত্যয়ো পিঠাগুৰিৰ গোন্ধ পাই ওচৰলৈ গ'ল আৰু পিঠাগুৰিখিনি খাই পিতলৰ বাটিটো লৈ কাঁহৰ বাটি এটা তাতে এৰি গুচি গ'ল।

মানুহজনে সাৰ পাই উঠি পোনে পোনে টোপোলাটো মেলিযে কাঁহৰ বাটিটো দেখি তাত আৰু এখন্তেকো নৰ'ল। পোনেই সি দক্ষিণা লোৱা খোজত আহি ঘৰ পালেহি। ঘৰতো ৰাতি হোৱা দেখি ঘৈণীয়েকে টোপোলাটোতে বাটিটো এৰি গিৰিয়েকক খোৱা-শোৱাৰ যতন কৰি দিলে।

পিছদিনা সিহঁতৰ আনন্দ চায় কোনে? সিহঁতে টোপোলা নোখোলাকৈয়ে ওচৰৰ মানুহবোৰক পিঠা খাবলৈ মাতি আনিলে আৰু মাটিত পাত দি ক'লে— "আমিও পৰিমৰা বিধৰ নহওঁ। আমিও পিঠা-খোৱা বাটি আনিলোঁগৈ। অইনৰ দৰে আমিও আজি সকলোকে পিঠা খুৱামহঁক।" এই বুলি মানুহবোৰক পাতত বহিবলৈ দি তাত বাটি উবুৰি কৰি দিবলৈ ধৰিলে। কি আচৰিত কথা, পাতত পিঠাৰ ঠাইত একোটাকৈ পোৱালি দৈত্য বাহিৰ হ'ল। দৈত্য পোৱালিবোৰ খন্তেকৰ ভিতৰতে ডাঙৰ হৈ আহিল আৰু পাতৰ কাষত থকা মানুহবোৰৰ নাকবোৰ এটা এটাকৈ কাটিবলৈ ধৰিলে।

তৎক্ষণাৎ এটা ভীষণ হুলস্থুল লাগি পৰিল। যিযে যিফালে পায় সেইফালে পলাবলৈ ধৰিলে। মানুহবোৰৰ তৎ নাইকিযা হ'ল। গিৰিহঁতৰো গিৰিযেক-ঘৈণীয়েক দুয়ো পলাই গৈ অন্য এঘৰত আশ্ৰয ল'লে। দৈত্যবোৰে কাকো নাপাই বাটিটোকে লৈ বাৰীৰ এজোপা সৰুৱা গছত বাঁহ ল'লেগৈ। সেইদিনা ধৰি সৰুৱা গছত ভূতৰ বাঁহ হ'ল। ইয়াকে কয়

—'আদাক দেখি উঠিল গা
কেতুৰীয়ে বোলে মোকো খা।'

বহুতে আকৌ কয—

'দেখাক দেখি উঠিল গা
কেতুৰীয়ে বোলে মোকো খা।'

# বহুৱাৰ বিপদ

ৰজাৰ বহুৱাই বৰকৈ তামোল খায়। তামোলৰ লগত মুখত-খোৱা ধপাতো খায়। ৰজাই এদিন তামখুতলীৰ মাজত গাধ এটাক চৰি থকা দেখি বহুৱাক পেংলাই কৰি ক'লে—"দেখ বহুৱা, তই বুঢ়ায়ে হ'লি , তথাপি মুখত খোৱা ধপাত এৰিব নোৱাৰিলি। ধপাত এনে বেয়া জিনিচ যে তাক গাধয়ো নাখায়।" বহুৱাই আগ পাছ নুগুণি পোনেই ক'লে—"মহাৰাজ, অকল গাধয়ে নহয় তেনে মানুহবোৰেও তাক নাখায়।" ৰজাই একো নামাতিলে।

বহুৱাই পিছত টং কৰি চাই বুজিলে, সি নভবাকৈ গাধৰ দৰে কাম কৰিলে ; কিয়নো মহাৰাজৰ লগত সি সেইদৰে কথা কটাকটি কৰিব নালাগিছিল। সি মনে মনে ভাবিলে, পিছলৈ সি সংযত হৈ কথা ক'ব।

ঘৰত পিছদিনা ৰজাই ক'লে—"মই বেগুন খাবলৈ বৰ ভাল পাওঁ , বেগুনৰ খেতি কৰিব লাগে।"

বহুৱাই ৰজাৰ কথা শুনি টপৰাই ক'লে—"মহাৰাজ বেগুন ৰজা-মহাৰজাসকলৰ জিনিচ , নহ'লে নো বিধাতাই তাৰ মূৰত মুকুট লগাই দিয়েনে? মূৰত বেটুটোৰে সৈতে বেগুন জানো ফলৰ ৰজাৰ দৰে হৈ নাথাকে?"

ৰজাই বহুৱাৰ টেঙৰালি বুজি ক'লে—"গাধ, মই কৈছোঁ—মই বেগুন খাবলৈ ভাল নাপাওঁ। বেগুনৰ খেতি কৰিব নালাগে।"

বহুৱাই ক'লে—"মহাৰাজে ঠিকেই কৈছে। বেগুন কোনে খায়? নামতেই সি বেগুন অৰ্থাৎ বে-গুণ ; তাৰ গুণ বেয়া কাৰণেই তাৰ নাম বেগুন! মহাৰাজে তেনে জিনিচ কিয় খাব?"

ৰজাই বহুৱাৰ কথাত হাঁহি বহুৱাক সুধিলে—"শেষ বহুৱা, তোৰ কথাৰ দেখোন একো ঠিকেই নাই। তই এতিয়াই বেগুনক ৰজা পাতিলি, এতিয়াই আকৌ বেয়া বুলিলি। তোৰ নিজৰ মত নাই নেকি?"

বহুৱাই ক'লে—"মহাৰাজ, সঁচাকৈ ক'ব লাগিলে চাকৰি কৰোঁতে মোৰ নিজৰ মত নাথাকে। মই চাকৰি কৰি মহাৰাজৰ চাকৰ হৈ থাকি মোৰ নিজৰো চাকৰ হ'ম কিদৰে? গতিকে মহাৰাজৰ ঘৰত বহুৱাৰ হাঁহেৰেও ভাল, মাহেৰেও ভাল। কথাতে কৈছে, "গছত উঠি চাবি, ৰহিজ যেনি যায় যাবি।'—মযো মহাৰাজ যেনি যায় সেই পিনেই যাওঁ।"

ৰজাই বহুৱাৰ চটু কথাত আমোদো পালে, উপদেশো পালে।

# যেনে কুকুৰ তেনে টাঙোন

ৰাম আৰু ৰহিম দুয়ো বন্ধু। দুয়োৰো ঘৰ ওচৰা-উচৰি। ৰামৰ মাকৰ নাম অপেশ্বৰী আৰু ৰহিমৰ মাকৰ নাম ক'লী।

এদিন ৰাম আৰু ৰহিম দুয়ো ফুৰিবলৈ যাওঁতে বাটতে এহাল কুকুৰে খেদা-খেদিকৈ খেলি থকা দেখিলে। মাইকী কুকুৰজনীৰ বৰণ আছিল ক'লা। সেই কাৰণে তাইক সকলোৱে ক'লী-চেকুৰী বুলি মাতিছিল। মটাটো আছিল মুগা ; আৰু তাৰ নাম আছিল 'মন্তু'।

ৰামে ঠাট্টাৰ সুৰত ক'লে—"ভাই ৰহিম, চোৱাচোন, মন্তুই ক'লীৰ লগত কেনেকৈ খেলিছে।"

ৰহিমে কথাৰ সুৰটো বুজিলে আৰু উত্তৰ দিলে—"ক'লীক তুমিহে ক'লী বুলিছা। মন্তুক সোধাচোন, সি নিশ্চয় ক'ব তাৰ চকুত ক'লী অপেশ্বৰীহে।"

ৰামে গহীন হৈ ক'লে—"তুমি মোক বন্ধু হৈ এনে অপমানজনক কথা কোৱা ঠিক হোৱা নাই। আগলৈ আৰু এনে কৰিলে মই তোমাৰ সঙ্গ এৰিম।"

ৰহিমে ক'লে—"ভুল নুবুজিবা ভাই। এনেকৈ নক'লে যে আমাৰ অসমীয়া ভাষাৰ সেই বচনটো নাথাকে , বোলে—'যেনে কুকুৰ তেনে টাঙোন।' বেয়া নাপাবা আকৌ। আমি কুকুৰৰ কথাহে কৈছোঁ। নহয় জানো?"

# গলতো এটা ঘটং টং

বুঢ়া হালোৱাক গুৰু মানি
আবৰীদি কৰিলোঁ সং (সঙ্গ)।
দুটা বোজা (এতিয়া) এটাৰ পিঠিতে
গলতো এটা ঘটং টং।।

জাৰ নমাৰ লগে লগে ভুটীয়া নামে। কাতি-আঘোণ মাহত বতৰ আমাগোমা হৈ থাকিলে ব্ৰহ্মপুত্ৰৰ উত্তৰপৰীয়া লোকে ভোট নমা বতৰ বুলি কয়। এদিন তেনে বতৰত বহুত খঙ্গা গাধৰ পিঠিত বোজাই দি ভুটীয়া নামিছিল। ভুটীয়াবোৰে বহুত গাধ তেনেকৈ নমাই আনে। তেনেকৈ নামি অহা গাধ দুটাই সেইদিনা ভৈয়ামত গছৰ তলত ঘাঁহ পাগুলিয়াই জিৰণি লৈ থকা বুঢ়া হালোৱাগৰু এটাক লগ পালে। তেতিয়া বেলি দুপৰ হৈছিল। বুঢ়া হালোৱাক গিৰিহঁতে হালৰপৰা এৰি দিয়াত সি তেনেকৈ আৰাম কৰি আছিল।

ভুটীয়াৰ গাধ দুটা বুঢ়া হালোৱাৰ ওচৰ পাই অলপ থমকি ৰ'ল। বুঢ়া হালোৱালৈ সিহঁতৰ ঈৰ্ষা উপজিল। সিহঁতৰ ভাব-ভঙ্গী দেখি বুঢ়া হালোৱাই ক'লে— "মোৰ কথা শুনিলে তহঁতো মোৰদৰে সুখী হ'ব পাৰিবি। মোক দেখি তহঁতৰ ঈৰ্ষা হৈছে, মই বুজিছোঁ।"

গাধ দুটাই ক'লে—"ভাই, সঁচাকৈয়ে এই বোজাবোৰ কঢ়িয়াই কঢ়িয়াই আমাৰ হাড় বেঁকা হ'ল , প্ৰাণ যায় যায়! পাৰা যদি ইয়াৰপৰা হাত সাৰিবৰ এটা উপায় দিলে তোমাক আমি পৰম গুৰু বুলি মানিম।"

বুঢ়া গৰুটোৱে তেতিয়া গহীনাই ক'লে—"তহঁত আলিৰ দাঁতিতে মৰা ভাও জুৰি পৰি থাক। ভুটীয়াই তেতিয়া তহঁতক এৰি দিব আৰু তেতিয়া তহঁতেও মোৰদৰে গছৰ ছাঁত জিৰণি ল'ব পাৰিবি। হালত টান পালে আমি তেনে ভাও জোৰোঁ। তেতিয়া আমাক গিৰিহঁতে এৰি দিয়ে।"

গাধ দুটাই তাকে কৰিলে। ভুটীয়াহঁত গাধবোৰৰ বহুত পিছত আহে। সিহঁতে আহি এটাৰ পাছত আনটোকৈ দুয়োটা গাধকে তেনেকৈ পৰি থকা দেখি অলপ লিৰিকি-বিদাৰি গাত হাত ফুৰাই চালে। সিহঁতে গাধৰ মগৰামি বুজিব পাৰিলে। এটাই গোনেই খাপৰপৰা ঠুঙুৰিখন উলিয়াই এটা গাধৰ ডিঙিত এযাপ মাৰিলে। তেনেই

দুষ্টেও নহ'ল যদিও সি খিতাতে মৰিল। তাক দেখি ভয়ত অন্যটোৰো তাৰো দশা সেয়ে হ'ব বুলি বুজি ধহমহকৈ উঠি বেগাই টঙৰ-টঙৰকৈ খোজ দিবলৈ ধৰিলে।

ভূটীয়াইঁতে তাক ধৰি তাৰ পিঠিত কটাযোৱা গাধটোৰো খণ্ডাবোৰ আনি জাপি দি খেদি নিলে। তাতো ভূটীয়া সন্তুষ্ট নাথাকিল। দূৰৰপৰা যাতে গাধটো গৈ থকাৰ সি উমান পাব পাৰে তাৰ কাৰণে গাধৰ ডিঙিত এটা ঘণ্টাও আঁৰি দিলে। গাধই ডিঙিত ঘটং টং কৈ বাজি যোৱা ঘণ্টাটো লৈ গৈ কিছু দূৰত কৈছিল—

বুঢ়া হালোৱাক গুৰু মানি
আৱৰীদি কৰিলোঁ সং।
দুটা বোজা এটাৰ পিঠিতে হ'ল
গলতো এটা ঘটং টং।।

ভকতীয়া অৰ্থত ইয়াক আকৰীৰ লগত গৃহবাস কৰি সংসাৰ যাত্ৰা কৰা লোকক বুজায়। সেই গৃহবাসৰ ফলত ওপজা পুত্ৰ-কন্যাদি জঞ্জালবোৰ সংসাৰী মানুহৰ কাৰণে টিঙিঙাৰ দৰে ওলমি থকা আহুকাল হয়।

# গাখীৰ নোখোৱা মেকুৰী

এবাৰ গোটেই অসম দেশতে নিগনি ভৰি পৰিছিল। সদায় লোকে আহি ৰজাক গোচৰ দিয়ে—"মহাৰাজ, নিগনিৰ উৎপাতত দেশত থকা টান হৈ পৰিছে। ঘৰত ক'তো একোকে থৈ ৰাখিব নোৱাৰি। খেৰৰ ছালবোৰ কাটি থকা-সৰকা কৰিলে। বাৰীৰ সহ নাইকিয়া হ'ল। এতিয়া সিহঁতে পকা ধানত ধৰিছে। মহাৰাজে কিবা এটা কৰক।"

ৰজাই তেতিয়া কিছুমান গাইগৰু আৰু অনেক মেকুৰী পোৱালি অনাই ঘৰেপতি একোজনীকৈ খীৰতী গাই আৰু একোটাকৈ মেকুৰী পোৱালি দিলে। তেওঁ আদেশ দিলে যে গাইজনীৰ গাখীৰ মেকুৰীকহে খুৱাব লাগিব , মানুহে খাব নোৱাৰিব।

দেশৰ সকলো মানুহে গাই আৰু মেকুৰী পোৱালি পালে। ৰজাৰ নাপিত কেৰপাযেও পালে। কেৰপাযে ভাবিলে—মানুহে খাবলৈ গাখীৰ নাপায, এতিয়া আকৌ গাখীৰ পাযো মেকুৰীক খুৱাম! বাৰু, মেকুৰীয়ে খাব ভালকৈ!—এই ভাবি সি এদিনাখন এটা বুধি কৰিলে। এবাটি উতলা গাখীৰ আনি মেকুৰী পোৱালিটোৰ মুখৰ আগত ধৰিলেহি। মেকুৰীটোৱে সুঙি চাই নোখোৱা দেখি সি নিজে তাৰ ডিঙিত ধৰি উতলা গাখীৰত মুখখন জুবুৰিযাই দিলে।

সেই দিনাৰেপৰা মেকুৰীটোৱে গাখীৰ দেখিলে লৰি পলাবলৈ ধৰিলে।

কিছুদিনৰ পিছত ফুৰি ফুৰি গৈ ৰজা এদিন নাপিতৰ ঘৰত ওলাল। ৰজাই অকস্মাৎ মেকুৰী পোৱালিটো দেখিলে। লেৰেলা-চেপেটা খীণোৱা পোৱালিটো দেখি ৰজাই সুধিলে—"কেৰপাই, মেকুৰী পোৱালিটো ইমান খীণাইছে কিয়? তাক তুমি গাখীৰ খুউৱা নাই নেকি?"

কেৰপাযে মূৰ খজুৱাই খজুৱাই ক'লে—"মহাৰাজ, মোৰ মেকুৰীয়ে গাখীৰ নাখায়। সি গাখীৰ দেখিলেই পলায।"

ৰজা আচৰিত হ'ল। তেওঁ ক'তো গাখীৰ নোখোৱা মেকুৰীৰ কথা শুনা নাছিল। তেওঁ মেকুৰীটো ধৰাই আনি তেওঁৰ আগতেই তাক গাখীৰ দিবলৈ আদেশ দিলে। কেৰপাযে সেইমতে কাম কৰিলে—মেকুৰীটোক এটা বাটিত এবাটি গাখীৰ দিলে। আচৰিত কথা, গাখীৰ দেখিয়ে মেকুৰী তৰানৰা ছিঙি লৰি পলাল।

ৰজাই অলপ চিন্তা কৰি চাই পুনঃ মেকুৰীটোক তেওঁৰ ওচৰলৈ ধৰি আনিবলৈ ক'লে। মেকুৰীটো অনাত ৰজাই তাৰ মুখখন পৰীক্ষা কৰি চাই পোৰা দেখিলে। ৰজাই ক্ৰোধমনে কেৰপাইলৈ চাই ক'লে—"সঁচা কথা ক, তই তাৰ মুখখন পুৰিছিলিনে নাই? তাৰ মুখত এই বগা চিনটো কিহৰ দাগ?"

কেৰপায়ে ভাবিলে, মিছা মাতিলে ৰজাই কাটিব। সঁচা কথা কোৱাই ভাল। এই ভাবি সি ক'লে—"মেকুৰীটোক গৰম গাখীৰে পুৰিছিল। সেই দিন ধৰি সি গাখীৰলৈ ভয় কৰে।"

ৰজাই ক'লে—"গৰম গাখীৰে পুৰিবলৈ পালে কেনেকৈ?" ভবি-চিন্তি কেৰপায়ে উত্তৰ দিলে—"তেনেহ'লে মহাৰাজ, মৰিব লাগিলে সত্য কথা কৈয়ে মৰোঁ। আপোনাৰ দুই পুতেকে খেলিবলৈ আহি সদায় আমাৰ ঘৰত সোমায় আৰু খাবলৈ গাখীৰ বিচাৰে। মেকুৰীলৈ ৰখা গাখীৰকে দুয়োকো উতলাই গৰম কৰি দিওঁ। এদিন আপোনাৰ বৰ পুতেকে আমাক মেকুৰীটো ধৰি আনিবলৈ ক'লে। আমি আনি দিয়াত তেওঁ নিজ হাতেদি মেকুৰীৰ মুখখন উতলা গাখীৰত জুবুৰিয়াই হেঁচা মাৰি ধৰিলে। মহাৰাজ, সেই দিন ধৰি আমাৰ মেকুৰীয়ে গাখীৰ দেখিলেই চক্ খাই পলোৱা হ'ল। গতিকে মহাৰাজে যি ভাল দেখে তাকে কৰক। মই হ'লে মহাৰাজৰ অবাধ্য হোৱা নাই।"

ৰজাই তেতিয়া কেৰপাইক আৰু এহাল গাই-দামুৰি দিলে। পিছৰ গাই-দামুৰীহাল কেনেকৈ পালে বুলি ঘৈণীয়েকে সোধাত কেৰপায়ে কৈছিল—"তুমি তিৰোতা মানুহ। এইবোৰ কথা তুমি নাজানিলেও হ'ব। মুঠতে জানিবা—যাৰে বুদ্ধি, তাৰে বল। মানুহে বলেৰে খায় আৰু ছলেৰে খায়।"

# আহম্মকৰ ঘোঁৰা

কিছুমান মানুহে কথাই কথাই আনক গালি পাৰে—আহম্মক, আহম্মকৰ ঘোঁৰা চহিচ, আহম্মকৰ ঘোঁৰা, বুৰ্বক আদি গালিৰে। এদিন এজন ভদ্ৰলোকে তেনেকৈ নিজৰ ঘৈণীয়েককে 'আহম্মকৰ ঘোঁৰা' বুলি গালি পাৰিলে। ঘৈণীয়েকে ক'লে—"আপুনি যে মোক সদায় কথাই কথাই আহম্মকৰ ঘোঁৰা বুলি গালি পাৰি থাকে, আপুনি জানো কেতিয়াবা তেনে ঘোঁৰা ক'ৰবাত দেখিছিল? যদি দেখিছিল, মোকো দেখুৱাই দিব পাৰিব নে? নোৱাৰিলে মোক তেনেকৈ গালি পাৰি নাথাকিব।"

গিৰিয়েকে অলপ লাজ পালে। তথাপি তেওঁ ক'লে—'এহ, কিয় নোৱাৰিম? তুমি দেখিছা বুলিহে মই জানিছিলোঁ। বাৰু, মই তাক ধৰি আনি হ'লেও তোমাক এদিন দেখুৱাই দিম।" তেতিয়াৰপৰা কিছু দিনলৈ গিৰিয়েক কথা কোৱাত সাৱধান হ'ল। তথাপি মাজে মাজে তেনে বাক্য ব্যৱহাৰ নকৰাকৈও নাথাকিল।

দৈৱবশতঃ এদিন তেওঁলোকৰ ঘৰৰ ওচৰৰ আলিয়েদি মানুহ এটা ঘুঁৰী এজনীৰ ওপৰত উঠি যাওক। মানুহজনে ঘুঁৰীজনীৰ নেগুৰৰ ফালে মুখ কৰি বহি গৈছিল। ঘটনাটো দেখি তেওঁ ঘুঁৰীত উঠি যোৱা মানুহজনক অলপ ৰ'বলৈ কৈ লৰালৰিকৈ গৈ ঘৈণীয়েকক ক'লে—"বাপাৰ মাক, বেগতে আহা, বেগতে আহা, এটা বৰ ডাঙৰ বস্তু ওলাইছে—চোৱাহি! তুমি মোক আহম্মকৰ ঘোঁৰা দেখুৱাবলৈ কৈছিলা, চোৱাহি।"

ঘৈণীয়েক আহিলত তেওঁ ঘুঁৰীৰ ওপৰত থকা মানুহজনক সুধিলে—"হেৰা ভাই, তুমি নিজেই কোৱাচোন বাৰু তুমিয়ে—মই কোৱা মানুহজন নোহোৱা নে? নহ'লে ঘোঁৰাটোত কিয় বাৰু তেনেকৈ উঠিছা?"

মানুহটোৱে ক'লে "এইজনী মাইকী ঘোঁৰা বুলি তুমি নাজানা নেকি? এই গাভিনী হৈছে। বাটেপথে ক'ৰবাত জগে বুলি মই এইদৰে চাই আহিছোঁ। জগিব লাগিলে পোৱালিটো নমৰিব নে?"

"এৰা, কথাটো সঁচা। তুমি ভাল কামকে কৰিছা। পিছে গাভিনী হ'বৰ কিমান দিন হৈছে? জগিবৰ হৈছে জানো?"

মানুহজনে ক'লে—"তোমাক কণা বুলিলেও বেয়া পাবা, চকুৰেও কিছু নেদেখা। গাভিনী হৈছে তাই। কিমান দিন হ'ল, পোৱালিটো কিমান ডাঙৰ হৈছে

আদিবোৰ চাবলৈ নো ঘোঁৰাৰ পেটলৈ কোন সোমাইছে?" তাকে কৈ মানুহজনে টুক্‌টুকাই যাবলৈ ধৰিলে।

গিৰিয়েকে ক'লে—"দেখিলানে এতিয়া, আহম্মক কেনেকুৱা আৰু তাৰ ঘোঁৰা কেনেকুৱা? এয়ে আহম্মকৰ ঘোঁৰা।"

ঘৈণীয়েকে ক'লে—"পিছে, কাক কোনে গালি পাৰিলে—মই হ'লে বুজিব নোৱাৰিলোঁ। সি দেখোন কাৰোবাক কণা, চকুৰে নেদেখা—এনে কিছুমান বচন বুলি গ'ল। মোক দেখোন আপুনি সদায় কিবা আহম্মকৰ ঘোঁৰা বোলে। কথাটো জানো ভাল হৈছে?"

গিৰিয়েকে একো নামাতিলে।

# পলৌ পলৌ বিষ্ণুপ্ৰিয়া

দাঁত জেং জেং কুঁহিয়াৰ বাৰী
গাঁৱতো নাকান্দে লোক ,
মৰা মানুহৰ হাতত টোকন,
ভাল দেখা নাই তোক।
পলৌ পলৌ বিষ্ণুপ্ৰিয়া
জয় মাধৱক লʼই ,
মই হৰিহৰে কোব খালোঁ
তপিনা চেলেকাৰ হই।।

এটা বুঢ়া আছিল। বুঢ়াৰ এডৰা কুঁহিয়াৰতলী আছিল। এবাৰ কুঁহিয়াৰবোৰ শিয়ালে খাই খান্তাং কৰিব ধৰিছিল। তাকে দেখি বুঢ়াৰ চকুত টোপনি নাই, পেটলৈ ভাত নাযায। বুঢ়াই এদিন বুঢ়ীক খুজি পিঠাগুৰি এবাটি লৈ তাতে গুৰ অলপ সানিলে আৰু তাকে লৈ কুঁহিয়াৰতলীলৈ গʼল। কুঁহিয়াৰতলীত বুঢ়াই পিঠাগুৰিৰ বাটিটো কাষতে থৈ টোকনডাল গাৰ ওচৰতে পেলাই থৈ টোপনি যোৱা ভাও জুৰি পৰি থাকিল। সন্ধ্যা শিযালে গৈ দেখে—বুঢ়া কুঁহিযাৰতলীত মৰি পৰি আছে। পিছে গাঁৱৰ ফালে কাণ উনাই কোনেও কʼতো কন্দা-কটা কৰা নুশুনি শিয়ালে ভাবিলে—বুঢ়া মৰা হʼলে মানুহে কান্দিব লাগিছিল দেখোন। ইফালে বুঢ়াৰ গাৰ কাষতে এডাল টোকনো আছে। পিঠাগুৰিৰ বাটিটোও মলমলাই গোন্ধাই আছে। লোভ সামৰিব নোৱাৰি ইফালে-সিফালে চাই লাহে লাহে গৈ শিযাল পিঠাগুৰিৰ বাটিৰ ওচৰ পালে আৰু আগপাছ নুশুনি দুই চেলেকা মান পিঠাগুৰি খালে। বুঢ়াৰ তেতিয়াও সাৰসুৰ নাই। শিয়ালে সতৰ্কভাৱে পিঠাগুৰি খাই ভাবিলে—বুঢ়াই লৰচৰ কৰা নাই, ই মৰিলেই হʼবলা। ইযাকো লগেভাগে খাব পাৰিম। ভালেই হʼল। পকিল কল সোৱাদেই হʼল।

ইফালে বুঢ়া সঁচাকৈ টোপনি গৈ আছিল। শিযালে চাৰিওফালে এবাৰ ঘূৰি এখোজ-দুখোজকৈ গৈ বুঢ়াৰ ওচৰ চাপিল আৰু বুঢ়াৰ তপিনাতে দুটামান চেলেকা মাৰি চালে। তেতিয়া টোপনিৰপৰা সাৰ পাই বুঢ়াই ধহমহকৈ উঠি টোকনডালেৰে শিয়ালৰ পিঠিত এটা কোব বহালে। কোব খাই সি কোনোমতে প্ৰাণটো লৈ পলাল।

অলপ দূৰতে শিয়লীয়ে পোৱালিদুটাবে সৈতে ৰংমনেৰে কুঁহিয়াৰ খাই আছিল। শিয়াল-শিয়ালী আৰু সিহঁতৰ পোৱালি আটাইৰে ঘৰত একো একোটা নাম আছিল। শিয়ালৰ নাম আছিল হৰিহৰ, শিয়ালীৰ বিষ্ণুপ্ৰিয়া, পোৱালিদুটাৰ ক্ৰমে জয় আৰু মাধৱ। শিয়াল হৰিহৰে কঁকালত কোব খাই লৰি গৈ ঘৈণীয়েক বিষ্ণুপ্ৰিয়াক দূৰৰপৰা চিএৰি ক'লে—

পলৌ পলৌ বিষ্ণুপ্ৰিয়া
জয়-মাধৱক লৈ।
মই হৰিহৰে কোব খালোঁ
তপিনা চেলেকাৰ হৈ।।

শিয়ালক তেনেকৈ উধাতু খাই লৰি যোৱা দেখি সি কি কৈছে, কি গাইছে তালৈ কাণ নকৰি সকলোৱে দিহাদিহি পলাল।

# ভুচুং পহু

ককাদেউতাকে নাতিয়েকক সুধিলে—"ভুচুং পহু কি জানা নে?" নাতিয়েকে ক'লে—"বহুতকে ভুচুং পহু বোলাহে শুনিছোঁ, কিন্তু ভুচুং পহু কি আমি হ'লে নাজানো ; দেখাও নাই। ককাদেউতা, ভুচুং পহু কেনে বস্তু ক'ব নে?" ককাদেউতাকে ক'লে—"ই এটা সাধুকথাৰ পহু ঃ দেবাঙ্গ-ভূষণ বস্ত্ৰৰ দৰে। বাৰু কওঁ শুনা।

এসময়ত এখন দেশত এজন ৰজা আছিল। তেওঁ এদিন মাছ দুটা আনি মন্ত্ৰীক দি ক'লে—"মন্ত্ৰী, তুমি এই দুটা মাছৰ কোনটো মতা কোনটো মাইকী মোক ক'ব লাগে। যদি নোৱাৰা, তেনেহ'লে মই তোমাক পোতাশালত থ'ম।" মন্ত্ৰীয়ে নোৱাৰিলে। ৰজাই মন্ত্ৰীক সঁচাসঁচিকৈয়ে পোতাশালত থ'লে।

মন্ত্ৰীৰ এটা ল'ৰা আছিল। বাপেকক ৰজাই পোতাশালত থোৱা বুলি খবৰ পাই সি মনত মৰণান্তিক বেজাৰ পালে। মনৰ দুখতে হাতত ছাতি এটা আৰু খৰম এযোৰ লৈ সি ঘৰৰপৰা বাহিৰ হ'ল। মনতে সংকল্প কৰিলে, যি কোনো উপায়ে সি বাপেকক পোতাশালৰপৰা মুক্ত কৰিহে এৰিব।

বাটে বাটে গৈ থাকোঁতে সি এটা বাটৰুৱা লগৰীয়া লগ পালে। গধূলি হোৱাত সেইজন লগৰীয়াৰ ঘৰতে ৰাতিটো কটাবলৈ সি স্থিৰ কৰিলে। মন্ত্ৰীৰ ল'ৰাক পদূলিমুখতে থৈ লগৰীয়াজনে প্ৰথমে ঘৰত খবৰ দিবলৈ গ'ল।

মন্ত্ৰীৰ ল'ৰাই বাটত যাওঁতে গছৰ তল পালে ছাতিটো মেলি লয় আৰু এনেই জপাই লয়। আকৌ বাটত বোকা বা পানী পালে খৰমযোৰ পিন্ধে। বাটৰুৱা বন্ধুই তাকে দেখি নিজৰ মনতে নিজে নিজে কৈছিল—

ছায়াত ছাতা, পানীত জোতা।
অভং-ভতৰা ইও এটা।।

বাটৰুৱাৰ এজনী বৰ চোকা বুধিৰ ছোৱালী আছিল। তাই দেউতাকক ক'লে—"পিতা, তুমি আজি যে ইমান বাট খোজকাঢ়ি আহিলা, পিছে তোমাক বাটে কিলালে নে তুমিহে বাটক কিলালা?" মানুহটোৱে তেওঁৰ অহোঁবলিয়া জীয়েকৰ তেনে প্ৰশ্ন শুনি ভেকাহি মাৰি দি ক'লে—"যা এই পাগলীজনী। তোৰ দৰে মই আজি এটা আচৰিত ধৰণৰ মানুহক লগ পাইছিলোঁ—সি গছৰ তলত ছাতি মেলে আৰু পানী বা বোকাত খৰম পিন্ধে। সি এতিয়া সৌ গছজোপাৰ তলতে আছে। ৰাতি

বোধ কৰোঁ ইয়াতেই থাকিবহি।" জীয়েকে ক'লে—"তেওঁক মাতি আনা পিতা। মোৰ অলপ দৰকাৰ আছে। তেওঁ নিশ্চয় জ্ঞানী লোক।" জীয়েকৰ কথা শুনি বাপেকে তাক মাতি আনিলে গৈ। সি কেইবাদিনো তাতে থাকিল।

মানুহজনৰ লয়-লক্ষণ ভাল যেন দেখি তেওঁলৈ জীয়েকক দিবলৈ বাটৰুৱাই ভাবিলে। প্ৰস্তাৱ দিয়াত মন্ত্ৰীৰ ল'ৰাই ক'লে—"বিয়া কৰোৱাত মোৰ আপত্তি নাই, মাত্ৰ মোৰ এটা নিয়ম আছে, তাৰ লগত মিলিব লাগিব—তেনেহ'লেহে বিয়া হ'ব।"

—তোমাৰ বা কেনে নিয়ম? ছাঁত ছাতি, পানীত খৰম—দেখিয়ে আমি দেখোন বিচুৰ্তি হৈছোঁ—আৰু বা নিয়ম কি আছে! তথাপি কোৱাচোন বাৰু।

কথা আষাৰ শুনি জীয়েকে ক'লে—"পিতা, তুমি যিহকে-তিহকে নক'বা। এওঁ জ্ঞানী লোক। পানীত কাঁইটে বিন্ধে বুলি তেওঁ খৰম পিন্ধে, গছৰ ডালৰপৰা কাউৰীয়ে ভৰ্চে বুলি ছাতি মেলি লয়। মই তেওঁত বাহিৰে অন্যলৈকে নাযাওঁ। লাগিলে মৰিয়ে যাম।"

বাপেকে তেতিয়া মন্ত্ৰীৰ ল'ৰাক সুধিলে—"পিছে, তোমাৰ নো নিয়মটো কি?" মন্ত্ৰীৰ ল'ৰাই ক'লে—"মোৰ বোপাই ৰজাৰ মন্ত্ৰী আছিল। এদিন ৰজাই কাৰোবাৰ কিবা বুধি শুনি তেওঁক মন্ত্ৰী ভাণ্ডিবৰ মনেৰে দুটা মাছ আনি দি মতা-মাইকী চিনি দিবলৈ ক'লে। পিতাই তাকে কৰিব নোৱাৰাত ৰজাই তেওঁক মন্ত্ৰী ভাণ্ডি পোতাশালত বন্দী কৰি থ'লে। তোমাৰ জীয়েৰাই যদি তেওঁক কিবা উপায়ে মুকলি কৰিব পাৰে তেনেহ'লে মই তেওঁক বিয়া কৰাব পাৰোঁ—নহ'লে নকৰাওঁ।" ছোৱালীজনীয়ে শুনি আছিল। তাই পোনেই মাত দিলে—"মই পাৰিম।" মন্ত্ৰীৰ ল'ৰাই ক'লে—"তেনেহ'লে বাৰু একো কথা নাই। বিয়া কৰাম।" এইদৰে বিয়াখন হৈ গ'ল।

বিয়া কৰাই মন্ত্ৰীৰ ল'ৰা ঘৰলৈ উভতিল। ঘৰত দুই-চাৰি দিন থকাৰ পাছত মন্ত্ৰীৰ পুতেকে ঘৈণীয়েকক ক'লে—"এতিয়া পিছে পিতাক পোতাশালৰপৰা মুকলি কৰাৰ কি ব্যৱস্থা কৰা?" ঘৈণীয়েকে ক'লে—"মই নভবাকৈ থকা নাই। আপুনি আজি এটা কাম কৰক। ৰজাৰ ঘৰলৈ গৈ ৰজাক কওক গৈ—স্বৰ্গদেউ, মোৰ পিতাই মাছ এহালৰ মতা-মাইকী চিনিব নোৱাৰা বাবে আপুনি তেওঁক বন্দীশালত থ'লে। স্বৰ্গদেউক মই মানুহৰ মতা-মাইকী চিনিবলৈ দিলে পাৰিবনে? যদি পাৰে, তেনেহ'লে ময়ো মাছৰ মতা-মাইকী চিনিব পাৰিম। আৰু লগতে ক'ব—মই মানুহৰ মতা-মাইকী চিনি দিব পাৰিলে আৰু আপুনি নোৱাৰিলে আপুনি মোৰ পিতাক মুকলি কৰি দিব লাগিব।" ঘৈণীয়েকে এইদৰে গিৰিয়েকক শিকাই-বুজাই ৰজাৰ ওচৰলৈ পঠালে।

গিৰিয়েকে ঘৈণীয়েকৰ কথামতে কাম কৰাত ৰজা তেওঁৰ কথাত মান্তি হ'ল। মন্ত্ৰীৰ ল'ৰাই এটা দীঘলীয়া গাঁত খনোৱাই মতা মানুহ আৰু মাইকী মানুহ সকলোকে একেদৰে মতাৰ সাজ পিন্ধাই সিহঁতৰ মুখ-গা কাপোৰেৰে তেনেই চিনিব নোৱাৰাকৈ ঢাকি দি সিহঁতক সেই খালটো পাৰ হ'বলৈ ক'লে। আৰু ক'লে যে যি জাপ মাৰি পাৰ হ'ব সি সোণৰ মোহৰ একোটাকৈ পাব।

সোণৰ মোহৰৰ লোভত মতা-মাইকী অনেক লোকে মতাৰ সাজ পিন্ধি খাল পাৰ হ'বলৈ ওলাল। ৰজাই কোন মতা কোন তিৰোতা একো চিনিব নোৱাৰিলে। মন্ত্ৰীৰ পুতেকে তেতিয়া ঘপাঘপ চিনি দিলে। পৰীক্ষা কৰি চাই সঁচা পাই ৰজাই সুধিলে—"কেনেকৈ চিনিলা?" মন্ত্ৰীৰ পুতেকে ক'লে—"স্বৰ্গদেউ, জাপ মাৰোঁতে মই সকলোৰে ভৰিবোৰলৈ চাই আছিলোঁ। তাৰে যি লোকে সোঁভৰি আগ কৰি জাপ মাৰে সি মতা ; যি বাঁও ভৰিটো আগ বঢ়াই জাপ মাৰে সি মাইকী।—এয়ে চিন।" ৰজাই তুষ্ট হৈ মন্ত্ৰীক তৎক্ষণাৎ পোতাশালৰপৰা মোকলাই দিলে।

পিছে, এই গোটেইখন ওলট-পালটৰ গুৰিত আছিল ৰজাৰ নাপিত। তাৰ লগত মন্ত্ৰীৰ শত্ৰুতা আছিল। এইবাৰ সি আহি ৰজাক ক'লে—"স্বৰ্গদেউ, যি বুদ্ধিৰে মন্ত্ৰীৰ পুতেকে মন্ত্ৰীক মোকলালে সেইটো তাৰ নিজৰ বুদ্ধি নহয়, তাৰ ঘৈণীয়েকৰহে বুদ্ধি। সেইজনী বৰ বুদ্ধিমতী তিৰোতা, স্বৰ্গদেৱৰহে লায়ক।" ৰজাই ক'লে—"হয়নে? তেনেহ'লে কিবা উপায় কৰি তাইক আনিবহে লাগিল। নাপিতে বুদ্ধি দিলে—"স্বৰ্গদেউ, মন্ত্ৰীক এইবাৰ এটা ভুচুং পছ আনি দিব লাগে বুলি কওক। নহ'লে তেওঁক কাটিব।"—সেইদৰে ৰজাই কৰিলে। মন্ত্ৰীয়ে আকৌ ঘৰলৈ আহি মন মাৰি বহি আছে। তাকে দেখি বোৱাৰীয়েকে সুধিলে—"দেউতাৰ আকৌ এইবাৰ কি হ'ল—মন মাৰি বহি আছে দেখোন?" শহুৰেকে ক'লে—"আইটী, এইবাৰ আৰু ডাঙৰ বিপদ। কটা যাব লাগিব! ৰজাক হেনো এটা ভুচুং পছ আনি দিব লাগে, নহ'লে মোক কাটিব।" বোৱাৰীয়েকে ক'লে—"কি নো ডাঙৰ কথাটো হ'ল? ভয় নকৰিব, মই দিম ভুচুং পছ আনি। আপুনি গৈ তাৰ বাবে এমাহৰ সময় লৈ আহক। ভুচুং পছ বিচাৰিব লাগিব। ভুচুং পছ বৰ আপুৰুগীয়া জন্তু, তাক হাবিৰপৰা বিচাৰি আনিব লাগিব।"

মন্ত্ৰীয়ে ৰজাক তেনেকৈ ক'লৈগৈ। ৰজাই এমাহৰ সময় দিলে। বোৱাৰীয়েকে তেতিয়া ক'লে—"এতিয়া পিছে আপোনালোক দুয়ো নিতৌ পছ বিচৰাৰ ভাও ধৰি ঘৰৰপৰা ওলাই গৈ দিনটো ঘৰত নাথাকিব। মই ৰজাৰ মনটো বুজি লওঁ।"

ৰজাই ইফালে খবৰ লৈ থাকি এদিন মন্ত্ৰী আৰু মন্ত্ৰীৰ পুতেক হাবিলৈ যোৱা সময়ত ছেগ বুজি ছদ্মবেশত আহি মন্ত্ৰীৰ বোৱাৰীয়েকক ৰজাক বৰিবলৈ খাটিলেহি। বোৱাৰীয়েকে ছল কৰিবৰ উদ্দেশ্যে তাত সম্মত হ'ল। কিন্তু সদায় আহি থাকিও ৰজাই মন্ত্ৰীৰ বোৱাৰীয়েকক নিব পৰা নাই। নিতৌ একোটা নতুন বুদ্ধি সাজি থয়। মাহ পূৰ হ'ব খোজাত মন্ত্ৰীৰ বোৱাৰীয়েক যাবলৈ ওলাল। তেওঁ ৰজাক ক'লে—"মই কাইলৈ যাম! আপুনি সাজু হৈ আহিব। কাইলৈ নগ'লে আৰু যাব নোৱাৰিম, এমাহ পূৰ হ'ব।" ৰজাই বৰ আনন্দ পালে।

ইফালে মন্ত্ৰীৰ বোৱাৰীয়েকে গিৰিয়েক আৰু শহুৰেক দুয়োকো সকলো কথা ভাঙিপাতি কৈ সেইদিনা হাবিৰপৰা দুয়োকো সোনকালে আহিবলৈ ক'লে। পিছদিনা তেওঁলোক হাবিলৈ পছ বিচাৰি যোৱাৰ পাছতে ৰজা আহি ঘৰত সোমাল। কিছুপৰ

পিছতে মন্ত্ৰী আৰু পুতেক ঘৰলৈ উভতি অহা গম পাই ৰজা বিবুধিত পৰিল। তেওঁ তেতিয়া মন্ত্ৰীৰ বোৱাৰীয়েকক উপায় সুধিলে। বোৱাৰীয়েকে তৎক্ষণাৎ উপায় এটা উলিয়াই ৰজাক নি লালিৰ মূটকি এটাত সুমাই থ'লে। ইফালে আগতে শিকাই থোৱা মতে মন্ত্ৰীয়ে ক'লে—"আইটী, মোক অলপমান লালি লাগে, মূটকিটো ক'ত? তাৰ তলিত লালি আছে।" বোৱাৰীয়েকে ক'লে—"এইটো মূটকি, ইয়াতে আছে।" এনেকৈ কৈয়ে বোৱাৰীয়েকে ৰজাক মূটকিৰপৰা উলিয়াই নি ওচৰতে থকা তূলাৰ খাং এটাত ভৰাই থ'লে। ৰজাৰ লালি লগা গাত তূলা লগাত গোটেই গাটোৱে তূলাময় হ'ল। মন্ত্ৰীয়ে মূটকিৰ ওচৰলৈ গৈ তূলাৰ খাণ্ডত কিহবাই খচমচাই থকা দেখি সেইকালে চাই তাত কিবা এটা জন্তু থকা যেন দেখি সুধিলে—"তূলাৰ খাণ্ডত সেইটো কি?" বোৱাৰীয়েকে ক'লে—"সেইটোৱেই ভুচুং পহু ঃ ধৰি ৰজাৰ ওচৰলৈ নিয়ক।"

মন্ত্ৰীয়ে ভুচুং পহুক ধৰি নিবলৈ ৰচি বিচাৰি থাকোঁতে ৰজা তাৰপৰা ওলাই ঘৰলৈ লৰ দিলে। মন্ত্ৰী আৰু পুতেক দুয়ো ভুচুং পহু খেদি গৈ গৈ ৰজাৰ ঘৰ পালে। ৰজাই লৰি ভিতৰলৈ গৈ ভিতৰত গা-পা ধুই ওলাই আহি মন্ত্ৰীক ক'লে—"মন্ত্ৰী, মই ভুচুং পহু আজি দেখিলোঁ। তোমালোক এতিয়া ঘৰলৈ যোৱাগৈ। আজিৰপৰা দুয়ো ৰাজ-সভালৈ আহিবা। তোমাৰ ল'ৰাকো মই উপযুক্ত বাব দি বিষয়া পাতিম।"

মন্ত্ৰী আৰু পুতেক দুয়ো উভতি গৈ ঘৰ পালে। ঘৰত কি হ'ল—আমি আৰু ক'ব নোৱাৰোঁ। কানি-কাপোৰ মলিয়ন হোৱাত আমিও উভতি আহিলোঁ।

# ছয় শ্ৰেষ্ঠ

ৰজা নৰনাৰায়ণে এদিন কবি ৰাম সৰস্বতীক ক'লে—"সৰস্বতী, তুমি বয়সত সৰু যদিও মহাভাৰতৰ দৰে বৃহৎ সংস্কৃত পুথি এখন অসমীয়ালৈ ভাঙি কম ডাঙৰ কাম কৰা নাই। নৈৰ পাৰৰ ফালে ফুৰিবলৈ যাওঁ ব'লা।" সৰস্বতী সন্মত হ'ল। দুয়ো ফুৰিবলৈ গ'ল।

বাটত যাওঁতে সূৰ্য অস্ত যোৱাৰ দৃশ্যটো দেখি দুয়োৰো অন্তৰ আনন্দত নাচি উঠিল। একেই বেলি মাৰ যোৱাৰ মনোমোহা সৌন্দৰ্য তাতে নৈৰ পাৰৰ বতাহ আৰু চৰাই-চিৰিকটিৰ কিৰিলি। দুয়ো গৈ দুচটা শিলৰ ওপৰত বহিল। এনেতে তেওঁলোক দুয়োৰো কাণত পৰিল—এটা চৰায়ে যেন কৈছে—"ছয় কি-কি? ছয় কি-কি?"

ৰজাই সুধিছে—"সৰস্বতী, চৰাইটোৱে সুধিছে—ছয় কি-কি? অৰ্থাৎ কি কি ছয়বিধ বস্তু শ্ৰেষ্ঠ? সি আমাক আমাৰ মূল্যবান বস্তু হীৰা-মণি-মৰকতৰ কথা সোধা নাই। সি নিশ্চয় সুধিছে—তাৰ মতে ছয়টা বস্তু ঃ জন্তু-জগত আৰু জীৱ-জগতৰ ছয়টা বস্তু , যেনে—কিহৰ গাখীৰ সৰ্বশ্ৰেষ্ঠ, কিহৰ পাত, কিহৰ ফুল, কিহৰ ফল আৰু কোন ৰজা সৰ্বশ্ৰেষ্ঠ? অকল সেয়ে নহয়—কি বস্তু বেছি সুমিষ্ট তাকো সুধিছে। তুমিয়ে বাৰু পদ বনাই উত্তৰটো দিয়াচোন।"

ৰাম সৰস্বতীয়ে ক'লে—"মহাৰাজেও প্ৰশ্নকেইটা পদ ছন্দতে সোধক। তেতিয়াহে উত্তৰ পদতে হ'ব।" ৰজা নৰনাৰায়ণো কম নাছিল। তেওঁ আৰম্ভ কৰিলে—

"গাখীৰ কিহৰ শ্ৰেষ্ঠ সবাতোকৈ এই পৃথিৱীত?
কি পাত, কি ফুল, কি ফল শ্ৰেষ্ঠ হয় বিবেচিত?
কোন ৰজা বাৰু হেৰা দানী-মানী-জ্ঞানী-গুণী হয়?
কিহৰ স্বাদক লোকে অতিকে, সুস্বাদ বুলি কয়?
এই ছয় বিষয়ৰ তুমি যদি দিয়া সমিধান।
তোমাৰ বাঢিব জানা জগতত যশ-অৰ্থ-মান।।"

সৰস্বতীয়ে উত্তৰ দিলে—"মহাৰাজ।
উপহাস কৰে কিয় ক্ষুদ্ৰ কথা সুধি নিঃকিনক?
পৰীক্ষিব খোজে যদি যোগ্য প্ৰশ্ন যোগ্য ভাবে হ'ক।"

ৰজাই নমতা দেখি আকৌ তেওঁ ক'বলৈ ধৰিলে—

“তথাপি সুধিছে যেৱে কওঁ তেন্তে এটি এটি ক'ই।
আমাৰ মনত সদা যি ছয় শ্ৰেষ্ঠ বস্তু হয়।।
মাতৃৰ দুগ্ধৰ সম দুগ্ধ ক'তো নাই নাই নাই।
পাতৰ মাজত শ্ৰেষ্ঠ পাণ যাক সকলোৱে খায়।।
কপাহৰ ফুল সম শ্ৰেষ্ঠ ফুল সঁচাকৈয়ে নাই।
যাৰ গুণ ধনী-দুখী সকলোৱে সমভাৱে পায়।।
ফলৰূপে পুত্ৰ শ্ৰেষ্ঠ যিয়ে কৰে বংশ সমুজ্জ্বল।
ৰজা শ্ৰেষ্ঠ পুৰন্দৰ সৰগত কৰে তলমল।।
কপাহৰ ফুলে যেনে বস্ত্ৰদান কৰে মনুষ্যক।
ইন্দ্ৰৰ কৃপাতো মেঘে জলদান কৰে জগতক।।
মিষ্ট ভাষা সম মিঠা ফল নাই এই পৃথিৱীত।
শত্ৰু-মিত্ৰ সকলোৱে যাৰ গুণে হয় বিনিৰ্জিত।।”

লাহে লাহে সন্ধিয়া চাপিল। ৰজা আৰু সৰস্বতী কথাই-মাতে ঘৰলৈ উভতিল।

# মুখৰ জয়

এসময়ত এজন ৰজাৰ এখন ফুলনি আছিল। ৰজা প্ৰায়ে সদায় তালৈ যায় আৰু ধুনীযা গোলাপ ফুল দুই-চাৰিটা তুলি আনে। এজোপা সৰু গোলাপ তেওঁৰ সবাতোকৈ বেছি প্ৰিয় আছিল। তাৰ ফুল তেওঁ কাকো কেতিয়াও ছিঙিবলৈ নিদিছিল।

কিন্তু ৰজাই সদায় আবেলি গৈ বাগিচাত দেখে—সেই সৰু গোলাপ জোপাৰপৰা নিতৌ দুটাকৈ ফুল কোনোবাই নিয়ে। মালীক ৰজাই সতৰ্ক কৰি দি ক'লে—"চোৰ ধৰা পৰিলে ফুলেৰে সৈতে লৈ আহিবি। মই যথাবিহিত শাস্তি দিম। নোৱাৰ যদি তোকেই মই সমুচিত দণ্ড দিম।"

মালী সেইদিনা গছৰ আঁৰত চুপি থাকিল। পিছদিনা পুৱা মন্ত্ৰীৰ পুতেক ফুলনিত সোমাল আৰু হাতত-সাৰে ভৰিত-সাৰে গৈ সেই সৰু গোলাপ জোপাৰপৰা দুটা ফুল ছিঙি জেপত ভৰালে। মালীয়ে তৎক্ষণাৎ আহি মন্ত্ৰীৰ ল'ৰাক ধৰিলে আৰু ৰাজ-চ'ৰালৈ লৈ গ'ল।

ৰাজ-সভা পোৱাৰ আগতে বাটত মন্ত্ৰীক দেখি মালীয়ে হাতযোৰ কৰি প্ৰণাম জনাই ক'লে—"দেউতা, জগৰ নধৰিব , আপোনাৰ পুতেকেই ছিঙিছিল। যিয়ে ফুল ছিঙে তাকেই চুপি থাকি ধৰি নি ৰজাৰ ওচৰত হাজিৰ কৰিবলৈ মহাৰাজে মোক আদেশ দিছে। আপোনাৰ ল'ৰা ধৰা পৰিব বুলি বন্দীয়ে কেতিয়াও ভবা নাছিলোঁ। দেউতাই এতিয়া ৰাজ-সভালৈ গৈ ৰজাক আগধৰি কৈ এই কুখ্যাতিৰপৰা পুতেকক বচাওক আৰু এই বন্দীকো ৰক্ষা কৰক। নহ'লে মই ৰজাৰ আদেশ মতে তেওঁক নি ৰাজ-সভাত হাজিৰ কৰিব লাগিবই।"

মন্ত্ৰীৰ লগত আৰু দুজন বন্ধু আছিল। গতিকে তেওঁ গহীনাই ক'লে—"মোৰ দৰকাৰ কি? তাৰ যদি মুখ আছে তেন্তে সি বাচিব। নহ'লে মৰক। 'মুখৰ যহতে বঁটা পায়। মুখৰ বাবেই কটা যায়।' তুমি তাক লৈ যোৱা।"

মালীয়ে বিমৰ্ষ মনেৰে মন্ত্ৰীৰ পুতেকক ৰাজ-চ'ৰালৈ লৈ গ'ল। মন্ত্ৰীৰ ল'ৰাও কম চতুৰ নাছিল। তেওঁ বাপেকৰ ইঙ্গিত বুজিব পাৰি অতৰ্কিতেই জেপৰপৰা আনি দুযোটা ফুল মুখত ভৰাই চোবাই গিলি থ'লে।

ৰজাৰ আগত মন্ত্ৰীৰ পুতেকক হাজিৰ কৰা হ'ল। ৰজাই সোধাত মন্ত্ৰীৰ ল'ৰাই ক'লে—"মহাৰাজ, চাওক, মই ক'ত ফুল ছিঙিছোঁ? মোৰ হাতত বা লগত ফুল নাই।

লাগিলে ফুলনি আৰু আলিবাটিৰো দুয়ো কাষ পৰীক্ষা কৰাই চাওক—যদি ফুল পায়। স্বৰ্গদেউ, মালীয়ে চোৰ ধৰিব নোৱাৰি মোকেই ৰ'দ ল'বলৈ ফুলনিৰ দাঁতিলৈ যোৱা দেখি ফাচালাই-ফুচুলাই লৈ আহিছে।"

ৰজাই ফুলনি আৰু আলিৰ দাঁতি পৰীক্ষা কৰালে। ক'তো ফুল নাপালে। মন্ত্ৰীৰ ল'ৰাৰ খানা-তালাচ কৰিও চালে। কিন্তু সকলো মিছা হ'ল। ক'তো ফুল নোলাল। ৰজা আচৰিত হ'ল।

ৰজাৰ তেতিয়া খং উঠিল আৰু সেই অকামিলা মালীটোকে কাটিবলৈ কটোৱালক আদেশ দিলে। কটোৱালেও মন্ত্ৰীৰ পুতেকক অপমান কৰা বাবে বিনা হুকুমেই মালীক কাটো কাটোকৈ আছিল। ৰজাৰ আদেশ পাই সি মালীক বধ্য ভূমিলৈ টানি লৈ গ'ল।

মন্ত্ৰীয়ে দেখে বিনা দোষত বুঢ়া মালীটো এতিয়া কটা যায়। তেওঁ ততালিকে কৈ উঠিল—"সত্যৰহে সদায় জয়।"

মন্ত্ৰীৰ ল'ৰাই এইবাৰো দেউতাকৰ কথা আষাৰৰ গূঢ়াৰ্থ বুজি ল'লে আৰু ৰজাৰ ওচৰলৈ গৈ হাতযোৰ কৰি ঘটনাৰ সকলো কথা বিবৰি ক'লে। তেওঁ লগতে নিজে ক্ষমা খুজিলে আৰু মালীকো মুক্তি দিবলৈ প্ৰাৰ্থনা জনালে। ৰজাই মন্ত্ৰীৰ পুতেকৰ বুদ্ধি আৰু সাহস দেখি মালী আৰু তেওঁক দুয়োকো মুক্তি দিলে। এইবাৰ ৰজাই ক'লে—"দেখিছোঁ, কেউপিনেদি মুখৰেই জয় হ'ল। মুখে তাৰিবও পাৰে, মুখে মাৰিবও পাৰে!"

# সন্ধিৰ বাঁহ বুদ্ধিৰে কাটিবি

সত্য যুগৰ কথা। তেতিয়া তপস্যা কৰি দেৱতাৰ বৰ লভি মানুহে অসাধ্য সাধন কৰিছিল। এবাৰ তেনেকৈ এটা অন্ধ লোকে ভগৱান বিষ্ণুক পাবলৈ তপস্যা আৰম্ভ কৰিছিল। তেওঁ ভগৱানৰপৰা তিনিটা বস্তু বিচাৰিছিল। পোনতে চকুৰ দৃষ্টি শক্তি ; দ্বিতীয়তে ঘৰ-বাৰী, ধন-সম্পত্তি , তৃতীয়তে সা-সন্তান।

অন্ধৰ তপস্যাত ভগৱান বিষ্ণু তুষ্ট হ'ল। তেওঁ গৰুড়ত উঠি আহি অন্ধৰ ওচৰত উপস্থিত হৈ ক'লে—"ভক্ত, তোমাৰ তপস্যাত মই তুষ্ট হৈছোঁ। মই তোমাক বৰ দিবলৈ প্ৰস্তুত। যি বৰ লাগে লোৱা। কিন্তু মই এটা মাত্ৰ বৰ দিম , এটাতকৈ বেছি নহয়। তাকে তুমি ভাবি-চিন্তি ল'ব পাৰা।"

অন্ধ তপস্বীয়ে চিন্তা কৰি দেখিলে—অকল দৃষ্টি শক্তি ঘূৰাই পালে কি হ'ব? দৃষ্টি শক্তি পাই নিজৰ আৰু পৰিয়ালৰ দুখ-দুৰ্গতিহে দেখিবলৈ পাম। আনপিনে ধন-সম্পত্তি যদি পোৱা যায় তেনেহ'লেও নো কি হ'ব? চকুৰে সেইবোৰ দেখা নাপালে কি সুখ? কিটো আনন্দ হ'ব?

সাতে-পাঁচে ভাবি তেওঁ ক'লে—"প্ৰভো, এই অভাগা অন্ধ ইমানে দুৰ্ভগীয়া যে সি তোমাৰ অপৰূপ সৌন্দৰ্যও দেখিবলৈ অসমৰ্থ। এনে অৱস্থাত কৃপা কৰি প্ৰভুৱে অন্ধ নিছলাক এই বৰ দিয়ক যাতে অধমে চকুৰ দৃষ্টি ঘূৰাই পাই নিজৰ সাত মহলীয়া ঘৰৰ ওপৰ মহলাৰপৰা নাতি-পুতিসকলক সোণৰ কাঁহীত ভাত খোৱা দেখি সদায় তোমাৰ নাম লৈ সুখত জীৱনৰ বাকী চোৱা কাল কটাব পাৰোঁ।"

ভগৱানেও এটা মাত্ৰ বৰ খোজাত আনন্দ লভি পোনেই 'তথাস্তু' অৰ্থাৎ সেয়ে হওক বুলি কৈ গৰুডত উঠি উৰা মাৰিলে।

বাটত যাওঁতে গৰুড়ে ক'লে—"প্ৰভো ,—আপুনি দেখোন তপস্বীক পোনতে এটাহে বৰ দিব খুজিছিল ; এতিয়া দেখোন এমখা দিলে যেন পাওঁ।"

ভগৱানে সুধিলে—"কেনেকৈ এমখা হ'ল, গৰুড? মই এটা বৰহে দিছোঁ। নহয় জানো?"

গৰুড়ে উত্তৰ দিলে—"প্ৰভো, প্ৰথমতে তপস্বীৰ চকুৰ দৃষ্টি শক্তি লাভ হ'ল। দ্বিতীয়তে দীন-দুখী অন্ধই সাত মহলীয়া ঘৰ আৰু সোণৰ কাঁহী-বাটি আদি মূল্যৱান

বস্ত্ৰ পালে। তৃতীয়তে অপুত্ৰক ভিখাৰী অন্ধৰ পুত্ৰ লাভ হ'ল। অন্ধক আৰু নো কি লাগে? সি বিচৰা সকলোকে পালে।"

বিষ্ণুৱে কথাটো অলপ দকৈ ভাবি চাই সঁচা পাই ক'লে—"এৰা গৰুড়, তোমাৰ কথাই সঁচা। দেখিছোঁ ভক্তৰ হাতত ভগবান এইদৰেই ঠেকত পৰে। পিছে, সন্ধিৰ বাঁহ মানুহে এইদৰেই বুদ্ধিৰে কাটিব লাগে।" এইদৰে কথা-বতৰা পাতি গৰুড় সহ বিষ্ণু নিজৰ বাসস্থান গোলোকধাম পালেগৈ।

গোসাঁয়ে কোৱা সেই কথাই অলপ অন্য ৰূপ লৈ পিছত অসমীয়া মানুহৰ মাজত এইদৰে বিয়পি পৰিল—

সন্ধিৰ বাঁহ বুদ্ধিৰে কাটিবি, টানি আনিবি বলে।
বাপকলীয়া শত্ৰু শালিবি মিত্ৰিৰ কৰাৰ ছলে।।

# ভাত খাবা আহুৰ, ভাত খাবা শাহুৰ

এবাৰ মাঘ বিহুৰ পিছত বহুৱা গৈছিল শাহু-শহুৰৰ ঘৰলৈ বিহু খাবলৈ। মজাকৈ আযমেৰে ৬। ৭ দিন খাই-বৈ থকাৰ পিছতো বহুৱা ঘৰলৈ ওভতা নাই। শাহুৱেকে ভাবিলে—জোঁৱাই ল'ৰাৰ দেখোন ঘৰলৈ ওভতাৰ উমঘামেই নাই। আদৰ পাই বোধহয় পাহৰি আছে। ব্যৱহাৰত অলপ উচ-নীচ পালে সম্ভৱ সপোন ভাগিব।

এইদৰে ভাবি তেওঁ এদিন ৰাতিপুৱা ৰ'দ-বাদ দিয়াত ক'লে—"বোপা, পঁইতা ভাত আছে , তাকে খাবা নে পিঠা খাবা? নে দেউতাৰে বজাৰৰপৰা আহিলে ৰন্ধা তপত ভাতকে এমুঠি খাবা? মোৰো সময় নোহোৱা হৈছে। কাম বহুত আছে।"

বহুৱাই ভাবিলে—ডাঙৰ প্ৰশ্ন হ'ল। শাহুৰ আজি মতলব দেখোন কেনে? তথাপি মই বহুৱাযো সহজে হটি যোৱা ঠিক নহয়। ইয়াকে ভাবি তেওঁ উত্তৰ দিলে—"আই, আপুনি নো কিয় চিন্তা কৰিছে? নিজৰ ঘৰত নো পঁইতা ভাত খালে কি ছুৱা যাব? হাঁহকণী আছে নহয়? সৌ শোৱা খোটালিৰ খোকাৰপৰা তাৰে এটা বা দুটা আনি তুঁহৰ জুইত দি থওক। এতিয়া পিঠাকে খাওঁ। তাৰ কিছুপৰ পিছত হাঁহকণী পোৰাৰে পঁইতা ভাতকে খাম। তাৰ পিছত দেউতা আহিলে শুদাই-নিকাই চাৰিটা গৰম ভাত খাম, আই। মোক আকৌ ইয়ালৈ আহিবৰ সময়ত ওচৰৰ মানুহবোৰে ঠাট্টা কৰি কৈছিল—বোলে, 'ভাত খাবা আহুৰ, ভাত খাবা শাহুৰ।' কথাটো ঠিকেই আই। ইয়াত মই শুদাই-নিকাই এমুঠি খায়ো সুখ পাওঁ। আমাৰ ভাঙোৱা গোসাঁযে বোলে তাহানি শহুৰেক হেমৱন্তৰ ঘৰ হিমালযত ভস্ম সানি বহি থাকিও আৰাম পাইছিল। পুথিত এইবোৰ আছে আই। মিছা কথা নহয়।"

শাহুৱেকে ভাবিলে—মোৰ জোঁৱাই ল'ৰা ঠিক আছে। এওঁ সংসাৰত একঠা চাউল খাব।

# ৰজা নিৰ্বাচন

এজন ৰজাৰ তিনিটা পুতেক আছিল। ৰজা বুঢ়া হৈ অহাত ৰাজ্যভাৰ তেওঁ উপযুক্ত পুতেক এজনৰ হাতত অৰ্পণ কৰিবলৈ মনস্থ কৰিলে। তেওঁ মন্ত্ৰীসকলক ক'লে—"যদিও দেশৰ দস্তুৰমতে ৰজাৰ বৰ পুত্ৰইহে সিংহাসন পাব লাগে, তথাপি মোৰ মনেৰে উপযুক্ত জনৰ হাততহে ৰাজ্যভাৰ দিব লাগে। ৰাজ-দণ্ড ধেমালিৰ বস্তু নহয়। গতিকে মই মোৰ পুত্ৰসকলৰ আজি গুণ আৰু যোগ্যতা বিচাৰ কৰিম।" এইবুলি তেওঁ একে একে তিনিও পুতেকক তেওঁৰ ওচৰলৈ আহিবলৈ আদেশ দিলে।

প্ৰথমতে বৰ পুতেক আহিল। ৰজাই ক'লে—"বোপা, তোৰ বাৰু জীৱনত কিহৰ কাৰণে হাবিয়াহ বেছি? জীৱনটো কি ৰকমৰ হ'লে তই ভাল পাৱ?"

পুতেকে ক'লে—"পিতা, মই লিখা-পঢ়া কৰি আৰু শাস্ত্ৰ-সম্মতৰ কথা চৰ্চা কৰি বৰ ভাল পাওঁ। মোৰ এনে ইচ্ছা হয় যেন মই শাস্ত্ৰজ্ঞ পণ্ডিত আৰু কবিসকলৰ লগত শাস্ত্ৰালাপ কৰিয়ে জীৱনটো কটাম। তাতকৈ সুখৰ কাম একো নাই, পিতা।"

ৰজাই তেতিয়া বৰ পুতেকক সাতখন গাঁও দি সেই গাঁওবোৰৰ কৰ-কাটলেৰে খাই থাকিবলৈ দিলে। বৰ পুতেক সন্তুষ্ট হৈ গুচি গ'ল।

ৰজাৰ মাজু পুতেক আহিল। ৰজাই সুধিলে—"বাচা, জীৱনত তোৰ নো অভিলাষ কি? কি কৰি খাবলৈ তই ভাল পাৱ?"

ৰাজ-পুত্ৰই উত্তৰ দিলে—"পিতা, মোৰ ইচ্ছা হয়—মই যেন পৰিব্ৰাজকৰ দৰে দেশবিদেশ ভ্ৰমণ কৰিম আৰু তীৰ্থস্থানবোৰ পৰ্যটন কৰিম। কিন্তু তাৰ বাবে যথোচিত টকা নাই, পিতা।"

ৰজাই তেওঁক অজস্ৰ ধন-সম্পত্তি দিলে আৰু ইচ্ছামতে দেশ ভ্ৰমণ আৰু তীৰ্থ-পৰ্যটন কৰিবলৈ সুবিধা কৰি দি বিদায় দিলে।

এইবাৰ নিচেই নুমলীয়া পুতেকৰ পাল পৰিল। তেওঁ আহি নৌপাওঁতেই মন্ত্ৰীয়ে সুধিলে—"মহাৰাজ, যদি আপোনাৰ তৃতীয় পুত্ৰয়ো এইদৰেই অন্য কথা কয়?" ৰজাই ক'লে—"দেশখনত এনে লোক নোলাবনে যি ৰাজ্য শাসনৰ যোগ্য গুণ দেখুৱাব পাৰিব? উপযুক্ত লোকক উপযুক্ত স্থানত ৰাখিম, এয়ে মোৰ উদ্দেশ্য।"

এনেতে ৰজাৰ নুমলীয়া পুতেক পালেহি। ৰজাই ক'লে—"সোণ, তই মোৰ নুমলীয়া পো। তোৰ বাৰু মনত কি কৰিবলৈ হাবিয়াহ হয়? কি কৰি তই জীৱন অতিবাহিত কৰিব খোজ?"

ৰাজ-পুত্ৰই উত্তৰ দিলে—"মোৰ ইচ্ছা হয়, মই যেন আপোনাৰ ৰাজ্যখনৰ সীমা আৰু অলপ বহলাম আৰু তাৰ পিছত এখন বিশাল ৰাজ্যৰ অধিপতি হৈ ৰাইজৰ সুখৰ কাৰণে সৰ্বস্ব দান কৰিম। ৰাজ্যত শিক্ষালয়, ধৰ্মশালা, চিকিৎসালয় আদি পাতি দিয়াৰ উপৰিও যেন বাটপথ সুগম কৰি দিম, ঘৰবাৰীবোৰ ধুনীয়া ধুনীয়াকৈ সজাই দিম আৰু ৰাজ্যৰ দীনতম লোকজনেও যাতে দুবেলা দুমুঠি সুখেৰে খাব পাৰে তাৰ বাবে ব্যৱস্থা কৰিম। এনেবোৰ এশ এটা পৰিকল্পনাই মোৰ মনটো উজ্জ্বল কৰি ৰাখে। নাজানো পিতা, জীৱনত ৰাজ্যৰ প্ৰজাসকলৰ এনেকুৱা সুখ কেতিয়াবা দেখিবলৈ পাওঁ নে নাপাওঁ।"

ৰজা আৰু মন্ত্ৰীসকল স্তব্ধ হ'ল। ৰজাই পুতেকক আঁকোৱালি ধৰি ক'লে—"বাচা, তোৰ জয় হওক। তোৰ আশা-অভিলাষ কাৰ্যত পৰিণত কৰিবলৈ ভগৱান তোৰ সহায় হওক। তয়ে ৰাজ্য চলোৱাৰ বাবে মোৰ উপযুক্ত উত্তৰাধিকাৰী।" এই বুলি তেওঁ বিধি-ব্যৱস্থাৰে নুমলীয়া পুতেকক ৰজা পাতিলে। ৰজাৰ বাকী দুই পুতেকেও আনন্দহে পালে।

# ইও ভগৱানৰে লীলা

এসময়ত এজন সদাগৰৰ ঘৰৰপৰা লগুৱা এটাই বহুত ধন-সোণ চুৰ কৰি লৈ পলাই গৈছিল। বহু যত্ন কৰিও কোনেও লগুৱাটোক ধৰিব নোৱাৰিলে।

এইদৰে বহুত দিন গ'ল। এদিন সদাগৰজন অন্য এখন দেশলৈ ফুৰিবলৈ যাওঁতে। তেওঁ বাটতে তেওঁৰ লগুৱাটোক সুন্দৰকৈ সাজন-কাজন কৰি ভব্য ভদ্ৰলোকৰ দৰে ফুৰি থকা দেখিলে। তেওঁ লগুৱাটোৰ ৰেহৰূপ ভালকৈ চাই চিনিব পাৰি তাৰ হাতত ধৰিলেগৈ আৰু ক'লে—"হেৰা, তুমি অমুকা নোহোৱানে? মোৰ ঘৰত লগুৱা নাছিলা জানো? মোৰ ধন-সোণবোৰ ক'লৈ নিলা? ব'লা, ৰজাৰ ঘৰলৈ যাওঁ।"

সদাগৰ যেনে লগুৱাও তেনে আছিল। সিও পোনেই সদাগৰৰ চোলাত খামোচ মাৰি ধৰি ক'লে—"তুমিহে মোৰ ধন-সোণ চুৰ কৰিছিলা। মোৰ ধন-সোণবোৰ দিয়া, নহ'লে ব'লা ৰজাৰ ওচৰলৈ।" এইদৰে দুয়োৰো জোটা-পোটা লাগিল।

দুয়ো গৈ ৰজাৰ ওচৰত হাজিৰ হৈ নিজৰ নিজৰ গোচৰ দিলে। ৰজাই মানুহ দুজনক দেখি কোনটো চোৰ, কোনটো মালিক, কোনটো লগুৱা, কোনটো সদাগৰ আছিল তাৰ একো নিৰ্ণয় কৰিব নোৱাৰি ক'লে—"বাৰু, বিচাৰ ভালকৈয়ে হওক। দুয়ো বাহিৰৰপৰা খিড়িকীয়েদি মূৰ সুমাই দিয়া।" দুয়ো শুচৰীয়াই সেইদৰে কৰিলে।

ৰজাই তেতিয়া কটোৱালক গহীনাই আদেশ দিলে—"কটোৱাল, এওঁলোক দুজনৰ ভিতৰত লগুৱাটোৰ মূৰটো তৎক্ষণাৎ কাট।"

কটোৱালে তৰোৱাল হাতত লোৱা মাত্ৰকে লগুৱাটোৱে মূৰটো অতৰ্কিতেই টানি নিলে। সদাগৰে কিন্তু মূৰ পাতিয়েই থাকিল।

ৰজাৰ তেতিয়া বুজিবলৈ বাকী নাথাকিল যে মূৰ পাতি থকাটোৱেই গিৰিহঁত আৰু মূৰ উলিয়াই নিয়াটোৱেই লগুৱা। তেওঁ তেতিয়া লগুৱাটোক কাৰাবাস দিবলৈ আদেশ দিলে। সদাগৰে মুক্তি পাই ক'লে—"ইও এক ভগৱানৰে লীলা। ভগৱানেহে আজি ৰক্ষা কৰিলে। মই বাচি যাম বুলি ভবাই নাছিলোঁ। মহাৰাজৰ জয় হওক।"

# কণা নো নহয় কোন?

সেইদিনা কিবা দোষ দেখি ৰজা আকবৰে তেওঁৰ প্ৰিয় সদস্য বীৰবলক ধমক কৰে কণা বুলি পেলালে। সম্ৰাটৰ এনে অভাবনীয় আচৰণত বাকী সদস্যসকল আচৰিত হ'ল ; কাৰণ বীৰবল সম্ৰাটৰ ইমান প্ৰিয় যে গুৰুতৰ দোষ কৰিলেও তেওঁ বীৰবলক সহজে বেযাঁকৈ একো নোবোলে। যাওক বাৰু, যি হ'বৰ আছিল হ'ল। গ'ল কথা গুচিল। সেইদিনা সেইদৰে পাৰ হ'ল।

পিছদিনা ৰাজ-সভাত বীৰবল বিষাদ মনে বহি আছে। সম্ৰাটে বীৰবলক আমন-জিমনকৈ বহি থকা দেখি ক'লে—"কালি মই তোমাক 'কণা' বোলাত বেয়া পালা হ'বলা। বাৰু, আগলৈ সাৱধান হ'বা যাতে আনেও তোমাক কণা বুলি ভাবিবলৈ সুযোগ নাপায়।"

বীৰবলে ক'লে—"জাহাপনা, সম্ৰাটে কণা বোলাত বীৰবলে অকণো বেজাৰ পোৱা নাই। বীৰবলে কেৱল এটা মূল সত্য উদঘাটন কৰিব নোৱাৰি হে চিন্তাত পৰিছে—কণা কোন নহয়? অৰ্থাৎ বীৰবল কোন নহয়? সকলো দেখোন সম্ৰাটৰ গালি খোৱা বীৰবল।—এয়ে হ'ল মোৰ চিন্তা আৰু বিষাদৰ কাৰণ।"

সম্ৰাটে হো-হো-হো কৈ হাঁহিলে আৰু ক'লে—"বীৰবল কোন নহয়? বীৰবল আমিয়ে নহওঁ। আমি জানো কেতিয়াবা কণাৰ দৰে কাম কৰোঁ?"

বীৰবলে উত্তৰ দিলে—"মহামান্য সম্ৰাটক কণা বুলিবৰ বীৰবলৰ কিয়—বীৰবলৰ চৈধ্য পুৰুষৰো সাধ্য নাই। কাৰ্যত কিন্তু হ'লে কেতিয়াবা......।"

—কিন্তু-তিন্তু নাই। তুমি কাৰ্যত দেখিলে আঙুলিয়াই দিবা। মুখৰ কথাৰে নহয়।—সম্ৰাটে ক'লে।

'যিবা আজ্ঞা' বুলি বীৰবল নিস্তব্ধ হ'ল।

এদিন সম্ৰাট আকবৰ তেওঁৰ সভাসদসকলক লগত লৈ ফুৰি ফুৰি গৈ এখন হাটত ওলাল। দূৰৰপৰা সম্ৰাটক হাটত সোমোৱা দেখি বীৰবলে কৰিলে কি—তেওঁ এখন কাপোৰ পাৰি লৈ সম্ৰাট গৈ থকা বাটটোৰ দাঁতিতে বহি থাকিল। তেওঁ কাষতে এজোৰ দোৱাত-কলম ৰাখিলে আৰু হাতত কাকত লৈ কলমেৰে কিবা লিখাত লাগি গ'ল।

বীৰবলে একাগ্ৰমনে লিখি আছে , এনেতে গৈ তেওঁৰ ওচৰত থিয় হৈ সম্ৰাটে সুধিলে—"বীৰবলে ইয়াত কি কৰিছা?"

বীৰবলে ক'লে—"জাহাপনা, ইয়াতে বহি মই কণা মানুহৰ হিচাব লেখিছোঁ।"

সম্ৰাটে ক'লে—"বাৰু, লেখা শেষ হ'লে পিছত মোক দেখুৱাবা . বিশেষ কাম আছে।" বীৰবলে 'যিবা আজ্ঞা' বুলি শলাগি থ'লে।

পিছদিনা বীৰবল গৈ সভাঘৰ পোৱাৰ লগে লগে সম্ৰাটে সুধিলে—"বীৰবল, আনা, তোমাৰ কণাৰ হিচাবটো দিয়া। বজাৰত কালি মুঠতে কিমান কণা পালা, চাওঁ। সিহঁত সকলোৰে কাৰণে চিকিৎসাৰ ব্যৱস্থা কৰিব লাগিব।"

বীৰবলে ক'লে—"হয় জাহাপনা, শীঘ্ৰেই কৰা উচিত" এই বুলি তেওঁ হিচাবৰ বহীটো নি সম্ৰাটৰ হাতত দিলে।

আচৰিত কথা, কণাৰ তালিকাত মহামান্য সম্ৰাটৰ নামটোৱেই এক নম্বৰত জিলিকি আছে। সম্ৰাট আচৰিত হ'ল আৰু বীৰবলক ক'লে—"বীৰবল, তুমি তোমাৰ এনে বলিয়ালিৰ যথাযথ কাৰণ দেখুৱাব নোৱাৰিলে তোমাক শূলত দিয়া হ'ব।"

বীৰবলে ক'লে—"হয় জাহাপনা, মহামান্য সম্ৰাটে বীৰবলক শূলত, শেলত, পীৰাত বা সিংহাসনত—য'তে ইচ্ছা দিব পাৰে, কিন্তু তেতিয়াও হ'লে সংসাৰ কাণৰেই ভৰি থাকিব।"

সম্ৰাটে ক'লে—"সেইবোৰ টাংটিঙালি নাখাটিব। মোৰ নাম তুমি কি সাহেৰে আৰু কি যুক্তিত কণাসকলৰ আগশাৰীত দিলা—কোৱা।"

—'জাহাপনা, ভগৱানে দিয়া চকুৰ ব্যৱহাৰ যি নকৰে তাক কণা নুবুলি আপুনি কি বুলিব? যিসকলে চকু থাকিও নেদেখাৰ দৰে কাম কৰে তেওঁলোকৰ আৰু হীৰাৰ চকু লগাই লোৱা কণাসকলৰ পাৰ্থক্য কি জাহাপনা? কালি মই চকু থকা কণাসকলৰ তালিকা তৈয়াৰ কৰিবলৈ বুলি বজাৰত বহিছিলোঁ মাত্ৰ, এনেতে সম্ৰাটে মোক সুধিছিল—'কি কৰিছা, বীৰবল' বুলি। সম্ৰাটে মোক 'কি লেখিছা, বীৰবল' বুলি সোধা নাছিল। মোক লেখি থকা দেখিও সম্ৰাটে মোক তেনেকৈ কি কৰিছা বুলিছিল। এনে স্থলত মই সম্ৰাটৰ নামটো প্ৰথমে নিলিখিলে সম্ৰাটক মই অপমান কৰা নহ'বনে? সম্ৰাটৰ নাম নিলিখিলে মোৰ দ্বিতীয় অপৰাধ হ'ব—মহামান্য সম্ৰাটৰ আজ্ঞা উলঙ্ঘা কৰা বুলি ; কাৰণ তেখেতেহে মোক এই তালিকা প্ৰস্তুত কৰিবলৈ আদেশ দিছে। সম্ৰাটে বা এই নিঃকিনৰ পৰীক্ষা ল'বলৈয়ে তাৰে যোৱা নাছিল বুলি এই নিঃকিনে বুজিম কেনেকৈ?

বীৰবলৰ ইমানবোৰ যুক্তিত সম্ৰাটে টলকা মাৰি থাকি ক'লে—"বাৰু তোমাৰ আৰু কেনে কেনে কিচিমৰ কিমান কণা ওলায় সম্পূৰ্ণ হিচাবটো সোনকালে দিবা।" বীৰবলে 'যিবা আজ্ঞা জাহাপনা' বুলি চালাম দি নিজৰ আসনত বহি থাকিল।

তাৰ পাছৰ অন্য এদিনৰ কথা। বীৰবল কিবা কাৰণত অসুখ হোৱা বুলি কিছুমান দিন ৰাজ-সভালৈ যোৱা নাই। এই দীঘলীয়া ছুটীৰ ভিতৰতে এদিন তেওঁ কটাছিটা কাপোৰ পিন্ধি ডাল-দৰিদ্ৰ ভিকহুৰ দৰে হৈ গাএজা মানুহবোৰৰ লগত আদিন কাষতে হলিগলি কৰি কথা পাতি আছিল। সেই সময়ত ৰাজসভাৰ জনদিয়েক সভাসদ সেই পিনেদি যাওক। তেওঁলোকে বীৰবলক দেখি চিনি পালে, কিন্তু ভাবিলে আৰু কোৱাকুই কৰিলে, বীৰবলক আজি কেইদিনমান ৰাজ-সভাত দেখা নাই। সম্ৰাটে তেওঁক কিবা কচুৰত ৰৰখাস্ত কৰিলে হ'বলা, নহ'লে নো তেওঁ এনে টোকোনাটো হ'ব নে? সম্ৰাটৰ লগত কথাৰ কটা-কাটি কৰি থকাৰ উচিত শাস্তি পালে। এনেকৈ থিৰাং কৰি নিজৰ সম্মান হানি হোৱাৰ ভয়ত তেওঁলোকৰ কোনেও বীৰবলক নামাতিলে, কেৰাহিকৈ চাই ওচৰেদি পহীন হৈ গুচি গ'ল।

তাৰে দুদিন পিছত বীৰবল গৈ সম্ৰাটৰ ওচৰত হাজিৰ হ'ল আৰু ক'লে—"মহাৰাজ, কণা মানুহৰ আৰু এখন তালিকা আনিছোঁ।" সম্ৰাটে 'দিয়া' বুলি তালিকাখন খুজি নি পঢ়ি চালে। তাত তেওঁ এইবাৰ ৰাজ-সভাৰ যাই যাই বিষয়াসকলৰে নাম ওপৰত দেখি সভাৰ মাজতে বীৰবলক সুধিলে—"বীৰবল, এইবাৰ তুমি মোক এৰি বিষয়াসকলক ধৰিছা। বিষয়াসকলক বাৰু কিদৰে কণা বুলি সাব্যস্ত কৰিলা? এওঁলোক কোন শ্ৰেণীৰ কণা?"

বীৰবলে ক'লে—"জাহাপনা, এওঁলোক ধন-কণা ; অৰ্থাৎ ধন-ঐশ্বৰ্যৰ গৰ্বত অন্ধ। তেওঁলোকে সিদিনা মোক দুখীয়া ভেশত থকা দেখি মুখেৰে নামাতিলে, দেখিও নেদেখা ভাও জুৰিলে। পদ-মৰ্যাদা আৰু ধন-ঐশ্বৰ্যই এওঁলোকক তেনেকৈ অন্ধ বনালে ; নহ'লে জানো তেওঁলোকে বীৰবলক নামাতি থাকে? এই ধন-কণাসকলক মন-কণাও বুলিব পাৰি ; কিয়নো তেওঁলোকে মনৰ বল হেৰুৱায়। সিদিনা বাৰু তেওঁলোকে মোক দেখিছিল নে নাই, সোধক জাহাপনা। মোক মাতিছিল নে নাই, তাকো সোধক।"

সভাসদসকলে নিজ নিজ ভুল স্বীকাৰ কৰি মতা নাছিল বুলি ক'লে। সেইদিনা সেইদৰেই গ'ল।

আকৌ অইন এদিনৰ কথা। ৰাজ-নগৰত এটা বিৰাট ভোজ হৈছিল। সকলোৱে নিজৰ নিজৰ জোতাবোৰ খুলি থৈ ভিতৰত বহি ভোজ খাই উঠিছে। বাহিৰত সেই সময়তে ওচৰৰে এটা ঘৰৰ ঘৰত জুই লাগিল। 'জুই' 'জুই'কৈ সকলোৱে চিএৰিবলৈ ধৰিলে। চাৰিওফালে হুলস্থূল লাগি পৰিল। সকলোৱে যাৰে জোতা যেয়ে পালে পিন্ধিলে আৰু জুইৰ ওচৰলৈ দৌৰ দিলে। সকলোৰে চেষ্টাত অতি শীঘ্ৰে জুই নুমুৱা হ'ল। সেই সময়তে ৰাজ-সভাৰ ঘন্টা পৰিল। সভাৰ নিৰ্দিষ্ট সময় উপস্থিত হোৱাত সকলোৱে উধামুখাকৈ গৈ সভাত উপস্থিত হ'ল।

ঠিক সেই সময়তে বীৰবলে সম্ৰাটৰ ওচৰলৈ গৈ ক'লে—"জাহাপনা, কণা নহয় কোন? আজি ইয়াত উপস্থিত থকা প্ৰায় সকলোবোৰ লোকেই কণা। মহাৰাজে

পৰীক্ষা কৰাই চাওক, আপোনাৰ সভাসদসকলৰ সকলোৱে বাৰু নিজৰ জোতা পিন্ধিছে নে? তেওঁলোকে কণাৰদৰে সকলোৱে এজনৰ জোতা অন্যজনে পিন্ধি আহিছে। যাৰ এনে ভুল হয় তাক যদি কণা বোলা নাযায় তেন্তে কণা নো কোন?”

সভাসদসকলে নিজ নিজ ভৰিলৈ চাই লাজ পাই কেনেকৈ সেই ভুল হ'বলৈ পালে সম্ৰাটক বুজাই ক'লে। বীৰবলে তেতিয়া গহীনকৈ ক'লে—“জাহাপনা, এই নিঃকিনে সেই বাবেই সিদিনা চিন্তা কৰিছিলোঁ—কণা নহয় কোন? অকল চকুহীন বা দৃষ্টিহীনবোৰেই কণা নহয়। বীৰবলকে ভিতৰ কৰি সকলোৱে একপ্ৰকাৰ নহয় একপ্ৰকাৰ কণা। এদিন নহয় এদিন কণা হয়। সম্ৰাটে সিদিনা মোক ঘপহ্ কৰে কণা বোলোঁতে মই চিন্তা কৰিছিলোঁ—মই নো কোন শ্ৰেণীৰ কণা?”

বীৰবলৰ কথাত সম্ৰাট আৰু সভাসদসকলে আমোদ পালে। সম্ৰাটে কণাৰ পৰ্বটো সিমানতে সকলোকে সামৰিবলৈ কৈ বীৰবলক অন্য কথাত মন-কাণ দিবলৈ নিৰ্দেশ দিলে।

# তোমাক নোৱাৰিলোঁ

বুদ্ধদেৱে নতুন ধৰ্ম এটা প্ৰচাৰ কৰিবলৈ ধৰাত কিছুমান লোকে তেওঁক হিংসা কৰিছিল। এদিন এজন বামুণে বুদ্ধদেৱক বাটতে পাই কুকুৰে কাঁইট নোখোৱাকৈ গালি পাৰিলে। বুদ্ধদেৱে একো উত্তৰ নিদিলে। তাকে দেখি বামুণৰ আৰু খং উঠিল। তেওঁ হাতত লাখুটি এডাল লৈ গালি পাৰি পাৰি চকু ৰঙা কৰি বুদ্ধদেৱৰ আগত থিয় হ'ল। বুদ্ধদেৱে এখোজো লৰচৰ নকৰি সহি থিয় হৈ থাকিল। গালি পাৰি পাৰি ভাগৰ লগাত বামুণ যেতিয়া অলপ নীৰব হ'ল, তেতিয়া বুদ্ধদেৱে ক'লে—"দেউ, মই আপোনাক এটা কথা সোধোঁ। আপোনাৰ ঘৰলৈ কেতিয়াবা অতিথি নাহেনে?"

—আহে। তাতে কি হ'ল?

—আপুনি অতিথিক শোধ-পোছ কৰি কিবা খাবলৈ নিদিয়ে জানো?

—দিওঁ, কিয় নিদিম? অতিথি শোধ-পোছ ধৰ্মৰ কাম, গৃহস্থৰ কৰ্তব্য।

—তেনেকৈ অতিথি সেৱা কৰোঁতে যদি অতিথিয়ে আপুনি দিয়া কিবা বস্তু গ্ৰহণ নকৰি এৰি যায়, তেতিয়া সেই বস্তু কি কৰে?

—সেই বস্তু কি কৰিম আৰু? সি গৃহস্থৰ বস্তু গৃহস্থৰ কাৰণে থাকি যায়।

বুদ্ধদেৱে তেতিয়া হাঁহি এটি মাৰি ক'লে—"মই আজি আপোনাৰ তালৈ অতিথিৰূপে আহিছিলোঁ। আপুনি বাটতে পাই মোক যিবোৰ গালি-শপনি দিলে সেইবোৰ মই গ্ৰহণ কৰা নাই। আপোনাৰ কথামতে সেইবোৰ এতিয়া আপুনি যি কৰে কৰক, মোৰ প্ৰয়োজন নাই। এই অক্ষমতাৰ বাবে মোক আপুনি ক্ষমা কৰক।"

বামুণে কিছু পৰ তভক মাৰি থাকি ক'লে—"তোমাক নোৱাৰিলোঁ। মোকো তুমি ধৰ্ম দিয়া।"

সেই দিনাৰপৰা বামুণেও তেওঁৰ শিষ্যত্ব গ্ৰহণ কৰিলে।

*SANMIHALI A collection of a dozen short stories selected from holy scriptures and other books written in Assamese for children and adult learners by Shri Atul Chandra Barua and published by Barua Prakash Bhavan, Navagiri, Chandmari, Guwahati - 781 003*
*Price Rs 8 00 only*

---

প্ৰকাশক ঃ
বৰুৱা প্ৰকাশ ভৱন
নবগিৰি, চানমাৰি
গুৱাহাটী - ৭৮১ ০০৩

প্ৰথম প্ৰকাশ ঃ
ছেপ্টেম্বৰ, ১৯৮৬



মূল্য ঃ আঠ টকা

মুদ্ৰক ঃ
নিবেদন প্ৰিণ্টাৰ্চ
আমবাৰী তিনিআলি,
গুৱাহাটী - ৭৮১ ০২৫

# কৈফিয়ৎ

'সানমিহলি'—লেখকৰ ইতিপূৰ্বে প্ৰকাশিত 'ওলট-পালট' (১৯৫৭), 'সন্ধিয়াৰ সাধু' (১৯৬৩) আৰু 'খেলিমেলি' (১৯৭৮)ৰ শাৰীপূৰক পুথি। শিশু আৰু জীৱনত দ্বিতীয়বাৰ শৈশৱ পোৱা ন-শিকাৰুসকলৰ কাৰণে ইয়াক যুগুতোৱা হৈছে।

পুথিৰ বেটুপাতৰ ছবিটি এসময়ত আমাৰ 'ডাকে বোলে শুনা উপায়' বোলা পুথিৰ বেটুপাতৰ ছবি আঁকা শ্ৰীমান শৰৎ বৰুৱাৰ কীৰ্তি। ডঃ নেওগ ডাঙৰীয়াই বাটচ'ৰাৰ বাণীটিৰে 'সানমিহলি'ক আঁত উলিয়াই, বাট লগাই দি কৃতাৰ্থ কৰিলে। তেওঁলোক উভয়লৈকে আৰু লগতে খৰধৰকৈ ছপা কাম কৰি দিয়া 'নিবেদন প্ৰিণ্টাৰ্ছ'ৰ হৈ শ্ৰীখৰ্গেশ্বৰ তালুকদাৰলৈকেও আন্তৰিক শলাগ নাযাচিলে দোষে ছুব। তেওঁলোক তিনিওৰে ত্ৰিবেণী-পৰশত 'সানমিহলি' পাঠকৰ কাৰণে পঠিতব্য কিবা এপদ হ'লেই লেখকৰ শ্ৰম সাৰ্থক হ'ব। ইতি

নবগিৰি পথ, চানমাৰি
গুৱাহাটী - ৭৮১০০৩

শ্ৰীঅতুল চন্দ্ৰ বৰুৱা
৫ ছেপ্টেম্বৰ, ১৯৮৬

# বাটচ'ৰাৰ কথা

শ্ৰীঅতুলচন্দ্ৰ বৰুৱাদেৱৰ "সান মিহলি" ল'ৰা-ছোৱালী আৰু দ্বিতীয় শৈশৱ পোৱা বয়সীয়া ন-শিকাৰুসকললৈ এটি মনোমোহা উপহাৰ। আমি জনা-নজনা কেইবাটিও পুৰণি সাধু ইয়াতে একেখুপি কৰি থোৱা হৈছে—ন-শিকাৰুৰ জিভাত মিঠা মিঠা লগা ভাষাৰে। ইযাৰ আগতো "ওলট-পালট", "খেলিমেলি" আৰু "সজিয়াৰ সুৰ" নামে তেনে একোজুকি গল্প বৰুৱা ডাঙৰীয়াই আমাক দিছে। আশা কৰিছোঁ যাৰ উদ্দেশ্যে এই আযোজন, সেইসকলে ইয়াত সোৱাদ পাব আৰু ঘূৰাই ঘূৰাই গল্পকেইটি পঢ়ি আনন্দ কৰিব।

গুৱাহাটী - ৭৮১ ০০৩ ড° মহেশ্বৰ নেওগ
৫ ছেপ্টেম্বৰ, ১৯৮৬

# দিন-ডকাইত গুচি মহাকবি

অতি পুৰণি কালৰ কথা। তেতিয়া সত্য যুগ গৈ ত্ৰেতা যুগ পৰিছে। পৃথিৱীখন হাবি-জঙ্ঘলেৰে ভৰা। তেনেকুৱা হাবিৰ মাজেদিয়ে মানুহে লুংলুঙীয়া বাটেদি অহা-যোৱা কৰে।

এদিন এখন অটব্য অৰণ্যৰ মাজেদি সৃষ্টিকৰ ব্ৰহ্মা আৰু দেৱৰ্ষি নাৰদ গৈ আছে। ব্ৰহ্মা আগে আগে, নাৰদ পাছে পাছে। নাৰদ ব্ৰহ্মাৰ মানস-পুত্ৰ।

গৈ আছে, গৈ আছে, এনেতে হাবিৰ মাজত ভীমকায় ডকাইত এটাই দুয়োকো আগচি ধৰি মূৰৰ ওপৰত ৰাম-টাঙোন জোকাৰি ক'লে—সাৱধান, আৰু এখোজো আগনাবাঢ়িবি। কোবাই মূৰ ভাঙিম। হাতত ধন-পইচা যি আছে দে , নহ'লে মৰণ মিলিব। ৰাখোঁতা নাই।

ব্ৰহ্মাই হাতত থকা কমণ্ডলুটো দেখুৱাই ক'লে—এয়ে মোৰ সম্বল। মোৰ নাম ব্ৰহ্মা। মোৰ লগত থকা এওঁ হ'ল নাৰদমুনি। বীণখনেই এওঁৰ যথাসৰ্বস্ব। লাগিলে তাকে নিব পাৰা। পিছে তুমিনো কোন? কিয় বা এনেকৈ আমাক বাট-আগচি ধৰিলা?

ডকাইতে ক'লে তহঁত নতুন বাটৰুৱা হ'বলা। সেইদেখি মোক আগতে দেখা নাই। মোৰ নামো শুনা নাইনে? মোৰ নাম ৰত্নাকৰ দস্যু। মোৰ নাম শুনিলেই বাটৰুৱাৰ থৰ-কাছুটি হেৰায়।

ব্ৰহ্মাই কোমল মাতেৰে ক'লে—বাছা, তুমি ডেকা মানুহ। বহুতদিন আয়ুস আছে। ডকাইতি কৰিছা কিয়? ডকাইতি কৰা মহাপাপ।

—মহাপাপ-চহাপাপ মই নাজানো। মোৰ এখন সংসাৰ আছে। মোৰ আই-বোপাই আছে। ল'ৰা-তিৰোতাও আছে। মই সিহঁতক এইদৰেই মানুহ মাৰি, ডকাইতি কৰি যি পাওঁ তাৰে পোহপাল দিওঁ। সম্প্ৰতি বাৰু তহঁতে তহঁতৰ হাতত থকা এই বস্তু দুই পদকে দেচোন, তাৰ পাছত তহঁতৰ যি ক'বলগা আছে ক'বি।

ব্ৰহ্মা আৰু নাৰদে দিলে। লগে লগেই ব্ৰহ্মাই ক'লে—বাছা, আমাৰ এইবোৰ বাৰু নিয়া। তোমাক আৰু কিবা কৰি দিব লাগিলেও আমি কৰি দিম। পিছে, এনে ডকাইতি কৰা আৰু মানুহ মাৰা মহাপাপ। তাৰবাবে তুমি পৰ-জন্মত অকলে নিকাৰ ভুগিবা। তোমাৰ পৰিয়ালৰ কোনেও তাৰ ভাগ নল'ব।

—কিয় নল'ব? মই সিহঁতৰ কাৰণেহে এনেবোৰ কাম কৰিছোঁ। তাক দেখোন সকলোৰে জানে।

ব্ৰহ্মাই ক'লে—তুমি বাৰু সুধি আহাগৈচোন। কোনোবাই তোমাৰ এনে কামৰ পাপৰ ভাগ ল'ব খোজে নেকি?

ৰত্নাকৰে ক'লে—তহঁত দুয়োকো মই এৰি দি যাব নোৱাৰোঁ। দুয়োকো গছত লতাৰে বান্ধি থৈ যাম, যাতে চলনা কৰি পলাই যাব নোৱাৰ।

এই বুলি ৰত্নাকৰে ব্ৰহ্মা আৰু নাৰদক গছ্ এজোপাত বান্ধি থৈ বীণা-কমণ্ডলু হাতত লৈ ঘৰলৈ গ'ল। ঘৰ পাই বুঢ়া মাক-বাপেকক কথাটো ক'লে আৰু তাৰ পাপৰ ভাগ তেওঁলোকেও ল'ব নে নলয় সুধিলে।

ৰত্নাকৰৰ পাপৰ ভাগী হ'বলৈ কোনো নোলাল। তেওঁলোকে ক'লে—আমাক পোহপাল দিয়াটো তোমাৰ কৰ্তব্য। সেয়ে তোমাৰ ধৰ্ম। সেই ধৰ্ম কৰোঁতে যি পাপ-পুণ্য কৰা সি তোমাৰ নিজৰ। আমি তাৰ কিয় ভাগ ল'ম?

কথা শুনি ৰত্নাকৰৰ মূৰ ঘূৰাবলৈ ধৰিলে। তাৰ পৃথিৱীখন ভৰিৰ তলৰপৰা আঁতৰি যোৱা যেন লাগিল। সি পোনছাটে উভতি আহিল আৰু ব্ৰহ্মা-নাৰদ দুয়োকো আথেবেথে মুকলি কৰি দি ক'লে, আপোনালোকে যি কৈছিল সকলো সঁচা। আপোনালোক মোৰ গুৰু। মোৰ দেৱতা। আপোনালোকে মোৰ আজি গিয়ান-চকু মুকলি কৰি দিলে। পিছে মই অতীতত কিমান পাপ কৰিলোঁ তাকে ভাবিহে চাৰিওফালে অন্ধকাৰ দেখিব লাগিছোঁ। আপোনালোকে মোক পৰিত্ৰাণৰ উপায় দিয়ক। নহ'লে মই নিগমে মৰিলোঁ।

তেতিয়া ব্ৰহ্মাই ক'লে, বোপা ৰত্নাকৰ, এই জগতত সকলোৱে নিজৰ স্বাৰ্থৰ কথাকে ভাবে। ঘৰৰ পৰিয়ালেও তাকেই কৰে। তুমি যিমান দিনলৈকে তেওঁলোকক ভৰণ-পোষণ দিব পাৰিবা সিমান দিনলৈ সকলোৱে তোমাক আদৰ-সাদৰ কৰিব ; তুমি উপাৰ্জন কৰিব নোৱাৰা হ'লে তোমাৰ মুখলৈকে চাওঁতা কোনো নোলাব। তুমি যি ল'ৰা-তিৰোতাক নিজৰ বুলি আজি নাখায়ো খুৱাইছা, আপডাল কৰিছা, মৰাৰ লগে লগে তোমাৰ শৰীৰটোকো তেওঁলোকেই চুবা বুলি ছুবলৈকেও টান পাব। গতিকে মানুহৰ একমাত্ৰ আশ্ৰয় হৈছে নিৰঞ্জন, নিৰাকাৰ, করুণাময় ভগৱান। তেওঁ তোমাক নেৰে। তেৱেঁই একমাত্ৰ নিস্বাৰ্থ আৰু তেওঁ নিৰাশ্ৰয়ৰ আশ্ৰয়। তেওঁৰে তুমি আশ্ৰয় লোৱা, বাছা। তেওঁক একমনে আৰাধনা কৰা। তেওঁ তোমাক ৰক্ষা কৰিব। তেওঁ অনাথৰ নাথ, অসহায়ৰ সহায়।

ৰত্নাকৰে ক'লে—কিন্তু মই যে মহাপাপী। তেওঁৰ আশ্ৰয় মই পাম কেনেকৈ? আপোনালোকে মোক তাৰ উপায় দিয়ক।

তেতিয়া সৃষ্টিকৰ্তা ব্ৰহ্মাই ক'লে—ভয় নকৰিবা, বৎস। তুমি যেতিয়া নিজৰ পাপৰ কথা জানিছা আৰু তাৰ বাবে অনুতাপ কৰিব পাৰিছা, দয়াময় ভগৱানে তোমাক ৰক্ষা কৰিব। অনুতাপেই পৰাচিত। পৰাচিতে মানুহৰ মন শুদ্ধ কৰে , নিকা কৰে।

এই বুলি ব্ৰহ্মাই ৰত্নাকৰক নাম-ধৰ্মত দীক্ষা দিবলৈ নাৰদক উপদেশ দিলে আৰু দুয়োৰোপৰা বিদায় লৈ অন্তৰ্দ্ধান হ'ল।

নাৰদে ৰত্নাকৰক নাম-ধৰ্মত শৰণ দি জপ কৰিবলৈ শিকালে। ৰত্নাকৰে দিনৰ পাছত দিন, মাহৰ পাছত মাহ, বছৰৰ পাছত বছৰ ৰাম-নামজপিয়ে কটাবলৈ ধৰিলে। তেওঁৰ শৰীৰৰ বাহ্যিক জ্ঞান নোহোৱা হ'ল। উঁই-হাফলুৱে সমস্ত শৰীৰ ঢাকি পেলালে। তেতিয়া উঁই-হাফলুৰ মাজৰপৰাই ৰাম-নামৰ সুমধুৰ ধ্বনি উঠি থাকিবলৈ ধৰিলে। ৰাম-নাম জপোঁতে জপোঁতে ৰত্নাকৰৰ অন্তৰৰ সকলো পাপ নামাগ্নিয়ে দহি অন্ত কৰিলে।

ৰত্নাকৰ এদিন সেই উঁই-হাফলুৰপৰা ওলাই আহিল। তেওঁ গঙ্গাত স্নান-তৰ্পণ কৰি জুইত পোৰা সোণৰ দৰে উজ্জ্বল ৰূপ ধাৰণ কৰিলে। তেওঁ সাক্ষাৎ শুদ্ধ-বুদ্ধ জ্ঞানী ঋষি এজন হৈ পৰিল। ধৰ্মৰ পবিত্ৰ কথা তেওঁৰ মুখেদি আপোনা-আপুনিয়ে ওলাবলৈ ধৰিলে। উঁই-হাফলুক বল্মীক বোলে। বল্মীকৰপৰা নতুন জনম লভি ঋষি হৈছিল কাৰণে তেওঁৰ নাম হ'ল বাল্মীকি। তেৱেঁই জগতৰ আদি মহাকাব্য ৰামায়ণ ৰচোঁতা মহাকবি মহৰ্ষি বাল্মীকি। সাধু-সঙ্গৰ প্ৰভাৱত দিন-ডকাইতেই এদিন গৈ মহৰ্ষি হ'ব পাৰিছিল।

# এক নম্বৰ ভৃত্য

ৰণত হাৰি বন্দী হোৱা সৈন্যবোৰৰ কিছুমানক আগৰ দিনত চাকৰ-বাকৰ, লগুৱা-লিকচৌ কৰি ৰখা হৈছিল। থানেশ্বৰৰ ৰণত পৃথ্বিৰাজ হাৰিল আৰু মহম্মদ ঘোৰী জিকিল। পৃথ্বিৰাজৰ বহুত ৰণুৱা-বনুৱা, পালী-পহৰীয়া ঘোৰীৰ সৈন্যৰ হাতত বন্দী হ'ল। সেই বন্দীসকলৰ ৰঙিয়াল ধৰণৰ, তজ্‌বজীয়া প্ৰকৃতিৰ এটাক সম্ৰাটে মাতি নি এদিন ধেমালি কৰিবৰ উদ্দেশ্যে সুধিলে—

—তোৰ নাম কি অ'? ৰণত হাৰি বন্দী হৈও দেখোন তই বে'ছ ৰংমনে ফুৰ্তি কৰিয়ে আছ।

—জাহাপনাই যি বুলিযে মাতে সেয়ে মোৰ নাম। আৰু ফুৰ্তি নকৰি নো কি কৰিম, জাহাপনা?

—বাৰু ভাল কথা। আগৰ নাম তোৰ একো নাছিল নেকি?

—জাহাপনা, আগৰ নাম থাকোঁতে আছিল, পিছে আছিল যদিও এতিয়া নাই। ইয়াত মোক কোনে এতিয়া সেই নামেৰে চিনি পাব? সম্ৰাটে যি বুলিয়ে মাতে সেয়ে এতিয়া মোৰ নাম হ'ব।

—তই বাৰু কি কাম কৰিব পাৰ?

—জাহাপনাই যিহকে কৰিব দিয়ে তাকে কৰিব পাৰিব লাগিব।

—পাৰিবি নে নোৱাৰিবি? জানোচা নোৱাৰ?

—নোৱাৰিম কিয় জাহাপনা? গা-মন ভালে থাকিলে নোৱাৰিবৰ কি কাৰণ থাকিব পাৰে?

—তই নো কি খাব? তই কি খাবলৈ ভাল পাব?

—জাহাপনাই যিহকে খুৱায়। সেই বুলি মই জানো, জাহাপনাই নিশ্চয় মোক অখাদ্য নুখুৱায়।

—খোৱাৰ কথা বুজিলোঁ বাৰু। তোৰ তেন্তে নিজৰ ৰুচি-অৰুচি একো নাই। হাঁহেৰেও ভাল, মাহেৰেও ভাল। পিছে, কেনেকুৱা কাপোৰ-কানি তই পিন্ধিবলৈ পছন্দ কৰ?

—জাহাপনাই যিহকে পিন্ধিবলৈ দিয়ে তাকে মই পছন্দ কৰিম। জাহাপনাৰ ভালেই এই গোলামৰো ভাল।

—আৰে খচ্ছৰ, তেনেহ'লে তোৰ নিজৰ একো পছন্দ, নিজৰ একো ৰুচি-বেৰুচি নায়ে নেকি? তই এক অদ্ভুত জানোৱাৰ!

—জাহাপনাই জানেই দেখোন! যুদ্ধত ধৰি অনা এই বন্দী জাহাপনাৰ নিকিনা গোলাম। তেনে গোলামৰ আকৌ পছন্দ-অপছন্দ কি থাকিব পাৰে? মালিকৰ সুখেই গোলামৰো সুখ, মালিকৰ পছন্দই গোলামৰো পছন্দ। মালিকক সুখত ৰখাই এতিয়া গোলামৰ কাম। মালিকৰ ইচ্ছা পূৰণ কৰাই গোলামৰ ধৰ্ম। তাকে কৰিয়ে ফুৰ্তিত থাকিব লাগিব। সংসাৰত সকলোৱে মালিকক যদি মানি চলে তেনেহ'লে সংসাৰখন কিমান সুখৰ ঠাই হ'ব, ভাবি চাওকচোন, জাহাপনা।

কথা শুনি মহম্মদ ঘোৰী বাদছাহ সিংহাসনৰপৰা নামি আহি বন্দীটোৰ হাতত ধৰি ক'লে, 'চাবাইচ, চাবাইচ, তই আজি মোক বহুত কথা শিকালি অ'। তোৰ কাম যদি তোৰ মালিকক তুষ্ট কৰাটোৱে, তেনেহ'লে, ময়ো বুজিলোঁ, মোৰো কাম মালিক খোদাতালাক সময়োচিত আজান-দোৱাৰে আৰু তেওঁৰ প্ৰিয় কাম কৰি তুষ্ট কৰাটোৱেই। আল্লাই তোকো কৰ্তব্য কৰিবলৈ ভালে ৰাখক, মোকো সৎ মতি দি প্ৰজা পালনত সহায় কৰক। তই আজিৰপৰা মোৰ এক নম্বৰ বিশ্বাসী ভৃত্য হ'লি'।

# নাৰদৰ দৰ্পচূৰ্ণ

ঢেঁকীত উঠি গুণ-গুণাই হৰি-গুণ গাই তিনিও ভুবন পৰ্যটি ফুৰাই হ'ল নাৰদৰ কাম। তেওঁ নিজে মনে মনে ভাবিছিল—তেওঁৰ সমান ডাঙৰ হৰিভক্ত জগতত আৰু দ্বিতীয় এজন নাই। তথাপি সেই কথাটোকে স্বয়ং ভগৱান শ্ৰীকৃষ্ণৰ মুখে শুনিবলৈ তেওঁৰ এদিন মনত বৰ ইচ্ছা হ'ল। তেওঁ গৈ পোনে পোনে শ্ৰীকৃষ্ণৰ কাষ চাপিল আৰু একো লুকঢাক্ নকৰাকৈ ঘপৰাই সুধি পেলালে, প্ৰভু, আপুনি বাৰু কাক আপোনাৰ সৰ্বাতোকৈ ডাঙৰ ভক্ত বুলি ভাবে?

অন্তৰ্যামী ভগৱানে নাৰদৰ মনৰ আশয় তৎক্ষণাৎ বুজি পালে আৰু মিচিকিয়া হাঁহি এটি মাৰি ক'লে, সেইটো ঘপৰাই কোৱা টান। তথাপি ক'ব লাগিলে, হিমকূট বোলা ঠাইৰ কঠোৰ পৰিশ্ৰমী সেই তেলীটোৰেই নাম ক'ব পাৰি।

কথা শুনি নাৰদৰ নাচি থকা মনটোত চেঁচা পানী পৰিল। তেওঁ আচৰিত হ'ল আৰু ভাবিলে—কোনেও নাম-গুণ নজনা আওহতীয়া ঠাই এখনৰ তেলীয়া এটাহে নো প্ৰভুৰ বৰ ভকত হ'ল নে? হনুমান, প্ৰহ্লাদ, ধ্ৰুব আদি কাৰো নাম তেওঁৰ মুখত নোলাল। মই নাৰদৰ তো কথাই নাই। বাৰু, এই তেলীয়া নো কিমান পানীৰ মাছ এবাৰ নিজে স্ব-চক্ষে চাই লওঁচোন।—এই ভাবি তেওঁ আক সুধি, তাক সুধি, হিমকূট বোলা ঠাইডোখৰ আৰু তাত বাস কৰা সেই তেলীয়াৰ পঁজা বিচাৰি উলিয়ালে গৈ। গৈ দেখে যে তেলীয়ে একান্তমনে ঘানিত তেল পেৰিব লাগিছে আৰু এটা বাটিৰে অতি সাৱধানে তেল নি অইন এটা ডাঙৰ কলহত ঢালি থৈ আছে। নাৰদে তেওঁৰ ওচৰ চাপি ক'লে, আপুনি বৰকৈ হৰিনাম লয়; নহয় নে? দিনটোত বাৰু কিমান বাৰ নাম লয়?

তেলীয়ে নাৰদক দেখি হাতযোৰ কৰি ভক্তিভাবে ক'লে, হে দেৱৰ্ষি, মই বৰ অভাগী। দিনৰ দিনটো কাম কৰিয়ে তৰণি নাপাওঁ। মোৰ আজৰি সময় অকণো নাই। কাম নকৰিলে সংসাৰ নচলে। গতিকে দিনটোত মাত্ৰ পুৱা-গধূলি দুবাৰহে একান্তমনে অলপ সময় প্ৰভুৰ নাম লওঁ। বাকী সময়ত কাম কৰি থাকোঁতে মনে মনে প্ৰভুৰ নাম স্মৰণ কৰোঁ মাত্ৰ। মই বৰ দুৰ্ভগীয়া, প্ৰভু!

তাকে শুনি নাৰদ উভতি আহিল। তেওঁ অলপ অভিমানৰ সুৰত ভগৱান শ্ৰীকৃষ্ণক সুধিলেহি—প্ৰভু, সেই তেলীটোক নো আপুনি কি বুলি মোতকৈও

আপোনাৰ শ্ৰেষ্ঠ ভক্ত বুলি ধৰিলে? সি দেখোন যোগ, ধ্যান, পূজা-অৰ্চনা আদি তো একো নকৰেই, গছৰ তলত বহি সাধাৰণ সন্ন্যাসী এটাৰ দৰে হ'বলৈকেও সংসাৰক ত্যাগ কৰিব পৰা নাই। ওৰে দিনটো তাৰ তেল পেৰাই কাম। তাকে কৰোঁতে বোলে মাজে-সময়ে আপোনাৰ নাম মুখেৰে গুণ-গুণাই গায় আৰু দিনটোত হেনো মাত্ৰ দুবাৰহে অলপ ভালকৈ আপোনাৰ নাম-কীৰ্তন কৰে। মই সকলো খবৰ লৈ আহিলোঁ।

ভগবান শ্ৰীকৃষ্ণই ক'লে, এৰা, নাৰদ, তেল পেৰাই তাৰ কাম। পিছে তেল পেৰা কিমান টান কাম মই জানো নহয়। অলপ অমনোযোগী হ'লেই তেল পৰি যায় আৰু বহুত পয়মাল ঘটে। তুমি-মই সেই কাম তাৰদৰে কৰিবই নোৱাৰিম।

—কিয় নোৱাৰিম প্ৰভু? সি নো কি এটা ডাঙৰ কাম?

—তেনেহ'লে চোৱাচোন বাৰু এবাৰ চেষ্টা কৰি। এইবাটি পানীকে হাতত লৈ তুমি বাৰু সৌ গছজোপাৰ চাৰিওফালে এপাক ঘূৰি মোৰ ওচৰলৈ আহাচোন। চাবা, যাতে তাৰ পানী এটোপাও ক'তো মাটিত নপৰে।

নাৰদ গ'ল। তেওঁ সেইমতে কাম কৰি উভতি আহিল। আহি পাই এটা তৃপ্তিৰ হাঁহি মাৰি ক'লে, প্ৰভু, আহিলোঁ। এটোপাও পানী বাটত ক'তো পৰা নাই, সেই বিষয়ে মই নিসন্দেহ। চাওক লাগিলে।

ভগবান শ্ৰীকৃষ্ণই অলপকৈ হাঁহি ক'লে, এৰা, তুমিও তো কম লোক নোহোৱা। আৰু তুমি তো মোৰ নাম অবিৰাম লৈয়ে থাকা। পিছে এই পানীৰ বাটিটো লৈ গৈ ঘূৰি আহোঁতে বাটত কেইবাৰ বাৰু মোৰ নাম লৈছিলা?

নাৰদ উচপ খাই উঠিল। তেওঁ সকলো কথা তৎক্ষণাৎ বুজি পালে আৰু ক'লে—প্ৰভু, মই এতিয়াহে বুজিছোঁ। মই সঁচাকৈ ইমান মনোযোগ দিছিলোঁ যে মোৰ মুখৰ হৰিনামেই সেইখিনি সময় বন্ধ হৈ আছিল। মোক ক্ষমা কৰক প্ৰভু। এই অধমৰ আজি দৰ্পচূৰ্ণ হ'ল। সংসাৰত যি লোকে নিজৰ কৰ্তব্য কৰি থাকি তাৰ মাজতো আপোনাক স্মৰণ কৰি থাকে তেওঁহে আচল ভক্ত।

# ৰাৱণৰ অন্তিম উপদেশ

তেতিয়া ৰাম-ৰাৱণৰ যুদ্ধৰ অন্ত পৰিছে। ৰামৰ শৰত ক্ষত-বিক্ষত হৈ মহাপ্ৰতাপী দশানন ৰাৱণ ধৰাশায়ী হৈ পৰি আছে। তেওঁৰ সৰ্বশৰীৰ তেজেৰে লুতুৰি-পুতুৰি। বিষত কেঁকাই আছে। চকু ক্ৰমে মুদ গৈ আহিছে। এনেতে তেওঁ শুনিবলৈ পালে—মহাৰাজ, নমস্কাৰ।

মাত শুনিয়েই ৰাৱণে বুজিব পাৰিলে—এইজন নিশ্চয় লক্ষ্মণ। চকু মেলি সঁচা-সঁচিকৈয়ে সেৱকৰ দৰে কৰপুটে থিয় হৈ থকা লক্ষ্মণক দেখি তেওঁ আচৰিত হ'ল।

লক্ষ্মণে ক'লে—হে ৰক্ষৰাজ, দাদা শ্ৰীৰামচন্দ্ৰই আপোনাক শ্ৰদ্ধা জনাইছে। তেওঁ আপোনাৰ ওচৰলৈ আহি আপোনাৰপৰা ৰাজ্যশাসনৰ নীতি সম্পৰ্কে যৎকিঞ্চিৎ উপদেশ ল'ব খোজে। অনুমতি পালে মই তেওঁক এতিয়াই মহাৰাজৰ ওচৰলৈ লৈ আহিব পাৰোঁ।

—ৰামচন্দ্ৰ? ৰঘুকুলপতি ভক্তবৎসল ৰামচন্দ্ৰ? তেওঁ ভগৱানৰ অৱতাৰ। মই সেইটো ভালকৈ জানো। পিছে মোৰপৰা জানো তেওঁৰ কিবা শিকিবলগীয়া আছে? নিশ্চয় নাই। তথাপি মোৰ প্ৰতি সদয় হৈ তেওঁ যেতিয়া নিজে মোৰ ওচৰলৈ আহিব খুজিছে, তেওঁক শীঘ্ৰে লৈ আহা, লক্ষ্মণ। মই তেওঁক এবাৰ শেষবাৰলৈ নয়নভৰি চাই লওঁ।

ৰামচন্দ্ৰ আহিল। ৰাৱণে তেতিয়া বিষৰ জালত সেহাই-সেহাই মাত লগালে—হে ৰঘুকুল-প্ৰদীপ ৰাৱণাৰি ৰাঘৱ, তুমি এই অধম ৰাক্ষস-ৰজাৰ প্ৰতি প্ৰসন্ন হ'বা। মই আজি মোৰ স্ব-ইচ্ছাই কৰা মহাপাপৰ প্ৰায়শ্চিত্ত ভুগিছোঁ। তুমি মোক ক্ষমা কৰিবা। এই নীচ-হীন ৰাক্ষসৰপৰা তুমি নো ৰাক কি শিকিব খুজিছা? খন্তেক পাছতে মই মৃত্যুৰ শান্তিময় কোলাত আশ্ৰয় ল'ম। মই যি পাৰোঁ তোমাক নিশ্চয় ক'ম। কোৱা, কিনো শিকিব খুজিছা?

ৰামচন্দ্ৰই ক'লে—মহাৰাজ, তুমি যি লেলাট ভুগিছা সি তোমাৰ কৰ্মফল। নিয়তিৰ লিখন। ভাগ্যৰ লিখন খণ্ডন নাযায়। কিন্তু মই জানো যে তুমি মহাজ্ঞানী, মহাপ্ৰতাপী ৰাজ-ৰাজেশ্বৰ হৈ জীৱনত বহুত জ্ঞান আহৰণ কৰিছিলা। তুমি ৰাজনীতিৰ

বিচক্ষণ পণ্ডিত। তুমি আজি মোক ৰাজনীতিৰ অলপ জ্ঞান দিয়া। ৰজাই জীৱনত কি কামত আটাইতকৈ সতৰ্ক হৈ চলা উচিত?

ৰাৱণৰ মুখমণ্ডল এটি উজ্জ্বল আলোকত জিলিকি উঠিল। শৰীৰৰ দুখ-যন্ত্ৰণা তেওঁ যেন খন্তেকৰ কাৰণে পাহৰি পেলালে। তেওঁ ভক্তিত গদ্‌গদ্ হৈ ক'বলৈ ধৰিলে—প্ৰভু, মই তোমাক জানো। মই অন্তৰেৰে তোমাক মানো। তথাপি নিয়তিৰ চক্ৰত পৰি মোৰ আজি এই গতি হ'ল। নিয়তিক বাধা দিব কোনে? মৰণ কালত তুমি মোক দেখা দি মোৰ দগ্ধ অন্তৰত শান্তি দিবলৈ আহিছা। মোক মুক্তি দিবলৈ আহিছা। মই আজি তোমাক এষাৰ উপদেশ দিম। সেয়ে হৈছে—শুভস্য শীঘ্ৰম্, অশুভস্য কালহৰণম্।—অৰ্থাৎ জীৱনত কোনো ভাল কাম কৰিবলৈ হ'লে তাক কৰিম কৰিম বুলি পিছুৱালে পেলাই নথ'বা। ভাল বুলি জনা কাম তুৰন্তে আৰম্ভ কৰিব লাগে, নহ'লে সি হৈ নুঠিব পাৰে। মই মোৰ জীৱনত ভালেকিটা ডাঙৰ কাম কৰিম বুলি ভাবি থাকোঁতেই গ'ল, কৰা নহ'ল। আকৌ বেয়া কাম কৰাত যিমান পৰা যায় পলম কৰিব লাগে, হেলা কৰিব লাগে। পলম হয় মানে ভাল। মোৰ নিজৰ জীৱনৰপৰাই এটা উদাহৰণ দিওঁ। ভগ্নী শূৰ্পনখাক লক্ষ্মণৰদ্বাৰা লাঞ্ছিতা হোৱা দেখি মই যদি সীতা-হৰণৰ দৰে গৰ্হিত কাম এটা তেতিয়াই নকৰিলোহেঁতেন তেনেহ'লে হয়তো মোৰ আজি এই দশা নহ'লহেঁতেন , মোৰ স্বৰ্ণলঙ্কাৰো এনে দুৰ্দশা নহ'লহেঁতেন।

এইখিনি অতি আবেগময় ভাষাত কৈ থাকোঁতেই ৰাৱণৰ কণ্ঠ-ৰোধ হ'ল। মুখৰ মাত হৰিল।

ৰামে লক্ষ্মণক ক'লে—ভাই লক্ষ্মণ, ৰাৱণ এজন মহাজ্ঞানী ৰজা আছিল। তেওঁ দি যোৱা উপদেশটি যেন জগতত সকলোৱে মানি চলে।

# ঘৰুৱা জীৱনত হজৰত মহম্মদ

মহাপুৰুষসকলৰ মহত্ত্ব জীৱনৰ সৰু সৰু কামবোৰতহে ধৰা পৰে। তেওঁলোকৰ দৈনন্দিন জীৱনৰ আচৰণতো তেনে মহত্ত্ব দেখা যায়। ইচলামৰ ধৰ্মগুৰু নবীশ্ৰেষ্ঠ হজৰত মহম্মদৰ দৈনন্দিন জীৱনৰ অভ্যাস-আচৰণ কেনে আছিল তাৰে কথা দুটামান কওঁ।

হজৰত মহম্মদৰ দৈনন্দিন জীৱন সাধাৰণ ধৰণৰ আছিল। তেওঁ নিজে নিজক কেতিয়াও অসাধাৰণ পুৰুষ বুলি নাভাবিছিল আৰু নকৈছিল। কোনো প্ৰকাৰ আলৌকিক কাৰ্য কৰি দেখুৱাই তেওঁ কোনো লোকক তেওঁৰ ধৰ্মলৈ আকৰ্ষণ কৰা নাছিল। আল্লা এক আৰু মহম্মদ তেওঁৰ ৰছুল বা নবী অৰ্থাৎ তেওঁ পঠোৱা বাৰ্তাবাহক—এয়ে আছিল তেওঁৰ মূল ধৰ্ম-বাণী। তেওঁ নিজহাতে জীৱনৰ সকলো প্ৰয়োজনীয় কাম কৰি লৈছিল। তেওঁ নিজে উট চৰাইছিল, ছাগলী খীৱাইছিল, কাপোৰ ধুইছিল আৰু ফটাছিটা কাপোৰ সী লৈছিল। অকল সিমানেই নহয়, কোনো কোনো সময়ত তেওঁ নিজহাতে ঘৰ মচিছিল আৰু জোতা চিলাই কৰি লৈছিল। মদিনাৰ প্ৰথম মছজিদটো নিৰ্মাণ কৰা সময়ত তেওঁ নিজে টুকুৰী মূৰত লৈ মাটি কঢ়িয়াইছিল।

হজৰত মহম্মদে যৱধানৰ ৰুটি খাইছিল। তেওঁ মাজে মাজে উপবাসে থাকি আনন্দ লভিছিল। তেতিয়া তেওঁ খাজুৰ আৰু চেঁচা পানী মাথোন খাইছিল। বিলাসিতা তেওঁ সমূলি ভাল নাপাইছিল আৰু মদ কেতিয়াও স্পৰ্শ নকৰিছিল। নিৰ্মল শীতল জল তেওঁৰ অতি প্ৰিয় পানীয় আছিল। স্নানাদি সকলো কামতে তেওঁ চেঁচা পানী ব্যৱহাৰ কৰিছিল। পিঁয়াজ, নহৰু আদি গন্ধযুক্ত আৰু চোকা বস্তু খাবলৈ তেওঁ ভাল নাপাইছিল। পিন্ধা-উৰা কাপোৰ বেছি নাছিল, আৰু যি আছিল সেইখিনিও তেনেই সাধাৰণ বিধৰ আছিল। সুগন্ধি বস্তু তেওঁৰ প্ৰিয় আছিল। তেওঁ শুদা ভৰিৰে ভ্ৰমণ কৰি আৰাম পাইছিল। সদায় টান শযাত শয়ন কৰা তেওঁৰ অভ্যাস আছিল। কেতিয়াবা কেতিয়াবা তেওঁ পাটী পাৰি মাটিত শুইছিল। তেওঁ বাস কৰা ঘৰটোৰ বেৰবোৰ খাজুৰ পাতৰ আছিল। মূৰ্তিতে কোনো বিধৰ আৰম্বৰ তেওঁ সমৰ্থন নকৰিছিল।

তেওঁৰ জীৱনৰ এটা ডাঙৰ অংশ অধিকাৰ কৰিছিল ভগৱানৰ প্ৰাৰ্থনাই। প্ৰাৰ্থনা কৰি তেওঁ মনত বিমল শান্তি আৰু আনন্দ লভিছিল। তেওঁ কেতিয়াবা প্ৰাণ ঢালি দি

প্ৰাৰ্থনা কৰি তাৰ মাজতে আবেগত উচুপি উচুপি কান্দি পেলাইছিল। যুদ্ধৰ মাজতো তেওঁ কেতিয়াও নমাজ বাদ নিদিছিল।

হজৰত মহম্মদে খোজ কাঢ়োতে সদায় বেগাই খোজ কাঢ়িছিল। সকলো কামতে তেওঁ পৰিপাটি আৰু পৰিষ্কাৰ-পৰিচ্ছন্ন আছিল। তেওঁ কেতিয়াও প্ৰয়োজনতকৈ বেছি কথা নকৈছিল। কাৰো মনত তেওঁ কেতিয়াও আঘাত নিদিছিল। ধৰ্ম বিষয়ত তেওঁ কাৰো লগত তৰ্ক নকৰিছিল। অতিথিসেৱা তেওঁৰ বৰ প্ৰিয় কাম আছিল।

মদিনাত থকা সময়ত এদিন কিছুমান মানুহে তেওঁৰ ওচৰেদি চাঙিত তুলি এটা মৰা-শ কান্ধতকৈ নিছিল। তেতিয়া তেওঁ বন্ধু জনদিয়েকৰ লগত কথা-বতৰাত ব্যস্ত আছিল। হঠাৎ মৰা-শটো দেখি তেওঁ বহা ঠাইতে লাহেকৈ থিয় হ'ল আৰু শটোৰ প্ৰতি সন্মান প্ৰদৰ্শন কৰিলে। তাকে দেখি বন্ধু এজনে ক'লে, ই এটা ইহুদীৰহে মৰা-শ।

হজৰতে উত্তৰ দিলে—ই জানো ইমান দিনে এটা জীউ ধৰি ৰখা নাছিল?

তেতিয়া হজৰত মহম্মদে কৈছিল—মৰা-শ যাৰেই নহওক, থিয় হৈ তাৰ প্ৰতি শ্ৰদ্ধা দেখুৱাবা ; ইহুদী, খৃষ্টান, ফাচী, মুছলমানৰ তাত প্ৰশ্ন নুঠে। সকলো মৰা-শয়ে একো একোটা আত্মাৰ আধাৰ। পবিত্ৰ আত্মা এটাক যে সি আশ্ৰয় দি ৰাখিছিল সেইবাবেই সিও পবিত্ৰ আৰু আমাৰ সকলোৰে নমস্য।

বোছৰাৰ আবু জাৰিয়াই এদিন স-সন্মানে হজৰত মহম্মদৰ কায চাপি তেওঁক এটা মাত্ৰ উপদেশ দিবলৈ বৰকৈ অনুৰোধ কৰাত হজৰতে কৈছিল—কাৰো কু-চৰ্চা নকৰিবা।

এবাৰ নিষ্ঠুৰ শত্ৰু কেইজনমানক অভিশাপ দিবলৈ তেওঁৰ বন্ধু কেইজনমানে বৰকৈ ধৰাত তেওঁ কৈছিল—মোক আল্লাই অভিশাপ দিবলৈ দুনিয়ালৈ পঠোৱা নাই, দয়া কৰিবলৈহে পঠাইছে ; কাৰণ, তেওঁ নিজে দয়াৰ সাগৰ। সেইহেতুকে আমিও জীৱমাত্ৰকে দয়া কৰা উচিত। আনৰ অহিত কৰিবও নালাগে, ভাবিবও নালাগে।

# বুঢ়া-আতাৰ সেৱা-ধৰ্ম

বৰপেটাৰ ওচৰত তাঁতীকুছি গাঁৱত গোপাল তাঁতী বুলি এজন লোক আছিল। তেওঁৰ বয়স যেতিয়া একাশী বছৰ তেতিয়া তেওঁ সুন্দৰীদিয়ালৈ গৈ তাতে মহাপুৰুষ মাধৱদেৱৰ ওচৰত নাম-ধৰ্মত শৰণ লয়। মাধৱদেৱ তেতিয়া সুন্দৰীদিয়াত আছিল। বুঢ়া বয়সত ধৰ্ম লৈছিল কাৰণে গোপাল তাঁতীক সকলোৱে গোপাল-আতা আৰু কোনো কোনোৱে বুঢ়া-আতা বুলি মাতিছিল।

এই ঘটনাৰ কিছুদিনৰ পিছত মাধৱদেৱে তাঁতীকুছিলৈ আহি তাতে বৰপেটা সত্ৰ স্থাপন কৰে। গোপাল-আতাই সেই ছেগতে গুৰু মাধৱদেৱক কাকুতি-মিনতি কৰি ধৰি-মেলি ন-কৈ পতা বৰপেটা সত্ৰত এটা ক্ষুদ্ৰ বাব বিচাৰিলে। সেয়ে হৈছে— তেওঁক যেন সত্ৰখন সাৰি-মচি চাফ-চিকুণকৈ ৰখাৰ দায়িত্ব দিয়া হয়। গুৰুজনাই বৰ ৰং পাই ক'লে—বাৰু, আমাৰ মথুৰাপুৰী সদৃশ বৰপেটা সত্ৰৰ দাসালি কাম আজিৰপৰা তোমাক কৰিবলৈ দিয়া হৈছে; গতিকে আজিৰপৰা তোমাৰ নামো হ'ব মথুৰা দাস।

বৰপেটা সত্ৰ স্থাপন কৰি মহাপুৰুষ মাধৱদেৱ তাতে অধিকাৰ হিচাপে সাত বছৰ কাল আছিল। তাৰ পাছত তেওঁ কোচবিহাৰলৈ যায়। কোচবিহাৰলৈ গৈ মাধৱদেৱে তাৰপৰাই তেওঁৰ ঠাইত মথুৰাদাস বুঢ়া-আতাক বৰপেটা সত্ৰৰ অধিকাৰ পতি পঠায়।

মথুৰাদাস বুঢ়া-আতা অধিকাৰ হৈ থকা সময়ত এবাৰ এদিন নৰনাৰায়ণ ৰজাৰ নাতি, লক্ষ্মীনাৰায়ণৰ পুত্ৰ বীৰনাৰায়ণ ৰজা বৰপেটা সত্ৰ চাবলৈ আহিছিল। তেওঁৰ আগমনৰ আগ-জাননী কাকো দিয়া নাছিল। নাৱেৰে উজাই আহি তেওঁ পূবে বগা-উাঁৰ দিওঁতে বৰপেটা সত্ৰত সোমাই দেখে যে এজন বুঢ়া মানুহে কুঁজা হৈ সত্ৰৰ চোতাল-ঘৰ সাৰি আছে। তেওঁ সত্ৰাধিকাৰক ক'ত কেতিয়া দেখা পোৱা যাব, বুঢ়াক সুধিলে। নক'লেও হ'ব যে সেই বুঢ়াজনেই আছিল স্বয়ং সত্ৰাধিকাৰ মথুৰাদাস বুঢ়া-আতা। সত্ৰাধিকাৰ হোৱাৰ পাছতো তেওঁ সেই কাম এৰা নাছিল।

"বুঢ়াই ক'লে—মহাৰাজে অনুগ্ৰহ কৰি কীৰ্তন ঘৰতেই অলপ বহিলে খন্তেক পাছতে সত্ৰাধিকাৰক লগ পোৱা যাব।—এই বুলি ৰজাক আন্তৰ্য্যন্তকৈ বহিবলৈ দি বুঢ়া-আতাই ততালিকে গা-পা ধুই সত্ৰাধিকাৰৰ বস্ত্ৰ-আভৰণ পিন্ধি আসনত বহিলহি।

ৰজাই আচৰিত হৈ সুধিলে—এইমাত্ৰ অলপ আগতে চোতাল সাৰি থকা লোকজন জানো আপুনিয়ে নাছিল?

—মহাৰাজে ঠিকেই ধৰিছে—বুলি বুঢ়া-আতাই সসন্মানে উত্তৰ দিলে। তেতিয়া ৰজাই ক'লে—সত্ৰাধিকাৰৰ পদত থাকি বাঢ়নী হাতত লৈ ঘৰ-চোতাল সৰা কাম কৰা অশোভনীয় কথা। ই সত্ৰৰ পৰিচাৰকৰহে কাম। তাকে কৰিলে সত্ৰাধিকাৰৰ পদৰ মৰ্যাদা হানি হয়। সেই কামৰ বাবে মানুহ লাগে যদি দেখোন আমাক জনালেই হয়।

বুঢ়া-আতাই উত্তৰ দিলে—মহাৰাজৰ অনুমান ঠিকেই হৈছে। পিছে সত্ৰৰ সেইখিনি সেৱা-কাৰ্য গুৰুজনাৰ অনুমতিক্ৰমে পূৰ্বৰেপৰা আমিয়ে কৰি অহা হৈছে; লোকজনৰ অভাৱৰ কাৰণে নহয়। প্ৰভুৰ সেৱাৰ অৰ্থে কৰা কামৰ কি সৰু-বৰ আছে? গোটেই জীৱন জুৰি সেই কাম কৰি যাব পাৰিলেহে জীৱন-ধাৰণো সাৰ্থক হয়। মহাৰাজে তাৰবাবে লোক ব্যৱস্থা কৰাৰ প্ৰয়োজন নাই। মহাৰাজ আমাৰ প্ৰতি সদয় হৈছে যদি এনে এটা ব্যৱস্থাহে কৰি দি যাব লাগে যাতে এই সত্ৰৰ ভকতসকলে নিৰ্ভয়ে নিশঙ্কমনেৰে হৰিনাম কীৰ্তন আৰু তাৰ প্ৰচাৰ কৰিব পাৰে। সম্প্ৰতি ৰজাঘৰৰ ভয়ত ভকতসকলে ভয়ে ভয়েহে সেই কাম কৰিবলগীয়া হৈ আছে। এইখেৰা অনুগ্ৰহৰ বাহিৰে আমাক আৰু আন একো নালাগে।

মথুৰাদাস বুঢ়া-আতাৰ কথা শুনি ৰজা বৰ সন্তুষ্ট হ'ল। তেওঁ আতাৰ মনোবাঞ্ছা পূৰ্ণ কৰা হ'ব বুলি আশ্বাস দিলে। আতাৰ অনুৰোধ এৰাব নোৱাৰি ৰজাই তাৰ পাছত সত্ৰতে এসাজ খালে। বুঢ়া-আতাই নিজহাতে ৰন্ধা মাটিমাহৰ লগত কোমোৰা মিহলোৱা ব্যঞ্জনেৰে অন্ন ভোজন কৰি ৰজাই অতিশয় পৰিতৃপ্তি লভিলে আৰু সত্ৰৰ কাম সুকলমে চলাবৰ কাৰণে ওঠৰঘৰ পাইকৰ ব্যৱস্থা কৰি দি তেওঁ বিদায় ল'লে।

মথুৰাদাস বুঢ়া-আতাৰ সেই সেৱা-কাৰ্যৰ কাহিনী আজিও বৰপেটাৰ ডেকা-বুঢ়া সকলোৰে মুখে মুখে।

# বুধিৰ বলেই পৰম বল

হিন্দু-শাস্ত্ৰ মতে দেৱতা হেনো তেত্ৰিছ কোটি। তেওঁলোকক পূজা কৰোঁতে খেনোৱে প্ৰথমে বিষ্ণুক, খেনোৱে শিৱ গোসাঁইক, খেনোৱে গণেশক পূজা দিয়ে। ভাগৰ পূজা ভাগে ভাগে সকলোৱে পায় , কিন্তু প্ৰথমে কোনে পোৱা উচিত তাকে লৈ তেওঁলোকৰ মাজত এদিন উখনা-উখনি লাগিল। সকলোৱে তাৰে এটা মীমাংসা কৰিবৰ কাৰণে দলেবলে গৈ সৃষ্টিকৰ্তা ব্ৰহ্মাৰ ওচৰ পালে।

ব্ৰহ্মাত গোচৰ দিয়াত তেওঁ ক'লে—মোকেই বিচাৰক পাতিলা যেতিয়া, মই ইয়াৰ উত্তৰ দিয়াতকৈ এটা পৰীক্ষাকে লওঁ বাৰু। তোমালোক আটায়ে নিজৰ নিজৰ বাহনত উঠি গোটেই পৃথিৱীখনৰ চাৰিওফালে এপাক ঘূৰি আহি মোৰ ওচৰত থিয় হোৱাহি। যেয়ে প্ৰথমে আহি পোৱা, তেৱেঁই আজিৰপৰা সকলো ঠাইতে প্ৰথম পূজাভাগ পাবা। কাৰো ওজৰ-আপত্তি নৰজিব।

ব্ৰহ্মাৰ কথামতে ইন্দ্ৰ, চন্দ্ৰ, বায়ু, বৰুণ, সূৰ্য, অগ্নি, কাৰ্তিক, যম আদি দেৱতাসকলে হাতী, ঘোঁৰা, মহিষ, ছাগলী, হৰিণা, ফেঁচা, ম'ৰা, ৰাজহাঁহ আদি যাৰ যি বাহন আছিল তাতে উঠি দৌৰ প্ৰতিযোগিতাত ভাগ ল'বলৈ ব্ৰহ্মাৰ আগত হাজিৰ হ'লহি। কঠাল-গুটীয়া ইন্দুৰ এটাৰ বাহনত উঠি পেটুৱা গজানন গণেশো আহিল। দেৱতাসকলৰ কোনো কোনোৱে তেওঁৰ সাহস দেখি ফিচিঙা-ফিচিঙি কৰি হাঁহিলে। গণেশৰ কিন্তু তেনে উপহাসলৈ ভ্ৰূক্ষেপ নাই। তেওঁ গহীন।

ব্ৰহ্মাই হাত-চাপৰি দিয়াৰ লগে লগে দৌৰ আৰম্ভ হ'ল। সকলোৱে যিমান পাৰে সিমান বেগাই নিজ নিজ বাহন চলাই দিলে।

দৌৰ আৰম্ভ হৈছিল কৈলাসত। কৈলাসৰে এমূৰত বহি হৰ-পাৰ্বতীয়ে দেৱতাবোৰৰ খেলাখন চাই আছিল। শিৱই প্ৰতিযোগিতাত যোগ দিয়া নাছিল। চকুৰ পচাৰতে সকলো দেৱতা নিজ নিজ বাহনত আৰোহন কৰি হৰ্-হৰ্ কৰে পৃথিৱী পালেগৈ। গণেশে তেতিয়া তেওঁৰ বাহন ইন্দুৰটোত উঠি পোনেই গৈ ওচৰতে থকা হৰ-পাৰ্বতীক তিনিবাৰ প্ৰদক্ষিণ কৰি তিনিটা সেৱা জনালে আৰু সাউৎকৰে পুনৰ আহি ব্ৰহ্মাক প্ৰণাম জনাই আগৰ ঠাইত গহীন-গম্ভীৰভাৱে বৈ থাকিল।

কিছুপৰৰ পাছত প্ৰথমে উভতি আহিল ময়ূৰ বাহনত কাৰ্তিক। তাৰ পাছত ঘোঁৰাৰ বাহনত সূৰ্য। তেনেকৈ একে একে সকলোবোৰ। সকলো আহি পালত ব্ৰহ্মাই

ক'লে—দেখিলাই নহয় এতিয়া! প্ৰথমে আহিল দেখোন গণেশেই। সেইমতে তেৱেঁ সদায় পূজা-সেৱা, যাগ-যজ্ঞাদিত প্ৰথম পূজাভাগ পাব।

দেৱতাসকল বেবুৰা লাগিল। ইজনে-সিজনৰ ফালে একো নুবুজাৰ দৰে চোৰা-চুই কৰিবলৈ ধৰিলে। তেতিয়া ব্ৰহ্মাই ক'লে—তোমালোকে কথাটোৰ ৰহস্য বুজা নাই হ'বলা? খপ্-জপ্‌কৈ সকলো কামতে লৰালৰি কৰিলেই নহয়। তোমালোকে দেখোন জানাই যে পিতা-মাতা হ'ল স্বয়ং ঈশ্বৰ আৰু পৃথিৱীৰ সমান। পিতাই ঈশ্বৰ, মাতাই ধৰা বা ধৰিত্ৰী। তেওঁলোকক প্ৰদক্ষিণ কৰিলেই পৃথিৱী প্ৰদক্ষিণ কৰাৰ দৰে হয়। গণেশে তোমালোক যোৱাৰ পাছতে পিতৃ-মাতৃ হৰ-পাৰ্বতীৰ চাৰিওফালে তিনিবাৰ ঘূৰি তেওঁলোকক সেৱা জনাই মোৰ ওচৰ পালেহি। গতিকে দেখ্‌দেখ্‌কৈ দৌৰত তেৱেঁই প্ৰথম হ'ল। দৌৰৰ চৰ্তমতে তেৱেঁই সকলো ঠাইতে প্ৰথম পূজাভাগৰ অধিকাৰী হ'ল। বয়সত কনিষ্ঠ যদিও তেওঁ বৰ বিবেকী আৰু বুদ্ধিমান দেৱতা।

ব্ৰহ্মাৰ কথা শুনি দেৱতাসকল নীৰৱ হ'ল। তেওঁলোকে প্ৰজাপতি ব্ৰহ্মাৰ বিচাৰৰ ৰায় বিনয়সহকাৰে গ্ৰহণ কৰি সিদ্ধিদাতা গজাননক ওলগ জনালে। সেই দিন ধৰি গণেশৰ পূজা আগ। বুধিৰ বলেই পৰম বল।

# পুতলা আৰু দেৱতা

স্বামী বিবেকানন্দৰ নাম নুশুনা লোক নাই। তেওঁ ৰামকৃষ্ণ পৰমহংসৰ প্ৰিয় শিষ্য আছিল। তেওঁৰ বক্তৃতা শুনিবলৈ মানুহ দূৰ-দূৰণিৰপৰা হিলদল ভাঙি আহিছিল। পৰিব্ৰাজক হৈ তেওঁ ভাৰতৰ ভিতৰতে ভ্ৰমণ কৰি ফুৰোঁতে এসময়ত এদিন গৈ আলৱাৰ ৰাজ্যৰ দেৱানৰ ঘৰত আলহী হৈছিল। দেৱান মানে প্ৰধান মন্ত্ৰী। আলৱাৰ তেতিয়া এখন দেশী ৰাজ্য আছিল। তাত এজন ৰজাও আছিল। দেৱান আছিল তেওঁৰে প্ৰধান মন্ত্ৰী।

আলবাৰৰ মহাৰাজে স্বামীজীৰ নাম শুনি তেওঁক দেখা কৰিবলৈ বৰ হাবিয়াহ কৰিলে। তাকে দেখি দেৱানে স্বামীজীৰ অনুমতি লৈ মহাৰাজক তেওঁৰ ঘৰলৈ নিমন্ত্ৰণ জনালে। ডা-ডাঙৰীয়া, পালী-পহৰীধা কিছুমান লগত লৈ মহাৰাজ দেৱানৰ ঘৰত উপস্থিত হ'লগৈ। দেশৰ বস্তুৰ মতে মহাৰাজক সুন্দৰ সুশোভন আসনত স-সম্মানে বহিবলৈ দি ওচৰত সোণ খটোৱা পিকদানি, হাত-মুখ ধুবলৈ ভৃঙ্গাৰত কুহুমীয়া পানী আদি ৰখা হ'ল।

ৰজাই মহা আয়মেৰে স্বামীজীৰ লগত কথা পাতিলে। তেওঁ স্বামীজীক কথা-প্ৰসঙ্গত সুধিলে—আজিকালি বিজ্ঞানৰ যুগ। বিজ্ঞানৰ যুগত মূৰ্তিপূজা কৰাটো এটা ঘোৰ কুসংস্কাৰ আৰু মূৰ্খামি বুলি আপুনি নাভাবেনে? মই হ'লে ভাবোঁ।

স্বামীজীয়ে অলপ পৰ তভক মাৰি থাকি বেৰত ওলমি থকা মহাৰাজৰ ছবি এখন নমাই আনি ওচৰত বহি থকা সকলোকে ছবিখনত থু পেলাবলৈ ক'লে।

সভাসদসকল হতভম্ব হ'ল। কোনেও তাত থু নেপেলালে। দেৱানে মাজতে মাত লগালে—স্বামীজী, আপুনি এইবোৰ কি কৈছে, কি কৰিব খুজিছে, আমি হ'লে একো বুজিব পৰা নাই। যিগৰাকী মহাৰাজক আমি দেৱতাৰ দৰে দেখোঁ, পিতৃৰ দৰে মানো, তেখেতৰ ছবিৰ ওপৰত থাক আমি থুবাম কেনেকৈ? তেখেতৰ ছবি আমি মূৰৰ ওপৰত শ্ৰদ্ধাৰে আঁৰি থৈছোঁ। ইফালে স্বামীজীয়ে তেখেতৰ আগতেই আমাক সেই ছবিত থুৱাবলৈ কৈছে—ই দেখোন কেনে কথা? আমি সকলোৰে তেনেই বিমোৰত পৰিছোঁ। আমাক অলপমান পোহৰ দিয়ক।

স্বামীজীয়ে দেৱানৰ কথাৰ উত্তৰ নিদি মহাৰাজক ক'লে—মহাৰাজ, চাওক বাৰু, আপোনাৰ ছবিখন এখন কাগজহে। তাত আপোনাৰ ছবিটো থকা বুলিয়ে তাৰ

ওপৰত কোনেও থু নেপেলালে ; কিন্তু আপোনাৰ ওচৰত থকা এই সোণখটোৱা পিকদানিটোত থু পেলাবলৈ কোৱাহ'লে সকলোৱে পেলালেহেঁতেন। সেইদৰে যিসকল লোকে মূৰ্তিপূজা কৰে তেওঁলোকে মূৰ্তিটোক কাঠ বা মাটিৰ পুতলা বুলি নাভাবে। তেওঁলোকৰ মানত মূৰ্তিটোৱেই আৰাধ্য দেৱতাৰ প্ৰতিনিধি। সেই ভাবেৰেই তেওঁলোকে মূৰ্তিপূজা কৰে, কাঠৰ বা মাটিৰ পুতলা বুলি নহয়। গতিকে পূজাৰ মূৰ্তিক নিন্দা কৰিলে যিসকলে ভক্তিভৰে পূজা কৰে তেওঁলোকৰ মনত নিদাৰুণ আঘাত দিয়া হয়। তাকে কৰা কেতিয়াও উচিত নহয়।

মহাৰাজে বিনীতভাৱে উত্তৰ দিলে—স্বামীজী, আজি মই এটা নতুন কথা শিকিলোঁ। নতুন পোহৰ পালোঁ। মই আগলৈ আৰু মোৰ মনত তেনে ভাব পোষণ নকৰোঁ। আজিৰপৰাই মই মূৰ্তিপূজা আৰু মূৰ্তিপূজাৰীক নিন্দা কৰিবলৈ এৰিলোঁ।

# এয়া জীয়াভৰলীয়ে নিজৰ জীৱন-কাহিনী কৈছে

জীয়াভৰলী মহাবাহু ব্ৰহ্মপুত্ৰৰ এখন ডাঙৰ উপনৈ। ই ভুটান পাহাৰৰ ওপৰত থকা তিব্বত মালভূমিৰ কিনাৰৰপৰা ওলাই পোনতে দক্ষিণ-পছিমমুৱা হৈ বৈ গৈ ভালুকপুঙৰ ওচৰৰপৰা দক্ষিণলৈ হুৰ্হুৰকৈ নামি আহি ভৰলী নাম লৈ ব্ৰহ্মপুত্ৰত পৰিছে।

গৰম-কালি এদিনাখন এই ভৰলী নদীৰ পাৰত দিন-দুপৰীয়া ভৰলী নদীয়ে এজনী দীপলিপ গাভৰু ছোৱালী হৈ এজোপা গছৰ ছাঁত জুৰ মলযা গাত লগাই বহি নিজৰ কথা নিজে এইদৰে কৈ আছিল—

মই কেতিয়া উপজিছিলোঁ, কেনেকৈ উপজিছিলোঁ, ওপজাৰ আগে কি আছিলোঁ—কোনোবাই জানো জানে? নিশ্চয় কোনেও নাজানে। কেৱল মোৰ সাপৰ নেজ-ছিঙা কোবাল সোঁত দেখি, বাৰী-ঘৰ বুৰাই পেলোৱা বানপানীলৈ ভয় কৰি মোক মানুহে পূজা কৰে—দেৱী বুলি, জলকুঁৱৰী বুলি। পূজা কৰায়ে নহয়, বলি-বিধান দি মোক সন্তুষ্ট কৰিবলৈ নানা তুতি-নতি কৰে। আগৰ দিনত আকৌ মোৰ উদ্দেশ্যে নৰবলিও দিছিল। সেইবোৰ কথা ক'ব লাগিলে এখন মহাভাৰত হ'ব। আজি তাৰে এক আধ্যা কৈ শুনাম।

বহুত কাৰণত আমি নৈ-নিজৰা, পৰ্বত-অৰণ্যবোৰ দেৱতাৰ শাৰীতে পৰোঁ। দেৱতাই নিজৰ জন্ম-কথা শুনি ভাল পায়। জন্ম-কাহিনীটো লাগিলে বেয়ায়ে হওক, তথাপি শুনি আৰু কৈ ভাল পায়। লাজ নাপায়। অপমান নাপায়। সেইদেখি মানুহে কয়—দেৱতাৰ জন্ম-কথা ক'লে হয় ৰং, মানুহৰ জন্ম-কথা ক'লে কৰে খং।—আজি মই নিজৰে জন্ম-কাহিনীটো থোৰতে কওঁ বাৰু।

মই আছিলোঁ বশিষ্ঠ মুনিৰ আশ্ৰমৰ পালিতা কন্যা। মুনিৰ আশ্ৰম আছিল ভোমোৰাগুৰি পৰ্বতত। তেজপুৰৰপৰা আঠ মাইলমান দক্ষিণ-পূবে থকা আজিৰ সেই ভোমোৰাগুৰি পৰ্বততে। এই পৰ্বতৰপৰাই এদিন কলিয়াভোমোৰা বৰফুকনে ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰলৈ এখন দলং দিওঁ বুলি বাছি-বিচাৰি অলেখ শাল আৰু খৈৰাৰ খুটা গোটাইছিল। পিছে হঠাৎ তেওঁ বেমাৰত পৰি মৰি থকাত তেওঁৰ সেই মনৰ আশা

মনতেই থাকিল। তাকে কয়—আলচা কাৰ্য নহয় সিদ্ধি, বাটত আছে কণা বিধি।— সি বাৰু যি হওক, মোৰ কথাটো কওঁ।

ক'লোঁ নহয়, এই ভোমোৰাগুৰি পৰ্বততে এসময়ত বশিষ্ঠ মুনিয়ে আশ্ৰম পাতি তপস্যা কৰিছিল। এদিন তেওঁ হাবিত ফুৰি থাকোঁতে এখানিমান কেঁচুৱা এটা পালে। তেওঁ সেই কেঁচুৱাটো আনি আশ্ৰমত তুলি-তালি ডাঙৰ-দীঘল কৰিলে। তাইৰ নাম থ'লে কন্যকা। এই কন্যাজনী কিন্তু অলপ দিনৰ ভিতৰতে লহপহকৈ বাঢ়ি আহি পাট-গাভৰুজনী হ'ল। নাম ল'লে কন্যকা ভৰলী। ময়েই সেই কন্যকা ভৰলী।

মোৰ পিতা বশিষ্ঠ মুনিয়ে এদিন মোৰ আগত হৰ-গৌৰীৰ বিয়াৰ কাহিনীটো ৰস লগাকৈ কৈ আছিল। গৌৰীয়ে হৰক পতিৰূপে পাবলৈ কেনে কঠোৰ তপস্যা কৰিছিল, কেনেকৈ শেহত হৰে আহি ধৰা দিছিল—এই কথাবোৰ শুনি মই তেনেই ভোল গৈছিলোঁ। মোৰো মনত তেতিয়া সেই শিৱ গোসাঁইকে পতি হিচাবে পাবলৈ হাবিয়াহ হৈছিল। পিতাই মোৰ মনৰ গুপুত বাসনা বুজিব পাৰি মোক শিৱস্তুতিৰ মন্ত্ৰ শিকাই দিলে। সেই মন্ত্ৰ গুণ্ গুণকৈ মাতি মাতি ময়ো পাৰ্বতীৰ দৰে ধ্যানত বহিলোঁ। পৰ্বতৰ গুহাত ধ্যান কৰি থাকি ভাত-পানীৰ কথা তেনেই পাহৰি পেলালোঁ। দিন নাই, ৰাতি নাই, আহাৰ নাই, নিদ্ৰা নাই, জাৰ নাই, জহ নাই—মই তেতিয়া কেৱল মহাদেৱৰ ধ্যানতেই মগ্ন। মই মহাদেৱক পতিৰূপে পাইহে এৰিম—এয়ে হ'ল মোৰ প্ৰতিজ্ঞা।

মোৰ স্তুতি-নতিত আশুতোষ মহাদেৱ তুষ্ট হ'ল। তেওঁ এদিন মোৰ আগত দেখা দি ক'লেহি—কন্যকা, তোমাক কি লাগে? কিয় বাৰু তুমি এনেকৈ নাখাই-নলৈ মোক এনেকৈ ৰাতিয়ে-দিনে আৰাধনা কৰি জীৱনটো পাত কৰিবলৈ ওলাইছা? তোমাৰ তপস্যাত মই তুষ্ট হৈছোঁ। কি লাগে কোৱা।

মই তেতিয়া চকু মেলি চাই মোৰ আৰাধ্য দেৱতাক হাততে পাই তেনেই বেবুৱা লাগিলোঁ। সেপ ঢুকি ঢুকি ক'লো—প্ৰভু, তুমি অন্তৰ্যামী। তুমি মোৰ মনৰ ভাব জানা। তথাপি কওঁ, গৌৰীদেৱীক লোৱাৰ দৰে তুমি মোকো মৰম কৰি সামৰি ল'ব লাগে। মনে-প্ৰাণে মই তোমাকে পতি বৰিছোঁ।

মহাদেৱে ক'লে—কন্যকা, মই তোমাক গ্ৰহণ কৰিব পাৰোঁ, কিন্তু তাকে কৰিলে তোমাৰ সুখ নহ'ব। মোৰো ঘৰখনত ঘোৰ অশান্তি হ'ব। তিৰোতাৰ মনৰ কথা তুমি জানায়ে দেখোন। সিইতে সতিনীক দেখিব নোৱাৰে। সতিনী খটাতকৈ মৰিবয়ে পাৰে। গতিকে মই এটা বুদ্ধি দিওঁ। তোমাৰ অভিলাষ সিদ্ধি হ'ব। মই তোমাক গ্ৰহণ কৰিম ; কিন্তু তাৰ আগতে তুমি কিবা প্ৰকাৰে পাৰ্বতীৰ সম্মতিটো লোৱা। তুমি অনুনয়-বিনয়কৈ ধৰিলে তেওঁ সম্মতি নিদি নাথাকে।

ইয়াকে কৈ মহাদেৱ অন্তৰ্দ্ধান হ'ল। পিতাৰপৰা মন্ত্ৰ লৈ ইবাৰ পাৰ্বতীৰ আৰাধনাত লাগি গ'লোঁ। মোৰ স্তুতি-নতিত পাৰ্বতী তুষ্ট হ'ল আৰু মোৰ আগত দেখা দি ক'লে—কন্যকা, তুমি কিয় মোক বিচাৰিছা মই জানো। পিছে মই তাৰ বাবে

তোমাৰ এটা পৰীক্ষা ল'ম। সেই পৰীক্ষাত উঠিব পাৰিলেহে তুমি হৰ-গৌৰী দুয়োৰে চিৰ কাললৈ লগ ল'ব পাৰিবা। সেয়ে হৈছে—তুমি মহাদেৱৰ চিন্তাত নিজক গলাই দি নদীৰূপে বৈ গৈ বিশ্বনাথত তেওঁক লগ ধৰিব লাগিব। সেই ঠাই ব্ৰহ্মপুত্ৰৰ পাৰত। ব্ৰহ্মপুত্ৰৰ পাৰৰ বুঢ়ীগঙ্গা মোহনাতে আজিকালি আমি দুয়ো থাকোঁ। তালৈকে বৈ গ'লে তুমি আমাৰ দুয়োকে পাবা। এই বুঢ়ীগঙ্গাকে খেনোৱে বুঢ়ীগাং, খেনোৱে বুঢ়ীগঙ্গা নদী বোলে। তাৰ মোহনাতে বিশ্বনাথৰ মন্দিৰ। তাৰ নিচেই ওচৰতে এডোখৰ ঠাই আছে, নাম উমা টুমনি বা উমাবন। সি মোৰেই বিহাৰ-ভূমি বা ওমলা ঠাই। মই তাত খেলি ফুৰোঁ। আমি শিৱ আৰু মই দুয়ো এৰা-এৰি নোহোৱাকৈ সদায় সকলো ঠাইতে ওচৰা-উচৰিকৈ থাকোঁ , বিশ্বনাথৰ উমা-টুমনিৰ দৰে তুমি আৰু বহুত ঠাই পাবা য'ত উমা-শিৱ লগা-লগিকৈ দুয়োকো দুয়ো দেখা-দেখিকৈ আছে , যেনে—উমানন্দ-কামাখ্যা, মহাভৈৰব-ভৈৰৱী মন্দিৰ ইত্যাদি।

পাৰ্বতী গোসাঁনীৰ এনে মনোমোহা দিহা-ভাৰষা শুনি মোৰ চকু-লো ওলাল। মই তেতিয়া-তৎক্ষণাৎ ধ্যানত বহিলোঁৱেই। মোৰ দুচকুৰপৰা ধাৰাসাৰে চকু-লো বৰলৈ ধৰিলে। ধ্যানৰ চিন্তা বেছি গভীৰ হৈ অহাৰ লগে লগে মোৰ আশ্ৰুজল ক্ৰমে এটা নিজৰাত পৰিণত হ'ল। মই হিয়া উজাৰি, মন-প্ৰাণ ঢালি দি আৰু বেছিকৈ কান্দিবলৈ ধৰিলোঁ। মোৰ কান্দোনৰ উচুপনিৰ ফোঁকাৰে গিৰি-গুহাত খলকনি তুলিলে। মোৰ চকু-লোৰ নিজৰাই ক্ৰমে এটা নদীৰ ৰূপ ল'লে। মই সেই নদীত তেনেই গলি গ'লোঁ। তেতিয়া মোৰ সোঁত পগলা নদীৰ সোঁতৰ দৰে হৈ হিল্‌দল ভাঙি বৈ যাবলৈ ধৰিলে। মানুহে মোৰ তেনে কালান্তক ৰূপ দেখি মোৰ নাম থ'লে ভৈৰৱী বা ভৰলী। পৃথিৰ নাম হ'ল ভট্টাৰিকা। বহুতে মোক কেঁচাই-খাইতী গোসাঁনী বুলি বলি-বিধানেৰে পূজা কৰিবলৈ ধৰিলে। বাটে বাটে এইবোৰ পূজা-সেৱা খাই বৈ গৈ থাকি মই বুঢ়ীগাং নৈৰ মোহনাত থকা উমা-টুমনিত বিশ্বনাথ-পাৰ্বতীৰ লগত নিজক মিলাই দিছোঁ। অতীতত মোক মানুহে কেনে ভয় কৰিছিল আৰু কেনেকৈ পূজা দিছিল তাৰ সাক্ষী হৈ আছে দক্ষিণ পাৰে নৰবলি পাহাৰ আৰু উত্তৰত কেঁচাই-খাইতীৰ থান।

এনে ধৰণৰ আৰু কত কথা আছে। আমি পৰ্বত-পাহাৰ, নৈ-নিজৰাবোৰে কথা নকওঁ দেখিহে। ক'ব লাগিলে কত বুৰঞ্জী আমাৰ পেটত সোমাই আছে। সেইবোৰ ক'লে মানুহে লেখা বুৰঞ্জীবো বহুত কথা কাটি পেলাই নকৈ লিখিব লাগিব।

এনেকৈ কৈ থাকি গাভৰু ভৰলী থিতাতে নাইকিয়া হ'ল।

# ত্যাগৰ এটা অনুপম চানেকি

আহোম ৰজাসকলে পৰ্বতত গড় মাৰি বছৰি বছৰি হাতী ধৰিছিল। সেই গড় ৰক্ষা কৰিবলৈ একো একোজন দলপতিক ভাৰ দিছিল। এবাৰ তেনেকুৱা এটা গড়ৰ পছিম দিশটো ৰখিবলৈ ভূঞাসকলৰ নেতা শিৰোমণি ভূঞা শঙ্কৰদেৱৰ ওপৰত ভাৰ পৰিছিল।

পিছে, দৈবাৎ গুণ্ডা হাতীয়ে গড় ভাঙি দিয়াত বহুত হাতী সেই পিনেদি ওলাই গ'ল। আহোম ৰজাই এই কচুৰতে শঙ্কৰদেৱৰ বলী-তেজী যুৱান জোঁৱায়েক হৰিক পাই ধৰাই নি বিনা-বিচাৰে প্ৰাণ-দণ্ড দিলে। শঙ্কৰদেৱকো ধৰি নিবলৈ আদেশ হ'ল।

ৰজাৰ এই কাৰ্যত বিষম বেজাৰ পাই শঙ্কৰদেৱে আহোম ৰাজ্য এৰি পছিমৰ কোচ ৰাজ্যলৈ যাবলৈ স্থিৰ কৰিলে। তেতিয়া লুইতৰ বুকুৰেদি নাও বাই যোৱাত বাহিৰে চলাচলৰ অইন সুগম পথ নাছিল। সেইমতে কেইখনমান নাও ততালিকে যোগাৰ কৰি লৈ শঙ্কৰদেৱে যাত্ৰা আৰম্ভ কৰিলে।

বয়-বস্তু তুলি লৈ লগৰীয়া ভকতসকল নাৱত উঠিল। যথাসময়ত নাও মেলি দিয়া হ'ল। দৈৱবশতঃ দুজন ভকত সময়মতে আহি নাপালে। ইফালে নাও বহুদূৰ আগবাঢ়ি গ'ল। নাও নাপাই ভকত দুজনে মনত বিষম বেজাৰ পালে। দুয়ো মৰণত শৰণ দি দৌৰি দৌৰি নৈৰ পাৰেদিয়ে হাবিয়ে-বননিয়ে আগুৱাই গৈ থাকিবলৈ ধৰিলে। জানোচা ক'ৰবাত লগ পায়গৈয়ে—এয়ে আশা।

মাধৱদেৱ আৰু তেওঁৰ বৈনায়েক হোকোৰাকুছীয়া ৰামদাসৰ নাও তেতিয়াও যোৱা নাছিল। তেওঁলোক দুয়ো তেওঁলোকৰ লগৰীয়া ভকত কেইজনমান লৈ এখন নাৱত যাত্ৰা কৰিলে। কিছুদূৰ গৈ নৈৰ পাৰেদি কান্দি কান্দি গৈ থকা ভকত দুজনক দেখি তেওঁলোকে নৈৰ মাজৰপৰাই কি হ'ল—বিণ্ডিয়াই সুধিলে। শুনি আৰু সিহঁতৰ অৱস্থা দেখি মাধৱদেৱৰ মন গলি গ'ল। ইফালে কিন্তু নাৱত মানুহ তুলি ল'বলৈ অকণো ঠাই নাই। নাও বুৰোঁ-বুৰোঁকৈ গৈ আছে।

মাধৱদেৱে নাও কাষ চপাই দিবলৈ ক'লে। বৈনায়েক ৰামদাসে আপত্তি কৰি ক'লে—আৰু মানুহ তুলিলে নাও বুৰিব। তাতে ভিতৰত ভৰি দিবলৈকে জাগা নাই।

মাধৱদেৱে তেতিয়া তেওঁৰ নিজৰ কাপোৰ-কানিৰ ডাঙৰ জপা দুটা লুইতৰ বুকুত পেলাই দি সেই ঠাইত মানুহ দুজনক তুলি লৈ সাৱধানে নাও চলাই গ'ল।

কিছুদূৰ গৈ দেখিলে—গুৰুজনাই এঠাইত নাও বান্ধিছে। মাধদেৱেও তাতেই নাও বান্ধি সকলো লগ লাগিল। তেতিয়া গুৰুজনাক ৰামদাসে মাধৱদেৱৰ কাপোৰৰ জপা পেলোৱা ঘটনাটো ক'লে। তাকে শুনি শঙ্কৰদেৱ অকণো আচৰিত নহ'ল। তেওঁ ক'লে—কম কথাত জানো তেওঁক মই বান্ধৱ মাধৱ বোলোঁ? সেইটোৱে আচল ত্যাগ। আনৰ উপকাৰৰ কাৰণে নিজৰ সা-সুবিধা অকাতৰে এৰি দিব পৰাটোৱেই ত্যাগ। ই ভকতৰ ধৰ্ম। ৰবাৰ পো মাধৱ আচল ভকত। ভকতেই ভগৱান। লগৰ ভকতৰ মন বুজা আৰু সেইমতে সহনশীল হৈ কাম কৰা জনহে আচল ভকত। ভগৱানে মাধৱক এদিন ইয়াৰ উচিত বঁটা দিব। ই ত্যাগৰ এটা অনুপম চানেকি।

# পৰহিংসাৰ পৰিণাম

তেতিয়া কুৰুক্ষেত্ৰৰ ৰণ শেষ হৈছে। কৌৰৱৰ শত ভাই ৰণত পৰিল। দুৰ্যোধন উৰু-ভংগ হৈ বিলৰ পাৰত পৰি আছে। এশটা পুতেক ৰণত পৰাত অন্ধৰজা ধৃতৰাষ্ট্ৰ শোকত ব্যাকুল হৈ পৰিছে। ব্যাস, বিদুৰ, সঞ্জয় আদি সাধুসকলে তেওঁক নানা প্ৰকাৰে সান্ত্বনা দিছেহি। এনে সময়তে শ্ৰীকৃষ্ণক লগত লৈ বিজয়ী পাণ্ডৱসকল আহি তেওঁৰ ওচৰত উপস্থিত হ'ল। যুধিষ্ঠিৰে গোনেই গৈ কুৰুপতি ধৃতৰাষ্ট্ৰক আঠু লৈ সেৱা জনালে। ধৃতৰাষ্ট্ৰই সেই দুখৰ মাজতো ধৈৰ্য ধৰি যুধিষ্ঠিৰক সাৱটি ধৰি আশীৰ্বাদ দিলে।

যুধিষ্ঠিৰৰ পাছত ভীমেও গৈ সেৱা জনালে। ভীমৰ নাম শুনিয়ে কুৰুপতি জিকাৰ খাই উঠিল। তেওঁৰ মুখৰ বৰণ সলনি হ'ল। ওঁঠ দুটা কঁপিবলৈ ধৰিলে। ভীমক হাতেৰে ধৰি খাহী মোচৰাৰ দৰে মুচৰি মাৰিবলৈ তেওঁ অস্থিৰ হৈ পৰিল। হিতাহিত জ্ঞান তেওঁ হেৰুৱালে আৰু দাঁত কৰচি ধৰি ভীমক ওচৰলৈ মাতিলে। আঁকোৱালি ল'বলৈ হাত দুখন মেলি ৰ'ল।

শ্ৰীকৃষ্ণই ধৃতৰাষ্ট্ৰৰ মনৰ ভাব বুজিব পাৰি এখন হাতেৰে ভীমক পিছলৈ টানি ধৰিলে আৰু ঠাৱেৰে আগুৱাই যাবলৈ মানা কৰিলে। তেওঁ চকুৰ পচাৰতে ওচৰতে থকা লৌহ মূৰ্তি এটা ধৃতৰাষ্ট্ৰৰ ফালে ঠেলি আগুৱাই দিলে। অন্ধ ধৃতৰাষ্ট্ৰই মূৰ্তিটোকে ভীম বুলি ভাবি দুয়োখন হাতেৰে তাক এনেকৈ বুকুৰ মাজত সুমুৱাই লৈ হেঁচা দিলে যে লোহাৰ মূৰ্তি ভাঙি ডোখৰ-ডোখৰ হ'ল।

দুৰ্ভাগ্যবশতঃ ভীমক সাৱটি ধৰি বধ কৰাৰ অভিপ্ৰায়ে শৰীৰৰ সমস্ত শক্তিৰে শিলৰ মূৰ্তিটোকে সাৱটি ধৰাত মূৰ্তিটো ভাগিল সঁচা, কিন্তু তাৰে এটুকুৰা তেওঁৰ বুকুত বেয়াকৈ লগাত তেওঁৰ মুখেদি হোলোকা-হোলোকে তেজ ওলাবলৈ ধৰিলে। আহত ঠাইৰপৰাও ধাৰাসাৰে তেজ বৰলৈ ধৰিলে। তাৰ মাজতে তেওঁ চিঞঁৰি কৈ উঠিল—হায়, হায়! বাছা ভীম, তই শেহত মোৰ হাতত‍হে প্ৰাণ এৰিলি। মৰম কৰিবলৈ গৈ মই তোৰ কি যে ঘোৰ অনিষ্ট কৰিলোঁ! হায়, তোক আৰু মই ক'ত পাম? যমপুৰীত দুৰ্যোধনহঁতৰ লগত মিলিজুলি সুখেৰে থাকগৈ যা।

এনেকৈ বেজাৰ কৰি থাকোঁতে শ্ৰীকৃষ্ণই মাত দিলে—মহাৰাজ, আপোনাৰ কপট বেজাৰ, কপট সহানুভূতি নিৰৰ্থক হ'ল। ই তেনেই অথলে গ'ল। কাৰণ, ভীমৰ

আজি ভাগ্য ভাল ; তেওঁৰ একো হানি-বিঘিনি নহ'ল। আপুনি ভীম বুলি মৰবল দি ভীমৰ লৌহ-মূৰ্তিটোহে ভাঙিলে। নিজেও দুখ পালে।

—ভীমৰ লৌহ-মূৰ্তি ইয়ালৈ আনিলে কোনে? কাৰ এনে ছলনা?

—মহাৰাজ, কাৰো ছলনা নহয়। শুনক। তাহানি আপোনাৰ বৰপুত্ৰ দুৰ্যোধনে গদা-যুদ্ধৰ আখৰা কৰিবৰ কাৰণে ভীমৰ এই লৌহ-মূৰ্তি কৰাই লৈ তাতেই তেওঁ মাজে মাজে নিকৰুণ কোব বহুৱাইছিল। আজি সেই ভীমকহে আপুনি ভাঙি চূৰমাৰ কৰিলে। ভীমৰ ওপৰত খং উঠা গম পাই ময়ে সেই মূৰ্তিটো আগবঢ়াই দিছিলোঁ। আপুনি এতিয়া ভালকৈ মুখ ধোৱক। ৰাজ-বৈদ্যই আপোনাক চিকিৎসা কৰিব খুজিছে।

শ্ৰীকৃষ্ণই চিকিৎসা কৰালে। ধৃতৰাষ্ট্ৰ অলপ আশ্বস্ত হৈ উঠাত পুনঃ তেওঁ ক'লে—মহাৰাজ, কাণ দি অলপ শুনকচোন। জন্মৰপৰা অন্ধ যদিও আপুনি ধৰ্মৰ কথা সকলো জানে। আপুনি মহাজ্ঞানী লোক। কিন্তু, পুত্ৰসকলৰ প্ৰতি অপত্য স্নেহত মোহান্ধ হৈ আপুনি চৰ্ম-চক্ষু হেৰুৱাৰ দৰে জ্ঞান-চকুও হেৰুৱাইছে। আপোনাৰ ধৰ্মজ্ঞান কোনো কামত লগা নাই। আপোনাৰ শত পুত্ৰও অন্যায়-অনীতিত চলি থাকি মৃত্যুৰ মুখত পৰিল। আপুনি জ্ঞানী লোক হৈও জানি-শুনি তেওঁলোকক সৎ পথত পৰিচালিত নকৰিলে। তেওঁলোকে আপোন পাপৰ ফল ভুগিলে। আজি ভীমক মাৰিলে জানো তেওঁলোকক আপুনি ঘূৰাই পাব? আপোনাৰ পাপ আৰু বেছি বাঢ়িবহে।

ৰজা ধৃতৰাষ্ট্ৰই দীঘলকৈ এটা হুমুনিয়াহ কাঢ়িলে আৰু ক'লে—হে কৃষ্ণ, হে মাধৱ, তোমাৰ কথাই সত্য। মোৰ চৰ্ম-চক্ষু, জ্ঞান-চক্ষু দুয়োটাকে মই হেৰুৱাই নৰপশু হৈ পৰিছিলোঁ। আজি পুনু খন্তেকৰ বাবে হ'লেও জ্ঞান-চক্ষুৰ ক্ষীণ জ্যোতি এচেৰেঙা মই পোৱা যেন পাইছোঁ। কৰুণাময়, তুমি মোক আজি আৰু এটা মহাপাতকৰপৰা ৰক্ষা কৰিলা। ভগবান, মোক যেন তুমি এইদৰেই জীৱনৰ বাকী কেইটা দিন ৰক্ষা কৰি থাকা। প্ৰভু, তোমাৰ অসীম বুদ্ধি ; অপাৰ কৰুণা। তুমি সঁচাকৈয়ে দয়াময় ভগৱান। সংসাৰখন সুখময় আৰু শান্তিময় কৰি তোলা প্ৰভু।

# অসমত জনশিক্ষা আঁচনিৰ পহিলা ঢৌ

এসময়ত সম্ৰাট আকবৰে ৰজা নৰনাৰায়ণৰ লগত সখি বান্ধিছিল। তেওঁ সখিয়েক নৰনাৰায়ণৰ লগ হৈ এবাৰ তেওঁৰ ৰাজ্য আৰু নৰনাৰায়ণৰ কোচ ৰাজ্যৰ মাজতে থকা গৌড় দেশখন আক্ৰমণ কৰিছিল। মোগল বাহিনীৰ সেনাপতি আছিল ৰাজা মানসিংহ আৰু কোচ ৰজা নৰনাৰায়ণৰ সৈন্য-বাহিনীৰ সেনাপতি আছিল—বীৰ চিলাৰায়। দুয়ো ফালৰপৰা চেপি ধৰি মোগল আৰু কোচ বাহিনীয়ে গৌড় ৰাজ্য ধ্বংস কৰিলে। গৌড়ৰ ৰজা ৰণত পৰিল। ৰাজ্যখনৰ আধা সম্ৰাট আকবৰে ল'লে, বাকী আধা কোচ ৰাজ্যত সোমাল। গঙ্গা নদীয়ে দুয়ো ৰাজ্যৰ মাজৰ সীমা হ'ল।

তাৰ পাছত ৰজা নৰনাৰাযণে তেওঁৰ বিশাল ৰাজ্যখন শৃংখলা লগাই পাতিবলৈ মনে মনে পাঙিলে। এনে সময়তে অপুত্ৰক বীৰ চিলাৰায়ৰ এটি পুত্ৰ উপজিল। তেওঁ আনন্দ প্ৰকাশ কৰিবলৈ ডাঙৰ ডাঙৰ উৎসৱ পাতিলে আৰু বামুণ-সজ্জনক অজস্ৰ ধন-সোণ দান কৰিলে। নৱজাত কোঁৱৰৰ নাম থোৱা হ'ল ৰঘুদেৱ।

তাৰ পাছতে বীৰ চিলাৰায় তীৰ্থ কৰিবলৈ গ'ল। গঙ্গাৰ তীৰতে তেওঁৰ এদিন তীৰ-কঁপে জ্বৰ উঠিল। জ্বৰৰ লগে লগে বৰআই ওলাল। সেই জ্বৰ আৰু বসন্ততে তেওঁ ইহ লীলা সম্বৰণ কৰিলে।

ৰজা নৰনাৰায়ণে বীৰ চিলাৰায়ৰ দৰে সোণামুৰা ভায়েকৰ মৃত্যুত মনত বিষম আঘাত পালে। তেওঁ যথা-সময়ত বীৰ চিলাৰায়ৰ আদ্য শ্ৰাদ্ধাদি কৰ্ম মহা আৰম্বৰেৰে সমাপন কৰিলে। শ্ৰাদ্ধত দিয়া দান-দক্ষিণাৰ কথা দেশে-বিদেশে ফাটি-ফুটি গ'ল। দান গ্ৰহণৰ কাৰণে দূৰ-দূৰণিৰ বামুণ আৰু ভিক্ষাৰীৰ সোঁত বৰলৈ ধৰিলে।

তেনে হৈ-চৈ, উলহ-মালহ, উদুলি-মুদুলিৰ মাজতে এদিন নাৰায়ণ চক্ৰৱৰ্তী বুলি এজন পশ্চিমীয়া পণ্ডিত বামুণ দান-দক্ষিণাৰ আশাত আহি ৰজাৰ হাউলীৰ দুৱাৰমুখত উপস্থিত হ'লহি। তেওঁ প্ৰথমে শ্লোক মাতি, আশীৰ্বাদ দি ৰজাৰ কল্যাণ কামনা কৰিলে। তাৰ পাছত দুৱৰীক সম্বোধন কৰি ক'লে—দুৱৰী, তুমি মহাৰাজক কোৱাগৈ—পশ্চিমৰপৰা পণ্ডিত নাৰায়ণ চক্ৰৱৰ্তী আহিছে।

দুৱৰীয়ে নাৰায়ণ চক্ৰৱৰ্তীৰ নামটো পাহৰি যোৱাৰ ভয়ত নাৰায়ণ তেলৰ কথা মনলৈ আনিলে আৰু গোটে বাটে নাৰায়ণ তেলৰ নামটোকে স্মৰণ কৰি ৰজা নৰনাৰায়ণৰ ৰাজসভা পালেগৈ। তেওঁ আঁঠু লৈ ৰজাক ক'লে—মহাৰাজ, সিংহ-

দুৱাৰত নাৰায়ণ তেল আছে। তাৰে বতৰা মহাৰাজক দিবলৈ আহিছোঁ।

ৰজাই ক'লে—ভাল কথা। মুখ বান্ধি ভাণ্ডাৰত ভালকৈ যতনেৰে ৰাখাগে।—

ৰাজা বোলে দ্বাৰী তথিঃ যাওক এখনে।
মুখ বান্ধি ভাণ্ডাৰত থৈয়োক যতনে।।

(দৰং ৰাজবংশাৱলী)

যেনে আদেশ তেনে কাম। দুৱৰীয়ে উধাতু খাই লৰি গৈ পণ্ডিতৰ মুখত গামোচা এখন বান্ধি ভঁৰালৰ এচুকত তেওঁক বন্দী কৰি বহুৱাই থ'লে। ওৰে ৰাতি তেওঁ সেইদৰেই থাকিল।

- পাছদিনা ৰজাই ৰাতিপুৱা স্নান, পূজা আদি কৰি উঠাৰ লগে লগে ভাণ্ডাৰীযে ক'লেগৈ—মহাৰাজ, মুখত কাপোৰ বান্ধি বন্দী কৰি থোৱা বামুণৰ প্ৰাণ যায় যায়। কোনোমতে উশাহ লৈ আছে। কি কৰে কৰক।

ৰজা উচপ খাই উঠিল।—হো, বামুণৰ প্ৰাণ যায়? কোন বামুণৰ কিদৰে প্ৰাণ যাব খুজিছে? শীঘ্ৰে ক। মোৰ ৰাজ্যত ব্ৰাহ্মণ বধ? ই কি কথা?

ভাণ্ডাৰীযে তৰ্ক-অলঙ্কাৰ নাৰাযণ বামুণক ৰাজ আদেশতে দুৱৰীযে কেনেকৈ মুখত বান্ধি ৰাখিছে বৰ্ণনা দিলে। দুৱৰীৰ মুৰ্খামি দেখি ৰজা তেনেই অবাক হ'ল—

ৰাজা বোলে বিষ্ণু বিষ্ণু কৃষ্ণ ভৱহৰি।
পাপ কৰাইলন্ত মোক অজ্ঞান দুৱাৰী।।

(দঃ ৰাঃ বংশাৱলী)

এই বুলি নাৰায়ণ চক্ৰৱৰ্তী বামুণক তৎক্ষণাৎ অনাই, বন্ধন মুকলি কৰি দি ৰজা নৰনাৰায়ণে পাদ্যেঅৰ্ঘ্যে তেওঁক পূজা কৰিলে আৰু অজস্ৰ ধন-ৰত্ন দান দিলে। ৰজাই বামুণক ভৰিত ধৰি—'অপৰাধ ক্ষমা মোক ব্ৰাহ্মণ গোসাঁই' বুলি ক্ষমা খুজিলে। সিমানেই নহয়, অনেক দাস-দাসীও বামুণক লগুৱা ৰূপে দি সন্তুষ্ট কৰিলে।

মহাৰাজ নৰনাৰায়ণে তাৰ পাছত ৰাজসভা পাতি মন্ত্ৰী আৰু পণ্ডিতসকলক নাৰায়ণ চক্ৰৱৰ্তীৰ সমস্ত কাহিনীটো ভাঙি-পাতি ক'লে, আৰু ক'লে—মোৰ ৰাজসভা যশস্বী পণ্ডিতেৰে ভৰি আছে। মোৰ ৰাজ্যৰো নানা ঠাইত পণ্ডিত লোক বাস কৰি আছে। পিছে থাকিলে কি হ'ব? ইয়াত অজ্ঞান, অশিক্ষিত লোকো অসংখ্য আছে। এই ঘটনাটো তাৰে এটা উদাহৰণ। ৰাজ্যৰ সেই অজ্ঞ লোকসকলৰ মাজত জ্ঞানবিদ্যা ঠিকমতে প্ৰচাৰ কৰিব নোৱাৰিলে, মোৰ ৰজা হোৱা নিৰৰ্থক হ'ব। গতিকে আজিয়েই মই মোৰ সভাৰ পণ্ডিতসকলক কাম ভগাই দিব খোজোঁ। মোৰ সভাত বেলেগ বেলেগ বিষয়ৰ মুধাফুটা পণ্ডিত আছে। মই আদেশ দিলোঁ তেওঁলোকে নিজ নিজ দখলৰ শাস্ত্ৰ-জ্ঞান অসমীয়া মাত-কথাত সকলোৱে বুজাকৈ ভাঙি লিখি উলিয়াওক। এতিয়া সেইবোৰ সংস্কৃতত লিখা আছে। সংস্কৃত দেৱভাষাৰ কথাবোৰ মানুহৰ ভাষালৈ আনিব লাগে। তেতিয়া সকলোৱে সেইবোৰ বুজি পাব। তেওঁ নাম ধৰি ধৰি বিখ্যাত পণ্ডিতসকলক এইদৰে কামৰ দায়িত্ব দিলে—

পুৰুষোত্তম ভট্টাচাৰ্য সংস্কৃত ব্যাকৰণৰ অগাধ পণ্ডিত। তেওঁ ৰত্নমালা ব্যাকৰণ ৰচনা কৰক ; কাৰণ পাণিনী ব্যাকৰণ সহজে বুজিব নোৱাৰি। সহজে বুজাকৈ লিখা সংস্কৃত ব্যাকৰণ এখন থাকিলে মানুহে সংস্কৃত পঢ়িবলৈ সহজ পাব। সেই ব্যাকৰণ সহজ পাই পোনতে তিৰোতা মানুহ আৰু শূদ্ৰিৰে তাক পঢ়িব ; তাৰ পাছত ব্ৰাহ্মণেও পঢ়িবলৈ ল'ব।

শুনিও পুৰুষোত্তম ভট্টাচাৰ্য দ্বিজ।
কৰিওক ৰত্নমালা ব্যাকৰণৰ বীজ।। ৬০৫
সম্প্ৰতিকে স্ত্ৰীয়ে শূদ্ৰে পঢ়িব যতনে।
কিছু শেষ ভৈলে পঢ়িবেক বিপ্ৰগণে।। (দঃ ৰাঃ)

পণ্ডিত ৰামসৰস্বতী ভাৰত, ৰামায়ণ, পুৰাণ সংহিতা আদিৰ ওজা। তেওঁ সংস্কৃত মহাভাৰত, অষ্টাদশ পুৰাণ আদি শাস্ত্ৰবোৰ ৰসাল পদ ছন্দলৈ অনুবাদ কৰক, যাতে মানুহে মুখে মুখে আওৰাই গাই ফুৰিবও পাৰে—

শুনিওক আজ্ঞা মোৰ ৰামসৰস্বতী।
ভাৰতৰ পদ তুমি কৰিও সম্প্ৰতি।। × ×
অষ্টাদশ পুৰাণৰ কৰিওক পদ।
আকে শুনি নৰলোকে পাইব পৰম্পদ।। (দঃ ৰাঃ)

সেই সময়ত মহাপুৰুষ শঙ্কৰদেৱো নৰনাৰায়ণ ৰজাৰে সভাপণ্ডিত আছিল। ৰজাই তেওঁলৈ চাই ক'লে—

শুনিওক শঙ্কৰ তুমি ভক্ত মহাজন।
বাঢয় স্কন্ধৰ পদ কৰা নিবন্ধন।।
হৰিৰ ভক্তিক তুমি কৰিও প্ৰচাৰ।
হৰি ভক্তি নৰে হৌক সংসাৰৰ পাৰ।। (দঃ ৰাঃ)

ভাগৱতৰ পদ ৰচনা কৰিবলৈ দিয়াত মহাপুৰুষ শঙ্কৰদেৱে পৰম আনন্দ লভিলে। শিষ্যসকলৰে সৈতে তেওঁ সেই কামত লাগি গ'ল।

ৰজাই এইদৰে শ্ৰীধৰ কন্দলিক জ্যোতিষ শাস্ত্ৰ, বকুল কায়স্থক লীলাৱতীৰ অঙ্কশাস্ত্ৰ আদি ভাগে ভাগে ভাঙি উলিয়াবলৈ লগাই দিলে।

সকলোৱে সেইমতে কামত হাত দিলে। কাম হো-হোৱাই আগবাঢ়িবলৈ ধৰিলে। পুথিবোৰ মানুহে সাঁচিপাতত নকল কৰি নি দলে দলে চাক পাতি বহি পাঠ কৰিবলৈ ধৰিলে। বহুতে ওজাপালিৰ গীতত গাই ফুৰিবলৈও ল'লে। দেশত শিক্ষা বেগতে বিয়পি পৰিল। খেতিয়ে-বাতিয়ে, শিক্ষাই-দীক্ষাই মহাৰাজ নৰনাৰায়ণৰ ৰাজ্য অলপ দিনৰ ভিতৰতে নদন-বদন হৈ উঠিল। মানুহে নৰনাৰায়ণ ৰজাক ধৰ্মৰজা বুলিবলৈ ধৰিলে।

ধৰ্ম শিক্ষা দিয়া ৰাজা পালে নিজ প্ৰজা।
সেহি দিনা ধৰি নাম ভৈলা ধৰ্মৰাজা।। (দঃ ৰাঃ)

অসমত ই আছিল জনশিক্ষা বিস্তাৰ আঁচনিৰ দোকমোকালি ঃ পহিলা ঢৌ।

# মোৰ জীৱন-নৈৰ ঢৌবোৰ
# (১)

শ্ৰীঅতুলচন্দ্ৰ বৰুৱা

# মোৰ জন্ম-ৰহস্য

জন্ম-কথাকে জন্ম-ৰহস্য বুলিছোঁ। নিজৰ জন্ম-কথা কোনেও নিজে নাজানে। অলপ ডাঙৰ হ'লে হয়তো আৰ-তাৰ মুখে শুনে। তাকে কোনোবাই ভালকৈ ক'লে শুনি ভাল পায়, অলপ উপলুঙাৰ সুৰত ক'লে খং কৰে। সেয়েহে প্ৰবাদ-বচন মাতি কোৱা হয়—বোলে, দেৱতাৰ জন্ম-কথা ক'লে হয় ৰং, মানুহৰ জন্ম-কথা ক'লে উঠে খং। দেৱতাসকলৰ বেছি ভাগৰে জন্ম-কথা অলপ নহয় অলপ শ্ৰুতিকটু বা আপচু ধৰণৰ। বেছি দূৰলৈ নগৈ বিঘ্নবিনাশন-একদন্তধাৰী মহাপ্ৰভু গণেশৰ কথা ভাবিলেই হয়। হাতী-শুঁৰীযা মূৰেৰে তেওঁ তেনে হ'বলৈ পালে কেনেকৈ তাক নাজানে কোনে? অথচ তেওঁক ভয় বা গহ নকৰে কোনে? পূজাযে বা নকৰে কোনে? বাটৰ কাষত বহি থকা তেনে গণেশৰ মূৰ্তিলৈ গাড়ীত যোৱা বাটৰুৱাই দলি মাৰি হ'লেও ফুল বা ধনৰ অৰিহণা দি যায়। দেৱতাসকলৰ পূজাতো প্ৰথম পূজা হেনো তেওঁৰেই। বাৰু সেইবোৰ সম্প্ৰতি এৰি নৰ-মনিচৰ কথালৈ আহোঁ।

মই মোৰ নিজৰ কথাকেই কওঁ। Charity begins at home একে আষাৰে ক'ব লাগিলে মই মোৰ জন্ম-ৰহস্য বা জন্ম-কথা একো নাজানো। যি শুনিছিলোঁ, বুঢ়ী আইৰ মুখে শুনিছিলোঁ। মোৰ জন্মৰ ভালেমান দিন আগৰেপৰা মোৰ মাইৰ (আইক আমি মাই বুলিছিলোঁ) মাক বুঢ়ী আই (তেওঁক বুলিছিলোঁ বুঢ়ী-মাই বা চমুকৈ বুৰ্-মাই) আমাৰ ঘৰত আছিল। তাৰ কাৰণ—তেওঁৰ গিৰিয়েক ঢুকাইছিল আৰু পুতেকে ভালকৈ ভৰণ-পোষণ দিব নোৱাৰিছিল। সেই বুঢ়ী আইৰ মুখে মই সৰুতে বহুত কথা শুনিছিলোঁ , তাৰে ভিতৰত মোৰ জন্ম-ৰহস্যটোও এটা।

শুনিছিলোঁ বঙলা ১৩২৩ চনত (ভাস্কৰাব্দত), শকাব্দ ১৮৩৮ আৰু ইংৰাজী চন ১৯১৬ ৰ ১৬ জেঠ, ইংৰাজী ২৯ মে' সোমবাৰৰ দিনা মোৰ জন্ম হৈছিল। জেঠ মাহৰ টৌ টৌৱা ৰ'দৰ ভৰ দুপৰীয়া হেনো মই উপজিছিলোঁ। কৃষ্ণ পক্ষৰ ত্ৰয়োদশী তিথিৰ ভৰণী নক্ষত্ৰত। ভাগ্যক্ৰমে সিদিনা সেই সময়ত পিতা ঘৰতে আছিল। মোৰ জন্মৰ সময়ত তেওঁৰ মনত হেনো ঘোৰ উৎকণ্ঠা—মই ল'ৰা হৈ উপজিছোঁ নে ছোৱালী হৈ উপজিছোঁ বুলি। তাৰ কাৰণ—মোৰ জননীৰ মই আছিলোঁ চতুৰ্থ সন্তান। মোৰ আগৰ আটাইবোৰ আছিল ছোৱালী। গতিকে পিতাৰ মৰমৰ তুলাচনীত মাইৰ আদৰ ক্ৰমাগত কমি গৈছিল।—"কেঁচুৱা ইবাৰ ঝীয়া (জীয়া) নহয়, লিকিৰা (ল'ৰা)

দে বাপা"—বুলি বুঢ়ী মায়ে হেনো চিয়ঁৰ মাৰি ভিতৰৰপৰা কৈছিল আৰু তাকে শুনি পিতাই আমাৰ ৰৰঘৰৰ লিপা চোঁচৰ বেৰাত ডাঙৰকৈ শব্দ হোৱাকৈ জোৰেৰে হালোৱা ল'ৰে তিনিটা নিষ্ঠুৰ কোব বহুৱাইছিল। বুঢ়ী মাইৰ মুখে পিছত শুনিছিলোঁ—সেই তিনিটা কোবত মাক আৰু কেঁচুৱাই হেনো চক্‌মক্ খাই উঠিব লাগে—দুয়ো নতুন সংসাৰত প্ৰৱেশ কৰিলে বুলি সচেতন হ'ব লাগে। সেইটো দেশৰ দস্তুৰ।

পিতাই হেনো লৰা-লৰিকৈ প্ৰসূতিক জাপ্‌জৰী দিছিল আৰু বায়ুৰ দাৰু নিজে তুলি আনিছিল। বায়ুৰ দাৰু এক বনৌষধি। ক'বলৈ পাহৰিছোঁ—পিতা এজন গাঁৱলীয়া বৈদো আছিল। বিশেষকৈ সৰ্পদংশন আৰু ভূত-প্ৰেত উজৰা, কূট মন্ত্ৰ নাশ কৰা আদিত তেওঁৰ বৰ নাম আছিল। প্ৰসৱৰ সময়ত প্ৰসূতিক তেওঁৰ জৰাপানী নি খুউৱা আৰু কোনেও কূট-নাট কৰিব নোৱৰাকৈ তেওঁৰপৰা গাবন্ধা জাপ্‌জৰী নিয়া গোটেই অঞ্চলটোত এটা সৰ্বজন-বিদিত কাম আছিল। কেঁচুৱা ওপজাৰ পিছত তেওঁৰপৰা বায়ুৰ দাৰু বুলি এবিধ আহদি নি প্ৰসূতিক সকলোৱে খুৱাইছিল। তাকে কৰিলে হেনো প্ৰসূতিৰ গা বা মূৰৰ বিকাৰ নহয়। আমি দেখিছিলোঁ—ডাঙৰ লেধাই-শামুকৰ গাৰ ওপৰৰ খোলাডোখৰত সৰু ছিদ্ৰ এটা কৰি দিলে সেই পিনেদি ফটিকৰ দৰে যি ফট্‌ফটীয়া পৰিষ্কাৰ পানী ওলায়—তাত তেওঁ দিয়া ঔষধৰ মূল বডিটো অনুপান সহ মিহিকৈ বটি প্ৰসূতিক খুউৱাটোৱে আছিল বায়ুৰ দাৰু খুউৱাৰ নিয়ম। বহুত ঠাইত এই কাম কৰা মই নিজ চকুৰে দেখিছিলোঁ। মোৰ জন্মৰ পিছতো মইকো তেনে ঔষধ খুৱাইছিল হেনো।

কেঁচুৱা ওপজাৰ ৫। ১১। ১৩ দিনৰ দিনা গণক আনি গণা-পঢ়া কৰি কেঁচুৱাৰ নাম ৰখা হয়। মোক হেনো গণাইছিল এঘাৰ দিনৰ দিনা। গঞা প্ৰথা অনুসৰি গণনাৰ দিনা কলপাতেৰে বন্ধা নিমখৰ টোপোলা আৰু বোকা নাৰিকল-চেনি চুবুৰীৰ মানুহক ঘৰমূৰি বিলাই দিয়া নিয়ম। মোৰ ক্ষেত্ৰতো হেনো তাকে কৰা হৈছিল। তাকে কৰা হৈছিল অলপ বেছি উদাৰভাৱে, কাৰণ মই আছিলোঁ বহুত ভনীৰ মাজৰ একমাত্ৰ ল'ৰা আৰু পাটগিৰিৰ নাতিয়েক। আমাৰ ককাৰ নাম আছিল সৰুৰাম পাটগিৰি ঃ দুটা মৌজাৰ মৌজাদাৰ। ইংৰাজ ৰাজত্বৰ আদিযুগৰ কথা। সেই সূত্ৰে পিতাকো বহুতে পাটগিৰি সম্বোধন কৰা শুনিছিলোঁ। পিতাৰ কেঁচুৱা কালতে ক'লাজ্বৰত পিতৃবিয়োগ ঘটে আৰু মৌজা যায়। সি দূৰ অতীতৰ শুনা কথা। মই সেইবোৰ একো নাজানো। আৰ-তাৰ মুখে শুনিছোঁ।

মোৰ কোষ্ঠী গণাবৰ দিনা দৈৱজ্ঞ গণক আছিল বোলে দুজন। কোষ্ঠীকে গঞা ভাষাত কুঠী, আখাৰা আদি নানা নামত ব্যক্ত কৰা হয়। জন্ম-পত্ৰিকা, সৌৰৱণী আদিও সেই একেবস্তু। উন্নত নাম। পিছে গণনাৰ পৰত গণক দুজনক ফাৰাক ফাৰাককৈ দুঘৰত বহুৱা হৈছিল যাতে কাৰো গণনা কোনেও নাজানে।

দৈৱজ্ঞ গণক দুজনৰ এজনৰ নাম আছিল বলী অধ্যাপক আৰু আনজনৰ নাম আফুল দেউ। বলী অধ্যাপক আছিল খাতিকুছি গাঁৱৰ 'দৰং ৰাজবংশাৱলী'ৰ কবি সূৰ্য্যখড়ি দৈৱজ্ঞৰ বংশধৰ। আফুল অধ্যাপক গোৱালঝাৰ গাঁৱৰ লোক। দুয়োৰো ঘৰ আমাৰ ঘৰৰপৰা প্ৰায় এক গেৰিৰ বাটতে। ৰাতি পুৱালে ৰিণি-ৰিণি মুখ দেখা দূৰত্বে। দুয়োৰো কাৰ কিমান কি বিদ্যা আছিল নাজানো ; কিন্তু দেখিছিলোঁ—এজন আছিল মুখেৰেই জগত জয় কৰিব পৰা লোক আৰু আনজন ঠিক তাৰ বিপৰীত। নিবোকা। মঙ্গলদৈত গণক-ব্ৰাহ্মণসকলৰ ভিতৰত গণনাত পটুসকলক অধ্যাপক বোলা হয়। সেয়েহে বলী অধ্যাপক, আফুল অধ্যাপক। বলী অধ্যাপকৰ মুখত কথা আখৈ ফুটাদি ফুটি থাকে। গীতা (শ্ৰীকৃষ্ণ গীতা, গোবিন্দ মিশ্ৰৰ) অসমীয়া ভাগৱত পুথি আদি দীঘলীয়া ৰাগ দি সুৰ লগাই পাঠ কৰাত তেওঁ আছিল অদ্বিতীয়। বহুত দূৰৰপৰা ৰাগ শুনিয়েই মানুহে বলী অধ্যাপকৰ ৰাগ বুলি জানিব পাৰিছিল। ইমানেই ওস্তাদ পাঠক আছিল তেওঁ।

দৈৱজ্ঞ বুজাবলৈ মঙ্গলদৈৰ গণকসকলে শৰ্মা নিলিখি দেৱশৰ্মা লিখিছিল। আফুল দেৱশৰ্মা আছিল বৰ গহীন প্ৰকৃতিৰ লোক। পিতাইতকৈ বয়সে ডাঙৰ। তেৰোঁ আছিল 'অশ্বনিদান', 'কূৰ্মাবলী বধ' আদিৰ কবি সাগৰখড়ি দৈৱজ্ঞৰ বংশৰ লোক। তেওঁ অতি কম কথা কৈছিল, কিন্তু যিকেইটা কথা কৈছিল তাক গজ্গজীয়াকৈ ন-দি কৈছিল। মোৰ ঠিক ওপৰৰ বাইদেউ গৰাকীক গণাওঁতে পিতাই হেনো তেওঁক প্ৰশ্ন কৰিছিল—দেউ, এই ছোৱালীৰ পিছৰ সন্তান ল'ৰা হ'ব নে ছোৱালী হ'ব আজি গণনা কৰি ক'ব লাগিব ঃ জাতকৰ ভাগ্য ভাল বুলি আপোনালোকে সদায়ে সকলো ঠাইতে কয়।—তেতিয়া তেওঁ হেনো ভালেখিনি পৰ ফলিত মচা-লেখা, মচা-লেখা কৰি থাকি উঠি কৈছিল—বাপৌ (বোপাই), এইৰ পাছৰ সন্তান যদি ল'ৰা নহয় তেন্তে মই মোৰ এই পুথি-পাঁজি পুৰি পেলাম। গণনা কৰিবলৈও এৰি দিম।'—গতিকে মোৰ আখৰা গণিবৰ সময়ত তেওঁৰ সেই আগতে দি যোৱা ভৱিষ্যদ্বাণীলৈ মনত পেলাই সকলোৱে তেওঁক বৰ আতৌ-পুতৌ কৰিছিল।

দুয়োজন দৈৱজ্ঞক দুঠাইত পৃথকে বহুৱাই গণনা কৰোৱা হৈছিল যদিও কথাৰ ৰহস্য ল'বলৈ বগীৰাম বৰুৱা ককাইদেউৰ দৰে জনাবুজা উদ্যোগী লোক দুই-এজন দুয়ো ফালে অহা-যোৱা কৰি আছিল হেনো। দুয়ো অধ্যাপকে মোক দুটা নাম দিছিল। বলী অধ্যাপকে দিছিল 'অতুল' আৰু আফুল অধ্যাপকে—'অবিনাশ চন্দ্ৰ'। কথাচহকী দেউ বলী অধ্যাপকৰ নামটোৱে পিছে ৰজিল। দুয়োজনা আজি পৰলোক প্ৰাপ্ত। তেওঁলোকৰ আত্মাই চিৰশান্তি লাভ কৰক—জয় জয়তে তাকে প্ৰাৰ্থনা কৰিলোঁ।

১/৮/৯৬

# মহাৰাণীৰ টকা

কঁকালত টনা ল'বলৈ ধৰিছোঁ মাত্ৰ। টনা মানে গামোচাৰ সৰু চুৰিযা। মোৰ তেতিয়া বয়স হযতো চাৰি-পাঁচ বছৰ হ'ব। তেতিযাৰে কথা। ৰিউ-ৰিউ মনত পৰে। উপৰি বছৰ ব'হাগ মহীয়া ঘোঁৰাবান্ধাৰ দেউলত পিতাই মোক এটা চুচিমালতীৰ টেমা কিনি দিছিল। দাম আছিল সম্ভৱ তিনি পইচা নে এক ছৰতীযা। নোখোজাকৈ দিযা নাছিল ঃ বৰকৈ কাউচি কাটি থকাতহে দিছিল। গোৰালোটাকৈ চুৰিযা পিন্ধি সিংখাপৰ পুৰণিকলীয়া চোলা এটা গাত সুমুৱাই লৈ—তাৰ বৈঠা-ৰছীবোৰ কচিকচি বান্ধি দেউল চাবলৈ যোৱাটো মোৰ বৰ ফূৰ্তিৰ কাম আছিল। তেনেকৈ যোৱা দেখি দুই-এজন বয়সীয়া লোকে হাঁহি-তামাচা কৰি কৈছিল—“ছলিক ঠিক পাছ বিযাৰ বৰটোৰ দৰে চিকন দেখা হৈছেঁ—ধুন মাৰা ধুনীযা, পকা তামোল পুণীযা, গেলা মাছ টেঙাত দি খায় , ঘূৰি ঘূৰি চাই কয বোলে—মোৰ সমান ধুনীয়াটো নাই।—পিছে দেউলত বা কি কিনা হ'ব? হাতী নে ঘোঁৰা, নে চুচিমালতীৰ টেমা?”—হাতী-ঘোঁৰাৰ কথা এৰি মই চুচিমালতীৰ টেমাকে ধৰিছিলোঁ। মুখেৰে অৱশ্যে পোনতে সেই কথা খুলি কোৱা নাছিলোঁ। মনেৰেহে ভাবিছিলোঁ।

চুচিমালতীৰ টেমাত এবিধ সুগন্ধি মলম থাকে। তাক নাকৰ আগত, নাকৰ দুযো পাহত বা নাকৰ তলত, ওপৰৰ ওঁঠত অলপমান ঘঁহি ল'লে মুখখন মলমলাই গোন্ধাই থাকে। এচিকটা এচিকটাকৈ বহুত দিন ঘঁহিব পাৰি। নুটুকায। সিবছৰ মই তেনে এটা টেমা কিনি নিজেও ঘঁহিছিলোঁ—লগৰীযা-সমনীয়া দুই-এজনকো ঘঁহি দি মনে মনে গৌৰৱ বোধ কৰিছিলোঁ। পিছে, তাৰ ঢাকনি-খোলটো (সাঁফৰখন) কেনেবাকৈ এদিন হেৰাই থাকিল। তাকে লৈ মনত বৰ দুখ উপজিছিল। অ'ত-ত'ত খেলি ফুৰোঁতেও মনত ঢাকনিখনৰহে চিন্তা' ক'ৰবাত পাওঁ নেকি ভাবি থাকোঁ। 'অইনৰ অইন চিন্তা, বুঢ়ী বামুণীৰ কাণ দুখনৰহে চিন্তা' বোলাৰ দৰে শযনে-সপোনেও মোক পাইছিল চুচিমালতীৰ টেমাৰ হেৰোৱা খোলটোৰ চিন্তাই।

এদিনৰ কথা। আমাৰ ঘৰৰপৰা এক গেৰিৰ বাটত আমাৰ এখন চনপৰা বকৰানি আছিল। সকলোৱে তাক ভদীযাৰ বাকৰা বুলিছিল। মৃত কোনোবা ভদীযা নামৰ লোকৰ হযতো সি এদিন স্থাবৰ সম্পত্তি আছিল। সি কেনেবাকৈ আমাৰ পূৰ্বপুৰুষৰ হাতলৈ আহিছিল। সেই ভদীয়াৰ নামটো কিন্তু মাটিডোখৰৰ লগত লাগি থাকিল ; পট্টাৰ নামজাৰিয়ে তাক কাটি উঠাই দিব নোৱাৰিলে। সি ভদীযাৰ বাকৰা হৈয়ে থাকিল। সেই ভদীযাৰ বাকৰাত সেইবাৰ আমাৰ কুঁহিযাৰৰ খেতি কৰিব। কুঁহিয়াৰ-খেতিৰ বাবে মাটি ভালকৈ চহাব লাগে। তাৰ কাৰণে বংশৰে চকৰ (চক্ৰধৰ) খুৰাদেউহঁতৰ লগত আমাৰ সিদিনা ভদীয়াৰ বাকৰাত লগ-হাল বাবলৈ লৈছে। আমাৰ

দুখন হাল আৰু চকৰ খুৰাহতঁৰ এখন। এই তিনিখন হাল। দুহিচা (তিনি ভাগৰ দুই অংশ) মাটিত আমাৰ কুঁহিয়াৰ আৰু এক হিচাত তেওঁলোকৰ কুহিয়াৰ কৰে। আমাৰ হাল দুখনৰ এখন পিতাই বায়, আনখন বায় জালাল সেখে। জালাল সেখ আমাৰ হালুৱৈ (হালোৱা)। হালুৱৈযে নহয় আমাৰ বৰ বিশ্বাসী ভৃত্য আৰু পৰিয়ালৰে এটাৰ দৰে। বয়সত পিতাতকৈ সৰু আৰু পিতাক তেওঁ 'কাকা' বুলি মাতে। আমাৰ চুবাৰ পুব মূৰতে আলি এটাৰ সিপাৰে তেওঁৰ ঘৰ। ঠাইডোখৰৰ নাম খেটেংপাৰা। মানুহে জালালৰ কথা কয়—জালাল গৰিয়া নাথাকিলে পাটগিৰিৰ ভৰি খোৰা ; টেকেলি কাতি। সিহে পাটগিৰিৰ ঘৰখান ৰাখিছে।

পিতাক মানুহে পাটগিৰি বোলাৰ মানে আছে। পিতাৰ দেউতাক লোক্ৰাই আৰু ছিপাঝাৰ এই দুখন মৌজাৰ মৌজাদাৰ আছিল। ই উনবিংশ শতিকাৰ শেষৰ দুই দশক মানৰ কথা। ক'লাজ্বৰত তেওঁৰ মৃত্যু হয। মৌজাদাৰক তেতিয়া দৰং আৰু কামৰূপত পাটগিৰি বুলিছিল। ককাদেউতাৰ মৃত্যুৰ সময়ত পিতা ছমহীয়া কেঁচুৱা। মৌজা ৰাখোঁতা বংশত কোনো নোলাল। সকলো ক'লাজ্বৰতে মৰি-হাজি অন্ত হ'ল। মৌজা গ'ল। মৌজা গ'ল যদিও কিন্তু মৌজাদাৰৰ পুতেক কাৰণে পিতাক মানুহে পাটগিৰি বুলিযে মাতিছিল। পিতাই নাম আৰু তদনুৰূপ মান-সম্মান সদায় পাই আছিল।

পিছে, এতিযা আচল কথালৈ আহোঁ। মোৰ বাইদেউ তিনিজনী। প্ৰথমগৰাকীৰ নাম শৈব্যা। তেওঁক পিতাই কিবা বোলেনে গৌৰী বিবাহ দিছিল, অৰ্থাৎ ধুৱনি হোৱাৰ কেইবা বছৰ পূৰ্বে বিযা দিছিল। দ্বিতীয়জনীৰ নাম ছিৰীমতি (ছিৰী)। তৃতীযগৰাকীৰ নাম প্ৰেমেশ্বৰী ঃ মতা নাম পেমেই আৰু সোগা। সোগা বাইদেউ সকলো কামতে আগবঢ়া আছিল। তেওঁ সিদিনা হালতলীলৈ চাহ-ধপাত লৈ যাবলৈ ওলোৱাত মযো লগতে ওলালোঁ। সময প্ৰায কৈঁৰা-দুপৰ। পিতা, চকৰ খুৰা আৰু জালাল সেখে হাল ৰাখি থৈ চাহ-জলপান-ধপাত আদি খাই আছে। মই হালৰ আঁতৰৰ মূৰত টিপা এটাৰ কাষত হাতেৰে খুচ্‌খুচাই মাটি খুঁচৰি আছোঁ। মনত তেতিযাও চুচিমালতীৰ টেমাৰ খোলৰ কথা পাহৰা নাই ঃ ভাবিছোঁ, এইবোৰতে কিজানিবা ক'ৰবাত কেনেবাকৈ তাক পাওঁৱেই, চাওঁচোন! এনেতে হঠাৎ নাঙলৰ খাবৰ ওপৰত জিলিকি থকা এটা উজ্জ্বল চক্‌চকীয়া ঘূৰণীয়া বস্তু মোৰ চকুত পৰিল। পোনছাটে মই সেইটোকে টেমাৰ খোলটো বুলি মচিকাচি তুলি ল'লোঁ। জিলিকি উঠা দেখি মই চিঞৰি ক'লোঁ—পিতা, মই চুচিমালতীৰ হেৰোৱা খোলটো পালোঁ। এইটোৱে হ'বলা, ইযাতে পৰি আছিল। কাণবোৰ নাই, পোন হৈছে।

চকৰ খুৰাই দূৰৰপৰা দেখি ক'লে—কি ঐ! সেইটো দেখোন ৰূপৰ মোহৰ হ'বলা—চাওঁ—ইফালে আনচোন।—এইবুলি তেওঁ সেইটো হাতত তুলি লৈ ক'লে—তই ক'ত পালি? চাওঁ, আৰু আছে কিজানি।—এইবুলি তেওঁ পোনতে ঠাইডোখৰ ভৰিৰে খুঁচৰি চালে। তাৰ পাছত কোৰখন আনি টিপটো খান্দি হুৰুকি

পেলালে। টকা কিন্তু আৰু নোলাল। এতিয়াও মনত আছে—সোঁ এইবোৰ টকা ; আৰু পাইছোঁ—ন—বুলি কোৰেৰে খন্দা মাটিবোৰ তেওঁ মোৰ পিনে ধেমালিতে দলিয়াই দিছিল।

তিনিও মোহৰটো ভালকৈ লিৰিকি-বিদাৰি পিলিথি-পিলিখি চাই ক'লে—এইটো মহাৰাণীৰ টকা। বহুত পুৰণি টকা। ইয়াত কেনেকৈ পৰিল? ক'ৰবাত আৰু বহুত টকা পোত খাই থাকিব পাৰে—বুলি চকৰ খুৰা আৰু জালালে ঠাইডোখৰ পুনৰ চহাই খান্দি তলৰ মাটি ওপৰ কৰি চালে। পিছে দোপে পতি শেলুক নাপায় বোলাৰ দৰে তেওঁলোকৰ ভাগ্যতো টকা নোলাল।

পিতাই মোক ক'লে—এইটো নি মাৰেৰ হাতত দিবি। তেওঁ তাৰ যি কৰিব লাগে কৰিব।

সেয়ে হ'ল। মই উধাতু খাই গৈ আইৰ ওচৰ পালোঁ। আগতে কৈছোঁ—আইক মই মাই বুলি মাতিছিলোঁ। তেওঁক মোহৰটো দেখুৱাই ক'লোঁ—মাই, মই টেমাৰ খোলটো পালোঁ, কিন্তু আগৰটো নহয়। এইটো ভালকৈ থৈ দিয়া। পিতাইঁতে কৈছে এইটো বোলে কিবা মহাৰাণীৰ টকা।

মাই তেতিয়া তাঁত শালত কাপোৰ বৈ আছিল। তাঁত শালখন ধানৰ ভঁৰাল আৰু বৰঘৰৰ মাজৰ মুকলি ঠাইখিনিতে আছিল। বৰষুণ-বাদল হ'লে, সেইখন বৰঘৰৰ কাঁথিতে সামৰি-সুতৰি ওলোমাই থৈছিল।

মাই টকাটো ভালকৈ চাই সকলো কথা শুনি, বুজি ক'লে—ই কাৰোবাৰ হেৰোৱা টকা, ভাল বস্তু নহয়। এনে বস্তুলৈ লোভ কৰিব নালাগে। ইয়াক ঘৰৰ ভিতৰলৈ নিব নাপায়ঃ বামুণ-সজ্জনক দান দিব লাগিব। নহ'লে ঘৰৰ অমঙ্গল হ'ব।—এইবুলি তেওঁ সেইটো প্ৰথমে তুলাপাত এখনেৰে মেৰিয়াই শালৰ ওচৰতে মাটিত থ'লে। তেওঁ টকাটো ঘৰৰ ভিতৰলৈ নিয়া দূৰৰ কথা তাক ছুই উঠি নিজে ভালকৈ হাত-ভৰি ধুই পেলালে। সোণ-ৰূপ-তুলসী-দুবৰি-গোখিচেৰে পানীত টকাটো ধুই শুদ্ধ কৰি তাক তাঁত শালৰ মহুৰা-খোকাটোত তুলি থ'লে। তুলসীৰ পানী ছটিয়াই তাঁত-শালৰ কাপোৰ আৰু মহুৰা-খোকাটোও শুচি কৰিলে।

মই মাইৰ এই কাণ্ড দেখি ভেবা লাগি চাই আছিলোঁ। তাৰ পাছত ক'লোঁ—মাই, কিন্তু টকাটো বামুণ-গণকক দান দিলে নহ'ব। মই পোৱা টকা কি বুলি তোমালোকে বামুণ-গণকক দান দিবা? ইয়াৰে মই কাগজ-পেন্সিল কিনিম, চোলা-চুৰিয়া কিনিম আৰু যেতিয়াই যি লাগে কিনিব পাৰিম , ই বোলে কিবা মহাৰাণীৰ টকা।

মাই ক'লে—অ' পাৰিবি বোপাই, হাতী-ঘোঁৰা-কিতাপ-কাগজ-চোলা-চুৰিয়া সকলো কিনিব পাৰিবি। মাত্ৰ পঢ়িব লাগিব। মই ইয়াক বাৰু ইয়াতে মেহনত কৰি ভালকৈ ৰাখিম। ই মহুৰাৰ খোকাতে থাকক বাৰু।

তাৰ পাছত দিন বাগৰিল। মাহ গ'ল। বছৰো বোধকৰোঁ পাৰ হ'ল। মই স্কুললৈ যাবলৈ ধৰিলোঁ। মোৰ মনত আছে—যেতিয়াই মোক কিবা লগা হয়—ধুতি, চোলা বা কাগজ-কলম—তেতিয়াই মই কওঁ—এতিয়াই আনি দিয়া, নহ'লে মোৰ টকাটো দিয়া। মহাৰাণীৰ টকা। মই তাৰে সকলো বস্তু কিনিব পাৰিম বুলিছিলা নহয়? এতিয়া?

মাযে কেতিয়াবা খেমালি কৰি কৈছিল—দিম ৰ'বি ; টকাটোৱে ডিমা পাৰক। বহুত হ'ব। তেতিয়া হাতী-ঘোঁৰা-চোলা-চুৰিয়া—চব কিনিব পাৰিবি।—মই কেতিয়াবা টং কৰি চাই মাইৰ কথাটো সঁচা বুলিযে ভাবিছিলোঁ। ভাবিছিলোঁ—টকাই ডিমা পাৰে, অন্ততঃ মহাৰাণীৰ টকাই ডিমা পাৰে।

তাৰ পাছত আমাৰ ঘৰৰ ওচৰৰ ন-নৈত বহুত বাৰ ধল আহিল। বহুত বাৰ আহু-থৰ্মা-বাও-বৰধান-বত্নশালী-সুবাগমণি-ক'লাজহা-খৰিকাজহা-তুলসীজহা ধান ভাখেৰিত উঠিল। পিতাই মাহীমাক বিয়া কৰাই আনিলে। বিয়াৰ পিছৰ বছৰতেই মোৰ মাতৃদেৱীৰো দেহাৱসান ঘটিল। এই কালডোখৰত মোৰ মূৰৰ ওপৰেদি দুৰ্য্যোগৰ এটা প্ৰচণ্ড ধুমুহা বৈ গ'ল। মৰাৰ আগতে এদিন মাইক সোধাত তেওঁ হাঁহি হাঁহি কৈছিল—বাছা, তোৰ মহাৰাণীৰ টকা মই মাহীমাৰাক গটাই দিছোঁ। তেওঁ তোক তাৰে যেতিয়া যি লাগে দি থাকিব। মই গা ভাল পালে নিজেই দিম।—মাহীমায়েও—অ'—মই দিম দে—বুলি শলাগি থৈছিল। মই তেতিয়া ভাবিছিলোঁ—মাইৰ আৰু মাহী মাৰ কথা সঁচাই হ'বলা। মাহী মাক মই 'মাহে' বুলিছিলোঁ। তেনেকৈ বুলিবলৈ বুঢ়ী-মায়ে শিকাই দিছিল।

(২)

মাই মৰাৰ ঠিক এবছৰ হোৱা নাই। মই তেতিয়া দ্বিতীয় শ্ৰেণীৰপৰা তৃতীয়লৈ প্ৰমোচন পাইছোঁ। শিক্ষকে ক'লে—সকলোৱে গণিত আৰু ভূগোলৰ বহী বান্ধি আনিব লাগিব। কালিলৈ গণিতৰ বহীকে আনিবি। মই তহতঁক বহী'ত কেনেকৈ অঙ্ক পাতিব লাগে দেখুৱাই দিম।

মই পঢ়া পাঠশালা স্কুলখনৰ নাম আছিল মাৰৈ স্কুল। ই আমাৰ ঘৰৰপৰা কমেও দুমাইল দূৰত আছিল। হাবিৰ মাজে মাজে, পুখুৰী-ভেহনিৰ পাৰে পাৰে লুংলুঙীয়া বাটেদি যাব লাগে। ঘাই বাটেদি যাবলৈ হ'লে দূৰত্ব আৰু বহুত বেছি হ'ব। আমি অহা-যোৱা কৰা বাটেদি আহি ঘৰ পোৱাৰ আগতে ঘৰৰপৰা প্ৰায় এক গেৰিৰ বাটতে আমাৰ বংশৰে নন্দীৰাম ককাইদেউৰ দোকান। সূতা-দালি-চাউল-চাহপাত-চেনি-গুৰ-কল আদিৰ দোকান। আমি সদায় স্কুলৰপৰা আহি সেইখিনি পাওঁতে কৈঁৰা-দুপৰ হয়। সদায় তাতে অলপ জিৰাই-শঁতাইহে ঘৰ পাওঁহি। কেতিয়াবা নন্দীৰাম

ককাইদেৱে আমাৰ প্ৰত্যেকৰে হাতত ৰঙা চেনি একো খামোচা দিয়ে। তাকে আমি পানীৰে সৈতে খাই অমৃত যেন পাওঁ। তাকে খাই উলাহেৰে ঘৰলৈ খোজ লওঁ। সেইদিনাও তাত আহি জিৰাইছোঁ। লগৰীয়া কোনোবাই ক'লে—ককাইদেউ, ই শ্ৰেণীত প্ৰথম হৈছে। বাবুৱে তাক ভাল বুলিছে। ই কম নহয়, ইয়াক অলপ বেছিকৈ চেনি খাবলৈ দিয়ক।

ককাইদেৱে ক'লে—ই মানে?

—ই মানে অতুলে শ্ৰেণীত প্ৰথম হৈ প্ৰমোচন পাইছে।

ককাইদেৱে হাঁহি এটা মাৰি ক'লে—হো, তই দুয়ো হাতে চেনি লৈ খা। তাৰ পাছত পানী খাই উঠি যাবি। ভালকৈ পঢ়িবি, আৰু ভালকৈ।

তেতিয়া মই নন্দী ককাইদেউক ক'লোঁ—ককাইদেউ, পণ্ডিতে কালিলৈ গণিতৰ বহী লাগে বুলিছে। কাগজ এক দিস্তা মই নিম নেকি? কালিলৈ পইচা দিম। নতুবা ঘৰৰপৰা আনি অলপ পিছতেও দি যাব পাৰোঁ।

তেওঁ—হো, লৈ যা—বুলি এক দিস্তা কাগজ দিলে। দাম আছিল তেতিয়া দিস্তাত ছয় পইচা। আনন্দত উত্ৰাৱল হৈ লৰি-ঢাপৰি ঘৰৰ ওচৰ পালোঁহি। পিতাক বাটতে দেখি ক'লোঁ—পণ্ডিতে মোক প্ৰথম হোৱা বুলি ক'লে। কালিলৈ বোলে গণিতৰ বহী নিব লাগিব। মই নন্দীৰাম ককাইদেউৰ দোকানৰপৰা এক দিস্তা কাগজ কালিয়নে আনিলোঁ। পইচা দিব লাগিব। মাহঁতৰপৰা খুজি আনি দিম।—তেওঁ খুচি হৈ 'বাৰু আনিবি' বুলি কৈ কোনোবা ফালে গ'ল।

ঘৰ পাই জা-জলপান খাই উঠি মই পৰীক্ষাত ভাল হোৱা কথা কৈ মাহঁতক কাগজৰ দাম দিবলৈ ছয় পইচা খুজিলোঁ। মাহীমাযে ক'লে—পিতাৰা আহক। পিতাৰাই দিবলৈ দিলেহে মই দিব পাৰিম।

মই ক'লোঁ—মোৰ মহাৰাণীৰ টকাটো ক'ত গ'ল? মোক তাকে দিয়া।—মোৰ বৰ খং উঠিল। তেওঁ ক'লে—তোমাৰ মহাৰাণীৰ টকা সদায়ে থাকিব নেকি? মাৰে-বাউদেউ থাকোঁতেই সি কোনোবা বামুণৰ হাত পালেগৈ।

মই খঙত জ্বলি উঠিলোঁ। ক'লোঁ—তেনেহ'লে মই নপঢ়োঁ।—এইবুলি কাগজ দিস্তা হাতত লৈ খঙৰ ভমকত গপগপাই ওলাই গ'লোঁ। মাহীমায়ে একো নক'লে। ভাবিছিলোঁ—'পইচা দিম, আহা' বুলি তেওঁ মোক মাতিব ; কিন্তু সেইটো নহ'ল। ফিৰি চাই দেখিলোঁ—তেওঁ যেন মোৰ বিষয়ে ভবাই নাই। মোৰ মনত ভয়ঙ্কৰ ক্ষোভ উপজিল।

মনৰ বেজাৰত মোৰ কান্দোন ওলাল। কাগজ দিস্তা হাতত লৈ দোকানৰ পিনে বেগাই খোজ ল'লোঁ। এনে সময়তে পিতা সিফালৰপৰা উভতি আহক। তেওঁ সুধিলে—কান্দিছ কিয়? ক'লৈ যাব?

মই উত্তৰ দিলোঁ—নালাগে কাগজ, মই আৰু নপঢ়োঁ। মাহঁতে বোলে পইচা দিব নোৱাৰে। মোৰ মহাৰাণীৰ টকাটোও বোলে নাই। মায়ে বোলে বামুণক দি গৈছে।

পিতাই মোক হাতত ধৰি মৰম কৰি ওভতাই ঘৰলৈ লৈ গ'ল। ঘৰ পাই ওচৰতে বহুৱাই লৈ ক'লে—বহী বান্ধি ল। নন্দীক মই পইচা দি আহিম।—এইবুলি কৈ তেওঁ নিজেই বেজী-সূতা বিচাৰি আনি বহী বান্ধি দিলে।

এনে সময়তে মাহীমা ওলাই আহি পিতাক ঠগা-বাটিত গাখীৰ-পানী খাবলৈ দিলে। পিতাই চাহ নাখাইছিল। মহাত্মা গান্ধীৰ অসহযোগ আন্দোলনত যোগ দিয়াৰ পাছত ধপাত-চাহ-চুৰট সকলো এৰিছিল। তেওঁ গাখীৰ-পানীৰ বাটিটো হাতত লৈ লাহেকৈ মাটিত নমাই থ'লে আৰু চালত খুঁচি থোৱা লক (চেকনি) এডাল হাতত লৈ থাপ মাৰি মাহেৰ হাতত ধৰিলে আৰু—তই মোৰ ল'ৰাক কাগজৰ পইচা নিদি কন্দুৱাইছ কিয়?—বুলি অথৰা-পথৰাকৈ কেই কোবমান মাৰিলে। মাহী মায়ে চিঞৰি চিঞৰি কান্দোন জুৰিলে। মোৰ বৰ বেয়া লাগিল ; ভয়ো লাগিল—কাৰণ মোৰ বাবেহে তেওঁ মাৰ খালে। মই ঘপকৰে গৈ পিতাৰ হাতৰ চেকনিডালত ধৰি—পিতা, মোকে মাৰা, মাহেক নামাৰিবা। তেওঁ তোমাক সুধিহে দিম বুলিছিল—গোনে গোনে নিদিওঁ বোলা নাছিল।

ঘটনা সিমানতে শাম কাটিল। মহাৰাণীৰ টকাৰ কথা তাৰ পাছত আৰু মই কোনো দিন উলিওৱা নাছিলোঁ। এই ঘটনাৰ পাছত মাহেয়ে মোক কৈছিল—তুমিহে মোক সঁচা কথা কৈ সিদিনা বচালা। নহ'লে মোক পিতাৰাই আৰু মাৰিলেহেঁতেন।—সিদিনাৰপৰা মাহীমায়ে মোক আৰু বেছি মৰম আৰু আদৰ কৰিবলৈ ধৰিলে। মোৰো তেওঁৰ প্ৰতি ভয় আৰু শ্ৰদ্ধা বাঢ়িল। ১৫/৩/৮৪

# মনত পৰে নে?

সৰুতে শুনিছিলোঁ—মানুহে আচল বয়স আৰু আচল নাম কাকো ক'ব নাপায়। আচল বয়সটো ক'লে বোলে যমে লাই পায় : আচল নামটো ক'লে কোনোবাই আহুদি, কুমন্ত্ৰ আদি কৰি অনিষ্ট সাধন কৰিব পাৰে। ময়ো মোৰ কোষ্ঠীৰ নাম আৰু আচল বয়স বি. এ. পাছ নকৰালৈকে নিজেই জনা নাছিলোঁ : কাৰণ, পিতাই কৈছিল—কোষ্ঠী হেনো নিজে পঢ়ি চাব নাপায়। ব'হাগ বিহুৰ সময়ত দৈৱজ্ঞ আহিলে গণনা কৰাই বছৰটোৰ কাৰণে দিন-বাৰ চোৱাব আৰু শুভাশুভ জানি লৈ গণকক সেৱা কৰি দক্ষিণা দি অমঙ্গল কটাব লাগে। ঘৰত সঘনে বেমাৰ-আজাৰ, বিপদ্-বিঘিনি আদি হ'বলৈ ধৰিলেও দৈৱজ্ঞ মতাই আনি আখৰা চোৱাই প্ৰতিকাৰ

কৰা হয়। আগতে কৈ আহিছোঁ—আমাৰ ঘৰৰ ওচৰতে নামজ্বলা দৈবজ্ঞ দুজন আছিল : গোৱালঝাৰৰ বিখ্যাত সাগৰখড়ি দৈবজ্ঞৰ বংশধৰ আকুল অধ্যাপক আৰু খাতিকুছিৰ সূৰ্য্যখড়ি দৈবজ্ঞৰ বংশধৰ বলী অধ্যাপক। এইখিনিতে পুনৰ কৈ থোৱা ভাল হ'ব যে মঙ্গলদৈ অঞ্চলত অধ্যাপক বুলিলে সচৰাচৰ ভাগ্য গণনা কৰা গণককে বুজা যায় আৰু মোক গণাবৰ দিনা দুয়োজনাকে আনি দুঠাইত বহুৱাই পৃথকে পৃথকে গণনা কৰোৱা হৈছিল হেনো। গতিকে মোৰ জন্ম-পত্ৰিকা দুখন। দুয়োখনৰে সম্যক মিল আছে। গাঁৱত ছলি-গণোৱাৰ এনে গণনা-যুঁজ এটা আমোদজনক কাম। গণনাৰ অন্তত কেঁচুৱাৰ নামকৰণ কৰি লোণৰ টোপোলা বিলাই নাৰিকল-চেনি খোৱাটোও এটা চিৰাচৰিত প্ৰথা।

মঙ্গলদৈত বামুণৰ দৰে কিছুমান গণক-সূৰ্য্যবিপ্ৰৰো যজমান আছিল। আজিকালি সেই যজমানি প্ৰায় উঠি যাবলৈ ধৰিছে। শ্ৰাদ্ধাদিত গীতা-ভাগৱত আদি পাঠ কৰা তেওঁলোকৰ কাম। ওজাপালিৰ দৰে নানা ধৰণৰ সুৰ সংযোজনা কৰি আকৰ্ষণীয়ভাৱে সমাজত ধৰ্মপুথি পঢ়া আৰু ব্যাখ্যা কৰাত তেওঁলোকৰ বৰ নাম। শ্ৰাদ্ধাদি ক্ৰিয়া-কাণ্ডত পুৰোহিতৰ মন্ত্ৰ, পূজা আদিলৈ চকু-কাণ দিয়াতকৈ দৈবজ্ঞৰ পদ পুথিৰ ব্যাখ্যালৈহে মানুহে বেছি মন দিয়ে। তাতহে বেছি ৰস পায়।

পোনতেই ভেদ ভাঙি দুনাই কওঁ—মই কোনো নগৰ-চহৰত ওপজা নাছিলোঁ। মই আছিলোঁ এখন ঘন-বসতিপূৰ্ণ ভিতৰুৱা গাঁৱৰ গাঁৱলীয়া ল'ৰা। সেইবুলি উত্তৰ ট্ৰাঙ্কৰোডৰপৰা আমাৰ ঘৰ আধা মাইলো নহয়। ৰাজ-আলিটো গাঁৱৰ সোঁমাজেদিয়ে গৈছে। মোৰ ঘৰ আছিল মঙ্গলদৈ মহকুমাৰ ছিপাঝাৰ মৌজাৰ দুবাহাটী (ডুবাহাটী) গাঁৱত। ওচৰৰ মানুহে শালৈপাৰা বোলে। দুবাহাটীৰো আকৌ লেখা বা মণ্ডলৰ চৰকাৰী নথি-পত্ৰত থকা 'কেডেষ্ট্ৰেল' নাম 'মাৰৈ'। ছিপাঝাৰ' আৰু 'ডুবাহাটী' দুয়োটা নামেই এসময়ত যে এই অঞ্চলটো দ ঠাই আৰু হাবি-বননিৰে পৰিপূৰ্ণ জনপদ আছিল তাৰে ইঙ্গিত দিয়ে। সেই দেখিয়ে নেকি দীনেশ্বৰ শৰ্মাৰ 'মঙ্গলদৈৰ বুৰঞ্জী'ত বেদোক্ত কোনো এক ছিপ্ৰানদীৰ পাৰৰ পবিত্ৰ স্থানৰ লগত ছিপাঝাৰ নামটোৰ ঐতিহ্য সাঙুৰি দিয়া আছে। ইফালে আকৌ মাৰৈ গাঁও হিন্দু-মুছলমানৰ ঘন-বসতিপূৰ্ণ ঠাই। ইয়াত কোচ, কলিতা, শালৈ, কেওট, হীৰা, বামুণ, গোঁসাই আদি ছত্ৰিশ জাতিৰ হিন্দু লোক আৰু মুছলমান ধৰ্মৰ মানুহে ঠাহ খাই আছে। ওচৰা-উচৰিকৈ হিন্দু-মুছলমানে বাস কৰে, তথাপি কাৰো সৈতে কাৰো ধৰ্মক লৈ কাজিয়া হোৱা আমি দেখা নাই। হিন্দুই হিন্দু মতে আৰু মুছলমানে মুছলমানৰ মতে চলি থাকে। এই মাৰৈ গাঁৱতেই ডেৰশ-দুশ বছৰ পূৰ্বে দৰঙী কোচ ৰজাৰ বিখ্যাত মাৰৈ-গোৱা ওজা পৰশু শেখে বাস কৰিছিল। পৰশু ওজা ধৰ্মত মুছলমান আছিল ; কিন্তু মনসা পূজাত সুকনান্নী গোৱাত তেওঁৰ সমকক্ষ ওজা সেই সময়ত সমগ্ৰ দৰং অঞ্চলতে নাছিল। তেওঁক দেখা বুঢ়াসকলে কোৱা শুনিছোঁ—পৰশু ওজাই হেনো নাচৰ লাচত চকৰি ঘূৰাদি ঘূৰিছিল আৰু পখিলা উৰাদি উৰিছিল। এয়ে হ'ল মাৰৈ

গাঁও। তাতেই আছিল মোৰ জন্ম-ঘৰখন আৰু তাতেই মই ডাঙৰ-দীঘল হৈছিলোঁ। তাৰ নৈ-নলা, গছ-বিৰিখ, খাল-বিল, উৎসৱ-পাৰ্বণৰ লগত মোৰ প্ৰাণৰ এনাজৰীৰ বান্ধ আজিও অকাট্যভাৱে লাগি আছে।

দুনাই কওঁ—আমাৰ ঘৰখনক পাটগিৰিৰ ঘৰ বোলে। পাটগিৰি মানে মৌজাদাৰ। পিতাৰ পিতাক, অৰ্থাৎ মোৰ ককাদেউতা বোলে দুখন মৌজাৰ মৌজাদাৰ আছিল—লোক্ৰাই আৰু ছিপাঝাৰ। ই উনবিংশ শতিকাৰ শেষৰ ফালৰ কথা। তেতিয়া এবাৰ ক'লাজ্বৰে হেনো আমাৰ গাঁওখন তেনেই উদাম কৰিছিল। সেই মহামাৰীয়ে ককাদেউতাকো সামৰি নিছিল। তেতিয়া পিতা আছিল ভুমুহীয়া পানীকেঁচুৱা। ঘৰত বা বংশৰ ভিতৰত মৌজা চলাব পৰা উপযুক্ত কোনো লোক নোলোৱাত মৌজা আমাৰ হাতৰপৰা যায়। মানুহে তথাপি সেই আশাহতে পিতাক পাটগিৰি বুলি মাতে আৰু আমাৰ ঘৰখনক পাটগিৰিৰ ঘৰ বোলে। মৌজা যোৱাৰ পাছতো মাটি-বাৰী, সা-সম্পত্তিৰে আমাৰ ঘৰখন বহুত দিনলৈ নগন-বদন হৈ আছিল। নানা ভৰহৰ কাঁহী, বাটি, লোটা, ঠগী, মাইহাং, ভোগজৰা, সহস্ৰজলীয়া আদি বাচন-বৰ্তন আৰু 'মূল্যবান' সিংখাপৰ সাজপাৰ, সোণৰ অলঙ্কাৰ আদি আজিও নোহোৱা নহয়।

লেখা-পঢ়াত পিতাই বৰ বেছিলৈ উধাব নোৱাৰিলে। ছাত্ৰবৃত্তি পাছ কৰি হাই স্কুলৰ চেকেণ্ড ক্লাচ পৰ্য্যন্ত (আজিকালিৰ ক্লাচ্ নাইন) পঢ়িয়ে পঢ়া এৰিবলগীয়া হ'ল। তেতিয়া মঙ্গলদৈত হাইস্কুল হোৱা নাছিল। পিতা হাইস্কুলত পঢ়িবৰ কাৰণে গুৱাহাটীলৈ আহিব লাগিছিল। অহা-যোৱা নাৱেৰে কৰিছিল। থলেৰে আহিবৰ সুগম পথ নাছিল। গুৱাহাটীক আমাৰ ফালৰ লোকে তেতিয়া শৰাইঘাটি আৰু মঙ্গলদৈক গুদাম বুলিছিল। গঞা লোকে চোলোখ মাতি কয়, বোলে, 'কপালং কপালং কপালেহি আদিমূলং'। পিতাৰো কপালত উচ্চশিক্ষা নাছিল। পঢ়াত চোকা আৰু অঙ্কত বাঘ বুলি পিতাৰ খ্যাতি আছিল যদিও পিতাৰ স্বাস্থ্যত বেয়াকৈ এটা কেৰোণ লাগিছিল। নাৱেৰে আহি কোনোমতে গুৱাহাটী পালেই তাৰ দুই-চাৰি দিন পিছৰপৰাই তেওঁৰ সদায় গ্ৰহণী হয় ঃ উভতি গৈ ঘৰ পোৱাৰ লগে লগে আকৌ ভাল হয়। এবাৰ-দুবাৰ নহয় কেইবা বাৰো তেনে হৈছিল। দুজনীকৈ মাকৰ আতোলতোল মৰমত ল'ৰাই সেই ছোগতে পঢ়া বাদ দিলে। উনৈশ বছৰ বয়সতে তেওঁক বাঁধী মাকইতে ঘৰ নৰয় বুলি বিয়া কৰাই দিলে। আমাৰ মায়ে আছিল তেওঁৰ ধৰ্ম-পত্নী। হিন্দু ধৰ্মত একাধিক স্ত্ৰী বিবাহ কৰোঁতাসকলৰ প্ৰথমগৰাকী পত্নীক হেনো ধৰ্ম-পত্নী, পিছৰ কেইগৰাকীক কাম-পত্নী বোলা হয়। আদৰ-চেনেহৰ ফালেদি বোলে বাঁধী-বিধবাৰ পুতেকে ৰজাৰ পুতেকে সমান। সেই হেতুকেই নেকি পিতাই সাঁতোৰা, গছত উঠা, ঘৰৰ চাল ছিওৱা আদি কিছুমান টান কাম কৰিব নোৱাৰিছিল। মাকইতে পিতাক হেনো বিয়া কৰাই দিয়াৰ পাছতো সক ল'ৰাৰ দৰে মৰম কৰিছিল।

দোহাৰি কওঁ—ককাদেউতাৰ নাম আছিল সৰুৰাম পাটগিৰি। পিতাৰ নাম ভোগৰাম আৰু মাইৰ নাম প্ৰমিলা। পিতা-মাতাৰ মই চতুৰ্থ সন্তান আৰু একমাত্ৰ ল'ৰা। মোৰ বাইদেউ আছিল তিনিজনী। তিনিজনী ছোৱালীৰ পাছত ওপজা ল'ৰা। গতিকে মই আছিলোঁ সকলোৰে আলাসৰ লাড়ু, ননীৰ পুতলা ঃ 'মূৰত ল'লে ওকণিয়ে পায়, মাটিত থ'লে পৰুৱাই খায়'। দেউতাক মই পিতা আৰু আইক মা বা মাই বুলিছিলোঁ। সেইটোও গাঁৱৰ দস্তুৰ মতে 'শুনাক শুনি ধৰ্ম আৰু দেখাক দেখি কৰ্ম' বোলাৰ দৰেহে হৈছিল। আমাৰ ঘৰত মই দেখাৰেপৰা মাইৰ মাক বুঢ়ী আই এজনীও আছিল। তেওঁক মই বুঢ়ী মাই আৰু চমুকৈ কেতিয়াবা 'বুৰ্মাই' বুলি মাতিছিলোঁ। তেৰোঁ মোৰ মৰমতে পমি গৈছিল। ধক্‌ধক কৰে বগা দীঘল নাকেৰে বুঢ়ী মানুহজনী, আজিও ছবিটো চকুৰ আগত ভাহি আছে।

নোহোৱাৰ ঘৰৰ ল'ৰা কাৰণে ইষ্টমিত্ৰ আৰু ঘৰৰ সকলোৱে বাঞ্ছা কৰিছিল মই সকলো বিষয়তে আন ল'ৰাতকৈ ভাল হ'ব লাগে। ফলত হৈছিল কি—মই খেলিবলৈ গৈ কাৰোবাৰ লগত কাজিয়া কৰি কান্দি আহিলে তেওঁলোক সকলোৱে ঘূৰি মোকহে ডাবি-ধমকি দি কৈছিল—তই সিহঁতৰ লগত খেলিবলৈ গৈছিলি কিয়? তোক আমি ঘৰতে উমলি থাকিব দিয়া নাছিলো নে?—তাৰে ফল স্বৰূপে সমনীয়াৰ লগত কাজিয়া লাগি মাৰ খালেও মই কান্দি বা ওফোন্দ পাতি ঘৰলৈ অহা অভ্যাসটো লাহে লাহে এৰিছিলোঁ , আনৰ মাৰ খাই দুখ পালেও নাকান্দিছিলোঁ। কৰিছিলোঁ কি—ছল চাই থাকি সুবিধা বুজি যেয়ে মোক মাৰে তাকে ভালকৈ এছাট লগাই হে ঘৰলৈ লৰ দিছিলোঁ। অৰ্থাৎ মাৰ খাই নাহি মাৰিহে আহিছিলোঁ। তেনেকৈয়ে দুই-একোজনক কেতিয়াবা বাৰুকৈয়ে বোন্দা-থেকেচা দিছিলোঁ—যাতে ইবাৰীৰ শাক আৰু নাখাওঁ বোলে। কেতিয়াবা তেনেকৈ মাৰ খোৱা ল'ৰাটোৰ অভিভাৱকে পিতাৰ আগত মোৰ তেনে উক্তগুলিৰ বাবে গোচৰো দিছিলহি। মই তেতিয়া হয়তো দূৰতে বিদূৰ হৈ লুকাই ফুৰিছিলোঁ, নহয় পিতাৰ গালি-শপনি খাই ফেকুৰি ফেকুৰি কান্দিছিলোঁ। কান্দিছিলোঁ যদিও কিন্তু অভাসটো হ'লে এৰা নাছিলোঁ। কান্দি ৰণহে জিকিছিলোঁ। মাইৰৰ হাত সাৰিছিলোঁ।

এদিনৰ এটা কথা। পকা আমৰ বতৰ। ভাবিৰাম বুলি এটা সমনীয়া ল'ৰাৰ লগত আম এটাৰ কাৰণে মোৰ কাজিয়া লাগিছিল। সি মোৰ হাতৰপৰা মই বুটলি লোৱা আমটো কাঢ়ি লৈ কৈছিল—সিহে সেইটো প্ৰথমে দেখিছিল, গতিকে সেইটো সিহে পাব লাগে। মই প্ৰথমে তাৰ লগত এক খুটি যুঁজ দিলোঁ, পিছে তাক বলে নোৱাৰিলোঁ। মাটিত দুয়ো বাগৰিলোঁ যদিও আম তাৰ হাততে থাকিল। আমাৰ যুঁজখন চাই থকা বন্ধু জয়ৰামক তেতিয়া মই ক'লোঁ—তোকো আমৰ ভাগ দিম, ধৰ ইয়াক।—জয়ৰামেও ধৰিলে। দুয়ো ধৰি তাক বোকাত পেলাই লৈ কিল-ভুকু পাৰোঁমানে শোধালোঁ। আমটোও মই কাঢ়ি আনি জয়ৰামৰ লগত ভগাই খালোঁ। ভাবিৰাম কান্দি কান্দি ঘৰলৈ গ'ল।

গ'ল কথা গুচিল। পিছে ঘটনা সিমানতে শেষ নহ'ল। সি মাহে কাটিলে। গধূলি মই লেম লগাই লৈ ল'ৰা শিক্ষা, মাজছোৱা পুথি পঢ়ি আছোঁ। ওচৰতে পিতাই বিচনীৰ নাল চাঁচি আছিল। এনেতে ভাবিৰামক হাতত ধৰি লৈ তাৰ মোমায়েক হৰ বৰডেকা আমাৰ ঘৰত ওলালগৈ। বৰডেকাই পিতাক বুঢ়া-বাপেই বুলি মাতে আৰু নিজৰ পিতৃৰ দৰে জ্ঞান কৰে। তেওঁ পিতাৰ ওচৰত গোচৰ দিলে আৰু আমাৰ মাৰত উখহি থকা ভাবিৰামৰ গা-পিঠিবোৰ পিতাক লেমৰ পোহৰত দেখুৱালে। ঘটনাটোও ক'লে। মোৰ গাত তেতিয়া গোসাঁই নাই। জীউ টিপ্লিং টিপ্লিং কৰি আছিল। উঠি লৰ মাৰি পলাবলৈও সাহসৰ নাটনি। ভাবিলোঁ—আজি গোসাঁয়ে বাখিলেহে ৰাখা। পিতাই মোক চাঁচি থকা বিচনীৰ নালেৰেই কুচিয়া দগৰা দিব খুজিছিল ; পিছে হৰ বৰডেকাই—নালাগে, তাক নামাৰিব—বুলি মাজতে সোমাই মোক আশ্ৰয় দিলে। বৰডেকাই ক'লে—সি সৰু ছলি, তাক মাৰি লাভ নাই। একপ্ৰকাৰে চাবলৈ গ'লে তাৰ গাত দায়ো নাই, কাৰণ সি ভাবি-গুণি চাই সেই কাম কৰা নাই ঃ পকা আমটোৱেহে কৰাইছিল। তাতে এফালে সিহঁত দুটা, জয়ৰাম আৰু সি ; ইফালে ই অকলশৰীয়া। তেনে যুঁজত এনে হ'বয়ে। পিছে আমৰ কাৰণে লোভ লগাতহে সিহঁতে সেই কাম কৰিছে। এনেই নকৰে। আগলৈ যাতে তেনে নকৰে তাৰ বাবেহে সাথীয়ালোঁ। ছলিয়ে কুকুৰে সমান। সিহঁত আকৌ ৰাতিপুৱালেই চুঙা পিঠা হৈ পৰিব।—

সেইদিনা যেনিবা তেনেকৈ সাৰিলোঁ। পিছদিনা পিছে বুঢ়ী মায়ে ভাবিৰামক মাতি আনি পিঠাগুৰি সনা ৰোকা নাৰিকল খুৱাই আমাৰ দুয়োকো ইজনৰ হাতত সিজনক ধৰিবলৈ দি মিল কৰি দিছিল। তেতিয়াৰেপৰা আজিকোপতি আমি দুয়ো নলেগলে লগা বন্ধু। দেখা-দেখি হ'লেই পুৰণি কথা মনত পৰে। তেওঁ আমাৰ গাঁৱৰ ল'ৰা নহয়। পিপৰাকুছি বুলি আমাৰ ঘৰৰপৰা ৩। ৪ মাইল দূৰৰ এখন গাঁৱত তেওঁৰ ঘৰ। মোৰ মোমাইঁতৰো ঘৰ সেই গাঁৱতে। তেওঁ তেতিয়া আমাৰ গাঁৱতে তেওঁৰ মোমায়েক হৰ বৰডেকাহঁতৰ ঘৰত থাকি পাঠশালাত পঢ়িছিল। এবছৰ নে দুবছৰ পঢ়িয়ে পঢ়া এৰিলে। এতিয়া ডাঢ়িয়ে-গোঁফে ভোবোকাৰ ভব্য পুৰুষ হৈ পৰিছে। মোক দেখিলেই দূৰৰপৰা হাঁহি মাৰি চকুত ঠাৰ দি সোধে—মনত পৰে নে?

২/৫/৮৪

# অগতিৰ গতি

আজি মোৰ বাইদেউহঁতৰ কথা আকৌ অলপ কওঁ। শৈব্যা-ছিবী-সোণা এই তিনিওজনী বাইদেৱে মোক বৰ মৰম কৰিছিল। মৰম কৰাই নহয় মানো কৰিছিল।

তাৰ মানে পিতা আৰু মায়ে বোলাৰ দৰে তেওঁলোকেও মোক "বাপা" বুলি সম্বোধন কৰিছিল, কোনেও নামকাঢ়ি নামাতিছিল। গাঁৱত ডাঙৰকহে সমীহ কৰি আগত নামকাঢ়ি নামাতে , সৰুক মাতে। মোক হ'লে তেওঁলোকে নামকাঢ়ি নামাতিছিল। আমাৰ মাজত কেতিয়াবা পোৰা আলুগুটি, বেঙেনা, কঁঠাল গুটি ; গৰম কালি হ'লে বহল কল-পাতত কাটি লোৱা পকা আম, লোণ-তেল-জলকীয়া-খাৰ দি চকলীয়াই লোৱা ৰহৰহীয়া কেঁচা আম, ৰোকা আম, লেতেকু, পনিয়ল ; পকা আৰু কেচা কঁঠাল আদি ভগাবলগীয়া হ'লে সকলোকে সমানে একোটা ভাগ দিয়াৰ উপৰি মোক তেওঁলোকে অধিক ভাগ এটা মান-ভাগ বুলি দিছিল। সেইটো কাম বোধহয় মাই কি বুঢ়ী মায়ে কেতিয়াবা আৰম্ভ কৰি দিছিল আৰু সি ক্ৰমে নিয়মত পৰিণত হৈছিলগৈ। কেতিয়াবা জাৰৰ দিনত আমি ৰ'দ-বাদ দিলে পুৱা চোতালত ৰঙা ৰ'দ পিঠিত লগাই ৰাতি মায়ে সজাই থোৱা ভাতৰ চৰিয়া উলিয়াই আনি আঞ্জা, মাছ আদিৰ উপৰি পুৱা তুঁহৰ জুইত.পুৰি লোৱা হাঁহৰ ডিমা, পটেনচোৰা, খৰুৱা বেঙেনা, ভোলা বেঙেনা আদি পিতিকি লৈ লাডু সাজি গোট গোট কৰি ভগাই লৈছিলোঁ। সেইবোৰ ভগোৱা সময়তো মই কেতিয়াবা মোৰ স্বত্বটো সাব্যস্ত কৰিবৰ কাৰণে আগধৰি কওঁ—মোৰ মান-ভাগ ক'ত? পাহৰিলে কিন্তু কাৰোবাৰ পিঠিত ঔ পৰিব।—বহিবলৈ দুখৰীয়া পীৰাবোৰ ভগাই লওঁতেও ভালৰো ভালখন পীৰা 'বাপা'ই পাব লাগিব। সেইটো সকলোৰে জনা আৰু মানি অহা কথা।

পিতাই কোনো দিনে মোক নাম কাঢ়ি মতা মোৰ মনত নপৰে। আনকি মৃত্যুৰ আগমুহূৰ্ত্ততো বোলে সুধিছিল—বাপা আহিল নে? গধূলি হ'লে ঘৰ চপাত অলপ পলম হ'লেই—বাপা ঐ—বুলি নঙলাৰপৰা গেৰিয়াই মতা পিতাৰ ৰিঙিটো আজিও যেন মোৰ কাণত মাজে মাজে বাজি উঠে। ক'ৰবাৰপৰা ফুৰি-চাকি উভতি আহিলে ঘৰ পোৱাৰ আগে আগে নঙলাৰপৰাই পিতাই দীঘলীয়াকৈ মাতে—বাপা ঐ। মোৰ মাতটো কাণত পৰিলেহে যেন তেওঁৰ গাটো শাঁত পৰে। তেনেকৈ মাতোঁতে এবাৰ এটা ঘটনাই ঘটিছিল। মই গধূলি সময়ত সিদিনা অলপ সোনকালে ভাত-পানী খাই উঠি বিচনাত পৰিছিলোঁ। বিচনাৰ ওচৰতে লেমটো টিমিক-টামাককৈ জ্বলি আছিল। মোৰ চিল্‌মিলিয়া টোপনি আহিছিল। কিবা সপোন দেখি আছিলোঁ। এনেতে বাহিৰৰপৰা পিতাই মতা শুনিলোঁ—বাপা ঐ। নগঢ়ি সোনকালে শুই থকাৰ কাৰণে মোৰ ভয় লাগি আছিল। পিতাই মতাত মই ঢহ্‌মহকৈ বিচনাৰপৰা উঠি বাহিৰলৈ ওলাই গ'লোঁ। বাহিৰত আন্ধাৰ। ঘোৰ অন্ধকাৰ। পিতাই অলপ সময় বৈ পুনঃ মোক মাতিলে। মই উত্তৰ দিলোঁ—মই ইয়াতে আছোঁ।—মই উত্তৰ দিছিলোঁ আমাৰ বাৰীৰ পাগতলীৰপৰা। মোৰ মাত বাৰীৰ মাজত শুনি সকলো উধাতু খাই উঠিল। সকলোৱে মোক বিচাৰি-খৰাদুৰা লগালে। মোক লেম-চাকিৰ পোহৰত তেওঁলোকে পাগৰ তলত আৱিষ্কাৰ কৰিলে। সকলোৱে সন্দেহ হ'ল—মোক কিবা ভূতেহে তেনেকৈ ঘৰৰপৰা উলিয়াই নি মাৰিব খুজিছিল। চোতালত মোক বহুৱাই লৈ নানাজনে নানা প্ৰশ্ন

কৰিবলৈ ধৰিলে—মই তালৈ কিয় গৈছিলোঁ, কোনে মোক মাতি নিছিল, এন্ধাৰত তালৈ মই কেনেকৈ গৈছিলোঁ, কাৰোবাক চকুৰে দেখিছিলোঁ নেকি—এনে ধৰণৰ এশ এটা প্ৰশ্ন। আখলৰপৰা চাকিটো হাতত লৈ ওলাই আহি মায়ে পিতাক খং কৰি কৈছিল—আপোনাক নো এমইল্ল দূৰৰপৰা—বাপা ঐ, বাপা ঐ কৰি হেম্বেলিয়াই আহিবলৈ কিহে পায়? আপুনিয়ে যৎ-কূটৰ ঘাই।

পিতাই তেতিয়া প্ৰথমে শেৰা বেহাৰ এমুঠি বিচাৰি অনাই হাতত লৈ, মন্ত্ৰ মাতি তিনিটা ফুক মাৰি মোৰ গাত তাৰে কেইটামান ছটিয়াই দিলে, দুটামান মোৰ হাতত দি চোবাই খাবলৈ ক'লে আৰু বাকীকেইটা আমাৰ শোৱা বৰ-ঘৰৰ চাৰিওফালে দুই-এটাকৈ ছটিয়াই দিবলৈ ডাঙৰ বাইদেউক ক'লে। তাৰ পাছত শুই-সাপৰ শুকান চালেৰে মেৰিয়াই লুৰা (নুৰা) বান্ধি থোৱা মন্ত্ৰ পুথিবোৰ উলিয়াই লৈ হাতে-কটা এৰী সূতাৰ জাব (জাপ) গুঁথি চাকিৰ পোহৰত মন্ত্ৰ পঢ়ি যথানিয়মে ঝাৰি-ফুকি মোৰ সোঁবাহুত তাৰে এডাল জাব বান্ধি দিলে। সকলোৰে মুখত তেতিয়াহে পানী আহিল। বহুতে ভাবিছিল—বীৰাই তিৰোতাক নিয়াৰ দৰে কিবা শাহানশেলীয়া (শ্মশান-শলীয়া) ভূতেহে মোকো পিতাই মতাৰ দৰে মাতি বিচনাৰপৰা তুলি নিছিল। আমাৰ ওচৰৰ শান্তিৰাম ডেকা নামৰ জেঠাজনকো এবাৰ হেনো এন্ধাৰ ৰাতি ভূতে বিচনাৰপৰা মাতি তুলি নি বাঁহৰ তলৰ এটা খালৰ এবুকু পানীত নমাই লৈছিল , ভাগ্যে মানুহে গম পালে। সেইবাৰো পিতায়ে জাব-জৰী দি তেওঁক ভাল কৰিছিল। তাকে দেৰে চেষ্টা কৰা বোলে। মানুহে মোকো তাকে কৰা বুলি ভাবিছিল।

মহাদেউৰ কথা কৈ থাকোঁতে লাচতে গৈ ভঙা লাউৰ কথা ওলোৱাৰ দৰে মান-ভাগৰ কথা কওঁতে ভূতৰ কথাহে ওলাল। টৌতে খৰ দি মান-ভাগৰ ওফোন্দা ভেমৰ লগত সাঙোৰ খাই থকা আৰু এটা ঘটনাৰ কথা কওঁ। ঘৰত মান-ভাগ খাই লুতুৰি পাই পাই বাহিৰতো মোৰ মনটোৱে ছেগ পালেই কেতিয়াবা মান-ভাগ ল'বলৈ লিক্‌লিকাই উঠিছিল। ভাগীৰে অম্বিকা দদাইদেউৰ মাক অহমেনী (আহোমনী) বুঢ়ীমায়ে মোক নিজৰ নাতিযেকতকৈও অধিক মমত কৰিছিল। তেওঁৰ ঘৰ আমাৰ ঘৰৰ লগত প্ৰায় ইচোতাল-সিচোতালৰ ব্যৱধানত। মই সঘনে তেওঁলোকৰ ঘৰলৈ গৈ ভাল পাইছিলোঁ।

এদিনৰ কথা। হঠাৎ আলহী অহাত বুঢ়ীমায়ে ঘৰত আন একো নথকা দেখি ধুনীয়া ধুনীয়াকৈ বাটলু-গুটিৰ দৰে ঘূৰণীয়া নাৰিকলৰ লাড়ু কৰি পিঠাগুৰিৰ সৰু সৰু খোলা-চাপৰি পিঠাৰে সৈতে আলহীক চাহৰ লগত খাবলৈ দিছিল। আলহীক দিছে, দিয়ক ; কিন্তু আলহীৰ লগতে অহা মোৰ সমনীয়া ল'ৰা এটাকো একেদৰেই দিলে। ওচৰতে মই ডেওনাৰ বাহিৰত থিয় হৈ থাকিলোঁ। দুষ্ট ল'ৰাটোৱে লাড়ু এটা হাতত লৈ মোৰ ফালে দেখুৱাই দেখুৱাই মুখটো জোকাবি মোক লাজ দিয়াৰ দৰে কৰি অলপ হাঁহিলে। সেইটো আছিল তাৰ আত্মগৰ্বৰ হাঁহি। মই তাতে মৰ্মান্তিক লাজ পালোঁ। সি খাইছে খাওক, দেখুৱাইছে দেখুৱাওক, কিন্তু হাঁহিব কিয়? সেই অপমানত

আৰু এখন্তেকো বৈ থাকিব নোৱাৰি মুখখন ঘূৰাই মই গোনেই ঘৰলৈ লৰ দিলোঁ। ঘৰ পাই কথাটো মই আমাৰ ঘৰৰ বুঢ়ীমাইক (বুৰ্মাইক) কৈ ফেকুৰিবলৈ ধৰিলোঁ। বুঢ়ীমায়ে মূৰত-লোৱাৰ আঁচলেৰে মোৰ মুখখন মুচি দি ক'লে—নালাগে আহ সোণ, মই তোক এতিয়াই সিহঁতৰ ঘৰত নথকা অমৃতৰ দৰে সোৱাদ বস্তু এটা দিম। জুৰাবলৈ দিছোঁ।—এইবুলি তেওঁ ঘৰৰ ভিতৰপৰা সৰু ঠগা বাটি এটাত ফুলকটা কলপাতৰ চকৰি এটাৰে ঢাকি থোৱা পৰমান্ন দিলেহি। লগতে ক'লে—সৰ উঠা ঘন গাখীৰত সিজোৱা এনে গাখীৰ-ভাত সিহঁতৰ আছে জানো বাৰু? গাখীৰ-ভাতৰ মোহন-ভোগ খাবলৈ সিহঁতৰ ঘৰত গৰুৱেই নাই।—ময়ো পৰম তৃপ্তি আৰু গৌৰৱেৰে টকলিয়াই টকলিয়াই পায়স খালোঁ। সেই পায়স-পৰমান্ন খোৱাৰ কথা আজিও কেতিয়াবা মনত পৰে। পায়সকে পাহ-ভাতো বোলে, গাখীৰ-ভাতো বোলে।

পিছে, মই খাই উঠিবলৈ নৌপাওঁতেই অহমেনী বুঢ়ীমাই মোক বিচাৰি আহিল আৰু ক'লে—বোপাই অ', তই নো কিয় ছট্‌কা পাৰৰ দৰে চকুৰ পচাৰতে গুচি আহিলি? তোৰ ভাগ মই বেলেগে ৰাখিছোঁ নহয়। এতিয়াও খাবি, খাই আহিবি। আলহীক নিদিয়াকৈ ঘৰৰ মানুহে খাব নাপায় নহয় ; সেই দেখিহে তোক মই প্ৰথমে দিয়া নাছিলোঁ। খং কৰিব নাপায় নহয়!

বুঢ়ীমাইৰ বুজনিত মোৰ উতলা মনটো শাঁত পৰিছিল। তেওঁৰ উপদেশ মতে খন্তেক পিছতে এটা পাকত গৈ বুঢ়ীমাইৰ সাদৰ গ্ৰহণ কৰি আহিছিলোঁ। অহমেনী বুঢ়ীমাই আচলতে আহোমনী বা অহমনী নাছিল। তেওঁৰ মাকৰ ঘৰ আছিল কুৰুৱাত আৰু মাত-কথাবোৰ আছিল উজনীয়া। শুনিবলৈ অলপ আচহুৱা, কিন্তু শুৱলা। সেইদেখি তেওঁক অহমেনী বুলিছিল। আচল নামটো কি আছিল নাজানো। জনাৰ আৱশ্যকো বোধ কৰা নাছিলোঁ। দীঘল নাকটোৰে ধুক্‌ধুক্ কৰে (ধক্‌ধক্ কৰে) বগা, বৰং তেজগোৰা বৰণৰ ওখ-পাখ সেই সাদৰী বুঢ়ীমাই গৰাকী অকল মোৰ প্ৰতিয়ে মৰমিয়াল আছিল এনে নহয়, গোটেই গাঁওখনৰে দেৱীতুল্য সাদৰী লোক আছিল। বাহিৰৰ কোনো ভাল মানুহ আহিলে বা বিয়া-সবাহত উজনিৰ ফালে যাব লাগিলে তেওঁ আছিল ওচৰৰ সকলোৰে অৰ্জুনৰ ৰথৰ সাৰথি সখা কৃষ্ণৰ দৰে অকুতোভয় সহায়। ঃ অগতিৰ গতি।। ২২/৭/৮৪

# চেঙেলী টোপ্ টোপ্

এইবাৰ বৰশী বোৱা পৰ্ব। গাঁৱৰ খাল-পুখুৰীত বৰশী বোৱাটো বৰ আমোদজনক কাম। বিশেষকৈ কঁকালত টনা লোৱা আৰু গৰুৰ পাছত ফুৰিব পৰা টেকেনীয়া ল'ৰা-ছোৱালীৰ কাৰণে ই এটা ডাঙৰ নিচা। তেনেকৈ বৰশী বোৱাতে লাগি থকা ল'ৰাক গাঁৱত বৰশীৰ ভূতে ধৰা বোলে।

মই তেতিয়া সাত-আঠ বছৰীয়া ল'ৰা। নাৱৰীয়া-বৰলৰ টোপ নতুবা পিঠাগুৰিৰ কলপাতত-পোৰা পিঠাৰ টোপেৰে বৰশী বাওঁ। পিঠাৰ টোপ পুঠি-চেলেকনী আদি সৰু মাছৰহে প্ৰিয়, অইন মাছে তাক সিমান ভাল নাপায়। অলপ ডাঙৰ মাছবোৰে বৰলৰ টোপ খেদি খেদি খায়। বৰলৰ টোপ বিচাৰি নাপালে মাটি খান্দি কেঁচু উলিয়াই তাৰেই টোপ সাজিছিলোঁ। কেঁচু কাটি লৈ বৰশীত ধুনীয়াকৈ বৰলৰ টোপৰ দৰে কৰি গাঁথি দিছিলোঁ। কেতিয়াবা বৰষুণ বতৰত কেঁচু খন্দাও টান হৈ পৰিলে ঘৰৰ চুকত থকা পাতি-মকৰা, বাঘ-মকৰা বা পানীৰ কাৰত জপিয়াই ফুৰা সৰু ভেকুলীকে ধৰি টোপ কৰিছিলোঁ। তেনে বৰশীত কাৱৈ, মাগুৰ, গৰৈ শৌল, চেং, বোৰ্কা-চেং আদি মাছে ধৰে। বৰলৰ টোপ কাৱৈ, মাগুৰ, পাভ আদি মাছৰ বৰ প্ৰিয়। বেং-ভেকুলী, কেঁচু, মকৰা আদিৰ টোপ শৌল, বোৰ্কা-চেং, গৰৈ, বৰালি আদি মাছে ভাল পায়।

বৰলো বহুত বিধৰ আছে, যেনে, কোদো, টেকেলীয়া, নাৱৰীয়া, দিন-কণা, সেন্দুৰীয়া, খুদীয়া ইত্যাদি। নাৱৰীয়া-বৰলৰ বাহ য'তে-ত'তে পোৱা যায় আৰু তাক পাৰি আনিবলৈ সহজ। সি ঠাৰিত ফল ওলমাৰ দৰে তললৈ নাওখনৰ দৰে হৈ ওলমি থাকে ঃ খুঁচি দিলেই মাটিত সৰি পৰেহি। তাৰ বৰলবোৰো সৰু সৰু ; মানুহক বৰকৈ নেখেদে, খেদি আহি কেনেবাকে কামুৰিব লাগিলেও বিষ সহ্য কৰা যায়। ক'লা কচুৰ পাতৰ তলৰ পিঠি ঘৰলে বিন্ধা ঠাইডোখৰত অলপ হেঁচি লগাই দি কেইবাৰমান তোলা-লগোৱাকৈ থাকিলেই বৰলৰ গুংডাল কচু-পাতত লাগি ওলাই আহে আৰু বিষ কমে। বৰলৰ বাহৰ নজগা টোপ দুই-এটা আনি ঘৰলে বিন্ধা ঠাইডোখৰত মোহাৰি লগাই দিলেও বিষৰ উপশম হয়। সকলো বৰলৰ কামোৰৰ ক্ষেত্ৰতে এই চিকিৎসা খাটে। খাল-পুখুৰী বা হোলা-দোভাৰ কাষৰৰ পানীত চেঙেলী টোপ্ টোপ্‌কৈ কেতিয়াবা মুখেৰেও শব্দ কৰি মহ-ডাঁহৰ কামোৰ খাই বৰশী বাই ফুৰা সেই কালত কি আৰামৰ কথা আছিল তাক বুজাইহে বুজিব।

এদিনৰ কথা। সিদিনা বৰশী বাবলৈ নাৱৰীয়া-বৰলৰ টোপ বিচাৰি আমি তিনি বন্ধু ওলালোঁ ঃ জয়ৰাম, লীলা আৰু মই। তিনিও এঁকে বয়সৰ। ওচৰতে আমাৰ ঘৰৰ কাষত লগালগিকৈ বংশৰে কলীৰাম বৰুৱা ককাইদেউহঁতৰ ঘৰ। তেওঁলোকৰ বাৰীৰ

মূৰৰ জাতিবাঁহ কেইচোপলৈ গ'লোঁ। কুইয়া খাল বুলি দীঘলীয়া খালটোৰ পাৰতে সেই বাঁহবোৰ। আটাইবোৰ জাতিবাঁহ। শাৰী পাতি আছে। জাতিবাহৰ জেং কম। জেংবোৰবো প্ৰায়ে পাত বা জোপোহা নাথাকে। এই জাতিৰ বাঁহৰ গাঁঠিবোৰ পাতলে পাতলে আৰু পাতবোৰ দীঘল দীঘল। বাঁহগছবোৰো শল্‌শলীয়া ; দীঘল আৰু পোন। অইন বাঁহৰ দৰে কিৰ্‌কিৰীয়া জেমেতা নহয়। সহজে ফলা যায়। অলপ ভৰ পালেই তাৰ আখি খহে।

আমি তিনিও বৰলৰ বাহ বিচাৰি বিচাৰি গৈ দেখিলোঁ ৩। ৪ মূৰমান ওখত এডাল জেঙত নাৰৰীয়া-বৰলৰ বাহ এখন ওলমি আছে। টোপবোৰ বেছিকৈ জগা নাই। সেইবাবে বৰলৰ বাহত বৰল কম আছে। জগিলে বাহত সৰুৱে-বৰে বৰলবোৰ ভৰি থাকে। পিছে প্ৰশ্ন হ'ল—তাত এতিয়া উঠে কোন? গধুৰ মানুহ উঠিলে আখি-খহি পিচলি পৰাৰ ভয়। মই ক'লোঁ—জাতিবাহত উঠাটো একো কথাৰ কথা নহয়। তাত আখিও নাই। জয়ৰামেই উঠ্। তয়ে আমাৰ ভিতৰত পাতল ছলি।

জয়ৰামেও মুখেদি একো ৰা-বা নকৰি পোনেই ওচৰতে পৰি থকা বাঁহৰ ৫।৬ হাত মান দীঘল শুকান কামী এডাল বিচাৰি আনি বাঁহ এজোপাত আওজাই থৈ ওপৰলৈ পৰ্‌পৰ্ কৰি উঠি গ'ল। উঠি যোৱাই নহয়—কামীটো হাতত লৈ খোঁচা মাৰি দি ঘপৰ কৰে বৰলৰ বাহখন মাটিলৈ পেলাই দিলেই। বৰল কেউফালে উৰিবলৈ ধৰিলে : ওপৰতো, তলতো। বাহখনত লাগি থকা ২। ৪ টা বৰল বাহৰ লগতে মাটিত পৰি মাটিৰ ওপৰতো উৰিবলৈ ধৰাত আমি কেইখোজমান পিছুৱালোঁ। বৰলে কামোৰে বুলি লৰালৰিকৈ জয়ৰামো নামি আহিল। এনেতে সি ভৰি দিয়া আখি এটা কেনেবাকৈ হঠাৎ খহিল। মেৰেট্ কৰি শব্দ হ'ল আৰু লগে লগে সি টপৰ্ কৰে পকা আম সৰা দি তলত পৰিলহি। বাগৰি নপৰি কিন্তু থিয়ই থাকিল। মাত্ৰ এমূৰমান ওখত থকা এটা আধা-পচা এঘেয়া বাঁহৰ মূৰাত লাগি তাৰ কাষলতিৰ তলৰ ছাল এডোখৰ এৰি গ'ল। মাখি-ছাল এৰি যোৱাত আঘাত লগা ঠাইডোখৰ প্ৰথমে বগা হৈ আছিল। তেজ ওলোৱা নাছিল। তাৰ পাছত সি ক্ৰমে তেজমুৱা হৈ আহিল। সি ক'লে—ভাইহঁত, বিষাইছে দেখোন ঐ, তেজো ওলাইছে যেন পাওঁ। চাউচোন কি হৈছি?

লীলা আৰু মই আমি দুয়ো দেখি বৰলৰ বাহ পাৱা আনন্দতে, নে ভয় খায়ে, নে বিমোৰত পৰিয়ে নাজানো, হাত চাপৰি বজাই—ইচ্ বগা পৰিছে, এৰখলা তেনেই এৰি গৈছে বুলি কৈ জপিয়াবলৈ ধৰিলোঁ। ওচৰতে আছিল পাগলী বাই বুলি বগীৰাম ককাইদেউহঁতৰে ঘৰৰ এগৰাকী বিধবা জেঠাইদেউ। তেওঁ আমাৰ ওচৰলৈ গৈ এইবুলি চিঞৰ-বাখৰ লগাই দিলে—দেখ ঐ আইহঁত, বাপাইহঁত। ইহঁত দুটাই জয়ৰামক বাঁহৰ গাছত তুলি দি তাৰ হাতখান তেনেই বখলিয়াই পেলালে।—কিছুমান তিৰোতা মানুহে অলপ কিবা এটা হ'লেই তিলকে তালটো কৰি বৌ-জাল বৌ-জাল লগাই দিয়ে। তেৰোঁ তাকে কৰিলে।

পাগলী বাইৰ চিঞৰ-বাখৰ শুনি দুই-এটাকৈ সৰু-ডাঙৰ, মতা-মাইকী বহুত মানুহ গোট খালেহি। সকলোৰে কোপ-চকু আমাৰ ওপৰত। কথা বেয়াৰ ফালে ঢাল খোৱা দেখি আমি দুয়ো তাৰপৰা পুটুংকৰে পলায়ুৰ্দ্ধং। পাগলী জেঠায়ে হেনো কৈছিল—ইহঁাত দুয়ো যদি ইযাক গাছত তুলি দি মাৰ্‌বাযে খোজা নাছিল তেন্তে ইতা (এতিয়া) পলাবো কিয়া? ইহঁাত মহা বৈজ্জাত। সাত ঘাটৰ চেঙেলী, বাৰ ঘাটৰ বটীয়া!!

জয়ৰামে বোলে কিন্তু তেতিয়াও কৈছিল—নাই নাই, সিহঁাতে তুলি দিয়া নাছিল—মই নিজে উঠিছিলোঁ। সিহঁাতৰ গাত একো দোষ নাই। মিছাতে সিহঁতক নধৰিবি।

ভয়ত বোলে ভগবন্ত পলায, কিলনৈ বাসুদেৱেও ডৰায়। আমাৰো সিদিনা সেয়ে হৈছিল। আমিও বেলা ভাটী দিয়াৰেপৰা মুখান্ধেৰি লগালৈকে সিদিনা আমাৰ ঘৰৰ ওচৰৰ পুৰণা, ডাঙৰ পুখুৰীটোৰ পাৰৰ বৰ বৰ গছবোৰৰ আঁৰত লুকাই থাকিয়ে কটাইছিলোঁ। আন্ধাৰ ছেওতহে নিজ নিজ ঘৰ লৈছিলোঁগে। অৱশ্যে ভাগ্য ভাল, আমাৰ এজনেও ঘৰত কাৰো মাৰ খোৱা নাছিলোঁ। ঘটনাটোৱে একো ডাঙৰ ৰূপ নল'লে যেনিবা। জযৰামেই সিদিনা আমাক বচালে। শগুণ বনৰ ৰস দি বান্ধি থোৱাত দুই-চাৰিদিনৰ ভিতৰতে তাৰ কাষলতিৰ কটা-ঘা শুকাল। গৰল নালাগিল। ৰৰলৰ টোপেই তিনিওৰো কাৰণে যম হ'ব ধৰিছিল। বগীৰাম ককাইদেউৰ ঘৰত থকা চৌধুৰী বুঢ়া বোলা আদহীয়া লোক এজনে আমাক দেখিলেই পেংলাহি কৰি কৈছিল—এইকেইটা 'চেঙেলী টোপ্ টোপ্'। তাৰ অৰ্থ আমিহে বুজিছিলোঁ। সৰল অৰ্থত বৰশীবোৰা ল'ৰা।

## নাৰায়ণং নমস্কৃত্য

গাঁৱত যাৰে চোতাল ডাঙৰ তাতে অইনৰ ঘৰৰ তিৰোতাসকলেও গৈ তাঁত বাতি কাঢ়ে। বাতি কাঢ়া সূতাবোৰ অলপ দূৰৰপৰা বা ঘৰৰ মুধত উঠি চালে দেখাত এখন বগা চেলেং কাপোৰৰ দৰে দেখি। তাঁত বাতি কঢা শিপিনীয়ে একমন, একধ্যানে সেই কামত লাগে। আমি কেতিযাবা তেনে কামত আমনি দিবৰ কাৰণে দুষ্টবুদ্ধি কৰি ঘৰৰ আঁৰৰপৰা চালৰ ওপৰেদি সূতাৰ ওপৰত পৰাকৈ সৰু ঔটেঙা, টেঁপ্যেৰ টেঙা, মইন বা দলি-চপৰা দলিয়াই দি ৰং চাইছিলোঁ। তেনেকৈ সূতা ছিণ্ডি গুৱাল-গালি খোৱাটো আমাৰ কাৰণে এটা উলাহ আৰু কৌতূহলৰ কাম আছিল। কাৰোবাৰ চোতালত কাপোৰ বাতিকাঢ়া দেখিলে আমাৰ তেনে কাম কৰিবলৈ তেজে পিৰ্-পিৰাই থাকে। তেনে অঘটন ঘটাই দু-আষাৰ গালি-শপনি খালেহে যেন আমাৰ মন জুৰ পৰে ; কিবা এটা বৰ ডাঙৰ কাম কৰা যেন লাগে।

মাজে সময়ে ৩। ৪ জন লগৰীয়া লগ লাগি আৰ বাৰীৰ সঁফুৰি-আম, তাৰ বাৰীৰ পনীয়ল, লেতেকু, ধুৰফুলি, জলফাই, বগৰী আদি মনেমনে পাৰি খায়ো মহতালি কৰা বুলি ভাবিছিলোঁ। বনৰীয়া কচুৰ কল যে পকিলে খাবলৈ মিঠা হয় সেই কথাটো দিনাৰাম বুলি আমাতকৈ বয়সত ডাঙৰ গৰখীয়া এটাৰপৰা শিকিছিলোঁ। এদিন থোৰৰ ভিতৰত থকা সম্পূৰ্ণকৈ নপকা বনৰীয়া কচু-কল খাই আমাৰ ২। ৩ টা সমনীয়া ল'ৰাৰ ডিঙিৰ নলি ফিকি খোন্দাকাৰ হৈছিল। গালি খোৱাৰ ভয়তে আমি ঘৰত কচু-কল খোৱাৰ কথা কোৱা নাছিলোঁ। বুঢ়ী আইহঁতৰ উপদেশমতে গাঁৱলীয়া বৈদৰ ঝাৰা (জৰা) পানী আৰু কুহুমীয়া গাথীৰ খাই তাৰপৰা উপশম লভিছিলোঁ।

ব'হাগ-জেঠ মহীয়া ধুমাখুন্দা বৰষুণ দিলে গাঁৱৰ খাল-পুখুৰীবোৰ পানীৰে উপচি পৰে। সেই সময়ত মাছৰ ডিমা হয়। বন্ধ পানীত থকা মাছবোৰে তেতিয়া বৰষুণৰ পানী পাই আৰু মেঘৰ গাজনি শুনি আনন্দত উত্ৰাৱল হৈ তৰলৈ জপিয়াই কাণবাই উঠি আহে। তাকে মাছৰ উজান উঠা বোলে। উজনীয়া মাছ ধৰাটো বৰ আমোদজনক কাম। পানীৰ মাছ তৰতে ধৰিবলৈ পোৱা কম আনন্দৰ কথা নে? কাৱৈ-মাগুৰ মাছৰহে বেছিকৈ উজান উঠে। তৰৰ সমতল ঠাইলৈ কাৱৈ মাছে কাণ বাই বাই পানীৰপৰা উঠি অহা, গৰৈ-চেঙেলীয়ে জপিয়াই জপিয়াই অহা, মাগুৰে কেঁকোৰা-কেঁকুৰিকৈ বগুৰা বাই অহা দেখিলে সেইবোৰ হাতেৰে ধৰিবলৈ গা নাচি উঠে। দলেবলে সমদল কৰি অহা সেইবোৰৰ কেতিয়াবা কোনটো ধৰিম কোনটো নধৰিম লাগি পৰে। উজনীয়া মাছ তৰতে ধৰাৰ দৰে ডাঙৰ স্ফূৰ্তি যেন আৰু নাই।

আমাৰ ঘৰৰ ওচৰতে থকা কুইয়াখাল বোলা খাল এটাৰ কথা আগতে উল্লেখ কৰি আহিছোঁ। খালটোত কাৱৈ-মাগুৰ-শৌল-গৰৈ মাছ গিজ্‌খাই আছিল। তাত বাৰ মাহে পানী থাকে। ওপৰথন বৰ-পুণীয়ে আবৰি থাকে। আজিকালিৰ দৰে তেতিয়া জাৰ্মানী মেটেকা নাছিল। পুণীৰ মাজৰ ফাঁক বা শূইনবোৰত চেঙেলী টোপ্‌ টোপ্‌কৈ বৰশী বাবলৈ ভাল। সেই খালটোত কেইবাফালৰপৰা সৰু সৰু জানেদি বৰষুণৰ পানী সোমায়হি। সেই জানবোৰৰ মুখত মাছৰ উজান উঠে।

মনত আছে, মই পোন প্ৰথমে উজনীয়া মাছ তাতেই ধৰিছিলোঁ। এদিন আবেলি দবা-পিটা বৰষুণ এজাক দিয়াৰ পাছত বতৰ অলপ মুকলি হোৱা যেন দেখি সিদিনা মনত ফূৰ্তি লগাত খালৰ পাৰলৈ গৈছিলোঁ। লগত কোনো নাছিল। হাতত আছিল এখন গামোচা। বৰষুণৰ পানী ওপৰৰপৰা বৈ আহি জানেদি ছিৰ্‌ছিৰকৈ খালত পৰিছে। দেখোঁ যে খালৰ পানীৰপৰা ৫। ৬ টা মান বৰ ডাঙৰ ডাঙৰ মাগুৰ মাছ ফিচা নচুৱাই নচুৱাই নাচিবাগি বগাই অহাৰ দৰে ওপৰলৈ উঠি আহিব লাগিছে। শাৰী পাতি অহাত প্ৰথমে দেখি সাপ যেনহে লাগিছিল। পিছে অলপ ভালকৈ চাই দেখোঁ যে সাপ নহয়, শাৰী পাতি অহা মাগুৰ মাছ হে। মই আনন্দত উত্ৰাৱল হৈ হাতত থকা মোকচা (গামোচা) খনেৰে এটাক খেদি গৈ হেঁচা মাৰি ধৰিলোঁ। পিছে, সি নৰ'ল। পিচলি গৈ পুনঃ পানীত পৰিল। দ্বিতীয় এটাক কাপোৰেৰে মেৰাই ধৰি পাৰলৈ তুলি

লৈ ঘৰলৈ লৰ দিলোঁ। চোতালত পেলাই দিবলৈহে পালোঁ—ঘৰৰ সকলোৱে মোক আগুৰি ধৰিলেহি। মাছটো তৎক্ষণাৎ মাটিৰ কলহ এটাত জীয়াই থৈ সকলোবোৰ গৈ খালৰ পাৰ পালে। পিছে মাছ হ'লে আৰু নাপালে। বাকীকেইটা মাছ বোধহয় উভতি পানীত পৰিলগৈ। সেইটো বেলি মাৰ যোৱাৰ এক পৰমান আগৰ কথা।

খন্তেক পিছত আকৌ বৰষুণ আহিল। ইবাৰ কিন্‌কিনীয়া বৰষুণ। আমি আমাৰ বহা-ঘৰৰ ভিতৰত আছোঁ। চ'ৰা-ঘৰ আৰু বহা-ঘৰ দুটা পৃথক ঘৰ। চ'ৰা-ঘৰত বাহিৰৰ ভাল মানুহ আহিলেহে বহে। তাত মঠা কঠ (মুঠা কঠ), চক-ঢাৰি, টঙাৰ নানা তৰহৰ সৰু-ডাঙৰ ঢাৰি আদি যথাস্থানত ৰখা আছে। চকী আৰু টুল মাত্ৰ তিনিখন। এখন চকী, দুখন টুল। পিতাই আমাৰ ওচৰতে বহা ঘৰত বহি ঢাৰি বান্ধিবলৈ বেত সুতিয়াই (চাঁচি) আছিল। এনেতে আমাৰ নঙলাৰ মুখতে থকা চুবুৰীয়া জেঠা শান্তিৰাম ডেকা ওলালহি। তেওঁৰ মূৰত এটা কেঁচা টকৌৰ পাত ঃ জাপিৰ সলনি তেওঁ তাকে লৈ আহিছিল। পানীত পৰা মানুহৰ দৰে উৰাদিহ হৰুৱাই আহি তেওঁ ক'লে—পাটগিৰি ভাই আছা নে? বৰ ডাঙৰ বিপদ হ'ল ভাই, বৰ ডাঙৰ বিপদ। আমাৰ পুণীৰামৰ মাকক কিবাই খালা। খালৰ পাৰক যাওঁতে দীঘল-নেজীয়াই ভৰিতে ঘাইল কৰ্‌লা। উজেনীয়া মাছ ধৰ্‌বা যাওঁতে তাই দীঘল-নেজীয়াক দেখাকে নাপালা। ভাই ব'ল, ব'ল। বিষ উজেইছি। আঁঠুৰ নামত আছেই।—

বাইদেউহঁত আৰু মই পিতাৰ ওচৰতে আছিলোঁ। পিতাক বহা ঠাইতেই পিন্ধা চুৰিয়াখনৰ থোৰটোত কিবা এটা গাঁঠি দি ফুক মাৰি কঁকালত খুঁচি থোৱা দেখিলোঁ। তাৰ পাছত তেওঁ থিয় হৈ ক'লে—পিছে এটা কথা নহয়। তোমাৰ পুণীৰ মাকৰ গাৰ বিষ সদায়ে আছে। তুমি পগলা ঝাই তুলি টাঙনে-টোকনে মাৰি-ধৰি তেওঁক তেনে বিহুৱা (বতুৱা) কৰিলা। সিবাৰ তেওঁক জঁতুৱে দাঁকোতে মই ঝাৰি-ফুকি ভাল কৰিছিলোঁ। তাৰ পাছত তুমি লোকৰ আগত কৈ ফুৰিছিলা—পাটগিৰিয়ে সাপৰ চোবা-বিহ তাইৰ গাত এৰিছিল, বদি-মাৰা দাৰু দিয়া নাছিল বাবে তাই বিহুৱা হ'ল। এইবাৰ ভাই অইন বৈদ আনা। চকৰ (চক্ৰধৰ খুৰা) বা বীণা গাঁওবুঢ়াক আনা। এই যোৱায়ে। এতিয়াই যোৱা। পলম নকৰিবা।

শান্তিৰামে অসহায় ল'ৰাৰ দৰে কান্দি কান্দি ক'লে—ভাই, বধ লাগেই, সোনকালে ব'ল। বৈদ বিচাৰান্তে ইফালে বেমাৰী যাই যমপুৰী পাবো। মোৰ দায়-দোষ নধৰ্‌বি ভাই।

পিতা নাযায়, তেওঁ নেৰে। তেতিয়া আমিও পিতাক যাবলৈ ক'লোঁ। তেওঁ হাতত মন্ত্ৰ পুথিৰ লুৰাটো লৈ খোজ ল'লে। ইমান সময়ে বিষ উজাই গৈ বহুতখিনি পালেগৈ কিজানি বুলি আমি ক'লোঁ। পিতাই গহীনকৈ ক'লে—বিষ উজাৰ পাৰা নাই বহু, তহঁতে মনে মনে থাক।

আমিও পাছে পাছে খোজ ল'লোঁ। আঁঠুৰপৰা বিষ ওপৰলৈ যোৱা নাই ; আঁঠুৰ গাঁঠিতে বৰকৈ টনটনাই আছে বুলি বাধা জেঠাইদেৱে ক'লে। শান্তিৰাম জেঠাৰ

ঘৈণীযেকৰ নামেই ৰাধা। সকলোৱে তেওঁক পুণীৰামৰ মাক বা গোনে গোনে পুণীৰ মাক বুলি মাতে। পুণীৰাম ৰাধা-শান্তিৰামৰ বৰ পুতেক।

আঁঠুৰ ওপৰত চূণৰ ধৰণী দি লৈ পিতাই বিহ-ঢেঁকীয়াৰে ঝাৰিবলৈ ধৰিলে। এখনমান তামোল খোৱাৰ পৰতে বিষ নামি গৈ দাঁৰৰ মুখ পালে। পিতাই মন্ত্ৰ মাতি থাকি 'ৰক্ষা কৰা কামৰূপৰ কামাখ্যা মাওঁ' বুলি ডাঙৰকৈ তিনিটা ফুক মাৰি তিনিবাৰ মাটিত কোবাই ভৰিখনত আঁঠুৰপৰা তললৈ ঢেঁকীয়াৰ পাতেৰে তিনিবাৰ তললৈ নমাকৈ কোব দিলে। তাৰ পাছত তেওঁ ওচৰৰেপৰা বিচাৰি আনি শাক-দাৰু এটা খুন্দি দাঁৰৰ মুখত লগাই দিবলৈ দি ক'লে—হ'ব। এতিয়া আৰু ভয় নাই। ৰাতিলৈ ভাত খোৱাৰ আগতে কেনে থাকে মোক জানিব দিবা। খবৰ নাপালে কিন্তু মোৰ একো খোৱা নহ'ব।

পিতালৈ হেনো তেওঁৰ মন্ত্ৰদাতা গুৰুৰ নিৰ্দেশ আছিল—সাপে দংশন কৰা খবৰ পালেই চিকিৎসাৰ কাৰণে যাব লাগে আৰু বেমাৰী ভাল নোহোৱালৈকে ৰোগীৰ ঘৰত বা অইন ক'তো এটোপা পানীও খাব নালাগে ঃ পা-পইচা বা মাননি লোৱা দূৰৰ কথা। পিতাই সেইটো আখৰে আখৰে মানি চলিছিল। সিদিনা খবৰ পায়েই তেওঁ শান্তিৰাম ডেকাৰ তালৈ যোৱা নাছিল কিয় বুলি আমি সোধাত তেওঁ কৈছিল—নগ'লে কি হ'ব? মই ইফালে ধৰণী ধৰিছিলোঁৱে নহয়। সাপে কামোৰা বুলি খবৰ পালেই চুৰিয়াৰ লোচত মন্ত্ৰ মাতি খুঁটি ল'লে বিষ উজাই যাব নোৱাৰে। মই তাকে কৰিছিলোঁ।—কোৱা বাহুল্য, মই ডাঙৰ হোৱাত মোকো সেই ধৰণী ধৰা মন্ত্ৰটো তেওঁ মুখে মুখে শিকাইছিল। এতিয়া অলপ পাহৰিলোঁৱে হ'বলা। 'অনভ্যাসে হতাবিদ্যা।'

পিতাই কৈছিল—সাপৰ মন্ত্ৰ দুবিধ আছে। এবিধৰ নাম আঢ়ৈ-আথৰ্বীয়া, আনবিধ হ'ল-বজালী মন্ত্ৰ। আঢৈ-আথৰ্বীযা মন্ত্ৰৰ চোক বেছি! মন্ত্ৰবোৰ চুটি চুটি। মুখে মুখে চলি অহা মন্ত্ৰ। সেইবাবেই নেকি মন্ত্ৰৰ বহুত কথাৰ অৰ্থ বিচাৰি পোৱা নাযায়। ভাষাও অনেক ঠাইত খিচিৰি , সানমিহলি। বজালী মন্ত্ৰ আন হাতেদি একো একোটা আখ্যান লৈ ৰচিত। সৰ্পৰ আখ্যান , যেনে—পদ্মা বজালী, কালী বজালী, ভাটিয়ালী, বৰ বজালী ইত্যাদি। পদ্মাৱতী দেৱীয়ে মহামায়া দুৰ্গাৰ লগত কাজিয়া কৰি এবাৰ সৰ্পৰূপ ধাৰণ কৰি দুৰ্গাক দংশন কৰিছিল আৰু পিছত পিতৃ শিৱৰ অনুৰোধত দুৰ্গাক জীয়াই দিছিল। তাকে লৈ পদ্মা বজালী। কালীৰ হ্ৰদত থকা কালিনাগক লৈয়ে কালী বজালী। পিতাৰ বহুত মন্ত্ৰ পুথি মই তুলাপাতত 'কপি' কৰি দিছিলোঁ। তেতিয়া মন্ত্ৰবোৰৰ ভাষা, বিষয়-বস্তু আদিৰ লগত মোৰ কিছু পৰিচয় ঘটিছিল। নহ'লে বৈদ্যে মন্ত্ৰ কাকো মাতি নুশুনায়। তেনে কৰা নিষেধ। মন্ত্ৰই গুণ নিদিয়া হয় হেনো। নাফাকে।

এবাৰ বাৰিষা আমাৰ ওচৰৰে গোৱালৰ্খাৰ বুলি গাঁও এখনৰ নাৰায়ণ দেউ বুলি দৈৱজ্ঞ মানুহ এজনক সৰ্পে দংশিছিল। ঘটনাটো ঘটিছিল সন্ধ্যা সময়ত। ওচৰৰ কেইবাজনো প্ৰখ্যাত বৈদ্য আনি লগাইছিল ঃ কিন্তু মানুহজন নাবাছিল ঃ ৰাতিৰ ভিতৰতে মৰি থাকিল। পিতাক কোনেও খবৰ দিয়া নাছিল। পিতা সিমান বিখ্যাত

বৈদ্যো নহয়। অন্ততঃ তেওঁ বেজালি কৰি বৈদ্য বোলাই নুখুৰে। পিছদিনা পিতাক কোনোবাই খবৰ দি নিয়ালে। পিতা গ'ল, কিন্তু মাটিৰ ওপৰত ঢাৰি এখনত শুৱাই থোৱা মৰা নাৰায়ণক দেখি হতাশ হ'ল। তথাপি এবাৰ যত্ন কৰি চাবলৈ বুলি বিহ টেঁকীয়া হাতত লৈ তিনিটা ফুক মাৰি মন্ত্ৰ বুলিবলৈ লাগিল। কিছুপৰ মন্ত্ৰ মতাৰ পিছত শবটোৱে যেন জীয়াই থকাৰ সঁহাৰি দিলে। মানুহে গাত হাত দি চাই অলপ গৰম গৰম পাই জীৱ আছে, মৰা নাই, মৰা নাই বুলি ক'বলৈ ধৰিলে। পিতাই তিৰোতা মানুহক শবটো ছুবলৈ মানা কৰি দিলে। সকলোৰে মনত আশাৰ সঞ্চাৰ হ'ল। পিতাই বেলা ভাঠি দিয়ালৈ ঝাৰি-ফুকি থাকিলত বেমাৰীয়ে অলপকৈ চকু মেলিলে। বেঢ়ি থকা মানুহবোৰৰ মুখত পানী আহিল। পৰিয়াল-পৰিজন আৰু অঙহী-বঙহীবোৰৰ মন আনন্দত উত্ৰাৱল হ'ল। সকলোৱে পিতাক কি দিম, কি থ'ম লগালে। পিতাই যি কয় তাকে সকলোৱে তৎক্ষণাৎ কৰি দিবলৈ ধৰিলে। পিতাই আমাৰ ঘৰৰপৰা 'ঝহৰমহৰ' বোলা আটচফলৰ (আত্‌লচ) গুটিৰ দৰে ক'লা বস্তু এটা থকা ঘূৰণীয়া টেমা এটা নিয়ালে। টেমাটোত থকা টক্‌টক্ কৰে ৰঙা সেন্দুৰত ক'লা ঝহৰমহৰটো ডুবাই থোৱা থাকে। সেইটো উলিয়াই লৈ ভাল এঁৱা গাখীৰত প্ৰথমে তাক ডুবাই থৈ পাঁচ মিনিটমান নিৰলে ৰখা হয়। তেতিয়া সি বুৰ্বুৰণি তুলি থাকে। বুৰ্বুৰণি তুলিবলৈ এৰিলে পুনঃ অইন এটা পাত্ৰত আকৌ একেদৰে তাক কেঁচা এঁৱা গাখীৰ দিয়া হয়। তেতিয়া যদি সি বুৰ্বুৰণি তুলিবলৈ এৰে আৰু গাখীৰৰ তলতে অলপ লৰচৰ কৰে তেন্তে তাক আনি সাপে কামোৰা ঠাইডোখৰত অলপ সময় হেঁচি ধৰি ৰখা হয়। তাৰ পাছত সি নিজেই জোক লগাৰ দৰে লাগি ধৰে। তেতিয়া বৈদ্যে পুনঃ বেমাৰীক মন্ত্ৰেৰে ঝাৰিবলৈ ধৰে। দাঁৰৰ মুখৰ ওচৰলৈ মন্ত্ৰৰ বলত বিষ নামিলে জৰাজুকা এৰি বৈদ্যে ঔষধ বিচাৰি আনি খুন্দি-বাটি ঝহৰমহৰ সৰি পৰাৰ পাছত দাঁৰত লগাই দিয়ে। সেই ঔষধে তেতিয়া আহত ঠাইৰ ঘা আৰু অৱশিষ্ট বিষ নাইকিয়া কৰাত সহায় কৰে। ঝহৰমহৰটো তেতিয়া বৈদ্যে পুনঃ আগৰ দৰে গাখীৰত বুৰাই ৰাখে। পুনঃ সি বুৰ্বুৰণি তোলে। ইবাৰ সেই বুৰ্বুৰণিত গাখীৰ ক'লা পৰে। বুৰ্বুৰণি শেষ হ'লে বেজে পুনঃ তাক নতুন গাখীৰ দিয়ে। এইবাৰ সেই গাখীৰ তাক খাবলৈ দিয়া হয়। সেই গাখীৰত বুৰ্বুৰণি তুলি ঝহৰমহৰে কিছু পৰ গাখীৰ অলপ খায়। দেখ দেখকৈ তেতিয়া গাখীৰৰ পৰিমাণ কমি যায়। খাবলৈ এৰিলে বুৰ্বুৰণিও বন্ধ হয়। তেতিয়া তাক পুনঃ সেন্দুৰত ডুবাই টেমাৰ ভিতৰত ৰখা হয়। সেইদিনা এইবোৰ কাম কৰা আমি চাই আছিলোঁ।

সম্পূৰ্ণ নিৰাময় হোৱাৰ পাছত নাৰায়ণদেৱে নিজে সূৰ্য্যবিপ্ৰ হৈও পিতাক 'বাপদায়' দিছিল আৰু সিদিনাৰেপৰা পিতাক পিতা বুলি মাতিছিল। তেওঁৰ মতে জীৱদান দিয়া বৈদ্য তেওঁৰ যেন সিদিনাৰপৰা ধৰ্মপিতাক হৈছিল। জীয়াই থকা কালডোখৰ নাৰায়ণদেৱে আমাৰ ঘৰৰে এজন পৰিয়ালৰ দৰে আমাক সদায় বিপদে-আপদে দেহেকেহে সহায় কৰিছিল। কিবা বেমাৰ হৈ বহু বছৰৰ পিছত তেওঁৰ

পৰলোক ঘটাত আমি আমাৰ ঘৰৰে আপোন পৰিয়ালৰ কোনোবা এজন মৰা যেন অনুভৱ কৰিছিলোঁ। এই নাৰায়ণ পৰ্বটো সঁচাকৈয়ে আমাৰ জীৱনৰ এটি অবিস্মৰণীয় কাহিনী। আজিকালিও পাঠকে 'নাৰায়ণং নমস্কৃত্য নৰঞ্চৈৱ নৰোত্তমং' শ্লোকটো গাই পুথি পাঠ কৰিবলৈ ল'লে, সেই সাদৰী ককাই নাৰায়ণলৈ চাট্‌কৰে আমাৰ মনত পৰে। ২৫/৭/৮৪

# মনে আজিও জোঁৰা চাওঁ, জোঁৰা চাওঁ নকৰে নে?

নৈৰ বানপানীয়ে আমাক সদায় জুৰুলা কৰিছিল। জুৰুলাও কৰিছিল, নদন-বদন শস্যেৰে চহকীও কৰিছিল , কাৰণ, বানপানীৰ পলস পৰি আহু-শালি বিবিধ ধানেৰে শস্যৰ পথাৰ উপচি পৰিছিল। লহপহকৈ বাঢ়ি অহা সেই ধানৰ মাজতে আমি আঘোণ-পুহ মাহত লুকালুকি (লুকাভাকু) খেলিছিলোঁ। সেই লুকালুকিত ধানৰ মাজে মাজে কোনেও কাকো নেদেখাকৈ লুকাই লুকাই লৰি ফুৰাৰ কথা মনত পৰিলে আজি কিবা সপোন সপোন যেনহে লাগে। মাটি পলসুৱা আছিল বাবে তেতিয়াৰ ধান গছবোৰো আছিল ওখ ওখ আৰু তাৰ ছোপবোৰ ডাঙৰ ডাঙৰ।

বানপানী আহিলে আমাৰ বাৰী-ঘৰবোৰ সাগৰৰ মাজৰ দ্বীপৰ দৰে হয়। অৱশ্যে আমাৰ ঘৰৰ ভেটি এবাৰো পানীত তল যোৱা নাছিল ; কিন্তু আমাৰ ঘৰৰ নঙলালৈ ধলৰ পানী আহিছিল। বাৰীৰ কাষেদি চোতালৰো এটা চুক তল গৈছিল। নদীৰ তেনে বানপানী ৫। ৬ দিনতকৈ সৰহ দিন নাথাকে। থাকে যদি বৰ বেছি এটা সপ্তাহ। নৈৰ পানী শুকাবলৈ ধৰাৰ লগে লগে ধলৰ পানীও জামৰি যায়। বানপানী থকা কেইদিনত কিন্তু আমাৰ আনন্দ চায় কোনে? কলৰ ভেল সাজি লৈ টলংঘটংকৈ ভেলত উঠি ইফালে-সিফালে ফুৰি ফুৰাটো আমাৰ বৰ প্ৰীতিকৰ কাম হৈ পৰিছিল। বানপানীৰ তেনে আহকালক আমি কোনোদিন বিপদ-জঞ্জাল বুলি ভাবিব পৰা নাছিলোঁ। ইয়াকো বছৰৰ বিহুৰ দৰে একপ্ৰকাৰ ৰং-ধেমালি বুলিহে গণ্য কৰিছিলো। সেইদেখি ডবাপিটা ৰৰৱুণ সঘনে হ'লে মাছৰ দৰে আমাৰো মনত ৰং লাগিছিল। পথাৰবোৰ দেখিলে আজিও সেই স্মৃতিবোৰে মনত জাভুল খাই ধৰে।

আমাৰ ভেলবোৰ চাৰিডাল বা পাঁচডাল কলেৰে সজা হৈছিল ; কাৰণ, দুডাল কলেৰে তো ভেল নহয়েই, তিনিডালেৰে সাজিলেও সি টলংঘটং কৰে ঃ কথাতে কয় বোলে—তিনিডাল কলৰ ভেল, তিনি তিৰীৰ মেল—টলংঘটং টলংঘটং ঃ একো স্থিৰতা নোহোৱা কথা। নিৰ্ভৰ কৰিব নোৱাৰি।

কাৰো কাৰো খাল বা পুখুৰীত মাঁহ-কটা নাও দুই-এখন ওবে বছৰে পৰি থাকে। ব'দত ফাটি ছিৰাচিৰ হয় বুলি কেতিয়াবা তেনে নাও লুটিয়াই-ওভোতাই

টিংকেইটা পানীৰ তলত ডুবাই ৰখা হয়। তেতিয়া সি ঘৰিয়াল পথা দি দীঘল হৈ পৰি থাকে। বানপানী আহিলে গৰুৰ কাৰণে দূৰলৈ গৈ ঘাঁহ কাটি অনা বা ওচৰৰ গাঁৱলৈ অহা-যোৱা কৰা কামত এই নাওবোৰ তেতিয়া বৰ প্ৰয়োজনীয় বস্তু হৈ পৰে। কেতিয়াবা তেনে নাও ৫। ৬ খন গোটাই লৈ নাওখেল পতা হয়। নঙলাৰ মুখৰ বহল পথাৰখন তেতিয়া হৈ পৰে এখন বিশাল সমুদ্ৰ। তাৰ ইকূল-সিকূল বিউ বিউ মাত্ৰ দেখা যায়। দূৰৰ গাঁৱৰ গছ-গছনিবোৰৰ সেউজীয়া দৃশ্যক কোনোবা নিনাও সাগৰৰ পাৰ যেন দেখি। সিমূৰত দূৰত থকা প্ৰকাণ্ড প্ৰকাণ্ড গছবোৰ হৈ পৰে দেখাত সেউজীয়া দূৰৰি বনৰ জোপোহাৰ দৰে ঘাঁহনি। চাই থাক, চাই থাক ধুনীয়া।

এবাৰৰ কথা। বানপানীয়ে দ-বাম একাকাৰ কৰি পেলাইছে। চাৰিওফালে কেৱল পানী আৰু পানী। আমি চাৰিখন নাও লগ কৰি লৈ আমাৰ বাটৰ কাষৰ নতুন পুখুৰীটোৰ পাৰৰপৰা পোনে পোনে আধা মাইলমান দূৰত থকা পেটুবাৰ নঙলা বুলি ঠাই এডোখৰলৈ নাও চলাম। নাও চলোৱাৰ প্ৰতিযোগিতা হ'ব। প্ৰতিখন নাৱতে একোজন গুৰিয়াল আৰু দুজনকৈ বাইচা। মুঠতে চাৰিখন নাৱত তিনিজনকৈ বাৰজন লোক। মোৰ ভালকৈ মনত আছে—আমাৰখন নাৱত ভূমিধৰ হাজৰিকা ককাইদেউ হ'ল গুৰিয়াল, জয়ৰাম আৰু মই বাইচা। কাৰ নাও গৈ পেটুবাৰ নঙলাৰপৰা তাৰ হেঙাৰৰ ভোট-এবাৰ আগ একোটা ভাঙি লৈ প্ৰথমে উভতি আহি পোনতে যাত্ৰা কৰা ঠাইত হাজিৰ হ'ব পাৰে—সেয়ে প্ৰতিযোগিতা। পুৰস্কাৰ বোধহয় একো নাছিল ; কিবা আছিল যদিও মনত নাই। উল্লেখযোগ্য নিশ্চয় একো নাছিল, থকা হ'লে মনত থাকিলহেঁতেন।

তৰত থকা কোনোবা এজনে এক, দুই, তিনি বোলাৰ লগে লগে আমি যাত্ৰা কৰিলোঁ। নাও সাপে পানী কাটি যোৱাৰ দৰে সোঁ-সোঁৱাই আগুৱাবলৈ ধৰিলে। জয়ৰাম আৰু মই দুয়ো চৰি-বাৰিত বল দি পাৰোঁমানে নাও আগলৈ ঠেলিবলৈ ধৰিলোঁ। কিছুদুৰ চাৰিওখন নাও প্ৰায় সমানে সমানে আগ বাঢ়িছিল। তাৰ পাছত আমাৰখন নাও বাকী তিনিখনক চেৰ পেলাই আগবাঢ়িল। আমি গৈ প্ৰথমে ভোট-এবাৰ আগ ভাঙি ল'লোঁ আৰু উভতি নাও মেলিলোঁ। কিছুদুৰ আহিছোঁ, এনেতে মোৰ চৰিডাল মেৰেট্ কৰি মাজতে ভাগি থাকিল আৰু মই নাৱৰ বাৰত কঁকাল পেলাই কাতি হৈ বাগৰি পৰিলোঁ। অবশ্যে নাৱৰ ওপৰতে ৰ'লোঁ। ৰ'লোঁ যদিও কঁকালত কিন্তু বেয়াকৈ আঘাত পালোঁ। মই আইন এডাল চৰি লৈ কোনোমতে নাও বাই আহিলোঁ যদিও আমাৰ নাও প্ৰথম নহ'ল, দ্বিতীয়হে হ'ল। ভূমিধৰ হাজৰিকা ককাইদেৱে তেতিয়া ছাত্ৰবৃত্তি পাছ কৰি গৈ হাইস্কুলত পঢ়ি আছিল। তেওঁ হাঁহি হাঁহি নাটকৰ ভাৱৰীয়াই কোৱাৰ দৰে মোক উদ্দেশ্য কৰি ক'লে—আমাৰ সেখোন কি হ'ল শিছে? 'বীৰবাহু পৰিল ৰণত? অষ্ট গ'ল দিনমণি অস্তদুপৰত।'—কিবা বোলে—'খৰ কথা কৈ মাৰিলোঁ তেলনি ; খাব নোৱাৰাত গ'ল পেলনি।'

সেইদিনা ৰাতি মোৰ ভয়ানক কঁকালৰ বিষ হ'ল। বুঢ়ীমাহঁক ক'লোঁ—দিনত মই নঙলাৰ মুখত পিচল খাই বেয়াকৈ পৰি কঁকালত বৰ দুখ পাইছিলোঁ। কঁকালখন সিৰিক্ কৰি উঠিছিল। তাৰে বিষ। বুঢ়ীমায়ে মিঠাতেল হাতত লৈ জুহালৰ কাষত হাতেৰে লাহে লাহে মোৰ কঁকালখন সেকি দিছিল। সেই বিষ ৪। ৫ দিন আছিল। আৰোগ্য হোৱাৰ পাছতো ভালেমান দিনলৈ তাৰ জঁইন মৰা নাছিল। কেতিয়াবা জ্বৰ-তৰ কিবা হ'লে সেই বিষে পুৰণি বন্ধুৰ দৰে লগ দিছিলহি। মই কিন্তু নাৱত পৰি কঁকালত দুখ পোৱাৰ কথা কাকো কোৱা নাছিলোঁ ; ভূমিধৰ ককাইদেউ আৰু জয়ৰামে মাত্ৰ সেই কথা জানিছিল। তেওঁলোকৰো কোনেও নিশ্চয় পিতাইতৰ আগত কোৱা নাছিল ; কোৱা হ'লে পিতাই মোক সুখে নেৰিলেহেঁতেন। সেই পৰ্ব্বৰ কথা সিমানতে থাকক বাৰু।

ধলৰ পানী থামিল আৰু লাহে লাহে শুকাবলৈ ধৰিলে। পথাৰৰ সৰু সৰু ভুঁই-আলিবোৰ জাগ দিবলৈ ধৰিছে। তাৰে চাপৰ অংশৰ ওপৰেদি বা আলি-কটা সুৰুঙাইদি পানী জোৰেৰে বৰলৈ ধৰিছে। পানীৰ লগতে মাছো যায়। সেই ঠাইবোৰত চেপা, বহা, ঠুহা আদি পাতি মাছ ধৰা হয়। চেপাত কতিয়াবা ঢোঁৰা-সাপো মাছৰ লগতে সোমায়। তেতিয়া তাৰ বাম-ৰাজ্য। চেপাত লগা মাছবোৰ গোটাগোটে গিলি গেৰেলা লাগে। চেপা তুলি আনি তাক এৰি দি কোৰাই মৰা হয়। কেতিয়াবা মাছৰ লগতে সাপৰ দৰে কুচিয়াও সোমায়।

বৰশী বোৱাৰ দৰেই ঠুহা-বহা পতাতো মোৰ বৰ চখ, বৰ বাগ। আন্ধাৰ হোৱাৰ আগে আগে গধূলি পথত পাতোঁ আৰু ৰাতিপুৱা ছট্‌গোহৰতে সেইবোৰ দাণ্ডি ঘৰলৈ তুলি আনো। ৰাতিপুৱা মোৰ ঠুহা-বহাৰ জপিয়াই থকা জীয়া মাছবোৰ চোতালত দেখি ঘৰৰ সকলোৰে ৰং লাগে। ধলৰ পানী বাঢ়ি আহিবলৈ ধৰিলে আৰু শুকাবলৈ আৰম্ভ কৰিলে এই কাম কৰিবলৈ আৰু বেছি আমোদজনক হয়। তেতিয়া কোনো কোনো ঠাইত পতা চেপা-বহা কেতিয়াবা মাছেৰে মুখলৈকে ভৰি থাকে। যিমানে মাছ পোৱা যায় সিমানে উৎসাহ-উদ্দীপনা বাঢ়ে ; মন দোপত দোপে নাচি উঠে—যেন বণ জিকি অহা বীৰহে।

এদিনৰ এটা কথা। ৰাতি পুৱাইছে যদিও ভালকৈ পোহৰ হোৱা নাই ; ঘৰ-আন্ধাৰ বাজ-পোহৰ হৈছে। ছট-পোহৰ। মই ঘুমটিৰপৰা উঠি উখামুখাকৈ দীঘল খঁৰা-দাখন হাতত লৈ পথাৰলৈ বুলি খোজ লৈছোঁ ; কাৰণ, মোৰ মনটো আছে পথাৰত পতা ঠুহা-বহাবোৰত। আমাৰ খঁৰা-দাখন আছিল প্ৰায় ডেৰ হাতমান দীঘল আৰু পোন। সেইখন কান্ধত তুলি লৈ গৈ থাকিলে একোলৈকে ভয় নালাগে।—উৰিলে উৰিয়া, পিছিলে চুৰিয়া—বোলাৰ দৰে সি হৈ পৰে একে সময়তে তৰোৱালো, লাখুটিও। ধাননি পথাৰৰ আলিৰ মাটি কাটিব লাগিলেও তাৰে কটা যায়। তেতিয়া সি হয় টিপৰাং বা কোৰ। মাছ বা বাটৰ কাষৰ বন-জুন কটাৰ সময়ত সি হয় বলি-কটা দা।

পথাৰৰ মাজতে আপোনা-আপুনি গজা আৰু আগতে কাহানিবাহি রোৱা গছ কিছুমানৰ জোপোহাবে হাবিয়নি এডৰা আছিল। তাত এছোপ নে দুছোপ কঁটা-বাঁহ আৰু মজ, কদম, আম, ডেৰা আদি কিছুমান অকাঠী গছ আছিল। বিহলৈকীয়া, ঢেঁকীয়া লতা, বনৰীয়া কচু আদিবে ঠাইডোখৰ তেনেই ঢাক খোৱা ঃ দূৰৰপৰা এটা অকলশৰীয়া ঘূৰণীয়া দ্বীপৰ দৰে দেখি। সৰু সৰু পথৰুৱা আলিবোৰ চাবিও ফালৰপৰা গৈ তাত লগ লাগিছে ঃ যি বাটেদি হ'লেও গৈ থাকিলে ৰোম নগৰহে পোৱা যায় (All roads lead to Rome) বোলাৰ দৰে কথা।

আগিলা দিনা মই গধূলি পৰতে তাৰে ওচৰত ঠুহা আৰু বহা পাতিছিলোঁ, পুৱা জানবোৰ বন্ধ কৰি থৈ ঠুহাবোৰ মাছেৰে সৈতে তুলি আনিম, আৰু বহাবোৰ বেলি ওলালেহে তুলি তুলি তাত থকা মাছবোৰ খালৈত ভৰাই আনিম—এয়ে আছিল কাৰ্য্যসূচী ; কাৰণ, বহা অলপ দ পানীৰ থৰ সোঁতত পতা হয়।

পিছে দোকমোকালিৰ সেই কাহিলি-কাহিলি পোহৰতে দূৰৰপৰা দেখোঁ যে এটা শিয়ালে যেন গহীন খোজত ডাঙৰীয়া বোৱাৰ দৰে গাঁৱৰ মূৰৰ অইন এখন হাবিৰ ফালৰপৰা গৈ পথাৰৰ মাজৰ সেই ৰোহটোত (হাবিডৰাত) সোমাৰ খুজিছে। মই উচ্চৈস্বৰে গেৰিয়াই ক'লোঁ—বহ বাচা, আজি তোৰ বাখানা (গতি) লগাম। এই দাৰে দুছেও কৰিম।—আচলতে কিন্তু নিজৰ মনত সাহস ল'বৰ কাৰণেহে তেনেকৈ কৈছিলোঁ। ওচৰ পাই লৰালৰিকৈ ঠুহাবোৰ তুলি লৈ ঘৰলৈ উভতিলোঁ। গৰৈ, চেং, কাৱৈ, পুঠি, খলিহনা আদি বহুত মাছ পালোঁ। কেইটামান কেঁকোৰাও।

পিছে সিদিনা দুপৰীয়া পিতাইতে হালতলীৰপৰা আহি দুপৰীয়া কোৱা শুনিলো—সেই হাবিডোখৰত হেনো এটা বাঘ সোমাইছে গৈ ; সৰু কুকুৰনেচীয়া বাঘ। তাৰ কেঁচা খোজবোৰ পথাৰৰ আলিৰ ওপৰত পৰি আছে। তাৰপৰা সি উভতি ওলাই যোৱাৰ চিন নাই। তাৰ মানে সি তাতেই আছে।—অন্ততঃ দিনটো তাতে থাকিব।

কথাটো শুনি মোৰ গাটো চিৰিং কৰি উঠিল। বুকুখনে টিপ্রিং টিপ্রিং লগালে। মই নকৈ নোৱাৰিলোঁ—তেন্তে মই খেদা শিয়ালটো কিজানি সিয়ে আছিল। মই ঘটনাৰ বিৱৰণ কোৱাত সিদিনা আবেলি মোক ঠুহা-বহা পাতিবলৈ কোনেও ক'লৈকো যাবলৈ নিদিলে। মোৰো যাওঁ বুলি ওলাবলৈ সাহ নহ'ল। মনে মনে ভাবিছিলোঁ—শিয়াল বুলি বাঘকে খেদিছিলোঁ ঃ ভাগ্যেহে বাচিলোঁ।

এইখিনিতে কৈ থওঁ যে চেপা আৰু বহাত কেতিয়াবা ডাঙৰ ডাঙৰ কেঁকোৰা, কুচিয়া আৰু শিঙী মাছো পাইছিলোঁ। মাছলৈ গ'লে বাইদেউহঁতেও কেতিয়াবা ডাঙৰ শিঙী মাছ বা কুচিয়া পালে খালৈত ভৰাই ঘৰলৈ আনিছিল। ঘৰত কিন্তু এই তিনিও বিধকে বান্ধনি-ঘৰলৈ নিবলৈ নিদিয়ে। ইহঁত হেনো চুৱা। কুচিয়াৰ তেও যহতহ, বাকী দুটা হ'লে বান্ধনি-ঘৰৰ সীমাই-সঙ্কাৰে যাব নোৱাৰিছিল। ইহঁতক খালে হেনো জাত যায়। অৱশ্যে সৰু ল'ৰা-ছোৱালীয়ে খাব পাৰে ; সিহঁত কাউৰ-কুকুৰৰ দৰে। কিন্তু

খালেও বাহিৰতে পৃথক বাচনত ৰান্ধি খাব লাগে আৰু খাই-বৈ উঠি গোনে-গোনে গৈ পুখুৰীত ডুবিয়াই (বুৰমাৰি) গা ধুই আহিব লাগে। মাটিৰ চৰুত বা ভগা কেৰাহিৰ খোলাত জেংখৰি পুৰি আমি ৰান্ধনি-ঘৰৰপৰা দূৰত, চোতালৰ এমূৰত, এইবোৰ ৰান্ধিছিলোঁ। কেঁকোৰাৰ ঠেংবোৰ কাটি আমি বৰ ৰং পাইছিলোঁ। কেতিয়াবা একো একোটা শিঙী মাছ খামুচি ঢুকি নোপোৱা বিধৰ আছিল। সেইবোৰ থেকেৰা টেঙাৰ সৈতে ৰান্ধি বা আলুৰ লগত জলাৰ আঞ্জা ৰান্ধি আটায়ে ভগাই-পিটাই খাইছিলোঁ আৰু খাই উঠি ঠাই-ঠকুৰা চাফা কৰি, গোবৰ-পানীৰে মুচি-কাচি, খোলাখন ভালকৈ ধুই-পখালি খৰিখোৱা চুকত বা অইন ক'ৰবাত আছুতীয়াকৈ ৰাখি বাহিৰে বাহিৰে গৈ পুখুৰীত ডুবিয়াই গা ধুই শুচি হৈছিলোঁ। তাকে নকৰালৈকে আমাক ঘৰৰ ভিতৰলৈকে যাবলৈ নিদিছিল—ঠিক যেন শ্মশানৰপৰা মৰাক খৰি দি অহা লোকহে। আজিৰ দিনত শিঙী মাছ কিনিবলৈ গ্ৰাহকৰ হেতা-ওপৰা লগা দেখিলে তাহানিৰ সেইবোৰ দিনৰ কথালৈ মনত পৰে। ভাবোঁ—হায়, কালৰো কাল বোলে কেতিয়াবা হৰিণেও চেলেকে বাঘৰ গাল। শিঙী মাছ আৰু কুচিয়া আজিকালি জাতত উঠিল। উচ্চ হিন্দুৱেও মাছ বিক্ৰীৰ বণিজ হাতত ল'লে। গোঁসায়ে বহুত দেখুৱালে।

আৰু এটা কথা। আগতে কৈ আহিছোঁ—বাৰিষা বৰষুণৰ পানীত, বিশেষকৈ বানপানী আহিলে হোলা-দোভা-খাল-পুখুৰীবোৰ পানীৰে একাকাৰ হয়। পথাৰত পানী প্ৰায় এক কলাফুলমান হ'লে খাল-পুখুৰীৰ মাছ ওলাই গৈ সেইবোৰত নাদুৰি-সাঁতুৰি ফুৰে। তেতিয়া সন্ধ্যা হ'লে হাতত জ্বলা-জুইৰ জোঁৰা (জোঁৰ) একোটা লৈ তাৰ সহায়ত পানীত নামি গৰৈ, মাগুৰ, শ'ল, শিঙী, চেং, কাৱৈ, তোৰা, বটিয়া, বৰালি, কুচিয়া আদি দাৰে কাটি খালৈত ভৰাই অনাটো এটা উত্তেজনাপূৰ্ণ আনন্দৰ কাম। ৰাতি জুই দেখিলে মাছ থৰ লাগি বৈ থাকে। জোঁৰাৰ জুইৰ সহায়ত তেনেকৈ বৈ থকা মাছ কাটি ধৰি অনাকে জোঁৰা-চোৱা বা জোঁৰা-কাটা (জোঁৰ বোৱা) বোলে। তাকে কৰিবলৈ যাওঁতে জোকে কামোৰাৰ ভয়ত কেতিয়াবা ভৰিত মিঠা তেল বা কেৰাচিন তেল ঘঁহি গৈছিলোঁ। কেতিয়াবা কঁকালৰ খোঁচনাত বাঁহৰ সৰু চুঙাত ধপাত, চূণ আৰু নিমখ মিহলাই ওলমাই লৈ গৈছিলোঁ। ইয়াৰে অকণমান জোকৰ মুখত লগাই দিলে সি চৈধ্য ভুবন দেখি কামুৰিবলৈ এৰি মৰাৰ দৰে হৈ বাগৰি পৰিছিল। কথাতে কয়—জোকৰ মুখত চূণ দিয়া।

কুচিয়াবোৰে জুই দেখিলে মাছৰ দৰে থৰ লাগি বৈ থাকে; কিন্তু সাপ হ'লে, বিশেষকৈ ঢোৰা-সাপ গৈ থাকে। পাৰ্থক্য তাতেই। সাপ কেতিয়াও দাৰে কাটিব নাপায়। কাটিলে মূৰছোৱাই—অলপ দীঘলে থাকিলে—খেদি আহে। এদিন মই ভাগ্যেহে সাপৰ মুখৰপৰা ৰক্ষা পৰিছিলোঁ। পানীৰ ওপৰত মূৰটো ৰাখি পানীৰ তলত মাটিৰ ওপৰত দীঘল গাটো এৰি দি পৰি থকা সাপ এডালক কুচিয়া মাছ বুলি ঘাপ মাৰিব খুজিছিলোঁ, ভাগ্যে তাক চিনিব পাৰি দণ্ডা হাত দণ্ডাই ৰাখি এখোজ-দুখোজকৈ আস্তিক আস্তিক বুলি পিছুৱাই আহিলোঁ।

আৰু অন্য এদিন তেনেকৈ মাছ কটাৰ নিচাত আগুৱাই গৈ থাকি থাকি সাগৰৰ দৰে বিয়পি থকা দিক্-বিদিক মনিব নোৱাৰা বিশাল পথাৰ এখনৰ কোনোবা এমূৰত ওলাইছিলোঁ গৈ। হাতত জোঁৰাটো লৈ ইফালে-সিফালে চাই দেখোঁ—মোৰ ওচৰত আৰু কোনো নাই। যিসকল আছে তেওঁলোক বহুত দূৰত আছে। জোনাকী পৰুৱাৰ দৰে বহুত দূৰে দূৰে জিলিকি আছে। বাতিৰ জুই, অলপ ওচৰত যেন লাগিছিল যদিও সি প্ৰকৃততে বহুত দূৰত। উকিয়াই-ৰিঙিয়াই লগৰীয়াসকলক নাম কাঢ়ি মাতিছিলোঁ, কিন্তু কাৰো সঁহাৰি নাপাই পানীৰ মাজতে গাটো জিকাৰ খাই উঠিছিল। জুইলৈ নজৰ ৰাখি চিয়ঁৰি চিয়ঁৰি আগবাঢ়ি গৈ চিনাকী জোঁৰা চোৱা লোক এজনক লগ পাই কোনোমতে উভতি ঘৰলৈ অহাৰ ব্যৱস্থা কৰিছিলোঁ।

তেতিয়া অৱশ্যে মই আছিলোঁ হাইস্কুলৰ ছাত্ৰ আৰু সিজন জোঁৰাচোৱা বন্ধুও মোৰ এসময়ৰ মাইনাৰ স্কুলৰ সহপাঠী , নাম—মুক্তানন্দ শৰ্মা , আমি তেওঁক মাতিছিলোঁ ভেদা বুলি। ভেদা বন্ধুৰ টৈঙৰালিৰ কথা আকৌ অন্য প্ৰসঙ্গত ওলাব। পিছতো মোক লগ পালে—কেতিয়াবা তেওঁ সুধিছিল—আজিকালিও মনটোৱে জোঁৰা চাব নোখোজেনে? বোলো, জোঁৰা চাওঁ, জোঁৰা চাওঁ নকৰে নে? ৫/৯/৮৪

# 'একে ধনু একে শৰ একে ধনঞ্জয়'

বানপানীৰ লগতে ঘটা আৰু দুই-এটা ঘটনাৰ কথা কৈ থওঁ। দুটা দিনৰ ভিতৰতে এই আটাইকেইটা ঘটনাই আমাক তেনেই জুমুৰি দি ধৰিছিল। মাই (আই) তেতিয়া জীয়াই আছিল, বুঢ়ী মায়ো। পিতাই মাহীমাক বিয়া কৰাই ঘৰল�ৈ অনা মাত্ৰ পাঁচ-ছয় মাহ মান হৈছে। বাৰিষা নামিছে। বানপানী আহিছে। বৰ বেছি ডাঙৰ বানপানী নহয়। তেনেকুৱা বানপানী বাৰিষাৰ কেইমাহত কেইবাবাৰো আহে। নৈৰ অলপমান খং উঠিলেই পানীযে আমাক হেঁচা মাৰি ধৰেহি। বাধা দিবলৈ ভেটা-মথাউৰি নাই।

সেই সময়ৰ এদিনৰ কথা। দুপৰীয়া মাই তেতিয়াও ভূঁইৰ পথাৰৰপৰা উভতি অহা নাই। মাহী মা নতুন মানুহ কাৰণে পথাৰলৈ বৰকৈ যাব নালাগে। মাইঁতে মৰমতে যাবলৈ নিদিযে। মাহী মা আখললৈ গৈছে। কৈৰা-দুপৰীয়া পাচলি নাই কাৰণে বুঢ়ীমায়ে হাতত কটাৰীখন আৰু কাষত নিস্কা (সৰু খৰাহি) এটা লৈ লাউৰ আগ আৰু ওল, কচুৰ থোৰ, ঢেঁকীয়া আদি আনো বুলি বাৰীত সোমাইছে। মই ঘৰতে

আছিলোঁ। সম্ভৱ দেওবাৰ আছিল। হঠাৎ বুঢ়ীমায়ে চিঞৰ মাৰি কোৱা শুনিলোঁ— বাপা, দীঘল-নেজীয়াই মোক খালা ঐ।—এইবুলি নিস্কাটোত লোৱা লাউৰ আগ, ঢেঁকীয়া আদি পাচলি অলপমানেৰে সৈতে কটাৰীখন হাতত লৈ তেওঁ কঁপি-ডৰি চোতালত থিয় দিলেহি। ক'লে—বাপা, মোক হাড়া (হাড়) ওলোৱাই মেৰিয়াই ধৰিছিল।—এইখিনিতে টিপ্পনী দি কৈ থওঁ ঃ আমাৰ ধানৰ ডাঙৰ ভঁৰালটোত এডাল বাকৰাজ সাপে বাহ লৈছিল। সি ভঁৰালৰ ইন্দুৰ, ডাল-ঢৰিয়া (ডাল-শলিযা), নিগনি আদি ধৰি খায়। মানুহক হ'লে কাকো কেতিয়াও ঘাইল কৰাৰ কথা শুনা নাছিলোঁ। তাক আমি 'হাড়া-ওলোৱা', অৰ্থাৎ জন্তুৰ দীঘল হাড এডালৰ দৰে বগা নিশকতীয়া সাপ বুলিছিলোঁ। কিন্তু তাক সাপ বুলি বৰ বেছি ভয় নকৰিছিলোঁ। সিদিনা সম্ভৱ বুঢ়ীমায়ে তাৰ গাত অকস্মাতে কেনেবাকৈ গচকি দিযাত সি বুঢ়ী মাইৰ ভৰিত মেৰিয়াই ধৰিছিল। তাৰ পাছত ভৰিখন আছাৰ মাৰি দি লৰি-ঢাপৰি আহোঁতে ক'ৰবাত খোঁচা খাই বুঢ়ীমাইৰ খাৰ-গাঁঠিৰ ওচৰত অলপ তেজ ওলাইছিল। কিহবাই কামুৰিলে নেকি বুলি সোধাত তেওঁ কৈছিল—জানো বাপা, ইখান ভৰিতহে দেখোন তেজ ওলেইছি, সি মেৰিযাই ধৰিছিল সিখানত হে। মেৰ দি ধৰাত বৰ সেঙেৰা (সেঙেতা) পাই মই তাক আছাৰ মাৰি পেলেই দি দাউৰি (দৌৰি) আহিছোঁ। ইতা (এতিয়া) দেখোন সি মেৰ দিয়া খানত তেজ নোলেই ইখানতহে ওলেইছি। চেক্‌চেকেই আছেই , অলপ বিহেইছিও (বিষাইছেও)।

পিতাক পথাৰত খবৰ দিলোঁ। তেওঁ আহি সাপে কামোৰা বুলি ভাবি চুণেৰে ঘাইল হোৱা ঠাইখিনিৰ ওপৰত মন্ত্ৰ মাতি ধৰণী বান্ধি দিলে। অলপ ঝৰা-ফুকাও কৰিলে। কিছু পৰৰ পিছতে সোধাত বুঢ়ীমাযে বিষ কম পোৱা বুলি ক'লে। পিতাই তথাপি কিবা এটা শাক-দাৰু বটি দিলে। বুঢ়ী মাই ভাল হ'ল। খুব সম্ভৱ সাপে দংশন কৰাই নাছিল। তেওঁ কাঁইট বা জেং কিহবাত খোঁচা খাইহে তেজ উলিযাইছিল। সেই বাকৰাজ সাপডালে নিগনি-ডালঢৰিয়া বিচাৰি বাটৰ কাষৰ গছত উঠিলে শালিকা-কাউৰী আদি চৰাইবোৰে বেমোৰোলকৈ চিঞৰিবলৈ ধৰে আৰু সি সিহঁতৰ পোৱালি খাব বুলি ভয় কৰি তাক আগুৰি ধৰি খুঁটিব খুজি খেদি লৈ ফুৰে। ল'ৰা-ছোৱালীবোৰবো তাকে লৈ বৰ ফূৰ্তি। সিহঁতেও কিৰিলি পাৰে।

সিদিনাখনেই সন্ধিয়া ওচৰৰ মানুহ এঘৰত কোনোবাই কিবা কাৰণত চিঞৰ-বাখৰ কৰা শুনিছিলোঁ। তালৈ মন-কাণ নিদি আমি চোতালতে ঢাৰি-পাটী পাৰি শুই জুৰ লৈ বিচনীৰে বিচি বিচি সাধুকথা কৈ, দিস্তান দি, জেঠী-জেঠী খেলি আপোনপাহৰা হৈ আছিলোঁ। মাই আখল ঘৰত ভাত ৰান্ধি আছিল। তেওঁ কাণ উনাই পাগৰ তলৰ ঘাঁহনিডৰাত কিহবাই ঘাঁহ-বন খোৱা যেন শব্দ শুনি ক'লে—কিবাই দেখোন বাৰীত ঘাঁহ খোৱাৰ দৰে চৰৎ-চৰৎ শব্দ কৰি আছেই—আমাৰ কোনোবাটো গৰু মুকলি হৈছি নেকি কোনবাই চাউচোন।

চোতালত শুই থকা পিতাই ঢাৰি-পাটী এৰি ধহ্মহ্কৈ উঠি মূৰ-শিতানত দি-ৰখা দীঘল ফলীয়া-টোকনডাল লৈ বাৰী পালেগৈ। বাৰীৰ পাণৰ তল পাই তেওঁ ডাঙৰ ডাঙৰকৈ ক'লে—এইটো দেখোঁ পহু যেন পাওঁ ঐ। চাওঁ, চাকিখৰ আনচোন।'

পিতাই তেনেকৈ কোৱাৰ লগে লগে সি দে দৌৰ। ৰাতিটো অলপ জোনাক আছিল। ডাবৰৰ মাজেদি জোনৰ পোহৰে দিন-ৰাতিৰ মায়াজাল ৰচিছিল। সেই পোহৰত পিতাই ঘাঁহ খাই থকা পহুটোক পহু যেন দেখি তেনেকৈ কৈছিল আৰু প্ৰকৃততে সেইটো এটা খটীয়া-পহু আছিল। বানপানীত সি ক'ৰবাৰপৰা আহি তাত ঘাঁহ খাই আছিল আৰু পিতাক তেনেকৈ দণ্ডহস্তে যোৱা দেখি চক খাই পলাইছিল। পিছদিনা ওচৰৰে চান্দেইপাৰা বুলি গাঁৱৰ মানুহে তাক আগুৰি ধৰি কোবাই মাৰি কাটি ভগাই খাইছিল। ওচৰ-চুবুৰীয়া লেখৰ মানুহ বুলি আমিও তাৰে এটা ভাগ পোৱাতহে আগদিনা ৰাতি আমাৰ পাণতলীত ওলোৱা পহুৰ আমি সম্যক সম্ভেদ পাইছিলোঁ। বাৰীৰ পাণৰ তলতে খটীয়া-পহু! সিও এটা দিন আছিল।

পহু ওলোৱাৰ পিছৰ দিনাৰ আবেলিৰ কথা। বাঢনী বানপানীয়ে ভেটা ভাঙি সোঁ-সোঁকৈ সোমাই আহি আমাৰ পদূলিমুখৰ বাটটো বুৰাবলৈ উপক্ৰম কৰিছে। মাহীমায়ে ভাতখোৱা গা ধুই উঠি ন-পুখুৰীৰপৰা পানী একলহ কাষত লৈ পানীৰ মাজেদি ঘদৌ-ঘদৌকৈ ঘৰলৈ উভতিছে। আমি সেই ন-পুখুৰীৰে পানী খাওঁ। ঘৰ পাই তেওঁ দেখোন অলপ ভয় খোৱাৰ দৰে হৈ ক'লে—মোক সেই পানীডৰাত কিবাই (কিহবাই) কামুৰিলে হ'বলা। দীঘল কিবা এটা তৎক্ষণাৎ পানীৰ মাজেদি বগাই যোৱা যেনো দেখিলোঁ। তেজ ওলাইছে। বিষাইছেও। বিষ গমগমাই উঠি অহা যেন লাগিছে।

সিদিনা পথাৰৰপৰা কাঁথিৰ ছায়া হলা সময়তহে আহি খাই-বৈ উঠি পিতাই এটা যোঁৰা-বাগৰ দি হাল-কোৰৰ ভাগৰ শঁতাইছিল। চোতালত মাহীমায়ে ভয়তে কঁপাৰ দৰে আৰ্তভাবে কোৱা ওপৰৰ কথাখিনি শুনি তেওঁ উচপ খাই উঠিল। তেওঁ ক'লে—কালি মাথোন আইৰ (শাহু-আইৰ) সেইটো হোৱাৰ পাছত আজি আকৌ এইটো হ'ব নে? আগতে বানপানী নেদেখা নতুন মানুহ তুমি ভয়তে তেনেকে কৈছা হ'বলা।

মাহীমায়ে লাজ-লাজকৈ ক'লে—মোকনো আকৌ মিছাকে ক'ব কিহে পাইছে?—মায়ে মাজতে মাত দি ক'লে—কি হৈছে নাচায়নো কিয়া? আমি আকো মাইকী মানুহে বোলে জঁতুই চেলেকা মানুহক লাৰিবও (ছুবও) নাপায়। নহ'লি আমিয়ে চাই-চিতি কি হৈছে ক'লোঁ হয়।

পিতাই চালে আৰু বিষ ক্ৰমে উজাবলৈ ধৰা বোলাত তৎক্ষণাৎ আঁঠুৰ নামনিত চুণেৰে মন্ত্ৰমাতি ধৰণী দিলে। ঝাৰাফুকা (জৰাফুকা) আৰম্ভ হ'ল। বিষ নামিল। এঘণ্টা মানৰ ভিতৰতে বিষ গৈ দাঁৰৰ মুখ পালে। পিতা শাক-দাক বিচাৰি বাৰীলৈ গ'ল। দৰব আনি বাটিবলৈ ধৰোঁতে পুনঃ বিষ উজাবলৈ ধৰিলে। উজাই

উজাই গৈ পুনৰ চুণৰ ধৰণীৰ কাষ পালেগৈ। পিতাই ঔষধ বটিবলৈ এৰি পুনঃ বিহ-টেঁকীয়া একোচা হাতত লৈ মুখেৰেই আটৈ-আখৰীয়া মন্ত্ৰ মাতি ঝাৰিবলৈ ধৰিলে। আকৌ বিষ নমাত লাগিল। আকৌ দাঁৰৰ মুখ পালেগৈ। ঔষধ আনিবলৈ যোৱাত পুনৰ সেই একে কথা—বিষ উজাবলৈ ধৰিলে। পিতাই নিৰুপায় হৈ নুৰা বান্ধি থোৱা হাতেলেখা মন্ত্ৰ-পুথিবোৰ আনি ভালকৈ বহি লৈ পুনঃ ঝাৰাফুকাত লাগি গ'ল। লগে লগে ইবাৰ তেওঁ মাইক ক'লে—হৰ বৰডেকাক পঠাই পণ্ডিত মিতাক খবৰ দি মাতি অনোৱা। মই অকলে নোৱাৰিম যেন পাওঁ। বিষে দেখোন মায়া ধৰিছে যেনহে লাগিছে, গহিৰা দোচোৱা।

'পণ্ডিত মিতা' মানে মাইৰ বিয়াত মিত্ৰ-ঘাট ধৰা খাতিবুছি গাঁৱৰ কেশৱনাথ শৰ্মা তাৰৈ। তেওঁ মাৰৈ প্ৰাইমাৰী স্কুলৰ হেড পণ্ডিত। সেই স্কুলতে মই তেতিয়া দ্বিতীয় শ্ৰেণীত পঢ়িছিলোঁ। ওচৰৰে বাপ-মৰীয়া (পিতৃহীন মাউৰা) ল'ৰা হৰ বৰডেকা আমাৰ ঘৰত তেতিয়া গৰখীয়া আছিল। তেওঁ মোতকৈ ৭। ৮ বছৰে ডাঙৰ। তেওঁ লৰালৰিকৈ গৈ পণ্ডিত তাৰৈক মাতি লৈ আহিল। মিঠা বৰণৰ তেজ গোৰা শকত-আৱত ধুনীয়া মানুহজন। মুখমণ্ডল বহল আৰু ডাঢ়িয়ে গোঁফে আগুৰা। চকু দুটা আয়ত আৰু উজ্জ্বল। মুখত সদায় হাঁহি ভাব আৰু বচনত আকৰ্ষণীয়ভাৱে গম্ভীৰ। সকলো অৱস্থাকে উলাই কৰি বিপদ-বিঘিনিৰ সম্মুখীন হ'ব পৰা গুণ তেওঁৰ আছে। আমাৰ ঘৰৰ পদূলিমুখ পায়েই তেওঁ গহীনাই মাত লগালে—কি হৈছে মিতা? একো ভয় নকৰিব। মই আহি পাইছোঁ। দুই মিতা লগ লাগিলে বোলে—বনৰ বাঘো পলায়। আপুনি ঝাৰি থাককচোন। মই হাত-মুখ ধুই লওঁ।—এইবুলি তেওঁ হাত-মুখ ধুবলৈ যতনাই দিয়া পানী আৰু ফুলাম গামোচাৰ সৎব্যৱহাৰ কৰিলে।

মায়ে দীঘলকৈ ওৰণি লৈ টঙাৰ ডাঙৰ চক-ঢাৰি এখনৰ ওপৰত ৰঙা থঙা পাৰি তাৰৈক আলফুলকৈ বহিবলৈ দিলে। চিলিমত ভিতৰৰপৰা ডগমগীয়া আঙঠাৰে ধপাত এচিলিমো দি পঠালে। লগতে এখন কাকত। কাকতখনেৰে চিলিমৰ টিকাত লগাই ল'বলৈ কাকতৰ সুন্দৰ চুহি এটা তেওঁ নিজে সাজি লয়। আমাৰ তালৈ আহিলে তেওঁ সেইটো সদায় কৰে, সি তেওঁৰ অভ্যাসেই। চিলিমৰ নালত সেইটো লগাই ল'লে হাতত ধপাতৰ ধোঁৱাৰ দাগ নবহে। সি একপ্ৰকাৰে হোকাৰ কাম কৰে। অ' ক'বলৈ পাহৰিছোঁ—তাৰৈ আছিল জাতত সূৰ্য্যবিপ্ৰ বা গণক। বামুণ-গণকে শূদ্ৰৰ হোকাত মলা-ধপাত নাখায়। চাহ খাব নেকি সোধাত তেওঁ কৈছিল—মই খাম। মিতাইতেহে গুণ-মন্ত্ৰ লওঁতে একো নোখোৱা লঘোণীয়া ব্ৰত ধৰিবলৈ সংকল্প লৈছিল। আমি হ'লে চব খাওঁ। বাধা নাই। মিতিনীৰ সাপৰ বিষ এতিয়াই উৰি যাব। কোন সাপে খাইছে চাম নহয় এতিয়াই।—তেওঁ চাহ-জলপান, তামোল-ধপাত খাই ল'লে।

পিতাই ঝাৰি থাকোঁতে বিষ আগৰ দৰে আকৌ নামিল, কিন্তু 'পুনৰেব পাপী, পুনৰেব দৰিদ্ৰঃ'।—এৰাত আকৌ উজাবলৈ ধৰিলে।—এইবাৰ বাৰু আপুনিয়ে মোৰ মন্ত্ৰখনেদি ঝাৰকচোন, আপোনাৰখন এৰক। মই মিতিনীক বিহ-টেঁকীয়াৰে

নোকোবোৱাকৈয়ে ভাল কৰিব পাৰোঁ নে নোৱাৰোঁ—তাকে বাৰু এবাৰ চাওঁচোন। আপোনালোকৰ ক'ৰবাত কিবা লেঠা-পেঠা আছে যদি সোথাও (সথাও) তোলকচোন। সিও ইয়াৰ কাৰণ হ'ব পাৰে। তাতে আপোনালোক হ'ল নাগমাতা পদ্মাৱতীক বলি-বিধানেৰে পূজা কৰা মানুহ। প্ৰতি বছৰে পূজা কৰে।

মায়ে তৎক্ষণাৎ পুখুৰীত বুৰ মাৰি গা ধুই আহি ভিজাই-বুৰাই ভাখেৰি-গড়ত অইন বাৰৰ দৰে এইবাৰো শীঘ্ৰেই মনসা পূজা কৰিম বুলি ৰঙা কাপোৰেৰে মহাৰাণীৰ টকা এটা বান্ধি থৈ সোথা তুলিলে। এইবাৰ কি আচৰিত কথা, বিষ নমায়ে নহয়, দৰবেও গুণ দিলে। মাহঁ ভাল হ'ল। ৰাতি প্ৰায় দুই পৰ মান হ'ল। তাঁৰে ঘৰলৈ গ'লগৈ। পুথিখন এৰি গ'ল। ক'লে—মিতা, পুথিখন আজি থাকক। কালি স্কুলৰপৰা উভতি যাওঁতে মিতিনীৰ খবৰো ল'ম, পুথিও নিম।

পিছদিনা পুৱা মই স্কুললৈ গ'লোঁ। তাঁৰেয়ে স্কুলত সোধাত মই মাহঁ ভাল হোৱা বুলিও ক'লোঁ। তাঁৰেয়ে হাঁহি এটা মাৰি খুচি হৈ 'বাৰু' বুলি ক'লে।

পিছে স্কুল ছুটী হোৱাৰ আগে আগে হৰ বৰডেকা স্কুলত ওলালগৈ। স্কুলতে তেওঁ তাঁৰেক ক'লে—বিষ আকৌ উজাইছে, কিন্তু আগৰদৰে গম্‌গমাই নহয়, বৈ বৈ। তাঁৰেয়ে ক'লে—মই গৈছোঁ বাৰু, তই গৈ থাক, আগবাঢ়।—মোকো বৰডেকাৰ লগতে আহিবলৈ ক'লে। অনুমতি পাই মযো বেগাই খোজ ল'লোঁ। দুয়োৰো মনত ভয়ঙ্কৰ উদ্বেগ।

আমি দুযো বেগতে ঘৰ পালোঁহি। আমাৰ পিছতে তাঁৰেও পালেহি। নঙলাৰ মুখৰপৰাই সঁহাৰি দি তাঁৰেযে ক'লে—মিতা, আকৌ বোলে? বাৰু দেখা যাব—ভাল হয় নে নহয। এইবাৰ মিতিনীক ভাল নকৰাকৈ ময়ো নগৈছোঁ।

তাঁৰেযে হাত-মুখ ধুই পকা কঁঠাল আৰু গাখীৰ-চুৰাবে বন্নি চাউলৰ জলপান এবাটি ভালকৈ খাই ল'লে। তামোল আৰু ধপাতো খালে। তাৰ পাছত পুথিখন খুজি নিজে হাতত লৈ ক'লে—সৰু মিতিনীক নিজে নাঝাৰোঁ বুলি ভাবিছিলোঁ—পিছে সেইটা নৰজিল। এইবাৰ চাওঁ বাৰু। গোঁসানীলৈ দেখোন ঘৰৰ আচল গিৰাতেনী মিতিনীযে সোথা তুলিছেই। ভগৱতীক আজিয়ে পূজাটো হাতত তুলি দিব লাগে নেকি? বছৰে বছৰে দিয়া বস্তু, এইবছৰো দিব নহয় ঃ ইমান বঢ়া-বঢ়ি দৰা-দৰি কিহৰ? এইখন মাই মনসাৰেই ঘৰ দেখোন। তেওঁৰে বাৰমহীয়া বেঙেনা-বাৰী।

এইবুলি হাতত নতুন বিহ-টেঁকীয়া একোচা লৈ ডাঙৰ ডাঙৰকৈ শব্দ কৰি বহুত দূৰৰেপৰা শুনা-শুনাকৈ এটা বিশেষ ধৰণৰ লেনীয়া ঘেঙেনিত (ৰাগমুক্ত সুৰত) মন্ত্ৰ উচ্চাৰণ কৰিবলৈ ধৰিলে। প্ৰায় আধা ঘণ্টামানৰ ভিতৰতে বিষ সোঁ-সোঁৱাই নামি আহি দাঁৰৰ মুখত ৰ'লহি। তাঁৰেয়ে নিজৰ দাৰু দিলে। এইবাৰ আৰু বিষ নুজাল। মাহীমা পুৱাকৈ ভাল হ'ল। বিষ ইবাৰ সম্পূৰ্ণৰূপে নিবাৰ হ'ল। তাঁৰেয়ে সন্ধ্যালৈকে আমাৰ ঘৰতে চাহ-ধপাত, তামোল-চালি খাই থাকিল। ৰাতিও হ'ল, তাঁৰেও গ'ল।

আজিও তাৰেৰ সেই সাপৰ বিষ ঝাৰা মন্ত্ৰৰ লেনীয়া ৰাগিনীযুক্ত ধ্বনি, সেই ঘেঙেনি মোৰ মনৰ কাণত বাজি আছে। সেই একে মন্ত্ৰ পুথিৰেই ঝাৰি পিতাই হ'লে মাহীমাক ভাল কৰিব পৰা নাছিল। সেই একে পুথি, একে মন্ত্ৰ, একে ৰোগী, একে বিহ-টেকীয়া, মাত্ৰ বেজ আৰু ঘেঙেনি একে নাছিল। তথাপি পিতাই হাৰ মানিবলগীয়া হ'ল যে হ'লহে। ইয়াকে কয় হ'বলা, বোলে—

একে ধনু একে শৰ একে ধনঞ্জয়।
তথাপিও গোৱালৰ ছাল নিবিন্ধয়।।

মন্ত্ৰৰ গুণৰ এনে ধৰণৰ তাৰতম্যৰ কথা বহুতৰ মুখে শুনিছোঁ। ই 'কাকো দেখি বান্ধে-বাঢ়ে ; কাকো দেখি দুবাৰ বান্ধে।' কাৰো হাতে ফাফে, কাৰো হাতে নাফাফে।

১৭/১০/৮৪

# মধু-চেলেনি

গঞা জীৱনত ধানৰ 'গুছি লোৱা' আৰু 'আগ অনা' দুয়োটা বৰ আমোদজনক অনুষ্ঠান। আমাৰ ঘৰত মই হৈ পৰিছিলোঁ, ক'বলৈ গ'লে, সেই দুয়োখন নাটকৰ ঘাই ভাৱৰীয়া। গুছি লোৱা হয় বাৰিষা। গোছৰপৰাই গুছি। কৰৰ কাৰণে মুঠি মুঠিকৈ লোৱা কঠীয়াৰ কোছাকে গোছ বোলে। শালি ধানৰ প্ৰথমে পথাৰত ধান ৰোৱা উৎসৱেই গুছি লোৱা উৎসৱ। কোনো কোনো ঠাইত গুছি লোৱা উৎসৱকেই মুঠি মেলা উৎসৱো বোলে। আমাৰ ফালে পিছে কঠীয়া সিঁচিবলৈ আৰম্ভ কৰাটোকেহে মুঠি মেলা অনুষ্ঠান বোলে। গুছি ল'বৰ দিনা শালি ধানৰ কঠীয়া পোন প্ৰথমে সমৰ বাই মৈয়াই থোৱা পথাৰৰ কোমল পেয়াকত (বোকাত) ৰোৱা হয়। পথাৰত সেই উপলক্ষে এটা সৰুসুৰা উৎসৱ অনুষ্ঠিত হয়। তাকে কৰিবলৈ কৃষক-গিৰীহঁতে ঘৰৰপৰা আগলতি কলপাত, মিঠাতেল, মিঠাতেলৰ চাকি, শলিতা, জুই, ধূপ, ধূনা, সিন্দুৰ আৰু ক'লা কচু এছোপ (এজোপা) পথাৰলৈ নিয়াৰ ব্যৱস্থা কৰে। পথাৰৰ কোনো এটা ডোবলৰ সৰু আলি এটাৰ চোকত ক'লা কচুজোপা ৰুই দি তাৰ দাঁতিতে পথাৰত আগলতি কলপাতখন পাৰি থোৱা হয়। ডোবলটোৰ উত্তৰ-পূব চুকত এই কাম কৰা নিয়ম। তেতিয়া আগলতি কলপাতৰ ওপৰত চাকি-বন্তি জ্বলাই দি তাৰ চাৰিওপিনে পাঁচ গোছ কঠীয়া বাঁও হাতেৰে ৰুই দিয়া হয়। ৰোৱা কঠীয়াৰ মূৰ পাঁচটা চুলি একোছাত ধৰাৰ দৰে একে লগ কৰি ধৰি লৈ তাৰ মূৰত মিঠাতেল আৰু সিন্দুৰ ঘঁহি উৰুলি হৰিধ্বনি দি গুছি লোৱা অনুষ্ঠান সম্পন্ন কৰা হয়। ঘৰৰ মালিকে বা

মালিকৰ ঘৰপুত্ৰই বা ঘৰৰ যি কোনো এটা ল'ৰাই আই মহালক্ষ্মীক এইদৰে পথাৰলৈ আহ্বান জনায়। পথাৰৰপৰা গুছি লোৱা কাম শেষ কৰি আহি ভঁৰাল-ঘৰৰ সন্মুখতো মিঠাতেলৰ চাকি এথৰ জ্বলাই ৰখা হয়। দুপৰীয়া বা ৰাতি ভাগী-বংশৰ আৰু গঞা-জাতিৰ দুই-চাৰিজন লোকক নিমন্ত্ৰণ কৰি আনি মধ্যাহ্ন বা নৈশ ভোজন কৰোৱা এটি আনন্দজনক কৰ্তব্য। এই গুছি লোৱা অনুষ্ঠানৰ প্ৰতি বছৰে মই হ'ব লাগিছিল খাই গুৰিয়াল। কাঁচিৰোৱা সজা লাগি উঠি গেৰ ওলাবৰ সময়ত কাতি-বিহুত ধানৰ গুৰিত শলা-নৈবেদ্য দিয়া উৎসবো কম আনন্দদায়ক নহয়।

'আগ অনা' উৎসবো অইন এটা তেনেকুৱা অনুষ্ঠান। ই শস্য সংগ্ৰহৰ উৎসৱ। শালি ধান প্ৰথমে কাটিবলৈ আৰম্ভ কৰোঁতে এই উৎসৱ কৰা হয়। দোণ এটাত আগলতি কলপাত পাৰি তাৰ ওপৰত চাৰি ছোপ পকা ধানৰ শীহবোৰ কাটি কলপাতেৰে মেৰিযাই আলফুলকৈ মূৰত তুলি লৈ আনি ভঁৰাল ঘৰৰ চালৰ তলত যতনেৰে ওলোমাই ৰখা হয়। সিদিনাও খুউৱা-বুউৱাৰ একে নিয়ম। আগ আনোতে আনোতাজনে পাছলৈ চাব নাপায়, বাটত কথা পাতিবও নাপায়—চালে বা কথা পাতিলে লখিমী হেনো নাহে। সেইবোৰৰ স্মৃতিয়ে আজিও মাজে মাজে মনত আনন্দ দিয়ে।

নামনি অসমত কঠীয়া তোলা আৰু ধান কটা দুয়োটা মতা মানুহৰ এৰ্দনীয়া কাম। ভুঁই ৰোৱা কাম কিন্তু তিৰোতাৰ একচেটিয়া কাম। ৰাতিপুৱাৰপৰা দুপৰীয়ালৈ হাল বোৱা, মাটি মৈওৱা, আলি দিয়া আদি কাম কৰি থাকি আবেলি কঠীয়া তুলি আনি পথাৰত ৰুবৰ কাৰণে যতনাই থোৱা মতা মানুহৰ কাম। আগবেলা আৰু ভাঠিবেলা দুয়ো বেলা মাইকী মানুহে পথাৰত ভুঁই ৰোৱে। গছী ধান চপোৱা-কোঁচোৱাত মতা-মাইকী উভয়ে সমানে লাগি যায় ঃ তিৰোতাই মূৰত কৰি ধানৰ ডাঙৰি আনে, মুনিহে আনে ধানৰ ভাৰ কান্ধত।

মাহীমাক বিয়া কৰাই অনাৰ আগতে আমাৰ ঘৰখনৰ মাইকী মানুহৰ আটাইখিনি কাম মাই অকলে চম্ভালিছিল। নিতৌ ৰাতিপুৱা ছটপোহৰতে উঠি চোতাল সৰা, পুখুৰীৰ পাৰলৈ গৈ শৌচাচাৰ কৰি গা-পা ধুই কাষত আৰু মূৰত পানী দুকলহ লৈ অহা মাইৰ আছিল ৰাতিপুৱাৰ প্ৰাথমিক কৰ্তব্য। তাৰ পাছত তেওঁ ভাথেৰীৰ দুৱাৰমুখ আৰু পাকঘৰৰ কাঁথি মচি উঠি গাই দুৱলৈ যায়। তেতিয়া বাইদেউহঁতে পাকঘৰৰ ভিতৰৰ মজিয়া মচে। আমি ইতিমধ্যে উঠি হাত-মুখ ধোওঁ। পিতায়ো দোক্‌মোকালিতে উঠি শৌচাচাৰ কৰি আহি সকলাৰ ঠাৰিৰে দাঁত ঘঁহি মুখ ধোৱে। ৰাতিপুৱা চাহ খোৱা অভ্যাস আমাৰ নাছিল। আমি ৰাতিপুৱা জলপানহে খাইছিলোঁ। বাইদেউহঁতে প্ৰায়ে সদায় পোৱা হাঁহ-কণী, আলুগুটি, বেঙেনা আদি আৰু ৰাতি মায়ে যতনেৰে সজাই থোৱা ভজা মাছ, খৰিকাত দিয়া মাছ, তৰকাৰী আদিৰে ৰাকৰা-(কৰকৰা) ভাত খাইছিল। ময়ো কেতিয়াবা কেতিয়াবা ডিমা, পোৰামাছ, বেঙুনা,

আলুগুটি আদিৰ জুতি বিচাৰি তেওঁলোকৰ মাজত ওলইছিলোঁ গৈ। এই বিষয়ে আগতে উনুকিওৱা হৈছে।

মই সাধাৰণতে ভজা বন্নি (কোমল) চাউল, গৰম ফুটীয়া গাখীৰৰ লগত মালভোগ, চেনিচম্পা, ভখা বা চচা আঠীয়া কলেৰে সানি লৈ খাইহে জুতি পাইছিলোঁ। তাৰ তেতিয়া মলমলীয়া গোন্ধ এটা ওলাইছিল। সেই কথা মনত পৰিলে আজিও জিভাৰ পানী পৰে। বুঢ়ী মায়ে মোক আঠীয়া কল চাচি দিছিল—গোটে গোটে খাবলৈ নিদিছিল। তেওঁ কৈছিল—আঠীয়া কলৰ ডিলাটো খালে শৌচ কচা হয় ঃ চাচি ওপৰখন খালে ঢিলা হয়।

পুৱা গাই খীৰাই আনি গাখীৰ দিয়াত কেতিয়াবা অলপ পলম হ'লেই মোৰ ঠেহ লাগিছিল ঃ খং কৰি উঠিছিলোঁ। খং কৰাই নহয় কিছু উদ্ভগালিও নকৰাকৈ নাছিলোঁ। মনত আছে—এদিন গাখীৰ দিয়াত অলপ পলম হোৱাত মাটিত সিঁচৰতি হৈ থকা ধান খেৰ একোছাকে খণ্ডত চোকা দাৰে ঘপিয়াই কাটিছিলোঁ। ঘাপ মৰাৰ পাছতহে দেখোঁ—ধান খেৰেই নহয় মোৰ হাতৰ চোকা খঁৰা দাখনে খেৰৰ তলত থকা পিতলৰ গিলাচ এটাতো বাৰুকৈয়ে কটা দাগ বহুৱালে। প্ৰায় আধা আঙুলমান ঠাইত এটা কটা চিন বহিল। হোপ গ'ল , ভাগ্যে নুফুটিল। পিতাই মাৰিব বুলি মোৰ ভয়ত তৎ নাই। হাতৰ দাখন পেলাই এৰি দিলোঁ দৌৰ। বুঢ়ীমায়ে বুজাই-বঢাই আনিহে পিছত মোক গাখীৰ খুৱাইছিল। সদায় কঁৰীযাত যেন্ন উঠি থকা গাখীৰ আনি পানী মিহলি নকৰাকৈ ধাৰা-জুইত গৰম কৰি পোনতে মোক এগিলাচ দিযাটো এটা নিয়মে হৈ পৰিছিল। কঁৰীয়া আখলা পানী বা গাইৰ বাহা-জুৰণিও তাত লগ লাগিব নোৱাৰিছিল। লাগিলে বিপদ ঃ গিলাচো চুৱনি-তলী পাবগৈ ঃ গাখীৰো। তেনেকৈ আমাক জা-জলপান, গাখীৰ-পানী দি উঠি হে মাই পথাৰলৈ গৈছিল, হাতত হালুৱৈৰ কাৰণে জলপান, ধপাত, চাহ, তামোল আদি লৈ।

পথাৰত কেই আযামান কঠীয়া ৰুই কেঁৰা দুপৰ হ'লে মাই লৰালৰিকৈ ঘৰলৈ উভতিছিল। ঘৰ পোৱাৰ আগতে বাহিৰে বাহিৰে তেওঁ পুৰণি পুখুৰীত এবুকুমান পানীলৈ নামি গৈ জোবোৰা এটা মাৰি গাটো তিযাই তিতা কাপোৰেৰেই ঘৰ পাইছিলহি। ঘৰ পাই কাপোৰ সলাই শুকান খৰি বিচাৰি লৈ আখাৰ তললৈ জুই নিয়ে। বুঢ়ীমায়ে ডকৰা ম'তফল (অমৃতা), ৰঙা লাউ, ৰঙা লাউৰ আগ, পচলা, কঁঠাল-গুটি আদি গোটাই-পিটাই আনি তৰি-তৰকাৰিৰ যোগান ধৰিছিল। কেতিয়াবা বাইদেউহঁতে জাকেৰে ধৰা বা বুঢ়ীমায়ে পুখুৰীত বাহা দি অনা মাছ-পুঠিও তাৰ লগ লাগিছিল।

বৰষুণৰ বতৰত শুকান খৰিৰ আটক হয়। তেতিয়া ভাখেৰীৰ গড়ৰ তলত সুমুৱাই থোৱা গুৰি-পচা শুকান বাঁহৰ খুঁটা, বেৰাৰ (বেৰৰ) এৰুৱাই পেলোৱা পুৰণি চোঁচ আদিকে কুঠাৰেৰে লৰালৰিকৈ কাটি বা ফালি লৈ মাই আখলত দপ্দপীয়াকৈ জুইকুৰা ধৰি লৈছিল। ক'বলৈ পাহৰিছোঁ—কেতিয়াবা কেতিয়াবা পুখুৰী-পাৰৰ

ঔটেঙাজোপাৰপৰা সৰা বা কোনোবাই পাৰা কোমল ঔ পালে তাৰে কেইটামান পথাৰৰপৰা উভতি আহোঁতে মায়ে হাতত বা কাপোৰেৰে বান্ধি আনিছিল ; কাৰণ ভাতত দিয়া কোমল ঔ-খোল পিতাৰ বৰ প্ৰিয় খাদ্য আছিল ঃ সেইদৰে ভাতত দিয়া ডকৰা মʼতফলো।

এদিনৰ কথা। মাই কুঠাৰখনেৰে বাঁহৰ চোঁচ এটা দুছেও কৰি ভৰিৰে গচকি ধৰি টান মাৰোঁতে তেওঁৰ ভৰিখন চোঁচে বৰ বেয়াকৈ কাটিছিল। শগুণৰন মোহাৰি মোহাৰি তাতে জাপি দি কʼলা কচুৰ চোঁচেৰে বুঢ়ীমায়ে বান্ধি দি তেজ ৰাখিছিল। কটাৰীয়ে আমাৰ কেতিয়াবা আঙুলি কাটিলে বেৰাৰ মাটি আৰু ছালৰ কুটা মোহাৰি লৈ তাতে লগাই দি এটা মন্ত্ৰ মাতি কʼলা কচুৰ চোঁচেৰে বান্ধি দিছিল। মন্ত্ৰটোও বুঢ়ীমায়ে মোক শিকাই দিছিল। চুটি মন্ত্ৰ দেখি ইয়াতে সেইটো লিপিবদ্ধ কৰিলোঁ।— 'ৰৌ ৰঙা ৰৌ , ছালৰ কুটা বেৰাৰ মাটি, ধৰণী বান্ধিলোঁ আঁটি আঁটি ঃ নাযাবি ৰঙা নাযাবি বৈ, মোৰ কথাত থাকিবি বৈ ঃ মোৰ বচন লৰাহ চৰাহ, ব্ৰহ্মাৰ চক্ৰত পৰি মৰাহ ঃ সিদ্ধ গুৰুৰ পাও, ৰক্ষা কৰা কামৰূপৰ কামাখ্যা মাও।।'

সিদিনা পিছে সেই কটা ভৰি লৈয়ে মায়ে ভাত ৰান্ধি দিছিল। আমাক তেওঁ কৈছিল—পিতাৰে ভাত-পানী খাই শুই নুঠালৈকে মোক বাঁহৰ চোঁচে কটাৰ কথা কোনেও তেওঁক নকʼবি। ভোকে-পিয়াহে আহি তেওঁ তেনেখন বিপদৰ কথা শুনিব লাগিলে বেজাৰতে আৰু ভাতকে নাখাব।—আমিও তাকে কৰিছিলোঁ। পিতাই খাই-বৈ উঠি জিৰণিৰ ছলেৰে এটা ঘোঁৰা-বাগৰ দি উঠাতহে আমি তেওঁক ঘটনাটোৰ কথা কৈছিলোঁ। তাতো গঁৰা ধন্বন্তৰি বীণা গাঁওবুঢ়াৰ কাষ চাপিব লগীয়া হৈছিল।

কেতিযাবা কেতিযাবা ৰান্ধনীৰ ভাত হোৱাত অলপ পলম হʼব যেন দেখিলে পিতাই প্ৰথমে পইতা ভাত খাই দুপৰীয়া মাটিতে পাটী পাৰি অলপ দীঘল দি টোপনি এটা মাৰি উঠিহে তপত ভাত খাইছিল। মাইৰ পথাৰ এৰি অহাত অলপ পলম হʼলে কেতিয়াবা আথাৰ তললৈ জুই যোৱাৰ লগে লগেই পিতাও ভাত খাবলৈ আহি পাইছিল। আহি পায়েই তেওঁ সদায় সোধে—ভাত হʼল নে?—সেই প্ৰশ্নটোৰ মাই সদায় এটা উত্তৰকে দিয়া আমি শুনিছিলোঁ—হʼব লগা হৈছে দে।—ইফালে ভাতৰ উতল অহাই নাই। আচৰিত কথা কিন্তু পিতাই পিতলৰ হাত-কলহটো এহাতেৰে কাণত ধৰি লৈ গৈ ন-পুখুৰীত গা ধুই হাততে পানী একলহ লৈ উলতি অহাৰ লগে লগে মাইৰ ভাতে ভক্‌ভকাবলৈ ধৰে। পিতাই চুৰিযা সলাই উঠে মানে ইফালে মাইৰ ভাতো নমাবৰ হয়। তেতিয়া সিটো আথাত উতলি থকা তৰি-তৰকাৰি হয় মানে মায়ে পিতাক অলপীযাকৈ পইতা ভাত বুঢ়ীমায়ে তুঁহৰ জুইত পুৰি থোৱা হাঁহ-কণী, কঁঠাল-গুটি, খৰুৱা বেঙেনা আদিৰে সৈতে আগবঢ়াই দিয়ে। তাৰ লগত কেতিয়াবা বিন্ধা (খৰিকাত দিয়া) মাছ থাকে। পেৰা জাতি-তেল আৰু কলাখাৰৰ লগত সিও এটা জুতি হৈ পৰে। পিতাই তাৰ গতি লগায় মানে মাইৰ তপত ভাতৰ কাহী ভাত খোৱা ভেটিৰ ওপৰত হাজিৰ হয়হি।

মেকুৰী এজনী পিতাৰ বৰ লগ। পিতাই ভাত খাবলৈ বুলি গা ধুই আহি কাপোৰ সলোৱা তাই ক'ৰপৰা চাই থাকে নাজানো, সাউংকৰে আহি পিতাৰ ভৰিত পৰি লুটিয়ালুটিখন কৰিবলৈ ধৰে আৰু মিহি মিহিঁকৈ মিউ মিউ কৰে—যেন কৰুণ স্বৰত 'পাৱে পৰিহৰি' বন্দনাহে আবৃত্তি কৰিছে। তাইৰ তেতিয়া মাতৰ সুৰেই অন্য ধৰণৰ ঃ মিহি মিহি। ডাঙৰকৈ মেও-মেও নকৰে। আমি তেতিয়া হাঁহি হাঁহি কওঁ—মিহি মিহিকে ন-কইনাৰ মাত মাতি বিড়ালী আহিল চেলেনি মাৰি ভাত-মাছৰ ভাগ বিচাৰি।—পিতাই সদায় আঞ্জা-মাছেৰে ভালকৈ সানি লৈ প্ৰথম গৰাহ ভাত নিজৰ মুখত দি উঠিয়ে আন গৰাহ বিড়ালীক দিয়ে। বিড়ালীৰ লগত খোৱাত লগ লাগিবলৈ আৰু দুই-এটা মেকুৰী দুই-এখোজকৈ আহি তাইৰ ওচৰতে বহে। আমি ফলা-খৰিৰে মাৰিব খুজিলে সিহঁত ভাগি পলায় ; ঘৰৰ বিড়ালীজনী কিন্তু আঁতৰি নাযায়। তাই জানে—তাইক আমি নামাৰোঁ। তাইৰ সাহস দেখি আমি হাঁহো আৰু কওঁ—ইহ্ চা, এইহে আচল মালিকনী ওলাল আহি। হেট্‌কেটেই নকৰে। আমি ইতিকিং কৰি তাইৰ নাম দিছিলোঁ—'মধু-চেলেনি'। ১৫/১/৮৫

# শাল নে শিঙী?

আমাৰ নগুলাৰ মুখতে বুঢ়া (পুৰণি) পুখুৰীটোৰ পাৰত বাটৰ দুয়ো কাষে দুজোপা প্ৰকাণ্ড গছ আছিল ঃ এজোপা আঁহত, আনজোপা পাকৰি। কোনোবা মান্ধাতাৰ দিনৰ গছ। দুয়োজোপাৰ পাতে পাতে লগ লাগি আকাশ মাৰ্গতে এখন ধুনীয়া তোৰণ সাজিছিল। দুয়োজোপাৰ মাজেৰে সেই তোৰণৰ তলেদি মানুহে অহা-যোৱা কৰিছিল। আঁহতজোপাৰ তলত চুবুৰীয়া লোকে চাকি-বন্তি দিছিল। তাত ভাঙাৰা গোঁসাই শিৱ-মহাদেউ থকা বুলি সকলোৱে বিশ্বাস কৰিছিল আৰু গছজোপাৰ গুৰিত মাটিৰ ওখ ভেটি এটা সাজি দি মচি-কাচি তাকে বলিয়া গোঁসাইৰ থান বুলি অভিহিত কৰিছিল। সোমবাৰে সোমবাৰে চাকি-বন্তি-নৈবেদ্যাদিৰ কোব চৰিছিল, কাৰণ সোমবাৰ হেনো শিৱ গোঁসাইৰ বাৰ। পিছে এবাৰ বৰদৈচিলাৰ হুৰুকা বতাহত বলিয়া গোঁসাইৰ থানৰ সেই ভয়ঙ্কৰ আঁহত গছজোপা শিপাৰে সৈতে উভালি পৰিল আৰু সেই অঞ্চলটো তেনেই শোলাৰ মুখৰ দৰে উদি কৰি দিলে। বাগৰি পৰাত গোটেই খেলখনৰ মানুহে আহি সেৱা-সৎকাৰ কৰি সেই গছজোপা কাটিছিল। বতাহত তেনেকৈ গছ পৰিলে সাধাৰণতে সকলোৱে থপিয়া-থপিকৈ তাৰ ঠানি-

ঠুনাবোৰ খৰিৰ কাৰণে নিয়ে। এই গছজোপাৰ খৰি কিন্তু কোনেও ব্যৱহাৰৰ কাৰণে ঘৰলৈ নিবলৈ সাহ কৰা নাছিল। ইয়াৰ খৰি গোঁসাই-ঘৰত গোঁসাইৰ কাজত জ্বলাইছিল। ই আমাৰ নিচেই সৰু কালৰ কথা। এই গছজোপাৰ তলৰ বলিয়া গোঁসাইৰ থানত চাকি-বন্তি জ্বলাই গৰু-ম'হ হেৰালে বা কাৰোবাৰ ঘৰত ল'ৰা-ছোৱালীৰ কিবা কাহ-জ্বৰ-লেং-ফুটনি-তেজগ্ৰহণী আদি অসুখ-বিসুখ হ'লে নৈবেদ্য দি, কল বঢ়াই শিশুসকলক বিলাই দিয়া সকতে আমি দেখিছিলোঁ।

বুঢ়া পুখুৰীৰ ওচৰতে আৰু এটা পুখুৰী আছে, তাক ন-পুখুৰী বোলে। ন-কৈ খন্দাৰ কাৰণে ন-পুখুৰী। ন-পুখুৰীৰ পানী আমি সকলোৱে খাইছিলোঁ। ন-পুখুৰী সৰু। বুঢ়া পুখুৰীত সকলোৱে নামি গা ধোৱে। সেইবুলি মাজলৈ যাব নোৱাৰে। বৰ দ। থানি নাপায। গা নথয়। সৰু কালত আমি তাতেই সাঁতুৰিবলৈ শিকিছিলোঁ। গৰমৰ দিনত তাত নাদুৰি-সাঁতুৰি ডুবিযাই গা-ধোৱা আমাৰ কাৰণে এটা এৰাব নোৱাৰা আকৰ্ষণ আছিল। ল'ৰাজাকে এটা ঘাটত আৰু ছোৱালীজাকে অইন এটা ঘাটত গা-ধোৱা, সাঁতোৰা আদি কাম কৰিছিল। কেতিয়াবা পিছে আটাইবোৰ খেলিবলৈ লগ লাগি পৰিছিল। এডিঙি পানীত চাক পাতি মাজত ঔটেঙা এটা ওপঙাই থৈ হাতেৰে সকলোৱে থপৌ-থপৌকৈ থাল খেলি বা পানীত ঢৌৱা খেলি একেলগে সকলোৱে ডুব মাৰি আগে ওলাই যিকোনো এজনে ঔটেঙাটো ধৰি পুখুৰীৰ মাজলৈ দলি মাৰি দি তাক সাঁতুৰি আগে ধৰি অনা আমাৰ এটা প্ৰতিযোগিতামূলক খেলা হৈ পৰিছিল। তাকে কৰোঁতে কিমানে যে ঢোকাঢোকে পানী খাইছিল। তেনেকৈয়ে আমি ভেলা সাঁতোৰ, চিলনী সাঁতোৰ, থিয় সাঁতোৰ, মেকুৰী সাঁতোৰ, হাফোল মৰা আদি সাঁতোৰবোৰৰ আখৰা কৰিছিলোঁ। কেতিযাবা মাজলৈ সাঁতুৰি গৈ দুই-এজনে থিয়ৈ-থিয়ৈ হাত খাৰা কৰি ধৰি বুৰ মাৰি মাটিলৈ ভৰি নমাই দি থানি পায় নে নাপায় চাইছিলোঁ। হাতৰ আঙুলি পানীৰ ওপৰত নোলালে তাকে আমি থানি নোপোৱা দ বুলি তৰৰ ফালে সাঁতুৰি আহিছিলোঁ। ভেলা সাতোৰ দি মই পুখুৰীৰ ইপাৰ-সিপাৰ হ'ব পাৰিছিলো, কিন্তু থিয় সাঁতোৰহে ভালকৈ নাজানিছিলোঁ।

পুখুৰীটোৰ পাৰত তেঁতেলী, শিলিখা, আম, বেল, ঔটেঙা, কদম, বকুল, নাহৰ, তৰুৱা-কদম, আমলখি আদি গছে ভৰি আছিল। আম গছবোৰৰো বেলেগ বেলেগ নাম আছিল। এডালৰ নাম চাহাবে-খাইতী। তাৰ আমবোৰ ডাঙৰ ডাঙৰ, বগা আৰু বহৰহীয়া। পকিলে ৰঙা হৈ পৰে। এডালক বুলিছিল—মেমে-খাইতী। আমবোৰ সৰু সৰু, কিন্তু পকিলে বৰ মিঠা। এডাল কাঠুৱা। কাঠুৱা নে কাঠুৱায়ে। আমঠুটোৱে সাৰ। পকিলে জাবৰুৱা, কিন্তু মিঠা। এডালৰ নাম চুৰাই-খাইতী। সেইজোপা ভীষণ টেঙা। পকিলেও তাৰ চোক কম নহয় , কিন্তু ৰসেৰে ভৰা। সি পকিলে ফাটে। তাৰ পকা আম চুহি খাবলৈ বৰ ভাল আৰু চুৰাৰ দৰে মিঠা। ই ল'ৰা-ছোৱালীবোৰৰ বৰ প্ৰিয় আছিল। অইন এজোপাৰ নাম জলপানে-খাইতী। জলপানে-খাইতীৰ আম কেঁচাতে কোনেও নাখায়। পকিলে তাৰ নিচিনা সোৱাদ আৰু তৃপ্তিকৰ আম নাই।

চুহিলে ৰস চৌ-চৌকৈ ববলৈ ধৰে। কিলাকুটিয়েদি মাটিলৈ সোঁত বয়। ইফালে মুখত দিলেই পেট পায়গৈ , ইমান মিঠা! বখলিয়াই ছালচটা অলপ গুচাই লৈ তাক চুহি খাবলৈ বৰ ভাল। এজোপাক বুলিছিল—দহাকৰাৰ আম। পুখুৰীৰ এচুকত এইজোপাৰ স্থান। তাৰ তলত মানুহে মৃতকৰ দহা-কৰ্ম কৰিবলৈ ঠাই বিচাৰি লৈছিল। সেইকাৰণে তাৰ নাম দহাকৰা আম। পুখুৰীটোৰ উত্তৰ-পছিমে আওহতীয়া এটা চুকত সি ঠাই পাইছিল। সেইজোপা আমগছৰ আমবোৰ ডাঙৰ-ডাঙৰ, উধনীয়া আৰু সম্পূৰ্ণকৈ নপকিলেও তাক খাই তৃপ্তি পোৱা যায় , সিমান টেঙা নহয, মʼতফলীয়া। পকিলে সমূলি টেঙা নাথাকে। পেট ভৰাই খাব পাৰি। মৃতকৰ দহা কৰা ঠাই বাবে সৰু লʼৰা-ছোৱালীয়ে তালৈ অকলে যাবলৈ ভয় কৰিছিল। চুৰা বুলি ডাঙৰবোৰেও আলেঙে-আলেঙে গৈহে আম বুটলিছিল। এজোপা আমলখি আছিল, তাৰ গুৰি-গছডাল বৰ প্ৰকাণ্ড। তাৰ তলসৰা পকা আমলখি খাই উঠি কচু-পাতত ন-পুখুৰীৰ পানী দুঢোকমান খোৱাটো আমাৰ এটা চখ হৈ পৰিছিল। চখ নুবুলি খখ (খক) বুলিবই পাৰি। আমলখুজোপা পছোৱা বতাহত উঘালি পৰিল। সেই আমলখুজোপাৰ পাৰটো বৰষুণতো ঢপঢপীয়া আৰু কʼতো অলপো বোকা-পানী নথকা শুকান, চাফা আৰু ফইলং হৈ থাকে। পুখুৰীটোৰ সেই অংশৰ পানী দ। বোকা কম। পাৰটোও থিয়-গৰা। গতিকে আমি দূৰৰপৰা লৰাশাৰী মাৰি আহি সেইখিনিতে পুখুৰীৰ পানীত জাপ মাৰি পৰি সাঁতোৰ মেলা অভ্যাস কৰিছিলোঁ। সি যেন প্ৰকৃতিয়ে সাজি দিয়া এটা চুইমিং পুলহে। পুনু পুনু পাৰলৈ উঠি গৈ পুনু পুনু পানীত জপিযাই পৰি সাঁতোৰ মেলা আমাৰ কাৰণে বৰ কৌতূহলৰ কাম আছিল। বহুতে পিন্ধা গামোচাখন আমলখুৰ তলতে দলি মাৰি থৈ পানীত জপিযাই পৰি সাঁতোৰত মগ্ন হৈছিল। তেনেকৈ পানী ঘোলা কৰি বহল পুখুৰীটোত সাঁতুৰি ফুৰোঁতে কেতিযাবা আমাক জোকেও ধৰিছিল। জোক কিন্তু সেই পুখুৰীটোত কম আছিল। এবাৰ আমাৰ লগৰে ৯। ১০ বছৰীয়া ছোৱালী দুগৰাকীক জোকে খাই নাই-জোকা কৰিছিল। বহুত তেজ যোৱাৰ পাছত ডাক্তৰে চিকিৎসা কৰিহে তেওঁক ভাল কৰিছিল। তাৰ পাছত কিছু দিনলৈ আমি জোকৰ ভয়তে পুখুৰীত সাঁতোৰা নাছিলোঁ। পিছে ক্ৰমে ক্ৰমে সেইটো পাহৰি—পুনৰেব পাপী, পুনৰেব দৰিদ্ৰঃ—হৈ পৰিছিলোঁ।

পিতাই দুপৰীয়া পইতা বা ৰন্ধা ভাত খাই উঠি পাটী পাৰি বহা-ঘৰৰ মজিয়াতে জিৰণি লৈ এক ঘুমটি মাৰিছিল। মোক বা বাইদেউহঁতৰ কোনোবা এজনক বিচি থাকিবলৈ তেওঁ দায়িত্ব দিছিল। কেতিযাবা আমি বিচনীৰে বিচি থাকি থাকি পিতাক ভালকৈ টোপনি যোৱা যেন গম পালে লাহেকৈ বিচনীখন কাষতে থৈ হাতত-সাৰে ভৰিত-সাৰে আঁতৰি গৈ আমলখুৰ তল পাওঁগৈ আৰু তাৰপৰা পুখুৰীত জাঁপ দি পৰি সাঁতোৰাত লাগোঁ। তাকে কৰোঁতে কেতিয়াবা বিপদতো নপৰাকৈ নাছিলোঁ।

এদিনৰ কথা। পিতাই মাজু বাইদেউ আৰু সৰু বাইদেউ দুয়োকো এটাৰ পাছত আনটোকৈ বিচি থাকিবলৈ বাব দিছিল। মোক কাষতে বহি নেওতা মুখস্থ

কৰিবলৈ কৈছিল। আমি নিজ নিজ কাম কৰি থাকি পিতাক ঢৌপনিত পৰা যেন পাই তিনিও লগ হৈ গৈ পুখুৰীত সাঁতুৰিছিলোঁ। এনেতে পিতাই কেনেবাকৈ সাৰ পালে, হয়তো মহ বা মাখিৰ কামোৰত নতুবা গৰমৰ কাৰণে। তেওঁ উঠি পোনেই গৈ পুখুৰীৰ পাৰ পালে আৰু মোক ভালমুখে মাতি মৰম কৰি ফুচুলাই হাত কৰি ল'লে। বাইদেউহঁতক মতাত তেওঁলোক নাহিল ঃ লৰ মাৰি আঁতৰি গ'ল। পিতাই লৰি গৈ এজনীক এখন হাতেদি ধৰি আনি ইজনীকো মোৰ হতুৱাই ধৰাই আনিলে। তেওঁ তেতিয়া দুযোকো দুখন হাতে ধৰি লৈ—আগলৈ আৰু এনে কাম নকৰোঁ বুলি কোৱাই চৰিয়া-চৰি কৰিবলৈ দিলে। আগলৈ আৰু তেনে কাম দিলে এৰি নাখাওঁ বুলি সইত খাবলৈও দি দুয়োকো এৰি দিলে। মই কোনোমতে ফাঁকতে মাৰ নোখোৱাকৈ সাৰিলোঁ।

গৰখীয়া হৰ বৰডেকাই আমাক বৰ মৰম কৰিছিল। তেৱেঁই আমাক পোনতে হাতত ধৰি নি পানীত এৰি দি সাঁতুৰিবলৈ শিকাইছিল। লগৰীয়াৰ লগত এককাল এবুকু পানীত নামি ঔটেঙাৰে পানীত ঢৌ তুলি লৈ ঢৌবা খেলিবলৈ শিকাইছিল। তেওঁ শিকোৱামতে কেতিয়াবা আমি ডুব মাৰি পানীৰ তলত কোনে কিমান পৰ থাকিব পাৰোঁ পৰীক্ষা চাইছিলোঁ। হৰ বৰডেকা আছিল আমাৰ শিক্ষক আৰু পৰীক্ষক। ডুবিয়াই পানীৰ তলে তলে মাছ যোৱাদি কোনে একে ডুবতে কিমান দূৰ যাব পাৰোঁ তাকো চাইছিলোঁ। পানীৰ তলত বৰকৈ বুৰ দি থকাৰ ফলত কেতিয়াবা চকু সকলোৰে শাল মাছৰ চকুৰ দৰে ৰঙা হৈ পৰিছিল। সেইদেখি পানীত নমাৰ আগে আগে তেওঁ আমাক ৰগৰ কৰি সুধিছিল—আজি পিছে শাল নে শিঙী? অৰ্থাৎ চকু ৰঙা কৰিবি নে ক'লা কৰিয়ে এৰিবি? শাল মাছৰ চকু ৰঙা, শিঙীৰ হ'লে ক'লা—যদিও দুয়োটা মাছ দেখাত প্ৰায় একে। ২৪/২/৮৫

# টিপ্‌টিপেলি চৰেই পৰ্বত লবে তুলি

আমাৰ গাঁৱৰ উত্তৰ ফালে হাজাৰাপাৰা বুলি এখন ডাঙৰ গাঁও আছে। ভিন ভিন জাতৰ পোন্ধৰ-কুৰি ঘৰ মান মানুহত বাহিৰে গোটেই হাজাৰাপাৰা গাঁওখন কোচ আৰু কাটনি মানুহে ভৰা। তাৰে কিছুমান মানুহৰ বিশেষ বিশেষ কিছুমান কামৰ গুণ সকলোৰে মাজত জনাজাত হৈ পৰিছিল। মই তাৰে দুই-এজন মানুহৰ নাম আৰু কামৰ মোল আজিও পাহৰিব পৰা নাই। বীণা গাঁওবুঢ়া, তনু ডেকা, বেঙেৰা গাঁওবুঢ়া,

গঙ্গা খোৰা, মাঘো ঢুলীযা আদি তেনেকুৱা কেইটামান স্মৰণীয় নাম। গছৰপৰা পৰি কাৰোবাৰ হাত-ভৰি ভাঙিলে নতুবা কাৰোবাৰ গৰু-ম'হ-ঘোঁৰা আদিক কোনোবাই মাৰি ঠেং খোৰা কৰিলে পোনেই বীণা গাঁওবুঢ়াৰ নাম ল'বই লাগিব। দুছেও হৈ যোৱা হাড়ো তেওঁৰ টিপেনি মন্ত্ৰ আৰু বনৌষধিৰ গুণত জোৰা লাগিবই লাগিব। এই বিষয়ত সেই অঞ্চলত তেওঁৰ ওপৰত ডাঙৰ বৈদ (বৈদ্য) আৰু দোচোৰা এজন নাছিল। জিলাৰ বৰ ডাক্তৰতকৈও তেওঁ শব্দ-ফুটা ডাঙৰ ডাক্তৰ। তামোল খাই থকা ৰঙা মুখৰ মিঠা হাঁহিটিৰে সৈতে মিহি মিহিকৈ মৰম লগা কথা কোৱা সেই বীণা গাঁওবুঢ়াক যি এবাৰ লগ পাইছে তেওঁ পাহৰিব নোৱাৰে। বীণা গাঁওবুঢ়াৰ ছবি মোৰ মানস পটত যেন আজিও জিলিকি আছে। তেওঁ ভাগি লৰক্-ফৰক্ হৈ যোৱা হাঁড় আৰু কটা গৈ দুছেও হ'ব খোজা হাত-ভৰি ঝিঁপিনা বান্ধি গৰলৰ দাৰু দি ভাল কৰাৰ অনেক ঘটনা মই স্বচক্ষে দেখিছোঁ।

ইফালে আকৌ গঙ্গা খোৰাৰ কথা কওঁ। গঙ্গা খোৰাৰ ওপৰত গছত উঠাত বিশেষকৈ সন্ধিৰ মাজতো সোমাই মৌ-পাৰাত পৈণত লোক আৰু দ্বিতীয় এজন নাছিল। দেখাত আৰু নামতহে খোৰা, কিন্তু গছত উঠাত হনুমানৰ বংশধৰ।

ঘৰৰপৰা এক গেৰিৰ বাটতে বাঁহ-বাৰী বুলি আমাৰ এখন এৰা বাৰী আছিল। তামোল, পাণ, লেটুক (লেটৈকু), পনিয়ল, জাতি বাঁহ, ভলুকা বাঁহ, পমা, ডেৱা, আঁহত, পাকৰি, কহিমলা, আম, কদম আদি হৰেক ৰকমৰ গছ আৰু ফলমূল তাত ভৰি আছিল। বাৰীখনৰ পূবে থকা এটা হোলাৰ পাৰৰ বাটৰ দাঁতিৰ এজোপা প্ৰকাণ্ড পমা গছত বৰ-মৌৱে প্ৰতি বছৰে অন্ততঃ এবাৰকৈ বাহ লৈছিল। কেতিয়াবা বছৰৰ ভিতৰতে দুই-তিনি বাৰো। আঁউসীৰ আগে আগে মৌৰ বাহ মৌ-ৰসেৰে ভৰি পৰে। গছজোপাত পিছে এলাপেচা মানুহ উঠিব নোৱাৰিছিল। তাৰ কাৰণ, গছজোপা বেত আৰু টেঁকীয়া-লতাই আলফুলকৈ আৱৰি ৰাখিছিল। সেইবোৰৰ দুৰ্ভেদ্য আৱেষ্টনী হেলাৰঙে ভেদ কৰি গঙ্গা খোৰাই কিন্তু বাল্টিয়ে বাল্টিয়ে মৌ-ডিলা আৰু মৌ-জোল কাটি অনা দেখিলে কোনোৱে বিস্ময় নহৈ নোৱাৰিছিল। তাতে, তেওঁ সদায় ৰাতিহে মৌ পাৰিছিল, দিনত নাপাৰিছিল। মৌ পাৰিবৰ দিনা আবেলিৰেপৰা আমাৰ ফূৰ্তি চায় কোনে? নাল লগোৱা কোৰাবে (কোৰোকাৰে) প্ৰত্যেককে আমাক পি খাবলৈ তেওঁ দুকোৰামানকৈ মৌ-ৰস দিছিল। তাৰেই যেন আমাৰ পেট ভৰি গৈছিল। মৌ-ডিলা দাঁতেৰে চোবাই চোবাই মৌ-জোল উলিয়াই চুহি খোৱা কি যে তৃপ্তিদায়ক। তাতে দাঁতৰো শ্ৰম হয়, চুপি খাওঁতে ওঁঠতো তৃপ্তি লাগে। পিছে মৌৱে কোনো এদিনো গঙ্গা খোৰাক কামোৰাৰ কথা আমি শুনা নাছিলোঁ। গছজোপাক সাবটি থকা টেঁকীয়া-লতা আৰু গুলমি থকা বেতবোৰ পিতাই ইচ্ছা কৰিয়ে কটোৱা নাছিল ; কাৰণ, কাটিলে ছেগ চাই যেয়ে-সেয়ে মৌ পাৰি নিব, এয়ে আছিল আশংকা।

সাধাৰণতে মৌৱে জোকাই নল'লে কাকো নাকামোৰে। পিছে এবাৰ পিতাক বুঢ়া বয়সত অকস্মাৎ এদিন মৌৱে আগুৰি ধৰি কামোৰা দেখি আমাৰ চূৰ্তি-বুদ্ধি

হৈৰাইছিল। সেই ঘটনাটোৰ কথা মনত পৰিল যেতিয়া কৈ থোৱাই ভাল। পিতাৰ এটা অভ্যাস আছিল—সদায় গা ধোৱাৰ আগেয়ে দুপৰীয়া হাতত ঘটি এটাত পানী লৈ দূৰলৈ হাবিত শৌচ কৰিবলৈ যাব লাগে। এদিন দুপৰীয়া দেখোঁ যে তাকে কৰিবলৈ গৈ উভতি আহোঁতে তেওঁ বেমোবোলভাৱে চিঞৰ-বাখৰ কৰি লৰি আহিছে। তেওঁৰ মূৰৰ ওপৰত এজাক মৌ। আমি গোনতে বৰল বুলি ভাবিছিলোঁ। মৌবোৰে তেওঁক খেদিছে আৰু গায়ে-মূৰে কামুৰিছে। তেওঁ বিকটভাৱে চিঞৰি—আই-ঐ, বোপাই-ঐ, খালে-ঐ, মৰিলোঁ-ঐ কৰিছে। আমি কাপোৰ জাপি দি ৰক্ষা কৰিব খুজিছিলোঁ, তাতো একো ফল নধৰিলে। সিহঁতে এৰি নাযায়, মূৰৰ ওপৰতে উৰি থাকে আৰু কাপোৰৰ তলেদি সোমাই কামোৰে।

ভাগ্য ভাল, ঠিক সিদিনায়ে ঘটনাক্ৰমে একপৰমান বেলি থোৱাত আমাৰ ঘৰলৈ চাঁহী গাঁৱৰপৰা আমাৰ ডাঙৰ বাইদেউ শৈব্যা আহিছিল। তেওঁ ঘটনাটো দেখি উপস্থিত বুদ্ধি খটাই তৎক্ষণাৎ আমাৰ ওচৰৰে বুঢ়ী এজনীৰ ঘৰলৈ গ'ল আৰু চকুৰ পচাৰতে তেওঁৰ ঘৰৰপৰা শুকান মাছ আৰু চুঙাত থোৱা মাছ-খুন্দা এচিকটা খুজি আনি ধান খেৰৰ লুৰা এটাত জুই লগাই লৈ তাতে শুকান মাছ আৰু মাছ-খুন্দা পেলাই দিলে আৰু তাৰ ধোঁৱা দিবলৈ মৌবোৰৰ ওচৰলৈ খেদি গ'ল। কি আচৰিত, সেই ধোঁৱাৰ অলপ বাচ পায়ে মৌবোৰ জাকেদি উৰি পলাল, এটাও তাত নাথাকিল। পিতা ৰক্ষা পৰিল। মৌৰ শুংবোৰ ক'লা কচুৰ পাতেৰে কাঢ়ি উলিয়াই তাত বেজৰ শাক-পাক দি পিতাক আমি আৰোগ্য কৰিলোঁ। সিদিনাই জানিব পাৰিলোঁ—শুকান মাছ বা মাছ-খুন্দা পুৰি ধোঁৱা দিলে মৌৱে সেই ঠাই এৰি দূৰলৈ পলায়। সিমানেই নহয়, মৌৱে বাহ লোৱা গছত শুকান মাছ বা মাছখুন্দা আঁৰি থ'লেও তাত হেনো কোনো কালে মৌৱে বাহ নলয়। কোনোবাই সেই কূট-কৰ্মকেৰা জানিব পাৰি আমাৰো সেই মৌ বাহ লোৱা পমা গছজোপাত তাকে কৰিছিল। তাৰে ফলত এতিয়া তাত মৌৱে বাহ ল'বলৈ এৰিলে। কেতিয়াবা জিৰাবলৈ বুলি উৰি উৰি আহিলেও অলপ পৰ ভোমেৰি থাকি আঁতৰি যায়।

খুন্দা-মাছ বা মাছ-খুন্দাৰ অন্য নাম চুঙা-সোন্দেৰী (সুন্দৰী)। ভকতীয়া কথাত ইয়াক 'পদোচেনি'ও বোলে। এই বিষয়ে ড° সূৰ্য্যকুমাৰ ভূঞাই 'স্বৰ্গদেৱ ৰাজেশ্বৰ সিংহ' প্ৰমুখ মোৱামৰীয়া বিদ্ৰোহৰ কথা কওঁতে এটি কাহিনী বৰ্ণনা কৰিছে ঃ এবাৰ গোপালদেৱ উজনিত থকা অনিৰুদ্ধদেৱৰ সত্ৰ চাবলৈ গ'ল। এদিন অনিৰুদ্ধদেৱে গোপালদেৱক ভোজনলৈ নিমন্ত্ৰণ কৰিলে আৰু সেই ভোজনত মাটি মাহত শুকান মাছৰ চেনা দি বন্ধা এখন আঞ্জা খাবলৈ দিলে। গোপালদেৱে মাছৰ আঞ্জাৰে তিনি গৰাহ ভাত পেটলৈ নিওঁতে চতুৰ্থ গ্ৰাসত বিক্‌চিনা লাগি আৰু পেটলৈ নিব নোৱাৰা হ'ল। গোপালদেৱে অনিৰুদ্ধদেৱক কি বস্তু বুলি সোধাত অনিৰুদ্ধদেৱে ক'লে, ই বস্তু অতি গুপ্তশাস্ত্ৰৰ আচৰণীয় মতৰ বস্তু। আমি এই বস্তুৰেই অৰ্দ্ধেক দেশ বশ্যতা কৰি শিষ্য কৰি আছোঁ। বিশেষ, এই বস্তুৰ উৎপন্ন আমাৰ মোৱামৰা বিলতে। তাতে

ৰোহিতাদি মীনসকল উৎপন্ন হয়। তাকে চৰ্ম দূৰ কৰি ফালি খণ্ড খণ্ড কৰি চাং পাতি অন্য জন্তু-মনুষ্যে স্পৰ্শ নকৰাৰূপে নিৰ্জান থানে দি ধনু ধৰি ৰাখি থাকে। আমাৰ পত্নীসকলে গধূলি চপাই থয়। প্ৰত্যুষে দিয়ে। ইহাৰ নাম শাস্ত্ৰমতে 'পদোচেনি' কহে। সখি, ইয়াত কিঞ্চিৎ ভ্ৰান্তি নহ'বা। অগ্নিত শুষ্ক দগ্ধ যেনে ৰৌদ্ৰেও সেইমতে দাহ কৰে। অগ্নি সূৰ্য্য সমান ব্ৰহ্ম। এই কাৰণে কিঞ্চিৎ আশঙ্কা নকৰিবা।"

অনিৰুদ্ধৰ মুখৰপৰা আদ্যন্ত শুনি শুকান মাছ বুলি ধুৰুপ জানি বাহিৰলৈ আহি গোপালদেৱে খোৱা গ্ৰাস সকলোখিনি উদৰৰপৰা বহিৰ্গত কৰিলে আৰু ঈশ্বৰ গুৰু-পুৰুষৰ নাম লৈ শুদ্ধপুৰুষ হ'ল। * * খুন্দা শুকান মাছৰ গুড়িও পদোচেনিৰে অন্তৰ্গত। একে বস্তু।

চুঙাসোন্দেৰী তৈয়াৰ কৰাৰ বিশেষ প্ৰণালী আছে। তাক জনাইহে জানে। আমি জনাত শুকান মাছ খুন্দি গুড়ি কৰোঁতে তাৰ লগত নৰসিংহৰ পাতৰ গুড়ি, আৰু পিঁয়াজৰ পাতৰ গুড়ি আৰু অইন কিবাকিবি মছলা গছৰ পাতৰ গুড়ি মিহলাই বাঁহৰ চুঙাত ঠাহি ঠাহি ভৰাই বতাহ সোমাব নোৱৰাকৈ সোপা দি থ'লে এবছৰ-দুবছৰ নহয়, কেইবা বছৰলৈও সি ভালে থাকে। জুইৰ ওপৰত অলপ সেকি লৈয়ে তাক খাৰ, তেল সানি খোৱা যায়। বুঢ়া লোকৰ ই বৰ উপাদেয় খাদ্য। আমাৰ পিতাই কিন্তু তাৰ নামকে নুশুনিছিল আৰু চুঙাসোন্দেৰী খোৱা সেই বুঢ়ীজনীক তাৰ বাবে 'চুঙাসোন্দেৰী বাই' বুলি উপলুঙা কৰি হাঁহিছিল। বুঢ়ীয়ে হাঁহি মাৰি সদায় উত্তৰ দিছিল, হাঁহ তহঁতে ঃ হাঁহিলে তহঁতৰহে দাঁত ওলাব, মোৰ কি হ'ব? মই মোৰ কাম কৰিমেই।

(২)

বাৰিষা চাহ-ধপাত লৈ পথাৰলৈ গৈ হালুৱৈক (হালোৱাক) চাহ-ধপাত খুউৱা মোৰ বৰ হাউচৰ কাম আছিল। খেটেংপাৰাৰ জালাল সেখ আমাৰ চিৰস্থায়ী বন্ধা হালুৱৈ আছিল। মনত পৰা দিনৰেপৰা তেওঁৰ জীৱনৰ শেষ দিনলৈকে আমি তেওঁক আমাৰ ঘৰত হাল বোৱা দেখিছিলোঁ ; অৱশ্যে কি বন্দবস্তত হাল বাইছিল ভালকৈ নাজানিছিলোঁ। কেতিয়াবা জানিব খুজিলে তেওঁৰ উত্তৰ পাইছিলোঁ—আদাৰ বেপাৰীয়ে জাহাজৰ খবৰ লৈ কি কৰিবি? তহঁতে নিজৰ নিজৰ কাম কৰ।

খেটেংপাৰা আমাৰ গাঁৱৰ লগতে থকা লগালগি গাঁও। এটা সৰু আলিবাটৰ ইফালে আমাৰ হিন্দু মানুহ আৰু সিফালে খেটেংপাৰাৰ মুছলমানসকল থাকে। উৎসৱে-পাৰ্বণে বিপদে-আপদে আমি তেওঁলোকক এৰিব নোৱাৰোঁ ; তেওঁলোকেও আমাক নেৰে। আমাৰ ঘৰৰপৰা পোনে পোনে জালালৰ ঘৰ তিনি ফাৰ্লঙো দূৰ নহয়। তেওঁক আমি ঘৰৰ সকলো ল'ৰা-ছোৱালীয়ে জালাল ককাই বুলি সম্বোধন কৰিছিলোঁ।

সঁচাকৈয়ে আমি মনতে ভাবিছিলোঁ—জালাল ককাই আমাৰ ঘৰৰে এজন ; কেৱল ধৰ্মতহে বেলেগ আৰু থাকে বেলেগে। আমি তেওঁক কেতিয়াবা কেতিয়াবা জালাল কাই বুলি চমুৱাই মাতিছিলোঁ। তেৰোঁ আমাৰ পিতাক কাকা (ককাই) বুলিছিল ঃ পাটগিৰি কাকা। তেওঁ আমাৰ তালৈ আজৰি পৰত আহিলে পোনেই দুখনীয়া পীৰা এখন বা ভগা চটিয়া (চটাই) ঢাৰি (চেৰা) এখন নিজে টানযাৰি আনি পাৰি বহে। বহেও বহে বৰঘৰ বা ৰান্ধনি ঘৰৰপৰা যথেষ্ট দূৰত। গোহালি বা বাট ঘৰটোৰ ওচৰত। তাত অকণো মান-অপমান বোধ নকৰে। যাবৰ সময়ত নিজেই আকৌ পীৰা বা ঢাৰিখন কাষৰীয়াকৈ তুলি থৈ যায়। কেতিয়াবা আমিয়ে দৌৰি গৈ পীৰা বা চটিয়া-ঢাৰিখন দিওঁ।

পিতাই পথাৰত হাল-কোৰৰ কাম কৰোঁতে কেতিয়াবা গাখীৰ-পানী খাইছিল। জলপান নাখাইছিল। ধপাতো নাখাইছিল। ধপাত যে পিতাই কোনোদিন নাখাইছিল—এনে নহয, খাইছিল, আৰু খাইছিলও—এচিলিমৰ পাছত আৰু এচিলিমকৈ লগাই লৈ সুন্দৰ হোকা এটাত বাৰুকৈয়ে মৌজ লগাই লগাই। হোকাটোবো আকৌ ৰূপেৰে বন্ধোৱা ওপৰখনত ফুলকটা আছিল আৰু তাৰ তলৰ অংশ আছিল নাৰিকলৰ খোলাৰ। ৰাতিপুৱা হ'লে হোকাৰ পানী সলাই তাৰ নলিডাল লোহাৰ গজিৰে গজিয়াই চাফা কৰি নতুনকৈ পানী ভৰাই ধুই-পখালি ধোৱা কাম মাই নিজে কৰিছিল, নতুবা বাইদেউহঁতৰ হতুৱাই নিজৰ তদাৰকত কৰাইছিল। কেতিয়াবা হাটৰপৰা মছলা দিয়া ধপাত কিনি আনি হোকাত খালে তাৰ ধোঁৱাৰ সুগন্ধাই ওচৰৰ ঠাইডোখৰ তেনেই মলমলাই আছিল। ধপাতৰ আমোলমোল গোন্ধেই ল'বা নে গুৰুৎ-গুৰুৎ (টোৰোক-টোৰোক) ধ্বনিকেই শুনিবা।

১৯২১ চনৰ মহাত্মা গান্ধীৰ অসহযোগ আন্দোলনৰ সময়ৰ কথা। পিতাইঁতে গুৱাহাটীলৈ মহাত্মা গান্ধীক চাবলৈ মাণ্টাকাটা পাহাৰৰ ওপৰৰ শিলাময় ওখৰা-মোখৰা বাটেদি দলবান্ধি খোজকাঢ়ি গৈছিল। বাটত খাবলৈ চুৰাসনা শুকান পিঠাগুৰি আৰু দোপা আঠীয়া কল মোনাত ভৰাই নিয়া দেখিছিলোঁ। গান্ধীৰ মিটিং শুনি আহি ঘৰ পায়ে পোনেই বিলাতী বস্তু বুলি ছাতাটো জুই লগাই পুৰি উঠি ৰাগিয়াল বস্তুৰ সঁচকে মাৰোঁ বুলি মৰমৰ সেই সদায় খোৱা হোকাটো উলিযাই আনি নিজ-হাতে বৰঘৰৰ দুৱাৰমুখৰ শিলটোত আফলিয়াই ভাঙি পেলাইছিল। হোকাৰ নাৰিকলৰ কোৰোকাটো ভাগি চুৰমাৰ হৈ যোৱাত ৰূপৰ ফুলকটা খোলটো এটা বাটিৰ দৰে হৈ আছিল। সেইদিনা পিতাৰ সেইখন লঙ্কাকাণ্ড দেখি ভযতে আমি পেপুৱা লাগি বিভঙ্গে পলাইছিলোঁ। ভাবিছিলোঁ—পিতাৰ কিবা নহ'ব লগা হ'ল। তেওঁক কিহবাই পালে। তেওঁৰ পগলা ৰাই উঠিছে। পিছতহে জানিব পাৰিছিলোঁ—ই তেওঁৰ মহাত্মা গান্ধী দৰ্শন কৰাৰ আৰু গান্ধীৰ মিটিং শুনাৰ ফল। সেই দিনত অসহযোগ আন্দোলনৰ সভাবোৰক গান্ধীৰ মিটিং বুলিছিল আৰু সেই মিটিং শুনিবলৈ মানুহে দহো বন কাতি কৰি থৈ হিলদ'ল ভাঙি আহিছিল।

আগতে কৈছোঁ—পিতাই হালতলীত বেলি পোন হোৱালৈ হাল-কোৰ কৰিবলগীয়া হ'লে কৈৰা-দুপৰীয়া শুদা গাখীৰ-পানী এবাটি মাত্ৰ খাই পিয়াহ পলুৱাইছিল ; জা-জলপান একো নাখাইছিল। দুপৰীয়া গা নোধোৱালৈকে তেওঁ একো গোটা বস্তুকে ভক্ষণ নকৰিছিল। জালাল ককায়ে হ'লে চাহ-খপাত আদি খাইছিল। খাইছিল যদিও কিন্তু বহুতৰ দৰে তেওঁ লুভীয়া নাছিল। অল্পাহাৰী হৈও তেওঁ কঠোৰ পৰিশ্ৰম কৰিব পাৰিছিল। কেতিয়াবা পিতাক আলিৰ পাহ কাটি, মাটি জাপি খেতিৰ আলি বন্ধা কামত বৰকৈ লাগি থকা দেখিলে তেওঁ কৈছিল—চাওঁ কাকা মোক দি, তই অলপ জিৰৌচোন (জিৰণি ল-চোন) ;—এইবুলি কোৰখন টান মাৰি নি নিজে লাগি গৈছিল।

মই নিজে জীৱনত হালৰ মুঠিত ধৰি পোৱা নাই। ধৰিব যে নুখুজিছিলোঁ—এনে নহয় ; পিতাই ধৰিবলৈ নিদিছিল। তেওঁ কৈছিল—মই জীয়াই থকাত তই অইন যিহকে কৰিলেও অন্ততঃ হালৰ মুঠিত নধৰিবি। মই ধৰিবলৈ নিদিওঁ। একেডাল ধুপৰ ঠাৰি ঃ নালাগে তই মোক হাল বাই খুৱাব।—কেতিয়াবা বৰকৈ কাউচি কাঢ়ি থাকিলে লোটা-মৈত উঠিব দিছিল ঃ তাকো অলপ সময়ৰ কাৰণে, আৰু লোটা-মৈতহে ; কামাৰা-মৈত নহয়। তাৰ কাৰণটো পিছতহে বুজিছিলোঁ। লোটা-মৈৰপৰা কেনেবাকৈ পিচলি পৰিলেও মৈখনে বৰ বেছি আঘাত নকৰে। বৰ বেছি হ'লে ওপৰেদি চুঁচৰি গুচি যায় ; কামাৰা-মৈত হ'লে হাত-ভৰি ভাঙি চেলাই-বখলিয়াই নিয়াৰ সম্ভাৱনা থাকে। পেয়াক (বোকা) দিবৰ সময়ত লোটা-মৈত উঠা বৰ আৰামৰ কথা ঃ মিহি ৰাস্তাৰ ওপৰেদি মটৰ গাড়ীত থিয় হৈ যোৱা যেন লাগে। তলত ওখৰা-মোখৰা দলি-চপৰা নাথাকি পানী-মিহলি মিহি মাটি থকাৰ কাৰণে তেনে হয়। তথাপি এদিন মৈৰপৰা পৰি ভৰিত অলপ আজাৰ পোৱাত মায়ে পিতাক বাৰুকৈয়ে বকিছিল। পিতা সিদিনা মন্ত্ৰমুগ্ধ সাপৰ দৰে নীৰৱ হৈ আছিল ; উত্তৰ একো দিয়া নাছিল। তেওঁ নিজেও নিজক দোষী দোষী বুলি ভাবিছিল হ'বলা। লুৰা আৰু জুগুপিত (জুমুখিত) জুই লৈ তামোল-চাহ-খপাতেৰে সৈতে পথাৰলৈ যাবলৈ অকল ময়ে নহয়, বাইদেউহঁতেও বৰ হেঁপাহ কৰিছিল। তেওঁলোকে হাতত অইন একো নিবলৈ নাপালে জাকৈখনকে লৈ গৈছিল। হালতলীৰ কাষৰ পানীত দুই-এচাব মাৰিব বা দুই এচোঁচা টানিব। তেনেকৈ পুঠি-খলিহনা মাছ কেতিয়াবা ভালকৈয়ে একো সাজৰ জোখাৰে পাইছিল।

ৰবি মাটিত কঠীয়া পাৰাৰ সময়ত কেতিয়াবা বৰ কষ্ট হৈছিল। বেলা ভাটি দিয়ালৈকে পিতাইঁত পথাৰতে থাকিবলগীয়া হৈছিল। সাধাৰণতে চঢ়া (চৰা, ওখ) বাৰুবাত (বোকবিয়নিত) কঠীয়া পাৰা হয়। কঠীয়া পাৰাৰ সময়ত বৰষুণ হৈ থাকিলে পেয়াক দিবলৈ আৰু তাতে কঠীয়া সিঁচিবলৈ সহজ হয়। সেয়ে নহ'লে ওচৰৰ খাল-ডোং, ডোভা, পুখুৰী আদিৰপৰা খলা কাটি পানী সিঁচি বাৰুবাত জুলিৰ সহায়ত পানী তুলিব লাগে। সেহেতি আৰু সেনি (সিঁচনী) দুয়োবিধ সজুলি ব্যৱহাৰ কৰিবলগীয়া

হয়। সেইহেতিবে খালৰপৰা পানী সিঁচি বাকৰাত তুলি তাৰপৰা জুলি কাটি আৰু সেনিবে দুৰলৈ ছুটিয়াই দি পানী তুলি লৈ কঠীয়া পাৰিবৰ কাৰণে মাটি তৈয়াৰ কৰা হয়। কেতিয়াবা কেতিয়াবা চখতে আমিও সেনিবে পানী সিঁচিছিলোঁ। সেইহেতি দুজনে পানীৰ গাঁতৰ দুইমূৰে থাকি ৰছীৰ সহায়ত টানে। ই যথেষ্ট কষ্টকৰ কাম। মই সেইটোত সিমান হাত দিয়া নাছিলোঁ। হাত দিবলৈ গ'লেও লগৰীয়া নাপাইছিলোঁ ; কাৰণ, মোৰ লগত কোনেও সেইহেতি টানিবলৈ আগবাঢ়ি নাহিছিল। সম্ভৱ মই তাৰ লায়েক নহওঁ বুলিয়েই। কাৰোবাক মই আগ্ৰহেৰে মাতিলেও তেওঁ হাঁহি মাৰি উত্তৰ দিছিল—

টিপ্‌টিপেলি চৰেই (চৰাই) পৰ্বত লৰে তুলি।
ঢোল হান ডিমা পাৰে চুঙাৰ বাড়ুলি।।
বাপা, থৌ-থৌ (থ-থ)। এৰী পেলৌ, কপাহ লৌ।।

এই বচনটোৰ 'এৰী' শব্দৰ ইয়াত দুটা অৰ্থ—'এৰী' আৰু 'এৰি'। বহুতে 'কপাহ'ৰ ঠাইত 'মূগা' বোলে। ই এটা প্ৰবচন। ১৭/১২/৮৪

# যি কৰে পৰত, তাৰ মিলে ঘৰত

ইতিপূৰ্বে বৰশী বোৱা পৰ্বটোৰ কথা কিছু কৈ আহিছোঁ। তাতে আজি আৰু অলপ যোগ দি আৰম্ভ কৰিব খুজিলোঁ। পিঠাৰ টোপেৰে পুঠি, চেলেকনি আদি সৰু সৰু মাছ ধৰাটোত একপ্ৰকাৰৰ আমোদ আৰু বৰল, ভেকুলী-পোৱালি, মকৰা, কেঁচু আদিৰ টোপেৰে শ'ল, কাৱৈ, মাগুৰ, চেং-আদি মাছ ধৰাটোত অন্য একপ্ৰকাৰৰ আমোদ-আনন্দ পোৱা যায়। সৰু বৰশীত পিঠাৰ টোপেৰে পুঠি মাছ কেতিয়াবা ছিপে-প্ৰতি ধৰিব পাৰি। পানীত বৰশীটো পেলাই দিয়া মাত্ৰে মাছে টানি লৈ যায় আৰু ছিপ মাৰিলেই মাছ তৰত পৰেহি। তেনেকৈ মুকলি থলাত ছিপেপ্ৰতি পোৱা পুঠি-মাছ কেতিয়াবা খালৈৰ অবিহনে বিৰিণাৰ ফুলথকা থাৰিত বা কোমল সৰু তগুলত (তমালত) হাল্‌ণ্ডি কৰি গাঁথিও অনা হয়। কেইবা হাল্‌ণ্ডিও মাছ হাতত ওলোমাই লৈ দুই-এঘণ্টাৰ ভিতৰতে বিজয়ী বীৰৰ দৰে ঘৰলৈ উভতিব পৰাটো পৰম আনন্দ আৰু উলাহৰ কথা।

তুঁহৰ গুড়াৰে চুবুৰীৰ তিৰোতাসকলেও তেনেকুৱা পুঠি, খলিহনা আদি মাছৰ কাৰণে ঘাটৰ পানীৰ জিয়ালিৰ (যুবলিৰ) তৰ পানীত 'বাহা' দিয়ে। চাউলৰ খুদ আৰু

তুঁহৰ গুড়াৰ লগত বোকা-মাটিৰ ডাঙৰ লাড়ু একোটা সাজি লৈ একাঁঠুমান পানীৰ তলত পেলাই থৈ চেকনি এডাল পুতি চিন ৰখা হয়। সেই লাড়ু খাবলৈ পুঠি-দৰিকনা আদি মাছবোৰ তাত ভৰি পৰেহি। তেতিয়া জুলুকিৰে ছাব মাৰি সেই মাছবোৰ ধৰা হয়। সেযে বাহা দিয়া। কেতিয়াবা আমি—আমাৰ বৰশীবোৰা থলাত বাহা কিয় দিছাহি—বুলি দুই-এগৰাকী বুঢ়া মানুহৰ লগত তৰ্কাতৰ্কি, খণ্ডাখণ্ডিও কৰিছিলোঁ।

ভেকুলী, বৰলৰ টোপ আদিৰে বৰশীত মাছ ধৰিবলৈ হ'লে টোপ্‌টোপকৈ ঘাটে-ঘাটে টোপ-মনি ফুৰিব লাগে। মাছ পালে মনত ৰং লাগে, নাপালে মনটো তেনেই জঁয় পৰি যায়। পিছে বোৰ্কা-চেং বোলা এবিধ মাছে হ'লে এই টোপ বৰ ভাল পায। খেদি আহি টপৰ্ কৰি গিলি থয। বোৰ্কা-চেং ভয়ানক মাছ। দেখাত সি সাপটোৰ দৰেই, পথৰা-পথৰি আৰু কিছু দীঘল। অলপ ক'লা বৰণৰ। সি টোপটো গিলিযে পানীত মুখেৰে বুৰ্‌বুৰণি তুলি স্ফূৰ্তি কৰি লৰি পলাবলৈ চায়। টোপৰ লগত মুখৰ ভিতৰত সোমোৱা বৰশী কোবাৰিত লাগি ধৰিলেহে ধৰ্‌ফবাবলৈ ধৰে। সৰু-সুৰা বৰশীৰে তাক ধঁৰিব নোৱাৰি। বৰশীৰ জৰী ছিঙি যায। তাক ধৰিবলৈ হ'লে বৰশীৰ ৰছীও মুগা সূতাৰে তৈযাৰী, টান, মোটা আৰু মিহি হ'ব লাগে। মুগা সূতাৰ তেনে বৰশীৰ ৰছী ভালকৈ পকাই বটি বৰিযাল গছৰ পাত ঘঁহি মিহি আৰু পানীৰ লগত মিলি যোৱা কৰা হয। তেনেকৈ বৰশী বাই ফুৰোঁতে এবাৰ এডাল কুচিযাই মোৰ বৰশীৰ টোপ গিলিছিল। তবলৈ তুলি আনি সাপ যেন দেখি মই বৰশী দলিমাৰি পেলাই থৈ লৰি-ঢাপৰি ঘৰ পাইছিলোঁ গৈ। বাইদেউহঁতেহে চাবলৈ ভযে ভযে গৈ সাপৰ ঠাইত কুচিযাডাল পাই বৰশীৰে সৈতে ঘৰলৈ আনিছিল। সেইদিনা তাক কুটি-বাচি লৈ বাহিৰতে আমি ৰান্ধি-বাঢ়ি মহৎ ভোজ পাতিছিলোঁ।

কেতিযাবা মাগুৰ মাছ আদি দুই-এবিধ মাছে টোপ খাবলৈ এৰি ফিচাৰে পুঙা বা টোপত থপৰিযাই পাক দি নাচন মাৰি ৰং কৰে। তাকে কৰোঁতে এবাৰ মোৰ বৰশীত এটা মাগুৰ মাছ ফিচাতে খোঁচ খাই পাৰত পৰিছিলহি।

গাঁৱত ধান ৰুবৰ সমযত হাল মতা আৰু খেতি চপাবৰ সমযত সাউৰি মতা—দুটা মজাৰ সমবাযমূলক কাম। এই কামৰ দ্বাৰা মাটি আৰু খেতি বেছি থকা পৰিয়ালক গাঁৱৰ অইন কৃষকসকলে ধান ৰোৱা আৰু খেতি চপোৱা সমযত লাগি-ভাগি দি সহায় কৰে। নিজৰ ৰোৱা-বোৱা শেষ হ'লে চম্ভালিবলৈ টান পোৱা অইনসকলক হাত উজান দি সহায কৰা গঞা জীৱনৰ এটা বৈশিষ্ট্য বুলিব পাৰি। আমাক ওচৰৰ সকলো জাতিৰ মানুহে খেতিৰ সমযত হাল মাতিলে হাল বাই দি আৰু ধান-কটাৰ সময়ত সাউৰি মাতিলে ধান কাটি কান্ধেৰে কটিয়াই চপাই-মেলি দি সহায কৰিছিল। তাৰ বাবে কাকো এটা ফুটা কড়িও দিব নালাগিছিল। তেতিয়াৰ দিনত হাজিৰা লৈ কাম কৰা নিয়ম নাছিল।

আমাৰ আটাইতকৈ ভাল খেতিৰ মাটিখিনি আছে কাউৰা খঁৰা বুলি এডোখৰ দ ভুঁইতলীত। ভাদ মাহৰ মাজ মান পালে—গাঁৱৰ প্ৰায় সকলোৰে হাল উঠিলে,

আমাৰ কাউৰা খঁৰাৰ মাটিত হাল মাতে। তাত কমেও ১০। ১৫ খন হাল তেতিয়া একেদিনাই একেলগে এখনৰ পাছত এখনকৈ চলিবলৈ ধৰে। কি ট্ৰেক্‌টৰে পাতিব? মাটি ঘুলঘুলীয়াকৈ চাহ হৈ যায। দূৰৰপৰা সেই হালবোৰৰ দৃশ্য এটা চাই-থাক চাই-থাক দৃশ্য হৈ পৰে। কেঁৰা-দুপৰীযা বা থিয় দুপৰীয়া হালতলীত হালুৱৈসকলক চাহ-জলপান খুউৱা হয। সেই চাহ-জলপানৰ যোগান ধৰাত সহায় কৰিবলৈ আমি আমাৰ নঙলাৰ আগৰ ন-পুখুৰীটোৰ ওখ পাৰটোত থিয় হৈ হাল কেইখন হৈছে এক-দুইকৈ দূৰৰপৰা গণ্তি কৰোঁ আৰু ঘৰত কওঁহি—হাল দহখন হৈছে, হাল এঘাৰখন হৈছে—ইত্যাদি। সেইমতে চাহ-জলপানৰ যোগাৰ হয। হাল-বোৱা সেই মানুহবোৰৰ দুই-এজনে কেতিযাবা গৈ আবেলিও কঠীয়া তুলি দি সহায় কৰিছিল।

সেই একে নিচিনাকৈয়ে ধান-কটা আৰু চপোৱাৰ সময়তো মানুহ মতা হয়। তাকে সাউৰি মতা বোলে। সাউৰিত ১৫। ২০। ২৫। ৩০ জন পৰ্যন্ত মানুহ গোটখোৱা আমি দেখিছিলোঁ। ২৫। ৩০ জন লোকে পথাৰখনৰ পকা ধানৰ এমূৰে শাৰী পাতি লৈ ধান কাটি লগেভাগে আগুৱাই গৈ থকা দেখিলে এনেহে লাগে যেন মুকলি আকাশত এজাক চৰাইহে শাৰী পাতি উৰি গৈছে। চালে চাই থাকিবৰ মন যায়। তেনেকৈ ওৰে দিন ধান-কটা চলে। তাতো দুপৰ হোৱাৰ আগে আগে আমি গৈ মাইক বা মাহী-মাক ধান-কটা মানুহৰ (দাৱনীৰ) হিচাব দিয়াটো আমাৰ এটা ধৰা-বন্ধা কৰ্তব্যযে আছিল। তেওঁলোকে আমাৰপৰা হিচাব লৈ সেইমতে জা-জলপানৰ আযোজন কৰিছিল।

সাধাৰণতে চ'লীযা পিঠা (চাউলীযা-পিঠা?) অৰ্থাৎ ভাপৰ মুখত দি সিজোৱা বন্নি বা কোমল চাউল, দৈ-গাখীৰ আৰু চুৰাৰেই সেই জলপান দিয়া হৈছিল। কল প্ৰাযে নাথাকে। দুপৰ হওঁ-হওঁ হওঁতে পিতাই সেই জলপান ঘৰৰপৰা সিকিয়াত ভাৰবান্ধি নিযেহি। ধঁপাত, জুই, হোকা-চিলিম, তামোল-পাণ আদি নিয়া ভাৰ আমাৰ ওপৰত। খোৱা পানী ওচৰতে থকা কিনাৰ পুখুৰীৰপৰা বা অইন ক'ৰবাৰপৰা অনা হয়। সেয়ে নহ'লে ঘৰৰপৰাই পিতলৰ কলহত দুকলহমান নিয়াৰ ব্যৱস্থা কৰা হয়।

এবাৰৰ এদিনৰ কথা। মাই তেতিয়া নাই। সিপুৰীত। মাহীমায়ে সকলো চলায়। পথাৰত কুৰিজন ধান-কটা মানুহ হৈছে বুলি মই খবৰটো ঘৰত দিছিলোঁহি। সেইমতে ঘৰৰ জলপানৰ যোগাৰ চলিছিল। মাহীমায়ে পুৰণি পুখুৰীত চাউল ধুই আনি পিঠা পুৰিবলৈ যো-জা কৰিছে। শুকান বাঁহ-খৰিৰে দপ্‌দপ্‌কৈ জুই জ্বলাই লৈছে। পিঠা পোৱা ছটাত (মাটিৰ বিশেষ ধৰণৰ বাচনত) যথাৰীতি পানী আৰু চাউল দিছে। কিন্তু পানীৰ উতল অহা নাই। জুই দিছেহে দিছে, খৰি পুৰিছে হে পুৰিছে, তথাপি পানীৰ উতল নাহে। ইফালে অলপ পৰ.পিছতে পিতা জলপান নিবলৈ ওলালহিয়েই। সুধিলে—জলপান হৈছে নে? আজি মানুহ কিন্তু কুৰিটা। জলপান অলপ সৰহ লাগিব।

মাহেয়ে উত্তৰ দিলে—জানো, কি হৈছে নাজানো ; জুই দিছোঁহে দিছোঁ দেখোন—তেও উতল-চুতল নাহে। হাইৰান হৈছোঁ।

পিতাই তেতিয়া লৰালৰিকৈ গা ধুই ল'লে। তেওঁ কাপোৰ সলাই লৈ বন্ধা পুলিটোৰ আখলৰ ওচৰলৈ গৈ দেখে কথা সঁচা। তেওঁ হতভম্ব হ'ল। দিন-দুপৰীয়া এতিয়া ধান-কটা মানুহবোৰক খুউৱা যায় কি? পিঠা বা কোমল বনি চাউল লাগিবই। দৈৰ টেকেলি আনি থোৱা আছে। তেওঁ সুধিলে—চাউল থোওঁতে কোনে বাৰু দেখিছিল?—মাহীমায়ে ক'লে—লক্ষ্মী চহৰীয়াই। এইখিনিতে কৈ থোৱা ভাল—লক্ষ্মী চহৰীয়া বোলা মানুহজন আমাৰ ভাগীৰে লোক ; সম্বন্ধত মোৰ ককাইদেউ। পিতাইতৰ বয়সৰ লোক। কূট-নাট কৰাত ওস্তাদ। সকলোৱে তেওঁক ভয় কৰে।

পিতাই ক'লে—তেন্তে সিয়ে মোক এই কামোৰটো মাৰিলে! সি এইটো কৰিব নালাগিছিল। চাওঁচোন বাৰু। হে ভগৱান, তুমি বাৰু মোক আজি লাজ-লঘু কৰি, মৰাৰ তূল্য অপমান দিবা নেকি? মই নো কাৰ কি অপকাৰ কৰিছোঁ?—এইবুলি বাৰনী-ঘৰৰ দুৱাৰমুখৰ চালৰপৰা তিনিডাল খেৰ টানি আনি সাত আঙুল কৰি জুখি ল'লে। তাৰ পাছত নিজে গৈ পুখুৰীৰপৰা এক লোটা পানী আনি খেৰকেইডাল তাত জুবুৰিয়াই দি মন্ত্ৰ মাতি পানী ঝাৰিলে। তাৰ পাছত পিঠা-পোৰা পাত্ৰ বদলাই নতুন পাত্ৰত অইন পানীৰ লগত এই ঝাৰা-পানীখিনি লগ কৰি তাত নতুন চাউল বহুৱাবলৈ ক'লে। জুইতো নতুনকৈ খেৰ একোছা ঝাৰি দি জ্বাল দিবলৈ ক'লে। সেইমতে মাহেয়ে কাম কৰি গ'ল। অলপো পলম নকৰিলে।

আচৰিত কথা, অলপ সময়ৰ ভিতৰতে পানী ভক্‌ভক্‌কৈ উতলিবলৈ ধৰিলে। চাউল সিজিল। জলপান হ'ল। পিতাই তাকে লৈ গৈ পথাৰত দাৱনীসকলক খুৱালে। ইটো-সিটো কৰি দি আমি সহায় কৰিলোঁ। মানুহক খুউৱাৰ পাছতহে পিতাই সকলোৰে আগত ঘটনাটো বিবৰি ক'লে। তেতিয়া ভুবন বুলি বলী-জোৰী হটঙা লোক এজনে কৈছিল—আজি পাটগিৰি ককাই দেখি বাৰু পাৰিলে—আমাৰ হ'লে কি হ'ল হয়? গাঁওখনৰ ভিতৰতে এইটো লোক যত কূট-নাটৰ ঘাই। আতিয়াজাখোৱা (আৰু তেওজবেলি) চান্দেইপাৰাত কুঁহিয়াৰ পেৰোঁতে সি কি কৰিছিল মনত নাই নে? থালীৰ কুঁহিয়াৰৰ ৰসৰ তলত জুই দেওঁহে দেওঁ, তথাপি উতল নাহে। সিদিনাও যাতো পাটগিৰি ককাই আছিল কাৰণেহে। এদিন আন্ধাৰ ছেওত (ছেগত) চুপি থাকি তাক ধৰি কুচিয়া-দগৰা দিলে কেনে হয়?

পিতাই ক'লে—থাক, থাক। একো কৰিব নালাগে। তেনে মানুহক ভগৱানেই শাস্তি দিয়ে। দেখিবি, তাকো নিদিয়াকে নাথাকে। এদিন সি তাৰ ফল পাবই পাব। আমি দিব নালাগে, ভগৱানে দিব। ভগৱানৰ ৰাজ্যত বিচাৰ আছে, মাত্ৰ বাট চাব লাগে। কথাতে নকয় জানো, বোলে, কটাৰ-গো কুটী, লোকলৈ বুলি হল পুতি নিজে মৰে কুটি। আৰু, বোলে, যি কৰে পৰভ, তাৰ মিলে ঘৰত।

সঁচাকৈয়ে মানুহজনৰ মৃত্যু বৰ যন্ত্ৰণাদায়ক আছিল। ২০/৩/৮৫/

# ধান মৰা ৰবডেকা

সাউৰিৰ (সাঙুৰিৰ) ৰাতি আমাৰ ঘৰত মস্ত ভোজ হয়। ভোজত মাছ, মঙহ আৰু হাঁহ-কণী থাকে। কিন্তু চিতল-বৌ-ববালি-ভকুৱাৰ দৰে কিনি অনা ডাঙৰ মাছ বা পঠা-খাহীৰ দৰে জন্তুৰ মঙহ নাথাকে। খাল-পুখুৰী সিঁচি পোৱা বা বিল-দোঙাত মাৰি অনা কাৱৈ-মাগুৰ-শ'ল-গৰৈ আদি মাছেই মাছ আৰু ৰবৰ বা চুবুৰীয়াৰপৰা অনা পাতি-হাঁহ, ৰাজ-হাঁহ, পাৰ আদি মাৰি ৰন্ধা বিধে বিধে মঙহ হয়। সাধাৰণতে বাৰীৰ কাঠ-আলুৰে সৈতে মঙহৰ আঞ্জা ৰন্ধা হয়। মাটি-মাহৰ দালি শুদা চৰুত ভাজি, তেজপাত দি ৰন্ধা, সিও এখন আঞ্জা। কাঠ-আলু বহুত বিধৰ আছে, যেনে—চিকন আলু, ঋপৰা আলু, হাতীখুজীয়া আলু, ব'ঠাপেতীয়া আলু ইত্যাদি। আমাৰ এপুৰা মাটিৰ বাৰীখনতে এই সকলোবোৰ আলু আছিল। ঔটেঙা আৰু শ'ল মাছেৰে টেঙা ৰন্ধা হয়। মাটি মাহৰ দালিৰ লগত কোমোৰাৰ ডাঙৰ ডাঙৰ ডোখৰবোৰ মিহলাই দিয়া হৈছিল। ভজা কাৱৈ মাছ বা মাগুৰ মাছ এটা বা দুটাকে সকলোৱে পাইছিল। হাঁহ-কণী আছিল ঘৰৰে। প্ৰায় মাজ-ৰাতি মানতহে সকলোৱে খাই-বৈ উঠি ঘৰলৈ উভতিছিল। ৰান্ধনীৰ ভাত হোৱাৰ সময়লৈকে এইখিনি সময় চাঙিৰ তলত দুখৰীয়া কাঠ আৰু বাঁহৰ মুঢ়াৰে ধৰা গপ্‌গপীয়া জুই একুৰাৰ চাৰিওফালে আদহীয়াসকল বহিছিল আৰু তাৰে ওচৰতে পুথি চোৱাৰ খলা বা চক্ৰ আৰম্ভ হৈছিল। বধাসুৰ বধ, বভ্ৰুবাহন বা মহাভাৰতৰ বিৰাট পৰ্বকে ৰাগ দি পঢ়া শুনিছিলোঁ। এজনে লগাই দিয়ে, ওচৰৰে ৩। ৪ জনে ধৰে। পাঠকে মাজে মাজে ভাঙনি কয়। বুজিব নোৱাৰা কিবা কথা ওলালে অময়া খুৰাদেৱে বা পিতাই ভাঙি-পাতি বুজাবলগীয়া হৈছিল।

গাছি (গছি) ধানৰ মাৰণ (মৰণা) মৰা আমাৰ কাৰণে এটা ৰব হাউচৰ কাম আছিল। ধানৰ মুঠীয়াবোৰ ওপৰমুৱা কৰি অলপ হেলনীয়াকৈ থৈ চক্ৰাকাৰ স্তূপ এটা কৰা হয়। সাধাৰণতে দহ ভাৰ বা বাৰ ভাৰ মান ধানৰ মাৰণ পতা হয়। তিনি-চাৰিটা হালোৱা গৰু সাঙুৰি লৈ মাৰণৰ ওপৰত ঘূৰাই ধান মাৰিব লাগে। কেতিয়াবা ১৫।২০ ভাৰ ধানবো ডাঙৰ মাৰণ সাজি ৪। ৫ টা গৰু বা ম'হ যুৰি লৈও ধান মৰা যায়। মাৰণত গৰু ফুৰোৱা এটা ৰব উলাহজনক কাম।

গুটি ধান গৰুৰ গচকত সৰি তল পৰিলে খেৰবোৰ লুটিয়াই-বগৰাই জোকাৰি দিব লাগে। মূৰত এটা আঁথি থকা এডাল মাৰিৰে খেৰবোৰ লুটিয়াই-বগৰাই দিয়া হয়। বাঁহৰ আগলিৰ এই মাৰিডালকে উখুনি (ওখোন) বোলে। খেৰবোৰ জোকাৰি তাৰ সহায়ত তল-ওপৰ কৰি দিয়া কামটোক ধান উখুনিওৱা (ওখোনিয়া) বোলে। তাকে কৰোঁতে গুটি-ধানবোৰ তলপৰি গৈ চোতাল পায় আৰু খেৰবোৰ দাম (দ'ম) হৈ উফৰি উঠে। তেনে খেৰৰ দামত দূৰৰপৰা দৌৰি গৈ জপিয়াই খোট দিয়া

(খেৰ মৰা) ঘৰৰ বা চুবুৰীয়া ল'ৰা-ছোৱালীবোৰৰ কাৰণে বৰ আমোদজনক কাম। তাকে কৰোঁতে হাত-ভৰি আদিত কোনেও অকণো দুখ নাপায়। সৰু ল'ৰা-ছোৱালীবোৰৰ কাৰণে সি এটা খেলা হৈ পৰে। ওপৰলৈ ভৰি আৰু তললৈ মূৰ কৰি জপিয়াই লুটি খাই পৰাই 'খোট দিয়া'। খোটো নানা প্ৰকাৰৰ আছে, যেনে—উল্টা খোট, লুটি-মূৰি খোট, বাগৰা খোট, তগুল (তঙাল) মোচৰা খোট, চকৰি খোট, কাতীয়া খোট ইত্যাদি।

গৰুবোৰ মাৰণত চক্ৰাকাৰে ঘূৰি থাকে। যিটো গৰু দূৰত থাকি ঘূৰে তাৰ কষ্ট বেছি। সি বেছি ঠাই ঘূৰিব লাগে। চোকা, তজবজীয়া গৰুক তেনেকৈ ঘূৰিবলৈ কাষত দিয়া হয়। চক্ৰৰ ভিতৰত কেন্দ্ৰত থকাৰ দৰে থাকি একে ঠাইতে ঘূৰা গৰুটো সাধাৰণতে ওডা বা মাঠ। তাক মৈয়া বোলে। একে ঠাইতে ঘূৰোঁতে ঘূৰোঁতে সি কেতিয়াবা পিছ ঠেংখন (বাঁও ঠেংখন) একে ঠাইতে ঘূৰাই থাকি খেৰৰ টোঁহোৰা ৰছী বা ফোহেতি পকায়। গৰু খেদা মানুহজনে সেই ফোহেতি মাজে মাজে ভাঙি খেৰবোৰ মিলাই দিয়ে। তেনেকৈ ঘূৰোঁতে ঘূৰোঁতে মাৰণ বেছি বহল হৈ গ'লে উখুনিৰে তাৰ বিয়পি পৰা ঘূৰণীয়া কাষবোৰ চপাই খেৰবোৰ ভিতৰলৈ দলিযাই দিযা হয়। তাকে 'কাষৰ তুলি দিযা' বোলে। মাৰণত গৰুৰ পাছে পাছে ঘূৰা আৰু খেৰৰ ওপৰত খোট দিয়া (খৰ মৰা) মোৰ বৰ চখৰ কাম আছিল। পঢা এৰি আহিও তাকে কৰি ৰং পাইছিলোঁ। কেতিযাবা মাজ-নিশালৈ উজাগৰে থাকি টোপনি খতি কৰিও তাকে কৰিছিলোঁ।

উখুনিৰে খেৰবোৰ লুটিয়াই-বগৰাই কোবাই দিযাকে ধান লাৰি দিযা বোলে। ধান লাৰি দিযা সময়ত মাৰণৰ সাঙুৰি থোৱা গৰুকেইটা একাষৰীযা কৰি ৰখা হয়। দুই-তিনিবাৰ তেনেকৈ গৰু ফুৰাই লাৰি দিযাৰ পাছত খেৰত গুটি-ধান নাইকিয়া হ'লে শেষবাৰৰ কাৰণে খেৰবোৰ ভালকৈ জোকাৰি দিযা হয। তাকে 'খেৰ জোকাৰা' বোলে। খেৰ জোকাৰাৰ সময়ত ঘৰৰ ডেকা-ডেকেৰী, ল'ৰা-বুঢা সকলোৱে ওলাই আহি তাত হাত উজান দিযে, আনকি ৰান্ধনীযেও একোবাৰ চৰু এৰি আহি অলপ লাগি-ভাগি দিযেহি।

মাৰিবলগীযা ধান বেছি থাকিলে সন্ধ্যাৰপৰা ৰাতি ভাত খোৱাৰ পৰলৈকে এবাৰ আৰু দোকমোকালিতে এবাৰ—এই দুবাৰ ধান মৰা হয়। তাকে দুই মাৰণ মৰা বোলে। গুটি-ধানবোৰ ভাখেৰিত (ভঁৰালত) তুলি থোৱাৰ আগতে দিনত সেইবোৰ চোতালত মেলি দি এটা ৰ'দ লগাই ল'ব পাৰিলে ভাল। তেতিয়া হ'লে সেই ধান বহুত দিনলৈ ভঁৰালত ভালে থাকে। হৰ বৰডেকাই আমাক এই আটাইবোৰ কামত বিস্তৰ সহায় কৰিছিল। মাজৰাতিলৈ ধান মাৰি থাকি আমাৰ তাতে খোৱা-বোৱা কৰি তেওঁ নিজৰ ঘৰত শুইছিল গৈ। আকৌ ফিৰিকা দিনা দোকমোকালিতে আহি ধানৰ মাৰণত গৰু জুৰিছিলহি। তাকে দেখি আমি তেওঁক কেতিযাবা সুধিছিলোঁ—আজি বৰডেকাই ওৰে ৰাতি ধানকে মাৰি আছে নেকি? ৰাতি দেখোন আমি বিচনাত পৰাতো

বৰডেকাই মাৰণত গৰু খেদি আছিল, এতিয়াও আছে।—তেওঁ হাঁহি মাৰি কৈছিল—তইঁতেও তাকে কৰিলে 'বৰডেকা' হ'ব পাৰিবি। মই এনেয়ে বৰডেকা হৈছো নেকি? চোতালৰ ধান শেষ নোহোৱালৈকে মই 'ধান-মাৰা বৰডেকা'। ২০/৪/৮৫

# এওঁ য'ত, তেওঁ ত'ত

গৰু, ধান আৰু পাণে বোলে যাকে-তাকে নামানে ; অৰ্থাৎ যাৰে-তাৰে ঘৰত এই তিনিটা বস্তু বৃদ্ধি নাপায়। গৰু মানেই ধান, গৰু মানেই গাখীৰ। ধানৰ খেতি আৰু গাখীৰ পাবলৈ হ'লে গৰু লাগিবই। পাণ আৰৌ তামোলৰ সৈতে আলহী শোধ-পোছ কৰাৰ প্ৰথম আহিলা। আগৰ দিনত আলহী আদৰাৰ পহিলা সমলেই আছিল তামোল-পাণৰ বটাখন। আজি-কালিহে চাহ হৈছে। সেইবুলি কিন্তু তামোল-পাণে পূৰ্ণ অব্যাহতি পোৱা নাই। আনহাতে পাণ আৰৌ একপ্ৰকাৰে বেচা-কিনা বেহা-বেপাৰবো সামগ্ৰী। গএগ্ৰ হাট-বজাৰত তাৰ কিনা-বেচা বিপুলভাবে চলে। সেয়েহে কোৱা হয় বোলে, 'গিৰী কৰে ধানে, গিৰী কৰে আনে, গিৰী কৰে পাণে'।

আমাৰ মাইক হেনো গৰুই মানিছিল, আৰু মোকো মানে। মানুহে কোৱা শুনিছোঁ—মাইৰ বিয়াৰ পাছৰপৰাই বোলে আমাৰ ঘৰত গাখীৰ নুগুচিছিল আৰু গোহালি গৰুৰে ভৰি আছিল। মনত পৰা দিনৰেপৰা মই আমাৰ ঘৰত গোহালিভৰা গৰু দেখিছোঁ। তেতিয়াৰ আমাৰ গোহালিৰ গৰুৰ নামবোৰো মোৰ ৰিণিকি-ৰিণিকি মনত পৰে। টিকিলা হালুৱা, ফোটা বাজান, ৰঙা হালুৱা, টোপা হালুৱা, পথৰা হালুৱা, গেঠু বলধ, কজলা বলধ, ৰাঙী গাই, পাখেৰী গাই, কলী গাই, বগী গাই, হ'ন্না (হৰিণা) দমৰা, আদেৰী দামেৰি (দামুৰি) ইত্যাদি। গাই-দামুৰিসহ সদায় পোন্ধৰটা গৰু গণ্তি কৰা মোৰ মনত পৰে। পথাৰলৈ গৰু মেলি নিয়াৰ পৰত আৰু গধূলি সময়ত পুখুৰীত পানী খুৱাই চপাই অনাৰ পৰত এই গণ্তি চলিছিল। বেলি মাৰ যোৱাৰ লগে লগে পুখুৰীত পানী খুৱাই বান্ধিবলৈ ঘৰমুৱা কৰাৰ আগে আগে—পানী খুৱাবলৈ মন্ত্ৰ মাতিছিলোঁ—'ঘাঁহ খাই লৰফৰ্, পানী খাই পেট ভৰ ; বাকাৰাত (বাৰ্কৰিত) ঘাঁহ নাই, গুৰ্খীয়াৰ (গৰখীয়াৰ) গাত দায় নাই—পানী পিউ, পিউ, পিউ!' লগে লগে এক, দুই, তিনি, চাৰি গণ্তি চলি আছিল। কেনেবাকৈ এটা বা দুটা ঘাটি পৰিলে বিচৰা-বিচৰি লাগে। তেতিয়া নামে-গৰুৰে মিলাই মিলাই চোৱা যায়। ওচৰৰ কাৰোবাৰ গৰুৰ লগত সাধাৰণতে বখিনা গাইৰ পিয়ানছাৱা দামুৰি কেতিয়াবা গুচি যায়। পিছত তাক বিচাৰি

অনা হয়। গোহালিত বাহ্নি জগা (যাগ) দি মহ-ডাঁহ খেদি গৰুবোৰক ৰাতি শান্তিত জিৰণি ল'বলৈ দিয়া হয়। ঠেংবোৰতো ক'ৰবাত পানী-জোক বা চীনা-জোকে ধৰি আছে নেকি চাই, জোক পালে এৰুৱাই পেলাই ক্ষত ঠাইত চূণ-ধপাত লগাই দিয়া নিয়ম। গৰুবোৰে তেতিয়া আৰাম পাই ঘাঁহ পাগুলিয়াবলৈ ধৰে। সিহঁতৰ আৰাম দেখি ভাল লাগে।

আমাৰ পুৰণি বন্ধু, গৰখীয়া হৰ বৰডেকাৰ কথা একাধিকবাৰ উনুকিয়াই আহিছো। আকৌ কওঁ। তেওঁ মোতকৈ কমেও ৭। ৮ বছৰে ডাঙৰ হ'ব। গতিকে সৰুতে তেওঁৰপৰা অকল মৰে নহয় আমাৰ লগৰীয়া-সমনীয়াই সবেও বহুত কথা শিকিছিলোঁ। হৰ বৰডেকাৰ পিতাকৰ নাম আছিল বেণুৰাম টেকেলা আৰু মাকৰ নাম মাদু। আমি মাকক মাদুবাই বুলি মাতিছিলোঁ। তাৰমানে মাদু জেঠাই (জেঠী)। তেওঁ বৰ মুখ-মিঠা দৰদী মহিলা আছিল। জেঠা টেকেলাক দেখা মোৰ মনত নপৰে। তেওঁ আমি চালুকীয়া থাকোঁতেই ঢুকাইছিল। ওপজাৰেপৰা কিন্তু বেণুৰাম টেকেলাৰ টেণ্টনালি (টেটোনালি) আৰু ৰহস্যপূৰ্ণ কাৰ্য্যৰ কাহিনী বৰকৈয়ে শুনি আছিলোঁ। বয়সত পিতাতকৈ ডাঙৰ আছিল যদিও তেওঁ পিতাৰ নলে-গলে লগা বন্ধু আছিল আৰু পিতাক হেনো সকলো কামতে তেওঁ সহায় কৰিছিল।

হৰ বৰডেকাই পিতাক 'বুঢ়াবাপেই' আৰু মোক 'মোমা' বুলি সম্বন্ধ ধৰি মাতিছিল। সদায় সকলো কামতে তেৱেঁই আমাৰ আপোনৰো আপোন আছিল। ছয়-সাত বছৰ বয়স হ'বৰেপৰা মই তেওঁৰ লগত মাজে-সময়ে গৰু চাৰিবলৈ গৈছিলোঁ। এটা ফকৰা আছে, বোলে, 'আই গৈছিল সবাহলৈ মই গৈছিলোঁ লগত, মাহ-প্ৰসাদৰ জুতি পাই ময়ো হ'লোঁ ভকত।' ঠিক তেনেকুৱাকৈ গৰুশালিলৈ গৈ পোৰা বেত-গাজ, পেৰা বেহাৰৰ (সৰিয়হৰ) তেলৰ চৰুত ভজা কোমল টেঁকীয়া, পকা লেটেকু, পনিয়ল আদি খাবলৈ পাই মোৰ লুতুৰি বাঢ়িছিল। মই সঘনে গৰু চাৰিবলৈ যাবলৈ ভাল পাইছিলোঁ। ইস্কুলত পঢ়া ল'ৰা বুলি মোক বাকীবোৰ গৰখীয়াই অলপ সমীহ নকৰাকৈও নাছিল। তাতে মোৰ কেতিয়াবা লাজো লাগিছিল।

কথাতে কয়, বোলে, 'দেখাক দেখি ধৰ্ম, শিখাক (শিকাক) শিখি (শিকি) কৰ্ম।'—ধৰ্ম আচৰণ সদায় আনক দেখি, আনৰপৰা শুনিহে কৰা যায়, ধৰ্মাচৰণৰ সকলোবোৰ কথা আৰু কাৰ্য্য মৰ্ম বুজি কৰা নহয়। কোনো কাম নতুনকৈ কৰিবলৈ হ'লেও আনৰপৰা শিকি-বুজিহে পাৰ্গত হোৱা যায়। গৰু চাৰাত মোৰো সেয়ে হৈছিল।

আমাৰ গাঁও ঘন বসতিপূৰ্ণ। ওচৰত ক'তো চৰকাৰী সংৰক্ষিত গো-চৰণীয়া পথাৰ (ৰিজাৰ্ভ) নাই। অ'ত-ত'ত একোডোখৰ মৰিশালি, পিতনি বা হাবিয়নি আছিল। সেইবোৰতেই বা কাবোবা চনপৰা বাকৰা (বাকৰি) বা মুকলি পথাৰতে গৰু চৰোৱা হৈছিল। কেতিয়াবা অইন একো নাপালে বা বানপানী আহিলে গছৰ পাত, বিশেষকৈ বাঁহৰ আগ, পাত আদিকে কাটি দি গৰু ৰখা হৈছিল।

খৰালি হ'লে যেতিয়া পথাৰ মুকলি হৈ আহে তেতিয়া আমাৰ ৰং চায় কোনে? আমি তেতিয়া ৰজা। পাল পাতি গৰুবোৰ ৩। ৪ জনক চাৰিওফালে চোৱা-চিন্তা কৰিবলৈ দি আমি বাকীবোৰ গৰখীয়াই নানাপ্ৰকাৰ খেলাত লাগি যাওঁ। টাং গুটি, খোল (খোৰ), লাচ, কড়ি, ঢাল, খলি আদি খেলবোৰ অলপ জাগাতে আৰু চৰকাৰি আলিবাট বা যেই-সেই বাটৰ ওপৰতে চলিছিল। সেইবোৰক গৰখীয়া ল'ৰাৰ আভ্যন্তৰীণ বা অন্তৰ্দ্বাৰ খেলা (ইন্‌দুৰৰ গেঁমচ) বোলা যায়।

খোহ্‌কি লতাৰ গুটিয়ে হয় লাচৰ গুটি। লাচৰ গুটি ওপৰলৈ মাৰি গণ্ডি কৰাৰ নমুনা, যেনে, লাচ-পঞ্চা, যুৰীয়া, তিনিটীয়া, চাৰিটীয়া, উন্ধা, ভটুকটুক, পুখুৰীয়া, আম্লিয়া। তাৰ পাছত—ধাপাত্‌, ধুপুত্‌, জাখেই (জাকে) যাওঁ, খালেই (খালে) যাওঁ ; নিচিলা ধৰি পত্তা (পইতা) যাওঁ।। তাতে শেষ। শেষ কৰাৰ আগতে কণা (কেণা) লাগিলে অন্য এজনে খেলিবলৈ পায়। এনেকৈ খেলত হৰা জনে বাজি খাব লাগে। হাতৰ মুঠিত গুটি লুকুৱা খেলৰ গুটি বিচৰা মন্ত্ৰটি আছিল—অলৌগুটি, তলৌগুটি, কচুগুটিৰ নাম ; যোন হাতত গুটি আছে, সেই হাতত পায়। ইত্যাদি।

খোলেই খেলাৰ কাৰণে বাটৰ ওপৰৰ সমান মাটিত পাঁচটা পাঁচটাকৈ খোলেই (সৰু গাঁত) দুশাৰী খান্দি লৈ তাত গুটি চলাব লাগে। কচুৰ টুকুৰাই গুটি। তাতে গুটি পূৰ কৰি খেলি যাওঁতে, একৰ কায়, দুইৰ কায়, তিনিৰ কায়, চাৰিৰ কায় চেলেকি গুটি তুলি যাব লাগে।

ঢাল আকৌ বহুপ্ৰকাৰৰ আছে, যেনে—বাঘ ঢাল, কঁকাল চিয়াঁ (ছিঙা) ঢাল, মোগল বেচা ঢাল, তিনি পইতা ঢাল, বাৰ পইতা ঢাল ইত্যাদি।

খোৰ খেলত লৰৰ গাঁঠি বেছি থাকিলে নম্বৰ বেছি পোৱা যায়। গাঁঠিৰ সংখ্যাই নম্বৰৰ সংখ্যা। গাঁঠি গণ্ডিও পৃথক ধৰণৰ ; এক, দুই, তিনি, চাৰিকৈ নহয়। যেনে—এলেং গাঁঠি, পেলেং গাঁঠি, জাব্‌লৌলৌ, সোণৰ গাঁঠি ; পঘাছিঙা, বামুণীয়া, গৰু মাৰা, গোবধীয়া, টাম্‌, টিম্‌, চৰাইৰ ডিম্‌, বেঁকা লৰ, বাজাক দিম ইত্যাদি। সাধাৰণতে বোললৈকে তেনেকৈ লেখা যায়। টাংগুটিৰ লেখ আকৌ বেলেগ, যেনে—এৰ্‌, ভেৰ্‌, বৌ, বাছ্‌, পাঁচ।

কেতিয়াবা কৰচ্‌ বা তেঁতেলীৰ ওলমি থকা ডালত ঢুলনি (দোলনি) সাজি লৈ তাত কোনো এজনক বহুৱাই লৈ ঠেলা মাৰি দি ঢুলনিৰ স্বৰ্গসুখ দিছিলোঁ। সেই সুখ আমি সকলোৱে পাল পাতি ভোগ কৰিছিলোঁ। তেনেকৈ ঢুলনিত তুলি দি একো একোজনক কেতিয়াবা আকৌ নামিবলৈ নিদি একেৰাহে বহুত সময় ঢুলিয়াই থাকি তিৰিমিৰি সৰিয়হৰ ফুল দেখুৱাই ৰং পাইছিলোঁ। তেনে অৱস্থাত পৰি সি কেনেবাকৈ জোৰ কৰি ভৰি নমাই দি নামিব খুজিলে চোঁচোৰাত তাৰ ভৰি-হাতৰ ছাল-বাকলি গৈছিল। আমাৰ সিও এটা ভামাচা হৈছিল।

ওচৰত থকা হাবি বা বাৰীৰপৰা ঔটেঙা, তেঁতেলী টেঙা, ৰবাৰ টেঙা, আমলখি, পিলিখা, লেটেকু, পনিয়ল আদি পাৰি আনি খোৱা আৰু বাহি হ'লে ঘৰলৈও

অনা আমাৰ সাধাৰণ স্ফূৰ্তি আছিল। এইদৰে তেতিয়াৰ প্ৰতিডাল কলৰ গছ, ফুলৰ গছ আৰু প্ৰতিটো ৰোহৰ (জোপোহাৰ) লগত মোৰ অন্তৰৰ নিগূঢ় সম্বন্ধ স্থাপিত হৈছিল। এতিয়াও সেইবোৰ দেখিলে পূৰ্বস্মৃতি জাগি উঠে। এতিয়াও বুঢ়া পুখুৰীৰ পাৰৰ তৰুৱা কদম, দহাকৰা আমৰ ওচৰৰ সুগন্ধি নাহৰ ফুল, দেউলৰ (দৌলৰ) ওচৰৰ আমোলমোলীয়া বকুল ফুল আদিৰ গন্ধ যেন ভাবিলেই মনৰ নাকত মলমলাবলৈ ধৰে। বকুল ফুলৰ মালা গাৰুৰ তলত থ'লে শেতেলিত চেলা নুঠে। আমি তাকে কৰিছিলোঁ। শাহানশেলীয়া (শ্মশানশালিৰ) ভূত, দোপৰ পাৰৰ ভূত, ন-বাটৰ মূৰৰ বীৰা, অহৰা বকুল-তলৰ ঘোঁৰা-বাক—সেই আটাইবোৰৰে নাম আৰু কীৰ্তিকাহিনীৰ কথা আজিও মনত পৰে। সপোনতো এইবোৰ কেতিয়াবা দেখোঁ, এইবোৰৰ কথা পাতোঁ। এই ভূত-প্ৰেতবোৰৰ ভযকে আশ্ৰয় কৰি মানুহেও কেতিয়াবা ভূত হৈ ভয় খুউৱাৰ অনেক কাহিনী শুনিছিলোঁ। এইবোৰত হেনো হৰ বৰডেকাৰ পিতাক বেণুৰাম টেকেলা আছিল অদ্বিতীয়। তেওঁ নিজে বৰ সাহসী আছিল আৰু ভূত-প্ৰেতক অলপো ভয় নকৰিছিল। কিন্তু কোনোৱে যদি কেতিয়াবা ভূত নাই বুলি কয় তেতিয়া তেওঁ কৈছিল—ভূত নাই বুলিব নাপায় ; ভূতে সকলো কথা শুনে আৰু নাই বুলিলে দেখা দি ধৰেহি। ভূত নাই বোলা মানুহক তেওঁ নিজে ভূত হৈ ভয় খুৱাইহে এৰিছিল। কেতিয়াবা এন্ধাৰত বাটেদি সেই মানুহজনক অকলে যোৱা পালে তেওঁ বাটৰ ওপৰৰ গছত বা কাষৰ বাঁহৰ জোপোহাত উঠি থাকি মুখেৰে টকালি (টপালি) পাৰি গছ-বাঁহ জোকাৰি দি ভয় খুৱাইছিল। এই বেণুৰাম টেকেলাৰে বৰপুতেক হৰ বৰডেকা। টেকেলাৰ তিনিটা পুতেক আছিল—হৰ, ভদৰ আৰু কমলা।

টেকেলাৰ ঘৰ আমাৰ ঘৰৰ দক্ষিণে। তেওঁৰ ঘৰ আৰু আমাৰ ঘৰৰ মাজতে আগতে কৈ অহা শান্তিৰাম ডেকাৰ ঘৰ। শান্তিৰাম নামতহে আছিল শান্তিৰাম ; কামত অশান্তিয়ে তেওঁক আগুৰি আছিল। আজি ইটো, কালি সিটো, সদায়ে একোটা।

এবাৰ শান্তিৰাম ডেকাই ৰাতি শাহানশেলীয়াক ৰান্ধি-বাঢ়ি (ভোজ) দিব খুজিলে। ক'লা পাৰ, মাগুৰ মাছ, হাঁহৰ ডিমা, ৰঙা লাউ—শাহানশেলীয়া ভূতৰ প্ৰিয় খাদ্য। শান্তিৰামে সেইবোৰ যোগাৰ কৰিলে। শ্মশানৰ ওচৰৰ হাবিৰ মাজত ৰান্ধি-বাঢ়ি দিয়া নিয়ম। শ্মশানশলীয়া অকলে থাকে, অকলশৰীয়া দেও। কিন্তু খোৱাৰ সময়ত সেই দেৱতাজনে অনু আৰু দুজন লগ আনি তিনিজন হৈ খায়। সেইগতিকে বেলেগে বেলেগে তিনিখন পাতত ভাত-আঞ্জা বাঢি দিব লাগে। কাষে কাষে কলৰ দোনাত মণ্ডহৰ অবকাবি আৰু মাছৰ টেঙা। ভাতৰ কাষত ভজা কাৱৈ-মাগুৰ মাছ গোটে-গোটে আৰু ক'লা পাৰৰ ভজা মঙহ। এখৰ মিঠা তেলৰ চাকি জ্বলাই দি পিছলৈ নোচোৱাকৈ উভতি আহি অৱশিষ্ট ভোজ-ভাত ৩। ৪ জন মানুহে কিছু দূৰত, ৰন্ধা-বঢ়া ঠাইৰ ওচৰতে খাই ৰন্ধা-বঢ়া একো বস্তু ঘৰলৈ ননাকৈ উভতি অহাটোৱে নিয়ম। অমাৱস্যা তিথি বা কৃষ্ণপক্ষৰ শনিবাৰ-মঙ্গলবাৰ ভূতক ৰান্ধি-বাঢ়ি দিয়া কামৰ কাৰণে প্ৰশস্ত সময়।

শান্তিৰামে তাকে কৰিলে। সেইদিনা আছিল অমাবস্যা। তাতে মঙ্গলবাৰ। শাহানশেলীয়াক ভোজ-ভাত দিয়াৰ উত্তম দিন, প্ৰশস্ত তিথি। ৰাতি সাঁজ গঢ়ি যোৱাৰ পাছত ৰন্ধা-বঢ়া কাম আৰম্ভ হ'ল। চাৰিওফালে শিয়ালৰ হোৱা-হোৱা। ফেকুৰাৰ ফেউ-ফেউ আটাহ। মাজে মাজে ফেঁচায়ো বিকট সুৰত নিঁউ নিঁউ কৰি আছে। ফেকুৰাই ফেউ-ফেউকৈ আৰ্তবাও কৰিলে বোলে বাঘ ওলায়। বাঘ দেখিলে শিয়ালেই ফেকুৰা হৈ তেনেকৈ চিঞৰে। ভয়তে তেনে কৰে। বেমোৰোল লাগে। গাঁৱতো ফেকুৰাৰ তেনে আৰাও শুনিলে মানুহৰ মনত সন্ত্ৰাস উপস্থিত হয়। তেতিয়া বন-ৰজা বাঘৰ নাম নলৈ মানুহে ঠাৰে-চিয়াঁৰে কয়—এওঁ য'ত, তেওঁ ত'ত। অৰ্থাৎ ফেকুৰাই য'ত আটাহ পাৰে ত'তে বাঘ ওলায়। ইয়াৰ পাছত কি হ'ল—সন্ধিৰ বাঁহ বুদ্ধিৰে কাটিবা—শিতানৰ কাহিনীটোত কোৱা হৈছে। ১০/৫/৮৫

# সন্ধিৰ বাঁহ বুদ্ধিৰে কাটিবা

শান্তিৰাম ডেকাই মঙ্গলবাৰে অমাবস্যাৰ দিনা ৰাতি মাঝৰ বাৰীত শাহানশেলীযাক ৰান্ধি-বাঢ়ি দিবলৈ স্থিৰ কৰিলে। সেই উপলক্ষে তেওঁ তেওঁৰ লগৰীয়া দুজন বন্ধুক খাবলৈ নিমন্ত্ৰণ কৰিলে, কিন্তু নিজৰ ঘৰৰ ওচৰৰ-চুবুৰীয়া লোকৰ হ'লে কাকো নামাতিলে—আনকি তেওঁৰ ঘৰৰ উত্তৰফালে থকা আমাৰ পিতা আৰু দখিনফালে থকা বেণুৰাম টেকেলাকো। আয়োজনটোৰ কথা জানিব পাৰি টেকেলাই পিতাক ক'লে—পাটগিৰি, তুমি ভয় খাবা, তোমাক নিনিওঁ, মই সিপাৰাৰ ঘেনাইকে লগত লৈ গৈ কামটো কৰিম। সিহঁতক ভূতক ভাত দিয়া ভোজটো ভালকৈয়ে খুৱাম! তাকে কৰিব নোৱাৰিলে মই বেণুৰাম টেকেলা টেকেলাই নহয়। মোৰ নাম তেতিয়া ওলোটাই থবা। তুমি মাত্ৰ সিহঁতক মোৰ ফন্দিটো আগে কৈ নিদিবা।

মঙ্গলদৈ চহৰক আগৰ দিনত মানুহে গুদাম বুলিছিল। ব্ৰহ্মপুত্ৰৰ জাহাজঘাট ওচৰতে আছিল আৰু জাহাজৰ মাল-বস্তু মঙ্গলদৈত মজুত ৰখা হৈছিল কাৰণে মঙ্গলদৈক বোলা হৈছিল—গুদাম। সিদিনা টেকেলা গুদামৰপৰা উভতি আহি বাটতে ঘেনাইৰ ঘৰত সোমাই তেওঁক সঙ্গী কৰি লৈ ফুট-গধূলি মুখান্ধেৰি পৰত দুয়ো ভূত সাজি বাহিৰ ওলাল। দুয়োৰো হাতত দুডাল এমুৰমান ওখ গোৰেহি বাঁহৰ গোটা টোকন। তাত চূণ সানি বগা কৰি লৈছে। কান্ধত দুয়ো লৈছে প্ৰত্যেকে দুখনকৈ কপাহী তেলাচ (চেলেং)। হাবিৰ কাষ পাই প্ৰতেকে তাৰে একোখন গাত মেৰিয়াই

লৈ আনখনেৰে মুখত মথুৰা-পাগ মাৰিলে। তেনেকৈ সাজি-কাচি শাহানশেলীয়াক ব'ত ভাত দিব তাৰে ওচৰৰ বাঁহৰ তলত ৰ'লগৈ। লাহে লাহে ঘোৰ অন্ধকাৰ নামিল। শিয়ালে হোৱা দিলে। বন্ধা-বঢ়া শেষ হওঁ-হওঁ। বন্ধা-বঢ়াৰ মচলা-তেলনিৰ আমোলমোলীয়া গোন্ধ চৌদিশে বিয়পি পৰিল। তেতিয়া দুয়োটা মানুহ-ভূতে লগ লাগি মাজে-মাজে ডাঙৰ-ডাঙৰকৈ টকালি পাৰিবলৈ ধৰিলে। হাবিৰ মাজত সৰসৰকৈ শব্দও উঠিল—যেন কোনোবা অহা-যোৱা কৰিব লাগিছে। তাকে শুনি সন্ত্ৰস্ত হৈ শান্তিৰামহঁতে ঘনে-ঘনে কয়—হে শাহানশেলীয়া দেৱতা, তোমাৰ কাৰণেই এইয়া ৰান্ধিছোঁ-বাঢ়িছোঁ ; অলপ বাট চোৱা, অলপ ধৈৰ্য্য ধৰা। এতিয়াই দিম। এতিয়াই দিম।

বন্ধা-বঢ়া শেষ হ'ল। ভূতক ভাত দি উঠিহে, অৱশিষ্টখিনি মানুহে তাতে খায়—এয়ে নিয়ম। হাবিৰ অলপ মুকলি ঠাই এডোখৰত, আগলতি কলপাত এখনৰ ওপৰত মিঠাতেলৰ চাকি এখৰ মাটিতে জ্বলাই থৈ তাৰ ওচৰতে ভাতৰ পাত দিবলৈ ঠিকঠাক কৰা হৈছে। ভূতলৈ আগকৰি বঢ়া ভাতৰ পাত তিনিখন তিনিজন লোকে চালনি একোখনত তুলি নি সেই ঠাইত থ'লে। লগতে তিনিটা ডাঙৰ ডাঙৰ দোনাত ভৰ্তিকৈ মঙহৰ আঞ্জা। বগালাউ আৰু আলু দি ৰন্ধা ক'লা পাৰৰ মঙহ। ওচৰতে হাত-মুখ ধুবলৈ বাঁহৰ চুঙাত পানী দিয়া হৈছে। ভাতৰ পাতৰ কাষে-কাষে একো খামোচাকৈ ভজা মঙহ আৰু ডিমা। তাৰে ওচৰত কঁচ দি গোটে-গোটে ভজা ডাঙৰ মাগুৰ মাছ আৰু আলু-বেঙেনাৰ লেবেৰা আদি। এইবোৰ দিবলৈ ধৰোঁতেই ওচৰৰ গছৰ ডাল-পাতবোৰ কিহবাই ভয়ঙ্কৰৰূপে জোকাৰিবলৈ ধৰিলে। লগে লগে টকালিৰ জাউৰি উঠিল—যেন কিহবাই গাতে উঠিবহি। শান্তিৰামহঁতে ভাতৰ পাত আগবঢ়াই দি ভয়ত লৰালৰিকৈ থিয়ৈ-থিয়ৈ সেৰা জনাই কঁপি-ডৰি পিছুৱাই আহি ৰন্ধা ঠাই ল'লেহি। দূৰৰপৰা আগলতি কলপাতৰ ওপৰৰ চাকিৰ জুইৰ চকামকা পোহৰত দেখে—দুটা মানুহৰ দৰে জীৱন্ত ভূত আহি ভাতৰ পাতত বহিছে। দুয়োৰো মূৰত একোটা প্ৰকাণ্ড পাগুৰি আৰু গাত বগা কাপোৰৰ পৰিধান। সোপাসোপে লৰালৰিকৈ খাইছে আৰু মাজে মাজে দুয়ো কৈছে—যা, তইত যা ; যা-যা-যা। খাম্ খাম্।

তথাপি শান্তিৰামহঁতক নোযোৱা যেন দেখি দুয়ো আধাখোৱাকৈয়ে উঠি মূৰৰ পাগুৰি জোকাৰি জোকাৰি হাতত প্ৰকাণ্ড টোকন লৈ দীঘল দীঘল খোজত ঢলংঢপং কৰি শান্তিৰামহঁতৰ পিনে আগুৱাই আহিবলৈ ধৰিলে। চাকিৰ জুইৰ কঁপি থকা পোহৰত সেই মূৰ্তি দুটা দেখি কথা বিষম যেন ভাবি শান্তিৰাম আৰু তেওঁৰ লগৰীয়া বন্ধু দুজন, তিনিও মিঠা তেলৰ বটল, পানীৰ কলহ, দা, কটাৰী—যেয়ে যি পায় তাকে হাতত লৈ ঘৰলৈ ভিৰাই লৰ দিলে। সিহঁতে ঠাই এৰাৰ লগে লগে ভূতে আহি ৰন্ধা ঠাই দখল কৰি ল'লেহি।

কঁপি-ডৰি আটায়ে আহি শান্তিৰামৰ ঘৰ পাই টেকেলা মণ্ডলদেৰপৰা আহিছে নেকি খবৰ লওক। টেকেলাই এই কথাৰ আগধৰি উমান পাই ঘৰত আগতে কৈ

গৈছিল, আজি কোনোবাই যদি মোৰ কথা সোধে তেনেহ'লে ক'বা—তেওঁ আজি গুদামৰপৰাই আহি পোৱা নাই।—কাৰ্য্যত সেয়ে হ'ল।

বন্ধু ঘেনাইৰে সৈতে টেকেলাই ভূতলৈ বন্ধা আৰু আগবঢ়োৱা মাছ-মঙহবোৰ খাই হাত-মুখ ধুই ঘৰ পালেহি। দুয়ো বাটতে কাপোৰ সলাই লৈ নিজ নিজ সাজপাৰ পিন্ধিলে। ঘৰ পাই ইঙ্গিততে ঘেনাই বন্ধুক বিদায় দি টেকেলাই ঘৰত ডাঙৰ ডাঙৰকৈ মাত লগালে—কোন ক'ত আছা? চাকি এখৰ লৈ বাহিৰলৈ ওলাই আহা। আজি মোক দেৱে বাটভেটি ধৰিছিল। মন্ত্র গোৱাতহে পলাল। টেকেলাকে ইমান সাহ, অইনক এই ভূতে কি নকৰিব?—ডাঙৰকৈ ক'লে—ভূত, ডাঙৰ ভূত। বাপ ৰে' বাপ!

এনেতে শান্তিৰাম গৈ টেকেলাৰ ঘৰত উপস্থিত হৈ সকলো কথা বিবৰি ক'লে। টেকেলাই গহীনাই ক'লে—ডেকা, তই নামতহে ডেকা, তোৰ কামবোৰ হ'লে কেঁচা আৰু বেঁকা। তই জানাহে দেখোন ভূতৰ মন্ত্র মই জানো; মোক ভূতে ভয় কৰে। মোক নমতাকৈ তই ভূতক পূজা দিবলৈ গৈছিলি কিয়? মৰ এতিয়া। সেই ভূতে তোক সহজে নেৰিছে। লক্তিৰ। আৰু এদিন তই ভালকৈ মোকো লগত নি তাক বাদ্ধি-বাঢ়ি দিবি। ভূত সৈমান হ'ব। দেখিবি নহয়। নহ'লে কিন্তু সি তোক কেন্তিয়াবা বাটতে ধৰি উঠ-কিল বহ-কিল দিব। তাতে যদি তাৰ লগত অইন ভূত আৰু এটা যুটিছে তেন্তে কথা আৰু বিষম। ভয় নকৰিবি বাৰু, মই আছোঁ। কিন্তু পলম নকৰিবি। নহ'লে বিপদ।

তই জানয়ে দেখোন—আমি ৰজাৰ কৰ্মচাৰী। তাতে টেকেলা। টেকেলা-বেঙেনাক ভূতেও সমীহ কৰি চলে। গুদামৰপৰা ঘোঁৰাত উঠি আহোঁতে মণিৰাম ডাৰোগাই এদিন বোলে মাজৰাতি চৰেই পানী নোখোৱা পুখুৰীৰ পাৰত আলিৰ ওচৰতে ভূতৰ মেল দেখিছিল। ভূতে পিছে তেওঁক বাট এৰি দি আঁতৰি গৈছিল হেনো। মোৰো আজি তেনে হৈছিল। মোকো বাটতে ভূতে আগুৰি ধৰিছিল। কোনোমতে মন্ত্র মাতি সাৰিলোঁ।

শান্তিৰামে পুনৰ এদিন ভালকৈ যোগাৰ কৰি শাহানশেলীয়াক বাদ্ধি-বাঢ়ি দিছিল। সেইদিনাৰ ভোজত বেণুৰাম টেকেলা, আজিকালিৰ ভাষাত আছিল, মুখ্য অতিথি। ভূতৰ উপদ্ৰৱ নাই। বেণুৰাম টেকেলাই তেওঁৰ প্ৰিয়বন্ধু পাটগিৰিক হেনো কৈছিল—বুজিছা পাটগিৰি, সন্ধিৰ বাঁহ সদায় বুদ্ধিৰেহে কাটিব লাগে।—এই কাহিনীটো মই পিতাৰপৰা সৰুতে নিজকাণে শুনিছিলোঁ।

পিটনি আৰু হাবি-জঙ্ঘলবোৰ ভৰি থকাৰ বাবে এনে ধৰণৰ ভূতৰ কাহিনী তেতিয়াৰ দিনত মানুহৰ মুখে মুখে হৈ পৰিছিল। প্ৰতিটো বোহ, প্ৰতিটো জেৰেহনিতে এটা নহয় এটা ভূত মানুহে দেখিছিল। মানুহৰ মুখত সেইবোৰ শুনি আমি ভয় খাইছিলোঁ; গতিকে ক'ৰবাৰপৰা উভতি ঘৰলৈ আহিলে ভূতথকা সেইবোৰ জঙ্ঘল এন্ধাৰ হোৱাৰ আগে পাৰ হ'বলৈ চাইছিলোঁ, যেনে—কিনা পুখুৰীৰ পাৰৰ বৰ-ঢোপৰ

তল, অহবা-বকুলৰ তলৰ থঁৰাটো, ন-বাটৰ মূৰৰ বেতৰ ঝোহবোৰ, মহৰীৰ চৌকা ইত্যাদি। তেতিয়াৰ প্ৰত্যেক জোপা গছৰ লগত আমাৰ পৰিচয় ঘটিছিল আৰু কুটুম্বিতা হৈছিল ; প্ৰত্যেক ডোখৰ হাবিৰ ভূতৰ লগত মনৰ চিনাকি আছিল। বহুত ঠাইক আমি বিশেষ বিশেষ নামত জানিছিলোঁ, যেনে—ভখা জামৰ তল, বৰ্‌শিমেলিৰ তল, দোপৰ পাৰ, চান্দেইৰ ঢোপৰ তল, ধৰ্মাৰ নগুলা, মায়াৰ বাৰী ইত্যাদি। এতিয়া সেই মানুহ, সেই গছ প্ৰায় নোহোৱা হৈ আহিল। ঠাইবোৰৰ নামবো উন্নতি হৈছে। আজিও গাছ বিয়া দিয়াৰ তল বুলিলে পুৰণি থলুৱা মানুহে কোনডোখৰ ঠাই জানে। তাত হেনো কোনো এসময়ত বহল পাতৰ বৰ-গছ আৰু লাহী পাতৰ পাকৰি-গছক ক্ৰমে দৰা আৰু কন্যা সাজি ঢুলীয়া-কালীয়া মাতি গছৰ বিযাৰ মহোৎসব পতা হৈছিল। আজি সেই ঠাইত দুই-এজোপা গছ আছে যদিও আগৰ সেই গাম্ভীৰ্য্যপূৰ্ণ পৰিবেশ নাই। আজিও কিন্তু মহৰীৰ বাৰী, চান্দেই ঢোপৰ তল, কিনা-পুখুৰী পাৰ, মাঝৰ বাৰী, পেটুৱাৰ নগুলা আদি ঠাইৰ নামে আমাৰ মনত গৰখীয়া জীৱনৰ এশ-এটা স্মৃতি জগাই তোলে৷ মায়াৰ বাৰীৰ মায়া-বাঘৰ কথা আজিও মনত পৰে।

আগতে ক'ৰবাত কৈ আহিছোঁ—ধান কটাৰ পাছত পথাৰবোৰ মুকলি হ'বলৈ ধৰিলে গৰখীয়াৰ মনৰ আনন্দ চায় কোনে? তেতিয়া পাল পাতি গৰু ৰখা নিযম। গৰু ৰখাৰ দায়িত্বত থকা গৰখীয়াইঁতে গৰু ৰখে ; ইবোৰে মুকলি ঠাইত থিউ, দোবলমূৰি, হুতিতি, ঢোপ, টাংগুটি আদি মুকলি পথাৰৰ খেলবোৰ (Outdoor games) খেলে। খলি, কড়ি, ঢাল, কচুগুটি, লাচ আদিবোৰ একে ঠাইতে বহি খেলা খেল (Indoor games)। খেতিপথাৰ চলি থাকিলে দ্বিতীয় বিধ খেলাতেই সকলো ব্যস্ত থাকিবলগীয়া হয়। মই এই আটাইবোৰতে কম-বেছি পৰিমাণে ভাগ ল'ব পাৰিছিলোঁ। ঢাল বহুত ৰকমৰ আছে, যেনে—কঁকালছিঙা ঢাল, বাঘ ঢাল, মোগল-পাথান ঢাল, মোগল-বেচা ঢাল ইত্যাদি। মই আটাইবোৰ ভালকৈ নাজানিছিলোঁ। এইবোৰৰ উপৰি বেতগাজ পুৰিখোৱা গৰখীয়াৰ এটা চখ আৰু আমোদৰ কাম।

হুতিতি আৰু দোবলমূৰিত মোৰ যোৰৰ গৰখীয়া আছিল ভদৰ মেনা বুলি এজন গাঠলু ধৰণৰ মোটা-তাজা ল'ৰা। তেওঁ হুৰ বৰডেকাৰ ভায়েক ঃ বেণুৰাম টেকেলাৰ পুতেক। মেনা মানে কথাৰ পাক জনা আৰু মেল-দোৱানত সজাই-পৰাই কথা ক'ব পৰা লোক ; মেলৰ সম্মানী মেলুৱৈ। গৰখীয়া ল'ৰাবোৰৰ ভিতৰতো দুই-একোজনে বে'চ কথাৰ গাঁতি জানিছিল আৰু সজাই-পৰাই নোহোৱাটোকে হোৱা কৰি কথা ক'ব পাৰিছিল। তেনে এটা ল'ৰা আছিল ভদৰ মেনা। কঁকালতো তেওঁৰ যথেষ্ট বল আছিল। দোবলমূৰি বা হুতিতিত আমাৰ দুয়োৰো কঁকালে-কঁকালে যুঁজ লাগিলে কাকো কেৱে নোৱাৰিছিলোঁ। অইনে যুঁজ ভাঙি দিছিল। পিছে এনে ধৰণৰ খেলা-ধূলা আদিত আমাৰ ঘাই নীতি আছিল—সন্ধিৰ বাঁহ বুদ্ধিৰে কটা বা ছেগ চাই কঠীয়া পাৰা। ১৪/৬/৮৫

# ভাবিছিলোঁ—এয়ে বিয়াৰ উৎসৱ

সৰুতে মোৰ কাণ বিন্ধাইছিল। কাণ-বিন্ধনি উচ্চ হিন্দুৰ 'কৰ্ণবেধ' সংস্কাৰৰে এটি ক্ষুদ্ৰ তাণ্ডৰণ। গাঁৱত আগৰ দিনত লিঙ্গভেদ নকৰাকৈ সকলো ল'ৰা-ছোৱালীৰে কাণ বিন্ধাইছিল। সেইদেখি সৰুসুৰা মাঙ্গলিক কাৰ্য্যক গাঁৱত কোৱা হয়, বোলে মেকুৰীৰ কাণ-বিন্ধনি পাতিছোঁ। মোৰো সৰুতে কাণ বিন্ধাইছিল। কাণত সেই বিন্ধাইদি দুয়োখন কাণৰ লতিত দুডাল সোণৰ গুণা পিন্ধাই দিছিল। মোৰ সেই বিন্ধা এতিয়াও আছে। কাণ বিন্ধালে বোলে বহুত সিৰা ৰোগৰপৰা হাত সাৰিব পাৰি। সেই লেজুতে ল'ৰা যদিও মোৰো কাণ বিন্ধাইছিল। ডিঙিতো মাজত ডাঙৰ ডাঙৰ সোণৰ মণি জিলিকি থকাকৈ পোৱাল মণি এধাৰ পিন্ধিছিলোঁ। ডাঙৰ হৈ স্কুললৈ যাব পৰা হোৱাতহে তাক খুলি থৈছিলোঁ। মণিডালত সোণৰ গোটা মণি ছয়টা আছিল। একেলগে এটা এটাকৈ দুটা নে তিনিটা ৰঙা পোৱাল মণি আৰু তাৰ অন্তৰে অন্তৰে একোটাকৈ সোণৰ মণি। এই মোহ লগা মণিডাল সম্পৰ্কে মোৰ আজি এটা ঘটনা মনত পৰিছে। কৈ থওঁ।

পিতাৰ মোমায়েকৰ ঘৰ আমাৰ ওচৰৰে বৰুৱাপাৰাত। সেইদেখি পিতাৰ মাকৰ এটা নামেই আছিল—বৰুৱাৰ জীয়েক। আমাৰ গাঁৱৰে এটা অংশক বৰুৱাপাৰা বোলে। এটা বহল আলিয়ে দুয়োটা চুবাকে সমানে দুফাল কৰিছে। এই বহল আলিটোক সকলোৱে বঙলা আলি বোলে। মাটি খন্দা নুনীয়া বঙালে বন্ধা এয়ে আছিল সেই অঞ্চলৰ প্ৰথম আলি। গতিকে তাৰ নামেই হৈছিল—বঙলা আলি। আমাৰ চুবাটোত গিৰী হ'ব পোন্ধৰ ঘৰমান। বৰুৱাপাৰাতো সিমানে।

পিতাক বৰুৱাপাৰাৰ মোমায়েকৰ ঘৰে আৰু আমাৰ চুবাৰো পূৰমূৰে থকা সন্ধিৰাম মহৰীৰ ঘৰে বিহুৰে-উৎসৱে ভাত-জলপান ভোজনৰ কাৰণে সঘনে নিমন্ত্ৰণ দিছিল। এই নিমন্ত্ৰণবোৰলৈ পিতাই মোক সদায় লগত লৈ গৈছিল ঃ অকলে নগৈছিল। সেই আপাহতে নিমন্ত্ৰণ খাবলৈ পাই মোৰো জিভাৰ লুতুৰি বাঢ়িছিল। সেইবুলি আমাৰ ঘৰলৈও তেওঁলোকক একেদৰে নিমন্ত্ৰণ কৰা হৈছিল। নিমন্ত্ৰণবোৰ সদায় তেনেকুৱায়ে , পাৰস্পৰিক। সেয়েহে গাঁয়া ফকৰাত কোৱা হয়, বোলে, 'কুৰ্মাক কুৰ্মাই খায়, ধাৰ শুজা যায়'।

এদিন গৰমকালি দুপৰীয়া পিতা ভোজনৰ নিমন্ত্ৰণ ৰক্ষা কৰিবলৈ বৰুৱাপাৰাৰ মোমায়েকৰ ঘৰলৈ গৈছিল ; লগত মই। মাছে-মঙহে, মধা দৈয়ে নতুন চুৰাই দকচি খোৱাৰ পাছত পিতাই বহি তামোল-চালি খাই কথা পাতি আছে। ইফালে আমাৰ কাৰণে বহা-ঘৰৰ ভিতৰ কোঠালিৰ মজিয়াত জিৰাবলৈ গাৰুসহ এখন বহল পাটী পৰা আছিল। মই তাতে বেং-পিলা সাপৰ দৰে চেৰাই-নেৰাই দি লাহেকৈ বাগৰ

দিলোঁ। টোপনি অহা নাই। হাতেৰে ইটো-সিটো লাবি খুচ্‌খুচাই আছোঁ। তেনেকৈ এবাৰ ডিঙিৰ মণিডালৰ সোণৰ মণি এটাকে মুখত দি দাঁতেৰে অলপ অলপকৈ জোৰ দি কামুৰি আছোঁ। দাঁত আৰু সোণৰ মণিৰ মাজত এখন ৰণ চলিল। তাতে পৰাজয় মানি এটা সোণৰ মণি ফট্‌ৰ্ কৰি ফাটি দুফাল হৈ ডোলৰপৰা ওলাই আহিল। মই আচৰিত হ'লোঁ। সোণৰ মণিও যে তেনেকৈ ভাগিব পাৰে মই ভাবিবই নোৱাৰিছিলোঁ। ভাবিলোঁ—এতিয়া পিতাই জানিলে মোক মাৰিব। গতিকে ইফালে-সিফালে চাই কাঠৰ খুঁটা এটাৰ কাষত মাটিত পৰুৱাৰ গাঁত এটা দেখি তাতে মণিটোৰ দুয়োফাল আঙুলিৰে হেঁচি হেঁচি ভৰাই দিলোঁ। তাৰ পাছত গাঁতটোৰ মুখত এটুকুৰা পচা কাঠৰ সোপা দি মাটি জাপি বিন্ধাটো বন্ধ কৰি থ'লোঁ। লেঠা মৰিল। তাৰ বহুত দিন পিছলৈও সেই ফালে গ'লেই মোৰ সেই সোণৰ মণিটোলৈ মনত পৰিছিল। লগতে সেই ভুৰি-ভোজনৰ কথাও।

তাৰ নিচেই ওচৰতে এঘৰৰ আঘণু নামৰ মানুহ এটা পগলা হৈছিল। বেজে তাক ঢেঁকী-শালত কুন্দত দি নৰসিংহৰ পাতেৰে ঝাৰিছিল। ভাঠীবেলা তাকে চালোঁ। পগলাক গাঁৱত কুন্দত দিয়া আৰু চকুৰে-মুখে বিহলঙনি, জলকীয়া আদিৰ ধোঁৱা দি ভূত খেদিবলৈ নৰসিংহ, চোৰাত আদিৰ পাতেৰে ঝৰা-ফুকা কৰা সিদিনা প্ৰথমে দেখিছিলোঁ। বেজে উগ্ৰ মূৰ্ত্তি ধৰি ভূতক সুধিছিল—তই যাবি নে নাযাবি? হা, যাবি? যাবি যেদি ইত্তোই (এতিয়াই) ওলৌ।—আজিও সেই দৃশ্য মনত পৰে। লাহে লাহে আঘণু ভাল হ'ল। কিন্তু ভাল হ'ল যদিও নাম পালে—আঘণু পগলা। সকলোৱে তাক আঘণু পগলা বুলি মাতিবলৈ ধৰিলে। পিছলৈও আমি তেওঁক সেই নামেৰেই জানিছিলোঁ। পিছৰ জীৱনত কলেজত বি এ পঢ়োঁতে শঙ্কৰদেৱৰ বলিছলনত পাইছিলোঁ—

নুবুজিলোঁ প্ৰভুদেৱ ইটো কোন বুন্দা।
বান্ধ গুচাই যেন মোক দিবে খোজা কুন্দা।।

ভগবান বিষ্ণুৱে বলিক ইন্দ্ৰত্ব দিব খোজাত বলিয়ে নাৰাজ হৈ এই কথা কৈছিল। বান্ধ আৰু কুন্দাৰ পাৰ্থক্যটো বুজিবলৈ ভবাৰ লগে লগে মোৰ সেই তাহানিৰ আঘণু পগলাৰ কুন্দালৈ মনত পৰিছিল।

এতিয়া নিচেই সৰু কালত চোৱা, বিউ বিউ মনত থকা দুখন বিয়াৰ কথা কওঁ। আমাৰ নিজৰ ঘৰতে তিনিজনী বাইদেউৰ তিনিখন বিয়া হৈছিল। তাৰে আটাইতকৈ ডাঙৰ শৈব্যা বাইদেউৰ বিয়াৰ সময়ত মই কঁকালত টনা লোৱা। বিয়াৰ কথা মাজনিশাৰ সপোনৰ দৰে অলপ অলপহে মনত পৰে। বিয়াতকৈও বিয়াৰ আনুসঙ্গিক কথা কিছুমান হ'লে ভালকৈ মনত আছে।

পিতাই শৈব্যা বাইদেউক কিবা বোলেনে গৌৰী-বিয়া দিছিল। তাকে ধৰম বিয়াও বোলে। বামুণ-গোঁসাইৰ ছোৱালীৰ দৰে লায়ক হোৱাৰ পূৰ্বে সৰুতে সেই বিয়া পতা হয়। ভিনিহিৰ নাম আছিল তচিল ডেকা। বিয়াৰ আগতে মাজে-সময়ে

তেওঁ আমাৰ ঘৰলৈ আহিছিল। তেওঁ আছিল তেতিয়া ১৮। ১৯ বছৰীয়া চকল ডেকা। তেজগোৰা চেহেৰাৰ ওখ-পাখ সুস্থ-সবল লোকজন। তেওঁক ঘৰলৈ অহা দেখিলে ডাঙৰ বাইদেৱে য'ৰে বন ত'তে এৰি দৌৰি পলাইছিল। আমি তাকে দেখি আমোদ পাই হাত চাপৰি দি খিলখিলাই হাঁহিছিলোঁ আৰু পিছত বাইদেউক ৰবাকে জোকাইছিলোঁ। বাইদেৱে কেতিয়াবা তাঁত-শালৰপৰা কাপোৰ ব'বলৈ এৰি ভ্ৰানৰা ছিঙি পলাই ঘৰৰ চুকত লুকাইছিল গৈ। মই পিছতহে জানিব পাৰিছিলোঁ যে তেওঁৰ লগতে বাইদেউৰ বিয়া হ'ব ; কিন্তু কোনোবাই শিকাই দিয়া বাবে হ'বলা তেওঁক হ'লে ভিনিহি বুলি সম্বোধন কৰিছিলোঁ। তেতিয়া বিয়া মানে মই বুজিছিলোঁ—ঢোল-তাল-কালি বজোৱা, ভোজ-ভাত খোৱা আৰু ন-কাপোৰ ন-অলঙ্কাৰ পিন্ধাই দৰা-কইনা সজোৱা।

ভিনিহিৰ ঘৰ আছিল ডাঁহী বুলি এখন গাঁৱত। আমাৰ গাঁৱৰপৰা ছমাইলমান দূৰত। তেওঁ কেতিয়াবা ৰাতিপুৱা আমাৰ ঘৰলৈ আহি দিনটোৰ ভিতৰতে ঘূৰি গৈছিল। মই তেওঁক হাতত ধৰি টানি, ডিঙিত বাদুলি ওলমা দি নানা প্ৰকাৰে নগৰ-নাগতি কৰিছিলোঁ। কেতিয়াবা ৰাতি আমাৰ তাতে থাকিব লাগিব বুলি ছাতিটো লুকাই থৈছিলোঁ। পিছত তেওঁ জয়দেউ কাকুতি কৰিহে মোৰপৰা সেই ছাতি নিব পাৰিছিল। তেওঁ কিন্তু আমনি পালেও কেতিয়াও খং নকৰিছিল ; হাঁহিয়ে আছিল। হাঁহি হাঁহি মোক কেতিয়াবা মৰমতে কান্ধত তুলি লৈছিল। বিয়াত বোলে দৰা-কইনাৰ হাতত আখৈ তোলাৰ সময়ত প্ৰথম আঁজলি আখৈ ময়েই তুলি দিছিলোঁ। পাছ-ৰাতিৰ কথা, টোপনিৰ আলি-মূলিত সেই কথা মোৰ মনত নৰ'ল। অৱশ্যে পদুলি-মুখৰ পুখুৰী-পাৰৰ গোঁসাই-ঘৰৰ চোতালত ঢুলীয়া দুজোৰাৰ মাজত নাচ-গীত-বাজনাৰ তুমুল ঢুলীয়া-যুঁজ লাগিছিল। বিয়া ভগাতো ঢুলীয়া-যুঁজ ভগা নাছিল। সেইটো মনত আছে।

মোৰ ভালকৈ মনত থকা প্ৰথম বিয়াখন আছিল অমূল্য দদাইদেউৰ বিয়া। তেওঁৰ সৰু ভায়েক অম্বিকা দদাইদেউৰ বিয়াও একেখন ৰভাৰ তলতে সাতদিনৰ অগা-পিছাকৈ হৈছিল। অমূল্য দদাইদেউৰ ঘৰত-মতা নাম আছিল অময়া। তেওঁক আমি অময়া দদাইদেউ বুলি জানিছিলোঁ। পিতাই তেওঁক 'বিৰয়া' বুলি মাতিছিল। কিয় তেনেকৈ মাতিছিল নাজানো। তেওঁৰ বিয়াৰ সময়ত মই ৫। ৬ বছৰীয়া শিশু। এই বিয়াখনৰ কথা মোৰ মনত থকাৰ বিশেষ কাৰণ আছে।

মোৰ এটা তাহানিৰ মৌজাদাৰ ককাদেউতাৰ দিনীয়া সিংখাপৰ চোলা আছিল। তাত থকা গুণাৰ জিলিক্-মিলিক্ ভমকা-ভমকি চকৰী-ফুলবোৰ মোৰ ভাল লাগিছিল। চোলাটোৰ বুটাম নাছিল। বিয়াহুৰ ওৰাৰ চৌগা-চাপকন চোলাৰ দৰে কেইডালমান ব'ঠাপটীয়া সিংখাপৰ বছীৰেই চোলাটো কাপখোৱাকৈ গাত বান্ধি লোৱাৰ ব্যৱস্থা আছিল। কচি বান্ধিবলৈ তেনে সুবিধা থকাৰ কাৰণে সি সকলোৰে গাত খাইছিল ঃ ডাঙৰবো, সৰুবো। সেইটো পিন্ধি ল'লে মোক ভাউৰীয়াৰ ৰজাৰ দৰে দেখা গৈছিল। অৱশ্যে পুতলা-ৰজাহে। সেই চোলাটোক আমাৰ ঘৰৰ সকলোৱে

বজা-ঢোলা বুলিছিল আৰু ওচৰে-পাজৰে বিয়া-বাৰু হ'লে মায়ে সেইটো কাঠৰ ৰবপেৰাত থকা বাঁহৰ ৰূপা এটাৰপৰা মোক উলিয়াই দিছিল। মূৰত জেপ্‌জেপীয়াকৈ জাতি-তেল ঘঁহি সেওঁতা কাঢ়ি লৈ বিয়া চাবলৈ যোৱা সৰু ল'ৰা-ছোৱালীবোৰৰ কাৰণে এটা নিয়মে হৈ পৰিছিল। সেইদেখি মযো তাকে কৰিছিলোঁ।

অমযা দদাইদেউৰ ঘৰ আমাৰ ঘৰৰ লগালগি। আগতে কৈ অহা অগতিৰ গতি অহমেনী বুঢ়ীমাহি তেওঁৰ বিমাতা। অহমেনী বুঢ়ীমাহি অম্বিকা দদাইদেউৰ মাক। এটা সৰু বাটৰ ইবাগ-সিবাগ ; ইবাগে আমাৰ, সিবাগে তেওঁলোকৰ ঘৰ।

বিয়াৰ কেইদিনমান আগৰেপৰা নেৰানেপেৰা বৰষুণ হৈছিল। মই গোৰালোটাকৈ ঘৰত-বোৱা ৰঙা পাৰি দিয়া চুৰিয়া এখন পিন্ধি বজা-ঢোলাটো গাত খাপখোৱাকৈ বছীবোৰ বান্ধি লৈ দুপৰীয়া বিয়া-ঘৰলৈ গৈছিলোঁ। দুটা ঘৰৰ মচি থোৱা ওখ কাঁথি দুখনৰ মাজেদি চোতালৰ ৰভাৰ তললৈ যাব লাগে। সেই বাটেদি যাওঁতে মই আগত, বুঢ়ীমাহি (মোৰ মাইৰ মাক) পাছত। বাটত পানী থকা দেখি মই কাঁথিত ধৰি ধৰি খুপি খুপি গৈছিলোঁ। চোতালত ৰভাৰ তলত ঢুলীয়াই ঢোল কোবাইছে আৰু আয়তীসকলে পানী তুলিবলৈ সাজু হৈ উৰুলি-জোঁকাৰ দিছে। চকু ঢুলীয়াত ৰাখি অন্যমনস্ক হৈ গৈ থাকোঁতে দোকদোকীয়া পিচল বাটত ভৰি পিচলি অকস্মাৎ মই চিত-ভেলেঙা দি বাগৰি পৰিলোঁ। মোৰ চোলা-চুৰিয়া তেনেই নেজগুৰৰীয়া গাহৰ নেগুৰৰ দৰে হৈ পৰিল। মই ভে-ভেকৈ কান্দিবলৈ ধৰিলোঁ। পিছে, মোলৈ চায় কোনে? মোৰ কান্দোনেই বা কাৰ কাণত পৰিব? গোটেইখন ঠাই তেনেই ঢোল-তালৰ শব্দ আৰু উৰুলিত উথল-মাথল। মোৰ কান্দোন ঢোল-তালৰ শব্দৰ লগত মিলি গ'ল। মই তেনেই নিৰুপায় হ'লোঁ। তাতে গেলাতে টেঙা দি কোনোবা এজনে কোৱা শুনিলোঁ—কালীয়া আহিলে দে, ভালেই হ'ল। বিয়াত অইন কালীয়া নহ'লেও হ'ব।—শুনি মোৰ বিপৰীত খং উঠিল।

বুঢ়ীমায়ে মোক হাতত ধৰি ঘৰলৈ ওভোতাই আনি ভালকৈ ধুৱাই-পখলাই দিলে। নতুন পোছাক এযোৰাও পিন্ধাই দিলে। নতুন মানে সাজ পুৰণিয়ে, কেৱল নকৈ পিন্ধাই দিলে। গামোচাৰ লেখীয়া সৰু চুৰিয়া এখন আৰু সচৰাচৰ পিন্ধা এৰীয়া-কোটটো। তাৰে ওপৰত এইবাৰ বুঢ়ীমায়ে পখৰা, বোৱা-ৰুমাল এখন ডিঙিত গাঁঠি মাৰি দিলে। মুখখনতো পেৰা জাতি-তেল ঘঁহি মিছমিছীয়া মুখখন চিলচিলীয়া কৰি দিলে। তেতিয়া মই কেনে দেখা হৈছিলোঁ—বিধিয়েহে জানে। সেই ৰূপটো মই আনকি আৰ্চিতো চোৱা নাছিলোঁ। আৰ্চিত মুখ চোৱা তেতিয়া আমাৰ অভ্যাসেই নাছিল। বিয়াতা (বেইতা , সধবা) তিৰোতাইহে ফোট ল'বলৈ আৰ্চি চায়। মোৰ মূৰটোত বুঢ়ীমায়ে খোৱা-তেল আকৌ অকণমান সানি দি চুলি কেইডাল চুঁচি সিয়াঁতা (সেওঁতা) কাঢ়ি দিয়াত মোৰ মনলৈ পুনৰ বৰষুণ-বতৰৰ ব'দৰ দৰে বিয়াৰ উলাহ উভতি আহিছিল।

বিয়া চোৱাৰ উদ্দেশ্যে পুনৰ যাত্ৰা কৰিলোঁ। লগত বুঢ়ীমাই। ওলায়েই ইবাৰ বানপানী বুলি গাঁৱৰে চেলবেলীয়া আদহীয়া তিৰোতা এজনীক লগ পালোঁ। মোক যেন আৰু এক আপদে পালে। এই তিৰোতাজনীয়ে মোক দেখিলেই কিবা নহয় কিবা পাতল কথা কৈ সদায় জোকায়। তেওঁক দেখিয়েই মোৰ ভয় লাগিল। মোক দেখি তেওঁ গোনেই মন্তব্য দি ক'লে—ইহ্ চা, বেং-চেং ডেকা, চুৰিয়াৰ-ফেৰ ; ঘৰৰ ডিগিৰ চাহ যেদি ঢেকুনাৰ (ঢকুৱাৰ) বেৰ।—ঐ চেঙেৰা, মোৰ লগত বিয়া হ'বি নেকি? এই ৰভাৰ তলতে আমিও বিয়া হওঁ—আহ। আহিবি নে?

মোৰ চকু চলচলীয়া হ'ল। ফেকুৰি কন্দাৰ উপক্ৰম কৰিলোঁ। তাকে দেখি বুঢ়ীমায়ে তাইক কিবা একাষাৰ কৈ মোক নিচুকাই হাতত ধৰি আঁতৰাই লৈ গ'ল। তেতিয়া পানী তুলি উঠি আয়তীসকলে উভতি আহি ৰভাৰ তলত জাতে জাতে গীত যুৰিছিল। সেইবোৰ যথাৰীতি হৈ যোৱাত সকলোকে বেহীৰে মিঠাতেল ভগাই দিলে। বটলত ভৰাই ঘৰৰ ল'ৰা-ছোৱালী প্ৰত্যেকৰে নামত একো বেহীকৈ ল'লে। মোৰ নামতো এক বেহী দিয়া দেখিছিলোঁ। এইবোৰ দৰাঘৰীয়াৰপৰা তেলৰ ভাৰত পোৱা তেল।

বিয়া ভাঙি যোৱাৰ পাছত আমি সৰু ল'ৰাবোৰে বিয়াৰ পুনৰাবৃত্তি কৰিছিলোঁ। দোনা একলবাই নিয়া কল-ডাহিবোৰেই হৈছিল ঢোল। ভেম্ ঢৌ, ভেম্ ঢৌ কৰি মুখেৰে শব্দ তুলি হাতেৰে তাকে দুয়োমুৰে বজাই দেখুৱাই ঢুলীয়া-নাচন দিছিলোঁ। হাতৰ তলুৱাই হৈ পৰিছিল ভোৰ-তাল, পাতি-তাল। আমি তেতিয়া ভাবিছিলোঁ—চুবনিত ভোজ-ফলাৰৰ (ফলাৰজলপান) চুবাপাত চেলেকা কুকুৰৰ ভুক্-ভুকনি, ৰৌ-ৰৌৱনি, যুঁজ , আয়তীসকলৰ গীত-মাত উৰুলি-জোকাৰৰ কাণফলা কিৰিলি ; ঢুলীয়া-কালীয়াৰ ঢোল-তাল কালি-পেপাৰ কাণ তাল মাৰি ধৰা শব্দ আৰু চাৰিওফালে আনন্দৰ কোলাহল—এয়ে বিয়া, এয়ে বিয়াৰ উৎসৱ। ২০/৭/৮৫

# ৰান্ধনীৰ ক'লা মুখ, ভোজনত নাই সুখ

বিয়া কৰাই কইনা ঘৰলৈ অনাৰ পাছত দৰাঘৰত আকৌ এখন বিয়া আৰম্ভ হয়। এয়ে হ'ল বাহী-বিয়া। ভাত আওঠি লুকুৱা, আগ-চাউল ছটিওৱা, পিঠাগুৰি খুউৱা, মালা-পিন্ধোৱা আদি কাৰ্য্যবোৰে বিয়াৰ ঘূমতি চকুৰপৰা খেদি পৰিমণ্ডলটো পুনৰ উৎসৱমুখৰ কৰি তোলে। পিঠাগুৰি খুউৱা মানে আনন্দত উত্ৰাৱল হৈ এজনে আনজনৰ মুখমণ্ডলত শুকান পিঠাগুৰি ঘঁহি দি ৰং-তামাছা

কৰা। তেনেকৈয়ে ৰবাব-টেঙা বা অমিতাৰ মালা পিন্ধোৱাই হ'ল—অইন একপ্ৰকাৰৰ স্ফূৰ্তি। চাউলৰ বাটিত লুকাই থোৱা আঙঠিটো কোনে পালে ; দৰাই লুকাই থোৱাত কইনাই পালে নে কইনাই লুকাই থোৱাত দৰাই পালে—সেইটো বয়সীয়াসকলৰ, বিশেষকৈ বয়োজ্যেষ্ঠা মহিলাসকলৰহে বেছি ৰং-ৰহইচৰ কথা। সি আজিকালিও চলি আছে। আমি সবাতোকৈ অধিক ৰং পাইছিলোঁ দাড়িয়ে-গোঁফে ভোবোকাৰ আদহীয়া লোকৰ মুখতো শুকান পিঠাগুৰি ঘঁহি আৰু ডিঙিত অমিতা বা ৰবাব টেঙাৰ মালা পিন্ধাই ৰং-ধেমালি কৰা কাৰ্য্যত। আমাৰ কাৰণে আৰু এটা আকৰ্ষণীয় কাৰ্য্যসূচী আছিল—বিয়াৰ শেষত দৰা-কইনাই আগ-চাউল ছটিওৱা অনুষ্ঠানটো। দৰা-কইনাই তামৰ পাতি-পইচা, ছবতীয়া, ডবল-পইচা আদি ক্ষুদ্ৰ মূল্যৰ মুদ্ৰাবোৰ চাউলৰ লগত মিহলাই আঁজলিৰে মূৰৰ ওপৰেদি পাছৰ ফালে দলিয়াই ছটিয়াই দিয়ে। সেই পইচা ল'ৰা-ছোৱালীবোৰে খেদি গৈ সিঁচৰতি হৈ পৰা চাউলৰ মাজৰপৰা বুটলি লয়। তাকে কৰিবলৈ সৰু সৰু ল'ৰা-ছোৱালীবোৰৰ মাজত খোৱা-কামোৰা লাগে। যুঁজত কাৰ ওপৰত কোন বাগৰি পৰে ঠিকনা নথকা হয়। ইয়াতকৈ সিহঁতৰ কাৰণে বিয়াত একোৱে অধিক স্ফূৰ্তিদায়ক নহয়। এনেকৈয়ে বিয়া শেষ হৈছিল। আগ-চাউল ছটিওৱা হৈ গ'ল বুলিলেহে বিয়া শেষ হোৱা বুলি আমি বুজিছিলোঁ। মই মাহী-মাৰ বিয়া দেখিছিলোঁ। তাৰ বিবৰণ পৃথকে দিম। এতিয়া সৰু কালত দেখা মঙ্গলদৈয়া বিয়াৰ কথা অলপ ভাঙি-পাতি কওঁ।

আগৰ দিনত খেলৰ বান্ধোন বৰ কট্‌কটীয়া আছিল। বিপদে-আপদে আৰু বিয়া, শ্ৰাদ্ধাদি কামবোৰত ইজনে সিজনক মৰি-পৰি সহায় কৰিছিল। ছোৱালী বিয়া দিয়াৰ দায়িত্বই মাক-বাপেকক সিমান চিন্তাত পেলাব নোৱাৰিছিল , বৰং ছোৱালী ধৰি বিয়া কৰাই আনিব পৰাটোহে টান কাম আছিল। ছোৱালীৰ গা-ধন বুলি বিয়াৰ খৰচৰ ধনো বহুলাংশে দৰাই কইনাৰ মাক-বাপেকক দিব লাগিছিল। মই জনাত, প্ৰথমে আমাৰ খেলতেই গা-ধনৰ স্বেচ্ছাচাৰী পৰিমাণ গুচাই নিৰ্দিষ্ট নিৰিখ ধাৰ্য্য কৰা হৈছিল। সমাজে কন্যাদানৰ ভোজৰ মাছৰ কাৰণে বুলি ২৫ টকা নিৰিখ বান্ধি দিছিল। তাৰ পূৰ্বে কন্যাদানৰ ভোজৰ কাৰণে দৰা-ঘৰীয়াই তেলৰ ভাৰৰ লগতে তেল-ফুটা হাল খাহী দিব লাগিছিল। কইনাৰ লগত মাক-বাপেকে কাপোৰ-কানি, বাচন-বৰ্তন যি পাৰে দিব, কিন্তু সমাজৰ ৰীতিমতে হাতৰ-কাণৰ অলঙ্কাৰ, ব্যৱহাৰৰ কাৰণে কাহী, বাটি, কলহ, লোটা, ডাবৰ, চৰিয়া আদি দৰাৰপৰা লৈ কন্যাৰ লগত দি পঠাইছিল। বিয়াৰ যৌতুকৰ সময়ত দিয়া বস্তুবোৰ কইনাৰ নিতান্ত নিজা সম্পত্তি। তাৰ ওপৰত অইন কাৰো, আনকি পতিৰো অধিকাৰ নৰজিছিল। বিয়াত প্ৰথম যৌতুক আৰম্ভ হয় মোমায়েকৰ দানেৰে। উভয়

পক্ষৰে সেই একে কথা। বিয়াত গো-দান, ভূমি-দান আদিও যৌতুকত চলিছিল। অলঙ্কাৰৰ ভিতৰত ফুটি, খাৰু, আঙঠি, উকা বা বাখৰপতা ঢোল-মাদলি বা জোন-মাদলিযুক্ত পোৱালমণি এডাল দৰাৰপৰা নৈ বা আংশিকভাৱে তাৰ মূল্য কিছু লৈ কইনাক মাক-বাপেকে দিছিল। কইনা-ঘৰৰ দাবী-দাবা কেনে হয় তাকে লৈ দৰা আৰু দৰাঘৰীয়া সদায় ভয়ত পেপুৰা লাগি আছিল। বিয়াৰ পাছত এইবোৰ দি-থৈ উঠি ছোৱালীজনী কোনোমতে নি দৰাৰ ঘৰ গছকাব পাৰিলেহে 'দৰা' দৰা গুচি নামে-কামে 'বৰ' হ'ব পাৰিছিল। তাৰ আগলৈকে তেওঁ নামতহে বৰ, কামত কিন্তু সৰু।

দৰাই ছোৱালী চোৰা বা ছোৱালী ধৰা নিয়ম নাছিল। দৰাৰ অভিভাৱক বা বয়োজ্যেষ্ঠ আত্মীয়-স্বজনে প্ৰথমে ছোৱালী চাইছিল আৰু ছোৱালীৰ মাক-বাপেকক বিয়াৰ অভিপ্ৰায়ৰ কথা কাণ-ছোৱাইছিল। সম্মতিসূচক সঁহাৰি পালে দৰাঘৰৰপৰা খোজা-বড়া কৰা 'ভাৰ' দিছিল। ভাৰ দিয়া বা ভাৰ নিয়াতে বিয়াৰ আনুষ্ঠানিক প্ৰাৰম্ভণ। 'ভাৰ' মানে দুটা মাটিৰ কলহৰ এখন ভাৰ। সাধাৰণতে সৰু কলহ। তাক ভেটুৱা বোলে। এটা কলহত পাঁচ সেৰমান দৈ গাখীৰ আৰু আনটোত চিৰা-সান্দহ থাকে। ভাৰ কেতিয়াবা একাধিক নিয়া হয়। তেতিয়া চুৰা (জুলীয়া গুৰ), বৰ্নি-চাউল (কোমল চাউল) আদিও পৃথকে পৃথকে নিয়া হয়। ভাৰত নিয়া দৈ সদায় মাখন-উঠা মথা (গোটা) গাখীৰৰ দৈ। সি ভেটুৱাৰপৰা সহজে নোলায। কেতিয়াবা তাক ভেটুৱা ভাঙিহে উলিয়াবলগীয়া হয়। এনেকৈ ছোৱালী খুজিবলৈ যোৱাক মঙ্গলদৈত 'কইনা-সোধা' বা 'ধীয়া-সোধা' বোলে। ছোৱালীৰ অভিভাৱকৰ ছোৱালী দিয়াৰ আগ্ৰহ থাকিলে আস্ত-ব্যস্ত কৰি সেই ভাৰ-ভেটীবোৰ সামৰে আৰু ছোৱালীৰ হতুৱাই আলহীসকলক জা-জলপান দিয়ায়। তেতিয়া দৰাপক্ষৰ লোকে ছোৱালীৰ লয়-লক্ষণ চাই ল'বলৈ সুযোগ পায়। দৰাপক্ষই তেতিয়া দৰাৰ ঘৰখন এবাৰ চাবলৈ বুলি কন্যাপক্ষক নিমন্ত্ৰণ কৰি যায়। এনেকৈ আহ-যাহ, কথন-মথন, খোৱা-খুউৱা আদিৰ মাজেদি যদি দুয়োঘৰৰ মন মিলে তেনেহ'লে আলচ কৰি দুয়ো ঘৰৰ সুবিধামতে চিন্ কৰাৰ উদ্দেশ্যে ছোৱালীক আঙঠি পিন্ধোৱাৰ দিন এটা স্থিৰ কৰা হয়। ইও এটা উৎসৱ। এই উৎসৱত সাধাৰণতে দৰাৰ বৌয়েক, ভনীয়েক আদি মহিলা আৰু দুই-চাৰিজন সম্বন্ধীয়া আদহীয়া লোকে আহি ছোৱালীৰ কপালত ফোঁট আৰু আঙুলিত আঙঠি পিন্ধাই যায়। এই উৎসৱত মতা-মানুহৰ কাম বিশেষ একো নাথাকে। কন্যাৰ ঘৰৰ চুবুৰীয়া মানুহ আৰু ইষ্ট-মিত্ৰ উপস্থিত থাকে। তেওঁলোক যেনিবা অনুষ্ঠানৰ সাক্ষী। সম্ভৱ হ'লে সেইদিনাই বিয়াৰ দিন ধাৰ্য্য কৰা হয়। তাকে বিয়াৰ খাতিবা দিয়া বোলে। আৰু এটা উৎসৱত বিয়াৰ কিছুদিন আগে আগে ছোৱালীক অলঙ্কাৰ পিন্ধোৱা হয়। উজনিত ই জোৰোণ। মঙ্গলদৈত ইয়াক ভাৰখুউৱা বোলে।

প্ৰথমতে ভাৰ নিয়াক ভাৰ দিয়া বোলে। এইদৰে ভাৰ দিয়া, আঙঠি পিন্ধোৱা, খাতিৰা দিয়া, ভাৰ খুউৱা—এই আটাইবোৰ অনুষ্ঠানতে দৈ-চিৰা, তামোল-পাণ আদিৰ ভাৰ নিয়া হয়। সেইবোৰক খাতিৰা-ভাৰ, আঙঠি-পিন্ধোৱা ভাৰ আদি নামেৰে জনা যায়। সেয়েহে কোৱা হয়—ভাৰে-ভেটীয়েহে বিয়া। অলঙ্কাৰ পিন্ধোৱাৰ দিনাৰপৰা দুয়ো ঘৰতে বিয়াৰ আয়োজন ধুমধামেৰে আগবাঢ়ে। কন্যাপক্ষৰ জীয়ৰী-বোৱাৰী-আয়তীসকলৰ গাতো সিদিনাৰ- পৰাই ভালকৈ বিয়াৰ বতাহ লাগিবলৈ ধৰে। সান্দহ খুন্দা, ভোজৰ চাউল কৰাৰ ধুম পৰে। ঢেঁকীৰ ঢেঙ্কুকচ্-ঢেঙ্কুকচ্ মাতে গাঁওখন কঁপাই তোলে। ছোৱালীবোৰৰ মাজত ঢেঁকী দিওঁতে জাতে জাতে বিয়া নামৰ আখৰা চলিবলৈ ধৰে। ৰাতি-দিনৰ ছেদ-ভেদ নাইকিয়া হয়।

পুৰুষসকলৰ মাজত বিয়াৰ প্ৰথম কাম হয়—খৰি-ফলা। মজ, কদম আদি গছ খৰিৰ কাৰণে উত্তম। বিয়াৰ খাতিৰা দিয়াৰ পিছৰপৰাই খৰি-ফলা, গাখীৰ-মাছ আদিৰ খা-খবৰ কৰা আদিত চুবুৰীয়া আৰু গাঁৱাসকল লাগি যায়। খৰি ফালি থাকোঁতেই চাহ-জলপানৰ বিৰতিৰ সময়ত কোনে ঢুলীয়া মাতিব, কোনে গাখীৰ লগাব, কোনে বিলৰপৰা মাছ আনিব আদিৰ দায়িত্ব সকলোৱে ভগাই লয়। কাজঘৰীয়া গৃহস্থ বহু পৰিমাণে চমুৱা হৈ থাকে। বিয়াৰ ৪। ৫ দিন আগাতে সকলোৱে আহি হৈ-হাল্লা কৰি বিয়াৰ ৰভা দিয়ে। বুঢ়াসকলে পুৱা-গধূলি সদায় বিয়াৰ কাম কিমান আগবাঢ়িছে তাৰে হিচাব লয় আৰু দিহা-ভাৰসা দিয়ে। কইনাৰ ঘৰত বিয়া উপলক্ষে হোৱা ভোজটোক কন্যাদানৰ ভোজ আৰু বিয়া হৈ যোৱাৰ পিছদিনা দৰাৰ ঘৰত পতা ভোজটোক কইনা-হাইশাল (হাড়িশাল) দিয়া ভোজ বোলে। সেইদিনা দৰা-কইনাই সংসাৰ-যাত্ৰা কৰিবলৈ বুলি ৰাইজক এমুঠি খুৱাই আঁঠু লয় আৰু সিদিনাৰপৰা কইনাই ৰন্ধনৰ আনুষ্ঠানিক কৰ্তৃত্ব লাভ কৰে।

ভোজৰ উপৰিও দৈ-চিৰা-গুৰেৰে ৰাইজক জলপান খুউৱা হয়। মঙ্গলদৈত তেনে ৰাজহুৱাকৈ খুউৱা জলপানক 'ফলাৰ' বোলে। সম্ভৱ ফলাহাৰ শব্দৰ অপভ্ৰংশ। মাছে-মঙ্গহে উভৈনদী হোৱা ভোজক গাহিলা বা গঠীয়া ভোজ আৰু চুৰা-চিৰা-দৈৰে উভৈনদী ফলাৰক কিলাকুণ্ডীয়া (কিলাকুটীয়া) ফলাৰ বোলে। খাওঁতাই যেন জুতি পাই কিলাকুটিৰপৰা চেলেকি খাব খোজে।

সম্ভ্ৰান্ত পৰিয়ালৰ দৰা বিয়া সাজি হাতীত গ'লে কইনাক দোলাত অনা এটা ধৰা-বন্ধা দস্তুৰ আছিল। দোলাও আছিল বহুত প্ৰকাৰৰ, যেনে—চৰিয়া-দোলা, ঢেকোৰ লগোৱা দোলা, কেঁকোৰা দোলা, ফেঁটী-চৈ মৰা দোলা ইত্যাদি। ফেঁটী-চৈ মৰা দোলাত যেয়ে-সেয়ে উঠিব নোৱাৰিছিল। যিসকলে খিয় বাটঘোৰা (খিয়-বাটঘৰ) বান্ধি তাৰ তলেদি সামাজিক প্ৰথামতে সদায় অহাযোৱা কৰিব

পাৰিছিল সেইসকলৰ কইনাইহে ফেটী-ঢে মৰা দোলাত তাৰ তলেদি গৈ দৰাঘৰত প্ৰৱেশ কৰিব পাৰিছিল। অৱশ্যে আজিকালি সেই ৰামো নাই, সেই অযোধ্যাও নাই। মুখেমুখে চলি থকা প্ৰবচনটো হ'লে আছে, বোলে—ইন্দুৰৰ কি সিন্দুৰ ; নগাৰ কি গোন্ধ তেল ; বান্দীৰ কি গভূৰা ল'ৰা, গোলামৰ কি থিয় বাটঘোৰা।

বিয়াৰ কইনা দোলাত ওৰণিয়ে-বাৰণিয়ে যোৱা দেখিলে গৰখীয়া ল'ৰাবোৰে বাট আগচি ধৰি কইনা চায় আৰু কইনাই কটা তামোল-পাণ খাই বৰ-কইনাক আশীৰ্বাদ দি যাবলৈ বাট এৰি দিয়ে। এনে কাম কৰাত আমিও কম নাছিলোঁ। কইনাই হাঁহি মাৰি তামোল দিলেহে আমি তামোল লৈছিলোঁ। নাহাঁহিলে নলৈছিলোঁ। আমি ফকৰা মাতি কৈছিলোঁ—বান্ধনীৰ ক'লা মুখ, ভোজনত নাই সুখ।—তেতিয়া পিতৃ-গৃহ এৰি নতুন ঠাইলৈ, নতুন ঘৰলৈ যাত্ৰা কৰা কন্দনামুখী কইনায়ো মিচিক্ কৰি হাঁহি মাৰি তামোল দিবলৈ বাধ্য হৈছিল। ১০/৮/৮৫

# মোৰ জীৱন-নৈৰ ঢৌবোৰ

## (২)

### এটা টকাৰে দুই পিঠি

বিয়াৰ দিনাৰ ঢুলীয়া যুঁজৰ কথা আগতে উনুকিয়াই আহিছোঁ। ইয়াত ঢুলীয়া মানে ঢেপা-ঢুলীয়া। আমাৰ সৰু কালত ঢুলীয়া-কালীয়া নোহোৱাকৈ কোনো এখন বিয়া হৈ যোৱা আমাৰ মনত নপৰে। ঢোল আৰু কালি এই দুয়োটা বস্তু দৰং অঞ্চলৰ বিয়া-সবাহ, উৎসৱ-পাৰ্বণ আদিৰ অপৰিহাৰ্য্য অঙ্গ স্বৰূপ আছিল। সেয়েহে প্ৰবাদবাক্য ওলাইছিল—বোলে, 'আচল কথাই হ'ল , ঢুলীয়া মাতিবই ৰ'ল'। পিছে, ঢেপা-ঢোল আৰু ঢেপা-ঢুলীয়া মঙ্গলদৈত বাদে অইন ক'ৰবাতো আছে যদি আমি গম নাপাওঁ। গতিকে ঢেপা-ঢুলীয়া নো কি তাৰে অলপ আভাস দিয়া ভাল হ'ব। একে আষাৰে ক'বলৈ হ'লে ইয়াক দৰঙৰ এবিধ মাঙ্গলিক লোক-কলা বোলা যায়।

ঢেপা-ঢুলীয়াৰ দলত সাধাৰণতে ছজন মানুহ থাকে ঃ দুজন ঢুলীয়া আৰু চাৰিজন তালুৱৈ। চাৰিজনতকৈ বেছি তালুৱৈ থাকিলেও থাকিব পাৰে। ঢুলীয়া কিন্তু দুজনেই। দুজনৰ প্ৰত্যেকে একোটা ঢোল ডিঙিৰপৰা ওলোমাই লৈ তাৰ বাঁও মূৰটো বাঁও হাতেৰে চপৰিয়ায় আৰু সোঁ-মূৰটো এডাল এক-ডেৰফুটমান দীঘল বাৰিৰে (মাৰিৰে) কোবাই বজায়। বাৰিডালৰ কোবোৱা মূৰটো কিঞ্চিৎ ধেনু-ভেঁজীয়া বেঁকা। নাগাৰা, জয়ঢোল আৰু বৰঢোল কোবোৱা বাৰিৰ লগত তাৰ এয়ে পাৰ্থক্য ; অৰ্থাৎ নাগাৰা, জয়ঢোল আৰু বৰঢোল কোবোৱা বাৰি পোন। জয়ঢোলক দেৱবাদ্য বুলি দেৱঢোলো বোলে। কামৰূপত ঢুলীয়া বুলিলে বৰঢুলীয়াকে বুজা যায়, দৰঙত হ'লে, ঢেপা-ঢুলীয়া।

ঢেপা-ঢোল কাঠেৰে তৈয়াৰ কৰা হয়। ই দীঘলে প্ৰায় এগজ। এমূৰৰপৰা আনটো মূৰলৈ ক্ৰমে কিছু সৰু। ডাঙৰ মূৰটোৰ বেৰ প্ৰায় দুহাত আৰু সৰুটোৰ

বেৰ চোৱা এহাত। দুয়োটা মুৰ ছাগলীৰ ছালেৰে ছিওৱা (ছাৱা) হয়। ডাঙৰ মুৰটোৰ ছিয়নিত (ছাৱনিত) কেইবা তৰপো ছাল দিয়া হয়। তাৰে ওপৰৰ তৰপটোত কেএক আঙুলিৰ মুৰটোৰ সমান এটা ছিদ্ৰ ৰাখি সেই পিনেদি ব্যৱহাৰ কৰোঁতে প্ৰথমে আৰু তাৰ পাছতো মাজে মাজে পানী ভৰাই দিয়া হয়। তাকে কৰিলে তাৰ ওপৰত কোৰ দিয়াৰ লগে লগে মেঘৰ গাজনিৰ দৰে গুৰু-গম্ভীৰ ধ্বনি হয়। এনে প্ৰণালীৰ ছিয়নিৰ (ছাৱনিৰ) কাৰণে ঢেপা-ঢোল আন আন ঢোলবোৰতকৈ (যেনে— জয়ঢোল, বৰঢোল, মাদল ইত্যাদি) সম্পূৰ্ণ পৃথক হৈ পৰে। এনে ধৰণৰ দুটা ঢেপা-ঢোল আৰু ৪/৬ যোৰা ভোৰ তালৰ তুমুল ধ্বনিয়ে উৎসৱৰ স্থলী গহীন-গম্ভীৰ আৰু আনন্দ-মুখৰ কৰি তোলে।

দুজন ঢুলীয়াৰ এজন হ'ল ঘাই ঢুলীয়া। তেওঁক বোলে গায়ন। তেওঁ মুখেৰে গীত গায় আৰু তাকে ঢোলৰ ছেও বা বাদিত তোলে। খোজৰ লাচ তুলি নাচি নাচি গীত গাওতে গায়নে কান্ধত আঁৰি লোৱা নিজৰ ঢোলটোৰ কাঠৰ পিঠিত হাতত থকা মাৰিডালেৰে মাজে মাজে কোবাই গীতৰ তাল ধৰে। এৱেঁই হ'ল ঢুলীয়াৰ দলটোৰ মুৰব্বী বা পৰিচালক। তেওঁৰ মুখৰ বা হাতৰ ইঙ্গিততে অনুষ্ঠান আৰম্ভ হয়। গান, মুখবাদি, নাচ আৰু ছেও বা বাদি ঢেপা-ঢুলীয়াৰ নৃত্য-গীতৰ ঘাই অঙ্গ।

ঢেপা-ঢুলীয়াৰ সাজপাৰো বিচিত্ৰ ধৰণৰ। আগৰ দিনত ঢুলীয়াৰ দলৰ ঢুলীয়া-তালুৱৈ আটাইবোৰে দীঘলকৈ চুলি ৰাখিছিল। নাচনৰ সময়ত নাচৰ লাচতে দিয়া মেলা-চুলিৰ সঘন সঞ্চালনে নাচৰ সৌন্দৰ্য্যবৃদ্ধিত সহায় কৰিছিল। প্ৰত্যেক ঢুলীয়ায়ে আঁঠুৰ মূৰলৈকে ওলমি পৰা একোটা জামা পিন্ধে। জামাবোৰ বগা-ৰঙা-ক'লা পটি থকাকৈ ৰংচঙীয়া কৰি তৈয়াৰ কৰা হয়। ভেকুলীৰ দৰে বহি বহি নাচ দিওঁতে আৰু থিয় হৈ নাচৰ লাচতে জামাবোৰ চক্ৰাকাৰে ঘূৰালে সেইবোৰক মনোমোহা চিত্ৰ-বিচিত্ৰ জাপিৰ দৰে দেখি। পুৰণি কালত ঢুলীয়াসকলে, বিশেষকৈ গায়নে হাতত দুৰ্পটীয়া গাম খাৰু, কাণত কাণফুল বা কেৰুও পিন্ধিছিল। তালুৱৈসকলে সাধাৰণতে দহ পোৰা ওজনৰ ভোৰ-তাল বজায়। সেই তালৰ শব্দৰ লগত সঙ্গতি ৰাখি ঢুলীয়াই যি মোহন বাজনা ঢোলত বজাই তোলে তাৰে নাম বাদি। কেতিয়াবা আয়তীসকলৰ মুখৰ বিয়া গীত বা অইন মাত-কথা, যেনে—ফকৰা-যোজনা আদিও ঢোলৰ বাদিত তুলি শুনাই ঢুলীয়াই শ্ৰোতাক মুগ্ধ কৰি ৰাখে। মুখেৰে কৈ শুনোৱা বচন বা যোজনা-ফকৰাই মুখবাদি। ঢোলৰ বাদিবোৰো শ্ৰেণীবদ্ধ কৰি অনেক নামত বিভক্ত কৰা আছে, যেনে—দেওবাদি, খৰবাদি, গোৰবাদি, খুন্দাবাদি, খিজাবাদি ইত্যাদি। শেষৰ তিনিবিধ বাদি ঢুলীয়াৰ যুঁজতহে ঘাইকৈ ব্যৱহাৰ হয়।

বাদিৰ দৰে নাচো অনেক প্ৰকাৰৰ আছে ; যেনে,— খুঁটি নাচন, সৰ্কি নাচন, গড়িয়া নাচন, ভেকুলী নাচন ইত্যাদি। কেইজনমানে ঘূৰণীয়া চাক পাতি

খুঁটিৰ দৰে থিয় হৈ থাকি বাকীকেইজনে কাপোৰৰ বাণি বা পাচি-খৰাহিৰ দৈৰ (কাঠীৰ) দৰে তেওঁলোকক মেৰাই এটাৰ পাছেদি আনটোৰ আগেদি কণীয়া মোৰ লগাই ঘূৰি ঘূৰি দিয়া নাচেই খুঁটি নাচন। যুদ্ধত গড় মৰাৰপৰাই গড়িয়া নাচনৰ উৎপত্তি। কাপোৰৰ মূৰত ডাঠ সূতাৰে বই দিয়া সীমাকো গড়িয়া বোলে। সিও একপ্ৰকাৰ গড়েই। এই নাচনত কেইজনমানে দীঘল দৈ বা সূতাৰ দৰে শাৰী পাতি থিয় হয়। বাকীবোৰে কাপোৰৰ জিভাৰ গড়িয়াৰ সূতাৰ দৰে কণীয়া মোৰ লগাই থিয় হৈ থকা লোককেইজনক অতিক্ৰম কৰে। তেনেকৈ ঘূৰিব ধৰিলে কাপোৰৰ মুখত পৰা গড়িয়াৰ দৰে দেখিবলৈ হয়। সেইদেখি এই নাচনৰ নাম গড়িয়া নাচন। সৰ্কি নাচনত ইজনে সিজনক এৰি দুজনৰ ফাকেৰে প্ৰত্যেকে সৰকি গৈ নাচন দিয়ে। এই নাচনত পৈণত ঢুলীয়াই নাচনত পদুম ফুল, বকুল ফুল আদি ফুল নতুবা কাপোৰত বুটা বচাৰ দৰে কৰি দেখুৱাব পাৰে। বিশেষ উল্লেখযোগ্য এই যে নৃত্য কৰা সময়ত ঢুলীয়াই ঢোল নবজায়। ঢোলটো বুকত সাবটি লৈ ঘূৰে, কিন্তু তালুৱৈসকলে নাচনৰ সময়তো তালমান ঠিক ৰাখি নৃত্যৰ লগত সঙ্গতি ৰক্ষা কৰি তাল বজায়ে থাকে।

ঢুলীয়াৰ গীতক গীত নোবোলে। ইয়াক বোলে গান বা গাহান। গায়নে দিহাটো লগাই দিয়ে ; বাকীসকলে সমস্বৰে ধৰে। তাৰ পাছত গায়নে পদ গায়। পদত গায়নে একো একোটা ৰং লগা বিধৰ আমোদজনক গল্প বৰ্ণনা কৰে বা মাছৰ বিয়াৰ পদ গায়, যেনে,— দিহা—অ' চাজন চজাই লৌ—চাজেৰ দোকানদাৰী—

চাজন চজাই লৌ—চাজেৰ দোকানদাৰী— ॥
পদ—হাঁহে নিলা শিয়াল খেদি কুকুৰে পাৰেই ডিমা ।
হাতীৰ পেটত মানুহ জন্মিল লাগিল হুৱাদুৱা ॥
আজিকালিৰ ল'ৰাৰ মূৰত দীঘল দীঘল চুলি।
ৰাস্তাই-ঘাটে ভুল হবেই (হয়) কীয়াছলি বুলি ॥ ইত্যাদি

গীত গাই গায়নে কাঠৰ ঢোলৰ খোলটোতে মাৰিডালেৰে ছেৱে ছেৱে কোব একোটা মাৰি লয়লাসত নাচন তুলি বুলন দিয়ে। ওজাৰ ডাইনাপালিৰ দৰে গায়নেও মুখে মুখে গীত, ফকৰা আদি থিতাতে ৰচনা কৰি লগে লগে গাই যাব পাৰে। সেইটো তেওঁৰ বিশেষ গুণ। সেই পিনেদি তেওঁ এজন গাঁৱা স্বভাব-কবি।

কেতিয়াবা কেতিয়াবা দেউল-পূজা বা অইন উৎসৱে-পাৰ্বণে ঢুলীয়া যুঁজৰ আয়োজন কৰা হৈছিল। যুঁজ মানে অবিয়াঅবি। এই যুঁজৰ আৰম্ভণিতে ৰভাৰ খুঁটাত বা সকলোৰে চকুত পৰাকৈ অইন কোনো ওখ আলমত যুঁজৰ বঁটা বন্ধা হয়। বঁটা মানে নতুন ফুলাম গামোচা এখনত টকা পাঁচটামান বান্ধি তামোলৰ থোক এটা আৰু পাণেৰে সৈতে সকালোৰে দেখাকৈ ৰখা এটা আকৰ্ষণ। যুঁজত বিদলে

জিকিব পাৰে সেই দলকে ৰাইজৰ হৰিধ্বনিৰ মাজত এই বঁটা প্ৰদান কৰা হয়। সমান সমান হ'লে অৰ্থাৎ হৰা-জিকা নহ'লে কেতিয়াবা বঁটা সমানে ভাগ কৰি দিবলগীয়াত পৰে। এনেবোৰ প্ৰতিযোগিতাই শিল্পীসকলৰ মনত নতুন নতুন গীত-মাত, বাদ্য-বাজনা, ছেও-নৃত্যভঙ্গী আদি সৃষ্টিৰ কাৰণে প্ৰেৰণা জগায়। কাৰণ এনেবোৰ যুঁজত কটা আৰু পতা এই দুটাই হ'ল মূল সূত্ৰ বা মূল বিধি। অৰ্থাৎ এটা দলে এটা গীত লগাই দি নতুন নাচোন, নতুন বাদ্য পাতে। আনটো দলে তাকে অনুৰূপে দেখুৱায় অৰ্থাৎ আগৰটো কাটে আৰু লগতে আকৌ নতুন কৌশলৰ আন এটি পাতে। এইদৰে চলি থাকে। খুন্দাবাদ্য, খেদাবাদ্য, নিন্দাগীত আদিৰে প্ৰতিপক্ষৰ উত্তেজনা জগাই তোলা হয়। তেতিয়া অৰিয়াঅৰি বাঢ়ে।

ঢুলীয়া নাচৰ আৰম্ভণিতে ঘাই ঢুলীয়া বা গায়নজনে মুখে মুখে এটা ধেমেলীয়া লোকগীত গায়। আন সঙ্গীবিলাকে তাকে ধৰি আবৃত্তি কৰে। গানৰ লগত মৃদুভাৱে ঢোলৰ পিঠিত তেওঁ বাজনা সঙ্গত কৰে।

মুখবাদ্য দিয়াৰ পাছত গীত, নাচ আৰু ঢোলৰ বাদ্যত তাক ফুটাই তোলা হয়। ঢুলীয়াৰ নিন্দাগীতবোৰ তীব্ৰ আক্ৰমনসূচক। তাৰে দুই-এটাৰ একোখণ্ড এতিয়াও মনত পৰে। যেনে,—অ' মোৰ বুঢ়াহালোৱা ঐ

গলিত (গোহালিত) চেৰেই (চেৰেলিয়াই) মৰাহ,
হালত কামেৰি কাৰাহ,
গাড়ীত বাগেৰি পৰাহ,
ঐ মোৰ বুঢ়া হালোৱা ঐ (ইত্যাদি)

অন্য পক্ষৰ উত্তৰ—ঐ মোৰ ৰবধেকুৰা ঐ
বিয়াঘৰক আহিছা,
চুৰা পাত চেলেকিছা
আৰু নো কি আশা কৰিছা—ঐ মোৰ ৰবধেকুৰা ঐ (ইত্যাদি)

এনে যুঁজ কেতিয়াবা দৰাঘৰীয়া ঢুলীয়া আৰু কইনাঘৰীয়া ঢুলীয়া দুয়ো দলৰ মাজত আৰম্ভ হয়। তেতিয়া বিয়াৰ দৰা-কইনা, হোম-বামুণ এৰি ল'ৰা-ছোৱালী আৰু সাধাৰণ শ্ৰেণীৰ ডেকাসকলে ঢুলীয়া যুঁজ চোৱাতহে লাগি যায়। বিয়া ভাগিলেও যুঁজ নাভাগে—এনে হয়। ৰাইজে তেতিয়া মধ্যস্থতা কৰি যুঁজ ভাঙি দিবলগীয়া হয়। তেতিয়া বং-বহইচৰ ফালেদি ইয়াকো এখন বিয়া বুলি গণ্য কৰি বহুতে মন্তব্য কৰিছিল—বিয়া আৰু ঢুলীয়া-যুঁজ একেটা টকাৰে ই-পিঠি সি-পিঠি। নায়কপাৰা-হাজাৰাপাৰাৰ বিখ্যাত বায়ন ৰজত, বন্ধুৰাম, তোভোক আৰু তালুৰৈ মাথোৰাৰ নৃত্যগীত যেন আজিও মানস চকুত ভাহি উঠে। মাৰৈ গাঁৱৰ কদম বায়ন আৰু নায়কপাৰাৰ ৰজত বায়নৰ যুঁজ লাগিলে এদিন-এৰাতি লাগিলেও কাৰো হৰা-জিকা নহৈছিল। তেওঁলোকৰ গীত-বাদ্য আৰু নাচনৰ ন-ন কৌশলে দৰ্শকৰ ভোক-পিয়াহ-

নিদ্ৰা-ক্লান্তি পাহৰাই পেলাইছিল। বিয়া আৰু ঢুলীয়া-যুঁজ, সঁচাকৈয়ে এটা টকাৰে দুই পিঠি আছিল। এটাই আনটো মনত পেলায়। ৫।৯।৮৫

# ঢোলত কোব মাৰি, ওলাল ছিৰী হৰি (এক)

ঢোল উৎসৱৰ বাদ্য। অসমীয়া সমাজত কোনোবা স্মৰণাতীত মান্ধাতাৰ যুগতেই ইয়াৰ প্ৰচলন হৈছিল। বুৰঞ্জীৰ হাঁকুটিয়ে ইয়াক ঢুকি নাপায়। ঢোল বহুত প্ৰকাৰৰ আছে, যেনে,— বৰ-ঢোল, জয়-ঢোল, ঢেপা-ঢোল ইত্যাদি। বৰ-ঢোল নামে-কামে বৰ ঢোল। গায়ে-গোটে ই ডাঙৰ, প্ৰকাণ্ড। জয়-ঢোল চুটি, টুপুৰা আৰু সৰু। ইয়াত নানা ৰকমৰ ছেও তুলিবলৈ ভাল। এই দুয়োবিধ ঢোলৰ লগত কম-বেছি পৰিমাণে আমাৰ সকলোৰে চিনাকি আছে। তৃতীয় বিধ ঢোল অৰ্থাৎ ঢেপা-ঢোল কিন্তু বহুতৰ কাৰণে তেনেই আচহুৱা। এই ঢেপা-ঢোল আৰু ঢেপা-ঢুলীয়াৰ নাচ-গানৰ বিষয়েহে ইয়াত আৰু কিঞ্চিৎ আলচ কৰিম।

বিয়া আৰু ব'হাগ মাহৰ লগত ঢেপা-ঢোলৰ সনা-পিঠা সম্বন্ধ ; বিশেষকৈ মঙ্গলদৈ অঞ্চলত। এই বাদ্যও মঙ্গলদৈ অঞ্চলৰে পুৰণিকলীয়া বাদ্য। ঢেপা-ঢোল আৰু কালীয়াৰ কালিৰ অবিহনে মঙ্গলদৈয়া বিয়াৰ কথা আগৰ দিনত কল্পনা কৰাই টান হৈ পৰিছিল। বিয়াৰ পাছত কইনা উলিয়াই দিয়াৰ সময়ত এই দুয়োবিধ বাদ্যৰ সমস্বৰে লগ হৈ সখী বান্ধি বিয়াঘৰত যি এটি কৰুণ-মধুৰ পৰিবেশ সৃষ্টি কৰে সি বৰ্ণনাৰ অতীত। সেই পৰিস্থিতিত আনকি হৃদয়কতে উপস্থিত হোৱা দৰ্শকৰো চকু চলচলীয়া হয়।

ঢোল বুলিলে মঙ্গলদৈত ঘাইকৈ ঢেপা-ঢোলৰ কথাই মনলৈ আহে। সেয়েহে আজিও তাত গাভৰুসকলৰ মাজত এটি বচনৰ চলন্তি আছে, বোলে, 'ঢোলৰ মাত শুনিলে বিয়া হওঁ, বিয়া হওঁ লাগে ; শাহু-আইৰ কেটেৰা মাত শুনিলে পলাই যাওঁ, পলাই যাওঁ লাগে।' শাহু-আইৰ কটু ব্যৱহাৰ পুৰণি অসমীয়া সমাজত ন-কথা নাছিল। আজি অৱশ্যে শাহু-আইৰ গেজেৰা মৰা মাতৰ কথা আৰু ঢেপা-ঢোলৰ বিয়া হওঁ বিয়া হওঁ লগোৱা শব্দ দুয়োটাই নাইকিয়া হ'ল বুলিব পাৰি। বছৰ দিয়েকৰপৰা অৱশ্যে ঢেপা-ঢোলৰ পুনঃ প্ৰাদুৰ্ভাৱ হ'ব ধৰা যেন অনুমান হৈছে। তাৰে কথা আৰু অলপ কওঁ।

সাধাৰণতে ঢেপা-ঢুলীয়াৰ দলৰ লোকে, বিশেষকৈ আগ-ঢুলীয়া আৰু আগ-তালুৰৈসকলে চুলি দীঘলকৈ ৰাখে। নাচন দিয়াৰ লগে লগে সেই চুলি মেলি লয়।

ঘাই ঢুলীয়াজনে হাতত দুপটীয়া ৰূপৰ খাৰু আৰু কাণত কেৰু বা লঙৰ দৰে আকৃতিৰ সোণৰ কাণফুল পিন্ধে। কঁকালত আঁঠুমূৰীয়া ৰংচঙীয়া জামা আৰু গাত সাধাৰণ গেঞ্জি বা খাৰী-চোলা, ঢুলীয়াসকলৰ সাধাৰণ পোছাক। খেনোৱে গামোচাৰ পাগুৰিও মাৰে। ঢোলৰ চেওৰ লগত খাপ খুৱাই দেওধনীৰ দৰে চুলিৰ নাচ মৰাটোও ঢুলীয়া-নাচৰ অন্যতম আকৰ্ষণ। বিয়া, সবাহ, দৌলোৎসৱ, পূজা আদিৰ জনসমাগমতে ঢেপা-ঢুলীয়াৰ নৃত্য-গীত পৰিবেশন কৰা হয়। গুৰু-গোঁসাইকে আদি কৰি বৰলোকসকলক আনুষ্ঠানিকভাৱে আদৰি অনা বা বিদায় দিয়াৰ সময়ত, দৰাভী ৰজা চফৰলৈ যাত্ৰা কৰি ওলালে আৰু বিয়াৰ পানী তোলা, সুৱাগ তোলা, দৰা-কইনাক নোওৱা-ধুওৱা, কইনাঘৰলৈ বিয়া-যাত্ৰা কৰা আদি সময়ত ঢেপা-ঢোলৰ বাদ্য আগৰ দিনত অপৰিহাৰ্য্য আছিল।

বিয়ালৈ দৰাঘৰীয়া লোকসকল সদলবলে শোভাযাত্ৰা কৰি যাওঁতে তেওঁলোকৰ লগত ঢেপা-ঢুলীয়াৰ দল কিয় অনিবাৰ্য্য আছিল তাক অলপ গমি চালেই বুজিব পাৰি। তাৰ এটা ঘাই কাৰণ আছিল এই যে কইনাঘৰীয়াৰ ঘৰ আছিল অন্ততঃ এবেলাৰ বাট দূৰত আৰু তালৈ যাবও লাগিছিল দুৰ্গম হাবিতলীয়া বাটেৰে। অৰণ্যৰ বাঘ-ভালুক, আনকি বনৰীয়া হাতীৰ লগতো অনেক সময়ত বিয়াসমদলৰ ভেটাভেটি হৈছিল। ঢেপা-ঢুলীয়াৰ ঢোল-তালৰ তুমুল শবদে হিংস্ৰ বনৰীয়া জন্তুক সঁহাৰি দি দূৰলৈ খেদি পঠিইছিল। সেয়েহে আয়তীসকলে পদব্ৰজে সমদলত যাওঁতে গীতত গাইছিল—'ঢোলত কোব মাৰি, ওলাল ছিৰী হৰি—হৰি এ ; পিতাকক নমস্কাৰ কৰিয়ে জয়-হৰি এ'। 'আহিছে ভাঙাৰা শহুৰৰ ঘৰ এ, আহি আহি পালোঁ আমি কঁটা-বাঁহৰ তল হে।' ইত্যাদি।

কইনাৰ ঘৰত দৰাঘৰীয়া-ঢুলীয়া আৰু কইনাঘৰীয়া-ঢুলীয়া দুয়োদলৰ মাজত সততে নাচ-গান আৰু বাজনাৰ অৰিয়াঅৰি লাগিছিল। তাকে বোলা হৈছিল—ঢুলীয়াৰ যুঁজ। সেই অৰিযাঅৰি কেতিয়াবা ইমানে তীব্ৰ হৈ পৰিছিল যে বিয়া ভাগিলও ঢুলীয়াব যুঁজ নাভাগিছিল। তামোলৰ ভৰা থোক এটা সটা এখনত থৈ গামোচাৰে বান্ধি চকুত লগাকৈ ৰাখি দৰ্শক-ৰাইজে ঢুলীয়া-যুঁজ লগাই দিছিল আৰু যিদলে যুঁজত জিকিছিল সেই দলেই সেই বঁটা লাভ কৰিছিল। বঁটা মানে দুই এটা ৰূপৰ টকা আৰু বটাত থকা তামোলৰ থোকটি। সমাজে বাছি দিয়া বিচাৰকে হৰা-জিকা বিচাৰ কৰিছিল। তাত কেনে ধৰণৰ নাচ, গান আৰু বাজনা চলিছিল তাৰে আভাস তলত দিয়া হ'ল।

এইখিনিতে কৈ থোৱা উচিত হ'ব যে নাচ-গানত বাহিৰেও ঢুলীয়াৰ মুখ-বাদি বুলি একপ্ৰকাৰ মুখৰ কথাৰেই বাজনাৰ ইঙ্গিত দিয়া বচন আছে ঃ মুখেৰে কোৱা কথাকে বাজনাত তুলি সাইলাখ একে কৰি ঢোলত বজাই শুনোৱাকে মুখ-বাদি মৰা বোলে, যেনে,— দিহা— অলৌ-লৌ তলৌ-লৌ, মোক লৈ লৈ ঘৰ

বেলেগ হৌ। পদ—বৰ ডেকাই উঠি বোলে সৰু ডেকা (তই) সৰু ; মই লওঁ মহিষ হাল, তই লৌ গৰু ।' ভগাই নিলোঁ, ভগাই নিলোঁ, ভগাই নিলোঁ লোটা , সৰু ডেকাৰ ভাগত পৰিল পইৰাভগা বটা ॥ ইত্যাদি।

সদায় ঘাই ঢুলীয়া বা গায়নৰ সঙ্কেত মতেই বাদ্য আৰু নৃত্য আৰম্ভ হয়। প্ৰথমতে সকলো ঢুলীয়াযে এটা সাধাৰণ ছেওত ঢোল-তাল বজায়। ঢোলত কোব মৰাৰ আগতে ঢোলৰ মাৰি হাতত লৈয়ে ঘাই-ঢুলীয়াই আই বসুমতীক এটা সেৱা কৰি লয় ; তাৰ পাছতহে ঢোল-তালৰ বোল আৰু নাচনৰ গিৰিপনি উঠে।

তালৰ লগত সঙ্গতি ৰাখি ঢুলীয়াই নাচি নাচি বজোৱা বাজনাৰেই নাম বাদি। বাদ্যৰপৰাই 'বাদি' হোৱা যেন লাগে যদিও আচলতে এই বাদিৰ সম্বন্ধ বাদ বা তৰ্কৰ লগতহে। গায়নৰ বাদ বা তৰ্ককে মুখৰপৰা নি বাদ্যত তোলা হয় গতিকে বাদি। বাদি শব্দৰ প্ৰয়োগ ঘাইকৈ নাগাৰা আৰু ঢোল-খোলৰ লগতহে হয়। হাৰমনিয়াম বা বেহেলা আদিৰ বাজনাক বাদি নোবোলে। সেই বাবে নাগাৰা, ঢোল আৰু খোল এই তিনিও বিধ বাদ্যতে মুখ-বাদি আছে। বাদিও অনেক প্ৰকাৰৰ আৰু অনেক নামৰ আছে, যেনে,— দেওবাদি, গোৰ-বাদি, খৰ-বাদি, পাতল-বাদি, খুন্দা-বাদি, খেদা-বাদি, গল-মোচৰা বাদি, নিন্দা-বাদি, নাক-কটা বাদি, কাণ-কটা বাদি ইত্যাদি।

বাদিৰ দৰে ঢুলীযাৰ নাচনো বহু বিধৰ আছে। প্ৰত্যেক বিধৰে পৃথক পৃথক নাম, যেনে,— খুঁটি নাচন, গডিযা নাচন, সৰ্কি নাচন, ৰোৱনী নাচন, বোৱনী নাচন, খোজত-খোজ-দিয়া নাচন, তমাল মোচৰা নাচন, ভেকুলী-জাঁপ নাচন, শিয়াল-ভুমুকি নাচন, নেউল-বুলৰি নাচন, চকোৱা-পাক, বোন্দা-পাক, মৈৰা-পেখন , ইত্যাদি। মন কৰিবলগীযা কথা এই যে ৰোৱনী-নাচ, বোৱনী-নাচ, মৈৰা-পেখন নাচ, আদিক শুনাত লাস্য শ্ৰেণীৰ নাচ যেন শুনি যদিও এইবোৰৰ কোনোটোতে নাৰীসুলভ লযলাস বা কমনীযতা নাই। ঢুলীযাৰ আটাইবোৰ নাচেই তাণ্ডৱ শ্ৰেণীৰ ঃ লাস্য শ্ৰেণীৰ নহয়। ঢুলীযাৰ সহজ আৰু সাধাৰণ নাচ ঘাইকৈ তিনিটা , যেনে,— খুঁটি নাচন, সৰ্কি নাচন আৰু গডিয়া নাচন। ইয়াত আমি এটি নাচৰ বৰ্ণনা, দুটা ঢুলীয়া-গীতৰ নমুনা আৰু ঢেপা-ঢুলীযাৰ যুঁজত দিয়া নিন্দা পদ দুটাৰ আভাস দাঙি ধৰি প্ৰবন্ধ সামৰিম।

গড়িয়া নাচৰ কথাকেই কওঁ। গড় শব্দৰপৰা গড়িয়া। তাহানি ৰজাসকলে যুদ্ধৰ সময়ত প্ৰতিপক্ষক বাধা দিবৰ কাৰণে ৰাজ্যৰ সীমাত একোটা প্ৰাচীৰৰ গড় মাৰিছিল। সীমান্তত নিৰ্মাণ কৰা এই গড়ৰ দৰে নাচতো এমূৰত দণ্ডায়মান হৈ থকা শাৰীটোকে গড় বোলে। তাৰপৰাই গড়িয়া, যেনে,— কাপোৰৰ দুয়ো মূৰে ফুলৰ পৰিবৰ্তে পৰা গডিয়া নাইবা ঘৰৰ ক্ষেত্ৰত দুৱাৰমুখত থকা দুৱাৰগড়িয়া , ইত্যাদি। এই গড়িয়া নাচনতো তেনেকুৱা ধৰণেই গড় বা সীমা দি নাচন দিয়া বুজায়। ঢৰা বা বিচনীৰ দীঘৰ দৈ (কাঠী) আৰু কাপোৰৰ দীঘৰ সূতাবোৰ শাৰী

হৈ থাকে। বাণিৰ দৈবোৰেৰে বা কাপোৰৰ ক্ষেত্ৰত বাণিৰ সূতাবোৰেৰে মোৰ লগাই বৈ যোৱা হয়। শেষত ঢৰা আৰু বিচনীৰ ক্ষেত্ৰত ডাঠ দৈৰে মোখনি মৰা হয় আৰু কাপোৰৰ ক্ষেত্ৰত ফুলৰ পৰিবৰ্তে মোটা সূতাৰ গড়িয়া পাৰি এৰা হয়। এনেকৈ গড়িয়া নাচনৰ ক্ষেত্ৰতো কেইজনমান ঢুলীয়া দীঘৰ দৈ (কাঠী) বা সূতাৰ দৰে শাৰী পাতি থিয় হয়। বাকীবোৰে মোখনিৰ দৈ বা কাপোৰৰ ভিতৰ গড়িয়াৰ সূতাৰ দৰে বিশেষ মোৰ বা কণীয়া মোৰ লগাই—অৰ্থাৎ এটাক এৰি আনটোক ভিতৰত লৈ—থিয় হৈ থকা লোক কেইজনক অতিক্ৰম কৰে। তাকে কৰোতে দেখাত ই হৈ পৰে সাইলাখ কাপোৰৰ মুখত পৰা গড়িয়াৰ লেখিয়া। গতিকে এই নাচনক গড়িয়া নাচন বোলে।

ঢেপা-ঢুলীয়াৰ গীতৰ (গাহনৰ) নমুনা আগতে দিয়া হৈছে , আৰু এটা দিওঁ—

দিহা— অ' গুৰু, আমাৰ কিছু কথা নাই ,
গুৰু আমাৰ কিছু কথা নাই ॥
পদ— গুৰু মানীৰ ভৰিৰ ধূলা শিৰে তুলি লওঁ।
মৎস্য বিবাহৰ কথা দুই আখৰমান কওঁ ॥
এক দিনা পাতিলেক বৰ দৰ্‌কিনাৰ বিয়া।
সকল মাছক মাতি আহিল তামোল-পাণ দিয়া ॥
তামোল দিলোঁ পাণ দিলোঁ সবে কাটি খাবা।
চাৰি দিনৰ দিনা সবে বিয়া চাবা যাবা ॥
বৌ-বৰালি ওলাই আহে পিছত আহে আৰি।
নিচিলা মাছ ওলাই আহে হাতত টোকান ধৰি ॥
চিতল-লাচিমা আহে পিছত আহে ভাঙন।
শাল মাছ ওলাই আহে আধা পোৱা টাঙন ॥
কাৱৈ মাছ ওলাই আহে পিছত আহে শিঙি।
গাঁতৰপৰা চেঙেলী আহে তিনিটা জাঁপ মাৰি ॥
তোৰা কাজিয়া ওলাই আহে পিছত আহে বামি।
গাঁতৰপৰা কুচিয়াই বোলে যাবা লাগছোঁ আমি ॥
পুঠি-খলিহা ওলাই আহে পিছত আহে মোৱা।
গাঁঠীয়া টিঙিৰা আহা নাই গেৰি মাৰি কোৱা ॥
গৰৈ মাছ উঠি আহে মনত কৰি শোক।
তাৰ পাছত নামি আহে নামে গঙ্গাটোপ ॥
চেলকেনি পানী-মুতুৰা ওপৰচকুৰা ভাই।
সকল মাছ লগ লাগি বিয়া চাবা যায় ॥ ইত্যাদি

ঢেপা-ঢুলীয়াৰ নিন্দা পদ বা খিচা পদক বিয়াৰ নিম্ন পৰ্য্যায়ৰ জোৰা-নামৰ লগত বিজাব পাৰি। পাৰ্থক্য ইমানেই যে বিয়াৰ জোৰা-নাম বহু পৰিমাণে মাৰ্জিত

ভাষাত ৰচিত আৰু ঢুলীয়াৰ নিন্দাপদ শুনাত কিঞ্চিৎ শালীনতাবৰ্জিত। ঢেপা-ঢুলীয়াৰ নিন্দাপদৰ নমুনা আগতে দিয়া হৈছে।

গাঁৱৰ নিচেই দুখীয়া চহা শ্ৰেণীৰ লোক। বহুতে 'ক'ৰ কাণ মূচৰিবই নাজানে। তেনে লোকৰ দ্বাৰা ৰচিত গীত-মাতত ভাষা আৰু ব্যাকৰণৰ দায়-দোষ আছে কিন্তু শিল্পীসুলভ সৰলতাৰ অভাৱ নাই। আমি তেওঁলোকৰ গীত-মাত যথাশ্ৰুতভাৱে লিখিছোঁ , শুধৰাবলৈ যত্ন কৰা নাই। ভাষাৰ আঞ্চলিক ভঙ্গী তাত প্ৰকট হৈ আছে।

২।৬।৮৫

# ঢোলত কোব মাৰি, ওলাল ছিৰী হৰি (দুই)

বিয়াত সুৱাগ তোলা, দৰা-কইনা নোওৱা, দৰাক আদৰি অনা, কইনা উলিওৱা আদি কাৰ্যাত ঢুলীয়াৰ যি প্ৰযোজন, কালিয়াৰো সেই একে প্ৰয়োজন। দুয়ো দুযোৰো যেন অনুপূৰক-পৰিপূৰকহে। বিয়াৰ দৰে অইন-অইন উৎসৱ-পাৰ্বণতো সেই একে কথা। আগৰ দিনত দৰঙী ৰজা ক'ৰবালৈ যাত্ৰা কৰি ওলাই গ'লে লগত ঢুলীযা-কালীযা থাকিবই লাগিব। ৰজা বা ৰাজকোঁৱৰ ক'ৰবাৰপৰা উভতি আহিলেও তেওঁলোকক আদৰি অনাত সেই একে কথা। ৰজা-হাউলীৰ ওচৰত সেইবাবে ঢুলীয়াপাৰা, কালিযাপাৰা বুলি একোখন সৰু গাঁও প্ৰতিষ্ঠা কৰা হৈছিল। যোৰ-কালীযাৰ যুগ্ম-কালিবাদন আৰু বেছি আকৰ্ষণীয়। ইযাৰ ব্যৱহাৰ ঘাইকৈ ৰজাঘৰতহে আছিল , সিও আদৰ-অভ্যৰ্থনা আৰু বিদাযৰ অনুষ্ঠানত।

আকৌ কওঁ—আগৰ দিনত বিযাঘৰীয়াৰ অৰ্থাৎ বিয়াৰ দৰা-কইনাৰ ঘৰ প্ৰায়ে দহ-পোন্ধৰ মাইল দূৰত আছিল। বাট আছিল অটব্য হাবি-বনেৰে ভৰা। কোনো কোনো হাবিত বাস কৰিছিল বাঘ-ভালুক-শিয়াল-গেণ্ডেৰা আদি হিংসুক জন্তুত বাহিৰেও বনৰীযা হাতী। সাতসৈয়াৰ দৰে অৰণ্যত বনৰীয়া হাতীৰো পাল দেখিবলৈ পোৱা গৈছিল। তেনেকুৱা হাবি-বননিৰ মাজেদিয়ে লুংলুঙীয়া বাটেৰে এন্ধাৰ ৰাতি বাট বুলি আগবাঢ়িছিল দৰাঘৰীয়া বিয়াদল কইনাৰ ঘৰলৈ বুলি। তেতিয়া ঢেপা-ঢুলীয়াৰ ঢোল-তাল আৰু কালীয়াৰ কালিৰ তুমুল ধ্বনিয়ে দলটোৰ মনত কেনে সাহসৰ সঞ্চাৰ কৰিছিল, ভাবিলে অনুমান কৰিব পাৰি। তেনে দুই-এটা দলত বিয়া চাবলৈ যোৱাৰ অভিজ্ঞতা মোৰ নিজৰো আছে। তিৰোতাবোৰে খোজকাঢ়ি যাওঁতে ওৰে বাটে গীত গাই গাই বিয়াদলৰ বাটকুৰি যোৱা দুখ-ভাগৰ পাহৰায়। তেওঁলোকে গীতবোৰ স্থান-কাল-পাত্ৰৰ লগত বজিতা খুৱাই গায়। তেনেকৈ আয়তীসকলে বাটত

গোৱা বিয়া-গীত দুই-এফাকি এতিয়াও মাজে মাজে মোৰ মনত পৰে। যাত্ৰাৰ সময়ত উৰুলি—'হৰিবোলা' দিয়েই তেওঁলোকে আৰম্ভ কৰিছিল—

ঢোলত কোব মাৰি
ওলাল ছিৰী হৰি
(ঐ ৰাম) পিতাকক নমস্কাৰ কৰিযে জয়—হৰি এ'।
পিতাকক নমস্কাৰ কৰিয়ে জয়—হৰি এ'। ইত্যাদি

হাবিৰ মাজেদি খোজকাঢ়ি গৈ গৈ মাজবাট মান পালে গীত লগাই দিয়ে—

আহিছে ভোমোৰা (ভাওৰা ?)—শহৰৰ ঘৰ এ'
আহি আহি পালো দেখো কঁটা (কোটোহা) বাঁহৰ তল—এ' ইত্যাদি

এনেকৈয়ে কইনাঘৰ পালে কইনাঘৰীয়া নামতীসকলে পদ যোৰে—

আহাৰে' দৰাঘৰীয়া, ধুন্দুলীতলীয়া, সাজতে নাহিলি কিয়া—এ' ইত্যাদি।

সুৰাগ তুলি আহি দৰা আদৰাতৈকে এই সময়খিনিৰ ভিতৰত আয়তীসকলৰ জাতে জাতে গোৱা গীত-মাত আৰু হাঁহি-খিকিন্দালিত বিয়াঘৰ খলক লাগি পৰে।

বিয়া সাং হ'লে কইনা উলিয়াই দিয়াৰ সময়ত কইনাঘৰীয়াৰ চোতালত কান্দোনৰ যি এটা ৰোল উঠিছিল সিও আছিল এটা অবিস্মৰণীয় দৃশ্য। আজিকালি আগৰ দিনৰ সেই দৃশ্য ক'তো দেখা পোৱা নাযায়। বিয়াৰ আনন্দৰ কিৰিলিয়েই কইনা উলিয়াই দিয়াৰ সময়ত হঠাৎ শোকৰ বিননিত পৰিণত হৈ হাঁহি-অশ্ৰুৰ কাৰুণ্যমিশ্ৰ দৃশ্য এটাৰ সৃষ্টি কৰিছিল। মই বিদায়ৰ সেই দৃশ্যটো চাবলৈ সদায় অপাৰগ হৈছিলোঁ। কন্যা-পক্ষৰ লোকৰ মাজত কান্দোনৰ ৰোল আৰু বিননি শুনি আৰু দুই-একোজনক উচুপি-উচুপি কান্দি ঢলি পৰা দেখি মই নিজে অশ্ৰু সম্বৰণ কৰিব নোৱাৰিছিলোঁ। কেতিয়াবা দৰাঘৰীয়া হৈও মোৰ তেনে গতি হৈছিল। বাইদেউহঁতৰ বিয়াৰ পাছত এই পৰ্বটো আৰম্ভ হ'লে মই সদায় লুকাই লুকাই গৈ বিছনাত পৰি ফেকুৰি-ফেকুৰি কান্দিয়ে কটাইছিলোঁ। কেতিয়াবা মোক বিচাৰি পেহীদেউহঁতে গৈ লেপৰ তলত কান্দি থকা পাই তাৰপৰা তুলি আনিহে কইনাক বিদায় দিছিল। সেই কথা আজিও মনত পৰে।

আমাৰ বংশৰে কৌশল্যা বাইদেউৰ বিয়াত এটা অভাৱনীয় ঘটনা ঘটিছিল। সেইটো মনত পৰিলে মোৰ আজিও হাঁহি উঠিব খোজে। ঘটনাটো এনেকুৱা।— কৌশল্যা বাইদেউৰ বিয়া ৰাতিৰ ভিতৰতে হৈ গ'ল। ৰাতিপুৱা কইনা উলিয়াই দিবৰ হ'ল। ঢুলীয়াৰ ঢোল-তালৰ শব্দ আৰু কালীয়াৰ কালিৰ বাজনাতে ফুটাই তোলা বিয়াগীতৰ কৰুণ সুৰে শুই থকা ল'ৰা-ছোৱালীকো বিছনাৰপৰা জগাই তুলিলে। কইনাক ঘৰৰপৰা উলিয়াই অনাৰ লগে লগে কইনাৰ ডিঙিত ধৰি কান্দি কান্দি বিদায় দিয়া তিৰোতাৰ কান্দোনৰ ৰোল উঠিল। কইনাৰ কৰুণ বিননিৰ লগতে ইবোৰবো কান্দোন লগ লাগি পৰাত বিননিৰ কোব চৰিল। বিদায় দিয়াসকলে কইনাৰ ডিঙিত ধৰি কইনাৰ গুণবোৰ বৰ্ণাই বৰ্ণাই কান্দিছে। এজনীয়ে কইনাৰ ডিঙি এৰি নৌদিওঁতেই

আনজনীয়ে গৈ আঁকোৱালি ধৰি কান্দিব লাগিছে। কোনোৱে বিনাইছে—অ' আমাৰ চোতাল-সুন্দৰী আই তই আজি ক'লৈ গ'লি ঐ।—কোনোৱে বা বিনাইছে—আজিৰপৰা নো আৰু কাক আইটো বুলি মাতিম ঐ। ইত্যাদি।

এনেকৈয়ে এজনী আদহীয়া বুঢ়ীয়ে কোলাৰ নাতিয়েকক অইন এগৰাকীৰ হাতত তুলি দি পোনছাটেই গৈ কইনাক সাবটি ধৰি কান্দিবলৈ গ'ল। কইনাক চুমা এটা খাই কান্দি কান্দি বিদায় দিব। বুঢ়ী দেখাত সবল আছিল যদিও মুখত তেওঁৰ গুৰি দাঁত দুটামানহে আছিল। মুখৰপৰা কিন্তু তামোলৰ টোটোলা নুগুচিছিল। মুখখন সদায় সেইদৰেই ওৰ্ফাণ্ড আছিল। তেনেকৈ তামোল-ভৰা মুখেৰে—হ' মোৰ আই, তই ক'ক গেলি ঐ—বুলি চিঞঁৰি কইনাক সাবটমাৰি ধৰি চুমা খাব খোজোঁতে মুখৰ তামোল আৰু লগতে তামোলৰ ৰঙা পিক সোপাই কইনাৰ পাটৰ কাপোৰত পৰিল। তামোলৰ ৰঙা পিকেৰে কইনাৰ নতুন ধুনীয়া সাজ তেনেই ৰাঙলী হ'ল। হাহাকাৰ লাগিল। সকলোৰে কান্দোন মাৰ গ'ল। ইজনেও কয়—এই আপদীয়া বুঢ়ী কিয় মৰিব আহিছিল ? সিজনেও কয়—এই কুলক্ষণীজনীয়ে খালে , তেনেই খালে। —ইত্যাদি। তাৰে প্ৰায় এঘণ্টামান পাছতহে পুনঃ অইন সাজপাৰ পিন্ধাই কইনা উলিয়াই পঠিয়াইছিল।

আগতেই কৈছোঁ—ঢুলীয়া-কালীয়া মঙ্গলদৈয়া বিয়াৰ অপৰিহাৰ্য্য অঙ্গ। একপ্ৰকাৰ ছেওত বজোৱা ঢোলৰ ভেমটৌ-ভেমটৌ শব্দ শুনি দূৰৰপৰাই নেদেখাকৈয়ে বিয়াৰ দল আহিছে বুলি ক'ব পৰা গৈছিল। কিন্তু উল্লেখযোগ্য কথা হ'ল এই যে ঢুলীয়াসকলৰ জিৰণিৰ ঠাই সদায়ে আছিল গিৰিহঁতৰ আছুতীয়া ঢেঁকী-শালখনহে। দৰাঘৰতো, কইনাঘৰতো। সেয়েহে জা-জলপান খাই উঠি গা নচুৱাই নচুৱাই ঢুলীয়া উঠিবলৈ গৈ গায়ন ককায়ে ৰগৰ লগাই 'গাহন' গাইছিল—

বিয়াকলৈগি আহিলো—
জলপানটোও খাই ললো
অইনক নিলা ৰান্ধনীঘৰক—
আমাক খেদালা ঢেঁকীশালক—
আমাৰ ফুটা কপাল ঐ—ইত্যাদি। ঢোলত কোব

দি সুৰ লগাই গালে ইয়াক শুনিবলৈ সুশ্ৰাব্য হয়।

আমাৰ উত্তৰফালে থকা নায়কপাৰা-হাজাৰাপাৰা গাঁৱত ৰজত বুলি এজন প্ৰখ্যাত ঢেপা-ঢুলীয়া গায়ন আছিল। বন্ধুৰাম আৰু মাঘোৱা এই দুজন আছিল তেওঁৰ সঙ্গী শ্ৰেষ্ঠ তালুৱৈ। তেনেকৈ আকৌ দক্ষিণ ফালে থকা মাৰৈ গাঁৱৰ হীৰাপাৰাত আছিল অইন এটা নামজাদা ঢুলীয়া গায়ন, নাম কদম। ৰজত আৰু কদম দুয়োৰো দল দুটাৰ মাজত ঢুলীয়া যুঁজ লাগিলে কাৰো হাৰ-জিত নহৈছিল। দুদিন-দুৰাতি পৰ্য্যন্ত তেওঁলোকে ইদলে সিদলক ঘটুৱাবৰ কাৰণে যুঁজাৰ কথা জানো। কোনেও কিন্তু কাকো বলে পাৰা নাছিল। কদম আৰু ৰজতৰ মাজত ঢুলীয়া যুঁজ লাগিছে

বুলিলে মানুহ হিল্-দল ভাঙি চাবলৈ আহিছিল। কাকো কেৰে বলে নোৱাৰাৰ ঘাই কাৰণ আছিল দুয়োজন গায়ন আছিল প্ৰত্যুৎপন্নমতিসম্পন্ন আৰু আছিল দুয়োৱে স্বাভাৱিক কবি। এজনে এটা নতুন বচন ক'লে বা নতুন নাচন দেখুৱালে অন্যজনে তাক অনুকৰণ কৰি দেখুৱাবই দেখুৱাব। অকল দেখুৱাই নহয়—তদনুৰূপ আৰু তাৰ ওপৰতো টীকা-টিপ্পনী দি নতুন নাচন-কাচন, ছেও-বাদি আদি দেখুৱাব-শুনাব পাৰিছিল। দুয়ো আছিল একে বৰণৰ, একে ধৰণৰ গঞ্জলীয়া ডেকা। ই আমাৰ সৰু কালৰ কথা। মুঠ কথা সেই দিনত ঢুলীয়া-যোৱা আছিল বিয়াৰ প্ৰথম প্ৰয়োজনীয় সমল।

সকলো ক্ষেত্ৰতে তেতিয়া বিয়া ওৰে ৰাতি চলিছিল। ৰাতিৰ ভিতৰতে দৰাঘৰীয়া উভতি নাগৈছিল। তাৰ ঘাই কাৰণ আছিল বাটৰ অগম্যতা। সেয়েহে ৰাতিৰ ভিতৰতে বিপদসঙ্কুল ভ্ৰমণ এটা পুনৰ নলৈ ৰাতিপুৱালৈ সকলোৱে বাট চাইছিল। মানুহে ঢুলীয়া-কালীয়া চাই, গীত-পদ গাই, পানী-হিলৈ, গঠীয়াঘুমক মাৰি হাঁহি-খিকিন্দালিৰ মাজেৰে ঘুমতি বঞ্চিয়ে ভাল পাইছিল। সেয়েহে কোৱা হয় বিয়াৰ ঘুমতিৰ ওপৰত ঘুমতি নাই। বিয়াৰ ঘুমতিৰ সপোনতো ঢুলীয়া-কালীয়াৰ বাদ্য-বাজনা কাণত বাজি থাকে। তাৰ জীৱন্ত স্মৃতি আজিও মোৰ মনত আছে। ১০।১০।৮৫

# জয় হে—বামুণে পিন্ধালা কুহ

এই যাত্ৰাত বিয়া-নামৰ কথা। আয়তীসকলৰ বিয়া-নামৰ এটা বিশেষত্ব আছে। বিয়াৰ খবি ফলা, সান্দহ খুন্দা আদিকে ধৰি সকলো অনুষ্ঠানকে বৰ্ণনা কৰি নহ'লেও ছুই যোৱাকৈ গাভৰু আৰু আয়তীসকলৰ বিয়া-নামবোৰ মুখে মুখে ৰচিত হৈছিল। নামতীসকলে থিতাতে ৰচনা কৰি গীতবোৰ লগাই দিছিল। মন কৰিবলগীয়া কথা এই যে বিয়াৰ খাতিৰ (তাৰিখ) পৰাৰ লগে লগে বিয়া-ঘৰত সান্দহ খুন্দাৰ ধুম উঠিছিল। কেতিয়াবা মাজ-নিশালৈ, কেতিয়াবা আকৌ সিফালে পুৱতী নিশাৰেপৰা ঢেঁকীশালত সান্দহৰ 'বাৰা' জুৰি লৈ গাত কাপোৰ-লোৱা আৰু গাভৰু ছোৱালীবোৰে ঢেঁকীশালত বিয়ানামৰ জাউৰি তুলিছিল। ক'বলৈ গ'লে ঢেঁকীশাল হৈ পৰিছিল বিয়া-নামৰ একোখন আখৰা-খলা। সান্দহ খুন্দা আৰু ভজাত লাগি থকা ছোৱালীবোৰে এটাৰ পাছত এটাকৈ বিয়ানাম আওৰাই নানা ৰকমৰ ৰং-ৰহইচ লগা কথা আলচ কৰি মাজে মাজে হাঁহিৰ কুমথলি তুলি সান্দহ খুন্দা কামত আগবাঢ়িছিল। বাস্তৱিকতে সান্দহ যে বজাৰত কিনিবলৈও পোৱা যায় সেই কথা

মই চহৰলৈ নহা পৰ্য্যন্ত জনায়ে নাছিলোঁ। দলেবলে লগ হৈ ৰং-ৰহইচৰ খিকিন্দালি তুলি সান্দহ খুন্দাটোৱে আছিল গাঁৱা ৰীতি। বিয়া-সবাহৰ উপলক্ষে হ'লে তো কথাই নাই, 'একেই বুঢ়ী নাচনী, তাতে নাতিনীয়েকৰ বিয়া'। দুই-তিনিটা ঢেঁকীত একেলগে আৰু একেবাহে শব্দ হ'বলৈ ধৰিলেই সেই ঠাইত কাৰবাৰ বিয়া নামিছে বুলি অনুমান কৰা গৈছিল। সেই পিনেদি চাই ঢেঁকীশালবোৰ তেতিয়া হৈ পৰিছিল বিয়াৰ পদৰ আখৰাশালেই নহয়, বিয়াৰ বাতৰিৰ একপ্ৰকাৰ জয়ঢোল। আচৰিত কথা, ৰাতি ঢেঁকীৰ শব্দৰ কোব চৰিলে বাৰীৰ কোণৰ আম বা তামোলত পৰি ফেঁচা চৰায়েও বিশেষ ধৰণে কুৰুলি দিছিল। নিয়তি চৰাইৰ সেই উৰুলি-ধ্বনি শুনিলে, ঢেঁকীৰ মাত নাথাকিলেও মানুহে সহজে মন্তব্য কৰিছিল—এইখিনিত কাৰবাৰ বিয়া নামিছে হ'বলা—বুলি। ফেঁচাৰ বেলেগ সময়ৰ বেলেগ বেলেগ মাত গঞা জীৱনৰ বিচিত্ৰ অভিজ্ঞতা।

আজিকালি পুৰণি বিয়ানামবোৰৰ প্ৰচলন উঠি গ'ল। বিয়ানামবোৰেও মানুহৰ ৰীতি-নীতি আদব-কায়দাৰ লগে লগে গতি সলালে। হালবোৱা, মাছমৰাৰ ঠাইত তেতিয়া নতুনকৈ আহিছিল ৰেল-জাহাজ-ঘড়ী-ফাউণ্টেইনৰ কথা , এতিয়া ক্ৰমে সেইবোৰো পুৰণি হ'ল। সেইবোৰৰ ঠাইত আহিব ধৰিছে টি ভি -এৰোপ্লেন-ফিয়েট-মাৰুতিৰ কথা। পিছে আঢ়ৈ-তিনিকুৰি বছৰ আগৰ পুৰণি বিয়া আৰু বিয়ানামৰ দৃশ্য আৰু সুৰ যেন আজিও মাজে-সময়ে আমাৰ মানস চকুত আৰু কাণত উক দি উঠে। বিয়াৰ বিবিধ অনুষ্ঠানবোৰ ছুই যোৱা তেনে পুৰণি বিয়ানামৰ দিহা আৰু সুৰবোৰ এতিয়াও কাণত কেতিয়াবা নিৰলে বাজে। তলত তাৰে কলি দুটা-এটা তুলি দিলোঁ—পদবোৰ পুৰাকৈ মনত নাই , দিহা আৰু সুৰবোৰ হ'লে আছে। ইয়াৰ বহুততে মোৰ মৰমৰ ভাগিনী জোনেইৰ সহযোগ আছে।

(ক) সান্দহ খুন্দাৰ পৰত ঢেঁকীশালত গোৱা গীত—

(১) বৰুৱা আমখৰি কাটিলো ,
বৰুৱা জামখৰি কাটিলো ,
বৰুৱা কাটিলো পৈনালৰ ঢেঁকী না লৌ ,
ঘামে টলৌবলৌ বিচেনী লৌ।
বৰুৱা সেই ঢেঁকীয়েদি
বৰুৱা আমি চিৰা খুন্দো ,
বৰুৱা ৰৰবাপাৰ বিয়াতে লাগে না লৌ—ইত্যাদি

(২) হে দেৱানগিৰি ৰেল যায় বাগেৰি—
কোম্পানীৰ চাহাবে—হে দেৱানগিৰি ,
ৰেল লৈ আহিছি—হে দেৱানগিৰি—
ভচ্‌ভচ্ ভচ্‌ভচ্ কৰি—দেৱানগিৰি—
ৰেল যায় বাগেৰি ইত্যাদি



শ্ৰীযুত অতুলচন্দ্ৰ বৰুৱা আৰু তেখেতৰ পত্নী শ্ৰীযুতা হিৰণপ্ৰভা বৰুৱা

(খ) বেজে দবাৰ নখ-চুলি কটাৰ উল্লেখত—

বহিলা ঐ—পছিম ফালৰপেৰে—
বহিলা ঐ—বেজ আহি আছেই—
বহিলা ঐ কান্ধত লৈ খুৰৰে মোনা ;
বহিলা ঐ—আই-বোপাইহঁত
বহিলা ঐ—এৰি দিয়া বাট
বহিলা ঐ বিয়াৰে বাতৰা শুনা।
বহিলা ঐ—বিয়া বিয়া বুলি—
বহিলা ঐ কাটি দাড়ি চুলি—
বহিলা ঐ সিকিটো টকাটো পাবো ;
বহিলা ঐ—জলপানৰ দোনাটো—
বহিলা ঐ—সজেই পৰেই দিয়া—
বহিলা ঐ—এনেয়ে লাভতে খাবো—উৰুলি

(গ) পানী তুলিবলৈ যোৱা গীত—

(১) ওলাই আহা দৈৱকীএ' যমুনাকে যাওঁ
কৃষ্ণক ধুৱাবৰে জল, দিবো গঙ্গা মাও।
ওলাই আহা দৈৱকীএ' ৰাজাৰ মহাদই ,
শুভক্ষণে যাত্ৰা কৰি জল আনোগ'ই। ইত্যাদি
(উৰুলি-জোঁকাৰ)

(২) বহিলা ঐ—জেশাহ পেশাহ—
বহিলা ঐ—আহা মামীশাহ—
বহিলা ঐ—ভৰা যমুনাকে যাওঁ (উৰুলি-জোঁকাৰ)
বহিলা ঐ—দুৰকৈ পুখুৰী—
বহিলা ঐ—খান্দালা পিতাদেউ—
বহিলা ঐ—বান্ধালা সেন্দুৰৰ আলি ;
বহিলা ঐ—তাৰে দুয়ো কাষে—
বহিলা ঐ—নাহৰ ৰুই দিলা—
বহিলা ঐ—তাৰ মাজে বকুলৰ শাৰী।
বহিলা ঐ—সেই আলিয়েদি
বহিলা ঐ—ৰাধাই বাটে বুলেই
বহিলা ঐ—বৈ বৈ ধেমালি কৰি ॥
বহিলা ঐ—যাওঁ কত বেলি
বহিলা ঐ—নাপাওঁ হাতে মেলি
বহিলা ঐ—ক'তে বা যমুনাৰ জল ;
বহিলা ঐ—ৰিণিকি ৰিণিকি

ৰহিলা ঐ—দেখিছোঁ যমুনা
ৰহিলা ঐ—চাপিছোঁ কদমৰে তল ॥ (উৰুলি-জোঁকাৰ)

ধেমেলীয়া পদ—

ৰহিলা ঐ—দবাৰ মাক নাইচুলী—
ৰহিলা ঐ—নাযায় বাটে বুলি
ৰহিলা ঐ—আনছু ধেকুৰাতে তুলি
ৰহিলা ঐ—ধেকুৰা বপুৰাই—
ৰহিলা ঐ—দিলা পেচাব কৰি—
ৰহিলা ঐ—বিৰিণাৰ ছোপ এটা বুলি।
(উৰুলি-জোঁকাৰ · হৰিবোলা হাল হৰি এ', হ'ল।)

(ঘ) পানী তোলা গীত—

ইঘাটে দোবেৰি যিঘাটে দোবেৰি
কোন ঘাটে তুলিম মই পানী—এ'—
ৰাজাৰে কুঁৱেৰী যিঘাটে গা ধোৱেই
সিঘাটে তুলিবো পানী—এ'—। ইত্যাদি

(ঙ) পানী তুলি উভতি অহা গীত—

ৰহিলা ঐ—পানী তুলি উঠি—
ৰহিলা ঐ—ঘৰ পালো আহি—
ৰহিলা ঐ—বাট হৈ আছেই বাহী।
ৰহিলা ঐ—দবাৰে মাককে
ৰহিলা ঐ—কৰা গেৰি মাৰি—
ৰহিলা ঐ—বাটটো সাৰকে আহি।
ৰহিলা ঐ—দুৱাৰ মেল দুৱৰী—
ৰহিলা ঐ—অৰ্জুনৰ কুঁৱৰী—
ৰহিলা ঐ—দুৱাৰত ঘুনুচাৰ জৰী।
ৰহিলা ঐ—শিলৰ পাটে দুৱাৰ—
ৰহিলা ঐ—মেলা ৰাজাৰ কোঁৱাৰ—
ৰহিলা ঐ—আমি ভিতৰকে যাওঁ।
ৰহিলা ঐ—কলসী ভিতৰতে থওঁ ॥
(উৰুলি-জোঁকাৰ)

(চ) শ্ৰাদ্ধৰ সময়ত গোৱা গীত—

(১) শ্ৰাদ্ধৰ চাৰি কাষে চাৰি ভাই বহিছে
চাৰিবো মুখলৈ চাই।
সম্বন্ধৰ ডাঙৰ ভাই সম্বন্ধৰ সৰু ভাই
আজিৰ দিন লঘোনে যায় ।।
শফুল ফুলিলে সুপুত্ৰ জন্মিলে
গয়াত পিণ্ড দিব বুলি।
গয়াত পিণ্ড দিলে হাত যোৰ কৰিলে
ককা মোকো সামৰি লৌ বুলি ।। ইত্যাদি

(উৰুলি)

(২) নও চাতি নও বাটি, নও ঘটৰ পানী।
আমাৰ বাপাই শ্ৰাদ্ধ কৰেই নও পুৰুষ জানি (ইত্যাদি)

(৩) জয় হে—দূৰৰে বামুণটো—
জয় হে—পুৱাই মাতিছিলো—
জয় হে—আহিছে গধূলি বেলা।
জয় হে—আদৰুৱা ছলি—
জয় হে—ভোকত দুখে পালা—
জয় হে—ইমান বামুণৰে হেলা ।।
জয় হে—ৰভাৰে তলতে—
জয় হে—ঠাইখিনি মুচিলা—
জয় হে—তাতো পৰি বৈলা তুঁহ।
জয় হে—সৰু কালৰ পেৰে—
জয় হে—মাকে ডাঙৰ কল্লা—
জয় হে—বামুণে পিন্ধালা কুহ ।।
জয় হে—ৰভাৰে তলতে—
জয় হে—কলপুলি পুতিলা—
জয় হে—তাৰো তিনিখানি পাত।
জয় হে—সৰু কালৰপেৰে—
জয় হে—পিতাৰে ডাঙৰ কল্লা
জয় হে—(আজি) বামুণে লাৰিলা হাত ।। (উৰুলি-জোঁকাৰ)
(হৰি বোলা হাল, হৰি এ' হ'ল—। উৰুলি)

১৯।১১।৮৭

# নাচে কুলা-বুঢ়ী নাচে ঃ বাহু দাঙি দাঙি নাচে

আমাৰ সৰু কালত বিয়া-নামৰ নামতী, আয়তী আৰু গাভৰুসকলৰ প্ৰায় কোনোৱে লেখা-পঢ়া নাজানিছিল। আন নালাগে নিজৰ নামটোকে চহী কৰিব পৰা তিৰোতা শতকৰা এজনীও পাবলৈ নাইকিয়া আছিল। আই নাম, ধাই নাম, গোপিনী নাম, বিয়া গীত আদি গোৱাত কিন্তু দুই-এজনী বাৰুকৈয়ে পাকৈত আছিল। মুখে মুখে ৰচনা কৰি, বিয়াৰ প্ৰত্যেকটো কামৰে বৰ্ণনা দি তেওঁলোকৰ মাজেৰ দুই-এজনীয়ে বিয়া-গীত লগাই দিয়া শুনিলে আৰু দেখিলে কোনোৱে স্তব্ধ-মুগ্ধ নহৈ থাকিব নোৱাৰিছিল। আচৰিত কথা খন্তেক নিতাল মাৰি থাকিয়ে নামতীয়ে ন-ন দিহাৰে ন-ন সুৰৰ নতুন গীত যুৰিব পাৰিছিল। তেনেকুৱা বিযা-নামৰ কলি আৰু কিছুমান তলত তুলি দিলোঁ।

(১) দৰা/কইনা নোওৱা গীত—(মঙ্গলদৈত দৰা-ধুউৱাও বোলে)

(ক) কাৰ ঘৰৰ বাছা,
কলত ধৰি আছা—ধুবাবো ধুবাবো বুলি এ'—
নুধুৱেই মায়েৰাই
গে'ল ছাটি মাৰি—কাপোৰখান আনোঙ্গেই বুলি এ'— ইত্যাদি।

(খ) হে কাইমা চৰেই—পচলা হালিছে—
হে কাইমা চৰেই—কলৰ কুঁহি পাতে—
কঁকালে লম্ভিছে চুলি—কাইমা চৰেই, আয়াই চিনান কৰেই ॥
(দৰাৰ ক্ষেত্ৰত—মূৰত চুটি চুটি চুলি—কাইমা চৰেই, বাপাই চিনান কৰেই ॥)

হে কাইমা চৰেই—মহো আঙুলিতে—
হে কাইমা চৰেই—ৰত্ন জিলিকিছে—
নেপুৰে ধৰিছে তুলি—কাইমা চৰেই
বাপাই/আয়ায় চিনান কৰেই ॥
হে কাইমা চৰেই—সোণাৰে বাটিতে
হে কাইমা চৰেই—মাহে হালধি
ৰূপাৰে বাটিতে দৈয়ে—কাইমা চৰেই—বাপাই/আয়ায় চিনান কৰেই ॥
হে কাইমা চৰেই—বোপাক/আয়াক ধুৱাবলে'—
হে কাইমা চৰেই—বৌয়েক আহিছি—
মূৰতে ওৰণি লৈয়ে—কাইমা চৰেই—বাপাই/আয়ায় চিনান কৰেই ॥

হে কাইমা চৰেই—মাহৰে ঢোকোৰা—
হে কাইমা চৰেই—মুৰৰপে নুগুচিল—
দিনতে দুই চখু খালা—কাইমা চৰেই—বাপাই/আয়ায় চিনান
কৰেই ॥ ইত্যাদি

নোওবাৰ পিছত—

১। (ক) ধুৰেই তুলিলা হৰি—সোণৰে পুতলা এ'—
হাত কম্পে, ভৰি কম্পে আৰু কম্পে হিয়া এ'—
ধুৰেই তুলিলা হৰি সোণৰে পুতলা এ' (ইত্যাদি)

(খ) গা ধুই উঠিয়ে—মাককে সুধিলা—কি কাপোৰ পিন্ধিব
পায়—
ছায়াতে শুকুৰা—মুঠিতে লুকুৰা—সেই কাপোৰ পিন্ধিব
পায়। (ইত্যাদি)

(গ) ঝপা মেলা, ঝপা মেলা—কৰি যতন কৰি এ'
ঝপাত আছে—পাটৰ বস্ত্র—আন লাহে কৰি এ'
সূতাৰ বস্ত্র থৌ বোপাই/আয়ায়—পাটৰ বস্ত্র লৌ—এ'
পাটৰ বস্ত্র নেদেই যেদি—মাৰেক বান্ধি থৌউ-এ'। ইত্যাদি

(ঘ) পৃথুৱীৰ পাৰে পাৰে—মৃগ পছ চৰেই
তাকে দেখি ৰামচন্দ্ৰই—শৰ-ধনু ধৰেই।
গা ধুই বাপাই/আয়াই দেই—পটুৰাতে ভৰি—
তোমাতকে ডাঙৰজনে—নিবো কোলা কৰি ॥
গা ধুই চানা বাপাই/সৰু আইটি মুখে দিলা গাজি।
পাৰ্বতীৰ চিঠি আহিছি—যাবা লাগবু আজি ॥ ইত্যাদি

সুৰাগ তোলা পদ—

(ক) সুৰাগ তুলিবলে'—কি কি লাগে—হৰি এ'
বামুণৰ আগতে কোৰা এ' জয়—হৰি এ' ॥
ভঁৰালৰ ওপৰত আছে কপাহ-পাঁজি—হৰি এ'।
তাৰে এমুঠি লৌৱে জয় হৰি এ'।
সুৰাগ তুলিবলে'—আহিল অৰ্জুন দেউ—হৰি এ'
বাটতে বাঘে পালা—এ' জয় হৰি এ' ॥
তুমি বনৰ ৰাজা—ময়ো অৰ্জুন দেউ—হৰি এ'
তুলসীৰ মালা দেও—লৌএ জয় হৰি এ'। ইত্যাদি

(খ) একেটা যমুনা নদী—আগে গোৰে বান্ধা ;
তাতে নামি সুৰাগ তোলে—ভাগ্যৱতী ৰাধা ॥
সাগৰ শুকাল—মাণিক লুকাল—ভাগ্যৱতীৰ ভাগ্যে ।
জলতে যমুনা শুকাল—অভাগিনীৰ ভাগ্যে ॥ ইত্যাদি

দৰা সজোৱা গীত—

ৰাম ৰাম হাতীকে সজালে,
ৰাম ৰাম হাতীৰাম বৰুৱাই
ৰাম ৰাম—ঘোঁৰাকে সজালে ঘাঁহী হে ৰাম।
ৰাম ৰাম—আমাৰ বোপাইদেউকে
ৰাম ৰাম পিতাকে সজালে
ৰাম ৰাম—মূৰত সোণোৱালী টুপী হে ৰাম ॥
ৰাম ৰাম—পা-ভাত ৰান্ধি
ৰাম ৰাম—খুৱায়ে তুলিলা
ৰাম ৰাম—ধুৱায়ে তুলিলা ভৰি হে ৰাম ॥
ৰাম ৰাম—ভোটাৰ পোহৰতে
ৰাম ৰাম—সজায়ে তুলিলা
ৰাম ৰাম—মোহিনী তেলকে সানি হে ৰাম ॥

যাত্ৰা কৰি ওলোৱা গীত—

(ক) ঢোলত কোব মাৰি—ওলাল ছিৰী হৰি—হৰি এ'
পিতাকক নমস্কাৰ কৰিযে জয—হৰি এ' ॥
পিতাকেও উঠি—আশীৰ্বাদ কৰিলা—হৰি এ'
মোৰ বাছা—বিবাহক যায এ' জয হৰিযে ॥ ইত্যাদি

(খ) অ' ভৰিত সেৱা কৰি—মাককে বুলিলা ঐ (২)
—মাই মই বিবাহকে যাওঁৱে মন্দোদৰী-কমলা ঐ

(২)

অ' কৈকে যাহ ক'লীযা—গধূলি বেলিযা ঐ (২)
বলিয়া হাথীতে উঠি—মন্দোদৰী-কমলা ঐ (২) ॥
অ' হাথীতে উঠিবা—দোপেনি মাৰিবা ঐ (২)
টঙালি বান্ধিবা টানি মন্দোদৰী-কমলা ঐ (২) ॥
অ' শহুৰৰ পদূলিত সুলকি পৰিব ঐ (২)
ৰাইজে হাঁহিব বেটি মন্দোদৰী-কমলা ঐ (২) ॥ (ইত্যাদি)

পথত বাট-বুলি যাওঁতে—

(ক) আহিছে ভাঙাৰা শহুৰৰ ঘৰ এ'।
আহি আহি পালা দেখো কঁটা বাঁহৰ তল এ' ॥ (ইত্যাদি

বাটৰ বৰ্ণনা)

(খ) বৰুৱা—আহিকি দেখিলো—বৰুৱা কলৰ কুঁহি পাতে—
বৰুৱা—সেইটো শহুৰাৰেৰ ঘৰে না লৌ - -
বৰুৱা শাহুবাৰে ভাবিছে—বৰুৱা মোৰ জোঁৱাই আহিছে
বৰুৱা গাথীৰ-কল উলিয়াই থোৱে না লৌ - - ইত্যাদি।

(৩) কইনাধেৰ নঙলাত—এজুপি তগৰ ফুল—
তাৰো নাইকিয়া কৰ ৰাম জানকী ঐ ॥
কৰো ধৰিবো—ফুলো ফুলিবো ঐ
তাৰেই গাঁথিবো মালা ৰাম জানকী ঐ ॥
সেই মালা লৈ—ৰুক্মিণী বৰিবো ঐ
হবো মাধৱতে বিয়া ৰাম জানকী ঐ ।

সুৱাগ-ঝাৰা নাম—

নাচেই কুলা-বুটী নাচেই—
বাহু দাঙি দাঙি নাচেই—
কুলাৰে আগতে কি কি আনিছা
বোপাই আঁচল পাতি আছেই ॥(ইত্যাদি বৰ্ণনা)

কইনা-ঘৰত দৰাঘৰীয়া গৈ উপস্থিত হ'লে—

(ধেমেলীয়া গীত)
হাতী আহি পাইলৰে'— ঘোঁৰা আহি পাইলৰে'
মানুহৰ লেখ-জোখ নাই ,
অত ৰাতি হৈলৰে— দৰা আহি পাইলৰে'
আমাৰ ঘৰত সোন্দৰী কইনা নাই ॥
ইত্যাদি। ১৯।১।৮৬

# শহুৰেৰ বৰ-ঘৰ সোমালা গদাধৰ

সাঁকোৰেদি নৈ এখন পাৰ হৈ সিপাৰ পালে যেনে লাগে, হাবি-বননিৰ মাজেদি মাজ-নিশা লুংলুঙীয়া বাটেৰে ঢুলীয়া-কালীয়া, হাতী-ঘোঁৰা, দোলা-দুলীয়া লগত লৈ জোঁৰা-আৰিয়া-লন্থনৰ সহায়ত কইনাঘৰীয়াৰ নঙলাত উপস্থিত হোৱা দৰাঘৰীয়াৰো অৱস্থা একে ধৰণৰ হৈ পৰে। দলে-বলে কেতিয়া গৈ বিয়াৰ ৰভাৰ তলত জিৰণি লৈ বহোঁ, জিৰণি লৈ বহোঁ লাগে। কইনাঘৰীয়াই যিমান সোনকালে বিধি-ব্যৱহাৰে দৰাক আদৰে সিমানে ভাল। তাকে নকৰি বহুতে আকৌ দৰাঘৰীয়া গৈ পদূলি পালেহে সুৱাগ ঝাৰিবলৈ যায়। বহুতে সেই কাম আগতে কৰি থৈ, দৰাঘৰীয়া গৈ পোৱা মাত্ৰে দৰা-আদৰিবলৈ যো-জা কৰে। সেই সময়ৰেপৰা দুয়ো পক্ষৰ আয়তীসকলে এটাৰ পাছত এটাকে নেৰানেপেৰাভাৱে গীত গাবলৈ ধৰে।

তেনে আৰু দুই-এটা গীতৰ কলি যেনে ঃ-

(১) দৰা আদৰা গীত—

আগ বঢ়াবলৈ মৈৰা-বিচেনী
ভৰি ধুবাবলৈ পানী এ'...।
শহুৰাৰেৰ ঘৰৰে কাঁহৰে চৰিয়া
আনিছে দৈ-কল সানি এ'.. ।। ইত্যাদি

(২) কইনা-ঘৰীয়া আয়তীসকলে পোনতে জোকাই লোৱা গীতৰ আৰম্ভণি ঃ-

সোণাই ঝলৌ-মলৌ— এ' চানাবাপা
এই চাদৰ পাইছিলা ক'ত ?
ৰূপাই ঝলৌ-মলৌ— এ' চানাবাপা
ৰাইজক লৈ বহিলি ক'ত ? ইত্যাদি

(৩) গোসাঁই পূজাৰ গীত—

(ক) বাসুদেৱ গোসাঁই পূজে—হৰি এ' ৰাম
আমাৰ বাপুই গোসাঁই পূজে—
হাতত ফুলে লৈয়ে হে ৰাম।
বাসুদেৱ গোসাঁই - - এ' ৰাম।
আমাৰ বাপুই গোসাঁই পূজে
ঘট লাৰি লাৰি কি এ' ৰাম
বাসুদেৱ - - - - এ' ৰাম।

(খ) গোসাঁই পূজা কৰে—অৰুণৰ সম্ভাৰে
বৰুণৰ পীৰাতে বহি লাহেশ্বৰা—ইংৰাজী নপঢ়া।
বৰুণৰে পীৰাখানৰ তলে নাই থুৰা
বোপাই ঢুলা-ঢুলি কৰে লাহেশ্বৰা—ইংৰাজী নপঢ়া ।।
তপ্‌কে যোৰাগে', পিতাকক কোৰাগে' (২)
আনক আৰু এখান পীৰা লাহেশ্বৰা—ইংৰাজী নপঢ়া—
ইত্যাদি।

(গ) পুষ্পমালা লৈয়া হাতে
গোসাঁই পূজে ৰঘুনাথে (২)
গাৰে চাদৰ গাতে জ্বলে
তাতো কৰি বোপা জ্বলে (২)
কাঁহৰ বাটি লাৰেই হৰি
ৰাইজে চাৰে বেঢ়ি বেঢ়ি (২) ইত্যাদি

(ঘ) কি পূজে, গোসাঁই পূজে

চোতালতে বহি—এ'
আমাৰ বাপুই গোসাঁই পূজে
ঘট লাৰি লাৰি এ' - - ইত্যাদি

(৪) হোম পোৰাৰ গীত—

(ক) অত বেলি ঠাকুৰ দেউতাই মাটিকে জুখিলা।
এক হাত মাটি জুখি শুককে মাতিলা ॥
বাৰীৰ আমখৰি আনি হোমকে পাতিলা।
মন্ত্ৰ মাতি বাৰে বাৰে হোমত ঘিউ দিলা ॥ ইত্যাদি

(খ) ৰাম ৰাম—বাৰীৰে আমখৰি
ৰাম ৰাম—কাটে ছেও ধৰি
ৰাম ৰাম—কপিলী গাইৰে ঘিউ হে ৰাম।
ৰাম ৰাম—অগ্নি দেৱতাই
ৰাম ৰাম—চৈঁচাব লাগিছে
ৰাম ৰাম—জোখৰ পাঁচ পোৱা ঘিউ হে ৰাম ॥
ৰাম ৰাম—কইনাঠৈৰ বাৰীৰে
ৰাম ৰাম—টেঙা আমৰ খৰি
ৰাম ৰাম—হোমত জুই নজ্বলে কিয়া হে ৰাম।
ৰাম ৰাম—দৰাঠৈৰ বাৰীৰে
ৰাম ৰাম—অসংখ্যাত দুমৰু
ৰাম ৰাম—ভাৰত কটিয়াই আনি দিয়া হে ৰাম ॥ ইত্যাদি

(৫) তামোল-পাণ দি কইনা উলিয়াই অনা গীত ঃ-

(ক) চোতালৰ আগৰে ৰাঙী তামোলডালি
ঐ ৰাম, দ্বাৰকাপুৰীৰে পাণ হে...।
খাটনিৰ তামোল-পাণ—
পঠিয়াই দিয়া ৰাম—
ঐ ৰাম জানকীক উলিয়াই আনো হে ..। ইত্যাদি

(খ) বৰ-ঘৰৰপৰা ওলাই আহ লগৰী এ' —
মাৰেৰ মোহকে ছাৰি সুলেকচানা (সুলক্ষণা ?)
লগৰী—এ'।
কেনেকে যাম লগৰী—মাইৰে মোহে ছাৰি এ'...
মনত বৰি দুখ লাগে—সুলেকচানা, লগৰী এ' ॥

(গ) হয়ে ঐ লগৰী, হাকিমত পৰিলি ঐ
হাকিমেনীৰ কাচানা কাচা—মনেন্দেৰী (মন্দোদৰী ?)

ৰাখিম কেনে কৰি ঐ... ইত্যাদি

(৬) বিয়া চলি থাকোঁতে ঃ-

অ' হৰি পাটীৰ কাষত বহি
অ' হৰি মায়েকে বোধাবৈ
অ' হৰি জঁৱেতে (জোঁৱাইতে) সঁপিলো তোকে হে ৰাম
অ' হৰি বাপেকে বোধাবৈ — ইত্যাদি বৰ্ণনা।

(৭) কইনা উছৰ্গা কৰা গীত ঃ-

(ক) আম ফুলে থোপা-থুপি, জামৰ কুঁহি পাত
বাপু চেনিৰাম ঐ
বৰ-কাঁহী নেদেই মানে নাপাতিবা হাত
বাপু দযালু ঐ ॥
দিছি দিছি বৰ-কাঁহী হাত পাতি লৌ
বাপু চেনিৰাম ঐ
আদৰুৱা তোমাৰ জোঁৱাই নহয় অনুমান
বাপু দয়ালু ঐ —।

(খ) বৰ-কাঁহী কৰেই দান—তেও জোঁৱাইৰ অপমান ;
লৌ জোঁৱাই হাত পাতি—শহুৰাৰে বৰ দানী ॥
বাৰীত আছে নলৰ গজা
হলি জোঁৱাই দানী ৰাজা ॥

(গ) ফিৰি ফিৰি চাবেই বোপাই
ঐ ৰাম গাবে চাদৰ লাবেই এ' ..
ভিন গোঁৱা বুকৰ মোমা
ঐ ৰাম কিবা উছৰ্গা কৰে এ'.. ॥
হাতী দিবো হালে হালে
ঘোঁৰা দিবো পাল এ'...
যদি মোমাৰ মৰম আছে
ঐ ৰাম গৰুৰ দিবো হাল এ'... ॥ ইত্যাদি

(৮) দৰা-কইনা ঘুৰোৱা গীত ঃ-

(ক) উষা ঘূৰে চেৰ্কী ঘূৰে
ঘূৰাৱে সুন্দৰী ;
ৰামৰ কাষত সীতা ঘূৰে
জনকৰ জীয়াৰী। ইত্যাদি

(খ) উষা ঘূৰে চেৰ্কী ঘূৰে
ঘূৰে মনন্দেৰী (মন্দোদৰী ?) ;
ৰামৰ কাষত সীতা ঘূৰে
বিনন্দীয়া কৰি ॥
ওলাই আহি আই দেৱে—প্ৰদক্ষিণ কৰিলা ;
পাৱে ফুল দিয়া আইদেউ—স্বামী বৰণ কল্লা ॥ ইত্যাদি

(৯) সপ্তপদী বা দৰা-কইনাই পাণ-খচা গীত ঃ-
আখৰ লেখি দিয়া—পান পাৰি দিয়া
ঐ ৰাম বাপাৰ ধৰমৰে বিযা এ' ইত্যাদি

(১০) আখৈ তোলা গীত ঃ-
আখৈ তোলা, আখৈ তোলা, চেনেহৰে ভাই ,
আজিৰপৰা তোমাৰ বায়েৰাই—সম্বন্ধ ছিণ্ডি যায় ॥
আখৈ তোলা আখৈ তোলা, আঁজুলি ভৰিয়া ,
আখৈ নি ঠ'কুৰ দেউতাই—হোমত পূণ্য দিয়া। ইত্যাদি

(১১) দৰা-কইনাক ভিতৰলৈ নিয়া গীত ঃ-

(ক) শহুৰেৰ বৰ-ঘৰ দাঁতৰি ওলোৱা—
ঐ ৰাম চাপৰি চাপৰি যাবাহে—
ৰাইজে পিন্ধাই দিযা—মথুৰা পাগুৰিত ,
ঐ ৰাম আলাঙ্কু লাগিব চাবা হে— ॥ ইত্যাদি

(খ) শহুৰেৰ বৰ-ঘৰ সোমালা গদাধৰ
ঐ ৰাম কেইখান দিহেৰে খালা হে—।
হাতী ভাতত দিয়া, ঘোঁৰা পাতত দিয়া ,
ঐ ৰাম খটিয়া খৰিকাত দিয়া হে— ॥
শুকান পিঠাগুৰি — নাখাবা বোপাটি ;
ঐ ৰাম পা-ভাত নোপোৱা মেনিহে ;
ভিতৰৰেপৰা নাহিবা বোপাটি
ঐ ৰাম আইদেউক নপঠাই মেনিহে ॥ ইত্যাদি ৯।৩।৮৬

# আজি সেই ৰামো নাই, সেই অযোধ্যাও নাই

আগৰ দিনত সাধাৰণৰ কাৰণে খোৱা আৰু গোৱায়ে আছিল বিয়া। বিয়াৰ ঠিক-ঠাক হোৱাৰেপৰা চিন দিয়া, ভাৰ খুউৱা, আঙঠি পিন্ধোৱা, খাতিৰা-ভাৰ দিয়া আদি একুৰি-এটা উৎসৱে খোৱা-বোৱাৰ লেথেৰি-নিছিগা লানি পাতে। এইবোৰৰ বিৱৰণ আয়তীসকলৰ মুখে মুখে ৰচনা কৰি গোৱা গীত-মাতবোৰতো ফুটি ওলায়। তেনে গীত-মাতে অঞ্চলটো তেনেই খলক লগাই থাকে। বিয়া ভাঙি বিয়া-ঘৰীয়া ঘৰলৈ উভতি আহি ঘৰ পোৱা পৰ্য্যন্ত গীত চলিয়ে থাকে ; যেনে,— বিয়া ভগাৰ লগে লগে—

(১) আঙুঠি লুকুৱা বা পাশা খেলৰ গীত—

দিহা— অ' ছিৰী ৰাম ,
আজি বোপা, তোমাৰ পৰীক্ষা চাম ॥
পদ— পাতিলা পাশাৰ খেলা ৰামে-সীতাই বহি।
ৰাইজখানৰ লোকে দেই উৰুলি চাপৰি ॥
ৰাম হাৰে যদি দিবো তেওঁৰ যত ধন।
সীতা হাৰে যদি দিবো হাতৰে কঙ্কন ॥ ইত্যাদি

(২) কইনা লগত লৈ দৰাঘৰলৈ উলটি অহা গীত—

(ক) বিয়াও ভাঙিলে
ৰাতিও পুৱালে
পিতা মোক উলিয়াই দিয়া ,
আই মই দুখীয়া
নাই আমাৰ দুলীয়া
আই তুমি জোঁৱাইৰ আগে আগে যোৱা ॥ ইত্যাদি

(খ) অকলে গৈছিলা বোপা লগেৰে আহিলা।
শাহুৱাৰেৰ বুকুৰ বাছাক কাঢ়িয়ে আনিলা ॥
কাঢ়ি নানো চুহি নানো নামাতিলো লাজে।
আপুনি বহিছে আহি সমাজৰ মাজে ॥
ঘৰ দেখোঁ ৰিণি ৰিণি বেলি হৈছি হালা।
আগত কৰি লৈ আহিলা জনকৰে বালা ॥

বিয়াৰ যোৰা-নামক কামৰূপত খিচা গীত আৰু দৰঙত (মঙ্গলদৈ অঞ্চলত) নিন্দা পদ বোলে। তেনে নিন্দা পদৰ নমুনা, যেনে,—

ৰৰ দলৰ মকুৱা,
বামুণটো থকুৱা,

ঐ ৰাম কৰেই খাওঁ, কৰেই খাওঁ
কৰে হে ৰাম।
বামুণৰ বামুণী—
কৰেই দিবা নৰেই—
ঐ ৰাম বামুণটো খখতে মৰেই, হে, ৰাম ৰাম ॥

ইত্যাদি

বিয়াৰ প্ৰসঙ্গত স্মৃতিত পোত খাই থকা বহুত কথাই ওলাল। ওলাবৰ কথাও। কাৰণ, গঞা জীৱনত বিয়াতকৈ ডাঙৰ উৎসৱ নাই। কথাতে কয় বোলে—মই কিবা বৰ বেটাৰ বিয়া পাতিছোঁ নেকি ?—বহুতে ধাৰ-কৰ্জ কৰিও বিয়া কৰায়, আৰু বহুতে তাকে কৰিব নোৱাৰি, জৈৱিক প্ৰয়োজনৰ তাড়নাত ৰ'ব নোৱাৰি ঘৰজীয়া (ঘৰ-জোঁৱাই) চাপেগৈ। তেনেকৈ চাপি থকা ঘৰ-জোঁৱাইক ইতিকিং কৰি গভিয়া, চপনীয়া আদি মাতেৰে মতা হয়। ছোৱালীৰ ক্ষেত্ৰত তেনে ছোৱালীক যাচনী বা যাচি-খাইতী বোলে। যেনে,—আহিলি যাচনী, দিলোঁ পাঁচনি।

আমাৰ সৰু কালত বিয়া-সবাহ, উৎসৱ-পাৰ্বণ আদিত কানীয়া-সেৱা বুলি এটা আছুতীয়া অনুষ্ঠান বহিছিল। তেতিয়া কানি বা আফিঙৰ টিকিবা খোৱাটো এটা আমোদ-আৰামৰ কাম আছিল। আফু গছৰ ঘূৰণীয়া কেঁচা গুটি কাটিলে তাৰপৰা যি এঠা ওলায় তাকে ফটা কানিৰে টুকি আনি লদা সাজি আফিং তৈয়াৰ কৰা হৈছিল। সেইদেখি আফিঙৰ অন্য নাম কানি। ইয়াৰ খেতি আগতে যেয়ে-সেয়ে কৰিব পাৰিছিল। ১৮৬৩ চনত ইংৰাজ-শাসনত এই খেতি আইন কৰি উঠাই দি কানীয়াক পট্টা দিয়াৰ নিয়ম কৰিছিল। আমাৰ সৰু কালত আফিঙৰ দাম তোলাত এটকা আছিল। চৰকাৰৰপৰা কানীয়াসকলে আফিং কিনিবলৈ একোখন কাগজৰ পট্টা পাইছিল। তাকে মেৰিয়াই মোনাত বা গামোচাত বান্ধি থওঁতে থওঁতে সি গুৰুলা-গুৰুল হৈ পৰিছিল আৰু তাৰ পিঠিত থকা আগৰ একোপধ্যে পঢ়িব পৰা নগৈছিল। মানুহে কানীয়াক কিন্তু নিঘিণাইছিল। সমাজৰ বৰমানুহসকলবো অনেকে কানি খাইছিল। সেই সময়ত মানুহে ৪/৫ জন কানীয়াক নিমন্ত্ৰণ কৰি আনি কোনো ধৰ্মীয় সকামৰ উপলক্ষে আছুতীয়াকৈ বহুৱাই টিকিবা খুৱাই জা-জলপানেৰে সেৱা কৰিব পৰাটোও এটা ধৰ্মৰে কাম বুলি ভাবিছিল। টিকিবা খাই উঠি চিৰা সান্দহ, মথা-দৈ, চুৰা (জুলীয়া গুড়) আৰু মালভোগ-ৰবতমণি কলৰ কিলাকুটীয়া জলপান খোৱাটো তেওঁলোকৰ কানীয়া-সেৱাৰে এটা অবিচ্ছেদ্য অঙ্গ আছিল।

টিকিবাৰ কাৰণে পকা পাণ মিহিকৈ কুটি আফিঙৰ লগত মিহলাই একোটা জালুকৰ মান সৰু সৰু লাডু সজা হৈছিল। সেয়ে টিকিবা। পানীত গোৰাঁই থৈ ৰ'দত ভালকৈ শুকাই পুৰঠ জাতি বাঁহৰ শলা সাজি লৈ তাৰে নলীৰ মুখত দিয়া টিকিবাত জুই দিয়া হয়। জুই-দিয়াৰ লগে লগে দীঘল নলী লগোৱা হোকাত হোপা দিয়া হয় আৰু সেই হোপাতে টিকিবাটো বঙা হৈ পুৰি ওকবি ছিটিকি যায়। তেতিয়া হোপা মাৰোঁতাই স্বৰ্গ-সুখৰ আমেজ পায়।

আমাৰ মনত আছে চানাৰাম কেৰাণী বুলি আমাৰ মিতিৰ ককাদেউতা এজন এই কানীয়া-সেৱাৰ মুখ্য নেতাৰ দৰে আছিল। তেওঁৰ বয়স তেতিয়া ৭৫/৮০ বছৰমান হ'ব। কিন্তু মুখত ম'হৰ শিঙৰ দৰে ভাঁজ খোৱা বগা গোঁফ কোচাৰে, বৰকাঁহৰ মাতৰ দৰে তেওঁৰ ৰজনজনাই যোৱা ঘিটো মাত আছিল সেয়ে নঙলাৰ মুখত গলহেঁকাৰি দিয়াৰেপৰা তেওঁ অহাৰ স্পষ্ট সঁহাৰি দিছিল। কথা কোৱাতো তেওঁক কোনেও বলে নোৱাৰিছিল। নানা ৰকমৰ ফকৰা-নীতিবচন মাতি তেওঁ ঘিটো কথা সাব্যস্ত কৰিব খুজিছিল তাক সাব্যস্ত কৰিহে এৰিছিল। সাধাৰণতে কানীয়া-সেৱাৰ অন্তত তেওঁৰ কথাৰ কোব চৰিছিল। আমাৰ ঘৰতে বহুবাৰ তেনে কানীয়া-সেৱাৰ খোলা বহা দেখিছিলোঁ। তেওঁৰ সমবয়স্ক কি তেওঁতকৈ বয়সত জ্যেষ্ঠ পণ্ডিত থানুৰাম হাজৰিকাক তেওঁ, তেওঁ কিয়—ছিপাঝাৰ অঞ্চলৰ সকলো লোকে, ৰবকৈ মানি চলিছিল। পিছে তেৰোঁ কানীয়া-সেৱাত বহি মাজে-সময়ে দুই-এছাটি মাৰি কানীয়া ভকতসকলৰ প্ৰতি সম্মান-সহানুভূতি প্ৰদৰ্শন কৰিছিল। কানীয়া-সেৱাক ভঙুৱা বলিয়া গোসাঁই বা শিৱ-মহাদেৱৰে একপ্ৰকাৰ পূজা বুলি জ্ঞান কৰা হৈছিল। আমি সৰু ল'ৰাবোৰে লৰি আহি কানীয়া-খোলাৰ ওচৰত খন্তেক থিয় হৈ কানীয়া ভকতসকলৰ ৰেহৰূপ চাই পুনঃ খেলিবলৈ দৌৰ মাৰি আঁতৰি গৈছিলোঁ। কেৰাণী ককাৰ গহীন-গম্ভীৰ ধ্বনিৰে কোৱা—'খাই লৌ বান্দা দুনীয়াৰ ভোগ, জীয়াই থাকোঁতেই খাই লৌ, মৰিলে নাপাবি'— বোলা কথাষাৰে আজিও মোৰ মনৰ কৰ্ণ-কুহৰত মাজে-সময়ে ধ্বনি তুলি মনটো কোনোবা অতীতলৈ টানি লৈ যায়।

শুনিছোঁ—আমাৰ ককাদেউতা সৰুৰাম বৰুৱা ওৰফে ডাঙৰ পাটগিৰিও এনে কানীয়া-সেৱাৰ এজন অনুৰক্ত ভক্ত আছিল। তেওঁৰ সম-বয়সীয়া সঙ্গী ৪/৫ জনে সদায় সময়মতে তেওঁৰ ওচৰত হাজিৰ হৈ মৌজাদাৰ হাকিমৰ অনুগামী হৈ সঙ্গ সুখ লাভ কৰা আৰু তেওঁৰ লগত একেলগে বহি টিকিৰা জলপান খাব পৰাটোকে গৌৰৱময় স্বৰ্গসুখ বুলি অনুভৱ কৰিছিল। তেওঁলোকৰ ভিতৰত ঘাই ঘাই কেইজন আছিল সতৰাম, ৰাজাবুঢ়া, দীনু খোৰা, ফণীধৰ কানীয়া আৰু মছিৰ পেটাল। দুই-এজনে কানিৰ ৰাগিতে মছগুল হৈ তেওঁলোকৰ দুই-এডৰা মাটি কানিৰ দামত মাৰি মৌজাদাৰক লেখি দিছিল। আজিও সেইবোৰ মাটিক বৰুৱাৰ চিটা মাটি, হাজৰিকাৰ চিটা মাটি আদি নামত জনা যায়। এইদৰে কানিৰ খোলাত বহুতৰে সম্পত্তি হস্তান্তৰ হৈছিল, তাহানি পাশাখেলত পাণ্ডৱৰ ৰাজ্য যোৱাৰ দৰে। বিয়াৰ দৰে মাঙ্গলিক উৎসৱৰ আগে আগে এনে কানীয়া-সেৱাৰ আশীৰ্বাদ সেই সময়ত সকলো যোত্ৰবান গৃহস্থই বাঞ্ছা কৰিছিল। পুনঃ কওঁ ই আছিল যেন ভঙুৱা গোসাঁই শিৱ-মহাদেউৰ পূজাৰেই অন্য এটা ৰূপ। আজি সেই ৰামো নাই, সেই অযোধ্যাও নাই। ২৭।৩।৮৬

# মোৰ জীৱন-নৈৰ ঢৌবোৰ

# (৩)

## ডাঁৰ-দণ্ড লাগে ছাগলিৰ শিঙত

গঞা সমাজত খেল পাতি দলভুক্ত হৈ একো একো জাতি-সম্প্ৰদায়ৰ মানুহ বাস কৰে। কেতিয়াবা সৰু খেল একোটাও আকৌ তেনেই সামান্য কাৰণ একোটাতে দুফাল হৈ দুটা খেল হয়। তেতিয়া বিয়া-সবাহ, উৎসৱ-পাৰ্বণ আদিত ইটো খেলে সিটোৰ লগত নাখায়-নলয়, উঠা-বহা, অহা-যোৱা নকৰে। কিছুদিন তেনেদৰে থকাৰ পাছত আমনি লাগি কিবা এটা সুযোগ ওলালে দুয়োটা খেল পুনৰ লগ লাগে আৰু মিলি সনাপিঠা হয়। আগৰ খেল ফলা কাজিয়াৰ ভাব সমূলি নাথাকে।

আমাৰ খেলটোৰ কথাকে কওঁ। ৰজাঘৰীয়া মণ্ডলৰ বহীত তাৰ নাম মাৰৈগাঁও। পুৰণি পুথি-পাঁজিত আছে দুবাহাটী (ডুবাহাটী) বুলি। গঞাসকলৰ কিছুমানে তাক বোলে শালৈপাৰা, কিছুমানে বোলে ভুক্তাবাৰী। আমাৰ সৰু কালত বঙলা আলি বোলা ডাঙৰ চৰকাৰী আলি এটাৰ দুয়ো দাঁতিত খেলটোৰ একুৰি এঘাৰ ঘৰ গিৰী বাস কৰিছিল। উত্তৰে বোল্ল ঘৰ, দক্ষিণে পোন্ধৰ ঘৰ। আলিটো গৈছে পুবা-পশ্চিমাকৈ। আলিৰ উত্তৰ পাৰাক বুলিছিল বৰুৱাপাৰা, দক্ষিণৰ মানুহবোৰক বুলিছিল দাৰোগাৰ ঘৰ আৰু হাজৰিকাৰ ঘৰ। আমি দাৰোগাৰ ঘৰ ছোপৰ।

আগৰ দিনত যিকোনো আচহুৱা বহিৰাগতকে বঙাল বোলা হৈছিল। বগা চাহাবক বোলা হৈছিল—বগা বঙাল। পশ্চিমীয়া নুনীয়া বঙালে চৰকাৰী আলিটো বান্ধিছিল কাৰণে সি নাম পাইছিল বঙলা আলি—অৰ্থাৎ গাঁৱৰ মানুহে গোট খাই বন্ধা আলি নহয়। এই আলিটোৰ দুয়ো দাঁতিৰ ৩১ ঘৰ গিৰীৰ প্ৰায় ডেৰশ মান লোকেৰে ভৰা ই এখন গজগজীয়া গাঁও আছিল। এনে এখন গাঁৱো কেনেকৈ হঠাৎ ফালি দুভাগ হৈছিল বা হ'বৰ উপক্ৰম হৈছিল তাৰে দুটা-এটা উদাহৰণ আজি সুঁৱৰিব খুজিছোঁ।

প্ৰায় আঢ়ৈ-কুৰি বছৰ আগৰ কথা। মই কটন কলেজৰপৰা আই. এ পৰীক্ষা দি উঠি ঘৰলৈ গৈছোঁ (১৯৩৮ চন)। পৰীক্ষাৰ ফলাফল ওলাব প্ৰায় চাৰি মাহ পাছত।

তেনেতে, গৈ পোৱাৰ দিনাখনেই তেতিয়াৰ ছিপাঝাৰ এম. ই. স্কুলৰ হেড্ মাষ্টৰ বীৰেশ্বৰ শৰ্মা গৈ আমাৰ ঘৰত হাজিৰ হ'ল। তেওঁ পোনেই মোক নতুনকৈ আৰম্ভ কৰিব খোজা ছিপাঝাৰ হাইস্কুলখনত তিনি মাহমান শিক্ষক হৈ কাম কৰি দি ৰাইজক সহায় কৰিবলৈ ক'লে। কোৱায়ে নহয়, একৰকম আদেশেই দিলে। ময়ো মান্তি হৈ সেই কামত সোমালোঁ। তেওঁ এখন সৰু কাকতত মেনেজিং কমিটিৰ প্ৰস্তাবটো লিখি নিছিল। সেইখন মোক দিলে। তাত লিখামতে সেই কালছোৱাত মোক জেপ-খৰচ বুলি পোন্ধৰ টকাকৈ মাহিলি পাৰিশ্ৰমিক দিছিল। এম. ই. স্কুলৰে কাষৰ এটা খেৰী ঘৰত হাইস্কুল আৰম্ভ কৰা হৈছিল।

ছিপাঝাৰ এম. ই. স্কুলৰ এজন পুৰণি শিক্ষক আছিল বেণুধৰ চহৰীয়া। তেওঁ কাটনী মানুহ। উচ্চ বংশৰ। তেওঁৰ মাক ঢুকাল। শ্ৰাদ্ধাদি হৈ যোৱাত তেওঁ আমাক সকলো লগৰীয়া শিক্ষককে এদিন সেই উপলক্ষে জলপান খাবলৈ নিমন্ত্ৰণ কৰিলে। আমি গ'লোঁ। জলপান আছিল—চিৰা-সান্দহ, দৈ গাখীৰ, গুৰ (চুৰা) আৰু মালভোগ কলৰ। আমি বীৰেশ্বৰ শৰ্মা, অমূল্য বৰুৱা (মোৰ দদাইদেউ, ছিপাঝাৰ এম. ই ৰ প্ৰতিষ্ঠাপক শিক্ষক), ভদ্ৰকান্ত বৰুৱা (অন্যতম প্ৰতিষ্ঠাপক শিক্ষক) আদি ১০। ১২ জন শিক্ষক লগেভাগে গৈছিলোঁ। আমি সেই জলপান মহাতৃপ্তিৰে খালোঁ। গ'ল কথা গুচিল।

তাৰে প্ৰায় ছয়-সাত মাহ পাছত এদিন আমাৰ ঘৰত কিবা উপলক্ষে এটা ভোজ হৈছিল। ভোজ খাবলৈ দূৰৰ মিতিৰ-কুটুম আহিছে। গঞা ৰাইজো ভৰি পৰিছেহি। খাবলৈ সকলো বহিছে। সকলোৰে আগে-আগে ভাত-আঞ্জাৰ পাত বাঢ়ি থোৱা আছে। আমাৰ দুখন চোতাল। দুয়োখন চোতালত শাৰীয়ে শাৰীয়ে মানুহ বহিছে। ভাত-আঞ্জাদি খাদ্য দ্ৰব্য সকলোবোৰ পটুৱা-পাততে বিতৰণ কৰি দিয়া শেষ হৈছে। আমি গিৰিহঁতে সেৱা ল'বলৈ সাজু হৈছোঁ। পিতাৰ আৰু মোৰ দুয়োৰো ডিঙিত গামোচা। আঁঠু ল'ব খুজিছোঁ। এনেতে কোনোবাই মোকে উপলক্ষ কৰি মাত লগালে—ৰ'ব ; আমাৰ একাষাৰ কথা আছে, তাকে আগে শুনক। পিছতহে আমি সেৱা গ্ৰহণ কৰিম আৰু ভোজ খাম। আমাৰ অতুল বাপা আমাৰ গাঁৱৰ এজন শিক্ষিত ডেকা। তেওঁ এটা কথা আজি আমাক ভাঙি ক'ব লাগে। যদি তেওঁ স্বীকাৰ কৰে আৰু উঁৰ ভৰে তেনেহ'লেহে আমি আজি ভোজ খাম ; নহ'লে থোৱা টান হ'ব। তেওঁ বোলে সিদিনা ছিপাঝাৰৰ বেণু চহৰীয়াৰ মাকৰ শ্ৰাদ্ধত চিৰা-সান্দহৰ জলপান খাই তেওঁক তেৰদিনীয়া অশৌচ খেদোৱাত সহায় কৰিছে। হয় নে?

অইন এজনে লগতে উজান দি ক'লে—অশৌচ খেদোৱাত সহায় কৰা মানে উদ্ধাৰ কৰা। উদ্ধাৰ কৰিছে বোলক।—

মই একো ক'বলৈ নৌপাওঁতেই অমূল্য দদাইদেৱে ক'লে,—এটা কথা। অকল অতুলেই নহয়, সিদিনা ময়ো খাইছিলোঁ। আমাৰ লগত আন আন আৰু বহুতো আছিল। আমি চিৰা-সান্দহৰ জলপান খোৱা সঁচা। আমাৰ লগত বামুণ, গণক, কলিতা,

কোচ, কেওট আদি জাতিৰ শিক্ষকো আছিল। বৰ চিকণকৈ মচি-কাচি থোৱা কেঁৰালি এটাত হাতী-খুজীয়া ঠগা-বাটিত আমাক চিৰা-সান্দহৰ জলপান দিছিল। তাকো জালিকটা কলপাতেৰে প্ৰতিটো বাটিকে সুন্দৰকৈ ঢাকি-ঢুকি দিছিল। ওচৰতে দৈ গাখীৰ একো বাটি, তাকো ঢাকি থৈছে। চুৰাৰ ভৰাটো (টেকেলিটো) কেৱল ওচৰতে থৈছিল। আমি প্ৰত্যেকে হাত মেলিয়ে ল'ব পৰাকৈ। প্ৰত্যেককে চক-ঢাৰি পাৰি তাৰ ওপৰত কম্বল, ৰঙা খণ্ডা, বানত আদি দলিচা পাৰি দি গোসাঁইক বহুৱাদি বহুৱাইছিল। এইটো আছিল শ্ৰাদ্ধৰ দুই-তিনিদিন পিছৰ কথা। খেলৰ মানুহ তাত কোনো নাছিল আৰু খেলৰ লগত এই জলপানৰ একো লেঠা-পেঠা নাছিল। এনেস্থলত আমি বেণু চহৰীয়াক উদ্ধাৰ কৰাৰ প্ৰশ্ন কেনেকৈ উঠে? আমি চিৰা-সান্দহৰ জলপান খাইছিলোঁ—সেইটো সঁচা কথা। কোটেলীয়া (কটৰীয়া) বৰ্ম্মি (কোমল) চাউল খোৱা নাছিলোঁ। মোৰ মতে ভালকৈ ধুই-পখালি পৰিষ্কাৰ-পৰিচ্ছন্নকৈ দিয়া চিৰা-সান্দহ আধা-সিজা বৰ্ম্মি চাউলতকৈ অনেকগুণে ভাল আৰু হিতকাৰী। মই কওঁ—আপোনালোকেও ক'ৰবাত পালে তাকেহে খাব।—

গঞাসকলৰ কোনোবা এজনে ক'লে—আপোনালোকৰ লগত আমি তৰ্ক কৰি জিকিব নোৱাৰোঁ। আপোনালোক শিক্ষিতসকলে শাৰী লগাই যি কয় তাকে আমাৰ ভাল ভাল লাগে। পিছে, আমাৰ আতা-পিতাৰ দিনৰপৰা আমি কাটনীৰ ঘৰত সান্দহ খোৱা নাই। এতিয়াও নাখাওঁ। সেইটো আমাৰ কাৰণে জাত যোৱা কথা। এতিয়া বাপা অতুলে সেইটো দোষ হৈছিল বুলি বাইজক টকা পাঁচটাৰে তামোল-পাণ এবটা উঁৰ দি সেৱা কৰিলে আমি বিবেচনা কৰি চাব পাৰোঁ। নহ'লে কিন্তু আজি আমি ভোজ খাব নোৱাৰিম।—

অইন এটা পঢ়া ল'ৰাই ক'লে—ভোজে কি জগৰ লগালে? আমি ভোজ খামেই। লাগিলে খাই উঠি আপোনালোকে কি বিচাৰ কৰে কৰিব।—

অমূল্য দদাইদেৱে ক'লে—দোষটো বাৰু কি হ'ল? সান্দহ খোৱাতে আমাৰ জাতটো গ'ল নেকি আৰু উঁৰ দিলেই সি পুনু ঘূৰি আহিব নেকি? উচিত-অনুচিত বিচাৰ নকৰা কথা মই হ'লে মানি ল'ব নোৱাৰিম। ই একো উঁৰ ভৰা কথা নহয়। আমি আজি এই বৈজ্ঞানিক যুগত সময়ৰ লগত খোজ মিলাই আগ বাঢ়িম, নে পুৰণি নিয়মতে খামোচ মাৰি ধৰি বহি থাকিম? তাৰ উপৰি, এই প্ৰশ্নটো আপোনালোকে আজি এই সময়তহে উলিয়াব পালেনে?—

অলপ পঢ়া-শুনা কৰি স্কুল এৰি হালত লগা এজন ডেকাই ক'লে—মাষ্টৰ দেউতাই যি কৈছে সেইটো আমি ভাল পাইছোঁ। বেণু মাষ্টৰৰ মাকৰ কাজ যাবৰ আজি ৬। ৭ মাহ হৈ গ'ল। তাৰ কথা আজিহে মনত পৰিল নে? ইয়াকে বোলে কিবা—কেহিম্বাই (কাহানিবাই) মৰিল যেকুৰী, ইতাহে (এতিয়াহে) কান্দেই ফেকুৰি। তাকে বোলে—কলিয়াৰৰত পৈয়াক মৰিল, ঢেঁকী দেওতেহে মনত পৰিল।—ইগিলা-সিগিলা (ইবোৰ-সিবোৰ) নাই, আমি হ'লে খামেই। খাম বুলিছোঁ, খাম। বিসকলে

নাখায় নাই।—ইয়াৰ পাছত চাৰিওফালে গুণ-গুণনি, কোৱা-মেলা চলিল। নানাজনে নানা মন্তব্য কৰিলে।

মই দেখিলোঁ—কথা বিষম। বঢ়া ভাত চেঁচা হৈ যাব লাগিছে। মানুহ কিছুমানো উঠি যাব লাগিলে এইখন তেনেই দক্ষৰ যজ্ঞ হ'ব। মই ঘপ্ কৰি ক'লোঁ—দদাইদেউ, মই এবাৰ ক'ব খোজোঁ।

তেওঁ ক'লে—এৰা, তোৰহে কাজ ; তই কি ক'ব খুজিছ ক।

মই তেতিয়া ক'লোঁ—প্ৰভুসকল, আপোনালোক জ্ঞাতি-গঞাসকল আজি আমাৰ কাৰণে সাক্ষাৎ দেৱতা স্বৰূপ। আপোনালোকক সন্তুষ্ট কৰিবৰ কাৰণে আমি আজি সাধ্যানুসাৰে যৎকিঞ্চিৎ যোগাৰ কৰিছিলোঁ। এতিয়া যদি কিবা কাৰণত উঠি যায়, খাই-বৈ তুষ্ট নহৈ কষ্টহে হয় তেনেহ'লে আমাক বাৰু কোন দেৱতাই ৰক্ষা কৰিব? কোনে এইবোৰ খাব? আকৌ কৈছোঁ—আপোনালোকেই আজি আমাৰ জীৱন্ত দেৱতা। তাকে জ্ঞান কৰি, গলবস্ত্ৰ হৈ আপোনালোকলৈ আঁঠু লৈ এয়া তামোল-পাণৰ বটা আগবঢ়ালোঁ। মোৰ দোষাদোষ যি হৈছে সকলো মৰিষণ কৰি আমাৰ এই সামান্য চাউল মুঠা গ্ৰহণ কৰক।—ইযাকে কৈ মই আঁঠু কাঢি সেৱা জনালোঁ। সকলোৱে গিৰিসাই হৰিযেৰে হৰিধ্বনি দিলে আৰু 'হৰ হৰ' বুলি আশীৰ্বাদ দি খাবলৈ আৰম্ভ কৰিলে।

পিতাই সিদিনা একো মাত মতা নাছিল ; কাৰণ তেওঁ খেলৰ এজন সৰ্বজনমান্য মুৰব্বী লোক। তেওঁ অইনৰ ঠাইত সদায় মেল ভাঙি ফুৰে। দৰকাৰ হ'লে পিছত মাতিব বুলি তেওঁ সকলোবোৰ শুনি আছিল।

অমূল্য খুৰাদেৱে তেতিয়া স্পষ্ট কথাত ক'লে—অতুলৰ কাজ। সি আপোনালোকক যেনেকৈ পাৰে তুষ্ট কৰিলে। মই পিছে এতিযাও কৈছোঁ—আপোনালোকৰ এইবোৰ বিষয় ভালকৈ চিন্তা কৰিবৰ সময় হৈছে। আজি নিশ্চয় বহুতে খালেহেঁতেন আৰু বহুত উঠি গ'লহেঁতেন নোখোৱাকৈয়ে। এই সামান্য কথা এটাৰ কাৰণে এটা খেল দুটা হ'লহেঁতেন! তাক অতুলে হ'বলৈ নিদিলে। ভালেই হৈছে। পিছে এনে কাজত, এনে সময়ত এইবোৰ উলিয়াব নাপায়। তাৰ বাবে পৃথক সমাজ বহিব লাগে। আজিৰ এইটো জ্ঞানো উচিত হৈছে?—

সিদিনা খেলটো কোনোমতে নফলাকৈ ৰ'ল। আমাৰ শিশু কালৰ খেল ফলাৰ প্ৰকৃত কাহিনী এটাও কওঁ। আমাৰ ভাগীৰে সভাৰাম বৰুৱা নামৰ এজন ককাইদেউ আছিল। সম্বন্ধত ককাইদেউ যদিও তেওঁ আছিল পিতাইতকৈ সমবয়স্ক লোক। তেওঁ দেখাত বৰ মোটা-তাজা, শকত-আৱত লোক আছিল। সেইদেখি সকলোৱে তেওঁক সভামোটেৰীয়া বুলিছিল। কিবা এটা সৰু ঘটনায়ে ডাঙৰ ৰূপ লোৱাত তেওঁক গঞা সমাজে বহুত দিনৰ কাৰণে আলাগ (এৰবীয়া) কৰি থৈছিল। গাঁৱত তেনেকৈ এৰি থোৱা লোকক 'বদুৱা' বোলে। এৰবীয়া কৰিছিল যদিও তেওঁৰ লগত গাঁৱৰে ওচৰ-পাজৰৰ ইষ্ট-কুটুম্ব দুই-এঘৰ লগ লাগি তেওঁবো চাৰি-পাঁচ ঘৰেৰেই এটা সৰু খেল হৈ পৰিছিল আৰু তেওঁলোকৰ মাজতে অহা-যোৱা, খোৱা-বোৱা চলিছিল।

তেনেকৈ প্ৰায় ৫। ৬ বছৰ চলিছিল। পিছত অকলে থাকি ভাগৰি পৰি সমাজ মাতি উঁৰ ভৰি উদ্ধাৰ হৈ খেলৰ লগ লাগিছিল। তাৰ ঘটনাটো আছিল এনেকুৱা।

এদিন হাল বাই উঠি হালৰ গৰু আলিয়েদি খেদি আনোতে এটা মুছলমান লোকৰ গৰুৱে সভাৰামৰ আলিৰ কাষৰ বোৱা খালে। সভাৰামে তাকে দেখি তাক খেদি আহি গালি পাৰিলে। গালি পৰাই নহয় ধান খুউৱা খণ্ডত মাৰিম বুলি দূৰৰপৰা হাত দাঙিলে। মুছলমানটোও ডেকা ল'ৰা আছিল। হাল মেলি অহা খণ্ডত হাতত থকা ল'ৰুডালকে জোকাৰি সিও কৈছিল—আহচোন আহ ; মোক মাৰ্ছি। মোক মাৰিলে তোক সুখে এৰিম নে? মই গৰু লগাই দিতো তোৰ ধান খুউৱা নাই। হাল টনা ভোকত গৰুৱে তোৰ আলিৰ কাষৰ ধান দুই-একামোৰ খালে, সেইবুলিয়ে তই মোক মাৰিবলৈ আহিলি নে? তোকো মাৰিলে মোৰ কিবা হাত গোন্ধাব নেকি?—

ঘটনা সিমানতে শাম কাটিল। মৰামৰি নহ'ল। হাত দণ্ডা-দণ্ডিহে হ'ল।

গাঁৱত মুছলমানক মাৰিব খোজা আৰু মুছলমানে মাৰিম বুলি হাত দণ্ডা হিন্দুৰ কাৰণে এটা ডাঙৰ সামাজিক অপৰাধ। ই জাতি-যোৱা কথা। গতিকে কোনোবাই সমাজত লগাই দিয়াত ঢৌটোৱে বৌটো হ'ল। ফিৰিগুতি পৰিয়ে লঙ্কা গোৰা গ'ল। খেলৰ বিচাৰত সভাই হাত দাঙি মাৰিব খোজা কথা স্বীকাৰ কৰিলে। স্বীকাৰ কৰাই নহয় বীৰদৰ্পে এই কথাও ক'লে—মুছলমানে মাৰিম বুলি দূৰতে হাত দাঙিলেই হিন্দুৰ জাতি যায় নেকি? হিন্দুৱে তাৰ প্ৰতিবাদত হাত তুলিলেও যদি জাতিটো লৰ মাৰে তেন্তে সি ৰক্ষা পৰাৰ উপায় দেখোন নায়েই। হিন্দুৰ জাতিও পলৰীয়া, মানুহো ভয়াতুৰ নেকি?—এনে উত্তৰ দিয়াৰ কাৰণে তেওঁক সমাজে ভালেকেইবছৰ বদুৰা (এঘৰীয়া) কৰি এৰিছিল। উঁৰ ভৰি, খাহি মাৰি ভোজ-ভাত দি উদ্ধাৰ হৈ সভাৰামে কৈ ফুৰিছিল—মই তো সমাজৰ একো দায়-জগৰ লগোৱা নাছিলোঁ। কিবা লগাইছিল যদি লগাইছিল খাহি ছাগলিয়েহে। হিন্দুৰ ডাঁৰ-দণ্ড লাগে খাহি ছাগলিৰ শিঙত, মানুহৰ গাত নহয়। মই আগৰ যি সভাৰাম সেই সভাৰামেই। ১৫/৫/৮৬

# ঘোপাৰ দেউলৰ হিট্

তাহানি মঙ্গলদৈত ব'হাগ বিহুৰ গুৰুত্ব নিৰ্ভৰ কৰিছিল দুটা উৎসৱৰ ওপৰত ঃ (১) বিহুৰ দিনা অৰ্থাৎ সংক্ৰান্তিৰ দিনা গৰু ধুউৱা উৎসৱত আৰু বৰ-বিহুৰ (পহিলা ব'হাগৰ) দিনৰেপৰা দৈনিক বেলেগ বেলেগ ঠাইত উদ্‌যাপন কৰা

দেউলবোৰৰ ৰং-ৰহইচত্। সংক্ৰান্তিৰ দিনা গৰু ধুউৱা হয় কাৰণে সেই দিনাৰ বিহুৰ নামকৰণ হৈছে গৰু-বিহু বুলি। সিদিনা জাতি-তেল, হালধি, মাহ-মতাহি ঘঁহাই গৰুক লাউ-বেঙেনা খুৱাই ওচৰৰ কোনো নদী, পুখুৰী বা দোভাত গৰু ধুউৱা ডাঙৰ উৎসৱৰ কাম। গৰুবোৰক দীঘলতি, মাখিয়তীৰ ডাল-পাতেৰে কোবাই পানীৰ মাজলৈ খেদি নি গাত পানী ছটিয়াই গা ধুউৱা হয় আৰু লগে লগে জাতিলাউ আৰু বেঙেনাৰ টুকুৰাবোৰ সিহঁতৰ গালে দলিয়াই দি উলাহত চিয়ঁৰি চিয়ঁৰি আশীৰ্বাদ দিয়া হয়—

দীঘলতিৰ দীঘল পাত,
গৰু কোবাওঁ জাত্ জাত্ ;
বাপেৰ সৰু, মাৰে সৰু,
তই হ'বি বৰ গৰু।।
লাউ খা, বেঙেনা খা—
বছৰে বছৰে বাঢ়ি যা।।

তাৰ পাঁছত মুকলি পথাৰত মুকলিমূৰীয়াভাৱে গৰুবোৰক চৰি ফুৰিবলৈ দি গৰুৰ মালিক আৰু গৰখীয়াহঁতে পুৰণি পঘা একোডাল সাল-সলনি কৰে। ইয়াত বাহিৰেও গৰুৰ গালৈ মাৰি পঠিওৱা লাউ-বেঙেনাৰ কিছুমান টুকুৰা বুটলি নি তঙালত গাঁথি গোহালিত আঁৰি থোৱা হয়। তাকে কৰিলে হেনো গৰুৰ মাৰি-মৰক নহয়। গধূলি সময়ত গৰুক তৰাৰ আঁহ লগত দি গোঁথা ন-পঘাৰে বান্ধি বিহুৱান দি পিঠা-পনা খুউৱা হয়। গধূলি সময়ত গোহালিত জগা (যাগ) দিয়া এই বিহুৰ এটা অপৰিহাৰ্য্য কাম। শুকান ধান-খেৰ, জাবৰ, তুঁহ আদিৰ ওপৰত আগৰা, বিহলঙনি আদি ঔষধৰ গছ ওপৰত জাপি দি গোহালিত দিয়া জগাৰ (যাগৰ) ধোঁৱাই মহ-মাখি আদি খেদাৰ উপৰিও ৰোগ নিবাৰণ কৰে। বিচনীৰে ইয়াৰ ধোঁৱা গিৰিহঁতৰ বৰ-ঘৰ, বাকনী ঘৰ আদিত একোছাটি সুমাই দিয়া হয়। তাৰ দ্বাৰা বিচনী শুচি হয়, ঘৰৰ মহ-মাখি-ৰোগ-বেমাৰ আদিও খেদা খায়। এই বা দিয়াৰ আগতে বিচনীৰ ব্যৱহাৰ নিষেধ ঃ তাৰ বতাহ ল'ব নাপায়।

আমাৰ ল'ৰালি কালত অকল আমাৰ গাঁৱত বুলিয়ে নহয় ওচৰৰ কোনো লোকে কোনো গাঁৱতে কেতিয়াও বিহু নাচ নচা বা বিহুগীত গোৱা আমি দেখাও নাছিলোঁ, শুনাও নাছিলোঁ। বস্তুতঃ নামনিত, বিশেষকৈ নামনিৰ গাঁও-ভূঁইত বিহুনাচ আৰু বিহুগীতৰ প্ৰচলন সমূলি নাছিল। বিহু উপলক্ষে তাৰ সলনি চলিছিল ৰহা নাম, ধিয় নাম আদি হৃদি নামৰ চিত্তাকৰ্ষক উৎসৱ।

পহিলা ব'হাগ বা বৰ-বিহুৰ দিনা বৰদৌলগুৰিৰ বৰ-দেউল হয়। চতুৰ্দশ শতিকাত ভূঞা ৰজাসকলৰ দিনত বৈষ্ণৱ সম্বৎসৰ বা শিয়লা গোসাঁয়ে হেনো এই দেউল পোন-প্ৰথমে অনুষ্ঠিত কৰিছিল। তেতিয়াৰেপৰা ই পৰম্পৰাভাৱে চলি আহিছে। আদিতে দেউলটো হেনো কাকিনি তামোলৰ সমান ওখ আছিল আৰু দেউলৰ ওপৰত স্থাপন কৰা বিগ্ৰহলৈ চালে মানুহৰ মূৰৰ পাগুৰি খহি পৰিছিল। এই

দেউল আৰম্ভ হোৱাৰ পাছত নিৰ্দিষ্ট দিনত বেলেগ বেলেগ ঠাইত বেলেগ বেলেগ দেউল হ'বলৈ ধৰিলে। আঢ্যৱন্ত লোকসকলে নিজে খৰচ বহন কৰি এই দেউলবোৰ পাতি দিছিল। তেনেকৈ আমাৰ নিজৰো নগুলাৰ মুখৰ পুখুৰীৰ পাৰতে এটা দেউল হৈছিল, নাম আছিল—দাৰোগাৰ ঘৰৰ দেউল। সেই দেউল হৈছিল ব'হাগৰ দহ তাৰিখে। আমাৰ পৰিয়ালৰ দ্বাৰাই আমাৰ মাটিত সেই দেউল অনুষ্ঠিত হৈছিল। মঙ্গলদৈ মহকুমাৰ আটাইতকৈ ডাঙৰ দেউল আছিল দুটা ঃ (১) ঘোপা বা বিহু ভঙাৰ দেউল আৰু আনটো হ'ল— (২) ঘোঁৰাবান্ধাৰ দেউল। দুয়োটা ক্ৰমে ৬ আৰু ১২ ব'হাগত হৈছিল। আজিকালিও দুয়োটা একেদৰে চলি আছে। দুয়োটা দেউলতে অসংখ্যাত মানুহৰ সমাগম হৈছিল। ইমানেই মানুহ জমা হৈছিল যে এবাৰ কেনেবাকৈ মানুহৰ ভিতৰত সোমাই হেৰাব লাগিলে তেওঁক আৰু তাত বিচাৰি পোৱা টান হৈছিল। কোন দেউলটো ব'হাগৰ কোন তাৰিখে হয় গঞাৰ বাইজৰ আঙুলিৰ মূৰতে থাকে। তাৰে গোটাচেৰেকৰ নাম, স্থান আৰু তাৰিখ, যেনে—

| | | |
|---|---|---|
| ১লা ব'হাগ | ঃ | বৰদৌলগুৰিৰ—বৰদেউল |
| ২য় ব'হাগ | ঃ | ৰঙাচন্দনৰ দেউল |
| ৩ ব'হাগ | ঃ | দলৰ কোণাৰ দেউল |
| ৪ ব'হাগ | ঃ | চেঙাপাৰাৰ দেউল |
| ৫ ব'হাগ | ঃ | বৰ জলজলিৰ দেউল |
| ৬ ব'হাগ | ঃ | (১) ঘোপাৰ বা বিহুভঙাৰ দেউল |
| | | (২) গণেশ পাহাৰৰ গণেশৰ দেউল |
| ৮ ব'হাগ | ঃ | মাৰে সৌৰবীৰ দেউল (১) |
| | | বামুণপাৰাৰ দেউল (২) |
| | | খটৰাৰ দেউল (৩) |
| ৯ ব'হাগ | ঃ | টংলা ঝালুকবাৰীৰ দেউল (১) |
| | | নামখলাৰ দেউল (২) |
| | | অভেয় বৰাৰ দেউল (৩) (ছিপাঝাৰ) |
| ১০ ব'হাগ | ঃ | ৰইনাপিতৰ দেউল (১) |
| | | দাৰোগাৰ ঘৰৰ দেউল (২) |
| ১১ ব'হাগ | ঃ | বুৰী নাগৰ দেউল (১) |
| | | বৰঝাৰৰ দেউল (২) |
| ১২ ব'হাগ | ঃ | ঘোঁৰাবান্ধাৰ দেউল (ছিপাঝাৰ) |
| ১৪ ব'হাগ | ঃ | সাৰঙৰ দেউল |
| ১৫ ব'হাগ | ঃ | তিনি সুঁতিৰ মুখৰ দেউল |
| ১৮ ব'হাগ | ঃ | বুঢ়ী গোসাঁনীৰ দেউল |
| ১৯ ব'হাগ | ঃ | গাৰুৱাৰ দেউল (পকাদলি) |

২০ ব'হাগ : ৰাজঘাটৰ দেউল
২২ ব'হাগ : বাবাজীৰ দেউল (ঘোঁৰাশাল)
২৬ ব'হাগ : বলদেৱ পাৰাৰ দেউল
৩০ ব'হাগ : শিলখুঁটিৰ দেউল

ল'ৰা-বুঢ়া, ডেকা-ডেকেৰী, ধনী-দুখীয়া সকলো শ্ৰেণীৰ লোক দেউল চাবলৈ গৈছিল। সৰু ল'ৰা-ছোৱালীক পিন্ধাই-উৰাই কান্ধত তুলি লৈ গৈ দেউল দেখুৱাটো পিতাক-দদায়েকৰ প্ৰীতিকৰ কাম আছিল। আজিকালিও ৰংচঙীয়া কাপোৰ পিন্ধি ৰচক-চমককৈ দেউল চাবলৈ যোৱা ল'ৰা-ছোৱালীক উপলক্ষ কৰি ধেমালিতে কোৱা হয়— কলি কালৰ ছলিয়ে বলী ভাত খায়।
পিতাকৰ কান্ধত উঠি দেউল চাব যায়।।

উপৰোক্ত ডাঙৰ দেউল দুটাত প্ৰায় প্ৰতি বছৰে হিট্ লাগিছিল। হিট্ লগা মানে এফালৰ মানুহ আন ফাললৈ যাবলৈ গাৰ বলেৰে হেঁচি বাট উলিয়াই যোৱা। তেনেকৈ আগ্ৰাটোতে হেঁচা-ঠেলাৰ কোবত আৰু চিয়ঁৰ-বাথৰৰ কিৰিলিত কাৰো মাত ক'তো নুশুনা-নুবুজা হৈ পৰিছিল। তেনে হেঁচা-ঠেলা কৰাটো তেজৰ পিৰপিৰণি উঠা চেঙেৰা ডেকাস্ ্লৰ কাৰণে এটা উলাহ-আনন্দৰ কামেই হৈ পৰিছিল। তেনে ঠেলা-ঠেলিৰ ভিতৰতে কেতিয়াবা, আগতে গোপনে বুজা-বুজি কৰা মতে, কোনো যুৱতীক কোনোবা যুৱকে চল চাই বলেৰে ধৰি পলুৱাই নি বিয়া কৰাইছিল। তেনেকৈ ছোৱালী টনা-টনি কৰা বিশেষ এক শ্ৰেণীৰ লোকৰ মাজত প্ৰায় প্ৰতি বছৰে হৈছিল আৰু এই দুটা দেউলেই তাৰ কাৰণে সোণালী সুযোগৰ যোগান ধৰিছিল। এতিয়াও মানুহৰ সমাগম বৰ বেছি হ'লে কথাতে কোৱা হয়—ইয়াত ঘোপাৰ দেউলৰ হিট্ লাগিছে দেখোন।—ঘোপাখন এখন বিৰাট গাঁও। হিন্দু ঘোপা আৰু মুছলমান ঘোপা—দুখন গাঁও লগ হৈ ঘোপা গাঁও। দেউলত, ক'বলৈ গ'লে, হিন্দুতকৈও মুছলমান ডেকাসকলৰহে ৰং-ৰহইচৰ কোব চৰিছিল। হিট্ লগাকে হুঁহি লগাও বুলিছিল। হুসি লগা কথাষাৰ পুৰণি পদ পুথিতো পোৱা যায়। ৭/১০/৮৬

# তোৰো বাৰীত আদা ঐ মোৰো বাৰীত আদা

মঙ্গলদৈৰ ব'হাগৰ দেউলবোৰত কাঁহ-পিতলৰ বাচনবেপৰা হৰেক-ৰকমৰ মনোহাৰী মাল, খেতি-বাতিৰ সা-সঁজুলি, ঢাৰি-পাটী, কঠ, মঠা-কঠ, আদা-হালধি, কুঁহিয়াৰৰ আগ, খৰ-মিঠাই, চুৰাৰ টিং, গুৰ, বিবিধ মাহ, মাহৰ দালি, তেঁতেলী টেঙা,

ঠেকেৰা টেঙা, কাপোৰ-কানি, চোলা-চুৰিয়া আদি সকলো লাগতিয়াল বস্তুকে কিনিবলৈ পোৱা গৈছিল। আনকি হাঁহ-পাৰ, ছাগলি, টিয়া-ভাটৌ আদিও তাত কিনা-বেচা হৈছিল। খোৱা বস্তুৰ ভিতৰত তিয়ঁহ, বাঙি, মধুৰি-আম, খৰমজুৰা (তৰমুজ), আদি ঢেৰ। গৰমত পকি ভিতৰখন ৰঙা হৈ থকা, মুখত দিলেই গলি পানী হৈ যোৱা খৰমজুৰা খাই পিয়াহ পলুৱাই গা জুৰ কৰিবলৈ দেউল চাবলৈ যোৱা সকলো লোকে বিচাৰিছিল। দেউলত ল'ৰা-ছোৱালীবোৰৰ অধিক আমোদৰ বস্তু আছিল ফুলুকা, সুৰুৰি, ঘুন্‌চা, চুচিমালতীৰ টেমা, সল্‌পা গুটি আদি কম দৰৰ বস্তুবোৰ। ঘৰৰ খেতিৰ ফচল কিছু বিক্ৰী কৰা আৰু দেউলৰপৰা ঘৰৰ লাগতিয়াল সা-সঁজুলি, খোৱা বস্তু আদি কিনি অনাটো দেউল চোৱাৰ এটা মুখ্য উদ্দেশ্য হৈ পৰিছিল। সেয়েহে দেউল আহিছে বুলিলেই ধনী-দুখীয়া, ল'ৰা-বুঢ়া, মুনিহ্‌-তিৰোতা নিৰ্বিশেষে সকলোৰে মন আনন্দত সাতখন-আঠখন লাগে।

দেউলৰ আগদিনাখন ওজাপালিয়ে দেউলৰ ঠাইত ৰভাৰ তলত বহি অধিবাসৰ গীত গায়। হাতত খুটি-তাল বজাই গোৱা এই গীতবোৰৰ সুৰে দূৰৰপৰাই শ্ৰোতাৰ মন আকৰ্ষণ কৰে। বহুত ঠাইত ৰাতি অধিবাসৰ অন্তত নাম-কীৰ্তন বা নাট-ভাওনা হয়। কৃষ্ণ গোসাঁইৰ ল'ৰালিৰ গীতবোৰ বিবিধ সুৰ-তাল লগাই ওজাপালিয়ে গোৱাকে অধিবাস বা জাগৰণৰ গীত গোৱা বোলে। সেই গীতবোৰৰ দুই-এটা দিহা এতিয়াও মনত পৰে ঃ যেনে,—

(১) আৰতু বিধিহে মদন গোপাল,
আৰতু বিধিহে মদন গোপাল।
বৰিষে ৰে'—বৰিষে ৰূপেৰসে
কুসুম্ব গুলাল—ইত্যাদি

(২) অ' মাইৰে হৃৰমধ্যে আনন্দ ৰায়—
আনন্দ আনন্দ আনন্দ ৰায়—
আনন্দ কৰতু দয়াল গৃহে আয়—ইত্যাদি

(৩) প্ৰাণৰ নাথ মেৰি আৱতৰে—
অধৰ মোহন বেণু বাৱতৰে—
গধূলি ধূসৰ বপুৰে মনোহৰ
ময়ুৰপুচ্ছ শিৰ শোভনাৰে—ইত্যাদি

পিছদিনা ৰাতিপুৱা মাটিৰ সুউচ্চ দেউলৰ ওপৰত চোঁৱৰ-চন্দ্ৰতাপ আঁৰি দি হোম পুৰি দুপৰীয়া বিষ্ণুপূজা কৰা হয়। চাৰিওকালে পুতি দিয়া চাৰিডাল পোন দীঘল ছাট-বাঁহৰ আগত আকাশত আঁৰি দিয়া শুক্লবৰ্ণৰ চন্দ্ৰতাপে দূৰৰপৰা উৎসৱৰ স্থানৰ গৌৰৱ ঘোষণা কৰে। চন্দ্ৰতাপৰ উপৰিও দেউলৰ দুফালে এমুৰমান ওখত দেখাত এটা হাত মেলি থিয় হৈ থকা মানুহৰ দৰে দেখাকৈ কাঠৰ মগৰ আঁৰি দিয়া হয়। কাপোৰেৰে গোঁথা জালৰ দৰে নাগপাশ, থিয় হৈ থকা বাঁহ চাৰিডালৰ ওপৰত

উৰি থাকে। দেউলৰ দিনা ওচৰৰ সকলো পৰিয়ালতে মিতিৰ-কুটুমেৰে ভৰি পৰে। সিদিনা অতিথি সেৱা কৰিব পৰাটো পৰম ভাগ্যৰ কথা বুলি সকলোৱে ভাবে। তাৰ কাৰণে বহুত দিনৰ আগৰেপৰাই গিৰিহঁত সাজু থাকে। আমাৰ দেউলৰ দিনাখন কিমান গাধীৰৰ টেকেলি আৰু কেই ভৰা (ভেটুৱা) চুৰা শেষ হয় তাকে আমি পিছত এক এক কৰি গণ্তি কৰিছিলোঁ। সিদিনা ভাততকৈ জলপান খোৱাৰ ধুম বেছি। বহুতে ঘৰত ভাত খাই আহি দেউল চাই উঠি আবেলি আমাৰ ঘৰত জলপানটো খাই ঘৰলৈ উভতিছিল। চাহৰ কাৰবাৰ নাছিল বুলিবই পাৰি।

বহুত সহায়-সম্বল নথকা দুখীয়া-নিচলা ডেকা ল'ৰাই তেওঁলোকৰ জীৱন-সঙ্গিনীক ঘোপাৰ দেউল বা ঘোৰাবান্ধাৰ দেউলতে চলে-বলে-কলে-কৌশলে সংগ্ৰহ কৰিছিল। সেই ঘটনা অৱশ্যে বিৰল আছিল আৰু সিও সাধাৰণতে তলশ্ৰেণীৰ নিসম্বল লোকৰ মাজতহে সংঘটিত হৈছিল।

এইখিনিতে দেউলৰ বিষয়ে পিতাৰ মুখে সৰুতে শুনা পাৰমাৰ্থিক তথ্যও যৎকিঞ্চিৎ কওঁ। মাটিৰ দেউলটোৰ সাতোটা খাজ বা থাক থাকে। সাতোটা থাকৰ ওপৰৰ থাকত ঘট বা বিষ্ণুমূৰ্তি ৰখা হয়। তাৰ দুয়োকাষে কাঠত ভাস্কৰ্য্য খটাই কটা মগৰ দূৰৰপৰা ধুনীয়া দেখাকৈ স্তম্ভৰ ওপৰত জিলিকি থাকে। অৰ্থ এয়ে যে সাত সাগৰৰ মাজত বিষ্ণু-ভগৱান অনন্ত শয্যাত শুই থাকোঁতে উত্তৰৰ ফালে মূৰ দি শুই আছিল। তেওঁৰ নাভিজাত কমলৰপৰাই ব্ৰহ্মাৰ উৎপত্তি। মগৰ বা মকৰ সাগৰৰ শ্ৰেষ্ঠ জীৱ। সেইবাবে বিষ্ণু-ভগৱানৰ মূৰ্তি বা ঘট থৈ আৰু সাগৰৰ প্ৰতীকৰূপে মগৰ ৰাখি—দেউলৰ অনুষ্ঠানটোক গাম্ভীৰ্য্য দান কৰা হয়। গীতাতো ভগৱানে কৈছে—মাছৰ ভিতৰত ময়ে মকৰ বা মগৰ—'ঝষাণাং মকৰশ্চাস্মি'।

নাম-কীৰ্তন, খুলীয়া ভাওনা আৰু ওজাপালি নৃত্য-গীত মোৰ বৰ প্ৰিয় আছিল। কিন্তু সেইবোৰ চোৱাত মই বৰকৈ বাধা পাইছিলোঁ। তাৰ কাৰণ মোৰ ১৫।১৬ বছৰ বয়সলৈ ময়ে আছিলোঁ পিতা আৰু মাহীমাৰ একমাত্ৰ পুত্ৰ সন্তান। সেই কাৰণে এনেবোৰ বিষয়ত মন দিলে মই জানোচা লেখা-পঢ়াৰ ফালে পিঠি দি নষ্ট হওঁ তাকে ভাবি পিতাই মোক এইবোৰৰ ওচৰলৈকে যাবলৈ নিদিছিল। অৱশ্যে দূৰৰপৰা তেওঁলোকৰ লগত থাকি আলেঙে আলেঙে চোৱাত বাধা নাছিল। নাচ-গানৰ প্ৰতি তেতিয়া সকলোৰে মনোভাব তেনেকুৱাই আছিল।

বিয়াত ঢুলীয়া-যুঁজ দেখি আমি সৰু ল'ৰাবোৰে বিয়া ভগাৰ লগে লগে বিয়াঘৰত পৰি থকা কলপটুৱাকে ঢোল কৰি দুইমূৰে ৰছী লগাই ডিঙিত আঁৰি লৈ তাতে ঢোল বজাই ঢুলীয়া নাচ দিছিলোঁ। পিছে, কলপটুৱাত কোবালে বা চপৰিয়ালে জানো কাহানিবা ঢোলৰ মাত ওলাব? গতিকে মুখেৰেই আমি শুনা শুনাকৈ নাচি নাচি কৈছিলোঁ—তৌ, তৌ, তৌ , ভেম্ তৌ, ভেম্ তৌ, তৌ—ইত্যাদি। ঢুলীয়া নাচ দিবলৈ সাজু হৈ ঢুলীয়াহঁতৰ দৰে মুখ-বাদি মাৰি স্পষ্ট স্পষ্টকৈ চিয়ঁৰি গাইছিলোঁ—'তোৰো বাৰীত আদা ঐ, মোৰো বাৰীত আদা ; তোৰ জীয়াৰে আদা খাই, মোক বোলে দাদা ঐ, মোক বোলে দাদা।—তেই ঘেন্, তেই ঘেন্—ঘেন্।

বহা-নাম আৰু খিয়-নামত আমাৰ খেলৰ যথেষ্ট খোচ নাম আছিল। তাৰ গুৰিত আছিল আমাৰ ইচোতাল-সিচোতাল ভাগীৰে বগীৰাম ককাইদেউৰ ভাল বজোৱা আৰু নাম লগোৱা পাঠকালিৰ কৃতিত্ব। তালৰ জমিত, বিশেষকৈ তালৰ জিকেৰি তোলাত বগীৰাম ককাই সেই সময়ত দবং অঞ্চলত প্ৰায় অদ্বিতীয় আছিল। তাতে তেওঁৰ সুললিত মৌ-বৰষা কণ্ঠস্বৰে পাঠকৰূপে পদ লগাই দি নামৰ গুৰি ধৰা কামত ৰূপত বং চৰাইছিল। পুৰণি ঘোষা-কীৰ্তনৰ নামত বগীৰাম ককাই তাল বজাব বুলি শুনিলে বহুত দূৰৰপৰা চাবলৈ যোৱা দৰ্শকৰ ভিৰ হৈছিল। এবাৰৰ তেনে এখন নামৰ যুঁজৰ কথা মনত আছে। তাকে কওঁ।

খৰেণীৰ বাৰী বুলি আমাৰ ঘৰৰ ওচৰতে এডোখৰ ঠাই আছে। তাতে বগাৰ তলত সন্ধ্যাৰপৰা ওৰে ৰাতি নামৰ যুঁজ লাগিছিল। কাতিমহীয়া দীঘল ৰাতি। দুযোৰা নামুৰেই। বাইজৰ নাম। গুৰুত্ব আৰু বেছি। কীৰ্তন-ঘোষাৰ নামৰ যুঁজ। যুঁজৰ পৰম্পৰাগত নিয়ম মানি চলিব লাগিব। কোনোৱে আগৰ পদ পাছে গাব নোৱাৰে। পদ মুখস্থ নাথাকিলে হাৰ মানিব লাগিব। টেঙেৰা আমচকলি বুলি ৬। ৭ মাইল পশ্চিমৰ এযোৰা নামুৰেই আছিল। অন্য যোৰা আমাৰ খেলৰে। সিযোৰাৰ তালুৰেই আৰু পাঠকৰ নাম আছিল মুক্তা মহন্ত। তেৰোঁ কম নাছিল। তেওঁৰো নাম ছাটি-ফুটি গৈছিল। সাধকৰ দৰে সমবয়সীয়া তেজস্বী লোকজন। দেখিলেই ভক্তি ওপজে। তালযোৰ হাতত লৈ বহিলে চাই থাক, চাই থাক মূৰ্তি ধৰে।

ওৰে ৰাতি নামৰ যুঁজ চলিল। পুৰস্কাৰৰ বঁটা বন্ধা আছিল। দুয়োযোৰা যুঁজাৰু নামুৰেইৰ ভিতৰত যিযোৰা আনযোৰাতকৈ শ্ৰেষ্ঠ বুলি গণ্য হয় সেই যোৰায়ে তামোলৰ বটা পাব। তাৰমানে বঁটাখনত থোৱা চিকাৰূপ পাঁচ টকা, বটাখনত থকা তামোল-পাণ আৰু গামোচাখন পুৰস্কাৰ পাব। বিজয়ী দলৰ সেয়ে পুৰস্কাৰ। সিদিনা ফুলাম গামোচা এখনেৰে আলফুলকৈ মেৰিয়াই ধুনীয়াকৈ বান্ধি নৈবেদ্যৰ শৰাইৰ কাষত থকা ভাগৱত আৰু জ্বলি থকা বন্তিগছিৰ ওচৰৰ ওখকৈ মাটিৰে সজা ভেটি এটাৰ ওপৰত সকলোৰে চকুত পৰাকৈ পুৰস্কাৰৰ বটা ৰখা হৈছিল। বটাৰ ওপৰত এটা ভৰা তামোলৰ থোক আৰু এগুচি পাণ। ওৰে ৰাতি নাম চলিল। বাঘ-ককা জিকিল, বৰা-ককা হাৰিল ; বৰা-ককা জিকিল, বাঘ-ককা হাৰিল—কৰি নামৰ যুঁজ ওৰে নিশা চলিল। কাৰো হৰা-জিকা নহ'ল। ৰাতি পুৱাল, তথাপি নামৰ যুঁজ নাভাগিল।

মন কৰিবলগীয়া বিশেষ কথা আছিল এই যে আজিকালিৰ দৰে নাগাৰা-নামত ব্যৱহাৰ কৰা প্ৰকাণ্ড দামা তেতিয়া নাছিল। এজন মানুহে মোনাত ভৰাই লোৱা তাল দুযোৰ আৰু কুলকুলি বোলা সৰু নাগাৰাটো একালে দি আনফালে ডাঙৰ নাগাৰাটো আঁৰি লৈ ভাৰ কটিয়াই নিব পাৰিছিল। নাম চলি থকাৰ সময়ত নাগাৰাৰ বাজনাই বোলে মইহে চাব, তালৰ বেপেনি, জিকেৰি, খেকেচা আদিয়ে বোলে আমিহে চাব ; কেতিয়াবা নাগাৰাই নামটো চলাই নিয়ে, তালৰ মাত তেতিয়া কাণ পাতিলেহে ৰিণিকিণি শুনা যায় ; কেতিয়াবা আকৌ তালে-চাপৰিয়ে লগ হৈ নাগাৰাৰ

সহযোগিতাত যেন স্বৰ্গ-মৰ্ত্য কঁপাই তুলিব খোজে। ঘোষাৰে যেতিয়া আৰম্ভ কৰে তেতিয়া শুনি থাকিলে এনেহে লাগে যেন ঘোষাৰ সুমধুৰ সমস্বৰত বাহিৰে নাম-কীৰ্তনত সিদিনা আৰু অইন একো নাথাকিবই হ'বলা, আৰু তাকেই শুনি থাকোঁ, শুনি থাকোঁ লাগে।

সিদিনা ৰাতিপুৱালৈও নাম নভগাত পিতাই আমাক স্কুললৈ যাবলৈ ক'লে। ঘৰলৈ গৈ হাত্র-মুখ ধুই, জা-জলপান খাই স্কুললৈ গৈছিলোঁ। মন আৰু কাণ আছিল কিন্তু নামৰ গীত, চাপৰিৰ শব্দ, তাল-নাগাৰাৰ মাততহে। কেঁৰা-দুপৰীয়া স্কুলৰপৰা উভতি আহি আমি ৰগীৰাম বৰুৱাৰ—'লয়োৰে হৰিনাম আখৰে এক ; সকল পাপৰ হৈ যাওক শেষ , লয়োৰে হৰিনাম আখৰে দুই, পাপৰ মূৰত লাগক জুই'—আদি ঘোৰা-নামৰ মধুৰ সুৰ শুনিবলৈ পাইছিলোঁহি। বিচাৰকসকলে সমাধানৰ ৰায় দি ক'লে—দুয়ো দলকে আমি সমান নুবুলি নোৱাৰিলোঁ। ৰগীৰাম বৰুৱাৰ তালৰ বেপেনি যেনে অদ্বিতীয়, মহন্তৰ তালবাদ্যৰ ভঙ্গিমাৰ মাজতে কৰা নিস্তব্ধতা আৰু মেঘৰ গুৰু-গম্ভীৰ ধ্বনি-ঢেৰেকনিৰ সৃষ্টি কৰি পুনঃ সংযত অৱস্থালৈ আহি সুন্দৰকৈ নামৰ সামৰণি মৰা কৌশলো একেদৰে অনুপম বুলি স্বীকাৰ কৰিব লাগিব। গতিকে পুৰস্কাৰটো আমি দুয়োকো ভাগ কৰি দিলোঁ।—এনেকৈ কৈ দুযোৰে ডিঙিত মালা পিন্ধাই দিয়া দৃশ্য আজিও দেখি থকা যেন লাগে। আজিও সেই নামৰ যুঁজ মানস চকুত কেতিয়াবা ভাহি উঠে। ৮/১/৮৭

# হৰি নাম ৰসে বৈকুণ্ঠ প্ৰকাশে

আগৰ দিনৰ কীৰ্তনীয়া বহা-নামৰ যুঁজত নৃত্য-গীতৰ প্ৰতিযোগিতা নহৈছিল। অন্য কথাত ক'ব লাগিলে, নৃত্যৰ লগত কীৰ্তনৰ সম্বন্ধ নাছিল। নাগাৰাৰ বাদি, গীতৰ মিলিত কণ্ঠ, তালৰ বেপেনি, পাঠকৰ ৰাগৰ মাধুৰ্য্য, হাতচাপৰিৰ সম্মিলিত ধ্বনি আদিহে লেখত ধৰা পৰিছিল। কীৰ্তন-ঘোষা এৰি কোনো নামৰ দলেই অইন পুথিৰ পদ-গীত যেনে—ৰামায়ণ, মহাভাৰত, পুৰাণ আদিৰ পদ গাব নোৱাৰিছিল। ঘোষা-কীৰ্তনৰো নীতি আছিল এই যে একালৰপৰা ক্ৰমান্বয়েহে কীৰ্তনৰ পদ গাব পাৰিব, অগা-পিছাকৈ নোৱাৰে। অৱতাৰ বৰ্ণনত আৰম্ভ কৰিয়ে কোনেও একেজাপে গৈ ৰাসক্ৰীড়া বা স্যমন্তক হৰণৰ পদ গাব নোৱাৰে। নতুবা শিশু-লীলাৰ গাই থাকি হৰমোহনলৈ পিছুৱাই আহিব নোৱাৰে। তাৰ মানে কীৰ্তনৰ অধ্যায়বোৰৰ ক্ৰম পাঠকে ভালকৈ জানিব লাগিছিল আৰু অকল জনাই নহয়, তেনেকৈ পদ আৰু দিহা মুখস্থ

ৰাখিব লাগিছিল। তাকে কৰিব নোৱাৰিলে সেই দলটো, বিশেষকৈ তাৰ পাঠকজন যুঁজৰ নামৰ লায়ক নহয় বুলি বিবেচিত হৈছিল। নামৰ যুঁজৰ হাৰ-জিতৰ পৰীক্ষাত সিও এটা বিবেচ্য বিষয় আছিল। শ্ৰীকৃষ্ণৰ বৈকুণ্ঠ প্ৰয়াণৰ গীততে সাধাৰণতে নাম সামৰা হৈছিল যদিও—কি কৰিলোঁ কি কৰিলোঁ ভকতি নকৰি, অন্তকে পাইলেক আসি ৰক্ষা কৰা হৰি—আদি ঘোষাৰে সুকবিশেখৰৰ সহস্ৰ নাম বৃত্তান্ত লাইবা মহাপুৰুষৰ উৰেষা বৰ্ণনৰ—জয় হৰি গোপাল, জগন্নাথ কৃপাল—ঘোষাৰে 'সাধু সাধু মহাৰাজ, সাৰ্থক তোমাৰ কাজ' আদি কীৰ্তন গোৱাৰ নিয়ম আছিল অজামিল উপাখ্যানৰ 'জয় জগন্নাথ অনাথৰে বন্ধু মাধৱ মুকুন্দ ৰাম', হৰমোহনৰ—'জয় জয় ৰাম—জয় দ্বিবী ৰাম, জয় সনাতন হৰি', শিশু লীলাৰ—'কৃষ্ণ গোপাল করুণাময়-ৰাম ৰাম হৰি', 'কেশৱ কৃষ্ণ করুণাসিন্ধু, ত্ৰাহি জগন্নাথ অনাথ বন্ধু', 'গোপাল ৰাম কৃষ্ণ বনমালী, মাৰিলা অসুৰ দমিলা কালী', ৰাসক্ৰীড়াৰ—'কৈত পাইবো প্ৰাণ গোপাল আমি, হৰাইল অৰুণ লোচন স্বামী', কংস বধৰ—'প্ৰাণ হৰি গৈলা এৰি', মুচুকুন্দ স্তুতিৰ—'ৰাম কৃষ্ণ গোবিন্দ, ত্ৰাহি ত্ৰাহি মুকুন্দ', স্যমন্তক হৰণৰ—'গোপাল গোবিন্দ যদুনন্দন কৃষ্ণৰ চৰণে লৈলোঁ শৰণ', 'ৰাম কৃষ্ণ কৃপাল, ত্ৰাহি হৰি গোপাল', উৰেষা বৰ্ণনাৰ—'জয় হৰি গোপাল। জগন্নাথ কৃপাল।।'—ইত্যাদি ঘোষাবোৰৰ মধুৰ সুৰ আজিও মাজে-সময়ে কৰ্ণকুহৰত বাজে। নাম-কীৰ্তন শুনিলে ছল পালেই যাওঁ যদিও কিন্তু আগৰ সেই মধুৰ কীৰ্তনঘোষাৰ মন-প্ৰাণ শীতল কৰা সুৰবোৰ নামত নুশুনো। ইয়াক কালৰ অব্যাহত পৰিবৰ্তন বুলি গ্ৰহণ নকৰি কৰিম কি?

এতিয়া থিয় নামৰ স্মৃতি অলপ ৰোমন্থন কৰোঁ। দুই ৰকমে থিয় হৈ মানুহে থিয়নাম ধৰা দেখিছিলোঁ। চক্ৰাকাৰে চাক পাতি থিয় হৈ সৰু সৰু ল'ৰাবোৰক মাজত সুমুৱাই লৈ একৰকমে, আৰু শাৰী শাৰীকৈ থিয় হৈ নামঘৰৰ মণিকূট বা বন্তিগছিলৈ মুখ কৰি অন্যপ্ৰকাৰে। দুয়োটাতে প্ৰথমে মুখে মুখে ঘোষা গাই দিহা ধৰি গা ঢুলিয়াই ঢুলিয়াই ভৰিৰ নাচ আৰু চাপৰিৰ সঙ্গতি ৰাখি সি কোবত-কোবে চৰি গৈছিল। সৰু ল'ৰাবোৰেও শিকাই দিয়ামতে নাচি নাচি পদ গাই চাপৰি বজাই নাম ধৰিছিল।

আগতে ক'ৰবাত উনুকিয়াই আহিছোঁ যে মোক নাচ-বাগ কৰাটো পিতাই বৰকৈ পচন্দ নকৰে বাবে মই তেওঁ নথকা ছোগতহে থিয় নামৰ চাকৰ (চক্ৰৰ) ভিতৰত সোমাই সমনীয়াসকলৰ লগত নাচ দি, চাপৰি বজাই নাম ধৰিছিলোঁ। থিয় নামতো বহা নামৰ দৰে ককাইদেউ বগীৰাম বৰুৱাই আছিল মুখ্য পাঠক আৰু তালুৱৈ। নাম লগোৱাত তেওঁক সহায় কৰিছিল চক্ৰধৰ খুৰা আৰু বৰুৱাপাৰা চুবাৰ সভাৰাম বৰুৱাই। আজিও সেই থিয় নামৰ ঘোষা দুই-এটা মনত পৰে আৰু মনত পৰে সেই ঘোষাসমূহৰ দীঘল সুৰীয়া ৰাগবোৰ। সেইবোৰৰ দুই-এটা, যেনে—

(১) কৃষ্ণ হৰে ৰাম
মাধ হৰে ৰাম—
অনন্তে সহস্ৰ মুখে যাৰ লবে নাম ; কৃষ্ণ হৰে ৰাম।।

(২) নাম ধৰা এ' হৰি ভকতৰ কাৰে ;
আগে কৰা গুৰুসেৱা নাম ধৰা পাছে।।

(৩) দেউ গুৰু দেউ,—অ' গুৰুদেউ
নমো নমো চৰণে তোমাৰ গুৰুদেউ।
পদ ঃ সত্যবাদী ধীৰ—(ৰাম হে হৰি জয়)
ৰাজা যুধিষ্ঠিৰ—(ৰাম হে হৰি জয়)
গুণৰ মন্দিৰ ৰাম—জয় হৰে কি এ' ৰাম,
নিস্তাৰ কৰিও নাৰায়ণ। ইত্যাদি।

(৪) ইবাৰ উদ্ধাৰ কৰা মোক হে' গোপীনাথ—
ইবাৰ উদ্ধাৰ কৰা মোক!

(৫) কদমৰ তলে—হায় ৰে' কলীয়া ৰে'—
কি ৰূপ দেখিলোঁ, হায ৰে' হায়!

(৬) অ' গোপী যায় আগে আগে
কৃষ্ণ যায় লৰি!
যমুনাৰ বালি পাই
পাতিলন্ত খেৰি।।

(৭) এ' জয় হৰে কি এ' ৰাম, নিস্তাৰ কৰিও নাৰায়ণ। ইত্যাদি

হাত-চাপৰি বজাই মুখেৰে কীৰ্তনৰ সুৰ ধৰি চিয়ঁৰি নাম গোৱাৰ উপৰি থিয় নামৰ ঘাই বস্তু হ'ল—ভৰিৰ সমন্বয়যুক্ত লযলাস গতি, নৃত্য আৰু শৰীৰৰ অঙ্গবোৰৰ লাস্য ভঙ্গিমা। প্ৰতিটো ঘোষাতে, প্ৰতিটো কীৰ্তনতে সেই নৃত্য, সেই ভঙ্গিমাৰ পৰিবৰ্তন হয়। তালৰ চাবৰো তেনে পৰিবৰ্তন, ৰেপেনিৰ তেনে পাৰ্থক্য। এইবোৰ বৈচিত্ৰ্যই কেতিযাবা থিয় নামক বহা নামতকৈও আকৰ্ষণীয় কৰি তুলিছিল। সেয়েহে পুৰণি ঘোষা-কীৰ্তনৰ নাম, থিয় নাম আদিৰ কথা ওলালে ডুবাহাটীৰ বগীৰাম বৰুৱাৰ নাম আজিও মানুহৰ মুখে মুখে ওলায়। তেওঁ আছিল পিতাইততকৈ ৮। ১০ বছৰে সৰু। আমাৰ ঘৰৰ লগতে গাত গা লগাকৈ তেওঁৰ ঘৰ। আমি একে বংশৰে ককাই-ভাই। আমাৰ পিতাক তেওঁ ভোগী দাদেই (দদাইদেউ) বুলি সম্বোধন কৰিছিল। পিতাক তেওঁ সন্মান আৰু সমীহ কৰি চলিছিল। পিতাৰ বিষয়ে তেওঁ এদিন মন্তব্য দি কোৱা শুনিছিলোঁ—মাথা আচল ভোগী দাদেইটোৰেই। কোনখন ৰাইজমেল ক'ত বহিছিল, কোন তাৰিখে বহিছিল, কোন সভাপতি আছিল, কি কি সিদ্ধান্ত তাত গ্ৰহণ কৰা হৈছিল, আমাৰ মনত নাই ; কিন্তু ভোগী দাদেইক সোধা ; তেওঁৰ সেইবোৰ জিভাৰ আগত আৰু আঙুলিৰ মূৰতে আছে।

বগীৰাম বৰুৱা সম্বন্ধত মোৰ বংশৰ ককাইদেউ হয়। তেখেতে নামৰ পদ লগাই দিয়াত আৰু তাল বজোৱাত ইমান পটুতা কেনেকৈ আয়ত্ত কৰিলে সেই বিষয়ে পিতাই কৈছিল—তেওঁৰ আগতে হেনো সেই অঞ্চলৰ শ্ৰেষ্ঠ নাম লগোৱা

পাঠক আৰু তালুৰৈ আছিল দধিৰাম হাজৰিকা। দধিৰাম পাঠকক আমি দেখিছিলোঁ। তেওঁ কাণেৰে কম শুনিছিল। মানুহে সেইদেখি তেওঁক কলা পাঠক বুলিহে জানিছিল। বৈদ্য অমৰ চাই তেওঁ গাঁৱলীয়া বনৌষধিৰ বড়ি কৰিছিল। তেওঁ সেই বড়িবোৰ অনেক সৰু সৰু টেমা, বটল আৰু বাঁহৰ চুঙাত ভৰাই ৰাখিছিল। ছিৰাকানিৰ গাঁঠি আৰু কাগজৰ টোপোলাতো বান্ধি বাঁহৰ খোকাত সেইবোৰ সমভনে থৈছিল। সেই টেমাবোৰত থকা বিভিন্ন বড়ি আৰু বেলেগ বেলেগ খোকাত ভৰাই থোৱা গছৰ শিপা, কাগজৰ টোপোলা, ফটা কানিৰ গাঁঠি আদিত থকা দাৰুৰ বড়িবোৰ তেওঁহে বাছি আনি বেমাৰীক দিব পাৰিছিল, আনৰ সাধ্য নাই। তেওঁৰপৰা বেমাৰীয়ে বড়ি আনি অনুপান গোটাই লৈ বেমাৰীক খুৱাব লাগে। এইদৰে দধিৰাম পাঠকে বেমাৰী চোৱা ওজা আৰু নামৰ পাঠক ওজা—এই দুয়োটাৰে কাম সুখ্যাতিৰে কৰিছিল।

এদিনৰ কথা। তেতিয়া বগীৰাম বৰুৱা, অমূল্য বৰুৱা আদিসকলে একেলগে মেট্ৰিক দিবলৈ সাজু হৈছে। ওচৰতে কাৰোবাৰ ঘৰত নাম-কীৰ্তনৰ আয়োজন হৈছিল। তালৈ গৈ, তাল-নাগাৰা ওচৰতে থৈ, দধিৰাম পাঠকহঁতে কথা পাতি আছিল। নাম আৰম্ভ হোৱা নাই। বগীৰাম বৰুৱাই কৌতূহলবশতঃ তালবোৰ চুলে আৰু লাহে লাহে অলপ বজাই চাব খুজিলে। তাতে বয়সস্থ পাঠক দধিৰাম বিৰক্ত হ'ল। তেওঁ ভেকাহি মাৰি ক'লে—যা যা গুচি যা। তহঁত যেচেৰিয়া লিকিৰাই এতিয়াই তাল বজাবৰ হোৱা নাই। তহঁতে লেখা-পঢ়া কৰগৈ। তাল-নামৰ একো ভূ নাপাহ।

বগীৰাম ককাইদেৱে তাতে বৰ অপমান বোধ কৰিলে। তেওঁ লগৰীয়াসকলৰ লগ হৈ পৰীক্ষাৰ পাছত নাম-কীৰ্তনৰ ডেকা দল এটা গঠন কৰিবলৈ সংকল্প কৰিলে। পৰীক্ষাৰ পাছত সঁচাকৈ তেওঁ তাকে কৰিলে আৰু অভ্যাস কৰি কৰি তাল বজাই থাকি অলপ দিনৰ ভিতৰতে এজন শ্ৰেষ্ঠ তালুৰৈ-পাঠক হৈ উঠিল। দধিৰাম পাঠকৰ ধমকি খায়ে জেদ্ কৰি তেওঁ সুদক্ষ পাঠক হৈ পৰিল। পিতাই সেইটোকে উদাহৰণ দি কৈছিল—সকলো কামতে মনৰ জেদটোহে আচল বস্তু। জেদ কৰি মন বান্ধি লৈ আৰম্ভ কৰিলে কোনো কাম অসাধ্য নহয়।

আগৰ দিনত গুণ-মন্ত্ৰৰ বৰ চলন্তি আছিল। বিশেষকৈ কূট মন্ত্ৰ আৰু আঁথিদিৰ। তাকে গাঁৱত 'কোন্‌বাই-কিদা কৰা' বুলিছিল। কটা ঘা নুশুকোৱা কৰি ৰখা, পাঠকৰ বা ওজাৰ কণ্ঠস্বৰ বিকৃত কৰা বা একেবাৰে বন্ধ কৰা, নামৰ তাল-নাগাৰা মন্ত্ৰ কৰি ভঙা আদি কামত সিদ্ধহস্ত অনেক ওজা-বৈদ্য গাঁৱে-গাঁৱে আছিল। সেইবোৰৰ প্ৰতিষেধক গা-বান্ধনি দিয়া, বভা বান্ধনি দিয়া আদি ভাল গুণ-মন্ত্ৰও বহুতে জানিছিল। আমাৰ পিতাই এই দ্বিতীয় বিধ ভালকৈ জানিছিল। নাম-কীৰ্তন হ'লে সেইবাবে তেওঁক নামৰ দলে, বিশেষকৈ বগীৰাম বৰুৱা ককাইদেৱে তেওঁক কেতিয়াও নেৰিছিল। সকলোৰে দৃঢ় বিশ্বাস আছিল—পিতা লগত থাকিলে অইন কোনেও কূট-মন্ত্ৰ কৰি একো কৰিব নোৱাৰে। খুঁজৰ নামত পিতাই তেল ঝাৰি দিয়ে। নামুৰৈসকলে পোনতে হাতৰ তলুৱাত সেই তেল ঘঁহি চাপৰি মাৰিবলৈ আৰম্ভ কৰে। দুয়োপাত

তালৰ বাটি দুটাৰ ভিতৰফালৰ বুকুতো চুণ ঘাৰি আঁচ দি দিছিল। তেতিয়া অইনে কূট-নাট কৰি লগাব নোৱাৰিছিল হেনো। পিতাই নামুৰৈৰ দলৰ কাষত বহি কেতিয়াবা চাপৰি মাৰি পদ ধৰিছিল ; কিন্তু পদ লগাই দিয়া, তাল বজোৱা আদি কাম নকৰিছিল। দৰ্শকসকলৰ বহুতে কিন্তু তেওঁকেই নামৰ দলৰ ওস্তাদ আৰু তেওঁ বগীৰাম বৰুৱাতকৈও ভাল জানে বুলি অনুমান কৰিছিল। তাৰ ঘাই কাৰণ বগীৰাম বৰুৱাকে আদি কৰি নামৰ সকলোৱে তেওঁক বৰ সন্মান কৰিছিল।

এদিনৰ এখন নামৰ কথা। বগীৰাম বৰুৱাই নাম লগোৱাত আৰু তাল বজোৱাত তেতিয়াও ওস্তাদি ভালকৈ দেখুৱা নাই। নাম চলি আছে। পিতা ব'হিৰলৈ আহি উভতি নামৰ দললৈ যাব লাগিছে। এনেতে দুজন বয়সীয়া দৰ্শকে উঠি আহি নো পিতাক কয় কি?—দেউতা, আপুনি তাল নধৰিব নেকি? আপোনাৰ তাল বজোৱা অলপ চাবৰ মন আছিল। বহুতৰ মুখে শুনি আজি আমি চাবলৈ আহিছোঁ।—

মই পিতাৰ লগতে আছিলোঁ। পিতাই হাঁহি উত্তৰ দিছিল—বগীয়েই এতিয়ালৈ সি জনা সকলোখিনি দেখুৱা নাই। তাৰ দৰেই আৰু এজন আছে। সিহঁত দুয়োজনে নোৱাৰিলেহে মই তাল ধৰোঁ। এইবাৰৰ পিছৰটো নামতে বাৰু ভালকৈ কিছু দেখুৱা হ'ব। আপোনালোক বহক গৈ।

এনেকৈ কৈ তেওঁ আহি বগীৰাম ককাইদেউক কৈছিল—ঐ বগী, এইবাৰ তালৰ ছেও, ছাব আৰু জিকেৰি আৰু অলপ ভালকৈ খুলি দিবিচোন, মানুহৰ অলপ আপত্তি হৈছে।

সঁচাকৈয়ে তাৰ পাছৰ নামটো এনে বজিত হৈ উঠিছিল যে বগী ককাইদেৱে যেন ভাত তেওঁৰ পাৰ্গতালি তেনেই ঢালি-বাকি দিছিল। একেটা নামতে এবাৰ তালৰ ছাবৰ, এবাৰ জিকেৰিৰ আকৌ এবাৰ তাল সম্পূৰ্ণকৈ নিস্তব্ধ কৰাৰ দৰে কৰি কেৱল নাগাৰাৰ ছেৱতে নাম তুলি নি শেষত তাল-নাগাৰা-চাপৰিৰ সমন্বয়ত নামৰ চৰম উৎকৰ্ষ প্ৰদৰ্শন কৰি বগীৰাম বৰুৱাই সিদিনা সকলোকে তেনেই স্তব্ধ-মুগ্ধ কৰিছিল। সেই মুহূৰ্তটোৰ কথা মনত পৰিলে ভাব হয়—তেনে নাম-কীৰ্তন যেন আজিও ওৰে ৰাতি চাই নিশাটো উজাগৰে কটাম। সঁচাকৈয়ে 'হৰিনাম-ৰসে বৈকুণ্ঠ প্ৰকাশে' ভাব মনত আপোনা-আপুনিয়ে উদয় হয়। ৫/২/৮৭

# অজান দেউৰ পূজাৰ মন্ত্ৰ

ল'ৰালি কালত গাঁৱত থাকি ৰং-ধেমালি কৰি, নাম-কীৰ্তন, ওজা-ভাউৰীয়া চাই সময় কেনেকৈ যায় গমেই পোৱা নাছিলোঁ। তাৰ পিছত টাউন-চহৰত থাকি

পঢ়িবলৈ নৈ বহুদিন ধৰি সেইবোৰ হুতাহু পলুৱাই চাবলৈ সুযোগ পোৱা নাছিলোঁ। মাজতে এবাৰ গাঁৱলৈ গৈ দেখিছিলোঁ—কীৰ্তন-ঘোষাৰ নাম-কীৰ্তন যেন লাহে লাহে তল পৰি আহিছিল আৰু তাৰ ঠাইত চেও-চাপৰি বোলা এবিধ নতুন পদ্ধতিৰ নাচিবাগি গোৱা নাম-কীৰ্তনেহে গা কৰি আহিছিল। সেই নাম-কীৰ্তনৰ যুঁজৰ নামত ভাৰত-ৰামায়ণৰ উপৰিও নানান পুৰাণৰ বিবিধ কাহিনীও নৃত্য-নাটিকাৰ দৰে অঙ্গি-ভঙ্গি সহকাৰে নাচি নাচি তাল-চাপৰি বজাই কীৰ্তন কৰি দেখুৱাইছিল। অকল সিমানেই নহয়, শাস্ত্ৰীয় কথাৰ প্ৰশ্নোত্তৰ, নাগাৰাৰ বাদি, নাচ আদিৰ প্ৰতিযোগিতা চলিছিল। আজিকালি সেইবোৰৰো আকৌ ক্ৰমে পৰিবৰ্তন ঘটিবলৈ ধৰিছে।

মনসা-পূজা, কালী-পূজা আৰু সত্যনাৰায়ণ-পূজা আমাৰ ঘৰতে সৰুৰেপৰা দেখি আহিছোঁ। আমাৰ কালীপূজা প্ৰতি বছৰে নকৰে ঃ দুই তিনি বছৰৰ মূৰত এবাৰ পাতে। কিবা চতিচন লাগি কেতিয়াবা ৩। ৪ বছৰমান একেৰাহে পূজা নপতাকৈ থাকিলে ঘৰখনত অথন্তৰ ঘটাৰ কাহিনীও দুই-এটা মনত আছে।

এবাৰৰ কথা কওঁ। তেতিয়া মই পাথৰিঘাট মাইনাৰ স্কুলৰ চতুৰ্থমান শ্ৰেণীত পঢ়োঁ। বাৰিষা নামিছে। পথাৰবোৰত চপচপীয়াকৈ ৰৰষুণৰ পানী উপচি পৰিছে। বানপানী অহাৰ উপক্ৰম হৈছে। এৰা-ধৰাকৈ ৰবষুণ চলি আছে। গধূলি সময়। আন্ধাৰত বাট-পথ মনিব নোৱাৰি। পিতাই আমাৰ চৰিবলৈ এৰি দিয়া হালোৱা বলধহাল বিচাৰি গৈছে। ক'ৰবাত বিচাৰি পাই আগে আগে পথাৰৰ মাজেদি খেদি আনিছে। পথৰুৱা বাট। ঘৰমুৱা গৰুৰেহে বাট চিনাই আনিছে। ঘৰ পাই চাকিৰ পোহৰত লৰালৰিকৈ তেওঁ গৰুহাল বান্ধিলে। মহ খেদিবলৈ জগা (ঘাগ) দিয়াৰো ব্যৱস্থা কৰিলে। আমি ঘৰৰপৰা ওলাই আহি চালোঁ।

তাৰ অলপ পৰ পিছতে তেওঁ এবাৰ বাহিৰ ফুৰিবলৈ (শৌচ কৰিবলৈ) গ'ল। এবাৰ নহয়, দুবাৰ নহয়, অলপ সময়ৰ ভিতৰতে কেইবাবাৰো গ'ল। মাহীমাই কি হৈছে বুলি সোধাত তেওঁ ক'লে, পিটৰ কাষেদি গৰুহাল খেদি আনি থাকোঁতে তেওঁ হেনো কিন্‌কিনীয়া ৰবষুণৰ মাজতে মেঘৰ গাজনিৰ লগত মাৰা খাব্‌ঝিলকেনিত (বিজুলী পোহৰত) যেন সম্মুখতে জিভা মেলি থকা কালী গোসাঁনীৰ মূৰ্তিটো চকুৰে চকামকা দেখিছিল। তাকে দেখি তেওঁ চক খোৱাৰ দৰে হৈছিল। গাটো সিৰিং কৰি উঠিছিল। তাৰ পাছৰেপৰা তেওঁৰ পেটটোৱে খল্‌খলাই মাতিবলৈ আৰম্ভ কৰিছিল।

পিট বা দোপ্ বোলা ঠাইডোখৰৰ কথা আমি জানো। বৰ জয়াল ঠাই। পিটৰ পাৰ বা দোপৰ পাৰলৈ ৰাতি কিয় দিনতে যাবলৈ ভয় ভয় লাগে। ভূত-প্ৰেতৰ ঠাই বুলি জনাজাত। গছ-বিৰিখেৰে দিন-দুপৰীয়াও আন্ধাৰ হৈ থাকে।

মাহীমায়ে শুনি ক'লে—পিটৰ পাৰেদিনো কিয় আহিছিল? তাতে ভয় খালে হ'বলা ; সেইদেখি পেট চলিছে।—তাৰ পাছত ৰাতিয়ে গৈ বৰ্ণীৰাম বৰুৱা ককাইদেউৰপৰা হোমিওপেথী ঔষধ কেইপুৰীয়ামান আনি আদ্‌ৰিদকৈ খুৱালোঁ। কিছু কমিল ; কিন্তু সম্পূৰ্ণকৈ ভাল নহ'ল। নাম-কীৰ্তনৰ বিখ্যাত পাঠক বৰ্ণীৰাম বৰুৱা

ককাইদেৱে গাঁৱতে দোকান দিয়াৰ উপৰি হোমিওপেথি চিকিৎসা কৰিছিল। তেওঁ তাহানিৰ ডিব্ৰুগড় বেৰী হোৱাইট মেডিকেল স্কুলত দুবছৰ পঢ়ি অৰ্থাভাৱত পঢ়া এৰিছিল।

ৰাতি পুৱাৰপৰা পুনঃ পিতাৰ হাগনি বেছি হ'ল। লগতে ইবাৰ বমিও হ'বলৈ ধৰিলে। বগী ককাইদেউৰ ঔষধে আৰু গুণ নিদিয়া হ'ল। ছিপাঝাৰ ডিছ্‌পেন্সেৰিৰ পৰা ডাক্তৰ অনা হ'ল। ডাক্তৰে চাই-চিন্তি ঔষধ দিলে। বেজীও দুটা নে এটা দিলে। লাহে লাহে বমি বন্ধ হ'ল। শৌচো কমিল। কিন্তু পেচাব নহ'ল। ডাব নাৰিকলৰ পানী খুৱালোঁ, তাতো ফল নধৰিল। ডাক্তৰ গ'ল, কিন্তু আবেলি আকৌ আহিল। পুনঃ নতুন ঔষধ খুৱালে আৰু বেজীও দিলে। তাতো ফল নধৰিলে। ডাক্তৰ নিৰুপায় হোৱাৰ দৰে হ'ল। ৰোগীয়ে যাতনাত চট্‌ফটাবলৈ ধৰিলে। দেখি আমি কান্দিবলৈ ধৰিলোঁ।

এনেতে ক'ৰবাৰপৰা আমাৰ বুঢ়া পুৰোহিত অজ্ঞান ঠাকুৰ ওলালহি। তেওঁ কোনো এঠাইত ৰংপূজা কৰি ঘৰলৈ উভতি আহোঁতে পিতাৰ অসুখৰ খবৰ পাই সোমাইছিলহি। অজ্ঞান দেউক সেই অঞ্চলৰ সকলোৱে চিনিছিল। তেওঁ আছিল এজন নাক-জোঙা, ক্ষীণকায়, তেজগোৰা সাত্বিক ব্ৰাহ্মণ। আমাৰ পিতাক তেওঁ বাপৌ (বোপা) বুলি মাতে ; কাৰণ বয়সত তেওঁ পিতাতকৈ বহুত ডাঙৰ। তেওঁ ক'লে, বাপৌ, তোমালোকে এটা কাম কৰাচোন বাৰু। ঘৰৰ কোনোবা এজনে কালী গোসাঁনীলৈ অলপ সোধা (সধা) তোলাচোন। গ'ল ৰাতি মই সপোনত ইয়াতে কালী-পূজা কৰিছিলোঁহি। মাইৰেই কিজানি কিবা লেঠা।

দেউৰ কথা শুনা মাত্ৰে মাইীমাই তৎক্ষণাৎ গৈ পুখুৰীত জোবোৰা মাৰি আহিল আৰু তিতাই-বুৰাই গামোচা এখন গলত লৈ গলবস্ত্ৰ হৈ ভাথেৰীৰ (ভঁৰালৰ) গড়ৰ আঁৰি থোৱা সাঁচিপতীয়া শীতলা পুথিখনৰ কাঠৰ পেৰাটোৰ ওপৰতে আধলি এটা কমালেৰে বান্ধি আগ কৰি দীঘল হৈ পৰি সেৱা কৰি ক'লে, আই মা কালী— গোসাঁনী, বেমাৰী ভাল হ'লেই পূজা দিম ; মাই ৰক্ষা কৰা। আমি তোমাৰে গোলাম।

ঠাকুৰৰ টোপোলাত এটা ডাব নাৰিকল আছিল। ৰংপূজাত পোৱা সেই নাৰিকলটো তেওঁ ঘৰলৈ লৈ আহিছিল। তেওঁ ক'লে—ডাবৰ পানী পেটৰ অসুখত ভাল। তাতে দেৱীপূজাৰ বস্তু। এইটো কাটি এতিয়াই পানীখিনি বাপাক দিয়াচোন। গোসাঁনীৰ প্ৰসাদ। ইও এক ঔষধ। গোসাঁনী লেঠা হ'লে ভাল নহে নাথাকে।

ওজৰ-আপত্তি নকৰি তৎক্ষণাৎ তাকে কৰা হ'ল। কি আচৰিত কথা, সেই পানী খোৱাৰ পাঁচ মিনিটমানৰ পাছতে পিতা পুনঃ বাহিৰলৈ গ'ল আৰু পেচাব কৰি আহিল। ডাক্তৰ বহিয়ে আছিল। তেৰোঁ আচৰিত হ'ল। তেওঁ ভিজিট ল'লে আৰু কৈ গ'ল—আৰু চিন্তা নাই, পুৰোহিত দেউৰ প্ৰসাদতে হওক বা মোৰ বেজীৰ গুণতে হওক বেমাৰী বিপদৰ হাত সাৰিল। মই এতিয়া যাওঁ। ৰোগীক ভোক লাগিলে ভাতৰ মণ্ড দিব পাৰিব।

তাৰে দুমাহমানৰ ভিতৰতে পিতাই আমাৰ ঘৰৰ আগৰ গোসাঁইঘৰত কালীপূজা পাতিছিল। দেখিছিলোঁ—ৰাতি কালীপূজাৰ মন্ত্ৰ আৰু ওজাপালিৰ স্তুতিবন্দনা চলি থকাৰ পৰত, বিশেষকৈ মাজনিশা বলি পৰাৰ সময়ত ক'বো মানুহ ক'লৈকো নাযায়। সাধাৰণতে অমাবস্যাৰ ঘোপমৰা খিটমিটীয়া আন্ধাৰতে এই পূজা কৰা হয়। ৰাতিও ক'লা, হাতীও ক'লা হৈ তেতিয়া পূজাই ভয়ঙ্কৰ ৰূপ ধাৰণ কৰে।

কালীপূজা এঘৰীয়াকৈ পতাৰ উপৰি গাঁৱত কেতিয়াবা কৰকৈ মাৰি-মৰক, ঘাইকৈ হাইজা মহামাৰি হ'লে—কেইবাখনো গাঁৱে মিলি-জুলি ৰাজহুৱাভাৱে পাতে। এবাৰ আমাৰ ওচৰৰ চাৰি-পাঁচখন ভিন ভিন জাতিৰ খেলে লগ হৈ তেনে এভাগ কালীপূজা পাতিছিল। ওপৰত উল্লেখ কৰা পিটৰ পাৰতে সেই সভা পতা হৈছিল। পূজাৰ ধন-পইচা তোলা, কাম-কাজ চলোৱা আদিৰ দায়িত্ব পৰিছিল পিতাৰ ওপৰতে। পিতাক পূজা-সেৱাত পৈণত আৰু আচাৰ-ব্যৱহাৰত সাত্ত্বিক বুলি সকলোৱে জানিছিল আৰু সেইমতে মানিছিল। পূজাৰ পূজাৰীও আছিল বিখ্যাত অজান দেউ ঃ আমাৰ পুৰোহিত। আগতে কৈছোঁ—অজান দেউৰ কালীপূজা কৰাত বৰ নাম। যদিও তেওঁ মানুহজন আছিল তেনেই সৰুফুটীযা, পূজাত ৰঙা চুৰিয়া পিন্ধি গাত চাদৰখন লৈ বহিলে কিন্তু জ্বলন্ত অগ্নিশিখা যেন হৈ জিলিকি উঠিছিল। পূজাৰ মন্ত্ৰও তেওঁৰ মুখেদি আখৈ ফুটাদি স্পষ্ট স্পষ্ট হৈ ওলাইছিল। তেওঁ আছিল এজন কালী-সাধক। মন্ত্ৰসিদ্ধ অৰ্থাৎ যি বোলে সেয়ে হয় বুলি তেওঁক লোকে সমীহ কৰি চলিছিল। তেওঁৰ হাক-বচন মানিছিল।

সেইবাৰৰ ৰাজহুৱা পূজা শেষ হ'লত সকলোৱে শেষ নিশা বলিৰ ক'লা পঠাৰ মঙ্গহেৰে ৰন্ধা ভোজ খালে। থাই-বৈ উঠি ঘৰলৈ উভতি যোৱাৰ আগে আগে সকলোৱে বিদায়ৰ সেৱা লৈছে। সময় দোকমোকালি। এনেতে কোনোবাই ক'লে—সাপ, সাপ! ভয়ঙ্কৰ সাপ। অজান ঠাকুৰ তেতিয়াও বিদায় হোৱা নাই। বাইজে দেখে—এডাল প্ৰকাণ্ড ফেটীগোম সাপে গোসাঁনীৰ পূজাৰ ঘটটোৰ ওপৰত ফেট তুলি বৈ আছে। ঠাকুৰে তৎক্ষণাৎ দোপৰ পানীত গা ধুই তিতা কাপোৰেৰেই সেই ঘটটোৰ ওচৰলৈ গৈ মাটিত দীঘল হৈ পৰি প্ৰণাম কৰি ক'লে—আই গোসাঁনী, মোৰ যদি পূজা দিয়াত কিবা দোষ হৈছে তাৰবাবে ৰাইজক শাস্তি নিদিবা। দয়া কৰা আই।—এইবুলি নিৰ্ভীকভাৱে তেওঁ পদ্মাসনত বহি লৈ প্ৰায় আধাঘণ্টা মান সময় স্তুতি-নতি গালে ঃ পূজাৰ মন্ত্ৰ যপিলে। পোহৰো হ'ল, সাপো তাতে অন্তৰ্দ্ধান হ'ল। ক'ৰ সাপ ক'লৈ গ'ল কোনেও নেদেখিলে। অথচ মানুহে চাৰিওফালে থিয় হৈ আগুৰি ধৰি জুই-চাকি আদিৰ পোহৰত চায়ে আছিল। সাপৰ নিচেই ওচৰলৈ অৱশ্যে ঠাকুৰত বাহিৰে আন কোনো যাব পৰা নাছিল। ৰাইজৰ একো বিপদ-বিঘিনি নহ'ল। পুৰোহিত অজান দেউৰ কাণ্ড দেখি সকলোৱে তবধ মানিছিল। অজান দেউৰ দেৱীপূজাৰ লগত সাপৰ আবিৰ্ভাৱৰ এনে ঘটনা একাধিকবাৰ ঘটিছিল। দৰ্শকে ভয় কৰিলেও পুৰোহিত অজানদেৱে কিন্তু তেনে ঘটনাত সমূলি বিচলিত নহৈছিল। সেই

সময়ত গোৱা সংস্কৃত স্তুতি-নতিৰ উচ্চাৰণ আৰু বেছি স্পষ্ট আৰু নিৰ্ভীক হৈহে গুনাইছিল। স্পষ্টভাৱে খৰ্‌খৰকৈ মন্ত্ৰ মতাত অজান দেউ আছিল অদ্বিতীয়। সেয়েহে আজিও লোকে কথাতে কয়—এওঁৰ মুখত সৰস্বতীয়ে বাহ লৈছে ; কথাবোৰ যেন অজান দেউৰ পূজাৰ মন্ত্ৰহে! আজি অজান দেউ সিপুৰীত, কিন্তু তেওঁৰ কথা-কাহিনী মানুহৰ মুখে মুখে। ৫/৩/৮৭

# মই বুলিম ঘেছু, তই বুলিবি পে

কালী পূজাৰ দৰেই জয়াল অইন এটা পূজা হ'ল মনসা পূজা। মনসা পূজাৰ অন্য নাম মাৰৈ পূজা। চমুকৈ মাৰৈ। এদিনীয়া পূজাক ৰং পূজা আৰু ডেৰদিনীয়া বা আবেলিতে বাতি এটা ভিতৰ কৰি লৈ সম্পন্ন কৰা দিনগুটীয়া মাৰৈ পূজাক গোটা-ৰং বোলে। তাতকৈ বেছি তিনিদিনীয়া, পাঁচদিনীয়া, সাতদিনীয়া, এঘাৰদিনীয়া আনকি তেৰদিনীয়া মাৰৈ পূজাও আছে। ৩ আৰু ৫ দিনীয়া মাৰৈ পূজাই বেছি।

আমাৰ মৌজাদাৰ ককাদেউতাৰ দিনত প্ৰতি বছৰে মহা ধুমধামেৰে মাৰৈ পূজা কৰিছিল। কেতিয়াবা হেনো হাল-ম'হ বলি দি এঘাৰ দিনীয়া মাৰৈ পূজা পৰ্য্যন্ত কৰিছিল। পিতাৰ দিনত সি ক্ৰমে পাঁচদিনীয়া, তিনিদিনীয়া, ডেৰদিনীয়া (গোটা ৰং) আৰু শেহত কেতিয়াবা গৈ এদিনীয়া ৰং পূজাত পৰিণত হৈছিল। নক'লেও হ'ব যে অৱস্থা চাই ব্যৱস্থা হৈছিল। পিতাৰ বয়স মাত্ৰ ছমাহ হওঁতেই তেওঁৰ পিতৃ-বিয়োগ ঘটিছিল। ফলত কিছুদিন 'সৰ্বৰাহকৰ'ৰ সহায়ত মৌজা সংৰক্ষিত হৈ শেহত হস্তান্তৰ হৈছিল। তথাপি পূজা কিন্তু একপ্ৰকাৰে নহয় একপ্ৰকাৰে চলি আছিল। সৰ্বশেষত গৈ এনে পৰিস্থিতি হৈছিল যে এবছৰ ৰং বা মাৰৈ পূজা হয়, ফিৰিকা বছৰ সত্যনাৰায়ণ পূজা। এই ব্যৱস্থা আমি নিজ চকুৰে দেখি আছিলোঁ। সৌ সিদিনালৈকে সি চলি আছিল। সত্যনাৰায়ণ পূজাও শক্তিপূজাৰ লেখীয়া একপ্ৰকাৰ সকাম পূজা-সেৱা। তাৰ লগত কিন্তু নাম-কীৰ্তন অনিবাৰ্য্য আছিল। ঘোৰা-কীৰ্তনৰ নামৰ লগত সত্যনাৰায়ণ পূজা আৰু নামৰ এনে সমন্বয় মন কৰিবলগীয়া। এই পূজাই 'অপুত্ৰক পুত্ৰ দিয়ে, নিৰ্ধনীক ধন' আৰু তাৰে ফলত 'অন্ধজনে পাৱে চক্ষু, বন্ধ-বিমোচন'।

আমাৰ ককাদেউতাৰ দিনত হেনো সাতটা ধানৰ ভঁৰাল গুটি-ধানেৰে মেটমৰা হৈ আছিল। কিছু কালৰ কাৰণে এটা হাতীও আছিল। তাকে দেখি মানুহে কৈছিল— সাত-ভাখেৰীয়া হাতীগিৰীয়া ডাঙৰ পাটগিৰিৰ নঙলাইদি সাধাৰণ মানুহে হাল-কোৰ বা ভাৰ কান্ধত লৈ যাবলৈয়ে সাহ নকৰে। বস্তুতঃ আমাৰ নঙলাৰপৰা প্ৰায় তিনিশ

গজমান পশ্চিমেদি সাধাৰণ মানুহ অহা-যোৱা কৰা এটা চিধা ৰাস্তা আছিল। তাক সকলোৱে কড়া আলি বুলিছিল। আমিও সৰু কালত সেই কড়া আলিয়েদি মানুহ অহা-যোৱা কৰা, বিশেষকৈ মাটিৰ বাচন কান্ধেৰে কঢ়িয়াই নি কিনা-বেচা কৰা হীৰা সম্প্ৰদায়ৰ লোকসকলে মাটিৰ চৰু-হাঁড়ি-কলহ আদি ভাৰ কঢ়িয়াই নিয়া দেখিছিলোঁ।

আমাৰ বংশটোক দাৰোগাৰ ঘৰ বা দাৰোগাৰ বংশ বোলে, কাৰণ আমাৰ এজন ককাদেউতা মণিৰাম দাৰোগা বৃটিছ শাসনৰ আদি কালছোৱাৰ এজন বিখ্যাত বৰ দাৰোগা (ইনস্পেক্টৰ) আছিল। সেইবুলি তেওঁ চোৰ-ডকাইত ধৰা, দুষ্টক দমন কৰা আদিৰ কাৰণেহে বিখ্যাত আছিল ঃ অত্যাচাৰ-উৎপীড়নৰ কাৰণে নহয়। আজিও খুলীয়া-ভাউৰীয়া আৰু ওজাপালিসকলে লোকগীতৰ সুৰত মণিৰাম দাৰোগাৰ গীত গায়। তেওঁৰ এলেকা হেনো ভূটান সীমান্ত পৰ্য্যন্ত বিস্তৃত আছিল। ই ঊনবিংশ শতিকাৰ শেষৰ কুৰি বছৰমানৰ কথা। বংশটোৰ ছয় ককাই-ভাইৰ ভিতৰত তেওঁ আছিল জ্যেষ্ঠ আৰু শ্ৰেষ্ঠ। তেওঁৰ দুজন ভায়েক আছিল পাটগিৰি (মৌজাদাৰ)। এজন মণ্ডল, এজন ব্যৱসায়ী মহাজন আৰু সৰুজন খেতিয়ক। তেওঁলোকৰ ভিতৰত আমাৰ ককাদেউতা ডাঙৰ পাটগিৰিৰ চলন-ফুৰন, আদব-কায়দা আছিল সম্পূৰ্ণৰূপে পুৰণি অসমীয়া ডাঙৰীয়াৰ চলন-ফুৰন, আদব-কায়দা। আবেলি সদায় লগেভাগে বন্ধু-বান্ধৱ দুই-চাৰিজনৰ লগত চিৰা-সান্দহ, দৈ, চুৰা আৰু মালভোগ কলৰ জুতি লগাকৈ জলপান খাই উঠি আগত এজন, পাছত দুই-তিনিজন লগৰীয়া নোহোৱাকৈ তেওঁ ফুৰিবলৈ বাহিৰ নহৈছিল। মুগাৰ চুৰিয়াৰ উপৰি মূৰত মথুৰা পাগুৰি, গাত মুগা বা পাটৰ চৌগা-চাপকন চোলা আৰু হাতত ৰূপৰ মুঠি থকা টোকনে শোভা কৰিছিল।

বৰদেউতা জনাৰাম বৰুৱাৰ মুখে (১১০ বছৰ বয়সত ১৯৮০ চনত স্বৰ্গী হৈছে।) শুনিছোঁ—ককা ডাঙৰ পাটগিৰিৰ হেনো বিয়াৰ বহু বছৰ পিছলৈকে পুত্ৰ সন্তান ওপজা নাছিল। দেৱী পদ্মাৱতীয়ে সপোনত দেখা দি তেওঁক পুত্ৰ লাভৰ কাৰণে মাৰৈ পূজা কৰিবলৈ নিৰ্দেশ দিছিল। তাকে কৰাত পিতাৰ জন্ম হৈছিল। দেৱীক পূজা-ভোগ দি পাইছিল কাৰণে তেওঁৰ নাম ৰাখিছিল ভোগৰাম। তেতিয়াৰেপৰা হেনো ককাদেউতা বৰ দেৱীভক্ত হৈ পৰিছিল। তদনুযায়ী পিতাও।

ককা ডাঙৰ পাটগিৰিয়ে মাৰৈ পূজা পাতিলে হেনো তেওঁৰ ঘৰত ১৫। ২০ দিনমান আগৰেপৰা মানুহে ভাৰে-ভেটীয়ে লানি ধৰিছিল। আগৰদিনৰ বৰলোকৰ নিয়মেই আছিল ভাৰ-ভেটী গ্ৰহণ কৰা আৰু নিজেও ভাৰভেটী লৈহে সঙ্গী ডাঙৰীয়া লোকৰ ঘৰলৈ যোৱা। বিয়া-সবাহ পাতিলে তো কথাই নাই। মাৰৈ পূজা পাতিলে গাখীৰ-গুৰ, চিৰা-বৰিচাউলৰ ভাৰভেটী উভৈনদী হৈ পৰিছিল। পিতাৰ দিনত খৰালিৰ মৰা-নদীৰ পানীৰ দৰে ক্ষীণ অৱশিষ্ট অলপ মাত্ৰ আমি দেখিবলৈ পাইছিলোঁ।

মাৰৈ পূজা কৰাৰ এটা নিয়ম আছে। যাৰ ঘৰত মাৰৈ পূজা এবাৰ কৰা হয় তাত বছৰি ক্ষুদ্ৰভাৱে হ'লেও পূজা হ'ব লাগে, নহ'লে বিপদ। সপোনত মনসা দেৱীয়ে সেই পূজাৰ কাৰণে ঘৰৰ মূৰব্বীজনক সোঁৱৰাই দিয়েহি। সপোনত বৰকৈ

সাপ দেখা বা মাৰৈ পূজা কৰা দেখাটোও গোসাঁনীৰে লেঠা, অৰ্থাৎ মনসা পূজা কৰিবলগীয়া হৈ থকাটোৰেই ইঙ্গিত বুলি ধৰি লোৱা হয়। গোসাঁনীয়ে তেনে সপোন দেখায় হেনো।

পিতাৰ সৰু কালত এবাৰ একে লেঠাৰিয়ে দুবছৰ নে তিনি বছৰত হেনো আমাৰ ঘৰত মনসা পূজা হোৱা নাছিল। পিছত পিতাৰ জ্বৰ হ'ল। জ্বৰ নেৰেহে নেৰে। জ্বৰৰ দাহতে পিতাই ভ্ৰম কৰি হেনো কৈছিল—তইঁতে মোক পাহৰিলি। মই এবা দিলে কিন্তু তইঁতক ৰক্ষা কৰোঁতা নোলাব। ভৰাঁলৰ বাঁকৰাজ সাপটো নামাৰিবি। সেই সাপেই তইঁতক ৰক্ষা কৰি আছে। সৌটো সাপ ; সৌটো সাপ ; মনসা দেৱীৰ বাহন। তাক নামাৰিবি। পূজা কৰ। মনসা পূজা কৰ। ইত্যাদি। সিদিনাখন ৰাতিয়ে পিতাৰ মাক বৰুৱাৰ জীয়েকে এটা অদ্ভুত সপোন দেখিলে। সপোনত দেখিলে—এজনী দীপলিপ গাভৰু ছোৱালীয়ে আহি কৈছে—তইঁতৰ ল'ৰাৰ জ্বৰ গুচিব, তইঁতে গোসাঁনী-সেৱা কৰ। মাৰৈ পূজা কৰ।—পিতাৰ মাকে হেনো উত্তৰত কৈছিল—গোসাঁনী-সেৱাৰ কাৰণে বস্তু যোগাৰ কৰে কোনে? আমাৰ ঘৰত এতিয়া কৰোঁতা-ধৰোঁতা মানুহ নাই। পঠা বিচাৰে কোনে? ওজাপালি, কল, ঘট, আসন-আংঠি আদি অনেক বস্তু লাগে। সেইবোৰ গোটাই দিব কোনে?—উত্তৰত গাভৰুগৰাকীয়ে হেনো হাঁহি মাৰি কৈছিল—গোসাঁনীয়ে পূজা ল'ব খুজিলে সেইবোৰ আপোনা-আপুনিয়ে যোগাৰ হ'ব। কালি বাৰু ধনেই গণকৰ ঘৰলৈ যাবিচোন। তাতেই সকলো খবৰ পাবি। পূজাৰ পঠা তাৰ ঘৰতেই আছে। সিয়ে যাচি দিব।

বুঢ়ী আইতাই পিছদিনা নিজেই সপোনৰ কথাৰ সঁজাত চাবৰ কাৰণে ৰাতিপুৱা ধনেই গণকৰ ঘৰলৈ যাবলৈ ওলাল। ঘৰতো সপোনৰ কথা কোৱাত সকলোৱে ক'লে—বাৰু প্ৰমাণকে চোৱা যাওকচোন। তয়ে ধনেই গণকৰ তালৈ যা। যদি সপোনৰ কথা অলপো মিলে তেনেহ'লে অহা মাহতে এটা ভাল দিন চাই গোসাঁনীৰ লেঠাটো মাৰি থ'ব লাগিব।—এক গেৰিৰ বাটতে ধনেই গণকৰ ঘৰ।

এইদৰে কথন-মথন কৰি বৰুৱাৰ জীয়েক বুঢ়ী আইতা যাবলৈ ওলাল। এনেতে আমাৰ কুল-পুৰোহিত অজান ঠাকুৰ আহি উপস্থিত হৈ ক'লে—আই, কথা এটা শুনক। মই সপোনত দেখিছোঁ আপোনালোকৰ বাপাৰ জ্বৰ। তাকে গুচাবলৈ আপোনালোকে মনসা পূজা পাতিব লাগে। অহা শুক্লা চতুৰ্দশী তিথিতে পূজাভাগ কৰক। মোক গোসাঁনীয়ে আপোনালোকৰ তালৈ আহি দিন ঠিক কৰি দিবলৈ সপোনত কৈছে। দিন দিলোঁয়ে। সেইদিনা মই আহিম। মোক আৰু মাতিব নালাগে, ফুল-বেলপাত দি হ'লেও পূজাভাগ কৰি দিম আহি। বাপাৰ জ্বৰ কমিছেনে? কমিব।—

বুঢ়ীহঁতে ক'লে—ঠাকুৰ দেউতা, মাজতে এবাৰ খবৰ লৈ যাব আহি। আমাৰ পালা-পাঁচেনি কৰোঁতা মানুহে নাই। কাকনো পঠাম? নৰিয়াৰ জ্বৰ আজি নাই।

তেনেকৈ কৈ বৰুৱাৰ জীয়েক গৈ ধনেই গণকৰ ঘৰ পালে। ধনেই গণকে ক'লে—পিছে আই, পূজা নো কোন দিনা পাতিছে? পঠা এটা কিয়, দুয়োটাকে দিম।

দাম দুয়োটাৰ ভিতৰত ধৰ্প এটকা দিলেই হ'ব। গোসাঁনীলৈ দিয়া বস্তু। স্বপ্নত দেখা বাবে মই বিনা পইচায়ে দিব লাগে। পিছে সেইটো আপোনালোকৰ পক্ষে বৰ ভাল নহ'ব ; কাৰণ তাকে কৰিলে তাৰ ফল মোৰ কপালেহে আহিব। পূজাৰ বাবে পঠাৰ নামত আপোনালোকৰো অলপ পা-পইচাৰ ভৰণি হ'ব লাগে। তেহে ফল ফলে।

কিনো সপোন দেখিলা বুলি বুঢ়ীয়ে সুধিবহে পালে, ধনেয়ে ক'লে, যোৰে-স্বয়ং ভগৱতীয়ে সপোনত দেখা দি মোক কৈছে—তোৰ দুয়োটা পঠাকে বৰুৱাৰ জীয়েক বুঢ়ীক মোৰ পূজাৰ কাৰণে দিবি , সিহঁতে কিন্তু এটাহে বিচাৰিব পাৰে। সিহঁতৰ অৱস্থা এতিয়া অলপ বেয়া হৈছে। কৰোঁতা-ধৰোঁতা মানুহ নাই। তই পিছে দুয়োটাকে দিবি—তোৰ হ'ব দে, চিন্তা নকৰিবি। মই তোক দিম।—এনেবুলি গোসাঁনী চকুৰ আগতে নোহোৱা হৈছিল।

বৰুৱাৰ জীয়েক আইতা হেনো ঘৰলৈ উভতিব খুজিছেহে—এনেতে অকস্মাতে সতেই বণিয়া আহি তাতে ওলালহি। তেওঁ ক'লে—আই দেখোন? আপোনালোকৰ তাত অলপ সোমাই যাম বুলি ভাবিছিলোঁয়ে। আপোনাক লগ পালোঁ, ভালেই হ'ল। পিছে পূজা এই চতুৰ্দশীৰ দিনাই নহয় জানো? আজি প্ৰতিপদ। মই কালি-পৰহিৰ ভিতৰতে আসন-আংঠি আদি পূজাৰ সকলো বস্তু দি যাম আহি।—তুমি পূজাৰ দিন কেনেকৈ জানিলা বুলি সোধাত ক'লে,—আই, সেইটো মাই ভগৱতীৰ কৃপা। তেওঁ কালি মোক সপোনত সুধিছে—তই তেওঁলোকৰ ঘৰলৈ যাবলৈ এৰিছ কিয়? কালিয়ে যাবি আৰু আসন-আংঠি আদি পূজাত লগা বস্তুখিনি তই দুই-এদিনতে দি আহিবি। তেওঁলোকক তই নেৰিবি। সেইদেখি মই এইফালে আহোঁতে আজি আপোনালোকৰ তাত সকলো কথাৰ গমগতি লৈ যাম বুলি ভাবি আছিলোঁ। আপোনাক লগ পালোঁ, ভালেই হ'ল। পকিল কল সোৰাদেই হ'ল।—

বুঢ়ী আইতা উভতি আহি ঘৰ পোৱাহি নাই। পুখুৰীৰ পাৰতে চান্দৈপাৰাৰ বৈহগু গাঁওবুঢ়াক লগ পালে। লগতে লয়নু ওঝাকো। গাঁওবুঢ়া ডাইনাপালি। দুয়ো ক'ৰবাৰপৰা কাজ খেদি আহি সেইখিনি পাইছে। ওঝাই মাত লগালে—আই দেখোন! ক'ৰপৰা বা আহিল? পিছে কাজ নো কেইদিনা (কোন দিনা)? কাজ পাতা বুলি শুনলোঁ দেখোন।—

বুঢ়ী আচৰিত হ'ল। ক'লে,—ক'তনো শুনিলা বোপাই?—ওঝাই ক'লে, আজি আমাৰ নওলাইদি কাজলৈ যাওঁতে পুৰোহিত দেউতাই আমাক কৈছে।—বুঢ়ীয়ে স্বৰ্গ ঢুকি পোৱাদি পাই ক'লে, তেন্তে বাপা, এইবোৰ গোসাঁনীৰে কৃপা। তেওঁৰে মায়া। অহা চতুৰ্দশীৰ দিনা একপৰীয়া বং এভাগি দি এই বছৰলৈ কোনোমতে গোসাঁনীৰ লেঠাখিনি মাৰিব খুজিছোঁ। তোমালোকৰ তালৈ কাক পঠাম ভাবি-চিন্তি আছিলোঁ। কাকো নাপালে ময়ে গৈ গাঁওবুঢ়াক কৈ আহিলোঁ হয়। এতিয়া দুৰৰ গঙ্গা ওচৰতে পালোঁ। পিছে ইয়াতে কোৱাই হ'ব নে ঘৰলৈ যাব লাগিব?

—নালাগে আই, আপোনালোকৰ ঘৰ দেখোন আমাৰ আগৰেপৰা ভাত-ঘৰ। আমাক আকৌ বেলেগে যাই মাতিব লাগে কিয়? এই মাতাই হৈছি। আমি সিদিনা পুৱাই ওলাম যাই।—গাঁওবুঢ়াই ক'লে, আই, আপুনি কলৰ কাৰণেও চিন্তা কৰিব নালাগে। মোৰ বাৰীতে ৪। ৫ থোক বৰতমণি, মালভোগ, চেনিচম্পা, ভখা আদি কল পুৰঠ হৈ আছে। মই আজিয়ে সেইবোৰ পৰীক্ষা কৰি চাম আৰু পূজাত দিব পৰাকে আপোনাৰ ঘৰত দি থৈ আহিম। আমাৰ জোঁৱাই মহতৰ বাৰীতো কল থাকিব পায়। থাকিলে আপোনালোকৰ কাজ বুলি জানিলে সি নিজে দি যাব আহি। তাক মই আজিয়ে ক'ম। কলৰ কাৰণে চিন্তা নকৰিব। আৰু কিবা লাগিলেও মই যোগাৰ কৰি দিম। ২। ৩ দিনৰ ভিতৰতে মই এবাৰ আহিম।—ইয়াকে কৈ তেওঁলোক গ'ল।

বুঢ়ী উলাহৰ মাদলি হৈ ঘৰ পালেহি। ইফালে জ্বৰীয়াও বিচনাৰপৰা উঠি গা টঙাই টনটনীয়া হৈছে। গাত জ্বৰ নাই। লাহে লাহে কাজৰ দিন ওচৰ চাপিল। দিনৰ দিনা সকলো জোৰা খালে। কোনো বস্তুৰ কাৰণে ক'লৈকো যাবলগীয়া নহ'ল। হেনো মনসা দেৱীয়ে পূজা খাব খুজিলে পূজাৰ যাৱতীয় সকলো সামগ্ৰী এইদৰেই আপুনি গোট খায়।

ঝপহু, পেলনু, লয়নু, বাণেশ্বৰ আদি ওঝাসকলক আমাৰ ঘৰত মনসা পূজৰ ওঝাপালি গীত গোৱা মই নিজে দেখিছোঁ। পূজাৰ স্তুতি-গীত গোৱাত বাণেশ্বৰ ওঝা আছিল সৰ্বশ্ৰেষ্ঠ। তাৰ মানে তেওঁৰ স্তুতি-বন্দনাৰ সংখ্যা আছিল সৰহ। ৰাতিপুৱা আৰম্ভ কৰি বেলি ভাঠি দিয়াত পূজা শেষ হোৱালৈকে তেওঁ অবিৰাম গতিত স্তুতি-গীত এটাৰ পাছত আনটোকৈ গাই থাকিব পাৰিছিল। একে পদ্মাৱতীকে মনসা, পদ্মাৱতী, নাগেশ্বৰী, বিষহৰী আদি বুলি নানাভাৱে নানা সুৰত গোৱা বন্দনা আছে। বেলেগ বেলেগ কবিয়ে বেলেগ বেলেগ ছন্দত এই স্তুতিবোৰ ৰচনা কৰিছিল। গীতৰ শেষত ভণিতাত কবিৰ নামৰ উল্লেখ আছে।

গোটা-ৰঙত ৰাতি গোসাঁনীক জগাবলৈ অৰ্থাৎ অধিবাসৰ যাৱতীয় কাম কৰিবলৈ আৰু ৩ দিনীয়া, ৫ দিনীয়া বা ৭ দিনীয়া মাৰৈ পূজাত—অন্য দিনত নহ'লেও অন্ততঃ বৰদঁকৰ দিনা দেওধনী নৃত্য অনিবাৰ্য্য আছিল। তিনি-দিনীয়া মাৰৈ পূজাৰ অন্য নাম ৰঙিয়াল মাৰৈ। বিয়াৰ উৎসৱৰ দৰে পানী তোলা, যাত্ৰা কলপুলিৰ সমুখত ঢেপা-ঢোল আৰু ভোৰ তাল বজোৱা, উৰুলি-জোকাৰ দিয়া আদি বিয়াৰ সকলো আঙ্গিক অনুষ্ঠান ইয়াত আছে। সেয়েহে ইয়াক ৰঙিয়াল মাৰৈ বোলে।

দেওধনী নৃত্য কামৰূপ-গোৱালপাৰাৰ ফালে অ'ত-ত'ত আছে যদিও সি দৰঙী দেওধনী নৃত্যৰ দৰে নহয়। শুৱালকুছি, কামাখ্যা আদিৰ দেওধনী অনুষ্ঠান সম্পূৰ্ণকৈ মতা মানুহৰ অনুষ্ঠান। শুৱালকুছিত তেনে মতা দেওধনীক আকৌ ঘোঁৰা বোলে। বিশেষ বিশেষ দেৱতা বা দেৱীৰ নামত বিশেষ দেওধনী বা ঘোঁৰা ওলায়; যেনে—মহাদেৱৰ ঘোঁৰা, গণেশৰ ঘোঁৰা, দুৰ্গাৰ ঘোঁৰা ইত্যাদি। তেওঁলোকে তৰোৱাল হাতত লৈ নাচন দিয়াত বাহিৰে মানুহে সোধা প্ৰশ্নৰ উত্তৰ দি ৰাইজৰ মঙ্গল-

বিমঙ্গল আদি সম্পৰ্কে ভৱিষ্যদ্বাণীও কৰে। তাৰে কিছুমান মিলে, কিছুমান নিমিলে। তেওঁলোকৰ দুই-একোটা দেওধনীয়ে প্ৰশ্নকৰ্তাক ডাবি-ধমকি দি পূজা-পাটল কৰিবলৈ আৰু বাইজক ভোজ-ভাত দিবলৈ কৈ তাকে নকৰিলে তোৰ এনে-তেনে হ'ব বুলি ভয় খুৱায়। বিপদগ্ৰস্ত হৈ তেনে ভৱিষ্যদ্বাণী বিচাৰি যোৱা দুই-একোজন লোকক দেৱতাৰ ঘোঁৰা বা বাহনে—ঐ তই ডাঙৰ মানুহ কহলাইছ , তই কি কি পাপ কৰিছ মই জানো—তোৰ নিস্তাৰ নাই, ব্ৰহ্মভোজন কৰিবি, মনসা পূজা কৰিবি—তেহে ৰক্ষা পাবি, ইত্যাদি কৈ অপদস্থ কৰা নিজে দেখিছোঁ।

মঙ্গলদৈৰ দেওধনী নৃত্য মাইকী নৰ্তকীৰ অনুষ্ঠান। ইয়াৰ ঘাই সম্বন্ধ মনসা পূজাৰ লগত। ৩। ৫। ৭। ৯ দিনীয়া মাৰৈ পূজাৰ আবেলি সদায় দেওধনী উঠে। সেয়ে নহ'লে ইকেইদিন কেৱল ওজাপালি উঠে, মাত্ৰ বৰদঁকৰ দিনা অৰ্থাৎ শেষ পূজাৰ আগদিনা হ'লে দেওধনী-নৃত্য অনিবাৰ্য্য। দেওধনী নৃত্যৰ ঘাই আকৰ্ষণ দেওধনীৰ মুক্ত কেশৰ চক্ৰাকাৰ ঘূৰণ আৰু নাচি নাচি দঁকত পৰা কাৰ্য্য। দঁকত পৰা আৰু দঁক তোলাক দুটা সৰু সুকীয়া অনুষ্ঠান বুলিব পাৰি। সৰুতে এইবোৰ চাই আমি বৰ আমোদ পাইছিলোঁ। বৰদঁকৰ দিনাৰ সন্ধিয়াৰ কছাৰী পূজা আৰু কছাৰী নাচ এটা আকৰ্ষণীয় অনুষ্ঠান। বড়ো কৃষ্টিৰ লগত হিন্দু কলা-কৃষ্টি, পূজা-সেবাৰ সংমিশ্ৰণ আৰু সমন্বয়ৰ ই এটা উদাহৰণ।

কেতিয়াবা কেতিয়াবা কোনো কোনোৱে ফুল-পূজা কৰে যদিও সাধাৰণতে মনসা পূজাত প্ৰতিদিনে বলি-বিধান চলে। পঠা-ছাগলি, পাৰ, হাঁহ, মাগুৰ মাছ, কুহিয়াৰ, ক'লা কচু, কোমোৰা আদি বলি দিয়া হয়। বলিৰ সময়ত জয়ঢোল, ঢেপা-ঢোল, ভোৰতাল আদিৰ তুমুল হৰ্ষধ্বনি হয়। বলি-কটা চোৱা ল'ৰা-ছোৱালীৰ কাৰণে বৰ কৌতূহল আৰু উত্তেজনাপূৰ্ণ কথা। ল'ৰা-ছোৱালীবোৰে মনসা পূজা হৈ যোৱাৰ দুই-এদিন পিছতো নিজে বলি-কটা দৃশ্যৰ অভিনয় কৰি ৰং পায়। আমিও তেনে অভিনয়ত ভাগ নোলোৱাকৈ নাছিলোঁ। কল-পটুৱাৰ ঢোল সাজি কান্ধত আঁৰি লৈ মুখেৰে ভেম্-টৌ-টৌ-টৌ-ভেম্-ভেম্ আদি শব্দ কৰি নাচি নাচি ঢোল বাদনৰ অভিনয় কৰিছিলোঁ। তেনেকৈ বাটিৰ কাষৰ ক'লা কচুকে বলি সাজি কল-পটুৱাৰ ওপৰত থৈ বলি কাটিছিলোঁ। কেতিয়াবা ফৰিং ধৰি আনি বলি দিছিলোঁ।

আমাৰ সৰু কালত আমাৰ ঘৰৰ ওচৰৰ চান্দেইশাৰা গাঁৱত বলি কটাকে লৈ এটা ৰহস্যপূৰ্ণ ঘটনা ঘটিছিল। ৰং পূজাত বলি কটা দেখি আহি কেইটামান ল'ৰা-ছোৱালীয়ে তাৰে অভিনয় কৰিছিল। এটাই ঘৰৰপৰা এখন তীখাল দা আনিলে পঠা কাটিবলৈ। আনবোৰে কল-পটুৱা, ক'লা কচু, ফৰিং, বেং-ভেকুলী আদি বিচাৰি আনিলে বলিৰ কাৰণে। কোনোবা এটাই এটা চেং মাছো ধৰি আনিলে। দা অনা ল'ৰাটোৱে তাৰ লগৰীয়া এজনক ক'লে—আগে পঠা বলি দিব লাগে, পিছতহে অইনবোৰ। গতিকে বলি কাটিবৰ কাৰণে এইডাল হ'ল কল-পটুৱা। মই পঠা কাটিম। তই তোৰ আঙুলি এটা ইয়াতে থৈ বহি থাক। মই যেছ বুলিম, তই পে বুলিবি। বাকীবোৰে হাত চাপৰি দি কিৰিলি পাৰি 'হৰি বোল' দিবি।

কাৰ্য্যতো সেয়ে হ'ল। চোকা দাৰ ঘাপত আঙুলিৰ আগ ছিটিকি গ'ল। ই যেছ্ বুলিলে, সি বুলিলে পে। লগে লগে হৰিবোল, হৰিবোল ধ্বনি। তাৰ পাছতহে কন্দা-কটাৰ হুৱা-দুৱা লাগিল। এই ঘটনাৰ বহুদিন পিছলৈ—মই যেছ বুলিম, তই পে বুলিবি—কাহিনী মানুহৰ মুখে মুখে চলি আছিল। ১৪/৩/৮৭

# যি কৰে পৰত, তাৰ মিলে ঘৰত

মনসা পূজা সৌ সিদিনালৈকে মঙ্গলদৈৰ বহুত সম্ভ্ৰান্ত পৰিলযালত বছৰি বছৰি হৈছিল। কিছুমান মানুহৰ ঘৰত হোৱা মনসা পূজালৈ আকৌ বহুতে ভয় কৰিছিল। তাঁৰ কাৰণ—তেওঁলোকে মাৰৈ পূজা পাতিলেই নেৰানেপেৰাকে লেঠাৰি নিছিগা বৰষুণ হয় আৰু তাৰ ফলত দুৰ্যোৰ বানপানী আহে। জুৰণ বৰা মৌজাদাৰৰ মাৰৈ পূজা, থানু বাবুৰ (থানুৰাম হাজৰিকা পণ্ডিতৰ) মাৰৈ পূজা আদিবোৰ তেনে বৰষুণৰ কাৰণে বিখ্যাত পূজা আছিল। তেওঁলোকে খৰালিৰ ভাল বতৰত পূজা পাতিলেও বৰষুণ হ'বই হ'ব—এয়ে আছিল সকলোৰে বিশ্বাস। ই প্ৰায় লোক-পৰম্পৰাত পৰিণত হৈছিল। গতিকে মানুহে কৈছিল—অমুক তাৰিখৰপৰা জুৰণ—মৌজাদাৰৰ মাৰৈ পূজা ঃ ধান-চাউল, খৰি-খেৰ গোটাই ৰাখিব লাগিল ঃ নহ'লে মৰিব লাগিব। সভা পাতিবই পাতিব।

একাধিকবাৰ কৈ আহিছোঁ—'অঙ্কৰ বাঘ' বুলি থানু বাবুৰ খ্যাতি আছিল। তেওঁ নোৱাৰা অঙ্ক হেনো নাছিলেই আৰু তেওঁ নোৱাৰিব লাগিলে আনে সেই অঙ্ক কৰিব নোৱাৰিছিল। আমাৰ পিতাইঁতে ছাত্ৰবৃত্তিতেই যাদবচন্দ্ৰ চক্ৰবৰ্তী আৰু ছেখাৱত আলী নে কাৰ এই দুখন বাংলা পাটীগণিতৰ অঙ্ক কৰিছিল আৰু তেৱেঁই আছিল অঙ্কৰ শিক্ষক।

থানু বাবুৰ এটা কুখ্যাতি আছিল এই যে তেওঁৰ যিহতে-তিহতে মুখ লগিছিল। বাটেদি গৈ থাকোঁতে বাটৰ কাষৰ কলৰ থোক এটাত চকু পৰিলে তেওঁ যদি কয়—কলথোক পুৰঠ হৈছে ; বৰ ডাঙৰ থোক হৈছে, নতুনকৈ ৰোৱা কল হ'বলা—তেনেহ'লে তেওঁ গৈ বেছি দূৰ নৌপাওঁতেই সেই কলৰ থোক জৰুৰ খহি পৰিব যে পৰিবই। সেইদেখি বাটৰ কাষৰ কলৰ থোক, চকুত লগা মাটি-কঁঠাল আদিকো গিৰিহঁতে কল-চোঁচনিৰে ঢাকনি দি ৰাখিছিল যাতে পণ্ডিতৰ কৃপাদৃষ্টি (ৰেখ?) নপৰে। সৰু ল'ৰা-ছোৱালীবো ওপৰত যাতে তেওঁৰ নজৰ নপৰে তাৰ কাৰণে বহুতে আমাৰ পিতাৰপৰা জাপ-জৰী নি পিন্ধোৱাৰ কথা আমি জানো। তেওঁ কিন্তু মন্তব্য দিওঁতে

বেয়া মন্তব্য একো নিদিয়ে, ভাল বুলিয়ে কয়, পিছে তেওঁৰ ভালেই আইনৰ কাৰণে কাল হৈ পৰে।

আগতে কৈছোঁ—পিতাৰ বহুত হাতে-লেখা মন্ত্র-পুথি আছিল। সেইবোৰ কিন্তু মানুহৰ ভাল কৰিব পৰা গুণ-মন্ত্রহে আছিল, কুমন্ত্র নাছিল ঃ অৰ্থাৎ পৰৰ অনিষ্ট কৰিব পৰা কূট-মন্ত্র তেওঁ শিকায়ে নাছিল। তাৰ কাৰণো নোহোৱা নহয়। তেওঁৰ মুখেদিয়ে এটা ৰহস্যজনক কাহিনী শুনিছিলোঁ। তেওঁৰ যিজনা মন্ত্র-গুৰু আছিল তেওঁ আছিল এজন সন্ত মহন্ত লোক ঃ বৰখেলীয়া মহন্ত নহয়, পুঠী-মেছীয়াহে। নাম—কেকৌ থোঁথা। তেওঁক মই ভালকৈ দেখিছিলোঁ। তেওঁ আমাক বৰ মৰম কৰিছিল। কথা কোৱাত মাজে-মাজে তেওঁ অলপ খোনাইছিল ; গতিকে কেকৌ মহন্তক মানুহে কেকৌ থোঁথা (থোঁতা) বুলিছিল। তেওঁৰ এখন ধুনীয়া ৰঙা জোলোঙা আছিল। ওখকৈ হাঁহিমুৱা মানুহজন। মুখত দাঁত নাই ; সৰিছে। খুন্দা তামোল মুখতে থাকে। হাতত ৰূপৰ মুঠি লগোৱা টোকনডাল লৈ ভকতৰ ৰঙা-পখৰা টুপীটো মূৰত পিন্ধি তেওঁৰ খোজ কাঢ়ি যোৱাৰ লয়টো চাবলগীয়া আছিল। তেওঁ ভাল-বেয়া বহুত গুণ-মন্ত্র জানিছিল। বিশেষকৈ কূট-মন্ত্রতকৈও কূটমন্ত্র ওফৰোৱা ভাল গুণ-মন্ত্রহে তেওঁৰ বেছি আছিল। ভালৰ কাৰণে ভাল, বেয়াৰ কাৰণে তেওঁ আছিল যম-কাল।

আমাৰ ঘৰৰপৰা আধা মাইলমান দূৰত দোকানপাৰা বুলি এখন গাঁও আছে। ৰাজ-আলি উত্তৰ ট্ৰাঙ্ক ৰোডৰ দাঁতি-কাষৰীয়া গাঁও। তাৰ সৰহখিনি অধিবাসী লোক মুছলমান। তাৰে এজনৰ নাম আছিল বদাৰুদ্দিন। তেওঁ আমাৰ পিতাতকৈ বয়সত ১০। ১২ বছৰে সৰু। তেওঁ আছিল সেই অঞ্চলৰ মুছলমানসকলৰ ভিতৰত প্ৰথম গ্ৰেজুৱেট, প্ৰথম উকীল। দেখাতো লোকজন আছিল জাকত জিলিকা বিধৰ। মুঠতে, চেহেৰাই-পাতিয়ে, কথাই-বতৰাই ডেকাজন আছিল বৰ মোহলগা ধৰণৰ। তেওঁৰ বিযাত এটা অঘটন ঘটিছিল। তেওঁ যিজনী ছোৱালী বিয়া কৰাবলৈ স্থিৰ কৰিছিল সেইজনীক সানোৱা বুলি অলপ দূৰৰ এখন গাঁৱৰ মাতব্বৰ মুছলমান এজনে তেওঁৰ পুতেকলৈ ধৰিছিল। ছোৱালীৰ মাক-বাপেকে তেওঁৰ পতেকলৈ নিদি বদাৰ উকীললৈহে ছোৱালী দিবলৈ স্থিৰ কৰাত মাতব্বৰে ঘোৰ অপমান পালে। খঙত তেওঁ জ্বলি উঠিল। তেওঁ সকলোকে শুনাই প্ৰতিজ্ঞা কৰিলে—যিমান টকা যায় যাব, এই ছোৱালী মই আনিহে এৰিম। তেওঁ তাৰ কাৰণে কূট-নাটত লাগি গ'ল। তেওঁ গৈ নগাঁও জিলাৰ মায়ঙৰ বৈদ্যৰ কাষ চাপিল আৰু বিয়াৰ দিনাই দৰা উকীলক মন্ত্রেৰে মাৰিব পাৰিলে এহেজাৰ টকা দিয়া হ'ব বুলি অঙ্গীকাৰ কৰি তাৰে আধা পাঁচশ টকা আগধৰি দি আহিল।

বিয়ালৈ মাত্র আৰু এদিন আছে। এনেতে এই ষড়যন্ত্রৰ কথা দোকানপাৰাত ছাটি-কুটি গ'ল। দৰাৰ মাক-বাপেক, ককায়েক-দদায়েকৰ মনত হাহাকাৰ লাগিল। কাৰো মুখত পানী নাই। দদায়েক এজনে কেকৌ মহন্তৰ গুণ-মন্ত্রৰ কথা জানে। তেওঁ ৰাতিপুৱা চটৃপহৰতে বদাৰ উকীলক লগত লৈ গৈ মহন্তৰ ঘৰ পালে আৰু পোনতে

মহন্তৰ চৰণত বদাৰৰ হতুৱাই সেৱা কৰাই উঠি ক'লে—দেউতা, ইয়াক চিনি পাইছে নে? ই মোৰ ভতিজা , নাম বদাৰ উকীল। আজিৰেপৰা পিছে আপুনি ইয়াৰ ধৰ্ম-পিতাক হ'ল। সি আপোনাক আজি বাপ-দায় দিলে। অহাকালি ইয়াৰ বিয়া। তাক মন্ত্ৰ কৰি মাৰি তাৰ বিয়াৰ কইনাক নিবৰ কাৰণে অমুক মাতব্বৰে মায়ঙৰ বৈদ আনিছে। সেই বইদক মাৰে গাঁৱত আজি ৰাখিব। সি তাৰপৰাই গুণ-মন্ত্ৰ কৰি আমাৰ বাপাক মাৰি কইনা সিহঁতক দিব। বইদে পাঁচ শ টকা লৈছে, আৰু পাঁচ শ লৈ কামটো কৰি দি কালি সি উভতিব। আপুনি ইয়াৰ ধৰ্ম-পিতা। আপুনি এই কাৰ্য্যৰ প্ৰতিকাৰ কৰি ইয়াৰ প্ৰাণ বচাব লাগে। আপুনি যি কৰিবলৈ কয় আমি তাকে কৰিম। মুঠতে আপুনি অকল তাৰেই নহয়, আমাৰ সকলোৰে ৰক্ষক পিতা হ'ল।

মহন্তই নিৰ্ভয় দি জাপ-জৰী যি দিব লাগে দিলে। গুণ-মন্ত্ৰ কৰিলে। কইনালৈও জাপ-জৰী পঠালে। শৰাই-বেহাৰ ঝাৰি দি পঠালে দৰা-কইনাই বিয়াত জিৰণি লোৱা ঘৰ আৰু ৰভাৰ চাৰিওফালে ছটিয়াই দিবলৈ। চাৰি কোণত চাৰিটা বৰুণৰ খুঁটি মাৰি বিয়াখলাটো বান্ধিবলৈ তেওঁ ব্যৱস্থা কৰিলে আৰু লগতে আন কিবা-কিবি দিলে। তাৰ পাছত তেওঁ কঠোৰভাৱে ক'লে—কিন্তু খবৰ্দাৰ, কেতিয়াও তহঁতে যাতে এই প্ৰসঙ্গত মৰিলেও মোৰ নাম কাৰো আগত ঘূণাক্ষৰেও কাকো নকৰ। সইত খা।—বদাৰুদ্দিন আৰু দদায়েকে দুয়ো মহন্তৰ চৰণ চুই সইত খালে আৰু বিদায় লৈ হৃষ্টচিত্তে উভতি আহিল। মহন্তক কিবা মাননি দিব খুজিছিল। মহন্তই নল'লে। তেওঁ ক'লে—তহঁতে এইবোৰ যাচি মোকো মায়ঙীয়া বেজ কৰিব খুজিছ নেকি? ই মোৰ ধৰ্মপুত্ৰ হ'ল বুলি তয়ে দেখোন কৈছিলি? পুতেকৰপৰা জানো বাপেকে কিবা ল'ব পাৰে? পুতেকক ৰক্ষা কৰা বাপেকৰ কামেই। সিয়ে মোৰ সম্পত্তি হ'ব। আল্লা-ভগবানৰ ওপৰতে সৰ্বভাৰসা। ভয় নকৰিবি যা। সি বইদে ইয়াক একো কৰিব নোৱাৰে।

ৰাতি বিয়া আৰম্ভ হ'ল। ৰাতি মাজ মান হৈছে, এনেতে হেনো চোতালৰ ওপৰেদি একুৰা জুই ঘূৰি ফুৰা যেন বিয়াৰ মানুহবোৰে দেখিবলৈ পালে। জুইকুৰা চক্ৰাকাৰে ঘূৰি ঘূৰি শেষত ৰভাৰ ওচৰতে চোতালৰ কাষত থকা নাৰিকল এজোপাত খুন্দা খালে আৰু তৎক্ষণাৎ নাৰিকলৰ থোক এটা ভীষণ আৱাজ কৰি সৰি পৰিল। লগে লগে দৰা-কইনাও ঢলি যোৱাৰ দৰে কৰিছিল, কিন্তু জোকাৰণিহে খালে, ঢলি নপৰিল। তাৰ পাছত সকলো নীৰব। বিয়া-ঘৰত সেই বিষয়ৰ কথা সিমানতেই শেষ। অৱশ্যে বিয়াৰ মানুহে এনে অদ্ভুত কাণ্ড দেখি অবাক হ'ল। যি হওক, বিয়া ভালে ভালে গ'ল।

ইফালে মাৰে গাঁৱৰ বিৱৰত মায়ঙীয়া বৈদ্যক ৰখা হৈছিল, ৰাতিপুৱা তাত বৈদ বিচনাৰ ওপৰতে মৰি পৰি আছে। ওচৰতে পৰি আছে তেওঁৰ দাক আৰু মন্ত্ৰ-পুথি আদিৰ জোলোঙাটো। বৈদৰ মুখেদি গোবেৰি ওলাইছে। চাৰিওফালে হুৰাদুৰা লাগি পৰিল। ইও বোলে বৈদ মৰিল, সিও বোলে বৈদ মৰিল। ৰাতি খাই-বৈ আৰাম

কৰি শুই আছে, পুৱা হ'লে বৈদ নাই, বৈদৰ মৰা শৰটোহে পৰি আছে। ই কি আচৰুক কথা! বৈদ মৰাৰ কাহিনী দিনটোৰ ভিতৰতে গোটেই অঞ্চলত বৌজাল-বৌজাল হৈ পৰিল।

ইফালে সিদিনায়ে মুখ-আন্ধেৰি সময়ত বদাৰ উকীলৰ দদায়েকে আন্ধাৰ ছেগত গৈ মহন্তক ঘটনাটোৰ আদ্যোপান্ত ক'লে। উত্তৰত মহন্তই ক'লে—ইয়াকে বোলে—'আগলৈ নাচাই গুণে পাছ, লোভত মৰে বৰশীৰ মাছ।' সি নিজৰ গা বান্ধি নোলোৱাকৈ বাণ মাৰি নিজে তাৰ চিকাৰ হ'ল। পিছে, তই তুৰন্তে ফিৰি যা। কাকো আগত মোৰপৰা গুণ-মন্ত্ৰ, দাৰু-দৰ্পণ আদি নিয়াৰ কথা একো নক'বি। ক'লে কিন্তু তইঁতো মৰিবি, ময়ো মৰিম। ই একা বৰ অগমগম কথা। উকীলে জানে যা। কথাটো ফাদিল হ'লে পোনেই নৰহত্যাৰ মোকৰ্দমা ৰুজু হ'ব। অইনক মাৰিবলৈ আহি বাচা নিজে নিজৰ বাণত বিন্ধা খাই মৰিল। মৰক যা, সি মৰিবই লাগে। ইয়াকে বোলে—কটাৰ পো কুটি, পৰকলেগি হুল পুতি নিজে মৰে ফুটি।—

তাৰ পাছত বৈদ্যৰ মন্ত্ৰ-পুথিবোৰ হেনো বহুতে থপিয়া-থপিকৈ নি ভগাই লৈছিল। এই কেকৌ মহন্তয়ে আমাৰ পিতাক তেওঁৰ জৰা-ফুকাৰ ভাল ভাল মন্ত্ৰবোৰ শিকাইছিল। পিতাই তেওঁক কিবাপাকেদি সম্বন্ধ লগাই ভিনিহি বুলি মাতিছিল। সেয়েহে সাপৰ গুণৰ উপৰি কুঁহিয়াৰ পেৰিলে চুৰা পগোৰা সময়ত অইনে থালীৰ পগোৰা ৰস নষ্ট কৰিব নোৱাৰাকৈ দিয়া জৰা-চুণৰ বান্ধনি, কেঁচুৰা ল'ৰা-ছোৱালীৰ গাত মুখ লাগিব নোৱাৰাকৈ দিয়া জাপ-জৰী, ল'ৰা-ছোৱালীৰ পেটৰ কামোৰ-বাঘছোৰ জৰা পানী, মুখ-ভঙাৰ জৰা পানী, ভূতৰ ভয়ৰপৰা ৰক্ষা পোৱা জাপ-জৰী ইত্যাদি তেওঁ দিছিল। বায়ুৰ দাৰু বুলি দিয়া প্ৰসূতীৰ ঔষধ এপালি পিতাৰ গুণ-মন্ত্ৰৰ অব্যৰ্থ মহৌষধ আছিল। সৰুতে আমি আমাৰ ঘৰত ঝাৰা পানী (জৰা পানী) আৰু বায়ুৰ দাৰু নিয়া মানুহ ঢেৰ লগ পাইছিলোঁ। বায়ুৰ ঔষধ পালি শামুকৰ পেটৰ ফট্‌ফটীয়া পানীত মাৰি খুৱাব লাগিছিল। লুডেই শামুকৰ (লেথাই শামুকৰ) পেটত যে ফটিকৰ দৰে ফটফটীয়া পানী থাকিব পাৰে—আমি আগতে জনাই নাছিলোঁ।

এইবোৰত বাহিৰেও পিতাৰ হাতত গৰ্ভ-গীতা বুলি এখন অকণমান সাঁচিপতীয়া পুথি আছিল। সুন্দৰকৈ কাকতেৰে মেৰিয়াই বান্ধি ৰখা এই হাতেলিখা পুথিখনৰ গুণ আৰু মহিমাৰ কথা তেওঁ এদিন মোক গোপনে কৈছিল যে সেইখন লগত থাকিলে হেনো খেদি অহা বনৰ বাঘেও খাব নোৱাৰে , কোনেও তৰ্কত বলে নোৱাৰে, জলে-স্থলে অগ্নিত ক'তো অপঘাত হোৱাৰ ভয় নাই। মোক একাধিক সঙ্কট কালত পিতাই ইয়াক মোৰ মুগাৰ কোট চোলাটোৰ ভিতৰৰ বুকৰ জেপত সুমুৱাই দি পঠাইছিল। তেওঁ কৈছিল যে পুথিখন কেতিয়াও নাইৰ (নাভিৰ) তলভাগত ৰাখিব নালাগে—সদায় বুকৰ ওচৰত তাৰ স্থান। পিতাৰ এই ভাল ভাল গুণ-মন্ত্ৰৰ পুথিবোৰ তেওঁৰ মৃত্যুৰ পাছত মই নাপালোঁ। তেওঁৰ মৃত্যুৰ সময়ত মই চাকৰিত দূৰত আছিলোঁ। চৰকাৰী চাকৰি কৰি ঘৰতে থকা দুয়ো ভাইক পিছত সোধাত কৈছিল—

কোনোবাই নিলে ; কোনে নিলে আমিও মন নকৰিলোঁ।—অন্যান্য অনেক অস্থাবৰ সম্পত্তিৰ দৰে সেইবোৰৰো মই আশা এৰিবলগীয়া হ'লোঁ।

পিতাই কৈছিল—কূট-নাট আৰু কুমন্ত্ৰ শিকা বেয়া। সেই মন্ত্ৰ মনত থাকিলে—মন্ত্ৰ মুখেদি উচ্চাৰণ নকৰিলেও কেতিয়াবা বেয়া ফল ফলে। তেনেকৈ কুমন্ত্ৰ জনা মানুহে চকুৰে দেখিয়েই মুখেৰে মন্ত্ৰ নমতাকৈ কটা ঘা নুশুকোৱাকৈ ৰাখিব পাৰে, পিঠা পুৰিবলৈ নিয়া চাউল নিসিজাকৈ ৰাখিব পাৰে ; তেনে আৰু অনেক কাম কৰিব পাৰে। গতিকে সেইবোৰ বেয়া মন্ত্ৰ নিশিকাই ভাল। মায়ণ্ডৰ বেজৰ মৃত্যুৰ কাহিনীটো উল্লেখ কৰি তেওঁ সদায় ছল পালেই কৈছিল—বেয়া কামৰ ফল বেয়ায়ে হয়, 'ভালেহে পায় ভালক, জাবৰে পায খালক'। আৰু বেযা কামবোৰৰ ফল—'যি কৰে পৰত, তাৰ মিলে ঘৰত'। ১/৬/৮৭

# খালৈতে বৰশী বোৱা

'ন সাঁচি পুৰণি খয়ে তাকে বোলে গিৰী।

মানুহ অমানুহ চিনি পায় তাকে বোলে তিৰী।'—ডাকৰ বচন। গাঁৱত বহুতে তেনে কৰে ঃ ন ধান বিক্ৰী কৰি পুৰণি খায়। তিৰোতা মানুহেও বোলে দেখিলেই কোন লোকৰ প্ৰকৃতি কেনে কৈ দিব পাৰে। ন ধানৰ ওজন বেছি। তাক বিক্ৰী কৰিলে লাভ আছে। পুৰণি ধান শুকান, খাবলৈও ভাল আৰু বেমাৰীৰ কাৰণেও হিতকৰ। সোনকালে জীৰিণ যায়। ওজনত কিন্তু পাতল।

আমাৰ নিজৰ কথাকে কওঁ। আমাৰ ধানৰ ভঁৰাল মই দেখাতে আছিল দুটা। এটাত আহু-খৰ্মা থাকে, আনটোত শালি ধান। শালি ধান বহু বিধৰ। অনেক কিচিমৰ। একে জহা ধানৰে কিচিমে কিচিমে নাম, যেনে—খৰিকা জহা, তুলসী জহা, মানিকিমধুৰী জহা ইত্যাদি। শালি ধানৰ ভিতৰত জহা, বন্নি (বৰা) আৰু ৰত্নশালি ধানৰ খেতিয়েই আছিল বেছি। ৰত্নশালিক সাধাৰণতে ৰতাশালি বোলে। ৰতাশালি ধানৰ চাউল আমাৰ ঘৰত খোৱা-বোৱাত ৰবকৈ চলিছিল। পুৰণি ৰতাশালি ধানৰ চাউল নিৰোগী, খাবলৈ ভাল আৰু সহজে জীণ যায়। মাটি বেছি থকা মানুহেই মাত্ৰ এই তিনিবিধ ধানৰ খেতি কৰে ; কাৰণ, তাৰ ফচল বা উৎপন্নৰ পৰিমাণ আন ধানৰ তুলনাত বহুত কম। একালেদি লক্ষ্য কৰিলে এই তিনিবিধ শালি ধানক অভিজাত বা ডাঙৰীয়া শ্ৰেণীত ধৰিব পাৰি ; কাৰণ, আঢ্যৱন্ত লোকেহে নিজৰ ব্যৱহাৰৰ কাৰণে তাৰ খেতিত মনোযোগ দিয়ে।

আহু-খৰ্মা ধান আমাৰ ঘৰত খোৱাত ব্যৱহাৰ নহৈছিল। ইয়াৰ খেতি কৰা হৈছিল কেৱল বিক্ৰীৰ কাৰণে। এটা কথা কিন্তু মন কৰিবলগীয়া। বৰ-ধান আৰু আহু ধান হ'লে বহুত খেতিয়কে বাছি-বিচাৰি কিনি নিয়ে। তাৰ বিশেষ কাৰণ আছে। আহু ধানৰ চাউল খাবলৈ মিঠা-মিঠা লাগে আৰু ই বলকাৰক। হাল-চহ কৰা পৰিশ্ৰমী লোকৰ কাৰণে সি বৰ উপাদেয় আৰু হিতকাৰী আহাৰ। আহু ধানৰ মিষ্টতা সম্পৰ্কে ডাক-পুৰুষে সাক্ষী দি কৈছে, বোলে—'ভাত খাবা আহুৰ আৰু ভাত খাবা শাহুৰ'। মাক আৰু শাহুৱেকে পৰশ কৰি দিয়া ভাতকেইটা বোলে অমৃতৰ তুল্য। বৰ-ধানৰ চাউলবোৰ গোট-গোট। তাৰ ভাত খাই উঠি টান বন কৰিলেও ভালেখিনি সময়লৈ ভোক অনুভৱ নকৰাকৈ পৰিশ্ৰম কৰা যায়। এনেবোৰ ধান আমাৰ ভঁৰালত সদায় কিন্তু বিক্ৰীৰ কাৰণেহে মজুত ৰখা হৈছিল।

ডাঙৰ ভঁৰালটো যথেষ্ট ডাঙৰ ঃ এটা ডাঙৰ বৰঘৰৰ দৰে। তাতোকৈ কিজানি ডাঙৰহে হ'ব। তাত বৰ-ধান আৰু জহা, বৰি, ৰতাশালি, গুৱাগমণি ধান চটাই ঢাৰিৰে সীমাৰ বেৰ কৰি খোটালি কৰাৰ দৰে কৰি পৃথক পৃথককৈ ৰখা হৈছিল। ভাল দিন-বাৰ চাইহে ভঁৰালৰপৰা ধান উলিওৱা হৈছিল। মোৰ যিমানদূৰ মনত পৰে—পূৰ্ণিমা, আঁউসী, একাদশী, সংক্ৰান্তি বা শুকুৰাৰে ভৰালৰপৰা ধান উলিওৱা নিষেধ আছিল। ধান উলিয়াব লাগিলে ভঁৰালৰ দুৱাৰমুখ ভালকৈ মচিকাচি আগলতি কলাপাতৰ ওপৰত চাকি-বন্তি এখৰ জ্বলাই দিয়াৰ পাছতহে সেৱা-সৎকাৰ কৰি ভঁৰালত মানুহ উঠিছিল। সাধাৰণতে গা-পা ধুই শুদ্ধ-শুচিভাৱে ঘৰৰ কোনো এগৰাকী তিৰোতাই ভঁৰালত উঠি ধান উলিয়াই দিছিল।

বেপাৰীক ধান বিক্ৰী কৰিবৰ দিনা আমাৰ সৰু সৰু ল'ৰা-ছোৱালীবোৰৰ ফুৰ্তি চায় কোনে? ভঁৰালৰ ধান উলিয়াই চোতালত দ'ম বা দৌল বন্ধা হয়। তাকে বা-দি লৈ বিক্ৰীৰ কাৰণে জুখিব লাগে। আমাৰ ঘৰত ধান ডগা-পাল্লাৰে জুখি বেচা নিয়ম নাছিল। খৰাহিৰ দৰে ধুনীয়াকৈ সজা ঢোলেৰে ধান জুখি বিক্ৰী কৰা হৈছিল। হিচাব কৰোঁতেও মোন হিচাপে নহয়, ঢোল হিচাপেহে ধানৰ জোখ চলিছিল। দুই ঢোলত এমোন। আমাৰ ককাদেউতাৰ দিনৰে দুটা ধান-জোখা ঢোল আছিল। ঢোল দুটা বেতেৰে গোঁথা আৰু দেখিবলৈ বৰ বিতোপন আছিল। প্ৰতিটো ঢোলত জোখৰ কুৰি সেৰ ধান ধৰিছিল, অৰ্থাৎ পাঁচ সেৰী চাৰি দোণ। বেপাৰীয়ে ধান কিনাৰ সময়ত ঢোলৰ ধানৰ ওজন ডগা-পাল্লাৰে জুখি পৰীক্ষা কৰি লৈছিল। ঢোলেৰে জুখি কুৰি ঢোল ধান একেলগে থ'লে পৃথকে এমুঠি ধানৰ 'চান' ৰখা হয়। কুৰি সংখ্যাৰ হিচাব ৰাখিবলৈ এনেকৈ থোৱা হয়। তেনেকৈ সাধাৰণতে ১৫। ২০ টা চান থোৱাৰ পিছত বিক্ৰী হোৱা ধানৰ দাম লৈছিল। কুৰিটা চান মানে চাৰিশ ঢোল, অৰ্থাৎ দুশ মোন। তেতিয়া টকাত দুই ঢোল ধান। গতিকে কুৰিটা চান মানে মাত্ৰ দুশ টকা। বেপাৰীয়ে চানকেইটা কাণ্ডতে পায়।

পিতাই একেদিনাই বেছি ধান নেবেচে। টকাৰ প্ৰয়োজনমতে ধান বেচি থাকে। ধন গন্তি কৰা আৰু টকাৰ ভাল-বেয়া পৰীক্ষা চোৱা কামটোও বৰ আমোদজনক আছিল। তেতিয়া নোটৰ ব্যৱহাৰ সমূলি নাছিল। সৰু কালত আমি নোট দেখায়ে নাছিলোঁ। ৰূপৰ টকাটো হাতত লৈ তৰ্জনী আঙুলিটো বেঁকা কৰি লৈ তাৰ ওপৰত ৰাখি বুঢ়া আঙুলিৰ আগৰ নখেৰে খিৰিং কৰি মাৰি দি থাপ মাৰি ওপৰতে লাছ-গুটি ধৰাৰ দৰে ধৰাটো এটা চাবলগীয়া দৃশ্য। ভালকৈ নবজা টকাক গথিয়া বা বেঙেৰা টকা বুলি পুনঃ অন্য উপায়ে তাৰ শুদ্ধাশুদ্ধ পৰীক্ষা কৰা হৈছিল। লোহাৰ খুন্দনামাৰিৰ (চুঙা-টোকনৰ লোহাৰ বাৰিৰ) ওপৰত কোবাই তাক পুনৰ পৰীক্ষা কৰা হৈছিল। খিৰিং খিৰিং শব্দ কৰিলে সি ভাল টকা, টিংটিঙাই নুঠিলে সি বেঙেৰা টকা বা গথিয়া ৰূপ বুলি বৰ্জনীয় হৈ পৰিছিল। টকাবোৰ গন্তি কৰি উঠি এখন ভালকৈ ধুই-পখালি মচি-কাচি দিয়া কাঁহৰ কাঁহীত একুৰি একুৰি টকাৰ একোটা স্তম্ভ কৰি থৈ ভাখেৰিগড়ত (ভঁৰালৰ চাঙত) চাকি-বন্তিৰ সন্মুখত ৰাখি সেৱা-সৎকাৰ কৰি আনি জলীযা মোনাত ভৰাই কাঠৰ বাঁৰপেৰাৰ ভিতৰৰ চগুকত থোৱা আমি দেখিছিলোঁ। আমাৰ কি যে ৰং।

আমাৰ ওপৰত উল্লেখ কৰা বৰ ভাখেৰিটোৰ (ডাঙৰ ভঁৰালটোৰ) মাহাত্ম্যও কম নাছিল। তাত এটা ডাঙৰ বাকৰাজ সাপ থকা কৰিছিল। তাক কোনেও নোজোকাইছিল। কোনেও কেতিয়াও মাৰ নামাৰিছিল। মানুহৰ ধাৰণা আছিল—সি গোসাঁইলগা সাপ। সি কাকো ঘাইল নকৰে। পাটগিৰিৰ ধানৰ ভঁৰালটোৰ সি ৰখীয়া। সি কেতিয়াবা ওচৰৰে তামোল গছৰ পাণত উঠে আৰু বগাই গৈ তামোলৰ থোকৰ ওচৰৰপৰা পুনঃ নামি আহে। পিছতহে জানিব পাৰিছিলোঁ যে সি ভঁৰালত আৰু পাণৰ গছত বাহ লোৱা নিগনি-ডালশলিয়াবোৰ ধৰি ধৰি খাইছিল। আচৰিত কথা, পাণ-গছৰ তামোলত বাহ লোৱা গুৱা-টোকোৰা চৰাইৰ বাহবোৰলৈ হ'লে সি নগৈছিল আৰু চৰাইৰ পোৱালিবোৰো সি নাখাইছিল। হ'ব পাৰে সি পাতৰ আগলৈ যাবয়ে সাহ নকৰিছিল। চৰাইবোৰে তাক পাণৰ গছত বগোৱা দেখিলে বৰকৈ কোৰ্হাল কৰি চি-চিঁয়াইছিল, হয়তো তাৰ ভয়ত, নতুবা তাক বন্ধুত্বৰ অভিনন্দন যাচিবলৈ। চিয়ঁৰি চিয়ঁৰি সিহঁতে তাক আগুৰি ধৰিছিল।

আমাৰ ধানৰ বৰভাখেৰিটোৰ (ডাঙৰ ভঁৰালটোৰ) এটা মাহাত্ম্য আছিল এই যে কোনেও ৰঙা কাপোৰ পিন্ধি তাৰ আগেদি অহা-যোৱা কৰিব নোৱাৰিছিল। কৰিলে তৎক্ষণাৎ চকু ৰঙা হোৱা বেমাৰ হৈছিল। এবাৰ আমাৰ বংশৰ উকীল খুৰাদেউ বাসৱ বৰুৱাই ভৰিত চতি-জোতা আৰু গাত ৰঙা-পখৰা চোলা এটা পিন্ধি আমাৰ ঘৰলৈ আহি আমাৰ খা-খবৰ লৈ উভতি গৈ ঘৰ পোৱাৰ লগে লগেই চকু ৰঙা হোৱা অসুখত ভুগিছিল। পিছে প্ৰতিকাৰো লগে লগেই হৈছিল। গা ধুই ভিজাই-বুৰাই আহি তিতা কাপোৰেৰেই ভঁৰালৰ গড়ত (ভাখেৰিগড়ত) বগা কঠন্দা (কঠনা) ফুল আঁজলিৰে দি সেৱা কৰি যোৱাৰ পিছতেই তেওঁ আৰোগ্য লভিছিল।

আমাৰ নিজৰ ঘৰত বা ওচৰ-চুবুৰীয়া কাৰোবাৰ ঘৰত জ্বৰ-নৰিয়া হ'লে বা আই ওলালে তুবন্তে আহি আমাৰ বৰ-ভাখেৰিৰ দুৱাৰমুখত আইনাম ধৰা আমি দেখিছিলোঁ। আই নামৰ কাৰণেও বিশেষ সম্ভাৰ একো নালাগিছিল। ধূপ-ধূনা-বন্তি জ্বলাই নৈবেদ্য এখন দি মাহ-চাউলৰ প্ৰসাদেৰে আবিয়ে ছোৱালী কেইজনীমানৰ আইনাম এভাগ পাতিলেই হ'ল। চিন্নও সৰু, প্ৰতিকাৰৰ আয়োজনো নগণ্য। আয়তীসকলৰ দুই-এটা নামৰ পংক্তি আজিও মোৰ মনত পৰে। সেইবোৰত এভিয়াহে দেখিছোঁ, বামুণৰ পূজাৰ বিধিৰ দৰে নামবো বিধি বৰ্ণনা কৰা আছে ; যেনে—ঠাইখিনি মুচিলা নৈবাদ বঢ়ালা—নযুৰি লগালা ধূপ (হৰি এ) ইত্যাদি। স্তুতিও মন কৰিবলগীয়া, যেনে, দিহা—আই ভগৱতী আই, তোমাৰ নীলাচলে বস্তি। দুখানি চৰণে প্ৰাৰ্থনা কৰিছোঁ, ৰক্ষা কৰা ভগৱতী।। ইত্যাদি। থোৰা-নাম বা সাম্মৰণী স্তুতি, যেনে—ৰাম বোল বোল, হৰি বোল বোল। শীতেলী আইৰ নামখিনি থবাৰ পৰ হ'ল।। ইত্যাদি।

পিছে এটা কথা। বেপাৰীক থাউকতে বহুত ধান বিক্ৰী কৰা আমাৰ প্ৰায় নিয়ম নাছিলেই। হঠাৎ কিবা কাৰণত বেছি ধনৰ প্ৰয়োজন হ'লেহে তাকে কৰা হৈছিল। সাধাৰণতে ওচৰৰ গাঁওবোৰৰ দুবেলা-দুমুঠি খাবলৈ নোজোৰা দুখীয়া-নিচলা লোকসকলে ২। ৪ টোল ধান কালিয়নে বা আধা দাম আদায় দি নি প্ৰাণ প্ৰবৰ্তাইছিল। তাৰপৰা আমাৰ এটা দেখ-দেখ লাভ হৈছিল এই যে এই লোকসকলে আমাক টানে-আপদে সদায় দেহেকেহে খাটি দি সহায় কৰিছিল , বিনা পইচাই হাল বাই বা ধান চপাই দি সহায় কৰিছিল। সেয়েহে এবাৰ আকালৰ সময়ত মহকুমাধিপতিয়ে যেতিয়া স্থানীয় তদন্তত গৈ ধেমালিৰ সুৰত কৈছিল—তেনেহ'লে পাটগিৰিৰ বৰ-ভঁৰালৰ ধানকে বাজেয়াপ্ত কৰি ভগাই দিম নেকি?—তেতিয়া গাঁওবুঢ়া প্ৰমুখ্যে কেইবাজনো লোকে উঠি কৈছিল—হজুৰ, খালেতে বৰশী বাব নালাগে। সেই ধান আমাৰ হাতত আছে। আপুনি দিব নালাগে। আপুনি পাৰে যদি অইন ক'ৰবাৰপৰা আনি দিয়ক। পাটগিৰিৰ ধান আমি বিনা পইচাই পাম। ১/৭/৮৭

# মাঘৰ পন্তা বাঘৰ বল

পলু পোহা এটা ঘৰুৱা কৃষি কৰ্ম। ইয়াতে কৃষি আৰু শিল্প মিলি গৈছে। কাৰণ, পলুৰপৰা ওলোৱা এৰী সূতাৰে বৈ উলিওৱা এৰীয়া তেলাচ বেচি দুখীয়া পৰিয়ালবোৰ তৰে। আমাৰ মাজু বাইদেউ ছিৰীমতীয়ে নোৱাৰা হোৱাত কটা এৰী সূতাৰেই কাপোৰ বৈ বহুবত দুখনকৈ এৰী কাপোৰ উলিয়াইছিল। পাকেত শিপিনী

বুলি তেওঁৰ নাম আছিল। তেওঁৰ কাপোৰ আছিল সদায়ে অইনৰ কাপোৰতকৈ মিহি, সমান আৰু খমখমীয়া। তাকে বিক্ৰী কৰি তেতিয়াৰ দিনত তেওঁ প্ৰতিখনত কুৰি-পঁচিশ টকা পাইছিল। সেইখিনি আছিল তেওঁৰ নিজা হাত-খৰচৰ পইচা। মুগা আৰু এৰী পোহা চাই মই বৰ ভাল পাইছিলোঁ। মুগা পোহাৰ লগত মোৰ পঢ়া কালৰ বহুত বহইচ লগা ঘটনা জড়িত আছে। সেই বিষয়ে পিছে-পৰে কেতিয়াবা ক'ম।

এৰীৰ কাৰণে এৰা গছ আৰু কৰঙা গছৰ পাত লাগে। সকলোৰে বাৰীত এই দুয়োবিধ গছ থাকে। এৰা গছৰ পাত খোৱা পলুৰ এৰী কাপোৰ অলপ বগা আৰু কৰঙাৰ পাত খোৱা পলুৰ এৰী কাপোৰ কিঞ্চিৎ ৰঙচুৱা হয়। এৰা গছ নোৰোৱাকৈয়ে গুটি পৰি য'তে-ত'তে গজে। এৰা গছক গছ বুলিবয়ে নোৱাৰি। সি তৃণৰ শ্ৰেণীত পৰে। সেয়েহে কথাতে কোৱা হয়, বোলে, 'গছ নোহোৱা দেশত এৰায়ে বৰগছ, ভোটৈৱায়ে সাৰ-কাঠ' ঃ 'এৰণ্ড্ৰপি দ্ৰুমায়তে'।

এমুৰমান ওখ এৰা গছবোৰত ঢপলা ঢপলা পাতে ভৰি থাকে। সেইবোৰ ছিঙি নি পলুক খাবলৈ দিয়া হয। পলুৱে বৰকৈ খায়। সৰুৱে কোমল পাত, ডাঙৰে বুঢ়া পাত খায়। এৰা-গুটিৰ তেলো হয়। তাৰে চাকি জ্বলাব পাৰি।

কৰঙাৰ গছ কিছু ওখ হয়। সিও কিন্তু বৰগছৰ দৰে বৃহৎ নহয়। মজলীয়া বিধৰ গছ। এৰী পোহা বুঢ়ী তিৰোতাবোৰে চোতালে চোতালে গৈ বাৰীৰপৰা এৰা-পাত খুজি বিচাৰি অনা দৃশ্যটো চাবলগীয়া। তাকে কৰিবলৈ গৈ তেওঁলোকে কত প্ৰকাৰৰ যে গল্প-উপকথাৰ মহলা মাৰে, কত ফকৰা-যোজনা দিয়ে শুনিলে ভেবালাগি শুনি থাকিব লাগে। সিও এখন এছেমৃদ্রি হৈ পৰে।

এৰাগছ ফোপোলা। মাজে মাজে বাঁহৰ দৰে গাঁঠি থকা। মুগাৰ দৰে এৰীপলুও কণীৰপৰা জগি প্ৰথমে কোমল পাত খাই ডাঙৰ হয়। মাহে কাটি ডাঙৰ হৈ গৈ এক, দুইকৈ তিনিত উঠিলে পূৰঠ হয় আৰু পিছত পাত খাবলৈ এৰি পকে। পাত খাবলৈ এৰি মূৰটো দাঙি বৈ থকাকে টোপত পৰা বোলে। এইখিনিতে আমাক পঢ়ুৱা পাঠশালাৰ পণ্ডিত লয়ন বাবু ছাৰৰ কথা মনত পৰিছে। কোনো ল'ৰাই শ্ৰেণীত প্ৰশ্নৰ উত্তৰ দিব নোৱাৰি ভোটোক্‌টোককৈ থিয় হৈ থাকিলে তেওঁ কৈছিল—ই টোপত পৰিল, পকিব খুজিছে। ৰহ্ চেকনিৰে কোবাই এতিয়াই মই তোক পকুৱাম (পকাম)। ভুকুত বোলে কল নপকে। তই পকিবি চেকনিৰ কোবত।—

টোপত পৰিলে এৰী-মুগাক শুকান পাতৰ ঝালি-বাহ্ দিব লাগে। তাত সিহঁতে লেটা কৃণ্ডায়। সেই লেটাবোৰৰপৰাই এৰী-মুগাৰ সূতা কৰা হয়।

গাঁৱত বিধুতি হোৱা তিৰোতা মানুহৰ হাতে হাতে এৰীৰ টকুৰা থাকেই। টকুৰাত সূতা কটাৰ লগে লগে নানান কথা-বতৰা, গল্প-গুজৱ, পৰ-চৰ্চা মুখেৰে চলাই থাকে। কেতিয়াবা থিয় হৈ এৰীৰ টকুৰাটো কাপোৰৰ ওপৰতে কৰঙনৰ একাষত হেঁচা দি ঘূৰাই দিয়ে। এটা গীতেই আছে—ঐ বপুৰা, ঐ বপুৰা। ঠেং দাঙি সূতা কাটে এৰীৰ টকুৰা।। ঐ বপুৰা। ইত্যাদি।

আমাৰ মাই আৰু বুঢ়ীমায়ে নিজ-হাতে কটা সূতাৰে মোক এটা এৰীয়াৰ কোট চোলা চিলাই দিছিল। সৰু কালত মোৰ সেয়ে আছিল জাৰৰ দিনৰ গৰম কোট। জাৰ গৈ গৰম পৰিলে সেই কোট জাপি-জুপি ঝপাত (জপাত) ভৰাই থোৱা হৈছিল। আমাৰ বহুত কাপোৰ থোৱা ঝপা আৰু ডাঙৰ ডাঙৰ পেটেৰা আছিল। ঝপাবোৰ বাঁহ আৰু বেতেৰে সজা, চাৰি-চুকীয়া। কাপোৰ জাপি ভৰপে ভৰপে থ'বলৈ ভাল। পেটেৰাবোৰ বেতৰ আৰু ঘূৰণীয়া। দুয়ো বিধতে তলা লগাব পাৰি। সেইবোৰত ভাল ভাল কাপোৰ জাপি থৈ ঝপা-পেটেৰাবোৰ আকৌ ডাঙৰ কাঠৰ বৰপেৰা এটাত সুমাই তলা মাৰি থোৱা হৈছিল। বৰপেৰাটোত কাপোৰ থাকে কাৰণে যাতে মাটিয়েদি বগাই গৈ তাত উঁই সোমাব নোৱাৰে তাৰ কাৰণে বৰপেৰাৰ চাৰিওটা খুঁটাৰ তলত পানীৰ ডাবৰত পানী দি ৰখা হৈছিল। সেই পানী পাৰ হৈ উঁই যাব নোৱাৰে। বৰপেৰা সাধাৰণতে কঁঠাল-সাৰৰ তৈয়াৰী। কঁঠালৰ সাৰ বৰ টান কাঠ। সহজে নষ্ট নহয়। গাঁৱলীয়া কাঠৰ ভিতৰত কঁঠালৰ সাৰ বুলিলে বুলিবৰ নাই। তাৰ ওপৰত শ্ৰেষ্ঠ কাঠ নাই বুলি গঞা লোকে মন্তব্য দিয়ে।

'কথাত কথা ওলায়, ভাত বাঢ়োঁতে হেতা ওলায়'। এৰীসূতাৰ কথা কওঁতে মোৰ প্ৰথম এৰী-কোটটোৰ কথা মনত পৰিল। তাৰ বুৰঞ্জী আছে কাৰণেহে মনত পৰিল। চোলাটোৰ কাপোৰ কোৱাবো তিনি বছৰ মান আগৰ কথা। মায়ে পাগৰ বাহিৰ হোৱাৰ সময়ত কটা এৰী সূতা ৩। ৪ মুঠা আছিল। তাতে বুঢ়ীমায়েও যোগ দি ৫। ৬ মুঠা কৰিছিল। তাতে আৰু অলপ যোগ দিব পাৰিলেই এটা চোলাৰ কাপোৰ হয়। সিমানখিনি এৰী সূতা কাটি থৈয়ে মাই আৰু বুঢ়ীমাই মৰি থাকিল। তাৰ পাছত মাহীমায়ে আহি তেওঁলোকৰ মোৰ কাৰণে চোলা বোৱা আগ্ৰহৰ কথা উপলব্ধি কৰিব পাৰি এদিন মোক সুধিলে—তোমাক পিছে এৰীয়াৰ চোলা লাগেয়ে নেকি? মই ক'লোঁ—লাগিলেনো ক'ত পাম? মাই-বুঢ়ীমায়ে মৰিল। মোৰ এৰীয়াৰ চোলাৰ আশাও লগতে মৰিল। লোকে পিন্ধা চোলাৰ ফালে চালেই মোৰ হ'ব।—তেওঁ মোৰ মনৰ বেদনা অনুভৱ কৰিব পাৰি ক'লে—বেজাৰ নকৰিবা। অহা মাঘ বিহুৰ আগতেই মই চোলা বুই দিম।—তেওঁ তেওঁৰ কথা আখৰে আখৰে ৰাখিছিল। আঘোণ-পুহত খেতি চপোৱা কামৰ কাৰণে নোৱাৰিছিল ঃ তথাপি পুহৰ শেহতে দিছিল।

আমাৰ দিনত মঙ্গলদৈত মাঘ বিহু, ব'হাগ বিহু আৰু কাতি বিহুৰ ভিতৰত মাঘ বিহুটোৱে আছিল বিহুৰ ৰজা। সেইটোতহে আমাৰ গাত বিহু বিহু লাগিছিল। বাকী ই-দুটা আছিল নামতহে বিহু। সেইবুলি আমি হ'লে কাতি বিহুকো কঙালী বিহু বুলি অনাদৰ কৰা নাছিলোঁ। সেই বিহুত আমাৰ কেৱল বাতি পথাৰে-সমাৰে চাকি-শলা দিয়া আৰু ঘৰে ঘৰে গাজি-কল খাই কিৰিলি পাৰি ফুৰাই আছিল ঘাই কাম। কোনো সভাত সভাপতিক ঢোল-খোল বজাই আদৰি নি শুদামুখে শুদাপেটে বিদায় দিয়াৰ দৰে খাবলৈ পাবলৈ বৰকৈ একো নাই যদিও এই বিহুক আদৰিবলৈ কিন্তু ভৰা-বৰকাহ-শঙ্খধ্বনিৰ বোল কম নুঠে। সেয়েহে বোধহয় সি কঙালী। ব'হাগৰ বিহু

আহিলে ভাল লাগিছিল এইবুলিহে যে দেউল চাবলৈ পাম। মঙ্গলদৈত ব'হাগৰ বিহু বোলাৰ লগে লগে দেউল (দৌল) উৎসৱৰ কথা সকলোৰে মনলৈ আহে, পকা তেঁতেলী টেঙাৰ নাম লোৱাৰ লগে লগে জিভাৰ পানী অহাৰ দৰে। ব'হাগ মাহত মঙ্গলদৈত ওৰে মাহ দেউল-উৎসৱ হয়।

মাঘ বিহুক ডাঙৰ বোলাৰ কাৰণ বহুতো। প্ৰথম কথা, ই ভোগালী। মাঘ বিহুক লক্ষ্য কৰি খেতিয়কে তাৰ আগে আগে খেতি-পথাৰ চপাবৰ কাৰণে জীউ-মূৰ-টাকি লাগি যায়। মাঘ বিহুৰ পাছলৈ পথাৰত পকা ধান থাকিব লাগিলে তাক গৰু-ছাগলিৰ বুকুত দিয়াৰ দৰে হয় ; কাৰণ, মাঘ বিহুৰ দিনৰেপৰা কোনেও গৰু নাচাৰে ঃ মুকলি পথাৰত এৰি দিয়ে। মাঘ বিহুৰ পিঠা-পনাৰ তো কথা ক'বই নালাগে। পিছে মঙ্গলদৈ অঞ্চলত হ'লে পিঠাৰ ৰজা হ'ল—চুঙা-পিঠা। ধনী-দুখীয়া সকলোৱে ইয়াৰ যোগাৰ কৰিব পাৰে। ঘৰতে পতা দৈ গাখীৰ আৰু ন-কৈ পেৰি অনা ঘৰৰে চুৰাৰে সৈতে ইয়াৰ জলপান সকলোৰে কাৰণে সুলভ। ঘৰৰ চাউল, ঘৰৰ বাঁহ, ঘৰৰ দৈ, ঘৰৰ চুৰা—সকলো ঘৰৰে।

চুঙা পিঠা খালে গা ৰাইজাই লাগে। মঙ্গলদৈত তাকে যেলেংমেলেং লগা বোলে। ৰাতিপুৱা ভেলাপুঁজি পুৰাই আহি চুঙা-পিঠা, দৈ, চিৰা আদিৰ জলপান পেট পুৰাই খাই ল'ৰা আৰু ডেকাবোৰ পথাৰলৈ ওলাই যায়। ধান কাটি মুকলি কৰি থোৱা বহল পথাৰত ঢোপ খেলা, দীঘল জঁাপ, ওখ জঁাপ, হুটিটি, ক্ষিউ, ডোবলমূৰি আদি নানা খেলা আৰম্ভ হয়। গছ কটাত ব্যৱহাৰ কৰা মৰাপাট বা নাৰিকলৰ মোটা দীঘল ৰছী বিচাৰি আনি সৰ্বশেষত ৰছী-টনা খেলা পতা হয়। ইখেলে সিখেলে অৰিযাঅৰি চলে। যিখেলৰ খেলুৱৈ জিকে তেওঁলোকেই ৰাইজে দিয়া বঁটা লাভ কৰে। তেওঁলোকেই হৈ পৰে জিকাৰু খেল—সেই বছৰৰ কাৰণে।

মাঘৰ বিহুৰ দিনা দুপৰীয়া লৰবৰুৱা শাক বা পালেং শাকেৰে ৰন্ধা বগৰীৰ টেঙাত দিয়া কাৱৈ মাছেৰে সৈতে পইতা ভাত খোৱা নিয়ম। ঘৰৰ বুঢ়া লোকে ডেকা-ডেকেৰীহঁতক তাকে খাবলৈ দি কয়—'মাঘৰ পন্তা বাঘৰ বল', অৰ্থাৎ বিহুৰ দিনত খোৱা পইতা ভাতে শৰীৰত বনৰীয়া বাঘৰ বল দিয়ে। পিছে আচল কথা ক'ৰবাত যেনহে পাওঁ। চুঙা পিঠাই গা ৰাইজাই কৰিলে তাৰ চোক কমাবলৈ বা তাকে শাম কটাবলৈ পইতা ভাত, টেঙাৰ আঞ্জা আৰু কাৱৈ মাছ খাবলৈ দিয়া হয়।

গাঁৱত উৰুকাৰ দিনা চহৰৰ দৰে কোনেও বস্তু-বাহানি চুৰ কৰি নি নোপোৱে। গৰখীয়া ল'ৰাবোৰে ৰাতি ভেলা-ঘৰত ভোজ খোৱাৰ আগে আগে বা পুৱতি নিশা কোনো কোনো মানুহৰ ৰান্ধনি-ঘৰৰপৰা পিঠাৰ চুঙা দুই-এটা চুৰি কৰি নি পথাৰত ভগাই-পিতাই খাই স্ফূৰ্তি কৰে। সেইবুলি কাৰো হানি হোৱা অন্যায় নকৰে। দিনতেই খৰি-খেৰ বিচাৰি-খোচাৰি, খুজি-মাগি হ'লেও নি ৰাতিৰ জুইৰ কাৰণে সাজু ৰাখে। ভেলা-ঘৰত গীত-বাদ্য চলিছিল যদিও সেই সময়ত বিহু-গীত, বিহু-নাচ আদিৰ সমূলি চলতি নাছিল। তাতকৈ দুপৰীয়া নাম-কীৰ্তন হৈছিল।

আমি মাজ-নিশালৈ ভেলা-ঘৰত লগ-ভাত, বালিভোজ খাই থাকি ৰাতি এঘণ্টা কি দুঘণ্টা মানহে শুবলৈ পাইছিলোঁ। ৰাতি নৌ-পুৱাওঁতে, কুকুৰাই ডাক দিয়াৰ লগে লগে পুনু ধহমহকৈ উঠি পুখুৰীত ডুবিয়াই গা ধুই আহি নতুন কাপোৰ বা ভিজাই-বুৰাই দি নিকা কৰি থোৱা সাজপাৰ পিন্ধি ভেলা-পুঁজিৰ জুই পুৱাবলৈ পথাৰলৈ দৌৰিছিলোঁ। পুহৰ শেষৰ ম'হৰ শিং কঁপোৱা জাৰতো জাৰনো কি বস্তু অনুভৱেই নকৰিছিলোঁ। ভেলা-পুঁজি আৰু ভেলা-ঘৰ পুৰি উঠি বেলিৰ ৰঙা ৰ'দ ওলোৱাৰ লগে লগে সেই জুইতে পানী-হিলৈ মৰাটো আমাৰ এটা আমোদজনক কাম আছিল। বিহুৰ দিনা ৰাতিপুৱা ভেলা-পুজি কাউৰীয়ে দেখিবলৈ নাপায় ; গতিকে তাৰ আগে আগে তাত জুই লগোৱা হয় আৰু তাকে চাবলৈ আৰু ভেলা-পুঁজিৰ জুই পুৱাই অগ্নি-সেৱা কৰিবলৈ ঘৰৰ ল'ৰা-বুঢ়া সকলোৱে প্ৰাতঃস্নান সমাপন কৰি ঢাপলি মেলিছিল। জন-প্ৰবাদ মতে ভেলা-ভেলেনী দুই বুঢ়া-বুঢ়ী আছিল। তেওঁলোকৰ কেও-কিছু নাছিল। গৰখীয়া ল'ৰাইতেই তেওঁলোকক আপডাল কৰিছিল। পিছত পুহ মাহৰ শেষৰ দিনা দুয়ো জাৰতে ঠেৰেঙা লাগি মৰি থাকিল। গৰখীয়াহঁতে শৱ দুটা বাহী হ'বলৈ নিদি খৰি-খেৰ গোটাই আনি শেষ নিশা দুয়োকো একেলগে খৰি দিছিল। সেয়েহে আজিও ভেলা-পুঁজি আৰু ভেলা-ঘৰত বেলি উঠাৰ পূৰ্বে গৰখীয়াহঁতে জুই লগাই দিয়ে ঃ সিহঁতৰ ৰক্ষিত বুঢ়া-বুঢ়ীৰ পবিত্ৰ শৱ বাহী হ'বলৈ নিদিয়ে। পুৱা কাউৰ-শগুনে দেখিলে সি হেনো অপবিত্ৰ হয়। যুগ-যুগান্তি-পুত-পুতন্তি সেই ধাৰণা চলি আহিছে। চলি থাকিব। ১/৮/৮৭

# কোবাম, বেবাবি, বাং পিটিম

ইবাৰ ইস্কুলীয়া জীৱনৰ পাতনি সম্পৰ্কে অলপ স্মৃতিচাৰণ কৰিব খুজিছোঁ। যোৱা দিনবোৰ সকলোৰে মধুৰ মধুৰ লাগে। মোৰো তেনে লগাত তাৰে দুই-এটা কথা ক'বলৈ আগবাঢ়িলোঁ। পোনতেই কৈ থওঁ—মোৰ পঢ়াশলীয়া জীৱন কিছু পলমকৈ আৰম্ভ হৈছিল। তাৰ কাৰণ কেইবাটাও। তাৰে ঘাইটো হ'ল—মোৰ ঘৰ আছিল গাঁৱত। মঙ্গলদৈৰ ছিপাঝাৰ মৌজাৰ ডুবাহাটী গাঁৱত। তাৰ চৰকাৰী নথিৰ (কেডেষ্ট্ৰেল) নাম মাৰৈ। আমাৰ ঘৰৰ ওচৰত পাঠশালা ইস্কুল নাছিল। গাঁৱৰ ল'ৰাৰ কাৰণে ইস্কুলত পঢ়া কামটো ক'বলৈ গ'লে 'দেখাক দেখি ধৰ্ম, শিকাক শিকি কৰ্ম' বোলা নীতিতহে চলে। ল'ৰাবোৰ লগ হৈ দল বান্ধি ইস্কুললৈ যায় আৰু পঢ়াশালি ছুটী হ'লে দলেবলে ওভতে। বং-ধেমালি কৰি তেনেকৈ যোৱা আৰু অহাটো বৰ

আমোদৰ কথা। সিও যেন এবিধ খেলাহে। সেয়ে ইস্কুলত পঢ়াৰ এটা আকৰ্ষণ। লগ নাথাকিলে আমি কোনোবে অকলে অকলে ইস্কুললৈ যোৱাৰ কথা ভাবিব নোৱাৰিছিলোঁ। তাতে আকৌ মোৰ ক্ষেত্ৰত যাওঁ বুলিলেই যাবলৈ ওচৰত ইস্কুলো নাছিল। আধা মাইলমান দূৰত এখন আছিল—বলদৌপাৰ প্ৰাইমাৰী স্কুল বুলি—সিও পোনে পোনে সৰল ৰেখাৰ বাটেদি গ'লে হ'ব আধা মাইলমান দূৰত ঃ পথৰুৱা বাটৰ দূৰত্বত। কিন্তু আচল আলি বাটেদি যাবলৈ হ'লে ই আছিল কমেও ডেৰ মাইলমান দূৰৈত। ভাত খাওঁতে কাঁহীৰপৰা হাতেৰে ভাত তুলি লৈ মূৰৰ ওপৰেদি এপাক ঘূৰাই আনি মুখত দিয়াৰ নিচিনা কথা। তালৈকে আমি দুই-তিনিজন মানে লগ লাগি পোনতে এমাহমান অহা-যোৱা কৰিছিলোঁ, খৰালি কালত পথৰুৱা বাটেদি। বাৰিষা নামিলত বৰষুণ আৰম্ভ হোৱাত সেই পথৰুৱা বাটত একাঁঠু-একঁকাল পানী হ'ল। ফলত আমি সেই বাট, সেই স্কুল এৰি পেলালোঁ। ঘূৰা-পকা দীঘল বাটটোৱেদি আমি অহা-যোৱা নকৰাৰ কাৰণ হ'ল—কিনাৰ পুখুৰীৰ পাৰৰ বাটৰ দাঁতিত থকা অটব্য জংঘল আৰু ভূতৰ ভয়। বাঘৰ ভয়ো নোহোৱা নহয়। বাটটো আছিল সেই পুখুৰীৰ পাৰেদিয়ে।

ওপৰত উল্লেখ কৰা বলদৌপাৰ বোলা স্কুলখনলৈ যোৱা মোৰ লগৰীয়া সঙ্গী আছিল গুৱাহাটী ৰিহাবাৰীৰ শেষ বয়সলৈ পূৰ্ণ স্বাস্থ্যেৰে জীয়াই থাকি এশ দহ বছৰ বয়সত স্বৰ্গী হোৱা পূজনীয় জনাৰাম বৰুৱা বৰদেউতাৰ ল'ৰা শ্ৰীলীলাধৰ বৰুৱা ককাইদেউ আৰু তেওঁৰ লগতে আৰু দুই-এজন। লীলা ককাইদেউ আৰু মই দুয়ো কান-সমনীয়া ঃ বয়সত তেওঁ মোতকৈ ৬। ৭ মাহে ডাঙৰ হ'ব। আমাৰ ঘৰৰ দূৰত্বও প্ৰায় নাই বুলিবই পাৰি ঃ একে চোতালৰ দৰে, ইচোতাল-সিচোতাল। দুয়ো ঘৰৰ মাজত হাঁহ-পাৰ, ছাগলি-গৰুৰ কাৰণে মাজে-সময়ে চুবুৰীয়া তিতা-মিঠা কাজিয়া যে নালাগিছিল, এনেও নহয় , হ'লেও কিন্তু সেইবোৰ আছিল ভোজনৰ জলকীয়াৰ জালৰ দৰে ঃ মিঠা লগা হাই-উৰুমি, চুপতি-মৰা দন্দ কাজিয়া।

বলদৌপাৰ প্ৰাইমাৰী ইস্কুলখন এখন অতি পুৰণি স্কুল। এই ইস্কুল ইতিহাস-প্ৰসিদ্ধ বলদৌ পুখুৰীৰ পাৰত অৱস্থিত। 'বলদৌ' আচলতে 'বলদেৱ' শব্দৰ অপভ্ৰংশ। দৰং ৰাজবংশাৱলীৰ লেখক কবি-পণ্ডিত বলদেৱ সূৰ্য্যখড়ি দৈৱজ্ঞৰ নামেৰে এই পুখুৰী বলদেৱ পুখুৰী নামে খ্যাত হৈছিল। দৰঙী কোচৰজা সমুদ্ৰ নাৰায়ণৰ আদেশত ১৭৯৮ চন মানত বলদেৱ সূৰ্য্যখড়ি দৈৱজ্ঞই 'দৰং ৰাজবংশাৱলী' লিখি উলিয়াইছিল। পুখুৰীও প্ৰায় সিমান চনতেই তেওঁৰ নামে খন্দোৱা হৈছিল। পাৰেৰে সৈতে পুখুৰীটোৰ হেনো খন্দোৱা সময়ত বাৰ পুৰা মাটি আছিল (প্ৰায় ৫০ বিঘা)। এতিয়াও সেই পুখুৰীয়ে সৰোবৰৰ দৰে ৰূপ ধৰি এটা বিৰাট অঞ্চল আগুৰি আছে। তাৰ আহল-বহল দক্ষিণ-পূব পাৰতে আছিল বলদৌপাৰ পাঠশালা। কবি সূৰ্য্যখড়ি দৈৱজ্ঞৰ ঘৰো আছিল তাৰ লগত সাঙোৰ খাই থকা খাতিকুছি গাঁৱত। তাত তেওঁৰ বংশ-পৰিয়াল এতিয়াও আছে। সেই বংশ-পৰিয়ালৰে মনভাল মণ্ডল নামেৰে এজন

লোকৰপৰা 'দৰং ৰাজবংশাৱলী' সাঁচিপতীয়া পুথিখন সংগ্ৰহ কৰি নি পণ্ডিত-হাকিম হেমচন্দ্ৰ গোস্বামীয়ে প্ৰকাশ কৰাইছিল। এই মনভাল মণ্ডলৰেই পুত্ৰ আছিল ৰসিক কথা-সাহিত্যিক হেড্‌মাষ্টৰ ভগীৰাম বৰুৱা।

বলদৌপাৰ পাঠশালাখনত আমি ক-খ পঢ়িবলৈ যোৱা কালত লয়ন পণ্ডিত বুলি এজন বুঢ়া কাটনী মানুহে শিক্ষকতা কৰিছিল। ওখ-পাখ, গহীন-গম্ভীৰ, মুখত এটাও দাঁত নথকা সোলা লোকজন। মুখখন পূৰ, গাল ওলমি পৰা। তেওঁ খুন্দা তামোল খালে ফকৌ ফকৌকৈ এটা শব্দ দূৰৰপৰাই কাণত পৰিছিল। ইস্কুললৈ সদায় পলমকৈ অহা তেওঁৰ অভ্যাসেই আছিল। তাৰ কাৰণ—পথাৰত সদায় ৰাতিপুৱা হাল দুই-এপাক ঘূৰাই উঠিহে তেওঁ ইস্কুলমুৱা হৈছিল। ইস্কুল পায়ে তেওঁ সদায় চেকনি এডালেৰে জোৰেৰে মেজত কোবাই শব্দ কৰি দি কোৰ্হাল কৰি থকা ছাত্ৰৰ হাই-উৰুমি থমাইছিল। তেওঁ সচৰাচৰ ব্যৱহাৰ কৰা বচন আছিল—ঐ ছলিহাঁত, মনে মনে থাক। কোবাম। বেবাবি। বাং পিটিম।—দ্বিতীয় নে তৃতীয় শ্ৰেণীত পঢ়া মাণিক বুলি ল'ৰা এটাই তেওঁক সদায় স্কুল পোৱাৰ লগে লগে এচিলিম ধপাত লগাই দিছিল। মাণিক আছিল তেওঁৰে ঘৰৰ ওচৰৰ ল'ৰা। তাৰ ইস্কুললৈ অহাৰ সময় চোৱা ঘড়ী আছিল—পণ্ডিত ছাৰেই। সিও পণ্ডিতৰ দৰেই পথাৰত হাল বাইছিল। পণ্ডিতে হাল মেলি ঘৰলৈ গ'লে সিও গৈছিল। সিও পণ্ডিতৰ পাছে পাছে ইস্কুললৈ খোজ লৈছিল। ইস্কুলত পণ্ডিতক ধপাত চিলিম লগাই দিয়াই আছিল তাৰ শিক্ষাগ্ৰহণৰ প্ৰথম কাম। ই আছিল যেন তাহানি উপনিষদৰ যুগৰ ছাত্ৰসকলৰ গুৰুগৃহত খৰি লোৱা কামহে।

এদিন লয়ন পণ্ডিতে তাক সুধিছিল—হেই মাণিক, তোৰ দেখোন সেয়া ধপাত-খোৱা ধোঁৱাৰ চিন হাতত আছে, ধপাত খাব নেকি? ধপাত নাখাবি। ধপাত খোৱা বেয়া। আগলৈ তোৰ হাতত তেনে দাগ দেখিলে কোবাই মই তোৰ হাত ছিঙিম।

সি উত্তৰত কৈছিল—বাবু ছাৰ, চিলিমৰ নালৰ তলত হাত থৈ চিলিমৰ জুই ফু'কাওতে কেনেবাকৈ তলেদি ধোৱা গৈ হাতত লাগিছিল। মই ধপাত নাখাওঁ নহয়! ধোঁৱা উলিয়াই নিদিলে—সোপা লগাই দিছা, ধপাত চিলিমো লগাব নাজানা—বুলি আপুনিয়ে খং কৰে দেখোন। সেই কাৰণেহে মই ধোঁৱা উলিয়াই ভাল লগাকৈ দিওঁ। আমাৰ পিতায়ো কৈছে—ভাল ল'ৰাই ধপাত নাখায়।

—অ', তাকে কৰিবি ঃ ধপাত নাখাবি। ধপাত খোৱা বেয়া।—এই ধপাত খোৱা কামটো শিক্ষকজনে কিন্তু কোঠালিৰপৰা বাহিৰলৈ ওলাই আহি বাৰান্দাতহে কৰিছিল ঃ তাকো হাতত ধপাতৰ দাগ নালাগিবলৈ বাহিৰা কাকতৰ চুঙী সাজি লৈ।

এই বলদৌপাৰ ইস্কুলত সেই অঞ্চলৰ ভালেমান গণ্যমান্য লোকে পঢ়িছিল। আমি পিছে বাটৰ অগম্যতা আৰু ভূতৰ ভয়ৰ কাৰণেই তাক এমাহমানৰ পাছতেই সেৱা জনাই পৰিহাৰ কৰিবলগীয়া হ'লোঁ। ভূতৰ ভয়ে আমাক কেনেকৈ পাইছিল তাকো অলপ কওঁ।

সেই সময়ত আমাৰ গাঁৱত আটাইতকৈ বয়সীয়া আৰু মান্যৱন্ত লোক আছিল চাৰিজন ঃ— চানাৰাম কেৰাণী, থানুবাবু, সন্ধিৰাম মহৰি আৰু চানাডেকা বুঢ়া। পিতা তেওঁলোকতকৈ সৰু, তথাপি তেওঁলোকে পিতাক মৰম আৰু সমীহ কৰি মাতিছিল। প্ৰথম দুজন কানীয়া সেবাৰো ভক্ত আৰু নেতা আছিল। কানীয়া সেবাৰ বৰুলা এৰি আজি ভূতৰ কথাকে কওঁ।

চানাৰাম কেৰাণীয়ে কানিৰ খোলাত বহি প্ৰায়ে কৈছিল—খাই লৌ বান্দা, দুনীয়াৰ ভোগ! দোকানপেৰীয়াৰ ভাগ্যত নিমিলিল সেই ভোগ।—এইখিনিতে লগৰ এজনে প্ৰশ্ন কৰে—কিয়া? কিয়া নিমিলিল?—তাৰ উত্তৰত তেওঁ কয়—নাজানাহ যেদি শুন।—তেওঁ কৈ যায়।—দোকানপেৰীয়া নামৰ তেওঁ আছিল এটা খাঁটি মুছলমান। তেওঁ কেউ সন্ধ্যা নমাজ পঢ়ে। ৰাতি, দোভাগ ৰাতি, শেষ ৰাতিও। তাতে ওচৰতে থকা লেলমন হাজাৰাৰ ঘুমেটি ভাঙে। লেলমনে এদিন ৰাতি মৰসাহ কৰি কিনাপুখুৰীৰ পাৰৰ মছজিদটোৰ কাষৰ বৰঢোপ জোপাত উঠি পাতৰ আঁৰত লুকাই থাকিল। দোকানিপেৰীয়াই তাতে নমাজ পঢ়ি উঠি ঘৰলৈ উভতিছে। হাতত এটা লণ্ঠন। হাজাৰাই ওপৰৰপৰা ক'লে—বান্দা, তোৰ নমাজ পঢ়া ভাল হৈছে। তই তুৰন্তে বেহেস্তলৈ আহিব লাগে। দুনিয়া তোৰ কাৰণে নহয়। তই ভয় নকৰিবি। কাকো নক'বি। কালি মই ৰছী নমাই দিম, তাতে ধৰি ওলমি আহিবি। খবৰ্দাৰ, কাকো নক'বি। ভয় নকৰিবি। বেহেস্তৰ খবৰ যাকে-তাকে ক'ব নাপায়।—

পিছদিনা দোকানপেৰীয়াই মাজনিশা নমাজলৈ বুলি মছজিদলৈ গৈ পোনে পোনে ঢোপৰ তল পালে। ঢোপৰ তল পাই দেখে—সঁচাকৈয়ে এডাল মোটা ৰছী ওলমি আছে। ওপৰৰপৰা কোনোবাই বিকৃত মাতেৰে ক'ব লাগিছে—বান্দা, গাঠিটোত মূৰটো সুমাই দি।—দোকানপেৰীয়াই ৰছীডালত ধৰি ল'লে। যন্ত্ৰচালিতৰ দৰে কাম কৰিবলৈ যাওঁতে ৰছীত লাগি তাৰ মূৰৰ বগা টুপীটো উফৰি পৰিল। তাৰ গাটো চিৰিং কৰি উঠিল। সি ভয় খালে আৰু কৈ পেলালে—ওহো, মই বেহেস্তক নাযাওঁ।—এইবুলি হাতত লণ্ঠনটো লৈ সি ঘৰ পালেগৈ। হাজাৰায়ো কিবা বিপদ হ'ব পাৰে বুলি ভয় খাই পলাই পত্ৰং দিলে। ৰছীডাল বহুত দিনলৈ ওলমি আছিল। মানুহে কয়—ৰছীডালৰ দৰে সিদিনাৰপৰা ঢোপডালৰ ঠেং মাটিলৈ নামি আহি অসংখ্যাত আকাশী ঠেং হৈছে। সেইবোৰ ভূতৰ ঠেং। সেইবোৰৰ সহায়ত ভূতে হাবিত বহি মানুহ চাই থাকি চল পালে ওপৰলৈ তুলি নি খায়। ছলি মানুহ পালে, বেছি ভাল পায়। চান্দেইৰ ঢোপৰ তল আৰু কিনাপুখুৰীৰ ঢোপৰ তল মানুহ খোৱা ভূতৰ বাহ। নহ'লে ইমান জগুথল ক'ৰবাত হয় জানো?—

আমি ল'ৰা-ছোৱালীবোৰে এই ঘটনাটো সঁচা বুলি বিশ্বাস কৰিছিলোঁ আৰু এই দুখন ঠাইৰ নাম শুনিলেই আমাৰ গা ভয়ত কঁপি উঠিছিল। সেইগুণে সেই বাট এৰিছিলোঁ।

নয়ন পণ্ডিতৰ কথা আৰু বহুত আছে। তেওঁ চকীত বহি থাকি চকু মেলি মেলিয়ে টোপনি মাৰিছিল। থোঁবায়ো হেনো থিয় হৈ থাকিয়ে টোপনি মাৰে। পণ্ডিতে কেতিয়াবা মেজত মূৰ থৈ নাকেৰে ঘোৰ্ ঘোৰ্ শব্দ কৰি বাৰুকৈয়ে ঘুমটি মাৰিছিল। টোপনিৰ মাজতে মাজে মাজে চিঞৰি উঠিছিল—হেই, মনে মনে থাক ; কোবাম ; বেবাবি ; বাং পিটিম।—এদিন চকু মেলি টোপনি যোৱা নয়ন পণ্ডিতৰ চকুৰ আগতে নাচন দি নবীন বোলা ল'ৰা এটাই জেদত জিনিছিল। পণ্ডিতে চাই থাকিও তাৰ নাচ দেখা নাছিল। ২৫/৮/৮৭

# ফিৰি ফিৰি চাওঁ, মাতে যদি যাওঁ

পূজাৰ পাছত লীলা ককাইদেউ আৰু মই—দুয়ো ইবাৰ আমাৰ ঘৰৰপৰা দুমাইলমান দূৰত থকা মাৰৈ স্কুললৈকে পঢ়িবলৈ যাবলৈ স্থিৰ কৰিলোঁ। স্থিৰ কৰিলোঁ মানে, পিতাই দুয়োকো এদিন নি তাত নাম লগাই দিলেগৈয়ে। ইস্কুলখন বহুত দূৰত কাৰণে প্ৰথমে যাবলৈ অলপ কেনেবা কেনেবা লাগিছিল , পাছত সজ হোৱাত ভাল লগা হ'ল।

পাঠশালাবোৰত কেতিয়াবা কেতিয়াবা ল'ৰাবোৰৰ মাজত পকা কল বিলাই দিয়া হয়। সখি বন্ধা ল'ৰাই কেতিয়াবা নাৰিকল-চেনিও দিয়ে। তাকো ভগাই দিয়া হয়। এনেবোৰ কাৰ্য্য দেখ দেখকৈ ইস্কুললৈ ছাত্ৰ আকৰ্ষণ কৰাৰ এটা উপায়। আমি নাম লগাবৰ দিনা তেনে কিবা এটা উৎসৱ ইস্কুলত হৈছিল। গতিকে আমিও পকা আঠীয়া কলৰ ভাগ পাইছিলোঁ। পিতাই ধেমালি কৰি কৈছিল—তহঁতৰ ভাগ্য ভাল। ই এটা মঙ্গলৰে চিন। প্ৰথম দিনাই পকা কল।

মাৰৈ স্কুলখন আমি পঢ়াৰ কেইবছৰমান আগলৈকে 'মাৰৈ উচ্চ প্ৰাইমাৰী স্কুল' বুলি জনাজাত আছিল। পিছত কিবা চতিচন্ লাগি 'উচ্চ' কটা গ'ল, 'প্ৰাইমাৰী' মাত্ৰ ৰ'ল। সেয়েহে মাৰৈ প্ৰাইমাৰী স্কুল হ'ল। তাত শিক্ষক আছিল তিনিজন ঃ হেড্ পণ্ডিত, দ্বিতীয় পণ্ডিত আৰু তৃতীয় পণ্ডিত। ক্ৰমে—কেশৱনাথ শৰ্মা, সজায় আলি আৰু নজৰ আলি। হেড্ পণ্ডিত কেশৱনাথ শৰ্মাক মানুহে কেশ্ৰাম শৰ্মা বুলিছিল। তেওঁ আছিল দৈৱজ্ঞ ব্ৰাহ্মণ। সম্বন্ধত মোৰ তাৰৈ। পিতাৰ বিয়াত তেওঁ মিত্ৰ-ঘট ধৰিছিল ; গতিকে দুয়ো মিতা-মিতা। পিছে মই তেওঁক তাৰৈ নুবুলি ইস্কুলীয়া সম্বন্ধ ধৰি 'ছাৰ' বুলিহে মাতিছিলোঁ। দাড়ি-গোফেৰে ভোবোকাৰ মুখখনেৰে উজ্জ্বল, বগা থোলোকা মানুহজন। বলিয়া শিয়াল-কুকুৰে খোৱাৰ অমোঘ বনৌষধি এটাৰ কাৰণে

কেশৱাম পণ্ডিতক ওৰে মঙ্গলদৈ অঞ্চলৰ মানুহে জানিছিল। কথা কোৱাতো তেওঁ বৰ ৰসিক আছিল।

ফলি-পোঁছাল লোৱাৰ পাছত এবছৰমান মোৰ ইস্কুল বিচাৰোঁতেই গৈছিল। আফুল দেউ অধ্যাপকে দিন-বাৰ গণনা কৰি দিয়া মতে বিদ্যাৰম্ভ হৈছিল যদিও ইস্কুলৰ অভাৱত শিক্ষা লাভৰ গতি হৈছিল 'মন্দং মন্দং গমিষ্যামি' বিধৰ। মোৰ প্ৰথম গুৰু আছিল—অময়া দদাইদেউ। তেওঁৰ লেখা নাম অমূল্য চৰণ বৰুৱা। ওচৰৰ সকলো লোকে তেওঁক অময়া মাষ্টৰ বুলিছিল। গাঁৱত তেতিয়া ইংৰাজী জনা শিক্ষকক মাষ্টৰ আৰু অসমীয়াৰ শিক্ষকক পণ্ডিত বা বাবু বুলিছিল। তেৰোঁ ১৯১৬ চনতে মেট্ৰিক পৰীক্ষাত বৃত্তি ধৰি ১৯১৮ চনত আই. এ দিছিল। উত্তীৰ্ণ হ'ব নোৱাৰি অৰ্থাভাৱত গৈ চতিয়াত মাষ্টৰি কৰিছিল। চতিযা মাইনৰ স্কুলৰ তেওঁ প্ৰতিষ্ঠাতা হেড্-মাষ্টৰ আছিল। পিছত মহাত্মা গান্ধীৰ অসহযোগ আন্দোলনৰ বতাহ গাত লগাত তেওঁ সেই কাম এৰি আহি ঘৰত বহি থাকি যঁতৰ ঘূৰাই বক্তৃতা দি ফুৰিছিল। তেৰেঁই মোক ক খ লিখিবলৈ শিকাই বিদ্যাৰম্ভ কৰায়।

পিতাই মোক আজৰি পালেই কাষত বহুৱাই লৈ ফলা শিকাইছিল। মনত আছে—এদিন পিতাই কিবা বিহকৰ্মী কাম কৰি থাকি মোক ক-ফলাখন লিখিবলৈ দিছিল। মই সদায় 'ঙ' আৰু 'ঞ' এই দুটা আখৰৰ পাকবোৰত ভুল কৰিছিলোঁ। পিতাই এটা বুদ্ধি শিকাই দিছিল ঃ ড টো দি বুঢ়া ডাঙৰীযা পাতি তাতে মূৰৰ পাগুৰিটো লগাই দিলেই ঙ হয়। 'ঞ' ৰ 'এ' টো পাৰিছিলো। বোজাটো কোনফালে দিম তাকে লৈহে কেতিয়াবা চিন্তাত পৰিছিলোঁ। তাকে কৰি অলপ পলম কৰোঁতে এদিন তেওঁ মোৰ আঙুলিত চাঁচি থকা চালনীৰ গুড়িৰে কোব মাৰি দিয়াত মোৰ হাতত কাটি যোৱাৰ দৰে সাঁচ বহিছিল। তাকে দেখি পাছত বুঢ়ীমায়ে মোক মৰম কৰি কোলাত বহুৱাই লৈ পোৱা কঁঠাল-গুটি আৰু আঁথৈৰ লাড়ু খাবলৈ দি কৈছিল—হওক দে বাছা, চিকিনিৰ আগতহে বোলে বিদ্যা থাকেই। আই সৰস্বতীযে মোৰ বুলিৰ দে। ঝীয়াগিলাকেও বোলে আঙুলিত ফুল্হিয়াৰ কুব খালিহে বোৱেনী-ফুলন্তী হবা পাৰেই।—

লীলা ককাইদেৱে মোতকৈ আগেয়ে পঢ়া আৰম্ভ কৰিছিল যদিও মাৰৈ ইস্কুলত আমি একে লগ লাগিলোঁ। পঢ়াত তেওঁ অলপ গহীন গতিৰ আছিল।

পিতাই গৈ এদিন মোক পানীন্দ্ৰনাথ গগৈৰ ল'ৰা শিক্ষা, আগ ছোৱা, এখন এজন ল'ৰাৰপৰা ছয় পইচাত কিনি দিছিল। পিছে ঘৰলৈ আহি পাত লুটিয়াই চাই দেখে যে তাৰ মাজৰ পাত এটা নাই। তেওঁ পিছত অইন এজন ল'ৰাৰ কিতাপৰপৰা সেই পাতখনৰ কথাখিনি কাকতত পাখিৰ কলমেৰে লেখি দি কিতাপখন ভালকৈ বেজী-সূতাৰে বান্ধি দিছিল। পিতাৰ আখৰ জিলিকি থকা সেইখন কিতাপ মোৰ হাতত আজিলৈকে আছে। মোৰ এটা অভ্যাস আছিল—মই মোৰ পঢ়া পাঠ্য পুথি আনক বিক্ৰী নকৰি যতনেৰে সাঁচি ৰাখিছিলোঁ। ওপৰ শ্ৰেণীলৈ প্ৰমোচন পোৱাৰ

পাছত সেই পুৰণি কিতাপবোৰৰ কথা পঢ়ি চাই তাত নতুন সোৱাদ পাইছিলোঁ। বহুত স্মৃতিও মনলৈ আহিছিল। সেই পুথিবোৰ মোৰ যেন কুবেৰ ৰজাৰ ধন-সম্পত্তিহে! বুঢ়ীমায়ে তাকে দেখি তেওঁৰ লগৰীয়াৰ আগত কৈছিল---পুৰণি পুথিখিনি আমাৰ বাপাৰ কাৰণে কুবিৰৰ ধন! মকৰাৰ ডিমাৰ নিচিনাকে ৰাখেই।—

পিতাই মোক সততে কৈ আছিল—পঢ়, মন দি পঢ়। শ্ৰেণীত প্ৰথম-দ্বিতীয় হ'ব লাগিব। তেতিয়া হ'লে নতুন চোলা-চুৰিয়া পাবি। নহ'লে নাপাবি।—মই প্ৰথম-দ্বিতীয মানে কি বহুত দিনলৈ বুজা নাছিলোঁ। কাকো সুধি ল'বলৈকেও সাহসে জোৰা নাছিল। মাজে মাজে অৱশ্যে তেৰেঁহি কোৱা শুনিছিলোঁ—তই প্ৰথম হ'ব পাৰিছ বোলে , ভালকৈ পঢ়। আৰু ভাল কৰিব লাগিব। মিতাই মোক কৈছে।

অইন অইন ইস্কুলবোৰত কৰাৰ দৰে আমাৰ মাধৈ প্ৰাইমাৰী স্কুলতো বছৰে বছৰে সৰস্বতী পূজা কৰিছিল। পূজাযে নহয়, তাৰ গোন্ধ বা অধিবাসো। তাৰ কাৰণে আমি গাইপতি চাৰি অনাকৈ বা আঠ অনাকৈ পইচা চান্দা দিব লাগিছিল। ঘৰৰপৰা চাউল-দালি-তামোল-পাণ-আদা-নিমখ দিলে চাৰি অনা দিব লাগে, নিদিলে আঠ অনা। আমি কলৰ দোনা একোটাকে মাজতে ভাঁজ দি জোলোঙাৰ দৰে কৰি নাইবা তামোলৰ শুকান ঢেকুনাৰে (ঢকুৰাৰে) মোনা সাজি তাতে চাউল-দালি আদি নিছিলোঁ।

মাধৈ স্কুলৰ সৰস্বতী পূজাৰ গোন্ধতে মই জীৱনত পোন প্ৰথমে শুকান নৰাৰ ওপৰত বহি ওৰে ৰাতি ৰভাৰ তলত উজাগৰে থাকি ম'হৰ শিং কঁপোৱা জাৰত ভাউৰীয়া চাইছিলোঁ। ঠেকেৰাবাৰীৰ ভাউৰীয়া ঃ 'জয়দ্ৰথ বধ' পালা। খোল ঘাটা আৰু তাৰ পাছত নাচি নাচি পঞ্চপাণ্ডৱ, শ্ৰীকৃষ্ণ, দ্ৰৌপদী, কৌৰৱসকল আদি কৰি ভাউৰীয়া ওলোৱা দেখি মনত বৰ ৰং লাগিছিল। তাতোকৈ ভাল লাগিছিল যুদ্ধৰ নাচবোৰ চাই। ভাবিলেই স্মৃতি-পটত ভীম-জয়দ্ৰথৰ গদা-যুদ্ধখন যেন চকুৰ আগত ভাহি উঠে। ভাউৰীয়াৰ বহুত পদ আৰু বচন যেন আজিও মুখত আহিব খোজে ঃ আজিকালি দেখোন তাৰ বিপৰীত হ'ল ; কোনো কথাই মনত থাকিব নোখোজে।

পদ ঃ ৰাজা চলিল ৰে' — ৰাজা যুধিষ্ঠিৰ —
চাৰি ভ্ৰাতৃ সমে ৰাজা — চলে ধীৰে ধীৰ ঃ ৰাজা চলিল ৰে'।
ইত্যাদি

বচন ঃ অহে পাপিষ্ঠ, তই ক'ত পলাই সাৰিবি। এই গদাৰ কোবত তোৰ উৰু ভঙ্গ কৰিম। শীঘ্ৰে যুদ্ধ দি। ইত্যাদি

পদ ঃ যুদ্ধ লাগিল ৰে' — যুদ্ধ ভয়ঙ্কৰ,
ঘোৰতৰ যুদ্ধ লাগে — কুৰু-পাণ্ডৱৰ ; যুদ্ধ লাগিল ৰে'—। ইত্যাদি

বহুবাৰ বাইজক হঁহুৱা খুহুতীয়া কথাবোৰৰো দুই-এটা মনত পৰে। যেনে—শ্ৰীকৃষ্ণ ওলোৱাৰ পাছত বহুৱাই টিপ্পনী দি কয় ঃ আমাৰো পচলাবেৰীয়া গোসাঁইঠৈৰখান আহিলি আমি ঢোল-খোল বজাই আগবঢ়াই নি সিধা খুৱেই তাঠৈৰখানক ঘুমেই থওঁ। পিছে হলি তেওঁ এনুকে নাচি নাচি নাহেই। আমি ভাবোঁ

প্ৰভুঠৈৰখানে ঘুমেটিত কিবা মায়া ধৰেই। পিছে কথা দেখোন আমাৰ দৰেই! প্ৰভুঠৈৰখান কেনেকে ঘুমেই থাকে জানাহ? জাৰৰ দিনৰ ৰাতিত হ'লে—প্ৰথম প্ৰহৰে প্ৰভু ঢেঁকী অৱতাৰ ; দ্বিতীয় প্ৰহৰে প্ৰভু ধেনুৰ টঙ্কাৰ।। তৃতীয় প্ৰহৰে প্ৰভু কুঁজুৰি-মুজুৰি ; চতুৰ্থ প্ৰহৰে প্ৰভু তেনেই থুপুৰি।। ....তাৰে ভাওনি দি কয়, আগৰাতি প্ৰভুই গাত কাপোৰ ঝাপি লৈ ঢেঁকীটো পৰাদি দীঘল হৈ পৰি থাকেই। মাজ মান ৰাতি ধেনুভিৰীয়া হৈ জাৰত কেঁকোৰা লাগেই , পুৱৈইত্‌নেহীয়া (পুৱতিনিশা) ৰাতি জাৰত হাত-ভৰি কোঁচেই ঝাপৰ তলত বপুৰা কুঁজুৰিমুজুৰি হৈ পৰেই। ৰাতিপুৱা ভালকে চাই দেখোঁ দেখোন প্ৰথমে ঢেঁকী অৱতাৰ হৈ পৰি থাকা প্ৰভু তেনেই কুঁজুৰি-মুজুৰি হৈ আছেই। ইয়াৰ আৰু অৰ্থ আছেই, নকওঁ বাৰু , বুজাই বুজিব। পিছে তইঁতৰ শ্ৰীকৃষ্ণ প্ৰভুই বা কি কৰেই? ইত্যাদি।

ৰাতি উজাগৰে থাকি ওজা-ভাউৰীয়া চোৱাটো গএগ ল'ৰাবোৰৰ এটা অভ্যাস হৈ পৰে। দাঁহীৰ বাৰগেএগ ভাউৰীয়া ক'ৰবাত আছে বুলি শুনিলে তালৈ মানুহ হিলদল ভাঙি খেদি যায়। সাঁজৰেপৰা গৈ ৰভাখলাত শুকান নৰাৰ ওপৰতে বহি গাত মোটা কম্বল বা এৰীয়া তেলাচ এখনকে উৰি ওৰে ৰাতি ভাউৰীয়া চায়। গোন্ধ-চৌপৰী সভাবোৰতো সচৰাচৰ তেনে হয। খলাটোৰ মাজতে ওজা-ভাউৰীযা উঠে। দুয়োকাযে দৰ্শকৰ বহা ঠাই। সম্মুখৰ ফালে মণ্ডল দিযা প্ৰকাণ্ড বেদীৰ ওপৰত সজাই থোৱা গোসাঁইৰ ঘট, ভাগৱত পুথি আদি। পশ্চিমফালে চোঁঘৰ। তাৰপৰাই ওজা-পালি আৰু ভাৱৰীয়াসকল আহি সভাত প্ৰৱেশ কৰে। বাৰগেএগৰ দৰে ভাল ভাউৰীয়া থাকিলে মাজমান ৰাতি ৰভাখলাৰ চাৰিওফালে মানুহে মানুহ হৈ পৰে। খলাটোৰ দক্ষিণ দিশত ২। ৩ টা ভোটা জ্বলোৱা হয়। মাটিত থিযকৈ পোতা কলৰ দাহিৰ ওপৰত পেৰা সৰিয়হৰ তেলৰ ভোটা জ্বলি থাকি ঠাইডোখৰ জোনালী-মোনালী কৰি ৰাখে। নাচি নাচি সভাখলাত প্ৰৱেশ কৰা ভাউৰীয়াসকলৰ কাষে কাষে হাতত জ্বলি থকা আৰিয়া লৈ আৰিয়াধৰায়ো লয়লাস গতিত নাচি নাচি আগবাঢি যায়। চাবলৈ বৰ ভাল লগে।

বাৰগেএগ ভাউৰীয়াৰ ভোকলু আৰু হিৰামন বোলা দুজন বৰ বিখ্যাত বহুৱা আছিল। খুহুতীয়া কথা কৈ আৱশ্যকমতে অঙ্গিভঙ্গি দেখুৱাই তেওঁলোকে হঁহুৱাই হঁহুৱাই মানুহৰ পেটৰ নাড়ী ছিঙিহে এৰিছিল। মানুহৰ মাজত অলপ হাই-হুল্লি হ'লেই সিহঁতৰ এটা ওলায়। ওলালেই সকলো নিস্তব্ধ থাকে। সকলো খুলীয়া ভাওনাৰে লগত বহুৱা থাকে ; পিছে ভোকলু-হিৰামনৰ তুলনা নাই।

সেইবাৰৰ সৰস্বতী পূজাৰ গোন্ধৰ দিনাও সকলো ইস্কুলতে ৰাতি ভাউৰীয়া মতা হৈছিল। ল'ৰাবোৰে ইখন ইস্কুলৰ ভাউৰীয়া ভাল নাপালে দুই-তিনি মাইল দূৰত থকা আইন এখন ইস্কুলৰ ভাওনা চাবলৈ নিয়ৰত খোজ কাঢ়ি যায়। সৰস্বতী পূজাৰ ওজা-ভাউৰীয়া চাওঁতেই ভাল ল'ৰায়ো লগৰ লগত বিড়ি-চুৰট হুপিবলৈ অভ্যাস কৰে। তেতিয়া লেম্ মাৰ্কা চুৰট এপইচা নে দুপইচাতে এবাহ পোৱা গৈছিল। তাকে

কিনি প্ৰথমে সকলোৱে চুৰট খোৱা অভ্যাস কৰে। জীৱনত ময়ো প্ৰথমে এদিন আমাৰ মাৰে স্কুলৰ সৰস্বতী পূজাৰ ভাৰৰীয়া চাওঁতেই লগৰীয়া বন্ধুসকলৰ ফুচুলনিত জেম মাৰ্কা চুৰট হুপিছিলোঁ। তাকো কোনোবা এজনে জুলাই আনি হাতত তুলি এইদৰে টান্ মাৰচোন বুলি আগে খাই দেখুৱাত। পিছে সেয়ে যি খাইছিলোঁ, তাৰ পাছত আৰু খোৱা নাছিলোঁ। এক হোপা মাৰোঁতেই মূৰ বেয়া লাগিছিল।

সৰস্বতী পূজাৰ গোন্ধৰ ৰাতিটো তেনেকৈ গ'ল। পিছ দিনা পুৱা পূজা। ৰাতিপুৱা ছট্‌পহৰতে প্ৰায়ভাগ ল'ৰা লৰালৰিকৈ ঘৰলৈ গৈ ঘৰত গা-পা ধুই শুচি হৈ আহে। ময়ো তেনেকৈ আহিছিলোঁ। মই তেতিয়া বোধহয় প্ৰথম কি দ্বিতীয় শ্ৰেণীত পঢ়োঁ। তেনেই সৰু। সৰস্বতী পূজাৰ দিনা হোৱা এটা ঘটনাৰ কথা মনত পৰিছে। দুপৰীয়া অঞ্জলি দিয়া হৈছে। তাৰ পাছত ল'ৰাবোৰক বামুণে ৰন্ধা খিচিৰি খাবলৈ দিয়া হ'ব। তাৰ কাৰণে আৰু প্ৰায় আধা ঘণ্টামান বাকী। আমি লৰা-ঢাপৰা কৰি আগৰাতিৰ ভাউৰীয়াৰ ভাও আখৰা কৰি আছোঁ। এনেতে হোতৰু বোলা ল'ৰা এটাৰ লগত কিবা কাৰণত মোৰ লাগিল যুঁজ। মই সাধাৰণতে যুঁজ কৰা বিধৰ ল'ৰা নাছিলোঁ। তেও কিবা পাকত আমাৰ দুয়োৰো মাজত লাগিল ভীম-জয়দ্ৰথৰ হতাহতি যুঁজ। ওচৰত পৰি থকা কল-ঠৰুৱা এডালেৰে সি মোক দিলে পিঠিতে মাৰ মাৰি। মই দুখ পাই, লাজ পাই কান্দি কান্দি ঘৰমুৱা হ'লোঁ। ঘৰৰ আদৰুৱা ল'ৰা। আদৰুৱা ল'ৰা-ছোৱালীৰ কান্দোনেই মূল অস্ত্ৰ। মোৰো সিদিনা সেয়ে হ'ল। কান্দি কান্দি মই ঘৰলৈ খোজ ল'লোঁ। কোনোবাই ঘটনাটোৰ কথা হেড্‌পণ্ডিত কেশ্‌ৰাম তাৰৈক ক'লে। তেওঁ মেঘৰ গম্ভীৰ ধ্বনিত হেনো আদেশ দিছিল—যা, হোতৰু আৰু গেন্ধল—তহঁত দুয়ো দৌৰি যা। তাক তহঁতে ধৰি আনিবই লাগিব , নহ'লে তহঁতেও খিচিৰি খাব নাপাবি।

ইফালে মই ঘৰলৈ গৈছিলোঁ যদিও মনটো মোৰ আছিল সৰস্বতী পূজাৰ খিচিৰিত। ভাবিছোঁ—এতিয়া কোনোবাই জানো আহি মোক মাতি নিনিব? হায় হায়। কি কামটো কৰিলোঁ? মইনো কান্দি গুচি আহিব লাগে কিয়? এতিয়া মোক কোনোবাই আহ বুলিলেই যামগৈ আকৌ। তাকে কয় বোলে—

কি কৰিলোঁ, কি নকৰিলোঁ ,
ভোজঘৰীয়াইদিয়ে দন্দ্ কৰিলোঁ।
ফিৰি ফিৰি চাওঁ।
মাতে যেদি যাওঁ।।

সঁচাকৈয়ে পূজাৰ আই সৰস্বতীয়ে হ'বলা মোৰ ফালে চকু মেলি চালে। মোৰ মনৰ দুখ বুজিলে। আলিৰ কেঁকুৰিটো এৰাই সিহঁত দুয়ো লৰি আহি মোক হঠাৎ আগচি লৈ হাতত ধৰি পূজাৰ খলালৈ লৈ গ'ল। ক'লে—হেড্‌পণ্ডিত ছাৰে মাতিছে, ব'ল। হোতৰুক ভালকৈ এসেকা দিব। তাকে শুনি ময়ো আৰু বেছিকৈ নাযাওঁ-নথওঁ নকৰিলোঁ ; কাৰণ, আগতে কৈ আহিছোঁ—মনটো আছিল মোৰ তাতেই, পূজাখলাত ; আৰু নাকতো বান্ধি থকা খিচিৰিৰ মলমলীয়া বাচ আগতীয়াকৈ লাগি

থকাৰ বাবে সেয়ে আহ আহকে মাতি আছিল। গৈ পোৱাত হেড্‌পণ্ডিত ছাৰে কৈছিল—মোক নোকোৱাকে তই ঘৰলৈ গৈছিলি কিয়? কোনে মাৰিছিল মই বাৰু পিছত বিচাৰ কৰিম। তই আহ, খিচিৰি খা। ঐ, তহঁতে তাক আৰু মাৰা বা জোকোৱা বুলি শুনিলে মই তহঁতৰ পিঠি ফালিম।

খিচিৰি খাই আমি সকলোটি দিহাদিহি শুচি গ'লোঁ। ডাঙৰবোৰে পূজাৰ কাম কৰিলে। ২/১০/৮৭

# যঃ পলায়তি সঃ জীৱতি

ব্ৰহ্মপুত্ৰ উত্তৰ পাৰে থকা ননাই নদীৰে অন্য নাম ননেই বা ননৈ। তাৰপৰা আমাৰ ঘৰ পূবে আধা মাইল মানৰ ভিতৰত। আহিন-কাতি মাহত ননাই নদীত জাউৰীয়া আহে। জাউৰীয়া অহা মানে ব্ৰহ্মপুত্ৰৰ যি ঠাইত গৈ ননাই নদীটো পৰিছে তাৰপৰায়ে নাওৰা, লাচিমা, ভাঙনা আদি মাছবোৰ জাকে জাকে জাকি মাৰি উজাই আহে—যেন ঘাঁহ বা কেঁচা ধানত পৰিবলৈ অহা ফৰিঙৰহে দল। গাত তেল বঢ়াৰ কাৰণে আহিন-কাতি মাহত সিহঁতে উলাহত তেনে কৰে। লাচিমা-ভাঙনা আদি মাছৰ জাকে তেনেকৈ জাকি মাৰি চিটিকি-জপিয়াই নদীৰ সোঁতৰ বিপৰীতে উজাই যোৱাকে জাউৰীয়া অহা বোলে। সেই সময়ত ননৈৰ দুয়ো পাৰে হাতত খেৱালি জাল লৈ জাউৰীয়া মাছ ধৰিবলৈ মানুহ বৈ থাকে। বহুতে পানীত চাৰিটনীয়া পৰঙী জাল পাতিয়ে খাপ লৈ থাকে। জাউৰীয়া উজালে এবাৰ বা দুবাৰ জাল তুলিলেই যিমানে ডাঙৰ খালৈটো নহওক সি ভৰি পৰে। একোজন জালোৱাই কেতিয়াবা মাছ ভাৰ কঢ়িয়াই আনিবলগীয়া হয়। আমাৰ পিতায়ো কেইবা বছৰো আহিন-কাতি মাহত তেনেকৈ মাছ ধৰি আনি চোতাল ভৰ্তি কৰি দিয়া দেখিছিলোঁ। তাৰে কিছুমান ডাঙৰ ডাঙৰ মাছ বান্ধি খোৱা হয়; কিছুমান খৰিকাত দি (মঙ্গলদৈ অঞ্চলত তাক বিন্ধি বোলে), কিছুমান তেল নোহোৱাকৈ তপত খোলাত দি, কিছুমান আঞ্জা বান্ধি, কিছুমান টেঙাত দি অৰ্থাৎ টেঙা বান্ধি, কিছুমান অলপীয়া তেলত ভাজি ইত্যাদি। এনেকৈ খাই ঢুকাব নোৱাৰাবোৰৰ কিছুমান পাণৰ গুৰিত পুতি থৈ, কিছুমান ৰবাব টেঙা, নেমু টেঙা আদিৰ গুৰিত মাটি জাপি পুতি থৈ, বাকী কিছুমান ৰান্ধনি ঘৰত আখাৰ ওপৰত চালনীত ৰকাই ৰখা হৈছিল। কোনো কোনোৱে আকৌ তেনে মাছ কিছুমান মৰৰীয়াকৈ জুইত শুকাই (ৰকাই) নিমজকৈ খুন্দি তাৰ লগত খোখেনি শাকৰ শুকান গুৰি আৰু মচলা-জলকীয়াৰ গুৰি মিহলাই বাঁহৰ চুঙাত খুন্দি ভৰাই টানকৈ সোপা

দি থৈ বহুত দিনলৈ ৰাখি খাইছিল। এনেকুৱা খুন্দা মাছৰ গুৰিৰ অইন নাম চুণ্ডা-সোন্দেৰী (চুণ্ডা-সুন্দৰী)। ই একৰকম গুণ্ডার্থপূর্ণ ভকতীয়া নাম। আমাৰ ঘৰত কিন্তু সেইবিধ নচলিছিল। পিতাই তাৰ গোন্ধকে সহিব নোৱাৰিছিল। বুঢ়ীমাইৰ জহত এই বস্তুৰ আস্বাদ মই কিন্তু নোলোৱাকৈ নাছিলোঁ।

আমাৰ ঘৰৰপৰা মাৰৈ স্কুললৈ যোৱা বাটত কোচ, হীৰা আৰু মুছলমান মানুহৰ ঘন বসতি। হীৰা আৰু মুছলমানসকলৰ কিছুমানে জাউৰীয়া মাছ পর্য্যাপ্ত পৰিমাণে ধৰি ডাঙৰ শোৱা ঢাৰিৰ ওপৰত থৈ সেইবোৰ বাঁহৰ বা কাঠৰ কতাৰে গচকি পেটুবোৰ উলিয়াই ঘৰৰ চালৰ ওপৰত থৈ ৰ'দত শুকুৱাই লৈছিল। ৰ'দত দিলে বহুত দূৰলৈ তেনে শুকান মাছৰ চেৰ্মেহা চেৰ্মেহা গোন্ধ ওলায়। আমি স্কুললৈ যাওঁতে তেনে ওকালি অহা গোন্ধ নাকত লৈ যাবলগীয়া হৈছিলোঁ। ঘৰৰ চালবোৰ মাছৰ ঢাৰিৰে আগুৰি আছিল। ধনু-কাঁড় হাতত লৈ গৃহস্থই কাউৰী ৰখিছিল। টাউনৰ বজাৰত এই শুকান মাছৰ চাহিদা বৰ বেছি। দুখীয়া খেতিয়কৰ ইও এটা ডাঙৰ ব্যৱসায় হৈ পৰিছিল। ঘৰৰ চালৰ ওপৰত দিয়া শুকান মাছৰ ঢাৰিবোৰ দূৰৰপৰা দেখিলে এনেহে লাগিছিল যেন কিবা শুভ কার্য্যৰ কাৰণে টিনেৰে ঘৰবোৰ নতুনকৈ ছিয়াইহে (ছাইহে) উলিওৱা হৈছিল। কাউৰী ৰখিবৰ কাৰণে মানুহে হাতত ধনু-কাঁড় লৈ থিয় হৈ থাকে , ঢাৰিবোৰৰ মাজে মাজেও ধনু-কাঁড় চকুত পৰাকৈ থিয় কৰি ৰাখি কাউৰীক ভয় খুউৱা হয়।

মাৰৈগেএগ্রা হীৰা আৰু মুছলমানসকলৰ আর্থিক অৱস্থা আন ঠাইৰ জাতিভাইসকলতকৈ অপেক্ষাকৃত অধিক শোচনীয় আছিল। মুছলমানসকলৰ বহুতেই ওচৰৰ গণক-বামুণ বা অইন জাতিৰ অৱস্থাপন্ন লোকৰ ঘৰত বন্ধা-ভেন্নীয়া থাকি বা মৰকীয়া হাল বাই পেটৰ ভাত মোকলাইছিল। হীৰা মানুহখিনিৰ অৱস্থা আৰু বেছি দুখাবহ আছিল। মাটিৰ কলহ আৰু চৰু-হাড়ি সাজি সেইবোৰৰ বিক্রীৰ উৎপন্নেৰে ভেওঁলোক চলিছিল। বিক্রীও হৈছিল ঘাইকৈ বিনিময় প্রথাত। চৰু-কলহ দি ধান-চাউল সলাই অনাই আছিল ঘাই বিনিময়। তাকে কৰিবলৈ হীৰানীসকলে মূৰৰ ওপৰত এপাচি চৰু-কলহ তুলি লৈ আমাৰ চুবাবোৰলৈ আহিছিল। ডেকা মুনিহবোৰে ভাৰ বান্ধি চৰু-কলহ আনি কঁঠালৰ বতৰত কঁঠাল আৰু অইন সময়ত ধান-চাউল-পাণ-তামোল আদি সলাই নিয়া আমি সততে দেখিছিলোঁ। এই মাটিৰ বাচনবোৰ সাজিবলৈ অলপ বিশেষ ধৰণৰ আঠলুৱা মাটি লাগে। হীৰা বিশেষজ্ঞসকলে গৈ মেদা, মহৰীয়াৰ দল আদি ঠাইৰ বিল-দোভা আদিৰ পানীৰে ডুব গৈ থকা জাগাৰপৰা সেই মাটি বিচাৰি খান্দি আনিছিল। এই বাচনবোৰ সাধাৰণতে তিৰোতাসকলে তৈয়াৰ কৰে। বাচনবোৰ গঢ়োঁতে আৰু পুৰি পাগ দিয়াৰ সময়ত এটা চাবলগীয়া দৃশ্য হৈ পৰে। তাৰে কথা অলপ কওঁ।

মই ইস্কুলৰপৰা ঘৰলৈ যাওঁতে এদিন মোৰ চকুত পৰিল আলিৰ দাঁতিৰ হীৰা গাঁও এখনৰ মানুহবোৰে ধান-খেৰ, নৰা, শুকান কল-চোঁচনি, তুঁহ আদিৰে কিবা

কিছুমান ঢাকি আঁৰ কৰি থৈ জুই লগাই দিছে আৰু লগে লগে ইটোৱে-সিটোৱে মুখেৰে খংমনে গালাগালি কৰি এখন তুমুল দন্দ-কাজিয়াৰ পাতনি মেলিছে। দপ্‌দপকৈ জ্বলি উঠা জুই দেখি এনে লাগিছিল যেন মেজিহে পুৰিছে। দন্দ-কাজিয়াৰ প্ৰকোপ দেখি ভাবিছিলোঁ—সি যেন কৌৰৱ-পাণ্ডৱৰ কটা-মৰা ৰণতহে পৰিণত হ'বগৈ। মতাই-মাইকীয়ে, ডাঙৰে-সৰুই যেয়ে যেনেকৈ পায় গালাগালি কৰি হৈ-হাল্লাৰ কিবিলি তুলিছিল। এনেহে লাগিছিল যেন গাঁওখন খন্তেকৰ ভিতৰতে কাজিয়াত উচ্ছন হৈ যাব। তাহানি প্ৰভাস তীৰ্থত যদুবংশ ধ্বংস হোৱাদি যেন সিদিনায়ে কোবোৱা-কুবি কৰি সকলো নিৰ্মূল হ'ব। আমি আলি বাটতে খন্তেক বৈ সেই দন্দ-কাজিয়াৰ ৰণখনৰ দৃশ্য উপভোগ কৰি দুই-এখোজকৈ ঘৰমুৱা হৈছিলোঁ।

ঘৰ পাই মাইৰ আগত কোৱাত মাযে কৈছিল—বাছা, সেইখন কাজিয়া সিহঁতৰ মিছা কাজিয়া। কাৰো লগত আচলতে কাৰো একো দন্দ-কাজিয়া হোৱা নাই। চৰু-কলহবোৰত পাগ দিয়াৰ সময়ত আৰু চৰু-কলহ সজাৰ সময়তো সিহঁতে মুখেৰে যিমানে কিৰিলি পাৰি দন্দ কৰে বাচন সিমানে টান হয় বোলে। আচলতে সেইবোৰ মিছা কাজিয়া , লোকক দেখুৱাই পতা কাজিয়া। কালি দেখিবি—তাত একোৱে যেন হোৱা নাছিল। মেজিৰ দৰে জুই জ্বলোৱা সেইটো সিহঁতৰ বাচন-বৰ্তনৰ দাম (দম)। তেনেকে বাচন পাগ দিয়ে।

সঁচাকৈয়ে তাৰে আগদিনাখন চোতালে চোতালে বহি তিৰোতাসকলে কাঠেৰে কোবাই কোবাই মাটি মাৰোঁতে আৰু বাচন সাজি থাকোঁতে মুখেৰে এজনে আন এজনৰ লগত দন্দ কৰি গালি পাৰি থকা আমি দেখিছিলোঁ। আমি সেই হাই-উৰুমি আৰু গালাগালিৰ অৰ্থ একো বুজা নাছিলোঁ ; পিছতহে মাইৰ কথাৰ সত্যতা বুজি সেই দন্দলৈ মনত পৰিছিল। এই দৃশ্য পিছত বহুত দিন দেখি দেখি সি এটা নিত্যনৈমিত্তিক কাম যেন লগা হৈছিল।

এইখিনিতে মোৰে স্কুলৰ সন্মুখত থকা ডাঙৰ আলিটোত ঘটা এটা আমোদজনক ঘটনাৰ কথা মনত পৰিল। গাঁৱৰ মাজৰ লুংলুঙীয়া বাটেদি গৈ আমি ইস্কুল পোৱাৰ আগতে প্ৰায় তিনি ফাৰ্লংমান বাট এই আলিবাটেদি যাব লাগে। এইটোৱে নৰ্থ ট্ৰাংৰোড ঃ পূবেদি গৈ তেজপুৰত ওলাইছে। বৰ ডাঙৰ আলি কাৰণে ইয়াক ৰাইজে বৰ আলি বোলে। বৰ আলিৰ বুকুৰে তেতিয়া ইটামাটি, শিলগুটি আদি একো দেখা নাছিল। বাৰিষা তাত বোকা, আৰু খৰালি ধূলি বালিকৈয়ে হৈছিল। খৰালি আমাৰ ইস্কুল দুপৰীয়া বহিছিল। অলপ ৰ'দ লাগিলেই শুকান ধূলিবোৰ গিৰিপ্‌ গিৰিপ্‌কৈ খোজ কঢ়াৰ লগে লগে ওপৰলৈ উৰিছিল। তেনেকৈ ধূলি উৰুৱাই গৈ ইস্কুলত নিজৰ ঠাইত বহাৰ আগতে ওচৰতে থকা পুখুৰীটোত ভৰি ধুই অহা আমাৰ অভ্যাস। সদায় তাকে কৰিছিলোঁ। পাছে পাছে কোনোবা অহা গম পালে আমাৰ ধূলি উৰুৱাৰ কোব চৰিছিল—যাতে পাছৰ মানুহে আমাক নেদেখে আৰু আমাৰ লগ নাপায়হি। তেনেকৈ যাওঁতে কেতিয়াবা ক'ৰো মানুহ ক'তো নেদেখা হৈছিল ; আনকি আমিয়ে ইজনে সিজনক নেদেখা হৈ পৰিছিলোঁ।

আমি পাঠশালা ইস্কুলত পঢ়ালৈকে মটৰ গাড়ী দেখা নাছিলোঁ। চন্দ্ৰমল কাইথেই মঙ্গলদৈত বোধহয় অসমীয়া মানুহৰ ভিতৰত প্ৰথমে মটৰ কিনে। তেওঁ মঙ্গলদৈৰে কোনো এখন চাহ বাগিচাত এছিষ্টেণ্ট মেনেজাৰ কাম কৰিছিল। তেওঁৰ গাড়ী আহিলে চাবলৈ মানুহ ওলাই গৈ বৰ-আলিৰ কাষ পাইছিল। আমিও গৈছিলোঁ।

তাৰো আগে পোনতে আমি এদিন সেই বৰ আলিতে মটৰ গাড়ী দেখিছিলোঁ। সেইখন আছিল কোনোবা বাগিচাৰ বৰ চাহাবৰ হাওৱা গাড়ী। আমি তিনিটা ল'ৰা ইস্কুললৈ গৈ আছিলোঁ। তেতিয়া ১১ মান বাজিছে। কৈ থোৱা ভাল যে গাঁৱৰ দুপৰীয়া বহা ইস্কুলবোৰলৈ বেলা দুপৰলৈ ল'ৰা গৈয়ে থাকে। শিক্ষকৰ কথাও তথৈবচ। ১১ বজাত ইস্কুল বহা নিয়ম যদিও শিক্ষক গৈ পালেহে এবাৰ বাজে। নোযোৱালৈকে নাবাজে। পিছে আমি সিদিনা আগে-পিছেৰ দৰে ধূলা উৰুৱাই মহা আনন্দেৰে গৈ আছোঁ। এনেতে এখন মটৰ গাড়ী পিছৰ ফালৰপৰা আহক। দূৰতে মটৰৰ হৰ্ণ শুনি উভতি চাই ৰিউ ৰিউ দেখোঁ—মটৰৰ দৰে কিবা এটা আহিব লাগিছে। আমাৰ ভৰিৰে উৰুৱা ধূলাকো মটৰৰ ধূলাই চেৰ পেলাইছে। আমাক ধূলা উৰাই বাট-পথ নেদেখা কৰি গৈ থকাৰ বাবেই হ'বলা মটৰ গাড়ীয়ে ধামাধুম হৰ্ণ বজাইছে। আমাক খেদি অহা যেন দেখি নিৰুপায় হৈ তিনিওজনে আগৰ পিনে দে দৌৰ। যিমানে দৌৰিছোঁ ভৰিয়ে উৰোৱা ধূলাৰ পৰিমাণ সিমানে বাঢ়িছে। হৰ্ণ বজোৱাৰো কোব সিমানে চৰিছে। ইস্কুল পাবলৈ আমাৰ আৰু বেছি দূৰ নাছিল। এক ফাৰ্লং মানৰ বেছি নহ'ব। আমি বাট এৰি দি আলিৰ দাঁতিত থিয় হ'লেই হয় ; পিছে তাকে নকৰিলোঁ। নকৰিলোঁ মানে আমাৰ মূৰত সেই বুদ্ধিটো তেতিয়া বোধহয় নেখেলালে। গতিকে—'যঃ পলায়তি সঃ জীৱতি' কৰি আমি তৰানৰা ছিণ্ডি ইস্কুল পাবলৈ দৌৰ দিলোঁ। হাঁহ-ছাগলি আদি পোহনীয়া জন্তুক কিহবাই খেদি আহিলে সিহঁতে পোনছাটে ঘৰলৈ দৌৰে। আমাৰো সিদিনা তেনে হৈছিল। আমাৰ প্ৰত্যেকৰে হাতত কেৱল ফলিখন, কিতাপ এখন আৰু বাঁহৰ স্কেল এডাল।

লৰি যাওঁতে মই কেনেবাকৈ হামখুৰি খাই আলিটো বুকত লৈ পৰিলোঁ। হাতৰ ফলি-কিতাপ ওফৰি ক'ৰবাত পৰিলগৈ। পৰিও কিন্তু পলাবলৈ পাহৰা নাছিলোঁ। ধূলাত লুতুৰি-পুতুৰি হৈ, কিতাপ-ফলিৰ আশা এৰি দৌৰিয়ে আছোঁ। মটৰে আমাক পোৱাৰ আগতে ইস্কুলত সোমালোঁগৈ। ইস্কুল পাই আমি পোনেই বাহিৰলৈ গৈ কোনেও যাতে নেদেখে তেনে ঠাইত থিয় হৈ আছোঁ। ওচৰতে ডাঙৰ এচোপ ভলুকা বাঁহ আছিল, তাৰে আঁৰত। তাতেই ল'ৰাবোৰে পেচাব আদি কৰে। মটৰ আলি—বাটেদি গৈ থাকিল। লাহে লাহে আলিৰ ধূলি কমিল। তেতিয়া মই লীলা ককাইদেউক লগত লৈ আলি বাটলৈ গৈ কিতাপ-ফলি বিচৰাত লাগিলোঁ। ভাগ্য ভাল—ফলি বা কিতাপ ধূলিত শয়ন কৰি মাকৰ বুকুত থকা কেঁচুৱাৰ দৰে আৰামেৰে শুই থকা পালোঁ। ক্ষতি-খুন একো নহ'ল।

আজিও কেতিয়াবা ভবোঁ—ইমান বোকা আছিলোঁ আমি, মটৰখন আহিলে বাট এৰি দি আলিৰ কাষৰত থিয় হ'বও নাজানিছিলোঁ। আজিকালি সেই আলিৰ বুকুত ধূলি নাই , ই ডাঠ, ক'লা আৰু বাঢ়েয়ে চাঁচি উলিওৱা কাঠৰ দৰে সমান। মানুহে মটৰ চাবলৈ যোৱা দূৰৰ কথা, মূৰৰ ওপৰেদি দিগন্ত কঁপাই উৰি যোৱা এৰোপ্লেন বা হেলিকপ্টাৰলৈও কেৰেপ নকৰে। আজিকালি স্পুটনিকৰহে যুগ। সি যি নহওক, আমি সিদিনা সেইদৰে কোনোমতে বাচিলোঁ। মটৰে আমাক চেৰাই যাব নোৱাৰা দেখি নিজকে বিজয়ী বীৰৰ দৰে অনুভৱ কৰিছিলোঁ। ভাবিছিলোঁ—আমাতকৈও মটৰ গাড়ী বেছি বেগাই লৰিব পাৰিব নে? পিছে আজিহে আমি ভাবিলে পাওঁ—আমি মাত্ৰ কৰিছিলোঁ—'যঃ পলায়তি সঃ জীৱতি।'—তাৰে অভিনয়।

৭/১২/৮৭

# বুঢ়ী আইৰ পোৱা কঁঠালগুটি

ল'ৰাৰ মাজত সখি বন্ধা পাঠশালা ইস্কুলত এটা সৰুসুৰা উৎসৱ। মনে মনে মিলিলে আৰু দেখাই-শুনাযো একে নিচিনা যেন হ'লে দুজন ল'ৰাৰ প্ৰত্যেকে আনজনক সখি বুলি মাতে। দুজন ল'ৰাৰ নাম একে হ'লেও তাকে কৰে। তাৰে স্বীকৃতি দিবৰ কাৰণে আন ছাত্ৰ বন্ধুসকলক সাধাৰণতে নাৰিকল-চেনি খুউৱা হয়। নাৰিকল-চেনি খুউৱা মানে একো থামোচ চেনি সহ ডোখৰ ডোখৰকৈ এৰুৱাই লোৱা নাৰিকলৰ টুকুৰা বা মিহিকৈ ঘৰতে ৰুকি অনা নাৰিকলত অলপ চেনি সানি লৈ তাৰে একো থামোচা সকলোকে খাবলৈ ভগাই দিয়া। তাকে খাই নাৰিকল-চেনি খোৱা ছাত্ৰসকলে দুয়োজন সখিক সিদিনাৰপৰা সখিয়েক সখিযেক বুলি মানে। সিদিনা দুয়ো সমাজ বিদ্যমানে দুয়োৰো হাতত ধৰি সখি সখি বোলে তিনিবাৰ। মোৰ তেনে ইস্কুলীয়া সখি দুজন আছিল ঃ এজন হিন্দু, আনজন মুছলমান। মুছলমানজন আছিল আমাৰ ঘৰৰপৰা আধা মাইলমান দূৰৰ মেহেৰ আলি গাঁওবুঢ়াৰ ল'ৰা। নাম—হেকমত আলি। এই সখি বন্ধাত হেকমত সখিৰ পিতাক মেহেৰ গাঁওবুঢ়ায়ে আগভাগ লৈছিল। তেওঁ আমাৰ গাঁৱৰে গাঁওবুঢ়া আৰু পিতাৰ বন্ধু। তেওঁ মোক বৰ মৰম কৰিছিল।

হেকমত সখিয়ে পাঠশালা পাছ নকৰিলে। বেপাৰত লাগিল। বেপাৰ মানে কুকুৰাৰ কণী, হাঁহ-কণী, মাছ আদি গাঁৱৰপৰা কিনি আনি হাটত বিক্ৰী কৰা ব্যৱসায়। আজিকালিও তেওঁক তাকে কৰা কেতিয়াবা দেখোঁ। মই সখি বুলি মাতিলে তেওঁ বৰ ভাল পায়, মন খুলি হাঁহিটো মাৰে আৰু তেওঁৰপৰা মাছ ল'বলৈ কয়। মাছ নালাগে

সখি—বুলি কৈ মই নানো। এবাৰ কিন্তু জোৰ কৰিয়ে মোৰ গাড়ীত তেওঁ ডাঙৰ ডাঙৰ মাগুৰ মাছ দুই কিলোমান দি পঠাইছিল। তেওঁ আলিৰ দাঁতিত মাছ বিক্ৰী কৰি বহি আছিল। মই তেওঁক সিদিনা বহুত জোৰ কৰিও পইচা লোৱাব নোৱাৰিলোঁ। তেওঁ কৈছিল—জীৱনত নো আৰু কি দিম সখি? সখিয়েকে দিয়া এই মাছ কেইটাকেই সখিনীক দি আমাৰ কথা ক'ব। আৰু বা থাকিমে কেইদিন? দেহাইহে বেহা সখি! নাপাহৰে যেন!—

ইজন সখিৰ নাম আছিল—গেন্ধল চহৰীয়া। তেওঁৰ বাপেকৰ নাম আছিল—সমতুল। গেন্ধল সখিৰ কঁকালত বৰ জোৰ আছিল। কঁকালে-কঁকালে ধৰি কৰা মাল যুঁজত ইস্কুলৰ ভিতৰতে তেওঁক কোনেও বলে নোৱাৰিছিল। আমাৰ ইস্কুলত কেতিয়াবা হেড্ পণ্ডিত নাথাকিলে দ্বিতীয় পণ্ডিত সঞ্জয় আলিয়ে ছাত্ৰসকলৰ মাজত মাল যুঁজ লগাই দি ৰং চাইছিল। যুঁজত কঁকালে-কঁকালে কেনেকৈ ধৰিব লাগে, কেনেকৈ আক্ৰমণ কৰিব লাগে, কেনেকৈ আক্ৰমণ কৰিলে 'ফাউল' (চুৰা) হয় আদি নিয়ম আৰু কায়দাবোৰ তেওঁ ডাঙৰ ডাঙৰ ল'ৰাবোৰক শিকাই দিছিল। মই পিছে এইবোৰৰ দৰ্শকহে আছিলোঁ। গেন্ধল সখি হ'লে জনাজাত মালযুঁজাৰু আছিল। এতিয়াও কেতিয়াবা গেন্ধল সখিক লগ পালে ছাত্ৰ কালৰ এইবোৰ কথা পাতি আমি অতীত-মাধুৰী উপভোগ কৰোঁ। গেন্ধল সখি ইস্কুলৰ ভিতৰতে শ্ৰেষ্ঠ যুঁজাৰু মাল বুলি এটা খ্যাতি আছিল। যিমানেই শকত বা ডাঙৰ-দীঘল ল'ৰাজন নহওক কঁকালে-কঁকালে লগা যুঁজত তেওঁ তাক ধৰাশায়ী কৰিব পাৰিছিল।

সঞ্জয় আলি পণ্ডিতে হাতত চেকনিডাল নোলোৱাকৈ কাকো পঢ়া নধৰিছিল। পঢ়া নোৱাৰা ল'ৰাক তেওঁ কোবাবলৈ খেদি যায় আৰু হাত দাঙে কিন্তু হ'লে নোকোবায়। খং দেখুৱাই ভয় খুৱায়ে উভতি আহে। আমাৰ শ্ৰেণীৰ এজন ল'ৰাক কিন্তু পঢ়া নোৱাৰিলেও তেওঁ খং নকৰিছিল। তেৱেঁ আছিল লীলা ককাইদেউ। লীলা ককাইদেউৰ লেখা নাম—লীলাধৰ বৰুৱা। পণ্ডিতে কিবা বানান-তানান সুধিলে ককাইদেৱে পোনেই একো নভবাকৈয়ে ঘপৰাই এটা উত্তৰ দিছিল, সেয়ে আছিল—নোৱাৰোঁ ছাৰ।—সেইদেখি সঞ্জয় পণ্ডিতে তেওঁক এটা নাম দিছিল—নোৱাৰোঁধৰ বৰুৱা বুলি। আচলতে তেওঁ কিন্তু তেনে নোৱাৰা বিধৰ তেনেই ওদা ল'ৰা নাছিল। পঢ়া পাৰিছিল , কিন্তু তেওঁৰ উত্তৰটোহে হৈ পৰিছিল এটা মুদ্ৰাদোষ। নভবাকৈয়ে সকলো প্ৰশ্নৰ উত্তৰত তেওঁ তাকেই কৈছিল—নোৱাৰোঁ ছাৰ!

ইস্কুলত কছৰৎ কৰা এটা শিক্ষণীয় বিষয় আছিল। ডন, বৈঠক, নেহৰ আদি কছৰৎবোৰ ডাঙৰ ল'ৰাই শিকাই দিয়ে, আমি সেইমতে কৰোঁ। শিক্ষকে থিয় হৈ হাতত চেকনি লৈ চাই থাকে। ডাঙৰ ল'ৰাক শিক্ষকে শিকাই দিয়ে। ডন মাৰোঁতে (হনুমান ডন) এদিন ভৰি ঠিক ঠাইত নপৰাত সঞ্জয় আলি পণ্ডিতে মোক কলাকুলত কোব এটা মাৰিছিল। উখহি উঠিছিল। আজিও মই তাক পাহৰা নাই। এই কছৰতটে কম নম্বৰ পোৱাৰ বাবে মই প্ৰাইমাৰী বৃত্তি পৰীক্ষাত মহকুমাৰ ভিতৰত প্ৰথম হ'ব

নোৱাৰি দ্বিতীয় স্থান পাইছিলোঁ। চাটিগাড়ী এম. ভি. স্কুলৰ পৰীক্ষাৰ ডেকা বুলি এজন ল'ৰাহে প্ৰথম হৈছিল। কছৰতত্তে তেওঁ মোতকৈ বহুত নম্বৰ বেছি পাইছিল। ফিট্‌ফাট্‌কৈ সাজপাৰ পিন্ধি, তজবজীয়া হৈ খোজ কঢ়া—তেওঁ আছিল এজন জনজাতীয় বড়ো ল'ৰা। দুয়ো বৃত্তি পাইছিলোঁ ; তেওঁ আছিল প্ৰথম, মই দ্বিতীয়। সেইবাৰ সৰ্বমুঠ বাৰজন ল'ৰাই মঙ্গলদৈ মহকুমাৰ ভিতৰত বৃত্তি পাইছিল।

মোৰ মোমাইদেউৰ নাম আছিল—দোভগু। ৰাতি দোভাগত উপজিছিল বুলি হেনো তেওঁ দোভগু নাম পাইছিল। তেওঁৰ লেখা-পঢ়াৰ দৌৰ পাঠশালাতে শেষ হৈছিল। ঘৰ আছিল আমাৰ ঘৰৰপৰা ৩। ৪ মাইল দূৰত, পিপৰাকুছি বুলি এখন গাঁৱত। তেওঁ পঢ়া সাং কৰি বিয়া-বাৰু কৰাৰ পাছতেই বৰখেলীয়া ভকত হৈছিল। ভকতেই নহয়, এখোজ-দুখোজকৈ গৈ মহন্তৰ শাৰীতে বহিছিল। পিতাই সেইটো বৰ ভাল নাপাইছিল ঃ অন্ধই অন্ধক কেনেকৈ বাট দেখুৱাব? মোমাইৰ শাস্ত্ৰজ্ঞান বিশেষ একো নাছিল যদিও তেওঁৰ স্মৃতিশক্তি অদ্ভুত আছিল আৰু তেওঁ কথাই কথাই খাপখোৱাকৈ ফুকৰা মাতি কথাবোৰ পোনাই-পজৰাই দিয়াত সিদ্ধহস্ত আছিল। পিতাই তেওঁক বৰ পাত্তা নিদিছিল আৰু চেৰাবলিয়া বুলি ভাবিছিল। এদিন পিতাই কিবা কথাত লাগি ক'লে—শাস্ত্ৰ-তাস্ত্ৰ নজনা-নপঢ়াকৈ ভকত-মহন্ত বোলাবলৈ গ'লে মানুহ পগলা হয়।—মোমাই টপৰাই উত্তৰ দিলে—পগলা নো নহয় কোন বৈনায়? বৰ বৰ লোকসকলো দেখোন পগলায়ে। আনৰ লগত নিমিলাসকলেই পগলা। তেওঁলোকেই আকৌ সমাজত বৰমানুহ হৈ সংসাৰ চলায় দেখোন। আনবোৰ তেওঁলোকৰ পাছে পাছে যায়। আমাৰ কথাতে কয় বোলে—এক পগলাই ৰান্ধেই-বাঢ়েই, দুই পগলাই খায় ; তিনি পগলা লগ লাগিলি চলাৰ দলক যায়।—ব্ৰহ্মা, বিষ্ণু আৰু মহেশ্বৰ এই তিনি পগলাৰ সৃষ্টিয়ে সংসাৰ। এটাই স্ৰজন কৰে, এটাই পালন কৰে আৰু আনটোৱে কৰে সংহাৰ।—এইবোৰ শুনি পিতাই একো উত্তৰ নিদি লাহেকৈ আঁতৰি গৈছিল।

মোক কেতিয়াবা পিতাই কিবা ভুল কৰা পালে বিৰক্তিত দোভগু পগলাৰ গোষ্ঠী বুলি গালি পাৰিছিল। মোৰ কাৰণে কিন্তু সেইষাৰ মাত বৰ অসহনীয় বচন আছিল। মই মনে মনে আছিলোঁ যদিও ভিতৰি ভিতৰি বৰকৈ ক্ষুব্ধ হৈছিলোঁ। কিছুদিন পিছত মোমাই মৰি থাকিল।

মইৰ আৰু দোভগু মোমাইৰ মাকক আমি বুঢ়ীমাই আৰু চমুকৈ বুৰ্‌মাই বুলিছিলোঁ। পিপৰাকুছিয়ানী বুৰ্‌মাই। মোমাই মৰাৰ পাছত তেওঁ আমাৰ ঘৰলৈ আহি আমাৰ লগতে আছিল। তেওঁ বৰ মৰমিয়াল আছিল। দেখাতো শক্ শক্ কৰে বগা আৰু দীঘল নাক-মুখেৰে অতি শুৱনী আছিল ; মাত্ৰ সিমান ওখ-পাখ নাছিল ঃ খোলোকা বিধৰ আছিল। মাই মৰাৰ পিছলৈকে তেওঁ আমাৰ ঘৰতে আছিল আৰু আমাৰ ঘৰতে শেষ নিশ্বাস ত্যাগ কৰিছিল। তেওঁ এৰী পোহা, এৰী-মুগা সূতা কটা আৰু এৰী-মুগাৰ কাপোৰ বোৱাত বৰ পটু আছিল। মই তেওঁৰ হাতে-কটা সূতাৰ বৈ দিয়া এৰী কাপোৰেৰে তৈয়াৰী জীৱনৰ প্ৰথম কোট চোলাটো পিন্ধিছিলোঁ। আমাৰ

গাঁৱৰে লয়ৰাম গাঁওবুঢ়া বুলি চুটি-চাপৰ দৰ্জি এজনে সেই চোলা চিলাই দিছিল। চোলাটোতকৈও তাৰ জেপকেইখনহে মই বেছি ভাল পাইছিলোঁ ; কাৰণ, তাত মই মোৰ আৱশ্যকীয় সজুলি আৰু ল'ৰালিৰ সম্পদবোৰ সাঁচি থৈ ফুৰিব পাৰিছিলোঁ। এইগৰাকী বুঢ়ীমাইৰ কথা মই আগতেও একাধিকবাৰ কৈ আহিছোঁ।

ৰাতিপুৱা দোকমোকালিতে বুঢ়ীমায়ে উঠি মোক উতলা তপত গাখীৰেৰে ভজা বন্নি চাউল, চুৰা আৰু জাহাজী-মালভোগ-চেনিচম্পা আদি কলেৰে বা এইবোৰৰ এবিধো নাথাকিলে চাঁচি দিয়া পকা আঠীয়া কলেৰেই গজগজীয়াকৈ জলপানটো খুৱাইহে ইস্কুললৈ পঠাইছিল। কথা সিমানেই নহয়, ইস্কুলৰপৰা উভতি আহোঁতে বেলি হ'ব পাৰে আৰু তেতিয়া মই ভোকত দুখ পাম বুলি ভাবি তেওঁ মোৰ চোলাৰ জেপত দুগণ্ডামান সিজোৱা, পোৰা বা খোলাত দিয়া কঁঠালগুটি দি পঠাইছিল—যাতে ভোক লাগিলেই মই সেইবোৰ দুটা-এটাকৈ মুখত দি থাকিব পাৰো। মই তাৰে দুই-এটা আনকো দি বন্ধুত্ব স্থাপন কৰিছিলোঁ। আইনে তাৰ সলনি মাজে সময়ে মোক পকা বগৰী বা জলফাই দিছিল। বুঢ়ীআইৰ সেই মৰমৰ কথা, সেই পোৰা কঁঠাল-গুটিৰ স্বাদ মই আজিকোপতি পাহৰিব পৰা নাই।

এইগৰাকী বুঢ়ীআইৰ উপৰি মোক আন এগৰাকী ভাগীৰে বুঢ়ীআয়ে বৰকৈ মৰম কৰিছিল। তেওঁ মোক হেনো জন্মৰপৰাই পাইছিল। তেওঁক আমি বুলিছিলোঁ— অহমেনী বুঢ়ীমাই। তেওঁৰ বিষয়েও প্ৰসঙ্গক্ৰমে একাধিকবাৰ উল্লেখ কৰিছোঁ। তেওঁৰ কথাও আৰু অলপ কওঁ।

মই উপজিছিলোঁ জেঠ মাহত। জেঠুৱা মানুহক হেনো প্ৰতিবছৰে জেঠ মাহত খৰিছা আৰু বাঁহৰ গাজ খুৱাব লাগে। অহমেনী বুঢ়ীমায়ে মোক খৰিছাৰে বন্ধা মাছৰ আঞ্জাৰে ভাত খাবলৈ জেঠ মাহ পৰিলেই মাতে। মোৰ লগতে পিতাকো। তেওঁ ঢুকোৱাৰ সময়লৈকে সেই নিয়ম চলি আছিল। এতিয়াও খৰিছা খাবলৈ ল'লেই সেইজনা বুঢ়ীআইলৈ মনত পৰে।

মাই-বুঢ়ীমাইহঁতে কোৱা শুনিছিলোঁ—মই হেনো ওপজাৰ এক-ডেৰমাহ পাছৰপৰাই অৰ্থাৎ শাওণ-ভাদ মাহতে অৰ্থাৎ মই দুমহীয়া পানী-কেঁচুৱা হৈ থাকোঁতেই মাই ভুঁইতলীলৈ ওলাইছিল। ৰাতিপুৱা ওলাই গৈ দুপৰীয়া উভতিছিল, আকৌ ভাটীবেলা গৈ গধূলি ঘৰ লৈছিলহি। ভুঁই ৰোৱাই আছিল মাই কাম। দুপৰীয়া-গধূলি ভাতো ৰান্ধিব লাগে। এনে অৱস্থাত কেঁচুৱাক আপডাল কৰে কোন সময়ত? মায়ে হেনো ৰাতিপুৱা জলপান আৰু পিয়াহ খুৱাই মোক নি অহমেনী বুঢ়ীমাইৰ বৰ-ঘৰৰ মজিয়াত বিচনা পাৰি শুৱাই থয়। মই টোপনি গৈ থাকোঁ। সাৰ পালে খুৱাবলৈ গাখীৰ, জলপান আদিবো যোগাৰ দি যায়। বুঢ়ীমায়ে মোক দৰকাৰ হ'লে খুৱাই-পখলাই লয়। গাখীৰ, জলপান আদি খুৱায়। এইদৰে মোক তেওঁ আপডাল কৰিছিল। মাইৰ মাক বুঢ়ীমাই তেতিয়ালৈকে আমাৰ ঘৰত থকা নাছিল। মোৰ ৪। ৫ বছৰতহে আহিছিল। অহমেনী বুঢ়ীমায়ে মোক পিছৰ জীৱনতো সৰু ল'ৰাৰ দৰেই মৰম কৰিছিল। মনত আছে—কলেজত পঢ়া কালত বুঢ়ীমায়ে মোৰ খৰচৰ নাটনি হোৱা

আৰু মই ধনৰ অভাৱত বৰ কষ্ট পোৱা বুলি জানিব পাৰি তেওঁ মোক এবাৰ এটা আধলি আৰু অইন এবাৰ দুটা মহাৰাণীৰ টকা দি সহায় কৰিছিল। মই নলওঁ, তেওঁ নেৰে। কয়—তই মই দিয়া এই মুদ্ৰা দুটাকে বাৰু লৈ যাচোন মোৰ আশীৰ্বাদ বুলি। তোৰ কামত লাগিব।—মই জানিব পাৰিছিলোঁ তেওঁৰ হাতত সেই সময়ত ধন-পইচা বিশেষ একো নাছিল। মোৰ বিয়াত, মোৰ বৰদেউতা জনাৰাম বৰুৱাৰ বিয়াত, খুৰাদেউ বাসবচন্দ্ৰ বৰুৱাৰ বিয়াত ক্ৰমে গুৱাহাটী, শিৱসাগৰ আৰু উত্তৰ গুৱাহাটীলৈ দৰাঘৰৰ ঘাই সম্ভ্ৰান্ত মহিলা হৈ গৈ তেখেতেই আমাৰ মান-গৌৰৱ ৰক্ষা কৰিছিল। জীৱনত এইগৰাকী বুঢ়ীআইৰ ঋণ শুজা নাযাব।

এতিয়া মোৰ জন্মদাত্ৰী মাতৃদেৱীৰ কথা অলপ কওঁ। মোৰ সাত বছৰ গৈ আঠ বছৰ পূৰ হ'বলৈ নৌপাওঁতেই মাতৃ-বিয়োগ ঘটে। গতিকে মাতৃৰ স্নেহময় ছবিটি কোনোমতেহে ধুঁৱলি-কুঁৱলী হৈ মোৰ স্মৃতিত জাগি আছে। তেওঁৰ মৃত্যুৰ ভালেমান দিন পিছলৈকে কিন্তু তেওঁৰ গুণ-যশৰ কথা ওচৰৰ মানুহৰ মুখত বৰকৈ প্ৰচাৰ হৈ থকা মই শুনিছিলোঁ। বুঢ়ীমাইহঁতে কোৱা শুনিছিলোঁ—মাইৰ সমান লখিমী তিৰোতা বোলে দ্বিতীয় এগৰাকী আমাৰ গাঁওখনতে নাছিল। মাই যথেষ্ট স্বাস্থ্যৱতী আৰু শকত-আৱত আছিল। তেওঁৰ মূৰৰ চুলি বৰ একোছা আছিল আৰু মেলি দিলে ভৰিৰ কলাফুলত পৰিছিলগৈ। সকলোৱে কৈছিল—মাইৰ সমান ডাঙৰ খোপা আৰু কিছুকিছীয়া দীঘল চুলি সেই অঞ্চলতে কাৰো নাছিল। ডাঙৰ খোপা অসমীয়া নাৰীৰ আপুৰুগীয়া সম্পত্তি। মৰণ-ব্যাধিয়ে পোৱাৰ আগলৈকে তেওঁক এদিনো গা অসুখ হৈ পৰি থকা বুলিয়ে কোনেও নাজানিছিল।

আমাৰ মাটি-বাৰী বহুত যদিও পিতাৰ বিযাৰ সময়ত চাওঁতা-চিন্তোতাৰ অভাৱত ঘৰৰ অৱস্থা কিছু কাহিল হৈ পৰিছিল। ধানে বছৰটো কোনোমতেহে মূৰামূৰি কৰি আঁটিছিল। সেই সময়ত ধানৰ ভঁৰাল দুটা আছিল যদিও ভিতৰত ধান নথকাৰ হেতুকে দুয়োটা খালী হৈ পৰি আছিল। বিয়াৰ পাছৰপৰাহে হেনো দুয়োটা ক্ৰমে ধানেৰে উপচি আহিছিল আৰু পিতাই ধান বেচিবলৈ আৰম্ভ কৰিছিল। গোহালিৰ গৰুত বাহিৰেও ধান, পাণ, তামোল, নাৰিকল, মাহ, সৰিয়হ, কুঁহিয়াৰৰ চুৰা, গুৰমিঠে আদিৰে ঘৰখন নদন-বদন হৈ আহিবলৈ ধৰাত সকলোৱে কৈছিল—শৈব্যাৰ মাকৰ বিয়াৰ পাছৰপৰাহে পাটগিৰিৰি ঘৰলৈ লক্ষ্মী আহিল। শৈব্যা বাইদেউ আছিল মাইৰ প্ৰথম সন্তান আৰু তেওঁ সেই অনুসৰি গাঁৱৰ চিৰাচৰিত ৰীতিমতে নাম পাইছিল শৈব্যাৰ মাক। পিতায়ো সেই বুলিয়ে তেওঁক সম্বোধন কৰা শুনিছিলোঁ। কিবা সমস্যা উপস্থিত হ'লে পিতাই—শৈব্যাৰ মাক, এনে কৰা ভাল হ'বনে? শৈব্যাৰ মাক, এনে বিপদত এতিয়া কি কৰা যায়? ইত্যাদি ধৰণে কথা সোধা আজিও মনত পৰে। মাইৰ কথা যে পিতাই আখৰে আখৰে শুনিছিল এনে তো নহয়েই শতকৰা পাঁচটা মান শুনিছিল নে নাই সন্দেহ, তথাপি ক'বলৈ তেওঁকো স্বাধীনতা দিছিল। আজিও সেইবোৰ কথা বহুতে কোৱাকুই কৰে। ১/১/৮৮

# মোৰ জীৱন-নৈৰ ঢৌবোৰ

# (৪)

## মায়াৰ বাৰীৰ মায়া-বাঘ

এয়া মায়াৰ বাৰীৰ মায়া-বাঘৰ কথা। মোৰ পঢ়া পাঠশালা মানে স্কুললৈ যোৱা বাটৰ কেইবা ঠাইতো বেতনি-কাঠনিৰে ভৰা ডাঠ হাবি-জংঘল আছিল। বাটৰ দুয়ো কাষে চোৰাত-টেঁকীয়া-বেত-সৌকা আদিৰ জোহ আৰু তাৰ মাজে মাজে শিলিখা, মজ, আঁহত, পাকৰী, আম, জাম, ঢোপ, বট, জৰীগছ আদি ঢেৰ গছ। কোনো কোনো ঠাইত মূৰৰ সমান ওখ ওখ চোৰাত, বিহ-টেঁকীয়া, টেঁকীয়া লতা, জাৰ্মানী বন আদিয়ে বাটটো দুয়ো ফালৰপৰা তেনেই গিলি থোৱা যেন লাগে। আমি সদায় অহা-যোৱা কৰি অভ্যস্ত হৈ পৰিছিলোঁ বাবে সৰু লখা যদিও সিমান ভয় কৰা নাছিলোঁ। আচহুৱা লোকৰ কাৰণে কিন্তু সেই বাটেদি যোৱাটো মৰ-সাহৰ কাম আছিল। বৰ-আলি বা উত্তৰ ট্ৰাঙ্কৰোড নোপোৱালৈকে তেনে বাট। কোনো মতে গৈ ট্ৰাঙ্কৰোডটো পালেই ৰক্ষা পোৱা যেন লাগে।

এই হাবিবোৰৰ এছোৱাত মায়াৰ বাৰী নামে এখন এৰা-বাৰী আছিল। সেইখন আমাৰ বংশৰে ক'লাৰাম মণ্ডল বুলি এজন বৰদেউতাৰ কিনি লোৱা পুৰণি বাৰী। একালত সি কোনোবা মায়াৰাম বোলা মানুহ এজনৰ হেনো বস্তি আছিল। ঘৰৰ মানুহবোৰ মৰি-হাজি অন্ত হোৱাত বৰদেউতাই কাৰবাৰপৰা সেইখন কিনি লৈছিল। সেইখিনি ঠাই দিনতে এন্ধাৰ। তাৰে এমূৰে থকা হেঙাৰ এখনৰ কাষেদি আমাৰ স্কুললৈ যোৱা-অহা কৰা লুংলুঙীয়া বাটটো।

এদিনাখনৰ কথা। আগেপিছেৰ দৰে সিদিনাও আমি সেই বাটেদিয়ে স্কুললৈ গৈছোঁ। আমি মানে লীলা ককাইদেউ, প্ৰেম আৰু মই। প্ৰেম আছিল কাৱৰে

চান্দেইপাৰা বোলা চুবা এটাৰ গহীন বুলি এজন মানুহৰ আমাতকৈ অলপ সৰু এটা ল'ৰা। সিও কেইদিনমান আগৰপৰা আমাৰ লগ লৈছিল। আমি গৈ স্কুল পাইছোঁ। ইস্কুলত পঢ়াশুনা কৰিছোঁ। ইস্কুল ছুটী হ'বলৈ কিছু পৰ আছে। ৰাতিপুৱাৰ স্কুল। এনেতে পিতা গৈ স্কুলত হাজিৰ। তেওঁৰ হাতত এডাল ঘন-গাঁঠীয়া (ঘন-গঁঠীয়া) বাঁহৰ গদহা (আঁখীয়া) টোকন। সেই টোকনডাল পিতাই কেতিয়াবা এন্ধাৰ ৰাতি অকলে ফুৰিবলৈ গ'লেহে হাতত নিছিল। সেইদিনা দিন-দুপৰীয়াতে যমদূতৰ দৰে সেই মূৰ্তি ধৰি 'হাতে লৈয়া ডাঙ্গ' হৈ আমাৰ স্কুলত ওলোৱা দেখি আমি বিচূৰ্তি হৈছিলোঁ। পিতাই হেড্‌পণ্ডিত তাবৈৰ আগত গোপনে কিবা কথা ক'লে আৰু আমাৰ তিনিওকে খোৱাবৰ গৰু মোকোলাই অনাৰদৰে আনি লগত লৈ ঘৰলৈ উভতি আহিল। আমি আগত, তেওঁ পাছত। সিদিনা কিন্তু সদায় অহা বাটেদি তেওঁ আমাক নানিলে। বৰ-আলিয়েদি বহুদূৰ ঘূৰাই-পকাইহে আনিলে। হাবিখন আমি বাটত নাপালো। ক'ত কি হৈছে·আৰু আমাক নো কিয় তেনেকৈ আনিলে তেওঁ আমাক একো জানিবলৈ নিদিলে। চোৰে নিয়া গৰুৰ দৰে আমিও কেৱল আগে আগে আহি থাকিলোঁ, কাৰো মুখত মাতবোল নাই।

ঘৰ পাই শুনো—মায়াৰ বাৰীত সেইদিনা ক'লাৰাম মণ্ডল বোলা আমাৰ বংশৰে মায়াৰ বাৰীৰ মালিক সেই বৰদেউতাজনক বোলে ডিঙিতে বাঘে কামুৰি ধৰিছিল। দুয়োৰো যুঁজ লগাত কেনেবাকৈ ওচৰৰ মানুহে গম পাই চিঁয়ৰ-বাখৰ, হৈ-হাল্লা কৰি খেদি যোৱাত বাঘ পলাল। তেওঁ কোনোমতে ৰক্ষা পৰিল। বৰদেউতা তেতিয়া ঘৰতে বিছনা এখনৰ ওপৰত কেঁকাই কেঁকাই পৰি আছিল। তেওঁক চাবলৈ যোৱা মানুহে চোতাল ভৰি আছিল।

বৰদেউতাৰ ঘৰে আমাৰ ঘৰে ইঘৰ-সিঘৰ, ইচোতাল-সিচোতাল। ঘৰত কিবাকিবি জা-জলপান অলপ খাই উঠি পোনেই বৰদেউতাৰ ঘৰ ওলালোঁগৈ। জুমি চাই দেখোঁ যে বৰদেউতা বহা-ঘৰৰ এখন খাটত নতুনকৈ সজাই দিয়া বিছনা এখনত শুই আছে · ডিঙিত দুৰৰপৰাই দেখাকৈ বাঘৰ কামোৰৰ ৰঙা তেজ ওলাই থকা ঘাবোৰ। তেজ তেতিয়াও ওলায়ে আছিল। বিছনা তেজেৰে তেনেই ৰাঙলী। এজন বুঢ়া বেজে কাষতে বহি ডাঙৰ ডাঙৰকৈ ফেঁহাই-ফেঁহাই জৰাফুকা কৰিব লাগিছে। চোতালত বনৌষধি বটাই বনৌষধি বটিছে (বাটিছে)। বৈদৰ দ্বাৰা অহৰহ চিকিৎসা চলিল ; কিন্তু ৪/৫ দিনৰ ভিতৰতে বৰদেউতা ঢুকাই থাকিল। কটা জালেৰে তেওঁ থকা ঘৰটো বেঢ়ি ৰখা হৈছিল। বেৰত আঁৰি দিয়া জালবোৰ দেখি আমি অবাক হৈছিলোঁ। বুঢ়ী-আইৰপৰা জানিব পাৰিছিলোঁ—তাকে নকৰিলে বোলে বাঘৰ ভূতে আহি ৰোগীক ভয় খুৱায়। পিছে আচৰিত কথা বাঘটোহে তাৰ পাছত আৰু ক'তো নোলাল। কোনেও তাক দেখাকে নাপালে। ওচৰৰ দুখন গাঁৱৰ ডেকাবোৰে হাতত জোং-যাঠি, দা-কুঠাৰ, শেল-খাপৰ আদি লৈ আগুৰি খেদি গৈ পাত পাত কৰি বিচাৰিও তাক নাপালে। মানুহে আজিও কয়—ক'লাৰাম মণ্ডলক মায়াৰবাৰীৰ মায়া-

বাঘে খাইছিল ; কাৰণ চৰকাৰী কামত থকা কালত এওঁ মণ্ডলৰ হাতত্যে হেনো নথি-পত্ৰবোৰে মায়া ধৰিছিল ঃ আছে বুলিলেই আছে, নাই বুলিলেই নাই। ভুগু বোলা এজন লোকে কৈছিল—

"মোৰ নামজাৰি এটাৰ কথাকে কওঁ। চিঠা-বহীত হাকিমে মোৰ আগতে মোক নামজাৰি পাছ কৰি দিছিল। ওচৰৰে মানুহ কাৰণে মই মণ্ডল দাদাক টকা-সিকা একো দিয়া নাছিলোঁ। তেওঁ এদিন মোক হাঁহি হাঁহি কলে, 'ভুগু, হাকিমক জানিলেই নহয়, মণ্ডলকো জানিব লাগে। হাকিমে তোক মাতে আৰু মৰম কৰে বুলি মই জানো। পিছে তোৰ সিদিনা নামজাৰি পাছ হ'ল বুলি ভাবিছ নেকি ? নহ'ল নহয়।' এইবুলি কৈ তেওঁ মোক চিঠা-বহীটোও দেখুৱালে। মই আচৰিত হ'লোঁ। হাকিমক লগ ধৰি কোৱাত তেখেতে ক'লে, 'মই বাৰু আজি নিজে চাম। তই নগ'লেও হ'ব।" গধূলি তেওঁ ক'লে, 'মই চাইছোঁ , সকলো ঠিক আছে।' মই পিছদিনা আকৌ মণ্ডলৰ ওচৰ পোৱা মাত্ৰে তেওঁ কলে, 'হাকিমে মোক কাগজ-পত্ৰ চাই তাত গোলমাল আছে বুলি ক'লে। এতিয়া তই যি ভাল পাৱ কৰ।' মই নিৰুপায় হৈ টকা পাঁচটা দি কলোঁ—'আজি যেনেতেনে সেইটো কৰাই থ'ব। কালিলৈ মই ইয়ালৈ আহি সেইটো চাই যাম।' পিছদিনা মণ্ডলে দেখুৱালে নামজাৰি পাছ হৈ আছে। মই সপোন দেখা দি দেখি পিছদিনা সমস্ত কথা কোৱাত হাকিমে হাঁহি হাঁহি ক'লে, 'তাৰ ৰহস্য তই নুবুজ দে। চিঠা- বহীৰ পাতবোৰ এটা এটাকৈ এডাল ৰছিৰে বান্ধি ৰখা থাকে। ইচ্ছা কৰিলে তাৰে এটা পাত তুলি আনি আন এটা তাতে বান্ধি থ'ব পাৰি। মণ্ডলে বোধকৰোঁ তাকে কৰি তোক ভেল্কি-ভোজবাজী দেখুৱালে। মই বাৰু তেওঁকো এশিকনি দিম। তই মনে মনে থাক।'

মায়াৰ বাৰীৰ মায়া বাঘৰ কথা সেই অঞ্চলৰ মানুহৰ মুখত ইমানকৈ ৰাষ্ট্ৰ হৈ পৰিছিল যে তাৰপৰাই এষাৰি প্ৰবাদ-বচন ওলাইছিল · সেয়ে হৈছে—'মায়া-বাঘে খোৱা' ঃ কোনো এটা বস্তু যি ঠাইত থাকে তাতে বিচাৰি নাপালেই পোনেই কোৱা হয়, 'কিয় নাথাকিব ? মায়া-বাঘে খালে নেকি ?'

## সহস্ৰে ন শতে ন চ

এই গ'ল আৰ-কালিৰ মায়া-বাঘৰ কথা। এতিয়া বাৰিবাৰ আহকালৰ এটা পৰ্ব কৈ সামৰোঁ। বাটত বাঘ ওলোবাৰ পিছৰপৰাই পিতাই মোক হেড্‌পণ্ডিত তাৰৈৰ লগ লগাই দিলে। তাৰৈৰ ঘৰ আমাৰ ঘৰৰপৰা পোনে পোনে কোনোমতে ইমুৰ-

সিমূৰ মনিৰ পৰা এখন বহল খেতি-পথাৰৰ এমূৰত। তেওঁৰ গাঁওখনৰ নাম খাতিকুছি। আমাৰ ঘৰৰপৰা পোনে পোনে তিনি ফাৰ্লং মান হ'ব। তেওঁ যিমান পাৰে পোন বাট ধৰি আমাৰ নওলাৈলৈ আহি মোকো লগত লৈ যাবলৈ ধৰিলে। দুয়ো একে লগে যাওঁ। মই আগত, তেওঁ পাছত। ইতিমধ্যে লীলা ককাইদেউ পুনঃ বলদৌপাৰ স্কুললৈ গ'ল। বাঘৰ ভয়ত মোৰ লগ এৰিলে।

বাৰিষা বোকা-পানীৰ বাট। মাজে মাজে আলি-ভঙা। মঙ্গলদৈ অঞ্চলত তাক আলিৰ খঁৰা বা চমুকৈ 'খঁৰা' বোলে। যেনে—কাউৰা খঁৰা। খঁৰাবোৰৰ কিছুমান ডেং মেলি (ডেও দি) জঁপিয়াই পাৰ হ'ব পাৰি ; কিছুমান আকৌ দীঘলে ৩০/৪০ ফুট হ'ব। সেইবোৰত প্ৰায় এক আঁঠুমান পানী থাকে। পানী-জোক আৰু ভেকুলীৰে ভৰা। ভৰি দিলেই ভেকুলীযে পানীৰ মাজলৈ বাঘে খেদা গৰুৰ দৰে দলে-বলে লৰ ধৰে। জোকে লেউ লেউকৈ খেদি আহে। মই পানীত নামিবলৈ ভয় কৰি এখোজমান পানীত দিযেই জোক দেখি পিছুৱাই আহোঁ। তেতিযা তাঁৰে ছাৰে পানীত নামি আগে-আগে যাবলৈ ধৰে। মোক কয়, 'আহি থাক'। মই তেওঁৰ পাছে পাছে যাওঁ। তাঁৰেয়ে পানী ঘোদালি আগে আগে যায কাৰণে জোকে তেওঁক নাপাই মোকে ধৰিবলৈ খেদা দিযে। মই ভয খাই দৌৰি গৈ তাঁৰেৰ আগবাঢিব খোজোঁ। তাঁৰেৰ কাপোৰ তেতিযা মোৰ ভৰিৰপৰা উফৰি যোৱা পানীৰে আধা-ভিজা হয়। 'হেই ভয় নকৰিবি' বুলি তেওঁ হাঁহে। কেতিয়াবা মই ভৰিৰ জোক এৰুৱাব নোৱাৰিলে তেৱেঁ এৰুৱাই দিছিল। নখেৰে খামুচি ধৰি লাদ্ লাদ্ কৰি থু ঘঁহি দিলে জোকে তুৰন্তে এৰি দি লাদ্‌টোৰ দৰে লোটোমা হৈ পৰে। তেওঁ মোক সেই বুদ্ধি শিকাই দিছিল।

জোক দুবিধ · পানী-জোক আৰু চিনা-জোক। উজনিত পানী-জোকক চেলা-পেটী জোক বোলে , চিনা-জোকক বোলে বাম-জোক। পানী-জোক পানীত আৰু চিনা-জোক বামৰ ঘাঁহ-বনত বগাই ফুৰে। এডাল এৰি দি আকৌ আনডালত ধৰে। 'যেন জোকে তৃণ পালে এনে আউৰ তৃণ'। মানুহ-গৰুৰ গোন্ধ পালে সিহঁত বেগতে বগাই আহি ধৰে। জাৰৰ দিনত চিনা-জোক আৰু গৰমৰ দিনত পানী-জোক বেছি।

তেনেকৈ জহকালি এদিন ইস্কুলৰপৰা উভতিছোঁ। আকাশখন মেঘে ওন্দোলাই আছে। আগত হেড্‌পণ্ডিত তাঁৰে, পাছত মই। দুয়োৰো হাতত দুটা ছাতি। এনেতে আমাক বাটতে পালে বৰষুণে। বৰষুণো বৰষুণ ডবাপিটা বৰষুণ। কলহৰ কাণেদি ঢালিছে। আমি লৰি গৈ আলিৰ দাঁতিৰ দোকান এখনত সোমাই কিছুপৰ টলকা মাৰি ৰ'লোঁ। প্ৰায় আধা ঘণ্টা।

-বৰষুণ অলপ এৰাত দুয়ো ছাতি মেলি মূৰৰ ওপৰত লৈ পুনঃ ঘৰমুৱা হৈ খোজ ল'লোঁ। বাটতে নখুন্দা বুলি এটা ডাঙৰ পুখুৰী আছিল। বহুত দূৰৰপৰা মানুহে তাৰ পানী নি খায়। নখুন্দাৰ পাৰেদিয়ে আমাৰ বাটটো। পুখুৰীটো এৰাই গ'লেই

পাৰৰ নামনিত বাকৰা (বকৰাণি পথাৰ) এখন পোৱা যায়। মুকলি পথাৰ। দূৰৱি বনেৰে ঢকা। সেউজীয়া। তাৰ মাজেদিয়ে আমি যোৱা পথৰুৱা আলিটো গৈছে। আমি সেইখিনি পালোঁগৈ। বৰষুণ প্ৰায় নাই। আকাশ অলপ মুকলি হৈছে। আমি দুয়ো আলিৰ দুয়ো ফালে পথাৰলৈ চাই দেখোঁ—পথাৰখন তেনেই কাৱৈ-মাগুৰ মাছে একাকাৰ হৈছে। অহা আহিছে, যোৱা গৈছে। জঁপিয়াই কোনোটো আনটোৰ ওপৰত উঠিছে। মাছহে মাছ। আলিতো মাছ, পথাৰতো মাছ, মাছেই মাছ। জঁপিয়াই, চুঁচৰি, কাণ বাই, নাচি-বাগি গাত সকলোৰে যেন বলিয়া জঁকহে উঠিছে। বিপদলৈ একো ভয়-ডৰ নাই।

তাৰে ছাৰে ছাতিটো জপাই ল'লে। দেখাত সি এটা মোনাৰ দৰে হ'ল। তাতে তেওঁ টপাটপ কাৱৈ-মাগুৰ মাছবোৰ হাতেৰে ধৰি ভৰাবলৈ ধৰিলে। মোকো তেওঁ ক'লে, 'কি চাই আছ ঐ ? ধৰ ধৰ, কেইটামান তয়ো ধৰচোন !'

তেতিয়ালৈ মই হা কৰি তধা লাগি চাই আছিলোঁ। মোৰ মোহ-ভঙ্গ হ'ল। ময়ো তেওঁৰ দৰে ছাতিটো জপাই মোনা কৰিলোঁ। কিন্তু সকলো মিছা হ'ল। মই মাছ এটাও ধৰিব নোৱাৰিলোঁ। কাৱৈ মাছ , গাত হাত দিলেই বিন্ধে। এৰি দিওঁ। মাগুৰকে হেঁচা মাৰি হেঁচা মাৰি ধৰোঁ , সিও হয় কাঁইটেৰে বিন্ধে, নহয় পিচল কাৰণে পোৰোংকৰে হাতৰপৰা ওলাই গুচি যায। আকৌ হাত দিওঁ, আকৌ সেই একে কথা। তাকে দেখি ছাৰে গোটাচেৰেক নিজে ধৰি মোৰ ছাতিটোতো ভৰাই দিলে। দেখুৱাই দি তেওঁ ক'লে, 'এইদৰে ধৰিবি।' পিছে, যত্ন কৰি মই দুটা নে এটা মাত্ৰ নিজে ধৰিলোঁ, তাকো তেখেতে দেখুৱাই দিয়া কায়দা খটাই। তাৰে ছাৰে মোক ১০/১২ টা মান মাগুৰ-কাৱৈ মাছ ধৰি দিলে। এনে উজনীয়া মাছ ঃ গাত তৎ নাইকিয়া হোৱা উজনীয়া মাছ।

মাছবোৰ জতৌ-পতৌ কৰি ছাতিত ভৰাই লৈ মই ঘৰ ওলালোঁগৈ। তাৰেয়ে মোক ঘৰলৈ পঠিয়াই দি পোনে পোনে বাট ল'লে। তেনেকৈ ইমানবোৰ মাছ ধৰি নিয়া দেখি ঘৰত মোক সকলোৱে বেৰি ধৰিলে। চুবুৰীৰ মানুহো আহি চোতাল ভৰি পৰিল। মোক কতজনে কত ৰকমৰ প্ৰশ্ন কৰিছিল। ময়ো দিগ্‌বিজয়ী বীৰৰ দৰে গহীন গহীনকৈ উত্তৰ দিছিলোঁ। আজিও কেতিয়াবা সপোনত উজনীয়া মাছ ধৰোঁ। সপোনত বোলে মাছ দেখা ভাল—মাছেই সূচায় হেনো মঙ্গল। সেয়েহে কেঁচুৱা উপজিলে মানুহে বন্ধু-বান্ধৱ, ওচৰ-চুবুৰীয়াক মাছ বিলাই দিয়ে। বিয়াৰ জোৰণতো মাছ দিব লাগে। ই হেনো বংশবৃদ্ধিৰ আগ-জাননী। মাছ বাঢ়ে—শান্তিৰ আশীৰ্বাদত কোৱাৰ দৰে—'সহস্ৰে ন শতে ন চ'। অৰ্থাৎ হাজাৰে হাজাৰে, শই শই। সত্যনাথ বৰা ডাঙৰীয়াই 'সাৰথি' পুথিত কৈছিল—'মাছৰ কণী হাজাৰ হাজাৰ, মিছাৰ কণী অলেখ'।

# জয়-জয় ৰাম

আমাৰ নঙলাৰ মুখতে এটা বৰ ডাঙৰ পুখুৰী আছে। ককাদেউতাৰ দিনৰ পুৰণি পুখুৰী। সেইবুলি ভূত থকা পুখুৰী নহয় আকৌ, ভাল পুখুৰীয়ে। অৱশ্যে পানী খোৱা পুখুৰী নহয়। পানী খোৱা পুখুৰীটো বেলেগ। সেইটোক ন-পুখুৰী বোলে। ডাঙৰ পুৰণি পুখুৰীটোৰ মাজডোখৰ বৰ দ। তাৰ পূব আৰু উত্তৰ পাৰত দুই-তিনিটা ঘাট আছিল। ঘাটৰ ওচৰত পুখুৰীৰ পানী তৰাং। ঘাটত নামি গৈ হাত-ভৰি আৰু গা ধুব পাৰি। তাৰে আমাৰ নঙলাৰ মুখেদি পূব ফালে থকা ঘাটটোত ইস্কুলৰপৰা উভতি গৈ মই সদায় হাত-মুখ ভালকৈ ধুই-পখালিহে ঘৰলৈ যাওঁ।

আগতে কৈ অহা আমাৰ ভাগীৰ বগীৰাম বৰুৱা ককাইদেউৰ ঘৰত উমা চৌধুৰী বুলি এটা বুঢ়া হালুৱৈ আছিল। চৌধুৰীটো কোনোবাই ধেমালি কৰি দিয়া উপাধিহে। তেনেকৈ গাঁৱৰে আৰু এজন লোকৰ নাম আছিল উনেই। মানুহে তেওঁক উনেই ফৌদাৰ বুলিছিল। আমাৰ পিতাৰো দেউতাক পাটগিৰি (মৌজাদাৰ) আছিল কাৰণে, দেউতাকো মানুহে পাটগিৰি বুলিহে মাতিছিল। ৰাজ্য নোহোৱা ৰজাৰ দৰে তেৰোঁ আছিল মৌজা নথকা পাটগিৰিহে।

পিছে উমা চৌধুৰীয়ে হেনো ল'ৰা-তিৰোতা মৰাত কেও-কিছু নোহোৱা নিঠৰুৱা হৈ আহি বগী ককাইদেউৰ ঘৰতে থাকি তেওঁৰে খেতি-বাতি চলাই-মেলি ঘৰখনৰ খোদ মালিকৰ দৰে হৈ আছিল। তেওঁৰ মাতটো আছিল বৰ হটা আৰু কাণফলা বিধৰ। 'নোম-নেগুৰ বৰ্জিত' বোলা কথা আষাৰ তেওঁতে তেনেই খাপ খাই পৰিছিল। নিজৰ ল'ৰা-ছোৱালী নথকা হেতুকেই হবলা তেওঁ ল'ৰা-ছোৱালীক সমূলি ভাল নাপাইছিল আৰু ল'ৰা-ছোৱালীৰ আৱাকাল-আমনি অকণো সহিব নোৱাৰিছিল। ল'ৰা-ছোৱালী দেখিলেই ভেকাহি মাৰি ডাবি-ধমকি দি খেদি দিছিল। মই তেওঁক বৰ ভয় কৰিছিলোঁ। তেওঁৰ মুখখন দেখিলেই মোৰ বৰ খং উঠিছিল আৰু মনটো বিৰক্তিৰে উপচি পৰিছিল। মোৰ লগৰে মোৰ সমনীয়া দুই-এজনে অৱশ্যে তেওঁক দূৰৰপৰা ফেৰ পাতি নুঠাকৈ নাছিল। দুৰ্ভাগ্যক্ৰমে মই প্ৰায় সদায়ে দিনটোত কমেও এবাৰকৈ তেওঁক লগ পাইছিলোঁ। ময়ো ইস্কুলৰপৰা আহি পুখুৰীৰ ঘাট পাওঁ, তেঁৰো হালতলীৰপৰা আহি হাত-ভৰি ধুবলৈ পুখুৰীত নামে। পাৰত কলি-পুথি থৈ পুখুৰীত হাত-মুখ ধুই থকা দেখিলে তেওঁ সদায় মোক উপহাস কৰি কৈছিল—'হেঃ এওঁ পঢ়ি উল্টাবো ! পণ্ডিত হবো। হাকিম-মেজিষ্টাৰ হৈ বাপৃকক চাঙত তুলি থবো। বোলে—দেখাক দেখি কুকুৰেও কৰেই একাদেশী।—

হেই, ভালে ভালে যাহ যেদি যাহ্ উঠি। মই ভৰি ধোওঁ।'—কেতিয়াবা তেনেকৈ কৈ মোৰ গালৈ ভৰিৰে পানী ছটিয়াই দিছিল। মই একো উত্তৰ নিদি ভয়ত জীউটো টোপোলা বান্ধি লৈ পানীৰপৰা উঠি পলাইছিলোঁ , ঠিক যেন টাঙোনৰ ভয়ত নেজ পেলাই পলোৱা কুকুৰহে। উত্তৰ দিবলৈ সাহে নুজুৰিছিল। অন্য কথাত ক'বলৈ গ'লে দূৰতে তেওঁক দেখিলেই বাঘ দেখা দিছিলোঁ। পিছে বৰ বহুত দিন তেনে অৱস্থা নিটিকিল। কিছু দিনৰ পিছতে বুঢ়া মৰি থাকিল। মোক সঁচাসঁচিকৈ মেজিষ্ট্ৰেট হোৱা তেওঁ নেদেখিলে। দেখিলে নাজানো তেওঁৰ কেনে লাগিলহেঁতেন ! সম্ভব তেওঁ বিধিৰ বিধানত ৰঙেই পালেহেঁতেন। কেতিযাবা কোনো কোনো- জনৰ অভিশাপো ঈশ্বৰৰ কৃপাত আশীৰ্বাদ হয়।

আমাৰ ঘৰৰ ওচৰৰে খেতেংপাৰা বোলা গাঁওখনৰ বাসিন্দা আটাইবোৰেই মুছলমান। তাৰ বেছিভাগেই আছিল বৰ পৰিশ্ৰমী আৰু বিশ্বাসী লোক। অৱশ্যে তাতে এজন নে দুজন আকৌ তাৰ বিপৰীত প্ৰকৃতিৰ লোকো আছিল। দুয়ো বিধৰ উদাহৰণ দিবলৈ হ'লে আমাৰ হালুৱৈ জালাল ককাই আৰু অকা শেখ বোলা চুটি-চাপৰ অইন এজন ডেকালৈকে আঙুলিয়াব পাৰি। জালাল ককায়ে কেতিয়াও কাৰো এডাল পৰি থকা শুকান জেং খৰিকে গিৰিহঁতৰ অনুমতি নোলোৱাকৈ নিনিছিল, কিন্তু অকাই কাৰবাৰ চোতালেদি দিন-দুপৰীয়া গ'লেও লোটাটো-ঘটিটো বা চোলাটো-চেলেংখন হাতত নিনিয়াকৈ যাব নোৱাৰিছিল। চুম্বকত লো লগাৰ দৰে অকাৰ হাততো তেনেবোৰ বস্তু লাগিযে গৈছিল। চুৰি মোকৰ্দমাৰ তদন্ত কৰিবলৈ গাঁৱলৈ চিপাহী-পুলিচ আহিলেই মানুহে কৈছিল—'অকাক বিচাৰি আহিছে'—বুলি। পুলিচৰ লগত অকাৰ আকৌ দোস্তিও কম নহয়। কাৰণ তাৰপৰা পুলিচেও টকা-পইচা, সোণৰ মোহৰ, গহনা, জেপ-ঘড়ী আদি মাজে-সময়ে পায়। ঘৰত সিন্ধি খন্দাৰেপৰা গছৰ তামোল-নাৰিকল চুৰ কৰালৈকে গাঁৱত কিবা প্ৰকাৰৰ চুৰি হ'লেই পুলিচে, খবৰ পোৱা মাত্ৰে, হকবক নোহোৱাকৈ অকাক ধৰি নি জেৰা কৰে আৰু কিল-ভুকু শোধায়। গাঁৱৰ মানুহে কাৰবাৰ কিবা হেৰালেই ভাবিছিল অকাই নিলে পুলিচ আহিলেই ভাবিছিল অকাক নিবলৈ আহিছে। অকাও আকৌ কম নহয়। কাৰবাৰ কিবা হেৰোৱা বুলি খবৰ পালে সি নিজে গৈ সেই গাঁৱত সোমাই ঘৰে ঘৰে এপাক মাৰি কৈ আহে—'ভাইহঁত, কোনে নিছা ঘূৰাই দি ; অনাহকতে অকাৰ পিঠিত পুলিচৰ কিল নেপেলাবি' ; ইত্যাদি। পুলিচৰ মাৰ-কিল খায়ো অকা কিন্তু সদায় উল্লাসিত হৈ হাঁহিমুখে থাকিছিল। মাৰ-কিলক সি একো বুলিয়ে নাভাবিছিল। সি কৈছিলেই—'ঈশ্বৰে দিয়া পিঠি, সিহঁতৰো ঈশ্বৰে দিয়া হাত , মাৰক দে'।

এদিনৰ জাৰ-কালিৰ ঘটনা। কথা নাই বাৰ্তা নাই অকাই আহি উমা চৌধুৰীক চোতালতে বহি ৰ'দ লৈ থাকোঁতে পিঠিত লেখি লেখি চাৰিটা গেমেহ্য ভুকু শোধাই

আধামৰা কৰি পেলাই থৈ গৈছিল। তাকে লৈ গোটেই গাঁওখনত তুমুল তোলপাৰ লাগি পৰিছিল ; কাৰণ মুছলমানে মাৰিলে 'বাদ' লাগে আৰু বিধি চাই ৰাইজক ভোজভাত দি উদ্ধাৰ হ'ব লাগে। মুছলমানক মাৰিলেও সেই একে কথা ; মাৰোঁতাজনেহে ভোজভাত দি প্ৰায়শ্চিত্ত হ'ব লাগে। চৌধুৰী বুঢ়াৰ ঘটনাটো সম্পৰ্কে পিছতহে শুনিছিলোঁ যে তেওঁ হেনো তাৰে কেইদিনমান আগতে এটা ডকাইতি কে'চত অকাও জড়িত থকা বুলি পুলিচক লগাইছিল। পুলিচে কিন্তু প্ৰমাণ পাইছিল যে অকা সেইদিনা ঘটনাৰ সময়ত পুলিচৰ লগতেই আছিল। অকাই সেই কথাটো পুলিচৰপৰাই গম পাইছিল। গতিকে 'পূৰ্বশত্ৰু মনে জানি, কামদেৱে শৰ হানি, শঙ্কৰক কৰিলা বিমোহ' বোলাৰ দৰে সিও মৰণত শৰণ দি তেনেকৈয়ে প্ৰতিশোধ লৈছিল। চৌধুৰীয়ে কিন্তু কিয় তেওঁক অকাই মাৰিলে প্ৰথমে জানিব পৰাই নাছিল।

মোৰ জন্মদাত্ৰী মায়ে মই ইস্কুললৈ যাবলৈ ধৰাত মাজে-সময়ে তেওঁৰ চুবুৰীৰে লগৰীয়া দুই-এগৰাকী মহিলাক এইদৰে কোৱা শুনিছিলোঁ—'হওঁতে হয়, আমাৰ লিকিৰাও (ল'ৰাও) আজি কিছু দিনৰপে (দিনৰপৰা) ইস্কুলক যাবা ধৰ্‌ছি। পিছে আমি অভাগিনীৰ পোৱে জানো কোনবা দিনা পঢ়ি-শুনি ডাঙাৰ (ডাঙৰ) মানুহ হৈ আমাক ৰঙা মেখেলা পিন্ধাবা পাৰ্‌বু ? আমাৰ কাৰণে সি শিয়ালৰ শিং, ঢেঁকীয়াৰ ফুল। সেইটো আমি সাধি আহা নাই। তেও পঢকচোন, কিজানিবা মাটিৰ পট্টাখানে চাই খাজানাখিনিকে নিজে নি মৌজাদাৰৰ তাত শোধাবা পাৰেই চৰকাৰী নোটিচখানকে পঢ়িবা পাৰেই। তাতকে বেছি আমাৰ নহলিও হ'বো'।

সেই সময়ত 'ৰঙা মেখেলা' মোৰ মনত কিবা মহা মূল্যবান বস্তু বুলি প্ৰতীয়মান হৈছিল · ভাবিছিলোঁ কেতিয়াবা সামৰ্থ্য হ'লে ৰঙা মেখেলা নো কি দুৰ্মূল্য বস্তু দেখা যাব আৰু এদিন নহয় এদিন মাইক ৰঙা মেখেলা পিন্ধাইহে এৰিম। পিছতহে ৰঙা মেখেলা, ৰঙা চুৰিয়াৰ তাৎপৰ্য্য বুজিব পাৰিছিলোঁ।

আগৰ দিনত ৰঙা চুৰিয়া আৰু ৰঙা মেখেলাৰ সমাজত বৰ মান আছিল। দেখিছিলোঁ—আমাৰ পিতায়ো গা ধুই উঠি ৰঙা চুৰিয়া সলাইহে কান্ধত গামোচা লৈ গৈ শুচিভাৱে ৰাইজৰ লগত ভোজভাত খাইছিল। ৰাইজৰ মানুহেও তেওঁক শুচি-সাত্বিক-সজ্জনৰ শাৰীত বহি খাবলৈ দিছিল। যাৰেতাৰে লগত ছোৱা-গাজাকৈ বহি বা শাৰীৰ মাজত সোমাই য'তে ত'তে তেওঁ নাখাইছিল। পিতাই ৰঙা চুৰিয়া পিন্ধি কান্ধত গামোচাখন পেলাই ল'লেই ভোজলৈ ওলোৱা বুলি আমি নিসন্দেহে জানিব পাৰিছিলোঁ। ক'ৰবালৈ খাবলৈ গলে সদায়ে তেওঁ মোক লগত নিছিল।

এইদৰে পিতাৰ লগত ময়ো সদায় ভোজলৈ গৈছিলোঁ। তেওঁ মোক তেওঁৰ ওচৰৰে এটা শাৰীত বহৱাই দি বা মই ভিজাই-দিয়া-কাপোৰ পিন্ধি গ'লে, কাষতে বহুৱাই লৈ খাবলৈ দিছিল। গাঁৱৰ ভোজবোৰত মই এটা কথা বৰ বেয়া পাইছিলোঁ। সেয়ে আছিল, চোতালত এশ-দুকুৰি মানুহে শাৰী পাতি খাবলৈ বহে। ভাত-আঞ্জা সকলোৰে পাতত বাঁটি দিয়া শেষ নোহোৱালৈকে কোনেও নাখায়। সেইটো বৰ

ধুনীয়া দৃশ্য। মোৰ খাওঁ খাওঁ লাগি থাকে যদিও বাইজৰ কালে চাই ভাতৰ পাতৰ কাষত বহি থকা মেকুৰীৰ দৰে নিৰলে বহি থাকোঁ। ইমানলৈ সকলো ভালেই। বেয়া কথাটো হৈছে—খাবলৈ সকলো সাজু হওঁতেহে মেলেকীয়ে ভোজদাতা গৃহস্থৰ কিবা সামাজিক দায়-জগৰৰ কথা থাকিলে আলচ কৰিবলৈ হঠাৎ উত্থাপন কৰে আৰু তেতিয়া বাদানুবাদ আৰম্ভ হয়। তেনেকৈ কেতিয়াবা তৰ্ক-বিতৰ্কতে এঘণ্টা-দুঘণ্টা পাৰ হৈ যায়। পাতৰ গৰম ভাত-আঞ্জা তেনেই চেঁচা হৈ যায়। কোনেও সিদ্ধান্ত নোহোৱালৈকে ভাত নাখায়। ল'ৰা-ছোৱালীবোৰৰ অৱস্থা তেতিয়া আটাইতকৈ বেছি পুতৌলগা হয় ! তেনে অৱস্থাত ভোজখৰীয়া গিৰিহঁতে নিৰুপায় হৈ যি দণ্ড দিব লাগে তাকে দি বাইজক সন্তুষ্ট কৰে। ই এটা নিষ্ঠুৰ ব্যৱস্থা। সকলোৱে আছিলোঁ যদিও তেতিয়া মই ভাবিছিলোঁ এইবোৰ বাদ-বদুৰাৰ বিচাৰ বাৰু ভোজৰ আগতে বা অন্য সময়ত অন্য ঠাইত নকৰে কিয় ? ই একো ভাল কথা নহয় ! সমাজত এনেবোৰ নিয়ম বেছি দিন টিকিব নোৱাৰে ।

ভোজত মোৰ ভাল লাগিছিল বজা-বঢ়াৰ অন্তত বাহকনিয়ে বাইজলৈ ভোজ্য সামগ্ৰী আগবঢ়াই গলবস্ত্ৰ হৈ কৰা সেৱা লোৱা কাৰ্য্য দেখি , বৰ ভাল লাগিছিল বাইজে একেলগে একে সময়তে খাবলৈ ধৰা সকলোৱে খোৱা হ'লেহে সকলোৱে একেলগে হাত-মুখ ধুবলৈ আৰম্ভ কৰা আদি ব্যৱহাৰ দেখি। সবাতোকৈ ভাল লাগিছিল বাইজৰ ভোজনৰ অন্তত গৃহস্থই বাইজক জনোৱা সনম্ৰ সাষ্টাঙ্গ প্ৰণাম দেখি আৰু তাৰ উত্তৰত—জয়-জয় ৰাম—ধ্বনিৰে সামৰা বাইজৰ উচ্চ স্বৰৰ উল্লাসিত হৰিধ্বনি শুনি। সিও এটা দৃশ্য ।

# পকা আমৰ বতৰত

আগতেই কোনোবাখিনিত কৈ কাঢ়ি থৈছোঁ যে লগৰীয়া-সমনীয়াৰ লগত খেলা-ধূলা কৰোঁতে কাজিয়া লাগিলে মই কেতিয়াও কোনো দিনে ক্ষুন্ন হৈ কান্দি-কাটি ঘৰলৈ নগৈছিলোঁ। কাৰণ তেনেকৈ যাব লাগিলে ছুৰি মোৰ পিঠিতহে ঔ পৰিছিল ; ঔ নপৰিলেও অন্ততঃ ঘৰতো মইহে পুনৰ গালি-খিজনি খাব লাগিছিল। সেয়ে কিন্তু পৰোক্ষভাৱে মোৰ অন্তৰৰ সাহসৰ শলিতাত বাৰুকৈয়ে তেল যোগাইছিল। তাৰে ফলত মই কোনো কামতে পাছ-হোঁহকা নামাৰিছিলোঁ ; মাৰ-কিল খাই হ'লেও আগুৱাইহে গৈছিলোঁ।

এদিনৰ কথা। ব'হাগ মাহ। গৰম পৰিব ধৰিছে। পকা আমৰ বতৰ। আমি ৭/৮ বছৰীয়া ল'ৰাবোৰে আমৰ তলে তলে ঘূৰি ফুৰিছোঁ। আমি মানে লীলা, জয়ৰাম, যাদৱ, ভাবিৰাম আৰু মই। আৰু দুই-এজন কোনোবা আছিল যদিও মনত নাই। আটায়ে গছৰ তলে তলে পকা আম বিচাৰি ফুৰিছোঁ। এনেতে হুৰ্‌কা বতাহ আহিল। ধুপুত্ ধুপুত্‌কৈ পকা আম সৰিবলৈ ধৰিলে। আমাৰ তেতিয়া স্ফূৰ্তি চায় কোনে ? কোনে আগে গৈ বুটলিব পাৰে তাকে লৈ অৰিয়াঅৰি। যেয়ে বুটলিব, সেয়ে পাব। গতিকে পুৰস্কাৰ বন্ধা আছে। ধুপ্ কৰি শব্দ হ'লেই সেইপিনে জাকেই গিৰ্‌গিৰ কৰি দৌৰ দিওঁ। আমাৰ সকলোৰে কাণ থিয়। বতাহ-বৰষুণ সোঁহাই অহা দেখি গৰু-গাই ঘৰলৈ দৌৰিছে , ডেকা-বুঢ়া সকলো ঘৰ চাপিছে। আমাৰ কিন্তু তালৈ কেৰেপ নাই। আমাৰ চকু-মন পকা আমত। সৰা পকা আমত।

আমাৰ নগুলাৰ ওচৰত থকা ডাঙৰ পুৰণি পুখুৰীটোৰ পাৰবোৰ আহল-বহল। চাৰওটা পাৰ জাম, বকুল, তেঁতেলী, শিলিখা, কৰ্দৈ, বেল, আমলখি, কদম আদি গছে ভৰা। আমৰ গছৰ সংখ্যা আটাইতকৈ সৰহ। প্ৰত্যেক জোপা আম গছৰে বেলেগ বেলেগ নাম আছে , যেনে—জালপানে খাইতী, চুৰাই খাইতী, কাঠুৰা, মেমে খাইতী, দহাকৰা, জহা ইত্যাদি। পুখুৰীৰ উত্তৰ আৰু দক্ষিণ পাৰ দুটা আকৌ আহল-বহলেই নহয়, চোতাল একোখনৰ দৰে শুকানো। গছ-গছনিও এই দুটা পাৰত বেছি। উত্তৰ পাৰে পুখুৰীৰ পাৰৰপৰা বিয়পি থকা পথাৰখনতে ব'হাগৰ দহ দিন যোৱাৰ দিনা দাৰোগাৰ ঘৰৰ দেউল (দৌলোৎসৱ) হয়। সেই দেউল আমাৰ মাটিতে হয় আৰু তাৰ যাৱতীয় খৰচ আমি বহন কৰোঁ। দক্ষিণৰ পাৰটোত আমাৰ চুবাটোৰ এটা ডাঙৰ উমৈহতীয়া গোসাঁইঘৰ আছিল। আজিকালি নব্য মেৰামতি লভি সি আকাৰত অলপ সৰু হৈছে। এইখিনিতে কৈ থওঁ—মঙ্গলদৈত নামঘৰক গোসাঁইঘৰহে বোলে। তাৰ কাৰণ হয়তো বহুত। অনুষ্ঠানটো বহুমুখী।

গোসাঁইঘৰত অকল নাগাৰা নাম, থিয় নাম, গোপিনী নাম আদি পুৰুষ-মহিলাৰ নাম-কীৰ্তনহে যে হয় এনে নহয়, তাত মেল-পঞ্চায়ত আদি বহে আৰু ৰং পূজা, মাৰৈ-পূজা, কালী- পূজা, সভা আদিও হয়। সেই কাৰণেই হ'ব পায় তাৰ নাম কেৱল নামঘৰ নহৈ গোসাঁইঘৰ হৈছে।

গোসাঁইঘৰ একেলগে দুটা। এটা সৰু, আনটো ডাঙৰ। ডাঙৰ গোসাঁইঘৰটো পুবা-পশ্চিমাকৈ আৰু তাৰ পুবে লগালগিকৈ আছিল সৰুটো। সৰুটো উত্তৰা-দিক্ষণাকৈ সজা। এখন নাওৰাই দুয়োটা লগ লগাই ৰাখিছে। সেইটো মণিকূটৰ দৰে। তাতেই গোসাঁইৰ পূজাৰ বেদী আৰু নামৰ থাপনা আছিল। সেই বেদীৰ ওপৰতে পূজাৰ প্ৰতিমাও থাপনা কৰা হৈছিল। সেইটোলৈ মানুহ চুৰাই-বাহী-গাই নাযায় ; গা-পা ধুই শুদ্ধ-শুচি হৈহে তাত সোমায়। ডাঙৰ গোসাঁইঘৰটোত নাম-কীৰ্তন হয়, মেল বহে, সময় বিশেষে ওজাপালিও উঠে।

ডাঙৰ গোসাঁইঘৰটোৰ সম্মুখতে পছিম ফালে দীঘলে-পুতলে প্ৰায় এশ-ডেৰশ ফুট মানলৈ মুকলি ঠাই। সেইখিনিকে গোসাঁইঘৰৰ খলা বোলে। সেই ঠাইখিনিত

কেতিয়াবা কেতিয়াবা ভাল বতৰত ওজা-ভাউৰীয়া আদি উঠে নাইবা ডাঙৰ সভা-সমিতি আদি বহে। মহাত্মা গান্ধীৰ অসহযোগ আন্দোলনৰ সময়ত তাত মেল-মিতিং নুগুচাই হৈছিল। তাৰ চাৰিওফালে, বিশেষকৈ পশ্চিমে আৰু দক্ষিণে বহুত গছ-গছনি। বিশেষকৈ আম, বেল, কৰ্দৈ, কদম, পলাশ আৰু ঔ গছ। বৰষুণ বতৰত সকলোৱে লৰি গৈ আশ্ৰয় লোৱা ঠাই সেই ডাঙৰ গোসাঁইঘৰটোৱেই। আমি সৰু সৰু ল'ৰা-ছোৱালীবোৰে বৰষুণ বতৰতো কেতিয়াবা তাত সোমাই লৈ কাণ উণাই আম সৰালৈ জোপ লৈ থাকোঁ। গোসাঁইঘৰৰ ফুল-চৌতিত খৈ (খড়ি) মাটিৰে লিখা আছিল—'যতো কৃষ্ণঃ ততো জয়ঃ'। 'সত্যৰ সদায় জয়'। ইত্যাদি। আমি সেইবোৰ খুঁটিয়াই খুঁটিয়াই পঢ়িছিলোঁ।

সিদিনাখন পিছে আবেলি বতাহ জোৰেৰে বৰলৈ ধৰাত আমি গোসাঁইঘৰত আশ্ৰয় লৈ তাৰ পশ্চিমে আৰু দক্ষিণে থকা আম গছবোৰলৈ কাণ আৰু নজৰ দি আছিলোঁ। ধপ্ কৰি আম সৰিলেই আটায়ে হাঁহ-কুকুৰা বা গৰু-ছাগলিৰ পাল লৰাদি একেলগে দৌৰ দিওঁ। যোনে আগে বোটলে তাৰে সেই আম। গতিকে কোনে আগবাঢ়িব পাৰে তাকে লৈ প্ৰতিযোগিতা। সাধাৰণতে যাৰ ফালে আম সৰে তাৰে বেছি সুবিধা : কাৰণ সি আগে দৌৰে আৰু আগবাঢ়ে। আগে গৈ আম বোটলে।

আগেয়ে কৈছোঁ, সিদিনা ধুমুহা বতাহ অহা সময়ত সময় আছিল আবেলি। পুখুৰীৰ দক্ষিণ পাৰৰ পূজা-খলা দাঁতিৰ অলপ নামনিত হঠাৎ কেইবাটাও আম একেলগে সৰা শব্দ আমি সকলোৱে শুনিলোঁ। খন্তেকো নৰৈ তৰিৎবেগে সকলোৱে সেইপিনে তৰানৰা ছিঙি দৌৰ দিলোঁ। যাদৱ আছিল আমাৰ ভিতৰত বয়সত আটাইতকৈ সৰু। সি আমাৰ বংশৰে, আমাৰ ঘৰৰ ওচৰতে সভাৰাম ককাইদেউৰ ল'ৰা। সি আমাৰ লগ নেৰে , আম পাওক নাপাওক আমাৰ লগত থাকে আৰু দৌৰে। ভাগ্যক্ৰমে আম সৰাৰ ফালে সি সিদিনা সকলোৰে আগত থিয় হৈ আছিল। গতিকে সি দলৰ আগে আগে দৌৰ দিলে। তাৰ পাছে পাছে সকলোৱে দৌৰিছে। দৌৰোঁতে সি অলপ দূৰ গৈ কেনেবাকৈ কিহবাত উজুটি খালে। লগে লগে সি হাম্‌খুৰি খাই পৰিল। তাৰ ওপৰতে এটা এটাকৈ কেইবাটাও পৰিল। ময়ো পৰিলোঁ। কিন্তু পৰি উঠি মই আনতকৈ আগে গৈ আম বুটলি ল'লোঁ। তাৰ পাছত পৰাৰপৰা সকলোবোৰ উঠি থিয়দণ্ডা দিলে ; কিন্তু যাদৱ পৰিয়ে থাকিল। সি ক'ৰবাত বেয়াকৈ দুখ পালে। আমি আটায়ে ধৰাধৰি কৰি তাক তুলিলোঁ। কিন্তু সি ঠেং পাতিব নোৱাৰা হ'ল। সোঁভৰিখনৰ কৰঙণৰ জোৰা লৰিল হ'বলা। এই খবৰ পাই বতাহ থমাত চাৰিও ফালৰপৰা মানুহ আহি সেই ঠাই ভৰি পৰিল। যাদৱক দাংকোলা কৰি কোনোবাই ঘৰলৈ নিলে। যাদৱৰ পিতাক সভাৰাম ককাইদেউ তেতিয়া ঘৰত নাছিল। ক'ৰবাৰপৰা কিছুপৰ পিছত আহি পালে। কোনোবাই তেওঁক ক'লে—'অতুল তাৰ ওপৰতে পৰিছিল আৰু সি উঠি গৈ আম বুটলি লৈছিল।' যাদৱৰ পিতাকে ভাবিলে—

অতুলেই মোৰ ল'ৰাৰ এই গতি কৰিলে। তেওঁ খণ্ডত তৰ্জন-গৰ্জন কৰি মোক মাৰিবলৈ বিচাৰি ফুৰিলে। মই ভয়তে পলাই গৈ ঢেঁকী-শালত লুকাই থাকিলোঁ। বুঢ়ী মায়ে বিচাৰি পাই মোক নি বৰঘৰৰ ভিতৰত দুৱাৰ জপাই লুকাই ৰাখিলে। পিতাই যাদৱৰ খবৰ ল'বলৈ সভাৰাম ককাইদেউৰ ঘৰলৈ যোৱাত তেওঁকো সভাৰামে অবাইচ বচনেৰে অপমানহে কৰিলে ; অৱশ্যে মাৰ-ধৰ কৰিবলৈ হাত নুতুলিলে। পিতাক তেওঁলোক সকলোৱে সদায় সম্মান কৰি চলে। তাৰ পাছত পিতা সিহঁতৰ ঘৰলৈ যাদৱৰ খবৰ ল'বলৈও যাবলৈকে এৰিলে। অইন মানুহেও তেওঁক যাবলৈ মানা কৰিলে , কাৰণ সভাৰাম ককাইদেউ গোঙোৰা প্ৰকৃতিৰ লোক ; বৰ খঙাল। ঠাণ্ডা অৱস্থাত ভাল, কিন্তু খং উঠিব লাগিলে গুৰু-গোসাঁই একো নামানে।

সেই সময়ত সমগ্ৰ ছিপাঝাৰ অঞ্চলত এখন মাত্ৰ ডাক্তৰখানা। তালৈ মানুহ সাধাৰণতে মেলেৰিয়া জ্বৰ বা পেটৰ অসুখৰ ঔষধ বিচাৰি যায়। মেলেৰিয়া জ্বৰ-বেমাৰীয়েই ডাক্তৰখানাত বেছি। সেইদেখি ডাক্তৰে কুইনাইন নাথাকিলে উপায় নাপাই চিৰতা তিতা ভিজাই থোৱা পানীকেই বটলত ভৰাই দাগ কাটি দিছিল। আমাৰ ওচৰৰে ৰাজখোৱা বুলি এটা মুছলমান ডেৰেছীয়ে সেই কাম কৰিছিল। তেওঁ আছিল তাহানিৰ বিখ্যাত মুছলমান ওঝা পৰশু শেখৰ চুবুৰীয়া মানুহ। লোকজন মুখৰ হাঁহিটোৰে সৈতে চুটি-চাপৰ বৰ সৰবৰহী লোক আছিল। সাধাৰণৰ মানত ৰাজখোৱা ডেৰেছীয়ে আছিল ছিপাঝাৰ ডাক্তৰখানাৰ সৰু ডাক্তৰ। তেওঁৰ সকলোৱে মানিছিল আৰু মৰম-শ্ৰদ্ধা কৰিছিল। তেৱোঁ গৈ যাদৱক ঘৰতে চাই আহিছিল আৰু গোপনে পৰামৰ্শ দিছিল—ডাক্তৰ অনাতকৈ বিখ্যাত গাঁৱলীয়া বৈদ বীণা গাঁওবুঢ়াকে লগোৱা ভাল হ'ব তেওঁ ঝিপিনা বান্ধি ঔষধ দি জৰা-ফুকা কৰিলে অতি শীঘ্ৰে ভাল হ'ব। কাৰ্য্যত সেয়ে হ'ল।

ইফালে যাদৱৰ ভৰি ভাগিল বুলি মানুহৰ মুখে মুখে ৰাষ্ট্ৰ হ'ল। ডাক্তৰ অনা নহ'ল। বীণা গাঁওবুঢ়াৰ আসুৰিক চিকিৎসাতে এমাহ মানৰ ভিতৰতে যাদৱে খোজ কাঢ়িব পৰা হ'ল। যাদৱ ভাল হ'ল যদিও সভাৰামৰ মনত এটা ধাৰণা হ'ল—মই যাদৱক ঠেলা মাৰি পেলাই দি তাক খচি-গৰকি ওপৰেদি গৈ আম বুটলিছিলোঁ আৰু যাদৱৰ ভৰি মই ইচ্ছা কৰিয়ে ভাঙিছিলোঁ। তেওঁ সেই হেতুকে মোৰো ভৰি ভাঙিহে এৰিব বুলি কৈ জোপ লৈ ফুৰিবলৈ ধৰিলে। তেওঁৰ এই কাৰ্য্য বহুতৰে চকুত পৰিল।

তেতিয়া পিতা আৰু বুঢ়ীমাইহঁতে ভয়তে মোক স্কুললৈ পঠাব এৰিলে। প্ৰায় ছমাহ কি এবছৰমান মোৰ স্কুললৈয়ে যোৱা নহ'ল। সভাৰামে হাবিৰ মাজত বাটৰ কাষত জোপ লৈ চুপি থকা বহুতে দেখি পিতাক কৈছিলহি। পিতাৰ তেতিয়া মনৰ ভয় আৰু সংশয় আৰু বাঢ়িছিল। তাতে মই আছিলোঁ তেতিয়া ঘৰখনৰ ভিতৰত একেটা ল'ৰা। মোৰ অভাল-ভালে ঘৰখনত ল'ৰা বুলিবলৈকে আৰু কোনো নাই। কিবা অঘটন ঘটিব লাগিলে পিতা-মাইহঁতৰ জলপিণ্ডৰেই মুদা মৰিব। গতিকে বিপদ

কেউপিনেদি। তাতে সেই সময়ত কোনোবা এজন গোসাঁইৰ হেনো সৰু ল'ৰা এটা শত্ৰুৱে মাৰি দলনিৰ তলত গুজি সুমুৱাই থৈছিল আৰু পুলিচেহে তাক বিচাৰি উলিয়াইছিল। এই গুজব মানুহৰ মুখে মুখে হৈ পৰিছিল। সভাৰামেও শুনা শুনাকৈয়ে কৈছিল—ময়ো তাক গোসাঁইৰ ল'ৰাৰ দৰে কৰিহে এৰিম। মোক সভাৰামক তেতিয়াহে চিনি পাব।—

দিন গৈ অহাত ঘটনাৰ অৱস্থাই অলপ শাম কাটিলে। যাদৱেও বাটে-পথে ওলাই-সোমাই ফুৰিবলৈ ধৰিলে। সিমানেই নহয় সি সকলোকে ক'বলৈ ধৰিলে—নাই নাই, অতুল দাদিয়ে (সি মোক দাদি বুলিছিল ; মানে দদাইদেউ বা খুৰা) মোক পেলোৱা নাছিল ; মই উঝাত (উজুটি) খাই পৰিছিলোঁ। মোৰ ওপৰত একেলা (অকল) দাদিয়ে নহয় গোটাইমখা লিকিবা (ল'ৰা) ঝাপা-উপুৰাকে (এটাৰ ওপৰত আনটোকে কাপোৰ জপাৰ দৰে) পৰিছিল। পিছত সিহঁত উঠি গ'ল—মই ঠেং ভাঙি পৰি ৰলোঁ। অতুল দাদিয়ে মোৰ ভৰি ভাংচি (ভাঙিছে) বুলিলি (বুলিলে) পাপ হবো (হ'ব)।—

যাদৱৰ এনে সৎ-সাহসৰ কথা মোৰ আজিও মনত পৰে। তেওঁ আজি ইহলোকত নাই। তেওঁৰ আত্মাই শান্তি লভক।

# পিতাৰ বিয়া

ভতিজা যাদৱৰ খোৰা ঠেং ভাল হোৱাৰ প্ৰায় ৯/১০ মাহ মান পাছত মোৰ মাতৃ-বিয়োগ হয়। গাঁৱৰ বহুত লোকে যাদৱৰ ভৰি ভগাৰ লগতে মোৰ মাতৃ-বিয়োগৰ কৰুণ কাহিনীটোকো সাঙুৰিব খোজে। মাই কি ৰোগত ঢুকাল আচলতে তাৰ সঠিক নিৰাকৰণেই নহ'ল। বহুতৰ ধাৰণা তেওঁক কোনোবাই কিবা গুণমন্ত্ৰ কৰি আহুদি খুৱাইহে মাৰিলে। সি যি হওক, মোৰ কাৰণে সি আৰু অধিক বেদনাদায়ক ; কিয়নো ময়ে হ'লোঁ কিজানি তাৰ হেতু। বনত বাঘ নহ'লেও মনত বাঘ। মাই মৰাৰ বহুত দিন পিছলৈকে মোক বহুতে কৈছিল—বাছা ঐ, তোৰ কাৰণেই মাৰে গ'ল ; তই ঘৰখনৰ নাম ৰাখিব লাগিব। ভালকৈ পঢ়াশুনা কৰিবি।—যাদৱৰ ভৰি ভগাৰ লগত মোৰ মাইৰ মৃত্যুৰ কিবা সম্পৰ্ক আছিল যদি ভগৱানেহে জানে। যাদৱ আৰু মই কিন্তু কোনো দিন তেনেকৈ ভৱা নাই।

কাৰবাক ভালকৈ এশিকনি দিব খুজিলে খং কৰি কোৱা হয়—তাক এইবাৰ বাপেকৰ বিয়া দেখুৱাইহে এৰিম। কিবা অঘটন ঘটিব খুজিলেও কোৱা হয়—সি

এইবাৰ বাপেকৰ বিয়া দেখিব। পিছে মই হ'লে সঁচাসঁচিকৈয়ে পিতাৰ বিয়া দেখিছিলোঁ। দেখিছিলোঁ হে চাব হ'লে পোৱা নাছিলো। তেতিয়া মোৰ বয়স আছিল সাত বছৰমান। মই আছিলোঁ পাঠশালা ইস্কুলৰ প্ৰথম নে দ্বিতীয় শ্ৰেণীৰ ছাত্ৰ। নক'লেও হ'ব যে পিতাই মোৰ নিজৰ মাইৰ লগত পতা বিযাখন মই দেখা নাছিলোঁ ; দেখিমে বা কেনেকৈ ? মই দেখা বিযাখন আছিল মাহীমাৰ লগত হোৱা পিতাৰ দ্বিতীয়খন বিয়া। সেইখন বিয়া মই আলেঙে আলেঙেহে চাইছিলোঁ। কওঁ বাৰু।

বিয়াখন যথেষ্ট ধুমধাম কৰি পতা হৈছিল। বিয়াৰ এমাহ আগৰপৰা গাখীৰ লগোৱা, খৰি ফলা, ঢুলীয়া-দুলীযা-হাতী-ঘোঁৰা আদি বিচৰা মানুহৰ আমাৰ ঘৰলৈ আহ-যাহৰ লেথেৰি-নিছিগা সোঁত বৈছিল। মই জনাত মোৰ জন্মদাত্ৰী মাতৃ সেই সময়ত সম্পূৰ্ণ সবল, সুস্থ আৰু কৰ্মক্ষম আছিল। তেওঁৰো হেনো সেই বিয়াত সম্পূৰ্ণ সন্মতি আৰু সহযোগ আছিল। কিয় আছিল সি বহুত কথা। তাৰে ঘাইটো হ'ল—পিতা তেতিয়া মোকে ধৰি সৰ্বমুঠ পাঁচোটি সন্তানৰ পিতৃ আৰুময়েই আছিলোঁ তেতিযা পিতা-মাতাৰ একমাত্ৰ বংশধৰ, ৪ৰ্থ সন্তান। ঘৰখনত অন্ততঃ দুটা পুত্ৰ সন্তান লাগে, কাৰণ এটাৰ অভালভালে আনটো থাকিব, এয়ে আছিল সেই সময়ত গাঁওঁৰ সমাজৰ কথন-মথন। বয়োজ্যেষ্ঠ দুই-এজনৰ উপদেশো আছিল সেয়ে। তেনে স্থলত মায়ে ভগৱানত ধিওবাত বাহিৰে সন্মতি নিদি সহযোগ নকৰি কৰিবয়ে বা কি ?

আগতে উল্লেখ কৰা হৈছে যে পিতাৰ পিতাক সৰুৰাম পাটগিৰি দুটা মৌজাৰ মৌজাদাৰ আছিল, লোক্ৰাই মৌজা আৰু ছিপাঝাৰ মৌজা। তেওঁৰ বেলেগতীয়া ভাযেক আত্মাৰাম বৰুৱা আছিল কুৰুৱা-বাহজানি মৌজাৰ মৌজাদাৰ। সেই কাৰণে মানুহে আমাৰ ককাদেউতাক ডাঙৰ পাটগিৰি আৰু ভাযেক আত্মাৰাম বৰুৱাক সৰু পাটগিৰি বুলিছিল। এইখিনিতে কৈ থোৱা ভাল যে আমাৰ বংশটোক মঙ্গলদৈ অঞ্চলত দাৰোগাৰ ঘৰ বা দাৰোগাৰ বংশ বোলে। তাৰ কাৰণ ককাদেউতাৰ ককাই-ভাই তেওঁৰে সৈতে আছিল ছজন। তেওঁলোক ক্ৰমে (১) সিদ্ধি (২) কানীয়া ডেকা (৩) মণিৰাম (৪) সৰুৰাম (৫) আত্মাৰাম আৰু নুমলীয়া জন—(৬) পদোৰাম। তেওঁলোকৰ ভিতৰত মণিৰাম আছিল তৃতীয় আৰু মুখিয়াল। তেওঁক সকলোৱে মানি চলিছিল। তেওঁ পুলিচৰ ইন্‌স্পেক্টৰ কাম কৰিছিল। বাহিৰত তেওঁক জনসাধাৰণে বৰদাৰোগা বুলিছিল। তেওঁৰ নামেৰেই বংশটোৰ নাম দাৰোগাৰ ঘৰ। আজিকালি পুলিচৰ চাকৰিযাল বুলিলে মানুহে পোনতে অন্তৰেৰে বৰ বেছি শ্ৰদ্ধা কৰিব নোখোজে। তাৰ ঘাই কাৰণ, সেই চাকৰিৰ বহুতে কৰ্তব্য কৰোঁতে ক্ষমতাৰ অপপ্ৰয়োগ কৰে। সেই হেতুকে এজনৰ কাৰণে আনসকলে অপযশ পায়। তাকে বোলে— এক বৰাই ধান খায়, এক বৰাই হান খায়।—পিছে বৰককাদেউতা মণিৰাম দাৰোগাৰ সুখ্যাতি সুনামৰ কথা হ'লে আজিও মঙ্গলদৈ অঞ্চলৰ ওজা-ভাওৰীয়াই লোকগীতত গায়। সেই সময়ত বৰদাৰোগাৰ ক্ষমতা আছিল অসীম আৰু তেওঁ একোখন

জিলাতকৈও ডাঙৰ অঞ্চল একোটাৰ দায়িত্বত আছিল। মণিৰাম দাৰোগা চোৰ-ডকাইতৰ যম আৰু সাধু-সজ্জনৰ পৰম বন্ধু আছিল বুলি সুখ্যাতি আছে। দূৰৰ সাধু-সন্ন্যাসীয়েও হেনো তেওঁৰ ঘৰ বিচাৰি আহিছিল। বংশটোত তেওঁ নিজে আছিল বৰদাৰোগা, তেওঁৰ দুজন ভায়েক তিনিখন মৌজাৰ মৌজাদাৰ, এজন ভায়েক মণ্ডল, এজন বণিক আৰু তলৰজন সকলোৰে আদৰুৱা ভায়েক কৃষক। সকলোৱে পৃথকে খাইছিল যদিও আৰ্জন-ভগনৰ কাৰো একো হিচাব নাছিল। লাগ বুলিলেই যেই সেই এজনে নিজৰপৰাই ধন দি কাম চলাইছিল।

ই আছিল উনবিংশ শতিকাৰ শেহৰ ২/৩ দশকৰ কথা। সেই সময়ত এবাৰ অসমৰ বিভিন্ন ঠাইত ক'লাজ্বৰৰ প্ৰকোপ অতিপাত চৰিছিল। একোটা অঞ্চল ক'লাজ্বৰে মানুহ মাৰি নি তেনেই শ্মশানত পৰিণত কৰিছিল। আচৰিত কথা এই যে এই বংশটোৰো কনিষ্ঠ ভ্ৰাতা পদোৰামত বাহিৰে বাকী আটাইকেইজন দহ-পোন্ধৰটামান বছৰৰ ভিতৰতে মৰি উচ্ছন্ন হৈছিল। তেতিয়া ডাক্তৰখানা বা ঔষধৰো ব্যৱস্থা নাছিল। গাঁৱৰ বৈদ্যই সৰ্ব ৰোগৰ ধন্বন্তৰি। পূজা-সেৱা, নাম-কীৰ্তনে সকলোকে বুকত বল দিয়ে।

তেতিয়াৰ দিনৰ মৌজাদাৰ আকৌ অকল মৌজাদাৰ হাকিমেই নাছিল, সৰু সৰু একোজন ৰজা বা জমিদাৰৰ দৰে প্ৰতিপত্তিশালী লোক আছিল। দুটা মৌজাৰ মৌজাদাৰ আমাৰ ককাদেউতা সৰুৰাম পাটগিৰি তেনে এজন বৰলোক আছিল। নক'লেও হ'ব যে ককাৰ মাটি-বাৰী, সা-সম্পত্তি অযশ্ৰ আছিল। পত্নীও আছিল দুগৰাকী এগৰাকীৰ নাম অপতি আনগৰাকীৰ নাম বৰুৱাৰ জীয়েক। কোন বৰুৱাৰ জীয়েক নাজানো। বৰুৱাৰ জীযেকৰ সতি-সন্ততি নাছিল। অপতিয়েই আছিল পিতাৰ মাক। তেওঁৰ আৰু দুজনী ছোৱালী আছিল, নাম ৰোহেই আৰু যোগেই ৰোহেশ্বৰী আৰু যোগেশ্বৰী। ৰোহেইক চপৰা গাঁৱত আৰু যোগেইক দাঁহীত বিয়া দিছিল। চপৰা ৭/৮ আৰু দাঁহী ৫/৬ মাইল দূৰ। প্ৰসঙ্গক্ৰমে উল্লেখ কৰা যায় যে সেই সময়ত একাধিক পত্নী ধন-সম্পত্তি আৰু প্ৰতিপত্তিৰ পৰিচায়ক আছিল। পিতাই দ্বিতীয়গৰাকী পত্নী বিযা কৰাৰ সিও এটা কাৰণ আছিল।

পিতা ছমহীয়া কেঁচুৱা হৈ থাকোঁতেই ককাদেউতাই ইহধাম ত্যাগ কৰে। ফলত উপযুক্ত লোক বংশত নথকা কাৰণে মৌজা কিছু বছৰ সৰবৰাহকৰ হাতত থাকি শেষত আনৰ হাতলৈ যায়। পিতা সাবালক হ'বলৈ নৌ পাওঁতেই মৌজা পৰৰ হাতলৈ গ'ল। গ'ল যে গ'লেই। ককা ডাঙৰ-মৌজাদাৰে হেনো সাত হাল (সাতখন হাল) বাইছিল আৰু ধানৰ ভঁৰালো তেওঁৰ আছিল সাতোটা। কেতিয়াবা কেতিয়াবা চখতে আগৰখন হালৰ মুঠিত ধৰি লৈ নিজে কেই-পাকমান বাই শুভাৰম্ভ কৰি দিছিল। কিছুদিনৰ কাৰণে তেওঁৰ হেনো দতাল হাতীও এটা আছিল। তেওঁ মৰাৰ পাছত হাতী চিকাৰত লাভৰ কাৰণে দিওঁতে মাউতে হাতী লৈ পলাল। ক'ৰবাত বেচিলেগে। গৰু-গাইও বহুত মৰিল। তেওঁৰ অবিহনে ঘৰখন তেনেই এৰাবাৰীত

পৰিণত হৈছিল। এটা কথা। বহুত দিনলৈ কিন্তু ঘৰখনৰ মান-গৌৰৱৰ ভেম এটা চলিয়ে আছিল। ককাদেউতাৰ মৃত্যুৰ পাছতো হেনো বছৰে বছৰে সাত দিনীয়া মাৰে, কালী পূজা, দেউল আদি বাঁৰী আইতাহঁতে পূৰ্ণ পয়োভৰে চলাই আছিল।

মোৰ মাইৰ লগত হোৱা পিতাৰ বিয়াখনৰ কথা মই নাজানো। মাত্ৰ শুনিছিলোঁ যে পিতাৰ ১৯ বছৰ বয়সতে বিয়া পাতি দি মাকহঁতে ঘৰখন ৰখাৰ ব্যৱস্থা কৰিছিল। মাইৰ বিয়াৰ কথা নাজানিলেও মাহীমাইৰ বিয়াৰ কথা মোৰ মনত আছে। তাকে কওঁ।

দাঁইীত বিয়া দিয়া যোগেশ্বৰী পেহী আমাৰ ঘৰলৈ সঘনে আহি আছিল। আমি তেওঁক পেহী নুবুলি বাই (বাইদেউ) বুলি মাতিছিলোঁ। সেইটো আমাৰ বৰ মৰমৰ মাত (সম্বোধন) আছিল। তেওঁ আমাৰ ঘৰখন সামৰি-সুতৰি তাৰ বৰ তদাৰক লৈছিল। পিতাৰ মনৰ কিবা ইচ্ছাৰ উমান পায়েই হ'বলা তেৰেঁই পোন প্ৰথমে পিতাৰ দ্বিতীয় বিয়া এখন পাতিবলৈ আগ্ৰহ দেখুৱাইছিল। মোৰ তেতিয়া বয়স ৬/৭ বছৰ হ'ব। মোৰ জন্মদাত্ৰী মাতৃদেৱীক তেওঁ এনেকৈ বুজোৱা শুনিছিলোঁ—বৌ, ইমান ডাঙৰ এই ঘৰখানত একেলাই তোমাৰ বৰ দুখ। এনেকে একেলাই-একেলাই হাথীয়ে-মুইহে (হাতীয়ে-ম'হে) খুঁজি (খুঁজি) আৰু কিমান দিন সংসাৰ পাতি থাক্‌বা ? ককাইকলেগি (ককাইদেউলৈ) আৰু এটা কইনাকে বিয়া কৰেই আনো দে । তাই তোমাৰ বৈনাৰেৰ (ভনীয়েৰাৰ) দৰে হবো। তুমি তেতিয়া কামতো আহিধেৰিয়া (সহায়) পাবা। তোমাৰ এই খীয়া (জীয়াৰী) তিন্‌টা উলেই দিলি (উলিয়াই দিলে) তহুঁৰ (তহঁতৰ) ইমানগিলা সম্পত্তি খাবো কোনে ? এই জম্বুদ্বীপখান তুমি একেলাই সামেৰবা (সামৰিবা) কেন্‌কে ?'. আৰু অনেক কথা। মাই তেতিয়া 'হবো দে তেন্তে' বুলি একে আষাৰে সঁহাৰি দিছিল। আমি তেওঁৰ এই কথাবোৰৰ আলু-তালু একো নাপাম বুলি ধৰি লৈ আমাৰ আগতে তেওঁ এই কথাবোৰ পাতিছিল। আমিও সাধুকথা শুনাদি শুনি বহইচ পাইছিলোঁ।

মোৰ মাহীমাৰ গাঁওখনৰ নাম হাউলী। ৰাজা-হাউলীও বোলে। দৰঙী ৰজাৰ হাউলী মোহনপুৰৰ ওচৰতে। আমাৰ ঘৰৰপৰা ১০।১১ মাইল দূৰ। গাঁওখনৰ আৰু এটা নাম সুস্তিহাৰা। বৰ অৰ্থসূচক নাম। দৰঙী ৰজাৰ মোহনপুৰ ৰজা হাউলীৰ গাতে গা লগাই থকা গাঁও। পিছে দৰঙী ৰজাসকলৰ শেষৰ কেইজনমান ৰজা বৰ অত্যাচাৰী আছিল হেনো। ৰজা-হাউলীৰ ওচৰেদি কোনো লোকে যদি আঁঠুৰ নামলৈকে ওলোমাই ধুতি পিন্ধি যায় তেনেহ'লে তাৰ বাধানা লাগিল । ৰজাৰ দূতে ধৰি নি ৰজাৰ আগত শোধাই দিয়ে। ৰজাই বিশেষ বাছ-বিচাৰ নকৰাকৈ সেই মানুহৰ আঁঠুৰ খিলা কাঢ়ি পেলাবলৈ আদেশ দিছিল হেনো। এইদৰে চকু-কঢ়া, আঁঠুৰ খিলা কঢ়া, ভগিনাত বেত মেলা আদি উগ্ৰ শাস্তি সাধাৰণ কথা হৈ পৰিছিল। গতিকে মানুহে ৰজাঘৰীয়া লোকক যম দেখা দিছিল আৰু সেই বাটেদি বাৰলগীয়া হ'লে জীউ টোপোলা বান্ধি লৈ গৈছিল। ৰজাহাউলীৰ ওচৰত থকা গাঁওখন

পালেগৈয়ে বাটকৰাৰ ভয়ত চুৰ্ত্তিজ্ঞান (সৃত্তি) হেৰাইছিল। গতিকে সেই গাঁৱৰ নামেই হৈ পৰিছিল সৃত্তিহাৰা বা সৃত্তিহৰা গাঁও। ৰাজশক্তি হ্ৰাস পোৱাৰ লগে লগে মোহনপুৰৰ ওচৰৰ ঠাইবোৰ ক্ৰমে ঘোৰ অৰণ্যত পৰিণত হ'ল। ইমানেই হ'ল যে তাত দিনতেই বাঘ ওলাব ধৰিলে। বনৰীয়া হাতীও থাকিবলৈ ল'লে। তাৰে এক অংশকে বোলা হৈছিল সাতসৈয়া হাবি। এই সাতসৈয়া হাবি এৰাই গৈহে আমাৰ মাহীমাৰ গাঁও সৃত্তিহাৰা পোৱা যায়। দৰঙী ৰজাৰ নিজাভগীয়াকৈ ৰখা লাখেৰাজ, নিষ্পিখেৰাজ জমিৰে এই দশা হৈছিল ।

মাহীমাৰ বিয়াৰ দিনা সেই হাবিৰ মাজেদিয়ে বিয়াঘৰীয়া সৃত্তিহাৰালৈ গাব লাগিছিল। বহু দূৰ বাট গৈ গৈ প্ৰায় দোভাগ ৰাতিহে বিয়াঘৰীয়া সেই অৰণ্যত প্ৰৱেশ কৰিছিল। বিয়াৰ দলটোত খোজ কাটি যোৱা, হাতীত যোৱা, ঘোঁৰাত যোৱা, ঢুলীযা, কালীয়া আদি মানুহ বহুত আছিল যদিও মাজনিশা সেই হাবিৰ লুংলুঙীয়া বাটেদি আগবাঢ়ি যাওঁতে প্ৰত্যেকৰে ভযত জীউ টোপোলাবন্ধা আছিল। পিছে য'তে বাঘৰ ভয়, ত'তেই বোলে ৰাতিও হয়। ইয়াতো সেয়ে হ'ল। 'আইৰ ঘৰলৈ যাম, দুয়ো হাতে খাম , বিধিয়ে বোলে মই লগে লগে যাম'—হ'ল। সদলবলে যোৱা বিযাঘৰীয়াই অলপ দূৰত বাটৰ ওচৰতে থকা বাঁহগছৰ জোপোহা এটাকে বনৰীয়া হাতীয়ে চুপি থকা বুলি (জোপ লৈ থকা বুলি) ভয় খাই ঢোল-তালৰ শব্দ বন্ধ কৰি থমকি ৰৈ আছিল ঃ আগুৱাবও নোৱাৰে, পাছুৱাবও নোৱাৰে।

বিয়াঘৰীয়াৰ লগত এটা ডাঙৰ দঁতাল হাতীও নিয়া হৈছিল। সিয়ে আছিল বিয়াঘৰীয়াৰ ঘাই সাৰথি, বিপদৰ বন্ধু। তাৰ পাছে পাছে যোৱাতেই সকলোৰে সাহ। খাটা মহাজনৰ এই দঁতাল হাতীটোৰ কথা সকলোৱে জানিছিল। খাটা মহাজনৰ দঁতাল বুলিলে বুলিবৰ নাই। প্ৰকাণ্ড হাতী। তথাপি বনৰীয়া হাতীৰ লগত হাবিৰ মাজত সি ফেৰ পাতিব কেনেকৈ ? গতিকে সকলো নীৰৱে থাকিল। সকলোৱে প্ৰমাদ গণি ঈশ্বৰত ভৰসা কৰিবলৈ ধৰিলে।

আধা ঘণ্টামান ৰৈ থকাৰ পাছত ভাগ্যক্ৰমে কৃষ্ণপক্ষৰ জোনে আকাশত ভৈয়াম দি আহিল। জোনৰ ক্ৰমে বাঢ়ি অহা পোহৰত দেখা গ'ল—সেইটো এটা কঁটা-বাঁহৰ (কোঁটোহা বাঁহৰ) চোপহে (জোপহে) ; বনৰীয়া হাতী নহয়। বিয়াঘৰীয়াৰ মনৰ ডাৱৰ আঁতৰিল। জোনৰ পোহৰত হাবি-বন জিলিকি উঠাৰ দৰে মনবোৰো উজ্জ্বল হ'ল। বিয়াঘৰীয়াই তেতিয়া লাহে লাহে কইনাঘৰলৈ বুলি পুনৰ জয়যাত্ৰা আৰম্ভ কৰিলে।

কইনাঘৰত সকলো যা-যোগাৰ ঠিক আছিল। দৰাঘৰীয়া গৈ পোৱাৰ লগে লগে যথাৰীতি দৰা আদৰি নিলে। কোনোমতে ৰাতিৰ ভিতৰতে বিয়া শেষ হ'ল। সেই পৰিস্থিতিত 'থোপাই নমো' কৰিছিল যদিও পুৰোহিতেহে জানে।

এষাৰি বচন আছে বোলে 'ঘৰমুৰা ঘোঁৰা, বনমুৰা বৰা।' ঘোঁৰাক বোলে ক'ৰবাৰপৰা ঘৰলৈ উভতি আহোঁতে ভৰিবে খুঁচিবৰ দৰকাৰ নাই—আপোনা-আপুনিয়ে সি উলাহত উৰি আহে। ক'ত খোজ দিয়ে ক'বই নোৱাৰে। পথাৰৰ

মাজেদি এখন বন এৰি অইন এখনলৈ বুলি দৌৰ দিয়া গাহৰিবো সেই একে কথা। পোনে পোনে দৌৰ দিয়ে ঃ সম্মুখত কি আছে নাচায়। কইনা লৈ উভতি ঘৰমুৱা হোৱা দৰাঘৰীয়া সমদলবো সেই একে কথা। বাটত বোৱা-বোই নাই।

দৰাঘৰীয়া উভতি আহি আমাৰ ঘৰ পাওঁতে পাওঁতে প্ৰায় এপৰমান বেলি হৈছিল। ইফালে বাট চাই থকাসকলৰ চিন্তাৰ অন্ত নাই। এনে সময়ত দৰাঘৰীয়া আহি পোৱাত দৰা-কইনাক আদৰিবৰ কাৰণে গোটেই ঘৰখনত তেনেই খদম্‌দম লাগি পৰিছিল। দৰা আহিছিল হাতীত, কইনা দোলাত। কইনা আনিবৰ কাৰণে দাঁহী গাঁৱৰ দুলীয়া, দাবেলিভাৰী আদি বহুত দিন আগতে বয়না দি বন্দবস্ত কৰি ৰখা হৈছিল। এই কামৰ দায়িত্বত আছিল আমাৰ ডাঙৰ ভিনিহি তচিল ডেকা। তেওঁবো ঘৰ দাঁহীৰ যোগেশ্বৰী পেহীৰ ওচৰতে। দৰা-কইনা আহি পোৱাত বাহী-বিয়াৰ উলহ-মালহ এটা বেলেগ পৰ্ব। সিও এখন বিয়াযে। তাৰ কথা পৃথকে ক'ম।

# মাহী আইৰ বাহী বিয়া

পিতাৰ বিয়া চাম বুলি বহুত দিন আগৰেপৰা মোৰ মন উলাহত উদ্‌বাউল হৈ আছিল। কেতিয়া সেই দিনটো আহে, কেতিয়া খাটা মহাজনৰ দঁতাল হাতীৰ পিঠিত উঠি গৈ পিতাৰ বিয়াখন চাব পাৰোঁ সেয়ে হৈ পৰিছিল মোৰ দিনৰ চিন্তা, ৰাতিৰ সপোন। কাকো নকওঁ যদিও মনটোৱে অলপ আজৰি পালেই তাকে লৈ খেলা কৰি থাকে।

পিছে, সেই দিনটো নো নহাই থাকিব নে ? আহিল। এদিন কেঁৰা দুপৰীয়া হাতীও আহি আমাৰ নঙলাৰ মুখত থিয় হ'ল। বিয়াৰ উখল-মাখলৰ মাজতো মায়ে নিজ হাতে হাতীক ধান এখখুৰী (এখৰাহি) আৰু পকা আঠীয়া কল একাধি দি আদৰণি জনালে। তাৰ পাছত মাউতে হাতীটো নঙলাৰ মুখৰ আমৰ গছত বান্ধিব খুজিছে, এনেতে পিতাই মাউতক ক'লে—বাপাক (মোক পিতাই সদায় বাপা বুলি মাতিছিল ঃ নাম নাকাঢ়িছিল) অলপ হাতীত তুলি লৈ গাঁওখনত এপাক ঘূৰাই আনি আমৰ গছত বান্ধি থোৱা আৰু তুমি হাত-মুখ ধুই জা-জলপান খোৱা।

হাতী বৈঠ পৰিল। মই হাতীত উঠিলোঁ। মোক তেতিয়া পায় কোনে ? হাতীত উঠি লৈ লগৰীয়া-সমনীয়াবোৰক মাটিত থকা দেখি ভাবিছিলোঁ—সিহঁতৰ কাৰো বাপেকে বিয়া পাতিব পৰা নাই—সিহঁত হাতীত উঠিব কেনেকৈ ? মুখেৰেও হয়তো তেনে ভাবৰ ৰব-কথা দুই-এটা প্ৰকাশ নকৰাকৈ নাছিলোঁ। কৈছিলোঁ যদিও মনত নাই।

পিছে মোৰ ভাগ্যত হ'লগৈ কিবা বোলে নে—'সাজিলোঁ কাচিলোঁ নগাই নিব বুলি, নগায়ো নিনিলে মাজ ডাঙৰ বুলি'—বোলাৰ নিচিনা। মই বিয়ালৈ যাব নাপালোঁ। যথা সময়ত মোক বিয়ালৈ যাব নিদিলে। কোনোবাই কোৱাৰ দৰে মোৰ ভাগ্যত হ'ল—'দৈ গাখীৰৰ খলৌ-মলৌ, মুখৰ হুতাহ মুখতে পলোঁ'। বুঢ়ী মায়ে বাইদেউহঁতকো বহুত বুজাই-বৰাই, ফুচুলাই-ফাচালাই ঘৰতে ৰাখিলে বিয়াৰ দলৰ লগত যাব নিদিলে। পিছতহে ডাঙৰ হোৱাত জানিব পাৰিছিলোঁ পুতেক-জীয়েকবোৰে বোলে মাক-বাপেকৰ বিয়া চাব নাপায়। নিষেধ। চালে পাপ লাগে , প্ৰায়শ্চিত্ত হ'ব লাগে। গতিকে আমাক সেই পাপ-লগা কামটোৰপৰা বুঢ়ীমাইহঁতে বিৰত কৰিলে। পিতাই মোক হাতীত তুলি গাঁৱৰ ভিতৰতে চক্কৰ মৰাইছিল কিয় পিছতহে বুজিব পাৰিছিলোঁ।

বিয়ালৈ নগ'লোঁ হয়, সেই বুলি কিন্তু নিৰলে ভিজা মেকুৰীটো হৈ আমন-জিমনকৈ বহিও নাথাকিলোঁ। সমনীয়া বন্ধু জয়ৰামৰ লগ লাগি দুয়ো আলচ কৰি এটা তলখুচৰীয়া কাম কৰিলোঁ। এটা মেকুৰী বিচাৰি ধৰি আনি ভাত-মাছ খুৱাই পল' এটাৰ তলত সুন্দৰকৈ বান্ধি ৰাখিলোঁ।

পিছদিনা যথা সময়ত বিয়া-ঘৰীয়া দোলাত কইনা লৈ উভতি আহিল। দৰা-কইনাক আদৰাত সকলো ব্যস্ত। ইফালে বেলি গৈ কৈঁৰা দুপৰ হ'ব খুজিছে। লৰালৰি কৰি ৰভাৰ তলত যথাৰীতি বাহী বিয়া পতাত সকলো লাগি গ'ল। ঘৰখনত উথপ্-থপ্ লাগিল।

বিয়ালৈ যাব নোপোৱাসকলে বাহী বিয়াতেই আচল বিয়াৰ চখ মিতায়। উলহ-মালহত গা ঢালি দিয়ে। সিদিনাও বাহী বিয়া যথা-নিয়মে আৰম্ভ হ'ল। আয়তীসকলে উৰুলি-জোকাৰ দিলে, গীত গালে, হাঁহি-খিকিন্দালি কৰিলে আৰু কত কি ! দৰা-কইনাই বাটি ঘূৰালে, আঙঠি লুকালে, আগ-চাউল ছটিয়ালে, উঠা-বহা আৰু অনেক কিবা কিবি কৰিলে। ইতিমধ্যে গাঁৱৰ ডেকা-চেঙেৰা কিছুমানে বাৰীৰপৰা পাৰি অনা কেঁচা ম'তফলৰ (অমিতাৰ, মধুফলৰ) মালা গাঁথি চুলি-ডাঢ়ি পকা বুঢ়া-আদহীয়া দুই-এজোকজন বিয়া চাবলৈ অহা ৰঙিয়াল দৰ্শকক পিন্ধাই দি ৰং-ধেমালি কৰিছে। কোনোৱে আকৌ ডাঢ়ি-গোঁফ দীঘল হৈ থকা ভোবোকাৰ লোকৰ মুখত বগা শুকান পিঠাগুড়ি ঘঁহি দি হাঁহিৰ ঢৌ তুলিছে। চাৰিওফালে কেৱল ৰং-ধেমালি, হাঁহি-খিকিন্দালি !

আমি কিন্তু সেইবোৰত নাই। আমি মানে জয়ৰাম আৰু মই। আমি আছিলোঁ অইন এটা ধান্দাত। কিবা বোলে—অইনৰ অইন চিন্তা, বুঢ়ী বামুণীৰ কাণ দুখনৰহে চিন্তা !

হাতীটোক মাউতে তেতিয়া নঙলাৰ মুখৰ পুখুৰী-পাৰৰ আমগছ এজোপাত জিঞ্জিৰিৰে বান্ধি কলগছ খাবলৈ দি বিয়া-ঘৰলৈ জা-জলপান খাই অলপ জিৰণি ল'বলৈ গৈছিল। বিয়া ঘৰত বিয়া চোৱাই বিয়া চাইছে ; কথা-বতৰা পতাই কথা-

ৰভৰা পাতিছে। মিতিৰ-কুটুম্‌সকলৰ কিছুমানে ৰান্ধনি ঘৰত জা-জলপান খাইছে, কিছুমানে ইঘৰ-সিঘৰত মাত লগাবলৈ গৈছে। এই ছেগতে জয়ৰাম আৰু মই দুয়ো লগ হৈ এটা অঘটন ঘটালোঁ। আগ দিনাই ৰতনেৰে আছুতীয়াকৈ পল'ৰে বান্ধি থোৱা মেকুৰীটো আলফুলকৈ ধৰি হাতৰ তলুৱাত শুৱাই লৈ হাতীয়ে নেদেখাকৈ দুয়োৰো গাৰ আঁৰত নি ৰংমনে কলগছ খাই থকা হাতীটোৰ পিঠিলৈ জোৰেৰে দলিয়াই দিলোঁ। মেকুৰীটো হাতীৰ পিঠিত পৰিল। পৰি চোঁচৰি আহি হাতীৰ ঠেঙৰ মাজত সোমাই কুঁজুৰি-মুজুৰি হৈ প্ৰাণৰ ভয়ত ফোঁচ-ফোঁচাই 'মেও' কৰি উঠিল। হাতীয়ে চক খাই চৈধ্য ভুবন দেখিলে। সি চিয়ঁৰত গগন ফালিলে। চিয়ঁৰো চিয়ঁৰ বৰ অদ্ভুত চিয়ঁৰ। এনে বিকট কাণফলা চিয়ঁৰ লগালে যে বিয়া-ঘৰত মানুহৰ মাজত সন্ত্ৰাস উপস্থিত হ'ল। সকলোৱে ক'ত কি হ'ল বুলি ভয় খাই তৰানৰা ছিঙি দৌৰি হাতীৰ ওচৰ পালেহি। হাতী আৰু মেকুৰীৰ সেই কাজিয়াখন দেখি সকলোৰে মাজত তেতিয়া প্ৰশ্ন উঠিল—কোন বাৰু এনে অঘাইতং ল'ৰা ? কাৰ এই বুদ্ধি ? কাৰ এই কৰ্ম ? মেকুৰী নিজে অহা নাই। কোনোবাই দলিয়াই দিছে। এই প্ৰসঙ্গত মোৰ নাম কোনোবাই উল্লেখ কৰাত অইন কোনোবাই কোৱা শুনিছিলোঁ—হ'ব তোন ! পিতাকৰ বিয়া হোৱা দেখি চলিৰ সুৰাগ চৰিছে। তাৰ কচুলা নুঠি কাৰ উঠিব ?—কথা বিষম যেন অনুমান কৰি মই চুচুক-চামাককৈ তাৰপৰা পলায়ুৰ্দ্ধং কৰিছিলোঁ—বোলে, যঃ পলায়তি, সঃ জীৱতি।

হাতীয়ে গাৰ ওচৰতে হঠাৎ মেকুৰী দেখিলে জীয়া যম দেখা দিয়ে আৰু চিয়ঁৰত কাণ ফালিব খোজে। সি ডাঙৰ জন্তু হৈও মেকুৰীক কিয় যম যেন দেখে তাৰ কাৰণটো সৰুতে এদিন পিতাই কৈছিল। গৰম-কালি গধূলি পৰত 'বঘাসুৰ বধ' পুথি সুৰ লগাই পঢ়ি ভাঙনি দিওঁতে কৈছিল। বঘাসুৰক ভীমে বধ কৰিছিল। বঘাসুৰৰ দুৰ্জয় সেনাপতি এজন আছিল, নাম সুৰকেতু। সুৰকেতুৰ বাহন আছিল এটা বিৰাট মাৰ্জাৰ অৰ্থাৎ মেকুৰী। কবি ৰামসৰস্বতীৰ বৰ্ণনাত সেই মেকুৰীটো ওখয়ে আছিল হেনো দুই যোজন, তাৰ মানে আঠ মাইল। মহাবীৰ অৰ্জুনেহে তাৰ লগত ৰণ কৰিব পাৰিছিল। আনৰ শৰে তাক (সুৰকেতুক) ঢুকিয়ে নাপাইছিল। ৰথ বা একো বাহন নথকা বনবাসী অৰ্জুনে মাৰ্জাৰ-বাহন সুৰকেতুৰ লগত যুঁজিবলৈ টান পোৱা দেখি দেৱৰাজ ইন্দ্ৰই পুত্ৰ অৰ্জুনক সহায় কৰিবলৈ তেওঁৰ নিজৰে বাহন ঐৰাৱতক পঠাই দিছিল। ঐৰাৱতৰ পিঠিত উঠি মহাবীৰ অৰ্জুনে মায়াবী দানৱ সুৰকেতুৰ লগত ৰণ কৰিছিল। সেই ৰণত এবাৰ অৰ্জুনে সুৰকেতুক বাণেৰে মূৰ্চিত কৰি তাৰ বাহন মাৰ্জাৰকো খোঁৱাকোৱা দেখুৱালে। তাতে মাৰ্জাৰৰ খং উঠাত সি গৈ এজেকাঁপে ঐৰাৱতক ধৰি ল'লে আৰু ঐৰাৱতৰ শুঁৰৰ ওপৰৰ মূৰটোৰপৰা হাতোৰাৰে খামুচি পাটিয়ে পাটিয়ে মঙহ খুঁকি পেলালে। তেতিয়া মৰোঁ-মৰোঁ হৈ ঐৰাৱতে মলমূত্ৰ ত্যাগ কৰি আটাহত মেদিনী কঁপাইছিল। অৰ্জুনে তেতিয়া দিব্য অস্ত্ৰ প্ৰহাৰ কৰি মাৰ্জাৰৰ প্ৰাণ লয়। তেতিয়াৰেপৰা হেনো ঐৰাৱতৰ বংশধৰ হাতীয়ে

আজিও মেকুৰী দেখিলেই ভয় কৰে আৰু আজিও সেই বাবেই হাতীৰ মুৰ ওখৰা-মোখৰা, উটুমা-উটুমি।

মাহী আইৰ বাহী গিয়া এইদৰে প্ৰায় শেষ হ'ল। আবেলি পিতাই এখন ওখ টুলত বহি মোক কোলাত তুলি লৈ মৰম কৰিছিল। মোক সেই বয়সত কোলাত লৈ মৰম কৰা পিতাৰ সেয়ে আছিল প্ৰথম। গতিকে ভালকৈ মনত আছে। তেওঁ মোক সুধিছিল—'আজি নকৈ বিয়া কৰাই অনা কইনাজনীক তুমি কি বুলি মাতিবা ?'—মই কৈছিলোঁ—'মাহে' বুলিবলৈ মায়ে কৈছে।'

—এবৰলৈ গৈছিলা নে ?

—গৈছিলোঁ।

—মৰম কৰিছিল নে ? চিনি পাইছিল নে ?

—মায়ে চিনাকি কৰি দিয়াত চিনি পাইছিল। মূৰত হাত বুলাই মৰমো কৰিছিল। আচলতে, ক'বলৈ পাহৰিছোঁ—মাহী বিয়াৰ পাছতেই মায়ে মোক মাহী মাৰ ওচৰলৈ লৈ গৈ কৈছিল—'এইটোৱেই আমাৰ ঘৰখানৰ একেটা লিকিৰা। ইয়াত আজিৰপৰা তোমাক সঁপি দিলোঁ। তাক চোৱা-চিন্তা কৰিবা। মমত কৰি চলাবা।'

সঁপি দিলো বোলাত কিয় জানো মোৰ আপোনা আপুনি চকু চলচলীয়া হৈছিল। মাইৰো চকুৰেদি চকু-পানী বৈ অহা দেখিছিলোঁ। মোৰ পাছত মোৰ বাইদেউহঁতকো তেনেকৈ নি তেওঁ চিনাকি কৰি দিছিল। মায়ে তেওঁৰ আগন্তুক মৰণৰ কথা কিবা উমান পাইছিল যদি নাজানো, মোৰ চকু কিন্তু অজ্ঞানিতভাৱেই অশ্ৰুৰে ভৰি পৰিছিল। অশ্ৰু মাহী আইৰ বিয়াৰ আনন্দৰ নে আসন্ন মাতৃ-বিয়োগৰ শোকৰ ? সিও এক পৰ্ব। সিও এটা সাঁথৰ ।

# হৰিষত বিষাদ

'কালি ৰাম ৰজা হ'ব, কত মনে আশ ,
কিন্তু কোনে ভাবিছিল হ'ব বনবাস ?'

বিধিৰ বিধান বুজা টান। বোলে—'ৰাজপুত্ৰ যায় বন, দৰিদ্ৰৰো সিংহাসন, চক্ৰবৎ দুখ-সুখ ঘূৰিছে সদায় , কালৰ কুটিল গতি বুজে কোনে ভাই' ? মোৰ সেয়ে হ'ল। পিতাৰ বিয়াৰ ঠিক এবছৰ পিছত মোৰ মাতৃ-বিয়োগ ঘটিল। এবছৰ নে ঠিক এবছৰেই, এদিনো কম, এদিনো বেছি নহয়। যমেও যে 'কেলেণ্ডাৰ' মানি হিচাপ কৰি কাম কৰে ভাবি আচৰিত হওঁ। এক ফাগুনৰ ষোল তাৰিখে পিতাই

মাহী আইক বিয়া কৰাই আনি ঘৰ সুমুৱাইছিল, ঘূৰি ফাগুনৰ ষোল তাৰিখে ঠিক সিমান পৰতে মোৰ জন্মদাত্ৰী মাতৃয়েও পৰলোকলৈ গতি কৰিছিল। মাই কি হৈ ঢুকাল সেইটোৰে প্ৰায় ধৰা নপৰিল। সেই সময়ত গাঁও-ভূঁইত চিকিৎসাৰ কাৰণে ডাক্তৰ-কবিৰাজো বেছি নাছিল। আচৰিত কথা শাওন-ভাদৰ ভৰ বাৰিষাৰ খেতিৰ পথাৰত ভূঁই ৰুই উঠি ঘৰখনক ৰান্ধি-বাঢ়ি খুৱাই চলাই-মেলি থকা স্বাস্থ্যৱতী মানুহগৰাকীয়ে ঘুঘুয়া জ্বৰ আৰু কাহত মাত্ৰ চাৰি-পাঁচ মাহ পৰি থাকিয়ে শেষ নিশ্বাস ত্যাগ কৰিছিল। দেখিছিলোঁ আসুৰিক চিকিৎসা অনেক হৈছিল। কবিৰাজীও নোহোৱাকৈ নাছিল ; তেতিয়াৰ সাধনা ঔষধালয়, শক্তি ঔষধালয় আদিলৈ চিঠি লিখি পিতাই আয়ুৰ্বেদী ঔষধো কিবা-কিবি মগাই আনি দিছিল। কিন্তু ডাক্তৰী চিকিৎসাহে একো সম্ভৱ নহৈছিল , কাৰণ দুমাইলমান দূৰত থকা ছিপাঝাৰ দাতব্য ঔষধালয় নামৰ ডাক্তৰখানাখনত বাহিৰে সেই অঞ্চলত ডাক্তৰী চিকিৎসালয় একো নাছিল।

মাই মৰাৰ আগ নিশাৰ কথা ভাবিলে কিবা সপোন সপোন লাগে। পিতাই মোক মাইৰ ওচৰলৈ মাতি নি মিঠা তেলৰ চাকি এগছিৰ উজ্জ্বল পোহৰত আমাৰ ঘৰত থকা 'শ্ৰীকৃষ্ণ গীতা'খনৰ এক আধ্যা তেওঁক (মাইক) পঢ়ি শুনাবলৈ দিছিল। মোৰ বয়স তেতিয়া সাত-আঠ বছৰৰ বেছি নহয়। 'ল'ৰা শিক্ষা' মাজছোৱাৰ যুক্তাক্ষৰবোৰ ফৰ্‌ফৰকৈ পঢ়ি পাৰ্গতালি দেখুৱাওঁ। গীতা কি পঢ়িম ? তথাপি দেখাক দেখি কাণ খোৱা, ভীম চৰিত, সিন্ধু যাত্ৰা আদি পুথি চুৰ-আৰকৈ পঢ়োঁ। চুৰ-আৰকৈ বোলাৰ কাৰণ এই যে পঢ়া ছাত্ৰই পুথি পঢ়িলে হেনো পুথি পঢ়াৰ সুৰ অন্য পঢ়াতো আহিব খোজে। সেইদেখি সাধাৰণতে পঢ়া ল'ৰাৰ কাৰণে পুথি পঢ়া মানা। পিতাই পুথি পঢ়িবলৈ দিয়াত, বিশেষকৈ গীতা পুথি পঢ়িবলৈ কোৱাত মই টঙাৰ ঢাৰি এখনত বহি লৈ ঘেহাই ঘেহাই যি পাৰোঁ পঢ়িছিলোঁ। পিতাই নিজে নপঢ়ি মোক পঢ়িবলৈ দিয়াৰ কাৰণ আছিল—তেওঁ গ্ৰহণীৰপৰা উঠিছিল , গা সিমান ভাল নাছিল। অন্য পাৰমাৰ্থিক চিন্তা কিবা আছিল যদি নাজানো। এইখিনিতে কৈ থোৱা ভাল— আমাৰ দিনত চতুৰ্থ শ্ৰেণীৰপৰাহে প্ৰাইমাৰী বৃত্তি পৰীক্ষা দিয়া নিয়ম আছিল , গতিকে তেতিয়া মই দ্বিতীয় নে তৃতীয় শ্ৰেণীত পঢ়িছিলোঁ। মোৰ বিদ্যাৰ দৌৰ আছিল সিমানেই।

পিতাৰ আদেশ মানি মই গীতাৰ প্ৰথম অধ্যা মাইক পঢ়ি শুনাইছিলোঁ। মায়ে বিছলাৰপৰা সজল নয়নে মোলৈ চাই থাকি গীতা শুনিছিল। এই খিনিতে মনত পৰিছে আমাৰ ভাগীৰে অমূল্য বৰুৱা মাষ্টৰ খুৱাইতৰ পিছদিনা আছিল গোটা ৰং পূজা ; গতিকে সেইদিনা ৰাতি অধিবাস বা গোন্ধ। পিছে মাইৰ অসুখ টান হোৱা বুলি শুনি ৰাতিৰ ভিতৰতে অধিবাস আৰু পিছদিনাৰ পূজাৰ কাম সাং কৰিবলৈ পুৰোহিতে বিধি দিছিল আৰু সেইমতে ওৰে ৰাতি অধিবাস আৰু পূজা অনুক্ৰমে

চলিছিল। মায়ে ৰাতিৰ ওজাপালি গীত শুনি থাকি মাজে মাজে—পূজা আৰম্ভ হ'ল নে ? শেষ হ'ব কেতিয়া ?—আদি সুধি থাকি কৃষ্ণ কৃষ্ণ বুলি আছিল। আচৰিত কথা পূজা শেষ হোৱাৰ লগে লগে তেওঁবো কথা খোকা-থুকি হৈ আহিছিল।

আমি ঘৰৰ সকলো পৰিয়ালে আধা নিদ্ৰাত আধা জাগি থাকি ৰাতিটো কটাইছিলোঁ। পোহৰ হোৱাৰ লগে লগে আমি সকলোৱে লৰালৰিকৈ হাত-মুখ ধুই লৈছিলোঁ। এনেতে শুনিলো মই মাইৰ কাষলৈ যাব লাগে, তেওঁ মোক বিচাৰিছে। মই উধাতু খাই ওচৰ পালোঁগৈ। মায়ে মোক হাতেৰে ইঙ্গিত দি কাষলৈ মাতি নিলে আৰু মূৰে-কপালে হাত বুলাই মৰম কৰিলে। মই দেখিছিলোঁ মুখেৰে একো কোৱা নাছিল যদিও তেওঁৰ দুচকুৰেদি বৈ অহা চকু-লোৰে বিদায়ৰ করুণ খিননি তুলিছিল। মই মাইৰ সেই অন্তিম অশ্ৰুৰ মৰ্মভেদী অৰ্থ এতিয়াহে বুজিছোঁ—তেতিয়া একো বুজা নাছিলোঁ।

তাৰ পাছতে তেওঁ হাতৰ ঠাৰেৰে পিতাক তেওঁৰ মূৰ শিতানলৈ মাতি নি শেতেলিৰপৰায়ে হাত মেলি পিতাৰ চৰণ ছুই সেৱা জনালে। মোৰ সেইটো এটা অস্বাভাৱিক কাৰ্য্য যেন লাগিছিল। কিয় জানো—পিতা আৰু মাইৰ লগতে মোৰো অতৰ্কিতেই চকুলো ওলাইছিল। দেখিলোঁ—পিতাই তেতিয়া আগতে সযতনে গোটাই থোৱা পবিত্ৰ গঙ্গাৰ জল তুলসীৰ পাতেৰে তেওঁৰ মুখত দি তেওঁক গিলিবলৈ কৈছিল। পিতাই সেই মুহূৰ্তত বাকৰুদ্ধৰ দৰে হৈ ভগ্নস্বৰে কৈছিল—'তোমাৰ ইষ্ট দেৱতাৰ নাম লোৱা।' ইষ্ট দেৱতাৰ অৰ্থ তেতিয়া মই একো বুজা নাছিলোঁ । তাৰ পাছত গাখীৰ-চুৰা-মৌ আদিৰ এচামুচ মুখত দি ঢোক মাৰি গিলিবলৈ কৈছিল। আমাকো সকলোকেইটা ল'ৰা-ছোৱালীকে তেনেকৈ গাখীৰ-চুৰা-মৌ আদি মাইৰ মুখত দিবলৈ দিয়াত আমি দিছিলোঁ। লগে লগে ঘৰখনত কান্দোনৰ ঊৰ্মি উঠিছিল। মোৰ তেতিয়া বুজিবলৈ বাকী নাছিল যে মাই আমাক এৰি যাবলৈ আৰু বেছি সময় নাই । হয়তো গ'লেই ।

ঘৰৰ ভিতৰতে মানুহ মৰিলে ঘৰটো চুৱা যায়—এয়ে গঞা হিন্দু সমাজৰ এটা বদ্ধমূল বিশ্বাস। সেয়েহে হাড়ক মাটি, তেজক পানী কৰি মহাকষ্টে নিৰ্মাণ কৰি লোৱা ঘৰঘৰপৰা মৃত্যুৰ আগে আগে গৃহস্থজনাকো টানি-আঁজুৰি বাহিৰ কৰা হয়। মাইৰ ক্ষেত্ৰতো দেখিছিলোঁ—কান্দোনৰ হিয়াভেদী ৰোলৰ মাজতে কৰ্তব্য নাপাহৰি চোতালত পিতাই এখন বগা বিছনা পাৰিছিল। মাটিত চাৰিওফালে-মোখা চটাই ঢাকিৰ ওপৰত বিছনাখন। তাৰ মূৰ শিতান উত্তৰ ফালে। হিন্দুৰ মৃতকৰ শয্যাৰ মূৰ শিতান উত্তৰ বা পশ্চিমে থাকে। চাই থাকোঁতেই অইন কালেকো বাট নাচাই পিতাই গৈ অকলেই দাংকোলা কৰি মাইক সেই বিছনালৈ আনি শুৱাই দিছিল। আমি অনেকে তাতেই কান্দি কান্দি মাইক আঁঠুকাঢ়ি সেৱা কৰিছিলোঁ। মোৰ বিশ্বাস আমাৰ সেৱালৈ মায়ে বাট চাব নাপালে ; সমাজৰ বান্ধোন মানি তেওঁৰ 'জীউ-পখী নতুন বিছনা পোৱাৰ আগতেই শূন্যলৈ উৰা মাৰিলে !

দোপন পাৰ বা পিটৰ পাৰ বুলি ওচৰৰে শ্মশানশালি এখনত মাইক খৰি দিছিল। মোক তালৈ যাব নিদিলে। বগীৰাম ককাইদেৱে মোক নানা ধৰণে বৰাই-বুজাই নিজৰ কাষতে ৰাখিলে। বগীৰাম ককাইদেউ সম্বন্ধত মোৰ ককাইদেউ হয় যদিও বয়সত তেওঁ পিতাতকৈ অলপহে সৰু। তেওঁক মই সেইদেখি শ্ৰদ্ধা সমীহ কৰি চলিছিলোঁ।

মাই মৰিল। মই মামৰীয়া (মাউৰা) হ'লোঁ। মগে আছিলো তেওঁৰ একমাত্ৰ ল'ৰা। গতিকে তেওঁৰ আদ্য শ্ৰাদ্ধ মই কৰিব লাগিবই। আগতে কৈ আহিছোঁ সেই সময়ত মোৰ বয়স আঠ বছৰৰ বেছি নহয়। তাতে ফাগুনৰ খৰাং বতৰৰ দীঘল দিন। চৌদিশ শুকান আৰু ধূৰলি-কুঁৱলী। তেনেহেন সেই দুৰ্যোগৰ দিনটোত কান্দোতে কান্দোতে মোৰ ওঠ-কণ্ঠ তেনেই শুকাই গৈছিল। সাঁজ লাগিবলৈ নৌ পাওঁতেই মোক ভোকে পিয়াহে তেনেই আতুৰ কৰি পেলাইছিল। পিয়াহত পানী খাব খুজি উত্তৰ যিটো পাইছিলোঁ মনত সি আজিও খাজ কাটি থৈছে। মোক কোৱা হৈছিল যে কাম-ধৰীয়া (ক্ৰিয়া-ধৰীয়া) হোৱা বাবে দুদিনলৈ মোৰ পানী এটোপা খোৱাও নিষেধ। শুনি মই যেন আত্মজ্ঞান হেৰুৱাই পেলাইছিলোঁ। নিৰুপায় আৰু বিহ্বল হৈ পৰিছিলোঁ। ক্ৰমে মই দুৰ্বল হোৱাই নহয়, মুখৰ মাতো হেৰুৱাইছিলো।

এইদৰে ছটফটাই উঠি-বহি থাকি দিনটো কটালোঁ। ৰাতি শোৱাৰ সময় ওচৰ চাপি আহিল। তাতো শুনিলোঁ—খাট-পালেঙত শোৱা মোৰ কাৰণে নিষেধ। মচি-কাচি দিয়া মাটিৰ মজিয়াত কলপাত পাৰি তাৰ ওপৰত শোৱাটোহে বোলে নিয়ম। কাম ধৰাজনে এইবোৰ নীতি-নিয়ম ভালকৈ মানিব লাগে। মোৰ ক্ষেত্ৰত পিতাই মোৰ বয়সলৈ চাই কিছুমান নিয়ম ঢিলাই দিছিল। মাটিৰ ওপৰত খেৰ পাৰি তাৰে ওপৰতে নিয়মটো ৰক্ষাৰ কাৰণে সৰু কেঁচা কলপাত এখন পাৰি দি কাপোৰেৰে ঢাকি এখন তুলিৰ দৰে কৰি দিছিল। চোলা পিন্ধা সমূলি নিষেধ , পুহৰ দিনত হ'লেও নিষেধ। একবস্ত্ৰ পৰিধান কৰি থাকিব লাগে। একতকৈ দুই বস্ত্ৰ পৰিধান কৰাটোও বিধি-বিৰুদ্ধ কাম। মই এই নিয়ম-নীতিবোৰ যিমান পাৰোঁ মানি চলিছিলোঁ। ৰাতি কেতিয়াবা জাৰে ধৰিলে পিন্ধা চুৰিয়াখনৰে এটা লোছ পিন্ধি আনটো লোছ গাত মেৰিয়াই উৰি লৈছিলো।

বেলি দুপৰ হোৱাৰ পূৰ্বে সদায় পুখুৰীত ডুবিয়াই গা ধুব লাগে, কিন্তু আচৰিত কথা ভিজা চুৰিয়াখন সলাই থৈ শুকান ধুতি পিন্ধিব নোৱাৰি। ভিজা চুৰিয়া গাতে শুকাব লাগে হেনো। মৃতকক শ্মশানত সৎকাৰ কৰাৰ পাছত গাই ধুই উঠি জুইত হাত ভৰি সেকি যি ধুতি পিন্ধা যায় তাকেই আদ্য শ্ৰাদ্ধ পৰ্য্যন্ত পিন্ধি থাকিব লাগে। সেয়ে নিয়ম।ময়ো সেই একেখন ধুতিকে ৰাতিয়ে-দিনে এমাহ পিন্ধি দিন নিয়াবলগীয়া হৈছিলোঁ। দুপৰীয়া গা ধুই উঠি চুৰিয়াৰ এটা লোছ (মূৰ) পিন্ধি আনটো লোছ ৰ'দ থকা কোনো এটাইত বান্ধি দি শুকাবলৈ দিব লাগে। মই ৰাতিপুৱা দহ মান বজাতে পুখুৰীত বুৰ মাৰি গা ধুই ধুতিখনৰ তিতা মূৰ এটা পিন্ধি আনটো

মুৰ ভালকৈ আটি দি ধাননি পথাৰৰ মাজৰ কলাতলীৰ হেঙাৰত খুঁটি থৈ মোৰ গাত আৰু ধুতিৰ মেলি দিয়া মুৰটোত ৰ'দ পৰিবলৈ দি থিয় হৈ থাকিছিলোঁ। তেনেকৈয়ে থাকি সদায় ১১।১২ মান বজাত ধুতিখন ৰ'দত অলপ লেহেৰা হ'লে ঘৰলৈ উভতিছিলোঁ। ঘৰ পাই ঘৰত মাহী আইহঁতে সজাই থোৱা পানী-পিঠাগুড়ি খাওঁ। পানী-পিঠাগুড়ি মানে আলোৱা (আৰৈ) চাউলৰ এৰাঁ পিঠাগুড়ি আৰু চুৰা (জুলীয়া গুড)। তাৰ লগত গাখীৰ আৰু কল সুন্দৰকৈ বৰ্জিতা খাই পৰে যদিও এই দুবিধৰ মিলন তাত নিষিদ্ধ। কাৰণ লোকাচাৰ মতে মাক মৰিলে এবছৰলৈ গাখীৰ আৰু বাপেক মৰিলে এবছৰলৈ কল খোৱা নিষেধ। তাৰো কাৰণ বোলে এই যে মাকে সৰুতে গাখীৰ (স্তন) খুৱাইছিল আৰু পিতাকে কল (আঠীয়া কল) বিচাৰি আনি খুৱাইছিল। এইবোৰ লোকাচাৰ। লোকাচাৰ বিধিতকৈও কটকটীয়া। গতিকে মানিবই লাগিব। মযো মানিছিলোঁ ঃ অন্ততঃ মৃতকৰ মাহেকীয়া অশৌচ নোযোৱালৈকে যিমান পাৰো মানি চলিছিলোঁ।

মোৰ মনত আছে মাই ঢুকাবৰ দিনা দিন গৈ ৰাতি হোৱাত মোৰ ইমান পিয়াহ লাগিছিল যে মই ওৰে নিশা বিছনাত উঠা-বহা কৰিয়ে কটাইছিলো। টোপনি সমূলি নাহিছিল। পানী খাব খুজিলে বুঢ়ী মায়ে বা পিতাই কৈছিল—বাছা, ৰাতিটো কোনোমতে পুৱাক দে। সহি থাক্। গাকলেগি ভাল।—সঁচা কথা ক'বলৈ গ'লে ভোক আৰু পিয়াহত আতুৰ হৈ তেতিয়া মই মাইৰ মৃত্যুৰ শোক পাহৰিয়ে গৈছিলোঁ আৰু নিজে কেনেকৈ কিবা খাই বাচি থাকোঁ তাকেহে ভাবি আছিলোঁ। উপদেশ দিবলৈ যোৱা লোকক দেখিলেই খং উঠিছিল।

ভূতৰ ওপৰতে দানহ। দ্বিতীয় দিনা ৰাতি পুৱাই আহিছিল আমাৰ বুঢ়া কুল-পুৰোহিত অজান দেউ। তেওঁক আমি সকলোৱে অজান ঠাকুৰ বোলোঁ। তেওঁক শ্ৰদ্ধা নকৰা লোক নাই। তেওঁ আহি মোক বিধি আৰু শাস্ত্ৰৰ কথা কৈ যিবোৰ উপদেশ দিছিল সেইবোৰ একাণেদি সোমাই মোৰ অন্য কাণেদি ওলাই গৈছিল। ভাল কথাই কৈছিল, কিন্তু মোৰহে খং, ৰাগ আৰু বিক্ষোভত তেজ বিদ্ৰোহী হৈ উঠিছিল। কাৰণ মই আছিলোঁ ক্ষুধাতুৰ। আজিও অলপ অলপ মনত পৰে, তেওঁ কৈছিল, 'বাছা, সহি থাক, যিমানে সহিবি, যিমানে কষ্ট খাবি সিমানে মাৰাৰ আত্মাই শান্তি পাব। কাম ধৰাজনে এই মাহটোত (তেতিয়া শূদ্ৰৰ মৰাৰ অশৌচ আছিল মাহেকীযা) লঘোনে-ভোকে থাকি শুকাই-খীণাই গৈ মৃতকৰ শেষ সময়ৰ অৱস্থা পাব লাগে। তেতিয়া মৃতকৰ আত্মাই শান্তি পায় আৰু তেওঁৰ প্ৰতি থকা ধাৰ শুজা যায়। পিতৃ-মাতৃৰ ঋণ এইদৰেই পৰিশোধ কৰিব লাগে। এনেকৈ লালাট ভুঞ্জিও কিন্তু মাকৰ দহ নলা ঋণৰ এক নলাহে মাত্ৰ শুজা যায়, বাকী ৯ নলা কোনেও জীৱনত শুজিব নোৱাৰে।'

বুঢ়া পুৰোহিতে মোৰ অৱস্থা দেখি বিধি দিছিল যে সিদিনা পুৱাই মই এক পৰ মান বেলি উঠিলে পুখুৰীত ডুব মাৰি পানীৰ তলতে আজলিৰে তিনি ঢোক

পানী খোৱাত বাধা নাই। তেওঁ দিয়া সেই বিধি শুনিযে মই তেওঁৰ আৰু বেছি কথালৈ কাণ নিদি বুঢ়ী মাইৰ লগত পুখুৰীৰ পাৰ পাইছিলোঁগৈ । অজান দেউ কেতিয়া আমাৰ ঘৰৰপৰা গ'ল মন কৰাই নাছিলোঁ।

দুপৰীয়া আগতে কৈ অহাৰ দৰে গা ধুই আহি পানী-পিঠাগুড়ি খাইছিলোঁ। প্ৰথম দিনা তেনেকৈ এবাঁ পিঠাগুড়ি এবাটি মাৰি দি ভাবিছিলোঁ—ভোকত তৎ নাপাই খালোঁ সঁচা কিন্তু এতিয়া হৰিয়ে ৰক্ষা কৰিলেহে কৰা—নহ'লে মাইৰে পাছ ল'ম নেকি ? কিন্তু কি আচৰিত কথা মোৰ সেই লঘোনীয়া মাহটোত এদিনো গা বা পেটৰ অসুখ হোৱা নাছিল। কাৰোয়ে নহয় হ'বলা ।

তিন্ দিনৰ দিনা আৰু তাৰ পিছত সদায় সাঁজ লগাৰ আগে আগে হবিচ খোৱা নিয়ম। সন্ধ্যা শিয়ালে হোৱা দিয়াৰ আগতে খাই উঠিব লাগে। জহা চাউলৰ নিসনীয়া ভাতৰ লগত আদা, খৰুৱা বেঙেনা আৰু গৰুৰ ঘিউ দি কল পাতত হবিচ খোৱাটো বিধি আৰু সেই হবিচ নিজে ৰান্ধি খাব লাগে। মোৰ ক্ষেত্ৰত মোৰ ভক্ষ্য হবিচ পিতাৰ আদেশত মাহী মায়ে ৰান্ধি দিছিল। কাৰণ আঠ বছৰীয়া শিশু মই তেতিয়ালৈকে কোনো দিন চৰুৰ তললৈকে জুই নি পোৱা নাছিলোঁ। এইদৰে গৈ মাহটোৰ অন্তত শ্ৰাদ্ধ, সপিণ্ডন, মৰাক ভাত দিয়া, জ্ঞাতি-সেৱা আদি কাৰ্য্যবোৰ যথাৰীতি অনুষ্ঠিত হৈছিল। গিয়াতিয়ে তেল-তামোল দি আগ খাই মোক উদ্ধাৰ কৰিছিল। সেই মাহটোৰ কথা জীৱনত নাপাহৰোঁ আৰু নাপাহৰোঁ তাৰ পূৰ্বে হৈ যোৱা পিতাৰ বিয়াৰ ৰং-ধেমালিবোৰ । সেয়েহে কৈছোঁ—হৰিষত বিষাদ। হাঁহিলে বোলে কান্দিবও লাগে। হাঁহা-কন্দা জগতৰ চিৰন্তন ৰীতি। ৬/৭/৮৮

# ৰাখে হৰি, মাৰে কোনে ?

আমি পাঠশালাত পঢ়ি থকা কালত আমাৰ গাঁৱত মহাত্মা গান্ধীৰ অসহযোগ আন্দোলনৰ মেল-মিটিংবোৰ সঘনে হৈ আছিল। চিৰাখোৱা পুখুৰীৰ পাৰত বহা এখন বিৰাট ৰাজহুৱা সভাত তৰুণ ফুকন, নবীন বৰদলৈয়ে বক্তৃতা দি উঠি বিলাতী কাপোৰৰ বস্ত্ৰ-যজ্ঞ কৰাৰ কথা বিউ-বিউ মনত পৰে। সেই সভাবোৰত অহল্যা বুলি আদ্‌বয়সীয়া মহিলা ভলণ্টিয়াৰ এগৰাকীয়ে নাচি নাচি গোৱা, মুখে-মুখে ৰচনা কৰা স্বৰাজ-সঙ্গীতৰ টুকুৰাবোৰৰ দুই-এটা আজিও পাহৰিব পৰা নাই। যেনে—

তৰুণ ফুকন নবীন দলেই
গাছৰ তলত মিটিং কৰেই

তথাপিও স্বৰাজ পাবা নাই ;
হেৰেই অসমীয়া ভাই
আছা বাৰু কিনো চাই

হাতে-কামে লাগি যাবা ভাই ।। ইত্যাদি। সেইবোৰক মানুহে তেতিয়া অহল্যা পাগেলীৰ গীত বুলিছিল। তেওঁ কিন্তু কাৰো মন্তব্য বা কাৰো হকা-বধালৈ ভ্ৰূক্ষেপ নকৰি সকলো মিটিঙতে ছল চাই এটা নহয় এটা গীত গাই নাচ এপাক মাৰিছিল আৰু তেওঁ উঠিলেই ৰাইজ উলাহত উৰুলীকৃত হৈছিল।

এইদৰে ৰং-ধেমালিৰ মাজেদি কিছু কাল যোৱাৰ পাছত পাঠশালাৰ বৃত্তি পৰীক্ষাৰ সময় ওচৰ চাপি আহিল। মাৰৈ প্ৰাইমাৰী ইস্কুলত আমি চাৰিজন ল'ৰা বৰ লগ আছিলোঁ ঃ গণি, বিদ্যা, হংস আৰু মই। গণি মানে গণিৰুদ্দিন আহমেদ , বিদ্যা হ'ল—বিদ্যাৰাম দাস , হংস, হংসধৰ কলিতা আৰু সিটো মই। গণিৰুদ্দিন এতিয়া অৱসৰপ্ৰাপ্ত স্কুল-পৰিদৰ্শক , ডেপুটী ইন্সপেক্টৰ। তেওঁৰ দেউতাকৰ নাম আছিল মমিনুছা মেম্বৰ। সেই সময়ত গাঁৱলীয়া পঞ্চায়ত কিছুমান গঠিত হৈছিল। সেইবোৰে অঞ্চলে অঞ্চলে খেতি-বাতি, বেহা-বেপাৰ আদিৰ কাৰণে দুখীয়া মানুহক অলপ-অচৰপ টকাৰ ঋণ দি সহায় কৰিছিল। গাঁৱৰ কাজিয়া-পেচালবো ফয়চলা কৰাত এই পঞ্চায়তবোৰৰ যথেষ্ট প্ৰভুত্ব আছিল। মাৰৈ গাঁও পঞ্চায়ত বুলি তেনে এখন পঞ্চায়তৰ মমিনুছা আছিল এজন মাতব্বৰ মেম্বৰ। তেওঁ মিঠা-লগাকৈ কথা কোৱাত বৰ পাকৈত আছিল। আমাৰ পিতাক তেওঁ পাটগিৰি কাকা বুলি সম্ভ্ৰম কৰি মাতিছিল। মোক বুলিছিল সোণাই। তেওঁ নিজে নামটোৰ পাছত সদায় সকলো ক্ষেত্ৰতে মমিনুছা মেম্বৰ বুলি চহী কৰিছিল। সেইদেখি মানুহে তেওঁক মমিনুছা মেম্বৰ বুলিয়ে জানিছিল আৰু মাতিছিল।

বিদ্যাৰাম দাস আছিল বাপুৰাম দাস পণ্ডিতৰ ল'ৰা। বাপুৰাম দাস পাঠশালা ইস্কুলৰ পণ্ডিত আছিল। তেওঁৰ এটা চকু কণাৰ দৰে আছিল। আচলতে কণা নহয়, কেঁৰাহে। তেওঁৰ হাতৰ আখৰ বৰ ধুনীয়া আছিল। ঘৰ, বৰ-আলিৰ (উত্তৰ ট্ৰাঙ্ক-ৰোডৰ) নিচেই দাঁতি-কাষৰতে। হীৰা সম্প্ৰদায়ৰ লোকসকলৰ মাজত সমগ্ৰ মঙ্গলদৈ অঞ্চলৰ ভিতৰতে তেওঁ এজন খ্যাতনামা লোক আছিল। স্কুলৰপৰা উভতি আহোঁতে নাইবা অইন কেতিয়াবা বিদ্যাৰ ঘৰলৈ গ'লে মোক এই পণ্ডিতজনাই মাতি ওচৰলৈ নি মৰম কৰিছিল আৰু প্ৰায়ে বিদ্যাক আৰু মোক পঢ়া ধৰিছিল। ৪ৰ্থ শ্ৰেণীত আমাৰ অসমীয়া পাঠ্যপুথি এখন আছিল ধনাই বৰাৰ 'কবিতা চন্দ্ৰিকা'। 'কবিতা চন্দ্ৰিকা'ৰ পদ্যবোৰ আমি মুখস্থ কৰিব লাগিছিল। তেওঁ আমাৰ দুয়োকে তাৰে যি কোনো এটা পদ্য মুখস্থ গাবলৈ দি শব্দাৰ্থ আৰু বানান ধৰিছিল। বিদ্যাক প্ৰায়ে কৈছিল—ছা, তোতকৈ ই দেখোন বেছি সলসলীয়াকৈ মুখস্থ গাব পাৰে ? ইয়াৰ আখৰো তোতকৈ ভাল। তয়ো তাৰ দৰে নহব কিয় ?—বিদ্যাই তেতিয়া

উত্তৰ একো নিদিছিল। পিছত মোক কৈছিল—পিতাৰ কথাবোৰ সদায়ে এক ধৰণৰ। তয়ে বাৰু মোৰ এই হাতখনৰ আঙুলিবোৰ চা-চোন। গোটেইকেইটা আঙুলি একে সমান জানো ? দীঘল-চুটি থাকিবই। তেওঁক আটাইকেইটা একে সমান হ'ব লাগে। তোৰ সমান মই কেনেকৈ হ'ম ? মোৰ সমানে বা তই কেনেকে হ'বি ? আমি অলপ ডাঙৰ-সৰু থাকিমেই। ঈশ্বৰৰ সৃষ্টি এনেকুৱাযে। নহয় জানো ?

গণিৰুদ্দিন সদায় সকলো কাম-কাজতে বৰ পৰিপাটি আছিল। পিন্ধা-ওৰা, খোজ কঢ়া, কিতাপ সজাই থোৱা—সকলোতে তেওঁ আছিল বৰ আটোম-টোকাৰি। তেওঁৰ মুখত এটা মিৰ্চিকিযা হাঁহি নুগুচিছিলেই। আমি সকলোৱে সেই সময়ত বাঁহৰ সৰু চুঙা একোটাত পাখিৰ কলম, মাটিৰ পেঞ্চিল, কাঠ-পেঞ্চিল, ৰবৰ, স্কেল আদি লেখা-পঢ়াৰ সৰু-সৰু লাগতিযাল বস্তুবোৰ সুমাই লৈ টানকৈ কাগজ বা কাপোৰৰ সোপা দি ৰখা কৰিছিলোঁ। সেই সময়ত সেইটো নিয়মেই আছিল। চুঙাৰ ওপৰত বহুতে ছুৰি-কটাৰীৰে কাটি বা চিযাহীৰেই নাম লিখি লৈছিল। আমাৰ চুঙাবোৰৰ মুখত আমি ৰছী লগাই নলৈছিলোঁ , গণিৰুদ্দিনে কিন্তু এডাল ধুনীয়া ৰঙা-ক'লা সূতাৰ চুটি জৰী চুঙাটোত লগাই চুঙাটো আঁৰি থ'ব পৰাকৈ লৈছিল। বহী-কিতাপবোৰৰ টোপোলাটোৰ লগতে সেইটো ওলোমাই লৈ বৰ-আলিযেদি আমাৰ সকলোৰে লগত অহা-যোৱা কৰোঁতে গণিক সকলোৱে দূৰৰপৰাই চিনিব পাৰিছিল। খোজে-কাটিলে তেওঁ আছিল বৰ ধীৰ-স্থিৰ আৰু গহীন-গম্ভীৰ। দেখনিযাৰো। তেওঁ চুঙাটোক চুঙা নুবুলি সদায় বুলিছিল 'চুমা'। শুধৰাই দিলেও হাঁহিছিল মাত্ৰ। কেতিয়াবা তেওঁ শ্ৰেণীত—মোৰ চুমাটো কোনে নিলি ঐ ? মোৰ চুমাটো ক'ত গ'ল ঐ ?—বুলি হুলস্থূল লগাই দিছিল। মাজে-সময়ে তেওঁৰ চুঙাটো লুকাই থোৱা আমাৰ স্ফূৰ্তিযে হৈ পৰিছিল। 'স'টোকো তেওঁ সাধাৰণতে 'থ' উচ্চাৰণ কৰি সেইটো নুবুলি থেইটো বুলিছিল। আমি তেওঁক 'চুমা' আৰু 'থেইটো' বুলি ঠাট্টা-মস্কৰা কৰি আমোদ পাইছিলোঁ। তেওঁ কিন্তু খং নকৰিছিল আৰু 'হকদে ভাই, আমি তেনেয়ে'—বুলি কৈ মিচিককৈ হাঁহিটি মাৰি সেইবোৰ হজম কৰি থৈছিল।

হংসধৰ কলিতা আছিল ব্যৱহাৰত অলপ হঁটা বিধৰ। কথা-বতৰাত যি মুখত আহে কৈ পেলায। তেওঁ কথাই প্ৰতি—' বাপু হেৰেই, বাপু হেৰেই'—কৰিছিল। সেই কাৰণে আমি কেতিয়াবা তেওঁক খেমালি কৰি 'বাপু হেৰেই কলিতা' বুলি জোকাইছিলোঁ। তেৰোঁ কিন্তু তালৈ কেৰেপ নকৰিছিল।

আমাৰ চাৰিওৰে মাজত পঢ়াত অৰিয়া-অৰি চলিছিল। কোনে কোন দিনা হাতৰ আখৰত কিমান নম্বৰ পালে, গণিতত কিমান পালে, মেপ অঁকাত কিমান পালে, তাকে লৈ প্ৰতিযোগিতা। চাৰিওৰে আখৰ ভাল বুলি সকলোৱে কৈছিল যদিও হংসৰ সিমান ভাল নাছিল। ভূগোলৰ কি, ক'ত, কিয় বিখ্যাত, প্ৰশ্নৰ উত্তৰ দিয়াত কিন্তু তেওঁ সদায় আমাক ঘটুৱাইছিল। অঙ্ক, মৌখিক আৰু সাহিত্যত মই বেছি নম্বৰ পাইছিলোঁ। মেপ আৰু কছৰতত মই সিমান বাৰু নাছিলোঁ।

প্ৰাইমাৰী পৰীক্ষাক বৃত্তি পৰীক্ষাও বোলে। হেড্ পণ্ডিতে বাছি দিয়া বা বৰ-বাবুই (ডি আয়ে) বাছি নিয়া ল'ৰাবোৰে সদৰত এই পৰীক্ষা দিয়ে। ইস্কুলৰ প্ৰাইমাৰী পৰীক্ষাত পাছ-ফেইল ঠিক কৰে হেড্ পণ্ডিতে। পাছকৰাসকলক তেওঁ প্ৰমাণ-পত্ৰ দি ছাত্ৰবৃত্তি, মাইনাৰ বা হাইস্কুললৈ যাবলৈ সুচল কৰি দিয়ে। দুই-চাৰিজন পিছৰ বছৰলৈ তাতে থাকি যাবলগীয়া হয়। তেনেকৈ আকৌ কেতিয়াবা ভাল ল'ৰাও বৈ যায , বেয়া ল'ৰাও ৰয়। ভাল ল'ৰা ৰয় পিছৰ বছৰত বৃত্তি পৰীক্ষা দি বৃত্তি ধৰাৰ আশাত। বেয়াবোৰ বাধ্য হৈয়ে পৰীক্ষাত উত্তীৰ্ণ হ'ব নোৱাৰি থাকিবলগীয়া হয়।

আমাৰ মাৰৈ স্কুলখনৰ বেচ সুনাম আছিল। সেইখন বহুদিন ধৰি উচ্চ প্ৰাইমাৰী পৰ্য্যায়ৰ স্কুল আছিল। বেৰত আঁৰি থোৱা ফলকত আমি তাত নাম লগাবলৈ যোৱাৰ সময়লৈকে লেখা আছিল—'মাৰৈ উচ্চ প্ৰাইমাৰী স্কুল' বুলি। পিছত গৈ 'উচ্চ'ৰ ওপৰত কাগজ এখন মাৰি—'মাৰৈ প্ৰাইমাৰী স্কুল' কৰি ৰখা হৈছিল।

উচ্চ প্ৰাইমাৰী স্কুলত ৫ম শ্ৰেণীলৈকে শ্ৰেণী আছিল। প্ৰাইমাৰী স্কুল ৪ৰ্থ শ্ৰেণীতে শেষ। ছাত্ৰবৃত্তি স্কুলত ৫ম, ৬ষ্ঠ আৰু ৭ম শ্ৰেণীলৈকে তিনিটা শ্ৰেণী আছিল। ছাত্ৰবৃত্তিৰে ৫ম শ্ৰেণীটো উচ্চ প্ৰাইমাৰী স্কুলত সংযোগ কৰা হৈছিল। তাৰ কাৰণে উচ্চ প্ৰাইমাৰী স্কুলৰ হেড্ পণ্ডিত নৰ্মাল দ্বিতীয় বাৰ্ষিক পাছ হ'ব লাগিছিল। সম্পূৰ্ণ নৰ্মাল পাছসকল হ'ল—তৃতীয় বাৰ্ষিক পাছ। প্ৰাইমাৰীৰ শিক্ষকেও নৰ্মালত এটা শ্ৰেণী পঢ়ি প্ৰমাণ-পত্ৰ লোৱাৰ নিয়ম আছিল। সেই শ্ৰেণীটোক গুৰু-শ্ৰেণী বোলা হৈছিল।

ছাত্ৰবৃত্তি পাছ কৰি উঠি নৰ্মালত এটা শ্ৰেণী পঢ়ি আহিলেই গুৰুশ্ৰেণী পাছ কৰা হয়। অৰ্থাৎ তেতিয়া ইয়াৰ ছাত্ৰবোৰ হয় ছাত্ৰৰ অধ্যয়ন বা পঠন এৰি গুৰু বা শিক্ষকৰ অধ্যয়ন বা পাঠনত ধৰা বয়সীয়া ছাত্ৰ। ওঠৰ বছৰ পাৰ হলেহে অৰ্থাৎ সাবালক হ'লেহে গুৰু শ্ৰেণীত পঢ়িবলৈ দিয়া হৈছিল। মাৰৈ স্কুলৰ হেড্ পণ্ডিত কেশৱনাথ শৰ্মা নৰ্মালৰ দ্বিতীয় শ্ৰেণী পাছ আছিল। গহীন-গম্ভীৰ ব্যক্তিত্বই তেওঁক হেড্ পণ্ডিত হিচাপে শুৱাই তুলিছিল। উচ্চ প্ৰাইমাৰী গুটি প্ৰাইমাৰী হোৱাতো তেখেতক তাতেই আগৰ উচ্চ হাৰৰ দৰমহা দি ৰাখিছিল। গতিকে অইন প্ৰাইমাৰী স্কুলৰ শিক্ষকতকৈ তেওঁৰ দৰমহা অলপ বেছি আছিল।

সাধাৰণতে বৃত্তি-পৰীক্ষাৰ কাৰণে ডেপুটী ইন্সপেক্টৰ বা ছাব-ইন্সপেক্টৰে প্ৰত্যেক ইস্কুলৰপৰা পৰীক্ষা কৰি ছাত্ৰ বাছি নিছিল। কোনো কোনো ইস্কুলৰপৰা দুজনকৈ, কোনো কোনো ইস্কুলৰপৰা এজনকৈ নিছিল। আমাৰ দিনত মঙ্গলদৈ মহকুমাৰ ভিতৰত পাঠশালা ইস্কুল আছিল দুকুৰিখনমান। তাৰে ভিতৰত ছাত্ৰবৃত্তি ইস্কুলো চাৰিখন লেখত পৰিছিল ; কাৰণ ছাত্ৰবৃত্তি ইস্কুলৰ ৪ৰ্থ শ্ৰেণীৰ ভাল ল'ৰায়ো বৃত্তি-পৰীক্ষা দিব পাৰিছিল। দুমুনীচৌকী, ছিপাঝাৰ, মঙ্গলদৈ আৰু চাটগাড়ী—এই চাৰিখন ছাত্ৰবৃত্তি ইস্কুল আছিল। ছাত্ৰবৃত্তি কেইখনৰপৰা একোজনে প্ৰতি বছৰে বৃত্তি

পাইছিলেই। মুঠ বৃত্তি আছিল ১২ টা . মাহে তিনি টকাকৈ।

আমাৰ দিনত ডি আই. আছিল হৰেন্দ্র নাথ দত্ত বুলি এগৰাকী শকত মিহি-মিহিকৈ নাকী সুৰত কথা কোৱা ভদ্রলোক। এছ. আই আছিল উজনিৰ ফালৰ হাৰুনঅল ৰছিদ নামৰ এজন সুশোভন ডেকা মানুহ। আমাৰ স্কুললৈ বৃত্তি পৰীক্ষাৰ কাৰণে ছাত্রৰ বাছনি কৰিবলৈ ডি. আই অহাৰ কথা আছিল। কিবা কাৰণত তেওঁ আহিব নোৱাৰি হেড্ পণ্ডিত কেশৱনাথ শৰ্মালৈ লিখি পঠাইছিল তেৱেঁ যেন উপযুক্ত চাই ভাল ল'ৰা দুজনৰ নাম বৃত্তি-পৰীক্ষাৰ কাৰণে পঠায়। হেড্ পণ্ডিতে সেই কাৰণে তেওঁৰ বিবেচনা মতে মোৰ আৰু হংসধৰ কলিতাৰ নাম পঠালে।

এই খবৰটো বাপুৰাম দাস পণ্ডিতে কেনেবাকৈ পালে আৰু মমিন্ছা মেম্বৰক ক'লে। দুয়ো ক্ষুব্ধ হ'ল ; কাৰণ তেওঁলোকে আশা কৰিছিল তেওঁলোকৰ ল'ৰা বিদ্যা আৰু গণিয়েই হয়তো পৰীক্ষাত নিৰ্বাচিত হ'লহেঁতেন ! কোনে জানে ?

কেইদিনমান পিছত এদিন এছ আই ৰছিদ চাহাব হঠাৎ আমাৰ ইস্কুলত ওলালহি। আগে-পিছে ইস্কুল চাবলৈ আহিলে তেওঁলোকে আগধৰি খবৰ দিহে আহে। বিশেষকৈ পৰীক্ষা ল'বলৈ আহিলে খবৰ নিদিয়াকৈ নাহে। এইবাৰ শেনৰ এজাত হ'ল।

ইস্কুলত সোমাই এছ আই ৰছিদ চাহাবে হেড্ পণ্ডিতক ক'লে,—পণ্ডিত, আপোনাৰ ৪ৰ্থ শ্ৰেণীৰ ছাত্ৰবোৰ আহিছে নে ? মই সিহঁতৰ পঢ়া-শুনা কেনে হৈছে চাব খোজোঁ। বাকী ছাত্ৰবোৰক যাবলৈ দিয়ক।—সেইমতে ইস্কুল ছুটী দিয়াত ল'ৰাবোৰ গ'ল।

হাজিৰা বহী খুজি নি ৰছিদ চাহাবে আমাৰ ৪ৰ্থ শ্ৰেণীৰ ছাত্ৰবোৰৰ আকৌ এবাৰ হাজিৰা ল'লে। আমাৰ ইস্কুলত তেতিয়া মুঠ ছাত্র প্রায় চাৰি কুৰিমান আৰু শিক্ষক তিনিজন আছিল। বৰ-বাবুৱে হাজিৰা লোৱা দেখি আমি সকলোৱে আচৰিত হৈছিলোঁ। শিক্ষকসকলো বোধকৰো হৈছিল। তাৰ পাছত দস্তুৰমত পৰীক্ষা আৰম্ভ হ'ল। প্ৰথমে গণিতৰ পৰীক্ষা। দুটা অঙ্ক, পাঁচটা মৌখিক। তাৰ পাছত সাহিত্য। সাহিত্যত 'কবিতা চন্দ্রিকা'ৰ পদ্য মুখস্থ গোৱা আৰু বানান-শব্দাৰ্থ। তাৰ পাছত মেপত ভূগোলৰ ঠাই দেখুৱা আৰু ক'ত, কিয় বিখ্যাত কোৱা।

পৰীক্ষাত হেড্ পণ্ডিতে বছাৰ দৰেই হ'ল। মই হ'লো প্ৰথম আৰু হংস হ'ল দ্বিতীয়। অঙ্কৰ ফলিবোৰ তেওঁ নিজে চোৱাৰ উপৰি শিক্ষক তিনিজনক চাবলৈ দিছিল। মৌখিকো। মোৰ দুয়োটা অঙ্ক আৰু পাঁচোটা মৌখিক শুদ্ধ হৈছিল। বাকীসকলৰ কাৰবাৰ এটা অঙ্ক ভুল, কাৰবাৰ এটা বা দুটা মৌখিক অশুদ্ধ হৈছিল। তেনেকৈ গৈ মুঠতে মই প্ৰথম আৰু হংস দ্বিতীয় হোৱা বুলি স্থিৰ হ'ল। তেতিয়াহে এছ. আই. ৰছিদ চাহাবে কথাটোৰ গুমৰ ফাক কৰি হেড্ পণ্ডিতক ক'লে—পণ্ডিত, অতুল আপোনাৰ কিবা সম্বন্ধ লাগে নেকি ?

হেড্ পণ্ডিতে ক'লে—হয় ছাৰ ; লাগেও নালোগেও।

—তাৰ মানে ?

—তাৰ মানে সি মোৰ মিতাৰ ল'ৰা। তাৰ মাকৰ বিয়াত মই মিত্ৰ-ঘট ধৰিছিলোঁ। সেইমতে তাৰ পিতাক আৰু মই মিতা-মিতা। আৰু সম্বন্ধ নালাগে এইবুলি যে ইস্কুলত মই তাক মিতাৰ ল'ৰা বুলি নাভাবোঁ। সিও অইন ল'ৰাৰ দৰে এটা ল'ৰা। সম্বন্ধটো আমাৰ জা-জলপান খোৱা-বোৱাতহে, পঢ়া-পঢ়ুৱাত নহয়। ইস্কুলত সকলো ছাত্ৰয়ে মোৰ ল'ৰা , সকলোকে মই সমান চকুৰে চাওঁ।

এছ আই ৰছিদ চাহাবে হাঁহি হাঁহি ক'লে—মই যাক সম্বন্ধৰ কথা কিয় সুধিলোঁ আপোনালোকে জানে নে ? এইখন দৰ্খাস্ত চাওক। হেড্ পণ্ডিতৰ বিৰুদ্ধে দিছিল। আপত্তিকাৰীৰ নামটো নেদেখুৱাওঁ : আপোনালোকৰ মাজত কাজিয়া হ'ব। তাত আছে অতুল আপোনাৰ মিতাৰ ল'ৰা। তাতকৈ আন উপযুক্ত ল'ৰা থকাতো সম্বন্ধৰ খাতিৰত হেড্ পণ্ডিতে তাক পঠাইছে। পুনৰ নিৰ্বাচনী পৰীক্ষা হ'ব লাগে।

—এতিয়া পিছে কি পালে ছাৰ ?

—এতিয়া যি পাব লাগে পালোঁৱে নহয়। মোৰ বিশ্বাস ইহঁত দুজনৰ অন্ততঃ এজনে বৃত্তিও পাব। মই পৰীক্ষা ল'লোঁ যেতিয়া, এতিয়া কাৰো একো আপত্তি থাকিব নোৱাৰে। তাতে আকৌ আপোনালোক তিনিওজন শিক্ষকে সকলো দেখিলে। আপোনালোকেও এই পৰীক্ষাৰ কথা আনক ক'ব।—এইবুলি কৈ এছ. আই. ৰছিদ চাহাবে টুপী পিন্ধিলে আৰু চাইকেলত উঠি গুচি গ'ল।

পিছত ঘটনাটো পিতাই তাৰৈৰপৰা শুনি কৈছিল—পদে পদে বাধা।—হেড্ পণ্ডিত তাৰৈয়ে উত্তৰত কৈছিল—ৰাখে হৰি, মাৰে কোনে, মিতা ? ২৪।৮।৮৮

# চেঁচুকত ৰ'দৰ ৰেঙণি

ইস্কুল-চোৱা ৰৰবাবু আমাৰ বাছনি পৰীক্ষা লৈ গুচি গ'ল যদিও, কথা সিমানতে শাম নাকাটিলে। দ্বিতীয় শিক্ষক সজয় আলী পণ্ডিতে ক'লে—আমাৰ বিৰুদ্ধে এই আপত্তিৰ দৰ্খাস্ত কোনে দিছে মই জানিছোঁ। আজি নকওঁ। মোৰ অনুমানটো ঠিক হয় নে নহয় তিনি দিনৰ ভিতৰতে মই উলিয়াম আৰু আপোনালোককো ক'ম। হেড্ পণ্ডিত আৰু তৃতীয় পণ্ডিত নজৰ আলিয়ে একো মাত নামাতিলে।

ঘটনাটোৰ কথা ওচৰে-পাঁজৰে বাৰুকৈয়ে সদৰি হ'ল। তাৰে এদিন কি দুদিন পিছতে মমিনুদ্দি মেম্বৰ আহক আমাৰ ঘৰলৈ। যেই-সেই মুছলমান মানুহ আমাৰ

চ'ৰা ঘৰত নোসোমাইছিল। মেম্বৰ আহিলে কিন্তু—পাটগিৰি কাকা (ককাই) আছে নে—বুলিয়ে তেওঁ পোনে পোনে সোমাই গৈছিল। সিদিনাও তেনেকৈ গৈ চাপৰ টুল এখন নিজে টানি আনি বহি লৈছিল। পিতাই তেতিয়া বাৰীত কিবা কাম কৰি আছিল। মেম্বৰ অহা বুলি শুনি লৰালৰিকৈ হাত দুখন ধুই গামোচাত মচি মচিয়ে পোনেই তেওঁৰ ওচৰ পাইছিলগৈ।

মেম্বৰে পোনে পোনেই কৈছিল—পাটগিৰি কাকা, মই ভাই, এটা বেয়া কাম কৰিছিলোঁ—আপুনি বেযা নাপায় যেন। মোৰ ল'ৰা গণি আৰু আপোনাৰ বাপা অতুলৰ বৰ মিল। খোদাই সিহঁতক গোটেই জীৱন তেনে মিলতে ৰাখক। বৃত্তি-পৰীক্ষালৈ সিহঁত দুয়ো যাব বুলি মই বৰ আশা কৰিছিলোঁ। পিছে হেড্ পণ্ডিত শৰ্মাই গণিৰ ঠাইত হংসৰহে নাম পঠাইছিল বুলি শুনি মই ডি আয়ে পৰীক্ষা ল'ব লাগে বুলি দৰ্খাস্ত এখন দিছিলোঁ। দৰ্খাস্তখনৰ খচৰা কৰি দিছিল আপোনালোকৰ চুবাৰে পুৱাৰাম হাজৰিকা পণ্ডিতে। তেওঁ তাত কি লিখিছিল মই সিমান মন কৰা নাছিলোঁ , কেৱল ডি আযে পৰীক্ষা কৰি বাছনি কৰিব লাগে বুলি কোৱা কথাটোতহে মই জোৰ দিছিলোঁ। আপুনি বেযা নাপাব।

পিতাই ক'লে—বাপুৰাম পণ্ডিতে দেখোন মোক ক'লে দৰ্খাস্তখনত বোলে তুমি তেওঁকো চহী দিবলৈ ধৰিছিলা, পিছে তেওঁ নিজে পণ্ডিত কাৰণে তাত চহী নিদিলে।—হয নেকি ?

—কথা নোহোৱা নহয। এটাৰ চহীত যোৱাতকৈ দৰ্খাস্তখন দুটাৰ চহীত গ'লে বেছি গহীন হ'ব বুলি ভাবি ধৰিছিলোঁ। পিছে সি কলে—মই নিজে পৰীক্ষা কৰি চাইছোঁ , মোৰ ল'ৰা বিদ্যা একোতে অতুলৰ সমান নহয়। তাতে অতুল শ্ৰেণীৰ প্ৰথম ল'ৰা। মই চহী নিদিওঁ যা। তাতে মই নিজেও ইস্কুলৰ পণ্ডিত , ক'ৰবাত কিবা জেঙাতহে পৰিম আকৌ।—মুঠতে কাকা, মই সেই কথাটোকে আপোনাক খুলি কৈ মনটোত শান্তি লভিম বুলি আহিছোঁ, ভাই। আপুনি মোক বেযা পাইছে নেকি ?

মেম্বৰৰ কথাত তৃপ্তি লভি পিতাই অলপ হাঁহিলে আৰু চাহ-জলপান, তামোল-পাণ খুৱাই তেওঁক বিদায় দিলে। ক'লে,—মনত কিবা বেয়া পাইছিলোঁ যদিও এতিয়া গ'ল আৰু।—

পুৱাৰাম হাজৰিকা পণ্ডিত আমাৰ চুবাৰে লোক। পিতাতকৈ বয়সত অলপ সৰু। তেওঁৰ আখেজ পিছে মোৰ ওপৰত নহয়, অইন ক'ৰবাতহে। তেওঁৰ প্ৰথম পত্নীৰ বিয়োগ ঘটাত পিতাই ধৰাৰ সময়তে হেতাওপৰাকৈ গৈ আমাৰ মাহীমাক তেওঁ নিজে বিয়া কৰাব খুজিছিল। ধৰা-মেলাও কৰিছিল। তেতিয়া মাহীমাৰ মাক আইতাই নিজে মিতিৰ খোৱাৰ ছলেৰে আহি পিতাৰ আৰু পুৱাৰাম হাজৰিকাৰ ঘৰবাৰী আৰু সা-সম্পত্তি চাই গৈছিলহি। হাজৰিকা পিছে বাছনিত নুঠিল। তাত কৃতকাৰ্য্য হ'ব নোৱাৰি সেই পৰাজয়ৰ পোটক তুলিবৰ কাৰণে তেওঁ এই ছেগটোত মোৰ

বিৰুদ্ধেই দৰ্খাস্ত দিয়াইছিল। গাঁৱত এনে পোটক তোলা কাম নানা প্ৰকাৰে চলি থাকে। সকলোৱে ছেগ পালেই আদাৰ জ্বাল পইতাত পলুৱাব খোজে। তাকে বোলে- উৰহৰ খং ভগা চাৰিত। সুবিধাত পালে কেৱে কাকো নেৰে।

পিছত সঞ্জয় শিংতে হেড্ পণ্ডিত তাৰৈক সেই একে কথাকে ক'লে। তেওঁৰ সম্বন্ধীয়া ভতিজাক এজনে ডি আইৰ অফিচত কাম কৰিছিল। তেওঁৰপৰা তেওঁ হুনু জানিব পাৰিছিল যে সেই দৰ্খাস্তকাৰী আছিল মমিনছা মেম্বৰ। পিছে হেডপণ্ডিত শৰ্মাই এটা বুদ্ধি কৰিলে। গণি আৰু বিদ্যা দুয়োৰো অভিভাৱকৰ লগত আলচ কৰি তাৰ পাছৰ বছৰৰ কাৰণে দুয়োকে সেই শ্ৰেণীতে এটা বছৰ ৰাখি থ'লে। কাৰণ সিহঁতে বৃত্তি পালে তেওঁৰো নাম হ'ব , বাপুৰাম পণ্ডিত আৰু মমিনছা মেম্বৰেও ভাল পাব।

পাছৰ বছৰত কিন্তু বৃত্তি সিহঁতৰ এজনেও নাপালে, ইস্কুলৰেই কোনেও নাপালে। সিহঁত দুয়োৰে জীৱনৰ একোটা বছৰ অনাহকতে উকলি গ'ল। যি বছৰত হংস কলিতা আৰু মই বৃত্তি পৰীক্ষা দিছিলোঁ, সেই বছৰত মই বৃত্তি পাইছিলোঁ, হংসই নাপালে।

বৃত্তি পৰীক্ষাৰ আভিজ্ঞতাৰ কথা অলপ কওঁ। পিতাই দৈৱজ্ঞৰ হতুৱাই ভাল দিন-বাৰ চোৱাই পৰীক্ষা দিবলৈ যোৱা যাত্ৰাৰ সময় ঠিক কৰিলে। মই যাত্ৰাৰ দিনা পিতাৰ লগত মঙ্গলদৈ চহৰলৈ খোজ কাটি যাম। আমাৰ ঘৰৰপৰা মঙ্গলদৈ দহ মাইল দূৰ। মঙ্গলদৈ চহৰত আমাৰ গাঁৱৰে সম্বন্ধীয়া ককাইদেউ সীতানাথ বৰুৱাৰ বহা। তাতে থাকি তেওঁ তাৰে মহকুমাধিপতিৰ অফিচত কেৰাণী কাম কৰে। তেওঁৰ বহাত থাকিম, তেওঁৰ লগতে খাম আৰু তাৰপৰাই পৰীক্ষা দিম। মঙ্গলদৈলৈ যোৱা এই দহ মাইল বাট খোজ কাটি যোৱাত বাহিৰে অইন উপায় নাই। হয় খোজ কাটি যাব লাগে, নহয় গৰু বা ম'হৰ গাড়ীত যাব পাৰি।

তেতিয়া জাৰৰ দিন পৰিছে। ডিচেম্বৰ মাহ। গতিকে খোজ কাঢ়ি যোৱাত বৰ কষ্ট নাই। ৰাতি-পুৱা, দিনতে আন্ধাৰ হোৱা ঘোৰ কুঁৱলীৰ মাজেদি জাৰৰ হিম- সেমেকা আলি বাটে বাটে আমি দুযো পিতা-পুত্ৰ শুদা ভৰিৰে গৈ আছিলোঁ।

যাত্ৰাৰ আগে আগে মোক বুঢ়ী মায়ে শিকাই দিয়া মতে মই গা ধুই উঠি প্ৰথমে ভাখেৰিৰ দুৱাৰ মুখত আৰু তাৰ পাছত পিতাক আৰু মাহী আইক সেৱা কৰিলোঁ। বুঢ়ী মাইকো সেৱা কৰি, খাই-বৈ ঘৰৰপৰা ওলালোঁ। বাট ওলায়েই দেখোঁ যে কোনোবা পাকেদি গৈ মাহীমায়ে পুখুৰীৰপৰা ভৰা কলহত পানী লৈ ঘৰৰ ফালে আহিব লাগিছে। মোৰ দেখি ভাল লাগিল। যাত্ৰাত হেনো ওলায়েই ভৰা-কলহ দেখা ভাল। পিছতহে মই সেই কথা জানিছিলোঁ।

তেতিয়াৰ দিনত পৰীক্ষাৰ কাৰণে বাছি নিয়া ছাত্ৰবিলাকক শাৰী পাতি লৈ ডাক্তৰে বয়স পৰীক্ষা কৰিছিল। বয়স দহ বছৰৰ বেছি হ'লে পৰীক্ষা দিব নিদিয়ে। প্ৰথম দিনাৰ পহিলা পৰীক্ষা সেইটোৱে হয়। ডাক্তৰজনৰ লগত আছিল এছ আই,

ৰছিদ চাহাব। তেখেতক দেখি বৰ ভাল লাগিছিল। তেখেতে নিজে মুখেৰে প্ৰত্যেকজন ল'ৰালৈ চাই নাম কৈ কৈ লিখি গৈছিল এইট, নাইন, টেন ইত্যাদি। ডাক্তৰে কেৱল মূৰ দুপিয়াই গৈছিল। মোক 'নাইন' বোলা মনত আছে।

মই প্ৰাইমাৰী ইস্কুলত পঢি থাকোঁতেই ইংৰাজী ফলা নিশিকাকৈ নিজৰ নামটো ইংৰাজীতে লিখিব শিকিছিলোঁ। পিতাই ফলাত লিখি দিয়াত প্ৰথমে তাৰ ওপৰত ঘূৰাই, তাৰ পাছত তলত তেনেকৈ লিখিবলৈ অভ্যাস কৰি শিকিছিলোঁ। আখৰ চিনা নাছিলোঁ। শুনি শুনি তেনেকৈ ইংৰাজী সংখ্যাকেইটাও 'টেন'লৈ শিকিছিলোঁ। তেতিয়া সেয়ে বহুত। সেইদেখি এছ আয়ে 'নাইন' বোলাত মই ন বুলি বুজিছিলোঁ।

ৰ'দত শাৰী পাতি থিয় হৈ থাকোঁতে অলপমান চাপৰ দেখুৱাবৰ কাৰণে আঁঠুত অলপ ভাঁজ লগাই কেনেকৈ থিয় হ'ব লাগে—তাকে দযাৰাম বৰুৱা বুলি চাইকেল দোকানী, সম্বন্ধীয় ককাইদেউ এজনে মোক শিকাই দিছিল। চাপৰ হৈ বয়স কম বুলি দেখুৱাই তাৰ উদ্দেশ্য।

আজি-কালিৰ মঙ্গলদৈ পুলিচ থানাৰ ঘৰটো আগতে মঙ্গলদৈ হাই স্কুলঘৰ আছিল। তাতে আমাৰ পৰীক্ষা হৈছিল। পৰীক্ষা-ঘৰত বহি হাঁহৰ পাখিৰে লিখি থাকি কেতিয়াবা মই আমনি লাগিলে বাহিৰলৈ চাইছিলোঁ। তাতে পিতাই পিছত কোৱা শুনিছিলোঁ—জানো, ল'ৰাই কি লিখিছে সি নিজেহে জানে। মাজে-মাজে দেখোঁ কলম হাতত লৈ বাহিৰলৈহে চাই আছিল। কথা মনত নপৰিলে বাহিৰলৈ চাই নাথাকি কি কৰিব ?—অঙ্কৰ দিনা অঙ্কত বাহিৰেও অঙ্কৰ প্ৰশ্ন-কাকততে জমা-খৰচো এখন আছিল। জমা-খৰচ গণিতৰে এটা অংশ। মৌখিক পৃথকে হয়। জমা-খৰচ আৰু অংকত ১০০ নম্বৰ। জমা-খৰচত তাৰে ২৫ নম্বৰ। মৌখিকত ৫০ নম্বৰ। সি পৃথক। জমা-খৰচৰ তহবিল মোৰ হৈছিল (আজিও মনত আছে) ৬০।।/ । অঙ্কৰ প্ৰশ্নৰ উত্তৰ কৰি ওলাই অহাৰ লগে লগে বিয়াহপাৰাৰ চিন্তা শৰ্মা পণ্ডিত বুলি শিক্ষক এজনে মোৰ প্ৰশ্নৰ কাকতখন খুজি নি মোক সুধিলে—বাপা, তোমাৰ তহবিল কিমান হৈছে ?—মই ৬০।।/ বুলি কোৱাত তেওঁ ক'লে—এৰা, তোমাৰ ঠিক হৈছে। আমাৰ ল'ৰাৰহে নহ'ল। তোমাৰ শুদ্ধ হৈছে। পূৰা নম্বৰ পাবা, সুৰেনৰহে নহ'ল।—সুৰেন তেওঁৰ ল'ৰা।

পৰীক্ষা হৈ যোৱাৰ পাছত পৰীক্ষাৰ খবৰৰ কাৰণে পূৰা এমাহ বাট চাব লাগে। সেয়ে আছিল নিয়ম। পৰীক্ষাৰ্থীৰ কাৰণে সেই মাহটো স্বাধীনতাৰ স্বৰ্গ-সুখ। মই এই মাহটো মিতিৰৰ ঘৰলৈ গৈ কুৰ্মা খায়ে কটাইছিলোঁ বুলিব পাৰি। পিতাই কৈছিল—বৃত্তি পালে মাইনাৰত পঢ়ুৱাম, নাপালে ছাত্ৰবৃত্তিত।—অলৌগুটি তলৌগুটি খেলাৰ দৰে কথা। তথাপি পিতাৰ কথা আমাৰ কাৰণে বেদৰ বাণী ঃ তাৰ লৰচৰ নাই।

সেই সময়ত আজিৰ দৰং জিলা আৰু তেতিয়াৰ মঙ্গলদৈ মহকুমাৰ ভিতৰত

এখন মাত্ৰ মাইনাৰ স্কুল আছিল—নাম পাথৰিঘাট মাইনাৰ স্কুল। আমাৰ ঘৰৰপৰা চৰকাৰী আলি বাটেদি ঘূৰি গ'লে সেইখন প্ৰায় পাঁচ মাইল দূৰৈত হয় ঃ পোনে পোনে পথৰুৱা বাটেদি বা বাটে-অবাটে গৈ ওলাব লাগিলেও ৩॥ মাইলৰ একোপধ্যে কম নহ'ব। ছাত্ৰবৃত্তি মজলীয়া ইস্কুল অৱশ্যে প্ৰায় ডেৰ মাইলমান দূৰতে আছিল। মোৰ মন আছিল দুখে-কষ্টে কোনোমতে গৈ মাইনাৰতে নাম লগোৱাটো। মাইনাৰত পঢ়িলে ইংৰাজী পঢ়িব পাৰিম, আৰু ইংৰাজী পঢ়াটোৱে আছিল মনৰ একান্ত হাবিয়াহ। 'টেন'লৈ ইংৰাজী সংখ্যা গণনা আৰু ইংৰাজীত নিজৰ নামৰ চহী কৰিবলৈ অভ্যাস কৰাটোৱে তাৰ আগজাননী দিছিল।

বৃত্তি পৰীক্ষা হৈ যোৱাৰ পাছৰ আৰু খবৰ ওলোৱাৰ ঠিক আগৰ সময়খিনিৰ এটা ঘটনা। বৃহস্পতিবাৰে বৃহস্পতিবাৰে সদায় পথৰুঘাটত হাট বহে। তেতিয়া বহিছিল, আজিকালিও বহে। এই পথৰুঘাটেই বুৰঞ্জী বিখ্যাত কৃষক বিদ্ৰোহ পথৰুঘাটৰ ৰণস্থলী পথৰুঘাট , আজিকালিৰ পাথৰিঘাট। পথৰুঘাটৰ হাটলৈ আমাৰ গাঁৱৰ দুই-এজন মানুহে পাণ-তামোল, কল-কণী, হাঁহ-পাৰ আদি ঘৰৰ উৎপন্নৰ ইটো-সিটো বস্তু বিক্ৰী কৰিবলৈ নিয়ে। লগতে মিঠাতেল কেৰাচিন তেলৰ বটল আৰু আণ্ঠা-পাচলি কিবা সস্তাতে পালে আনিবৰ কাৰণে মোনা একোটাও লৈ যায়। এদিন আমাৰ ঘৰৰে পৰিয়ালৰ দৰে আপোন মানুহ হৰ বৰডেকা পাথৰুঘাটৰ হাটলৈ যাব ওলাইছিল। তাকে দেখি মোৰো গা উঠিল।—আদাক দেখি উঠিল গা, কেতুৰীয়ে বোলে মোকো খা—হ'ল। ময়ো তেওঁৰ লগতে যাবলৈ ওলালোঁ। পিতাক সোধাত তেওঁ দিওঁ-নিদিওঁকৈ অনুমতি দিলে। ময়ো মোৰ হাত-খৰচ অলপ উলিয়াবৰ কাৰণে পাণ এক নুৰা মান নিম বুলি কোৱাত তেওঁ ক'লে—নালাগে , তই দুখ পাবি , নিব নালাগে।—

হৰ বৰডেকা ওচৰতে আছিল। তেওঁ ক'লে—একো দুখ নাপায় , মই নিজে মোৰ ভাৰখনৰ লগতে তাৰ পাণখিনিও নিম। পিতাই ক'লে—তইঁতে যি ভাল পাব কৰ। মাত্ৰ চাবি সি যাতে দুখ নাপায়।

পিছদিনা সেয়ে হ'ল। পাণ লৈ গৈ আমি পথৰুঘাটৰ হাট পালোঁগৈ। তেতিয়া চৰকাৰী আলিৰ ওপৰতে আৰু আলিৰ দাঁতি-কাষৰত্ৰে হাট বহিছিল। আমি আলিৰ কন্ধেলিয়াতে ভাৰ থৈ বহিলোঁ। হৰ বৰডেকাই নিয়া পাৰ, হাঁহ আৰু পাণখিনি অলপ সময়ৰ ভিতৰতে বিক্ৰী হ'ল। মোৰ পাণখিনিহে বাকী থাকিল। বৰডেকাই ক'লে—সেই সিফালে বহিলি ইতেই (এতিয়াই) বেচা যাবো বহ। তই বাৰু অলপমান সময় বৌচোন, মই পানী ছুই আহোঁ।—এইবুলি বৰডেকা গ'ল। মই কৰিলোঁ কি ? মই বৰডেকাই আঙুলিয়াই দেখুৱা ঠাইডোখৰলৈ যাবলৈ বুলি টোকনডালত পাণৰ নুৰাৰ একতেৰীয়া ভাৰখন কান্ধত তুলি লৈ থিয় হৈ থাকিলোঁ। ইতিমধ্যে বৰডেকা পালেহি। মই তেতিয়া তলমূৰ কৰি আছিলোঁ। মূৰ তুলিয়ে ওচৰত বৰডেকাক আৰু সন্মুখতে বৰবাবু (এছ. আই.) বছিদ চাহাবক দেখিলোঁ। বৰবাবু বছিদ চাহাবক মই তেনে ঠাইত

তেনে অৱস্থাত দেখি তেনেই হতভম্ব হলোঁ। মোৰ কেনে লাগিছিল বৰ্ণাব নোৱাৰোঁ। লাজো লাগিছিল, বেয়াও লাগিছিল। তথাপি যন্ত্ৰ-চালিত দৰে ভাৰখন কান্ধৰপৰা নমাই মাটিত থৈ পোনেই দুয়োহাত যোৰ কৰি তেওঁক নমস্কাৰ দিলোঁ। তেওঁ মূৰ দুপিয়াই মোৰ নমস্কাৰ গ্ৰহণ কৰি ক'লে—তুমি মোক জানো চিনিব পাৰিছা ?

মই কলোঁ—পাৰিছোঁ ছাৰ।

—ক'লৈ আহিছিলা ?

—হাটলৈ। এওঁ আমাৰ নিজৰ মানুহ। এওঁৰ লগতে মযো আজি হাটলৈ আহিছিলোঁ। পাণো অলপ বেচিবলৈ বুলি এওঁৰ লগতে আনিছিলোঁ। এৱেঁ আনিছিল।

তেওঁ ক'লে—ভালেই কৰিছা। বহি থকাতকৈ কাম কৰা ভাল। পিছে, পৰীক্ষাত কেনে কৰিলা ? বৃত্তি পাবা নে ?

মই পোনে-পোনেই উত্তৰ দিলোঁ—পৰীক্ষাত যি পাৰোঁ লিখিছোঁ। পিছে কেনে হ'ল, আপোনালোকেহে জানে ছাৰ। মই নাজানো।

তেওঁ আকৌ সুধিলে—বৃত্তি পাবা নে নাপাবা ?

মোৰো মুখত আহিল—আপুনিহে সেইটো জানে ছাৰ ।—তেওঁ হাঁহিলে আৰু ক'লে—পাবা , বৃত্তি পাবা।

তাকে কৈ তেওঁ লাহেকৈ আঁতৰি গ'ল। পাণখিনি বিক্ৰী কৰি ঘৰলৈ উভতিলোঁ। আগতে বৰডেকাই পাণৰ নুৰাটো ভালকৈ মেলি থোৱা নাছিল—এতিয়া থোৱাত তৎক্ষণাৎ বিক্ৰী হ'ল ; কাৰণ মোৰ পাণ তেওঁৰ পাণতকৈও ডাঙৰ ডাঙৰ আছিল।

ঘৰ পোৱাৰ লগে লগে হৰ বৰডেকাই আমাৰ ঘৰত ক'লে—ই বৃত্তি পাইছি বোলে। আজি বৰবাবুই নিজে ইয়াক কৈছি। হাটতে কৈছি।

পিতাও চোতালতে আছিল। তেওঁৰ বৰ আনন্দ লাগিল , কিন্তু ফুটাই সেই আনন্দ প্ৰকাশ নকৰি ক'লে—আগে খবৰেই ওলাওকচোন বাৰু ! এতিয়াই বৰকৈ ঢোল পিটিব নালাগে। এতিয়াই কৈ ফুৰি পাছত নাপাব লাগিলে লাজত পৰিব লাগিব। গছত কঁঠাল ওঁঠত তেল হ'ব !—মোক ক'লে, ঈশ্বৰক ভাবি থাক , মামৰীয়াৰ ভাগ্যোদি কিজানি চেঁচুকতো ৰ'দৰ ৰেঙণি পৰেয়ে। ৭।৯।৮৮

# ইও ঈশ্বৰৰে ইচ্ছা

বাৰীত পাণ থাকিলে নো নিবিকে কোনে ? এসময়ত গুৰু মাধৱদেৱেও বিকিছিল বোলে। পাণ লৈ পথৰুঘাটৰ হাতলৈ যোৱাৰ তিনি-চাৰি দিন পিছৰ কথা। সিদিনা পিতা গৈছিল আধা মাইল মান দূৰৰ থাতিকুছি গাঁৱৰ মিতাক কেশৱনাথ

শৰ্মা হেড্‌পণ্ডিত তাৰেৰ ঘৰলৈ। আগতে উল্লেখ কৰিছোঁ পগলা শিয়াল-কুকুৰে খোৱাৰ তাৰৰেয়ে এটা অমোঘ শাক-দাৰু জানিছিল। শাক-দাৰু ; কিন্তু গুণত অব্যৰ্থ। পিতা গৈছিল তেওঁৰ কোনোবা আত্মীয়ৰ কাৰণে ঔষধটো আনিবলৈ। নিজৰ কাৰো বাবে নহয়।

কেশৰাম শৰ্মা কেশৱনাথ শৰ্মাৰে ঘৰত মতা নাম। তেওঁৰ ঘৰৰ নিচেই ওচৰতে বি. এ. পাছ ভগীৰাম বৰুৱাৰ ঘৰ। তেতিয়াৰ দিনত বি এ. পাছ বুলি জানিলে মানুহে সমীহ কৰি মুৰ দাঙি নোচোৱাকৈ থাকিব নোৱাৰে। সেই ভগীৰাম বৰুৱা তেতিয়া আছিল পাথৰিঘাট মাইনাৰ স্কুলৰ হেড্-মাষ্টাৰ। তেওঁ 'দৰং ৰাজবংশাবলী' বোলা বিখ্যাত গ্ৰন্থৰ কবি বলদেৱ সূৰ্য্যখড়ি দৈৱজ্ঞৰ বংশধৰ ; মনভাল মণ্ডলৰ ল'ৰা। মনভাল মণ্ডল আছিল আমাৰ ককাদেউতাৰ দিনৰ পুৰণিছমীয়া মিতিৰ। বিপদে-সম্পদে কাকো কেৰে নেৰা কূৰ্মা। কথাতে কয় বোলে 'কূৰ্মাক কূৰ্মাই খায়, ধাৰ শুজা যায়।' ভগীৰাম বৰুৱা আছিল আমাৰ তেনে ; তেওঁ নহ'লেও অন্ততঃ তেওঁৰ পিতাক মনভাল মণ্ডল। পিতাই তেওঁক মনভাল ককাই বুলি সম্বোধন কৰিছিল। তেওঁৰ পুত্ৰ ভগীৰাম বৰুৱা আছিল এজন অতিশয় মিষ্টভাষী সদালাপী লোক। সেই সূত্ৰেদি তেওঁ আমাৰ পিতাক দাদা (দদাইদেউ) বুলি মাতিছিল আৰু তেনেকৈ সন্মান কৰিছিল। ভগীৰাম বৰুৱা মঙ্গলদৈৰ প্ৰথম পাঁচ-ছয়জন গ্ৰেজুৱেটৰ এজন হ'ব। পিতাই তাৰেৰ ঘৰৰপৰা ঔষধ লৈ উভতি আহোঁতে তেওঁলোকৰ ঘৰত সোমাল। উদ্দেশ্য আছিল মোক পাৰিলে তেওঁৰ মাইনাৰ স্কুলতে পঢ়োৱাটো। পাৰিলে বোলাৰ অৰ্থ বৃত্তি পালে তো মাইনাৰত পঢ়ুবাবই, বৃত্তি ধৰিব নোৱাৰিলেও পাৰিলে পঢ়ুবাব। সেই উদ্দেশ্যে তেওঁ হেড্-মাষ্টাৰ ভগী বৰুৱাক লগ ধৰি কথা পাতিলে। বৰুৱাই হেনো মোৰ নামটো সুধি লৈ পোনেই কৈছিল—দাদা, বাপাক তো মোৰ স্কুলত দিবই লাগিব। পিছে দাদা, বাপাই বৃত্তি পায় বা ? (বাপা তেওঁৰ মৰমৰ মাত)। মই কৈছোঁ, সি বৃত্তিকে পাব যাওক। আপুনি কাকো নক'ব, সি ভূগোল আৰু সাধাৰণজ্ঞানত মহকুমাৰ ভিতৰতে প্ৰথম হৈছে। অতুল আপোনাৰ ল'ৰা বুলি মই জনা নাছিলোঁ ; জনা হ'লে মই নিজেই আপোনাক তাৰ পৰীক্ষাৰ নম্বৰ কৈ দিব পাৰিলোঁহেঁতেন। সন্দেহ নাই, সি বৃত্তি পাবয়ে। আপুনি চিন্তা নকৰিব। তাক মোৰ স্কুলত দিব। তাৰ নম্বৰটোও মই কেইদিনমান পাছত দিব পাৰিম। এতিয়া ইয়াত নাই। পৰীক্ষাৰ কাকত কোনে চাইছিল বাৰু মই নকওঁ।

পিতাই ঘৰলৈ আহি মাহী-মা আৰু বুঢ়ী-মাইৰ আগত খবৰটো বিবৰি কৈছিল। মই ওচৰতে থিয় হৈ শুনি আছিলোঁ। তেওঁলোকৰ উলাহ দেখি মোৰ মন আনন্দত নাচি আছিল। মাজে মাজে ভয়ো হৈছিল—জানোচা পানীৰ ঔটেঙাহে বুলি।

তাৰে প্ৰায় দহ-বাৰ দিন পিছতে বৃত্তি-পৰীক্ষাৰ খবৰ ওলাল। মই মঙ্গলদৈ মহকুমাৰ ভিতৰত দ্বিতীয় হৈ বৃত্তি পোৱা বুলি সীতানাথ বৰুৱা ককাইদেৱে টাউনৰপৰা আহি আমাৰ ঘৰত খবৰটো দি চাহ-জলপান খাইছিল। আগতে কৈ

আহিছোঁ তেখেতৰ মঙ্গলদৈৰ খেৰী বহাটোত থাকিয়ে মই বৃত্তি পৰীক্ষা দিছিলোঁ।

পৰীক্ষাৰ খবৰ পোৱাত বুঢ়ী মায়ে নো কৰিলে কি ? তেওঁ মোক গা ধুই আহি গলত গামোচা লৈ ভাখেৰীৰ দুৱাৰমুখত আৰু নগুলাৰ মুখৰ পুখুৰীৰ পাৰৰ গোসাঁইঘৰত (নামঘৰক মঙ্গলদৈত গোসাঁইঘৰ বোলে) সেৱা কৰিবলৈ উপদেশ দিছিল আৰু ময়ো তাকে কৰিছিলোঁ। কিয় সেৱা কৰিব দিছিল মই তাৰ তাৎপৰ্য্য বুজিব পৰা নাছিলোঁ। বুজিবলৈও চেষ্টা কৰা নাছিলোঁ। এতিয়াও ভালকৈ জানিব পৰা নাই। অনুমান কৰিছোঁ, সম্ভৱতঃ ভগবানক মই মা-মৰীয়া (মাউৰা) অভাগাৰ প্ৰতি দেখুৱা তেওঁৰ অসীম করুণাৰ কাৰণে। বৃত্তি পোৱাৰ খবৰ পাই ভাল পাইছিলোঁ যদিও কিয় জানো মোৰ মনটো আনন্দৰ মাজতো গধুৰ-গধুৰ লাগি আছিল ! হ'ব পাৰে মোৰ জন্মদাত্ৰী স্বৰ্গীয়া মাইলৈ মনত পৰি।

যি হওক, মোৰ পাথৰিঘাট মাইনাৰ স্কুলতে পঢ়া ঠিক হ'ল। পাথৰিঘাট পুৰণি বুৰঞ্জী-বিখ্যাত পথৰুঘাট কৃষক-বিদ্ৰোহৰ পথৰুঘাট। পথৰু নামে ঘাটুৱৈ এটাই সেই ঠাইৰ মাজেদি বৈ যোৱা তেতিয়াৰ নৈৰ (দ্বিগজৰ) ঘাটত নাৱেৰে মানুহ পাৰ কৰিছিল। আজিকালি সি মৰা-সুঁতি হৈ আছে। সেই পথৰু ঘাটুৱৈৰ নামেৰেই ঠাইডোখৰ আৰু ঘাটটোৰ নাম হৈছিল পথৰু-ঘাট। নৈনেয়ে গতি সলোৱাত সেই নদী আজিও মৰা নদী হৈ আছে। বাৰিষা সি জীয়া নৈ হৈ ফেনে-ফোটোকাৰে কোবাল গতিত বৰলৈ ধৰে। তেতিয়া তাক মৰা নদী বুলিবৰ কাৰ সাহ আছে ? এই পথৰুঘাটতে ১৮৯৪ চনত বৃটিছৰ খাজানা-বৃদ্ধিত বাধা দিবলৈ অসমৰ প্ৰথম কৃষক-বিদ্ৰোহ হৈছিল। দলিচপৰা, গছৰ ঠানিৰ ফৰ্মুতি, কুঁহিয়াৰ পেৰিবলৈ থোৱা ফলা-খৰি আদিৰে যুঁজিবলৈ যোৱা ছয়-সাত শ কৃষকে ইয়াতেই এমুঠি বন্দুকধাৰী চিপাহীৰ গুলীৰ সম্মুখীন হৈছিল। তাৰে প্ৰায় এশ-ছকুৰি মানে গুলীত প্ৰাণ এৰি ইতিহাসত নাম ৰাখি গৈছিল। পিছত তাতেই মঙ্গলদৈৰ সেই সময়ৰ একমাত্ৰ এম ই স্কুল স্থাপিত হৈছিল—নাম পাথৰিঘাট মাইনাৰ স্কুল।

স্কুলত নাম লগোৱাৰ আগতে ঘৰতে অন্ততঃ ইংৰাজী ফলাখনৰ আখৰবোৰ লিখিবলৈ আৰু চিনিবলৈ যত্ন কৰা উচিত। তাকে কৰিলে পঢ়াত সুবিধা হয়। তাকে ভাবি পিতাই পঞ্জিকা চাই এটা ভাল দিনত মোক মোৰ পূজনীয় খুৰাদেউ অময়া মাষ্টৰৰ হতুৱাই ইংৰাজী ফলা দিয়াইছিল। খুৰাদেউ বিদ্যাত সেই সময়ৰ আই. এ. ফেইল আছিল। তেওঁৰ অময়া নামটো সলাই হাইস্কুলত পঢ়া সময়ত হেড্-মাষ্টাৰ ৰমণীকান্ত বৰুৱাই অমূল্য চৰণ বৰুৱা দিছিল। তেতিয়াৰপৰা তেওঁ অমূল্য চৰণ বৰুৱা বুলিহে জনাজাত হ'ল। তেখেতৰ যত্নত মই ঘৰতে কিছুদিন পঢ়ি ইংৰাজী আখৰবোৰৰ লগত চিনাকি হৈছিলোঁ।

তাৰ পিছত এম. ই. স্কুলত নাম লগোৱাৰ দিন আহিল। পিতাৰ এটা দস্তুৰ আছিল—তেওঁ কোনো ভাল কাম দিন-বাৰ নোচোৱাকৈ আৰম্ভ নকৰিছিল। মোক মাইনাৰত নাম লগাই দিয়া ক্ষেত্ৰতো তেওঁ তাকে কৰিলে। গণকৰ হতুৱাই দিন-

বাৰ চোৱালে, পুৰোহিত দেউক আৰু তেওঁৰ লগতে ২।৩ জন বামুণক সিধা খুৱাই সৰু-সুৰা ব্ৰহ্মভোজন এটা পাতিলে আৰু তেওঁলোকক দান-দক্ষিণা দিলে। তাৰ পিছত তেওঁলোক সকলোৰে আশীৰ্বাদ লৈ শুভ দিনত এদিন পিতাই মোক লগত লৈ পাথৰিঘাট মাইনাৰ স্কুললৈ নাম লগোবাবলৈ যাত্ৰা কৰিলে। ৰাতিপুৱাৰ যাত্ৰা। পাঁচ মাইল বাট খোজ কাঢ়ি যাব লাগে। লোকেল বোৰ্ডৰ গাঁৱলীয়া আলি-বাট। মাইনাৰ স্কুলত নাম লগোৱাৰ চিন্তাত আগ-নিশা মোৰ ভালকৈ চকুত টোপনিয়ে অহা নাছিল ।

তিনি মাইল মান যোৱাৰ পাছত গৈ গৈ বুৰঞ্জী-বিখ্যাত জয়পাল পুখুৰীৰ পাৰ পালোঁ। সিমানতে পাছ ফালৰপৰা চাইকেলেৰে গৈ ভগীৰাম বৰুৱা হেড্-মাষ্টাৰে আমাক লগ ধৰিলে। টৌ-টৌকৰে বগা পাট্লুং, বগা কামিজ পিন্ধা লোকজন। চচমা পৰিহিত কেঁচা সোণ বৰণীয়া তেজগোৰা তেওঁৰ চেহেৰা। দেখিলেই ভক্তি ওপজে। আমাক দেখি তেওঁ চাইকেলৰপৰা নামিল আৰু পিতাৰ লগত দুই-এষাৰ কথা পাতিলে। তাৰ পাছত ক'লে—দাদা, তেনেহ'লে আপোনালোক আহি থাকক। মই আগবাঢ়ি যাওঁ।—এনেকৈ কৈ বিদায় লৈ তেওঁ চাইকেলত উঠি স্কুললৈ গুচি গ'ল।

আৰু দুমাইল মান গৈ আমিও দহ নৌ বাজোঁতেই পাথৰিঘাট মাইনাৰ স্কুল ওলালোঁগৈ। গাতে লাগি থকাৰ দৰে আলিৰ দাঁতিত স্কুলখন। তেতিয়া স্কুল ঘৰৰ দুৱাৰ-খিড়িকীবোৰ চকীদাৰে খুলি ৰাখিছিল। ছাত্ৰও যথেষ্ট আহিছিল। কিৰিলি আৰু চিয়ঁৰ-বাখৰৰপৰাই সেইটো জানিব পৰা গৈছিল। হেড্-মাষ্টাৰ বহা কোঠালিটোৰে এটা অংশত দুটা কাঠৰ আলমাৰীত কিতাপ ভৰি আছে। সেয়ে স্কুলৰ শিক্ষক আৰু ছাত্ৰৰ পুথি-ভঁৰাল। কোঠালিটোৰ দুৱাৰ-খিড়িকীবোৰ খোলা আছিল। হেড্-মাষ্টৰ কিন্তু তাত নাছিল। সোধাত নাহৰ নামৰ চকীদাৰজনে কৈছিল যে তেখেত পোনে পোনে নদীৰ সিপাৰে থকা হোষ্টেল চুপাৰিণ্টেণ্ডেণ্টৰ বহালৈ গৈছিল। পিতাই মোকো তালৈকে লৈ গ'ল। ভবেন্দ্ৰ চন্দ্ৰ দাস নামৰ চেকেণ্ড মাষ্টৰজনেই হোষ্টেল চুপাৰিণ্টেণ্ডেণ্ট। আমি তেখেতৰ আবাস পালোঁগৈ। তেখেতে তেতিয়া ভিতৰত গা ধুই খোৱা-বোৱা কৰি উঠি স্কুললৈ যাবলৈ সাজু হোৱাত ব্যস্ত আছিল। পৰিয়াল অৱশ্যে লগত নাছিল। শনিবাৰে শনিবাৰে তেওঁ ঘৰলৈ যায়। ঔতলা গাঁৱত ঘৰ। সাত মাইল মান দূৰত।

বাহিৰৰ বৈঠকখানাত হেড্-মাষ্টাৰ ভগী বৰুৱাই বহি জিৰণি লৈ বাতৰি কাকত এখন পঢ়ি আছিল। আমাক দেখি তেখেতে পোনেই—দাদা, আহক, বহক বুলি পিতাক বহিবলৈ চকী এখনলৈ আঙুলিয়াই দিলে। লগে লগেই তেখেতে গলগলীয়া মিঠা মাতেৰে ক'লে—বুজিছে দাদা, বাপাৰ ভাগ্য বৰ ভাল। আজি এটা বৰ শুভ খবৰ আহিছে। আমাৰ স্কুলৰ কাৰণে আজি এটা গৌৰৱৰ দিন ; বৰ উৎসৱৰ দিন। আমাৰ স্কুলৰপৰা পৰীক্ষা দিয়া ছিপাঝাৰৰ সত্য বৰুৱা বাপাই অসমৰ ভিতৰত প্ৰথম হৈ মাইনাৰৰ বৃত্তি পাইছে। ইয়াতকৈ ভাল খবৰ আমাৰ স্কুলৰ কাৰণে আৰু কি

হ'ব পাৰে ? সেই দেখিছে মই কৈছো আজি বাপাৰ নাম লগোৱাৰ কাৰণেও বৰ উৎকৃষ্ট দিন। তেওঁৰ নামটো মই আজিয়ে লিখিম। কিন্তু হাজিৰা কৰাৰ পাছতেই স্কুল ছুটী দিম। এনে ভাল খবৰ এটা সকলোৱে পোৱা উচিত।—এনেকৈ কৈ তেওঁ মোক ক'লে—চাওঁ বাপা, ইফালে আহাচোন , কথা পাতোঁ। তোমাৰ নাম কি?

—মই উত্তৰ দিলোঁ।—

তেতিয়া তেওঁ ক'লে—বাপা, শুনিলাই নহয়। সত্য বৰুৱাই ইয়াতে পঢ়ি আমাৰ স্কুলৰপৰাই অসমত প্ৰথম হৈ বৃত্তি পাইছে। তেওঁ আমাৰ স্কুলৰ নাম উজ্জ্বল কৰিলে। তুমিও এদিন তেনে নাম কৰিব লাগিব। তুমি বাৰু তেনেকৈ বৃত্তি ধৰিব পাৰিবা নে?

মোৰ মুখ শুকাই গ'ল। মুখ ফুটি কথা নোলাল। একো ক'বলৈ নৌ-পাওঁতেই পিতাই ক'লে—ভগৱানৰ কৃপা হ'লে ময়ো পাৰিম বুলি ক। —মোৰ কিন্তু সেইটো ক'বলৈ সাহেঁ নুজুৰিলে। এনেতে চেকেণ্ড মাষ্টাৰ ভবেন্দ্ৰ দাসে ওলাই আহি পিতাক—বৰুৱা, আপুনি আহিছে—বুলিলে। তেওঁ চকী এখনত বহি লৈ পিতাৰ লগত কথা-বতৰা পাতিলে।

হেড্-মাষ্টাৰে মোৰ পিঠিত হাত চপৰিয়াই দি কলে—পাৰিবা, তুমিও পাৰিবা। তুমি এইবাৰ মঙ্গলদৈ মহকুমাত দ্বিতীয় হৈ বৃত্তি পালা , আমাৰ স্কুলৰপৰা পৰীক্ষা দিলে চাৰি বছৰৰ পিছত অসমত প্ৰথম হ'ব পাৰিবা। ভালকৈ পঢ়িবা। মই আশীৰ্বাদ দিছো—তুমি পাৰিবা।

চেকেণ্ড মাষ্টাৰ ভবেন্দ্ৰ দাসে হেড্-মাষ্টাৰৰ কথাখিনি শুনি মোৰ ফালে ভালকৈ চালে আৰু ক'লে—এওঁ বৃত্তি পাইছে নেকি? আমাৰ স্কুলত পঢ়িব নহয়?

হেড্-মাষ্টাৰে কলে—এৰা, এওঁ আজি নাম লগাবলৈ আহিছে। এবেঁ দাদাৰ একমাত্ৰ ল'ৰা।

সেইদিনা নাম লগায়ে ঘৰলৈ উভতিলোঁ। পঢ়া আৰম্ভ হ'ল। দুমাহ মান পিছত আৰু এটা খবৰ আহিল যে মই প্ৰাইমাৰীৰ বৃত্তি-পৰীক্ষাত ভূগোল-সাধাৰণজ্ঞানত আৰু সাহিত্য বিষয়তো প্ৰথম হৈছো। 'সাহিত্য-শ্ৰুতলিপিত এশ পঞ্চাশৰ ভিতৰত ১২৫ নম্বৰ পাই প্ৰথম হোৱা বাবে' চণ্ডীচৰণ শৰ্মাই প্ৰদান কৰা কুৰি টকা মূল্যৰ কিতাপ পুৰস্কাৰ পাম। যথাসময়ত এই পুৰস্কাৰ সেই বছৰৰে বঁটা-বিতৰণী সভাত মোক প্ৰদান কৰিছিল।

বঁটা-বিতৰণী সভাত শ্ৰেণীৰ বছৰেকীয়া পৰীক্ষাত প্ৰথম-দ্বিতীয় হোৱা ছাত্ৰসকলেহে পুৰস্কাৰ পায়। গতিকে ক্লাচ প্ৰিৰ নতুন ল'ৰাৰ কাৰণে তাত বঁটা নাথাকে; কিন্তু মই সিবাৰ ক্লাচ প্ৰিৰ ছাত্ৰ হৈও প্ৰাইমাৰী বৃত্তি-পৰীক্ষাৰ সেই পুৰস্কাৰটো পোৱাত আৰু পুৰস্কাৰটোও বুজন ধৰণৰ হোৱাত সকলোৱে মোৰ ওপৰত চকু পৰিছিল। সিদিনা মোৰ মনটো উলাহত নাচি উঠিছিল যদিও মাজে মাজে

ৰবাকে মাইলৈ মনত পৰিছিল। তেতিয়া বৰ উদাস উদাস লাগিছিল। এতিয়া সেইবোৰ কথা মনত পৰিলে ভাবোঁ—দুখৰ মাজতো তেনেকুৱা উৎসাহৰ বিজুলী-চমক আছিল—ঈশ্বৰৰে ইচ্ছা। চেঁচুকত পৰা ব'দৰ ৰেখা। ১৩।১০।৮৮

# কিবা ভাবি কিবা কলো

নাম লগোৱাৰ পাছত পাথৰিঘাট মাইনাৰ ইস্কুললৈ মই ঘৰৰপৰা অহা-যোৱা কৰিবলৈ ধৰিলোঁ। দিনৌ যাওঁতে পাঁচ মাইল আৰু আহোঁতে পাঁচ মাইল, এই দহ মাইল বাট খোজ কাঢ়ি অহা-যোৱা কৰা ৯।১০ বছৰীয়া মোৰ কাৰণে তেতিয়া এটা দুৰূহ কাম হৈ পৰিছিল। ৰাতিপুৱা ছট্‌পোহৰতে শেতেলি এৰি লেম জ্বলাই লৈ অথবা ধল-পুৱাৰ কাহিলি পোহৰত চকুৰে জলক্-তবক দেখা অৱস্থাতে ইস্কুলীয়া পাঠ অলপ আওৰাওঁ। তাৰ পাছত ঝপং কৰি পুখুৰীত জোবোৰা এটা মাৰি গাটো ধোৱা নাম কৰি আহিলেই হ'ল ইস্কুললৈ যাত্ৰা কৰিবৰ সময়। মোতকৈও আগেয়ে বা মই উঠাৰ লগে লগেই মাহী-মায়েও বিছনা এৰি পুখুৰীত গা-পা ধুই আহে আৰু মোৰ কাৰণে ভাত ৰান্ধে। মই তপতে-তপতে লৰালৰিকৈ নাকে-মুখে কেইটেপামান গুঁজি মুখ ধুই ইস্কুললৈ যোৱা সাজটো পিন্ধি খোজ লওঁ। সেই সাজটো পিন্ধিলে গাটো অলপ কিবা নতুন নতুন লাগে।

এইখিনিতে কৈ থোৱা ভাল যে ইস্কুললৈ যাওঁতে সদায় মই এযোৰা সুকীয়া ধুতি-চোলা পিন্ধি গৈছিলোঁ। পাঠশালা ইস্কুলত পঢ়া কালতে সেই অভ্যাসটো কৰিছিলোঁ আৰু সি হাইস্কুল আৰু আনকি কলেজত পঢ়া দিনতো মোক এৰা নাছিল। সুকীয়া সাজ পিন্ধি ইস্কুললৈ যাবলৈ মোক পোনতে পিতায়ে কৈছিল আৰু তাৰ কাৰণে তেওঁৰতে ধুতি-কামিজ এযোৰা দি মোৰ আৱশ্যকীয় তত্ত্বাৱধান লৈছিল। সেই ধুতি-চোলা যোৰা সদায় দেওবাৰে দেওবাৰে ধুই লৈছিলোঁ, হয় নিজে ধুই লৈছিলোঁ, নহলে মাহী-মাই বা বাইদেউহঁতে মৰম কৰি ধুই দিছিল। সেইদেখি উকীলৰ দৰে একে পোছাককে পিন্ধি সদায় একেদৰে ইস্কুললৈ যোৱা মোক সকলোৱে দেখিছিল। তেনে কৰাৰ কাৰণ সেই পোছাকবোৰা আছিল সাধাৰণ ঘৰত পিন্ধা পোছাকতকৈ পৰিষ্কাৰ আৰু উন্নত পৰ্য্যায়ৰ। গঞা ভোজ-বাহানি বা পূজাৰ পুৰোহিতৰ দৰে শুদ্ধ-শুচি হোৱাটো মোৰ পোনপটীয়া উদ্দেশ্য নাছিল।

আমাৰ ঘৰৰপৰা খাতিকুছি, কঠামাৰা বিয়াহপাৰা, জয়পালৰ পাৰ, তুবেই আদি গাঁওবোৰৰ মাজেদি গৈহে পাথৰিঘাট মাইনাৰ স্কুল পোৱা যায়। খাতিকুছি আমাৰ ঘৰৰপৰা আধা মাইল মান দূৰত। খৰালি পথাৰৰ মাজেদি চিধা পথৰুৱা বাট ওলায়।

তেতিয়া সেই বাট চমু হৈ প্ৰায় পোৱা মাইল মানহে হয়। সেই খাতিকুছি গাঁৱতেই হেড্‌পণ্ডিত তাৰে কেশৱনাথ শৰ্মা আৰু হেড্‌মাষ্টাৰ ভগীৰাম বৰুৱাৰ ঘৰ বুলি আগেয়ে কৈ আহিছোঁ। তেওঁলোকৰ বংশৰে বগীৰাম বৰুৱা বুলি এজন ল'ৰা তেতিয়া পাথৰিঘাট এম ই স্কুলৰ ৬ষ্ঠ শ্ৰেণীত পঢ়িছিল। তেওঁ এম ভি পাছ কৰি গৈ এম ইত নাম লগাইছিল। সেই হেতুকে বয়সত যথেষ্ট জ্যেষ্ঠ আছিল। অত্যন্ত ভদ্ৰ, স্বাস্থ্যবান আৰু মৰমিয়াল বগীৰাম বৰুৱাৰ লগত মোক চিনাকি কৰি দি পিতাই তেওঁক মোৰ তত্ত্বাৱধান ল'বলৈ একৰকম এজন অভিভাৱক পাতি দিছিল। তাৰ ঘাই কাৰণ পাথৰিঘাটৰ ইস্কুললৈ যোৱা আলি-বাটটো আছিল তেওঁৰ নঙলাৰ সমুখেদিয়ে। মই তেওঁক ককাইদেউ বুলি মাতিবলৈ লৈছিলোঁ আৰু সৰ্বতোপ্ৰকাৰে অগ্ৰজপ্ৰতিম শ্ৰদ্ধা কৰিছিলোঁ। তেওঁৰ গহীন-গম্ভীৰ প্ৰকৃতিয়ে অকল মোৰেই নহয়, তল শ্ৰেণীৰ সকলো ছাত্ৰৰে শ্ৰদ্ধা আকৰ্ষণ কৰিছিল। মই সদায় গৈ তেওঁৰ ঘৰত অন্ততঃ কুৰি-পঁচিশ মিনিট সময় জিৰাইহে তেওঁৰ লগত ইস্কুললৈ যাব পাৰিছিলোঁ। কেতিয়াবা মই গৈ পালেহে তেওঁ পঢ়া টেবুল এৰি লৰালৰিকৈ গা ধুই, ভাত-পানী খাই ইস্কুললৈ যাবলৈ ওলাইছিল। তেনে হোৱাৰ কাৰণ আছিল এই যে মোৰ সময় চাবলৈ ঘৰত ঘড়ী নাছিল। তেওঁৰ আছিল।

প্ৰাইমাৰী ইস্কুলত পঢ়া দিনৰপৰাই আমি চোতালত ঘৰৰ চালৰ ছায়া চাই সময় নিৰূপণ কৰিছিলোঁ। গঁয়া লোকে তাকেই কৰে। গঁয়া কথাত কাঁথিৰ ছায়া আধলীয়াত পৰা মানে বেলি লহিওৱা। ডাৱৰীয়া বতৰত আমাৰ ছাঁ-ঘড়ী মৰি থাকিছিল আৰু আমি তেতিয়া অনুমান ঘড়ীৰ আশ্ৰয় লৈ চলিব লগীয়া হৈছিলোঁ।

খাতিকুছিৰ বগীৰাম ককাইদেউৰ ঘৰত এটা ওৱাল ক্লক আছিল। গতিকে তেখেতৰ ঘৰ পালে মই সময় সম্পৰ্কে নিশ্চিত হ'ব পাৰিছিলোঁ। বগীৰাম ককাইদেৱেই মোক ঘড়ী চাবলৈ শিকাই দিছিল। সেই সময়ত তেখেতৰ ডাঙৰ ককায়েক আছিল এজন বিখ্যাত ব্যৱসায়ী লোক। তেওঁক মানুহে খণ্ডী মহাজন বুলিছিল। তেওঁৰ আচল নাম আছিল খগেন শৰ্মা। তেওঁ বৰ উদাৰ প্ৰকৃতিৰ লোক আছিল। ব্যৱসায়ত টকা যেনেকৈ আৰ্জিছিল জনহিতকৰ কামত খৰচো তেনেকৈ কৰিছিল। বগীৰাম ককাইদেউৰ আৰু এজন মাজু ককায়েক আছিল, নাম হংস শৰ্মা। মেট্ৰিক পাছ কৰি তেওঁ ছপাশাল চলাইছিল। এইদৰে গোটেই ঘৰখনেই উন্নত আৰু আধুনিক ধৰণৰ হৈ পৰিছিল। বহা-উঠা কৰা চ'ৰা ঘৰটোত আধুনিক ধৰণে চকী, চোফা, ওৱাল ক্লক আদিয়ে শোভা কৰিছিল।

এবছৰ এইদৰে চলাৰ পিছত বগীৰাম বৰুৱাই মাইনাৰ পাছ কৰিলে। ইস্কুল এৰিলে। মই তেতিয়া কিছুদিন ঘৰৰপৰা এমাইল-ডেৰমাইল মান বাট অকলশৰীয়া হৈ অকলে-অকলে অহা-যোৱা কৰিবলগীয়া হৈছিলোঁ। খাতিকুছি এৰি গৈ কঠামাৰা আৰু বিয়াহপাৰা গাঁও পালেই মোৰ চাৰি-পাঁচজন লগ ওলাইছিল। তেওঁলোক আছিল সেই সেই গাঁওবোৰৰ ল'ৰা। মোৰ ইস্কুলৰ লগৰীয়া। দুই-এজন সহপাঠীও আছিল।

আমাৰ গৰমৰ দিনৰ আৰু জাৰ কালিৰ বাট পৃথক আছিল। খৰালি বাটে পোৱালি মেলে, সেইটো সকলোৰে জনা কথা। গতিকে কেঁকোৰা-কেঁকুৰি চৰকাৰী আলি-বাটৰ ধূলি-মাকতি এৰি চিধা বাটেদি অহা-যোৱা কৰা আমাৰো অভ্যাস হৈ পৰিছিল। লগৰ কথা লগতে কৈ থোৱা ভাল। জাৰৰ দিনত পোন বাট লোৱাৰ আৰু এটা কাৰণ আছিল। খৰালি বকৰাণিবোৰত থকা কুঁহিয়াৰ কাটি গাঁৱাসকলে কুঁহিয়াৰ-শাল পাতে কুঁহিয়াৰ পেৰিবলৈ। শালৰ ওচৰলৈ গ'লেই খুজিলে বা নোখোজাকৈয়ে তাত থকা লোকে কুঁহিয়াৰ খাবলৈ দিয়ে। আমি তেনেকৈ কুঁহিয়াৰ খুজি খাইছিলোঁ। তাকে কৰিবলৈ বহুত ল'ৰা একেলগে দল বান্ধি নগৈছিলোঁ। চাৰিজন-পাঁচজনৰ একোটা গোট হৈ গৈছিলোঁ, তাকে কৰিলে সহজে কুঁহিয়াৰ পাইছিলোঁ। দুই-এজন দুষ্ট ল'ৰাই কেতিয়াবা কুঁহিয়াৰতলীত সোমাই কুঁহিয়াৰ চুৰ কৰিও খাইছিল। এদিন তাকে কৰোঁতে গিৰিহঁতে খেদি যোৱাত এজনৰ পিন্ধা ধুতি হেঙাৰৰ আগতে ৰৈ গৈছিল। তাৰ অৱস্থা কেনে হৈছিল নক'লেও হ'ব। ঘটনাটোৰ কথা ইস্কুলত ওলোৱাত সি মৰাৰ দৰে লাজ পাইছিল।

গৰমৰ দিনত ভাগৰ লাগিলে বাটত জিৰোৱা আমাৰ কিছুমান খলা বা আড্ডা আছিল। পিছে সকলোৰে ঘাই খলাটো আছিল তুৰৈই গাঁৱত থকা জয়পাল পুখুৰীৰ পাৰ। তাত সকলোৱে খন্তেকৰ কাৰণে হ'লেও ৰ'ব যে লগই। বৈ পিয়াহ-লগাসকলে পানী খায়। হাতত নিয়া ছাতিটোৱে আছিল সকলোৰে পানী খোৱা পাত্ৰ। জয়পাল পুখুৰী পাল বংশীয় জয়পাল ৰজাই কোনোবা মান্ধাতাৰ যুগতে খন্দোৱা পুখুৰী বুলি কয়। তাৰেই পশ্চিম পাৰেদি আমাৰ বাটটো। পুখুৰীৰ পাৰবোৰ আহল-বহল আৰু বিবিধ গছ-গছনিৰে ভৰা। সংখ্যাত আম আৰু জাম গছেই বেছি হ'ব। সৰা পকা জামু বিচাৰি খোৱা আমাৰ এটা অভ্যাসেই হৈ পৰিছিল। তাৰ উপৰি সেই পুখুৰীৰ পানী ফটিকৰ দৰে নিৰ্মল, পৰিষ্কাৰ। আচৰিত কথা জয়পাল পুখুৰীৰ পানী তাৰ চৌদিশৰ পথাৰবোৰতকৈ বহুত ওপৰত চিপ্‌চিপীয়া হৈ পানী ভৰা বাটি এটাত সজাই থোৱাৰ দৰে দেখি। তাত পৰা ৰ'দৰ চিক্‌মিকনি বহুত দূৰৰপৰাই দেখা যায়। এইটো এটা ৰহ-ঢলা পুখুৰী বুলি মানুহে কয়।

এইখিনিতে আৰু এটা আমোদজনক কথা মনত পৰিল। আমাৰ লগৰীয়া এজনৰ নাম আছিল ভোবা। তেওঁ মোৰ সহপাঠী বন্ধু। ভোবা বুলি মানুহে মাতে; আচল নাম আছিল ভৱকান্ত শৰ্মা। তেওঁৰ ঘৰ বিয়াহপাৰাত। বুদ্ধিত, বিশেষকৈ প্ৰত্যুৎপন্নমতিত ভোবা আছিল আমাৰ মাজত অদ্বিতীয়। যি কোনো বিপদ উপস্থিত হ'লে ভোবাই নিস্তাৰৰ উপায় উলিয়াব যে উলিয়াবই।

পথ-ভ্ৰমণৰ আমনি দূৰ কৰিবলৈ তেওঁ এবাৰ এটা উপায় উলিয়াইছিল। সেইমতে বয়সীয়া বাটৰুৱা লোকক লগ পালে আমাৰ মাজৰ যিকোনো এজনে তেওঁক সুধিব লাগে—দাদা, খুৰা, ককাই, জেঠা ইত্যাদি যিকোনো উপযুক্ত সম্বোধন ধৰি সুধিব লাগে—মদাই, আপুনি নো পিছে কোনফালে যায় ? ঘৰত ভাল নে?—

তাৰে উত্তৰত সদায় ভাল ভাল উত্তৰকে পোৱা গৈছিল। যেনে—হয় বোপাই, ভালে-কুশলে গৰাকীয়ে ৰাখিছে একৰকম। এই ওচৰৰ চুবাটোলৈকে যাওঁ—ইত্যাদি। পিছে, এদিন এটা আদহীয়া লোকে কেৰাহিকৈ চাই গপচ্ কৰি উত্তৰ দিলে—কি কোনফালে যায়? তোক কিয়া লাগেই ? ঘৰৰ মানুহ ঘৰক যাম আৰু। মোৰ ঘৰত ভাল নে বেয়া তই ব্যৰু নাজানিলেও হ'ব দে। পিছে তোক দেখোঁ মই চিনি-জানি নাপাওঁ। তই নো কোন ? ক'ৰ? আলাগতে মাত দিলি কিয়া?

প্ৰশ্নটো অইন এজনে সুধিছিল যদিও ভোবাই উত্তৰ শুনি পোনেই মুখ পাতি লৈ ক'লে—হে দদাই, আজি চিনি নোপোৱাই হ'ল যেতিয়া চিনাকি দি নো লাভ কি? দদাই বোলোতেই জানিব লাগিছিল দেখোন। আপুনি দেখোন এওঁৰ ওচৰ সম্বন্ধীয় কুৰ্মাই হয়। তথাপি খং কৰিহে উত্তৰ দিলে যেতিয়া আজি আপোনাক চিনাকি নলগোৱাই ভাল হ'ব। আজি নকওঁ দিয়ক। বেয়া নাপাব। যাওক গৈ।

মানুহজনে ক'লে—বোপাই, সোণাই, বেয়া নাপাবি দেই। মই কিবা এটা কথা ভাবি আছিলোঁ আকৌ। কিবা ভাবি কিবা ক'লোঁ। বেয়া নাপাবিদেই, মোৰ সোণাই। ৬।১১।৮৮

# কালৰো কাল, বিপৰীত কাল

পঢ়াশলীয়া বয়সত চেঙেলীয়া ল'ৰা সকলোবোৰেই কম-বেছি পৰিমাণে দুষ্টবুদ্ধিসম্পন্ন হয়। সেইটো বোধহয় বয়সৰে দোষ। তেতিয়া মাক-বাপেকে 'আপুনি বয়স হৈলে বুদ্ধি হৈব ভাল'—বুলি মনে মনে থাকে। ময়ো তেনেই কম অঘাইতং নাছিলোঁ। দেখাত কিন্তু বৰ শান্ত-শিষ্ট। পিছে কূট-বুদ্ধিত মই লগৰীয়াসকলৰ বহুতৰে লগত ফেৰ মাৰিব নোৱাৰিছিলোঁ। ভৱকান্তৰ দৰে আৰু দুই-এজন টটাটিঙা ল'ৰাৰ কথা এই প্ৰসঙ্গত উল্লেখ কৰা ভাল হ'ব। সঁচা কথা। ডালে-পাতে সঁচা কথা।

মই পাথৰিঘাট মাইনাৰ স্কুলৰপৰা উভতি ঘৰমুৱা হৈ খোজ লোৱাৰ সময়ত বাটৰ কুমুখীয়া লগ মোৰ আৰু এজন আছিল। তেওঁৰ ঘৰ আমাৰপৰা প্ৰায় আধা মাইল মান দূৰত : বলদেৱ পুখুৰীৰ পাৰত। নাম নবীন শৰ্মা। তেওঁ মোতকৈ এক শ্ৰেণী ওপৰত পঢ়িছিল। মই ক্লাছ থ্ৰিত থাকোঁতে তেওঁ ক্লাছ ফ'ৰত। তেওঁৰ লগত আহিলে তেওঁ নানা ধৰণৰ ফুচুৰি কথাবোৰ কৈ আহিছিল। দুয়ো আহি থাকিলে আমাৰ পাছত যদি দেখা-নেদেখা দূৰত অইন দুই-এজন কোনোবা বন্ধু আহে, তেন্তে তেওঁলোকলৈ মই অলপ ৰ'ব খুজিলে নবীনে কয়—নহয়, তেনে নকৰিবি। সিহঁতৰ

কাৰণে বৈ থকাৰ দৰ্কাৰ কি ? সিহঁত পাছে পাছে আহি আছে—আহি থাকিবলৈ দি। এটা কাম ক্ৰ্ৰ। দূৰৰপৰা দেখাত যাতে আমাক লাহে লাহে অহা যেন দেখা যায় তাৰ কাৰণে দীঘল দীঘলকৈ খোজবোৰ দিবি। তেতিয়া বেগাই অহা যেন দেখা নাযাব। আমাক লাহে লাহে আহি থকা বুলি ভাবি সিহঁতে আমাক লগ ধৰিবলৈ বেগাই খোজ কাঢ়ি মৰিব। মৰক।—কেতিয়াবা চুটি বাটেৰে আহিলে মাজতে আলিৰ খঁৰা পালে তাৰ পানী বেছিকৈ ঘোদালি দি ঘোলা কৰি এৰি আহিবলৈ কয়। তাকে কৰিলে পানীত লুকাই থকা জোকবোৰ ওলাই আহি লেউ লেউ কৰি থাকি বাটিকৰাক খেদি ধৰিবলৈ বগ্ৰ হৈ পৰে। তেওঁ কয়—আমি পানী ঘোলা কৰি থওঁ, সিহঁতক বাপেকে জোকে খাই মাৰক।—আকৌ ইস্কুলৰপৰা অহা যাই আলিটোৰ কোনো কোনো ঠাইত বহুত ধূলি হৈছিল। নবীনে তাতো ধূলা উৰাই দি বাটটো খুঁৱলি-কুঁৱলি কৰি থৈ আহিবলৈ কয়, যাতে পাছৰবোৰ ল'ৰাই ধূলি খাই মৰে। লগৰীয়া বন্ধুসকলে নবীনক নবীন কুবুধীয়া বুলি জোকাইছিল। কুবুধীয়া মানে কিন্তু হিংসুক নহয় দেই, অপকাৰ নোহোৱা দুষ্কৰ্ম কৰি ফূৰ্তি কৰা লোকহে। ইংৰাজীত তেনে কৰ্মক motiveless malignity বা উদ্দেশ্যবিহীনভাৱে কৰা অপকৰ্ম বোলে।

শনিবাৰে শনিবাৰে দুই বজাত ইস্কুল ছুটী হয়। আমি তাকে 'হাফ' হোৱা বোলোঁ। ইস্কুল হাফ হ'লে আমি প্ৰায়ে ইস্কুলৰ ওচৰৰে দোকানত বা গছৰ তলত কিছু পৰ বৈ তিনি ছাৰে-তিনি মান বজাত ওচৰৰ মৰা নৈখন পাৰ হৈ গৈ পুখুৰীত পানী খাই ইস্কুলৰ খেল-মাটিত ফুট-বল খেলিছিলোঁ। হোষ্টেলৰ ওচৰৰে মৰা নদীটোৰ পাৰত সেই খেল-মাটি। বেচ্ আহল-বহল। তেতিয়াৰ হোষ্টেল-চুপাৰিন্টেণ্ডেণ্ট আছিল নতুনকৈ হেড্মাষ্টৰ হোৱা, আগৰ চেকেণ্ড মাষ্টাৰ ভবেন্দ্ৰ চন্দ্ৰ দাস। পূৰণি হেড্মাষ্টাৰ ভগীৰাম বৰুৱা ইতিমধ্যে উত্তৰ গুৱাহাটী হাইস্কুললৈ হেড্মাষ্টাৰ হৈ যোৱাত তেওঁৰ ঠাইত দাস ডাঙৰীয়া হেড্মাষ্টাৰ হৈছিল। মানুহজন দেখাতহে আছিল চুটি-মুটি, শাসনত কিন্তু বৰ কঢ়া-মুঠীয়া; শিক্ষা-দানতো অতিশয় পটু; বিশেষকৈ ইংৰাজী ব্যাকৰণ শিকোৱাত। তেওঁৰ শিক্ষা-দানৰ কথা কোনো ছাত্ৰই জীৱনত পাহৰিব নোৱাৰে।

তেতিয়া মই ক্লাছ ফ'ৰলৈ উঠিছোঁ। এদিন তেনেকৈ শনিবাৰে অইন অইন বন্ধুৰ লগত তেওঁৰ বহাৰ কাষেদি মোক যোৱা দেখি তেওঁ মাতি নিলে আৰু ক'লে, তোমালোকে বহুত দূৰৰপৰা খোজ কাঢ়ি আহা। সেয়ে যথেষ্ট। ফুটবল নেখেলিবা। শুদা-পেটে তেনেকৈ ফুটবল নেখেলিবা। স্বাস্থ্যৰ হানি হ'ব।—সেই দিন ধৰি আমি তেখেত নথকা ছেগ চাই চাইহে শনিবাৰে শনিবাৰে ফুটবল খেলিছিলোঁ। তেখেতৰ ঘৰ আছিল ওঁতলা গাঁৱত। ইস্কুলৰপৰা ৭।৮ মাইল মান দূৰ হ'ব। চাইকেলত সদায় শনিবাৰে ঘৰলৈ গৈছিল। প্ৰায় ৩ মান বজাত তেখেতে হোষ্টেল এৰিছিল। আমি তাৰ পাছত গৈ ছল চাই কঠীয়া পাৰিছিলোঁ। পিয়াহত পুখুৰীৰ পানীয়ে আছিল আমাৰ জলপান।

এনেকৈ অহা-যোৱা কৰি পঢ়ি থাকোঁতে ক্লাছ থ্ৰিত পঢ়া কালতেই বছৰটোৰ ভিতৰতে মোৰ এৰি এৰি দুই-তিনিবাৰ জ্বৰ হৈছিল। মেলেৰিয়া জ্বৰ। কঁপি কঁপি জ্বৰ উঠে। একো একো বাৰত একেবাহে কমেও ১০।১৫ দিন ইস্কুল খতি হয়। ক্লাছ থ্ৰিৰ প্ৰথম তিনি-মাহিলি পৰীক্ষাৰ ঠিক আগে আগে মই তেনেকৈ মেলেৰিয়া জ্বৰত পৰি প্ৰায় ১৫।২০ দিন মান ইস্কুললৈ যাব পৰা নাছিলোঁ। তাৰ পাছত অলপ গা টঙাই উঠিয়ে গৈ পৰীক্ষাত বহিছিলোঁ। তাকে নকৰিলে বৃত্তি কটা যাব পাৰে, সেয়ে ভয়।

ঈশ্বৰৰ কৃপাত সেইবাৰ এটা চমকপ্ৰদ ঘটনা ঘটিছিল। পৰীক্ষাত আটাইবোৰ বিষয়তে মই প্ৰথম নম্বৰ পাইছিলোঁ। ক্লাছ-মাষ্টাৰ খোছনূৰ আলী পণ্ডিতে পৰীক্ষাৰ ফলাফল দিবলৈ গৈ উলাহতে কৈছিল—অতুলে এইবাৰ তোমালোক আটাইকে গিৰাই দিছে। তোমালোক আটায়ে তেওঁক বগল দিলা কিয়? কথাটো কি বুজিছা নে নাই? তাৰ মানে সকলোবোৰ বিষয়তে তেওঁ প্ৰথম হৈছে।

এতিয়াও মনত আছে ভোবাই তেতিয়া থিয় হৈ কৈছিল—ছাৰ, তেন্তে ইয়াৰ জ্বৰ হোৱা বুলি দিয়া ছুটীৰ দৰ্খাস্ত এতিয়াও নামঞ্জুৰ কৰিব লাগে। ই ইমান দিন ফাকি দি ঘৰতে বহি পঢ়ি আছিল। ইয়াৰ বৃত্তি কাটিব লাগে।—তাকে কোৱাত সকলোৱে হাঁহিছিল। তৃতীয় শিক্ষক আলী ছাৰে (খোছনূৰ আলীক আমি আলী ছাৰ বুলিছিলোঁ তেওঁ আমাৰ ক্লাছ-মাষ্টাৰ আছিল) কৈছিল—এৰা, ভোবাই ঠিকেই কৈছে। তেওঁৰ লগতে মই আৰু কিছু যোগ দি কওঁ—তেওঁৰ ছুটীৰ দৰ্খাস্ত নামঞ্জুৰ কৰি, তেওঁৰ বৃত্তিৰ টকা কাটি তোমালোকক মিঠাই খুৱাব লাগে। তেতিয়াহ'লে প্ৰস্তাৱক ভোবায়ো তাৰ ভাগ পাব। এনে প্ৰস্তাৱৰ কাৰণে তোমালোকে ভৱকান্তক ওৰফে ভোবাক আগধৰি ধন্যবাদ দিয়াহক।

মোৰ ষান্মাসিক পৰীক্ষাৰ আগতেও জ্বৰ হৈছিল। সেই একে মেলেৰিয়া জ্বৰ। সেইবাৰো জ্বৰৰ পাছত ইস্কুললৈ যোৱাত শ্ৰেণীৰ সকলোৱে কৈছিল—ইয়াৰ ফাকি। এইবাৰো ফাকি। ব্ৰহ্ম ফাকি। ইয়াৰ জ্বৰ হোৱা নাছিল। ই পঢ়িছিল। এইবাৰো ই প্ৰথম হ'ব খুজিছে। ইয়াক পৰীক্ষা দিবলৈ দিব নালাগে।

কথাটো একেবাৰে মিছাও নহয়। মেলেৰিয়া জ্বৰ একেবাহে এৰাধৰাকৈ ৪।৫ দিন হোৱাৰ পাছত ঔষধ খালেই ভাল হৈছিল। দৰবো সকলোৱে জনাজাত দৰব। জ্বৰ হ'লেই তাক সকলোৱে ধাৰ-ঋণ কৰি কিনি আনি খায়। ডাক্তৰৰ ওচৰলৈ যাবৰ প্ৰয়োজন নাই। দৰব হ'ল—হয় 'কুইনো হিমজিন' নহয় 'এডোবাৰ্ডছ টনিক'। ঔষধ খোৱা কেইদিন অন্ততঃ দিনে এপোৱা আদ্‌পোৱা মান গাখীৰ খাব লাগে, তাকে নকৰিলে কাণে হুম্ হুমায়; কাণ কলা হ'ব খোজে। জ্বৰ এৰিলে, গাটো অলপ ভাল লাগে। কেতিয়াবা পঢ়িবলৈ বৰ মন যায়। অৱশ্যে একেবাহে বহুত পঢ়ি থাকিব নোৱাৰি। গা বিম্‌জিমায়।

গাৰ দুৰ্বলতা কিছু আছিল যদিও মই পৰীক্ষা ওচৰ চপা বুলি ভাবি তেতিয়া একাণপতীয়া হৈ পঢ়িছিলোঁ আৰু তেতিয়া কথাবোৰো দেখোন সহজে মনত থৈছিল যেন লাগে। অৱশ্যে একেৰাহে বেছি সময় পঢ়ি থাকিবলৈ টান পাইছিলোঁ। ইংৰাজী সাহিত্য, ব্যাকৰণ আৰু অনুবাদ (translation) খুৰাইতৰ দোকানলৈ গৈ মাষ্টৰ খুৰা (অমূল্য বৰুৱা) বা বগীৰাম বৰুৱা ককাইদেউৰ ওচৰত বহি থাকি দোকানত মানুহ নথকা ছেগ চাই শিকি লৈছিলোঁ। তেওঁলোকৰ দোকান আমাৰ নঙলাৰপৰাই দেখা যায়। দুয়োজন এসময়ৰ ভাল ছাত্ৰ আছিল।

ক্লাছ থ্ৰিৰ বাৰ্ষিক পৰীক্ষাত ইংৰাজীৰ পৰীক্ষা লৈছিল স্বয়ং হেড্‌মাষ্টাৰ ভবেন্দ্ৰ চন্দ্ৰ দাসে। তেওঁ মোক মুঠ নম্বৰ এশৰ ভিতৰত ৯০ নম্বৰ দি শ্ৰেণীত মোৰ ৰচনাখন আৰু দুটামান প্ৰশ্নৰ উত্তৰ পঢ়ি শুনাইছিল। মোৰ লাজ আৰু ভয় লাগিছিল। ৰচনাখন আছিল গৰুৰ বিষয়ে (The cow)। ইংৰাজীত লেখিব লাগে। মই সেই ৰচনাখন আহিব বুলি ধৰি লৈ কেইটামান লাইন 'ইংৰাজী ৰাজভাষা' বোলা কিতাপ এখনৰপৰা লেখি লেখি মুখস্থ কৰি থৈছিলোঁ। বাকী কেইটামান লাইন মাষ্টৰ খুৰাৰপৰা শিকি লৈছিলোঁ। ৰচনাৰ প্ৰথমটো লাইন আছিল The cow is a quadruped graminivorous animal Quadruped আৰু graminivorousৰ অৰ্থ মাষ্টৰ খুৰাৰপৰা শিকি লৈ লেখি লেখি মুখস্থ কৰি আওৰাইছিলো। ভাল ইংৰাজী বুলি আত্মতৃপ্তিও লভিছিলোঁ। হেড্‌মাষ্টাৰে মোক অৰ্থ সোধাত অৰ্থ ক'ব পৰাত বোৰ্ডত লিখিবলৈ দিছিল। লেখিছিলোঁ। ক'ত পাইছিলা বুলি সোধাত মই হুবহু সত্য কথা কৈছিলো। তেওঁ হাঁহিছিল আৰু 'বাৰু হ'ব দিয়া' বুলিছিল। সহপাঠীসকল অলপ আচৰিত নোহোৱাকৈ নাছিল। তাৰ পাছত হেড্‌মাষ্টাৰ ছাৰে কৈছিল—পিছে, সৰু সৰু শব্দহে ব্যৱহাৰ কৰা ভাল। তাকে কৰিবলৈ যত্ন কৰিবা। ডাঙৰ ডাঙৰ শব্দবোৰ কঠুৱা মাতৰ দৰে। সৰু সৰুবোৰ কোমল আৰু সুৱলা। কোন বিধ মাত বাৰু শুনি ভাল লাগে ? নিশ্চয় কোমলবোৰ। Quadruped নুবুলি তুমি four-footed animal দিব পাৰা। তেনেকৈ graminivorous নিলিখি The cow lives on grass দিব পাৰা। পিছে, তোমাৰ ভুল হোৱা নাই। মই কোনটো লিখিলে ভাল হ'ব তাকেহে কৈছোঁ।

তাহানি পাঠশালা ইস্কুলত পঢ়া দিনতে লগ পোৱা প্ৰভাকৰ বৰুৱা ককাইদেউ তেতিয়া পাথৰিঘাট এম ই. স্কুলৰ ক্লাছ ছিক্সত পঢ়িছিল। পাঠশালাত তেওঁ মোৰ অভিভাৱকৰ দৰে আছিল। এদিন তেওঁৰ লগত মই গৰমৰ বন্ধত তেওঁৰ ঘৰলৈ গৈছিলোঁ। তেওঁৰ ঘৰ পিপৰাকুছি গাঁৱত। আমাৰ ঘৰৰপৰা ৩।৪ মাইল দূৰত। তেওঁ মোক পোনে-পোনে নিনি তুৰেই গাঁৱৰ তেওঁৰ এজন মুছলমান সহপাঠী বন্ধুৰ ঘৰেদি লৈ গৈছিল। তেওঁৰ নাম আছিল মহম্মদ তৈয়ব আলী। দুয়ো গৈ তাতে খন্তেক জিৰণি ল'লোঁ বৰুৱা ককাইদেৱে তেওঁৰ নাম-ধাম মোক কোৱা নাছিল যদিও তেওঁক মোৰ চিনাকি দি ক'লে—এওঁ মোৰ মোমাৰ পুতেক ভাই। এইবাৰ আমাৰ স্কুলৰে ক্লাছ থ্ৰিত নাম লগাইছে। বৃত্তি পাইছে। পঢ়া-শুনাত ভাল। শুনি মোৰ ভাল লাগিল।

বহিবলৈ কোৰাত ওচৰৰে বেঞ্চ এখনতে বহিলোঁ। প্ৰভাকৰ ককাইদেউ ওচৰৰে টুল এখনত বহিল।

অলপ সময়ৰ পিছতেই এটা ল'ৰাই এখন কাঁহীৰ ওপৰত তুলি চাহ দুপিয়লা আৰু ডাঙৰ বিস্কুট দুটা আনি আমাৰ আগত দি গ'লহি। তৈয়ব আলীৰ কাৰণেও চাহ আনিলে। চাহ-বিস্কুট দেখি মই চক খাই উঠিলো। চাৰিওফালে দৃষ্টি নিক্ষেপ কৰি চকু-কাণ দিলোঁ। লুঙি-পাইজামা-টুপী পিন্ধা মানুহ দুই-এজনকো দেখি আৰু মানুহৰ মাত-কথাবোৰ শুনি মোৰ বুজিবলৈ বাকী নাথাকিল যে সেইখন এখন মুছলমান লোকৰ গাঁও। বন্ধুৰ ঘৰ বুলি কৈছিল যদিও বন্ধুজনৰ নাম ককাইদেৱে মোক তেতিয়ালৈকে কোৱা নাছিল বুলি আগতে কৈছোঁ। গতিকে এতিয়া চাহ জানো ইয়াত খাব পাৰি বুলি মই মনতে প্ৰশ্ন কৰোঁতেই চাৰিওফালে মাটি-বালি খুঁচৰি ফুৰা কুকুৰাবোৰ আমাৰ ৰুমত সোমালহি। এটাই জাঁপ মাৰি মই বহা বেঞ্চিখনতে উঠিছিল। মোৰ বৰ ঘিণ লাগিল। তেতিয়ালৈ কোনো দিন মই কুকুৰা হাতেৰে ছোৱা নাই। কুকুৰাৰ ডিমা বা কুকুৰাৰ মঙহ খালে হিন্দুৰ জাতি যায়—এয়ে আছিল মোৰ ধাৰণা। বদ্ধমূল ধাৰণা।

প্ৰভাকৰ ককাইদেউৰ বন্ধুৱেকে আহি উলাহেৰে মোক 'খোৱা, খোৱা' বুলি কৈ নিজৰ কাপটো হাতত তুলি লৈ মুখত দিলে। আগতে জীৱনত মই কোনো দিন তেনে পৰিস্থিতিত পৰা নাছিলোঁ। মই সেমেনা-সেমেনি কৰি থাকি ক'লোঁ, মোৰ পিয়াহ লগা নাই, মই নাখাওঁ। আপোনালোকে খাওক।

প্ৰভাকৰ ককাইদেৱে কথাটো বুজিলে আৰু ইংৰাজীতে কিবা একাষাৰ কথা তেওঁৰ বন্ধুক ক'লে। বন্ধুৱেকে তেতিয়া কলে—Then let him go. মই ইংৰাজী কথাষাৰৰ অৰ্থ বুজিলোঁ। আমাৰ ইংৰাজী পাঠ্যপুথি King Primeত আছিল Let him go মানে তেওঁক যাবলৈ দিয়া। মই ক'লোঁ—তেনেহ'লে মই যাওঁগে। প্ৰভাকৰ ককাইদেৱে মোক অলপ পৰ বহিবলৈ কৈ ভিতৰলৈ গৈ বন্ধুৱেকৰ লগত কিবা কথা পাতি ওলাই আহিল। আমি দুয়ো পুনঃ উঠি আমাৰ লক্ষ্য-স্থান প্ৰভাকৰ বৰুৱা ককাইদেউৰ ঘৰলৈ খোজ ল'লোঁ। সিদিনা আলী চাহাবে মোক যে কি বুলি ভাবিছিল আৰু ময়ে বা কেনে আছিলোঁ, আজি ভাবিলে নিজে আচৰিত হওঁ।

বাটত প্ৰভাকৰ ককাইদেৱে মোক বুজনি দি কৈছিল—তুমি আকৌ ঘৰলৈ উভতি গৈ মোমা-মামীহঁতক নকবা যে আমাক মুছলমানৰ ঘৰত চাহ খাবলৈ দিছিল। ক'লে আমাক নানাজনে নানা কথা সুধিব আৰু গাঁৱৰ মানুহে চাহ খোৱা বুলি জানিব লাগিলে আমাক পৰাচিত কৰাইহে এৰিব। চাহ খাবলৈ যাচিছিল বুলি শুনিলেও উৰ কৰিব। তুমি ডাঙৰ হ'লে সমাজৰ এইবোৰ কথা বুজিবা।

মই ঘৰত নক'লোঁ যদিও মোৰ মনত হ'লে ঘটনাটোৱে ভালেমান দিনলৈ ক্ৰিয়া কৰি আছিল। আজিও সেই ঘটনাৰ কথা পাহৰিব পৰা নাই। দেখিছোঁ, মুৰ্গি ঘৰত সোমালেও জাতি যোৱা ভাবৰ বহুত লোকে আজি নিজেই ঘৰত মুৰ্গি পোহে আৰু মুৰ্গিৰ কণী খায় আৰু বেচে। বহুতে হয়তো মঙহো খায়। ইয়াকে কয় বোলে কালৰ গতি কুটিল আৰু অপ্ৰতিৰোধ্য। বুঢ়া লোকে ফকৰা মাতে—'কালৰো কাল, বিপৰীত কাল ; (কেতিয়াবা) হৰিণেও চেলেকে বাঘৰ গাল।' ১।১২।৮৮

# টোকনতে ইমান

আমি পাথৰিঘাট মাইনাৰ স্কুলত পঢ়া দিনত (১৯২৮-১৯৩২) মঙ্গলদৈ টাউনত নিশিবালা শিল্ড-খেলা বুলি এখন শিল্ডৰ ফুটবল মেচ হৈছিল। সেই খেলাখন আৰম্ভ হ'ল বুলিলে গাঁও-ভূঁইকে ধৰি সমস্ত মঙ্গলদৈ আলোড়িত হৈছিল। পিছে নিশিবালা বা কোন আছিল, তেওঁ নো কাৰ কাৰণে কি কৰিছিল আদি কথাৰ ওৰ-সোধন আমি সিমান লোৱা নাছিলোঁ। অহকাণে-পহকাণে যি শুনিছিলোঁ তাৰপৰাহে অলপ-অচৰপ জানিছিলোঁ। যিমানদূৰ মনত পৰে এই শিল্ড আছিল কোনো এক মাৰোৱাৰী মহিলাৰ নামত উৎসৰ্গিত শিল্ড। জগবন্ধু বাবু বুলি জনৈক মাৰোৱাৰী ভদ্ৰলোকে মঙ্গলদৈ টাউনৰ এক বৃহৎ অংশ জমি কিনি ৰাখিছিল। এই শিল্ডৰ দাতা আছিল তেৱেঁই।

নিশিবালা শিল্ড খেলাখন হৈছিল মঙ্গলদৈ চহৰৰ পূবমূৰে 'কৰোনেচন গ্ৰাউণ্ড' বুলি এখন আয়ত আকাৰৰ সমতল বাকৰিত। এই ঠাই আছিল আজিকালিৰ চৰকাৰী ডাক্তৰখানাৰ উত্তৰ-পছিমে আৰু ডাক-বঙলাৰ দক্ষিণে। 'কৰোনেচন গ্ৰাউণ্ড' ইংৰাজৰ দিনৰ পৰাধীনতাৰ গোন্ধ থকা নাম। সেইদেখি সেই গোন্ধ সমূলি নাইকিয়া কৰিবৰ কাৰণে আজিকালি তাক গান্ধী-ময়দান বোলে। গুৱাহাটীতো তেনেকৈ আগৰ 'কাৰ্জন হল' গুচি 'নবীনচন্দ্ৰ বৰদলৈ ভৱন' হৈছে। আমি মঙ্গলদৈ হাইস্কুলত পঢ়া কালত আৰু তাৰো বহুত দিন পিছলৈকে কৰোনেচন গ্ৰাউণ্ডেই আছিল মঙ্গলদৈ চহৰৰ একমাত্ৰ সুচল সুবিধাজনক খেল-পথাৰ। ই পাথৰিঘাটৰপৰা নাই নাই বুলিলেও আঠ-ন মাইল দূৰ হ'ব। সৰু হ'লেও ধুনীয়া খেল-পথাৰখন।

নিশিবালা শিল্ডৰ ফাইনেল খেলাৰ দিনা আমাৰ এম. ই স্কুল হাফ হয়। আমাৰ ইস্কুলেই নহয় মহকুমাৰ প্ৰায় সকলো ইস্কুলেই এই খেলাৰ লেথেৰিৰ শেষৰ (ফাইনেল) খেলাখনৰ দিনা হাফ হৈছিল। সি যেন এটা জাতীয় উৎসৱহে। ইস্কুলবোৰ এবাৰ-বাৰ মান বজাত হাফ হয়। আমি ছাত্ৰবোৰে কৰোঁ কি? খেলা চাবলৈ যাবলৈ আগবেপৰা দল বান্ধি থাকোঁ। মনে-মিলাসকলৰ একো একোটা দল। এনেকৈ হয় দহ-বাৰজনৰ একোটা দল (গ্ৰুপ)। ইটো দলৰপৰা সিটো দল খোজ কাঢ়ি বাওঁতে চকুৰে দেখা-নেদেখা দূৰে দূৰে গৈ থাকোঁ। তেনেকৈ গ'লে হাবিয়ে আগুৱা বাটতো ভয় আৰু পথশ্ৰম অনুভৱ কৰা নাযায়। বাটত দলৰ লগৰীয়াসকলৰ মাজত নানা তৰহৰ কথা-বতৰা, গল্প-গুজৱ চলে। কেতিয়াবা কোনো কোনো ঠাইত আটায়ে ১০।১৫ মিনিট জিৰাবলৈ বৈ পাছপৰা সকলকো লগ ধৰিবলৈ সুবিধা দিওঁ। এইদৰে সকলোৱে তাহানিৰ বিয়া-ঘৰীয়া যোৱাৰ দৰে খোজ কাঢ়ি গৈ গৈ আবেলি তিনি মান বজাত মঙ্গলদৈ চহৰত উপস্থিত হওঁ। তাতে বৈ চহৰৰ পুৰণি পুখুৰীটোত

পানী খাই দলে দলে গৈ খেল-মাটিৰ কাষৰ ভাল ঠাই একোটুখৰিত থিয় হৈছিলোঁ বা বহিছিলোঁ। থাব জানিলে চাউলেই চিৰা, বহিব জানিলে মাটিয়ে পীৰা—বচন আমি মানিছিলোঁ।

তেতিয়াৰ দিনত চাহৰ দোকান নাছিল হ'বলা। আছিল যদিও আমি সেইবোৰ বিচৰা নাছিলোঁ। সেইবোৰৰ গম পোৱা নাছিলোঁ। ৰ'দলৈকেও আমি কেৰেপ নকৰিছিলোঁ। ৰ'দ-বতাহ আমাৰ কাৰণে একো কথাৰ কথাই নাছিল। এইদৰে খেলা চাই উঠি খেলা শেষ হোৱাৰ লগে লগে পুনঃ উভতি খোজ লৈছিলোঁ। তেতিয়াৰ দিনত সেইবোৰ আলিবাটে মটৰ দেখাই নাছিল। তাৰে ভিতৰত উত্তৰ ট্ৰাঙ্কৰোড বোলা ছিপাঝাৰৰ মাজেদি তেজপুৰলৈ যোৱা আলিটোৱে মাত্ৰ কেতিয়াবা পিঠিত মটৰ তুলি ল'বলৈ পাইছিল। সিও বাগিচাৰ চাহাবৰ মটৰ। ৰাইজ উঠা মটৰ নহয়। আলিয়েদি খোজ কাটি যোৱা বা চাইকেল চলোৱাত বাহিৰে ভ্ৰমণৰ অন্য সহজ গত্যন্তৰ নাছিল। আমাৰ ইস্কুলৰ ওপৰ শ্ৰেণীৰ ৩।৪ জন ল'ৰাই দল বান্ধি চাইকেলত উঠিও খেল চাবলৈ গৈছিল। চাইকেল চলোৱাটোও তেতিয়া এটা চখৰ কথা আছিল।

আমি ৰাতি ৮।৯ মান বজাত উভতি আহি ছাত্ৰাবাস পাইছিলোঁহি। হাবিৰ মাজৰ এন্ধাৰ ৰাতি। বন্য জন্তুৰে ভৰা জংঘল। নাহিলেও নহয়। গতিকে মনৰ ভয় আৰু পথ-ভ্ৰমণৰ ক্লান্তি দূৰ কৰিবলৈ আমি খাচ গঁয়া হৈ চিয়ঁৰি-চিয়ঁৰি লোক-গীত, ওজাপালি গীত, ভাউৰীয়া গীত আদি গাইছিলোঁ। কোনোবাই দেখিব বুলি মনত ভয়-সঙ্কোচ নাছিল। সেই গীত-মাতৰ মাজে মাজে কিবা একোটা খুহুতীয়া কথা ওলালে হাঁহি-খিকিন্দালিৰ খলকনি উঠিছিল।

খেল শেষ হোৱাৰ লগে লগে আমি দুভাগ হৈছিলোঁ। কিছুমান উভতি গৈছিল পাথৰিঘাটৰ ছাত্ৰাবাসলৈ। কিছুমান গৈছিল ছিপাঝাৰৰ নিজ নিজ ঘৰলৈ। মই কেতিয়াবা ইটো বাট লৈছিলোঁ, কেতিয়বা সিটো। দুয়োটা বাটেই মোৰ কাৰণে সুগম আৰু সুচল হৈ পৰিছিল। ছিপাঝৰলৈ যোৱা পাথটোৱে নাম উত্তৰ ট্ৰাঙ্কৰোড। এনে স্থলত মোৰ হৈ পৰিছিল—খুচিকা বাট, হাতীকা দাঁত।

আজি পাথৰিঘাট এম. ইৰ ভৰ্ষ্ঠমান শ্ৰেণীৰ উঠি খেল চাবলৈ যোৱাবাৰৰ কথা মনত পৰিছে। খেল চাবলৈ গৈ দৰ্শক জনতাৰ মাজত দেখা দুজন ভব্য-গব্য পুৰুষৰ কথা আজিও পাহৰিব পৰা নাই। আকাৰে-প্ৰকাৰে নহ'লেও মাতে-কথাই দুয়োগৰাকী আছিল দেখ্‌ দেখকৈ জাকত-জিলিকা পুৰুষ। তাৰে এজন আছিল তেতিয়াৰ মঙ্গলদৈ হাইস্কুলৰ হেড্‌মাষ্টাৰ ৰমণীকান্ত বৰুৱা আৰু আনজন মঙ্গলদৈ মহকুমাৰ মহকুমাধিপতি মাৰাৰ চাহাব ঃ ডেকা আই. চি এছ মাৰাৰ চাহাব। কবলৈ গ'লে সেই সময়ত সেই ঠাইত এই দুইজনা লোকৰ নাম নুশুনা লোক নাছিল। সকলোৱে দুয়োজনাকে হয়তো দেখা নাছিল। বৰুৱা মঙ্গলদৈ মহকুমাৰ প্ৰথম গ্ৰেজুৱেট ঃ প্ৰথম বি. এ.। মাৰাৰ চাহাবৰ পূৰা নাম কে. ডব্লিউ. পি. মাৰাৰ, আই. চি. এছ.। আই. চি. এছ চাহাব বুলিলে বুজিবৰ নাই। এজন আছিল মহকুমাখনৰ একমাত্ৰ

হাইস্কুলখনৰ হেড্‌মাষ্টৰ, আনজন সমগ্ৰ মহকুমাটোৰ মালিক স্বৰূপ মহকুমাধিপতি। খেলাৰ প্ৰতি দুয়োজনাৰে প্ৰবল অনুৰাগ আছিল। দুয়োজনায়ে গৈ খেল-পথাৰত নিৰ্দিষ্ট সময়ৰ আগতে হাজিৰ হৈ খেলা-পৰিচালনাৰ তদ্‌বিৰ কৰিছিল। দুয়োবো খেলাৰ চখ দেখি দৰ্শকে ৰং পাইছিল। উৎসাহ-অনুপ্ৰেৰণাও লভিছিল। মাৰাৰ চাহাবে নিজেও মাজে সময়ে ছাত্ৰসকলৰ লগত খেলিছিল। বৰুৱা ছাৰে ক্ৰিকেট-ফুটবল একো নেখেলিছিল।

সেইদিনাখন ফাইনেল খেলা হৈছিল মঙ্গলদৈ হাইস্কুল টিম আৰু মঙ্গলদৈ টাউন ক্লাবৰ মাজত। ক'বলৈ গ'লে বৰুৱা আৰু মাৰাৰ চাহাবৰ মাজত। বৰুৱাদেৱে ধুতি-কামিজ পিন্ধি সুন্দৰ অসমীয়া ভদ্ৰলোক এজন হৈ খেল-পথাৰত ওলাইছিলগৈ। হাতত লোৱা বেতডালেৰে সৈতে তেওঁ হৈ পৰিছিল দূৰৰপৰাই এজন জাকত-জিলিকা ভদ্ৰলোক। মাৰাৰ চাহাবৰো হাতত এডাল কেঁকোৰা নালৰ বেত আছিল, কিন্তু তেওঁ আছিল চাহাবী পোছাকত কোট-পেণ্ট-নেকটাই পিন্ধা চাহাব। কৃষ্ণবৰ্ণ কায। ডেকা চাহাব। চট্‌ফটীয়া, তজ্‌বজীয়া। মুখেদি ইংৰাজী কথা আখৈ ফুটা দিয়ে।

বৰুৱা হেড্‌মাষ্টৰ ক'বলৈ গ'লে গোটেই ডেকা সম্প্ৰদায়টোৰে হেড্‌মাষ্টৰ হৈ পৰিছিল। চাকৰিত সোমোৱাৰ দিন ধৰি তেওঁ আছিল হেড্‌মাষ্টৰ। গতিকে শিক্ষিত-অশিক্ষিত মঙ্গলদৈযা সকলো ডেকা লোককে তেওঁ ছাত্ৰবৎ ব্যৱহাৰ কৰিছিল আৰু 'তই' বুলিছিল। ডেকাসকলেও হেড্‌মাষ্টৰৰ তেনে ব্যৱহাৰত ক্ষুণ্ণ হোৱা দূৰৰ কথা গৌৰববোধহে কৰিছিল। সেইদিনাখন খেলা আৰম্ভ হ'বলৈ দহ মিনিটমান থাকোঁতে তেওঁ গৈ খেলাৰুসকলৰ লগতে খেল-পথাৰত প্ৰৱেশ কৰি পোনেই প্ৰশ্ন কৰিছিল—হেই ৰাজেন, তোৰ এইবাৰ ভাল খেলাৰু কিমান আছে? সাৱধান হবি; মোৰ চণ্ডীয়ে কিন্তু তাৰ ভাগৰটো আগে দিব।

ৰাজেন মানে ৰাজেন দত্ত। তেওঁ টাউন ক্লাবৰ কেপ্টেইন। হেড্‌মাষ্টৰৰে পুৰণি ছাত্ৰ। গতিকে তেওঁক তেনেকৈ কোৱাত কোনেও একো নকৈছিল। ৰাজেন দত্তই লাজ লাজকৈ উত্তৰ দিছিল—ছাৰ, আমাৰ টিম এইবাৰ সবাতোকৈ বলবান। আমি জিকিম, ছাৰ।—হেড্‌মাষ্টৰে হাঁহি উত্তৰ দিছিল—উত্তম কথা। আমি দৰ্শকে ভাল খেলা দেখিবলৈ পাব লাগে।

মাৰাৰ চাহাবে চকী এখনত প্ৰথমে বহি ৰত্নেশ্বৰ দাসগুপ্ত, হিৰালাল বাবু, কুমুদ বৰা, ভপেশ্বৰ শৰ্মা আদি উকীলসকলৰ লগত ইংৰাজীতে কথা পাতি আছিল। খেলাৰুসকলৰ মাজলৈ যোৱা নাছিল। খেলা চলি থাকোঁতে কিন্তু থিয় দি মাজে মাজে উত্তেজিত হৈ দুয়োপক্ষৰ খেলাৰুকে উচ্চেস্বৰে উৎসাহ দিছিল। splendid; beautiful আদি ইংৰাজী শব্দ তেওঁ সঘনে উচ্চাৰণ কৰিছিল। প্ৰথমটো শব্দ বহুবাৰ শুনি পিছত তাৰ অৰ্থ আনৰপৰা সুধি লৈছিলোঁ। সেইবাৰ কোনে শিল্ড পালে মনত নাই। সেইটো দৰ্শকৰ কাৰণে সিমান ধৰ্তব্যও নহয়।

সেই সময়ত মঙ্গলদৈ হাইস্কুলত দুজন ফুটবল খেলুৱৈ-ছাত্ৰৰ বিপুল যশস্যা চাৰিওফালে ফুটি-ফাটি গৈছিল। এজন যাদৱ বৰুৱা, আনজন চণ্ডীনাথ শৰ্মা। যাদৱ আৰু চণ্ডী। যাদৱ বৰুৱাৰ দৰে 'বেক' আৰু চণ্ডী শৰ্মাৰ দৰে স্ক'ৰাৰ ফৰোৱাৰ্ড দ্বিতীয় একোজন নাছিল। চণ্ডী শৰ্মাই বলটো দিয়া-নিয়া কৰি লৈ গৈ গ'ল দিয়াৰ দৃশ্য সঁচাকৈয়ে উপভোগ্য আছিল। বলটো তেওঁ পালে কোন পাকেদি নিজৰ দলৰ মানুহক দি পুনৰ ধৰি লৈ অকাই-পকাই সকলোকে চেৰাই গৈ পুতুক্‌কৈ গ'ল দিয়ে দেখিলে মন উলাহত নাচি উঠে; তেওঁক সাবটি ধৰি অভিনন্দন জনাবলৈ মন যায়। ভেলি-টুৰ্ণামেণ্টত আকৌ যাদৱ বৰুৱাই হেশুবল 'কিক' মাৰিয়ে বহুত দূৰৈপৰা গ'ল দি দৰ্শকক ভেল্কি দেখুৱাৰ দৰে কৰিছিল। প্ৰতিপক্ষৰ আক্ৰমণ ব্যৰ্থ কৰাত তেওঁক চীনৰ প্ৰাচীৰ বোলা হৈছিল আৰু 'কিক' কেতিয়া কিভাবে মাৰে কোনেও নাজানিছিল , কেতিয়াবা ঘাঁহৰ ওপৰে ওপৰে যোৱা (grass-cutting) 'কিক', কেতিয়াবা মূৰৰ ওপৰে ওপৰে যোৱা, অথচ মূৰেৰেও ঢুকি নোপোৱাকৈ যোৱা দীঘল 'কিক'।

মঙ্গলদৈ হাইস্কুলৰ টিমত সেই সময়ত দুজনমান ভাল খেলাৰু শিক্ষকো আছিল। তাৰে এজন আছিল বৰপেটাৰ কমলাকান্ত দাস। ঘুটমুটীয়া মানুহজন। তেওঁ আকৌ ফুটবল খেলাতহে যে পটু আছিল এনে নহয়, সুললিত সুৰত বৰগীতো গাব পাৰিছিল। একালৰ মুখ্যমন্ত্ৰী মহেন্দ্ৰমোহন চৌধুৰীৰ তেওঁ আছিল ককাযেক। বঁটা-বিতৰণী সভাৰ কাৰণে ল'ৰাক তেৱেঁই বৰগীত গাবলৈ শিকাইছিল। এই বিষয়ে সৰু ঘটনা এটা মোৰ মনত আছে। মই তেতিয়া মঙ্গলদৈ হাইস্কুলৰ ৮ম কি ৯ম শ্ৰেণীৰ ছাত্ৰ। কমলা দাস ছাৰক আমি কমলা বাবু ছাৰ বুলিছিলোঁ। তেখেতে এবছৰ এটা বৰগীত গোৱালে—ঐ দেখ দেখ দেখ, সুন্দৰ অ' কানু, খেলাবে কদম্ব-তলে— ইত্যাদিৰে আৰম্ভ কৰি। তাৰ পাছৰ বছৰত এটা গোৱালে—ঐ শুন শুন ৰে' সুৰ, বৈৰী প্ৰমাণা, নিশাচৰ নাশ নিদান—আদিৰে আৰম্ভ কৰি। তাতে আমাৰ মাজত তৰ্ক হৈছিল—তাৰ পাছৰ বছৰত বাৰু তেওঁ কি বুলি আৰম্ভ কৰিব—তাকে লৈ। দেখ দেখ আৰু শুন শুন গ'ল, তাৰ পাছত? তাৰ পাছত কি? বন্ধুসকলে এদিন মোক লগাই দি মোৰ হতুৱাই সোধাইছিল—ছাৰ, দেখ, দেখ আৰু শুন শুনৰে আৰম্ভ কৰা আপুনি শিকোৱা দুয়োটা বৰগীত ছাত্ৰসকলৰ মুখে মুখে হৈ পৰিছে। তেনে আৰু কিবা বৰগীত, যেনে—ধৰ ধৰ, কৰ কৰ—আদিৰে আৰম্ভ কৰা বৰগীত— উলিয়াইছে নেকি?—ভাগ্যে কমলা বাবুৰ খং নুঠিল; কাৰণ তেওঁ জানে মই ভেহুচালি কৰা নাছিলোঁ। গতিকে তেওঁ হাঁহি হাঁহি কৈছিল—গৰুহঁত, গৰুনো আৰু ক'ৰবাত গছত লাগে নে ? এনেকৈয়ে হয়। এইবোৰ মহাপুৰুষ দুজনাৰ ৰচনা। তেৰাসকলে যিহকে গাইছিল—সেয়ে হৈ পৰিছিল অমৃতৰ নিজৰা। বৰগীত। তহঁতে কেতিয়াও ইতিকিং নকৰিবি। নালায়। পাপ হ'ব।—আজিও কমলা বাবুৰ সেই কথা মনত পৰে।

নিশিবালা শ্বিল্ডৰ ফাইনেল খেলা চাই উঠি এবাৰ মযো পোনে পোনে ছাত্ৰাবাসলৈ উভতি নগৈ ছিপাঝাৰৰ ঘৰলৈ গৈছিলোঁ। লগত আৰু ৪।৫ জন আছিল। ঘৰ পোৱাত পিতাই কৈছিল—তইঁতে খেলা চাওঁতেই ইমান ৰাতি কৰিলি, নিজে খেলিলে কি কৰিলি হয়? সাধুকথাৰ শিয়ালে কোৱাৰ দৰে ক'ব পাৰি—ঠেং যে পোৱায়ে নাই, টোকনতে ইমান, ঠেং পালে আৰু কি কৰিবি?—

ভাবিলে কথাবোৰ এতিয়া কিবা সপোনৰ কথা-বতৰা যেনহে লাগে। দিনবোৰো নাই, তেওঁলোকো নাই। ৫।৩।৮৯

# নাখাই কোনো নমৰে

তেতিয়া মই পাথৰিঘাট মাইনাৰ স্কুলৰ পঞ্চম শ্ৰেণীত। শ্ৰেণীত প্ৰথম হৈ প্ৰমোচন পাইছোঁ। এদিন হেড্‌মাষ্টৰ ভবেন্দ্ৰ দাসে পিতাক মাতি পঠালে। ভালকৈ পঢ়িলে মই মাইনাৰতো বৃত্তি পাব পাৰোঁ বুলি তেওঁ পিতাক বুজাই কৈ মোক ইস্কুলৰ হোষ্টেলত থ'বলৈ ক'লে। হোষ্টেল মানে দুটা দুছলীয়া ডাঙৰ খেৰী ঘৰ। এটা হিন্দু ল'ৰাৰ কাৰণে, আনটো মুছলমান ল'ৰাৰ কাৰণে। দুয়োটা একেটা পৰিবেষ্টনৰ বেৰৰ ভিতৰতে। তাৰ মানে দুয়োটা ঘৰ একেটা কম্পাউণ্ডতে। দুয়োটা ঘৰৰ মাজতে চোতালৰ দৰে এখন সৰু পথাৰ। দুয়োটাৰ পূবেদি পথৰুঘাটৰ মৰা নৈখন বৈ গৈছে। বাৰিষা কিন্তু তাক মৰা নৈ বুলিব কোনে? ওচৰৰ প্ৰবল সোঁতৰ ননাই নদীতকৈও কোবাল গতিত সি বৰলৈ ধৰে। তাৰ ওপৰেদি এখন বাঁহৰ দলং। দলংখন ঠেক যদিও যথেষ্ট দীঘল। বাৰিষা পানীৰ সোঁতৰ কোব চৰিলে দলংখন থৰ্‌থৰ্ কৰি কঁপি থাকে। কেতিয়াবা তাক ভৰ বাৰিষাৰ নদীৰ সোঁতে উটুৱাই নিয়ে। তেতিয়া ঘাটৰ নাও আৰু কলৰ ভুৰৰ ওপৰতেই বাটৰুৱাই নিৰ্ভৰ কৰিবলগীয়া হয়। সেই নদীখনৰে পূব পাৰে ইস্কুল আৰু পশ্চিম পাৰে খেলাৰ পথাৰ আৰু হোষ্টেল। হোষ্টেলৰ লগতে চুপাৰিণ্টেণ্ডেণ্টৰ আবাস। তেতিয়া হেড্‌মাষ্টৰ ভবেন্দ্ৰ দাসেই আছিল চুপাৰিণ্টেণ্ডেণ্ট। বৰ কঢ়া-মুঠীয়া লোক। ছাত্ৰই ভয়ো কৰে, ভক্তিও কৰে। মানুহজন আছিল দেখাত চুটি-চাপৰ আৰু ক্ষীণ, কিন্তু ব্যৱহাৰত গহীন-গম্ভীৰ আৰু দেৱতুল্য চৰিত্ৰৰ ব্যক্তি।

হিন্দু হোষ্টেল আৰু মুছলমান হোষ্টেলৰ মাজতে দুই ডোবোলামান মাটিৰ পথাৰখন। সেউজীয়া দূবৰি বনেৰে ভৰা পথাৰ। তাৰে উত্তৰে হিন্দু হোষ্টেল, দক্ষিণে

মুছলমান হোষ্টেল। হিন্দু হোষ্টেলৰ ঘৰটো অলপ ডাঙৰ। ল'ৰা বেছি থাকে। বেছি মানে পোন্ধৰজনমান হব। মাটিৰ চাপৰ ভেটিৰ দীঘল-ডাঙৰ ঘৰটো। দুশাৰী বিছনা। প্ৰতি শাৰীত দহখনকৈ। মাজত বেৰ নাই। বাঁহৰ চাঙৰ ওপৰত বিছনাবোৰ। চাং নিজে সাজি ল'ব লাগে। প্ৰত্যেকে নিজে ৰান্ধি-বাঢ়ি খাব লাগে। তাৰ কাৰণে প্ৰত্যেকে বা দুই-তিনিজনে লগ লাগি সৰু সৰু ৰান্ধনি-ঘৰ সাজি লয়। অভিভাৱকসকলে তাত সহায় কৰে। উত্তীৰ্ণ হৈ ইস্কুল এৰা ল'ৰাৰ ৰান্ধনি-ঘৰবোৰ পৰৱৰ্তীসকলে কিনি লয়। হোষ্টেল দুটাৰ দুয়ো মূৰে সুবিধাজনকভাৱে এই ঘৰবোৰ সাজি ল'বলৈ দিয়া হয়। হোষ্টেলত 'ছিট' নাথাকিলে তেনে সৰু ঘৰ সাজি লৈও কিছুমান ল'ৰা থাকে আৰু নিজে ৰান্ধি-বাঢ়ি খাই পঢ়ে।

পিতাই হেড্‌মাষ্টৰৰ লগত কথা পাতি মোক হোষ্টেলত থবলৈ মান্তি হৈ আহিল। তেওঁ আহি ঘৰ পাই মাহী-আইৰ আগত ক'লে যে মোক হোষ্টেলত থ'লে পঢ়া-শুনা আৰু ভাল হব আৰু মই হয়তো মাইনাৰতো বৃত্তি পাব পাৰোঁ। ঘৰখনৰ কিন্তু মোক হোষ্টেলত থ'বলৈ কাৰো মন নাই। তাৰ ঘাই কাৰণ দুটা। প্ৰথম কথা মই কোনো দিন ভাত-ৰন্ধা দূৰৰ কথা জুইকুৰাকে ধৰি পোৱা নাই। তেনেস্থলত নিজে খৰি ফালি, পানী আনি, বজাৰ কৰি, ভাত ৰান্ধি খাম কেনেকৈ? দ্বিতীয়তে, ঘৰৰ মই একমাত্ৰ ল'ৰা। মই ওলাই গ'লে আৰু হোষ্টেলত থাকিলে ঘৰখন তেনেই শুদা হ'ব। উদং উদং লাগিব। বিশেষকৈ পিতা আৰু মাহী-আইৰ কাৰণে সেইটো অসহনীয় যেন হ'ল। অমূল্য খুৰাদেউক সোধাত তেওঁ থ'বলৈহে পৰামৰ্শ দিলে আৰু ক'লে—তইঁতে তাক আগত লৈ চাই থাকিলে হ'ব নে? তাৰো এটা ভৱিষ্যৎ নাই জানো? কিজানি সখাই কোৱাৰ দৰে ভাগ্যত থাকিলে সি মাইনাৰতো বৃত্তিকে পায়।—হেড্‌মাষ্টৰ ভবেন্দ্ৰ দাসক তেওঁ সখা বুলি মাতিছিল। দুয়ো হাইস্কুল আৰু কলেজত সহপাঠী আৰু নলে-গলে লগা বন্ধু আছিল। সখি সখি।

সাতে-পাঁচে মোক হোষ্টেললৈ পঠোৱাটোৱে ঘৰত একৰকম স্থিৰ হ'ল। পিছে পঠাওঁ বুলি ভাবিলেই তো নহ'ব। ঢাল-তৰোৱাল নোহোৱাকৈ নিধিৰাম চৰ্দাৰ হ'লে কি হ'ব? খৰি-চাউল যোগাৰ কৰি কঢ়িয়াই নি দিব কোনে? পিতাই ইতিমধ্যে গৈ হেড্‌মাষ্টৰ ডাঙৰীয়াৰ লগত আলচ কৰি কোনোবাই এৰি যোৱা ৰান্ধনি-ঘৰ এটা পাঁচ টকাত কিনি ৰাখি থৈ আহিল। তথাপি এতিয়া বিছনা-পত্ৰ, খৰি-চাউল, বাচন-বৰ্তন আদি ভাৰ বান্ধি কঢ়িয়াই নিয়ে কোনে?

আমাৰ এখন পুৰণি গৰুৰ গাড়ী আছিল। মই ক্লাছ থ্ৰিত থাকোঁতেই পিতাই বাঘপৰি চাপৰিৰ নেপালীবিলাকৰ পৰা এহাল বলধ গৰুও কিনি আনিছিল—ছকুৰি দহটকা দি। গৰু কিনা লগ আছিল আমাৰ, কণাৰ লাখুটিৰ দৰে সুখ-দুখৰ সহচৰ—ককাই জালাল মিয়াঁ। গৰুহালক পোনতে ভালকৈ বন শিকোৱাত আৰু গাড়ীত যোৱাত

তেৰেঁই সহায় কৰিছিল। পিতাই মোক হোষ্টেললৈ পঠোৱা সম্পৰ্কে আলচ কৰিবলৈও জালাল ককাইক মাতি আনিলে।

ভালকৈ পঢ়িলে মই মাইনাৰতো বৃত্তি পাব পাৰোঁ বুলি হেড্মাষ্টৰে পিতাক কোৱা বুলি কোৱাত জালাল ককাই উলাহত নাচি উঠিল। তেওঁ গোনেই ক'লে— তেনেহ'লে কাকা, একো কথা নাই, বাপাক হোষ্টেলত থৌ নি। মই আছোঁ। কি কৰিব লাগে ক'বি। একো চিন্তা নাই।—পিতাক তেওঁ 'কাকা' সম্বোধন কৰে।

কাৰ্য্যত সেয়ে হ'ল। এদিন দেওবাৰে গৰুৰ গাড়ীত কাপোৰ-কানি, কিতাপ-কাগজ আদি এটা কাঠৰ পেটিন বাকচত ভৰাই লৈ লগতে বিছনা এখনৰ নুৰা এটা, কেই কোছামান ফলা কাঠ আৰু বাঁহৰ শুকান খৰি, এটা টিঙত চাউল, তাৰ উপৰি বাচন-বৰ্তন, বাল্টি আদি যাৱতীয় আচবাববোৰ লৈ আমি পাথৰিঘাট বুলি যাত্ৰা কৰিলোঁ।

যাত্ৰাৰ সময়ত পিতাৰ ইঙ্গিতমতে গা ধুই উঠি গোনতে ডাঙৰ ধান-ভঁৰালটোৰ গড়ত সেৱা কৰিলোঁ। তাৰ পাছত মাহী-আইক সেৱা কৰিলোঁ। পিতাই তেওঁক আৰু নিজক সেৱা কৰাৰ কথা কোৱা নাছিল। মই কিন্তু সেৱা কৰিলোঁ। তেওঁ তেতিয়া বৰ গহীন হৈ পৰিছিল। চকু চলচলীয়া হোৱা দেখিছিলোঁ।

গাড়ীত পিছে পিতা নুঠিল। তেওঁ গৰু-ম'হৰ গাড়ীত পৰাপক্ষত নুঠে। উঠি ভাল নাপায। গাড়ীৰ আগে আগে খোজ কাটি গৈহে ভাল পায। জালাল ককাই গেঠু আৰু লেচু নামৰ আমাৰ দুয়োটা বলধক যুৰি দি চাঙৰ আগত বহি লৈ গাড়ী খেদিবলৈ ধৰিলে। আগে আগে পিতা। মোক গাড়ীত উঠিবলৈ দিলে। ময়ো উঠিলোঁ। তেতিয়া গৰু-ম'হৰ গাড়ীত উঠাত মোৰো বৰ চখ।

পাথৰিঘাটৰ হোষ্টেল পালোঁগৈ। তেতিয়া প্ৰায় কেঁৰা-দুপৰ হৈছিল। হেড্মাষ্টৰ চুপাৰিণ্টেণ্ডেণ্ট হোষ্টেলত নাছিল। দেওবাৰে তেওঁ ঘৰলৈ যায়। বাণেশ্বৰ ডেকা বোলা হোষ্টেল-মনিটৰজনক আমি গ'লে সকলো সা-সুবিধা কৰি দিবলৈ তেওঁ কৈ গৈছিল। বাণেশ্বৰ, ৰতিকান্ত, দামোদৰ আদি হোষ্টেলবাসী ছাত্ৰবোৰে ওলাই আহি সকলোৱে ধৰা-ধৰি কৰি গাড়ীৰপৰা মাল-মটৰাবোৰ নমাই আমাক সহায় কৰি দিলে। কোনোবা এজনে খাবলৈ আমাক চাহ-বিস্কুটো দিলে। জালাল ককাই আৰু মই খালোঁ; পিতাই নাখালে। তেওঁ য'তে-ত'তে চাহ-জলপান, আনকি শুদ্ধ-শুচি যেন নাপালে পানী এটোপাও নাখায়। সেপ ঢুকিয়ে কটায়।

আবেলি ৪।৫ মান বজাতেই সিদিনা পিতাই নতুনকৈ চৌকা সাজি ৰাতিৰ প্ৰথম সাজ ভাত ৰান্ধি দেখুৱালে আৰু মোক খুৱাই-বুৱাই থৈ আহিল। চকা পাটত নৌবহোঁতেই পিতা আৰু জালাল ককাই মোক এৰি গুচি অহাত মোৰ মনটো বৰ উকণ্ডা উকণ্ডা লাগিছিল। হোষ্টেলত বহুত বন্ধু আৰু সহপাঠী পালোঁ যদিও

মনটোত বৰ বিঙা বিঙা অনুভৱ কৰিছিলোঁ। ঘৰ এৰি বাহিৰত প্ৰবাস খটা এয়ে মোৰ প্ৰথম আছিল।

পিছদিনা পুৱা উঠি নৈৰ পাৰৰ জংঘলৰ মাজত শৌচাচাৰ আদি কৰি পুখুৰীলৈ বাল্টি হাতত লৈ গৈ গা-পা ধুই আহিলোঁ। তেতিয়া বহুত ল'ৰাই বিছনা এৰায়ে নাছিল। আগদিনা শিকাই দিয়া মতে চৌকাত জুই ধৰি চাহ কৰিব খুজিছোঁ। জলপান হিচাপে ঘৰৰপৰা নিয়া চিৰা আছিল। জুইকুৰা কোনোমতে ধৰিছোঁ মাত্ৰ, এনেতে বাহিৰত 'বাপা ঐ' বুলি মোক মতা পিতাৰ অমৃতময় মাতটো শুনিলোঁ। উচপ খাই উঠি পোনেই বাহিৰলৈ ওলাই আহি পিতাক দেখি আনন্দ আৰু বিস্ময়ত বিমোৰ হ'লোঁ। মোৰ মুখেদি পোনেই ওলাল—মাহী-আইহঁত ভালে আছে নে পিতা?—তেওঁ আছে বুলি কৈ পাক-ঘৰত মই কি কৰিছোঁ চালে আৰু চাহ-জলপান কৰি দিয়াত নিজে লাগি গ'ল। লগে লগে দুয়ো দুখন পীৰাত বহি কথা পাতিলোঁ। ঘৰত কিবা অঘটন ঘটিছে বুলি মোৰ মনটো তেওঁৰ কথা শুনিবলৈ ব্যগ্ৰ হৈ আছিল। পিতাই কলে—কালি ৰাতি আমাৰ ঘৰৰ কাৰোৰে সমুলি টোপনি নাহিল বুলিব লাগে। তই ইয়াত কেনেকৈ অকলে ভাত ৰান্ধি খাই থাকিবি, কোনো দিন ঘৰৰপৰা বাহিৰত ৰাতি এটাও নকটোৱা ল'ৰাটোৱে কেনেকৈ খোৱা-বোৱা কৰিবি আদিৰ চিন্তাত আমাৰ কাৰো পেটলৈ ভাত নোযোৱা অৱস্থা হৈছিল। সেইদেখি ৰাতিটো পাৰ নহওঁতেই মাহীমাৰায়ো কোৱাত মই পুৱে বগা দাঁৰ দিওঁতেই ইয়ালৈ খোজ ল'লোঁ।—তোৰ ৰাতি ভালকৈ টোপনি হৈছিল নে? কিবা অসুবিধা হৈছিল নেকি ?—

মই চলচলীয়া চকুৰে—নাই, অসুবিধা একো পোৱা নাছিলোঁ—বুলিলোঁ। বেছি কথা আৰু এষাৰো মুখেৰে ওলোৱা নাছিল। কণ্ঠ ৰুদ্ধ হৈছিল।

পিতা দুপৰীয়ালৈ বৈ থাকি হেড্‌মাষ্টৰ চুপাৰিণ্টেণ্ডেণ্টক লগ ধৰি তেওঁৰ লগত কথা পাতি ঘৰলৈ উভতিছিল। মই আগতে কৈছোঁ—তেওঁ বাহী গাই কোনো দিন ক'তো একো নাখাইছিল। ক'ৰবালৈ যাব লাগিলেই গা ধুই ই-সি কিবা এদাই নোখোৱাকৈ নোলাইছিল। সিদিনাও তেওঁ তাকে কৰিছিল। সিদিনা মোৰ তাত তেওঁ কেৱল ঘৰৰপৰা নিয়া এৰাঁ গাখীৰেৰে গৰম পানী এবাতি মাত্ৰ খালে। মাহী আয়ে ৰাতিয়ে এজনী গাই খীৰাই গাখীৰ এবটল দি পঠাইছিল। ধঁপাত, চাহ আৰু ছাতা তেওঁ এবৈশ চনৰ মহাত্মা গান্ধীৰ স্বৰাজ আন্দোলনৰপৰাই বৰ্জন কৰিছিল। বহুতে বৰ্জন কঁৰিও পুনৰ ব্যৱহাৰ কৰিছিল ; তেওঁ কিন্তু জীৱন-ভৰ সেই কাম নকৰিলে। তেওঁ প্ৰায়েই কৈছিল—সুখ আছে ত্যাগতহে, ভোগত নহয়। ভোগৰ সুখ খন্তেকীয়া। আৰু মানুহে খাইহে মৰে ঃ নাখাই কোনো নমৰে। ৭।৫।৮৯

# মনৰ বাঘে খায়

মই এইদৰে গৈ পাথৰিঘাট মাইনাৰ স্কুলৰ হোষ্টেলত কেইমাহ মান নিজে ৰান্ধি-বাঢ়ি খাই থাকিলোঁ। ৰাতিপুৱা শুই উঠাত মই আছিলোঁ সকলোতকৈ আগ। শুই উঠিয়ে শৌচাচাৰ কৰা মোৰ আছিল যেন উত্তৰাধিকাৰীসূত্ৰে পোৱা এটা পৈত্রিক অভ্যাস। পিতায়ো শুই উঠিযে পানী এঘটি হাতত লৈ দোকমোকালিতে দূৰলৈ শৌচ কৰিবলৈ গৈছিল।

পুৱা চাহ-জলপান খাই উঠি ৯ মান বজাত ভাত ৰান্ধি গা-পা ধুই খাই-বৈ ইস্কুললৈ যোৱা সকলোৰে নিয়ম। প্ৰথমে মোৰো সেয়ে হৈ পৰিছিল। পিছত দেখিলোঁ ৯॥ মান বজাত পুখুৰীৰপৰা বাল্টিত পানী তুলি আনি পাৰত একে ঠাইতে সকলোৰে গা ধুবলৈ প্ৰায় জাগা নোহোৱা হয। সৰু চোতাল এখনৰ অকণমান মুকলি পুখুৰী-পাৰটোত সকলোৱে গা ধোৱে। কেতিয়াবা বৈ থাকি দুই-এজনে গা ধুই ঠাই খালী কৰি দিলেহে বাকীসকলে গা ধুব পাৰিছিল। তাকে দেখি মই এটা উপায় উলিযালোঁ। ৰাতিপুৱা কোনো নৌ উঠোঁতেই এপাক ফুৰি-চাকি আহি শৌচাচাৰ কৰি পুখুৰীৰ পাৰত অকলে নিৰলে গা-পা ধুই উঠি চাহ-জলপান খাওঁ। তাৰ পাছতহে বাকী বন্ধুসকলে শেতেলি এৰে। মই তেতিযা মানে পঢ়াত লাগোঁ। তাতে মোক দুই-এজনে ঠাট্টাৰ সুৰত মন্তব্য নিদিয়াকৈও নাছিল। কোনোৱে কৈছিল—বোলে, ভালৰ ভাল সৰ্বতি কাল, ছট-পোহৰতে পথাৰত জোৰে নি হাল॥ কোনোৱে কৈছিল—এওঁৰটোৱে উত্তম উপায, 'আমিও—'দেখাক দেখি, কুকুৰেও কৰে একাদশী'—কৰিবহে লাগিল। যেনোৱে আকৌ—আদাক দেখি উঠিল গা, কেঁতুৰীয়ে বোলে মোকো খা'—ইত্যাদি।

আবেলি সদায় ইস্কুলৰপৰা আহি চিৰা-সান্দহ আৰু পকা কল জলপান হিচাপে খাই, চাহ বা গৰম পানী এগিলাচকে ল'ৰালৰিকৈ গিলি খেলাৰ ফিল্ডলৈ ঢাপলি মেলোঁ। এতিয়াও মনত পৰে সেইখিনি সময়ত হোষ্টেলৰ দুৱাৰমুখৰ ফিল্ডতে কোনোবাই বলটোত ঢুপ্‌ঢুপকৈ গুৰিয়াবলৈ ধৰিলে মোৰ ভৰিয়ে চিৰিং চিৰিংকৈ নাচি উঠিছিল। তেজৰ পিৰ্‌পিৰণিত ৰ'ব নোৱাৰিছিলোঁ। মই হাফ-পেণ্টটো (পিতাক কৈ এটা হাফ-পেণ্ট লৈছিলোঁ) কঁকালত আঁৰিয়ে দৌৰ ধৰিছিলোঁ। ফুটবল খেলি আৰু খেলাৰ পথাৰত লৰি-ঢাপৰি ফুৰি মই বৰ ৰং পাইছিলোঁ। সেইবোৰ দিন আজি আৰু পাম জানো?

জাৰৰ দিন আহিলে পুৱা খেলাৰ ফিল্ডখন নিয়ৰেৰে বগা হৈ থাকে। সেইখন পাৰ হৈ গৈ নৈখনৰ কেঁকুৰিৰ বগৰীৰে আওৰা মুকলি ঠাইত নতুবা নৈৰ দাঁতিৰ নল-খাগৰিৰ জোপোহাৰ আঁৰত সকলোৱে পায়খানা কৰিছিল। স্বাস্থ্য-বিজ্ঞানৰ কোনোবা এখন পুথিত পাইছিলোঁ—ৰাতিপুৱা শুদা ভৰিৰে নিয়ৰ গচকি ফুৰা চকুৰ

কাৰণে ভাল। মই তাকে মানি পায়খানা কৰিবলৈ যাওঁতে ফিল্ডখনত শুদা ভৰিৰে এনেয়ে দুই-তিনি পাক ফুৰিছিলোঁ। তাৰ পিছতহে পায়খানা কৰি ঘৰলৈ উভতিছিলোঁ।

ৰাতিপুৱা সদায় চুপাৰিণ্টেণ্ডেণ্ট ভবেন্দ্ৰ দাস ছাৰেও হোষ্টেলৰ ল'ৰাবোৰ উঠাৰ আগেয়ে উঠি ঘটিটো হাতত লৈ পায়খানা কৰিবলৈ নৈৰ পাৰলৈ যায়। সূৰ্য্যোদয়ৰ আগে উঠা তেওঁৰো অভ্যাস। পায়খানা কৰিবলৈ যোৱা বাট পিছে সেই একেটাই। খেলাৰ পথাৰখন পাৰ হৈ যাব লাগে। তেওঁ চটি জোতাযোৰ পিন্ধি বাটৰ সেঁজাটোৰেদি নিয়ৰ নখচাকৈ যায়। সদায় তেওঁ দেখিবলৈ পায় তেওঁ সেইপিনেদি যোৱাৰ আগতে ৰাতিয়ে কোনোবাই উঠি খেলাৰ পথাৰখনৰ ওপৰৰ দুবৰি-বনৰ নিয়ৰত হাল বোৱাৰ দৰে কৰি খোজৰ চিন এৰি যায। মানুহৰ ভৰিৰ খোজৰ চিন। তেওঁ আচৰিত হয়। ভাবে—কোনে এই কাম কৰে? কোন মানুহৰ এই কাম হ'ব পাৰে? তেওঁ শৌচ কৰি মাটি-পানী লৈ উভতি আহি হোষ্টেলত প্ৰায সদায়ে মোক পুখুৰীৰপৰা গা ধুই হাতত এবাল্টি পানী লৈ উভতি অহা দেখে। এদিন তেওঁ সুধিলে—অতুল, ৰাতি নৌ পুৱাওঁতেই ফিল্ডখনত কোনে দুবৰি-বনৰ নিযৰ ভাঙি ভাঙি খোজ কাঢ়ি ফুৰেহে? মই সদায় ফিল্ডখনত কোনোবাই কোজ কাঢ়ি আঁকি-বাকি থোৱা পাওঁ।—উত্তৰত মই লাজ লাজভাৱে কৈছিলোঁ—ছাৰ ময়ে। ময়ে খোজ কাঢ়ি ফুৰোঁ।

—কিয?

—ছাৰ, নিয়ৰত খোজ কাঢ়িলে চকুৰ দৃষ্টি-শক্তি ভাল হয বুলি স্বাস্থ্য-বিজ্ঞানৰ পুথিত পাইছিলোঁ।

—এৰা , পিছে এটা কথা। তুমি ৰাতিপুৱা পুখুৰীৰ চেঁচা পানীৰে গা নোধোৱা জানো ? সেয়ে যথেষ্ট। বেছি ঠাণ্ডা লাগিলে ইনফ্লুয়েঞ্জা বা নিউমুনিয়া হব লাগিলে বিপদ হ'ব। তুমি নিয়ৰত ফুৰাটো বাদ দিয়া। গা ধোৱাটোৱেই বঢ়িয়া অভ্যাস। সেইটো নেৰিবা। তাকে কৰিলে পঢ়িবলৈ সময়ো পাবা।

হেড্‌মাষ্টৰ ছাৰৰ (চুপাৰিণ্টেণ্ডেণ্ট ভবেন্দ্ৰ দাসেই হেড্‌মাষ্টৰো) উপদেশ মানি মই সেই দিন ধৰি নিয়ৰত দুবৰি-বন মহতিয়াই ফুৰা বিদ্যা এৰিলোঁ। প্ৰাতঃস্নানত কিন্তু আৰু অধিক মনোযোগ দিলোঁ। সেই অভ্যাস আজিকোপতি মই এৰা নাই।

এই কালডোখৰতে এদিন এটা নকৰিবলগীয়া দুষ্কৰ্ম কৰিছিলোঁ। সৈ কঢ়াৰ চলেৰে ঘটনাটো কৈ থোৱাই ভাল ; পাপৰপৰা কিজানি মুক্তিয়ে পাওঁ। হোষ্টেলৰ চোতালতে হেড্‌মাষ্টৰে বেড্‌মিণ্টনৰ সৰু ক'ৰ্ট এখনত খেলাৰ আখৰা কৰিছিল। তেওঁৰ খেলাৰ লগ আছিল মমতৰাম কাকতি বুলি আমাৰ ইস্কুলৰে এজন শিক্ষক আৰু পদ্ম গোস্বামী বুলি এজন লোকেলবোৰ্ডৰ অভাৰচিয়াৰ। চতুৰ্থজন যেইসেই এজন ল'ৰা। হোষ্টেলৰ মনিটৰেই খেলাৰ 'নেট' 'ৰেকেট' আদি সামৰি-সুতৰি আগডাল কৰি ৰাখিছিল। তাৰ কাৰণে তলা নলগোৱা এটা কাঠৰ বাকচ আছিল। পিছে খেলা নিয়মীয়াকৈ সদায় নহৈছিল। এৰি এৰি কেতিয়াবা হৈছিল। তাৰ কাৰণ, হেড্‌মাষ্টৰ

আৰু মমত কাকতিয়ে তেওঁলোকৰ ৰেকেট কাকো নিদিছিল। অভাৱচিয়াৰো সন্ততে বাহিৰৰ কামত ঘূৰি ফুৰিছিল। কাকতি আৰু গোস্বামী দুয়ো হেড্‌মাষ্টৰৰ ওচৰতে আলিৰ দাঁতিৰ দুটা পৃথক ঘৰত ওচৰা-উচৰিকৈ থাকিবলৈ লৈছিল।

মোৰ হাফ্‌-পেন্টৰ পেটীডাল কেনেবাকৈ হেৰাল। পাথৰিঘাটৰ কোনো দোকানত পেটী কিনিবলৈ পোৱা নাযায়। তাতে মোৰ হাতত ধাহি পইচাও নাছিল। তেনে অৱস্থাত নিৰুপায় হৈ এদিন এটা অঘটন ঘটালোঁ। ব্যৱহাৰ নকৰাকৈ চুকত াই থোৱা বেড্‌মিন্টনৰ নেটখনৰ কিনাৰৰ ফিটা এডোখৰ কাটি উলিয়াই ধুনীয়া পেটী বনাই ল'লোঁ। সদায় তাকেই মোৰ হাফ্‌-পেন্টৰ পেটী হিচাপে ব্যৱহাৰ কৰিবলৈ ধৰিলোঁ। কোনেও তালৈ চকু কৰা নাই বুলি ভাবি নিশ্চিন্ত আছিলোঁ।

পিছে, এদিন বিচাৰ লাগিল। হেড্‌মাষ্টৰে মনিটৰক বকিলে। মনিটৰে বিচাৰ-খোচাৰ লগালে। তাতে পথালি-চকুৰা কোনোবা বন্ধুৰ চকু থিয় হোৱাত তেওঁ টিপতে গৈ কথাটোৰ গুমৰ মনিটৰক জানিব দি...। মনিটৰে সেইমতে বিচাৰ লগালে। তেওঁ পোনে পোনে মোৰ তালৈ নাহি বাকী সকলোৰে কাপোৰ থোৱা তাঁৰ, গাৰুৰ তল আদি বিচাৰিবলৈ ধৰিলে। মই মোৰ পেন্টটো সদায় খেলি আহি বিছনাৰ ওপৰতে পেলাই থওঁ আৰু তাৰ ঘাম-তাম শুকালে জাপ-জুপি গাৰুৰ তলত থওঁ। সিদিনা বিচাৰ লগা দেখি মই কোনেও নেদেখাকৈ তৎক্ষণাৎ সেইটো বাকচৰ ভিতৰত থ'লোঁ। বাকচটো থাকে শোৱা চাঙৰ তলত। আমাৰ শোৱা খাট নাছিল। অলপ ওখকৈ সজা একোখন বাঁহৰ চাঙেই আছিল খাট। তাত দুত্তৰপীয়া চোঁচৰ (গাধৈৰ) ওপৰত কাপোৰ পাৰি লৈ শুবলৈ বৰ মজা। তেনেকুৱা চাং শাৰী-শাৰীকৈ সজা আছিল। মোৰো তেনেকুৱা চাং এখনেই আছিল শোৱা খাট।

মনিটৰে আহি মোৰ বাকচটোত সেই ফিটা বিচাৰি উলিয়ালে। তাহানি কালীনাগৰ নেগুৰ বেউলাই দেবৰ-পূৰীত দেখুৱাই কালীনাগক লখিন্দাৰ বধৰ হাতেলোটে ধৰা-পৰা দোষী সাব্যস্ত কৰাৰ দৰে কটা-ফিটা জোৰা লগাই দেখুৱাই মনিটৰে মোক দোষী সাব্যস্ত কৰিলে। হেড্‌মাষ্টৰে চুপাৰিণ্টেণ্ডেন্টক খবৰ দিয়াত তেওঁ আহিল। ৰাতি তেতিয়া ৯ মান বাজিছিল। মোৰ অৱস্থা তেতিয়া বৰ্ণনাতীত। মই ফাট মেলা বসুমতী পাতালে লুকাওঁ বোলাৰ দৰে কৰি চিন্তামগ্ন হৈ আছিলোঁ। ইমান কথা মই ভাবিবই পৰা নাছিলোঁ।

হেড্‌মাষ্টৰে আহি ক'লে—অতুল, এয়ে ভাল ল'ৰাৰ কাৰ্য্য নেকি? সঁচা কথা ক'বা—তুমি কাটিছিলা নে নাই?

—কাটিছিলোঁ ছাৰ।

—কিয়?

তেতিয়া মই চকুলো টুকি তলমূৰ কৰি আদ্যোপান্ত সকলো কথা বিবৰি

কৰোঁ। লগতে কলোঁ—ছাৰ মোৰ অপৰাধ হৈছে। মই দোষ কৰিছোঁ। মোক আপুনি যি ইচ্ছা শাস্তি দিয়ক ছাৰ।—ইয়াকে কৈ মই তেওঁৰ চৰণ ছুই সেৱা কৰিলোঁ। তেওঁ ক'লে—যোৱা বাৰু, আজি এতিয়া দহ বাজি গ'ল, ৰাতি হ'ল। তোমালোক আটায়ে খাই-বৈ শোৱাগৈ। কালিলৈ পুৱা মই ৮॥ বজাত বিচাৰ কৰিম।

সেইদিনা মোৰ আৰু খোৱা-বোৱা নহ'ল। ওৰে ৰাতি টোপনিও নহ'ল। ভাবিছিলোঁ—এই ঘটনাৰ ফলত লোকে মোৰ সাধুতাত সন্দেহ কৰিব ; কোনোৱে হয়তো চোৰ বুলি ভাবিবলৈ বা ক'বলৈও কুণ্ঠাবোধ নকৰিব। ইয়াতকৈ দেখোন মোৰ মৃত্যুয়ে শ্ৰেয়ঃ। এনে ধৰণৰ দুৰ্ভাবনাও মনলৈ নহাকৈ নাছিল।

পিছদিনা চুপাৰিণ্টেণ্ডেণ্ট-হেড্‌মাষ্টৰ-ছাৰ অহাৰ আগতে মই গৈ তেওঁৰ ঘৰৰ দুৱাৰমুখত বৈ থাকি তেওঁক নকস্কাৰ জনালোঁ। তেওঁক সিদিনা দেখি মোৰ মৰাৰ তুল্য বেজাৰ মনলৈ আহিছিল। তেওঁ যেন মোৰ মুখলৈয়ে নাচাব—এনে ব্যৱহাৰ কৰিছিল। যিজনে মোক সদায় হাঁহি মাৰি মৰমেৰে অতুল বুলি মাতিহে কথা কৈছিল তেওঁ আজি মোক মুৰ তুলি চাবলৈয়ে বেয়া পায়। হায় বিধি! তেওঁ ক'লে—কি লাগে? কিয় আহিছা?

—ছাৰ, মই জীয়াই থকা উচিত হব নে নহব তাকেহে ভাবিছোঁ। আপুনি মোৰ গুৰুজন। মোৰ দ্বিতীয় পিতৃ। মই অভাৱত পৰি এই কাম কৰিছিলোঁ। স্বীকাৰ কৰিছোঁ মোৰ দোষ হৈছে। মোক আপুনি যি শাস্তি দিয়ে আজিয়েই দিয়ক আৰু ইয়াতে দিয়ক। স্কুলত যাতে নিদিয়ে।—তেওঁ ক'লে—যোৱা বাৰু মই গৈ আছোঁ। হোষ্টেললৈ যোৱা।

হেড্‌মাষ্টৰ হোষ্টেললৈ আহিল। মোক কন্দনা-মুৱা হৈ থকা দেখি আৰু ৰাতি ভাত নোখোৱা বুলি জানি মনিটৰ বাণেশ্বৰ ডেকাৰ বেয়া লাগিছিল হ'বলা। তেওঁ দুজনমান বন্ধুৰ লগত গোপনে কিবা আলচ কৰি ৰাতিৰ ভিতৰতে কটা-ফিটাডাল বেজীৰে সী সুন্দৰকৈ জোৰা লগালে। ৰাতিপুৱা হেড্‌মাষ্টৰ অহাত কেইবাজনো ডাঙৰ ল'ৰাই একেমুখে ক'লে—ছাৰ, এওঁক যি শাস্তি দিয়ে ইয়াতে দিয়ক। হোষ্টেলৰ এই ঘটনাটো যাতে স্কুললৈ নিনিয়ে সেয়ে আমাৰ অনুৰোধ। আমি ইতিমধ্যে জালখন আগৰদৰে কৰি বাটি-বুটি উলিয়ালোঁ। কটা চিনেই নাইকিয়া হৈছে। তাতে তেওঁ দোষ স্বীকাৰ কৰিছে। এইখন নেট চাওক, ছাৰ!

হেড্‌মাষ্ট দাস ডাঙৰীয়া কিছুপৰ অলপ টলকা মাৰি থাকিল। তাৰ পাছত তেওঁ ক'লে—অতুল, তুমি দোষ স্বীকাৰ কৰিছা?

—কৰিছোঁ ছাৰ।

—তেনেহ'লে এই ছাত্ৰসকলৰ ফালে চাই হাত যোৰ কৰি কোৱা, ভাইহঁত, মই এনে বেয়া কাম আৰু নকৰোঁ। আপোনালোকে মোক ক্ষমা কৰক।

মই তাকে কৰিলোঁ।

ছাত্ৰসকলে ক'লে—হ'ব ছাৰ হ'ব। আপুনি তেওঁক ক্ষমা কৰিব লাগে।

হেড্‌মাষ্টৰে ক'লে—বাৰু সেয়ে হ'ল। তোমালোকে এতিয়া সকলোৱে নিজৰ নিজৰ কামত লাগাগৈ। মোক ক'লে—পঢ়া-শুনাত বেয়া কৰিলে কিন্তু মই ক্ষমা নকৰিম।

ইয়াকে কৈ হেড্‌মাষ্টৰ ছাৰ উভতি গ'ল। মই যেন লাজত মূৰ-কাছ গ'লোঁ। তথাপি মনটো বহখিনি পাতল পাতল পালোঁ। তাৰ পাছত বহুত দিনলৈকে নিজকে বৰ সৰু সৰু লাগিছিল। মই দুখীয়া; মই দুখীয়া বাবেই অপৰাধী—এনে ধৰণৰ চিন্তাই মনত বহুত দিনলৈ বেদনা দি আছিল। ঘটনাটোৰ পাছত কোনেও কোনো দিন মোক সেই বিষয়ে একো কোৱা নাছিল। বৰং এজন বন্ধুৱে এদিন কোৱা শুনিছিলোঁ—সি আচলতে সাধু। নহ'লে সাহসেৰে এনে কথা ক'ব নোৱাৰে। তেনেকে দোষ স্বীকাৰ কৰিব আমাৰ জানো সত হ'ব?

যিয়ে যি নকওক, মই হ'লে বহুত দিনলৈকে লোকাপবাদৰ ভয়ত ভুগিছিলোঁ। মোক বনৰ বাঘে নাখালেও মনৰ বাঘে খাইছিল। ঘটনাটোৱে মোক ভবিষ্যৎ জীৱনত কম সহায় কৰা নাই। ১০।৬।৮৯

# ডাৱৰ আৰু নাই

এষাৰ বচন আছে বোলে—গছ নোহোৱা দেশত এৰাই বৰগছ আৰু ভোট-এৰাই সাৰ-কাঠ।—তেনেকৈ কোনো কোনো সময়ত আৰু ঠাইত চাইকলেত উঠিব পৰাটোও এটা মস্ত গুণ হৈ পৰে। আমাৰ বাল্য কালতেই তেনে হৈছিল। আমাৰ চাইকেল শিক্ষাৰো কাহিনী আছে। পাথৰিঘাট মাইনাৰ স্কুলৰ ছাত্ৰাবাসত থকা সময়তেই মই চাইকেল শিকোঁ। কেনেকৈ শিকিছিলোঁ কওঁ।

ভাদ আৰু আহিনৰ সংক্ৰান্তিৰ দিনা খটৰা সত্ৰৰ গোসাঁই-ঘৰত পচতি উৎসৱ হয়। মঙ্গলদৈত তাক পাচেতি বোলে। ভাদ মাহৰ শ্ৰীকৃষ্ণ-জন্মাষ্টমীৰ লগত সম্বন্ধ থকা ই এটা ধৰ্মীয় উৎসৱ। আজিকালি সি লোক-উৎসৱ হৈ পৰিছে। দোমাহীৰ দিনা খটৰাৰ বিৰাট গোসাঁইঘৰৰ আৰু তাৰ চাৰিওফালে পচতি উৎসৱ হয়। বিৰাট মেলা এখনো বহে। পচতিৰ দিনা সত্ৰৰ গোসাঁইঘৰত থকা ৰাম, লক্ষ্মণ, সীতা আৰু হনুমন্তৰ কাঠৰ মূৰ্তি বাহিৰলৈ উলিয়াই আনি এপাক ঘূৰাই নি পূৰ্বৰ স্থানত ৰখা হয়। এই মূৰ্তিকেইটা লেচাকোণীয়া (লেচাকণীয়া) গোবিন্দ আতৈয়ে হেনো সত্ৰ স্থাপনৰ সময়ত মহাপুৰুষ মাধৱদেৱৰপৰা পাইছিল। প্ৰবাদ মতে সেই ঠাই হাবি-

বনেৰে পৰিপূৰ্ণ আছিল। তাত খট বুলি দুৰ্বৃত্ত লোক কিছুমানে বাস কৰিছিল। গোবিন্দ আতৈয়ে সত্ৰ পাতিবলৈ গৈ এই খটবোৰক নিৰাকাৰ ভগৱানৰ কথা বুজাব নোৱাৰি মাধৱদেৱৰ ওচৰ চাপিছিল। মাধৱদেৱে এই মূৰ্তিকেইটা দি সেইকেইটাৰ সহায়ত সত্ৰ স্থাপন কৰিবলৈ উপদেশ দিছিল। কাৰ্য্যত সেয়ে হৈছিল। পোনতে ৰাম-যাত্ৰা বুলি ভাওনা কৰিবৰ কাৰণে এই মূৰ্তিকেইটা সজোৱা হৈছিল। খটবাৰ গোসাঁইঘৰৰ কথা তিৰোতাসকলে আজিও নাম-কীৰ্তনৰ পদত এইদৰে গায়—খটবাৰ গোসাঁইঘৰ, দেখোঁতে ভয়ঙ্কৰ, ছকুৰি নাহৰৰ খুঁটা হৰি এ—ইত্যাদি। খটবা সত্ৰ পাথৰিঘাটৰপৰা দুমাইলো নহয়। পশ্চিমে।

খটবাৰ পচতি-মেলা চাবলৈ আৰু মূৰ্তি-দৰ্শন কৰি নয়ন সাৰ্থক কৰিবলৈ ওৰে মঙ্গলদৈৰ চুকে-কোণে থকা গাঁও-ভূঁইৰপৰা মানুহ আহি ঠাইখন লোকে লোকাৰণ্য কৰি তোলে। তালৈ পূব-মঙ্গলদৈৰ সকলো মানুহ তেতিয়া যাব লাগিছিল পাথৰিঘাটৰ স্লোমাজেদি যোৱা লোকেলবোৰ্ডৰ আলিয়েদি। পাথৰিঘাট এৰি গৈ কোবাল নৈৰে নদীখন নাৱেৰে পাৰ হলেহে খটবা পোৱা যায়। সেই গতিকে পচতি চাবলৈ চাইকেলত যোৱা যাত্ৰী আৰু দৰ্শকসকলে পাথৰিঘাট মাইনাৰ স্কুলৰ ছাত্ৰাবাসতে চাইকেলবোৰ এৰি থৈ মুকলিমূৰীয়া হৈ যাবলৈ ভাল পায়। কাৰণ সিফালৰ-ছোৱা বাট চাইকেল চলাবৰ কাৰণে সুচল নহয়, খলা-বমা হোৱাৰ উপৰি বিৰিণা-জাৰ্মানীবনেৰে আগুৰা। তাতে পাৰ-ঘাট আছেই। ইস্কুলৰ চকীদাৰক সেইদিনা চুপাৰিণ্টেণ্ডেণ্টে হোষ্টেলত যাত্ৰীসকলে এৰি যোৱা চাইকেলবোৰৰ চোৱা-চিতাৰ দায়িত্ব দিয়ে। চকীদাৰৰ নাম নাহৰ। ইস্কুলৰ ওচৰৰ গাঁৱৰে মানুহ।

আমাৰ কিছুমান ছাত্ৰৰ পচতিৰ দিনা ৰামৰাজ্য হয়। চুপাৰিণ্টেণ্ডেণ্ট দাস ছাৰো সিদিনা দিনৰ দহ মান বজাতে পচতিলৈ যায। বাটত কৃষ্ণকান্ত মহন্ত মৌজাদাৰৰ ঘৰ। দিপীলা মৌজাৰ মৌজাদাৰ। তেওঁ হেড্‌মাষ্টৰ দাসৰ নলে-গলে লগা বন্ধু। সেইদেখি দাস ছাৰে তেওঁৰ ঘৰত আতিথ্য গ্ৰহণ কৰি আবেলি চাৰি মান বজাতহে ঘৰমুৱা হয়। তেওঁৰ সেই কাৰ্য্যসূচীৰ কথা আমি সকলোৱে ভালকৈ জানো। সেইদেখি আমি ছল চাই কঠীয়া পাৰোঁ। হেড্‌মাষ্টৰ ছাৰ ওলাই যোৱাৰ পাছত এঘাৰ মান বজাৰপৰা আমি ৮।১০ জন ল'ৰাৰ প্ৰত্যেকে হোষ্টেলৰপৰা একোখন চাইকেল লৈ খেলাৰ ফিল্ড পাওঁগৈ। তাতে ২।৩ ঘণ্টা চাইকেলত উঠিবলৈ আখৰা কৰোঁ। তেনেকৈয়ে সিদিনায়ে আমাৰ চাইকেলত উঠাৰ আধা-শিক্ষা হৈ যায়। তাৰ পাছত অ'ত এক লাফ্ ত'ত এক লাফ্ উঠি বাকীখিনি শিক্ষা সাং কৰি 'এক্সপাৰ্ট' হৈ পৰোঁ। এবাৰ পচতিৰ দিনা তেনেকৈ চাইকেলৰ আখৰা কৰি থাকোঁতে আবেলি ৩ মান বজাতে হেড্‌মাষ্টৰক অহা দূৰতে ৰিণিকি ৰিণিকি দেখি চাইকেলবোৰ সকলোৱে দাণ্ডি কান্ধত তুলি লৈ হোষ্টেল পাইছিলোঁহি। পিছত চকীদাৰ নাহৰক তেওঁ সন্দেহ কৰি সোধাত নাহৰে কোৱা শুনিছিলোঁ—কোনোবাই যদি চাইকেল

নিছিলও মই সঠিক ক'ব নোৱাৰিলোঁ ছাৰ ; কাৰণ মই কিছু সময়ৰ কাৰণে ইস্কুললৈও গৈছিলোঁ। ইস্কুলৰ কম্পাউণ্ডলৈ মতা-মাইকী বহুত মানুহ সোমাই গৈছিল আৰু কাকো নোসোধাকৈ বাৰান্দাত জিৰণি লৈছিল।

ক্লাছ ফোৰৰ বার্ষিক পৰীক্ষালৈ সম্ভৱ দুমাহমান আছে। এনেতে মোৰ ভয়ানক জ্বৰ হ'ল। মেলেৰিয়া জ্বৰ। কঁপি কঁপি জ্বৰ উঠে। জ্বৰ মূৰত উঠিলে কেতিয়াবা ভ্ৰম বকিব লাগে। গাত তৎ নাইকিয়া হয়। মুখ শুকাই নিয়ে। কৰকৈ পানী খাব লাগে। মূৰ কামোৰণি হয়। মোৰো সেয়ে হ'ল। ঘৰত খবৰ পাই পিতা তেনেই অস্থিৰ হৈ পৰিল। পোনেই উধাতু খাই লৰ দি মোৰ ওচৰ পালেগৈ। হোষ্টেলত পৰি থকাত মোৰ অৱস্থা দেখি তেওঁ ক'লৈ যাওঁ গোপাল, ক'লৈ যাওঁ কৃপাল হৈ কি কৰোঁ কি নকৰোঁকৈ গৈ চুপাৰিণ্টেণ্ডেণ্ট হেড্মাষ্টৰ ছাৰৰ ওচৰ চাপিল। চুপাৰে তেওঁক ক'লে—আমি আছোঁ নহয় । আপুনি কিয় অস্থিৰ হৈছে? ডাক্তৰক খবৰ দিছোঁ। (ডাক্তৰ মানে চৰকাৰী ডাক্তৰ। তেতিয়াৰ দিনত ব্যৱসায়ী ডাক্তৰ বা ফাৰ্মেচী—তেনে এখন ঠাইত—কল্পনাৰ অতীত আছিল।) ডাক্তৰ এতিয়া ডাক্তৰখানাত নাই। ৰোগী চাবলৈ গৈছে , আবেলি সোনকালে আহিব। পাৰিলে কিন্তু এখন গাড়ীত তাক ঘৰলৈ নিব পাৰিলে আৰু ভাল। ঘৰত পতি কৰিব পাৰিব। তাকে কৰিব পাৰেনেকি চাওকচোন।

পিতাই গাড়ী আনিবলৈ বুলি পোনেই ঘৰলৈ খোজ ল'লে। ঘৰ পোৱাৰ পূৰ্বে তেওঁ পোনে পোনে গৈ তেওঁৰ পুৰণি বন্ধু আৰু বিশ্বাসী ভৃত্য জালাল ককাইক লগ ধৰিলে। মোৰ জ্বৰৰ কথা শুনি জালাল ককায়ে অকণো হেহো-নেহো নকৰি ঘপৰাই ক'লে—তেন্তে ব'ল। পলম কৰি লাভ নাই। মই পথাৰৰপৰা গাড়ীৰ গৰুহাল খেদি নিম, তই গাড়ীখন ঠিক-ঠাক কৰ্গৈ।—পিতাৰ লগত জালাল ককাইৰ ব্যৱহাৰ তেনেকুৱাই।

কান্ধত ফটুৱৈটো পেলাই লৈ জালাল ককাই ওলাই গ'ল আৰু গৰু খেদি নি আমাৰ ঘৰ পালেগৈ। পিতাই মোৰ জ্বৰৰ বাতৰি ঘৰত দিয়াত ঘৰখন বিষাদে ছানি পেলালে। দুয়ো জলপান কিবা-কিবি অলপ খাই গাড়ী লৈ পাথৰিঘাট পালেগৈ। পিতা আগে আগে খোজ কাটি গৈছে, জালাল ককায়ে গাড়ীত উঠি গৰু খেদিছে।

দুপৰীয়া মোক গাড়ীত তুলি লৈ দুয়ো পাথৰিঘাট এৰিলে। ইফালে মোৰ ভয়ানক জ্বৰ। তাকে দেখি, পিতাই মাজে মাজে গাড়ীত উঠি মোৰ কপালত হাত দি জ্বৰ চায় আৰু পিতলৰ সৰু কলহটোত থকা গৰম পানী খুৱায়। এইদৰে বেলা হলাত (লহিওৱাত) কাঁথিৰ ছায়া মাটিত পৰাৰ সময়ত গাড়ী গৈ ঘৰ পালে। মোক মাইয়ে বহা-ঘৰতে বিছনা এখন পাৰি দি শুৱাই থ'লে। তাৰ পাছতো ৩।৪ দিন মোৰ ভয়ানক জ্বৰ। কপালত হাতেৰে স্পৰ্শ কৰি চোৱাত বাহিৰে জ্বৰ জুখি চাবলৈ যন্ত্ৰ নাই। আমাৰে নহয়, কাৰোৱে নাই।

আমাৰ ভাগীৰে ককাইদেউ বগীৰাম বৰুৱা ডাক্তৰৰ দোকানৰপৰা ঔষধ কিনি আনি খোৱাত জ্বৰ লাহে লাহে এৰিল। ঘুঘুৱা জ্বৰ গাত থাকোঁতে এদিনৰ কথা। পুৱা পিতা পথাৰলৈ গৈছে। মই বহা-ঘৰৰ মজিয়াত বিছনা এখন পৰাই লৈ মূৰে-গাই কম্বল মেৰিয়াই শুই আছিলোঁ। বেলি কেঁৰা দুপৰমান হোৱাত পিতা পালেহি। তেওঁ দূৰৰপৰাই মোক মাত লগাই সুধিলে—বাপা ঐ, ভাল পাইছানে ?—মই—অলপ পাইছোঁ—বোলাৰ লগে লগে তেওঁ মোৰ ওচৰ পালেহি। হক বক নোহোৱাকৈ মই ভেডিয়া হেনো কৈছিলোঁ—সেই টকাবোৰ সামৰি নথৰ কিয়? তইঁতে টকাবো আপডাল নুবুজা হলি।

তেওঁ কৈছিল—ক'ত নো তই টকা দেখিলি?

—সেইবোৰ দেখোন! কঠীয়া ধানৰ টোপাবোৰ ঝলঝলীয়া টকাৰে ভৰি আছে দেখোন। সামৰি নথৰ কিয় ?

পিতাই ভাবিলে মোক কিবা ভূতেহে লম্ভিলে। তেনেকৈ ভাবি তেওঁ খং কৰি ভেকাহি মাৰি দি কলে—ধেৎ, ক'ত তই টকা দেখিলি? ভূতে ধৰিছে? ভূত উজাৰিম ৰ'হ্।—

তেওঁ সঁচাকৈয়ে গৈ আমাৰ ওচৰৰে খেতেংপাৰাৰ দিদাৰ মৌলবীৰপৰা তাবিজ আনি মোৰ হাতত বান্ধি দিছিল। গা ভাল পালোঁ। সিদিনা সম্ভৱ জ্বৰৰ কোবত চিল্‌মিলীয়া টোপনিত চকু মেলি থাকিয়ে তেনে সপোন দেখিছিলোঁ। জ্বৰৰ ভ্ৰম। কিন্তু টকাবোৰৰ ছবি হ'লে স্বচক্ষে দেখাৰ দৰে আজিও মনত আছে। ই বাৰু সঁচাকৈয়ে সপোন নে মায়া নে মতিভ্ৰম?

তাৰ পাছত কেইদিন মানলৈ প্ৰায় সদায়ে মই সপোনত তিনিটা ক'লা-ম'লা মানুহ দেখিছিলোঁ। সিহঁতে মোৰপৰা অলপ দূৰত থাকি চকু পোন্দাই মোক কয়—আমাক একো নিদিবি নেকি? বাৰু চাম তোকো! আমিও নেৰিছোঁ। চল পালেই ধৰিম।

পিতাই মোৰ সপোনৰ কথা মৌলবীৰ আগত ক'লে। মৌলবীয়ে ঠিকনা চাই কলে—কাকা, সিহঁত কুবিৰ (কুবেৰ) ; তিনিওটা ধন-কুবিৰ। সিহঁত বাপাৰ হোষ্টেলৰ পশ্চিমৰ হাবিখনত থাকে। মই সিহঁতক তাৰপৰা উজাৰিব পাৰোঁ; পিছে চল পালে সিহঁতে বাপাৰ কেতিয়াবা কিবা অন্যায় কৰিব পাৰে। বাপা সিহঁতৰ ৰেখত পৰিছে। গতিকে আপোনালোকৰ হিন্দু-মতে ক'লা পাৰ আৰু মাগুৰ মাছেদি সিহঁত তিনিওকে এদিন তিনিখন ভাতৰ পাত হাবিৰ মাজত দিব। পশ্চিমৰ সেই হাবিখনতে দিব। হিন্দুসকলে দেখোন কয়েই বোলে—ভূতক তাৰ পূজা দিয়াই উচিত। আমি কিন্তু নিদিওঁ।

পিতাই তাকে কৰিলে। ময়ো সপোন দেখিবলৈ এৰিলোঁ। জ্বৰো গ'ল, ভূতো গ'ল।

মোৰ জ্বৰ এবাৰ প্ৰায় কুৰি দিনমান পিছতে বছৰেকীয়া পৰীক্ষা আৰম্ভ হ'ল। পৰীক্ষাৰ ৪।৫ দিন আগে আগে মই গৈ ইস্কুলত হাজিৰ হৈ যথাসময়ত পৰীক্ষা দিলোঁ। ঈশ্বৰৰ কৃপাত পৰীক্ষা ভালেই হ'ল , প্ৰথম হ'লোঁ। জ্বৰ এবাৰ পাছত প্ৰায় ১০।১৫ দিন ঘৰতে বহি, ঘৰৰে গাখীৰ পৰ্য্যাপ্ত পৰিমাণে খাই পাঠ্যপুথিবোৰ মন দি পঢ়িছিলোঁ। অমূল্য খুৰাদেউ আৰু বগীৰাম বৰুৱা ককাইদেউৰ ওচৰলৈ গৈ নোবুৰা কথাবোৰ শিকি-বুজি লৈছিলোঁ। ইমান যত্ন কৰাৰ উদ্দেশ্য কিন্তু নাম কৰাটো নাছিল , পৰীক্ষাত বেয়া কৰিব লাগিলে বৃত্তি বন্ধ হ'ব, তেতিয়া পঢ়াৰ মৃদায়ে মৰিব, সেই ভয়তহে পঢ়িছিলোঁ।

ক্লাছ ফাইভ আৰু ছিক্স—এই দুবছৰ ছাত্ৰাবাসত থাকি নিজে ৰন্ধা-বঢ়া কৰি খাই চলিছিলোঁ। খৰি ফলা, কাপোৰ ধোৱা, পানী অনা আদি কাম নিজে কৰিব লাগে। ধোবা সেই দেশতে নাছিল। হেড্‌মাষ্টৰ দাস ছাৰেও নিজৰ কাপোৰ নিজে ধুই লৈ আমাক আদৰ্শ দেখুৱাইছিল। এইবোৰ কাম কৰা একো কথাৰ কথাই নাছিল।

ক্লাছ ফাইভত উঠাৰ পাছতে ১৯৩০ চনত মহাত্মা গান্ধীৰ অসহযোগ আন্দোলনৰ ঢৌৱে পাইছিল। ইস্কুলৰ সম্মুখত আলিৰ দাঁতিত ৰাজহুৱা সভা বহিছিল। তাত পণ্ডিত দীনেশ্বৰ শৰ্মা, টঙ্কেশ্বৰ শৰ্মা, দধিৰাম ভূঞা, ৰত্নেশ্বৰ শৰ্মা আদি নেতাসকলে বক্তৃতা দিছিল। ছাত্ৰসকলক ইস্কুল এৰিবলৈ সেই সভাতে আহ্বান কৰিছিল। আমি ছাত্ৰসকলে দল বান্ধি আলচ কৰি ইস্কুল এৰিবলৈ স্থিৰ কৰিছিলোঁ। কিন্তু প্ৰশ্ন হৈছিল—ইস্কুল এৰি কৰিম কি ? সেই বিষয়ে কোনেও একো বাট দেখুৱাব নোৱাৰিছিল। গতিকে মন উগুল-থুগুল।

হেড্‌মাষ্টৰ ভবেন্দ্ৰ দাস নিজেও এজন আন্দোলনকাৰী নেতা আছিল বুলি শুনিছিলোঁ। তেওঁ ইস্কুলতে এখন সভা পাতি আমাক ছাত্ৰসকলক উপদেশ দি কৈছিল—শুনা ; মই নিজে এজন অসহযোগ আন্দোলনকাৰী লোক। ১৯২১ চনৰ আন্দোলনত চৰকাৰী চাকৰি ত্যাগ নকৰা হ'লে মই আজি শ্বিলং চহৰত মহাসুখে থাকিলোহেঁতেন। চাকৰি ত্যাগ কৰি আহিলোঁ যেতিয়া চাকৰিলৈ আৰু মোহ নাই। প্ৰয়োজন হলে আন্দোলনতে পুনৰ নামিম। তোমালোককো লগতে নিম। তাৰ বাবে সময় আহক। এতিয়া বাৰু ইস্কুল এৰি কৰিবাগৈ কি ? কাৰ্য্যপন্থা আগে স্থিৰ হওক। তাৰ পাছত ইস্কুল এৰিবা, এতিয়া নহয়। এতিয়া নেৰিবা। ভুল নকৰিবা।

চেকেণ্ড মাষ্টৰ তাৰিণীকান্ত বৰুৱায়ো বক্তৃতা দি ইস্কুল নেৰিবলৈ উপদেশ দিলে। তৃতীয় শিক্ষক, গণিত, সাহিত্য, ভূগোল, বুৰঞ্জী সকলোতে সমানে পৈণত খোছনুৰ আলী ছাৰে ইয়াকে কেৱল ক'লে—আমাৰ ইস্কুলৰ হেড্‌মাষ্টৰ আৰু চেকেণ্ড মাষ্টৰ দুয়োগৰাকী লোকেই চৰকাৰী চাকৰি এৰি আহি স্বাধীনতাৰ কাৰণে মহাত্মা গান্ধীৰ অসহযোগ আন্দোলনত আগতে যোগদান কৰা লোক। তেওঁলোকে সকলো বুজে। এতিয়া তেওঁলোক দুয়োজনাই তোমালোকৰ নেতৃত্ব ল'ব খুজিছে,

তোমালোকক আৱশ্যক হ'লে যথাসময়ত নিজে উলিয়াই নিবলৈ গাত লৈছে। তোমালোকে তেখেতসকল দুয়োৰো উপদেশ শুনা উচিত হ'ব। মোৰ উপদেশ ইমানেই।—

আমি হাত চাপৰি দি সমৰ্থন কৰিলোঁ। সভা ভঙ্গ হ'ল। হেড্‌মাষ্টৰে ইস্কুল ছুটী দিলে। পিছদিনা দীনেশ্বৰ শৰ্মাদেৱে তেজস্বী ভাষাত, স্কুলৰ সম্মুখত থিয় হৈ এটি চুটি ভাষণ দি ছাত্ৰসকলক ইস্কুল এৰি যাবলৈ আহ্বান জনালে। জনতাই লগতে জয়ধ্বনি দিলে। চাৰিওফালে উত্তেজনা বিয়পি পৰিল। ছাত্ৰবোৰ দলে দলে ওলাই গ'ল। মযো জাকৰ কাৰে জাকতে উজালোঁ। বাহিৰলৈ গৈ আলিযে-পদূলিযে থিয হৈ মানুহবোৰৰ মাজত ঘূৰা-ফিৰা কৰিলোঁ। দুঘণ্টা-তিনিঘণ্টামান এইদৰে গ'ল।

তেতিযা প্ৰায় তিনি মান বাজিছে। হেড্‌মাষ্টৰে ইস্কুলৰ বাৰাণ্ডাত থিয হৈ ক'ব লাগিছে—ছাত্ৰসকল, তোমালোক ইস্কুললৈ উভতি আহা। যেতিয়া লাগে মই নিজেই তোমালোকক উলিযাই নি কামত লগাম। নেতৃত্ব দিম। আজিৰ ভিতৰতে উভতি আহিলে মই কাকো একো শাস্তি নিদিওঁ। হুজুগত কাম নকৰিবা, ভাবি-চিন্তি কৰিবা।

হেড্‌মাষ্টৰৰ কথা শুনি পোনতে ক্লাছ ছিক্সৰ ল'ৰাবোৰ দলে দলে উভতি আহিল। আমাৰ শ্ৰেণীৰবোৰেও তাকে কৰিবলৈ ধৰিলে। ইস্কুলৰ প্ৰায আধাখিনি ল'ৰা সেইদৰে উভতি শ্ৰেণীত সোমাল। হেড্‌মাষ্টৰৰ নিৰ্দেশত শিক্ষকসকলে শ্ৰেণীলৈ গৈ ক্লাছ লোৱাৰ দৰে কৰি শ্ৰেণীত বহিলগৈ। উভতি গৈ শ্ৰেণীত তেতিযা আমি নিবোকাৰ দৰে নীৰৱে আছিলোঁ।

মোৰ এতিয়াও ভালকৈ মনত আছে ছেকেণ্ড মাষ্টৰ তাৰিণী বৰুৱা ছাৰে চেকনি এডাল হাতত লৈ সেইদিনা মোলৈ বুলি চোঁচা লৈ মোক মাৰিবলৈ কেনেকৈ খেদি গৈছিল। তেওঁৰ সেই উগ্ৰমূৰ্তি দেখি মোৰ জীউ উৰি গৈছিল। মোক তেওঁ সদায় বৰ মৰম কৰিছিল। আজি হঠাৎ তেনে কৰাত মোৰ ভয দুগুণে চৰিছিল। তাতে তেওঁ মোৰ ঘৰৰ ওচৰৰ মানুহ। খেদি গৈ খণ্ডত একো নাই হৈ তেওঁ কৈছিল— হৈ, তই কিয় গৈছিলি? তোৰ বৃত্তি কটা নাযাব? বৃত্তি কটা গ'লে পঢিব পাৰিবি? তোক কিহে পাইছিল?

চেকনিডাল ওপৰলৈ তুলি লৈ পিঠিত নামাৰি তাৰ আগটোৰে মোৰ কান্ধত স্পৰ্শ কৰিলে মাথোন। কথা কেইআষাৰ মোৰ যেন হিয়াত কাটি কাটি সোমাল। মই তলমূৰকৈ নীৰৱে আছিলোঁ। তেওঁ আজি ইহজগতত নাই। তেওঁৰ পবিত্ৰ স্মৃতিত শত সেৱা।

পিছদিনা সকলো শাম কাটিলে। আন্দোলনৰ নেতাসকল অন্যফালে গ'ল। দিন দিয়েকৰ কাৰণে হ'লেও পৰিস্থিতি শান্ত হ'ল। পঢ়া-শুনাত সকলোৱে মনোযোগ দিলে। বতৰ মুকলি হ'ল, যেন আকাশত ডাবৰ আৰু নাই। ৬।৮।৮৯

# মোৰ জীৱন-নৈৰ ঢৌবোৰ

## (৫)

## হৰিষত বিষাদ ঃ দ্বিতীয়বাৰ

১৯৩০ চন। পাথৰিঘাট মাইনাৰ ইস্কুলৰ বঁটা-বিতৰণী সভাৰ কথা। ছাত্ৰবৃত্তি আৰু মাইনাৰ স্কুলবোৰৰ বঁটা-বিতৰণী সভা এটা আকৰ্ষণীয় উৎসৱ। বহুত দিন আগৰেপৰা তাত আবৃত্তি কৰিবৰ কাৰণে ছাত্ৰসকলৰ আখৰা হয়। দণ্ডিনাথ কলিতাৰ ৰহঘৰা, ৰগৰ আদি কবিতাপুথিৰ এটা নহয় এটা কবিতা আৰু ভোলানাথ দাসৰ 'আলেকজেণ্ডাৰ ও দস্যু' শিতানৰ আবৃত্তি প্ৰায় সদায়ে তাত আছিল। তাৰ উপৰি পদ্মধৰ চলিহাৰ 'কি সাহেনো যাওঁ প্ৰভু—এই ঘোৰ আন্ধাৰে—জ্বলোৱা বন্তি জ্ঞানৰ শলাৰে'—আদি গীত হেড্‌মাষ্টৰ ভবেন্দ্ৰ দাসে নিজে হাৰমোনিয়াম বজাই ল'ৰাৰ হতুৱাই গোৱাইছিল। 'হৰনাথৰ হৰ্দ্দম প্ৰাৰ্থনা' বুলি এটা ব্যঙ্গ কবিতাৰ আবৃত্তি কৰা মোৰ এতিয়াও কিছু মনত আছে। মমতৰাম কাকতি ছাৰে 'কুকুৰিকণাৰ আঠমঙ্গলা', 'ভাগ্য-পৰীক্ষা' আদি নাটৰ দৃশ্য কাটি ছাত্ৰৰ দ্বাৰাই সুন্দৰকৈ অভিনয় কৰাই বাঃ বাঃ লৈছিল।

সেই বছৰত মই ব  বিতৰণী সভাত অকলে ৪টা পুৰস্কাৰ লাভ কৰি এটা আলোড়নৰ সৃষ্টি কৰিছিলোঁ। প্ৰথম হোৱা বাবে এটা, হাতৰ আখৰৰ (ইংৰাজী) এটা, গণিতৰ এটা আৰু হাতৰ কামৰ এটা। হাতৰ কামৰ পুৰস্কাৰটোহে ফাকি দি লৈছিলোঁ। সেইবাৰৰ হাতৰ কাম আছিল মূঢ়া নিৰ্মাণ। ইস্কুলৰ এটা 'পেৰিয়দত' হাতৰ কাম কৰিব লাগে। মই সেই পেৰিয়দতে আনক দেখুৱাই আনৰ লগতে মূঢ়াৰ খাটি (কাঠী) চাঁচিছিলোঁ, বেত সুতিয়াইছিলোঁ আৰু অন্যান্য যা-যোগাৰ কৰিছিলোঁ। পিছে মূঢ়াহে এদিন অলপ সময়ৰ ভিতৰতে আপোনা-আপুনি তৈয়াৰ হৈ উঠিছিল। কৰিছিলোঁ

কি? বৃহস্পতিবৰীয়া হাটৰপৰা আধলি এটা দি সৰু ধুনীয়া মূঢ়া এটা কিনি নি বেঞ্চৰ তলত সুমুৱাই ৰাখি স্কুল ছুটী হোৱাৰ সময়ত নাম লেখি, লেবেল মাৰি, দাখিল দি আহিছিলোঁ। যথাসময়ত দেখিলোঁ হাতৰ কামতো মই মূঢ়াৰ বাবে পুৰস্কৃত হৈছোঁ। মনত উলাহ লাগিছিল যদিও ভয়ো কম লগা নাছিল, জানোচা কথাটোৰ গুমৰ ফাক হয়! হ'লে কৰিম কি?

সেই আখ্যা তেনেকৈয়ে গ'ল। আমি পুৰস্কাৰ পোৱা, নোপোৱা, আবৃত্তি কৰা, আবৃত্তিত পুৰস্কৃত হোৱা, নোহোৱা সকলো ছাত্ৰয়ে সমানে মন দি গেট সজা, বেঞ্চি কঢিওৱা, ঠাই-ঠকুৰা চাফা কৰা আদি কামবোৰ কৰিছিলোঁ। সভাৰ পাছতো আমি তেনেবোৰ কাম আনন্দেৰে কৰিছিলোঁ। সিদিনা সভা ভাঙোতে প্ৰায় বেলি মাৰ গৈ মুখ-আন্ধাৰি লাগোঁ লাগোঁ হৈছিল। সভা-ভঙ্গৰ পাছত আমি মিটিং বহা আহল-বহল টিনৰ ঘৰটোত ডেস্ক, বেঞ্চি, পিৰিচ-পিযলা, কেট্‌লি-বাল্‌টি আদিবোৰ সামৰিছিলোঁ। লগতে সেইবোৰ কৰি আঁটাই সেই হলটোত সকলোৱে লেমৰ পোহৰত বহি একো কাপ চাহ খাবলৈ ঠিক কৰিছিলোঁ। তাতে এটা ঘটনা ঘটিল। দিনটো যায় খেণটো নাযায। আমি এটা বৰ নকৰিবলগীযা কাম কৰিলোঁ। মিটিঙৰ সভাপতি, নিমন্ত্ৰিত অতিথি, ভদ্ৰলোক আদি বহা চকীবোৰতে ভদ্ৰলোকৰ দৰে বহিলোঁ। বহাই নহয় ভদ্ৰলোক হৈ চাহ খালোঁ। খালোঁ যদিও খালোঁ ; গ'ল কথা গুচিল। পিছে আলিয়েদি আন্ধাৰত যোৱা বাটৰুৱাই খিড়িকীয়েদি সেইবোৰ দেখি গৈছিল। আমি ঘৰটোৰ আটাইবোৰ খিডিকী জপোৱা নাছিলোঁ। সম্ভৱ দুই-এখন জপাবলৈ পাহৰিছিলোঁ। পিছে য'তে বাঘৰ ভয তাতেহে বোলে ৰাতিও হয়। সিদিনা কিবা কাৰণত গধূলি পৰত আমাৰ তৃতীয় শিক্ষক খোছনূৰ আলী পণ্ডিত ছাৰ সেই পিনেদি যায়। তেওঁৰ শেন-চকুৰ আমি হাত সাৰিব নোৱাৰিলোঁ। আমাক দেখি তেওঁৰ পথালি চকু থিয় হ'ল। আন্ধাৰৰপৰাই লেমৰ পোহৰত থকা আমাক ছাৰে ভালকৈ চিনি পালে। ময়ো তেওঁৰ নজৰত পৰিলোঁ। নপৰিলোঁহেঁতেন যদিও মোৰ দুষ্টবুদ্ধি বন্ধু ভোৱা শৰ্মা কুবুধীয়াৰ বুদ্ধিত পৰিলোঁ। তেওঁ সেইদিনা প্ৰস্তাৱ কৰি কৈছিল— আজি যি আটাইতকৈ বেছি সংখ্যক পুৰস্কাৰ পাইছে তেওঁ সভাপতিৰ আসনত বহিব লাগিব। সকলোৱে হয় হয় বুলি হাত চাপৰি মাৰি সমৰ্থন কৰিছিল। প্ৰস্তাৱ সমৰ্থন হোৱাৰ লগে লগে হাতত ধৰি নি কেইবাজনো বন্ধুৱে মোক সভাপতিৰ আসনত বহুৱাইছিল। মই নিৰ্বিবাদে সেই আদেশ মানিব লাগিছিল। সেই পালা সেইদৰে শেষ হ'ল।

পিছদিনা বৃহস্পতিবাৰ। পথৰুঘাটৰ হাটৰ দিন। সিদিনাৰপৰা পূজাৰ বন্ধ হ'ব। ইস্কুল-পূজা বহিব। পূজাৰ ইস্কুল কৰি দূৰৰীয়া ছাত্ৰ-শিক্ষক সকলো ৰংমনে ঘৰমুৱা হ'ব। ইস্কুল নামতহে বহিব ; পঢ়া-শুনা একো নহয়। শিক্ষক সকলোৱে শ্ৰেণীত ফুল, ফুলৰ মালা আদি উপহাৰ দিয়ে। এনেয়ে পূজাৰ বন্ধৰ আগিলা দিন তাতে পুৰস্কাৰ-বিতৰণী সভাৰ ৰং-ৰহইচৰ ঢোলোকনি। হোষ্টেলত আমি ৪।৫ জন ল'ৰাই

সিদিনা দুপৰীয়া এটা সৰু-সুৰা ভোজ খাই যাবলৈ বুলি স্থিৰ কৰিলোঁ। আমাৰ মাজত ঘনকান্ত চলিহা বোলা মোৰ সতীর্থ বন্ধু এজন বন্ধা-বঢ়াত পাকৈত। তেওঁ হ'ব ৰান্ধনি। চুপাৰিণ্টেণ্ডেণ্ট ছাৰেই হেড্‌মাষ্টৰ। তেখেতকো নিমন্ত্রণ কৰিলোঁ খাবলৈ। নিমন্ত্রণ কৰিবলৈ ঘনকান্ত আৰু মই গৈছিলোঁ। চলিহাই অসমীয়া হাতৰ আখৰৰ কাৰণে পুৰস্কাৰ পাইছিল। মই পাইছিলোঁ ইংৰাজীত। দুয়োকো একেলগে দেখি তেওঁ কৈছিল—অতুলে বোধহয় চাৰিটা আৰু ঘনকান্তয়ো এটা পুৰস্কাৰ পালা—নহয়? আমি 'হয়' বুলি উৎসাহিত হৈছিলোঁ। তেওঁ আমাৰ নিমন্ত্রণ সানন্দে গ্রহণ কৰিলে। আমি লগতে ক'লোঁ—বন্ধত ঘৰলৈ যাবলৈ অনুমতিও বিচাৰিছোঁ ছাৰ। তেওঁ হাঁহি হাঁহি কৈছিল—বন্ধত ইযাত থাকিব খুজিলেও কাকো থাকিব দিয়া নহ'ব। যাবাগৈ!

পুৱা ঘনকান্ত আৰু হৰেশ্বৰ দুযো মাছ-পাচলি বিচাৰি হাটলৈ গ'ল। দুয়ো বৃহস্পতিবৰীয়া হাটৰপৰা বিৰাট বৰালি মাছ এটা কিনি আনিলে। পকা বৰালি। দাম আঠ অনা। পাচলিও আনি দুয়ো ৰন্ধা-বঢাত লাগি গ'ল। মোক ক'লে—তুমি ইস্কুললৈ যোৱা , আমি নাযাওঁ। ভোজ ৰন্ধাত লাগোঁ। তুমি নগ'লে নহ'ব, কাৰণ আজিৰপৰা ইস্কুল বন্ধ হ'ব কাৰণে তুমি ছাত্রসভাৰ মিটিং পাতিব লাগিব। হেড্‌মাষ্টৰে তাত ছাত্রসকলক বন্ধত পঢিবলৈ আৰু ভাল ল'ৰা হ'বলৈ উপদেশ দিব। পূজাৰ মিটিং।

সেয়ে হ'ল। স্কুল বহিল যদিও ক্লাছ নহ'ল। ন মান বজাত হেড্‌মাষ্টৰে মোক তেওঁৰ কমলৈ মাতি নি গহীনাই ক'লে—জাননী এখন দি এতিয়াই হলত মিটিং পাতা। সকলো ল'ৰা তালৈ যাওক। শিক্ষকসকলকো মাতিবা।—মই আদশমতে কাম কৰিলোঁ , কাৰণ মই সম্পাদক , ছাত্র-সভাৰ সম্পাদক।

মিটিং বহিল। আমি আটাযে উৰুলিপুঙা হৈ আগ-শাৰীৰ বেঞ্চিত ঠাই লৈ বহিলোঁগৈ। শিক্ষকসকলেও গৈ নিজ নিজ আসন গ্রহণ কৰিলে। হেড্‌মাষ্টৰ সকলোৰে শেষত গ'ল। তেওঁৰ হাতত এডাল দীঘল, কেঁচা, বাঁহৰ এছাৰি , লগতে পকাবন্ধা ডাঙৰ অর্ডাৰ বুকটো। তেওঁ গৈ চকীখনত বহিয়েই পুনঃ থিয় হ'ল আৰু লিখি নিয়া অর্ডাৰটো পঢি শুনালে। অর্ডাৰটো আছিল ইংৰাজীত। তেওঁ তাৰে অসমীয়া ভাঙনি কৰি ক'লে—তলত নাম দিয়া ল'ৰাকেইজনে কালি শিক্ষক, সভাপতি আৰু ভদ্রলোক বহা চকীত বহি মিটিং ভগাৰ পিছত সভা-ঘৰত চাহ খাইছিল। সেই কার্য্য আমাৰ শিক্ষক এজনে স্বচক্ষে দেখিছে। তাৰবাবে তেওঁলোকৰ প্রত্যেককে দহ বেতকৈ দণ্ড দিয়া হ'ব। এইবুলি তেওঁ প্রথমেই মোৰ নাম কাটিলে আৰু বেত ল'বলৈ আগুৱাই যাবলৈ মাতিলে। মই গ'লোঁ। থিয় হোৱাৰ লগে লগে তেওঁ ক'লে—শিক্ষক বহা চকীত বহিব নাপায় ঃ চাওঁ, হাত দে।—ময়ো বিনাবাক্যে সোঁ-হাতখন আগ বঢ়াই দিলোঁ। প্রথমৰ তিনিটা কোব ভালকৈ অনুভব কৰাৰ কথা মনত আছে , বাকী দুটাত সোঁহাত জঠৰ হৈ পৰিছিল। বাঁও হাতৰো সেই একে দশা। বেত খাই উঠি উভতি গৈ সম্মুখৰ ডেস্কখনত মূৰটো থৈ মুহূর্তচেৰেক দম লৈছিলোঁ। বাকী নজনেও মোৰ দৰেই কোব খালে। আমাৰ লগৰ আৰু দুজনমান আছিল। তেওঁলোক ধৰা

নপৰিল। আমিও নক'লোঁ। তাৰ পাছত সিদিনা সভাত বক্তৃতা একো নহ'ল। হেড্মাষ্টৰে নিজেও ভাগৰি পৰি ক'লে—বন্ধত সকলোৱে পঢ়াৰ কথা পাহৰি নাযাবাহক , পঢ়া-শুনা কৰিবা। এতিয়া যোৱাগৈ—বুলি কৈ সভা ভঙ্গ কৰি দিলে। চকুলো টুকি টুকি মই তলমূৰকৈ ছাত্ৰাবাস পালোঁগৈ।

তেতিয়া দহ-এঘাৰ মান বাজিছিল। ছাত্ৰাবাস পাই লাজতে ভোজ-ঘৰলৈ নগ'লোঁ। আমাৰ কথা আছিল বাৰ মান বজাত খাই-বৈ দুই-তিনি মান বজাত সকলোটি দিহা-দিহি ঘৰলৈ যাম। পিছে বিধিয়ে সেইটো হ'বলৈ নিদিলে। হৰেশ্বৰ-ঘনকান্তহঁতেও মোৰ কি হৈছে জানিব পৰা নাছিল। মই ভাঙি-পাতি একো নক'লোঁ। জানিবযে নহয় বুলি নক'লোঁ। মই আহি চাপে-চুপে ছাত্ৰাবাস সোমাই মোৰ বিছনা-পত্ৰ, বহী-কিতাপ আদিৰ টোপোলা বন্ধাত লাগি গ'লোঁ। লাগি যোৱাই নহয , যাতে আন কোনো নৌ যাওঁতেই মই যাব পাৰোঁ তাৰ কাৰণে ব্যস্ত হ'লোঁ। মই ওলালোৱেই। ঘনকান্ত চলিহাই বন্ধন-শালৰপৰা কিবা কাৰণত আহি দেখে কথা বিষম। মই টোকন এডালত একভেৰীয়াকৈ বোজাটো ওলোমাই কান্ধত লৈ খোজ ল'লোঁৱে। তেওঁ ক'লে—মিষ্টাৰ, কি কৰিলে এইখন? ভাত নাখায নেকি? আমি এইবোৰ কিয় ৰান্ধিলোঁ? কিবা বেযা খবৰ পালে নেকি?

মই ক'লোঁ—খবৰ বেযাতকৈয়ো বেয়া মিষ্টাৰ। ভাত খোৱা নহ'ব। খাব নোৱাৰিম। খোৱা ঠিক নহ'ব। নিষেধ। আপোনালোকে বেয়া নাপাব। —এইখিনিতে কৈ থওঁ আমি দুয়ো দুয়োকো মিষ্টাৰ-মিষ্টাৰ বুলি মাতিছিলোঁ।

হৰেশ্বৰে আহি ক'লে—কি বন্ধু? কোনোবা মৰিল নেকি? (আমি দুয়ো আছিলোঁ বন্ধু বন্ধু)। মই ক'লোঁ—হয় বন্ধু, আজি মই নিজৰে মৃত্যু-বাতৰি পাইছোঁ। ভোজ নাখাওঁ। আপোনালোকে সকলো শুনিব। মই এতিয়া নকওঁ।—তেওঁলোক হতভম্ব হ'ল।

মই আৰু বেছি কথা কৈ সময় নকটাই টঙহ্ টঙহ্ খোজ ল'লোঁ। ইস্কুল ঘৰৰ কম্পাউণ্ডৰ সীমা পালোঁগৈয়ে। লৰালৰিকৈ দক্ষিণা-লোৱা খোজত গৈছিলোঁ; কাৰণ, সেইছোৱা বাটত হেড্মাষ্টৰ ছাৰ স্কুলৰপৰা উভতি বহালৈ যোৱাত দুয়ো হয়তো মুখামুখি হ'ব পাৰোঁ। সেইটো অসহনীয় হ'ব। পিছে ভাগ্যে সেইটো নহ'ল। শিক্ষকসকলেও সিদিনা নাৰিকলৰ লাড়ু আৰু গৰম জিলাপিৰে চাহ খাইছিল। নাহৰ চকিদাৰে ঘৰৰপৰা তৈয়াৰ কৰাই আনিছিল। শিক্ষকসকলে পইচা দিছিল।

এনেকৈয়ে ভোকে-লঘোনে পাঁচ মাইল বাট ভৰ-দুপৰৰ চোকা ৰ'দ মূৰত লৈ খোজ কাঢ়ি আহি ঘৰ লৈছিলোঁহি। ঘৰ পাওঁতে পাওঁতে কাঁধিৰ ছায়া হালিছিল। সম্ভৱ ডেৰ মান বাজিছিল। মই আহি পোৱাৰ সময়ত পিতা ঘৰত নাছিল। ভাগীৰে কোনোবা এঘৰত হোৱা কাৰবাৰ বছৰেকীয়া শৰাধ এটালৈ গৈছিল। মাহীমায়ে মোক ক'লা-ম'লা পৰি যোৱা দেখি লৰালৰিকৈ মোৰ টোপোলাটো নিজে নি ঘৰৰ ভিতৰ সুমাই থ'লে আৰু টুলখনতে বহিবলৈ দি ভৰি-হাত ধুবলৈ পানী আনি দিলে। সুধিলে

—ৰাতিপুৱাৰ ইস্কুল ছুটী হোৱাৰ লগে লগে আহিলি নেকি বাপা?—মই অ' বুলিলোঁ। তেওঁ লৰালৰিকৈ গৰম গাখীৰ এগিলাচ মোক খাবলৈ দিলে ; লগতে ডাঙৰ ডাঙৰ নাৰিকলৰ লাড়ু দুটা। মই সেইখিনি পৰম তৃপ্তিৰে খাই খৰৰ খা-খবৰ ল'লোঁ। পিতা ক'লৈ গৈছে তাকো সুধিলোঁ। তাৰ পাছত ভাত-পানী খাই অলপ দীঘল দিলোঁ।

সেইবাৰৰ পূজা মোৰ কাৰণে ভাল পূজা নহ'ল। পূজালৈ গ'লে মোৰ কথা কোনোবাহি কিবা উলিযায বুলি সন্দেহ হৈছিল। প্ৰতিমাৰ দুৰ্গাদেৱীৰ হাতকো হেড্‌মাষ্টৰৰ ছেকনিহে দেখিছিলোঁ। কোনেও মোৰ কথা ক'তো একো কোৱা নাছিল। তথাপি বনত বাঘ নাথাকিলেও মনত বাঘ আছিল। পিছে শেহাশেহত লাভ মোৰেই হৈছিল। অন্যবাৰ গৰমৰ বন্ধ বা পূজাৰ বন্ধত মিতিৰ খাই বা ৰং-ধেমালি কৰিয়ে কটাইছিলোঁ ; পঢ়া-শুনা সমূলি নহৈছিল। এইবাৰ পাঠ্যপুথি নহ'লেও গল্প-কবিতাৰ বাহিৰা কিতাপ কেইবাখনো পঢ়িছিলোঁ। তাৰে ভিতৰত মিত্ৰদেৱ মহন্তৰ 'মৌ-মহাভাৰত' আৰু লক্ষেশ্বৰ শৰ্মাৰ 'পম্পিয়াইৰ প্ৰলয়-কাহিনী' এই দুখনৰ নাম ভালকৈ মনত আছে। কিতাপ দুখন মোক তৃতীয় শিক্ষক খোছনুৰ আলী ছাৰেই স্কুল-লাইব্ৰেৰীৰপৰা বাছি দিছিল। পঢ়িছোঁ নে নাই চাবলৈ প্ৰশ্নও সুধিব বুলিছিল। দুয়োখনৰে দুই-এশাৰী বচন আজিও পাহৰা নাই। দুযোখনৰে লেখক দুজনক চকুৰে চাবলৈ মনত প্ৰবল হেঁপাহ জাগিছিল আৰু দুযোকো এনে সুন্দৰ কিতাপ লিখা বাবে সেৱা-ভক্তি জনাবলৈ প্ৰবল ইচ্ছা হৈছিল। সেই প্ৰবল ইচ্ছাটোৱেই মনত ক্ৰিয়া কৰি থকা বাবে নেকি নাজানো ১৯৭৯ চনত অসম সাহিত্য সভাৰ সভাপতি নিৰ্বাচিত হৈ দুটা কথা মই নিজাভগীয়াকৈ কাৰ্য্যনিৰ্বাহকত উত্থাপন কৰিছিলোঁ আৰু দুয়োটাযে গৃহীত হৈছিল। সেয়ে হৈছে নতুন শিশু সাহিত্য লিখোৱাৰ উপৰি পুৰণি বছা বছা যুগজয়ী শিশু সাহিত্য কেইকনমানৰো পুনৰ্মুদ্ৰণ কৰাব লাগে আৰু (২) সাহিত্য সভাৰ সভাপতি পদত অধিষ্ঠিত নোহোৱা বয়োজ্যেষ্ঠ গুণী-জ্ঞানী সাহিত্যিক কেইজনমানক অহা বছৰৰ মূল সভাত মুকলিভাৱে সম্বৰ্দ্ধনা জনাব লাগে। উদাহৰণ স্বৰূপে মই 'মৌ-মহাভাৰত'ৰ পুনৰ্মুদ্ৰণ আৰু লক্ষেশ্বৰ শৰ্মাৰ সম্বৰ্দ্ধনাৰ কথা উল্লেখ কৰিছিলোঁ। 'মৌ-মহাভাৰত' ছপাহি উলিওৱা হ'ল, শৰ্মা ডাঙৰীয়াইহে ধন্যবাদ সহকাৰে সেই ফ'চি দিয়া সন্মান ল'বলৈ অনিচ্ছা প্ৰকাশ কৰিলে। কিয জানানো। যথাসময়ত নহা বাবেই হ'বলা ! ৰত্নকান্ত বৰকাকতীয়ে সভাপতি নিৰ্বাচিত হৈ কৈছিল—চোবাব নোৱৰা হোৱাতহে বৌৰ মূৰ আহি পাতত পৰিল।—বহুতৰ কাৰণে ৰাজহুৱা সন্মান-সম্বৰ্দ্ধনা তেনেকুৱায়ে হয়।

সি বি হওক স্কুল খোলাত লাজে-ভয়ে চুপ্‌-চাপকৈ গৈ হোষ্টেল ল'লোঁ। বান্ধনি-ঘৰ সাৰি-পুচি, মচি-কাচি পুনঃ মেছ কৰি খোৱা-বোৱাৰ যোগাৰ কৰিলোঁ। হৰেশ্বৰ বন্ধুৱে লগ পায়ে কৈছিল—এহ্‌ বন্ধু, আপুনি নথকাত সিদিনা আমাৰ ভোজটো খোৱাই-নোখোৱাই সমান হ'ল। কাৰো অকণো ভাল নালাগিল। আনকি হেড্‌মাষ্টৰ ছাৰেও আপুনি নোখোৱাকৈয়ে গ'ল বুলি শুনি বৰ অসন্তোষ কৰি

ভালেখিনি সময় ৰুমৰ ভিতৰতে অগা-পিছাকৈ খোজ দি থিয় হৈ থকাৰ দৰে কৰিছিল। তেৱোঁ কিন্তু মনত কিবা যেন বৰকৈ চিন্তা কৰিছিল। বাৰু সেইবোৰ এতিয়া এৰক। আমি হ'লে সকলোৱে লঘু দোষত গুৰু দণ্ড হ'ল বুলিছোঁ। থাৰ্ড পণ্ডিতৰ দৰে মহাজ্ঞানী লোক এজনে এন্ধাৰত প্ৰহৰী হ'ব নালাগিছিল , হেমা ছাৰেও (হেড্‌মাষ্টৰক ল'ৰাবোৰে চুটিকৈ হেমা বোলে) তেনে এটা উছৱৰ দিনত সিমানলৈ যাব নালাগিছিল যেন আমি অজ্ঞানীসকলে ভাবিছোঁ! যি হওক, ঈশ্বৰে তাৰ বিচাৰ কৰিব বুলি এৰি পেলাওক।

মোৰ জীৱনৰ ইও এটা অবিস্মৰণীয় ঘটনা—হৰিষত বিষাদ। ২৬।৮।৮৯

# বতৰ আজি বেয়া

আগতে উল্লেখ কৰা হৈছে যে পাথৰিঘাট মাইনাৰ স্কুলৰ ক্লাছ ফাইভ-ছিক্সত পঢ়া দিনত ছাত্ৰাবাসত থাকোঁতে আমি নিজে ৰন্ধা-বঢ়া কৰি খাইছিলোঁ। মই সেই বছৰ দুটাত ফুট-বল খেলাতো কিন্তু যথেষ্ট মনোযোগ দিছিলোঁ। ক্লাছ-মেটচ্‌ বা ইশ্ৰেণীৰ লগত সিশ্ৰেণীৰ বছৰেকীয়া ফুট-বল খেলাৰ প্ৰতিযোগিতা সঘনে হৈ আছিল। তাৰ কাৰণে বহুত দিন আগৰেপৰা শ্ৰেণীৰ ভিতৰৰ ভাল খেলাৰু বছাত শ্ৰেণীৰ কেপ্টেইন লাগি গৈছিল।

এইখিনিতে এটা কথা মনত পৰিছে। ইস্কুল ছুটী হোৱাৰ লগে লগে খেলাৰ পথাৰত বাহিৰৰ ল'ৰাবোৰৰ হুইছেলৰ সুহুৰি আৰু ফুট-বল গুৰিওৱাৰ গুৰুম্ গুৰুম্ শব্দ হৈছিল। তাকে শুনিলে মোৰ মন উত্ৰাৱল হৈছিল। মই স্থিৰে ৰ'ব নোৱাৰিছিলোঁ। সদায় আবেলি খেলোঁতে খেলোঁতে মোৰ এনে এটা অভ্যাস হৈ পৰিছিল যে ফুট-বল বা হুইছেলৰ শব্দ শুনিলেই ভৰিয়ে মোৰ চিৰিং চিৰিং মাৰিছিল আৰু তেজৰ যেন পিৰ্‌পিৰণি উঠিছিল। এই খেলাৰ কাৰণে মই আমাৰ ভাতৰ 'মেছ'ত এটা কাম কৰিছিলোঁ। চিৰা থাকিলে তাকে গৰম পানীৰে ধুই লৈ পকা আঠীয়া বা ভৰ্‌থা কলেৰে খাই, চাহ এবাতি নাকে-মুখে গিলি খেল-পথাৰলৈ দৌৰ দিছিলোঁ। 'মেছ'ৰ মোৰ লগৰ বাকী দুজনে (শয়ন আৰু ৰত্নেশ্বৰে) একো খেলা নেখেলিছিল। গতিকে মোক সহায় কৰিছিল যদিও বৰ উৎসাহ নেদেখুৱাইছিল। চিৰা নাথাকিলে বুট মাহ দোকানৰপৰা কিনি আনি ধুই আগদিনাখনেই তিয়াই থৈ পিছদিনা আবেলি তাকে জলপান হিচাপে খাই খেলিবলৈ গৈছিলোঁ। বুট ভিজাই থোৱা পানী চেনি বা মিচিৰিৰ

লগত খালে গা জুৰ পৰে। আজিও মনত আছে, আধলি এটা দিলেই এক ধাৰা অর্থাৎ পাঁচ সেৰ বুট তেতিয়া পোৱা গৈছিল।

আমাক নৰ্মাল পাছ ডেকা শিক্ষক কেইবাজনেও ফুট-বল খেলিবলৈ শিকাইছিল। তেওঁলোকৰ ভিতৰত ঘাইকৈ আছিল—মেঘিৰাম চহৰীয়া, কমিনাথ চহৰীয়া, মমতৰাম কাকতি আৰু বাণীকান্ত ডেকা। মমত কাকতি আৰু মেঘি চহৰীয়া আমাৰ ইস্কুলৰে আৰু ই-দুজন বাহিৰৰ অইন ইস্কুলৰ শিক্ষক আছিল। মেঘি চহৰীয়াই খেলাৰ দুষ্ট বুদ্ধিও দুই-এটা শিকাই দিছিল। কেনেকৈ বল বুলাই লৈ অহাজনক আগচি ধৰি হাতৰ মুঠিৰে ছল চাই তল-পেটত ঘুচিয়াই দি ঘাইল কৰিব পাৰি সেই বিদ্যা শিকাইছিল। চোঁচৰাই-বগৰাই বলটো আগত লৈ অহাজনক কেনেকৈ বলটোৰে সৈতে খুঁটি পুতি আগচি ধৰি বগৰাই দিব পাৰি আৰু তাকে কৰোঁতে কেনেকৈ বলটোত এটা হিলৈৰদৰে গুৰুম্‌কৈ আৱাজ হয়—ইত্যাদিবোৰ তেওঁ আমাক শিকাইছিল। বল কাটি লোৱাৰ কায়দা-কৌশলতকৈ বল পৰাক্ৰমৰ পালোৱানি আছিল এইবোৰৰ ঘাই বস্তু। আমিও তেওঁৰপৰা সেইবোৰৰ কিছু কিছু শিকিছিলোঁ। মূৰেৰে হেড্ কৰাৰ প্ৰণালীও তেৱেঁ আমাক শিকাইছিল। হেড্‌মাষ্টৰ ভবেন্দ্ৰ দাসে বল কেনেকৈ অকাই-পকাই কাৰো ভৰিত নলগাকৈ নিব লাগে তাকেহে শিকাইছিল। পালোৱানি তেওঁ ভাল নাপাইছিল।

আমাৰ মাজত ইউচুফ আলি বুলি তুৰেই গাঁৱৰ এজন ল'ৰাই 'বেক'ত বৰ ভাল খেলিছিল। দীঘল 'কিক' মৰাত তেওঁৰ সুখ্যাতি আছিল। এবাৰ আমি দুমুনিচকীলৈ ইস্কুলৰ 'টিম'ত গৈ 'স্কুল-মেটচ্' খেলিছিলোঁ। মই খেলিছিলোঁ 'হাফবেক-চেণ্টাৰ'ত। ইউচুফ আলি আছিল বেকত। ৰমণীকান্ত মহন্ত আছিল 'ৰাইট-আউট' বা 'চেণ্টাৰ'ৰ ভাল খেলাৰু।

সিদিনাৰ খেলাত আমি দুমুনিচকী এম ভি ক এক 'গল'ত জিকি ৰাতিটো ইস্কুলতে থাকি পিছদিনা ছিপাঝাৰ এম ভি ৰ লগত ফাইনেল খেলিম। ৰাতি আমি ধান-খেৰৰ ওপৰত ঢলা-বিছনা কৰি সকলোৱে একেলগে শুইছোঁ। ৰাতি প্ৰায় দহমান বজাত সকলোৱে খই-বৈ উঠি বিছনাত পৰিছিলোঁ। ৰাতিপুৱাৰৰ নৌ। এঘণ্টামান বাকী আছে। লেম্প এটা কেম্পত জ্বলি থাকি কেম্পটো পোহৰ কৰি ৰাখিছে। আমি সকলোটি টোপনিত লালকাল। এনেতে ৰমণী মহন্তই —উহ্ উহ্ ই মাৰিলে ঔ ; এই ভূতটোৱে মোক খালে ঔ—বুলি চিঞৰি উঠিল। এজন এজনকৈ সকলোৱে সাৰ পাই উঠি বহিলোঁ। গম লৈ জানিব পাৰিলোঁ—ইউচুফে ৰমণীৰ মূৰত মূৰ মাৰি দিছে। তেওঁক সোধাত তেওঁ ক'লে—নহ'লে যে ভাই গ'ল হয়। মই হেড্ কৰিহে গ'লটো বচালোঁ। সপোনত মই খেলি আছিলোঁ।—

সপোনৰ কাহিনী শুনি আমি সকলোৱে হাঁহিলোঁ। ৰাতিৰ বাকীখিনি সময় আৰু কাৰো শোৱা নহ'ল। ফাইনেলত ছিপাঝাৰ এম ভি য়েই জয়ী হ'ল। পুৰস্কাৰ আছিল কোনোবাই দিয়া এটা ৰূপৰ মেডেল। প্ৰতি বছৰে সি চলি থাকে। বিজয়ী

ইস্কুলৰ হেড্‌পণ্ডিত বা হেড্‌মাষ্টৰে সেইটো গ্ৰহণ কৰে। খেলাৰু দুয়ো দলে চাহ-জলপান (চাহ-পানী আৰু ফিকা গোল বিস্কুট) খায় আৰু দুযোদলে আকোলা-আকুলি কৰি বিদায় লয়।

ফাইনেল খেল অলপ বেলি থাকোঁতেই শেষ হয়, যাতে খেলাৰু-বোৰ ঘৰলৈ দিনে-পোহৰে যাব পাৰে। সেইবাৰ ৪।। মান বজাত খেল শেষ হৈছিল আৰু তাৰ পিছত প্ৰায় কুৰি মিনিটমান সময়, খেলাৰুবোৰে চাহ-জলপান খোৱা সময়খিনিত, উপস্থিত শিক্ষকসকলে ফুট-বল খেলিছিল। সেই খেলত পাথৰিঘাট এম. ই.ৰ বিখ্যাত হেড্‌মাষ্টৰ ভবেন্দ্ৰ দাস, নব প্ৰতিষ্ঠিত ছিপাঝাৰ এম ই ৰ হেড্‌মাষ্টৰ অমূল্য বৰুৱা, ছিপাঝাৰ এম. ভি ৰ বাণীকান্ত ডেকা আদিসকলে দৌৰা আৰু বল খেলা দেখি আমি বৰ আমোদ পাইছিলোঁ আৰু উৎসাহিত হৈছিলোঁ। আজিও সেই খেলখনৰ স্মৃতি পাহৰিব পৰা নাই।

খেলা শেষ কৰি আমি সেইদিনা ৰাতি ৮।৯ বজাতহে নিজ নিজ ঠাই পাইছিলোঁহি। সেই দিনবোৰ আজিও ফিৰাই পাবলৈ মন যায়। ছয়-সাত মাইল বাট খোজকাঢ়ি গৈ ফিকা-বিস্কুটৰ লগত চাহ একোপিয়লা খাই উঠিয়ে 'মেটচ্' খেলাত নামি যোৱা আৰু খেলাৰ অন্তত পানী-দুনি কিবা অলপ খায়ে পুনঃ ৬।৭ মাইল খোজকাঢ়ি উভতি আহি ঘৰ পাই আনন্দেৰে ভাত-পানী ৰান্ধি খাই টোপনি যোৱা ল'ৰালিৰ সেই মধুৰ দিনবোৰ জানো দুনাই আৰু পাম?

পাথৰিঘাট মাইনাৰ স্কুলৰ শিক্ষা ইহ-জীৱনত পাহৰা টান। বিশেষকৈ ভবেন্দ্ৰ দাস হেড্‌মাষ্টৰ ডাঙৰীয়াৰ ইংৰাজী শিক্ষা-দান আৰু খোচ্ছনূৰ আলী তৃতীয় পণ্ডিতৰ অসমীয়া সাহিত্যৰ শিক্ষা-দান কি যে অনুপম বস্তু আছিল বৰ্ণনা কৰিব নোৱাৰি। খোচ্ছনূৰ আলী ছাৰক ভবেন্দ্ৰ দাস হেড্‌মাষ্টৰে 'কালী বাবু' বুলি মাতিছিল। তাৰ কাৰণ তেওঁ বহীত চহী কৰোঁতে কে. আলী (K Ali) লিখিছিল। কালী বাবুয়ে আকৌ হেড্‌মাষ্টৰক 'কৰ্তাজী' বুলি সম্বোধন কৰিছিল। দুয়োৰো ভিতৰত অভেদাত্মাৰ দৰে মিল আছিল। আলী ছাৰৰ অসমীয়া আৰু ইংৰাজী আখৰ কপি বুকৰ আখৰৰ দৰে ধুনীয়া আছিল। তেওঁ আমাক পাখিৰ কলম কাটি দি কেনেকৈ কলম ধৰি লৈ কেনেকৈ ধুনীয়া কৰি লিখিব পাৰি হাতত ধৰি ধৰি শিকাইছিল।

ইংৰাজী শিকোৱাত ভবেন্দ্ৰ চন্দ্ৰ দাস হেড্‌মাষ্টৰৰ নাম ফাটি-ফুটি গৈছিল। তেওঁৰ ইংৰাজী ব্যাকৰণৰ শিক্ষাই আমাক মাইনাৰ কিয় হাইস্কুলৰ শেষ পৰীক্ষা পৰ্য্যন্ত সহায় কৰিছিল। 'পাৰ্জিং' আৰু 'এনালাইছিছ' শিকাওঁতে তেওঁ শ্ৰেণীত দিয়া দুই-এটা ঘৰুৱা উদাহৰণ আজিও মনত পৰে। 'এনালাইছিছ' শিকাবলৈ আৰম্ভ কৰি তেওঁ কৈছিল—তোমালোকৰ বহুতে হোষ্টেলত থাকি নিজে ভাত ৰান্ধি খাই পঢ়িছা। খৰি ফলা নহয়? বাঁহ বা কাঠ এডাল ফালিবলৈ লৈ কি কৰা বাৰু? ধৰা, খৰিডালৰ গাঁঠি আছে। তেতিয়া তুমি গাঁঠিটোৰ য'তে-ত'তে ঘপিয়ালে খৰিডাল নাফালে। কিন্তু গাঁঠিৰ কাষেদি ঠিক কাণতে যদি কুঠাৰৰ ঘাপ বহুৱাই দিয়া তেনেহ'লে সি

ফাচ্ কৰে দুফাল হ'ব। 'এনালাইছিছ" ঠিক তেনেকুৱা কথা। একোটা বাক্য যথাস্থানত কাটি ফঁহিয়াই এন্দৰাই দেখুৱা কাৰ্য্য। ইত্যাদি।

ক্লাছ্ ছিক্সত শনিবাৰে সদায় তেওঁ আমাক আমাৰ ইংৰাজী পাঠ্যপুথিখনৰপৰা শ্ৰুতলিপি দিছিল। তাত তেওঁ সদায় বানানৰ শুদ্ধতা পৰীক্ষা কৰাৰ উপৰি হাতৰ আখৰ চাইছিল। খৰকৈ লিখিলেও যাৰ আখৰ ভাল হয় আৰু বানান শুদ্ধ হয় তাক তেওঁ মাৰ্জিনত দহৰ ভিতৰত ডাঙৰকৈ দহ (১০) দি নিজৰ দস্তখত বহুৱাই তাৰ তলত তাৰিখ দি বহীবোৰ ঘূৰাই দিছিল। তিনিটাৰ ওপৰ আৰু পাঁচটাৰ তলৰ কটাযোৱাসকলক থিয় কৰিছিল। পাঁচটাৰ অধিক কটা গ'লে বেঞ্চিৰ ওপৰত আঁঠু কাঢ়িব লাগিছিল। মাত্ৰ অলপ সময়ৰ কাৰণে হ'লেও শাস্তি নিয়মীয়া আছিল। সকলোৰে সেইটো জনা কথা আছিল। কোৱা বাহুল্য দহৰ ভিতৰত দহ নম্বৰ ধৰাৰ সৌভাগ্য মোৰ প্ৰায় সদায়ে ঘটিছিল। কেতিয়াবা কিবা অলপ ভুল-চুকৰ কাৰণে ৯ নম্বৰ পাব লাগিলে মনত বিষম বেজাৰ পাইছিলোঁ। ৯ নম্বৰ পাবৰ দিনা শ্ৰেণীৰ খুহতীয়া বন্ধু ভোবাই (ভৱকান্তই) মোকে উপলক্ষ কৰি কৈছিল—আজি বতৰ বেয়া দেই ; বৰষুণ হ'ব পাৰে। দহ নহয়, ন হে। ২১।১০।৮৯

# আজিও মনত পৰে

তেতিয়া মই পাথৰিঘাট মাইনাৰ স্কুলৰ তৃতীয় শ্ৰেণীৰ ছাত্ৰ। তাৰে এটা ঘটনা মনত পৰিছে। ১৯২৮ চনৰ কথা। শ্ৰেণীৰ বাৰ্ষিক পৰীক্ষা হৈ গৈছে। ক্লাছলৈ কিতাপ প্ৰায় নিনিলেও হয়। আমাৰ সকলোৰে মন আনন্দত উৰুলিপুঙা। কাৰণ, পঢ়া-শুনা নাই , পৰীক্ষা নাই , ক্লাছলৈও কেবল হাজিৰা কৰিবৰ কাৰণেহে শিক্ষক যায়। আমি যেন—'গিৰী নোহোৱা গৰু, ঢাকনি নোহোৱা চৰু'হে। তাতে আকৌ সৰস্বতী পূজা সমাগত।—'এনেই বুঢ়ী নাচনী, তাতে নাতিনীয়েকৰ বিয়া'।—আমি ৰভাৰ কাৰণে কল-গছ, বাঁহ, নৰা, খাজুৰিৰ পাত, কল-চোঁচনি আদি সংগ্ৰহ কৰাত ব্যস্ত। কাৰো গাত গোসাঁই নাই।

এনে উহল-মুহলৰ সময়তে এদিন এখন মটৰ গাড়ীত কেইবাজনো লোক গৈ স্কুলৰ সম্মুখতে থকা খেৰী ডাক-বঙলাটোত সোমাল। তাৰপৰা তেওঁলোকে বঙলাৰ চকিদাৰৰ হাতত হেড্‌মাষ্টৰ ছাৰলৈ কিবা লিখা কাকত এটুকুৰা দি পঠালে। হেড্‌মাষ্টৰে সেইখন পঢ়ি শিক্ষকসকলৰ লগত ফুচ্-ফুচাই কিবা কথা পাতিলে আৰু নাহৰ চকিদাৰৰ হতুৱাই স্কুলৰ ঘণ্টাত টংটংকৈ কোব দিয়ালে। চকিদাৰে স্কুল

কম্পাউণ্ডৰপৰা ওলাই গৈ যাকে য'তে পালে মুখেৰে আৰু হাত-বাউলি দি মাতিলেও। আহাৰ খাবলৈ হঁাহক টি-টিকৈ মাতিলে দৌৰি অহাৰ দৰে ল'ৰাবোৰ স্কুললৈ লৰি আহিল আৰু ক্লাছে ক্লাছে সোমাল। ওপৰ শ্ৰেণীৰ ডাঙৰ ডাঙৰ ল'ৰাবোৰ দূৰলৈ গৈছিল। তেওঁলোকৰ ১০।১৫ জনমানহে আহিল। হেড্মাষ্টৰ আৰু বাকী শিক্ষকসকলে স্কুলৰ বাৰাণ্ডাত এপাক ঘূৰিলে আৰু ক'লে—জিলাৰ ডেপুটি-কমিছনাৰ চাহাব আৰু এছ, ডি. ও. দুয়ো আজি স্কুল চাব। শ্ৰেণীত সকলোৱে নিৰলে নীৰৱে বহি থাকা। হাই-উৰুমি নকৰিবা।

আধা ঘণ্টামানৰ ভিতৰতে এজন শকত-আৱত ওখ, বগা চাহাব আৰু এজন চুটি-চাপৰ কৃষ্ণ-বৰ্ণ অসমীয়া চাহাব আহি স্কুল পৰিবেষ্টনত সোমাল। হেড্মাষ্টৰে আগবাঢ়ি গৈ দুয়োকো অভিবাদন জনাই লাইব্ৰেৰী আৰু শিক্ষকসকল বহা ৰুমটোলৈ লৈ গ'ল। তাত তেওঁলোকে হেড্মাষ্টৰ আৰু চেকেণ্ড মাষ্টৰৰ লগত থিয়ৈ-থিয়ৈয়ে কিবা কথা পাতিলে ; নবহিল। বাকী শিক্ষকসকল নিজৰ নিজৰ শ্ৰেণীত আছিল। শিক্ষকো মুঠতে ৬।৭ জনৰ বেছি নহয়। চেকেণ্ড মাষ্টৰ আছিল তাৰিণীচৰণ বৰুৱা, হেড্পণ্ডিত ৰতিৰাম দত্ত, তৃতীয় পণ্ডিত খোছনুৰ আলি, ৪ৰ্থ পণ্ডিত মেধিৰাম চহৰীয়া আৰু এজন নতুনকৈ বদলি হৈ অহা শিক্ষক, নাম—মহিবুদ্দিন আহমদ।

হেড্মাষ্টৰে সৰস্বতী পূজাৰ কথা কৈ ডাঙৰ ছাত্ৰবোৰ তাৰে কামত ব্যস্ত থকা বুলি ক'লে। পৰীক্ষা হৈ যোৱাৰ কথাও উনুকিয়ালে। চাহাব দুজনে ক্লাছ থ্ৰিটোকে চাব খুজিলে। তেতিয়া ক্লাছ থ্ৰিত দুটা ছেক্সন আছিল। তাৰে এ' ছেক্সনত আমি ৪০ জন ছাত্ৰ আছিলোঁ। সেইদিনা পৰিদৰ্শনৰ সমবত বোধহয় ছাত্ৰ ২০।২৫ জন মানহে উপস্থিত আছিল। আমি সকলোৱে ভাল ল'ৰা হৈ চুপ-চাপ্কৈ নীৰবে নিজ নিজ ঠাইত বেঞ্চত বহিলোঁ। সন্মুখত একোখন ডেস্ক্। তাৰে ভিতৰ ফালে আমাৰ কিতাপ-পেঞ্চিল ৰখা সৰু সৰু কোঠালিবোৰ।

চাহাব দুজনে আমাৰ পঢ়া ল'ব খুজিলে। আমাৰ ইংৰাজী পাঠ্য আছিল—King Primar-Part I । হেড্মাষ্টৰে পোনতে মোকেই পঢ়িব দিলে। মই অলপ পঢ়োঁতে এছ, ডি ও চাহাবে অইন এখন বেঞ্চৰ অইন এজন ল'ৰাক পঢ়িবলৈ দিলে। এছ, ডি. ও চাহাব আছিল মঙ্গলদৈৰ মহকুমাধিপতি কালিৰাম মেধি। বগা চাহাবজন আছিল দৰং জিলাৰ সদৰ ঠাই তেজপুৰত থকা মিষ্টাৰ চি. এছ, গানিং। আমি তেওঁলোকৰ নাম লেখি লৈ মুখস্থ কৰিছিলোঁ। সেইদিনা স্বচক্ষে দেখিলোঁ।

সিজন ল'ৰাই পঢ়ি থাকোঁতেই বগা চাহাবজনে অইন এজন ল'ৰাক পঢ়িব দিলে। তাৰ পাছতে এছ. ডি ওই হ'ব বুলি কৈ আমাক Translation সুধিবলৈ ল'লে। প্ৰথমে ক'লে—সি ভাত খায়—ইংৰাজীত কোৱা। হেড্মাষ্টৰে মোলৈ আঙুলিয়ালে। মই ক'লোঁ—He eats rice গানিং চাহাবে ক'লে—সি পানী খায়—কি হ'ব? মই ক'লোঁ—He drinks water. তেওঁ তেতিয়া মোক চকডাল লৈ ব্লেক বোৰ্ডলৈ যাবলৈ ক'লে। গ'লোঁ। ইংৰাজী লিখিবলৈ ক'লে—He drinks water মই

লিখিলোঁ। তেতিয়া এছ. ডি ও. মেথি চাহাবে প্ৰশ্ন কৰিলে—মোৰ টোপনি ধৰিছে—ইংৰাজী কি হ'ব?

মই বোৰ্ডৰ ওচৰত থিয় হৈ থাকিয়ে টপৰাই ক'লোঁ—I feel sleep মেথি চাহাবে ক'লে—I feel sleepy মোক লিখিবলৈ ক'লে। মই লিখিলোঁ। ভবেন্দ্ৰ দাস হেড্‌মাষ্টৰ ছাৰে ক'লে—Better say–I am gettıng sleepy গানিং চাহাবে হোঁ-হোঁকৈ কৈ উঠিল—Yes, Yes তেওঁ মোক সেইটো লিখিবলৈ ক'লে। মই খৰকৈ বোৰ্ডত লিখি পেলালোঁ—I am getıng sleepy হেড্‌মাষ্টৰে ক'লে দুটা t. মই ততালিকে মচি getıng টো getting কৰি দিলোঁ। মোক নিজৰ ঠাইত বহিবলৈ নিৰ্দেশ দিলে আৰু তেওঁলোক আটাইকেইজন শ্ৰেণীৰপৰা ওলাই গ'ল। শিক্ষকৰ জিৰণি লোৱা কোঠাতে সজাই ৰখা চকীত বহি পৰিদৰ্শনৰ বহী (Inspection Book) খুজি লৈ গানিং চাহাবে নিজৰ হাতৰ আখৰেদি পৰিদৰ্শনৰ টোকা লেখি এৰিলে। বহুত দিন পাছত স্কুল এৰি অহাত হেড্‌মাষ্টৰে মোক চাৰ্টিফিকেট এখন দিওঁতে মোৰ নাম লিখি গানিং চাহাবে—Atul Chandra Barua, a pupil of class III writes a swift hand and his handwriting is decidedly good—বোলা মন্তব্যটোৰ উদ্ধৃতি দিছিল। জিলাধিপতি গানিং আৰু মহাকুমাধিপতি মেথি চাহাবৰ সেই স্কুল পৰিদৰ্শনৰ স্মৃতি আজিও মোৰ মানস-পটত উজ্জ্বল হৈ আছে।

আমাৰ স্কুলৰ পিছফালে থকা নদীৰ পাৰৰ বাকৰিখনত বৃহস্পতিবৰীয়া হাট বহিছিল। তাকে পথৰুঘাটৰ হাট বোলে। তাৰে এটা মূৰ আহি লোকেলবোৰ্ডৰ আলিৰ কিনাৰ পাইছিল। বাটেদি মানুহ আৰু গাড়ী অহা-যোৱা কৰিব পৰাকৈ বাট এৰি আলিৰ দাঁতিত আৰু আলিতো বজাৰ বহিছিল। হাট ভাগিলে বেলি মাৰ যোৱাৰ আগে আগে আমি কেতিয়াবা ৪।৫ জন ল'ৰা লগ হৈ ছাত্ৰাবাসৰপৰা বজাৰ ভগা হাটখলাখনকে একোপাক ঘূৰি চাই আহিবলৈ গৈ আমোদ লভিছিলোঁ। বহুত বেপাৰীয়ে ঢৌখুঁটি মাৰি ভাত ৰান্ধি লৈ তেতিয়া খাবলৈ বহা দেখিছিলোঁ। বহুতে আকৌ ভাতৰ লগত দিহ্‌ হিচাপে খাবলৈ বুলি একো কেৰাহি পিঁয়াজবে ভাজি থকা দেখিছিলোঁ। নক'লেও হ'ব যে সেই পিঁয়াজৰ উগ্ৰ গন্ধে গোটেইখন বজাৰখলা তেনেই আমোল-মোলাই আছিল।

জাৰকালি ভূটীয়াবোৰে হাটত থগা, জাব্ৰাং, শুকান জলকীয়া আদি বিক্ৰী কৰিবলৈ ভৈয়ামলৈ নামি আহে। কাতি-আঘোণ মাহত বতৰ ডাৱৰীয়া হ'লে পৰ্বতৰপৰা ভূটীয়া নামিবলৈ ধৰে। তেনে বতৰক ভোট-নমা বতৰ বোলে। ভৈয়ামৰ হাট-বজাৰবোৰ জাৰকালি ভূটীয়াৰে ভৰি পৰে। হাটত পণ্য দ্ৰব্য বিক্ৰী কৰি হাট ভাগিলে সিহঁতেও খোৱা-বোৱাৰ যা-যোগাৰ কৰে। নদীৰপৰা ডাঙৰ ডাঙৰ শিল আনি তাকেই উধানৰূপে ব্যৱহাৰ কৰি তাৰ মাজত জুই ধৰি সিহঁতে ভাত ৰান্ধে। শুকান মাছ সিহঁতৰ বৰ প্ৰিয় খাদ্য। ডাঙৰ ডাঙৰ মুৰ্গি বজাৰৰপৰা কিনি লৈ মহুহ খায়। মুৰ্গিবোৰ কেনেকৈ বধ কৰে, কেনেকৈ খায় তাকে ক'ব খুজিছোঁ।

ভোটসকল বৌদ্ধধৰ্মী লোক। সিহঁতে জীৱ-হত্যা নকৰে। কিন্তু মঙহ হ'লে খায়। মৰা মুৰ্গিৰ মঙহ বা অইন শুকান মাংস সিহঁতৰ বৰ প্ৰিয়। তাকে খায। জীৱ-হত্যা নকৰাকৈ মঙহ পায় ক'ত? মৰা মুৰ্গিৰ মাংস পায় কেনেকৈ? খায় কেনেকৈ? কথাটো আমোদজনক।

মুৰ্গি একোটা সিহঁতৰ কোনো এজনে হাতেৰে ধৰি থাকে। ঠেং দুখনত জৰীৰে বান্ধে। এনেকৈ বান্ধে যাতে হাতৰপৰা কেনেবাকৈ এৰা পৰিলেও সি লৰি বা উৰি যাব নোৱাৰে। তাৰ পাছত তাক মাটিৰ ওপৰত হেঁচা মাৰি ধৰি থাকে। অইন এজনে বিচাৰি বিচাৰি এটা বা প্ৰযোজন হ'লে দুটা ডাঙৰ শিল আনি তাৰ ওপৰত জাপি দিয়ে। লাগিলে এটা দুটা নহয, কেইবাটাও শিল তেনেকৈ দিয়ে। দি ভুটীয়াকেইটা দূৰলৈ গুচি যায আৰু কিছু সময় দূৰৰপৰা লৰচৰ কৰিছে নেকি চাই থাকে। মনে মনে নিশ্চয ঈশ্বৰক কয়—কাণি-মুনি বাই, আমাৰ গাত দায নাই।—তাৰ পাছত সাৰ-সুৰ নোহোৱা গম পালে—মৰা বুলি অনুমান হ'লে, সিহঁতে গৈ মুৰ্গিটো উলিযাই আনি নোম উঘালি কাটি-বাচি উতলা পানীত সিজাই লৈ খায়। কেতিয়াবা নোম উঘালি গোটে গোটে পুৰি বা সিজাই লয আৰু তাৰ পাছত কটাৰীৰে কাটি-বাচি খায়।

আমি ভুটীয়াৰ ভাত খোৱা চাই আমোদ পাইছিলোঁ। কাৰণ, ভুটীযাই হাত নোধোৱে। গা নোধোৱে। পানী বেছি ব্যবহাৰ নকৰে। হাত-মুখ গাত পিন্ধা নোমাল গৰম ধণ্ডাৰ পোছাকতে মচি থয। সৰু ল'ৰাৰ জাকে আগুৰি ধৰিলে সিহঁতে ল'ৰাবোৰৰ গাত হাত মচিবলৈ খেদি গৈ ধেমালি কৰে। সেইকাৰণে ভুটীযাহঁতৰ লগত তেনেকৈ খেদা-খেদি কৰি ৰং-ধেমালি কৰাটো আমাৰ এটা চখ হৈ পৰিছিল। আমি সিহঁতক 'কুৰ্মা' বুলি সম্বোধন কৰিছিলোঁ। কুৰ্মা মানে মিতিৰ , বন্ধু। সেই দিনবোৰলৈ আজিও কেতিযাবা বৰকৈ মনত পৰে। ৭।১।৯০

# সপোন সপোন লাগে

পাথৰিঘাট মাইনাৰৰ ছাত্ৰাবাসৰ কথা আৰু অলপ কওঁ। আগতে উল্লেখ কৰিছোঁ—আমাৰ ছাত্ৰাবাস বুলিবলৈ মাত্ৰ দুটা ঘৰ আছিল। দু-চলীয়া খেৰী ঘৰ। উত্তৰ দিশত পূবা-পছিমাকৈ এটা আৰু সেই একেদৰে দখিণতো পূবা-পছিমাকৈ এটা। প্ৰত্যেকটো একোটা বৃহৎ খেৰী বৰঘৰৰ সমান ডাঙৰ-দীঘল। দীঘলে ৪০ ফুটমান,

বহলে ১৮ ফুটমান হ'ব। প্ৰত্যেকটো ঘৰৰে দুৱাৰমুখ দুখনকৈ। এখনেদি সোমাই আনখনেদি ওলাই যাব পাৰি। খিড়িকী আছিল মুঠতে ৬ খনমান। দুৱাৰ-খিড়িকী আটাইবোৰ বাঁহৰ। প্ৰত্যেকটো ঘৰতে কাঠৰ খুঁটা আঠোটামান আৰু বাঁহৰ খুঁটা ১০।১২ টামানকৈ আছিল। দুয়োখন দুৱাৰ এটা ঘৰত (হিন্দু ছাত্ৰাবাসটোত) দক্ষিণ-মুৱা আৰু আনটোত (মুছলমান ছাত্ৰাবাসটোত) উত্তৰ-মুৱা আছিল। ঘৰ এটাতো কোঠালি নাছিল। দুয়োখন দীঘলীয়া চালৰ তলত শাৰী পাতি ৭।৮ খনমানকৈ বাঁহৰ চাং পতা আছিল। গজ্‌গজীয়াকৈ সজা চাং। ছাত্ৰাবাসৰ ছাত্ৰৰ অভিভাৱকে সেই চাংবোৰ পাতি দিছিল। সেই চাঙৰ ওপৰত কোনো কোনোৱে পাতল তুলি আৰু কোনোৱে ধান-খেৰ পাৰি তাৰে ওপৰত ফটা-কানিৰ কেঁঠা বা কম্বল মেৰিয়াই ধুনীয়া বিছনা কৰি লৈছিল। সকলোৱে বিছনাচাদৰবোৰ ঘৰত বোৱা আৰু পখৰা-পখৰিকৈ ক'লা আচুপৰা আছিল। বে'ডক'ভাৰ বা বিছনা-ঢকা পৃথক কাপোৰ কাৰো নাছিল। কম্বল, ওৰা ৰাগ বা গাত লোৱা চাদৰেদিয়ে বিছনা ঢাকি ৰখা হৈছিল। এনেকৈ প্ৰতিটো ঘৰত কমেও ১২।১৬ জন ল'ৰা একেলগে বেলেগ বেলেগ বিছনাত শুইছিল। প্ৰত্যেক বিছনাৰ ওচৰতে একোখন কাঠৰ সৰু টেবুল বা বাঁহৰ সৰু চাং। তাৰ ওপৰতে লেখা-পঢা কৰা হয়। বিছনাত বহি বা টুল থকাসকলে টুলত বহি সেই টেবুলত লেখা-পঢ়া কৰিছিল। কাঠৰ টুল-টেবুল আৰু কাঠৰ খাট থকা মাত্ৰ এজন ল'ৰা আছিল—নাম ৰমণীকান্ত মহন্ত। তেওঁ মোৰ লগতে পঢ়িছিল। তেওঁ আছিল খটৰা সত্ৰৰ ওচৰৰ কৃষ্ণকান্ত মহন্ত মৌজাদাৰৰ ল'ৰা। থকা-মেলাৰ পৃথক আৰু উন্নত আদব-কায়দাযে তেওঁৰ আভিজাত্যৰ পৰিচয় দাঙি ধৰিছিল। সেইবুলি তেওঁৰ আচাৰ-ব্যৱহাৰত তেনে আভিজাত্য প্ৰকাশ নাপাইছিল। বৰং তেওঁ লেখা-পঢ়াত পটু ল'ৰাসকলক যথেষ্ট সমীহ কৰি চলিছিল। তেওঁ যে এজন ভাল ফুটবল খেলুৰৈও আছিল সেই কথা স্থানান্তৰত কৈ অহা হৈছে।

দক্ষিণৰ ঘৰটোৰো সেই একে অৱস্থা। উত্তৰৰটো হিন্দু-ছাত্ৰাবাস, দখিণৰটো মুছলমান-ছাত্ৰাবাস। মাজতে ঘাঁহে-ঢকা চোতালখন। মুছলমান-ছাত্ৰাবাসৰ পছিমে কুৰি হাতমান দূৰতে আছিল তেওঁলোকৰ ৰান্ধনি-ঘৰ ঃ দুটা সৰু সৰু ৰান্ধনি-ঘৰ। তাতে তেওঁলোকে দলবদ্ধ হৈ পাল পাতি ৰন্ধা-বঢ়া কৰি খাইছিল।

হিন্দু ছাত্ৰসকলৰ কিন্তু সৰু সৰু ৰান্ধনি-ঘৰ বহুত আছিল। তেওঁলোকৰ দুই-তিনিজনতকৈ অধিকে একেলগে ৰান্ধি নাখাইছিল। গতিকে ৰান্ধনি-ঘৰ বহুত আছিলঃ পূবেও পছিমেও। এই ঘৰবোৰ ছাত্ৰসকলে নিজে বান্ধি লৈছিল, অৰ্থাৎ অভিভাৱকসকলে সাজি দিছিল। ঘৰ এৰি দিলে কেতিয়াবা আনক এনেয়ে দিছিল বা ৪।৫ টকা লৈ বিক্ৰী কৰি দিছিল। ৰান্ধনি-ঘৰবোৰৰ মাজে মাজে অ'ত-ত'ত অলপ ডাঙৰ ডাঙৰ দুই-এটা ঘৰ আছিল। সেইবোৰত ডাঙৰ ছাত্ৰাবাসত ঠাই নোপোৱা ল'ৰা কিছুমানে ছাত্ৰাবাস পাতি থাকিবলৈ লৈছিল। তেনে প্ৰত্যেকটো ঘৰৰ লগতে

এমূৰে একোখন সংলগ্ন চালিয়া আছিল। সেয়ে আছিল তাৰ পাক-ঘৰ। ছাত্ৰাবাসত থাকিলে মাচুল দিব নালাগিছিল। লোকেলবোৰ্ডৰ ঘৰ।

এই ঘৰবোৰৰ উত্তৰ-পূবে আছিল হোষ্টেল চুপাৰিণ্টেণ্ডেণ্ট হেড্‌মাষ্টৰ ভবেন্দ্ৰ চন্দ্ৰ দাসৰ বাসগৃহ। লোকেলবোৰ্ডে মূল ছাত্ৰাবাস দুটাৰ লগতে সাজি দিয়া ঘৰ। তাত তেওঁ অকলে আছিল। পৰিয়াল আছিল তেওঁৰ জন্মস্থান ঔতলা গাঁৱত। তাৰপৰা ৭।৮ মাইল দূৰ হ'ব। প্ৰতি শনিবাৰে তেওঁ ঘৰলৈ যায় আৰু সোমবাৰে পুৱা উভতি আহে। তেওঁৰ ঘৰটোৰ ওচৰতে আৰু ৩।৪ টা তেনেকুৱা ঘৰ। এটা লোকেলবোৰ্ডৰ অভাৰছিয়াৰ এজনৰ ; তেওঁৰ নাম পদ্ম গোস্বামী, আন এটা আমাৰ ইস্কুলৰে চতুৰ্থ শিক্ষক মমতৰাম কাকতিৰ। তেওঁলোকৰো কাৰো লগত নিজৰ পৰিয়াল নাছিল। তেওঁলোকে অকলে অকলে থাকি চাকৰি কৰিছিল।

হিন্দু-মুছলমান ছাত্ৰাবাসৰপৰা কিছু দূৰত ছাত্ৰাবাসৰ দৰেই এটা খালী ঘৰ আছিল। তাতে তৃতীয় শিক্ষক খোছনূৰ আলী আহমদ ছাৰ থকা কৰিছিল। তেখেতক সকলোৱে থাৰ্ড পণ্ডিত আলী ছাৰ বোলে। তেখেতো দাস হেড্‌মাষ্টাৰৰ দৰে শনিবাৰে শনিবাৰে সদায় ঘৰলৈ গৈ সোমবাৰে উভতি আহে। তেওঁ থকা সেই ঘৰটোও সম্ভৱ আগতে কেতিযাবা ছাত্ৰাবাসেই আছিল। লোকেলবোৰ্ডৰ ঘৰ। থাৰ্ড পণ্ডিত ছাৰে তাত থকা সময়ত মাজে-সময়ে আমাৰ দুজনমান ল'ৰাক—বিশেষকৈ মোৰ একে শ্ৰেণীৰে বন্ধু যোগেন শইকীয়া আৰু মোক মাতি নি অঙ্ক আৰু সাহিত্য শিকাইছিল। সেইবুলি টিউচন নহয়। পইচা নলৈছিল। টিউচন কি বস্তু আমি তেতিয়া শুনায়ে নাছিলোঁ। তেখেতৰ ওচৰলৈ গৈ আমি তেখেতৰ ওচৰত দুই-এখন বাহিৰা কিতাপ, বিশেষকৈ কবিতাৰ পুথিৰ কবিতাৰ ব্যাখ্যা শুনিছিলোঁ। মাজে মাজে অঙ্কও শিকিছিলোঁ। অঙ্ক আৰু সাহিত্য পঢ়ুৱাত তেওঁৰ বৰ সুখ্যাতি আছিল। যাদৱৰ পাটী-গণিতৰ বিবিধ প্ৰশ্নৰ অঙ্ক বেছিকৈ কৰিছিলোঁ। তেখেতৰ সাহিত্য-ব্যাখ্যা আৰু অঙ্ক-শিকোৱা প্ৰণালীৰ কথা আজিও মনত পৰে।

এদিন যাদৱৰ গণিতৰ বিবিধ প্ৰশ্নৰ অঙ্ক এটা তেওঁ বুজাই আছিল। তাত আছিল—কিছুমান চোৰে চিৰাজুদ্দৌলাৰ দুৰ্গত সোমাই ধন কিছুমান আনিলে। প্ৰথমজন এখন দুৱাৰেদি ধন লৈ ওলাই আহিল। সেইখনেদি দ্বিতীয়জন নাহিল। সি তৃতীয় এখনেদি ওলাই আহিল। তেনেকৈ পাঁচখন দুৱাৰেদি সিহঁত ওলাল। প্ৰত্যেকে মোনাত ধন আনিছিল। ওলাই আহি আলিৰ দাঁতিত ধনবোৰ একেলগে থৈ গণ্তি কৰিব ধৰিলে। ইত্যাদি। এইদৰে তেখেতে কৈ থাকোঁতে থাকোঁতে টোপনিয়ে মোৰ চকু টানিবলৈ ধৰিলে। তেতিযা ৰাতি প্ৰায় ৮।৯ মান বাজিছিল। দিনত ইস্কুলত পঢ়ি, আবেলি ফুট-বল খেলি, সন্ধ্যা নিজে ভাত ৰান্ধি-বাঢ়ি খাই উঠি অঙ্ক শিকিছোঁ। টোপনি অহা একৰকম স্বাভাৱিক। যোগেনৰ কিন্তু টোপনি অহা নাছিল। সিও পিছে শিক্ষকৰ অঙ্কৰ বৰ্ণনালৈ মন কৰাতকৈও টোপনিয়াবলৈ ধৰা মোৰ ফালে চাইহে মুখ টিপি টিপি হাঁহি আছিল। খোছনূৰ আলী ছাৰে কথাৰ লাচতে

কৈ গ'ল—চোৰবোৰৰ টকাৰ ভাগ ল'বলৈ আৰু দুজন লোক সোমালহি। সিহঁতেও ভাগ বিচাৰিলে। ভাগ নিদিলে আনক কৈ দিম বুলি ভয় খুৱালে। দুয়ো বহি ল'লে। এটাই বহি বহি টোপনিযাবলৈ ধৰিলে। আনটোৱে তাকে দেখি আমোদ পালে আৰু মিচিক-মাচাককৈ হাঁহি ধন ভগোৱা চাই থাকিল। পিছত কিবা এটা শব্দ শুনি আটায়ে ভাগি পলাল। তোমালোকৰো আজি টোপনি আহিব খুজিছে। আজি আৰু বিবিধ প্ৰশ্নৰ টকা ভগাব নালাগে, শুই থাকাগৈ যোৱা—বুলি আমাক তেওঁ বিদায় দিলে। নিজেও শুই থাকিল। সেই কালৰ সেই স্মৃতিবোৰ আজি মনত পৰিলে—কিম্বা সপোন সপোন লাগে। ২৫।২।৯০

# একে গছৰে পাণ

অইন এদিনৰ কথা। মুছলমানসকলৰ ৰোজাৰ সময়। জাৰৰ দিন। ছমাহিলি পৰীক্ষাৰ সময় ওচৰ চাপিছে। মুছলিম ছাত্ৰাবাসৰ ছাত্ৰথিনিয়ে ৰাতি নৌপুৱাওঁতে তিনি-মান বজাত উঠি লেম লগাই পাগ-ঘৰলৈ গৈ বন্ধা-বঢাত লাগে। হুলস্থূল লগাই ডাঙৰ ডাঙৰকৈ কথা-বতৰাও পাতে। তাতে আমাৰ হিন্দু ছাত্ৰাবাসৰ বহুতৰে ঘুমটি ভাগে। তেতিয়া বিৰক্ত হৈ আমিও দুই-এজনে ৰাতি উঠি লেম জ্বলাই পঢিবলৈ লওঁ। শুই থকা আন কাৰো যাতে আমনি নহয় তাৰ কাৰণে লেমৰ চিম্‌নিৰ এফালে ফটা কাগজেৰে ঢাকনি দিওঁ।

মোৰ এক শ্ৰেণীৰ তলত পঢা আৰু মোৰ কথা শুনা অনুগত বন্ধু শযনক মই এদিন ক'লোঁ—শযন ভাই, ইহঁতৰ গণ্ডগোলত আমাৰ সকলোৰে সদায় ঘুমটি ভাগে, টোপনি খতি হয। ইহঁতক এদিন এটা সেকা দিওঁ দে। শনিবাৰে হেমা (হেড্‌মাষ্টৰ) আৰু চুপা (চুপাৰিন্‌টেণ্ডেণ্ট) ঘৰলৈ যাব। মমত কাকতি ছাৰ নাযায়। নগ'লেও তেওঁলৈ ভয নাই। তেওঁ বৰ ঘুমটি-গেন্দেৰা লোক। বিছনা পালে মৰা বঙাল পৰাদি পৰি থাকে। কাষেদি বিয়া-ঘৰীযা গ'লেও সাৰ নাপায়। সেই দিনা দুয়ো এটা কাম কৰিম দে। মই মোৰ ৰঙা বানতখন লৈ দেনা-মেলা শগুনৰ দৰে হৈ সিহঁতৰ পাক-ঘৰৰ কাষত জঁপিয়াই জঁপিয়াই নাচি থাকিম। ওচৰতে থকা হাবিৰপৰা অহা বুলি ভাবিব। হাতত লেম লৈ আহি সিহঁতে লেমৰ জুইৰ পোহৰত দূৰৰপৰা মোৰ সেই জঁপিয়াই থকা ৰূপটো দেখি ভূত বুলি ভয় কৰি চক্ খাই

লৰি পলাব। তই মোৰপৰা অলপ দূৰত থিয় হৈ থাকি কেৱল যা-যা-যা বুলি থাকিবি। মাজে মাজে টকলিয়াই টকলিযাই হোঃ হোঃ কৰিবি , খা-খা-খা কৰিবি।

সেয়ে হ'ল। শনিবাৰৰ ৰাতিৰ কথা। আগৰদৰে ছাত্ৰ ২।৩ জন উঠি একেলগে একান্তমনে এটা লেম হাতত লৈ পাগ-ঘৰলৈ যাব ধৰিছে! বাকীবোৰ ছাত্ৰ শুই আছে। হাতত লেম থকা কাৰণে মনত ভয়-ভীত নাই। মই কৰিলোঁ কি? বানতখন মোৰ দুয়োখন প্ৰসাৰিত হাতেৰে দুয়োমূৰে ভালকৈ ধৰি এবাৰ বহি এবাৰ উঠি ঘনে ঘনে নচাব দৰে কৰি হাবিৰপৰা অহাৰ ভাও যুৰিলোঁ। শযনে সিফালে থলৌ-থলৌকৈ টকালি পাৰি—হেই, যা-যা-যা , খা-খা-খা কৰিলে। লেমৰ পোহৰত দূৰৰপৰা সেই অদ্ভুত দৃশ্য দেখি সিহঁতৰ তিনিও বন্ধুৱে বাৰুকৈযে চক্ খালে আৰু হাতৰ লেম পেলাই থৈ কঁপি ডৰি ঘৰত সোমালগৈ। মাটিত পৰি জ্বলি থকা লেমটোও নুমাল। আমি দুযো হাতত-সাৰে ভৰিত সাৰে দূৰেদি গৈ ভৰি মচি বিছনাত উঠিলোঁ। খোজবোৰ উভতি হাবিৰ ফালে যোৱাৰ দৰে দেখুৱাই থৈছিলোঁ।

হুৱাঁ দুৱা, হুলস্থূল লাগিল। হিন্দু-মুছলমান দুযো ছাত্ৰাবাসৰ সকলো ল'ৰা উঠিল। হাতত লেম লৈ সকলোৱে হিন্দু হোষ্টেলৰ ওচৰতে থিয হৈ আলচ কৰিবলৈ ধৰিলে। ভয়খোৱা তিনিজনে ক'লে—নিশ্চয ই মানুহৰ কাম নহয। কিবা দুটা হাবিৰ ফালৰপৰা আহি হাবিলৈকে গৈছে। আমাৰ ফালে নাচি নাচি খেদি আহিছিল। দূৰত থকাটোৱে কিবা যা-যা-যা-খা-খাখন কৰিছিল। থলৌ-থলৌকৈ টকালি পাৰিছিল।

ইতিমধ্যে মমত কাকতি ছাৰক কোনোবাই জগাই তুলিলে। তেওঁ ধহ্মহ্কৈ উঠি পোনছাটে ছাত্ৰসকলৰ মাজলৈ আহি 'ভয নকৰিবা, ভয নকৰিবা' বুলি ক'লে। তেওঁৰ কামবোৰ তেনেকুৱাযে। নাটকীয ধৰণৰ। ৰঙ্গমঞ্চতো তেওঁ বীৰৰ ভাও লৈ ভাল ভাওনা কৰাৰ কথা আমি বহুতে জানো। তেওঁৰ এটা দুই-নলীযা কাৰ্তুজ-চলা বন্দুক আছিল। এক মুহূৰ্তৰ ভিতৰতে তেওঁ সেইটো ঘৰৰপৰা আনি বীৰদৰ্পে থিয় হৈ ক'বলৈ ধৰিলে—ক'ত আছে ভূত আহিবলৈ দিয়া। মাত, মাত, আহক; তাৰ তেজ চাওঁ। সি কোন ফালৰপৰা আহিছিল? হাবিৰপৰা? বাৰু ৰ'বা। —এইবুলি তেওঁ গুৰুম্ গুৰুম্কৈ গুলী এৰিলেই। চাৰিও ফাল নিতাল মাৰিলে। তেতিয়া তেওঁ ক'লে—এতিয়াও ৰাতি পুৱাবলৈ এঘণ্টামান আছে। তোমালোকে নিজৰ নিজৰ বিছনালৈ গৈ শুই থাকাগৈ।—সকলোৱে শুই থাকিল , শযন আৰু মযো তাকে কৰিলোঁ।

পিছদিনা মই শয়নক কৈছিলোঁ, খবৰ্দাৰ, তই কিন্তু মৰি গ'লেও এই কাৰ্য্যৰ গুপ্তসূত্ৰ কাকো নক'বি। ক'লে হাতৰ কুঠাৰ ভৰিত মাৰিবি। তয়ো মৰিবি, ময়ো মৰিম! কাণত ধৰি শপত খা!—সি সঁচাকৈয়ে শপত খাইছিল। মই তেতিয়া কৈছিলোঁ—ক'লে দুয়োকো ইস্কুলৰপৰা হেমাই বাহিৰ কৰি দিব।

অইন এদিনৰ কথা। তেতিয়া গৰমৰ দিন। ৰাতি দোভাগ মান হোৱাত এটা প্ৰকাণ্ড ভুঁইকঁপ হৈছিল। গাঁৱৰ মানুহবোৰে চিয়ঁৰ-বাখৰ কৰি 'হৰি বোল, হৰি বোল'

কৰিছিল ; বৰ-কাঁহ কোবাইছিল , শঙ্খ ফুকাইছিল, ইত্যাদি। হিন্দু ছাত্ৰাবাসৰ ছাত্ৰসকলেও হৰিধ্বনি দিছিল। মুছলমান ছাত্ৰাবাসত কিবা ধ্বনি উঠিছিল যদি আমি শুনা নাছিলোঁ। পিছদিনা কিন্তু তেওঁলোকে আমাক অলপ ইতিকিং নকৰাকৈ নাছিল। যি হ'বৰ আছিল হ'ল , গ'ল কথা গুচিল।

এদিন মোৰ কৌতূহলীয়া মনটোৱে এটা দুষ্টালি কৰি চাব খুজিলে। ভাবিলোঁ সিদিনা পজিৰইতে (মুছলমান ছাত্ৰাবাসত থকা মোৰ এজন বন্ধু) মোক কৈছিল— 'তইতৰ ডবা-কাঁহ-শঙ্খ-ঘণ্টাৰ মাতৰ লগত ভাই গাঁৱৰ প্ৰভুভক্তবোৰেও ভয়ত ভুক্‌ভুকাই ৰাও জুৰিছিল'।—শযনৰ লগ লাগি আজি এটা ধেমালি কৰা যাওক। তাকে ভাবি শয়নক মাতি আনি ক'লোঁ—শযন ভাই, আজি অইন এখন খেলা খেলোঁ দে। আমি আজি ৰাতি ১১।১২ মান বজালৈ পঢ়িম। বাৰ বজাত পজিৰইতৰ ভূত উজাৰিম। এইবাৰ ভূমিকম্পৰ ভূত। সিহঁতে নো ভয় লাগিলে আল্লা আল্লা কৰেনে নকৰে চাম। ইহঁতে আটায়ে একেলগে ভাত খায়। ৰাতি ভাত খাবলৈ যাওঁতে মই কাৰবাৰ শোৱা চাং এখনৰ তলত পেট পেলাই শুই থাকিম। সিহঁতে খাই-বৈ আহি সোনকালে শুব। তই সিহঁতৰ খোৱা-বোৱাৰ পাছতে ভালৈ গৈ কথাৰ ছলতে কবি—আজি বতাহ-বৰষুণ আহিব পাৰে— সোনকালে শোওঁগৈ। তইতো শো। তাকে কৰি তাৰে আধা ঘণ্টা বা এঘণ্টা মান পাছত মই দুৱাৰখন অলপ খোলা আৰু আল্লা আল্লা কৰা শুনিলে তই বাহিৰত 'হে আল্লা—হেল্লা' কৰি চিয়ঁৰিবি। ভুঁইকঁপ ভুঁইকঁপ বুলিবি।

মই তাকে কৰিলোঁ। পজিৰৰ ওলোমাই পাৰি থোৱা বিছনাৰ আঁৰত মাটিত পেট পেলাই পৰি থাকিলোঁ। শযনেও মই কোৱাৰ দৰে কৰিলে। সকলোৱে সিদিনা অলপ সোনকালে শুলে। মোৰ ভাগ্য ভাল, পজিৰে বিছনাত পৰিয়েই জ্বলা লেমটো নুমাবলৈ বুলি শিহাডাল পকাই মাটিত নমাই থ'লে। লেমটো সম্পূৰ্ণকৈ নুনুমাল। মই বুধি কৰি হাতেৰে শিহা পকাই লেমটো জালাক-জুলুক কৰি জ্বলি থাকিব দিলোঁ, যাতে মই সহজে দুৱাৰখন খুলিবলৈ উৱাদিহ পাওঁ।

যথা সময়ত মই দুৱাৰ খুলিলোঁ। ইখন খাট লৰাই দি সিখন খাট লৰাই দি ভিতৰতে মুখেৰে ফুটা-নুফুটাকৈ ভয়খোৱা মানুহৰ দৰে 'হে আল্লা, হে আল্লা' কৰিবলৈ ধৰিলোঁ। চক্‌মক্ খাই সকলোবোৰ উঠি বহিল আৰু মুখেৰে 'হে আল্লা হে আল্লা' কৰিব ধৰিলে। বাহিৰত শযনে চিয়ঁৰি চিয়ঁৰি—ভুঁইকঁপ, ভুঁইকঁপ বুলি 'হে আল্লা, হে আল্লা' কৰিলে। চাৰিওফালে আল্লাময় ধ্বনি উঠিল। মই ছেগ চাই বিছনাৰ তলৰপৰা ওলাই লৰ দিলোঁ। ওলোৱাৰ আগতে লেমটো পূৰাকৈ নুমাই থৈ গৈছিলোঁ। ঘৰটো সম্পূৰ্ণ আন্ধাৰ হৈ আছিল।

সকলোৱে লেম জ্বলাই হিন্দু ছাত্ৰাবাসৰ ওচৰলৈ আহি কাৰো ক'তো মাতবোল নুশুনি ক'বলৈ ধৰিলে—ইহ্ ইমান ডাঙৰ ভূমিকম্প গ'ল—ইহঁতৰ তত্‌ভতেই নাই। —মই লগে লগে লেম জ্বলাই ওলাই আহি সুধিলোঁ—কি ঐ

ভাই পণ্ডিৰ, তোমালোকৰ সকলোৱে আল্লা আল্লা চিঞৰত মই চক্‌মক খাই সাৰ পাই উঠিছোঁ। কি হ'ল নো? সিহঁতে একেমুখে ক'লে—ভুঁইকঁপ, ডাঙৰ ভুঁইকঁপ। তহঁতে গমকে নাপালি? তহঁত মৰা মানুহ।—

মই ক'লো—আমি পাম কেনেকৈ? নিশ্চয় এই ভূমিকম্প তোমালোকৰ ফালেদিহে গ'ল হ'বলা। নহ'লে জানো আমি গম নাপাওঁ? আমাৰ খাটবোৰো দেখোন তোমালোকৰ দৰে একে, সেই বাঁহৰ চাং? পিছে তোমালোকে সিদিনা জানো কোৱা নাছিলা বোলে জেঠী এটা জাঁপ মাৰি কেনেবাকৈ মাটিত পৰিলেও আমি হেনো ৰাম ৰাম, হৰি হৰি কৰি ভয়ত চিঞৰি উঠোঁ। পিছে আজি দেখোন তোমালোকেহে মিছাতে আল্লা আল্লা কৰি আল্লাৰ সিংহাসন কঁপাব খুজিছিলা?—ইয়াকে জানো নকয়—বোলে টান পালেহে ৰাম নাম, টান গ'লে কিহৰ নাম? ভয় খালে সকলো একে হয়। ৰাম-ৰহিম সকলো 'একে গছৰে পাণ, সি কি হ'ব আন', হয়। বুঢ়ী আয়ে কৈছিল বোলে—ধাৰত পৰিলে শিলো উটে, সপোন দেখিলে বুঢ়ায়ো মুতে ॥ ২৬।৩।৯০

# জয়দেউ ভাঙাৰা

ৰোজা ৰখা সময়ৰে আৰু এটা ঘটনা। এদিন ৰাতি মুছলমান ছাত্ৰাবাসৰ ছাত্ৰবোৰে টোপনিৰপৰা উঠি ৰাতিৰ ভিতৰতে ভোজনকাৰ্য্য সমাধা কৰি দিনত ৰোজা ৰাখিবলৈ বুলি দুটা-এটাকৈ ৰাতিৰ আন্ধাৰত পাক-ঘৰলৈ পৰুৱা যোৱাদি সুৰ সুৰকৈ গৈ অলপ দূৰৰপৰাই পাক-ঘৰৰ দুৱাৰখন কাণি-দুৱৰীকৈ মেল খাই থকা দেখি ভিতৰত কিবা জন্তু-জানোৱাৰ সোমাই থাকিব পাৰে বুলি ভয় কৰি কোনো তাত প্ৰবেশ কৰিবলৈ সাহ নকৰিলে। এনেতে কোনোবাই ভিতৰত হঠাৎ ঘুহুৰ্ ঘুহুৰকৈ দুই-এটা কাহ মৰা শুনা গ'ল। ডিঙিৰ নেলুত শুকান বস্তু কিবা সোমালে যিদৰে একেৰাহে কাঁহি থকা যায় সি ঠিক তেনে কৰিছে। বাহিৰত সক্‌লোৱে হাতত টাঙন-টোকন একোডাল লৈ—ঐ তই কোন ওলাই আহ্ , ভালে ভালে ওলাই আহ্ , নহ'লে কোবাই মাৰিম আজি ; ইত্যাদি কথা ক'বলৈ ধৰিলে। যাৰে মুখত যি আহিছে তাকে কৈছে কিন্তু কাৰো ভিতৰলৈ যাবলৈ সাহে কুলুৱা নাই। বাহিৰত কিন্তু প্ৰত্যেকে বৰমতা, প্ৰত্যেকে মস্ত জ্ঞানী-উপদেষ্টা।

পাক-ঘৰটোৰ দক্ষিণে এখন ডাঠ হাবি। সেইখন হাবিৰ কথা আগতে উল্লেখ কৰি অহা হৈছে। তাত হাপা, শিয়াল, নেউল, কেৰ্কেটুৱা, শহা-পহু আদি থকাৰ

উপৰৰি নদীৰ পাৰৰ হাবি কাৰণে কেতিয়াবা কুকুৰনেচীয়া বাঘো থাকেহি। দিনত তাৰপৰা বাঘ ওলাই যোৱা বহুতে দেখিছিল। তাৰে অলপ দূৰতে পশ্চিমে থকা ঝাৰ এখনত এটা ডাঙৰ গোসাঁইঘৰ আছে। ৰাইজৰ গোসাঁই-ঘৰ। তাত মাজে-সময়ে পূজা সেৱা, নাম-কীৰ্তন আদি হয়। কালী পূজা, মনসা পূজা, গোন্ধ-চৌপৰি সভা আদিও হয়। গতিকে ঠাইডোখৰ বেচ্ জয়াল। তাত ভূত-প্ৰেত আছে বুলি সকলোৱে কয়। বহুতে ক'লা পঠা, ক'লা পাৰ, মাগুৰ মাছ আদিৰে ভূতৰ কাৰণে আদৰ-সাদৰকৈ ৰান্ধি-বাটি দিয়া দেখিছোঁ। সাতে-পাঁচে ক'ৰবাৰ কিবা ভূত-প্ৰেতো হ'ব পাৰে বুলি ভয় কৰি কোনো ভিতৰলৈ যোৱা নাছিল। পিছত কোনো এজনে বীৰদৰ্পে ক'লে—এহ্ এইদৰে কথন-মথন কৰি থাকিলে নহ'ব। 'ভাবিলে নহয় কাৰ্য্য, উদ্যমত সিজে , সিংহৰ মুখত মৃগ নপৰেহি নিজে'—ধুলিছে। ব'লইক, কাহি থকা কোন ওলাইছে চাওঁগে। 'হাবিত কাঁহে, ওলাই নাহে' । ওলাই আহিবই লাগিব ।—বুলি হাতত দা-কুঠাৰ, টাঙন-টোকন লৈ ৪।৫ জন ল'ৰা সোমাই গ'ল। দুজনমানৰ হাতে হাতে একোটা লেম্। গৈ ভিতৰত দেখে এজন দাঢ়ি-গোঁফ থকা সবল ডেকা মানুহে ভাত-ৰন্ধা চৌকাৰ ওচৰত পীৰা পাৰি বহি কলহত থোৱা শুকান গুড়া-সান্দহ গলিযাব লাগিছে। আন্ধাৰতে সি সেই কাম কৰি আছে। তাৰ ওচৰলৈ যোৱা ল'ৰাইঁতলৈ তাৰ ভ্ৰূক্ষেপেই নাই। তাৰ ঘৰলৈহে যেন কোনোবা অচিনা অনিমন্ত্ৰিত আলহী আহিছে। দুজন ল'ৰাই গৈ সাহ কৰি তাৰ দুয়োখন হাতত কপ্‌ক-পীযাকৈ ধৰিলে। সি ক'লে—ৰহ্ ৰহ্ , মই সান্দহ খাইছোঁ, তইঁতৰ কি হ'ল? মোক এৰি দি। নহ'লি কিন্তু কথা বেয়া হবো।—

ল'ৰাইঁতে গামোচাৰে তাৰ হাত দুয়োখন জপটিযাই পিছফালে বান্ধিলে আৰু তাক উলিয়াই নি চুপাৰিণ্টেণ্ডেণ্ট হেড্‌মাষ্টৰ ছাৰৰ ওচৰত গোচৰ দিলে। তেতিয়া ৰাতি প্ৰায় পুৱাইছিলেই। জোনৰো ক্ষীণ পোহৰ আছিল। সি কিন্তু তেনেই নিৰ্বিকাৰ আছিল। বল দেখুৱাই অলপ তোৰজোৰ কৰা হ'লে লৰাইঁতৰ ফালে টানেই আছিল। তাক নি এডাল ৰছীৰে এটা বেৰ-খোৰ নথকা উদং ঘৰৰ খুঁটাত বান্ধি ৰখা হ'ল। সি ক'লে—মোক তইঁতে পিছে বহিবও নিদিবি নেকি? গাই-দামুৰি বান্ধা দিলি দেখোন? মই দাদাইঁতক কৈ দিলি কিন্তু কথা বেয়া হবো।—ল'ৰাইঁতে গিৰ্জনি মাৰি হাঁহিলে। কোনোবা এজনে মৰমতে নে পুতৌ কৰি জানো এখন টুল আনি দিলে আৰু অন্য এজনে ক'লে—এৰা, এতিয়া মহাৰাজ তাতে বহক।—সি তাতে বহিল।

চুপাৰিণ্টেণ্ডেণ্ট হেড্‌মাষ্টৰ ছাৰে পুৱা চাহ-তাহ খাই উঠি ওচৰলৈ আহি তাক কথা সুধিবলৈ ধৰিলে। সি যথাযথ উত্তৰ দি গ'ল। ওচৰৰ দোকানী-বেপাৰী, হাটৰুৱা-বাটৰুৱা, ডেকা-বুঢ়া, ল'ৰা-ছোৱালী বহুত গোট খালে। চিৰিয়াখানাৰ জন্তু চোৱাৰ দৰে সকলোৱে তাক আগুৰি ধৰি চালে আৰু যাৰে যি খুচি তাকে মন্তব্য কৰি গুচি গ'ল। কোনোৱে ক'লে—সি গভাইত চোৰ, নিবোকাটো হৈ দেখুৱাইছে। কোনোৱে ক'লে—নহয়, সি চোৰ কিন্তু পগলা ভাও জুৰিছে—অন্য কোনোৱে উত্তৰ

দি ক'লে—সি চোৰো নহয়, পগলাও নহয় ; কাম-কাজ নকৰা টেঁখেলীয়া (টেঁকীশলীয়া?) লোক, য'তে ৰাতি ত'তে কাতি কৰে। আজি গুড়া-সান্দহৰ কলহ পাইছিলহি—ইত্যাদি।—হেড্মাষ্টৰে তাৰ লগত এইদৰে কথা পাতিছিল—

হেঃ মাঃ—এই, তোৰ নাম কি? ক'ৰপৰা আহিছ?

—মোৰ নাম নজানাহ নেকি? মোৰ নাম জয়দেউ। মই বৰদৌলগুৰিৰ মানুহ। মই ভাল মানুহ।

—ইযালৈ পিছে ৰাতি কেনেকে আহিলি? কিয় আহিছিলি?

—বাটে বাটে আহিছিলোঁ। তইঁত নাযাহ নেকি?

—ইযাত সোমাইছিলি কিয়? পৰৰ ঘৰত ৰাতি মনে মনে কোন সোমায়? চোৰহে সোমায়। সোমাইছিলি সোমাইছিলি বাৰু, সান্দহ খাইছিলি কিয়?

—তই সান্দহ নাখাহ নেকি? মই নকওঁ যা। মোৰ ঘৰক মই আহিছোঁ। ছবখানে আগুৰি ধৰ্চাহ কিযা? বৌহাঁত ঘৰত নাই দেখি মোৰ নিজৰ ঘৰত মই নিজে সান্দহ লৈ খাইছোঁ, তইঁতৰ কি হানি হ'ল ? গুচি যা। ভালে ভালে গুচি যা।

—অ' তেন্তে তোৰ বৌযেৰাও আছে?

—অ, আছে তো। তইঁতৰ নাই নেকি?

—কেইজনী বৌযেৰা আছে?

—কিযা লাগেই? মোৰটোকে ধৰি তিনিটায়ে আছে।

—তই তেন্তে বিয়াও কৰাইছ? ল'ৰা-ছোৱালী আছে নেকি?

—নাই। ৰাইজৰ বিলাকেই মোৰো।

তাৰ কথা শুনি আমি আটায়ে হাঁহিলোঁ। তাক চেৰা-বলিয়া বুলি হেড্মাষ্টৰ ছাৰ গুচি গ'ল। ঘৰত খবৰ দিয়াত ককায়েকহঁত আহি তাক লৈ গ'লহি। সি আচলতে পগলা হ'লেও অইনৰ অনিষ্ট কৰি বা যিহকে-তিহকে কৰি ঘূৰি ফুৰা পগলা নাছিল। সেইদেখি গাঁৱত হেনো সকলোৱে তাক জয়দেউ ভাঙাৰা বুলিছিল ; তাৰ মানে জটীয়া-ভাঙৰা শিৱ-মহাদেউ বুলিয়ে কোনেও তাক ভয় নকৰিছিল। ঠায়ে ঠায়ে তেনে বলিয়া দুই-একোজন পোৱা যায়। ১৬।৪।৯০

# কাৰো আগত নক'বি

তেতিয়া বাৰিষা বানপানী হ'লে পাথৰিঘাট মাইনাৰৰ ছাত্ৰাবাস এটা সৰু দ্বীপৰ দৰে হৈ পৰে। আকৌ খৰালি ওচৰৰ মৰা নৈখন শুকাই লেৰেলা-চেপেটা হয়। তাত এক আঁঠু, এক কৰঙন মান মাত্ৰ পানী থাকে। মানুহে নামি পাৰ হৈ অহা-যোৱা কৰে। কেতিয়াবা ওপৰেদি এখন বাঁহৰ দলং লোকেলবোৰ্ডে দিয়ায়। এইটোৱে হ'ল পুৰাণ-প্ৰসিদ্ধ দ্বিগজ নদী। পূৰ্বে শিয়লা গোসাঁয়ে (ভক্ত সম্বৎসৰে) তেওঁৰ আশ্ৰম নষ্ট কৰাৰ কাৰণে হেনো এই নদীক শাপ দি জীয়া নদী গুচাই মৰা নদী কৰিছিল।

বাৰিষা ইয়াৰ প্ৰকোপ চায় কোনে? তেতিয়া ই ঘাই নদী ননৈৰ এটা প্ৰবল সুঁতি হৈ পৰে। তেতিয়া সি আচল নৈতকৈও কোবাল হৈ পৰে। ওচৰৰ ঠাইবোৰ ধলৰ পানীযে বুৰাই টুমনিবোৰ একো একোখন দ্বীপৰ দৰে কৰি তোলে। ৰাতিটোৰ ভিতৰতে কেতিয়াবা তেনে বিপৰ্য্যয় ঘটে।

এনেকৈ বানপানীয়ে আগুৰি ধৰিলে আমাৰ ভয়ো লাগে—ফুৰ্তিও লাগে। ওচৰৰে গোসাঁই-ঘৰৰ কাষৰপৰা বা আলিৰ উত্তৰে থকা দোকানীহঁতৰ বাৰীৰপৰা ৩।৪ ডাল ডাঙৰ আঠীয়া কলৰ গছ কাটি আনি কলৰ ভেল (ভূৰ) সাজি লৈ বানপানীত ভেল বাই অ'লৈ-ত'লৈ যাওঁ। তেতিয়া বাধ্য হৈ সকলোৱে জলৰূপী নাৰায়ণৰ ওপৰতে গা ধোৱা, শৌচাচাৰ কৰা আদি যাবতীয় কাম কৰিব লাগিছিল। হোষ্টেলৰ কম্পাউণ্ডতে এটা ঘৰৰ ভেটি আছিল। বেচ্ ওখ ভেটি। সেইটো বানপানীত তল নগৈছিল। কেতিয়াবা কিবা ঘৰ বান্ধিবলৈ বুলি হয়তো সেইটো কোনোবা চৰকাৰে বন্ধাইছিল। ডাঙৰ পানী আহিলে আমাৰ ছাত্ৰাবাসবোৰ তল গৈছিল, সেইটো কিন্তু নগৈছিল। ধলৰ পানী ৩।৪ দিনৰ বেছি নাথাকিছিল। আমি সেইকেইদিন মাটি-কটা নুনীয়া বঙালে গছৰ-তলে বাঁহৰ-তলে ভাত ৰান্ধি খোৱাৰ দৰে সেই ওখ ভেটিটোতে ভাত ৰান্ধি খাইছিলোঁ। সাধাৰণতে ৰহৰ দাইল আৰু মাটিৰ দাইল আৰু আলু ভজাই আছিল আমাৰ সেইকেইদিনৰ ঘাই খাদ্য। আলু সিজাই লৈ তাতে কণী ভাঙি দি পিঁয়াজেৰে ভাজিলে খাবলৈ বৰ জুতিলগা হয়। আমি ভেল বাই ফুৰি গৈ দোকানীহঁতৰ বাৰীৰ পানীত তল যাব খোজা তুলা টেঙাৰ গছবোৰৰপৰা মোনা ভৰাই টেঙা ছিঙি নি দাইল ভাতৰ লগত খাইছিলোঁ। দোকানীহঁতে খং নকৰিছিল।

এদিন দুপৰীয়া বন্ধু হৰেশ্বৰ চলিহাক ভাত ৰান্ধিবলৈ দি শয়ন আৰু মই চাৰিডাল কলৰ এখন মজবুট ভেলত উঠি এপাক ভেল বাই আহিবলৈ বুলি ওলাই গৈছিলোঁ। শয়নে নাও-ভেল বাব মোতকৈও নাজানে। মই অলপ সাঁতুৰিব পাৰোঁ ; শয়নে সিমানো নোৱাৰে। গতিকে গছ নোহোৱা দেশত এৰায়ে বৰগছ

হোৱাৰ দৰে হৈ মই তাক সাহ দি কৈছিলোঁ—ভয় নাই ব'ল, মই আছোঁ নহয়। মই থিয় সাঁতোৰ, ভেলা সাঁতোৰ আদি কেইবাটাও সাঁতোৰ জানো। সি ৰগৰ কৰি কৈছিল—ভালেই হ'ল মই কেনেবাকে ভূৰৰপৰা পৰিব লাগিলে তাৰে দুটামান সাঁতোৰ তই মোক শিকাই দিবি , কিন্তু মেকুৰী-সাঁতোৰ নালাগে দেই।—

ভূৰত উঠি অলপ দূৰ গৈ দেখোঁ—ধলৰ পানী নহয় যেন এখন কোবাল বহল নৈহে। চাৰিওফালৰ সকলোবোৰ পানী বৈ আহি দ্বিগজৰ মূল সোঁতটোত পৰিছে। আমাৰ ভূৰ তাতে পৰিল। সোঁতে আমাক উটাই নিবলৈ ধৰিলে। আমি দুয়ো বল দি চৰি মাৰিও তাক ঘূৰাই আনিব নোৱাৰিলোঁ। নিলে যে নিলেই। অলপ দূৰ লাহে লাহে নি ক্ৰমে চোঁ-চোঁ কৰে সোঁতৰ বুকুত পেলালেগৈ। আমি থপৌ-জপৌ কৰি ইফালে এবাৰ, সিফালে এবাৰ চৰিবাৰি মাৰি থাকিলোঁ। সোঁতে ছাট্ কৰি নি ভগা দলঙৰ থিয় হৈ থকা বাঁহৰ খুঁটা এটাত খুন্দা মাৰি দিলে। তৎক্ষণাৎ ভেলখন ঘূৰিল। পানীৰ চাকনৈযাত সি একে ঠাইতে দুপাকমান ঘূৰিল কিন্তু বুৰ নগ'ল। তাৰ পাঁছত পথালিয়ে গৈ বহুত দূৰ পালে। আমি চকুৰে সৰিয়হৰ ফুল দেখিলোঁ। প্ৰায় পোৱা মাইলমান তেনেকৈ গৈ ভূৰখন আগ ওলাই থকা বটা-খাগৰি কেইজোপামানৰ মাজত সোমাল। তেতিয়াহে আমাৰ মুখত পানী আহিল , মাত ফুটিল। চৰিৰে বাই নি ভূৰখন কোনোমতে পাৰত লগাই আলিত উঠিলোঁ।—'তই আজি মৰিলি হয়, ভাই',—শয়নে ক'লে।—তই?

ইফালে আমাক বিচাৰি কত কল্পনা-জল্পনা হ'ল , গল্প-গুজব ওলাল। কোনোৱে ক'লে—সিহঁতে ঘাই নদী পালেগৈ। কোনোৱে ক'লে—সিহঁতৰ ভূৰ ঘূৰি থকা দেখিছিলোঁ, ক'ৰবাত কিজানি তল যোৱাত সিহঁত পৰি মৰিল ইত্যাদি। যি হওক আবেলি আমাক গাঁৱৰ মানুহে নি হোষ্টেলত থৈ আহিল। ইও এক বিচিত্ৰ অভিজ্ঞতা, পাহৰা টান!

আকৌ অইন এটা ভূতৰ কথা। গাঁৱত ভূতৰ কথাই বেছি। ইবাৰো বন্ধু শয়ন আৰু মই দুয়ো ভূত হৈছিলোঁ। ইমান দিনে ঘটনাটোৰ কথা কাকো কোৱা নাছিলোঁ, আজি কওঁ।

এদিন সহপাঠী বন্ধু যোগেন শইকীয়া আৰু মই লগ লাগি তৃতীয় শিক্ষক খোচনুৰ আলী ছাৰৰ বহাত অসমীয়া সাহিত্য পঢ়িবলৈ গৈছিলোঁ। গৈছিলোঁ মানে—তেখেতেই মাতিছিল। পঢ়ুৱাই তেখেতে ভাল পায়। নিজকে পাহৰি যায়। শ্ৰেণীত পঢ়োৱা পাঠ্য-সাহিত্য নহয়। বাহিৰা কিতাপ। বাহিৰা কিতাপ পঢ়িবলৈ তেখেতে আমাক বৰকৈ উপদেশ দিছিল। মই দণ্ডিনাথ কলিতাৰ 'দীপ্তি' আৰু আনন্দ চন্দ্ৰ আগৰৱালাৰ 'জিলিকনি' এই কিতাপ দুখন পুৰস্কাৰ পাইছিলোঁ। তাৰে কিছুমান কবিতা পঢ়ি বৰ ভাল লাগিছিল। কিছুমান বুজা নাছিলোঁ বা আধা-বুজাকে আছিলোঁ। তৃতীয় শিক্ষক খোচনুৰ আলি ছাৰে সেইবোৰ ব্যাখ্যা কৰি বুজালে বৰ ভাল পাইছিলোঁ।

তেখেতে ব্যাখ্যা কৰোঁতে অইন অইন কবিৰ সমাৰ্থক কবিতা-পংক্তিবোৰ গালে শুনি থাকি আমি তেনেই ভোল গৈছিলোঁ।

পিছে এদিন তেনেকৈ কিবা এটা কবিতা বুজাবলৈ লৈ ছাৰে আমালৈ লক্ষ্য কৰি ক'লে—তোমালোকে হিন্দুসকলে য'তে-ত'তে ভূত দেখা। দেও-ভূত মানুহৰ মনৰ সৃষ্টি। এন্ধাৰ ৰাতি হাতত জুই বা লাখুটি নাথাকিলে এনেয়ে মনটো উকণ্ডা উকণ্ডা লাগে। মনত ভয় ওপজে। তেতিয়া গছৰ জোপোহাটোকে জন্তু বা মানুহ মানুহ যেন লাগে। সেযে ভূত হয়। মনৰ ভ্ৰান্তিয়ে ভূত। আচলতে ভূত নাই।

মই সুধিলোঁ—ছাৰ, তেন্তে আপুনি ভূত থকা বুলি বিশ্বাস নকৰে নেকি?—নকৰোঁ।—তেওঁ ক'লে। আৰু ক'লে—তুমি বিশ্বাস কৰা নেকি? ভূত কেতিয়াবা দেখিছিলাও নেকি? মোকো দেখুৱাব পাৰিবা নে?

মই এটা গল্প ক'লো। গাঁৱৰ ঘৰত থাকোঁতে এদিন মোকেই ভূতে পাইছিল। সেইদিনা লেমত তেল নথকাত সাঁজতে শুই আছিলোঁ। এন্ধাৰ ৰাতি। পিতা ঘৰত নাছিল। ৰাতি ক'ৰবাৰপৰা ফুৰি আহি ভাত খাবৰ পৰত চোতালৰপৰা মোক মাতিলে। ভাত খাবলৈ মতা বুলি জানি মই উখা-মুখাকৈ উঠি গৈ আমাৰ পাণতলী পালোঁ। আকৌ মাতোঁতে মই পাণতলীৰপৰা উত্তৰ দিয়াত সকলোৱে মোক তাতে বিচাৰি পাই ভূতে মাতি নিয়া বুলি ঠিক কৰিছিল আৰু জাব-জৰী দি ভূত উজাৰিছিল।

কথা শুনি তেওঁ হাঁহিলে আৰু ক'লে—সেয়া দেখোন তোমাৰ মনৰ ভুল ওলাযে পৰিল। মাতিছিল তোমাক পিতাৰাই, ভূতে নহয়। তেন্তে ভূত ক'ত?

ইয়াৰ পিছত এদিন জিপ্‌জিপীয়া বৰষুণ বতৰত সন্ধিয়াৰেপৰা ক'ৰো মানুহ ক'তো নেদেখা হৈছিল। মাজে মাজে বিজুলীৰ চকামকা পোহৰে বাটৰুৱাক বাট দেখাত সহায় কৰিছিল। তেতিয়া আছিল জাৰৰ দিন। ৰাতি প্ৰায় দহ মান বাজিছে। সন্ধ্যাতে শযনক ক'লোঁ—আজি আমি ভূত হৈ ৰাতি থাৰ্ড পণ্ডিত ছাৰক ভয় খুৱাওঁ দে। তেওঁ কয় ভূত বোলে নাই। ভয়াতুৰ হিন্দুহঁতেহে ভূত দেখে। আজি সকলো টোপনিত পৰিলে আমি দুয়ো গৈ খিড়িকীযেদি হাত ভৰাই তেওঁৰ লেপ-গাৰুবোৰ বাহিৰলৈ টানিম। গ'ল বছৰ বাণেশ্বৰক খিড়িকীয়েদি ভূতে টনাৰ কথাকোৱাত তেওঁ আমাক কি কৈছিল জানা? তেওঁ উপলুঙা কৰি কৈছিল—সেই ভূতটো তোমালোকৰ সেই হাবিৰ মাজত থকা গোসাঁইঘৰটোৰপৰা আহিছিল নে অইন ক'ৰবাৰপৰা? মই কৈছিলোঁ—ভূত গোসাঁইঘৰত নাথাকে, হাবি-জংঘলতহে থাকে। আমাৰ গোসাঁইঘৰত দেৱতাহে থাকে ; দেও-ভূত নাথাকে।—গতিকে অমি আজি হাবিৰপৰা অহা ভূত হৈ তেওঁক এবাৰ ধৰি চাম। হাবিৰ ফালৰপৰা আহিম আৰু হাবিৰ ফালে যোৱা দেখুৱাম।—শয়ন মান্তি হ'ল।

যেনে পৰিকল্পনা তেনে কাম। ডাঙৰ বৰষুণ এজাক হৈ যোৱাৰ পাছত কিন্‌কিনাই বৰষুণ দি আছিল। মাজে মাজে দেউতাই গৰ্জে আৰু খাৰ-জিলিকনি মাৰে। আমি হাতত সাৰে ভৰিত সাৰে হাবিৰ ফালৰপৰা কাপোৰৰ পুৰণি জোতা

পিছ্ছি দুয়ো জুপুত্ জুপুত্‌কৈ আহিলোঁ। ছাৰ থকা ঘৰটো পুৰণি আৰু খেৰৰ ঘৰ। খিড়িকী বাঁহৰ। বাহিৰৰপৰা ঠেলি ইফালে সিফালে নিব পাৰি।

মই গৈ পোনেই তেওঁৰ বিছনাখনৰ কাষৰ খিড়িকীখন ঠেলি হাত সুমাব পৰা কৰি ল'লোঁ। তাৰ পাছত ছাৰৰ গাত-লোৱা লেপখন আঁকোৱালি ধৰি বাহিৰলৈ টানিব ধৰিলোঁ। বিকৃত মাতত শয়নকো ক'লোঁ—ধৰ্, টান্।—ছাৰে সাৰ পালে। তেওঁৰ গাৰ লেপৰ আধাখিনি তেতিয়ামানে খিড়িকীৰ বাহিৰত। তেওঁ 'হেই, হেই, চুঃ চুঃ' কৰিবলৈ ধৰিলে। কিবা মেকুৰী-তেকুৰী বুলি ভাবিছিল হ'বলা। তেওঁ তেতিয়া গাৰুৰ তলৰপৰা জুই-বাহ বিচাৰি লৈ লেম জ্বলাবলৈ কাঠি মাৰি আছিল। ভাগ্যে তেওঁৰ লগত টৰ্চ নাছিল। টৰ্চ আমাৰ কাৰোবে নাছিল।

লেমৰ পোহৰেৰে তেওঁ বাহিৰলৈ চাব চেষ্টা কৰিলে। পিছে দেখে কেনেকৈ? আমি জানিছিলোঁ যে লেম হাতত লোৱা মানুহে লেমৰ পোহৰত অলপ দূৰৰ বস্তু একো নেদেখে। এন্ধাৰত থকা লোকেহে তেওঁক সেই পোহৰত ভালকৈ দেখে। সেয়ে হ'ল। ছাৰে আমাক নেদেখিলে, আমি তেওঁক দেখিলোঁ। তেওঁ লেপখন সামৰি লৈ মুখেৰে কিবা গুণ্‌গুণোৱা শুনিছিলোঁ। সম্ভৱ কিবা কলিমা পঢ়িছিল। ভূত খেদিবলৈ কলিমা পঢ়িছিল।

পিছদিনা মোৰ সহপাঠী বন্ধু যোগেন শইকীয়াক লগত লৈ মই কিবা অঙ্ক শিকাৰ ছলেৰে ঘটনাৰ গমগতি ল'বলৈ বুলি ৰাতিপুৱা ছাৰৰ ওচৰ পালোঁগৈ। তেওঁ ক'লে—আজি তোমালোকক নপঢ়াওঁ দিয়া। ৰ'দ দিব খুজিছে দেখোন, মোৰ লেপ-তুলিবোৰ মেলি দিব লাগে। কালি কিবাই খচ্‌মচাই নষ্ট কৰিছে।—মই ক'লোঁ, কিবা মেকুৰী-তেকুৰী নেকি ছাৰ? কোন পিনেদি আহিছিল? দুৱাৰত ভালকৈ ডাং দিয়া নাছিল নেকি?

তেওঁ ক'লে—নহয় হে। খিড়িকীয়েদি কিহবাই খচ্‌মচ কৰি লেপখন টনা যেন কৰিছিল। —মই ক'লোঁ—কি হ'ব? মেকুৰীত বাহিৰে কি হ'ব আৰু? এটা বৰ ডাঙৰ বোন্দা মেকুৰী ঘূৰি ফুৰে। হাবিৰ ওচৰত দেখিলে তাক সৰু কুকুৰ-নেচীয়া বাঘ যেনেই লাগে।—তেওঁ ক'লে—মেকুৰী নহয়।—

মই তেতিয়া মুখখন জোৰকৈ চেপি ধৰি নহঁহাকৈ থাকি ক'লোঁ—তেন্তে আমাৰ হিন্দুহঁতৰ হাবিতলীয়া কিবা ভূত-তুত নেকি ছাৰ?

—হ'ব পাৰে। পিছে মই লগে লগে কলিমা পঢ়াত সেইবোৰ আৰু নোহোৱা হ'ল।

—তেনেহ'লে সদায় কলিমা পঢ়িব ছাৰ। নহ'লে সি চল পালেই ধৰিবহি। ছাৰ, 'ভূত নাই আৰু ভূত মই দেখা নাই' —বুলিলে বোলে ভূতে দেখা দিয়ে— বুঢ়ী আয়ে আমাক কৈছিল। হয় নেকি?

—হয় যদি সেইটো তোমাৰ বুঢ়ী আইতাৰাক ভয় খুউৱা ভূত হ'বলা।— এনেকৈ কৈ তেওঁ হাঁহি হাঁহি আমাক বিদায় দিলে।

শয়নক পিছদিনাও মই কৈছিলোঁ—মৰিলেও এই ঘটনাৰ কথা তই হ'লে কাৰো আগত নক'বি। ই বাঘৰ নেগুৰেৰে কাণ খজুৱা কথা। কাৰো আগত নক'বি। ১৩।৭।৯০

# মহাৰাণীৰ দোহাই

ইও পাথৰিঘাট এম. ই. স্কুলৰে কথা। আমাৰ ছাত্ৰাবাসৰ ওচৰতে চৰকাৰী ৰাস্তাটোৰ সিফালে কিনাৰতে এখন সৰু দোকান আছিল। আমি তাৰপৰা দালি, মিঠাতেল, কেৰাচিন তেল, আলু, পিঁয়াজ, বুট আদি নিত্য ব্যৱহাৰ্য্য বস্তু কিনি আনো। চাউল প্ৰায় সকলোৱে ঘৰৰপৰাই আনো , নিকিনো।

এদিনাখনৰ এটা আমোদজনক ঘটনা মনত পৰিছে। মালিক দোকানীজনৰ ল'ৰাটো কুৰি-পঁচিশ বছৰীয়া ডেকা। সি দোকানত প্ৰায়ে নাথাকে। বাপেকে দোকান ৰখে। বাপেক বুঢ়া। বুঢ়াৰ বয়স ৬০।৭০ বছৰ মান হ'ব। আগ-দাঁত ২।৪ টা সৰিছে। জগৎ বোলা ল'ৰা এটাক তেওঁ কিবা বস্তু বেচোঁতে খুচৰা দু-আনি এটা ওভতাই দিছিল। দু-আনিটো বেয়াকৈ খয় (ক্ষয়) যোৱা আছিল। জগতে প্ৰথমে ভাল-বেয়া একো নোচোৱাকৈ লৈ থৈ পিছত সেইটো ঘূৰাই দিবলৈ যোৱাত বুঢ়াই সেইটো গ্ৰহণ কৰা দূৰৰ কথা তাক মিছলীযা, টটাটিঙা, বদমাচ, ফাকিতাং আদি মাতেৰে গালি শোধাই ওভতাই পঠালে। জগতে আহি ছাত্ৰাবাসত সেই কথা কোৱাত ছাত্ৰাবাসৰ ল'ৰাবোৰ জঁকি উঠিল। তপতে তপতে ৮।১০ জন ল'ৰাই গোট খাই বুঢ়াক এসেকা দিবলৈ খেদি গ'ল। সকলোৰে হাতত একোডাল টাঙোন, টোকন বা ফলা-খৰি ঃ যেন, শহা-পহু চিকাৰলৈহে ওলাইছে। সিহঁতে এটা বুধি কৰিলে। আটায়ে একেলগে নগৈ জগতক অকলে আগধৰি পঠালে—সি গৈ কাজিয়াখন আৰম্ভ কৰক। বাকী সকলোবোৰ দণ্ডহস্ত হৈ গছ এজোপাৰ আঁৰত থিয় হৈ থাকিল।

জগত গ'ল। সি গৈ—এই বুঢ়া, পইচা সলাই দিবিনে নিদিবি? এইখন মান-মৰাণৰ ৰাজ্য হ'ল নেকি?—এনে বুলিবহে পালে বুঢ়া তেনেই দাং খাই উঠিল। ক'লে—আকৌ আহিছ নে? গুচি যাবি নে গতি লগাব লাগে? নিলাজ, নিধক ক'ৰবাৰ। ভালে ভালে গুচি যা ; নহ'লে বুঢ়াৰ ছোট্ পাবি। চিনি পোৱা নাই হ'বলা?

—হৈ বুঢ়া, গতি লগাবি? আহ্চোন চাওঁ—বুলি জগতে চিঞৰি ক'বহে পালে,

বুঢ়া খেদি আহিল। বুঢ়ি বাঢনী এডালকে হাতত লৈ—আৰু এখোজ আহিলিয়ে এইডাল ছিঙিম—বুলি খেদি আহিল।

বুঢ়াৰ কথা শেষ হ'বলৈ নৌ পাওঁতেই ৬।৭ জন ল'ৰা গছৰ আঁৰৰপৰা ডকাইত অহা দি টাঙোন-টোকন লৈ আহি বুঢ়াক আগুৰি ধৰিলে। বুঢ়াই যেন কোদোৰ বাহতহে জুই দিলে। কোনোবা এজনে এটা নে দুটা কোবকে শোধালে। বুঢ়াই হাতৰ ঝাৰু পেলাই দি ক'বলৈ ধৰিলে—মোৰ গইঁইহাঁত ঐ, মোক নামাৰিবি, মই পইচা সলাই দিম। মহাৰাণীৰ দোহাই, মহাৰাণীৰ দোহাই, মোক নামাৰিবি।—এইবুলি বুঢ়াই মাটিৰ ওপৰতে ভৰি মেলি ধনৰ হাত-বাকচটোকে আগ বঢ়াই দি হাত-যোৰ কৰিবলৈ ধৰিলে। ল'ৰাহঁতে দুআনিটো থৈ লেখি লেখি আঠটা পাতি-পইচা লৈ উলটি আহিল। মহাৰাণী ভিক্টোৰীয়াৰ দোহাইৰ গুণ আমি আৰু অইন প্ৰসঙ্গতো সৰুতে শুনিছিলোঁ। 'মহাৰাণীৰ দোহাই'—কোনো কাম নকৰিবলৈ দিয়া এটা কিৰা (শপত) হৈ পৰিছিল।

(২)

এইদৰে গৈ গৈ এদিন মাইনাৰৰ বৃত্তি-পৰীক্ষা দিবৰ দিন আহিল। বৃত্তি-পৰীক্ষা মানে ইস্কুলৰ শেষ পৰীক্ষা। সেইবাৰ ক্লাছ ছিক্সত সম্ভৱ আমি বাৰজন ল'ৰা পৰীক্ষাৰ্থী আছিলোঁ। সেয়ে বানপানী ! মহাকুমাটোৰ ভিতৰত একেখন এম ই স্কুল। তাৰপৰা পৰীক্ষা দিছিল বাৰজন ল'ৰাই। এয়ে শিক্ষাৰ প্ৰতি সেই সময়ৰ সমাজৰ আগ্ৰহৰ পৰিমাণ দাঙি ধৰে।

যোগেন্দ্ৰ নাথ শইকীয়া আৰু মোৰ মাজত পঢ়াত অৰিয়া-অৰি চলিছিল। পঢ়াতহে অৰিয়া-অৰি , বাহিৰা কাম-কাজত আমাৰ মাজত বৰ মিল। মিষ্টাৰ মিষ্টাৰ। যোগেন্দ্ৰ পিছে আমাৰ শ্ৰেণীৰ ভিতৰতে দেখাত সৰু ল'ৰা আছিল। সৰু যদিও কিন্তু গাঁঠলু। তেওঁৰ খং উঠিলে বৰ খং। ব্ৰহ্মা, বিষ্ণু কাকো নামানে। ডাণ্ডৰ-সৰু নাচায়। যাৰে-তাৰে লগত যুঁজিবলৈ হাত জোকাৰি ফেপেৰি পাতি আগ বাঢ়ে। তেতিয়া মুখেদি অনবৰত বামুণৰ মুখৰ মন্ত্ৰৰ দৰে কথা ওলাই থাকে।

এদিন আমাৰ দুয়োৰো মাজতে তেনে এখন যুঁজ লাগিছিল। শ্ৰেণীৰ ভিতৰত এজন গাত বল থকা ল'ৰা বুলি মোক বহুতে ভাবিছিল আৰু ময়ো তেনে এটা গপ পুহি নৰখাকৈ নাছিলোঁ। সেইদিনা যোগেনৰ—কি কথাত জানো—খং উঠিল। তেওঁ আহি মোৰ ওপৰতেই পোটক তুলিবলৈ মোৰ হাত এখনত ধৰি মোক টানি নিব খুজিলে। মই হাঁহি হাঁহি ঠেলা মাৰি দিলোঁ। তেওঁ গৈ মাটিত উবুৰি হৈ নপৰাকৈ কোনো-মতেহে ৰ'ল। দ্বিতীয়বাৰ তেওঁ খেদি আহি মোক এনেকৈ জোৰেৰে ধৰিলে যেন এতিয়া মোৰ লগত হতাহতি মল্লযুদ্ধ এখনকে পাতিব। মোৰো খং উঠিল। মই তেওঁক পোনেই ডিঙিটোত দুয়ো হাতেৰে ধৰি ওপৰলৈ তুলি ঠেকেছা মাৰি মাটিত বহুৱালোঁ আৰু লগে লগে ঠেলা মাৰি বগৰাই দিলোঁ। তেওঁ ক্ৰোধত অগ্নিশৰ্মা

হৈ মোৰ সোঁহাতখনকে দুয়ো হাতেদি ধৰি তাৰ কেঁয়া-আঙুলিটো বেঁকা কৰি নি হাতৰ তলুৱাৰ পিঠিত লগালে। মই বৰ দুখ পালোঁ। তেওঁক ভালকৈয়ে গঁতা এটা মাৰি দি ধৰাশায়ী কৰিলোঁ। তেওঁ মাটিত পৰি কান্দি ৰ'ল। মই গুচি গ'লোঁ। দুই-চাৰি দিনৰ ভিতৰতে দুয়ো আকৌ মিলি গ'লোঁ ঃ যথা পূৰ্বং তথা পৰং। বৰং তাৰ পিছত আমাৰ মিল বাঢ়িলহে। দুযো তেনেই যেন সনা-পিঠা হ'লোঁ। কিন্তু মোৰ সোঁহতৰ কেঁয়া-আঙুলিটো হ'লে আজিকোপতি বেঁকা হৈয়ে ৰ'ল। কেইবাবছৰ পিছত মই তেওঁক আঙুলিটো দেখুৱাই আমাৰ যুঁজখনৰ কথা সোঁৱৰাই দিয়াত তেওঁ কৈছিল—যুঁজখনৰ কথা মনত পৰে, কিন্তু আঙুলি তুমি ক'ৰবাত ফুটবল খেলোঁতে পৰি ভাঙিছিলা , মোৰ লগত যুঁজত নহয়। মই সেইটো ভালকৈ জানো, ভাই। মিছাতে মোক অপবাদ নিদিবা।

(৩)

ক্লাছ ফ'ৰ নে ফাইভৰ কথা। জগত বৰুৱা বুলি এটা সমনীয়া বন্ধু আছিল। তেওঁৰ পিতাকৰ নাম আছিল পানীৰাম বৰুৱা। জগৎ আছিল কলা ঃ কাণেৰে ভালকৈ নুশুনে। গতিকে আমি কথা পাতিলে সি আমাৰ মুখলৈ চাই থাকি উমানে উমানে উত্তৰ দিয়ে। কেতিয়াবা আমি তাক—ভাত খালি নে? বুলিলে সি—মই নাযাওঁ—বুলি কয়। তাতে আমাৰ হাঁহি উঠে। সেইদেখি তাক সকলোৱে সকৈকে কথা কৈ জোকাই খং তুলি ভাল পাইছিল। তাৰ ফালে চাই ওঁঠ দুটা লৰাই মুখেৰে ফুটাই একো নক'লেও দি পোনেই কৈ উঠে—এই, পিছত বেয়া হ'ব দেই। মোৰ পিতাই তোৰ কি খাইছে আহি?—তই যে—পানীৰাম মৰক। পানীৰাম মৰক—বুলিছ? মই শুনা নাই হ'বলা?

এদিন ইস্কুল বহাৰ আগে আগে বাৰাণ্ডাত সি মোক লগ পাই মোৰ ফালে চাই পোনেই ক'লে—তই আজিও মোক জোকাই লৈছ! আহ বাক আজি হাতে হাতে কোবাই যুঁজ কৰোঁ ! হয় তোৰে হাত ভাগিব, নহয় মোৰে।—এইবুলি সি মোৰ সোঁহাতত তাৰ সোঁ-হাতেৰে এটা কোব বহুৱালে। ময়ো তো মৰা মানুহ নহওঁ? মোৰো খং উঠিল। ময়ো হাত দাঙি ল'লোঁ। টানকৈ মুঠি মাৰি লৈ দুয়োজনে হাতে-হাতে কোবাবলৈ ধৰিলোঁ। চোৱা ল'ৰা ভৰি পৰিল। সকলোৱে আগুৰি ধৰাত দুয়োৰো যুঁজ তীব্ৰৰপৰা তীব্ৰতৰ হ'ল। শেষত দুয়োৰে হাত উখহিল, কিন্তু তথাপি 'কাকো কেৱে নোহে তুষ্টি ; হানে বজ্ৰসম মুষ্টি'—চলি থাকিল।

কেইমিনিটমান পিছত সি কোবাব এৰি পিছুৱাই যোৱাত তাৰ গাতেই মোৰ শেষৰ কোবটো পৰিল। ময়ো সামৰিলোঁ। সিও ছাত্ৰাবাসতে থাকি মোৰ দৰেই ৰান্ধি-বাঢ়ি খাইছিল। পিছদিনা পুৱা মুখ দেখা-দেখি হোৱাত সি নো কয় কি?—হেই অতুল ভাই, মোৰ হাত হ'লে আজিও বিষাই আছে। তোৰ হাত বিষোৱা নাই

নে? তোৰ হাত লোহাৰ নেকি ঐ?—। মই ক'লোঁ—মোৰো সেই একে কথা। লাজতে মই কোৱা নাই। চা, এয়া। সি ক'লে—মই প্ৰতিটো কোবতে ভাবিছিলোঁ—সি এৰিলে ভাল হয়, মোৰ মানটো বাচে। পিছে তয়ে কালি জিকিলি দে। আগলৈ আৰু আমি এনে যুঁজ নকৰোঁ। বাকীবোৰে ৰংহে চালে ; কোনেও তো একো দুখ নাপালে। যুঁজখনো কোনেও ভাঙি দিব নুখুজিলে। মৰণ হ'ল আমাৰ দুটাৰ।

এনেকৈ গৈ গৈয়ে শেষত এদিন বিদায়ৰ দিনটো আহিল। আমাৰ সান্দহ-খোৱা বালি তল যাবলৈ ওলাল। ছাত্ৰাবাস এৰি গৈ পৰীক্ষা দিম আৰু পিছত পৰীক্ষাৰ ফলাফল ওলালে ইস্কুল এৰিম। ইমান দিন ইমান ৰং-ধেমালি, কাজিয়া-তামাচা কৰি থকা ছাত্ৰাবাস এৰি যাব লাগিব বুলি পোনতে মনটো বৰ গধুৰ গধুৰ লাগি আছিল। ইস্কুল এৰাতকৈও যেন ছাত্ৰাবাস এৰাটো বেছি টান ! হ'লেওতো এদিন এৰিব লাগিবই।

বিদায়ৰ দিনা পোনতে চুপাৰিণ্টিণ্ডেণ্ট হেড্‌মাষ্টৰ ভবেন্দ্ৰ দাস ছাৰৰ কমলৈ গ'লোঁ। সময় আছিল ৰাতিপুৱা। তেতিয়া ৮।৯ মান বাজিছিল। আমি যোগেন, মই, ঘনকান্ত চলিহা আদি ৪।৫ জন বিদাযী ছাত্ৰ। আমি তেওঁৰ থকা ঘৰৰ বাহিৰৰ কমত সোমোৱাৰ লগে লগে তেওঁ কামিজটো গাত পিন্ধি চটি-জোতাযোৰ ভৰিত সুমুৱাই ওলাই আহিল। তেওঁ সম্ভৱ তেতিয়া গা ধুই উঠিছিল মাত্ৰ। মই পোনেই ক'লোঁ—ছাৰ, আমি আজি আপোনাৰ ওচৰত বিদায় ল'বলৈ আহিছোঁ। ইমান দিনে যি দায়-দোষ কৰিছিলোঁ সেইবোৰ যেন পাহৰি যায়। আমাক আশীৰ্বাদ দিয়ক ছাৰ—বুলি মই তেওঁৰ চৰণত আঁঠুকাঢ়ি পৰাৰ লগে লগে আনকেইজনেও আঁঠুকাঢ়িলে।

হেড্‌মাষ্টৰে হ'ব, হ'ব , উঠা, উঠা,—বুলি আমাৰ ফালে চোৱাৰ দৰে কৰি ওপৰলৈ চাই থাকিল। তেওঁৰ চকুৰেদি চকুলো বাগৰি পৰা আমাৰ চকুত পৰিল। আমিও থিয় হৈ উচুপি উচুপি কান্দিলোঁ। তেওঁ অলপ থমকি বৈ ক'লে—অতুল, তোমালোকৰ প্ৰতি আমি কেতিয়াবা কঠোৰ হৈছিলোঁ। তোমালোকে হয়তো তেতিয়া আমাক নিৰ্দয় বুলিও ভাবিবলৈ এৰা নাছিলা। পিছে মনত ৰাখিবা—তোমালোকৰ মঙ্গলৰ কাৰণেহে আমি তেনে কৰিছিলোঁ। এতিয়া সৰ্বান্তঃকৰণে আশীৰ্বাদ কৰিছোঁ—তোমালোকৰ ভবিষ্যৎ উজ্জ্বল হওক। তোমালোকৰ নামত যেন আমিও সদায় গৌৰৱবোধ কৰিব পাৰোঁ ; কৰুণাময় ভগৱানে তাকে কৰক।—তেওঁ তাকে কৈ আমাৰ আটাইৰে মূৰত হাত ফুৰাই দিলে। তেতিয়া আমাৰ এনেহে লাগিছিল যেন স্বয়ং প্ৰভু ভগৱানে ৰূপ ধৰি আহি আমাক সিদিনাথন পৰশ-সুখ দিছিল। হেড্‌মাষ্টৰ ছাৰক আগতে ইমান কোমল ৰূপত ইমান স্নেহালু হোৱা আমি কোনো দিন দেখা নাছিলোঁ।

তাৰ পাছত একে ছাত্ৰাবাসৰে এমূৰে থকা মমতৰাম কাকতি দ্বিতীয় শিক্ষকৰ ওচৰলৈ যোৱাত তেওঁ নাটকীয়ভাৱে ক'লে—যোৱাহে অতুল, নদীৰ পানীৰ দৰে

তোমালোক আমাৰ নদীত আহিয়ে থাকিবা, গৈয়ে থাকিবা। নামে-যশে মানুহ হোৱাগৈ—সেয়েহে আমাৰ কামনা। ইস্কুল এৰি গ'লেও মাজে মাজে আহি থাকিবা।

এইবাৰ তৃতীয় শিক্ষক আমাৰ শ্ৰদ্ধাৰ খোহ্লুৰ আলি ছাৰৰ ওচৰলৈ যোৱাত তেওঁ দূৰৰপৰা বগা দাঁতকেইটা উলিয়াই হাঁহি মাৰি ক'লে—অতুল, এইবাৰ মতলব কি? আমাক এৰিব খুজিলা নেকি?—হয় ছাৰ, বুলি নমস্কাৰ কৰাত ক'লে—এবা, এই নমস্কাৰটো যেন আমাৰ প্ৰতি তোমালোকৰ অন্তৰৰ এটা চুকত সদায়ে থাকে। জানায়ে নহয়, আমাৰ দৰমহা ত্ৰিশ টকা। কিন্তু এই নমস্কাৰটোৰ মূল্য আমাৰ কাৰণে হাজাৰ টকা। তোমালোকে জীৱনত কোনে কি আসন পোৱাগৈ নাজানো, কিন্তু য'তেই নাথাকা আমি গৌৰব কৰিম তোমালোকক আমাৰ ছাত্ৰ বুলি কৈ। তোমালোকেই আমাৰ খেতি। তাৰ সোণালী ফচল সদায়ে পাম তাকেই আশা ৰাখিছোঁ। সৎ পথত কৰ্তব্য কৰি যাওঁতে দয়াময় ভগৱান সদায় তোমালোকৰ সহায় হওক, তাকে বাঞ্ছা কৰিলোঁ।

চল্‌চলীয়া চকুৰে হাত-যোৰ কৰি আমি উভতিলোঁ। ২৫।৮।৯০

# তেওঁ কলিকতাতে থাকিল

১৯৩২ চনৰ ফেব্ৰুৱাৰী মাহত আমাৰ এম ই পৰীক্ষাৰ 'ৰিজাল্ট' ওলাল। পাছ-ফেইলৰহে খবৰ ওলাল, বৃত্তিৰ নহয়। পৰীক্ষা দিয়া বাৰজন ছাত্ৰৰ আটাইকেইজনেই পাছ হ'ল ঃ সাতজন প্ৰথম বিভাগত, পাঁচজন দ্বিতীয় বিভাগত। তৃতীয় বিভাগত নাই। পৰীক্ষাৰ ফলাফল আশানুৰূপ হোৱা বুলি সকলোৰে শলাগিলে। হেড্‌মাষ্টৰ ভবেন্দ্ৰ চন্দ্ৰ দাসৰ নাম হ'ল।

এতিয়া হাই-স্কুলত নাম লগোৱাৰ সময় আহিল। সেই সময়লৈ মঙলদৈ মহাকুমাত আছিল এখন মাত্ৰ এম ই. স্কুল আৰু এখন মাত্ৰ হাই-স্কুল। এম. ই.খন হ'ল পাথৰিঘাট এম ই আৰু মঙলদৈ হাই-স্কুলখনেই একমাত্ৰ হাই-স্কুল। যত নদ-নদী সকলো সাগৰলৈয়ে গতি কৰাৰ দৰে মঙলদৈ হাইস্কুললৈ যোৱাত বাহিৰে উচ্চ শিক্ষা লভিবলৈ হ'লে অন্য কথা ভাবিবই নোৱাৰি। ময়ো সেইমুৱা হ'বলৈ চিন্তা কৰিব ধৰিলোঁ।

পৰীক্ষা দি উঠি প্ৰায় দুমাহ কাল মোৰ কুৰ্মা খোৱা, অৰ্থাৎ মিতিৰ-কুটুমৰ ঘৰলৈ যোৱা আৰু তাত মজা কৰি খোৱাতেই গ'ল। পিছে পিতাই মোক বৰ বেছিকৈ ঘূৰি-পকি ফুৰিব নিদিছিল। মিতিৰৰ ঘৰলৈ গ'লেও একেৰাহে বেছিদিন ক'তো থকাটো

ভাল নাপাইছিল। তাৰ ঘাই কাৰণ—ঘৰখনৰ ভিতৰত ময়ে আছিলোঁ একমাত্ৰ ল'ৰা। মোক সকলোৱে দেখি থাকিব ইচ্ছা কৰে। তাকে বোলে—'বুঢ়ী বামুণীৰ ধন, চাই থাকিবৰ মন'। মাহী আইক বিয়া কৰোৱা তেতিয়া ৬।৭ বছৰ হৈছিল যদিও তেওঁৰ তেতিয়ালৈ সতি-সন্ততি একো হোৱা নাছিল। গতিকে মোৰ মূল্য আৰু বাঢ়িছিল।

মোৰ পঢ়াৰ কথা পিতাই মাজে-সময়ে আনৰ আগত এইদৰে কোৱা-মেলা কৰা শুনিছিলোঁ।—ইয়াক হাইস্কুলতে দিব লাগিব। বৃত্তি পালে ভাল হয়। নাপালেও কোনোমতে দুখে-কষ্টে মেট্ৰিকটো পাছ কৰাব লাগিব। সি মেট্ৰিক পাছ কৰি কাছাৰীত কেৰাণী সোমালে মই ৰক্ষা পৰোঁ। তেতিয়া ঘৰখনো ৰ'ব। নহ'লে মই নোৱৰাত পৰিছোঁ।—পিতাৰ তেনেবোৰ কথা শুনি মোৰ পঢ়াৰ উদ্যম বহু-পৰিমাণে চেঁচা পৰিছিল।

যি হওক, মাৰ্চ মাহ অহাত Class VIIত নাম লগাবলৈ বুলি ময়ো মঙলদৈ টাউনমুৱা হ'লোঁ। এদিন দিন-বাৰ চাই পিতাই মোক লগত লৈ মঙ্গলদৈৰ দুমাইল ইফালে আমাৰ ছিপাঝাৰ ঘৰৰপৰা মঙলদৈলৈ যোৱা বাটতে পোৱা বঙলাগড় বোলা ঠাইলৈ গ'ল। ৭।৮ মাইল মান দূৰ। আমি দুযো ৰাতিপুৱা গৰম ভাত খাই খোজ কাঢ়ি যাত্ৰা কৰিছিলোঁ। তেতিয়া ছিপাঝাৰৰপৰা মঙলদৈলৈ খোজ কঢ়াত বাহিৰে অহা-যোৱাৰ যান-বাহন একো নাছিল। মালপত্ৰ থাকিলে মানুহে ম'হৰ গাড়ী বা গৰুৰ গাড়ীত নিছিল।

বঙলাগড়ত মোৰ ভাগীৰ খুৱাদেউ বাসৱচন্দ্ৰ বৰুৱা উকীল থাকে। তেখেতে মোক বৰ ভাল পায় আৰু মৰম কৰে। তাৰ ঘাই কাৰণ তেওঁ পঢ়া-শুনাত ভাল বুলি জনা ল'ৰাক বৰ উৎসাহ দিয়ে আৰু ভাল পায়। তেওঁৰ তালৈ যোৱাত তেওঁ পিতাক ক'লে—ককাইদেউ, অতুলে বৃত্তিকে পায় কিজানি? সি প্ৰাইমাৰী পৰীক্ষাত বৃত্তি পাইছিল। এইবাৰো পাব পাৰে। সকলোৱে তাকেই কয় দেখোন।—পিতাই ক'লে—প্ৰাইমাৰীত সি বাৰজন বৃত্তিধাৰী ছাত্ৰৰ ভিতৰত দ্বিতীয় স্থান পাই বৃত্তি পাইছিল। সেইমতে চাই এইবাৰো পাব পাৰে। পালে তো ভালেই। নহ'লেও কিবা প্ৰকাৰে মেট্ৰিকটো পাছ কৰাব লাগিব ; ন'হলে ঘৰখন চলিব কেনেকৈ?

খুৱাদেৱে হাঁহি মাৰি ক'লে—আমাৰ বংশত পঢ়া ল'ৰায়ে নাই। সি ওলাইছে। আৰু নো পঢ়াত কোনটো ভাল ল'ৰা আছে? তাক আপুনি পঢ়ুৱাব লাগিবই। সম্পত্তিবোৰ নো ৰাখি কি কৰিব? সেইবোৰ বেচি-কিনি হ'লেও তাক অন্ততঃ বি. এ. পাছ কৰাব লাগিব। তাতে আপোনাৰ আৰু ল'ৰা নায়েই।—পিতাই মুখেৰে ৰাম-ৰহিম্ একো নামাতি নীৰৱে থাকিল।

অলপ পৰ বৈ খুৰাদেৱে পুনৰ ক'লে—ককাইদেউ,মোৰ মতে তাক এমাহমান নাম লগাই দিব নালাগে। নাম লগালে তিনি মাহ মানৰ মাচুল একেলগে দিব লাগিব। আৰু অন্যান্য ভৰণিও আছে। সি যদি পিছত বৃত্তি পায় তেতিয়া সেই পইচাবোৰ এবাৰ দিয়াৰ পাছত ঘূৰাই পোৱা বৰ টান হ'ব। মই হেড্‌মাষ্টৰলৈ এখন চিঠি লিখি

পঠাম। সি লৈ যাব। কালিলৈ নিব। আজি মোৰ কাছাৰীলৈ যাবৰ হ'ল। সেই চিঠি দেখুৱাই সি হেড্মাষ্টৰৰ অনুমতি লৈ নাম নলগোৱাকৈয়ে কিছুদিন পঢ়িব পাৰিব। লাগিলে পিছত নাম লগাব পৰা হ'ব।—পিতাই ক'লে—তোমাৰ বেছি পলম হোৱা নাই যদি আজিৰ দিনটো কিন্তু ভাল আছিল। ময়ো তাৰ লগতে যাব পাৰিলোঁহয়।

খুৰাদেৱে—'হ'ব বাৰু' বুলি আমাক চাহ-জলপান খাবলৈ দি বহিবলৈ কৈ এখন চিঠি লিখি দিলে।

বাসব বৰুৱা খুৰাদেউৰ আখৰকেইটা বৰ ধুনীয়া আছিল। অসমীয়াও ইংৰাজীও। ভাল আখৰ মোবো বৰ ভাল লাগে। মই চিঠিখন বাটতে পঢ়িলোঁ। ইংৰাজীত লিখা আছিল। তাতে এটা কথা পাই বৰ ভাল লাগিছিল। তেওঁ হেড্মাষ্টৰলৈ লিখিছিল—পত্ৰবাহক ল'ৰাজন মোৰ ভতিজা। তেওঁ এইবাৰ পাথৰিঘাট মাইনাৰৰপৰা এম ই পৰীক্ষা দিছে। প্ৰাইমাৰী পৰীক্ষাত সি মহকুমাৰ ভিতৰত দ্বিতীয় হৈ বৃত্তি পাইছিল। এইবাৰো এম ই ৰ প্ৰতিযোগিতামূলক বৃত্তি পোৱাৰ আশা আছে (He has a fair chance of securing a competitive Scholarship in the M E Examination this time also )। পৰীক্ষাৰ ফলাফল সম্ভৱ আৰু দুই-এসপ্তাহতে ওলাব। তেতিয়ালৈ তাক শ্ৰেণীত নাম নলগোৱাকৈ বহি পঢ়িবলৈ অনুমতি দিলে কৃতাৰ্থ হ'ম , নহ'লে নাম লগোৱাৰ পিছত বৃত্তি পাব লাগিলে বহুত পইচা সি পোনতে অনৰ্থক ভৰিব লাগিব।

সেই সময়ত মঙলদৈ হাইস্কুলৰ হেড্মাষ্টৰ আছিল ৰমণীকান্ত বৰুৱা। নাম-জ্বলা মানুহ। তেওঁৰ নাম নুশুনা মানুহ অন্ততঃ মঙলদৈত নাই। সেই সময়ত সকলোৱে তেওঁক জানে। আমিও জানিছিলোঁ। ছিপাঝাৰৰে মানুহ। তেওঁ মঙলদৈৰ প্ৰথম গ্ৰেজুৱেট আৰু পুৰণি অবিভক্ত দৰং জিলাৰ দ্বিতীয় গ্ৰেজুৱেট। আমি তেওঁৰ বিষয়ে বহুত কথা মানুহৰ মুখত সাধুকথা শুনাদি শুনিছিলোঁ। তেওঁ বি এ পাছ কৰি আহি পোনতে মঙলদৈ টাউনতে তেওঁলোকৰ টাউনৰ ঘৰত থাকি প্ৰতি দেওবাৰে ছিপাঝাৰৰ পৈতৃক ঘৰলৈ গৈছিল। তাৰ কাৰণ এটা আছিল- -তেতিয়া বি এ পাছ ৰমণীকান্ত বৰুৱাক গাঁৱৰ মানুহে চাবলৈ দলে দলে আহিছিল। উত্তৰ অঞ্চলৰ মানুহে মঙলদৈ চহৰতে যি কোনো বাৰে চাব পাৰিছিল, কিন্তু দক্ষিণ অঞ্চলবোৰে তেওঁৰ দৰ্শন ছিপাঝাৰৰ ঘৰত প্ৰতি দেওবাৰে পাইছিল। তেওঁ হেনো দিনৰ ১০।১১ মান বজাত এঘণ্টা মানৰ কাৰণে ঘৰৰ বাহিৰলৈ আহি মানুহক দেখা দিছিল আৰু মানুহৰ লগত কথা-বতৰা পাতিছিল। কেতিয়াবা কেতিয়াবা দুই-এজন গাঁৱলীয়া বুঢ়া লোকে বোলে তেওঁক কৈছিল—বাপা, অলপ ইংৰাজী কথা শুনিব খুজিছিলোঁ, ক'বা নে ? অইন নহ'লেও আমাৰ নামমিলাককে ইংৰাজীত কৈ শুনাবা নে?—সেয়ে তেওঁক বৰ আমোদ দিছিল। তেওঁ হাঁহিছিল।

পিতাৰ লগত গৈ হেড্মাষ্টৰক তেখেতৰ কমত দেখা কৰিলোঁ। তেতিয়া প্ৰায় বাৰ মান বাজিছিল। আজি-কালিৰ মঙলদৈ পুলিচ থানাৰ পকা ভেটিৰ টিনৰ

ঘৰটোৰে আছিল আমাৰ দিনৰ মঙ্গলদৈ হাইস্কুল। তাৰে দক্ষিণ-পশ্চিমৰ দক্ষিণ মূৰৰ কমটোত তেখেত বহিছিল। আমি তাতে গৈ তেখেতক দেখা কৰিলোঁ। মোৰ তেতিয়া ভয় আৰু সঙ্কোচত গা কঁপি আছিল। পিতাক তেওঁ চিনি পায়। মৰম কৰি নাম কাঢ়ি মাতে। মতাৰ লগে লগে পিতাই তেওঁক চিঠিখন দিয়াত অলপ পঢ়িয়ে তেওঁ ক'লে—তোমাৰ ল'ৰাই এম ই. দিছে নেকি? বৰ ভাল কথা। চিঠিখন আকৌ উধৰপৰা মূৰলৈ পঢ়ি চাই গহীন হৈ তেওঁ ক'লে—ই কিজানি বৃত্তিকে পায়—ঐ?—মোৰ ফালে চাই সুধিলে—হয় নেকি? পিছে বৃত্তি পাবি নেকি?—প্ৰশ্ন শুনি মোৰ পিলাই চমকি গ'ল। উত্তৰ দিলোঁ—ছাৰ ভগৱানেহে জানে।—তেওঁ হাঁহি ক'লে—ভগৱানে তো জানেই। আমিও জানিব লাগিব। বৃত্তি পাবি হ'বলা। বাৰু মই এখন কাকত লিখি দিওঁ। সেইখন নি ক্লাছ-মাষ্টৰক দিবি আৰু ক্লাছ কৰিবি। কালিলৈ , আজি নালাগে।—ইয়াকে কৈ তেওঁ কাগজ দি আমাক বিদায় দিলে। তেওঁৰ কথাত এনেহে লাগিছিল—তেওঁ যেন পৰীক্ষাৰ ফলাফলৰ কিবা অলপ গোন্ধ পায়।

এইখিনিতে এটা কথা উল্লেখ কৰা ভাল হ'ব। হেড্‌মাষ্টৰ ৰমণীকান্ত বৰুৱা সেই সময়ত অসমৰ শ্ৰেষ্ঠ হেড্‌মাষ্টৰসকলৰ এজন আছিল। ছাত্ৰৰ প্ৰতি তেওঁৰ ব্যৱহাৰ আছিল আচৰিত ধৰণৰ। 'তই', 'গৰু', 'গৰুহঁত' আছিল ছাত্ৰৰ প্ৰতি তেওঁৰ মৰমৰ মাত। তেওঁৰ মুখৰ তেনে সম্বোধন শুনি ছাত্ৰসকল ক্ষুণ্ণ নহৈ ধন্য আৰু উৎসাহিত হৈছিল। তেওঁ ছাত্ৰসকলক পুত্ৰবৎ ব্যৱহাৰ কৰিছিল।

উভতি আহোঁতে উকীলখানাত সোমাই পিতাই খবৰটি উকীল খুৰাদেউক দিলে। তেওঁ ভাল হৈছে—বুলিলে। লগতে মোক ক'লে যে মোৰ থকা-মেলাৰ অইন ঠাইত সুবিধা নহ'লে তেওঁৰ তাতেই থাকি তাৰপৰা অহা-যোৱা কৰিব পাৰিম। পিতাই ক'লে—সম্প্ৰতি কুইযাপানীতে বায়েক-ভিন্‌দেৱাকৰ ঘৰত থাকি তাৰপৰাই অহা-যোৱা কৰক বুলি ভাবিছোঁ।

পুৰণি কুইয়াপানী গাঁওখন মঙলদৈ হাইস্কুলৰপৰা প্ৰায তিনি মাইল দূৰ আছিল। ৰাস্তাটোও কেঁকোৰা-কেঁকুৰি। সেই গাঁৱতে মোৰ মাজিউ ভিন্‌দেউৰ ঘৰ। তেওঁৰ নাম চিন্তাৰাম হাজৰিকা। তেওঁ কাছাৰীত উমেদাৰি অৰ্থাৎ উকীলৰ মহৰী কাম কৰে। বাইদেৱে ৰাতিপুৱা ভাত ৰান্ধে। তাকে খাই তেওঁ কাছাৰীলৈ যায়। অৱশ্যে ঘৰৰপৰা তেওঁ প্ৰায় দহ মান বজাতহে যাত্ৰা কৰে।

বাইদেউহঁতৰ ঘৰৰ নিচেই কাষতে যোগেশ্বৰ হাজৰিকাৰ ঘৰ। তেওঁ ভিনদেউহঁতৰ ভাগী। সম্বন্ধত দদাযেক-ভতিজাক। এসময়ত যোগেশ্বৰ আৰু মই দুয়ো মঙলদৈ টাউনত একে ঠাইতে থাকি প্ৰাইমেৰী বৃত্তি পৰীক্ষা দিছিলোঁ , অৱশ্যে দুয়ো দুখন বেলেগ স্কুলৰপৰা। মই বৃত্তি পালোঁ, যোগেশ্বৰে নাপালে। কিন্তু বন্ধুত্বত আমি দুয়ো অভেদাত্মা বন্ধু আছিলোঁ। মেট্ৰিকলৈ দুয়ো সহপাঠী আছিলোঁ। মেট্ৰিক দি উঠিয়ে তেওঁ কলিকতালৈ গ'ল আৰু ঘৰলৈ উভতি নাহিল ঃ কলিকতাতে থাকিল।

তেওঁক আৰু তেওঁৰ ককায়েক দেহিৰাম হাজৰিকাক কলিকতালৈ যোৱা সকলো অসমীয়া লোকে সেই সময়ত জানিছিল। দেহিৰাম হাজৰিকা ঢুকাবৰ বছৰ চেৰেক হ'ল। তেওঁ ঢুকুৱাত ড° প্ৰফুল্লদত্ত গোস্বামীয়ে তেওঁৰ বিষয়ে 'এজন বীৰ পৰিল' বুলি দীঘল দীঘল প্ৰবন্ধ লিখিছিল। আজিও বহুতে তেওঁৰ কথা উলাহেৰে স্মৰণ কৰে। ২৭।১২।৯০

# আজিও স্মৃতিবোৰে উক দিয়ে

১৯২৭ চনৰ ডিচেম্বৰত প্ৰাইমেৰী পৰীক্ষা দি থাকোঁতে যোগেশ্বৰ আৰু মই আমি দুয়ো এদিন এটা দুষ্ট-বুদ্ধিৰ ধেমালি কৰিছিলোঁ। নাপাহৰোঁতে কৈ থওঁ। সেইদিনা আছিল দেওবাৰ। বৃত্তি-পৰীক্ষা নাই। আমি মুকলি-মুৰীয়া। পুৱা ১০।১১ মান বজাত এজনী পোহাৰী মূৰৰ ওপৰত খৰাহী এটাত এখৰাহী কমলা টেঙা, ফিকা বিস্কুট আদি মঙলদৈ টাউনৰ বজাৰলৈ লৈ যাওঁক। দেওবাৰে আৰু বুধবাৰে মঙলদৈ টাউনৰ ভিতৰতে হাট বহে। তাত মাছ, কাছ, হাঁহ, পাৰ, ডিমা, কল, কুঁহিয়াৰ, শাক-পাচলি, কমলা-টেঙা আদি নানা তৰহৰ বস্তু পোৱা যায়। আলিবাটেদি মানুহৰ সোঁত বয়। আমি ঘটবৰ দদাইদেউৰ চাইকেলৰ দোকানৰ ওচৰতে আলিৰ দাঁতিত বহি দুই বন্ধুৱে কথা পাতি আছিলোঁ। ঘটবৰ দদাইদেউৰ ভাল নাম ঘনশ্যাম বৰুৱা। আমাৰ গাঁৱৰে মানুহ। পিতাৰ মোমায়েকৰ ফালৰ সম্বন্ধেদি মোৰ দদাইদেউ হয়।

আমি দুয়ো আলচ কৰিলোঁ—এই পোহাৰীজনীৰ পাচিৰপৰা আমাৰ দুয়োৰো কোনে বাৰু প্ৰথমে এটা কমলা তাই গম নোপোৱাকৈ আনিব পাৰোঁ চাওহঁক ব'লা। কমলা টেঙাক মঙলদৈত সোণতৰা টেঙা বোলে। মানুহৰ মাজত সোমাই, কাউৰীয়ে থপিওৱাৰ দৰে, পোনেই মই প্ৰথমে আনিবলৈ বুলি থাপ মাৰিলোঁ: এটা সোণতৰা একে থাপে আনিলোও। পোহাৰীয়েও গমকে নাপালে। গ'ল কথা গুচিল। সিমানলৈ সকলো ঠিকেই থাকিল। প্ৰথম পুৰস্কাৰ মই এই পাওঁ পাওঁ। কিন্তু 'আলচা কথা নহয় সিদ্ধি বোলে বাটত আছে কণা বিধি' হ'ল। কোনোবা এক থিয় চকুৱা বাটৰুৱাই—হেই হেই বুলি চিঞৰি উঠিল। চিঞৰ শুনি হাতৰ টেঙা বাটত পেলাই দি দুয়ো তৰা-নৰা ছিঙি দিলোঁ দৌৰ। দৌৰি গৈ সীতা বৰুৱা বোলা মানুহজনৰ বহাত সোমালোঁ। তাতে থাকি মই বৃত্তি-পৰীক্ষা দিছিলোঁ। যোগেশ্বৰো ওচৰতে আছিল। বৰুৱা আমাৰ গাঁৱৰে লোক। মোৰ সম্বন্ধীয়া ককাইদেউ। কাছাৰীত আমোলা

(কেৰাণী) কাম কৰে। টাউনৰ সৰু খেৰী ঘৰ এটাত অকলে থাকে। লগতে লাচনি-পাঁচনি কৰাকৈ সৰু ল'ৰা এটা ৰাখিছিল। ৰন্ধা-বঢ়া কাম প্ৰায় নিজেই কৰিছিল। তাকে কৰি তেওঁ ভাল পায়। খোৱা মুঠিও নিজে জুতি লগাকৈ ৰান্ধি ল'ব পাৰে। শনিবাৰে ঘৰলৈ যায়। সোমবাৰে চাইকেলেৰে আহি অফিচ কৰে। তেওঁৰ লগতে থাকি মই পৰীক্ষা দিছিলোঁ।

আমি দুয়ো লৰি গৈ তাত সোমাই লুকাই থাকিলোঁ। পিছে বালিচৰ পখীয়ে বালিত মূৰটো গুজি দি আনে দেখা নাই বুলি ভাবি নিশ্চিন্ত হোৱাৰ দৰে আমি খন্তেকৰ কাৰণে তাত সোমাই তেনেভাবে নিশ্চিন্ত হ'লোঁ যদিও সাৰিব নোৱাৰিলোঁ। অলপ পিছত বিপদ গ'ল যেন পাই ওলাই গৈ শুনিলোঁ যে পোহাৰীয়ে অবাইচ মাত মাতি আমাক গালি পৰাত ঘটবৰ দদাইদেৱে দূৰৰপৰা দেখি পোহাৰীজনীক টেঙাৰ দাম দুপইচাৰ ঠাইত দুঅনা দি বিদায় দিলে। শুনি মৰি যোৱা যেন লাজ পালোঁ। ঘটবৰ দদাইদেৱে যেতিয়া ক'লে—তহঁতে সোণতৰা খাব খুজিছিলি যদি মোক নকলি কিয়? কিমান খাব মই কিনি দিলোঁহয় নহয়। আগলৈ আৰু তেনে নকৰিবি। মানুহে বেযা বুলিব।—লাজত আমি মূচ-কঁছ গৈছিলোঁ। আমি পাণ্ডিছিলোঁ কি আৰু ফল হ'ল কি? উল্টা বুজিলি ৰাম বোলা সাধু কথাটোৰ দৰে হ'ল। ঘটনা ইমানেই।

পিছে সেইদিনা বাইদেৱে পিতা আৰু মোক তেওঁৰ ঘৰলৈ একেলগে যোৱা দেখি তেনেই হাততে স্বৰ্গ ঢুকি পোৱা দিলে। দূৰৰ গঙ্গা ওচৰ চাপিল। কি দিম, কি থ'ম লগাই বহিবলৈ চকী-টুল আগবঢাই দি হাত-ভৰি ধুবলৈ কাঁহৰ লোটাত পানী দিলে। পিতাই হাত-মুখ ধুলে। ময়ো অলপকৈ ধুলোঁ। তাৰ পাছত জা-জলপান খোৱাৰ লগে লগে পিতাই মোৰ হাইস্কুলত নাম লগাবলৈ যোৱা পৰ্বটো বাইদেউক চমুকৈ ক'লে। লগতে ক'লে—ই সম্প্ৰতি তহঁতৰ ইয়াতে থাকক। মই ২।৩ দিন মানৰ ভিতৰতে আকৌ আহি তাক যি যি লাগে দি যাম। কিতাপ-কাগজ কিবা লাগিব পাৰে। —বাইদেৱে ক'লে—কিতাপ-কাগজ যি লাগে বাৰু ভিন্‌দেৱাকেও দিব পাৰিব। সেই বিষয়ে ভাবিব নালাগে। এইখন নিজৰ ঘৰ নহয় নেকি?—আবেলি পিতা ঘৰলৈ গ'ল।

গাঁওখনৰ নাম কুইযাপানী। আমি ৪।৫ জন ল'ৰা কুইযাপানীৰপৰা স্কুললৈ অহা-যোৱা কৰিবলৈ ধৰিলোঁ। যোগেশ্বৰ আৰু মই Class VIIত, বগীৰাম হাজৰিকা আৰু জানিৰাম শইকীয়া ক্ৰমে Class IV আৰু Class VIত আছিল হ'বলা। তেনেকৈ অহা-যোৱা কৰি থকাৰ পোন্ধৰ কি কুৰি দিন মানৰ ভিতৰতে খবৰ ওলাল, পাথৰিঘাট মাইনাৰ স্কুলৰপৰা সেইবাৰ এজনে নহয় একেলগে দুজনে বৃত্তি পাইছে। দৰং জিলাৰ ভিতৰত প্ৰতিযোগিতামূলক বৃত্তি মাত্ৰ এটা আৰু সেইটো হেনো মই পাইছোঁ ; আৰু মুছলমান আৰু অনুন্নত সম্প্ৰদায়ৰ কাৰণে থকা দুটা বৃত্তিৰ প্ৰথমটো পাথৰিঘাট মাইনাৰ স্কুলৰ ইব্ৰাহিম আলি বোলা এজনে পাইছে। ইব্ৰাহিম আলিৰ ঘৰ

গৰিয়াঘোপাত আছিল। তেওঁ সাহিত্যিক ইব্ৰাহীম আলি নহয়। তেৰোঁ মোৰ এসময়ৰ সহপাঠী বন্ধু।

আমি হাইস্কুলত পঢ়ি থকাৰ ভিতৰতে গৰিয়াঘোপাৰ নাম মুছলিমঘোপা হয়। আব্দাচ আলি হাকিম সেই গাঁৱৰ প্ৰথম উচ্চ-শিক্ষিত ডেকা। তেওঁ এম. এ পাছ কৰি ঘৰলৈ আহি গাঁও-ভূঁই উন্নত কৰাৰ কাম হাতত লৈছিল আৰু তাৰ কাৰণে মেল-মিটিং পাতি প্ৰস্তাৱ আদি লৈ প্ৰথমতে গাঁওখনৰ নামটোকে শুনাত শুৱলা কৰি মুছলিমঘোপা দিছিল। সেয়ে আজিও চলি আছে। তাৰ লগতে থকা হিন্দুঘোপা এতিয়াও কিন্তু হিন্দুঘোপা হৈয়ে আছে। নাম সলনি হোৱাৰ পাছত সঁচাকৈয়ে গাঁওখনৰ বাট-ঘাটৰ ৰূপ আৰু গঢ়ো কিছু সলনি হৈছিল বুলিব পাৰি। গাঁৱৰ মানুহবোৰে আলি-পদূলিবোৰ ভাল কৰাত লাগিছিল।

বৃত্তি পোৱা খবৰ ওলোৱাৰ পাছত ইব্ৰাহিম আৰু মই দুয়ো শ্ৰেণীৰ ভিতৰত সকলোৰে চকুত পৰিলোঁ। তেতিয়ালৈ কেনে আছিলোঁ আৰু তাৰ পাছত কেনে হ'লোঁ সেই বিষয়ে অলপ কোৱা ভাল হ'ব। কাৰণ ঘটনাটো তাহানি প্ৰাইমাৰী স্কুলত পঢ়োঁতে স্কুলঘৰৰ বেৰত আঁৰি থোৱা --'বেঙ্গী লোৱাৰ আগে দণ্ডীৰাম আৰু বেঙ্গী লোৱাৰ পাছত দণ্ডীৰাম'ক ছবিৰ দৰে হৈছিল।

কুইয়াপানী গাঁওখনৰ ভাল নাম (কেডেষ্ট্ৰেল নাম) পকাবাঁও গাঁও। সেই সময়ত গাঁওখনত খোৱা পানীৰ অভাব বৰ বেছিকৈ অনুভৱ কৰা হৈছিল। গাঁওখনৰ প্ৰায় আধা মাইলমান পূৰেদি নোৱানদী বৈ গৈছে। মানুহে পথৰুৱা বাটেদি পোনে পোনে গৈ তাৰপৰা খোৱা পানী আনে। নহ'বা প্ৰায় সম-দূৰত্বত পছিমে থকা নখুন্দা পুখুৰীৰপৰা আনে। নদীৰ পানী সদায় শুদ্ধ আৰু তাক মাটিৰ কলহত থ'লে সি নিজৰণি পৰি পৰিষ্কাৰ হয়—এইটো সৰ্বসাধাৰণৰ ধাৰণা। বাইদেৱে সদায় খোৱা পানী উক্ত দুই ঠাইৰ এঠাইৰপৰা চুবুৰীৰ আন আন লগৰীয়া তিৰোতাৰ লগত গৈ কলহত আনিছিল। নদীত গা ধুই উঠি কাষত আৰু মূৰৰ ওপৰত একো কলহ— কেতিয়াবা কেতিয়াবা মূৰৰ ওপৰৰ ডাঙৰ কলহটোৰ ওপৰতে সৰু হাত-কলহ এটা বহুৱাই দি তেনেকৈয়ে আৰু একলহ—পানী সদায়—হয় আগদিনা গধূলি হোৱাৰ আগতে, নহয় পিছদিনা বেলি ওলোৱাৰ লগে লগে আনি ৰন্ধা-বঢ়াৰ ব্যৱস্থা কৰিছিল। চাউল ধোৱা, বাচন-বৰ্তন-কাঁহী-বাটি পখলা আদি কাম বাৰীৰ ভিতৰতে থকা খাল এটাৰ পানীৰে কৰিছিল। সেয়েহে পিতাই প্ৰায়ে কৈছিল—আমাৰ আই ছিৰীমতীয়ে (বাইদেউৰ নাম) চিন্তা বাপাৰ (ভিনদেউৰ নাম) ঘৰখনৰে শ্ৰী চকুতলগা কৰি তুলিলে।

আমি চাৰিও বন্ধুৱে কৰোঁ কি? ৰাতিপুৱা দোকমোকালিতে উঠি হাত-মুখ ধোৱা আদি প্ৰাতঃকৃত্য সমাপন কৰি অলপ-অচৰপ পাঠ আওৰাওঁ বা ঘৰত কৰিবলৈ দিয়া অঙ্ক কৰোঁ। পঢ়া নামত হে হয়, বামুণে পূজাত মন্ত্ৰ মতাৰ দৰে খৰ্‌খৰকৈ হ-ন-ম-ন কৰি সামৰি থওঁ। সামৰি থওঁতে প্ৰায়ে ভুন্-ভুনাই স্তুতি গাওঁ—সৰস্বতী

সৰস্বতী, সৰস্বতী কণ্ঠে কলাপী, মুখে গোলাপী , অইনে বোলে সৰস্বতী, আমি বোলোঁ আই, যিবাখিনি পাহৰোঁ, দিবা সোঁৱৰাই।—এয়ে জানিবা বিদ্যাভ্যাসৰ সামৰণী বন্দনা।

বেলি অলপ পূৰঠ হোৱাৰ লগে লগে আমি আটাই কেইজন বন্ধু নৈত গা ধুবলৈ যাওঁ। প্ৰত্যেকৰে হাতত গা ধুই উঠি সলাই পিন্ধিবৰ কাৰণে ধুতি-চোলা। চোলা মানে কামিজ। কোট বা পাঞ্জাবী কোনেও নিপিন্ধিছিলোঁ। কাৰবাৰ তলত পিন্ধা গেঞ্জি থাকে, কাৰবাৰ নাই। নৈখন পালে আমাক পায কোনে? নৈত খৰালি পানী একাঁঠু, একৰঙণ হয। বাৰিষা অৱশ্যে ফেনে-ফোটোকাৰে নৈখন বুকু ফিন্দাই ওফন্দি পৰে। সোঁতৰ কোব দেখিলে ভয লাগে। খৰালি আমি নাদুৰি-সাঁতুৰি দূৰৰপৰা লৰি জাঁপিযাই পানীত পৰি ডুবিযাই গা ধোওঁ। ইটোৱে সিটোৰ গাত পানী ছটিয়াই দিয়াটোও এটা ফূৰ্তিৰ কাম হৈ পৰে। কেতিযাবা (সাধাৰণতে দেওবাৰে) ডুবিযাই ডুবিয়াই চকু ৰঙা কৰোঁ। তাৰ পাছত লৰালৰিকৈ কাপোৰ সলাই তিতা চুৰিয়া বোৱঁতী পানীত আওডালি আঁটি হাতৰ মুঠিত আনি ঘৰ পাই খেৰৰ ছালত দলি মাৰি মুকলিকৈ মেলি দিছিলোঁ। এইবোৰ কৰোঁতে কেতিয়াবা পলম হ'লে ভাত নাকে-মুখে গুজি স্কুললৈ ঢাপলি মেলিছিলোঁ। কাকো এৰি কোনো নগৈছিলোঁ।

পথৰুৱা আলি-বাট এৰি গৈ ৰাজ-আলি পালে আমাৰ ৰং চৰে। জাৰৰ দিনত হ'লে আলিৰ ওপৰত পৰা বাঁহ বা অইন গছৰ ছাঁ চেৰাই ৰ'দখিনি পাবলৈ ডেও দি বেগাই যাওঁ। গৰমৰ দিনত হ'লে ৰ'দ এৰাই ছাঁখিনিলৈ ঢাপলি মেলোঁ। কৈ থোৱা ভাল হ'ব যে তেতিযাৰ আলি-বাট ৰাজ-আলি হ'লেও 'পিচ' দি পিছল কৰি থোৱা আলিবাট নাছিল। কেতিয়াবা বৰষুণ বতৰত আলি-বাট হৈ পৰিছিল ভূঁই ৰোৱা বোকা পথাৰৰ দৰে , কেতিযাবা পানীৰ খলাবমা ডোঙাৰে ভৰা ওখৰা-মোখৰা , আকৌ কেতিয়াবা ধূলিৰে ভৰা শুকান পিঠাগুৰিৰ আলিৰ দৰে, ভৰি দিলেই গিৰিপ্ গিৰিপ্‌কৈ ধূলি উৰে। আমাৰ কাৰো ভৰিতে জোতা বা ছেণ্ডেল নাছিল কাৰণে আমি ধূলি-মাকতিলৈ কেৰেপ নকৰিছিলোঁ। এইদৰে আঢৈ মাইলমান খোজ কাঢ়ি গৈ আমি স্কুল পাইছিলোঁ। স্কুল পাই আমাৰ প্ৰথম কাম আছিল বহী-কিতাপবোৰ নিজৰ ঠাইত থৈ এশ গজমান দূৰত থকা চৰকাৰী পুখুৰীটোৰ পাৰত হাত-মুখ ধুই চাফা হৈ অহা। জাৰৰ দিনত মই এখন সৰু-সূতাৰ চাদৰ ডিঙিত মেৰিয়াই লৈছিলোঁ। কেতিয়াবা হাত-মুখ ধুবলৈ যাবলৈ সময নাপালে তাৰেই হাত-ভৰি জাৰি-জোকাৰি ক্লোবাই লৈ পৰিষ্কাৰ হ'বলৈ যত্ন কৰিছিলোঁ। চাদৰ লোৱা ছাত্ৰ সম্ভৱ সেই সময়ত মোত বাহিৰে আৰু কোনো নাছিল। গতিকে সকলোৰে মই যেন একপ্ৰকাৰে নজৰত পৰিছিলোঁ। জাৰৰ দিনত কিন্তু সি মোৰ কাৰণে এটা প্ৰয়োজনীয় সামগ্ৰী হৈ পৰিছিল আৰু তাৰ কাৰণে কাৰো মন্তব্যলৈ মই ভ্ৰূক্ষেপ নকৰিছিলোঁ। কেতিয়াৰপৰা চাদৰ এৰিলোঁ মনত নাই। সেই বাটেদি গ'লে আজিও স্মৃতিবোৰে উক দিয়ে। ১০।২।৯১

# বেজী দিয়াৰ পাছৰ দণ্ডীৰাম

ক্লাছ ছেভেনত পঢ়াৰ উদ্দেশ্যে মঙ্গলদৈ হাইস্কুললৈ অহা-যোৱা কৰাৰ এমাহ মানৰ পাছত বৃত্তি-পৰীক্ষাৰ খবৰ ওলাল। আগতে কৈ আহিছোঁ—পাথৰিঘাট মাইনাৰ স্কুলৰপৰা সেইবাৰ দুজনে বৃত্তি পালে। তাৰে এজন হ'ল ইব্ৰাহিম আলি, আনজন মই। দৰং জিলাৰ ভিতৰত প্ৰতিযোগিতামূলক বৃত্তি আছিল এটা আৰু সেইটো মোৰ ভাগতে পৰিছিল। বৃত্তিৰ খবৰ ওলোৱাৰ পাছত মই নিয়মীয়াভাৱে ক্লাছত নাম লগাই লৈ পঢ়িবলৈ ধৰিলোঁ। চাৰি মাহ মান ধৰি, আগতে যোৱাৰ দৰে তিনি মাইল দূৰৰ কুইয়াপানী গাঁৱৰপৰা অহা-যোৱা কৰি পঢ়িছিলোঁ। তাৰ পাছত স্কুলৰ আধা মাইলমান পছিমে বান্দৰচোৱা নামে ঠাইত এটা জুপুৰিঘৰ সাজি লৈ ৰান্ধি খাই থাকিবলৈ লৈছিলোঁ।

মানুহৰ নাম কেতিয়াবা সলনি হয়। ভেবলু ভৱানীপ্ৰসাদ হয়। সেইদৰে ঠাইৰ নামো হয়। মঙ্গলদৈৰ বান্দৰচোৱাক আজিকালি কোনেও বান্দৰচোৱা নোবোলে , বোলে—ভেবাৰঘাট। ভেবাৰঘাটো আগৰ বান্দৰচোৱা বোলা বৃহৎ অঞ্চল এটাৰে এটা ক্ষুদ্ৰ অংশ আছিল। তেনেকৈ গুৱাহাটীৰ কুকুৰমূতা আজিকালি শিলপুখুৰী আৰু চেনিকুঠি নামেৰেহে পৰিচিত।

বান্দৰচোৱা বা ভেবাৰঘাটত জনদিয়েক বৰ একাচেকা প্ৰকৃতিৰ লোক আছিল। তাৰে এজন আছিল বস্তি কেৰাণী। বস্তি কেৰাণীৰ পূৰা নাম—বস্তিৰাম বৰুৱা। তেওঁ 'দৰং ৰাজবংশাৱলী'ৰ গ্ৰন্থকাৰ সূৰ্যখড়ি দৈবজ্ঞৰ বংশৰ লোক। তেওঁৰ পিতৃ মনভাল মণ্ডলৰপৰা পণ্ডিত হেমচন্দ্ৰ গোস্বামীযে উক্ত দৰং ৰাজবংশাৱলী পুথিখন সংগ্ৰহ কৰি নি প্ৰকাশ কৰাৰ ব্যৱস্থা কৰিছিল। সি যি নহওক, বস্তি কেৰাণী এফালেদি বৰ উদাৰ প্ৰকৃতিৰ ভলভলীয়া লোক আছিল, আন ফালেদি মন নগ'লে তেওঁ ৰজাকো ককাই নুবুলিছিল। এসময়ৰ পাথৰিঘাট এম ই স্কুল আৰু তাৰ পিছত উত্তৰ গুৱাহাটী হাইস্কুলৰ প্ৰথম গ্ৰেজুৱেট হেড্‌মাষ্টৰ সাহিত্যিক ভগীৰাম বৰুৱাৰ তেওঁ আছিল ককায়েক। তেওঁৰ বান্দৰচোৱাত প্ৰায় তিনি বিঘামান মাটিৰ এটা ডাঙৰ বস্তি আছিল। তাৰে এটা অংশত বাঁহ-গছ, তামোল-গছ আদি ভৰি আছিল। বাকী খালী পৰি থকা অংশত তেওঁ নিজে ঘৰবান্ধি থকাত বাহিৰেও এটা পৰিবেষ্টনিৰ ভিতৰত দুখীয়া ছাত্ৰক জুপুৰি ঘৰ সাজি থাকিবলৈ দিছিল। তেনেকৈ সেই ঠাইত ঠেকাঠেকিকৈ প্ৰায় ২০।২৫ জনমান ল'ৰাই ১৫।২০ টামান জুপুৰি ঘৰ সাজি থাকিবলৈ লৈছিল। প্ৰত্যেকটো ঘৰৰ লগতে একোখন চালি আছিল ৰন্ধা-বঢ়াৰ কাৰণে।

স্থানান্তৰত এই বিষয়ে উল্লেখ কৰা হৈছে।

ৰন্তি কেৰাণীয়ে আমাৰ পিতাক নাম-কাটি মাতিছিল আৰু পিতাই তেওঁক ৰন্তি-ককাই (ককাইদেউ) বুলিছিল। সম্বন্ধটো পুৰণি-কলীয়া। কেৰাণীৰ পিতাক মনভাল মণ্ডল পিতাৰ দেউতাক সৰুৰাম বৰুৱা মৌজাদাৰৰ সময়ৰ লোক আছিল আৰু তেতিয়াৰ মৌজাদাৰে একোজন সৰু হাকিমৰ দৰে হৈ মণ্ডলৰ চিঠাৰ নামজাৰিও পাছ কৰিছিল। কৈ থোৱা ভাল যে দৰং জিলাৰ মৌদাজাৰক সেই সময়ত পাটগিৰিহে বুলিছিল আৰু সেই মৰ্মে ককা সৰুৰাম বৰুৱা সৰুৰাম পাটগিৰি বুলি জনাজাত হৈছিল। মণ্ডলৰ আমাৰ ঘৰলৈ আহ-যাহ আছিল। সেই সম্বন্ধৰ সূত্ৰেদি পিতাযো মোক নি ৰন্তি কেৰাণীৰ কম্পাউণ্ডতে এটা জুপুৰি-ঘৰ জোগাৰ কৰি দিছিল। ৰন্তি কেৰাণী হৈছিল মোৰ স্থানীয অভিভাৱক। প্ৰথমে অকলে আৰু ক্ৰমে তাৰ পাছত মই কেইবাজনো বন্ধুৰ লগ হৈ ৰান্ধি-বাঢি খাই থাকি পঢ়িবলৈ লৈছিলোঁ। সেই সময়ৰ বহুত বন্ধু আজি ইহ জগতত নাই। বহুত অনেক স্মৰণীয ঘটনাৰ নাযক আছিল। বৰ-জামগুৰিৰ মণিৰাম শৰ্মা, চপৰাৰ পানীৰাম দাস, গোৱালঝাৰৰ মুক্তানন্দ শৰ্মা আদিৰ নাম এই প্ৰসঙ্গত মনত পৰিছে। এওঁলোকৰ দুই-এজনৰ কথা মাজে-মাজে ওলাব।

আজি মাইনাৰৰপৰা যোৱা ল'ৰা আছিলোঁ ৬।৭ জন। ক্লাছ ছেভেনৰ চাবেক ল'ৰাবোৰে আমাক গাঁৱলীযা বুলি অলপ অৱজ্ঞাৰ দৃষ্টিৰে চাইছিল। আমাৰ মাত-কথা, আচৰণ-বিচৰণো তেওঁলোকৰপৰা অলপ পৃথক ধৰণৰ আছিল। দুই-এজনে আমাৰ কথাকোৱা ভাষাৰ দোষ ধৰি কেতিযাবা পেংলাই কৰিছিল। পিন্ধন-উৰণতো আমি আছিলোঁ গাঁৱলীযা ধৰণৰ। সেইবুলি আমি কিন্তু হীনমন্যতাক মনত প্ৰশ্ৰয নিদিছিলোঁ। আমি আমাৰ কেইজনৰ ভিতৰতে থুপ হৈ কথা-বতৰা পাতি মিলি-জুলি উঠা-বহা, ফুৰা-চকা কৰিছিলোঁ। হাইস্কুলৰ ল'ৰাবোৰে শ্ৰেণীত দলে-বলে জোৰকৈ আগৰ বেঞ্চিবোৰ দখল কৰা হেতুকে আমি পাছৰ বেঞ্চিবোৰতে ঠাই লৈ তাকেই ভাগ্যৰ বলত পোৱা বুলি গ্ৰহণ কৰিছিলোঁ। অৱশ্যে তাৰ বাবে আমাৰ একো আক্ষেপ নাছিল। বৰং শিক্ষকৰ চোকা দৃষ্টিৰপৰা আঁৰত থাকি আমি আৰাম কৰি মাজে-সময়ে ফুচ্‌ফুচীযা মেল পাতি থাকিব পাৰিছিলোঁ।

পিছে সেই সুখ, সেই আৰাম বেছিদিন নিটিকিল। বিধিযে নসহিলে। 'বিধিয়ে বোলে মই লগে লগে যাম'—হ'ল। বৃত্তি পোৱাৰ পিছত ক্লাছ-মাষ্টাৰ হৰেশ্বৰ শৰ্মাই আমাক—আমাক মানে প্ৰথমে মোক আৰু ইব্ৰাহিমক নি তেওঁৰ সন্মুখৰ দ্বিতীয় বেঞ্চখনত-বহুৱাই দিছিল। আমাৰ কাৰণে সি যেন একোটা প্ৰমোচনহে হৈছিল। আমাৰ এম. ই.ৰ বন্ধুসকলে কৈছিল—দেখা যাওকচোন বাৰু—ক'ৰ পানী ক'লৈ যায়, আমি বগলী আছোঁ চাই।—মাছ নাপালেও কিন্তু বিলখনকে ঘোলা কৰিব লাগিব।—তহঁত দুজনকে বাৰু পোনতে আগ কৰি দিছোঁ। পিছে—আগৰ গৰুক বোলে

বাঘে খায়। গতিকে খায় যদি ভালৰো ভাল দুটাকে প্ৰথমে খাওকচোন বাৰু— ইত্যাদি।

চাদৰখন ডিঙিত মেৰিযাই লৈ যোৱাত কেতিযাবা কেতিয়াবা মোক দুই-এজনে দেখা-দেখিকৈয়ে ফিচিঙা-ফিচিং কৰি হাঁহিছিল। চাদৰ লৈ মই সকলোৰে চকুত জিলিকি পৰিছিলোঁ। শুনা-নুশুনাকৈ নানাজনে নানা মন্তব্য দিছিল। খেনোৱে অধ্যাপক, খেনোৱে পাঠক, খেনোৱে ওজা-দেউ আদি বুলিছিল। মই কিন্তু তেনে উপলুঙালৈ কেৰেপ কৰা নাছিলোঁ

তেতিয়া হাইস্কুলত তিনি-মহীযা, ছমহীয়া আৰু বাৰ্ষিক পৰীক্ষা নিয়মীয়াকৈ হৈছিল। গৰমৰ বন্ধ আৰু পূজাৰ বন্ধৰ পাছত সাধাৰণতে তিনি-মহীযা আৰু ছমহীযা পৰীক্ষাৰ ফলাফল ক্লাচ্-মাষ্টৰে শ্ৰেণীত প্ৰচাৰ কৰিছিল।

First Terminal বা ত্ৰৈমাষিক পৰীক্ষাৰ আগৰ কথা। মই ক্লাচ্ ছেভেনত। এদিনৰ এটা ঘটনাৰ কথা কওঁ। ক্লাছ মাষ্টাৰ হৰেশ্বৰ শৰ্মাই আমাক গণিত আৰু সংস্কৃত পঢ়াইছিল। প্ৰথম ঘণ্টাতে গণিত। জিৰণিৰ পাছৰ ঘণ্টাত সংস্কৃত।

তিনি মাইল দূৰৰপৰা খোজ কাঢ়ি গৈ ক্লাছ কৰা সময়ৰ কথা। মোৰ সদায় প্ৰথমৰ তিনি ঘণ্টা সময় ভালে ভালেই গৈছিল। জিৰণিৰ পাছৰপৰাহে মাজে মাজে মোক টোপনিয়ে জোকাইছিল। জিৰণিৰ পাছৰ ঘণ্টাতেই সংস্কৃত। সংস্কৃত ক্লাছ মাষ্টাৰ হৰেশ্বৰ শৰ্মাযেই পঢ়ায। পাঠ্যখন আছিল—শিক্ষামুকুলম্। মই তেতিযা দ্বিতীয় নে তৃতীয় বেঞ্চিত বহোঁ। একেবাৰে শেষৰ বেঞ্চিৰপৰা আহি সেই বেঞ্চ পাইছিলোঁ। পিছৰ বেঞ্চিবোৰত বহি টোপনিয়াই থাকিলেও সততে মাষ্টৰৰ চকুত ধৰা নপৰে। দ্বিতীয বা তৃতীয বেঞ্চিত অলপ বেয়া। তথাপি প্ৰথমখন বেঞ্চিতকৈ ভাল।

সেইদিনা কোনোবা এজনে সংস্কৃত পাঠ পঢ়ি থাকোঁতে মোক শৰ্মা-ছাৰে টোপনিযাই থকা দেখিলে হ'বলা। হক্ বক্ নাই, ঘপ কৰি তেওঁ ক'লে—তুমি পঢ়া। মোলৈকে টৌৱাই তেনেকৈ কৈছে। মই বাগি দিবৰ কাৰণে ইফালে-সিফালে চাই নুশুনা-নজনা ভাও ধৰিলোঁ। তেতিয়া তেওঁ নাম কাঢ়ি ক'লে—অতুলে পঢ়া। মই ধহ্-মহকৈ উঠিব খুজিযে মণিৰামক সৰুকৈ সুধিলোঁ—ক'ত ঐ মণি ? কোন -খিনিত ? মণিৰামে নিজৰ আঙুলিৰে তেওঁৰ কিতাপখনত ইঙ্গিতেৰে দেখুৱালে। মই কোনোমতে আঁত উলিয়াই লৈ ঘেঁহাই ঘেঁহাই পঢ়িলোঁ (অসমীয়া উচ্চাৰণত) 'সজ্জনৈঃ সেব্যতে ধৰ্ম্মঃ'। শৰ্ম্মা ছাৰে পোনেই কৈ উঠিল—ইঃ, দেখিছা , ই গাঁৱৰ অধ্যাপক ওলাল আহি ! ঐ গৰু, সজ্জনৈঃ সেব্যতে—অসমীয়া উচ্চাৰণত নহয়। কি হ'ব লাগে জানাহ ? 'ছজ্জনৈঃ ছেব্যতে ধৰ্ম্মঃ'। সংস্কৃতত 'স' নাই। তাত 'স'টো ছ উচ্চাৰণ হয়। গাঁৱৰ অধ্যাপকেহে তই পঢ়াদি পঢ়ে !—মই লাজ পালোঁ।

আচলতে তেতিয়ালৈকে সংস্কৃতত মই বৰকৈ মনোযোগ দিয়া নাছিলোঁ। অসমীয়া আৰু সংস্কৃত প্ৰায় একে নিচিনা, আৰু শব্দ-ৰূপ, ধাতু-ৰূপ মুখস্থ কৰিলেই সংস্কৃত পঢ়া হ'ব বুলি ভাবিছিলোঁ। গেলাতে টেঙা দিবলৈ মোক মোৰ শ্ৰেণীৰ

দুই-এজন ল'ৰাই কেইদিনমান অধ্যাপক বুলি মাতিবলৈ লৈছিল। মোৰ মনে মনে খং উঠিছিল। উঠিলেও পিছে কাৰ কাণ কাটিম ? কাৰ কি কচুপাত ফুটাম ? 'ঘৰজীয়াৰ (ঘৰ-জোঁৱাইৰ) খং গাতে মাৰ যায়' বোলাৰ দৰে হৈছিল। কথাতে কয় বোলে—বলে নোৱৰা শিলক পৰি নমস্কাৰ।

মণিৰাম শৰ্মা আছিল আমাৰ শ্ৰেণীৰ কেপ্টেইন। তেওঁ আছিল সাহসী আৰু ফুচুৰি কথা কোৱাত পাকৈত। কিয় জানো, তেওঁ মোক বৰ ভাল পাইছিল। অৱশ্যে তাৰ কাৰণো তেনেই নোহোৱা নহয়। তেৰোঁ আছিল অলপ গাঁৱলীয়া ধৰণৰ আৰু তেওঁ ৰচক-চমক ধৰণৰ বাবুৱনা কৰা ছাত্ৰক ছল পালেই ইতিকিং নকৰাকৈ নেৰিছিল। সেই পিনেদি তেওঁ আমাৰ মাইনাৰৰপৰা অহাসকলৰ লগতেই সুৰ মিলাইছিল। তেওঁ মোক গোপনে উপদেশ দি কৈছিল—তুমি চাদৰখন স্কুললৈ আনিবলৈ এৰা। কোনো ল'ৰাই চাদৰ নলয়। তাতে জাৰো কমি আহিছে। সমলোৱে তোমাৰ চাদৰখনলৈহে চকু দিয়ে।—সেই কথা শুনিয়ে হ'বলা কেইদিনমান পিছৰপৰা মই স্কুললৈ চাদৰখন গলত মেৰিয়াই নিবলৈ এৰিলোঁ। জাতত উঠিলোঁ।

বন্ধ খোলাৰ পাছৰ কথা। এদিন ক্লাছ-মাষ্টৰ হৰেশ্বৰ শৰ্মাই শ্ৰেণীলৈ গৈ গহীনকৈ ক'লে—ঐ, অতুল ক'ত ? চাওঁ, ওহাই আহ্। তই পৰীক্ষাত কি লেখিছিলি ?

মোৰ গা চিৰিং কৰি উঠিল। আগৰ বেঞ্চিৰ এজন ল'ৰাই লাহেকৈ ক'লে—চাদৰে ফেইল মাৰিলে।—হৰেশ্বৰ শৰ্মাই কেনেবাকৈ সেইটো শুনিলে। বাকী ল'ৰাবোৰে গিৰ্জনি মাৰি হাঁহি দিলে। মোৰ চুলিৰ আগেদি জীউ উৰি গ'ল। তথাপি মনতে প্ৰশ্ন হ'ল—ফেইল মাৰিম নে ? আজি গোসাঁয়ে ৰাখিলেহে ৰখা।—শৰ্মা ছাৰে ক'লে—তোমালোকে কিয় হাঁহিছা ? পৰীক্ষাত সি কি কৰিছে জানা ?—আগৰ ল'ৰাজনে (নামটো নকওঁ , তেওঁ এতিয়া এজন ভব্য-গব্য লোক) টপৰাই ক'লে—নকল ! নকল !!

হৰেশ্বৰ শৰ্মা অগ্নিশৰ্মা হ'ল। তেওঁ ক'লে—ঐ গৰু, তই থিয় হ। থিয় হৈ থাক। মই বহিবলৈ নোকোৱালৈকে থিয় হৈ থাক্। কোনে তোক এইবোৰ মন্তব্য দিবলৈ ডাইনাপালি মাতিছে ?—তোমালোকে শুনা। অতুলে পৰীক্ষাত ইবাৰ এটা বিষয়তে নহয়—আটাইকেইটা বিষয়তে প্ৰথম নম্বৰ পাই প্ৰথম হৈছে—গণিত, ইংৰাজী, সংস্কৃত, ভুগোল, বুৰঞ্জী—আটাইবোৰতে প্ৰথম। ময়ো প্ৰত্যেকজন পৰীক্ষকৰপৰ নম্বৰবোৰ আনি মেৰিট-লিষ্ট কৰিহে জানিব পাৰিলোঁ। পৰীক্ষকসকলেও নাজানে। নম্বৰবোৰ শুনা বুলি তেওঁ গাই শুনালে। তেওঁ লগতে মোক ঠাট্টা কৰা ল'ৰাজনক মোৰ ঠাইলৈ যাবলৈ দি মোক তাৰ ঠাইত বহুৱালে। সেই দিনাৰপৰা মই প্ৰথম বেঞ্চিৰ ছাত্ৰ হ'লোঁ। বেঞ্জী দিয়াৰ পাছৰ দণ্ডীৰাম। গতিকে বাধ্য হৈ টোপনিয়াই বৰশী বোৱা অভ্যাস এৰিবলগীয়া হ'লোঁ। ১০।৩।৯১

# কাণত যেন মৌ বৰষে

আগৰেপৰা শ্ৰেণীৰ ভিতৰত প্ৰথম ল'ৰা আছিল সদায় চিত্তেশ দাসগুপ্ত। তেওঁ আছিল ৰায়চাহেব ৰত্নেশ্বৰ দাসগুপ্তৰ কনিষ্ঠ পুত্ৰ। ইস্কুল-ঘৰৰ নিচেই কাষতে তেওঁলোকৰ ঘৰ। চাফ-চিকণ ধুনীয়া ল'ৰাজন। সৰুৰেপৰা টিউটৰ ধৰি দি তেওঁৰ পঢ়া-শুনাত গোটেই পৰিয়ালটোৱে যত্ন-তদাৰক লৈছিল। দাসগুপ্তৰ পৰিয়ালটো মঙ্গলদৈৰ, মঙ্গলদৈৰ কিয়—অসমৰে এটি উচ্চ-শিক্ষাসম্পন্ন সম্ভ্ৰান্ত পৰিয়াল আছিল। চিত্তেশেই ঘৰখনৰ সবাতোকৈ সৰু ল'ৰা। মই আহি পোৱাত দ্বিতীয় হ'বলগীয়া হৈ তেওঁ ক্ষুন্ন হ'ল। নিজৰ হেৰুৱা গৌৰৱ উদ্ধাৰৰ কাৰণে পঢ়া-শুনাত তেওঁ ইবাৰ মৰি-পৰি লাগি গ'ল। আমাৰ দুয়োৰে মাজত দুৰ্ঘোৰ প্ৰতিযোগিতা চলিল। মই কাৰো সহায় নোপোৱাকৈ পঢ়া-শুনা কৰিবলগীয়া হৈ কেতিয়াবা নিৰস্ত্ৰ হোৱাৰ দৰে হৈছিলোঁ। মই টিউটৰ ধৰি পঢ়া দূৰৰ কথা টিউটৰ শব্দটোকে তেতিয়ালৈকে শুনা নাছিলোঁ। সেই যুঁজ মেট্ৰিকলৈ চলিছিল।

বান্দৰটোৱাত থাকি পঢ়া সময়ৰ দুই-এটা আমোদজনক কথা মনত আছে। ফুটবল খেলাত মোৰ চখ আছিল। ই-শ্ৰেণীয়ে সি-শ্ৰেণীয়ে হোৱা ফুটবল মেছত নাম কৰি খেলাৰ উপৰি ইস্কুলৰ টিমতো তেতিয়াৰপৰাই অইন নহ'লেও হস্কিল-মস্কিলত লগা বহিখোৱা খেলাৰুৰ (ৰিজাৰ্ভ প্লেয়াৰৰ) লিষ্টিত অন্তৰ্ভুক্ত হৈছিলোঁ। গতিকে মাজে-সময়ে সেই উদ্দেশ্যে ইস্কুলৰ খেল-মাটিলৈ আথৰাৰ কাৰণেও গৈছিলোঁ। এইদৰে খেলিবলৈ গৈ গধূলি আহি খৰি ফালি, নৈৰপৰা পানী কঢ়িয়াই আনি, ভাত ৰান্ধি খাই লেখা-পঢ়া কৰা সহজ কথা নাছিল। ফলত মই সাঁজ লাগোঁতেই ভাগৰত লালকাল হৈ পৰিছিলোঁ আৰু টোপনিয়ে আমনি কৰা কাৰণে সোনকালে বিচনাৰ আশ্ৰয় ল'বলৈ বাধ্য হৈছিলোঁ। আকৌ কৈ থওঁ তেতিয়া মই Class VIIত; ১৯৩২ চন।

মঙলদৈত তেতিয়া বিজুলী-বাতি নাই। গোটেই চহৰখনৰ আলিবাটবোৰৰ ভিতৰত ২৫।৩০ টা মান লম্ফন আছিল নে নাই সিও সন্দেহ। টাউনখন আছিল তেনেই সৰু। ইমূৰৰপৰা সিমূৰ দেখি। বান্দৰচোৱা, ভেৰাৰঘাট আদি টাউনৰ গাতে লাগি থকা ঠাইৰ আলি-বাটত তেনেকুৱা লম্ফনৰ পোহৰ পোৱাৰো প্ৰশ্ন নুঠে। ৰাতি চাৰিওফালে ঘিট্‌মিটীয়া আন্ধাৰ।

মঙলদৈৰ খোৱা পানীৰ সমস্যাৰ কথা সকলোৱে জানে। নাদৰ পানীত অতিপাত 'আইৰন' বা লৌহ-তেল থকা কাৰণেই মানুহে খাই সহজে হজম কৰিব নোৱাৰে। তাত গা ধুলেও কাপোৰ গৌৰবৰ্ণ হয়।

মঙলদৈ নদী টাউনখনৰ একাষেদি বৈ গৈছে। উত্তৰা-দক্ষিণাকৈ বৈ যোৱা এই নৈখনক নৰ্থ-ট্ৰাঙ্ক ৰোডটোৱে ফাটক ঘৰৰ ওচৰতে কাটিছে। এই আলি-বাটটোৰপৰা উত্তৰে ৫০।৬০ ফুট দূৰতে আছিল আমাৰ থকা-খোৱা বহা। তেতিয়াৰ বান্দৰচোৱা, আজিকালিৰ ভেবাৰ ঘাটত। আমাৰ বহাৰপৰা নদী ডেৰ-দুশ গজ দূৰেদি বৈ গৈছিল। দক্ষিণে। সেই নদীৰ পানীয়ে আমাক খোৱা-পিয়া-গা-ধোৱা আদি সকলো কামত সহায় কৰিছিল।

মই সন্ধ্যা সোনকালে ৰান্ধি-বাঢ়ি খাই ন চাৰে ন মান বাজোঁতেই শুই পৰিছিলোঁ। সিফালে ৰাতিপুৱা কিন্তু সদায়ে এপৰমান ৰাতি থাকোঁতেই উঠিছিলোঁ। পুৱতি-নিশা এপৰমান ৰাতি থাকোঁতেই উঠি লেম লগাই লৈ মুখ-হাত ধুই চাহ খাই পঢ়াত লাগোঁ। সদায় সূৰ্য্য উদয় হোৱাৰ পূৰ্বে নৈত ডুবিযাই গা ধুই আহোঁ। লগতে দুই হাতে দুবাল্টি পানীও আনি পাগৰ সুবিধা কৰি থওঁ। তেতিয়াৰেপৰা পুৱতি-নিশা ৰাতি উঠি পঢ়া মোৰ আগ-বয়সত ওৰে জীৱনে গতানুগতিক অভ্যাস হৈ পৰিছিল।

বান্দৰচোৱাত থকা কালৰ এদিনৰ কথা। আকাশত চপৰা-চপৰি ডাৱৰ আছিল। চতুৰ্দশী কি পূৰ্ণিমাৰ জোনে আকাশত মেঘৰ আঁৰত লুকা-লুকি খেলি আছিল। মই টোপনিৰপৰা সাৰ পাই লেম লগাই লৈ মুখ-হাত ধুলোঁ। চাহৰ পানী তপতাবলৈ বুলি চৌকাত জুই ধৰি দি বাল্টি এটা হাতত লৈ নদীলৈ গ'লোঁ। ৰাতি পোহৰ হ'বলৈ ধৰা যেন লাগিছিল। নৈৰ পাৰতে শৌচাচাৰ কৰি নৈত গা ধুই পানী এবাল্টি লৈ বহা পালোঁহি। চাহ একাপ কৰি খালোঁ আৰু পঢ়াত লাগিলোঁ। কিছু সময় পঢ়াৰ পাছত শুনিবলৈ পালোঁ শিয়ালৰ হোৱা হোৱা শব্দ। চকুৰ টোপনিৰ জাল ক্ৰমে অনুভৱ কৰিবলৈ ধৰিলোঁ। এনেতে জেলৰ ঘণ্টাত দুটা নে তিনিটা কোব মৰা শুনিলোঁ। তাৰ অলপ পিছতে শুনিবলৈ পালোঁ নৈৰ পাৰৰপৰা অহা বাঘৰ হাউৰি। ভালেখিনি সময বাঘে বৈ বৈ হাউৰিয়াই আছিল। শুনি গাটো চিৰিং কৰি উঠিল। সৰ্বশৰীৰ শিহৰিত হ'ল। উঠি গৈ দুৱাৰখনত আটি আটি গাঁথি দিলোঁ। এৰীয়া জেলাচখন গাত মেৰিয়াই লেমটো হাতেৰে পকাই টিমিক-ঢামাককৈ জ্বলাই এৰি চকু মুদিলোঁ। মনলৈ কত ৰকমৰ দুশ্চিন্তা আহিছিল। ভাবিছিলোঁ নৈৰ পাৰত বাঘে ধৰিলে লি কৰিলোঁ-হয় ? খালে ? কাৰণ মই পানী আনিবলৈ যোৱা ঘাটৰ কাষতে বাঘে হাউৰিয়াইছিল। মনে মনে প্ৰতিজ্ঞা কৰিলোঁ ৰাতি পুৱাইছে বুলি ভালকৈ গম নাপালে আগলৈ আৰু কেতিয়াও অকলে নদীলৈ নাযাওঁ। পঢ়া-শুনা যি হয় হ'ব। দেহাইহে বেহা।

পিছদিনা একে কম্পাউণ্ডতে থকা বন্ধু মণিৰাম শৰ্মাক কথাটো ক'লোঁ। সিও কম নহয়। সি টোটোকে ৰৌটো কৰি মই ৰাতিয়ে উঠি নদীত গা ধুবলৈ গৈ বাঘৰ মুখত পৰিছিলোঁ বুলি এটা দীঘল গল্প সাজি কৈ ফুৰিলে। মই উত্তৰ দি তত্ নাপাওঁ। আনকি ক্লাছ মাষ্টৰ হৰেশ্বৰ শৰ্মায়ো মোক সুধিছিল—হয় নেকি

অতুল ? তই বোলে ৰাতিয়ে উঠি নদীত গা ধুবলৈ গৈ বাঘৰ মুখত পৰিছিলি ? তই হোষ্টেললৈ নাহ কিয় ?—

পিছে কিয় নাযাওঁ মইহে জানো। পাবোঁতে জানো ঘঁৰিয়ালে পৰ্বতৰ শিল নিগিলে ?

Class VIIৰ বাৰ্ষিক পৰীক্ষা গৈ গ'ল। এইবাৰো পৰীক্ষাত প্ৰথম হ'লোঁ। গণিতত বাহিৰে আটাইকেইটা বিষযতে প্ৰথম নম্বৰ পাইছিলোঁ। গণিতত চিত্তেশ দাসগুপ্তই পাঁচ নম্বৰ বেছি পাইছিল। তথাপি মুঠৰ ওপৰত তেওঁক বহুত দূৰত দ্বিতীয় স্থানত ৰাখি প্ৰথম আসন ল'বলৈ সক্ষম হৈছিলোঁ।

Class VIIIতে আমি ভূগোল, বুৰঞ্জী, সংস্কৃত আদি সকলোবোৰ বিষয় ইংৰাজী মাধ্যমত শিকিব লাগিছিল। ভাৰত বুৰঞ্জীখনৰ নাম আছিল Boys' Own History of India অৰ্দ্ধচন্দ্ৰ মুখাৰ্জী নে কাৰ আছিল ! ইযাৰ কথাবোৰ আমি Class VIৰ অসমীয়া বুৰঞ্জীতে শিকি গৈছিলোঁ। গতিকে বেছি মন নিদিলেও চলিছিল। কথাখিনি ইংৰাজীত লিখিব পাৰিলেই হয। Class VIIIলৈ প্ৰমোচন পোৱাৰ পাছত ক্লাছ মাষ্টাৰ হ'ল দীননাথ চহৰীযা। উজ্জ্বল চকু-যুৰিৰে ক্ষীণকায় পুৰুষজন। মুখস্থ ৰখাত আৰু মুখস্থ গোৱাত তেওঁ আছিল এগৰাকী বিৰল স্মৃতিধৰ লোক। জীৱনত তেনেলোক অতি কমেই পাইছোঁ। এবাৰ কিতাপৰ পৃষ্ঠা এটা পঢ়ি উঠি নোচোৱাকৈ অনাযাসে অবিৰাম গাই যাব পাৰে। ছাত্ৰ-শিক্ষক সকলোৱে তেওঁক শ্ৰদ্ধা-ভক্তিৰে সমীহ কৰি চলে।

প্ৰথম দিনাই চহৰীয়া ছাৰে ক্লাছ-মাষ্টাৰ হিচাপে ইংৰাজীৰ ক্লাছ ল'বলৈ গৈ পোনেই ক'লে—ক'ত অতুল ? আৰু চিত্তেশ ক'ত ? আগৰ বেঞ্চিখনৰ দুযো দুমূৰে বহা।—আমি বহিলোঁ। তেতিয়া তেওঁ ক'লে—অতুলে পৰীক্ষাত গণিতত বাহিৰে সকলো বিষযতে প্ৰথম নম্বৰ পাইছা—নহয় জানো ? বুৰঞ্জীত অতুলে ৮৭ আৰু চিত্তেশে ৮৫ নম্বৰ পাইছা, নহয নে ? কোনে উত্তৰকাকত চাইছিল জানা ? মই নিজে চাইছিলোঁ। আচলতে চিত্তেশে ৮৭ আৰু অতুলে ৮৫ পাব লাগিছিল। পিছে মই ইচ্ছা কৰিয়ে অতুলকহে ৮৭ দিলোঁ, চিত্তেশক ৮৫ । কিয় জানানে ? অতুলক মই চিনি নাপাওঁ। তেওঁ নতুন ল'ৰা। চিত্তেশক চিনি পাওঁ। অতুলৰ আখৰ-তাখৰ চিত্তেশতকৈ ভাল। চিত্তেশৰ প্ৰশ্নোত্তৰত বুৰঞ্জী-লেখক অৰ্দ্ধচন্দ্ৰ মুখাৰ্জী (?) নিজে বহিছে। লৰচৰ অকণো নাই। অতুলৰ উত্তৰৰ কাকতত তেওঁ নিজে কলম ধৰি বহিছে , কিন্তু কথাবোৰৰ বৰ্ণনা দিয়াত ভুল কৰা নাই, ঘটনা-বস্তুতো আৰু বিবৰণতো ঃ both in facts and language গতিকে মই অতুলকে উচ্চ স্থান (credit) দিলোঁ।

দীননাথ চহৰীয়া ছাৰক ছাত্ৰসকলে চহৰীয়া ছাৰ আৰু সঙ্গী শিক্ষকসকলে চহৰীয়া মাষ্টৰ বোলে। তেখেতে কম কথা কয়। তেখেতৰ শ্ৰেণীত ছাত্ৰ সদায় নিৰল, নিস্তব্ধ। তেখেতৰ মুখৰ প্ৰতিটো কথা সকলোৱে মনপুতি শুনে। শ্ৰেণীত

সাহিত্য, বুৰঞ্জী আদি বুজাবলৈ বুলি তেখেতে যেতিয়া যি কথা কয় তাক এফালৰপৰা কিতাপ পটি যোৱা যেন লাগে। ক'তো অকণো খোকোজা নাই, ক'তো আঁৰ নালাগে। মুখেৰে কৈ যোৱা কথাত ব্যৱহাৰ কৰা বছা বছা শব্দৰ বিন্যাস শুনিলে কাণত মৌ-বৰষা যেন লাগে। বহুত ল'ৰাই সেইবোৰ পিছত মুখস্থ গায়। ইনক আৰ্ডেনৰ গল্পটো ক'বলৈ গৈ তেখেতে কোৱা দুটা বাক্য আজিও মোৰ মনত আছে। তেখেতে কৈছিল—ইনকে তেওঁৰ কামনাৰ কামিনী এনিক পালে। তেওঁৰ শান্ত হিয়াৰ মাজেদি প্ৰেমৰ নিজৰা বৈ গৈ জীৱন-মৰুক নন্দন-কাননত পৰিণত কৰিলে .. ইত্যাদি। এনেবোৰ কথাৰ মধুৰ স্মৃতিয়ে মোৰ মনৰ কৰ্ণ-কুহৰত আজিও মৌ-বৰষে।

দীননাথ চহৰীয়া দেৱৰ প্ৰকাশিত পুথি একো নাই। তাহানি 'কটন কলেজ মেগেজিন'ত (পিছত ইয়াৰ নাম 'কটনিয়ান' হয়) বহুত যুঁজ-বাগৰৰ অন্তত অসমীয়া গল্প-প্ৰবন্ধাদিৰ বিভাগ এটা আৰম্ভ কৰোঁতে তেখেতৰ প্ৰবন্ধই তাত স্থান লভিছিল। আলোচনীৰ পাতৃত অ'ত ত'ত প্ৰকাশ হোৱা মূল্যবান গোটাচেৰেক প্ৰবন্ধ গোটাই বিগত মঙ্গলদৈ অধিবেশন অসম সাহিত্য সভাৰ সময়ত (১৯৭৩ চন)—'ভাষা-জননীৰ সেৱাত দীননাথ চহৰীয়া' নাম দি এখন পুথি প্ৰকাশ কৰোৱা হৈছিল। মই নিজে তাৰ সম্পাদনাৰ দায়িত্ব বহন কৰিছিলোঁ। পুণ্যশ্লোক গুৰু এজনাৰ স্মৃতিত ই আছিল মোৰ এখিলা সামান্য বেল-পাত। চহৰীয়া ছাৰৰ পুণ্যাত্মাই চিৰশান্তি লাভ কৰক। ৭।৫।৯১

# ইয়ৰ এক্‌চেলেঞ্চি

ক্লাছ এইটলৈ উঠাৰ দিন-দিয়েকৰ ভিতৰৰে এদিনৰ কথা। মঙ্গলদৈ হাইস্কুলৰ হেড্‌মাষ্টৰ তেতিয়া ৰমণীকান্ত বৰুৱা। আগতে কৈ আহিছোঁ—সেই সময়ত ৰমণী বৰুৱাৰ নাম মঙ্গলদৈত নজনা লোক নাছিল। বিশেষকৈ তেওঁৰ ব্যক্তিত্ব আৰু আত্ম-গৌৰৱৰ নিজে কোৱা কথাবোৰ মানুহৰ মুখে মুখে হৈ পৰিছিল। তেওঁ সকলো সময়তে সচেতন আছিল যে তেওঁ মঙ্গলদৈ মহকুমাৰ (আজি-কালিৰ দৰং জিলাৰ) প্ৰথম বি. এ. আৰু তেতিয়াৰ দৰং জিলাৰ দ্বিতীয় গ্ৰেজুৱেট : প্ৰথম গ্ৰেজুৱেট আছিল লম্বোদৰ বৰা। তেওঁ সেই সময়ৰ কমিচনাৰ চাহাবক চাকৰিৰ কাৰণে দেখা কৰিবলৈ গৈ হাকিম কাম লাগে বোলাত কমিচনাৰ চাহাবে হেনো কৈছিল—পোনতে ছমাহ মান বাৰু মাটিৰ হাকিম হোৱা। তাৰ পাছত তোমাক মই হাকিম কাম দিম। তেতিয়া বৰুৱাই বোলে কৈছিল—মোক ছমাহৰ পাছত দিব পাৰে যদি এতিয়াই

কিয় নোৱাৰে ? মই জনাত চাকৰিও আছে , দিব খুজিলে আজিয়ে দিব পাৰে। চাকৰি আছে যেতিয়া, দিয়ক।

চাহাবে ক'লে—থাকিলেও ছমাহ মাটিৰ হাকিমৰ কাম কৰাচোন বাৰু। তাৰ পাছত মই তোমাক হাকিম কাম দিম বুলিছোঁ নহয় ; দিম।

বৰুৱাই উত্তৰত ক'লে—হাকিম কাম পোনে পোনে পালে মই কৰিম ; ন'হলে এই ছমাহ ঘৰতে বহি থাকিম বা অন্য কাম কৰিম ঃ মাটিৰ হাকিম নহওঁ।—তাতে চাহাবৰ খং উঠিল আৰু ক'লে—তেনেহ'লে তুমি যোৱাগৈ। এতিয়া মই তোমাক একো কাম দিব নোৱাৰিম।—তেতিয়া তেওঁ চাহাবক ধন্যবাদ দি বুকু ফিন্দাই হৃষ্টচিত্তে উভতি আহিল।—এয়ে আছিল ৰমণীকান্ত বৰুৱা। তেওঁ গৌৰব কৰি ছাত্ৰসকলৰ আগত সততে কৈছিল—ঐ গৰুহঁত, ('গৰুহঁত' আছিল তেওঁৰ ছাত্ৰসকলৰ প্ৰতি অতি প্ৰিয় সম্বোধন) ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰত তহঁতে মোৰ দৰে ইংৰাজী জনা লোক দ্বিতীয় এজন নাপাবি। দক্ষিণ পাৰে মাত্ৰ দুজন আছে ঃ জে বৰুৱা আৰু তৰুণ ফুকন। প্ৰফেচৰ পি চি ৰয়েও কিছু জানে, কিন্তু তেৰোঁ চাহাবী ইংৰাজী কম জানে। আমি তহঁতৰ দৰে—তহঁতৰ কিয়—তহঁতৰ শিক্ষকসকলৰ দৰে translation পঢ়ি ইংৰাজী শিকা নাছিলোঁ। আমি খোদ্ ইংৰাজী চাহাবৰপৰা ইংৰাজী শিকিছিলোঁ। গতিকে মোৰ দৰে ইংৰাজী জনা লোক তহঁতে ইয়াত নাপাবি। তহঁতে মই ইংৰাজী ক'লে কাণ পাতিবি। মন দিবি। তাকে কৰিলে 'নেছফিল্ড', 'ৰ' এণ্ড ওৱেব' নপঢ়িলেও হ'ব। তেওঁৰ এনেবোৰ বৰ বৰ কথা আমি নীৰবে শুনি তেনেই মোহ গৈছিলোঁ। মনে মনে ভাবিছিলোঁ—আমাৰ 'হেমা' ছাৰ কম নহয়।

ইস্কুলত হেড্‌মাষ্টৰ ৰমণীকান্ত বৰুৱাৰ বহা কমটো দীঘল ইস্কুল ঘৰৰ এমূৰত আছিল বুলি কৈ আহিছোঁ। আজি-কালি সেই ঘৰটোত মঙলদৈ পুলিচ থানা বহিছে। সেই কমটোৰপৰা কেতিয়াবা তেখেতে এছাৰি এডাল হাতত লৈ ইস্কুল ঘৰৰ বাৰাণ্ডাযেদি এটা চক্কৰ দি দুনাই অফিচলৈ সোমাই যায়। তেতিয়া ইস্কুল কঁাহ পৰি জীণ যায়। সকলোৰে সতৰ্ক দৃষ্টি কোন কমত তেওঁ সোমায়। সোমালেই বিপদ। কাৰবাক কিবা কচুৰত নিশ্চয় উধে-মৃধে কোবাব। গতিকে সকলোৰে তেওঁলৈ ভয়। ছাত্ৰৰো, শিক্ষকৰো। শিক্ষকসকল সকলোবোৰেই প্ৰায় তেওঁৰ ছাত্ৰৰ দৰে। ছাত্ৰ নহ'লেও ছাত্ৰ-স্থানীয়। ভাৰ্নেকুলাৰ শিক্ষকসকলৰ দুই-এজন আছিল তেওঁৰ সমবয়স্ক বা তেওঁতকৈ দুই-চাৰি বছৰৰ ইফাল-সিফাল।

সেইদিনা তেওঁ তেনেকৈ বেত্ৰ-হস্ত হৈ ওলাই গৈ আমাৰ শ্ৰেণীত সোমাল, আমি সকলো থৰহৰি কম্পমান। সোমায়েই তেওঁ গহীনাই সুধিলে—এই, অতুল ক'ত বহে ? যেয়ে মোৰ নামটো হেড্‌মাষ্টৰৰ মুখত শুনিছিল তেৱেঁ তন্মুহূৰ্ত্তত ভাবিছিল—আজি অতুলৰ গতি লাগিল। পিঠি ছিৰাছিৰ হ'ব। কিবা দোষ কৰিছিল বেচেৰাই ?—তেখেত সোমোৱাৰ লগে লগে আমি ছাত্ৰ-শিক্ষক সকলোৱে গিৰিপ্‌কৈ থিয় হৈছিলোঁ।

তেতিয়া হৰেশ্বৰ শৰ্মা ছাৰে ক্লাছ লৈ আছিল। সম্ভৱ সংস্কৃতৰ ক্লাছ। হেড্‌মাষ্টৰে সোমাযেই আকৌ ক'লে—ক'ত ? অতুল ক'ত ? নাম কঢ়াৰ লগে লগে মোৰ গাত গোসাঁই নাই। চকু প্ৰায় চলচলীয়া হ'ল, অপমানৰ ভয়ত আৰু উৎকণ্ঠাত ! সকলোৰে চকু মোৰ ওপৰত। মোৰ মনটোৱে যেন ক'বলৈ ধৰিলে— আই বসুমতী, ফাট মেলা , পাতালে লুকাওঁ। আজি মোক কোন গোসাঁয়ে ৰক্ষা কৰিব ?

বেতডাল মোৰফালে টোঁৱাই হেড্‌মাষ্টৰ ছাৰে ক'লে—তই ক্লাছত প্ৰথম ল'ৰা নহৱ জানো ? Competitive Scholarship ও পাইচ নহয় ? আৰু কি হৈছে জান ? এইখন কাগজত আহিছে—মাইনাৰৰ বৃত্তি পৰীক্ষাত তই অসমত প্ৰথম হৈছ। মাইনাৰ দিয়া অসমীয়া ল'ৰাবোৰৰ ভিতৰত তই প্ৰথম হৈছিলি আৰু তাৰ বাবে 'খগেন্দ্ৰনাৰায়ণ মেমৰিয়েল মেডেল' পাবি। মেডেলটো মোলৈ আহিছে। মই সেইটো এইবাৰৰ বঁটা-বিতৰণী সভাত প্ৰদান কৰিম। তই প্ৰথম হোৱাৰ পুৰস্কাৰো পাবি, মেডেলটোও পাবি। ভাল হৈছে। ভালকৈ পঢ়। আমাৰ স্কুলৰো নাম ৰাখিব লাগিব।—এইবুলি মোৰ পিঠিত চপৰিয়াই হাঁহি মাৰি শ্ৰেণীৰপৰা ওলাই গৈ নিজৰ প্ৰকোষ্ঠ পালে। মোৰো মুখত পানী আহিল। বুকুৰে ধান বানিবলৈ এৰিলে। নকৈ নোৱাৰো যে সিদিনা মই সেইখিনি সময়ৰ ভিতৰতে হাততে নৰক আৰু স্বৰগ— দুয়োখন ঠাই দেখিছিলোঁ।

হৰেশ্বৰ শৰ্মা ছাৰৰ মনত এই ঘটনাটোৱে যি প্ৰতিক্ৰিয়া কৰিলে সেয়ে মোক অভিভূত কৰিলে। তেওঁ তাৰ পাছত মোক ক'লে—তই হোষ্টেললৈ আহ্। তাতে থাকি পঢ়্। তই পাঁচ টকা বৃত্তি পাব। ঘৰৰপৰা আৰু দুটকা আনিলেই সুন্দৰকৈ চলি যাব পাৰিবি। কেতিয়া আহিবি ক ?

শৰ্মা ছাৰ হিন্দু হোষ্টেল আৰু বাসা-ছাত্ৰাবাস দুয়োটাৰে চুপাৰিণ্টেণ্ডেণ্ট আছিল। সেইবাবেই তেওঁ মোক হোষ্টেললৈ নিয়াত বিশেষ জোৰ দিছিল। মোৰ প্ৰতি থকা মৰমৰ এইখিনি আছিল ওপৰঞ্চি টান। মই ক'লোঁ—আপোনাক মই সকলো কথা এইবাৰ ঘৰলৈ গৈ আহিহে ক'ম ছাৰ। তেওঁ ক'লে—বাৰু আজিয়ে ইস্কুল ছুটীৰ পাছত তই মোৰ তালৈ এবাৰ যাবি।

সেইমতে মই চুপাৰিণ্টেণ্ডেণ্ট ছাৰৰ ঘৰত ওলালোঁগৈ। তেওঁ তেতিয়া বেগা নদীৰ পূব পাৰৰ এটা সুৰ্কীয়া খেৰী ঘৰত থাকি বেগাৰ পছিম পাৰৰ হিন্দু হোষ্টেল আৰু পূব পাৰৰ বাসা-ছাত্ৰাবাস—এই দুয়োটা হোষ্টেল চোৱা-চিন্তা কৰাৰ দায়িত্বত আছিল। মই গৈ পোৱাত তেওঁ মোক এখন টুলত বহিবলৈ দিলে আৰু মোৰ লগত কথা পাতিলে। লগে লগে তেওঁৰ ৰান্ধনি 'বাপুটি' বোলা পিলপিলীয়া ল'ৰাটিযে মোক চাহ-জলপান খাবলৈ দিলে। হাত-মুখ ধুই মই চাহ-জলপান খালোঁ। ছাৰে সোধাত মই মোৰ সেই সময়ৰ আৰ্থিক আৰু পাৰিবাৰিক পৰিস্থিতি ভাঙি-পাতি ক'লোঁ।—মই বৃত্তিৰ টকা নি পোনে পোনে মাহী-মাৰ হাতত জমা দিওঁ। সি এতিয়াৰে

কথা নহয়। মই মাইনাৰত পঢ়া দিনতো তাকে কৰিছিলোঁ। প্ৰাইমাৰীৰ বৃত্তি পোৱাৰ সময়ত পিতাই মোক কৈছিল—বৃত্তিৰ টকা পোৱা মাত্ৰে আনি মাহী-মাৰাৰ হাতত জমা দিবি। তাকে কৰিলে মাহী-মাৰাই তোক নিজৰ মাৰাৰ দৰে মৰম কৰিব।— গতিকে মাইনাৰত পঢ়া সময়ত তাকে কৰিছিলোঁ। হাইস্কুলতো এতিয়া তাকে কৰি আছোঁ। মোক যি খৰচ লাগে পিতাই দিয়ে। —ছাৰে ক'লে—মই সকলো বুজিলোঁ। মুঠতে তই বান্দৰচোৱাৰপৰা আহি হোষ্টেলত নতুবা বাসা-হোষ্টেলত থাকিবই লাগিব।—মই সেইমতে পিতাক কোৱাত তেওঁ মোক বাসা-হোষ্টেলতে ৰাখিবলৈ মনস্থ কৰিলে।

এইখিনিতে বাসা-ছাত্ৰাৱাস বা বাসা-হোষ্টেল নো কি কৈ থওঁ। মাটিৰ জৰিপ, বন্দবস্তি আদি ছেটোলমেণ্ট সামৰাৰ পিছত মণ্ডল-কাননগোহে এৰি যোৱা খেৰী ঘৰবোৰ খালী হৈ পৰি আছিল। হেড্‌মাষ্টৰ ৰমণীকান্ত বৰুৱাই লেখা-লেখি কৰি সেইবোৰত দুখীয়া ল'ৰাৰ ছাত্ৰাবাস কৰি দিলে। নিজে ৰান্ধি বাঢ়ি খাই পঢ়া ল'ৰাবোৰ তাতে থাকে। দুখীয়া ল'ৰাৰ বোৰ্ডিংঘৰ।

আমাৰ বিশ্বাসী হালুৱৈ (হালোৱা) জালালে চাউল-খৰি আদি গৰুৰ গাড়ীত আনি, মোক বান্দৰচোৱাৰ মেছৰপৰা নি, এদিন বেগাৰ পাৰৰ বাসা-হোষ্টেলত ৰাখিলে। তাতে প্ৰায ৫।৬ মাহ থাকি নিজে ৰন্ধা-বঢ়া কাম কৰি অকলে খাই পঢ়িলোঁ। তাৰ পাছত এদিন হৰেশ্বৰ শৰ্মা ছাৰে আমাৰ হোষ্টেল চাবলৈ যাওক। তেওঁ মোৰ বিছনা, পাক-ঘৰ আদি চাই সন্তোষ পালে। তেওঁ মোক ক'লে—অতুল, তই হিন্দু হোষ্টেললৈ আহ্। মাহে যি পাঁচ টকা বৃত্তি পাব মোৰ হাতত দিবি। মযে তোৰ মাহী-মাৰা হ'ম। হোষ্টেল খৰচ মাহে ৬।৭ টকাৰ বেছি নহয়। সেই এক-দুই টকা যি লাগে ময়ে দিম। হ'বনে ?

মই মান্তি হ'লোঁ। Class VIII ৰ শেষৰ পিনে হোষ্টেললৈ গ'লোঁ। ঘৰৰপৰা একো নানো। কেতিয়াবা কেতিযাবা ঘৰলৈ যাওঁ। শনিবাৰে গৈ সোমবাৰে উভতোঁ। ঘৰত পিতাই কয়—মেট্ৰিকত যাতে প্ৰথম বিভাগ পাব তাৰ কাৰণে যত্ন কৰিবি। তাতকৈ বেছি আমাক আৰু একো নালাগে।—মোৰ মনটো সেমেকি যায়। মই কেৱল কওঁ—বৃত্তি পালে কিন্তু পঢ়ুৱাব লাগিব। —পিতা নীৰৱ থাকে।

উচ্চ শিক্ষা-লাভৰ আশা নাযে যেতিয়া, বৰকৈ কষ্ট কৰি পঢ়ি কি লাভ ? মই তেনেকৈ ভাবি খেলা-ধূলাৰ ফালে অধিক মনোযোগ দিলোঁ। ফলত ইণ্টাৰ স্কুল টুৰ্ণামেণ্ট খেলাৰ কাৰণে নিৰ্বাচন কৰা দুয়োটা টিমতে—ফুটবলতো ক্ৰিকেটতো—স্থান পালোঁ। স্কুল-টিমত।

এনে সময়তে মাহীমাৰ প্ৰথম সন্তান—মোৰ ভাই প্ৰফুল্লৰ জন্ম। আমাৰ ঘৰখনত আনন্দৰ কোলাহল। ইমান দিন সা-সম্পত্তিৰে উভৈনদী পুৰণি মৌজাদাৰৰ ঘৰখনত একেটি মাত্ৰ কেৰ্মজুৱা ল'ৰা (তাৰ মানে মই মাত্ৰ) , তাকে লৈ সকলোৰে

খেদ আছিল। এতিয়া সেই দুখ দূৰ হ'ল। পিছে মোৰ অৱস্থা ? মোৰ অৱস্থা হ'ল— ক্ৰমে 'অনাদৰে ৬ষ্ঠী' ; ব্যাকৰণৰ 'অনাদৰে ৬ষ্ঠী'। বিভক্তিৰ পৰিৱৰ্তন।

সি যি হওক টুৰ্ণামেণ্ট খেলাৰ কথা পিছলৈ থৈ সেই সময়ত মঙলদৈ চহৰত লাট চাহাবৰ (গবৰ্ণৰ) পদাৰ্পণ উপলক্ষে কি ঘটিছিল তাৰে কিঞ্চিৎ আভাস দি এই প্ৰসঙ্গ সামৰিব খুজিছোঁ।

মঙলদৈ চহৰ নামতহে মহকুমাৰ সদৰ আছিল। কামত ই আছিল দ্বিতীয় আন্দামান। ৰেলে-জাহাজে ঢুকি নাপায়। আলিয়েদি হ'লেও টংলাৰপৰা হাবিৰ মাজেদি আহিব লাগে। জিলাৰ সদৰ তেজপুৰ বা বাণিজ্যৰ স্নায়ুকেন্দ্ৰ গুৱাহাটীৰ লগত পোনপটীয়া সংযোগ নাই। তেনে মঙলদৈলৈ গবৰ্ণৰ আহিব ! তেওঁ আহিব জাহাজেদি থাৰুপেটীয়ালৈ আৰু তাৰ পাছত হাবি কাটি সজা নতুন আলি-বাটেদি।

গাঁও-ভূঁইত তিমানকৈ নহ'লেও মঙলদৈ চহৰ অঞ্চলত তাকে লৈ তেনেই উথপ্‌থপ লাগি পৰিছিল। কোনটো আলি কেনেকৈ সজাব, কোন ঠাইত কি ৰুব, কোন বাটেদি তেওঁক ক'লৈ নিয়া হ'ব তাকে লৈ টাউন কমিটিৰ মেম্বৰ-চেয়াৰমেনসকল ব্যস্ত হৈ পৰিছিল। তাকে কয় কিবা বোলে—

বুঢা বয়সত ৰাঙৰ খাৰু
ডেকা হ'বৰ কাৰু-বাৰু।

তেতিয়া আছিল জাৰৰ দিন। চাপৰি অঞ্চল শুকাইছে। হাবিয়েদি খাৰুপেটীয়া ঘাটলৈ গো-বাট ওলাইছে। ম'হৰ গাড়ী অহা-যোৱা কৰে। সেই বাটকেই কাটি-কুৰি উন্নত কৰি লাট চাহাবৰ মটৰ কোনোমতে নিব পৰা কৰা হ'ল। 'লৰ্ড' শব্দৰপৰাই আমাৰ 'লাট চাহাব' ওলাইছে। সেই নেদেখা বস্তু আমি দেখিম তাকে লৈ আমাৰ ছাত্ৰসকলৰ মাজত নানা ধৰণৰ ভাল-বেযা আলোচনা।

খাৰুপেটীয়া ঘাট তেতিয়া আজি-কালিৰ ঠাইত নাছিল। পোনে পোনে মঙলদৈৰপৰা পাঁচ মাইল দূৰত আছিল। তাৰপৰা আলি-বাট বন্ধা হৈছিল। বৰলাটৰ আগমণৰ এসপ্তাহমান আগৰেপৰা বাটেই নতুন ৰূপ লৈছিল। দুযো দাঁতিত নতুন কল-পুলি। মাজে মাজে থোক-লগা কলৰ গছ। আলিৰ ফালে কলৰ থোক ওলমি আছে। আমি এইবোৰ চাবলৈ গৈ ৰং পাওঁ।

দিনৰ দিনা নো কি চাবা ? আলিৰ দয়ো দাঁতিত মানুহেই মানুহ। তাৰ মাজে মাজে ৰঙা পাগুৰিমৰা পুলিচ পিয়া-পি দি ফুৰিছে। আনন্দৰ মাজতো ভয় !

সেই সময়ত মঙলদৈ টাউন কমিটিৰ চেয়াৰমেন আছিল—ৰায়চাহাব ৰত্নেশ্বৰ দাসগুপ্ত। চুটি-চাপৰ শকত মানুহজন। ৰত্নেশ্বৰ বাবুৰ উলাহ-আনন্দ, চিন্তা-ব্যস্ততা আছিল সবাতোকৈ বেছি। আমি ল'ৰাবোৰে সিদিনা ইস্কুলৰ সম্মুখৰপৰা চাপৰিৰ মাজৰ বহুত দূৰলৈকে আলিৰ দুয়োকাষে থিয় হৈ লাট চাহাবক আদিৰবলৈ বোন্দাপৰ দিছিলোঁ।

যথা-সময়ত লাট চাহাবৰ গাড়ী আহিল। ক'তো নোৰোৱাকৈ গৈ নিৰ্দিষ্ট স্থানত ৰ'ল। নন্দী-ভৃঙ্গীসকল গাড়ীৰপৰা নামিল। বগা চাহাব কেইবাজনো দেখিলোঁ। তাৰে কোনজন লাট আমি গমকে নাপালোঁ। হোৱাই-নোহোৱাই নমস্কাৰ দি আশ্বস্ত হলোঁ। আচলতে আমি 'জ্বালকে বুলিলোঁ জকাই, আন্ধাৰে-মুধাৰে চিনিব নোৱাৰি পৈকে বুলিলোঁ ককাই' হৈছিলোঁ। বৰলাটক আমি নিচিনিলোৱেই। সুসজ্জিত হৈ থকা তেওঁৰ দেহ-ৰক্ষীকহে (body guard) চেলাম দিলোঁ।

চেয়াৰমেন ৰত্নেশ্বৰ বাবুৰ লাটক দিয়া সন্মান-পত্ৰখন সুন্দৰ ইংৰাজীত লিখা এখন দীঘল ৰচনা আছিল। তেওঁ হেনো তাকে পাঠ কৰিবলৈ নিতৌ আখৰা কৰিছিল। আনকি তাৰ কাৰণেই তেওঁ কিছুদিন আগে কলিকতালৈ গৈ মুখৰ পুৰণি দাঁত উঠাই নতুন চক্‌চকীয়া দাঁতৰ পাৰি লগাই লৈছিল। তাকে লৈও দিনৰ দিনা কিন্তু হৰিষত কিঞ্চিৎ বিষাদ ঘটিছিল। পঢ়া শেষ হোৱাৰ আগে আগে এবাৰ 'ইয়ৰ এক্‌চেলেঞ্চি' বুলি নাটকীয় ভঙ্গীত উচ্চাৰণত জোৰ দিওঁতে ওপৰৰ দাঁত পাৰি উফৰি আহি লটং-পটং হৈ পৰিছিল। সেয়ে সভাত ৰস-সৃষ্টি কৰি হাঁহিৰ ৰোল তুলিছিল। পিছত আমি ছাত্ৰসকলেও 'ইযৰ এক্‌চেলেঞ্চি' বুলি ইজনে সিজনক সম্ভাষণ কৰি ৰগৰ কৰিছিলোঁ; ক'বলৈ গ'লে ছাত্ৰসকলৰ মাজত ই এটা ৰহস্যজনক সম্বোধন হৈ বহুত দিনলৈ চলি আছিল। ৩০।৬।৯১

# নগৈ গড়গাঁৱৰ বতৰা কোৱা

এইবাৰ খেলাৰ কথা। আমি টুৰ্ণামেণ্ট খেলিবলৈ বুলি গুৱাহাটী-যাত্ৰাৰ কাৰণে সাজু হ'লোঁ। মই ক্লাছ এইটত। মঙলদৈ চহৰৰপৰা আমি যাত্ৰা আৰম্ভ কৰিম। মঙলদৈৰপৰা গুৱাহাটীলৈ যাবলৈ সেই সময়ত সুগম আলিবাট নাছিল। হয় মটৰেদি টঙলালৈ গৈ তাৰপৰা ৰেলেৰে যাব পাৰি ; নতুবা খাৰুপেটীয়াৰপৰা জাহাজেৰে। খাৰুপেটীয়া জাহাজঘাটলৈ শিয়ালমাৰি, বাঘপৰি আদি চাপৰিৰ মাজেদি খৰালি পানী শুকালে গৰু-বাটেদি যাব পাৰি। সেই বাটেই লাহে লাহে গাড়ীৰ বাট হয়। দূৰত্ব পোনে পোনে প্ৰায় পাঁচ মাইল। সেই বাটেদি আমাৰ স্কুলৰ খেলাৰ পাৰ্টিটো যাবলৈ ম'হৰ গাড়ী সাতখন বন্দবস্ত কৰা হ'ল।

ঘনকান্ত চলিহা আৰু মই দুয়ো একে শ্ৰেণীতে পঢ়া বন্ধু ঃ পাথৰিঘাট মাইনাৰ ইস্কুলত পঢ়া দিনৰেপৰা। খেলালৈ দুয়ো বাছনিত উঠিলোঁ। আমাৰ এজনৰো সাজপাৰখিনি ভৰাই ল'বলৈ টিনৰ বা চামৰাৰ চুটকেচ একোটায়ে নাছিল ঃ ট্ৰাঙ্ক

দূৰৰ কথা। আমি দুয়ো দুয়োৰো কাপোৰ-কানি সুন্দৰকৈ জাপি বান্ধি সত্ৰখিৰ টোপোলা কৰি লৈছিলোঁ। গুৱাহাটী পাই দুয়ো দুটা টিনৰ বাকছ (ষ্টীল ট্ৰাঙ্ক) কিনি লৈছিলোঁ।

আমাৰ এই যাত্ৰাটোৰ কথা আৰু অলপ কওঁ। মঙলদৈ চহৰৰপৰা যাত্ৰা আৰম্ভ হ'ব বুলি স্থিৰ হ'ল। সাতখন ম'হৰ গাড়ীৰ প্ৰত্যেকখনত তিনিজনকৈ সহজে যাব পাৰি। তাৰে এখনত কিন্তু গে'ম-মাষ্টৰ ইচাহক বাবু অকলে যাব। সেই গাড়ীখন সকলোৰে মাজত যাব। তেখেতৰখনতে খেলাৰ মূল্যৱান সৰঞ্জাম কিছুমানৰ বাকছ এটাও থাকিব। কেপ্টেইন আছিল বোধহয় অমৃত তালুকদাৰ। তেওঁ আমাতকৈ এক-দুই শ্ৰেণী ওপৰত পঢ়িছিল। আমাৰ লগত ছমছেৰ আলি আৰু কুটুবুদ্দিন বুলি দুজন ভাল খেলাৰু আছিল। ছমছেৰে কেইবাবছৰো টুৰ্ণামেন্টত ৪৪০ গজ দৌৰৰ প্ৰথম পুৰস্কাৰ পাইছিল। আমি দুয়ো 'মিষ্টাৰ' 'মিষ্টাৰ' আছিলোঁ।

আমাৰ গাড়ীবোৰত হাঁহৰ বাহত পৰাৰ দৰে ধান-খেৰ পাৰি দিয়া হৈছিল। প্ৰত্যেক গাড়ীতে এটাকৈ ডাঙৰ ঘাণ্টি (ঘণ্টা) আঁৰি দিয়া আছিল। লেম্প আৰু ঘাণ্টি তেনে বাটত যোৱা গাড়ীত ৰাতি নহ'লেই নচলে। যাত্ৰাৰ সময় স্থিৰ হ'ল ৰাতি আঠ বজাত। বাৰ বজা মানৰ ভিতৰত গৈ ঘাট পোৱাৰ কথা। ঘাটত দুঘণ্টামান জিৰাই-শঁতাই ২।৩ মান বজাত ৰাতি জাহাজত উঠা হ'ব। এয়ে পৰিকল্পনা।

জাহাজ-ঘাটত মিহিৰাম কলিতা বুলি ছিপাঝাৰ-হাজৰিকাপাৰাৰ এজন জাহাজৰ কৰ্মচাৰী-বিষয়া আছিল। আমি তেখেতলৈ আগলি বতৰা পঠাইছিলোঁ। সেইমতে তেখেতে আমাক আদৰিবলৈ যা-যোগাৰ কৰি ৰাখিছিল। তেওঁ ক'বলৈ গ'লে ঘাটলৈ যোৱা সকলো অসমীয়া যাত্ৰীৰে হৈ পৰিছিল—'শ্ৰান্ত পথিকৰ পান্থ-তৰু'। তেওঁৰ সেই সুনাম বৈ বৈ পৰিছিল।

ৰাতি আঠ বজাৰ আগতেই আমি সকলোৱে নৈশ ভোজন শেষ কৰি যাবলৈ তপতৈয়াৰ হ'লোঁ। যথা সময়ত যাত্ৰা আৰম্ভ হ'ল। ঘলটং-টং, ঘলটং-টং ম'হৰ গাড়ীৰ ঘণ্টা বাজিবলৈ ধৰিলে। লেমৰ জুইৰ পোহৰে দূৰৰপৰায়ে আমাৰ যোৱা বাটৰ উমান দিলে। ঘলটং-টংকৈ বাজি থকা শব্দই হ'ল গমনৰ জাননী। সম-দূৰত্বত গৈ থাকিবলৈ গাড়ীবোৰক নিৰ্দেশ দিয়া হৈছিল। আমাৰ লগত হাৰমোনিয়াম আৰু বাঁহীও আছিল। এখন গাড়ীৰপৰা আনখনলৈ কেতিয়াবা গীত গাই আনন্দ কৰি আমি পথৰ ভাগৰ পলুৱাইছিলোঁ।

বাটত এটা এটাকৈ দুটা অভাৱনীয় ঘটনা ঘটাত যথাসময়ত ঘাট হয়তো সময়মতে নাপাবগৈ পাৰোঁ বুলি সন্দেহ হৈছিল। দুমাইলমান জংঘলৰ মাজেদি যোৱাৰ পিছতে প্ৰথমখন গাড়ীৰ ম'হে চক খালে। গাড়ীখন ম'হে ভিৰিহাই টানি লৈ হাবিৰ মাজলৈ বাট কাটি দৌৰ মাৰিলে। বাকী ম'হবোৰেও উচপ খাই চেৱা-বেৱা লগালে। তাৰ কাৰণ গাড়ীৰ প্ৰথমহাল ম'হে ওচৰতে ক'ৰবাত বনৰাজ বাঘৰ গোন্ধ পাইছিল কি সন্মুখৰ ফালে ক'ৰবাত বাঘ দেখিছিল। নহ'লে তেনে নকৰে।

আমিও গাড়ীৰপৰা নামিলোঁ আৰু বাঘৰ গোন্ধ পাই প্ৰমাদ গণিলোঁ। পিছে আপদত ধৈৰ্য্যহে আত্মদি বুলি গণ্য কৰি বুদ্ধি উলিয়াই সকলোৱে হায়-হুল্লি কৰিবলৈ ধৰিলোঁ। লগে লগে গাড়ীত পাৰি লোৱা খেৰ টুঁহি আনি ডাঙৰকৈ জুই একুৰা ধৰিলোঁ।

ইমান পাৰে ইছাহক বাবু বোধহয় টোপনি গৈ আছিল। তৃতীয় কি চতুৰ্থ গাড়ীৰপৰা তেওঁ চিঞঁৰি সুধিলে—হেই, কি হৈছে ? হাল্লা কৰিছা কিয় ? জুই কিহৰ ? কি নিমিত্তে ?—ওচৰলৈ গৈ আমি ক'লোঁ—ম'হে চক খাব খুজিছিল, ছাৰ। চাপৰিত বাঘ থাকে। বাঘ দেখিছিল হ'বলা। এতিয়া ঠিক হৈছে। গাড়ী আকৌ চলাবলৈ দিছোঁ।

তেনেকৈ ভয়ে ভয়ে আৰু এমাইলমান গ'লোঁ। ইবাৰ আকৌ বগৰী গছৰ ডাঙৰ জোপোহা এটাকে দেখি বনৰীয়া হাতী বুলি ভয় কৰি প্ৰথমখন গাড়ীৰ গাৰোৱানে গাড়ী ৰাখি দিলে। লগে লগে বাকীবোৰ গাড়ীও বৈ গ'ল। সকলোকে খবৰ দিয়া হ'ল যে সম্মুখত ওচৰতে প্ৰকাণ্ড বনৰীয়া হাতী বৈ আছে। টৰ্চ মাৰি চাবলৈ কাৰো সাহ নহ'ল। তেনেকৈ আধা ঘণ্টামান চুপ-চাপকৈ থকাৰ পাছত আকাশত জোনে ভৈয়াম দিলে। নিশ্চয় কৃষ্ণ-পক্ষৰ ৰাতি আছিল। জোনৰ পোহৰত দেখা গ'ল বনৰীয়া হাতীটো হাতী নহয়, এজোপা জুপুৰা বগৰী গছহে ঃ ৰাৱণৰ নাড়ীয়ে আগুৰি ধৰা বগৰী গছ। ৰাৱণৰ নাড়ীক বহুতে সীতাৰ ব আৰু অইন কোনো কোনোৱে আকাশী লতা বোলে। বহুতে আকৌ ভুল কৰি ৰঘুমলা বোলে। সি যি হওক। আমাৰ হস্তীভ্ৰমটো আবিষ্কাৰ হোৱাত হাঁহিৰ ৰোল উঠিছিল। আমাৰ আহুকলীয়া যাত্ৰা পুনৰ আৰম্ভ হ'ল। গাড়ীবোৰ পুনু যাবলৈ ধৰিলে।

তেনেকৈ গৈ গৈ এক মান বজাত মাজ-নিশা ঘাট পালোঁ। দুই বজাত জাহাজ আহি ঘাট পোৱাৰ কথা। ভাগ্যক্ৰমে সিদিনা জাহাজ পলমকৈ আহিছিল। পুৱা পাঁচ বজাতহে পাইছিলহি। মিহিৰাম বাবুৱে আমাক ৰাতি ১ বজাত উঠি পোনতে সকলোকে গৰম গৰম লুচি-জিলাপিৰে চাহ-জলপান খুৱালে। টাটকা ম'হৰ ঘিউত ভজা গৰম ফুলা লুচিৰ সেই গোন্ধ আৰু তৃপ্তি যেন আজিও নাক আৰু মনৰপৰা যোৱা নাই। লগে লগে দিনতে সংগ্ৰহ কৰি আনি যতনেৰে পগাই ৰখা গৰম ফুটীয়া গাখীৰ একো গিলাচ আৰু লুচি-দালি-তৰকাৰি-ভাজিৰ জলপান খাবলৈ দিলে। এইদৰে ৰাতিপুৱা আঠ বজাত জাহাজত উঠি আবেলি পাঁচ মান বজাতহে গুৱাহাটী পোৱা হৈছিল। বাটতো চৰত বজি এবাৰ কেইবাঘণ্টা জাহাজ পানীৰ মাজতে বৈ আছিল। ইয়াকে বোলে—আপদীয়া যেনি যায়, সাগৰ শুকায়, মাণিক লুকায়।—আমাৰো সিবাৰ সেয়ে হৈছিল। আমি গুৱাহাটী পোৱাৰ সময়ত লুইতৰ পানীয়ে বৰষুণৰ ছাট্ পৰা জ্বলা জুই একুৰাৰ দৰে ৰঙা বৰণ ধৰি নাচি আছিল। আমাৰ বহুতৰে এয়ে আছিল প্ৰথম গুৱাহাটী দৰ্শন।

গুৱাহাটীত আমাৰ থকাৰ ঠাই নিৰ্দিষ্ট হৈছিল কলেজিয়েট হাইস্কুলত। কলেজিয়েট হাইস্কুলৰ ঘৰ আছিল তেতিয়া টিনৰ। এতিয়াৰ ঠাইতে। ডাঙৰ-দীঘল, আহল-বহল ঘৰ। তাৰে এটা কোঠাত আমাৰ থকা ঠাই। গে'ম মাষ্টৰ অইন গে'ম মাষ্টৰসকলৰ লগত থাকিব। স্কুল-ঘৰৰ মাজেদি যোৱা আহল-বহল কৰিডোৰটোৰ দুয়োফালে ৰুমবোৰ। সেইবোৰ ক্লাছ-ৰুম। প্ৰত্যেক ৰুমতে একো একোখন হাইস্কুলৰ টিমক থাকিবলৈ দিয়া হৈছিল। নিজৰ নিজৰ বিছনা পাৰি লৈ তাতে আমি শুবলৈ লৈছিলোঁ। তেনেকৈ ধুবুৰী, গোৱালপাৰা, নগাঁও, মঙলদৈ আদিৰ ছাত্ৰৰ কেম্প হৈছিল। প্ৰত্যেক ৰুমৰ প্ৰবেশদ্বাৰৰ ওপৰত ডাঙৰ ডাঙৰ আখৰেৰে স্পষ্টকৈ লিখা আছিল—ধুবুৰী, নগাঁও, মঙলদৈ ইত্যাদি।

সন্ধ্যাৰ পাছত আজৰি সময়ত সকলোৱে ইকেম্পৰ ল'ৰা সিকেম্পলৈ গৈ চা-চিনাকি হৈ গল্প-গুজৱ কৰিছিল। কেম্পবোৰত তেতিয়া হাঁহি-খিকিন্দালি, গীত-বাদ্য, নাটকীয় বচনৰ আখৰা আৰু আনকি নাচ পৰ্য্যন্ত চলি আছিল। দুই-এজনে ভৰিত ঘুগুৰা বান্ধি লৈও নাচিছিল। প্ৰসঙ্গক্ৰমে উল্লেখ কৰা যায় যে ভাৰত বিখ্যাত খেলুৱৈ গোবৰে (শৰৎ দাস) মাজে-সময়ে গৈ জঁপিযাই লফিযাই নানা প্ৰকাৰৰ নৃত্য দেখুৱাই লগৰীয়া আলহী খেলুৱৈসকলক আমোদ দিছিল।

ভাত-পানী খোৱাৰ পাছত ৰাতি কোনো কোনো কেম্পত তেনে ৰং-ৰহইচৰ কোব জিৰণিৰ কাৰণে কমক-চাৰি চৰিছিলহে। প্ৰথম দিনা ৰাতি ছাৰে এঘাৰ মান বজাত আমি মঙলদৈ কেম্পৰ খেলুৱৈসকল বিছনাত নিতাল দি পৰিছোঁ। তাতে আগদিনা ৰাতি আমাৰ টোপনি খতি। তেতিয়া দুই-এটা কেম্পত নাচ-গান, নাটকীয় বচন আদি উচ্চৈস্বৰে চলি আছে। আনন্দৰ কিৰিলিত ওচৰৰ লোকৰ টোপনি ভাঙিছে। বহুতে শুবযে পৰা নাই। এনেতে কৰিডোৰেদি কোনোবাই নাকী সুৰত চিয়ঁৰি চিয়ঁৰি কৈ যোৱা শুনিলোঁ—Boys, you have come from a long distance We have also come from a long distance It is late at night. It is time to go to bed Boys, you go to bed and sleep Tomorrow you have your games in the morning Now sleep, sleep কথাখিনি শেষ হোৱাৰ লগে লগে প্ৰতিধ্বনিয়ে কোৱাৰ দৰে সমস্বৰত কোনোবা কোনোবা কেম্পৰপৰা উত্তৰ আহিল—sleep, sleep, sleep

আপেক্ষাকৃতভাৱে কিছু সময় সকলো নিস্তব্ধ থকা যেন লাগিল। তাৰ পিছত পুনঃ গুণগুণনি, ভোন্-ভোননি, হাঁহি, নাটকীয় আবৃত্তি আদিয়ে উক্ দি উঠিল। এনেতে কৰিডোৰত কোনোবা দুই-তিনিজনমান লোকে কিবা বিচাৰি কথা পাতি যোৱা শুনিলোঁ। তাতে কাণ উনাই আমাৰ ইচাহক বাবুৰ মাতো শুনিলোঁ। তেওঁ স্পষ্টকৈ ক'লে —এইটো কেম্পত নেকি ? এইটো মঙলদৈ কেম্প। —উত্তৰত কোনোবাই ডাঙৰকৈ ক'লে—নাই, তাত নহয়। মঙলদৈ— peace-loving Mangaldoi. তাৰ পাছত মঙলদৈৰ বিপৰীতে থকা নগাঁও কেম্পলৈ দেখুৱাই ক'লে—এই কেম্পত

নে ? এনেকৈ দেখুৱাই দেখুৱাই গুচি যোৱা যেন লাগিল যদিও আচলতে বক্তাজনহে গুচি গ'লগৈ, গে'ম-মাষ্টাৰসকল নিজ নিজ কেম্পত সোমাই পৰিল। প্ৰত্যেক গে'ম-মাষ্টাৰে গৈ কেম্পত সোমাই ছাত্ৰসকলক তেনে ধৰণৰ ৰং-ধেমালি আৰু ইতিকিং কৰা বাবে গৰিহণা দি বকিলে। তাৰ পাছত সকলো নিস্তব্ধ। সকিলো শুই পৰিল।

ইছাহক আলী ছাৱৰপৰা আমি জানিব পাৰিছিলোঁ যে তেনেকৈ জ্ঞানী অভিভাৱকৰ সুৰত ইংৰাজীত চিয়ঁৰি উপদেশ দি যোৱাজনেই আছিল ধুবুৰী হাইস্কুলৰ গে'ম মাষ্টৰ, বিখ্যাত অঙ্ক-শিক্ষক অন্ন বৰুৱা। তেওঁক ভয় নকৰা আৰু শ্ৰদ্ধা নকৰা ল'ৰা নাই। তেওঁৰ নাম শিক্ষক আৰু ছাত্ৰসকলৰ সকলোৰে মুখে মুখে হৈ পৰিছিল। তেওঁ আছিল কুসুমৰ দৰে কোমল আৰু অৱস্থা-বিশেষে বজ্ৰৰ দৰে কঠোৰ। নামহে শুনিছিলো, বহুতে তেওঁক দেখাই নাছিল। ময়ো।

সেইবাৰৰ খেলত আমি ফুট-বলত গোৱালপাৰাক হৰুৱাই ধুবুৰীৰ লগত এক গ'লত হাৰিছিলোঁ। ক্ৰিকেটত প্ৰথম দিনাই কলেজিয়েটৰ লগত হাৰ মানিছিলোঁ। ৪৪০ গজ দৌৰত ছমচেৰ আলীয়ে প্ৰথম স্থান লভি পুৰস্কাৰ পাইছিল। হুছেইন বোলা অইন এজনে ২২০ গজ দৌৰত প্ৰথম হৈ বঁটা লভিছিল। তেওঁলোক দুজনেই সেইবাৰ আমাৰ স্কুলৰ নাম ৰাখে। মই গোৱালপাৰাৰ লগত জিকাৰু হোৱা যশৰ ভাগ পাইছিলোঁ। ধুবুৰীৰ লগত হোৱা খেলাৰ দিনা জিৰণি ল'লোঁ।

দুৰ্ভাগ্যক্ৰমে পেটৰ অসুখ হোৱা কাৰণে মোৰ বন্ধু ঘনকান্ত চলিহা খেল পথাৰলৈকে যাব পৰা নাছিল। তেওঁ মোৰপৰা কোনে কেনে খেলিছিল , দৌৰত কোন কেনেকৈ বাগৰি পৰিছিল, কোনে কাক আগচি ধৰিছিল , কোনে ফুট-বলত লেং মাৰি কাক কেনেকৈ পেলাইছিল , আমাৰ কোন বীৰ ক্ৰিকেটত থিয় হৈয়ে বেত এৰি দি পৃষ্ঠভঙ্গ দিছিল , মই আনে কোবোৱা বলৰ ওপৰতে কেইই লৰ মান মাৰি দহটা নম্বৰ মাত্ৰ পাইছিলোঁ, ইত্যাদিৰ বিতং বিৱৰণ শুনি লৈছিল। কিয় ইমান মনোযোগ দি শুনিছিল জানিব পৰা নাছিলোঁ।

উভতি আহি মণ্ডলদৈ পাই বন্ধু চলিহাই সঙ্গী অন্যান্য খেলুৱৈ-অখেলুৱৈ ক্ৰীড়ামোদী বন্ধুসকলৰ আগত খেলৰ যি বিৱৰণ দিছিল সি আমাৰ নিজ চকুৰে খেলদেখাসকলৰ বিৱৰণকো চেৰ পেলাইছিল। কোনে কেনেকৈ কিক্ মাৰিছিল, কালৈ পাছ দিছিল, অমৃত তালুকদাৰে কেনেকৈ তেওঁৰ বিখ্যাত লেং মাৰি ২।৩ জনক একেলগে ধৰাশায়ী কৰি বল মাৰি পঠাইছিল আদিৰ বৰ্ণনা চলিহাৰ মুখে শুনাসকলৰ কাৰো ক'বৰ সাধ্য নাছিল যে চলিহাই সেই খেলা নিজ চকুৰে দেখাই নাছিল ঃ তেওঁ খেল-পথাৰলৈকেই যোৱা নাছিল । ই আছিল মহাভাৰতৰ অন্ধ ধৃতৰাষ্ট্ৰ ৰজাৰ আগত দিয়া জ্ঞানী সঞ্জয়ৰ বৰ্ণনা। ইয়াকে অসমীয়া বচন মাতি কোৱা হয়— নগৈ গড়গাঁৱৰ বতৰা কোৱা। ১৫।৯।৯১

# দুই নাৱত দুই ভৰি

হিন্দু হোষ্টেললৈ মোক মোৰ পিতৃতুল্য গুৰু হৰেশ্বৰ শৰ্মাই এক ৰকম জোৰ কৰিযে নিছিল। তাৰ আগতে বাসা-হোষ্টেলত থকা কালত মোৰ মাহে সাঙ্গেপাঙ্গে চাৰি টকা মান খৰচ হৈছিল। খোৱা খৰচ তিনি টকা মানতেই হয়। শৰ্মা ছাৰে এদিন ক'লে—তই হোষ্টেললৈযে ব'ল। বাসা-বৰ্ডিঙত থাকিব নালাগে। তই বৃত্তিৰপৰা যি পাঁচ টকা পাব সেইখিনিৰ লগত আৰু যি অলপ 'মেছ-ডিউজ' লাগে মই দিম। তই বৃত্তিৰ টকা পাঁচটা মোক দিলেই হ'ব। কালিলৈযে আহ্। ভাবি-চিন্তি থাকিব নালাগে। পিতাৰাক পাছত ক'লেও হ'ব। তেওঁ বেযা নাপায। লাগিলে তেওঁক মই মতা বুলি মাতি পঠাবি। মই ভালকৈ সকলো কথা বুজাই ক'ম।

মই তেখেতৰ উপদেশকে নিৰ্দেশ বুলি শিৰোধাৰ্য্য কৰি টালি-টুপলি লৈ হোষ্টেললৈ আহিলোঁ। তাৰ পাছত পিতাযো এদিন আহি শৰ্মা ছাৰক দেখা কৰি তেখেতৰ পৰামৰ্শ শুনি গ'লহি। তেখেতে পিতাক কৈছিল—অতুলক কলেজত পঢ়ুৱাব লাগিব। তাক আপুনি বাধা নিদিব। সি ভালকৈ পঢ়িলে বৃত্তি পাব। কলেজত পঢ়ি সি ডাঙৰ মানুহ হ'ব পাৰিব। তেতিযা আপোনাৰে নাম হ'ব।—পিতাই হেনো একো উত্তৰ দিয়া নাছিল। মনে মনে নিশ্চয় সন্তোষ লভি ঈশ্বৰক ধন্যবাদ দিছিল।

হিন্দু হোষ্টেলত আমাৰ খোৱা-খৰচ (mess dues) পৰিছিল মাহে পাঁচ বা ছয় টকা। তাৰ ভিতৰতে পুৱা আৰু আবেলিৰ চাহ-জলপানো ধৰা হৈছিল। পুৱা বিস্কুট-চাহ, আবেলি সাধাৰণতে ৰুটী-চাহ। ৰমণীকান্ত বৰুৱা হেড্‌মাষ্টৰ হৈ থকা কালত তেখেতৰ নিৰ্দেশমতে আবেলিৰ চাহৰ লগত আমি এবাটি গৰম এৰাঁ গাখীৰৰ লগত জকৰা ভাত খাইছিলোঁ। গাখীৰৰ দাম আছিল সেৰত দু-অনা। প্ৰাযে দুপৰীয়াৰ বাহি হোৱা কৰ্কৰা ভাতেই জলপানৰ ৰুটী হৈছিল। ই হৈ পৰিছিল এক নতুন জলপান।

মই বৃত্তিৰ টকা পাঁচটা আনি শৰ্মা ছাৰক দিওঁ। খোৱা-খৰচৰ বাকী ব্যৱস্থা তেখেতে কৰে। এইখিনিতে এটা কথা কবৰ মন গ'ল। তেতিযাৰ মঙলদৈ হাইস্কুলৰ হিন্দু হোষ্টেল আৰু মুছলিম হোষ্টেল প্ৰায় লগালগি আছিল। বেগা নদীৰ কাঠৰ দলঙৰ দক্ষিণ-পশ্চিমে, নাট্য-মন্দিৰলৈ যোৱা আলিটোৰ গাতে লগাকৈ পশ্চিমে। দুয়োটা হোষ্টেলৰ কম্পাউণ্ডৰ হেঙাৰ এখনে হোষ্টেল দুটা পৃথক কৰি ৰাখিছিল। মুছলিম হোষ্টেলৰ চুপাৰিন্‌টেনডেণ্ট আছিল ইচাহক বাবু। তেখেতেই স্কুলৰ গে'ম মাষ্টৰো।

মুছলিম হোষ্টেলত পাথৰিঘাট মাইনাৰ স্কুলৰপৰা মোৰ লগত একেলগে বৃত্তি-পোৱা বন্ধু ইব্ৰাহিম আলী থাকিছিল। তেওঁ ক্লাছ ছেভেনত নাম লগোৱাৰ পিছৰপৰাই আছিল। তেওঁ মোক কৈছিল—তেওঁৰ বৃত্তিৰ পাঁচ টকাৰ খোৱা খৰচত চাৰি টকা, ৪॥ টকা মাত্ৰ খৰচ হৈছিল, তাতকৈ কোনো মাহতে বেছি নালাগে। মই আচৰিত

হৈ কৈছিলোঁ—তোমালোকৰ হোষ্টেলত ছাত্ৰ আছে মাত্ৰ ১৫ জন ; আমাৰ হোষ্টেলত, ২৫ জন। তেনেস্থলত তোমালোকৰ খোৱা খৰচ কম আৰু আমাৰ বেছি হয় কিয় ? বেছি ল'ৰা কাৰণে আমাৰহে কম হ'ব লাগিছিল দেখোন ! খোৱা-বোৱাওতো আমাতকৈ বেযা নহয় !

তেতিয়া তেওঁ এটা মজাৰ কথা কৈছিল। কৈছিল—তোমালোক হিন্দু ছাত্ৰবিলাকে বহুত ভাত, বহুত মাছ-তৰকাৰি আদি পেলনি খেদোৱা। সদায় কাউৰী-কুকুৰে খিকিন্দালি কৰি সেইবোৰ খোৱা আমি দেখি থাকোঁ। আমাৰ তেনে পেলনি নাযায়। আমি মেজৰ ওপৰত তৰকাৰি-ভাত-ভাজি-মাছ আদিবোৰ একেলগে সজাই থৈ দিওঁ। তাৰপৰা আৱশ্যকমতে প্ৰত্যেকে চামুচেৰে লওঁ। তেনেকৈ আমাৰ অকণো পেলনি নাযায়। তোমালোকৰ ল'ৰাই আধা খায়, আধা পেলায়। সেই কাৰণে খৰচ বেছি হয়।—মই কথাটো টং কৰি চাই সঁচা পাইছিলোঁ , কিন্তু উপায় নাই। ই আমাৰ পৰম্পৰাগত অভ্যাস আৰু ৰীতি। সহজে গুচোৱা নাযায়।

সেই বছৰতে এদিন ঘৰৰপৰা খবৰ পালোঁ—মোৰ এটি ভাই উপজিছে। মাহী-মাৰ এযে প্ৰথম সন্তান। বিয়াৰ পাছত ৮।৯ বছৰ ধৰি তেওঁৰ সতি-সন্ততি ওপজা নাছিল। ভাইটি ওপজা খবৰটো পাই মোৰ মনত বৰ উলাহ লাগিল। ভাইটিক চাবলৈ বৰ মন গ'ল। আমাৰ ঘৰখনে ১২।১৩ বছৰৰ মূৰত এটি কেঁচুৱাৰ মুখ দেখিছে—তাতে সকলোৰে আনন্দ। অপাৰ আনন্দ। কথাতে কয়—যাৰ নাই কেঁচুৱা ঢেঁকী-থোৰাকে নচুৱা।

খবৰ পাই মই শনিবাৰে ঘৰলৈ গৈছিলোঁ। মাহী-মাৰ মাক বুঢ়ী আইতা সেই সময়ত আমাৰ ঘৰলৈ আহি আমাৰ ঘৰতেই আলহী আছিল। আমি তেওঁক হাউলীগেনী বুঢ়ীমাই বুলিছিলোঁ, কাৰণ তেওঁৰ ঘৰ আছিল মোহনপুৰ ৰজা-হাউলীৰ কাষতে। তেওঁ এদিন কৈছিল—বাপা, তই এতিয়া পঢ়া এৰিব লাগিব নহয় ! সৰু বাপাটোৱে পঢ়িব নালাগিব জানো ? পিতাৰে দুটাক কেনেকৈ খৰচ দিব ?—তেখেতে অৱশ্যে ধেমালিতেই তেনে কথা কৈ মোৰ মনটো পৰীক্ষা কৰি চাইছিল।

আমাৰ সকলোৰে মন নৱাগতৰ আগমনত প্ৰফুল্ল হৈছিল কাৰণে কেঁচুৱাৰ নাম ৰখা হৈছিল—প্ৰফুল্ল। অৱশ্যে সেইটো মযে দিয়া নাম। নাম থ'বৰ সময়ত মই সেই নামটো কোৱাৰ লগে লগে সকলোৱে সেইটো গ্ৰহণ কৰিছিল , বিশেষকৈ—তাৰ মতেই হওক দে—বুলি পিতাই। মই দিয়া নামটোৱে ৰ'ল বুলি মোৰো কি যে স্ফূৰ্তি।

ক্লাছ এইটৰ বছৰেকীয়া প্ৰমোচন পৰীক্ষাত মই যদিও প্ৰথম হৈছিলোঁ মোৰ পৰীক্ষা কিন্তু আশানুৰূপ ভাল হোৱা নাছিল। শিক্ষক-পৰীক্ষক সকলোৱে সেই একেটা কথাকে কৈছিল। তাতে মোৰ চিৰনমস্য গুৰু দীননাথ চহৰীয়াই ক্ষুণ্ণ হোৱাৰ দৰে হৈ এদিন মোক তেখেতৰ ঘৰলৈ মাতি পঠালে। তেখেত তেতিয়া মঙলদৈ চহৰৰপৰা প্ৰায় আঢ়ৈ মাইল মান দূৰত বেজপাৰা বুলি এখন গাঁৱত নিজৰ পাম-ঘৰত থাকিবলৈ লৈছিল। তাৰপৰাই সদায় চাইকেলেৰে স্কুললৈ অহা-যোৱা কৰে।

মই আবেলি তেখেতৰ ঘৰ পোৱাত মোক তেখেতে বৰ আদৰ-সাদৰ কৰি চাহ-জলপান খুৱালে। তাৰ পাছত ক'লে—অতুল, তুমি হেনো পঢ়া-শুনা ঢিলাই দিছা ? মেট্ৰিকৰ পিছত পঢ়িবলৈ খোজা নাই হেনো ? হয় নেকি ?

মই তেতিয়া মন খুলি সমস্ত পৰিস্থিতি বিবৰি ক'লোঁ। পিতাৰ ইচ্ছা মই মেট্ৰিক পাছ কৰি কেৰাণী হৈ ঘৰখন ৰখাটো। সেই কথা মোক তেওঁ ঘৰলৈ যোৱাই পতি কয় বুলিও ক'লোঁ। ভ্ৰাতৃৰ জন্ম, আইতাৰ খেমেলীয়া হিত-উপদেশ আদি সকলো ক'লোঁ। তেখেতে তেতিয়া একাষাৰতেই ক'লে—সেইবোৰ বাদ দিয়া। সেইবোৰ আজকাল থাকিবই। সেইবোৰলৈ মন দিলে তুমি জীৱনত একো কৰিব নোৱাৰিবা। মই লক্ষ্য কৰিছোঁ তুমি এতিয়া খেলা-ধূলাত বেছি মনোযোগ দিছা। হ'লেও কিন্তু পঢা-শুনা যে বাদ দিছা সেইটো জনা নাছিলোঁ। তোমাৰ এনেবোৰ সমস্যা উপস্থিত হোৱাৰ কথা তুমি মোক আগতে ক'ব লাগিছিল। যি হ'ল হ'ল। এতিযা মুঠতে জানি থোৱা তুমি কলেজত পঢ়িবই লাগিব। আমি তোমাক পঢ়ুৱাম। পঢা-শুনাত পুনৰ মনোযোগ দিবলৈ ধৰা। দিবা নে নিদিবা কোৱা।

মই মন্ত্ৰমুগ্ধৰ দৰে হৈ ক'লোঁ—দিম ছাৰ ! তাৰ পাছত ভালেমান দিন মোৰ মনত তুমুল সংঘাত, দুৰ্ঘোৰ চিন্তা ! মই কিতাপ আগত লওঁ যদিও পঢাত মোৰ ভালকৈ মন নবহে। কাৰ কথা শুনিম ? কি কৰিম ? কোনোৱেতো মোৰ অমঙ্গল চিন্তা নাই !

ঘৰতো সিফালে পিতাৰ মোৰ দৰেই অৱস্থা ! তেওঁৰো সমস্যা ! ঘৰখন চলাবলৈ উপাৰ্জন নাই। ধান-মুঠিৰ ওপৰতে সকলো নিৰ্ভৰ। তাৰে ৰাহিখিনি বিক্ৰী কৰি ঘৰখন চলায। ভাইটি ওপজাত এতিয়া তাৰ ভৰণ-পোষণ আৰু ভৱিষ্যৎ চিন্তা পিতাৰ অন্য এখন ভাৰ হ'ল। ফলত তেৰোঁ হৈ পৰিল সদায় চিন্তাকুল, নতমস্তক। আমাৰ দুয়োৰো দুঠাইত হৈ পৰিল একে অৱস্থা—দুই নাৱত দুই ভৰি, ৰক্ষা কৰা হে হৰি। ১৯।১০।৯১

# মন দি পঢ়িবি

মঙলদৈ হাইস্কুলৰ হিন্দু হোষ্টেলত থকা কালত পোনতে মোৰ লগত একেটা ৰুমতে ৰুম-মেট হিচাপে আছিল গুৰুদত্ত ভাগৱতী। তেওঁৰ ঘৰ টিহু মাথিবাহাত। তাৰপৰা মাইনাৰ পাছ কৰি হাইস্কুলত পঢ়িবলৈ দাদাকৰ লগত মঙলদৈলৈ আহিছিল। দাদাকে ছেটোলমেন্টত কাননগোহৰ কাম কৰিছিল। ৰুম-মেট ভাগৱতীয়ে মাইনাৰৰ

বৃত্তি পাইছিল নে নাই পাহৰিলোঁ , কিন্তু পঢ়া-শুনাত তেওঁ বৰ চোকা আছিল। সংগঠনমূলক কামত সদায আগবঢ়া। সভা-সমিতিয়ে বক্তৃতা দিয়াত পটু। 'চৰাই হে সৰু, কিন্তু হোলোং গছত বাহ' বোলাৰ দৰে দেখাত সৰু-ফুটীয়া, ছাগলী-খুটীয়া মানুহ আছিল যদিও ছাত্র-সভাৰ বৈঠকবোৰত বক্তৃতা দিবলৈ উঠিলে চাই-থাক্ চাই-থাক্ হৈ পৰে ; গলগলীয়া মাত আপোনা-আপুনিয়ে ক্রমে ডাঙৰৰপৰা আৰু ডাঙৰ হৈ আহে ঃ কথাৰ ওৰ নপৰে ; শুনিও আমনি নালাগে।

তেতিয়া ভাগৱতী আছিল ক্লাছ ছেভেনত আৰু মই ক্লাছ এইটত। তেওঁ মোৰ নিজৰ ককাযেকতকৈও অধিক মৰম আৰু শ্রদ্ধা কৰে। ময়ো তেওঁক সোদৰ-প্রতিম স্নেহ কৰিছিলোঁ। দুযোৰো অভিন্ন-হৃদয়। আমি দুযো কমত জেদ্ কৰি পঢ়িছিলোঁ। কোনে কিমান ৰাতিলৈ পঢ়িব পাৰে সেয়ে আছিল আমাৰ জেদ্। পিছে মই সেই জেদত হাৰ মানিবলৈ বাধ্য হৈছিলোঁ! মনত আছে—দুযো ওচৰা-উচৰিকৈ টুল-মেজ পাৰি লৈ পঢ়িবলৈ লৈছিলোঁ। দুযোৰে মেজৰ ওপৰত একোডাল এছাৰি। যেন পাতচলা ইস্কুলৰ পণ্ডিতহে। আমাৰ কবুল আছিল যিয়ে পঢ়ি থাকোঁতে টোপনিযায় তেৱেঁ আনজনৰ কোব খাব। সেইদৰে কোবাবলৈ যত্ন কৰোঁতে কেতিয়াবা টোপনিক বিদায দি কোবাবলৈ বোন্দাপৰ দিওঁতেই গৈছিল , পঢ়াত বিশেষ আগ বাঢ়িব পৰা নাছিলোঁ। দুযোৰো একমাত্র চেষ্টা—কোনে কাক কেইকোব মাৰিব পাৰে। চকু টনা যেন কৰিলেই গাত কোব পৰে। প্রহাৰৰ লগে লগে শুনা যায—চেকনিৰ আগতহে বিদ্যা !

ৰাতিপুৱা উঠা আৰু উঠিযে বাল্টি হাতত লৈ গৈ চহৰৰ একমাত্র চৰকাৰী পুখুৰীটোত গা ধুই অহা কামতো দুয়োকো দুয়ো চেৰ পেলাবলৈ প্রতিযোগিতা চলাইছিলোঁ। সেইটোত হ'লে তেওঁ মোক নোবাৰিছিল। কেতিযাবা মই গা ধুই উঠি উভতি আহি পঢ়িবলৈ বহিলেহে ভাগৱতীযে সাৰ পাই বিছনাৰপৰা ধহ্মহ্ কৰি উঠি গা ধুবলৈ ঢাপলি মেলিছিল। মই হাঁহিছিলোঁ। চুপাৰিণ্টেণ্ডেণ্ট শর্মা ছাৰে এদিন ৰাতিপুৱা সোনকালে উঠি পৰিদর্শনত গৈ কোৱা আজিও মনত পৰে—অ' গুৰুদত্ত, গাধা, তই এতিযাও ধিহ্ পাৰি শুই আছাহ ? একে লগৰ অতুলে গা ধুই উঠিলেই। উঠ্ উঠ্ !—তাৰ পিছত প্রতিযোগিতা এৰি দুয়ো একেলগে পুৱা গৈ আন কোনো নুঠোতেই গা ধুই অহাৰ অভ্যাস কৰিছিলোঁ। কি মধুৰ স্মৃতি !

(২)

গুৰুদেৱ হৰেশ্বৰ শর্মাই অঙ্ক আৰু সংস্কৃত শিকাই ভাল পাইছিল। দুয়োটা বিষয়ৰ শিক্ষা দানত তেওঁৰ বেচ নাম আছিল। তেওঁৰ ওচৰলৈ অঙ্ক বা বীজ-গণিত শিকিবলৈ গলে তেওঁ শিকাই দি আনন্দ লভিছিল। সেইবুলি তেওঁ ধন লৈ কাৰো গৃহ-শিক্ষকতা নকৰিছিল। হোষ্টেলত আমি পঢ়ি থাকিলে তেওঁ কেতিয়া

দুৱাৰমুখৰপৰাই ভুমুকি মাৰি চাই—কি পঢ়িছা—বুলি সোধে। তেতিয়া 'এলজেব্ৰা কৰিছোঁ ছাৰ'—বোলা উত্তৰ শুনিলে তেওঁৰ অপাৰ আনন্দ হয়। কেতিয়াবা তেওঁ সোমাই গৈ ভালেখিনি সময় বহি এলজেব্ৰা বুজাই দিছিল। তেওঁৰ মুখত সংস্কৃতৰ শ্লোক আৰু এলজেব্ৰাৰ ফৰ্মুলা সমানে সৰ্‌সৰিয়াকৈ ওলাই আহিছিল।

এদিন এটা আমোদজনক ঘটনা হৈছিল। আমাৰ হোষ্টেলৰ পায়খানাটো আছিল থকা ঘৰৰপৰা ভালেখিনি নিলগত। ছাৰ্ভিচ লেট্ৰিন। তাঁলৈ আৱশ্যকমতে সকলোৱে হাতত পানীৰ ঘটিটো লৈ খোজ কাঢ়ি যায়। সেইদিনা হাতত শুদা ঘটিটো লৈ পায়খানাৰপৰা ঘনকান্ত চলিহা উভতি আহি থাকক। চুপাৰিণ্টেণ্ডেণ্ট শৰ্মা ছাৰে ফুৰি ফুৰি গৈ তেওঁক হঠাৎ সম্মুখতে দেখি পোনেই নভবা-নিচিন্তাকৈ সুধি পেলালে—কি ঘনকান্ত, কি খবৰ ? কি কৰিছা ? —ঘনকান্তই নো উত্তৰত কয় কি ? তেওঁ ক'লে—ভাল ছাৰ , এলজেব্ৰা কৰিছোঁ। —তাকে শুনি আৰু একো নকৈ-নুবুলি শৰ্মা ছাৰ গো-গোকৈ মোৰ ওচৰ পালেহি। মোক ক'লে—অ' অতুল, এই লাঠুৰা ঘনকান্তটোক দেখিছা ? সি গাধাই বাটে বাটে আহি থাকিও মোক কৈছে—সি বোলে এলজেব্ৰা কৰি আছে। ইয়াৰ নিচিনা দগাবাজ নাই !

ঘনকান্তই তেতিয়া ঘটিটো মাটিত থৈ তেওঁৰ ওচৰলৈ আহি অতি বিনীতভাৱে ক'লে—ছাৰ মোক ক্ষমা কৰিব ; মোৰ দোষ হৈছে। মোৰ মুখত অকস্মাৎ তেনেকৈ ওলাই গ'ল। আপুনি তেনে উত্তৰ আমাৰপৰা পালে ভাল নাপায় জানো ছাৰ ? আমি সঁচাকৈয়ে এলজেব্ৰা কৰোঁ। আপুনি ভাল পায় বুলিয়ে কৰোঁ।

শৰ্মা ছাৰে ক'লে—দুষ্ট ক'ৰবাৰ। যা, এলজেব্ৰা কৰিবি। মন দি পঢ়িবি।

৫।১১।৯১

## ছোজা মাষ্টৰ

আমি মঙলদৈ হাইস্কুলৰ ছাত্ৰাবাসত থাকোঁতে বোধহয় ১৯৩৫ চনত মহাত্মা গান্ধী অসমলৈ আহিছিল। তেওঁ ৰঙিয়াৰপৰা টংলা ষ্টেচনেদি ৰেলত তেজপুৰলৈ যাব। মঙলদৈলৈ নাযায় , কাৰণ ৰেলেৰে মঙলদৈলৈ যাব নোৱাৰি। মহাত্মাজী ৰাতি বাৰমান বজাত টংলা পাবহি। সেই সময়তে ৰাইজক দৰ্শন দিব আৰু হৰিজনক সহায় কৰিবৰ কাৰণে দান-ভিক্ষা গ্ৰহণ কৰিব। তেওঁক চাবলৈ বুলি বহুত ল'ৰাই চাইকেল চলাই মঙলদৈৰপৰা টংলালৈ কুৰি মাইল বাট যাবলৈ স্থিৰ কৰিলে। সেই উদ্দেশ্যে চাইকেলো গোটালে। সকলোৱে সন্ধ্যাৰ লগে লগে যাত্ৰা কৰিব। আমাৰ

কেইবাজনো বন্ধুৱে ছাত্ৰাবাসৰপৰা আন্ধাৰ ছেগত গৈ গান্ধী-দৰ্শন কৰি ৰাতিয়ে উভতিবলৈ পাঙিলে। ময়ো তেতিয়া 'লগৰ বুঢ়াই পিণ্ড খায়, মই নো থাকোঁ কি চাই'—বুলি ভাবি জাকৰ কাষৰে জাকে উজাবলৈ মনস্থ কৰিলোঁ। মনস্থ কৰাই নহয় চাইকেল এখনো যোগাৰ কৰিলোঁ। সকলো প্ৰায় ঠিক-ঠাক হ'ল।

পিছে কথাতে কয় বোলে—'আইৰ ঘৰলৈ যাম, দুয়ো-হাতে খাম ; বিধিয়ে বোলে মই লগে লগে যাম'। আৰু 'অলচা কথা নহয় সিদ্ধি, বাটত আছে কণা বিধি'। সেই সময়ত হেড্‌মাষ্টৰ আছিল—শ্ৰীহট্টৰ বাবু ত্ৰিদশনাথ দাস। বেঙো ওলাল, সাপেও দেখিলে—বোলাৰ দৰে কেনেবাকৈ তেওঁ ছাত্ৰাবোৰৰ পৰিকল্পনাৰ কথা গম পালে। গধূলি নৌ হওঁতে এখন পৰোৱানা জাৰি কৰি তেওঁ জনাই দিলে—হোষ্টেলবাসী কোনো ছাত্ৰই হোষ্টেল এৰি গান্ধীক চাবলৈ যাব নোৱাৰিব , গ'লে, অন্য শাস্তিৰ উপৰি বিনা বিচাৰে বৃত্তিধাৰীৰ বৃত্তি আৰু মাচুল মাফ পোৱাসকলৰ মাচুল-মাফ কৰ্তন কৰা হ'ব। তাৰ উপৰি হোষ্টেলৰপৰা তেওঁলোকক বহিষ্কাৰ কৰা হ'ব।

মই তেনেই শিল-পৰা কুপতীৰ দৰে হ'লোঁ। 'উপায় ওপৰলৈ আৰু বুদ্ধি ভিতৰলৈ' গ'ল। মোৰ লগৰে কোনোবা এজনে নে দুজনে লৰালৰিকৈ গৈ ঘৰৰ অভিভাৱকৰপৰা কাৰবাৰ ঘৰত টান নৰিয়া, কাৰবাৰ বিয়া আদি কাৰণ দৰ্শাই ছুটীৰ দৰ্খাস্ত আনিলে। কোনোবা এজনে আকৌ নীৰৱে থাকি যথা-সময়ত পলাই গৈ ৰাতিয়ে উভতি আহিল। ধৰা নপৰিল। ভাগ্যে ৰাতি কোনেও হোষ্টেল পৰীক্ষা নকৰিলেহি।

সিদিনা মোৰ মন দুখ কুলাই-পাচিয়ে নধৰা হৈছিল। তেনে দুঃসহ দুখ, বিষম বেজাৰ জীৱনত মই কমেই পাইছোঁ। ইমানকৈ ৰাতিয়ে দিনে নাম শুনি থকা, ইমান শ্ৰদ্ধাৰ মহাপুৰুষ-গৰাকীক ইমান ওচৰতে পায়ো এটি দৰ্শন লাভ কৰিবলৈ সুযোগ নোপোৱাটো কেনে দুৰ্ভাগ্যৰ কথা হ'ব—ভাবি ভাবি সিদিনা ওৰে ৰাতি বিছনাত পৰি উচুপি উচুপি কান্দিছিলোঁ। মনতে ভাবিছিলোঁ এদিন ভাগ্যাবান হোৱা বুলি ভগবানক ধন্যবাদ দিছিলোঁ, আৰু আজি ? আজি সেই বৃত্তিৰ সৌভাগ্যয়ে দুৰ্ভাগ্যৰ কাৰণ হ'ল বুলি ভাবিবলৈ বাধ্য হ'লোঁ।

হিন্দু হোষ্টেলত ২৫ জন ছাত্ৰ বাস কৰিছিল। সাধাৰণতে ক্লাছ টে'নৰ ল'ৰাকে তাৰ মনিটৰ (ছাত্ৰ-ছৰ্দাৰ) পাতে। তেওঁক বাসিন্দা সকলো ছাত্ৰই নেতাৰূপে মানি চলে। মোক কিন্তু ক্লাছ নাইনলৈ উঠা শ্ৰেণীৰ পৰীক্ষা দি আজৰি হোৱাৰ লগে লগে হোষ্টেল-চুপাৰিণ্টেণ্ডেণ্টে মনিটৰ পাতিলে। এবছৰ আগধৰি যেন দায়িত্বটো পালোঁ। সেইটোৱে মোৰ কাৰণে হ'ল এটা আত্মঘাতী ছিদ্ৰ। তাতে মোৰ ওপৰ-শ্ৰেণীৰ ছাত্ৰ-বাসিন্দাসকলৰ চকু থিয় হ'ল। মোৰ দোষ খুঁচৰি ফুৰাই হ'ল তেওঁলোকৰ দুই-এজনৰ এটা ঘাই কাম। তাকে বুজি মই অধিক সাৱধান হৈ তেওঁলোকক সমীহ কৰি চলিবলৈ ধৰিলোঁ।

সেই সময়তে হোষ্টেলৰ ওচৰতে এটা ঘটনা ঘটিল। মণ্ডলদে মহকুমাৰ

এসময়ত লোকেলবোৰ্ডৰ চেয়াৰমেন জনপ্ৰিয় দেশনেতা উকীল কুমুদৰাম বৰাৰ বাসস্থান আছিল আমাৰ হোষ্টেলৰ ওচৰতে। বেগা নদীৰ পছিম পাৰে হোষ্টেল আৰু পূব পাৰৰ চুবুৰিটোতে তেওঁৰ ঘৰ। গধূলি-পুৱা সদায় আমি তেওঁক দেখি থাকোঁ। ওচৰেদি গ'লে বৈ ভক্তি সহকাৰে নমস্কাৰ দিওঁ।

এদিন প্ৰসৱ-বেদনাত সন্তান জন্মাৰ পিছতে হঠাৎ ৰক্তস্ৰাৱ হৈ তেওঁৰ পত্নী ঢুকাল। হস্পিতালত ঢুকাইছিল যদিও মৰা-শটো ঘৰলৈ আনি শ্মশানলৈ নিয়াৰ ব্যৱস্থা কৰা হৈছিল। যদিও বৰা ডাঙৰীয়া আছিল এজন লোকপ্ৰিয় বাগ্মী নেতা তথাপি কিন্তু সেই সময়ত তেওঁৰ শয্যাশায়ী মৃত পত্নীক কান্ধত তুলি শ্মশানলৈ নিবলৈ তৎমুহূৰ্তত ওচৰৰ মানুহ ওলাই অহা নাছিল। ওচৰৰ ভদ্ৰলোক আৰু ল'ৰা-তিৰোতা কিছুমানে শৱটো আগুৰি ধৰি আছিল। প্ৰথমে তাকে দেখি আমি ভাবিছিলোঁ ই নিশ্চয় কিবা পাৰিবাৰিক সংঘৰ্ষৰ ফল , নতুবা তেখেতৰ নেতৃত্বৰ অৱমাননা ; পিছতহে গম লৈ জানিব পাৰিছিলোঁ ই আছিল—সামাজিক বন্ধনৰ সংঘৰ্ষহে। তেখেত আছিল সমাজ-সংস্কাৰৰো এজন অগ্ৰগণ্য নেতা ঃ এঘাৰ-দিনীয়া। গতিকে তেখেত বহুতৰ কাৰণে হৈছিল সমাজচ্যুত ; এঘৰীয়া , 'জুই-পানী আলাগ'। গতিকে তেখেতৰ ঘৰৰ মৰা-শ চুৱা , আও-চুৱা। তাক কান্ধত নিব নাপায়। মাহেকীযা আৰু এঘাৰ দিনীয়া অশৌচ খটালে সেই সময়ত সমাজত তুমুল বিৰোধ চলিছিল। তেওঁ আছিল নতুন পন্থী ঃ এঘাৰ-দিনীয়া।

হোষ্টেল-চুপাৰিণ্টেণ্ডেণ্ট হৰেশ্বৰ শৰ্মা আছিল স্বাদেৱৰ কোনোবা এসময়ৰ এজন প্ৰিয় ছাত্ৰ। ক'ত পঢ়ুৱাবলৈ পাইছিল নাজানো—তেওঁ বৰাক ছাৰ বুলি সম্বোধন কৰিছিল আৰু বৰাই শৰ্মাক হৰেশ্বৰ বুলি মাতিছিল। শুনি আমাৰ বৰ ভাল লাগিছিল—আমাৰ ছাৰৰো ছাৰ ওচৰতে আছে আৰু আমি তেখেতক দেখি আছোঁ !

ঘটনাৰ দিনা ৰাতিপুৱা ৮।৯ মান বজাত বৰা ডাঙৰীযাই আহি আমাৰ চুপাৰ-ছাৰক—অ' হৰেশ্বৰ, বুলি সম্বোধন কৰি তেওঁৰ বিপদটোৰ কথা ক'লে আৰু অলপ সময় তেওঁৰ লগত কিবা আলচ কৰি বিষণ্ণমনে উভতি গ'ল। মই তেওঁক অহা আৰু যোৱা দেখিলোঁ।

হৰেশ্বৰ শৰ্মা ছাৰে মোক ৰুমলৈ মাতি নি সকলো কথা ক'লে। লগতে ক'লে—তই তুৰন্তে আমাৰ ছাত্ৰাবাসৰ ছাত্ৰখিনি লৈ গৈ কিবা এটা কৰ্।—পৰিস্থিতিৰ গুৰুত্ব বুজি মই ৰুমে ৰুমে গৈ সকলোকে তৎক্ষণাৎ জাননী দিলোঁ। শৰ্মা ছাৰে আমাক যাবলৈ নিৰ্দেশ দিয়াত আমি দলে-বলে গ'লোঁ আৰু ঘটনাস্থলীত উপস্থিত হ'লোঁ।

তেতিয়া পুৱা ১০।১১ মান বাজিছিল। মৰা-শটো বাহিৰত বগা কাপোৰেৰে ঢাকি-ঢুকি ৰখা হৈছিল। আমি গৈ হাতে-কামে লাগি গ'লোঁ। চাঙি এখন সাজি লৈ শ-টো তাত তুলিলোঁ। শুক্ল-বস্ত্ৰ-পৰিবৃত ৰক্তাক্ত শৱ-দেহটো-থকা চাঙিখন তুলি কান্ধত ল'বলৈ বেগেতে কোনো আগ বাঢ়ি নহা দেখি হৰেশ্বৰ শৰ্মা ছাৰে ক'লে—অতুল, কি চাই আছা ? তুমি নোলোৱা কিয় ?

শুনা-মাত্ৰে মই ডিঙিত থকা গামোচাখনেৰে কঁকালত টঙালি বান্ধি লৈ তৎক্ষটাত শিৰ বক্ষবাইতক 'ধৰ্' বুলি কৈ কান্ধত তুলি ল'বলৈ উদ্যত হ'লোঁ। উদ্যত হ'লোঁ মানে আন তিনিজনৰে সৈতে একেলগে তুলি কান্ধত ল'লোঁৱেই। দুই-এখোজ দিছোঁ এনেতে অইন কোনোবা এজনে—চাও মনিটৰ বাবু, মোক দিয়ক—বুলি মোৰ কান্ধৰপৰা কান্ধ-মাৰিডাল তেওঁৰ কান্ধত লৈ যাবলৈ ধৰিলে। এইদৰে ধৰা-ধৰি কৰি শ্মশানলৈ নি শটো খৰি দিয়া হ'ল।

কুমুদৰাম বৰা ডাঙৰীয়াক গএগ্ৰা ৰাইজে বৰ ভাল পাইছিল। কুমুদ বৰা বুলিলে মানুহ পগলা হৈছিল। তেওঁ আছিল এজন কংগ্ৰেছী নেতা, তাৰোপৰি বিপ্লৱী সমাজ-সংস্কাৰক নেতাও। এইবাৰ তেওঁ ঘৰতে এঘাৰ-দিনীয়া শ্ৰাদ্ধ পাতিব। তেওঁ গৈ হৰেশ্বৰ শৰ্মাক কথাটো ক'লে। শৰ্মাই ক'লে—পাতক, পিছে মানুহে খাব জানো ? যদি নাখায় তেনেহ'লে কি হ'ব ? আটাইবোৰ পেলনি নাযাব নে?

বৰাই ক'লে—টাউনৰ ভদ্ৰলোক ২।৩ জনে নাখায বুলি মই জানো। বাকীসকলে খাব। চুবুৰীয়াৰ অধিকাংশই নাখায, সেইটোও জানো। পিছে এটা কথা—মোক উদ্ধাৰ কৰিব তোমাৰ হোষ্টেলৰ সেই ছাত্ৰখিনিয়েহে। তেওঁলোকেহে শ্মশান-বন্ধু হৈ মোক সিদিনা বিপদৰপৰা উদ্ধাৰ কৰিছিল। এতিয়াও মই ভাবিছোঁ—তেওঁলোকে যদি খায়, তেনেহ'লে আন কাকো মই নোসোধোঁ, আৰু সোধাৰ প্ৰয়োজনো বোধ নকৰোঁ। তুমি অতুলক সোধাচোন—তেওঁ কি কয় ? মই হ'লে সেই ছাত্ৰখিনিত বাহিৰে এই কাৰ্য্যত আনক পৰোৱাই কৰিব খোজা নাই।

ছাৰে মোক লগে লগে মাতি পঠিয়ালে। মই গ'লোঁ। মোক সোধাত মই ক'লোঁ—আমাৰ এঘাৰ দিন, ত্ৰিশ দিন বুলি কোনো কথা নাই। গৃহস্থই ঝিকন-বুৰণ কৰি শুচি হৈ শুদ্ধ-চিত্তে যিদিনাই আমাক খাবলৈ মাতে সেই দিনাই আমি গৈ খাম। এঘাৰ-দিনীয়া ত্ৰিশ-দিনীয়া খেলৰ যুঁজত আমি নাই।

বৰা ডাঙৰীয়া উলাহত উৎফুল্ল হ'ল। তেওঁ ক'লে—হৰেশ্বৰ, মোৰ আৰু একো ভয় নাই। শ্ৰাদ্ধ এঘাৰ-দিনীয়া হ'বই। তুমি কি কোৱা ?

তেওঁ ক'লে—বামুণ বুলি মোক ভয় কৰিছে নেকি ? মই এই ছাত্ৰসকলৰেই চুপাৰিণ্টেণ্ডেণ্ট, ছাৰ !—দুয়ো হাঁহিলে। বৰাই ক'লে—তোমাক মই হৰেশ্বৰ বুলি জানো, কিন্তু তুমি ভোলানাথ হৰেশ্বৰহে। সকলতাৰ কাৰণে তোমাক ছাত্ৰসকলে কি বোলে জানা নে ?—'ছোজা মাষ্টৰ'। হওক দিয়া, সৰলতাই সাধুতা আৰু সাধুতাই সত্য। সত্যই ভগৱান।

কথা কেই-আষাৰ আজিও মোৰ মনত পৰে। ছাত্ৰসকলে হৰেশ্বৰ শৰ্মাক 'ছোজা মাষ্টৰ', 'ছোজা ছাৰ' আদি নাম দি ভাল পায়। তাৰ কাৰণ যি কোনো অঙ্ক কৰি উত্তৰটো উলিয়াই আমোদৰ হাঁহি মাৰি তেওঁ অভ্যাসতে কৈছিল—এই দেখিলা ? তেনেই ছোজা। ৩।১২।৯১

# মোৰ জীৱন-নৈৰ টৌবোৰ

## (৬)

### বাটত আছে কণা বিধি

এই যাত্ৰাত মঙ্গলদৈত প্ৰথম বাৰ অসম সাহিত্য সভা বহাৰ কথা। ১৯৩৪ চনৰ বৰদিনৰ বন্ধত এই অধিবেশন বহিছিল। পঞ্চদশ অধিবেশন। সভাপতি আছিল ভাগুনি কোঁৱৰ কবি আনন্দ চন্দ্ৰ আগৰৱালা। মঙ্গলদৈৰ সকলো ইস্কুলৰে বছৰেকীয়া পৰীক্ষাবোৰ সেইবাৰ অলপ দিন আগুৱাই দিছিল যাতে পৰীক্ষা শেষ কৰি ছাত্ৰবোৰে সাহিত্য সভাৰ কামত খাটিবলৈ সুযোগ পায়। গতিকে আমি পৰীক্ষা শেষ হোৱাৰ লগে লগে উদণ্ডীয়া হৈ পৰিছিলোঁ আৰু সাহিত্য সভাৰ 'ভলন্টিয়াৰ' হৈছিলোঁ। ভলন্টিয়াৰ শব্দটো সেই সময়ত বৰ মুখ-ৰুচিকৰ আৰু গৌৰৱৰ সামগ্ৰী আছিল। তিৰোতাৰ বিয়া-নাম আদিতো সি প্ৰবেশ লাভ কৰিছিল।

মঙ্গলদৈত সেই সময়ত মহকুমাধিপতি আছিল সুসাহিত্যিক পণ্ডিত কালিৰাম মেধি। মানুহজন বৰ ওখ-পাখ নহয় যদিও শকত-আৱত আৰু গহীন-গম্ভীৰ আছিল। কথা খুব কম কৈছিল। তেখেতৰ দিহা-ভৰসাতে সাহিত্য সভাৰ সেই অধিবেশনৰ সমস্ত কাম চলিছিল বুলিব পাৰি। তেখেতেই আছিল আমাৰ হাইস্কুলৰো মেনেজিং কমিটিৰ প্ৰেছিডেন্ট। গতিকে স্কুলৰ একপ্ৰকাৰ সৰ্বময় হৰ্তাকৰ্তা। আমি পৰীক্ষা যোৱাৰ লগে লগে সভাৰ প্ৰতিনিধিসকলৰ কাৰণে বৰদিনৰ বন্ধত হোষ্টেল খালী কৰি দিবলগীয়া হৈছিলোঁ। আমি বেগা নদীৰ পূব পাৰৰ বাসা-হোষ্টেলত থাকি স্বেচ্ছাসেৱকৰ কাম কৰিছিলোঁ।

সভাৰ মুকলি অধিবেশন বহিছিল তেতিয়াৰ 'কৰ'নেচন গ্ৰাউণ্ড'ত। ব্ৰিটিছ আমোলৰ এই কৰ'নেচন গ্ৰাউণ্ডেই পিছত 'গান্ধী ময়দান' হয়। তাত ধুনীয়াকৈ এখন ডাঙৰ ৰভা দিয়া হৈছিল। ডাঙৰ মানে তেতিয়াৰ দিনৰ ডাঙৰ। আজিকালিৰ সাহিত্য সভাৰ ৰভাৰ তুলনাত সি তেনেই সৰু। মেকুৰী আৰু নাহৰফুটুকীৰ তুলনা। কিন্তু ধুনীয়া আছিল। বিষয়-বাছনী সভা বহিছিল তেতিয়াৰ আমি পঢ়া চৰকাৰী হাইস্কুলত।

বিষয়-বাছনী সভাৰ লগত আমাৰ বিশেষ সম্পৰ্ক নাছিল। বিষয়-বাছনী মানে নো কি তাকো পোনতে ভালকৈ ভু পোৱা নাছিলোঁ। কোনোবাই বেলবুং বোলে বুলি ভয় কৰি কাকো সোধাও নাছিলোঁ।

মঙলদৈত সাহিত্য সভাৰ অধিবেশন পাতিবৰ নিমিত্তে যিখন অভ্যৰ্থনা সমিতি গঠিত হৈছিল তাৰ সভাপতি নিৰ্বাচিত হৈছিল তেতিয়াৰ কংগ্ৰেছী আন্দোলন চলোৱা স্থানীয় নেতা সাহিত্যিক তপেশ্বৰ শৰ্মা। সম্পাদক আছিল, এজন দুজন নহয়, তিনিজন। তেওঁলোক আছিল—ৰামেশ্বৰ শৰ্মা উকিল, বদাৰুদ্দিন আহমেদ উকিল আৰু গুণাৰাম ডেকা মৌজাদাৰ। ৰামেশ্বৰ শৰ্মা আছিল এসময়ৰ কটন কলেজৰ ইউনিয়ন চেক্ৰেটৰী। ছাত্ৰ-নেতা। বাকী দুজনো জাকত জিলিকা কৰ্মী আৰু নেতা। নেতৃত্ব দিয়াৰ লায়ক ব্যক্তি বুলিয়ে তেওঁলোকক নিৰ্বাচন কৰা হৈছিল। ৰামেশ্বৰ শৰ্মা আছিল ঘাই সম্পাদক। মঙলদৈৰ বুৰঞ্জী লেখক দীনেশ্বৰ শৰ্মাই তপেশ্বৰ শৰ্মাক তেওঁৰ আদৰণী ভাষণখন লিখাত স্থানীয় বুৰঞ্জীৰ সমলেৰে সহায় কৰিছিল। অভিভাষণখন মনোগ্ৰাহী হৈছিল বুলি মানুহৰ মুখে মুখে ওলাইছিল।

সেই সময়ত মঙলদৈ মহকুমাৰ লোকেল বোৰ্ডৰ চেয়াৰমেন আছিল পূৰ্ণানন্দ ৰাজখোৱা। সাহিত্যিক পেন্সনাৰ কবি ভবানন্দ ৰাজখোৱাৰ পিতৃ। মঙলদৈ নগৰ এলেকাৰ (তেতিয়া টাউন কমিটি আছিল হ'বলা) পৌৰপতি আছিল উকিল শুকলাল ঘোষ। দুযো সাহিত্য সভাৰ কামত উলাহেৰে হাত উজান দিছিল। ৰাজখোৱাই খুউৱা-বুউৱাৰ পূৰ্ণ দায়িত্ব গা-পাতি লৈছিল। মূল সভা ভঙ্গ হোৱাৰ পূৰ্বে শলাগৰ শৰাই দিওঁতে তেওঁৰ বিষয়ে এজন বিশিষ্ট প্ৰতিনিধিয়ে দিয়া এটি মন্তব্য মোৰ আজিও মনত পৰে। তেওঁ কৈছিল—আদৰ-আপ্যায়নত আমি ইমান আপ্লুত হৈছোঁ যে খাদ্যবিভাগৰ পূৰ্ণ দায়িত্বত থকা পূৰ্ণানন্দ ৰাজখোৱাদেৱে সঁচাকৈয়ে আমাক পূৰ্ণ আনন্দ দিলে বুলি আমি মুক্ত-কণ্ঠে স্বীকাৰ কৰিবলৈ বাধ্য হৈছোঁ। —এই বক্তা প্ৰতিনিধিজন কোন নো বুলি পিছতহে খবৰ কৰি জানিব পাৰিছিলোঁ—তেওঁ আছিল ধুবুৰীৰ প্ৰতিনিধি প্ৰমথনাথ চক্ৰবৰ্তী।

মনত পৰাৰ ভিতৰত এইসকল লোকে সেইবাৰৰ অভ্যৰ্থনা সমিতিৰ সদস্য ৰূপে কাম কৰি মঙলদৈৰ নাম ৰাখিবলৈ উঠি-পৰি লাগিছিল ঃ কুমুদৰাম বৰা, হীৰালাল পাটোৱাৰী, শুকলাল ঘোষ, হীৰালাল ঘোষ, ৰায়চাহেব ৰত্নেশ্বৰ দাসগুপ্ত, পূৰ্ণানন্দ ৰাজখোৱা, বাসবচন্দ্ৰ বৰুৱা, শৰৎ চন্দ্ৰ বৰুৱা মৌজাদাৰ, হলীৰাম দত্ত মৌজাদাৰ, গুণাৰাম ডেকা মৌজাদাৰ, বদৰুদ্দিন আহমদ, তপেশ্বৰ শৰ্মা প্ৰভৃতি। অধিবেশনখন দুদিনীয়া আছিল। ৰাতি ভাওনা, থিয়েটাৰ আৰু ওজাপালি-দেওধনী নাচ হৈছিল।

বুৰঞ্জী শাখাৰ অধিবেশন সেই সময়ত সাহিত্য সভাৰ এটা প্ৰায় অবিচ্ছেদ্য অঙ্গ আছিল। সেইবাৰো বুৰঞ্জী শাখাৰ অধিবেশন হোৱাৰ কথা আছিল। সভাপতিও নিৰ্বাচিত হৈছিল। পিছে অধিবেশন নবহিল। নিৰ্বাচিত সভাপতি ৰাজমোহন নাথ

আহিব নোৱৰা হেতুকে সভা নবহিল। চৰকাৰী কামৰ ব্যস্ততাৰ হেতুকে তেওঁ আহিব নোৱাৰিলে।

কৃষ্টি-সংস্কৃতিৰ নামত অধিবেশন নাছিল , তাৰে অন্য এটা ৰূপ সঙ্গীত শাখাৰ অধিবেশন যথাৰীতি বহিছিল। সেইবাৰৰ সঙ্গীত শাখাৰ অধিবেশনৰ সভাপতি আছিল 'ফুলনি'ৰ কবি পদ্মধৰ চলিহা। তেওঁ তেওঁৰ লগতে শিশু-পুত্ৰ পৰাগধৰ চলিহাকো আনিছিল। পৰাগধৰ তেতিয়া ৯/১০ বছৰীয়া শিশু। মুকলি সভা চলি থাকোঁতে সভাপতি আগৰৱালাদেৱৰ অনুমতি লৈ পদ্মধৰ চলিহাদেৱে শিশু পৰাগৰ হতুৱাই এটি ভঙ্গী-সঙ্গীত পৰিবেশন কৰাইছিল। সভাপতিযে নির্দেশ দিয়াৰ লগে লগে পৰাগ চলিহাই দেউতাকৰ কাষৰপৰা ঘপ্‌কৰি উঠি কাষলতিৰ তলত নাপিতৰ ৰঙা জোলোঙা এখন আঁৰি লৈ, মূৰত ত্বলিচা-টুপী এটা পিন্ধি, নাচি নাচি জপিযাই সভাপতিৰ মঞ্চৰ চৌদিশে ঘূৰি সুললিত কণ্ঠে গাইছিল—'মই নাপিত নামধাৰী, মই নাপিত নামধাৰী , তলৌ তলৌ ঘূৰি ফুৰোঁ জোলোঙাটো আঁৰি , মই নাপিত নাম-ধাৰী , মতাক কৰোঁ গাইমুৰা, তিৰী মনোহাৰী' ইত্যাদি। গীতটো আছিল সম্ভৱ তেওঁৰ পিতৃ সঙ্গীতজ্ঞ কবি পদ্মধৰ চলিহা বিৰচিত। ইযাকে কয়—বাপ চাই বেটা, চিপাহী চাই ঘোঁৰা।

আমি, দায়িত্ব দিযা মতে, পাঁচিলেই ইটো-সিটো আনি দি, ডেস্ক-বেঞ্চ কঢিযাই নি যথা-স্থানত দি, প্রতিনিধিসকলৰ বিচনাৰ টোপোলা ভাৰ বৈ আনন্দ লভিছিলোঁ। কুলি বা ৰিক্স আদিৰ চলন্তি তেতিয়া সমূলি নাছিল। পিছে কেতিযাবা এইবোৰ কাম কৰি থাকি সুগন্ধি চন্দন-বাহী ঘোঁৰাই নিজে চন্দনৰ গোন্ধ নোপোৱাৰ দৰে আমিও সাহিত্য সভাৰ সাহিত্যিকসকলৰ আলোচনা-বিলোচনাবোৰ শুনি তৃপ্তি লভিবলৈ সুযোগ পোৱা নাছিলোঁ। মনৰ খুদুৱনি দমাই ৰাখিব নোৱাৰি মুকলি সভা বহাৰ আগে আগে ছেগ বুজি আমি ২/৩ জন বন্ধুৱে লগ হৈ আমাৰ সাহিত্যৰ শিক্ষক-গুৰু দীননাথ চহৰীয়াৰ ওচৰলৈ গৈ তেওঁক গোচৰ দিলোঁ—ছাৰ, আমি এতিয়ালৈকে ক'ৰ পৰা কোন কোন আহিছে, ক'ত কিহৰ মেল বহিছে তাৰ বিশেষ একো গমগতি নাপাওঁ। আপুনি আমাক সেইবোৰৰ কিঞ্চিৎমান আভাস দিব লাগে।

তেওঁ অলপ হাঁহিলে আৰু কোন কোন তেতিয়ালৈ আহিছে কৈ গ'ল। এইসকল লোক এতিয়ালৈ আহি পাইছে—সভাপতি আনন্দ চন্দ্ৰ আগৰৱালা। তেওঁ সপৰিয়ালে আহিছে। তেওঁক তোমালোকে দেখিব পোৱা। তেওঁ আহিছে তেজপুৰৰপৰা। তেজপুৰৰপৰা আৰু আহিছে—মহাদেৱ শৰ্মা, দণ্ডীনাথ কলিতা, মহিম সিংহ আৰু দুই-এজন। গুৱাহাটীৰপৰা আহিছে—নবীন চন্দ্ৰ বৰদলৈ ; তেওঁ সপৰিয়ালে আহিছে। জীয়েক কবয়ত্রী নলিনীবালা দেৱীও আহিছে। গুৱাহাটীৰপৰা আৰু কেইবাজনো আহিছে ; যেনে—বিহগী কবি ৰঘুনাথ চৌধাৰী, সর্বেশ্বৰ শৰ্মা কটকী, হৰমোহন দাস, দৈৱচন্দ্ৰ তালুকদাৰ, অম্বিকাগিৰী ৰায়চৌধুৰী, অতুলচন্দ্ৰ হাজৰিকা, জ্ঞানতিৰাম লহকৰ আৰু অনেক। এইসকলত বাহিৰেও গাঞ্জিক জমিদাৰ

নগেন্দ্ৰ নাৰায়ণ চৌধুৰী, 'ফুলনি'ৰ কবি পদ্মধৰ চলিহা, হৰিনাৰায়ণ দত্ত বৰুৱা, বিৰিঞ্চিকুমাৰ বৰুৱা, মাধৱ চন্দ্ৰ বেজবৰুৱা প্ৰভৃতি বহুতো। মুকলি সভা বহিলে আজি মই তেওঁলোকক দেখুৱাই দিম।

'দেখুৱাই দিম'—কথা আষাৰ শুনি আমাৰ মন উলাহত নাচি আছিল। নামবোৰ শুনিয়েই মুকলি সভা কেতিয়া বহে, কেতিয়া বহে লাগিছিল। সভা বহিলত আমি বহুতে তেওঁক আগুৰি ধৰি সোধাত ৰভাৰ এমূৰৰ এটা খুঁটাৰ ওচৰৰপৰা ভুনভুনাই তেওঁ কৈ আছিল—সভাপতি আগৰৱালা, নীলমণি ফুকন, সঙ্গীত শাখাৰ সভাপতি পদ্মধৰ চলিহা, পদ্মনাথ গোহাঞি বৰুৱা আদিসকলক তোমালোকে চিনিচাই। নক্ষত্ৰ জিলিকা দি তেওঁলোক মঞ্চত জিলিকি আছে। তেখেতসকলৰ ওচৰতে ভব্যগব্য সেইজন গল্প-লেখক নগেন্দ্ৰ নাৰায়ণ চৌধুৰী। তেওঁৰ ওচৰতে ধুনীয়া গোঁফেৰে তেৰেঁ বিহগী কবি ৰঘুনাথ চৌধাৰী। তলত সমজুৱাসকলৰ ভিতৰত সৌ ক'লা কোট পিন্ধি থকাজনেই হ'ল উপেন্দ্ৰ চন্দ্ৰ লেখাৰু। তেওঁৰ ওচৰত হাতত লাখুটি লৈ থকা সেইজন অম্বিকাগিৰী ৰায়চৌধুৰী। পাঞ্জাবী চোলা পিন্ধি থকা থুলন্তৰ ডেকা সেইজন বিৰিঞ্চিকুমাৰ বৰুৱা, ওৰফে বীণা বৰুৱা—এনেকৈ তেওঁ সকলোৰে একোটি পৰিচয় দি আঙুলিয়াই দেখুৱালে। আমাৰ মনবোৰ প্ৰসন্ন হ'ল। বৰ ভাল লাগিল। তেতিয়াহে সাহিত্য সভা দেখা যেন লাগিল।

সভা কাৰ্য্য-সূচী মতে আৰম্ভ হ'ল। সম্পাদকৰ প্ৰতিবেদন পাঠৰ সময় আহিল। পাঠ আৰম্ভ হ'ল। কিবা কাৰণত সিবাৰ প্ৰধান সম্পাদক চন্দ্ৰধৰ বৰুৱা সভালৈ আহিব পৰা নাছিল। তেওঁৰ লিখিত প্ৰতিবেদন পাঠ কৰিছিল সহকাৰী সম্পাদক দেৱেন্দ্ৰনাথ বেজবৰুৱাই। তাৰ পূৰ্ণ পাঠ বিষয়-বাছনী সভাত হৈছিল নে নাই বুজা নাযায়। হয়তো হিচাবৰ অংশটো মাত্ৰ পঠিত আৰু গৃহীত হৈছিল। যিয়েই নহওক মূল সভাত এফালৰপৰা পাঠ কৰি গৈ থাকোঁতে সি অনেক ঠাইত শ্ৰুতি-কটূ হৈছিল আৰু মাজে মাজে থকা-দমকা লাগিছিল।

তেনেকৈ শ্ৰোতাৰ আমনি লগাকৈ পঢ়ি থাকোঁতে এজন সমজুৱাই উঠি লাঠিডালত খামোচ মাৰি ধৰিয়ে কৈছিল—সেইখন তাত কি পঢ়িব লাগিছে? আমি একো বুজিব পৰা নাই। হয় ভালকৈ পঢ়ক, নহয় তাক বন্ধ কৰক। তেনেকৈ পঢ়ি থাকি সময় নষ্ট কৰিব নালাগে। আমাৰ সময়ৰ মূল্য আছে। —তাতে পাঠক বেজবৰুৱা তেনেই টিঙিৰি-তুলা হ'ল আৰু খঙেৰে ক'লে—এইজন কোনে মোৰ পঢ়াত ভুল ধৰিছে? মই তেওঁৰ বিদ্যা জানো। মই তেওঁক 'চেলেঞ্জ' কৰোঁ।—উত্তৰত সিগৰাকীয়ে ক'লে—এহ্ এহ্ চেলেঞ্জ কৰিব নালাগে, পাৰে যদি শুদ্ধ কৰি পঢ়িয়ে যাওক। নহ'লে বহি থাকক। (হাঁহিৰ ৰোল)।—

তাতে বেজবৰুৱাৰ আৰু বেছি খং উঠিল। এইবাৰ তেওঁ গহীনকৈ ক'লে—মই তেওঁৰ কথাৰ ঘোৰ প্ৰতিবাদ কৰোঁ। যিজন লোকে অসমীয়া কথাকে শুদ্ধকৈ ক'ব নেজানে তেওঁ মোৰ ভুল ধৰিবলৈ আহে, মই তাৰ ঘোৰ প্ৰতিবাদ কৰোঁ।

ইজনে ইবাৰ তলৰপৰাই লাঠিডাল জোকাৰি কাঠ-হাঁহি এটা মাৰি ক'লে—হেঃ হেঃ ঘোৰ প্ৰতিবাদ কৰিব নালাগে, বহি থাকক। আমাৰ সময়ৰ মূল্য আছে। এইখন সাহিত্য সভা। —সভাত দুই-তিনিবাৰ হাঁহিৰ গিৰ্জনি উঠিছিল।

ঘোৰ যুদ্ধ আসন্ন যেন লাগিল। আমি চহৰীয়া ছাৰক সুধিলোঁ—এখেত অম্বিকাগিৰী ৰায়চৌধুৰী নহয় জানো ছাৰ?

—হয়। মই দেখোন আগতে দেখুৱাই দিছিলোঁ।

এনেতে সভাপতিৰ অনুমতি লৈ সভাগুৱনি থুলন্তৰ পুৰুষ নীলমণি ফুকন থিয় হ'ল আৰু গলগলীয়া মাতেৰে সৰু-সুৰা এটি ভাষণ আৰম্ভ কৰি দিলে। ছেওৰ মূৰতে চাপৰি দি বক্তৃতাৰ ৰসাল কথাৰ মাজতে তেওঁ ক'লে যে সহকাৰী সম্পাদক বেজবৰুৱাই আগতে প্ৰতিবেদনখন পঢ়ি লোৱা নাছিল, হিচাবৰ অঙ্কবোৰ মাত্ৰ বুজি-বাজি লৈছিল। সেইবোৰ ঠিক আছে। আপোনালোকে সেইখিনিকে শুনক আৰু পৰীক্ষা কৰি চাই গ্ৰহণ কৰক। সেইখিনি বিষয-বাছনী সভাত গৃহীত হৈছে। ভুল নাই।

ৰায়চৌধুৰীয়ে উঠি ক'লে—তেনেহ'লে তাক তেনেকৈয়ে গ্ৰহণ কৰা হওক। আমাৰ আপত্তি নাই। তথাপি তাকে শুনি আমি সময় নষ্ট নকৰোঁ। —তেতিয়া সভা নিজম পৰিল। সভাপতিয়ে ৰসতে নাম লৈ পৰবৰ্তী কাৰ্য্য-সূচী হাতত ল'লে।

প্ৰস্তাৱ গ্ৰহণৰ সময়ত আৰু এখন আমোদজনক তৰ্ক যুদ্ধ শুনিছিলোঁ। আৰু অলপ হ'লে হয়তো যুদ্ধখনকে দেখিলোঁহেতেন। সেইখন আছিল এনেকুৱা—। আগতে আমাৰ ৰাজ্যখনক 'আসাম' প্ৰদেশ বুলিছিল। আসাম শব্দৰ তেতিয়া একো অৰ্থ বিচাৰি পোৱা নগৈছিল। আজিকালি ড° বাণীকান্ত কাকতি প্ৰমুখ্যে পণ্ডিতসকলে ভাষা-বিজ্ঞানৰ ফালৰপৰা তাক 'শ্যাম' (শ্যাম দেশ)ৰপৰা অহা বুলি নিৰ্ণয কৰিছে। অৰ্থ নথকাৰ কাৰণে নতুবা তাক সংস্কৃতগন্ধী কৰিবলৈ (ন+ সম = অসম কৰিবলৈ) সেই বছৰতে এটা প্ৰস্তাৱ বিষয়-বাছনী সভাত গৃহীত হোৱাত মূল সভাত তাক দাঙি ধৰা হৈছিল। প্ৰস্তাৱটো মূল সভাত উত্থাপিত হোৱাৰ লগে লগে ক'লা কোট পিন্ধা এজন পাতল অবযব অথচ গহীন গম্ভীৰ প্ৰকৃতিৰ লোকে থিয় হৈ উকিলৰ দৰে ফেপেৰি পাতি লৈ অলপকৈ হাঁহি হাঁহি কৈছিল—প্ৰস্তাৱটো গৃহীত হ'ব নোৱাৰে। কাৰণটো কওঁ। আসামখন মোৰ জন্মভূমি। মোৰ আই। নাম তাৰ যিয়েই নহওক—মোৰ আই। মোৰ ঘৰ উত্তৰ গুৱাহাটীত। মোৰ জন্মদাত্ৰী আইৰ নাম গেন্ধেলী। পিতাৰ নাম হৰো। মোৰ নাম দণ্ডী। মই বি ত্ৰ পাছ কৰি ওকালতি পঢ়ি উকিল হ'লোঁ। মোৰ পৰিহিত এই ক'লা কোট চোলাটোৱে তাৰ প্ৰমাণ। কেতিয়াবা কাৰো মোকৰ্দমা নোপোৱা সময়ত উকিলখানাত বহি বহি মই অকলে আমাৰ নাম তিনিটাৰে অৰ্থৰ ওকালতি কৰিবলৈ লওঁ। তিনিওটা নাম সলাই ইংৰাজীত একে কৰি ল'লে কেনে হয়?—মই হ'লোঁ জানিবা দণ্ডীৰামৰ ঠাইত 'ডেনেহি' ; পিতা হ'ল হৰোৰ ঠাইত 'হেৰল্ড' আৰু আই গেন্ধেলীৰ ঠাইত গেন্ধাই ফুলৰ অৰ্থইদি 'জেছেমিন'। ককাৰ আগত মই প্ৰস্তাৱটো দাঙি ধৰাত তেওঁ ৰায় দি ক'লে—বোপাই ঔ, 'ৰূপে কি

কাজ কৰে, বোলে শুণেহে সংসাৰ তৰে'। যাক বি বুলিয়ে নামাতা লাগে কামহে আচল। কামহে লাগে। বাদ দে, বাদ দে ঃ এইবোৰ কাম নোহোৱাৰ কাম। বোলে 'কাম নোহোৱা বুঢ়ীৰ কি কাম আছে—শাকত কুটা পেলাই বাছে'। —মোৰ মনেৰেও আই-বোপাইৰ নাম সলাই আমি পণ্ডিত হ'ব নোখোজাই ভাল ঃ তাতোকৈ বৈজ্ঞানিক ভিত্তিত ভাষাতত্ত্বৰ ফালৰপৰা 'আসাম' নামটোতে কিবা পায় নেকি চাব লাগে। গতিকে মোৰ আপত্তি আছে ঃ ঘোৰ আপত্তি। লাগিলে প্ৰস্তাবটো ভোটত দিব লাগিব। আমি নেৰিম। —এনেঁ লেখাৰু।

আৰু বহুতে তেনেকৈ আপত্তি তোলাত তুমুল তৰ্ক-বিতৰ্কৰ অন্তত প্ৰস্তাবটো স্থগিত ৰখা হ'ল। শেহত ১৯৪৪ চনৰ শিৱসাগৰ অধিবেশনতহে 'আসাম' গুচি অসম আৰু 'আসাম সাহিত্য সভা' গুচি 'অসম সাহিত্য সভা' হয়। মণ্ডলদৈত নাম সলনি নহ'ল।

সেইবাৰৰ সাহিত্য সভাৰ মুকলি অধিবেশনৰ সামৰণি পৰাৰ ঠিক আগে আগে দুজন প্ৰাক্তন সভাপতি সপৰিয়ালে আহি সভাত যোগদান কৰিবলৈ বুলি সভাত উপস্থিত হোৱাত সভাত বেচ ৰগৰ আৰু ঔৎসুক্যৰ সৃষ্টি হৈছিল। দুয়োজন সপৰিয়ালে সভালৈ বুলি সুদূৰ ডিব্ৰুগড়ৰপৰা জাহাজেৰে ৰাওনা হৈছিল। ভাবিছিল—জলভ্ৰমণ উপাদেয় হ'ব ঃ মহাবাহু ব্ৰহ্মপুত্ৰৰ দুয়ো তীৰৰ মনোৰম দৃশ্যাৱলী উপভোগ কৰি গৈ সভাত সাহিত্য ৰস পান কৰিবলৈ পোৱা পৰম ভাগ্যৰ কথা হ'ব। পিছে 'আলচা কাৰ্য্য নহয় সিদ্ধি বাটত আছে কণা বিধি' হ'ল। বালি-চৰত জাহাজ বজি থকাত বাটিতে এদিন গ'ল। ফলত এইখন লটিঘটি। পিছে 'মৰিল যদিও চকুটো বাচি গ'ল' বোলাৰা দৰে দুযোজনা প্ৰাক্তন সভাপতিয়ে—সপৰিয়ালে বাহিৰে বাহিৰে গৈ ভগা সভাখন পালে। তাতেই খন্তেক বহি, ঘৰাঘৰি যাবলৈ ওলোৱা দৰ্শক আৰু প্ৰতিনিধিসকলৰ আগত, দুয়ো দুই-চাৰি আষাৰ কথা ক'লে। সকলোৱে দুৰ্যোগগ্ৰস্ত সভাপতি দুগৰাকীৰ বৰ্ণনা সহানুভূতিৰে শুনিছিল। সেই দুজনা প্ৰাক্তন সভাপতি আছিল—সাহিত্যিক বেণুধৰ ৰাজখোৱা আৰু ঔপন্যাসিক ৰজনীকান্ত বৰদলৈ।

২৮/১/৯২

# কহিনুৰ অপেৰা পাৰ্টি চোবা নহ'ল

ক্লাছ নাইনৰ বছৰটো অবিৰাম হৈ-হাল্লা, আনন্দ-উৎসৱৰ মাজেদিয়ে পাৰ হ'ল। সাহিত্য সভা আছিল তাৰে এটা। আৰু দুটাৰ কথা ইয়াত ক'ব খুজিছোঁ ঃ—

(১) এখন বিয়া আৰু (২) ব্ৰজ-কৃষ্ণ ভাই-ককাইৰ বিখ্যাত ভ্ৰাম্যমান যাত্ৰা-পাৰ্টি ঃ কহিনুৰ অপেৰা পাৰ্টি।

একাধিকবাৰ উল্লেখ কৰিছোঁ—বাসবচন্দ্ৰ বৰুৱা উকীল খুৰাদেৱে মোক বৰ মৰম কৰিছিল। মোক উৎসাহ-অনুপ্ৰেৰণা দি তেওঁ সদায় পঢ়াত সহায় কৰিছিল। বহুত দিনলৈকে তেওঁ বিয়া কৰোৱা নাছিল। তেওঁৰ সৰু ভায়েক চক্ৰধৰ বৰুৱাই তেওঁতকৈ আগে সংসাৰ পাতিছিল। আমি উকীল খুৰাৰ বিয়াখন চাবলৈ বৰ ব্যগ্ৰ হৈ আছিলোঁ, ডাঙৰ মানুহ এজনৰ বিয়া বুলিয়ে।

অৱশেষত এদিন তেওঁৰ বিয়া ঠিক হ'ল। পাত্ৰী উত্তৰ গুৱাহাটীৰ বিখ্যাত মজিন্দাৰ বৰুৱাৰ বংশৰ পযোধৰ বৰুৱাৰ জীয়ৰী। পযোধৰ বৰুৱা বৰ গহীন-গম্ভীৰ থূলন্তৰ লোক ঃ এজন সমাজ-সংস্কাৰক নেতা আৰু নামী মুক্তি-যোদ্ধা। দেশভক্ত তৰুণৰাম ফুকনে স্বাধীনতা আন্দোলনৰ সভা-সমিতিবোৰত তেওঁক প্ৰায়ে লগত নি খুধিৰে তেওঁৰ হতুৱাই পতাকা উত্তোলন কৰাই দি ৰসাল বক্তৃতাটো নিজে দিছিল।

মনত আছে—মঙলদৈ চহৰৰ ওচৰৰ বঙলাগড বোলা ঠাইৰপৰা বিয়া-ঘৰীয়াই যাত্ৰা কৰিছিল। বঙলাগডতে উকীল খুৰাদেউ থাকে। তাতে চাহ বাগিচাৰ ওচৰত তেওঁৰ আৰু তেওঁৰ নিজ ককাইদেৱাক জনাৰাম বৰুৱাৰ একে থাউকতে ৬০/৭০ বিঘা মাটি আছিল। তাৰপৰাই মঙলদৈ চহৰলৈ ওকালতি কৰিবলৈ তেওঁ চাইকেলেৰে অহা-যোৱা কৰিছিল। জনাৰাম বৰুৱাই দাৰোগা কাম কৰিছিল। ভেটি নোখোৱা ভাল দাৰোগা বুলি তেওঁৰ নাম আছিল। ভায়েক উকীলৰ বিয়া পাতি দিবৰ কাৰণে তেওঁ ছুটী লৈ আহি তাতে আছিল। তেখেত মোৰো বৰদেউতা। তেখেতৰ পত্নীক মই বৰ-মা বুলি মাতোঁ।

বিয়াৰ দিন-বাৰ ঠিক হ'ল। আমাৰ মনত উখল-মাখল লাগিবলৈ ধৰিলে। উত্তৰ গুৱাহাটীলৈ বিয়া চাবলৈ কিজানি মটৰত যাবযে পাৰোঁ তাকে ভাবি মোৰ মনত বৰ উলাহ। বৰ চিন্তা। জানোচা যাবলৈ নাপাওঁ তাকে ভাবি চিন্তা। মঙ্গলদৈৰপৰা উত্তৰ গুৱাহাটীলৈ তেতিয়া মটৰ চলা ভাল বাট নাই। মান্টাকাটাৰ শিলাময় ওখৰা-মোখৰা হাবিতলীয়া আলিটোৰেদি কোনোমতে মটৰ নিয়া চলে। মান্টাকাটাকে বহুতে মাগুাকাটাও বোলে। ইয়াকে লৈ মানৰ আক্ৰমণৰ ঘটনালৈও কোনো কোনোৱে আঙুলিয়ায়। সি যি হওক চাৰিআলিযেদি আজিকালিৰ দৰে তেতিয়া গুৱাহাটীলৈ মটৰত অহা নচলিছিল। বাট বৰ বেয়া আছিল। তাৰ উপৰি আলিৰ থঁৰাবোৰৰ ওপৰত মটৰ চলিব পৰা দলং নাছিল। গতিকে চাই-চিন্তি বিয়াঘৰীয়া মটৰ মান্টাকাটাইদিয়ে নিবলৈ স্থিৰ হ'ল। বহাগ কি জেঠ মহীয়া দিন। বেলি হালিলে, দুই বজাৰ আগে আগে, যাত্ৰাৰ সময় স্থিৰ হ'ল। বাহন হ'ল এখন জীপ, এখন টেক্সি আৰু এখন ট্ৰাক। ট্ৰাকত ঘাইকৈ বিয়াৰ সমল নিয়া হ'ব। মানুহো যাব। লেখৰ মানুহখিনিহে নিয়া হ'ব বোলাত আমাৰ মুখ শুকাইছিল। আমিতো লেখত নপৰোঁ। তথাপি আশা এৰা নাছিলোঁ। আমি কেইবাজনেও ট্ৰাকত যাবলৈয়ে প্ৰাৰ্থী হৈছিলোঁ। ঠিক হ'ল—টেক্সিত

দৰা বহিব আৰু বহিব বৰদেউতা, বৰ মা, তেওঁলোকৰ এজন-দুজন ল'ৰা-ছোৱালী, অহমেনী বুঢ়ী আই আদিসকল। জীপত দৰাৰ বন্ধু, মিতা, বৰদেউতাৰ বন্ধু, অমূল্য খুৰাদেউ আদি আৱশ্যকীয় লোকসকল। বাকী দুই-চাৰি লগা-ভগা, অঙহী-বঙহীকে ধৰি ডেকাসকল যাব ট্ৰাকত।

যাত্ৰাৰ সময় ওচৰ চাপি আহিল। উথপথপ লাগিবলৈ ধৰিলে। যাত্ৰীসকলৰ লিষ্টিত কাৰ কাৰ নাম আছে তাকে লৈ আমি ব্যস্ত। এনে সময়তে এটা ঘটনা ঘটিল। তেতিয়া ভৰ দুপৰ হৈছে। বেলি মূৰৰ ওপৰত। গ্ৰীষ্মৰ জুই-শিখা মেলা টৌ টৌৱা ৰ'দ। ভেলা-ঘৰৰ জলা-জুইৰে বেলিটো মূৰৰ ওপৰত উঠিছে। এনেতে দাৰোগা বৰদেউতাৰ পত্নী বৰ-মাই ভোৰ-ভোৰাই টোৰ-টোৰাই খণ্ডত জ্বলি-পকি ক'বলৈ ধৰিলে—এতিয়া মোৰ সন্মান ৰক্ষা পৰিব কেনেকৈ? এনেকৈ মই এই বিয়ালৈ নাযাওঁ। শৰাই-ঢকাখন ছিপাঝাৰৰ ঘৰতে বৈ গ'ল। শৰাই ঢকা নহ'লে মান-সন্মান ক'ত ৰ'ব? এতিয়া কৰা যায় কি? কোনে মোক এই বিপদত ৰক্ষা কৰিব? —এইবুলি বৰ-মাই খেদ কৰিবলৈ ধৰিলে। তেখেতৰ কথা আহি মোৰ কাণত পৰাত সকলোৰে মাজৰপৰা মই ঘপহকৰে মাত লগাই সুধিলোঁ—কি হ'ল বৰ-মা?

—এ নক'বা বোপাই। মোৰ মান-ইজ্জত আজি নৰ'ব। শৰাই-ঢকাখন ইহঁতে ছিপাঝাৰতে এৰি আহিল। সেইখন এতিয়া আনিব কোনে? সেইখন যে নহ'লেই নহয়। মই মহা বিপদত পৰিলোঁ।

মই ক'লোঁ—একো চিন্তা নকৰিব। ন মাইল বাটহে। এতিয়াও আপোনাৰ হাতত দুঘন্টা সময় আছে। মই এতিয়াই ওলালোঁ। —এইবুলি চাইকেল এখন হাতত লৈ তেখেতক ক'লোঁ—উকীল খুৰাদেউৰ এই চাইকেলখনকেই মই আনিলোঁ , আনৰ চাইকেলত বিশ্বাস নাই। নিৰ্ভৰ কৰিব নোৱাৰি। —এইবুলি মই চাইকেলত উঠিলোঁৱেই।

ঠিক এক বজাৰ লগে লগে হাতত শৰাই-ঢকাখন লৈ বিজয়ী বীৰৰ দৰে মই ঘূৰি বঙলাগডত ওলালোগৈ। শৰাই-ঢকাখন পাই বৰ-মাই মোক যে কিমান আদৰ-সাদৰ কৰিলে। তেওঁ মোক মূৰতে তুলি ল'ব নে ঢাঙতে তুলি থ'ব কৰিছিল। মনত আছে—তেওঁ তেতিয়া নিজ হাতেদি নেমু টেঙাৰ চৰবত এক গ্লাছ কৰি আনি মোক খুৱাইহে তৃপ্তি লভিছিল। লগতে কৈছিল—বোপাই, তুমি কিন্তু বিয়ালৈ যাব লাগিব। —এঘন্টাৰ ভিতৰতে মই কিমান এটা আৱশ্যকীয় মানুহ হৈ পৰিছিলোঁ—আজিও ভাবোঁ। তপৰাই ক'লোঁ—বিয়া চাবলৈ যাম বুলি বহুত দিনৰপৰা ভাবি আছোঁ, বৰ-মা , নিয়ে যদি নিশ্চয় যাম।

বিয়ালৈ গৈছিলোঁ। এখন লৰী গাড়ীত আমাৰ ভাগীৰে নন্দীৰাম ককাইদেউ, বগীৰাম ককাইদেউ আদি ৮/৯ জন লোকৰ লগত গৈছিলোঁ। বগীৰাম ককাইদেউ বৰ খুহতীয়া লোক। ফুচুৰি কথা কোৱাত ওস্তাদ। ওৰে বাটে নানান ধেমেলীয়া কথা কৈ তেওঁ আমাক বাটৰ ভাগৰ আৰু গাড়ীৰ ঠেকেচা একো অনুভৱ কৰিবলৈ দিয়া নাছিল।

কেতিয়াবা হাঁহোতে হাঁহোতে আমাৰ পেটৰ নাড়ী ডাল ডাল হৈছিল। এইদৰে গৈ আমি উত্তৰ গুৱাহাটী হাইস্কুলৰ হেড্ মাষ্টৰ ভগীৰাম বৰুৱাৰ ঘৰ পাইছিলোঁ। তাৰপৰাই বিয়া সাজি বিয়া-ঘৰলৈ যাত্ৰা কৰা হৈছিল। ওৰে ৰাতি বিয়া চালোঁ। বিয়া ভালে ভালে হৈ গ'ল।

পুনু কওঁ—এইদৰে ক্লাছ নাইনৰ বছৰটো, ক'বলৈ গ'লে, খেলা-ধূলা, ৰং-ৰহইচতেই পাৰ হ'ল। সেই বছৰতে হ'ব পায় কামৰূপৰ বিখ্যাত ব্ৰজ-কৃষ্ণৰ ভ্ৰাম্যমান থিয়েটাৰ পাৰ্টি মঙ্গলদৈলৈ গৈছিল। সেই পাৰ্টিৰ বিশেষত্ব আছিল এই যে তাত তিৰোতাৰ ভাও তিৰোতাযে লৈছিল ঃ মতাক তিৰোতা সজোৱা হোৱা নাছিল। সেযে গাঁও-ভূঁই নালাগে চহৰতো এটা বিৰাট আলোড়নৰ সৃষ্টি কৰিছিল। ল'ৰাবোৰৰ কাৰণে সি এটা নাভূত-নাশ্ৰুত আশ্চৰ্যজনক ঘটনা। সেই ভাওনা চাবলৈ মানুহে, বিশেষকৈ ল'ৰাবোৰে হামৰাও কাটিছিল।

মঙ্গলদৈ হাইস্কুলৰ হেড্ মাষ্টাৰ আছিল তেতিয়া ত্ৰিদশনাথ দাস বুলি এজন শ্ৰীহট্টৰ ভদ্ৰলোক। সৰু চকু দুটাৰে ক্ষীণ, বয়সীয়া মানুহজন। মূৰটো মাজে মাজে অলপ জোকাৰি লৰাই তাকে। থিৰে ৰাখিব নোৱাৰে। মাজে মাজে কুহুৰ কুহুৰকৈ কাহেও। সিবিধ হোৱা বুলি বহুতে সন্দেহো কৰিছিল। তেওঁ বৰ কোৱা-মুঠীয়া শাসক আছিল।

হিন্দু হোষ্টেল আৰু মুছলমান হোষ্টেলৰ নিচেই ওচৰতে আছিল মঙ্গলদৈ চহৰৰ অভিনয় মঞ্চটো। অযত্ন-ৰক্ষিত ডাঙৰ টিনৰ ঘৰ। মঞ্চৰ মাত-কথা, গীত-বাজনাৰ প্ৰতিধ্বনি হোষ্টলৰপৰাই শুনা যায। তাতে হৈছিল ভ্ৰাম্যমান থিযেটাৰ। পালাবোৰ বঙলা নাটকৰ ভাঙনি , যেনে—বিজয়-বসন্ত, কালাপাহাৰ, চাজাহান ইত্যাদি। পুৰুষ-মহিলাই একে-লগে মঞ্চত নাচ-গান কৰা ভাওনা—হাইস্কুলৰ কোনো ল'ৰাই চাব নোৱাৰে বুলি হেড্ মাষ্টৰে শ্ৰেণীয়ে শ্ৰেণীযে নিষেধ-আজ্ঞা জাৰি কৰিলে। লগতে শুনাই দিলে—হোষ্টেলৰ ল'ৰাই এনে নিষিদ্ধ ভাওনা চোৱা ধৰা পৰিলে সাধাৰণ শাস্তিৰ উপৰি হোষ্টেলৰপৰা বহিষ্কৃত হ'ব। বৃত্তিধাৰীৰ বৃত্তি-কৰ্তন , হাফফ্ৰি, ফুল-ফ্ৰি পোৱাসকলৰ সেইবোৰ বন্ধ। হেড্মাষ্টৰে চুপাৰিন্টেণ্ডেন্টক লগত লৈ মাজে-সমযে গৈ ৰাতি বিচনা পৰ্য্যন্ত তালাছ কৰিছিল। এনে পৰীক্ষাত দুই-চাৰিজন অপৰাধী ধৰাও পৰিছিল। সেয়ে চহৰখনত বে'চ আলোড়নৰ সৃষ্টি কৰিছিল। দুই-এজন ল'ৰাই লেপৰ তলত গাৰুকে মানুহৰ দৰে শুৱাই ৰাখি পৰিদৰ্শকৰ চকুত ধূলি মাৰিছিল। লেমৰ ক্ষীণ পোহৰত ধৰা নপৰিছিল। ভাৱৰীয়াৰ বচন দিনত ল'ৰাবোৰৰ প্ৰীতিকৰ মুকলি আবৃত্তিৰ সামগ্ৰী হৈ পৰিছিল। কৈ থোৱা ভাল, মই নিজে এদিন সিন্ধিৰ মুখতে চোৰ ধৰা পৰাৰ দৰে মঞ্চৰ ওচৰতে হেড্ মাষ্টৰৰ হাতত হাতে-লোতে ধৰা পৰিছিলোঁ। পিছে হোষ্টেলৰ কোনোবা ল'ৰা চুৰকৈ আহিছে নেকি ধৰিবলৈ আহিছিলোঁ বুলি কৈ সাৰিলোঁ। মনিটৰ বুলি ৰক্ষা পৰিছিলোঁ। অৱশ্যে ভুমুকিয়াই চোৱাত বাহিৰে ভাওনাৰ একো দেখাও সম্ভৱ নহৈছিল। এইদৰে ১০/১২ টা দিন আমাৰ

হা-হমুনিয়াহতে পাৰ হৈছিল। আগতে কৈছোঁ ব্ৰজ-কৃষ্ণৰ ভ্ৰাম্যমান থিয়েটাৰ পাৰ্টিটোৰ নাম আছিল—কহিনুৰ অপেৰা পাৰ্টি। এই পাৰ্টিৰ ভাওনা চোৱা ধৰা পৰা ল'ৰা গোটাচেৰেকৰ বিৰুদ্ধে হেড্ মাষ্টৰে দস্তুৰমতে বিচাৰ আৰম্ভ কৰিছিল আৰু শাস্তি দিয়াৰো ব্যৱস্থা হাতত লৈছিল। পিছে এনে সময়তে হেড্ মাষ্টৰ দাসৰ দুষ্কৃতি কিছুমানৰ বিষয়ে বাতৰি কাকতত কোনোবা এক 'চতুৰ্দশ দাসে' এবকলা লিখিলে। হেড্ মাষ্টৰে তাকে পঢ়ি পগলা হোৱাৰ দৰে হৈ চতুৰ্দশ দাস কোন বিচাৰিবলৈ ধৰিলে। দীননাথ চহৰীয়া ছাৰে তেওঁক বুজাই দিলে যে সেই নামৰ কোনো মানুহ নাই। ছদ্মনাম, মানে—তেওঁ ত্ৰিদশ দাসৰ ওপৰত চকু ৰখা চতুৰ্দশ অৱতাৰ স্বৰূপ। হেড্ মাষ্টৰে ছাত্ৰবোৰক সতৰ্ক কৰি এৰি দিলেই সকলো শাম কাটিব , নহ'লে—কি হয় ক'ব নোৱাৰি। —হেড্ মাষ্টৰে তাকে কৰিলে। পৰিস্থিতি শান্ত হ'ল।

২/৩/৯২

# গুৰু-বন্দনা

ইবাৰ আমাক হাইস্কুলত পঢ়োৱা দুই-এগৰাকী শিক্ষা গুৰুৰ কথা ক'ব খুজিছোঁ। গুৰু-বন্দনাও নহয়, গুৰুৰ দোষ-খোঁচৰাও নহয়। যাক যেনেকৈ মনত পৰিছে তেনেকৈ। গুৰুসকলৰ সৰহখিনিয়েই আজি স্বৰ্গবাসী। দেৱতা। দেৱতাৰ বোলে আকৌ গুণ-দোষ সকলো ক'ব পাৰি। কথাতে কয় বোলে—'মনুষ্যৰ জন্ম-কথা ক'লে হয় খং, দেৱতাৰ জন্ম-কথা ক'লে পায় ৰং।' পিছে বহুত দেৱতাৰে জন্ম-কথা ৰহস্যেৰে ভৰা। সি যি হওক ছাত্ৰবোৰৰ মাজত গুৰু শিক্ষকসকলৰ দোষ-গুণৰ কথা প্ৰায় সকলো সময়তে চৰ্চা কৰা হয়। কোনজন শিক্ষকে কেনেকৈ কথা কয়, কেনেকৈ খোজ কাঢ়ে, কেনেকৈ হাঁহে, কাৰ কি মুদ্ৰা-দোষ বা অন্যান্য দোষ আছে সেইবোৰ খুঁচৰি উলিওৱা ছাত্ৰসকলৰ আমোদজনক কাম। আমিও যে তেনে কৰা নাছিলোঁ সেইটো বুকুত হাত দি ক'ব নোৱাৰোঁ। আমি মাত্ৰ 'জাগি শুৱা, বাছি খাবা' বোলা নীতি মানি কাম কৰিছিলোঁ। অৰ্থাৎ ছল চাইহে কঠীয়া পাৰিছিলোঁ।

গোনতে হৰেশ্বৰ শৰ্মা ছাৰৰ কথাকে কওঁ। তেওঁ বৰ সাধু ভাবৰ সৰল প্ৰকৃতিৰ লোক আছিল। তেওঁৰ ঘৰ আছিল পুৰণি কামৰূপ জিলাৰ বজালী অঞ্চলত। তেওঁ কথাবোৰ মৰম লগাকৈ অলপ নাকী সুৰত কৈছিল। ছাত্ৰবোৰক সদায়ে তেওঁ মিঠা মুখে মাতিছিল। খং উঠিব লাগিলে কিন্তু তেওঁৰ চকুক-চকুই চাবলৈকে কাৰো সাহস নহৈছিল। 'চকু লাল হিয়া খাল, সেই পুৰুষৰ লক্ষণ ভাল' বোলা বচন ফাকি

তেতিয়া তেওঁতে খাপ খাই পৰিছিল। চাইকেল-তাইকেলত তেওঁ কোনো দিন নুঠিছিল। চুৰিয়া পিন্ধি খোজ কাঢ়ি ফুৰি ভাল পায়। তেওঁ অঙ্ক কৰি, বিশেষকৈ বীজ-গণিতৰ অঙ্ক কৰি বৰ ভাল পাইছিল। অঙ্কটো কৰি উত্তৰ মিলাই দি তেওঁ প্ৰায় সকলো ক্ষেত্ৰতে কৈছিল—এই চোৱা ; তেনেই চোজা। বুজিছা? তেনেই চোজা অঙ্ক। —'চোজা' বোলাটো তেওঁৰ এটা মুদ্ৰা-দোষৰ দৰেই হৈ পৰিছিল। সেই দেখিয়ে ছাত্ৰসকলে তেওঁক 'চোজা-মাষ্টৰ' বুলিছিল।

হৰেশ্বৰ শৰ্মা চুপাৰিণ্টেণ্ডেণ্ট ছাৰৰ এটা টিকিৰা ৰান্ধনি-ল'ৰা আছিল। তাক তেওঁ বাপুটি বুলি মাতিছিল। সি আমাৰো সকলোৰে বাপুটি হৈ পৰিছিল। বাপুটিয়ে তেওঁৰ কাৰণে আমাৰ হোষ্টেলতে পৃথকে ৰন্ধা-বঢ়া কৰে। আমি হোষ্টেলবাসী ছাত্ৰসকলে এটা দীঘল ঘৰত একেলগে মাটিত বহি খাওঁ। আমাৰ ৰান্ধনি-ঠাকুৰৰ নাম আছিল লম্বো ঠাকুৰ। তেওঁ ৰন্ধা-বঢ়াত বৰ পাকৈত আছিল। আমি মাছ, মাংস, কণী—সপ্তাহত প্ৰায় সদায়ে অন্ততঃ দিনৰ প্ৰায় এক ৰোজত একোবিধ খাবলৈ পাইছিলোঁ। তৰি-তৰকাৰি আৰু পাচলিও যথেষ্ট পাইছিলোঁ। চাৰি অনা পইচাৰ ভেণ্ডি ডাঙৰ কেৰাহি এটাৰ আধা কেৰাহি মান হৈছিল। তেনেকৈ ভেণ্ডি বা জিকা-আলু-লাওৰ লেব্ৰা (লাবৰা) এখন সদায় দুয়োৰোজে আছিল। গাখীৰ সেৰে ছ পইচা, দু-অনাৰ বেছি নহয়। আবেলি জকৰা ভাতৰ লগত গৰম ফুটিয়া-গাখীৰ এবাটিযে আছিল ভাটীবেলাৰ জলপান। ৰমণীকান্ত বৰুৱা হেড্ মাষ্টৰ ছাৰে হোষ্টেলত এই নিয়ম প্ৰবৰ্তন কৰিছিল। সেই নিয়ম বহুত দিন চলি আছিল।

শৰ্মা ছাৰে বৌ মাছ খাবলৈ বৰ ভাল পাইছিল। বুধবাৰ আৰু দেওবাৰে মঙলদৈ চহৰত হাট বহে। সিদিনা হাঁহ, পাৰ, ছাগলী, মাছ, মণ্ডহ, কণী আৰু তৰি-তৰকাৰি পৰ্য্যাপ্ত পৰিমাণে পোৱা গৈছিল। এই দুদিন শৰ্মা ছাৰে বৌ মাছৰ পেটী অনাই দুয়ো সাজতে খাই তৃপ্তি লভিছিল। মনত পৰে—বাপুটিক তেওঁ হাটবাৰে হাটবাৰে সদায় আঠ অনা পাইচা বৌমাছৰ পেটী আনিবলৈ পৃথকে দিছিল। বাপুটিয়ে তাৰে বৰ বহল আৰু ডাঠ পেটী এডোখৰ আৰু মাছৰ তেল আনিছিল। শৰ্মা ছাৰে বাপুটিক নিৰ্দেশ দিছিল—দুয়ো ৰোজত নহ'লেও অন্ততঃ একৰোজত মাছৰ তৰকাৰি এবাটি মোকো দিব লাগে। মাজে-সময়ে তেওঁ তাৰ খবৰো লৈছিল। সঙ্গী বন্ধুসকলৰ লগত বহি ভাত খাই থাকোঁতে টিপতে নি বাপুটিয়ে বৌ-মাছৰ আঞ্জাৰ বাটিটো মোৰ পাতৰ কাষত দি আঁহে। দুই-এজন অন্তৰঙ্গ বন্ধুৱে তাতে ৰগৰ কৰি মন্তব্য দিছিল—মনিটৰ বাবুৰ ভাগ্যকে ভাগ্য বুলিছোঁ দে। বস্তু নুখুজিলেও যাচি আহে। আমি হামৰাও কাঢ়ি মৰিলেও নাপাওঁ। —আজিও তেনে আদৰ, তেনে মৰমৰ কথা পাহৰিব পৰা নাই।

মনত পৰোঁতেই এইখিনিতে আৰু এটা কথা কৈ থওঁ। ১৯৫০/৫১ চন মানৰ কথা। মই তেতিয়া ৰঙিয়াৰ মাটিৰ হাকিম (এছ, ডি, চি,)। এদিন দুপৰীয়া মটৰ ষ্টেশনৰ ওচৰেদি চাইকেল মাৰি অফিচলৈ গৈ আছোঁ। হঠাৎ চকুত পৰিল—হৰেশ্বৰ

শৰ্মা ছাৰক। চাইকেলৰপৰা নামি থমকি বৈ দুযো হাত যোৰ কৰি প্ৰণাম জনাই ওচৰলৈ গ'লোঁ। তেওঁ মোক দেখি পোনেই—হাঃ ৰঙিয়া পায়েই মই তোমাৰ কথা ভাবিছিলোঁ, অতুল। সিদিনা মোক কোনোবাই তুমি ইয়াতে হাকিম হৈ আছা বুলি কৈছিল। কেনে আছা? ময়ো আজি মঙলদৈলৈ আহিছোঁ। তেজপুৰলৈ যাম।—

মই ভালে থকা বুলি কৈ, ক'লোঁ—তেন্তে মোৰ তাত এখন্তেক বৈ যাব লাগে ছাৰ। আন নালাগে মাত্ৰ চাহ একাপ খাই যাব। থানাৰ সম্মুখতে মোৰ বাহা। আপোনাক নো আৰু কেতিয়া ক'ত পাম?

তেওঁ গাড়ী নাৰাখিব বুলি আপত্তি কৰাত—সেইটো বাৰু হ'ব বুলি মই ড্ৰাইভাৰক আৰু থিয় হৈ থকা চিপাহীটোক দায়িত্ব দি আগবাঢ়ি ঘৰলৈ গ'লোঁ।

মোৰ থকা ঘৰৰ সম্মুখতে ৰঙিয়া পুলিচ থানা, আৰু মোৰ ঘৰ আৰু থানাৰ সোঁ-মাজেদিয়ে মটৰ যোৱা পথ। মই ঘৰলৈ গৈ থানাৰ ও. চি. লৈ শ্লিপ এখন দি সেই গাড়ীখন থানাৰ ওচৰৰ কৃষ্ণচূড়াজোপাৰ তলতে ৫/১০ মিনিট ৰখাই দিবলৈ অনুৰোধ কৰিলোঁ। ও চি. কাদিৰ বাবুৱে মোক গুৰুক মনাদি মানে। তেওঁ এজন এ এছ আই ক ৰাস্তাত থৈ কামটো কৰি দিলে। চাহ-জলপান খাই মোৰ ল'ৰা-ছোৱালীহালক মৰম কৰি মহা তৃপ্তিৰে শৰ্মা ছাৰ গুচি গ'ল। মোৰ পত্নী আৰু মই বিদায় দিবলৈ তেওঁক চৰণ ছুই আঁঠু কাঢ়ি সেৱা কৰাত তেওঁক অভিভূত হোৱা দেখা গৈছিল। ময়ো তেওঁক পাই মুহূৰ্তৰ কাৰণে স্বৰ্গৰ দেৱতা এজনক হাততে পোৱা যেন অনুভৱ কৰিছিলোঁ। দুনাই আৰু নাপালোঁ।

আৰু এজন গুৰুৰ কথা মনত পৰিছে। নাম বুদ্ধিৰাম বৰদলৈ। তেওঁ আছিল ভাৰ্নেকুলাৰ টিছাৰ—অসমীয়াতে শিকোৱা শিক্ষক : পুৰণি নৰ্মাল তৃতীয় বাৰ্ষিক পাছ শিক্ষক। আমাৰ পিতাৰ লগত তেওঁৰ ভাল চিনাকি ; চিনাকিযে নহয, বন্ধুত্ব আছিল। বসয়ত পিতাতকৈ হযতো ২/১ বছৰে ডাঙৰ। পিতাক নাম কাঢ়ি মাতে। তেওঁৰ মুখত সেলেঙি লগাই খোৱা তামোলৰ পিক আৰু হাঁহিটো প্ৰায়ে নুগুচিছিল। কাকো তেওঁ পৰোৱা নকৰে। বজাক ককাই নোবোলা মানুহ। ঘৰ আছিল দক্ষিণ মঙলদৈৰ সোণাপুৰ বুলি এটা দ অঞ্চলৰ এটা চুবুৰিত। তেওঁক শিক্ষক-ছাত্ৰ সকলোৱে ভয় কৰে ; সমীহ কৰি চলে। কাক তেওঁ কেতিয়া কেনেকৈ আক্ৰমণ কৰি কথা কয় ইয়ত্তা নাই। তেওঁ মোক তাহানি পাঠশালাৰ বৃত্তি পৰীক্ষা দিয়া সময়ৰেপৰা চিনি পাইছিল আৰু মৰম কৰিছিল। মোৰ পাঠশালাৰ বৃত্তি পোৱা সঠিক খবৰটো আমাৰ ঘৰত তেৱেঁই পোনতে দিছিল। তেওঁক সকলোৱে বুদ্ধি-বাবু বুলিছিল। গুৱাহাটীত নৰ্মাল স্কুল থকা দিনৰ লোক তেওঁ। তাহানি শৰৎচন্দ্ৰ গোস্বামীৰ লগত কলেজিয়েট হাইস্কুলত এবছৰ হেনো একে শ্ৰেণীতে পঢ়িছিল। এদিন ত্ৰিদশনাথ দাস হেড্ মাষ্টৰে কিবা কথাত বিৰক্ত হৈ কৈছিল—'বুজিছে বুদ্ধিবাবু, আপুনি মোৰ কথাত কাণ দিব খোজা নাই , পিছে ইন্সপেক্টৰলৈ মই একলম লিখিলেই আপোনাৰ টান যাব দেই। মই খোলোচাকৈ কৈছোঁ। সাৱধান হৈ সময়মতে ক্লাছ কৰিব।'

উত্তৰত নো বুদ্ধিবাবুৱে কয় কি? তামোল খাই ৰঙা কৰি থোৱা মুখেৰে হাঁহিটো মাৰি তেওঁ কৈছিল—হয় ছাৰ, আপুনি একলম লিখিলেই মোৰ ফালে আথ্যা পৰিব ; মই লাগিলে পিছত দোৱাত উবুৰি কৰি দি লিখিলেও একো নহ'ব। পিছে তেওঁক আমিও চিনি পাওঁ হ'বলা। আপুনি লিখিব নালাগে। অনুগ্ৰহ কৰি নিলিখিব। আৰু তেওঁক সুধিবাচোন তেওঁৰ বাঁও হাতৰ কেঁয়া-আঙুলিটো বেঁকা কৰিলে কোনে? —এই বুদ্ধিৰামেই। তেওঁ নক'লেও আঙুলিটোৱে ক'ব। মই আপোনাক এনেযে ভয় কৰোঁ ; ভয় খুৱাব নালাগে।

ৰমণীকান্ত বৰুৱা হেড্ মাষ্টৰ উত্তৰ লক্ষীমপুৰলৈ বদলি হোৱাত তেখেতৰ ঠাইত ত্ৰিদশনাথ দাস হেড্‌মাষ্টৰ হৈ মঙলদৈলৈ আহিছিল। বৰুৱা হেড্‌মাষ্টৰক বিদায় দিবলৈ হাইস্কুলত শিক্ষক আৰু ছাত্ৰসকলৰ যিখন সভা পতা হৈছিল তালৈ স্কুলৰ লগত জড়িত থকা চহৰৰ দুই-চাৰিজন গণ্যমান্য লোককো নিমন্ত্ৰণ কৰা হৈছিল। নাট্যাচাৰ্য্য ইন্দ্ৰেশ্বৰ বৰঠাকুৰদেৱৰ ৰচিত আৰু তেৰেঁ সুৰ দিয়া এটা কৰুণ গীতে সিদিনাৰ সভাখন তেনেই বিমৰ্ষ, গহীন আৰু নিস্তব্ধ কৰি তুলিছিল। গীতটোৰ দুই-এশাৰী বচন আজিও মনত পৰে। যেনে—

কৰ্তব্যে মাতিছে দেৱ, যোৱা বাৰু যোৱাগৈ—
এফেৰি আজৰি পালে ভাবি চাবা আমালৈ—ইত্যাদি।

ছাত্ৰসকলৰ ফালৰপৰা পাঠ কৰা বিদায়-পত্ৰখন লিখা আৰু পাঠ কৰাৰ দায়িত্ব আমাৰ ওপৰতেই পৰিছিল। দীননাথ চহৰীয়া ছাৰে সেইখন পোনাই-পজৰাই শুধৰাই দিছিল। সেই বিদায় সভাখনত বক্তৃতা দিওঁতে প্ৰসাদ চন্দ্ৰ দাস নামৰ ডেকা গ্ৰেজুৱেট শিক্ষক এজনে কথা-প্ৰসঙ্গত কৈছিল—মঙলদৈৰ পানী আৰু মেলেৰিয়াৰ হাত সাৰিবলৈ মানুহে ইচ্ছা কৰে যদিও ইয়াৰ মানুহৰ আচাৰ-ব্যৱহাৰৰ নম্ৰতা আৰু মাধুৰ্য্য কোনেও পাহৰিব নোৱাৰে। ইত্যাদি।

তেওঁৰ পাছত উঠিল বুদ্ধিৰাম বাবু বক্তৃতা দিবলৈ। তেওঁ উঠাৰ লগে লগে সভাসদৰ মাজত গুণগুণনি উঠিল। ছাত্ৰ-শিক্ষক অধিকাংশৰে চকু তেওঁৰ ফালে চাই থৰ লাগিল। তেওঁ বা আজি কোন সুৰত কি কয়, কাক ক'ত ঠেলে সেইটোলৈহে সকলোৱে মন কৰিছে। তেওঁ উঠিয়েই পোনতে ক'লে—আজিৰ বিদায়-সভাখন কিবা এখন শোক-সভাৰ দৰে হৈ পৰাত মই আচৰিত হৈছোঁ। ছাত্ৰসকলক আমি সদায় শিকাই থাকোঁ—জীৱন ক্ষণস্থায়ী ; পৰিবৰ্তন জীৱনৰ লগত লগা আছে। ল'ৰা-ছোৱালী বয়স হ'লে ডেকা-ডেকেৰী হয়। ডেকা-ডেকেৰীয়ে গৈ বুঢ়া-বুঢ়ী হয়। এই পৰিবৰ্তনক আমি হাঁহি মুখে গ্ৰহণ কৰিব লাগে, আদৰ কৰিব লাগে। আৰু নকৰিলেও কথা নাই। হ'ব লগাটো হ'বয়ে। আৰু এটা কথা—ভাল বস্তু পালে আমি ভগাই-পিটাই খাবলৈ শিকিব লাগে। আপোন-পেটীয়া হ'ব নাপায়। হ'লে লোভ ওপজে। লোভৰপৰা পাপ হয়। লোভে পাপ, পাপে মৃত্যু—নীতি বচন। আমাৰ হেড্‌মাষ্টৰ বৰুৱা ডাঙৰীয়া এজন ভাল মানুহ বুলি আজি বক্তৃতা দি সকলোৱে কৈ গৈছে। যদি

ভালেই তেনেহ'লে তেনে ভাল মানুহ এজনৰ যোগ আমি আনকো পাব নিশ্চয় কিয়? আমি কিয় আত্মঘাতী হ'ব খুজিছোঁ? ছাত্ৰ-শিক্ষকসকলৰ এনে অন্যায় আচৰণৰ হেতু মই বুজিব পৰা নাই। মোৰ মতে আজিৰ দিনটো এটা আনন্দৰ দিন, এটা ত্যাগৰ দিন হ'ব লাগে। দুখ-বেজাৰৰ দিন হ'ব নালাগে। বিদায়ীজনক আমি উৎসাহ আনন্দ দি পঠাব লাগে।

তেওঁ অলপ পৰ তভক মাখি থাকি পুনৰ আৰম্ভ কৰিলে—বক্তৃতাত ঘূৰাই-পকাই হ'লেও প্ৰসাদ বাবুৱে এইমাত্ৰ ক'লে—মঙলদৈত মেলেৰিয়া আছে ঃ মঙলদৈৰ পানী বেয়া। ইয়াত মানুহ বেছি দিন থাকিলে বেমাৰ হ'ব ; মৰিব। তাতে মোৰ এটা কথা মনলৈ আহিছে। মোৰ সোণাপুৰ গাঁওখন বাৰিষা পানীৰ তলত ডুব গৈ থাকে। তাত তেতিয়া গৰু-ছাগলী দেখিবলৈ পোৱা নাযায়। পানীৰ ভয়তে পলায়। খৰালি যেতিয়া কোমল ঘাঁহেৰে তাৰ পথাৰ ঢাক খাই পৰে সেই ঘাঁহৰ সোৱাদ মুখত লাগিলে তালৈ গৰু-ম'হ জাকে জাকে আহে ঃ খেদিলেও নাযায়। তেতিয়া মোৰ সোণাপুৰ পথাৰ দেশৰ গৰুৰে গৰুময় হৈ পৰে। তেনেকৈ প্ৰথমে মঙলদৈৰ নাম শুনিলে বহুতে ভয় খায় যদিও ইয়াত আহি খোপনি পুতি লৈ ইয়াৰ মাছ-গাখীৰৰ জুতি পালে—কোনো ইয়াৰপৰা যাব নোখোজা হয় ঃ বিদায়-সভাক তেতিয়া সঁচা-সঁচিকৈয়ে শোক-সভা কৰিব লগীয়া হয়। আৰু বহুত কথা আছে। সেয়েহে পাৰোঁতে বুদ্ধিৰামে বক্তৃতা দিবলৈ মুখ নেমেলে। মেলিলে 'ফটা মুখৰ নটা কথা' এটা এটাকৈ সকলোবোৰ ওলাবলৈ ধৰে। গতিকে ৰসতে নাম লৈ ইমানতে এৰিলোঁ।—

বুদ্ধি শৰ্মা ছাৰৰ বক্তৃতাৰ পাছত বিদায়-সভাৰ ঢং বদলি গৈছিল। সকলোৰে মুখত হাঁহি বিৰিঙিছিল।

৭/৪/৯২

# লৰা-লৰি লৰা-লৰি—এয়ে কলিকতা

শুৰুসকলৰে কথা আৰু অলপ। মণিৰাম দাস নামৰ আৰু এজন ভাৰ্নেকুলাৰ টিচাৰ আছিল। তেওঁ আছিল অলপ অইন বিধৰ ঃ অৰ্থাৎ বুদ্ধিৰাম বৰদলৈৰ দৰে নহয়। তেওঁৰ সম্পৰ্কে কোৱাৰ আগতে ভাৰ্নেকুলাৰ টিচাৰ আৰু ইংলিচ টিচাৰৰ বিষয়ে পুনৰ একাষাৰ কৈ থোৱা ভাল হ'ব। আমাৰ দিনত হাইস্কুলৰ শিক্ষাৰ মাধ্যম ক্লাছ ছিক্সলৈ আছিল অসমীয়া আৰু ছেভেনৰপৰা টেনলৈ আছিল ইংৰাজী। ক্লাছ ছেভেনত বুৰঞ্জী, ভূগোল, সংস্কৃত আদি বিষয়ো ইংৰাজীত পঢ়িব আৰু লিখিব

লাগিছিল। যোৰহাট নৰ্মাল স্কুলত তিনি বছৰ পঢ়ি পৈণত হৈ অহা মেট্ৰিক পাছ বা অন্ততঃ মাইনাৰ মানলৈ ইংৰাজী জনা শিক্ষকসকলে তল শ্ৰেণীত অসমীয়া বিষয়বোৰ পঢ়াইছিল। মণিৰাম দাস, বুদ্ধিৰাম বৰদলৈ আদিসকল আছিল তেনেকুৱা ভাৰ্নেকুলাৰ টিচাৰ। ৰঙামাটি-পুণিয়াৰ কালীৰাম দাস আছিল এজন মেট্ৰিক পাছ ভাৰ্নেকুলাৰ টিচাৰ। তেওঁ এপৰ মান বেলালৈকে নিতৌ পথাৰত হাল বাই উঠিহে ঘৰত তপত ভাত বা জকৰা-পইতা যি পায় তাকে চাৰিটামান খাই ৪/৫ মাইল বাট চাইকেল মাৰি মণ্ডলদৈ হাইস্কুলত ল'ৰা পঢ়ুৱাইছিল বুলি আজিও খ্যাতি আছে। তেওঁ ইমানেই স্বাস্থ্যবান আৰু নিয়মীয়া আছিল যে তেওঁ হেনো বছৰটোত এদিনো নৈমিত্তিক ছুটী পৰ্য্যন্ত নলৈছিল। এই গ'ল ভাৰ্নেকুলাৰ শিক্ষকৰ কথা। তেওঁলোকত বাহিৰে বাকীসকল আছিল গ্ৰেজুৱেট ইংৰাজী শিক্ষক : ইংলিচ টিচাৰ।

সংস্কৃত শিক্ষক আৰু আৰবী-ফাৰ্চীৰ মৌলবীক ইংৰাজী বুলিয়ে গণ্য কৰা হৈছিল। সংস্কৃত শিক্ষকে সংস্কৃতৰ কথা অসমীয়া আৰু ইংৰাজীত বুজায়। ধৰ্মনাথ শাস্ত্ৰী কাব্য, ব্যাকৰণতীৰ্থ আছিল আমাৰ সংস্কৃত শিক্ষক। সদায় টিকনিৰ মূৰত ফুল এটা আৰু কপালত বগা চন্দনৰ ফোট-ৰেখা তেওঁৰ বিশেষ আকৰ্ষণীয় বস্তু আছিল। তামোল খাই ওঁঠ ৰঙা কৰি ৰখা মুখৰ জিলিকি থকা হাঁহিটোৱে ঘুট্‌মুটীয়া সেই লোকজনৰ কথা আজিও শ্ৰদ্ধাৰে সোঁৱৰো। তেওঁৰ প্ৰিয় বচন আছিল—'মূৰা-কন্ধ্' (মূঢ়া-কন্ধ)। পঢ়া নোৱাৰিলে বা শ্ৰেণীত কথা কৈ থাকিলে তেওঁ উঠি গৈ মূৰা-কন্ধ্ বুলি গালি পাৰি হাতৰ মুঠিৰে ডাঙৰকৈ ভুকুটো দাঙি পিঠিত লাহেকৈ—দুখ নোপোৱাকৈ থৈ কৈছিল—'হোঃ প্ৰহাৰেণ ধনঞ্জয়ঃ'। মুখৰ হাঁহি কিন্তু নুগুচিছিল—খং উঠা দূৰৰ কথা। 'মূৰা-কন্ধ্' মানে এবিধ মূৰ নথকা ভূত।

এনেকৈ প্ৰত্যেকজনেই আছিল একো একো বিধৰ স্মৰণীয় ব্যক্তি। কোনোজন খোজে-কাটলৈ এক ৰকমৰ, কোনোজন কথা-বতৰাত মন কৰিবলগীয়া, কোনোজনৰ বা কথাই পতি ঠাট্টা-মস্কৰা ইত্যাদি।

এতিয়া ভাৰ্নেকুলাৰ টিচাৰ মণিৰাম দাস ছাৰৰ কথা কওঁ। এই স্থূলকায় বৃদ্ধ শিক্ষকজন বয়সত বুদ্ধিৰাম বৰদলৈ—আনকি হেড্-মাষ্টাৰ ৰমণীকান্ত বৰুৱাতকৈও ডাঙৰ আছিল। শেষৰ বয়সত তেওঁ শ্ৰেণীত পঢ়ুৱাবলৈকে এৰি দিছিল। টোপনিয়াই থাকি বা ছাত্ৰৰ লগত কিতাপৰ পাঠত বাহিৰে অইন কথা পাতিযে কটাইছিল। তেওঁ ছাত্ৰসকলৰ মাজতে সৰু-সুৰাকৈ কিতাপ-বিক্ৰীৰ কাৰবাৰ এটাও চলাইছিল। ঠিক বেপাৰ্ বোলা নাযায়। মানে—তেওঁ কিতাপ দোকানীৰপৰা কালিয়নে কিতাপ আনি তাৰ দামৰ ওপৰত দুই-চাৰি পইচা মুনফা ধৰি ছাত্ৰসকলক বিক্ৰী কৰে। কেতিয়াবা কালিয়নে কিতাপ দি পইচা আদায়ৰ কাৰণে বিপদতো পৰে। শ্ৰেণীত কিতাপৰ পইচা সাধি ল'ৰাক তাগিদা দি থকাটো তেওঁৰ এটা অভ্যাসত পৰিণত হৈছিল। ছাত্ৰক সহায় কৰিবলৈয়ে তেওঁ হয়তো তাকে কৰিছিল ; কিন্তু সকলোৱে জানো সেইটো বুজে?

শ্ৰেণীত তেওঁ বাকীৰ হিচাবৰ কাগজখন হাতত লৈ বাকীদাৰৰ নাম চিঞৰি চিঞৰি মাতি—'তই', 'তই'কৈ সকলোকে থিয় কৰায়। 'তই' বুলিলেই ছাত্ৰজনে থিয় হৈ বাকীৰ পইচা আনিছে নে নাই উত্তৰ দিব লাগিছিল। তেওঁ প্ৰশ্ন কৰিছিল—ৰতিকান্ত, তোৰ বাকী আছে ডেৰ টকা। আনিছ নে নাই? কিয় সদায় সাধিব লাগে?

উ ঃ— নাই ছাৰ ; মাইৰ হাতত পইচা নাই বুলি ক'লে।

প্ৰ ঃ— হেৰ' গাধ, মাৰৰ হাতত নাই যদি দেউতাৰক ক'বি।

উ ঃ— ক'ম ছাৰ, ক'ম। (পিছে পইচা হ'লে সোনকালে নাপাব—শুনা-নুশুনাকৈ কয়)

ধনীৰাম দত্ত বুলি এটা টেঙৰ ল'ৰা আছিল। সম্ভ্ৰান্ত ঘৰৰে ল'ৰা। সি এদিন কৰিলে কি? মণিৰাম বাবুৱে 'তই' 'তই'কৈ কিতাপৰ বাকী থকা পইচাৰ হিচাপ লৈ আছিল। ধনীৰ ওচৰৰ দুই-এজনক সুধি ধনীৰ ওচৰ পোৱাত সি টপৰাই ক'লে—ছাৰ, ছাৰ, সৈযা হেড্‌মাষ্টৰ আহিব লাগিছে। —তাকে শুনি মণিৰাম বাবুৱে ঘপ্‌কৰে সুৰ বদলাই ক'লে—অ' তই কৌ ধনী, তই কৌ—আকবৰে হিন্দু-মুছলমানক কেনেকৈ চাইছিল?

ধনীয়ে ক'লে—মযে ক'ম নেকি ছাৰ? ছাৰ, আকবৰে হিন্দু আৰু মুছলমানক সদায একেটা চকুৰে চাইছিল।

—হেৰ' গৰু, একেটা চকুৰে কেনেকৈ চাব? কৌ—সমান চকুৰে চাইছিল। আকবৰে হিন্দু আৰু মুছলমানক সমান চকুৰে চাইছিল।

এনেকৈ প্ৰশ্ন-উত্তৰৰ মাজেদি অলপ সময যোৱাৰ পাছত ঘন্টা পৰিছিল। হেড্‌মাষ্টৰ নাহিল। শ্ৰেণীৰ ল'ৰাবোৰে মণিবাবু ওলাই যোৱাৰ লগে লগে কৈছিল—মণিৰাম ছাৰক ধনীৰামেহে পাৰে। চাওচোন মণিৰ পইছা ধনীযে খায় নে ধনীৰ পইচা মণিযে খায। ক'ৰ পানী ক'লৈ যায।

ইংলিচ টিছাৰসকলৰ ভিতৰত দীননাথ চহৰীয়াক সকলোৱে ভাল পাইছিল আৰু সমীহ কৰি চলিছিল ঃ ছাত্ৰযো, শিক্ষকেও। শিক্ষকসকলৰ লগত তেওঁ আছিল বৰ খুহতীয়া আৰু ধেমেলীয়া। খুলীয়া-ভাওনা আৰু ওজাপালিৰ গীত-মাতো তেওঁ সুৰ লগাই গাই শুনাইছিল। আমি ছাত্ৰসকলে কিন্তু বহুত যত্ন কৰিও তাৰ উমান পোৱা নাছিলোঁ। ছাত্ৰসকলৰ মাজত তেওঁ বঢ়িয়া পঢ়ায় বুলি আৰু ছাত্ৰৰ প্ৰতি সদায় সহানুভূতিশীল ৰূপে খ্যাত আছিল। ক্ষীণকায়, উজ্জ্বল দৃষ্টিৰে এই কিৰ্‌কিৰীয়া শিক্ষকজনে শ্ৰেণীত পঢুৱাবলৈ লৈ কথা কৈ যাওঁতে কিতাপ পঢ়াৰ দৰে অনুপ্ৰাস লগাই অতিশ্ৰয় আকৰ্ষণীয়ভাৱে সুন্দৰ ভাৱাত কথাবোৰ কৈ যাব পাৰিছিল। বাজে কথা কৈ তেওঁ অলপো সময় অবাৱত নকটাইছিল। এটা উদাহৰণ দিলেই হ'ব।—

তেওঁ এবাৰ কলিকতালৈ গৈছিল। এয়ে আছিল তেওঁৰ প্ৰথম কলিকতা দৰ্শন। এটা নতুন অভিজ্ঞতা। তেতিয়াৰ দিনত এলাপেচা কথা নহয়। কলিকতাৰপৰা উভতি অহাৰ পাছতে যেতিয়া তেওঁ কোনো এটা ক্লাছ ল'বলৈ গৈছিল, তেতিয়া ছাত্ৰসকলে

ভাবিছিল—আজি চহৰীয়া ছাৱক কলিকতাৰ কথা সুধিলেই হ'ব। তেওঁ তাকে কৈ থাকিব, আমি শুনিম। আমি নপঢ়িলেও হ'ব। সেইদৰে তেওঁ শ্ৰেণীত সোমোৱাৰ পিছতে এজন ছাত্ৰই ক'লে—ছাৰ, কলিকতালৈ গৈছিল বোলে। কলিকতাৰ কথা আমাক আজি ক'ব লাগে। আমি কোনেও কলিকতা দেখা নাই।

তেওঁ ক'লে—কলিকতাৰ কথা কি ক'বা? লৰা-লৰি লৰা-লৰি। —এয়ে কলিকতা। —এতিয়া পঢ়া কি আছে দিয়া। আজিৰ পাঠ কোনটো—ইত্যাদি।

১/৫/৯২

# বহ্বাৰম্ভে লঘুক্ৰিয়া

হেড্‌মাষ্টৰ ৰমণীকান্ত বৰুৱাক মানুহে চমুকৈ ৰমণী বৰুৱা হেড্‌মাষ্টৰ বুলিয়ে জানিছিল। তেওঁ আমাক ক্লাছ নাইনত কিছুদিন স্কটৰ 'আইভান হো'খন পঢ়ুৱাইছিল। 'হেই গৰুহঁত' বুলি সম্বোধন কৰি তেওঁ আমাক প্ৰায়ে কৈছিল—ইংৰাজী নো কি? মই যি কওঁ সেয়ে। গতিকে মই যেতিয়া ইংৰাজী কওঁ তহঁতে কাণ পাতি শুনিবি। মোৰ ইংৰাজী পাক্কা চাহাবৰপৰা শিকা ইংৰাজী ; তহঁতৰ দৰে ট্ৰেন্সলেছন পঢ়ি শিকা ইংৰাজী নহয়। ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে তহঁতে মোৰ দৰে ইংৰাজী জনা লোক দোছোৰা এজন নাপাবি। —শুনি আমাৰ বুকু কিন্দ্‌ খাই আহে।

স্পষ্টবাদিতা আছিল বৰুৱাৰ চৰিত্ৰৰ এপদ বিশিষ্ট অলঙ্কাৰ। দুঃসাহস আৰু স্পষ্টবাদিতাৰ কাৰণে তেওঁৰ অনেক সময়ত উপৰিস্থ কৰ্মচাৰীৰ লগত মতভেদ, তৰ্কবিতৰ্ক, আনকি স্পষ্ট সংঘৰ্ষও হৈছিল। গাই-গাৰিয়ে তেওঁ দেখাত বৰ ভব্য-গব্য, ওখ-পাখ নাছিল যদিও চাহাবৰ দৰে তেওঁ বগা আৰু তেজগোৰা আছিল। মাতটোও আছিল স্পষ্ট, গহীন, দূৰলৈ ৰজনজনাই যোৱা বিধৰ। সবাতোকৈ ধুনীয়া আছিল তেখেতৰ ম'হৰ শিঙৰ দৰে জিলিকি থকা গোঁফকোছা। চাই থাক্‌, চাই থাক্‌।

গৰমৰ দিনত হিন্দু হোষ্টেলৰ ওচৰত থকা বেগা নদীৰ ওপৰৰ কাঠৰ দলংখন আছিল সেই সময়ৰ মঙলদৈ চহৰৰ হাকিম-হুকুম, উকীল-মাষ্টৰ, ডা-ডাঙৰীয়াসকলৰ সান্ধ্য মিলনৰ জিৰণি স্থল ঃ আড্ডা বা খোলা ক্লাব। তাতে দলঙৰ শুকান কাঠৰ ওপৰত থিয় হৈ ইফাল-সিফাল কৰি সকলোৱে নানান গল্প-গুজৱ কৰিছিল। থিয় হৈ, কাৰণ দলংখনৰ গাত বা তাৰ ওচৰে-পাজৰে ক'তো বহিবলৈ একো সুবিধা নাছিল। গতিকে সকলোৱে থিয়ে-থিয়েয়ে কথা পাতিছিল। সৌভাগ্যৰ কথা দলংখনৰ ওপৰেদি গাড়ী, মটৰ-গাড়ী আদি একো পাৰ হৈ যাবলৈ দিয়া নহৈছিল। ৰাস্তাত দলঙৰ দুয়ো মূৰে

দুটা কাঠৰ ভঙ্গ পুতি থোৱা আছিল। গাড়ীবোৰ অইন এখন পকা দলঙৰ ওপৰেদি এপাক ঘূৰি গৈছিল।

বেগা বোলা নদীটোও নামতহে নদী। ই বেগীও নহয়, নদীও নহয়। পানীৰ ধাৰ বা সোঁত নথকা ই আছিল এটা মৰা-সুঁতি। বাৰিষা অৱশ্যে কেঁচা গোবৰ মূৰত পৰা আধা-মৰা সাপে মূৰ দাঙি ফোঁচ-ফোঁচাই উঠাৰ দৰে ই লাহে লাহে হ'লেও ওফন্দি আহি ববলৈ ধৰে। তেতিয়া যেন সি কয়—মই বেগী নহ'লেও বেগা। মোৰ নাম বেগা। মই বেগা নদী।

বেগাৰ দলঙৰপৰা আমাৰ ছাত্ৰাবাস আছিল মাত্ৰ পঞ্চাশ গজ মান দূৰত। গতিকে গৰম কালি বেগাৰ দলঙৰ ওপৰত হোৱা আলোচনা চক্ৰৰ গৰম গৰম কথাবোৰ হোষ্টেলত আমাৰ কাণত থলৌ থলৌকৈ পৰিছিল। আমি মেজৰ ওপৰত লেম থৈ কিতাপ মেলি লৈ দুই-তিনিজনে লগ হৈ কথা পাতিছিলোঁ আৰু ঘাইকৈ চক্ৰৰ মেল শুনিছিলোঁ। মেল কেতিয়াবা তৰ্ক-যুদ্ধত পৰিণত হৈছিল। বিশেষকৈ কুমুদৰাম বৰা আৰু ৰমণীকান্ত বৰুৱা থাকিলে দুযোৱো মাজত তৰ্ক-যুদ্ধ প্ৰায় সদায়ে অনিবাৰ্য্য আছিল। তেওঁলোকৰ তৰ্ক আমি কাণ পাতি শুনিছিলোঁ। ধৰ্ম, সাহিত্য, সমাজ-সংস্কাৰ, শিক্ষাৰ সমস্যা যি কোনো বিষয় লৈয়ে মতানৈক্য আৰু তৰ্ক হৈছিল। তৰ্কৰ এই এটা বিশেষত্ব আছিল যে পোনতে অসমীয়াতে আৰম্ভ হ'লেও সি ঘাইকৈ ইংৰাজীতহে চলিছিল আৰু ইংৰাজীতে অন্ত হৈছিল। ক'বলৈ গ'লে কোনে কিমান ইংৰাজী ক'ব পাৰে তাৰো এটা আভাস সেই তৰ্ক-যুদ্ধই দিছিল। হ'বৰ কথাও। তেওঁলোকৰ এজন আছিল হেড্‌মাষ্টৰ, আনজন দেশনেতা উকীল আৰু লোকেলবোৰ্ডৰ চেয়াৰমেন। দুয়োৰো ঘাই পেছা বক্তৃতা।

বেগাৰ দলঙৰ মুকলি মজলিছত ৰায়চাহেব ৰত্নেশ্বৰ দাসগুপ্ত, শুকলাল ঘোষ, তপেশ্বৰ শৰ্মা, পূৰ্ণানন্দ ৰাজখোৱা আদি উকীলসকলৰো মাত মাজে মাজে শুনা গৈছিল। কিন্তু দাসগুপ্তত বাহিৰে বাকীকেইজনে কোনোদিনে হেড্‌মাষ্টৰ বৰুৱাৰ লগত তৰ্ক কৰা আমি শুনা নাছিলোঁ। ৰায়চাহাব দাসগুপ্তই কিন্তু কেতিয়াবা হেড্‌মাষ্টৰ বৰুৱা ছাৰক ভালকৈয়ে ফেপেৰি পাতি ধৰিছিল। সেইবুলি তেওঁলোকৰ তৰ্ক-যুদ্ধ আছিল কেৱল কথাৰহে কটাকটি। ভিতৰি কঁঠাল-আঠা। তাৰ কাৰণ দুয়ো আছিল সম-বয়স্ক। বৰাও। গতিকে তেওঁলোকৰ তৰ্ক-যুদ্ধ বা খৰিয়াল আছিল—একপ্ৰকাৰ অজা-যুদ্ধ। কথাতে কয় বোলে ছাগলীৰ যুঁজত, ঋষিৰ শ্ৰাদ্ধত, ৰাতিপুৱাৰ মেঘৰ গাজনিত আৰু স্বামী-স্ত্ৰীৰ কন্দলত মূল বস্তু বেছি একো নাথাকে—বহ্বাৰম্ভে লঘুক্ৰিয়া। আড়ম্বৰেই সাৰ।—

আজাযুদ্ধে ঋষি-শ্ৰাদ্ধে
প্ৰভাতে মেঘ-গৰ্জনে
দম্পতী কলহে চৈব
বহ্বাৰম্ভে লঘুক্ৰিয়া।—

১৫/৬/৯২

# হেড্‌মাষ্টৰ ৰমণীকান্ত বৰুৱা

ৰমণীকান্ত বৰুৱা হেড্‌মাষ্টৰ ছাৰৰ কথাকে আৰু অলপ স্মৰণ কৰোঁ। ছাত্ৰই তেওঁক বাঘ দেখা দিছিল , কিন্তু বৰ ভাল পাইছিল। আমাৰ পঢ়াশলীয়া দিনৰ অসমৰ বিখ্যাত হেড্‌মাষ্টৰ চাৰি-পাঁচজনৰ ভিতৰত তেওঁ আছিল অন্যতম। ছাত্ৰসকলৰ লগত বাহিৰৰ কাৰোবা কিম্বা কাজিয়া লাগিলে ছাত্ৰসকলে পোনেই তেওঁৰ ওচৰলৈ গৈ তেওঁক সমস্ত কথা বিবৰি কৈছিল , কাৰণ গোচৰটো যে শেষত গৈ তেওঁৰ হাততে পৰিব সেইটো তেওঁলোকে জানিছিল। তেওঁ তেতিয়া সুধিছিল—আৰে' গৰুহঁত, মাৰ খাই আহিছ নে মাৰি আহিছ? আছামী নে ফৰিয়াদী—তাকে আগে ক। যদি মাৰি আহিছ কৈ যা , আৰু যদি মাৰ খাই আহিছ তেনেহ'লে একো কে'চ (case) নাই , গুচি যা।—ছাত্ৰযো সেইমতে কাম কৰিছিল।

কি কাৰণত নাজানো বৰুৱা হেড্‌মাষ্টৰ ছাৰে মোক বৰ মৰম কৰিছিল। বয়স যোৱাতো কামৰপৰা অৱসৰ লৈ ঘৰত থাকোঁতে সুযোগ পালেই তেওঁ তেওঁৰ জীৱনৰ বহুত কথা মোৰ আগত কৈছিল। সেযে ঘটিছিল মই কলেজত পঢ়ি থাকি বন্ধত ঘৰলৈ যাওঁতে আৰু মোৰ শিক্ষা-জীৱনৰ পাছতো। এনে কথা-বতৰাত কেতিয়াবা একেৰাহে ঘন্টাৰ পাছত ঘন্টা পাৰ হৈছিল। তাকে দেখি তেওঁৰ এজন পুত্ৰই (তেওঁ মোৰ সহপাঠী) মোক কৈছিল—দেউতাই নো তোমাৰ লগত ইমানকৈ কি কথা পাতেহে? আমাক দেখোন এটা বা দুটা কথা সুধিয়ে—এতিয়া যা—বুলি কয়। —মই হাহোঁ। মই কওঁ—ভাল শ্ৰোতা পালে বুঢ়া লোকে নিজৰ জীৱনৰ অতীত কাহিনীবোৰ কৈ ভাল পায , তেওঁ তাকে কৰে। মই সেইবোৰ শুনি ভাল পাওঁ। তাৰে তেওঁ কোৱা এটা ঘটনা—

১৯২১ চনৰ অসহযোগ আন্দোলনৰ সময়ত বৰুৱা ডাঙৰীয়া আছিল গোৱালপাৰা হাইস্কুলৰ হেড্‌মাষ্টৰ। চাৰিওফালে তেতিয়া স্বাধীনতা আন্দোলনৰ হৈ-চৈ। মহাত্মাগান্ধীক গ্ৰেপ্তাৰ কৰা বাতৰি বন-জুইৰ দৰে বিয়পি পৰাত স্কুল-কলেজৰ ছাত্ৰবোৰে ধৰ্মঘট কৰি এদিনৰ কাৰণে স্কুল বৰ্জন কৰিছিল। তেনে ছাত্ৰবোৰক কৰ্তৃপক্ষই কঠোৰ দণ্ড দিবলৈ নিৰ্দেশ দিলে। শিক্ষা-বিভাগৰ ডাইৰেক্টৰ কানিংহাম চাহাবে চৰকাৰৰ সেই নিৰ্দেশ কোন কোন হেড্‌মাষ্টৰে কিদৰে পালিছে গম লৈ জানিব পাৰিলে যে হেড্‌মাষ্টৰ বৰুৱাই অনুপস্থিত থকা ছাত্ৰসকলক মাত্ৰ দু-অনাকৈ 'ফাইন' কৰিছে। সেইটো যথেষ্ট হোৱা নাই বুলি তেওঁ মুখেৰে বৰুৱাক ক'লে আৰু অন্ততঃ এটকাকৈ 'ফাইন' কৰিব লাগে বুলি ইঙ্গিত দিলে। ইঙ্গিত দিয়াই নহয়, সেই বিষয়ে দুনাই চিন্তা কৰি চাবলৈ নিৰ্দেশো দিলে। বৰুৱাই তাৰ উত্তৰত কৰ্তৃপক্ষক জনালে যে তেওঁ যি কৰিছে বহুত বিবেচনা কৰি কৰিছে ;

গতিকে নিজে নিজৰ সিদ্ধান্ত বাতিল কৰিব নোৱাৰে। কর্তৃপক্ষই তেওঁৰ আদেশ যদি ৰদ কৰি পোনে-পোনে অন্য আদেশ দিয়ে তেনেহ'লে দিব পাৰে ; তাৰ সম্পূর্ণ দায়িত্ব কিন্তু কর্তৃপক্ষৰ ; তেওঁ তাৰ দায়িত্ব ল'ব নোৱাৰে। —কানিংহাম চাহাব ইবাৰ নীৰৱে থাকিল।

তেওঁ গোৱালপাৰাত থাকোঁতেই আৰু এটা ঘটনা ঘটিছিল। তাৰ বিৱৰণ তেওঁ এদিন মোক নাটকীয ভঙ্গীৰে কৈ শুনাইছিল। ঘটনাটো আছিল এনেকুৱা—। বৰুৱা হেড্‌মাষ্টৰ সদায স্কুললৈ অলপ পলমকৈ যায। সেইদিনাও এঘাৰ মান বজাত তেওঁ গা-পা ধুই ধুতি পিন্ধি ভাত খাবলৈ ৰান্ধনি-ঘৰত প্ৰৱেশ কৰিছেহি মাত্র, এনেতে স্কুলৰ চকীদাৰে উধাতু খাই লৰি আহি তেওঁক ক'লে—দেউতা, ইন্‌স্পেক্টৰ চাহাব আহিছে।

বৰুৱাই উত্তৰ দিলে—আহিছে ভাল হৈছে। বহিবলৈ দেগৈ। মই খাবলৈ বহিছোঁ বুলি ক'বি।

খাই-বৈ উঠি স্কুললৈ গৈ বৰুৱাই দেখে যে ইন্‌স্পেক্টৰ থমছন চাহাবে স্কুল-পৰিদর্শন আৰম্ভ কৰি শ্রেণীত ছাত্রৰ বহী-কিতাপবোৰ পৰীক্ষা কৰিছে। ল'ৰাৰ Exercise Bookৰ ওপৰত মহাত্মাগান্ধীৰ ছবি দেখি জঁকি উঠি তেওঁ হেড্‌মাষ্টৰ বৰুৱাক ক'লে—আপুনি কিয এইটো অনুমতি দিছে?

বৰুৱাই উত্তৰ দিলে—সেইটো মোৰ অনুমতি-সাপেক্ষ কথা নহয। দোকানীযে জানে কাৰ ছবি থাকিলে বিক্রী বেছি হ'ব।

—হ'লেও যে ই ল'ৰাবোৰক নষ্ট কৰে , নহয জানো?

—চাহাব, এই বিষযটো শ্রেণীত আলচ নকৰাই ভাল হ'ব। বাহিৰত দুয়ো মুকলিমূৰীয়াভাৱে আলোচনা কৰিম। কি কয?

—ঠিক আছে , তেনেহ'লে সেই আলোচনা আজি সন্ধ্যা মোৰ তাতে, চার্কিট্ হাউচতে, সাত বজাত হওক। (Agreed , let it be at 7 P M today at my place in the circuit house )

গধূলি সাত বজাত বৰুৱা গোৱালপাৰাৰ চার্কিট হাউচ পালেগৈ। দুয়োৰো মাজত কথা-বতৰা আৰম্ভ হ'ল। ড° থমছনে ক'লে—স্কুলীয়া ল'ৰা-ছোৱালীৰ বহীত বিদ্রোহী নেতাৰ ছবি ভয়ঙ্কৰ বস্তু। শিক্ষকসকল সেই বিষয়ে সতর্ক থকা উচিত। ইন্‌স্পেক্টৰে আঙুলিয়াই দিযালৈ তেওঁলোকে বাট চাব নালাগে। নহয় জানো?

উত্তৰত বৰুৱাই ক'লে—চাহাব, তেনেহ'লে সম্প্রতি আমি আমাৰ অফিচ-তফিচৰ কথা পাহৰি পেলাই আপুনি এজন ইউৰোপীয়ান চাহাব আৰু মই এজন ভাৰতীয় নাগৰিক হিচাপে কথা পাতোহঁক। চাহাবে ক'লে—এৰা সন্মত আছোঁ— Let us then throw away our office for the time being and let us talk you as a European and I as an Indian. He said—Agreed )

তাৰ পিছত মহাত্মাগান্ধীয়ে দেশখনৰ কেনে অনিষ্ট কৰিছে, কেনেকৈ তেওঁ সকলোকে বিদ্রোহী কৰি তুলিছে থমছন চাহাবে সেই বিষয়ে ক'বলৈ ধৰিলে। বৰুৱাই

এইখিনিতে ক'লে—শুনক, ভাৰতীয়সকলে মহাত্মাগান্ধীক দেৱতাজ্ঞানে পূজা কৰে। অতিমানৱতাৰে তেওঁ সকলো ভাৰতবাসীৰ অন্তৰ জয় কৰিছে। প্ৰত্যেকে তেওঁৰ প্ৰতিকৃতিক নিজ নিজ অন্তৰত ঠাই দিছে। বহীৰ ওপৰৰ ছবিটো বাৰু তুমি আঁতৰালায়ে, অন্তৰৰ ছবিখন বাৰু আঁতৰাবা কেনেকৈ?

চাহাবে বৰুৱাৰ যুক্তিৰ প্ৰত্যুত্তৰ বিচাৰি নাপালে। অলপ পৰ তভক মাৰি আকৌ আৰম্ভ কৰিলে—স্বৰাজ পালেনো কি হ'ব, বৰুৱা? আপোনাকো তেন্তে স্বৰাজ লাগে?

বৰুৱাই উত্তৰত ক'লে—মই যদি নালাগে বুলি কওঁ তেনেহ'লে হয় মই মূৰ্খ, নতুবা মিথ্যাবাদী হ'ম। কিন্তু মই নাভাবোঁ যে তুমি মোক মূৰ্খ জ্ঞান কৰিবা ; কাৰণ মই এখন হাইস্কুলৰ হেড্‌মাষ্টৰ। বিশ্বাস কৰা, হেড্‌মাষ্টৰ হিচাবে মিছা কথা ক'বলৈ মই অক্ষম। মই হাড়ে-হিমজুৰে স্বৰাজবাদী ঃ If I say I don't want it, either I am a fool or a liar , but I don't think you will take me to be a fool as I happen to be the Head Master of a High School Believe me, as a gentleman I am incapable of telling a lie I am out and out a Swarajist

তেতিয়া চাহাব বহা আসনৰপৰা জঁপ মাৰি উঠিল আৰু বৰুৱাদেৱৰ লগত কৰমৰ্দন কৰি ক'লে—এৰা, এৰা ; আত্ম-সম্মান থকা সকলো ভদ্ৰলোকেই তেনে হোৱা উচিত। Then he jumped up and shook me by the hand saying every self-respecting gentleman should be

এইজনেই আছিল হেড্‌মাষ্টৰ ৰমণীকান্ত বৰুৱা। তেওঁৰ পিতৃৰ নাম আছিল পক্ষীৰায় বৰুৱা। এইজনা হেড্‌মাষ্টৰৰ জন্ম হৈছিল ১৮৮০ চনত ছিপাঝাৰত। ১৯৩৮ চনত তেওঁ চাকৰি জীৱনৰপৰা অৱসৰ লয় আৰু ১৯৬৯ চনৰ ৫ আগষ্ট তাৰিখে ৮৯ বছৰ বয়সত ইহলীলা সম্বৰণ কৰে। তেওঁ সদায় ছাত্ৰসকলক সকলো কাৰ্য্যতে উদাৰ হ'বলৈ আৰু প্ৰকৃত মানুহ হ'বলৈ উপদেশ দিছিল।

১৪/৮/৯২

# ভালৰ অলপমানেই হওক

হেড্‌মাষ্টৰ ৰমণীকান্ত বৰুৱাৰ কথা কৈ থাকিলেও ওৰ নপৰে। তাকেই আজি আৰু অলপ কৈ সামৰিম। ১৯৬০ চনত প্ৰতিভাশালী লেখক হৰেন্দ্ৰনাথ শৰ্মাদেৱে ৰমণীকান্ত বৰুৱাৰ বিষয়ে তেওঁ এটা প্ৰবন্ধত উল্লেখ কৰি লগতে কৈ থৈছিল—তেওঁ

এতিয়া ইহ জগতত নাই ; তেওঁৰ আত্মাই শান্তি পাওক। —প্ৰবন্ধটো ওলাইছিল ‘অসম বাণী’ত। কটন কলেজ মেগেজিনত অসমীয়া বিভাগ খোলা সম্পৰ্কে লিখা প্ৰবন্ধ।

ৰমণীকান্ত বৰুৱা তেতিয়াও স্বৰ্গী হোৱা নাছিল। মই তেতিয়া ছিলঙত। প্ৰবন্ধটো পঢ়ি মই তৎক্ষণাৎ হৰেন শৰ্মাদেৱলৈ লিখিলোঁ—ৰমণীকান্ত বৰুৱা এতিয়াও জীযাই আছে ; আপুনি তুৰন্তে তেওঁলৈ ক্ষমা খুজি আৰু তেওঁৰ দীৰ্ঘ জীৱন কামনা কৰি চিঠি এখন লিখা ভাল হ’ব। —লগতে ঠিকনা দি পঠালোঁ। শৰ্মাই ধন্যবাদ সূচক উত্তৰ দিলে আৰু হেড্‌মাষ্টৰ বৰুৱালৈ চিঠি লিখিলে। শৰ্মাই তেওঁৰ প্ৰবন্ধটোত ৰমণীকান্ত বৰুৱাৰ বিষয়ে লিখিছিল—

‘তেতিয়া কটন কলেজিয়েট স্কুলৰ হেড্‌মাষ্টৰ আছিল ৰমণীকান্ত বৰুৱা। বৰুৱাৰ তুল্য সৎসাহসী, ছাত্ৰ-হিতৈষী আৰু ছাত্ৰসকলক বিপদৰপৰা ৰক্ষা কৰিবলৈ সদায় সাজু থকা শিক্ষক বৰ কমেই দেখিছোঁ। তেখেতে কটন কলেজ মেগেজিনত অসমীয়া বিভাগ খোলা সম্পৰ্কে হোৱা আন্দোলনৰ বিষয়ে সকলো কথা জানি-বুজি আছিল, কিন্তু আমি কোনো পৰামৰ্শ বিচাৰি তেওঁৰ কাষ চপা নাছিলোঁ ; তেৰোঁ উপযাচি একো কোৱা নাছিল। কিন্তু অৱশেষত গুৱাহাটীয়া অসমীয়া ৰাইজৰ এই আত্মঘাতী উদাৰতাত তেওঁ অতিষ্ঠ হৈ উঠিল। তেতিয়া সৰ্বেশ্বৰ কটকী একে স্কুলতে তেওঁৰ সহকৰ্মী। দুযো পৰামৰ্শক্ৰমে স্থানীয় অৰাজনৈতিক লোক কেইজনমান থুপুৰিয়াই প্ৰিন্সিপাল ড° থমচন চাহাবৰ সম্মতিক্ৰমে মুখ্যতঃ অভিভাৱকসকলৰ এখন সভা পতাৰ আয়োজন কৰিলে। ছুড্‌মাৰ্ছন হলত সভা পতা হ’ল। কলেজৰ ছাত্ৰ, অধ্যাপক দুযো পক্ষৰ সকলো উপস্থিত থাকিল। সভাত বৰুৱা ডাঙৰীয়াই সকলো কথা খৰচি মাৰি বুজাই দিলে আৰু অসমীয়া ছাত্ৰসকলৰ দাবীৰ যুক্তিযুক্ততা প্ৰতিপন্ন কৰিলে। বঙালী অধ্যাপকসকলে আদিৰেপৰা অসমীয়াৰ লগতে বঙলা বিভাগ এটা মেগেজিনত চলাবলৈ লাগি-যুঁজি আছিল। বৰুৱাৰ যুক্তি-তৰ্কৰ লগত ফেৰ পাতিবলৈ বঙালী চাণক্য-চতুৰ অধ্যাপকসকলে কিন্তু সাহ নকৰিলে। ড° থমচনে আচল কথাটো তেতিয়াহে বুজি পালে। বৰ ন্যায়নিষ্ঠ আৰু তেজী প্ৰকৃতিৰ লোক বুলি বৰুৱাক চাহাবে বহু বছৰ আগৰপৰাই ঘনিষ্ঠভাৱে জানি আছিল। সভাত চাহাবে প্ৰকাশ্যে নিজৰ ভুল স্বীকাৰ কৰি অসমীয়া ছাত্ৰসকলৰ দাবী সম্পূৰ্ণকৈ মানি ল’লে। অসমীয়া প্ৰবন্ধকো ইংৰাজীৰ লগত মেগেজিনত প্ৰকাশ কৰা হ’ব, বঙালী প্ৰবন্ধই তাত ঠাই নাপাব।’—ই ১৯২৭ চনৰ ঘটনা। তেতিয়াৰ কটন কলেজ মেগেজিনেই আজিৰ ‘কটনিয়ান’ আলোচনী।

ৰমণীকান্ত বৰুৱা মঙ্গলদৈ হাইস্কুলত থকা সময়তেই মঙ্গলদৈৰ মহকুমাধিপতি আছিল দুৰ্গেশ্বৰ শৰ্মা। আমি হাইস্কুলৰে ছাত্ৰ। শৰ্মা ডাঙৰীয়া অলপ একাচেকা বিধৰ লোক আছিল। তেওঁ কোনো সভা-সমিতিতে এঘণ্টাৰ বেছি সময় একেৰাহে বহি থাকিব নোৱাৰিছিল। সভাপতি হ’লেও তেওঁৰ ভাষণটো ২০/২৫ মিনিট মানতে শেষ

কৰি সভাৰ কাৰ্য্য চলাবলৈ আন এজনৰ ওপৰত ভাৰ দি থৈ তেওঁ সভাৰপৰা ওলাই আহিছিল।

মঙ্গলদৈ টাউনৰ ভদ্ৰলোকসকলে তেওঁক বিদায় দিবলৈ পতা মিটিংখনৰ কথা মনত আছে। সন্ধ্যা থিয়েটাৰ হলত সেই সভা বহিছিল। সভাপতি আছিল কুমুদৰাম বৰা নে ৰমণীকান্ত বৰুৱা ভালকৈ মনত নাই। বৰা আৰু বৰুৱা দুয়োজন কিন্তু সভাত উপস্থিত আছিল। বিদায়ী মহকুমাধিপতি দুৰ্গেশ্বৰ শৰ্মাদেৱে তেওঁলৈ যচা সম্ভাষণৰ উত্তৰত কুৰি মিনিটমান সময় এটা মনোগ্ৰাহী দাৰ্শনিক-তত্ত্বমূলক ভাষণ দিছিল। তাত তেওঁ মিলন আৰু বিৰহৰ তাত্ত্বিক ব্যাখ্যা দি প্ৰসঙ্গক্ৰমে নামঘোষাৰ প্ৰাৰ্থনাৰ দুশাৰী ঘোষা সুৰ লগাই গাইছিল—

কৃষ্ণ এক দেৱ দুখ-হাৰী কাল মায়াদিৰো অধিকাৰী
কৃষ্ণ বিনে শ্ৰেষ্ঠ দেৱ নাহি নাহি আৰ।
সৃষ্টি-স্থিতি অন্তকাৰী দেৱ তান্ত বিনে আন নাহি কেৱ
জানিও বিষ্ণুসে সমস্ত জগতে সাৰ।।

অকল সিমানেই নহয় ব্ৰহ্ম-পুৰাণৰ সংস্কৃত শ্লোক—'একঃ স দেৱো ভৱদুখহন্তা পৰঃ পৰেষাং ন ততোহস্তি চান্যঃ' আদিৰপৰা কেনেকৈ সি নিগৰি আহিছে তাকো বিশ্লেষণ কৰিছিল। শ্ৰোতাসকল মন্ত্ৰ-মুগ্ধৰ দৰে স্তব্ধ হৈ আছিল। তেওঁৰ বক্তৃতা আৰু শুনো আৰু শুনো লাগিছিল। বক্তৃতা শেষ হোৱাৰ লগে লগে তলত দিয়া ধৰণে ৰায়চাহাব ৰত্নেশ্বৰ দাসগুপ্ত আৰু হেড্‌মাষ্টৰ ৰমণীকান্ত বৰুৱাৰ মাজত তৰ্ক-বিতৰ্ক হৈছিল ঃ—

ৰায়চাহাব—এনে এজন মহাজ্ঞানী বিচক্ষণ পণ্ডিত লোক দীৰ্ঘকাল আমাৰ মাজত থাকি আজি বিদায় ল'বলৈ ওলাল। তথাপি আমি তেখেতৰ জ্ঞান, অধ্যয়ন আদিৰপৰা একো গ্ৰহণ কৰিবলৈ সমৰ্থ নহ'লোঁ। আমি তাৰ বাবে দুঃখীত। আমাৰ হেড্‌মাষ্টৰ বৰুৱাদেৱে অন্ততঃ তেওঁৰ এনে গুণ-গৰিমাৰ কথা নিশ্চয় জানিছিল। তেওঁ আমাক সেই বিষয়ে একো জানিবলৈ নিদিয়া বাবেহে আমি অধিক দুখ পাইছোঁ।

ৰমণীকান্ত বৰুৱা—ৰায়চাহাব ডাঙৰীয়াৰ কথাৰ উত্তৰত একাষাৰ নক'লে ভুল কৰা হ'ব। শৰ্মাদেৱক মই জানো, সঁচা। আমি কলিকতাত একেলগে পঢ়িছিলোঁ। একেলগে উঠা-বহা কৰিছিলোঁ। গতিকে আমাৰ মাজৰ সৌহাৰ্দ আছিল ভ্ৰাতৃত্বৰ চেনেহপূৰ্ণ সৌহাৰ্দ। মই আচৰিত হৈছোঁ—কৰ্টত মোকৰ্দমা বিচাৰ কৰোঁতে, উকীলৰ যুক্তি-তৰ্কৰ মাজত মন্তব্য দিওঁতে আৰু উকীলসকলৰ লগত অৱসৰত কথা-বতৰা পাতোতে ৰায়চাহাবৰ দৰে বিজ্ঞ লোকজনে কিয় শৰ্মাৰ জ্ঞানৰ উমান পোৱা নাছিল। শৰ্মাৰ-দৰে মানুহ এজনৰ জ্ঞান-বিদ্যাৰ কথা বুজিবলৈ ৰায়চাহাবক ইমান দিন লাগিল কিয় মই ভাবি নাপাওঁ। সি যি হওক 'স্বল্পং অল্পস্য ধৰ্মস্য ত্ৰায়তে মহতো ভয়াৎ'—ভালৰ অলপমানেই বহুত। অন্ততঃ শৰ্মাৰ আজিৰ ভাষণটিয়েই শ্ৰোতাৰ মনত দ সাচ বহুৱাব বুলি মোৰ বিশ্বাস।

তৰ্ক বাঢ়িব খুজিছিল। শৰ্মা ডাক্তৰীয়াই সেইটো অনুমান কৰি হেড্‌মাষ্টৰ ৰমণীকান্ত বৰুৱাৰ বিষয়ে—বিশেষকৈ তেখেতৰ সাহস, স্পষ্টবাদিতা আৰু স্মৃতি-শক্তিৰ উচ্চ-প্ৰশংসা কৰি—আলোচনাৰ ওৰ পেলাইছিল। দুৰ্গেশ্বৰ শৰ্মাৰ কণ্ঠত শুনা ঘোষাৰ—'কৃষ্ণ এক দেৱ দুখ-হাৰীৰ সুৰ অলপ ভাবিলেই আজিও মোৰ কৰ্ণ-কুহৰত বাজি উঠে।

৬/৯/১২

# দিন-দুপৰীয়াতে ৰাজ-আলিত

হেড্‌মাষ্টৰ ৰমণীকান্ত বৰুৱাৰ দৰে হাইস্কুলীয়া শিক্ষাগুৰু আৰু অনেকৰে ছবি নিৰলাত মনত পৰে। তেওঁলোকৰ আচৰণৰ বিশেষত্ববোৰো। খেলাৰু কমলাকান্ত দাস, পকা থেকেৰা যেন ৰঙা, খঙাল অথচ মৰমিয়াল অঙ্কৰ শিক্ষক দিবাকৰ শৰ্মা, বীজ-গণিতৰ ফৰ্মুলা মাতি যাওঁতেই মাতত গীতৰ সুৰ বাজি উঠা মাণিক শৰ্মা, সদায় দোক-মোকালিতে উঠি এপাক হাল নোবোৱাকৈ স্কুললৈ নোযোৱা সৰল মনৰ কালীৰাম দাস, সাজপাৰ, কথা-বতৰা আদিত অতিশয় পৰিপাতি ইচাহক আলি, খোজে-কাটলে, বসনে-ভূষণে ডাঙৰ-দীঘল আৰু কথা-বতৰাত গহীন-গম্ভীৰ ইন্দ্ৰেশ্বৰ বৰঠাকুৰ, পাঠ্য কিতাপ ছাত্ৰসকলক বেচি শ্ৰেণীত পইচা আদায় কৰি বৰকৈ টোপনিয়াই থকা মণিৰাম দাস, প্ৰহাৰেণ ধনঞ্জয়ঃ বুলি পিঠিত মিছা ভুকু মাৰি ল'ৰাক মৰম কৰা সংস্কৃত শিক্ষক ধৰ্মনাথ শৰ্মা, ব্যাকৰণ শাস্ত্ৰী আদিসকলক নো পাহৰোঁ বা কেনেকৈ?

এইখিনিতে এটা সেই সময়ৰ চাঞ্চল্যকৰ অবিস্মৰণীয় ঘটনা মনত পৰিছে। সেই সময়ত ঘটনাটোৱে মঙলদৈ চহৰখন তোলপাৰ লগাইছিল। আমি আছিলোঁ তেতিয়া মঙলদৈ হিন্দু হোষ্টেলত। ক্লাছ টেনৰ বাছনী পৰীক্ষালৈ মাজতে মাত্ৰ এটা সপ্তাহ আছে। দেওবাৰৰ দিনৰ ঘটনা, এই সোমবাৰ গৈ অহা সোমবাৰেই পৰীক্ষা আৰম্ভ হ'ব। তাৰে ৮/১০ দিন মান আগতে জিউৰাম ডেকা বুলি আমাৰ হাইস্কুলৰে ল'ৰা এজনক টাউনৰ চিভিল হস্পিতালৰ এজন বঙালী বৰ-ডাক্তৰে (চিভিল চাৰ্জনে) কিবা কথাত খং উঠি 'অসমীয়া ভূত' বুলি গালি পাৰিছিল। তাকে লৈয়ে ঘটনাটো। জিউৰামে তেতিয়া ৮ম কি ৯ম শ্ৰেণীত পঢ়ে। ল'ৰাজন দেখাত বৰ চাধা-চিধা, ওখ-কেটেঙা। মোৰ লগত বন্ধুত্ব আছে। জাতীয় ভাবাপন্ন কংগ্ৰেছী ল'ৰা। সদায় খদ্দৰ পিন্ধে আৰু সুযোগ পালেই সভা-সমিতিত আঙুলি

জোকাৰি জোকাৰি দেশপ্ৰেমমূলক উত্তপ্ত বক্তৃতা দিযে। ভাব আৰু কথাত অম্বিকাগিৰীৰ প্ৰিয় শিষ্য। তেওঁৰ প্ৰায়ে জ্বৰ হৈ থাকে। মেলেৰীয়া জ্বৰ। ঔষধ খালে কমে, আকৌ কিছুদিনৰ পিছত উক দিয়ে।

এদিন তেওঁ যাওক চিভিল হস্পিতাললৈ ঔষধ বিচাৰি। হাতত চিচা। ডাক্তৰৰ নাম আছিল প্ৰফুল্ল কুমাৰ নন্দী। সম্ভৱ চিলেটৰ মানুহ। বৰ-ডাক্তৰ। জিউৰামক দেখি তেওঁ ৰহস্য কৰি সোধাৰ দৰে সুধিলে—কি খবৰ? পিছে ঔষধ খাইছা নে নাই? —জিউৰামে কিবা তপত উত্তৰ দিলে। দুযোৰো তৰ্ক লাগিল। ডাক্তৰ নন্দীয়ে ক'লে—তুমি আচল অসমীযা ভূত। জ্বৰে তোমাক নধৰি মোক ধৰিব নে? তুমি ক'লেও নুবুজা, আচল ভূত।

তাতে উঠিল জিউৰামৰ খং। তেওঁ হাতত থকা সুদা বটলটোকে গদাৰ দৰে জোকাৰি জোকাৰি ক'লে—মই তোক এতিযাই অসমীয়া ভূতৰ চোট দেখুৱাব পাৰোঁ। বাৰু আজি-থাকক। কিন্তু সাৱধান কৰি দিলোঁ। মনত ৰাখিবি—অসমীযা ভূতে ধৰিলে তোৰ প্ৰাণ-বায়ু লৈহে এৰিব। —ইযাকে কৈ জিউৰাম দীঘল দীঘল খোজ দি ডাক্তৰখানাৰপৰা ওলাই আহিল।

সেই সময়ত হাইস্কুলৰ ছাত্ৰ সভাৰ সম্পাদক আছিলোঁ মই নিজে। গতিকে ঘটনাৰ বতাহ আহি মোৰ গাতো লাগিল। পানীৰাম দাসে মোক সকলো কথা জনালেহি। মুক্তিযুদ্ধৰ এজন নামজ্বলা সেনাপতি পানীৰাম দাসেই সেই পানীৰাম দাস। ছাত্ৰ কালৰপৰাই তেওঁ আছিল উগ্ৰসাহসী। পঢ়া-শুনাতো ভাল। ৰজাক ককাই নোবোলা বিধৰ ল'ৰা। পাথৰিঘাট মাইনাৰ স্কুলত পঢ়া দিনৰেপৰা আমি দুযো বৰ বন্ধু। মই এক শ্ৰেণী ওপৰত, তেওঁ মোতকৈ এক শ্ৰেণী তলত। মোক তেওঁ ককায়েকক মনা দি মানে। দুযোৰো এৰাএৰি নাই। দুযো দুযোকো তঁযা-তোকাকৈ মাতোঁ। তেওঁ মোত বাহিৰে কাৰো কথা প্ৰশ্ন নকৰাকৈ মানিব নুখুজিছিল। সম্ভৱ জীউৰাম তেওঁৰ সহপাঠী।

জীউৰামে ডাক্তৰ প্ৰফুল্ল নন্দীক উপৰোক্ত ধৰণে তৰ্জন-গৰ্জন কৰি আহি পানীৰামৰ ওচৰ পালেগৈ। সকলোৱে আলচ কৰি মোৰ ওচৰ পালেহি কিবা এটা সোনকালেই কৰিব লাগিল বুলি। মই ক'লোঁ—আমাৰ বাছনী পৰীক্ষালৈ এসপ্তাহো নাই—তোমালোকে জানাই। এই সময়ত কিবা এটা গণ্ডগোল হ'লে মোৰ পৰীক্ষা-তৰীক্ষা উৰি যাব। গতিকে মোৰ পৰীক্ষাটো হৈ যাবলৈ দিয়া। তেতিযা ডাক্তৰ-চাহাবৰ ভূত উজাৰিম।

পানীৰামে ক'লে—জানো দে। তই বৃত্তি পোৱা ল'ৰা। বৃত্তিটো কেনেবাকে, কটা যায় বুলি তই এইবোৰ অগ্ৰংবগ্ৰং কৰি বাটত বাঘ-ভালুক থকাৰ কথা কৈছ। এটা কাম কৰিলে বাৰু কেনে হয়? তই বাৰু আমাৰ লগত ঘূৰি ফুৰিব নালাগে, দূৰৰপৰাই ৰচি টানি আমাক বুধি-ভাৰসা দি থাকিবি। আমি কিন্তু গৰমে গৰমে কামটো কৰিব খোজোঁ। তাক এইবাৰ নেৰিছোঁ।

তেতিয়া গোপনে আলচ কৰি আমি বুদ্ধি এটা পাঙিলোঁ। সেইমতে সেই দেওবাৰেই কামটো কৰিবলৈ স্থিৰ হ'ল। সোমবাৰে আমাৰ বাছনী পৰীক্ষাৰ প্ৰথম দিন। মেট্ৰিকুলেচনৰ বাছনি। গতিকে তেওঁলোকে মোক ৰেহাই দিলে : কিন্তু ঘটনা-স্থলী আমাৰ ছাত্ৰাবাসৰ নিচেই ওচৰতে হ'ব বুলি স্থিৰ হ'ল, যাতে প্ৰয়োজন হ'লে হোষ্টেলৰ ল'ৰায়ো গৰখীয়া-জাপ দি হাত উজান দিব পাৰে। সময়—দেওবাৰে কেঁৰা-দুপৰীয়া দহ মান বজাত , স্থান—পি ডাব্লিউ ডি ৰাস্তাৰ ওপৰত ; চহৰৰ সোঁ-মাজতে।

সেই সময়তে ডাঃ প্ৰফুল্ল নন্দী প্ৰতি দেওবাৰে আমাৰ হোষ্টেলত এপাক সোমাই কাৰোবাৰ কিবা বেমাৰ-আজাৰ হৈছে নেকি খবৰ লৈ চাইকেলত উঠি পানে পোনে পছিম-মুৱা হৈ জেইলখানাৰ কয়দী চাবলৈ যায়। সেইটো তেওঁৰ ধৰাবন্ধা কামৰ নিৰ্দিষ্ট তালিকা। তাৰ অন্যথা নহয়।

দেওবাৰ আহিল। হাট-বাৰ। আলি-পদূলিত মানুহৰ সমাগম হ'বলৈ ধৰিলে। ডাক্তৰে আমাৰ হোষ্টেললৈ আহি বেমাৰ-আজাৰৰ খবৰ ল'লে। মোৰপৰাই খবৰ ল'লে , কাৰণ মযে আছিলোঁ হোষ্টেলৰ 'মনিটৰ'। কাৰো একো অসুখ-বিসুখ নাই বুলি জানি নিশ্চিন্তমনে তেওঁৰ দ্বিচক্ৰবাহন চাইকেলখনত পুনঃ উঠিল আৰু চোলা-হেটটো মূৰত লৈ চোঁ-চোঁৱাই গতি কৰিলে।

কযদীখানাৰ ওচৰতে মহকুমাধিপতিৰ চৰকাৰী কাৰ্য্যালয়, তেওঁৰ চৰকাৰী চাং-বঙলা, পুলিচ থানা (আৰক্ষী আস্থান) আদি। এক ফাৰ্লঙৰ ভিতৰতে এইবোৰ আৰু আমাৰ ছাত্ৰাবাসো। গতিকে কাৰোবাৰ দাঁতত ভাত লাগিলেও এই গোটেইখন ঠাই তেনেই ৰজনজনাই যায়।

ডাক্তৰে চাইকেলত উঠি এশ গজমান গৈযে দেখে যে কিছুমান ডেকা ল'ৰাই সমুখৰ ফালে ৰুমাল এখন কঢা-আঁজোৰা কৰি বাটটোত প্ৰতিবন্ধক জন্মাই গৈ আছে। ডাক্তৰ ওচৰ পোৱাত কোনোবা এজনে ক'লে—উঃ এওঁ দেখোন গাব ওপৰেদিয়ে চাইকেল চলাব খোজে—। এনেকৈ কৈ ৰুমালখন তেওঁৰ গাত লগাই দিলে। সকলোৱে একেলগে ক'লে—কোন অ', কোন এওঁ? —বুলি কিৰিলি পাৰি চাইকেল আৰু মানুহক ধৰি জোৰেৰে ৰাস্তাৰ নৰ্দমালৈ ঠেলি পঠালে। এনেভাৱে পঠালে যে তেওঁৰ মূৰৰ টুপী গৈ ৰাস্তাৰ নৰ্দমাত পৰিল আৰু তেওঁ নিজেও চাইকেলখন ওপৰত লৈ লাংখাই পৰিল। ভাগ্যে নৰ্দমাটো আছিল শুকান। তেতিয়া যিয়ে যিহকে পায়—আলিৰ কাষৰ ইটাৰ টুকুৰা, মাটিৰ লডা, জেওৰাৰ খৰি, বাঁহ-কাঠৰ টুকুৰা আদি তেওঁৰ ওপৰত দলিয়াই জাপি দিলে। বেচেৰা ডাক্তৰে তলৰপৰা—আৰে কি হ'ল ৰে', মৰলাম ৰে'—মুলি আৰ্ত-ৰাও কৰি চিয়ঁৰিবলৈ ধৰিলে।

মই তেতিযা ছাত্ৰাবাসৰপৰা ওলাই টুল এখন পাৰি লৈ বাহিৰত পঢা ভাও জুৰি ৰ'দত বহি ঘটনা নিৰীক্ষণ কৰি আছিলোঁ। নিৰীক্ষণো বুলিব পাৰি, পৰ্য্যবেক্ষণো বুলিব পাৰি। তাৰ পাছত ঘটনা বিষম হ'ব পাৰে বুলি ভাবি মই দূৰৰপৰাই সকলোকে

তুৰন্তে আঁতৰি যাবলৈ ইঙ্গিত দি আছিলোঁ। মই আগতেই পানীৰাম আৰু জীউৰামক দলটোত নাথাকিবলৈ বা অগত্যা থাকিব লাগিলেও ভেশছন্ন কৰি থাকিবলৈ কৈছিলোঁ। তেওঁলোকে কি কৰিছিল পাহৰিলোঁ। ল'ৰাবোৰৰ কোনো ডাক্তৰক তুলিবলৈ নাথাকিল ; দিহাদিহি গ'ল।

আগতে উল্লেখ কৰিছোঁ—সেইদিনা আছিল দেওবাৰ। হাট-বাৰ। বুধ আৰু দেওবাৰে মঙলদৈ টাউনৰ হাট বহে। সেই দুয়োদিন আলি-বাটেদি গাঁৱৰ হাটুৱে-বাটুৱে মানুহৰ সোঁত বয়। ন-দহমান বজাৰপৰা তিনিমান বজালৈ মানুহৰ সোঁতৰ কোব প্ৰবল হয়। বাটত মানুহে মানুহ। হাটলৈ অহা মানুহে ডাক্তৰক ধৰা-ধৰি কৰি তুলিলে। তেওঁ হাফপেন্ট পিন্ধি আছিল আৰু আঁঠুত বেযাকৈ দুখ পাইছিল। ভৰি-হাতত ইটাৰ টুকুৰাই আঘাত কৰাত তেজ ওলাইছিল। তেওঁ খোঁৰাই-খোঁৰাই কাৰোবাৰ কান্ধত ধৰি গৈ হস্পিতাল ওলাইছিল। তেওঁৰ চাইকেলখন পিছত চকীদাৰে নিছিলহি। মই দূৰৰপৰা সকলোবোৰ কাৰ্য্য চোৰাংকৈ চাই আছিলোঁ যদিও গা-লাগি একো কৰিব পৰা নাছিলোঁ।

ভাগ্যে সিদিনা ছাত্ৰাবাসৰ চুপাৰিন্টেণ্ডেন্ট হৰেশ্বৰ শৰ্মা ছাৰ ওচৰৰে সংস্কৃত পণ্ডিত ধৰ্মনাথ শাস্ত্ৰীৰ ঘৰলৈ কিবা কথা আলচ কৰিবলৈ গৈছিল—ৰাতিপুৱা ৯মান বজাত। নহ'লে তেৰোঁ সেই ঘটনা ছাত্ৰাবাসৰপৰাই স্বচক্ষে দেখা পায আৰু ঘটনাত লিপ্ত থকা সকলোকে দেখে , মোকো হয়তো প্ৰত্যক্ষ সাক্ষী ৰাখে। তেওঁ উভতি আহি ১১/১২ মান বজাত সোমাই ঘটনাৰ সবিশেষ মোক সুধিলে। মই আগে কোনোদিনে তেওঁৰ আগত মিছা কথা কোৱা নাছিলোঁ , সেইদিনা কিন্তু নকৈ নোৱাৰিলোঁ। অশ্বত্থামা হত কিন্তু ইতি গজ—কৰি মই ক'লোঁ—ঘটনাটোৰ কথা ময়ো ডাক্তৰক তুলি নিযাৰ পাছতহে জানিব পাৰিলোঁ ছাৰ। মই পৰীক্ষাৰ কাৰণে পঢ়ি আছিলোঁ আৰু পঢ়ি উঠি ভোক লগাত পোনে পোনে ভাত হ'লনে নাই খবৰ ল'বলৈ ৰান্ধনি-ঠাকুৰৰ ওচৰ পাইছিলোঁ গৈ। তাতেহে তেওঁৰ মুখে ঘটনাৰ সবিশেষ জানো।

সবল শিক্ষক, সকলোৰে 'ছোজা ছাৰ' হৰেশ্বৰ শৰ্মাৰ প্ৰথম প্ৰতিক্ৰিয়া শুনিছিলোঁ—উঃ চাউচোন বাৰু তহঁতেই—এই দিন-দুপৰীযা চৰকাৰী আলি-বাটত চহৰৰ বৰ-ডাক্তৰৰ দৰে ডাঙৰ অফিচাৰ এজনক মাৰিবলৈও নো ল'ৰাগিলা আগবাঢ়িব লাগে নে? বৰ বেয়া কৰিছে , বৰ বেয়া কৰিছে। তহঁতে এই দুষ্ট ল'ৰাকেইটাক ধৰি দি। সিহঁতে শাস্তি পোৱা উচিত।

১/১১/৯২

# বেবেৰিবাং ৰফা

থিয়-দুপৰীয়া হাইস্কুলৰ ল'ৰাই ৰাজ-আলিত জিলাৰ বৰ-ডাক্তৰক মাৰিলে। তাতে সেইদিনা হাট-বাৰ। দেওবাৰ। মঙলদৈ চহৰৰ মাজ-মজিয়াৰ কথা। বতৰাটো তেনেই ৰাষ্ট্ৰ হৈ পৰিল। যথা সময়ত প্ৰহৃত ডাক্তৰেও পুলিচৰ ওচৰত ঘটনাৰ যথাবিহিত তদন্তৰ কাৰণে আপত্তি দাখিল কৰিলে। মোকৰ্দমা ৰুজু হ'ল। ইতিমধ্যে আমাৰো মেট্ৰিকৰ বাছনী পৰীক্ষা শেষ হ'ল। এতিয়া একপিঠীয়া হৈ যুঁজিবলৈ সুবিধা ওলাল। আমি ছাত্ৰসকলে সঘনে লগ হৈ যুঁজৰ ফন্দি ছান্দিবলৈ ধৰিলোঁ। খেনোৱে ক'লে—মনে মনে গৈ চোপা দি থাকি তাক ঘৰতে আগুৰি ধৰি কুচিয়া দগৰা দিওঁ ব'ল্। খেনোৱে ক'লে—নহয় , বাটতে ধৰি সিবাৰৰ দৰে মৰাহে ভাল হ'ব। অন্য কোনোৱে ক'লে—এটা গোচৰ লাগিযে আছে আৰু এটা চপাই ল'ব খোজ নে? —বহুত বাদিয়াবাদিৰ অন্তত সিদ্ধান্ত হ'ল—এতিযা আমি নতুনকৈ আক্ৰমণাত্মক একো নকৰোঁ। এই ঘটনাৰো—আমি একো নাজানো বুলি কৈ নজনা ভাও জুৰিযেই থাকিম। হাকিম, পুলিচ যোন আহে আহক, যি সোধে সোধক, আমাৰ উত্তৰ এটাই , জয়মতীৰ দৰে এটাই—সেযে হৈছে—আমি সেই বিষযে একো নাজানো। একো নাজানো। তেতিযা কাক ধৰে ধৰকচোন।

প্ৰায় ৮/১০ দিন পিছত এদিন স্কুললৈ পুলিচ-মেজিষ্ট্ৰেট আহিল। দোষী চিনাক্তকৰণৰ কাৰণে ছাত্ৰসকলৰ পৰীক্ষা (Identification parade) হ'ব। এই কাৰ্য্যৰ উহ মই আগদিনাই হোষ্টেল চুপাৰিন্টেণ্ডেন্ট হৰেশ্বৰ শৰ্মা ছাৰৰপৰা পাইছিলোঁ আৰু পোৱায়ে নহয, পানীৰামক লগ ধৰি তেওঁক তাৰ বিহিত ব্যবস্থা ল'বলৈ কৈছিলোঁ। ছাত্ৰসকলৰ ভিতৰৰ যিকেইজন পোনপটীয়াকৈ সিদিনাৰ মাৰ-পিটত লিপ্ত আছিল—বিশেষকৈ যিসকলক ডাক্তৰে নিজ চকুৰে দেখিছিল—তেওঁলোক উপস্থিত নথকাই ভাল ঃ অগত্যা থাকিলেও যিমান পাৰে ছদ্মবেশত থাকিব লাগে। সেই মতে কাম কৰা হ'ল।

পিছদিনাখন প্ৰায় দুইমান বজাত পৰীক্ষা আৰম্ভ হ'ল। হাকিমৰ নিৰ্দেশক্ৰমে অইন স্কুলৰপৰাও ছাত্ৰ আনি আমাৰ মাজত মিহলাই দিলে। সম-বয়সীয়া বাহিৰা মানুহ, আনকি চকীদাৰ, ৰান্ধনি আদিকো আনি ছাত্ৰৰ মাজত সুমাই দি তাচখেলৰ পাত মিহলোৱাৰ দৰে কৰা হ'ল।

সানমিহলি কৰি লৈ শাৰী শাৰীকৈ সকলোকে থিয় কৰাই থৈ মেজিষ্ট্ৰেটে আপত্তিকাৰী বৰ-ডাক্তৰক লগত লৈ দোষী বিচাৰি উলিওৱাত লাগি গ'ল। শাৰীত আমিও আছিলোঁ। প্ৰায় ৬০/৭০ জন ল'ৰাৰ শাৰীৰপৰা ডাক্তৰে তিনিজনক চিনাক্ত কৰিলে। সেই তিনিজনৰো এজন মাত্ৰ ঠিককৈ ধৰা পৰিল। চিনাক্ত কৰা বাকী দুজন

ছাত্ৰৰ এজন আছিল বাহিৰৰ বাটৰুৱা ল'ৰা, আনজন এজন ছাত্ৰ হিচাপে সাজি-কাচি অহা ৰাঙ্কনি। পিছৰ দুজনলৈ আমাৰ একো চিন্তা নহ'ল ঃ কাৰণ সিহঁত দেখ্ দেখ্‌কৈ নিৰ্দোষ আৰু হাইস্কুলৰে ছাত্ৰ নহয়। প্ৰথমজন আচলতে দোষী। তেওঁ আছিল আনন্দেশ্বৰ বৰগোহাঁই নামৰ আমাৰ স্কুলৰ শিক্ষক এজনৰ ভাযেক নে ভতিজাক। ল'ৰাজন আছিল উগ্ৰ সাহসী আৰু কাকো কেৰেপ নকৰা বিধৰ। নামটো পাহৰিলোঁ। তেওঁক তেওঁৰ জাকত-জিলিকা চেহেৰাৰ কাৰণে এবাৰ দেখিলেই চিনি পোৱা যায়। তেওঁৰ দৰে তেজ, ৰং আৰু স্বাস্থ্যৰ দ্বিতীয় এজন ছাত্ৰ আমাৰ মাজত নাছিল। আমি তেওঁক সিদিনা স্কুললৈকে আহিবলৈ মানা কৰিছিলোঁ। তেওঁ নুশুনিলে। চিনাক্তকৰণত ধৰা পৰাত তেওঁৰ কাৰণে আমাৰ বহুতৰে মনত চিন্তা আৰু উদ্বেগ উপস্থিত হ'ল।

সন্ধিয়া চাৰিওফালে নানা ধৰণৰ গল্প-গুজব ওলাল। কাৰো কাৰো মতে বৰগোহাঁই সাৰিব নোৱাৰিব। আদালতত উকীলৰ জেৰাত তেওঁ কিবা টান কথা কৈ সৈ কাঢ়ি পেল্‌াব পাৰে। ইতিমধ্যে তেওঁ হেনো নানা ধৰণে তৰ্জন-গৰ্জন কৰাত পুনু লাগিয়ে গৈছিল।

আমাৰ স্কুলৰ সন্মুখতে এজন বয়সস্থ মুছলমান মুঞ্চিফ হাকিম আছিল। তেওঁ আছিল বৰ মৰমিয়াল লোক। তেওঁ আমাক আৰু আমাৰ স্কুলৰ শিক্ষকসকলকো মোকৰ্দমাটোৰ এটা আপোছ-মীমাংসা কৰিবলৈ উপদেশ দি আছিল। শিক্ষকসকলৰ প্ৰায় সকলোৱে একমুখে কৈছিল যে গ্ৰহণৰ যোগ্য এটা সন্মানজনক আপোছ-মীমাংসা হ'বই লাগিব। ইতিমধ্যে ঘটনাৰ কথা বাতৰি কাকতত প্ৰকাশ হ'ল আৰু ই যথাৰীতি বিভাগীয় মুৰব্বীসকলৰ দৃষ্টি আকৰ্ষণ কৰিলে। এতিয়া এৰিলেও বিপদ নেৰিলেও বিপদ। সন্মানৰ লাঘৱ কৰি কিবা কৰিব লাগিলেও বিভাগীয় কৰ্তাৰপৰা শাস্তি পাব লাগিব।

তেতিয়া শিক্ষকসকলে আলচ কৰি মোক আৰু পানীৰাম দাসক হেড্‌মাষ্টৰৰ ওচৰলৈ মতাই নিয়ালে। হেড্‌মাষ্টৰ আছিল এজন চিলেঠী লোক। নাম—ত্ৰিদশনাথ দাস। তেখেতে ভঙা-ভঙা অসমীয়াত ক'লে—তোমালোকে মোকৰ্দমাটোৰ এটা কিবা ফয়চলা কৰা। ডাক্তৰে মোক কৈছে—ছাত্ৰসকলে গৈ তেওঁক ক্ষমা খুজিলে তেওঁ মোকৰ্দমাটো তুলি ল'ব। তোমালোকে তাকে কৰা ভাল হ'ব। হাজাৰে হওক তেওঁ এজন উচ্চপদস্থ ৰাজকৰ্মচাৰী। তেওঁক ক্ষমা খোজা একো লাজৰ কথা নহয়।

মই পোনেই ক'লোঁ—ছাৰ, ক্ষমা খুজিবলৈ আমি উপযুক্ত ক্ষেত্ৰত সদায় সাজু, কিন্তু ক্ষমা খোজা মানেই দেখোন দোষ স্বীকাৰ কৰা। তেতিয়া আমাৰ আৰু আপোনালোকৰ মান ক'ত ৰ'ব? আমি তেনে এজন নমস্য লোকক নমৰাকৈয়ে মৰা বুলি স্বীকাৰ কৰি ক্ষমা খুজিম নে?

হেড্‌মাষ্টৰ ছাৰে ক'লে—তোমালোকৰ ল'ৰাই বাৰু তেওঁক মৰা নাই বুলিয়ে ধৰি ল'লোঁ ; কিন্তু হোষ্টেলৰ ল'ৰা বা অইন কোনো স্কুলীয়া ল'ৰাই জানো বৰ-ডাক্তৰক নলাত পৰি থাকি সহায় বিচৰা শুনা নাছিল? নিশ্চয় দেখিছিল আৰু

শুনিছিল। দেখি-শুনিও তেওঁক কোনেও নুতুলিলে কিয়? হোষ্টেলৰপৰা ৩০/৪০ গজ দূৰতে ৰাজ-আলিত ঘটা এনে এটা ঘটনা তোমালোক কোনেও নেদেখিলা বুলিলে বাৰু কোনে পতিয়াব? তোমালোকৰ নৈতিক কৰ্তব্য একো নাই জানো? কথাটো তোমালোকে সেইফালৰপৰা চাবা। হেড্‌মাষ্টৰ হিচাপে মই তাকেহে ক'ম।

পানীৰামে কিবাকিবি চোকা কথাৰে উত্তৰ দিব ধৰিছিল। মই তেওঁক স্তব্ধ হ'বলৈ ইঙ্গিত দি ক'লোঁ—আমাক অলপ সময় দিয়ক ছাৰ। আমি আপোনাৰ উপদেশৰ কথাখিনি সকলোৰে আলচ কৰি চাওঁ ; কাৰণ ইয়াৰ লগত মঙ্গলদৈ হাইস্কুলৰ সমূহ ছাত্ৰ আৰু শিক্ষকৰ সন্মান ৰক্ষাৰ প্ৰশ্ন জড়িত আছে। আমি দুজনেই ইয়াতে এতিয়া কিবা এটা কৈ দিব নোখোজোঁ। আমাৰ আলোচনাটো আজি ৰাতিৰ ভিতৰতে হৈ যাব।

হেড্‌মাষ্টৰ ক'লে—তেনেহ'লে কাইলৈ তোমালোকে মোক পুৱা দহ বজাত তোমালোকৰ সিদ্ধান্তৰ কথা ক'বাহি। কালিৰ ভিতৰতে ইয়াৰ কিবা এটা মীমাংসা হ'ব লাগে। —তাৰ পাছত তেওঁ চুপৰিন্টেণ্ডেণ্ট শৰ্মা ছাৰৰ লগত গোপনে কিবা আলচ কৰিলে।

স্কুল ছুটীৰ পাছত শৰ্মা ছাৰে মোক তেখেতৰ কমলৈ মাতি নি (হোষ্টেলত) ক'লে—অতুল, ভাবি চোৱা বাৰু, দিন-দুপৰীয়া চহৰৰ মাজ-বুকুত তোমালোকক সদায় বেমাৰে-আজাৰে চিকিৎসা কৰা জিলাৰ চৰকাৰী বৰ-ডাক্তৰজনক মাৰিছা। তাতে সিদিনা দেওবাৰ। হাটবাৰ। ঘটনাটোও আমাৰ হোষ্টেলৰ সন্মুখতে ঘটা বুলিব পাৰি। তেনেস্থলত আলোচনা কৰি চাই তোমালোক এটা আপোচলৈ আহা। ছাত্ৰ-সভাৰ সম্পাদক হিচাপে তুমি কামটোত বেছি মনোযোগ দিবা বুলি আমি ধৰি লৈছোঁ। যত্ন কৰিবা।

ৰাতি চুপাৰিন্টেণ্ডেণ্ট শৰ্মা ছাৰৰ অনুমতি লৈ গৈ আমি এঠাইত বহি আলচ কৰিলোঁ। আলোচনাৰ অন্তত স্থিৰ হ'ল—আপোচ কৰা হ'ব। ঘটনাত লিপ্ত থকা ছাত্ৰ এজনো ক্ষমা খুজিবলৈ যাব নালাগে। ঘটনাৰ স্থলত নথকা আৰু ছাত্ৰসভাৰ সম্পাদক অতুল বৰুৱা যাব । তেওঁ তেওঁৰ লগত আন ছাত্ৰ যিমান নিয়ে নিব। কথা কোৱাত যাতে আমাৰ কোনোপ্ৰকাৰে তেওঁক মৰা কাৰ্য্য স্বীকাৰ কৰা নহয় তাকে চাব।

ৰাতিয়ে শৰ্মা ছাৰে ১১ মান বজাত মোক তেওঁৰ কমলৈ মতাই নি সকলো জানি-বুজি ল'লে। তেওঁ মোক ক'লে—ভালেই হ'ব। তই যি কব ক'বি। বেয়াকৈ একো নক'বি। তহঁতৰ লগত মই যাম। (শৰ্মা ছাৰে মোক কেতিয়াবা 'তই' কেতিয়াবা 'তুমি' বুলিছিল।)

পিছদিনা হেড্‌মাষ্টৰ ছাৰ প্ৰায় ৮।। মান বজাতেই ৰাতিপুৱা শৰ্মা ছাৰৰ কমত ওলালহি। শৰ্মাৰপৰা তেওঁ সকলো কথা শুনি উভতি গৈ ডাক্তৰক জনালে আৰু ক'লে—সেইদিনাই ঘটনাটোৰ আপোচৰ কিবা এটা হেস্ত-নেস্ত হ'ব লাগে। ইন্সপেক্টৰ শৰৎ গোস্বামীয়ে ৰিপোৰ্ট বিচাৰিছে।

ডাক্তৰে কাৰ লগত আলচ কৰিলে বা নকৰিলে নাজানো। দহ মান বজাত খবৰ পঠালে ১।। মান বজাত তেওঁ ঘৰতে থাকিব আৰু ছাত্ৰসকলে দুই-এজন শিক্ষকক লগত লৈ গৈ তেওঁক লগ ধৰি ক্ষমা খুজি আহিলেই হ'ব। লগতে কৈ পঠালে—ছাত্ৰসকলৰ লগত কিন্তু গোহাঁই বোলা চিণাক্ত কৰা ল'ৰাজন থাকিব লাগিব।

শৰ্মা ছাৰৰ মুখে মই গোহাঁযো থাকিব লাগিব বোলা কথাটো শুনি ক'লোঁ—ছাত্ৰসকলৰ সম্পাদক নিজে যাব—তেনেস্থলত গোহাঁইক লগত নিব লাগিব বোলা প্ৰশ্ন ইযাত উঠিব নোৱাৰে। তেখেতক এতিয়া সেই বিষযে একো ক'ব নালাগে। গৈ পালে—তেনে প্ৰশ্ন তুলিলে—আমি ব্যৱস্থা কৰিম। —শৰ্মা ছাৰে সতৰ্ক কৰি দি ক'লে—পিছে বেয়াকে একো কৈ তই যাতে আমাক বিপদত নেপেলাৱ। চাবি।

ডাক্তৰৰ বাসগৃহ আছিল আমাৰ স্কুলৰ সম্মুখতে। যথা সময়ত আমি প্ৰায ৫০/৬০ জন মান ল'ৰা ওলালোঁ। লগত শিক্ষক হৰেশ্বৰ শৰ্মা আৰু দীননাথ চহৰীযা। দুয়োজন ছাত্ৰসকলৰ আস্থাভাজন আৰু পূজনীয। দুয়েকো আমি মানো আৰু সমীহ কৰি চলোঁ। বিশেষকৈ চহৰীযা ছাৰ স্থানীয় লোক আৰু কোৰা-মুঠীযা শিক্ষক হোৱা বাবে আমাৰ ভয় তেওঁলৈ বেছি। বুধিয়ক হেড্‌মাষ্টৰে সেইদেখি তেওঁলোক দুয়োকে আমাৰ লগত দিছিল।

আমি যাত্ৰা কৰিলোঁ। আগত হৰেশ্বৰ শৰ্মা আৰু দীননাথ চহৰীয়া ছাৰ দুগৰাকী। আমাক দলেবলে যোৱা দেখি ডাক্তৰ ঘৰৰপৰা ওলাই আহিল। ছাত্ৰসকলৰ লগত থাকি মই তেওঁক প্ৰণাম জনোৱাত তেওঁ তুৰন্তে প্ৰতি-নমস্কাৰ দি—'আহা, আহা অতুল, মই তোমালোক আহিবা বুলি বাট চাযে আছোঁ।' শৰ্মা আৰু চহৰীযা মাষ্টৰে তেওঁক খোৱা-বোৱা হ'ল নে সুধিলে। তেওঁলোক দুযোকো ডাক্তৰে বহিবলৈ দিলে। মোকো বহিবলৈ কোৱাত মই ক'লোঁ—ছাৰ, আমি অনেক ছাত্ৰ আহিছোঁ। আমাক বহিবলৈ আসন নালাগে। আপোনাৰ সাদৰী মাতষাৰহে লাগে। সিদিনা দেওবাৰে আপুনি হেনো আমাৰ পদূলিমুখেদি চাইকেল মাৰি গৈ থাকোঁতে আলি-বাটত কেনেবাকৈ বাটকণা লাগি উঝুতি খাই আলি-কন্ধেলিয়াত ছিটিভেলেঙা দি কাওবাও কৰি আছিল। আমাৰ ল'ৰাবোৰৰ কোনোবাই দেখিছিল যদিও আপোনাক পুতৌ কৰি তুলি নধৰিলে। তেনে ঘটাত আমি বৰ দুখ পাইছোঁ। আপুনি তাৰবাবে আমাৰ দায়-দোষ নধৰে যেন। খং নকৰে যেন।

মোৰ কথা শেষ হবলৈ নৌপাওঁতেই তেওঁ অৰ্দ্ধৰুদ্ধ কণ্ঠেৰে বাষ্পবিগলিত স্বৰত ক'বলৈ ধৰিলে—অ' মই তোমালোকক খং কৰা নাই। তোমালোকে বেয়া নাপাবা। গোহাঁই আহিছে নেকি? তেওঁকো বেয়া পাবলৈ মানা কৰিবা।

মই ক'লোঁ—তেওঁৰ কাৰণে আপুনি ভয় নকৰিব ছাৰ। তেওঁ আপোনাৰ একো অপকাৰ নকৰে। আমি আছোঁ।

তেওঁ তেতিয়া ক'লে—মই কিমান খুচি হৈছোঁ কেনেকৈ ক'ম?

—তেনেহ'লে আমি এতিয়া যাওঁগে। আপুনি এই বিষয়ে যি লিখা-পঢ়া কৰিব লাগে আমাৰ ছাৰ দুগৰাকীৰ লগতেই কৰি পঠাব—। মই ক'লোঁ।

—অ' হ'ব বাৰু হব বুলি তেওঁ আমাক বিদায় দিলে।

কিছু সময়ৰ পিছত শৰ্মা আৰু চহৰীয়া ছাৰ দুয়ো উভতি আহি হেড্‌মাষ্টৰক কিবা এখন কাগজ দিলে। তাৰ পাছত সেই বিষয়ে আৰু একো নোলাল।

কমন-ৰুমত শৰ্মা ছাৰে হাঁহি হাঁহি বাগৰি পৰিব খুজিনো কয় কি? ক'লে—ই অতুল দুষ্টই যি অসমীয়া ক'লে ডাক্তৰে তাৰ কিবা মাঠা-মুণ্ড বুজিলে নে নাই ঈশ্বৰেহে জানে। ল'ৰাহঁতক দলেবলে যোৱা দেখিয়ে ডাক্তৰৰ পিলাই চমকিছিল কি জানি!

চহৰীয়া ছাৰে গহীনকৈ ক'লে—এইখন বেবেৰিবাং আপোচ হ'ল। বেবেৰিবাং ৰফা।

ঘটনাটোৰ সবিশেষ বিৱৰণ মনত পৰিলে—হাই-ইস্কুলীয়া ছাত্ৰ জীৱন দুনাই পোৱা যেন লাগে।

৯/১২/৯২

# উষা-চিত্ৰলেখাৰ নগৰত

দিন যাবলৈ ধৰিলে। মেট্ৰিক পৰীক্ষা ওচৰ পালেহি। মোৰ মনত তেতিয়া চিন্তা হ'বলৈ ধৰিলে পৰীক্ষাত ভাল কৰিবই লাগিব। ভাল কৰিব নোৱাৰিলে, বৃত্তি নাপালে, মোৰ আৰু পঢ়া নহ'ব। পঢা এৰিলে চাকৰি যে পাম তাৰ কি আশা? ইফালে আকৌ কেনেবাকৈ বৃত্তি পাবলৈ হ'লে—দহ বা পোন্ধৰটা টকাৰে কি হ'ব? নাম লগাবলৈয়ে বা টকা পাম ক'ত? এনেবোৰ একুৰি-এটা চিন্তাই মোক তেনেই জুৰুলা কৰি তুলিছিল।

মোৰ যিমানদূৰ মনত পৰে ১৯৩৬ চনৰ ১২ মাৰ্চৰপৰা আমাৰ মেট্ৰিক পৰীক্ষা আৰম্ভ হৈছিল। আমাৰ পৰীক্ষাৰ কেন্দ্ৰ আছিল তেজপুৰত ; কাৰণ তেজপুৰ তেতিয়া আমাৰ দৰং জিলাৰ সদৰ ঠাই। গুৱাহাটী ওচৰ হ'লেও আমাৰ জিলাত নপৰে।

পৰীক্ষাৰ ২০/২৫ দিন আগৰপৰা মোৰ জ্বৰ আৰম্ভ হ'ল। মেলেৰিয়া জ্বৰ। ভূতৰ ওপৰতে দানহ। চিভিল হস্পিতালৰ ডাক্তৰে মোক চালে। জ্বৰ পৰীক্ষা কৰি চাই ঔষধ দিলে। জ্বৰ কমিল কিন্তু সম্পূৰ্ণৰূপে ভাল নহ'ল। পঢ়া-শুনা খতি হ'বলৈ ধৰিলে। মোৰ চিন্তা বাঢ়িল। দিন যোৱাৰ লগে লগে আধি, ব্যাধি সকলোৱে মোক

আগুৰি ধৰিলে। সেইবাৰ পৰীক্ষা দিব নোৱাৰিলে মোৰ জীৱনতে হয়তো আৰু মেট্ৰিক পাছ কৰা নহ'ব , কোনোমতে পৰীক্ষা দিলেও তাত বৃত্তি ধৰিব নোৱাৰিলে মোৰ ভৱিষ্যৎ শিক্ষা-জীৱন সিমানতে সাং হ'ব। এনে দুমোজাত পৰি মোৰ দুযোকূল নাশ হ'বলৈ ওলোৱাত জ্বৰতকৈ চিন্তা ব্যাধিহে চাৰ হ'ল। পৰীক্ষাৰ এসপ্তাহমান আগৰেপৰা সতীৰ্থ বন্ধুসকলে সঘনে মোৰ স্বাস্থ্যৰ বাতৰি ল'বলৈ ধৰিলে। বা-বাতৰি লোৱায়ে নহয় পৰীক্ষাৰ ৪/৫ দিন আগৰেপৰা তেওঁলোকৰ ২/৪ জন তেজপুৰলৈ যাবলৈয়ে আৰম্ভ কৰিলে। কোনেও কিন্তু মোক মাত লগাই, মোৰ খবৰ লৈ, মোক প্ৰবোধ দি যাবলৈ পাহৰা নাছিল। বিচনাত পৰি থাকি মই তেওঁলোকক বিদায় দি চিন্তা-ভাবনাত চট্‌ফটাই আছিলোঁ।

পৰীক্ষালৈ মাত্ৰ আৰু চাৰি দিন বাকী। মোৰ জ্বৰ সিদিনা ১০২ ডিগ্ৰী। চিভিল হস্পিতালৰ বৰ-ডাক্তৰ বাবু প্ৰফুল্ল নন্দীয়ে পুৱা মোক পৰীক্ষা কৰিলেহি। তেওঁ হোষ্টেল চুপাৰিন্টেণ্ডেন্ট হৰেশ্বৰ শৰ্মা ছাৰক ক'লে—অতুলে পৰীক্ষা দিয়াৰ এতিযাও আশা কৰিয়ে আছে নেকি? গা ভাল কৰি লৈ অহা বছৰ দিব। পৰীক্ষাত ভাল কৰিব পাৰিব। এই বছৰ নহ'ব।

ডাক্তৰে তেনেকৈ কৈ আৰু মোকো উপদেশ দি চাইকেলত উঠি হোষ্টেল এৰিলে। শৰ্মা ছাৰেও বিষাদিতভাৱে মোক সেই একে কথাৰে উপদেশ দি তেওঁৰ বহা পালেগৈ। মোৰ চকু-লো গিৰ্ গিৰ্কৈ ওলাবলৈ ধৰিলে। মই তেনেই তৎ নাইকিয়া হৈ পৰিলোঁ। গাৰুটোত চকু-দুটা গুজি বিচনাতে উবুৰি হৈ পৰি পাৰোঁমানে কান্দিলোঁ। কিজানি এঘন্টামানৰো বেছি কান্দিলোঁ। হোষ্টেলৰ ছাত্ৰবন্ধুসকলে গৈ চুপাৰিন্টেণ্ডেন্ট হৰেশ্বৰ শৰ্মা ছাৰক সমস্ত কথা ক'লে। ছাৰ আহিল। তেওঁ মোক আগৰ দৰে সান্ত্বনা দিবলৈ ধৰিলে। তেওঁ ক'লে—'এইবাৰ পৰীক্ষা দিয়াৰ আশা এৰি পেলা'। তেনেকৈ কোৱাৰ লগে লগে মোৰ মূৰত যেন আকাশখন তেনেই ভাগি পৰিল। মোৰ শ্বাস-নিশ্বাস বন্ধ হোৱাৰ দৰে লাগিছিল। মই ক'লোঁ—ছাৰ, মোৰ কপালত ভাল একো নাই। মই ভিখাৰী হ'ব লগীয়া আছে। যি হয় হ'ব ছাৰ—কোনোমতে মোৰ জ্বৰটো এৰাই দিবলৈ ডাক্তৰক আপুনি কওক। ডাক্তৰে কিজানি তেওঁক ছাত্ৰসকলে কৰা অপমানৰ গুৰিত মই আছিলোঁ বুলি মোক ভালকৈ চিকিৎসা কৰা নাই। আপুনি মোক ৰক্ষা কৰক ছাৰ।

শৰ্মা ছাৰে ক'লে—হ'ব বাৰু , সেইটো হ'ব। মই তেওঁক মতাই আনিম। তই নাকান্দিবি। সকলো ঠিক হৈ যাব। তই নাকান্দিবি।

ডাক্তৰ আহিল। মই তেওঁক হাত যোৰ কৰি ক'লোঁ—আপোনাক মই কাবৌ কৰিছোঁ—মোৰ জ্বৰটো আপুনি এৰাই দিয়ক। এই সময়ত ছাৰ আপুনিয়ে মোৰ ত্ৰাণকৰ্তা ; আপুনিয়ে মোৰ ঈশ্বৰ।

হৰেশ্বৰ শৰ্মাই অলপকৈ হাঁহিলে আৰু ডাক্তৰক ক'লে—আপুনি তাৰ কোনোমতে জ্বৰটো এৰাওক। সি বৰ অস্থিৰ হৈ পৰিছে। গা ভাল পালে সি কালিলৈও

তেজপুৰলৈ যাব পাৰিব। তাত গৈ সি খুৰাকৰ ঘৰত জিৰণি ল'ব। পাৰিলে পৰীক্ষা দিব, নোৱাৰিলে নাই।

ডাক্তৰে—সেইটো বাৰু আজিযে হ'ব—বুলি কিবা-কিবি মিক্‌ছাৰ সলাই দিলে। জ্বৰ সিদিনাই এৰিল। মই তেজপুৰত থকা খুৰা অম্বিকা বৰুৱালৈ জৰুৰী টেলিগ্ৰাম এখন দিলোঁ—কাইলৈ ৰেলেৰে গৈ পাম বুলি। তেখেতে তেজপুৰৰ ডিপুটি কমিছ্‌নাৰৰ অফিচত আমোলা কাম কৰিছিল আৰু সৎ-সাধু লোক বুলি তেওঁৰ সুনাম আছিল। নতুন আমোলাপতিতে তেখেতে চৰকাৰী মাটি লৈ ঘৰ বান্ধি দুটি সন্তান সহ সস্ত্ৰীক বাস কৰিছিল।

পিছদিনা জ্বৰ ১০০ ডিগ্ৰী মান আছে। ডাক্তৰে চাই ঔষধ দিলে আৰু ক'লে—যোৱা যদি সাৱধানে যাবা। লগত কাৰোবাক লৈ যাবা। বাটত ক'ৰবাত মূৰ-তুৰ ঘূৰাব পাৰে।

ডাক্তৰে ক'লে যদিও পিছে লগত নিম কাক? চোঁচৰাই নিওঁতা নাই—দোলাত যাম? অকলে যোৱাত বাহিৰে উপায নাই। ঘৰৰপৰা পিতাই গৈ দুদিন আগে খবৰ লৈ উভতি গৈছিল।

মই অকলেই যাত্ৰা কৰিলোঁ। এঘাৰ বজাত মটৰত টঙলালৈ গৈ তাতে ৰেলত উঠি তেজপুৰ পামগৈ। আজিও মনত পৰে—ৰেলত কাঠৰ বেঞ্চিত বহি যাওঁতে খোলা দুৱাৰ আৰু খিড়িকীৰ ফাঁকেদি আহি ৰ'দ গাত পৰাত গাটো কেনেকৈ ভাল ভাল লাগিছিল আৰু মনতো বল পাইছিলোঁ। ৰেল ষ্টেচনৰপৰা খুৰাই মোক আগবঢ়াই নিছিলহি।

পিছদিনা আছিল দেওবাৰ। গাত এশ ডিগ্ৰী জ্বৰে ঔষধকো ভ্ৰূক্ষেপ নকৰি মোক হেঁচা মাৰি ধৰিছিলহি। মই জ্বৰৰ গাৰেই খুৰাদেউৰ লগত গৈ আবেলি পৰীক্ষা ঘৰত নাম চাই আহিলোঁ। মনত আছে খুৰাদেৱে মোক দিনত মাত্ৰ ভাত খাবলৈ দি ৰাতি ৰুটী, গাখীৰ আদি দিছিল। তাকে খোৱাত গাটো অলপ পাতল পাইছিলোঁ। পুৱা পৰীক্ষা দিবলৈ গৈছিলোঁ। পৰীক্ষা সেইদৰেই সাং কৰিলোঁ। কলিকতা বিশ্ববিদ্যালয়ৰ প্ৰৱেশিকা পৰীক্ষা।

সেইটো আছিল ১৯৩৬ চন। অসমীযা ভাষাৰ প্ৰথম চিনেমা 'জয়মতী' ওলোৱাৰ এবছৰমান পিছৰ কথা। তেজপুৰখন সেই সময়ত আমাৰ মনত এখন স্বপ্নৰাজ্য যেন লাগিছিল। সদায় পুৱা-গধূলি ঘৰে ঘৰে অসমীয়া গীত-মাতৰ আখৰা, ঘৰে ঘৰে ল'ৰা-ছোৱালীৰ উৎফুল্ল উলহ-মালহ। পদূলিত ফুলৰ মলমলীয়া গোন্ধ। 'জয়মতী' চিনেমাৰ গীতৰ ধ্বনিকে শিশুৰ কণ্ঠত শুনিবা নে অইন আইনাম-বিয়ানামৰে গীত শুনিবা! গোটেই চহৰখন গীতৰ মধুৰ সুৰত ভাহি থকা যেন লাগিছিল। 'গছে গছে পাতি দিলে ফুলবে শৰাই' গীত-ধ্বনি কাণত পৰাৰ লগে লগে যেতিয়া চকুৰে সঁচাকৈয়ে আলিৰ দাঁতিৰ ঘৰৰ কাষৰ ঠাইবোৰ ফুলেৰে তেনেই ৰমক-জমক হৈ থকা দেখা যায তেতিয়া কি যে এক অপূৰ্ব আনন্দ মনত জাগি উঠে! সেয়ে আছিল সেই

সময়ৰ তেজপুৰ , পুৰণি কালৰ বিখ্যাত বাণ ৰজাৰ নগৰ শোণিতপুৰ ঃ উষা-চিত্ৰলেখাৰ ক্ৰীড়াভূমি ! তাতেই আমি প্ৰৱেশিকা পৰীক্ষা দিছিলোঁ।

১৭/১/৯৩

# গোঁৱাৰ-গোবিন্দ

তেজপুৰত কলিকতা বিশ্ববিদ্যালয়ৰ মেট্ৰিক পৰীক্ষা জ্বৰৰ গাৰেই কোনোমতে দিলোঁ। তাত আছিলোঁ অম্বিকা খুৰাদেউৰ ঘৰত। অম্বিকা খুৰাদেউ অহমেনী বুঢ়ী-মাইৰ ল'ৰা। বুঢ়ীমাই পুৰণি ভেটিটোৰ মোহ এৰিব নোৱাৰি তেওঁৰ সতীয়ে পুত্ৰ অমূল্য খুৰাদেউৰ লগতে ছিপাঝাৰত আছিল। আমাৰ লগত ইঘৰ-সিঘৰ।

অহমেনী বুঢ়ীমাই আছিল হেনো পূৰ্বে আমাৰ ঘৰৰপৰা দক্ষিণে থকা ব্ৰহ্মপুত্ৰৰ দাঁতিৰ কুৰুৱা মৌজাৰ মৌজাদাৰৰ সম্বন্ধীয়া জীয়ৰী। পিছত এই মৌজা ছিপাঝাৰৰ লগত ছামিল হয়। বুঢ়ীমাইৰ মাত-কথাবোৰ উজনীয়া। শুৱলা। দেখাতো বগাই-জগাই দীঘল নাকটোৰে সৈতে তেওঁ আছিল জাকত-জিলিকা। সেইদেখি তেওঁক ওচৰ-পাজৰৰ সকলোৱে 'অহমেনী' আৰ্থাৎ আহোমনী বুলিছিল। সেই সূত্ৰেদি তেওঁ হৈ পৰিছিল সকলোৰে অহমেনী আই, অহমেনী বুঢ়ী-আই, অহমেনী খুৰী, অহমেনী বৌ ইত্যাদি। মোৰ অতি শ্ৰদ্ধাৰ, অতি মৰমৰ অহমেনী বুঢ়ী-মাই।

তেওঁৰ একমাত্ৰ পুত্ৰ আৰু একমাত্ৰ সন্তান আছিল অম্বিকা বৰুৱা। তেওঁৰ সতীয়ে পুতেক অময়া (লেখা নাম—অমূল্যচৰণ বৰুৱা)। দুয়ো ভাই-ককাইৰ সৰুৰেপৰা নলে-গলে লগা বন্ধুত্ব। দুযো সম-বয়সীয়া। ছমাহৰ ডাঙৰ সৰু। অময়া ডাঙৰ, অম্বিকা সৰু। দুয়ো একেখন কাঁহীতে ভাত খাই ডাঙৰ হৈছিল। দুয়োৰে চালুকীয়া বয়সতে পিতৃ ঢুকায়। সনাপিঠা মৰমৰ সিও এটা কাৰণ হ'ব পাৰে। দুযো একেলগে পঢ়ে, একে শ্ৰেণীতে। মেট্ৰিকলৈ।

মেট্ৰিক পাছ কৰি অম্বিকাই তেজপুৰত দৰং জিলাৰ ডিপুটি কমিছনাৰ চাহাবৰ অফিচত কেৰাণী কাম এটা লৈ তাতে ঘৰ-বাৰী কৰি থাকিবলৈ লৈছিল। অহমেনী বুঢ়ীমাই পুতেকৰ লগলৈ নগৈ সতীয়ে পুতেক অময়াৰ লগতে ছিপাঝাৰৰ নিজ ভেটিত আমাৰ গাঁৱত আছিল। অময়া খুৰাদেৱেই তেওঁক পোহপাল দিছিল। অময়া-অম্বিকা দুই ককাই-ভাইৰ মিলৰ কথা আজিও গাঁও আৰু চুবুৰীয়া অঞ্চলৰ বুঢ়া-মেথা লোকৰ মুখত প্ৰবাদ-বচনৰ দৰে হৈ আছে।

সি যি হওক, পৰীক্ষাও গ'ল মোৰো গা ভাল হৈ আহিল। মুঠতে দেখা যায় মোক মেলেৰিয়া জ্বৰ আৰু চিন্তা-জ্বৰ-দুয়ো জ্বৰে ধৰি জলাকলা কৰিছিল। পৰীক্ষা যোৱাৰ লগে লগে মনৰ আধি আৰু শৰীৰৰ ব্যাধি দুয়ো এৰা দিলে। মই পৰীক্ষাৰ পাছত খুৰাদেউৰ ঘৰতে এসপ্তাহ মান থাকি ঘৰমুৱা হৈছিলোঁ। তাত থকা দিনকেইটা খুৰাদেউৰ আঠ-ন বছৰীয়া উৎপতীয়া ৰবপুত্ৰ বাপু (লেখা নাম—মোক্ষদা চৰণ) মোৰ হৈ পৰিছিল হাতৰ সখা, নেৰা-নেপেৰা লগ। খুৰাদেৱেই তেওঁক নিৰ্দেশ দি কৈছিল—বাপু, তই ককাইদেৱাৰাক তেজপুৰখন ভালদৰে দেখুৱাই দি। হাজাৰা পুখুৰী, উষা-নগৰ, ভৈৰৱী, ভৈৰৱী মন্দিৰ, মহাভৈৰৱ আদিবোৰ দেখুৱাবি। দুয়োবেলা ফুৰিব নালাগে , এবেলা ফুৰি আনটো বেলা জিৰণি ল'বি ঃ ককাইদেৱাৰা ভালকৈ গা টঙাই উঠা নাই।

খুৰাদেউ-খুৰীদেউ দুযো ঢুকাল। খুৰীদেউৰ নাম আছিল শতৰূপা। তেওঁৰ মাক-বাপেকৰ ঘৰ মঙলদৈ চহৰৰ ওচৰতে চপাই নামৰ গাঁৱত আছিল। গাঁৱতো যে তেনে কাব্যিক নামৰ ৰূপে-গুণে ধন্যা ছোৱালী থাকিব পাৰে এতিয়া কেতিয়াবা ভাবি আচৰিত হওঁ। তেওঁ তেজপুৰতে থাকিল। তেজপুৰ তেতিয়া আমাৰ দৰং জিলাৰ সদৰ ঠাই হ'লেও আমাৰ মানুহ তালৈ বিশেষ প্ৰয়োজন নহ'লে নগৈছিল। গতিকে খুৰাদেউৰ ঘৰত আলহীৰ ভিৰ বৰ বেছি নাছিল , কিন্তু যি গৈছিল তেওঁ দিনদিয়েক তাত নথকাকৈ আহিব নোৱাৰিছিল। অতিথি-পৰায়ণতা গিৰিয়েক-ঘৈণীয়েক দুযোৰো আছিল ঘাই গুণ। ল'ৰা-ছোৱালীয়েও আলহীৰ লগত কঁঠাল এঠা লগা দি লাগি ধৰিছিল।

খুৰীদেউক মই নিজ মাতৃৰ দৰে জ্ঞান কৰিছিলোঁ। মোকো তেওঁ পুত্ৰৱৎ মৰম কৰিছিল। সেইকেইদিন ঘৰত বহি থকাৰ সময়ত কাম-বন সামৰি-সুতৰি তেওঁ মূঢ়া এটা পাৰি লৈ বহে আৰু গাঁও-ভূঁইৰ এৰি অহা মানুহবোৰৰ খা-খবৰ সোধে। তেতিয়া তেওঁৰ হেনো মোৰ লগত কথা পাতি গাঁৱত থকা যেন লাগিছিল। ফুৰিবলৈ গ'লে বাপুৱে মোক তেওঁ দেউতাকৰপৰা শিকি-বুজি লোৱা মতে উষাই গা-ধোৱা শিল, হাজাৰা পুখুৰী, চাহাবৰ ঘোঁৰা-দৌৰৰ খেল-পথাৰ আদিবোৰৰ বিবৰণ মুখে মুখে কৈ গৈছিল। সেইবোৰ আজিও মনত পৰে।

মেট্ৰিক পৰীক্ষা দি আহি ঘৰত বেছিদিন বহি থকা নাছিলোঁ। মোৰ নমস্য শিক্ষাগুৰু দীননাথ চহৰীয়া, হৰেশ্বৰ শৰ্মা আদিসকলক দেখা কৰি পৰীক্ষাৰ বা-বতৰা দি উঠি মিতিৰ-কুটুম্বৰ ঘৰলৈ যোৱাটো হৈ পৰিছিল মোৰ অন্যতম প্ৰিয় কাম। চপৰা, দাঁহী, পিপৰাকুছি, কুইয়াপানী, ৰজাহাউলি আদি গাঁৱত নিজৰ তেজৰ সম্বন্ধ থকা বাই-ভিনিহি, মোমা-মামী আদি মিতিৰ ভৰি আছিল। সেইসকলৰ ঘৰলৈ যোৱাত তেওঁলোকে মোক বৰ আতৌ-পুতৌ, আতোল-তোল কৰিছিল। তাৰ কাৰণ প্ৰাইমাৰী আৰু মাইনৰ—এই দুয়োটা পৰীক্ষাতে মই সুখ্যাতিৰে উত্তীৰ্ণ হৈ বৃত্তি ধৰিছিলোঁ। ইফালে সম্বন্ধৰ বান্ধোন তো আছেই।

এইখিনিতে এটা পুৰণি ঘটনা মনত পৰিছে । তাকে কৈ সামৰি থওঁ। আমাৰ ঘৰৰপৰা পোনে পোনে ৪/৫ মাইল দূৰৰ দাঁহী গাঁৱত ঘটা এটা সৰু ঘটনা। তাতে মোৰ ডাঙৰ বাইদেউ শৈব্যাক বিয়া দিছিল। ভিনিহিৰ নাম তচিল ডেকা। মোৰ বয়স তেতিয়া ৬/৭ বছৰৰ বেছি নহয়। মোক ভিনিহিয়ে তেওঁলোকৰ ঘৰলৈ নিছিল। প্ৰায়খিনি বাট খোজ কাঢ়ি আৰু মাজে মাজে তেওঁৰ কান্ধত উঠি গৈছিলোঁ। তেতিয়া ক'লৈকো যাবলৈ গৰু-ম'হৰ গাড়ীত বাহিৰে অইন একো যান-বাহন নাছিল। গতিকে তাকে কৰিব লাগিছিল। ভিনিহিৰ কান্ধত উঠি যাওঁতে এঠাইত এটা মানুহে দেখি কৈছিল—'এই লঠীয়া লিকিৰাটোক (ল'ৰাটোক) কান্ধত নিছি—চাউ ঐ বাপাইঁত'। মই তাকে শুনি লাজ পাই ভিনিহিৰ কান্ধৰপৰা জাঁপ মাৰি মাটিত নামি খোজ কাঢ়ি গৈছিলোঁ। এনেকৈয়ে গৈ বাই-ভিনিহিৰ ঘৰ পাইছিলোঁ।

এদিন-দুদিন গ'ল। মোৰ সঘনে ঘৰলৈ মনত পৰিব ধৰিলে। তেতিয়া যেন সেই মুহূৰ্তস্ত আহি ঘৰ ল'ম—এনে লাগিছিল। মই বাই-ভিনিহিক মোক ঘৰলৈ ঘূৰাই লৈ আহিবলৈ ঘনাই ক'বলৈ ধৰিলোঁ। তৃতীয় নে চতুৰ্থ দিনা সেই কোবাৰ কোব চৰিল। মই ক'লোঁ—মই আজি যামেই যাম। তহঁতে নপঠালেও যাম। এনেকৈ কৈ থাকি দুপৰীয়া ভাত-পানী খাই উঠি তামোলখন মুখত ভৰাই, বাই, মই আহিলোঁ দেই—বুলি গপ্‌গপাই আহি বাট পালোঁৱেই।

ভিনিহিয়েও ভাত খাই উঠি তামোলখন মুখত ভৰাইছিল মাত্ৰ। শুদা গাই আছিল। চোলা পিন্ধা নাছিল। ইফালে মই যাত্ৰা আৰম্ভ কৰি নঙলা-মুখ পালোঁহিযে। মই ধেমালি কৰিছোঁ বুলি ভাবি তেওঁ মোক মৰম লগাকৈ—আহ্ আহ্ মই তোক কালিযে নিম আহ্—বুলি মাতিবলৈ ধৰিলে। নানা কাতুৰ্বাণী বুলিলে। কিন্তু সেইবোৰে মোক স্পৰ্শ কৰিব নোৱাৰিলে। মই যি খোজ ল'লোঁ ল'লোঁৱেই। 'ঘৰমুৱা ঘোঁৰা, বনমুৱা বৰা' হৈ পৰিলোঁ।

মোক তেনেকৈ অহা দেখি ভিনিহিয়ে চোলাটো গাত সুমাই লৈ মোৰ পাছে পাছে খোজ ল'লে। মই আগে আগে কুকুৰ দৌৰ দি দৌৰিবলৈ ধৰিলোঁ। তেওঁ বেগাই মোৰ পাছ ল'লে। অলপ দূৰ আহি মই বাট ভুল কৰিলোঁ। মই গাঁৱৰ আলিযেদি সোমাই ক'লৈ গৈছোঁ ধৰিব নোৱৰা হ'লোঁ। ইফালে মোৰ পাছত ভিনিহিকো মই তেতিয়া দেখা নাই। ভয়ত মোৰ ভগৱন্ত পলাল। ভয় হ'ল—যদি এনে অৱস্থাত মোক কোনো মানুহ-ধৰাই ধৰি নিয়ে তেতিয়া কি কৰিম?

তেতিয়া সোপাধৰা শব্দ ওলোৱা নাই। আমি সোপাধৰাৰ কথা শুনা নাছিলোঁ। যি হওক অলপ দূৰ অহাৰ পিছতে উভতি চাই দূৰত ভিনিহিক দেখিবলৈ পালোঁ। মোৰ জিউ আহিল। তেওঁ হাত বাউলি দি মোক ৰ'বলৈ ক'লে, আৰু দেখিবলৈ পালোঁ। মোৰ জিউ আহিল। তেওঁ হাত বাউলি দি মোক ৰ'বলৈ ক'লে, আৰু ক'লে—এইটো আমাৰ বাট নহয়, আহ্ আমি অইন বাটেদি যাব লাগিব। —মই কিন্তু নামানিলোঁ। তেওঁ ওচৰ চপাত পুনঃ দৌৰ দিলোঁ। তেওঁ নিৰুপায় হৈ মোৰ

পাছে পাছে দৌৰিলে। মোক ধৰিবলৈ দৌৰিলে। গাঁৱৰ মানুহে দেখি ধৰ্ ধৰকৈ চিঞঁৰিলে। মোৰ ভয় হ'ল—মোক এতিয়া কোনোবাই ধৰি চোৰ বুলি মাধমাৰ দিব। মই ৰ'লোঁ। ভিনিহিয়ে মোক লগ ধৰিলে। তেওঁ খং নকৰিলে। হাঁহি হাঁহি ক'লে—পিছে আমাৰ ঘৰলৈ আজি যাওঁ আহ্। কালিলৈ মই লৈ যাম। —মই নামানিলোঁ। 'মই ঘৰলৈ যামেই'—বুলি কোৱাত তেওঁ তেতিয়া মোক হাতত ধৰি লৈ আমাৰ ঘৰলৈ বুলিয়ে খোজ ল'লে। আমি চাৰি মান বজাত গৈ ঘৰ পালোঁ। আমাক তেনেকৈ দেখি সকলো আচৰিত হ'ল। ঘটনাটো কৈ জা-জলপান খাই ভিনিহি উভতিল , কাৰণ ইফালে তেওঁলোকৰ ঘৰত সকলোৱে চিন্তা কৰি থাকিব।

ভিনিহি উভতি গ'ল। ইফালে মোৰহে অৱস্থা কাহিল হ'ল। নানাজনে মোৰ কথা নানাভাৱে ক'লে। কোনোৱে ক'লে—হয় তো, সি হ'ল গোঁৱাৰ-গোবিন্দ। থাক বুলিলেই থাকিব নে? কোনোৱে ক'লে—সি এটা গাঁতৰ ইন্দুৰ, বাহিৰত কেনেকৈ থাকিব? ইত্যাদি। 'গাত বান্ধি লৈছোঁ ভগা ঢোল, যেযে যি বোলা তাকে বোল'—বুলি মই নীৰবে সকলো সহি আছিলোঁ।

৩/৩/৯৩

# যোৰহাটত খোৱা পানী নাপালোঁ

সৰু কালৰ আমোদজনক ঘটনা আৰু বহুত আছে। সেইখন মহাভাৰত ইমানতে সামৰিলোঁ। এইবাৰ মেট্ৰিক দি উঠি সেই উদঙীয়া দিনবোৰত কি কৰিলোঁ তাকে অলপ কওঁ। মোৰ শৈশৱৰ সঙ্গী লীলাধৰ বৰুৱা ককাইদেউ তেতিয়া স্কুল এৰি ঘৰতে বহি থাকে। কাম-কাজ নাই। তেওঁৰ লগতে মযো যোগ দি আমি দুজনেই এটা কোম্পানী হৈ পৰিলোঁ। দুয়োৰো কামৰ পৰিকল্পনা চলিল। দুযো ঠিক কৰিলোঁ ইবাৰ আমি দেশ-ভ্ৰমণত ওলাম। হাতত কিন্তু এজনৰো পা-পইচা নাই। থাকিবয়ে বা ক'ৰপৰা? তথাপি বহুত আলোচনা-বিলোচনাৰ অন্তত ঠিক হ'ল আমি ৰেল ভ্ৰমণত ওলাম। এশ দহ বছৰত পৰলোক প্ৰাপ্ত হোৱা গুৱাহাটীৰ নাগৰিক জনাৰাম বৰুৱা বৰদেউতা তেতিয়া ৰেলৰ দাৰোগা। তেওঁ গুৱাহাটীৰপৰা লামডিং-তিনিচুকীয়া পৰ্য্যন্ত ৰেলত ফুৰে। থাকে লামডিঙত। তেওঁৰে প্ৰথম পক্ষৰ ল'ৰা লীলা ককাইদেউ। দ্বিতীয় পক্ষৰ পত্নী আৰু পৰিয়াল তেওঁৰ লগতে থাকে। প্ৰথম পক্ষ অকালতে ঢুকাইছে। আমি তেওঁৰ তালৈকে ৰেলেৰে যাবলৈ স্থিৰ কৰিলোঁ। টিকটৰ কাৰণে

পইচাৰ কথা ওলোৱাত পোৱা গ'ল—মোৰ হাতত দুটকা আৰু তেওঁৰ হাতত পাঁচটকা কেই অনামান আছে। আমি ঠিক কৰিলোঁ—ঠিকমতে টিকট কাটি দুয়ো টগুলাৰপৰা গুৱাহাটীলৈ যাম। কোন সময়ত আমি কোনখন ৰেলত গৈ কেতিয়া গুৱাহাটী পাম সেই কথা লিখি এসপ্তাহ পূৰ্বে বৰদেউতালৈ চিঠি দিম। তেখেতে আমাৰ চিঠি পাই নিশ্চয় আমাক নিবলৈ গুৱাহাটীলৈ আহিব। নাহে যদি কিবা এটা ব্যৱস্থা কৰা হ'ব। ধৰিলেও ৰেলৰ পুলিচে ধৰিব, হৰ্তাকৰ্তা দাৰোগা দেখোন তেৱেঁই!

সেইমতে আমি যথা সময়ত আমিনগাঁও-পাণ্ডু এৰি গৈ গুৱাহাটী ৰেলষ্টেচন পালোঁ। গৰমৰ দিন। আবেলি প্ৰায় ছয়মান বাজিছে। আমাৰ টিকট সিমানলৈয়ে আছিল যদিও আমি কিন্তু স্থান এৰা নাছিলোঁ। স্থান এৰিলে হয়তো মান এৰিব লাগিব—সেয়ে ভয়। টিকটকেইটা তেতিয়াও লগতে আছিল। কোনেও খুজি নিয়া নাছিল। ইফালে-সিফালে চাই দেখোঁ—বৰদেউতাৰ দেখাদেখি নাই। তেখেতক লগ নাপালে কি কৰিম দুয়ো পাণ্ডিকলৈ ধৰিলোঁ। মই ক'লোঁ— লামডিঙলৈ তোমাৰ কাৰণে এটা টিকট কিনিব পাৰোঁ যদি কিনি লওঁ। নহ'লে তাৰ ইফালৰ কোনো এটা ষ্টেচনলৈকে। তুমি টিকটত যাবা, মই লগে লগে যাম বিনা-টিকটে। পুলিচে ধৰিলে বৰদেউতাৰ নাম ক'ম। তেওঁৰ তালৈ যোৱা বুলি ক'ম। তথাপি যদি ধৰি নিয়ে তেনেহ'লেও তো লামডিঙলৈকেহে নিব। তেওঁৰে থানা পামগৈ। যি হয় হ'ব। তেনেকৈ পইচাখিনি দুয়োৰো জেপৰপৰা উলিয়াই গণ্তি কৰি আছোঁ। এনেতে দেখোঁ এজন ডাঙৰ-দীঘল, মূৰত টুপী পিন্ধা বগা বৰণৰ পুলিচৰ দাৰোগাই আমাৰ কোঠালিলৈ ভুমুকিয়াই চাইছে। কিবা বিচাৰিছে। চোৰৰ বুকত ভয়। আমাৰো মুখ শুকাই গৈছিল আৰু তাৰে ফলত তেখেতক আমি চিনিবযে পৰা নাছিলোঁ। পুলিচৰ চকুৰে চাই তেখেতেহে আমাক চিনি ধৰিলে। তেখেতে ঘপহ কৰি সুধিলে—তহঁত আহিছ? কিবা খাইছনে নাই? আমি নাই বোলাৰ লগে লগে তেওঁ আমাক হাতত ধৰি লৰালৰিকৈ নি ষ্টেচনৰ এমূৰে থকা মুকলি চাহ-দোকান এখনত বহুৱাই পুৰি-তৰকাৰি আৰু চাহ খুৱালে। তাৰ তৃপ্তি এতিয়াও মনত পৰে। গাৰ্ডক তেওঁ লগ ধৰি ক'লে—হেই ভাই, মোৰ ল'ৰা দুটা আহিছে , ৫ মিনিট, ভাই, পাঁচ মিনিট। গাৰ্ডে হাঁহি ক'লে—আপুনি নিশ্চিন্ত থাকক। কেতিযা যাব লাগে তাকে মাত্ৰ ক'ব। গাড়ী আপোনাৰহে।

চাহ-জলপান খোৱাৰ পাছত তেওঁ আমাক দুয়োকো এটা ইন্টাৰ ক্লাছৰ কোঠাত বহুৱাই দি ঘৰৰ খা-খবৰ সুধিলে আৰু আমাৰ চিঠি পোৱা বুলি কৈ আমাক মৰম কৰিলে। ক'লে—মই কিন্তু তহঁত ক'ত আহিবি হ'বলা বুলি ভাবিছিলোঁ। টিকট কিনিবলৈ পইচা কোনে দিলে?

আমি আমাৰ কাৰ্য্যৰ আঁচনি দাঙি ধৰাত তেওঁ বৰকৈ মন খুলি হাঁহিলে আৰু ক'লে—বাৰু তহঁত এতিয়া ইয়াতে বহি থাকিবি। মই ঘূৰা-ফিৰা কৰি তহঁতৰ খবৰ মাজে মাজে লৈ থাকিম। কোনোবাই টিকট বিচাৰিলে ক'বি—দাৰোগা বাবুৰ হাতত আছে ; তেখেতেই আমাক ইয়াত বহুৱাইছে।

এনেকৈ আমি গৈ ৰাতিপুৱা লামডিং পালোঁ। ৰাতিটো জোনাক আছিল। খিৰিকিৰ জলঙাইদি ফৰিংফুটা জোনাকত মুকলি প্ৰকৃতিৰ বিভবৰাজি দেখি আমি তেনেই তন্ময় হৈ আছিলোঁ।

বৰমাৰ নাম আছিল ভোগদাবালা। শিৱসাগৰৰ মানুহ। তেতিয়া ভবা নাছিলোঁ, এতিযাহে তেখেতৰ নামটোৰ অৰ্থ বুজিবলৈ যত্ন কৰিছোঁ। তেখেত নামে-কামে 'ভোগদা' আছিল। তেখেতে মানুহক তৃপ্তি লগাকৈ খুৱাই-বুৱাই আনন্দ পাইছিল। তাৰ প্ৰমাণ আমি তেতিযা আৰু তাৰ পাছতো বহু ক্ষেত্ৰত বহুবাৰ পাইছোঁ।

লামডিঙত আমি ১৫/২০ দিন মান আছিলোঁ। পিছে আমি মানে ইবাৰ ককাই দেউহে। তেওঁ মাক-দেউতাকৰ আতোলতোল আদৰত পমি গৈ দীঘলীয়াকৈ কিছুদিন তাতে থাকিবলৈ মনস্থ কৰিলে। মই ঘৰসেৰুৱা ল'ৰা। তাত থকা কেইদিনতো মোৰ মন মাজে সময়ে ঘৰলৈ উৰা মাৰিছিল। গতিকে ঘৰলৈ আহিবলৈ মন কৰি এদিন বৰদেউতাক ক'লোঁ—মই যোৰহাট হৈ বদতিঘাটেদি জাহাজত তেজপুৰৰ অম্বিকা খুৰাদেউৰ তালৈ যাব খোজোঁ। তাৰপৰা ঘৰলৈ যামগৈ। —তেখেতে তাৰে কেইদিনমান পিছত সেইমতে মোৰ ভ্ৰমণৰ সুবন্দবস্ত কৰি দিলে।

লামডিঙতেই মই ১৯৩৬ চনত টেমাৰ খুৰেৰে (ব্লেডেৰে) ডাটি খুৰাবলৈ আৰম্ভ কৰোঁ। তাৰ আগতে মাহত কেতিযাবা এবাৰ বা দুবাৰকৈ দীঘল-নলীয়া মুকলি খুৰেৰে ডাটি খুৰাইছিলোঁ। নতুন খুৰ পোৱাৰ পিছত অন্ততঃ সপ্তাহত এবাৰকৈ খুৰাবলৈ ল'লোঁ। মনত আছে—এটকা দি এটা খুৰৰ টেমা কিনিছিলোঁ। তাৰ ঢাকনিখনৰে ভিতৰফালে সৰু আইনা এখন লগোৱা আছিল। সেই খুৰৰ টেমা বা টিনৰ বাকচটো এতিয়াও মোৰ লগতে আছে আৰু ব্যৱহাৰত লাগি আছে। মোৰ বৰপুত্ৰ সোণে নতুন ধুনীযা খুৰৰ টেমা এটা সলনি দি মোৰ আগৰটোক অব্যাহতি দিব খুজিছিল। মই নামানিলোঁ। এয়ে মোহ! পুৰণিৰ প্ৰতি মোহ।

বৰদেউতাৰ এজন লগৰীযা দাৰোগা আছিল। তেওঁ বঙালী ভদ্ৰলোক। মৰিযনিত থাকে। নামটো পাহৰিলোঁ। তেওঁৰ লগত মোৰ বন্ধুত্ব স্থাপিত হ'ল। বন্ধুত্ব নহয়, সৌহাৰ্দ্দ্য। বৰদেউতাই মোক তেওঁৰ হাততে গতাই দি যোৰহাটলৈ পঠাবলৈ ক'লে। তেওঁ হৃষ্টচিত্তে ৰাজী হ'ল। যাওঁতে তেওঁৰ মৰিযনিৰ ঘৰত মই এদিন মাত্ৰ আছিলোঁ। তেওঁৰ পৰিবাৰে বৰ আদৰ-সাদৰ কৰি মোক ভাত-পানী আৰু জা-জলপান খুৱাইছিল। তাৰে এটা ঘটনা মই এতিয়াও পাহৰিব পৰা নাই।

যাবৰ সময়ত দাৰোগানী বৰমায়ে মোক এটা কথাত সতৰ্ক কৰি দিছিল। তেওঁ কৈছিল—তুমি বঙালী মানুহৰ ঘৰত কেতিয়াবা ভাত খাই পাইছা জানো? যদি পোৱা নাই তেন্তে মনত ৰাখিবা তেওঁলোকে আমাৰ দৰে দুই-এখন আঞ্জাৰে ভাত নাখায়। বহুত আঞ্জা খায়। সেই সকলোবোৰ তুমি অলপ-অলপকৈ খাবা। শেষত মিঠাই দিব। মিঠায়ো খাবা। খাব নোৱাৰিলে সিহঁতে হাঁহিব।

মৰিয়নিত দ্বিতীয় দিনৰ কথা। পুৱা চাহ-জলপান খাই ওচৰে-পাজৰে অলপ ঘূৰা-ফিৰা কৰিলোঁ। দহ মান বজাত উভতি আহি দুনাই আকৌ একাপ চাহ খাই কিবাকিবি পঢ়ি সময় কটাবলৈ ধৰিলোঁ। মোৰ ৰাতিপুৱা গা ধোৱা অভ্যাস। সিদিনাও সেই কৰ্মটি কৰি আহৰি হৈ আছিলোঁ। পেটত লাহে লাহে কুচ্‌কুচাই ভোক লাগি আহিছিল। সময় গৈ অহাৰ লগে লগে কেতিয়া ভাত খাওঁ, কেতিয়া ভাত খাওঁ লাগি আছিল। ১১।। মান বজাত দাৰোগা বাবুৱে ক'ৰবাৰপৰা আহি ক'লে—আজি মাছ-তাছ ক'তো একো নাপালোঁ। শুদা ভাত খাব লাগিব। —মোৰ মনৰ মাজত উত্তৰ আহিছিল—সেইবোৰ নকৈ মোক ভাতকেইটা সোনকালে দিয়ক। কিন্তু লাজতে একো নকৈ—মিচিকি হাঁহি এটাৰে ভদ্ৰতা দেখুৱাই থাকিলোঁ।

গৈ গৈ দিনৰ প্ৰায় এক বাজোঁ বাজোঁ হ'ল। পেটে ভোকত কলমলাই আছে। কেতিয়া ভাত খাওঁ, কেতিয়া ভাত খাওঁ লাগি আছে। পেটে আলু-কচু খান্দিব লাগিছে।

পিছত যথাসমযত বহু আকাংক্ষিত ভাতৰ কাঁহী আহিল। প্ৰথমে দাইল আৰু ভাত। এনামেলৰ ঘূৰণীযা কাঁহীৰ কাণৰ কাষত বেঙেনা-ভজা। চৰকাৰী বাসগৃহৰ ভিতৰ ফালেই তাৰে বহল বাৰাণ্ডাত খোৱাৰ ঠাই। আমি দুযো লেপেটাকাঢ়ি কৰণ্ডন পাৰি বহিছোঁ।

দাৰোগা বাবুৱে ক'লে—কি খাবা? ইযাত পাবলৈ একো নাই। মই আজি বাহিৰলৈও যাব নোৱাৰিলোঁ। —মোৰ মনতে প্ৰশ্ন হৈছিল—ক'তা? বহুত তৰকাৰি দেখোন নাই? ভাতো তেনেই কম। তাৰ পাছত কিন্তু ভাতৰ লগে লগে এটা এটাকৈ বহুত বাটি আহিবলৈ ধৰিলে। প্ৰত্যেকতে ভিন ভিন আঞ্জা। বেঙেনা ভজাৰ দৰে কাষতে দুটুকুৰা মান ভজা মাছো আছে। মই ভাবিলোঁ চিতল মাছৰ কোলঠি ভাজি দি আকৌ মাছ নাই বুলিছে কিয়? খাই জুতি চাই দেখোঁ মাছেই। মোৰ কিন্তু প্ৰশ্ন কৰিবলৈ সাহ নহ'ল। পিছতহে বুজিলোঁ—সি জাতি লাউৰ বেচন দি তৈয়াৰ কৰা কৃত্ৰিম মাছৰ টুকুৰা। আঞ্জাৰ বাটিবোৰো আফিং খোৱা বাটিৰ দৰে তেনেই সৰু সৰু বাটি। প্ৰথমে দালিৰ বাটিত দালি দেখিয়ে মোৰ বুভুক্ষু মনত এনেহে লাগিছিল যেন পাৰিলে বাটিটোৰে সৈতে দালি গোটেইখিনি ভাতৰ টেপাৰ লগতে গিলি থওঁ। এইদৰে ৫/৬ টা বাটিৰ তৰকাৰিৰ সৈতে ভাত খাই পেট ঠিহিৰ-নিহিৰ লাগিল। মনে আৰু নাখাওঁ, আৰু নাখাওঁ কৰিলে। কেতিয়া উঠি আহোঁ, কেতিয়া উঠি আহোঁ লাগিছে। তেতিয়া আহিল বৰ বৰ ২/৩ টা ৰসগোল্লা আৰু লগতে দৈ সহ একোখন প্লেটণ দৈ মোৰ প্ৰিয় খাদ্য। কিন্তু সিদিনা দৈ দেখি পেটৰ আভোকত মোক সেইবোৰ নালাগে, মোক সেইবোৰ নালাগে বুলিবলৈ মন গৈছিল। কিন্তু সেই আষাৰ কথা মুখ ফুটাই ক'বলৈও সাহ নহ'ল। কোনোমতে সকলোৰে কিঞ্চিৎ কিঞ্চিৎ খাই সাৰিলোঁ।

তাৰ পাছত বঙালী দাৰোগা বাবুজনে ঠিক-ঠাক কৰি দিয়া মতে গৈ যোৰহাট পালোঁ। যোৰহাটৰপৰা গৈ বদতিঘাটেৰে জাহাজত তেজপুৰ পোৱাৰ কথা। পুৱা

যোৰহাট পাই নৰ্মাল স্কুল বিচাৰি মোৰ পুৰণি বুকৰ বন্ধু সাহিত্যিক ইব্ৰাহীম আলিক লগ ধৰিলোঁ। তেওঁ তেতিয়া নৰ্মালৰ তৃতীয় বাৰ্ষিকৰ ছাত্ৰ। দুপৰীয়া সিদিনা তেওঁ মোৰ লগত এটা খেলা খেলিলে। চাহ খুৱাব খোজাত মই চাহ নাখাওঁ বুলিলোঁ। মই ক'লোঁ—মোক খাবলৈ এক গ্লাচ পৰিষ্কাৰ পানীহে লাগে। মই তাকে খুজিলোঁ। 'পৰিষ্কাৰ পানী' বুলি তেওঁ যেন অলপ চিন্তা কৰাৰ দৰে কৰি স্তব্ধ হ'ল। তাৰ পাছত তেওঁ ব'লকচোন বুলি ওলাল। ময়ো তেওঁৰ পাছ ল'লোঁ। দোকানে-বজাৰে অলপ ঘূৰি-ঘাৰি তেওঁ এবটল চৌদা-ওৱাটাৰ কিনি মোৰ হাতত দিলে, অন্য এবটল নিজে খালে। ময়ো যন্ত্ৰচালিতৰ দৰে তেওঁৰ কথা শুনি তাকে খালোঁ। তাৰ পাছত মনৰ কৌতূহল দমাব নোৱাৰি সুধি পেলালোঁ—বন্ধু, পানী নিদি আপুনি যে মোক অন্য কিবাহে দিলে—কিয়? মই পানীহে বিচাৰিছিলোঁ। তেওঁ ক'লে—খোজা মাত্ৰে মই আপোনাক পানী দিয়া হ'লে আপুনি মোৰ তাত পানী খুজি খোৱা কথাটোকেই পাহৰিলেহেঁতেন। এতিয়া আৰু নাপাহৰে। কিয়? আপোনাৰ মনত নাই জানো—দুৰ্গেশ্বৰ শৰ্মাৰ হ'বলা—'লাগ বুলি পালে যেনে, একোতে নাথাকে ৰাপ, সেয়ে যদি ঘটে প্ৰণয়তো ; টোকা নাই চকুপানী, এদিনো দুখত পৰি, তাৰ সুখ নাই মৰততো।' মিলনৰ স্মৃতিবোৰ এইদৰেই যুগমীয়া কৰিব লাগে।—

মই ক'লোঁ—কবিবোৰ এনেকুৱাই। তেওঁলোকে মন খুলি পোনে পোনে কোনো কথা নকয়—ঘূৰাই-পকাই কয় ; ৰহণ লগাই কয়। তাতে কেতিয়াবা জীৱনৰ আচল কথা ওলাই নপৰে ; এটা কওঁতে আনে আন এটাহে বুজে। তেওঁ তেতিয়া কৈছিল—আপোনাক ফাকি কি দিম? আজি আমাৰ ইয়াত খোৱা পানীয়ে নাই। যোৰহাট এনেকুৱাই। হ'লনে এতিয়া? —কথাটো আজিও মোৰ মনত পৰে। বন্ধু কবি ইব্ৰাহীম আলি গ'ল ; চিৰ-কাললৈ গ'ল। কথাটো কিন্তু পৰি ৰ'ল। যোৰহাটত খোৱা পানী নাপালোঁ।

১৪/৬/৯৩

# মোৰ জীৱন-নৈৰ ঢৌবোৰ

# (৭)

## ইবাৰ আবেদন-নিবেদন

যোৰহাটৰপৰা আহি বদতিঘাটত জাহাজত উঠি (ডফলা জাহাজত) যথা সময়ত তেজপুৰ পালোঁগৈ। যথা সময়ত মানে পিছদিনা আবেলি। পাব লাগিছিল ধল-পুৱাতে। সেয়ে নহ'ল , তাৰ কাৰণ বদতিঘাটত জাহাজ ঠিক সময়ত পাইছিলোঁ যদিও সি গৈ তেজপুৰ পোৱাৰ ভালেখিনি বাট আগতে ৰাতি ব্ৰহ্মপুত্ৰৰ তলিত লাগি ধৰিছিল। ভাত বুকত লগা মানুহৰ দৰে ওৰে নিশা চেষ্টা কৰিও চালকে তাক বন্ধন-মুক্ত কৰিব পৰা নাছিল। উজোৱা-হোঁহকাকৈ আছিল। মনত প্ৰমাদ গণিছিলোঁ যদিও সিমান আতুৰ হোৱা নাছিলোঁ। কাৰণ জাহাজ তেনেকৈ লাগি ধৰা ভ্ৰমণৰ অভিজ্ঞতা মোৰ এয়ে প্ৰথম আছিল। গতিকে কৌতূহলাক্ৰান্ত হৈ সময়খিনি জাহাজত থকা আন আন লোকৰ লগত কথা পাতিয়ে কটাইছিলোঁ। তাকে কৰি নিজকে কিবা ফাকি দিয়া যেনো গম পোৱা নাছিলোঁ। মনতে এবাৰ ভাবিছিলোঁ, ৰাইজ মৰিলে ময়ো মৰিম—চিন্তা কিহৰ? তাতে মোৰ কাৰণে নো কেইজনে চিন্তা কৰিব? বোলে—মৰিলেও নাই কান্দোতা, হৰালেও নাই বিচাৰোঁতা।

ছয়-সাত ঘণ্টা ধৰি এইদৰে জাহাজে মুক্তি লভিবলৈ গ্ৰাহ-গজেন্দ্ৰৰ যুদ্ধ চলাইছিল। শেষত যেনিবা কোনোবা শুভ মুহূৰ্তত হঠাৎ ই মুকলি হ'ল। ভচ্ কৰি উঠি সি টোপা-কাঁড়ৰ দৰে বায়ুবেগে আগুৱাবলৈ ধৰিলে। এইদৰে গৈ চকা পাটত বহাৰ আগে আগে আমাৰ জাহাজ গৈ তেজপুৰ ঘাটত চাপিল। আমি উত্ৰাৱল-চিত্তে পাৰলৈ নামিলোঁ। বাট-ঘাট চিনো চিনো লাগিল। কাকো একো নোসোধাকৈয়ে ঠিক পিনেদি চিধা বাট ল'লোঁ। লেঠা-পেঠাও নাছিল, হাতত টিনৰ সৰু চুট-কেচটো মাত্ৰ। পদুম-পুখুৰী পোৱাৰ লগে লগে এনেহে লাগিল যেন মই আনকো এতিয়া বাট দেখুৱাব পাৰিম। নতুন আমোলাপটিত থকা খুৰাদেউ অম্বিকা বৰুৱাৰ ঘৰ ওলালোঁগৈ।

খুৰাদেউ তেতিয়ালৈকে অফিচৰপৰা উভতি ঘৰ পোৱাহিয়ে নাছিল। খুৰীদেৱে মোক দেখি চিনি পাই তেনেই উচপ খাই উঠিল। ক'ৰপৰা আহিলোঁ তাৰে চমু বাতৰি ল'লে আৰু আস্ত-ব্যস্তকৈ হাত-মুখ ধুবলৈ পানী যতনাই দি চাহ-জলপান যাচিলে। বৰ ভোক লাগিছিল। গতিকে সেই জলপান অমৃত যেন লাগিছিল ঃ অকল স্বাদৰ কাৰণে নহয়, প্ৰাণ দিব পৰা শক্তি তাত থকা বাবেহে যেন পাও।

ৰাতি ভ্ৰমণ-কাহিনী কৈ খুৰাদেউ-খুৰীদেউহঁতক আমোদ দিছিলোঁ। তাত এই খেপত দহ দিনমান থাকি ঘৰমুৱা হৈছিলোঁ। ইবাৰ তেজপুৰৰপৰা ঘৰলৈ যোৱা ৰেল-মটৰৰ ভাৰা খুৰাদেৱে মোক দি পঠাইছিল। তেখেতে যোৱাৰ আগদিনা দুটামান বৰ মূল্যবান উপদেশ দিছিল। এতিয়াও মনত আছে। তেখেতে কৈছিল—জীৱনত বহুত ফুৰিব পাৰিবা , আমোদ-আনন্দ কৰিবলৈ সময়-সুযোগো বহুত পাবা , কিন্তু উচ্চ-শিক্ষা লোৱাৰ প্ৰতিজ্ঞা নেৰিবা। পঢ়ি-শুনি প্ৰতিষ্ঠা লভিব পাৰিলে পঢ়াৰ দুখ-ভাগৰ, অভাব-অনাটন সকলো পাহৰিবা। জীৱনটো ধন্য হ'ব। তোমাৰ মনৰ বল আছে, বুদ্ধি ভাল তাক মই জানো। তুমি কলেজত যিকোনো প্ৰকাৰে পঢ়িবলৈ যত্ন কৰিবা। মোৰ অৱস্থা তুমি দেখিছায়ে। তথাপি মই তোমাক সময়ে সময়ে দুই-চাৰি টকা যি পাৰোঁ দিম ; কিন্তু বেছি আশা নকৰিবা আৰু ঘৰত পিতাৰাহঁতকো এই কথা নক'বা। ক'লে তেওঁলোকে তেওঁলোকৰ যত্ন ঢিলাই দিব।

মই ছিপাঝাৰৰ ঘৰ পালোঁগৈ। ঘৰত দেখোঁ—একে একে দুখন চিঠি মোৰ কাৰণে বৈ আছে। এখন মোৰ হিতাকাংক্ষী গুৰু দীননাথ চহৰীয়াৰ, আনখন ৰাজেন দত্তৰ। দুয়ো মোক মাতি পঠাইছে মঙলদৈ টাউনলৈ। তেওঁলোকক লগ ধৰিব লাগে।

পিছদিনা পোনেই গৈ চহৰীয়া ছাৰক লগ ধৰিলোঁ। তেখেতে ক'লে—তেঁখেত বি, টি, পঢ়িবলৈ ছিলঙলৈ যাব। ইতিমধ্যে মই কলেজত পঢ়িবৰ কাৰণে যা-যোগাৰ কৰিব লাগে। তাৰ বাবে তেওঁ মোক প্ৰথমে এখন গোহাৰি লিখি লৈ মহকুমাৰ ভিতৰতে সদাশয় চিনাকি লোকসকলৰ ওচৰ চাপি অৰ্থসাহায্য বিচাৰিবলৈ ক'লে। সেই গোহাৰিখন ইংৰাজীতে লিখা ভাল হ'ব বুলিও উপদেশ দিলে। লগতে ক'লে—কামটো এসপ্তাহ-দহদিন মানৰ ভিতৰতে আৰম্ভ কৰিব লাগে। পলম কৰিলে অসুবিধা হ'ব পাৰে।

ৰাজেন দত্ত টাউন ক্লাব খেলাৰ টিমৰ কেপ্টেইন। বঙালী পৰিয়াল-সম্ভূত যদিও তেওঁ মঙলদৈয়া অসমীয়া হৈ গৈছে। টাউনতে থাকে। তেওঁৰ ওচৰ চপাত ক'লে—নিশিবালা ফুটবল শ্বিল্ড খেলাৰ কাৰণে টাউন ক্লাবে খেলাৰ আখৰা কৰিব ধৰিছে—ময়ো যোগদান কৰিব লাগে ; মোকো হিচাবত ধৰিছে।

খেলাত চখ থকা কাৰণে পোনেই সন্মতি দিলোঁ আৰু দিয়ায়ে নহয় দুদিনমান আখৰাও কৰিলোঁ। থকা-মেলাৰ কাৰণে হাত-খৰচ অলপ মোক ক্ৰীড়োৎসাহী ওৱাজেদ আলি চাহাবে দিছিল। মদৰ মহলদাৰ হিচাবে তেওঁ অৰ্থৱন্ত লোক আছিল। মনটোও উদাৰ আৰু খোলা। খেলাৰ নামত সদায় মুক্তহস্ত।

আকৌ কওঁ—চহৰীয়া ছাৰে মোক গোহাৰিখন অসমীয়াত লিখিবলৈ ক'লে ভাল পালোঁহেতেন। উপায় নাপাই মই এখন খচৰা লিখি লৈ মোৰ প্ৰাতঃস্মৰণীয় গুৰু পাথৰিঘাট মাইনাৰ স্কুলৰ হেড্‌মাষ্টৰ ভবেন্দ্ৰ চন্দ্ৰ দাসৰ ওচৰ পালোঁগৈ। উদ্দেশ্য—খচৰাখন শুধৰোৱা আৰু তেখেতৰপৰা এখন প্ৰমাণপত্ৰ সংগ্ৰহ কৰা। তেখেতে পঢ়ি চাই মোৰ লেখাখনকে কাটি-কুটি অলপ উন্নত কৰি দিলে। তাকে মোৰ হাতত দি ভালকৈ টাইপ কৰাই ল'বলৈ ক'লে। গাঁঠিৰ ধনৰ দৰে সেইখন মোৰ লগত আজিও আছে। তাকে তলত তুলি দিলোঁ—আবেদন-নিবেদন শিতানত।

Respected Sir,

Most humbly and respectfully I beg to state that through God's grace I secured a competitive scholarship in the M E Examination held in December, 1931 occupying the first place among all the successful candidates of the province On the strength of that I, with much hardship and great difficulty, managed to read upto Class X This year I appeared in the Matriculation Examination and have every chance of getting a competitive scholarship But my extreme poverty stands in the way of my college education, although I have a keen desire to continue my studies and this compels me to depend on public charity and sympathy for the same I, therefore, approach you with the most earnest appeal that you will condescend to lend your helping hand just to enable me to go up for higher education

I annex herewith two certificates as to my poverty, progress, character and conduct, one from the Head Master, M E School, Patharighat and the other from the Head Master, Govt H E School, Mangaldoi for your kind perusal

Yours obediently
Atul Chandra Barua

I shall pay at the rate of Rs 2/- (two only) a month for the I.A. course G Deka, Mangaldoi 8/6/36

I undertake to pay Rs. 10/- in the course of two years H Dutta 22/6/36

I promise to pay Rs. 10/- in two years. K. N Sarma 26/6/36

Rs. 25/- (twenty five) only payable in course of two years in three or four instalments D N. Saharia 26/6/36

Rajanikanta Saikia Rs 10/- only paid

I shall pay at the rate of Rupee one per month for two years. H. Sarma 18/6/36

Kumudram Bora Rs. 5/- paid.

P.C. Das Rs. 5/- paid.

M C Sarma Rs 2/- paid
I Ali Rs. 8/- paid
G C Hazarika Rs 5/- paid
Suklal Ghose Re 2/- paid.
M C Gohain Rs 1/- paid
K. D Kakati Rs 3/- paid
J N Das Re 1/- paid
A Basit Rs. 2/- paid
S C Chakraborty Rs 2/- paid
খানুৰাম নাথ ৫, (পাঁচ) টকা—আদায়।
B Bhattacharyya Rs 2/- paid
G Ahmed Re 1/- paid
G Barpujari Re 1/- paid
P Duara Re 1/- paid
A Ahmed Rs 2/- paid
B M Patwari Re 1/- paid
A Chaudhury Re 1/- paid
B Goswami Rs 2/- paid
B Das Rs 5/- paid

Certified that Atul Chandra Barua who appeared in the last Matriculation Examination from this school comes of a very poor family and it will not be possible for him to go up for college education without outside help He bears a good moral character I shall be personally pleased to see him granted substantial help by the generous public

S C Chakraborty
Hd Master, Mangaldoi Govt H E School
20/5/36

Shreeman Atul Chandra Barua, son of Shreejut Bhog Ram Barua, an inhabitant of Mauza Sipajhar in the Mangaldoi Sub-Division was one my most beloved students He passed the M E. Examination from the Patharighat M. E School in 1931-32 and occupied the first place among all the Assamese students of the province. He secured the Khagendra Narayan Memorial Medal in addition to the competitive scholarship. His career in the M. E. School was uniformly brilliant—being second to none in all the periodical examinations in the whole school. He showed signs of his distinctive features and his marked superiority over his classmates even from the early stage of his career By virtue of his superior merit, he while yet a student of class III extorted admiration from no

less a personage than Mr C S Gunnıng, the then D C Darrang who ın the course of hıs ınspectıon note dated 13-2-29 was pleased to remark ın the followıng words—'Hıs wrıtıng ıs decıdedly good'

He was a good player and hence always actıve ın habıts I always found hım to be of good behavıour and sound character

He appeared ın the last Matrıculatıon Examınatıon in which he wıll, no doubt, come out successful, and wants to go up for hıgher educatıon But the straıtened cırcumstances of hıs parents stand ın the way I firmly belıeve that unless hampered by pecunıary wnats he wıll be able to gıve a very good account of hımself ın hıs future educatıonal pursuıts also

He, therefoıe, deserves every help and encouragement from the generous and benevolent publıc who may be so pleased as to be kındly dısposed to contrıbute theır mıte for so noble a cause

Sd B Das
Head Master, Pathanghat M E School
19-5-36

১০/৮/৯৩

# তোলৈ মোৰ সেয়ে সহায়

কলেজত পঢ়ি উচ্চ শিক্ষা লাভ কৰাৰ উদ্দেশ্যে কৰা অৰ্থ-সংগ্ৰহৰ প্ৰচেষ্টাটোৰ লগত মোৰ জীৱনৰ ভালেখিনি তিতা-মিঠা অভিজ্ঞতা সাঙোৰ খাই আছে। বিপদৰ সময়তহে বন্ধু চিনা যায় বোলা কথাষাৰ আখৰে আখৰে সঁচা। মুখত অনেক সাদৰী কথা ক'লেও বিপদত পৰি ওচৰ চাপিলেহে মানুহৰ প্ৰকৃত আন্তৰিকতা বুজিব পাৰি। মই বহুজনৰপৰা বহু প্ৰকাৰ অভিজ্ঞতা লাভ কৰি তেওঁলোকক চিনি পাইছোঁ। সেইবোৰ তিক্ততাপূৰ্ণ অভিজ্ঞতা ৰোমন্থন কৰি একো লাভ নাই। কাৰো বিষয়ে কটু মন্তব্য দিবলৈ মোৰ অধিকাৰো নাই। গতিকে প্ৰসঙ্গক্ৰমে অ'ত-ত'ত পোৱা দুই-এটা আমোদজনক ঘটনাৰ কথা মাত্ৰ উল্লেখ কৰিম।

দীন চহৰীয়া ছাৰে ক'লে—তুমি অভাৰচিয়াৰ গঙ্গা ডেকা, মৌজাদাৰ শৰৎ বৰুৱা, খৰ্গী মহলদাৰকে ধৰি আমাৰ মণ্ডলদেৰ কেইজনমান ভাল ভাল অৱস্থাপন্ন

মানুহৰ ওচৰলৈ যাবই লাগিব। তেওঁলোকে তোমাক ভালকৈ জানে। তোমাক সহায় কৰিব। মই বাৰু তোমাক গঙাবাবুৰ তালৈয়ে পোনতে লৈ যাম। মোৰ লগত এদিন ওলাবা।

গঙাৰাম ডেকা মণ্ডলদৈ চহৰৰ এজন আঢ্যৱন্ত লোক। বিখ্যাতো। তেওঁৰ গাঁৱৰ ঘৰ ঔতলাৰ ফালে। টাউনৰ উত্তৰ দিশত ঘৰ কৰিছে। মানুহজনক কথা-বতৰাত হুটা খাৰাংখাচ যেন লাগিলেও ভিতৰি তেওঁ বৰ খুহতীয়া আৰু মৰমিয়াল। যদিও তেওঁ পদোন্নতি কৰি পিছলৈ এছ. ডি ও. ইঞ্জিনিয়াৰ আদি হৈছিল স্থানীয় মানুহে কিন্তু তেওঁক গঙা অভাৰচিয়াৰ বুলিয়ে জানিছিল।

চহৰত থিয়েটাৰ হ'লে ধেমেলীয়া ভাও লোৱাত দুজন লোক তেতিয়া অপৰিহাৰ্য্য হৈ পৰিছিল। এক আছিল গঙা বাবু আৰু আনজন পূৰ্ণানন্দ ৰাজখোৱা উকীল। এখেত কবি ভৱানন্দ ৰাজখেৱোৰ দেউতাক। এবাৰ ৰাজখোৱাদেৱৰ ভাওনাত হোৱা ঘৰৰ ভাওনা এখনৰ কথা মনত পৰিছে। মঞ্চত কিবা এটা গঞ্জৰ ভাৱত ৰাজখোৱাই ভিতৰৰপৰা ব্যস্তভাৱে সোমাই আহি মঞ্চত উপস্থিত দৰ্শকসকলৰ ফালে চাই চাই মাতিবলৈ ধৰিলে—বাপাৰ মাক, বাপাৰ মাক, শুনাচোন শুনা। তুমি নামাতা কিয়? শুনাচোন। —এনেকৈ কোৱাৰ লগে লগে দৰ্শকৰ মাজত বহি থকা তেওঁৰ পত্নীয়ে উত্তৰ দিলে—কিনো হ'ল আকৌ তাত গৈ চিঞৰ-বাখৰ কৰিবলৈ? —দৰ্শকৰ মাজত হাঁহিৰ গিৰ্জনি উঠিছিল। প্ৰকৃততেও পত্নীক তেওঁ ঘৰত 'বাপাৰ মাক' বুলিয়ে মাতিছিল। আজিকালি এনেকুৱা চিত্ৰ নাটকৰে অংশ হৈ পৰিছে।

পিছে ভাল দিন-বাৰ চাই গোহাৰিখন লৈ প্ৰথমে এদিন গঙাবাবুৰ ওচৰলৈকে যাবলৈ স্থিৰ কৰিলোঁ। দিনটো আছিল বোধহয় দেওবাৰ। চহৰীয়া ছাৰে কৈ থৈছিল হ'বলা—নে মোৰ সৌভাগ্যক্ৰমেই সিদিনা গঙা বাবু ঘৰতে আছিল। চহৰীয়া ছাৰৰ লগত মই গৈ তেওঁৰ ঘৰ পালোঁ। তেওঁৰ বহা কোঠালিত বহিলোঁ। আমি যোৱা বুলি খবৰ পাই তেওঁ হাঁহিমুখে গুৰ্‌গুৰি হোকাটো হাততে লৈ ধঁপাত টানি টানিযে বৈঠকখানা পালেহি। বহিল। চহৰীয়া ছাৰে তেতিয়া ক'লে—অতুলক তো আপুনি জানেই। তেওঁ আজি আপোনাৰ তালৈ আহিছে। কিবা এখন লিখি লৈ আহিছে, পঢ়ি চাওকচোন। —লগে লগে মই নমস্কাৰ জনাই গোহাৰিখন তেওঁৰ ফালে আগবঢ়াই দিলোঁ। গঙা বাবুৱে হোকা টানি টানিয়ে ক'লে—এওঁক নো নিচিনিম কিয়? এওঁ এইবাৰ পৰীক্ষা দিছে হ'বলা নহয়? তুমি এওঁৰ বিষয়ে কিবা কৈছিলাও। —এইবুলি গোহাৰিখন আৰু চাৰ্টিফিকেট দুখন ওপৰে ওপৰে পঢ়ি চালে। ইতিমধ্যে তেওঁ এৰো নোকোৱাকৈয়ে ভিতৰৰপৰা চাহ দুপিয়লা আমাৰ কাৰণে আহিল। আমি আপ্যায়িত হ'লোঁ। তাৰপাছত অলপ সময় তেওঁ চহৰীয়া ছাৰৰ লগত কিবাকিবি কথা পাতিলে। পানীৰ পিঠাতহে মন বোলাৰ দৰে মোৰ মনটোও কিন্তু সেই সময়ত একান্তভাৱে নিৱিষ্ট আছিল মোৰ গোহাৰিখনতহে। কাৰণ তাৰ ওপৰতে মোৰ ভৱিষ্যৎ জীৱনৰ গতিপথ নিৰ্ভৰ কৰিছিল। সেই গতিকে

তেওঁলোকৰ কথা-বতৰাৰ প্ৰসঙ্গই মোৰ কৰ্ণ-কুহৰত প্ৰৱেশ লভিব পৰা নাছিল ; পাৰিছিল যদিও তাত মোৰ সমূলি মন বহা নাছিল। তাৰ পাছত তেওঁ জেপৰপৰা ব্লেকবাৰ্ড ফাউন্টেন পেনটো উলিযাই লিখিবলৈ হাতত লৈ আকৌ কথা কৈ কৈ ৰৈ গ'ল। মনত আছে চহৰীয়া ছাৰে তেতিয়া মোক উদ্দেশ্য কৰি কৈছিল—অতুল, তুমি ভগৱানৰ নাম লোৱা—এখেতে এতিয়া কিবা লিখিব ; দানৰ কলম হাতত লৈছে। —মই একো নকৈ নীৰবে তেওঁৰ ফালে সতৃষ্ণ নয়নে চাই ৰলোঁ। তেখেতে হাঁহিমুৰা হৈ ওপৰত কাকতখন থৈ তাতে কিবা লিখিলে তাৰপিছত ক'লে—ইয়াত বাৰু যি লিখিলোঁ লিখিলোঁ, তোমাক পায়ে থাকিম নহয় ; তুমি কিন্তু মঙলদৈৰ নাম ৰাখিব লাগিব। তাকেহে আমি আশা কৰিছোঁ। কি কথা নাজানো—মুখেৰে মই কিন্তু ৰাম-ৰহিম একো ক'ব নোৱাৰিলোঁ। কেৱল হাত যোৰ কৰি তেওঁৰ ফালেই চাই মনেৰে ভগৱানৰ প্ৰতি সেৱা এটি যাচিলোঁ।

যথা সময়ত আমি উভতিলো। দুয়ো খোজ কাঢ়ি আহি চহৰীয়া ছাৰৰ ভেবাৰ ঘাটৰ ঘৰ পালোঁ। তাতে তেখেতে মোক ক'লে—এতিয়া এইখিনি লিখিছে (I shall pay at the rate of Rs 2/- (two) only a month for the I A course)। মন গ'লে আৰু দিব। তুমি চিন্তা নকৰিবা। এতিয়া তুমি এদিন ওৰাঙলৈ যোৱা। ওৰাঙত শৰৎ বৰুৱাক লগ ধৰা। মৌজাদাৰ শৰৎ বৰুৱাক। তেৰোঁ এজন ভাল মানুহ। ছিপাঝাৰবে। উদাৰ আৰু অভিজ্ঞ।

শৰৎ বৰুৱাক মই দেখিছোঁ আৰু তেওঁৰ লগত কেতিয়াবা কিবা প্ৰসঙ্গত দুই-একাষাৰ কথাও পাতিছোঁ। সুন্দৰ-দৰ্শন স্বাস্থ্যৱান লোকজন। কাৰ্তিকৰ দৰে থুলন্তৰ চেহেৰা। বগা-ৰঙা। তেজে ফুটি যাওঁ ফাটি যাওঁ কৰামুখ। মৌজাদাৰ হৈ বহিছে। খেতি-বাতিও চলাইছে। আমি কিন্তু তেখেতক ভালকৈ চিনিছিলোঁ ভাল ফুটবল খেলাৰু আৰু মঞ্চৰ নামজলা অভিনেতা বুলিহে। কটনত পঢ়া দিনত বোলে তেওঁৰ নিচিনা বিখ্যাত গ'লকিপাৰ এজন অসমতে নাছিল। আমি হাইস্কুলৰ টিমত খেলা দিনত তেওঁ মঙলদৈ টাউন ক্লাব টিমৰ 'বেক'ত খেলিছিল। আমাৰ লগত সিবাৰ টাউন ক্লাবৰ তিনি দিন 'ড্ৰ' আছিল। চতুৰ্থ দিনাহে নিশিবালা শ্বিল্ড স্কুল-টিমৰ হাতৰপৰা টাউন ক্লাবে নিছিল।

আমাৰ স্কুল-টিমত তেতিয়া জয়কান্ত বৰুৱা বুলি যোৰহাটৰ ভ্ৰাম্যমান ব্যায়াম-প্ৰশিক্ষক এজনেও খেলিছিল। তেওঁ সেই সময়ত মঙলদৈ হাইস্কুলৰ ভ্ৰাম্যমান প্ৰশিক্ষক আছিল। চুটি-চাপৰ গাঁঠলু মানুহজন। তেৰোঁ ভাল খেলিছিল। শেষ বয়সত তেওঁ গুৱাহাটীত ঘৰ-বাৰী কৰি থাকিবলৈ লৈছিল। তেতিয়া এদিন মোক চিনি পাই ৰৰকৈ আনন্দ প্ৰকাশ কৰিছিল। মঙলদৈত থাকোঁতে তেওঁৰ লগত এদিন খেলাৰ ভিতৰতে শৰৎ বৰুৱাৰ ইংৰাজীতে কথাৰ কটা-কটি হৈছিল। শৰৎ বৰুৱাই এযাৰ ইংৰাজী কথা টানকৈ কোৱা মনত আছে ; সেয়ে হৈছে—You are teacher in the school but not in the field. Please don't say so.

মণ্ডলদৈ ৰঙ্গমঞ্চত আমি শৰৎ বৰুৱাক বহুত বাৰ পূজাৰ থিয়েটাৰত বহুতৰ ডাঙৰ ভাও লোৱা দেখিছিলোঁ। বিশেষকৈ সুন্দৰ চেহেৰাৰে ৰজা-মহাৰজা, বণিক-সদাগৰ আদিৰ ভাৱত তেওঁৰ ভাও চমকপ্ৰদ আছিল। এবাৰ পূজাৰ ভাওনাত তেওঁ অতুল হাজৰিকাৰ বেউলা নাটকৰ চন্দ্ৰধৰ হৈছিল। মানে চান্দোসদাগৰ। ওৰাঙৰপৰা ঘনাই আহি থাকিব নোৱাৰি তেওঁ ভাওনাৰ বচনৰ আখৰা কৰিব পৰা নাছিল। গতিকে স্মাৰকে বাৰে বাৰে কৈ থাকিলেও কেতিয়াবা আঁত ধৰিব নোৱাৰি ৰৈ থাকিছিল। তাতে তেওঁ চন্দ্ৰধৰৰ হেমতাল বোলা গদাডাল কান্ধত লৈয়ে চিন্তাত আকুল হৈ পৰাৰ দৰে ইফালে-সিফালে খোজ কাঢ়ি ফুৰি লগে লগে স্মাৰকলৈ কাণ পাতি শুনিবলৈ যত্ন কৰি এনে ভাওনা কৰিছিল যে এলাপেচা দৰ্শকে তেওঁৰ অসুবিধাৰ কথা উমানকে নাপাইছিল।

ওৰাঙৰ সেইজনা শৰৎ বৰুৱাৰ তালৈ বুলি মই এদিন যাত্ৰা কৰিলোঁ। এই আহুকলীয়া যাত্ৰাটো আৰম্ভ হৈছিল মোৰ মাৰৈ গাঁৱৰ নিজা ঘৰৰপৰা। পুৰণি মজবুত চাইকেল এখনেই আছিল মোৰ মূল অৱলম্বন ; বিপদৰ বন্ধু। কণাৰ লাখুটি। তাকে লৈ সাধু কথাৰ নাৰদে ঢেঁকীত উঠি ফুৰাৰ দৰে দিহিঙে-দিপাঙে পৰ্যটন কৰি ফুৰিছিলোঁ। সেই চাইকেলখনো তেতিয়া মোৰ নিজৰ নাছিল। নক'লেও হ'ব—হা ধন, হা ধনকৈ ভ্ৰমণ কৰি ফুৰা অৱস্থাত তেতিয়া চাইকেল ঘটা মোৰ কাৰণে সপোন আছিল। সেই চাইকেলখন আছিল অমূল্য খুৰাদেউৰ। অমূল্য খুৰাদেউক সকলোৱে ঘৰত মতা নামেৰে অমযা মাষ্টৰ বুলিছিল। তেওঁ সেই চাইকেলখনত উঠি ছিপাঝাৰ মাইনাৰ স্কুললৈ অহা-যোৱা কৰিছিল। সেই স্কুল তেওঁৰ ঘৰৰপৰা প্ৰায় ডেৰ-দুমাইল অন্তৰত। তালৈ তেওঁ চাইকেলেৰে অহা-যোৱা কৰে।

ছিপাঝাৰ এম ই'ৰ অমূল্য বৰুৱাই আছিল প্ৰতিষ্ঠাপক হেড্‌মাষ্টৰ। বসুন্ধৰ মৌজাদাৰৰ বাহিৰৰ গোঁসাই ঘৰটোতেই পোনতে ই স্থাপিত হৈছিল। সেই চাইকেলখন সেই কালছাৱাত প্ৰায় মোৰে হৈ পৰিছিল। ইয়াক অৰ্থ-সংগ্ৰহৰ কাৰণে ঘূৰা-ফিৰা কৰা কামত ব্যৱহাৰ কৰিবলৈ মোক দিবলৈ তেওঁ কোনোদিন অকণো কুণ্ঠা বোধ নকৰিছিল। ময়ো তাক নিজৰ বুলিয়ে ব্যৱহাৰ কৰিছিলোঁ। ক'ৰবাৰপৰা উভতি আহি কিন্তু মই সদায় সেই চাইকেলখন তেখেতৰ ঘৰত সদায় ৰখা ঠাইত সযতনে ৰাখিছিলোঁ। ঘৰৰ কাৰোবাক চমজাই দিছিলোঁ।

এদিন গধূলি সময়ত আনি চাইকেলখন আগৰ ঠাইত থৈছোঁ মাত্ৰ। এনেতে খুৰীদেৱে ৰান্ধনি ঘৰৰ ভিতৰৰপৰা মাত লগালে। ক'লে—অতুলেনো সদায় আমাৰ বাচিকলখন নেহ কিয়া ঐ? আমাক নাল্‌গেই নেকি?

খুৰাদেৱে স্কুলৰপৰা খোজ কাঢ়ি আহি ঘৰ পাই তেতিয়া হাত-ভৰি ধুই গামোচাৰে মুখ মচি আছিল। তেওঁ খুৰীদেউৰ কথাষাৰ শুনি খঙত জ্বলি উঠি ক'লে—চাইকেলেদি তুমি কি কৰিব খুজিছা? উঠি ফুৰিবা নেকি? তাৰ সেইখন কামত আহিছে। তাক ময়ে নিব দিছোঁ। তোমালোকে তাত একো মাত নামাতিবা। আজিৰপৰা আগলৈ যেন মই এই বিষয়ে আৰু একো নুশুনো। শুনিলে কিন্তু কথা বেয়া হ'ব।—

মই চাইকেলখন থৈ সাহেবক টাঙোনৰ জোকাৰণি পোৱা কুকুৰে নেজ গেলাই পলোৱাৰ দৰে সুৰ সুৰকৈ ওলাই গৈছিলোঁ। খুৰাদেৱে মোক কিবা কৈছিল যদিও মোৰ কাণত পৰা নাছিল। পিছদিনা কিন্তু তেওঁ মোক কৈছিল—কাৰো কথালৈ তই কাণ নকৰিবি। যেতিয়াই লাগে তই তোৰ সেই কামত মোৰ চাইকেল নিবি। মই খোজ কাঢ়ি অহা-যোৱা কৰিম। এমাইল-ডেৰ মাইল বাট একো নহয়। তয়ে দেখোন পথৰুঘাটলৈ ৪/৫ মাইল বাট অহা-যোৱা কৰি পঢ়িছিলি। গতিকে মই তোক অইন উপায়ে বৰ বেছি একো সহায় কৰিব নোৱাৰিলেও তোলৈ মোৰ সেযে সহায়। ঈশ্বৰে তোক সহায় কৰিব।

১৩/৯/৯৩

# যি পহু মাৰিবা—মাৰিবা বনত

এতিয়া ওৰাং যাত্ৰাৰ কথা। দীন চহৰীয়া ছাৰৰ দিহা মতে মই এইবাৰ ওৰ মৌজাৰ মৌজাদাৰ শৰৎ বৰুৱাৰ ওচৰলৈ যাবলৈ স্থিৰ কৰিলোঁ। ইতিমধ্যে মোৰ উচ্চ শিক্ষাৰ অভিলাষ আৰু আঁচনিটো চল চাই এদিন পিতাৰ আগত দাঙি ধৰিলোঁ। উচ্চ শিক্ষাৰ মানে কলেজত পঢ়াৰ ঃ গুৱাহাটী কটন কলেজত পঢ়াৰ। কটন কলেজত বাহিৰে ব্ৰহ্মপুত্ৰ উপত্যকাত আৰু অইন ক'তো কলেজো নাছিল। পিতাই আগৰ দৰেই ক'লে—ভাগী-বংশ, ওচৰ-চুবুৰীয়া সকলোতকৈ আমাৰ মাটি-বাৰী বেছি। সেইবোৰ চলাই-মেলি খাব পাৰিলেই দেখোন আমাৰ হয় , আৰু নো বেছি কিয় লাগে? সেয়ে হ'ব। মঙলদৈ মহকুমাধিপতিৰ অফিচতে কিবা এটা চাকৰি লৈ ঘৰখন চলাব পাৰিলে হ'ব। তাতে লাহে লাহে মোৰো কঁকাল পৰি আহিছে।—

মই কথাখিনি শুনিলোঁ ; কিন্তু মান্তি নহ'লোঁ। মোৰ হৈ মাত মাতোতা কেও নাছিল যদিও মই ক'লোঁ—মই হ'লে পঢ়িমেই। মোৰ ভাগৰ মাটি-বাৰী বেচি-কিনি হ'লেও পঢ়িম। পঢ়িম, পঢ়িম, পঢ়িমেই।

মোৰ আঁকোৰগোঁজালি দেখি আৰু কথাটো বিষম যেন অনুমান কৰি তেওঁ দাঁহী গাঁৱত বিয়া দিয়া বিধবা ভনীয়েক যোগেশ্বৰীক মাতি পঠালে।

যোগেশ্বৰী আমাৰ পেহী। মঙলদৈ অঞ্চলত পেহীয়েকক বাই বুলি মাতে। আমিও তেওঁক বাই বুলিয়ে মাতিছিলোঁ। তেওঁ আমাৰ ঘৰৰ এজনী ঘাই গৃহস্থেনী (গিৰিহঁতনী) আছিল বুলিলেও বেছি কোৱা নহ'ব। প্ৰতিবছৰে বৰপেৰাৰ ভিতৰত সুমুৱাই খোৱা জপা-পেটাৰিৰ মূল্যবান কাপোৰবোৰত ভাদ-মহীয়া ৰ'দ লগাব লাগে।

তাকে কৰিলে পোকে নুকুটে। তেওঁ আহি আমাৰ ঘৰত তাকে কৰি দিছিল। জেঠ-আহাৰ মাহত গোসানীসেৱা (মনসা পূজা) হ'লে তেওঁ আহি অন্যটো বৰপেৰাৰপৰা জাঁতি-কাঁহী, বৰ-কাঁহী, সহস্ৰ-জলীয়া, চন্দুকত থকা সোণৰ মুঠিখাৰু আদি উলিয়াই দিয়া আমি দেখিছিলোঁ। —তেওঁক পিতাই মাতি পঠিয়ালে। তেওঁ আহিল।

জহ কালি ব'হাগ-জেঠ মাহত গধূলি গোহালিত জগা (যাগ) দি চোতালতো ধোঁৱাৰ সহায়ত মহ খেদিবৰ কাৰণে তেনে জগাৰ ব্যৱস্থা কৰি দীঘল-বহল ঢাৰি-পাটী পাৰি জুৰ লোৱা হয়। বিচনীৰে মহ খেদি জুৰ লৈ গাৰুত মূৰ থৈ কেতিয়াবা চিল্‌মিলীযাকৈ একোটা ঘুমটিও মৰা হয়। আমি যোগেই বাই আহিলে সদায় তেওঁৰপৰা দীঘল দীঘল সাধু কথা শুনো। তেওঁ বৰ ধুনীয়া সাধুকথা ক'ব পাৰিছিল।

সিদিনা মাহী মাযে ৰান্ধনি-ঘৰত ভাত ৰান্ধি আছে। সাঁজৰ বেলিয়া চোতালত বহি জুৰ লৈ যোগেই বায়ে আমাৰ আগত সাধু কথা কৈছে। শুই শুই আমি শুনি আছোঁ। সাঁজ গটি গৈছে। বাৰীৰ সিমূৰে থকা পুৰণি পুখুৰীৰ পাৰত শিয়ালে হোৱা দিছে। এনে সময়তে পিতাও আহিল। লাহে লাহে কথাৰ বকলাও ওলাল। যোগেই বাযে মোৰ পিঠিত হাত বুলাই মৰম কৰি পিতাৰ সুৰতে বুজনি দি ক'লে—তই এতিযা কথা বুজা হৈছ। ঘৰখন ৰাখিব লাগিব তযে। সৰু কেৰমজুৰা ভায়েৰা এটা আছে যদিও সি তেনেই পানী-কেঁচুৰা। তাক আশা কৰিব নোৱাৰি। তই চাকৰি-বাকৰি এটা লৈ ঘৰখন ৰাখ। আউৰীযা নুকুৰাবি।

মই আগৰ দৰেই অমান্তি হৈ ক'লোঁ—মই কিন্তু পঢ়িমেই। কাৰো কথা নুশুনো।

—পইচা ক'ত পাবি? পঢ়িম বুলিলেই হ'ব নে?

—মোৰ ভাগৰ সম্পত্তি যি পাওঁ তাকে বেচি হ'লেও পঢ়িম।

—সম্পত্তি নো কিডাল আছে? মাটি কেইডোখৰ?

—মাটি নহয়। আমাৰ দেখোন সোণৰ মুঠিখাৰু, সোণৰ গলপতা, গহনা আদি বহুত কিবাকিবি আছে। সেইবোৰ বন্ধক থৈ বা বেচি পঢ়িম।

মাহীমায়ে ৰান্ধনী-ঘৰৰপৰা নীৰৱে আমাৰ কথাৰ আঁত লৈ আছিল। তেওঁ এইখিনিতে মাত লগাই টানকৈ ক'লে—সোণৰ মুঠিখাৰু যোৱা মই কিন্তু নিদিম। শিলত মূৰ আফলিয়ালেও নিদিম।

মাহীমায়ে তাৰ আগে বা পাছে তেনে কৰ্কশ কথা কোৱা মোৰ মনত নপৰে। কথাবাৰ শুনি মোৰো খং আৰু জেদ দুগুণে বাঢ়িল। ঘিউ ঢলা জুইৰ দৰে সি জ্বলি উঠিল। মই ক'লোঁ—মই সোণৰ মুঠিখাৰু নেবেচোঁ নহয় মাহে ; মই তেনে এটা মূল্যবান পৈতৃক সম্পত্তি বেচিম নে? লাগিলে উপায় নাপালে তাক বন্ধক থৈ টকা ধাৰে আনি পঢ়িম আৰু পঢ়ি উঠি টকা আৰ্জি তাক মোকলাম। সোণৰ মুঠিখাৰু আমাৰ ইয়াত আমাত বাহিৰে আৰু কাৰো নাই বুলি মই জানো।

তেওঁ ক'লে—সেইবিলাক মই নাজানো বাপা ; মুঠিখাৰু যোৱ মই নিদিওঁ।

পিতা ইমান সময় নীৰৱে আছিল। এইখিনিতে তেওঁ গহীনকৈ ক'লে—তোমাক ইয়াত কোনে মাতিছে? তুমি মনে মনে থাকা। আমাৰ কথাৰ তুমি ভাগ ল'ব নালাগে। আমি যি কৰোঁ কৰিম। তোমাৰ কাম তুমি কৰা।

সেইদিনা সেই বিষয়ে আৰু বেছি আগ নাবাঢ়িল। নিস্তব্ধতাৰ অন্তত ভাত-পানী খাই সকলোৱে শুই থাকিলোঁ। গ'ল কথা গুচিল।

পিছদিনা দুপৰীয়া খোৱা-বোৱাৰ পিছত ভাঠীবেলা পেহী তেওঁৰ ঘৰলৈ উভতি গ'ল। ফিৰিকা দিনা মযো ওৰাঙলৈ ওলালোঁ। তাকে কৰিবলৈ ইতিমধ্যে মই অমূল্য খুৰাদেউৰপৰা তেওঁৰ চাইকেলখন ৩/৪ দিনৰ কাৰণে খুজি লৈ যাবলৈ স্থিৰ কৰিলোঁ। মোক পুৱাৰ ভাগতে ভাত দুটামান দিবলৈ মাহীমাক ক'লোঁ। বহুত দূৰলৈ যাম বুলি গম পাই তেওঁ সিদিনা পুবে ধল-ফাট দিওঁতেই উঠি ভাতৰ যোগাৰ কৰিলে। বেলি ওলাব খুজিলেই গোহালিৰ গৰু কেইটাই হেম্বেলিয়াই বেমোৰোল লগায়। তেনে বেমেজালিৰ হাত সাৰিবৰ কাৰণে তেওঁ আগে আগে গৰুবোৰ মেলি দিলে।

ৰাতি ধাৰাসাৰ বৰষুণ হৈছিল। আমাৰ ওচৰতে থকা বুঢ়া-পুখুৰীৰ সিপাৰৰ পথাৰবোৰত চপ্‌চপীয়া পানী হৈছিল। পুৱাও মাজে মাজে কিন্‌কিনাইছিল। পানী হৈছিল যদিও পথৰুৱা সৰু আলিবোৰ ডুব যোৱা নাছিল। পথাৰৰ ঘাঁহবোৰৰো আগবোৰ ওলাই জিলিকি আছিল। এৰি দিয়া গৰুবোৰে মেলানি পাই ৰংমনে সেই ঘাঁহবোৰ খাই ফুৰিছিল।

বেলি এপৰমান হও হও হৈছে। পথাৰত চৰি থকা গৰুকেইটাকে চোৱা-চিন্তা কৰি মূৰত জাপি এটা লৈ পথৰুৱা আলি এটাত পিতা থিয় হৈ আছিল। তেওঁৰ মনটো উগুল-থুগুল। এনে সময়তে মই গৈ সেইখিনি পালোঁ। তেতিয়া ঘড়ীত বোধকৰোঁ ৮/৯ মান বাজিছে। মই তেওঁক সেই মুকলি পথাৰৰ মাজতেই সেৱা এটা কৰি ক'লোঁ—পিতা, মই ওৰাঙলৈ যাব ওলাইছোঁ। পইচা বিচাৰি যাম। পঢ়িবলৈ মই ধন-পইচাৰ সহায় বিচাৰিম। এই কামত আপোনাৰ খোলা মনৰ আশীৰ্বাদ মাত্ৰ মোক লাগে।

তেওঁ বাষ্পাকুল কণ্ঠেৰে সুধিলে—তই কেতিয়া আহিবি?

—মই তিনি-চাৰি দিনৰ ভিতৰতে ফিৰিম। মঙলদৈতো কাম আছে।

—সোনকালে আহিবি। তই মোক বেয়া নাপাবি। মোৰ ওপৰত খং নকৰিবি।—ইয়াকে কৈ তেওঁ আৰু বেছি একো ক'ব নোৱাৰিলে। কিবা কব খুজিছিল যদিও মুখেৰে নোলাল। কণ্ঠ ৰোধ হ'ল। দুয়ো চকুৰেদি চকু-লো গিৰ্‌গিৰকৈ পৰিবলৈ ধৰিলে। তেওঁ তাকে চুৰিয়াৰ লোচেৰে মচি থ'লে।

মই উভতিলোঁ। ঘৰলৈ উভতিলোঁ। কিছুদূৰ আহি উভতি চাই দেখোঁ পিতাই জাপিটো হাতত লৈ মোৰ ফালে একেথৰে চায়ে আছে। মোৰো ইফালে তেওঁৰ দৰে একে অৱস্থা। ৰুদ্ধ অশ্ৰুৰে বাট নেদেখা হৈছোঁ। একোবাৰ মনৰ সকলো সংকল্প ত্যাগ কৰি পিতাৰ কথামতেই কাম কৰোঁ বুলি ভাবোঁ ; কাৰণ পিতাৰ মই কোনোদিন অবাধ্য

হোৱা নাই। মোৰ অন্তৰেও তেনে কৰিবলৈ নিদিয়ে। মাতৃ-বিয়োগৰ পিছৰেপৰা তেৱেঁ মোৰ পিতৃ-মাতৃ দুয়ো। সংসাৰত মোৰ তেওঁত বাহিৰে কোনো অধিক পূজনীয়, অধিক স্নেহৰ লোক আছিল বুলি মই ভাবিব নোৱাৰোঁ। কিমান ভাল পাইছিলোঁ তেওঁক মই ভাবি ওৰ নাপাওঁ। আজিও মনত পৰিলে তেওঁৰ কাৰণে মোৰ মন তেনেই ব্যাকুল হৈ পৰে। উচ্চ শিক্ষাৰ কাৰণে যোৱাত বাহিৰে অইন কোনো কামতে মই তেওঁৰ ইচ্ছাৰ প্ৰতিকূলে কোনোদিন কোনো কাম কৰা মোৰ মনত নপৰে, আনকি চাকৰিৰ কৰ্মক্ষেত্ৰ নিৰ্বাচনৰ বেলিকাও। 'পিতৰি প্ৰীতিমাপন্নে প্ৰিয়ন্তে সৰ্বদেৱতা' আছিল মোৰ জীৱনৰ মূল মন্ত্ৰ। তেৱোঁ মোক 'বাপা'ত বাহিৰে এদিনো নাম কাঢ়িয়ে মাতি পোৱা নাছিল।

ওৰাঙলৈ যাবলৈ বুলি মই সিদিনা অমূল্য খুৰাদেউৰপৰা চাইকেলখন খুব পুৱাতে আনি আমাৰ ঘৰত ৰাখিছিলোঁ। এইখিনিতে আকৌ নকৈ নোৱাৰোঁ মাহীমাই মোক কোনো দিন গৰম ভাত নুখুৱাকৈ ক'লৈকো যাত্ৰা কৰিবলৈ নিদিছিল। দহো বন কাতি কৰি থৈ ভাত ৰান্ধি খুৱাব যে খুৱাবই। সেইদিনাও সেয়ে হ'ল।

ৰাতিপুৱা ৯ মান বজাত মই যাত্ৰা কৰি ওলালোঁ। মৌজাদাৰ শৰৎ বৰুৱাক ওৰাঙত লগ ধৰাই মোৰ একমাত্ৰ উদ্দেশ্য। পুনৰুক্তি হ'লেও মই দুনাই নকৈ নোৱাৰোঁ এনেবোৰ কামত মোৰ উপদেষ্টা আৰু পথ-প্ৰদৰ্শক আছিল দীন চহৰীয়া ছাৰ। গতিকে মই পোনেই তেওঁৰ তালৈ মঙলদৈলৈ বুলি চাইকেলত উঠিলোঁ। বাটে বাটে মনত নানা কথা পাঙি পাঙি গৈ ভেবাৰ ঘাটত চহৰীয়া ছাৰক লগ ধৰিলোঁ। কথা পাতিলোঁ। তেখেতে হাঁহিমুখে উৎসাহ-অনুপ্ৰেৰণা দি ভাত খাই যাবলৈ কলে। মই ঘৰত গৰম ভাত খাই গৈছোঁ—নাখাওঁ বুলি কোৱাতো তেওঁ নেৰিলে। ক'লে—দহ মাইল বাট চাইকেল মাৰি অহাত তোমাৰ ঘৰত ৰাতিপুৱা খোৱা ভাত এতিয়ালৈ হজম নোহোৱাকৈ থকা নাই। তাতে বাটত জীয়া-ধনশ্ৰী নদীটোও আছে। তাকো পাৰ হ'ব লাগিব। বতৰো বেয়া। —মই তেখেতৰ উপদেশ নামানি নোৱাৰিলোঁ। ভাত খালোঁ।

এইদৰে দুপৰীয়া এক মান বজাত মঙলদৈৰপৰা জয়-যাত্ৰা আৰম্ভ কৰা হ'ল। অলপ দূৰ আগ বাঢ়োঁতেই বাটতে খেলাৰু বন্ধু চমচেৰ আলীক লগ পাই কথা আৰম্ভ কৰিলোঁ। তেওঁ মোৰ সহপাঠীও। তেতিয়া নিশিবালা শ্বিল্ডৰ প্ৰতিযোগিতামূলক ফুটবল খেলা আৰম্ভ হৈছিল। সেই উদ্দেশ্যে তেওঁ টাউনত আছে। মোকো থাকিবলৈ ক'লে। মই ওৰাঙলৈ যাত্ৰা কৰি ওলোৱাৰ কথা তেওঁক ক'লোঁ ; কিন্তু উদ্দেশ্যটো ভাঙি নক'লোঁ। তেওঁ কিন্তু গম নোপোৱাকৈ নাথাকিল হ'বলা। পালে যদিও পালে। বোলে—যি পছ মাৰা মাৰিবা বনত, যি কাম কৰা ৰাখিবা মনত।

১৩/১০/৯৩

# ভৰ-বাৰিষাৰ কাল-সন্ধিয়া জীয়াধনছিৰীৰ বুকুত

এইদৰেই অৰ্থ-সংগ্ৰহৰ উদ্দেশ্যে মোৰ ওৰাং যাত্ৰা আৰম্ভ হ'ল। অকাই-পকাই যোৱা আলিবাট। মাজে মাজে বোকা-পানীৰে ভৰা। আলিবাটে তেতিয়ালৈ শিলগুটি দেখা নাই। বাটৰ বোকাত চাইকেল বজি ৰ'ব খোজে। আকাশ ডাৱৰীয়া। ক'লা মেঘে ওল্দোলাই আছে। কেতিয়া বৰষুণ হয়, কেতিয়া বৰষুণ হয় অৱস্থা। গৰম কিন্তু অসহ্য। ডেই পুৰি নিয়া গৰম। উল্লেখযোগ্য কথা এই যে বাটত ক'তো পানী-দুনি খাবলৈ আলিৰ দাঁতিত ভাল দোকান-পোহাৰ নাই। ভাল মানুহৰ ঘৰ-দুৱাৰো নাই। তেনেকৈ গৈ গৈ পাঁচ মান বজাত জীয়াধনছিৰী নদীৰ ঘাট পালোঁ।

ঘাটলৈ পাৰ-নাও আছে। তেতিয়া ধনছিৰীত পানী আহিছে। পাৰ-ঘাট পানীৰ তলত। ঘাটলৈ যোৱা আলিও পানীত ডুব গৈছে। আলিৰ ওপৰত একঁঠু পানী। ৩০০/৪০০ গজমান দূৰৰপৰা এই অৱস্থা। ঘাটৰ ওচৰতে এজোপা ডাঙৰ কহিমলা গছ আৰু তাৰ বেৰি-কুৰি ৰখা ভেটিটো আছে। ভেটি পানীত তল যাবলৈ আৰু এবেগেতমান বাকী। তাৰে ওচৰত ঘাটৰ পাৰ-নাও ৰয় আৰু মানুহ-গৰু আদি তাতে নামি পানীৰ মাজেদি খোজ কাঢ়ি আহি আলি-বাট লয়।

চাইকেলখন ঠেলি লৈ মই পানী ভাঙি ভাঙি জপং জপংকৈ গৈ ঘাট পালোঁ। মই গৈ পোৱাৰ খন্তেক আগে ঘাটৰপৰা পাৰ-নাও ঘাট এৰি যোৱা মই দূৰৰপৰা দেখিছিলোঁ আৰু সেইদেখি ঘাটৰ প্ৰকৃত স্থান সম্পৰ্কে মোৰ মনত সন্দেহ নুপজিল। গৰু-ছাগলী, মানুহ আৰু আনকি ম'হ এহালো সেই পিনেদি পাৰ হৈ অহা মই দেখিছিলোঁ।

ঘাটত পানীৰ মাজতে থিয় হৈ প্ৰায় এঘন্টামান ৰ'লোঁ ঃ আশা—জানোচা পাৰ-নাও সোনকালে আহেয়ে। চেণ্ডেল যোৰ তেতিয়া চাইকেলৰ হেণ্ডেলত আঁৰি লৈছিলোঁ। গছডালেই আছিল মোৰ একমাত্ৰ আশ্ৰয়। বুৰ নোযোৱা আলিখণ্ডৰপৰা ঘাটটো বা পাৰ-নাও ভালকৈ নেদেখি।

লাহে লাহে এন্ধাৰ নামি আহিল। ইফালে পিয়াহত মোৰ অষ্ঠ-কণ্ঠ শুকাই গ'ল। চকুৰে ধুঁৱলি-কুঁৱলী দেখিবলৈ ধৰিলোঁ। নদীৰ পানী বিপৰ্য্যয় ঘোলা। মুখত দিবলৈ একোমতে সৎ নাযায়। ইফালে এঢোক হ'লেও পানী নাখালে যেন মই মৰিম—এনেকুৱা লাগিল। চাৰিও ফালে চাই খোৱা পানীৰ চিন্তা কৰিবলৈ ধৰিলোঁ। পাৰ হও বা নহও, পাৰ হ'ব পাৰোঁ বা নোৱাৰোঁ, মই যেন পানী এচলু খাবই লাগিব, আৰু তাকে নকৰিলে মই মৰিম—সি যেন ধ্ৰুৰুপ। মোৰ চাৰিওকালে পানী ; মই পানীৰ মাজতে আছোঁ অথচ খাবলৈ মই পানী এটোপাও নাপাওঁ। বিধিৰ কি বিড়ম্বনা।

চকুৰে মনিব পৰা কিছু দূৰত এটা জুপুৰি ঘৰবপৰা কোনোবা মানুহ ওলাই অহা যেন চকা-মকা দেখিলোঁ। মৈমনসিঙীয়া মুছলমান লোকৰ পঁজা বুলি অনুমান হ'ল। চাইকেলখন গছজোপাতে আওজাই থৈ তালৈকে পানীৰ মাজেদি খুপি খুপি খোজ ল'লোঁ। গৈ দেখোঁ ঘৰটোৰ ভেটি পানীৰ তলত। মানুহবোৰ চাং পাতি আছে। তাৰে কিছুমান ইতিমধ্যে টালি-টুপলি লৈ দূৰলৈ গৈছে।

মোক দেখি সিহঁত আচৰিত হ'ল। ক'ৰ মানুহ, ক'লৈ যাওঁ, কি লাগে মোক সুধিলে। মই একে উশাহে ক'লোঁ—ভাই কুৰ্মা, বৰ পিয়াহ লাগিছে। বাকী খবৰ পিছত ক'ম—মোক খাবলৈ পানী দিব পাৰিবা নে? পিয়াহত মোৰ প্ৰাণ যায়। মোৰ প্ৰাণটো বচোৱা ভাই।

সি ক'লে—কলহত পানী আছে হ'বলা বহ। —এইবুলি এটা কলহ আৰু এটা বাঁহৰ চুঙা লৈ আহিল। চুঙাটোত বাকি লৈ খাব লাগে। সিহঁতে নদীৰ পানী মাটিৰ কলহত থৈ নিজৰাণি পৰিলে খায়। তাকে মোকো দিলে। মই হাতৰ আজলিত লৈয়ে দুঢোক নে তিনি ঢোক মান পানী খালোঁ। অমৃত পিয়া যেন লাগিল। তাৰ পাছত কথা-বতৰা অলপ পাতিলোঁ। সিহঁতে মোক ক'লে—এঘণ্টা মানৰ ভিতৰতে মানুহ নিবলৈ পুনৰ পাৰ-নাও আহিব। ঘাটত মানুহ নেদেখিলে সিহঁত নাহিব বা মাজৰপৰাযে উভতি যাব পাৰে। গতিকে সোনকালে ঘাটলৈ যোৱাই ভাল।

সিহঁতৰ উপদেশ শুনি মই ঘাটলৈ বুলি উভতি খোজ ল'লোঁ। ঘাট পালোঁগৈ। এনেতে মেঘে গহীনকৈ গাজিবলৈ ধৰিলে। বিজুলীৰ চিকমিকনিও ঘন হৈ আহিল। ক্ৰমে এন্ধাৰত নিজৰে হাত-ভৰি নেদেখা হ'ল। তেতিয়াহে গাত ইয়াদ আহিল। ভাবিলোঁ—এতিয়াহে তামাকাঁহা বাহিৰ হ'ব। মই এতিয়া কৰোঁ কি? যাওঁ ক'লৈ? মণ্ডলদৈলৈ উভতি যোৱাৰ প্ৰশ্ন নুঠে। আগুৱাই যাবলৈকো সম্মুখত জিয়াধনছিৰী। তাতে পৰ্বতীয়া ধল বুকুত লৈ ধনছিৰীযে তাণ্ডৱ নৃত্য আৰম্ভ কৰিছে। চাৰিও ফালে পানী। পানীহে পানী। ধলৰ বাঢ়নী পানী বাঢ়ি আহিব লাগিছে। একেই মুখাঙ্কেৰি লাগিছে তাতে আগন্তুক বিপদৰ সূচনাত চকুৰেও ধোঁৱা-কোৱা দেখিবলৈ ধৰিলোঁ। বিপদ ঘনীভূত হৈ অহাত বাৰুকৈয়ে প্ৰমাদ গণিলোঁ। মনতে ভাবিলোঁ আজি মৰণ অনিবাৰ্য্য। এনে জীৱন অৱশ্যে সংসাৰত নথকাও ভাল। মনতে তেনে অৱসাদ আহিল।

এনেকৈয়ে গছজোপাকে আশ্ৰয় কৰি এন্ধাৰত চাইকেলখনৰ ওচৰত থিয় হৈ মনতে ভগৱানৰ নাম লৈ আছোঁ। এনেতে ভূতৰ ওপৰতে দানহ ওলাল। পানীৰ ওপৰত কিহবাৰ জপং জপং শব্দ। কিবা চতুষ্পদী জন্তু যেন অনুমান হ'ল। মোৰ ফালে আগুৱাই অহাৰ দৰে শব্দ। মোৰ ফালেই আহিছে, সন্দেহ নাই। ভাবিলোঁ—এই ঘোৰ বানপানীত আৰু কি আহিব? বনৰাজ বাঘেই হ'ব। মোৰ আশ্ৰয় হ'ব আজি বনৰজাৰ উদৰতে। গা থক্ থক্কৈ কঁপিছে। ভয়তো, পানীত ঠেৰেঙা লাগিও। মৰি-মৰবাহ দি সাহ কৰি মই মাত লগাই সুধিলোঁ—সেয়া কোন? কোন নো? বহুত বাৰ

মতাৰ পিছত উত্তৰ আহিল—মই। গাই দামুৰিহাল লৈ আহিছোঁ। পানী উঠিছে। আপুনি নো কোন? কিহৰ কাৰণে বৈ আছে? অকলে এনেকৈ নাথাকিব। বানপানীত জন্তু-জানোৱাৰ আহে। ই বেয়া ঠাই!

ভাবিলোঁ—বাঘে খাব নুবুলি ক'লে—জন্তু-জানোৱাৰ আছে। —মই পোনে পোনেই সুধিলোঁ—পাৰ-নাও পাম নে ককাই?

—পাব ; কিন্তু মানুহ থকা বুলি গম পালেহে নাও আহিব। নহ'লে নাহে।

তাৰ অলপ পিছতে মই গাৰ বলেৰে চিয়ঁৰি চিয়ঁৰি মাতিবলৈ ধৰিলোঁ—ঐ নাৱৰীয়া কাই। ঐ নাৱৰীয়া কাই। আমি ইযাতে বৈ আছোঁ, আহা! আহ্ ঐ আহ্!

পানীৰ মাজৰ নিস্তব্ধতাই মোৰ চিয়ঁৰৰ উত্তৰ দিলে। পানীত অকণমান কিবা শব্দ এটা হ'লেই মোৰ গা জিকাৰ খাই উঠিবলৈ ধৰিলে। মানুহজনো আঁতৰি গুচি গ'ল। মই ভগৱানৰ কৃপাৰ ওপৰতে ভৰসা কৰি তেওঁৰে নাম লৈ মৰণত শৰণ দি বৈ থাকিলোঁ। মাজে মাজে উকি মাৰি উঠোঁ—আহ্ ঐ নাৱৰীযা কাই, আহ্! আহ্ ঐ আহ্।

কিছুপৰৰ পাছত জুইৰ পোহৰ এচেৰেঙা নদীৰ সোঁমাজত দেখা যেন লাগিল। লেমৰ পোহৰ হ'বলা। আকৌ চিয়ঁৰিলো। এনেতে নদীৰ মাজত কোনোবাই ডাঙৰ ডাঙৰকৈ কোৱা শুনিলো—ঘাটত মানুহ আছে , নাও ফিৰাব নালাগে। ঘাটলৈ ব'লচোন! বানপানীৰ মানুহ।

মই আকৌ চিয়ঁৰি ক'লোঁ—ঐ নাৱৰীযা কাই, মৰিলোঁ ভাই, মৰিলোঁ! সোনকালে আহা! সোনকালে আহা ভাই!

ভগৱান আছে। পাৰ-নাওখন আহিল। লগে লগে ডবাপিটা বৰষুণো। ভাবিলোঁ—ইমান পৰে যে বৰষুণ অহা নাছিল তাতেই ৰক্ষা। তিতি-বুৰি তেনেই জুৰুলা-জুপুৰা হ'লোঁ। আনৰ ছাতিৰ তললৈ হেঁচি-ঠেলি যাবলৈও লগত আছে এখন চাইকেল। যি হওক নদীৰ বুকুত মৰিলেও অন্ততঃ লগেভাগে মৰিম ! অকলে নমৰোঁ ; সেয়ে সান্ত্বনা।

ভুটান পৰ্বতৰপৰা কোবাল গতিত নামি অহা জীয়াধনছিৰীৰ সোঁত বুলিলে বুলিবৰ নাই। জীয়াধনছিৰীৰ সোঁত ভৰলীৰ সোঁততকৈও কোবাল। সাপৰ নেজ ছিঙা তাৰ ক্ষিপ্ৰ গতি। বাৰিষা পানীৰ ধল নামিলে ভৈযামত নদীৰ বুকুত সঘনে ডকা-চাকনৈয়া ফুটিবলৈ ধৰে। কি যে তাৰ আস্ফালন! কি ভয়ঙ্কৰ ৰূপ! নাৱৰ বুকুত থাকোঁতে আমি তাৰ ৰূপ দেখিবলৈ নাপালেও শব্দ দুই-তিনিবাৰ শুনিছিলোঁ। ভয়ত পেঁপুৱা লাগি আছিলোঁ। এনেকৈয়ে গৈ আমাৰ নাও পাৰত চাপিল। আমি ধনছিৰীৰ সিপাৰত উঠিলোঁগৈ।

২/১১/৯৩

# সদায়ে একেটা বাজনা

হাজাৰ হ'লেও মৰিব লগীয়া নাথাকিলে মানুহ নমৰে। দুৰ্যোগ বিপদ-বিঘিনিয়ে তেওঁৰ শক্তি আৰু ধৈৰ্য্যৰ পৰীক্ষা মাত্ৰ লয়। কাক কি উদ্দেশ্যত জীয়াই ৰাখে, কাৰ দ্বাৰা কি কাম কৰাব তাক নেদেখা জনেহে স্থিৰ কৰে ঃ কৰোঁ বুলি কোনেও একো কৰিব নোৱাৰে। ময়ো পাৰ-নাৱেৰে ভৰ-বাৰিষাৰ দোকোল-টকা কোবাল সোঁতৰ জীয়াধনশিৰীৰ সিপাৰত উঠিলোঁ গৈ। ইয়াতে কৈ থোৱা ভাল জীয়া-ভৰলী, জীয়া-ধনশিৰী, মহাবাহু লুইত আদি নৈৰ ওপৰেদি দলং দিয়াৰ কল্পনা সেই দিনত আছিল সপোনৰ অগোচৰ কথা। সি যি হওক, মই ঘিটমিটীয়া আন্ধাৰ ৰাতি জীয়া-ধনশিৰীৰ সিপাৰত উঠিলোঁ গৈ। জীয়াধনশিৰীয়ে জীয়াধনশ্ৰী বা জিয়াধনছিৰী।

বৰষুণ তেতিয়া অলপ কমিছে যদিও, কিন্‌কিনাই দিয়ে আছে। মেঘৰ গাজনি হ'লে কমা নাই , বৰং বেছিহে হৈছে। মই সেই বৰষুণতে নাৱৰপৰা নামি যাত্ৰা কৰিব খোজা দেখি কোনোবা এজন বয়সস্থ লোকে সুধিলে—তুমি এই জিপ্‌জিপীয়া বৰষুণত এন্ধাৰে-মুধাৰে ক'লৈ যাবলৈ ওলাইছা? বাট হাবি-জংঘলেৰে ভৰা। মাজে মাজে পানীও পাব পাৰা!

মই শৰৎ বৰুৱা মৌজাদাৰৰ নাম কোৱাত তেওঁ ক'লে—ইয়াৰ আগৰখন ফেৰিত তেওঁৰ ঘৰৰ ওচৰলৈকে যোৱা মানুহ আছিল। এতিয়া ইমান ৰাতি—মূৰৰ ওপৰত বান বাৰিষাৰ বৰষুণ—তাতে বাট হ'ল পানী-পোতেৰে ভৰা—তুমি অকলে অকলে যাব পাৰিবা জানো? নহ'লে এটা কাম কৰা। ইযাতে ঘাটৈৰ বাহাতে কিছু পৰ ৰোৱা , বৰষুণ এৰিলে যাবা। দিন-কাল বেয়া।

মই শুনিলোঁ ; কিন্তু নামানিলোঁ। যাবই লাগিব। যাব পাৰিম বুলি ক'লোঁ। আৰু সুধিলোঁ—আৰু নো কিমান দূৰ আছে?

—আছে, কমেও তিনি-চাৰি মাইল।

মই মুখেৰে একো নামাতি কিন্‌কিনীয়া বৰষুণ মূৰত লৈ পুনৰ মোৰ আপদীয়া যাত্ৰা আৰম্ভ কৰিলোঁ। ইয়াকে জীৱন-যাত্ৰা বোলে। সহজে ইয়াৰ অন্ত নপৰে।

মৌজাদাৰৰ ঘৰ আলিৰ দাঁতিতে। তাত তেওঁ বঙলাত ৰাতি ডাঙৰ পেট্ৰ'মাক্স লাইট বহুত দূৰৰপৰা দেখাকৈ জ্বলাই ৰাখে বুলি মণ্ডলদেতে দীন চহৰীয়া ছাৱে কৈছিল। চোৰ-মাকাৰৰপৰা হাত সাৰিবলৈ তাকে কৰে বুলি কৈছিল। গতিকে তাৰেই আশা আৰু সাহ বুকত বান্ধি গৈ আছিলোঁ।

চাইকেলত গৈ থাকোঁতে ৪/৫ মাইল মান যোৱা যেন লাগিল। তথাপি লাইটৰ কেনিও ক'তো দেখা-দেখি নাই। মনতে পুনৰ প্ৰমাদ গণিলোঁ। মোক লৈ তুমি কি খেলা খেলিছা প্ৰভু—বুলি ওৰে বাটে ভগবানৰ নাম ল'বলৈ ধৰিলোঁ ; কেতিয়াবা

গুণগুণাই, কেতিয়াবা কুটাই। কেতিয়াবা আকৌ মনে মনে। নীৰৱে। তথাপি লাইট-টাইট একো নেদেখি স্থিৰ কৰিলোঁ—আজি আমাৰ সংস্কৃত পাঠ্যত পোৱা সেই—'মৃত্যুৰেৱ ন সংশয়ঃ'—বচন ফলিয়াব। ইফালে চাইকেলৰ পেডেল যন্ত্ৰ-চালিতৰ দৰে মাৰিয়ে আছোঁ—একেটা গতিত, একেটা ভঙ্গীত। ভাগ্যে চাইকেলখন আছিল পুৰণি মডেলৰ মজবুট চাইকেল। নহ'লে বাটতে সিও ক'ৰবাত থথি পিতিলে বিপদৰ ওপৰতে বিপদ হ'লহেঁতেন। এন্ধাৰত চেইন বাগৰা হ'লেও কি দুৰ্গতি হ'লহেঁতেন অনুমান কৰাই টান। তেনেকৈ বল দি চাইকেল চলাই শামুকীয়া গতিত গৈ থাকি সম্মুখৰ ফালে দূৰত, বহু দূৰত হঠাৎ লাইটৰ পোহৰ একণ দেখিলোঁ। জীউটো অহা যেন লাগিল। ভাবিলোঁ ই চহৰীয়া ছাৰে কোৱা লাইটেই হ'ব। অলপ দূৰ গৈ দেখোঁ ক্ৰমে গোটেইখন ঠাই পোহৰত তেনেই জোনালী-মোনালী। যেন 'কীৰ্তন'ত বৰ্ণনা কৰা স্যমন্তক মণিৰহে দীপ্তি। তেতিয়া কিজানি ৰাতি ন মান বাজিছিল। চকুত মৌজাদাৰ বৰুৱা ডাঙৰীয়াৰ বঙলা জিলিকি উঠিল।

লাইটৰ পোহৰত চাইকেলৰপৰা নামিলোঁ। শৰীৰত প্ৰাণ আছিল নে নাই নাজানো। মোৰ কষ্টৰ ওৰ পৰি অহা দেখিয়ে হ'বলা বৰষুণ তেতিয়া এৰিছিল। পাতলে দুই-এটোপ দি আছিল যদিও তালৈ মই ভ্ৰূক্ষেপ কৰা নাছিলোঁ। বঙলাত খবৰ লৈ চাকৰ-বাকৰৰপৰাও জানিব পাৰিছিলোঁ সেইটোৱে বৰুৱা মৌজাদাৰৰ ঘৰ। মই আগতে তেখেতলৈ এখন পোষ্ট-কাৰ্ডো লিখিছিলোঁ। তাত কেৱল যাম বুলিহে লিখিছিলোঁ—কেতিয়া যাম, কি কথা একো লিখা নাছিলোঁ। গৈ পাই খবৰ লৈ জানিব পাৰিলোঁ মৌজাদাৰ ডাঙৰীয়া সন্ধিয়াতে ওলাই গৈছে ঃ সম্ভৱ ওচৰতে ক'ৰবাত তাচ-পাশা খেলি গল্প-গুজৱ কৰি আছে। তেখেতৰ পৰিবাৰ ঘৰত আছে। মই কৈ পঠালোঁ—তেখেতক ছিপাঝাৰৰপৰা এজন কোনোবা বৰুৱা আহিছে বুলি ক'লেই হ'ব। —টিপতে কৈ থোৱা ভাল হ'ব যে বৰুৱা মৌজাদাৰবো ঘৰ ছিপাঝাৰতে ; আমাৰ ঘৰৰ ওচৰতে। গতিকে ছিপাঝাৰৰ বৰুৱা হ'লে—মৌজাদাৰৰ কোনোবা লগা-ভগাই হ'ব। —দূতেও ভিতৰত তেনেকৈয়ে খবৰ দিলেগৈ।

শুনিয়ে এগৰাকী গাভৰুৰ লেখীয়া উজ্জ্বল চেহেৰাৰ ৰূপহী ৰমণী ওলাই আহিল। মোক দেখি তেখেত অলপ আচৰিত হ'ল, কাৰণ আগতে কোনোদিন তেখেতে মোক দেখা নাই। মই সেইটো অনুমান কৰিব পাৰি পোনেই নমস্কাৰ জনাই ক'লোঁ—মোৰ নাম অতুল বৰুৱা। মই ছিপাঝাৰৰপৰা আহিছোঁ। আপুনি মৌজাদাৰণী খুৰীদেউৰ.....

—এৰা, ময়ে তেওঁ। তুমি ছিপাঝাৰৰপৰাই আহিলা নেঃ

—হয়, ছিপাঝাৰৰপৰাই আহি আছোঁ। চাইকেলত আহিছোঁ।

তেওঁ তৎক্ষণাৎ ভিতৰ সোমাল। মোৰ লগত আৰু একো কথা নাপাতি কাপোৰ সলাবলৈ এখন ধুতি আৰু গামোচা আনি মোক দিলে। ক'লে—সেই কোঠালিটোতে গামোচাৰে গাটো মচি-কাচি লৈ চুৰিয়াখন সলোৱা। তেনেই তিতি গৈছে। জুই একুৰা ধৰি

দিওঁ, তাতে হাত-ভৰিবোৰ সেকা। গৰম পানী দিওঁ, তাৰে হাত-মুখ ভালকৈ ধুই লোৱা। —কোৱায়ে নহয় তৎক্ষণাৎ এইবোৰ চকুৰ পচাৰতে হৈ উঠা দেখি মই স্তম্ভিত হ'লোঁ। লগে লগে চাহ-জলপান আহিল। লগতে পিছিবলৈ এটা নতুন গেঞ্জিও। জলপানৰ ভিতৰত—এতিয়াও মনত আছে—আগতে কোনো-কালে নোখোৱা ধবধব বিউত ভজা ফুলা ফুলা গৰম লুচি, ডাঙৰ ৰসগোল্লা, কণীৰ অমলেট আৰু যেলেনা ভজা। মনতে প্ৰশ্ন হৈছিল—তৎক্ষণাৎ এইবোৰ কেনেকৈ হ'ল? সাধুকথাত কোৱাৰ দৰে—হিৰী আত্তিৰ ভৰ্, ইয়াতে সকলো হৈ পৰ্—হ'ল নেকি?

পেটত বৰ ভোক লাগিছিল। চাহ-জলপানখিনি পেটলৈ যোৱাত কোনোমতে প্ৰাণ পোৱা যেন লাগিল। বৰুৱানী খুৰীদেউক নিজৰ মাতৃ যেন অনুভৱ হ'ল। চাহ খোৱাৰ পিছত তেখেতে আহি খা-খবৰ সুধি মই পঠোৱা চিঠি পোৱা বুলি ক'লে। মনতে ভাবিলোঁ—ঈশ্বৰ আছে। ঈশ্বৰে মানুহৰ সুখ-দুখ দেখি থাকে।

তেখেতে ক'লে—খুৰাৰে তোমাৰ কথা কৈয়ে থাকে। তোমাক আগতে দেখা নাছিলোঁ যদিও তোমাৰ কথা শুনি আছিলোঁ। খুৰাৰে এতিয়াই আহি পাব। গুচৰৰে ক'ৰবাত কোনোবা বন্ধুৰ ঘৰত কথা পাতি আছে চাগে।

আধা ঘণ্টা মানৰ ভিতৰতে শৰৎ বৰুৱা খুৰাদেউ পালেহি। খা-খবৰ সুধিলে। মোৰ লগতে জুহালৰ কাষত কিছু পৰ বহিল আৰু ভ্ৰমণ-কাহিনী শুনিলে। বৰ কষ্ট পালোঁ চাগে বুলি সহানুভূতিও প্ৰকাশ কৰিলে।

ৰাতিৰ ভোজনত তেখেত আৰু মই একেলগে বহি খালোঁ। মল-মলাই গোন্ধাই থকা জহা চাউলৰ ভাত। তাকে কাঁহীত ধুনীয়াকৈ বাটিৰে চাব মাৰি গোলাকাৰকৈ সজোৱা। পহুৰ মঙহ আৰু মাছৰ দুখন তৰকাৰি দুটা বাটিত। অইন এটা বাটিত অৰহৰ দালি। এইবোৰৰ উপৰি বেচন সানি ভজা ভোলা-বেঙেনা, বিলাহী-বন্ধাকবি-পালেঙৰ সেউজীয়া চাটনি আদিবোৰতো আছেই। সৰ্বশেষত মখা দৈ আৰু ৰসগোল্লা। ইমানবোৰ ব্যঞ্জন আৰু দিহেৰে ইতিপূৰ্বে এনেকৈ খাবলৈ পোৱা মনত নপৰে। খাওঁতে বহুত কথা পাতিলোঁ ; কিন্তু ঘাই কথাটোহে পতা নহ'ল। তেওঁ মোক কি সহায় দিব, কি কৰিব আদি একো নুলিয়ালে। মৰো লাজতে নক'লোঁ। সিদিনায়ে নহয় পিছ দিনাও ভূৰি ভোজন হ'ল। তেখেতে তাতে কেইদিনমান থাকি আহিবলৈ ক'লে। তৃতীয় দিনা মই ঘৰলৈ যাব খোজোঁ দেখোন বুলি লাহেকৈ কোৱাত তেখেতে কলে—যাবৰ হ'লে নে? কালিলৈ যাবাগে বাৰু। নিশিবালা খিলৰ ফুটবল খেলাতো তুমি আছা বুলি শুনি আহিছোঁ। ভাল কৰিছা। —আৰু একো নক'লে।

আহিবৰ দিনা পুৱা তেওঁ মোক ক'লে—তুমি মন দি পঢ়িবা। নাম লগোৱাৰ পাছত মই তোমাক substantially help কৰিম। হ'ব নে? —মই 'হব' বুলি ক'লোঁ। মনত সুখ-দুখ, আশা-আকাংক্ষাৰ নানা ছবি আঁকি চাইকেলখনকে সাৰথি কৰি পুনঃ ঘৰমুৱা হ'লোঁ। দুৰ্বৰা কৰিয়ে লিখা ওমাৰ খৈয়ামৰ এপাৰী কথা তেতিয়া মনত পৰিছিল—'শেষ লাভ মোৰ—গ'লোঁ যেই বাটে—সেই বাটেদিয়ে আহিলোঁ ঘূৰি।'

উভতি আহোঁতে অৱশ্যে বাটত একো বিঘিনি নঘটিল। ভাল বতৰত ভালে ভালে ঘৰ পালোঁহি। দীন চহৰীয়া ছাৰে সকলোবোৰ শুনি ইয়াকে মাত্র ক'লে—তেওঁ কিছু টকা এতিয়াই দিয়া হ'লে ভাল আছিল। অৱশ্যে নিদিয়াকৈ নাথাকে। তেওঁ এক কথাৰ মানুহ।

মণ্ডলদৈ চহৰ পোৱাৰ লগে লগে মোক মদ-মহলদাৰ ওৱাজেদ আলিয়ে লগ ধৰিলে। তেওঁ ক'লে—তোমাৰ কথা আমি পাতিয়ে আছোঁ। এতিয়া তুমি খিল্ড খেলা শেষ নোহোৱালৈকে টাউনতে থাকিব লাগিব। তুমি আমাৰ এজন লেখৰ খেলুৱৈ। ইয়াত তোমাৰ থকা-মেলাৰ ব্যৱস্থা আমি কৰিম। তাৰ উপৰি তুমি কিয় ঘূৰিছা—মই জানিব পাৰিছোঁ। তোমাক মই আনে যিমানখিনি টকা হাতত দিয়ে সিমানখিনি অকলেই দিম—হ'বনে? —মই উল্লাসিত হৈ ক'লোঁ—ধন্যবাদ। এতিয়া দিলোঁ ইমানেই আৰু পিছে-পৰে আটাইখিনি দিম। —কৈ থোৱা ভাল কাৰ্য্যতঃ তেওঁ একেলগে এধাৰতে পচিশ টকা দি অভিলেখ ৰাখিছিল। একেবাৰতে ইমান টকা মোক তেতিয়ালৈকে কোনেও দিয়া নাছিল।

এইদৰে অৰ্থ-সাহায্য সংগ্ৰহ একৰকম শেষ হ'ল। মেট্রিকুলেছনৰ পাছ-ফেইলৰ খবৰ ওলাল। সংস্কৃতত দুটা লেটাৰ সহ প্ৰথম বিভাগত উত্তীৰ্ণ হ'লোঁ। বৃত্তিৰ খবৰলৈ পলম আছে।

খবৰ ওলাবৰ দিনাৰ এটা আমোদজনক ঘটনা মনত পৰিছে। আমাৰ লগতে মমত শইকীয়া বুলি এজন ছাত্ৰই পৰীক্ষা দিছিল। সম্ভৱ তেওঁ আছিল 'প্ৰাইভেট' প্ৰাৰ্থী। তেওঁক সকলোৱে চিনি পায় আৰু ধেমেলীয়া লোক বুলি জানে। ফুচুৰি কথা কৈ তেওঁ সদায় লগৰীয়া-সমনীয়া সকলোকে আমোদ দিয়ে। শিক্ষকেও তেওঁক সেইদৰে ভাল পায়। পৰীক্ষাত তেওঁ তৃতীয় বিভাগত উত্তীৰ্ণ হৈছিল। তাতে মহা উল্লাসেৰে তেওঁ আমাৰ লগতে গৈ দীন চহৰীয়া ছাৰক দেখা কৰিছিল। তেওঁ ছাৰক কৈছিল—ছাৰ, ময়ো পাৰ হ'লোঁ নহয়। শুনিছেনে নাই?

—হয় নেকি? কোন বিভাগত?

—ছাৰ, ৰয়েল ডিভিজনত। তাৰো একেবাৰে শেষত নহয় বুলি ধৰি লৈছোঁ।

—বৰ ভাল হৈছে। পিছে তৃতীয় বিভাগতে তোমাৰ ইমান উলাহ-আনন্দ দেখি মই বৰ ৰং পাইছোঁ। মানুহ তোমাৰ দৰে হ'ব লাগে।

—হয় ছাৰ, এটা কথা নহয়। এইবাৰ বোলে আমাৰ অসমতে ফেইলৰ সংখ্যা প্ৰায় দহ হাজাৰ। তেনেহ'লে মইতো তৃতীয় বিভাগত পাছ কৰিও অন্ততঃ এই দহ হাজাৰৰ ওপৰত আছোঁ। গতিকে মই ফুৰ্তি কৰিছোঁ ছাৰ। কান্ত ফেইল হ'ল ছাৰ। কিন্তু সিও দুখ কৰা নাই। সি কি কৈছে শুনিছে নে ছাৰ?

—কি নো কৈছে?

—কৈছে—মেট্রিকত কান্ত ফেইল নহে অতুল বা চিন্তেশ ফেইল হ'ব নে? ক্লাচ ছিক্সৰপৰায়ে বছৰেকীয়া পৰীক্ষাত সদায় একেটা বাজনা। বোলে কেইল হ'ল

কোন? —কান্ত। মেনেজিং কমিটিয়ে পাছ কৰিলে কাক? —কান্তক। —এইদৰে মেট্ৰিক পৰীক্ষা দিলে গৈ। পিছে মেট্ৰিকততো মেনেজিং কমিটি নাই। গতিকে কান্ত ফেইল নহৈ কোন হ'ব?

কান্ত আৰু মই একে শ্ৰেণীৰ লোক ছাৰ।

৫/১/৯৪

# এষাৰি আয়ে দেহি

আহুকলীয়া ৰৌতা-যাত্ৰাৰ সামৰণি পেলাই ঘৰৰ ল'ৰা ঘৰ পালোঁহি। যাত্ৰাৰ এসপ্তাহ মান আগে গুৱাহাটীত থকা বৰদেউতা জনাৰাম ময়ুৰাৰ্লৈ এখন পোষ্ট-কাৰ্ড লিখিছিলোঁ। বৰদেউতাই তেতিয়া বেলত দাৰোগা কাম কৰে। পল্টন বজাৰত থাকে। চৰকাৰী আৱাস। আটোমটোকাৰি সৰু পকী ঘৰ। চিঠিত মই লিখিছিলোঁ—কলেজত পঢ়াৰ প্ৰবল ইচ্ছা। বৃত্তি পালে পঢ়িম, নাপালে কিছুদিন পঢ়ি উচ্চ শিক্ষাৰ জুতি চাই উভতিম। তাৰ কাৰণে ধন-পইচা অলপ সংগ্ৰহ কৰাত লাগিছোঁ। গুৱাহাটীত আপোনাত বাহিৰে আমাৰ নিজৰ বুলিবৰ কেও নাই। গতিকে পোনতে গৈ কিছুদিনৰ কাৰণে আপোনাৰ তাত নুঠিলে মোৰ উপায় নাই। আপুনি আশ্ৰয় দি মোক এইফেৰা সহায় কৰিব বুলি আশা কৰিলোঁ। আপোনাৰপৰা দিহা-পৰামৰ্শ পালে সুখী হ'ম। আপোনাৰ উত্তৰলৈ বাট চাই ৰ'লোঁ।—

ঘৰ পায়ে ক'ৰবাৰপৰা কিবা চিঠি-পত্ৰ আহিছে নেকি খবৰ ল'লোঁ। নাই বুলি শুনি পোনতে ভগ্ন-মনোৰথ হোৱাৰ দৰেই হৈছিলোঁ। তথাপি আশা নেৰিলোঁ ঃ ভাবিলোঁ বোলে 'নুবুৰে মানে বাবা, নমৰে মানে চাবা'। যত্নৰ অসাধ্য একো নাই।

এতিয়া দিন গৈ থকাত মোৰ গুৱাহাটী অভিমুখে যাত্ৰা কৰিবৰ হ'ল। জোঁৱা পুৰি হাত পালেহি। পিতাক কোৱাত তেওঁৱেই যাত্ৰাৰ ভাল দিন এটা চাই দিলে। যাত্ৰাৰ দিনা ৰাতিপুৱা গা-পা ধুই প্ৰথমে ডাঙৰ ভাখেৰিগড়ৰ সন্মুখত আঁঠু কাঢ়ি সেৱা ল'লোঁ।

বৰ-ভাখেৰিৰ দুৱাৰ-মুখত যাত্ৰাৰ পূৰ্বে সেৱা কৰাটো আমাৰ আতা-পিতাৰ দিনৰপৰা চলি অহা ৰীতি। গতিকে ময়ো তাকে কৰিলোঁ। তাৰ পিছত পিতাক আৰু মাহেক আঁঠু কাঢ়ি সেৱা কৰি যাত্ৰা আৰম্ভ কৰিলোঁ। এৰা-এৰি হোৱাৰ সময়ত পিতাই চলচলীয়া চকুৰে ৰুদ্ধকণ্ঠ হৈ ক'লে—কৰুণাময় ভগৱান তোৰ সহায় হওক—বাচা। এইবুলি তেওঁ সৰু শালত-বোৱা উৰ্মাল এখনৰ গাঁঠিত বান্ধি মোৰ হাতত কেইটামান মুদ্ৰা দিলে। ময়ো হাত পাতি আতৌ-পুতৌকে গ্ৰহণ কৰিলোঁ। বাটতহে উৰ্মালৰ গাঁঠি

সন্তৰ্পণে খুলি চাই দেখিছিলোঁ—তাত আছে মহাৰাণীৰ দিনৰ ৰূপৰ টকটীয়া মোহৰ পাঁচটা আৰু মহাৰাণী মাৰ্কা পাঁচটা ঘূৰণীয়া সৰু সিকি। ৰূপৰ মোহৰবোৰ ডাঙৰ ডাঙৰ আৰু খাঁটি ৰূপৰ। সাঁচতীয়া ধন। পিতৃৰ আশীৰ্বাদ বুলি মই তাক সদায় আছুতীয়াকৈ সযতনে ৰাখিছিলোঁ। প্ৰয়োজনতো খৰচ কৰা নাছিলোঁ।

তেতিয়া মঙ্গলদৈৰপৰা গুৱাহাটীলৈ মটৰগাড়ীৰে যাতায়তৰ সুবিধা হোৱা নাছিল। ৰেলেৰে আমি সদায় অহা-যোৱা কৰিছিলোঁ। পুৰা এদিন লাগিছিল।

সন্ধ্যা মই ৰেলেৰে আহি গুৱাহাটী পাই পোনেই ষ্টেচনৰ ওচৰতে থকা দাৰোগা বৰদেউতাৰ ঘৰত ওলালোঁগৈ। আগতে কৈ আহিছোঁ—দাৰোগা বৰদেউতাৰ চৰকাৰী থকা-ঘৰটো বৰ ঠেক আৰু সৰু। ৰেলওৱেৰ পকীঘৰ। মজবুত কিন্তু আহল-বহল নহয়। ৰুমো মাত্ৰ দুটা। ভিতৰৰ ফালে অৱশ্যে এখন বহল বাৰান্দা আছে। তাত বহুত লোকে বহি আৰামেৰে ভাত খাব বা কিবা বিষয়ৰ আলোচনা কৰিব পাৰে।

ওচৰতে সৰু বাহিৰা ঘৰ এটা আছে। তাৰো ভেটি পকী, চাল টিনৰ। কোঠালিও দুটা। তাৰে এটাত লাচনি-পাঁচনি কাম কৰা লগুৱাটো থাকে আৰু আনটো কমত আলহী-অতিথি থাকিবলৈ এখন চাল-পীৰা আছে। থকা-ঘৰৰ লগত সংলগ্ন চালিয়া এখনৰ তলত ৰন্ধা-বঢ়া কাম কৰা হয়। সমগ্ৰ কম্পাউণ্ডটোৰ চাৰিওফালে এখন ওখ পকী দেৱাল।

সেই সময়ত বৰদেউতা আৰু তেখেতৰ পত্নী, মোৰ বৰমাৰ লগত বৰমাৰ শিৱসাগৰীয়া গাভৰু ভনীয়েক এজনীও আলহী আছিলহি। ঘৰখনৰ কুঞ্জ আৰু চুচ নামৰ কণ কণ দুই জীয়ৰী সহ পাঁচোটি প্ৰাণী। তাতে বৰদেউতাৰ ৰাম-লক্ষ্মণ সদৃশ পুত্ৰ সোণ-জিতেনো গৈ মই গৈ পোৱাৰ কিছুদিন আগৰেপৰা তাতে বাহ লৈছিল। সোণৰ লেখা নাম হেমচন্দ্ৰ, মতা নাম সোণ। দুয়ো ককাই-ভায়েকে মঙ্গলদৈ হাইস্কুলৰ ক্লাছ ছিক্সত পঢ়ে আৰু মঙ্গলদৈৰ ওচৰৰ বঙলাগড় বোলা ঠাইত দদায়েকৰ লগত থাকে। বাগৰি ফুৰা (Transferable) চাকৰিত থকাৰ কাৰণে দেউতাকে তেওঁলোক দুয়োকো নিজৰ লগত ৰখা নাই।

সোণ-জিতেনৰ দদায়েক বাসৱচন্দ্ৰ বৰুৱা তেতিয়া মঙ্গলদৈত এগৰাকী স্বনামধন্য উকিল আৰু গণ্যমান্য লোক। বৰদেউতাৰ নিজা ভাই। গৰমৰ বন্ধ হোৱা বাবে সোণ-জিতেন দুয়ো দেউতাক দাৰোগা বৰদেউতাৰ তালৈ গৈ গৰমৰ বন্ধত তাতে মাক-দেউতাকৰ লগত জিৰণি লৈছিল।

সেই সময়তে মোৰ চিঠিখন গৈ বৰদেউতাৰ হাতত পৰিছিল। গতিকে মোৰ প্ৰতি অসীম সহানুভূতি আৰু মৰম থকা সত্ত্বেও বৰদেউতাই মোক মাতি পঠাবলৈ টান পালে। একেই গৰমৰ দিন, তাতে তেওঁৰ সৰু ঘৰটোত তেতিয়া ইমানবোৰ প্ৰাণী। গতিকে মোক মাতি পঠিয়াই তেওঁ নো গেলাতে টেঙা দিয়ে কেনেকৈ? তেওঁ মোৰ চিঠিখন ঘৰৰ সকলোকে পঢ়ি শুনাই সোণক মাতি হেনো কৈছিল—সোণ, তয়ে

অতুল ককায়েৰলৈ তেওঁৰ চিঠিখনৰ উত্তৰ দি। দেখিছয়ে দেখোন—ইয়াত নো ক'ত থাকিব? জাগা ক'ত?

সোণে হা-না একো নক'লে। মৌনং সম্মতিৰ দৰে দেখুৱাই নীৰৱে থাকিল। ক্লাছ ছিক্সৰ ল'ৰা এজনৰ পক্ষে এনে পৰিস্থিতিত কিবা এটা লিখাটোও কম কথা নহয়। তাতে সোণ আছিল মোৰ প্ৰতি সদায় অত্যন্ত সহানুভূতিশীল আৰু শিষ্টাচাৰী। তেওঁ সেই চিঠিৰ উত্তৰ নিদিওঁ বুলিয়ে নিদিলে। মনে মনে থাকিল।

মই তেনে সময়ত গৈ উপস্থিত হোৱাত ৰবদেউতাইঁত বিপাঙত পৰাৰ দৰে হৈছিল। কিন্তু মোক কোনোপ্ৰকাৰে সেইটো জানিবলৈ দিয়া নাছিল। মই দুদিনমান তাতে সোণহঁতৰ লগতে গেলা গৰমত ঢলা-বিছনা পাৰি থাকি তাতে খাই-বৈ কলেজলৈ গৈ ঘুৰাপকা কৰিবলৈ ধৰিলোঁ। ঘৰত কেৱল খোৱা আৰু শোৱা সময়খিনিহে থাকোঁ, বাকীখিনি সময়ত কেনেকৈ কলেজত নাম লগাম, ক'ত থাকিম আদিৰ খা-খবৰ লৈ ঘুৰি ফুৰোঁ। মানুহৰ ঘৰত আহল-বহল খালী বহা কম বা বাৰান্দা দেখিলেও ভাব হৈছিল—ইযাৰে এচুকতে দেখোন থাকিব পাৰি।

আশা-নিৰাশাৰ মাজত বৰশী বাই ফুৰা সেই অস্থিৰতাৰ ভিতৰতে এদিন মোক সোণে কোৱা এটা কথা মোৰ আজিও স্পষ্টকৈ মনত আছে। তেওঁ কৈছিল—তোৰ চিঠিৰ উত্তৰত দেউতাই মোক তোলৈ লিখি জনাবলৈ কৈছিল যে আমাৰ ইয়াত সম্প্ৰতি বহুত মানুহ, তোমাৰ ইয়াত থকা-মেলাৰ সুবিধা নহ'ব। পিছে সেই সময়ত তেনে এখন চিঠি পালে তই অন্তৰত কেনে অসহনীয় আঘাত পাবি—বুলি ভাবি চাই মই চিঠি নিলিখিলোঁ। ভাবিলোঁ—আহি পালে কষ্টে-মষ্টে কেনেবাকৈ থাকিবি আৰু তাৰ পাছত কিবা এটা ব্যৱস্থা হ'ব। দিন পালেই খেন পোৱা যায়। গতিকে এইখিনি কষ্টক কষ্ট নুবুলি তই সম্প্ৰতি আমাৰ লগতে থাক। আমিও বন্ধ খুলিলেই যামগৈ। আৰু কেইদিনমানহে আছোঁ। তেতিয়া তই বুজি-বাজি সকলো কথাৰ গম-গতি লৈ যি ভাল দেখ কৰিবি। —সহানুভূতিৰে কোৱা সেই কেইআষাৰ কথা আজিও কৃতজ্ঞতাৰে সোঁৱৰণ কৰোঁ—! 'এষাৰি আয়ে দেহি আৰু এটি হমুনিয়াহ'!

৬/৪/৯৪

# গুৰু-শিষ্য সখি

মফলাদে হাইস্কুলত পঢ়োঁতে শিক্ষকসকলৰ মুখে সদায় কলেজীয়া জীৱনৰ বিশেষকৈ কটন কলেজৰ প্ৰাতঃস্মৰণীয় অধ্যাপকসকলৰ অধ্যাপনা আৰু ব্যক্তিত্বৰ

মাধুৰ্য্যৰ কথা শুনি আছিলোঁ। সাধু কথা যেন লাগিছিল। দীননাথ চহৰীয়া ছাৰে সংস্কৃতৰ অধ্যাপক লক্ষ্মী বাবুৰ (লক্ষ্মীনাৰায়ণ চ্যাটাৰ্জীৰ) উদ্ধৃতি দি শকুন্তলা কাব্যৰ একোটি বচন বা ঘটনা এনে আকৰ্ষণীয় কৰি ব্যাখ্যা কৰিছিল যে কেনেকৈ তাৰ সোৱাদ নিজে লৈ ধন্য হ'ব পাৰোঁ তাৰ কাৰণে মন-প্ৰাণ সততে উদ্‌গ্ৰীৱ হৈ পৰিছিল। তেনেকৈয়ে তেওঁৰ আৰু অন্যান্য ইংৰাজী শিক্ষক দুই-এগৰাকীৰপৰা ইংৰাজীৰ পি. চি. ৰায় আৰু দৰ্শনৰ অধ্যাপক আৰ. আৰ. থমাচৰ কথা প্ৰায়ে সদায় শুনি আছিলোঁ। বুৰঞ্জীৰ অধ্যাপক ভুবন বাবু (ভুবনমোহন সেন), অঙ্কৰ হৰ্ষ বাবু, ইংৰাজীৰ অধ্যাপক ডº বাণীকান্ত কাকতি, সূৰ্য্যকুমাৰ ভূঞা (তেতিয়া ডক্টৰ হোৱা নাই) আদিসকলৰ নাম, যশ আৰু ব্যক্তিগত বিশেষত্ববোৰৰ কথাও তেনেই কম শুনা নাছিলোঁ। পি. চি ৰায়ৰ ৰুমালৰ কাহিনী আৰু ইংৰাজীৰ ফৰ্ফৰনি, ভুবনবাবুৰ গাম্ভীৰ্য্যপূৰ্ণ ইংৰাজী, ডº কাকতিৰ খুক্‌খুকীয়া বিদ্ৰূপৰ হাঁহি আদিৰ উমান আমি হাইস্কুলতে পাইছিলোঁ। ১৯৩৫ চনত অধ্যাপক বাণীকান্ত কাকতিয়ে ডক্টৰেট পোৱাত সমগ্ৰ অসম ৰজনজনাই গৈছিল। তেতিযা তেখেতক চাবলৈ আমি উত্ৰাৱল হৈ পৰিছিলোঁ। ঋষিতুল্য সেইসকল নমস্য গুৰুক দেখা পোৱা আৰু তেখেতসকলৰ মুখৰ বাণী শুনি শিক্ষা লাভ কৰিব পৰাটো কেনে ভাগ্যৰ কথা—তাকে ভাবিবলৈ ল'লে মনত পুলকৰ সঞ্চাৰ হৈছিল। গতিকে কলেজ পাই পোনতে কি কৰোঁ কি নকৰোঁ লাগিছিল।

পোনতে পল্টন বাজাৰত থকা দাৰোগা বৰদেউতাৰ ঘৰৰপৰা কলেজলৈ অহা-যোৱা কৰি ক্লাছত বক্তৃতা শুনি সময় কটাবলৈ ধৰিলোঁ। লগৰীয়া বন্ধুসকলৰ লগত ইংৰাজী, সংস্কৃত, ইতিহাস আদি কলা বিভাগৰ নানান ক্লাছলৈ যাওঁ। পিছৰ বেঞ্চি বা গেলেৰিৰ ওপৰ খাপত বহি অধ্যাপকৰ বক্তৃতা শুনো। সেইখিনি সময় স্বৰ্গসুখত থাকি মনৰ দুখ-অৱসাদ পাহৰোঁ। সদায় দুই-চাৰিজন ন-ন বন্ধুৰ সান্নিধ্য লাভ কৰোঁ। এনেকৈয়ে নাম নলগোৱাকৈয়ে কেইবাদিনো কেইবাটাও বক্তৃতাৰ মধু পান কৰিলোঁ।

বন্ধুৰাম কছাৰী বুলি আমাতকৈ দুবছৰ আগতে মেট্ৰিক পাছ কৰি অহা মঙ্গলদৈৰে এজন অগ্ৰজতুল্য ছাত্ৰই মোক এদিন কলেজৰ কমনৰুমত হঠাৎ লগ পালে। মোৰ কুশল-মঙ্গল সুধি লৈ মই এড্‌মিছন নোলোৱাকৈয়ে ক্লাছ কৰিব ধৰা বুলি শুনি তেওঁ ক'লে—কাৰো অনুমতি নোলোৱাকৈ তেনেকৈ ক্লাছ কৰি থকাটো বৰ ভাল কাম হোৱা নাই। তুমি কেতিয়াবা ধৰা পৰিব লাগিলে অপদস্থ হ'বা। তাতকৈ প্ৰিঞ্চিপালৰপৰা এখন অনুমতি-পত্ৰ নোলোৱা কিয়? নহ'লে কেতিয়াবা বিপদত পৰিবা। ক্লাছৰপৰা কেনেবাকৈ ওলাই আহিব লগীয়া হ'লে বৰ লাজৰ কথা হব। কোনো প্ৰফেছাৰে সেইটো একো কথাৰ কথা নহয় বুলি তোমাক বেয়াকৈ নক'ব পাৰে, পিছে সকলো প্ৰফেছাৰ একে নহয়। গতিকে তুমি আজিয়ে এখন দৰ্খাস্ত দি প্ৰিঞ্চিপালক দেখা কৰা আৰু অনুমতি লোৱা। প্ৰিঞ্চিপাল মৰমিয়াল মানুহ। তোমাক অনুমতি দিব। দৰ্খাস্তখনৰ ময়ে বাৰু আহিঁ এটা লিখি দিওঁ। —এইবুলি তেওঁ

নিজৰপৰাই কাকত এখন উলিয়াই লৈ খচ্ খচ্‌কৈ লিখি দিলে। ইংৰাজীতে লিখিলে— এইবাৰৰ মেট্রিক পৰীক্ষা মই প্ৰথম বিভাগত পাছ কৰিছোঁ। দুটা লেটাৰ পাইছোঁ। সংস্কৃতত। বৃত্তিও পাব লাগে। গতিকে বৃত্তিৰ খবৰ ওলোৱালৈকে মোক এড্‌মিছন নোলোৱাকৈয়ে আর্টছৰ ক্লাছ কৰিবলৈ অনুমতি দিয়ক।

প্রিন্সিপাল আছিল তেতিয়া এছ. চি ৰায়। বিলাত ফেৰৎ। দার্শনিক পণ্ডিত। দেখা কৰাত তেওঁ ক'লে—প্ৰথম বিভাগ পায়ে বৃত্তি পাম বুলি ভাবিছা কি সাহত? অসংখ্য ল'ৰাই প্ৰথম বিভাগ পাইছে।

মই ক'লোঁ—প্ৰাইমাৰী আৰু এম ই ত মই কৃতিত্বেৰে বৃত্তি পাই আহিছোঁ। প্ৰাইমাৰীত মহকুমাৰ ভিতৰত দ্বিতীয় হৈ আৰু এম ই.ত অসমৰ ভিতৰত প্ৰথম হৈ। ইয়াতো বৃত্তি পাম বুলি ভৰসা কৰি আছোঁ। ঘৰৰ আর্থিক অৱস্থা বেয়া। বৃত্তি পালে পঢ়িম, নাপালে নাই।

তেওঁ মিচিককৈ হাঁহি শ্লিপ এখন টান মাৰি আনি To whomever it concerns (য'ত প্ৰযোজ্য হয) বুলি মেট্রিকৰ বৃত্তিৰ খবৰ ওলোৱালৈকে শ্ৰেণীত বহিবলৈ মোক অনুমতি দি পঠালে। দিলেহে, পিছে সেই শ্লিপ মোৰ জেপতে থাকিল ; কাকো কেতিয়াও দেখুৱাবলগীয়া নহ'ল।

ক্লাছত কেতিয়াবা অধ্যাপকৰ বক্তৃতা শুনি আপ্লুত হৈ তন্ময়ভাৱে বহি থাকোঁ। কেতিযাবা বক্তৃতা শুনি থাকি থাকি আমনি লাগিলে অতর্কিতেই নিজৰ থকা-মেলাৰ পৰিকল্পনা কৰাত মনটো লগাই দিওঁ। বৃত্তি নাপালে কি হ'ব? নাম লগাম নে নলগাম? নাম লগালে ক'ত থাকিম? কোনে খৰচ দিব? কিমান দিন—দিন ভিক্ষা প্ৰাণ ৰক্ষাকৈ চলিম? ইত্যাদিবোৰৰ চিন্তা। দিঠকতে সপোন ৰচনা।

এদিন বৃত্তিৰ খবৰ ওলাল। জানিব পাৰিলোঁ মই বৃত্তি পাইছোঁ। কিন্তু দহ টকীয়া বৃত্তিহে , পোন্ধৰ টকীয়াটো নহয। অনুন্নত সম্প্ৰদায়সকলৰটো। মোৰ মন উগুল-থুগুল। এনেতে বন্ধুৰাম কছাৰীয়ে (আমি তেওঁক সদায বন্ধু বাবু বুলিছিলোঁ) আহি এদিন মোক কলেজৰ কমনৰুমত লগ ধৰি ক'লে—হেৰা অতুল, তুমি বৃত্তি পোৱাত বৰ ভাল পাইছোঁ হে। পোন্ধৰ টকীয়াটো নাপাই দহ টকীয়াটো পোৱাত আৰু ভাল পাইছোঁ। কাৰণ তাত তোমাৰ এটকা লাভ। কেনেকৈ জানা? এতিয়া তুমি সেইটো পোৱা বাবে মাচুল ছটকা ভৰিব নালাগে। সিবোৰে—পোন্ধৰ টকীয়াবোৰে— লাগিব। গতিকে তোমাৰ এটকা লাভ। আমাক টকাহে লাগে।

মই পার্থক্যটো বুজিলোঁ। তেওঁ ক'লে—তুমি যিখন যুঁজ কৰি আহিছা মই জানো। গতিকে এটকা লাভো বৰ লাভ। ভয় নাই ; ঈশ্বৰ আছে। দুখীয়াৰ কাৰণেও ঈশ্বৰ আছে হে। ধৈর্য্য নেহেৰুবাবা। 'যত্নে কৃতে যদি ন সিদ্ধতি কোহত্ৰ দোষঃ?'

বৃত্তিৰ খবৰ ওলোৱাৰ পিছদিনাৰেপৰা মই থকা-মেলা সম্পৰ্কে আৰু বেছি চিন্তাত পৰিলোঁ। বৰদেউতাহঁতক কেনে অসুবিধাত পেলাই মই তেওঁলোকৰ তাত আশ্ৰয়ৰ খোপনি পিতিছিলোঁ—প্ৰতি মুহূৰ্ততে বিবেকে মোক সেই বিষয়ে সতর্ক কৰি

দি আছিল ঃ বিশেষকৈ তেখেতসকলৰ ঘৰত যে তেতিয়া আলহী গাভৰু ছোৱালী এগৰাকীও আছে!

মই কলেজৰ শ্ৰেণীৰপৰা ৰেহাই পালেই ক'ত কোনটো মেছত আৰু দুই-এজন ছাত্ৰ থাকিবলৈ ঠাই আছে, কোনটোত নাই ইত্যাদি খবৰ সংগ্ৰহ কৰি ফুৰোঁ। এদিন গৈ প্ৰিন্সিপালক দেখা কৰি বৃত্তি পোৱা খবৰটো দিলোঁ। তেওঁ অভিনন্দন জনালে আৰু সন্তুষ্টিৰ হাঁহি মাৰি ক'লে—তোমাক হোষ্টেলত এটা ছিট দিব লাগিব। মই ভুবন বাবুক ক'ম। তুমি তেওঁক দেখা কৰিবা।

মই নীৰৱে থাকিলোঁ। ভাবিলোঁ—চোঁচৰাই টানি নিওঁতাই নাই তাতে আকৌ কান্ধেৰে কঢ়িয়াই দোলাত তুলি? ছিট পালোঁৱে বা, খৰচ পাম ক'ৰপৰা? বৃত্তিৰ টকাৰে তো নাটে!

ভাগ্যক্ৰমে সেইদিনা ক্লাছতেই মনত পৰিল মোৰ পৰম হিতৈষী পুৰণি গুৰু এগৰাকীৰ কথা। তেখেতক মই ইতিপূৰ্বে মঙ্গলদৈ হাইস্কুলত শিক্ষাগুৰু ৰূপে—পাইছিলোঁ। এঁবাৰ নহয় দুবাৰো। ক্ষণস্থায়ী হিচাপে ছুটীৰ কামত যোৱাত। এবাৰ ক্লাছ ছেভেনত আৰু এবাৰ ক্লাছ এইটত। দুয়োবাৰ দীননাথ চহৰীয়া ছাৰৰ ছুটীত। ক্লাছ নাইনত পঢ়ি থাকোঁতে আৰু এবাৰ পাইছিলোঁ। সেইবাৰ শিক্ষাগুৰু হিচাপে নহয়! সাহিত্যৰ পুং বিচাৰি গৈছে। অসম সাহিত্য সভাৰ মঙ্গলদৈ অধিবেশনৰ (প্ৰথম বাৰৰ) সময়ত। তেখেতেই আছিল সাহিত্যাচাৰ্য্য অতুল চন্দ্ৰ হাজৰিকা। ঘৰ উজান বজাৰৰ যোৰ পুখুৰীৰ পাৰত। পিছৰ কালত আমি গুৰু-শিষ্যৰূপে সনাপিঠা হৈ পৰিছিলোঁ। ইংৰাজীত তাকে 'হেণ্ড এণ্ড গ্ল'ভ' বোলে। দৰঙী কথাত চুঙা-পিঠা সম্বন্ধ। চুঙা আৰু তাৰ ভিতৰত থকা পিঠাৰ এৰাব নোৱাৰা সম্বন্ধ। আমাৰ দুজনৰ সম্বন্ধও হৈ পৰিছিল তেনে। প্ৰয়োজন মতে খবৰ দিলেই মই লৰি আহি তেওঁৰ ওচৰ চাপিছিলোঁহি।

তেখেতৰ লগত কেনেকৈ চিনাকি হৈছিলোঁ—কওঁ। হাজৰিকা ছাৰে লিখি থৈ গৈছে যে বহু যত্ন কৰি, বহু দিনলৈ তেওঁ বহুত খাটি-লুটিও শিক্ষকৰ চাকৰি এটাকে পোৱা নাছিল। পিছত লোকপ্ৰিয় গোপীনাথ বৰদলৈয়েহে তেওঁক শিক্ষকতাৰ সেই সুবিধা কৰি দিছিল। তেখেতে অ'ত-ত'ত আৰ-তাৰ ছুটীত চৰকাৰী হাইস্কুলবোৰত অস্থায়ীভাৱে কিছুদিনৰ কাৰণে এৰা-ধৰাকৈ চাকৰি কৰি ফুৰিছিল।

এনে অৱস্থাত আমি ক্লাছ ছেভেনত থাকোঁতে তেওঁ এবাৰ গ্ৰেজুৱেট শিক্ষক দীননাথ চহৰীয়াৰ ছুটীত কাম কৰিবলৈ মঙ্গলদৈ হাইস্কুললৈ গৈছিল। সেই সূত্ৰেদি তেওঁ আমাৰ একো ক্লাছ পোৱা নাছিল। পিছে এদিন আমাৰ ক্লাছ মাষ্টাৰ মতলিব আলি ছাৰে নৈমিত্তিক ছুটী লোৱাত তেওঁৰ ঠাইত হাজৰিকা ছাৰ গৈছিল তেওঁৰ ঠাই পূৰাবলৈ। মতলিব আলি ছাৰ চুটি-চাপৰ ধুনীয়া মানুহ। নগাঁৱৰ। ক্লাছ মাষ্টাৰ মানে স্কুল বহাৰ লগে লগে শ্ৰেণীত উপস্থিতিৰ হাজিৰা কৰি প্ৰথম পেৰিয়ডটোত পাঠ পঢ়োৱা শিক্ষক। ক্লাছ মাষ্টাৰ মতলিব আলি ছাৰে আমাক ইংৰাজী সাহিত্য পঢ়াইছিল।

তেওঁৰ ঠাইত হাজৰিকা ছাৰ যোৱাত আমাৰ সকলোৰে মনত বৰ স্ফূৰ্তি। তেওঁৰ নাম আমি বহুদিন আগৰেপৰা শুনি আছিলোঁ। বিশেষকৈ সেই সময়ত ৰঙ্গমঞ্চবোৰত চলা নৰকাসুৰ, কুৰুক্ষেত্ৰ, বেউলা আদি নাটকৰ ৰচয়িতা তেওঁ বুলি জানিছিলোঁ আৰু আমি সেইবোৰ নাটকৰ অভিনয় দেখিছিলোঁ। আবাহনত তেওঁ লেখা কবিতাও পঢ়িছিলোঁ। তেওঁৰ ইও এটা বিশেষত্ব যে তেওঁ য'তে থাকে তাৰে নৈ-নিজৰা আদিৰ বিষয়ে কবিতা লিখিছিল আৰু সেইবোৰ সাময়িক আলোচনীবোৰত ওলাইছিল। মঙ্গলদৈলৈ শিক্ষক হিচাপে যোৱাৰ পাছত তেওঁ মঙ্গলদৈৰ মৰা-সুঁতি বেগা নদীৰ বিষয়েও এটা কবিতা লিখিছিল। গতিকে নামটোৰ লগত এনে ধৰণৰ মধুৰ পৰিচয় থকা লোক এজনক সৌশৰীৰে স্বচক্ষে দেখা পাবলৈ আমাৰ মনত স্বভাৱতে প্ৰবল হাবিয়াহ জন্মিছিল। সিদিনা দূৰৰ গঙ্গা হাততে পাই আমাৰ মনত কিমান যে উলহ-মালহ, কিমান আনন্দ। প্ৰত্যেকৰে জীৱনৰ যেন এটা স্মৰণীয় দিনহে।

হাজৰিকা ছাৰে ক্লাছ মাষ্টাৰ হিচাপে গৈ প্ৰথমে হাজিৰা ল'লে। তাৰ পাছত সিদিনাৰ নিৰ্দিষ্ট ইংৰাজী পাঠ ল'বলৈ আৰম্ভ কৰিলে। তেওঁ সম্মুখৰ বেঞ্চিৰ দুজন ছাত্ৰক এজন এজনকৈ একেখিনি পাঠ পঢ়িবলৈ দিলে। পাঠটো আছিল ইংৰাজীত লেখা কিবা এটা পৌৰাণিক গল্প। আৰম্ভ হৈছিল Salva, the king of the demons বুলি। দুয়োজনে এটা নে দুটা পেৰাগ্ৰাফ পঢ়াৰ পাছত তেওঁ ক'লে—তোমালোকে বাৰু প্ৰথম পাঁচটা শাৰীৰ অসমীয়া তৰ্জমা লিখাচোন। ইংৰাজীৰপৰা অসমীয়ালৈ অনুবাদ কৰাকে ৰি-ট্ৰেন্সলেচন কৰা বোলা হৈছিল। সকলোৰে লিখা শেষ হোৱাত এজন এজনকৈ কেইজনমানক আঙুলিয়াই দি তেওঁ পঢ়িবলৈ দিলে। মোকো দিলে। ময়ো পঢ়িলোঁ। পঢ়া শেষ হোৱাত তেওঁ মোক আকৌ এবাৰ পঢ়িবলৈ দিলে আৰু পঢ়া শেষ হোৱাৰ লগে লগে ক'লে—অইনে 'ছল্‌ভ' বুলিছে, তুমি দেখোন 'শাল্ব' বুলিলা। কিয়?

মই অলপ পৰ একো উত্তৰ নিদি ৰ'লোঁ। তাৰ পিছত ক'লোঁ—অসুৰবংশী ৰজা শাল্বৰ নাম আমি বুৰঞ্জীত পাইছোঁ। তেওঁকে ইয়াত 'ছল্‌ভ' বোলা হৈছে নেকি ছাৰ? উচ্চাৰণৰ মাত্ৰ পাৰ্থক্য, বানন একে। মোৰ ভুল হৈছে নেকি ছাৰ? আমাৰ ক্লাছ মাষ্টাৰ ছাৰেও 'ছল্‌ভ' বুলিছিল। মোৰ ভুল হ'লে ক্ষমা কৰিব ছাৰ।

তেওঁ ক'লে—বাৰু, তোমালোকৰ শিক্ষকে যিদৰে শিকায় তেনেকৈয়ে ল'বা। পিছদিনা মতলিব আলি ছাৰে আহি কৈছিল—ঐ ল'ৰাহঁত, শাল্বই হ'ব। শাল্ব বুলিয়ে পঢ়িবা।

হাজৰিকা ছাৰে সেইদিনা ক্লাছ এৰাৰ আগতে মোৰ নামটো সুধিছিল। তেওঁৰে সৈতে একে নাম পাই হাঁহি হাঁহি কৈছিল—তেন্তে তুমি দেখোন মোৰ সখি— name sake. তোমালোকে জানা নহয়—একে নামৰ লোক সখি বা সখা হয়। কোনেও নিজৰ নাম নাকাঢ়ে। গতিকে একে নামৰ দুজন থাকিলে—সখি বন্ধা নিয়ম। পাঠশালা স্কুলত সখি বান্ধিলে দুয়োজনে কিন্তু লগৰীয়াসকলক নাৰিকল-চেনি খুৱাব লাগে।

আমি পিছে গুৰু-শিষ্য সখিহে হ'লোঁ। গতিকে তোমালোক নাৰিকল-চেনিৰপৰা বঞ্চিত হ'লা। আমি গুৰু-শিষ্য সখি!

হাজৰিকা ছাৰৰ মৰম আৰু উদাৰতাই সিদিনাই মোৰ অন্তৰ জয় কৰিছিল। আমাৰ সেই গুৰু-শিষ্য সম্বন্ধ ওৰে জীৱন অটুট আছিল।

১৩/৪/৯৪

# তিনিজন য'ত, নিৰঞ্জন ত'ত

আমাৰ শ্ৰেণীত (ক্লাছ ছেভেনত) মণিৰাম শৰ্মা নামৰ এটা বৰ টেঙৰ ল'ৰা আছিল। আমাতকৈ অলপ ডাঙৰ-দীঘল আছিল কাৰণে আমি তেওঁক মণিকা (মণিককাই) বুলি মাতিছিলোঁ। তৰ্ক লাগিলে তেওঁ এঠাইত কাটিলে সাত ঠাইত গজে। একোপধ্যে হাৰ নামানে। যিকোনো প্ৰশ্নৰে টপ্ কৰি উত্তৰ দিয়াত তেওঁৰ লগত ফেৰ মাৰিব পৰা কোনো নাছিল। অকল উত্তৰ দিয়াতে নহয়, নতুন নতুন প্ৰশ্ন কৰাতো। সেইদিনা আমাক ইংৰাজী শিকাই আমাৰ ক্লাছ এৰাৰ অলপ আগতে হাজৰিকা ছাৰক তেওঁ সুধিছিল—ছাৰ, আপোনালোক দুয়ো একে নামৰ হোৱা হেতুকে আজি গুৰু-শিষ্য সখি বান্ধিলে, আমাৰ নাৰিকল-মিঠাই এনেয়ে গ'ল। পিছে অৰ্জুন আৰু কৃষ্ণৰ সম্বন্ধ আছিল দেখোন ভাই-ভাই , পেহীৰ পুতেক ভাই। 'পিতাৰ ভনীয়েক পেহী, বোলে সেযেহে বুকৰ দেহি'। —মৰম-চেনেহত বোলে পেহী বুলিলে বুলিবৰ নাই। তেনেস্থলত তেওঁলোক দুযো সখি বান্ধিছিল কেনেকৈ? দুযো একে নামৰো নাছিল দেখোন? দুয়োৰো লেটি-পেটি সম্বন্ধ।

হাজৰিকা ছাৰে ৰ'বা, ৰ'বা, বুলি কৈ অলপ ৰৈ উত্তৰ দি ক'লে—একে নামৰ নাছিল বুলি তোমাক কোনে ক'লে? অৰ্জুনৰো এটা নাম আছিল দেখোন কৃষ্ণ, আৰু অইন এটা নাম বিষ্ণু। কিয? তোমালোকে মিত্ৰদেৱ মহন্তৰ মৌ-মহাভাৰত পঢ়া নাই জানো? তাতে আছে দেখোন অৰ্জুনে কেনেকৈ বিৰাট ৰজাৰ পুত্ৰ উত্তৰৰ আগত নিজৰ দহোটা নাম এটা এটাকৈ লেখ দি ক'ব লগীয়া হৈছিল। তেতিয়া বৃহন্নলা নাম লৈ অৰ্জুনে চাৰি ভাই আৰু দ্ৰৌপদীৰ লগত বিৰাট ৰজাৰ ঘৰত অজ্ঞাত বাস খাটিছিল। কৌৰৱৰ হাতৰপৰা বিৰাট ৰজাৰ গৰুৰ পাল অৰ্জুনে মোকলাই খেদি আনিব লগীয়া হৈছিল। উত্তৰে যুদ্ধ কৰিবলৈ গৈ কৌৰৱৰ সৈন্য দেখি যুদ্ধক্ষেত্ৰ এৰি পলাব ধৰাত সাৰথি বৃহন্নলাই নিজৰ চিনাকি দিছিল আৰু নিজকে অৰ্জুন বুলি কৈ

ৰণত প্ৰবৃত্ত হৈছিল। তেতিয়া ছদ্মবেশী বৃহন্নলাক উত্তৰে প্ৰশ্ন কৰিছিল—তুমি যদি সঁচাকৈ মহাবীৰ অৰ্জুন তেনেহ'লে তোমাৰ নাম দহটা। দহোটা নাম বাৰু কি কি কোৱাচোন। অৰ্জুনে তেতিয়া কৈছিল—

কৃষ্ণ, বিষ্ণু, ধনঞ্জয়, বিজয়, ফাল্গুন ;
কিৰীটি, বিভৎসু, শ্বেতবাহন, অৰ্জুন।
জগত বিযাপি মোক বোলে সব্যসাচী,
এই দশ নাম মোৰ লোৱা গুণিবাছি।—

শেষত হাজৰিকা ছাৰে কৈছিল—তোমালোকে মৌ-মহাভাৰত পঢ়িবা। পঢ়িছা যদি আকৌ পঢ়িবা। আমি অনুৰোধ কৰাত তেওঁ ব্লেকবোৰ্ডত ওপৰৰ কথাখিনি লিখি দিছিল।

সিদিনাৰ পিছত মই আৰু বেছি আকৰ্ষিত হৈ হাজৰিকা ছাৰৰ 'পাঞ্চজন্য' বোলা কবিতাৰ পুথিখন আৰু 'নৰকাসুৰ', 'বেউলা', 'কুৰুক্ষেত্ৰ' আদি নাটক কেইখনমান বিচাৰি আনি পঢ়িছিলোঁ।

আমি ক্লাছ নাইনত থাকোঁতে ১৯৩৪ চনত অসম সাহিত্য সভাৰ পঞ্চদশ অধিবেশন মঙ্গলদৈত বহিছিল। তালৈ অতুল হাজৰিকা ছাৰো গৈছিল। সভা বহাৰ কিছুদিন আগে তেখেতলৈ মই এখন চিঠি দিছিলোঁ। ডাকত। তাত মই তেতিয়ালৈকে তেখেতৰ কি কি কিতাপ পঢ়িছিলোঁ আৰু কি কি কিতাপৰ নামহে শুনিছিলোঁ—উল্লেখ কৰিছিলোঁ। অনুৰোধ কৰিছিলোঁ মই নপঢ়া তেখেতৰ বাকী অন্ততঃ ৪/৫ খন কিতাপ যাতে মোৰ কাৰণে তেখেতে লগত লৈ যায়। সেইমতে তেখেতে নিছিল। মযো দাম দিছিলোঁ। দিছিলোঁ মানে—মোৰ মনত আছে—অ'ৰ-ত'ৰপৰা সংগ্ৰহ কৰি সাঁচি থৈ মই সাত টকা ৰূপ তেখেতক দিছিলোঁ। আৰু কেইটকামান দিবলৈ বাকী থাকিছিল। তেখেতে কৈছিল—নালাগে, নালাগে। তুমি আৰু দিব নালাগে। তুমি কিতাপবোৰ পঢ়িলেই মই পইচা পোৱাৰ দৰে হ'ব। —সেইদিনা মোৰ মনটোৱে সৰ্বতোভাৱে তেখেতক গুৰু মানি লৈছিল। আমাৰ সেই সম্বন্ধ তেখেত স্বৰ্গী হোৱালৈকে অব্যাহত আছিল। মই গুৱাহাটীত থকা কালডোখৰত আজৰি পালেই তেখেতৰ তালৈ মাজে সময়ে একোপাক যোৱা মোৰ এটা বাধ্যতামূলক কৰ্তব্যৰ দৰে হৈ পৰিছিল। বিহুৰ দিনা মাঘৰ দোমাহী বা ব'হাগ বিহুত মই গৈ নমস্কাৰ নিদিয়ালৈকে তেওঁ বাহিৰৰ বাৰান্দাত দুপৰীয়ালৈকে বহি থাকিছিল। এদিন তেখেতে মোক কোৱা মনত আছে—তুমি, হৰেন বৰুৱা আৰু মেঘৰাম পাঠক এই তিনিজন আহি নোযোৱালৈকে মোৰ বিহু গাত নালাগেয়ে। মই বাহিৰতে বহি থাকোঁ। কেনেবাকৈ কোনোজন নাহিব লাগিলে বা অহাত পলম হ'লে মোৰ মনে উচ্‌পিচাবলৈ ধৰে—কিবা অসুখ হ'ল নেকি বুলি ভাবি। —এইবোৰ পিছৰ কালৰ কথা।

সেইদিনা তিনি মান বজাৰ পিছত কলেজত পঢ়িবলৈ মোৰ একো ক্লাছ নাছিল। ভাবিলোঁ—হাজৰিকা ছাৰক মোৰ বৃত্তি লাভৰ খবৰটো দিওঁগৈ। লগতে মোৰ

থকা-মেলাৰ কিবা সুবিধা কৰি দিব পাৰে নেকি সুধিম। তেনে ভাব মনত লৈ কলেজৰপৰা পোনে পোনে তেখেতৰ ঘৰলৈ বুলি ঢাপলি মেলিলোঁ। বেছিভাগ ছাত্ৰয়ে কলেজলৈ হাতত পাঠ্য কিতাপ নিনিয়ে। শুদা হাতে যায়। কিছুমানৰ হাতত ক'ৰবাত কিবা লিখি ৰাখিবলৈ এখন 'এক্সাৰচাইজ বুক' থাকে। সিদিনা মোৰ হাতত সিও নাছিল। লঠং মঠংকৈ ভদ্ৰলোক যোৱা দিছিলোঁ।

ভাগ্য ভাল, গৈ পায়ে বাৰান্দাতে হাজৰিকা ছাৰক লগ পালোঁ। বহুত দিনৰ অন্তৰত হ'লেও তেখেতে মোক চিনি পালে। ঘপ্ কৰি—কিহে, ক'ৰপৰা আহিলা বুলি মোক মাত লগালে। মই সকলো কথা চমুকৈ ক'লোঁ। লগতে ক'লোঁ—ছাৰ, এই যাত্ৰাত আপুনি মোক ৰাখিলেহে ৰখা। ছাৰ, আপুনি মোক ক'ৰবাত এঠাইত থকা-মেলাৰ সুবিধা কৰি দিয়ক। নহ'লে মোৰ শিক্ষা লাভ ইমানতে সাং হ'ব। ঘৰৰ ল'ৰা ঘৰলৈ উভতি যাব লাগিব। সঁচাকৈ কৈছোঁ ছাৰ, থকা ঠাই বিচাৰি মই হতাশ হোৱাৰ দৰে হৈছোঁ।

হাজৰিকা ছাৰে অলপ পৰ টলকা মাৰি থাকি ক'লে—হওঁতে মোৰ এজন বন্ধু আছে। মই তেওঁক সুধি চাওঁ ৰ'বা। কৰিলে তেৱেঁই কিবা অলপ সহায় কৰিব পাৰে। তুমি বাৰু পৰহিলৈ ইমান পৰত এবাৰ মোৰ তালৈ আহিবা চোন। মই আজি-কালিৰ ভিতৰতে তেওঁক এবাৰ লগ ধৰিম। —এইবুলি তেওঁ ভিতৰলৈ গ'ল আৰু অলপ পিছতে ভিতৰৰপৰা মোৰ কাৰণে চাহৰ কাপ আৰু জলপান আহি পালে। পৰম তৃপ্তিৰে খাই ছাৰৰ লগত আৰু দুই-এষাৰ কথা পাতি ঘৰলৈ উভতিলোঁ। ঘৰলৈ মানে দাৰোগা বৰদেউতাৰ পুলিচ কোৱাৰ্টাৰলৈকে।

তৃতীয় দিনা দহোবন কাতি কৰি থৈ যথা সময়ত হাজৰিকা ছাৰৰ ঘৰত ওলালোঁগৈ। চাহ একাপ খোৱাৰ পাছতেই তেখেতে ক'লে—বন্ধুজনক মই লগ ধৰিছিলোঁ। তোমাৰ কথাও অলপ কৈ থৈছোঁ। এতিয়া বাৰু দুযো তেওঁৰ তালৈ যাওঁ ব'লাচোন। তেওঁৰ নাম হ'ল হৰেন বৰুৱা। অসমীয়া কাকতখনৰ সম্পাদক। নাম শুনিছা নিশ্চয়। বৰ ভাল মানুহ। গপ-ফষ্টি নাই। কিছুদিনৰ কাৰণে তেখেতৰ লগতে হয়তো থাকিব পাৰিবা। পিছে-পৰে দিন পালেই খেন পাবা।

কমত বৰুৱা বহি আছিল অকলে কাকত পঢ়ি। গৈ পায়ে হাজৰিকা ছাৰে ক'লে—বৰুৱা আছে নে? মই যে কৈছিলোঁ—এৱেঁই অতুল বৰুৱা বোলা সেই ল'ৰাজন। এইবাৰ মেট্ৰিকত বৃত্তি পাইছে। মঙ্গলদৈ হাইস্কুলৰপৰা। অহাত পলম হ'ল। হোষ্টেলত ছিট নাই, এতিয়া থাকিবলৈ ঠাই পোৱা নাই।

বৰুৱাই ক'লে—এৰা, আপুনি কৈছিল হয়, পিছে মোৰ তাত জানো তেওঁৰ থকাৰ সুবিধা হ'ব? ঠাই দেখোন নাযেই। কোঠালি মাত্ৰ দুটা। সিটোত মই থাকোঁ আৰু কাকতৰ টোপোলাবোৰ থাকে। ইফালৰ ইটো অৱশ্যে যথেষ্ট আহল-বহল। কিন্তু মোৰ তালৈ অহৰহ মানুহ-দুনুহ আহিয়ে থাকে দেখোন। তাতে এতিয়া ইলেক্চনৰ সময় (১৯৩৬ চন)।

বৰুৱা ডাঙৰীয়াই উঠি গৈ ৰুম দুটা দেখুৱালে আৰু লগতে সংলগ্ন হৈ ওচৰতে থকা পাকঘৰটোও। ধৰ্ম বুলি তেওঁৰ এটা বাৱনি ল'ৰা আছিল। সি বাৱনি-ঘৰতে থাকে। বৰুৱাৰ ইঙ্গিতত ধৰ্মই আমাক তিনি কাপ ফিকা চাহ খুৱালে।

হাজৰিকা ছাৰে কলে—মোৰ মতে সম্প্ৰতি তুমি ইয়াতে মূৰ গুঁজি থাকা। ক'ৰবাত সুবিধা পালেই যাবা। এইখন ঘৰত আগে আছিল প্ৰাণী দুটা ; তোমাৰে সৈতে এতিয়া হ'ব তিনিটা। একো বেয়া নহয়। বোলে—তিনিজনে নিৰঞ্জন। 'তিনিজন য'ত, নিৰঞ্জন ত'ত'।

১৪/৪/৯৪

# তেতিয়া চিনাকি হোৱা নহ'ল

নিজৰ থকা ঘৰটোৰ ভিতৰখন ভালকৈ দেখুৱাই-মেলি উঠি বৰুৱাই (হৰেন বৰুৱাই) মোক উদ্দেশ্য কৰি ক'লে—এৰা, তুমি যদি অগত্যা এনে অসুবিধাকো অসুবিধা নুবুলি থাকিব খোজা তেনেহ'লে মোৰ আপত্তি নাই। বাহিৰৰ এই বহা কোঠালিটোৰে এমূৰে এখন সৰু খাটিয়া যোগাৰ কৰি লৈ থাকিব লাগিব। লাগিলে ৰাতিৰি কাকতবোৰ পকাৰ ওপৰত এমূৰে কাঠ এচলাত থৈ সৌ সেইখনকে তোমাৰ পঢ়া মেজ কৰি ল'ব পাৰিবা। মাত্ৰ খোৱা-বোৱাহে তুমি নিজে চোৱা-চিন্তা কৰিব লাগিব। মোৰ সেইবোৰলৈ সময় সমূলি নাই। মই কিন্তু মাংস, কণী, আলু, কচু আদি নাখাওঁ। ধৰ্মই জানে। তোমালোকে মাজে-সময়ে সেইবোৰ আনি খাবা।

মই কথাবোৰ শুনি থ'লোঁ। মানুহজনক বৰ সৰল, উদাৰ আৰু উদাসীন যেন লাগিল। তেখেতে পিছত মোক কৈছিল—চৰ্মৰোগৰ কাৰণে চিকিৎসকৰ পৰামৰ্শমতে তেখেতে সেইবোৰ খাবলৈ এৰিছিল।

পিছৰটো দেওবাৰেই মই বৰুৱাৰ লগলৈ আহিলোঁ। শনিবাৰে গধূলি মই ডেৰ টকা দি তক্তাপোছ এখন দীঘলীপুখুৰী পাৰৰ ৰিফিউজি বজাৰৰপৰা কিনি ৰিক্সাত নি বৰুৱাৰ ঘৰত থৈ আহিছিলোঁ। শনিবাৰে দিন বেয়া বুলি ৰাতি থকাকৈ যোৱা নাছিলোঁ।

বৰদেউতা-বৰমাৰ ব্যৱহাৰে মোক তেনেই মুহি পেলাইছিল। প্ৰতি দেওবাৰে দুপৰীয়া বৰদেউতাই আমাক তেওঁৰ কাষত শাৰী পাতি বহিবলৈ কৈ শাৰীৰ মাজত নিজে বহি খাই আৰাম পাইছিল। বৰমাই নিজে নিজহাতে ভাত-আঞ্জা বাঢ়ি বিলাই দিছিল। নিয়মীয়া গাৰে ওখ-পাখ মহিলাগৰাকীয়ে হাঁলি বেঁকা হৈ ভিতৰৰ চকচকীয়া

পৰিষ্কাৰ পকা বাৰান্দাৰ ওপৰত ভাত-আঞ্জা বিলাই দিয়াৰ ছবিটো আজিও মনত পাৰে। ঘৰ এৰিবৰ সময়ত তেখেতে কোৱা মনত আছে—তুমি অসুবিধা নাপালে—আমাৰ কিন্তু তোমাৰ ইয়াত থকাত অকনোঁ আপত্তি নাই। আমি একো অসুবিধা পোৱা নাই। —বৰদেউতাই এবাৰ কেৱল হাঁহি হাঁহি কৈছিল—এৰা, পিছত ঢলা-বিচনাত শুই কলেজত পঢ়া কিমান আৰাম তেওঁহে বুজিছে।—

হৰেন বৰুৱাৰ লগত তিনি মাহমান আছিলোঁ হ'বলা। তাৰ পাছত উজান বজাৰ চেনিকুঠিৰ এটা কলেজীয়া ছাত্ৰৰ মেছলৈ গৈছিলোঁ। বৰুৱাৰ লগত থকা কাল-ডোখৰ একক ধৰণৰ আছিল। তাৰ স্মৃতি পাহৰা নাযায়। তাতে আকৌ সেই সময়ত বিধান সভাৰ সদস্য নিৰ্বাচনৰ বতাহ প্ৰবল বেগে বলিছিল। মনত আছে—অগ্নি-কবি কমলাকান্ত ভট্টাচাৰ্য্য, তেতিয়াৰ ডেকা উকিল জগদীশ মেধি, লক্ষ্মীকান্ত শৰ্মা, পানী-কলৰ চু পাৰিন্টেণ্ডেণ্ট লক্ষ্মীনাথ দাস আদিসকলে কেনেকৈ সঘনে গৈ বৰুৱাৰ বহা-ঘৰত ভুমুকি মাৰি কথা পাতি নানান বিষযে নিজ নিজ মন্তব্য নিঃস্কোচে দাঙি ধৰিছিল। কেতিয়াবা হাঁহি-তামাচাৰ কুমৰ্থলিত মেল-চ'ৰা উৰি যাব খোজে।

এদিনৰ কথা। ৰাতিপুৱা। সম্ভৱ দেওবাৰ। মই প্ৰাতঃস্নান কৰি উঠি কিতাপ মেলি লৈছোঁ। বৰুৱা ডাঙৰীযাই শোৱাপাটী এৰি প্ৰাতঃকৃত্য সমাপন কৰি মেজৰ ওচৰৰ খিৰিকীখনৰ ফালে পিঠি দি ইংৰাজী বাতৰি কাকত এখনত আৰামেৰে চকু ফুৰাইছে। চাহৰ কাৰণে ধৰ্ম আখালৈ গৈছে। এনে সময়তে ফুৰি ফুৰি আহি জগদীশ মেধি সেইখিনি পাওকহি। গহীনাই দীঘলকৈ নিজৰ স্বাভাৱিক ভঙ্গীত তেওঁ মাত লগালে—অ'ব বৰুৱা আছে নে? দে ঐ বাপা, বোলে—মল্লিও নাই কান্দোতা, হৰেলিও নাই বিচাৰোঁতা। বাল্লাৰ ঘৰতে খাওঁ দে। আমাক নো অইনে কুনি খুৱাবো? দে আজি মিঠাই খাওঁদে। চাহ-মিঠাই। বাল্লাৰ ঘৰত চাহ-মিঠাই।—

কোৱা কথা শেষ নকৰাকৈয়ে চকী এখন টান মাৰি বহি ল'লে। দুয়োৰো মাজত কথা-বতৰা আৰম্ভ হ'ল। নিৰ্বাচনৰ কথা। সেইবাৰ সিদ্ধিনাথ শৰ্মাৰ লগত দেশভক্ত তৰুণৰাম ফুকনৰ যুঁজ। ভোটৰ যুঁজ। নিৰ্বাচনৰ তযামযা যুঁজ। কংগ্ৰেছ মহাসভা আৰু মিলিত জনসংঘৰ মাজত থৈযা-নথৈযা ৰণ। কংগ্ৰেছৰ প্ৰতিনিধি শৰ্মা আৰু মিলিত জনসংঘৰ ফুকন। কোনো কম নহয। দুযো আকৌ কিবা সম্বন্ধও লাগে। আগদিনা ভালেখিনি ৰাতিলৈকে নিৰ্বাচনৰ ৰাজহুৱা সভা বহিছিল—হাজোত। কংগ্ৰেছৰ সভা বহা ঠাইৰ নিচেই ওচৰতে জনসংঘৰ সভা। দেখা-দেখিৰ দূৰত্ব। এক গেৰিৰ অন্তৰ। ই চুবা সি চুবা।

বৰুৱাই সুধিলে—পিছে কালি মিতিং কেনে হ'ল? কাৰখনত কিমান মানুহ হৈছিল?

মেধিয়ে ক'লে—সেইটো দেখোঁন নক'লিও হয। ফুকনৰ বক্তৃতা নুশুনাকে থাক্‌বা পাৰে কুনবাই? মুখত সৰস্বতী বাহা লোৱা মানহু ফুকন। প্ৰথমে মানুহ আমাৰ তাতেই বেছি আছিল, পিছৰ ফালেহে যাই ফুকনৰ মিতিঙত ভৰি পৰ্‌লাক। তেওঁক

জাউৰিয়ে জাউৰিয়ে হাত চাপৰিও দিলাক। পিছে তেওঁক হাত চাপৰিহে দিলাক. ভোট দিবো আমাকে। সেইটো ভালকে জানো। মানুহ সিয়ান হৈছে।—

বৰুৱাই মনি-বেগটো উলিয়াই হাতত লৈ জোকাৰিবলৈ ধৰিলে। মই চাই আছিলোঁ। ভাবিছিলোঁ আজি বহুত পইচা দিব হ'বলা। জোকাৰি-পোকাৰি সিকি এটা মোক দি ক'লে—যোৱা সৌ দোকানখনৰপৰা তাংকা ভুজিয়া আৰু গৰম কচুৰি আনিবা। সেইখনত তাকে বিক্ৰী কৰে।

মই তেওঁ কোৱা মতে কাম কৰিলোঁ। গৰম গৰম সৰু কচুৰি আৰু ভুজিয়া কাগজত টোপোলা বান্ধি আনি মেজৰ ওপৰত দিলোঁ। কাগজৰ ওপৰত বহলকৈ মেলি থ'বলৈ কোৱাত তাকে কৰিলোঁ। তেওঁলোক দুয়ো খাবলৈ ধৰিলে। মোক লাজ কৰি থকা যেন দেখি মেধিয়ে ক'লে—এওঁ কোন? —বৰুৱাই মোৰ পৰিচয় দিয়াত মই নমস্কাৰ দিলোঁ। তেওঁ ক'লে—নাখাৱা কিয়া? কি চাই আচাহ? তাতে আকৌ বোলে কলেজত আপীগিলাখানৰ লগত সহশিক্ষাও লৈছাহ। কুনবাদিন আপীয়ে তুমাক অপমান কৰ্‌বো দেখুন। ইমান লাজুকা নহ্'বা।—

তেতিয়া চুচুক-চামাককৈ গৈ মযো কচুৰি-ভুজিযাৰ ভাগ ল'লোঁ। যিখিনি অৱশিষ্ট আছিল—ধৰ্মক দিলোঁ। ধৰ্মই পিৰিচ-পিয়লাৰে চাহ আনি সকলোকে দিলে।

দিনত দেওবাৰত বাহিৰে অইন দিনা মই প্ৰায় সদায়ে দহ বজাৰ আগে লৰালৰিকৈ ভাত-পানী খাই কলেজলৈ যাওঁ। ৰাতি কিন্তু সদায় বৰুৱাৰ লগত একেলগে মাটিত বহি খাওঁ। কেতিযাবা সাঁজতে, কেতিযাবা পলম কৰি। বৰুৱাৰ ব্যস্ততাৰ ওপৰত সেইটো নিৰ্ভৰ কৰিছিল। ভাত খোৱাৰ সময়ত মই প্ৰশ্ন কৰি বৰুৱাৰপৰা বিবিধ বাতৰি লওঁ। ভাত খাই থাকোঁতে এদিন তেখেতক মই সুধিছিলোঁ—বাগ্মীবৰ নীলমণি ফুকন আৰু দেশভক্ত তৰুণ ৰাম ফুকন দুযো বাগ্মী নেতা। বাগ্মিতাত কোনজনক আপুনি শ্ৰেষ্ঠ বুলিব খোজে? উত্তৰত তেওঁ কৈছিল—সেইটো দেখোন তুমিযে জানিব লাগিছিল। কলেজত পঢা ল'ৰাৰ কাৰণে সেইটো এটা প্ৰশ্নয়ে হ'ব নালাগিছিল। তুমিয়ে কোৱাচোন বাৰু কাক তুমি ডাঙৰ বক্তা বুলি ভাবা আৰু কিয?

মই লজ্জিত হোৱাৰ দৰে হৈ অলপ পৰ একো নমতা দেখি তেওঁ ক'লে—দুয়ো বক্তৃতা দিলে তুমি এটুকুৰা কাকতত দুয়োৰো বক্তৃতাৰ সাৰাংশ (substance) লিখিবাচোন। তেতিয়া দেখিবা নহয় কাৰ বক্তৃতা কিমান গধুৰ ; কাৰ বক্তৃতা কিমান ৰসাল ; কাৰ বক্তৃতাত উইট, হিউমাৰ, যুক্তি-তৰ্ক আৰু সাহিত্যৰ সমল বেছি আছে। এজনৰ লগত আনজনৰ তুলনা নহয়। —তেওঁৰ সেই মন্তব্য আজিও মনত পৰে।

হৰেন্দ্ৰ নাথ বৰুৱা এজন সৰবৰহী লোক। তাতে সেই সময়ত তেওঁ আছিল অবিবাহিত। সংসাৰৰ লেঠা-পেঠা নাই। গতিকে সম্পাদক বৰুৱাৰ মেল-চ'ৰাত হৰেক ৰকম বিষয়ৰ আলোচনা হোৱাটো স্বাভাৱিক। মনত আছে সেই সময়তে গাল্পিক ৰমা দাশৰ 'জীৱনৰ এৰাতি' নে 'অচল টকা' আৱাহনত প্ৰকাশ হোৱা তেওঁৰ এটা চুটি

গল্পকে লৈ তাৰ যৌন আবেদন সম্পৰ্কে অসমীয়া বাতৰি কাকতবোৰত তুমুল বাদ-বিসম্বাদ চলিছিল। তাত মুনীন বৰকটকীয়ে 'ডফলা জাহাজৰপৰা' বুলিয়ে গল্পকাৰ দাশৰ পক্ষ সমৰ্থন কৰি চোকা মন্তব্য দিছিল আৰু তাত মোপাছা, ৰোমাৰোলা আদি আন্তৰ্জাতিক খ্যাতিসম্পন্ন ঔপন্যাসিক বহুতৰ চৰিত্ৰ, কাৰ্য্য আৰু বচনৰ উল্লেখ কৰিছিল। অন্যটো দলত লক্ষ্মীনাথ শৰ্মাকে প্ৰমুখ্য কৰি ভালেকেইজন উদীয়মান উকিল সাহিত্যিকে বৰুৱাৰ লগত আলচ কৰি তাৰ উত্তৰ দিছিল। বাতৰি কাকতৰ মসীক-যুদ্ধবোৰ বিচাৰি বিচাৰি পঢ়া আমাৰ ছাত্ৰসকলৰ বহুতৰে এটা নিচা হৈ পৰিছিল। আমি আবেলি ফুৰিবলৈ ওলাই গৈ সন্ধ্যা মুখ-আন্ধেৰি পৰত কাৰ্জন হলৰ বিজুলী-বাত্তিৰ পোহৰত আৰাম কৰি বহি সেইবোৰ পটি অলোচনা কৰিছিলোঁ।

অম্বিকাগিৰী ৰায়চৌধুৰীৰ 'ডেকা অসম' সেই সময়ৰ এখন চোকা বাৰ্তা-আলোচনী আছিল। মাহেকে-পষেকে ওলায়। দেশত কিবা আন্দোলন বা বিপ্লৱ হ'লে তাৰ কোব চৰে। কাকতখনত এখিলা বা দুইখিলা মাত্ৰ পাত। তাকে সকলোৱে মুহূৰ্ত্তৰ কাৰণে হ'লেও এবাৰ চকু ফুৰাই চায। ৰায়চৌধুৰী ডাঙৰীয়া নিজে তাৰ সম্পাদক, প্ৰকাশক, প্ৰিন্টাৰ, বিলনীযা—সকলো।

সেই সময়ত হৰেন বৰুৱাৰ 'অসমীযা' আৰু অম্বিকাগিৰীৰ 'ডেকা অসম'ৰ মাজত মাজে সময়ে ভালকৈয়ে কথাৰ কটাকটি চলিছিল। 'ডেকা অসম'ৰ বাতৰিৰ শিৰোনামাবোৰেই আছিল উগ্ৰগন্ধী আকৰ্ষণীয চাটনিৰ দৰে ৰুচিকৰ সামগ্ৰী ঃ কাণত বাজি যোৱা, কিন্তু চিন্তা-উদ্দীপক।

এবাৰ বৰুৱাৰ ৰায়চৌধুৰীক 'স্বয়ম্ভু নেতা' বুলি শ্লেষ কৰা কিবা এটা উক্তিৰ যুক্তি-পূৰ্ণ জবাব দিবলৈ গৈ ৰায়চৌধুৰীয়ে 'ডেকা অসম'ৰ এটা শিৰোনামাত লিখিছিল 'মই স্বয়ম্ভু নেতাৰ দাম্ভিক উক্তি'। সেই শিতানত পোনেই তেওঁ আৰম্ভ কৰিছিল—"যিখন দেশত স্কুল-কলেজৰ চেঙেৰা ল'ৰাই ফলি-পুথি দলিযাই থৈ বাতৰি কাকতৰ সম্পাদকৰ দায়িত্ব ল'ব পাৰে, যিখন দেশৰ কাকতৰ সম্পাদকে একোতে একো কৰিব নোৱাৰি হাতত কলম লৈ হা-হুমুনিয়াহ কাঢ়ি.. ইত্যাদি, তাত অম্বিকাগিৰীয়ে নেতাগিৰি কৰাৰ সম্পূৰ্ণ এক্তিয়াৰ আছে।" ইত্যাদি। সেই দিনবোৰলৈ মনত পৰে।

হৰেন বৰুৱাৰ লগত থকা কালডোখৰত সেই সময়ত বহুত বিখ্যাত লোকক দেখিবলৈ সুযোগ লভিছিলোঁ। তেওঁলোক বাতৰি কাকতৰ সম্পাদক বৰুৱাৰ ওচৰলৈ আহিছিল। তেওঁলোকে বৰুৱাৰ লগত কথা পাতোঁতে মই কিতাপ পঢ়াৰ ভাও জুৰি তেওঁলোকৰ মাজত হোৱা আলচবোৰ শুনি আছিলোঁ। ৰাতি ভাত খোৱাৰ সময়ত তেওঁলোক কোনজন কোন আছিল বৰুৱাৰপৰা সুধি লৈছিলোঁ। কোনোদিন মই উপযাচি গৈ কাৰো লগত চিনাকি হোৱা নাছিলোঁ বা তেখেতসকলৰ আলোচনাত মাত মাতিবলৈ সাহ নকৰিছিলোঁ। অগ্নি-কবি কমলাকান্ত ভট্টাচাৰ্য্য, দেবেশ্বৰ শৰ্মা, কুলধৰ চলিহা, অমিয় কুমাৰ দাস তাৰে জনচেৰেক।

ভাত খাওঁতে ৰাতি এদিন সুধিছিলোঁ—আপোনাৰ ওচৰলৈ কেতিয়াবা খোজ কাঢ়ি, কেতিয়াবা চাইকেলত আৰু কেতিয়াবা ভগা মটৰ এখন চলাই অকলে আহি কথা পাতি থকা ধুতি-কামিজ পিন্ধা মানুহজন নো কোন? কি কৰে? দেখোঁতেহে চুটি-চাপৰ মানুহজন—তেওঁ দেখোন সাহিত্য, ৰাজনীতি, বিজ্ঞান, সঙ্গীত সকলোবোৰৰে আলোচনাত যোগ দিয়ে। মানুহজনক খেমেলীয়া যেনো লাগে, গহীন পণ্ডিত যেনো লাগে। সিদিনা সিদ্ধি শৰ্মাৰ পিঠিত চপৰিয়াই হাঁহি হাঁহি কথা পাতিছিল। —বৰুৱাই উত্তৰ দি কৈছিল—তুমি তেওঁক চিনি পোৱা নাই? তেওঁৰ নাম লক্ষ্মীনাথ দাস। 'চিন্তাতৰঙ্গিণী'ৰ লেখক কবি ভোলানাথ দাসৰ পুত্ৰ। তেওঁ কটন কলেজতে ফিজিক্সৰ লেকচাৰাৰ আছিল , ননকোপাৰেচনৰ সময়ত চাকৰি এৰি দি পানী-কলৰ চুপাৰিণ্টেণ্ডেণ্ট হৈছে। বাণী কাকতি, কামেশ্বৰ দাস আৰু লক্ষ্মীনাথ দাস—তিনিও এসময়ৰ অসমৰ উজ্জ্বল নক্ষত্ৰ আছিল। এওঁ ইঞ্জিনিয়াৰ নহয়, কিন্তু এওঁৰ দৰে ইঞ্জিনিয়াৰিং জনা লোক এজন আমাৰ ইয়াত নাই। সাহিত্য, সঙ্গীত আদিতো তেওঁ ওস্তাদ। জনাটো নেদেখুৱায় কিন্তু। মই বাৰু তোমাক কেতিযাবা তেওঁৰ লগত চিনাকি কৰি দিম। কথা পাতি ভাল পাবা। ভেম-ফষ্টি নাই, সৰু ল'ৰাৰ দৰে।—

পিছে বৰুৱাযো পাহৰিলে হ'বলা—মযো আৰু সুযোগ নল'লোঁ—তেতিয়া চিনাকি হোৱা নহ'ল। তাৰ ১০/১১ বছৰ পিছত ঈশ্বৰৰ ইচ্ছাত ভোলানাথ প্ৰকৃতিৰ এইজনা পুৰুষেই হৈ পৰিছিল মোৰ নমস্য শহুৰ দেউতা।

১৮/৪/৯৪

# ঘনে ঘনে পিঠালৈহে মনত পৰে

এইদৰে পোনতে 'অসমীয়া'ৰ সম্পাদক হৰেন্দ্ৰ নাথ বৰুৱাৰ লগতে তিনি-চাৰি মাহ মান থাকি কটন কলেজত পঢ়া আৰম্ভ কৰিলোঁ। ধৰ্ম নামেৰে ৰান্ধনি ল'ৰাটোৱে ৰান্ধে আৰু তেওঁকে ধৰি আমি তিনিজিনে খাওঁ। খৰচৰ হিচাব ময়ে ৰাখোঁ। আগতে কৈছোঁ বৰুৱাৰ থকা ঘৰটো আছিল উজান বজাৰৰ কুমাৰ ভাস্কৰ নাট্য মন্দিৰৰ গাৰ সন্নিকটতে , যোৰ-পুখুৰীৰ মাজেদি যোৱা আলি-বাটটোৰ ইফালে আৰু সিফালে ঃ পূবে আৰু পছিমে। কটন কলেজৰপৰা নিচেই ওচৰ বুলিব পাৰি। উত্তৰ গুৱাহাটী ৰজাদুৱাৰৰ দেশ-নেতা কুমুদৰাম বৰা উকিলৰ ভাৰা-ঘৰ। তাৰপৰা কলেজলৈ যোৱাত মই অকণো আহুকাল পোৱা নাছিলোঁ। কেৱল দেশৰ মুখপাত বাতৰি কাকত এখনৰ সৰ্ববহী সম্পাদক এগৰাকীৰ বাস-ভৱনত স্বাভাৱিকতে হৈ থকা আলাপ-আলোচনাৰ আড্ডাই মাত্ৰ মোৰ পঢ়া-শুনাত যিকণ বিঘিনি ঘটাইছিল, সি আছিল নিতান্ত অপৰিহাৰ্য্য। তেনেই

নধৰ্তব্য। সাতে-পাঁচে, আগতে তেওঁক কৈ থোৱা মতে, মই খা-খবৰ কৰি থাকি হঠাৎ সুবিধা পাই অলপ দূৰৰ চেনিকুঠিত থকা এটা মেছলৈ গলোঁ। মেছ মানে ছাত্ৰাবাস। কলেজত পঢ়া দুখীয়া ল'ৰাৰ নিবাস। সেই মেছটো এটা গজ্‌গজীয়া মেছ আছিল। লেখা-পঢ়া আৰু হাই-উৰুমি তাত সমানে চলিছিল। তাত নানা প্ৰকৃতিৰ ছাত্ৰ আছিল। পঢ়াত কিন্তু আটাইবোৰ আছিল তীখৰ। চোকা-বুধিৰ। দুই-এজন মেট্ৰিকত 'লেটাৰ' পোৱা আৰু বৃত্তিধাৰীও। তাৰে জনদিযেকৰ নাম মনলৈ আহিছে। তেওঁলোক যেনে—শুকদেৱ নাথ। যথা সময়ত বি এ. পাছ কৰি তেওঁ জীৱনত হাইস্কুলৰ এজন নামজ্বলা হেড্‌মাষ্টৰ হৈ অৱসৰ লৈছিল। জিতেন চৌধুৰী আৰু হৰেশ্বৰ বৰ্মণ—এওঁলোক দুয়োজন এতিয়া ক'ত আছে নাজানো। দুয়ো আছিল পৰম বন্ধু, অথচ দুযোৰো মাজত দন্দ-খৰিয়ালো কম লাগি থকা নাছিল। দিনটোৰ আগবেলা দুয়োৰো তৰ্ক-বিতৰ্ক খং-ৰাগ দেখি আবেলি দুযো যে পুনৰ ইমান মিলা-প্ৰীতিৰে হাতত ধৰাধৰিকৈ ফুৰিবলৈ ওলাব—তাক কোনেও ধাৰণাই কৰিব নোৱাৰিছিল। কালীনাথ শৰ্মা পিছত ড° কালীনাথ শৰ্মা, শিক্ষা বিভাগৰ অৱসৰ প্ৰাপ্ত ডাইৰেক্টৰ ; প্ৰতিভাশালী বুলি প্ৰখ্যাত প্ৰভাত চন্দ্ৰ শৰ্মা ইত্যাদি।

হৰেশ্বৰ বৰ্মনৰ স্মৰণীয় আৰু আকৰ্ষণীয় উক্তি দুই-এটাই আজিও মনত উদয় হৈ ঢৌ খেলি যায়। যেনে—দুখীযা হৈ জন্মিছোঁ, তাৰ কাৰণে খেদ নাই। জন্ম লভিবলৈ হ'লে যি কোনো এঠাইত জন্মিবই লাগিব। হব পাৰে ধনী-বিলাসীৰ পকী অট্টালিকাত, নতুবা দীন-দুখীয়াৰ খেৰৰ পঁজাত। আমি দুখীয়া হৈ জন্মিছোঁ তাৰ বাবে দুখ নকৰোঁ ; কিন্তু ধনৰ দুখীয়া হ'লেও মনৰ দুখীয়া যাতে নহও তাৰ বাবে সদায় সাৱধান থাকিম। গাঁৱৰ ল'ৰা আমি। ইমান দিনে আমাৰ জনমত আমি চিনেমা দেখা নাছিলোঁ। চহৰলৈ আহি এতিয়া দেখিছোঁ। নাচাম কিয়? গতিকে চাইছোঁ আৰু চায়ে থাকিম। লাগিলে এসাজ নাখাওঁ। ই মোৰ এটা প্ৰতিজ্ঞা। —কোনোবা এজনে তাৰ উত্তৰ দিছিল—(অলপ দূৰৰপৰা) এৰা, চাবাইছ। তেনে প্ৰতিজ্ঞা লাগে। ভীষ্ম-প্ৰতিজ্ঞা, ইত্যাদি। সেইবুলি বৰ্মণ কিন্তু পঢ়াত কম চোকা নাছিল।

'অসম অসম সোণৰ অসম—বীৰ-প্ৰসৱিনী চেনেহী আই' বুলি টৌটুফলা চিয়ঁৰত গোৱা গীতি-কলিৰ ধ্বনি-প্ৰতিধ্বনি প্ৰায় সদাযে পুৱা ন বাজোঁ-নাবাজোঁ হওঁতে শুনিবলৈ পোৱা গৈছিল। কালীনাথ শৰ্মাৰ কণ্ঠত এই গীতধ্বনি শুনাৰ লগে লগে শুকদেৱ নাথে কোৱা মনত পৰে—এই বেটাৰ ·নিজৰ পঢ়া হ'ল—ই ইতা (এতিয়া) আৰু অইনক পঢ়িবা নেদেই—গা ধোবো। ৰহ্ বাছা গৈছোঁ.. .।

আই. এ. পৰীক্ষাৰ শেষৰ দিন। সেইদিনা অসমীযাৰ পৰীক্ষা। দুপৰীয়া এক নে ডেৰ মান বজাত পৰীক্ষা শেষ কৰি প্ৰভাত শৰ্মা আহক প্ৰশ্নৰ কাগজখন হাতত লৈ ঢলং-পলং কৰি। মেছ পাই ক'বলৈ ধৰিলে—মোক ধৰ্। মোক ধৰ্ ঐ। —বাৰান্দাৰ নামনিত ঘৰৰ ছাঁতে উবুৰিয়া-কটি আলগতে বহি মূৰত হাত দি ক'বলৈ ধৰিলে—হায়, ইতাহে মল্লু (মৰিলোঁ) দে। কি কৰোঁ? কি কৰোঁ ঐ? (তই, তোক শব্দ তেওঁৰ প্ৰিয় সম্ভাষণ।)

আমি আটায়ে তেওঁক আগুৰি ধৰিলোঁ। পানী আন্, পানী আন্ কৰি ঠাণ্ডা পানী আনি তেওঁৰ মূৰত ঢালিব খুজি তেওঁক সুধিলোঁ—মূৰ ঘূৰাইছে হ'বলা? পৰীক্ষা বেয়া হ'ল নেকি? চিন্তা নকৰিব।

শৰ্মাইনো তেতিয়া কয় কি? আমাক ধমকি দিয়াৰ সুৰত ক'লে—নহয় ঐ। প্ৰভাত শৰ্মাৰ কেতিয়াবা পৰীক্ষা বেয়া হবো? একো বেয়া হওবা নাই। লেটাৰ নাপালেও কাষে কাষে যাব।

—পৰীক্ষাত দেখোন আপুনি আগতে ইয়াত পঢ়া কেইবাটাও প্ৰশ্ন আহিছে। বেযা হ'ব নোৱাৰে আমি জানো। পিছে কুঁজীৰ চৰিত্ৰ আপুনি ইয়াত আমাৰ আগত কোৱাৰ দৰেই লিখিলে নে?

—অ' লিখিছোঁ তো। কুঁজী আৰু আমাৰ ধান-বনা ঢেঁকীত-উঠি-ফুৰা অসমীয়া নাৰদ মুনিৰ ভনীযেক। নাৰদৰ দৰে অ'ৰ কথা ত'ত লগোৱাই তেওঁৰ কাম। —বুলি সলসলকৈ গাই যাবলৈ ধৰিলে। আমি তেতিয়া হাঁহি হাঁহি পেটৰ নাড়ী ছিণ্ডি ভাবিছিলোঁ—সঁচাকৈয়ে পৰীক্ষকে এনে ৰসাল বৰ্ণনা পঢ়ি নিজেও চাগে খুচ খুচকৈ হাঁহি ঘৰখনত কৌতূহলৰ সৃষ্টি কৰিব। তেতিয়া শৰ্মাই কৈ উঠিল—প্ৰভাত শৰ্মাৰ আজি আচন্দ্ৰাই হৈছে কিয়া জানাহ? —প্ৰভাত শৰ্মা আজিৰপৰা নিবনুৱা ; বেকাৰ! ইমান দিন কলেজত পঢ়া বুলি হোৱাই-নোহোৱাই তেনেই এটা কামত লাগি আছিলোঁ। আজিৰপৰা কৰিম কি? —কথা শুনি আমাৰ আকৌ হাঁহি উঠিল।

প্ৰভাত শৰ্মাৰ এটা বিশেষত্ব দেখিছিলোঁ এই যে বাতৰি কাকতেই হওক বা কিতাপেই হওক—এবাৰ চকু ফুৰাব পাৰিলে—দোৱাৰাৰ তেওঁ পঢ়িব নালাগে। গাই যাব পাৰে।

আমাৰ মেছৰ ওচৰৰ ৰাস্তাটোৰেদি সদায় বগী মেমৰ দহ-বাৰ বছৰীয়া ফিৰিঙ্গী ছোৱালী এজনীযে চাইকেল চলাই চহৰলৈ অহা-যোৱা কৰিছিল। থাকে নৱগ্ৰহৰ ফালে। মন্দিৰৰ ওচৰত। এনেয়ে পিতল-চকুৱা বগী মেমৰ ছোৱালী তাতে চুলিবোৰো ৰঙা। তাইলৈ সকলোৱে চায়। নাচালেও চকু যায়। প্ৰভাত শৰ্মাই আমাক কৈছিল—চাবা খোজাহ যেদি অলপ চাবি ; ৰবকে নাচাবি। পুৰি মৰিবি। জ্বলা জুইৰ আঙঠা।

এনেকৈ ৰং-ধেমালিৰ মাজেদি দুমাহ থকাৰ পাছত কলেজ হোষ্টেলৰ ছেকেণ্ড ব্লকৰ দক্ষিণে, গোনে গোনে এশ গজমান দূৰতে থকা, মণ্ডলদৈ মেছ নামে কলেজীয়া ছাত্ৰৰ মেছ এটাত ঠাই পাই মই তালৈ গুচি গ'লোঁ। সেইটো মণ্ডলদৈ মেছ বুলি বহু দিনৰপৰাই জনাজাত। নাম আৰু ঠিকনা—কামাখ্যা টিম্বাৰ ডিপো। মণ্ডলদৈ অঞ্চলৰ ৬/৭ জন কলেজীয়া ল'ৰা তাত থাকে। কাঠৰ দুতলা ঘৰটো। কাঠৰ চাং-বঙলা। ওপৰ মহলাত আমাৰ থকা মেছ আৰু তলৰ তলাত মালিকৰ অফিচ। মালিক এগৰাকী সদাশয় বঙালী ভদ্ৰলোক। বহুকাল থাকি অসমীয়া হৈ গৈছে। অফিচৰ লগতে তেওঁৰ জিৰণিৰ ঠাই এটুকুৰাও তাতে আছে। মেছৰ কোঠালি তিনিটা। দক্ষিণে মেছৰ সম্মুখত এখন দীঘল বাৰান্দা। ৰেলিং দিয়া বাৰান্দা। তাত বহি সম্মুখৰ আলিবাটেদি অহা-যোৱা কৰা

মানুহৰ দৃশ্য চাই থাকিবলৈ বৰ ভাল লাগে। তাত বহি বাতৰি কাকত পঢ়া আৰু আলাপ-আলোচনা কৰা আমাৰ এটা প্ৰীতিপূৰ্ণ আকৰ্ষণ হৈ পৰিছিল। জিৰণি-মেলৰ উৎকৃষ্ট ঠাই।

তলত আছিল আমাৰ পৃথক ৰান্ধনি-ঘৰ, গোচল-খানা, পায়খানা আদি। মই গৈ পোৱাৰ আগৰেপৰা তাত কৃষ্ণ বুলি ৰান্ধনি ল'ৰা এটা আছিল। আমাতকৈ সি বয়সত অলপ সৰু। দৰমহা ৫ (পাঁচ) টকা। নলবাৰীৰ ফালৰ। সাধু স্বভাৱৰ আৰু ৰন্ধা-বঢ়াত পাকৈত। সকলো কামতে বৰ উৎসাহী। সি পাক্ ঘৰৰে এচুকত থাকে। বৰ চাফ-চিকুণ। ৰন্ধা-বঢ়াতো, পিন্ধন-উৰণতো। মই এই মেছটোতেই মোৰ কলেজীয়া জীৱনৰ প্ৰায় চাৰিওটি বছৰ কটাইছিলোঁ। কৃষ্ণক সেই কালডোখৰত ৰান্ধনি ভৃত্য হিচাপে পাইছিলোঁ। কেতিয়াও মুখে মুখে কথা নোকোৱা বা উত্তৰ নিদিয়া হাস্য-বদন কৃষ্ণৰ ছবিটি আজিও পাহৰিব পৰা নাই। সি বা এতিয়া ক'ত আছে? কি কৰিছে?

বন্ধুৰাম কছাৰী আছিল সেই মেছৰ একপ্ৰকাৰ অপ্ৰতিদ্বন্দ্বী নপতা মনিটৰ। তেওঁৰ কথাৰ ওপৰত কোনেও একো মাত মাতিবলৈ সাহ নকৰিছিল। ভালো নাপাইছিল। তেওঁ মোতকৈ দুবছৰমান আগৰ। ক'বলৈ গ'লে তাত থকা দিনকেইটাত মেছটোৰ তেওঁ আছিল হৰ্তাকৰ্তা বিধাতা। সাহস-সততাই আছিল তাৰ গুৰি কাৰণ। তেওঁ বি এ.ত সংস্কৃতৰ সন্মান (অনাৰ্চ) লৈ অধ্যয়ন কৰিছিল আৰু কলেজৰ শিক্ষান্ত পৰীক্ষাত সেই সন্মান সুখ্যাতিৰে লাভ কৰিছিল।

মই মেছত সোমোৱাৰ কিছুদিনৰ ভিতৰতে কটন কলেজৰ ছুড্‌মাৰ্চন হলত কলেজৰ ছাত্ৰ-শিক্ষকৰ বাৰ্ষিক মিলন-সভা বহিছিল। মনত আছে—তাত বন্ধুৰাম কছাৰীয়ে ছাত্ৰসকলৰ মাজৰপৰা কোনোবাই আৰু কিবা ক'ব খোজে যদি কওক বোলাৰ লগে লগে ঘপ্ কৰি উঠি গৈ মঞ্চত থিয় হৈ কছাৰী ভাষাত বক্তৃতা দি সকলোকে স্তব্ধ কৰিছিল। ইংৰাজীত, ইংৰাজীত, বোলাৰ লগে লগে তেওঁ হাঁহি মাৰি ইংৰাজীতে তাৰ সুবলা ভাঙনি দিছিল। তেতিয়া ইতিহাসৰ অধ্যাপক ভুবন বাবুৱে সমজুৱাৰ আগতে তেওঁক ভূয়সী প্ৰশংসা কৰিছিল। তেওঁ সংস্কৃতৰ মুখ্য অধ্যাপক লক্ষ্মীনাৰায়ণ চেটাৰ্জীৰো প্ৰিয় ছাত্ৰ আছিল।

সেই সময়ত ছাত্ৰসকলৰ মাজত স্কাউটিং এটা হিতকাৰী আৰু জনপ্ৰিয় অনুষ্ঠান হৈ পৰিছিল। সকলোৱে বন্ধুৰাম কছাৰীক কটন কলেজৰ এজন জাকত-জিলিকা অদ্বিতীয় 'ৰভাৰ' (জ্যেষ্ঠ স্কাউট) বুলি স্বীকৃতি দিছিল। তেওঁ সেই দিনতে খোজ কাঢ়ি গৈ ছিলং ভ্ৰমণ কৰি আহিছিল। তেতিয়া দিনটোত এবাৰ মাত্ৰ ছিলঙলৈ মটৰ গাড়ী চলিছিল—ধৰাবন্ধা সময়ৰ ভিতৰত।

•আমি মেছত ৰান্ধনি ৰাখি ৰন্ধা-বঢ়া কৰাই খাইলৈ থকাত মাহিলি ৮/১০ টকাৰ বেছি খৰচ কৰিব লগীয়া হোৱা নাছিলোঁ। কেতিয়াবা তাতোকৈও কমতে হৈছিল। তাৰ এটা কাৰণ আছিল—বন্ধু বাবুৰ (তেওঁক আমি সকলোৱে বন্ধু বাবু বুলিছিলোঁ) সৰ্বতো বিষয়ৰ সু-পৰিচালনা। খোৱা-বোৱাও আমাৰ মেছতেই সবাতোকৈ ভাল বুলি এটা নাম আছিল। আমি কেনেকৈ চলিছিলোঁ তাৰে এদিনৰ এটা কথা কৈছোঁ—।

সেইদিনা মাকৰ মৃত্যু হোৱা কাৰণে কৃষ্ণ মেছত নাছিল। কৃষ্ণ নাছিল যদিও আমাৰ ভিতৰতে কিন্তু কেইবাজনো ভাল ৰান্ধনি আছিল। সুলভ শৰ্মা সৰ্বশ্ৰেষ্ঠ। সিদিনা সপ্তাহটোৰ একেলগে বজাৰ কৰা আৰু মুৰ্গী খোৱাৰ স্থিৰ হ'ল। বন্ধু বাবু মোক আৰু সুলভ শৰ্মাক লগত লৈ বজাৰলৈ ওলাল। ফাঁচি বজাৰলৈ। আমি গৈ চাউল-পাতকে ভিতৰ কৰি লাগতিয়াল সকলোখিনি বস্তু কিনি-কুটি ল'লোঁ। সেইবোৰ নি কুঞ্জ ঠাকুৰৰ দোকানত জমা থ'লোঁ। কাৰণ আজিৰ দৰেই তেতিয়াও সেই দোকানখন আছিল অগতিৰ গতি, পতিত পাৱন সকলোৰে কাৰণে। তাত থ'লে কাৰো কোনো বস্তুৰ হৰণ-ভগনৰ ভয় নাথাকে। আমি তাকে কৰি বজাৰখনৰ ভিতৰত আৰু এপাক মাৰি আহিলোঁ। দেখিলোঁ—আমাৰ ভালে কেইটা মোনা আৰু টোপোলা-টুপলি হ'ল। তাৰ উপৰি এইবাৰ আমি কিনি ল'লোঁ এটা মোটা-তাজা খাছী মুৰ্গী। সম্ভৱ দুই কেজি মান হ'ব। তেতিয়া মুৰ্গী ওজন কৰি বেচাৰ দস্তুৰ নাছিল। মই তেতিয়ালৈ সিমান শকত-আৱত ডাঙৰ মুৰ্গী দেখাযে নাছিলোঁ। খোৱাতো দূৰৰ কথা। বন্ধু বাবুৱে দাম-দৰ কৰি ন অনা পইচাত সেইটো কিনি লৈছিল।

উভতিবৰ সময়ত এতিয়া সুলভ আৰু মই দুয়ো ইফালে-সিফালে চকু দিছোঁ ক'ৰবাত কম পইচাতে বোজাবোৰ কটিয়াই আনিবলৈ এটা ভাৰী বা মুটিয়া পায় নেকি। বন্ধু বাবুৱে কথাটো বুজি পালে। তেওঁ ক'লে—হেৰা অতুল, হেৰা সুলভ, কি চাই আছা? লাজ কৰিছা নেকি? ধৰা, তোমালোক দুয়ো এই সৰু মোনা দুটাকে সাৱধানে লোৱা। মই চাউলৰ বোজা, মুৰ্গী আৰু পাচলিৰ বোজা ল'লোঁ। ব'লা এতিয়া—বুলি ঘপহকৈ বোজা তুলি কান্ধত লৈ হাতত মুৰ্গী সহ খোজ আৰম্ভ কৰিলেই। উপায় নাপাই ওঁঠ-মোঠ চেলেকি আমিও তেওঁৰ পাছ ললোঁ। বাটত তেওঁ কৈছিল—আগলৈ চকু ৰাখি কেৱল বাটে বাটে বাট বুলিবা। ইফালে-সিফালে কাষলৈ বা পাছলৈ নাচাবা। কেনেবাকৈ বন্ধু-বান্ধৱ বা চিনাকি মানুহ দেখিলেও নামাতিবা, কথা নাপাতিবা। নেদেখা ভাও জুৰি যাবা। তাকে কৰিবলৈ আমাৰ সময় নাই। তাকে কৰিলে লাজো লাগিব পাৰে। ঘৰ পোৱাৰ পাছত আমি হাত-ভৰি ধুই চাহ-জলপান খাই ফুৰিবলৈ ওলাম। তেতিয়া কাৰোবাক লগ পালে সমানে সমানে কথা পাতিম। এতিয়া নহয়। কামৰ সময়ত কাম। নে কি কোৱা? বেয়া পাইছা নোক? বেয়া নাপাবা। এইবোৰ জীৱন-যুঁজৰ সঞ্জীৱনী মন্ত্ৰ। —এইদৰে তেওঁৰ কথা শুনি শুনিয়েই অলপ সময়ৰ ভিতৰতে মেছ পালোঁগৈ।

এইখিনিতে আৰু এদিনৰ এটা আমোদজনক কথা মনত পৰিছে। মাঘ বিহু। পৰীক্ষা নিচেই ওচৰ চপা দেখি আমি ৪/৫ জন 'মেছ-মেট' ঘৰলৈ নগ'লোঁ। সুলভ শৰ্মা গ'ল। তেওঁক আমালৈও বিহুৰ পিঠা-পনা আনিবলৈ কৈ পঠালোঁ। তেৰোঁ আমাৰ কথা ৰাখি এদিন মাত্ৰ ঘৰত থাকি বিহু খাই উভতিল। আমালৈ ভালকৈয়ে এটোপোলা পিঠা-পনা, এক ভেটুৱা মখা দৈ, এটেমা নতুন চুৰা, চিৰা সান্দহ আদি আনিলে। সেইদিনা আছিল শনিবাৰ। আমি কলেজৰপৰা সোনকালে গৈ সকলোৱে লগ লাগি

চিৰা, চুঙা-পিঠা, দৈ, চুৰা আৰু হাপেনিয়া পিঠা খালোঁ। হেপাহ পলুৱাই খালোঁ। সেইবোৰ খাই উঠি পেট ভৰাত চাহ খালোঁ। লাও-পিঠা, ঘিলা পিঠা, হাডীমুৱা পিঠা, তিলদিয়া পিঠা, তিলৰ লাডু আদি এসোপামান বাকী ৰ'ল। খোৱা নহ'ল। বন্ধু বাবুৱে ক'লে—এইবোৰ কালিলৈ পুৱা খাম। কালি দেওবাৰ আছে। —আমি সন্মত হ'লোঁ।

পাছদিনা ৰাতিপুৱা ৰমা হাজৰিকাই (এজন মেছ-মেট) তলৰপৰা চিৰ্য়ৰি চিৰ্য়ৰি মোক মাতি ক'লে—বৰুৱা বাবু, নামি আহকচোন। কথা বিষম। আজি ৰাতি চোৰ আহিছিল। চুটকেচত পিঠা এখনো নাই। গোটেই বাকচকে খালে। —দুৱাৰখনো বাহিৰফালৰপৰা ঢিলাকৈ বান্ধি থৈ গৈছে বুলি কৃষ্ণই ক'লে।

—চোৰে চুটকেচটোও নিলে নেকি? —মই সুধি সুধিয়ে নামি আহিলোঁ। অকল ময়ে নহয়—একে একে সকলোবোৰ নামি আহিল—অমৃত শৰ্মা, গোৱাল বৰা, সুলভ শৰ্মা আদি। নাহিল কেৱল বন্ধু বাবু। তলত, পাক-ঘৰত তাকে লৈ এখন হুলস্থুল হৈহাল্লা লাগি পৰিল। চোৰ নো কোন পিনেদি সোমাল? বাহিৰৰ গে'টত দেখোন এতিয়াও তলা লগোৱা আছে। চোৰ সোমোৱাৰ চিন-মোকাম নাই। আৰু কিবা নিলে নেকি? কৃষ্ণয়ো গম নাপালি নে? লাইট জ্বলাই চোৰে পিঠাবোৰ চুৰ কৰি লৈ গ'ল—তই মৰা-বগাল পৰাৰ দৰে পৰিযে আছিলি নে? তই এটা মস্ত ধোদ। ইত্যাদি।

বন্ধু বাবু তেতিয়াও ওপৰতে আছে। তেওঁ তেনেই নিৰ্বিকাৰ। নিস্তব্ধ। লেপৰ তলত, পেট পেলাই পৰি গাৰুটো বুকুত লৈ লাইটৰ পোহৰত একান্ত মনে পঢ়িয়ে আছে। তলত কি ঘটিছে, কি ঘণ্ডাল লাগিছে তাৰে খবৰে নাই। কৃষ্ণই গৈ কোৱাত তেওঁ নো এতিয়া কয় কি? —হেৰা অতুল, হেৰা ৰমা, হাই নকৰিবা। হাই-উৰুমি নকৰিবা। পিঠা আনে খোৱা নাই। পিঠা মই খাইছোঁ।

উঠি থিয় হৈ তললৈ গপ্ গপ্‌কৈ নামি আহি তেওঁ মুৰটো খজুৱাই খজুৱাই ক'লে—হেৰি হে, এনেয়ে সংস্কৃতৰ কথা, তাতে অনাৰ্চৰ ব্যাকৰণ। পঢ়ি থাকিলেও মনত নৰয়। ঘনে ঘনে পিঠালৈহে মনত পৰে। ৰাতি তিনি বজাত উঠি লাইট জ্বলাই পঢ়িবলৈ লৈছোঁ, কোনোমতে পঢ়াত মন নবহে। পিঠালৈহে মন যায়। তোমালোকে কালি মোক পিঠা খাব দিবই নালাগিছিল। তোমালোকেহে লেঠা লগাইছা। মই ৰ'ব নোৱাৰি তেতিয়া খং উঠি নামি আহিলোঁ আৰু পিঠাবোৰ খতম্ কৰিলোঁ। তাৰ পাছত পানী এক গ্লাচ খাইহে মই তত পাইছোঁ। তেতিয়াৰপৰা মই পঢ়িব পাৰিছোঁ। তোমালোকে বেয়া নাপাবা। ভুল হ'ল দিয়া। ট্ৰাইবেল মন। যেতিয়া যিফালে সি যায়, যায়েই।

-আমি সকলোৱে বৰ ভাল পালোঁ। বন্ধু বাবুৰ প্ৰতি আমাৰ শ্ৰদ্ধা আৰু সমীহ বাঢ়িলহে, নকমিল। আমি সকলোৱে হাঁহি-ফূৰ্তি কৰি দোকানৰপৰা তুৰন্তে ৰুটি-বিস্কুট কিনি আনিলোঁ আৰু বন্ধু বাবুক মাজত বহুৱাই লৈ চাহ-জলপান খালোঁ। বন্ধুৰাম কছাৰীক নিচিনা কটনিয়ান সেই সময়ত দ্বিতীয় এজন নাছিল।

১৫/৭/৯৪

# বন্ধত পাঠ্য-পুথি পঢ়ে কোনে?

সেই সময়ত (১৯৩৬-১৯৪০) ছিপাঝাৰত, ছিপাঝাৰত কিয় সমগ্ৰ মঙলদৈ অঞ্চলতে ছোৱালী হাইস্কুল বা মাইনাৰ স্কুল নাছিল। কোনো কোনোৱে মৰসাহ কৰি ছোৱালীক মাইনাৰ পৰ্য্যন্ত ল'বাৰ লগতে সহশিক্ষা দিয়াৰ ব্যৱস্থা কৰিছিল। তাকো সযত্নে সন্তৰ্পণে। দহৰ দহ কথা শুনি! বিৰক্তিৰে! বালিকাক শিক্ষা দানৰ সিমানতে সীমা। মোৰ উচ্চ শিক্ষালৈ মন মেলাৰ ঘাই পৃষ্ঠপোষক অমূল্য খুৰাদেৱে তেওঁৰ মৰমৰ জ্যেষ্ঠা কন্যা কবিতাক তেওঁৰ লগতে ৰাখি নিজৰে ছিপাঝাৰ এম. ই স্কুলত এম. ই পৰ্য্যন্ত পঢ়ুৱাইছিল। ছিপাঝাৰ এম ই ৰ তেওঁ আছিল প্ৰতিষ্ঠাপক হেড্‌মাষ্টৰ। কবিতা আছিল ছিপাঝাৰ এম. ই.ৰপৰা এম. ই পাছ কৰা প্ৰথম ছোৱালী। কবিতাই এম. ই. পাছ কৰা খবৰ ওচৰে-পাজৰে ফাটি-ফুটি গৈছিল।

খুৰাদেৱে কবিতাক গুৱাহাটীৰ পাণবজাৰ ছোৱালী হাইস্কুলত পঢ়ুৱাবলৈ মন মেলিলে। সেই বিষযে তেওঁ হেনো মোৰ বাহিৰে আন কাৰো লগত আলচ কৰা নাছিল। মোক সোধাত মই পোনেই উৎকৃষ্ট হ'ব বুলি মন্তব্য দিছিলোঁ। সেই কথাটো লৈয়ে আৰু লগতে মোৰ গুৱাহাটীত থকা-মেলাৰ খা-খবৰ ল'বলৈও তেওঁ গুৱাহাটী পাইছিলহি। পাণবজাৰ ছোৱালী হাইস্কুলৰ ছাত্ৰী-নিবাস আমাৰ কামাখ্যা টিম্বাৰ ডিপোৰ মেছৰ নিচেই ওচৰতে দেখি তেওঁ মনত দুগুণে উৎসাহ পালে আৰু কবিতাক পাণবজাৰ ছোৱালী হাইস্কুলত পঢ়ুৱাবলৈ স্থিৰ কৰিলে। মোৰো নিচেই ওচৰ হ'ব আৰু মই আৱশ্যকমতে মাজে সময়ে তাইৰ যত্ন ল'ব পাৰিম বুলি জানি তেওঁ কলে— এই বিষযে মই তোত বাহিৰে কাৰো পৰামৰ্শ লোৱা নাই ; কাৰণ আমাৰ মানুহবোৰৰ মন মই বুজোঁ। সকলোৱে নিৰুৎসাহহে কৰিব। তই পৰামৰ্শ দিলি যেতিয়া মই মনত বল পালোঁ। অহা সপ্তাহত তাইক আনি মই এড্‌মিছন দিয়াম; আজি হেড্‌মিষ্ট্ৰেছৰ লগত কথা পাতি যাম। —ৰাজবালা দাস আছিল তেতিয়া হেড্‌মিষ্ট্ৰেছ।

—আৰু এটা কথা। মই কিমান টকা দৰমহা পাওঁ তই জান। মাত্ৰ ৩৫ টকা। তাৰে ঘৰখন কষ্টে-মষ্টে চলাই মই কুৰিটামান টকা তোলৈ পঠিয়াম। তই প্ৰয়োজন মতে তিনি টকাৰপৰা পাঁচ টকালৈ যি পাৰা তোলৈ ৰাখি বাকীখিনি তাইক দিবি। তাইৰ চোৱা-চিন্তাৰ সমস্ত দায়িত্ব তোক দিলোঁ। তইঁতে টানি-টুনি চলিবি।—

কলেজত পঢ়ি থাকোঁতে বিহগী কবি ৰঘুনাথ চৌধাৰীৰ ওচৰলৈ সঘনে যোৱাটো আমাৰ ছাত্ৰসকলৰ কিছুমানৰ কাৰণে এটা অভ্যাসত পৰিণত হৈছিল। কিয় নাজানো, ইচ্ছা কৰি নগ'লেও ফুৰিবলৈ অকলে বা দুই-এজন বন্ধুৰ লগত দীঘলী পুখুৰীমুৱা হ'লেই অভ্যাসতে গৈ গৈ তেখেতৰ ওচৰ পাওঁ। তেখেতক দেখি,

তেখেতৰ শোলা মুখৰ খোলা হাঁহিৰ সম্ভাষণ এষাৰ শুনি উভতিব পাৰিলে ধন্য হোৱা যেন লাগে। তেওঁৰ মুখত এটা আবদাৰ সদায়ে শুনিছিলোঁ—তোমালোক দেখোন নহায়ে হ'লা? আহি থাকিবা। —ইফালে লাগিলে আমি নিতৌয়ে যাওঁ।

এদিন অকলে গৈ কথা পাতোঁতে কথা প্ৰসঙ্গত কবিতা ভনীটীৰ কথা তেওঁক ক'লোঁ। নামটো শুনিয়ে উচপ খাই উঠি তেওঁ তেতিয়া ক'লে—ৰ'বা, ৰ'বাহে। কি নামটো ক'লা? কবিতা? তুমি এদিন তাইক মোৰ ওচৰলৈ লৈ আহিবা। তাইৰ কবিতা নামটো কোনে থৈছিল? মই সকলো ল'ৰা-ছোৱালীৰে নাম থওঁ। কিন্তু কবিতাৰ দৰে এনে এটা নামো যে ছোৱালীক দিব পাৰি মই ভাবিবযে পৰা নাছিলোঁ। কোনোবা মোতকৈ ডাঙৰ কবিয়ে নিশ্চয—বুলি মন খুলি হাঁহিলে।

কলেজত নাম লগোৱাৰ পিছত অধ্যাপক সূৰ্য্যকুমাৰ ভূঞাদেৱে আমাৰ ইংৰাজীৰ ক্লাছ ল'বলৈ যাওক। তেতিয়া তেওঁ ডক্টৰ হোৱা নাই। অধ্যাপক ভূঞাৰ নাম নানা প্ৰসঙ্গত আগৰপৰাই শুনি আছিলোঁ। এতিয়া তেওঁক স্বচক্ষে দেখি আৰু ইমান ওচৰতে পাই হাতেদি স্বৰ্গ ঢুকি পোৱা যেন লাগিল। চুটি-চাপৰ, গহীন-গম্ভীৰ, গাৱাল, সুশোভন লোকজন।

গেলেৰিত ক্লাছ বহিলে সদায় তাৰ নিচেই তলৰ খাপত আমি বহিছিলোঁ। অধ্যাপকৰ নিকটতে। ছোৱালীবোৰৰ আসনৰ ঠিক পিছতে। উদ্দেশ্য অধ্যাপকৰ বক্তৃতা ভালকৈ কাণ পাতি শুনা। তথাপি কেতিয়াবা দুই-এজন অধ্যাপকৰ বক্তৃতা স্পষ্টকৈ শুনিব নোৱাৰি পোনতে মনত বেযাযে লাগিছিল। ভাবিছিলোঁ মোৰ নিজৰহে কিবা ত্ৰুটী হ'বলা। পিছত লাজ-কাজ কাতি কৰি থৈ অন্য সহপাঠীক সেই আপত্তি জনোৱাত তেওঁলোকেও সেই একে আপত্তিকে দিছিল। ক্ৰমে ক্ৰমে অভ্যস্ত হ'লোঁ।

প্ৰথম দিনাখনেই ক্লাছলৈ গৈ ভূঞা ছাৰে উপস্থিতিৰ হাজিৰা ল'লে। তাৰ পাছত ক'লে—আজি চা-চিনাকিৰ দিন। কোন ক'ৰপৰা আহিছা—কোনে কি বিষয় লৈছা—বিজ্ঞান নে কলা—কোন কোন বৃত্তিধাৰী আছা আদি কথাৰ সম্ভেদ লওঁ বাৰু। প্ৰথমতে মই তোমালোকৰ মাজত বৃত্তিধাৰী কোন কোন আছা চাব খোজোঁ। থিয হোৱা।—

আদেশ দিয়া মাত্ৰে উপস্থিত সকলোকেইজন বৃত্তিধাৰী ছাত্ৰ নিজৰ নিজৰ ঠাইত থিয হ'ল। কোনোবা শ্ৰেণীৰ সোঁমাজত, কোনোবা চুকত, কোনোবা সম্মুখতে, কোনোবা দূৰত। সিঁচৰতি হৈ আছে। মথুৰা ভট্টক সোধাৰ পাছতে মোক তেওঁ প্ৰশ্ন কৰিলে—তুমি ক'ৰপৰা আহিছা? মই মণ্ডলদৈৰপৰা বোলাৰ লগে লগে তেওঁ দুনাই প্ৰশ্ন কৰিলে—মণ্ডলদৈ? তেনেহ'লে ছিপাঝাৰ নে বামুণপাৰাৰপৰা? —মই ক'লোঁ—ছিপাঝাৰৰপৰা। —তেওঁ ক'লে—এৰা সেয়ে হ'ব লাগিব। That must be so ইমানকে সুধি তেওঁ অইন অইন বৃত্তিধাৰীসকলৰ বিষয়ে সুধি গ'ল। নানা ধৰণৰ প্ৰশ্ন।

মোৰ মনত প্ৰশ্ন হ'ল—এৰা সেয়ে হ'ব লাগিব—That must be so —তাৰ তাৎপৰ্য্য কি? মই তন্মুহূৰ্ত্ততে ভাবি একো সমিধান নাপালোঁ। মনটো খু-দুৱাই থাকিল।

পিছে তাৰ অলপ দিনৰ পিছতে ইংৰাজীৰ টিউটৰিয়েল ক্লাছ আৰম্ভ হ'ল। ভাগ্যক্রমে মই অধ্যাপক ভূঞা ছাৰৰ টিউটৰিয়েল ক্লাছতে পৰিলোঁ। আমি ১৫/২০ জন মান ল'ৰা ক্লাছলৈ গৈছিলোঁ। টিউটৰিয়েল ক্লাছ কি বস্তু তাকে তেওঁ পোনতে ব্যাখ্যা কৰি ক'লে—টিউটৰিয়েল ক্লাছটো এটা যৌথ পৰিয়ালৰ দৰে। ইয়াত ইজনে সিজনৰ লগত মন খুলি কথা পাতে আৰু মিলা-মিছা কৰে। ছাত্ৰয়ো পেটৰ কথা শিক্ষকক ভাঙি-পাতি কয় আৰু শিক্ষকেও তেনেকৈ অন্তৰঙ্গ বন্ধুৰ দৰে ছাত্ৰৰ লগত মিলিজুলি কথা পাতে, ৰং-ধেমালি কৰে। আমি আজিৰপৰা তাকে কৰিম। বাৰু তুমিয়ে কোৱাচোন—তোমাৰ নাম অতুল বৰুৱা হ'বলা—তুমিয়ে কোৱাচোন তোমাৰ মোক সুধিবলগীয়া প্ৰথম কথা কি আছে? আছে নে নাই?

—আছে ছাৰ ; বহুত আছে। হেপাহ পলুৱাই সুধি ল'ম আৰু জানিম। প্ৰথম কথা হৈছে—আপুনি মোক নাম ধৰি মাতিলে কেনেকৈ? সিদিনা আমি বহুতে আপোনাক আমাৰ প্ৰত্যেকৰে নাম কৈছিলোঁ। আপুনি মনত ৰাখিলে কেনেকৈ?

তেখেতে উত্তৰ দি ক'লে—লোকমান্য তিলকৰ কথা মহাত্মা গান্ধীয়ে কি কৈছে জানা নে? —তেওঁ কৈছিল—আজি যদি কিবা দুৰ্ঘটনাক্রমে হঠাৎ পৃথিৱীৰপৰা চাৰিওখন বেদ অন্তৰ্দ্ধান হয় আৰু লোকমান্য তিলক জীয়াই থাকে তেন্তে লুপ্ত বেদ চাৰিওখন উদ্ধাৰ হ'ব। এনে অদ্ভুত স্মৃতিশক্তিৰ অধিকাৰী আছিল লোকমান্য তিলক। তেখেতৰ তুলনাত মোৰ দেশৰ কেইজনমান ছাত্ৰৰ নাম মাত্র মনত ৰাখিব নোৱাৰিলে বাৰু মই অধ্যাপনা কৰিম কেনেকৈ? তুমিয়ে কোৱাচোন, কেনেকৈ?

কথা শুনি মই বিস্ময়ত স্তম্ভিত হ'লোঁ। —তোমাৰ আৰু কি প্ৰশ্ন আছে বোলাত মই ক'লোঁ—সিদিনা আপুনি ক'লে—মঙলদৈৰ ল'ৰা যদি তুমি মঙলদৈৰ কোন ঠাইৰ ল'ৰা? ছিপাঝাৰৰ নে বামুণপাৰাৰ? আপুনি পোনছাটে তেনেকৈ ধৰিবান্ধি ক'লে কেনেকৈ? ছিপাঝাৰ আৰু বামুণপাৰাৰ নাম ক'লে কিয়?

তেওঁ হাঁহি এটা মাৰি ক'লে—ৰমণীকান্ত বৰুৱা, কাৰ্তিকচন্দ্ৰ বৰুৱা, শৰৎচন্দ্ৰ বৰুৱা, বাসৱচন্দ্ৰ বৰুৱা ক'ৰ? ছিপাঝাৰৰ নহয় জানো? তেনেকৈ পুৰন্দৰ শৰ্মা, নবীন শৰ্মা, ৰামেশ্বৰ শৰ্মা, অন্নদা শৰ্মা নো ক'ৰ? বামুণপাৰাৰ নহয় জানো? মঙলদৈৰ এই দুঠাইৰ ল'ৰাৰ পঢ়াৰ প্ৰতি আগ্ৰহ বেছি। হয় নে নহয়?

উত্তৰত মোৰ ক'বলৈ আৰু একো নাথাকিল। অইন দুই-এজন বন্ধুৰ লগতো তেওঁ তেনেকুৱা ধৰণৰ দুই-এটা কথা পাতিলে। তাৰ পাছত তেওঁ ক'লে—কলেজলৈ আহি তোমালোকে জীৱনত এটা দুৰ্লভ সুযোগ পাইছা। কি জানানে? কোৱাচোন বাৰু সেই সুবিধাটো কি?

আমি কোনেও তৎকালে একো নমতা দেখি তেওঁ ক'বলৈ ধৰিলে—কটন কলেজৰ পুথিভঁৰালৰ দৰে বৃহৎ পুথিভঁৰাল তোমালোকে অইন কোনো ঠাইত নোপোৱা। ক্লাছ নাথাকিলে তোমালোকে সেই পুথিভঁৰাললৈ গৈ কিতাপৰ কেটেলগবোৰ আৰু পাৰিলে কিতাপবোৰো লিৰিকি-বিদাৰি চাবা। শ্লিপ দি কিতাপ

খুজি আনি হাত বুলাই চাবা। ভাল লাগিলে নিয়ম মানি ঘৰলৈ নি পঢ়িবা। লাইব্ৰেৰীয়ান ৰাজেন বাবু বৰ ভাল মানুহ। তেওঁ তোমালোকক যৎপৰোনাস্তি সহায় কৰিব। —এইবুলি লিখি ল'বলৈ কিছুমান ভাল ভাল কিতাপৰ নাম ক'লে। আমি সেইবোৰৰ কোনেও এখনো পঢ়া নাছিলোঁ। পিছত ছাৰে ওৱাল্টাৰ স্কটৰ 'আইভান হো'ৰ নাম কোৱাত আমি সকলোৱে পঢ়িছোঁ বোলাত আচৰিত হৈ তেওঁ ক'লে— আটায়ে সেইখন পঢ়িলা কেনেকৈ? ক'ৰবাত পাঠ্য আছিল নেকি? —'হয়' বোলাত তেওঁ হাঁহিলে আৰু ক'লে—মই নাম কোৱা কিতাপবোৰৰ অন্ততঃ এখন তোমালোকে পঢ়িছা—তাকে শুনি সুখ পালোঁ। বাকীবোৰো পঢ়িবা। তাত বাহিৰে আৰু অলেখ কিতাপ আছে। মনৰ খুকুৰি পলুৱাই পঢ়িব পাৰিবা।

কটন কলেজত পঢ়া চাৰি বছৰত অইন যি হওক-নহওক লাইব্ৰেৰীৰ কিতাপ হেপাহ পলুৱাই পঢ়িছিলোঁ। ঘৰত পঢ়িব নোৱাৰিলেও লাইব্ৰেৰীৰ কমন ৰুমতে বহি এখনৰ পিছত এখন কিতাপ আনি লুটিযাই-বগৰাই চাই ঘূৰাই দিছিলোঁ। তেনে সুবিধা আৰু ক'তো পোৱা নাই। বাহিৰত নতুন নতুন বন্ধু, পুথিভঁৰালত নতুন নতুন পুথি ঃ নতুন জীৱন, নতুন জগৎ!

আমাক বন্ধত বৰ বেছি দুখন কিতাপ ঘৰলৈ আনিবলৈ দিছিল। অনাৰ্চৰ ল'ৰাক চাৰিখন। কোনো কোনো ছাত্ৰই অধ্যাপকৰ চহী লৈ তেওঁৰ কিখনৰ ওপৰঞ্চি আৰু ৩/৪ খন কিতাপ আনিছিল। এবাৰ মই তেনে কৰিবলৈ গৈ বাঘৰ নেগুৰেৰে কাণ খজুৱাব ধৰিছিলোঁ। ঘটনাটো এনেকুৱা—।

উপেন্দ্ৰ চন্দ্ৰ লেখাৰু সেই সময়ত কটন কলেজৰ অসমীয়াৰ অধ্যাপক। তেওঁ মোৰ এজন শুভাকাংক্ষী গুৰু। মই তেওঁক আত্মীয় স্বজন জ্ঞানত শ্ৰদ্ধা কৰিছিলোঁ। বন্ধৰ সময়ত মই তেওঁৰ নামত লাইব্ৰেৰীৰপৰা ৩/৪ খন কিতাপ আনিছিলোঁ। তেৱোঁ চকুমুদি চহী কৰি দিছিল। তৃতীয় নে চতুৰ্থ বাৰ্ষিকত পূজাৰ বন্ধ নে গৰমৰ বন্ধত এবাৰ তেনেকৈ কিতাপ আনিবলৈ ৰিকুইজিচন শ্লিপত তেওঁৰ চহী ল'লোঁ। তাৰে এখন কিতাপ আছিল Love and Love-worship—লেখক কোনোবা এজন ও ডি ওৱাল নে কোন? কিতাপখন যৌন-জ্ঞানৰ এখন বুজন গ্ৰন্থ। ড° কাকতিয়ে সেইখন নি তেওঁৰ হাতত ৰাখিছিল। লাইব্ৰেৰীয়ানে খোজাত তেওঁ সুধিলে—কাক লাগে? কিয় লাগে? —লাইব্ৰেৰীয়ানে অধ্যাপক লেখাৰুক লাগে বুলি কোৱাত তেওঁ পিছদিনা কিতাপখন ঘূৰাই দিলে আৰু ক'লে—সোনকালে ঘূৰাই দিবলৈ ক'ব , মোক লাগে। —লাইব্ৰেৰীয়ানে মোক কথাটো জানিবলৈ দিলে।

মোৰ গা কঁপি আছিল—সেই প্ৰসঙ্গত কিবা প্ৰকাৰে মোৰ নাম ওলাই বুলি। মই কিতাপখন আনি বন্ধত উৰাই-ঘূৰাই পঢ়িলোঁ। ড° কাকতিৰ প্ৰিয় কিতাপ এখন পঢ়িবলৈ পালোঁ—তাতকৈ গৌৰৱৰ কথা আৰু কি হ'ব পাৰে বুলি আনন্দত মন নাচি উঠিছিল। সেই বন্ধটোত আৰু অইন কিতাপ একো—ওম্ তৎ সৎ—পঢ়া নহ'ল। নোপোৱাই পোৱাদি তাকেই পঢ়িলোঁ, আকৌ পঢ়িলোঁ। স্বীকাৰ কৰা ভাল এনেয়েও

বস্তুত, কলেজীয়া ছাত্ৰ-কালৰ বস্তুত, মই পাঠ্য পুথি একো পঢ়িব পৰা নাছিলোঁ। মনতে প্ৰশ্ন হৈছিল—পাঠ্য পুথি নো পঢ়ে কোনে? পৰীক্ষাৰ কাৰণেহে তাক পঢ়া যায়। পৰীক্ষাৰ ওচৰত পঢ়িলেই হ'ল। তাতে আকৌ ক্লাছত পাঠ্য ৰূপে পঢ়িলে ভাল কিতাপো নীৰস হয়। আমাৰো কয় নহয় বোলে—

ভাল কাপোৰ নষ্ট হয় সদায় উৰিলে জাপত,
ভাল ল'ৰা বেয়া হয় কথা নুসুধি বাপত।

২৭/৯/৯৪

# চুৰট খাবলৈও ভাগ্য লাগে

কটনত পঢ়োঁতে কামাখ্যা টিম্বাৰ ডিপোৰ মেছটোত থকা কালৰ কথা। কলেজৰ ক্লাছবোৰ একে লেঠাৰিয়ে প্ৰায়ে নহয় ঃ মাজে মাজে দুই-এক পেৰিয়ড ক্লাছ নাথাকে। তেতিয়া সাধাৰণতে লাইব্ৰেৰীৰ কমন ৰুম বা অন্য উদং খোটালি এটাৰ এটা মূৰত আৱশ্যক হ'লে যেনৰ বতাহ লৈ কিতাপ পঢ়োঁ। ছুটীৰ পাছত অ'ত-ত'ত ক'ৰবাত ভাল মেল-মিটিং থাকিলে প্ৰায়ে তালৈ ঢাপলি মেলোঁ ঃ বিশেষকৈ সাহিত্য, ধৰ্ম বা সংস্কৃতি বিষয়ৰ সভা-সমিতি হ'লে। সেইবোৰ চাই আৰু শুনি ভাল পাওঁ। সেইখিনি সময় মনৰ দুখ-ভাগৰ, চিন্তা-অৱসাদ পাহৰি থাকিব পাৰি। তেনেকুৱা ৰাজহুৱা সভা-সমিতিৰ কাৰণে তেতিয়া গুৱাহাটী চহৰৰ ভিতৰত তিনিখন ঠাই প্ৰশস্ত আছিল ঃ পাণবজাৰৰ হৰিসভা, উজান বজাৰৰ কাৰ্জন হল (আজিকালি সি জাতিত উঠি নবীন বৰদলৈ ভৱন নাম লৈছে), আৰু তৃতীয়টো কটন কলেজৰ ছুড্‌মাৰ্ছন হল। ছুড্‌মাৰ্ছন হল অৱশ্যে কটন কলেজৰ অধ্যাপক আৰু ছাত্ৰসকলৰ কাৰণেহে। এইবোৰত সাধাৰণতে ডাঙৰ ডাঙৰ নেতাসকলে বক্তৃতা দিয়ে। এইবোৰ চাই-মেলি আৰু ক্লাছ কৰি লুংলুঙাই ঘূৰি ফুৰোঁতে দিনৰ সময়খিনি খাই আজৰি হওঁ। সদায়ে সাঁজ গঢ়ি যোৱাৰ পিছতে ৰাতিৰ আহাৰ খোৱা হয়। মেছত তেনেকৈ ভাত-পানী খোৱাৰ পিছতহে সকলোৱে পঢ়া-শুনাত লাগে।ময়ো জাকৰ কাৰে জাকেৰে উজাওঁ।

পিছে এইখিনিতে নকৈ নোৱাৰোঁ—মোৰ এটা বদভ্যাস আছিল ঃ খাই-বৈ উঠি পঢ়িবলৈ বুলি কিছু সময় মেজৰ ওচৰত বহিলেই টোপনিয়ে মোক জোকাবলৈ ধৰে। লগৰীয়া-সমনীয়াক সেইটো পৰাপক্ষে নকওঁ। ক'বলৈও লাজ লাজ লাগে। ভয় হয় কোনোবাই কেচুৱা ল'ৰাৰ অভ্যাস বুলি উপলুঙা কৰে বুলি। কেতিয়াবা বহি থাকিব নোৱাৰি কমৰপৰা ওলাই গৈ বাৰান্দাত তহল দি আহোঁ। কেতিয়াবা মুখ ধোৱাৰ চলেৰে চকুত চেঁচা পানী মাৰোঁ।

মেহুত মোৰ ৰুম-মে'ট আছিল মঙলদৈৰ আঠীয়াবাৰী গাঁৱৰ এজন বিজ্ঞানৰ চোকা ছাত্ৰ, নাম—অমৃত চন্দ্ৰ শৰ্মা। তেওঁ কলেজত ছুড়্মাৰ্ছন মেডেল পাইছিল। বছৰটোৰ ভিতৰত সকলোবোৰ পৰীক্ষাৰ মুঠ নম্বৰত সমগ্ৰ কলেজত যি ছাত্ৰ বা ছাত্ৰীয়ে প্ৰথম স্থান অধিকাৰ কৰে তেওঁ সেই পুৰস্কাৰ পায়। মুঠতে কলেজৰ ভিতৰত সেই বছৰৰ সৰ্বশ্ৰেষ্ঠ মেধাবী ল'ৰা।

অমৃত শৰ্মা হাইস্কুলত পঢ়া দিনৰপৰাই মোতকৈ এক শ্ৰেণী তলত আছিল। আমি দুয়ো একেখন মঙ্গলদৈ হাইস্কুলতে পঢ়িছিলোঁ। তেওঁক মই এদিন মোৰ ঘুমটি-গেগুৰা স্বভাৱটিৰ কথা সদৰি নকৰি নোৱাৰিলোঁ। ক'লোঁ—ৰুম-মে'ট শৰ্মা, ৰাতি দেখোন মই একো পঢ়িবই নোৱাৰোঁ হে! কিতাপ আগত লৈ মেজৰ ওচৰত অলপ সময় বহিলেই সাত ভাৰস্তৰ টোপনিয়ে মোক হেঁচা মাৰি ধৰেহি। কি কৰোঁ? তোমালোকে হ'লে ৰাতি ১১/১২ বজালৈ স্বচ্ছন্দে পঢ়ি থাকা। মোৰ তোমালোকক তেনেকৈ পঢ়ি থকা দেখিলে ঈৰ্ষাযে হয। মোকো এটা বুদ্ধি দিয়া না!

তেওঁ ক'লে—মই সেইটো তেনেই লক্ষ্য নকৰা নহয়। কৰিছোঁ। মই কিন্তু পঢ়োঁ বুলিলে ওৰে ৰাতি পঢ়ি থাকিব পাৰোঁ। কেৱল আমনি ভাঙিবৰ কাৰণে চিগাৰেট, বিড়ি, তামোল আদি কিবা মাজে মাজে খাই থাকিব লাগে। মই আপোনাক তাকে কৰিবলৈ উপদেশ দিব পাৰোঁ জানো? অৱশ্যে তামোল আপুনি খায, কিন্তু তামোল খালে নহ'ব। চিগাৰেট, বিড়ি কিবা এবিধ খাব লাগিব। তাকে কৰিবলৈ মই জানো আপোনাক উপদেশ দিব পাৰোঁ? তাকে ক'বলৈয়ে মোৰ লাজো লাগে, ভয়ো লাগে। কাৰণ মই জানো যে আপুনি জীৱনত কোনোদিন চিগাৰেট খোৱা নাই আৰু নাখায়। যদি শুনে তেন্তে কওঁ। ৰাতিৰ ৰোজত অলপ কমকৈ ভাত খাই লৈ আপুনি মাজে মাজে চিগাৰেট খাই খাই পঢ়ি চাব পাৰে। অভ্যাস হ'লে পাতলে পাতলে খাব। ইচ্ছা কৰে যদি এবাৰ তাকে পৰীক্ষা কৰি চাব পাৰে। পিছে তাকে কৰিলে কিন্তু আপুনি বেয়া ল'ৰা হ'ব। মোৰ সঙ্গদোষৰ পাপে আপোনাকো ছুব। গতিকে কথাটো আপুনি ভালকৈ চিন্তা কৰি লৈহে কামত হাত দিব।

মই নিশ্চয় পৰীক্ষা কৰিম বুলি তেওঁক ক'লোঁ। কোৱাই নহয়, পিছদিনা হাতে-কামে লাগিয়ে গ'লোঁ। শৰ্মাৰ পৰামৰ্শ মতেই এটকা চাৰি অনা নে কিমান দি এক টিন্ উইলছ্ চিগাৰেট আৰু দুপইচা নে কি দি এটা দিয়া-চলাই কিনি আনি পিছদিনা ৰাতি কাম আৰম্ভ কৰিলোঁৱেই। চিগাৰেট হুপি হুপি হ'লেও বহুত ৰাতিলৈ আন দহজনে পঢ়াৰ দৰে ময়ো পঢ়িম—মনতে এনে কল্পনা; এনে পৰিকল্পনা! সংকল্প!

পিছদিনা সন্ধ্যা খাই-বৈ উঠি পঢ়িবলৈ আৰম্ভ কৰিলোঁ। কিছুপৰ পঢ়াৰ পিছতে নিদ্ৰা দেৱীয়ে মোৰ লগত লুকা-ভাকু আৰম্ভ কৰিলেহি। মই তেতিয়া সন্তৰ্পণে চিগাৰেট এটা উলিয়াই ৰুম-মে'ট শৰ্মাক দিলোঁ আৰু নিজেও এটা মুখত লৈ ঈশ্বৰক চিন্তি জুই-শলা মাৰিলোঁ। দুয়ো চিগাৰেট খাই হাঁহি-মাতি অলপ পৰ কথা পাতি পঢ়িবলৈ আৰম্ভ কৰিলোঁ।

কেইহোপামান মৰাৰ পাছতেই চিগাৰেটৰ ধোঁৱা নাকে-মুখেদি এৰি দিয়াৰ লগে লগে মোৰ চকু ৰঙা হৈ আহিবলৈ ধৰিলে। প্ৰথমতে চকুৰেদি ধোঁৱা-কোঁৱা দেখিবলৈ ধৰিলোঁ। মূৰ আচন্দ্ৰাই কৰা যেন লাগিল। মই ক'ত আছোঁ নিজে ক'ব নোৱাৰা হ'লোঁ। চিগাৰেটটো নুমাই থৈ চকু মুদি অলপ নিতাল মাৰিলোঁ। অলপ ভাল লগা যেন পাই আকৌ পঢ়িবলৈ চেষ্টা কৰিলোঁ। পিছে পঢ়া নহ'ল। চকুৱে কিতাপৰ বাক্য নপঢ়ে। মযো নেৰোঁ। গ্ৰাহ-গজেন্দ্ৰৰ যুদ্ধ। —শৰ্মাই লক্ষ্য কৰি আছে। ৰাতি দহ মান বাজিল। শৰ্মাই ক'লে—আজি বিশ্ৰাম লওক। শুই থাকক। লাহে লাহে অভ্যাস হ'লে পাৰিব। একেদিনাই নোৱাৰে। ই অভ্যাসৰ কথা। —তেওঁৰ কথা শুনিলোঁ। নুশুনিয়েই বা কৰোঁ কি? শুই থাকিলোঁ।

পিছদিনা চিগাৰেট জ্বলাবলৈয়ে মনত সাহস নহ'ল। সেইদিনা ৰাতি অধ্যয়নৰ বিৰতি বুলি চিগাৰেটো নাখালোঁ—নপঢ়িলোঁও। তৃতীয় দিনা মনত দৃঢ় সংকল্প লৈ পুনৰ আৰম্ভ কৰিলোঁ। শৰ্মাই ক'লে—আজিও নোৱাৰে যদি বাদ দিব। —মই অলপকৈ দুই-চাৰি হোপা মাৰি গা বেয়া লগাত অলপ শুই লওঁ বুলি বিচনাত দীঘল দিলোঁ। শৰ্মাই ক'লে—হয়, তেনেকৈ অলপ জিৰণি লৈ চেষ্টা কৰকচোন।

টোপনি আহিল। আচৰিত আচৰিত সপোন দেখিলোঁ। আকাশত উৰি ফুৰিছিলোঁ। কেতিযাবা মাটিলৈ নামি আহোঁ, কেতিয়াবা আকাশত উৰি ফুৰোঁ। এনেকৈ থাকি ৰাতি এক মান বজাত সাৰ পাই বিচনাত উঠি বহি পৰিলোঁ। শৰ্মাক জগোৱা নাই। লাহেকৈ বিজুলী-বাতি জ্বলাই চিগাৰেট লগাই লৈ চকীত বহি পঢ়া আৰম্ভ কৰিলোঁ। কেই মিনিট মানৰ ভিতৰতে মই দেখোন আকৌ আকাশে-পাতালে উৰি ফুৰা যেন অনুভৱ কৰিবলৈ ধৰিলোঁ। এইবাৰ 'লাইট' নুমাই চুপ-চাপকৈ শুই থাকিলোঁ। —তাৰ পাছত আৰু চিগাৰেট কোনোদিনে খোৱা নাই। জীৱনত আৰু চুৰট খাব নোৱাৰিলোঁৱেই। অকৃতকাৰ্য্যতাৰ বেদনা ৰ'ল, কিন্তু লাভ-লোকচানৰ মুঠ ফলাফল বিশেষ লোকচানজনক নহ'ল যেন লাগে। জীৱন-যুঁজৰ ইও এক আধ্যা।

আজিও তাকে কেতিয়াবা ভাবোঁ। বন্ধু অমৃত শৰ্মা ঢুকাল। পঢ়াত নাম কৰাৰ দৰে চাকৰি জীৱনত তেওঁ সিমান নাম কৰিব নোৱাৰিলে। কৰ্মময় জীৱনত কেতিয়াবা লগ পালে তেওঁ কৈছিল—বৰুৱা দাদা, চিগাৰেট খাবলৈও ভাগ্য লাগে। খাওঁ বুলি খাব নোৱাৰি। নহয় নে? —সেই কথা মনত পৰে।

২/১১/৯৪

# আশীৰ্বাদকে দিয়ক

খৈছজালি দিয়াৰ লগে লগে দোকমোকালিতে শেতেলি এৰা মোৰ অভ্যাস। এই অভ্যাসটোক মই পৈতৃক বৃত্তিও বুলিব পাৰোঁ। পিতাৰো সেয়ে অভ্যাস আছিল। তেওঁ সদায় পুৱা ছটাপোহৰতে উঠি শৌচাচাৰ কৰি আহি হাত-মুখ ধুই পোনেই বিচনাৰপৰা মোক তুলি নি থিয়-কোলাত লৈ বাৰীৰ হেঙাৰৰ সেউজীয়া গছ-পাতত লাগি থকা নিয়ৰৰ পানীৰ টোপালবোৰ হাতেৰে আনি মোৰ চকুত সানি দিছিল। তেনেকৈ মোক কোলাত লৈয়ে এপাক ফুৰি অহাটো তেওঁৰ অভ্যাস হৈ পৰিছিল। মই আমনি পাই কেতিয়াবা কান্দিছিলোঁ। মায়ে তাকে লৈ কৈছিল—ছলিটোক নো আপুনি তেনেকে ঘুমটিৰপৰা জগাই নি লটিঘটিখন কৰে কিয়? তাক ঘুমটি মাৰিব নিদিয়ে কিয়? সিনো ৰাতিপুৱাই উঠি কি হালখন বাই দিব? —পিতাই একো নামাতে। কেতিয়াবা কয়—সি পাৰে যদি মোৰ এই ৰাতিপুৱা উঠা অভ্যাসটোকে লওকচোন বাৰু।

তেনেকৈয়ে হ'বলা মোৰ ৰাতিপুৱা উঠা অভ্যাস হ'ল। কামাখ্যা টিম্বাৰ ডিপোৰ মণ্ডলদৈ মেছত থাকি কলেজত পঢ়া দিনত ঘৰ-আন্ধাৰ বাজ-পোহৰ হোৱা সময়ত জাৰৰ দিনত প্ৰায় সদায়ে আলিবাটৰপৰা এটা উদাত্ত কণ্ঠস্বৰ বতাহত উৰি আহি মোৰ কাণত পৰিছিল। গুৰু-গম্ভীৰ ধ্বনিৰে কোনোবাই আলিবাটেদি চিঞঁৰি চিঞঁৰি কৈ গৈছিল—ব্ৰহ্ম-কৃপাহি কেৱলম্। ব্ৰহ্ম-কৃপাহি কেৱলম্। —নিৰীক্ষণ কৰি এদিন দেখিবলৈ পালোঁ—জাৰৰ কুঁৱলী ভেদ কৰি, হলৌ-চোলা পিন্ধা চাহাব এজন আলিবাটেদি সেই ধ্বনি কৰি প্ৰাতঃভ্ৰমণ কৰি লফৌ-লফৌ গৈ আছে। তেৱেঁই আছিল দীঘলী পুখুৰীৰ পাৰত থকা তেতিয়াৰ আৰ্ল্-ল কলেজৰ প্ৰিন্সিপাল জে. বৰুৱা চাহাব। বহুতে তেওঁক গাঁৱে-ভূঞে জে. বৰুৱা চাহাব বুলিব নোৱাৰি পোনাই জাবৰুৱা চাহাব বুলিছিল। প্ৰাতঃভ্ৰমণ তেওঁৰ আছিল এটা সাধাৰণ অভ্যাস। বৰ-কাঁহত কোবালে হোৱা শব্দৰ দৰে গলগলীয়া মাতেৰে শুভ্ৰ-সুবেশ আৰ্য্য-গঢ়ী ডাঙৰ-দীঘল সেই লোকজনেই আছিল প্ৰিন্সিপাল জে. বৰুৱা।

জে. বৰুৱা আছিল তাহানিৰ বাগ্মী নেতা তৰুণৰাম ফুকনৰ কান-সমনীয়া বাল্য-বন্ধু। বয়সত অলপ ডাঙৰ। দুয়ো বোলে উনবিংশ শতিকাৰ শেষৰ দুবছৰত বিলাতত ব্যেৰিষ্টাৰী পঢ়ি আছিল আৰু দুয়ো লণ্ডনৰ পিছদিয়া আলিবাটত নিতৌ এটা নিৰ্দিষ্ট সময়ত নতুন চাইকেলত উঠি তহল দিছিল।

ফুকনক দেশভক্ত তৰুণ ফুকন বুলিয়ে সকলোৱে জানে। দেশভক্ত ফুকন বুলিলে সকলোৱে তেওঁকে বুজে। বাগ্মিতাত আৰু প্ৰত্যুৎপন্নমতিত তেওঁ আছিল অনন্যসাধাৰণ। সেয়েহে তেওঁ বাগ্মী নেতা ফুকন বুলি খ্যাত। তেওঁৰ বক্তৃতা আৰু

ওকালতি আমি হাইস্কুল আৰু কলেজত পঢ়া কালত খেদিকুৰি গৈ শুনিছিলোঁ আৰু উপভোগ কৰিছিলোঁ। এই মহান নেতাজনৰ মহাপ্ৰয়াণৰ দিনটো আজিও মনত পৰে।

আমি তেতিয়া কলেজৰ চতুৰ্থ বাৰ্ষিক বি. এ.ৰ ছাত্ৰ। ১৯৩৯ চনৰ ২৮ জুলাই দিনাঙ্কৰ কথা। বাৰিষা কাল যদিও বৰষুণ-বাদল নাই। বতৰ ফৰকাল। আবেলি ৩ মান বজাত বাতৰি কাকত পঢ়ি ওপৰ-তালাৰ আলিৰ দাঁতিৰ বৰ্দ্ধিত কাঠৰ বাৰান্দাত বহি আৰাম কৰিছোঁ। এনেতে আমাৰ মেছৰ বান্ধনি কৃষ্ণই চিঞৰি ক'লে—বৰুৱা বাবু, শুনিছে নে নাই? তৰুণ ফুকন বোলে আজি দুপৰীয়া সিপুৰী পালেগৈ। আলিয়েদি তেওঁৰ ঘৰলৈ যোৱা মানুহৰ সোঁত বৈছে। চাওক আহিচোন।—

খবৰটো শুনি বুকুখন হম্ হমাই গ'ল। কি কৰোঁ কি নকৰোঁ লাগিল। উখা-মুখাকৈ ছাৰ্টটো পিন্ধি লৈ বাটে বাটে বুটাম মাৰি মন্ত্ৰ-চালিত সাপৰ দৰে সেইমুৱা হ'লোঁ। ক'ত ভৰি দিলোঁ ক'বই নোৱাৰিলোঁ। অতৰ্কিতে গৈ ফুকন ডাঙৰীয়াৰ পদূলিমুখ পালোঁ। জুম বান্ধি থকা শোকাতুৰ জনতাৰ মাজত সোমাই ঘৰৰ সম্মুখৰ আগ-চোতালত শুৱাই থোৱা থুলন্তৰ শৱ-শৰীৰটো আৰু পূৰ্ণিমাৰ জোনৰ দৰে উজ্জ্বল নিপোতল মুখখন দেখিলোঁ। চকুলো ধাৰাসাৰে ওলাই আহিল। ভীৰৰ মাজৰপৰা এখোজ-দুখোজকৈ ওলাই আহি আলিৰ দাঁতিত থিয় হ'লোঁ। বন্ধু-বান্ধৱ কাৰবাক লগ পাইছিলোঁ যদিও মনত নাই।

অলপ পৰ পিছতেই ঘোঁৰা-গাড়ীত দীঘল নাকেৰে, তেজে-ফুটি-যাওঁ ফাটি-যাওঁ কৰি থকা মুখেৰে এজন আৰ্য্য-গঢ়ী লোকক দেখা পালোঁ। কোলাৰ ওপৰত হাতৰ মুঠিত তেওঁৰ পানীৰ বটলৰ দৰে এটা কিবাৰ বটল। কান্দি কান্দি মুখখন তেনেই বেকেটা কৰি উচ্চাৰণ কৰা শুনিলোঁ—অ' তৰুণ, তয়ো মোক এৰিলি? মই আৰু কাৰ লগ ল'ম ঐ?

হমথকতে দেখি তেওঁক চিনিব পৰা নাছিলোঁ। মাতটো শুনিহে বুজিব পাৰিলোঁ—তেৱেঁই আছিল প্ৰিন্সিপাল জে. বৰুৱা চাহাব। বিলাতত চৈধ্য বছৰ থাকি আহি কলিকতাত কিছুকাল বৈ অসমলৈ ফিৰিবলৈ ভয় কৰি তেৱেঁই হেনো এদিন ফুকনক সুধিছিল—আসামৰ মহবোৰ একোটা কপৌৰ মান হ'ব নে? মই তাত থাকিব পাৰিম নে?

মনত পৰিছিল—এইজনা লোকেই সিদিনাখন আমাৰ কটন কলেজৰ ছাত্ৰ-সভাত জৱাহৰলালে ইংৰাজীতে সোধা প্ৰশ্নৰ টপৰকৈ উত্তৰ দিছিল। ঘটনাটো ঘটিছিল এনেকৈ।—

গুৱাহাটীলৈ নেহৰু আহিছিল স্বাধীনতা সংগ্ৰামৰ সভা-সমিতি পাতি আন্দোলন গঢ়ি তুলিবলৈ। কটন কলেজৰ ছাত্ৰসভাৰ সেই সময়ত সম্পাদক আছিল শ্ৰীমান প্ৰফুল্ল গোস্বামী। কলেজৰ অধ্যক্ষ এছ. চি. ৰায়। গোস্বামীয়ে পণ্ডিত নেহৰুক ছাত্ৰসভালৈ নিমন্ত্ৰণ কৰি আহি এছ. চি. ৰায়ৰ অনুমতি বিচাৰিলে। ৰায় বিমোৰত পৰিল। ভয়ত তেওঁৰ জীউ কঁপি উঠিল। তেওঁ অধ্যাপকসকলৰ পৰামৰ্শ ল'লে আৰু

মিটিং পাতিবলৈ সন্মতি দিলে। নিদিয়ে বা কৰিব কি? অধ্যাপকসকলে পৰামৰ্শ দিলে যে প্ৰিন্সিপাল জে. বৰুৱা প্ৰমুখ্যে জনদিয়েক গণ্যমান্য শিক্ষাবিদকো সেই সভালৈ আনিব পাৰিলে শোভনীয় হ'ব। কাৰ্য্যত তাকে কৰা হ'ল। নগৰৰ অলেখ গণ্যমান্য লোকে সভাৰ শোভা বৰ্দ্ধন কৰিছিল।

যথা সময়ত সভা বহিল। পণ্ডিত নেহৰুৰ সেইদিনা ভালেকেইখন মিটিং আছিল। সময় দিয়া মতে এক মিনিটৰো হেৰফেৰ নকৰাকৈ তেওঁ আহি সভাস্থলত উপস্থিত হ'ল। ছুড়্মাৰ্চ্চন হলৰ প্ৰাঙ্গণত নিৰ্মাণ কৰা সভা-মঞ্চত পোনেই গৈ তেওঁ থিয় দিলে। থিয় হোৱাই নহয় মঞ্চৰ মূৰলৈকে গৈ বক্তৃতা আৰম্ভ কৰিলেই। পোনেই প্ৰশ্ন কৰিলে—মই এতিয়া কি বিষয়ে ক'ব লাগিব (What should I say)?

তন্মুহূৰ্ততে সমজুৱাৰ মাজৰপৰা সেই একে ধৰণৰ ইংৰাজী উচ্চাৰণেৰে উত্তৰ আহিল—ছাত্ৰসকলক আপোনাৰ আশীষ-বাণীকে দিয়ক—(Give your blessings to the students)। উত্তৰটো শুনি মুখখন অলপ ঘূৰাই তেওঁ উত্তৰ দিয়া লোকজনৰ ফালে চাই হাঁহি হাঁহি ক'লে—আশীৰ্বাদ দিবলৈ মইতো ধৰ্ম-যাজক নহওঁ (oh! I am not a priest to give blessings)। এইবুলি তেওঁ বক্তৃতা আৰম্ভ কৰিলে।

পণ্ডিত নেহৰুৰ প্ৰশ্নৰ তপতে তপতে উত্তৰ দিয়া লোকজনেই আছিল স্বনামধন্য পুৰুষ প্ৰিন্সিপাল জে. বৰুৱা। দুয়োকো দুয়ো আগতে জানিছিল নে নাই নাজানো কিন্তু দুয়োৰো ইংৰাজী উচ্চাৰণ আমাৰ কাণত অভেদ যেন লাগিছিল। এনেকুৱাই আছিল প্ৰিন্সিপাল জে. বৰুৱা।

১৫/১১/৯৪

# চিন্তাধাৰা ওলাল

আমি কটন কলেজত পঢ়া দিনত কামাখ্যা টিম্বাৰ ডিপোৰ আমি থকা মেছটোৰ দৰে সৰু সৰু বহুত মেছ আছিল। ভৰলুমুখ, শান্তিপুৰ, উজান বজাৰ, চেনিকুঠী, ৰিহাবাৰী, পল্টনবজাৰ আদিৰ সৰু সৰু ঘৰত মেছ কৰি থাকি পঢ়া ল'ৰা বহুত আছিল। একোটা অঞ্চলৰ তেনেকুৱা মেছবোৰৰ শাসকীয় তদবিৰ ল'বৰ কাৰণে একোজন অধ্যাপকক প্ৰিন্সিপালে দায়িত্ব দিছিল। তেওঁক প্ৰোক্টৰ (Proctor) বোলা হৈছিল। প্ৰোক্টৰে মাজে-সময়ে গৈ মেছত বহি ল'ৰাবোৰৰ লগত চা-চিনাকি হয় আৰু পঢ়া-শুনাৰ তত্ত্বাৱধান লয়। আমাৰ পাণবজাৰৰ কামাখ্যা টিম্বাৰ ডিপো মেছটো

আছিল পাণবজাৰৰে ভাড়াঘৰত বাসকৰা বুৰঞ্জীৰ বিখ্যাত অধ্যাপক ভুবনমোহন সেনৰ তলত। ভালকৈয়ে মনত আছে—এদিন দেওবাৰে ৰাতিপুৱা গৈ কেনেকৈ তেখেত আমাৰ মেছত ওলাইছিল আৰু আমাৰ প্ৰত্যেকৰে বিতং বতৰা লৈ আহিবৰ সময়ত মোক কৈছিল—Atul, you will have to be the real guardian of the mess—mind that তেওঁৰ গহীন মাতটোৰে সৈতে ইংৰাজীৰ শব্দকেইটা আজিও যেন কৰ্ণ-কুহৰত বাজি উঠে।

ভুবন বাবুৰ ইংৰাজী বৰ গহীন আৰু শুৱলা। শুনিলে শুনি থাকোঁ শুনি থাকোঁ লগে। তেওঁ বুৰঞ্জীৰ অধ্যাপক। বুৰঞ্জী পঢায় , কিন্তু ইংৰাজীত তেওঁৰ বৰ নাম। ৰঙ্গমঞ্চত ভাৱৰীয়াই বীৰৰ বচন আওৰাই ভঙ্গী সহকাৰে গোৱাৰ দৰে বুৰঞ্জীৰ কথা আৰু কাহিনীও তেওঁ অনৰ্গল, অবিৰাম গহীন-গম্ভীৰ ধ্বনিত ৰস লগাকৈ কৈ যাব পাৰে। ইংৰাজীৰ বিখ্যাত অধ্যাপক পি চি ৰায়ৰ ইংৰাজী এক ধৰণৰ আৰু ভুবন বাবুৰ ইংৰাজী অন্য এক ধৰণৰ। কাকনো বুলিবা কম? অধ্যাপক পি চি ৰায়, অধ্যাপক আশুতোষ চট্টোপাধ্যায়, অধ্যাপক ভুবন মোহন সেন, অধ্যাপক বিজয় সেনগুপ্ত (বিজয় বাবু), অধ্যাপক লক্ষ্মীনাৰায়ণ চট্টোপাধ্যায, অধ্যাপক আৰ আৰ থমাছ, অধ্যাপক হৰ্ষবাবু, অধ্যাপক ৰাধাকান্ত দাস, অধ্যাপক অতুল দত্ত, অধ্যাপক সুৰেশ দত্ত, ড° বাণীকান্ত কাকতি, ড° সূৰ্য্যকুমাৰ ভূঞা, ড° মথুৰানাথ গোস্বামী, অধ্যাপক উমাকান্ত গোস্বামী, অধ্যাপক উপেন্দ্ৰ চন্দ্ৰ লেখাৰু, অধ্যাপক দিবাকৰ গোস্বামী, অধ্যাপক শ্ৰীনাথ চক্ৰৱৰ্তী—এইসকল প্ৰত্যেকে নিজ নিজ নাম-গুণেৰে উজ্জ্বল হৈ থকা একোটা উজ্জ্বল জ্যোতিষ্ক। প্ৰত্যেকৰে বিশেষত্ব আছিল এই যে প্ৰত্যেকে ছাত্ৰৰ স্মৃতি-পটত একোটা স্বে-মহিম্নি সুকীয়া পূজাৰ্হ মূৰ্তি হৈ বিৰাজ কৰিছিল। অধ্যাপক চন্দ্ৰনাথ বৰাৰ (চন্দ্ৰ কলিতাৰ) ঠাইত শ্ৰীহট্টৰ অধ্যাপক প্ৰমোদ গোস্বামী আহিছিল যদিও 'কাৰো লগত কাৰো মিল, নোহে নোহে একোতিল' আছিল। দুয়োৰো প্ৰকৃতি, প্ৰকাশ ভঙ্গী, শিক্ষা-পদ্ধতি, বচন-লালিত্য আছিল পৃথক ধৰণৰ।

বোলে—'সমানে সমানে কৰিবা কাজ, হাৰিলে জিকিলে নাই লাজ'। এনে ভাব আৰু মনোবৃত্তিৰ বশবৰ্তী হৈ কেতিয়াবা কেতিযাবা কিছুমান একে ধৰণৰ চিন্তা-চৰ্চা কৰা ছাত্ৰই একোটা মেছ কৰি থাকিবলৈ লৈছিল। এনেকুৱা কাৰ্য্যত সকলোৰে ঘৰৰ অৱস্থা হয়তো একে নহ'বও পাৰে ; মনৰ মিলটোহে ইযাত আছিল ঘাই কথা। দীঘলী পুখুৰীৰ পূব পাৰত তেনে এটা মেছ আছিল। তাৰ নাম থোৱা হৈছিল—'আমাৰ ঘৰ'। সেই কালৰ ত্যাগী কংগ্ৰেছী নেতা তৈয়েবুল্লা চাহাবৰ এটা বাহিৰা ঘৰ কেৰেয়াৰৈ লৈ তাতে এই মেছ আৰম্ভ কৰা হৈছিল। ই আছিল সাহিত্য চৰ্চা কৰা গোটাচেৰেক সমভাবসম্পন্ন কটনিয়ানৰ বাসস্থান। তাতেই ভবানন্দ দত্ত, চক্ৰেশ্বৰ ভট্ট (ভট্টাচাৰ্য), প্ৰফুল্লদত্ত গোস্বামী, অতুলচন্দ্ৰ বৰুৱা, মহেশ চন্দ্ৰ দেবগোস্বামী, উপেন্দ্ৰনাথ শইকীয়া, চৈয়দ আব্দুল মালিক আদি সাহিত্যপ্ৰেমী কটনিয়ানসকলে সঘনে বহি গল্প-গুজব আৰু ৰং-ধেমালি কৰিছিল। মেছৰ স্থায়ী বাসিন্দা তাত আছিল কিন্তু মাত্ৰ ৫/৬ জন মানহে।

সেই সময়ত উজানবজাৰৰ বিহগী কবি ৰঘুনাথ চৌধাৰীৰ ঘৰটো আছিল সকলোৰে কাৰণে মৌচাকৰ দৰে আড্ডা। চাৰিও ফালৰপৰা সাহিত্যৰ মধু অন্বেষণকাৰী সকলো ছাত্ৰয়ে গৈ দলেবলে বা অকলে অকলে হ'লেও কবিক দেখা কৰি তেখেতৰ লগত কথা পাতি আহে। চিৰকুমাৰ 'ৰঘু আতা' সকলোৰে আন্তৰিক শ্ৰদ্ধা আৰু মৰমৰ কেন্দ্ৰ স্বৰূপ। আমি সকলোৱে তাঁলৈ সঘনে অহা-যোৱা কৰিছিলোঁ। ক'বলৈ গ'লে ই আমাৰ একপ্ৰকাৰ দ্বিতীয় ভাত-ঘৰ হৈ পৰিছিল।

আমি আই. এ. পৰীক্ষা দিয়াৰ মাহ চেৰেক আগে ৰঘু চৌধাৰী আতাৰ বহা-ঘৰত বা বহা-ঘৰৰ সম্মুখৰ শেৱালি-তলত মাজে সময়ে সাহিত্যৰ বিশেষ মেল পতা কৰিছিলোঁ। আতা আছিল আমাৰ সেই মেলৰ গুৰিয়াল ঃ বৰ-মেনা। মাজে মাজে তেওঁ শোলা মুখেৰে হাঁহে আৰু মাজে মাজে বিবদমান বিষয়ত নিজৰ যুক্তি স্থাপন কৰি আমাক দুই-এটা ডাবি-ধমকি দি তৰ্ক-বিতৰ্কৰ অন্ত পেলায়। বৰ ভাল লাগে তেনেকৈয়ে গঢ়ি উঠিছিল এটি লুহিঁয়া সাহিত্য অনুষ্ঠান। আমি নাম দিছিলোঁ— 'প্ৰগতি সমিতি'। আমিয়ে আলচ কৰি সেই নাম উলিয়াইছিলোঁ। আমাৰ মাজৰ চক্ৰেশ্বৰ ভট্টাচাৰ্য্যই প্ৰগতি শব্দটো ব্যৱহাৰ কৰিবলৈ বৰকৈ জোৰ দিছিল। তেওঁ বাৰে বাৰে কৈছিল—আমি গতানুগতিক সমিতি নাপাতোঁ ; আমাৰ সমিতি প্ৰগতিবাদী সমিতি হ'ব লাগিব ; মই হ'লে সেইটো নাম একোপধ্যে এৰি দিব নোখোজোঁ। আতাই বা কি কয়? —প্ৰফুল্লদত্ত গোস্বামীয়ে বৰ বেছিকৈ কথা নকৈছিল যদিও ভট্টক সৰ্বান্তঃকৰণে সমৰ্থন কৰি স্পষ্ট হয়ভৰ দিছিল। চৌধাৰী আতাই ৰায় দি কৈছিল— হ'ব বাৰু 'প্ৰগতি সমিতি'য়ে নাম হ'ব—মাত্ৰ এতিয়া তাৰ গতি যাতে নামে-কামে প্ৰগতি হয় তাৰ বাবে প্ৰগতিবাদী সাহিত্য ৰচনা কৰাত লাগা। 'নামে কি কাম কৰে, গুণেহে সংসাৰ তৰে।'

সেইদিনাখনেই সৰ্বসম্মতিক্ৰমে প্ৰফুল্লদত্ত গোস্বামীক সমিতিৰ সম্পাদক আৰু অতুলচন্দ্ৰ বৰুৱাক সহকাৰী সম্পাদক নিযুক্ত কৰা হ'ল। গোস্বামী থাকিছিল কবি চৌধাৰীৰ ওচৰতে, উজানবজাৰ বাৰোৱাৰী নামঘৰৰ দাঁতিতে। মই পাণবজাৰত। কামাখ্যা টিম্বাৰ ডিপোৰ মঙ্গলদৈ মেছত। নিজৰ বোজাৰ ওপৰতে এইটোও পৰাত মোৰ তেতিয়া ভূতৰ ওপৰতে দানহ হৈ পৰিছিল। গেলাতে টেঙা।

যিমানদূৰ মনত পৰে প্ৰগতি সমিতিৰ জন্ম হৈছিল শৰৎ কালত, জকমকাই শেৱালি ফুলা দিনত, ১৯৩৮ চনৰ পূজাৰ বন্ধৰ পিছত, সম্ভব নবেম্বৰ মাহৰ আঠ তাৰিখে। স্থান বিহগী কবিৰ বহা-ঘৰ। তাৰ সদস্যৰ ভিতৰত আছিল—প্ৰফুল্লদত্ত গোস্বামী (সম্পাদক), অতুলচন্দ্ৰ বৰুৱা (সহকাৰী সম্পাদক), চক্ৰেশ্বৰ ভট্টাচাৰ্য্য, মহেশ চন্দ্ৰ দেবগোস্বামী, ভবানন্দ দত্ত, চৈয়দ আব্দুল মালিক, দুলাল বৰপূজাৰী, ৰমেশ চন্দ্ৰ শৰ্মা, প্ৰভাত চন্দ্ৰ বৰুৱা, উপেন্দ্ৰ চন্দ্ৰ শইকীয়া, নবীন গোস্বামী, সুৰেন্দ্ৰ মোহন চৌধুৰী, শৰৎ চন্দ্ৰ বৰা, নৰনাৰায়ণ গোস্বামী, ভোলানাথ হাজৰীকা, অমিয় শৰ্মা আৰু দুই-এজন। সমিতি প্ৰতি সপ্তাহৰ দেওবাৰে দিনৰ দুই বজাত বহিছিল আৰু

আৱশ্যকমতে আগ-জাননী দি বিশেষ কাৰণত দুই-এটা দেওবাৰে বন্ধ দিয়া হৈছিল।

এইদৰে তাত বহু সংখ্যক ৰচনা-প্ৰবন্ধাদি পঠিত আৰু আলোচিত হৈছিল। তাৰপৰা চালি-জাৰি চাই খনচেৰেক উৎকৃষ্ট ৰচনাৰে এখন অলপ বৃজন ধৰণৰ পুথিকে প্ৰকাশ কৰা হৈছিল ঃ নাম 'চিন্তাধাৰা'। তাত ড° সূৰ্য্যকুমাৰ ভূঞা অধ্যাপক ছাৰে সাহিত্যৰ সমস্যা নে কি শিতানৰ সাহিত্য বিষয়ৰ এটা প্ৰবন্ধ প্ৰকাশৰ কাৰণে দি আমাক উৎসাহ দিছিল। একুৰি মান টকাও দিয়া মনত পৰে। তেখেতৰ দৰেই কটন কলেজৰ তদানীন্তন অধ্যক্ষ দাৰ্শনিক পণ্ডিত এছ. চি. ৰয়েও আমাৰ প্ৰচেষ্টাটো প্ৰশংসা কৰি কিতাপৰ কাগজৰ দামখিনি দি আমাক উদগনি দিছিল।

তেতিয়া আমি (মালিকত বাহিৰে) সদৌটিয়ে আই. এ. ফাইনেল দি উঠিছোঁ। আমাৰ আদৰৰ সামগ্ৰী 'চিন্তাধাৰা'ও প্ৰকাশ হয় হয়। পঢ়াৰ লেঠা ছিগা কাৰণে দিহাদিহি ঘৰাঘৰি যাবলৈ যো-জা কৰিছোঁ। এনে সময়তে এটা উৰা ঢৌ উঠিল আমাৰ কিতাপ প্ৰকাশৰ উদ্যোগটোৰে হেনো বহুতৰে গা-পোৰণি তুলিছে। তেওঁলোকে হুংকাৰ দিছে হেনো—ওলাওকচোন বাৰু কি ওলায়। সমালোচনা কৰি নেফানেফ কৰিম নহয়। সাহিত্য ক্ষেত্ৰত দুই-এচাহ বাবলৈ ধৰা পণ্ডিতম্মন্য দুই-এজন বন্ধুৰ মনৰ পিৰপিৰণিৰ কথা আমিও গম নোপোৱাই নাছিলোঁ ; কিন্তু মাত মাতি বাটৰ কচু গাত ঘহি ল'ব খোজা নাছিলোঁ। এতিয়া পিছে চাপৰিলে মেঘ নাতৰে দেখি আমিও সাঁহাৰি দিব লগীয়া হ'লোঁ। তেনে লোকসকলক আমি ইচ্ছা কৰিয়ে আমাৰ দলভুক্ত কৰা নাছিলোঁ। সেয়েহে তেওঁলোকে শিং পাতিবলৈ ওলাইছিল।

আমাৰ মাজৰে আমাক কলমেৰে বৰকৈ নহ'লেও লাগি-ভাগি দি হাতে-কামে সহায় কৰা এজন স্থূলকায় বন্ধু আছিল, নাম হেমন্ত কাকতি। তেওঁ আগবাঢ়ি আহি ক'লে—আপোনালোকে একো ভয় নকৰিব। আপোনালোক ঘৰলৈ গ'লেও মই আছোঁ নহয়। এনেযে সহপাঠীৰ গৌৰবটো ল'ম নে? কাম কৰিম। জানেই দেখোন—মই উজানবজাৰৰে মানুহ। ৰঘু আতাৰ নিচেই নিকটতে থাকোঁ। কিবা বিপদৰ আগন্তুক দেখিলে মই আতাৰ লগত আলচ কৰি আপোনালোকক খবৰ দি মাতি আনি লগ লগাম। তাৰ পাছত যি লাগে কৰিম। আপোনালোকৰ ঘৰৰ ঠিকনাবোৰ মোক দিয়ক। —এইদৰে কৈ আমাৰ সকলোৰে ঘৰৰ ঠিকনাবোৰ তেওঁ ল'লে আৰু টাইপ কৰাই তাৰ একোটা কপি আমাৰ প্ৰত্যেকৰে হাতে হাতে দিলে।

এই সমস্ত কথা ৰাষ্ট্ৰ হৈ গ'ল। বৰঘূণ হওক- নহওক বতৰ হ'লে ওন্দোলাই থাকিল। তেনে বতৰতে 'চিন্তাধাৰা' ওলাল। একো বিপদ-বিঘিনি নঘটিল। হয় তো ইফালৰ যা-যোগাৰ দেখি আৰু তৰ্জন-গৰ্জন শুনি সিপক্ষই তভক মাৰিলে।

আমাৰ মাজত তলে তলে এনে এটা বুজা-পঢ়া হৈছিল যে যদি কোনোৱে হিংসা কৰি আমাৰ 'চিন্তাধাৰা'ৰ বিৰূপ সমালোচনা দিয়ে তেনেহ'লে তাৰ যথাযথ প্ৰত্যুত্তৰ আমি কেউফালৰপৰা পৃথকে পৃথকে দিম। পিছে সেইটো কৰিব লগীয়া নহ'ল। প্ৰতিপক্ষ টাপ মাৰিলে। হয়তো মাহৰ মাৰ দেখিয়ে তিলে বেঁত মেলিলে।

এইদৰেই 'চিন্তাধাৰা' ওলাল। আমি কলেজ এৰাৰ লগে লগে প্ৰগতি সমিতিও মৰিল।

প্ৰফুল্লদত্ত গোস্বামীয়ে প্ৰগতি সমিতি আৰু 'চিন্তাধাৰা'—দুযোৰে সম্পাদকৰ দায়িত্ব বহন কৰি দেহেকেহে খাটিছিল। অল্পভাষী দত্ত গোস্বামী এইদৰেই কামৰ মাজেদি সৰ্বজনপ্ৰিয় আৰু সৰ্বজন সমাদৃত হৈ উঠিব পাৰিছিল।

৪/১২/৯৪

# এৰা এইটোহে বৰগীত

বিখ্যাত পণ্ডিত, বক্তা আৰু লেখক বুলি অধ্যাপক হুমায়ুন কবিৰৰ নাম বহুত দিনৰপৰা শুনি আছিলোঁ। মানুহজনক চাবলৈ মনত প্ৰবল হেঁপাহ উপজিছিল। সৌভাগ্যক্ৰমে আমি কলেজত পঢ়ি থকা কালত তেওঁ এবাৰ কংগ্ৰেছৰ কামত গুৱাহাটীলৈ আহিল। দেখাত চুটি-চাপৰ, নিযমীয়া মানুহজন। তেওঁ গুৱাহাটীত বিভিন্ন অনুষ্ঠানে আয়োজন কৰা ৪/৫ খন সভাত একেদিনাই ভালেকেইখন ঠাইত বক্তৃতা দিছিল। মই তেওঁক তেনেকুৱা তিনিখন সভাত দেখিছিলোঁ আৰু তেওঁৰ বক্তৃতা শুনিছিলোঁ। আচৰিত হৈছিলোঁ ইয়াকে ভাবিহে যে তেওঁ কোনো দুঠাইত এবাৰ কোৱা কথাকে দ্বিতীয় বাৰ কোৱা নাছিল। বক্তৃতাৰ বিষয়বস্তু আছিল প্ৰত্যেক ঠাইতে পৃথক পৃথক। ভাষাও ওজস্বিনী আৰু আকৰ্ষণীয়। ইংৰাজী অনৰ্গল ওলায়। ক'তো আঁৰ নালাগে। মুখস্থ গোৱাৰ দৰে একেৰাহে কৈ যাব পাৰে ; অথচ কথাবোৰ যুক্তিপূৰ্ণ, খাপখোৱা আৰু ৰসাল।

সেই সময়ত গুৱাহাটী আৰ্ল ল (আইন) কলেজ আছিল দীঘলী পুখুৰীৰ পূব পাৰত। সাধাৰণ শিক্ষা সাং কৰি আইন পঢ়িবলৈ যোৱা সকলো ল'ৰাই তাতে নাম লগাইছিল। এই কলেজৰ প্ৰথম অধ্যক্ষ আছিল জ্ঞে. বৰুৱা ঃ জ্ঞানদাভিৰাম বৰুৱা। কবিৰ অহা সময়ত তেওঁৰ ঠাইত আছিল শৰৎ কুমাৰ দত্ত ঃ এছ. কে. দত্ত বুলি জনাজাত। হুমায়ুন কবিৰ সম্ভৱ তেওঁৰ সহপাঠী বন্ধু নহ'লেও সমকালীন সহাধ্যায়ী। কবিৰৰ চিনাকি দিবলৈ তেওঁ যেতিয়া কৈছিল—এখেত দেখাতহে মানুহজন সৰু-ফুটীয়া—বিদ্যাই-বুদ্ধিয়ে পাণ্ডিত্যৰ পিনেদি কিন্তু তেওঁ আমাৰ নিচিনা ভালেকেইজনক তেওঁৰ পিন্ধা চোলাটোৰ এখন জেপতে সুমাই থ'ব পাৰে। — তেতিয়া আমি স্তম্ভিত হৈছিলোঁ। ভৰিৰপৰা মূৰলৈকে আকৌ এবাৰ চাই লৈছিলোঁ।

ল কলেজৰ সেই সভাত তেওঁ 'ল' বা আইন কি বস্তু, ক'ত কি 'ল' চলি আছে, তাৰ বিপৰীত প্ৰকৃতি কেনেকুৱা—সেইবোৰ এনে তন্ন তন্ন আৰু মনোগ্ৰাহীকৈ বৰ্ণাইছিল যে শুনি তেনেই মোহ যাব লাগে। ভোক-পিয়াহ পাহৰা যায়।

তাৰ পিছত কংগ্ৰেছৰ সভাত কংগ্ৰেছ কৰ্মীসকলৰ আগত বক্তৃতা দিওঁতে তেওঁ যেন কংগ্ৰেছৰ আৰু দেশৰ বিবিধ ঘটনাৱলীৰ বৰ্ণনাহে দি গৈছিল। চন, তাৰিখ আৰু মানুহৰ নামসহ ঘটনাবোৰ কেনেকৈ অবিৰামভাৱে একে লেঠাৰিয়ে গাই যাব পাৰে আমি ভাবি আচৰিত হৈছিলোঁ। মুখস্থ গোৱা কৃতী ছাত্ৰয়ো তেনেকৈ গাব নোৱাৰে।

আকৌ ছাত্ৰ-সভাত কোৱা সকলো কথা আছিল শিক্ষা সংক্ৰান্ত। দলীয় ৰাজনীতিৰ নাম-গোন্ধ নাই। তেজ উতলা কৰা নতুবা আন্দোলনমুখী কোনো কথা তাত নাই। এনেকৈ তিনি ঠাইত তিনিখন সভাত বক্তৃতা শুনি এনে অনুমান হৈছিল যেন তিনিজন পৃথক মানুহৰ বক্তৃতাহে শুনিছিলোঁ। বিষযো বেলেগ, বক্তৃতাৰ ভঙ্গীও বেলেগ।

তুলনা কৰি ভাবি চাই পাইছিলোঁ পণ্ডিত জৱাহৰলাল নেহৰুৰ বক্তৃতাও আছিল বহু পৰিমাণে একে ধৰণৰ। নেহৰুৰ বক্তৃতাত বক্তাৰ ৰূপকেই চাবা নে কথাকেই শুনিবা। তেজে ফুটি যাওঁ ফাটি যাওঁকৈ থকা দীপলিপ চেহেৰাৰে চাই থাক্ চাই থাক্ নেহৰুৰ ৰূপ। বক্তৃতাৰ আধাখিনি আকৰ্ষণ ৰূপৰ জেউতিতে হৈ যায়। ইংৰাজীবোৰ দুয়োৰো মুখত ফুলজাৰি ফুটা দিয়ে।

এবাৰ পণ্ডিত নেহৰুৱে তেনে এটা বক্তৃতা দি যোৱাৰ ফিৰিকা দিনাখন কটন কলেজৰ ইংৰাজীৰ মুখ্য অধ্যাপক পি. চি. ৰায়ে আমাৰ ক্লাছত কৈছিল—ওৰে জীৱন ইংৰাজীকে পঢ়িলোঁ, পঢ়ুৱালোঁ আৰু এতিয়াও তাকে কৰি আছোঁ। সেয়ে কাম। সেয়ে কৰ্তব্য। দ্বিতীয় আৰু অইন কাম একোৱে নাই বুলিব পাৰি। তাতেই আনন্দ। তাতেই সুখ। তথাপি কালি নেহৰুৰ বক্তৃতা শুনাৰ পাছত মনত এনেকুৱা লাগিছে যেন ইংৰাজী আৰু নক'মেই। ইমান দিন ঘোঁৰাৰ ঘাঁহ কাটিলোঁ। অনৰ্থক কষ্ট কৰিলোঁ। তথাপি কৰ্তব্য বুলি তাকে কৰিবলৈয়ে কিতাপখন হাতত লৈ তোমালোকক ইংৰাজী শিকাবলৈ আহিছোঁ। অৱশ্যে আহিয়ে থাকিম। চাকৰিত থকা কেইদিন আহিয়ে থাকিম।—

এই গ'ল পণ্ডিত নেহৰুৰ বক্তৃতাৰ কথা। এতিয়া অইন এদিনৰ দোছোৱা এখন সভাৰ কথা। ই কটনৰ প্ৰথম বাৰ্ষিকৰ অভিজ্ঞতা স্মৰণ। সৰস্বতী পূজাৰ পাছত কলেজ ছাত্ৰাবাসত প্ৰতিমা বিসৰ্জনৰ পূৰ্বে সভা বহিছে। সাৰস্বত সভা। তাক আজিকালিৰ ভাষাত সাংস্কৃতিক অপৰাহ্ন বা কলা-কৃষ্টিৰ বৈঠক বোলা যায়। উদ্যোগী ছাত্ৰসকলৰ নৃত্য-গীতাদিয়ে সিদিনাৰ সেই সভা-মণ্ডপ জীৱন্ত কৰি তুলিছিল। তেনেকুৱা এখন সাৰস্বত সভাত সিদিনাখন দৰ্শকৰ মাজত দেখিছিলোঁ আদবয়সীয়া লোক এজনক। তেওঁৰ হাতত এডাল শকত টোকন ; মূৰটো অলপ বেঁকা। গহীন-গম্ভীৰ প্ৰকৃতিৰ গাঠলু লোকজন। দাড়ি-গোফ ৰাখোঁ বুলি বতনেৰে

ৰথা নাই ঃ অযত্ন-ৰক্ষিত হৈ গজি বাঢ়ি নিজৰ অস্তিত্ব জাহিৰ কৰি আছে। তালৈ তেওঁৰ ভ্ৰূক্ষেপ নাই।

মঞ্চত এটা বৰগীত এজন গায়কে গালে। গিৰ্জনি মাৰি হাত চাপৰিৰে সকলোৱে হৰ্ষধ্বনি জনালে। লগে লগে হাতৰ টোকনডালত ভৰ দি থিয় হৈ এই লোকজনে কাহ এটা মাৰি গল হেকাৰি দি ক'লে—যত্নটো ভাল হৈছে। পিছে বৰগীত ভালকৈ ভুল-ভ্ৰান্তি নোহোৱাকৈ আওৰাই লৈ, সুৰ-মান ঠিক ৰাখি গাব লাগে। নহ'লে গাবয়ে নালাগে। বৰগীত যাতে বৰগীত হয় সেইটোহে চাব লাগে।

তেওঁৰ অবাঞ্ছিত মন্তব্য শুনি ল'ৰা কিছুমানে কিৰিলি পাৰি হাঁহিলে। সিয়াঁৰি ইতিকিং কৰিলে। তেওঁৰ খং উঠিল। কিবা প্ৰতিবাদ কৰিবলৈ তেওঁ থিয় হ'ল। শুভ্ৰবস্ত্ৰ পৰিহিত গৌৰকায় সুদৰ্শন অধ্যাপক লক্ষ্মী বাবু (সংস্কৃতৰ অধ্যাপক লক্ষ্মীনাৰায়ণ চট্টোপাধ্যায়) সেই সভাত উপস্থিত আছিল। তেওঁ ঘপহকৈ থিয় হৈ দুয়োখন হাত ছবিৰ গৰুড় পক্ষীৰ দৰে বিস্তীৰ্ণ কৰি উচ্চৈস্বৰে ক'বলৈ ধৰিলে—ছাত্ৰসকল, শুনা, শুনা ; মোৰ কথা শুনা। অধৈৰ্য্য নহ'বা। উত্তেজিত নহ'বা। এইখন ছাত্ৰসভা। ইয়াত তোমালোকৰ শিক্ষাগুৰু আৰু গুৰু স্থানীয় নমস্য লোক অনেক আছে। মোৰ কথা শুনা। যিগৰাকী লোকে তোমালোকৰ বৰগীত আবৃত্তিৰ ওপৰত মন্তব্য দিলে তেওঁ কোন জানানে? তোমালোকৰ দুই-চাৰিজনে হয়তো তেওঁক জানা আৰু চিনি পোৱা। বহুতেই নাজানা আৰু নিচিনা। তেওঁ বৰগীতৰ এজন ওজা-সঙ্গীতজ্ঞ। তেৱেঁই বিখ্যাত কবি, গায়ক আৰু দেশনেতা অম্বিকাগিৰী ৰায়চৌধুৰী। তেওঁৰ চোকা মন্তব্যত তোমালোক ৰুষ্ট নহ'বা। বৰং তুষ্ট হৈ তেওঁকে এটা বৰগীত গাবলৈ অনুৰোধ কৰা। বাৰু ময়ে তোমালোকৰ হৈ তেওঁক ক্ষমা খুজিলোঁ। মই অনুৰোধ কৰিছোঁ তেওঁ যেন ছাত্ৰসকলৰ হিত কামনা কৰি আজিৰ সভাতে এটা বৰগীত গাই শুনায়। আমাৰ ছাত্ৰসকলো তেওঁৰে ছাত্ৰ। তেওঁৰে নাতি-পুতি।—

ছাত্ৰসকলে হাত চাপৰি বজাই সমৰ্থন কৰিলে।

অম্বিকাগিৰী থিয় হ'ল আৰু দুই-এখোজকৈ গজ-গমনে গৈ মঞ্চৰ ওচৰ পালে। পাদুকা খুলি থৈ লাহেকৈ মঞ্চত বহি ল'লে। আৰু ক'লে—প্ৰত্যাহ্বান নহয় তো? পানী লাগিছে। বয়সো হৈ আহিছে। তথাপি সকলোৱে কৈছে যেতিয়া, বিশেষকৈ আমাৰ লক্ষ্মীবাবুৱে কৈছে যেতিয়া গাবই লাগিব। এবাৰ চেষ্টা কৰি চাওঁ। সহজ এটাকে গাওঁ। —এইবুলি তেওঁ—শুন শুন ৰে, সুৰ বৈৰীপ্ৰমাণা—নিশাচৰ নাশ নিদান—বৰগীতটো গাবলৈ ধৰিলে। গায়কৰ কণ্ঠস্বৰত আৰু হাৰমোনিয়ামৰ সুৰৰ লহৰত সভা-মণ্ডপ কঁপি উঠিল। সুৰৰ গাম্ভীৰ্য্য আৰু মাধুৰ্য্য দোপত দোপে চৰি গ'ল। সঙ্গীতত নিহিত ৰাম-ৰাৱণৰ সমৰৰ ইঙ্গিত গীতৰ সুৰতে ফুটি ওলাইছিল। —ধৰি ধৰি সমৰক ধাৱে—।

আজিও মনত পৰে সেই সুৰৰ ঝঙ্কাৰৰ কথা। বৰগীত শেষ হোৱাৰ লগে লগে ৰভাৰ তলৰ সভা সমজুৱাৰ হৰ্ষধ্বনিত কঁপি উঠিছিল। এৱা সেয়েহে বৰগীত।

২/৩/৯৫

# মোৰ আহুকলীয়া ছাত্ৰ-জীৱনৰ সামৰণি

কথাতে কয় বোলে—দৰিদ্ৰ লঙালৈ যায়, সাগৰ শুকায়—মাণিক লুকায়। মেট্ৰিক আৰু বি. এ. দিয়া সময়ত মোৰো তেনে ঘটিছিল। কথাটো অলপ খৰচি মাৰি ভাঙি-পাতি কওঁ।

প্ৰাইমাৰী পৰীক্ষাত মঙলদৈ মহকুমাৰ ভিতৰত দ্বিতীয় আৰু মাইনৰত অসমত প্ৰথম হৈ বৃত্তি আৰু পদক লাভ কৰি গৈ নিয়মীয়া ছাত্ৰ-জীৱনৰ শেহৰ দুটা পৰীক্ষাত, তাৰ মানে প্ৰবেশিকা আৰু বি. এত সেই নাম-যশ অটুট ৰাখিব পৰা নগ'ল। ক'বলৈ গ'লে—শেন যোৱাদি গৈ ফেঁচা অহাৰ দৰে আহিব লগা হ'ল। এই দুয়োটা পৰীক্ষাৰ সময়ত এটা নহয় এটা বিপদে লগ নেৰিছিল। মেট্ৰিক দিলোঁ গাত ১০১/১০২ ডিগ্ৰি জ্বৰ লৈ। এইবাৰ আকৌ বি. এ দিবলৈ কুৰি দিন মান থাকোঁতে আৰম্ভ হ'ল প্ৰথমে বুকু আৰু পিঠিৰ বিষ। 'কাক ক'ম কোনে পতিযাব, যাকে ক'ম সেযে লঠিয়াব।'

ডাক্তৰৰ ওচৰলৈ যোৱাৰ অভ্যাস মোৰ সৰু কালৰপৰাই নাই বুলিব লাগে। তাৰ ঘাই কাৰণ—ডাক্তৰে অসুখটো চাই কণাৰ দলি কিবা নহয় কিবা ঔষধৰ বিধান দিবই। মোৰ সেই দৰৰ দাম দি কিনি অনাৰ সম্বল ক'ত? তেনেকৈ আগতে দুই-এবাৰ ঔষধৰ নাম আৰু ব্যৱহাৰ-বিধি লিখা কাকত গাৰুৰ তলতে থাকিল ঃ ঔষধ অনা নহ'ল। এইবাৰ কিন্তু পোনতে ডাক্তৰৰ ওচৰলৈ—অৰ্থাৎ দাতব্য ঔষধালযলৈয়ে যোৱা নহ'ল। দিন গৈ অহাৰ লগে লগে পিঠিৰ ৰাজহাড়ৰ কাষত, নিজৰ চকুৰে দেখা নোপোৱা ঠাইত, হাতদেনাৰ (বাউসিৰ) মূৰত, কান্ধৰ নামনিত এটা ডাঙৰ ফোঁহোৰা উঠি আহিল। ফোঁহোৰাও ফোঁহোৰা বৰ উধনীয়া ফোঁহোৰা। এতিয়াও তাৰ চিন যোৱা নাই। তেতিয়া তাৰ বিষত প্ৰাণ যায় যায়।

শেষত এদিন চৰকাৰী ছাত্ৰাবাসৰ কাষতে থকা ডাক্তৰখানালৈ নগৈ নোৱাৰিলোঁ। বিশেষকৈ মোৰ ৰুমমেট বন্ধু অমৃত শৰ্মাই মোক জোৰ কৰিয়ে নিয়াৰ দৰে লৈ গ'ল। ডাক্তৰে চাই-চিন্তি ক'লে—নাৰেঙা। তাৰ মুখ কেইবাটাও। বেয়া ঠাইত হৈছে। নাকাটিলে নহ'ব , কাটি দিব লাগিব। কিমান দিনত ভাল হ'ব বুলি সোধাত ক'লে—কমেও তিনি সপ্তাহ। এতিয়াও পকা নাই। পকিব। পকিলেহে কটা ভাল।

শুনি মোৰ গা কঁপি উঠিল। ভাবিলোঁ—পঢ়াও নহ'ব, পৰীক্ষা দিয়াও নহ'ব। মেচতো মই মোৰ সতীৰ্থ লগৰীয়াবোৰৰ আপদহে হ'ম। ভাবি-চিন্তি মেচলৈ আহি বিষত জঠৰ হৈ বিচনাত পৰি থাকিলোঁ। পিঠিত অসহনীয় বিষ, মনত দুৰ্যোৰ চিন্তা-ভাবনা।

অহকাণে-পহকাণে খবৰটো গৈ পিতাৰ কাণত পৰিল। তেওঁ ঘৰত বহি থাকিব নোৱাৰিলে। নানাজনক সুধি-সুধি বাট উলিয়াই মোৰ মেচত এদিন ওলালহি। অহাৰ ঘাই কাৰণ হ'ল—জানোচা মই ডাক্তৰৰ পৰামৰ্শ লৈ খহুটো কটাই দিওঁ। তেনে কৰিব লাগিলে মাৰাত্মক বিপদ হ'ব। কেঁচাতে নাৰেঙা খহু কাটি দিলে ৰোগী মৰিবও পাৰে বুলি তেওঁ শুনিছিল। সেইটো বিশ্বাসো কৰিছিল। গতিকে নাহি কেনেকৈ পাৰে? আহিল।

পিতাই নিজেও চিকিৎসা কৰে। সাপৰ বিষ জাৰি-ফুকি ঔষধ দি ভাল কৰাত তেওঁৰ নামো আছে। সেইবুলি কিন্তু তেওঁ কাৰোপৰা তাৰবাবে ধন-পইচা নলৈছিল। মাননি, উপঢৌকন আদিও গ্ৰহণ নকৰিছিল। গ্ৰহণ কৰিলে হেনো গুণ-মন্ত্ৰ নাফাফে। দৰবে গুণ নিদিয়ে। তেওঁ তেনে চিকিৎসাক বৃত্তি হিচাপে লোৱা নাছিল। বৃত্তিয়াল বেজৰ কথা দোচোৰা। তেওঁলোকৰ সেইটো ব্যৱসায়ে। মাননি নল'লে নচলে। খাব কেনেকৈ?

পিতাই মোক জাপ-জৰী দি অলপ জৰা-ফুকা কৰি এদিন থাকিয়ে ঘৰলৈ উভতিল। ডাক্তৰৰ গুৰিলৈ আৰু যাব নালাগে বুলি মোক দঢ়াই দঢ়াই ক'লে। আৰু ক'লে যে ২/৩ দিনৰ ভিতৰতে তেওঁ মনো বৈদক লৈ আহিব। মনো বৈদে নাৰেঙাৰ বহুত বেমাৰী ভাল কৰিছে।

সন্তো বৈদ আৰু মনো বৈদ দুয়ো সেই সময়ত আমাৰ অঞ্চলৰ বিখ্যাত বৈদ। দুয়ো জাপ-জৰী দিয়ে, জৰা-ফুকা কৰে আৰু দাৰু-দৰ্পণৰ ব্যৱস্থা কৰে। সন্তো বৈদে বৰ বেছিকে ফুৰাচকা কৰিব নোৱাৰে। বয়স আশীৰ ওপৰ হ'ব। মুখ সোলা হ'বৰে কিমান দিন হ'ল আমি নাজানো। আমি দেখাৰপৰাই তেওঁ সোলা। তামোলৰ টোটোলা মুখত থাকেই। হাতত টোকন, মুখত খুন্দা তামোলৰ টোটোলা আৰু কাষলতিত এখন জলৌ-জপৌ জোলোঙা—সেযে আছিল আমি দেখা সন্তো বৈদ। ৰোগীক জাৰিবৰ সময়ত তেওঁ কাপ্ কাপ্‌কৈ মুখেৰেও মন্ত্ৰ মাতি থাকে—মানুহৰ লগত কথা পাতিও থাকে। মন্ত্ৰই কিন্তু গুণ নিদিয়াকে নাথাকে। তেওঁক বেজালিয়ে মানে। তেওঁৰ জোলোঙা, এটা বিখ্যাত বস্তু। লোকে কয়—সন্তো বৈদৰ জোলোঙাত নোহোৱা বস্তু নাই। পিছে মোৰ ক্ষেত্ৰত সেই অৱস্থাত তেওঁক গুৱাহাটীলৈ অনাৰ প্ৰশ্ন নুঠে। তেওঁ দিয়া জাপ-জৰীকে অনা হ'ল।

মনো বৈদ তেতিয়া ডেকা মানুহ। পিতাই তাহানিখনেই প্ৰাইমাৰী স্কুলত হেনো তেওঁক পঢ়াইছিল। পিতাই কিছুদিন প্ৰাইমাৰী স্কুলত শিক্ষকতাও কৰিছিল। ঘৰ নচলাত এৰিলে। পিতাক মনো বৈদে নিজৰ পিতৃৰ দৰে মানিছিল। তেওঁক লগত লৈ তিনি দিনৰ ভিতৰতে পিতা গুৱাহাটী পালেহি। থূলন্তৰ তেজগোৰা আদহীয়া লোকজন।

পিতাই য'তে-ত'তে নাখায়। দোকান, হোটেল আদিত কোনো দিন খাই পোৱা নাই। নাখায়। লাগিলে পানী-দুনি খাই ভোকে-লঘোণেই থাকিব। মনো

বৈদেও। তেওঁলোক দুয়ো নিজে ওলাই গৈ ব্ৰহ্মপুত্ৰৰ পাৰত নাও বান্ধি থকা বেপাৰীসকলৰ লগত কথা পাতি তাতে চিনা মানুহ পালে আৰু নাৱতে খোৱাৰ আৰু থকাৰ ব্যৱস্থা কৰিলে।

এইদৰে বি. এ.ৰ শিক্ষান্ত পৰীক্ষাও ওচৰ চাপি আহিছে মোৰো পিঠিৰ নাৰেঙা পকি গেলি যাবলৈ ধৰিছে। মই যমৰ যাতনা ভুঞ্জি জীয়াই আছোঁ। কৈ থোৱা ভাল— পিন্ধা চোলা মোৰ আছিল মাত্ৰ দুটা। এটা শুদ্ধ কপাহী সূতাৰ পঞ্জাবী আনটো দীঘে-বাণিয়ে মুগা আৰু কপাহী সূতাৰ মাহেয়ে ঘৰতে বুই দিয়া কাপোৰৰ কামিজ। নিতৌ তাৰে এটা ধুই দিওঁ আৰু আনটো পিন্ধো। নিতৌ পিন্ধা চোলাটো পিঠিৰ কালে তিতি যায়। গধুলি নুধুলে নচলে। ধুই দি শুকাই লওঁ। তেনেকৈয়ে মাজে সময়ে কলেজলৈ গৈ পঢ়া-শুনাৰ আৰু আগন্তুক পৰীক্ষাৰ দিহা-পোহা লৈ আছোঁ।

দিনত দুবাৰকৈ কেইবা দিনো মনো বৈদে মোক বিহ-ঢেঁকীয়াৰে কোবাই জৰা-ফুৰা কৰিলে। বিহ-ঢেঁকীয়া নাপালে নৰসিংহৰ পাতেৰে জাৰে। এদিন তাকো নাপাই নতুন গামোচা এখনেৰেই জাৰিছিল। স্বীকাৰ নকৰি নোৱাৰোঁ বিষৰো যথেষ্ট উপশম পাইছিলোঁ। জৰা-ফুকাৰ গুণ নাই বুলিব নোৱাৰি।

এনেকৈয়ে মই বি. এ পৰীক্ষা দিলোঁ। বহুত বন্ধু-বান্ধৱ শুভাকাংক্ষী সদাশয় লোকে সেই বছৰ পৰীক্ষা দিবলৈ মোক হাক দিছিল। কিন্তু পৰীক্ষা নিদিলে তাৰ ফলত কি হ'ব মইহে জানো। তেওঁলোকে তো সেই আধ্যা নাজানে। পৰীক্ষা নিদিলে জীৱনত আৰু হয় তো সেই পৰীক্ষা কোনোদিন দিয়াই নহ'ব। বি. এ. পাছ কৰা নহ'ব। জীৱনৰ ভৱিষ্যৎ আশা-আকাংক্ষা সকলো অথলে যাব। সাতে-পাঁচে মই পৰীক্ষা দিলোঁ যে দিলোঁৱে। ইংৰাজীৰ অনাৰ্চ (সন্মান) আছিল। বহুতে তাকে বাদ দি পৰীক্ষা দিবলৈ ক'লে। তাকে কৰিলে ডিষ্টিংকৃছন পোৱাৰ আশা আছে বুলিও ক'লে। মই কিন্তু নাছোড়বান্দা। যদি নাও বুৰে বুৰক, তথাপি টিঙৰপৰা নানামো—এয়ে হ'ল মোৰ প্ৰতিজ্ঞা। গতিকে অনাৰ্চেৰে পৰীক্ষা দিলোঁ। পিঠিত প্ৰাণান্তকাৰী পকা নাৰেঙাৰ বিষ।

যথা সময়ত পৰীক্ষাৰ খবৰ ওলাল। পাছ কৰিলোঁ কিন্তু উকা ডিগ্ৰীটোহে পালোঁ ঃ সন্মান ৰহিত। যি হওক, যি হ'বৰ আছিল হ'ল। নাই মোমাতকৈ কণা মোমায়ে ভাল হ'ল। খবৰটো পাই মই হতাশ নহ'লোঁ। কাৰণ মই-লুইতেহে জানিছিলোঁ মোৰ বুকুত ব'ঠা কিমানলৈ বহিছিল। আশ্বস্ত হৈ মনতে প্ৰতিজ্ঞা কৰিলোঁ—এইবাৰ এম. এ.। এম. এ. পাছ কৰিলে বোলে বিদ্যা-অৰ্জনৰ জখলাডালৰ শেষৰ খাপটো অতিক্ৰম কৰা যায়। গতিকে জীৱনত এদিন তাকো কৰিব লাগিব। পিছে সেই সময়ৰ পৰিস্থিতিত সিও মোৰ কাৰণে হৈ পৰিছিল—হাতত নাই ধনটো, বৰ সবাহলৈ মনটো। এম. এ. পঢ়িবলৈ হ'লে কলিকতাত থাকিব লাগে আৰু কলিকতা বিশ্ববিদ্যালয়ত পঢ়িব লাগে। ধন ক'ত? ধনেহে ধৰ্মৰ মূল। গতিকে ধনৰ কাৰণে চাকৰিৰ বজাৰখন এবাৰ মহতিয়াব লগীয়াত পৰিলোঁ। তাতে সেই কালডোখৰ আছিল

চাৰ্চিলৰ পিছৰ দ্বিতীয় মহাসমৰৰ ভবণকৰ সময়। পলাই আত্মৰক্ষা কৰি গাঁতত সোমাই থকা কাল। যুদ্ধ সংক্ৰান্ত ঠিকা-ঠুকলি আছে—অন্য চাকৰি-বাকৰি নাই।

চমুকৈ কওঁ। এনে সময়তে কামৰূপ একাডেমীত মহেন্দ্ৰ পাঠক আৰু মই দুয়ো একে সময়তে শিক্ষকৰ চাকৰি পাইছিলোঁ একে দিনৰ একেটা সাক্ষাৎকাৰ পৰীক্ষাতে। পৰীক্ষা লৈছিল একাডেমীৰ পৰিচালনা সমিতিৰ তেতিয়াৰ সভাপতি গোপীনাথ বৰদলৈ ডাঙৰীয়াই। আমি দুয়ো তাত অগাপিছাকৈ চাকৰিত সোমাই পিছৰ জীৱনত তেওঁ উচ্চন্যায়ালয়ৰ মুখ্য ন্যায়াধীশ আৰু মই কামৰূপ জিলাৰ অতিৰিক্ত উপায়ুক্ত হিচাপে চাকৰি জীৱন সামৰিছিলোঁ।

কামৰূপ একাডেমীত চাকৰি কৰি থকা কালতে পৰীক্ষা দি ছিলং সচিবালয়ত সহায়কৰ নিযুক্তি পাইছিলোঁ। সেই চাকৰিত থাকিয়ে প্ৰাইভেটকৈ কলিকতা বিশ্ববিদ্যালয়ৰ এম. এ. দিবলৈ মন মেলোঁ। সেই সময়ত ৰসায়নৰ নামী ছাত্ৰ চন্দ্ৰমল কাকতিয়ে ছিলঙৰ এড্‌মাণ্ডচ্ কলেজত অধ্যাপকৰ নিযুক্তি পায়। তেওঁ মোৰ পুৰণি বন্ধু। ক'বলৈ গ'লে তেওঁৰ উদগনিতে মই কলিকতা বিশ্ববিদ্যালয়ৰ মধ্যভাৰতীয় ভাষা-সাহিত্য আৰু অসমীয়াৰ এম. এ. পৰীক্ষা দি উত্তীৰ্ণ হওঁ। কেইবাখনো কাকতত প্ৰথম শ্ৰেণী পোৱা হৈছিল যদিও মুঠত উচ্চ দ্বিতীয় শ্ৰেণীহে লাভ হ'ল। তাৰেই ফলত ছিলঙৰ ছেইন্ট মেৰীজ আৰু এডমাণ্ডচ্ কলেজত অসমীয়াৰ অধ্যাপনা কৰাৰ সুযোগ লাভ হৈছিল আৰু সেই সূত্ৰেদি কলিকতা, ঢাকা আৰু নৱ-নিৰ্মিত গুৱাহাটী বিশ্ববিদ্যালয়ৰ বিভিন্ন পৰীক্ষাৰ পৰীক্ষকৰ দায়িত্বও আহি কান্ধত পৰিছিল। ক'বলৈ গ'লে এয়ে মোৰ বিদ্যাৰ্থী জীৱনৰ আহুকলীয়া যাত্ৰাৰ চমু কাহিনী।

২০/৩/৯৫

# শিক্ষকতাৰ প্ৰতি মোৰ মোহ (এক)

বৈষ্ণৱী বিনয় পৰিহাৰ কৰি পোনে পোনেই ভাঙি কোৱা ভাল। জীৱনত শিক্ষক হ'বলৈ মোৰ মনত সদায়ে এটা প্ৰবল ধাউতি আছিল। শিক্ষক মানে স্কুলীয়া পণ্ডিত। আমাৰ গাঁৱৰে থানুৰাম হাজৰিকা পণ্ডিতক মানুহে মান কৰা দেখি আৰু মেলে-দ্ৰোবানে তেওঁৰ কথাতে সকলোৱে সসন্মানে হয়ভৰ দিয়া দেখি ভাবিছিলোঁ—তেওঁতকৈ ডাঙৰ মানুহ আৰু কেও নাই। তেওঁৰ সমান বা তেওঁৰ দৰে হ'ব নোৱাৰিলেও তেওঁতকৈ সৰু পণ্ডিত এজন হ'ব পাৰিলেও পৰম ভাগ্যবান হ'ম। তেওঁ আছিল তেতিয়া ছিপাৰাৰ মজলীয়া ছাত্ৰবৃত্তি স্কুলৰ দ্বিতীয় শিক্ষক। সদায় গলাবন্ধ থকধকীয়া বগা কোট চোলা এটা পিন্ধি স্কুললৈ যায়। স্কুলৰ হেড্ পণ্ডিত

আছিল দিপীলা গাঁৱৰ জয়ৰাম কলিতা পণ্ডিত। খোলোকাকে গহীন-গম্ভীৰ সভা-শুৱনি, তেজ্‌ৰ গোৰা মানুহজন। মই দেখাত সদায়ে তেওঁ এটা মুগাৰ কোট চোলা আৰু পৰিষ্কাৰ ভূনি পৰিধান কৰিছিল। এতিয়া তেওঁলোক এজনো ইহ জগতত নাই। সংসাৰ এৰিবৰ কমেও ৬০।৭০ বছৰ হ'ল।

থানুৰাম হাজৰিকা পণ্ডিতক সকলোৱে থানুবাবু বুলিছিল। সেই সময়ত সম্মানীয় ডাঙৰ মানুহক 'বাবু' বোলাটো এটা দস্তুৰে হৈ পৰিছিল। সেইবাবে থানুৰাম হাজৰিকা পণ্ডিতক থানুবাবু আৰু জয়ৰাম কলিতা পণ্ডিতক জয়ৰাম বাবু বুলি উল্লেখ কৰা সকলোৰে অভ্যাস হৈ পৰিছিল বুলিব পাৰি।

থানুবাবুৰমান অঙ্ক জনা পণ্ডিত লোক হেনো সেই সময়ত সেই অঞ্চলত দ্বিতীয় এজন নাছিল। সেই হেতুকে তেওঁক মানুহে গণিতৰ বাঘ বুলিছিল। পিতাৰ মুখে সৰুতে শুনিছিলোঁ পিতাইঁত ছিপাঝাৰ ছাত্ৰবৃত্তি স্কুলত পঢ়ি থাকোঁতে এবাৰ হেনো সেই সময়ৰ শিক্ষা বিভাগৰ ডাইৰেক্টৰ চাহাব আহিছিল স্কুল চাবলৈ। 'বুথ' নামৰ বিলাতী চাহাব। তেৰোঁ আছিল বোলে অঙ্কৰ বাঘ। ঘোঁৰা এটাত উঠি তেওঁ মঙ্গলদৈৰ ডাকবঙলাৰপৰা বাটত বৈ বৈ আহিছিল, প্ৰায় দহ মাইল বাট। জিৰণি লোৱা সময়ত তেওঁ হেনো ঘোঁৰাটো বাটৰ কাষৰ গছত বান্ধি থৈ কাগজ-পেঞ্চিল জেপৰপৰা উলিয়াই লৈ কিবা অঙ্ক কৰাত লাগে। ইমানে তেওঁৰ অঙ্কৰ নিচা ! পিছে বুঢ়া লোকে কয় বোলে—একেটা চোঙত দুটা বাঘ থাকিব নোৱাৰে ঃ যুঁজ লাগে। ছিপাঝাৰ মজলীয়া ছাত্ৰবৃত্তি স্কুল পৰিদৰ্শনৰ সময়তো হেনো বুথ চাহাবৰ লগত থানুবাবুৰ সেয়ে হৈছিল। থানুবাবুৱে ল'ৰাইঁতক কিবা এটা টান অঙ্ক ব্লেক-বোৰ্ডত বুজাই দি ঘণ্টা পৰাত শ্ৰেণী এৰি গৈ অন্য শ্ৰেণীত সাহিত্য পঢ়ুৱাই আছিল। এনেতে ঘটনা-চক্ৰত 'য'তে বাঘৰ ভয়, তাতেহে ৰাতি হয়'—বোলাৰ দৰে হ'ল। বোৰ্ডত আধামচাকৈ এৰা অঙ্কটো বুথ চাহাবে দেখিলে আৰু ল'ৰাইঁতক ফলিত সেইটো কৰিবলৈ দি বোৰ্ডখন মচি থ'লে। দুজনে নে এজন ল'ৰাই অঙ্ক কৰি দেখুৱাত বুথ চাহাবে চাই—'নাই হোৱা ; তাৰ নিয়ম হোৱা নাই' বুলিলে। সিটো কোঠালিত সাহিত্য লৈ থকা শিক্ষক থানুবাবুৰ চাহাবৰ অধাফুটা অসমীয়াত 'নিয়ম হোৱা নাই' বোলা কথা কাণত পৰিল। তেওঁ আহি তৎক্ষণাৎ চাহাবৰ ওচৰৰপৰা অঙ্কৰ ফলিখন তুলি ল'লে আৰু ওপৰৰপৰা তললৈ চাই চাহাবক ক'লে—ছাৰ, মই এই অঙ্ক এইদৰে শিকাইছোঁ। তাৰ অন্য নিয়ম এখন গণিততো নাই। কোৱা বাহুল্য সেই সময়ত মজলীয়া ছাত্ৰবৃত্তি স্কুলৰ চূড়ান্ত শ্ৰেণীত দুখন পাটীগণিতৰ অঙ্ক শিকাইছিল হেনো। এখন যাদবচন্দ্ৰ চক্ৰবৰ্তীৰ আনখন বঙলা ভাষাৰ (ৰচোঁতাৰ নাম কৈছিল, পাহৰিলোঁ)। ই উনবিংশ শতিকাৰ শেষ দশকৰ কথা।

পিছে বুথ চাহাবে নিজে ভালেখিনি সময় অঙ্ক কৰিলে ; এলজেব্ৰাৰ ফৰ্মুলা লগাইও কৰিলে। নোৱাৰি ক'লে—মই এইটো কালিলৈ কৰি দিম। মই ডাক বঙলাত চাম। এইবুলি কৈ তেওঁ ছিপাঝাৰ ডাকবঙলাত ৰাতিটো থাকিল আৰু পিছদিনা

শ্ৰেণীলৈ গৈ ছাত্ৰবোৰক ক'লে—তোমালোকৰ পণ্ডিতৰ নিয়মটোৱে ঠিক আছে। সেইমতেই কৰিবা। মই ইংৰাজী বীজগণিতৰ ফৰ্মুলা এটাৰে সহজে কৰিব খুজিছিলোঁ। সি ঠিক নহ'ব।—এয়ে আছিল অঙ্কৰ বাঘ থানুবাবু ঃ থানুৰাম হাজৰিকা। এই ঘটনাৰ কথা হেনো সেই সময়ত ফাটি-ফুটি গৈছিল।

আমাৰ দিনত ক-খ শ্ৰেণীত পানীন্দ্ৰনাথ গগৈদেৱৰ 'ল'ৰা শিক্ষা ; আগছোৱা' নে কি আছিল পাতচলা স্কুলৰ স্কুলীয়া পাঠ্যৰ আদি পুথি। তাতেই পাইছিলোঁ হ'বলা—

শিকে যেয়ে মন পাৰি,

উঠে সেয়ে ঘোঁৰা গাড়ী।—মন দি ভালকৈ পঢ়িলে মানুহে ঘোঁৰা-গাড়ীত উঠি ফুৰিব পাৰে। গাঁৱৰ ল'ৰা ঃ আমি তেতিয়া ঘোঁৰা-গাড়ী দেখায়ে নাছিলোঁ। ঘোঁৰা-গাড়ীৰ দৰে হাওৱা গাড়ীৰো ছবিহে দেখিছিলোঁ। এনে এখন সমাজৰ শিশু হৈ ল'ৰা-পঢ়ুৱা পণ্ডিত হোৱাৰ বাহিৰে আৰু তাতকৈ ডাঙৰ কিহৰ কল্পনা কৰিব পাৰি ? গতিকে ভালকৈ পঢ়ি-শুনি এজন 'থানুবাবু' হোৱাটোৱে আছিল মোৰ জীৱনৰ চৰম লক্ষ্য।

হলা কল গছতে ঢোকাৰ দৰে হৈ পিছৰ জীৱনৰ ঘটনাবোৰেও যেন মোক শিক্ষক হ'বৰ কাৰণে সততে হেঁচুকি উদগাই সহায় কৰি আছিল। নহয় যদি চাওক। মই নিম্ন প্ৰাইমাৰী স্কুল পৰীক্ষাৰপৰা কলেজলৈকে প্ৰাইমাৰী, মাইনাৰ, হাইস্কুল— এই সকলোবোৰৰ শিক্ষান্ত পৰীক্ষাতে বৃত্তি পাইছিলোঁ। পিতাই তেতিযা মোক পঢ়াত নাম কৰা বাবে ভাল পাইছিল যদিও অহৰহ কৈ আছিল,—বাচা, আমাৰ মেট্ৰিক মান পাছ কৰিব পাৰিলেই হ'ব দে। তাৰ পাছত কাছাৰীত সোমাই কোনোমতে এটা কেৰাণী হৈ ঘৰ-সংসাৰ চলাব লাগে। মোৰো লাহে লাহে কঁকাল পৰি আহিল।—

ইফালে শিক্ষকতাৰ আকৰ্ষণে মোক কেনেকৈ ছাত্ৰ হৈ পঢ়িবলৈ যোৱাতো টানি আকৰ্ষণ কৰি আছিল তাকে ছেওৱ মূৰত চাপৰি দি আৰু অলপ কওঁ। মেট্ৰিকত বৃত্তি পাই কটন কলেজত নাম লগাই কলেজৰ ছাত্ৰ হৈ গৰমৰ বন্ধত ঘৰলৈ আহিছোঁ মাত্ৰ, ঘৰ পোৱাৰ লগে লগে খবৰ পালোঁ—মই পঢ়ি যোৱা পাথৰিঘাট মাইনাৰ স্কুলৰ ছেকেণ্ড মাষ্টৰ তাৰিণীকান্ত বৰুৱা ছাৰে আঢৈ মাহৰ কাৰণে ছুটী লৈছে। সেই ছুটী সংক্ৰান্ত খালী ঠাইত এতিয়ালৈ কাকো লোৱা নাই। হেড্‌মাষ্টৰ ভবেন্দ্ৰ চন্দ্ৰ দাসে মোলৈ খবৰ পঠাইছে—মই যত্ন কৰি লোকেলবোৰ্ডৰ চেয়াৰমেন পুৰন্দৰ শৰ্মাক লগ ধৰি ছুটীৰ খালী ঠাইত চাকৰি কৰিব পাৰোঁ। দৰমহা ত্ৰিছ টকা।

সেইমতে কাম কৰি মই চেয়াৰমেন শৰ্মা আৰু সেই সময়ৰ মঙলদৈ মহকুমাৰ স্কুলসমূহৰ ডি. আই দেবেন্দ্ৰনাথ ভট্টাচাৰ্য্যৰ উদাৰ অনুগ্ৰহত চাকৰিটো দুমাহৰ কাৰণে পালোঁ আৰু যথা সময়ত তাত যোগদান কৰিলোঁগৈ। তেনেকৈ কাম কৰি দুমাহত মই তিনিকুৰি টকা ঘটিছিলোঁ। সি মোৰ কাৰণে সেই কালত কম সহায় হোৱা নাছিল। তাতোকৈ অধিক উলাহ লাগিছিল এটা কথাত। এই পাথৰিঘাট মাইনাৰ

স্কুলৰ পৰাই চাৰি বছৰ পূৰ্বে মই সগৌৰৱে অসমত প্ৰথম হৈ বৃত্তি লৈ ওলাই গৈছিলোঁ আৰু সহকৰ্মী হৈ কাম কৰা এই শিক্ষকসকলেই আছিল মোৰ পৰম আৰাধ্য শিক্ষাগুৰু। সেইদেখি পোনতে তেওঁলোকৰ লগত চকীত বহিবলৈয়ে সেমেনা-সেমেনি কৰিছিলোঁ।

আকৌ তাৰ পিছত দুবছৰৰ মূৰত কটন কলেজৰপৰা আই. এ. দি উঠি ঘৰলৈ গৈছোঁ। মন মোৰ পছোৱা বতাহৰ আগৰ দৰে উৰণীয়া। অৱসৰত অ'লৈ-ত'লৈ যাম বুলি কত ৰকমৰ আলাসত চাং পতা পৰিকল্পনা। ইফালে মই সিদিনা ঘৰ পামগৈ বুলি শুনি ছিপাঝাৰ এম ই স্কুলৰ স্বনামধন্য হেডমাষ্টৰ বীৰেশ্বৰ শৰ্মা গৈ আমাৰ ঘৰত হাজিৰ। তেওঁৰ ঘৰ বিযাহপাৰা গাঁৱত। মোৰ ঘৰৰপৰা পোনে পোনে ডেৰ মাইলমান নিলগত। সিদিনা তেওঁ মোক কোৱা কথাবোৰ মোৰ আজিও মনত পৰে। তেওঁ নিজৰ বচন ভংগীত কৈছিল –অতুল, আহিলা ? ভালে হ'ল দিয়া। আমাকো তোমাকে লাগে। তুমি অাতি পোৱাটোকে বাট চাই আছোঁ। পৰীক্ষা নিশ্চয় ভাল হৈছে ? পিছে শুনিছা বোধহয়, বাতৰি কাকতো ওলাইছে—আমি ইবাৰ ছিপাঝাৰ মাইনাৰ স্কুলত হাইস্কুলৰ শ্ৰেণী আৰম্ভ কৰিছোঁ। শ্ৰেণীহে আৰম্ভ কৰিছোঁ, কিন্তু শিক্ষক নাই। বামুণপাৰাৰ ডম্বৰধৰ শৰ্মাক হেডমাষ্টৰ নিযুক্ত কৰা হৈছে। পিছে তেওঁ সম্প্ৰতি ৩।৪ মাহলৈ আহিব নোৱাৰে। তাৰ পাছতহে আহিব বুলিছে। তাতে মেনেজিং কমিটিযে সকলো কথা খৰচি মাৰি আলোচনা কৰি সিদ্ধান্ত কৰিছে—তুমি ঘৰত থকা এই তিনি মাহ মান আমাৰ স্কুলত খাটি দিব লাগে। নোৱাৰোঁ নুবুলিবা বুলি আমি ধৰি লৈছোঁ। এয়া তোমাৰ নিযোগ পত্ৰ—মই আনিছোঁৱে।—এইবুলি তেওঁ তেওঁৰে ধুনীয়া আখৰত লিখা কমিটিৰ প্ৰস্তাৱটো দিলে।

পঢ়ি চালোঁ। ইংৰাজীতে লিখা আছিল (কাৰণ তেৱেঁ প্ৰস্তাৱিত হাইস্কুলৰো সচিব)—Shri Atul Chandra Barua is appointed temporarily as a teacher in the proposed Sipajhar High English School on a petty pocket allowance of Rs 15/- (fifteen) per month. মোৰ পঢ়া হোৱাৰ লগে লগে তেওঁ ক'লে—এই পোন্ধৰ টকা তোমাৰ দৰমহা নহয়, হাত খৰচহে। দৰমহা দিবলৈ আমাৰ পইচা ক'ত ? সেইবুলি কিন্তু ছিপাঝাৰত হাইস্কুল নহ'ব নে ? কালিলৈ এঘাৰটা মান বজাত তুমি এবাৰ স্কুললৈ যাবা। কথা পাতিম। ইমানতে কৈ থোৱা ভাল—বীৰেশ্বৰ শৰ্মায়ে আছিল ছিপাঝাৰ মাইনাৰ স্কুলৰো শিক্ষা-দীক্ষাৰ ফালেদি পূৰ্ণ অৰ্হতাপ্ৰাপ্ত যোগ্য হেড্‌মাষ্টৰ। তেনে লোক কেতিয়াবা ক'ৰবাতহে দেখা যায়। বিৰল ব্যতিক্ৰম। তেওঁৰ আটাইখিনি কথা মই নীৰৱে শুনি থাকি হাঁহি এটা মাৰি মৌনেন সম্মতি লক্ষণং কৰি থ'লোঁ। তাকে নকৰি বা কৰোঁ কি ? মনতে তেতিয়া ভাবিছিলোঁ পিতাই নিশ্চয় সমৰ্থন কৰিব। তেওঁ তেতিয়া ঘৰত নাছিল—অলপ পিছতে ঘৰ পাই মোক দেখি আনন্দত অধীৰ হৈছিল।

চাহ-জলপান খাই শৰ্মা ঘৰলৈ উভতিল। যাবৰ সময়ত থিয়ৈ-থিয়ৈয়ে তেওঁ ক'লে—হেৰা, ভয় নাখাবা। সকলো কাম মই কৰিম। ইন্‌পেক্টৰ শৰৎ গোস্বামীয়ে হুকুমৰ উপৰি হুকুম জাৰি কৰিব লাগিছে—চলি থকা কোনো এম. ই. স্কুলকে হাইস্কুললৈ নিবলৈ কোনেও যত্ন কৰিব নালাগে। তাৰ অন্যথা হ'লে শাস্তিমূলক ব্যৱস্থা গ্ৰহণ কৰা হ'ব। চাওচোন বাৰু, শৰৎ গোস্বামীয়ে কেনেকৈ আমাৰ কাম চাই চকিদাৰি কৰেহি।—ইয়াকে কৈ তেওঁ স্বকীয় ভঙ্গীত ঘিক্‌ঘিক্‌কৈ হাঁহিছিল আৰু কৈছিল—'হেৰা, তুমি আৰু মই আমি দুয়ো অদল-বদল কৰি ক্লাছ ল'মহে ঃ তুমি ইফালে আহিলে মই সিফালে যাম, মই সিফাল গ'লে তুমি ইফালে আহিবা—'ভাইচ্ ভাৰ্চা'। গোসাঁয়ে আহি চাই থাকিবনে ? শৰ্মাৰ গদহ্ গদহ্‌কৈ স্বকীয় ভঙ্গীত কোৱা সেই কথাবোৰ মোৰ আজিও মনৰ কৰ্ণকুহৰত বাজি উঠে।

মোৰ পঢ়া খৰচ নাই অথচ পঢ়াৰ ধাউতি প্ৰবল—সেইটো সেই সময়ত এটা মুখ-বাগৰ্‌ৱা কথাৰ কথা হৈ পৰিছিল আৰু হিতাকাংক্ষীসকলে তেনেকৈ মোক সহায়ো কৰিছিল। জীৱনৰ গতি এনেকুৱাযে। ১।১১।৯৬

# শিক্ষকতাৰ প্ৰতি মোৰ মোহ (দুই)

কটনত চতুৰ্থ বাৰ্ষিক বি. এ. পঢ়ি থাকোঁতে এবাৰ গৰমৰ বন্ধত এটা মজাৰ ঘটনা ঘটিছিল। ঘটনাটো ঘটিছিল মঙ্গলদৈ হাইস্কুলত। শিক্ষক দীননাথ চহৰীয়া ছাৰৰ ছুটীত। ছাৰ আছিল তেতিয়া হাইস্কুলৰ ইংৰাজী শিক্ষক ঃ হেড্‌মাষ্টৰ হোৱা নাই। তেওঁ আৰু জ্যেষ্ঠ শিক্ষক হৰেশ্বৰ শৰ্মাই মোক বৰ ভাল পাইছিল আৰু মৰম কৰিছিল। মই আছিলোঁ তেওঁলোক দুয়োৰে এজন একান্ত অনুগত ছাত্ৰ। গৰমৰ বন্ধত গৈ ঘৰ পোৱাত তেওঁলোকে মোক তলে তলে খবৰ দিলে—অমুক তাৰিখৰপৰা চহৰীয়া মাষ্টৰে ডেৰ মাহৰ ছুটী ল'ব ; তাত অস্থায়ীভাৱে এজন গ্ৰেজুৱেট শিক্ষক লোৱা হ'ব ; গ্ৰেজুৱেটৰ অভাৱে আণ্ডাৰ-গ্ৰেজুৱেট হ'লেও হ'ব। প্ৰকাৰান্তৰে, মই গৰমৰ বন্ধত গৈ ঘৰ পোৱালেকেই, চহৰীয়া ছাৰে ছুটী পিছুৱাই আছিল।

শৰ্মা আৰু চহৰীয়া ছাৰৰ ইঙ্গিতত মই গৈ পায়ে হেড্‌মাষ্টৰৰ হাতত এখন দৰ্খাস্ত দি'থ'লোঁ। হেড্‌মাষ্টৰ আছিল ত্ৰিদশনাথ দাস আৰু এছিষ্টেণ্ট হেড্‌মাষ্টৰ সাৰদা চৰণ ভট্টাচাৰ্য্য। দুয়ো সিভেলীৰ লোক। তেওঁলোক দুয়ো ফুচ্‌ফুচকৈ আলচ কৰি মঙ্গলদৈ টাউনতে স্থায়ীভাৱে বসবাস কৰি থকা ৰাজেন্দ্ৰ দত্ত বুলি এজন আণ্ডাৰ-গ্ৰেজুৱেট বঙালী ভদ্ৰলোকক চাপে-চুপে সেই 'ভেকেঞ্চি'ত লৈ থ'বলৈ পাং পাতিলে।

সেই মৰ্মে ছুটী আৰম্ভ হ'বৰ দিনা তেওঁক আহি স্কুলত হাজিৰ হৈ চাকৰিত মূৰ গুজিবলৈ বুলি বুদ্ধি দিলে। তেওঁলোকে তাকে কৰাৰ আন এটা কাৰণ হ'ল— মোকো তেওঁলোকে এৰিব নোৱাৰে, কাৰণ ময়ো আছিলোঁ এদিন তেওঁলোক দুয়োৰে প্ৰিয় ছাত্ৰ। গতিকে মোকো সহায় কৰাটো তেওঁলোকৰ কৰ্তব্য।

দিনৰ দিনা শৰ্মা ছাৰৰ বুদ্ধি মতে ঘড়ীত দহ বজাৰ লগে লগে মই স্কুললৈ গৈ হাজিৰা বহী হাতত লৈ চহৰীযা ছাৰৰ শ্ৰেণীত প্ৰবেশ কৰি হাজিৰা কৰাত লাগিলোঁ। এনে সময়তে গহীন গম্ভীৰ খোজত ৰাজেন্দ্ৰ দত্ত আহি শ্ৰেণীত মোক হাজিৰা লৈ বহি থকা দেখি দূৰৰপৰাই হাঁহি মাৰি উভতি গ'ল।

ৰাজেন দত্তক সকলোৱে ৰাজেন বাবু বোলে। সেই সময়ত তেওঁ আছিল এজন ভাল ফুটবল খেলাৰু আৰু মঙ্গলদৈ টাউন ক্লাবৰ কেপ্টেইন। আমাতকৈ অলপ বয়সিয়াল। এইখিনিতে কৈ থওঁ—মেট্ৰিক দিয়াৰ পাছত ময়ো আছিলোঁ মঙ্গলদৈ টাউন ক্লাবৰ এজন লেখৰ ফুটবল খেলুৱৈ। খেলাৰ সূত্ৰেদি সেইদেখি আমাৰ দুয়োৰো মাজত নিবিড় সৌহাৰ্দ্য গঢ়ি উঠিছিল। ইয়াৰ পিছত এছিষ্টেন্ট হেড্‌মাষ্টৰ সাৰদা বাবুৱে কৈছিল—'এইটো হৰেশ্বৰ বাবুৰ বুদ্ধি। হওক বাৰু। অতুলো আমাৰ প্ৰিয় ছাত্ৰ। তেবেঁই দুপইচা পাওক ; তেওঁৰ কামত আহিব। ৰাজেন বাবুতো চলিয়ে আছে।'

মোৰ ইযাৰ পাছৰ শিক্ষকতাৰ পৰ্ব ক'বলৈ গ'লে ই আছিল গুৱাহাটীতে। তাৰো ৰহস্য আছে। বহুতৰ দৰে মোৰ জীৱনৰো কোনোটো কাম সহজে হোৱা নাছিল। এটা নহয় এটা জঞ্জাল সদায়ে লাগি আছিল। "বাৰটা মাহৰ তেৰটা জগৰ, সদায়ে নুগুচে একোটা লগৰ।" বিবৰি কওঁ। বি. এ পৰীক্ষাৰ খবৰ ওলোৱাৰ পিছত কিছুদিনৰ কাৰণে মই গৈ পৈতৃক গৃহত জিৰণি লৈ বহি আছিলোঁ। তাৰো কাৰণ আছে। কাৰণটো হ'ল পৰীক্ষাৰ ফল মনোমত নহ'ল। ম'ৰা চৰাইৰ পাখি সৰিলে সি বোলে লুকাই লুকাই ফুৰে। পাখি গজিলেহে দেখা দিয়ে। মোৰো গতি তেনেকুৱাই হৈছিল। বি. এ. পৰীক্ষাৰ ফলাফল মনোমত নহ'ল। ইংৰাজীত সন্মান (অনাৰ্চ) পাম বুলি ভাবিছিলোঁ—নাপালোঁ। পিছে সেই বকলা নো কাক ক'ম, কোনে পতিয়াব ? তথাপি হক কথা কৈ থোৱা ভাল, শুনাই শুনিব। অনাৰ্চ দি পাছ হ'লোঁ, অনাৰ্চ নাপালোঁ।

ফাইনেল পৰীক্ষাৰ প্ৰায় এমাহ আগৰেপৰা পিঠিত ঔটেঙা যেন ডাঙৰ এটা পকা নাৰেঙা খহ লৈ মৃত্যুৰ যন্ত্ৰণা ভুগিছিলোঁ। বন্ধু-বান্ধৱ, উদদেষ্টা-কুটুম্ব, হিতাকাংক্ষী কাৰো কথা নুশুনি পৰীক্ষাত বহিছিলোঁ। কাৰণ, ভাবিছিলোঁ—তাকে নকৰিলে জীৱনত হয়টো এই সুযোগ কোনোকালে নাপাম। পৰীক্ষাত মনত কি আহিছিল আৰু কলমে কি লিখিছিল—ভগৱানেহে জানে। তেনেকৈয়ে যে পৰীক্ষাৰ ডেওনাখন সন্মান পৰীক্ষাৰ মাজেদি য়ে পাৰ হ'লোঁ—সেয়ে ভাগ্য। ইংৰাজীৰ মুৰব্বী অধ্যাপক পি. চি. ৰয়ে পৰীক্ষাৰ খবৰ ওলোৱাৰ পূৰ্বে এখন ভাল প্ৰমাণ-পত্ৰ দিছিল তাকে তন্মুহূৰ্তৰ সান্ত্বনা হিচাপে গ্ৰহণ কৰিছিলোঁ।

ঘৰত সুসুপা মাৰি থাকি চাকৰিৰ কাৰণে দৰ্খাস্তৰ বৰশী পেলাই ওচৰতে পুঠি-খলিহা চাকৰি কিবা এটা পালেই হ'ব বুলি তাৰ কাৰণেই বাট চাইছিলোঁ। তাৰ মানে ঘৰৰ ওচৰতে কোনো স্কুলত শিক্ষকৰ চাকৰি পাম বুলি বিচাৰি আছিলোঁ। এঠাইত পাবও ধৰিছিলোঁ ; পিছে নাপালোঁ। এইটো আছিল ছিপাঝাৰ হাইস্কুলতে আই. এ পৰীক্ষা দি উঠি য'ত এসময়ত অস্থায়ীভাৱে মূৰ গুজিছিলোঁ ; এদিন হোৱাই-নোহোৱাই গৈ হাত-খৰচ পোন্ধৰ টকাতে হাইস্কুল আৰম্ভ কৰি দিয়া সেই স্কুলখনতে।

এই স্কুল আমাৰ ঘৰৰপৰা পোনে পোনে প্ৰায় এমাইলমান দূৰতে। মেনেজিং কমিটীয়ে আছিল চাকৰিটোৰ হৰ্তকৰ্তা বিধাতা। মেনিজিং কমিটীৰ সভাপতি আকৌ স্বয়ং ৰমণীকান্ত বৰুৱা, হেড্‌মাষ্টৰ। হেড্‌মাষ্টৰ বুলিলে মঙ্গলদৈত সকলোৱে তেতিয়া তেওঁকেই বুজিছিল। চৰকাৰী চাকৰিৰপৰা অৱসৰ লৈ তেওঁ তেতিয়া মঙ্গলদৈৰ নিজা ঘৰতে জিৰণি লৈ আছিল। তেওঁ আছিল মেনিজিং কমিটীৰ সভাপতি। মঙ্গলদৈৰ সেই সময়ৰ উচ্চ শিক্ষা পোৱা সকলো লোকেই আছিল তেওঁৰ ছাত্ৰ। তেওঁ সকলোকে নাম কাঢি মাতে। প্ৰায় প্ৰত্যেকৰে বাপেকক আৰু ঘৰখন জানে। তেওঁ মোক খুব ভালকৈয়ে জানে। হাইস্কুলত মোক কিছুদিন পঢ়ুৱাইছিলও। তেওঁৰ হাতেদিয়ে মই মাইনাৰত অসমত প্ৰথম হোৱা খগেন্দ্ৰনাৰায়ণ স্মাৰক পদক লাভ কৰিছিলোঁ। তেওঁৰ মুখেদি ওলোৱা গালি, উপদেশ, সম্বোধন আৰু বচনবোৰ এসময়ত ডাকৰ বচন, নীতি বচনৰ দৰে সকলোৰে মুখে মুখে উচ্চাৰিত হৈছিল। সেইবোৰ আজিও মনত পৰে। শ্ৰদ্ধাৰে সোঁৱৰোঁ। ভাল লাগে।

ছিপাঝাৰ হাইস্কুলৰ এই চাকৰিটো অস্থায়ী হ'লেও দীৰ্ঘম্যাদী হোৱাৰ সম্ভাৱনাপূৰ্ণ। তাৰ কাৰণে দিলোঁ দৰ্খাস্ত। বহিল মেনেজিং কমিটী। সভাপতি হেড্‌মাষ্টৰ ৰমণীকান্ত বৰুৱা, যি আছিল অৱসৰ প্ৰাপ্তি পৰ্যন্ত অসমৰ চাৰিজন বিখ্যাত হেড্‌মাষ্টৰৰ এজন। তেওঁ আছিল মেনেজিং কমিটীৰ সচিব আৰু ছিপাঝাৰ এম. ই ৰ হেড্‌মাষ্টৰ বীৰেশ্বৰ শৰ্মাৰো শিক্ষাগুৰু হেড্‌মাষ্টৰ। সিদিনা সভাপতি বৰুৱা আহি পূৰ্ণ উপস্থিতিৰ মেল-চ'ৰাত প্ৰৱেশ কৰিয়ে সভাপতিৰ আসন গ্ৰহণ কৰি আৰম্ভ কৰিলে—'বীৰেশ্বৰ, আজি বোধকৰোঁ শিক্ষক নিযুক্তিয়েই কমিটীৰ ঘাই কাম। নহয় জানো ? কোন কোন প্ৰাৰ্থী আছে তুমি নামবোৰ পঢ়াচোন। বাহিৰৰো প্ৰাৰ্থী কোনোবা আছে নেকি ?'

বীৰেশ্বৰ শৰ্মাই বাহিৰৰ কোনো নাই বুলি প্ৰাৰ্থীৰ নামবোৰ পঢ়ি গ'ল। প্ৰাৰ্থী আছিল মুঠতে পোন্ধৰ নে ষোলজন। বেছি নহয়। শেষ হোৱাৰ লগে লগে তেওঁ হেনো ক'লে, অতুলো 'কেণ্ডিডেট' নেকি ? তেনেহ'লে আন কাৰো প্ৰশ্নই নুঠে—I know him through and through He stood first in Assam in the M.E. Scholarship Examination and secured a medal I was then the Head Master of Mangaldoi High School. He will definitely be an asset to the institution.

খন্তেকৰ কাৰণে কমিটী নিস্তব্ধ হ'ল। এনেতে ৰাতুল চহৰীয়া বুলি এজন গণ্যমান্য বৃদ্ধ সদস্যই উঠি ক'লে—আপোনালোকে জানে এই স্কুলখনৰ কাৰণে ময়ো কম খটা নাই ; যথেষ্ট ত্যাগ স্বীকাৰ কৰা হৈছে। মোৰ ল'ৰা ব্ৰজেন্দ্ৰও এজন প্ৰাৰ্থী। সিও গ্ৰেজুৱেট। তাৰ কথাও আপোনালোকে এবাৰ ভাবি চাওক।

চহৰীয়াৰ কথা শেষ হোৱাৰ লগে লগে, পকা তেলত চেঁচা পানী পৰাৰ দৰে, সভাপতি বৰুৱা ছটি উঠিল আৰু ক'লে—মিষ্টাৰ চহৰীয়া, এয়ে আপোনাৰ ত্যাগৰ চানেকি নেকি ? ব্ৰজেন আৰু অতুল দুয়ো মোৰ ছাত্ৰ। ব্ৰজেনে বোধকৰোঁ যোৱা বছৰো পৰীক্ষা দিছিল ; পিছে এই বছৰহে পাছ কৰিলে।—সকলোকে নীৰৱ দেখি—এনে কমিটীৰ মই সভাপতি হৈ থাকিব নোৱাৰোঁ—বুলি কৈ কাৰ্য্য বিৱৰণীৰ বহীটো জপাই থৈ তেওঁ উঠি গপ্‌গপাই গুচি গ'ল।

মোৰ খুৰা অমূল্যচৰণ বৰুৱা এম ই. স্কুলখনৰ প্ৰতিষ্ঠাপক ইংৰাজী শিক্ষক। পোনতে .তেওঁ ছিপাঝাৰ এম ই. স্কুল স্থাপন কৰা একমাত্ৰ শিক্ষক আছিল। তেওঁ কলিকতা বিশ্ববিদ্যালয়ৰ পুৰণি 'আই এ প্লাক' লোক। সমাজৰ এগৰাকী অগ্ৰগণ্য লোক হোৱাৰ উপৰি তেওঁ আছিল এজন নিৰ্ভীক সুবক্তাও। তেৰোঁ আছিল উক্ত হাইস্কুলৰ সেই মেনেজিং কমিটীৰে এজন সদস্য। তেওঁৰ ঘৰে মোৰ ঘৰে লগালগি। ইঘৰ-সিঘৰ।

সিদিনা মেনেজিং কমিটীৰ মিটিং ভাঙি মুখ-আন্ধাৰি পৰত খুৰা গৈ ঘৰ পোৱাত আথেবেথে মই গৈ তেওঁক সুধিলোঁ—খুৰা, মোৰ চাকৰিৰ আজি কিবা হ'ল নেকি ?—উত্তৰত তেওঁ অলপ হতাশাৰ সুৰত ক'লে—নহ'ল ঐ। তোক লৈয়েতো আজি কমিটীয়ে একৰকম ভাঙি যোৱাৰ দৰে হ'ল। আৰু কেতিয়া কেনেকৈ ইয়াৰ অন্ত হয় বুজা টান।—এইবুলি তেওঁ সভাপতি ৰমণী বৰুৱাৰ মিটিঙৰ সমস্ত কথা নাটকীয় ভঙ্গীত হুবহু বিবৰি ক'লে।

সিদিনা ওৰে ৰাতি মোৰ টোপনি নহ'ল। মোক স্কুলত ৰাখিবলৈ বহুতে হয়তো ভাল পাব আৰু তাকে কৰিবলৈ যত্নও কৰিব, সেইটো মই জানো, কিন্তু সেয়ে হিতে বিপৰীত হৈ অনুষ্ঠানটোৰ অনিষ্ট সাধন কৰিব পাৰে। গতিকে চিন্তা কৰি কুৰি সিদ্ধান্ত কৰিলোঁ—মই ঘৰত নাথাকোঁ ঃ এইবাৰ বাহিৰত চাকৰি বিচাৰিম। ঘৰৰ ওচৰত নহয়, ঘৰৰপৰা দূৰৈত। হ'ব পাৰে সুদূৰ গুৱাহাটীত অথবা ৰাজধানী ছিলঙত। হৰমুৰ যাত্ৰা, যি কৰে বিধাতা !

পুৱা ছট-পোহৰতে উঠি মুখ-হাত আৰু লগে লগে গা-পা ধুই প্ৰাতঃকৃত্য সমাধা কৰিলোঁ। পুৱা গা ধোৱা মোৰ সৰু কালৰে অভ্যাস। আজিও সেই অভ্যাস আছে। তাৰ পাছত জা-জলপান খাই পিতাৰ লগত কথা পাতিলোঁ। বেছিভাগ কথাতে তেওঁৰ লগত মোৰ মত নিমিলে যদিও সকলো কামকে মই তেওঁক কাণ ছোৱাইহে কৰোঁ। তেওঁ ক'লে—ঘৰতে থকা হ'লে মোৰ কাৰণে ভাল আছিল। ভাগ্যত নহ'লে

কি কৰিবা ? কৰুণাময় ভগবানকে ভাবি য'তে ভাল হয় যত্ন কৰাচোন বাৰু। উত্তৰত— মই সম্প্ৰতি গুৱাহাটীলৈকে যাওঁচোন—বুলি তেওঁৰপৰা অনুমতি ল'লোঁ। মাহী মাযে খৰধৰকৈ তপত ভাত কেইটামান খুৱাই মোক বিদায দিলে। লগতে কৈ থওঁ—তেওঁ মোক কোনো দিন ক'লৈকো শুদাপেটে ওলাই যাবলৈ নিদিছিল, গৰম ভাত খুৱাইহে বিদায় দিছিল। মই খাই-বৈ উঠি তেওঁলোক দুয়োৰো চৰণত আঁঠু কাঢ়ি সেৱা কৰি বিদায় ল'লোঁ। চকু সিদিনা মোৰ আছিল চলচলীয়া, মন চিন্তাত ভাৰাক্ৰান্ত। মই আছিলোঁ সিদিনা বণিজৰ আশাত ঘৰ এৰি নাও মেলা এজন মুদৈ। নিজাপিকৈ পুনু ঘৰ চাপিবও পাৰোঁ, নোৱাৰিবও পাৰোঁ। সি নিযতিৰ হাতত। ১১।১১।৯৬

# শিক্ষকতাৰ প্ৰতি মোৰ মোহ (তিনি)

শিক্ষকতাৰ প্ৰতি থকা দুৰ্নিবাৰ মোহ অন্তৰত লৈ ইবাৰ গুৱাহাটীত বা তাতো নহ'লে, ছিলঙত ভাগ্য পৰীক্ষা কৰিম বুলি মনতে সংকল্প কৰি ওলালোঁ। যাত্ৰীবাহী মটৰত গৈ গুৱাহাটী পালোঁ। পাই পোনেই ৰিহাবাৰীত থকা দাৰোগা বৰদেউতাৰ ঘৰত উঠিলোঁগৈ। গুৱাহাটীৰ শতায়ু জনাৰাম বৰুৱা দাৰোগা বৰদেউতাই তেতিযা চৰকাৰী চাকৰিৰপৰা অৱসৰ লৈছে। জিৰণি ল'বলৈ আহল-বহল বেষ্টনিৰ মাজত সৰু সৰুকৈ একাধিক ঘৰ বান্ধি লৈছে। তেওঁৰ ঘৰত উঠি চাহ-জলপান খাই পোনেই 'জয় দুৰ্গা দুৰ্গতি-নাশিনী' বুলি যাত্ৰা কৰি উজান বজাৰৰ আমাৰ সকলোৰে উমৈহতীয়া আতা, বিহগী কবি ৰঘুনাথ চৌধাৰীৰ ঘৰত ওলালোঁগৈ। আতা আমাৰ সকলোৰে অগতিৰ গতি, নিৰাশ্ৰয়ৰ আশ্ৰয়। সুখে-দুখে তেওঁৰ ওচৰলৈ দৌৰ মৰাটো আমাৰ বহুতৰে অভ্যাস।

ক'বলৈ পাহৰিছোঁ অ'ত-ত'ত চাকৰি আৰু প্ৰাইভেট টিউচন কৰি গোটাই ৰখা ধনেৰে নগদ তিনি কুৰি টকা দি এখন নতুন চেকেগুহেগু ৰেলি পপুলাৰ চাইকেল মই ইতিমধ্যে ঘটিছিলোঁ। নাৰদ মুনিৰ ঢেঁকীটোৰ দৰে সেযে আছিল মোৰ দ্ৰুত চলাচলৰ বাহন। তাতে উঠি গৈ উজান বজাৰত আতাৰ পদূলিমুখ পাই বাটৰ মুখতে হৰকলাৰ খুঁটিত চাইকেল আউজাই থৈ আতাৰ ওচৰ পাবহে পালোঁ—বুঢ়া শেৱালি ফুলজোপাৰ তলত আৰামী চকীত বহি থকা আতাই ক্ৰোধমনে চোৱাৰ দৰে চকু পোন্দোৰাই চচ্‌মাৰ তলেদি চাই গহীনকৈ মাত দিলে—কোন ?

অতুল ? বহা।—তাৰ পাছত ভেকাহি মৰাৰ দৰে ক'লে—ইমান দিন ক'ত সোমাই আছিলা ? 'ঘৰত' বুলি উত্তৰ দিবহে পালোঁ, লগে লগে পোনেই ক'লে—ঘৰত ? কোকটোত সোমাই আছিলা ? সেই খোপেৰিটোত সোমাই থাকি কি কৰিছিলা ? চাৰিওফালে ইমানবোৰ চাকৰি ওলাল—অইনে পালে । তুমি এতিয়া কি কৰা কৰা ।

মোৰ শহা-বেঙা লাগিল। ওঁঠ শুকাই গ'ল। মুখৰ মাত হৰিল। থৰ লগাৰ দৰে হৈ থিয় হৈ থাকিলোঁ, যেন চৰগ পৰা মানুহ হে।

আতাই তেতিয়া অলপমান শান্ত হৈ পুনৰ মোক বহিবলৈ কৈ ভিতৰ-চোতালত থকা শান্ত, ইৰাইঁতক চিঞৰি মাতি চাহ দিয়ালে। শান্ত-ইৰা তেওঁৰ নাতি-নাতিনী। দুয়ো স্বনামধন্য গীতিকাৰ আৰু কবি উমেশ চৌধাৰীৰ পো আৰু জীয়ৰী ঃ উমেশ চৌধাৰী বিহগী কবিৰ ভতিজাক।

আতাই তেতিয়া ক'লে—কামৰূপ একাডেমীত শিক্ষক দুজন নে কি লাগে। দৰ্খাস্ত দিয়া দিন গ'লেই হ'বলা। তুমি তুৰন্তে গৈ স্কুলৰ বাহিৰৰ নোটিচ বোৰ্ডত আঁৰি থোৱা জাননীখন চাই আহা। চাবা আৰু আহিবা। নৰ'বা। যোৱায়ে। তাৰ পাছত অন্য কথা ভাবিম।

মই সময় নষ্ট নকৰি ঘপ কৰে গ'লোঁ, আৰু গৈ দেখোঁ—আতাৰ কথা সঁচা ঃ শিক্ষক দুজনো লাগে , কিন্তু হাতত আছে মাজতে মাত্ৰ দুদিন। কথাটো আতাক ক'লোঁহি। আতাই ক'লে—এতিয়া বহা আৰু ইযাতেই দৰ্খাস্তখন লিখি চেক্ৰেটেৰীক দি আহাগৈ। চেক্ৰেটেৰী আমাৰ ইযাৰে গৌৰী তালুকদাৰ, উকীল। সেই আলিটোৰ সিবাগেই তেওঁৰ ঘৰ। এতিয়া ঘৰত থাকিব পায় !

মই ক'লোঁ—'হাতত আজিত বাদে দুদিন আছে। দৰ্খাস্তখন ঘৰত লিখি আনি কালিলৈ চেক্ৰেটেৰীৰ হাতত দিলে কেনে হয় ? চাৰ্টিফিকেটবোৰৰো কপি গাঁথি দিব লাগিব। আজিৰ ভিতৰতে সেইবোৰ যুগুতাই লওঁ।'—তেওঁ প্ৰসন্ন হৈ ক'লে—অ, তেনেহ'লে কালি পুৱাৰ ভাগতে দিবা ঃ মোক দেখুৱাই নি দিবা। আজি বাৰু দিব নালাগে। তাতে আজি বৃহস্পতিবাৰ। গুৰুবাৰ। বাৰবেলা আছে।—এইবুলি তেওঁ অলপ হাঁহিমুৱা হৈ স্মৃতিচাৰণ কৰি ক'লে—শুনা, বাৰবেলাৰ কাহিনী এটা তোমাক কওঁ।—এইবুলি তেওঁ গাবলৈ ধৰিলে—

সোম শনি পূবে যায়, দুই চক্ষুৰ এক খায়।
দেবে মঙ্গলে পশ্চিমে বাধা, যদিও নমৰে তেও আধা ।। ইত্যাদি

তেওঁৰ এদিন তেনে বিমঙ্গলীয়া দিনত যাত্ৰা কৰি, এখন ছাত্ৰ-সভালৈ ৰেল আৰু গৰু-গাড়ীত গৈ, বাটত কি লটিঘটি হৈছিল তাৰে বৰ্ণনা দি শুনালে। সিমানবোৰ কথা ইয়াত নোকোৱাই ভাল।

এতিয়া আচল কথালৈ আহোঁ। ৰাতিৰ ভিতৰতে দৰ্খাস্ত প্ৰস্তুত কৰি লৈ পিছদিনা পুৱা আঠ মান বজাতেই কবি আতাৰ গুৰিত হাজিৰ হ'লোঁ। আতাই দৰ্খাস্তখন মোক পঢ়িবলৈ দি শুনিলে আৰু তৃপ্তিৰে হাঁহি মাৰি ক'লে—এৰা, হ'ব

দিয়া ; পাবা যোৱা। এতিয়া এইখন চেক্ৰেটেৰী গৌৰী তালুকদাৰৰ হাতত দি আহাগৈ। —সিদিনা আতাৰ মুখেদি ওলোৱা 'পাবা' বোলা কথাষাৰ কিয় ওলাল—তাক মই আজিও বুজিব পৰা নাই। হযতো সি আছিল মোলৈ তেওঁৰ আশীৰ্বাদ নতুবা মোক সাহস দিবলৈ কোৱা এষাৰ 'মাভৈ' বাণী।

গৌৰীকান্ত তালুকদাৰ ডাঙৰীয়াৰ লগত মোৰ আগৰে অলপ চিনাকি আছিল। কেনেকৈ আছিল কওঁ। চমুকৈ কওঁ। মই আছিলোঁ তেতিয়া মঙ্গলদৈ হাইস্কুলৰ দশম শ্ৰেণীৰ ছাত্ৰ আৰু সদৌ মঙ্গলদৈ ছাত্ৰ সন্মিলনৰ সম্পাদক। সেই সূত্ৰেদি এবাৰ গুৱাহাটীলৈ আহি তেওঁক ধৰি-মেলি ছাত্ৰ সন্মিলনৰ সভাপতি বৰণ কৰি নিছিলোঁহি। গতিকে মই একপ্ৰকাৰে তেওঁৰ ওচৰত হৈ পৰিছিলোঁ 'চিনা বামুণ'। কথাতে কয় বোলে—চিনা বামুণৰ পৈতাৰ দৰকাৰ নাই। পৈতা মানে উপবীত বা যজ্ঞসূত্ৰ।

এইদৰে মযো গৈ বৈঠকখানাতে তেওঁক পালোঁ। তেওঁ তেতিয়া পুৰাৰ বাতৰি কাকত পটি আঁটাই ভিতৰলৈ যাব খুজিছিল। মোক দেখি দুৱাৰমুখলৈ ওলাই আহিল আৰু—'কিহে, কিয় আহিলা ?'—বুলি সুধি মোৰপৰা কথা শুনিবলৈ ব্যগ্ৰ হৈ থাকিল। উকীল মানুহ। তেওঁ হযতো মোক কিবা মোকৰ্দমাৰ কাৰণে যোৱা বুলি ধৰি লৈছিল— মই সেইটো নাজানো। মই নমস্কাৰ দি দৰ্খাস্তখন তেওঁৰ হাতত তুলি দিলোঁ আৰু ক'লোঁ—চাকৰিটোৰ কিবা এটা সুবিধা কৰি দিযক ছাৰ।

তেওঁ উধৰপৰা মূধলৈ দৰ্খাস্তখন পঢ়িলে আৰু নিৰ্বিকাৰভাৱে প্ৰশ্ন কৰিলে— তোমাৰ ঘৰ মঙ্গলদৈত নহয জানো ? দৰং জিলাৰ মঙ্গলদৈত ?—মই 'হয়' বোলাৰ লগে লগে ক'লে—'বি এ পাছ কৰিলা কেনেকৈ ?'—মই অঁকৰা নিৰ্বোধৰ দৰে খন্তেকৰ কাৰণে টলকা মৰা দেখি তেওঁ ক'লে—ইফালে লিখিছা—প্ৰাইমাৰীৰপৰা বি এ লৈকে বোলে বৃত্তিৰ ওপৰতে গৈছিলা। তুমি জানানে নাজানা ক'ত দৰ্খাস্ত কৰিছা ? ক'ৰ চাকৰিৰ কাৰণে ?'—মোৰ বিপৰ্যয খং উঠিল। নামাতিলে নহয় বুলি ভাবি ধৈৰ্য্য ধৰি সাধাৰণভাৱে কৈ গ'লোঁ—ছাৰ, ক্ষমা কৰিব। কামৰূপ একাডেমীৰ শিক্ষকৰ চাকৰিৰ কাৰণে তাৰ চেক্ৰেটেৰী আপোনাৰ হাতত দৰ্খাস্ত দিছোঁ। দৰ্খাস্তত সকলো কথা লিখা আছে। —অহ্ বুজিছোঁ হে ; পিছে কামৰূপ একাডেমী ক'ত ? নামটোৱে দেখোন দেখ দেখ 'কামৰূপ একাডেমী' । তুমি দেখোন দৰঙৰহে ল'ৰা ?

মই আৰু সহ্য কৰি থাকিব নোৱাৰিলোঁ। ক'লোঁ—ছাৰ, মোক দৰ্খাস্তখন ঘূৰাই দিযক। মই ভাবিছিলোঁ একাডেমী এখন উদাৰপন্থী জাতীয় বিদ্যালয়— a national institution তাত নগৰ-চহৰ, দৰং-কামৰূপ, জাত-পাতৰ বিচাৰ নাই। এতিয়া বুজিলোঁ—মোৰেই বুজাত ভুল হৈছিল।

তেওঁ ক'লে—তোমাৰ ভুল হোৱা নাই। দৰ্খাস্তও মই ঘূৰাই নিদিওঁ। তাৰ বিচাৰ কমিটীয়েহে কৰিব। মই এইখন কমিটীত দিম। তুমি দৰ্খাস্ত ফিৰাই নিব নোৱাৰা। তোমালোক ডেকা ল'ৰাবোৰৰ অলপতে টিঙিচ্‌কৈ খং উঠে কিয় ? মই

কথাৰ কথা এটাহে কৈছোঁ। তুমি মোক ভুল নুবুজিবা। মই আকৌ কৈছোঁ—তোমাৰ দৰ্খাস্তৰ বিচাৰ কৰিব মেনেজিং কমিটীয়েহে, মই অকলে নকৰোঁ।

মোৰ চকু চলচলীয়া হ'ল। মই ক'লোঁ—আপোনালোক দেশ-নেতাসকলৰে বিচাৰ-বিবেচনা এনেকুৱা হ'লে আমি বা কি কৰিম ? আমি থাকিমেবা ক'ত ?—তেওঁ আৰু একো নক'লে। ময়ো ততালিকে গুচি আহিলোঁ।

বিহগী কবি চৌধাৰীয়ে কথাটো শুনি ভেকাহি মাৰি ক'লে—যোৱা, যোৱাহে। তেওঁৰ কথা বাদ দিয়া। তেওঁ তেনেকৈ কয়েই। সেইদেখি তেওঁৰ কথা গুলালেই আমি তেওঁৰ নামৰ ফলাখন লুটিযাই বগৰাই দিওঁ নহয় !—ইয়াকে কৈ নামৰ ব্যাখ্যা দি তেওঁ মন খুলি খল্‌খলকৈ হাঁহিলে। তাৰ পাছত অলপ গহীন হৈ ক'লে—চিন্তা নকৰিবা। ভয় নকৰিবা। মেনেজিং কমিটীৰ সভাপতি কোন জানা নে নাজানা ? স্বযং গোপীনাথ বৰদলৈ। বৰদলৈ সাধু লোক। উদাৰ পুৰুষ। ঠেক মনৰ নহয়। তেওঁ ঠিক বিচাৰ কৰিব। পাব লগা থাকিলে তুমি পাবাই। আৰু কাৰো ওচৰলৈ যাব নালাগে। সম্প্ৰতি কিবা এটা নোহোৱালৈকে গুৱাহাটী এৰি ক'লৈকো নাযাবা। একে ঠাইতে খান্দি থাকিলেহে পানী পোৱা যায় : লৰি ফুৰা কেঁকোৰাৰ তেল নাই।—তাকে মই শিৰোধাৰ্য্য কৰি ৰ'লোঁ। গুৰুৰ উপদেশ ! ৩০।১।৯৭

# শিক্ষকতাৰ প্ৰতি মোৰ মোহ (চাৰি)

এইবাৰ কামৰূপ একাডেমীত শিক্ষকৰ চাকৰিৰ কাৰণে। তাত মুঠ দৰ্খাস্ত আছিল ৭২ খন। মেনেজিং কমিটীৰ বিচাৰৰ কাৰণে তেতিয়াৰ হেড্‌মাষ্টৰ আৰু এছিষ্টেণ্ট হেড্‌মাষ্টৰ ক্ৰমে শ্ৰীঈশ্বৰ প্ৰসাদ চৌধাৰী আৰু স্বৰ্গীয় গোলাপ চন্দ্ৰ চৌধুৰীয়ে সেইবোৰৰপৰা বাছি-বিচাৰি থৈছিল বাৰখন। মেনেজিং কমিটীয়ে ইয়াৰ কাৰণে সিদিনা এখন উপ-সমিতি পাতি দি সেই বাৰখনৰ দুখন দৰ্খাস্ত বাছি দিবলৈ ক'লে ; কাৰণ, চাকৰি আছিল দুটা। উপ-সমিতিয়ে সেই বাৰখনৰ তিনিখন সৰ্ব্বসন্মতিক্ৰমে বাছিলে, কিন্তু সেই তিনিখনৰ ভিতৰত দুখন নিৰ্বাচন কৰাত একমত হ'ব নোৱাৰিলে। তেওঁলোকে আলচ কৰি চাই সকলোৱে একমত হৈ মেনেজিং কমিটীক জনালে, আমাৰ বিবেচনাত এই তিনিখন দৰ্খাস্তৰ প্ৰাৰ্থীসকল যোগ্যতাৰ ফালেদি সমানে অৰ্হতাসম্পন্ন। সভাপতিয়ে তিনিওৰে সাক্ষাৎকাৰ লৈ যি দুজনক উৎকৃষ্ট বুলি ভাবে তেওঁলোককে নিযুক্তি দিয়া ভাল হ'ব ; কাৰণ দৰ্খাস্তত প্ৰাৰ্থী-

মানুহজন দেখা নাযায়, গুণাৱলীহে পোৱা যায়। আমাৰ স্কুলৰ কাৰণে কিন্তু মানুহজনৰো ব্যক্তিত্ব চোৱা প্ৰয়োজনীয় হ'ব।

কাৰ্য্যত সেয়ে হ'ল। সেইমতে যথা সময়ত আমি সাক্ষাৎকাৰৰ কাৰণে চিঠি পালোঁ। স্থান সভাপতিৰ বাসগৃহৰ বৈঠকখানা, শিলপুখুৰী। সময় ৰাতিপুৱা ৯ বজা। কি বাৰ আৰু কি তাৰিখ আছিল পাহৰিলোঁ। সাক্ষাৎকাৰৰ কাৰণে উপস্থিত হোৱা প্ৰাৰ্থী তিনিজন আছিলোঁ—শ্ৰীমহেন্দ্ৰ চন্দ্ৰ পাঠক, শ্ৰীহৰিচন্দ্ৰ ভট্টাচাৰ্য্য আৰু মই। পাঠক বি এল. ; ভট্ট এম এ আৰু মই বি. এ। ভট্টাচাৰ্য্যই তেতিয়া ক'ৰবাত শিক্ষকতা কৰিছিল, আমি দুজন নিবনুৱা। সাক্ষাৎকাৰৰ সময়ত সভাপতি বৰদলৈদেৱে একে একে তিনিওকে সোধা প্ৰশ্নাৱলী আৰু উত্তৰবোৰ আজিও পাহৰিব পৰা নাই। তাৰে অলপ আভাস দিওঁ।

দৰ্খাস্ত আৰু প্ৰশংসাপত্ৰবোৰ লুটিযাই-বগৰাই পঢ়ি থাকি তেওঁ মোক সুধিছিল—তোমাৰ ঘৰ ক'ত ? এতিয়া ক'ত থাকা ? কিয় দৰ্খাস্ত কৰিছা ?

উত্তৰ নৌদিওঁতেই গা চিৰিং কৰি গৈছিল। চেক্ৰেটৰী তালুকদাৰৰ প্ৰশ্নকে দেখোন সভাপতিয়েও সুধিছে যেন পাওঁ ! হ'বযেতো—বোলে, একে গছৰ পাণ ; সি কি হ'ব আন ?—মনত সন্দেহ বিজুলীযাই গ'ল। লগতে সঙ্কটে দুৰ্য্যোগৰ ঢেৰেকনি মৰা যেন লাগিল। ক'লোঁ—ঘৰ মঙ্গলদৈৰ ছিপাঝাৰত। এতিযা ইয়াৰ ৰিহাবাৰীত আপোন বৰদেউতাৰ ঘৰতে আছোঁহি। তেখেত অৱসৰপ্ৰাপ্ত দাৰোগা। শিক্ষকতা কৰি ভাল পাওঁ কাৰণে দৰ্খাস্ত কৰিছোঁ, ছাৰ।

—আগতে ক'ৰবাত শিক্ষকতা কৰিছিলা নেকি ?

—হয ; এবাৰ-দুবাৰ নহয়, তিনিবাৰ কৰিছিলোঁ। ছুটীৰ ভেকেঞ্চিত। স্থানীয় মঙ্গলদৈ হাইস্কুল, পাথৰিঘাট এম ই স্কুল আৰু ছিপাঝাৰ হাইস্কুলত।

—তুমি এই বছৰ মাত্ৰ পাছ কৰিলা, চাকৰি কৰিলা কেতিয়া ?

—আই. এ দি উঠি বহি থকা চাৰি মাহৰ ভিতৰত ছিপাঝাৰ হাইস্কুলৰ Class VII খুলিছিলোঁ, ছিপাঝাৰ এম. ই.ৰ হেড্মাষ্টৰ বীৰেশ্বৰ শৰ্মাৰ লগ হৈ। গৰমৰ বন্ধত ঘৰত থাকোঁতে পুনঃ তাত আৰু মঙ্গলদৈ হাইস্কুলত দুঠাইত দুবাৰ ছুটীৰ ভেকেঞ্চিত কাম কৰিছিলোঁ। এবাৰ পাথৰিঘাট মাইনাৰ স্কুলতো।

—পিছে ইয়াত দৰমহা কিমান জানা নে নাজানা ?

—হয় ছাৰ, জানো। ত্ৰিশ টকা। সেইটো নোটিচতে পাইছোঁ।

—সেই পইচাৰে আঁটিব জানো ?

—নাঁটে ; টিউচন কৰিব লাগিব।

—ইযাতে সোমাই লৈ ওকালতিও পঢ়িবা হ'বলা ?

—নপঢ়োঁ। মোৰ উকীল হোৱাৰ অভিলাষ নাই।

—কিয় ? উকীলক তুমি বেয়া পোৱা নেকি ? নে ঘিণোৱা ?

—বেয়া নাপাওঁ আৰু ঘিণোৱা দূৰৰ কথা, শ্ৰদ্ধাহে কৰোঁ ; কাৰণ আমাৰ

দেশনেতাসকলৰ সৰহখিনিয়েই উকীল। তেওঁলোক দেশৰ নমস্য লোক।

—তেনেহ'লে ওকালতি নপঢ়া যদি বিভিন্ন চাকৰিৰ কাৰণে দৰ্খাস্ত দলিয়াই থাকিবা ?

—দৰ্খাস্ত য'তে ত'তে নিদিওঁ ছাৰ। পাব্লিক ছাৰ্ভিচ কমিছনৰ জৰীয়তে পৰীক্ষা হ'লে মনঃপুত চাকৰিৰ কাৰণে কেতিয়াবা পৰীক্ষা দিব পাৰোঁ ; অন্যথা অন্য ঠাইত দৰ্খাস্ত নকৰোঁ।

—কিয় ? পি. এছ. চি.ত পৰীক্ষা দিলে চাকৰি পাবা বুলি ভাবা নেকি ?

—নাভাবোঁ। কিন্তু পৰীক্ষা দি চাকৰি নাপালে মনক সান্ত্বনা দিব পাৰিম, পৰীক্ষাত নিজৰ যোগ্যতা প্ৰতিপন্ন কৰিব নোৱাৰিলোঁ , মনেৰে স্বৰ্গ বিচাৰিলে কি হ'ব ?

—কিয় ? পি এছ. চি.ৰ বাহিৰে অন্য ঠাইত যোগ্যতাৰ বিচাৰ নহয় নেকি ?

—হ'ব পাৰে, আৰু বহু ক্ষেত্ৰতে হয়। কিন্তু কেতিযাবা কেতিয়াবা আমি উপযুক্ত বুলি বিবেচনা কৰাসকলেও চাকৰি নাপাই অইনকহে চাকৰি পোৱা দেখিছোঁ। দেখ দেখকৈ উপযুক্তজনতকৈ নিকৃষ্ট এজনক পোৱা দেখিলে নিৰাশ হ'ব লাগে।

—তেনেহ'লে অন্য ঠাইত চাকৰি পালেই গুচি যাবা ?

—ত্ৰিশ টকা দৰমহাত সদায় থাকিব পাৰিম বুলি অৱশ্যে ডাঠি ক'ব নোৱাৰোঁ ; কিন্তু এইটো বিষয়ে হ'লে কথা দিব পাৰোঁ যে এই দৰমহাৰ অন্ততঃ দুগুণ দৰমহাৰ কমত অন্য কোনো চাকৰিলৈ নাযাওঁ। তেনেকুৱা পৰিস্থিতিত আপোনালোকেও নিশ্চয় আমাক এৰি দিব।

—তোমাৰ প্ৰিয় ছাব্‌জেক্ট কি ?

—সাহিত্য। ইস্কুলীয়া কালৰপৰাই হোৱাই-নোহোৱাই তাতে লাগি থাকি ভাল পাই আহিছোঁ। শিক্ষকৰ চাকৰি বিচৰাৰ সিও এটা কাৰণ।

—কেতিয়াবা কিবা লিখিছা নে ?

—কটন কলেজ মেগেজিনত লিখিছিলোঁ। আবাহন, বাঁহী, জয়ন্তী, সুৰভি আদিতো মাজে সময়ে প্ৰবন্ধ ওলাই আছে। এতিয়ালৈ কিতাপ ছপাব পৰা নাই। বিহগী কবি ৰঘুনাথ চৌধাৰীয়ে এই বিষয়ে জানে।

তেওঁ খন্তেক নীৰৱে থাকিল আৰু এখন কাকতত কিবা লিখিলে। ক'লে— বাৰু এইখন কাকত হেড্‌মাষ্টৰক দিবা আৰু তোমাৰ সাহিত্য চৰ্চা সম্পৰ্কে মাজে সময়ে মোক জানি থাকিবলৈ দিবা। লেখি থাকিব নেৰিবা। সেইটোহে আচল বস্তু। সি থাকিব, বাকী চব নাথাকে। যোৱা বাৰু।

কাগজখন নিজে লেফাফাত ভৰাই বন্ধ কৰি দি পঠালে। এঠা শুকোৱা নাছিল ; ইচ্ছা কৰা হ'লে বাটতে খুলি পঢ়ি চাব পাৰিলোঁহেঁতেন, কিন্তু নাচালোঁ।

এইখিনিতে উল্লেখ কৰা ভাল হ'ব যে সেইদিন পৰ্য্যন্ত আমি তিনিজন প্ৰাৰ্থী তিনিওৰে কাৰণে পৰস্পৰে অজ্ঞাত কুলশীল, অচিনা অজানা ভদ্ৰলোক আছিলোঁ। গতিকে পোনতে আমাৰ চিনাকি—ল'ৰাশিক্ষা, আগছোৱা পুথিৰ—তোমাৰ নাম কি, মোৰ নাম পানীৰামতেই আৰম্ভ হৈছিল। সভাপতিৰ ঘৰ'ত, উকীলৰ বৈঠকখানাত বহি সাক্ষাৎকাৰৰ কাৰণে বাট চাওঁতে আমাৰ দৰমহা, চাকৰি আৰু ইণ্টাৰভিউৰ কথা আলচ কৰি আমি বেচ ৰগৰ কৰিছিলোঁ। এইখিনি সময়ৰ ভিতৰতে আমাক তিনিওকে ভিতৰৰপৰা একোকাপ চাহ দিছিল। মনত আছে, আমি কোবা-কুই কৰিছিলোঁ—অইন নহ'লেওতো আমি আজি প্ৰাক্তন প্ৰধান মন্ত্ৰীৰ ঘৰত চাহ একো কাপকে পালোঁ। এনেকৈ আৰু ক'ত বা কিমান চাহ খাবলৈ কপালত লিখা আছে !

আমি গৈ পোৱাৰ পাছতে বৰদলৈ ডাঙৰীযা ভিতৰৰপৰা ওলাই আহি আমাক তিনিওকে একেলগে লগ ধৰিছিল। প্ৰত্যেকৰে নাম মাত্ৰ সুধি লৈ বহিবলৈ কৈ ভিতৰলৈ গৈছিল আৰু দ্বিতীয় বাৰহে প্ৰত্যেককে ভিতৰলৈ মতাই নি কথা সুধিছিল।

দ্বিতীয় বাৰৰ সাক্ষাৎকাৰৰ অন্তত মই বৰদলৈ ডাঙৰীয়াই দিয়া চিঠিখন লৈ কামৰূপ একাডেমী পাইছিলোঁগৈ। নিযুক্তি পোৱা অন্যজন প্ৰাৰ্থী আছিল—শ্ৰীযুত মহেন্দ্ৰ চন্দ্ৰ পাঠক , পিছৰ জীৱনত মুখ্যন্যায়াধীশ। আমি দুয়ো কেইদিন মানৰ অগা-পিছাকৈ কামত ভৰ্তি হৈছিলোঁ।

সেই সময়ৰ কামৰূপ একাডেমীৰ ওপৰ শ্ৰেণীৰ ছাত্ৰসকলক ছাত্ৰ নুবুলি ভদ্ৰলোকহে বোলা শুৱায়। দেখাই-শুনাই আৰু চাল-চলনত তেওঁলোক পূৰা ভদ্ৰলোক শ্ৰেণীৰেই আছিল। মই গৈ চিঠিখন হেড্‌মাষ্টৰ শ্ৰীঈশ্বৰ চৌধুৰীদেৱৰ হাতত দিবহে পালোঁ, তেওঁ খুলি চাই হাঁহি মাৰি ক'লে, বৰুৱা, ভালেই হ'ল দিয়ক। আজিৰপৰাযে আপুনি কাম কৰক , সৌ হাজিৰা বহীটোত চহী দি থওক—বুলি হাজিৰা বহীটোত মোৰ নামটো নিজে লিখি দি মোৰ ফালে সেইটো আগবঢ়াই দিলে। লগতে ক'লে—লেইজাৰৰ পাছত ক্লাছ টেনত মোৰ এটা ক্লাছ আছে তাকে ল'ব। অসমীয়া সাহিত্যৰ ক্লাছ ; লৈ ভাল পাব।

কামত ভৰ্তি হৈ পহিলা দিনাখনেই ক্লাছ টেনত হেড্‌মাষ্টৰৰ বদলি ক্লাছ ল'ব লাগিব—কথাটো ভাবি মনটো অলপ গধুৰ গধুৰ লাগিছিল। পিছে অসমীয়া সাহিত্যৰ ক্লাছ বুলি শুনি যেনিবা মুখত পানী আহিছিল।

যথা সময়ত চৌধুৰীয়ে মোক লগত লৈ গৈ শ্ৰেণীত সোমাল আৰু ছাত্ৰসকলক মোৰ বিষয়ে ভালকৈ চিনাকি কৰি দি ক'লে, 'এখেতেই আজি মোৰ হৈ তোমালোকৰ সাহিত্যৰ ক্লাছ ল'ব।' ইয়াকে কৈ তেওঁ হাতত লৈ যোৱা 'দীপালী' পুথিখন মোক দি ওলাই আহিবহে পালে, ক্লাছত কথা-বতৰাৰ গুণ-গুণনি, ভোন-ভোননি উঠিল। মাজতে কোনো এজনে ঘপহ কৰে উঠি ক'লে—ছাৰ, আমাৰ বাছনি-পৰীক্ষা পালেহি। আমাক প্ৰশ্ন বাছি দিব লাগে। আন এজনে ক'লে—আমাক কবিতা

কিছুমানৰ সাৰাংশ কৈ দিব লাগে। —অন্য এজনে তাৰে ওপৰতে ক'লে—আমি নুবুজা অ'ত-ত'ত থকা কথা কিছুমানহে বুজাই দিব লাগে। এইদৰে ইটোৱে ইটো, সিটোৱে সিটো—নানানটা প্ৰশ্ন তুলিলে। কাৰো কথা কোনেও নুশুনে।

শ্ৰেণীত সিদিনা ত্ৰিশজন মান ছাত্ৰ আছিল। ছাত্ৰসকল ডেকা বয়সৰ। দুই-চাৰিজন সেই শ্ৰেণীতে একাধিক বছৰ জিৰণি লৈ থকা আৰু বাকী বহুত অন্য স্কুলৰপৰা অহাও আছিল বুলি পিছত জানিব পাৰিছিলোঁ। বহুতৰ মুখ আছিল দাড়িয়ে-গোঁফে ভোবোকাৰ। পৰীক্ষাৰ ওচৰত বহুত ৰাতিলৈ পঢ়া বাবেই নেকি—দুই-এজন আছিল, ডাকৰ বচনত কোৱা—'চকু লাল, বুকু খাল ; সেই পুৰুষৰ লক্ষণ ভাল।' কাৰোবাৰ আকৌ মূৰ জপৰা, মুখ ফপৰা। কোনোৱে মোৰ ফালে মুখ নিদি, পিঠি দি পাছৰ বেঞ্চিৰ বন্ধুৰ লগতহে কথা পাতিবলৈ আৰম্ভ কৰিছিল। ওপৰা-উপৰি প্ৰশ্নৰ জাউৰি পাই মই থিয় হৈ ল'লোঁ আৰু ক'লোঁ,—তোমালোকে আটায়ে এইদৰে একেলগে প্ৰশ্ন কৰিলে মইহে নালাগে স্বয়ং চতুৰ্মুখ সৃষ্টিকৰ্তা ব্ৰহ্মা বা পঞ্চানন শিৱেও উত্তৰ দিব নোৱাৰিব। ধৈৰ্য্য ধৰি, সংযত হৈ এজন এজনকৈ প্ৰশ্ন সোধা। বৰকৈ টপ্‌টপাই থকা এজনক ক'লোঁ—তুমিয়ে বাৰু কোৱাচোন—তোমাক কি বুজাব লাগে ? তেওঁ উঠি ক'লে—তিৰ্‌বিৰ চকু, জিলমিল বুকু মদন পিচলি পৰা—গোটেই কবিতাটোৰ মই এইখিনি বুজিব পৰা নাই। অন্য এজনে ক'লে—মই 'মদনৰ পঞ্চশৰ' ইত্যাদি—এইখিনি বুজা নাই। অইন এজনেও তেনে ধৰণৰে অনেক প্ৰশ্ন কৰিলে। খন্তেক টলকি চাই মই ক'লোঁ—বুজিছোঁ ৰ'বা। তোমালোকে কোনখিনিত বুজা নাই মই ধৰিব পাৰিছোঁ, এতিয়া পাৰিম। এই মদনেই লেঠা লগাইছে। মদনেই যৎকুটৰ ঘাই। পিছে মদন কোন জানানে ? তেওঁৰ লগত সাহিত্যৰ সম্বন্ধ কি তাকেই বাৰু প্ৰথমে বুজি লোৱা। এইবুলি মদন কোন ? তেওঁ ভষ্ম হৈছিল কিয় আৰু কেনেকৈ ? কাৰ দ্বাৰা ? গ্ৰীক, সংস্কৃত, ইংৰাজী আদি সাহিত্যত বিভিন্ন ৰূপত মদনে কেনেকৈ আত্ম-প্ৰকাশ কৰিছিল—ইত্যাদি বিষয় যি পাৰোঁ কৈ গ'লোঁ। মোৰ কতা সকলোৱে নিস্তব্ধ হৈ শুনি আছিল, বেজে জৰাফুকা কৰা বেমাৰীৰ দৰে।

এনেতে সময় উকলিল। ঘণ্টাত কোব পৰিল। মই বক্তৃতা সামৰি ক্লাছৰপৰা ওলালোঁ। এখন ভৰি দুৱাৰ-ডলিৰ ভিতৰত, এখন বাহিৰত আছে। এনেতে শ্ৰেণীৰ কোনোবা এজনে মন্তব্য দিয়া শুনিলোঁ—'অ' কম নহয় দিয়া। সভা বহুৱাব পাৰিব'। সেয়ে হ'ল মোৰ কাৰণে কামৰূপ একাডেমীৰ শিক্ষকতাৰ প্ৰথম 'চাৰ্টিফিকেট'। কোৱা বাহুল্য, ছাত্ৰৰ অনুৰোধতে হওক বা নিজৰ কামৰ হেঁচা পাতল কৰাৰ উদ্দেশ্যেই হওক, তাৰ এদিন নে দুদিন পিছৰেপৰা হেড্‌মাষ্টৰ চৌধুৰী ডাঙৰীয়াই দশম শ্ৰেণীত অসমীয়া শিকোৱাৰ ভাৰ মোৰ ওপৰতে দিছিল। সেই সময়ৰ সহকৰ্মী শিক্ষক প্ৰবীণ ফুকন, সতীশ কাকতি, মহেন্দ্ৰ পাঠক, জ্ঞানদানন্দ চৌধুৰী, জিতেন বুজৰবৰুৱা, আদিসকলৰ মধুৰ সান্নিধ্যৰ কথা আজিও মনত পৰে। ২।২।৯৭

# শিক্ষকতাৰ প্ৰতি মোৰ মোহ (পাঁচ)

কামৰূপ একাডেমীত দুবছৰমান শিক্ষকতা কৰি থকা কালৰ এদিনৰ কথা। স্কুল চলি আছে। দুপৰীয়া লেইজাৰত কমন ৰুমত চাহ খাই উঠি ছাত্ৰৰ বহী চাই আছোঁ। বাতৰি কাকত আহি পালে। চকু ফুৰাই যাওঁতে দেখিলোঁ ছিলঙৰ অসম সচিবালয়ত সহায়ক লোৱাৰ জাননী ওলাইছে। দৰমহা আছিল সম্ভৱ মাহে ৭৫ টকা। আমাৰ স্কুলৰ চাকৰিৰ দৰমহাৰ ডবলতকৈও অধিক। গুৱাহাটীতে পাব্লিক ছাৰ্ভিচ কমিছনে পৰীক্ষা ল'ব। দৰ্খাস্ত লাগে। ভাবিলোঁ এটা দলি মাৰি চোৱা বেয়া নহ'ব। লাগিলে লাগিল, নালাগিলে নাই। কাকো কিন্তু সেই কথা জানিবলৈ নিদিওঁ। কাৰণ, নাপাব লাগিলে লাজ পাম। সিদিনায়ে তাতেই দৰ্খাস্ত লিখি পঠিয়ালোঁ। ডেৰ মাহ নে দুমাহ পিছত পৰীক্ষা হ'ল। দুখন প্ৰশ্ন কাকতৰ এদিন-জোৱা লিখা পৰীক্ষা। ইবাৰো কাকো জানিবলৈ নিদিয়াকৈ এদিনৰ নৈমিত্তিক ছুটী লৈ পৰীক্ষাত বহিলোঁ।

অলপ কিছুদিনৰ পিছতেই চিঠি পালোঁ—পৰীক্ষাত সেই বছৰত তিনিজনক প্ৰথম, দ্বিতীয় আৰু তৃতীয়কৈ পৰীক্ষাৰ ফল অনুযায়ী নিৰ্ব্বাচন কৰা হৈছে। তাৰে প্ৰথমজন হৈছে শ্ৰীহট্ট জিলাৰ। কৈ থোৱা ভাল যে তেতিয়া শ্ৰীহট্ট অসমৰে অন্তৰ্ভুক্ত জিলা আছিল। তেওঁক কামত নিয়োগ কৰা হৈছেই। দ্বিতীয় মই আৰু তৃতীয় কামৰূপ জিলাৰ উগ্ৰমল কাকতি।

তাৰ পাছত ভালেমান দিন একো ৰাই-ৰুই নাই। বাট চাই চাই আমনি লগাত এদিন শ্বিলং ওলালোঁগৈ। বহুতে বহু কথা কৈ খুঁচি দিয়াত তেতিয়াৰ সচিবালয়ৰ প্ৰবল প্ৰতাপী ৰেজিষ্ট্ৰাৰ অনাথবন্ধু দত্তক মৰসাহ কৰি দেখা কৰিলোঁ আৰু বহু প্ৰবন্ধে অস্থায়ী চাকৰিৰ নিয়োগ-পত্ৰ এখন ল'লোঁ। একেকোবে এদিনৰ ভিতৰতে ইমানখিনি আগবঢ়াত সকলোৱে প্ৰশংসা কৰিলে। এইদৰে সিদিনায়ে সচিবালয়ৰ চাকৰিৰ আৰম্ভ হ'ল। সচিবালয়ৰ তেনেই নতুন ধৰণৰ চাকৰি , তাতে পৰীক্ষা চাবলৈয়ে নেকি মোক পোনতে দিছিল মিষ্টাৰ এম. মিত্ৰ বুলি এজন একাচেকা প্ৰকৃতিৰ জ্যেষ্ঠ আই. চি. এছ. চাহাবৰ একমাত্ৰ সহায়ক হিচাপে এক্‌জিকিউটিভ মেনুৱেল (Executive Manual) খন সংস্কাৰ কৰা কামত। শিক্ষকতাৰ লগত স্বৰ্গ-মৰ্ত্যৰ তফাৎ।

সেই সময়ত শ্বিলঙৰ এড্‌মাগুচ্‌ কলেজত চন্দ্ৰমল কাকতিয়ে ৰসায়নৰ অধ্যাপনা কৰি আছিল। তেখেত মোৰ গধূলি ফুৰাৰ লগ হ'ল। কলেজত তেখেত মোতকৈ দুবছৰ আগৰ। হ'লেও তেখেতৰ লগত মোৰ ককাই-ভাই সদৃশ অভিন্ন সম্বন্ধ। তেখেতে মোক সান্ধ্য ভ্ৰমণত আৰু সুবিধা পালেই সকলো সময়তে সঘনে কৈ থাকিবলৈ ধৰিলে—বৰুৱা, আপুনি প্ৰইভেটকৈ যি কোনো এটা বিষয়ৰ

এম এ পৰীক্ষা দিয়ক। ডিগ্ৰীটো ল'ব পাৰিলে কামত আহিব। অধ্যাপনা নকৰিলেও কামত লাগিব , মনত বল পাব। ক'বলৈ গ'লে সেই উদগনিৰ ফলতেই মই অসমীয়াক প্ৰধান ভাষা হিচাপে লৈ মিডোল ইন্দো-এৰিয়ান ভাষা-সাহিত্যৰ পৰীক্ষা দি ১৯৪৪ চনত দ্বিতীয় শ্ৰেণীৰ প্ৰথম হৈ উত্তীৰ্ণ হ'লোঁ। কলিকতা বিশ্ববিদ্যালয়ৰ পৰীক্ষা। গুৱাহাটী বিশ্ববিদ্যালয়ৰ তেতিয়া উমঘামেই হোৱা নাই। মুঠ আঠখন প্ৰশ্ন-কাকতৰ পৰীক্ষাত শতকৰা গড়ে ৫৮ ৬ নম্বৰ পাই প্ৰথম শ্ৰেণীৰ সীমাত ঢপলিয়াই আহিলোঁ।

ইতিমধ্যে এ চি এছ্‌ৰ পৰীক্ষা হোৱাত তাতো পৰীক্ষা দি ষোলজন কৃতকাৰ্য্য হোৱা নিৰ্বাচিত প্ৰাৰ্থীৰ ভিতৰত দ্বিতীয় স্থান লৈ নিযুক্তি পালোঁ। সেই সময়তে গুৱাহাটী বিশ্ববিদ্যালয়তো অসমীয়া বিষয়ৰ অধ্যাপক লাগে বুলি দৰ্খাস্ত বিচৰাত তাতো প্ৰাৰ্থী হ'লোঁ। এই প্ৰসঙ্গতে সেই সময়ৰ এটা ঘটনা উল্লেখ কৰা যায়। প্ৰয়াত মহেন্দ্ৰমোহন চৌধুৰী তেতিয়া মুখ্যমন্ত্ৰী বৰদলৈৰ সহায়ক মন্ত্ৰী (Parliamentary Secretary) হৈ আছিল। সেই সময়তে কটন কলেজতো অসমীয়া বিষয়ৰ অধ্যাপক এজন লাগে বুলি জাননী ওলাল। মই তাতো দৰ্খাস্ত দিম নেকি চিন্তা কৰিবলৈ ধৰিলোঁ।-এনেতে এদিন চৌধুৰী ডাঙৰীয়াই মোক ক'লে—বৰুৱা, আপুনি এইবাৰ এ চি. এছ্‌ত নিযুক্তি পাইছে, নোযোৱাকৈ নাথাকিব দেই। তাত আপোনালোকৰ মানুহ নাই। শিক্ষা বিভাগলৈ যোৱাৰ কথা নাভাবিব।

দোধোৰ-মোধোৰত পৰি গুণাগথা কৰি থাকোঁতে মোৰ প্ৰাতঃস্মৰণীয় গুৰু ড° বাণীকান্ত কাকতিলৈ মনত পৰিল। মই তেখেতলৈ বিশ্ববিদ্যালয়ৰ চাকৰিটো সম্বন্ধে উল্লেখ কৰি মোৰ আশা আছে নে নাই সুধি চিঠি এখন লিখিলোঁ। অভাবনীয়ভাৱে এসপ্তাহৰ মূৰতে তেখেতৰপৰা উত্তৰ পালোঁ।

তেখেতে লিখিলে—কটনৰ সত্যেন্দ্ৰনাথ শৰ্মায়ো দৰ্খাস্ত কৰিছে। তেওঁ যদি চৰকাৰী চাকৰিৰ মোহ এৰি আহিব নোৱাৰে তেন্তে তুমি আহিব পাৰিবা। পিছে তুমিও জানো হাকিমৰ কামৰ মোহ এৰিব পাৰিবা ?—আজিও সেই অকণমান কাকতখনৰ মহামূল্য কথা কেইশাৰীয়ে মোৰ মনত খাজ বহুৱাই থৈছে।

ক'বলৈ গ'লে ইমানতে মোৰ শিক্ষকতাৰ প্ৰতি থকা দুৰন্ত মোহৰ অন্ত পৰিল। মই মাটিৰ হাকিমৰ কামত নিগাজীকৈ সোমাই পাৰিলোঁ। 'বিধাতাৰ লিখন নাযায় ছাৰিয়া।'

কলেজৰ অধ্যাপনা প্ৰায় পাঁচ বছৰ কৰিলোঁ। সেই কালডোখৰৰ ভিতৰতে তিনিখন বিশ্ববিদ্যালয়ৰ অসমীয়া বিষয়ৰ পৰীক্ষক আৰু তাৰে এখনৰ পৰীক্ষক আৰু প্ৰশ্নকৰ্তাৰ দায়িত্বও গ্ৰহণ কৰাৰ সুযোগ লভিছিলোঁ। সেয়েহে অধ্যয়ন আৰু অধ্যাপনাৰ কালডোখৰৰ মাধুৰ্য্যই মোক পৰৱৰ্তী জীৱনতো বহু দিনলৈ সঘনে সকীয়াই আছিল। ৩১।৩।৯৭

# দুটা টিউচন

মাইনাৰ পাছ কৰি মঙ্গলদৈ হাইস্কুলৰ ৭ম শ্ৰেণীত পঢ়ালৈকে মই 'টিউটৰ' শব্দটো শুনা নাছিলোঁ। ৰায়চাহাব ৰত্নেশ্বৰ দাসগুপ্তৰ পুতেক চিত্তেশ দাসগুপ্ত মঙ্গলদৈ হাইস্কুলত পঢ়ে। হাইস্কুলত তেওঁ মোৰ সহপাঠী হ'ল। তাৰ মানে মাইনাৰৰপৰা গৈ ক্লাছ ছেভেনত নাম লগাই মই তেওঁৰ সহপাঠী হ'লোঁ। তেওঁ তেতিয়ালৈ সেই শ্ৰেণীৰ ১ম ল'ৰা, সৰ্বোৎকৃষ্ট ছাত্ৰ। তেওঁক হেনো ঘৰত টিউটৰে পঢ়ায় ঃ তেওঁৰ টিউটৰ আছে। মই টিউটৰ মানে নো কি বুজিবৰ কাৰণে এদিন মোৰ গুৰু-শিক্ষক দীননাথ চহৰীয়াক সুধিছিলোঁ—ছাৰ, টিউটৰ মানে আচলতে কি নো ?—তেওঁ হাঁহি মাৰি ক'লে—টিউটৰ মানে কি নাজানা ? নাজানিবায়ে তো, তুমি গাঁৱৰ ল'ৰা। গাঁৱত তাৰ প্ৰচলন নাই। টিউটৰ মানে গৃহ-শিক্ষক ; ঘৰত পঢ়োৱা শিক্ষক। এই শিক্ষকে স্কুলত ল'ৰাই টান পোৱা কথাবোৰ ঘৰত ভাঙি-পাতি ভালকৈ শিকায়। তাৰ বাবে তেওঁক ওপৰঞ্চি দৰমহা দিব লাগে। ধন থকা মানুহে ল'ৰা-ছোৱালীৰ কাৰণে তেনে গৃহ-শিক্ষক ৰাখে। আমাৰ স্কুলত চিত্তেশত বাহিৰে কাৰো গৃহ-শিক্ষক নাই। সেইদেখি তেওঁ সদায়ে শ্ৰেণীত প্ৰথম হয়। তোমালোকে, মাইনাৰৰপৰা বৃত্তি পাই অহাসকলে তেওঁৰ লগত যুঁজিব লাগিব। শ্ৰেণীত ভালকৈ মন দি পঢ়িলে পাৰিবা। পঢ়া। প্ৰতিযোগিতা চলাই পঢ়া।—

পঢ়া-শুনাত ভাল বহুত দুখীয়া ল'ৰাই তল শ্ৰেণীৰ ল'ৰাৰ টিউচন কৰিও ধন অৰ্জন কৰে আৰু তেনেকৈয়ে পঢ়া-শুনাৰ খৰচ চলায়। মই হ'লে ছাত্ৰ-জীৱনত ক'তো টিউচন কৰা নাছিলোঁ। বি. এ. পৰীক্ষা দিযাৰ পাছত ঘৰত বহি থাকিবলগীয়া হৈ পোন প্ৰথমে টিউচন কৰিছিলোঁ। কৰিছিলোঁও কেইমাহ মানৰ কাৰণে, মঙ্গলদৈৰ নিকটতে ৰজাহাউলীৰ কুমাৰ কুলেন্দ্ৰ নাৰায়ণ দেৱৰ ঘৰত। মোৰ শিক্ষাগুৰু দীননাথ চহৰীয়ায়ে সেইটো বন্দবস্ত কৰি দিছিল। পাৰিশ্ৰমিক আছিল মাহে ২৫ টকা ; সপ্তাহত তিনি দিন ঘৰলৈ গৈ পঢ়ুৱাব লাগে। ক্লাছ ফাইভত পঢ়া ল'ৰা এটাক ইংৰাজী আৰু অঙ্ক পঢ়ুৱাব লাগে। তাৰ কাৰণে মই প্ৰায় দুমাইল মান বটি চাইকেল মাৰোঁ। শিক্ষাৰ্থী ছাত্ৰ আৰু গৃহস্থৰ ব্যৱহাৰ আছিল অতিশয় ভদ্ৰ আৰু সন্তোষজনক। প্ৰায় ছমাহমান এই শিক্ষকতা কৰাৰ পাছত গুৱাহাটীলৈ অহাৰ লগে লগে সেই টিউচন এৰা হ'ল।

অভাব পূৰাবৰ কাৰণে ধন ঘটিবলৈ মানুহে নানা কাম হাতত লয়। কথাতে কয় বোলে—'ধন পালে খোৱাই, মেখেলাকো কোবায়'। মোৰো গুৱাহাটীত কামৰূপ একাডেমীৰ ডেৰকুৰি টকীয়া চাকৰিত সোমাই পুনঃ টিউচনৰ ধনৰ কাৰণে মনটোৱে লিক্‌লিকাবলৈ ধৰিলে। স্কুলৰ সহকৰ্মী আৰু মোৰ উপদেষ্টা-সুহৃদ্ স্বৰূপ এছিষ্টেণ্ট হেড্‌মাষ্টৰ গোলাপ চন্দ্ৰ চৌধুৰী এই বিষয়ত অযাচিতেই মোৰ সহায় হ'ল।

এইখিনিতে চৌধুৰীৰ বিষয়েও একাষাৰ কৈ থোৱা ভাল হ'ব। তেওঁ এজন বহুদৰ্শী আৰু বিচক্ষণ কৰ্মী লোক। অঙ্ক, ইংৰাজী আৰু সংস্কৃত শিক্ষা দানত সিদ্ধহস্ত। গুৱাহাটীৰ ভিতৰতে এজন নিপুণ টিউটৰ বুলি তেওঁৰ বেচ্ সুখ্যাতি আছিল। তেওঁৰ টিউচনো আছিল বহুত ধৰণৰ আৰু সংখ্যাতো বহুত। কিছুমান আঢ্যৱন্ত অভিভাৱকে তেওঁৰ লগত বন্দবস্ত কৰে ঠিকাত ঃ ল'ৰাটোক মেট্ৰিক পাছ কৰাই দিব—বন্দবস্ত দুহাজাৰ বা তিনি হাজাৰ টকা। বহুত ছাত্ৰক কোনো এটা বা দুটা বিষয়ৰ শিক্ষা একেলগে দিয়ে—ক্লাছত দিয়াৰ দৰে—এটা কিবা নিৰ্দিষ্ট হাৰৰ দৰমহাত। তেনে অৱস্থাত তেওঁ ছাত্ৰৰ ওচৰত বহি নাথাকে ; এটা কোঠালীত প্ৰত্যেককে বেলেগ বেলেগ কাম কৰিবলৈ দি আধাঘণ্টা বা এঘণ্টাৰ কাৰণে বজাৰলৈ যায়। বজাৰ কৰি আহি কাম চায় আৰু নোৱৰাখিনি প্ৰত্যেককে শিকাই দিয়ে। শিক্ষকতা কৰোঁতে কৰোঁতে কিছুমান বিষয়ৰ প্ৰশ্ন তেওঁ ছাত্ৰক আগধৰি কৈ দিব পাৰিছিল। শিক্ষাদান আৰু প্ৰশ্ন কাকতৰ পুঙ্খানুপুঙ্খ বিচাৰৰ দ্বাৰা তেওঁ সেই কামত নৈপুণ্য অৰ্জন কৰিছিল। আমি কোনো সেই বিষয়ত তেওঁৰ কাষ চাপিব নোৱাৰিছিলোঁ। পৰীক্ষাৰ পৰত গোলাপ চৌধুৰীৰ বছা বছা প্ৰশ্নোত্তৰ সকলোৰে হাবিয়াসৰ সাহোন আছিল।

চৰকাৰী উচ্চ চাকৰিৰপৰা অৱসৰ লৈ সেই সময়ত কবি দুৰ্গেশ্বৰ শৰ্মাই গুৱাহাটীৰ নিজ ঘৰত জিৰণি লৈ আছিল। তেওঁৰ ঘৰ উজানবজাৰৰ চেনিকুঠিত কামৰূপ একাডেমী স্কুলঘৰৰ লগত সংলগ্ন বুলিব পাৰি—এটা সাধাৰণ জন-পথৰ মাত্ৰ ব্যৱধান। দুৰ্গেশ্বৰ শৰ্মাই তেওঁৰ ক্লাছ এইটত পঢ়া ল'ৰা মুকুটক সংস্কৃত আৰু ইংৰাজী শিকাবলৈ চৌধুৰীক অনুৰোধ কৰিছিল। সেই সময়ত চৌধুৰীৰ হাতত টিউচন আছিল বহুত। আৰু ল'বলৈ তেওঁৰ সময় সমূলি নাই। গতিকে তেওঁ বিশ্বস্ত বন্ধু মোকেই সেই দায়িত্ব দি শৰ্মাক সেই মৰ্মে ক'লে। শৰ্মাই মঙ্গলদৈত মহকুমাধিপতি কাম কৰা সময়ত মোক হাইস্কুলৰ ছাত্ৰ হিচাপে চিনি পাইছিল। বিশেষতঃ তেখেত আছিল সেই সময়ত হাইস্কুলৰ পৰিচালনা সমিতিৰ সভাপতি। তাতে তেখেতৰ স্মৃতিশক্তি আছিল বিচক্ষণেই নহয় বিস্ময়কৰো। তেওঁ মোৰ নাম কোৱাত হেনো সন্তোষ প্ৰকাশ কৰিছিল। পিছত আচল কথাটো হ'ল দৰমহা লৈ। চৌধুৰীয়ে সেই সম্পৰ্কে তেওঁক একো নক'লে ; ময়ো টিউটৰৰ দায়িত্বহে গ্ৰহণ কৰিলোঁ—দৰমহাৰ কথা একো নক'লোঁ। চৌধুৰীক সোধাত তেওঁ ক'লে—২৫।৩০ টকাৰ কম হ'ব নালাগে।—সেই সময়ত গ্ৰেজুৱেট টিউটৰৰ মজুৰি সাধাৰণতে মাহে ১৫।২০ টকা। গতিকে ময়ো নাই মোমাতকৈ কণা মোমায়ে ভাল হ'ব বুলি মনত আশা পালি থাকিলোঁ সিমানকে।

ইংৰাজী কোনো এটা মাহৰ ১লা তাৰিখেই মোৰ টিউচন আৰম্ভ হৈছিল। সেই মাহ কথমপি শেষ হ'ল। পৰবৰ্তী মাহৰ পহিলা তাৰিখেই দেখোন এটা পৰিষ্কাৰ

নতুন লেফাফাত ভৰাই শৰ্মা ডাঙৰীয়াই মোৰ পাৰিশ্ৰমিকফেৰা গধূলি টিউচনলৈ যাওঁতে লাহেকৈ মোৰ হাতত দিলে। ক'লে—এয়া তোমাৰ সামান্য পাৰিশ্ৰমিকফেৰা।—মই যন্ত্ৰচালিতৰ দৰে লাহেকৈ জেপত ভৰাই থ'লোঁ। ধন্যবাদ বুলিবৰো নহ'ল। পাহৰিলোঁ।

সিদিনা শিক্ষাদানৰ সময় উকলি যোৱাৰ লগে লগে মই লাহেকৈ বাহিৰ ওলাই মোৰ নতুন ৰেলি পপুলাৰ চাইকেলখনত উঠি বিদায় হ'লোঁ। নকলেও হ'ব যে মোৰ মনটো ইমান পৰে উচ্‌পিচাই আছিল—দৰমহা কিমান বা দিলে, ২০ নে ২৫ টকা ?

তেতিয়া কামৰূপ একাডেমীৰ সম্মুখৰ মূল ৰাস্তাটোত বিজুলী-বাতি নতুনকৈ আৰম্ভ হৈছিল মাত্ৰ। মই ওলায়ে প্ৰথমটো লাইট-পোষ্ট এৰি অলপ দূৰ গৈ দ্বিতীয়টো পাই ওচৰত কোনো মানুহ নেদেখি চাইকেলৰপৰা নামিলোঁ আৰু আথেবেথে ধনৰ লেফাফাটো জেপৰপৰা উলিয়াই নোট গন্তি কৰি চাই দেখোঁ যে এখন-দুখনকৈ পাঁচখন চক্‌চকীয়া দহ টকীয়া নোট। মই চঁক খাই উঠি পুনৰ গণিলোঁ। দেখিলোঁ হিচাব ঠিক আছে ; নোট পাঁচখনেই। ভাবিলোঁ, বুঢ়া মানুহ শৰ্মা ডাঙৰীয়াই ৩০ টকাৰ ঠাইত ভুলতে ৫০ টকা দিলে নেকি ? তেনে ভুলতো হ'ব নালাগে ।

মই তেতিয়া ৰিহাবাৰীত থাকোঁ। ঘৰ পাই চিন্তা কৰিছিলোঁ—কথাটো কাক সুধিম ? সুধিমে বা কি ? বহুত ভাবি-গুণি সিদ্ধান্ত কৰিলোঁ—মনে মনে থকাই ভাল। আচল কথা অহা মাহত বুজা যাব। সেয়ে হ'ল। দৰমহা দিছিল ৫০ টকাকৈয়ে। অভাবনীয়ভাৱে অধিক।

শৰ্মা ডাঙৰীয়াই মাহৰ ১লা তাৰিখে দৰমহা দিব যে দিবয়ে। ১লা তাৰিখে দেওবাৰ হ'লে দুই তাৰিখ সোমবাৰে নিশ্চয়। এবাৰ ১লা তাৰিখে কিবা ব্যস্ততাৰ হেতুকে পাহৰি দুই তাৰিখে লেফাফাটো মোক দিবলৈ গৈ মোক কোৱা স্পষ্ট মনত আছে—হেৰা অতুল, তুমি বাৰু মোক কালি যাবৰ সময়ত সোঁৱৰাই নিদিলা কিয় ? দিবা। আজি দুই তাৰিখ। তোমাৰ প্ৰাপ্য সামান্য মজুৰিখিনি ১লা তাৰিখেই তুমি পাব লাগে ! নহয় জানো ? পাহৰিলে তুমি মোক সোঁৱৰাই দিবা দেই। মই এতিয়া বুঢ়া হ'লোঁ নহয় ।

আজিও মনতে প্ৰশ্ন হয়—শৰ্মা ডাঙৰীয়াই জীৱনত এদিন মাত্ৰ পাহৰিছিল নেকি ? ১০।৬।৯৭

# সভাপতিৰ অভিভাষণ

## অসম সাহিত্য সভা

## ষট্ চত্বাৰিংশ অধিৱেশন

শুৱালকুছি

১০ ফেব্রুৱাৰী, ১৯৭৯

ত্বম্ আদিদেৱঃ পুৰুষঃ পুৰাণস্
ত্বম্ অস্য বিশ্বস্য পৰং নিধানম্
বেত্তাসি বেদ্যং চ পৰং চ ধাম
ত্বয়া ততং বিশ্বম্ অনন্তৰূপ।।
বায়ুৰ্ যমোঽগ্নিৰ্ বৰুণঃ শশাঙ্কঃ ; প্রজাপতিস্ ত্বং প্রপিতামহশ্চ।।
নমো নমস্তেঽস্তু সহস্রকৃত্বঃ ; পুনশ্চ ভূয়োঽপি নমো নমস্তে।।
নমঃ পুৰস্তাদথ পৃষ্ঠতস্তে ; নমোঽস্তু তে সৰ্ব্বতো এব সৰ্ব।
অনন্ত-বীৰ্য্য-অমিতবিক্রমস্ ত্বং ; সৰ্বং সমাপ্তোষি ততোঽসি সৰ্বঃ।।

আদৰণী সমিতিৰ মাননীয় সভাপতি ডাঙৰীয়া মোৰ নমস্য গুৰু উদ্বোধক হাজৰিকা ছাৰ প্ৰমুখ্যে বিশিষ্ট বৰেণ্য অতিথিসকল, সহৃদয় প্ৰতিনিধিবৰ্গ আৰু মোৰ সেৱাৰ থলী ৰাইজ,

আপোনালোকে এই অকিঞ্চনৰ সনম্ৰ প্ৰণাম গ্ৰহণ কৰক। জনতাই জনাৰ্দন, আপোনাসবেই মোৰ ভগৱান। আপোনাৰ নামে-গুণে আপুনি তুষ্ট হৈ আপোনালোকে এই অভাজনক অসম সাহিত্য সভাৰ সভাপতিৰ বৰপীৰাখনলৈ আদৰি আনিছে ঃ ই আপোনালোকৰ মহানুভৱতাৰ বাহিৰে আন একো নহয়। যিসকল গুণী-জ্ঞানী পূৰ্বসূৰীয়ে এই পবিত্ৰ আসন অলঙ্কৃত কৰি গৈছে তেখেতসকলৰ নাম স্মৰণ কৰিলেও ইয়াৰ প্ৰতি শ্ৰীৰামচন্দ্ৰৰ পূত-পাদুকাৰ পবিত্ৰতা মনলৈ আহে। চিৰ-চেনেহী ভাষা-জননীৰ সেৱাত এই অভাজনে সৃজনী-প্ৰতিভাৰ স্বাক্ষৰবাহী উল্লেখযোগ্য অৰিহণা একো যোগাব পৰা নাই। মই এজন সামান্য সাহিত্যসেৱীহে। সাহিত্য-সেৱাও কিমানখিনি কৰিছোঁ নাজানো, কিন্তু সাহিত্যিকৰ সেৱা কৰিবলৈ পালে হ'লে সদায় নিজক কৃতাৰ্থ মানি আহিছোঁ। বিগত জীৱনৰ ডেৰকুৰি বছৰৰ অধিক কাল পৰ্বতে-ভৈয়ামে সভা-সমিতি-সংঘ-চক্ৰ পাতি সাহিত্যৰ নামত সাহিত্যিকৰ সেৱা কৰি তৃপ্তি লভি আছোঁ। তেনে সাহিত্যানুষ্ঠানবোৰৰ, ভালেকিজন কৰ্ণধাৰক, বৰ্তমানে অসম সাহিত্য সভাৰো বিশিষ্ট স্থান অলঙ্কৃত কৰা দেখি, মনটো গৌৰৱত উৎফুল্ল হয়। এই প্ৰসঙ্গত ইংৰাজী কবিতা এটিত পোৱা আবুবেন এডেম বোলা মানুহজনৰ কাহিনীটো মনত পৰিছে। এদিন মাজ-নিশা সপোনত বেন এডেমে এটা স্বৰ্গীয় দূতক কিবা কিছুমান লিখি থকা দেখি সুধিলে—তুমি সেইবোৰ কি লিখিছা?

—ঈশ্বৰৰ ভক্তসকলৰ নামৰ তালিকা লিখিছোঁ।

—তাত মোৰ নামটো লিখিছা নে?

—নাই লিখা।

—এৰা, তেনেহ'লে মোক ঈশ্বৰৰ ভকত বুলি নধৰা যদি মানুহৰ সেৱক বুলিয়ে লিখি থ'বা। দৰাচলতে মানৱ-সেৱাহে মই কৰোঁ, ঈশ্বৰ-সেৱা সিমান নহয়।

সেইদিনা সিমানতে তেওঁ সাৰ পালে। পিছদিনা তেওঁ আকৌ সপোনত সেই একেজন দূতকে দেখিলে। দূতে তেওঁক কাকত এখন দিলে। তাত ঈশ্বৰৰ ভক্তসকলৰ নাম লিখা আছে ; আৰু আচৰিত কথা, ভক্তসকলৰ নামৰ তালিকাৰ প্ৰথম নামটোতে লিখা আছে—আবুবেন এডেম। মোৰ ক্ষেত্ৰতো বোধকৰোঁ তেনেকুৱাই হৈছে। পিছে, এই ঠাইতো প্ৰথম হ'ব পৰা যোগ্যতা হ'লে মোৰ নাই। সি যি কি নহওক, সভাপতিৰ

গুৰু দায়িত্ব অৰ্পণ কৰি আপোনালোকে এই অভাজনৰ প্ৰতি যি স্নেহ আৰু ঔদাৰ্য্য প্ৰদৰ্শন কৰিলে তাৰ বাবে পুনঃ প্ৰণতি জনোৱাত বাহিৰে এই অকিঞ্চনৰ অইন একো দিবলৈ নাই। করুণাময় ভগৱান আমাৰ সকলোৰে সহায় হওক, আৰম্ভণিতে ইয়াকে প্ৰাৰ্থনা কৰিলোঁ।

সুধীসকল,

কাল-সাগৰত বুৰ যোৱা বিগত বছৰটোৰ ভিতৰত সৰু-বৰ অনেক লোক পৰলোক প্ৰাপ্ত হ'ল। সেইসকলৰ ভিতৰত এসময়ত সভাপতিৰ আসন অলঙ্কৃত কৰি যোৱা, ককা নীলমণি ফুকন, বিদুষী কবি নলিনীবালা দেৱী আৰু শিক্ষাবিদ গিৰিধৰ শৰ্মাৰ পবিত্ৰ স্মৃতি আজি পোনেই আমাৰ মনত পৰিছে। তেওঁলোক সকলোৰে প্ৰতি জয় জয়তে আমাৰ অন্তৰৰ ভক্তিভৰা স্মৃতি-তৰ্পণ আগবঢ়ালোঁ।

সাহিত্য আৰু সাহিত্যিক শব্দই আওপকীয়াকৈ হ'লেও গভীৰ জ্ঞানৰ ভাওলৈ টোবায় যেন লাগে। তেনে এটা আশঙ্কাতে এদিনাখন এখন সাহিত্য-চক্ৰৰ নাম আমি সাহিত্য-চক্ৰ নিদি আলোচনা-চক্ৰ দিছিলোঁ, আৰু কথাশিল্পী ন্যায়াধীশ হলীৰাম ডেকাই কোৱা মতে আলোচনা-চক্ৰ নামটো অসমীয়াত 'ইমান চালু' হৈ পৰাৰ বাবে আমিয়েই দায়ী। এনে ধৰণৰ কম-বেছি প্ৰায় পাঁচশখন চক্ৰ বা শাখা সভাৰ সমাহাৰত গঢ়ি উঠা একষষ্টি বছৰীয়া অসম সাহিত্য সভাৰ ষট্-চত্বাৰিংশ অধিৱেশন এইবাৰ ঐতিহ্যমণ্ডিত শুৱালকুছি গাঁৱত বহিছে। শুৱালকুছি ঐতিহ্যমণ্ডিত জনবহুল স্থানেই নহয়, এখন পবিত্ৰ তীৰ্থক্ষেত্ৰও। ইয়াৰ শিপিনীসকলৰ বয়ন-শিল্প কাৰুকাৰ্যই এদিন মহামানৱ মহাত্মা গান্ধীকো আকৃষ্ট কৰিছিল। ইয়াৰ স্থান-মাহাত্ম্য অশেষ।

## স্থান মাহাত্ম্য ঃ

তাহানি স্মৰণাতীত কালৰেপৰা ডিঙা লৈ বণিজ কৰা এয়ে সেই সাউদসকলৰ পুণ্য-ভূমি শুৱালকুছিঃ ব্যৱসায়ী ব্যস্ত জনতাৰ জন্মভূমি, আধুনিক অসমৰ মানচেষ্টাৰ, ঐতিহ্যপূৰ্ণ শুৱালকুছি। লুইতৰ পাৰৰ 'শীতে তৰণি-তাপেন গ্ৰীষ্মে লৌহিত্যবায়ুনা, সুখদোহখিল লোকানাং' সুবৃহৎ শুৱাকুছি গাঁও। শাৰী শাৰী ঘৰ, পোন পোন বাট, শৃঙ্খলা লগাই পৰিকল্পিতভাৱে পতা ৰাশি ৰাশি তাঁতশাল আদিয়ে যিদৰে ইয়াৰ অৰ্ব্বাচীন সভ্যতাৰ সাক্ষ্য দিয়ে, ওচৰাউচৰিকৈ থকা বিৰাট বিৰাট সত্ৰ-নামঘৰবোৰে, বাসন্তৰীয়া ব্ৰাহ্মণসকলৰ গণেশ-বিগ্ৰহ মন্দিৰে আৰু শৈৱ-শাক্ত-সৌৰ-বৈষ্ণৱৰ পুণ্যস্মৃতি বিজড়িত সিদ্ধেশ্বৰ দেৱালয় তীৰ্থাদিয়েও সেই একেদৰে এই ঠাইৰ অতীত গৌৰৱ ঘোষণা কৰিব লাগিছে। আজিকোপতি বৌদ্ধধৰ্মী ভুটিয়াসকল জাৰকালি মাঘৰ দিনত সিদ্ধেশ্বৰ দেৱালয়লৈ তীৰ্থ কৰিবলৈ আহে। সিদ্ধেশ্বৰ দেৱালয় হেনো এসময়ত বৌদ্ধ মন্দিৰ আছিল আৰু কালক্ৰমত ই বিষ্ণু মন্দিৰ আৰু শেষত শৈৱ-শাক্ত মন্দিৰত

পৰিণত হয়, আৰু সেই সূত্ৰেদি কোনো কোনো প্ৰত্নতাত্ত্বিকৰ মতে এইটো পুৰণি কামৰূপৰ এটা অতি প্ৰাচীন মন্দিৰ। পূৰ্বৰ মন্দিৰ ভাগি যোৱাত শিৱসিংহ স্বৰ্গদেৱে অষ্টাদশ শতিকাৰ আদি ভাগত ইয়াক পুনৰ্নিৰ্মাণ কৰে।

ভুটিয়া আৰু তিব্বতী বৌদ্ধসকলে হাজোকেই মহামুনিৰ (বুদ্ধৰ) পৰিনিৰ্বাণৰ পবিত্ৰ স্থান কুশীনগৰ বুলি ভাবে আৰু তালৈ তীৰ্থ কৰিবলৈ আহে। বুদ্ধদেৱৰ শেষ শিষ্যজনৰ নাম আছিল সুহাৰ্দ্দ আৰু তেওঁৰ বাসস্থান আছিল সুৱাদ্দুৰি নামে ঠাইত। সুৱাদ্দুৰি হাজোৰ ছমাইল দক্ষিণে, সিদ্ধেশ্বৰ মন্দিৰৰ পদপ্ৰান্তত। সেই হেতুকেই শুৱালকুছিৰ সিদ্ধেশ্বৰ মন্দিৰ, সুৱাদ্দুৰি আদি ঠাই বৌদ্ধধৰ্মীসকলৰ মানত পবিত্ৰ।

আজিও সিদ্ধেশ্বৰ দেৱালয়ত নিতৌ চলি থকা শিৱ-দুৰ্গাৰ পূজা-অৰ্চণা, নিৰামিষ ভোগ, জেঠৰ বুদ্ধ পূৰ্ণিমাৰ সময়ত অনুষ্ঠিত হোৱা আইসকলৰ বৰনাম, অশোকাষ্টমীৰ গোসাঁই-স্নান আৰু তীৰ্থযাত্ৰী ভুটিয়াসকলৰ ইয়াৰ বিষ্ণু-বিগ্ৰহত কৰা বুদ্ধ-বন্দনা—এই সকলোবোৰে সাৰ্বজনীন ধৰ্মৰ এক অপূৰ্ব সংহতিৰ সূচনা কৰে। মন কৰিবলগীয়া কথা এই যে এই ঠাইত মহাপুৰুষীয়া, দামোদৰীয়া আৰু শাক্তপন্থী লোকসকলে যুগ যুগ ধৰি মিলাপ্ৰীতিৰে সহাৱস্থান কৰি আহিছে। তাহানি এবাৰ যুধিষ্ঠিৰে ভীমক কৈছিল—আমাৰ আৰু কৌৰৱসকলৰ ভিতৰত পৰস্পৰ বিৰোধ হ'লে আমি পাঁচ, তেওঁলোক এশ ঃ বাহিৰৰ কাৰবাৰ লগত সংঘৰ্ষ হ'লে কিন্তু আমি একেলগে এশ-পাঁচ।

পৰস্পৰ বিৰোধে তু বয়ং পঞ্চ তে চ শতম্।
অন্যোঃ সহ বিৰোধে তু বয়ং পঞ্চোত্তৰং শতম্।।

শুৱালকুছিৰ বাসিন্দাসকলৰ তেনে 'পঞ্চোত্তৰ-শতম্' ভাব আন নালাগে এই সাহিত্য সভা অধিৱেশনতে সন্দেহাতীতভাৱে প্ৰতিপন্ন হৈছে।

## শুৱালকুছি নামটো আৰু কিম্বদন্তী ঃ

শুৱালকুছি নামটোৰ বানান বিভিন্ন আৰু তাৰ লগত জড়িত থকা কিম্বদন্তীও হৰেকৰকমৰ। চৰিত পুথি, বুৰঞ্জী আৰু তাম্ৰশাসনত শ-স আৰু চ-ছৰ ভেদাভেদ নৰখাকৈ শুৱালকুছি নামটো নানা ধৰণে লিখা পোৱা গৈছে, যেনে—শিয়ালকুছি, সোৱালকুছি, স্বয়ালকুঞ্চি, সৱালকুছি, সোৱালকুঞ্চি, শুৱালকুছি ইত্যাদি। সেইদৰে ইয়াৰ কিম্বদন্তীয়ে দিয়া অৰ্থও একাধিক ; যেনে—(১) মুগা-পলু মেলিবলৈ সোঁৱালু গছ থকা গাঁও (কুছি) আছিল বুলি সোঁৱালকুছি বা সোঁৱালুকুছি ; (২) সুবৰ্ণৰ দৰে মুগা-পাত সূতা পোৱা যায় য'ত, সেয়ে সুবৰ্ণকুছি ; তাৰপৰাই সুৱালকুছি ; (৩) এসময়ত মহাপুৰুষ শঙ্কৰদেৱে হেনো নাৱেৰে আহি এই ঠাইত বৰকৈ শিয়ালৰ হোৱা শুনিছিল, গতিকে ইয়াৰ নাম হ'ল শিয়ালকুছি বা শুৱালকুছি ; (৪) শালৰ বেষ্টনীত বা প্ৰাচীৰৰ ভিতৰত থকা কুসিত (কুছি) বা গাঁও এই অৰ্থত শালকুছি, শোৱালকুছি

বা শুৱালকুছি ; (৫) সুকণ্ঠী গায়কৰ (নীলকণ্ঠ পাঠক ব্ৰাহ্মণৰ) বাসস্থান বুলি শুৱলাকুছি ; (৬) সুশৃঙ্খল বসতিপূৰ্ণ ঠাই বুলি শুৱাল (শুৱনি) কুছি, ইত্যাদি। মুঠতে বানান আৰু কিম্বদন্তীৰ ফালৰপৰা ই যেন মাজ-পথাৰৰ গছ ঃ যিফালৰপৰা গোনোৱা যায় সেই ফালৰপৰাই গোন। পুৰাতত্ত্ব-জিজ্ঞাসুসকলৰ ই এখন ভূস্বৰ্গ। বানান আৰু কিম্বদন্তী যিয়ে নাথাকক, শুৱালকুছি গাঁও দূৰ অতীতৰপৰা আজিলৈকে নিজৰ মহিমাতে নিজে গৌৰৱোজ্জ্বল হৈ জিলিকি আছে—তাত সন্দেহ নাই।

## বাসত্তৰীয়া ব্ৰাহ্মণসকল আৰু তেওঁলোকৰ হাতত থকা মনকৰী-দুৰ্গাবৰী মনসা কাব্য ঃ

এইখিনিতে শুৱালকুছিৰ বুৰঞ্জীবিখ্যাত বাসত্তৰীয়া ব্ৰাহ্মণসকল আৰু তেওঁলোকৰ হাতত থকা মনকৰী-দুৰ্গাবৰী মনসা-কাব্যখন সম্পৰ্কে এষাৰ কোৱা অযৌক্তিক নহ'ব। দ্বাদশ শতিকাৰ কামৰূপৰ পালবংশী ৰজা ধৰ্মপালে কাণ্যকুব্জৰপৰা ৫টা গোত্ৰৰ ৭২ ঘৰ ব্ৰাহ্মণ আনি কামৰূপত সংস্থাপন কৰিছিল আৰু ব্ৰহ্মোত্তৰ ভূমি দান কৰি কামাখ্যা, উগ্ৰতৰা, পাণ্ডুনাথ আদি দেৱালয়সমূহৰ পূজা-সেৱাৰ দায়িত্ব দিছিল। শিৱসিংহ ৰজাৰ দিনত দিয়া, তাম্ৰপত্ৰতো ৰজা ধৰ্মপালৰ এই ভূমিদানৰ কথা 'প্ৰাগদত্ত জীৰ্ণোদ্ধৃত' আৰু 'দদৌ যৎ শ্ৰীধৰ্মপাল' বুলি উল্লেখ আছে।

এই বাসত্তৰীযা ব্ৰাহ্মণসকলৰ কোনো কোনো বংশধৰে এতিয়াও কামাখ্যাৰ পূজা-সেৱাৰ দায়িত্ব বহন কৰি আছে। মন কৰিবলগীয়া কথা এই যে শুৱালকুছিৰ পূব মূৰত থকা গণেশ-বিগ্ৰহ এতিয়া বাসত্তৰীয়া ব্ৰাহ্মণসকলৰ উপাস্য কুল-দেৱতাৰ দৰে হৈ আছে। বাসত্তৰীয়াত বাহিৰেও শুৱালকুছিত আৰু দুই খেলৰ ব্ৰাহ্মণ আছে। তেওঁলোকে মাটিপৰ্ব্বত আৰু আদাবৈ নামৰ চুবুৰি দুটাত বাস কৰে। এই তিনিওটা ব্ৰাহ্মণ, চুবুৰিৰে গোসাঁই-ঘৰকেইটাৰ মুখ্য বিগ্ৰহ হ'ল গণেশ। সেয়েহে পুৰণি কামৰূপত গণেশ-বিগ্ৰহৰ প্ৰাচুৰ্য্যলৈ লক্ষ্য কৰি কোনো কোনোৱে অনুমান কৰে যে একালত এই ৰাজ্যত গাণপাত্য ধৰ্মৰো প্ৰাদুৰ্ভাৱ আছিল।

শাওণ-ভাদৰ সংক্ৰান্তিৰপৰা শুৱালকুছিৰ গণেশ-মন্দিৰত পাঁচদিনীয়াকৈ মনসা পূজা চলে। এই পাঁচ দিনত পাঠক দেউসকলে তেওঁলোকৰ হাতত থকা এই মনকৰী-দুৰ্গাবৰী মনসা কাব্যখন বিশেষ ধৰণৰ কীৰ্তনীয়া সুৰত পাঠ কৰে। ভাদ আৰু আহিনৰ সংক্ৰান্তিৰ দিনাৰপৰা চ'তৰ শুক্লা দ্বাদশী পৰ্য্যন্ত কিন্তু এই পুথি পঢ়া নিষেধ। তেতিয়া ইয়াক যত্নেৰে আলফুলকৈ বান্ধি ৰখা নিয়ম।

মনকৰ আৰু দুৰ্গাবৰ প্ৰাক্‌শঙ্কৰী যুগৰ এই কবি দুজনাৰ বিৰচিত মনসা কাব্য, পুৰণি অসমীয়া সাহিত্যৰ এক অনবদ্য সম্পদ। সমস্ত পুথিখন কিন্তু আজিপৰ্যন্ত সম্পূৰ্ণ ৰূপত প্ৰকাশ হোৱা নাই। ১৯৫২ চনত ডঃ বিৰিঞ্চিকুমাৰ বৰুৱা আৰু ডঃ

সত্যেন্দ্ৰনাথ শৰ্মাৰ সম্পাদনাত যিখন মনসা-কাব্য প্ৰকাশ হৈছিল সি তাৰ এটা খণ্ডিত দুখৰীয়া ৰূপহে। সাহিত্য সভাৰ এই অধিৱেশনৰ লগতে টৌতে খৰ মাৰি সম্পূৰ্ণ পুথিখন ছপাব পৰা হ'লে সোণত সুৱগা চৰিলহেঁতেন বুলি আমি ভাবোঁ। আশা কৰোঁ অধিৱেশনৰ অন্তত অভ্যৰ্থনা সমিতিয়ে সন্মিলনৰ যুগমীয়া স্মৃতি-ৰক্ষাৰ্থে ইয়াৰ প্ৰকাশন হাতত ল'ব।

মনকৰী আৰু দুৰ্গাবৰী মনসা-কাব্য একালত ওজাপালিয়ে ৰাগ দি সুৰ লগাই গাইছিল। আজিকালি সেই ওজাপালি লোপ পোৱাত পূজাৰী ব্ৰাহ্মণসকলেই কীৰ্তনৰ সুৰত তাৰ পাঠ চলাই আছে। দুৰ্গাবৰী ৰং-গোৱা ওজাপালি বৰ্তমানেও মঙ্গলদৈৰ উত্তৰ অঞ্চলত দুই-এজোৰা আছে, কিন্তু দুৰ্গাবৰী ৰামায়ণ গোৱা ওজাপালি থকাৰ আমি সম্ভেদ পোৱা নাই। দৰঙৰ বিয়াহ-গোৱা ওজাপালিয়ে তাৰ দুই-এটা গীতৰ 'ঝুনা' গোৱা শুনিছোঁ।

দ্বাদশ শতিকাৰ পালবংশী ৰজা ধৰ্মপালৰ তাম্ৰশাসনত চৌবিশজন তাঁতীৰ (তন্তুবায়ৰ) উল্লেখ আছে। তেওঁলোক এই শুৱালকুছি অঞ্চলৰে লোক আছিল। ফলিত উল্লিখিত শুভঙ্কৰপাটক নামৰ অগ্ৰহাৰৰ গ্ৰহীতা হিমাঙ্গ আৰু ত্ৰিলোচন ভ্ৰাতৃদ্বয়েও এই অঞ্চলতে বাস কৰিছিল। তেওঁলোকেই বাসণ্ডৰীয়া ব্ৰাহ্মণসকলৰ উপৰি-পুৰুষ। গুণাভিৰাম বৰুৱাৰ আসাম বুৰঞ্জী মতেও 'কামৰূপ জিলাৰ শুৱালকুছিৰ 'বাশবীওৰা' ব্ৰাহ্মণ নামে খ্যাত থকা ব্ৰাহ্মণসকলৰ ভূমিবৃত্তি এই ধৰ্মপাল ৰজাই দিয়া।'

প্ৰাক্-ঐতিহাসিক যুগৰ সৰ্বভাৰতীয় খ্যাতিসম্পন্ন দুগৰাকী পণ্ডিত ধৰ্মকীৰ্তি আৰু কুমৰিলভট্টও শুৱালকুছিৰ ওচৰৰ হাজো-মণিকূট অঞ্চলৰ লোক আছিল বুলি জনা যায়। দুয়ো আছিল খুৰাক-ভতিজাক ঃ ধৰ্মকীৰ্তি বৌদ্ধ পণ্ডিত আৰু কুমৰিলভট্ট ব্ৰাহ্মণ্য ধৰ্মৰ পৃষ্ঠপোষক পণ্ডিত।

কথিত আছে যে এয়োদশ শতিকাৰ আদি ভাগত শুৱাকুছি অঞ্চলৰ মহেন্দ্ৰ নামৰ ডেকা এজনে গৈ নিজ বাহুবলেৰে গাৰো পৰ্বতৰ নামনিত এখন ৰাজ্য পাতি নাম দিছিল মহেন্দ্ৰগঞ্জ।

## সত্ৰ-নামঘৰ আৰু বৈষ্ণৱ ধৰ্ম ঃ

শুৱালকুছি অসমৰ ধৰ্মজগতৰ ক্ষুদ্ৰ তাণ্ডৱণ আৰু বৈষ্ণৱ ধৰ্মৰ কেন্দ্ৰস্থল। ষোড়শ শতিকাৰ শেষ আৰু সপ্তদশ শতিকাৰ আৰম্ভণিতে ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰৰ বৰহেৰমদ সত্ৰৰ পড়িয়া মাধৱ আতৈৰ পুত্ৰ মুৰাৰি আতৈ, ধূপগুৰি সত্ৰৰ লক্ষ্মীকান্ত আতৈৰ পুত্ৰ অনন্ত আতৈ আৰু বগৰীবাৰী অঞ্চলৰ কানু ঠাকুৰ আতৈয়ে শুৱালকুছি গাঁৱত পোন-প্ৰথমে অসমৰ বিখ্যাত মহাপুৰুষীয়া বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰিবলৈ লয়।

সেয়ে ঠন ধৰি উঠি আজি কৰ্মব্যস্ত শুৱালকুছীয়া ৰাইজৰ মাজত ধৰ্ম আৰু কৰ্মৰ সমন্বয় স্থাপন কৰিছে। সময়ৰ সদ্‌ব্যৱহাৰ আৰু চলাচলৰ সুবিধাৰ কাৰণে ইয়াত চুবাই চুবাই নামঘৰ উঠিছে। শৰণৰ উপৰি ভজন দিব পৰা একমাত্ৰ কেৱলীয়া সত্ৰ, শ্ৰীশ্ৰীহাটী সত্ৰসহ পুৰণি মহাপুৰুষীয়া সত্ৰসমূহ আৰু লগতে থকা শ্যামৰায়, গোপাল সত্ৰ আদি দামোদৰীয়া সত্ৰসমূহকে ধৰি ডেৰকুৰিৰো অধিক নামঘৰৰ শান্তিময় বৈষ্ণৱ কীৰ্তনৰ সুমধুৰ ধ্বনিয়ে শুৱালকুছিৰ আকাশ-বতাহ মুখৰিত কৰি থাকে। শ্ৰীশ্ৰীশঙ্কৰদেৱ মন্দিৰ, শ্ৰীশ্ৰীশঙ্কৰদেৱ ধাম আৰু শ্ৰীশ্ৰীদামোদৰদেৱ ধাম এই তিনি বিৰাট ধৰ্মীয় অনুষ্ঠানৰ সৌহাৰ্দ্যপূৰ্ণ অৱস্থিতিয়ে অসমৰ পবিত্ৰ বৈষ্ণৱ ধৰ্মৰ জয়গীত অহৰহ গাব লাগিছে। উল্লেখযোগ্য যে মহাপুৰুষ শঙ্কৰদেৱৰ জন্মোৎসৱ তিথিও ইয়াতেই পোন-পহিলতে পূৰ্ণপয়োভৰে আৰম্ভ কৰা হৈছিল আৰু তেতিয়াৰেপৰা আজি অৰ্ধশতাব্দীৰো অধিক কাল এই উৎসৱ কেৱল অসমতে নহয়, অসমৰ বাহিৰতো ক্ৰমবৰ্ধমান গতিত চলি আছে। শুৱালকুছিৰ পূব অঞ্চলত আছে শাক্ত-শৈৱধৰ্মী ব্ৰাহ্মণসকল, পশ্চিমত মহাপুৰুষীয়া আৰু দামোদৰীয়া বৈষ্ণৱসকল। এই সকলোৰে মিলাপ্ৰীতিৰ গুণতেই হওক বা শিল্পকৰ্মনিৰত ব্যৱসায়ী বৃত্তিয়ালসকলৰ ঐক্য আৰু আত্মনিৰ্ভৰশীলতাৰ কাৰণেই হওক, শুৱালকুছি আজি বহিৰাগতৰ দ্বাৰা অধ্যুসিত, শোষিত বা কলুষিত হ'ব পৰা নাই। ই জানো কম গৌৰৱৰ কথা? এয়ে হ'ল শুৱালকুছিৰ অতীত আৰু বৰ্তমানৰ স্থান-মাহাত্ম্য ঃ গৌৰৱৰ চমু বুৰঞ্জী।

## তিনিকুৰি এক বছৰীয়া সাহিত্য সভাখন—কাম আৰু কৰ্তব্য ঃ

সাহিত্য আৰু তাৰ সমস্যাৱলীত মনোনিৱেশ কৰাৰ পূৰ্বে সাহিত্য সভাৰ তিনিকুৰি এক বছৰীয়া, এৰি অহা দিনবোৰলৈ এবাৰ ঘূৰি চোৱা উচিত হ'ব। ১৯১৭ চনত এঘাৰখন শাখা সভা, দুখন স্বীকৃত সভা আৰু মাত্ৰ দহজন আজীৱন সভ্যেৰে গঠিত অসম সাহিত্য সভা আজি পাঁচশৰ অধিক শাখা সভা, একুৰিৰ অধিক স্বীকৃত সভা আৰু ৮৫০ৰ অধিক আজীৱন সভ্যেৰে ভৰা এটা বিৰাট অনুষ্ঠান। ইয়াত ইতিমধ্যে অনেক অক্ষয় পুঁজি, ন্যাস পুঁজি, স্মাৰক পুঁজি আদি গঠন হ'ল ; যোৰহাট আৰু গুৱাহাটীত নিজা কাৰ্য্যালয় নিৰ্মাণ হ'ল। ইয়াৰ উদ্যোগত 'চন্দ্ৰকান্ত অভিধান' আৰু দুই খণ্ডত বিভক্ত বেজবৰুৱা গ্ৰন্থাৱলীকে ধৰি ডেৰশৰো অধিক পুথি ছপা হৈ ওলাল। সাহিত্যৰথী বেজবৰুৱা প্ৰমুখ্যে প্ৰাতঃস্মৰণীয় সভাপতি কেইবাগৰাকীৰো জন্ম-শতবাৰ্ষিকী উৎসৱ পালন আৰু তাৰ লগতে তেখেতসকলৰ ৰচনাৱলী আৰু স্মৃতিগ্ৰন্থ প্ৰকাশ কৰাৰ উপৰিও সভাই ভাষা-সাহিত্যৰ লগত জড়িত থকা প্ৰত্যাহ্বানবোৰ যথাযথৰূপে গ্ৰহণ কৰি সেইবোৰৰ প্ৰতিকাৰ কৰিবলৈ যত্ন কৰি আহিছে। এনেবোৰ সময়োপযোগী কামে সভাৰ জনপ্ৰিয়তা বৃদ্ধিত সহায় কৰিছে।

সাহিত্য সভা স্থাপিত হোৱাৰ সময়ত অসমীয়া ভাষা আৰু সাহিত্যই নিজক ভালকৈ প্ৰতিষ্ঠা কৰিবৰ কাৰণেই যুঁজিবলগীয়া হৈছিল। বৈষ্ণৱ যুগত যি ভাষাই ব্ৰজাৱলী-মিশ্ৰিত অসমীয়া ভাষা, অঙ্কীয়া নাটত ব্যৱহাৰ কৰি নিজক সৰ্বভাৰতীয় ৰূপ এটা দিবলৈ প্ৰয়াস কৰিছিল, কালক্ৰমত বৃটিছ শাসনৰ আৰম্ভণিতে দুৰভিসন্ধিকাৰীৰ কূটচক্ৰত পৰি সি প্ৰসাৰ লাভ কৰা দূৰৰ কথা নিজৰ প্ৰাণটো বচাবৰ কাৰণেই মৰিপৰি যুঁজিবলগীয়া হৈছিল। ইয়াকে বোলে, 'কালবো কাল বিপৰীত কাল, (কেতিয়াবা) হৰিণে চেলেকে বাঘৰ গাল'। পিছে এতিয়া অসমীয়া ভাষাৰ সেই দুৰ্দিন নাই। অসমীয়া ভাষা 'স্বে-মহিম্নি' প্ৰতিষ্ঠিত হ'ল। ডঃ বাণীকান্ত কাকতিৰ 'অসমীয়া ভাষা, ইয়াৰ গঠন আৰু বিকাশ' গবেষণা গ্ৰন্থই অসমীয়া ভাষাক ভাৰতীয় ভাষা-সাহিত্যৰ সংসদত এখন গজগজীয়া নিৰাপদ আসন অধিকাৰ কৰাত সহায় কৰিলে।

আধুনিক যুগ অসমীয়া সাহিত্যৰ বিকাশৰ যুগ, বিস্তাৰৰ যুগ। অসমীয়া সাহিত্য আৰু সংস্কৃতিৰ, সংৰক্ষণ আৰু বিকাশৰ, যি দুটা যুগ্ম সংকল্প লৈ তাহানি ১৮৮৮ চনত অঃ ভাঃ উঃ সাঃ সভা কলিকতাত গঠিত হৈছিল, ১৯১৭ চনত জন্ম লাভ কৰা অসম সাহিত্য সভায়ো মূলতঃ সেই একে লক্ষ্যকে সাৰোগত কৰি অগ্ৰসৰ হৈ আহিছে। তাকে কৰোঁতে আদিৰেপৰা অসম সাহিত্য সভাৰ স্পষ্ট দৃষ্টিভঙ্গী হৈছে—উত্তৰপূব ভাৰতৰ এই বিশাল অঞ্চলটোৰ বিভিন্ন ভাষা-উপভাষাৰ গোটসমূহৰ মানুহক একত্ৰ কৰি ৰাখিবলৈ হ'লে, অসমীযা ভাষাক সংযোগী ভাষা-হিচাপে ৰখাৰ এটি সুন্দৰ ব্যৱস্থা হ'বই লাগিব আৰু থলুৱা ভাষাসমূহক বিকাশৰ সুযোগ দিয়েই এই কাম কৰিব লাগিব।

## পুৰণি পুথিৰ সংগ্ৰহ আৰু প্ৰকাশন ঃ

সাহিত্য আৰু সংস্কৃতিৰ সমল-সংগ্ৰহ আৰু সংৰক্ষণ, অসম সাহিত্য সভাৰ এটা মুখ্য কাম। এই কাম ইতিপূৰ্বে বহুতখিনি হ'ল। ক'বলৈ গ'লে পণ্ডিত হেমচন্দ্ৰ গোস্বামীদেৱে অকলেই এই দুৰূহ কামটোৰ যিমানখিনি কৰি গ'ল—আজিলৈকে তাৰ তুলনা নাই। বৰ্তমান সময়ত তাৰ এটা স্থিতাৱস্থা আহিছে। সংগৃহীত পুথি-পাঁজিবোৰৰ সুবিন্যস্ত সংৰক্ষণ আৰু প্ৰকাশৰ যথাযথ ব্যৱস্থা আজিলৈ হোৱা বুলিব নোৱাৰি। প্ৰকাশন পৰিষদে দুই-এখন বছা-বছা গ্ৰন্থ বিস্তৰ অৰ্থ ব্যয় কৰি ছপাই উলিয়াইছে যদিও, সি সংখ্যাত তেনেই তাকৰ ঃ এথালী আঞ্জাত এটা জালুক! বহু সময়ত সেইবোৰ সুসম্পাদিত হৈ ওলাইছে বুলিবও নোৱাৰি। সেইবোৰত বহুত খেলিমেলি বহুত বেমেজালি আছে।

পুৰণি পুথি প্ৰকাশৰ কাৰণে অসম সাহিত্য সভা, পুৰাতত্ত্ব আৰু বুৰঞ্জী বিভাগ, কামৰূপ অনুসন্ধান সমিতি আৰু অসম প্ৰকাশন পৰিষদ—এই অনুষ্ঠান চাৰিটাৰ

প্ৰতিনিধিমূলক এখন পৰিচালনা সমিতিৰ তত্ত্বাৱধানত প্ৰকাশন পৰিষদতে এটা সুকীয়া শাখা খুলিলে সি ফলপ্ৰসূ হ'ব বুলি আমি ভাবোঁ। ইয়াৰ বাবে প্ৰয়োজনীয় বিত্তীয় অনুদান চৰকাৰে আগবঢ়াব বুলিও আমাৰ আশা।

দুষ্প্ৰাপ্য সাঁচিপতীয়া পুৰণি পুথি এতিয়াও গাঁৱে-ভূঞে, আটালে-ধোঁৱাচাঙে, অলেখ আছে। সাহিত্য সভাৰ শাখা সভাসমূহৰ এই পুথিবোৰ উদ্ধাৰ কৰা এটা প্ৰাথমিক কৰ্তব্য। পাঁচশখন শাখা সভাই নিষ্ঠাৰে কাম কৰিলে লুপ্ত হ'বলৈ ধৰা সাহিত্য-সম্পদ বহুত উদ্ধাৰ হ'ব বুলি আমাৰ বিশ্বাস। বিভিন্ন অঞ্চলৰ গওগা বিয়া-গীতকে ধৰি পুৰণি গীত-মাত, সাধুকথা, ফকৰা-যোজনা আদি লিপিবদ্ধ কৰি সংগ্ৰহ কৰা আৰু পুৰণি পুথিবোৰ উদ্ধাৰ কৰাত শাখা সভাবোৰে যি কাম কৰিব পাৰিব— অইন কোনেও নোৱাৰে।

## সাহিত্য আৰু অসমীয়া সাহিত্য ঃ

ভাৰতত সাহিত্য-সৃষ্টি যিমান পুৰণি সাহিত্য শব্দৰ প্ৰয়োগ কিন্তু সিমান পুৰণি নহয়। আদিতে সাহিত্যৰ ঠাইত কাব্য শব্দৰ ব্যৱহাৰ আছিল। খৃষ্টীয় পঞ্চম শতাব্দীৰ আলঙ্কাৰিক ভামহে কাব্যালঙ্কাৰ গ্ৰন্থত কাব্যৰ সংজ্ঞা দিওঁতে কৈছিল—'শব্দাৰ্থৌ সহিতৌ কাব্যম্' অৰ্থাৎ শব্দ আৰু অৰ্থৰ সহভাবকে কাব্য বোলে। তেওঁ ক'তো সাহিত্য শব্দ ব্যৱহাৰ কৰা নাই। খৃষ্টীয় দশম শতিকাত ৰাজশেখৰে 'কাব্যমীমাংসা' গ্ৰন্থত সাহিত্য শব্দৰ ব্যুপত্তি আৰু প্ৰয়োগ সম্পৰ্কে স্পষ্ট ধাৰণা এটা দাঙি ধৰি কৈছিল যে শব্দ আৰু অৰ্থৰ সুন্দৰৰূপে য'ত সহভাব ঘটে সেই বিদ্যাকে সাহিত্য বিদ্যা বোলে—'শব্দাৰ্থযোৰ্যথাৱৎ সহভাবেন বিদ্যা = সাহিত্য বিদ্যা'। তেতিয়াৰেপৰা সাহিত্যই ক্ৰমে কাব্যকো তাৰ পৰিসৰৰ ভিতৰত সামৰি ল'লে। সিমানেই নহয়, সি পিছত অলঙ্কাৰ শাস্ত্ৰকো অন্তৰ্ভূক্ত কৰি ল'লে ঃ সেয়েহে বিশ্বনাথ কবিৰাজে তেওঁৰ ৰচিত অলঙ্কাৰ গ্ৰন্থৰ নাম দিছে, 'সাহিত্য দৰ্পণ'। অসমীয়াতো তেনে অৰ্থতে 'সাহিত্য বিচাৰ', 'সাহিত্য-দৰ্শন', 'সাহিত্যবিদ্যা পৰিক্ৰমা' আদি পুথিৰ নামকৰণ হৈছে। আগৰ দিনত কাব্য শব্দই যেনেকৈ নাটক, ৰূপক, শ্ৰব্যকাব্য, গদ্যকাব্য আদিকো তাৰ ভিতৰত সামৰি লৈছিল, আধুনিক সাহিত্য শব্দই সেই সকলোকে আঁকোৱালি লয় আৰু আনকি, ইংৰাজী 'লিটাৰেচাৰ' শব্দৰ প্ৰতিশব্দ স্বৰূপে কেতিযাবা ঔষধৰ বিৱৰণ, কিতাপৰ তালিকা আদিকো আদৰিব খোজে।

সাধাৰণতে মনৰ ভাব, মনৰ কথাই শিল্পসম্মত ৰূপ ল'লেই সাহিত্য হয়। তেনে ভাব এখন মহাভাৰততো লেখা যাব পাৰে, এটা বাক্য বা আনকি এটা শব্দ বা আখৰেদিও প্ৰকাশ হ'ব পাৰে। এইখিনিতে এটা ঘটনা মনত পৰিল। কথাটো থোৰতে কৈ থওঁ। তাহানি বিহগী কবি ৰঘুনাথ চৌধাৰীলৈ তেওঁৰ শৈশৱৰ বন্ধু এজনে এদিন সুদীৰ্ঘ পঞ্চাশ বছৰৰ মূৰত চিঠি এখন লিখি সুধিলে—'ৰঘু, ভালে আছা নে?' চিঠি

পাই বুঢ়া চৌধাৰীয়ে ভাবিলে পঞ্চাশ বছৰৰ অন্ততঃ দুটা শব্দৰ এটা বাক্য পালোঁ ; বাৰু, ময়ো উত্তৰত এটা শব্দহে দিম, এটা শব্দ কিয়—পাৰিলে এটা আখৰ মাত্ৰ! ইয়াকে ভাবি তেওঁ পোষ্টকাৰ্ড এখন কিনি আনি তাত ডাঙৰকৈ ও এটা লিখি তলত 'ৰঘু' বুলি চহী কৰি পঠালে। ভাবাৰ প্ৰকাশিকা শক্তিৰ ইও এটা নিৰ্দৰ্শন।

চিন্তানিষ্ঠ আৰু অভিজ্ঞতাপুষ্ট জ্ঞানৰ লগত শিল্পী-মনৰ মণি-কাঞ্চন সংযোগ হ'লেহে প্ৰকৃত সাহিত্য-সৃষ্টি সম্ভৱ হয়। ইয়াৰ বাবে সাহিত্য-সাধকৰ সংবেদনশীল মনৰ যেনে প্ৰয়োজন তেনেকৈ প্ৰকৃতি আৰু জীৱন সম্পৰ্কে বিস্তৃত আৰু পূৰঠ অভিজ্ঞতাৰো সমানে প্ৰয়োজন।

সাহিত্য জীৱনৰে দাপোণ। গতিকে জীৱনক তাৰ বিচিত্ৰ আৰু গভীৰতম ৰূপত নিৰীক্ষণ কৰিব নোৱাৰিলে কোনেও প্ৰকৃত সাহিত্য সৃষ্টি কৰিব নোৱাৰে। অসমৰ প্ৰকৃতিৰ দৰে অসমৰ জনজীৱনো বিচিত্ৰময়। এপিনে নৈ-নলা, গিৰি-গহ্বৰ, পৰ্বত-ভৈয়াম, ডাঠ নীলা হাবি আৰু সেউজীয়া পথাৰৰ অপূৰ্ব সমন্বয়, আনপিনে বিভিন্ন জাতি-উপজাতি-জনজাতিৰ বিচিত্ৰ সমাৱেশে অসমীয়া জীৱন বৰ্ণাঢ্য কৰি তুলিছে। অসমৰ প্ৰকৃতি আৰু অসমীযা জীৱনৰ বৈচিত্ৰ্যই হ'ব লাগিব অসমীয়া সাহিত্যৰ মূল আধাৰ। উঠি অহা ডেকা সাহিত্যিকসকললৈ মোৰ বিনম্ৰ অনুৰোধ তেওঁলোকে যেন অসমৰ প্ৰকৃতি আৰু অসমীয়া জীৱনৰ এই বৈচিত্ৰ্যৰ ছবিৰে তেওঁলোকৰ সাহিত্যক পাৰম্পৰ্য্য দান কৰে।

প্ৰত্যেক লেখক একো একোজন সৃষ্টিকৰো। তেওঁৰ ওপৰত গধুৰ নৈতিক দায়িত্ব থাকে। পাঠকৰ ৰুচি উন্নত কৰাৰো দায়িত্ব লেখকৰে। সৃষ্টিধৰ্মী লেখাৰ দ্বাৰা পাঠকৰ ৰুচি-পৰিবৰ্তন যি পৰিমাণে সম্ভৱ হ'ব পাৰে, হাজাৰ উপদেশ, হাজাৰ বক্তৃতা, হাজাৰ সমালোচনাৰ দ্বাৰা সিমান নহয। তাৰবাবে সৃষ্টিধৰ্মী লেখকৰ মনৰ আকাশতো কিন্তু, ধ্ৰুব-তৰাৰ দৰে একোটি উজ্জ্বল আৰু স্পষ্ট আদৰ্শ থাকিব লাগে। সেই আদৰ্শ তেওঁৰ বাস্তৱ জীৱনত অভিজ্ঞতাৰ মাজেদি নিগৰি ওলাই মনৰ মাজত নিপোটল ৰূপ লোৱা শ্ৰেষ্ঠ সাধনা, শ্ৰেষ্ঠ সত্য। এয়ে, সাহিত্য-সাধকৰ ধ্যানৰ সত্য, শিৱ, সুন্দৰ।

# অসমীয়া মৌখিক সাহিত্য

অন্যান্য সাহিত্যৰ দৰে অসমীয়া সাহিত্যৰো আৰম্ভণি মৌখিক সাহিত্যত। চৰ্য্যাগীতৰ দিনৰেপৰা ডাক-ভণিতা, সুবচনী, যোজনা-ফকৰা-সাঁথৰ-সাধুকথা, আইনাম, ধাইনাম, গৰখীয়া গীত, টোকাৰী গীত, দেহবিচাৰৰ গীত, জিকিৰ-জাৰী আদি নানা প্ৰকাৰৰ গীত-মাত বচন-প্ৰবচনেৰে অসমীয়া সাহিত্য সমৃদ্ধ হৈ আহিছে। বৌদ্ধ দোহাসমূহৰ খুঁবলি-কুঁবলী সান্ধ্য ভাষাতে অসমীয়া গীতি-কবিতা, তথা

অসমীয়া ভাষাৰ গুৰি-শিপাডাল থকা বুলি ধৰা হয়। সুখৰ কথা এই যে আদিৰেপৰা অদ্যাৱধি সাহিত্যৰ অসমীয়া ভাষা, কথিত ভাষাৰপৰা বেছি আঁতৰি যোৱা নাই। বঙলা ভাষাৰ ওপৰত ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰ, বঙ্কিমচন্দ্ৰ চট্টোপাধ্যায় আদি পণ্ডিতসকলৰ যুগত তৎসম সংস্কৃত শব্দৰ প্ৰবাহ যিদৰে বৈ গৈছিল, অসমীয়াত তেনে ধল নাহিল। ফলত অসমীয়া আজিও নানা প্ৰকাৰে পূৰ্বৰ দোহা-যুগৰ ওচৰতে আছে বুলিব পাৰি। অসমীয়া লৌকিক সাহিত্যৰ ভঁৰাললৈ মন কৰিলে তাৰ ভাণ্ডৰ প্ৰাচুৰ্য্যৰ চিক্‌মিকনিত লোকগীতৰ 'কি দেখিলোঁ, কি দেখিলোঁ, যাদুৰ উদৰে' বোলা বিস্ময় ভাব মনলৈ আহে।

ডাকৰ বচনকে ধৰি ফকৰা-যোজনা-সাঁথৰ-সাধুকথা, গীত-মাত আদিৰে অসমীয়া সাহিত্য-ক্ষেত্ৰ নদন-বদন হৈ আছে। সেইবোৰ চপাই-কোঁচাই ভঁৰালত থৈ এতিয়াও আমি আমাৰ সাহিত্য-ভঁৰাল মেটমৰা কৰি তুলিব পৰা নাই। এইবোৰৰ ভাষা খাঁটি অসমীয়া ভাষা ঃ শ শ বছৰ মুখে মুখে চলি থকা জন-সাহিত্যৰ অসমীয়া ভাষা। ক'বলৈ গ'লে অসমীয়া ভাষাৰ কালিকা এইবোৰতে লুকাই আছে। এইবোৰতে অসমীয়া ভাষাৰ প্ৰাণ-প্ৰচুৰ্য্যৰ সন্তেদ পোৱা যায়।

## ডাকৰ বচন ঃ

ৰাইজৰ কাৰণে আজিও ডাকৰ বচন বেদৰ বাণী। জীৱনযাত্ৰাৰ সকলো ক্ষেত্ৰতে তাৰ প্ৰভাৱ প্ৰকট। আজিও খেতিৰ পথাৰলৈ গৈ অসমীয়া কৃষকে স্মৰণ কৰে—

১। ঘন ঘনকৈ দিবা আলি ;
পৰ্বততো ৰুবা শালি।

২। আহিন কাতিত ৰাখিবা পানীক
যেনেকৈ ৰাখে ৰজাই ৰাণীক।

৩। শাওণৰ কঠীয়া নহয় ধান ;
আহিনৰ গোছ বিফল জান। ইত্যাদি

বাৰীখনলৈ গৈ মনত পেলায়—

১। তিনি শ ষাঠি জোপা ৰুবা কল।
মাহেকে পষেকে চিকুণাবা তল।।
পাত-পাচলা লাভত খাবা।
লঙ্কাৰ বণিজ ঘৰতে পাবা।।

২। একে শাওণে ধান ; তিনি শাওণে পাণ।

৩। সাতত পাতল, পাঁচত ঘন ;
ছয়ত তামোল নদন-বদন।

৪। গিৰী কৰে পাণে, গিৰী কৰে ধানে,
গিৰী কৰে আনে। ইত্যাদি

বিয়াৰ জোৰা চোৱাৰেপৰা জাতকৰ নাভি-ছেদন, শিশু-পালন, ৰন্ধন-প্ৰকৰণ, ভৱিষ্যৎ গণনাকে ধৰি চৰণেহে জানে মৰণৰ ঠাইলৈকে গঞা অসমীয়াৰ জীৱনৰ সমস্ত কৰ্তব্য-অকৰ্তব্য নিৰ্ণয় কৰে ডাকৰ বচনে।

যোজনা-ফকৰা-বচন-প্ৰবচনবোৰ আকৌ কথাৰ মচলা। মচলাযুক্ত ব্যঞ্জনৰ দৰে এইবোৰৰ যথাযথ ব্যৱহাৰে কোৱা কথা যুক্তিপূৰ্ণ আৰু ৰঞ্জিত কৰি তোলে। কিছুমান ডাকৰ বচন আকৌ শুনাত সাঁথৰৰ দৰেই লাগে ; যেনে—

শীত সৰিয়হ, মীত মাহ ;
শৰণত নাকাটিবা বাঁহ।

ইয়াত 'শীত' মানে একাদশী, দ্বাদশী, এয়োদশী আৰু চতুৰ্দশী তিথিত। 'মীত' মানে আকৌ ৫মী, ৭মী, ৮মী, ৯মী আৰু ১০মী তিথিত। শৰণত মানে শ্ৰৱণাৰপৰা ৰেৱতী পৰ্য্যন্ত নক্ষত্ৰসমূহত ; যেনে—শ্ৰৱণা, ধনিষ্ঠা, শতভিষা, পূৰ্বভাদ্ৰপদ, উত্তৰভাদ্ৰপদ আৰু ৰেৱতী নক্ষত্ৰত। শ্ৰৱণা নক্ষত্ৰৰ আৰম্ভৰেপৰা ৰেৱতী নক্ষত্ৰ শেষ নোহোৱালৈকে এই ছয় দিনক শৰণ লগা বোলে। এই ছয় দিনত বাঁহ-বেত কাটিব নাপায়।

দুখৰ বিষয় আজিলৈকে ডাক-ভণিতাৰ পূৰ্ণাঙ্গ সুসম্পাদিত সংকলন এটা প্ৰকাশ নহ'ল। সংগৃহীত আৰু প্ৰকাশিতখিনিৰ বাহিৰেও অনেক ঠাইত ডাকৰ বচনৰ আৰু অনেক সাঁচি-পতীয়া পুথি থকাৰ গম পোৱা গৈছে। এনে মূল্যৱান পুথি-পাঁজি সংগ্ৰহত আমাৰ সাহিত্য সভাৰ শাখাবোৰ আৰু অন্যান্য ব্যক্তি আৰু অনুষ্ঠানসমূহো তৎপৰ হ'ব লাগে।

## যোজনা-ফকৰা-সাঁথৰ-পটন্তৰ ঃ

ডাকৰ বচনৰ লগত এইবোৰৰ অঙ্গাঙ্গী সম্বন্ধ ঃ কেতিয়াবা এটাই আনটোৰ ঠাই লয়। 'কথাৰ মূৰত কথা ওলায়'—তাকে আকৌ এইদৰেও কোৱা হয়—'কথাৰ মূৰত কথা শুলায়, ভাত বাঢ়োঁতে হেতা ওলায়'; বা 'কোৱা মুখ, নক'লেও নাপাওঁ সুখ' ; অথবা 'ফটা মুখৰ নটা কথা' নাইবা 'মেলত থাকি নামাতে উচিত, পাপে পায় কিঞ্চিৎ কিঞ্চিৎ' নতুবা 'নক'লেও নাপাও সুখ, ক'লেও লাগে ভকতৰ দোষ' ; ইত্যাদি। পিছে অসমীয়া ভাষাৰ যোজনা-পটন্তৰবোৰ কিন্তু আজিলৈ ঘাইকৈ গঞা সমাজতে আবদ্ধ আছে। এইবোৰ একত্ৰ কৰি সুবৃহৎ গ্ৰন্থ এখন প্ৰস্তুত কৰা যায়। ভাবাক জতুৱা

ৰূপ দি জনসাধাৰণৰ ওচৰচপা কৰিবলৈ হ'লে এইবোৰৰ যথাযথ ব্যৱহাৰ অপৰিহাৰ্য্য।

ভকতীয়া বচন কিছুমান আৰু ফকৰাবোৰ আকৌ দেখাত বিসঙ্গতিপূৰ্ণ কথাৰে ভৰপুৰ, যেনে—ভকতীয়া কথাত 'পুখুৰী-পৰীয়া গোবিন্দ' মানে কুচিয়া ; কুকুৰা চৰাইৰ নাম 'ৰাম-পাৰ' ইত্যাদি। ফকৰাবোৰো ভকতীয়া কথাৰ দৰে আওপকীয়া ধৰণৰ, যেনে—

বামুণ হৈ নল'লে গাই,
ভকত হৈ নামাৰে ভাই,
সাধু হৈ নাখায় মদ,
আৰা তিনি নাপায় পৰম পদ।

ইযাত গাই মানে গাযত্ৰী ; ভাই = মন , মদ = কাম-ক্ৰোধাদি ৰিপুবোৰ ইত্যাদি।

হাতীয়ে খোৱা ঔৰ দৰে যোজনা-পটন্তৰ কিছুমানৰ উদৰত আকৌ গোটে-গোটে আখ্যান একোটা সোমাই কুমটিয়ে বাহ বন্ধাৰ দৰে বাহ বান্ধি থকা দেখা যায ; উদাহৰণ, যেনে—একে অৰ্থকে বুজাবলৈ কেতিয়াবা কোৱা হয—

১। ঔটো পৰি কপৌটো মৰিল, বগে নিৰামুহি খায ,
সখিয়তী চৰায়ে ছমাহলৈ বিনালে, সম্বন্ধৰ একোডাল নাই।।

২। ৰহাৰ ৰহদৈ, টিপামৰ ভাদৈ, শৌলগুৰিৰ আঘোণী বাই ,
তিনিও তিনিৰ ডিঙিত ধৰি কান্দে, সম্বন্ধৰ একোটো নাই।।

তাকে কামৰূপৰ কোনো কোনো ঠাইত এইদৰেও কয—

৩। ৰামদিযাৰ ধৰ্মী, দুবীৰ নীলো, শুৱালকুছিৰ আঘোণী বাই ;
তিনিও তিনিৰ গলত ধৰি কান্দে সম্বন্ধৰ কুটাডালো নাই।।

এই তিনিওটা পটন্তৰৰ লগতে একো-একোটা পৃথক কাহিনী জড়িত আছে। ঠিক তেকেকৈযে সেই একে অৰ্থকে বুজাবলৈ মঙ্গলদৈ অঞ্চলত কয়—(৪) আইৰ সম্বন্ধে তাই , ধিতেইৰ মাকৰ সতিনীয়েকৰ মিতিনীয়েকৰ বাই। অৰ্থাৎ তাই আমাৰ আইৰ ফালেদি তেনেই ওচৰ-সম্বন্ধীয়া ; কেনেকৈ? বোলে—আইৰ বান্ধৱী হ'ল ধিতেই, ধিতেইৰ মাকৰ সতিনীয়েক এজনী আছে, সেই সতিনীয়েকৰ মিতিনীয়েক এজনী আছে, তেওঁৰে এওঁ বাইদেৱাক ঃ এয়ে সম্বন্ধ , দেখ দেখকৈ 'দুৰা-মাখিৰ সম্বন্ধ'।

## গদ্য-পদ্য-সাঁথৰ-সাধুকথা ঃ

মৌখিক সাহিত্য বা লোক-সাহিত্যৰূপী এই উৰণীয়া পখীটোৰ পাখি হ'ল দুখন ঃ এখন গদ্যৰ, আনখন পদ্যৰ। পদ্যৰ পাখিত উঠি বিবিধ প্ৰকাৰৰ গীত-মাত-

শ্লোক-যোজনা-ফকৰা আদিয়ে বিচিত্ৰ ৰূপ ধাৰণ কৰি ওঁঠ বাগৰি উৰি ফুৰে ; আনফালে গদ্যৰ পাখিত উঠি নানা ধৰণৰ আখ্যান-উপাখ্যান, সাধুকথা, উপদেশ-নীতিবচন, শ্লেষোক্তি-ব্যাজোক্তি-প্ৰাজ্ঞোক্তি আদিয়ে প্ৰসাৰ লভিবলৈ সুযোগ পায়। সেই ফালৰপৰা চাই লোক-সাহিত্যক দুভাগত ভগাব পাৰি ঃ এভাগ সুৰধৰ্মী, আনভাগ জ্ঞান-ধৰ্মী। পিছে, সুৰধৰ্মী গীতেই হওক বা জ্ঞানগৰ্ভ প্ৰাজ্ঞোক্তিয়ে হওক দুয়োপ্ৰকাৰ লোক-সাহিত্যৰে এটা সাধাৰণ গুণ এই যে সি যি প্ৰকাৰে নহওক আখ্যান-গন্ধী হৈ সমাজত স্থায়ী প্ৰভাৱ বিস্তাৰ কৰিব খোজে। আখ্যান বা গল্প শুনিবলৈ ওপজা আগ্ৰহ মানুহৰ অদিম প্ৰবৃত্তি। সেয়েহে ন-পুৰণি সকলো সাহিত্য নানা আকৰ্ষণীয় কাহিনীৰে ভৰপূৰ। আন নালাগে হিন্দুৰ ধৰ্ম আৰু দৰ্শনৰ এখন মূল গ্ৰন্থ শ্ৰীমদ্ভাগবদ্ গীতাও আৰম্ভ হৈছিল মহাভাৰতৰ এটি সৰু আখ্যানৰ গৰিলা লৈ। মোহান্ধ অৰ্জুনক ৰণৰ মাজত কৰ্তব্য সোঁৱৰাই দিবলৈ ভগৱান শ্ৰীকৃষ্ণই গীতাৰ মহাবাণী শুনাবলগীয়া হৈছিল। অমৰশক্তি ৰজাৰ অজমূৰ্খ পুত্ৰসকলক বিদ্যাশিক্ষা দিবৰ কাৰণে পণ্ডিত বিষ্ণু শৰ্মাই মহাভাৰত, ৰামায়ণ, পঞ্চতন্ত্ৰাদি গ্ৰন্থৰপৰা সাৰগৰ্ভ আখ্যান আহৰণ কৰি আনি হিতোপদেশ ৰচনা কৰিছিল। আনকি বিষালী-বেজালী মন্ত্ৰতো দুখৰীয়া আখ্যান ঢেৰ পোৱা যায়। ফুলকোঁৱৰ, মণিকোঁৱৰ, জনাগাভৰুৰ গীত আদি বেলাড বা মালিতাবোৰ তো গীতিময় সাধুকথায়ে।

সাঁথৰ আৰু সাধুকথা জহকালিৰ চোতালত আৰু জাৰকালিৰ জুহাল-কাষত বহা ককাদেউতা বা বুঢ়ী-আইৰ নাতি-নাতিনীসকলৰ লগত পতা মজলিছৰ সমল। যোজনা-ফকৰাত থকাৰ দৰে কিছুমান সাঁথৰতো অখ্যান বা সাধুকথা সোমাই থাকে, যেনে—

'ছয় চন্দা বাৰ আখি, অগ্নিয়ে মেলিলে পাখি ;
ভোখনে বোলে ৰাম। এই কথা কৈ দিয়া দেউ
তেহে গৰু চাৰিবলৈ যাম।।'

সংস্কৃতত এনে সাঁথৰ আনকি আশীৰ্বচনতো ব্যৱহাৰ হৈছিল, যেনে—

'একবৰ্গ-সমুদ্ভূতঃ চতুৰ্বৰ্গ-ফলপ্ৰদঃ
অনুলোম-বিলোমাভ্যাং সদেৱঃ পাতু বঃ সদা'।
অৰ্থাৎ 'নন্দনন্দন' দেৱতাই তোমাক ৰক্ষা কৰক।

মহাভাৰত ৰচনাৰ আৰম্ভণিতে ব্যাসদেৱে গণেশক শ্ৰুতলিপি দিওঁতে অৰ্থ বুজিহে লিপিবদ্ধ কৰিবলৈ দিয়া ব্যাসকূটবোৰতে সাঁথৰৰ জন্ম।

## ৰচন-প্ৰবচন ঃ

পুৰোহিত গুৰুসকল, আৰু দেশত সিঁচৰতি হৈ থকা সংস্কৃত টোলৰ ছাত্ৰসকলৰ মুখৰপৰা শুনা সংস্কৃতৰ অনেক আপ্তবচন সাধাৰণ মানুহেও আওৰাই

পেলাইছিল। তেনেকুৱা বচন কিছুমান অবিকৃত সংস্কৃত ৰূপত আৰু অন্য কিছুমান 'এছোৱা কুচিয়া এছোৱা বামি, এছোৱা থাকে পানীত নামি' হৈ আধা-সংস্কৃত, আধা অসমীয়া ৰূপত এতিয়াও চলি আছে ; যেনে, অবিকৃত সংস্কৃত ৰূপত ঃ—অতিদৰ্পে হতা লঙ্কা ; বহ্বাৰম্ভে লঘু ক্রিয়া ; অল্পবিদ্যা ভয়ঙ্কৰী ; ন যযৌ ন তস্থৌ , মধুৰেণ সমাপয়েৎ ইত্যাদি। বিকৃত ৰূপত—যেনে, বেতনিত ঔ পৰিল, বাসুদেৱায় নমঃ ; নমো নমো পাৰিজাত, কুকুৰে ছুলেহি বাহী গাত ; দুৰাৎ চ পৰ্ব্বতাৰম্যা, ওচৰাৎ তু খলাবমা , সোপায়ং নমঃ ইত্যাদি।

পুৰণি কবিসকল বাক্যে-বচনে, ভাৱে-ভঙ্গীয়ে জনসাধাৰণৰ অন্তৰত এনেকৈ সোমাই আছিল যে কেতিয়াবা জনসাধাৰণৰ মুখৰপৰা যোজনা-ফকৰা কাঢ়ি নি তেওঁলোকে নিজৰ ৰচনাৰ মাজত জোনবিৰিৰ দৰে আঁৰি দি ৰচনাৰ ৰমণীয়তা বঢ়াইছিল , কেতিযাবা আকৌ কবিসকলৰ ৰচনাৰ চমৎকাৰ বচন দুই-এটাও আহি জনসাধাৰণৰ মুখত আপ্তবচন হৈ পৰিছিল। কেতিয়াবা একেটা বচনকে কোনে কাৰপৰা লৈছিল, কবিয়ে জনতাৰপৰা নে জনতাই কবিৰপৰা, তাৰ আঁতিগুৰি উলিওৱাটাৱে টান হৈ পৰে। তাৰে গোটোচেৰেক উদাহৰণ, যেনে—কবিসকলৰ ৰচনাত প্রৱেশ কৰা জনতাৰ প্রবচন—

১। হাতী হৈ মাখি হ'লোঁ, গোখোজত তল গ'লোঁ ঃ
হস্তী গুচি মাখি ভৈলোঁ, গোখোজত তল গৈলোঁ,
কচুতে ভাঙ্গিলোঁ যেন কাচি।। (হৰিবৰ বিপ্র ; বব্রুবাহন পৰ্ব।)

২। হস্তীৰো পিচলে পাও, সজ্জনৰো বুৰে নাও ঃ
হস্তীৰো পিচলে পাও = সুজনৰো বুৰে নাও = তাক তুমি জানিবা সবাৰ।। (হৰিবৰ বিপ্ৰ , বব্রুবাহন পৰ্ব)

৩। খং নামে চণ্ডাল ঃ
খং নামে চণ্ডালক সহিতে নাপাৰি।
জীৱক শাপিলোঁ মই কিনো মন্দকৰী ।। হঃ বিঃ ; বব্রুবাহন পঃ

৪। মৌপিয়া চৰায়ে পৰ্বত লয় তুলি ;
ঢোল হেন ডিমা পাৰে চুঙাৰ বাদুলি ঃ
ঢোল হেন ডিমা পাৰে চুঙাৰ বাদুলি
পিপিয়া চটকে পৰ্বত লৱে তুলি।।
(মাধৱ কন্দলি—সুন্দৰাকাণ্ড, ৰামায়ণ)

৫। বুঢ়াৰ হাতত চেঙেলী পৰা ঃ
পিছলা পৰিল যেন বুঢ়াৰ হাতত
(মাঃ কঃ লঙ্কাকাণ্ড, ৰামায়ণ)

৬। আপদৰ বুজি ভাও ; ছাগবো পখালিবা পাও ঃ
আপদৰ বুজি ভাও, ছাগৰো পখালি পাৱ,
আত কিছু নকৰিবা লাজ।
(শঙ্কৰদেৱ, ৮ম স্কন্ধ ভাগৱত, অমৃত মন্থন)

(৭) সাক্ষাতে কৃষ্ণক দেখোঁ, আৰু কি পাপক লেখোঁ ঃ
সাক্ষাতে তোমাক দেখোঁ, আৰু কি পাপক
লেখোঁ, আমি দৃঢ় কৰি আছোঁ চিত্ত।।
(শঙ্কৰদেৱ ১০ম স্কন্ধ, ভাগৱত)

৮। আপদ কালত বুদ্ধি হোৱে হত, উগ্ৰসেনে বুধি নুসুধিলে মাধৱত ঃ
হোৱৈ বুদ্ধি ভ্ৰংশ আসি নাশন কালত।
উগ্ৰসেনে নুসুধিলা বুদ্ধি মাধৱত।।
(শঙ্কৰদেৱ, ১১শ স্কন্ধ, ভাগৱত)

৯। যাক নামাৰা হাতে, তাক মাৰিবা ভাতে ঃ
তথাপিতো ইটো কাম লাগিল আমাতে।
যাক নামাৰিয়া হাতে তাক মাৰিম ভাতে।
(শঙ্কৰদেৱ ৮ম স্কন্ধ, ভাল,)

১০। ৰাম ভাল, ৰাম ভাল—ৰাম নহয় যমকাল ঃ
সবে বোলে এনুৱা ৰামক ভাল ভাল।
মইতো জানো মোৰ ৰামেসে যমকাল।।
(শঙ্কৰদেৱ, উঃ কাণ্ড, ৰামায়ণ)

১১। ফাট মেলা বসুমতী পাতালে লুকাওঁ ঃ
আউৰ যে নুশুনো ৰামৰ ইটো নাউ।
ফাট মেলা বসুমতী পাতালে লুকাওঁ
(শঙ্কৰদেৱ, উত্তৰাকাণ্ড, ৰামায়ণ)

১২। কাৰ জ্বৰত কোনে পিয়ে পানী।
কাৰ মোমাই মৰে কাৰ হয় হানি ঃ
আনৰ জ্বৰত কোনে আনে পিয়ে পানী।
মোৰসে ভগিনী নেই কাৰ কিবা হানি।।
(শঙ্কৰদেৱ, কঃ হঃ)

১৩। বুঢ়াৰ হাতত চেঙেলী পৰা ঃ
পৰিলা চেঙেলী আজি বুঢ়াৰ হাতত।
(মাধৱদেৱ, আদিকাণ্ড, ৰামায়ণ)

পুথিৰ বচন মানুহৰ মুখলৈ অহাৰ উদাহৰণ—

১) আপুনি বয়স হৈলে বুদ্ধি হৈব ভাল। (কীৰ্ত্তন)
২) সংসাৰ চক্ৰৰ নিকাৰ দেখিয়া সদায়ে ধাতু উৰায় (কীৰ্ত্তন)
৩) হৰক দেখি বিষ খায় আনে।
আচোক জীৱ মৰি যায় প্ৰাণে।। (কীৰ্ত্তন)
৪) ক্ষীৰ সাগৰত আছিলন্ত শশধৰ
মৎস্যে যেন বোলে ইও এক জলচৰ।। (১১শ স্কন্ধ, ভাগৱত)
৫) চৌষষ্টি যোগিনী খায় আৰু ভূতগণ।
টিপচী গোটক লাগি নুকুলাব অন্ন ।। (ভীম চৰিত) ইত্যাদি

## প্ৰবচনত বুৰঞ্জী ঃ

দুই-এটা প্ৰবচনে আকৌ বুৰঞ্জীৰ কাহিনী একোটাকে গোটে-গোটে গৰ্ভত সামৰি থৈছে ঃ অলপ পিটিকি চালেই সি ধৰা পৰে ; যেনে—'বৰাৰ ঘৰত তৰাৰ গাঁঠি ; বৰা থাকিব কেই ৰাতি।' আহোম ৰজাৰ দিনত পাইক চলোৱা বৰা বিষয়াসকলে পাইকৰ কাম চাই ঘূৰি ফুৰোঁতে কোনো এঠাইত ২/৩ নিশাৰ বেছি নাথাকিছিল। গতিকে তেওঁলোকৰ বাবে সজা অস্থায়ী ঘৰৰ গাঁঠি তৰাৰে দিলেও চলিছিল।

ৰামায়ণ আৰু মহাভাৰত এই দুখন মহাকাব্যৰ ঘটনাবোৰেও বচন-প্ৰবচন গঢ়ি তোলাত কম কাম কৰা নাই। ৰাজৰাজ্য, ঘৰ-বিভীষণ, লঙ্কাৰ বণিজ, ৰাম নৌ ওপজোঁতে ৰামায়ণ হোৱা ; সেই ৰামো নাই, সেই অযোধ্যাও নাই ; আই সীতা পাতাললৈ যাব, কাক নিব, কাক থ'ব ; দৰিদ্ৰ লঙ্কালৈ যায়, সাগৰ শুকায়, মাণিক লুকায় ; যেয়ে লঙ্কালৈ যায় সেয়ে ৰাৱণ হয় ; ৰাৱণৰ চিতাজুই—এনে ধৰণৰ এশ এবুৰি ৰামায়ণী বা ৰামায়ণ-গন্ধী বচন আছে।

সেইদৰে মহাভাৰতৰো আছে, যেনে, ধৰ্মৰজা যুধিষ্ঠিৰ ; অশ্বত্থামা হত, কিন্তু ইতি গজ ; নামতেসে দুৰ্য্যোধন শকুণিহে ৰজা ; আপোন দোষে মৰে চোৱা বিৰাটৰ ভাই, ডাক দিয়া ভীমে বোলে মোৰ দোষ নাই ; ইত্যাদি।

একে নিচিনাকৈ বৈষ্ণৱ ধৰ্মৰ প্ৰভাৱত গঢ়ি উঠা বচন-প্ৰবচন, যেনে—ক বুলিব নাজানে, ৰত্নাৱলী পঢ়ে ; গায়নৰ ঘৰৰ বোন্দাৰো ৰাগ দিয়া ; আগে চাউল কঠা, পিছতহে হৰি-কথা ; মহন্তৰ চিন মাহনিত, বুঢ়া গৰুৰ চিন ঘাঁহনিত ; জল-জল পট-পট দৈৱকীৰ গভুৰা ল'ৰা ; ইত্যাদি।

## সংস্কৃতৰ প্ৰভাৱ আৰু প্ৰয়োজন ঃ

মৃত ভাষা হৈও সংস্কৃতে আজি ভাৰতীয় ভাষাসমূহক সঞ্জীৱনী শক্তি দি নল

মৰি গজালি হৈ হ'লেও জীয়াঁই আছে। ইংৰাজী ভাষা সদলবলে আহিল, যথেষ্ট কাল থাকি প্ৰভুত্ব কৰিলে আৰু বিদায় লৈ যাবলৈ ওলাল ; তথাপি ই ভাৰতীয় ভাষাবোৰৰ ওপৰত সিমান একো চিনচাব ৰাখি যাব নোৱাৰিলে। ইয়াৰ কাৰণ, বোলে, 'তেজ ধুলে উটে, মঙহ ধুলে নুটে।' সংস্কৃতৰ লগত ভাৰতীয় ভাষাৰ সম্বন্ধ তেজ-মঙহৰ সম্বন্ধ, অস্থি-মজ্জাৰ সম্বন্ধ ; ইংৰাজীৰ দৰে মুখৰ সম্বন্ধ, কেৱল মাত-কথাৰ সম্বন্ধ নহয়। সেইদেখি ইংৰাজীৰপৰা মোট সলাই অসমীয়া হৈ ওলোৱা দুই-চাৰিটা প্ৰবচন আজিও আচহুৱা হৈয়ে আছে, যেনে—(১) শুই থকা শিয়ালে হাঁহ-কুকুৰা ধৰিব নোৱাৰে ; (২) মেকুৰী জোলোঙাৰপৰা ওলাল ; (৩) মেকুৰীৰ ডিঙিত টিলিঙা পিন্ধোৱা, (৪) ঘঁৰিয়ালৰ চকু-লো ইত্যাদি। এইবোৰ আমাৰ চিনো চিনো লগা বন্ধুৰ দৰেহে, বুকুৰ বান্ধৈ বা অন্তৰঙ্গ বন্ধু আজিও হোৱা নাই। এনে অৱস্থাতো সংস্কৃত প্ৰশিক্ষণৰ ব্যৱস্থা আমাৰ শিক্ষালয়বোৰৰপৰা উঠি যোৱাটো এটা দুৰ্ভাগ্যৰ কথা।

**সাধুকথা ঃ**

জন্মত লাগিলে, সন্ত-সাধুৰ মুখৰ শাস্ত্ৰীয় কথাৰপৰা অহাই হওক বা সাউদ-বণিকৰ অভিজ্ঞতাভিত্তিক কাল্পনিক কথাৰপৰাই অহা হওক, সাধুকথাবোৰ মৌখিক সাহিত্যৰ কূৰ্ম অৱতাৰ ঃ গীত আৰু কথাৰ সংমিশ্ৰণ। সেয়েহে চিলনীৰ জীয়েকৰ সাধুৰ—

আগলতী কলাপাত লৰে কি চৰে ,<br>
চিলনী আই মোৰ আগতে পৰে ,

বিচানমতীৰ সাধুৰ—নাকাট নাকাট ককাই এ, মই তো বিচানমতী ; কমলাকুঁৱৰীৰ সাধুৰ—কমলা কুঁৱৰী, মোৰে প্ৰাণেশ্বৰী, পানী বা কিমানে হ'ল ; তেজীমলাৰ—হাতো নেমেলিবি, ফুলো নিছিঙিবি, ক'ৰে নাৱৰীয়া তই , চম্পাৱতী সাধুৰ—হৰ হৰ বটা চৰাই, মোৰ ধান নাখাবি, তোক দিম গোটা কৰাই—ইত্যাদি বচনবোৰ আজিও সাধুকথা কওঁতে বুঢ়ী আইৰ মুখত ছন্দ-বন্ধেই ওলাই আছে।

মৌখিক সাহিত্যৰ ভিতৰত সাধুকথাৰে প্ৰসাৰ আৰু সংক্ৰমণ ব্যাপক। ক'বলৈ গ'লে ই অলস কল্পনাৰ লীলাভূমি। কওঁতাজনে ইচ্ছামতে সাধুকথা চুটি বা দীঘল কৰিব পাৰে। বিশ্বব্ৰহ্মাণ্ডত নথকা বস্তুৱেও সাধুকথাত ঠাই পায়। নজনাটো জানিবৰ কাৰণে বৈজ্ঞানিকৰ যি ঔৎসুক্য, শিশু-মনৰো সেই একে পৰিমাণৰ ঔৎসুক্য। পাৰ্থক্য—শিশুৱে যিহকে শুনে তাকে বিশ্বাস কৰে, বৈজ্ঞানিকক লাগে যুক্তিনিষ্ঠ প্ৰমাণ। বৈজ্ঞানিকৰ দৰে শিশু মনেও জানিবলৈ বিচাৰে ভূমিকম্প কেনেকৈ হয়, বিজুলী কি বস্তু, পূৰ্ণিমাৰ ভৰা-জোনটো শুকাই-খীণাই মৰ-আঁউসীত নাইকিয়া হয় কিয়—ইত্যাদি। শিশুয়ে আকৌ তাতোকৈ এখোজ আগুৱাই গৈ সোধে—কেঁকোৰাৰ দহখন ঠেং কিয় হ'ল? কুকুৰৰ শিং নাই কিয়? ভালুকৰ জ্বৰ উঠে কিয়। কেটেলা পহু আৰু মদাৰ গছত কাঁইট লগালে কোনে? ৰাৱণে কোনখন মুখেৰে ভাত খাইছিল? ইত্যাদি এশ এটা প্ৰশ্ন। একেবোৰ প্ৰশ্নৰ উত্তৰ-আৱিষ্কাৰ জনজাতীয় সাধুবোৰৰ এটা

বিশেষ লক্ষণ। ভৈয়ামৰ সাধুত তাতোকৈ অধিককৈ পোৱা যায় ভাই-ককাইৰ কাজিয়া, মাহীমাকৰ হিংসাকুৰ্চুট, সতিনীৰ প্ৰতিদ্বন্দ্বিতা, টেটোনৰ বুদ্ধি, ইত্যাদিৰ কথা।

মুখে মুখে চলি থকা এই সাধুকথাবোৰৰ বেছিভাগেই এতিয়াও সংগৃহীত আৰু লিপিবদ্ধ হোৱা নাই। সাহিত্য সভাই জনজাতীয় সাধু সংগ্ৰহ কৰি প্ৰকাশ কৰাৰ এটা প্ৰশংসনীয় আঁচনি লৈছে। তাৰ বাকী থকা কামফেৰা সম্পূৰ্ণ কৰা দৰকাৰ। সাধুকথাবোৰত আঞ্চলিক ভাষাৰ শব্দ আৰু প্ৰকাশভঙ্গী অবিকৃতভাৱে ৰখা উচিত।

## লোকগীত ঃ

পুৰণি অসমীয়া লোক-সাহিত্য লোকগীতৰ ফালেদি বাৰুকৈয়ে চহকী। এই লোকগীতবোৰত কৰুণ ৰসেই আধিপত্য বিস্তাৰ কৰি থকা দেখা যায় , তাৰ একমাত্ৰ ব্যতিক্ৰম, বন-ঘোষা বা বিহুগীত।

আধুনিক পাশ্চাত্য সভ্যতা বিস্তাৰৰ লগে লগে গাঁও-ভুঁইত চলি থকা পুৰণি সাধুকথা, পুৰণি গীত-মাত ক্ৰমে লোপ পাই আহিব ধৰিছে। দেশ স্বাধীন হোৱাৰ পিছত আকাশবাণীৰ যোগেদি, আৰু ৰঙালী বিহু আদি উৎসৱৰ বিবিধ অনুষ্ঠানৰ সহায়ত, মৃতকল্প অসমীয়া নৃত্য-গীতে নতুন জীৱনৰ সঁহাৰি পাইছে। গোৱালপাৰা জিলা, উত্তৰ কামৰূপ, মঙ্গলদৈ আৰু উত্তৰ লক্ষীমপুৰ অঞ্চলত আজিও কিন্তু অনেক পুৰণি গীত-মাতে মৃত্যুমুখী হৈ বিলুপ্তিৰ বাবে দিন গণি আছে ; তাৰে কিছুমান, যেনে—চৈতালী গীত, নাঙেলী গীত, চিয়া গীত, ঝুনা, জাগৰ, মালচী, চেৰা-ঢেক হাতী মাউতৰ গীত আদি। এইবোৰৰ গায়ক মৰি-হাজি অন্ত হৈ আহিব লাগিছে। গায়ক-সৃষ্টি সম্ভৱ নহ'লে ৰাগ আৰু সুৰবোৰকে স্থায়ীভাৱে বাণীবদ্ধ কৰি ৰখাৰ ব্যৱস্থা কৰা যায়। জাতীয় চৰকাৰৰ সাংস্কৃতিক বিভাগে এই কাম হাতত ল'ব বুলি আশা কৰা হ'ল।

জামুগুৰিৰ 'বাৰে চহৰীয়া ভাওনা', উত্তৰ লক্ষীমপুৰৰ 'সোৱণশিৰি সেৱা সমিতি', নগাঁও হাতীচোঙৰ—'কুঁজীডাঁহ শঙ্কৰী কলা কেন্দ্ৰ', মঙ্গদৈৰ 'দৰঙী কলা-কৃষ্টি উন্নয়ন সংঘ' আদিৰ দৰে কিছুমান অনুষ্ঠান আঞ্চলিক ভিত্তিত স্বকীয় বৈশিষ্ট্যেৰে গঢ় লৈ উঠিলে সেই সেই অঞ্চলৰ গঞা কলা-কৃষ্টিবোৰে জীপ পাব। জিলা সাহিত্য পৰিষদৰ এইটোও এটা কৰণীয় কামৰ বিবেচ্য বিষয়।

## বৈষ্ণৱ যুগৰ অসমীয়া সাহিত্যৰ সুবিন্যস্ত সম্পাদনা ঃ

সময় আহিলে জীৱনত আপোনা-আপুনিয়ে যৌৱন জাগে, প্ৰকৃতি ফলে-ফুলে-ৰূপে-ৰসে সমুজ্জ্বল হৈ পৰে , শুকান নৈত বান-বাৰিষাৰ ধল নামে। সেই ধলে

তেতিয়া বাধা-প্ৰতিবন্ধক একো নামানি নদীৰ দুয়ো কূল টৌৱাই নিয়ে ; মাটিত পলস পৰে, খেতি হয় নদন-বদন। ধৰ্ম প্ৰচাৰকে উপলক্ষ্য কৰি অসমীয়া সাহিত্যতো বৈষ্ণব যুগত সৃষ্টিৰ তেনে ধল নামিছিল। কৃষিৰ দৰে সাহিত্য সৃষ্টিৰ বাবেও তেনে ধল অতি প্ৰয়োজনীয়।

বৈষ্ণব যুগ অসমৰ সাহিত্য-সংস্কৃতিৰ বুৰঞ্জীৰ এটি সোণালী অধ্যায়। মহাপুৰুষ শঙ্কৰদেৱ আছিল এই যুগৰ সাহিত্য, সংস্কৃতি, ধৰ্ম, সমাজসংগঠন সকলোৰে মূল শক্তি-কেন্দ্ৰ। ছৰ্দাৰ পনিক্কৰৰ মতে এই মহাপুৰুষজনাই অসমক সৰ্বভাৰতীয় সংস্কৃতিৰ সুঁতিটোৰ লগত সংলগ্ন কৰি তাক এক নতুন ৰূপত গঢ় দিলে। নতুবা এই দৰেও কোৱা যায় যে তেৱেঁ অসমীয়া সাহিত্য-সংস্কৃতি-সভ্যতাৰ উজ্জ্বল দিশটোৰ প্ৰতি সৰ্বভাৰতীয় দৃষ্টি আকৰ্ষণ কৰিলে। মুঠতে ভাস্কৰবৰ্মাৰ পিছত শঙ্কৰদেৱেই আছিল দ্বিতীয় ব্যক্তি যিজনাই সৰ্বভাৰতীয় ধৰ্ম-সাহিত্য-দৰ্শন-সংস্কৃতিৰ লগত কামৰূপ তথা অসমৰ ধৰ্ম-সাহিত্য-দৰ্শন সংস্কৃতিৰ সমন্বয় ঘটাইছিল।

বৈষ্ণব যুগৰ গৌৰৱোজ্জ্বল অসমীয়া সাহিত্য-ৰত্নৰাজিৰ ইতিমধ্যে বহুখিনি উদ্ধাৰ হ'ল। আলোচনা-বিলোচনাও কিছু হৈছে আৰু হ'ব লাগিছে ; কিন্তু এতিয়াও এটা বিষয়ত সিবোৰে যথাযোগ্য সমাদৰ লাভ কৰা নাই , এতিয়াও সেইবোৰৰ সুশৃঙ্খল আৰু সুবিন্যস্ত সংকলন আৰু সম্পাদনা বৈজ্ঞানিক পদ্ধতিত হোৱা নাই। আন নালাগে গুৰু দুজনাৰ কীৰ্তন-দশম-নামঘোষা-ৰত্নাৱলী—এই চাৰিখন মূল পুথিৰে বৈজ্ঞানিক প্ৰণালীৰ সঠীক শুদ্ধ সংস্কৰণ আজিলৈকে প্ৰকাশ হোৱা নাই। আজিৰ যুগত আমাৰ কাৰণে ই এটা অগৌৰৱৰ কথা। সাহিত্য সভাৰ ফালৰপৰা এইবোৰ কাম হাতত লোৱা উচিত হ'ব।

এনেবোৰ পুথিৰ বৈজ্ঞানিক পদ্ধতিৰে পাঠ-সমীক্ষাৰ আধাৰত কৰা সম্পাদনা বিশ্ববিদ্যালয়ৰ উচ্চতম ডিগ্ৰীৰ বাবে কৰা গৱেষণাৰো বিষয-বস্তু হ'ব পাৰে বুলি আমি ভাবোঁ। তাকে কৰিলে তাহানি ডঃ বাণীকান্ত কাকতিয়ে কৰাৰ দৰে একে পৰিশ্ৰমতে দুটা উদ্দেশ্য সাধন হ'ব, গৱেষণাৰো, অসমীয়া ভাষা-সাহিত্যৰো।

## গৱেষণাৰ মাধ্যম অসমীয়া ভাষা ঃ

ডিব্ৰুগড় বিশ্ববিদ্যালয়ে অসমীয়া ভাষাক ডক্টৰেট ডিগ্ৰীৰ গৱেষণাৰ মাধ্যম ৰূপে স্বীকৃতি দিছে। ভাৰতৰ অনেক বিশ্ববিদ্যালয়তে আঞ্চলিক ভাষা-সংস্কৃতি-সাহিত্য-সম্পৰ্কীয় গৱেষণা-গ্ৰন্থ আঞ্চলিক ভাষাতে লিখিব পৰা বিকল্প ব্যৱস্থা আছে। তাৰ ফলত গৱেষক পণ্ডিতসকলে নিজ নিজ মাতৃ-ভাষাতে তেওঁলোকৰ গৱেষণা-গ্ৰন্থ প্ৰণয়ন কৰে আৰু গৱেষণাৰ লগে লগে মাতৃ-ভাষালৈও অৰিহণা আগবঢ়াবলৈ সুযোগ পায়। গুৱাহাটী বিশ্ববিদ্যালয়ে আজিকোপতি মাতৃ-ভাষাত গৱেষণা-গ্ৰন্থ ৰচনাৰ সুবিধা

দিয়া নাই। আমি আশাকৰোঁ গুৱাহাটী বিশ্ববিদ্যালয়ে এই বিষয়ে তৎপৰ হৈ ইংৰাজীৰ লগতে অবিলম্বে অসমীয়া ভাষাকো গৱেষণাৰ বিকল্প মাধ্যম হিচাপে স্বীকৃতি দিব। তদুপৰি আমি পৰামৰ্শ আগবঢ়াব খোজোঁ ইতিমধ্যে যিকেইখন অসমীয়া সাহিত্য-সংস্কৃতি সম্পৰ্কীয় বিষয়ৰ গৱেষণা-গ্ৰন্থ অনুমোদিত হৈছে, অচিৰতে সেইবোৰৰ অসমীয়া অনুবাদ কৰাবলৈ বিশ্ববিদ্যালয়ে হাতত ল'ব লাগে।

## অসমীয়া সাহিত্য, জনজাতি আৰু সাম্প্ৰতিক অসমীয়া সাহিত্য ঃ

সাহিত্যৰ বুৰঞ্জীৰ ফালৰপৰা চালে দেখা যায় যে চৰ্যাপদতে শিপাই লোৱা অসমীয়া ভাষা-সাহিত্যৰ গছজুপি, শঙ্কৰী যুগত 'ফল-ফুল ধৰি, জকমক কৰি' জাতিষ্কাৰ হৈ উঠিছিল। তাৰ পিছত উপৰ্যুপৰি হোৱা মান-মৰাণৰ সংঘৰ্ষই দেশখন উপান্ত কৰিলে। তাৰ প্ৰলয়ঙ্কৰী প্ৰতিক্ৰিয়া অসমীয়া ভাষা-সংস্কৃতি-সাহিত্যৰ ওপৰতো নপৰাকৈ নাছিল। ইংৰাজৰ আমোলত দেশখনে মানৰ হাতৰপৰা পৰিত্ৰাণ লভি নতুন নতুন পথেদি সাহিত্যৰ অভিযান চলোৱাৰ উমঘাম কৰিছিল মাত্ৰ, এনেতে বঙলা ভাষা প্ৰসাৰৰ কূট অভিযানে তাত বাট আগচি ধৰিলে। ফলত উনবিংশ শতিকা অসমীয়া ভাষা-সাহিত্যৰ আত্মৰক্ষা-সমৰতে অতিবাহিত হ'ল। সেই ভাষা-যুদ্ধৰ প্ৰতিক্ৰিয়া ভূমিকম্পৰ পাছৰ কঁপনিৰ দৰে বিংশ শতিকাতো মাজে মাজে অনুভূত হৈ আছে।

মনত বল আৰু দৃঢ় সংকল্প নাথাকিলে কোনো মহৎ কাম সতকাই কৰি তুলিব নোৱাৰি। অসমীয়া সাহিত্য ক্ষেত্ৰত ইংৰাজ শাসনৰ আৰম্ভণিৰ অৱস্থাটোৰ কথা মনত পেলালেই সেই কথাৰ স্পষ্ট প্ৰমাণ পোৱা যায়।

তাহানি কলিকতা প্ৰবাসী এমুঠি অসমীয়া ছাত্ৰই নিষ্ঠাৰে প্ৰতিজ্ঞাবদ্ধ হৈ অসমীয়া ভাষাৰ উন্নতি সাধিনী সভা পাতি কোনোৱে কবিতা-হয়-যদি হওক, নহয়-যদি-নহওক, তথাপি চেষ্টা কৰিম বুলি লিখিবলৈ লৈ, কোনোৱে কৰ্ম-জীৱনৰ অভিজ্ঞতাকে উপন্যাসত ৰূপায়ণ কৰিবলৈ গৈ 'মিৰি-জীয়ৰী' লিখি, অইন কোনোৱে বা ধোঁৱা-চাঙত থকা মূল্যবান সাঁচিপতীয়া পুথি-পুঁজি সংগ্ৰহ কৰিয়ে, নতুবা আন কোনোৱে—'মাঘ কাল বাঘ ছাল'ৰ 'ল'ৰা শিক্ষা' বা বাছকবনীয়া প্ৰবন্ধৰ 'সাহিত্য-সংগ্ৰহ', 'নীতিশিক্ষা' আদি পাঠ্যপুথি ৰচনা কৰিয়ে মুমূৰ্ষু অসমীয়া ভাষাক ঠনধৰা কৰিবলৈ উঠিপৰি লাগিছিল বাবেহে, আজি আমি অসম সাহিত্য সভাৰ অধিৱেশনত সকলোৱে এনেকৈ গোট খাবলৈ সমৰ্থ হৈছোঁহক। আজি জানো—তেনে সংকল্প, তেনে দায়িত্ববোধে আমাক অনুপ্ৰাণিত কৰিছে? আজি পুনঃ সংগঠিত আৰু সম্মিলিত হৈ আমি আমাৰ সাহিত্য, সমাজ আৰু জাতীয় জীৱনৰ ন্যূনতাবোৰ পূৰণ কৰিবলৈ মনত দৃঢ় সংকল্প লৈ কামত কাচিপাৰি লাগিবৰ হ'ল। আমাৰ লগতে থকা আৰু আমাৰ ওচৰচুবুৰীয়া জনজাতীয় ভাইসকলৰ জীৱনৰ সমস্যা আৰু অসন্তুষ্টিৰ

কাৰণবোৰ তেওঁলোকৰ মাজলৈ গৈ তেওঁলোকৰ দুখ-সুখৰ সমভাগী হৈ বুজিব আৰু উপলব্ধি কৰিব লাগিব ; তেতিয়াহে সমস্যাৰ সমাধান হ'ব, মুখৰ কথাৰে নহয়। বুজাবুজি আৰু এৰা-ধৰাই মিলনৰ মূল মন্ত্ৰ ; তাৰ অভাৱত সংঘৰ্ষ আৰু বিচ্ছেদ উপস্থিত হয়। মহাপুৰুষ শঙ্কৰদেৱে নগা-ভোট-গাৰো আদি জনজাতীয় ভাইসকলকো আকৰ্ষণ কৰিবলৈ সমৰ্থ হৈছিল নিজক তেওঁলোকৰ মাজত বিলাই দি। আমাৰো সেই একেটাই পন্থা। নান্যঃ। আমাৰ অন্তৰ যদি তেওঁলোকৰ দুখত পমি যায়, তেওঁলোকৰ মৰম-চেনেহ, সহায়-সহযোগ আমি নাপাম কিয়? আমাৰ অসম দেশ মোগলে উচ্ছন্ন কৰাৰ বতৰা পাই তাহানি জয়ন্তীয়া ৰজাই পলৰীয়া ৰজা স্বৰ্গদেৱ জয়ধ্বজ সিংহলৈ লিখিছিল—'অতঃপৰ মধ্যে শুনিলাম মগলে আসিয়া তোমাৰ ৰাজ মাৰিলে, এসকল বাৰ্ত্তা আমালৈ নিদিলা। ×× জয়ন্তা, আৰ গড়গঞা দুই নাহই। তোমাৰ দেশ নামাৰিছে, যেন আমাৰ দেশহে মাৰিছে, আমাৰ মনে এমত দুখ লাগিছে।' (জয়ন্তীয়া বুৰঞ্জী)। আজি তেনে সহানুভূতি আহিব জানো? আমি আত্মবীক্ষা আৰু আত্ম-বিশ্লেষণ কৰি চাই সহানুভূতিৰে তেওঁলোকৰ ওচৰ চাপিব লাগিব। গুৰু নানকে কৈছিল—'ইট্ ইট্ আগ হুই, কাদ কাদ লাগ।' অৰ্থাৎ ইটাই ইটাই মাৰিলে জুই উঠে, কিন্তু বোকাত বোকা লাগিলে মিলি যায়। আমাৰো মন তেনে, কোমল হ'ব লাগিব।

## সাম্প্ৰতিক অসমীয়া সাহিত্য ঃ

দ্বিতীয় মহাসমৰৰ পিছৰ সাহিত্যক সাম্প্ৰতিক সাহিত্য নাম দিয়া হয়। ইংৰাজ শাসনৰ আৰম্ভণিৰপৰা দ্বিতীয় মহাসমৰলৈকে এই কালছোৱাত অসমীয়া কবিতাত ৰোমাণ্টিক বা ৰমণ্যাসৰ যুগ চলিছিল। কল্পনা-বিলাসী প্ৰেমৰ কবিতা, বিৰহ-বিচ্ছেদৰ ইননি-বিননি, বিফলতাৰ মাজেদি মৰা ব্ৰাউনিংসুৰীয়া বাহদম্ফ, ইত্যাদিয়ে আছিল এই যুগৰ কবিতাৰ বৈশিষ্ট্য। কবিতা, চুটি গল্প, সমালোচনা সাহিত্য আৰু উপন্যাসে এই যুগত গা কৰি উঠিছিল। গল্প-উপন্যাসৰো মুখ্য উপজীব্য হৈ পৰিছিল ৰোমাণ্টিক প্ৰেম। আত্মলঘিমা আৰু আত্ম-বিলুপ্তিৰ ভাব বৈষ্ণৱ কবিসকলৰ কাব্যত যি পৰিমাণে ফুটি উঠিছিল ৰোমাণ্টিক বিস্তাৰ যুগৰ কবিসকলৰ কাব্যত সেই পৰিমাণে ফুটি উঠিছিল আত্মগত আবেগ-অনুভূতি, আশা-আকাংক্ষা আৰু আত্মপ্ৰকাশৰ প্ৰকট প্ৰচেষ্টা।

## নতুন কবিতা ঃ

দ্বিতীয় মহাযুদ্ধই মানুহৰ চিন্তা-জগতত প্ৰচণ্ড ধুমুহাৰ সৃষ্টি কৰিলে। চিৰাচৰিত আদৰ্শসমূহৰ প্ৰমূল্য সম্পৰ্কে মনত দুৰ্ঘোৰ সংশয় ওপজাত, মানুহৰ মনোৰাজ্যত

অন্তৰ্দ্বন্দ্ব আৰু বিপ্লৱৰ সৃষ্টি হ'ল। সাহিত্যৰ প্ৰায় সকলো অঙ্গতে সেই বিপ্লৱে এটা নহয় এটা ৰূপত আত্ম-প্ৰকাশ কৰিলে। চুটি গল্প, উপন্যাস, কবিতা, নাটক আদিত পূৰ্বৰ ৰমণ্যাসবাদী চিন্তাধাৰাৰ প্ৰভাৱ ক্ষীণ হৈ পৰিল ঃ ক্ষীণ হোৱাই নহয় কোনো কোনো ক্ষেত্ৰত সেই ভাবধাৰাই বিদায় লৈ নতুন ভাবধাৰাক বাট এৰি দিলে। এই মন্তব্য বিশেষকৈ কবিতাৰ ক্ষেত্ৰত খাটে। ভাব, ভাষা, প্ৰকাশ-ভঙ্গী, বিষয়বস্তু সকলো পিনেদি নতুন কবিতাক মহাযুদ্ধই মানৱতাৰ ওপৰত নিক্ষেপ কৰা নিৰ্মম বোমাবৰ্ষণৰে আৱশ্যম্ভাৱী ফল বোলা যায়। সেয়েহে আজিৰ কবিতাত আবেগৰ আকুলতা নাই, আছে চিন্তা, সংশয় আৰু সমস্যা-বিহ্বলতাৰ প্ৰতীকধৰ্মী শব্দসম্ভাৰ।

যুদ্ধোত্তৰ যুগক মোহভঙ্গৰ যুগ বোলা যায়। এই যুগত নীতি-আচাৰৰ প্ৰতি আকৰ্ষণ, আদৰ্শৰ প্ৰতি শ্ৰদ্ধা, আনকি ধৰ্মৰ মোহিনী শক্তিৰ প্ৰতিও মানুহৰ আস্থা শিথিল হৈ পৰিল। সাহিত্যত তাৰ প্ৰতিফলন স্পষ্ট হৈ উঠিল। কবিতাৰ তন্দ্ৰালু ছন্দ, আকৰ্ষণীয় ভাষা, বাছকবনীয়া শব্দসজ্জা, নিজৰাৰ নিৰ্মল জলধাৰাৰ দৰে বৈ যোৱা সাৱলীল গতি, সকলো গ'ল। জীৱনৰ ছন্দ-পতনৰ লগে লগে কবিতাৰো ছন্দভঙ্গ আৰু ছন্দপতন ঘটিল। সেয়েহে আধুনিক কবিতা আধুনিক জীৱনৰ দৰেই বিচ্ছিন্ন আৰু জটিল।

সাধাৰণ পাঠকৰ বোধগম্য নহয়—এয়ে আধুনিক কবিতা সম্পৰ্কে বহুতৰে আপত্তি। কবিতা অধ্যয়নৰ অন্তত কবি আৰু পাঠকৰ মাজত কলাৰ শিল্পীসম্মত একাত্মবোধ, এটা বাঞ্ছনীয় লক্ষ্য। আধুনিক কবিতাৰ ক্ষেত্ৰত সেইটো সাধাৰণতে নঘটে। আধুনিক কবিতা আৰু তাৰ পাঠকৰ মাজত যি ব্যৱধান সৃষ্টি হৈছে তাৰ অন্ত পৰাটোৱে আমাৰ কাম্য। কাৰণ, তেতিয়া কবিতা গোষ্ঠীবদ্ধতাৰপৰা মুক্তিলাভ কৰি সাধাৰণ পাঠকৰ উপভোগ্য হৈ উঠিব। ইয়াৰ বাবে প্ৰয়োজন কবি আৰু পাঠকৰ দ্বিপাক্ষিক প্ৰস্তুতি আৰু প্ৰশিক্ষণৰ। মুঠতে সাম্প্ৰতিক সাহিত্যত কবিতাৰ ভাব-ভাষা-প্ৰকাশভঙ্গীত যি জটিলতাৰ উদ্ভৱ হৈছে সি শীতৰ কুঁৱলীৰ দৰে ক্ৰমে ক্ৰমে দূৰ হ'ব আৰু সাধাৰণ পাঠকেও তাক আদৰি ল'বলৈ সমৰ্থ হ'ব—তাকে আমি আশা কৰিছোঁ। আমি ভাবোঁ আধুনিকে হওক বা পুৰণিয়ে হওক, কবিতা কবিতাই ঃ পাঠকৰ উপভোগৰ বস্তু।

স্বীকাৰ কৰিব লাগিব যে সাম্প্ৰতিক অসমীয়া সাহিত্যই ক্ৰমে ক্ৰমে ছিন্নমূল হোৱাৰ দৰে হৈ জনজীৱনৰ মাত-কথা, ভাব-চিন্তা, আশা-আকাংক্ষা-সমস্যা আৰু অভিজ্ঞতাৰ প্ৰতিফলন কৰিবলৈ এৰিছে। এই শ্ৰমজীৱী, শ্ৰমসৰ্বস্ব কৃষক-বনুৱাসকলৰ জীৱন লেখকসকলে যেন দূৰৰপৰা টিপ্-চাকিৰে চোৱাৰদৰেহে চায়, সেই সমস্যাবোৰৰ ভিতৰত প্ৰৱেশ কৰি তাৰ প্ৰকৃত ৰূপটো অনুভূতিৰ মাজেদি উপলব্ধি কৰিবলৈ যত্ন নকৰে। আমাৰ লেখকসকলৰ সৰহখিনিয়ে বুদ্ধিজীৱী নগৰবাসী নাগৰিক। আমি কিন্তু জানো যে নগা-জীৱনৰ বাস্তৱ আৰু প্ৰত্যক্ষ অভিজ্ঞতায়ে আছিল ডঃ বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যৰ 'ইয়াৰুইংগম'ৰ আধাৰজ্ঞান। হেমিংৱে, তাৰাশঙ্কৰ আদি

ঔপন্যাসিকসকলৰ প্ৰত্যেকখন উপন্যাস প্ৰকাৰান্তৰে তেওঁলোকৰ বাস্তৱ জীৱনৰ একো একোখন খণ্ডজীৱনী স্বৰূপ। টলষ্টয়, ডষ্টয়ভস্কি আদি মনীষীসকলৰ শ্ৰেষ্ঠ উপন্যাসৰাজি ৰচিত হৈছিল তেওঁলোকৰ জাতীয় জীৱনৰ, তথা মানৱ জীৱনৰ বহল আৰু ঘনিষ্ঠ পৰিচয়ৰ ভেটিত। সহানুভূতি আৰু জীৱনৰ অভিজ্ঞতা সাহিত্য-শিল্পৰ মূল উপাদান। আমাৰ লেখকসকলে তেনে অভিজ্ঞতাপুষ্ট চিন্তাশ্ৰয়ী সাহিত্যলৈ, অধিক মনোযোগ দিয়া উচিত।

## সাম্প্ৰতিক সাহিত্যৰ স্বৰূপ ঃ

স্বৰাজোত্তৰ অসমীয়া তথা ভাৰতীয় সাহিত্যৰ প্ৰধান পৰিবৰ্তন ঘটিল জনজীৱনৰ যথাযথ মূল্যায়নত। সমাজৰ বৰলোকসকলে আজি আগৰ দৰে সাধাৰণ লোকক তঁয়া-তোকো নকৰে আৰু কৰিবও নোৱাৰে। সাধাৰণ লোকৰ জীৱনৰ মূল্য আশাতীতৰূপে উন্নীত হৈছে। তাৰ প্ৰতিফলন সাহিত্যত দেখা দিছে। ফটিক-নিৰ্মল জলাশয়ত চন্দ্ৰৰ প্ৰতিবিম্ব স্পষ্ট হৈ পৰাৰ দৰে সাধু-সাত্বিক মনত তেনে পৰিবৰ্তনৰ ছবি শীঘ্ৰে ধৰা পৰে। আচাৰ্য বিনোবা ভাবেৰ জীৱনৰ এটা সৰু ঘটনা উল্লেখ কৰিলে কথাটো স্পষ্ট হ'ব।

এদিন এজন কবিয়ে শাৰদীয় চন্দ্ৰাৱলী নিশাৰ পূৰ্ণিমাৰ জোনটোৰ বৰ্ণনা থকা এটি কবিতা বিনোবাজীৰ হাতত দিলে। আচাৰ্যই কবিতাটো লৈ পিছত পঢ়িম বুলি সামৰি থ'লে। পিছদিনা তেওঁ কবিজনক কবিতাটো ঘূৰাই দিলে—মুখেৰে ৰাম-ৰহিম একো নক'লে। কবিয়ে সুধিলে—প্ৰশংসাৰ যোগ্য নহ'ল হ'বলা? উত্তৰত আচাৰ্যই ক'লে—প্ৰশংসা কি কৰিম? তোমাৰ সাম্ৰাজ্যবাদী মনৰ কবিতা মই প্ৰশংসা কৰিমে বা কেনেকৈ?

—মোৰ কবিতাত নো গুৰুজীয়ে ক'ত সাম্ৰাজ্যবাদৰ গোন্ধ পালে? মই দেখোন স্নিগ্ধ-ধৱল পূৰ্ণচন্দ্ৰৰ ৰূপহে বৰ্ণনা কৰিছোঁ।

আচাৰ্য্যই উত্তৰ দিলে—সেয়েতো সাম্ৰাজ্যবাদ। যি পূৰ্ণচন্দ্ৰৰ প্ৰভাৱত আকাশৰ এটা তৰায়ো জিলিকি নিজক প্ৰকাশ কৰিবলৈ সুযোগ নাপায় সেই চন্দ্ৰকে জানো তুমি প্ৰশংসা কৰা নাই? সেয়ে সাম্ৰাজ্যবাদ নহয় যদি সাম্ৰাজ্যবাদ নো কি? তাতকৈ তুমি যদি আঁউসীৰ আন্ধাৰ ৰাতিৰ প্ৰকৃত ৰূপ বৰ্ণনা কৰিলাহেঁতেন, যি আন্ধাৰত অসীম আকাশৰ প্ৰতিটো তৰাই আত্মপ্ৰকাশ কৰিব পাৰে, ক্ষুদ্ৰ জোনাকী পৰুৱাটোৱেও নিঃসহায় পথিকক বাট দেখুৱাবলৈ যত্ন কৰে—তেতিয়াহ'লে মোৰ মনে তোমাৰ মনে মিলি গ'লহেঁতেন ঃ মই তোমাক প্ৰশংসা কৰিব পাৰিলোঁহেঁতেন; কাৰণ মই পূৰ্ণ লোকতন্ত্ৰত আস্থা থকা মানুহ —এয়ে আজিৰ ভাৰতীয় লেখকৰ ভাৱৰো আদৰ্শ।

## বৰ্তমান অসমীয়া সাহিত্যিক আৰু সাহিত্য সৃষ্টি ঃ

চীনা আক্ৰমণ, পাকিস্থানী আক্ৰমণ, ভগনীয়াৰ অনুপ্ৰৱেশ, গৰাখহনীয়া, অতিবৃষ্টি, অনাবৃষ্টি আদি এশ এটা সমস্যাই জুৰুলা কৰা অসমখনত যি এমুঠি অসমীয়া লেখক আছে তেওঁলোকৰ কাৰণে আজি সাহিত্য চৰ্চা দোফচলী খেতিৰ মাটিৰ দ্বিতীয় ফচলটোৰ দৰেহে। এনে কোনো এজন লেখক নাই যি কেৱল সাহিত্যকে নিৰহ-নিপানী উপজীৱ্য কৰি চলিছে ; চলা নাই, আৰু চলিবও নোৱাৰে। অসমৰ সকলো লেখকেই কম-বেছি পৰিমাণে গলমেলি-খোৱা ৰায়ত ঃ থাকে এঠাইত, খেতি কৰে অইন এঠাইত ঃ মূল বৃত্তি এটা, সাহিত্য-চৰ্চা দ্বিতীয় অৱলম্বন বা পাছুৱাহে। এনে পৰিস্থিতিত বয়সস্থসকলক দিয়া সাহিত্য-পেন্সনৰ দৰে যোগ্যতা চাই আদহীয়া সাহিত্যিক দুই-এজনক উপযুক্ত 'বৃত্তি' দিয়াৰ ব্যৱস্থা কৰি পৰীক্ষামূলকভাৱে হ'লেও ন-ন দিশত সাহিত্য-সৃষ্টিৰ যত্ন কৰিব পাৰি। গণতান্ত্ৰিক চৰকাৰে সাহিত্য সভাৰ সহযোগত এই বিষয়টোলৈ মনোযোগ দিলে প্ৰভূত কাম হ'ব বুলি আমি ভাবোঁ। অনা-অসমীয়া ন-শিকাৰু, প্ৰাপ্তবয়স্ক শিক্ষাৰ্থী আৰু শিশুসকলৰ কাৰণে বিধে বিধে সাহিত্য প্ৰস্তুত কৰা কাম এইদৰে সহজসাধ্য হ'ব বুলি আমাৰ বিশ্বাস।

## অসমীয়া সাহিত্যৰ সাম্প্ৰতিক প্ৰয়োজন ঃ

আজিৰ অসমীয়া সাহিত্যৰ প্ৰথম আৰু প্ৰধান প্ৰয়োজন পাঠক সৃষ্টি। সহজ-সৰল আকৰ্ষণীয় ভাষাত বিবিধ বিষয়ৰ পুথি ৰচনাৰে এই কাম আৰম্ভ কৰা যায়। প্ৰশ্ন হৈছে—পাঠক নাই বাবে পুথি ৰচনা হোৱা নাই, নে পুথি নাই বাবেহে পাঠকো নাই। কথা বোধকৰোঁ আংশিকভাৱে দুয়োটায়ে। গছ আৰু গুটিৰ সম্বন্ধৰ দৰে ইটোৰ লগত সিটো সাঙোৰা আছে। ভাল পুথি পালে পাঠকে আগ্ৰহেৰে তাক কিনিবই আৰু পাঠকে কিনিব ধৰিলে ভাল পুথিৰো প্ৰকাশন সঘন আৰু প্ৰচুৰ হ'ব।

শিক্ষাৰ মাধ্যম মাতৃভাষা হোৱাৰ ফলত ইংৰাজী ভাষা ইংৰাজী সাহিত্য আৰু ইংৰাজীত লিখা জ্ঞান-বিজ্ঞানৰ গ্ৰন্থ বুজা লোক ক্ৰমে কম হৈ আহিব লাগিছে ; আৰু কিছুদিনৰ ভিতৰতে তেনে লোক শিক্ষিত সম্প্ৰদায়ৰ ভিতৰতো সংখ্যালঘু হৈ পৰিব। এনে স্থলত অকল গল্প উপন্যাসৰ পুথি ৰচনাতে নিৰত নাথাকি লেখকসকলে ৰসঘন ৰীতিত সুপাঠ্য কৰি মাতৃ-ভাষাত জ্ঞান-বিজ্ঞানৰ বিভিন্ন স্তৰৰ কিতাপ, জীৱনী, ভ্ৰমণকাহিনী, ইতিহাস আদি ৰচনা কৰিবলৈ মনোনিবেশ কৰা উচিত। প্ৰকাশকসকলেও তেনে কাৰ্য্যত উদগনি দিয়াটো নিতান্ত বাঞ্ছনীয়।

## অসমীয়া সাহিত্যৰ সাম্প্ৰতিক প্ৰয়োজন ঃ

অসমীয়া সাহিত্যৰ উন্নতিকল্পে কাম হাতত ল'বলৈ হ'লে তাৰ কোন কোন দিশ বা বিষয়ত অভাৱ বা ন্যূনতা প্ৰকট হৈ আছে তালৈ নজৰ দি সেই বিষয়ৰ পুথি প্ৰণয়ন কৰোৱা উচিত হ'ব। তাহানি অসমীয়া ভাষা অসমীয়া স্কুল-কলেজত চলিবলৈ ধৰাত পদ্মনাথ গোহাঞিবৰুৱাই নিজে সাহিত্য বুৰঞ্জী, ভূগোল, কবিতা দেশী কছৰৎ আদি সকলো প্ৰকাৰৰ সাহিত্য প্ৰস্তুত কৰাত লাগি গৈছিল। অভাৱ মোচনৰ একে প্ৰচেষ্টা, চৰকাৰী পৃষ্ঠপোষকতাত পৰিচালিত আৰু পৰিবৰ্ধিত প্ৰকাশন পৰিষদৰ দৰে অনুষ্ঠানে সাহিত্য সভাৰ লগত সংযোগ ৰাখি প্ৰণালীবদ্ধভাৱে হাতত লোৱা উচিত। পৰিষদে কেৱল এমুঠিমান পণ্ডিত লোকৰ প্ৰয়োজন পূৰোৱাতে ব্যস্ত নাথাকি জনগণৰ শিক্ষাৰ কাৰণে সহজ, সৰল ভাষাত লিখোৱা সুলভ মূল্যৰ পুথি প্ৰকাশনতো গুৰুত্ব দিয়া ভাল হ'ব। বিশ্বভাৰতীৰ লোকশিক্ষা গ্ৰন্থমালাৰ দৰে অসমীয়াতো এলানি পুথি প্ৰকাশ কৰা যায়। দৰ্শন, বিজ্ঞান, ইতিহাস আদিৰ সহজবোধ্য আৰু সুলভ মূল্যৰ সৰু সৰু পুথি যিমানে প্ৰকাশ হয়, জনসাধাৰণৰ জ্ঞানৰ পৰিসৰ বৃদ্ধিত সি সিমানে সহায়ক হ'ব। আনন্দৰ কথা এই যে অসম সাহিত্য সভাই ইতিমধ্যে অসম আৰু ইয়াৰ দাঁতিকাষৰীয়া অঞ্চলত বাস কৰা বিভিন্ন জাতি-উপজাতি আৰু চাহ-বনুৱাসকলৰ মাজত প্ৰচলিত ভালেমান সাধুকথা সৰু সৰু পুথিৰ আকাৰত প্ৰকাশ কৰিছে ঃ সাহিত্য, সঙ্গীত, বিজ্ঞান আদি বিষযৰ পৰিচয়মূলক কিতাপ খনচেৰেকো প্ৰকাশ কৰি উলিয়াইছে। সভাই এই দিশত আৰু অধিক মনোযোগ দিব বুলি আশা কৰিলোঁ। এনে পুথিৰ কম দামত বিক্ৰীৰ ব্যৱস্থা কৰিব পাৰিলে—প্ৰচাৰতো সহায়ক হ'ব।

## উপন্যাস আৰু চুটি গল্প ঃ

উপন্যাস আৰু চুটি গল্প এই দুয়োবিধ সাহিত্য সাধাৰণ পাঠকৰ অধ্যয়নৰ প্ৰিয় সামগ্ৰী। বিক্ৰীও সেইদৰে এই দুয়োবিধ সাহিত্যৰে বেছি। যুদ্ধৰ আগৰ কালডোখৰত উপন্যাসতকৈ চুটি গল্পৰ জনপ্ৰিয়তা বেছি আছিল ঃ স্বৰাজোত্তৰ যুগত উপন্যাসৰ প্ৰতি মানুহৰ আগ্ৰহ বাঢ়িছে। মন কৰিবলগীয়া কথা এই যে প্ৰায় একে কেইজন লেখকেই যোৱা বছৰচেৰেক ধৰি দুয়োবিধ সাহিত্যত জিলিকি আছে ঃ সেইসকলৰ বাহিৰে দিগন্তসন্ধানী প্ৰতিশ্ৰুতিপূৰ্ণ ন লেখকৰ আবিৰ্ভাব প্ৰায় হোৱা নাই বুলিব পাৰি, আৰু এইটো এই কালৰ অসমীয়া সাহিত্যৰ এটা উল্লেখযোগ্য পৰিস্থিতি।

আশা আৰু আনন্দৰ কথা এই যে ভাৰতীয় যিকোনো প্ৰাদেশিক ভাষাৰ লগত বৰ্তমানে অসমীয়া চুটি গল্পই গুণগতভাৱে ফেৰ মাৰিব পৰা হৈছে। বৰ্তমানৰ ব্যস্ততাসঙ্কুল জীৱনত একেজন লোকেই নানা ক্ষেত্ৰত নানা কাম কৰিবলগীয়া হোৱাৰ

দৰে, সাম্প্ৰতিক অসমীয়া সাহিত্যতো এবিধ সাহিত্যৰ লেখক বুলি খ্যাতি লাভ কৰা সাহিত্যিকে, অন্য এবিধত হাত দি তাতো নাম কৰা দেখা গৈছে ঃ ওলট-পালটকৈ কবিয়ে উপন্যাস, গাল্পিকে কবিতা, নাট্যকাৰে প্ৰবন্ধ আদি লিখি সুখ্যাতি লভা নতুন যুগৰ অসমীয়া সাহিত্যৰ এটা লক্ষ্যণীয় পৰিবৰ্তন। অৱশ্যে প্ৰাচীনসকলৰ ভিতৰত বেজবৰুৱা আৰু গোহাঞিবৰুৱায়ো ইয়াৰ আৰ্হি ৰাখি থৈ গৈছে। ই তাহানি লাচিত বৰফুকনৰ দিনত 'প্ৰতিজন অসমীয়া সৈন্যই নাও চলোৱা, কাঁড় মৰা, খাঁৱৈ খন্দা আৰু হিলৈ-কামান মৰা' আদি সকলো কামতে নৈপুণ্য দেখুৱাই সেনাপতি ৰামসিংহক চমৎকৃত কৰাৰ গৌৰৱময় কাহিনী সোঁৱৰাই দিয়ে।

অসমীয়া উপন্যাস আৰু চুটি গল্পই ইতিমধ্যে একাধিকবাৰ সাহিত্য একাডেমীৰ বঁটা-লাভৰ যোগেদি সৰ্বভাৰতীয় স্বীকৃতি লাভ কৰি নিজ নিজ যোগ্যতা প্ৰতিপন্ন কৰিছে। এইবাৰো 'পিতা-পুত্ৰ' উপন্যাসখনৰ বাবে সাহিত্যিক আৰু সাংবাদিক শ্ৰীহোমেন বৰগোহাঞিয়ে ১৯৭৮ চনৰ সাহিত্য একাডেমী বঁটা লাভ কৰি অসমীয়া সাহিত্যৰ গৌৰৱ বঢ়াইছে। এই চেগতে, আমি তেওঁক শুভেচ্ছা আৰু অভিনন্দন জ্ঞাপন কৰিলোঁ।

## নাট্য সাহিত্য ঃ

অসমীয়া নাট্য সাহিত্যত বৰ্তমানে চাৰি প্ৰকাৰৰ নাটকৰ চলন্তি আছে। ভাওনাৰ নাটক, থিয়েটাৰৰ নাটক, কথাছবিৰ নাটক আৰু অনাতাঁৰৰ নাটক। ন-ন আঙ্গিকৰ পৰীক্ষা, ন-ন প্ৰতীকৰ সমীক্ষা, উপস্থাপনৰ নতুন নতুন কৌশলৰ আখৰা নিতে নিতে নাট্য জগতত চলিবই লাগিছে। দেশ-বিদেশৰ নতুন নতুন নাটকৰ অনুবাদ আৰু সেইবোৰৰ মঞ্চ-ৰূপায়ণৰ নতুন নতুন প্ৰচেষ্টাও চলি আছে। গতানুগতিকতা বৰ্জন আৰু ন-ন কৌশলেৰে নতুন বিষয়বস্তুৰ উপস্থাপন এয়ে সাম্প্ৰতিক কালৰ নাটকৰ বৈশিষ্ট্য। আমাৰ দেশৰ বায়ু-পানী আৰু ওপজা মাটিৰ গোন্ধ গ্ৰহণ কৰি সৰ্বতোপ্ৰকাৰে আকৰ্ষণীয় হৈ উঠিব পৰাৰ ওপৰতে ইয়াৰ ভৱিষ্যৎ নিৰ্ভৰ কৰিছে।

নাটৰ অভিনয়ক কেৱল অভিনেতাসকলৰ অৱসৰ-বিনোদনৰ সমল হিচাপে নাৰাখি বৃত্তি হিচাপে ভৰলৈ নিব পাৰিলে এক শ্ৰেণীৰ লোকৰ জীৱিকা চলিব, শিল্পয়ো উন্নতি লাভ কৰিব। বস্তুতঃ ভ্ৰাম্যমান, ঘাইকৈ গাঁও অঞ্চলৰ শিল্পীসকলৰ দ্বাৰা গঠিত ভ্ৰাম্যমান থিয়েটাৰ দলসমূহে তাকেই কৰিব লাগিছে। এই শিল্পীসকলৰ দ্বাৰা ৰূপায়িত প্ৰায়বোৰ নাটকৰে বিষয়বস্তু ভাষা আৰু সাহিত্যৰ মান উন্নত কৰাৰ যথেষ্ট স্থল আছে। উদ্যোক্তাসকলে সেই বিষয়ে চকু দিব বুলি আশা কৰিছোঁ।

গাঁও আৰু চহৰৰ কাৰণে পৃথক বিষয়বস্তু আৰু পৃথক ৰীতিৰ নাট খাপ-খোৱাকৈ ৰচনা কৰিলে ব্যৱসায় আৰু শিল্পকলা দুয়ো ফালৰপৰা হিতকৰ হ'ব। লগতে সজ

আদৰ্শৰ প্ৰতিও দৃষ্টি ৰাখিব লাগিব। কেৱল দৰ্শকৰ মনোৰঞ্জন কৰাটোৱে লক্ষ্য হোৱা অনুচিত। এই বিষয়ত গুৰু দুজনাৰ নাট্য সাহিত্যই আমাৰ আগত আদৰ্শ ৰাখি থৈ গৈছে।

ভ্ৰাম্যমান অভিনয় দলসমূহে গএঞা ৰাইজৰ এটা বিৰাট অভাৱ পূৰ কৰিছে আৰু জাতীয় সংহতিৰো কৰ্তব্য পালন কৰিছে। ভ্ৰাম্যমান নাট্যশিল্পৰ অভ্যুদয় আধুনিক যুগৰ সাংস্কৃতিক জীৱনৰ উল্লেখযোগ্য পদক্ষেপ। ভাষা-সাহিত্য-সংস্কৃতি প্ৰচাৰৰ ই এটা উত্তম মাধ্যম। এই নাট্য-শিল্পই এফালে যেনেকৈ শিল্প-চৰ্চা কৰাৰ লগতে জনগণক আনন্দ দান কৰিছে, আনফালে তেনেকৈ শিল্পীসকলক জীৱিকা-নিৰ্বাহৰো উপায় উলিয়াই দিছে আৰু বিভিন্ন শিক্ষা-শিল্প-সাহিত্য-সংস্কৃতি আদি অনুষ্ঠানবোৰলৈও সহায় আগবঢ়াইছে। কলা-কৃষ্টি আৰু সাহিত্য দুযো এই ক্ষেত্ৰত হাতত ধৰা-ধৰিকৈ আগবাঢ়ক তাকে আমি কামনা কৰিছোঁ।

## সমালোচনা ঃ

ন কিতাপৰ চিনাকি আৰু সমালোচনা দেখ দেখকৈ দুটা ্ৰক বস্তু। সমালোচনাত আলোচ্য গ্ৰন্থৰ গুণ-দোষ দেখুৱাত বাহিৰেও উন্নয়নৰ অন্য দিশৰ ইঙ্গিত থাকে। পিছে আমাৰ সাহিত্যত বহুত সময়ত আজিকালি আলোচ্য বিষয়তকৈও প্ৰায়ে সমালোচকৰ নিজৰ জ্ঞানৰ পৰিসৰসূচক কথাইহে অধিক গুৰুত্ব লাভ কৰা দেখা যায়। সমালোচনাও প্ৰায়ে ব্যক্তিমুখী আৰু গোষ্ঠীকেন্দ্ৰী হৈ পৰিছে।

সমালোচনাৰ পদ্ধতি দিনে দিনে সলনি হ'ব লাগিছে। ই ক্ৰমে জটিলৰপৰা জটিলতৰ হৈ আহিছে । অতীতত সংস্কৃত আলঙ্কাৰিকসকলে সমালোচনাত অলঙ্কাৰবাদৰপৰা ধ্বনিবাদলৈকে ৰস, অলঙ্কাৰ, বক্ৰোক্তি, ৰীতি, ধ্বনি—এনেবোৰ দিশৰপৰা আলোচনাৰ অৱতাৰণা কৰিছিল। এই পদ্ধতি মূলতঃ বিশ্লেষণাত্মক আৰু ৰস-কেন্দ্ৰিক।

সত্য-অসত্যৰ বিচাৰ সমালোচনাৰ ঘাই কাম। ভাব-প্ৰৱণতা সৰ্বতোভাৱে পৰিহাৰ কৰি সমালোচক সদায় সংযত আৰু নিৰপেক্ষ হোৱা উচিত। অবাঞ্ছিতভাৱে প্ৰশংসামুখৰ হোৱা বা অন্যায়ভাৱে কঠোৰ হোৱা কোনোটোৱে সমালোচকৰ কাৰণে বাঞ্ছনীয় নহয়। ব্যাখ্যাত্মক, তুলনাত্মক, ঐতিহাসিক, দাৰ্শনিক, নন্দনতাত্ত্বিক আদি সমালোচনাৰ বিভিন্ন পদ্ধতি আছে যদিও প্ৰযোজ্য পদ্ধতি সমালোচকৰ নিজস্ব বস্তু।

আলোচ্য বিষয়ৰ গভীৰ আৰু ব্যাপক জ্ঞান নাথাকিলে সমালোচনা তৰাং আৰু চাঁলে-বেৰে-কোবোবা পল্লৱগ্ৰহী বিধৰ হয়। আজিৰ দিনত 'গুৰুৱে দিয়ে মাটি, শিছে ধৰে আটি', বোলা নীতিৰ দিন নাই। সকলোৱে শক্তি অনুসাৰে সমালোচনাৰ তীক্ষ্ণ দৃষ্টিৰে সকলো বস্তু পৰ্যবেক্ষণ কৰিহে গ্ৰহণ কৰে। ডঃ কে. এম. মুন্সিয়ে সমালোচনা প্ৰসঙ্গত শ্ৰীকৃষ্ণ সম্পৰ্কে কৈছিল— ঈশ্বৰ কৃষ্ণ ধৰাত নৰৰূপে অৱতীৰ্ণ

হৈছিল বোলা কথাটো ঠিক নহয়, নৰ-কৃষ্ণহে গুণৰ উৎকৰ্ষ লাভ কৰি গৈ, ঈশ্বৰ কৃষ্ণত পৰিণত হৈছিল বুলিলেহে কথাটো খেও খায়।

প্ৰতিজন সাৰ্থক লেখক একো একোখন সাৰ্থক সমালোচকো। লেখকৰ মনত সমালেচকৰ ভাবে লেখাৰ লগে লগে কাম কৰি থাকে ; সেয়েহে তেওঁ লেখে আৰু কাটে। ৰবি ঠাকুৰে কটাবোৰত জেঠি-মকৰা-ঘঁৰিয়াল আদিৰ ছবি আঁকি থৈছিল। ই তেওঁৰ শিল্পী মনৰ ক্ৰিয়া।

সমালোচকে মোকৰ্দমাৰ অধিবক্তাৰ দৰেও কাম কৰে। আইনজ্ঞ প্ৰবক্তাই আইনৰ যুক্তিৰে মোকৰ্দমাৰ সত্য স্থাপন কৰিবলৈ যোৱাৰ দৰে সমালোচকেও বিশ্লেষণী প্ৰতিভাৰে যুক্তিৰ সহায়ত নিজৰ প্ৰতিপাদ্য ধাৰণাৰ প্ৰতিষ্ঠা কৰে। এইদৰে একোজন বলিষ্ঠ সমালোচকে ব্যক্তি-প্ৰতিভা বা সাহিত্যৰ আন্দোলন একোটাক বাট দেখুৱাই আগবঢ়াই দিয়ে। ডঃ বাণীকান্ত কাকতিয়ে ৰঘুনাথ চৌধাৰী, যতীন দুৱৰা, আৰু অম্বিকাগিৰী ৰায়চৌধুৰীক যিদৰে পাঠকৰ আগত দাঙি ধৰিছিল, ৰোমান্টিক কাব্য-আন্দোলনটোকো সেইদৰে যুক্তিৰে আগবঢাই নিছিল। সাম্প্ৰতিক কবিতাতো তেনে প্ৰবক্তা-সমালোচকৰ প্ৰযোজন হৈছে। বৰ্তমানে তেনে প্ৰবক্তা এগৰাকীৰ অভাৱত কবি আৰু পাঠকৰ মাজত ঘনিষ্ঠ সংযোগ স্থাপন ব্যাহত হোৱা যেন লাগিছে।

বৰ্তমান আমাৰ ভাষাত নৱীন-প্ৰৱীণ সমালোচকসকলে ঐতিহাসিক, তুলনাত্মক, বিশ্লেষণাত্মক আদি পদ্ধতিত সমালোচনা সম্ভাৰ আগবঢ়াই আছে। স্বৰাজোত্তৰ যুগত সামাজিক দৃষ্টিভঙ্গীৰ সমালোচনাযো প্ৰসাৰ লাভ কৰিছে। সমালোচনাৰ ক্ষেত্ৰত আমাৰ সাহিত্যত আৰু অধিক মনোযোগ দিযাৰ প্ৰয়োজন আছে বুলি আমাৰ অনুভৱ হয়।

সাহিত্য সমালোচনাৰ উপৰিও সঙ্গীত, চিত্ৰকলা, ভাস্কৰ্য আদি সুকুমাৰ কলাৰ সমালোচনা আমাৰ ভাষাত সীমিত। এই বিষয়ে মনোযোগ দিবলৈও যোগ্য লোকসকলৰ দৃষ্টি আকৰ্ষণ কৰা হ'ল।

## শিশু-আলোচনী আৰু শিশু-সাহিত্য ঃ

আমাৰ আটাইতকৈ গুৰুত্বপূৰ্ণ অথচ আটাইতকৈ, অৱহেলিত বিষয়টো হৈছে শিশু-সাহিত্য, বিশেষকৈ শিশু-আলোচনী। সাম্প্ৰতিক অসমীয়া সাহিত্যত শিশু-সাহিত্যৰ অৱস্থা হৈছে—'যিবা কহে যিবা শুনে দুইৰো মহালজ্জা' বোলা ধৰণৰ। আজি অসমীয়া সাহিত্যত শিশুৰ হাতত দিবলৈ এখনো শিশু-আলোচনী নাই। 'জোনবাই' মাৰ গ'ল, 'দীপক' বিস্মৃতিৰ আন্ধাৰত বিলীন হ'ল ঃ 'ৰংঘৰ', 'অকণ', 'অৰুণ', 'কঁাচিজোন'ৰ স্মৃতি মাত্ৰ আছে।

গছৰ পুলি আৰু শিশু দুয়োৰো একে অৱস্থা। গুৰিত উপযুক্ত সাৰ-পানীৰ

অভাৱ হ'লে গছ-পুলিত কেৰোণে ধৰে ঃ মানৱ শিশুৰো খাদ্যাভাৱ হ'লে পয়া লাগে। কোনোটোৱে তেতিয়া উদ্‌গতি কৰিব নোৱাৰে। শিশুৰ কাৰণে শাৰীৰিক পুষ্টি যেনে প্ৰয়োজনীয়, মানসিক পুষ্টিও সমানে আৱশ্যকীয়। শিশুৰ মন অতি পবিত্ৰ আৰু সেইবাবে শিশুক দেৱ-শিশু বোলে। শিশুৰ তেনে নিৰ্মল আৰু কোমল মনত সুসাহিত্যৰ প্ৰতি অনুৰাগ-সৃষ্টি নিতান্ত প্ৰয়োজনীয়। এবাৰ পুথি-অধ্যয়নৰ ৰাগী মনত বহিলে সি সহজে এৰা নিদিযে। সেইবাবে শিশুৰ হাতত উপযুক্ত পুথি আৰু আলোচনী দিয়া পিতৃ-মাতৃৰ কৰ্তব্য। 'দেশ প্ৰগতিৰ পথত' বুলি বাহিৰত ঢোল-ডগৰ বজাই ফুৰি ঘৰত শিশুৰ হাতত দিবলৈও এখন আলোচনী নথকা অৱস্থাটো সঁচাকৈয়ে অতি শোচনীয আৰু লজ্জাজনক। নক'লেও হ'ব যে এখন উচ্চ-মানবিশিষ্ট শিশু-আলোচনীৰ বৰ্তমান অৱস্থাত আমাৰ ভাষাত অতি প্ৰয়োজন হৈছে।

শিশু-সাহিত্য দুই প্ৰকাৰৰ ঃ এক প্ৰকাৰৰ নীতিধৰ্মী উপদেশমূলক, অন্য প্ৰকাৰ মনোৰঞ্জন-প্ৰযাসী। পুৰণি কালৰ বিষ্ণুশৰ্মা, ঈচপ আদি পণ্ডিতসকল নীতিধৰ্মী শিশু-সাহিত্যৰ আদি লেখক। এই শ্ৰেণীৰ লেখকে জ্ঞান-বৃক্ষৰ পকা ফল শিশুলৈ আগবঢ়ায। মনোৰঞ্জন-প্ৰযাসীসকলে শিশুৰ মনোবিজ্ঞান বুজি শিশুৰ লগত একাত্মীয়তা অনুভৱ কৰে আৰু তেওঁলোকৰ চিন্তাৰ মধুৰ ফল শিশুলৈ আগবঢ়ায়, পোনপটীয়া উপদেশ দিযা তেওঁলোকৰ উদ্দেশ্য নহয়, মনত ৰং-ৰহইচ লগোৱাটোহে তেওঁলোকৰ লক্ষ্য। ইউৰোপৰ লেখক লুই কেৰলৰ লেখা আৰু আমাৰ দেশৰ কাণখোৱা, ভীম-চৰিত আদি এই বিধৰ সাহিত্যৰ উদাহৰণ। নীতি-শিক্ষা দিবলৈ ৰচনা কৰা আখ্যানৰো কিন্তু শিশুৱে আখ্যানটোহে লয, নীতিখিনি পিছলি যায়।

অনাতাঁৰৰ অৱলম্বনত বহুতে আজিকালি শিশুনাট ৰচনা কৰিছে। শিশু-উপন্যাসো একেবাৰে নোহোৱা নহয়, কিন্তু সংখ্যাত নিচেই তাকৰ।

ইং ১৯৭৯ চনটো আন্তঃৰাষ্ট্ৰীয় শিশু-বৰ্ষ হিচাপে ৰাষ্ট্ৰসংঘৰ দ্বাৰা অনুষ্ঠিত হৈছে। আমি আশা কৰিছোঁ আমাৰ এই বৰ্ষ-পালন-আঁচনি, ধ্বনি-সৰ্বস্ব আদৰ্শতে সীমাবদ্ধ নাথাকি, ৰক্ষণাবেক্ষণ, খাদ্য, শিক্ষা আদিৰ উপৰি শিশু-সাহিত্য সৃষ্টিৰো অনুকূল আৰু সহায়ক হ'ব।

চৰকাৰী পৃষ্ঠপোষকতাত চলি থকা আমাৰ প্ৰকাশন পৰিষদে এই বছৰতে শিশু-সাহিত্য ৰচনা আৰু প্ৰকাশৰ এটি কাৰ্যকৰী আঁচনি হাতত ল'লে তাৰে সাহিত্য সভায়ো সক্ৰিয় সহযোগিতা আগবঢ়াব পাৰে ; লগতে ব্যক্তিগত প্ৰকাশক আৰু অনুষ্ঠানসমূহেও কিছু সংখ্যক শিশু-সাহিত্য এই বছৰতে প্ৰকাশৰ ব্যৱস্থা কৰিলে আমাৰ শিশু-সাহিত্যৰ কিছু অভাৱ পূৰ হ'ব।

এইখিনিতে উল্লেখ কৰা যায় যে আমাৰ দেশত 'ময়না-পাৰিজাত', 'চেমনীয়াৰ চ'ৰা' আদি অনুষ্ঠানবোৰে শিশুসকলৰ মানসিক উৎকৰ্ষ সাধনৰ বাবে প্ৰচেষ্টা চলাই আছে। এনেবোৰ অনুষ্ঠানেও শিশুসকলৰ মনত সাহিত্যৰ প্ৰতি অনুৰাগ সৃষ্টি কৰিবলৈ বিশেষ মনোযোগ দিব বুলি আশা কৰা হ'ল।

## সংবাদ-সাহিত্য ঃ

সংস্কৃতত সংবাদ শব্দৰ এটা অৰ্থ কথোপকথন ; যেনে—হৰ-গৌৰী সংবাদ। তাৰপৰাই আজিকালি বাতৰি কাকতৰ জৰিয়তে প্ৰচাৰ হোৱা সংবাদ-সাহিত্যৰ সৃষ্টি হৈছে। এই সাহিত্যৰ ক্ষেত্ৰ দিনক দিনে বিস্তীৰ্ণ হ'ব লাগিছে। যথাৰ্থতে বৰ্তমান সময়ত ইয়াৰ কবলৰপৰা সাহিত্যৰ কোনো বিভাগেই সম্পূৰ্ণ মুক্ত নহয়। সংবাদসেৱীসকলৰ সাধু প্ৰচেষ্টাৰ ওপৰত ভাষা, সাহিত্য আৰু দেশৰ মঙ্গল আৰু অগ্ৰগতি ভালেখিনি নিৰ্ভৰ কৰে। আলোচনী আৰু বাতৰি কাকতৰ শব্দ, প্ৰকাশভঙ্গী, ৰচনাশৈলী, আখৰ-জোঁটনি আদিয়ে পাঠকৰ মনত দ সাঁচ বহুৱায়। এইবোৰৰ শুদ্ধাশুদ্ধৰ ওপৰত ভাষা-সাহিত্যৰ ভৱিষ্যৎ গাঁথনি, বহু পৰিমাণে নিৰ্ভৰশীল। সেইবাবে ভাষা-সাহিত্য সম্পৰ্কীয় সকলো নতুন আঁচনি, সংবাদ-সাহিত্যসেৱীগোষ্ঠীৰ কৰ্ণ-গোচৰ কৰিব লাগে আৰু তেওঁলোকেও উৎসাহী হৈ এনে প্ৰচেষ্টাত হাত উজান দিয়া উচিত।

## আকাশবাণী-সাহিত্য ঃ

দিনে-ৰাতি কাণত বাজি থকা সুৰ আৰু কথাই 'কাণেৰ ভিতৰ দিয়া মৰমে পশিল গো'—হৈ হৃদয়ত দ ছাপ বহুৱায়। আকাশবাণী এসময়ত 'আকাছবাণী' ৰূপে প্ৰচাৰ হ'ব খোজাই তাৰ উদাহৰণ। আকাশবাণীৰপৰা প্ৰচাৰ কৰা বাতৰি আৰু আলেখ্যাদিৰ ভাষা আৰু সাহিত্য যাতে নিখুঁত হয় তাৰ বাবে যত্ন লোৱাটো নিতান্ত প্ৰয়োজনীয়। আকাশবাণীৰ কিছুমান নাটক, কথিকা, গীত, আলেখ্য, আলোচনা আদি অসমীয়া সাহিত্যৰ ভঁৰাললৈ বহুমূলীয়া বৰঙণি। ৰচনাৰ বিনিময়ত পাৰিশ্ৰমিক দিয়াৰ ব্যৱস্থা থকা বাবে লেখকসকলে সাধাৰণতে যি লিখে যত্নসহকাৰে লিখে। ডঃ বাণীকান্ত কাকতিৰ দৰে পণ্ডিতৰো বিবিধ বিষয়ৰ বহুত মূল্যবান ৰচনা এসময়ত আকাশবাণীৰ যোগে প্ৰচাৰ হৈছিল।

আকাশবাণীয়ে নাট-গীত-ৰচনা-আলেখ্য আদি প্ৰচাৰতে ক্ষান্ত নাথাকি সেইবোৰৰ বছা বছাখিনিৰে বছৰি একোখন আকাশবাণী সাহিত্য-সংকলন প্ৰকাশনৰ ব্যৱস্থা কৰিলে আমাৰ সাহিত্যৰ নথৈ উপকাৰ হ'ব।

## আলোচনী সাহিত্য ঃ

আলোচনী নবীন-প্ৰবীণ সাহিত্যিকসকলৰ তীৰ্থ ক্ষেত্ৰ। আলোচনীৰ অভাৱে সাহিত্য-প্ৰচেষ্টাৰ ধাৰাবাহিকতা ব্যাহত কৰে। উচ্চ মানবিশিষ্ট জনপ্ৰিয় আলোচনীৰ দৈন্য,

সাম্প্ৰতিক অসমীয়া সাহিত্যৰ অগ্ৰগতিৰ পথৰ প্ৰধান প্ৰতিবন্ধক হৈ পৰিছে। উষা, বাঁহী, আৱাহন, ৰামধেনু জয়ন্তীৰ দৰে যুগ-প্ৰবৰ্তক, সৰ্বজনপ্ৰিয় আলোচনী আজি অসমত প্ৰায় নাই বুলিলেই হয়। এনে সৰু-বৰ খনচেৰেক আলোচনী আমাক লাগে।

এইখিনিতে অসম সাহিত্য সভাৰ তিনিমহীয়া আলোচনী 'সাহিত্য সভা পত্ৰিকা'ৰ কথা উল্লেখ কৰিব পাৰি। এই আলোচনীখনৰ সম্পাদনাৰ বিষয়ে বিশেষ ক'বলগীয়া নাই যদিও, প্ৰচাৰৰ ফালটোত ই এতিয়াও নিঃকিন হৈ আছে। ইয়াৰ প্ৰচাৰ কেনেকৈ বঢ়াব পাৰি তাৰ কাৰ্যকৰী ব্যৱস্থা ল'বলৈ চিন্তা কৰিব লাগিব।

কোনো কোনো আলোচনীয়ে মাজে-সময়ে নগ্ন চাঞ্চল্যকৰ কাহিনী, গল্প বা উপন্যাসৰ যোগেদি এক শ্ৰেণীৰ পাঠকৰ মন আকৰ্ষণ কৰিবলৈ যত্ন কৰা দেখা যায়। এনেবোৰ চাঞ্চল্যকৰ বিষয়বস্তুৰে, সস্তীয়া জনপ্ৰিয়তা অৰ্জন কৰিব পৰা গ'লেও, সি যাতে পাঠকসমাজক সাহিত্যৰ প্ৰকৃত ৰুচিৰপৰা বিপথগামী কৰিব নোৱাৰে, তাৰ প্ৰতি আলোচনীৰ কৰ্মকৰ্তাসকল সজাগ থকা উচিত।

ব্যৱসায়ৰ ফালৰপৰা লাভজনক নোহোৱা বাবে আলোচনী নিটিকে বুলি এটা আপত্তি শুনা যায়। ইফালে কিন্তু আমাৰ শিক্ষিত লোকৰ সংখ্যাও বাঢ়িছে। ভাল ইংৰাজী, বঙলা আদি আলোচনীবোৰো দেখোন ঠিকমতে চলি আছে। আনকি অসমীয়া পাঠকৰে এটা বুজন অংশই সেইবোৰ কিনি পঢ়ে। গতিকে পাঠক নাই বুলিও ক'বলৈ টান। এই পৰিস্থিতিত কেৰোণটো ক'ত চিন্তা কৰিবলগীয়া। আমি ভাবোঁ পাঠকৰ ৰুচি আৰু চিন্তাৰ চাহিদা পূৰণ কৰিব পৰা উপযুক্ত আলোচনী নোহোৱাটোৱে তাৰ এটা ঘাই কাৰণ। আলোচনী সাহিত্যসেৱীসকলে এই বিষয়ে চিন্তা কৰে যেন।

প্ৰসঙ্গক্ৰমে উল্লেখ কৰা যায় যে আমি জনাত বৰ্তমান অসমত প্ৰায় ১৩৫ খন মহাবিদ্যালয়, ১৭০০ খন উচ্চ আৰু উচ্চতৰ মাধ্যমিক স্কুল আৰু চাৰি হাজাৰখন মজলীয়া স্কুল আছে। উচ্চ মানবিশিষ্ট বছা বছা আলোচনী কেইখনমানৰ, এইবোৰত যদি আনকি এখনকৈও ৰখা হয়, তেনেহ'লে গ্ৰাহকৰ অভাৱত সেইবোৰ আলোচনী নচলাৰ কাৰণ নাথাকিব। আমাৰ অসমীয়া ভাষা-প্ৰেম যাতে পাঠ্য-পুথিৰ পঠন-পাঠনতে আবদ্ধ নৰয়—সেই দিশটোও চিন্তা কৰিবলৈ মই সংশ্লিষ্ট কৰ্তৃপক্ষৰ ওচৰত গোহাৰি জনালোঁ।

## স্মৃতিগ্ৰন্থ আৰু সাহিত্য সংকলন ঃ

বিগত বছৰচেৰেকৰপৰা অসম সাহিত্য সভাৰ বাৰ্ষিক অধিৱেশনবোৰত স্মৃতিগ্ৰন্থ আৰু সাহিত্য সংকলন প্ৰকাশ কৰা প্ৰত্যেক আদৰণী সমিতিৰে এটা পৰম্পৰাগত কৰ্তব্য হৈ পৰিছে। অন্যান্য অনুষ্ঠানবোৰেও শক্তি অনুসাৰে স্মৃতিগ্ৰন্থ

একোখনি বাৰ্ষিক অধিৱেশনৰ লগত প্ৰায়ে প্ৰকাশ কৰে। ই এটা উৎসাহজনক শুভ লক্ষণ। পিছে গ্ৰন্থবোৰ আলোচনীৰ আৰ্হিত নকৰি উচ্চ মানবিশিষ্ট প্ৰবন্ধ সম্ভাৰেৰে নামে-কামে গ্ৰন্থৰ আকাৰত উলিয়ালে সেইবোৰৰ প্ৰত্যেকে সাহিত্যৰ ভঁৰালৈ একোপদ যুগমীয়া অৰিহণা হৈ থাকিব। স্মৃতিগ্ৰন্থ নাম নিদি সেইবোৰক বিশেষ অৰ্থসূচক ভিন ভিন নামেৰেও বিভূষিত কৰা যায়।

## অনুবাদ-সাহিত্য :

সাহিত্য গতিশীল বস্তু। বেদৰ 'চৰৈবেতি, চৰৈবেতি' মন্ত্ৰয়ে তাৰ ধৰ্ম। 'বহুজন সুখায়, বহুজন হিতায় চ' তাৰ গতি। দেশৰপৰা দেশান্তৰলৈ, ভাষাৰপৰা ভাষান্তৰলৈ গতি, অনুবাদ-সাহিত্যৰ মূল প্ৰবৃত্তি। পুৰাণ-প্ৰসিদ্ধ পৰশুৰামে ব্ৰহ্মকুণ্ডৰ পাৰ কাটি জনগণৰ মঙ্গলৰ অৰ্থে ব্ৰহ্মপুত্ৰ নমাই অনাৰ দৰে নতুন যুগৰ পৰশুৰামসকলে দেশী-বিদেশী ভাষাৰ সঞ্চিত সাহিত্য-কুণ্ডৰ পাৰ কাটি, সেই সেই সাহিত্যৰ পবিত্ৰ সলিল আমাৰ ভাষালৈ বোৱাই আনি সাহিত্যৰ মিলন-তীৰ্থ স্থাপন কৰিব পাৰে। মধ্য যুগত শ্ৰীমন্ত শঙ্কৰে অসমীয়া সাহিত্যত তাৰ উজ্জ্বল আদৰ্শ দাঙি ধৰিছিল।

বাইবেল লেটিন ভাষাত থাকোঁতে ইউৰোপত লেটিন নজনা জনসাধাৰণে ভাটৌৰ দৰে বাইবেল মুখস্থ কৰি কাম চলাইছিল। যোল শতিকাত মহাত্মা লুথাৰে দেশী ভাষালৈ বাইবেল অনুবাদ কৰাৰ ফলত খৃষ্টধৰ্ম ঠন কৰি উঠিছিল, ভাষায়ো নতুন তেজ-শক্তি লাভ কৰিছিল। ভাগৱতী ধৰ্ম প্ৰচাৰৰ সময়ৰ অসমীয়া ধৰ্মীয়-সাহিত্য, তাৰে এটা অনুৰূপ উদাহৰণ।

অনুবাদ দুই ৰকমৰ হ'ব পাৰে : ভাবানুগ আৰু মূলানুগ। য'তে যিটো সম্ভৱ আৰু প্ৰয়োজনীয় তাকে কৰিব লাগে।

পৃথিৱীৰ শ্ৰেষ্ঠ গ্ৰন্থৰাজিৰ এখন তালিকা প্ৰস্তুত কৰি লৈ তাৰপৰা বাছি বিচাৰি ভালৰো ভালবোৰ অসমীয়ালৈ অনুবাদ কৰোৱাৰ ব্যৱস্থা আমি হাতত লোৱা উচিত। গেটে, হিউগো, টলষ্টয়, প্লেটো, এৰিষ্টটল প্ৰভৃতি মনীষীসকলৰ বাছকবনীয়া গ্ৰন্থৰ উপৰিও স্মাইলচৰ 'চৰিত্ৰ' (Character), 'স্বাৱলম্বন' (Self-help) আদি গ্ৰন্থ আৰু নবেল বঁটা লাভ কৰা শ্ৰেষ্ঠ পুথিসমূহো তাত অন্তৰ্ভুক্ত হ'ব লাগে। হিন্দী, তামিল, মালায়ালম, উৰিয়া, মাৰাঠী, বঙলা প্ৰভৃতি ভাৰতীয় প্ৰাদেশিক ভাষাসমূহৰ ন-পুৰণি শ্ৰেষ্ঠ গ্ৰন্থও তালিকাভুক্ত হোৱা উচিত।

বাস্তৱ জীৱনত প্ৰথমে আত্মীয়-স্বজনৰ খা-খবৰ লোৱাটোৱে নিয়ম। তেনেকৈ অনুবাদৰ ক্ষেত্ৰতো ভাৰতীয় সাহিত্যকে অগ্ৰাধিকাৰ দিয়া সমীচীন হ'ব যেন লাগে। ভৰতৰ নাট্যশাস্ত্ৰৰ দৰে প্ৰাচীন শ্ৰেষ্ঠ গ্ৰন্থৰ অনুবাদ আজিলৈকে অসমীয়াত নোহোৱাটো পৰিতাপৰ কথা।

বৌদ্ধ, জৈন, খৃষ্টান, ইচলাম আদি সকলো ধৰ্মৰ মূল গ্ৰন্থবোৰ নহ'লেও তাৰ নিৰ্ভুল আভাস থকা গ্ৰন্থ অসমীয়ালৈ অনুবাদ হোৱা উচিত। তেনে গ্ৰন্থৰ অধ্যয়নে পাঠকৰ ধৰ্মীয় ধাৰণাৰ দিগ্বলয় বিস্তীৰ্ণ কৰে আৰু উদাৰভাৱে চিন্তা কৰিবলৈ মনত প্ৰবৃত্তি জগায়।

বিশ্ব সাহিত্যৰ বিভিন্ন স্ৰোত-উপস্ৰোতৰ লগত সংযোগ স্থাপন আৰু পাঠকৰ মনৰ বৌদ্ধিক দিগ্বলয-বিস্তাৰ অনুবাদ সাহিত্যৰ অন্যতম উদ্দেশ্য। এই প্ৰসঙ্গত আৰু এটা কথা মনত ৰাখিব লাগে যে আজিৰ যুগ আদান-প্ৰদানৰ যুগ, প্ৰচাৰ আৰু প্ৰসাৰৰ যুগ। গতিকে আমাৰ অসমীয়া সাহিত্যতো যিবোৰ শ্ৰেষ্ঠ সম্পদৰ সৃষ্টি হৈছে, কবিতা, উপন্যাস, চুটি গল্প, ৰচনা আদিত আমাৰ যিখিনি উৎকৃষ্ট সাহিত্য প্ৰকাশ হৈছে, সেইখিনি হিন্দী, বঙলা, উৰিয়া আদি অন্যান্য প্ৰাদেশিক ভাষা আৰু ইংৰাজীলৈ অনুবাদ হোৱা উচিত । সুখৰ কথা আজি বছৰচেৰেকৰ ভিতৰত এই কাম অনুষ্টুপীয়াভাৱেঁ হ'লেও চলিব ধৰিছে। উদ্যোক্তাসকলৰ আমি শলাগ ল'লোঁ।

বৰ্তমানে পুৰণি অসমীয়া সাহিত্য, বিশেষকৈ অঙ্কীয়া নাট আৰু বৰগীতসমূহ হিন্দী আদি ভাষালৈ লিপ্যন্তৰ হোৱা দেখা গৈছে। ই উৎসাহ আৰু আনন্দৰ কথা। কিন্তু লিপ্যন্তৰ কৰোঁতে যাতে অসমীয়া উচ্চাৰণ ঠিক থাকে আৰু মূল, কোনো প্ৰকাৰে বিকৃত নহয়, লিপ্যন্তৰকাৰীসকলে সেই বিষয়ে সতৰ্ক থকা উচিত হ'ব। এই ক্ষেত্ৰৰ উদ্যোক্তাসকলো আমাৰ আন্তৰিক ধন্যবাদৰ পাত্ৰ।

## ৰচনাৱলী :

ৰচনাৱলী সংকলন আৰু সম্পাদন নতুন যুগৰ অসমীয়া সাহিত্যৰ এবিধ নব-সংযোজনা। বেজবৰুৱা, গোহাঞিবৰুৱা, হেমচন্দ্ৰ গোস্বামী, ৰজনীকান্ত বৰদলৈ, ভোলানাথ দাস, ৰত্নেশ্বৰ মহন্ত, ফণী শৰ্মা, দুৰ্গেশ্বৰ শৰ্মা আদি লেখকসকলৰ ৰচনাৱলী প্ৰকাশে অসমীয়া ভাষা-সাহিত্যৰ সৌষ্ঠৱ আৰু মৰ্যাদা বৃদ্ধিত সহায় কৰিছে। বিস্মৃতিত বিলীন হ'ব খোজা, একালৰ প্ৰসিদ্ধ-লেখক আৰু অনেক এতিয়াও এই বিষয়ত সমাদৃত হ'বলৈ বাকী ; যেনে—পুৰাতাত্ত্বিক সোণাৰাম চৌধুৰী, আভিধানিক হেমচন্দ্ৰ বৰুৱা, পানীন্দ্ৰনাথ গগৈ, ধনাই বৰা, বলদেৱ মহন্ত, ইন্দ্ৰেশ্বৰ বৰঠাকুৰ, লম্বোদৰ বৰা আদি অনেক। ৰচনাৱলীৰ জোখাৰে একেজনাৰে যথেষ্ট সাহিত্য-সম্ভাৰ নাথাকিলে, সমসাময়িক কেইবাগৰাকীৰো ৰচনা একত্ৰিত কৰিও গ্ৰন্থাৱলী প্ৰস্তুত কৰা যায়।

## অভিধান :

'হেমকোষ'ৰ পিছত 'চন্দ্ৰকান্ত অভিধান' ওলাল যদিও সি 'হেমকোষ'ৰ

ৰূপান্তৰ মাত্ৰ। কোনো ঠাইত সি 'হেমকোষ'ৰো ওচৰ চপা নাই। উদাহৰণ স্বৰূপে 'মাতোৱাল' শব্দত ক'লে 'মতোৱাল' চোৱা ; 'মতোৱাল'ত ক'লে 'মতলীয়া' চোৱা ঃ 'মতলীয়া' অভিধানতে নাই। 'হেমকোষ'ত 'মাতোৱাল' নাই ; 'মতোৱাল' আৰু 'মতলীয়া' আছে।

শব্দৰ যথাসম্ভৱ ব্যুৎপত্তি, প্ৰয়োগ, ঐতিহাসিক বিবৰ্তন আদি থকা উজনি-নামনিৰ ব্যাপকভাৱে প্ৰচলিত শব্দ-সম্ভাৰেৰে পৰিপূৰ্ণ অসমীয়া ভাষাৰ পূৰ্ণাঙ্গ অভিধান এখনৰ অভাৱ আজি বহু দিনৰপৰা সকলোৱে অনুভৱ কৰি আছে। 'চন্দ্ৰকান্ত' অভিধানৰ তৃতীয় সংস্কৰণ বিশেষজ্ঞসকলৰ তত্ত্বাৱধানত নতুন ৰূপত পূৰ্ণাঙ্গ হৈ ওলাব বুলি আজি বহুদিন ধৰি শুনি আছোঁ। সি প্ৰকৃততে কি ৰূপ ধৰি ওলায় দেখিহেহে লেখিব পৰা যাব। প্ৰকাশন পৰিষদৰ ১৯৭৭ চনত প্ৰকাশিত 'আধুনিক অভিধান'খনো আশানুৰূপ নহ'ল। তাৰে উন্নত সংস্কৰণৰ যো-জা চলি আছে বুলি শুনি আশ্বস্ত হৈছোঁ।

প্ৰাসঙ্গিকভাৱে উল্লেখ কৰা যায় যে অসমীয়া ভাষাৰ খনচেৰেক আঞ্চলিক শব্দকোষৰো প্ৰয়োজন হৈছে। কামৰূপ জিলা পৰিষদে তেনে এটা আঁচনি জিলা পৰিষদৰ ভিত্তিত গ্ৰহণ কৰিছে আৰু তাৰ কাম আৰম্ভ হৈছে বুলি শুনিছোঁ। তেনেকৈ প্ৰত্যেক জিলা পৰিষদতে আঁচনি লৈ চন্দ্ৰকান্ত অভিধানত নথকা ব্যৱহাৰী শব্দবোৰ গোটাই আঞ্চলিক ভিত্তিত একোখন শব্দকোষ ৰচনাৰ কাম হাতত লোৱা উচিত হ'ব বুলি আমি ভাবোঁ। তাকে কৰিলে পিছত তেনেকৈ সংগৃহীত হোৱা বিভিন্ন অঞ্চলৰ শব্দ-সম্ভাৰ গোটাই লৈ সেইবোৰৰ সম্ভাব্য ব্যুৎপত্তি, প্ৰয়োগ, ইতিহাস আদি বিচাৰ কৰি উপযুক্তখিনিক মান্য ভাষাৰ অভিধানত গ্ৰহণ কৰিবলৈ সুবিধা ওলাব। আজিৰ দিনত পূৰ্ণাঙ্গ অভিধান ৰচনা এজন লোকৰ কাম নহয়।

বৈষ্ণৱ-যুগীয় সাহিত্যৰ পুৰণি শব্দৰ অভিধান এখনো আমাক লাগে। সেই বিষয়েও চিন্তা কৰিবৰ সময় হৈছে।

## ধৰ্মীয় সাহিত্যৰ প্ৰকাশন ঃ

এতিয়ালৈকে প্ৰকাশ পোৱা পুৰণি ধৰ্মীয় সাহিত্যৰ ভিতৰত দুই খণ্ডত বিভক্ত 'অষ্টাদশ পৰ্ব অসমীয়া মহাভাৰত', শ্ৰীমন্ত শঙ্কৰৰ সমস্ত ৰচনাৱলীৰে 'শঙ্কৰ ব্যক্যামৃত', 'চিত্ৰ ভাগৱত' আৰু দ্বাদশ স্কন্ধ সম্পূৰ্ণ অসমীয়া 'শ্ৰীমদ্ভাগৱৎ' অসমীয়া সাহিত্যৰ কীৰ্ত্তিস্তম্ভ। নানা ঠাইৰপৰা সাঁচিপতীয়া পুথি বিচাৰি-খোচাৰি আনি অশেষ কষ্ট আৰু বিপুল অৰ্থব্যয়েৰে এই গ্ৰন্থকেইখন ছপাই উলিয়াই স্বৰ্গীয় হৰিনাৰায়ণ দত্ত বৰুৱাই ভাষাজননীৰ উদ্দেশ্যে যি অপূৰ্ব সেৱা আগবঢ়ালে তাৰ তুলনা নাই। 'ব্যাসাশ্ৰম', সম্পূৰ্ণ 'ব্ৰহ্মবৈবৰ্ত্ত পুৰাণ', 'সুকনাম্নী', 'হৰ-গৌৰী সংবাদ' আদি আৰু অনেক মূল্যবান পুথি এতিয়াও প্ৰকাশৰ কাৰণে ৰৈ আছে। স্বৰ্গীয় দত্ত বৰুৱাৰ আদৰ্শ

অনুসৰণ কৰি ভাষা-জননীৰ পূজাৰ বেদীলৈ নৈবেদ্য আগবঢ়াবলৈ আৰু জনচেৰেক উদাৰমনা প্ৰকাশক ওলাব বুলি আমি আশা কৰিছোঁ।

## বিশ্ববিদ্যালয়ত লিপি-বিজ্ঞান প্ৰশিক্ষণ ঃ

অসমৰ হাবিয়ে-বনে, পৰ্বতে-প্ৰান্তৰে, বাৰীয়ে-ঘৰে অলেখ শিলালিপি, তাম্ৰশাসন আদি আবিষ্কৃত হৈছে। সেইবোৰৰ সঠিক পাঠোদ্ধাৰ দূৰৰ কথা পুৰণি সাঁচিপতীয়া পুথিৰ আখৰ পঢ়াটোৱে আজিৰ পাঠকৰ কাৰণে সমস্যা হৈ পৰিছে। ফলত 'অব কৃপা কুৰু' গুচি 'অবহ পাকৰু' হয়। লিপিজ্ঞান নথকা কাৰণে তিব্বতী ভাষাত থকা বৌদ্ধ দোহাৱলীৰ প্ৰকৃত পাঠ অসমীয়া পাঠকে মূলৰপৰা আজিকোপতি ল'ব পৰা নাই, আৰু তাৰ কাৰণে মূল দোহাৱলী বিচাৰিবলৈও চেষ্টা কৰা নাই। এনে-স্থলত অসমৰ বিশ্ববিদ্যালয় দুখনৰ কোনোবা এটা স্তৰত লিপিজ্ঞান প্ৰশিক্ষণক অসমীয়া সাহিত্যৰে এটা অঙ্গ হিচাপে লৈ সেই বিষয়ত প্ৰশিক্ষণ দিয়া হিতকৰ হ'ব বুলি আমি ভাবোঁ।

## অসম, অসমীয়া আৰু অসম সাহিত্য সভা ঃ

অসম কোনো এক বিশেষ জনগোষ্ঠীৰ খিলঞ্জীয়া বাসস্থান নহয়। অসম নামটোও তেনেকৈ ২/৩ শ বছৰতকৈ পুৰণি নহয়। আন নালাগে শঙ্কৰদেৱৰ দিনতে এই নাম নাছিল। অসমীয়া ভাষা বোলা ভাষাও নাছিল। সেইবুলি এই দেশো নাছিল, এই ভাষাও নাছিল এনেও নহয় ; দুয়োটাই আছিল, মাত্ৰ নাম আছিল পৃথক। পিছে যি নামেই নাথাকক এই দেশলৈ যিয়ে আহিছিল সিয়ে কিন্তু ইয়াৰ গুণত মুগ্ধ হৈ ইয়াতে ৰৈ গৈছিল। সেয়েহে ই অসুৰ, কিৰাট, অষ্ট্ৰিক, বড়ো, আৰ্য, অনাৰ্য, জন-জাতীয় আদি নানা গোষ্ঠী, নানা জাতি-উপজাতিৰ লোকৰ উমৈহতীয়া বাসভূমি হৈ আহিছে। এয়ে অসম দেশ। ইয়াতে থাকি ইয়াৰ আদিবাসীসকলৰ লগত এক হৈ আপোন জীৱন-প্ৰবাহ সিহঁতৰ জীৱন-প্ৰবাহৰ লগত যিয়ে মিলাই দিছে, তেৱেঁ ইয়াত ভাবে-ভাষাই জীণ গৈছে, তেৱেঁ ইয়াৰ লোক বুলি পৰিগণিত হৈছে ; তেৱেঁ অসমীয়া লোক। ইয়াত যিটো ভাষা সকলোৱে বুজে আৰু যিটো পৰস্পৰৰ ভাব প্ৰকাশৰ বাহন হৈ পৰিছে সেয়ে অসমীয়া ভাষা। এই ভাষাৰ যি সাহিত্য সেয়ে অসমীয়া সাহিত্য। সেয়েহে পৰ্বত-ভৈয়াম, চৰ-হাবি-বন সকলোতে নিগাজীকৈ বাস কৰা অসম ভূমিখণ্ডৰ লোকেই অসমীয়া। আহোমসকলে তেওঁলোকৰ টাই ভাষা এৰি দি ইয়াৰ ভাষা ল'লে। আৰ্যসকলে সংস্কৃত ভাষা এৰি দি ইয়াৰ ভাষা ল'লে। সেইদৰে অসমত বাসকৰা বিভিন্ন জাতি-উপজাতিয়েও নিজৰ কথিত ভাষা থকা সত্বেও ইয়াৰ ভাষা

আদৰি ল'লে। এই ভাষাৰ মূল জঁকাটো সংস্কৃত যদিও অসমত বসবাস কৰা বিভিন্ন জাতি-প্ৰজাতিৰ ভাষাৰ শব্দৰাজিয়ে ইয়াক সমৃদ্ধ কৰি তুলিছে। 'সকলোৰে কিঞ্চিৎ কিঞ্চিৎ তেহে এটাৰ সমুচিত' বোলা কথা ইয়াত খাটিছে। সকলো দেৱতাৰ তেজ আৰু শক্তি গ্ৰহণ কৰি হেনো শাৰদীয় দুৰ্গাপূজাৰ মহামায়া ভগৱতী আবিৰ্ভূতা হৈছিল। কবি-কল্পনাত তিলতিলকৈ সকলো উপমা দ্ৰব্যৰ সাৰ সংগ্ৰহ কৰি হেনো বিধাতাই নাৰী-সৌন্দৰ্যৰ প্ৰতীক তিলোত্তমাৰ সৃষ্টি কৰিছিল। কালিদাসৰ উমাৰো জন্ম তেনেকৈয়ে হৈছিল। অসমীয়া ভাষাটোকো তেনেকৈ আহোমে টাই শব্দ, বড়োই বড়ো শব্দ, খাছীয়াই খাছী শব্দ, মুছলমানে আৰবী-ফাৰ্চী শব্দ, ইংৰাজে ইংৰাজী শব্দ আৰু আনকি চাওতাল, মুণ্ডা আদি সকলেও নিজ নিজ কথিত ভাষাৰ শব্দসম্ভাৰ দি গঢ়ি তুলিছে। ই সকলোৰে উমৈহতীয়া সম্পত্তি ঃ এজমালি পট্টাৰ জমি।

সেইদৰে অসম সাহিত্য সভাও কেৱল অসমীয়া ভাষা-ভাষীৰে একচেটিয়া অনুষ্ঠান নহয় ; অসমক প্ৰাণভৰি ভাল পাই, অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ প্ৰতি শ্ৰদ্ধাবান হৈ, অসমত স্থায়ীভাৱে বসবাস কৰা সকলো লোকৰে ই উমৈহতীয়া অনুষ্ঠান। সেয়েহে ই অসমীয়া সাহিত্য সভা নহৈ অসম সাহিত্য সভা। অসমীয়া ভাষা, সাহিত্য আৰু সংস্কৃতিৰ সৰ্বাঙ্গীণ উন্নতি সাধনেই ইয়াৰ ঘাই উদ্দেশ্য।

আৰু এটা কথা—মহাপুৰুষ শঙ্কৰদেৱকে অসমীয়া ভাষা, সংস্কৃতি আৰু সাহিত্যৰ পিতৃ স্বৰূপ আৰু অসমীয়া জাতীয় জীৱনৰ প্ৰতীক বুলি ধৰা হয় ; কিন্তু তেওঁৰে উপৰি পুৰুষসকল আছিল কনৌজৰ লোক। একালত তেওঁলোকে অসমীয়া নাজানিছিল, নকৈছিল। মাধৱদেৱৰ পিতৃ গোবিন্দগিৰীও আহিছিল আজিকালিৰ বাংলাদেশৰ বাণ্ডকা নামৰ ঠাইৰপৰা। তেওঁৰো সেই একে কথাই আছিল। লক্ষ্মীনাথ বেজবৰুৱা, চন্দ্ৰকুমাৰ আগৰৱালা, হেমচন্দ্ৰ গোস্বামী, কনকলাল বৰুৱা, অম্বিকাগিৰী ৰায়চৌধুৰী, নলিনীবালা দেৱী—এই সকলোৰে গুৰি-শিপা বিচাৰিলে অসমত পোৱা নাযাব। এয়ে অসম দেশ ; এনেকুৱাই ইয়াৰ বিচিত্ৰ গুণ। ইয়াত সকলোৱে—'দিবে আৰ নিবে, মিলাবে মিলিবে, যাবেনা ফিৰে।' সংমিশ্ৰণ আৰু সংহতিয়ে অসমীয়াৰ জাতীয় জীৱনৰ মূল মন্ত্ৰ। অনৈক্যৰ মাজত ঐক্যই অসমৰ বিশেষত্ব। অসম ভাৰতৰ ক্ষুদ্ৰ সংস্কৰণ।

## সাহিত্য সভাৰ গণমুখী প্ৰভাৱ ঃ

বহুতে কয় অসম সাহিত্য সভা সাহিত্যিকৰ সভা নহয় ঃ ই এখন মেলা আৰু দিনক দিনে ই অধিকতৰ মেলামুখী হৈ আহিব লাগিছে। কিছু পৰিমাণে কথাটো সঁচা ; কিন্তু তেনে মেলাৰো জানো প্ৰয়োজন নাই? সাহিত্যিক হৈ, জনচেৰেক সমভাবাপন্ন লোকৰ গোষ্ঠী এটাত সোমাই কূপ-মণ্ডুক হৈ থাকিলে

জানো চলে? সকলো মানুহেই কম-বেছি পৰিমাণে সাহিত্যিক বা সাহিত্যমোদী; আৰু, জনসংসৰ্গ ত্যাগ কৰি সাহিত্য জীয়াই থাকিব নোৱাৰে। গতিকে সাহিত্য-সভা, মেলামুখী নহৈ গণমুখী বা জনমুখীহে হৈছে। সাহিত্যৰ নামত এনে জন-জাগৰণ আৰু লোকসংগ্ৰহে আবেগিক সংহতিৰ সেতু নিৰ্মাণ কৰে। সেই হেতুকে সাহিত্য সভা আপোনা-আপুনিয়ে অসমীয়াৰ এটা জাতীয় উৎসৱলৈ ৰূপান্তৰিত হৈছে। এই উৎসৱৰ লগতে পতা প্ৰদৰ্শনীখন হৈ পৰিছে জনশিক্ষাৰ একপ্ৰকাৰ মাধ্যম আৰু পুথি-বিক্ৰী আৰু প্ৰচাৰৰ ক্ষণস্থায়ী কেন্দ্ৰ। ১৯৬০ চনত প্ৰথম বাৰৰ কাৰণে সাহিত্য সভাৰ বাৰ্ষিক অধিৱেশন নগৰ এৰি গাঁৱত সোমায়ঃ পলাশবাৰী-মিৰ্জাত বহে। সাহিত্য সভাৰ বুৰঞ্জীত ই এক নতুন কথা, নতুন অভিলেখ। সভাই গাঁৱলৈ গতি কৰাৰ লগে লগে ইয়াৰ ৰূপ গণমুখী হ'বলৈ ধৰে।

## লেখক-শিবিৰ ঃ

এইটো সঁচা যে সাহিত্যিসকলক চিন্তা-চৰ্চা আৰু আলাপ-আলোচনাৰ কাৰণে সাহিত্য সভাৰ বাৰ্ষিক অধিৱেশনে উপযুক্ত পৰিৱেশৰ যোগান নধৰে, ইয়াৰ উৎসৱমুখৰ পৰিবেশে আবেগিক মিলন আৰু সংহতিৰহে মাথোঁ সুযোগ দিয়ে। তেনে আলাপ-আলোচনাৰ বাবে সেইদেখি পৃথকে সাহিত্য সভাৰ পৰিপূৰক হিচাপে 'লেখক-শিবিৰ' নামৰ সত্ৰানুষ্ঠান এটিৰ সৃষ্টি হৈছে। গীতাত স্বয়ং ভগৱানে 'প্ৰয়োজন মতে মই নিজেই নিজক সৃজন কৰোঁ' বোলাৰ দৰে লেখক-শিবিৰৰো সৃষ্টি স্বয়ং প্ৰয়োজনসম্ভূত। ভাবৰ পৰস্পৰ আদান-প্ৰদান আৰু তাৰ জৰিয়তে ভাষা-সংস্কৃতি-সাহিত্যৰ অগ্ৰগতিৰ পথত উদ্ভৱ হোৱা সমস্যাবোৰৰ সম্যক সমাধানৰ কাৰণে ই এক উৎকৃষ্ট মঞ্চ। ১৯৭৩ চনত জন্ম লাভ কৰি ই ক্ৰমবিকাশৰ পথত আগবাঢ়িছে।

লেখক শিবিৰৰ স্থান সাহিত্য সভাৰ বাৰ্ষিক অধিৱেশনতে আহ্বানক্ৰমে স্থিৰ হোৱা উচিত। আলোচ্য বিষয় আৰু সময় পিছত স্থিৰ কৰিব পৰা যায়। এনে বৈঠক বিভিন্ন অঞ্চলৰ শান্ত সুস্থিৰ পৰিৱেশত পাতিব পাৰিলে দুটা উদ্দেশ্য সিদ্ধি হয়ঃ (১) গ্ৰামাঞ্চলত সাহিত্য-চৰ্চাৰ অনুকূল পৰিৱেশ এটাৰ সৃষ্টি আৰু (২) জনজীৱনৰ লগত সাহিত্যিকৰ অন্তৰঙ্গ সম্বন্ধ স্থাপন।

## পাঠ্য-পুথি, আখৰ-জোঁটনি আৰু ব্যাকৰণ ঃ

পাঠ্য-পুথি নিৰ্বাচন আৰু ৰচনাৰ সময়ত পঠিতব্য বিষয় আৰু তাৰ ভাষাৰ ওপৰত বিশেষ মনোযোগ দিয়াৰ প্ৰয়োজন। তাৰ ৰচনা হ'ব লাগে খাঁটি জতুৱা

ঠাচত লিখা, আৰু বিষয়বস্তু জাতীয় সংহতিৰ সহায়ক। অসমৰ পাঠ্য-পুথিত ৰবীন্দ্ৰনাথ, আকবৰ, নানক, যীশুখৃষ্ট, স্বামী বিবেকানন্দ, হজৰত মহম্মদ আদি মহৎ লোকৰ জীৱনী সন্নিবিষ্ট হোৱা যুগুত। তেনেকৈ আকৌ বঙলা, উৰিয়া, হিন্দী আদি প্ৰাদেশিক ভাষাৰ পাঠ্য-পুথিত শঙ্কৰদেৱ, লাচিত বৰফুকন, ৰজা নৰনাৰায়ণ আদি প্ৰথিতযশা লোকসকলৰ জীৱনৰ আদৰ্শ কাৰ্যাৱলীৰ কিছু আভাস থকা উচিত। ভাৰতৰ সাহিত্য, ইতিহাস, সঙ্গীত, সংস্কৃতি সকলোতে হিন্দু-মুছলমান-শিখ-জৈন-আৰ্য-অনাৰ্য-জনজাতি সকলোৰে ঐতিহ্যৰ অলপ নহয় অলপ লিপিত থাই আছে। সেই ঐক্য আৰু সংহতিৰ বীজ শিক্ষাৰ্থীৰ মনত পৰ্যায়ক্ৰমে ৰোপণ কৰা পাঠ্য-পুথিৰ এটা অপৰিহাৰ্য কৰ্তব্য।

পাঠ্য-পুথি সৰ্বতোভাৱে নিৰ্ভুল হোৱা বাঞ্ছনীয়। পাঠ্য-পুথিৰ ভুলে শিক্ষাৰ্থীৰ মাজত অমৃতৰ ঠাইত গৰল পৰিৱেশন কৰে। মনত ৰখা ভাল যে—ভাষাৰ ভুল সৌচৰা ব্যাধি ; আলোচনী, বাতৰি কাকত, আকাশবাণী আৰু পাঠ্য-পুথিৰ ভুল মাৰাত্মক।

আখৰ-জোঁটনিৰ সমস্যা দিনক দিনে জটিলৰপৰা জটিলতৰ হৈ আহিব লাগিছে। ১৯৭০ চনত গুৱাহাটী বিশ্ববিদ্যালযৰ পাঠ্য-পুথি প্ৰস্তুতি সমন্বয় সমিতিয়ে এই সমস্যাৰ সমাধানৰ কাৰণে চেষ্টা কৰিছিল আৰু 'অসমীযা আখৰ-জোঁটনি আৰু লিপ্যন্তৰ পদ্ধতি' নামৰ পুস্তিকা এখনত কিছুমান বিষয়ৰ সিদ্ধান্ত দিছিল। ১৯৭৮ চনৰ অক্টোবৰ মাহত পাঠশালাত বহা লেখক-শিবিৰৰো আলোচ্য বিষয় আখৰ-জোঁটনিয়ে আছিল। জানিব পৰা গৈছে যে আলোচনাত উত্থাপিত হোৱা প্ৰশ্ন আৰু বিভিন্ন যুক্তিনিষ্ঠ মতসমূহ অসম সাহিত্য সভা, প্ৰকাশন পৰিষদ, পাঠ্য-পুথি নিগম আৰু অসমৰ দুয়োটা বিশ্ববিদ্যালয়ৰ প্ৰতিনিধিসকলে বহি চালি-জাৰি চাই চূড়ান্ত সিদ্ধান্ত গ্ৰহণ কৰিব খুজিছে। এইটোকে আমিও উত্তম উপায় বুলি ভাবিছোঁ। পিছে, এই সিদ্ধান্তবোৰ যাতে বাতৰি কাকত আৰু আলোচনীবোৰে মানি চলে সেই বিষয়েহে অধিক তত্ত্বাৱধান লোৱা উচিত। তাকে নকৰিলে বিশেষজ্ঞৰ আখৰ-জোঁটনি প্ৰস্তাৱতে পৰি ৰ'ব, বাতৰি কাকতৰ বানানহে সৰ্বসাধাৰণৰ মাজত নিৰ্বিবাদে চলি থাকিব। এইখিনিতে উল্লেখ কৰিব পাৰি যে সম্প্ৰতি এখন বাতৰি কাকতে (নাগৰিক) 'শুদ্ধ আৰু অশুদ্ধ' শিতানত ভাষাৰ কিছুমান ভুল ব্যৱহাৰলৈ মাজে-সময়ে পাঠকৰ দৃষ্টি আকৰ্ষণ কৰিব ধৰিছে। অইন বাতৰি কাকত আৰু আলোচনীতো সময়ে-সময়ে তেনে আলচ প্ৰকাশ হ'লে যথেষ্ট সুফল পোৱা যাব বুলি আশা কৰা যায়।

আখৰ-জোঁটনিৰ সমস্যা প্ৰকৃততে ব্যাকৰণৰ সমস্যাৰ এটা অঙ্গহে। অসমীয়া অভিধানৰ দৰে অসমীয়া ব্যাকৰণো বৃটিছ যুগৰ সৃষ্টি। হেমচন্দ্ৰ বৰুৱা, সত্যনাথ বৰা, ডঃ বাণীকান্ত কাকতি, পণ্ডিত কালিৰাম মেধি আদি বৈয়াকৰণিকসকলে নিজ নিজ গ্ৰন্থত অসমীয়া ব্যাকৰণৰ বিভিন্ন দিশ আলোচনা কৰিছে। ১৯৭৩ চনত গুৱাহাটী বিশ্ববিদ্যালয় শিক্ষক সংস্থায়ো 'অসমীয়া ব্যাকৰণৰ সমস্যা আৰু শিক্ষণ' সম্পৰ্কে

দুদিনীয়া আলোচনা চক্ৰ পাতিছিল। এনে ধৰণৰ আলোচনা মাজে মাজে চলি থকা উচিত।

ব্যাকৰণৰ মূল কথাৰ লগতে বৰ্ণসঙ্কোচন, বৰ্ণপৰিবৰ্তন, আখৰ-জোঁটনি আদি বিষয়ত প্ৰয়োজনমতে বিকল্পৰ ব্যৱস্থা ৰাখি সন্তৰ্পণে শনৈঃ শনৈঃ অগ্ৰসৰ হোৱাটোৱে বিধেয় বুলি আমি ভাবোঁ।

## লেখক সমবায় ঃ

পাঠ্য-পুথি নিগমে পঢ়াশলীয়া পাঠ্য-প্ৰকাশনৰ দায়িত্ব গ্ৰহণ কৰাৰ লগে লগে পুস্তক-বিক্ৰেতা প্ৰকাশকসকলে সম্প্ৰতি অন্যান্য পুথি-প্ৰকাশ একৰকম এৰি দিয়া দেখা গৈছে। ফলত অসমীয়া পুথি-প্ৰকাশ বন্ধ হোৱাৰ দৰে হৈছে। ১৯৭৭-৭৮ চনত ভাৰতবৰ্ষত প্ৰায় কুৰি হাজাৰখন পুথি ছপা হৈছিল আৰু তাৰ ভিতৰত অসমীয়া ডেৰশখনো নহয়। এই পৰিস্থিতিত লেখকসকলে সমবায় ভিত্তিত প্ৰকাশনৰ আঁচনি লোৱাত বাহিৰে গত্যন্তৰ নাই। কেৰালাত এনে সমবায়ে উন্নতি কৰি লেখকক শতকৰা ত্ৰিশভাগ পৰ্যন্ত 'ৰয়েলটি' দিবলৈ সমৰ্থ হৈছে বুলি শুনা গৈছে। উদ্যোগী নৱীন-প্ৰবীণ লেখকসকলক এই বিষয়ৰ কাৰ্যকাৰিতা সম্পৰ্কে চিন্তা কৰিবলৈ সকীয়াই দিয়া হ'ল।

## গ্ৰন্থপঞ্জী ঃ

বছৰটোত অসমীযা সাহিত্যত কি কি বিষয়ৰ, কি কি নামৰ কিমান কিতাপ ওলাল তাৰ হিচাপ কোনেও নাপায়। সাহিত্য সভাৰ ফালৰপৰা সেই হিচাপ ৰখাৰ আৰু সাহিত্য সভাৰ বাৰ্ষিক অধিৱেশনৰ সময়ত 'পত্ৰিকা'ত বা পৃথকে তাৰ তালিকা প্ৰকাশ কৰাৰ ব্যৱস্থা হোৱা উচিত। তাৰ বাবে সাহিত্য সভাৰ মূল কাৰ্যালয়লৈ প্ৰকাশনৰ লগে লগে দুখনকৈ কিতাপ প্ৰধান সম্পাদকৰ নামত পঠোৱাৰ ব্যৱস্থা কৰিবলৈ গ্ৰন্থকাৰ আৰু প্ৰকাশসকলক অনুৰোধ কৰা হ'ল। কাৰ্যপালিকাই এনে পুস্তক প্ৰেৰণৰ অন্ততঃ ডাক-খৰচ ফেৰা বহন কৰাৰ বিষয়ে বিবেচনা কৰিলে ফল আশাপ্ৰদ হ'ব বুলি ভাবোঁ।

সাহিত্য সভাৰ দুয়োটা কাৰ্যালয়ৰ নিজা পুথি-ভঁৰাল আৰু অভিলেখাগাৰ (Archiyes) থকা উচিত। পুথি-ভঁৰালত সাহিত্য সভাৰ প্ৰকাশিত গ্ৰন্থসমূহ আৰু 'সাহিত্য সভা পত্ৰিকা'ৰ বন্ধোৱা বাৰ্ষিক সংকলনবোৰ সযতনে ৰখাৰ উপৰি পুৰণি কিতাপ, বিশেষকৈ দুষ্প্ৰাপ্য গ্ৰন্থবোৰ সংৰক্ষণ কৰাৰ ব্যৱস্থা কৰিব লাগে। অভিলেখাগাৰত সাঁচিপতীয়া পুথি আৰু অন্যান্য পুৰণি ঐতিহ্যপূৰ্ণ আচবাৰ ৰখা যায়। আনন্দৰ কথা স্বৰ্গীয় ৰঘুনাথ চৌধাৰী, স্বৰ্গীয় উমেশচন্দ্ৰ পুথি-ভঁৰালৰ সংগৃহীত

গ্ৰন্থৰাজি ইতিমধ্যে সভাৰ পুথি-ভঁৰাললৈ দানৰূপে পোৱা গৈছে। আমি তেখেতসকলৰ উত্তৰাধিকাৰীসকলৰ বদান্যতাৰ শলাগ ল'লোঁ।

দুষ্প্ৰাপ্য মূল্যবান গ্ৰন্থ আৰু সাঁচিপতীয়া পুৰণি পুথি-মালিকসকলে হস্তান্তৰ কৰিব নোখোজে। সেইবোৰৰ নকল ল'বৰ কাৰণে আজিকালি মাইক্ৰোফিল্ম, ফটোষ্টেট, মাইক্ৰোফিচ, মাইক্ৰো কাৰ্ড, মেগনেটিক টেঁপ প্ৰভৃতি যন্ত্ৰ ওলাইছে। এনে যন্ত্ৰ অসম সাহিত্য সভা, ৰাজ্যিক পুথি-ভঁৰাল, পুৰাতত্ত্ব আৰু বুৰঞ্জী বিভাগ, কামৰূপ অনুসন্ধান সমিতি আদিত ৰখাৰ প্ৰয়োজন। জাতীয় সম্পদ উদ্ধাৰ আৰু সংৰক্ষণৰ হকে জাতীয় চৰকাৰে ইয়াৰ বিত্তীয় দায়িত্ব গ্ৰহণ কৰিবলৈ হেলা নকৰিব বুলি আমাৰ বিশ্বাস।

## অৰুণাচল-মিজোৰাম-মেঘালয় আৰু নগালেণ্ড ঃ

অসমৰ পাৰ্বত্য অঞ্চলত ১৮৮৩ চনত প্ৰৱৰ্তন কৰা ইনাৰ লাইন ৰেগুলেচনৰ ফলত পোনতে পৰ্বতবাসী ভাইসকল অসমৰ ভৈয়ামবাসীসকলৰপৰা পৃথক হ'ল। তাৰ পিছত স্বৰাজোত্তৰ যুগত অসমৰ উত্তৰ-পূব সীমান্ত ভূভাগৰ পাঁচখন জিলা কাটি নি প্ৰথমে নেফা, পিছত অৰুণাচলৰ সৃষ্টি কৰা হ'ল। যি বাকী আছিল তাৰপৰা আকৌ তিনি টুকুৰা কাটি লৈ খাছীয়া-জয়ন্তীয়া আৰু গাৰো-পৰ্বতেৰে মেঘালয়, নগা পৰ্বতক লৈ নগালেণ্ড আৰু লুচাই পৰ্বতক লৈ মিজোৰাম নাম দি কেন্দ্ৰীয় চৰকাৰে চাৰিখন পৃথক ৰাজ্যৰ সৃষ্টি কৰিলে। সংশ্লিষ্ট জনজাতীয় ভাইসকলৰ উন্নতি আৰু আত্মবিকাশকে এই বিভাজনৰ উদ্দেশ্য বুলি ঘোষণা কৰা হৈছে। সেইদেখি আমাৰো তাত অকৃত্ৰিম শুভেচ্ছা আছে। কিন্তু আমি আশা ৰাখিছোঁ, কৃষ্টি-সংস্কৃতিৰ এনাজৰীৰে যুগ যুগ ধৰি বান্ধ খাই থকা আমাৰ এই বঙহখিনি ভৌগোলিকভাৱে বিচ্ছিন্ন হৈছে যদিও তেওঁলোক আমাৰ কাৰণে 'আছে মিতিৰ থাকক দূৰত, তাক পাম নিদান কালত' হৈ থাকিব। 'মিতিৰে মিতিৰে খায়, ধাৰ শুজা যায়' আৰু 'মিতিৰৰ আহ-যাহ, জন্তুৰ চেলেকা-চেলেকি।' গতিকে আমাৰ আশা, এতিয়াও আমাৰ মাজত কৃষ্টি-সংস্কৃতিৰ পৰস্পৰ মিলন আৰু বিনিময় চলি থাকিব আৰু সেয়ে হ'ব আমাৰ জাতীয় সংহতিৰ মূল যোগ-সূত্ৰ।

জনসাহিত্য আৰু জনসংস্কৃতিৰ ফালেদি জনজাতীয় ভাইসকল অসমীয়াৰ লগাভগা। তেওঁলোকৰ অনেক প্ৰবচন, অনেক সাধুকথা আমাৰ লগত তেনেই মিলি যায়। উদাহৰণ নিষ্প্ৰয়োজন।

## কাৰ্বি ৰামায়ণ ছাবিন-আলুন ঃ

ৰামায়ণৰ দৰে ধৰ্ম-গ্ৰন্থৰ প্ৰভাৱো জনজাতীয় জীৱনত পৰা দেখা গৈছে।

ইয়াৰ উজ্জ্বল নিদৰ্শন কাৰ্বি ৰামাযণ। কাৰ্বি ভাষাত লিখা এই ৰামায়ণৰ নাম ছাবিন আলুন বা ছাবিনৰ গীত। ছাবিন কোন আছিল জনা নাযায। এই ৰামায়ণ মুখে মুখে চলি অহা কিছুমান গীতৰ সমষ্টি। গীতবোৰ কাৰ্বিসকলৰ পূজা-পাটল থকা ধৰ্মীয় অনুষ্ঠানত গোৱা হয়। উল্লেখযোগ্য এই যে এজন লোকে জীৱনত তিনিবাৰতকৈ বেছি এই গীতবোৰ গোৱা নিষেধ। এনে নিষিদ্ধ পৰম্পৰাৰ হেতুকে গীতবোৰ দুষ্প্ৰাপ্য হৈ পৰিছে। ইয়াৰ মূল আখ্যান ৰামায়ণৰ আখ্যানৰ লগত মিলে যদিও কাৰ্বিসকলৰ চিন্তাধাৰা আৰু সমাজ-ব্যৱস্থাৰ লগত খাপ খোৱাকৈ ই অ'ত-ত'ত নতুন ৰূপ পৰিগ্ৰহ কৰিছে। ইয়াৰ মতে ৰাৱণৰ মূৰ বাৰটা, মেঘনাদ ৰাৱণৰ ভায়েক, সীতা ম'ৰা চৰাইৰ কণীৰপৰা এটা খালৈত উপজিছিল, সীতাৰ মাক আছিল জনক ৰজাৰ পত্নী হেম্‌ফি বসুমতী ; ৰাৱণৰ জীউটো শোৰনী কোঠাৰ খুঁটা এটাৰ খোৰোঙত লুকাই থোৱা আছিল, হনুমানে তাক বিচাৰি উলিযাইছিল—ইত্যাদি।

১৯৭৬ চনত ডিফু সাহিত্য সভাৰ সদস্যসকলৰ যত্নত, বিশেষকৈ অধ্যাপক ৰংবং তেৰন, শ্ৰীপ্ৰেমকান্ত মহন্ত আৰু শ্ৰীজযচিং দলৈৰ আশাশুধীয়া চেষ্টাত গীতবোৰৰ সংগ্ৰহ, সম্পাদন আৰু প্ৰকাশন সম্ভৱ হৈছে। তেওঁলোক সদৌটি আমাৰ সকলোৰে শলাগৰ পাত্ৰ।

ৰামাযণ-মহাভাৰতৰ এনে গীত-মাত অইন জনজাতীয় ভাষাতো চলি থাকিব পাৰে আৰু এই বিষয়ে অনুসন্ধানৰ থল আছে।

এইখিনিতে প্ৰাসঙ্গিকভাৱে এই কথা উল্লেখ কৰা যায যে যোৱা ৫ জানুৱাৰী তাৰিখে নগালেণ্ড সীমান্তৰ ভিতৰৰপৰা অহা কিছুমান সশস্ত্ৰ দুৰ্বৃত্তই অসম-নগালেণ্ড সীমান্তৰ অসমৰ মাটিত বাস কৰা অলেখ নিৰীহ কৃষকৰ ঘৰ-দুৱাৰ জ্বলাই, অসংখ্য নিৰীহ লোকক নৃশংসভাৱে হত্যা কৰি, যি ঘৃণনীয পৰিস্থিতিৰ সৃষ্টি কৰিলে তাক আমি তীব্ৰ গৰিহণা দিওঁ আৰু এই ঘটনাক উভয় ৰাজ্যৰ মাজত উপস্থিত হোৱা এটা দুৰ্ভাগ্যজনক ঘটনা বুলি গণ্য কৰোঁ। সংশ্লিষ্ট চৰকাৰে অচিৰে ইয়াৰ মূলীভূত কাৰণ উদ্‌ঘাটন কৰি দোষীক সমুচিত দণ্ড দিব লাগে আৰু জনসাধাৰণক জীৱন আৰু সা-সম্পত্তিৰ সম্পূৰ্ণ নিৰাপত্তা দান কৰি স্থায়ী শান্তি আৰু সম্প্ৰীতি পুনঃ প্ৰৱৰ্তন কৰিব লাগে। মিলাপ্ৰীতিৰ মাজেদি অতি সোনকালে আমাৰ আন্তঃৰাজ্যিক সকলো সীমা-বিবাদৰ নিষ্পত্তি হওক আৰু সীমা-বিবাদ যাতে কোনো ক্ষেত্ৰতে ৰাজ্যৰ শান্তি আৰু উন্নতিৰ অন্তৰায় হ'বলৈ নাপায় চৰকাৰে তাৰে ব্যৱস্থা লওক—তাকে আমি বিচাৰোঁ।

## ভাষিক মাধ্যম আৰু জনজাতীয় ভাষা ঃ

স্মৰণাতীত কালৰপৰা অসমীয়া ভাষায়ে অসমৰ আৰু অসমৰ দাঁতিকাষৰীয়া লোকসকলৰ ভাব প্ৰকাশৰ একমাত্ৰ মাধ্যম ৰূপে কাম কৰি আহিছে। যিসকলৰ নিজা মাতৃভাষা বা উপভাষা আছে তেওঁলোকে এতিয়া প্ৰাথমিক শিক্ষাৰ স্তৰত মাতৃভাষাৰ

মাধ্যমেদি শিক্ষা লাভ কৰাৰ সুযোগ পাইছে। সেই সুযোগ সকলোৰে মৌলিক অধিকাৰ। উচ্চ শিক্ষা লাভৰ বাবে তেওঁলোকে আঞ্চলিক ভাষা অসমীয়া শিকা নিতান্ত বাঞ্ছনীয়। তাকে কৰিলে তেওঁলোকৰ জীৱন ধাৰণৰ যাৱতীয় কাম-কাজ সুচল হোৱাৰ লগতে অসমৰ জনজীৱনৰ ঘাই সুঁতিটোৰ লগতো প্ৰীতি আৰু মিলনৰ সম্বন্ধ ৰক্ষা কৰি চলিবলৈ সুবিধা হ'ব। অসমীয়াভাষী লোকসকলেও অসমৰ অন্ততঃ এটা থলুৱা জনজাতীয় ভাষাৰ মাতকথা জানিব লাগে।

## ৰাজ্যিক ভাষা ঃ

বহুত যত্ন, বহুত আন্দোলন, বহুত ত্যাগস্বীকাৰৰ অন্তত অসমীয়া ভাষা ৰাজ্যিক ভাষা হ'ল ; কিন্তু নামতহে হ'ল, তাৰ প্ৰয়োগ হ'লে আজি প্ৰায় একুৰি বছৰেও শাসনৰ বৰ-চ'ৰা সচিবালয়তে হোৱা নাই। প্ৰশ্নটো হ'ল আমাৰ আমোলাসকলেই তাৰবাবে দায়ী নে অইন কোনোবাহে? স্পষ্টকৈ ক'বলৈ গ'লে আমাৰ মতে শাসকসকলেই এই ক্ষেত্ৰত লেজুত ধৰি বল নিদিয়া কাম কৰিছে। আমি জানো 'মহাজনঃ যেন এতঃ স পন্থা'— বৰলোক যেনি যায় অইনসকলো সেই পিনেই সুৰ সুৰকৈ চলে। দেশৰ শাসন যন্ত্ৰৰ 'মহাজন' মন্ত্ৰীসকলেই নহয় জানো? তেওঁলোকে ফাইলত ৰাজ্যভাষা প্ৰয়োগৰ, তেওঁলোকৰে ঘোষিত নীতি কাৰ্যত দেখুৱালে আমোলাসকলে তাকে অনুসৰণ কৰিব। আমি জনাত অন্ততঃ এগৰাকী মন্ত্ৰীয়ে অলপতে এই আদৰ্শ কাৰ্যত দেখুৱাই নিজৰ মনোবল প্ৰতিপন্ন কৰিছে। তেখেতে ৰাইজৰ শ্ৰদ্ধা আকৰ্ষণ কৰাৰ উপৰি আমাৰো প্ৰশংসাভাজন হৈছে। শাসনৰ সকলো ক্ষেত্ৰতো ৰাজ্যিক ভাষা প্ৰযোগ হ'লেহে অসমীয়াক ৰাজ্য-ভাষা বুলি ঘোষণা কৰাৰ সাৰ্থকতা হ'ব। আমি শুনি সুখী হৈছোঁ যে অলপতে চৰকাৰে এই বিষয়ে খৰতকীয়াকৈ তত্ত্বাধান লৈছে আৰু এই বছৰটোক ৰাজ্যিক ভাষা প্ৰয়োগৰ বছৰ হিচাপে গ্ৰহণ কৰিছে।

## সাহিত্য সভাৰ সমালোচনা আৰু সংগঠন ঃ

যিসকলে সাহিত্য সভাৰ বিষয়ে একুৰি এটা বিৰূপ মন্তব্য কৰে তেওঁলোকে প্ৰকৃততে সভাৰ প্ৰতি থকা স্নেহাধিক্যৰ হেতুকেহে তেনে উক্তি কৰে বুলি আমি ভাবোঁ—'অতিস্নেহঃ পাপাশঙ্কী'। তেওঁলোকে মনেপ্ৰাণে সভাক অধিক সক্ৰিয়, অধিক শক্তিশালী আৰু অধিক গৌৰবোজ্জ্বল হোৱাটো কামনা কৰে। সভাই তেওঁলোকৰ সেই শুভেচ্ছা কেনেকৈ ফলৱতী কৰিব পাৰে তাৰে চিন্তা কৰা উচিত।

এইটো সঁচা যে এতিয়ালৈকে সভাই যিমান আঁচনি হাতত লৈছে তাৰ অধিকাংশই কাৰ্যত সম্পূৰ্ণৰূপে ৰূপায়িত হোৱা নাই। আৰু, যিখিনি হৈছে তাৰো

বহুখিনি ছেগাচোৰোকা বিধৰ। তাৰ ঘাই কাৰণ কাৰ্যনিৰ্বাহকৰ সদস্য আৰু বিষয়ববীয়াসকলৰ সঘন পৰিবৰ্তন। সভাপতিৰ পদটো আজিলৈকে যথাৰ্থতে এটা আলঙ্কাৰিক সন্মান আৰু জাতিৰ আদৰ-স্নেহৰ প্ৰতীক হৈ আহিছে। বছৰৰ মূৰে মূৰে নতুন সভাপতিয়ে সেই সন্মান পাই আহিছে, পাই থাকক ; পুৰণিৰ ঠাই নতুনে লওক ; কিন্তু সভাপতিৰ লগে লগে বিষয়ববীযাসকলকে ধৰি সমস্ত কাৰ্যপালিকাৰ আমূল পৰিবৰ্তন নিশ্চয় বাঞ্ছনীয় নহয়। এবছৰীয়া কাৰ্যকালত কাৰ্যপালিকাই কোনো আঁচনিকে নিযাৰিকৈ কাৰ্যকৰী কৰিব নোৱাৰে। গতিকে এনে পৰিকল্পনা হাতত লোৱা উচিত যাতে অন্ততঃ প্ৰধান সম্পাদক সহ ৩/৪ জন কাৰ্যবাহী সদস্য তিনি বছৰলৈ দাযিত্বত থাকে, আৰু একেলগে একে সময়তে আটায়ে দাযিত্ব এৰিবলগীয়া নহয়। দেখ দেখ কাৰণতে সভাপতিজনাও পদেন সভ্যৰ দৰে আৰু দুবছৰলৈ উপদেষ্টা হিচাপে কাৰ্যপালিকাৰ লগত জড়িত থকা উচিত। এনেকুৱা ব্যৱস্থাৰে কাৰ্য চলালে সভাৰ কাৰ্যৰ আঁচনিৰ আঁত হেৰোৱাৰ আশঙ্কা কম হ'ব।

অৰুণাচল, মিজোৰাম, মণিপুৰ, কলিকতা, দিল্লী, বোম্বাই আদি ঠাইতো বহুত অসমীযা মানুহে বসতি কৰি আছে। সেই ঠাইবোৰত উৰিষ্যাৰ ভুবনেশ্বৰত গঠন কৰাৰ দৰে শাখা সভা গঠন কৰি অসম সাহিত্য সভাৰ যোগসূত্ৰ স্থাপন কৰিব পাৰিলে ভাল হ'ব। ৰাজ্যিক চৰকাৰৰ সাংস্কৃতিক বিভাগৰ লগত যোগাযোগ কৰি অৰুণাচল, মণিপুৰ, নগালেণ্ড আদি ঠাইবোৰলৈ সাংস্কৃতিক দল লৈ সাহিত্য সভাৰ শুভেচ্ছামূলক সম্প্ৰীতি-সন্দেশ সঘনে পঠোৱাৰ, আৰু তেওঁলোকৰ সাংস্কৃতিক দলো অসমলৈ মাজে-সময়ে অনাৰ, ব্যৱস্থা হ'ব লাগে।

যিবিলাক অঞ্চলত শাখা সভাৰ সংখ্যা তাকৰ সেইবোৰত নতুন নতুন শাখা সভা স্থাপন কৰা আৰু অন্য অঞ্চলবোৰত নতুন চলি থকা শাখা সভাবোৰ অধিক সক্ৰিয কৰি তোলা সভাৰ প্ৰথম কৰ্তব্য। পাঠক শ্ৰেণী গঢ়ি তোলা আৰু সভ্যসকলৰ মাজত লেখকৰ সংখ্যা বৃদ্ধি কৰা শাখা সভাবোৰৰ এটা প্ৰধান কাম।

শাখা সভা সবল আৰু সক্ৰিয় কৰি ৰাখিবলৈ হ'লে জিলা সাহিত্য সভাৰ জৰিয়তে তাৰ তদাৰক কৰা, গঠনমূলক কাৰ্যসূচীৰে শাখা সভাৰ বাৰ্ষিক অধিৱেশন অনুষ্ঠিত কৰোৱা, শাখা সভাৰ নিম্নতম কাৰ্যসূচী বান্ধি দিযা আদি কামত মূল সভাই মনোযোগ দিব লাগে। সংগঠনৰ হকে কাৰ্যপালিকাৰ সদস্যসকলক ভাগে ভাগে একোটা দাযিত্ব দিয়াও উচিত হ'ব।

## বিশ্বকোষ আৰু শিশু-বিশ্বকোষ ঃ

অসমীয়া ভাষাত বিশ্বকোষ ৰচনাৰ ৰংচঙীয়া ব্যয়বহুল আঁচনি এখন লোৱা হৈছিল আৰু সেইমতে কামো আৰম্ভ হৈছিল বুলি আমি জানো। আজি কিছুদিন ধৰি

সেই দিশত নীৰৱতা বিৰাজ কৰিছে। ই এটা অসন্তোষজনক পৰিস্থিতি। সাহিত্য সভাই এসময়ত শিশু-বিশ্বকোষ এখন প্ৰণয়নৰ উমঘাম কৰিছিল। এতিয়া বিশ্বকোষ ৰচনাৰ আঁচনি যদি কিবা কাৰণত অচল হৈছে তেনেহ'লে সেই সম্বল শিশু-বিশ্বকোষ এখন প্ৰস্তুত কৰাত খটালে কেনে হয়? চৰকাৰৰপৰা সন্তোষজনক সঁহাৰি পালে সাহিত্য সভাই সেই বিষয়ে মন-কাণ দিব পাৰে।

## বহিৰাগতৰ সমস্যা ঃ

অসমৰ ভাষিক আৰু অৰ্থনৈতিক সমস্যা দিনক দিনে অধিক জটিল আৰু সঙ্কটজনক হৈ পৰিছে। বাংলাদেশ, নেপাল আৰু আনকি ব্ৰহ্মদেশৰপৰাও বহিৰাগতৰ সোঁত কেতিযাবা অন্তঃসলিলা ফল্গুৰ দৰে চোৰাংকৈ, কেতিযাবা ব্ৰহ্মপুত্ৰৰ কোবাল সোঁতৰ দৰে বুকু ফিন্দাই আহিব লাগিছে। সম্প্ৰতি আকৌ পশ্চিমবঙ্গ আৰু বিহাৰৰপৰা অহা প্ৰব্ৰজনৰ সোঁতে বান বাৰিষাৰ প্ৰবল ধলৰ সৃষ্টি কৰি অসমৰ জনসংখ্যা ভয়ঙ্কৰভাৱে স্ফীত কৰি তুলিছে। পিছে বহিৰাগতৰ সমস্যা আলচ কৰাৰ আগেয়ে বহিৰাগতনো কোন—থলুৱাযে বা কোন এই দুযোটা কথা স্পষ্ট কৰি লোৱা দৰকাৰ। যি অসমত নিগাজীকৈ থাকি অসমৰ স্বাৰ্থৰ লগত নিজৰ স্বাৰ্থ সৰ্বতোভাৱে মিলাই লৈছে তেঁৱে থলুৱা। থলুৱাৰ সমস্যা আৰু অসমৰ সমস্যা পৃথক নহয়। থলুৱাৰ সমস্যাই অসমৰ সমস্যা ঃ অসমীযাৰ সমস্যা।

অসমলৈ প্ৰব্ৰজন কৰা বহিৰাগতসকলক দুই শ্ৰেণীত ভাগ কৰা যায় ঃ ভাৰতীয় বহিৰাগত আৰু অভাৰতীয় বহিৰাগত। দেশ বিভাজনৰ ফলত স্বাধীনতা লাভৰ পিছত পূৰ্ববঙ্গৰপৰা অহা এক বৃজন সংখ্যক অভাৰতীয় শৰণাৰ্থীক অসমত আশ্ৰয দিয়া হ'ল। এতিয়াও বাংলাদেশৰপৰা তেনে বহিৰাগতৰ চোৰাং প্ৰব্ৰজন হৈয়ে আছে। নেপাল আৰু ব্ৰহ্মদেশৰপৰাও অবাঞ্ছিত লোকৰ অনুপ্ৰৱেশ ঘটিব লাগিছে। তাৰে ফলত অসমৰ জনসংখ্যা, অসমৰ অৰ্থনীতি আৰু অসমৰ কৃষিভূমিৰ ওপৰত অসম্ভৱ ধৰণৰ হেঁচা পৰিছে, আৰু সেযে এটা দুৰাৰোগ্য ৰোগত পৰিণত হৈছে। এই প্ৰক্ৰিযা যদি এতিয়াও একেদৰে চলি থাকিবলৈ দিয়া হয় তেনেহ'লে ভাৰতৰ মানচিত্ৰত অসমৰ ছবি নিঃচিহ্ন হোৱাৰো আশঙ্কা নোহোৱা নহয়। গতিকে সময় থাকোঁতেই চৰকাৰে আৰু ৰাইজে বিদেশীৰ অনুপ্ৰৱেশৰ সুৰুঙাবোৰ বন্ধ কৰি অসমখন ৰক্ষা কৰিবলৈ যত্নবান হওক।

ভাৰতীয়া বহিৰাগতৰ আকৌ দুটা ভাগ। কিছুমান আহিছে চাকৰি বিচাৰি বা চাকৰি লৈ, অইন কিছুমান শ্ৰমজীৱী, কৰ্ম-নিৰ্ভৰ বনুৱা হৈ।

এতিয়া অসমত বহিৰাগতৰ এই সমস্যাটোৱে তিনি প্ৰকাৰ দুশ্চিন্তাৰ সৃষ্টি কৰিছে ঃ (১) এই প্ৰব্ৰজনে অসমৰ শান্তি-শৃঙ্খলাৰ ব্যতিক্ৰম ঘটাইছে ঃ তাৰে

ফলত উন্নয়নৰ অগ্ৰগতি বিপদাপন্ন হৈছে। (২) অসমৰ থলুৱা ভাষা-সংস্কৃতি আদি এনে ধুমুহাৰ কোবত উন্মূলিত হোৱাৰ উপক্ৰম হৈছে আৰু, (৩) ভূমি নাইকিয়া হৈ আহিছে আৰু যি আছে তাৰো উৎপাদিকা শক্তিৰ ওপৰত এনে হেঁচা পৰিছে যে সি আৰু অধিক ভাৰ বহন কৰিব নোৱৰা হৈ আহিছে। দেশৰ এনে বিপজ্জনক পৰিস্থিতিত অবাঞ্ছিত বহিৰাগতৰ প্ৰব্ৰজন-স্ৰোত বন্ধ কৰিবই লাগিব, কিন্তু অবৈধভাৱে নিগাজী হ'ব খোজা বহিৰাগতক দূৰীভূত কৰোঁতে যাতে ইতিমধ্যে থলুৱা হোৱা লোকক অত্যাচাৰ কৰা নহয় তাৰ প্ৰতি তীক্ষ্ণ দৃষ্টি ৰাখিব লাগিব। পকা চুলি উঘালোঁতে যদি কেঁচা চুলিৰ কণ-কঠীয়া মৰে তেন্তে সেইটো অসহনীয় হ'ব।

অবাঞ্ছিত বহিৰাগতৰ সোঁত বন্ধ কৰিব লাগিব সঁচা, কিন্তু অন্যপক্ষে থলুৱা লোকসকলেও জনা উচিত যে বহিৰাগতৰ প্ৰব্ৰজন বন্ধ কৰিলেই সমস্যাৰ অন্ত নপৰে। থলুৱাসকলে নিজেও সময় থাকোঁতেই সচেতন হৈ সকলো প্ৰকাৰৰ বাণিজ্যিক আৰু অৰ্থনৈতিক ক্ষেত্ৰত আগবাঢ়ি গৈ আত্মনিয়োগ কৰক। তাকে নকৰি নিজে শ্ৰমবিমুখ হৈ থাকিলে সদায় বহিৰাগতৰ সোঁত বন্ধ কৰি ৰখা কাৰো পক্ষে সম্ভৱ নহ'ব।

## মহিলাসকলৰ সাহিত্য-প্ৰচেষ্টা ঃ

আমি দেখি আনন্দিত হৈছোঁ যে বৰ্তমান আমাৰ মহিলাসকলৰ মাজতো সাহিত্য চৰ্চাৰ ক্ষেত্ৰত এটা নৱ-জাগৰণ আহিছে। বিশেষকৈ ১৯৭৫ চনত অনুষ্ঠিত হোৱা আন্তৰ্জাতিক মহিলা বৰ্ষ উদ্‌যাপনৰেপৰা অসমৰ মহিলাসকলেও সাংগঠনিকভাৱে সাহিত্যসেৱা কৰিবলৈ আগবঢ়াটো এটা উৎসাহজনক শুভ-লক্ষণ। আমি জনাত বৰ্তমানে একাধিক লেখিকা-সংগঠনে এই ক্ষেত্ৰত কাম কৰি আছে আৰু যথেষ্ট সংখ্যক নতুন লেখিকাই আত্মপ্ৰকাশ কৰি যোগ্যতাৰ পৰিচয় দিছে। তেওঁলোকৰ লখিমী হাতৰ পৰশত অসমৰ সাহিত্য-ভঁৰাল চহকী হ'ব—এয়ে আমাৰ আশা।

## বিশ্ববিদ্যালয় অনুদান আয়োগৰ অসম সাহিত্য সভাক গৱেষণা পৰিচালনাৰ মৰ্যাদা দান ঃ

- বিশ্বজোৰা শিশুৰ হাঁহিৰ এই বৰ্ষটোৱে অসম সাহিত্য সভাৰ কাৰণেও জয়োল্লাসৰ সূচনা কৰিছে। বিশ্ববিদ্যালয় অনুদান আয়োগে ইতিমধ্যে অসম সাহিত্য সভাক ভাষা, সাহিত্য আৰু সংস্কৃতিৰ ক্ষেত্ৰত উচ্চ পৰ্যায়ৰ গৱেষণা পৰিচালনাৰ কাৰণে বিশ্ববিদ্যালয়ৰ সমপৰ্যায়ৰ দায়িত্ব আৰু স্বীকৃতি দিয়াৰ কথা আমি জানিব পাৰিছোঁ। সভাই এই দায়িত্ব আৰু গৌৰৱ ৰক্ষাৰ কাৰণে যথাৰীতি কামৰ আঁচনি

হাতত ল'ব লাগিব। অসম সাহিত্য সভাৰ বাহিৰে-ভিতৰে থকা সভাৰ শুভাকাংক্ষী পণ্ডিতসকল যথাসময়ত এই আঁচনিৰ গুৰি ধৰিবলৈ আগবাঢ়ি আহিব বুলি আশা ৰাখিছোঁ।

## উপসংহাৰ ঃ

অসমীয়া সাহিত্যৰ দুটা স্বৰ্ণময় যুগ পাৰ হৈ গ'ল—ধৰ্মীয় সাহিত্যৰ বৈষ্ণৱ যুগ, আৰু পশ্চিমীয়া সাহিত্যৰ সংস্পৰ্শত গঢ় লোৱা ৰোমাণ্টিক যুগ। তাৰ পাছত দ্বিতীয় মহাযুদ্ধৰ লগে লগে বাস্তৱবাদী পশ্চিমীয়া সাহিত্যৰ নতুন ঢৌ আহিল, আৰু নতুন নতুন সাহিত্য সৃষ্টি আৰম্ভ হ'ল। বৰ্তমানে সেই সৃষ্টিৰ উদ্যমো পুনঃ নিস্তেজ হৈ আহিছে আৰু অসমীয়া সাহিত্যত ন-ন কণ্ঠস্বৰ ক্ষীণ আৰু বিৰল হৈ পৰিছে। ইয়াৰ কাৰণ কি?

জাতীয় জীৱনৰ বৃহত্তৰ পটভূমিত দেখা দিয়া সঙ্কট, শিক্ষা ব্যৱস্থাৰ ক্ৰুটী, ক্ৰমবৰ্দ্ধমান নিবনুৱা সমস্যা, শিক্ষাৰ্থীৰ সন্মুখত দেখা দিয়া অনিশ্চিত ভৱিষ্যৎ, ৰাজনৈতিক অনিশ্চযতা, অসমৰ ক্ৰমসঙ্কুচিত ভূচিত্ৰ, আন্তঃৰাজ্যিক সীমা-বিবাদ, অৰ্থনৈতিক জীৱনৰ সঙ্কট, গ্ৰন্থ-প্ৰকাশৰ সমস্যা, লেখক আৰু প্ৰকাশকৰ মাজৰ নৈৰাশ্যজনক সম্পৰ্ক, অসমীয়া পুথিৰ সীমিত বজাৰ, ৰাজহুৱা প্ৰকাশন অনুষ্ঠানৰ নিৰাশ্যজনক ভূমিকা ইত্যাদি এশ এটা কাৰণত সাহিত্যৰ অগ্ৰগতি আজি মন্থৰ হৈ পৰিছে। এই সকলোবোৰৰ ওপৰত নতুনকৈ দেখা দিয়া বহিৰাগতৰ সমস্যাই আকৌ ভূতৰ ওপৰতে দানহ হৈ, অসমীয়াৰ নিজা পৰিচয়কে বিপন্ন আৰু সংশয়গ্ৰস্ত কৰি তুলিছে। এনে পৰিস্থিতিত উপস্থিত হোৱা কৰ্তব্যৰ প্ৰত্যাহ্বান, সাহসেৰে গ্ৰহণ কৰিব লাগিব—ৰাইজেও, চৰকাৰেও। বিভিন্ন সমস্যাত জুৰুলা হোৱা অথচ নিজা সাংস্কৃতিক ঐতিহ্য আৰু প্ৰাকৃতিক সম্পদেৰে চহকী আমাৰ এই ৰাজ্যখনক অৰ্থনৈতিক আৰু সাংস্কৃতিক দিশত উন্নত আৰু মহীয়ান কৰি তোলাত এপিনে যেনেকৈ প্ৰজ্ঞাবান, স্থিতধী আৰু দূৰদৰ্শী নেতৃবৃন্দ নিজৰ দায়িত্ব পালনত সচেতন হ'ব লাগিব, আনপিনে তেনেকৈ আত্মনিৰ্ভৰশীলতাৰ মহান আদৰ্শক সাবটি লৈ, জীৱনৰ প্ৰতিটো ক্ষেত্ৰতে স্বাধিকাৰ প্ৰতিষ্ঠা কৰিবলৈ আমাৰ ৰাইজেও বীৰদৰ্পে আগবাঢ়ি আহিব লাগিব। অবিৰাম সজাগতা আৰু সৰ্বাত্মক স্বাৱলম্বিতা—এয়ে হ'ব আমাৰ আত্মপ্ৰতিষ্ঠাৰ মূল মন্ত্ৰ। সাহসক সাৰথি কৰি, সংহতিবদ্ধ হৈ আহক, আমি অসমৰ, অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ মঙ্গলৰ কাৰণে প্ৰাণপণে খাটিবলৈ দৃঢ়সংকল্প গ্ৰহণ কৰোঁহক। কাৰণ, অসম মৰিলে আমি মৰিম। অসমৰ উন্নতিয়ে আমাৰ উন্নতি। অসমৰ গৌৰৱে আমাৰ গৌৰৱ, তথা ভাৰতৰ গৌৰৱ। অসমীয়া, তুমি য'তেই নাথাকা—সদিয়া সীমান্ততে হওক বা ধুবুৰীৰ প্ৰান্ততে

হওক, পৰ্বত-পাহাৰতে হওক বা ভৈয়ামতে হওক, তুমি নৈ-পৰীয়া চকৰাই হোৱা বা খিলঞ্জীয়া আদিবাসীয়ে হোৱা—তোমাৰ এটাই পৰিচয় ঃ তুমি অসমীয়া ; শত বাধা-বিঘিনিৰ মাজতো যেন তোমাৰ অসমীয়া পৰিচয় জিলিকি থাকে। জয় আই অসমৰ জয়, জয় অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ জয়, জয় ভাৰত-মাতাৰ জয়!

সৰ্বে ভৱন্তু সুখিনঃ সৰ্বে সন্তু নিৰাময়াঃ
সৰ্বে ভদ্ৰাণি প্ৰশ্যন্তু, মা কশ্চিৎ দুঃখভাগ্ ভৱেৎ।
ওঁ শান্তি! শান্তি! শান্তি!

# মহাপুৰুষ শঙ্কৰদেৱ

৫২৬ তম জন্মোৎসৱ উপলক্ষে ১৯৭৪ চনৰ ২৫ ডিচেম্বৰ তাৰিখে
চণ্ডীগড়ত নিবেদিত শ্ৰদ্ধাঞ্জলি

(ইংৰাজীৰ পৰা অসমীয়ালৈ অনুবাদ ঃ
অনুবাদক শ্ৰীঅতুলচন্দ্ৰ বৰুৱা, গুৱাহাটী)

পঞ্জাবী বিশ্ববিদ্যালয়, পাতিয়ালা
১৯৭৫

# আগকথা

ইয়াত থকা ভাষণ পাঁচটাত মধ্যযুগীয় অসমৰ বিখ্যাত ধৰ্মগুৰু শ্ৰীশঙ্কৰদেৱলৈ শ্ৰদ্ধা নিবেদন কৰা হৈছে। উপলক্ষ আছিল ১৯৭৪ চনৰ ২৫ ডিচেম্বৰ তাৰিখে চণ্ডীগডত পালন কৰা তেৰাৰ ৫২৬ তম জন্মোৎসৱ। যথাযথৰূপে বিদ্যাভিত্তিক নহয় যদিও তাত পূব-ভাৰতৰ ধৰ্মীয় আৰু সাংস্কৃতিক জীৱনৰ ওপৰত শ্ৰীশঙ্কৰদেৱৰ প্ৰভাৱ প্ৰকট হৈ পৰিছে। তাত এটা উমৈহতীয়া বিষযত জোৰ দিয়া হৈছে, সেয়ে হৈছে— গুৰু নানক আৰু শ্ৰীশঙ্কৰদেৱে প্ৰচাৰ কৰা ধৰ্মোপদেশ আৰু কাৰ্য্যাৱলীৰ মাজত থকা দেখদেখ সাদৃশ্যসমূহ। জ্ঞানভিত্তিক সমলেৰে এই বিষযটোৰ আঁতিগুৰি বিচাৰ কৰাৰ প্ৰযোজন উপস্থিত হৈছে। এই উদ্দেশ্যে পঞ্জাবী বিশ্ববিদ্যালয়ে ধৰ্মীয অধ্যযন বিভাগত সংসৰ্গ (Fellowship) এটাৰ সৃষ্টি কৰি তাত অসমীযা পণ্ডিত এগৰাকী নিয়োগ কৰিছে। এই অধ্যযন সম্পূৰ্ণ হৈ উঠিলে তাক প্ৰকাশ কৰা হ'ব। ইতিমধ্যে বিশ্ববিদ্যালয়ে এই ভাষণকেইটা পুস্তিকা আকাৰত প্ৰকাশ কৰাৰ এটা সুযোগ ল'ব খুজিছে, আৰু ইয়াৰ অনুবাদ পঞ্জাবী আৰু অসমীয়া দুয়ো ভাষাতে প্ৰকাশ হ'ব। এই ভাষণাৱলীৰ খ্যাতনামা ৰচযিতাসকল হ'ল—পঞ্জাবৰ ৰাজ্যপাল শ্ৰীমহেন্দ্ৰমোহন চৌধুৰী, পঞ্জাবৰ মুখ্যমন্ত্ৰী গিয়ানী জেইল সিং, পঞ্জাব আৰু হাৰিযানা ন্যাযালৰ মুখ্য ন্যায়াধীশ চৰ্দাৰ আৰ এচ নৰুলা আৰু স্বামী শাস্ত্ৰানন্দজী। তেখেতসকলৰ সদৌটিলৈকে এই ছেগতে আমাৰ কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ। শ্ৰীমহেন্দ্ৰমোহন চৌধুৰী আৰু গিয়ানী জেইল সিঙৰপৰা মই পঞ্জাবী বিশ্ববিদ্যালয়ত আন্তৰাঞ্চলিক সাংস্কৃতিক অধ্যয়নৰ বিষয় এটা আৰম্ভ কৰাত যথেষ্ট প্ৰেৰণা আৰু সাহায্য লাভ কৰিছোঁ। উভয়লৈকে মই মোৰ কৃতজ্ঞতাপূৰ্ণ শলাগ জনাইছোঁ।

পঞ্জাবী বিশ্ববিদ্যালয়
পাতিয়ালা
জানুৱাৰী ৩১, ১৯৭৫

স্বাঃ কৃপাল সিং নাৰং
উপাচাৰ্য্য

# পঞ্জাবৰ ৰাজ্যপাল শ্ৰীমহেন্দ্ৰমোহন চৌধুৰীৰ ভাষণ

সভাপতি ডাঙৰীয়া, মুখ্যমন্ত্ৰী ডঃ জেইল সিং, মুখ্য ন্যায়াধীশ আৰ এছ. নৰুলা, ডঃ ৰণধাৰা, সৰ্দাৰ নিৰঞ্জন সিং তালিব, সন্মানাৰ্হ স্বামীজী আৰু বন্ধুসকল—

অসমৰ মহান ধৰ্মগুৰু আৰু মহাজ্ঞানী পুৰুষ শ্ৰীশঙ্কৰদেৱৰ ৫২৬ তম জন্মোৎসৱ উদ্বোধন কৰিবৰ কাৰণে পঞ্জাবৰ মুখ্যমন্ত্ৰী ডঃ জেইল সিং ডাঙৰীয়াই দযাপৰবশ হৈ আমাৰ নিমন্ত্ৰণ গ্ৰহণ কৰিছে, সেই হেতুকে মই জয় জয়তে তেখেতক মোৰ অন্তৰৰ গভীৰ কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ ঃ তাকে নকৰিলে মোৰ কৰ্তব্যত ত্ৰুটী কৰা হ'ব। চণ্ডীগডত থকা অসমৰ এমুঠি যুৱকে আযোজন কৰা আমাৰ এই অনুষ্টুপীয়া অথচ পবিত্ৰ উৎসৱত আমাৰ লগত সহযোগিতা কৰি ইয়াত সভাপতিত্ব কৰিবলৈ অহা পঞ্জাবী বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য শ্ৰীকৃপাল সিং নাৰং দেৱকো মই হিয়াভৰা ওলগ যাচিছোঁ। পৰিতাপৰ কথা এই যে অসমৰ বাহিৰৰ অধিকাংশ লোকেই শ্ৰীশঙ্কৰদেৱ আৰু তেওঁৰ প্ৰচাৰিত ধৰ্মবাণীৰ কথা বেছি নাজানে। সেই কাৰণে এই ছেগতে উল্লেখ কৰিবলৈ পাই আনন্দ লভিছোঁ যে পঞ্জাবী বিশ্ববিদ্যালয়ে পণ্ডিত উপাচাৰ্য্য ডাঙৰীয়াৰ নেতৃত্বত আৰু সৰ্বধৰ্ম সমন্বয়ৰ নীতিত বিশ্বাস থকা পঞ্জাবৰ মুখ্যমন্ত্ৰীদেৱৰ পৃষ্ঠপোষকতাত শ্ৰীগুৰু নানক আৰু শ্ৰীশঙ্কৰদেৱৰ ধৰ্মোপদেশৰ তুলনামুলক অধ্যয়ন আৰু গৱেষণাৰ ব্যৱস্থা হাতত লৈছে। শ্ৰীশঙ্কৰদেৱে আমাৰ ইতিহাসৰ ঘোৰ তিমিৰাচ্ছন্ন যুগ এটাত মানৱৰ সমস্বত্ব আৰু মানৱ প্ৰেমৰ ওপৰত নিৰ্ভৰ কৰি প্ৰচাৰ কৰা বিশ্বজনীন ধৰ্ম এটা ভাৰতবৰ্ষৰ পুব অঞ্চলত প্ৰচাৰ কৰিছিল। তেওঁৰ ধৰ্মবাণী ভাৰতবৰ্ষৰ এই অঞ্চলত প্ৰচাৰ কৰিবলৈ মুখ্যমন্ত্ৰী ডঃ জেইল সিং আৰু উপাচাৰ্য্য ডঃ কৃপাল সিং নাৰঙে যি পুৰুষাৰ্থ কৰিছে তাৰ বাবে অসমৰ ৰাইজ তেওঁলোক উভয়ৰে ওচৰত ঋণী নহৈ নোৱাৰে। আজি আমি তেওঁলোকৰ উপস্থিতিত আৰু স্বামী শাস্ত্ৰানন্দজী, পাঞ্জাব আৰু হাৰিয়ানাৰ উচ্চ ন্যায়ালয়ৰ মুখ্যন্যায়াধীশ শ্ৰী আৰ এছ, নৰুলা, শ্ৰী এন. এছ. তালিব, ডঃ গুৰুচৰণ সিং প্ৰমুখ্যে অন্যান্য খ্যাতনামা অতিথিসকলৰ উপস্থিতিত গৌৰবান্বিত অনুভৱ কৰিছোঁ। তেখেতসকলক যথাযোগ্য আদৰ-অভ্যৰ্থনা কৰিব পৰা নাই, আমি আমাৰ সেই ত্ৰুটী-বিচ্যুতিৰ কথা নজনা নহয়।

আমাৰ অনুৰোধ, তাৰবাবে যেন আমাক তেখেতসকলে কৃপাপৰবশ হৈ ক্ষমা কৰে। যিসকল বন্ধু আজি ইয়াত সমবেত হৈছেহি, তেখেতসকলৰ সদৌটিলৈ মই মোৰ শুভেচ্ছা, অভিনন্দন, শ্ৰদ্ধা আৰু চেনেহ যাচিছোঁ। তেখেতসকলে আজি ইযাত উপস্থিত হৈ শ্ৰীশঙ্কৰদেৱৰ জীৱন-বৃত্তান্ত আৰু ধৰ্মোপদেশৰ অন্ততঃ এটা চমু আভাস পাব। শ্ৰীশঙ্কৰদেৱক অকল ধৰ্মসংস্কাৰকে নহয়, প্ৰকৃত অৰ্থত আধুনিক অসমৰ নিৰ্মাতাও বোলা যায়।

যেতিয়াই ধৰ্মৰ গ্লানি আৰু অধৰ্মৰ অভ্যুত্থান ঘটে, তেতিয়া ধৰ্ম সংস্থাপনৰ কাৰণে যুগে যুগে মহাপুৰুষ আৰু ধৰ্মগুৰুসকলৰ আবিৰ্ভাৱ হয়। পঞ্চদশ শতিকাত ভাৰতৰ হিন্দুসকলৰ এক বিৰাট সামাজিক অধঃপতন ঘটিছিল। তান্ত্ৰিকতাই নগ্ন ৰূপ ধাৰণ কৰি জীৱ-বলি আৰু অন্যান্য পাপাচাৰৰ সহায়ত সমাজত প্ৰভুত্ব চলাইছিল। ধৰ্মৰ নামত চলিছিল অন্ধবিশ্বাস। জাতিবিচাৰ প্ৰবল হৈ পৰিছিল। সমাজৰ এটা বুজন অংশ লোকেই পতিত আৰু অস্পৃশ্যৰূপে পৰিগণিত হৈছিল। সৰ্বত্ৰবিৰাজমান ভগৱানক মন্দিৰৰ ভিতৰত তলা লগাই বন্ধ কৰি ৰখা হৈছিল। ধ্বংসাত্মক উৎসৱ আৰু অন্ধবিশ্বাসে ঈশ্বৰোপাসনাৰ স্থান অধিকাৰ কৰিছিল। মানুহে প্ৰকৃত ধৰ্ম কি তাক পাহৰি যাবলৈ উপক্ৰম কৰিছিল। তেনে অৱস্থাত তেতিয়া ধৰ্মত প্ৰৱেশ কৰা ভ্ৰষ্টাচাৰবোৰৰ বিৰুদ্ধে প্ৰতিবাদৰ ৰৱ ক্ৰমে স্পষ্ট হৈ আহিবলৈ ধৰিলে। ধৰ্মৰ সেই সঙ্কটপূৰ্ণ সময়ত দেশৰ বিভিন্ন স্থানত বহুত ধৰ্মগুৰুৰ আবিৰ্ভাৱ হ'ল। ৰামানন্দ, কবীৰ, জ্ঞানেশ্বৰ, টুকাৰাম, ৰামদাস, মীৰাবাঈ, গুৰু নানক, শ্ৰীচৈতন্য, শ্ৰীশঙ্কৰদেৱ— এইসকল আছিল তাৰে মুখ্য মুখ্য কেইগৰাকীমান। তেওঁলোকেই ভক্তিধৰ্ম আৰম্ভ কৰিছিল।

সেই নক্ষত্ৰপুঞ্জস্বৰূপ ধৰ্মগুৰুসকলৰ অন্যতম এজনা আছিল শ্ৰীশঙ্কৰদেৱ। শ্ৰীশঙ্কৰদেৱে অসমৰ ধৰ্ম, সমাজ, সাহিত্য আৰু সংস্কৃতি-জীৱনত চিৰন্তন ছাব এটা ৰাখি থৈ গৈছে। তেওঁৰ ভক্তিয়ে ভাগৱত পুৰাণৰপৰা প্ৰেৰণা লভিছিল আৰু সেই ভক্তিৰ ধৰ্মবাণীসমূহে তেওঁৰ ব্যক্তিত্বৰ পৰশ লভি কাৰ্য্যত ভাৰতৰ উত্তৰ-পূব অঞ্চলত ফলে-ফুলে জাতিষ্কাৰ হৈ দেখা দিছিল। ধৰ্মোপদেশ দান আৰু তাৰ অনুশীলনৰ দ্বাৰা তেওঁ অসমৰ পৰ্বতে-ভৈয়ামে বাস কৰা বিভিন্ন ৰাজ্যৰ বিভিন্ন ভাষা-ভাষী আৰু বিভিন্ন ধৰ্মাৱলম্বী লোকৰ মাজত ঐক্য স্থাপন কৰি সিবিলাকক একগোট কৰিবলৈ সমৰ্থ হৈছিল। সেই সময়ত অসম তিনিখন সুকীয়া ৰাজ্যত বিভক্ত আছিল আৰু তাৰ প্ৰত্যেকখনেই সৰ্বতোপ্ৰকাৰে পূৰ্ণ স্বাধীনতা ভোগ কৰিছিল।

শ্ৰীশঙ্কৰদেৱে ১৪৪৯ খৃষ্টাব্দত জন্ম গ্ৰহণ কৰিছিল আৰু তেওঁৰ তিৰোধান ঘটিছিল ছকুৰি বছৰ বয়সত, বৃদ্ধ কালত, ১৫৬৮ খৃষ্টাব্দত। তেওঁ জীৱনৰ শেষ সময়লৈকে সম্পূৰ্ণ কৰ্মঠ আছিল। এটা সম্পূৰ্ণ শতিকা জুৰি তেওঁ ধৰ্ম, সমাজ, সাহিত্য আৰু সংস্কৃতিৰ কাৰ্য্যত ব্যাপৃত আছিল। সংস্কৃতত তেওঁ বিদগ্ধ পণ্ডিত আছিল। তেওঁ জন্ম গ্ৰহণ কৰিছিল এটা অব্ৰাহ্মণ পৰিয়ালত। তেওঁ যি কামকে

কৰিছিল তাতেই যথাৰ্থৰূপে কৃতকাৰ্য্য হৈছিল। তেওঁৰ মহৎ আৰু বহুমুখী প্ৰতিভাসম্পন্ন ব্যক্তিত্বৰপৰা আবেগময় কবিতা, গীত আৰু নাটক নিসৃত হৈছিল। তেওঁ সংস্কৃত ভাগৱত অসমীয়ালৈ অনুবাদ কৰি অসমৰ সাধাৰণ লোকৰ মাজত তেওঁলোকৰ ভাষাত ভাগৱতৰ ভক্তিধৰ্ম প্ৰচাৰ কৰিছিল। বিয়াৰ সময়ত তেওঁৰ বয়স আছিল তেইছ বছৰ। গৃহী আৰু ধৰ্মপ্ৰচাৰক—দুয়োপ্ৰকাৰে তেওঁ জীৱনত প্ৰতিষ্ঠা লাভ কৰিছিল। ৩৪ বছৰ বয়সত তেওঁৰ পত্নী-বিয়োগ ঘটে। তাৰ পাছত তেওঁ প্ৰায় সম্পূৰ্ণৰূপে ভক্তি-ধৰ্ম প্ৰচাৰত আত্মনিয়োগ কৰে। ১৪৮৩ চনৰপৰা ১৪৯৫ চনলৈ সুদীৰ্ঘ বাৰ বছৰ তেওঁ তীৰ্থ-পৰ্য্যটন কৰে। এই যাত্ৰাত তেওঁ গয়া, পুৰী, বৃন্দাবন, মথুৰা, কাশী, দ্বাৰকা, সেতুবন্ধ, প্ৰয়াগ, কুৰুক্ষেত্ৰ, অযোধ্যা, বদৰিকাশ্ৰম আদি তীৰ্থবোৰ ভ্ৰমণ কৰে। য'লৈকে গৈছিল তাতেই সেই ঠাইৰ ধৰ্মপ্ৰচাৰকসকলক লগ ধৰি তেওঁ নিজে প্ৰচাৰ কৰিবলৈ লোৱা ভক্তিধৰ্মৰ মত আৰু আঁচনি আলোচনা কৰিছিল। তেওঁৰ কাৰণে শ্ৰীকৃষ্ণ আছিল এটা জীৱন্ত, জীৱনৰক্ষক, প্ৰাণদা শক্তি।

শ্ৰীশঙ্কৰদেৱে বিশদ পৰিকল্পনা কিছুমান লৈ অসমলৈ উভতি আহিছিল। জনসাধাৰণৰ মাজত ভক্তি-ধৰ্ম প্ৰচাৰ কৰিবলৈ তেওঁ তাৰ যুগমীয়া ভেটি ৰচনা কৰিছিল। তেওঁ খনচেৰেক সত্ৰ স্থাপন কৰি তাৰপৰাই ভক্তিধৰ্মৰ বাণী প্ৰচাৰ কৰাৰ ব্যৱস্থা কৰিছিল। তেওঁ গাঁৱে গাঁৱে 'নামঘৰ' নামৰ অনুষ্ঠান পাতি দিছিল আৰু সেই নামঘৰবোৰত গোৱা নাম-কীৰ্তনৰ ধ্বনিয়ে দূৰ-দূৰণিত বাসকৰা চুক-কোণৰ সাধাৰণ লোককো স্পৰ্শ কৰিছিল। ভাগৱতৰ মৰ্মবাণীলৈ মন আকৰ্ষণ কৰাৰ উদ্দেশ্যে তেওঁ সঙ্গীত আৰু নাটকৰ মাধ্যম ফলদায়কভাৱে প্ৰয়োগ কৰিছিল আৰু ভাগৱতৰ বিবিধ আখ্যানৰ জৰিয়তে নামঘৰত উপস্থিত হোৱা গঞা ৰাইজৰ অন্তৰত একেজনা পৰমেশ্বৰৰ চৰণত প্ৰেম আৰু ভক্তি নিবেদন কৰাৰ প্ৰয়োজনীয়তা প্ৰতিপন্ন কৰিছিল।

শঙ্কৰদেৱে ভক্তিক ভগবানৰ সাকাৰ বিগ্ৰহৰপৰা পৃথক কৰি ভাগৱত পুৰাণকে সত্ৰ আৰু নামঘৰত গৌৰৱ আৰু সম্মানৰ স্থানত প্ৰতিষ্ঠা কৰিছিল। তেওঁৰ ধৰ্মীয় অনুষ্ঠানবোৰত জাতিবৰ্ণনিৰ্বিশেষে সকলো শ্ৰেণীৰ লোক গোট খোৱাত বাধা নাছিল, আৰু তাৰ ফলত তেওঁ অকল যে ধৰ্ম প্ৰচাৰ কৰা এশ বছৰৰ ভিতৰতহে এটা বিৰাট ধৰ্মসংস্কাৰ সাধন কৰি গ'ল এনে নহয়, তাৰ দ্বাৰা তেওঁ প্ৰবল সামাজিক বিপ্লৱ এটাৰো সূচনা কৰিলে আৰু তাৰ সাঁচ আজিও সমগ্ৰ অসমৰ হিন্দু সমাজতে দেখিবলৈ পোৱা যায়।

জনসাধাৰণৰ ভাষাত লিখনী চলাবলৈ তেওঁ ইচ্ছা কৰিয়ে বাছি লৈছিল। ধৰ্ম প্ৰচাৰৰ কাৰণেহে তেওঁ ভাষাৰ তেনে ব্যাপক আৰু ফলপ্ৰসু ব্যৱহাৰ হাতত লৈছিল ; কিন্তু সেয়ে তেওঁক আজি অসমীয়া সাহিত্যৰ প্ৰথম সৃষ্টিকৰ্তাসকলৰ আগশাৰীত ঠাই দিছে। তেওঁ অজস্ৰ লিখিছিল আৰু লিখাবোৰ নিজে গাব, সুৰ দিব আৰু অভিনয় কৰি দেখুৱাব পাৰিছিল। এয়ে তেওঁৰ ৰচনাৱলীক জীৱনৰ প্ৰাণময় শক্তি আৰু ওজস্বিতা দান কৰিছিল। সঙ্গীত আৰু নাটকে তেওঁৰ হাতত নতুন জীৱন

পাইছিল। জাতিটোৰ সাংস্কৃতিক অগ্ৰগতিৰ কাৰণে অসমৰ বুৰঞ্জীত অন্য কোনো এজন লোকে তেওঁতকৈ বৃহত্তৰ অৰিহণা যোগাব পৰা নাই। পঞ্চদশ শতিকাত আৰম্ভ হোৱা এই গৌৰৱময় শঙ্কৰী যুগক ধৰ্ম, সমাজ, সাহিত্য আৰু সংস্কৃতিৰ অভ্যুত্থানৰ যুগ বোলা হয়।

তেওঁ অসমীয়াত একাধিক নাটক আৰু ভাগৱত পুৰাণৰ ৬ষ্ঠ স্কন্ধৰ চমু অনুবাদ বা সাৰাংশকে ধৰি ত্ৰিছখনতকৈও অধিক সংখ্যক পদ পুথি ৰচনা কৰিছে। তেওঁ 'উত্তৰাকাণ্ড ৰামায়ণ' আৰু 'ৰাম-বিজয়' নাট—এই দুখন পুথিও অসমীয়াত ৰচনা কৰিছিল। তেওঁৰ সৰ্বজনপ্ৰিয় গ্ৰন্থ হ'ল—'কীৰ্তন-ঘোষা'। ইয়াক অসমৰ সকলো বৈষ্ণৱে ধৰ্মৰ মূল গ্ৰন্থ হিচাপে গ্ৰহণ কৰি তাৰ প্ৰতি শ্ৰদ্ধা-ভক্তি প্ৰদৰ্শন কৰে, আৰু বৈষ্ণৱ পৰিয়ালবোৰৰ সি নিতৌ ব্যৱহাৰ কৰা ধৰ্মপুথি। তেওঁৰ গভীৰ ভক্তি-তত্ত্বমূলক ধ্ৰুপদ শ্ৰেণীৰ গীতসমূহে (বৰগীত) নিৰক্ষৰ জনসমাজকো তেনেই মুগ্ধ কৰি থৈছিল। সংস্কৃতত তেওঁ মাত্ৰ এখনেই কিতাপ লিখিছিল আৰু তাৰ নাম আছিল 'ভক্তি-ৰত্নাকৰ'। এই গ্ৰন্থখনত তেওঁ প্ৰচাৰিত বৈষ্ণৱ ধৰ্মৰ উপদেশমূলক আৰু ধৰ্মীয় বাণীবোৰ লিপিবদ্ধ কৰা আছে। গদ্য ৰচনা বা নাটকত বাদে তেওঁ ৰচনা কৰা পদৰ সংখ্যাই প্ৰায় পোন্ধৰ হেজাৰ হ'ব। প্ৰত্যেকটো পদেই শ্ৰেষ্ঠ সাহিত্য সম্পদেৰে সমৃদ্ধ আৰু আবেগপূৰ্ণ ভক্তিৰসত সিক্ত। শ্ৰীশঙ্কৰদেৱে তেওঁৰ সুদীৰ্ঘ কৰ্মময় জীৱনত য'লৈকে গৈছিল তাতেই নাট-ভাওনা অভিনযৰ সহায়ত ধৰ্ম প্ৰচাৰ কৰিছিল আৰু সেয়ে সমাজত আবেগ-অনুভূতিৰ আলোড়ন তুলিছিল।

শ্ৰীমাধৱদেৱ আছিল তেওঁৰ প্ৰধান শিষ্য। এই মহান শিষ্যজনে ৰচনা কৰা 'নামঘোষা'ই অসমৰ ভক্তিমূলক সাহিত্যত এটা একক স্থান অধিকাৰ কৰি আছে। শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱৰ এজনাক আনজনাৰপৰা পৃথক কৰিব নোৱাৰি। তেওঁলোক এজন আনজনৰ পৰিপূৰক। একেটা উদ্দেশ্যকে লৈ একে কাম কৰি থকা তেওঁলোক দুজন যমজ ভ্ৰাতৃতুল্য। শ্ৰীশঙ্কৰদেৱে শ্ৰীমাধৱদেৱক তেওঁৰ উত্তৰাধিকাৰী পাতি গৈছিল। কিন্তু শ্ৰীমাধৱদেৱে কাকো তেওঁৰ উত্তৰাধিকাৰী মনোনয়ন কৰা নাছিল। তেওঁ শিষ্যসকলক তেওঁৰ মৃত্যুৰ পাছত তেওঁলোকৰ মাজৰপৰা একোজনক নিৰ্দিষ্ট সময়ৰ কাৰণে কাৰ্য্য চলাবলৈ নিৰ্বাচন কৰি ল'বলৈ পৰামৰ্শ দিছিল।

শ্ৰীশঙ্কৰদেৱৰ পন্থৰ লোকসকলক মহাপুৰুষীয়া বৈষ্ণৱ বোলে। তেওঁৰ ধৰ্মৰ দৰ্শন নাম-কীৰ্তনক কেন্দ্ৰ কৰি চলি আছে। তেওঁ উপদেশ দি কৈছিল—যে একান্ত ভকতসৱে য'ত বহি কৃষ্ণনামৰ মহিমা গায় তাতেই তেওঁৰ আৰাধ্য দেৱতা ভগৱান কৃষ্ণৰ নিবাস। অব্যক্ত ঈশ্বৰ হৰিক পূজা কৰাৰ একমাত্ৰ উপায়-তেওঁৰ নামগুণ কীৰ্তন কৰা। তেওঁ সৰ্বত্ৰ বিৰাজমান। তেওঁক কোনো যাগ-যজ্ঞ ক্ৰিয়া-পদ্ধতিৰ দ্বাৰা পাব নোৱাৰি। তেওঁ নিৰাকাৰ।

তেওঁ ভক্তিক মুক্তিৰ ওপৰত স্থান দিছিল। তেওঁৰ ধৰ্মত মুক্তিয়ে এটা গৌণ স্থানহে অধিকাৰ কৰিছিল। ভগৱৎ প্ৰেম তেওঁৰ ধৰ্মৰ প্ৰধান বস্তু।

ভাৰতত থকা সকলো লোকৰ বাবে তেওঁৰ ধৰ্মটো সাৰ্বজনীন ধৰ্ম আছিল। সমস্ত ভাৰতৰ সংহতিপূৰ্ণ ছবি এখন সদায় তেওঁৰ মনত জাগৃত আছিল। শ্ৰীমাধৱদেৱে কৈছিল—কলি যুগক ধন্য বুলিব লাগে ; মানুহ জন্ম লাভ কৰিবলৈ সমৰ্থ হোৱা বাবে তুমি নিজকো ধন্য বুলিব লাগে ; তুমি য'ত জন্ম লাভ কৰিছা সেই ভাৰতবৰ্ষও ধন্য। তপ, জপ, যজ্ঞ এৰি দি তুমি হৰিৰ চৰণত আশ্ৰয় লোৱা আৰু মুখেৰে হৰিনাম কীৰ্তন কৰা।* শ্ৰীশঙ্কৰদেৱে লিখি থৈ গৈছে—আনকি দেৱতাসকলেও ভাৰত ভূমিত মানৱী জনম পাবলৈ বাঞ্ছা কৰে। তেনেস্থলত ভাগ্যৰ বলত ভাৰতত জন্মিও যদি আমি এক শৰণ ভক্তি ধৰ্ম আচৰণ কৰি ভগৱান কৃষ্ণত আত্ম সমৰ্পণ কৰিব নোৱাৰোঁ তেনেহ'লে আমি মহামূল্যবান চিন্তামণি হীৰা হাতত পাই দলিয়াই পেলোৱাৰ দৰে হ'ব।* (১)

শ্ৰীশঙ্কৰদেৱে জাতিভেদ নামানিছিল। উদাহৰণ স্বৰূপে তেখেতৰ বচন কেইটামন উদ্ধৃত কৰা হ'ল ঃ

কৃষ্ণৰ কথাত যিটো ৰসিক।
ব্ৰাহ্মণ জন্ম তাৰ লাগৈ কিক।।
স্মৰোক মাত্ৰ হৰি দিনে ৰাতি।।
নবাচৈ ভকতি জাতি-অজাতি।। (১৩০)

পাষণ্ড মৰ্দন—কীৰ্তন।

---

* ধন্য ধন্য কলিকাল ধন্য নৰতনু ভাল
ধন্য জন্ম ভাৰত বৰিষে।
তপ জপ যজ্ঞ তেজি তোহ্মাৰ চৰণে ভজি
তুৱা নাম ঘুষিবো হৰিষে।। (বৰগীত)

(১) দেৱৰ বাঞ্ছিত ভাৰতৰ নৰকায়া।
পুণ্যবলে পাইলা ঈশ্বৰো ভৈলঃ দায়া।।
আৰু বৃথা কৰা কেনে বিষয়ৰ ভোলে।
বেচা চিন্তামণি জন্ম ছাৰ কাঞ্চ মোলে।।
চোৰাতক লৱে এৰি মলয়া চন্দন।
আনদেৱসেৱে এৰি দৈৱকী-নন্দন।।

শ্ৰীমদ্ভাগৱত—৬ষ্ঠ স্কন্ধ।

শুনা সভাসদ পদ যৈতে কৃষ্ণ কথা
ভাৰত ভূমিত জন্ম নকৰিও বৃথা।।
দেৱৰো বাঞ্ছনি অতি ইটো নৰ কায়।
যেন চিন্তামণি হেৰা হাতত হেৰায়।। ১১৬

—ভক্তিপ্ৰদীপ

আছন্ত ঈশ্বৰ হৰি সমস্তে ভূতত।
হেন জানি প্ৰাণাধিক কৰিব সৎকাৰ।।
সমস্ত ভূততে দেখিবেক নাৰায়ণ।
আতপৰে আন ধৰ্ম সবে বিড়ম্বন।।
(প্ৰহ্লাদ চৰিত)—কীৰ্ত্তন।

বিষ্ণুময় দেখৈ যিটো সমস্ত জগতে।
জীৱন্তে মুকুত হোৱৈ অচিৰ কালতে।।
সকলো প্ৰাণীক দেখিবেক আত্মাসম।
উপায় মধ্যত ইটো অতি মুখ্যতম।।—কীৰ্ত্তন।

*  *  *

উৰ্দ্ধবাহু হয়া হেৰা কৰোঁ অঙ্গীকাৰ।
উত্তম জাতিতো যদি জন্ম ভৈলা তাৰ।।
জ্ঞানীতো কৰ্মীতো কৰি তথাপি অধিক।
দেৱৰে বন্দনি যিটো ভকতি ৰসিক।।
প্ৰথম স্কন্ধ—ভাগৱত।

*  *  *

যক্ষ ৰক্ষ দৈত্য ব্ৰজনিবাসী।
পক্ষী মৃগগণ চাণ্ডালো আসি।।
একান্তে কৰিয়া হৰি ভকতি।
মহাসুখে পাৱৈ পৰম গতি।। —কীৰ্ত্তন

শ্ৰীশঙ্কৰদেৱে জীৱ-জন্তুৰ আত্মাতো পৰমাত্মাৰ অস্তিত্ব বিচাৰি পাইছিল ঃ-
কুকুৰ শৃগাল গৰ্দ্দভৰো আত্মা ৰাম।
জানিয়া সবাকো পৰি কৰিবা প্ৰণাম।।
সমস্ত ভূততে বিষ্ণু বুদ্ধি নোহে যাৰে।
কায়বাক্যমনে অভ্যাসিবা এহি ভাৱে।।
বিষ্ণুময় দেখৈ যিটো সমস্তে জগতে।
জীৱন্তে মুকুত হোৱে অচিৰ কালতে।। —কীৰ্ত্তন।

সকল প্ৰাণীক দেখিবেক আত্মসম।
উপায় মধ্যত ইটো অতি মুখ্যতম। —কীৰ্ত্তন

*　　*　　*

নালাগে ভক্তিত দেৱ দ্বিজ ঋষি হইবে।
নলাগে সম্ভৃত শাস্ত্র বিস্তৰ জানিবে।।
তপ জপ যজ্ঞ দান সবে বিড়ম্বন।
কেৱল ভক্তিত তুষ্ট হোন্ত নাৰায়ণ। (প্ৰহ্লাদ চৰিত)
—কীৰ্ত্তন।

হৰি নামে নামে নামে নামে নিশ্চয়।
মোহোৰ জীৱন নাৰদে কয়।।
কলিৰ কালে আৰ আত পৰ।
নাই, নাই, নাই, গতি লোকৰ। —কীৰ্ত্তন।

হৰি নামেসে　　নামেসে নামেসে
জীৱন আৰে আমাৰ।
কলি যুগে আৰ　　আন গতি নাই
নাই জানা সাৰে সাৰ।। —কীৰ্ত্তন।

কৃষ্ণৰ নামেসে কৰৈ পতিতৰ গতি।
নামৰ মহিমা আৰে শুনিও সম্প্ৰতি।।
(একাদশ স্কন্ধ—ভাগৱত)।

*　　*　　*

ভৱ কাৰাগাৰ　　তাৰক নাহি আৰ
বিনে ভকতি ৰতি তোৰ।　　—বৰগীত।

এইখিনিতে মই শ্ৰীশঙ্কৰদেৱৰ ৰচনাৰপৰা এটা কাহিনীৰ উদ্ধৃতি দিব খুজিছোঁ ঃ—

দেৱতাসকলৰ ৰজা ইন্দ্ৰই এদিনাখন দেখে যে অস্পৃশ্য তিৰোতা এজনীয়ে এটা পাত্ৰত গোমাংস ৰান্ধিব লাগিছে—তাতে আকৌ সুৰা মিহলি কৰিছে ; ৰন্ধা পাত্ৰটোত ঢাকনি দিছে—মৰা মানুহৰ লাওখোলা এটাৰে। তাকে দেখি ইন্দ্ৰ আচৰিত হ'ল। তেওঁ তিৰোতাজনীক সুধিলে—হেৰ' তিৰোতাজনী, তইনো এইবোৰ কি কৰিছ? তই যি ৰান্ধিছ আৰু যেনেকৈ ৰান্ধিছ পৃথিৱীত তাতকৈ আৰু কিবা অপবিত্ৰ বস্তু জানো আছে?

বান্ধে গৰুমাংস চাণ্ডালিনী সুৰা দিয়া।
মনুষ্যৰ মুণ্ডে আছে তাহাক ঢাকিয়া।।
পুছিলন্ত ইন্দ্ৰে অতি দেখি বিপৰীত।
তাতকৰি কোন বস্তু আছে অপবিত্ৰ।।

—দশম স্কন্ধ ভাগৱত।

এই সামান্য কথা এটাকে ইন্দ্ৰই নাজানে—তাকে ভাবি তিৰোতাজনী আচৰিত হ'ল আৰু তাই উত্তৰ দিলে—মোৰ এই অপবিত্ৰ বস্তুতকৈও যদি কোনোবা অপবিত্ৰ আছে তেনেহ'লে তেওঁলোক হ'ল হৰিক নভজি আনক ভজাসকল। তেনে কোনো অপবিত্ৰ লোকৰ চৰণৰ ধূলা বা ছাঁটোও যাতে মোৰ এই আহাৰত পৰিব নোৱাৰে তাৰ বাবেহে মই নৰমুণ্ডৰ লাওখোলাৰে তাক ঢাকি থৈছোঁ।

চাণ্ডালিনী বোলে ইন্দ্ৰ কথা নতু বুজা।
হৰি বিনে কৰে যিটো আন দেৱ পূজা।।
তাৰ চৰণৰ ধূলা পৰিবাক ডৰে।
জানি আনি দিলো আমি ঢাকনি উপৰে।।*

—দশম স্কন্ধ ভাগৱত।

শ্ৰীশঙ্কৰদেৱে তেওঁৰ ধৰ্মোপদেশত একদেৱ এক সেৱৰ কথা প্ৰচাৰ কৰিছিল। তাৰে ই এটা প্ৰতীক স্বৰূপ।

---

* কপালেন পিধানেন গোমাংসং সুৰয়া পচন্।
ইন্দ্ৰঃ পৃচ্ছতি চাণ্ডালি কিমমেধ্যমতঃ পৰং।।
বাসুদেৱাৰ্চ্চনং হিত্বা যোহন্যং দেৱং সমৰ্চ্চয়েৎ।
তস্য পাদ-ৰজঃ শঙ্কা পিধানং দীয়তে ময়া।।

এইখিনিতে শিখ ধৰ্মৰ লগত শ্ৰীশঙ্কৰদেৱৰ ধৰ্মৰ তুলনামূলক বৰ্ণনা এটা চমুকৈ দিয়া যায়।

অসমত শ্ৰীশঙ্কৰদেৱে প্ৰচাৰ কৰা মহাপুৰুষীয়া বৈষ্ণৱ ধৰ্মৰ লগত পঞ্জাবত শ্ৰীগুৰু নানকদেৱে প্ৰচাৰ কৰা শিখ ধৰ্মৰ অদ্ভুত সাদৃশ্য আছে, আৰু ই বৰ তাৎপৰ্য্যপূৰ্ণ কথা। শ্ৰীনানকদেৱ শঙ্কৰদেৱৰ সমসাময়িক ধৰ্মগুৰু আছিল। দুয়ো এক পৰমেশ্বৰত আত্ম-সমৰ্পণৰ একশৰণ ধৰ্ম প্ৰচাৰ কৰিছিল।

অসমীয়া নামঘৰ আৰু সত্ৰৰ লগত শিখ গুৰুদ্বাৰ আৰু ধৰ্মশালাৰ বহুত বিষয়ত মিল আছে। নাম-জপ, নাম-কীৰ্তন, নাম-স্মৰণ, ধৰ্মশাস্ত্ৰপাঠ আৰু সৎসঙ্গ দুযো সম্প্ৰদায়ৰে মূল আচাৰণীয় ধৰ্মপদ্ধতি হোৱা হেতুকে অসমৰ বৈষ্ণৱ আৰু পঞ্জাবৰ শিখসকলৰ মাজত ইমান মিল ভাব দেখা যায়। অসমৰ সত্ৰসমূহৰ সংগঠন ব্যৱস্থা আৰু শিখ গুৰুদ্বাৰসমূহৰ গঠন-পদ্ধতিৰ সাদৃশ্যও মন কৰিবলগীয়া ঃ দুয়োৰে সংগঠনৰ কাৰণে নিৰ্বাচন ব্যৱস্থা লোৱা হয। এই সাদৃশ্যটোও কম অৰ্থপূৰ্ণ কথা নহয়।

জপ-কীৰ্তনাদিৰ অন্তত প্ৰসাদ বিতৰণৰ ব্যৱস্থা, জাত-কুল আদিৰ নিৰ্বিচাৰতা, বিগ্ৰহ-প্ৰতিমা-চিত্ৰ আদিৰ ব্যৱহাৰ-বৰ্জন, সামূহিক নাম-কীৰ্তন বা ভজন আৰু নাম-জপ-এইবোৰ দুয়োটাৰে ধৰ্মীয় ঐতিহ্যৰ অঙ্গ।

উত্তৰ-পূব সীমান্তৰ এখন ৰাজ্য আৰু উত্তৰ-পশ্চিম সীমান্তৰ অন্য এখন ৰাজ্য, এই দুযোখন ৰাজ্যৰ মাজত সাংস্কৃতিক বিনিময়ৰ বাবে এখন আঁচনি হাতত লোৱা হৈছে—ইয়াৰো তাৎপৰ্য্য নোহোৱা নহয়। আমি আশা আৰু বিশ্বাস কৰিছোঁ—ইযে অকল এই দুয়োখন ৰাজ্যকে মিত্ৰতাৰ সূত্ৰত ওচৰ চপাই আনিব এনে নহয়, সমস্ত ভাৰতৰ সংহতি সাধনতে ই এক প্ৰকাৰ প্ৰেৰণা যোগাব।

শ্ৰীমাধৱদেৱৰ এফাকি পদেৰে সামৰণি মাৰোঁ হক—

শ্ৰীমন্ত শঙ্কৰ হৰিভকতৰ
জানা যেন কল্পতৰু।
তাহাঙ্ক বিনাই নাহি নাহি নাহি
আমাৰ পৰম গুৰু।।

এই ক্ষুদ্ৰ ভূমিকাৰ মই এতিয়া মাননীয় ডঃ জ়েইল সিঙক এই উৎসৱ উদ্বোধন কৰিবলৈ অনুৰোধ কৰিলোঁ।

# পঞ্জাবৰ মুখ্যমন্ত্ৰী গিয়ানী জৈইল সিঙৰ উদ্বোধনী ভাষণ

ৰাজ্যপালজী, পঞ্জাবী আৰু পঞ্জাব কৃষি বিশ্ব-বিদ্যালয়ৰ উপাচাৰ্য্যদ্বয়, পঞ্জাব প্ৰদেশ কংগ্ৰেছ কমিটিৰ সভাপতি শ্ৰীতালিব চাহেব, ভাইসকল আৰু ভনীসকল,

পূব ভাৰতৰ এগৰাকী মহান ধৰ্মগুৰুৰ ৫২৬ তম জন্মোৎসৱ উদ্বোধনৰ ভাৰ মোৰ ওপৰত ন্যস্ত হৈছে—ই মোৰ কাৰণে এটা আনন্দময় পবিত্ৰ সুযোগ। আমাৰ শ্ৰদ্ধেয় ৰাজ্যপাল শ্ৰীমহেন্দ্ৰমোহন চৌধুৰীয়ে প্ৰাচ্যৰ এনে এগৰাকী মহাত্মাৰ বিষয়ে আমাক জানিবলৈ সুযোগ দিয়াৰ বাবে তেখেত আমাৰ আন্তৰিক শলাগৰ পাত্ৰ। শঙ্কৰদেৱ এজনা জ্যোতিষ্কস্বৰূপ মহান ধৰ্মপ্ৰচাৰক আছিল আৰু তেওঁ তেওঁৰ সন্তসুলভ ব্যক্তিত্ব আৰু নৈতিক আদৰ্শেৰে পৰিপূৰ্ণ উপদেশ আৰু ৰচনাৱলীৰে অসমৰ ধৰ্মীয়, সামাজিক, সাহিত্যিক আৰু সাংস্কৃতিক জীৱনত এক অভূতপূৰ্ব নৱজাগৰণৰ সৃষ্টি কৰিছিল।

বিদেশী শাসকসকলৰ আমোলত প্ৰশাসনৰ দায়িত্বত থকা বিষয়াসকলে আমাৰ জাতীয় বুৰঞ্জীৰ মহৎ লোকসকলৰ কথা চিন্তা কৰা অভাৱনীয় আছিল। তেওঁলোক ঘাইকৈ ৰাজ্যৰ শাসন আৰু ৰাজনৈতিক কাৰ্য্যৰ লগত সংশ্লিষ্ট আছিল। জনসাধাৰণৰ আধ্যাত্মিক উন্নতিৰ কাৰণেও যে তেওঁলোকে কিবা কৰিব লাগে সেইটো তেওঁলোকে তেওঁলোকৰ কৰ্তব্য বুলি নাভাবিছিল। এই ধাৰণাৰ হেতুকেই প্ৰায় হেজাৰ বছৰতকৈও অধিক কাল আমাৰ মহৎ লোকসকল অৱহেলিত হৈ আছিল। আন নালাগে আজিও আমি পাঠ্যপুথিবোৰলৈ চকু দিলে দেখিম যে তাত ৰজা, মহাৰজাসকলৰ ওপৰতহে গুৰুত্ব দিয়া হৈছে—ভক্ত, গুৰু, ঋষি, অৱতাৰসকললৈ কোনেও মন-কাণ দিয়া নাই। তাৰ কাৰণ তেনেই দেখ দেখ। শাসনকৰ্তাসকলে জনসাধাৰণৰ সামাজিক আৰু নৈতিক মানদণ্ডৰ উন্নতিৰ কাৰণে কাচিৎ কেতিয়াবাহে ভাবিছিল। ফলত আমাৰ শিক্ষা এনে আদৰ্শত পৰিচালিত হৈছিল যে তাত ধৰ্মীয় আৰু আধ্যাত্মিক পৰম্পৰাই স্থান নাপাইছিল।

আমাৰ পৰম সৌভাগ্যৰ কথা এই যে আমাৰ মাননীয় ৰাজ্যপাল ডাঙৰীয়া অসমৰ ভূতপূৰ্ব মুখ্যমন্ত্ৰীৰূপে ৰাজনীতি ক্ষেত্ৰত সুখ্যাতি অৰ্জন কৰি অহা লোকেই নহয় অথবা তেখেত যে ভাৰতৰ সৰ্বশ্ৰেষ্ঠ ৰাজনৈতিক অনুষ্ঠান এটাৰ প্ৰধান সম্পাদক আৰু মুক্তিযোদ্ধা হিচাপে মহান ব্যক্তি বুলি পৰিচিত লোকহে এনে নহয়, তেখেতৰ মনটোতো আধ্যাত্মিকতাৰ প্ৰতি প্ৰবল অনুৰাগ আছে। সমসাময়িক ঘটনাচক্ৰৰ লগত ধৰ্মীয় আৰু সাংস্কৃতিক জীৱনৰ পৰম্পৰালব্ধ জ্ঞানৰ সমন্বয় ৰাখি চলিব পৰা নতুবা ভ্ৰাতৃত্ব, শান্তি, প্ৰেম, জাতিভেদ বৰ্জন আৰু একেশ্বৰবাদৰ আদৰ্শ প্ৰচাৰ কৰি নিজৰ জীৱনত সেইবোৰ প্ৰয়োগ কৰি চলিব পৰা লোক আমাৰ মাজত অতি বিৰল ; যিসকলে তাকে কৰিব পাৰিছিল সেইসকলৰ ভিতৰত তেখেত অন্যতম।

আজি আমি শ্ৰীশঙ্কৰদেৱৰ ৫২৬ তম জন্মোৎসৱ পালন কৰিছোঁহঁক। শ্ৰীশঙ্কৰদেৱৰ মহৎ জীৱন-কাহিনীয়ে ভক্তিমাৰ্গৰ মধ্যযুগীয়, ধৰ্মগুৰু অনেকৰ কথা আমাৰ মনলৈ আনে, যেনে—গুৰু নানকদেৱজী, ভগৎ কবীৰ, ভগৎ ৰবিদাস আৰু নামদেৱজী। শিখসকলৰ ৫ম ধৰ্মগুৰু অৰ্জনদেৱজীয়ে গুৰুগ্ৰন্থ চাহেবত ভাৰতৰ ভিন ভিন ঠাইৰ ভক্ত গুৰু আৰু চুফিসকলৰ পবিত্ৰ বাণীবোৰ সংগ্ৰহ আৰু সন্নিৱেশ কৰি ইতিহাস আৰু সংস্কৃতিৰ এটা অসাধাৰণ আৰু মহামূল্যৱান কৰ্ম সম্পাদন কৰি গৈছে। খৃষ্টীয় চতুৰ্দশ আৰু পঞ্চদশ শতিকাত ভাৰত বুৰঞ্জীৰ এটা গুৰুত্বপূৰ্ণ আৰু সৃষ্টিমুখী কাৰ্য্যৰ অধ্যায় ৰচিত হৈছিল। এই কালডোখৰতে ভাৰতৰ প্ৰায় সকলো ঠাইতে ধৰ্ম আৰু আধ্যাত্মিকতাৰ সূক্ষ্মদৃষ্টিসম্পন্ন লোকসকলৰ আবিৰ্ভাৱ হৈছিল। তেওঁলোকে সমতা, সহিষ্ণুতা আৰু একেশ্বৰবাদৰ ধৰ্মবাণী প্ৰচাৰ কৰিছিল। তেওঁলোকৰ অৱদানে আমাৰ দেশৰ নৈতিক জনশ্ৰুতিক নতুনত্ব দান কৰি উন্নত পৰ্য্যায়লৈ তুলি নিছিল।

সন্ত কবীৰে তেওঁৰ সময়ৰ শাসনকৰ্তাসকলৰ আচৰণৰ ওপৰত মন্তব্য দি কৈছিল—

ভাৱ ভগৎ সিয়ঁ কাজ না কাচুৱে
মেৰো কাম দিৱান।

যিসকল শাসনকৰ্তাই আদালত-দৰবাৰতে ব্যস্ত থাকি হুকুম জাৰি কৰাতে ৰত আছিল আৰু তাকে কৰি নীতিজ্ঞান আৰু ধৰ্মলৈ আওকাণ কৰিছিল তেওঁলোকৰ কাৰ্যাক তেওঁ কটু সমালোচনা কৰিছিল। শাসনকৰ্তাসকলৰ এনে আচৰণৰপৰা নানা প্ৰকাৰ অসুবিধা আৰু ব্যৰ্থতাই দেখা দিছিল। নৈতিক চৰিত্ৰৰ এনে অৱনতিৰ কাৰণেই জাতিটোৱে বিদেশীৰ ওচৰত আত্মসমৰ্পণ কৰিবলগীয়া হৈছিল।

আজিৰ এই পবিত্ৰ দিনত মই বিভিন্ন ধৰ্মৰ লোকসকলক ইয়াকে অনুৰোধ কৰিব খুজিছোঁ—তেওঁলোকে যেন আমাৰ মহৎ লোকসকলৰ—এজনক আনজনৰ লগত তুলনা নকৰে। সেইটো ধৰ্ম আৰু মননশীলতা—দুয়োৰে পৰিপন্থী। ইয়াৰপৰা তিক্ততা, ঘৃণা আৰু পাৰস্পৰিক বিৰোধ বাঢ়ে। আমি পুণ্যাত্মাসকলৰ কাৰ্য্যাৱলীৰ ঐতিহ্যৰ অপলাপ কৰি কন্দলৰ বীজ বপন কৰিব নালাগে। আমি তেওঁলোকৰ সকলোকে ঈশ্বৰ-প্ৰেৰিত পুৰুষ বুলি গণ্য কৰিব লাগে। তেওঁলোকে নিজ নিজ পদ্ধতিত সত্য আৰু সততাৰ পথৰ নিদৰ্শন দাঙি ধৰিছিল।

শ্ৰীশঙ্কৰদেৱৰ ধৰ্মোপদেশ যুক্তিভিত্তিক আৰু পোনপটীয়া আছিল। ঈশ্বৰ এক—তাকেই একশৰণীয়া ধৰ্মৰ জৰিয়তে তেওঁ প্ৰচাৰ কৰিছিল আৰু অনেক লোকে গতানুগতিকভাৱে মানি চলা অন্তঃসাৰশূণ্য যোগ-যজ্ঞাদি পৰিহাৰ কৰিবলৈ উপদেশ দিছিল। জাতিবিভাগ তেওঁ সমূলি নামানিছিল আৰু জপ, তপ, সংযম, ত্যাগ আৰু প্ৰেমৰ আদৰ্শ মানি চলি ঈশ্বৰত মিলি যাবলৈ সকলোকে উপদেশ দিছিল। তেওঁ সমাজত ক্ষমতাৰ প্ৰভাৱত মত্ত হৈ সবল আৰু দৰিদ্ৰ লোকৰ ৰক্তপান কৰিব খোজা লোকসকলৰ সঙ্গ ত্যাগ কৰিছিল। গাৰ্হস্থ্য জীৱন ঈশ্বৰ প্ৰাপ্তিৰ পথৰ কণ্টক বুলি তেওঁ

নাভাবিছিল, বৰং গাৰ্হস্থ্য জীৱনৰ আদৰ্শ জোৰেৰে সমৰ্থন কৰিছিল।

শ্ৰীশঙ্কৰদেৱৰ ধৰ্মবাণীসমূহ বহুত ক্ষেত্ৰত শিখ গুৰুসকলৰ ধৰ্মবাণীৰ লগত মিলি যায়। সম্ভৱতঃ এইটো নিসঙ্কোচে ক'ব পাৰি যে সকলো ঈশ্বৰপৰায়ণ লোকে এক সৰ্বশক্তিমান ভগৱানত বিশ্বাস কৰিছিল আৰু তেওঁলোকৰ ধৰ্মোপদেশ এই মূল নীতিটোৰ ওপৰতে নিৰ্ভৰ কৰিছিল। অন্যান্য মহান ধৰ্মগুৰুসকলৰ দৰে শ্ৰীশঙ্কৰদেৱজীয়ে তেওঁৰ শিষ্যসকলক য'ৰেপৰাই নহ'ওক যিখিনি সৎ আৰু সত্য বস্তু পোৱা যায় তাক গ্ৰহণ কৰিবলৈ আৰু অহিতকৰ আৰু অপবিত্ৰ বস্তু ত্যাগ কৰিবলৈ উপদেশ দিছিল।

ভক্তিধৰ্ম আন্দোলনৰ ক্ষেত্ৰত শ্ৰীশঙ্কৰদেৱজীৰ অৰিহণা অপৰিসীম। শিখ গুৰুদ্বাৰৰ দৰে তেওঁ নামঘৰ অনুষ্ঠান পাতিছিল আৰু তেওঁৰ ধৰ্মানুষ্ঠানত জাতি-ধৰ্ম-নিৰ্বিশেষে সকলোৱে যোগদান কৰিব পাৰিছিল। ধৰ্ম আৰু সমাজ সংস্কাৰৰ পথত ই আছিল এটা বিপ্লৱী পদক্ষেপ। তেওঁ লেখনী চলাইছিল জনসাধাৰণৰ ভাষাত আৰু সেই পিনেদি তেওঁ জনসাধাৰণৰ মান-গৌৰৱ উন্নত কৰিবলৈ যত্ন কৰিছিল। সঙ্গীত আৰু নাট্যকলাক তেওঁ নতুন ৰূপত সজাই তুলিছিল আৰু অসমত সাংস্কৃতিক জাগৰণ আনিছিল। তেওঁ ৰচনা কৰা অজস্ৰ উদ্দীপনাপূৰ্ণ গ্ৰন্থৰাজিয়ে মানৱৰ সমতা আৰু ভ্ৰাতৃত্বৰ কথাকে সোঁৱৰাব লাগিছে। মোৰ এইটো দৃঢ় অভিমত যে শ্ৰীশঙ্কৰদেৱজীৰ ধৰ্মবাণীসমূহে দেশৰ চুকে-কোণে সকলো ঠাইতে প্ৰচাৰ লাভ কৰা উচিত। এই ধৰ্মবাণীসমূহ জাতিৰ নৱজাগৰণ আৰু ঐক্যসাধনৰ চাবিকাঠীৰ দৰে।

এই প্ৰসঙ্গত মই আজি গ্ৰন্থকাৰ, প্ৰকাশক আৰু চৰকাৰী বিভাগবোৰক পাঠ্যপুথিত মহৎ লোকসকলৰ জীৱনী আৰু তেওঁলোকৰ প্ৰচাৰীত বাণীবোৰক যথাযথৰূপে স্থান দিবলৈ বিশেষভাৱে অনুৰোধ কৰোঁ। যিসকলে মুক্তিযুদ্ধত অশেষ ত্যাগ স্বীকাৰ কৰিছিল তেওঁলোকৰ কথাও পাহৰিব নালাগে। যুৱকসকলে এই ত্যাগ-বীৰসকলৰ সাহসৰ কাৰ্য্যাৱলী জনা আৰু সেইবোৰৰপৰা অনুপ্ৰেৰণা লাভ কৰা উচিত।

আমাৰ এটা ডাঙৰ ক্ৰটী হৈছে এই যে আমি আমাৰ দেশৰ মহাপুৰুষসকলৰ উপদেশ ঠিকমতে মানি নচলোঁ। মানুহে আজি নিজৰ স্বাৰ্থসিদ্ধিৰ কাৰণে নিজ নিজ গুৰুক ক্ষুদ্ৰ গণ্ডীৰ মাজত আবদ্ধ কৰি ৰাখিবলৈ প্ৰয়াস পাইছে। উদাৰ আৰু শিক্ষাদীপ্ত দৃষ্টিভঙ্গী গ্ৰহণ নকৰিলে আমি আচলতে তেওঁলোকৰ প্ৰকৃত শিষ্য হ'ব নোৱাৰিম।

পৃথিৱীৰ সকলো মহৎ ধৰ্মৰ আৰু সকলো ধৰ্মৰ দৰ্শনৰ লক্ষ্য এটাই—মানুহৰ নৈতিক আৰু আধ্যাত্মিক উৎকৰ্ষ সাধন। শ্ৰীশঙ্কৰদেৱে তেওঁৰ সমস্ত জীৱন জনসাধাৰণৰ ধৰ্ম, সমাজ আৰু সাহিত্যৰ উন্নতিৰ কাৰণে উৎসৰ্গ কৰিছিল। তেওঁৰ জীৱনৰ আদৰ্শ গ্ৰহণ কৰি সেইমতে কাম কৰিলেই আমি দেশ মাতৃৰ এই মহান সন্তানজনৰ প্ৰতি সৰ্বশ্ৰেষ্ঠ সন্মান প্ৰদৰ্শন কৰা হ'ব। তেওঁ প্ৰচাৰ কৰি যোৱা মহৎ ধৰ্মোপদেশবোৰে সকলো মানৱৰ অন্তৰত নিৰন্তৰ শান্তি দান কৰক, এয়ে আমাৰ কামনা।

## সভাপতিৰ অভিভাষণ

### সভাপতি—পাতিয়ালাৰ পঞ্জাবী বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য চৰ্দাৰ কৃপাল সিং নাৰং

**শ্ৰদ্ধাস্পদ ৰাজ্যপাল ডাঙৰীয়া, মুখ্যমন্ত্ৰী গিয়ানী জৈইল সিংজী, মুখ্যন্যায়াধীশ আৰু এছ. নৰুলা, ডঃ এম. এছ. ৰণধাৱা, শ্ৰীতালিব, স্বামীজী আৰু ভাই-ভনীসকল,**

আপোনালোকে এইমাত্ৰ দুটা উচ্চস্তৰৰ বক্তৃতা শুনিলে ঃ এটা আমাৰ ৰাজ্যপাল ডাঙৰীয়াৰ, আনটো আমাৰ মুখ্যমন্ত্ৰীদেৱৰ। আজিৰ এই উৎসৱ এটা একক ধৰণৰ সাংস্কৃতিক অনুষ্ঠান। ই বহুতো নতুন দিশত কাম কৰিবৰ কাৰণে বাট দেখুৱাব পাৰিব বুলি মই ভাবোঁ। যিসকল মধ্যযুগীয় ধৰ্মগুৰু আৰু তত্ত্বদৰ্শী মহাপুৰুষে অজ্ঞানতা আৰু অন্ধবিশ্বাসে আৱৰি থকা ভাৰতত জ্ঞানৰ পোহৰ বিলাইছিল সেইসকলৰ ভিতৰত জগৎগুৰু শঙ্কৰদেৱ আছিল অন্যতম। তেওঁৰে ৫২৬ তম জন্মোৎসৱ পালন কৰিবলৈ আমি আজি ইয়াত সমবেত হৈছোঁহঁক। এই ধৰ্মগুৰুসকলে মানুহক তেওঁলোকৰ সঙ্কীৰ্ণ প্ৰভুভক্তি আৰু দলীয় ভাবৰপৰা মুক্ত হৈ প্ৰকৃত সত্যপথ গ্ৰহণ কৰিবলৈ উপদেশ দিছিল। তেওঁলোকে প্ৰচাৰ কৰা বাণী আছিল—বিশ্বভ্ৰাতৃত্বৰ, বিশ্বমানৱতাৰ আৰু আধ্যাত্মিক নিষ্ঠাৰ বাণী। তেওঁলোকৰ ধৰ্মোপদেশৰ মূল তত্ত্ব আছিল সংসাৰ গ্ৰহণ। জীৱনৰ কঠোৰ বাস্তৱতাক মানি লৈ তেওঁলোকে তাৰ মূল্যায়ন কৰিছিল। তেওঁলোকৰ জীৱনৰ কাৰ্য্যাৱলীয়ে ভাৰতৰ নৰ-নাৰীৰ জীৱনত আলোড়নৰ সৃষ্টি কৰিছিল। তেওঁলোকৰ প্ৰচাৰিত ধৰ্মোপদেশে ভাৰতীয় লোকৰ জীৱন-প্ৰবাহত, তেওঁলোকৰ ধৰ্মীয় আৰু সামাজিক চিন্তাধাৰাত পৰিবৰ্তনৰ সূচনা কৰিছিল। এই তত্ত্বজ্ঞ ধৰ্মগুৰুসকলে তেওঁলোকৰ জীৱনত দৈৱিক প্ৰেৰণালব্ধ মধুৰ সঙ্গীত গাই প্ৰেম, সংহতি আৰু সেৱাৰ আদৰ্শ ভাৰতৰ বিভিন্ন অঞ্চলত প্ৰচাৰ কৰিছিল। কিন্তু তেওঁলোকৰ প্ৰেৰণাৰ উৎস আছিল একেটাই ; সেই শাশ্বত চিৰন্তন উৎস।

শ্ৰীশঙ্কৰদেৱ আছিল ভাৰতৰ পূৰ্ব প্ৰান্তত আবিৰ্ভাৱ হোৱা তেনে এজনা মহাত্মা। ভাৰতৰ উত্তৰ-পশ্চিমে অৱস্থিত সুদূৰ পঞ্জাবত আজি আমি তেনে এগৰাকী মহাপুৰুষৰ বাণী স্মৰণ কৰি তেওঁৰ পৱিত্ৰ স্মৃতিত শ্ৰদ্ধা নিবেদন কৰাৰ বিশেষ সাৰ্থকতা আছে। এই কাৰ্য্যৰ কাৰণে আমি আমাৰ খ্যাতনামা মহান ৰাজ্যপাল শ্ৰীমহেন্দ্ৰমোহন চৌধুৰীৰপৰা অনুপ্ৰেৰণা লাভ কৰিছোঁ, সেইবাবে তেখেতৰ ওচৰত আমি ঋণী। এনে কাৰ্য্যই আমাৰ উমৈহতীয়া জাতীয় পৰম্পৰা ৰক্ষাত সহায় কৰে। সেয়ে প্ৰমাণ কৰে যে ভাৰতবৰ্ষ আকৃতিত বৃহৎ আৰু প্ৰকৃতিত প্ৰভেদপূৰ্ণ হোৱা সত্ত্বেও তাৰ এটা প্ৰবাহমান মৌলিক ঐক্য আছে। মোক সভাপতিৰ আসন দিয়া কাৰণে মই মোৰ অন্তৰৰ নিবিড় কৃতজ্ঞতা

শ্ৰীমহেন্দ্ৰমোহন চৌধুৰীলৈ এই ছোৱাতে নিবেদন কৰিলোঁ।

সকলোৱে হয়তো সিমানকৈ নাজানে যে জগৎগুৰু শঙ্কৰদেৱ আৰু শ্ৰীগুৰু নানকজী সমসাময়িক আছিল। শ্ৰীশঙ্কৰদেৱ বয়সত ডাঙৰ আৰু শ্ৰীগুৰু নানকজী সৰু আছিল। শ্ৰীশঙ্কৰদেৱৰ জন্ম হৈছিল ১৪৪৯ চনত আৰু তেওঁ ১২০ বছৰ জীয়াই আছিল। গুৰু নানকৰ জন্ম চন ১৪৬৯ আৰু তেখেত স্বৰ্গী হৈছিল ৭০ বছৰ বসয়ত। সেইদেখি গুৰু নানকৰ জন্মৰ সমযত শ্ৰীশঙ্কৰদেৱ কুৰি বছৰীযা যুবক আৰু গুৰু নানকৰ তিৰোধানৰ সময়ত শ্ৰীশঙ্কৰদেৱৰ বয়স আছিল ৯০ বছৰ। কোনো কোনো আধুনিক পণ্ডিতে কয় যে আজিৰ অসম বোলা ৰাজ্যত গুৰু নানকে যেতিয়া ভ্ৰমণ কৰিছিল তেতিযা দুয়োজন ধৰ্মগুৰুৰ সাক্ষাৎ হৈছিল আৰু দুয়ো আলাপ-আলোচনাৰ মাজেদি পৰম্পৰ ভাবৰ আদান-প্ৰদান কৰাৰো সুযোগ লভিছিল।

তেওঁলোকৰ সাক্ষাতৰ প্ৰসঙ্গটো অৱশ্যে ঐতিহাসিক প্ৰমাণ সাপেক্ষ কথা আৰু তাৰ বাবে কঁঠোৰ অনুসন্ধান আৰু গৱেষণাৰ প্ৰয়োজন। কিন্তু তেওঁলোক দুজনাৰ ধৰ্মোপদেশ, তেওঁলোকে ব্যৱহাৰ কৰা প্ৰতীক, প্ৰকাশভঙ্গী আৰু তেওঁলোকে আৰম্ভ কৰা বিশেষ কিছুমান আচাৰ-নীতিৰ সাদৃশ্য সহজেই চকুত পৰে। এই বিষযটোতো আকৌ গভীৰ গৱেষণাৰ স্থল আছে। আন নালাগে তেওঁলোক দুজনাৰ ধৰ্মোপদেশবোৰৰ কথা খৰখেদাকৈ অধ্যযন কৰিলেও তাত বহুত বিষয়ৰ সাদৃশ্য ধৰা পৰে। উদাহৰণ স্বৰূপে—দুয়ো সংসাৰ যাত্ৰাত সক্ৰিয়ভাৱে সহযোগ কৰাৰ প্ৰযোজন সমৰ্থন কৰে। তেওঁলোকে বিশ্বাস কৰিছিল যে সংসাৰ ত্যাগ কৰিবলৈ নতুবা তাৰ দুখ-দুৰ্গতিৰপৰা আঁতৰিবলৈ যত্ন কৰাটো দুৰ্বলতা বা কাপুৰুষতাৰ কাম—ই নৈতিক বা আধ্যাত্মিক বলৰ পৰিচায়ক নহয। দুযো বিয়া কৰাই গাৰ্হস্থ্য জীৱন যাপন কৰিছিল। তেওঁলোকে তেনে কৰাটো পৰম শান্তি লাভৰ অন্তৰায় বুলি নাভাবিছিল। শ্ৰীগুৰু নানক দেৱজীযে ১৮ বছৰ বয়সতে বিয়া কৰাইছিল আৰু তেওঁ সংসাৰত দুটি পুত্ৰ লাভ কৰিছিল। শ্ৰীশঙ্কৰদেৱজীয়ে ২৩ বছৰ বয়সত বিয়া কৰাইছিল আৰু সূৰ্য্যৱতী নামে এজনী কায়স্থ কুলীয়া কন্যা তেওঁৰ পত্নী আছিল। বিয়াৰ চাৰি বছৰ পাছতে মনু নামে কন্যা এজনী এৰি এই পত্নীগৰাকী মৃত্যুৰ মুখত পৰিছিল।

দুয়োজনা ধৰ্মগুৰুৰে কোনো নিৰ্ভৰযোগ্য সমসাময়িক বা প্ৰায় সমসাময়িক জীৱন-চৰিত পোৱা নাযায়। গুৰু নানকৰ বিষয়ে আমাৰ 'জনসখী'বোৰ আছে আৰু শ্ৰীশঙ্কৰদেৱৰ জীৱন সম্পৰ্কে গুৰুচৰিত পুথিবোৰ আছে। এইবোৰ পৰম্পৰাগতভাৱে ৰচিত বৰ্ণনা ; গতিকে তাত কাল্পনিক গল্প আৰু কাহিনীৰ সাধু সংমিশ্ৰণ থকাটো স্বাভাৱিক। কিন্তু দয়ো গৰাকীয়ে উত্তৰপুৰুষসকলৰ কাৰণে তেওঁলোকৰ ৰচিত গ্ৰন্থাৱলী এৰি থৈ গৈছে। এইবোৰকে অধ্যয়ন কৰি আৰু তেওঁলোক দুজনাৰ জীৱনকে কেন্দ্ৰ কৰি গঢ়ি উঠা সাহিত্যবোৰ পঢ়ি চাই আমি তেওঁলোকৰ জীৱনৰ বিষয়ে অন্ততঃ কিছু নিৰ্ভৰযোগ্য বৰ্ণনা লিখি উলিয়াব পাৰিমহঁক।

আগতে উল্লেখ কৰা হৈছে যে শ্ৰীশঙ্কৰদেৱ আৰু গুৰু নানক—তেওঁলোক

দুজনৰ এজনেও বৈৰাগ্য অৱলম্বন কৰা নাছিল। ব্যক্তিগত মুক্তি তেওঁলোকৰ জীৱনৰ লক্ষ্য নাছিল। তেওঁলোকে যেতিয়াই পৰম সত্যৰ সন্ধান পাইছিল—তেতিয়াই তাৰ বতৰা জনগণৰ মাজত বিলাই দিবলৈ ঢাপলি মেলিছিল। কেনেকৈ পৰম জ্ঞান লাভৰ দ্বাৰা আধ্যাত্মিক শান্তি পোৱা যায় সেই বিষয়ে তেওঁলোকে জনগণক উপদেশ দিছিল।

গুৰু নানকদেৱৰ ধৰ্মীয় ভ্ৰমণবোৰক 'উদাসী' বোলে। ব্যাপকভাৱে ভ্ৰমণ কৰি ফুৰোঁতে তেওঁ হৰিদ্বাৰ, কুৰুক্ষেত্ৰ, জগন্নাথ আৰু বাৰাণসীৰ দৰে তীৰ্থক্ষেত্ৰবোৰ চাই ফুৰিছিল। সেইদৰে তেওঁ অযোধান, বোগদাদ, মক্কা আদি মুছলমানৰ পবিত্ৰ স্থানবোৰো পৰ্য্যটন কৰিছিল। য'লৈকে তেওঁ গৈছিল তাতেই তেওঁ ধৰ্মৰ নামত দেখুৱাই চলা বাহ্যিক ৰীতি-নীতিবোৰক ভৰ্ৎসনা কৰিছিল। তেওঁ জনসাধাৰণৰ মনত এইটো দৃঢ়কৈ বহুৱাই দিছিল যে ভগৱানৰ বাস্তৱ উপলব্ধিহে ধৰ্মৰ মূল বস্তু আৰু কলিযুগত ভগৱানৰ নাম স্মৰণ বা তেওঁৰ প্ৰতি কৰা ভক্তিয়েই তেনে উপলব্ধিৰ একমাত্ৰ উপায়।

বৈষ্ণৱ গুৰু শ্ৰীশঙ্কৰদেৱে বাৰ বছৰ ধৰি তীৰ্থযাত্ৰা কৰিছিল। প্ৰথমতে তেওঁ তেওঁৰ বছা-বছা সোতৰজন শিষ্য লগত লৈ জগন্নাথ, পুৰী, অযোধ্যা, মথুৰা, দ্বাৰকা আৰু বৃন্দাবন দৰ্শন কৰিছিল। পাছত তেওঁ জীৱনৰ শেষ কালত ছকুৰি শিষ্য লগত লৈ আৰু এবাৰ তীৰ্থ পৰ্য্যটন কৰে। এই যাত্ৰাত তেওঁলোকে য'লৈকে গৈছিল তাতেই সদলবলে নাম ধৰ্মৰ বাণী জনসাধাৰণৰ মাজত অধিক দৃঢ়তাৰে প্ৰচাৰ কৰি ফুৰিছিল।

যদিও গুৰু নানক আৰু শ্ৰীশঙ্কৰদেৱ দুয়ো জীৱনৰ বহুতখিনি সময় নানা ঠাইত ধৰ্ম প্ৰচাৰ কৰি ফুৰিয়ে কটাইছিল তথাপি কিন্তু দুয়ো ধৰ্মপ্ৰচাৰৰ কামবোৰ পৰিচালনা কৰিবৰ কাৰণে একো ডুখৰি কেন্দ্ৰস্থান স্থিৰ কৰি লৈছিল। গুৰু নানকে এই উদ্দেশ্যে কৰ্তাৰপুৰ নামে ঠাইত বহি লৈছিল আৰু তাতে জীৱনৰ শেষৰ কুৰিটা বছৰ কটাইছিল। সেইদৰে আকৌ শঙ্কৰদেৱে বৰদোৱা আৰু বৰপেটাকে তেনে ধৰণৰ কেন্দ্ৰস্থান কৰি লৈ সেই দুঠাইৰপৰা তেওঁৰ ধৰ্মবাণী প্ৰচাৰ কৰিবলৈ লৈছিল। তেখেতে আনকি নাম-কীৰ্তনৰ কাৰণে বৰদোৱাত এটা মন্দিৰ বা দেৱগৃহ নিৰ্মাণ কৰাইছিল আৰু এয়ে তেওঁৰ জীয়াই থকা কালত ধৰ্ম চৰ্চাৰ বাবে এটা উৎকৃষ্ট কেন্দ্ৰ হৈ পৰিছিল।

দুয়োজনা ধৰ্ম গুৰুৱে জনসাধাৰণৰ সংস্পৰ্শলৈ আহিবলৈ সৰ্বতোপ্ৰকাৰে চেষ্টা কৰিছিল। দুয়ো গতানুগিতকভাৱে সমাজত চলি অহা পুৰোহিত ব্ৰাহ্মণসকলৰ আধিপত্য, আৰু ধৰ্মীয় ভাব প্ৰকাশৰ বাবে কেৱল সংস্কৃতহে একমাত্ৰ পবিত্ৰ বাহন বুলি স্বীকৃতি দান, এই দুয়োটাকে অস্বীকাৰ কৰিছিল। শ্ৰীশঙ্কৰদেৱে সৰ্বসাধাৰণে ভালপোৱা অসমীয়া ভাষাত সকলোৱে বুজাকৈ পদ-পুথি ৰচনা কৰিছিল। তেওঁ তেওঁলোকে ব্যৱহাৰ কৰা জতুৱা ঠাঁচ ব্যৱহাৰ কৰিছিল আৰু নিচেই সাধাৰণ শ্ৰেণীৰ লোকে বুজি পোৱা প্ৰতীক আৰু উপমাবোৰহে ব্যৱহাৰত খটাইছিল। তেনেকৈ গুৰু নানকেও তেওঁৰ সমসাময়িক গাওঁৰ পঞ্জাবী লোকৰপৰা লোৱা ৰূপক-উপমাবোৰ ব্যৱহাৰ কৰি সহজ-সৰল পঞ্জাবী ভাষাত তেওঁৰ প্ৰাৰ্থনা-সঙ্গীত (ভজন) ৰচনা কৰিছিল।

শ্ৰীশঙ্কৰদেৱৰ ৰচিত বিভিন্ন গীতবোৰ হৈছে—বৰগীত, অঙ্কীয়া গীত আৰু

কীৰ্তন-ঘোষা। এইবোৰৰ লগত মাধৱদেৱৰ ঘোষা বা নামঘোষাও যোগ দিয়া হৈছিল। প্ৰত্যেকটো বৰগীতকে তাৰ শিৰোনামাত লিখি থোৱা নিৰ্দিষ্ট ৰাগত গোৱা হৈছিল। সেই একে পদ্ধতিতে গুৰুনানকেও তেওঁৰ ধৰ্মৰ পবিত্ৰ পদবোৰ ৰচনা কৰিছিল। বৰগীতক আমাৰ ধ্ৰুপদৰ লগত বিজাব পাৰি। অঙ্কীয়া গীতবোৰ হ'ল নাট-ভাওনাৰ গীত। তাৰ লগত তাল আৰু ৰাগ বন্ধা আছে। কীৰ্তন সকলোৰে মিলি সমস্বৰত গোৱা যৌথ-সঙ্গীত। নাম-লগোৱা বুলি এজন লোকে হৰিৰামৰ মিলিত সঙ্গীত পৰিচালনা কৰে আৰু আনবোৰে তেওঁ লগাই দিয়া পদ ধৰে। যথাৰ্থতে গুৰু নানক আৰু শ্ৰীশঙ্কৰদেৱ দুয়োজনা ধৰ্মগুৰুৱে সঙ্গীত আৰু কবিতাক তেওঁলোকৰ ভগৱদ্-প্ৰেম প্ৰচাৰৰ সঁজুলিৰূপে ব্যৱহাৰ কৰিছিল।

জগদ্‌গুৰু শঙ্কৰদেৱৰ আগতে অসমত তান্ত্ৰিক ধৰ্মই প্ৰভুত্ব কৰিছিল। পাৰ্থিৱ অভিলাষ সিদ্ধিৰ কাৰণে তেতিয়া অজ্ঞ আৰু অন্ধ বিশ্বাসত বুৰ গৈ থকা লোকসকলে বহুত দেৱ-দেৱীক পূজা কৰিছিল। ধৰ্মৰ নামত জনসাধাৰণ শোষিত হৈছিল। শ্ৰীশঙ্কৰদেৱে সেইটো সহ্য কৰিব নোৱাৰিলে। গুৰু নানকেও তেওঁৰ দিনত পঞ্জাবত ধৰ্মৰ নামত চলা ব্যভিচাৰবোৰ সহ্য কৰিব নোৱাৰিছিল। গুৰু নানক আৰু শ্ৰীশঙ্কৰদেৱ দুয়ো সমাজত চলা এনেবোৰ অনাচাৰৰ বিৰুদ্ধে অভিযান চলাবলগীয়া হৈছিল। শ্ৰীশঙ্কৰদেৱে অসমীয়া ভাষাত বহুত পুথি ৰচনা কৰি সেইবোৰৰ সহায়ত গীতা, ভাগৱত আৰু বেদান্তৰ মূল কথাবোৰ জনসাধাৰণক জানিবলৈ সুবিধা দিছিল। তেওঁ শ্ৰীকৃষ্ণৰ সমস্ত জীৱনৰ ঘটনাৱলী গীত, পদ আৰু নাটকত ৰূপায়িত কৰিছিল।

কিন্তু তেওঁলোকৰ ধৰ্মোপদেশত দুয়োৰে এটা মৌলিক পাৰ্থক্য আছে। গুৰু নানকে নিৰহ-নিপানী নিৰাকাৰ ঈশ্বৰত বিশ্বাস কৰিছিল আৰু তাকে তেওঁ বুলিছিল— নিৰঙ্কাৰ। গুৰু শঙ্কৰদেৱে শ্ৰীকৃষ্ণকে সৰ্বোত্তম ভগৱান বুলি পূজা কৰিছিল। তেওঁৰ মতে শ্ৰীকৃষ্ণই সকলোৰে ত্ৰাণকৰ্তা। ভক্তিপ্ৰদীপত তেওঁ কৈছিল—একান্তমনে মোত আত্মসমৰ্পণ কৰা ; সকলো দেৱতাৰ কথা দূৰতে এৰি কেৱল মোতে শৰণ লোৱা, মোতেই মনোনিবেশ কৰা, তেতিয়া হ'লে তুমি মুক্তি পাবা। * তেওঁৰ মতে, 'কৃষ্ণক

---

* এক চিত্তে তুমি মোক মাত্ৰ কৰা সেৱ।
পৰিহৰা দূৰত যতেক আন দেৱ।। ১০০
নলংঘিবা মোহোৰ বাক্যক মহাভাগ।
দেৱৰ কৰ্মক মনে কৰা পৰিত্যাগ।।
হুয়োক শৰণাপন্ন একে মোতে মাত্ৰ।
মোক ভজি হুইবা মোহ মুকুতিৰ পাত্ৰ।। ১১।। ভক্তি প্ৰদীপ।

* * *

হেন জনি তুমি তেজিওক আন দেৱ।
এৰি আন কৰ্ম মোক মাত্ৰ কৰা সেৱ।। ভক্তি-প্ৰদীপ।

ভজিলেই অন্য সকলো দেৱতাক পূজা কৰা হয়'। তেওঁ কৈছিল—"গছৰ গুৰিত পানী দিলে যেনেকৈ তাৰ ডাল-পাত আদি সকলো অংশই পায়, পেটত আহাৰ পৰিলেই যেনেকৈ তাৰ ভাগ শৰীৰৰ সকলো অঙ্গ-প্ৰত্যঙ্গই পায়, সেইদৰে কৃষ্ণক পূজা কৰিলে সকলো দেৱতা তুষ্ট হয়।" শ্ৰীশঙ্কৰদেৱে কেৱল এজন দেৱতাকেই স্বীকাৰ কৰিছিল আৰু তেৰেঁই আছিল—কৃষ্ণ, এজনকে কেৱল সেৱা কৰিছিল, তেৰেঁ—পৰম প্ৰভু কৃষ্ণ। গুৰু নানকেও এক সৰ্বাতীতকে পূজা কৰিছিল কিন্তু তেওঁক কৃষ্ণ অথবা অন্য কোনো মানৱ আকৃতিধাৰী ৰূপ বুলি কৈ নামকৰণ কৰা নাছিল।

কৃষ্ণভক্তিৰ কথা এৰি দিলেও শ্ৰীশঙ্কৰদেৱৰ বহুত বিষয়ত গুৰু নানকৰ লগত সাদৃশ্য আছে, বিশেষকৈ একেশ্বৰবাদ আৰু নাম-ধৰ্মত। তেওঁৰ ধৰ্মমত আছিল—এক শৰণ নামধৰ্ম—নাম ভক্তিৰ মাধ্যমেৰে এক ঈশ্বৰত আত্মসমৰ্পণ। ইয়াত চাৰিটা বস্তু নিহিত আছিল—নাম, দেৱ, ভক্ত আৰু গুৰু। নাম হ'ল—চাৰিটা শব্দৰ এটা গুপ্ত সূত্ৰ। শৰণ দিয়াৰ সময়ত শৰণাগতক এই শব্দকেইটা গুপ্তে শিকোৱা হয়। তাকে বোলে 'নাম-বস্তু'। নামক সদায় স্বয়ং ভগৱানৰ সৈতে একে বুলি ধৰা হয়, আৰু এইটোও বিশ্বাস কৰা হয়, যে হৰিয়ে কেতিয়াও নিজৰ নামৰ সঙ্গ নেৰে। ভক্তই ভগৱানৰ নাম মনতেও স্মৰণ কৰিব পাৰে অথবা স্পষ্টকৈ উচ্চাৰণ কৰিও স্মৰণ কৰিব পাৰে। দেৱ সম্পৰ্কে শ্ৰীশঙ্কৰদেৱে ভক্তি-ৰত্নাকৰত কৈছে—"কেৱল এখনেই শাস্ত্ৰ আছে আৰু তাকে দৈৱকী-নন্দন কৃষ্ণই গাইছিল। কেৱল এজনেই দেৱতা আছে—তেৰেঁই হ'ল দৈৱকী-নন্দন। কামো কেৱল এটাই আৰু সেয়ে হৈছে সেই দেৱতাজনাক অৰ্চনা কৰা। আৰু এটা মাত্ৰ মন্ত্ৰ আছে, সেয়ে হ'ল দেৱতাজনাৰ নাম।" *

তৃতীয় মূলবস্তুটো হ'ল—ভক্ত(ভকত) ঃ মানে সাধুসঙ্গ। ভক্তৰ সঙ্গত অনবৰত থাকিলেহে ভক্তিয়ে পূৰ্ণতা লাভ কৰে। শ্ৰীশঙ্কৰদেৱৰ মতে তীৰ্থ ভ্ৰমণৰ দ্বাৰা বা যোগ সাধনা কৰি কোনো পবিত্ৰ হ'ব নোৱাৰে সাধুসঙ্গৰপৰাহে পবিত্ৰতা বা আত্মশুদ্ধি লাভ কৰা যায়। পবিত্ৰতা লাভৰ একমাত্ৰ উপায় সাধুসঙ্গ গ্ৰহণ।

চতুৰ্থটোৱেই হ'ল আটাইতকৈ গুৰুতৰ বস্তু আৰু সেয়ে হ'ল গুৰু। মাধৱদেৱে কৈছে গুৰু বিনে ভক্তিৰ অনুৰাগ যথাযথৰূপে জাগি নুঠে—'বিনে গুৰু-চৰণে ভকতি ৰকতি মুকুতি কবহু ন হোই।' শঙ্কৰদেৱৰ 'ভক্তিৰত্নাকৰ'ৰ প্ৰথম অধ্যায়তে গুৰুৰ গুণ-গৰিমা গাইছে। তেওঁৰ মতে গুৰু আৰু হৰি একেজনেই। তেওঁলোকৰ কেৱল শৰীৰহে পৃথক। গুৰু নানকো এই বিষয়ত স্পষ্টবাদী—অৰ্থাৎ

* একং শাস্ত্ৰং দৈৱকীপুত্ৰগীতম্
একো দেৱো দৈৱকীপুত্ৰ এব
কৰ্মোপ্যেকং তস্য দেৱস্য সেৱা
মন্ত্ৰোহপ্যেকঃ তস্য দেৱস্য নাম।। ভক্তিৰত্নাকৰঃ।

ঈশ্বৰ এজনেই, সাধু-সঙ্গতৰ প্ৰয়োজন অনস্বীকাৰ্য্য, ঈশ্বৰ প্ৰাপ্তিৰ কাৰণে নাম-কীৰ্তন অতিশয় প্ৰয়োজনীয় আৰু মুক্তি সাধনত গুৰুৰ আৱশ্যক অনিবাৰ্য্য।

দুয়ো দয়া, উপাসনা, ভক্তি আৰু ভগৱানৰ ইচ্ছাৰ ওপৰত সৰ্বতোপ্ৰকাৰে আত্মোৎসৰ্গ কৰাৰ পথকেই নিৰ্দেশ কৰিছে। যেতিয়ালৈকে কোনো লোকে নিজৰ ইচ্ছা ভগৱানৰ ইচ্ছাৰ লগত একে কৰি মিলাই দিব নোৱাৰে তেতিয়ালৈকে তেওঁ ময়মত্ত অহমিকাৰ হাত সাৰিব নোৱাৰে আৰু সেই অহমিকাই মানুহক ভগৱানৰপৰা আঁতৰত ৰাখে।

ভগৱানৰ প্ৰতি অনুৰাগ আৰু ভক্তি বঢ়াবৰ কাৰণে গুৰু নানকদেৱ আৰু মহাপুৰুষ শঙ্কৰদেৱ দুয়ো গুৰু-ভক্তি আৰু নাম-কীৰ্তনৰ ওপৰত জোৰ দিছিল। গুৰু নানকে কীৰ্তনৰ প্ৰাধান্য (কলিযুগ কীৰ্তন প্ৰধান) স্বীকাৰ কৰিছিল, শ্ৰীশঙ্কৰদেৱেও তাকেই কৰিছিল। তেওঁৰ মতে সুমধুৰ সুৰত ভগৱানৰ গুণ-কীৰ্তন কৰিলেহে মানুহে তেওঁৰ দয়া আৰু কৃপাৰ পাত্ৰ হ'ব পাৰে। নাম-কীৰ্তনৰ সহায়তহে মানুহে নিজৰ ক্ষুদ্ৰ অস্তিত্ব পাহৰি সৃষ্টিৰ সকলো বস্তুতে ভগৱানৰ অস্তিত্ব অনুভৱ কৰিবলৈ সক্ষম হ'ব পাৰে। শ্ৰীশঙ্কৰদেৱৰ বৰগীত আৰু কীৰ্তন-ঘোষা আৰু গুৰু নানকৰ ভজনসমূহ ধ্ৰুপদী (ক্লাচিকেল) ৰাগ বা সুৰত বান্ধি ৰচনা কৰা হৈছিল। প্ৰায়ভাগ বৰগীতেই মল্লাৰ (মালহাৰ), মাউৰ (মাহুৰা) আৰু শ্ৰীৰাগত ৰচিত। অসমৰ বৈষ্ণৱ গুৰুসকলৰ প্ৰায়বোৰ গীত পুৰুষ ৰাগত ৰচনা কৰা হৈছিল—ৰাগিণীত ৰচনা কৰা হোৱা নাছিল। গুৰু নানকে কিন্তু ৰাগ আৰু ৰাগিণী দুযোটাকে ব্যৱহাৰ কৰিছিল।

শ্ৰীশঙ্কৰদেৱ আৰু গুৰু নানক দুয়োজনা মহাপুৰুষে সমাজ উন্নয়নৰ কাম হাতত লৈছিল। গুৰু নানক য'লৈকে গৈছিল তাতেই একোটা ধৰ্মশালা বা সঙ্গত প্ৰতিষ্ঠা কৰিছিল। এই অনুষ্ঠানবোৰৰ সহায়ত তেওঁ সকলো জাতিৰ লোকৰ মাজত সহভোজনৰ ব্যৱস্থা কৰি সেই সেই ঠাইৰ মানুহৰ মাজত জাতিধৰ্ম-নিৰ্বিশেষে সকলোকে সমস্বৰে সঙ্গীত গাবলৈ শিকাই প্ৰেম আৰু ভ্ৰাতৃত্ব গঢ়ি তুলিবলৈ সহায় কৰিছিল। শ্ৰীশঙ্কৰদেৱে সত্ৰ আৰু নামঘৰ স্থাপন কৰিছিল। ডঃ কাকতিৰ মতে এই সত্ৰ আৰু নামঘৰবোৰেই গাঁৱৰ লোকসভা, আদালত, পঢ়াশালি আৰু গীৰ্জাৰ কাম কৰিছিল। এইবোৰেই অসমীয়া লোকৰ সামাজিক, ধৰ্মীয়, অৰ্থনৈতিক আৰু ৰাজনৈতিক জীৱনৰ বিভিন্ন দিশবোৰৰ সমন্বয় ৰক্ষা কৰি স্নেইবোৰ গঢ়ি উঠাত সহায় কৰিছিল।

অসমীয়া কৃষ্টি আৰু সাহিত্যত শ্ৰীশঙ্কৰদেৱৰ হাতৰ ছাপ এনেভাৱে অঙ্কিত হৈ আছে যে তাকে চিনি উলিওৱাত কাৰো ভুল হ'ব নোৱাৰে। ঠিক একেদৰে গুৰু নানকেও পঞ্জাবী জীৱন আৰু সাহিত্যৰ ওপৰত সাঁচ বহুৱাই থৈ গৈছে। তেওঁলোকে ইতিহাসত কি ভূমিকা গ্ৰহণ কৰিছিল সেইটো উল্লেখ কৰিলেই যথেষ্ট নহয় ; কাৰণ তেওঁলোকৰ জীৱনৰ কাৰ্য্য আজিৰ দিনতো খাপ খাই পৰে। আজি আমি অনুভৱ কৰোঁ যে ধৰ্মৰ নৈতিক বল হ্ৰাস পাই আহিছে। তৃষ্ণাৰ অগ্নিয়ে মানৱ

জীৱন দগ্ধ কৰিব লাগিছে। আমি পুনু আমাৰ ধৰ্মগুৰুসকলৰ উপদেশত বিশ্বাস স্থাপন কৰিব লাগিব, কাৰণ এই গুৰুসকলৰ ধৰ্মোপদেশেহে আমাৰ আত্ম-বিশ্বাস আৰু ভগৱদ্ বিশ্বাস ঘূৰাই আনিব। ভগৱৎ কৰুণা পালেহে আমি আমাৰ সমাজ, আমাৰ দেশ আৰু দেশৰ ভাই-বন্ধুসকলৰ প্ৰতি কৰ্তব্য কৰিবলৈ অন্তৰত বল পাম। শ্ৰীশঙ্কৰদেৱ, গুৰু নানক আৰু অন্যান্য তত্ত্বদৰ্শী গুৰুসকলৰ জীৱন-কাহিনীবোৰ আমাৰ প্ৰেৰণাৰ স্থল হৈ আমাক অনন্ত কাললৈ পোহৰ দি থাকিব।

শেহান্তৰত মই আমাৰ প্ৰসিদ্ধ ধৰ্মগুৰুসকলৰ এজনাৰ এইদৰে জন্মোৎসৱ পাতিবলৈ যিসকলে আগ্ৰহেৰে হাতত ল'লে—সেই উদ্যোক্তাসকললৈ মোৰ কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ। সময় উলিয়াই এই উৎসৱত যোগদান কৰা বাবে আৰু বাগ্মিতাৰে হৃদয়গ্ৰাহী বক্তৃতা দি কৃতাৰ্থ কৰা কাৰণে মই মোৰ আন্তৰিক শ্ৰদ্ধা আৰু ধন্যবাদ ৰাজ্যপাল ডাণ্ডৰীয়া আৰু মুখ্যমন্ত্ৰী গিয়ানী জ্বেইল সিংজীলৈও জ্ঞাপন কৰিছোঁ। অন্যান্য বক্তা আৰু এই উৎসৱত অংশ গ্ৰহণ কৰি কৃতাৰ্থ কৰা লোকসকললৈও শেষত মই শলাগৰ শৰাই আগবঢ়ালোঁ।

## পঞ্জাব আৰু হাৰিয়ানা উচ্চ ন্যায়ালয়ৰ মুখ্য ন্যায়াধীশ আৰ. এছ. নৰুলাৰ হিন্দীত দিয়া ভাষণৰ সাৰাংশ

ৰাজ্যপালজী, পঞ্জাবৰ মুখ্যমন্ত্ৰী, পঞ্জাবী আৰু কৃষি বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্যদ্বয়, স্বামী শ্ৰদ্ধানন্দজী আৰু বন্ধুসকল,

মহাপুৰুষ শঙ্কৰদেৱৰ আনন্দমুখৰ জন্মোৎসৱ তিথিৰ এই শুভক্ষণত মই আজি আপোনালোক সদৌটিকে আন্তৰিক অভিনন্দন আৰু অভিবাদন জনাইছোঁ। ৰাজ্যপাল ডাণ্ডৰীয়াই তেওঁৰ ভাষণত মোক এই উৎসৱত যোগদান কৰা বাবে ধন্যবাদ দিছিল। প্ৰকৃতপক্ষে মইহে ৰাজ্যপাল আৰু এই উৎসৱৰ উদ্যোক্তাসকলৰ ওচৰত——তেওঁলোকে মোক এই মহান ধৰ্মগুৰুজনাৰ প্ৰতি শ্ৰদ্ধা নিবেদন কৰিবৰ কাৰণে এনে এটি সুযোগ দিয়াৰ কাৰণে কৃতজ্ঞ। এই উৎসৱত যোগদান কৰিবলৈ অনুৰোধ কৰাত মই অতিশয় আনন্দ পাইছোঁ ; কাৰণ মই দিনৰ ওঠৰ ঘন্টাই মোকৰ্দমাৰ নথি-পত্ৰৰ লগত ব্যস্ত থাকিবলগীয়া হওঁ ; এতিয়া অন্ততঃ আজিৰ উৎসৱত যোগদান দিয়াৰ উদ্দেশ্যে এনে এজনা মহাত্মাৰ জীৱনী পঢ়িবলৈ বাধ্য হৈছোঁ। যদিও মই এই মহাপুৰুষজনাৰ ধৰ্মবাণী সম্পৰ্কে শুনিছিলোঁ যে এই বাণীসমূহ গুৰু নানকৰ বাণীৰ লগত মিলি যায়, তথাপি আজি সন্ধ্যা এই সভাত

যোগ দিবলৈ আহিবলগীয়া নোহোৱাহেঁতেন সম্ভৱতঃ মই এই বিষয়টোত এতিয়াও মনোনিবেশ নকৰিলোঁহেঁতেন। লাভ মোৰেই হ'ল, আৰু তাৰ বাবে মই ৰাজ্যপাল ডাণ্ডৰীয়াক ধৰ্মবাণী সম্পৰ্কে এই জ্ঞানগৰ্ভ বক্তৃতাকেইটা শুনাৰ সুযোগ দিয়া কাৰণে আৰু তেৰাৰ কীৰ্তনৰ ওপৰত নিৰ্ভৰ কৰি তৰা প্ৰসঙ্গকেইটা উপভোগ কৰিবলৈ দিয়া বাবে অশেষ ধন্যবাদ দিছোঁ।

পঞ্জাবৰ ৰাজ্যপাল ডাণ্ডৰীয়াক এনে ধৰণৰ অনুষ্ঠানত লগ পালেই গুৰু নানকৰ জীৱনৰ এটা কাহিনী মোৰ মনলৈ আহে। কথিত আছে যে সৎ আৰু সাধুলোকৰ বসতিপূৰ্ণ এখন গাঁৱলৈ গৈ উভতিবৰ সময়ত এদিন গুৰু নানকে কৈছিল—গাঁওখন ধ্বংস হ'লেও হ'ব পাৰে ; আৰু অন্য এদিন অসৎ মানুহ ভৰি থকা গাঁও এখন দৰ্শন কৰি উভতিবৰ সময়ত কৈছিল—এই গাঁওখন যেন এইদৰেই থাকে। কথাৰ ৰহস্য বুজিব নোৱাৰি তেওঁৰ শিষ্যসকলে তেওঁক সুধিছিল—তেওঁ কিয় অসৎ লোকৰ বসতি থকা গাঁওখনক বাচি থাকিবলৈ আশীৰ্বাদ দিলে আৰু সৎলোক অধ্যুসিত গাঁওখন ধ্বংস হ'বলৈ অভিশাপ দিলে। তেওঁ উত্তৰ দিছিল যে প্ৰথমখন গাঁও অৰ্থাৎ অসৎলোকপূৰ্ণ গাঁওওন আগে থকাৰ দৰে থকাটো সমাজৰ কাৰণে কল্যাণৰ কথা , কিয়নো তাৰ অসৎ প্ৰভাৱ বিয়পিব নোৱাৰিব। ঠিক তেনেকৈ সৎলোকৰ গাঁওখন ভাগিলে তাৰ মানুহবোৰ সিঁচৰতি হৈ যাব আৰু তাৰ মানুহবোৰ দিহাদিহি গ'লে সমাজৰ মঙ্গল হ'ব। কাৰণ, য'লৈকে যায় তাতেই এই সৎলোকসকলে তেওঁলোকৰ সৎ আৰু কল্যাণময় আদৰ্শবোৰ দাঙি ধৰিব।

গতানুগতিকভাৱে যদিও কোনো বন্ধুৱে তেওঁক সুদূৰ প্ৰাচ্যৰ ৰাজ্য এখনৰপৰা কৃষ্টি আৰু ভাষাৰ বিশেষ সমন্বয় নথকা উত্তৰ-পশ্চিম দিশৰ দূৰণিবটীয়া ৰাজ্য এখনলৈ আনিলে বুলি সহানুভূতিৰ সুৰত দুখ কৰি দেখুৱাব পাৰে তথাপি আমাৰ মনেৰে হ'লে এইটো ঈশ্বৰেৰে ইচ্ছা যে আমাৰ অনেকৰ অন্তৰত লুকাই থকা ধৰ্মভাবৰ ফিৰিঙতিটো বা দি জ্বলাই তুলিবলৈ বুলিহে আমাৰ ৰাজ্যপালৰ দৰে মহৎ লোক এগৰাকীক আমাৰ মাজলৈ অনা হৈছে। কাৰণ অন্য ৰাজ্যপালে নকৰা কাম তেওঁ কৰিছে আৰু ধৰ্মৰ মূল কথাবোৰৰ তত্ত্ব উজ্জ্বল কৰি তুলিবলৈ তেওঁ নানা কামৰ মাজতো সময় উলিয়াবলৈ সক্ষম হৈছে।

যেতিয়া মই বিৰিঞ্চিকুমাৰ বৰুৱাৰ অসমৰ বৈষ্ণৱগুৰু শ্ৰীশঙ্কৰদেৱৰ বিষয়ে লিখা কিতাপখন পঢ়িছিলোঁ তেতিয়া মোৰ পোনতে মই দিল্লীত এড্‌ভোকেট হৈ থকা কালত প্ৰথমে স্বামী বিবেকানন্দৰ কিতাপ কেইখনমান পঢ়োঁতে যেনে লাগিছিল তেনে লাগিছিল, আৰু এই কিতাপবোৰকে মোৰ ল'ৰাইতে তেতিয়াৰ দিল্লী মডাৰ্ন স্কুলৰ ছাত্ৰহিচাপে দিল্লী ৰামকৃষ্ণ মিছনৰ প্ৰতিযোগিতাত আবৃত্তি কৰিবৰ কাৰণে মুখস্থ কৰিছিল। মই এইবোৰনো কি তাকে বুজিবলৈ প্ৰথমে পঢ়িছিলোঁ। স্বামী বিবেকানন্দৰ বাণীবোৰ কোমলমতি শিশুসকলে মুখস্থ কৰা দেখিহে মোৰ কৌতূহল জাগি উঠিছিল আৰু মই তেতিয়া মিছনৰপৰা স্বামী

বিবেকানন্দৰ জীৱন আৰু বাণী সম্পৰ্কে কেইখনমান কিতাপ আনিছিলোঁ। এইবোৰ পঢ়ি মোৰ ধাৰণা হৈছিল যে স্বামী বিবেকানন্দই তাত যি কৈছিল সেই কথা পূৰ্বে গুৰু নানকেও কৈছিল। শ্ৰীশঙ্কৰদেৱৰ বাণী পঢ়িও মোৰ ঠিক তেনে ধাৰণাই হৈছিল।

অধ্যয়ন আৰু অভিজ্ঞতাৰপৰা মই যি পালোঁ তাৰপৰা ক'ব পাৰোঁ যে সকলো ধৰ্মৰ মূল কথাবোৰ একে আৰু আমাৰ আজিৰ জীৱনৰ সকলোবোৰ আহুকালৰ গুৰি হৈছে এই যে আমি আমাৰ জীৱনৰপৰা ধৰ্মক বিসৰ্জন দিছোঁ। এইটো খৰ পৰিতাপৰ কথা যে কিছুমান লোকে ধৰ্মৰ কথা ভুলকৈ বুজি ধৰ্মৰ লগত সাম্প্ৰদায়িকতা একে বুলি ধৰি খেলিমেলি লগায়। ধৰ্মক আশ্ৰয় কৰি থকা মানেই শান্তিত থকা, সাম্প্ৰদায়িকতাক প্ৰশ্ৰয় দিয়াৰ নিচিনা ডাঙৰ পাপ (অভিশাপ) নাই। সৌভাগ্যৰ কথা মোৰ ধৰ্মটোত সম্প্ৰদায়িকতাৰ স্থান নাই। শিখ ধৰ্মত সকলো মানুহ একে আৰু সকলোকে একে ধৰণে চাব লাগে—লাগিলে জাতি, বৰ্ণ, ধৰ্ম বা লিঙ্গ যিয়েই নহওক। গুৰুগ্ৰন্থসাহেবত কৈছে—

আৱল আল্লা নূৰ উপাযা কুদ্ৰত কে সব বন্দে।
এক নূৰতে সব জগ উপজায় কৌন ভালে কে মন্দে।

আকৌ গুৰু গোবিন্দ সিঙেও তেওঁৰ শিখসকলক সকলো মানৱ জাতিকে একে বুলি ল'বলৈ উপদেশ দি গৈছে।

—মানস কি জাত সভাই একই পেহচানাবু—

যি লোক সাম্প্ৰদাযিক তেওঁক শিখ বোলা নাযায় ; কাৰণ সাম্প্ৰদায়িক হ'লে শিখ ধৰ্মৰ বিৰুদ্ধাচৰণ কৰা হয়। আকৌ সেইদৰে যি লোক প্ৰকৃততে ধৰ্মপৰায়ণ নহয় তেওঁ কেতিয়াও ভাল শিখ মানুহ হ'ব নোৱাৰে। ধাৰ্মিক হ'বলৈ হ'লে প্ৰকৃত শিখ লোকে ভগৱানৰ ওচৰত আত্মসমৰ্পণ কৰিব লাগে। প্ৰত্যক মানুহতে ভগৱানক দেখিব পাৰিব লাগে ; দয়া আৰু সহানুভূতিৰ ভাব নিজে অন্তৰত অনুভৱ কৰিব পাৰিব লাগে, আৰু আনৰ মাজতো প্ৰচাৰ কৰিব লাগে ; সহনশীল হ'ব লাগে আৰু আনক অসন্তোষ দিব নালাগে ; মানৱ-সেৱা কৰিব লাগে আৰু কাম, ক্ৰোধ, লোভ, মোহ আৰু আত্মশ্লাঘা—এই পঞ্চৰিপু পৰিত্যাগ কৰিব লাগে। মহাপুৰুষ শঙ্কৰদেৱে এইবোৰ গুণৰ অধিকাৰী হৈ সৎ লোক হ'বলৈ উপদেশ দিছিল। ৰাজ্যপাল, মুখ্যমন্ত্ৰী আৰু উপাচাৰ্য্যই এই মহান ধৰ্মগুৰুজনাৰ বাণী সম্পৰ্কে যথেষ্ট কৈছে। সময় আৰু সুযোগ হ'লে ময়ো এই ধৰ্ম-বাণীবোৰৰ মৰ্মকথাৰে ভৰা সৰু সৰু আখ্যান কিছুমান কেতিয়াবা ক'ম ঃ এই আখ্যানবোৰ মই

বহুত লোকৰপৰা শুনিছিলোঁ। মুখ্যমন্ত্ৰী ডাঙৰীয়াই কৈছে যে আমি শ্ৰীশঙ্কৰদেৱৰ আৰু অন্য মহাত্মাসকলৰ বাণীবোৰ পঞ্জাবী আৰু হিন্দীলৈ অনুবাদ কৰি পঢ়াশলীয়া পাঠ্যপুথিত সন্নিৱিষ্ট কৰাৰ ব্যৱস্থা কৰিব লাগে। মই তেখেতৰ মতটো সৰ্বান্তঃকৰণে সমৰ্থন কৰোঁ।

এনেকুৱা অনুষ্ঠানত দুটা প্ৰশ্ন প্ৰায়ে তোলা হয়। এটা হ'ল—আমাৰ দেশত এনে ঋষি-মুনি আৰু ধৰ্মগুৰু অনেক ওপজা সত্ত্বেও ইয়াত অপৰাধ আৰু দুৰ্নীতিৰ সংখ্যা আৰু পৰিমাণ হ্ৰাস পোৱা নাই কিয়? তেওঁলোকৰ সৎ শিক্ষাদানৰ ফলস্বৰূপে এইবোৰ দেখোন কাহানিবাই নিৰ্মূল হ'ব লাগিছিল। —ইয়াৰ উত্তৰত মই এটা গল্প কোৱাত বাহিৰে অন্য একো ক'ব নোৱাৰোঁ। এই গল্পটো মই কিছুকাল পূৰ্বে বিপাশাৰ ৰাধাস্বামীৰ বৰ্তমান গুৰু বাবা চৰণ সিং মহাৰাজৰপৰা শুনিছিলোঁ। তেওঁ কৈছিল— "এজন গুৰুৰ এটা খৰিকটীয়া শিষ্য আছিল। এদিন খৰিকটীয়াই গুৰুক ক'লে,—খৰি কটা টান হৈ আহিছে। কিছুমান হজুৰা লগাই জঙ্গলৰ কাঁইট আটাইবোৰ গোটাই আনি পুৰি পেলাব লাগে। তাকে কৰিলে ভৰিত আৰু কাঁইটে বিন্ধিব নোৱাৰে ; খৰি কটা সহজ হ'ব। —গুৰুৱে ক'লে—সেইটো অসম্ভৱ কথা। প্ৰথমতে সেইটো কৰিবলৈ যোৱা সহজ নহ'ব। দ্বিতীয়তে কেনেবাকৈ সেইটো কৰিলেও নতুন নতুন কাঁইট আকৌ মাটিত গজিব আৰু জঙ্গল কেতিয়াও কাঁইটৰপৰা সম্পূৰ্ণৰূপে মুক্ত হ'ব নোৱাৰিব। গতিকে হাবিত এই কাঁইটৰপৰা হাত সৰাৰ উপায় হ'ল ভৰিত ফন্তা (ফনৃতি) পিন্ধা , যাতে কাঁইটে বিন্ধিব নোৱাৰে।" —ঠিক সেইদৰে মহাৰাজ চৰণ সিঙে কৈছিল—পৃথিৱীৰ তত্ত্বদৰ্শী ধৰ্মগুৰুৱে কেতিয়াও পৃথিৱীৰপৰা অন্যায় অধৰ্মক নিৰ্মূল কৰিবলৈ চেষ্টা কৰা নাছিল। তেওঁলোকে আমাক মাজে সময়ে এই পাপৰ কাঁইটৰপৰা ধৰ্মৰ নীতি-নিয়মবোৰ মানি চলি কেনেকৈ পৰিত্ৰাণ পাব পাৰোঁ তাকেহে শিকাইছিল।

এনে প্ৰসঙ্গত উত্থাপিত হোৱা দ্বিতীয় প্ৰশ্নটো হ'ল—এই উৎসৱবোৰৰ সাৰ্থকতা ক'ত আৰু এইবোৰ কিভাৱে গ্ৰহণ কৰিব লাগে? এই প্ৰশ্নটোৰ উত্তৰ মই সহজে দিব পাৰোঁ। এনে উৎসৱত যিবোৰ আলোচনা আৰু আবৃত্তি হয় সেইবোৰে— যিসকলে এনেবোৰ বাণী আগতে পঢ়িছিল তেওঁলোকৰ কাৰণে পুনৰাবৃত্তিৰ দৰে কাম কৰি স্মৃতিত সেইবোৰ জগাই তোলে আৰু তেওঁলোকক সেই বিষয়ে চিন্তা কৰিবলৈ বাধ্য কৰে। যিসকলে আগতে তেনে বাণীবোৰ জনা বা শুনা নাছিল তেওঁলোকৰ মনত এইবোৰে অমূল্য জ্ঞান-বস্তিৰ পোহৰৰ দৰে কাম কৰে। এই উৎসৱৰ প্ৰকৃষ্ট সুযোগ লাভ কৰা-হ'ব যদি আমি, আমাৰ অন্ততঃ কেইজনমানে এই মহৎ বাণীসমূহৰপৰা গোটাচেৰেক স্ফুলিঙ্গ নি আমাৰ জীৱন সেইবোৰৰ সহায়ত উজ্জ্বল কৰিবলৈ যত্ন কৰোঁহঁক আমাৰ অন্ততঃ জনচেৰেকে তেনে সৌভাগ্যৰ গৰাকী হ'ব পাৰিলেও এই উৎসৱ-সমাৰোহৰ উদ্দেশ্য সাৰ্থক হ'ব।

# স্বামী শাস্ত্ৰানন্দজীৰ ভাষণ

মাননীয় সভাপতিদেৱ, অধ্যাপক নাৰং আৰু বন্ধুসকল,

শ্ৰীমালাকাৰে মোকনো কিয় আনি পঞ্জাব ৰাজ্যৰ শীৰ্ষস্থানীয় বৰলোক ৰাজ্যপাল শ্ৰীমহেন্দ্ৰমোহন চৌধুৰী, মুখ্যমন্ত্ৰী গিয়ানী জেইল সিং, মুখ্য ন্যায়াধীশ নৰুলা চাহেব আৰু উপাচাৰ্য্য অধ্যাপক কৃপাল সিং নাৰঙৰ লগত একে সমান ঠাইত থ'লে আৰু মই নো কেনেকৈ তেখেতসকলৰ লগত খাপ খাম তাকে ভাবি আচৰিত হৈছিলোঁ।

অৱশ্যে তাৰ উত্তৰ নিজে বিচাৰি পোৱাত মোৰ পলম নহ'ল। শ্ৰীশঙ্কৰদেৱৰ দৰে মহাপুৰুষসকলৰ স্মৃতিৰ মহৎ প্ৰভাৱে আমাক সকলোকে একে শাৰীৰ বৰলোক কৰি তুলিলে—আমি সকলো ভি, আই, পি হৈ পৰিলোঁ—গতানুগতিকভাৱে নহয়—তাৰ প্ৰকৃত অৰ্থতহে।

প্ৰকৃত মাহাত্ম্যৰ এইটোৱে বিশেষ গুণ। ই আনক ডাঙৰ কৰে, মহৎ কৰি তোলে, কাকো তুচ্ছ বা ক্ষুদ্ৰ কৰি নগণ্য কৰিবলৈ নাচায়।

যদি আমাৰ ভক্তি-বিনম্ৰ অন্তৰে মহাপুৰুষসকলৰ দয়া আৰু প্ৰেৰণা গ্ৰহণ কৰিবলৈ সক্ষম হয় তেনেহ'লে আমি বুজিব পাৰিম যে আমিও সেই একে পৰম পুৰুষৰেই সন্তান, সেই একেজনা পৰম প্ৰভুৰে কৃপাৰ্হ ভৃত্য। তেতিয়া আমি সকলোৱে বৰলোক (ভি, আই, পি) বা বিশেষ সুবিধাভোগী ব্যক্তি হৈ পৰোঁ। এই সুবিধাৰ সুযোগ আৰু আনন্দ মোকো দিয়া বাবে মই উৎসৱৰ উদ্যোক্তাসকলৰ শলাগ লৈছোঁ আৰু শ্ৰোতাসকলৰ আগত নিজৰ দুটিমান ভাব আৰু চিন্তাৰ কথা এই সুযোগতে দাঙি ধৰিব খুজিছোঁ।

আমেৰিকানবিলাক স্বভাৱতে ৰসবোধ থকা লোক। তেওঁলোকে তেওঁলোকৰ প্ৰকৃতিগত স্ফূৰ্তিৰে ধেমালি কৰি কয় বোলে তেওঁলোকে বৰকৈ খায় হয়, কিন্তু অপুষ্টিকৰ খাদ্য খায়। তাৰ মানে খাদ্যৰ মাত্ৰা অতিৰিক্ত হয়, কিন্তু খোৱা সকলোবোৰ খাদ্য সিমান প্ৰয়োজনীয় খাদ্য নহয়। ভুলকৈ অনেক খোৱা হয় কিন্তু উপকাৰত অহাকৈ খোৱা নহয়। ভাৰতত আমাৰ অৱশ্যে খোৱা বস্তুৰ অভাৱ আছে, কিন্তু ধৰ্মীয় চিন্তা আৰু আদৰ্শৰ অভাৱ নাই। অভাৱ নাই কিয়—এই বস্তু অপৰ্য্যাপ্ত পৰিমাণে আছে। তথাপি কিন্তু আমি তাৰ উচিত ব্যৱহাৰ কমেই কৰোঁ আৰু আমি নৈতিকতা আৰু আধ্যাত্মিকতাৰ ফালেদি অপৰিপুষ্ট আৰু নিশকতীয়া হৈ থাকোঁ। কিয়? ধৰ্ম আৰু আধ্যাত্মিক জীৱনৰ ক্ষেত্ৰত আমি সকলোৱে কেৱল বাকপটুতা, আবেগাতিচৰ্য্য আৰু বহিৰ্দৃষ্টিতে নিমগ্ন থাকোঁহঁক। চিন্তা আৰু আদৰ্শৰ যথাযথ প্ৰয়োগৰ ক্ষেত্ৰত আমি হয়তো ভুল কৰোঁ নতুবা অমনোযোগী হওঁ। তাতোকৈ শোচনীয় কথা এই যে

আমি আমাৰ ভুল-ত্ৰুটীবোৰ মেৰপাকখোৱা বৰ বৰ কথাৰে যুক্তিপূৰ্ণ বুলি প্ৰমাণ কৰিব খোজোঁ।

সন্ত কবীৰে আমাৰ এই অৱস্থাটো কেনে খাপখোৱাকৈ কৈছে চাওক—

'জল বীচ ধৰিয়া মৰত পিয়াসা
জল মে থল হই পিয়ে ন মূৰখ,
আচ্চা জল হায় খাসা।'

—পিয়াহত মৰিছে কিন্তু পৰিষ্কাৰ পানীৰ মাজতে থিয় হৈ আছে—তথাপি নাখায়। ঠিক যেনেকৈ আমাৰ পঞ্চ-নদীৰ পবিত্ৰ ভূমি পঞ্জাবতে আমি লুধিয়ানাত এটা ষষ্ঠ নদী আৰম্ভ কৰিবলগীয়া হৈছোঁ—আমাৰ তৃষ্ণা নিবাৰণৰ কাৰণে। আৰু কি যে তৃষ্ণা।

ধৰ্মৰ ক্ষেত্ৰত আমি বৈদিক ঋষি, গুৰু, চুফি, আৰ্য্য আৰু ভক্তসকলৰ আবেগ-প্ৰবাহী জীৱন-দায়িনী জৰণাৰ জলাশয় অমৃতসৰতে আছোঁ। কিন্তু আমাৰ খোৱা-পিয়াৰ অভ্যাস এনে হৈছে যে তাৰপৰা আমি অপুষ্ট হৈছোঁ আৰু খুব বেছি হৈছোঁ যদি ভুলকৈ উত্তেজিত হৈ শেষত নৈতিকতাৰ ফালে দুৰ্বল হৈ পৰিছোঁ।

আনকি ধৰ্মীয় জ্ঞান-বিজ্ঞানৰ চৰ্চা কৰোঁতেও নতুবা বক্তৃতা দিয়া আৰু লিখাতো আমি শব্দাড়ম্বৰ আৰু অঙ্গিভঙ্গি প্ৰদৰ্শনতে নিমজ্জিত থাকোঁ। যেন পকা আমৰ বাৰী এখনত এৰি দিয়া ভোকাতুৰ মানুহ এটাৰ শুকাই-খীণাই লেৰেলি থকাৰ কাহিনীহে ঃ সি পকা আমবোৰ নিজেও নাখায়, অইনকো নিদিয়ে ; সি তাৰ পাতবোৰ গণাতে ব্যস্ত থাকে আৰু কেনেকৈ নিজে সেই বাগানৰ মালিক হৈ আনতকৈ ডাঙৰ বোলাব পাৰে তাকে ভাবি কাল কটায়।

শ্ৰীশঙ্কৰদেৱৰ দৰে মহাপুৰুষসকলে আমাক আমাৰ জীৱনৰ প্ৰকৃত লক্ষ্য কি তাকে সোঁৱৰাই দি সেই লক্ষ্য কেনেকৈ পোৱা যায় তাকে শিকাবলৈ জন্ম গ্ৰহণ কৰিছিল। এইটো এটা অমৃত ফল ; এইটো তোমালোকক দিয়া হৈছে। তোমাৰ কৰ্তব্য হ'ল—এইটো খোৱা ; তাক উপভোগ কৰি তাৰ দ্বাৰা পৰিপুষ্ট হোৱা আৰু আনকো বিলাই দিয়া। তুমি তোমাৰ জীৱনটো নিৰৰ্থক কামৰ ব্যৰ্থ প্ৰয়াসত নকটাবা।

শ্ৰীশঙ্কৰদেৱক মহাপুৰুষ বোলে। পোনপটীয়া অৰ্থত মহাপুৰুষ বা পুৰুষোত্তম হ'ল স্বয়ং ভগৱান। দ্বিতীয় অৰ্থত যিসকল দেৱতুল্য লোকে ভগৱানৰ অস্তিত্ব আৰু মাহাত্ম্য আমাৰ ওচৰত প্ৰকট কৰে তেওঁলোককো মহাপুৰুষ ৰূপে পূজা কৰা হয়। তেওঁলোক সেই একে স্বৰ্গীয় জ্যোতি আৰু প্ৰেমৰ বিভিন্ন সুৰুঙা।

ভগৱানৰ অসীম অভিব্যক্তি আৰু প্ৰেৰণা কেৱল এটা সুৰুঙাইদিয়ে নিগৰে এনে নহয়। আমাৰ কাৰণে তেনে ঐশিক অভিব্যক্তিৰ যৎকিঞ্চিৎ কোনো এগৰাকী মহাপুৰুষৰ সহায়ত লাভ কৰি ধন্য হ'ব পাৰিলেই যথেষ্ট, তাকে নকৰি মিছাতে কোন

ডাঙৰ, কোন সৰু, কোনে কাৰপৰা জ্ঞান ধাৰ কৰিছিল ইত্যাদি অবান্তৰ কথা আলচ কৰি আৰু তাৰ পুং বিচাৰি লাভ নাই। ধৰ্মৰ তুলনাই সমালোচনা আৰু বিভেদৰ সৃষ্টি কৰে, তাৰ প্ৰয়োজন আমাৰ নাই ; আমাক লাগে এনে এটা ধৰ্ম যি আমাক চৰিত্ৰবান জীৱন ৰচনা কৰি ঐক্যবদ্ধ হোৱাত সহায় কৰে।

মহাপুৰুষ শঙ্কৰদেৱ আছিল এগৰাকী বহুমুখী প্ৰতিভাশালী শিল্পী আৰু প্ৰেমিক। তেওঁ ভগৱদ্ প্ৰেম লাভ কৰিবৰ কাৰণে আৰু আনকো তাৰ সন্ধান দিবৰ কাৰণে নিজৰ জ্ঞানবুদ্ধি খটাই সাধনা কৰিছিল। তেওঁৰ উদাৰ অন্তৰ আৰু বহুল সৃজনমূলক মনটোৱে ভগৱদ্ প্ৰেম লাভ আৰু মানৱসেৱাত সহায় কৰিব পৰা প্ৰেৰণা আৰু কৌশল য'তে পাইছিল তাৰপৰাই তুৰন্তে গ্ৰহণ কৰিছিল।

জন্মত তেওঁ অকল শাক্ত হিন্দুৱে নহয়, গোৰা শাক্ত হিন্দু আছিল। তথাপি তেওঁ বৈষ্ণৱ ধৰ্মৰ প্ৰেৰণা আৰু কলাসুলভ সৌন্দৰ্য্যপূৰ্ণ কাৰ্য্যবোৰ—বিশেষকৈ তাৰ শাস্ত্ৰসমূহ আৰু যৌথ সংকীৰ্তন গ্ৰহণ কৰিবলৈ কুণ্ঠাবোধ নকৰিছিল। তেওঁ বৌদ্ধ ধৰ্ম প্ৰচাৰৰ সাংগঠনিক কৌশল গ্ৰহণ কৰি সেইমতে নিজৰো ধৰ্মীয় অনুষ্ঠান আৰু সমাজ গঠন কৰিবলৈ লৈছিল।

'ভগৱদ্‌গীতা' আৰু 'শ্ৰীমদ্ভাগৱতম্'—এই দুখন অনুপম গ্ৰন্থত এজনা দেৱতাতে ঐকান্তিক ভক্তি স্থাপন কৰাৰ প্ৰয়োজনীয়তা ব্যাখ্যা কৰা আছে, আৰু এই দুখন গ্ৰন্থৰপৰাই তেওঁ ধৰ্মৰ মূল প্ৰেৰণা আৰু শক্তি লাভ কৰিছিল। ভাগৱতত কোৱা আছে 'কেনাপি উপায়েন মনঃ কৃষ্ণে নিতেশয়েৎ।' যিকোনো উপায়ে তোমাৰ মন ভগৱানৰ পিনে ঢাল খুউৱা, ভগৱান কৃষ্ণতে তোমাৰ মন মজিবলৈ দিয়া। এয়ে শঙ্কৰদেৱৰ ধৰ্মৰ মূলমন্ত্ৰ। সংস্কৃত শাস্ত্ৰৰাজি অসমীয়ালৈ অনুবাদ কৰি, গীত-পদ-নাট-ভাওনা আদিৰ সহায়ত তেওঁ ভগৱদ্ প্ৰেম জনসমাজত প্ৰচাৰ কৰিছিল।

এনে ধৰণৰ ভক্তি প্ৰচাৰ কৰাই জীৱনৰ সৰ্বশ্ৰেষ্ঠ দান আৰু সকলো প্ৰকাৰ সহায় সাহায্য আৰু সেৱাৰ মূল বস্তু। এয়ে অহমিকা বিনাশ কৰাৰো শ্ৰেষ্ঠ উপায় , অহমিকাই ভগৱৎ প্ৰাপ্তিৰ মূল অন্তৰায়।

তেওঁ ধৰ্ম আৰু সামাজিক ব্যৱস্থা নিৰ্বিশেষে সকলো লোকৰ মাজত তেওঁলোক সকলোৰে প্ৰতি দয়ালু আৰু শ্ৰদ্ধাবান হৈ এই ভগৱৎ ভক্তি প্ৰচাৰ কৰিছিল। যিসকলে তেওঁৰ ধৰ্মোপদেশৰদ্বাৰা উপকৃত হৈছিল তাৰ ভিতৰত তলশ্ৰেণীৰ হিন্দু, স্থানীয় জনজাতীয় লোক আৰু আনকি মুছলমান ধৰ্মৰ লোকো আছিল। তেওঁলোক তেওঁৰ কীৰ্তনীয়া দলৰ সম্মানিত সদস্যই নাছিল তেওঁলোকৰ দুই একোজনক তেওঁ প্ৰচাৰকসকলৰ গুৰু বা ঘাই নেতা পাতিও দিছিল।

এইদৰেই তেওঁ সেৱাৰ মনোবৃত্তিৰে ভগৱৎ আদৰ্শ পালন কৰিছিল—

অথ মাম্ সৰ্বভূতেষু ভূতাত্মনম্ কৃতালয়ম্
অৰ্হয়েৎ দানমানভ্যম্ মৈত্ৰি অভিন্নেন চক্ষুসা—

মোক পূজা কৰা, মোৰ অন্তৰত থকা আৰু সকলোতে থকা আত্মাটোক্কো তাকে কৰা—দানেৰে, সন্মানেৰে, বন্ধুত্বেৰে আৰু ঐক্যবোধেৰে।

এনে মহাপুৰুষৰ এটা লক্ষ্য আৰু আদৰ্শই হৈছে—মানুহৰ অন্তৰত থকা আত্মাৰূপী ভগৱানৰ সহায়ত প্ৰকৃত মানুহ গঢ়ি তোলা। সেয়ে হৈ উঠিলে তেনে চৰিত্ৰবান লোকে জীৱনৰ সমস্যাৱলী তেওঁলোকৰ নিজ নিজ অভিৰুচি মতে সমাধান কৰি ল'ব। এই মহাপুৰুষসকল কোনো বিশেষ সমাজ, ৰাজনীতি, অৰ্থনীতি আৰু শিল্পত আবদ্ধ নাথাকে। তেওঁলোক কোনো দল বা দলীয় বন্ধন নোতোৱা সমস্ত মানৱ জাতিৰ লোক ঃ সেয়ে নহ'লে তেওঁলোক মহাপুৰুষ হ'ব নোৱাৰে, আৰু আমিও তেওঁলোকৰ নাম আমাৰ দলীয় স্বাৰ্থত সাঙোৰা উচিত নহয়।

শঙ্কৰদেৱে আমাক প্ৰকৃত মানৱ হ'বলৈ প্ৰেৰণা দিয়ে। আমি স্বাধীন হৈ থাকিও আনক শ্ৰদ্ধা সহকাৰে সেৱা কৰা মনোবৃত্তিৰ মানুহ হ'ব লাগে। ই আত্মম্ভৰী লোকৰ দাম্ভিক স্বাধীনতা নহয়, ই সত্য আৰু শিৱৰ চৰণ প্ৰান্তত বিনম্ৰভাৱে আঁঠু লৈ থকা একান্ত ভক্তৰ স্বাধীনতা। ভগৱদ্‌গীতাৰ শেষ বাণীত যিদৰে কোৱা আছে—'সৰ্বধৰ্মান্ পৰিত্যজ্য মামেকং শৰণং ব্ৰজ'—মোৰ ওপৰতেই নিৰ্ভৰ কৰা, কেৱল এক ঈশ্বৰতে ঃ অন্য লোকত বা অন্য বস্তুত নহয় , সংসাৰতো নহয়। এযে এক শৰণীয়া ধৰ্ম।

তেওঁৰ প্ৰচাৰিত ধৰ্ম দাস্যভক্তি-প্ৰধান আছিল ঃ দাস্য ভক্তি হ'ল প্ৰকৃত ভৃত্যৰ তেওঁৰ গৰাকী ভগৱানৰ প্ৰতি থকা প্ৰেম। ই অকল আবেগৰেই কথা নহয়, প্ৰকৃত কাম আৰু সেৱাৰো কথা। এই কাম আৰু সেৱা হ'ব লাগিব—প্ৰতিদান, অৰ্থলাভ বা দৰাদৰি ভাবৰপৰা সম্পূৰ্ণ মুক্ত। ভাগৱতত উল্লিখিত প্ৰহ্লাদেই হ'ল—এই পথৰ আদৰ্শ ভক্ত। ভক্ত প্ৰহ্লাদে কৈছিল —যি লোকে লাভৰ আশাত সেৱা কৰে তেওঁ সেৱক নহয়, তেওঁ বেপাৰী। —ন স ভৃত্যঃ স বৈ বণিকঃ।

শঙ্কৰদেৱে প্ৰচাৰ কৰা এই বাণীবোৰ আমি ঠিকভাৱে মানি চলোঁহঁক ব'লা। তাকে কৰিলেহে আমি তেওঁক প্ৰকৃত শ্ৰদ্ধা দৰ্শোৱা হ'ব।

সেই উদ্দেশ্যে আমি তেওঁৰ জীৱনী আৰু ধৰ্মবাণীৰ সাৰমৰ্ম হিচাপে এইকেইটা কথা মনত ৰখা সমীচীন হ'ব—

(ক) ভগৱদ্ প্ৰেম প্ৰকৃত উপায়ে পালন কৰি চলিব লাগে আৰু তাক আনৰ মাজতো হৃষ্টচিত্তে বিলাই দিব লাগে।

(খ) প্ৰকৃত প্ৰেৰণা আৰু জ্ঞান য'ৰপৰাই পোৱা নাযাওক লাগিলে, তাক গ্ৰহণ কৰিব লাগে—কাৰণ তাৰ শেষ উৎস একেটাই।

(গ) ভগৱানৰ ওপৰত নিৰ্ভৰ কৰিবা ; তেৱেঁই একমাত্ৰ সহায় আৰু আশ্ৰয়ৰ স্থল।

(ঘ) মানুহক সেৱা কৰিবা ঃ লাভৰ বা দৰাদৰিৰ ভাব এৰি সেৱা কৰিবা ঃ ধৰি লবা তাৰদ্বাৰা তুমি মানুহৰ অন্তৰত থকা আত্মাভগৱানক সেৱা কৰিছা।

# সমাহৰ্তাৰ আত্মকথা*

"ধৰ্ম্মক জানোহো মই তথাপি প্ৰবৃত্তি নাই
অধৰ্ম্মত নিবৃত্তি নোহয ,
হৃদি-স্থিত হুয়া তুমি যেন কৰাইবাহা স্বামী,
হৃষীকেশ কৰিবো তেনয়।"

**সভাপতি ডাঙৰীযা, উপস্থিত সমাহৰ্তাবৃন্দ আৰু সমাগত সুধীসকল,**

জয় জযতে সৃষ্টি-স্থিতি-প্ৰলযৰ কাৰণস্বৰূপ, অনন্ত শক্তিৰ মূল আধাৰ পৰম কাৰুণিক ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনাইছোঁ। আজি অসম ৰাজ্যিক চিভিল চাৰ্ভিচৰ দ্বিতীয় শ্ৰেণীৰ কৰ্মচাৰীসকলৰ সন্মিলনীৰ বিংশ বাৰ্ষিক অধিবেশন। পুৰণি কাকত-পত্ৰ বিচাৰি-খোচাৰি চাই জানিব পৰা গৈছে যে এই সন্মিলনীৰ ইংৰাজী ১৯২৭ চনৰেপৰা আজি পৰ্য্যন্ত এই সুদীৰ্ঘ ডেৰকুৰি বছৰৰ ভিতৰত ইতিপূৰ্বে উনৈশটা বাৰ্ষিক অধিবেশন হৈ গৈছে। বহুকাল পূৰ্বেই ই ৰজাঘৰীযা স্বীকৃতিও লাভ কৰিছে। এই ডেৰকুৰি বছৰীযা অতীত জীৱনত ই সদায অন্যান্য কৰ্মচাৰীসকলৰ সন্মিলনৰ দৰে ছাবডেপুটী কলেক্টৰসকলৰ আশা-আকাংক্ষা, অভাৱ-অভিযোগ, আলৈ-আহুকাল আদিকেই প্ৰকাশ কৰি আবেদন-নিবেদন, দাবী-প্ৰতিবেদন আদি কৰ্তৃপক্ষক জনাই আহিছে, আৰু তাকে কৰিছে ইংৰাজী ভাষাৰ মিঠালগা আখৈফুটা উচ্চাৰণেৰে। গতিকে আজি আপোনালোকে, অন্ততঃ আমাৰ পুৰণিখিনি কৰ্মচাৰীয়ে—আজি সন্মিলনীৰ এই বিবৃতিটো অসমীযাত শুনি হয়তো কিবা আচহুৱা-আচহুৱা যেন পাব। ই স্বাভাবিক। সদায় যাৰ মুখত যিটো ভাষাৰ কথা শুনা যায় তাকে নুশুনিলে আচৰিত হোৱাটো মানুহৰ স্বভাব। পিছে তেনে আচহুৱা কথা শুনি আকৌ বেয়া নালাগেদেই! অমাতৰ মাত যেনহে লাগে। আগৰ দিনত চীফ চেক্ৰেটেৰীয়ে সদায় ইংৰাজীত বাহিৰে অসমীয়া বা অন্য ভাষাত কথাই নকৈছিল। পিছে শ্ৰী এচ পি. দেশাই চাহাব চীফ চেক্ৰেটেৰী থকা কালত এবাৰ আমি তেখেতক দেখা কৰিবলৈ গৈ ইংৰাজীত কথা কৈ তেখেতৰপৰা—"আপোনাৰ ঘৰ ক'ত ? কোন মৌজাত ? তাৰ শ্ৰীঅমুকা

---

* সমাহৰ্তা = উপপ্ৰতি সমাহৰ্তা। সদৌ অসম সমাহৰ্তা (উপপ্ৰতি সমাহৰ্তা) সন্মিলনৰ বিংশ বাৰ্ষিক অধিবেশনৰ (গুৱাহাটী , ১৫।৯।৫৭) সম্পাদকীয় বিবৃতি।

কাননগো এতিযাও জীয়াই আছেনে ?" এনোবোৰ প্ৰশ্ন মিঠালগা অসমীয়া ভাষাত শুনি তেনেই লজ্জিত, স্তম্ভিত আৰু পুলকিত হৈছিলোঁ। এই সন্মিলনীৰো পূৰ্ববৰ্তী সম্পাদকসকলে কাৰ্য্যবিৱৰণী সদায় ইংৰাজীতে দাঙি ধৰি আহিছে। গতিকে মোৰ পক্ষে ইয়াক অসমীযাত দাঙি ধৰিবলৈ যোৱাটো বোধহয় হাস্যোদ্দীপক হৈছে। হ'লেও এই ত্ৰুটী ইহীনৰ একপ্ৰকাৰ ইচ্ছাকৃত গোঁৱৰামিহে। তাৰ যুক্তিও অৱশ্যে নথকা নহয। কাৰণ পোনতে ইংৰাজীত লিখিব লাগে বুলি নিযমাৱলীৰ কোনো ঠাইত লিখা নাই। দ্বিতীযতে, অসমীযাত ক'লে নুবুজা লোক আমাৰ ভিতৰত কোনো নাই। ইফালে আকৌ বহিৰাগতসকলেও অসমীযা জানি-বুজি লৈ তাত পকি উঠা বুলি ছাপটো পালেহে কামত নিগাজি হয। সেযে বাৰু কি বুজায ?

স্বাধীনতা লাভৰ পিছত ইংৰাজী ভাষাক হেঁচি-ঠেলি বাহিৰ কৰিবলৈ চৰকাৰৰ যেতিযা যত্নই চলিছে—তেনে স্থলত ডুবা নাও এখনত সাবটমাৰি ধৰি থাকিলে জান্নো কিবা লাভ হ'ব ? আজিকালি নহ'লেও দুদিন পিছত আপোনালোকে ইংৰাজী ভাষাক হাতত ধৰি নি বাটত উলিযাই থ'বই। তাতে আকৌ আমাৰ এছ ডি. চি সকলৰ দিনৰ গোটেই চৌবিশ ঘণ্টাই চৰকাৰী কামৰ সময। নিৰ্দিষ্ট সময়ৰ ভিতৰত তেওঁলোকে দৰমহাৰ বিনিমযত যিমান গোত্ৰ-হীন, যোত্ৰ-হীন অনিৰ্দিষ্ট কাম আহে তাক কৰিব লাগিবই। আৰু, তাকে কৰোঁতে চৌবিশ ঘণ্টাই তেওঁলোকে গাঁৱৰ ধনীৰাম, মণিৰাম, বেৰাকটা, কোণাকটা, আঘনু, লঘনু, পেলনুহঁতৰ লগত লেটিপেটি হৈ থাকিব লাগে। ইংৰাজীৰ লগত হাট-বাট প্ৰায নোহোৱাৰ দৰেই হয়। এনে স্থলত এদিন সকলোৱে মিলি বৰ-সভা পাতি লৈ পঢ়াশলীযা যুগৰ ইংৰাজী আওৰালে বা লিখিলে নো কিটো হ'ব ? Back to Village আৰু প্ৰকৃতিক অনুসৰণ কৰাই যেতিযা যুগ-ধৰ্ম হৈ আহিছে—আমিও তাকে ভাবিয়ে আমাৰ এইবাৰৰ বছৰেকীযা বিৱৰণীখন অসমীয়াত লিখিলোঁ। দোষাদোষ বা সম্পাদকীয় এইফেৰা গোঁৱৰামি মৰিষণ কৰিব বুলি আশা কৰিলোঁ। ভাষাতত্ত্ববিদ পণ্ডিতে কয়—গোঁৱৰামি 'গঁড়' শব্দজ, আৰু সেয়ে হ'লে দেখিব যে আমাৰ ৰাজ্যিক চৰকাৰেও গঁড়কে আমাৰ দেশখনৰ বৈশিষ্ট্য বুলি ৰাজ্যিক প্ৰতীক হিচাপে গ্ৰহণ কৰিছে ।

সুধীবৃন্দ,

আমাৰ এই সন্মিলনীৰ নাম অসম সমাহৰ্তা সন্মিলনী। ক'বলৈ পাহৰিছোঁ, ইংৰাজী 'ছব ডিপুটী কলেক্‌টৰ'ৰ অসমীযা সংস্কৰণটি হ'ল হেনো সমাহৰ্তা। তেন্তে সমাহৰ্তা নামটো এইবাৰহে ঠিক খাজে-খোপে খাই পৰা যেন লাগিছে। 'ছব ডিপুটি' শব্দটোকো অসমীয়া বুলি ধৰি লৈ ব্যঙ্গ কৰি অনেকে অৰ্থ কৰে—সব দে পুতি— অৰ্থাৎ সকলোবোৰ পুতি দে। গুৱাহাটীৰ দ-মাটি আৰু বিলবোৰত মাটিৰে ৰাস্তা বান্ধি পট্টন দিয়াত হ'লে শব্দটোৰ অৰ্থ বা কদৰ্থ নিৰৰ্থক হোৱা নাই ; অৰ্থাৎ দ-মাটিবোৰ পুতি পট্টন দিয়া বিষয়াজনেই হ'ল 'ছব ডিপুটী'।

সি যি হওক, আপোনালোকে জানে যে ছব ডিপুটীৰ কৰ্তব্যৰ ভিতৰত নপৰা কাম দুনিয়াত প্ৰায় একো নাই। মৰা হাতী পোতাৰেপৰা ব্ৰহ্মপুত্ৰৰ পানীৰ জীয়া মাছৰ হিচাপ দিয়ালৈ, গাঁওবুঢ়াৰ জন্ম-মৃত্যুৰ হিচাপ চোৱাৰেপৰা কণ্ঠাগতপ্ৰাণ মুমূৰ্ষু লোকৰ অন্তিমবাণী লিখি ৰখালৈকে দুনিয়াৰ কোনো কাম তেওঁৰ কৰ্তব্যত নপৰাই নাথাকে। এই সকলোবোৰ খবৰ তেওঁ নি জিলাৰ বৰচাহাবক যোগান ধৰিব লাগে। বৰচাহাবে নি চৰকাৰক দিয়ে, আৰু চৰকাৰৰ ঘৰে দৰকাৰ মতে আৱশ্যকীয় অংশবোৰ কৃষি-বিভাগ, গড়কাপ্তানি বিভাগ, ডাক্তৰি বিভাগ, শিক্ষা বিভাগ, প্ৰচাৰ বিভাগ আদি অসংখ্য বিভাগক—ঔষধত অনুপান দিয়াৰ দৰে দিয়ে। কালি নে পৰহি দিনা মাথোন আমি শিক্ষা বিভাগক প্ৰত্যেক গাঁৱৰ জনসংখ্যা, পঢ়াশালি, বিভিন্ন-কুলীয়া লোকৰ সংখ্যা আদিৰ বিৰাট পিয়ল শেষ কৰি দিছোঁ। ষ্টেটিচ্‌টিকচ্ বিভাগত তো বাৰটা মাহৰ তেৰটা হিচাপ দিবই লাগিব, আৰু দিয়ে থকা হৈছে। মানুহ পিয়লৰ বাহিৰেও আকৌ ছাগলী, গৰু, কুকুৰ, মেকুৰী, হাঁহ, পাৰ, মুৰ্গি, তাঁতশাল, নাঙল, যুঁৱলি, যঁতৰ, কুঠাৰ আদিৰ এশ ত্ৰিশ বিষয়ৰ পিয়ল আহি পৰে। সেই সকলোবোৰো সমাহৰ্তাৰে মূৰত। কোনে জানে যে ঘৰেপতি থকা নিগনি, ডালশলিয়া, ইন্দুৰ, মকৰা, বিছা, পখিলা আদিৰো চেঞ্চাচ তেওঁলোকে কৰিব নালাগিব ? কাৰণ বৈজ্ঞানিক বিশ্লেষণ আৰু গৱেষণাৰ কাৰণে এইবোৰৰো আৱশ্যক আছে। ঘৰৰ কাষৰ গেৰেকনিত থকা শেলাইৰপৰা শূই ধৰি নি পৰীক্ষা কৰি যদি পেনিচিলিন বাহিৰ কৰিব পৰা যায় তেন্তে মকৰা, বিছা আদিৰ পৰাও যে কিবা উলিয়াব পৰা নাযাব তাক কোনে ক'ব ?

এইদৰে দেখা গ'ল এই সকলোবোৰৰ আহৰণকৰ্তা বা গোটাওঁতা হ'ল এছ. ডি চি বা সমাহৰ্তা। জেঙে-জাবৰে, পেটাৰিয়ে-সাঁফৰে সকলোকে আহৰণ কৰে কাৰণেই এছ ডি. চি.ক আজিৰ পৰিভাষাত বোলা হৈছে সমাহৰ্তা, অৰ্থাৎ সম্যকভাৱে গোটাওঁতা বা আহৰণ কৰোঁতা। অৱশ্যে তেওঁ অকল আহৰণহে কৰে বুলিলে ভুল কোৱা হ'ব। 'কলত্ৰ'ই যিদৰে "কলং ত্ৰায়তে ইতি কলত্ৰ" হৈ নাথাকি সন্তানো জন্ম দিয়ে, ঠিক সেইদৰে সমাহৰ্তাৰো নিষ্পত্তি কৰিবলগীয়া কাম এহেজাৰ এটা। অফিচত তেওঁ হয় বিচাৰক , পথাৰত বিচাৰক আৰু খোঁচাৰক (investigator) , সভা-সমিতিত সভাপতি আৰু ঘৰত সমাজ-সেৱক আৰু দেশকৰ্মী। মাটি-বাৰীৰ কাজিয়া পেচালৰ বিচাৰেই নহয়, আজিকালি সমাহৰ্তাক ৰাজকীয় ক্ষমতা প্ৰদান কৰি অনেক ক্ষেত্ৰত ফৌজদাৰী মেজিষ্ট্ৰেট হিচাপেও ব্যৱহাৰ কৰা হৈছে। বলপূৰ্বক উচ্ছেদৰ নিঠুৰ কামবোৰত তো আছেই, বৰলোক আহিলে ৰাস্তাত শান্তিৰক্ষাৰ কাৰণে পুলিচৰ লগত তহল দিয়া কামতো আছে। মুঠতে "পেঙ্গুইন চিৰিজ"ৰ সস্তীয়া সংস্কৰণৰ পুস্তকৰ দৰে এওঁলোক সস্তা দামৰ মেজিষ্ট্ৰেটো। ইলেক্‌চন বা নিৰ্বাচন আহি পালে—যেয়ে সেয়ে গৈ এওঁলোকক "তইহে-তই, মই-হে-মই" কৰে। নিৰ্বাচন গ'লে এওঁলোকৰ অৱস্থা—গাঁৱলীয়া কথাত ক'বলৈ গ'লে "পাৰ হ'লোঁ যমুনা, ভূৰত দিলোঁ লাঠি"

হয়। নিৰ্বাচনৰ সময়ত চাৰ্কেলত এওঁলোকৰ প্ৰত্যেকে হৈ পৰে একো একোজন মেজিষ্ট্ৰেট। এওঁলোকৰ কিছুমান আছে আকৌ ছাব ডেপুটী মেজিষ্ট্ৰেট। এজন উকীল বন্ধুৱে এদিন কৈছিল যে "ছাব ডেপুটী মেজিষ্ট্ৰেট" শব্দটো হেনো নৰম-গৰম বুজোৱা দুটা শব্দৰ জোঁটনি মাত্ৰ, যেনে ঢোৰা-সাপ ; অৰ্থাৎ যদিও ঢোৰা তথাপি সাপ, সেইদৰে যদিও ছাব ডেপুটী তথাপি মেজিষ্ট্ৰেট , ফাটেকত দিব পৰা মেজিষ্ট্ৰেট।

সি যি হওক, মূঠতে সমাহৰ্তাসকল যেনিবা গাঁৱলীয়া ওজাৰ সৰ্বঢাক মন্ত্ৰ, কবিৰাজৰ মকৰধ্বজ, ডাক্তৰৰ এন্ধেলিন মিক্চাৰ, ডাক্তৰৰ ভাওধৰা ৰিফিউজি ডাক্তৰৰ Distilled water injection আৰু হোমিওপেঠৰ নাক্সভমিকা—If you do not know what to give, give Nux-vomica—এয়ে হ'ল হোমিওপেঠৰ বিধান। গাঁৱত মাৰি-মৰক উপস্থিত হ'লে বা দুৰ্যোগে দেখা দিলে, আপদ-উদ্ধাৰ বা বটুভৈৰৱ পাঠ কৰা হয় আৰু লগতে "পৰিত্ৰায়ধ্বম্ পৰিত্ৰায়ধ্বম্" বুলি এছ. ডি. চি.ৰো নাম লোৱা হয়। ঘৰ পুৰিলে এছ ডি. চি., বানপানীত এছ. ডি. চি., ধুমুহা-শিলাবৃষ্টিত এছ. ডি চি., অতিবৃষ্টি-অনাবৃষ্টি পীড়াত এছ. ডি. চি. ইত্যাদি এছ. ডি, চি.য়ে হ'ল পীড়িত বা আতঙ্কিত অঞ্চলত চৰকাৰৰ মাভৈ বাণী প্ৰচাৰ কৰা একমাত্ৰ দায়িত্বশীল বিষয়া। এই বিষয়াবিলাকৰ ভিতৰতো আপুনি পাব বিশ্ববিদ্যালয়ৰ সৰ্বশ্ৰেষ্ঠ ডিগ্ৰীধাৰী লোকৰে পৰা সাধাৰণ গ্ৰেজুৱেটলৈকে সকলো প্ৰকাৰৰ লোক। সেই সকলোবোৰে যোগ্যতাৰ পৰীক্ষাত উত্তীৰ্ণ হোৱাতহে এই খিতাপ পাইছে। তেওঁলোকৰ ভিতৰতো আকৌ ওমৰে কোৱাৰ দৰে—

"কত ধৰণৰ আছে পাত্ৰ তাত,
কোনোটা দীঘল, কোনোটো চুটি ;
কোনোটো বা আছে মাটিতে বাগৰি,
কোনোটো আছে চাঙত উঠি।"

পিছে, এই কৰ্মচাৰীসকলেনো কিহৰ দুখত সম্মিলনী পাতি কৰ্তৃপক্ষৰ ওচৰলৈ সঁজাতী দল নি ইনাই-বিনাই, দাবী-কাকুতি জনাই ডিঙি ফালিব লাগিছে তাৰ অলপ আভাস দিয়া যাওক। ইয়াক সমাহৰ্তাৰ আত্ম-কাহিনী বোলা হয়। সমাহৰ্তাসকলৰ আদিৰে পৰা আজিলৈকে ঘাই আপত্তি চাৰিটা মাত্ৰ, যেনে—

আসাম চিভিল চাৰ্ভিচৰ বিভিন্ন শ্ৰেণীৰ সংযুক্তকৰণ আৰু অন্যথাই ৰেভিনিউ চাৰ্ভিচ নামক পৃথক ভূমিবিভাগীয় কৰ্মবিভাগ আৰু কৰ্মচাৰী নিৰ্ধাৰণ। এইটো দাবীকে ১৯৪৬ চনত বৰদলৈ মন্ত্ৰীসভাই মানি লৈ কৈছিল যে 'জুনিয়ৰ' আৰু 'চিনিয়ৰ চিভিল চাৰ্ভিচ'ত- সোমোৱাটো কেবল ছেগ, দৈৱ অথবা আকস্মিকতাৰ কথা ঃ ই মাত্ৰ গুণৰ তাৰতম্যৰ কথা নহয়। ই. এ. চি.ৰ চাকৰিৰ শতকৰা ৫০ টা এছ. ডি. চি.সকলৰ প্ৰমোচনৰ দ্বাৰা পূৰ কৰিলেও এই অন্যায়ৰ সমীচীন প্ৰতিকাৰ নহয়। দুয়োটা শ্ৰেণী সংযুক্ত কৰি এক কৰাত বাহিৰে অন্য উপায়েৰে ইয়াৰ ন্যায্যতা ৰক্ষা নহ'ব। সেই কাৰণে দুয়োটা শ্ৰেণীৰ চাকৰি মিলাই একত্ৰ কৰি এটা অবিভাজ্য শ্ৰেণী কৰিবলৈ

স্থিৰ কৰা হ'ল। চৰকাৰী ভাষাত তাক এইদৰে কোৱা হৈছিল—"It is nevertheless most desirable to counter the reasonable complaints that have been made in the past that the appointment of a person to the junior service is a matter of luck, and that though the senior service is recruited to the 50% by promotion from the Junior, the promotion when it comes, comes too late to confer any substantial benefit. Govt. have therefore concluded that the only remedy is to bring all recruits to the same time scale, i.e. that of the Junior service and to select those who are fit for promotion to the Senior scale after a period, say, eight years." (Vide Govt. Notification No. AAA 10/45 dated 3.12.46 published in the Assam Gazette dated 11.12.46.)। নক'লেও হ'ব যে এই নীতিৰ গুৰিত আছিল অভিজ্ঞতা আৰু দক্ষতাৰ যথাযথ সমাদৰৰ কাৰণে কৰা এটি ক্ষুদ্ৰ প্ৰচেষ্টা ঃ All that glitters are not gold প্ৰবচনৰ সাৰ্থকতা স্বীকাৰ। চৰকাৰৰ এই নীতিয়ে পৃথিবীৰ জীৱিত এশ গৰাকী শ্ৰেষ্ঠ লোকৰ নাম লওঁতে লেখত পৰা জগদ্বিখ্যাত Lever Brothers and Unilver-ৰ Administrative Expert মিঃ জিওফ্ৰি হেৱৰ্থ (Geoffrey Heyworth) এ অনুসৰণ কৰা ঘাই নীতিৰ কথাটো সকলোকে সোঁৱৰাই দিয়ে। তেওঁৰ সেই নীতি মতে Under him a new personnel policy has been evolved by which all senior jobs are reserved for men who have worked their way up from the bottom. And by his orders all top officials must give ear to any employee with a new idea. (Vide page 100 of "The 100 Most Important People in the World Today–by D. Robinson.)

কিন্তু দুৰ্ভাগ্যৰ কথা সেই বৰদলৈ মন্ত্ৰীসভা আজি আৰু নাই। সেই নীতিও কাহানিবাই অপ্ৰচলিত বা obsolete হ'ল। বৰদলৈ ডাঙৰীয়া শেষ নিশ্বাস ত্যাগ কৰাৰ লগে লগেই তেখেতৰ দিনৰ আশ্বাস, বিশ্বাস সকলো গ'ল। আজি সেই ৰামো নাই, অযোধ্যাও নাই। 'তে হি নো দিবসা গতা' O the times, O the manners! ফলত আমি কবিয়ে কোৱাৰ দৰে "যৰে আমি ত'তে ৰ'লোঁ—উঠিব নোৱাৰোঁ।" জুনিয়ৰ চিভিল চাৰ্ভিচ আগৰ দৰেই থাকিল ; বৰং জুনিয়ৰ আৰু চিনিয়ৰ চিভিল চাৰ্ভিচৰ মাজৰ ফাকটো ইতিমধ্যে কিছু বহলহে হ'ল ! দেৱতায়ো মিছা মাতিলে আৰু উপায় কি আছে বুলি তাহানি কংসই খেদ কৰাৰ দৰে সমাহৰ্তাসকলে এতিয়া খেদ কৰাত বাহিৰে আৰু কি কৰিব পাৰে ? "দৈৱমপ্যনৃতং বক্তি, ন মৰ্ত্ত্যা এব কেৱলম্"—

হেন শুনি কংসে বিস্ময়ে গুণয়
কিনো অদ্ভুত কৰ্ম্ম।
আছোক মানুষ দেৱো মিছা মাতে
কি ভৈল কালৰ ধৰ্ম্ম ॥—শঙ্কৰদেৱ

সমাহৰ্তাসকলৰ দ্বিতীয় আপত্তি আছিল আসাম চিভিল চাৰ্ভিচৰ দুয়োটা বাহ একেলগ নকৰালৈকে ই. এ. চি. নিয়োগৰ সময়ত অন্ততঃ আগৰ দৰে নতুন ই.

এ. চি.ৰ শতকৰা ৫০ জনক এছ. ডি. চি.ৰপৰা প্ৰমোচন দি নিয়োগ কৰিব লাগে। সেইটোও কিন্তু কাৰ্য্যত পৰিণত নহ'ল। আজি প্ৰমোচনৰ শতকৰা হাৰ কৰ্তৃপক্ষৰ ইচ্ছাধীন ব্যাপাৰ। প্ৰণালীৰ বিষয়ে আলচ কৰিবলৈ গ'লে হয়তো নগৰত জগৰ লাগিব—কাৰণ চৰকাৰীভাৱে হ'ল 'ইটো কথা পৰম গুপুত, কহিবাক নহয় যুগুত'। এছ. ডি. চি.ৰ অদৃষ্ট সঁচাকৈয়ে অ—দৃষ্ট অৰ্থাৎ ন-দৃষ্ট।

তৃতীয়তে, দৰমহা আৰু ভ্ৰমণৰ মাইল ভাত্তা কোনো বিচাৰতে চাকৰিৰ মৰ্য্যাদা আৰু দায়িত্বৰ লগত খাপখোৱা নহয়। অলপতে হৈ যোৱা Pay Committee-য়ে এশ পঞ্চাশৰপৰা চাৰিশ পঞ্চাশ টকীয়া চাকৰিটো যেনিবা টানিটুনি এশ পয়সত্তৰৰপৰা পাঁচশ টকীয়া কৰিলে—ইমানেই। আমাৰ স্মাৰক পত্ৰত (memorandumত) যুক্তিপূৰ্ণ কথা বহুত থকা বুলি প্ৰকাশ্যে কমিটিৰ সভাপতিয়ে স্বীকাৰো কৰিছিল ; কিন্তু কাৰ্য্যক্ষেত্ৰতহে দানৰ পাত্ৰ উবুৰিয়াই দিয়াতো আমাৰ ভাগ্যত বস্তুবোৰ ওলাই নপৰিল। আগতেও আমি কৈছিলোঁ আৰু আজিও পুনঃ কওঁ যে কামৰ দায়িত্ব, গুৰুত্ব আৰু প্ৰমোচনৰ গা-নসৰকা বাটলৈ লক্ষ্য কৰি বাৰ শত্ৰুৱেও বুকুত হাত দি ক'ব নোৱাৰে যে কৰ্তৃপক্ষৰ দৰমহা নিৰ্ধাৰণত সমাহৰ্তাৰ ক্ষেত্ৰত অন্যায় হোৱা নাই।

কৰ্মক্ষেত্ৰত সমাহৰ্তাসকলক উপযুক্ত আবাস-গৃহ দি যান-বাহনৰ সুবিধা অন্য বিভাগক দিয়াৰ দৰে দিব লাগে—এয়ে হ'ল তেওঁলোকৰ চতুৰ্থ দাবী। থাকিবলৈ ঘৰটো আৰু দ্ৰুত গতিত কাম কৰিবলৈ মটৰ এখন আজিৰ দিনত সমাহৰ্তাৰ নিত্যপ্ৰয়োজনীয় সামগ্ৰী হৈ পৰিছে। আগৰ দৰে কম টকাত ঘৰ ভাৰা পোৱা আৰু সপ্তাহ-দুসপ্তাহৰ কাৰণে মফচললৈ গৈ কেম্প পাতি থাকি সুখত কাম চাই চিকাৰ কৰি কাল কটোৱা দিন গ'ল। এশ এটা জৰুৰী কামে আজিৰ সমাহৰ্তাৰ থৰ-কাছুটি হেৰুৱাই দিয়ে। চৰকাৰে অৱশ্যে থকা-ঘৰৰ প্ৰয়োজনীয়তাটো ইতিমধ্যে মানি লৈছে আৰু জীপ গাড়ীৰ অপৰিহাৰ্য্য প্ৰয়োজনৰ কথাও দিন গ'লে মানি নলৈ নাথাকে। মটৰ গাড়ীৰ প্ৰয়োজনীয়তা সম্পৰ্কে Pay Committeeত কমিটিৰ অন্যতম সভ্য শ্ৰীবিজয়চন্দ্ৰ ভাগৱতী দেৱে আলোচনা প্ৰসঙ্গত নিজেই উপযাচি কৈছিল—"মোৰ বোধেৰে এছ. ডি. চি.সকলক চাৰ্কোলে চাৰ্কোলে জীপ গাড়ী একোখন দিলে চৰকাৰী কামত সুবিধা হ'ব আৰু শেহান্তৰ ব্যয়ো বোধহয় কমেই হ'ব।" কিন্তু বিভাগীয় মন্ত্ৰী মহোদয়ে কথাটো অন্য পিনে টানি নি মটৰ চাইকেল এডভাঞ্চ দিয়া আদিত পেলালেগৈ। বিধি বিতুষ্ট হ'লে আশাৰ টেকেলি এইদৰেই কাতি হয়। ফলত ঘৰৰ শকত সম্বল থকা এছ. ডি. চি.কেইগৰাকীক বাদ দি বাকীখিনিয়ে আজিও গোবাটেদি চাইকেল ঠেলা আৰু ৰাজ-বাটত প্ৰিয় হৈ হাত দাঙি পৰিবহনৰ চৰকাৰী মটৰত ঠাই বিচৰাত বাহিৰে অন্য সুবিধা একো পোৱা নাই।

এইখিনিতে "মিতিৰৰ নতে নভাৰ" বোলা কতাটো সোঁৱৰাই দিলে বোধ হয় অপ্ৰাসঙ্গিক নহ'ব। অৰ্থাৎ ন মিতিৰক নখন ভাবেৰে আদৰ দেখুৱা হয় ; পুৰণি

মিতিৰ ঘৰলৈ শুদা হাতেও যোৱা যায়। ন বিভাগ আৰু পুৰণি বিভাগবোৰৰ বিষয়ে চৰকাৰেও সেই একে নীতিকে অনুসৰণ কৰা যেন কাৰ্য্যই দেখুৱায়। ন বিভাগবোৰত জীপ গাড়ী একাধিক দি পুৰণিবোৰক "ইমান দিনে গাড়ী নোহোৱাকৈ চলিল, এতিয়াও পাৰিব দে"—বুলি সাধুকথাৰ ন-ঘৈণীক লাগী আৰু পুৰণিক এলাগী পাতি এলাগীয়ে বাহিৰতে থাকিব পাৰিব বুলি ভবাৰ দৰে হৈছে যেন দেখা যায়।

চমুকৈ এই চাৰিটাই সন্মিলনৰ মূল দাবী। বাকী দাবীও, যেনে—ছিলেকচন গ্ৰেডৰ চাকৰি শতকৰা পঁচিশটা হ'ব লাগে ; ষ্টেটৰ মেনেজাৰৰ চাকৰিবোৰ এছ, ডি. চি.ৰ হে প্ৰাপ্য—আদিও অনেক আছে। সেইবোৰৰ কোনোটোৱে আজিলৈ যথাযথভাবে কাৰ্য্যকৰী নোহোৱাতেই সন্মিলনৰ খেদ !

এই গ'ল দাবী সম্পৰ্কে। এতিয়া যোৱা দুবছৰৰ ভিতৰত কি কি কাম কিদৰে হ'ল তাৰ এটি চমু আভাস দিয়া যাওক। সন্মিলনৰ সভ্যসকলে জানে যে ১৯৫৫ চনৰ আগষ্ট মাহত যেতিয়া Pay Committeeৰ প্ৰশ্নাৱলীৰ উত্তৰ দি সঘন পত্ৰোত্তৰৰ দ্বাৰা সন্মিলনৰ সজীৱতা প্ৰমাণ কৰিবলগীয়া হ'ল—তেতিয়া সন্মিলনীৰ সম্পাদক আছিল শ্ৰদ্ধেয় বন্ধু শ্ৰীছিৰাজুল হক। শ্ৰীহক চাহাবে ইতিপূৰ্বে প্ৰমোচন পাই ই. এ. চি. হৈ আছিল কাৰণে Pay Committeeৰ প্ৰশ্নাৱলীৰ বিষয়ে বিশেষ তৎপৰ হ'বলৈ তেখেতৰ প্ৰয়োজন নহৈছিল। ইয়াকে দেখি আমাৰ সহকৰ্মী দুই-এজনে কৈছিল "খাই কাৰশালা ডালত উঠিল, কাঠী-চেলেকাৰহে মৰণ মিলিল।" অৱস্থা তেনেকুৱা দেখি Executive Committeeৰ জনদিয়েক সভ্যই আশাশুধীয়াভাৱে খাটি মূল সভাৰ জৰুৰী অধিবেশন এটি পাতে ২০।৮।৫৫ তাৰিখে। তাতেই শ্ৰীধৰণীধৰ চৌধুৰী আৰু এই নিঃকিনক যুটীয়াকৈ সম্পাদকৰ দায়িত্ব দি সন্মিলনৰ যাবতীয় কাম কৰিবলৈ বাব দিয়া হয়। কোৱা বাহুল্য যে তেতিয়া আৰু তাৰ কিছুকাল পূৰ্বৰেপৰা শ্ৰীঅমূল্যৰতন ফুকন, শ্ৰীউপেন্দ্ৰ দাস, শ্ৰীপ্ৰফুল্ল বৰা আদি সমাহৰ্তাসকলে সন্মিলনৰ হকে যথেষ্ট কাম কৰিয়ে আছিল। সেই বছৰৰ ভিতৰতে দুবাৰ গৈ প্ৰায় ১০।১২ জন সমাহৰ্তাই তেতিয়াৰ কংগ্ৰেছ সভাপতি শ্ৰীমহেন্দ্ৰমোহন চৌধুৰীৰ ওচৰত সন্মিলনৰ ওজৰ-আপত্তিবোৰ দৰ্শাইছিল আৰু শ্ৰীচৌধুৰী দেৱেও নিজে মুখ্যমন্ত্ৰীৰ ওচৰলৈ আমাৰ সঁজাতী দল লৈ যাবলৈ ইচ্ছা প্ৰকাশ কৰিছিল। দৈব-দুৰ্বিপাকত সি হৈ নুঠিল যদিও, আমি সকলোৱে ছোগ বুজি তেতিয়াৰ বিভাগীয় মন্ত্ৰী শ্ৰীমতিৰাম বৰা ডাঙৰীয়াৰ ওচৰত দুবাৰো সঁজাতী দল গৈ আমাৰ বক্তব্যবোৰ যুক্তিৰে দৰ্শাইছিলোঁ। টাইপ্-ৰাইটাৰ, সত্ত্বৰস্থলত গোটেই বছৰৰ কাৰণে সমাহৰ্তাৰ কাৰণে চেইনমেন লাভ আদি তাৰেই ফল।

গ'ল বছৰত জালুকবাৰীত থকা বন্ধুসকলে মূল সভা মাতিবলৈ গাত লৈও শেষ মুহূৰ্তত অক্ষমতা প্ৰকাশ কৰাত সভা নবহিলেই। এই সকলোবোৰতে এই অভাজনেই সম্পাদকৰ ভাৰখন পৰাই-নোৱাৰাই বহন কৰি আহিছে।

এইখিনিতে কিঞ্চিৎ অপ্ৰিয় হ'লেও এটি প্ৰাসঙ্গিক কথা উল্লেখ কৰা সমীচীন হ'ব। আমি সম্পাদকৰ কাৰ্য্যভাৰ যেতিয়া পাওঁ তেতিয়া কাকত-পত্ৰ প্ৰায় একো

পোৱা নাছিলোঁ। আমাৰ পূৰ্ব্বৱৰ্তী সম্পাদক ডাঙৰীয়াই আজিলৈও হিচাপ-কিতাপ আৰু অৰ্থপুঁজিৰ সাঁচাৰকাঠী আমাক শোধাবলৈ সময় উলিয়াব নোৱৰা বোলাটো আমাৰ পক্ষে—"যিবা কহে, যিবা শুনে, দুইৰো মহালজ্জা"ৰ দৰেহে হৈছে। কাৰ্য্যবিৱৰণীৰ বহীটো পোৱা গ'ল, কিন্তু তাত তেখেতৰ ক'লীয়া আখৰ এটাও পোৱা নগ'ল। এতিয়া আপোনালোকে তেখেতৰ এনে কাৰ্য্যক গ'ল কথা গুচিল বুলি এৰিলেও এৰিব পাৰে, নতুবা যি ভাল দেখে তাকে কৰিব পাৰে। মই নিৰুপায় হৈহে এইফেৰা অপ্ৰীতিকৰ কথা উল্লেখ কৰিবলগীয়া হ'লোঁ।

পৰিতাপৰ কথা এই যে আমাৰ অনেক সমাহৰ্ত্তাই কোনো মতে গৈ প্ৰমোচনটি পালে তেওঁ যে এসময়ত সমাহৰ্তা আছিল সেইটোও কেতিযাবা স্বীকাৰ কৰিবলগীয়াত পৰিলে সেমেনা-সেমেনি কৰে। অৱশ্যে সকলোৰে ক্ষেত্ৰত সেইটো নাখাটে। শ্ৰীজিতেন্দ্ৰনাথ দাস আই এ. এছ ডাঙৰীযাই সিদিনা মাথোন আমালৈ লিখিছে—"আপোনালোকে নাপাহৰে যেন ময়ো আপোনালোকৰে এজন।" ই উচ্চ মনৰ পৰিচায়ক নহয় যদি কি ? সোণ য'তেই থাকক সি সোণৰ দৰে জ্বলিবই।

যিসকলে জানে যে "গুণাঃ হি পূজাস্থানং গুণীষু" অৰ্থাৎ গুণৰ বলতহে মানুহে গুণী নাম লৈ পূজনীয হয়, আৰু যিসকলে জানে যে সংসাৰৰ ভাওনাত প্ৰত্যেকে এটা অংশ গ্ৰহণ কৰিব লাগে, আৰু তাত ৰজা আৰু খৰিকটীয়া দুযোৰো মূল্য সমান সমান, তেওঁলোকে উচ্চ-নীচ নকৰে। তেওঁলোকে জানে যে The rose will smell a rose by whatever name you call it অৰ্থাৎ ভিতৰৰ মানুহজনহে আচল মানুহ, চাকৰিটো নহয়—অৰ্থাৎ চাকৰিটো চোকোৰাহে, সাহ নহয়। বিৰাট শাসন যন্ত্ৰটোতো কাৰো মূল্য কম নহয় ঃ যন্ত্ৰত বিৰাট-কায চকা এটাৰ যি মূল্য তাৰ কাষতে থকা সৰু গজালটোৰো সেই একে মূল্য। এটা নাথাকিলে আনটো নাথাকে—যন্ত্ৰটো নচলে।

সুধীসকল,

কাৰ্য্যবিৱৰণীৰ নীৰস কথাবোৰ বৰ্ণনা কৰোঁতে—মূল কথাৰপৰা অলপ আঁতৰিয়ে যাব ধৰিছিলোঁ—ক্ষমা কৰিব। এতিযা যোৱা দুবছৰৰ পুঁজি সম্পৰ্কীয় হিচাপটিও থোৰতে দিওঁ শুনক। আজি পৰ্য্যন্ত বৰঙণিৰ টকা উঠিছে দুশ সত্তৰটা; আৰু আজিৰ খৰচ বাদে খৰচ হৈছে এশ আশী টকা। গতিকে হাতত আছে নৱৈ টকা। ব্যয় হোৱা এই ১৮০্ টকাৰ বেছিখিনিয়ে খৰচ হৈছে ১৯৫৫-৫৬ চনৰ Pay Committeeৰ সম্পৰ্কত। এইবোৰৰ খুঁটি-নাটি বিতং হিচাপ Executive Committee-ক দিয়া হৈছে।

এই ছেগতে সন্মিলনৰ সকলো সদস্যকে সোঁৱৰাই দিব খোজোঁ যে সন্মিলনখন অযত্নত লেলাই ঢেন্দাই মৰি যাবলৈ দিয়া সহজ হ'ব, কিন্তু সঁচাকৈয়ে ই লুপ্ত হ'ব লাগিলে পিছত তাৰ বাবে সকলোৱে পৰিতাপ কৰিব লাগিব। সকলো সন্মিলনীৰে মূল মন্ত্ৰ "সংহতি কাৰ্য্য-সাধিকা।" অৰ্থাৎ united we stand, divided

we fall. আৰু সেই সংহতিবদ্ধভাৱে কৰা কাৰ্যত ভুল কম থাকে ; কাৰণ তাত এটা মূৰৰ ঠাইত বহুত মূৰে কাম কৰে। সেয়েহে আগৰ দিনৰ এজন ৰজাৰ ঠাইত আজি বহু মন্ত্ৰীৰ শাসন চলিছে। গতিকে সভ্যসকলে যেন এইবাৰ নিজ নিজ বৰঙণিফেৰা আদায় দিবলৈ হেলা নকৰে।

১৯৫২ চনৰপৰা আমাৰ সন্মিলনৰ আবেদন-নিবেদন, যুক্তি-তৰ্ক, খং-ৰাগ আদিৰ ফলত চৰকাৰে ভাবি-চিন্তি নতুন সমাহৰ্তাসকলক জীৱনৰ ডেৰকুৰি বছৰৰ ডেওনা পাৰ নোহোৱালৈকে ই. এ. চি. পদৰ কাৰণে প্ৰতিযোগিতামূলক পৰীক্ষা দিবলৈ সুবিধা দিছে। আমাৰ যুৱক সমাহৰ্তাসকলে যেন এই সুযোগ ল'বলৈ নাপাহৰে! পিছে আকৌ সমাহৰ্তাৰ চাকৰিৰ বন্ধনত সোমোৱা ডেকাসকলক ই নিষ্কৃতিৰ এটা পথ দিছে যদিও এই পথ একেবাৰে নিষ্কণ্টক নহয়। নিষ্কৃতি বুলিছোঁ এইবাবে যে আগৰপৰাই আপ্তবাক্যৰ দৰে এষাৰি বচন চলি আহিছে যে Once an S.D.C., always an S.D.C. এতিয়া বয়সৰ তিনি দহ ত্ৰিশ পাৰ নোহোৱালৈকে ডেকাসকলৰ ঘাই নজৰ বৰশীয়ালৰ চকু পুঙাত থকাৰ দৰে কিতাপৰ পৰীক্ষাটিৰ লক্ষ্যভেদৰ চিন্তাত থাকিব, আৰু থকাও বোধহয় উচিত। কিযনো সেই এবাৰ এপাত কাঁড়েৰেই যদি মৎস্য-চক্ষু ভেদ কৰি দ্ৰৌপদীৰূপ ই. এ চি.ৰ খিতাপ পোৱা যায় তেনেহ'লে—সংস্কৃত শ্লোকত কোৱাৰ দৰে আকণৰ গছতে মৌ-বাহ পালে, পৰ্বত বগাই মৰে কোনে—বোলাৰ দৰে নহয় জানো ? সিফালে লাগিলে বামুণেই মৰক বা লগুণেই ছিগক, সুঁবিধা সুবিধায়ে—তাক এৰিব নালাগে।

আৰু এটা কথা—১৯৪৬ চনৰ চৰকাৰী বিজ্ঞপ্তিৰ আশ্বাসত, বিশ্বাসৰ ডিঙা বান্ধি যিসকল লোকে সমাহৰ্তাৰ কামত প্ৰৱেশ কৰিছিলহি তেওঁলোকৰ কাৰণে চৰকাৰে ১৯৫১ৰ নীতি পৰিবৰ্তনৰ সময়ত একো নকৰিলে বুলি বহুতে খেদ কৰে। যুক্তিয়ে তেওঁলোকৰ খেদ সমৰ্থনো কৰে। পিছে ১৯৫২ চনৰ কুৰি এপ্ৰিল তাৰিখে তেতিয়াৰ মুখ্যমন্ত্ৰী মেধি ডাঙৰীযাৰ ওচৰত দিয়া প্ৰতিবেদনত অন্যান্য অনেক কথাৰ লগত এইটি কথাও দাঙি ধৰা হৈছিল। সন্মিলনৰ তদানীন্তন সম্পাদক শ্ৰীপ্ৰতুল শইকীয়াৰ অবিহনে সেইবাৰৰো সঁজাতীদল এই অভাজনেই খিলঙলৈ নিবলগীয়া হৈছিল , গতিকে উক্ত বিষয়ে হোৱা কথা-বতৰাত যিবোৰ যুক্তিতৰ্কৰ অৱতাৰণা হৈছিল—সেইবোৰ আজিও তেওঁ পাহৰিব পৰা নাই। মুখ্যমন্ত্ৰী ডাঙৰীয়াই গোনতে গবৰ্ণমেণ্টৰ সকলো কৰিবৰ ক্ষমতা আছে—ই. এ. চি. গোনে গোনে নলৈ এছ. ডি. চি.ৰ পৰাহে প্ৰমোচন দি লোৱা হ'ব বুলি কৈ তাকো বদলাই দি পুনঃ গোনে গোনে ল'বলৈও ক্ষমতা আছে বুলি ক'লত তলত দিয়াৰ দৰে তৰ্ক-বিতৰ্ক চলিছিল

—তেনেহ'লে, ছাৰ, চৰকাৰৰ নীতিত আশ্বাস লৈ ইতিমধ্যে পৰীক্ষা দি সোমোৱা এছ. ডি. চি.সকলৰ কি হ'ব ? তেওঁলোকৰ কাৰণে চৰকাৰে কি ব্যৱস্থা কৰিব ?

—একো নকৰে। যিসকলে এছ. ডি. চি হিচাপে থাকিবলৈ বেয়া পায় তেওঁলোক গুচি যাব পাৰে। আমি ধৰি নাৰাখোঁ।

—চৰকাৰৰ বিজ্ঞপ্তিত তেনেহ'লে বিশ্বাস কৰি কাম কৰা ভুল নেকি ?

—ভুল হয় নহয় সেইটো তোমালোকৰ নিজৰ বিবেচ্য।

—তেনেহ'লে ছাৰ এইদৰে ক'লে ভুল হ'ব নেকি যে আমাৰ নিজৰ চৰকাৰৰ এয়ে উদ্দেশ্য আছিল যে নিজৰ দেশৰ জনচেৰেক উঠি অহা যুৱকক ছল কৰি নিজালত পেলাই হত্যা কৰিব ?

এইখিনিতে মুখ্যমন্ত্ৰী মহাশয় কেনেকৈ টিঙিৰি তুলা হৈ উঠিছিল সেই কথা ভাবিলে আজিও আবেগপূৰ্ণ বিহ্বলতা উপস্থিত হয়। প্ৰজাপতি দক্ষৰ যজ্ঞ লণ্ড-ভণ্ড হোৱাৰ দৰে হ'ব ধৰিছিল—এনেতে শ্ৰীললিত চন্দ্ৰ বৈশ্য সাওদেনো কৈছিল কি ?—"ছাৰ, চৰকাৰৰ ক্ষমতা নাই বুলি তো আমি কোৱা নাই। পিছে চৰকাৰখন কাৰ বাবে আৰু কাৰনো ? ই আমাৰো, আপোনাৰো। আমি দুখ পালে কান্দিমেই। ভগৱানে আপোনাক শুনিবলৈ দিছে আৰু পাৰিলে দুখ দূৰ কৰিবলৈ দিছে। আপুনি জানো নুশুনিব ? আৰু আমাক হত্যা কৰা মানে আমি আমাৰ Future Prospect বন্ধ কৰাৰ কথাহে কৈছোঁ। আপুনিয়ে খং কৰিলে আমি বা কি কৰিম ?"

তেতিয়া মুখ্যমন্ত্ৰীয়ে মিচিকিয়া হাঁহিৰে কৈছিল—"বাৰু এইবোৰৰ বিষয়ে বিবিচনা কৰি চোৱা যাব। তোমালোকৰ কাগজবোৰ এৰি যোৱা।" আমি কাগজ এৰি আহিছিলোঁ। কাগজবোৰ বোধহয় চৰকাৰে চাইছিল, চাইছে আৰু চাবও। '৪৬ৰ পিছত সোমোৱা আৰু '৫২ত ত্ৰিশৰ ডেওনা পাৰহোৱাসকলে মালা জপি কাম কৰি যাওক ; ভগৱানে চৰকাৰৰ জৰীয়তে যথা সময়ত কৃপা কৰিব। তেওঁলোকে যেন নাপাহৰে—Hope springs eternal in human breast আৰু They also serve God who only stand and wait. আমাৰ শ্ৰদ্ধেয় সহকৰ্মী এগৰাকীয়ে লিখা বিখ্যাত উপন্যাস এখনৰ নায়িকাই জানো এইদৰে গীত গাই আশ্বাস লোৱা নাছিল—

নকৰিবি বয়ে ঐ
নাকান্দিবি চেনেঙ ঐ
মনলৈযে নানিবি শোক—
ই-পুৰীয়ে এৰি ঐ
পাম গৈ যে ৰেগাম ঐ
দুখৰ যে পৰিব ওৰ—।"—ৰজনীকান্ত বৰদলৈ।

আমিও যেন তেনেকুৱা ভাবতে আশ্বাস লৈ চৰকাৰত বিশ্বাস ৰাখি কৰ্মৰত থাকিব পাৰোঁ। কিয়নো খং-ৰাগ, বিৰক্তি-অৱসাদ আদিত অভিভূত হৈ কৰ্তব্যত হেলা কৰিবলৈ হ'লে জননী-জন্মভূমিয়ে আমাক অভিশাপ দিব। মনত ৰাখিব লাগিব দেশখন আমাৰ, ইয়াৰ চৰকাৰ আমাৰ নিজৰ চৰকাৰ ; আমি খং কৰিম, গালি পাৰিম, চিয়ঁৰ-বাখৰ কৰিম, কিন্তু সেইবুলি দেশখনৰ হিতৰ কাৰণে জীউ-মুৰ-টাকি কাম কৰি যামেই।

সুধীমণ্ডলী,

কাৰ্য্য-বিৱৰণীৰ বকলা মেলি, নানা তৰহৰ কথাৰে ইমানপৰে আপোনালোকৰ

ধৈৰ্য্য-চ্যুতি ঘটাব পাৰোঁ। কথাৰ লাছতে কেতিয়াবা অপ্ৰাসঙ্গিক কথাও উত্থাপন কৰিব পাৰোঁ—সেই সকলোবোৰ এই নিছলা সম্পাদকৰ অযোগ্যতালৈ চাই ক্ষমা কৰে যেন। ধৈৰ্য্যেৰে সন্মিলনীৰ বিবৰণীৰ দৰে আমনিলগা নীৰস কথাবোৰ শুনি থাকি আপোনালোকে যি সহৃদয়তাৰ পৰিচয় দিছে তাৰ বাবে সন্মিলনীৰ তৰফে সম্পাদকে আপোনালোকক হিয়া উবুৰিযাই ধন্যবাদ জনাইছে। আশীৰ্বাদ কৰিব যেন সন্মিলনে সভ্যসকলক যুক্তিৰে মুক্তি আৰু উন্নতি সাধন কৰিবলৈ মনত সততে বল আৰু সাহস দি থাকিব পাৰে। নিজ নিজ কৰ্তব্য ক্ষেত্ৰত heart within and God overhead হৈ কাম কৰি যাওঁতে হাড়ভঙা পৰিশ্ৰমৰ মাজতো যেন তেওঁলোকে তাহানিৰ চুইজাৰলেণ্ডৰ বীৰ William Taleৰ বিষয়ে কবিয়ে কোৱাৰ দৰে ক'ব পাৰে—

My knees shall bend, he calmly said
To God and God alone,
My life is in the Austrian's hand
My conscience is my own

ওঁ শান্তি, ওঁ শান্তি, ওঁ শান্তি।

গৃহীত হ'ল।

(Sd ) S D Barua
শ্ৰীশশীধৰ বৰুৱা
সভাপতি
15 9 57

শ্ৰীঅতুলচন্দ্ৰ বৰুৱা
সম্পাদক
(সদৌ অসম সমাহৰ্তা সন্মিলন)
১৫।৯।৫৭

# দৰঙী কলা-কৃষ্টি উন্নয়ন সংঘৰ অষ্টম অধিবেশন

# সভাপতিৰ অভিভাষণ

আদৰণী সমিতিৰ শ্ৰদ্ধেয় সভাপতি ডাঙৰীয়া, উদ্বোধক প্ৰমুখ্যে বিশিষ্ট বৰেণ্য অতিথিসকল, বন্ধু প্ৰতিনিধিবৰ্গ আৰু কলানুৰাগী সহৃদয় ৰাইজ,

জয়জয়তে আপোনাসবলৈ সনম্ৰ প্ৰণতি জনাই পাথৰিঘাটৰ স্থান-মাহাত্ম্যৰ উল্লেখেৰেই ভাষণৰ পাতনি মেলিব খুজিছোঁ। সুধীসকল, দৰঙী কলা-কৃষ্টি উন্নয়ন সমিতিৰ বাৰ বছৰীয়া যুগ এটা পূৰ হও হও হৈছে ; মাত্ৰ এটা মাহ বাকী। এইবাৰৰ সাংস্কৃতিক সমাৰোহ তাৰ অষ্টম অধিবেশন। এই অধিবেশন অনুষ্ঠিত হৈছে 'শিয়লা বৈষ্ণৱ চৰিত' পুথিত উল্লিখিত, এসময়ৰ পুণ্যতোয়া স্ৰোতস্বিনী দিগজৰ তীৰস্থ, জাতীয় বুৰঞ্জীয়ে গচকি যোৱা পথৰুঘাটত ঃ ১৮৬৮ আৰু ১৮৯৪ চনৰ কৃষক বিদ্ৰোহৰ কেন্দ্ৰ স্থান বুলি প্ৰসিদ্ধি লাভ কৰা পথৰুঘাটত। পথৰু নামৰ অনাখৰী ঘাটুৱৈ এজনৰ নামেৰেই জনাজাত হোৱা পথৰুঘাটৰ আজিৰ নাম পাথৰিঘাট। এই পুণ্যভূমি পাথৰিঘাটতে দুকুৰি পোন্ধৰ বছৰ পূৰ্বে আপোনালোকৰ সেৱক আজিৰ এই সভাপতিয়ে পাথৰিঘাট মধ্য ইংৰাজী স্কুলৰপৰা সগৌৰৱে শিক্ষালাভ কৰি গৈছিল। গতিকে এই ঠাই তেওঁৰ কাৰণে এখন স্মৰণীয়, বন্দনীয় তীৰ্থক্ষেত্ৰ। বীৰভূমি পাথৰিঘাট, তোমাক প্ৰণাম।

শ্ৰদ্ধেয় কলাপ্ৰেমী ৰাইজ, পুৰণি দৰং ৰাজ্যৰ ইতিহাস আৰু কলা-কৃষ্টি, তথা দৰঙী কলা-কৃষ্টিৰ তাত্ত্বিকদিশটোৰ বিষয়ে ইতিপূৰ্বে একাধিকবাৰ যথেষ্ট আলোচনা-বিলোচনা হৈ গৈছে। আজি তাৰ ব্যৱহাৰিক দিশটোৰ বিষয়েহে মাথো চমুকৈ দুই-এটা কথা উত্থাপন কৰা হ'ব।

অভিজ্ঞতাই সকীয়াই দিয়ে যে চিনেমাৰ প্ৰচলনৰ লগে লগে নাট অভিনয়ৰ পতন আৰম্ভ হ'ল। তেনেকৈ টি, ভি উদ্ভাৱনৰ লগে লগে চিনেমা কমিল। তেনেকৈয়ে আধুনিক শিক্ষা বিস্তাৰৰ লগে লগে পুৰণি ধৰ্মীয় অনুষ্ঠান আৰু পূজা-পাতল আদিলৈ মানুহৰ আস্থা আৰু আকৰ্ষণ কমি আহিল। ফলত সেই পূজা-পাৰ্বণ আদি অনুষ্ঠানবোৰৰ লগত জড়িত থকা গীত-বাদ্য-নৃত্যাদিৰো ব্যৱহাৰ আৰু অনুশীলন ক্ৰমে কমি আহি বৰ্তমান সময়ত সেইবোৰৰ ভালেখিনিয়ে মৃত্যুমুখী হৈ পৰিছে আৰু

কিছুমান ইতিমধ্যে লুপ্তয়ে হ'ল। উদাহৰণ স্বৰূপে আবহমান কালৰেপৰা মনসা পূজাৰ লগত ওতপ্ৰোতভাৱে চলি আহিছিল সুকনান্নী সঙ্গীতৰ ওজাপালি অনুষ্ঠান আৰু দেওধনী নৃত্য। বিয়াৰ লগত জড়িত আছিল আয়তীসকলৰ জাতে জাতে বিবিধ-সুৰীয়া গীত-মাত আৰু নামনি অঞ্চলত, ঢুলীযাৰ নাচ-গান আৰু কালীয়াৰ কালি-বাদন। মুঠতে এদিন বিয়া বুলিলেই পোনেই মনলৈ আহিছিল ঢুলীযা, কালীয়া আৰু আয়তীসকলৰ গীত-মাতৰ কথা। আজিও বিযা অনুষ্ঠান উঠি যোৱা নাই, বৰং জনসংখ্যা বৃদ্ধিৰ লগে লগে সি বাঢ়িছেহে ; কিন্তু অনুষ্ঠানটোৱেহে গছে পাত সলোৱাৰ দৰে বৰণ সলাইছে। ঢেঁকীৰ চাবৰ ঢেঙ্কুৰুচ ঢেঙ্কুৰুচ মাত, বিয়া-নামৰ জাউৰি জাউৰি গীত আৰু বিয়াৰ সময়ত কালীয়াৰ কৰুণ সুৰৰ কালি বাদন আৰু ঢুলীয়াৰ ঢোলৰ শব্দৰ চেও আজি জানো শুনিবলৈ পোৱা যায়? আগৰ দিনত মঙ্গলদৈ অঞ্চলত ঢেপা ঢুলীয়াৰ ভেম্‌টৌ-ভেম্‌টৌ ধ্বনিয়ে আছিল বিযাৰ সৰ্বজনবিদিত মুকলি জাননী। আৰু আজি? আজি মনসা পূজা আছে কিন্তু দেওধনী প্ৰাযে নাই ; বিযা আছে—আযতীসকলৰ জোৰানাম (মঙ্গলদৈত তাক নিন্দাপদ বোলে) নাই , জাউৰিয়ে জাউৰিযে জাত লগাই গোৱা বিবিধ বিয়া-পদ নাই। এনেকৈ যদি পুৰণি থলুৱা কলা কৃষ্টিৰ সম্পদবোৰে এপদ এপদকৈ বিদায লয, তেনেহ'লে আমাৰ ঐতিহ্য, আমাৰ গৌৰৱময সংস্কৃতিৰে বা ৰ'বগৈ কি? আমাৰ জাতীয বৈশিষ্ট্যযে বা থাকিব ক'ত? তেনেহ'লে উপায়?

উত্তৰত ক'ব লাগিব—উপায় আৰু একমাত্ৰ উপায হ'ল—এইবোৰক পুনঃ সঞ্জীৱিত কৰি কলা-শিল্পৰ শাৰীলৈ ঢাল খুউৱা ঃ সময়ৰ লগত খাপ খোৱাকৈ গঢ দি আধুনিক সমাজৰ ৰুচিসন্মত আৰু উচ্চ মানবিশিষ্ট কৰি তোলা। মনত ৰাখিব লাগিব যে সময়ৰ অগ্ৰগতিৰ লগত খোজত খোজ মিলাই আগবাঢিব নোৱাৰিলে কোনো প্ৰকাৰ কলা-কৃষ্টিযে তিষ্ঠিব নোৱাৰে। সময আৰু সংস্কৃতিৰ সোঁত নিৰবচ্ছিন্ন, অপ্ৰতিহত আৰু চিৰ পৰিবৰ্তনশীল। আজিৰ জগৎ ভযঙ্কৰ ব্যস্ত জগৎ। কাৰো যেন লেলপেল-নিছিগা নিৰৰ্থক কথা চোবাই থাকিবলৈ নতুবা ওৰে ৰাতি বহি নাট-ভাওনা উপভোগ কৰিবলৈ আহৰি নাই। অথচ কথাও পাতিব লাগিব , উপভোগো কৰিব লাগিব ; কোনোটোকে বাদ দিব নোৱাৰি ; কিযনো সেইবোৰো জীৱনৰ একো একোটি অপৰিহাৰ্য্য কৰ্তব্য। তাৰবাবে সেইবোৰ এতিযা হ'ব লাগিব সমযোপযোগী আৰু চমু চমু অনুষ্ঠান। তাকে কৰিবৰ কাৰণে দীঘলক চুটি, আপচুক সুগঢ়ী আৰু অশ্ৰাব্যক সুশ্ৰাব্য কৰি গঢ়ি তোলাৰ প্ৰয়োজন হ'ব। তাৰ কাৰণে উপযুক্ত প্ৰস্তুতি আৰু যথাযথ অনুশীলন বা আখৰাৰ প্ৰয়োজন। তেনে অনুশীলন আৰু প্ৰশিক্ষণৰ যোগান ধৰাটোও দৰঙী কলা-কৃষ্টি উন্নয়ন সংঘৰ দৰে আঞ্চলিক সংঘ বা সমিতিবোৰৰ এটি মুখ্য উদ্দেশ্য।

একোটি অঞ্চলৰ কলা-কৃষ্টি সেই অঞ্চলৰ লোকে পূৰ্বপুৰুষসকলৰ পৰা

উত্তৰাধিকাৰী সূত্ৰে পোৱা সম্পত্তি। দৰঙী কলা-কৃষ্টি দৰঙৰ বাহিৰে পৰম্পৰাগতভাৱে লাভ কৰা তেনে একপ্ৰকাৰ উমৈহতীয়া সম্পদ। ই পুৰণি বৃহৎ কামৰূপী কলা-কৃষ্টিৰে অঙ্গ আৰু সৰ্বভাৰতীয় সংস্কৃতিৰ অঙ্গীভূত এপদ জালিকটা অলঙ্কাৰ ঃ ই সমন্বয় আৰু সংহতিৰো এটি মোহিনী মন্ত্ৰ।

ৰজাই ৰজাই কাজিয়া লাগে, যুঁজ-বাগৰ হয় ; গণতান্ত্ৰিক ৰাজ্যৰ মাজতো সংঘৰ্ষ ঘটে, ৰাজ্য কেতিয়াবা চূড়মাৰ আৰু খণ্ড-বিখণ্ড হয়, কিন্তু কলা-কৃষ্টি-সংস্কৃতিয়ে সেই কন্দল, সেই ধ্বংসৰ অন্ততো তাতেই মিলন, সৃষ্টি আৰু সংহতিৰ বীজ বপন কৰে। দৰং ৰাজ্যতো প্ৰবল পৰাক্ৰমী আহোম স্বৰ্গদেউসকল, বিদ্যোৎসাহী সংগ্ৰামী কোচ ৰজাসকল আৰু ভাৰত বিজয়ী মোগল বাহিনীৰ বিপুল সংঘৰ্ষ ঘটিছিল ; দেশ লণ্ড-ভণ্ড হৈছিল , কিন্তু কলা-কৃষ্টি সংহতিৰ বন্ধন ছিন্ন হোৱা নাছিল, বৰং সেই বান্ধোনে তাক পুনৰ নকৈ গঢ় দিছিল, সংহতিবদ্ধ কৰিছিল। চেৰা ঢেক, ওজাপালি সঙ্গীত আদিয়ে সাক্ষী দিয়া দৰঙী কলা-কৃষ্টি সেই সঞ্জীৱনী শক্তিসম্পন্ন কলা-কৃষ্টিৰে এটি অংশবিশেষ। বিদেশী শাসনৰ হেঁচাত, ৰাজকীয় উৎসাহ অনুপ্ৰেৰণাৰ অভাৱত সেই দৰঙী কলা-কৃষ্টিৰ পদুমপাহি মাজতে কিছুকাল নিস্তেজ হৈ পৰিছিল। স্বাধীনতাৰ পৰশত সি ক্ৰমে পুনৰ সজীৱ হৈ উঠিবলৈ ধৰিছে। কৃষ্টি-সংস্কৃতিৰ বহল পথাৰৰ বাৰ্ষিক অধিবেশন আৰু বাৰ্ষিক সমাৰোহবোৰ ৰাইজক সংস্কৃতি সজাগ আৰু থলুৱা কলা-কৃষ্টি সংস্কৃতিৰ প্ৰতি সচেতন কৰি তুলিবলৈ কৰা একোটি ক্ষুদ্ৰ প্ৰয়াস মাত্ৰ। সহযোগিতা বৰ্দ্ধন আৰু পৰস্পৰ আদান-প্ৰদানৰ সমন্বয় সৃষ্টি ইযাৰ মুখ্য উদ্দেশ্য। থলুৱা সকলোখিনি কৃষ্টি-সংস্কৃতিৰ একত্ৰীকৰণ আৰু সংৰক্ষণ তাৰ প্ৰত্যক্ষ আৰু প্ৰাথমিক লক্ষ্য আৰু সিবোৰৰ কলাসন্মত চৰ্চা আৰু উন্নয়ন তাৰ দ্বিতীয় পৰ্য্যায়ৰ পদক্ষেপ। এই সংঘত এই পৰ্য্যন্ত সংগ্ৰহ আৰু সংৰক্ষণতে ব্যস্ত থাকি দ্বিতীয়টি পদক্ষেপ আগবঢাবলৈ যত্ন কৰা হৈছে মাত্ৰ।

এসময়ত দৰঙী কৃষ্টি সংস্কৃতিৰ বিবিধ উপাদানেৰে প্ৰাচীন কামৰূপী, তথা সৰ্বভাৰতীয় কলা-কৃষ্টি সঙ্গীতৰ ভঁৰাল বাৰুকৈয়ে চহকী আছিল। আজি সেই দৰঙী কলা-কৃষ্টিসমূহৰ ভঁৰালৰ অৱয়ব ক্ষীণ হ'লেও তাৰ সম্পদৰ বৈচিত্ৰ্য লোপ পোৱা নাই। ঢেপা ঢুলীয়াৰ গীত-বাজনাৰ কৃষ্টি ; বিয়াহৰ ওজাৰ জাগৰ, মালচী, ঝুনা, পাটশ্যাহী গীত ; ইচলাম ধৰ্মী মুছলমান ভাইসকলৰ চেৰাঢেক, উজনিৰ বিহুগীত বনগীতৰ নামনাচ সমধৰ্মী নাঙেলী গীত আদিবোৰেই তাৰ সাক্ষী। এইবোৰ অসমৰ সঙ্গীতৰ অনন্য সাধাৰণ সম্পদ। আগৰ দিনত দৰঙী কোচ ৰজাসকলে এইবোৰৰ পৃষ্ঠপোষকতা কৰিছিল। আজি বহু যুগ ধৰি তেনে ৰজাঘৰীয়া পৃষ্ঠপোষকতাৰ পৰা বঞ্চিত হৈ থাকিও শিল্পীসকলে সেইবোৰৰ চৰ্চা নেৰি সমাজত নামমাত্ৰ অৰিহণাৰ বিনিময়তে সিবোৰত আত্মনিয়োগ কৰি থকাটো কম স্বাৰ্থত্যাগৰ কাম নহয়। ই তেওঁলোকৰ কলাপ্ৰাণ আন্তৰৰ ঐকান্তিক নিষ্ঠাৰ জ্বলন্ত নিদৰ্শন।

নদীৰ ঘূলিত বৌ-বৰালি মাছে বাহ বন্ধাৰ দৰে যুঁজ-বাগৰৰ ঢৌৱে বৰকৈ

তল-ওপৰ নকৰা ঠাইবোৰত পুৰণি কলা-কৃষ্টিৰ ঐতিহ্যপূৰ্ণ সম্পদবোৰ সংৰক্ষিত হৈ থাকে আৰু এতিয়াও আছে। তেনে ঠাইবোৰত আঞ্চলিক কলা-কৃষ্টিৰ কেন্দ্ৰ স্থাপন বৰ্তমানৰ এটি সময়ৰ দাবী হৈ পৰিছে। সময়ৰ সোঁতৰ সেই দাবীৰ ফলতে হ'ব পায় মাজুলী, বৰপেটা আৰু বৰদোৱাত শঙ্কৰী সংস্কৃতিৰ, কোক্ৰাঝাৰত বৰো সংস্কৃতিৰ, ধেমাজিত মিছিং সংস্কৃতিৰ, দুধনৈত বৰো, ৰাভা আৰু গাৰো সংস্কৃতিৰ, তামোলপুৰত বৰো আৰু শঙ্কৰী সংস্কৃতিৰ, হাফলঙত জনজাতীয় সংস্কৃতিৰ আৰু গৌৰীপুৰত গোৱালপৰীয়া সংস্কৃতিৰ আঞ্চলিক কেন্দ্ৰ অঙ্কুৰিত হ'ল। তাকে শুনি অসমৰ কলাপ্ৰেমী ৰাইজ কিছু পৰিমাণে আশ্বস্ত হৈছে। তেজপুৰৰ জ্যোতিভাৰতী এইবোৰতকৈও পুৰণি। বৰ্তমান দৰঙত তেনে আঞ্চলিক সাংস্কৃতিক কেন্দ্ৰ আজিকোপতি স্থাপিত নোহোৱাৰ কাৰণ আমাৰ কাৰণে দুৰ্বোধ্য হৈ আছে। দৰঙী কলাপ্ৰেমী ৰাইজে নিজে স্থাপন কৰি লোৱা দৰঙী কলা-কৃষ্টি উন্নয়ন সংঘৰ জৰিয়তেই আজি বাৰ বছৰ ধৰি আঞ্চলিক কলা-কৃষ্টিৰ চৰ্চা আৰু প্ৰচাৰৰ কাৰণে দেহে-কেহে চেষ্টা কৰি আছে। এই বাৰ বছৰৰ ভিতৰত ১০/১২ জন শিল্পীয়ে এককালীন চৰকাৰী অনুদান লাভ কৰাৰ উপৰি ১৯৮৩/৮৪ চনত সুকনাম্নী সঙ্গীতাচাৰ্য্য শ্ৰীললিতচন্দ্ৰ নাথ ওজাৰ সঙ্গীত নাটক একাডেমীৰ ৰাষ্ট্ৰীয় বঁটা বিজয় আৰু ব্যাস সঙ্গীতাচাৰ্য্য শ্ৰীদুৰ্গেশ্বৰ নাথ ওজাৰ চৰকাৰী শিল্পী পেঞ্চন লাভ বিশেষ উল্লেখযোগ্য। এইবোৰে বৰ্তমানৰ দৰং জিলাত অন্ততঃ দুটা আঞ্চলিক সাংস্কৃতিক কেন্দ্ৰ স্থাপনৰ ন্যায়সঙ্গত যুক্তি আগবঢ়ায়। নক'লেও হ'ব যে উপযুক্ত স্থানত প্ৰতিষ্ঠিত এনেবোৰ আঞ্চলিক কেন্দ্ৰ দেশৰ সংহতি আৰু সমন্বয় স্থাপনৰ কাৰণে হয় মূল ভেটি আৰু দেশ ৰক্ষাৰ অব্যৰ্থ কৱচ।

দৰঙী কলা-কৃষ্টি উন্নয়ন সংঘযো এতিয়ালৈকে সামৰি লোৱা কলা-কৃষ্টিসমূহক অনুশীলন আৰু প্ৰশিক্ষণৰ সুবিধা দি প্ৰত্যেকবিধ কৃষ্টি-কলাকে উচ্চ মানবিশিষ্ট কৰি তুলিব লাগিব। সেই উদ্দেশ্য সাধনৰ কাৰণে ৰাইজে বৰ্তমানে পূজা-পাৰ্বণাদিৰ লগত সংশ্লিষ্ট নৃত্য-গীতবোৰ সেইমতে চলি থাকিবলৈ দিয়াহি উচিত। তাত শিল্পীয়ে উন্নয়নৰ নামত একো হকাবধা নকৰাই ভাল। কিন্তু তাৰ বিকল্প এটা ৰূপ, সম্পূৰ্ণৰূপে কলাত্মক আৰু প্ৰগতিশীল সমাজৰ ৰুচিসম্মত কৰি তোলা উচিত হ'ব। তাৰ কাৰণে প্ৰয়োজন হ'ব উপযুক্ত প্ৰশিক্ষণ আৰু অনুশীলনৰ। উদাহৰণ স্বৰূপে এই প্ৰসঙ্গত দেওধনী নৃত্যৰ কথা উল্লেখ কৰা যায়। দেওধনী নৃত্য মনসা পূজাৰ লগত ওতপ্ৰোতভাৱে জড়িত। পিছে পূজাত মাত্ৰ এজনী দেওধনীযেহে ওজাপালিৰ সহায়ত নৃত্য পৰিবেশন কৰে। বৰদঁকৰ দিনা সেই দেওধনী দকঁত পৰে। পূজাত একাধিক দেওধনীৰ প্ৰয়োজন নাই। কিন্তু ১৯৭৬ চনৰ কংগ্ৰেছ মহাসভাৰ এশ ফুট দীঘল-পুতলৰ বিশাল মঞ্চত বাৰজনী দেওধনীক একেলগে নৃত্য কৰাবলগীয়া হৈছিল। এনে এখন বিয়াগোম মঞ্চত অকলশৰীয়া এজনী দেওধনী বিশাল ধাননি পথাৰত উৰি ফুৰা এটি পখিলাৰ তুল্য হয়। সেই দেওধনীয়ে বিৰাট জনতাৰ পূৰ্ণদৃষ্টি আকৰ্ষণ কৰা সম্ভৱ হৈ নপৰে। বহুতৰ তেওঁ আনকি দৃষ্টিগোচৰেই নহয়। তেনেস্থলত একাধিক দেওধনীক

একেলগে নৃত্য কৰাবলৈ হ'লে নৃত্যত হস্ত-পদ সঞ্চালন, গতি, অঙ্গিভঙ্গি, মুদ্ৰা আদিৰ শৃঙ্খলা, চাল-চলনৰ ঐক্য আৰু সুবিন্যস্ত সমন্বয় ৰক্ষাত নজৰ দিয়া অতি প্ৰযোজন। তাৰ উপৰিও কোন ক'ত কেনেভাৱে থিয় হ'লে বা কোনে কেনে ঠাইত স্থান ল'লে দৰ্শকৰ দৃষ্টি বাঞ্ছিতভাৱে আকৰ্ষিত হ'ব ইত্যাদি বিষয়ে সতৰ্ক হোৱা উচিত। পাশ্চাত্যৰ দেশবোৰত ইয়াক 'ক'ৰিওগ্ৰাফি' (Choreography) বোলে আৰু আনুষ্ঠানিকভাৱে ইযাৰ প্ৰণালীবদ্ধ প্ৰশিক্ষণ চলে। আমাৰ দেওধনী নৃত্য, বিহুনাচ আদিত এই বিষযৰ প্ৰশিক্ষণ অতিশয় প্ৰয়োজনীয হৈছে।

ওজা, পালি, ঢুলীয়া আৰু কালীয়াসকলৰ সাজপাৰ সম্পৰ্কেও গভীৰভাৱে চিন্তা কৰিবৰ হ'ল। আগৰ দিনত মানুহে পোচাক-পৰিচ্ছদলৈ অধিক মনোযোগ নিদিছিল ; মনোযোগ দিছিল কৃষ্টি-কলাৰ শিল্পীসকলৰ নৃত্য, ৰাগ, মুদ্ৰা, গমন, বুলন, অঙ্গিভঙ্গি আদিলৈহে। সেইবোৰ দেখিয়ে তেওঁলোকে ভাল-বেযা মন্তব্য দিছিল। আজিৰ দিনত কিন্তু সাজপাৰ সম্পৰ্কে সতৰ্ক নহ'লে নচলে। এনেবোৰত আধুনিক ৰুচিবোধৰ লগত সম্পৰ্ক ৰাখি সাজপাৰৰ কিছু পৰিবৰ্তন সাধন কৰিবই লাগিব , কিন্তু তাকে কৰোঁতে ঐতিহ্য পৰম্পৰা আৰু কলাসন্মত ৰুচিবোধ আটাইলৈকে চকু ৰাখিব লাগিব। সংঘই অতি সাৱধানে আৰু সন্তৰ্পণে সেই কামত আগবঢ়া উচিত।

কলা-কৃষ্টি কোনোকালে কোনোদিন ক'তো অকলশৰীযাকৈ অকলে অকলে অগ্ৰসৰ নহয। অকলশৰীযা কোঠালীত সি বন্ধ হৈও নাথাকে। মুকলি আকাশৰ মুকলি বা-বতাহ আৰু সহৃদয সমাজৰ অকুণ্ঠ আদৰণি সদায তাৰ কাম্য। দৰঙী কলা-কৃষ্টিৰ সমাৰোহে থলুৱা কলা-কৃষ্টিৰ ক্ষুদ্ৰ ক্ষুদ্ৰ বিষযবোৰকো 'স্বেমহিম্নি' প্ৰকাশৰ একোটি সুযোগ যাচিছে। নামত দৰঙী কলা-কৃষ্টি হ'লেও অকলশৰীয়াভাৱে প্ৰকাশ আৰু বিস্তৃতি লাভ কৰিবলৈ অথবা তিষ্ঠি থাকিবলৈ দৰঙী কলা-কৃষ্টিয়ে নিবিচাৰে। দৰঙী কলা-কৃষ্টি উন্নযন সংঘৰ চৰম আৰু পৰম আশা—অসমৰ সাংস্কৃতিক ফুলনিৰ প্ৰতিপাহ পুষ্প বিকশিত হওক আৰু প্ৰতিপাহে সুগন্ধ বিলাওক, প্ৰতিটো পাপৰি সংঘৰ্ষত সৰি নপৰি লহপহকৈ বাঢ়ি সুস্থ প্ৰতিযোগিতাৰ মাজেদি জাকত-জিলিকা হওক, প্ৰতিপদ থলুৱা কলা-কৃষ্টি শিল্পই নিজৰ বৈশিষ্ট্য প্ৰমাণ কৰিবলৈ সমৰ্থ হওক। সকলোৰে ঐকান্তিক সদিচ্ছা আৰু সহযোগত অসমৰ বিশাল সাংস্কৃতিক ফুলনিখন ৰূপে-ৰসে-গন্ধে-স্পৰ্শে সমুজ্জ্বল হৈ পৰক, তাকে সৰ্বান্তঃকৰণে কামনা কৰিলোঁ।

জয হিন্দ! জয় আই অসম!!

*শ্ৰীঅতুলচন্দ্ৰ বৰুৱা*
সভাপতি
অষ্টম অধিবেশন, দৰঙী কলা-কৃষ্টি
উন্নয়ন সংঘ

পাথৰিঘাট
মঙ্গলদৈ ঃ দৰং
১১-৫-৮৬

[ কৃষ্টি, সংস্কৃতি আদি ]

# দৰঙী কলা সংস্কৃতিৰ বিচাৰ

কলা এটা বহু অৰ্থবহ শব্দ। চন্দ্ৰৰ ষোল কলা, কিন্তু কৃষ্টি আৰু সংস্কৃতিৰ চৌষষ্টি কলা ঃ নৃত্য, গীত, বাদ্য, চিত্ৰাঙ্কন, অভিনয়, ভাস্কৰ্য, কাব্যচৰ্চা ইত্যাদি। প্ৰকৃতিৰ অনবদ্য সৌন্দৰ্যত মানুহে কল্পনাৰ ৰহণ সানি তাক ন-ৰূপ দিলেই কলাৰ সৃষ্টি হয়। কলা-জগতৰ সৌন্দৰ্য ঘাইকৈ মনেগঢ়া বস্তু, প্ৰকৃতি তাৰ আলম মাত্ৰ।

আনহাতে ইংৰাজী 'কালচাৰ' (Culture) শব্দৰ প্ৰতিশব্দ হিচাপে 'কৃষ্টি' শব্দ হিন্দী, বঙলা, অসমীযা তথা ভাৰতীয় ভাষাসমূহত অনুপ্ৰৱেশ কৰিছে। ইয়াৰ ব্যৱহাৰ পোনতে বঙ্গ-ভাষাৰ জৰিয়তেই অসমীয়া ভাষালৈও সম্প্ৰসাৰিত হৈছিল। ৰবীন্দ্ৰনাথ ঠাকুৰেও পোনতে ইংৰাজী 'কালচাৰ' শব্দকে প্ৰয়োগ কৰি, পিছতহে তাৰ পৰিবৰ্তে কৃষ্টি শব্দ প্ৰয়োগ কৰিছিল। ক্ৰমে ক্ৰমে এই কৃষ্টি শব্দৰে সমাৰ্থবাহী শব্দ হিচাপে 'সংস্কৃতি' শব্দ ব্যৱহাৰ হ'বলৈ ধৰে। দুযোটা শব্দই অৰ্বাচীন, আধুনিক, নতুন ; ইমানে আধুনিক যে এটায়ো হেমকোষ বা চন্দ্ৰকান্ত অভিধানতে প্ৰৱেশাধিকাৰ পোৱা নাই। সংস্কৃততো এই শব্দ দুটাৰ এটাও অধুনা গৃহীত অৰ্থত কোনো কালে ব্যৱহাৰ হোৱা নাছিল। 'আধুনিক অসমীয়া অভিধান' বোলা সদ্যপ্ৰকাশিত অসমীয়া অভিধানখনত 'সংস্কৃতি' আছে, কিন্তু 'কৃষ্টি' তাতো নাই। তাত দিয়া মতে 'সংস্কৃতি' মানে 'কৃষ্টি' ; বিদ্যাবুদ্ধি, শিল্প-কলা, শিক্ষা-দীক্ষা, ৰীতি-নীতি আদিৰ চৰ্চাৰ দ্বাৰা লব্ধ বিকাশ। হেমকোষে অৱশ্যে কৰ্ষণ বা হালবোৱা অৰ্থৰ কৃষ্টি স্বীকাৰ কৰিছে, শিল্প-কলাৰ কৃষ্টি নহয়। 'সংসদ বাঙালা অভিধান'ত 'কৃষ্টি' শব্দৰ সংস্কৃত কৃষ্-তি বুলি মূল উদ্‌ঘাটন কৰি অৰ্থ দিওঁতে—কৰ্ষণ, হলচালনা, সংস্কৃতি-অনুশীলন বোলা হৈছে। 'সংস্কৃতি'ৰ মানেও সংস্কাৰ বা অনুশীলনৰ দ্বাৰা লব্ধ বিদ্যাবুদ্ধি, শিল্পজ্ঞান ইত্যাদিৰ উৎকৰ্ষ বা কৃষ্টি বোলা হৈছে। সাতে-পাঁচে দেখা যায় আৰু ব্যৱহাৰৰপৰাও বুজা যায়—একো একোটা শিল্পকলা বা তাৰ অনুশীলনেই হ'ল সেই বিধৰ কৃষ্টি। সেই কৃষ্টিৰ চৰ্চাৰ মাজেদি সমাজত তাৰ যি চিন বৈ যায় সেয়ে সংস্কৃতি। বিয়াৰ ঢোল-তাল, কালী-পেঁপা বাদন একো একো প্ৰকাৰ কৃষ্টি আৰু সেই সকলোবে মিলি অসমীয়া সংস্কৃতিৰ

সৃষ্টি কৰিছে। সংস্কৃতিৰ লগত অকল চৰ্চা বা অনুশীলনৰ ভাবেই নিহিত নাথাকে, তাৰ মাজেদি উদ্ভৱ হোৱা সৃষ্টিৰো দ্যোতনা থাকে।

সংস্কৃতি আৰু সভ্যতাৰ ওত-প্ৰোত সম্বন্ধ। তাক এইদৰেও ক'ব পাৰি—সভ্যতা এটা বিশেষ অৱস্থা আৰু সংস্কৃতি সেই অৱস্থাত উদ্ভৱ হোৱা সামগ্ৰী। 'গ্ৰীক সভ্যতা বুলিলে গ্ৰীকসকলৰ সমাজৰ তদানীন্তন কালৰ একপ্ৰকাৰ মান বা ষ্টেণ্ডাৰ্ড (Standard) বুজা যায়। গ্ৰীক সংস্কৃতি সেই সভ্যতাৰ পোহৰত উদ্ভৱ হোৱা আকৰ্ষণীয় সামগ্ৰীসমূহ।' (হেম বৰুৱা)। ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ আদিৰ কাৰ্যবোৰো সংস্কৃতিৰে অংশবিশেষ। গুৰু গোসাঁইক দেখিলে আপোনা-আপুনিয়ে হাত যোৰ কৰি প্ৰণাম জনোৱা, সমাজৰ মাজেদি যাবলৈ হ'লে হাত দুখন দুয়ো কাষে চিধাকৈ নমাই ধৰি সনম্ৰভাৱে গমন কৰা, বিহুত সৰুৱে ডাঙৰক গা-পা ধুই সেৱা-সৎকাৰ কৰা, বনৰীয়া হাতী দেখিলে গণেশ গোসাঁইৰ নাম লোৱা, বোৱা-কটাত পৈণত শিপিনী হোৱাৰ মানসে নাম-ঘৰত (খটৱাৰ গোসাঁই ঘৰত) গামোচা দিয়া, ব'হাগ বিহুত গৰু ধুউৱা, কেঁচুৱাই হাঁচি মাৰিলে মাকে 'চিৰঞ্জীৱ' বোলা—এনে এহেজাৰ এটা কাৰ্য অসমীয়া সংস্কৃতিৰ অঙ্গ। সংস্কৃতি শব্দটোৱেই সংস্কাৰ বা পৰিশুদ্ধিৰ মাজেদি আৱিৰ্ভাৱ হোৱাৰ ইঙ্গিত দিয়ে। সময়ৰ সোঁতত আৰ্য-অনাৰ্য, দেশী-বিদেশী, সকলো ধ্যান-ধাৰণায়ে ন ৰূপে লয় আৰু পৰিশুদ্ধ হৈ সমাজত গ্ৰহণীয় হৈ পৰে। এসময়ৰ গ্ৰহণীয় সামগ্ৰীও অন্য সময়ত বৰ্জনীয় হ'ব পাৰে, যেনে—দোলা, পাগুৰি, জাপি—কিন্তু সেই সকলোবোৰেই জাতীয় সংস্কৃতিৰ ঐতিহ্যপূৰ্ণ সম্পদ ৰূপে বুৰঞ্জীত থাকি যায়। কোৱা বাহুল্য 'বেদত আৰু বৈদিক সাহিত্যত আমি হোমৰহে কথা পাওঁ , ফুল-চন্দন-চাউল-দুবৰিৰ দ্বাৰা কৰা পূজাৰ উল্লেখ পৰ্যন্ত নাপাওঁ।' ডঃ সুনীতিকুমাৰ চট্টোপাধ্যায়ে কোৱা মতে 'হিন্দু ধৰ্মৰ সবাতোকৈ যি ডাঙৰ বস্তু 'যোগ'—এই যোগ সাধনাৰ পদ্ধতিও প্ৰাগ্‌বৈদিক , অনাৰ্য।' সেইবুলি এই সকলোবোৰ জানো হিন্দু সংস্কৃতিৰ অঙ্গ নহয়? যিবোৰ ধাৰণা, জীৱন-পদ্ধতি আৰু সংস্কাৰে জনমানসত ক্ৰিয়া কৰে সেইবোৰেই সংস্কৃতি।

দেওধনী নৃত্য, ঢোল-খোল বাদন, ওজাপালি সঙ্গীত, থিয় নাম, কীৰ্তনীয়া নাম, বৰগীত, খেৰাই নৃত্য, আইনাম, ধাইনাম, বিয়াগীত, চিয়াগীত, বিহু গীত, টোকাৰি গীত, চেৰাঢেক, দেহ বিচাৰৰ গীত ইত্যাদি একো একো বিধ কৃষ্টি। কলাগুৰু ৰাভাই কোৱাৰ দৰে—'কৃষ্ ধাতুৰপৰা ওলোৱা কৃষ্টিতে সকলো কৰ্মৰ আৰম্ভণি। নহয় যদি চাওক—কৰ্ষণৰ মাজেদিয়ে কৃষিৰ উৎপত্তি ; কৰ্ষণ বা সংঘৰ্ষৰপৰাই অগ্নিৰ আবিষ্কাৰ ; মনৰ কৰ্ষণৰ মাজেদিয়ে সুসাহিত্য, সুকুমাৰ কলা, সৎ চিন্তা, সুপৰিকল্পনাৰ উদ্ভৱ হয়। সাত্ত্বিক আহাৰে মন আৰু শৰীৰ নিৰুজ কৰাৰ দৰে কৃষ্টিয়ে মনত সাধুতা, উদাৰতা, দয়া, ক্ষমা, স্নেহ, সৌম্য, বিনয় আদি ভাব বিস্তাৰ কৰে। 'কৰ্ষণ বা ঘৰ্ষণৰ দ্বাৰা নিমজ কৰা মৃত্তিকাৰেই সুন্দৰ পুতলা গঢ়ি তোলা হয়। নৱজাত শিশুও তেনে প্ৰক্ৰিয়াৰ এবিধ শস্যহে। গতিকে কৃষ্টিয়ে সকলোৰে আদি মূল।'

অসমীয়া কৃষ্টিৰ ভিতৰত যিখিনিক দৰঙী কৃষ্টি বুলি ধৰা যায় তাৰ অধিকখিনিয়ে আজি চিন্তা-চৰ্চা, আদৰ আৰু অনুশীলনৰ অভাৱত লোপ পাই আহিব ধৰিছে। তাহানি ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদে এটা কিম্বদন্তীৰ ৰূপকথা কৈছিল—ভৰবাৰিষা বিশাল-বাহু ব্ৰহ্মপুত্ৰৰ কোবাল সোঁতত এদিন এটা ধুনীয়া দেৱতা নিঃসহায়ভাৱে উটি গৈ আছিল। দেৱ-মূৰ্তিটোৱে 'মই মৰিলোঁ ঔ, মোক ৰক্ষা কৰ ঔ' বুলি কৰুণ বিননি তুলিছিল। মূৰ্তি ক'লৈ গ'ল ক'ব নোৱাৰোঁ—কিন্তু পাৰত থকা লোকে হ'লে তাৰ চিঞৰ-বাখৰলৈ ভ্ৰূক্ষেপ নকৰিলে। সকলো শুয়ে থাকিল, কোনো নুঠিল। এই দেৱতাজনেই আছিল হেনো বিহকৰম (বিশ্বকৰ্মা) দেৱতা আৰু কলাঘুমটিত মগ্ন থকা লোকসকলেই আছিল অসমীয়া মানুহ।—মঙ্গলদৈৰ, তথা দৰঙী কলা-কৃষ্টিৰ ক্ষেত্ৰত ঠিক তেনে এটা অৱস্থা উপস্থিত হোৱা দেখি, বাৰিষা বানপানী আহিলে, ঘৰ-দুৱাৰ তল গ'লে ঘৰৰ লাম-লাকটুখিনিকে তুলি লৈ ক'ৰবাত নিৰাপদকৈ থবলৈ যত্ন কৰাৰ দৰে দৰঙী কলা-কৃষ্টি উন্নয়ন সংঘযো কালৰ ধ্বংসকাৰী সোঁতত বিস্মৃতিৰ গৰ্ভলৈ ডুবি যাবলৈ ওলোৱা দুই এপদ কলা-কৃষ্টিৰ সম্পদ ৰক্ষা কৰিবলৈ যত্নপৰ হৈছে। তাৰে সৰবৰহী কেইপদমান হ'ল, যেনে—লোক-কৃষ্টিৰ চিয়াগীত, বিয়াগীত, চেৰাঢেক, নাঙেলী গীত, বাৰমাহী গীত ইত্যাদি , বাদ্যৰ ভিতৰত ঢেপা—ঢোল, জযঢোল, বৰঢোল, কালী, যোৰ-কালী ইত্যাদি। প্ৰধান শাস্ত্ৰীয় সঙ্গীতৰ ভিতৰত—ওজাপালি নৃত্য আৰু গীত, বিশেষকৈ বিযাহৰ বিবিধ ৰাগ, মালচী গীত, জাগৰ গীত, ঝুনা, চাবৰ বাণা ইত্যাদি। নৃত্যৰ ভিতৰত—দেওধনী নাচ, ঢুলীযা নাচ, ওজাপালিৰ বিভিন্ন নাচ, যেনে—মৈৰা বুলন, উঘা-ঘূৰণ, দশাৱতাৰ নৃত্য ইত্যাদি।

৯ম-১০ম শতিকা মানৰপৰা চলি থকা চৰ্যাপদবোৰক অসমীয়া গীতি-সাহিত্যৰ প্ৰথম লিপিবদ্ধ নিদৰ্শন বোলা যায়। এই চৰ্যাপদবোৰে কামৰূপী, কামৰূপী কিয় সমস্ত পূব প্ৰান্তৰ আধুনিক ভাষাসমূহৰ ৰাগ-সংঙ্গীতৰে প্ৰাচীন আৰু আদিম নিদৰ্শন দাঙি ধৰে। চৰ্যাপদবোৰৰ লগত নিবদ্ধ থকা গুঞ্জৰী, পটমঞ্জৰী, বৰাড়ী, মালচী, ভৈৰবী, ধনশ্ৰী আদি ৰাগবোৰৰ নামে ওজাপালি আৰু সত্ৰীয়া গীতৰ সেই সেই নামৰ ৰাগবোৰৰ লগত সখি বান্ধি মিতা মিতা বুলি পুৰণি সম্বন্ধ সুঁৱৰিব খোজে সঁচা, কিন্তু ইদানিং একপক্ষ তেনেই বোবা হৈ পৰাত—অৰ্থাৎ চৰ্যাপদবোৰ আজি কোনেও সুৰ লগাই গাব নোৱাৰা হেতুকে সেইটো অসম্ভৱ হৈ পৰিছে। চৰ্যাপদত ৰাগৰ নামহে আছে—সেই ৰাগ গাওতা সঙ্গীতজ্ঞ নাই।

দ্বাদশ শতিকাৰ বিদগ্ধ সংস্কৃত পণ্ডিত বেদাচাৰ্যৰ 'স্মৃতিৰত্নাকৰ'ত বিষ্ণু জাগৰ অনুষ্ঠানৰ বৰ্ণনা দিয়া আছে। মঙ্গলদৈৰ গোন্ধচৌপ্ৰী সভানুষ্ঠান এই বিষ্ণু জাগৰৰে এটা ৰূপ বুলি ধৰা হয়। ইয়াক বাসুদেৱ পূজা বা সভা নামে জনা যায়। বৰাডী ৰাগত ওজাপালিয়ে বিষ্ণু-বন্দনা গোৱা এই অনুষ্ঠানৰ এটা বিধিবদ্ধ কৰ্তব্য। ওজাপালিৰ ঐতিহ্য সন্ধানত এইটোও এটা লেখত ল'বলগীয়া কথা।

দশম শতিকাৰ 'কালিকা পুৰাণ' আৰু ষোড়শ শতিকাৰ 'যোগিনীতন্ত্ৰ'ই কামৰূপৰ তদানীন্তন কালৰ সঙ্গীত বিদ্যাৰ প্ৰাণময় প্ৰাচুৰ্যৰ ভূৰি-ভূৰি প্ৰমাণ দিয়ে।

কলা-কৃষ্টি আৰু সঙ্গীতৰ দ্বিতীয়টো সৰ্বভাৰতীয় প্ৰৱাহ বোৱাইছিল পঞ্চদশ শতিকাৰ শেষ ভাগত আবিৰ্ভাৱ হোৱা মহাপুৰুষ শঙ্কৰদেৱে। অসমক তেওঁ দ্বিতীয় বাৰৰ কাৰণে আকৌ আৰ্য সংস্কৃতিৰ সুঁতিটোৰ লগত লগ লগাই দিছিল। বঙ্গদেশখন মাজতে কিছুকালৰ কাৰণে মুছলমানৰ শাসনাধীন হোৱা হেতুকে অসমৰ লগত থকা আৰ্য সংস্কৃতিৰ প্ৰৱাহ কিছু কালৰ কাৰণে ব্যাহত হৈ পৰিছিল। এই বিষয়ে আচাৰ্য সুনীতিকুমাৰ চট্টোপাধ্যায়ে কয়—The pre-Ahom age perhaps saw greater and closer contact with the Hindu world outside Assam, which was difficult to maintain when Bengal became a Muslim state after its conquest by the Turks (The Place of Assam in the History and Civilization of India) অৰ্থাৎ আহোমসকল অহাৰ আগতে অসম অসমৰ বাহিৰৰ হিন্দু ৰাজ্যবোৰৰ লগত অতি ঘনিষ্ঠ সম্পৰ্কত বান্ধ খাই আছিল। তুৰুক মুছলমানসকলে বঙ্গদেশ জয় কৰি গজগজীয়াকৈ বাটতে বহি লোৱাত সেই সম্বন্ধ অটুট ৰখা অসম্ভৱ হৈ পৰিছিল।

আহোমসকলৰ দিনত কেইবাজনো আহোম ৰজাই অসমীয়া সঙ্গীত ৰচনা কৰিছিল। ওজাপালিয়ে গোৱা কেইবাটাও মালচী গীতত জয়ধ্বজ সিংহ, শিৱসিংহ, ৰুদ্ৰসিংহ, ৰাজেশ্বৰ সিংহ আদিৰ ভণিতা পোৱা গৈছে। ৰাণী সৰ্বেশ্বৰীয়ে আকৌ ৰাণী-টোলৰ ভিতৰতে আনুষ্ঠানিকভাৱেই গাভৰু গায়ন ছোৱালীবোৰক নৃত্য-গীত শিক্ষা দিয়াৰ ব্যৱস্থা কৰিছিল। মহাৰাজ ৰুদ্ৰসিংহ আৰু এখোজ আগুৱাই গৈছিল। তেওঁৰ আদেশত খাউন্দসকলে গীত গাব, নাচিব আৰু বজাব জনা মানুহ কেতবোৰ হিন্দুস্থানৰপৰা আনিছিল। এইবোৰক 'বিলতীয়া গায়ন' বোলা হৈছিল।

আৰ্য সভ্যতা বিস্তাৰৰ পূৰ্বে অসম নানা ভাষা-গোষ্ঠীৰ লোকৰ লীলাভূমি আছিল। কিৰাত, নিষাদ, অষ্ট্ৰিক আদি আদিম অধিবাসীসকলৰ লগত আৰ্যসকলৰ সংঘাত নোহোৱাকৈ নাছিল। কিৰাতসকলৰ উল্লেখ ৰামায়ণ, মহাভাৰত, কালিকা পুৰাণ, যোগিনীতন্ত্ৰাদি শাস্ত্ৰত পোৱা যায়। যোগিনীতন্ত্ৰ মতে পুৰণি অসমৰ ধৰ্মও কৈৰাতজ বা কিৰাতসম্ভূত। প্ৰাচীন কামৰূপৰ ৰজা ভগদত্তই মহাভাৰতৰ যুদ্ধৰ সময়ত এক অক্ষৌহিণী সৈন্যেৰে কৌৰৱসকলক সহায় কৰিছিল আৰু সেই সৈন্যৰ ভিতৰত সৰহ সংখ্যক কিছু আছিল চীন দেশীয় আৰু কিৰাত সৈন্য। মহাভাৰতত উল্লিখিত বিখ্যাত কিৰাতাৰ্জুনৰ যুদ্ধও হিমালয়ৰ নামনিৰ কামৰূপ ৰাজ্যত সংঘটিত হৈছিল আৰু সেই যুঁজৰ গোটেই কাহিনীটোকে কিছুমান পণ্ডিতে কিৰাত বা মঙ্গোলয়ড আৰু আৰ্য সভ্যতাৰ মাজত ঘটা সংঘৰ্ষৰ এটা ৰূপক বুলি ব্যাখ্যা কৰে। তেনেকৈয়ে বহুতে দক্ষ-যজ্ঞত সূত্ৰপাত হোৱা শিৱ-দক্ষৰ সংঘৰ্ষও আৰ্য-অনাৰ্যৰ সংঘৰ্ষৰে অন্য এটা ৰূপক বুলি ক'ব খোজে। সি যি হওক, অসমৰ কলা, কৃষ্টি, ধৰ্ম সংস্কৃতি সকলো

ক্ষেত্ৰতে তেনে সংমিশ্ৰণৰ বিপুল সাক্ষ্য পোৱা যায়। ভাৰতীয় সংস্কৃতি মানেই আৰ্য-অনাৰ্যৰ মিলন আৰু মিশ্ৰণৰ সংস্কৃতি।

অসমীয়া সংস্কৃতিৰ লগত জড়িত থকা বাঁহ-বেতৰ ব্যৱহাৰ, বৃক্ষপূজাৰ ৰীতি, পাট কাপোৰৰ প্ৰচলন, তামোল-পাণৰ ব্যৱহাৰ আদি ৰীতিবোৰ মঙ্গোলয়ড সংস্কৃতিসম্ভূত বুলি পণ্ডিতসকলে স্থিৰ কৰিছে। আনকি ফুল আৰু নৃত্য-গীতেৰে দেৱ-দেৱীৰ অৰ্চনা কৰা ৰীতিও আৰ্য্যোতেৰ ৰীতি বুলি ঠাৱৰ কৰা হৈছে। মাত-কথাৰ ফালেদিও চালে দেখা যায় অসমীয়া ভাষাত হ্ৰস্ব আৰু দীৰ্ঘ স্বৰৰ উচ্চাৰণৰ পাৰ্থক্য নাই—বিশেষকৈ ই, ঈ, উ, উৰ ক্ষেত্ৰত। তেনেকৈ দন্ত্য আৰু মূৰ্দ্ধন্য ধ্বনিবো উচ্চাৰণৰ পাৰ্থক্য নাই। দন্ত্যমূলীয় ধ্বনিৰেই দুয়োবিধ উচ্চাৰিত হয়। শ, ষ, স্ব বেলিকাও দন্ত্য সৰ উচ্চাৰণেই তিনিওকে সামৰে। ভাষাবিদ পণ্ডিসকলে এইবোৰবো আলু বিচাৰি গৈ চীন দেশ ওলাইছে আৰু তেনে পৰিবৰ্তনক বড়ো-মূলজ বুলি স্থিৰ কৰিছে। ধ্বনিৰ কথা বাদ দি ৰূপতাত্ত্বিক বিশ্লেষণৰ ফালেদি চালেও অসমীয়া ভাষাৰ এক বুজন অংশ শব্দকে বড়ো-বংশীয় বুলি প্ৰমাণ কৰা যায়। টংলা, লামডিং, হাফলং, হাল-কোৰ, কাঁচি, হুলাবাৰী, আহু, শালি, চেং, মাগুৰ, বৰালি, চেপা, চোৰোহা, জুলুকি, মাইহাং, জখলা, বোন্দা, শিলিখা, হাঁওফাঁও, লাই, লফা, লাওখোলা, আদি শব্দবোৰ বড়ো-মূলজ। অসমৰ লোক-নৃত্যৰ লগত থকা ঢোল, পেঁপা, টকা, গগণা, চিফুং বাঁহী, মাদল আদি বাদ্যযন্ত্ৰবোৰো মঙ্গোলীয়সকলৰ দান।

দৰঙী কলা-কৃষ্টিৰ বৈশিষ্ট্য বহু ক্ষেত্ৰত তেনেই দেখ দেখ। সত্ৰবোৰে বৰগীত, অঙ্কীয়া ভাওনা আদিৰ পৃষ্ঠপোষকতা কৰি সেই কলাসমূহৰ সংৰক্ষণ আৰু অনুশীলনৰ ব্যৱস্থা কৰাৰ দৰে অতীজৰেপৰা দৰঙী ৰজাসকলেও ঢুলীয়া, কালীয়া, ওজা-ভাউৰীয়া, দেওধনী-নৃত্য আদিৰ পৃষ্ঠপোষকতা কৰিছিল ; ৰজাঘৰীয়া সহায় হ্ৰাস পাই নাইকিয়া হোৱাৰ লগে লগে এই কলা-কৃষ্টিবোৰবো অৱনতি ঘটিল আৰু তাৰে দুই-এপদ আজি নামত মাত্ৰ কলঢপ কলঢপকৈ জীয়াই আছে। এসময়ৰ গঙ্গা, বামুণা, চান্দো—বিয়াহৰ এই বিখ্যাত ত্ৰিমূৰ্তিৰ কথা মঙ্গলদৈত আজিও গঞা লোকৰ মুখে মুখে। 'গঙ্গাৰ মাত, বামুণাৰ জাত, চান্দোৰ হাত' প্ৰবচনৰ অৰ্থ মঙ্গলদৈত আজি কোনে নাজানে? গীত-মাতৰ জাত বা জাতি—এটা ঐতিহ্যপূৰ্ণ বিশেষ অৰ্থবহ শব্দ। বিয়াত জাতে জাতে গীত গোৱাৰ কথা আয়তীসকলৰ মুখতো শুনা যায়। বিয়াহৰ মুদ্ৰায়ে হেৰাল, ৰাগৰ গুৰি তা-না-না, এখান পদ গোৱা, চাবৰ বাণা দিয়া, ঝুনা-মালচী গোৱা ইত্যাদি কথাৰ অৰ্থ মঙ্গলদৈৰ সৰু ল'ৰায়ো জানে। এদিন এজন বন্ধুক প্ৰশ্ন কৰিছিলোঁ—তোমালোকে বাৰু ওজাই ৰাগটো জুৰিলেই—অমুক ৰাগ গাব বুলি কোৱা কেনেকৈ? উত্তৰত তেওঁ কৈছিল—সেইটো ব্যাখ্যা কৰা টান , কিন্তু আমাৰ কাণ তাৰ বাবে তৈয়াৰ হৈ আছে। আমি ওজাই তা-না-না কৰাৰ লগে লগে কোন ৰাগ গাব কৈ দিব পাৰোঁ। ইয়াকে জন্মগত সংস্কাৰ বোলা যায়।

দৰঙী (মঙ্গলদৈয়া) গীত-মাতৰ সাঙ্গীতিক বৈশিষ্ট্য ঘাইকৈ ধৰা পৰে তাৰ লয় আৰু ঠাঁচত। ইয়াৰ সৰহ ভাগ গীত-মাততে ওজাপালিৰ গীতৰ সুৰৰ ক্ষীণ প্ৰতিধ্বনি এটা অলপকৈ হ'লেও শুনা যায়। পুথি-পাঠ বা ভাগৱত-চক্ৰ-তো ওজাপালি গীতৰে নামনাচ আবৃত্তি। আন নালাগে সকামে-নিকামে কাজ শেষ হোৱাৰ পাছত গৃহস্থই সেৱা লওঁতে যি হৰিধ্বনি দিয়া হয় তাতো যেন ওজাপালিৰ গীতৰ লহৰহে উঠে—জয় কৃষ্ণ ৰাম বুলি—হৰি বোল, হৰি বোল, হৰি বোল-ইত্যাদি।

অকল পুৰুষৰ গীত-মাততেহে নহয় তিৰোতাৰ গীততো মঙ্গলদৈযা সুৰৰ বিশিষ্ট লযযুক্ত ঠাঁচ শ্ৰোতাৰ কাণত নপৰাকৈ নাথাকে। সুকনান্নী গোৱা ওজাপালিযে যেনেকৈ মনসাপূজাৰ অধিবাস বা উদ্বোধনৰ দিনাৰপৰা পূজাৰী বামুণৰ মন্ত্ৰৰ লগে লগে প্ৰত্যেক দেৱতাৰ ধ্যান-বন্দনা অসমীয়াত সুৰ লগাই লগাই গায়, ঠিক তেনেকৈ বিয়াৰ নোওৱা-ধুওৱা, পানীতোলা, 'দৰা-বৰা', গোসাঁই পূজা আদি প্ৰতিটো কাৰ্যৰ লগত খাপ খোৱাকৈ নামতীয়ে গীত লগাই দিব পাৰে। সেই গীত আজিকালিৰ 'আমাৰ বাইদেউক নিবলৈ এৰোপ্লে'ন লাগিব' বিধৰ গীত নহয ; সি স্বভাৱ কবিৰ প্ৰাণ নিগৰি ওলোৱা ভাবৰ নিজৰা।

যেনে, **বৰ-যাত্ৰাত**—ঢোলত কোব মাৰি ওলাল ছিৰি হৰি,—হৰি এ ; পিতাকক নমস্কাৰ কৰি এ জয় হৰি এ—

**বৰ যাত্ৰা কৰি গৈ থাকোঁতে বাটত**—আহিছে ভাঙৰা শহুৰীৰ ঘৰ এ—আহি আহি পালে তেওঁ কঁটাবাহঁৰ তল—এ।

**দৰা বৰণত**—আগবঢাবলৈ মৈৰাৰ বিচনী ধুৱাই তুলিবলৈ পানী—এ।

**গোসাঁই পূজাত**—কি পূজেই—গোসাঁই পূজেই-লাহৰে বৰুৱা এ—

**ৰাতি পুৱাওঁ পুৱাওঁ হোৱাত**—ৰাতি পুৱাইল ৰে'—ফৈঁচাই কৰে হেকো ; বৰুৱাৰ ল'ৰা তই, মাৰে কৈ খেদাইছে, বাহী গাই নাখাবি একো।

**দান-উচৰ্গাৰ সময়ত**—বৰ কাঁহী কৰে দান, তেও বাপুৰ অপমান ; লৌ বাপু হাত পাতি শহুৰাৰে বৰ দানী , ইত্যাদি।

উজনিৰ জোৰা-নামক কামৰূপত খিচাপদ আৰু মঙ্গলদৈত নিন্দাপদ বোলে। আধুনিক জোৰা-নামত প্ৰায়ে শালীনতা আৰু ৰুচিবোধৰ কিঞ্চিৎ অভাৱ পৰিলক্ষিত হয়। 'আমি খোৱা পাতবোৰ তোমালোকে চেলেকা'—বিধৰ জোৰানামো শুনা যায়। পুৰণি নিন্দাপদবোৰ শুনিলে হাঁহি উঠে আৰু মনত আমোদ পোৱা যায় ঃ কেতিয়াও বিতৃষ্ণাত নাক কোঁচাব নালাগে। যেনে, বৰ দলৰ মকুৱা, বামুণটো খকুৱা ; ঐ ৰাম আখৈ খাওঁ আখৈ খাওঁ কৰেহে, ৰাম ৰাম। ইত্যাদি।

আগৰ দিনত নাম, পদ আৰু গীত এই তিনিটা শব্দৰ ব্যৱহাৰো মঙ্গলদৈত ভিন ভিন ঠাইত ভিন ভিন ভাবে হোৱা দেখা গৈছিল ; যেনে—বিয়াৰ গীত বা নাম, ওজাৰ পদ, গোপিনী নাম, আইসকলৰ নাম ইত্যাদি।

মঙ্গলদৈৰ ধৰ্মীয় অনুষ্ঠানবোৰতো উদাৰ, গোষ্ঠী-নিৰপেক্ষ সমন্বয় এটা লক্ষ্য কৰা গৈছিল ; নহ'লে জানো মুছলমানৰ পৰশু ওজাই হিন্দুৰ মনসা পূজাত পদ্মাৱতী দেৱীৰ বন্দনা গায়? মাৰৈ পূজাৰ ভৰ-দঁকত কছাৰী পূজাৰ অনুষ্ঠান চলে? আহোমৰ সুবচনী আৰু বড়োসকলৰ সিজু গছেও হিন্দুৰ দেৱ-দেৱীৰ লগতে সমান আসনত বহি পূজাৰ ভাগ লয়হি। পদ্মাৱতীৰ কাৰণে পঠা-ছাগলী, পাৰ, হাঁহ, মাগুৰ মাছ আদি বলি দিয়াৰ লগতে ধৰ্মদেৱতাৰ নামত বগা পাৰ এযোৰ উৰাই দিয়া হয়—কাৰণ ধৰ্মদেৱতাই বলি নাখায়। এই ধৰ্ম দেৱতায়ে বা কোন? ঠিক তেনেকৈয়ে বিয়াহৰ ওজাপালিক নিবৃত্তি বৈষ্ণৱী পন্থী অনুষ্ঠান বুলি কোৱা হয় যদিও সেই বিয়াহৰ ওজাপালিয়েই আকৌ কালীপূজা, জগদ্ধাত্ৰী পূজা আৰু দুৰ্গা পূজাত বিয়াহৰ পদ গায় ; মালচী আৰু জাগৰ গীতেৰে দুৰ্গা-শিৱক বন্দনা কৰে।

মঙ্গলদৈত শক্তিৰ অধিষ্ঠাত্ৰী মনসা দেৱীৰ পূজাৰ যিমান প্ৰচলন বৈষ্ণৱী অনুষ্ঠান গোন্ধচৌপৰী, আদচৌপৰী আৰু একপৰীয়া সভাৰো সেই একে সমান প্ৰচলন। যজ্ঞত সাম গানৰ দৰে ওজাপালি গীত এই সভাৰ এটা অবিচ্ছেদ্য অঙ্গ।

এনেবোৰ ৰহস্যপূৰ্ণ অনুষ্ঠানৰ ঐতিহ্য আৰু প্ৰচলন সম্পৰ্কে বৈজ্ঞানিক গৱেষণাৰ প্ৰয়োজন। দেওধনী নৃত্যৰ দৰে নৃত্য, কালী, যোৰ-কালী ঢেপা ঢোল আদিৰ দৰে বাদ্য, ওজাপালি নৃত্যৰ দৰে সঙ্গীত আদি শিল্পকলাৰ প্ৰতি শিক্ষিত সম্প্ৰদায়ে শ্ৰদ্ধা আৰু অনুৰাগ প্ৰদৰ্শন নকৰিলে এইবোৰৰ উদ্ধাৰ আৰু উৎকৰ্ষ অসম্ভৱ। *

---

* দৰঙী কলা-কৃষ্টি উন্নয়ন সংঘৰ বাৰ্ষিক অধিবেশনত সভাপতিৰ অভিভাষণ ঃ ইং ১৯৭৫ চন

# বিয়াহৰ ওজাপালি (আলেখ্য)

বিয়াহৰ ওজাপালি বা ব্যাস-গোৱা ওজাপালি। উজনীৰ সত্ৰসমূহত তাকে বিয়হীয়া ওজাপালিও বোলে। নৃত্য আৰু মুদ্ৰাৰ সহাযত সুৰ লগাই গোৱা সকলো শাস্ত্ৰীয পদকে অতীতত ব্যাস-সঙ্গীত বোলা হৈছিল। পিছত ক্ৰমে সি দুটা ভাগত বিভক্ত হ'ল। যিসকলে ব্যাসদেৱ বিৰচিত মহাভাৰত, পুৰাণ আদিৰ পদ গোৱাতে ব্যস্ত থাকিল তেওঁলোক ব্যাসগোৱা ওজাপালি নামে পৰিচিত হ'ল। ৰামায়ণ-গোৱা ওজাপালিও তাৰে এটা অংশ। ওজাপালিৰ দ্বিতীয় শাখাটোৰ সাধাৰণ নাম সুকনান্নীৰ ওজাপালি।

ব্যাস শব্দৰ অৰ্থ ব্যাখ্যা বা বিস্তাৰ কৰি কোৱা। সমাসত ব্যাসবাক্য মানে ব্যাখ্যাত্মক বাক্য। নীলাম্বৰ ব্যাখ্যা কৰি কোৱা হয়—নীল অম্বৰ যাৰ তেওঁ। খৃষ্টীয় ৫ম শতিকা মানত ৰচিত হোৱা 'ভৱিষ্য পুৰাণ'ৰ ব্ৰহ্মপৰ্বত 'ব্যাস' কাক বোলে তাৰ ব্যাখ্যা দি কোৱা আছে—যিজনে গ্ৰন্থৰ অৰ্থ সম্যকভাৱে বুজি ব্ৰাহ্মণাদি বিভিন্ন বৰ্ণৰ লোকৰ মাজত মুকলিভাৱে আৰু নতুন নতুন ৰূপত, স্পষ্টকৈ উচ্চাৰণ কৰি মধুৰ সুশ্ৰাব্য স্বৰেৰে ৰসপূৰ্ণভাৱে (কলাস্বৰ সমাযুক্তং ৰসভাব সমন্বিতম্) পৰিবেশন কৰে—হে ৰাজন, তেওঁকে 'ব্যাস' বোলা হয়। ইয়াত বাহিৰে সাধাৰণভাৱে ব্যাখ্যাকৰা লোকক ব্যাস নোবোলে—'অতোহন্যথা বাচযিতা ন গচ্ছেদ্ ব্যাসতাং ক্বচিৎ'।

পিছে ব্যাস আৰু সুকনান্নীৰ—দুয়োবিধ ওজাপালিযে একে ধৰণে সঙ্গীতানুষ্ঠান আৰম্ভ কৰে। .. .. .. ... (প্ৰদৰ্শন)

এয়ে ওজাপালিৰ গুৰুবন্দনা বা সুৰসাধনা। ইয়াক নানা নামত জনা যায়, যেনে, গুৰুমগুলি, গোজৰনি, মঙ্গলাচৰণ, হুংকাৰ, গুৰুবন্দনা ইত্যাদি। প্ৰকৃততে এয়ে ওজাপালিৰ সঙ্গীতালাপ, তালিম বা সুৰসাধনা। ভ্ৰমৰী বা গুঞ্জৰী ৰাগত ভ্ৰমৰৰ মধুৰ গুঞ্জনৰ সমস্বৰত গোৱা হয় হেতুকে ইয়াৰ নাম গুঞ্জৰণি ঃ গোজৰণি। এই বন্দনাত হ-তা-না-ঋ-ঋতা—এই পাঁচোটা সাঙ্কেতিক বৰ্ণৰ অৰ্থপূৰ্ণ স্বৰেৰে ওজাপালিয়ে ক্ৰমে—সিদ্ধিদাতা গনেশ, মঙ্গলময় শিৱ, ঐশ্বৰ্য্যদাত্ৰী ভৱানী, কংশবৈৰী কৃষ্ণ আৰু নৃত্যকলাৰ গুৰু গন্ধৰ্ব—এই পঞ্চদেৱতাক স্তুতি কৰি লয়। তা-না-নাৰে আৰম্ভ হয় দেখি কোৱা হয় বোলে—ৰাগৰ গুৰি তা-না-না ঃ বুৰঞ্জীত কোৱাৰ দৰে—লগুণৰ গুৰি লেকাই চেতিয়া।

সত্ৰীয়া ওজাপালিয়ে 'গুৰুবন্দনা' বোলা পঞ্চদেৱতাৰ স্তুতি নকৰে। তেওঁলোকেও কিন্তু হে-ৰে-ঋতে-তা-নে-নাৰ ত্ৰিধা বিভক্ত সুৰসাধনাৰে ৰাগ যোৰে।

ওজাপালি গীতক পঞ্চাঙ্গ সঙ্গীত বোলে। পাঁচটা কাৰণত পঞ্চাঙ্গ, যেনে—

১। নৃত্য, গীত (ৰাগ), মুদ্রা, তাল আৰু পদ—ওজাপালি গীতানুষ্ঠানৰ এই পাঁচটা প্রধান অঙ্গ।

২। সুৰসাধনা, গুৰুবন্দনা, বিষ্ণুপদ বা দেউবন্দনা, পুথিৰ পদ আৰু ভণিতা—ওজাপালি গীতৰ এই পাঁচটা প্রধান ভাগ।

৩। বিয়াহ গীত ৰাগ-প্রধান ; আৰু একোটা ৰাগৰ আঙ্গিক বিভাগ পাঁচটা, যেনে—মালিতা, ৰাগ, দিহা, বাণা আৰু থোকা।

৪। একোটা আনুষ্ঠানিক পৰিবেশনত পাঁচটি বিধিবদ্ধ আঙ্গিক ক্রম মানি চলা হয়, যেনে—গুৰুবন্দনা, পাতনি গীত, বিষ্ণুপদ, সঙ্গীতালাপ আৰু ঝুনা।

৫। ওজাপালি সঙ্গীতত পাঁচজন লোকৰ প্রয়োজন—ওজা, দাইনাপালি, দুজন গোৰধৰা পালি আৰু এজন সঙ্গী পালি। —এই পাঁচ প্রকাৰে পঞ্চাঙ্গ সঙ্গীত।

এই সঙ্গীতানুষ্ঠানত নৃত্য, গীত, মুদ্রা আৰু সংলাপ—এই চতুৰ্কলাৰ সমন্বয় ঘটে। সুৰ-সাধনা আৰু ৰাগবৈচিত্র্য—বিয়াহৰ ওজাপালিৰ পৰম্পৰালব্ধ বিশেষত্ব। অইন ওজাপালি বিযাহৰ দৰে সুৰসঞ্চয, বাণা, দিহা, মালিতা আদিৰ সাঙ্গীতিক বৈচিত্র্য আৰু তাৰ ক্রম ৰক্ষাৰ কাৰণে সজাগ আৰু সচেষ্ট নহয়। বাকীসকল এতিয়া ক্রমে পদ আৰু সংলাপপূর্ণ অভিনযপ্রধান হৈ পৰিল , কেৱল বিযাহৰ ওজাইহে পূৰ্বৰ ঐতিহ্য সংৰক্ষণ কৰি ৰাগপ্রধান হৈ আছে। আনকি একান্নভুক্ত স্বগৰ্ভী ভাইৰ দৰে থকা সুকনান্নীৰ ওজায়ো সেই ঐতিহ্য অক্ষুন্ন ৰাখিব পৰা নাই। সুকনান্নীৰ ওজাই পোনে দিহা লগাই দিযেই ৰাগ টানে ঃ বিয়াহৰ ওজাই হুংকাৰ, ধুনি, মালিতা আদি গোৱাৰ পিছতহে ৰাগ, দিহা-বাণা আদি গায়।

বিযাহৰ গীতানুষ্ঠানটো গুৰুবন্দনাৰ গোজৰণিতে আৰম্ভ হৈ—ক্রমে পাতনিগীত, বিষ্ণুপদ, সঙ্গীতালাপ, কথোপকথন আদি স্তৰত থন ধৰি উঠে। তাত ওজাপালিয়ে গুৰুবন্দনাৰ পাছতেই পাতনি গীতৰ ৰাগ আৰু তাৰ লগে লগে বাসুদেৱ বন্দনা যোৰে। বাসুদেৱ বন্দনাত ভাগৱতৰ—শ্রীকৃষ্ণায় বাসুদেৱায়—দৈৱকী নন্দনায় চ ; নন্দগোপ কুমাৰায় গোবিন্দায় নমোনমঃ—শ্লোকটো তিনিটা স্তৰ কৰি, এটা ওজাই আৰু বাকী দুটা পালি সকলে ধৰে—কেনেকৈ ধৰে শুনক—(সাৰঙ্গ ৰাগ প্রদর্শন।)

শ্লোক শেষ হোৱাৰ লগে লগে পাতনি গীতৰ ৰাগটোও শেষ হয়। যি ৰাগপদত গোৱা হব তাৰহে পাতনি গীত ওজাই লগাই দিযে, যেনে সাৰঙ্গ ৰাগৰ পাতনি গীত, ধনশ্রী ৰাগৰ পাতনি গীত, পাহাৰী ৰাগৰ পাতনি গীত—ঃ এই পাতনি গীততে ওজাপালি নৃত্য-গীতৰ পাতনি মেলা হয। আজিৰ এই আলেখ্যত ওজাপালিয়ে সাৰঙ্গ ৰাগৰ পাতনি গীতৰ নমুনা দাঙি ধৰিব। —গীতাৰম্ভ প্রদর্শন—

(কিদিম মই যাদৱ ৰায়, ব্রহ্মাণ্ডৰ ভিতৰে যত বস্তু আছে সমস্তে তোমাতে পায়।)

এই গীতটোকে আকৌ ভিন্ন সুৰত বাসুদেৱ-পূজাৰ সময়ত বিষ্ণুবন্দনাৰূপেও ওজাপালিয়ে গায়। তেতিয়া তাক এটা পৃথক গীত যেন লাগে। তাৰে অলপ শুনক— (প্ৰদৰ্শন)

পাতনি গীতৰ লগে লগে নাচ আৰম্ভ হয়। নাচ হৰেক ৰকমৰ আছে, যেনে, ময়ূৰ নাচ, পাৰঘূৰণী নাচ, ধুপুনী নাচ, উঘাঘূৰণী নাচ, নটী নাচ, দশাৱতাৰ নৃত্য ইত্যাদি। চৌতাল আৰু জিকেৰি তালৰ সহায়ত এই নৃত্য পৰিবেশন কৰা হয়। চৌতালৰ সময়ত ওজা তেওঁৰ পালিসকলৰদ্বাৰা পৰিবৃত্ত হৈ থাকিব আৰু জিকেৰি তাল বজোৱাৰ লগে লগে ওজাই বৃত্তৰপৰা ওলাই নিজে নাচ পৰিবেশন কৰিব (প্ৰদৰ্শন) তেতিয়া জিকেৰি তাল চলি থাকিব । ইমানতে পাতনি গীত শেষ।

সত্ৰীয়া ওজাপালিৰো থিযপাতন বুলি সাঙ্গীতিক অনুচ্ছেদ এটা আছে। তাত ওজাই লগাই দিয়া পদৰ প্ৰথম অংশকে থিয়পাতন বোলা হয—বাকী অংশ পদ তাৰ ওপৰতে থিয় হয—এই অৰ্থত থিযপাতন।

সত্ৰীযা আৰু বাহিৰৰ সকলো ওজাৰে হাতৰ মুদ্ৰা বিশেষ আকৰ্ষণীয বস্তু , কিন্তু সত্ৰীযা ওজাপালিযে ওজাৰ হাতৰ মুদ্ৰাক-মুদ্ৰা নোবোলে—হাতদিয়া বোলে। মুদ্ৰা আৰু মণ্ডল তান্ত্ৰিক নাম। দুযোটাৰে প্ৰযোগ দৰঙত প্ৰচুৰ।

'বিয়াহৰ ওজাপালি' মহাপুৰুষীয়া সত্ৰবোৰত থকাত বাহিৰেও কামৰূপৰ কোনো কোনো অঞ্চলত আৰু মঙ্গলদৈ মহকুমাৰ য'তে-ত'তে আছে। কামৰূপৰ জাগাৰা, ব্যাসকুছি ক্ষুদ্ৰমাখিবাহা আদি অঞ্চলত থকা বিয়াহৰ ওজাপালিযে ৰাগবৈচিত্ৰতকৈ দাইনাপালিৰ ৰসাল ভাওনিলৈহে অধিক মনোযোগ দিয়ে আৰু দৰ্শক-শ্ৰোতাসকলক তাৰ দ্বাৰাহে আকৰ্ষণ কৰিবলৈ চায়। ভাওনি আৰু হাস্যাত্মক কথাবোৰ অভিনয় প্ৰধান হোৱা হেতুকেই এইবোৰ ঠাইত বিযাহৰ ওজাৰ অন্য নাম ভাউৰীযা ওজা। আমাৰ আজিৰ এই আলেখ্য ঘাইকৈ দৰঙীযা বিযাহ গোৱা ওজাৰ পদ-ৰাগ-দিহা-বাণা,মালিতা, ঝুনা আদিৰ ওপৰতহে নিৰ্ভৰ কৰি তৰা হৈছে। দৰঙী ওজাপালি ৰাগপ্ৰধান, কামৰূপীযা ওজাপালি অভিনয-প্ৰধান আৰু সত্ৰীয়া ওজাপালি ঘোষা আৰু বচন-প্ৰধান।

দৰঙী বিয়াহগোৱা ওজাপালিৰ তৃতীয় সাঙ্গীতিক ক্ৰম হ'ল 'বিষ্ণুপদ'। এই পৰ্য্যায়ত ওজাই প্ৰথমে এটা ঘোষা বা ধুৰা লগাই দিয়ে—তাক 'থাৱৰ' বোলে। এই থাৱৰৰ পৰাই ঠাৱৰ কৰিব পাৰি যে বিয়াহৰ গীত বৈষ্ণৱী সঙ্গীত, কিন্তু সেইবুলি নিৰহ-নিপানী একশৰণীয়া বৈষ্ণৱ সঙ্গীতো নহয়। 'মন মোৰ বান্ধিল—বিষয় জঞ্জাল—চিত মোৰ বান্ধিল'—আদি থাৱৰেই তাৰ প্ৰমাণ। ৰাগৰ থাৱৰ দুই-এটা যেনে, (প্ৰদৰ্শন) ঃ

১। বোলা মুখে ৰাম নাৰায়ণ
হৃদয়ে চিন্তা অৰুণ চৰণ।। এইটো ঘোষা সত্ৰৰ গীততো আছে। ইয়াৰ পাছত
২। মন মোৰ বান্ধিল—বিষয় জঞ্জাল—চিত মোৰ বান্ধিল। (প্ৰদৰ্শন)

৩। অমযা মাধুৰী জুৰে—জুৰে প্ৰভুৰে নাম—জুৰে নাম অমযা। (প্ৰদৰ্শন) এই থাৱৰটো থিয় নামৰো ঘোষা বা দিহাৰূপে ব্যৱহাৰ হয়। সুৰ বেলেগ। এনেকুৱা বহুত থাৱৰ আছে।

এই থাৱৰবোৰৰ যেইসেই এটা লগাই দি ওজাই ৰাগ টানি ৰাগৰ লগে লগে গোটেই খলাটো একে উশাহে গুৰিৰপৰা আগলৈ গৈ এবাৰ ঘূৰে, আৰু ঘূৰি আহি পুনু পালিসকলৰ ওচৰত থিয় হয়। সভা নিজম পৰে। সেই ছেগতে ওজাই দশাৱতাৰৰ নৃত্য আৰু মুদ্ৰা গীতৰ সমন্বয়ত পৰিবেশন কৰে।

বিযাহৰ ওজাৰ দশাৱতাৰৰ নৃত্য আৰু মুদ্ৰা সত্ৰীযা ওজা আৰু সূত্ৰধাৰীৰ দশাৱতাৰ নৃত্য আৰু মুদ্ৰাৰ লগত প্ৰায় একে। পদতো কীৰ্ত্তনৰ অৱতাৰ-বৰ্ণনৰ প্ৰভাৱ ওজাপালিৰ পদত স্পষ্ট। অ'ত-ত'ত অৱশ্যে কিঞ্চিৎ ফাৰ্লাৰি কাটি গৈ ওজাপালিয়ে নিজস্ব বৈশিষ্ট্য দাঙি নধৰাকৈ থকা নাই ; যেনে, কীৰ্ত্তনত আছে—

মৎস্যৰূপে অৱতাৰ ভৈলা প্ৰথমত।
উদ্ধাৰিলা চাৰি বেদ প্ৰলয় জলত।।
সত্যব্ৰত ৰজাক দেখাইলা নিজ মাযা।
নধৰিলে সমুদ্ৰে তোমাৰ মৎস্য কাযা।।
কূৰ্ম অৱতাৰ ভৈলা ক্ষীৰোদধি তীৰে।
লক্ষ প্ৰহৰৰ পথ যুৰিলা শৰীৰে।।

তাকে বিয়াহ গোৱা ওজাই গায—

প্ৰথমতে ভৈলা দিব্য মৎস্য অৱতাৰ।
মাৰিলন্ত শঙ্খাসুৰ অসুৰ দুৰ্বাৰ।।
অনন্তৰে ভৈলা প্ৰভু কূৰ্ম অৱতাৰ।
ক্ষীৰ সাগৰত পৃষ্ঠে ধৰিলা মন্দাৰ।। ইত্যাদি

কীৰ্ত্তনত ভগৱানে মৎস্যৰূপ ধৰি কেনেকৈ বেদ উদ্ধাৰ কৰিলে ভাঙি কোৱা নাই। ওজাপালিগীতত শঙ্খাসুৰ দৈত্যই বেদ চুৰ কৰি নি সাগৰত লুকাই ৰখাত মৎস্যৰূপে গৈ ভগৱানে শঙ্খাসুৰক বধ কৰি বেদ উদ্ধাৰ কৰাৰ কথা স্পষ্টকৈ ব্যাখ্যা কৰা আছে। মুদ্ৰাৰ লগত মিলি যোৱাকৈ পদো চমু কৰা হৈছে। মুদ্ৰা আৰু নৃত্যৰ সহায়ত বিষ্ণুপদ অনুষ্ঠান উপস্থাপন কৰাৰ সময়ত পালিসকলে থাৱৰ দোহাৰি থাকে। কেনেকৈ থাকে?

থাৱৰৰ নমুনা শুনক ঃ থাৱৰ—বোলা মুখে ৰাম নাৰাযণ, হৃদয়ে চিন্তা অৰুণ চৰণ। ......

সত্ৰীয়া ওজাপালিয়ে বিষ্ণুপদ আৰু দশাৱতাৰ নৃত্যক—এটা কথাত দিহা বোলে আৰু নৃত্যগীতৰ এই অনুষ্ঠানটোক দিহা গোৱা বোলে। দৰঙী ওজাৰ দিহা বেলেগ বস্তু।

এই খিনিতে দৰঙী ওজাপালিয়ে নৃত্য সামৰাৰ লগে লগে দাইনাপালিৰ ভাওনি আৰম্ভ কৰে। দাইনাপালিয়ে ৰভাৰ জন্ম-কথা অলপ কৈ—পূৰ্বে সেই ধৰণৰ ৰভাৰ তলত কেতিয়া কি সভা বহিছিল, তাত কোনে কি ৰাগ দিছিল, কোন কোন দেৱতা-মনিষ আদি তাত উপস্থিত আছিল তাৰ বৰ্ণনা ৰসপূৰ্ণভাৱে দাঙি ধৰে। ওজা-দাইনাপালিৰ তেনে ভাওনি অলপ শুনক (প্ৰদৰ্শন)

ওজাপালি অনুষ্ঠানৰ এইখিনি পৰ্য্যন্ত যিটো অংশ তাক গইদ্ অৰ্থাৎ গদ্য আৰু ইয়াৰ পাছৰ অংশক পইদ, মানে পদ্য বোলে। গইদত নৃত্যই আৰু পইদত গীতে প্ৰাধান্য লভে। উল্লেখযোগ্য এই যে বৈষ্ণৱ যুগৰ অন্যতম কবি গোবিন্দ মিশ্ৰই কৃষ্ণগীতাতো ওজাপালিৰ এই গইদ-পইদযুক্ত আকৰ্ষণীয় অনুষ্ঠানটোক—'গদ্যপদ্য পদে আৰম্ভৰ চমৎকাৰ'—বুলিছে। আৰু এটা মন কৰিবলগীয়া কথা এই যে সত্ৰীয়া ওজাপালিৰ গীতানুষ্ঠানত দাইনাপালি নাই। তাত শলাগনি বা হয় হয় বুলি কথাধৰা পালি আছে। তেওঁ ওজাৰ কথা শলাগে আৰু নতুন প্ৰশ্ন তুলি ওজাক বিষয়ান্তৰলৈ যাবলৈ সুচল কৰি দিয়ে : যেনে—সেইবেলা কুৰ্মৰূপ কিদৰে ধৰিছিল? —জানো বাপু, কহিও।' —ওজাই তেতিয়া কুৰ্ম অৱতাৰৰ গীত, হাতদিয়া আদি আৰম্ভ কৰে। দৰঙী ওজাপালিৰ দাইনাপালিয়েও ওজাক প্ৰশ্ন কৰে—হো হো, কেনেকৈ? ওজাই কয়—কওঁ শুনা। ওজাই তেতিয়া পুনঃ গীত যোৰে।

ওজা-দাইনাপালিৰ ভাওনি শেষ হোৱাৰ লগে লগে গইদ্ অংশ শেষ হৈ সঙ্গীতালাপ গভীৰ হৈ আহে। ওজাই যি ৰাগত পদ গাব তাৰ ক্ৰমে হুংকাৰ বা ধ্যান, ঘুনি বা উপস্থাপন, মালিতা বা জন্মালাপ, তোলনি বা আৰোহণ, মূৰ্চ্চনা বা থাক, ধুৰা বা অৱৰোহণ গাই দিহাৰে গৈ থোকাত পদ সামৰে। এই সাতোটা স্তৰ গোৱাকে এখান পদ বা এক পালা পদ গোৱা বোলে। এখান পদত এটা ৰাগ শেষ হয়। সত্ৰীযা কথাত ইয়াকে এভাগি বা একোপাল পদ গোৱা বোলে। আজি কল্যান ৰাগটো ওজাই (হুংকাৰত আৰম্ভ কৰি থোকা পৰ্য্যন্ত সাতোটা স্তৰত) পালিসকলৰ সহায়ত গাই—এখান পদ নো কি তাৰে আভাস দিব। (প্ৰদৰ্শন) × × × × ১। হুংকাৰ বা ধ্যান। × × × × ২। ঘুনি বা উপস্থাপন × × × × × ৩/৪ মালিতা বা ৰাগৰ জন্মকাহিনী—লগে লগে তোলনি বা আৰোহণ × × × × ৫।৬।৭ থাক বা মূৰ্চ্চনা—ধুৰা (অৱৰোহণ)—দিহা—থোকা × × × × × ।।

গীতৰ লগত তাল বন্ধা থাকে। সেইবাবে নৃত্য-গীতত কেনা লাগিলে তালভঙ্গ হোৱা বোলে। বিয়াহ আৰু সুকনান্নীৰ দুয়োৰে তালক খুটিতাল বোলে। দুয়োবিধ তালৰ কিন্তু আকৃতিত আৰু বাদন-পদ্ধতিত পাৰ্থক্য আছে। বিয়াহে দুয়োহাতে দুপাত লৈ বজায়। × × × × সুকনান্নীৰ পালিয়ে এখন হাতেতে দুয়োখন তাল বান্ধি লৈ বজায়। × × বিয়াহৰ তাল কিছু পৰিমানে ঠেক আৰু গোতোং ধৰণৰ। সঙ্গীত ৰত্নাকৰত তাকে যুৱতীৰ স্তনৰ দৰে—মধ্যমুখস্তনাকাৰ' বুলিছে। সুকনান্নীৰ তাল আকৃতিত কিঞ্চিৎ মেলাহি বিধৰ—'পদ্মিনীপত্ৰসদৃশ'—পদুমৰ পাহিৰ দৰে বহল

আৰু পাতল। ওজাপালিৰ ৰাগৰ বিভিন্ন স্তৰ, বিভিন্ন তাল আৰু কাল বা সময়ৰ লগত বন্ধা থাকে কাৰণে সত্ৰীয়া ভাষাত ওজাপালি ৰাগক 'বন্ধা ৰাগ' বোলে ; বৰগীত বা অঙ্কীয়া গীতত নাথাকে কাৰণে সেই ৰাগক মেলা-ৰাগ বোলে। বিয়াহৰ ৰাগৰ লগত সম্প্ৰতি পাঁচ প্ৰকাৰ শব্দৰ তালবাদন চলে। নমুনা শুনক —(প্ৰদৰ্শন) ১। চাব তাল × × × ২। চৌতাল × × × × ৩। জিকেৰি তাল × × × × ৪। লেছেৰি তাল × × ×× ৫। থোকা তাল। × × × × ।

এইখিনিতে আৰু এটা উল্লেখযোগ্য কথা এই যে সকলো বিয়াহ গীতৰ পইদ বা সঙ্গীতভাগ আৰম্ভ হয়—মালৱ ৰাগেৰে। তাৰ পিছতহে আচল ৰাগ আহে। মালৱ ৰাগক ৰাগৰ ৰজা বোলে। ৰজা বুলিয়ে হবলা—অইন ৰাগত থকাৰ দৰে ইয়াৰ মালিতা, ধুৰা, দিহা আদি অন্তৰঙ্গ ভাগবোৰ নাই। ৰাগ আৰম্ভ কৰাৰ পাছতে তাক ঢেক বা সুৰ-তৰঙ্গৰ সহাযত থাকে থাকে তুলি নি স্তৰে স্তৰে নমাই থোকাত সামৰা হয়। ইয়াৰ নামো একাধিক। গোৰতে গোৱা হয বাবে গোৰবানা ঃ ৰাগৰ আদৰ্শ দাঙি ধৰে বুলি গানকা বা আদৰ্শ ৰাগ ঃ আকৌ বিশেষ ধৰণৰ এক চাবৰ তালত গোৱা হয় কাৰণে চাবৰ বাণা। শাস্ত্ৰীয নাম হ'ল—মালৱ ৰাগ।

চাৰৰ বানা সম্পূৰ্ণকৈ গোৱা বৰ কষ্টসাধ্য কাম আৰু তাত ৰাগৰ সাতোটা স্তৰ তুলিবলৈ যথেষ্ট স্বৰশ্ৰম হয আৰু সময়ো লাগে প্ৰচুৰ। গতিকে সাধাৰণ ওজাই এই ৰাগৰ স্তৰবোৰ নাগাই পোনে পোনে থিয ৰাগ এটা দি পদ্ আৰম্ভ কৰে। চমজদাৰ শ্ৰোতাইহে ওজাক সম্পূৰ্ণকৈ চাবৰ বাবা দিবলৈ ধৰে। এই মালৱ ৰাগৰ গৌৰৱ ঘোষণা কৰি কোৱা আছে—বোলে—ৰোগবোৰৰ ভিতৰত ৰাজযক্ষ্মা যেনে, কৌৰৱসকলৰ ভিতৰত ভীষ্ম পিতামহ যেনে— তেনেকৈ ৰাগসমূহৰ ভিতৰত হ'ল— মালৱ ঃ তিনিও অগ্ৰগণ্য।

ৰাজ যক্ষ্মেৱ ৰোগানাং—ৰাগানাং মালবো যথা।
তথা বিচৰতে ভীষ্মঃ —কুৰুনাং পূৰতো যুধি।।

এতিযা চাবৰ বানা এটাৰ দুটামান স্তৰৰ নমুনা শুনক × × × × × (প্ৰশৰ্দন)

অসমৰ ওজাপালি গীত শাস্ত্ৰীয় সঙ্গীত আৰু ধৰ্মীয় অনুষ্ঠান। বৈদিক হোম-যজ্ঞৰ লগত ইয়াৰ সম্বন্ধ আছিল। আজিকালিও বৈদিক হোম-যজ্ঞৰ স্মৃতিচিহ্নৰূপে চলি থকা বিষ্ণুযজ্ঞ বা চৌপৰি সভাৰ আৰু দেৱীপূজাৰ হোম আৰু পূজামন্ত্ৰৰ লগত ইয়াৰ ওতপ্ৰোত সম্বন্ধ। দৌলপূজাৰ বা দেৱীপূজাৰ মহাস্নানৰ মন্ত্ৰত, কেতিয়া কোনতাল-ৰাগত, স্তুতিগীত গাব লাগে নিৰ্দিষ্ট কৰি দিয়া আছে, যেনে—এতিয়া বড়াৰী ৰাগ ঘনতালত গাব লাগে।

বৈদিক যজ্ঞত চাৰি প্ৰকাৰ ব্ৰাহ্মণ পুৰোহিতে চাৰি প্ৰকাৰ কৰ্ত্তব্য কৰিছিল, যেনে—

১। হোতৃ বা হোতা (তেওঁ ঋগ্‌বেদী)—ছন্দোবদ্ধ মন্ত্ৰৰ দ্বাৰা তেওঁ দেৱতাক আহ্বান কৰিছিল

২। অধ্বযু (তেওঁ যজুৰ্বেদী)—তেওঁ গদ্য মন্ত্ৰেৰে দেৱতাৰ উদ্দেশ্যে পূজা-পাতল দিছিল।

৩। উদ্‌গাতা (তেওঁ সামবেদী)—বিভিন্ন সুৰৰ সামগানৰ যোগেদি তেওঁ দেৱতাক স্তুতি কৰিছিল।

৪। ব্ৰহ্মা (তেওঁ অথৰ্ববেদী)—পৰ্য্যবেক্ষণৰ দ্বাৰা যজ্ঞৰ ক্ৰটী-বিচ্যুতিলৈ লক্ষ্য ৰাখি তেওঁ যজ্ঞ পূৰ্ণাঙ্গ কৰি তোলাৰ বাবে সৰ্বতোপ্ৰকাৰে তৎপৰ আছিল।

এই উদ্‌গাতা বা গায়ন সামবেদী পুৰোহিত শ্ৰেণীৰ পৰাই কালক্ৰমত উদ্‌গাতাৰপৰা উঝা বা ওজাৰ উৎপত্তি হোৱাটো অসম্ভৱ নহয়। কিযনো স্তুতিগীতেৰে দেৱদেৱীৰ বন্দনা গোৱাটো আজিৰ ওজাপালিৰো এটা প্ৰধান কৰ্ত্তব্য। আনকি কাজঘৰীযা গৃহস্থই পুৰোহিত ব্ৰাহ্মণক বৰণ কৰাৰ দৰে--ওজাকো কাজৰ আৰম্ভনিতে—এতানি গন্ধপুষ্প— সপৰ্ণ—তাম্বুল—বস্ত্ৰযুগলসহিত--বিষ্ণুৰূপীনে গাযনেভ্য নমঃ—বুলি যথাবিহিত মাননি দি দ্বিতীয় পুৰোহিতৰূপে বৰণ কৰি লব লাগে। গায়ক ওজাপালি তেতিয়া হৈ পৰে গিৰিহঁতৰ মঙ্গলৰ কাৰণে দেৱতাৰ স্তুতিগীত গোৱা নিযুক্ত প্ৰতিনিধি।

ভাষা বিজ্ঞানমতে অৱশ্যে উপাধ্যায শব্দৰ পৰাহে ওঝা শব্দৰ উৎপত্তি। উদ্‌গাতাও একশ্ৰেণীৰ উপাধ্যাযেই। উপাধ্যায মানে গুৰু। গুৰুস্থানীয় নেতৃত্ব দিব পৰা লোককেই আগৰ দিনত ওঝা বোলা হৈছিল। তেনেকৈ ওঝা-ছাত্ৰও আছিল। কোনো কোনো ঠাইত ই এটা উপাধি হৈ পৰিছিল। এই 'ওঝা' শব্দৰ প্ৰথম ব্যৱহাৰ নৱম শতিকাৰ তৃতীয দশকৰ ৰজা হৰ্জ্জৰ বৰ্মাৰ তেজপুৰস্থ পাষাণ গাত্ৰলিপিত পোৱা গৈছে—'লাহিলি ঝা' বোলা নামটোত। পণ্ডিত পদ্মনাথ বিদ্যাবিনোদ মহাশযে ইযাত 'ঝা' মানে ওঝা বুলিছে।

মঙ্গলদৈৰ ব্যাস আৰু সুকনান্নী গোৱা ওজাসকলে পুৰুষানুক্ৰমে ওজাপালি সঙ্গীত চৰ্চা কৰি আহিছে। দৰঙ্গী কোচৰজাসকলৰ দিনত এক শ্ৰেণীৰ ব্যাসগোৱা ওজাপালিয়ে ৰজাঘৰত দুৰ্গাপূজা, জগদ্ধাত্ৰী পূজা, কালীপূজা আদিত জাগৰ আৰু মালচী নামৰ স্তুতি-বন্দনা গাব লাগিছিল। কোচ ৰজাসকলে শাক্ত, বৈষ্ণৱ আৰু শৈৱ—সকলোকে সমাদৰ কৰি পূজাসেৱাৰ মাজেদিও সাম্যভাব প্ৰচাৰ কৰিবলৈ যত্ন কৰিছিল , ফলত ৰজাক তুষ্ট কৰিবলৈয়ে হওক নাইবা অন্য যি কাৰণতেই নহওক, ব্যাসগোৱা ওজাপালিৰো এটা ঠালে জাগৰ, মালচী আদি শিৱ-দুৰ্গাৰ স্তুতি গাবলৈ লৈছিল।

জাগৃ ধাতুৰ পৰা জগোৱা অৰ্থত 'জাগৰ' নামৰ উদ্বোধনী স্তুতিগীত ওলাইছিল। জাগৰ সঙ্গীত য'তে-ত'তে আৰু যেয়ে-সেযে গাব নোৱাৰিছিল। তাক নিৰ্দিষ্ট ওজাই উপবাসে থাকি, হৱিষ্যান্ন গ্ৰহণ কৰি, হাতত ৰজাই-দিয়া অষ্টধাতু নিৰ্মিত মুদ্ৰা ধাৰণ কৰিহে—যথাৰীতি গাব পাৰিছিল। তাৰ ভাষাও আছিল সংস্কৃত-মিশ্ৰিত অসমীয়া, অথবা অসমীয়া মিশ্ৰিত সংস্কৃত, যেনে—শ্যাম কন্যা বুলিবাক পাৰি, কুমাৰী সদৃশা নাৰী—অক্ষৰে লিখন্তি-ধনশ্ৰী ৰাগ মুনিগনে প্ৰশংসন্তি। ইত্যাদি

মালচী গীতো শিব-দুৰ্গাৰ উদ্দেশ্যে গোৱা এবিধ স্তুতিগীত। মালবশ্ৰী ৰাগত দুৰ্গা বা শিবৰ বন্দনা গোৱাকে মালচী গোৱা বোলে। মালচা মানে পূজাৰ সম্ভাৰ। নমুনা এটা শুনক—শিবৰ মালচী—দিহা—অৱ-বব-দশুৱতে তব ৰঙা পায়—অহে' বম্বাভোলানাথ—। × × × × ×

সপ্তম শতাব্দীত কামৰূপেশ্বৰ সম্ৰাট ভাস্কৰ বৰ্মাই ৬৪৩ খৃষ্টাব্দত তেওঁৰ ৰাজধানীত চৈনিক পৰিব্ৰাজক হিউৱেন চাঙক শাস্ত্ৰীয় নৃত্য-গীতানুষ্ঠানৰ যোগেদি স্বাগতম্ জনাইছিল। কুমাৰ ভাস্কৰ বৰ্মাৰে পৰা পৰবৰ্ত্তী ৰজা ধৰ্মপাললৈকে ৰজাসকলৰ দিনৰ যিবিলাক তাম্ৰলিপি আবিষ্কাৰ হৈছে সেইবোৰত থকা নানান বিষয়ৰ প্ৰাসঙ্গিক উল্লেখৰপৰা অসমত সেই যুগত শাস্ত্ৰীয় ৰাগ-ৰাগিনীৰ বে'চ চৰ্চা আছিল বুলি স্পষ্টকৈ বুজা যায। এই ৰজাসকলৰ পাছত আৰু কোচ আৰু আহোমসকলৰ পূৰ্বে কামৰূপ ৰাজ্যত অনেক সৰু সৰু ভূঞা ৰজাই ৰাজত্ব কৰিছিল। এই ৰজাসকলে ব্ৰহ্মাণ্য ধৰ্মৰ আৰু নৃত্য-গীতাদি চৌশষ্টি কলাৰ পৃষ্ঠ-পোষকতা কৰিছিল। বৈদিক যুগৰ সামগা বা সামগায়ন সকলৰ দিন উকলি যোৱাত পুৰাণত কোৱা ব্যাসকলাইসকলেই তেওঁলোকৰ ঠাই অধিকাৰ কৰিছিল। এই ব্যাস সঙ্গীতৰ প্ৰবাহমান সুঁতিটোত বিভিন্ন সময়ত বিভিন্ন ঠাই্ৰ দেশীয আৰু শাস্ত্ৰীয় সঙ্গীতৰ জৰণা পৰি তাৰ ভাব, ভাষা আৰু সুৰ-তৰঙ্গত চমকপ্ৰদ বৈচিত্ৰ্যৰ সৃষ্টি নকৰাকৈ থকা নাছিল। ঝুনাগীতবোৰেই তাৰ সাক্ষী। কোচ ৰজাসকলৰ দিনত পূজাৰ মন্ত্ৰগীতৰ সুৰ-ধ্বনিৰে নীলাচলৰ কামাখ্যা গোসানীক জগাই তুলি নৃত্য কৰোৱা বিপ্ৰ কেন্দুকলাই আৰু মেঘশূন্য খৰাং বতৰৰ ভৰ দুপৰীযা ৰাজ আদেশ মানি মেঘমল্লাৰ ৰাগ টানি বৃষ্টিধাৰা নমাই আনিব পৰা সূৰ্য্য-বিপ্ৰ সৰ্বানন্দ ব্যাস আৰু তেওঁৰ সমপৰ্য্যায়ৰ গায়ক গঙ্গা, বামুণা আদি ওজাসকল দৰঙৰে ব্যাস কলাবিদ পণ্ডিত আছিল। বৰ্মণ আৰু পাল বংশী ৰজাসকলৰ দিনত আৰম্ভ হোৱা বৈদিক ব্যাস সঙ্গীতে ভূঞা ৰজাসকলৰ দিনত উন্নিত আৰু পৰিবৰ্দ্ধিত হৈ কোচৰজাসকলৰ আমোলত থন ধৰি উঠিছিল। কোচৰজা ধৰ্মনাৰায়ণে এই গায়কসকলক নিৰ্দিষ্ট স্থানত সংঘবদ্ধভাৱে থাকি সঙ্গীত চৰ্চা কৰিবলৈ সুযোগ আৰু অগ্ৰহাৰ দিছিল। মঙ্গলদৈৰ ব্যাসপাৰা গাঁও তাৰে সাক্ষী। আজিও সেই ঠাইত ব্যাস আৰু সুকনান্নী গোৱা ওজাৰ নিবাস ঃ আজিও সেই ঠাইৰ ওজাসকলে দুষ্প্ৰাপ্য পূজাসঙ্গীত জাগৰ-মালচী গোৱা ওজাৰ শেষ বন্তিগছি টিমিকঢামাককৈ জ্বলাই ৰাখিছে। সেয়েহে আজিও দৰঙী বিয়াহৰ ওজাপালি গীত সত্ৰীয়া বিয়হীয়া ওজাপালি গীতৰ লগত সগোত্ৰ হৈও—স্বে মহিম্নি-পৃথক। ৰাগৰ মালিতা বা জন্ম কাহিনীবোৰতে সেই পাৰ্থক্য স্পষ্ট হৈ পৰে। সাৰঙ্গ ৰাগৰ মালিতাটোলৈযে চাওক। সৃষ্টি কৰি উঠি প্ৰজাপতি ব্ৰহ্মাই আত্মতৃপ্তিত ৰাগ এটা জুৰিছিল—সেযে সাৰঙ্গ ৰাগ। এয়ে দৰঙী ওজাৰ সাৰঙ্গ ৰাগৰ মালিতাৰ তাৎপৰ্য্য। তাকে ওজাপালিৰ থোকা পদত শুনক (প্ৰদৰ্শন)

জগৎ সৃজিবে প্ৰতি প্ৰভুৰ ভৈলা মন। × × × ×
প্ৰভুৰ নাভিত ব্ৰহ্মা ভৈলা উৎপন্ন।। × × × ×

সাৰঙ্গ ৰাগৰ সত্ৰীয়া মালিতাত তাক 'শুক্লবৰ্ণং দধানং জাত বৈৰাগ্য ৰাগং' বুলিছে ; বৈৰাগ্য ৰাগাহে ঃ তৃপ্তিৰ আনন্দবাহী ৰাগ নহয়। সত্ৰীয়া ৰাগসমূহৰ মালিতামতে সকলো ৰাগৰ উৎপত্তিস্থল বা আধাৰভূমি হ'ল স্বয়ং ভগৱান শ্ৰীকৃষ্ণ। বিয়াহৰ ক্ষেত্ৰত বিভিন্ন ৰাগৰ বিভিন্ন জন্মদাতা। শ্ৰীগান্ধাৰ ৰাগৰ মালিতা দুটালৈয়ে মন কৰক—

যেহিবেলা কুঞ্জাসনে কৰিলা সৃঙ্গাৰ।
সেহিবেলা কানাই ৰাগ গাইলা শ্ৰীগান্ধাৰ ।।—এযে সত্ৰীয়া মালিতা।

দৰঙী মালিতাত --

হেন শুনি গন্ধৰ্বেও মনে কৰি সাৰ।
চিত্ৰসেনে গাইলা ৰাগ শ্ৰীযে গান্ধাৰ।।

সত্ৰীয়া মালিতাত কানাই কৃষ্ণই আৰু দৰঙীয়া ওজাৰ মালিতাত চিত্ৰসেনে গাইছে।

পুথিৰ পদৰ দুলৰী, ছবি, পদ, ঝুমুৰি আদি গীতিময় ছন্দবোৰ ওজাপালিৰ গীততে নিবদ্ধ থকা নাই, দৰঙীয়া পাঠ-চক্ৰ, ভাগৱত-চক্ৰ আদিবোৰতো সেই সুৰ একে ধৰণে বাজি উঠে। বিয়াহৰ ওজাৰ কণ্ঠত ছন্দবোৰৰ সাঙ্গীতিক লহৰৰ নমুনা শুনক (প্ৰশৰ্দন) × × × × দুলৰী ।। ছবি ।। ঝুমুৰি ।। লেচাৰি।। × × × × ×

বিযাহৰ আৰু সুকনান্নীৰ ওজাৰ পোচাক-পৰিচ্ছদৰ পাৰ্থক্যও দেখ দেখ। সুকনান্নীৰ ওজাৰ সাজপাৰত বিশেষত্ব নাই—সাধাৰণ ধুতি-চোলা-পাগুৰি-চাদৰ। কাণত কিন্তু লংফুটি আৰু হাতত গামখাৰু পিন্ধে ঃ বিযাহৰ ওজাৰ হলে ভৰিত নেপুৰ, ককালত ঘূৰীয়া-জামা, মূৰত বন্ধাপাগ, কমৰত ওলমি পৰা—ভূটীয়া দখনা—এইবোৰ বিশিষ্ট আভৰণ। সত্ৰৰ বিযহীয়া ওজাৰ এনে বৈশিষ্ট্যপূৰ্ণ পোচাক নাই। বিশ্ববিদ্যালয়ত সমাবৰ্ত্তনৰ সময়ত পিন্ধা বিশিষ্ট পোচাকৰ দৰে সত্ৰৰ বিয়হীয়া ওজাই স্বীকৃতি লাভৰ প্ৰথম পৰীক্ষাৰ দিনা মাত্ৰ সূত্ৰধাৰী পোচাক পিন্ধে।

গীত-পদৰ প্ৰসঙ্গতো মালিতা, ঝুনা, মালচী আৰু জাগৰ—দৰঙী বিয়াহৰ ওজাৰহে একচেতীয়া সম্পত্তি।

ঝুনাবোৰ বৰগীতৰ লেখীয়া চুটি গীত ঃ ধেমেলীয়া প্ৰসঙ্গৰো হব পাৰে, গহীন স্তুতিগীতিও হব পাৰে। গীতবোৰ কিন্তু ঝুনা নাৰিকলসদৃশ ৰসাল আৰু তৃপ্তিকৰ। কিছুমান ঝুনাৰ ভাষা আকৌ আৰবী, ফাৰ্চী, হিন্দী-ব্ৰজাবলী সকলোৰে মধুৰ সংমিশ্ৰণৰ খিচিৰি। কোনোটোত আনকি 'আল্লাকি জাল্লা'ৰো উল্লেখ পোৱা যায়। তাৰে নমুনা অলপ শুনক (প্ৰদৰ্শন) × × × × × হে গুৰুজী তোমাৰ চোমেৰি মিৰি মানা-বা-বা-বা দুনিয়া ৰে-বাবাবা দুনিয়া × × × ×।। এনে ধৰণৰ ঝুনাক দৰবাৰী বা মোগলী গীত বোলে। গীতবোৰৰ শব্দই মোগল যুগৰ কথাকে সোঁৱৰাই দিয়ে। পিছে

পূজাৰ সময়ত এনেবোৰ গোত্ৰ নথকা ঝুনা গোৱা নিষেধ। সভা-সন্মিলনীৰ উৎসৱত হে এইবোৰৰ প্ৰচলন ব্যাপক।

শিৱ গোসাঁই আৰু কলীয়া কানাইক লৈ ৰচিত ঝুনাবোৰ পূজা-সবাহ সকলোতে গোৱা হয়। ভঙুৱা শিৱ গোসাঁইৰ ঝুনা এটাৰ নমুনা শুনক—নন্দীৰে ভৃঙ্গীৰে', নাথাকো মই হেমন্ত কৈলাসে। (প্ৰদৰ্শন) × × × × ×

'মাধৱদাস'ৰ ভণিতাৰে ৰচিত হোৱা ঝুনা এটাত মাক যশোদাই কলীয়া কানাইক তেওঁৰ দুষ্টালিৰ কাৰণে কেনেকৈ ভৰ্ৎসনা কৰিছে শুনক—দিহা—আৰে' যশোৱাই বোলে ৰে'—ঠুই ঠুই ঠুই—চিকৌ চিকৌ—নেওচান কেওচান—মৰিযোৱাটোৰ—লাজ নাই ৰে'. । × × × ×

সুকনান্নী আৰু বিযাহ—দুযোবিধ ওজাপালিয়ে তেওঁলোকৰ বৃত্তিক গন্ধৰ্বৰ বিদ্যা বুলি গৌৰৱ কৰে। সুকনান্নীৰ ওজাসকলে কয় তেওঁলোকৰ এই বিদ্যা তাহানি অৰ্জুনে স্বৰ্গত গন্ধৰ্বসকলৰপৰা শিকি আহি অজ্ঞাতবাসত থাকোতে বিৰাট ৰজাৰ কন্যা উত্তৰাক শিকাইছিল আৰু সেইদৰে আহি সি মৰ্ত্যত প্ৰচাৰ লাভ কৰে।

বিয়াহৰ ওজাক সভাগোৱা ওজাও বোলে। সভা মানে বিষ্ণুপূজা। পূজাৰ ধ্যান-মন্ত্ৰ মতে বিষ্ণু পূজাৰ আৰাধ্য দেৱতা চতুৰ্ভুজ বিষ্ণু ঃ তেওঁ 'শুদ্ধস্ফটিকসংকাশ—আজানুলম্বিত-বনমালা প্ৰশোভিত বাসুদেৱঃ।' ওজাপালি গীতত সেই বাসুদেৱ আকৌ গোৱালৰ ঘৰত থকা শিশু-গোপাল 'বাসুদেৱ' ঃ দিনৰ দিনটো পথাৰত গৰু চাৰি থাকি গধূলি ধূলাত লুতুৰি-পুতুৰি হৈ উভতি আহিলে গোৱালীসকলে তেওঁক বেটি ধৰি সন্ধ্যা-আৰতি কৰে ঃ ওজাপালিৰ আৰ্ত্তি গীততে সেইটো প্ৰকট হৈ পৰে। তেনে আৰতি তিনিটা। তিনিওটাৰে ভাষা ব্ৰজাবলীগন্ধী। প্ৰথমটোৰ আৰম্ভণিতে আছে— প্ৰাণৰ নাথ মেৰি আৱতৰে—
অধৰ বেণু বাৱতৰে—
গধূলি ধূসৰ বপুৰে মনোহৰ—
ময়ূৰপুচ্ছ শিৰে—শোভানাৰে—ইত্যাদি

× × × × ×

দ্বিতীয়টো— অ' মাইৰে হৰমধ্যে আনন্দ ৰায়
আনন্দ আনন্দ আনন্দ ৰায—আনন্দ কৰতু দয়ালগৃহে আয়—
ইত্যাদি

× × × × ×

তৃতীয়টোৰ দিহা হ'ল— আৰতু বিধিহে মদন গোলাল—আৰতু বিধিহে
মদন-গোপাল ইত্যাদি।

× × × × ×

সভা তিনি প্ৰকাৰ ; গোন্ধ চৌপৰী, আদচৌপৰী আৰু একপৰীয়া সভা। একপৰীয়া সভা দিনত দুপৰীয়া বিষ্ণুপূজা—হোম আৰু আবেলি ওজাপালিৰে সামৰা

হয়। ই একপৰীয়া ৰংপূজাৰদৰে দিনগুটীয়া অনুষ্ঠান। আদচৌপৰীত সন্ধ্যা বিষ্ণুপূজা আৰম্ভ কৰি ওৰেৰাতি ওজাপালি উঠি ৰাতিপুৱা পূজা শেষ কৰা হয়। গোন্ধচৌপৰী সভা প্ৰায় গোটা ৰং বা ডেৰদিনীয়া মাৰৈপূজাৰ দৰে। ইযাত সন্ধিয়া অধিবাস কৰি গোন্ধৰপূজা শেষ কৰা হয। (ওজাপালিয়ে এইমাত্ৰ গাই শুনোৱা আৰতি গীতেই অধিবাসৰ গীত।) অধিবাসৰ পাছত ওৰে ৰাতি ওজাপালি গীত চলে। ভাউৰীয়াও থাকিব পাৰে। পিছদিনা দুপৰীযা পূজা, হোম আদি হয় আৰু আবেলি ওজাপালি-নৃত্য-গীতেৰে সভা সামৰা হয।

এই বাসুদেৱ পূজাত বিশেষকৈ মন কৰিবলগীয়া কথা এই যে—ইয়াত প্ৰাযে বাসুদেৱৰ লগতে—বেদীৰ ওচৰতে পৃথকে দুৰ্গাদেৱীৰ নামেও চাকি-বন্তিৰে থলীয়া—নৈবেদ্য আগবঢ়োৱা হয। তেতিয়া সেন্দুৰ পিন্ধাই বগা পাৰচৰাই এযোৰ আদ্যাশক্তি দুৰ্গাদেৱীৰ নামত উৎসৰ্গ কৰি এৰি দিয়া নিযম। বিযাহৰ ওজাপালিযেঁই তেতিযা দুৰ্গাৰ মালচি—ঁগীত অধিবাস আৰু পূজা—দুযো সমযতে গায। তেনেকৈ দৰঙী মাৰৈ পূজাতো এফালে মʼহ-ছাগ, পাৰ-মৎস্যাদি জীৱবলি চলি থাকে আনফালে আকৌ ধৰ্মদেৱতা আৰু শীতলা-দেৱীৰ নামত বগা পাৰ উৎসৰ্গ কৰি এৰি দিযা হয। ইফালে বিয়াহৰ বৈষ্ণৱপন্থী ওজাপালিযেঁই দুৰ্গাপূজা, জগদ্ধাত্ৰী পূজা, কালীপূজা আদিতো ওজাপালি গীত গায। শাক্ত আৰু বৈষ্ণৱৰ এনে প্ৰীতিপূৰ্ণ সহাৱস্থান অন্যত্ৰ বিৰল। বিষ্ণুপূজাতে গোৱা দুৰ্গাৰ মালচী এটাৰ অলপ শুনক—জন্মিল দশভূজা = ৰবিৰ তলে পূজা = অসুৰ বধৰ হেতু × × × × × (প্ৰদৰ্শন)

ৰাগৰ লগত তাল বন্ধা থকাৰ দৰে—কোন ৰাগ ওজাপালিযে কেতিযা গাব—তাকো বান্ধি দিযা আছে। শ্ৰীগান্ধাৰ ৰাগৰ মালিতাত এইদৰে কোৱা আছে—

ইন্দ্ৰৰ সভাত গন্ধৰ্ব আছিল বসি।
পুচিলন্ত ইন্দ্ৰে কথা পৰম হৰিষি।।
কোন বেলা কোন ৰাগ গাইবাক যুৱাই।
কহিও গন্ধৰ্ব আবে আমাত বুজাই।।

গন্ধৰ্বে কহন্ত কথা—শুনা সুৰপতি। প্ৰভাতে পুৰৱী ৰাগ শাস্ত্ৰৰ যুগুতি।।
মধ্যাহ্ন কালত গাইব ভৈৰৱী ধনশিৰী। এপৰাহ্নে শ্ৰীগান্ধাৰ কল্যান বডাৰী।।
সন্ধ্যা কালে গাইব লেৰী চৌৰথ বেহাগ। সাৰঙ্গ চালন মৈঘ গাইব নিশা ভাগ।।
শেষ ৰাত্ৰি ৰামগিৰি বসন্ত সুহাই। —এহি অনুক্ৰমে ৰাগ গাইবাক যুৱাই।।

—এইবাবে ওজাপালি গীত মাৰ্গসঙ্গীত।। ওজাপালি গীতত ৰাগহে আছে, ৰাগিনী নাই। চৰ্য্যাপদ আৰু বৰগীতৰো সেই একে কথা তাতো ৰাগ আছে, ৰাগিনী নাই। উমাপতি বিদ্যাপতি, কবিৰ, চণ্ডীদাস, দুৰ্গাবৰ, মনকৰ আদি প্ৰাচীন কবিসকলৰ গীততো ৰাগহে আছে, ৰাগিনী নাই। ৰাগ-ৰাগিনীৰ সূক্ষ্ম পাৰ্থক্যৰ সৃষ্টি হয় একাদশ শতিকাৰ শেষ ভাগত ; কাৰো কাৰো মতে এই বিভাগ স্পষ্ট হৈ উঠে যোড়শ

শতাব্দীত, মোগল সম্রাটসকলৰ আমোলত। মুঠতে ৰাগ আগৰ আৰু ৰাগিনী পাছৰ সৃষ্টি—তাত কাৰো মতদ্বৈধ নাই।

চৰ্য্যাপদবোৰৰ ৰাগৰ ভিন ভিন নাম আছে ঃ কিন্তু তাৰ সুৰ-বানা আদি আজি কোনেও নাজানে। ৰাগবোৰৰ নাম ওজাপালিৰ ৰাগৰ লগত মিলে। চৰ্য্যাৰ ৰাগেই ৰূপ সলাই ওজাপালি কণ্ঠলৈ অহাটোও অসম্ভৱ নহয়। আকৌ ওজাপালি গীতৰ দিহাক 'ঘোষা' নোবোলে, দিহাহে বোলে। সেইবাবে চৰ্য্যাপদৰ দোহাৰ পৰাই দিহা অহা বুলি ভাবিবৰো কাৰণ আছে। এনেবোৰ আঁতিগুৰি বিচাৰি চাই অন্ততঃ ভাষাৰ ফালৰপৰা চৰ্য্যাপদকে ওজাপালি গীতৰ পূৰ্বসূৰী অসমীয়া সঙ্গীত বুলি গণ্য কৰা যায়। বহুত ওজাপালি গীতৰ ভাষাৰ দুৰ্বোধ্যতাযো তাকেই সমৰ্থন কৰে। বিয়াহ গীতত ভাষাৰ দুৰ্বোধ্য সংমিশ্ৰণ সুকনান্নীতকৈ অধিক স্পষ্ট। সুকনান্নীৰ গীতপদক বিয়াহ গীতৰেই এটা জনপ্ৰিয় সংস্কৰণ বোলা যায় যদিও, গঙ্গা-যমুনাৰ পানীৰ দৰে দুযোবিধ গীতৰ সুৰ স্বকীয় বৈশিষ্টৰে সমৃদ্ধ। একেটা দিহাকেই কেতিযাবা দুযোঘৰে ব্যৱহাৰ কৰা পোৱা যায—তাতেই সুৰৰ পাৰ্থক্য ধৰা পৰে ঃ উদাহৰণ স্বৰূপে—অ'মন ৰাম বোল—অ'মন হৰি বোল—এই দিহাটো সুকনান্নীৰ সুৰত শুনক—(প্ৰদৰ্শন) × × তাকেই আকৌ বিযাহৰ ৰাগত শুনক (প্ৰদৰ্শন) × × × ×

আৰু এটা দিহা— জল ভৰিতে যায় গোপী—যমুনাৰ জলে ,
মেঘৰ বৰণ চিকন কানাই—ৰৈছে কদম তলে।।

সুকনান্নীত (প্ৰদৰ্শন) × × × ×

তাকেই বিযাহ গীতৰ দিহা হিচাবে শুনক (প্ৰদৰ্শন) × × × ×

নদীৰ ধলে খাল-বিল-দ-বাম একাকাৰ কৰি ঢোৱাই নিবলৈ বিচাৰৰ দৰে ওজাপালি গীতেও বিবিধ ধৰণৰ বিষয আৰু গীতমাতক নিজৰ ৰূপ দি জনপ্ৰিয় কৰি তুলিবলৈ প্ৰয়াস কৰে। সেযেহে আজিও ওজাপালি গীতত পৰিযাল পৰিকল্পনা, সমবায় কৃষি, স্বাধীনতাৰ সংগ্ৰামত গান্ধীজী আদিৰ দৰে আধুনিক বিষয়বোৰেও নতুন আৰু আকৰ্ষণীয ৰূপ লৈ জনতাৰ মাজত প্ৰচাৰ লভিছে। অনৰ গীতমাতকো আনি নিজৰ কৰি তুলি লব পৰাটো ওজাপালি গীতৰ অন্যতম বৈশিষ্ট্য। সুকনান্নীৰ দিহাই বিযাহলৈ ৰূপান্তৰিত হোৱাৰ দৰে—আচৰিত কথা এই যে—বিযাহ গীততেই বৰগীত বুলি গোৱা মালচী সুৰীযা এক শ্ৰেণীৰ গীতো শুনা যায়। তাৰে নমুনা এটা শুনক—(প্ৰদৰ্শন) দিহা, মেলানি দেও গো মা—মোৰে প্ৰাণ মৰিয়া যায়। × × × × ×

যেনেকৈ, সুকনান্নী গীতানুষ্ঠান সাধাৰণতে 'জয নমো বিষহৰী' পদ্মা-বন্দনাৰে আৰম্ভ কৰি—'অপৰাধ ক্ষমা কৰ অ' ব্ৰহ্মাণী আই' স্তুতিগীতেৰে সামৰা হয়—ঠিক তেনেকৈ, 'শ্ৰীকৃষ্ণায় বাসুদেৱায়' শ্লোক-স্তুতি, আৰু বাসুদেৱ বন্দনাৰ দশাৱতাৰ নৃত্যগীতেৰে আৰম্ভ কৰা, ৰাগপ্ৰধান ব্যাস-সঙ্গীত অনুষ্ঠানো—'কৃষ্ণ এ হৰি বান্ধৱ ৰাম এ ঝুনাগীতৰ বিষ্ণুবন্দনাত অন্ত পৰে। ওৰে ৰাতি চলি থাকি উষা-উদয়ৰ লগে লগে শেষ হোৱা আদচৌপৰী বিষ্ণুপূজাত কিন্তু নিশা অৱসানৰ ইঙ্গিত দিবলৈ সামৰণী

গীতবে অংশ হিচাবে দুটা অৰ্থপূৰ্ণ ঝুনা গোৱা হয়—এটা কৃষ্ণভগৱানৰ—আনটো দিগম্বৰ শঙ্কৰ-মহাদেৱৰ বিষয়ে। এই তিনিটানা সামৰণী গীতৰে একোটা স্তৱক, ওজাপালিৰ কণ্ঠত, শ্ৰোতা ৰাইজলৈ আগবঢাই, আমাৰ আজিৰ এই আলেখ্যৰ শত ক্ৰটী-বিচ্যুতিৰ বাবে-নতশিৰে ক্ষমা বিচাৰি—'হৰেৰ্ণাম্না সৰ্বং সমৰ্পিতমস্তু' বুলি ইমানতে মেলানি মাগিব খুজিছোঁহক। (প্ৰদৰ্শন)

—অ প্ৰাণ সখীহে আজি কেনে নুপুহায ৰজনী × × × ×

× × × ×

—অ'হে শঙ্কৰ জাগ দিগম্বৰ ৰায হে শঙ্কৰ জাগ দিগম্বৰ ৰায

× × × ×

কৃষ্ণ এ হৰি বান্ধৱ ৰায এ

১/১/৭৫

# সুকনান্নীৰ ওজাপালি

## (আলেখ্য)

ওজাপালি সঙ্গীত অসমৰ এটি প্ৰাচীন অনুষ্ঠান, এই সম্পৰ্কে কাৰো মতদ্বৈধ নাই। এই অনুষ্ঠান প্ৰাক্‌শঙ্কৰী যুগৰপৰা স্বে মহিম্নি তিষ্ঠি থাকি বিনাশী কালৰ বুকুত অসমীয়া সংস্কৃতিৰ বিজয় গৌৰৱ ঘোষণা কৰি আহিছে। চৰিত পুথিত আছে যে মহাপুৰুষ শঙ্কৰদেৱে ধৰ্ম প্ৰচাৰ কৰাৰ আগতে শ্ৰীধৰস্বামীৰ টীকাসম্বলিত সংস্কৃত ভাগৱত পুথি এখন আচৰিত ধৰণে পাইছিল। অৱশ্যে এই ভাগৱত প্ৰাপ্তিৰ পূৰ্বে যে মহাপুৰুষে সংস্কৃত ভাগৱত পঢ়া নাছিল, নতুবা অসমত সংস্কৃত ভাগৱতৰ চৰ্চা নাছিলেই এনে নহয়। ইতিপূৰ্বে কামৰূপৰ পণ্ডিত পীতাম্বৰ কবিয়ে ভাগৱতৰ দশম স্কন্ধৰ পদ গীতত সুৰ লগাই গাব পৰাকৈ অসমীয়ালৈ অনুবাদ কৰিছিল আৰু শঙ্কৰদেৱে নিজেও অনুবাদ হাতত লোৱাৰ উপৰি ভাগৱতৰ ঘটনাকে লৈ অঙ্কীয়া নাট-ৰচনা আৰম্ভ কৰিছিল। শঙ্কৰদেৱৰ শ্ৰীধৰী ভাগৱত প্ৰাপ্তিৰ কাহিনীটো চৰিত পুথিয়ে এই দৰে কয়—। উত্তৰ বিহাৰৰ তীৰহুত নামে ঠাইৰ জগদীশ মিশ্ৰ বুলি এজন পণ্ডিত ব্ৰাহ্মণে জগন্নাথ মহাপ্ৰভুৰ দ্বাৰা স্বপ্নাদিষ্ট হৈ শ্ৰীধৰস্বামীৰ টীকাভাষ্য সম্বলিত সাঁচিপতীয়া সংস্কৃত ভাগৱত এখন, দুমাহ বাটকুৰি বাই কঢ়িয়াই আনি, সুদূৰ বৰদোৱাত মহাপুৰুষ শঙ্কৰদেৱৰ হাতত অৰ্পণ কৰিছিলহি। আৰু, অৰ্পণ কৰাই নহয়, বাৰ মাহ তাতে থাকি বাৰ মাহত তাৰ বাৰটি স্কন্ধ ব্যাখ্যাসহ পাঠ কৰি সবাকো শুনাই পাঠ শেষ কৰাৰ লগে লগে ৰাম ৰাম বুলি চিৰ কাললৈ চকু মুদিছিল। পুথিও শেষ হ'ল, পাঠক পণ্ডিতৰো জীৱনৰ অৱসান ঘটিল। ই এটা বিস্ময়কৰ ঘটনা। সেই আচৰিত ঘটনাৰ অচিনাকি পণ্ডিত জগদীশ মিশ্ৰ ভাগৱত সহ আহি পোৱাত তেওঁক দেশৰ দস্তুৰ মতে আদৰ-সম্ভাৱণ জনাবৰ কাৰণে মহাপুৰুষ শঙ্কৰদেৱে অসমীয়া গীত-নাটৰ যি আয়োজন কৰিছিল তাৰ আগশাৰীত আছিল ওজাপালি নৃত্য-গীত। তেনে এটি বিশিষ্ট অনুষ্ঠানৰ বিশেষ উৎসৱত অসমৰ জনপ্ৰিয় অসমীয়া সঙ্গীত ওজাপালি নৃত্যগীতৰ অনুষ্ঠান পতাৰ অৰ্থ আছিল কি? তীৰহুতীয়া ব্ৰাহ্মণ পণ্ডিতে তাৰ অৰ্থ বুজিবয়ে বা কিটো? অসমীয়া ওজাপালিৰ অসমীয়া গীত তীৰহুতীয়া পণ্ডিতক শুনোৱাৰ অৰ্থ আছিল এয়ে যে ওজাপালিয়ে গীৰ্ত, মুদ্ৰা, নৃত্য আৰু কথোপকথনৰ সহায়ত সকলো কথা সহজ-বোধগম্য কৰি তোলে। ওজাপালি গীতৰ তাৎপৰ্য্য বুজিবলৈ ভাষাজ্ঞানৰ আৱশ্যক নাই। এই গীতৰ অৰ্থ আনকি কলা, বোবা আৰু অন্ধ লোকেও বুজিব পাৰে। কলাই কাণেৰে নুশুনে, কিন্তু ওজাৰ হাতৰ মুদ্ৰা দেখি বুজে

; কণাই চকুৰে নেদেখে যদিও কাণেৰে শুনি আৰু গীতৰ সুৰ আৰু ভাঙনিৰপৰা সকলোখিনি হৃদয়ঙ্গম কৰিব পাৰে। বোবাৰতো কথাই নাই! সি নিজেও হাতৰ অঙ্গি-ভঙ্গিৰে আনক আকাৰে-ইঙ্গিতে বুজাই ভাল পায়। গতিকে গীত আৰু ভাঙনি কাণেৰে শুনাৰ উপৰিও ওজাৰ হাতৰ মুদ্ৰা দেখি সমস্ত অনুষ্ঠানটোকে তাৰ কাৰণেহে বুলি ভাবি সি আনন্দত আপ্লুত হয়। পিছে, সংস্কৃত ভাগৱতৰ কাহিনী অসমীয়া ওজাপালি গীতত শুনি আৰু বুজি তীৰহুতীয়া পণ্ডিত জগদীশ মিশ্ৰ স্তম্ভিত হৈছিল। ই জানো ওজাপালি গীতানুষ্ঠানৰ কাৰণে কম গৌৰৱৰ কথা?

ওজাপালি গীতানুষ্ঠান—নৃত্য, গীত, মুদ্ৰা আৰু সংলাপ—এই চাৰি বিধ বিভিন্ন কলাৰ মধুৰ সমন্বয়ত গঢ়ি উঠা পুৰণি অসমৰ এটা ক্লেচিকেল বা ধ্ৰুপদী ঐশ্বৰ্য্যবাহক সম্পদ। ওজাৰ এই চতুৰ্কলা সম্পৰ্কে আন নালাগে নিৰক্ষৰ গঞা লোকেও মন্তব্য দি কয়, বোলে—

'মুখে গীত, হাতে মুদ্ৰা, পাৱে ধৰে তাল।
ময়ূৰ সদৃশ ঘূৰে সেই ওঝা ভাল।।' বহুতে 'ময়ূৰ সদৃশ ঘূৰে' আৰু অন্য কিছুমানে 'গৰুড় সদৃশ ঘূৰে' বোলে। পিছে গৰুড় পক্ষী নো কোনে দেখিছে? গতিকে ময়ূৰ বুলিলে সহজে বুজা যায়। সি যি হওক, 'অভিনয় দৰ্পণ'ত কোৱা—

আস্যেনালম্বয়েদ্ গীতং হস্তেনাৰ্থং প্ৰদৰ্শয়েৎ
চক্ষুভ্যাং দৰ্শয়েদ্ভাবং পাদাভ্যাং তালমাদিশেৎ।। —এই সংস্কৃত শ্লোকটোৰ আগতে কৈ অহা 'মুখে গীত, হাতে মুদ্ৰা, পাৱে ধৰে তাল' বোলা চহা মন্তব্যটো যেন যথাযথ ভাঙনিহে!

শঙ্কৰদেৱে নিজেও অঙ্কীয়া নাট সৃষ্টি কৰাৰ আগতে ওজাপালি নৃত্য চাই, ওজাপালি সঙ্গীত শুনি আৰু ধৰ্ম প্ৰচাৰৰ ক্ষেত্ৰত আৱশ্যকমতে নিজেও ওজাপালি গীত গাই প্ৰভূত পৰিমাণে উপকৃত হৈছিল। নাট সৃষ্টিতো তেওঁক ওজাপালিৰ সংলাপ আৰু মুদ্ৰাই বাৰুকৈয়ে সাহায্য কৰিছিল বুলি চৰিত পুথিৰপৰা জনা যায়।

'আনিলন্ত নাৰায়ণে ভক্ত অনুপাম।
বিয়াহৰ পালি তেন্তে চোট বলৰাম।।'

আনকি গুৰুজনাৰ প্ৰথম সৃষ্টি দৃশ্যনাট 'চিহ্নযাত্ৰা' ভাওনা কৰি দেখুৱাবৰ সময়তো তেৰাই ওজাপালি নৃত্য-গীতৰ আয়োজন কৰিছিল। এনেবোৰ ঐতিহাসিক নিদৰ্শনলৈ লক্ষ্য কৰি এইটো সিদ্ধান্ত কৰিব পাৰি যে ওজাপালি নৃত্য-গীত প্ৰাকশঙ্কৰী অসমৰ একমাত্ৰ নহ'লেও এটা শ্ৰেষ্ঠ সংস্কৃতিমূলক অনুষ্ঠান আছিল। সিমানেই নহয়, ধৰ্মকে ভিতৰ কৰি সকলো প্ৰকাৰ জনশিক্ষাৰ মূল মাধ্যম আছিল—ওজাপালি গীত।

ওজাপালি সঙ্গীত কেতিয়া কেনেকৈ আহি অসমত প্ৰৱেশ কৰিছিল আৰু অসমৰ জলবায়ুত পৰি অসমীয়া থলুৱা গীত-মাতৰ লগত হলিগলি কৰি জাতে-পাতে খাটি অসমীয়া সংস্কৃতিৰ নিৰ্দৰ্শন হৈ পৰিছিল—সেইটো গৱেষণাৰ বিষয়। ৰাগৰ শাস্ত্ৰীয় নাম আৰু গীতৰ মাৰ্গীয় পদ্ধতিলৈ লক্ষ্য কৰি তাৰ প্ৰাচীনত্ব আৰু সৰ্বভাৰতীয়

ৰূপটো স্বীকাৰ নকৰি নোৱাৰি। প্ৰবাদ আছে আৰু পুৰণি ওজাসকলেও কয় যে বাৰভূঞাসকলৰ আগমনৰ লগে লগে এই গীত অসমত প্ৰৱেশ কৰিছিল আৰু কোচ ৰজাসকলৰ দিনত ই ঠন ধৰি উঠিছিল। কথাটো চোৱা যাওক।

ত্ৰয়োদশ শতিকাৰ শেষ আৰু চতুৰ্দশ শতিকাৰ আৰম্ভণিৰ কথা। কমতাপুৰৰ ৰজা তেতিয়া দুৰ্লভনাৰায়ণ আৰু কৰতোৱা নৈৰ পশ্চিম প্ৰান্তৰ ৰজা গৌৰেশ্বৰ ধৰ্মনাৰায়ণ। দুয়োজন ৰজাৰ মাজত এবাৰ কিবা কাৰণত তয়াময়া ৰণ লাগিছিল। কৰতোৱা নৈখনেই আছিল দুয়ো ৰাজ্যৰ সীমা। কৰতোৱাৰপৰা ব্ৰহ্মনদীলৈকে পূবৰ এইখন ৰাজ্যৰ ৰজা আছিল দুৰ্লভনাৰায়ণ আৰু কৰতোৱাৰ পশ্চিম পাৰৰ ৰাজ্যত ৰজা আছিল ধৰ্মনাৰাযণ। সাত দিন সাত ৰাতিৰ ৰণৰ অন্তত 'মাহনা গঙ্গা শোণিতে কৰ্দম বহি যায় ; তীৰ ঢাকি শয়ে জুৰিলে।" পিছে দুয়োজনা ৰজা আছিল দেৱীভক্ত, ঘোৰ শাক্ত। সেই সূত্ৰে দুয়োৰো মাজত সন্ধি হ'ল। সেই মিতিৰালিৰ সূত্ৰেই ৰজা দুৰ্লভনাৰায়ণৰ দিনত পুৰোহিত কৃষ্ণ পণ্ডিতকে প্ৰমুখ্য কৰি ৭ ঘৰ ব্ৰাহ্মণ, আৰু চণ্ডীবৰকে প্ৰমুখ্য কৰি ৭ ঘৰ কায়স্থ লোক আহি অসমৰ বিভিন্ন ঠাইত বসতি কৰিছিলহি। তেওঁলোক আদিতে কান্যকুব্জ বা কনৌজৰ লোক আছিল। চৰিতকাৰ ৰামৰায় দ্বিজৰ ভাষাত—

সপ্তঘৰ কায়স্থ সপ্তঘৰ দ্বিজবৰ।
তাৰ সঙ্গে আন লোক আনিলা বিস্তৰ।।

চণ্ডীবৰ কায়স্থ এজন পণ্ডিত, গায়ক আৰু বাহুবলী পুৰুষ আছিল। তেওঁ আছিল। মহাপুৰুষ শঙ্কৰদেৱৰ চাৰি পুৰুষৰ উৰ্দ্ধতন পূৰ্বপুৰুষ। গায়কে গায়কৰ সঙ্গ নেৰে। গতিকে 'গন্ধৰ্বসদৃশ' গুণী পুৰুষ চণ্ডীবৰ ভূঞাৰ লগতো যে অনেক সঙ্গীতজ্ঞ অসমলৈ আহিছিল সেইটো সন্দেহাতীত কথা। ৰজা দুৰ্লভনাৰায়ণে তেওঁলোকক আশ্ৰয় দি দেশৰ বিভিন্ন ঠাইত সুবিধামতে বহিবলৈ দিছিল। চণ্ডীবৰ প্ৰমুখ্যে ভূঞাসকলে কামৰূপৰপৰা গৈ দৰং ৰাজ্যৰ বৌতা, শিঙৰি আদি ঠাইত অনেক দিন ধৰি ঘৰে-ঘৰোৱাহে বসতি কৰিছিল— সেইটো চৰিত পুথিৰ কথা। এই 'সঙ্গে অহা' গায়কসকলৰ ভিতৰত যে অনেকে ওজাপালিৰ ৰাগ-তাল, বিশেষকৈ বিয়াহ-গীতৰ ৰাগ-বাণা-তাল-সুৰ জানিছিল সেইটো বিয়াহ-গীতৰ ৰাগৰ লগত থকা, সৰ্বভাৰতীয় ৰাগৰ সাদৃশ্য আৰু পুৰণি ওজাসকলৰ দৰঙত থকা বাসস্থানে প্ৰমাণ কৰে। ১৯৫৬ চনত বিয়াহৰ বিখ্যাত দৰঙী ওজা ধাতুৰাম শৰ্মাৰ কণ্ঠত সাৰঙ্গ ৰাগৰ সুৰ শুনি ভাৰতৰ সুপ্ৰসিদ্ধ সঙ্গীতজ্ঞ পণ্ডিত বিনায়ক পট্টবৰ্দ্ধনে কৈছিল যে তেওঁ ভাৰতৰ অইন কোনো ঠাইত শাস্ত্ৰীয় সাৰঙ্গ ৰাগৰ প্ৰাচীন ৰূপটো তেনে অবিকৃত অৱস্থাত শুনিবলৈ পোৱা নাছিল। ই দৰঙী ব্যাস সঙ্গীতৰ সৰ্বভাৰতীয় প্ৰাচীন ঐতিহ্যৰ স্পষ্ট সাক্ষ্য দাঙি ধৰে। হ'ব পাৰে—ব্যাস সঙ্গীত এটা ৰূপত পুৰণি অসমত অতীতৰপৰাই চলি আছিল ; চতুৰ্দশ শতিকাৰ বাৰভূঞাসকলৰ লগত অহা ব্যাস-সঙ্গীতৰ ৰাগ-তালে পুৰণি অসমীয়া বিয়াহ-গীতৰ সোঁতত পৰি এটি বিচিত্ৰ বালিচৰৰ সৃষ্টি কৰিছিল। কাৰণ ব্যাস সঙ্গীত ঘাইকৈ ৰাগ-প্ৰধান ; আৰু যিকোনো পুথিৰ পদকে সেই

ৰাগত পেলাই সুৰ লগাই গাব পাৰি। মনসা পাঁচালীৰ ওজাপালি গীত ব্যাস-গীতৰ সৈতে সম্পূৰ্ণ একে বস্তু নহয়। একাধিক বিষয়ত সি ব্যাস-গীতৰপৰা পৃথক আৰু তাৰ বুৰঞ্জীও অন্য প্ৰকাৰৰ। মনসা-পাঁচালী মূলতঃ নবোদ্ভূত শক্তিপূজাৰ অৰ্থাৎ মনসা পূজাৰ পাঁচালী।

অসমত কোচ ৰজা বিশ্বসিংহৰ দিনৰপৰা মনসা পাঁচালীৰ ওজাপালি গীত আৰু তাৰ বহুকাল পূৰ্বৰেপৰা মনসা পূজাৰ প্ৰচলন আছিল বুলি ভাবিবৰ স্থল আছে। মনকৰ আৰু দুৰ্গাবৰ এই দুজনা কবিকে ধৰি অসমীয়া মনসা কাব্যৰ কবি হ'ল তিনি জনা ঃ মনকৰ, দুৰ্গাবৰ আৰু সুকবি নাৰায়ণদেৱ।

মনকৰ আৰু দুৰ্গাবৰ এই দুয়োজনা—সুকনান্নীৰ কবি সুকবি নাৰায়ণ-দেৱতকৈ প্ৰাচীন। দুয়োজনা কবিয়ে নিজ নিজ পদৰ মাজত জল্লেশ্বৰ বিশ্বসিংহ ৰজাৰ প্ৰশস্তি গোৱা পোৱা যায়। হৰ-পাৰ্বতীৰ বিবাহ খণ্ডত কবি মনকৰে কৈছে—কামৰূপৰ কামাখ্যা বন্দো—ঢেকেৰীয়াৰ নাতি। পাতালৰ নাগ বন্দো—এ নাগ দেৱতি।। কমতাইৰ ৰাজা বন্দো ৰাজা জল্লেশ্বৰ ; একশত মহিষী বন্দো অঠাৰ কুমাৰ।

তেনেকৈ আকৌ দেৱীবন্দনাত কবি দুৰ্গাবৰে ৰজা বিশ্বসিংহ আৰু তেওঁৰ পুত্ৰ 'ওঠৰ কোঁৱৰ'ৰ প্ৰশস্তি গাইছে—

কমতা ঈশ্বৰ বন্দো বিশ্বসিংহ নৃপবৰ।
আঠচল্লিচ মহিষী বন্দো ওঠৰ কোঁৱৰ।।

ইয়াৰপৰা বুজা যায় যে এই দুয়োজনা কবিয়ে অগা-পিচাকৈ হ'লেও বিশ্বসিংহ ৰজাৰ চাউল খাইছিল। বিশ্বসিংহ ৰজাই ৰাজত্ব কৰিছিল ১৫০৫ৰপৰা ১৫৩৫ চনলৈ। গতিকে তেওঁ ষোড়শ শতিকাৰ আৰম্ভণিৰ ৰজা। তাৰ বহুকাল পূৰ্বৰপৰা নহ'লেও অন্ততঃ তেতিয়াৰপৰাই অসমত মনসা পাঁচালীৰ ওজাপালি প্ৰচলন হয় বুলি ঠাৱৰ কৰিব পাৰি। এইদৰে ত্ৰয়োদশ শতিকাৰ শেষ আৰু চতুৰ্দশ শতিকাৰ আৰম্ভণিৰ ৰজা কমতেশ্বৰ দুৰ্লভনাৰায়ণৰ দিনৰপৰা অসমত বিয়াহুৰ ওজাৰ আৰু ষোড়শ শতিকাৰ আৰম্ভণিৰপৰা মনসা-পাঁচালী গোৱা ওজাপালিৰ ব্যাপক প্ৰচাৰ হৈছিল বুলিব পাৰি।

মনকৰী আৰু দুৰ্গাবৰী মনসা-কাব্য গোৱা ওজাপালি আজিকালি পাবলৈ নাই। এই দুয়োখন মনসা-কাব্যৰ এখনো স্বয়ংসম্পূৰ্ণ মনসা-কাব্য নহয়, দুয়োখনৰ সংযোগত এখন সম্পূৰ্ণ মনসা-কাব্যৰ চমু সংস্কৰণ এটি গঢ় লৈ উঠে। কাৰণ মনকৰে সৃষ্টিখণ্ডতে আৰম্ভ কৰি হৰ-গৌৰীৰ বিবাহৰ মাজেদি গৈ পদ্মাৱতীৰ জন্মকাহিনী বৰ্ণনা কৰিছে আৰু দুৰ্গা-পদ্মাৰ বিবাদতে কাব্য শেষ কৰিছে ; আৰু, দুৰ্গাবৰে চন্দ্ৰধৰৰ ছয় পুত্ৰৰ জন্মৰ কাহিনীতে আৰম্ভ কৰি বেউলাৰ দ্বাৰা স্বামী লখিন্দাৰক জীয়াই আনি চম্পক নগৰত প্ৰৱেশ কৰাৰ চমু বৰ্ণনাতে কাব্য সামৰিছে। বিষয়বস্তুৰ ইতিহাস ফহিয়াই চালে দেখা যায় যে উপৰোক্ত বিষয় দুটা তাহানিৰ পুৰাণ-মহাভাৰতৰ বীৰ ৰজা জৰাসন্ধৰ দৰে মনসা-কাব্যত জোৰা লাগি এটা হৈ পৰিছে।

সৃষ্টিতত্ত্ব, হৰ-গৌৰীৰ বিয়া, কাৰ্তিক-গণপতিৰ জন্ম, মনসাৰ বিয়া—এইবোৰ কাহিনী পুৰাণৰ কাহিনী। মহাভাৰত, দেৱীপুৰাণ, ব্ৰহ্মবৈবৰ্তপুৰাণ আদি গ্ৰন্থসমূহত

এইবোৰৰ প্ৰায়বোৰকে কম-বেছি পৰিমাণে বৰ্নোৱা আছে। বণিক চন্দ্ৰধৰ আৰু বেউলা-লখিন্দাৰৰ কাহিনী হ'লে কোনো পুৰাণ বা উপপুৰাণত নাই। হ'ব পাৰে বেউলা-লখিন্দাৰৰ লৌকিক কাহিনীটো পূৰ্ণ কৰি তুলিবলৈ আৰু তাত ধৰ্মীয় প্ৰভাব পেলাবলৈ তাৰ লগত খাপখোৱাকৈ হৰ-গৌৰীৰ বিয়া, কাৰ্তিক-গণপতিৰ জন্ম আদি পৌৰাণিক কাহিনীবোৰ গাঁথি দিয়া হ'ল। সুকবি নাৰায়ণদেৱৰ মনসা কাব্য কিন্তু দেৱখণ্ড, বণিজখণ্ড আৰু স্বৰ্গাৰোহণ বা ভাটিয়ালী খণ্ড সম্বলিত স্বয়ংসম্পূৰ্ণ মনসা কাব্য। ওজাপালিয়ে এই গীতিকাব্য সাত দিনীয়া বা আনকি এঘাৰ দিনীয়া মাৰৈপূজাতো সাত বা এঘাৰ দিন ধৰি গীতত গায়।

মহাপুৰুষ শঙ্কৰদেৱে বিয়াহৰ ওজাগীতহে শুনিছিল বুলি চৰিত পুথিত আছে ; মনসা-গীত গোৱা ওজাপালি শুনাৰ কথা ক'তো নাই। কাৰণ মনসা-গীত শক্তিপূজাৰ গীত। দুয়োবিধ সঙ্গীত ৰাগ-প্ৰধান হ'লেও বিয়াহৰ গীতত শাস্ত্ৰীয় ৰাগৰ বিশুদ্ধ অনুশীলন লক্ষ্য কৰা যায়। দুয়োবিধ ওজাপালিয়ে কিন্তু একেদৰেই গীতানুষ্ঠান পৰিচালনা কৰে। কেনেকৈ আৰম্ভ কৰে শুনক—(প্ৰদৰ্শন) × × × ×

ওঁ-হ-তা-না-না-ঋ-ঋতা × × ×

এয়ে হ'ল—ওজাপালিৰ গুৰুবন্দনা। ইয়াকে গঞা কথাত ওজাপালিৰ গুৰু-মণ্ডলি বা গোজৰণিও বোলে। গুঞ্জৰি ৰাগৰ আলমত আবৃত্তি কৰা হয় বাবে ইয়াক গুঞ্জৰি অৰ্থত গোজৰণি বোলা হয়। পুনঃ পুনঃ বা ঘূৰাই-ঘূৰাই আবৃত্তি কৰা হয় কাৰণে ইয়াৰ অন্য নাম ঘূৰণি অথবা ঘূন্নী। দেৱতাৰ আহ্বান অৰ্থত বহুতে ইয়াক হুংকাৰো বোলে। ওজাপালিৰ গুৰু-মণ্ডলি, গোজৰণি, হুংকাৰ বা ঘূন্নী শুনাত কিছুমান নিৰৰ্থক ধ্বনিৰ সমষ্টি যেন লাগিলেও ইয়াৰ গভীৰ তাৎপৰ্য্য আছে। পোনে পোনে চালে ইয়াক ওজাপালিৰ কণ্ঠস্বৰ মিলনৰ আখৰা যেনহে লাগে। শাস্ত্ৰীয় সঙ্গীতৰ সকলো গায়কেই প্ৰথমে আলাপ অনুষ্ঠানৰ মাজেদি গীতৰ সুৰ-সমলয়ৰ আখৰা কৰে। পিছে ওজাপালিৰ এই আলাপ বা গোজৰণিত তেওঁলোকে আচলতে তেওঁলোকৰ পঞ্চদেৱতাৰহে স্তুতি কৰি লয়।

ওঁ-হ-তা-না-না স্বৰৰ অৰ্থ তেওঁলোকে এইদৰে দিয়েঃ ওঁম্ ধ্বনি সকলো মন্ত্ৰ আৰু স্তুতি গীতৰ আদি ধ্বনিঃ সৃষ্টি-স্থিতি-সংহাৰৰ সমাহাৰ, একত্ৰে, ব্ৰহ্মা-বিষ্ণু-শিৱ নিৰ্দেশক মন্ত্ৰ ধ্বনি। হ-বৰ্ণে সিদ্ধিদাতা গণেশক বুজায়। তা-বৰ্ণেৰে মঙ্গলময় শিৱক ; না-বৰ্ণেৰে আদ্যাশক্তি ঐশ্বৰ্য্যদাত্ৰী ভবানীক, ঋ-বৰ্ণেৰে কংসবৈৰী জগদীশ্বৰ কৃষ্ণক আৰু শেষৰ ঋতা-বৰ্ণেৰে নৃত্য-গীতানুষ্ঠানৰ গুৰু গন্ধৰ্বক আৰম্ভণিতে তদ্‌গতচিত্তে গুৰু-গম্ভীৰভাৱে বন্দনা কৰা হয়। এইদৰে গণেশ, সদাশিৱ, দুৰ্গা, কৃষ্ণ আৰু গন্ধৰ্ব—ক্ৰমে এই পঞ্চদেৱতাৰ স্তুতি-বন্দনাৰে ওজাপালিয়ে নৃত্য-গীতানুষ্ঠানৰ পাতনি মেলে।

শক্তিপূজা আৰু বিষ্ণুপূজাৰ লগত ওজাপালিৰ নেৰানেপেৰা সম্বন্ধ। শক্তিপূজা আৰু বিষ্ণুপূজা দুয়োবিধ পূজাতে পঞ্চদেৱতাৰ পূজামন্ত্ৰ প্ৰথমে উচ্চাৰণ

কৰা হয়। পিছে পূজাৰ মন্ত্ৰৰ পঞ্চদেৱতা ওজাপালিৰ গীতৰ পঞ্চদেৱতাৰ সৈতে সম্পূৰ্ণৰূপে একে নহয়। পূজাৰ পঞ্চদেৱতা হ'ল—ক্ৰমে গণেশ, দিনেশ, বাসুদেৱ, শিৱ আৰু দুৰ্গা—'গণেশশ্চ-দিনেশশ্চ-বাসুদেৱ-শিৱ-শিবাঃ।' ওজাপালিৰ পঞ্চদেৱতাৰ ভিতৰত সূৰ্য্য বা দিনেশ নাই ; তেওঁৰ স্থলত গন্ধৰ্বহে আছে। ওজাপালিয়ে নৃত্য-গীতৰ গুৰু গন্ধৰ্বক সূৰ্য্যৰ স্থলত স্থান দিছে ; পাৰ্থক্য মাত্ৰ ইমানেই।

গুৰুমগুলিৰ পিছতেই ওজাপালিয়ে দশাৱতাৰ বন্দনা অথবা দুৰ্গা, মনসা বা সৰস্বতীদেৱীৰ স্তুতিগীতেৰে পদৰ পাতনি মেলে। (প্ৰদৰ্শন) দিহা- জয নমো বিষহৰী, দুই হস্ত যোৰ কৰি = মুখে গাব তুৱা গুণ গান— × ইত্যাদি × × ×

ওজাপালি গীত মূলতঃ ধৰ্মীয় অনুষ্ঠান। হিন্দুৰ পূজা-পাৰ্বণকে কেন্দ্ৰ কৰি এই গীতানুষ্ঠানৰ জন্ম।

ওজাপালিৰ ঘাই ঠাল বা ভাগ দুটা ঃ সুকনান্নী আৰু ব্যাস। ৰামাযণ গোৱা ওজাপালি বুলি আৰু এটা ঠাল আছে যদিও সি ব্যাস বা বিযাহ গোৱা ওজাপালিৰে প্ৰশাখা বা ঠেঙুলি। বিযাহ গোৱা ওজাপালিকে সভাগোৱা, আৰু সুকনান্নী গোৱা ওজাপালিকে ৰং বা মাৰৈ গোৱা ওজাপালি বোলে।

বিযাহৰ ওজাৰ মূল বস্তু হ'ল—ব্যাসদেৱ বিৰাচিত মহাভাৰত। সুকনান্নীৰ ওজাপালিয়ে পদ্মা-পুৰাণ বা মনসা কাব্য গীতত গায। শক্তি পূজাৰ অন্যতমা অধিষ্ঠাত্ৰী দেৱী নাগমাতা পদ্মাৱতীৰ বণিক চন্দ্ৰধৰৰ লগত হোৱা বিবাদৰ কাহিনীয়ে সুকনান্নীৰ গীতৰ মূল বস্তু। বিশেষ মন কৰিবলগীযা কথা এই যে দুয়োবিধৰ ওজাই নিজ নিজ সুৰ আৰু পদ্ধতিত 'দিহা' লগাই দি যি কোনো পদকে গীতত ৰাগ দি গাব পাৰে।

নৃত্য আৰু মুদ্ৰা—ওজাপালি গীতৰ বিশেষ আকৰ্ষণ। মুদ্ৰা বা হস্তৰ বিষয় আগতে উল্লেখ কৰা হৈছে। নৃত্য সম্পৰ্কে চমুকৈ ইয়াকে ক'ব পাৰি যে অতি কম ঠাইতে ওজাপালিয়ে নানা প্ৰকাৰৰ নৃত্য পৰিবেশন কৰিব পাৰে ; কাৰণ নৃত্যবোৰ অতিশয় সংযত প্ৰণালীৰ। নামেই তাৰ আভাস দিয়ে—যেনে, মযূৰ নাচ, উঘা-ঘূৰণি নাচ, নটী নাচ, ধুপুনী নাচ, পাক-ঘূৰণি নাচ ইত্যাদি। ইয়াতো সেই 'পাদাভ্যাং তালমাদিশেৎ' বা 'পাৱে ধৰে তাল' কথা খাটে। অৰ্থাৎ ওজাই ভৰিৰ সহায়তেই নাচ তুলি নিয়ে আৰু বন্ধ কৰে। বিয়াহৰ ওজাৰ ৰাগ বেছি, সুকনান্নীৰ নাচ বেছি। বজোৱা তালৰো পাৰ্থক্য আছে., আকৃতিতো, বাদনৰ চালনাতো।

সুকনান্নীৰ 'ভাটিয়ালী'য়েই শ্ৰেষ্ঠ ৰাগ আৰু তাৰ কাৰুণ্য ৰাতি গহীন হৈ অহাৰ লগে লগে অধিক গভীৰ আৰু মৰ্মস্পৰ্শী হৈ আহে। দেৱী পদ্মাৱতীৰ লগত বিবাদ কৰি, পুতেক-বোৱাৰীয়েকক সৰ্পদংশনৰপৰা ৰক্ষা কৰিবৰ কাৰণে, বণিক চন্দ্ৰধৰে লোহাৰ মেৰঘৰ সজালে। ইফালে বাহী বিয়াৰ নিশাতে সৰ্পদংশনত লখিন্দাৰক মাৰিব এয়ে পদ্মাৱতীৰ প্ৰতিজ্ঞা। দুৰ্জয় মেৰঘৰত এতিয়া কোন সাপ কেনেকৈ সোমায়? এই সমস্যাত পৰি হতবুদ্ধি হৈ দেৱী পদ্মাৱতীয়ে ভনীয়েক নেতাৰ ডিঙিত ধৰি অসহায় নাৰীৰ দৰে ক্ৰন্দন যুৰিছিল—'অ' ভনী, বিবাদ কৰিলোঁ অকাৰণ'

বুলি, আৰু তাতেই সুকনান্নীৰ ভাটিয়ালীৰ আৰম্ভ। আজিও গোৱালপৰীয়া লোকগীতে সেই ভাটিয়ালী সুৰৰেই জয়গীত গাই জনসমাজক মুগ্ধ কৰিব লাগিছে। সুকনান্নীৰ ভাটিয়ালী ৰাগৰ আৰম্ভণি, যেনে—দিহা—নেতাৰ গলে ধৰি, কান্দে মাই বিষহৰী ××

আদিতে ওজাপালি গীত, সেই গীতৰ ৰচয়িতা কবিৰ নামেৰেহে জনাজাত হৈছিল, যেনে মনকৰ কবিৰ যি পদ্মাপুৰাণ তাক বোলা হৈছিল মনকৰী ; কবি দুৰ্গাবৰৰ বিৰচিত যি পদ্মাপুৰাণ তাৰ নাম আছিল দুৰ্গাবৰী। কবি দুৰ্গাবৰে ৰামায়ণৰ গীতো ৰচনা কৰিছিল ঃ তাক দুৰ্গাবৰী বা গীতি ৰামাযণ বোলে। আজিকালি দুৰ্গাবৰী পদ্মাপুৰাণৰ ওজাগীত প্ৰায় লুপ্ত হোৱাৰ দৰে হৈছে ; সুকনান্নী-পদ্মাপুৰাণৰ গীতহে অধিক চলন্তি। সুকনান্নীও মনকৰী বা দুৰ্গাবৰীৰ দৰে, গীতিকাৰ সুকবি নাৰায়ণদেৱ কবিৰ নামকে প্ৰচাৰ কৰি ওলোৱা, ওজাপালি গীত। অৰ্থাৎ সুকবি নাৰায়ণদেৱ বুলি কবিয়ে যি পদ্মাপুৰাণ ৰচনা কৰি গীতত গাইছিল তাকেই চুটিকৈ সুকবি-নাৰায়ণী বা সুকনান্নী বোলা হয। সুকনান্নী শব্দটোৰ দৰে অসমীযাত বহুত শব্দ চুটি হৈছে, যেনে কৰণিৰপৰা কন্নি, নবনিৰপৰা নন্নি, ধৰণীৰপৰা ধন্নী , ধৰ্ম নাৰাযণৰ হাউলীৰ ঠাইত ধৰ্মনান্নৰ হাউলী ইত্যাদি। অকল ভৰিয়েহে যে চমু বাট বিচাৰে এনে নহয়, জিভায়ো।

বিষ্ণুপূজা বা বাসুদেৱ পূজাৰ লগত বিযাহৰ ওজাৰ, আৰু মনসা পূজা বা মাৰৈ পূজাৰ লগত সুকনান্নীৰ ওজাৰ ওপপ্ৰোত সম্বন্ধ। এই দুয়োবিধ ওজাপালিৰ মাজত বিষয়বস্তু, পোচাক-পৰিচ্ছদ আৰু আনকি নৃত্য-গীত উপস্থাপনৰ ৰীতি-নীতিৰ ফালৰপৰাও যথেষ্ট পাৰ্থক্য আছে। অৱশ্যে একে ওজাপালি গীতৰে দুটা ঠাল বা ভাগ কাৰণে দুয়ো যেনিবা সহোদৰ ভ্ৰাতৃৰ আকৃতি-প্ৰকৃতিৰ দৰে কিছু কিছু বিষয়ত একে ধৰণৰ হৈ মিলি পৰে, যেনে—দুয়ো বিধেই ও-হ-তা-না-না গুৰুবন্দনাৰ গোজৰণিৰে গীতানুষ্ঠানৰ পাতনি মেলে আৰু একে ধৰণৰ নৃত্য নাচি একে ধৰণে পদৰ কথা দাইনা-পালিৰ সহাযত ৰসাল উপমা-যোজনা-ফকৰাৰে ব্যাখ্যা কৰে।

গুৰুবন্দনাৰ লগত হোৱা স্তুতি-নতিৰ পাছতে একে লেঠাৰিয়ে ব্যাসৰ ওজাই পোনতে এটা ৰাগৰ মালিতা যুৰি ৰাগৰ অন্তৰঙ্গ বিভাগবোৰ ক্ৰমে এটাৰ পাছত এটাকৈ অতিক্ৰম কৰি গৈ শেষত থোকাত সামৰে। সুকনান্নীৰ ওজাই পোনে পোনে দিহা এটা লগাই দি যিটো কাহিনী পদত গাব তাৰ পাতনি মেলি ৰাগ যোৰে। সুকনান্নীৰ পদৰ এটা প্ৰধান বিশেষত্ব এই যে ইয়াত অতি সঘনে দিহা সলনি হয়। দেৱখণ্ডৰ গৰুড় পুৰাণৰ সৃষ্টিপাতনৰ নীতিতে সুকনান্নী-পদৰ আৰম্ভণি। দেৱখণ্ডৰ পদৰ বিশেষত্ব এই যে ইয়াত সুকনান্নীৰ কৰুণ ভাটিয়ালী সুৰ নাই—ৰাগ-তালৰ বৈচিত্ৰ্যপূৰ্ণ মাধুৰ্য্যত এইখিনিতে বিযাহ আৰু সুকনান্নী মিলি যোৱা যেন লাগে। ওজাপালিয়ে তাৰে যৎকিঞ্চিৎ এতিয়া গাই শুনাব—(প্ৰদৰ্শন) × × ×

আগতে কোৱা হৈছে যে ওজাপালি নৃত্য-গীত মূলতঃ এটা ধৰ্মীয় অনুষ্ঠান। পূজাৰ লগত তাৰ নিবিড় সম্বন্ধ আছে। থাকিলেও কিন্তু অন্যান্য সামাজিক অনুষ্ঠানতো ওজাপালি গীত গোৱাৰ ব্যৱস্থা আছে। তেতিয়া ওজাপালিয়ে প্ৰসঙ্গৰ লগত সঙ্গতি

ৰাখি সমাজ চাই নৃত্য-গীত পৰিবেশন কৰে ঃ সমাজত শিশু, চেমনীয়া আৰু যুৱক-যুৱতীৰ সংখ্যা সৰহ যেন দেখিলে শিৱৰ বিয়াৰ দৰে ৰংলগা কাহিনীৰ গীত গায় ; বুঢ়া বা বয়সস্থ লোক বেছি যেন দেখিলে ভক্তিতত্ত্বৰ সৃষ্টিপাতনিৰ গীতৰ লেখীয়া গীত যোৰে।

দুয়ো বিধ ওজাৰ আৰু এটা পাৰ্থক্য এই যে সুকনান্নীৰ ওজাপালিয়ে মৃতকৰ শ্ৰাদ্ধোপলক্ষে পতা অধিবাসত অৰ্থাৎ মৰাৰ কামৰ গোন্ধ বা অধিবাসত পদ নাগায় ; তেনেকৈ বিযাহৰ ওজাপালিয়েও মনসা পূজাত কেতিয়াও ওজাপালি গীত নাগায়। বহুতে তাকে দেখি বিযাহক নিবৃত্তি মাৰ্গৰ আৰু সুকনান্নীক প্ৰবৃত্তি মাৰ্গৰ নৃত্য-গীতানুষ্ঠান বুলিব খোজে।

মনসা পূজাৰ লগত ওজাপালিৰ ইমান সনা-পোতোকা সম্বন্ধ যে কেতিয়াবা কিবা বিপদ-আপদত পৰি মূৰকত পূজাৰী পুৰোহিত আহিব নোৱাৰিলে ওজাপালিৰ স্তুতিগীতেৰেঁও মনসা পূজা চলাই দিয়াৰ বিধান আছে। কাৰণ, পূজাৰ-ওজাপালিয়ে-গোৱা বন্দনাবোৰ যেন সংস্কৃত মন্ত্ৰৰ গীতিময় ভাঙনিহে।

পূজাৰ আগদিনাখনৰ সন্ধ্যা সময়ত দেৱীৰ আবাহন বা বোধন পূজা হয়। তাকে পূজাৰ গোন্ধ বা অধিবাসো বোলে। অধিবাসৰ দিনা সন্ধ্যা পূজাৰী বামুণে যথাবিধি গিৰিহঁতৰপৰা বৰণ গ্ৰহণ কৰি পূজাৰ বেদীত ঘট স্থাপন কৰাৰ লগে লগে ওজাপালিয়ে ইফালে শুদ্ধভাৱে ওচৰতে বহি লৈ থোকা গীতত পোনতে ঘট, তামোল-পাণ, তাল, মৰাপাট, পিঠাগুৰি, ঢেঁকী, কুলা, নেপুৰ, কলপুলি, আমপাত, এৰাসূতা, ৰভা আদি পূজাৰ আৰু ওজাৰ যাৱতীয় ব্যৱহাৰৰ সামগ্ৰীবোৰৰ জন্মকাহিনী গাবলৈ ধৰে। তালৰ জন্ম গীতত নোগোৱালৈকে তাল ব্যৱহাৰ কৰা নহয়। তেনে গীতৰ নমুনা অলপ শুনক—(প্ৰদৰ্শন) × × × × ×

তালৰ জন্ম-কাহিনী গোৱাৰ পাছত পঞ্চদেৱতাৰ পূজা আৰম্ভ হয় আৰু ক্ৰমে অন্য দেৱদেৱীসকলৰো পূজাস্তুতি চলিবলৈ ধৰে। সকলো পূজাতে সদায় গণেশৰ ধ্যান আৰু বন্দনাই প্ৰথম বন্দনা। পূজাৰীযে যেতিয়া—'খৰ্বং স্থূলতনুং গজেন্দ্ৰ বদনং লম্বোদৰং সুন্দৰং'—আদি ধ্যানমন্ত্ৰ উচ্চাৰণ কৰি ধ্যাননিবিষ্ট হৈ থাকি শেষত 'অবিঘ্নিশ্বৰায় গণেশায নমঃ' বুলি বিঘ্নিবিনাশক গণেশৰ নামত পুষ্প প্ৰদান কৰে তেতিয়া ওজাপালিয়েও লগে লগে গায়—ঐ আৰে তোমাৰ চৰণে নতি ; বন্দোদেউ গণপতি × × × × ইত্যাদি।

পঞ্চদেৱতাৰ লগতে আৰম্ভণিতে ধৰ্মদেৱতা নামৰ দেৱতা এজনাৰ নামতো পূজা এভাগ আগবঢ়োৱা হয়। ধ্যান মন্ত্ৰ মতে ধৰ্মদেৱতা নাৰায়ণৰে এটা ৰূপ ; তেওঁ সৰ্বোত্তম, চতুৰ্ভুজ, মহাবল আৰু সৰ্বধৰ্মপৰায়ণ। পণ্ডিতসকলে এই ধৰ্মদেৱতাক লৈ নানাপ্ৰকাৰ চিন্তাচৰ্চা কৰিছে আৰু বিভিন্ন মন্তব্য দাঙি ধৰিছে। ডঃ কাকতিৰ মতে এই ধৰ্মপূজা মূলতঃ অসমৰ আদি অধিবাসীসকলৰ পূজাৰ পৰিশোধিত ৰূপ। ডঃ সুকুমাৰ সেনৰ মতে ধৰ্মদেৱতাৰ আদি মুল, বৌদ্ধ ধৰ্মত পোৱা যায়। ডঃ সত্যেন শৰ্মাদেৱে

ডঃ সেনৰ লগতে মত মিলাই কয় যে আনকি আজিও নেপালত বুদ্ধক ধৰ্ম নামেৰেই পূজা কৰা হয। তান্ত্ৰিক বৌদ্ধ ধৰ্মৰ পতনৰ পাছত পৌৰাণিক হিন্দু ধৰ্মৰ অভ্যুত্থানৰ লগে লগে সেই একেজনা দেৱতাযে ধৰ্মদেৱতা নামত হিন্দুৰূপ পৰিগ্ৰহ কৰিছে।— সি যি হওক পুৰোহিতে পূজাত বহি—'ধৰ্মং সৰ্বদেৱোত্তম—নাৰায়ণ ৰূপাত্মনং' আদি ধ্যানমন্ত্ৰ উচ্চাৰণ কৰাৰ লগে লগে—ইফালে ওজাপালিযে গাবলৈ ধৰে—অ' ধৰম পূজা লৌৰে'—নামিয়াদেৱগণ, শীঘ্ৰে নামি লৌ পূজা মঞ্চৰ ভিতৰ ঃ ধৰম পূজা লৌৰে × × × ×। বিশেষ উল্লেখযোগ্য কথা এই যে ধৰ্মদেৱতাৰ নামত বলি-বিধান নাই , তেওঁ বলি নাখায। বগা পাৰ এযোৰ ধৰ্মৰ নামত সেন্দুৰ পিন্ধাই এৰি দিয়া হয়।

তেনেকৈ শূলপাণি শিৱমহাদেৱৰ ধ্যান আৰু পূজাৰ মন্ত্ৰ আৰম্ভ হ'লে— ওজাপালিয়ে গায়—অ' নমো নমো শূলপাণি জগতৰ গুৰু ইত্যাদি × × × × × ×

জগদীশ্বৰ প্ৰভু নাৰায়ণৰ পূজা আৰম্ভ হ'লে—ওজাপালিযে গায়—'অ বন্দোদেউ নাৰাযণ, পৰম কাৰণ, দশৰূপে দশ অৱতাৰ হে , ইত্যাদি × × × ×

পূজাৰ ধ্যান-মন্ত্ৰ মতে দুৰ্গা, শীতলা, সুবচনী আৰু বিষহৰী মনসা—এই চাৰিওগৰাকী ত্ৰিনযনা দেৱী। সুবচনীক ওজাপালিযে সুভাচেনি বুলি গীতত তেওঁৰ বন্দনা এইদৰে গায়—অ' মাও সুভাচনী এ মৰ্ত্যত নামিলা ; সুবৰ্ণৰ পাতফুলে পূজা আৰম্ভিলা—মাও সভাচেনী এ'— × × × × আহোমসকলেও সুভাচনী পূজা মানে। হিন্দুৰ দুৰ্গাদেৱীযে আহোমৰ সুভাচনী দেৱী। অধ্যাপক লীলা গগৈৰ মতে "সুবচনী পূজা ভালেমান আহোমৰ ঘৰত আজিও চলি আছে। আহোমসকলে কুকুৰা, ছাগলি, হাঁহ, পাৰ আদি যোৰ যোৰকৈ বলি দি সুবচনী পূজা কৰে।"

বসন্তকালী শীতলাদেৱীৰ বন্দনাত ওজাপালিযে গায 'বন্দো বসন্ত কালী-শ্যামাদেৱী মুণ্ডমালী ইত্যাদি (প্ৰদৰ্শন) × ×

মহামাযা দুৰ্গাদেৱীৰ পূজা-মন্ত্ৰৰ সমযত ওজাই পদত গায—অ' মাও ভগৱতী এ' কৰিওক দযা , চৰণে শৰণ লৈলোঁ ৰাখ মহামাযা × × × × ইত্যাদি (প্ৰদৰ্শন)

দেৱদেৱীসকলৰ লগতে শ্ৰীৰামচন্দ্ৰকো ওজাপালিযে বিষ্ণুৰে এক অৱতাৰৰূপে লৈ এইদৰে বন্দনা কৰে—ঐ এ প্ৰথমে বন্দিবো ৰাম-মুক্তিপদে যাৰ নাম—প্ৰভুৰাম কমললোচন .. ইত্যাদি (প্ৰদৰ্শন)

× × × ×

এইদৰে গৈ গৈ নাগমাতা পদ্মাৱতীৰ পূজা আৰম্ভ হ'লে ওজাপালিয়ে কেইবাটাও দিহাৰে অনেক সুৰত তদ্‌গতচিত্তে স্তুতিনতি গাবলৈ ধৰে, যেন সকৰুণ বন্দনাৰ ওৰ পৰিবই নোখোজে। দিহা দুই-এটা শুনিলেই সেইটো বুজা যাব। দিহা—

১। হে মনাই হৰি, মোহন যদুৰায়। × ×

২। জয় জয় পদ্মাৱতী পাতালে উৎপতি—পাতালে উৎপতি .......

৩। অহে মন-হৰি নাম ল.. ... অকি পূজা মনসা দেৱী . . .

× × × ×

পাঠক/শ্ৰোতাসকলে নিশ্চয় লক্ষ্য কৰিছে যে দিহাবোৰৰ ভিতৰত দুই-একোটা দিহা বৈষ্ণৱী দিহা আছে ; যেনে—অহে মন হৰি নাম ল— পূজা মনসাদেৱী। মনত হৰিনামো ল'ব লাগে—মনসা দেৱীকো পূজা কৰিব লাগে—ই কেনে কথা? পিছে ই একো আচৰিত কথা নহয়। শক্তিপূজাত বিষ্ণুবন্দনা অনিবাৰ্য্য। বিষ্ণুক বাদ দি শক্তি পূজা হ'ব নোৱাৰে। আনকি সুকনান্নী গীতৰ প্ৰায় এক-চতুৰ্থাংশ দিহা—বৈষ্ণৱী বা বিষ্ণুগন্ধী। সি যি হওক—পূজাৰ এই বন্দনাবোৰৰ এটা বিশেষত্ব এই যে এইবোৰ বহি বহি গোৱাত যি ৰাগ বা সুৰত গোৱা হয়—থিয় হৈ গালে তাক অন্য ৰাগত এনে ধৰণে গোৱা হয় যেন সি এটা পৃথক বন্দনাহে। উদাহৰণ স্বৰূপে শুনক মনসা বন্দনাৰে —অ' মাই মনসা, বন্দো দেৱী, চৰণ তোমাৰ মাই মনসা—এই দিহাৰ বহি বহি গোৱা স্তুতিটো এনেকুৱা— × × × × (প্ৰদৰ্শন)

তাকেই আকৌ থিয় হৈ গালে কেনে শুনা যায় শুনক— × × × (প্ৰদৰ্শন)

মনসা-পূজাত মনসাদেৱীৰ লগতে অনন্ত, বাসুকি, তক্ষক আদি অষ্ট নাগকো পূজা দিয়া হয়। সেই সময়ত ওজাপালিয়ে গায়—অ' নাগ পূজা লৌ ৰে নামিয়া দেহ বৰ ; নাগিণী সঙ্গে লৌ পূজা মণ্ডপৰ ভিতৰ , ইত্যাদি। × × × × পূজাৰ সময়ত এফালে এনেবোৰ স্তুতি-নতি, আনফালে জয়ঢোল, ঢেপাঢোল, কালি, তাল, শংখ, বৰকাহ আদিৰ তুমুল হৰ্ষধ্বনিয়ে বিয়াৰ বাজানাৰ কোলাহলকো চেৰ পেলাব খোজে।

আগতে কৈ অহা হৈছে যে বোধন বা জাগৰণৰ অন্য নাম অধিবাস বা গোন্ধ। সেই দিনা সন্ধিয়া দেৱীক আহ্বান কৰি আনি গোন্ধ-গাঁঠিয়ন আদি শাস্ত্ৰীয় সুগন্ধ দ্ৰব্যৰ সৈতে মন্ত্ৰৰ দ্বাৰা স্নান কৰাই পূজাৰ বেদীত স্থাপন কৰা হয। আযতীসকলৰ উৰুলি-জোকাৰকে ধৰি বিযাৰ অধিবাসৰ সকলোখিনি মাঙ্গলিক কাৰ্য্য দেৱীপূজাৰ বা বিষ্ণুপূজাৰ অধিবাসতো কৰা হয। এই আৱাহনিতো সন্ধ্যা পুৰোহিতৰ মন্ত্ৰধ্বনি, ওজাপালিৰ গীতমাত, আয়তীসকলৰ উৰুলি-জোঁকাৰ , শংখ-ঘন্টা-বৰকাহ-জয়ঢোল আৰু তালৰ তুমুল ৰবৰ সমস্বৰত পূজা-মণ্ডপ মুখৰিত আৰু গুৰু-গম্ভীৰ হৈ পৰে। ইযাকে দেৱীৰ বোধন বা পূজাৰ জাগৰণ বা পূজা জগোৱা বোলে। এই জাগৰণত ওজাপালিয়েও—'আজি দেৱীৰ গন্ধ অধিবাস ভাল'—'জাগ জাগ মণ্ডপ—' আদি বিশেষ দিহাৰে জাগৰণৰ বিশেষ গীত বিবিধ ৰাগত গাবলৈ ধৰে। (নমুনা × × প্ৰদৰ্শন)

ইয়াৰ পিছতে যোগান বাদিৰে জয়ঢোল বজোৱা হয—ই পূজা জগোৱাৰ বিশেষ সঙ্কেত স্বৰূপ।

× × × ×

আগতে কোৱা হৈছে যে— সুকনান্নীৰ ওজাপালিকে মাৰৈগোৱা ওজাপালিও বোলে। মাৰৈগোৱা ওজাপালিৰ এটা বিশেষ অনুষ্ঠান দেওধনী নৃত্য। আগৰ দিনত বৰদঁকৰ দিনা অৰ্থাৎ পূজা শেষ হোৱাৰ আগনিশা, দেওধনী নাচ একৰকম অনিবাৰ্য্য আছিল। আজিকালি দেওধনী নাথাকিলে—মধ্বাভাবে গুড়ং দদ্যাৎ—অৰ্থাৎ মধু নাপালে গুড়েৰেই কাম চলাব লাগে বোলাৰ দৰে—দেওধনীৰ অবিহনে জয়ঢোলত

বাদি বা নাচোনৰ চেও তুলি ঢোল-তালৰ সহায়তে দেওধনী নৃত্যৰ পৰিবেশ সৃষ্টি কৰা হয়।

দেওধনী আকৌ দুবিধ ঃ এবিধ মতা মানুহৰ দেওধনি আৰু আনবিধ মাইকী মানুহৰ দেওধনী। মতাক আচলতে দেওধাহে বোলা উচিত। পচৰিয়া, ৰামদিয়া, শুৱালকুছি আদি ঠাইত, বিশেষকৈ বিখ্যাত কামাখ্যা ধামত দেওধা বা দেৱতাৰ গুণকীৰ্তন কৰি নৃত্য কৰা মানুহকে দেওধনি বোলে। সোণাপুৰ, ছয়গাঁও, মঙ্গলদৈ আদি অঞ্চলত দেওধনী কিন্তু মাইকী নৰ্তকীহে। দেওধনীৰ পুংলিঙ্গ আচলতে দওধা। আহোমসকলৰ দিনত ভৱিষ্যদ্বাণী কৰিব পাৰা, দেৱতাই লম্ভা লোকক দেওধা বুলিছিল। দেৱতাৰ বাণী বা ধ্বনি মুখেৰে ওলায়—এই অৰ্থত মতা মানুহকে দেওধনি বোলা হয়। তেতিয়া তাৰ বানান হ্ৰস্ব-ইকাৰান্ত হোৱা উচিত। দেৱতাৰ নামত উৎসৰ্গিতা হৈ ওজাপালিৰ নৃত্য-গীতানুষ্ঠানত থাকি জীৱিকা নিৰ্বাহ কৰা তিৰোতা হ'ল আচল নৰ্তকী দেওধনী—দীৰ্ঘ ঈকাৰান্ত। কেতিযাবা জঁক উঠিলে ভৱিষ্যদ্বাণী কৰে যদিও ভৱিষ্যদ্বাণী কৰা তেওঁৰ কাম নহয়, তেওঁ নৰ্তকীহে। আমি ইযাত আজি মঙ্গলদৈৰ দেওধনী অনুষ্ঠানৰ কথাহে ক'ম।

নৰ্তকী দেওধনীয়ে মেঠনিমাৰি অৰ্থাৎ বুকুত মেখেলা পিন্ধি তাৰ ওপৰত কঁকালৰপৰা এখন ৰঙীন মেখেলা পিন্ধে, কেতিযাও চোলা, চেমিজ বা ব্লাউজ নিপিন্ধে। ৰঙীন ৰিহা-মেখেলা পিন্ধি কঁকালত হালধীযা ৰঙৰ এখন গামোচা বান্ধে। হাতত গাম খাৰু, কাণত ফুটি, নাকত নাকফুল, ডিঙিত ৰূপৰ চন্দ্ৰহাৰ আৰু জোন-মাদলী গলত গলপতা আৰু আঙুলিত আঙঠি-ছাব পিন্ধে। তেওঁ চুলিত বেণী গুঁথিব নোৱাৰে, কলডিলীয়া খোপা বা কছাৰী খোপা বান্ধিব পাৰে, কিন্তু নৃত্যৰতা সমযত মুক্তকেশী হৈ থাকিব লাগে। দেওধনী-নৃত্যত নাৰীসুলভ ললিত ভঙ্গিমাতকৈও পুৰুষত্বব্যঞ্জক বীৰত্বহে অধিক প্ৰকট হৈ পৰে। এই নৃত্যই জনজাতীয ঐতিহ্যৰ স্পষ্ট ইঙ্গিত দাঙি ধৰে।

মাৰৈ পূজাৰ বৰদঁকৰ দিনা দেওধনী উপবাসে থাকে। তেওঁ প্ৰথমতে পূজাৰ বেদীৰ সম্মুখত আগলতি কলপতত বহি শুক্ল-বস্ত্ৰাবৃতা হৈ মনসাদেৱীৰ ওচৰত প্ৰণাম জনায়। সেই সময়তে ওজাই—'অ' হৰি বন্দো—দেও বন্দো' গীতেৰে তালৰ সহায়ত দেৱতাসকলক নমাই আনে ঃ কেনেকৈ শুনক—× × × (প্ৰদৰ্শন)। তাৰ পাছত ঢোলৰ চেও আৰম্ভ হোৱাৰ লগে লগে এজন পালিয়ে বস্ত্ৰখন আঁতৰ কৰি দিয়ে। তেতিয়া দেওধনীয়ে খোপাটো লাচতে খুলি মৃদুভাৱে সমস্ত শৰীৰ নৃত্য-ভঙ্গিমাত কম্পিত কৰি বহি থকা অৱস্থাতে মূৰৰ চুলি ঘূৰাবলৈ ধৰে। জয়ঢোলত বাজি উঠা দেওবাদিৰ সহায়ত, ঘূৰ্ণিত কেশ-কম্পনৰ দ্বাৰা দেওধনীয়ে তেতিয়া ধ্যানমগ্ন মহাদেৱৰ ধ্যানৰত অৱস্থাৰ কেশ-কম্পন নৃত্যৰ আভাস দিয়ে বুলি কোৱা হয়। দেওবাদিটো শুনক × × × (প্ৰদৰ্শন)

শেষত আউল-বাউল চুলি মাটিত মেলি দি দেওধনীয়ে দেৱীৰ ওচৰত আত্মনিবেদন কৰে ; আৰু তাৰ পাছত লাহেকৈ উঠি ঢোলৰ চেৱে চেৱে নৃত্য কৰিবলৈ

ধৰে। এই সময়তে ওজাপালিযে ঢোল এৰি অকল তালৰ সহায়ত—অ' হাৰী আইসনাৰে'—মণ্ডপ কমাইতে হাৰী আইসনাৰে'—গীত গাই, দেওধনী নচুৱায়। গীতটো শুনক × × × × (প্ৰদৰ্শন)

দেওধনীৰ লগে লগে আঁঠুমুৰীযা ধুতি পিন্ধি মুখত পিঠাগুৰি সনা লোক এজনে হাতত কলঠৰুৱাৰ টকা বজাই দেওধনীৰ চাৰিওকাষে ঘূৰি নৃত্য কৰে। তেওঁক মেছা বোলে। দেওধনীক তেতিযা মেছেনী বোলে। মেছা-মেছেনী নৃত্যই তাহানিৰ হাড়ীযা মেছৰ পত্নীৰ লগত হোৱা শিৱৰ মিলন আৰু বিশু-শিশুৰ জন্মকাহিনীৰ ব্যঞ্জনা দিয়ে। দেওধাই নৃত্যৰ মাজতে তিঁযা তিঁযা বুলি বিকট চিএঞৰ মাৰে। তাৰ পিছত দুয়ো পইচা খোজাৰ ভঙ্গিমাত আঁচল পাতি নৃত্য কৰে। দৰ্শকসকলে তেতিয়া দেওধনীৰ ভিক্ষাৰ আঁচলত পইচা দিযে। এই নৃত্যত দুখীযাৰ খুজিমাগি পতা বিযাৰ ব্যঞ্জনা আছে।

তাৰ পিছত ৰণচণ্ডী পূজা, কছাৰী পূজা, জোৰা-ঘূৰোৱা, কেঁচাই খাইতী পূজা আদি অনুষ্ঠানত দেওধনীযে নৃত্য কৰে। ইযাৰ পাছত জাকৈ মৰা আৰু দলং চোৱা নৃত্য চলে। ৰণচণ্ডী পূজাৰ নৃত্যত দেওধনীযে বলি-কটা তৰোৱাল হাতত লৈ ৰণচণ্ডীৰূপে নৃত্য কৰে। তেতিযা ওজাপালিযে ঢোল-তালৰ বাদিৰ লগত সুৰ মিলাই গীত যোৰে—ৰণৰে ৰণ জিনি—দুৰুগা ঐ—অমৰ বধিবলৈ যায। —ঘোঁৰাসুৰক বধ কৰা সময়ত দুৰ্গাদেৱীযে ৰণচণ্ডী ৰূপ ধৰিছিল। ইযাত দেশৰক্ষাৰ বাবে ৰণোদ্যমৰো ইঙ্গিত আছে। × ×

কছাৰী পূজাত দেওধা-দেওধনীযে নাচৰ মাজতে দাব নাৰিকলৰ পানীকেই মদ বুলি পি খায, কেঁচাই খাইতী গোসানীৰ পূজাত ক'লা পাৰৰ ডিঙি নাচৰ লাচতে মুচৰি ছিঙি তেজ পি দেখুৱায। তাৰ পিছত দুযো, হাতত ধৰাধৰিকৈ কছাৰী নাচন দিযে। এইবোৰৰ অন্তত দঁকত পৰিবৰ কাৰণে দেওধনী সাজু হয। এইখিনি সমযতে দেওধা আৰু অন্য পালিবোৰে মৎস্যপুৰাণ, পক্ষীপুৰাণ আদিৰ ধেমেলীয়া পদবোৰ সুৰ লগাই গায়। তাৰ পাছত দেওধনীযে নৃত্য ভঙ্গিমাতে শিৱ দঁক, দুৰ্গাদঁক আৰু ছযাময়া দঁক, সুকনান্নী পদত থকা, এই তিনিটা দঁক দেখুৱায় আৰু সৰ্বশেষত বৰদঁকত পৰে। শ্ৰোতাসকলে জানে যে নাগমাতা মনসাদেৱীয়ে ঘটনাচক্ৰত পৰি এবাৰ নিজ পিতৃ শিৱক, এবাৰ দুৰ্গাক আৰু বিযাৰ সমযত লখিন্দাৰক সৰ্পৰূপ ধৰি দঁকত পেলাই থৈ পিছত জীয়াই দিছিল। এযে শিৱদঁক, দুৰ্গা দঁক আৰু ছযামযা দঁকৰ কাহিনী। মেৰঘৰত লখিন্দাৰক কালীনাগে দংশন কৰাটোৱেই বৰদঁক।

আগতে কৈ অহা হ'ল যে বৰদঁকৰ এইবোৰ নাচ-গান আৰু কছাৰীপূজা, ৰণচণ্ডীপূজা আদিৰ, মূল মনসা পূজাৰ লগত পোনপটীযা সম্বন্ধ একো নাই। বস্তুতঃ বৰদঁকৰ পূজাৰ এইবোৰ সমস্তৱাল বহিৰঙ্গ আকৰ্ষণহে।

সুকনান্নীৰ ওজাপালিৰ দেওধনী অনুষ্ঠান আৰু মনসা পূজাৰ ধৰ্মপূজা, সুবচনী পূজা, অষ্টনাগৰ পূজা ; আৰু পূজাৰ বেদীত শুক্ল, ৰক্ত, পীত, কৃষ্ণ আৰু মালুৰ অৰ্থাৎ

বেলপাতৰ গুৰিৰগুৰ পঞ্চবৰ্ণৰ ৰংগুৰাৰে দিয়া শ্ৰীবিম্ব মণ্ডল আদি বিবিধ কাৰ্য্যই উচ্চ হিন্দুৰ বৈদিক আৰু তান্ত্ৰিক কৃষ্টিৰ লগত থলুৱা আৰু জনজাতীয় বিবিধ কৃষ্টিৰ মধুৰ সমন্বয়ৰ ছবি এটা সুন্দৰকৈ ফুটাই তোলে। ইফালে আকৌ শক্তিপূজাৰ সুকনান্নী গোৱা ওজাপালিৰ পদাৱলীত মাজে মাজে বৈষ্ণৱী ভাব আৰু আনকি বৈষ্ণৱী ঘোষা বা দিহাই কেনেকৈ শিপাই লৈ তাত শাক্ত-বৈষ্ণৱৰ মিলন-সঙ্গীত ৰচনা কৰিছে তাক সুকনান্নীৰ গীতৰ দিহাৰ ছত্ৰে ছত্ৰে লক্ষ্য কৰা যায়। নমুনা, যেনে—(১) মনাই ৰাম বোল, মনাই হৰি বোল। (২) আজি কেনে মুৰলি ধ্বনি—অ' ঘনে বাজে। (৩) অ' মন ভজনা—হৰিৰ পৰম্পদ-মন জপনা। (৪) জানকী-জীৱন ৰাম—কহিতে দেখিতে পাম-নয়ন ভৰিযা চাম। (৫) ভজৰে পামৰ মন—হৰিচৰণত—কি বুলি উত্তৰ দিবা যম সদনত। (৬) সুমৰ হৰিৰ নাম যাবৎ চেতন থাকে। (৭) লৈও গোবিন্দ নাম—এইবাৰে বাৰ—আৰু কি ভৰসা আছে মনুষ্য হইবাৰ। —এইবোৰ দিহাক মাধৱদেৱৰ নাম ঘোষাৰেই ৰূপান্তৰ বুলিব নোৱাৰি জানো? বৈষ্ণৱী ঘোষা শক্তিপূজাৰ ওজাই গায়—মনসা পূজাত ; ই কেনে ৰহস্যময কথা। দেখা যায—এই আটাইবোৰ কাৰ্য্যই মনসা পূজাটোক ধৰ্মকাৰ্য্যতকৈও জাতীয সংহতিৰ এটা বিৰাট অনুষ্ঠান বুলিহে প্ৰমাণ কৰিব খোজে। আহোমৰ সুবচনী, শাক্তৰ দুৰ্গা-মনসা-শীতলা, কছাৰীৰ বুঢ়াগোসাঁই (সদাশিব), বৌদ্ধসকলৰ ধৰ্ম দেৱতা, ম্লেচ্ছৰ মেছা-মেছেনী, খাচিযাৰ নাগপূজা—সকলোৱে আহি মনসাপূজাত জুমুৰি দি ধৰি তাতে এক জাতীয মহামিলনৰ সমাৰোহ পাতিছে।

সবাতোকৈ আচৰিত কথা এই যে সুকনান্নী গোৱা একাধিক ওজা আছিল মুছলমান ধৰ্মৰ লোক। মঙ্গলদৈত মাৰৈ গাঁও বুলি এখন গাঁৱেই আছে। তাতে বাস কৰিছিল দৰঙৰ এসমযৰ সৰ্বশ্ৰেষ্ঠ মাৰৈগোৱা ওজা—পৰশু। পৰশু ওজা আছিল মুছলমান লোক। তেওঁৰ ঘৰত সৌ সিদিনালৈকে বলিকটা দা, ওজাপালিৰ তাল আদি ওজাপালিৰ যাবতীয় সামগ্ৰীবোৰ সযতনে ৰখা হৈছিল। তেতিয়া হিন্দু-মুছলমানৰ মাজত ইমানেই মিল আছিল যে পৰশু ওজাক ওচৰচুবুৰীযা গঞা মুছলমানসকলে ঘৰ এটা সাজি দি—তেওঁৰ মতে তেওঁ চলি থাকক বুলি—সুখে-সন্তোষে ওজাপালি গাই জীৱিকা নিৰ্বাহ কৰিবলৈ দিছিল। নব্বৈ বছৰতকৈও অধিক কাল জীযাই থাকি এই ওজাজনে হেনো মৃত্যুৰ দিনা মনসাগীত গাই গাই থাকিয়ে শেষ নিশ্বাস ত্যাগ কৰিছিল। মাৰৈ গাঁৱত আজিও হিন্দু-মুছলমানৰ আদৰ্শ মিলন ভাব বৰ্তি আছে। তেনেকৈ মঙ্গলদৈৰ কালীয়াপাৰা গাঁৱৰ—বিয়া-সবাহত কালি বজোৱা অনেক কালীয়া-বৃত্তি-সম্পন্ন লোকো আছিল মুছলমান ধৰ্মৰ লোক । পৰশু ওজা আৰু এই কালীয়াসকলে দৰঙী ৰজাঘৰৰপৰা সমযে সময়ে সহায়-সাহায্য পাই আছিল। এনেবোৰ কাৰ্য্যই তাহানিৰ ধৰ্ম নিৰপেক্ষ সুস্থ-সবল সমাজ এখনৰ ইঙ্গিত দিয়াৰ উপৰিও গোৰামিৰ লেশমাত্ৰ নথকা উদাৰ হিন্দু-মুছলিম সংস্কৃতিৰ সংহতিৰ সূচনা কৰে। সুকনান্নীৰ ওজাপালিৰ বৰদঁক অনুষ্ঠান, বিশেষকৈ দেওধনী অনুষ্ঠান তেনে সংহতিৰ অন্য এটা নিদৰ্শন।

বৰদঁকৰ দিনা মাজনিশা মানত দেওধনী বৰদঁকত পৰে অৰ্থাৎ মূৰ্চা যায়। দেওধনী দঁকত পৰা বৰদঁকৰ এটা শ্ৰেষ্ঠ আকৰ্ষণ। দেওধনীয়ে ঢোলৰ দেওবাদিৰ চেৱে চেৱে আগুৱাই গৈ সভাস্থলীৰ সোঁফালে থকা এটা ডাঙৰ খুঁটাত আউজি বহা পালি এজনৰ কোলাতে মূৰ থৈ নাচৰ লাচতে বিশিষ্ট ভঙ্গিমাত দীঘল হৈ পৰে। কিছু সময়লৈ তেওঁৰ মূৰ পালিজনৰ কোলাতে থাকে। ইয়াকে দঁক ধৰা বোলে আৰু পালিজনক দঁকধৰা পালি বোলে। ৰাতি নৌ পুৱাওঁতে লখিন্দাৰক জীয়াই অনা পদ ওজাপালিয়ে গোৱাৰ লগে লগে দেওধনীক দঁকৰপৰা তুলিব লাগে। সেই উদ্দেশ্যে ওজাই বগা কাপোৰ এখনেৰে—ঝাৰো বিষ নাই অ' ঝাৰো বিষ নাই, লখাইৰ হাড়ৰ বিষ নিযে পদুমাই।'—বুলি সঁচাসঁচিকৈ জৰাফুকা কৰাৰ দৰে কৰে। তেনে কৰাৰ পিছত দেওধনীয়ে চেতনা লাভ কৰাৰ ভাব প্ৰদৰ্শন কৰি লাহে লাহে গা-মূৰ লৰাই এণ্ডামুৰি দি উঠি বহে আৰু নৃত্য ভঙ্গীতে ৰাইজক সেৱা জনাই বিদায় লয। দেওধনীক দঁকৰপৰা তোলাটো—সৰ্পদংশনত-মৃত্যু হোৱা লখিন্দাৰৰ পুনৰ জীৱন লাভৰে অভিব্যক্তি। —ওজাপালিয়ে তাকে গাই শুনাই বৰদঁকৰ সামৰণিৰ ইঙ্গিত দিযে— × × × (প্ৰদৰ্শন)

ৰাগৰ মালিতা, ঝুনা, মুদ্ৰা-যন্ত্ৰ আৰু নেপুৰ আৰু যাগৰ পূজাৰ নৃত্যগীত কিন্তু বিয়াহৰ ওজাপালিৰহে নিজস্ব বৈশিষ্ট্য ঃ সুকনান্নীৰ ওজাপালিৰ এইবোৰ নাই। বিযাহৰ ওজাই সাধাৰণতে সামৰণিত সদায় দীঘল সুৰত—বহু দূৰৰপৰা শুনাকৈ দুৰ্গা বা শিৱৰ ঝুনা এটা গাই নৃত্যগীত সামৰে ঃ সুকনান্নীৰ ওজাপালিযে তাৰ পৰিবৰ্তে সাধাৰণতে—

নাৰায়ণ দেৱে কয় মধুৰ সঙ্গীত

পদ্মাৱতীৰ চৰণে মজিয়া ৰৌক চিত—বুলি নৃত্যগীত সামৰি, দেৱদেৱীৰ বিদায় বা বিসৰ্জনৰ—অপৰাধ ক্ষমা কৰ—অ' ব্ৰহ্মাণী আই—স্তুতিটো কৰুণ মধুৰ সুৰত গায়। পূজাৰী পুৰোহিতেও তেতিয়া লক্ষ্মী-সৰস্বতী-বাসুদেৱ বিনে আগতে আহ্বান কৰি অনা বাকী দেৱতাসকলক মন্ত্ৰেৰে বিদায় দিয়ে। লক্ষ্মী-সৰস্বতী আৰু বাসুদেৱ—এই তিনিগৰাকীক গৃহদেৱতা বুলি বিদায় দিয়া নহয়। তেওঁলোকৰ আৱাহন আছে—বিসৰ্জন নাই।

× × × × × × 

টোকা ঃ ওজাপালি অনুষ্ঠানৰ বিষয়ে আলেখ্যটি দৰঙী ওজাপালি নৃত্য-গীতৰ ভিত্তিতহে আগবঢ়োৱা হৈছে। মঙ্গলদৈ অঞ্চলৰ ওজাপালিক দৰঙী ওজাপালি বুলি জনা যায। বিয়াহৰ ওজাপালিৰ সম্পৰ্কে ইয়াত অ'ত-ত'ত প্ৰাসঙ্গিকভাৱে মাথোন উল্লেখ কৰা হৈছে। বিয়াহৰ ওজাপালি ইতিপূৰ্বে পৃথকে আলচ কৰা হৈছে।

# OJĀPĀLI : ITS DIFFERENT TYPES AND FUNCTIONS

(:— A brochure written by Shri Atul Chandra Barua and published by Shrimati Hiranprabha Barua, Navagiri, Chandmari, Guwahati-781 003, Assam in 1982)

ATUL CHANDRA BARUA

## OJĀPĀLI : ITS DIFFERENT TYPES AND FUNCTIONS

The Ojāpāli institution is one of the oldest, if not the oldest institution of artiste-musicians in Assam. It consists of a party of choral singers. The word Ojāpāli is a combination of two words ; *Ojā* or *Ojhā* and *Pāli*. Ojā is Upādhyāya in Sanskrit, meaning (1) a *Guru* (preceptor) and (2) a leader ; and *Pāli* from Sanskrit Pālita, meaning a subordinate or assistant. *Ojāpāli*, therefore, literally signifies the leader and his assistants in music.

Amongst the *Pālis* there is one *dāināpāli* (Dāinā from Sanskrit *Dakshina)* i.e. the chief amongst the *Pālis*. The *dāināpāli* acts in the performance as the right-hand man of the leader. The *Ojā* leads the chorus by setting the refrain *(Dihā)* for the *Pālis* to repeat in tune with the beating of the cymbals which they themselves strike with their hands. The *Ojā*, while leading the chorus, makes dancing movements with significant gestures of hands *(Mudrās)* concretely symbolising the contents of his song. While singing, the *Pālis* also make attractive dancing movement of their bodies. The *Ojā* also occasionally explains the theme of his music by holding an interim dialogue with his *Dāināpāli*. The *Dāināpāli* who possesses profuse presence of mind shows himself at his best in this conversation and keeps the audience in perfect humour by his gift of the gab and witty remarks and anecdotes. It may be stated here in passing that in matters of music, dance and painting any amount of verbal description is not enough to make the thing clear and vivid unless it is supported by practical demonstration.

People in the countryside have their own standard of judgement to decide the efficiency of an *Ojā*. There is a

familiar saying in Assamese purporting to imply that 'that *Ojā* alone should be dubbed as good who, while singing, expresses the contents by hand-gestures *(Mudrās)*, keeps rhythm *(Tāl)* by foot-movement and dances like a peacock round and round.'[1]

The couplet, however sounds like a faithful rendering of a Sloka of the Abhinaya-Darpana of Nandikesvara.[2]

It is, therefore, said that this particular art, namely, the dance and music of the *Ojāpāli* performance is enjoyed by one and all equally, even by the deaf, the dumb and the blind among the audience. The deaf enjoy the hand-gestures *(Mudrās)* and the dancing, and thereby he can follow the story. The blind hear the music and the interim conversation held between the *Ojā* and his chief follower, the *Dāināpāli*, to explain the story. As regards the dumb it needs no elaboration, because gestures of the hands and facial expressions are the very means of their communication.

*Ojāpāli* institution is noted for its dance and music, the origin of which dates from dim antiquity. It is divided into two major types, namely, the Vyāsa singers and the Suknānni singers, briefly called *Biāh* and *Sukanānni*.

*Vyāsa* generally means the epic *Mahābhārata* or any of the *Purānas* composed by the great sage Vedavyāsa. Hence any singer of the Assamese version of the *Mahābhārata* or *Purāna* is known as Vyāsa-singer or *Biāhgowā Ojā*. In fact, the Assamese versions of both the epics were originally composed mainly for recitation and the singers were called the Vyāsas. Hence *Biāhgowā Ojāpāli* sang from the *Rāmāyana* also. The party is known as *Biāhgowā Ojāpāli*, *Biāhar Ojāpāli*, *Biohiā Ojāpāli* (in the *satras or mathas)* or only *Biāh* as against *Suknānni* meaning the singers of the *Padmāpurāna* rendered by *Sukavi Nārāyandev*, an od Assamese poet-singer. *'Sukavi Nārāyani'* becomes *'Suknānni'* in contraction. The *Padmāpurāna*, however, is not the Sanskrit *Padma-purāna*. *Suknānni-padmāpurāna* is a Manasā-narrative in Assamese containing the story of the deadly quarrel between the serpent goddess Manasā and

the reputed merchant Chandradhar, who was popularly known as Chāndo Sadāgar.

Assamese *Pādmāpurāna* or *Suknānni* is quite a considerable work. It takes the *Ojā* a number of days to complete its singing. The work is divided into three *Khandas* (cantos) : the *Devakhanda*, (narrating Siva's marriage with Durgā, birth of the serpent-goddess Manasā and other stories): *Baniākhanda*, (giving the tale of Manasā's conflict with merchant Chandradhar) and: *Bhatiāli* (with the story of Chandradhar's son Lakhindār's death due to snake-bite and his being brought to life by his newly married wife Beulā with the help of Lord Siva in Deva-puri (region of the gods). Contents of the *Devakhanda* are available in the Sanskrit *Purānas* also.

There are two varieties of *Biāhar Ojāpāli*, namely, the *Satra* variety and the non-*sattra* variety. *Sattra* means a *math* of the Assamese neo-*Vaisnavas*. The *Sattra Ojāpāli* called the *Biohiā Ojāpāli* is out and out a Vaishnavite institution located in different *sattras*. The non-*Sattra* variety or non-neo-Vaishnava variety of *Biāhgowā Ojāpāli* consists of groups of professional singers, and they reside at different places of the districts of Darrang and Kamrup. In Mangaldoi Sub-division of Darrang District, there is a pretty big village called Biāhpārā where all Ojāpāli artists of different places of the Sub-division were grouped together and settled by the then Darangi Rājā Dharmanārāyana (1614 to 1637 A.D.) who patronized them by land-grant (agrahāra) and other facilities to enable them to live happily and persue the art. Even today the *Ojāpālis* of this village are supposed to have special merit in the art. The inhabitants of this village, by and large, are also locally supposed to be shrewd and artful speakers. Amongst themselves, they sometimes use a peculiar type of jargon known as *Biāhporiā thār* or *Biāhar thār* (code words used by the inhabitants of this village).

It is to be noted that the *Vyāsa* singers as also the *Suknānni* singers can put any book of old Assamese verse to tune and sing purposefully. Vyāsa means to explain a

thing. In Sanskrit or Assamese grammar, *'Vyāsavākya'* means an explanatory sentence. It is often used as an epithet to qualify a person versed in singing and explaining religious texts, *Vyāsa* has been explained in the *Bhavisya-Purāna* as a person who can sing and explain the essence of a religious scripture *(Grantha)* in a pleasant manner.[3] Others who explain the same otherwise i.e. not so artistically are not clasced as *'Vyāsa'*. Like the diameter *(Vyāsa)* of a circle a *Vyāsa* can penetrate into the centre of a complicated story without losing the end in view.

*Carit puthis* (biographies) of the neo-*Vaishnavite* period indicate that *Vyāsa Sangit* was prevalent and popular in the society even before the days of Sri Sankardeva, the great artist musician and saint scholar of Assam. Sri Sankardeva utilised the art profitably in propagation of his neo-*Vaisnava* cult—*Ek-Saraniā Dharma*.

Ojāpālis of all types begin their performance with a solemn and sonorous humming chorus. It strikes the key-note of the whole performance to follow and, to all intents and purposes it is the ālāpa or Sura-sādhanā, (tuning) of the music. The non-neo-Vaisnava Ojāpālis explain it as a sort of prayer to the pancha-devatā (holy pentad of gods) who are their Gurus (preceptors). As such they call it Guru-mandali. As they repeat it again and again they term it 'Ghunni' (repetation song) also The Sattra-circle, however, has not have such Gurumandali. Nevertheless it also starts the music almost similarly, conducting it in three waves consisting of five syllables[5]. The non-Sattra-circles explain their humming syllables as follows[6]—

Here Panchadevatā consists of Ganesa, Siva, Durgā, Krisna and Gandharva.

In all Sakti pujās and Visnu pujās according to pujā-mantra, offerings go first to Pañchadevatā. Here Pañchadevatā consists of Ganesa, Dinesa, (the sun-god), Vāsudeva (Krisna) and Durgā[7].

There is no mention of Gandharvadevatā here. Dinesa takes his place.

As a painter begins with the outlines of a portrait and gradually finishes it with colours and grace, so a musician constructs the structure of a Rāga (melody) by permutation and combination of notes beginning with tā-nā-nā. So, there is a saying in Assamese i.e. every melody originates from the tune tā-nā-nā.[8]

In continuation of the singing of the Gurumandali the Ojāpālis begin dance and music with a prayer either to Dasāvatāra (ten incarnations of Lord Visnu) or Siva or any of the goddesses Durgā, Manasā or Saraswati as is their wont. Both Suknānni and Biāh traditionally accept Gandharvadevatā as their Ādiguru (first preceptor).

There were two types of Ojāpālis, by name Mankari and Durgābari who were precursors of Suknānni Ojāpāli. Mankari is derived from the name of the author-singer Mankar and Durgāvari from that of Durgāvar. In mode and melody, their songs were akin to folk-songs ; but these differed widely from Suknānni. Mankari and Durgāvari types of Ojāpālis have now been practically a thing of the past ; but some of their tunes are still found vibrated in the folk-songs in the country-side.

Although Suknānni and Biāhgowā Ojāpālis belong to one and the same class of artists they have notable difference in the matter of costumes, melody-modes (Rāgas), the style of Striking the cymbals and their shape and even in some aspects of presenting the musical art.

Biāhgowā Ojāpālis adhere more to the purity of the melodies while Suknānni attends more to dance and entertainment. At present the Biāhgowā Ojāpālis of Mangaldoi area can sing about 27 Rāgàmālitā (imaginary genesis of the melody-modes).

A dedicated woman-dancer called Deodhani (literary god-woman) often accompanies a Suknānni Ojāpāli troupe to present her art of dancing before the audiance and to propitiate the serpent-goddess Manasādevi. She dances to the rhythm of a drum popularly known as Joydhol. The Joydhol is played upon by the Dāināpāli. Occasionally the

Dāinapāli also dances, with the drum suspended across his shoulder, to keep company with the Deodhani. Two or three Pālis strike the cymbals behind all the time. Sometimes there is no drum-beating and the Deodhani dances to the tune of the cymbals and the low-tuned songs sung by the Ojā and his Pālis. Playing of the drum in different styles to provide different rhythms is called Bādi (from Sanskrit vādya) and there are about a dozen of such Bādis in use at present. These are, (1) Jogān Bādi (2) Gor Bādi (3) Hanumān Bādi (4) Deo-Bādi (5) Tini-Kubiā Bādi and (6) Chāri-kubiā Bādi, to name a few. Deodhani-dance is presented by the Suknānni Ojāpāli not only in the Pujā festivals but in secular functions also which have nothing to do with religion.

The shape of the cymbals called Khutitāl or Kartāl of both the troupes, Suknānni and Biāh looks more or less alike, but in tune and weight they slightly differ. The Suknānni Ojāpāli cymbal is flat and round like a lotus-leaf (Padmini Patrasadrisau) while that of the Biāhgowā Ojāpāli is weighty and solid and of the shape of a woman's breast, with a cluster of strings in the middle 'Madhyamukhau stanākārau Tanmadhye Rajjugumphitau' (Sangitādhār). Again the Vyāsa-singers strike the cymbals with both hands while Suknānni-singers do it with a single hand. Vyāsa-singers present their performance in the worship of the deities : Vāsudeva (Visnu), Durgā, Laksmi, Kāli and Jagaddhātri and social functions of all kinds ; but they never participate in the worship of serpent-goddess Manasā which is the sole domain of the Suknānni-Ojāpālis. Suknānni-Ojāpāli participate in all folk-festivals and social functions like the Biāh. The different names of dances presented by the Deodhani in the company of the Suknānni-singers indicate the extent of folk-element involved therein. Some of these are as follows :—

(1) Kachāri nāchan : (Kachāri dance)

(2) Hārir nāchan : (Dance of the sweeper, broom-in-hand to make the ground ready for worship).

(3) Mechā nachān : (Fisherman's dance depicting merchant Chandradhar's plight when driven by circumstances he took to this profession)

(4) Siva ṅāchan : (Dance of Lord Siva, dambaru-in hand)

(5) Urbasir nāchaṅ : (Dance of the nymph Urvasi, indicating Beulā's dance in the court of the gods to bring back the life of her deceased husband Lakhindār)

Appropriate songs accompany each of the dances. The Deodhani and her male partner, the Dāināpāli, commonly known as Deodhā conclude their dance by seeking contribution from the audience. This is suggestive of supplication of a young couple who propose to marry, to the community for their blessings. Prof. Biren Singh of Manipur resembles Deodhani dance with Manipuri Māibi dance. He also traced the influence of Vyāsā Rāg on Manipuri Gamak.

In costumes too Suknānni Ojā and Biāhar Ojā are poles apart. Suknānni Ojā is very simple in dress. He puts on a long coat or Kurta or a Chāpkan, a simple dhoti with flowing ends in front, a chādar placed on the shoulders with both ends hanging in front and a simple Pāgri or turban of Mugā cloth (Assam-silk). He puts on a garland of red coral beads interspersed with golden beads and a drumlike gold bead in the middle. A pair of clove-like Phuti (ear-pins) adorn his ear-lobes and gāmkhāru (flat silver bangles), his hands. The dress of a Pāli is still simple. A simple dhoti, a Kurtā and chāddar or gāmochā (Assamese towel) complete his dress.

The Deodhani accompanying the troupe puts on one long-cloth Mekhelā (an Assamese skirt used by the rural maidens of Lower Assam, hanging from above the breasts to the ankles) and another red skirt thereon from the waist covering the former one, a red-spotted Rihā (wrapper) round her body covering her breasts tightly and thereon another

yellow-coloured silk band or a gāmochā (Assamese towel). On her wrists she puts on Muthi-khāru (silver spiral band) and her neck is decorated by a chain of Powāl mani (coral beads) with a crescent moonshaped locket called Jon-mādali hanging in the middle. Her fingers are bedecked with rings made of silver coins (Āngathisāb). In addition, a silver chain, hangs from her neck. It may be noted that she never puts on a blouse and never binds her hair into a lock while dancing. She keeps her hair free and flowing. The vigorous movement of her long hair in circular motion and in backward and forward thrusts, in tune with the drum-beats, forms the most charming part of her dance.

The costumes of a Biāhgowā Ojā consists of a Jāmā (gown) on his waist, a Cāpkan on his body, a Pāg (turban) of a particular type with a protruding rear (like Sutradhār's Pāg) on his head, Kanthi or Sonā i.e. a flat ear-ornament on both ear-lobes, Nupur (ornamental jingling band) on the ankles, a long Chādar across his shoulders and a strip of red band of Bhutiā cloth called Dakhanā round his waist, its ends flowing on his gown. The dress of the Pālis, however, is very simple like that of a Suknānni Pāli consisting as it does of a simple dhoti, a waist coat, a Pāg on head and a Gamochā on the right shoulder.

The Suknānni Ojāpāli circles believe that their art was first brought down to the earth from Indra's heaven by Arjuna who imparted the same in the role of Brihannalā to princess Uttarā while the Pāndavas were serving the Ajñātavāsa (period of exile incognito) in the palace of king Virāta. According to a tradition Ojāpāli was taught by Arjuna to Uttarā while the former was residing at the palace of the king Virāta as Brihannalā, a eunach. It is interesting to note that in Sylhet-Cachar region Manasā-Mangal songs are sung essentially by eunachs, locally called Gurmā. The art gradually spread to other parts of India. Under the patronage of the king of Darrang (now Mangaldoi Sub-division) both Hindus and Muslims learnt this art. A Muslim veteran named Parasu was the most famous Sukknānni

Ojā of the 19th century belonging to a village called Mārol. There is another village named Kāliāpārā which was the abode of Muslim Kāliyās (pipe players). They played Kāli (pipe) and Yorkāli (twin-pipe) on different occasions, specially during the Durgā Pujā festivals of the kings.

The Biāhgowā Ojāpālis consider their art to be an art of the Gandharvas. Tradition has it that a demsel Pārijāti by name got that art first from a heavenly fairy whom she saw and heard and followed while she was just busy with her handloom. According to the same tradition Pārijāti got even the dress and ornaments and the melodies.

Rāgamālitā (imaginary genesis of the melody), Mudrā ( a metalic image), Mālchi-git, Pātchāhi git, Jhunā and Jāgar git—all these are special acquisitions of the Vyāsa singers.

Suknānni Ojāpālis also sometimes make use of Mālchi-git and Jhunā, but only sparingly. Suknānni Ojāpālis, however, never dable in Jāgar-git and Rāgamālitā. They make use of two or three simple melody-modes, Bhātiāli being the most prominent of them and that also without Rāgamālitā.

Mudrā is a portable image looking like a flute made of Astadhātu (eight metals). The kings of Darrang used to bestow it on a selected Biāhgowā Ojā who preserved and worshipped the same as the guiding deity of his family. It was the bounden duty of the recipient Ojā to offer prayer to Siva and Durgā by singing Mālchi and Jāgar git Mudrā-in-hand, during the Pujās celebrated by the king.

The Mālitā of a Rāga gives the story of its origin. In singing the Mālitā the singer (Ojā) feels as if he sees the symbolic form (Nādamay rup) of the Rāga. The Sattriyā and non-Sattriyā both types of Vyāsa-singers sing it as an invocatory song before the actual melody is begun. The difference between the Sattra system and non-sattra system of Vyāsa-Sangita, at least so far their spirit is concerned, can clearly be observed in the Rāgamālitās. All melodies in the Sattra system of Vyāya-singers originate from Lord Krisna in different manifestations of his deeds and exploits.

In case of non-Sattra system. different melodies are ascribed to different gods and goddesses. For example, Suhāi melody in Sattra system is supposed to have been originally sung by Lord Almighty Himeself when He first desired the creation of the universe.[9]

In case of non-Sattra system it was Rukmini who on achieving her boon of getting Shri Krsna as her husband from the goddess Bhawānı produced this Rāga out of her endless joy[10].

Likewise according to Sattra system it was Kānāi or Lord Krisna who while enjoying the company of Kubjā created the Gāndhāra Rāga in his ecstacy of joy.[11] But according to ıts counterpart outsıde the Sattras it was Chitrasen Gandharva who produced the melody.[12]

Accordıng to Swami Prajnānānanda of Ram-Krishna Vedanta math, Calcutta-6 (Music of the South Asian Peoples Vol-I) "It was by this prayer of the adept musician, the singer or the interpreter, who had to immerse and identify himself ın the theme that the devata, the spırit of the Rāga was made visible (Murtimanta) in the symphonic form (the Nādamay rupa) and thus he used to see the ımage of the Rāga in hıs ecstatic vision."

Mālchı git or Mālanchi git is a kind of ınvocation to Lord Siva and goddess Durgā sung generally by the Vyāhgowā Ojāpāli in certain stages of the Durgāpujā. It has got to be sung in Visnu Pujā also when a separate Naivedya (offering) is made to either of the goddesses Durgā, Jagadhātri or Mother Kāli along with Lord Visnu. This invocation is offered in Mālavasree Rāga and so it is called Mālchi. A notable feature o f this kind of prayer is that while it is sung ın sitting posture it produces one kind of effect on the audiance, but when it is sung by standing accompanied with dance it produces quite a different effect. That is to say although the melody namely Mālchi continues to be the same in both the cases, the effect it produces appears quite dissimilar.

Pātchā git or Pātshi git as the very name indicates is a kind of songs which contain curious admixture of words of Persi, Hindi, Bengali and Assamese languages. The reason is not known with any degree of certainty. It might indicate the time and place of its composition or the patron thereof. It might as well be that the Royal patron of the composer-singer sent him to different places of North India to pick up some attractive specimens of folk-songs and on return he presented these interesting songs, interspersed with words which he perhaps did not himself fully understand. Alternatively it might also be a fact that as for sometime some portions of Lower Assam were under Moghul administration, so, in order to cater to the pleasure of the court-dignitaries the Ojās somehow managed to collect or compose those songs with admixture of words from different languages. It is, however, to be noted that these songs were never sung during any religious functions. These and the Jhunās were sung generally in the afternoon sessions when the religious functions were practically over.

Like Pātchā git and Mālchi, Jhunā is another type of short songs sung by the Vyāhgowā Ojāpālis. It deals with grave and grand as well as light and delightful subjects But its primary purpose is to provide amusement to the audience. The amusing worldly life of Siva and Pārvati and the childhood pranks of Lord Krisna are some of the subjects described in the songs.

Jāgar git (from sanskrit root 'jāgri' meaning to waken)— another type of Siva-Durga invocation is an exclusive property of a set of Biāhgowā Ojās of village Byāspārā in Mangaldoi Sub-division. The songs contain some unintelligible syllābles here and there and the Ojā sings the same in chorus with his partners, the Pālis in accompaniment of the beating of cymbals. The Ojā dances occasionally in a peculiar style 'Mudrā' (metalic image) in-hand and his Pallis participate therein. This kind of prayers was offered regularly during the Durgā Pujā, the Jagaddhātri-Pujā and Kali Pujā of the Darangi Rājās and

also in some Siva temples of Mangaldoi. These songs and dances are in a moribund condition now and there are only two or three octogenerians who can recite these and with their departure the art will vanish. Like this type of Vyāsa-Sangita a type of Suknānni-Sangita called Maju git is also on the point of extinction, as Majupujā where it was sung is no longer in use. Both these types of Biāh and Suknānni songs need attention of the connoisseurs.

Vāsudev Pujā or Visnu-Pujā is popularly called Sabhā. Biāhgowā Ojāpāli is, therefore, known also as Sabhāgowā Ojāpāli. Similarly Suknānni singers are also known as Ronggowā or Māroigowā Ojāpāli due to their association with Rong or Māroi which means Manasā-pujā. Biāh, therefore, looks like a Vaishnavite institution and Suknānni, a Sakta one. But in practice there are a number of things in common between them. The Māroigowā Ojāpālis also very often begin their performance with Dasāvatār Stotra (prayer to the ten incarnations of Load Visnu, or a Siva Vandanā (invocation of Lord Siva). Conversely, Biāhgowā Ojāpālis also sing Mālchi prayer to goddess Durgā or Lord Siva in Durgā-pujā and Visnu-pujā.

In Manasā-pujā a pair of white pigeons is separately offered to Dharmadevata and the same is never sacrificed but allowed to fly alive.

Dharmadevatā is Lord Visnu in another from. Similarly in Visnu-pujā also a pair of white pigeons is offered to goddess Durgā along with Lord Visnu and the same is allowed to fly away and not sacrificed.

The above illustrations indicate a liberal approach on the part of both the Vaisnavas and the Sāktas as also the Biāh and the Suknānni Ojāpālis.

Both the types of Ojāpālis are so vitally and inextricably connected with the Pujās concerned that they can not only be considered but are actually and formally accepted as the second line of accredited priests in the different Pujās. Like the priest, the invited Ojāpāli troupe is also offered Varana (dress with offerings).[13]

Accordingly they also sing prayers in Assamese in accompaniment of their cymbal-strikes and the invocations exactly correspond to the Sanskrit mantras. Both go on simultaneously. The common run of people gathered there can follow the Ojāpāli songs and pay respectful attention.

In all worships it is Ganesa, the god of protection, who is given the first offering,[14] and Ojāpālis also simultaneously sing the parport[15] i.e. lying prostrate at your feet, O god Ganapati, we offer our prayer to you etc.

Ojāpāli institution is thus both a religious and a social institution living through the ages. It is loved and respected by the people in general irrespective of caste, creed and religion. The art has been handed down from generation to generation, from father to son or from one Ojā to the other. That art, however, is decaying gradually for want of proper patronage. It may not be out of place to mention here that although Assam is very often described as a paradise for anthropologists and is a land of music and dances, no scientific and sustained interest has, however, been taken so far by the connoisseurs of art or by Govt. to collect, examine and make necessary arrangement for culture and development of folk-art like the Ojāpāli dance and music. Dr. Maheswar Neog's efforts and achievements must, however, be mentioned here with gratitude at least so far as they relate to Sattriyā dance and music. Though a few exponents of Sattriya dance have been given national awards by the Sangit-Natak Akademi none from the non-neo-Vaishnavite institutions like the Ojāpāli has, however, been fortunate to receive any patronage in the form of award, grant or pension from the national Government during the last 35 years of independence. The master-singers and the students of music as also the lovers of folk-culture should, of necessity, be attentive and painstaking for recovery of the forgotton treasures of music and folk-art of this part of the country, i.e. (North East India), before it is too late.

## Notes :

1. mukhe gīt hate mudrā pāve dhare tāl
   mayūra sadriśa ghūre sei ojā bhāl/
2. āsyenālambayed gitam hastenārtham pradarsayet caksurbhyām darsayed bhāvam padābhyām tālam ādiset/
3. kalā-svara-Samāyuktam rasatbhāva-samanvitam/
4. ato' nyathā vācayitvā na gacched vyāsatām kvacit/
5. he-re-rite-tā-nā/
6. ha-varne tu ganādhaksah
   tā-varne tu Sadā Sivah
   nā-varne tu Bhavāni syād
   ṛ-varne tu Kamsavairi Krisna
   ṛ-ta varne tu gandharvah/
7. Ganesasca Dinesasca Vāsudevah Sivah Sivā
8. rāgar guri tā-nā-nā/
9. Yehi vela isvre sṛsti arambhilā
   praḳitik cāhiya Suhāi rāg dilā/
10. barā pāyā ānanditā Rukmini ye āi
    sehi belā Rukmini rāga dila suhāi/
11. yehi velā kubja same karilā sṛngāra
    sehi belā rāg dilā Srigāndhār
    (Sattriyā)
12. Hena suni Gandharveo mane kari sār
    Citrasene gāilā git Sri ye Gāndhār/
13. etāni gandha puspāna-saparna-tāmbula-vastrayugma-sahitāni visnurupi-gāyanebhyo namah/
14. abighnesvarāya Ganesāya naḿah/
15. tomār carane nati vando deo Ganapati/

# মোৰ সাহিত্য সভাৰ সভাপতিৰ বছৰটো

১৯৭৯-৮০ এই সুদীৰ্ঘ বছৰটোৰ কাৰণে এই অকিঞ্চনক ৰাইজে অসম সাহিত্য সভাৰ সভাপতিৰ আসনত ঠাই দিছিল। ই ৰাইজৰ মহানুভৱতা। সভাপতিৰ গুৰু দায়িত্বত থাকি কি কৰিবলৈ পাঙিছিলোঁ, তাৰে এই বছৰটোত কিমানখিনি বাস্তৱত ৰূপায়িত কৰিবলৈ সমৰ্থ হ'লোঁ আৰু কি কি নোৱাৰিলোঁ—তাৰে এটি থূলমূল খতিয়ান দাঙি ধৰিলোঁ। ইংৰাজীত এটা কথা আছে, বোলে One who pays the piper has a call for the tune তেনেকৈ চালে মই আপোনালোকৰ ওচৰত এক প্ৰকাৰে জবাবদিহি। গতিকে মোৰ চমু বক্তব্য এই—

অসম সাহিত্য সভাৰ নিযমাৱলীৰ আৰম্ভণিতে কোৱা আছে—'অসমীয়া ভাষা, সাহিত্য আৰু সংস্কৃতিৰ সৰ্বাঙ্গীণ উন্নতি কৰাই এই সভাৰ উদ্দেশ্য।' নিয়মাৱলীৰ সেই উদ্দেশ্যকে সাৰোগত কৰি ভাষা-সাহিত্য আৰু সংস্কৃতি দুয়োপিনে সমানে মনোযোগ দিবলৈ পৰিকল্পনা হাতত লোৱা হৈছিল। সংস্কৃতিৰ ক্ষেত্ৰত আঞ্চলিক কৃষ্টি-সংস্কৃতিসমূহৰ সংৰক্ষণ, চৰ্চা আৰু উন্নয়নৰ কাৰণে সাংগঠনিক কাম হাতত লবলৈ ভবা হৈছিল। কাৰণ অভিজ্ঞতাই সকীযাই দিযে যে কৃষ্টি-সংস্কৃতিৰ যোগেদি ভিন্নমুখী আৰু বিভেদগ্ৰস্ত মনৰ মিলন আৰু সম্প্ৰীতি যিমান সোনকালে ঘূৰাই অনা যায অইন একো পদ্ধতিৰে সিমান দ্ৰুত গতিত আৰু কাৰ্যকৰীভাৱে নোৱাৰি। একালত আমাৰ বুকৰ কুটুম্ব হৈ থকা দাঁতিকাষৰীয়া পাহাৰী ৰাজ্যকেইখনৰ লগত পুনৰ্মিলনৰো সেই এটাই উপায় ; নান্যঃ। সেই উদ্দেশ্য মনত ৰাখি মাজুলী, শিৱসাগৰ, বৰপেটা, বঙাইগাওঁ, মঙ্গলদৈ, তেজপুৰ, জামুগুৰিহাট আদি অঞ্চলৰ সাংস্কৃতিক ঘুলিবোৰ পৰিদৰ্শন কৰাৰ এটা পৰিকল্পনা হাতত লোৱা হৈছিল। তেনে এটা আশাৰেই তদানীন্তন কালৰ শিক্ষা আৰু সংস্কৃতিৰ মন্ত্ৰী শ্ৰীলক্ষ্যধৰ চৌধুৰীৰ লগত সঘনে আলাপ-আলোচনা চলোৱা হৈছিল। সুখৰ কথা তেৱেঁই আপোনালোকক সাহিত্য সভাৰ যোৱা শুৱালকুছি অধিৱেশনত অভ্যৰ্থনা সমিতিৰ সভাপতি হৈ আদৰিছিল। ইপিনে তেওঁ নিজেও এগৰাকী প্ৰথিতযশা শিল্পী-সাহিত্যিক। গতিকে মন্ত্ৰী হিচাপে তেওঁৰ কৰ্তব্য হৈ পৰিছিল দুতৰপীয়া। সেই বছৰৰ দৰঙী কলা-কৃষ্টিৰ উদ্যোক্তাসকলে ঘটনাক্ৰমে তেওঁক বাৰ্ষিক অধিৱেশনত উদ্বোধক হিচাপে নিমন্ত্ৰণ কৰিছিল। '৭৯ চনৰ ১৮ মাৰ্চ তাৰিখে তেওঁ আউলীয়া চৌকালৈ সেই উদ্দেশ্যে গৈ তাৰ আঞ্চলিক কৃষ্টি-সংস্কৃতিৰ বিচিত্ৰ সমলবোৰ দেখি ইমান মুগ্ধ হৈছিল যে তেওঁ পিছত আমাৰ লগত আলচ কৰি চৰকাৰী খৰচত ৰবীন্দ্ৰ ভৱনত সেই

বছৰৰ জুন মাহত 'দৰঙী সন্ধ্যা' নামে দৰঙী কলা-কৃষ্টি প্ৰদৰ্শনৰ আয়োজন কৰাইছিল। তাত ভাষণ দি মন্ত্ৰী শ্ৰীচৌধুৰীয়ে কৈছিলঃ চহৰৰ লোকক বাছকবনীয়া আঞ্চলিক কৃষ্টি সংস্কৃতিৰ লগত চিনাকি কৰি দিয়াই ইয়াৰ ঘাই উদ্দেশ্য। 'সংস্কৃতিক অসম' শিতানত চৰকাৰে আগলৈ এই বছৰতে এনেকুৱা আঞ্চলিক কৃষ্টিৰ প্ৰদৰ্শনী আৰু অন্ততঃ ৩।৪ টাৰ আযোজন কৰিব। দ্বিতীয়টো হ'ব মাজুলীৰ, তৃতীয়টো গোৱালপাৰাৰ আৰু ৪ৰ্থটো নলবাৰী অঞ্চলৰ কৃষ্টি-সংস্কৃতিৰ প্ৰদৰ্শনী। দৰঙী কলা-কৃষ্টিৰ সেই সমাৰোহৰ তোৰণ দুটাৰ কথা তেওঁ একাধিক ঠাইত বখানিছিল। সিমানেই নহয় ৰবীন্দ্ৰ ভৱনতো 'দৰঙী সন্ধ্যা'ৰ সময়ত তেনে অন্ততঃ এটা তোৰণ সজাবলৈ আদেশ দিছিল। উল্লেখযোগ্য এই যে গঞা নিৰক্ষৰ শিল্পীয়ে বিনা অৰ্থব্যয়ে নিৰ্মাণ কৰা কাৰিকৰী কৌশলৰ চমকপ্ৰদ নিদৰ্শন, নাৰিকল-পাতৰ নিৰ্মিত এই তোৰণে বহু দিনলৈ ৰবীন্দ্ৰ ভৱনৰ পদুলিমুখ শুৱাই আছিল। আঞ্চলিক কৃষ্টি আৰু সংস্কৃতিৰ সংগঠন আৰু উন্নযন নিতান্তই প্ৰযোজনীয।

দ্বিতীযতে, যোৱা ২৫।৩।৭৯ তাৰিখে আৰু তাৰ পিছৰ কেইদিনমান ধৰি সেই একে ধৰণৰ উদ্দেশ্য লৈ কাৰ্যনিৰ্বাহক সদস্য সাহিত্যিক বন্ধু শ্ৰীকুমাৰ কিশোৰক লগত এই অভাজনে মাজুলী অঞ্চলত ভ্ৰমণ কৰিছিলোঁ। তাৰ ৰাইজে তেতিয়া কৈছিলঃ সাহিত্য সভাৰ তেষষ্টি বছৰীযা জীৱনত হোৱা সভাপতিসকলৰ ভিতৰত বাৰজনেই আমাৰ জিলাৰ লোক। তথাপি কোনো এজনে সভাপতি হৈ থকা কালত আমালৈ মনত পেলোৱা নাছিল। এইবাৰ আমি সাহিত্য সভাৰ সভাপতিক তপতে তপতে পাইছোঁ। ই বৰ আনন্দৰ কথা। আজি আমি আমাৰ বক্তব্য খুলি কম। আমাৰ বক্তব্যৰ ঘাই কথা এই যে—মাজুলীক সকলোৱে অসমৰ কলা-কৃষ্টি-সংস্কৃতিৰ আপুৰুগীযা ভঁৰাল বোলে। কিন্তু দৰাচলতে কোনেও তাক সেই ক্ষেত্ৰত যথাযোগ্য সন্মান দিবলৈ যত্ন নকৰে। আমি ইযাত এখন সঙ্গীত মহাবিদ্যালয় স্থাপন কৰিবলৈ বহু বছৰ ধৰি যুঁজি আছোঁ। তাক কেনেকৈ কাৰ্য্যত পৰিণত কৰা যায় আমাক সভাপতি ডাঙৰীযাই আজি তাৰ উপায় দিব লাগে।—এনেস্থলত সভাপতিয়ে উপায় দিয়ে কি ? তেওঁ ক'লে ঃ বৰ্তমানে আমাৰ শিক্ষা-সংস্কৃতিৰ মন্ত্ৰী শ্ৰীলক্ষ্যধৰ চৌধুৰী। তেওঁ নিজে এজনা কৃতী শিল্পী আৰু সাহিত্যিক। তেওঁক এবাৰ ইয়ালৈ আনক। ময়ো কমগৈ।—কাৰ্যাত সেযে হ'ল। আমাৰ বিশেষ অনুৰোধত মন্ত্ৰী চৌধুৰী ডাঙৰীয়া মাজুলী ভ্ৰমণত ওলাল। মাজুলীৰ বিবিধ নৃত্যগীতৰ সমলত মুগ্ধ হৈ তেওঁ তাত সঙ্গীত মহাবিদ্যালয় স্থাপনৰ কথা দি আহিল।

তৃতীয়তে, আকাশ-বাণীৰ জৰিয়তে আলেখ্য লেখাই তাৰ প্ৰচাৰৰ দ্বাৰা ভাষা, সাহিত্য আৰু সংস্কৃতি তিনিও ক্ষেত্ৰৰ কাম একেলগে কৰা যায়। চাহবাগিচাৰ বনুৱা আৰু চৰভূমিৰ ন-অসমীয়াসকলৰ মাজত প্ৰচাৰৰ ই এটা উত্তম মাধ্যম। গুৱাহাটী আকাশ-বাণীৰ সঙ্গীতজ্ঞ শিল্পী-বন্ধু শ্ৰীপুৰুষোত্তম দাস ডাঙৰীয়াৰ সহযোগ বিচৰাত তেওঁ লগে লগে সঁহাৰি দিলে। শ্ৰীদাসে নিজে তাৰ বাবে তদাৰক কৰি বাগিচাৰ

বনুৱা-বংশজ শিক্ষিত সাহিত্যিক যুৱক শ্ৰীসুশীল কুৰ্মীৰ হতুৱাই আলেখ্য এখন লেখাই '৭৯ চনৰ ১লা জুনত আকাশ-বাণীত প্ৰচাৰ কৰিলে। আলেখ্যখনৰ নাম আছিল 'সেউজী পাতৰ আঁৰে আঁৰে'। তাত বাগিচাৰ বনুৱাসকলৰ জীৱনটো আৰু তাৰ লগত বিহু-উৎসৱ আদিৰ জৰিয়তে অসমীয়া সাংস্কৃতিক জীৱনৰ.লগত ঘটা সমন্বয়ৰ এটি আকৰ্ষণীয় ছবি ফুটি উঠিছে। তাৰ এটা গীতৰ আৰম্ভণিটো হ'ল এনেকুৱা—"আসাম দেশৰ বৈশাখ বিষু—কৰম পূজাৰ সমানৰে'—দুনুতে যে গাঁথা আছে, সৃষ্টিৰ কথা সমান ৰে"—ইত্যাদি। আলেখ্যৰ কেন্দ্ৰীয় ভাব হ'ল—আমি সকলোৱে অসমীয়া। তথাপি "সিহঁত মানুহ হৈ জন্মে, চাহ বনুৱা হৈ মৰে। কিয়, কিয়, কিয় ?"—আলেখ্যখন তেজপুৰ-চতিয়াৰ ওচৰৰ মহালক্ষ্মী চাহবাগিচাত ৰূপায়িত কৰা হৈছিল আৰু সেই সময়ত ই সমগ্ৰ অসমৰ চাহবনুৱা সম্প্ৰদায়ৰ মাজত এক নতুন আলোড়নৰ সৃষ্টি কৰিছিল।

সেইদৰে চৰুৱা অসমীয়া মুছলমান ভাইসকলৰ সাংস্কৃতিক জীৱনৰ ছবি অঙ্কন কৰাৰ পৰিকল্পনাও লোৱা হৈছিল। পূজাৰ পাছত খৰালি পৰিল। কিন্তু সাম্প্ৰতিক গণ-আন্দোলনৰ বিভীষিকাই তেনে সকলো পৰিকল্পনা পণ্ড কৰিছিল। সুদিন আহিলে ই কেতিয়াবা দিঠকত ৰূপ ল'ব এই আশা মনত পুহি ৰাখিছিলোঁ।

সাংস্কৃতিক সমল-সমৃদ্ধ বৰপেটা, শিৱসাগৰ, জামুগুৰিহাট, মাজুলী, খটৰা সত্ৰ আদি ঠাইৰ উপৰিও বঙাইগাঁও, টংলা, ওডালগুৰি আদি ঠাই সেই একে ধৰণৰ উদ্দেশ্য মনত লৈ ভ্ৰমণ কৰা হৈছিল। সেইবোৰত গঠনমূলক কামৰ পাতনি মেলিব ধৰা হৈছিল যদিও সেই সম্পৰ্কে কৰিবলগীয়া বহুত বাকী থাকিল।

ভাষা আৰু সাহিত্যৰ দিশত বিগত বছৰটোত দুটা নতুন আঁচনি লৈ কাম আৰম্ভ কৰা হৈছিল। তাৰে প্ৰথমটো হ'ল আঞ্চলিক শব্দকোষ ৰচনা। অসমীয়া শব্দাৱলীৰ ব্যৱহাৰত থকা দেশজ শব্দ আৰু ব্যৱহাৰত থকা তৎসম শব্দৰ পূৰ্ণাঙ্গ অভিধান এখন আমাৰ আজিও হৈ উঠা নাই। ই অনস্বীকাৰ্য্য নিৰ্মম সত্য। শব্দসম্ভাৰৰ স্বল্পতা আৰু তৎসম শব্দৰ ন্যূনতা অসমীয়া অভিধানৰ অমাৰ্জনীয় ত্ৰুটী। যোৱা শুৱালকুছি অধিৱেশনৰ সভাপতিৰ অধিভাষণত আমি জিলা সাহিত্য পৰিষদসমূহৰ জৰিয়তে আঞ্চলিক ভিত্তিত খনচেৰেক শব্দকোষ প্ৰণয়ন কৰাৰ প্ৰস্তাৱ দাঙি ধৰিছিলোঁ। তাকে কাৰ্যনিৰ্বাহকেও সমৰ্থন কৰাত সম্প্ৰতি অন্ততঃ কামৰূপ আৰু দৰং জিলাত এই কামটো উৎসাহেৰে হাতত লোৱা হৈছিল বুলি জানিব পৰা গৈছিল। অসমীয়া ভাষাৰ এখন পূৰ্ণাঙ্গ অভিধান ৰচনা কৰাত এনে উদ্যোগে বিশেষ অৰিহণা যোগাব বুলি আশা কৰা যায়। প্ৰসঙ্গক্ৰমে উল্লেখ কৰা যায় যে বিহগী কবি ৰঘুনাথ চৌধাৰীয়ে এনে ধৰণৰ প্ৰচেষ্টা এটা এই শতিকাৰ প্ৰথম দুই দশকতেই হাতত লৈছিল। ৰঘুনাথ চৌধাৰী ৰচনাৱলীত সন্নিবিষ্ট ১৯১৯ চনৰ হেমকোষৰ পৰিশিষ্ট তাৰেই ফলশ্ৰুতি।

মোৰ দ্বিতীয় পৰিকল্পনাটোত আছিল এখন শিশু জ্ঞানকোষ প্ৰণয়নৰ কথা।

ইযাৰ কাৰণে কমেও ২।৩ লাখ টকাৰ প্ৰযোজন। আমি এই উদ্দেশ্য তদানীন্তন শিক্ষা আৰু সমাজকল্যাণ বিভাগৰ কেন্দ্ৰীয় ৰাজ্যিক মন্ত্ৰী শ্ৰীযুতা ৰেণুকা দেৱী বৰকটকীক যোৱা '৭৯ চনৰ ১২ মাৰ্চ তাৰিখে লগধৰি আলচ কৰাত তেখেতে এখন আঁচনি তুৰন্তে দিবলৈ পৰামৰ্শ দিছিল। সেইমতে আঁচনি যুগুত কৰি আমাৰ সহকাৰী সম্পাদক ডঃ নিশিপদ চৌধুৰীৰ হতুৱাই দিল্লীত দাখিল কৰাই আৱশ্যকীয় তদাৰক কৰাৰ পাছত মন্ত্ৰীগৰাকীযে কেন্দ্ৰীয় ভাৰতীয় ভাষা-সংস্থানৰ সঞ্চালক ডঃ দেৱীপ্ৰসন্ন পট্টনায়কক আমাৰ লগত আলচ কৰি এসপ্তাহৰ ভিতৰতে বিষয়টোৰ চূড়ান্ত সিদ্ধান্ত কৰিবলৈ পঠায়। স্বীকাৰ কৰিব লাগিব যে ডঃ পট্টনায়কৰ যত্ন আৰু সহযোগিতাত আমি এসপ্তাহৰ ভিতৰতে ৩ লাখ ৩০ হাজাৰ টকাৰ মঞ্জুৰী লাভ কৰিবলৈ সমৰ্থ হৈছিলোঁ। তাৰে আধা ১ লাখ ৬৫ হাজাৰ কেন্দ্ৰৰ, আৰু বাকী আধা ৰাজ্যিক চৰকাৰৰ। শুনি সুখ পাব যে ইতিমধ্যে প্ৰথম কিস্তিৰ ৬৫ হাজাৰ টকা পোৱা হৈছে, আৰু কাৰ্য্যপালিকাৰ অনুমোদনক্ৰমে অধ্যাপক শ্ৰীনৱকান্ত বৰুৱাই মুখ্য সম্পাদক হিচাপে দায়িত্ব গ্ৰহণ কৰি কাম আৰম্ভ কৰিছেই , তাৰ উপৰিও মোৰ বছৰটোত কেন্দ্ৰীয চৰকাৰে আমাৰ আবেদনত সঁহাৰি জনাই অসম সাহিত্য সভাৰ প্ৰকাশিত বাৰখন বাছকবনীয়া কিতাপৰ ১০০ কপিকৈ কিনিবলৈ স্থিৰ কৰিছিল আৰু তাৰ উপৰিও আন্তঃৰাজ্যিক ভাষিক সংলাপৰ সন্মিলন এখনৰ কাৰণে আমি দিয়া আঁচনিৰ ১৫ হাজাৰৰ আধা ৭ হাজাৰ পাঁচ শ টকাৰ মঞ্জুৰী দিছিল। কেন্দ্ৰীয় মঞ্জুৰী আৰু আৰ্থিক সাহায্য লাভৰ আমি জনাত সম্ভৱতঃ এয়ে পাতনি। অন্য ৰাজ্যবোৰে এনে মঞ্জুৰী হোৱাহোৰে নি থাকে। আশাকৰোঁ শিশু জ্ঞানকোষ প্ৰণয়নৰ এই মহৎ কামটো চাৰি-পাঁচ বছৰৰ ভিতৰত আঁচনিমতে শেষ হৈ অসমীযা বিভিন্ন শিশু সাহিত্যৰ এটা ডাঙৰ অভাৱ পূৰণ কৰিব। এই প্ৰসঙ্গত আমি শ্ৰীমতী ৰেণুকা দেৱী বৰকটকী, ডঃ পট্টনায়ক আৰু বিভাগীয় অসমীযা কৰ্মচাৰী উদীয়মান সাহিত্যিক শ্ৰীজিতেন্দ্ৰনাথ শৰ্মাৰ তৎপৰতাৰ শলাগ নলৈ নোৱাৰোঁ।

এইখিনিতে উল্লেখ কৰা যাওক যে মোৰ সাহিত্য সভাৰ বছৰটোৰ আমাৰ কাৰ্য্যাৱলী দেখ দেখকৈ তিনিটা পৰ্যায়ত বিভক্ত কৰি কৰা হৈছিল ঃ কৃষ্টি-সংস্কৃতি সম্পৃক্ত কাৰ্য্য, সাহিত্য সম্পৰ্কীয় কাম আৰু গণ-আন্দোলন সংক্ৰান্ত কাৰ্য্য। সাম্প্ৰতিক গণ-আন্দোলনৰ কামে বছৰটোৰ সমধিক কাল আগুৰি পেলাইছিল। ডাৱৰীযা বতৰত ৰ'দলৈ লক্ষ্য ৰাখি কাম কৰা গৃহস্থৰ দৰে আমিও সাহিত্য-সংস্কৃতিৰ কাম ফাকে-ফাঁকেহে যি পাৰোঁ কৰি আছোঁ। অস্তিত্ব ৰক্ষা গণ-আন্দোলনৰ পবিত্ৰ দায়িত্ব বহন কৰিবলগীয়া হোৱাৰ বাবে এই বছৰ বিহগী কবি ৰঘুনাথ চৌধাৰীৰ জন্ম শতবাৰ্ষিকী উৎসৱৰ দৰে মহৎ কৰ্তব্যও আমি সংকুচিত কাৰ্যসূচীৰে পালন কৰিবলগীয়া হৈছিল। গণ-আন্দোলনত আমি যোৱা অক্টোবৰ মাহৰ দ্বিতীয় সপ্তাহৰপৰা সক্ৰিয়ভাৱে সোমাই পৰোঁ। বিদেশী নাগৰিকৰ নাম ভোটাৰ তালিকাৰপৰা বাদ দিয়া আৰু বিদেশী নাগৰিকৰ বহিষ্কৰণকে লৈ গঢ়ি উঠা অসমৰ

অভূতপূৰ্ব স্বতঃস্ফূৰ্ত অহিংস গণ-আন্দোলনৰ কাৰ্য্যই কেনেকৈ আমাক জড়িত কৰিলে আৰু আমি কি কি কাম কেনেকৈ কৰিবলগীয়া হ'লোঁ এইখিনিতে তাৰো এটি চমু আভাস থূলমূলভাৱে দিয়া অযৌক্তিক নহ'ব।

'৭৯ৰ ১০ অক্টোবৰত যোৰহাটৰ মূল কাৰ্যালয় চন্দ্ৰকান্ত সন্দিকৈ ভৱনত বহা কাৰ্যনিৰ্বাহক সভাৰ বৈঠকৰ কাৰ্য্য এই প্ৰসঙ্গত যথেষ্ট গুৰুত্বপূৰ্ণ। সিদিনাৰ বৈঠকে দেশৰ তৎকালীন পৰিস্থিতিৰ পটভূমিত বিদেশী নাগৰিকৰ সমস্যা সম্পৰ্কত অসম সাহিত্য সভাৰ পক্ষৰপৰা ল'বপৰা ব্যৱস্থা সম্পৰ্কে পৰামৰ্শ দিবলৈ আৰু জৰুৰী প্ৰয়োজনত অৱস্থা চাই ব্যৱস্থা কৰিবলৈ সভাপতি আৰু প্ৰধান সম্পাদককে ধৰি এঘাৰজনীয়া কৰ্মপৰিষদ এখন গঠন কৰি দিযে। তাৰ আহ্বায়ক সহকাৰী সম্পাদক শ্ৰীঅমল ৰাজখোৱা। কাৰ্য্যনিৰ্বাহকৰ এই বৈঠকতে সভাৰ নীতি-নিয়ম আৰু কৰ্মপন্থাৰ লগত সঙ্গতি ৰাখি সদৌ অসম গণ সংগ্ৰাম পৰিষদৰ লগত সীমিতভাৱে সহযোগ কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰা হয়। কাৰ্য্যপালিকাই গণ সংগ্ৰাম পৰিষদত সাহিত্য সভাৰ প্ৰতিনিধিত্ব কৰিবলৈ ডঃ নগেন শইকীয়া, যতীন্দ্ৰনাথ গোস্বামী আৰু প্ৰফুল্ল ভট্টাচাৰ্য্যক মনোনীত কৰিছিল। তাৰ পাছত খৰতকীযাকৈ কাম চলিবলৈ ধৰে।

ভোটাৰ তালিকাৰপৰা বিদেশী নাগৰিকৰ নাম কৰ্তন নকৰাকৈ অসমত যাতে লোকসভাৰ মধ্যকালীন নিৰ্বাচন পতা নহয় তাৰ বাবে আৱশ্যকীয় নিৰ্দেশ দিয়াৰ প্ৰযোজনীয়তা ৰাষ্ট্ৰপতিৰ ওচৰত যুক্তিসহকাৰে প্ৰতিপন্ন কৰিবলৈ সভাৰ সেই সময়ৰ সভাপতি শ্ৰীঅতুলচন্দ্ৰ বৰুৱা, নৱনিৰ্বাচিত সভাপতি শ্ৰীযতীন্দ্ৰনাথ গোস্বামী, প্ৰধান সম্পাদক শ্ৰীলীলা গগৈ আৰু সভাৰ অন্যতম সদস্য শ্ৰীখনীন্দ্ৰ চন্দ্ৰ বৰুৱাই দিল্লীত বহু প্ৰবন্ধে ৰাষ্ট্ৰপতি শ্ৰীসঞ্জীৱ ৰেড্ডীৰ সাক্ষাৎ লভি তেওঁক স্মাৰক পত্ৰ দাখিল কৰে। পোনতে ৫ মিনিট সময় দিবলৈও ৰাজী নোহোৱা ৰাষ্ট্ৰপতিয়ে পিছত ৩৫ মিনিট সময় আমাৰ লগত অসমৰ সাম্প্ৰতিক সমস্যা আৰু পৰিস্থিতিৰ বিষযে সহৃদয়তাৰে আলোচনা কৰি আমাৰ সকলোকে বিস্ময়াভিভূত কৰিছিল। সাহিত্য সভাৰ এই প্ৰতিনিধি দলটোৱে সেই একেটা দিনতে '৭৯ৰ ৫ নবেম্বৰ তাৰিখে—আবেলি দিল্লীৰ আসাম হাউচত ১৪ টা প্ৰেছক আমন্ত্ৰণ কৰি এখন সাংবাদিক মেল পাতিছিল আৰু তাত প্ৰচাৰ-পত্ৰ (hand bill), আৰু স্মাৰক পত্ৰৰ প্ৰতিলিপিৰ সহাযত আন্দোলনৰ উদ্দেশ্য আৰু পৰিচালনাৰ গণতান্ত্ৰিক অহিংস নীতি ব্যাখ্যা কৰিছিল। উল্লেখযোগ্য এই যে সেই একে সময়তে ইফালে গুৱাহাটীলৈ গৃহ মন্ত্ৰী শ্ৰীচৰনৰ আগমন হোৱাত সাহিত্য সভাৰ দহজনীয়া প্ৰতিনিধি দল এটাই তেওঁৰ হাততে স্মাৰক পত্ৰ দাখিল কৰি সভাৰ তথা অসমৰ দাবী দাণ্ডি ধৰিছিল।

বিদেশী ভোটাৰেৰে পাতিবলৈ লোৱা সেই মধ্যকালীন নিৰ্বাচন আইনসঙ্গত পদ্ধতিৰে 'ৰিট' আৱেদনৰ দ্বাৰা বন্ধ কৰা যায় নেকি তাকো পুঙ্খানুপুঙ্খৰূপে পৰীক্ষা কৰি চাবৰ কাৰণে আৰু বিষয়টোৰ লগত জড়িত থকা আইনৰ খুঁটি-নাটিবোৰ নিৰীক্ষণ কৰি থাকিবৰ কাৰণে গুৱাহাটীত এখন আইন

উপদেষ্টা সমিতি গঠন কৰা হৈছিল। তাৰ সদস্যসকল আছিল—সৰ্বশ্ৰী বিষ্ণুকিঙ্কৰ গোস্বামী, পাচুগোপাল বৰুৱা, কুমুদ শৰ্মা, মহেন্দ্ৰ পাঠক, প্ৰশান্ত গোস্বামী, খনীন্দ্ৰ চন্দ্ৰ বৰুৱা, যতীন গোস্বামী, সভাপতি অতুলচন্দ্ৰ বৰুৱা আৰু প্ৰধান সম্পাদক লীলা গগৈ। আহ্বায়ক আছিল সহকাৰী সম্পাদক ডঃ নিশিপদ চৌধুৰী।

অসমৰ সমস্যা আৰু আন্দোলনৰ উদ্দেশ্য, নীতি, পৰিস্থিতি আদি ভাৰতৰ বিভিন্ন কাকতত প্ৰচাৰ কৰি থাকিবলৈ আৰু লগে লগে বস্তুত কাকতে প্ৰচাৰ কৰা অপপ্ৰচাৰৰ যোগ্য প্ৰত্যুত্তৰ দি থাকিবলৈ গুৱাহাটীতে অইন এটা প্ৰচাৰ-গোট (unit) গঠন কৰা হৈছিল। উল্লেখযোগ্য এই যে এই গোটৰে সদস্য শ্ৰীধীৰেন বেজবৰুৱাই প্ৰণয়ন কৰা Eclips in the East আৰু তাৰে শ্ৰীনৰেন্দ্ৰ নাথ শৰ্মাই ভাঙনি কৰা 'পূবপ্ৰান্তত সূৰ্যাস্ত' বোলা অসমীয়া ৰূপান্তৰে অসমত আৰু বাহিৰতো সমস্যাটোৰ প্ৰকৃত ৰূপ দাঙি ধৰাত যথেষ্ট সহায় কৰিছিল। বৰ্তমানৰ জাতীয় আন্দোলনত এই প্ৰচাৰ সম্পৰ্কীয় কামখিনিক অসম সাহিত্য সভাৰ বিশেষ অৰিহণা বুলি মই ভাবোঁ।

দিল্লীত সাংবাদিক মেলত অসমৰ আন্দোলনৰ বিষয়ে পোনতে যি প্ৰচাৰ হ'ল তেতিযাৰেপৰা দিল্লী, বোম্বাই, মাদ্ৰাজ, পুনা আদি ঠাইবোৰৰপৰা ভাৰতৰ বিভিন্ন বাতৰিকাকত আৰু বাৰ্তালোচনীৰ সম্পাদক, সহকাৰী সম্পাদক, প্ৰতিনিধি, বিশেষ প্ৰতিনিধি আদিসকল গুৱাহাটীলৈ আন্দোলনটোৰ প্ৰকৃত কাৰণ, নীতি, পদ্ধতি আদি জানিবৰ কাৰণে চামে চামে আহিছিল। সেই বছৰৰ ২৬ জানুৱাৰীৰ গণৰাজ্য দিৱস সংখ্যা Illustrated Weeklyত বিখ্যাত সাংবাদিক আৰু সম্পাদক M V Kamathৰ তথ্যবহুল সম্পাদকীয় প্ৰবন্ধ Neglected Assamএ অসমৰ সাম্প্ৰতিক আন্দোলনৰ স্বৰূপ বিশ্ববাসীৰ আগত সুন্দৰ আৰু স্পষ্টকৈ দাঙি ধৰিছিল।

'৭৯ চনৰ ৪ ডিচেম্বৰ আৰু ৫ ডিচেম্বৰত তেতিযাৰ অসমৰ মুখ্যমন্ত্ৰী শ্ৰীযোগেন হাজৰিকাই আন্দোলনৰ সমাধান সূত্ৰ বিচাৰি দুদিনীয়াকৈ দিছপুৰ জনতা ভৱনত যি আলোচনা চক্ৰ পাতিছিল তাতো অসম সাহিত্য সভাই বিশেষ স্থান অধিকাৰ কৰিছিল। সিদিনা কেন্দ্ৰীয় গৃহমন্ত্ৰী গিযানী জাইল সিঙও আলোচনাৰ মাজেদি সমস্যাৰ সমাধান সূত্ৰ বিচাৰি গুৱাহাটী পাইছিলহি। তেওঁৰ ওচৰতো যত্নসহকাৰে প্ৰস্তুত কৰা অসম সাহিত্য সভাৰ স্মাৰক পত্ৰ দাখিল কৰি আলোচনা চলোৱা হৈছিল। তাৰ পাছত দিল্লীৰ আলোচনাত যোগদান কৰিবলৈ ততাতৈয়াকৈ যোৱা গণ সংগ্ৰাম পৰিষদৰ প্ৰতিনিধি দলটোত সাহিত্য সভাৰ ফালৰপৰা—পৰিষদৰ অন্যতম আহ্বায়কৰূপে আন্দোলনৰ গুৰি ধৰি থকা শ্ৰীযতীন গোস্বামীয়ে প্ৰতিনিধিত্ব কৰিছিল। অসম সাহিত্য সভাৰ কাৰণে আৰু এটা গৌৰৱৰ কথা এই যে গণ সংগ্ৰাম পৰিষদ আৰু ছাত্ৰ সন্থাৰ যুটীয়া বৈঠকৰ আঠ-ন ঘণ্টা জোৰা বিতৰ্কমূলক বিষয়ৰ আলোচনাবোৰতো সদায় সাহিত্য সভাৰ সভাপতিজনকেই সভাপতিত্ব কৰিবলৈ দিয়া হৈছিল। সাহিত্য সভাই মঙ্গলদৈ, ৰঙিয়া, গুৱাহাটী আদি ঠাইত অনুষ্ঠিত হোৱা গণ-সমাৱেশবোৰত দলে-বলে যোগদান কৰাৰ উপৰি ২।৩ দিন সত্যাগ্ৰহতো সক্ৰিয়

অংশ গ্ৰহণ কৰিছে। সৰ্বশ্ৰী শংকৰদয়াল শৰ্মা, যশপাল কাপুৰ, অটলবিহাৰী বাজপেয়ী, ৰবীন্দ্ৰ বৰ্মা আদি লোকসভাৰ সদস্য আৰু দেশনেতাসকলেও পৃথকে আহি ভগৱতীপ্ৰসাদ বৰুৱা ভৱনত সাহিত্য সভাৰ সদস্যসকলৰ লগত আলাপ আলোচনা কৰি সমস্যাৰ প্ৰকৃত ৰূপ অৱগত হোৱাৰ সুবিধা লভিছিল। সাম্প্ৰতিক গণ-আন্দোলনত সাহিত্য সভাৰ ভূমিকাৰ ই এটি থূলমূল আভাস মাত্ৰ। অসমখনেই বিদেশীৰ হাতলৈ গ'লে অসমীয়া ভাষা-সাহিত্য-সংস্কৃতি থাকিব ক'ত—অসম সাহিত্য সভাৰ সেয়ে হৈছে এতিয়া মূল চিন্তনীয় বিষয়।

একাধিক ঠাইত সাহিত্য সভাৰ নিজা ভৱন নিৰ্মাণৰ শুভাৰম্ভ মোৰ বছৰটোৰ এটা উল্লেখযোগ্য অৱিহণা। (১) গুৱাহাটীৰ ভগৱতীপ্ৰসাদ বৰুৱা ভৱনৰ গাতে গা লগাই নিৰ্মাণ হৈ থকা সঙ্গীতাচাৰ্য্য লক্ষ্মীৰাম বৰুৱা সদনৰ কাম চাৰি-পাঁচ মাহৰ ভিতৰতে আৰম্ভ হৈ শেষ পৰ্যায়ত উপনীত হৈছিল। ইয়াৰ প্ৰথম কিস্তি এক লক্ষ টকাৰ দান সঙ্গীত-ওজা লক্ষ্মীৰাম বৰুৱাৰ সুপুত্ৰদ্বয় শ্ৰীপ্ৰফুল্ল চন্দ্ৰ বৰুৱা আৰু শ্ৰীফুনু বৰুৱাৰপৰা কৃতজ্ঞতাসহকাৰে গ্ৰহণ কৰা হৈছিল।

(২) জনজাতীয় লোক অধ্যুষিত ওডালগুৰিত সাহিত্য সভা ভৱনৰ আধাৰশিলা স্থাপন আৰু বঙাইগাঁৱৰ শাখা সাহিত্য সভালৈ শশী-চক্ৰ-ধৰণী-নৃপেন চাৰি ভাইৰ নৱনিৰ্মিত 'হৰগোবিন্দ ভৱন' দান গ্ৰহণ সেই বছৰৰ অন্য এটা উল্লেখযোগ্য কাম। বঙাইগাঁৱৰ এই উদাৰমনা ভ্ৰাতৃ চাৰিজনে তেওঁলোকৰ স্বৰ্গগত ভ্ৰাতৃ হৰগোবিন্দ শৰ্মাৰ স্মৃতি ৰক্ষাৰ্থে সাহিত্য সভালৈ এই ধুনীয়া পকী ভৱনটো দান কৰিছে আৰু সাহিত্য সভাৰ সভাপতিয়ে এই সম্প্ৰদান কাৰ্যত সামান্যভাৱে হ'লেও সহায় কৰিবলৈ পাই সুখী হৈছিল।

(৩) ১৯৬০ চনতে আধাৰশিলা স্থাপন কৰি কামত আগনবঢাকৈ ৰৈ থকা ৰাধাকান্ত সন্দিকৈ ভৱনে যোৰহাটৰ চন্দ্ৰকান্ত সন্দিকৈ ভৱনৰ চৌহদতে সৌ সিদিনা প্ৰকৃত কাৰ্য্যাৰম্ভ কৰিছিল, গুৱাহাটী আৰু যোৰহাটত নিৰ্মীয়মান এই দুটা নতুন ভৱনে, সুনিৰ্মিত আৰু সুসজ্জিত হ'লে, অসম সাহিত্য সভাৰ নাম আৰু কামৰ গৌৰব বঢাব, সন্দেহ নাই।

মুঠতে মোৰ সভাপতিৰ কাৰ্যকালতে শিশু জ্ঞানকোষ আৰু আঞ্চলিক শব্দকোষৰ পাতনি মেলা হৈছিল ; যোৰহাট আৰু গুৱাহাটীত দুটা সাহিত্য ভৱন নিৰ্মানৰো কাম আৰম্ভ হৈছিল। এই কামবোৰ যথাসময়ত সম্পূৰ্ণ হৈ মনোমত সুফল দিবগৈ বুলি আশা কৰা হয়। বাকী ৰ'ল চৰ অঞ্চল আৰু চাহ বাগিচাত কৰিবলগীয়া সাংগঠনিক কামকে ধৰি আৰু অনেক কাম—Done little and undone vast গোৱালপাৰা, কামৰূপ, দৰং, নগাঁও, যোৰহাট, শিৱসাগৰ, ডিব্ৰুগড়, কাৰ্বি আংলং আদি জিলাত চমুকৈ হ'লেও ভ্ৰমণ কৰা হৈছিল।

এইখিনিতে বিনীতভাৱে এটি ক্ষুদ্ৰ ব্যক্তিগত কথা উল্লেখ কৰি সামৰিব খুজিছোঁ। এই বছৰৰ মাজুলী, বঙাইগাঁও, ওডালগুৰি, টংলা, আঁহতগুৰি, দলগাঁও,

শিৱসাগৰ, জামুগুৰিহাট আদি ঠাই ভ্ৰমণ কৰা হৈছে যদিও ভ্ৰমণ বানচ আমি, মানে মই, সমূলি লোৱা নাই , আনকি ভ্ৰমণত গৈ শিৱসাগৰত সঙ্গীতাচাৰ্য্য লক্ষ্মীৰাম বৰুৱা সদন নিৰ্মাণৰ কাৰণে এক লক্ষ টকা দানৰ যি চে'ক পোৱা হৈছিল সেই ভ্ৰমণৰ কাৰণেও মই সাহিত্য সভাৰ পুঁজিৰ ফালে হাত মেলা নাই। সাংগঠনিক কামৰ বাবে ভ্ৰমণ বানচ নোলোৱা এইখিনি সামান্য আৰ্থিক স্বাৰ্থত্যাগ সভাৰ হকে কৰিছিলোঁ।

বক্তব্যৰ সামৰণিত এটা কথা স্বীকাৰ কৰিবলৈ পাই নথৈ সুখী হৈছোঁ যে এই বছৰত প্ৰয়োজন মতে যেতিয়াই যাকে আহবান দিয়া হৈছিল তেৱেঁ আহি বিনা বাক্যব্যয়ে আমাক সহায় কৰি কৃতাৰ্থ কৰিছিল, তেহেলৈ তেখেতসকল সাহিত্য সভাৰ বাহিৰতে থাকক বা ভিতৰতে থাকক। তেনে লোকসকলৰ ভিতৰৰ জনদিয়েক আছিল, যেনে—(সৰ্বশ্ৰী) প্ৰভাত শৰ্মা, শৰৎচন্দ্ৰ গোস্বামী, খনীন্দ্ৰ চন্দ্ৰ বৰুৱা, হৰেন্দ্ৰ নাথ বৰুৱা, নৰেন্দ্ৰনাথ শৰ্মা প্ৰভৃতি ভালেকিজন। ই তেখেতসকলৰ অসম সাহিত্য সভাৰ প্ৰতি থকা আন্তৰিক চেনেহ-শ্ৰদ্ধাৰ নিদৰ্শন স্বৰূপ। যত্ন কৰিও সেইবাৰ সাহিত্যিক পেন্সন চৰকাৰৰপৰা আনিব পৰা নগ'ল। এই বিফলতাৰ বাবে নিজে দুঃখিত।

সদৌ শেষত ইয়াকে ক'ব খোজোঁ যে অসম সাহিত্য সভাৰ সভাপতিৰ গুৰু দায়িত্ব বহন কৰি বছৰটোৰ ভিতৰত মই যে কিবা বিশেষ কাম কৰিব পাৰিলোঁ তেনে গৌৰৱৰ হেতু আছে বুলি মই নাভাবোঁ। কিন্তু সেযে হ'লেও সেই বছৰটোৰ কৰ্ম ব্যস্ততাৰ গৌৰৱ মই আমৰণ স্মৰণ কৰিম। এই কৰ্মব্যস্ততাৰ মাজতেই টৌতে খৰ মাৰি অসম সাহিত্য সভাই প্ৰকাশ কৰা 'ৰঘুনাথ চৌধাৰী ৰচনাৱলী' আৰু কবি ধনাই বৰাৰ 'মোৰ জীৱন যাত্ৰাৰ কথা'—এই দুখন মূল্যবান গ্ৰন্থ সম্পাদনা কৰি উলিযাব পাৰি মই যি আনন্দ লাভ কৰিলোঁ—সিও মোৰ পক্ষে এক পৰমানন্দ। মোৰ সভাপতিৰ কাৰ্য্যকালৰ বছৰটোৰ থূলমূল কাৰ্য্যবিৱৰণী ইমানকে দি বঢা-টুটা শত দোষৰ কাৰণে ৰাইজৰ ওচৰত গলবস্ত্ৰ হৈ সেৱা জনালোঁ। *

---

* অসম সাহিত্য সভাৰ ১৯৮০ চনৰ বহা অধিবেশনৰ বিষয় বাছনি সভাত পঠিত আৰু গৃহীত আৰু 'কি ফুলে ফুলালা' আদি সাহিত্যালোচনীত প্ৰকাশিত।

# আৰিমত্ত ৰজাৰ জন্মকাহিনী

ভাৰত বুৰঞ্জীৰ বিখ্যাত ৰজা বিক্ৰমাদিত্যৰ বিষয়ে যেনেকৈ অলেখ প্ৰবাদ আৰু কাহিনী মানুহৰ মুখে মুখে চলি আছে, অসম বুৰঞ্জীৰ ৰজা আৰিমত্তৰ বিষয়েও তেনেকুৱা অনেক প্ৰবাদ আছে। কোৱা আছে যে আৰিমত্ত ৰজাই হেনো পিতৃ-বধ পাপৰপৰা মুক্তি পাবৰ উদ্দেশ্যে তেওঁৰ ৰাজ্যত এহেজাৰ এটা পুখুৰী খন্দাইছিল আৰু সেইবোৰ আজিকোপতি সমস্ত অসম দেশত সিঁচৰতি হৈ পৰি আছে। ৰজা আৰিমত্তৰ পিতৃ-বধৰ কাহিনী যেনে ৰহস্যময় তেওঁৰ জন্ম কাহিনীও তেনে আমোদজনক।

আৰিমত্ত ৰজাৰ পিতৃৰ নাম ৰামচন্দ্ৰ। ৰামচন্দ্ৰৰে অন্য নাম ইন্দ্ৰনাৰায়ণ আৰু প্ৰতাপনাৰায়ণ। এসময়ত ৰজা ৰামচন্দ্ৰ মৃগয়ালৈ গৈছিল। হাবিৰ মাজত মৃগয়া কৰি ফুৰোঁতে এদিন তেওঁ অকলশৰীয়া হ'ল, পাত্ৰ-মন্ত্ৰীসকল আঁতৰি গ'ল। দিন দুপৰীয়া লুইতৰ দাঁতিৰ হাবিৰ মাজত ফুৰি ফুৰি তেওঁ ভাগৰত লালকাল দিলে। তেওঁ এজোপা আঁহত গছৰ তলত খন্তেক বহিল। তেতিয়া তেওঁৰ বৰ পিয়াহ লাগিছিল। লুইতৰপৰা বেছি দূৰ নাছিল যদিও তেওঁৰ ইমান ভাগৰ লাগিছিল যে লুইতলৈ যাবলৈ তেওঁৰ মন নগ'ল। গছৰ শীতল ছাঁত বতাহ লগাত তেওঁৰ বহি থাকোঁতেই তন্দ্ৰাৰ ভাব হ'ল। টোপনিয়ে চকু টানি ধৰিলে। ইফালে পিয়াহত অণ্ঠ-কণ্ঠ শুকাই গৈছে। পানী এটোপা খাই টোপনি এটা মাৰিব পাৰিলে তেওঁ যেন স্বৰ্গৰ সুখ পাব। কিন্তু তেনেকৈ বহি থাকিলে তেওঁক সেই অৰণ্যত পানী দিব কোনে?

আচৰিত কথা, এনে সময়তে এগৰাকী দীপ্‌লিপ গাভৰু ছোৱালী তেওঁৰ ওচৰলৈ আহিল। গাভৰুৰ কাষত কলহ আৰু কলহত লুইতৰ চেঁচা পানী। ৰজাই গাভৰুক তেনে অৱস্থাত অকলে দেখি সপোন দেখা যেন পালে। তেওঁ কথা পাতিলে আৰু কথা-বতৰাৰ মাজেদি দুয়োৰো পৰিচয় ঘটিল। গাভৰুৱে পানী দিলে ৰজাই পিয়াহ পলুৱাই পানী খালে। সেই দিনৰপৰা ৰজা ৰামচন্দ্ৰই মৃগয়া-বাহৰৰপৰা নিতৌ অকলে গৈ গাভৰুৰ লগত সেই ঠাইত সাক্ষাৎ হ'বলৈ ধৰিলে। এইদৰে থাকোঁতে দুয়োকো দুয়ো অন্তৰেৰে ভাল পালে আৰু দুয়োৰো মাজত গন্ধৰ্ব বিবাহ হৈ গ'ল। দুয়ো ৰাজধানীলৈ আহিল আৰু সুখে-সন্তোষে কাল কটাবলৈ ধৰিলে।

কিম্বদন্তিমতে এই অপৰূপ ৰূপৱতী গাভৰু-গৰাকী আছিল এজনা জলকুঁৱৰী, নাম চন্দ্ৰপ্ৰভা। বিয়াৰ কিছুকাল পিছত ৰজা ৰামচন্দ্ৰৰ ৰাজ্যত এটা অঘটন ঘটিল। সহস্ৰ সতৰ্ক প্ৰহৰীয়ে দিনে-নিশাই পহৰা দি থকা সত্ত্বেও ৰাজ-ভঁৰালৰপৰা এদিন

অজস্র ধন-সোণ চোৰে চুৰি কৰি নিলে। অকল সেয়ে নহয়, সেই দিন ধৰি ৰাজ্যৰপৰা মাৰি-মৰক, অপায়-অমঙ্গল, অতিবৃষ্টি-অনাবৃষ্টি আদি দুৰ্যোগবোৰ নুগুচা হৈ পৰিল। প্রজাৰ মাজত হাহাকাৰ লাগিল। পিছত ৰজাকে আদিকৰি ৰাজ্যৰ সকলো জ্ঞানী লোকে এদিন একে সময়তে সকলোৱে ৰাতি এইদৰে সপোন দেখিলে যে ৰজাই ৰাণী চন্দ্রপ্রভাক ব্রহ্মপুত্রত উটাই দিব লাগে, নহ'লে কাৰো পৰিত্ৰাণ নাই। এই কথা যেন কোনো এক সাধুৱে আহি সকলোকে কৈছে, আদেশ দিয়াৰ দৰে কৈছে।

পিছদিনা সপোনৰ কথা আলচ কৰিবলৈ ৰাজসভা বহিল। সভাত এয়ে সিদ্ধান্ত হ'ল যে ৰজাই কুঁৱৰী চন্দ্ৰপ্ৰভাক সুসজ্জিত ভূৰ এখনত তুলি লুইতত উটাই দিব লাগে। কাৰণ, লুইত কুপিত হোৱাত এনেবোৰ দুৰ্যোগে দেখা দিছে। কুঁৱৰীক নাপালে লুইত তুষ্ট নহয।

আলচা মতে কাম হ'ল। ৰজাই চকুলো টুকি টুকি কুঁৱৰীক সালঙ্কৃতা কৰি নিজ হাতে নি ভূৰত তুলি ব্ৰহ্মপুত্ৰ উটাই দিলে। বানবাৰিষাৰ কোবাল সোঁতত ৰাণী চন্দ্রপ্রভাক লৈ ভূৰ উত্তৰ গুৱাহাটীৰপৰা ভটিয়াবলৈ লাগিল। কোৱা বাহুল্য যে সেই সময়ত ৰাণী গৰ্ভৱতী আছিল। তেওঁৰ কান্দোনত হেনো ডকা-চাকনৈয়াবোৰেও শাম কাটিছিল আৰু ৰাণীৰ সহায় হৈ ডাঙৰ ডাঙৰ মাছবোৰ ভূৰৰ কাষে কাষে গৈ আছিল।

ভটিযাই গৈ গৈ ভূৰ কামাখ্যাৰ দাঁতিৰ এখন আশ্ৰমত লাগিল। সেই আশ্ৰমখন আছিল জিতাৰি নামৰ এজন ব্ৰাহ্মণ সন্ন্যাসীৰ। জিতাৰি ব্ৰাহ্মণে লুইতত গা ধুবলৈ গৈ সোঁতত উটি যোৱা অকলশৰীয়া ৰাণীক দেখি আচৰিত হ'ল। তেওঁ সাঁতুৰি গৈ ভূৰত ধৰিলে আৰু ভূৰখন আনি আশ্ৰমৰ দাঁতিত বান্ধিলে। ৰাণীয়ে তেতিয়াও কান্দিয়ে আছিল। বামুণে তেওঁক আতৌ-পুতৌ কৰি আনি আশ্ৰমত আশ্ৰয় দি ৰাখিলে।

দিনৰ পিছত দিন পাৰ হৈ যাবলৈ ধৰিলে। যথা সময়ত ৰাণী প্ৰভাৱতীয়ে এটি পুত্ৰ সন্তান প্ৰসৱ কৰিলে। বামুণে গণনা কৰি ল'ৰাৰ ৰাজলক্ষণ পাই নাম থ'লে অৰিমত্ত, অৰ্থাৎ শত্ৰুৰ লগত যুদ্ধ কৰি শত্ৰু দমন কৰাত পৈণত বীৰ। ওচৰৰ মানুহবোৰে ল'ৰাৰ নাম ৰাখিলে আৰিমত্ত , কাৰণ ল'ৰাৰ মূৰটো আৰি মাছৰ মূৰৰ দৰে অলপ দীঘল আছিল আৰু বাহুতো তেওঁৰ আৰি মাছৰ চিন আছিল। অৰিমত্ত আৰু আৰিমত্ত এই দুয়োটা নামেৰে শিশু জনাজাত হ'ল।

ইফালে ৰজা ৰামচন্দ্ৰই কৰিলে কি? কুঁৱৰীক নিজ হাতে ভৰা ব্ৰহ্মপুত্ৰত নিৰাশ্ৰয কৰি উটুৱাই দি তেওঁ শোকত তেনেই বিহ্বল হ'ল। ৰাণীৰ অবিহনে তেওঁ সংসাৰ অসাৰ যেন পালে। চিন্তা-ভাৱনাতে দিন নিয়াবলৈ ধৰিলে। ৰাজ্যত অলপ শান্তি আহিল সঁচা, কিন্তু তেওঁৰ অন্তৰত হ'লে একোপধ্যে শান্তি নাহিল। উগুল-থুগুলকৈ থাকি তেওঁ এদিন মন্ত্ৰীৰ হাতত ৰাজ্য সমৰ্পণ কৰি ক'লে যে ঈশ্বৰৰ ইচ্ছা হ'লে তেওঁৰ ৰাজ্য কেতিয়াবা হয়তো আকৌ তেওঁৰ বংশধৰসকলৰ হাতলৈয়ে যাব। তেওঁ প্ৰজাসকলৰপৰা বিদায় লৈ সন্ন্যাস অৱলম্বন কৰিবলৈ বুলি পূবমুৱা হৈ যাবলৈ

ধৰিলে। গৈ গৈ তেওঁ তেজপুৰৰ ওচৰত বিশ্বনাথত উপস্থিত হ'ল। তাতে ভিক্ষাৰ অন্নেৰে প্ৰাণ প্ৰবৰ্তাই থাকিবলৈ ধৰিলে।

তেতিয়া তেজপুৰৰ ওচৰৰ ঠাইবোৰত অৰাজকতা হোৱাৰ দৰে হৈছিল। মানুহবোৰে সন্ন্যাসী ৰামচন্দ্ৰৰ সাহস, বাহুবল, সুচৰিত্ৰ আদিলৈ লক্ষ্য কৰি তেওঁক তেওঁলোকৰ পৰিত্ৰাণ কৰ্তা ৰজা হ'বলৈ ধৰিলে। তেওঁ মান্তি হ'ল। প্ৰতাপগড় নামে ঠাইত তেওঁ ৰাজধানী পাতি লৈ শাসনকাৰ্য্যত মন দিলে। তেওঁৰ নাম হ'ল তেতিয়া প্ৰতাপনাৰায়ণ। ৰজা প্ৰতাপনাৰায়ণৰ যশ-গুণৰ কথা বৈ-বৈ যাবলৈ ধৰিলে। দেশত শান্তি স্থাপন হ'ল।

ইপিনে জিতাৰি ব্ৰাহ্মণৰ তোলনীয়া পুত্ৰ শিশু আৰিমত্ত দিনকদিনে ডাঙৰ হৈ আহিল। ৰজা ৰামচন্দ্ৰৰ মন্ত্ৰীসকলে তেতিয়া সিংহাসনত বহুৱাবলৈ যথাযোগ্য লোক এজন বিচাৰি ফুৰিছিল। তেওঁলোকে শিশু আৰিমত্তৰ কথা অহকাণে-পহকাণে শুনিলে। আশ্ৰমলৈ আহিঁ শিশুটিৰ দৰ্শন লাভো কৰিলে। শিশুৰ মাকে মন্ত্ৰীসকলক দেখা নিদিলে, কিন্তু ক'লে যে আগৰ ৰাজধানীৰপৰা অন্য ঠাইলৈ ৰাজধানী তুলি নিলে তেওঁ তেওঁৰ পুত্ৰক ৰজা হ'বলৈ এৰি দিয়াত আপত্তি নকৰে। আগৰ ৰাজধানীত হ'লে তেওঁ পুতেকক ৰাজপাটত বহিবলৈ নিদিয়ে, কাৰণ সি এজনা ৰজাৰ পৰিত্যক্ত স্থান।

সেইমতেই কাম হ'ল। উত্তৰ গুৱাহাটীৰপৰা ৰাজধানী তুলি নি বৈদ্যৰ গড়ৰ ওচৰত থকা বেতনা নামে ঠাইত পতা হ'ল। ৰজা আৰিমত্তই মন্ত্ৰীসকলৰ সহায়ত কিছুকাল ৰাজকাৰ্য্য পৰিচালনা কৰি থাকি শেষত নিজে তাৰ সম্পূৰ্ণ দায়িত্ব গ্ৰহণ কৰিলে। তেওঁৰ নাম-যশ চাৰিওফালে বিয়পিবলৈ ধৰিলে। এই সময়তে তেওঁৰ ফিঙুৱা কোঁৱৰ নামে এজন আশ্ৰয়পাৰ্থী ৰজাৰ লগত বন্ধুত্ব হয়। পিছত ফিঙুৱা কোঁৱৰৰ লগত তেওঁৰ কেনেকৈ বিবাদ হ'ল আৰু তাৰে ফলত তেওঁ কেনেকৈ নিজৰ মাদৈৰো শিৰশ্ছেদ কৰিলে—সেই বিষয়ে থকা প্ৰবাদ কাহিনী অন্য প্ৰবন্ধৰ আলোচ্য বিষয়। *

* দীপক, মে', ১৯৬৪

# জনশ্ৰুতিয়ে বুৰঞ্জী কয়

পানীত মাছ সাঁতুৰি ফুৰাৰ দৰে কল্পনা-সাগৰত মানুহ উটি-ভাহি ফুৰে। মানুহে যিমান কাম কৰে তাৰ দুগুণ কল্পনা কৰে। সেইবাবেই কোৱা হয় 'মনে খোজে ৰজা হ'ব, ঈশ্বৰে নিদিয়ে খুজি খাব'। বঙালীতো কোৱা আছে 'মনে কৰি কৰ্ম্মী কৰি, হয় হয় না'—বোলে, ভাবো হাতী হওক বুলি, পিছে কাৰ্য্যত হাতী দূৰৰ কথা—ঘোঁৰায়ে নহয়। দেখা ঘটনা বা জ্বলন্ত সত্য কথাবোৰো ৰহণ সানি ক'ব খোজাটো মানুহৰ স্বভাব। সেই হেতুকেই একেটা ঘটনায়ে মানুহৰ মুখে মুখে বাগৰি গৈ নানা ৰূপ লয়। সৰুতে শুনিছিলোঁ মহাত্মা গান্ধীয়ে হেনো ৰাতিপুৱা এটা ৰূপত দেখা দিয়ে, দুপৰীয়া আকৌ অন্য এটা ৰূপ লয় আৰু সন্ধিয়া আকৌ তেনেই অন্য মানুহ এজনৰ দৰে হয়। সঁচাকৈয়ে মহাত্মা গান্ধীয়ে আত্ম-জীৱনী লিখি থৈ নোযোৱা হ'লে আজি হয়তো তেওঁৰ অনেক ভক্তই তেওঁক শ্ৰীকৃষ্ণৰ দৰে এটি ৰহস্যময় চৰিত্ৰ কৰি তুলিলেহেঁতেন। মানুহৰ মুখে মুখে যুগ যুগ ধৰি তেনেকৈ অনেক কাহিনী সামান্য সত্যকে আশ্ৰয় কৰি গঢ় লৈ উঠিছে আৰু উঠিব। এইবোৰ কাহিনীক প্ৰকৃততে ছায়া-পোহৰৰ সংমিশ্ৰণ বা কল্পনা আৰু বাস্তৱৰ সমিল-মিল বুলিব পাৰি। বাস্তৱৰ জুমুধিটোত ইতিহাসৰ এধাৰ তেজৰ সুঁতি নথকা নহয়। এনেকৈ ৰূপ লৈ উঠা কাহিনীবোৰ কিন্তু প্ৰকৃত ইতিহাসতকৈয়ো অধিকতৰ আকৰ্ষণীয় আৰু অধিকতৰ মধুৰ। সকলো দেশতে এনেবোৰ জনশ্ৰুতিৰ স্থান সেই সেই দেশৰ বিভিন্ন সমাজত আছে। পুৰাণ-ৰামায়ণে কওক বা নকওক, বুৰঞ্জীত থাককেই বা নাথাককেই কামৰূপ জিলাতে—নগাঁৱলৈ যোৱা বাটৰ কাষত ঘিলা পৰ্বত আছে য'ত জনশ্ৰুতি মতে ৰাম-সীতাই ঘিলা খেলোঁতে ঘিলা গুটি হেৰাইছিল। তাৰ ওচৰতে বুঢ়া-বুঢ়ী পৰ্বত আছে য'ত সৃষ্টিৰ আদিতে জন্মা বুঢ়া-বুঢ়ীহালে পৰ্বত ৰূপ লৈ আজিও তেওঁলোকৰ সৃষ্টিৰ শ্ৰীবৃদ্ধি চাই আছে। ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে মঙ্গলদৈ মহকুমাত আজিও কুৰুৱা পৰ্বতে তাহানি ভগদত্ত ৰজাৰ জীয়েক ভানুমতীৰ সয়ম্বৰৰ সময়ত কৌৰৱসকলে বিয়া সাজি আহি বাহৰ কৰি ৰোৱাৰ সাক্ষী দি সেই ঘটনাকে জনসাধাৰণৰ মুখেদি প্ৰচাৰ কৰিব লাগিছে। শোণিতপুৰ নামটোৱে আধুনিক তেজপুৰৰে ইতিহাস ক'বলৈ গৈ বাণাসুৰ আৰু যাদৱ সৈন্যৰ মাজত হোৱা ঘোৰ যুদ্ধৰ কথা সোঁৱৰাই দিয়ে। তেনেকৈ ইংলণ্ডত ড্ৰেগন হিল আছে আৰু এই ড্ৰেগন হিলতে হেনো ড্ৰেগন জাতিৰ শেষ জন্তুটো খেদি আনি বধ কৰা হৈছিল। মানুহৰ বিশ্বাস সেই পৰ্বতত ড্ৰেগনৰ তেজ পৰিছিল আৰু সেইবাবে

তাত তৰু-তৃণ আজিও নগজে। ঠিক তেনেকুৱাকৈয়ে নাগপুৰৰ ওচৰৰ শম্বুক নামৰ পাহাৰৰ মাটিবোৰ ৰঙা হোৱা কাৰণে মানুহৰ ধাৰণা ৰামায়ণৰ ঋষি শম্বুকে ৰামচন্দ্ৰৰ শৰত প্ৰাণ এৰিছিল এই পৰ্বততে। তপস্বী শম্বুকৰ তেজ পৰিছিল বাবে আজিও সেই ঠাইৰ মাটি ৰঙা। শোণিতপুৰৰ মাটি ৰঙা হোৱাৰো কাৰণ তেনেকুৱাই। এইদৰে জনশ্ৰুতিয়ে বৈজ্ঞানিক সত্যৰ ওপৰতো ৰং দি তাক ধুনীয়া কৰি তোলে।

জনশ্ৰুতিত নিৰ্জীৱ পদাৰ্থযো প্ৰাণ পায়, পুৰাণ-ভাৰত-ৰামাযণ-ইতিহাস আদিৰ ঘটনাবোৰেও অমৰত্ব লভিবলৈ উপযুক্ত প্ৰতিভূ লাভ কৰে। মহাদেৱ হিন্দুৰ কাল্পনিক দেৱতা ; তেওঁৰ বাহন আছিল বৃষভ। মহাদেৱক কোনেও দেখা নাই, তেওঁৰ বাহন বৃষভটোকো দেখা নাই ; কিন্তু তেওঁৰ বাহন বৃষভৰ প্ৰকাণ্ড শিলামূৰ্তি হাজোৰ হাবিত আজিও পৰি আছে। ভীমেও জনশ্ৰুতিত পইতা ভাত খাই মহাদেৱৰ বৃষভটো চৰাই লৈ ফুৰিছিল। নহ'লেনো হাজোৰ সেই একে হাবিতে ৪০।৫০ মোন গধুৰ প্ৰকাণ্ড শিলৰ বাটি পৰি থাকি আজিও ভীমে 'পান্তা খোৱা শিলৰ বাটি' বুলি খ্যাতি লাভ কৰেনে? তেনেকৈ হাজোত থকা বেফুলাৰ ভূৰৰ চিন, ব্ৰহ্মপুত্ৰৰ ঘাটলৈ পাহাৰৰ ওপৰেদি কালিনাগ নামি অহাৰ সেজা আদিযে পদ্মাপুৰাণৰ কাহিনীবোৰ জীৱন্ত কৰি তোলে। তেনেকৈ মঙ্গলদৈৰ বেউলাৰ বিযাৰ খলা, তুঁহৰ বডি ইত্যাদি, ছযগাঁৱৰ চান্দোসদাগৰৰ মেৰঘৰৰ চিন, তেজপুৰৰ উষাই স্নান কৰা শিল আদি একেবিধৰ বস্তু।

## জাতীয় জীৱনৰ প্ৰতিচ্ছবি :

কোনো কোনো পণ্ডিতে যুক্তিৰে দাঙি ধৰিছে যে ৰামাযণ আৰু মহাভাৰতৰ কবি একো একোজন বিশিষ্ট ঋষি হ'লেও এই দুযোখন মহাকাব্যৰে কাহিনীবোৰ প্ৰথমে মানুহৰ মুখে মুখে প্ৰচাৰিত আছিল। মহামুনি বাল্মীকি আৰু বেদব্যাসে সেইবোৰক লিপিবদ্ধ কৰি অমৰত্ব দান কৰে। সেয়েহে ৰামায়ণত নথকা অনেক কাহিনী আজিও ৰামায়ণৰ কাহিনী ৰূপেই জনসমাজত জনশ্ৰুতিৰ মাজেদি চলি আছে। মহাভাৰতৰতো কথা ক'বই নালাগে। আন নালাগে অসমীয়া মহাভাৰতৰে বন-পৰ্বত অনেক কাহিনী মূল মহাভাৰতৰ বহিৰ্ভূত কথা। কিন্তু সেই কথাবোৰ এনেভাৱে খাপ খোৱাকৈ সন্নিহিত কৰা হৈছে যে সেইবোৰ অকল বিশ্বাসৰ যোগ্য হৈয়ে থকা নাই, জাতীয় জীৱনৰো প্ৰতিচ্ছবি হৈ পৰিছে। আজিও হাতীযে মেকুৰী দেখিলে নাইবা হাতীৰ গালৈ মেকুৰী দলিয়াই দিলে চিঞৰি পলায়। তাৰ কাৰণ অসমীয়া মহাভাৰতৰ বনপৰ্বৰ এটি কাহিনীত সন্নিৱিষ্ট আছে। বঘাসুৰৰ সেনাপতি সুৰকেতুৰ বাহন আছিল এটা মেকুৰী। মেকুৰীও মেকুৰী বিৰাট মেকুৰী, ওখই এক যোজন অৰ্থাৎ ৮ মাইল। সুৰকেতুৰ লগত মহাবীৰ অৰ্জুনৰ ৰণ হোৱাত দেৱতাসকলে অৰ্জুনক ইন্দ্ৰৰ ঐৰাৱতটো ধাৰে দি সহায় কৰিছিল। সেই ৰণত সুৰকেতুৰ বিডালে ঐৰাৱতৰ মূৰত নখযুক্ত চোকা হাতোৰাৰে ধৰি ঐৰাৱতৰ মূৰৰপৰা পাচিয়ে পাচিয়ে

মগুহ খামুচি উলিয়াই পেলাইছিল। হাতীৰ পূৰ্বপুৰুষ ঐৰাৱতে তাতে সৰিয়হৰ ফুল দেখি চিঞৰি পলাইছিল। সেইদিন ধৰি হাতীৰ মূৰত খাল হৈ আছে আৰু হাতীয়ে মেকুৰী দেখিলে চিঞৰি পলায়।

তেনেকৈয়ে বাল্মীকিৰ ৰামায়ণ বা অন্য কোনো ৰামায়ণত নাথাকিলেও অসমীয়া মানুহে ৰামায়ণৰ কথা বুলি অনেক অৰামায়ণী কথা বিশ্বাস কৰে ; যেনে— সীতা হৰণৰ সময়ত সীতাই ব্ৰহ্মচাৰী লক্ষ্মণৰ মাটিত দিয়া আঁক তিনিটা পাৰ হৈছিল আৰু তাকে নকৰা হ'লে এটা ৰাৱণ নহয় এশটা ৰাৱণেও সীতাক হৰণ কৰি নিব নোৱাৰিলেহেঁতেন বুলি আজিও মানুহে বিশ্বাস কৰে। অৰ্থাৎ সীতাৰ অনুৰোধ এৰাব নোৱাৰি, ৰামৰ অন্বেষণত যাবলগীয়া হৈ লক্ষ্মণে সীতাৰ জুপুৰি ঘৰটোৰ সম্মুখত মন্ত্ৰপূত কৰি মাটিত তিনিটা আঁক মাৰি সীতাক কোনো কাৰণতে সেই আঁকৰ বাহিৰ হৈ নাযাবলৈ কৈ গৈছিল। মায়াবী ৰাৱণৰ আক্ৰোশ এৰাব নোৱাৰি সীতাই সেই আঁক পাৰ হৈ গৈ ৰাৱণক ভিক্ষা দিওঁতেই ৰাৱণে তেওঁক বলেৰে ধৰি নিবলৈ সুবিধা পালে। তেনেকৈয়ে সীতাৰ বনবাসৰ ৰামাযণত নথকা আৰু এটি কাৰণ জনশ্ৰুতিযে এইদৰে দিয়ে। ৰাৱণৰ হাতৰপৰা ৰামে সীতাক উদ্ধাৰ কৰিলে। তাৰ পিছত অযোধ্যাত ৰজা হৈ থকা কালত বান্ধৱীসকলৰ অনুৰোধত এদিন সীতাই তেওঁৰ শোৱা-কোঠাৰ মজিযাতে ৰাৱণৰ ছবি আঁকিছিল। তেওঁ সেই ছবি মচিবলৈ পাহৰিলে আৰু দুৰ্ভাগ্যবশতঃ সোণৰ পালেঙত বিশ্ৰাম লৈ নিদ্ৰামগ্ন থাকোঁতে ৰামে আহি অকস্মাৎ সেই চিত্ৰ দেখিলে। চোৰাংচোৱাৰ মুখে ৰামে ইযাৰ আগতে সীতাৰ বিষয়ে জনাপবাদ অনেক শুনি আছিল। এতিয়া সীতাই ৰাৱণৰ ছবি আঁকি লৈ তেনেকৈ নিদ্ৰাসুখ লাভ কৰাত তেওঁৰ মন আৰু বেছি সন্দিহান হৈ উঠিল আৰু তেতিয়াই তেওঁ সীতাক বনবাস দিবলৈ স্থিৰ সিদ্ধান্ত ল'লে। এই কাহিনী কোনো ৰামায়ণত নাই, কিন্তু জনশ্ৰুতিয়ে তাক ৰামায়ণৰ কাহিনী বুলিযে প্ৰচাৰ কৰি আছে। আজিও হোজা গাঁৱলীয়া লোকে মাটিত কিবা আঁকিলে ততালিকে মচি থয কাৰণ ৰামায়ণৰ উক্ত কাহিনী তেওঁলোকৰ মনৰ কোনোবা এটি চুকত সজাগ হৈ আছে।

### জনশ্ৰুতি থাকিবই ঃ

ৰাম-জখলা, সীতাৰ ব, যখিনীৰ থু, বন-কমলা আদিবোৰো জনশ্ৰুতিত ৰামায়ণৰে বস্তু। আবিয়ৈ অৱস্থাত মৰা মানুহবোৰে শান্তি নাপাই চট্‌ফটাই উকা-জুই হৈ শ্মশানত উৰি ঘূৰি ফুৰে। ই পদাৰ্থবিজ্ঞানৰ 'গেছ' নহয়। কাৰণ কোনোবাই সেই জুইত কোব মাৰি দিয়াত সি এদিন কাউৰী এজনী হৈ মৰি পৰিছিল। প্ৰকৃতিৰ ৰহস্যবোৰৰ এনেকুৱা গ্ৰহণযোগ্য সমিধান জনশ্ৰুতিয়ে দিবই দিব। আকাশৰ ৰামধনু সূৰ্য্যৰ সাত ৰঙৰ বৃষ্টিকণাত পৰা প্ৰতিবিম্ব নহয়—ৰামে তাহানি সীতা সয়ম্বৰৰ সময়ত ভঙা হৰৰ ধনু হে। আকাশৰ গ্ৰহ-নক্ষত্ৰবোৰৰো অনেকে জনশ্ৰুতিৰ ৰাজ্যত

সোমাই ধ্ৰুৱ, বাশিষ্ঠ, অগস্ত্য, অৰুন্ধতী, আদি মৰ্ত্যৰ নাম গ্ৰহণ কৰি বহিছে। কেতেকীৰ মাতত জনশ্ৰুতিয়ে গল্প আৰি দিছে—'বৌ কাকা ক'ত?' —'অ' কপাহ ব' আদি, বকৰ মাতত আছে 'কোৱা কোৱা কুবাক্য' ইত্যাদি। কোনোটো চৰায়ে সদায ৰামায়ণৰ ৰামচন্দ্ৰক 'ৰাম, ক'ত ক'ত কৈয়ে আজিও চিএঞৰে, কোনোটাৱে 'চোৰ, চোৰ'কৈ চিএঞৰি গিৰিহঁতক চোৰ অহাৰ সঁহাৰি দিয়ে, কোনোটোৱে আকৌ 'হুদু ভেটি খুন্দোঁ' বুলিয়ে আটঙ্কৰ সৃষ্টি কৰে। জনশ্ৰুতিযে চৰাই-চিৰিকটি আদিৰ মাততো আখ্যানৰ সন্ধান পায।

বুৰঞ্জীৰ উকা ঘটনাবোৰতো জনশ্ৰুতিয়ে বাখৰ পাতিবলৈ নেৰে। জাহাঙ্গীৰ বাদচাহে শ্যেৰ আফগানৰ পত্নী মেহেৰুন্নিচাৰ ৰূপ-যৌৱনত ভোল গৈ শ্যেৰ আফগানক হত্যা কৰাই মেহেৰুন্নিচাক নিজৰ উপভোগৰ সামগ্ৰী কৰি ললে বুলি বুৰঞ্জীয়ে কয়। মানুহৰ কল্পনাপ্ৰৱণ মনে কিন্তু সেই সত্যৰো সীমা ডেই গৈ সুধিব খোজে—মেহেৰুন্নিচাই জানো তেতিযা শ্যেৰ আফগানৰ কথা অলপো ভবা নাছিল? তেওঁ জানো সম্পূৰ্ণ সুখী হ'ব পাৰিছিল? বুৰঞ্জী সেই বিষযে নিমাত। জনশ্ৰুতিয়ে কিন্তু সেই প্ৰশ্নৰ উত্তৰ নিদিযাকৈ থকা নাই। জনশ্ৰুতি মতে আজিও শ্যেৰ আফগানৰ কবৰৰ চাৰিওফালে আঁউসীৰ অন্ধকাৰত এগৰাকী ৰূপৱতী ৰমণীয়ে সুন্দৰ সাজপাৰ পিন্ধি গুণ গুণকৈ গীত গাই ক্ৰন্দনৰ মৃদু ৰোল তুলি—সাৱলীল গতিত ঘূৰি থাকে ; আজিও সেই কবৰৰ ওপৰত আঁউসীৰ সেই দিনা সদায় সেই ৰহস্যময়ী ললনাই প্ৰদান কৰা গোলাপৰ পাহি বিচাৰিলে পোৱা যায। জনশ্ৰুতিৰ এনে মনোহৰ কাহিনী বিজুলীবাতিয়ে ঢুকি নোপোৱা গাঁৱৰ চুকে-কোণে আজিও অলেখ শুনিবলৈ পোৱা যায়। মানুহ থাকে মানে জগতত এই কাহিনীবোৰো এটা নহয় এটা ৰূপত থাকিবই।

অসম বাতৰি ঃ ১৬ অক্টোবৰ ১৯৬৬/দেওবাৰ

# দৰঙীয়া নাম-কীৰ্ত্তন

আজিকালিৰ মঙ্গলদৈৰ পুৰণি নাম দৰং। দৰঙীয়া ওজাপালি বা দৰঙীয়া নাম-কীৰ্ত্তন বুলিলে সেই বাবে আজিও মঙ্গলদৈৰ ওজাপালি আৰু মঙ্গলদৈৰ নাম-কীৰ্ত্তন বুজা যায়। 'দ্যৌৰ' অৰ্থ দেৱতা। দ্যৌ-ৰঙ্গ বা দেৱতাৰ ৰঙ্গভূমি এই অৰ্থে দৰং। ইয়াৰ মানুহৰ মাজত থকা কিম্বদন্তি মতে দেৱতাসকলে এই ঠাইত মহাদেৱৰ কৈলাস বা ইন্দ্ৰৰ স্বৰ্গ ৰাজ্যৰপৰা নামি আহি ক্ৰীড়া কৰিছিল বুলি হেনো এই ঠাই দৰং নামে খ্যাত হৈছিল। পুৰণি প্ৰসিদ্ধ অনেক ঘটনাৰ লগত ইয়াৰ অনেক ঠাইৰ নাম আজিও সাঙোৰ খাই আছে। অত্ৰিমুনিৰ আশ্ৰম আছিল বুলি অত্ৰিঘাট বা আঠৰিঘাট ; উষাহৰণৰ সময়ত হৰি বা শ্ৰীকৃষ্ণই বাণ ৰজাৰ লগত যুঁজিবলৈ আহি শিঙা বজাই তেওঁৰ সৈন্য-সামন্ত সংহতিবদ্ধ কৰিছিল বুলি হৰিশিঙা, ৰাতিৰ ভিতৰতে আলি বান্ধি কামাখ্যাদেৱীক বিয়া কৰাবলৈ ওলোৱা নৰক ৰজাই ৰাতি পুৱাবলৈ ডাক দিয়া কুকুৰাক খেদি নি তাতে কাটিছিল বাবে কুকুৰাকটা দেৱালয় (খৈৰাবাৰীৰ ওচৰত), কামাখ্যা দেৱীৰ কাণটাহা চহৰত কেন্দুকলাই পুৰোহিতৰ মূৰ ছিগি গৈ য'ত পৰিছিল সেয়ে মুৰাদেৱালয় (কালাইগাৱ'ৰ ওচৰত), বেদোক্ত সিপ্ৰা নদীৰ নামেৰে সিপ্ৰাঝাৰ বা ছিপাঝাৰ আদি ঠাইবোৰ মঙ্গলদৈ মহকুমাত সিচঁৰতি হৈ আছে। ধৰ্ম্ম আচৰণত এই ঠাইৰ বিশেষত্ব এই যে ইয়াত থকা বৈষ্ণৱ আৰু শাক্তপন্থী লোকসকলৰ মাজত কোনো দিন বিৰোধ উপস্থিত হোৱা নাই। বৰং বৈষ্ণৱেও কোনো কোনো ক্ষেত্ৰত শাক্তৰদৰে আৰু শাক্তয়ো বৈষ্ণৱৰ দৰে আচৰণ কৰা দেখিলেহে আচৰিত হ'ব লাগে। শাক্ত-বৈষ্ণৱৰ উপৰিও, আচৰিত কথা এই যে, মুছলমান ধৰ্ম্মৰ লোকেও ইয়াত সুকনান্নী গোৱা শ্ৰেষ্ঠ ৰজাঘৰীয়া ওজা ৰূপে স্বীকৃতি লাভ কৰিছিল। এই প্ৰসঙ্গত মাৰৈ গাঁৱৰ পৰশু ওজাৰ নাম উল্লেখযোগ্য। আজিও ইয়াত নাম-কীৰ্ত্তন, পূজা-সেৱা, ওজাপালি-ভাৱৰীয়া গীত-নাচ আদি সমানে নিৰ্ব্বিবাদে চলি আছে। দৰঙীয়া নাম-কীৰ্ত্তন বা দৰঙীয়া ওজাপালি বুলিলে এক বিশিষ্ট পদ্ধতিৰ নাম-কীৰ্ত্তন আৰু শাস্ত্ৰীয় সুৰৰ ওজা-গীত বুলি আজিও সকলোৱে বুজে। নদীৰ কেঁকুৰিত থকা ঘুলিত বৌ-ববালি আদি ডাঙৰ মাছ সোঁতৰ কোবৰপৰা হাত সাৰি মহা আয়মেৰে বাস কৰি থাকিবলৈ লোৱাৰ দৰে বাহিৰৰ বা-বতাহ বা বা-মাৰলীয়ে বৰকৈ ঢুকি নোপোৱা মঙ্গলদৈ অঞ্চলতো দৰঙী ৰজাসকলৰ উৎসাহ-অনুপ্ৰেৰণাত অতীতত কাব্য, সঙ্গীত কলা আদিৰ চৰ্চ্চা নিৰ্ব্বিঘ্নে চলি আছিল। সেয়েহে সৌ সিদিনা মাত্ৰ সঙ্গীতাচাৰ্য্য

পণ্ডিত বিনায়ক ৰাও পট্টবৰ্দ্ধনে মঙ্গলদৈয়া ওজা ধাতুৰাম শৰ্ম্মাৰ কণ্ঠত সাৰঙ্গ ৰাগ শুনি কৈছিল যে পাঁচশ বছৰ পূৰ্ব্বৰ ভাৰতবৰ্ষৰ সেই ৰাগ আছিল অবিকৃত ৰূপ। ভাৰতৰ অন্য কোনো ঠাইত হেনো তেওঁ তাক শুনিবলৈ পোৱা নাছিল। অসমৰ কাৰণে তেনে মন্তব্য কম গৌৰৱৰ কথা নহয়।

## নাম-কীৰ্ত্তন ঃ

মঙ্গলদৈৰ নাম-কীৰ্ত্তনৰো বিশেষত্ববোৰ মন কৰিবলগীয়া। কামৰূপত বোলাৰ দৰে ইযাতো নাম-কীৰ্ত্তনক সাধাৰণতে 'নাম' বোলা হয়।·এই নাম পুৰুষ আৰু তিৰোতা দুয়োৰে আছে। পুৰুষৰ বহা-নাম আৰু থিয় নাম এই দুই প্ৰকাৰৰ নাম। তিৰোতাৰ থিযনাম নাই। মঙ্গলদৈৰ পুৰুষৰ নামক বাহিৰত দৰঙী নাম বোলে। দৰঙী নামৰ বিশেষত্ব এই যে ই বৰপেটাৰ উগ্ৰ ওজঃপূৰ্ণ নাম আৰু উজনিৰ লেনিওৱা মিহি নাম—দুয়োৰো মাজৰ এক প্ৰকাৰ মধ্যাৱস্থা।

## বহা নাম ঃ

বহা নাম দুই প্ৰকাৰৰ আছে ঃ এবিধ কীৰ্ত্তন-ঘোষাৰ পুৰণি নাম আৰু দ্বিতীয় বিধ চেও-চাপৰিৰে নাচি-বাগি গোৱা নাম। পুৰণি নামৰ সুৰ মিহি। তাৰ লগত বজোৱা তাল আৰু নাগাৰাও বৰ ডাঙৰ নহয়, মজলীয়া বিধৰ। তাল সাধাৰণতে ১৪। ১৬। ১৮ বা ২২ পোৱা ওজনৰ। নাগাৰা দুটাৰ এটা তেনেই সৰু; পানী খোৱা কলহৰ পেটৰ সমান ডাঙৰ ; আনটোৰো কথমপি বেৰটো আকোৱালি ঢুকি পোৱা-নোপোৱা ধৰণৰ। এই দুটা নাগাৰাত, বিশেষকৈ সৰুটোত ঘুটুকটুককৈ নানা প্ৰকাৰৰ বাদি বা বাজনা মাৰিব পাৰি। খোলত তোলাৰ দৰে মুখেৰে মুখ-বাদি মাৰি তাক নাগাৰাত তুলিব পাৰি। এই নামত তালৰ জমি, ৰেপণি, জিকাৰি আৰু চাব বিশেষ আকৰ্ষণীয় হৈ পৰে। নামত বাজাৱা ডাঙৰ তালক ভোৰ তাল বোলে।

## ছেও-চাপৰিৰ নাম ঃ

এই নামত ৪। ৫ বা ৮। ১০ জন লোকে নামৰ মাজতেই নাচ দি দি অঙ্গভঙ্গী দেখুৱায়। কেতিয়াবা ৪/৫ যোৰকৈ তাল বজাই দেখুৱায়। কেতিয়াবা কীৰ্ত্তন-ঘোষাৰ নামৰপৰা আঁতৰি এই নামত পুৰাণ, মহাভাৰত, ৰামায়ণ আদিৰ পদো দিয়া হয়। নামৰ মাজতে ওজা বা পাঠকে উঠি তাল, নাগাৰা, ৰভা আদিৰ জন্ম-কথা ছন্দ-বন্ধ পদত কৈ শুনায় আৰু যুঁজৰ নামত হ'লে অন্য পক্ষক কিছুমান প্ৰশ্নৰ উত্তৰ দিবলৈ দিয়ে আৰু লগতে এইদৰে কৈ থয়—

'পাগ'ৰ জন্ম নাজানি যি পাগুৰি মাৰে।
সপ্তম পুৰুষ তাৰ নৰকত পৰে।। ইত্যাদি

এই নাম বহা-নাম আৰু থিয়নামৰ সংমিশ্ৰণ। ওজা, ডাউৰীয়া, ঢুলীয়া,

খুলীয়া—এই আটাইৰে যেন ইয়াত খিচুৰি দেখিবলৈ পোৱা যায়। এই নাম গাঁৱে-ভূঞে আজিকালি সকলো ঠাইতে চলিছে। পাঠকে ইয়াত সাধাৰণতে থিয় হৈ পদ দিয়ে আৰু কেতিয়াবা তেনেকৈয়ে তালো বজায়।

## থিয়নাম ঃ

সন্ধিয়া বিশেষকৈ বাৰিষা কালত সন্ধিয়া গাঁও-ভূঁইত মাৰি-মৰক উপস্থিত হ'লে থিয়নামৰ প্ৰকোপ বাঢে। ঢাক পাতি ঘূৰণীয়াকৈ থিয় হৈ ডেকাসকলে নাচি নাচি এই নাম ধৰে। পাঠক বা ওজাজনে প্ৰায়ে নিজে এযোৰ তাল বজাই ঘূৰণীয়া চাকটোৰ মাজত থিয় হৈ নাচি নাচি ঘূৰি ঘূৰি নামৰ গোৰ ধৰে। পোনতে পাঠকে পদ লগাই দিয়ে আৰু লগে লগে নামুৰৈসকলে তেওঁৰ অনুকৃতিত মুখে মুখে দিহাৰ দীঘলীয়া ৰাগ টানে। তাৰ পাছত তালৰ লগে লগে চাপৰি মাৰি মাৰি বতাহত গছ-বন হালি-জালি থকাৰ দৰে তালৰ ছেৱে ছেৱে নামুৰৈসকলে লয়লাস গতিত নাচিবলৈ ধৰে। পদ আৰু তালৰ লগে লগে চাপৰিও ঘন হৈ আহে আৰু নাচোনৰ ভঙ্গীও খৰতকীয়া হয়। থিয়নামৰ নৃত্যবোৰো বেলেগ বেলেগ নাম আছে ; যেনে, বতাহী নাচ, মাৰলী নাচ, খুঁটি নাচ, লাচগুটি নাচ ইত্যাদি।

থিয়নামৰ দিহাবোৰৰহে বিশেষত্ব আছে, পদৰ নাই ; কাৰণ, পদ খাপ খোৱাকৈ কীৰ্ত্তন, দশম বা য'ৰে ত'ৰেপৰা দিব পাৰি। দিহাটোৱেহে ৰাগ নাচ আদি ঠিক কৰে। সাধাৰণতে বহা-নামৰ দৰে থিযনামতো বন্দনাৰে নাম আৰম্ভ হয়। বন্দনা, দিহা আৰু পদৰ নমুনা, যেনে, আৰম্ভণি বন্দনাৰ নাম—

কৃষ্ণ হৰে ৰাম
মাধ-হৰে ৰাম
অনন্তে সহস্ৰ মুখে যাৰ লৱে নাম। কৃষ্ণ হৰে ৰাম।
হৰি—নামে বান্ধৱ
ভকতে বান্ধৱ—
জানিবা সংসাৰ গুৰু ঈশ্বৰ মাধৱ।।
নাম ধৰা এ হৰি ভকতৰ কাষে
আগে কৰা গুৰু সেৱা—নাম ধৰা পাছে।

ওপৰত কৈ অহা হৈছে যে থিয়নামৰ দিহাটোহে আচল, পদ য'ৰে ত'ৰেপৰা খাপ খোৱাকৈ দিব পাৰি, যেনে—

১। দিহা—অ' দেউ গুৰু দেউ.......দেউ দেউ
অ' গুৰুদেউ নমো নমো
চৰণে তোমাৰ গুৰুদেউ।
পদ—সত্যবাদী ধীৰ
(ৰাম হে হৰি জয়)

ৰাজা যুধিষ্ঠিৰ

(ৰাম হে হৰি জয়)

গুণৰ মন্দিৰ ৰাম—(গুৰু দেউ দেউ, দেউ ; অ' গুৰুদেউ নমো নমো চৰণে তোমাৰ গুৰুদেউ)। ইত্যাদি।

২। দিহা—ইবাৰ উদ্ধাৰ কৰা মোক হে গোপীনাথ—

ইবাৰ উদ্ধাৰ কৰা মোক।

পদ—(পাছৰ পদ খাপ খোৱাকৈ পদ ছন্দৰ য'ৰে ত'ৰেপৰা দিয়া যায়)

থিয়নামৰ নতুন ধৰণ ওলোৱা নাই। বহা নামৰ পুৰণি ধৰণটোক কীৰ্ত্তন-ঘোষাৰ নাম বোলে। এই নামৰ পাঠক, তালুৱৈ আৰু নাগাৰা মাৰোঁতাৰ নাগৰুৰ ওপৰতে নামৰ কৃতকাৰ্য্যতা নিৰ্ভৰ কৰে। একেজন লোকেই পাঠক আৰু তালুৱৈ হিচাপে নাম কৰাৰ ভিতৰত ডুবাহাটীৰ বগীৰাম বৰুৱা, বিজুলীবাৰীৰ বনমালি বৰুৱা আৰু শিতলাবাৰীৰ মুজা মহন্তৰ নাম মঙ্গলদৈত বৰ্তমানে সৰ্ব্বজনবিদিত। প্ৰথম দুজন স্বৰ্গী হৈছে, তৃতীয়জন এতিয়াও জীয়াই আছে। তেওঁ তাল বজোৱাৰ কৌশলত অদ্বিতীয়।

## ভাগৱত পাঠ-চক্ৰ ঃ

পদ, ছবি, দুলৰী, ঝুমুৰি আদি নানা ছন্দৰ পদ পুথি সুৰ লগাই পাঠ কৰিব পৰা পাঠক গাঁৱে গাঁৱে দুই-একোজন থাকে। মঙ্গলদৈত ওজাপালিৰ দৰে বিবিধ সুৰত পুথি পাঠ কৰা কিছুমান পাঠক আছে। পাঠকে ওজাৰ দৰে পুথি ৰাগ দি পঢ়ে আৰু তেওঁৰ লগত ২।৩।৪ জনে তেওঁৰ মুখৰপৰা পদৰ শেষ অংশ টানি নি 'ঢেক' দি ওজাপালিৰ দৰে ধৰে। পাঠকে সেইখিনিতে অলপ সময় বিশ্ৰাম লভে। ৰাগ, বাণা আদিত এই পাঠকসকল ওজাপালিৰ দৰেই। বাৰিষা কঠীয়া তুলি আহি সন্ধিয়া ভাগৰ পলুৱাবৰ কাৰণে কোনো এঘৰৰ চোতালত বহি বিৰাট পৰ্ব্ব, বভ্ৰুবাহনৰ যুদ্ধ নতুবা বঘাসুৰ বধ পুথি এইদৰে পঢ়িবলৈ ল'লে চোতালত মানুহ ভৰি পৰে। এই পাঠ-চক্ৰ নামঘৰ বা কোনো লোকৰ গোসাঁই-ঘৰত ভাগৱত পাঠৰ কাৰণে অনুষ্ঠিত হ'লে সি ভালেমান দিন ভাগৱত শেষ নোহোৱালৈকে নিশাৰ পিছত নিশা চলি থাকে। মঙ্গলদৈৰ এই ভাগৱত চক্ৰলৈ বহুত দূৰৰপৰা বয়সীয়া লোকসকল যায়। এনেকুৱা ভাগৱত চক্ৰত বিবিধ ৰাগ টানি সুশ্ৰাব্য সুৰত পুথি পাঠ কৰাত শীতলাবৰীৰ দাৰুক চহৰীয়া আৰু ডুবাহাটীৰ চণ্ডীনাথ বৰুৱা পণ্ডিতৰ নাম অগ্ৰগণ্য। দ্বিতীয়জনে গুৱাহাটীৰ বিহুতলীতো তেনে ধৰণৰ পুথি পাঠেৰে শ্ৰোতাক আপ্লুত কৰি ইতিপূবে কেইবাবাৰো সুখ্যাতি অৰ্জ্জন কৰি গৈছে। *

* দৈনিক অসম/বিহু সংখ্যা/১৯৬৬

# চক্ৰেশ্বৰ ভট্টাচাৰ্য্য ঃ এটি সোঁৱৰণ

"ময়ো সৌ গড়ৰ দাঁতিতে নিৰলাত পঁজা এটা সাজি আছোঁ—এদিন আহিবচোন বৰুৱা, মন খুলি কথা পাতিম, বহুত কথা আছে" বিহুৰ দুদিনমান আগতে বন্ধুবৰ চক্ৰেশ্বৰ ভট্টাচাৰ্য্যই কোৱা এই কথাষাৰি আজিও মোৰ কাণত বাজি আছে। বেজাৰ ইয়াতেই যে কথা পতা আৰু নহ'ল, যাম যামকৈ ভাবি থাকোঁতেই বন্ধুৱে বজাৰ সামৰিলে। সেয়েহে তেওঁলৈ এই ক্ষুদ্ৰ স্মৃতিতৰ্পণ আগবঢ়াইছোঁ।

সকলো ক্ষেত্ৰতে, সকলো কাৰ্যতে আৰম্ভণিটোৱে স্মৃতিপটত ৰেখাপাত কৰে। ১৯৩৬ চনত ভট্টক কলেজত প্ৰথমে দেখা আৰু তেওঁৰ লগত চিনাকি হোৱা ঘটনাটোও মই পাহৰিব পৰা নাই। ভৰিত এযোৰ চেণ্ডেল, গাত খদ্দৰৰ পাঞ্জাবী এটা তাৰ ওপৰত জবাহৰ কোট আৰু হাতত কিতাপ কেইখনমান। দেখাত এনে নিশকতীয়া মানুহজন। মই এদিন মোৰ অন্তৰঙ্গ বন্ধু মথুৰা ভট্টক (আজিকালিৰ বিখ্যাত ডাক্তৰ মথুৰা ভট্টাচাৰ্য্য) সুধিলোঁ—"ভট্ট, এওঁ কোন হেৰি? অসমীয়া নে বিহাৰী? ৰকৈ কথাও নকয় দেখোন।" ভট্টই হাঁহিলে আৰু মোৰ মন্তব্যটোৰ কথা চক্ৰেশ্বৰক কৈ দুয়োকো চিনাকি কৰি দিলে। চিনাকি হোৱাই নহয়, তেতিয়াৰেপৰা দুয়ো দুয়োৰো পৰম আত্মীয় হৈ পৰিলোঁ। সেই স্মৃতিকে মনলৈ আনি বহুকাল পিছলৈকেও ভট্টই মোক সুধিছিল—মই অসমীয়া হব পাৰিছোঁনে? ১৯৩৮ চনৰ আই-এ-মহলাত অসমীয়া বিষয়ত সৰ্বোচ্চ স্থান লাভ কৰি কলিকতা বিশ্ববিদ্যালয়ত নাম কৰাত মই কৈছিলোঁ আপুনি যে অসমীয়া সেইটো বিশ্ববিদ্যালয়ে এতিয়াহে জানিলে। এই ধৰণৰ আৰু অনেক ঘটনা স্মৃতিত বিজড়িত হৈ আছে। সেইবোৰ এৰি আচল কথালৈ আহোঁ।

চক্ৰেশ্বৰ ভট্টাচাৰ্য্যৰ ঘৰ ৰঙিয়াৰ ইচাদঘৰীয়া গাঁৱত। কণিহা, শিমলীয়া, দিমু, দোবোক, ইচাদঘৰীয়া আদি ওচৰা-উচৰি ঠাই, বহুত পণ্ডিত লোকৰ বাসস্থান। ইচাদঘৰীয়া এই নামটোৰ লগতে পুৰণি প্ৰবাদ একাধিক বান্ধ খাই আছে। কোনো কোনোৱে কয় এই ঠাই পোনতে জংঘল-পিতনি আছিল। ইয়ালৈ দহঘৰ বামুণ মানুহে স্ব-ইচ্ছাই উঠি গৈ তাত ঘৰবাৰী কৰি প্ৰথমে সাহসত ভৰ দি থাকিবলৈ লৈছিল। সেই হেতুকেই হেনো ইচ্ছা কৰি দহঘৰ লোকে বাস কৰিছিল বুলি ঠাইৰ নাম হ'ল ইচ্ছাদহঘৰীয়া বা ইচাদঘৰীয়া। বিহগী কবি ৰঘুনাথ চৌধাৰীয়ে আকৌ এই ঠাইৰ নামৰ অন্য ব্যাখ্যা এটাহে দিছিল। তেওঁৰ মতে ইচাদ্ মানে সাক্ষী। সাক্ষীসকলক ঘৰ

সাজি বাটত জিৰণি ল'বলৈ এই ঠাইত তাহানি সুবিধা দিয়া হৈছিল বাবে হেনো ইসাদঘৰীয়া নাম হ'ল। আহোম ৰাজত্বত গুৱাহাটীত থকা বৰফুকনৰ ওচৰত কিবা ৰাজকীয় মোকৰ্দমা-মামলাত সাক্ষী দিবলৈ দূৰ পশ্চিমৰপৰা লোক অনা হৈছিল আৰু তেওঁলোকক ইয়াত থাকিবলৈ দি পিছদিনা গুৱাহাটীলৈ পঠোৱা হৈছিল। সি যি হওক, এই প্ৰবাদ-প্ৰসিদ্ধ ইচাদঘৰীয়াই আছিল চক্ৰেশ্বৰ ভট্টৰ জন্মস্থান।

এম-এ পঢ়ি থকা কালতেই চক্ৰেশ্বৰৰ বিয়া হয়। এই বিয়াৰ পিছৰ পাঁচ-ছয় বছৰ ভট্টৰ জীৱনত তুমুল সংঘৰ্ষৰ দিন। এই কালডোখৰতে তেওঁৰ পণ্ডিত কমলনাৰায়ণৰ লগত সংযোগ ঘটে। বিপ্লৱী মনোবৃত্তিসম্পন্ন মেধাবী যুৱক ভবানন্দ দত্তও সেই সময়তে পণ্ডিত কমলনাৰায়ণৰ লগ লাগে। তিনিওৰো সংযোগ ত্ৰিশক্তিৰ অপূৰ্ব মিলন। পণ্ডিত কমলনাৰায়ণ অসমলৈ আহিছিল ৰাষ্ট্ৰভাষা প্ৰচাৰৰ অগ্ৰদূত স্বৰূপে ভাৰতীয় ৰাষ্ট্ৰভাষা সমিতিৰ প্ৰতিনিধি হৈ। তেওঁ আছিল প্ৰাচ্য-প্ৰতীচ্যৰ প্ৰতিভূ পণ্ডিত। ইংৰাজীটোকৈও বেছিকৈ বেদ-বেদাঙ্গ-পুৰাণ-ভাৰত আদি তেওঁৰ জ্ঞানৰ পৰিধিত সম্যকভাৱে অন্তৰ্ভুক্ত হৈ আছিল। তেৰোঁ আছিল বিদ্ৰোহী পণ্ডিত। জাতত ব্ৰাহ্মণ হৈও তেওঁ নিজৰ লগুণ নিজে ছিঙি পেলাই সৰ্বসাধাৰণ হৰিজনৰ লগত মিলি গৈছিল। অসমলৈ অহাৰ সময়ত সেয়েহে স্বয়ং মহাত্মাজীয়ে তেওঁৰ মূৰত হাত বুলাই তেওঁক আশীৰ্বাদ দি পঠাইছিল। ভবানন্দ দত্তয়ো সেই সময়ত এম-এ পাছ কৰি আহি মাৰ্ক্সবাদী কমিউনিষ্ট আদৰ্শত উদ্বুদ্ধ হৈ বিপ্লৱৰ বক্তৃতা দি ফুৰিছিল। চক্ৰেশ্বৰ ভট্টই তেতিয়া তেওঁলোক দুয়োৰো লগত যোগদান কৰি এটি নতুন শক্তিৰ সৃষ্টি কৰিছিল। সেই সময়তে নানা কাৰণত 'জয়ন্তী'ৰ সম্পাদনা বিহগী কবি স্বৰ্গীয় ৰঘুনাথ চৌধাৰীয়ে এৰি দিয়ে আৰু এই ত্ৰিশক্তিৰ হাতত সেই ভাৰ পৰেহি। ভবানন্দ, চক্ৰেশ্বৰ আৰু কমলনাৰায়ণৰ হাতত 'জয়ন্তী'য়ে অকল এটি নতুন জীৱনেই নাপালে—অসমীয়া সাহিত্যৰ অগ্ৰগতি নিৰ্দেশ কৰাতো ই এটি সুকীয়া স্থান লাভ কৰিলে। তিনিওৰো প্ৰবন্ধই এই সময়ৰ জয়ন্তী জকমকীয়া কৰি তুলিছিল। চক্ৰেশ্বৰ ভট্টৰ 'এটকীয়া নোট' সেই যুগৰ এটি গতি নিৰ্দেশক শ্ৰেষ্ঠ নতুন কবিতা। ব্যক্তিগত জীৱন পৰ্যায়তো কমলনাৰায়ণে অব্ৰাহ্মণৰ কন্যা নলিনীক নিজে প্ৰস্তাৱ দি বৈদিক ৰীতিমতে বিয়া কৰাইছিল।

তাৰ পিছত কমলনাৰায়ণৰ মৃত্যু, নলিনীৰ পুনৰ্বিবাহ, চক্ৰেশ্বৰৰ দিল্লী গমন আদি ঘটনা প্ৰকৃততে চমকপ্ৰদ আৰু অকল চমকপ্ৰদই নহয়, ৰহস্যপূৰ্ণও। এই ঘটনাবোৰৰ লগত তিনিওৰে জীৱন জালৰ সূতাৰ দৰে এৰাব নোৱৰাভাৱে জড়িত হৈ আছে। কোৱা বাহুল্য নলিনীৰ পুনৰ্বিবাহত চক্ৰেশ্বৰে নিজে পৌৰোহিত্য কৰিছিল। ইয়াৰ পিছত ৪৮ চনৰ মে' মাহৰপৰা ৬৫ৰ এপ্ৰিললৈকে এই সোতৰ বছৰ চক্ৰেশ্বৰে দিল্লীত এক প্ৰকাৰে অজ্ঞাতবাসত থকাৰ দৰে থাকি আপোনসুৰীয়া জীৱন যাপন কৰিছিল। এই কালডোখৰতে তেওঁ দহখনমান কিতাপ ৰচনা কৰে, তাৰে কেইখনমান যেনে, বিম্লাবালা, কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈ, বাপুজী, হিন্দী-অসমীয়া অভিধান,

বাণভট্টৰ আত্ম কথা, ভগৱান বুদ্ধ, ৰাজপথৰ শিল, পুথিভঁৰালৰ সামাজিক ভূমিকা, গ্রাম ধর্ম, মীর্জা গালিব ইত্যাদি। এইবোৰৰ অধিকখিনিয়ে নানা অনুষ্ঠানৰ জৰিয়তে ইতিমধ্যে প্রকাশ লাভ কৰিছে।

কোনো লেখকৰ ৰচনা তেওঁৰ জীৱনৰ কার্যাৱলীৰপৰা সম্পূর্ণৰূপে বিচ্ছিন্ন হ'ব নোৱাৰে। চক্রেশ্বৰৰ ৰচনাৰো অনেক ঠাইত তেওঁৰ ব্যর্থ জীৱনৰ হুমুনিয়াহ দুই-একোটা স্পষ্টভাৱে শুনা যায়। মীর্জা গালিবৰ কবিতাই তেওঁক কিয় আকৃষ্ট কৰিছিল, তাৰো হয়তো মনস্তাত্বিক কাৰণ নথকা নহয়। শিৱসিংহ ৰজাই তেওঁৰ আৰু ফুলেশ্বৰী কুঁৱৰীৰ মাজত ঘটা প্রণয়ৰ প্রতিচ্ছবি এটা হেনো ৰাধাকৃষ্ণৰ জীৱনৰ ঘটনাত হুবহু দেখিবলৈ পাইছিল আৰু সেই হেতুকে তেওঁ সেই ঘটনাৰ প্রাধান্য থকা ব্রহ্মাবৈবর্তপুৰাণখন একাধিক কবিৰ হতুৱাই অসমীয়ালৈ অনুবাদ কৰাই নিজে তাৰ আবৃত্তি শুনিছিল। নিজৰ মনোগত ছবি বহির্জগতৰ যিকোনো ঠাইত দেখিলে—তাৰ প্রশংসা মুখেদি আপনো-আপুনি বাহিৰ হয়। ৰচনাৰ বিষয়বস্তু নির্বাচনতো সেই একে সূত্র প্রযোজ্য। কবি মীর্জা গালিবৰ জীৱন-কাহিনী আৰু তেওঁৰ কবিতায়ো বোধহয় সেই একে কাৰণতে ভট্টৰ চিত্ত আকর্ষণ কৰিছিল। ভট্টৰ জীৱনৰ অনেক ঘটনা গালিবৰ জীৱনৰ ঘটনাৰ লগত মিলে।

মীর্জা গালিব উর্দু কবি। পোনতে তেওঁ ফার্চি ভাষাত কবিতা ৰচিছিল, পিছত উর্দুত লিখিবলৈ লয়। গালিবৰ জীৱন কাহিনীও কাৰুণ্যপূর্ণ। তেৰ বছৰ বয়সতে মাক-বাপেকে তেওঁৰ বিয়া পাতি দিছিল। সেই পত্নীৰ লগত তেওঁৰ ঘৰ-সংসাৰ হ'ল যদিও তেওঁৰ মন-পখি কিন্তু মনোমত সঙ্গিনীৰ সন্ধানত উৰিয়ে থাকিল। অতৃপ্ত বাসনাৰ সেই কৰুণ হাবিয়াস কবিতাত ফুটি ওলাবলৈ ধৰিলে। নিজৰ বুকুৰ তাপ দি লিখা হেতুকে এই কবিতাবোৰে পাঠকৰ অন্তৰ স্পর্শ কৰে। চক্রেশ্বৰ ভট্টাচার্য্যয়ো হয়তো মীর্জা গালিবৰ এই কবিতাবোৰত নিজৰ জীৱনৰ হেৰোৱা সুৰ এটাকে বিচাৰি পাইছিল, সেইবাবেহে তেওঁ তাৰ চর্চা কৰি আৰাম অনুভৱ কৰিছিল। ১৯৬৯ চনতেই কবি গালিবৰ শতবার্ষিকী অনুষ্ঠিত হ'ব আৰু সেই হেতুকেই সেই অমৰ কবিৰ কাব্য প্রতিভাৰ প্রতি শ্রদ্ধা নিবেদন কৰিবলৈ ভট্টই হয়তো গালিবৰ কবিতা-আলোচনা হাতত লৈছিল।

যোৱা ২৯ এপ্রিল মঙ্গলবাৰে হৃদৰোগত আক্রান্ত হৈ ৩।৪ ঘন্টাৰ ভিতৰতে ৫১ বছৰ বয়সত ভট্টাচার্যই চিৰকাললৈ চকু মুদিলে। কমলনাৰায়ণ, ভবানন্দ দত্ত আৰু চক্রেশ্বৰ ভট্ট—এই ত্রিশক্তিৰ আজি এটা শক্তিও নাই। তিনিও একে একে বিদায় ল'লে। তেওঁলোকৰ সতীর্থ বন্ধু কিন্তু অনেক আছে আৰু তেওঁলোকে এই তিনিওজন শক্তিমান ব্যক্তিৰ কার্য্যকলাপ সুঁৱৰি আজি তেওঁলোকৰ আত্মালৈ নীৰৱ স্মৃতিতর্পণ যাচিব লাগিছে। কলেজীয়া জীৱনত দত্ত আৰু ভট্ট দুয়ো প্রগতি সমিতিৰ সভ্য আছিল আৰু বিহগী কবিৰ উৎসাহত এদিন এই প্রগতি সমিতিয়ে অসমীয়া সাহিত্যত নতুন যুগৰ আগজাননী দিছিল।*

* অসম বাণী ঃ ১৬ মে'/১৯৬৯

# স্বভাৱ-বিজ্ঞানী লক্ষ্মীনাথ দাস

অশেষ ৰতন থাকে সাগৰ-বুকুত
মানুহৰ চকুৰ আঁৰত।
কতনো ধুনীয়া ফুল লেৰেলি শুকায় নিৰজন বনৰ মাজত।

এই কবিতা দুশাৰীৰ সাৰমৰ্ম লক্ষ্মীনাথ দাস ডাঙৰীয়াৰ জীৱনত আখৰে আখৰে ফলিয়াইছিল বুলি তেওঁৰ আদ্যশ্ৰাদ্ধ উপলক্ষে শ্ৰদ্ধাঞ্জলি শিতানত লিখা প্ৰবন্ধ এটাত কবি অতুলচন্দ্ৰ হাজৰিকাদেৱে উল্লেখ কৰিছিল। ইংৰাজী ১৯৬৯ চনৰ কথা। উজ্জ্বল দৃষ্টিৰে চুটি-চাপৰ অনাড়ম্বৰ দাস ডাঙৰীয়াক সাধাৰণ তৰপৰ লোকে পানী-কলৰ চাহাব বুলিযে জানিছিল। মিস্ত্ৰিবোৰে ভাবিছিল লক্ষ্মীনাথ চাহাব যদিও তেওঁলোকৰ ভিতৰৰে এজন পকা মিস্ত্ৰি ; ইঞ্জিনীয়াৰসকল আচৰিত হৈছিল—তেওঁ ইঞ্জিনীয়াৰিং বিদ্যাত ইমান ওস্তাদ হ'ল কেনেকৈ বুলি ; সাহিত্যিক বন্ধুসকলে তেওঁৰ লগত সাহিত্য আলচ কৰি তেওঁ যে সাহিত্যিকত বাদে অন্য কিবা সেইটো পাহৰিয়ে পেলাইছিল ; বিজ্ঞানবিদসকলে ভাবিছিল আধুনিক বিজ্ঞানৰ উৎকৰ্ষ সম্পৰ্কে আলোচনাত সম্যকভাৱে যোগদান কৰিব পৰা অতি কম সংখ্যক লোকৰ ভিতৰত লক্ষ্মীনাথ আছিল অন্যতম। গায়কৰ কাৰণে তেওঁ আছিল তাল ৰাগৰ ভু থকা এজন উচ্চ পৰ্যায়ৰ সঙ্গীতজ্ঞ আৰু কণ কণ সৰু ল'ৰা-ছোৱালীবোৰে ভাবিছিল তেওঁ তেওঁলোকৰহে লগৰীয়া। এনেকুৱা বহুগুণী পুৰুষ আছিল লক্ষ্মীনাথ দাস ডাঙৰীয়া।

লক্ষ্মীনাথ দাসৰ জন্ম হয় ইংৰাজী ১৮৯৩ চনত। তেওঁ মানুহ আছিল নগাঁও জিলাৰ ; জন্মিছিল তেজপুৰত আৰু শিক্ষা লাভ কৰি জীৱন আৰম্ভ আৰু শেষ কৰিছিল গুৱাহাটীত। তেওঁৰ বয়স সম্বন্ধে এদিন এজনী নাতিনীয়েকে ধেমালি কৰি সুধিলে—"ককাদেউতা, আপুনি বাৰু বয়সত আমতকৈ কিমান ডাঙৰ ? আপোনাৰ বয়স কিমান হ'ব ?"

উত্তৰত তেওঁ ক'লে—"বহুত ডাঙৰ অ'। মোৰ জন্ম-চনটো কি জানা ? ধৰা বাংলা ১৩০০ চন। তাৰ শূন্য দুটাৰ ঠাইত যি সংখ্যা বহে সেই বছৰত সেয়ে মোৰ বয়স। এতিয়া বাং ১৩৭৫ হ'বলা। তেন্তে মোৰ বয়স এতিযা ৭৫ বছৰ। বৰ মজাৰ কথা নহয় নে ? ভুল হ'বৰ ভয় নাই। পিছে এই চনটো বাংলা চন নহৈ অসমীয়া চনহে হ'ব লাগে দেই ঃ কিয় জানা ? এই চনটো আৰম্ভ হয় আমাৰ

অসমৰ বিখ্যাত সম্রাট ৰজা কুমাৰ ভাস্কৰবৰ্মাৰ সিংহাসন আৰোহণৰ দিনৰপৰা। কুমাৰ ভাস্কৰবৰ্মাৰ সিংহাসন আৰোহণৰ কাল আজিলৈ ১৩৭৫ বছৰ হ'ল। তাৰে ৭৫ বছৰ মোৰ বয়স।

লক্ষ্মীনাথ সৰু কালৰেপৰা তীক্ষ্ণ বুদ্ধিৰ ছাত্ৰ আছিল। তেওঁৰ দেউতাক আছিল 'সীতাহৰণ কাব্য', 'চিন্তা-তৰঙ্গিণী' আদিৰ কবি ভোলানাথ দাস। ভোলানাথে হাকিম হৈও আজৰি সময়ত নিজহাতে বিহকৰ্মী বন কৰি ঘৰৰ চকী, মেজ, পালেং, আলমাৰি সজাৰেপৰা কাপোৰ চিলাই কৰা, ছবি আঁকা আদি ঘৰৰ সকলো লাগতিয়াল কাম কৰিছিল। ই লক্ষ্মীনাথৰ চৰিত্ৰ গঠনত বাৰুকৈয়ে প্ৰভাৱ পেলাইছিল, আৰু তেৱোঁ সৰু কালৰেপৰা দেউতাকৰ দৰেই সময় পালেই খুচখুচাই থাকি কিবা নহয় কিবা এটা সাজি আমোদ পাইছিল। মাজে-সময়ে তেওঁ দেউতাকৰ লগত কাঠ কুন্দাবলৈ ৰছী টানি দেউতাকক সহায় কৰিছিল। কেতিয়াবা তেওঁ দেউতাকৰ হাতুৰী-বটালিৰেই টুকুৰা-কাঠৰ পুতলা সাজিছিল।

লক্ষ্মীনাথৰ মাকৰ নাম আছিল দময়ন্তী। তেওঁ অতিশয় সাধ্বী তিৰোতা আছিল। শাহুৱেকৰ কঠোৰ শাসনত দিনে-নিশাই কৰ্মৰত হৈ থাকি তেওঁ মুখেৰে মাত নামাতিছিল। পঢ়াশলীয়া কালতে লক্ষ্মীনাথৰ মাতৃবিয়োগ ঘটে। তেওঁ মাহীমাকৰ যত্নত লালিত-পালিত হয়।

লক্ষ্মীনাথৰ জীৱনত এটা মনকৰিবলগীয়া কথা এই যে বিযুগ্ম চনবোৰতহে তেওঁৰ জীৱনৰ ঘাই ঘাই ঘটনাবোৰ ঘটিছিল। তেওঁৰ জন্ম ১৮৯৩ চনত ; তেওঁ ১৯০৩ চনত প্ৰাইমাৰী পৰীক্ষা, ১৯১১ চনত মেট্ৰিকুলেচন পৰীক্ষা, ১৯১৩ চনত আই-এছ্-চি পৰীক্ষা, ১৯১৫ চনত বি-এছ্-চি পৰীক্ষা আৰু ১৯১৭ চনত এম-এছ্-চি পৰীক্ষা পাছ কৰে। তেওঁ প্ৰাইমাৰী পৰীক্ষাৰ পৰা বি-এছ্-চি পৰীক্ষালৈকে সকলোবোৰ বৃত্তি পৰীক্ষাতে বৃত্তি লাভ কৰিছিল। তাৰ উপৰি পৰীক্ষাত আৰু অন্যান্য কাৰ্য্যত কৃতিত্ব দেখুৱাই তেওঁ জীৱনত চাৰিটা সোণৰ পদকৰ অধিকাৰী হৈছিল। আই-এছ্-চিত তেওঁ কলিকতা বিশ্ববিদ্যালয়ৰ অঙ্কশাস্ত্ৰৰ পৰীক্ষাত সৰ্বোচ্চ নম্বৰ পাই 'ডাফ স্কলাৰশ্বিপ' লাভ কৰিছিল। উল্লেখযোগ্য এই যে তেতিয়া কলিকতা বিশ্ববিদ্যালয়ৰ উচ্চ শিক্ষা শাসনৰ পৰিসৰ অসম, বঙ্গ, বিহাৰ আৰু উৰিষ্যা—এই চাৰিও প্ৰদেশলৈকে জুৰি আছিল। বি-এছ্-চি পৰীক্ষাত আকৌ সকলো বিষয়ৰে মুঠ নম্বৰৰ প্ৰথম স্থান অধিকাৰ কৰা বাবে তেওঁ এটা বঙ্গীয় চৰকাৰৰ বৃত্তি লাভ কৰিছিল। এয়ে তেওঁৰ বিবিধ বিষয়ৰ ওপৰত থকা গভীৰ জ্ঞানৰ পৰিচয় দিয়ে।

ডঃ বাণীকান্ত কাকতি তেওঁৰ সতীৰ্থ আছিল আৰু দুয়ো দুয়োৰো অন্তৰঙ্গ বন্ধু আছিল। কিছুদিনৰ কাৰণে দুয়ো কলিকতাত একেটা কোঠালিতে থাকি পঢ়া-শুনা কৰিছিল। দুয়োৰো ভিতৰত এনে বন্ধুত্ব আছিল যে কাকতিয়ে তেওঁক সৰু ল'ৰাৰ দৰে দেখি 'বেবি' (Baby) বুলি মাতিছিল আৰু তেৱোঁ গাঁৱলীয়া সুৰত কাকতিক 'বাইলা কা' বুলিছিল। অসমৰ এসময়ৰ অন্যতম গণিতজ্ঞ পণ্ডিত বৰপেটাৰ

কামেশ্বৰ দাসো তেওঁলোকৰ সতীৰ্থ বন্ধু আছিল। সেই সময়ত প্ৰেছিডেন্সি কলেজত 'দাস-স্কোৱেৰ-কাকতি' বুলিলে সকলোৱে এই ত্ৰিমূৰ্তিক অৰ্থাৎ লক্ষ্মীনাথ দাস, কামেশ্বৰ দাস আৰু বাণীকান্ত কাকতিক বুজিছিল আৰু তিনিওকে সকলো ছাত্ৰই সমীহ কৰি চলিছিল।

১৯১৭ চনত লক্ষ্মীনাথ দাসে প্ৰদাৰ্থ বিদ্যাত বিশ্ববিদ্যালয়ত প্ৰথম স্থান অধিকাৰ কৰি উত্তীৰ্ণ হয় আৰু ১৯১৯ চনত ডঃ বাণীকান্ত কাকতিৰ লগত সমসাময়িকভাৱে কটন কলেজনৰ অধ্যাপক নিযুক্ত হয় ; কটন কলেজত অধ্যাপনা কৰা কালডোখৰত তেওঁৰ জ্ঞান-গৰিমাৰ খ্যাতি আৰু জনপ্ৰিয়তা ছাত্ৰ সংসদ আৰু অধ্যাপকসকলৰ মাজত মুখৰ হৈ পৰিছিল। তেওঁ পদাৰ্থ বিজ্ঞানৰ অধ্যাপক হৈও ৰসায়ন আৰু উদ্ভিদ বিজ্ঞানৰ নানা আমোদজনক পৰীক্ষা-নিৰীক্ষা চলাই নিজেও আত্মপ্ৰসাদ লভিছিল আৰু আনকো বিস্মিত কৰিছিল। এডাল ফুলতে কেইবা ৰঙৰ কেইবা প্ৰকাৰৰ ফুল ফুলাই, কাপোৰত লগাই দিলে সেই কাপোৰ কেইবাবাৰো ধুলেও তাৰ সুগন্ধ নোযোৱা এচেঞ্চ্ তৈয়াৰ কৰি, ফাকুৱাৰ দিনা কাপোৰত দেখাত টিক্ টিক্ কৰে তেজৰঙা হোৱা আৰু কিছু পৰৰ পাছতে আকৌ সেই ৰং নোধোৱাকৈয়ে উঠি গৈ চিন-চাব নোহোৱা হোৱা ৰং দি ঘৰৰ-পৰৰ সকলোৰে মৰম-শ্ৰদ্ধাৰ পাত্ৰ আৰু আকৰ্ষণৰ স্থল হৈ পৰিছিল।

১৯১৯ চনত লক্ষ্মীনাথৰ বিয়া হয়। উত্তৰ গুৱাহাটীৰ বিখ্যাত মজিন্দাৰ বৰুৱাৰ ঘৰৰ হেমচন্দ্ৰ বৰুৱাৰ জীয়াৰী অন্নদা বালা বৰুৱাক তেওঁ বিয়া কৰাইছিল। তেওঁৰ পত্নীও ৰূপে-গুণে জাকত-জিলিকা আছিল। সেই সম্পৰ্কে অধ্যাপক পি. চি. ৰায়ে কলেজৰ শ্ৰেণীত আৰু বন্ধুমহলত সততে এটা কাহিনী কৈছিল। অধ্যাপকৰ কাম পাই গুৱাহাটীলৈ আহিযে অধ্যাপক ৰাযৰ হেনো ফটো তোলাটো এটা চখ হৈ পৰিছিল। কেমেৰা এটা কিনাৰ পাছত তেওঁৰ মনত খেলালে তেওঁ সৰলতা আৰু ৰূপ-লাৱণ্যৰ প্ৰতীক (emblem of innocence and beauty) এটা ফটোত তুলি ল'ব আৰু তাৰ সাংসাৰিক পৰিবৰ্তনবোৰ লক্ষ্য কৰিব। তাৰ বাবে ৭/৮ বছৰীয়া ধুনীয়া ছোৱালী এজনীৰ ফটো তুলিবলৈ তেওঁ পাঙিলে আৰু তাৰ বাবে অন্বেষণত লাগি গ'ল। সমগ্ৰ গুৱাহাটীত বিচাৰি তেওঁ উজানবজাৰত এই ছোৱালীজনীক দেখিলে আৰু অভিভাৱকৰ অনুমতি লৈ ফটো এখন তুলি ৰাখিলে। তেওঁ তাৰে এখন ফটো অভিভাৱককো দিলে। অতি সংগোপনে আৰু সন্তৰ্পণে লক্ষ্য কৰি থাকি তেওঁ দেখিলে যে গাভৰু হোৱাত সেই ছোৱালীজনীক তেওঁৰে এজন অতি প্ৰিয় মেধাবী ছাত্ৰই বিয়া কৰালে। তাকে দেখি তেওঁৰ আনন্দৰ পাৰ নাইকিয়া হৈছিল। এই মেধাবী ছাত্ৰজনেই হ'ল লক্ষ্মীনাথ দাস আৰু এসময়ৰ সৌন্দৰ্য্য-প্ৰতিমায়ে হ'ল তেওঁৰ পত্নী অন্নদাবালা দাস।

১৯২১ চনত মহামানৱ মহাত্মা গান্ধীৰ আহ্বান শুনি স্বাধীনচিতীয়া লক্ষ্মীনাথৰ মন দেশৰ মুক্তি-যুঁজলৈ ঢাল খালে। তেওঁ প্ৰাণেৰে সৈতে ভালপোৱা কলেজৰ

অধ্যাপনাকো নেওচা দি স্বাধীনতা-যুঁজত জঁপিয়াই পৰিল। তেওঁৰ অতি পূজনীয় গুৰু পিতৃ দেৱতাই তেওঁৰ তেনে কাৰ্য্য ভাল নাপাইছিল যদিও তেওঁ বিবেকৰ তাড়নাত তাকে কৰিবলগীয়া হৈ দেউতাকৰ ওচৰত ক্ষমা ভিক্ষা কৰিছিল।

১৯২৩ চনত লক্ষ্মীনাথে গুৱাহাটী পানী-কলৰ চুপাৰিণ্টেণ্ডেণ্টৰ দায়িত্ব গ্ৰহণ কৰে আৰু তাক ১৯৬৭ চনলৈ সুখ্যাতিৰে বহন কৰি ১৯৬৯ চনৰ ১৩ ফেব্ৰুৱাৰীত শেষ নিশ্বাস ত্যাগ কৰে।

লক্ষ্মীনাথৰ ইঞ্জিনীয়াৰিং বিদ্যাৰ ডিগ্ৰী একো নাই ; তথাপি তেওঁক ইঞ্জিনীয়াৰসকলৰ মাজৰ এজন বুলি সকলোৱে গণ্য কৰে। তেওঁ গুৱাহাটী পানী-কলৰ চুপাৰিণ্টেণ্ডেণ্ট কেনেকৈ হ'ল সেই বিষয়ে হৰেন্দ্ৰ নাথ বৰুৱাদেৱে লিখিছিল— "গান্ধীজীৰ অসহযোগ আন্দোলন শাম কটাত ১৯২৩ চনত কটন কলেজৰ পদাৰ্থবিজ্ঞানৰ অধ্যাপকৰ কাম এটা খালী হয়। দাসে স্বইচ্ছাই গুৱাহাটী পানী-কলৰ চুপাৰিণ্টেণ্ডেণ্টৰ কামটোৰ বাবে আৰু দেউতাকৰ একান্ত ইচ্ছাত অধ্যাপকৰ কামটোৰ বাবে দৰ্খাস্ত কৰে। কোৱা বাহুল্য যে সেই কালত চৰকাৰী কাম ইস্তফা দি অহাটো, তাকো অসহযোগ আন্দোলনত যোগদান কৰিবলৈ—এটা ডাঙৰ অপৰাধ আছিল। তথাপি আগতে তেওঁ সেই কাম অতি কৃতিত্বেৰে কৰি অহাৰ কাৰণে তাৰ স্মৰণতে আৰু ইংৰাজ প্ৰিন্সিপালে কৰা বিশেষ অনুমোদনৰ বলতে চৰকাৰে তেওঁক অধ্যাপকৰ কামত পুনৰ নিয়োগ কৰে। আচৰিত কথা একে সময়তে পানী-কলৰ কামটোও তেওঁ পায়। অধ্যাপকৰ কামটো দেখদেখকৈয়ে বেছি সন্মানৰ আৰু বেছি বেতনৰ কাম আছিল। কিন্তু তেওঁ চুপাৰিণ্টেণ্ডেণ্টৰ কামটোহে গ্ৰহণ কৰিলে। তেওঁ আমাৰ আগত কোৱা মতে তাৰ কাৰণ দুটা আছিল। প্ৰথম—চৰকাৰী কামতকৈ অপেক্ষাকৃতভাৱে স্বাধীন স্বায়ত্তশাসিত মিউনিচিপাল বোৰ্ডৰ কৰ্তৃত্বাধীন পদটোৰ কাৰণে তেওঁৰ অধিক আকৰ্ষণ ; আৰু দ্বিতীয়—চুপাৰিণ্টেণ্ডেণ্টৰ কামটো তেওঁ প্ৰতিদ্বন্দ্বিতাত উত্তীৰ্ণ হৈ পোৱাটো। এই পদটোৰ বাবে বোলে কেইবাজনো অনা-অসমীয়া ইঞ্জিনীয়াৰ প্ৰাৰ্থী আছিল আৰু তেওঁলোকৰ কোনোবা এজনক নিদি অনা-ইঞ্জিনীয়াৰ এম. এ. চি, দাসক দিয়াটো উচিত নহয় বুলি তেতিয়াৰ ছিলেটী মন্ত্ৰী ৰায়বাহাদুৰ প্ৰমোদ দত্তই বিৰোধিতা কৰিছিল, আৰু ইফালে জাৰ্মান ইঞ্জিনীয়াৰ চুপাৰিণ্টেণ্ডেণ্টজনে দাসকহে এই কামৰ যোগ্য লোক বুলি দি যোৱা সুন্দৰ প্ৰশংসা পত্ৰখনৰ আলম লৈ কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈয়ে অসম চৰকাৰৰ অন্যতম মন্ত্ৰী ৰায়বাহাদুৰ কনকলাল বৰুৱাক নেৰানেপেৰাকৈ ধৰিহে তেওঁক এই কাম দিয়াব পাৰিছিল। গতিকে তেওঁৰ যোগ্যতাৰ প্ৰতি প্ৰত্যাহ্বান আৰু অসমীয়া-অনাঅসমীয়াৰ চেলেঞ্জ হিচাপেও তেওঁ বোলে পানী-কলৰ কামটো গ্ৰহণ কৰিলে। এই প্ৰত্যাহ্বান গ্ৰহণ কৰি তেওঁ নিজৰ আৰু অসমীয়াৰ মৰ্য্যাদা কেনেকৈ প্ৰতিষ্ঠা কৰিলে সেই বিষয়ে বহলাই কোৱাৰ প্ৰয়োজন নাই।"

লক্ষ্মীনাথৰ বহুমুখী প্ৰতিভাৰ কথা তেওঁৰ সান্নিধ্যত থকাসকলেহে বুজিব পাৰিছিল ; কাৰণ তেওঁ নিজক জাহিৰ কৰিবলৈ নাইবা সুখ্যাতিৰ উজ্জ্বল পোহৰত

থিয় হৈ নিজক দেখুৱাবলৈ সমূলি ভাল নাপাইছিল। ১৯৫৬ চনত তেওঁ অসম সাহিত্য সভাৰ বিজ্ঞান বিভাগৰ সভাপতি পদৰ কাৰণে সৰ্বসম্মতিক্ৰমে নিৰ্বাচিত হৈছিল। কোৱা বাহুল্য—এয়েই লক্ষ্মীনাথৰ অসামান্য প্ৰতিভাৰ একমাত্ৰ ৰাজহুৱা স্বীকৃতি ; আৰু ইয়াৰ গুৰিত আছিল যাইকৈ তেওঁৰ গুণগ্ৰাহী দুগৰাকী ছাত্ৰকল্প বন্ধু—এজন সেই সময়ৰ অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক অতুলচন্দ্ৰ হাজৰিকা আৰু অন্যজন ডঃ মহেশ্বৰ নেওগ। তাত বিজ্ঞান সম্পৰ্কে দাস ডাঙৰীয়াই যিখন চুটি অথচ জ্ঞানগৰ্ভ অভিভাষণ আগবঢ়ালে সি অসমীয়া সাহিত্যৰ এপদ যুগমীয়া সম্পদ হৈ থাকিব। এই বিষয়ে মন্তব্য দি প্ৰবীণ সাংবাদিক হৰেন্দ্ৰনাথ বৰুৱাই লিখিছিল—বিজ্ঞান শাখাহে নালাগে বহুমুখী প্ৰতিভাশালী দাসক সাহিত্য সভাৰ মূল অধিবেশনৰ সভাপতি পতা হ'লেও যে তেওঁ তাতো কৃতিত্বৰে পৰিচয় দিলেহেঁতেন সেই বিষয়ে আমাৰ অকণো সন্দেহ নাই।

শিশুসুলভ সৰলতা আৰু অমায়িকতাৰ দাস ডাঙৰীয়া আছিল জীৱন্ত প্ৰতিমূৰ্তি। সৰলতা আছিল তেওঁৰ স্বভাৱৰ গুণ। আমি বহুত কথাকেই নাজানো অথচ নজনা বুলি দেখুৱাবলৈ অনেক সময়ত টান পাওঁ। তাৰ কাৰণ আনৰ বিদ্ৰূপ, উপহাসলৈ ভয়। দাস ডাঙৰীয়াৰ মতে কাৰো একো অজ্ঞানতাতে আমি আচৰিত হ'ব নালাগে। আচৰিত হ'বলগীয়া একো নাই। কাৰণ সংসাৰখন ইমান ডাঙৰ যে তাত শিকিবলগীয়া, জানিবলগীয়া কথাৰ হাজাৰ ভাগৰ এভাগো মানুহে শিকিব আৰু জানিব নোৱাৰে। কোনোবাই সৰু কথা এটা নাজানিলে বা নিশিকিলে বুলি হাঁহিবলগীয়া একো নাই। তেনে অৱস্থাত তেওঁ যি কোনো লোকক নিজে জনা বিষয়টো পানীকৃত কৰি বুজাই দিছিল। নিজেও তেওঁ সদায় শিকাৰু হৈ থাকি ন ন কথা শিকিবলৈ ভাল পাইছিল। শেষৰ জীৱনত তেওঁ সঘনে 'নতুন অসমীয়া'ৰ সম্পাদক হৰেন্দ্ৰনাথ বৰুৱাৰ ঘৰলৈ গৈছিল আৰু মানুহে সুধিলে কৈছিল—তালৈ তেওঁ বহুত কথা শিকিবলৈ যায়। এনে উত্তৰ আনৰপৰা শুনি বৰুৱা তেনেই সেও হৈ গৈছিল ; কাৰণ বৰুৱাদেৱৰ মতে দাস ডাঙৰীয়া 'সৰ্বগুণী আৰু বহুবিদ্যাবিশাৰদ পণ্ডিত' আছিল।

দাস ডাঙৰীয়াৰ সৃজনশীল আৰু আবিষ্কাৰকামী প্ৰতিভা এসময়ত সৰ্বজনবিদিত হৈ পৰিছিল। তেওঁৰ অসুবিধা আছিল এয়ে যে তেওঁ একেটা বিষয়ত বেছিদিন একেৰাহে লাগি থাকিব নোৱাৰিছিল। দ্বিতীয় মহাসমৰৰ সময়ত যেতিয়া চৰকাৰে মানুহৰ ঘৰত থকা ৰেডিঅ'বোৰ লৈ গ'ল আৰু ৰেডিঅ' শুনাটো আইনমতে নিষিদ্ধ ঘোষণা কৰিলে তেওঁ তেতিয়া সামান্য গুণাৰ তাৰ কিছুমান গোটাই লৈ ৰেডিঅ' তৈয়াৰ কৰি দেশ-বিদেশৰ খবৰ ধৰিছিল আৰু বন্ধু-বান্ধৱক শুনাইছিল। কংগ্ৰেছে বৃটিছ শাসনৰ বিৰুদ্ধে অসহযোগ আন্দোলন চলোৱা দিনত তেওঁ নিজে টাইপ ৰাইটাৰ আৰু দুপ্লিকেটৰ যন্ত্ৰ সাজি লৈ ৰাতিৰ ভিতৰতে তাত কাকত ছপাই দিনত সেইবোৰ যন্ত্ৰ হাবিৰ বিহলঙনিৰ মাজত পেলাই থৈছিল। পুলিচে বহুত বিচাৰ-

খোচাৰ কৰিও তাৰ গুংসূত্ৰ উলিয়াব পৰা নাছিল। পঢ়া কালতেই সৰু মটৰ-ব'ট সাজি প্ৰথমে ঘৰৰ দুৱাৰমুখতে থকা যোৰপুখুৰীত বাই ফুৰিছিল আৰু তাৰ পিছত তাৰেই ব্ৰহ্মপুত্ৰ পাৰ হৈ দেখুৱাইছিল। তেওঁ এনে এখন চাইকেলত উঠি ফুৰিছিল যিখন আগলৈ আৰু পাছলৈ সমানে চলিছিল আৰু ভৰিৰ টিপনিতেই তাৰ ব্ৰে'ক ধৰিব পৰা গৈছিল। তেওঁৰ ASK 303 নম্বৰ ফ'ৰ্ড কাৰখন গুৱাহাটী চহৰত প্ৰথমে ওলোৱা মটৰগাড়ী কেইখনৰ এখন আছিল আৰু তাত তেওঁ যন্ত্ৰ যোগ-বিয়োগ কৰি তাক এটা চাবলগীয়া বস্তু কৰি তুলিছিল। সিদিনালৈকে তেওঁ নিজে সেই গাড়ী চলাই লৈ ফুৰিছিল আৰু ফ'ৰ্ড কোম্পানীৰ লোকে আহি তেওঁৰ আৰু তেওঁৰ গাড়ীখনৰ ফটো সগৌৰৱে তুলি লৈ গৈছিল। সেই গাড়ীখন তেওঁ জীপ গাড়ীৰ দৰে য'লৈকে ত'লৈকে নিব পৰা কৰি তুলিছিল। ডেকা কালত সেইখনত উঠি তেওঁ প্ৰেমনাৰাযণ দত্ত, গিৰিশ বৰুৱা আদি বন্ধুসকলৰ লগত পথাৰৰ মাজে মাজে গৈ পাহাৰৰ দাঁতিত চিকাৰ কৰি ফুৰিছিল। মজাৰ কথা আছিল এই যে মটৰখনৰ ওপৰতে এখন কোৰ তুলি লৈ তাৰে পথাৰৰ ভুঁই-আলিবোৰ কাটি মুকলি পথাৰৰ মাজে মাজে গাড়ী চলাই নিছিল। গুৱাহাটীৰ বহুত মানুহৰ মুখে মুখে এনে এটা কথা চলি আছিল যে চহৰত এই গাড়ীখন সঘনে ঘূৰিব ধৰিলেই বুজিব পাৰি যে লক্ষ্মীনাথ দাসৰ ঘৰত বিযা নামিছে , কাৰণ অন্য সময়ত হ'লে দাসে গাড়ীখন চলাই নি এঠাইত পেলাই এৰি খোজ কাটি কাম চাই ফুৰে।

এবাৰ এটা মজাৰ কথা হৈছিল। লক্ষ্মীনাথ দাসৰ বৰ-পুতেকৰ বিয়া। কইনা আছিল গুৱাহাটীৰে ভৰলুমুখ-শান্তিপুৰত। জোৰোণৰ দিনাখন যাত্ৰা কৰি ওলাই জোৰোণৰ বযবস্তুবোৰ লৈ দিনৰ এক মান বজাত সকলো শান্তিপুৰলৈ যাবলৈ সাজু হ'ল। সুলক্ষণীয়া গাড়ী বুলি পুৰণি হ'লেও এই গাড়ীখনতে জোৰোণৰ যাবতীয় সামগ্ৰী তুলি লোৱা হ'ল। স্থিৰ হ'ল বাটত অলপ কিবা কাম থকা বাবে ঠিক এক বজাতেই যাত্ৰা কৰি দাস ডাঙৰীযাই এই গাড়ীখন লৈ যাব। দলৰ বাকী লোকসকল আধাঘণ্টা মান পিছত গ'লেও হ'ব।

তেতিয়া গুৱাহাটীত প্লেগ বেমাৰ হোৱাৰ আগন্তুকে দেখা দিছিল। মৰা এন্দুৰবোৰ ফাঁচীবজাৰৰ আলিবাটতত বৰকৈ পোৱা গৈছিল। মহানগৰীত প্লেগে দেখা দিলে ভয়ঙ্কৰ কথা হ'ব। তাকে দেখি সভাৰ কৰ্তৃপক্ষই এন্দুৰমাৰা অভিযান চলাইছিল। লক্ষ্মীনাথ দাস সেইবোৰত সদায় আগৰণুৱা। তেওঁৰ বিশেষত্ব তেওঁ এটা নহয় এটা কিবা নতুন কৌশল উলিয়াবই উলিয়াব। এইবাৰ তেওঁ এন্দুৰৰ গাঁত বা এন্দুৰ ফুৰা বাটত মটৰগাড়ীৰ পাম্পৰ দৰে নতুনকৈ সজা একোটা সৰু ইঞ্জিনেৰে পাম্প দি ঔষধ বিয়পাই দিয়াৰে ব্যৱস্থা কৰিছিল।

যথা সময়ত দাস ডাঙৰীয়াই নিজে গাড়ী চলাই যাত্ৰা কৰিলে। জোৰোণৰ আৱশ্যকীয় সকলো মাঙ্গলিক সম্ভাৰ তেওঁৰ গাড়ীত। যাবৰ সময়ত তেওঁ মাহীমাকক ক'লে—"মাহীদেউ, আপোনালোক আহি থাকক। মই অলপ আগবাঢ়ি যাওঁ,

ফাঁচীবজাৰত অলপ কাম আছে।” লগত ল’লৈ বৰজোঁৱাযেক অতুল বৰুৱা আৰু কোনোবা দুজনক। ফাঁচীবজাৰত মটৰ ৰাখি তেওঁ এন্দুৰ মাৰা কাযদা ঠিকমতে খাটিছেনে নাই চাবলৈ লাগি গ’ল।

এঘণ্টামান গ’ল তেওঁৰ সময়ৰ খবৰ নাই। ডেৰ ঘণ্টা মান গ’ল, তেওঁ নাই। মটৰ ৰাজ-আলিৰ ওপৰত আছে। অতিষ্ঠ হৈ বৰজোঁৱাযেক অতুল বৰুৱাই বিচাৰি গৈ গুদাম এটাত কিবা যন্ত্ৰ এটা খুঁচৰি থকা পাই ক’লে—“দেউতা, জোৰোণৰ সময় উকলি যাব, বহুত পলম হ’ল।”—উত্তৰ ’এ হয়তো ; মই আকৌ পাহৰিযে গৈছিলোঁ’—বুলি আৰু কেইমিনিটমান পিছতহে গাড়ীত বহিলগৈ।

শান্তিপুৰত বিযাঘৰৰ ওচৰ পাই দেখে তেওঁৰ পাছত যোৱা জোৰোণৰ দলৰ মানুহবোৰ গৈ যাত্ৰা-কলপুলিৰ ওচৰতে ৰৈ আছে। তাক্ত-বিৰক্ত হৈও আনে কোনেও একো মাত মাতিবলৈ সাহ নকৰিলে, কেৱল মাহীমাকে ক’লে, ’দে বাপা, তুমিহে দেশৰ কাম কৰিছা আৰু আনে কৰা নাই।’—তেওঁ মনে মনে থাকিল।

বহুত দিন আগতে আৰু এদিন বোলে তেওঁৰ নুমলীয়া পুতেক মণিক (ডাঃ অৰুণ কুমাৰ দাসক) মটৰত তুলি নি ফাঁচীবজাৰৰ সৰবৰহী নাগৰিক লালসিঙৰ ঘৰত নমাই থৈ নিজে কিবা ইঞ্জিন পৰীক্ষা কৰাত লাগিল। যেতিয়া কাম হ’ল, মটৰ চলাই ঘৰলৈ উভতিল আৰু খোৱা-বোৱা কৰি উঠি কিতাপ পঢ়াত লাগিল। মাহীমাকে তেতিয়া মণিক বিচাৰি ক’তো নাপাই তেওঁক ক’লৈগৈ—“বোপা, মণি তোমাৰ লগত যোৱা নাছিল নে ? সি দেখোন এতিয়া ক’তো নাই।” তেতিয়াহে তেওঁৰ গাত হুঁচ আহিল। তেওঁ তুৰন্তে মটৰ চলাই গৈ লালসিঙৰ ঘৰৰ পৰা মণিক আনিলে। এয়ে আছিল লক্ষ্মীনাথ দাস।

লোকপ্ৰিয় গোপীনাথ বৰদলৈৰ সৰু ভাযেক (সাধাৰণতে নুমলি দাদা বুলি প্ৰখ্যাত) ৰত্নেশ্বৰ বৰদলৈৰ লগত লগ লাগি ইণ্ডাষ্ট্ৰিযেল এণ্ড কেমিকেল পায়নিয়াৰ্চ নামে কাৰখানা এটা ঘৰৰ হাউলিতে খুলি লক্ষ্মীনাথে নিউচল, নেত্ৰকল্যাণ, আইচিপিন আদি ঔষধ আৰু নানা প্ৰকাৰৰ তেল, এচেন্স, চাবোন, চিয়াহি আদি তৈয়াৰ কৰিবলৈ আৰম্ভ কৰিছিল। এই কামত অলপ দিনৰ ভিতৰতে তেওঁৰ অনুগত মেধাবী ছাত্ৰবন্ধু পূৰ্ণ ভৰালীয়ে আহি যোগদান কৰিছিল।

কাৰখানা খুলিবলৈ যিটো ঘৰ সাজিছিল সেই বিষয়েও এষাৰ নক’লে ভুল হ’ব। সেই ঘৰটো আছিল দুমহলীয়া। টিন আৰু কাঠৰ। তাত খুঁটা নাছিল। ফলা কাঠৰ টুকুৰাবোৰ ইডালে সিডালক টানি ধৰাকৈ কোণা-কুণিকৈ দি ঘৰটো আতি কম খৰচতে নিৰ্মাণ কৰা হৈছিল। তেওঁ নিজে আগত থাকি তাক সজাইছিল। ঘৰটোৰ নিৰ্মাণৰ কৌশল দেখি বহুতে হাঁহিছিল আৰু বহুতে কৌতুক পাইছিল। আমি এদিন এই ঘৰটো খুঁটা নোহোৱাকৈ কেনেকৈ আছে বুলি—সৰু ল’ৰাৰ দৰে প্ৰশ্ন কৰাত তেওঁ শিশু-সুলভ হাঁহিৰে কৈছিল—“আমাৰ ঘৰবোৰতো আচলতে খুঁটাৰ ওপৰত ভৰ দি নাথাকে, থাকে দিয়াচলাই বাহটো থকাৰ দৰে বান্ধোনত পকাৰ ওপৰত

বহি।"—এইবুলি তেওঁ খালী দিয়াচলাই-বাহ এটা আনি বুজাই দিছিল।

কোৱা বাহুল্য নিউচল, নেত্ৰকল্যাণ আদি ঔষধবোৰ গাঁৱে-ভূঁয়ে আৰু শিক্ষিতসকলৰ মাজতো সমানে সমাদৃত হৈছিল। লোকপ্ৰিয় গোপীনাথ বৰদলৈ দেৱে বাহিৰলৈ মফচলত গ'লে নিউচল, নেত্ৰকল্যাণ আদিৰ টেমাটো চুটকেচত আগে ঠিকঠাক কৰি লৈছিল বুলি তেওঁৰ জীয়াৰী লিলিয়ে লিখিছিল। নিউচলৰ আচৰিত গুণ আছিল এয়ে যে তাক পেটৰ অসুখতো খাব পাৰি আৰু কটা-ছিঙাতো ব্যৱহাৰ কৰিব পাৰি। এই বিষয়ে এটা সঁচা ঘটনাৰ কথা কোৱা যাওক।

এবাৰ জালুকবাৰীৰ হাকিকসকলৰ প্ৰশিক্ষণ শিবিৰত এদিন ডাড়ি খুৰাওঁতে ডেকা হাকিম অমৰ প্ৰসাদ লাহিৰিৰ গালত খুৰে বেয়াকৈ কাটিলে। ডেটল দিয়েহে দিয়ে, তেজ নৰয়। উপায় নাপাই তেওঁ সহ-নিবাসী সতীৰ্থ বন্ধু অতুল বৰুৱাক ক'লে—"ভাই বৰুৱা, মই মৰিলোঁ। নতুন ব্লেডে মোক ভালকৈয়ে বখলিয়ালে। এতিয়া তেজ নৰয়।"—বৰুৱাই ততালিকে নিউচলৰ চিচাৰপৰা নিউচল অলপ তুলাত ভিজাই লাহিৰিৰ কটা ঘাৰ ওপৰত অলপ সময় হেঁচা দি ৰাখিবলৈ ক'লে। খন্তেক পিছতে তেজ বন্ধ হ'ল। লাহিৰিয়ে বটলটো চাই নিজেও এটা শীঘ্ৰে কিনি আনি ৰাখিব বুলি ক'লে। গ'ল কথা গুচিল।

অন্য এদিন লাহিৰিৰ বৰকৈ পেট চলিল। ডিস্পেঞ্চেৰিৰ ঔষধে গুণ দিয়া নাই। শৌচ কৰি কৰি দুৰ্বল হৈ সেহাই সেহাই তেওঁ ক'লে—"ভাই বৰুৱা, সিদিনা তুমি মোক ব্লেডে কটাত বচালা ; আজি কিন্তু কলেৰাই পালে। মৰিম নিশ্চয়। কি পাৰা কৰা।"—বৰুৱাই লৰালৰিকৈ নিউচলৰ বটলৰপৰা একৈশটোপা নিউচল আধাকাপ পানীত মিহলাই লাহিৰিক খাবলৈ দিলে। লাহিৰিয়ে ক'লে—"ভাই তুমি মোক মাৰিব খুজিছা। সিদিনাৰ সেই বটলটোৱে নহয় জানো ?"—বৰুৱাই ক'লে—'তুমি এতিয়া বেমাৰী। মই ডাক্তৰ। ডাক্তৰে যি দিয়ে তাকে খোৱা। তুমি মৰা যদি বাৰু মই আছোঁ।'—লাহিৰিয়ে ক'লে—"তুমি তো থাকিবাই ; তোমাৰ পেটৰ অসুখ হোৱা নাই।" এইবুলি ঔষধ খালে আৰু ভাল পালে। ভাল হৈ উঠি এটা নিউচলৰ বটল হাতত লৈ লাহিৰিয়ে প্ৰতিটো তম্বুৰ ওচৰলৈ গৈ কৈ ফুৰিছিল—"এই ঔষধৰ নাম নিউচল। সকলোৱে লগত ৰাখিবাহক। ইয়াক কাটিলেও লগাব পাৰি, কলেৰাতো খাব পাৰি। এনে ঔষধ মই ক'তো দেখা নাই।"

পিছে অৰ্থাভাৱতে এই কাৰবাৰ বেছিদিন নচলিল। যুদ্ধৰ সময়ত আৱশ্যকীয় সমলবোৰ পাবলৈ নাইকিয়া হ'ল। ফলত কাৰখানা বন্ধ হ'ল। তাকে লৈ এদিন দাসে এজন অন্তৰঙ্গ বন্ধুৰ আগত আক্ষেপ কৰি কৈছিল—"কি কম ? মই মাত্ৰ কেইহাজাৰমান টকা পোৱা হ'লেই এই প্ৰতিষ্ঠান কি কৰি তুলিলোহেঁতেন। ক'তো সেই ধনখিনি সুবিধা কৰিব পৰা নাই। লক্ষ্মী মোৰ প্ৰতিকূল। মিছাতে লক্ষ্মীনাথ নাম ল'লোঁ।"—বন্ধুৱে যোগ্যভাৱে উত্তৰ দি কৈছিল—"লক্ষ্মীৰ ঠাইত সৰস্বতীয়ে লম্ভিলে। লক্ষ্মী-সৰস্বতীৰ অৱিয়াঅৱিৰ কথা জানেই দেখোন। গতিকে অসুবিধা হৈছে।"

এই প্ৰসঙ্গতে কৈ থোৱা ভাল যে চকুৰ ঔষধ নেত্ৰকল্যাণ উলিয়াবলৈ গৈ এবাৰ দাস ডাঙৰীয়াই ঔষধৰ চোক পৰীক্ষা কৰিবলৈ উপযুক্ত কাকো নাপাই নিজৰ চকুতে দি পৰীক্ষা কৰিছিল আৰু ফলত ভালেমান দিন জীয়াতু ভুগিছিল।

অসমীয়া টাইপ-ৰাইটাৰ আজি ওলাইছে। দাস ডাঙৰীয়াই কলেজত কাম কৰা দিনতে অসমীয়া বৰ্ণমালাৰ সৰলীকৰণ সম্পৰ্কে চিন্তা কৰিছিল আৰু আত্যন্ত উদ্যোগী লোক কেৰবকান্ত বৰুৱাৰ লগ হৈ 'বৰদাস লিপি' বুলি লিপি বাহিৰ কৰি টাইপ-ৰাইটাৰ উলিয়াইছিল। বৰদাস মানে বৰুৱা আৰু দাস। পিছে সি নচলিল , কাৰণ লক্ষ্মীনাথ দাসে উদ্ভাৱনহে কৰিব পাৰে, তাত লাগি থাকিব নোৱাৰে।

সঙ্গীত চৰ্চা আছিল লক্ষ্মীনাথ দাসৰ অন্যতম আমোদ ক্ৰিয়া। মহাপুৰুষদ্বয়ৰ বৰগীতবোৰৰ সুৰ উদ্ধাৰ কৰিবৰ কাৰণে তেওঁ তলে তলে বৈজ্ঞানিক পদ্ধতিৰ গৱেষণা চলাইছিল আৰু তাৰ কাৰণে ডাঃ হৰেকৃষ্ণ দাস, লোকপ্ৰিয় গোপীনাথ বৰদলৈ, অম্বিকাগিৰী ৰায়চৌধুৰী আদিসকলৰ কণ্ঠস্বৰ স্বৰলিপিত লিপিবদ্ধ কৰিছিল আৰু পিছত টেপ-ৰেকৰ্ডাৰ এটা নিজে সংগ্ৰহ কৰি তাৰে কিছুমান বাণীবদ্ধ কৰিছিল। উল্লেখযোগ্য এই যে চন্দ্ৰকুমাৰ আগৰৱালাৰ 'অসমা-সুষমা-কামৰূপা' নামৰ বিখ্যাত গীতটোৰ সুৰৰ চানেকি দিছিল লক্ষ্মীনাথে আৰু কবি আগৰৱালাই সেই সুৰ-চানেকিৰ উচ্চ প্ৰশংসা কৰি তাত আন্তৰিক সমৰ্থন দিছিল। সি আজিও "চন্দ্ৰামৃত" গ্ৰন্থত সংৰক্ষিত হৈ আছে।

বৰগীত চৰ্চা সম্পৰ্কে তেওঁ নিজে কৈছিল—"দেউতাই দোকমোকালিতে সদায় 'তেজৰে কমলাপতি পৰভাত নিন্দ' গীতটো গাই আমাক জগাই দিছিল। তেতিয়াৰ পৰাই বৰগীতৰ সুৰৰ প্ৰতি মোৰ মন আকৃষ্ট হৈছিল।"

"কলিকতাত এম. এ চি. পঢ়ি থাকোঁতে পোনতে বাণীকান্ত কাকতিৰ লগত একেলগে একেটা কোঠালিতে আছিলোঁ। পিছত যেতিয়া 'কিউবিকেল' (অকলে থাকিব পৰা কোঠালি) পালোঁ তেতিয়া প্ৰেচিডেন্সি কলেজ হোষ্টেলৰ দুমহলীয়া ঘৰৰ ওপৰ মহলৰ কোঠা এটাত কেতিয়াবা কি কৰিছিলোঁ জানা ? দুৱাৰ-খিড়িকীবোৰ জপাই অৱসৰত মাজে-সময়ে চিঞৰি চিঞৰি বৰগীত গাইছিলোঁ। কেতিয়াবো নাচি নাচি গীত গাই নিজকে পাহৰি গৈছিলোঁ আৰু পিছত কোনোবাই কিজানি দেখিলে বুলি সন্দেহত খিড়িকী খুলি চাই কাকো নেদেখি আত্মতৃপ্তি লভিছিলোঁ।"

শেষ বয়সতো বৰপেটাৰ প্ৰসন্নলাল চৌধুৰীৰ লগত নিৰলে ঘৰৰ আঁৰত বহি দুয়ো হাতত তাল দি গীতৰ আখৰা কৰি থকা বহুতে তেওঁক দেখিছিল। তেওঁৰ আধাভগা হাৰমনিয়ামটো চ'ৰা-ঘৰৰ বাহিৰৰ কোঠালি এটাত সদায়ে পৰি থকা দেখা গৈছিল আৰু আজৰি পালেই তেওঁ গৈ তাৰ ওচৰতে বহি তাত গীতৰ সুৰ দিবলৈ হে-হো- পে-পোকৈ হাৰমনিয়াম বজাইছিল। সঙ্গীতজ্ঞ লোক পালেই তেওঁ আদৰি-সাদৰি নি তেওঁৰ লগত সঙ্গীত সম্পৰ্কে আলচ কৰি সন্তোষ লভিছিল।

এইখিনিতে দাস ডাঙৰীয়াই কোৱা আৰু দুই-এটি ঘটনাৰ কথা মনত পৰিছে।

লগৰ কথা লগতে কৈ থোৱাই ভাল। আগতে কৈ অহা হৈছে, তেওঁ ডঃ বাণীকান্ত কাকতিৰ সহপাঠী আছিল। দুয়ো কলিকতাৰ প্ৰেচিডেন্সি কলেজত একেলগে পঢ়া দিনৰ কথা।

দুয়ো কিছুকাল ছাত্ৰ-নিবাসতো একেটা কোঠালিতে আছিল। পিছে দুয়োৰো পঢ়া-শুনা আৰু থকা-মেলাৰ অভ্যাস অলপ পৃথক ধৰণৰ আছিল। দাসে কোঠালিৰ দুৱাৰ-খিড়িকীবোৰ খুলি মুকলি বতাহত পঢ়িবলৈ ভাল পায় আৰু কাকতিয়ে ভাল পায় নিৰলে বন্ধ কমত বহি একান্তমনে পঢ়ি থাকিবলৈ। এদিন তাতে সংঘাত ঘটিল। কাকতিয়ে দুৱাৰ-খিড়িকীবোৰ বন্ধ কৰি পঢ়িবলৈ বহে আৰু তাৰ অলপ পাছতে দাসে সেইবোৰ খুলি দিয়ে। তাকে কৰি থাকি বিৰক্ত হৈ কাকতিয়ে এবাৰ বন্ধু দাসক খং কৰি 'ষ্টুপিড' বুলিলে। তাতে দাসৰো খং উঠিল। তেওঁ কিন্তু একো উত্তৰ নিদিলে আৰু কাকতিক মাতিবলৈ এৰিলে। এইদৰে তিনিদিন গ'ল। চতুৰ্থ দিনা দাসে গা ধুই আহি প্ৰকোষ্ঠত প্ৰবেশ কৰাৰ লগে লগে এটা কৰুণ দৃশ্য ঘটিল। কাকতি পঢ়া চকীৰপৰা ঘপ কৰে উঠি গৈ দাসক আঁকোৱালি ধৰিলে আৰু কান্দি কান্দি ক'লে—'বেবি, তুমি মোক সঁচাকৈয়ে আৰু নামাতিবায়ে নেকি ?' উত্তৰত দাসে একো ক'ব নোৱাৰিলে কিন্তু কাকতিৰ ডিঙিত ধৰি পাৰে মানে কান্দিলে। তাৰ পাছত টান বৰষুণৰ পাছৰ বতৰৰ দৰে সকলো শান্ত, সুগভীৰ, নিৰল আৰু স্বাভাৱিক হ'ল।

ইয়াৰ পিছত একেলগে থকা এই কালডোখৰত হেনো দুয়ো সাহিত্য আৰু বিজ্ঞান চৰ্চাৰ এটা বিতোপন ব্যৱস্থা কৰি লৈছিল। এটা দেওবাৰে এঘণ্টা বা দুঘণ্টা সময় এজনে সাহিত্যৰ বতৰা ক'ব, অইন এটা দেওবাৰে অন্যজনে বিজ্ঞানৰ কথা ক'ব। তেনেকৈ দাস ডাঙৰীয়াই কোৱা মতে—"পিছে মই বাণীকান্তক বিজ্ঞানৰ বতৰা কি দিম নো ? তেওঁৰপৰা হ'লে মই অপৰ্যাপ্ত সাহিত্য-কথা শুনিলোঁ। সংস্কৃত সাহিত্যৰ বিখ্যাত কাব্যবোৰৰ উদ্ধৃতিসহ বচনবোৰ তেওঁ কৈছিল। মই তাৰে কিছুমান নোট কৰি ৰাখিছিলোঁ। নমুনা দেখুৱাব পাৰোঁ নেকি—চাওঁ ৰ'বা" বুলি তেওঁ কিতাপৰ মাজৰ পৰা আনি এটা অকণমান নোটবুক দেখুৱাইছিল। কৈছিল—"মোৰপৰা তেওঁ কিন্তু একো নাপালে ; ঠগ খালে।"

এম-এছ্‌-চি পঢ়িবলৈ কলিকতালৈ যোৱাত দাসৰ কিবা কাৰণত দিনচেৰেক পলম হৈছিল। তাকে দেখি গৈ পোৱাত কাকতিয়ে হেনো খং কৰি তেওঁক কৈছিল—"ঘৰত ইমান দিন কি কৰি, ক'ত মৰি আছিলা ? এতিয়া ক'ত থাকা থাকা। ক'তো থাকিবলৈ ঠাই নাই।" উত্তৰত দাসে বোলে কৈছিল—"কিয় ? তুমি আছা নহয়? অ' তুমি পষ্ট-গ্ৰেজুৱেট স্কলাৰছিপটো পোৱা খবৰ পাই বৰ ভাল পালোঁ, বুজিছা? একেটা জলপানি এখন প্ৰদেশৰ। তাকে তুমি যে গিলিব পাৰিলা, আনে নোৱাৰিলে, কম কথা নহয়। পিছে সেইটোনো তুমি নাপাই কোনে পাব ?" কাকতিয়ে হেনো তপৰাকৈ উত্তৰ দিছিল—"এবা কিন্তু মই নিজৰ প্ৰদেশৰহে চাউল খালোঁ, তুমি কিন্তু বঙালৰ মুখৰ চাউলো কাঢ়ি খালা। আগতে ডাফ স্কলাৰছিপ পাই কি কৰিছিলা?

বঙ্গ, বিহাৰ, উৰিষ্যা আৰু অসম—এই চাৰিওখনৰ মুখৰ চাউল কাঢ়ি খাইছিলা দেখোন।"

পুৰাতত্ত্ব খোঁচৰাতো লক্ষ্মীনাথ দাস কম নাছিল। পণ্ডিত ৰাজমোহন নাথ শ্বিলঙৰপৰা আহিলে পুৰাতত্ত্ব আলচ কৰিবলৈ তেওঁক এবাৰ নহয় এবাৰ লগ ধৰিবই। দুয়ো কেতিয়াবা আলাপ-আলোচনাত বহি ঘণ্টাৰ পিছত ঘণ্টা অতিবাহিত কৰিছিল। নীলাচল পৰ্বতৰ শিলালিপি উদ্ধাৰত লক্ষ্মীনাথৰ অৰিহণা কম নহয়।

আগতে উল্লেখ কৰা হৈছে যে লক্ষ্মীনাথৰ চৰিত্ৰৰ এটা বিশেষ গুণ আছিল এই যে তেওঁ নিজে পোহৰলৈ আহি কাৰ্যকাৰক হিচাপে দেখা দিয়াতকৈ পিছৰপৰা আনক ঠেলি দি আগলৈ পঠিয়াই তেওঁক সৰ্বতোপ্ৰকাৰে সহায় কৰি আনন্দ লভিছিল। আজিৰ জগতত অনেক লোকেই নিজৰ নাথাকিলেও ধাৰ-চুৰকৈ আনি হ'লেও জহাই আনন্দ পায়। লক্ষ্মীনাথ আছিল তাৰ সম্পূৰ্ণ বিপৰীত। ডঃ বিৰিঞ্চি কুমাৰ বৰুৱাৰ সম্পাদিত অঙ্কীয়া নাটৰ 'অবহ পাকৰু' সমালোচনাও প্ৰথমে খুঁচৰি উলিইছিল লক্ষ্মীনাথ দাসেই—অৱশ্যে ৰহস্যৰ চলেৰে।

মঞ্চত অভিনয় লক্ষ্মীনাথে নিজে কৰা নাছিল, কিন্তু অভিনয় পৰিচালনা কৰি, তাত দিহা-পৰামৰ্শ দি আৰু অভিনয়ৰ কৃতকাৰ্যতা লাভৰ কাৰণে বুদ্ধিকৌশল উলিয়াই তেওঁ সদায় আমোদ পাইছিল। জ্যোতিপ্ৰসাদ আগৰৱালা, অতুলচন্দ্ৰ হাজৰিকা, প্ৰসন্নলাল চৌধুৰী আদি নাট্যকাৰসকলে তেওঁৰ সাহায্যৰ কথা নানা ঠাইত নানাভাৱে স্বীকাৰ কৰি গৈছে। বিজুলী বাতিৰ প্ৰয়োগ নোহোৱা দিনতেই কুমাৰ ভাস্কৰ মন্দিৰত পেট্ৰোমাক্স লাইটৰ সহায়তেই তেওঁ পোহৰৰ খেলা দেখুৱাই দৰ্শকক চমক লগাইছিল।

লক্ষ্মীনাথ দাসে এম-এছ-চি পাছ কৰি উঠিযে ফৰেষ্ট ই-এ-চি বা জংঘল বিভাগৰ হাকিম চাকৰিৰ প্ৰশিক্ষণৰ কাৰণেও বাছনি-পৰীক্ষা দিছিল। সেইবাৰ কাৰোবাৰ মন্ত্ৰণাত অসম চৰকাৰে ঘোষণা কৰিলে যে সেই পৰীক্ষাত হিন্দু, মুছলমান, অসমীয়া, ছিলটীয়া আদিৰ বিচাৰ নহ'ব ; যোগ্যতাৰ ওপৰতে নিৰ্বাচন হ'ব ; অৰ্থাৎ যিয়ে পৰীক্ষাত আটাইতকৈ বেছি নম্বৰ পায় তেৱেঁই নিৰ্বাচিত হ'ব আৰু তেনেকৈ প্ৰথম আৰু দ্বিতীয় হোৱা দুজন পৰীক্ষাৰ্থীক প্ৰশিক্ষণ ল'বলৈ দেৰাদুনলৈ পঠোৱা হ'ব। সকলোৱে ভাবিছিল সিটো উপত্যকাৰ লোকে এই সুবিধা পাব। পৰীক্ষাৰ কাকত চোৱাইছিল দেৰাদুনত—যাতে নিৰপেক্ষতাত কোনো সন্দেহৰ অৱকাশ নাথাকে। ফলত হ'ল কি ? প্ৰথম হ'ল লক্ষ্মীনাথ দাস আৰু দ্বিতীয় হ'ল সিদ্ধিনাথ শৰ্মা। দুয়োৰো কিন্তু ই-এ-চি হোৱাটো নহ'ল। হাবিয়ে-জংঘলে ফুৰি প্ৰশিক্ষণ ল'বলৈ দাস সমৰ্থ নহ'ল ; শৰ্মাই বঙালী অধ্যাপকৰ লগত অসম আৰু অসমীয়াৰ বিষয়ে কিবা তৰ্ক-বিতৰ্ক কৰি হেনো তিষ্ঠিব নোৱাৰি গুচি আহিল।

লক্ষ্মীনাথ দাসৰ অন্তৰঙ্গ বন্ধুসকলৰ ভিতৰত ঘাই জনদিয়েক আছিল—উমেশ চৌধাৰী, ৰাজমোহন নাথ, জ্যোতিপ্ৰসাদ আগৰৱালা, গিৰিশ বৰুৱা, হৰেন্দ্ৰনাথ

বৰুৱা, ৰত্নেশ্বৰ বৰদলৈ, যদু বৰুৱা ইত্যাদিসকল আৰু শ্ৰদ্ধাভাজন বন্ধুসকলৰ ভিতৰত আছিল—অম্বিকাগিৰী ৰায়চৌধুৰী, গোপীনাথ বৰদলৈ, চন্দ্ৰকুমাৰ আগৰৱালা, ডাক্তৰ ভুবনেশ্বৰ বৰুৱা প্ৰমুখ্যে লোকসকল।

পৰোপকাৰ কৰি দাসে কেনে তৃপ্তি লাভ কৰিছিল তাৰে এটি ক্ষুদ্ৰ উদাহৰণ দিলেই হ'ব। এদিন ভাদমহীয়া ডবাপিটা বৰষুণ মূৰত লৈ চাইকেল ঠেলি ঠেলি তেওঁ শৰণীয়া পাহাৰৰ ডাঃ ভুবনেশ্বৰ বৰুৱাৰ বাসভৱনলৈ যাব লাগিছে। ডাঃ বৰুৱাই খিড়িকীৰে তেওঁক দেখি ভাবিলে—আজি নিশ্চয় লক্ষ্মীনাথৰ ঘৰত কাৰোবাৰ ডাঙৰ নৰিয়া হৈছে। গৈ পোৱাৰ লগে লগে ডাক্তৰে আস্তব্যস্তকৈ সুধিলে—'কি লক্ষ্মী, কাৰ কি হৈছে ?'—দাসে চাইকেলখন থৈ ক'লে—"কাৰো একো হোৱা নাই ৰখা। সেই মানুহটো কিন্তু নিগমে মৰিলহে। পৰিয়াল এমখা। দৰমহাৰ টকা নো পায় কেইটা ? আজি মিটিং আছে। তুমি তাৰ কাৰণে একাষাৰ ক'ব লাগিব।"

—কাৰ বিষয়হে ? কাৰনো বিষয় ?

—সেই তিতাৰামৰহে।

কিছুদিন পিছত ডাক্তৰ বৰুৱাই এই ঘটনাটোৰ কথা কথা-প্ৰসঙ্গত গোপীনাথ বৰদলৈক কোৱাত বৰদলৈয়ে উত্তৰ দিছিল—"এৰা ডাক্তৰ, লক্ষ্মীৰ দৰে মানুহ হ'লে দেশখন চলোৱা টান নহয। আজিলৈকে মই মানুহ এজনকেই পালোঁ যি নিজৰ কাৰণে মোক অকণো আমনি কৰা নাই। তোমাকো তেওঁ নিজৰ দৰমহাৰ কথা নকৈ আনৰ কথাহে কৈছিল।"

উল্লেখযোগ্য এই যে ১৯১৬ চনত স্থাপিত আসাম ছাত্ৰ সন্মিলনৰ মুখপত্ৰ সন্মিলন প্ৰবন্ধাৱলীতেই ডঃ বাণীকান্ত কাকতিৰ 'সাহিত্যত কৰুণ ৰস', লক্ষ্মীনাথ দাসৰ বৈজ্ঞানিক প্ৰবন্ধ 'কম্পন' আদি প্ৰকাশ হৈ শৈক্ষিক সমাজত আলোড়নৰ সৃষ্টি কৰিছিল।

লক্ষ্মীনাথ দাসৰ পৈতৃক গৃহৰ হাউলি যথেষ্ট আহল-বহল আছিল। তাত চাৰি-পাঁচখন তাঁত-শালত সদায় বয়ন কাৰ্য্য চলি আছিল। ঘৰৰ জীয়াৰী-বোৱাৰী সকলোৰে বোৱা-কটা কৰিছিল। আৰু দাস ডাঙৰীয়াই মাজে-সময়ে সেইবোৰত হাত-উজান দি সিসকলক দিহা-পোহা দিছিল। সূতা-কটা যঁতৰ এটাও নতুনকৈ উলিয়াই দি তেওঁ বন্ধু মহলক চমক লগাইছিল। তদানীন্তন লোক-সমাজৰ মানুহৰ স্মৃতিত আজিও এইবোৰ কথা জাগৰুক হৈ আছে।

সেই সময়ত লক্ষ্মীনাথৰ ভ্ৰাতৃ সুৰেন্দ্ৰনাথ দাসো আছিল এগৰাকী খ্যাতনামা অভিনেতা আৰু খেলুৱৈ। সেই সূত্ৰেদিও ঘৰখনত অনেক লোকৰ সমাগম হৈছিল। ক'বলৈ গ'লে ঘৰখন হৈ পৰিছিল জিৰণীয়া মৌ-মাখিৰ এখন মৌ-বাহ।

আকাশৰ তৰা-নক্ষত্ৰাদিৰ স্থিতি আৰু গতিবিধি নিৰীক্ষণ কৰিবৰ কাৰণেই এসময়ত বিজ্ঞানী লক্ষ্মীনাথ দাসে এবুকু ওখ এটা দূৰবীণ যন্ত্ৰ (Telescope) সাজি লৈ তাৰ চৰ্চা আৰু ব্যৱহাৰত ব্যস্ত আছিল। এই যন্ত্ৰ চাবলৈ আৰু তাৰ সহায়ত

আকাশৰ বিভিন্ন গ্ৰহ, নক্ষত্ৰ, তাৰকা-মণ্ডল আদিৰ স্থিতি, গতি আদিৰ উমান ল'বলৈ সন্ধ্যাৰ লগে লগে কৌতূহলী দৰ্শক ভৰি পৰিছিলহি। সেইসকলৰ ভিতৰত দুজনৰ নাম বিশেষ উল্লেখযোগ্য। এজন গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰাক্তন অধ্যাপক ডঃ ভূমিধৰ চৌধুৰী আৰু আনজন স্বনামধন্য কবি আৰু অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি নবকান্ত বৰুৱা। নক'লেও হ'ব যে দুয়ো আছিল তেতিয়া জাগ্ৰত নবীন শিকাৰু। পিছলৈ কবিগৰাকী বিজ্ঞানী দাস ডাঙৰীয়াৰ তৃতীয় জোঁৱাই হয়। কোৱা বাহুল্য যে পোনতে তেওঁকে হাতে-কলমে বুজাবলৈ বুলি তেওঁ দূৰবীণটো সাজিছিল। ঘৰখনৰ জনপ্ৰিয়তা সম্পৰ্কে উল্লেখ কৰিবলৈ হ'লে প্ৰসঙ্গক্ৰমে উল্লেখ কৰিব পাৰি যে 'সাগৰ দেখিছা'ৰ কবি দেৱকান্ত বৰুৱা দেৱেও এদিন তেওঁৰ কোনো এক বন্ধুৰ কথাৰ উত্তৰ দিবলৈ গৈ কৈছিল—"এৰা, পিছে মোৰ বিয়াখন হ'ল টকাটোৰ দহ অনায়ে ককাইদেউ লক্ষ্মীনাথ দাস আৰু তেওঁ ঘৰখনৰ কাৰণে আৰু বাকী ছয় অনা তেওঁৰে ভগিনী মোৰ পত্নী বুৰীৰ (প্ৰিয়লতা দাসৰ) কাৰণে।"

লক্ষ্মীনাথ দাস সম্বন্ধে দুই-এজন বন্ধু আৰু উপৰিস্থ বিষযাই বিভিন্ন সময়ত গতানুগতিকতাৰ বন্ধন চেৰাই প্ৰসঙ্গক্ৰমে দিয়া মন্তব্য দুই-এটাৰ উল্লেখ কৰি আমাৰ বক্তব্য সামৰিম। কবি সাহিত্যিক প্ৰসন্নলাল চৌধুৰীয়ে তেওঁৰ 'চানেকি কবিতা' বোলা পুথিখন তেওঁলৈ পঠিয়াই উপহাৰ দিয়া বাণী আৰাৰ এইদৰে লিখিছিল—'অতি সুগভীৰ, অতি সুবিশাল' শ্ৰদ্ধা আৰু ভক্তিৰে শ্ৰীলক্ষ্মীনাথ দাসৰ কৰকমলত এই কেইপাহি মদাৰ ফুল—তেওঁৰে কৃপাৰ পাত্ৰ—শ্ৰীপ্ৰসন্নলাল চৌধুৰী ; বৰপেটা। ২২।৬।৬৫

***

অসম-কেশৰী অম্বিকাগিৰী ৰায়চৌধুৰীয়ে তেওঁৰ Songs of the Cellখন উপহাৰ দিয়া ভাষা চাওক—

To my genius friend who is more than three fourths though not the whole rupee in the region of Literature, Science, poetry, music, politics etc and he is Shri Lakshminath Das.

**A. G. Ray Chaudhury** 9.10.42

জি-এছ গানিঙৰ দৰে হাড়ে-হিমজুৱে ব্ৰিটিছ সাম্ৰাজ্যবাদী আই-চি-এছ কমিছনাৰ এজনে তেওঁৰ বিষয়ে পৰিদৰ্শন বহীত মন্তব্য লিখি থৈ গৈছিল—

Water-supply problem is acute and ever present The military demand for water had to be met and I would add it was due to the ingenuity of the Superintendent of water works which I am glad to acknowledge that the waterworks at Gauhati continued to function at all during these difficult years.

**G. S. Gunning** 5.9.46

এয়ে আছিল সবল, সৰবৰহী বহুগুণী লক্ষ্মীনাথ দাস।

**অসম বাণী ২৯ ছেপ্তেম্বৰ /৯৫ ; অক্টোবৰ ১৩/৯৫ ; অক্টোবৰ ২০/৯৫**

# এম. ইব্ৰাহীম আলী—মানুহজন

তেতিয়া ইকবাল আছিল হাইস্কুলৰ নৱম শ্ৰেণীৰ ছাত্ৰ। আবেলি ধেমালিৰ ছলেৰে এদিন তেওঁ স্বাভাৱিক সৰল হাঁহিটিৰে পুতেক ইকবালক ক'লে—'বাছা, তইঁতে মন দি পঢ়। আমি তইঁতক পঢ়িবলৈ সকলো সুবিধা দিছোঁ। আমাক সুবিধা দিওঁতা কেও নাছিল ; তথাপি আমি পঢ়িছিলোঁ। মই কেনেবাকৈ বাগৰিব লাগিলে কিন্তু তইঁতৰ মহা বিপদ হ'ব। তেতিয়াহে তইঁতে মোৰ এই উপদেশৰ মোল বুজিবি।'

ইকবালে বাপেকৰ কথাখিনি শুনি অন্তৰত এটা কঠোৰ আঘাত পোৱাৰ দৰে পালে। সি গহীন হ'ল ; অস্বাভাৱিক ধৰণে হঠাৎ গহীন হৈ পৰিল। তাকে দেখি বাপেকে পুনঃ হাঁহি এটি মাৰি ক'লে—'বাছা মৰাৰ কথা শুনি আকৌ চক্ খাই নুঠিবি। ভয় খাইছ নেকি ? মই এতিয়াই নমৰোঁ। তোৰ যেতিয়া পচিশ বছৰ হ'ব, তই যেতিয়া আৰ্জি খাব পৰা হবি তেতিযাহে মৰিম অ' বাছা। আৰু কেনেকৈ মৰিম জান ? হঠাৎ পৰিম আৰু মৰিম, তইঁতে গমেই নাপাবি।'—ইকবালৰ বুকুত টোকৰ এটা মাৰি পুনঃ তেওঁ কৈ গ'ল,—'ভয় খাইছ নেকি অ', ভয় নাখাবি আকৌ। মৃত্যুক ভয় কৰিব নাপায। সি সকলোৰে লগে লগে ফুৰে। সি সকলোৰে সহচৰ বন্ধু। জীৱন মানেই মৰণ। এই শৰীৰটোৰ নো কি আছে ? মই যেতিয়া মৰিম তেতিয়া এই শৰীৰটোৰ মূল্য একো নাথাকিব। তাৰ ওপৰত আচলতে অধিকাৰ কাৰো নাই। অঙহী-বঙহীয়ে ইয়াক যিদৰে দাবী কৰিব পাৰে, কাউৰী-শগুনেও সেই একেদৰে দাবী কৰিব পাৰে। আৰু শুন! মই মৰিলেও ভয় নাখাবি, দুখ নকৰিবি। মৰিলে মোৰ হাত আৰু নখবোৰ চেঁচা পানীৰে ধুৱাই দিবি। মূৰত এখন গামোছা বা ৰুমালেৰে থুঁতৰিৰ তলৰ পৰা টানি বান্ধি দিবি ; কাৰণ মৰাৰ পাছত মানুহৰ মুখখনৰ তলভাগ ওলমি যাব খোজে।' ইকবালে একো নমতা দেখি তেওঁ হাঁহি হাঁহি ক'লে—'ভয় নাখাবি যা ; যিখিনি কথা আজি ক'লোঁ, তাক কেতিয়াবা ভাবি চাবি ; পাবি ই সত্য কথা। এতিয়া খেলগৈ যা। খেলা-ধূলাৰ মাজেদি কৰ্তব্য কৰাই জীৱন। স্কাউট হৈ ময়ো তাকে কৰিব লাগিছোঁ।'

এম. ইব্ৰাহিম আলী আৰু তেওঁৰ নুমলীয়া পুত্ৰ ইকবালৰ মাজত ওপৰৰ কথোপকথনটি হৈছিল আজি প্ৰায় ১২/১৮ বছৰ পূৰ্বে। সেয়েহে টেলিফোনত ইকবালে যেতিয়া সিদিনা হঠাৎ খবৰ পালে, তেওঁৰ 'বাবা' এটা স্কুটাৰ দুৰ্ঘটনাত গুৱাহাটী মেডিকেল কলেজৰ হাস্পতালত চিকিৎসাধীন হৈ আছে—তেওঁৰ মনত বাবাকৰ সেই পুৰণি কথাবোৰ চাঁতকৰে বিজুলিয়াই গ'ল। তেওঁ ভাবিলে—হয়তো

বাবাৰ এয়ে শেষ। তেওঁৰ সেই দুশ্চিন্তা সঁচাকৈয়ে ফলিয়ালে। যোৱা ২২ নৱেম্বৰ শনিবাৰে গুৱাহাটীৰ মাজ তালু, চহৰৰ ঘাই পোষ্ট অফিচ আৰু কাছাৰীঘৰৰ ওচৰৰ ৰাজআলিতে হাতত স্কাউটৰ ফাইল লৈ আলিটো পাৰ হৈ চিঁটী বাছত উঠিবলৈ যোৱা স্কাউট ইব্ৰাহীম আলীক কোনো এক অজ্ঞাত স্কুটাৰ আৰোহীয়ে পাছ ফালৰ পৰা খুন্দা মাৰি মাটিত পেলাই দিলে আৰু তাৰেই ফলত তেওঁ মেডিকেল কলেজ হাস্পতালত চিকিৎসাধীন হৈ ঘটনাৰ ৮/৯ ঘণ্টাৰ ভিতৰতে চিৰকাললৈ চকু মুদিলে।

এম. ইব্ৰাহীম আলী মোৰ বন্ধু। আজিকালিৰ বন্ধু নহয়, পাঠশালাত পঢ়া দিনৰ বন্ধু। ওচৰা-উচৰি দুখন পাঠশালাত দুয়ো পঢ়িছিলোঁ। তেওঁৰ ঘৰ মঙ্গলদৈ মহকুমাৰ দক্ষিণ-পশ্চিমে থকা শিঙিমাৰী গাঁৱত, মোৰ মাৰৈ গাঁৱত ; পোনে পোনে মাত্ৰ ডেৰ মাইল মানৰ ব্যৱধান। দুযোৰো একে ছিপাঝাৰ মৌজা।

শিশুকালৰে পৰা ইব্ৰাহীম আলী আছিল একাণপতীয়া আৰু শিক্ষকৰ একান্ত বাধ্য ছাত্ৰ। ঘৰৰ আৰ্থিক অৱস্থা স্বচ্ছল নাছিল। দেউতাক আবিদ আলী আৰু মাক আমিনা খাতুনৰ তেওঁ আছিল মাজু ল'ৰা। মধ্যবিত্ত কৃষক পৰিয়াল এটাত ওপজা ইব্ৰাহীম আছিল সকলৰে পৰা এটা ৰত্ন স্বৰূপ। পাঠশালাৰ বৃত্তি পৰীক্ষাত তেওঁ এটা আমোদজনক কাম কৰিছিল। কোনো কোনো বিষযৰ প্ৰশ্ন কাকতত নটা প্ৰশ্নৰ ভিতৰত ছটাৰ উত্তৰ কৰিবলৈ দিয়া আছিল। তেওঁ সেই নিৰ্দেশ নামানি নটাৰেই উত্তৰ লিখিছিল। কোনো কোনো প্ৰশ্নত ইটো বা সিটো, দুটা বা তিনিটাৰ এটা উত্তৰ কৰিবলৈ দিয়া আছিল , তেওঁ যিমান পাৰে সিমানৰ উত্তৰ কৰি আহিছিল। সোধাত তেওঁ স্পষ্ট উত্তৰ দিছিল—'মই জনা কথাবোৰ আকৌ নিলিখিম কিয় ?' ফলত তেওঁ বৃত্তি নাপালে। আমাৰ দুয়োৰে সেই সময়তে চিনাকি হয। মোক তেওঁ কৈছিল, 'বন্ধু, মই পঢ়িম বুলি ভাবিছিলোঁ, কিন্তু পঢ়োঁ কেনেকৈ ? কোনো ৰকমে এতিয়া দুমুনীচকী ছাত্ৰবৃত্তি স্কুলতে পঢ়োঁ আৰু বৃত্তি পাওঁ নেকি চাওঁ। পালে ইংৰাজী পঢ়িম ; নাপালে নাই। আপুনি বৃত্তি পাইছে মাইনাৰ স্কুলত পঢ়ক। ভাগ্যত থাকিলে আকৌ হাইস্কুলত লগ হ'ম।'

কাৰ্য্যত সেয়ে হ'ল। স্বনামধন্য হেড্ পণ্ডিত মহীদেৱ শৰ্মাৰ তলত পঢ়ি তেওঁ ছাত্ৰ বৃত্তি পৰীক্ষাত বৃত্তি লাভ কৰিলে। মঙ্গলদৈ হাইস্কুলৰ পঞ্চম শ্ৰেণীত নাম লগাই ষষ্ঠ শ্ৰেণীলৈ উত্তীৰ্ণ হোৱাত মই মাইনাৰৰ বৃত্তি ধৰি গৈ ৭ম শ্ৰেণীত নাম লগালোঁ। মঙ্গলদৈ হাইস্কুলত দুয়ো বন্ধুৰ পুনৰ মিলন হ'ল। বহুতে এইজনা হেড্ পণ্ডিত মহীদেৱ শৰ্মাক তেজপুৰৰ মহাদেৱ শৰ্মা বুলি ভুল কৰে।

শ্ৰীভৱানন্দ ৰাজখোৱা আৰু এম. ইব্ৰাহীম আলীয়ে তেতিয়াৰ পৰাই কবিতা লিখে। ৰাজখোৱা ৯মত, ইব্ৰাহীম সপ্তমত আৰু মই অষ্টম শ্ৰেণীত। তেতিয়া আমি 'বীণা' নামৰ এখন হাতে লিখা তিনিমহীয়া আলোচনী উলিয়াইছিলোঁ। তাৰে মই সম্পাদক আৰু শ্ৰীকেশৱ ভূঞা আৰু ইব্ৰাহীম আলী দুয়ো যুটীয়া সম্পাদক।

অষ্টম শ্ৰেণীলৈ প্ৰমোচন পোৱাত ইব্ৰাহীমৰ বৃত্তি সাং হ'ল। তেওঁ একপ্ৰকাৰ নিঠৰুৱা হ'ল। কিন্তু হতবুদ্ধি নহ'ল। মোক এদিন তেওঁ কোৱা মনত আছে—'বৰুৱা ভাই, মই আৰু নোৱাৰিম। বৃত্তি শেষ হ'ল। হেড্ মাষ্টৰ ৰমণী বৰুৱা ছাৰে মাচুল মাফ দিব খুজিছে, কিন্তু মাচুল মাফ পালেও চলা টান হ'ব। মই নৰ্মালৰ বাছনি-পৰীক্ষা দিব খুজিছোঁ। বৃত্তি পাওঁ যদি নৰ্মাল পাছ কৰি পণ্ডিত হ'ম, তাৰ পাছত আকৌ ইংৰাজী পঢ়িম আৰু ঘৰতে পঢ়ি পৰীক্ষা দি থাকিম। কেনে দেখে ?' মই দুখমনে সমৰ্থন কৰিলোঁ। পৰীক্ষা দিলে আৰু বৃত্তি পাই তেওঁ নৰ্মাল পঢ়িবলৈ গ'ল।

বন্ধু ইব্ৰাহীম আলী নৰ্মাল পঢ়ি থকা সময়ৰ কথা। ১৯৩৬ চন। মেট্ৰিক পৰীক্ষা দি উঠি ঠাই চাবলৈ বুলি যোৰহাটলৈ গৈছিলোঁ। উদ্দেশ্য দুটা · ঠাই চোৱা আৰু পুৰণি বন্ধুক লগ পোৱা। এদিন পুৱা দুয়ো চহৰখনৰ ওচৰে-পাঁজৰে ঘূৰিলোঁ। সেইদিনা মই যোৰহাট এৰি বদতিঘাটলৈ গৈ তাৰ পৰা জাহাজেৰে তেজপুৰলৈ আহিম। পিয়াহ লগাত বন্ধুক পানী খুজিলোঁ। বন্ধুৱে নুশুনা ভাও ধৰি ইফালে-সিফালে অলপ ঘূৰা-ফিৰা কৰি থাকি ক'লেহি—'যাওঁ ব'লক, আপোনাৰ পলম হ'ব।' মই পুনৰ পানীৰ কথা সোঁৱৰাই দিয়াত তেওঁ হাঁহি মাৰি ক'লে—'আজি পানী খাব নালাগে ব'লক , পানী খালে বন্ধুক পাহৰিযে যাব।' পেংলাই কৰা দেখি মোৰ আমনিও লাগিছিল অলপ খঙো উঠিছিল। কিছুদূৰ গৈ এখন দোকানত দুটা চৌদা পানীৰ বটল কিনি তেওঁ এটা মোক দিলে আৰু এটা নিজে খালে।

বহুত দিন পিছৰ কথা। এদিন কটন কলেজৰ শ্ৰেণীত অধ্যাপক চন্দ্ৰনাথ বৰাই পৰিশ্ৰমৰ মৰ্য্যাদাৰ কথা কৈ থাকোঁতে কথা প্ৰসঙ্গত নিজৰ জীৱনৰ কথা কৈছিল—'জাৰকালি যোৰহাটত পানীৰ অভাৱ হয়। মোৰ এটা অভ্যাস—মই দোকমোকালিতে শুই উঠোঁ আৰু ভোগদৈ নৈত গা ধুই মানুহে বৰকৈ নৌদেখোঁতেই পানী এভাৰ কঢ়িযাই আনি ঘৰত দিওঁ। ৰান্ধনীযে মোক সময়মতে ভাত দিয়ে, তাকে খাই মই যথাসময়ত আদালত পাওঁ। গাড়ীৰে মিউনিচিপালিটিয়ে ৯/১০ বজাতহে আমাক পানী দিয়ে ঃ সেই পানীৰে ৰন্ধা ভাত খাই কাছাৰী পোৱা টান।' অধ্যাপক বৰাৰ বক্তৃতাই মোক বন্ধু ইব্ৰাহীম আলী আৰু তেওঁ মোক যোৰহাটত খোৱা পানী নিদিয়া ঘটনালৈ সোঁৱৰাই দিছিল। মনৰ খুদুৱনি গুচাবলৈ বন্ধুলৈ সেয়ে হয় নে বুলি লিখাত তেওঁ উত্তৰ দিছিল—'নিজৰ দৈন্যকো লোকক দেখুৱাব নাপায়, তাতে আনৰ চহৰ এখনৰ দুখীয়া ৰূপটো দেখুৱাইনো মই বাৰু তাত থাকোঁ কেনেকৈ? সেই দেখিয়ে তাকে কৰিছিলোঁ। সেইদিনা মই পানী ধৰা নাছিলোঁ।'

তাৰ পিছত চাকৰিত সোমাই বন্ধু ইব্ৰাহীম আলীয়ে ক্ৰমে মেট্ৰিক, আই-এ., বি. এ. আৰু শেষত এম. এ. পাছ কৰিলে। এম. এ. পাছ কৰা আজি প্ৰায় দহ বছৰমান হ'ল। এম. এ. দিওঁতে এটা মজাৰ কথা হৈছিল। তেওঁ তেওঁৰ মাজু পুতেক ইব্ৰানৰ লগত একেলগে একে বিষয়তে এম. এ. দিছিল। অসমীয়াত। মই তেতিয়া গুৱাহাটীত কমিছনাৰ অফিচত কমিছনাৰৰ পি. এ. কাম কৰোঁ। পৰীক্ষা

দি উঠি শেষৰ দিনা পোনে পোনে মোৰ ওচৰলৈ গৈ মুখৰ সেই চিৰপৰিচিত হাঁহিটোৰে কৈছিল—'ভাই বৰুৱা, আজি পৰীক্ষা শেষ। মোৰ ল'ৰা ইস্ৰান আৰু মই দুয়ো দিলোঁ। পিছে মই যদি পাছ কৰোঁ, আপুনিয়ে পাছ হ'ব, নহ'লে মই নিজে ফেইল হ'ম।' মই ক'লোঁ—'সাঁথৰ এৰি আচল কথাটো কি কওকচোন। তেওঁ ক'লে—'তাৰ মানে মই সমালোচনাৰ কাকতখনৰ বাবে বেছি কিতাপ একো পঢ়া নাছিলোঁ। আপোনাৰ কেইখনকে পঢ়ি তাকে ওলট্-পালট্‌কৈ লিখি থৈ আহিছোঁ। সেয়েহে পাছ কৰিলে আপুনিয়ে কৰিব, ফেইল কৰিলে মই।' পিছে সি যিহওক, এটা আশীৰ্বাদ দিয়ক যাতে ল'ৰাৰ বাপেক হৈ এতিয়া পাছ কৰোঁ যদি বাপেক হৈয়ে থাকিব পাৰোঁ, অৰ্থাৎ এক নম্বৰৰ কাৰণে হ'লেও মোৰ নামটো ইস্ৰানৰ ওপৰত থাকে। তাৰ স্থান ওপৰত হ'লেও অৱশ্যে গৌৰৱবোধ কৰিম কিন্তু, অলপ লাজ লাগিব হ'বলা, নহয় জানো ? পিছে আপোনাক হে কৈছোঁ, তাক নক'ব আকৌ।' পৰীক্ষাৰ ফল ওলাল, তাত বাপেক ইব্ৰাহীম বাপেক হৈয়ে থাকিল।

ছাত্ৰ ইব্ৰাহীম আলীযে পিছত এম. ইব্ৰাহীম অৰ্থাৎ মহম্মদ ইব্ৰাহীম আলী লিখা কৰিছিল। তেওঁকে দেখি আন আন বহুতেও তাকে কৰিছিল ; পিছত এৰি পেলালে। তেওঁ কিন্তু নেৰিলে।

এম. ইব্ৰাহীম আলীয়ে ওৰে জীৱন শিক্ষা লাভ আৰু শিক্ষাদানতে কাল কটালে। হাইস্কুলত পঢ়া দিনৰ পৰাই তেওঁ স্কাউট আছিল। মৃত্যুৰ দিনাও স্কাউটৰ ফাইল হাতত লৈয়ে জীৱন এৰিলে। স্কুলৰ পৰিদৰ্শক হিচাপে কাম কৰা সময়ত তেওঁ স্কুল পৰিদৰ্শনৰ অন্তত শিক্ষকক লগত লৈ অসমীয়া গীত-মাত ফকৰা-যোজনা জনা বুঢ়া লোকৰ ঘৰ বিচাৰি ফুৰিছিল আৰু গীত-মাত য'তে যি শুনিছিল, কৃষ্টি সম্পৰ্কীয় য'তে যি ভাল বস্তু দেখিছিল তাৰে টোকা লিখি আনি ঘৰত যতনেৰে ৰাখিছিল। পত্নী পৰিবান নেছাক ৰগৰ কৰি তেওঁ কৈছিল—'পেন্সন পোৱা বুঢ়াৰ লেখত পৰোঁ দিয়া। মই পেন্সন পোৱা বুঢ়া মানে তুমি বুঢ়ী। বুঢ়ীয়ে বুঢ়াৰ যত্ন লোৱাটো তেওঁৰ ধৰ্ম। পিছে তুমি মোৰ যত্ন নল'লেও হ'ব ; কিন্তু মোৰ যত্নেৰে গোটাই থোৱা কিতাপবোৰৰ যত্ন ল'বা। মই তোমাক চাকৰ-নাকৰ ৰাখি দিছোঁ— তোমাৰ চিন্তা কিহৰ ?' এই কথা সুঁৱৰি আৰু কৈ সিদিনা যাওঁতে আমাৰ আগত তেওঁৰ সাদৰী পত্নীয়ে হুমুনিয়াহ কাঢ়িছিল।

সৌ সিদিনা মাত্ৰ তেওঁ তেওঁৰ তৃতীয় পুত্ৰ ইৰশ্বাদ আলীৰ বিয়া পাতিলে। বিয়াৰ আগে আগে জোৰোণৰ আঙঠিটো আনি এদিন ক'লে—'এই আঙঠিটো আপুনি মন্ত্ৰ মাতি, শুভেচ্ছা দি শুদ্ধ কৰি দিয়ক, এইটো ন-বোৱাৰীক পিন্ধাম।' ছোৱালী ক'ৰ বুলি সোধাত ক'লে—'যোৰহাটৰ ; এইবাৰ ৰবি ঠাকুৰৰ বিশ্বভাৰতীত শিক্ষা লাভ কৰা শিল্পী ছোৱালী আনিব খুজিছোঁ—কেনে দেখে ?' মই ক'লোঁ— 'মেট্ৰিকত সংস্কৃত পঢ়ি আধা হিন্দু হৈছিল, এতিয়া সম্পূৰ্ণ হ'ব—উত্তম।' দুয়ো অন্তৰ খুলি হাঁহিছিলোঁ।

নিয়তি কেন বাধতে ? চিৰকলীয়া বিচ্ছেদৰ পূৰ্বেও দুয়ো বন্ধুৰ এক অপূৰ্ব নৈমিত্তিক মিলন ঘটিছিল। এক শনিবাৰে দুয়ো ছিপাঝাৰ ছাত্ৰ সম্মিলনলৈ সভাপতি আৰু মুখ্য অতিথি হৈ গৈছিলোঁ। সিদিনা চুলিৰ 'বাটি কাট', 'ইটা-কাট' আদিৰ ৰসাত্মক ব্যাখ্যা আৰু আধুনিক শিক্ষিত ডেকাৰ বিয়াৰ আগতে ছোৱালী চাবলৈ গৈ হোৱা লটি-ঘটিৰ হুবহু বৰ্ণনা মুখ্য অতিথি ইব্ৰাহীম আলীৰ মুখত শুনি হাঁহিত শ্ৰোতাৰ পেটৰ নাড়ী ছিগিছিল। পিছৰ শনিবাৰে সেই ইব্ৰাহীম আলীৰ বিয়োগ বাতৰি শুনি কোনে চকুলো নোটোকাকৈ থাকিব ? কবিৰ ভাষাত এয়ে হ'ল—'অন্ধ নিয়তিৰ অন্ধ বিশ্বাসত চলে মানবৰ জীৱন ৰথ।'

চাকৰিৰ পৰা অৱসৰ লৈ স্কাউটৰ কামত লাগি থকা সময়তো আলী চাহাবে নিজঘৰ শিঙিমাৰী গাঁৱত নিজৰ মাটিৰ লগতে আৰু কিছু মাটি লৈ পাম খুলি তাতে মাজে মাজে গৈ থকা কৰিছিল আৰু তাৰ নাম দিছিল 'জিৰণি পাম'। এদিন নিজৰ ঘৰখনক পাম বুলিলে কিয় বোলাত তেওঁ কৈছিল—'ইয়াত আমাৰ জানো ক'ৰবাত ঘৰ আছে ? আমি সংসাৰত জিৰণীয়া মৌৰ দৰে নহওঁ জানো ? আমাৰ ঘৰটোও আচলতে পামহে।'

বছৰি সদায় একোবাৰ মিতিৰ কুটুম্বৰতো কথাই নাই, দূৰ সম্পৰ্কীয় লোকসকলৰো ঘৰলৈ গৈ একোপাক ঘূৰি মাত একোআষাৰ দি অহাটো বন্ধু আলী চাহেবৰ অভ্যাস আছিল। মুখৰ হাঁহিটি আৰু সহানুভূতিৰ মাত আষাৰৰপৰা তেওঁৰ বন্ধু-বান্ধৱ কোনো কেতিয়াও বঞ্চিত হোৱা নাছিল। তেওঁ আছিল এটা অস্থিৰ পুণ্যাত্মা, ক'তো নিৰলে সাত দিনৰ বেছি তেওঁ থাকিব নোৱাৰিছিল। সেইটো যেন তেওঁৰ স্বভাৱতে নাছিল।

এইজনাই আছিল 'কাচি জোন'ৰ সম্পাদক—'চাহাৰা' আৰু 'নিস্তব্ধ নিষাদ'ৰ কবি—'ৰাজদ্ৰোহী', 'পুৱতী নিশাৰ অনামী তৰা', 'ভৈয়ামৰ নাগিনী' (অসম্পূৰ্ণ) আদি উপন্যাসৰ ঔপন্যাসিক—'কুমাৰী জেবুন্নিছা', 'ছোহৰাব-ৰুস্তম', 'পৰীকুঁৱৰীৰ দেশ', 'মাটি আৰু সোণ' আদি শিশু সাহিত্যৰ সুনামী ৰসিক সাহিত্যিক ইব্ৰাহীম আলী। 'মাধব বেজবৰুৱা', জীৱনী সংকলনে, অপ্ৰকাশিত 'কণকলতা' নাটকে আৰু তথ্যসম্বলিত, 'পথৰুঘাটৰ ৰণ' নামৰ দলিপুৰাণৰ পটভূমিত সংগ্ৰহ কৰা বহুমূলীয়া কৃষ্টি আৰু বুৰঞ্জীমূলক দীঘল কাহিনীয়ে তেওঁৰ সাহিত্য সাধনাৰ অন্যান্য দিশত উজ্জ্বল পোহৰ পেলাইছে। তেওঁৰ সাহিত্য জীৱন আৰু সাহিত্যিক কীৰ্তি আলোচনা অন্য ৰচনাৰ বিষয়-বস্তু। তেওঁ আছিল একাধাৰে কবি, সাংবাদিক, ঔপন্যাসিক, সমালোচক, বুৰঞ্জীবিদ আৰু সুপণ্ডিত।

*দৈনিক অসম/১৮ জানুৱাৰী/১৯৭৬*

# দণ্ডিনাথ কলিতা

অন্যান্য অনেক কবি আৰু সাহিত্যিকসকলৰ থকাৰ দৰে দণ্ডিনাথ কলিতাৰ লিখিত জীৱনী আজিকোপতি প্ৰকাশ হোৱা নাই। কৰ্ম্মবীৰ চন্দ্ৰনাথ শৰ্ম্মা তেওঁৰ বাল্য বন্ধু আছিল। কলেজত পঢ়া কালত এদিন সাধাৰণ লোক এজনৰ আত্মজীৱনী এখন প্ৰকাশ হোৱা দেখি চন্দ্ৰনাথে দণ্ডিনাথক কৈছিল—আমাৰ জীৱনীনো কোনে লিখিব? মই আগে মৰোঁ যদি মোৰ জীৱনীখন তয়ে লিখিবি ; লাগিলে পাঁচশমান টকা এতিয়াই দি যাম। কাৰণ, আমাৰ জীৱনীনো কেনে কিনি পঢ়িব? ভাৱী বংশধৰসকলে অন্ততঃ নপঢ়িলেও হাতত ল'ব আৰু বন্ধু-বান্ধৱক দেখুৱাব আৰু নো কি লাগে? তোৰো সেই একে কথা। তোৰ জীৱনীও মইহে লিখিব পাৰিম আৰু লিখিমো। —দণ্ডীনাথে ক'লে তোৰ মৰিবৰ হ'লে নে? মই হ'লে এতিয়াই নমৰোঁ। —চন্দ্ৰনাথে উত্তৰ দিলে—হয় ৩৯ বছৰত মৰিম, নহয় ৩২ বছৰত। —কিয়? এই দুটা বছৰৰ লগত নো তোৰ মৰণৰ কি সম্বন্ধ ঘটিল? —উত্তৰত চন্দ্ৰনাথে ক'লে—বুজা নাই? ৩৯ বছৰত মৰিছিল আনন্দৰাম বৰুৱা আৰু ৩২ বছৰত লম্বোদৰ বৰা। দুয়োজন বৰ লোক। তেওঁলোকৰ লগত সাঙোৰ খালে অন্ততঃ বৰলোকৰ শাৰীত মৰিছিলোঁ বুলি আত্মাই শান্তি পাব। —দণ্ডিনাথে কৈছিল—মই কিন্তু ঊনপঞ্চাশৰ বায়ু গাত নলগোৱাকৈ নমৰোঁ। নিয়তিৰ কি ইচ্ছা সঁচাকৈ দণ্ডিনাথে কৰ্ম্মবীৰ চন্দ্ৰনাথৰ জীৱনী লিখিবলগীয়া হৈছিল— ; দণ্ডিনাথৰ কিন্তু জীৱনী লিখোঁতা আজিলৈকে নোলাল। সেই বিষয়ে চন্দ্ৰনাথৰ প্ৰেতাত্মাক আহ্বান কৰিবলগীয়া হৈছে।

১৮৯০ চনত তেজপুৰৰ কেতেকীবাৰীত জন্ম লাভ কৰি পঁইষষ্টি বছৰ বয়সত ১৯৫৫ চনত দণ্ডিনাথ স্বৰ্গী হয়। গোটেই জীৱন তেওঁ শিক্ষাব্ৰতী হৈয়ে কটালে। প্ৰাইমাৰী স্কুলৰপৰা মেট্ৰিকুলেশ্যনলৈ বৃত্তি লাভ কৰি তেওঁ কলেজত অধ্যয়ন কৰিছিল ; কিন্তু বিধিৰ বিড়ম্বনাত তেওঁৰ ডিগ্ৰী লাভ নহ'ল। প্ৰথমবাৰ তেওঁ লিখা আঙুলিতে পাভমুৰী হোৱা বাবে বি. এ. পৰীক্ষা দিব নোৱাৰিলে। দ্বিতীয়বাৰ পৰীক্ষাৰ সময়ত তেওঁৰ ভয়ঙ্কৰ জ্বৰ হ'ল। তথাপি শৰীৰত ১০৩ ডিগ্ৰী জ্বৰ লৈও পৰীক্ষাৰ প্ৰথমখন প্ৰশ্ন কাকতত একোব মাৰিছিল—তাৰ পাছত কিন্তু পৃষ্ঠভঙ্গ দিবলৈ বাধ্য হ'ল। সেইখন কাকত আছিল তেওঁৰ প্ৰিয় বিষয় সংস্কৃতৰ আৰু পৰীক্ষাৰ খবৰ ওলোৱাত দেখা গ'ল তাত তেওঁ কলিকতা বিশ্ববিদ্যালয়ত সৰ্ব্বশ্ৰেষ্ঠ স্থান অধিকাৰ কৰিছিল ; কৰিলে পিছে কি হ'ব—ডিগ্ৰী লাভ তেওঁৰ নহ'ল।

কলিতাৰ জীৱনৰ বৈশিষ্ট্য আছিল তেওঁ কেতিয়াও ধৰ্ম্ম, আচৰণ, ৰীতি-নীতি একোৰে ভণ্ডামি আৰু অসঙ্গতি সহ্য কৰিব নোৱাৰিছিল, তেওঁৰ মনে সমাজ আৰু জাতীয় জীৱনৰ তেনেবোৰ দোষ-ত্ৰুটীৰ বিৰুদ্ধে বিদ্ৰোহ কৰি উঠিছিল, আৰু সেই বিদ্ৰোহ তেওঁ প্ৰকাশ কৰিছিল ব্যঙ্গ কবিতা, নাটক, উপন্যাস আৰু প্ৰবন্ধত। সমাজৰ ভণ্ড গোৰামিক তেওঁ যেনেকৈ অন্তৰেৰেপৰা ঘিণাইছিল, সম্প্ৰদায় বিশেষৰ মুখাপিন্ধা কপটালিকো সেই একেদৰে সহ্য কৰিব নোৱাৰিছিল। তেওঁৰ মনৰ এনে বিদ্ৰোহ জাগি উঠিছিল নিজৰ জীৱনত পোৱা সমাজৰ একাধিক অবিচাৰৰপৰা। মুঠতে ব্যক্তিগত জীৱনৰ সংঘাততে তেনে বিদ্ৰোহৰ জন্ম।

হাইস্কুলত পঢ়া সময়ত ডাঃ হেম বৰুৱা, চন্দ্ৰনাথ শৰ্মা আৰু দণ্ডি কলিতাৰ ত্ৰিবেণী সঙ্গম ঘটিছিল। তিনিও লগ হৈ 'চেতনা' নামে এখন পবেকীয়া কাকত উলিয়াবলৈ সংকল্প গ্ৰহণ কৰিছিল—তাত বৰুৱাই ঐতিহাসিক প্ৰবন্ধ আৰু কলিতাই উপন্যাস আৰু কবিতা লিখিব লাগিব আৰু চন্দ্ৰনাথে দেশ আৰু সাহিত্যৰ বিষয়ে লিখাৰ উপৰিও কাকতৰ সম্পাদনা কৰিব। কাকতখনৰ চিত্ৰকাৰ আছিল বসন্ত বৰুৱা আৰু লিপিকাৰক—অন্নদা পদ্মাপতি আৰু কালীচৰণ ভট্টাচাৰ্য্য। স্কুলৰ হেডমাষ্টৰ আছিল কেশৱ নাথ ফুকন। ছাত্ৰই এনেবোৰ বাজে কামত লাগিলে অধ্যয়নত আউল লাগে—এয়ে আছিল হেডমাষ্টৰৰ ধাৰণা। গতিকে ছাত্ৰক তেনেবোৰ কামত তেওঁ লাগিব নিদিয়ে। ফলত তেওঁলোকে কাকত উলিয়াব লাগিল গোপনে গোপনে, হেডমাষ্টৰে নজনাকৈ। প্ৰথম সংখ্যা কাকত যথাবিহিত ওলাল, কিন্তু দ্বিতীয়খন গৈ কেনেবাকৈ হেডমাষ্টৰৰ হাতত পৰিল। হেডমাষ্টৰে বিচাৰ কৰি চাই ঘৃতাগ্নি হৈ লিপিকাৰকৰেপৰা সম্পাদকলৈকে সকলোটিকে অৰ্থদণ্ড বিহিলে। ফলত কাকত মৰিল। দেখাতহে মৰিল কিন্তু প্ৰথম ত্ৰিমূৰ্ত্তিৰ অন্তৰৰপৰা সি অন্তৰ্হিত নহ'ল। অন্তঃ—সলিলা ফল্গুৰ দৰে তাৰ ভাব তেওঁলোকৰ মনত বৈ আৰু বৈ থাকিল। ইও এটা সংঘাত।

এদিন চন্দ্ৰনাথ আৰু দণ্ডিনাথ দুয়ো মহাদেৱ শৰ্ম্মাৰ ঘৰলৈ গৈছিল। যাওঁতে এখন সত্ৰৰ আগেদি যাব লাগিছিল। দুয়ো গৈ সত্ৰ পাৰ হ'ব খুজিছে—এনেতে এটা ল'ৰাই ক'লেহি—প্ৰভু ঈশ্বৰে আপোনালোকক মাতিছে। দুয়ো গ'ল। চন্দ্ৰনাথৰ ভৰিত জোতা আছিল। তেওঁ জোতাযোৰ খুলি পদূলিমুখত থৈ গোসাঁইৰ চ'ৰাত উপস্থিত হৈ গোসাঁইক প্ৰণাম কৰিলে। গোসাঁয়ে প্ৰণাম গ্ৰহণ কৰা দূৰৰ কথা দুয়োলৈ চাই পোনেই তৰ্জন-গৰ্জন আৰম্ভ কৰিলে—তহঁতৰ ইমান সাহ। মোৰ পদূলিৰ আগেদি জোতা পিন্ধি ছাতি মেলি যাৱ। এতিয়া হয় তহঁতে দণ্ড দে নহয় ছাতি কাঢ়ি লোৱা হ'ব। কাওবাও কৰি ধৰাতো অধিকাৰে নেৰিলে। প্ৰভুৰ ইঙ্গিতত ভকতে তেওঁলোকৰ ছাতিত ধৰিলেহিয়ে—ছাতি কাঢ়ি নিবলৈ বুলি। অগত্যা উপায় নাপাই চন্দ্ৰনাথে জেপৰপৰা সিকি এটা উলিয়াই দিলে আৰু তেতিয়াহে দুয়ো ৰক্ষা পৰিল। পিছে ওলাই আহি দেখে চন্দ্ৰনাথৰ জোতাযোৰ নাই, কোনোবাই নিলে। বহুত বিচাৰ-খোচাৰ কৰাত সি

গৈ সত্ৰৰ টোলত ওলাল। চন্দ্ৰনাথে ক'লে—জোতাও বাজেয়াপ্ত হৈছিল আৰু অলপ পলম হ'লে সি কোনোবা ভকতৰ পদস্থ হ'লহেঁতেন। সেই দিন ধৰি চন্দ্ৰনাথ আৰু দণ্ডিনাথ দুয়ো গোসাঁইমহন্তসকলৰ কুসংস্কাৰ আৰু গোড়ামিৰ বিৰুদ্ধে লাগি গ'ল। ইও এটা সংঘাত।

## কবিতাত দণ্ডিনাথ ঃ

কবি হিচাপে দণ্ডিনাথৰ ব্যক্তিত্ব দুতৰপীয়া ; তেওঁ আবেগময় বৰ্ণনাৰ কবি আৰু হাস্য-ব্যঙ্গৰ কবি। 'দীপ্তি' আৰু 'বীণাৰ ঝঙ্কাৰ' নামৰ দুখন খণ্ডকাব্য আৰু 'অসম সন্ধ্যা' নামৰ গুৰুগাম্ভীৰ অমিত্ৰাক্ষৰ ছন্দৰ কাব্য এখনে তেওঁৰ প্ৰথম বিধৰ কবিত্বৰ সাক্ষ্য দিয়ে। 'অসম-সন্ধ্যা' কাব্যখন কবিয়ে ৰোগ-শয্যাত বিশ্ৰাম লওঁতে ছাত্ৰবন্ধু কেইজনমানৰ হেঁচুকনিত মাত্ৰ একুৰি দুদিনত লিখি উলিযায—১৯৩৮ চনত। ডঃ সূৰ্য্যকুমাৰ ভূঞাৰ 'অসমৰ পদ্য বুৰঞ্জী'ৰপৰা সমল সংগ্ৰহ কৰি লৈ অসমৰ স্বাধীনতাৰ গৌৰৱ-ৰবি মানৰ আক্ৰমণত কেনেকৈ ডুব গৈছিল—তাৰে বৰ্ণনা ইয়াত কবিয়ে দিছে।—

হিংসাদ্বেষ অনৈক্যৰ পাপৰ ফলত হৰুৱালে স্বাধীনতা অসম সন্তানে, 'লাগিল ডিঙিত ফাঁচ পৰ-দাসত্বৰ, শুহিলে জাতিৰ তেজ বিজাতি শাসনে'।—

'দীপ্তি' আৰু 'বীণাৰ ঝঙ্কাৰ'ৰ কণ কণ কবিতাসমূহ কলিতাৰ ছাত্ৰ কালৰেপৰা বিভিন্ন সময়ত মনৰ বিভিন্ন অৱস্থাত লিখা কবিতাৰ সমষ্টি। ভৱিষ্যৎ জীৱনত কলিতাৰ কবিতা-সুঁতিটোনো কোন পিনেদি ঢাল খাব—সেই কবিতাবোৰৰ গোটাচেৰেকে স্পষ্টকৈ তাৰে ইঙ্গিত দিছিল। দীপ্তিৰ—'সমাজৰ স্বাৰ্থপৰতা' নামৰ কবিতাত তেওঁ কৈছিল—'শুনা হেৰা

সত্যবাণী লাঞ্ছিত মানৱ, ভ্ৰাতৃগণ, শুনা কাণ-পাতি—জন্মত নহয় কোনো উত্তম অধম, সকলো সমান নৰ ; লবলই উচ্চাসন আছে অধিকাৰ।'

আকৌ

'গুৰু' শিতানৰ কবিতাত কৈছিল—অভিজাতসকলক ভগৱান পাতি আন সকলোকে কৰিছা ঘিণ, তেনেহ'লে তুমি নোহোৱাতো গুৰু, ভণ্ড-শঠ তুমি পাতকী হীন।

কিন্তু দণ্ডিনাথ কলিতাৰ স্থান ব্যঙ্গ-হাস্য কবিতাতহে আজিকোপতি একক হৈ আছে। 'হৈহৰা', 'ৰগৰ' আৰু 'বহুৰূপী'—এই তিনিখন ব্যঙ্গ কবিতাৰ পুথি তেওঁৰ কীৰ্ত্তি-মন্দিৰৰ ওপৰত মহা ভৈৰৱৰ বিজয়ী ত্ৰিশূলৰ দৰে চিৰকাল বিৰাজ কৰিব। তেওঁৰ 'মেধি তীৰ্থলৈ যায়, আমি হিন্দুস্থানৰ প্ৰথম শ্ৰেণীৰ সভ্য, প্ৰত্ন-তাত্ত্বিক, বি-এ পাছ আদি কবিতাই—পাঠকক সদায় ব্যঙ্গ-কৌতুকৰ ৰং-ৰহইচ আৰু মুকলি আনন্দৰ

খোৱাকি যোগাই থাকিব। কলিতাই অকল সমাজ বা কোনো এক বিশেষ শ্ৰেণীৰ লোকৰ ভণ্ডামি, শঠামি, গোড়ামি, বান্দৰামিকে ভেঙুচালি কৰি এৰা নাই—'ৰিফৰ্ম সুন্দৰী' আদি কবিতাত তেওঁ সাৰ্থকভাৱে ৰাজনীতিৰো ব্যঙ্গ কৰিছে।

কথাতে কয় বোলে—ৰঙৰ কিল হাড় ভঙা, খঙত লগা-থপা মাত্ৰ। —গতিকে কলিতাই যাক য'ত কিল দিব লাগে তাক হাঁহি-কৌতুকৰ ৰঙৰ মাজেদিহে দিছে, খঙেৰে নহয়।

## নাট্যকাৰ দণ্ডিনাথ ঃ

'অগ্নিপৰীক্ষা', 'সতীৰ তেজ', 'মুক্তিৰ অভিযান', 'কীচক বধ', 'পোহনীয়া কুকুৰ', 'বীৰ চিলাৰায়' আদি দহখন নাট কলিতাদেৱে লিখিছিল যদিও তাৰে 'পোহনীয়া কুকুৰ', 'কীচক বধ' আদি হাঁহি-তামাচা আৰু ব্যঙ্গ-কৌতুকৰ বাবে লিখা প্ৰহসন মাত্ৰ। 'মুক্তিৰ অভিযান'খন আকৌ লিখিছিল জিলাৰ ডেপুটী কমিচনাৰ চাহাবৰ ব্যক্তিগত অনুৰোধত—মদ-নিবাৰণ অভিযানত সহায় কৰিবৰ কাৰণে। কলিতাৰ নাট্য-কীৰ্ত্তি নিৰ্ভৰ কৰিছে ঘাইকৈ 'অগ্নি পৰীক্ষা' আৰু 'সতীৰ তেজ' এই দুখন নাটকৰ ওপৰত।

আগতে উনুকিওৱা হৈছে যে অনেক সময়ত কলিতাই কলম ধৰিছিল বন্ধু-বান্ধৱ আৰু হিতাকাংক্ষীসকলৰ অনুৰোধত। 'সতীৰ তেজ'—জয়মতী কুঁৱৰীক কেন্দ্ৰ কৰি লিখা বুৰঞ্জীমূলক নাটক আৰু তাকো তেওঁ ৰচনা কৰিছিল—বিখ্যাত অভিনেতা ডাঃ ললিতমোহন চৌধুৰীৰ নেৰানেপেৰা অনুৰোধত। 'চিলাৰায়' আৰু 'অগ্নি-পৰীক্ষা'ও-ডাঃ চৌধুৰীৰে উদগনিৰ ফল।

'সতীৰ তেজ' কলিতাৰ প্ৰথম প্ৰকাশিত নাটক। এই নাটকৰ উল্লেখযোগ্য বিশেষত্ব এই যে—বুৰঞ্জীয়ে কোৱাৰ দৰে চুলিকফা বা ল'ৰাৰজা এই নাটত এজন দুৰ্বলমনা নপুংসক ৰজা নহয়। বুঢ়াগোহাঞি ডাঙৰীয়াৰ উপদেশ গ্ৰহণ কৰিলেও তেওঁ বুঢ়াগোহাঞিৰ হাতৰ পুতলা হৈ থকা নাই, আৱশ্যক হ'লে তেওঁ বঢ়াগোহাঞিৰ ওপৰত কঠোৰ আদেশো জাৰি কৰিছে। ৰাজোচিত তেজস্বীতাৰ সকলো অৱস্থাতে নিজৰ অস্তিত্ব আৰু ব্যক্তিত্ব অক্ষুণ্ণ ৰাখি নাটত ল'ৰাৰজাই প্ৰকৃত ৰজা বুলি চিনাকি দিব পাৰিছে। ই বুৰঞ্জীৰ সত্য হওক- নহওক, নাটকীয় সত্য। গদাপাণিৰ সৈন্যই গড় ভাঙি নগৰত প্ৰৱেশ কৰাত বুঢ়াগোহাঁয়ে উপদেশ দিছিল—'স্বৰ্গদেৱ, সকলো অন্ত। গড় অতিক্ৰম কৰি শত্ৰুৱে পুৰীত প্ৰৱেশ কৰিছে, আৰু উপায় নাই স্বৰ্গদেউ। যদি প্ৰাণৰক্ষাৰ প্ৰয়োজন আছে, সুৰঙ্গৰ আশ্ৰয় লওক।' তাৰ প্ৰত্যুত্তৰত ল'ৰাৰজাই কৈছিল—ৰাজ্যেশ্বৰ হৈ বন্য পশুৰ দৰে চুলিক্‌ফাই গহ্বৰৰ আশ্ৰয় নলয়। আত্মগোপন অসম্ভৱ। আহক এই মুহূৰ্ত্তৰ সদ্ব্যৱহাৰ কৰোঁ। শত্ৰুৰ ভোগৰ নিমিত্তে এই ৰাজপুৰী ৰক্ষা কৰাৰ প্ৰয়োজন নাই। তাক জ্বলাই দিওঁ। তাৰ পিছত শত্ৰুৰ মাজত জঁপিয়াই পৰি জীৱনৰ শেষ কৰ্ত্তব্য সাধন কৰোঁ। —এয়ে আছিল নাট্যকাৰ কলিতাৰ ল'ৰাৰজা।

ৰজাৰ দৰেই তেওঁৰ পত্নীও আছিল—এগৰাকী মহীয়সী মহিলা। সাবিত্ৰীয়ে যমৰ দুৱাৰৰপৰা সত্যবানক ঘূৰাই অনাৰ দৰে খাওঁ-খাওঁ মূৰ্তি গদাধৰৰ হাতৰ পৰাও তেওঁ বাক্যত বীৰত্ব দেখুৱাই মৃত্যু দণ্ডেৰে দণ্ডিত পতি ল'ৰাৰজাক মৃত্যুৰ কবলৰপৰা উদ্ধাৰ কৰিছিল। তেৰোঁ জয়াৰ দৰেই পতিৰ বাবে প্ৰাণ দিবলৈ ওলোৱা এগৰাকী সতী ৰমণী। ইও বুৰঞ্জীৰ সত্য নহ'ব পাৰে, নাটকীয় সত্য। নাটকত দেখুৱা নাগিনী গাভৰু ৰেণুও বেজবৰুৱাৰ ডালিমী আৰু গোহাঞিবৰুৱাৰ জিনুৰ আদৰ্শত সৃষ্ট হোৱা এটি বিতোপন চৰিত্ৰ।

'অগ্নি-পৰীক্ষা' নাটকত কলিতা দেৱে সীতাৰ অগ্নি-পৰীক্ষাকে কেন্দ্ৰ কৰি সমস্ত ৰামায়ণৰ ঘটনা চমুকৈ দেখুৱাইছে। ই হাতী মাৰি ভুৰুকাত ভৰোৱা কাম যদিও কলিতাই তাক সাৰ্থকতাৰে কৰিব পাৰিছে বুলিব লাগিব ; কাৰণ তেওঁ ৰামায়ণৰ মূল ঘটনাৰপৰা ক'তো পিছলি পৰা নাই। বৰং ভট্টিকাব্য আৰু কৃত্তিবাসী ৰামায়ণৰ বৰ্ণনাও তেওঁ তাত- যথাস্থানত যথাভাৱে সন্নিৱেশ কৰি উপভোগ্য বিষয়বস্তু আৰু অধিক উপভোগ্য কৰি তুলিছে।

## ঔপন্যাসিক কলিতা ঃ

'ফুল', 'পৰিচয়', 'সাধনা', 'গণবিপ্লৱ', 'আবিষ্কাৰ', 'হত্যাকাৰী কোন' আদি সাত-আঠখনমান উপন্যাস লিখিছে যদিও কলিতাৰ ঔপন্যাসিক প্ৰতিভা বিকশিত হৈছে তেওঁৰ 'সাধনা', 'আবিষ্কাৰ' আৰু 'গণ-বিপ্লৱত'। 'সাধানাকে'ই তেওঁৰ শ্ৰেষ্ঠ উপন্যাস বুলি ক'বই লাগিব। 'ফুল' আৰু 'পৰিচয' তেওঁ হাইস্কুলত পঢ়া কালতে ৰচনা কৰিছিল গতিকে দুয়োখন উপন্যাসত অপৰিপক্ক বয়সৰ কল্পনাৰ চপলতা অ'ত ত'ত দেখ দেখ হৈ আছে। 'ফুল' ঐতিহাসিক উপন্যাস যদিও—মানৰ দিনৰ ঐতিহাসিক কথা বাদ দিলেও 'ফুল'ৰ ঘটনা বিকাশত ক'তো একো জোঁট নালাগে। বুৰঞ্জীমূলক উপন্যাসত থকাৰ দৰে এই উপন্যাসত তদানীন্তন কালৰ সমাজ আৰু সামাজিক আচাৰ-ব্যৱহাৰৰ ক'তো এটা স্পষ্ট চিত্ৰ পাবলৈ নাই।

'সাধনা'—লিখকৰেই শ্ৰেষ্ঠ উপন্যাস নহয়—সেই সময়ৰ অৰ্থাৎ বিংশ শতিকাৰ তৃতীয় দশকৰ অসমীযাৰ সৰ্ব্বশ্ৰেষ্ঠ উপন্যাস। তাৰবাবে লেখকে অসম সাহিত্য সভাৰপৰা ৩০০ টকা পুৰস্কাৰো লাভ কৰিছিল। পিছে সামাজিক চিত্ৰ অঙ্কন কৰোঁতে লেখকে কাৰো কাৰো গাত আঁচোৰ বহুৱাইছে বুলি সমাজৰ দুই-চাৰিজন লোক তেতিয়া কিতাপ আৰু কিতাপ ৰচোঁতাৰ ওপৰত ৰুষ্ট হৈ পৰিছিল। ফলত 'সাধনা' সমূলি লোপ পাব ধৰিছিল। কিতাপৰ পাতনিতে সেয়েহে ঔপন্যাসিক কলিতাই—ত্যক্তবিৰক্ত হৈ প্ৰকাশ কৰিছে—'অসম সাহিত্য সভাৰ সম্পাদক প্ৰভৃতিয়ে যেনেকৈ 'সাধনা' লেখকক সাহিত্য চৰ্চ্চাৰ পৰা বিৰত ৰাখিবলৈ সকলো প্ৰকাৰৰ অন্যায় উপায় অৱলম্বন কৰিছে, তেনেকৈয়ে এদল, সদাশয় লোকে সদায়

এই নিঃকিন গ্ৰন্থকাৰক সাহায্য কৰি আহিছে। 'সাধনা' প্ৰকাশৰ ক্ষেত্ৰত এনে সকলোবোৰ দোষ সাহিত্য সভাৰ সম্পাদকৰ গাত।"

'সাধনা' এখন সামাজিক উপন্যাস। 'সাধনা' প্ৰকাশ হোৱাৰপৰা আজিলৈকে অসমীয়া সাহিত্যত যদিও একাধিক উৎকৃষ্ট সামাজিক উপন্যাস ৰচিত হ'ল—তথাপি অসমীয়া সামাজিক উপন্যাসৰ উন্নতিৰ পথত 'সাধনা' এটি মাইলৰ স্তম্ভ। ইয়াৰ ঐতিহাসিক মূল্য এলা-পেচা বিধৰ নহয়। 'সাধনা'ত প্ৰধান চৰিত্ৰ মাত্ৰ দুটা—দীনবন্ধু আৰু প্ৰভা। দীনবন্ধু সম্পূৰ্ণৰূপে এটি আদৰ্শ চৰিত্ৰ। তেওঁ সংসাৰৰ ব্যক্তিগত সকলো সুখ স্বাচ্ছন্দ্য জলাঞ্জলি দি দৰিদ্ৰ-নাৰায়ণৰ সেৱা আৰু সমাজ সংস্কাৰৰ কামতেই আত্ম নিয়োগ কৰিলে। আগৰ দিনত তেনে আদৰ্শ চৰিত্ৰ অঙ্কন কৰাটো উপন্যাসৰ এটা লক্ষ্যয়ে আছিল। গ্ৰন্থকাৰেও সেই কথাৰে স্বীকৃতি দি পুথিৰ নিবেদনত কৈছে—'বাস্তৱতাৰ মাজেদি আদৰ্শৰ উজ্জ্বল লোকলৈ পথ নিৰ্মাণ কৰাই এই উপন্যাসৰ উদ্দেশ্য।'

প্ৰভা এটি আকৰ্ষণীয় নাৰী চৰিত্ৰ। তেওঁৰ কাৰ্য্য আৰু ব্যৱহাৰত নাৰীৰ স্বাভাৱিক দুৰ্ব্বলতাই মাজে মাজে আত্ম প্ৰকাশ কৰিব খুজিছে যদিও পুনঃ তেওঁ দীনবন্ধুৰ ত্যাগৰ আদৰ্শত উদ্বুদ্ধ হৈছে। তেওঁক ভ্ৰষ্টাচাৰত লিপ্ত কৰিবলৈ নগৰৰ এটি শিক্ষিত যুৱক দলে দেহেকেহে লাগিছিল যদিও তাত তেওঁলোক কৃতকাৰ্য্য নহ'ল। এইদৰে ত্যাগৰ আদৰ্শকে লৈ—জীৱনত দীনবন্ধুকে অনুসৰণ কৰি প্ৰভা আগবাঢ়ি গৈ থাকিল। দীনবন্ধুৰ চিঠিৰপৰা প্ৰভাৰ প্ৰতি থকা তেওঁৰ আসক্তিও ফুটি নুঠাকৈ নাছিল, তথাপি প্ৰভাই দীনবন্ধুক—দীনবন্ধুৰ প্ৰতি আসক্ত অন্য এগৰাকী নাৰী উষাকহে বিয়াৰ কাৰণে হাতত তুলি দিছিল। ই বাস্তৱ জীৱনত অলপ অস্বাভাৱিক হ'লেও, অসঙ্গতিপূৰ্ণ নহয়। নাটকীয় আকৰ্ষণ আৰু ঔৎসুক্য বৃদ্ধিৰ খাটিৰতে বোধহয় ঔপন্যাসিকে তেনে কৰিলে।

এই উপন্যাসৰ অন্য এটা আকৰ্ষণীয় চৰিত্ৰ ৰত্না। ৰত্নাৰ মাজেদি আধুনিক শিক্ষাৰ আবৰ্জনাবোৰৰ এটি প্ৰকট ৰূপ দাঙি ধৰা হৈছে। ৰত্না শিক্ষিতা নাৰী, কিন্তু তেওঁৰ মনত আদৰ্শ বোলা কোনো বস্তুৱেই নাই। মুক্ত যৌৱনৰ সন্মুখত য'তে যি পাইছে তাকেই তেওঁ গ্ৰহণ কৰিবলৈ আগবাঢ়িছে।

'আবিষ্কাৰ'—কলিতাৰ অন্যতম উপন্যাস। ইয়াক 'সাধনা'ৰেই অনুশীলন বুলিব পাৰি। 'সাধনা' লিখাৰ দহ বছৰ পাছত ইয়াক ১৯৩৮ চনত লিখা হৈছিল যদিও তাৰো দহ বছৰ পাছতহে ১৯৪৮ চনত ই প্ৰকাশ হয়। ইয়াৰ প্ৰধান চৰিত্ৰ মাধৱ দীনবন্ধুৰেই ৰূপান্তৰ আৰু প্ৰতিমা, মালবিকা আৰু মাধৱক লৈহে উপন্যাসৰ ঘটনা চক্ৰ ঘূৰিছে। প্ৰতিমা সুন্দৰী, কিন্তু ব্যভিচাৰিণী ; মালবিকা কুৰূপা নহ'লেও ব্যভিচাৰিণী নহয়। সেই পিনেদি তেওঁ প্ৰতিমাৰ বিপৰীত। মালবিকাই মাধৱৰ প্ৰতি তেওঁৰ সযত্নে সাঁচি ৰখা প্ৰেম আৰু আসক্তি মুখ ফুটাই প্ৰকাশ নকৰাৰ ফলতেই

তেওঁৰ বিয়া অন্য এজন যুৱকৰ লগত হৈ গ'ল। বহুত নাৰীৰ ক্ষেত্ৰতেই হয়তো তেনে ঘটে। কাৰণ বুকু ফাটি গ'লেও বোলে নাৰীৰ সহজে মুখ ফালি ভাব নোলায। বিধিৰ বিপাকত কিন্তু মালবিকা শীঘ্ৰেই বিধৱা হ'ল আৰু মাধৱৰ লগত পুনৰ্ব্বিবাহ হোৱাত তেতিয়া একো বাধা নাথাকিল। উপন্যাসখনত সংঘাত নাই বুলিবই লাগে।

'গণবিপ্লৱ'—কলিতাৰ অন্যতম শ্ৰেষ্ঠ উপন্যাস। ই এখন ঐতিহাসিক উপন্যাস। গল্প-বস্তুৰ দুই-তিনিটি অধ্যায় বাদ দিলে ইয়াক বুৰঞ্জীৰ ৰমণীয় কাহিনী বুলিও অধ্যয়ন কৰা যায়। সেই বাবেই হ'বলা পাতনিত লেখকে সাৱধান কৰি দি কৈছে—'গণবিপ্লৱ' যদিও বুৰঞ্জীৰ ভেটিত প্ৰতিষ্ঠিত তথাপি ই বুৰঞ্জী নহয়, উপন্যাসহে। —হওক বাৰু, পাঠকে মাছ বুলিযে খাওক বা জিজি বুলিয়ে খাওক—বস্তু কিন্তু একেটাই। পুস্তকৰ ৩৩ অধ্যায়ৰ তিনিটা অধ্যায় মাত্ৰ উপন্যাসৰ কাহিনীয়ে আগুৰিছে—এহেলেই উধৰপৰা মূধলৈ গোটেইখন তেনেই বুৰঞ্জীৰে কথা। হলেও কিন্তু ৰচনা আৰু বক্তব্য বিষয় নিৰ্ব্বাচন এনে মনোহৰ যে তাক পঢ়িবলৈ ল'লে এৰিব নোৱাৰি। বিদ্ৰোহী মৰাণ নাহৰৰ হৃষ্টপুষ্ট পুত্ৰ যুৱক ৰমাকান্তই নৈত গা ধুই তিতা কাপোৰেৰে যোৱা গাভৰু লখিমীক দেখি আকৃষ্ট হ'ল। দুয়োৰো অন্তৰত তাতেই পূৰ্ব্বৰাগ জন্মিল। দৈৱজ্ঞই এদিন হাত আৰু কোষ্ঠী চাই লখিমীৰ মাক-বাপেকক ক'লে যে লখিমী ৰাণী হ'ব লাগিব। গতিকে খোজা-বঢ়া কৰাতো ৰমাকান্তলৈ তেওঁক মাক-বাপেকে নিদিলে। দৈৱাৎ ৰমাকান্তই মোৱামৰীয়া বিদ্ৰোহৰ অন্তত ৰাজপাটত উঠিল। তেওঁ তেতিয়া লখিমীক বিয়া কৰালে। উপন্যাসৰ ঘটনা ইমানেই। উপন্যাসৰ প্ৰকৃত উদ্দেশ্য হ'ল মোৱামৰীয়া বিদ্ৰোহৰ কাৰণবোৰ লিৰিকি-বিদাৰি চোৱাটো। প্ৰসঙ্গক্ৰমে তাৰ এঠাইত কোৱা আছে যে আহোমসকলৰ আদি ৰজা চুকাফা যেতিয়া অসমলৈ আহে সেই সময়তে তীৰ্থ পৰ্য্যটন কৰিবৰ কাৰণে অহা বঙালী ব্ৰাহ্মণ জনচেৰেকো হেনো পৰশুৰাম কুণ্ড দৰ্শন কৰিবলৈ আহিছিল। ঠাইবোৰৰ প্ৰাকৃতিক সৌন্দৰ্য্য আৰু মাটিৰ সাৰ দেখি তেওঁলোকে তাৰ ওচৰৰ এখন ঠাইত বসতি কৰি থাকিবলৈ মনস্থ কৰিলে। তেওঁলোক তাত থাকিল সঁচা কিন্তু তেওঁলোকৰ মনবোৰে হা-বঙ্গ, হা-বঙ্গ বুলি হামৰাও কাঢ়িয়ে থাকিল। তাৰপৰাই সেই ঠাইৰ নাম হ'ল হাবং বা হাবুং।

এবাৰ আহোম ৰজাই মোয়ামৰীয়া সত্ৰৰ প্ৰতিষ্ঠাতা অনিৰুদ্ধ মহন্তক মতাই নি—তেওঁনো কেনে ধৰণৰ মহন্ত তাকে পৰীক্ষা কৰোঁ বুলি এটা কলহত কিছুমান ফটা কাঁপোৰ ভৰাই মুখখন বান্ধিলে আৰু ক'লে—'এই কলহটোত কি আছে ক'ব লাগে, ক'ব পাৰিলে বুজিম তুমি ধাৰ্ম্মিক, নোৱাৰিলে বুজিম তুমি ভণ্ড। ভণ্ড হ'লে তোমাৰ শাস্তি হ'ব।' অনিৰুদ্ধই চিন্তা কৰি চাই ক'লে—'কলহটোত তেন্তে এটা ফেঁটী সাপ আছে।' —ৰজাই আমোদ পাই হাঁহিলে আৰু কলহৰ মুখখন খুলি মহন্তক দেখুৱাবলৈ ক'লে। আচৰিত কথা ৰজাৰ আদেশত লিগিৰাই কলহৰ মুখৰ ঢাকন

গুচুৱাবহে পালে এটা ফেঁটী সাপে ফেট তুলি ভিতৰৰফালৰ ফোঁচ ফোঁচাই ওলাই আহিল। এই মায়া সাপ পুনঃ অনিৰুদ্ধৰ আদেশত নাইকিয়া হ'ল। তেতিয়াৰেপৰা মহন্তৰ শিষ্যসকলক মায়ামৰীয়া বোলা হ'ল। বামুণী কোঁৱৰৰ জন্ম, ফুলেশ্বৰী কুঁৱৰীৰ কাহিনী আদিও এনে চমৎকাৰ ঘটনা। এই উপন্যাস এনেবোৰ অনেক ঘটনাৰ চমৎকাৰ বৰ্ণনাৰে ভৰপূৰ। উপন্যাসৰ কাহিনী বা পৰিৱেশ সৃষ্টিৰ ফালেদি চালে 'গণবিপ্লৱ' লেখত ল'বলগীয়া উপন্যাস নহ'ব পাৰে, কিন্তু ঐতিহাসিক কাহিনী হিচাপে 'গণবিপ্লৱ'ৰ মনোহাৰিত্ব অস্বীকাৰ কৰা নাযায়। মোৱামৰীয়া বিদ্ৰোহকে গণবিপ্লৱ আখ্যা দিয়া হৈছে যদিও—ফৰাচী, ৰুচিয়া বা ভাৰতৰ গণবিপ্লৱৰ অৰ্থত ইয়াক গণবিপ্লৱ বোলা নাযায়, ই এটা সম্প্ৰদায় বিশেষৰ বিদ্ৰোহ মাত্ৰ। ঔপন্যাসিকেও তাক গণবিপ্লৱৰ ৰূপ দিবলৈ যত্ন কৰা নাই। ই নামত মাত্ৰ গণবিপ্লৱ।

কাব্য, নাটক আৰু উপন্যাসত বাহিৰেও দণ্ডিনাথ কলিতাদেৱে 'সতীকাহিনী'—সংস্কৃত নাটকৰ গল্প, 'সাতসৰী', 'আত্মানন্দৰ আত্মকাহিনী' আদি কেবাখনো গল্পৰ কিতাপ ৰচনা কৰিছে। 'আত্মানন্দৰ আত্মকাহিনী' বেজবৰুৱাৰ কাকতৰ টোপোলাৰ দৰে ধেমেলীয়া কথাৰ ব্যঙ্গচিত্ৰপূৰ্ণ বৰ্ণনা। তাত তেওঁ ধৰ্ম্মৰ নামত সমাজত চলি থকা যুক্তিবিৰোধী অসঙ্গতিবোৰৰ, ব্যঙ্গভাৱে হ'লেও, তীব্ৰ সমালোচনা কৰিছে। তাৰ প্ৰস্তাৱনাত তেওঁ কোৱা একাষাৰ কথা মন কৰিবলগীয়া। তওঁ কৈছে 'আত্মজীৱনী, আত্মকাহিনীৰ ডলুৱা ভূতটোৰ জন্ম স্থান যদিও সাত সাগৰ তেৰ নদীৰ সিপাৰত তথাপি সি সুৰসুৰ কৰে আহি আমাৰ মেমেৰা-চেৰেলা প্ৰাণী কিটিকো নলগাকৈ এৰা নাই।' এই ভূতে লগাৰ ভয়তেই নেকি কলিতা দেৱে আমালৈ তেখেতৰ আত্মজীৱনীৰ আভাস অকণমানো এৰি থৈ নগ'ল। তেখেতৰ সংঘাতপূৰ্ণ মূল্যবান জীৱনৰ কাহিনী লিখিবলৈ এতিয়াও কোনো সদাশয় সুধীলোক আগেৱাঢ়ি নাহিব নে?

(অসম বাণী, ২০ মে' ১৯৭৭)

# ৰঘুনাথ চৌধাৰী ৰচনাৱলীৰ
# সম্পাদকৰ নিবেদন

সাহিত্য সভাৰ সভাপতিসকলৰ জন্ম-শতবাৰ্ষিকী উৎসৱ উদ্‌যাপন কৰা অসম সাহিত্য সভাৰ এটা পৰম্পৰাগত কৰ্তব্যত পৰিণত হৈছে। এই শতবৰ্ষপূৰ্তি উৎসৱৰ লগত সাহিত্যিকগৰাকীৰ গ্ৰন্থৰাজি আৰু সিঁচৰতি হৈ থকা ৰচনাসমূহ গোটাই ৰচনাৱলীৰূপে প্ৰকাশ কৰা এটা চিৰাচৰিত নিয়ম। সেই উদ্দেশ্যে ১৯৭৮ চনৰ আৰম্ভণিতে অসম সাহিত্য সভাৰ কাৰ্য্যনিৰ্বাহক সমিতিয়ে আগন্তুক দুই-তিনি বছৰৰ ভিতৰত কোন কোন সভাপতিৰ জন্ম-শতবাৰ্ষিকী পৰে তাৰে হিচাব লৈছিল আৰু ১৯৮০ চনৰ জানুৱাৰী মাহ মানতে বিহগী কবি ৰঘুনাথ চৌধাৰীৰ জন্ম-শতবাৰ্ষিকী হ'ব বুলি স্থিৰ কৰিছিল। সেই প্ৰসঙ্গত কবিজনাৰ ৰচনাৱলীৰ সম্পাদনা সম্পৰ্কে আলচ কৰি সমিতিয়ে তাৰ দায়িত্ব আমাৰ ওপৰতে ন্যস্ত কৰে। আমিও চিন্তা কৰি চাই দুটা কাৰণত সেই কামৰ গুৰু দায়িত্ব বহন কৰিবলৈ ৰাজী হৈছিলোঁ। প্ৰথম কাৰণ, কবি চৌধাৰী আছিল আমাৰ বহুতৰে সাহিত্য-গুৰু আৰু পূজনীয় 'আতা'। দ্বিতীয়তে, গুৰু-ঋণ পৰিশোধ সকলোৰে এটা নৈতিক কৰ্তব্য। গতিকে সেই কৰ্তব্য সাধ্যানুসাৰে পালন কৰিবই লাগিব। সেইমতে কামটো হাতত লৈ চাই-চিন্তি দেখোঁ— (১) সাদৰী, (২) কেতেকী, (৩) কাৰবালা আৰু (৪) দহিকতৰা এই চাৰিখনেই আতাৰ কাব্য আৰু নৱমল্লিকা তেওঁৰ গদ্যকাব্য বা গদ্য-ৰচনা। কাজেই কিছুদিনৰ ভিতৰতে কিতাপবোৰ কোনোমতে সংগ্ৰহ কৰি ল'লোঁ আৰু সম্পাদনাৰ উদ্দেশ্যে পোনতে 'সাদৰী'তে হাত দিলোঁ।

'সাদৰী' কবি চৌধাৰীৰ ভিন ভিন ছন্দৰ ভিন্নসুৰীয়া কবিতাৰ পুথি। ইয়াক প্ৰথমে প্ৰকাশ কৰা হৈছিল ১৯১০ চনত। দহজনে ভৱাৰ দৰে আমিও ভাবিছিলোঁ 'নালাগে তোমাৰ প্ৰভু ঐশ্বৰ্য্য বিভূতি' বুলি আৰম্ভ কৰা "ভিক্ষা" কবিতাই 'সাদৰী'ৰ প্ৰথম কবিতা আৰু কথাশিল্পী হলীৰাম ডেকাৰ পৰিশিষ্ট সম্বলিত 'সাদৰী'য়ে আৰম্ভণিৰপৰা চলি থকা 'সাদৰী'। পিছে, আমাৰ হাতত থকা ১৯৩০ চনত প্ৰকাশিত ৪ৰ্থ তাঙৰণৰ 'সাদৰী'ত থকা প্ৰকাশকৰ নিবেদনৰ কথাখিনিয়ে আমাৰ মনত খোকোজা লগাই দিলে। তাত আছে—'কলিকতা বিশ্ববিদ্যালয়ৰ অনুমোদন মতে তৃতীয় তাঙৰণৰ 'সাদৰী'ৰপৰা কেইটামান কবিতা বাদ দিয়া হ'ল আৰু চতুৰ্থ তাঙৰণত ১৯৩২ চনৰ মেট্ৰিকুলেচন পৰীক্ষাৰ্থীৰ উপযোগী পাঁচোটা সহজ কবিতা প্ৰকাশ কৰা হ'ল।' কোন কেইটা কবিতা বাদ দি কোন কেইটা নতুন সংস্কৰণত

অন্তৰ্ভুক্ত কৰা হ'ল—তাৰ ৰহস্যই আমাক বিমোৰত পেলালে। এই সংস্কৰণৰ প্ৰকাশক আছিল তেতিয়াৰ সকলোৰে সুপৰিচিত অসমীয়া পুথি-প্ৰকাশক গগনচন্দ্ৰ পাটোৱাৰী ('সাদৰী'ৰ মতে পাট্টোৱাৰী)। ক'বলৈ গ'লে পাটোৱাৰীৰ সেই নিবেদনে আমাক প্ৰথম সংস্কৰণৰ 'সাদৰী' অন্বেষণত প্ৰবৃত্ত হ'বলৈ বাধ্য কৰিলে। বাতৰি কাকতত বিজ্ঞাপন দি, বন্ধু-বান্ধৱসকললৈ চিঠি-পত্ৰ লিখি আৰু নিজেও গাঁও-ভূঁইৰ চুকে-কোণে থকা পুথি-ভঁৰাল চলাথ কৰিলোঁ ; তথাপি ফলোদয় নহ'ল, বহুত দিনলৈ নহ'ল। এনেতে সৌভাগ্যক্ৰমে এদিন ছিপাঝাৰ একাডেমীৰ শিক্ষক শ্ৰীমান তনু বৰুৱা বি এ.ৰপৰা এখন চিঠি পালোঁ। ২৬।৬।৭৮ তাৰিখে লিখা চিঠিখনত তেওঁ লিখিছে—'আপুনি কৈ যোৱা মতে 'সাদৰী'খন বিচাৰি অৱশেষত ছিপাঝাৰ এম. ভি. স্কুলৰ পুৰণি কিতাপবিলাকৰ মাজৰপৰা উদ্ধাৰ কৰা হ'ল। প্ৰথম সংস্কৰণৰ কিতাপখনকে পালোঁ। তাকে পঠালোঁ।' ৰসতে নাম থৈ এই ছেগতে শ্ৰীমান তনু বৰুৱাৰ নিষ্ঠা আৰু তৎপৰতাৰ শলাগ ল'লোঁ।

প্ৰথম তাঙৰণৰ 'সাদৰী'ৰ প্ৰথম কবিতা আছিল 'সৰস্বতী' ; 'ভিক্ষা' নহয়। 'ভিক্ষা' তেতিয়া ওপজাই নাছিল। প্ৰথম তাঙৰণৰ 'সাদৰী' বিচাৰি পালোঁ সঁচা, কিন্তু নতুন সংস্কৰণৰ 'সাদৰী' দোকানত পাবলৈ নাই। বহু প্ৰবন্ধে ১১শ সংস্কৰণৰ ১৯৪৮ চনত প্ৰকাশিত 'সাদৰী' এখন গোটাই লৈ তাতেই প্ৰথম সংস্কৰণৰপৰা বাদ পৰা কবিতাকেইটা শেষৰ পিনে সংযোগ কৰি ৰচনাৱলীৰ 'সাদৰী' মজুত কৰা হ'ল।

'সাদৰী' প্ৰকাশৰ সময়ত চৌধাৰী আছিল ত্ৰিশ বছৰীয়া চফল ডেকা। সেই সময়ত তেওঁ তেতিয়ালৈকে ৰচনা কৰা কবিতাসমূহৰ সামগ্ৰিক ৰূপৰ 'প্ৰিয়তমা সাদৰী'ক সাদৰে সন্তৰ্পণে উছৰ্গা কৰিছিল তেওঁৰ 'স্নেহময়ী জননী-স্বৰূপা স্বৰ্ণময়ী চৌধাৰিণীৰ হাতত'। এই পুথি মুদ্ৰিত হৈছিল গুৱাহাটীৰ আপাৰ ষ্ট্ৰেণ্ড ৰ'ডৰ (বৰ্তমান মহাত্মা গান্ধী পথৰ) ভিক্টৰিয়া প্ৰেছত, জগৎৰাম দাসৰ দ্বাৰা। পিছৰ তাঙৰণবোৰত অৱশ্যে উক্ত উছৰ্গা নাই।

প্ৰথম সংস্কৰণৰ 'সাদৰী'ত সৰ্বমুঠ ডেৰকুৰি কবিতা আছিল। কলিকতা বিশ্ববিদ্যালয়ৰ পাঠ্যপুথিৰ তালিকাত অন্তৰ্ভুক্ত হোৱাত তাৰে বাৰটা কবিতা বাদ দিয়া হৈছিল। বৰ্তমানৰ সংস্কৰণবোৰত নথকা এই বাৰটা কবিতাৰ নাম হ'ল, (১) সৰস্বতী, (২) এটি মনৰ ভাব, (৩) মিলন সঙ্গীত, (৪) হৰিণা-পোৱালী, (৫) বিদায়, (৬) অৰ্ঘা, (৭) উলাহ-সঙ্গীত, (৮) জোনাকীৰ মৃত্যু উপলক্ষে, (৯) দুখৰ কথা, (১০) বন বিহাৰিণী, (১১) নিৰাশ আৰু (১২) যুগল তৰা। এই বাৰটাৰ ঠাইত পিছত নতুনকৈ এঘাৰটা কবিতা তাত সংযোগ কৰা হৈছিল ; যেনে—(১) ভিক্ষা, (২) বহাগীৰ বিয়া, (৩) মাধুৰী, (৪) মৰমৰ পখী, (৫) গোলাপ, (৬) জোন আৰু জোনাকী, (৭) উপমা, (৮) বৰ্ষা, (৯) নৈৰ বুকুত, (১০) বিষাদ আৰু (১১) বণিজৰ কথা। চতুৰ্থ সংস্কৰণত ইয়াৰ মাত্ৰ পাঁচোটা আছিল, কোন পাচোঁটা জনা নাযায়। প্ৰথম সংস্কৰণৰ বাদ দিয়া কবিতাবোৰৰপৰা 'যুগল তৰা' নামৰ কবিতাটো পিছত

'দহিকতৰা'ত সন্নিবিষ্ট কৰা হৈছিল। গতিকে ৰচনাৱলীৰ 'সাদৰী'ত 'যুগল তৰা' নাই, 'দহিকতৰা'তহে আছে। ন-পুৰণি দুয়ো তাঙৰণৰ সকলো কবিতা সাঙ্গোপাঙ্গে ৰচনাৱলীত অন্তৰ্ভুক্ত কৰা হৈছে। প্ৰথম সংস্কৰণৰপৰা বাদ পৰাবোৰ শেষৰ পিনে পোৱা যাব। প্ৰথম সংস্কৰণৰ 'নিৰাশ' শিতানৰ কবিতাটি তথাপি কিবা প্ৰকাৰে মূৰ পোলোকা দি ৰৈ যোৱাত তাক 'ওপৰঞ্চি'য়ে সামৰি লৈছে।

চতুৰ্থ সংস্কৰণত কথাশিল্পী হলীৰাম ডেকাৰ পৰিশিষ্টখন সম্বলিত হোৱাত 'সাদৰী'ৰ মোল আৰু বাঢ়িছিল। ৪ৰ্থ সংস্কৰণৰ প্ৰকাশক পাটোৱাৰীৰ মতে নতুন কবিতাখিনিৰ (পিছৰ এঘাৰটা কবিতাৰ ?) সৰল ব্যাখ্যা শ্ৰীযুত অতুল চন্দ্ৰ হাজৰিকা বি. এ. (এতিয়াৰ প্ৰাক্তন অধ্যাপক শ্ৰীযুত অতুল চন্দ্ৰ হাজৰিকা এম. এ., বি. টি.) ডাঙৰীয়াই 'লেখি দি সহায় কৰিছিল।' নক'লেও হ'ব যে ডেকা ডাঙৰীয়াৰ পৰিশিষ্টৰ লগত এইখিনি এনেকৈ মিলি পৰিছে যে আগতে কৈ নিদিলে কোনখিনি কাৰ লেখা বাছি লোৱাৰেঁ টান হৈ পৰে।

'সাদৰী'ৰ প্ৰথম সংস্কৰণৰ এটা চকুত লগা বৈশিষ্ট্য আছিল তাৰ আৰম্ভণিতে সংযোগ কৰা সেই সময়ৰ দুজনা খ্যাতনামা সাহিত্যিকৰ প্ৰশংসা-পত্ৰ দুখনি ঃ এখন 'জোনাকী'ৰ সম্পাদক সত্যনাথ বৰা বি. এল. ডাঙৰীয়াৰ (৫।২।১০), আৰু আনখন 'চিন্তা-তৰঙ্গিণী' আৰু 'সীতাহৰণ কাব্য'ৰ কবি ভোলানাথ দাস ডাঙৰীয়াই (তাং ১৪।২।১০)। তত্ত্বান্বেষী পাঠকৰ কৌতূহল নিবৃত্তিৰ কাৰণে দুয়োখন প্ৰশংসা-পত্ৰ সেই কালৰ আখৰ-জোঁটনি, বানান আদি যথাস্থিতভাৱে ৰাখি 'সাদৰী'ৰ পৰিশিষ্টত অন্তৰ্ভুক্ত কৰা হৈছে।

তুলনা কৰি দেখা যায় প্ৰথম সংস্কৰণৰ আখৰ-জোঁটনি আৰু বানানৰ পৰৱৰ্তী তাঙৰণবোৰত যথেষ্ট পৰিবৰ্তন ঘটিছে। আমি ৰচনাৱলীত পৰৱৰ্তী সংস্কৰণৰ আখৰ-জোঁটনিহে গ্ৰহণ কৰিছোঁ ; যেনে, প্ৰথম সংস্কৰণৰ 'নেখাও', 'নেজানো'বোৰ পৰৱৰ্তী তাঙৰণত 'নাখাও', 'নাজানো' হৈছে ; 'একেটী পাহী'-'একেটি পাহি' ; 'চিত্ৰটী-চিত্ৰটি'; 'দুটী-দুটি' হৈছে, ইত্যাদি। অন্য এটা উল্লেখযোগ্য কথা এই যে প্ৰথম সংস্কৰণৰ সময়ত শব্দবোৰ প্ৰায়ে গোটি গোটকৈ পৃথকে পৃথকে লিখা হৈছিল ; আনকি বহুবচনৰ চিন 'বোৰ', 'বিলাক', 'সমূহ', 'বৃন্দ' আদি অনুসৰ্গ আৰু ৫মী শব্দ-বিভক্তিকো সংশ্লিষ্ট শব্দৰপৰা পৃথক কৰি লিখাৰহে নিয়ম আছিল ; যেনে—'ছায়া-বাজী'ৰ ঠাইত 'ছায়া বাজী' ; 'সঙ্কটৰপৰা'ৰ ঠাইত 'সঙ্কটৰ পৰা' ইত্যাদি। প্ৰথম সংস্কৰণৰ 'সাদৰী'ৰপৰা গোটাচেৰেক স্তৱকৰ উদ্ধৃতি দিলে কথাটো বুজিবলৈ সহজ হ'ব—

(১) ই দৰে সদায় আহে আৰু যায়
নেমাতে নোবোলে কাকো ;
কেঁচা সোণ যেন ৰূপটী চিকোণ
থৰ লাগি চাই থাকোঁ। (ছায়া চিত্ৰ)

(১ম সংস্কৰণৰ 'সাদৰী' ৮১ পৃঃ, 'ৰচনাৱলী'ৰ ৪১ পৃ)

(২) নিশাচৰ জন্তু ৰোৰে গাজিছে ভৈৰৱ সুৰে
ৰমণীয় প্ৰকৃতিৰ নিস্তব্ধতা ভেদি ;
শিয়াল বপুৰা হঁতে ফেউ ফেউ কৰি মাতে
বিকট আৰাৱ শুনি প্ৰাণ উঠে কান্দি ॥

(১ম সংস্কৰণৰ 'সাদৰী' ২৪ পৃঃ, 'ৰচনাৱলী'ৰ ৮৮ পৃ)

(৩) আমন জিমনে থাকি কৰাল কালক দেখি
কলে যেন মৰ্ম্মভেদী সুৰে যাতনাৰ ;
হে প্ৰভো ! কৰুণাসিন্ধু অনাথৰ প্ৰাণ বন্ধু
কৰা সঙ্কটৰ পৰা নিচলাক পাৰ।

(১ম সংস্কৰণৰ 'সাদৰী' ২৫ পৃঃ, 'ৰচনাৱলী'ৰ ৮৯ পৃ)

৪ৰ্থ সংস্কৰণত বাদ দিয়া 'সাদৰী'ৰ কবিতাকেইটাৰ ভাব আৰু বিষয়-বস্তু বহু পৰিমাণে সাময়িক আৰু তৎকালিক আছিল , পৰৱৰ্তী কালৰ পৰিৱৰ্তনৰ লগত সিবোৰৰ সঙ্গতি শিথিল হৈ পৰিছিল। ১৯২১ চনত মহাত্মা গান্ধীৰ অসহযোগ আন্দোলনত যোগদান কৰি কাৰাবৰণ কৰা, 'বন্দী-জীৱন'ৰ ৰচযিতা বিহগী কবিয়েও এদিন দুখিনী অসমী আইক 'দুখ সৌভাগ্যৰ অধিষ্ঠাত্ৰী দেৱী' 'বৃটিছ সিংহৰ অঙ্ক শোভি আছে' বুলি কৈ তেতিযাৰ ৰীতিমতে গৌৰৱ অনুভৱ কৰিছিল ঃ পিছত সেই ভাবৰ পৰিৱৰ্তন ঘটিছে। (১৯০২ চনৰ 'জোনাকী'ত প্ৰকাশিত 'মিলন সঙ্গীত' কবিতাৰ ৮৭ পৃষ্ঠাত দিয়া পাঠান্তৰ চাওক।)

কিছুমান শব্দৰ ক্ষেত্ৰত কবি চৌধাৰীৰ বানান আমি ইচ্ছা কৰিয়ে পৰিৱৰ্তন কৰা নাই। যেনে—'শুৱলা' শব্দটো তেওঁ সদায় 'সুৱলা' লিখিছিল। চন্দ্ৰকান্ত-হেমকোষ মতে 'ভেট কলি' হ'লেও কবিয়ে 'ভেঁট কলি'হে লিখি গৈছে। দেখা যায় 'আধুনিক অসমীয়া অভিধানে'ও এতিয়া কবি চৌধাৰীৰ মতকে গ্ৰহণ কৰিছে। কিন্তু আমি তেওঁৰ 'হৰিণা পোৱালী'টো 'হৰিণা পোৱালি'হে কৰিছোঁ। তেওঁ হলীৰাম ডেকাৰ নামটোও হলিৰাম ডেকাহে লিখিছিল।

কবি চৌধাৰীৰ প্ৰত্যেকখন ৰচনা, গ্ৰন্থ বা প্ৰতিটো কবিতা ৰচনাৰ অন্তৰালত একো একোটি ৰহস্যপূৰ্ণ ঘটনা জড়িত আছে। তেওঁৰ নিজ মুখে ব্যক্ত হোৱা শুনিলে সেইবোৰ সাধুকথাৰ দৰে লাগিছিল। আবেগপূৰ্ণ মন্ময় কবিতাৱলীৰ অৰ্থ হৃদয়ঙ্গম কৰিবৰ কাৰণে তেনে পটভূমিৰ কাহিনীবোৰৰ মূল্য কম নহয়। ডঃ নেওগৰ কথাত 'চৌধাৰীৰ জীৱনত কিমান আঘাত পুঞ্জীভূত হৈছে তাৰ লেখ-জোখৰ বাবে আমি তেওঁৰ জীৱন-চৰিতৰ কাষ চাপিব লাগিব। তাকে কৰাৰ লগে লগে কবিতাত তেওঁৰ লিৰিকেল ক্ৰন্দনৰ অৰ্থ আমাৰ ওচৰত সহজে প্ৰতীয়মান হ'ব।' কবিৰপৰা সেইবোৰ শুনি উপভোগ কৰাৰ সুযোগ তেওঁৰ সান্নিধ্যত থকা সাহিত্য-শিষ্যসকলৰ বহুতৰে ভাগ্যত ঘটিছিল। আমিও তেনে গৌৰৱৰ কিঞ্চিৎ ভাগ পাইছিলোঁ। 'কেতেকী'

আৰু 'দহিকতৰা' ৰচনাৰ অন্তৰালত থকা মনোৰম কাহিনী আমি তেওঁৰ নিজ মুখে শুনিছিলোঁ। তেওঁ নিজেও তাক লিপিবদ্ধ কৰিছে ঃ পিছে শুনাত সেইবোৰ লিপিবদ্ধ বৰ্ণনাতকৈও ৰসাল লাগিছিল। তেওঁৰ নিজমুখে শুনা বহুত কবিতাৰ জন্ম-কাহিনী আমি তেওঁৰ জীৱিতাৱস্থাতেই আমাৰ 'সাহিত্য-জীৱন' বোলা পুথিত প্ৰকাশ কৰিছিলোঁ। সাদৰীৰ গোটাচেৰেক মুখ্য কবিতাৰ জন্ম-কাহিনী তলত দিয়া হ'ল।

**বহাগীৰ বিয়া**—উনৈশ শ সাত চন মানৰ কথা। তেতিয়া 'আলোচনী' নামৰ মাহেকীয়া কাকত এখন ওলাইছিল ডিব্ৰুগড়ৰপৰা। সম্পাদক আছিল লক্ষ্মীনাথ ফুকন। সেই আলোচনীত হেম গোসাঁই, সত্যনাথ বৰা আদি স্বনামধন্য প্ৰধান লেখকসকলৰ প্ৰবন্ধ-পাতি প্ৰকাশ হৈছিল। এদিন আবেলি প্ৰত্নতাত্ত্বিক সোণাৰাম চৌধুৰী আহি কবি চৌধাৰীৰ ঘৰত উপস্থিত হ'ল। সোণাৰাম চৌধুৰীযে তেতিয়া এফ এ পাছ কৰি কমিছনাৰৰ অফিচত কাম কৰিছিল। কবি চৌধাৰীৰ ঘৰৰ সম্মুখেদি সদায় তেওঁ অঁফিচলৈ অহা-যোৱা কৰে। দুয়ো নলেগলে লগা বন্ধু আছিল। অফিচৰপৰা উভতি আহোঁতে প্ৰায়েই তেওঁ কবি চৌধাৰীৰ ঘৰত সোমাই আলাপ-আলোচনা কৰি ধঁপাত একোহোপা খাইহে বাট লৈছিল। সাহিত্য আৰু প্ৰত্নতত্ত্ব আলোচনাত চৌধুৰীও এজন পণ্ডিত লোক আছিল।

সেইদিনা তেওঁ আহি কাষলতিৰ তলৰপৰা 'আলোচনী'খন উলিয়াই হাঁহি হাঁহি চৌধাৰীক সুধিলে—'আপুনি কেতিয়াৰপৰা কবিবৰ হ'ল ? অহা সংখ্যা 'আলোচনী'লৈ পিছে কি কবিতা পঠিযালে আমাকো দেখুৱাওকচোন।'

কবি চৌধাৰীয়ে একো বুজিব নোৱাৰি থত্ মত্ খালে। সোণাৰাম চৌধুৰীয়ে তেতিয়া 'আলোচনী'ৰ বেটুপাতৰ বিজ্ঞাপনখন কবি চৌধাৰীৰ চকুৰ আগত দাঙি ধৰিলে। তাত লিখা আছিল—অহা সংখ্যাত অসমৰ বিখ্যাত কবি হেম গোসাঁই আৰু কবিবৰ ৰঘুনাথ চৌধাৰীৰ বসন্তকাল সম্বন্ধে দুটা কবিতা ওলাব।'—চৌধাৰীৰ খং উঠিল। ইয়াৰ মানে বাৰু কি হ'ব পাৰে ? কথা নাই, বতৰা নাই, সম্পাদক ফুকনে বাৰু এইদৰে বিজ্ঞাপন দিব পায় নে ? এনেকৈ ভাবি সোণাৰাম চৌধুৰীৰ লগত সেইবোৰ বিষয়ে কথা-বতৰা পাতিলে আৰু সেইদিনাৰ আবেলিটো কটাই দি মনতে উচ্‌পিচাই থাকিল।

ইয়াৰ কিছুপৰ পিছত গধূলি সময়ত পিয়নে চিঠি এখন দি গ'লহি। চিঠিখন আছিল—লক্ষ্মীনাথ ফুকনৰ। তাত তেওঁ লিখিছিল—'চৌধাৰী, মই আপোনাক নোসোধাকৈয়ে অহা সংখ্যা 'আলোচনী'ত আপুনি আৰু হেম গোসাঁয়ে বসন্ত বিষয়ৰ দুয়ো দুটা কবিতা দিব বুলি জাননী দিলোঁ। দোষ কৰিছোঁ—ক্ষমা কৰিব ; কিন্তু কবিতা পালেহে প্ৰকৃততে ক্ষমা কৰা বুলি ভাবিম, পঠাব দেই। গোস্বামী ডাঙৰীয়ালৈকো লিখিছোঁ।'

ৰাতিটো সেইদৰে গ'ল। পিছদিনা পুৱা হেম গোসাঁই কবি চৌধাৰীৰ ঘৰত ওলালহি। তেওঁৰ হাতত এখন চিঠি—লক্ষ্মীনাথ ফুকনৰ চিঠি। তেতিয়া দুয়ো

দুয়োলৈ দিয়া চিঠিৰ বিষয়ে আলচ কৰিলে। যাবৰ সময়ত গোসাঁয়ে ক'লে— 'চৌধাৰী, আমি খং কৰিলে নহ'ব। দেশখন অকল ফুকনৰো নহয়, আমাৰো নহয়— সকলোৰে। পিছে কথা হ'ল, মই বুঢ়া মানুহ, মই কি লিখিম ? তুমিয়ে কিবা এটা লিখা। মই জানো, তুমি পাৰিবা, তোমাৰ মচলা আছে। তুমি নোৱাৰোঁ বুলিলে নহ'ব, লিখিবই লাগিব। লিখিবা দেই। মই কিন্তু ফুকনলৈ তেনেকৈ উত্তৰ দিম।'—এইবুলি কৈ তেওঁ উঠি গ'ল।

চৌধাৰীয়ে হেম গোসাঁইক গুৰু জ্ঞান কৰিছিল আৰু পৰাপক্ষত তেওঁৰ কোনো কথাকে নেপেলাইছিল। এইবাৰ গোসাঁইৰ উৎসাহবাণীয়ে তেওঁৰ অন্তৰত বল দিলে সঁচা, কিন্তু এতিয়া তেওঁ লিখে কি ? কবিতা জানো তেনেকৈ লিখা যায় ? অন্ততঃ ফৰ্মাচী কবিতা লিখাটো চৌধাৰীৰ প্ৰবৃত্তি নহয়। সাধাৰণতে ৰাতিৰ ভোজনৰ অন্তত বিশ্ব-জগৎ যেতিয়া নিদ্ৰাত নিঃপাল দিয়ে, চৌধাৰীয়ে তেতিয়া কবিতা দেবীৰ আৰাধনা কৰে।

আগৰ দৰে সেইদিনাও তেওঁ খাই-বৈ উঠি মাজনিশা কবিতা আৰাধনাত বহিল। মন উৰি গৈ গাঁও-ভূঁইৰ প্ৰকৃতি-ৰাজ্যত প্ৰবেশ কৰিলে। কবিতা নহাকৈ নাথাকিল, বসন্তৰ কবিতাই আহিল। সেই আৰাধনাৰ ফলত 'বহাগীৰ বিয়া'ৰ জন্ম হ'ল।

'বহাগীৰ বিয়া'ত কবিৰ শিশু কালৰপৰা অন্তৰত পুহি ৰখা প্ৰকৃতি-প্ৰীতি আৰু চৰাই-চিৰিকতিৰ লগত থকা নিবিড় আত্মীযতা বান্ধ ভাঙি ওলাই আহিল। মানুহৰ মাজত দেখা দিয়া বিয়া-উৎসৱৰ সমাৰোহ তেওঁ বসন্ত-বলিযা ৰঙিয়াল বিহগ-কুলত দেখা পালে আৰু তাকে ৰূপ দি 'বহাগীৰ বিয়া' ৰচনা কৰিলে। আনন্দত মতলীযা বিহগৰ সেই মধু-উৎসৱত অকল যে গছ-লতাৰহে প্ৰাণ মুঞ্জৰি উঠিল এনে নহয়, তাৰ অপূৰ্ব শিহৰণে জড়-চেতন সমস্ত জগৎখনকে বিকম্পিত কৰি তুলিছিল,—

'জড় জগতত, জীৱ জগতত, পাওঁ সকলোতে দেখা ;
মহা বিশ্বজুৰি, বিৰিঙ্গিছে যেন, আনন্দৰ পূৰ্ণ ৰেখা।'

বশিষ্ঠাশ্ৰম—কবি চৌধাৰীৰ অন্যতম শ্ৰেষ্ঠ কবিতা। বশিষ্ঠাশ্ৰমৰ লগত কবিৰ অতীত জীৱনৰ অনেক স্মৃতি বিজডিত আছে। খোজ কাঢ়ি নাইবা ঘোঁৰাগাড়ীত উঠি বশিষ্ঠাশ্ৰমলৈ যোৱা সেই কালত এটা অতিশয় উৎসাহ-আনন্দৰ কাম আছিল। কিন্তু অকলে কেৱে তেতিয়া বশিষ্ঠলৈ যাবলৈ সাহ নকৰিছিল, কেইবাজনো লগ হৈ খোজ কাঢ়ি বা ঘোঁৰাগাড়ীতহে গৈছিল। হাবিৰ মাজে-মাজে বাট। সেইদিনা কবিয়েও তেওঁৰ শৈশৱৰপৰা শুনি থকা মনোৰম বশিষ্ঠাশ্ৰমলৈ গৈ তাত চাৰিজন সঙ্গীৰে সৈতে বালিভোজ খাবলৈ মন মেলিলে।

সেই বছৰটো আছিল ১৮৯৯ চন ; ঊনবিংশ শতিকাৰ শেষ বছৰ। কবি চৌধাৰীয়ে পঢ়াশালি এৰি বালিকা বিদ্যালয়ৰ প্ৰধান শিক্ষকৰ দায়িত্ব গ্ৰহণ কৰিছিল মাত্ৰ। গৌৰীদত্ত মিশ্ৰ বিদ্যাভূষণ, জগন্নাথ বুজৰবৰুৱা, মাটিৰাম দাস (তেতিয়াৰ ডি.

আই. অফিচৰ কেৰাণী আৰু সাহিত্যিক) আৰু কবি চৌধাৰী—এই চাৰি বন্ধুৱে ঘোঁৰা-গাড়ী এখন যোগাৰ কৰি ল'লে। তেতিয়াৰ জজ আৰু কমিছনাৰ চাহাবৰ পেস্কাৰ দুলাল চৌধাৰীৰ ঘোঁৰা-গাড়ী এখন আছিল, সেইখনকে খুজি লোৱা হ'ল। বনভোজৰ ৰান্ধনি নিৰ্দিষ্ট হ'ল গৌৰীদত্ত মিশ্ৰ। আটাযে ঘোঁৰা-গাড়ীত উঠি বশিষ্ঠাশ্ৰম পালেগৈ। বশিষ্ঠাশ্ৰমত গাড়ী এৰি চাৰিও ডেকা-বন্ধুৱে আশ্ৰমৰ দৃশ্যাৱলী চাই ইফালে-সিফালে ফুৰিবলৈ ধৰিলে।

আটাইকেইজনে, বিশেষকৈ কবি চৌধাৰীয়ে ভোক-পিয়াহ সকলো পাহৰিলে। প্ৰকৃতিৰ মনোৰম দৃশ্যই তেওঁক তেনেই আপ্লুত কৰিলে। সন্ধ্যা-ললিতা-কান্তাৰ কুলু-কুলু স্বৰে তেওঁৰ কবি-প্ৰাণ এনেদৰে মুহি পেলালে যে নিজৰাৰ পাৰৰ শিলাসনত বহি তাৰপৰা তেওঁ নুঠায়ে হ'ল। তলত নিজৰাৰ অপূৰ্ব ধ্বনি, ওপৰত কলকণ্ঠ বিহগৰ সুমধুৰ সঙ্গীত। মাজে মাজে বতাহত বৈ-বৈ বাজি উঠা সোঁ-সোঁৱনি শব্দ। সকলোৰে সমস্বৰত ঠাইডোখৰ এখন অবৰ্ণনীয় দেৱভূমিত পৰিণত হৈছিল। এনে পৰিবেশত থাকি কবিৰ মনলৈ আহিল কোন দূৰ অতীতৰ বশিষ্ঠ নামৰ সেই ত্ৰিকালজ্ঞ ঋষিজনাৰ কথা। তেৱেঁই পোনতে এই আশ্ৰম পাতিছিল।

পিছত বেলি লহিওৱাত আটাইকেইজনে কুণ্ডত অৱগাহন কৰি নিজৰাৰ পাৰত বালিভোজ খালে আৰু চকা পাতত বহাৰ লগে লগে সন্ধিয়া ঘৰলৈ উভতিল। বাটত ঘোঁৰা-গাড়ীত আটায়ে কথা পাতিলে যদিও আটাইৰে মন বশিষ্ঠাশ্ৰমে কাঢ়ি ৰখা কাৰণে কথাত সিমান ৰস ফুটি নোলাল। গুৱাহাটী পাই চাৰিও বন্ধু ঘৰাঘৰি গ'ল।

ৰাতি খাই-বৈ উঠি আগৰ দৰে সিদিনাও কবি গৈ তেওঁৰ সৰু বিছনাখনত উঠিল। দিনৰ দিনটো পৰ্বত বগাই দুখে-ভাগৰে অহা বাবে টোপনি সোনকালে আহিব বুলি ভাবি চাকি নুমাই থৈ তেওঁ নিদ্ৰাদেৱীক আৰাধনা কৰিলে ; কিন্তু সকলো বিফল হ'ল। তেওঁৰ একোপধ্যে টোপনি নাহিল। বশিষ্ঠাশ্ৰমৰ দৃশ্যবোৰে তেওঁৰ মানস চকুৰ আগত লয়লাসেৰে নৃত্য কৰিবলৈ ধৰিলে। ঢোল-তাল-পেঁপা-কালিৰ শব্দৰ কোলাহলত উজাগৰে ৰজনী কটাই বিয়া চাই অহা আলহীৰ কাণত গান-বাজনাৰ শব্দ টোপনিতো বাজি থকাৰ দৰে তেওঁৰো কাণত বাজিবলৈ ধৰিলে—সন্ধ্যা-ললিতা-কান্তাৰ কুলু-কুলু সঙ্গীত, বিবিধ বন্য বিহগৰ বিনন্দীয়া সুৰ, বতাহৰ সোঁ-সোঁৱনি ধ্বনি আৰু চতুৰ্দিশ মুখৰিত কৰি অহৰহ বাজি থকা জলপ্ৰপাতৰ হৰ্-হৰ্ গৰ্-গৰ্ শব্দ। তেওঁ বাগৰ সলাই, গাৰুত মূৰ হেঁচি ধৰি সকলো চিন্তা-ভাৱনাৰপৰা মনটো বিৰত ৰাখিবলৈ যত্ন কৰি চকু মুদি থাকিল ; কিন্তু তাতো একো ফলোদয় নহ'ল। মন তেওঁৰ তেনেই ব্যাকুল হৈ পৰিল। অপ্ৰকাশৰ কিবা এক বেদনাই তেওঁক তেনেই বিহ্বল কৰি তুলিলে। তেওঁ আৰু বিছনাত থিৰে থাকিব নোৱাৰিলে। উঠি বহিল আৰু চাকিটো জ্বলাই ল'লে। ৰাতি তেতিয়া গহীন আৰু নিস্তব্ধ হৈ পৰিছিল। চপ্‌চপীয়াকৈ ভৰি পৰা নৈৰ পানীয়ে দোপতদোপে পাৰ বাগৰিবলৈ খৌকিবাথৌ

কৰাৰ দৰে তেওঁৰ মনটোৱেও তেতিয়া প্ৰকাশ বিচাৰি তোলপাৰ লগাইছিল। মনৰ সেই অস্থিৰতা চম্ভালিব নোৱাৰি তেওঁ তেতিয়া অতৰ্কিতেই এটুকুৰা কাগজ তুলি লৈ কিবাকিবি লিখিবলৈ ধৰিলে। পেন্সিলৰ দুৰ্বল আঁচত ফুটি উঠিল—

'হে পথিক ! জুৰোৱাহি তাপিত জীৱন
ক্ষন্তেক বহিলে হিয়া পৰিব শীতল,
ভাগৰুৱা পথিকৰ শান্তিনিকেতন
অময়া প্ৰেমৰ পুৰী গিৰি সন্ধ্যাচল।'

—ইত্যাদি বশিষ্ঠাশ্ৰম কবিতাটো। এই বশিষ্ঠাশ্ৰম দৰ্শনৰ স্মৃতি সুঁৱৰি কবিয়ে নিজেই কৈছে—'ক'বলৈ গ'লে প্ৰকৃতিৰ লগত অতি গূঢ়ভাৱে সিদিনাৰপৰাই মোৰ মনৰ সম্বন্ধ স্থাপিত হয। শৈশৱৰ অৰ্দ্ধবিস্মৃত আবেগ আৰু স্মৃতি-বিজড়িত অভিজ্ঞতাবোৰ যেন সঁচাকৈয়ে সিদিনাই পুনঃ মোৰ মনত দ্বিতীয়বাৰৰ কাৰণে পোনতে সজাগ আৰু মূৰ্তিমান হৈ উঠিছিল।'

গোলাপ—কলিকতালৈ যাওঁতে কবি চৌধাৰীয়ে এবাৰ তাৰ বাগিচাবোৰত বিধে বিধে গোলাপ ফুল ফুলি থকা দেখি তেনেই মুগ্ধ হৈছিল। সেই গোলাপ ফুলবোৰৰ ভিতৰতো এবিধ বৰ ডাঙৰ জাতৰ গোলাপ আছিল। সেই গোলাপ হেনো পাৰস্যৰপৰা ছাৰ ৱাল্টাৰ স্কট চাহাবে নি ইংলণ্ডত ৰুইছিল। সেইদেখি সেই জাতৰ গোলাপৰ নামেই হৈ পৰিছিল 'ছাৰ ৱাল্টাৰ স্কট গোলাপ'। কবি চৌধাৰীয়ে ধুনীয়া গোলাপৰ সঁচ নিজৰ বাগিচালৈ অনাৰ লোভ সামৰিব নোৱাৰিলে। তেওঁ পাঁচ টকা ভৰি তাৰে কলম এটা আনি নিজৰ বাগিচাত ৰুইছিল। তাত মাত্ৰ সাতোটা ফুল ফুলিছিল। সেই ফুলকেইটা তেওঁ জালেৰে বেৰা দি ৰাখিছিল আৰু আচৰিত কথা এই যে সেই ফুল সাতোটা প্ৰায চাৰি মাহমান একেদৰে ফুলি আছিল। এই আপুৰুগীযা গোলাপ ফুলকে উদ্দেশ্য কৰি তেওঁ 'সাদৰী'ৰ গোলাপ কবিতা লিখে। নিজৰ বাগিচাত 'ছাৰ ৱাল্টাৰ স্কট গোলাপ ফুল' ৰমকজমককৈ ফুলিবলৈ ধৰাত কবিৰ মনত ভাবৰ যি খৌকি-বাখৌকি লাগিছিল সি ছন্দবদ্ধ হৈ গোলাপ কবিতাত প্ৰকাশ পাইছিল। কবিয়ে নিজৰ অন্তৰখনো গোলাপৰ দৰেই ৰূপ-ৰসপূৰ্ণ আৰু পবিত্ৰ হোৱাটো কামনা কৰে— 'ফুলিবিনে মোৰ মানস কুঞ্জত

অ' মোৰ সাদৰী ফুলাম পাহি,
উঠিবনে বাজি প্ৰিয়া পাপিয়াৰ
পুলকভৰা মিলন-বাঁহী ?'—(গোলাপ)

কবিৰ 'শঙ্কৰদেৱ' কবিতাৰো জন্ম-কথা আকৰ্ষণীয়। ইও প্ৰায় 'বহাগীৰ বিয়া'ৰ ইতিবৃত্তৰ দৰেই। ১৯০৩ চনৰ কথা। তেতিয়া গুৱাহাটীৰপৰা সুসাহিত্যিক সত্যনাথ বৰাৰ সম্পাদনাত 'জোনাকী' কাকত চলি আছিল। কবি চৌধাৰী আছিল সহকাৰী সম্পাদক। 'জোনাকী'ৰ তেতিয়া মৰোঁ-জীওঁ অবস্থা। 'জোনাকী' মাহেকীয়া কাকত, বছৰেকীয়া বৰঙণিও মাত্ৰ এটকা। তাকেই গ্ৰাহকসকলে পৰিশোধ নকৰে।

তাতে কবিৰ মন মৰা।

সেই সময়ত দুৰ্গেশ্বৰ শৰ্মা কলিকতাত পঢ়ে। তেতিয়া নুৰুল হুচেইন হাজৰিকা আৰু তেওঁ দুয়ো আছিল কলিকতাৰ এ এছ এল ক্লাবৰ যুটীয়া সম্পাদক। তেওঁলোকে কাকতে-পত্ৰই জাননী দিলে যে সেই বছৰত ক্লাবৰপৰা অসমীয়া শ্ৰেষ্ঠ চুটিগল্প, কবিতা, ৰচনা আৰু উপন্যাসত উপযুক্ত পুৰস্কাৰ দিয়া হ'ব। জাননীয়ে আহি গুৱাহাটীত প্ৰতিধ্বনি তুলিলে। শৰৎচন্দ্ৰ গোস্বামী সেই বছৰ গুৱাহাটীৰ কটন কলেজত ভৰ্তি হৈছিলহি। তেওঁ কবি চৌধাৰীৰ ঘৰলৈ আহি জাননী এখনলৈ আঙুলিয়াই ক'লে—'আপুনি এনে কিবা এখন জাননী দেখিছেনে ? সেই বিষয়ে কিবা কৰিছে নেকি ?'

কবিয়ে স্বভাৱগত সুৰত উত্তৰ দিলে—'জাননী দেখিছোঁ। পিছে মইনো কিহৰ যোগ্য ? 'জোনাকী'ৰ দুৰৱস্থাই মোক হতাশাত বুৰাই থৈছে।' গোসাঁয়ে ক'লে—'নহয়, 'জোনাকী'ৰ কথা ইয়াৰ লগত নাসাঙুৰিব। আপুনি কিবা এটা কবিতা লিখক, লিখিবই লাগিব। ময়ো এটা গল্প লিখিম। দুয়ো পঠিয়াম। পালে পুৰস্কাৰ পালোঁ, নাপালেও নো আমাৰ ক্ষতি কি ? লিখেনে নিলিখে কওক। পঠোৱা ভাৰ বাৰু মোৰ ওপৰত।' কবিয়ে উত্তৰত 'ও চাওঁ বাৰু' বুলি শলাগি থ'লে।

যথাসময়ত গোসাঁয়ে তেওঁৰ গল্প আৰু কবি চৌধাৰীৰ কবিতা পূৰ্বৰ বন্দবস্ত মতে পঠালে। চৌধাৰীৰ কবিতা আছিল—"শ্ৰীশঙ্কৰদেৱ।" নিৰ্দিষ্ট সময়ত খবৰ ওলাল, কবি চৌধাৰী কবিতা প্ৰতিযোগিতাত প্ৰথম, শৰৎ গোস্বামী চুটিগল্পত প্ৰথম আৰু গৌৰীকান্ত তালুকদাৰ স্ত্ৰী-শিক্ষা বিষয়ৰ ৰচনাত প্ৰথম হৈছে। উপন্যাসত পুৰস্কাৰৰ উপযোগী গ্ৰন্থ পোৱা নগ'ল। গোস্বামী আৰু তালুকদাৰ দুয়ো খনচেৰেক কিতাপ পুৰস্কাৰ পালে। কবি চৌধাৰীয়ে বাবু প্ৰথমনাথ চৌধুৰীৰ 'পদ্ম' কাব্যখন আৰু ৰূপ ত্ৰিশ টকা পুৰস্কাৰ লাভ কৰিলে। চিঠিত সম্পাদকদ্বয়ে কবিলৈ লিখিলে—'আপুনি এশৰ ভিতৰত ৮৫ নম্বৰ পাই কবিতাত প্ৰথম স্থান লাভ কৰিছে। পুৰস্কাৰ ৪০্ টকা দিয়াৰ কথা আছিল। পিছে টকা সম্পূৰ্ণকৈ নুঠাত ৰূপ ত্ৰিশ টকা আৰু কিতাপখন পুৰস্কাৰ পঠালোঁ। আপোনাৰ 'শ্ৰীশঙ্কৰদেৱ' সঁচাকৈয়ে উপভোগ্য হৈছে।' সেই শ্ৰীশঙ্কৰদেৱ কবিতাৰে—

'জালিকটা যি কেডালি আছে পুষ্পহাৰ,
সেয়েহে মাথোন ভাবা কৰিছে পোহৰ'—

আদি পংক্তিয়ে আজিও ৰসজ্ঞ পাঠকসকলৰ অন্তৰত চিন্তা আৰু আনন্দৰ ঢৌ তুলি আছে।

'সাদৰী'ৰ অনেক কবিতা ৰচিত হৈছিল সেই সময়ত অনুষ্ঠিত নানান সভা-সমিতিৰ বিভিন্ন বৈঠক আৰু বাৰ্ষিক অধিবেশনত পাঠ কৰিবলৈ। ৰচনাৱলীৰ পাদ-টীকাত সম্ভৱস্থলত সেইবোৰ উল্লেখ কৰা হৈছে। তাৰ উপৰিও কবি বাল্যকালত নিজে এজন গায়ক-গীতিকাৰ আছিল। 'সাদৰী'ৰ প্ৰথম তিনি তাঙৰণৰ প্ৰথম কবিতা 'সৰস্বতী' তেনে এটি গীত। এই গীতটি হেনো তেতিয়াৰ সৰস্বতী পূজাত সংকীৰ্তন

হিচাপে বহুলভাৱে প্ৰচলিত হৈছিল।

কেতেকী—প্ৰায় অৰ্দ্ধ শতাব্দী পূৰ্বে ডঃ বাণীকান্ত কাকতিদেৱে 'সাদৰী' সম্পৰ্কে কৈছিল—'সাদৰী'ৰ কিছুমান কবিতা পুৰণি 'জোনাকী'ত ওলাইছিল। কিন্তু এইটো মন কৰিবলগীয়া যে পুথিখনিৰ যিবোৰ কবিতা আটাইতকৈ সৰস সেই, আটাইবোৰেই চৰাই-জীৱন আৰু ফুল-ফুলনি লৈ লিখা। 'বহাগীৰ বিয়া', 'প্ৰিয় বিহঙ্গিনি', 'ভেঁটকলি', 'কেতেকী চৰাই' আদি কবিতাবোৰৰ প্ৰত্যেকটোৱেই চৰাই আৰু উদ্ভিদ জগতৰ মনোৰম সাধুকথাৰ নিচিনা।' সেই প্ৰসঙ্গতে তেওঁ 'বহাগীৰ বিয়া'ৰ লগত 'কেতেকী'ৰ সম্বন্ধটোও এইদৰে বিশ্লেষণ কৰিছে—বহাগীৰ বিয়া কবিতাটো মানৱ সংসৰ্গবিহীন প্ৰকৃতিৰ আনন্দোৎসৱ। বসন্ত-জীয়ৰী বহাগী আইদেউৰ বিয়াৰ উৎসৱত গছ-লতিকা মুঞ্জৰিত আৰু চৰাই-চিৰিকতি বিভোল হৈ উঠিল। বহাগী আইদেউৰ বিয়াকে উপলক্ষ্য কৰি প্ৰকৃতিৰ সৌন্দৰ্য্য বিকাশৰ উৎসৱ বৰ্ণনাই কবিতাটোৰ কেন্দ্ৰস্থ ভাব। এই ভাবৰ ধাৰাৰ পূৰ্ণ বিকাশ হৈছে 'কেতেকী' বোলা নিৰুপম চৰাই কবিতাটোত। 'বহাগীৰ বিয়া'ত যি আনন্দৰেখা উদ্ভিদ আৰু চৰাই জীৱনত আবদ্ধ আছিল, 'কেতেকী' কবিতাত সেয়ে পাৰ ভাঙি আহি মানৱ সমাজৰ ঘৰুৱা জীৱনকো প্লাৱিত কৰিছে। 'কেতেকী' কবিতাৰ কেন্দ্ৰস্থ ভাব বসন্তৰ আগমনত জড়-চেতন, মানৱ জগতত বিপুল উন্মাদনা। এই উন্মাদনাৰ মূল কাৰণ 'বহাগীৰ বিয়া'ত কোৱাৰ দৰে কেৱল বসন্তৰ সমাগমেই নহয়, এটি স্বৰূপবিহীন বিৰাট প্ৰহেলিকাময় চৰাইৰ মাতহে। কোনোবা দূৰ আনন্দ সাগৰৰ ঢৌৰ খলকনি এটি চৰাইৰ মাতৰ ভিতৰেদি জড়-চেতন জগতক আঘাত কৰি ইয়াক ব্যাকুল কৰি তুলিছে।'

'কেতেকী' পোনতে প্ৰকাশ হৈছিল ১৮৩৯ শকৰ ফাগুন মাহত, ইং ১৯১৮ চন। প্ৰথম তাঙৰণৰ পাতনি লিখিছিল দাৰ্শনিক কবি দুৰ্গেশ্বৰ শৰ্মাই। তাত পণ্ডিত শৰ্মাই দৰ্শনৰ পুৰুষ-প্ৰকৃতিৰ সম্বন্ধ থোৰতে বিশ্লেষণ কৰি কেতেকীৰ গীতৰ সুললিত সুৰক পুৰুষৰূপে কাৰ্য্য কৰি থকা উত্তেজিকা শক্তি বুলিছে। 'জড় প্ৰকৃতিত কেতেকীৰ গীতে পুৰুষৰূপে কাৰ্য্য কৰিব লাগিছে। * * সেই মাতটিত মুগ্ধ হৈ বিশ্বখনি যন্ত্ৰ চলাদি চলিব লাগিছে।' দ্বিতীয় তাঙৰণত ডঃ কাকতিয়ে তেওঁৰ 'চেতনা'ত প্ৰকাশ হোৱা সমালোচনাটোকে পৰিশুদ্ধ ৰূপত থুই-পখালি 'কেতেকী'ৰ পাতনি কৰি দিলে। ডঃ কাকতিৰ বিশ্লেষণাত্মক পাতনি আজিলৈকে 'কেতেকী'ৰ স্যমন্তক মণি হৈ আছে। সুকীয়া দৃষ্টিভঙ্গীৰে লেখা দুয়োখন পাতনি আৰু সমালোচনা ৰচনাৱলীৰ যথাস্থানত সযত্নে সন্নিৱিষ্ট কৰা হৈছে।

'কেতেকী'-প্ৰণয়ন, তাৰ প্ৰকাশ আৰু দ্বিতীয় তাঙৰণৰ পাতনিখনৰো ৰহস্যজনক ইতিবৃত্ত আছে। 'কেতেকী'ৰ জন্ম-কাহিনী কবিয়ে নিজেই ব্যক্ত কৰিছে (ৰচনাৱলীৰ ৫২৫—৫২৭ পৃষ্ঠা)।

'কেতেকী' কাব্য লিখি নিজৰ আনন্দত নিজে বিভোৰ হৈ কবিয়ে ভালেমান দিন তাক কাকো নেদেখুৱাকৈ ৰাখিছিল। পিছে কথাপ্ৰসঙ্গত এদিন তেওঁ তেওঁৰ

অন্তৰঙ্গ বন্ধু কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মাক কাব্যখনৰ কথা ক'লে। শৰ্মা তেতিয়া 'চেতনা'ৰ যুটীয়া সম্পাদক, গুৱাহাটীত ওকালতি কৰে। তেওঁ পঢ়ি চাই বৰকৈ বখানি ক'লে, এ. এছ. এল. ক্লাবত কবিতাটো এদিন পঢ়িলে ভাল হ'ব। কবিৰ সম্মতি লৈ তেওঁ নিজেই কষ্ট স্বীকাৰ কৰি ক্লাবৰ এটা বিশেষ অধিবেশন 'কৰ্জন হলত' (নবীন বৰদলৈ ভৱনত) পাতিলে। সাহিত্যমোদী সমজুৱাসকলক তাতেই প্ৰথমে 'কেতেকী' পঢ়ি শুনালে মহেন্দ্ৰনাথ ফুকনে (ডেকাফুকনে)। ক্লাবৰ সদস্যসকলে কাব্যখন ইমান ভাল পালে যে তাক ক্লাবৰপৰাই ধন তুলি ছপাবলৈ স্থিৰ কৰিলে। কবি চৌধাৰীয়ে কিন্তু সেই উদ্দেশ্যে ক্লাবৰ ধন ভগন কৰা প্ৰস্তাৱত মান্তি নহ'ল। শেষত পাণবজাৰৰ কমল এজেন্সিৰপৰা প্ৰসন্নলাল চৌধুৰীযে (শিল্পী শ্ৰীকমল চৌধুৰীৰ দেউতাকে) তাক পোনতে ছপাই উলিয়ালে। পাতনি লিখিলে দাৰ্শনিক কবি দুৰ্গেশ্বৰ শৰ্মাই।

ইয়াৰ কিছুদিন পিছত 'চেতনা' কাকতত—সমালোচনা, 'কেতেকী'—বুলি এটা দীঘল আলোচনামূলক প্ৰবন্ধ প্ৰকাশ হ'ল, লেখক বাণীকান্ত কাকতি। কোৱা বাহুল্য বৈজ্ঞানিক পদ্ধতিত অসমীয়া কিতাপৰ পুঙ্খানুপুঙ্খ সমালোচনা কৰি লিখা উচ্চ পৰ্য্যায়ৰ প্ৰবন্ধ এইটোৱে প্ৰথম আছিল। কিতাপখনৰ দৰে সমালোচনাটোৱেও পঢ়ুৱৈ সমাজত এটা আলোড়নৰ সৃষ্টি কৰিলে। সমালোচনাটোত শেষৰ পিনে 'কেতেকী' কাব্যৰ গুণৰ লগতে দোষবোৰ আঙুলিযাই দেখুৱা হৈছিল। কুসুমকোমল কবিৰ মন তাতে ক্ষুব্ধ হৈ উঠিল। সমালোচনাটো পঢ়ি তেওঁ আনন্দও পালে, উদ্বিগ্নও হ'ল। তেওঁ এদিন গৈ কাকতিৰ ঘৰত উপস্থিত হ'ল। কাকতি সেই সময়ত কটন কলেজত ইংৰাজীৰ অধ্যাপক হিচাপে নতুনকৈ মকৰল হৈ তেতিয়াৰ জুবিলী গাৰ্ডেন, আজিকালিৰ পাণবজাৰৰ পানীকলৰ দাঁতিত খেৰী ঘৰ এটাত থাকিবলৈ লৈছিল। সৌহাৰ্দ্দ্যৰ আদান-প্ৰদানৰ অন্তত অধ্যাপক কাকতিয়ে চৌধাৰীৰ কাব্য-প্ৰতিভাৰ ভূয়সী প্ৰশংসা কৰি তেওঁক কবিতা লিখি থাকিবলৈ উৎসাহ দিলে। কবি চৌধাৰীয়ে ইমানতে ছেগ বুজি ক'লে যে 'কেতেকী'ৰ সমালোচনাত কাকতিয়ে যিবোৰ ভুল আঙুলিয়াই দেখুৱাইছে সেইবোৰক তেওঁ বাৰম্বাৰ পঢ়িও ভুল বুলি গ্ৰহণ কৰিব পৰা নাই আৰু সেইহেতু তেওঁৰ কাৰণে সেইবোৰৰ শুধৰণিও সম্ভৱ নহয়। "সেইবোৰ বিশেষ ভুল নহয়, গুণ বখানাৰ লগতে আসোঁৱাহ কিবা থাকিলে আঙুলিয়াব লাগে—এয়ে সমালোচকৰ কৰ্তব্য" বুলি কাকতিয়ে ক'লে আৰু চৌধাৰীক পুনঃ উৎসাহ-অনুপ্ৰেৰণা দিলে। চৌধাৰীয়ে তেতিয়া 'কেতেকী'ৰ দ্বিতীয় সংস্কৰণৰ কাৰণে এখন পাতনি লিখি দিবলৈ অনুৰোধ কৰিলে আৰু লগতে এইটোও ক'লে—'আপুনি পাতনি লিখি নিদিয়ালৈকে মই কিন্তু আৰু কবিতা লিখিবলৈ বুলি কলম নধৰোঁ।' তাৰে ফলত অধ্যাপক কাকতিয়ে তেওঁৰ সমালোচনাটোকে ঘঁহি-পিহি নতুনকৈ সজাই 'কেতেকী'ৰ দ্বিতীয় তাঙৰণৰ পাতনিৰূপে ব্যৱহাৰ কৰিবলৈ দিলে।

কেতেকী চৰাইক নামনি অসমত 'বৌ কাকা-ক'ত' চৰায়ো বোলে। এই

অঞ্চলৰ জনপ্ৰবাদ মতে পূৰ্বে সৃষ্টি ধ্বংস হ'বৰ সময়ত যেতিয়া প্ৰলয় উপস্থিত হ'ল, তেতিয়া দূৰলৈ যোৱা ককায়েক উভতি ঘৰ নাপালেহি। ভনীয়েকে ককায়েকৰ চেনেহত পমি গৈ বৌয়েকক 'বৌ-কাকা-ক'ত, বৌ-কাকা-ক'ত' বুলি চিঞৰি থাকোঁতেই প্ৰলয় পয়োধিত পৃথিবীখন তল গ'ল। নতুন সৃষ্টিত দ্বিতীয়বাৰ আকৌ চৰাই হৈ জন্ম লৈও ভনীয়েকে পূৰ্বৰ দৰে সেই 'বৌ-কাকা-ক'ত' বুলিয়ে চিঞৰি ফুৰিবলৈ ধৰিলে। এয়ে কেতেকী চৰাই সম্পৰ্কীয় সংক্ষিপ্ত কিংবদন্তি। 'কেতেকী' কাব্যতো কবিয়ে এই বিৰহৰ ইঙ্গিত নিদিয়াকৈ থকা নাই—'কাৰ বিৰহত বিৰহিনী তোৰ, গ'ইছে হৃদয় পমি ?' (১৫০ পৃষ্ঠা)

ন-মহীয়া শিশু কালত পিৰালিৰপৰা পৰি পঙ্গু হোৱা দিন ধৰি কবিৰ সমস্ত জীৱনটোৱে আছিল এটা কৰুণ কবিতা। 'কেতেকী'ৰ দুই-এটা স্তবকতো সেই কাৰুণ্যৰ প্ৰতিধ্বনি শুনা যায়—

সংসাৰৰ তীব্ৰ জ্বালা-যন্ত্ৰণাই
অথিৰ কৰিছে দেহা ,
দুখ-ভাগৰত লালকাল দিছোঁ
কিৰূপে বেহাও বেহা ? (১৮১ পৃষ্ঠা)

* *

বাট দেখুৱাই ল'ই যা সাদৰী
নাথাকোঁ ই সংসাৰত,
শত ধাৰা হই প্ৰেম-মন্দাকিনী
সদায় ব'ইছে য'ত। (১৮১ পৃষ্ঠা) ইত্যাদি

'সাদৰী'ৰ দৰে 'কেতেকী'ৰো প্ৰথম তাঙৰণৰপৰা পিছৰ তাঙৰণবোৰৰ আখৰ-জোঁটনি, পাঠান্তৰ আৰু শব্দ-প্ৰয়োগত ঘটা পৰিবৰ্তনবোৰ ৰচনাৱলীৰ পাদটীকাৰ যথাস্থানত উল্লেখ কৰা হৈছে। 'সাদৰী'ত দিয়াৰ দৰে 'কেতেকী'ৰো প্ৰথম সংস্কৰণৰ পাঠৰ উদ্ধৃতি গোটাচেৰেক তলত দিয়া হ'ল—

ক'ৰ পৰা তই আহিলি সোণাই
কোন দিশে যাব উৰি,
কিয় বা ফুৰিছ দূৰ দূৰণিত
অকলই ঘূৰি ঘূৰি ? (১৪৫ পৃঃ—১ম তৰঙ্গ)

* *

পাপ পুৰী এৰি প্ৰেম পুৰী ল'ই
কিৰূপেনো পাৰি যাব ;
দিব্য জ্যোতিৰ্ময় মণি স্যমন্তক
কিৰূপেনো পাৰি পাব। (১৮১ পৃঃ—৪ৰ্থ তৰঙ্গ)

* *

নাহাঁহে মাধৱী সুৰঙি কুসুম
ৰমক জমক কৰি ;
আম্ৰ কাননত নাগায় কুলিয়ে
পঞ্চমত সুৰ ধৰি। (১৮২ পৃঃ—৫ম তৰঙ্গ)

প্ৰথম তাণ্ডৱণৰ দ্বিতীয় তৰঙ্গৰ শেষৰ চাৰিটা স্তবক ৪ৰ্থ আৰু তাৰ পাছৰ সংস্কৰণবোৰত নাই। পাদটীকাত সেই কথাৰ উল্লেখ কৰি ৰচনাৱলীৰ 'কেতেকী'ত সেই চাৰিটাও পূৰ কৰি ৰখা হৈছে।

(১৬৩—১৬৪ পৃঃ)

ইতিমধ্যে 'কেতেকী' কাব্য ইংৰাজী আৰু সংস্কৃতলৈ অনুবাদ হৈছে। উৰিয়া, বঙলা, হিন্দী আদি অন্যান্য ৰাজ্যিক ভাষালৈও অনুবাদ হ'ব ধৰিছে। ইয়াৰ ইংৰাজী তৰ্জমা কৰিছে ডঃ প্ৰফুল্লদত্ত গোস্বামী আৰু পৃথকে অধ্যক্ষ তাৰিণীকান্ত ভট্টাচাৰ্য্যই। আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰীয়ে ইযাৰ সংস্কৃত অনুবাদ কৰিছে।

'কেতেকী' সম্বন্ধে সাহিত্যৰথী বেজবৰুৱাই সমালোচনা প্ৰসঙ্গত বাঁহীৰ অষ্টাদশ বছৰৰ প্ৰথম সংখ্যাত ডঃ কাকতিৰ বিশ্লেষণাত্মক আলোচনাটিৰ প্ৰশংসা কৰি তেওঁৰ লগত একমত হৈ কৈছিল—'আজি অসমীয়া সাহিত্য জননীয়ে নিজ সন্তান কবিৰ মূৰত দুৰ্বাক্ষত দি আশীৰ্বাদ কৰি কৰি কৈছে—বোপাই, তুমি দীৰ্ঘজীৱী হোৱা। তোমাৰ দুখুনী জননীয়ে আকৌ তোমাৰ ওচৰত হাত পাতিছে।'

**কাৰবালা**—কবিৰ তৃতীয়খন প্ৰকাশিত পুথি 'কাৰবালা'। আৰবৰ মৰুপ্ৰান্তৰত মহাত্মা হুচেনৰ আত্মবলিদানৰ নিঠুৰ অথচ কৰুণ কাহিনী এটাকে লৈ ৰচিত ই এখনি সৰু কাব্য অথবা এটা দীঘল কবিতা। প্ৰাকৃতিক দৃশ্য, হাচান বধ, যুদ্ধক্ষেত্ৰ, কাছেম-ছখিনা আৰু হুচেন বধ—এই পাঁচোটা সৰ্গত মূল ঘটনাটোৰ বৰ্ণনা দিয়া হৈছে। ইতিহাস আৰু কিম্বদন্তিৰ ভেটিত ইয়াৰ ৰচনা। আগতে উল্লেখ কৰা হৈছে যে চৌধাৰীৰ প্ৰত্যেক লেখাৰ অন্তৰালত একোটা ৰহস্যপূৰ্ণ কাৰণ নিহিত থাকে। 'কাৰবালা' ৰচনাৰ ক্ষেত্ৰতো সেই একে কথা। 'কাৰবালা' ৰচনাৰ অন্তৰালতো কবিৰ ব্যক্তিগত জীৱনৰ এটি কৰুণ কাহিনী জড়িত আছে।

১৯২০ চনৰ কথা। বাৰিষা কালত এবাৰ কবিৰ মেলেৰিয়া জ্বৰ হৈছিল। জ্বৰত তেওঁ বৰ দুৰ্বল হৈ পৰিছিল। দুৰ্বল অৱস্থাতে তেওঁ এদিন বিছনাৰপৰা উঠি বাহিৰলৈ গৈছিল। তাতে কেনেবাকৈ পিছল খাই তেওঁ বাটৰ কাষৰ নলাত পৰি গ'ল। চাকৰ-বাকৰবোৰে দেখি ধৰা-ধৰিকৈ তুলি নি ধুৱাই-পখলাই বিছনাত তুলি থ'লে। পিছলি পৰা চুতা লাগিয়ে তেওঁৰ সোঁ-ভৰিৰ বুঢ়া আঙুলিটো ফিকি ভিন্দাকাৰ হ'ল। তেওঁ বিছনাতে প্ৰায় পোন্ধৰ দিনমান পৰি থাকিল। পিছত অসুখ কিছু ভাল হ'ল যদিও শাৰীৰিক দুৰ্বতলাৰ হেতু তেওঁ একে লেঠাৰিয়ে প্ৰায় তিনি মাহ মানলৈ বাহিৰলৈ যাব নোৱৰা হৈ পৰি থাকিয়ে কটালে। এনে সময়তে এদিন পদূলিৰ বাটেদি

গম্বুজ থকা তাজিয়া সহ ঢোলে-ডগৰে মহৰমৰ মনোহৰ সমাৰোহ এটা যাওক। 'মুছলমানৰ গোসাঁই আনিছে, চোৱাহি' বুলি ঘৰৰ ল'ৰা-ছোৱালীবোৰক চিয়ঁৰি চিয়ঁৰি ওলাই অহাও তেওঁ দেখিলে। তেওঁৰ মনত প্ৰশ্ন হ'ল—এৰা, ময়ে বা এই তাজিয়াৰ বিষয় জানো কিটো ? ৰাতি পুৱালেই মুখ দেখাদেখি হোৱা প্ৰতিৱেশীসকলৰ এনে এটা ধৰ্মানুষ্ঠানৰ বিষয়ে মই জানো জনা উচিত নহয় ?—কবিৰ মনৰ এনে এটি দুৰ্বাৰ ঔৎসুক্যতে 'কাৰবালা' কাব্যৰ জন্ম। সেই সময়তে মৌলানা আক্ৰম খানৰ 'মোস্তাফা চৰিত' নামৰ পুথিখন ওলাইছিল। চৌধাৰীয়ে সেই পুথিখন আৰু লগতে ইচলাম ধৰ্মৰ আৰু খনচেৰেক পুথি আনি পঢ়িলে। বন্ধু-বান্ধৱৰ লগতো বিষয়টো আলচ কৰিলে। মহৰমৰ লগত জড়িত থকা হাচান-হুচেনৰ করুণ কাহিনীটোৱে তেওঁক বাৰুকৈয়ে আকৰ্ষণ কৰিলে। সেই বিষয়ে এখন সৰু কাব্য ৰচনা কৰিবলৈ তেওঁৰ মন গ'ল। এইদৰে মুছলমান বন্ধু দুই-এজনৰ মুখে শুনা কাহিনী আৰু 'মুস্তাফা চৰিত'কে অৱলম্বন কৰি দিনচেৰেকৰ ভিতৰতে তেওঁ 'কাৰবালা' কাব্য লিখি উলিয়ালে। গতিকে ইতিহাসৰ সত্য বা ইচলাম ধৰ্মীয় ধাৰণা আৰু দৰ্শনৰ লগত অ'ত-ত'ত কাব্য-কাহিনী পূৰাকৈ ৰজিতা নাখাব পাৰে, সি তেনেই স্বাভাবিক কথা ; কিন্তু বিষয়টোৰ সামগ্ৰিক বিচাৰত লেখকৰ উদ্দেশ্য আৰু আন্তৰিকতাৰ গভীৰতা পাহৰা উচিত নহ'ব। আত্মশ্লাঘা সমূলি পৰিহাৰ কৰি এনেকুৱা উদ্দেশ্য সম্পৰ্কে পাতনি লেখকৰ 'নবী-কথা' বোলা পুথিখনৰ বিষয়ে মৌলানা আতাউৰ ৰহমান চাহাবে লেখা প্ৰাক্‌কথা দু-আষাৰ উদ্ধৃত কৰিব খুজিছোঁ। 'In these days when all right-thinking men are concentrating on whatever brings about harmony and goodwill in the world, this literary effort of Shri Atul Chandra Barua is really commendable I would welcome a similar effort from a talented Muslim young man to bring about a book giving the stories of Mahapurushas like Buddha, Shrikrishna, Guru Nanak, Ramkrishna Paramahansa, Sankardeva, Ramanuja, Sankaracharyya and Chaitanya. After all, it is true knowledge that brings men and groups of men closer.'

জন্মান্তৰবাদ, জন্মান্তৰীয় কৰ্মফল ভোগ আদি ইচলামে নামানে। 'ঈশ চৰণ'ত, 'যজ্ঞবলি দান' ইচলামৰ ধৰ্মীয় চিন্তাৰ প্ৰতিকূল ধাৰণা ; তথাপি কাব্যত 'বিধিৰ বিধান কৰ্মফল ভোগ' 'তুমি উপলক্ষ্য মাত্ৰ, নিয়তিৰ কাৰ্য্য' ('নিমিত্তমাত্ৰং ভব সব্যসাচিন্'—গীতা) ইত্যাদি বচন কবিয়ে যথাস্থানত মিলি যোৱাকৈ প্ৰয়োগ কৰিছে। এনে বচনবোৰ আপ্ত বচনৰ দৰে হৈ ভাৰতীয় চিন্তাৰ সোঁতত নিমজ্জিত হৈ পৰিছে।

চিৰাচৰিত ৰীতিমতে কাব্য আৰম্ভ হয় বিদ্যাধিষ্ঠাত্ৰী বাগ্‌দেৱী-বন্দনাৰে। আন নালাগে ইংৰাজ কবি মিল্টনেও Paradise Lostত হোমাৰ, ভাৰ্জিল আদি কবিসকলক অনুসৰণ কৰি Sing, Heavenly Muse বুলিহে কাব্যৰ শুভাৰম্ভ কৰিছে। আমাৰ কবিয়ে 'কাৰবালা' কাব্যত তাকে নকৰি কাব্য আৰম্ভ কৰিছে মৰুপ্ৰান্তৰৰ প্ৰকৃতি

বৰ্ণনাৰে। 'নাস্তি'ৰ মাজেদি প্ৰতিপন্ন কৰা 'অস্তি' বা 'নাই'ৰ মাজেৰে কৰা 'আছে'ৰ চিত্ৰাঙ্কন এই প্ৰকৃতি-বৰ্ণনাৰ বৈশিষ্ট্য। প্ৰকৃতিৰ কৰুণ আৰু ৰূঢ় দুয়োটা ৰূপ চকামকাকৈ হ'লেও এই বৰ্ননাত দাঙি ধৰা হৈছে। কবিয়ে মৰুভূমিৰ ৰণক্ষেত্ৰত কি দেখিবলৈ পোৱা নাই তাৰ বৰ্ণনা দিওঁতে তেওঁৰ মনৰ মাজত লুকাই থকা ৰূপ-ৰসভৰা প্ৰকৃতিৰ মনোৰম ছবিটি পোনতে উদিয়াই দেখুৱাইছে—

বহুজীৱ সমাকীৰ্ণ নিবিড় আলয়
অভ্ৰভেদী গিৰিমালা, উচ্চ শৃঙ্গ তুলি
কৰা নাই কিয় নিজ মহত্ত্ব বিস্তাৰ ?
কিয়বা নেদেখোঁ আৰু গিৰি-নিতম্বত
শিখৰ তৰঙ্গমালা, মুক্ত কেশদাম।

সিমানেই নহয়. 'গিৰিমল্লিকা', 'মাধুৰী', 'বহাগীৰ বিয়া' আদিৰ ৰচয়িতা প্ৰকৃতি-কবি চৌধাৰীয়ে আৱেগময় ভাষাত ক'বলৈ বাধ্য হৈছে—

বল্লৰী-বেষ্টিত কুঞ্জ বিতানে বিতানে
সুবাসিত কুসুমিত কুসুম স্তবকে
কৰা নাই কিয় বাৰু সৌন্দৰ্য্য বৰ্দ্ধন?
শ্যামল বিটপীৰাজি ফলৰ ভৰত
হোৱা নাই অৱনত। নুশুনো কি হেতু
বিচিত্ৰ বৰ্ণৰ কলকণ্ঠী বিহঙ্গৰ
মধুৰ অস্ফুট ধ্বনি? ইত্যাদি

এইবোৰ নাই ; তাৰ সলনি মৰুভূমিত প্ৰতিধ্বনিত হৈছে 'হতাশাৰ দীৰ্ঘশ্বাস', 'ভীতিসঞ্চাৰিণী হায় হায় ৰৱ' 'বলিছে প্ৰচণ্ডবেগে ৰাক্ষসী 'চামুম', জ্বলন্ত অগনি শিখা আছে জিভা মেলি,'—'ঠায়ে ঠায়ে আছে কত মায়াৰূপা স্ৰোতঃশীলা তৰঙ্গিণী'। 'কত পথভ্ৰষ্ট হতভাগ্য প্ৰবেশিছে দলে দলে তাত'—

তৃষ্ণাত আতুৰ মোহমুগ্ধ জীৱদল ;
তীব্ৰ যাতনাত পৰি মৰ্ম্মভেদী সুৰে
বিচাৰি ফুৰিছে পানী ঃ কিন্তু মিছা আশা,
সকলো যে জলভ্ৰম !

মৰুভূমিৰ এনে জয়াল, নিষ্ঠুৰ পৰিৱেশৰ মাজতে আছে কাৰবালা—সুন্দৰ শ্যামল তৃণেৰে পৰিশোভিত কাৰবালা ; ফোৰাটৰ (ইউফ্ৰেটিছৰ) স্নিগ্ধ জলে সিক্ত কৰা কাৰবালা ! সেয়েহে কবিয়ে সুধিছে—'সুন্দৰ শ্যামল তৃণে শোভি আছা তুমি কাৰবালা—"কাৰবালা"? কবি-কল্পনাত কাৰবালাত যি সামান্য প্ৰাকৃতিক সৌন্দৰ্য্য বিৰাজ কৰিছে সি 'বহু নিগ্ৰহ যাতনা'ৰ পিছৰ একপ্ৰকাৰ শাপমুক্তিৰ সকাহ বা অনুগ্ৰহ। নিজ কৰ্মদোষৰ হেতু জীৱনত শাপগ্ৰস্ত হৈ জীয়াতু ভুগা আৰু তাৰ পৰিসমাপ্তিত শাপমুক্তিৰ ফলস্বৰূপে জাকত-জিলিকা হৈ দেখা দিবলৈ সমৰ্থ হোৱা—কবিজনাৰ

মনৰ এটা বদ্ধমূল ধাৰণা। তেওঁৰ লেখাৰ বহুত ঠাইত এনে ভাব আৰু ধাৰণা প্ৰকাশ পাইছে। 'কোপ অনলত পৰি শাপভ্ৰষ্টা হই, ভ্ৰমিছাহি নেকি দেৱী শৈল শিখৰত'— 'গিৰিমল্লিকা।'

কবিৰ মন 'ৰামায়ণ', 'মহাভাৰত' আদি নানা 'কাব্য-গাথাৰ' নানা কাহিনীৰ স্মৃতিৰে ওপচি আছে। সেয়েহে ইচলাম ধৰ্মৰ এনে এটি করুণ কাহিনী বৰ্ণনা কৰিবলৈ গৈও তেওঁ স্মৰণ কৰিছে তাহানি ভগৱান ৰামচন্দ্ৰৰ পাদস্পৰ্শত মুক্তি লাভ কৰা শাপগ্ৰস্তা সতী 'পাযাণী' অহল্যাৰ কথা। কবি-কল্পনাত ৰছুলৰ দৌহিত্ৰ ইমান হুচেনৰ আত্মবলিদানৰ মাহাত্ম্যই তুলাৰূপে মৰুভূমিৰ কাৰবালাক পুণ্য-ভূমিত পৰিণত কৰি নতুন ৰূপে দিছে। হিন্দু কবি চৌধাৰীৰ মতে হুচেন-হাচানৰ পদাৰ্পণত কাৰবালা হৈ পৰিছে যজ্ঞভূমি, কাৰণ তাত অনুষ্ঠিত হৈছিল ইচলামৰ এটি নৰমেধ যজ্ঞ ঃ এজিদ আছিল তাৰ হোতা।

পাতিছে কৌশলে
নৰমেধ যজ্ঞ। যজ্ঞভূমি কাৰবালা।
কতজননে কতৰূপে, ই মহাযজ্ঞত
সমৰ্পিছে নিজ নিজ অমূল্য জীৱন।
এজিদ নিজেই হোতা আজিৰ যজ্ঞত
এনামৰ বংশ য'ত যজ্ঞবলি ৰূপে
নিবেদিত দয়াময় ঈশ চৰণত।
*   *   *
অসুৰ দলন হেতু
শুভ্ৰবস্ত্ৰা কাৰবালা ৰক্তবস্ত্ৰ পিন্ধি
আৱিৰ্ভূতা খড়্গাহস্তে সমৰ ক্ষেত্ৰত।

কবি চৌধাৰীয়ে কোনোদিন আৰবৰ মৰুভূমি দেখা নাছিল। তেওঁক ব্ৰহ্মপুত্ৰৰ বিশাল বালিচৰেই দিছিল মৰুভূমিৰ আনুভূতিক কল্পনা। কাৰবালাৰ ৰণ-চিত্ৰও সেইদৰে কবিৰ মানস সৃষ্টি। নিখুঁত চিত্ৰাঙ্কনতে কবিৰ কৃতিত্ব। হাচান-হুচেনৰ প্ৰতীক তাজিয়া , সমদল কাৰবালা যুদ্ধৰ অনুকৰণ।

'কাৰবালা'ত কবিয়ে বিশুদ্ধ তৎসম শব্দ আৰু ঘৰুৱা মাত-কথাৰ মধুৰ ভাৰসাম্য ঘটাইছে ঃ বিষয়বস্তুৰ লগত ৰজিতা খুৱাবলৈ তেওঁ 'গোলাপ' কবিতাত যিদৰে প্ৰচুৰ আৰবী-ফাৰ্চী শব্দ ব্যৱহাৰ কৰিছিল ইয়াত তেনে কৰা নাই ; মৰচিয়া, ছোৰাহী, জল্লাদ, কাচেদ, কমিন, হেৰেম, চাদিয়ানা, কাফেৰ, ছয়তান, খঞ্জৰ আদি মুষ্টিমেয় যিকেইটা শব্দ ব্যৱহাৰ কৰিছে সেইবোৰৰো পাদটীকাত অৰ্থ দি ৰসগ্ৰহণ আৰু ৰসোপলব্ধিত পাঠকক সহায় কৰিছে। 'কাৰবালা'ৰ অমিত্ৰাক্ষৰ ছন্দৰো গতি সাৱলীল। ডঃ নেওগে কোৱাৰ দৰে 'কাৰবালা'ত কবিয়ে অমিত্ৰছন্দকো আমাৰ পৰম মিত্ৰ আৰু মিষ্ট কৰি পেলাইছে।'

'দহিকতৰা' বিহগী কবিৰ তৃতীয় কাব্য। 'কেতেকী'ৰ দৰে 'দহিকতৰা'কো ডঃ কাকতিৰ পাতনিয়ে সুস্বাদু, সমৃদ্ধ আৰু বৰ্ণাঢ্য কৰি তুলিছে। ইয়াৰ জন্ম-বৃত্তান্ত ৰচনাৱলীৰ ৫২৮ৰপৰা ৫৩১ পৃষ্ঠাত কবিৰ আপোন কথাতে দিয়া আছে। অসম ছাত্ৰ-সন্মিলনৰ মুখপত্ৰ 'মিলন' কাকতত ১৯২৯ চনত এই দীঘলীয়া কবিতাটো 'মিলন দূত' নাম লৈ প্ৰকাশ হৈছিল। পিছত ডঃ কাকতিৰ উপদেশ মতে এই কবিতাটোৰ লগত কবিৰ আৰু গোটাচেৰেক কবিতা লগ কৰি গুৱাহাটীৰ একতা সভাই ১৯৩১ চনত 'দহিকতৰা' নামেৰে ছপাই উলিয়ায়। 'দহিকতৰা'ত কবিৰ জীৱনৰ বিভিন্ন সময়ৰ, বিভিন্ন ছন্দৰ, বিভিন্ন বিষয়ৰ কবিতা থুপ খাইছে। তাত প্ৰথম তাণ্ডৱণৰ 'সাদৰী'ত প্ৰৱেশ লাভ কৰা 'জোনাকী' যুগৰ 'যুগল তৰা'ৰেপৰা 'আৱাহন'ৰ বিভিন্ন সংখ্যাত প্ৰকাশ হোৱা 'অতৃপ্ত', 'অঞ্জলি', 'মধুলিহ' আদি কবিতা অন্তৰ্ভুক্ত হৈছে। ৰচনাৱলীৰ পাদটীকাত সেইবোৰৰ নিৰ্দেশ পোৱা যাব।

অনাবিল ধ্বনি-মাধুৰ্য্য চৌধাৰীৰ কবিতাৰ ছন্দৰ এটা বিশেষ গুণ। ভাব আৰু ভাষাৰ দৃঢবদ্ধ আলিঙ্গন তেওঁৰ সকলো ৰচনাৰে বৈশিষ্ট্য স্বৰূপ। 'দহিকতৰা'ৰ কবিতাৰাশিত ভাবৰ ফালেদি যেনেকৈ 'তোমাৰ বিশ্বৰূপৰ মোহন মেলা—আগত দাণ্ডি ধৰা' (বিশ্বৰূপ) ভাবৰ আশা-আকাঙক্ষা আছে, তেনেকৈ 'নালাগে সংসাৰ সুখ, নাচাও মানুহ মুখ, জীৱনত পালোঁ বহু বেজাৰ আমনি' ('বৈৰাগ্যৰ কথা') বোলা বৈৰাগ্যও আছে। ভাষাৰ ফালেদিও তেনেকৈ 'অয়ি অনৱগুণ্ঠিতা ফুল্লশিখৰিণী—ৰঞ্জি মণিকৰ্ণিকাৰ হৰিৎ মেখলা, আছা শোভি শুভ্ৰবেশে' ('গিৰি মল্লিকা')ও আছে 'খায় যদি বাঘে-ঘোঙে, পৰোঁ যদি খালে-দোঙে, যদিওবা আৰু কিবা ঘটে অমঙ্গল' (বৈৰাগ্যৰ কথা')ও আছে।

চিৰকুমাৰ বিহগী কবিৰ কাব্যপ্ৰিয়াৰ অতনুৰূপৰ আভাস অ'ত-ত'ত কিঞ্চিৎ ফুটি উঠিলেও ক'তো সি স্পষ্ট ৰূপত ধৰা দিয়া নাই। 'কবিপ্ৰিয়া'ত যি ৰূপ প্ৰকাশ পাইছে তাৰ উৎস সম্পৰ্কে তেওঁ নিজে কৈছিল—সংসাৰৰ এহেজাৰ এটা লেঠাত পৰি এবাৰ কিছুদিনৰ কাৰণে কবিৰ অন্তৰৰ কাব্য-প্ৰেৰণা শুকাই যোৱাৰ দৰে হৈছিল। তাৰ পিছত তেওঁ যত্ন কৰিও কবিতাৰ ভাব-ভাষা বিচাৰি নাপাই হতাশ হোৱাৰ দৰে হৈছিল। সেই সময়ত কবিতা-কুঁৱৰীক আৰাধনা কৰিয়ে তেওঁ 'কবিপ্ৰিয়া' কবিতা লিখে। ই ১৯৩৩ চন মানৰ কথা। কবিৰ মনোৰাজ্যত কবিতা নাজাগিলে বহিৰ্প্ৰকৃতিৰ সৌন্দৰ্য্যই কবিতাৰ সৃষ্টি নকৰে। সেইবাবেই কবিয়ে বেদনা-ব্যথিত সুৰত কৈছে—

ৰিক্ত বেদীত দীন উপচাৰ
কল্পনাৰ ব্যৰ্থ ফুল্ল উপহাৰ
ৰাখিছোঁ সজাই কত যত্ন কৰি
আহিবা নে প্ৰিয়া, আহিবা ঘূৰি ? (৩০৪ পৃষ্ঠা)

'যুগল-তৰা' কবিৰ আগ-বয়সৰ যৌৱন-সুলভ মাদকতাত বুৰ গৈ লিখা স্মৃতিবাহী কবিতা। যি ৰূপহীক লক্ষ্য কৰি কবিয়ে কবিতাৰ নিজৰা বোৱাই দিছে

তেওঁ বাস্তৱত কাৰো চকুত পৰা নাই, কবিয়েও তাৰ স্বীকাৰোক্তি ক'তো কোনোদিন দিয়া নাই। তথাপি কবিতাত তেওঁ কৈছে—

সেইদেখি প্ৰিয়তমা, মনৰ হেঁপাহে,
এক ধ্যানে এক জ্ঞানে, চাওঁ তোমাকেহে। (২৭৩ পৃঃ—'যুগল-তৰা')

'দহিকতৰা'ৰ দৰে 'গিৰিমল্লিকা', 'পুঁৱতি তৰা', 'অনাহূত', 'সৌন্দৰ্য্য-সাধক' আদি কবিতাবোৰৰ প্ৰত্যেকৰে আৱেগিক কাৰণ বা উৎস আছে। অনাহূত মানে অনিমন্ত্ৰিত। এবাৰ সাহিত্য সভাৰপৰা গল্প-প্ৰবন্ধ-কবিতাৰ সংগ্ৰহ এটা ততাতৈয়াকৈ উলিযাবলৈ স্থিৰ কৰি হেনো অসমৰ লব্ধপ্ৰতিষ্ঠ কবি, গাল্পিক আৰু প্ৰবন্ধ লেখকসকললৈ চিঠি লিখা হৈছিল। কিবা প্ৰকাৰে চৌধাৰীলৈ চিঠি নাহিল। শেষত সেইটো জানিব পাৰি গ্ৰন্থৰ উদ্যোক্তাসকলে তেখেতক কবিতাৰ কাৰণে বৰকৈ অনুৰোধ কৰিলেহি। তেতিয়া কবিযে এই 'অনাহূত' কবিতাটিকে লিখি দিছিল। কবিৰ মন যেন অনাহূত হৈও বাণী-মন্দিৰৰ পূজাৰীসকলৰ আগমন দেখি পুলকিত হৈ উঠিছে। ই পণ্ডিত কৃষ্ণকান্ত সন্দিকৈৰ পৌৰোহিত্যত অনুষ্ঠিত অসম সাহিত্য সভাৰ গুৱাহাটী অধিৱেশনৰ সময়ৰ কথা (১৯৩৭ চন)।

'বৈৰাগ্যৰ কথা', 'অন্তিম জ্যোতি' আৰু 'ফুলশয্যা'—এই তিনিটা কবিতা কবিৰ পুঞ্জীভূত বেদনাৰ ছন্দময় প্ৰকাশ। কবিৰ আপোন জীৱনৰ অভিজ্ঞতাবোৰেই বিভিন্ন সময়ত বিভিন্ন ৰূপত এইবোৰৰ মাজেদি স্বৰূপ প্ৰকাশ কৰিছে।

আৰুনো কিমান দিয়া বেদনাৰ বোজা
হে মোৰ হৃদয় দেৱতা।
কৰুণ ৰোদন তুলি ভাঙি দিলা কিয়
প্ৰাণৰ নিবিড় নীৰৱতা ? (৩০৯ পৃঃ—"ফুলশয্যা')

* * *

উদ্দাম বাসনা ল'ই স্বৰ্ণ-মৃগ খেদি
সংসাৰত ভ্ৰমিলোঁ কিমান,
দুৰ্জ্জয় লালসা তেও নুগুচিল মোৰ
ব্যৰ্থ হ'ল লক্ষ্যভেদী বাণ। (৩০৯ পৃঃ—'অন্তিম জ্যোতি')

* * *

নালাগে সংসাৰ-সুখ নাচাও মানুহ-মুখ
জীৱনত পালোঁ বহু বেজাৰ-আমনি,
ধুন-পেচ বিলাসিতা সকলো লাগিছে তিতা
আজুৰি পেলালোঁ মায়া মোহৰ বান্ধনি।
(৩০৬ পৃঃ—'বৈৰাগ্যৰ কথা')

'মনাই বৰাগী'—এটা ৰূপক কবিতা। ৰূপকৰ সহায়ত কবিয়ে নিজৰ নিষ্ফল জীৱন-বেহাৰ কথা পাঁচটা কবিতাৰ সহায়ত বিভিন্ন ৰূপত ৰূপায়িত কৰিব

বিচাৰিছিল। সেই পাঁচটা, যেনে—'মনাই বৰাগী', 'আমৰ কথা', 'জোন আৰু জোনাকী', 'বণিজৰ কথা' আৰু 'বৈৰাগ্যৰ কথা'। পিছে এই পৰিকল্পনাৰে লিখা কবিতাৰ এটা এটাকৈ তিনিটা গৈ 'সাদৰী' আৰু 'দহিকতৰা'ত অন্তৰ্ভুক্ত হোৱাত 'মনাই বৰাগী'ৰ কাৰণে কেৱল দুটা মাত্ৰ বাকী ৰ'ল—'মনাই বৰাগী' আৰু 'আমৰ কথা'। সেইবোৰৰ সবিশেষ নিৰ্দেশনাৰে সৈতে কবিৰ পৰিকল্পিত 'মনাই বৰাগী'ক আমি ৰচনাৱলীত সেই শিতানতে ঠাই দিছোঁ। সহজ সৰল অনাডম্বৰ ঘৰুৱা ভাষাত অন্তৰৰ উপলব্ধিসমূহ ব্যক্ত কৰাই 'মনাই বৰাগী'ৰ একমাত্ৰ প্ৰয়াস।

কবিয়ে বহুত কবিতাতে জীৱনৰ মৰ্মঘাতী কৰুণ সত্য প্ৰকাশ কৰিবলৈ গৈ শেষত প্ৰকৃতিৰ ফুল, চৰাই আদি বিভিন্ন সম্পদৰপৰা আশা, আশ্বাস আৰু আনন্দ লভিবলৈ প্ৰয়াস পাইছে। বেদনাক্লিষ্ট মনৰ কাতৰ বৈৰাগ্য বিহগী কবিৰ অনেক কবিতাৰে কেন্দ্ৰস্থ ভাব। 'ভিক্ষা', 'ফুলশয্যা', 'বৈৰাগ্যৰ কথা', 'বণিজৰ কথা', 'অন্তিম জ্যোতি', 'অকলশৰীয়া' আদি কবিতাত তেনে ভাবেই প্ৰাধান্য লভিছে। এনেস্থলতো কিন্তু কবি নিৰাশাবাদী হোৱা নাই। তেওঁ সদায় আশাবাদী আৰু ভগৱানৰ ওপৰত নিৰ্ভৰশীল। 'তোমাৰ বিপুল দান বুকুত সাবটি অন্তিমত লভিম সান্ত্বনা' ('ফুলশয্যা')। তেওঁক দুৰ্বহ দুখ-বেজাৰৰ মাজতো সুখৰ সন্ধান দিয়ে ফুল আৰু চৰাইৰ সৌন্দৰ্য্য আৰু সুমধুৰ গীত-মাতে।

শুনাহে এবাৰ পখী অভাগাৰ বাণী
নালাগে পাৰ্থিব সুখ,
নকৰো মনত দুখ,
তোমাৰ লগতে উৰি যাওঁ বিহঙ্গিনী ।
সদায় বইছে য'ত প্ৰেম-মন্দাকিনী ! (১৮ পৃঃ—'প্ৰিয় বিহঙ্গিনী')

* * *

বাট দেখুৱাই লৈ যা সাদৰি,
নাথাকো ই সংসাৰত ;
শতধাৰা হই প্ৰেম মন্দাকিনী
সদায় বইছে য'ত। (১৮ পৃঃ—'কেতেকী')

* * *

ফুলিবিনে মোৰ মানস কুঞ্জত
অ' মোৰ দৰদী ফুলাম পাহি,
উঠিবনে বাজি প্ৰিয়া পাপিয়াৰ
পুলকভৰা মিলন-বাঁহী। (২৬ পৃঃ—'গোলাপ')

ৰচনাৱলীৰ **'লেছেৰি-বোটলা কবিতাৱলী'** শিতানত যি নটা কবিতা থুপাই থোৱা হৈছে তাৰ 'ঈশ্বৰ', 'মায়াৰ খেলা' আৰু 'খেকেৰুপতীয়া' এই তিনিটাত বাহিৰে বাকী ছটা কবিতাই কবিৰ প্ৰৌঢ় বয়সৰ কাব্য-ফচল। এই সময়ত কবিয়ে

শব্দৰ আৰু ছন্দৰ লগত খেলা খেলিবলৈ লাহে লাহে পাহৰিয়ে আহিছে। অৱশ্যে 'ৰাজ ৰাজেশ্বৰী চম্পা'ৰ কথা সুকীয়া আৰু সেই কবিতা কেনেকৈ কিয় লিখিবলগীয়া হৈছিল তাৰ বৰ্ণনা তলত পৃথকে দিয়া হৈছে। শৰীৰৰ কাৰণে বস্ত্ৰাভৰণ যি কাব্যভাৱ প্ৰকাশৰ কাৰণেও শব্দ আৰু ছন্দ সেয়ে। বাৰ্দ্ধক্যত বস্ত্ৰৰ প্ৰতি মোহ বা চাকচিক্যৰ প্ৰতি আগ্ৰহ হ্ৰাস পাই অহাৰ দৰে প্ৰৌঢ়াৱস্থাত কবিসকলেও স্বভাৱতে ভাষা আৰু ছন্দৰ প্ৰতি ঔদাসীন্য প্ৰকাশ কৰে। চৌধাৰীৰ এই কবিতাসমূহতো তেনে এটা উদাসীনতা প্ৰকট হৈ পৰিছে। শব্দৰ বিশুদ্ধতা ৰক্ষাৰ কাৰণে সজাগ পহৰাৰ অভাৱ অকল কবিতাতে স্পষ্ট হৈছে এনে নহয়, গদ্য ৰচনাতো ; বৰঞ্চ গদ্যত সি অধিকতৰ প্ৰকট। এই কালৰ ভালেকিটা কবিতা চৌধাৰীয়ে শ্ৰুতলিপি দি লিখাইছিল। তাৰে এটা আছিল 'ৰাজ ৰাজেশ্বৰী চম্পা।' ইয়াৰ ৰচনাত শব্দ-সম্ভাৰৰ স্থপতি কাৰ্য্য মনৰ মাজতে প্ৰথমে সমাধা কৰি লৈ শ্ৰুতলিপি দি শ্ৰীকনকচন্দ্ৰ ডেকাৰ হতুৱাই লিখাইছিল বুলি জানিব পৰা গৈছে। শ্ৰীহৰিনাথ শৰ্মা আছিল আতাৰ তেনে অন্য এজন লিপিকাৰ।

'ৰাজ ৰাজেশ্বৰী চম্পা' ছয় দশকৰ শেষৰ পিনে কোনোবা এসংখ্যা 'মন্দাকিনী'ত প্ৰকাশ হৈছিল। তাৰ ভাষা, শব্দ-গাঠনি, ছন্দ আৰু বিষয়বস্তু আছিল তেনেই নতুন ধৰণৰ। ১৪।১।৬৭ তাৰিখে আবেলি কবিৰ ওচৰলৈ গৈ এই নৱসৃষ্টিৰ ইতিবৃত্ত জানিব খোজাত তেওঁ আমাৰ আগত সাধুকথা কোৱাৰ দৰে তাৰ আদ্যোপান্ত এইদৰে কৈছিল—ইয়াৰ ইতিহাস আছে। শুনা। সেই সময়ত আমি সৰু ল'ৰা। মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্য্য তেতিয়া শুক্ৰেশ্বৰত থাকে। তেওঁ আমাৰ ঘৰলৈ প্ৰায়ে আহিছিল। এদিন তেওঁ এটা ডাঙৰ অদ্ভুত ধৰণৰ চম্পাফুল আনি আমাৰ ঘৰত দি কৈছিল, এই ফুলটোৰ নাম কি জানা ? ৰাজৰাজেশ্বৰী চম্পা। সাধাৰণ লোকে ইয়াক ৰাজচম্পা বোলে। ই য'তে-ত'তে নহয়। পৰ্বতৰ দাঁতিতহে ফুলে। ইয়াক পৰ্টুগীজ চাহাব এজনে প্ৰথমে আবিষ্কাৰ কৰিছিল। তেওঁৰ নাম আছিল মেগ্‌নোলিয়া চাহাব। গতিকে ইয়াৰ নামেই হৈ পৰিছিল 'মেগ্‌নোলিয়া গ্ৰেণ্ডিফ্লোৰা (Magnolia Grandiflora)। বৰ ধুনীয়া সুগন্ধি ফুল।

বহুত দিন পিছত ডঃ বাণীকান্ত কাকতিয়ে এদিন মোক কৈছিল—'আপুনি কালিদাসৰ 'কুমাৰসম্ভৱ'খন অসমীয়াত মন্দাক্ৰান্তা ছন্দত নাভাঙে কিয় ? কালিদাসৰ 'মেঘদূত'ৰ ছন্দটো ল'লেই হ'ল। তাকে কৰকচোন। নতুন কাম এটা কৰা হ'ব।

মই উত্তৰ দিছিলোঁ—'কুমাৰসম্ভৱ'ৰ যথাযথ অনুবাদ আপোনাৰ দ্বাৰাহে সম্ভৱ হ'ব। আপুনি সেইটো কৰক।

তেওঁ হাঁহি হাঁহি ক'লে—'ছন্দ জানো মোৰ বস্তু ? আপুনি মোৰ কথা শুনকচোন। চেষ্টা কৰক, ই আপোনাৰ কাৰণে অসম্ভৱ নহ'ব।'

মই নীৰৱ আছিলোঁ। তাৰ পাছত ডঃ কাকতি মৰি থাকিল, ময়ো 'গ'ল কথা গুচিল' বুলি পাহৰি থাকিলোঁ। পিছে অলপতে সিদিনা মই এটা সপোন দেখিলোঁ। দেখিলোঁ—সপোনত মই অকলে 'ৰিক্সা' এখনত উঠি ৰিহাবাৰীলৈ

গৈছোঁ—কাকতিৰ ঘৰলৈ বুলি। গৈ গৈ নেপালী মন্দিৰটোৰ ওচৰৰ তিনি আলি পাইছোঁ, পুলটোৰ কাষ। এনেতে সিফালৰপৰা কাকতি আহক। আবেলি ৰেল-আলিৰ ফালে ফুৰিবলৈ যাব আহিছে। গাত কোট চোলাৰ ওপৰত লোৱা সূতাৰ চাদৰখন, ভৰিত কাপোৰৰ জোতা, হাতত টৰ্চটো আৰু লাখুটিডাল। তেওঁক দূৰতে দেখি মই ৰিক্সাখন ৰখাই নামি গ'লোঁ। কাকতিয়ে পোনেই খং কৰি ক'লে,—আপুনি মোৰ অনুৰোধ নাৰাখিলে ?

—কি অনুৰোধ ?

—কিয় ? পাহৰিলে নেকি ? মই আপোনাক মন্দাক্ৰান্তা ছন্দত 'কুমাৰসম্ভৱ'খন অসমীয়ালৈ অনুবাদ কৰিবলৈ কোৱা নাছিলোঁ নে ?

—কৈছিল। পিছে এতিয়া যে মোৰ সেই শক্তি নাই। 'কুমাৰসম্ভৱ'ৰ মন্দাক্ৰান্তা অনুবাদ কম কাম হ'ব নে ?

—'কুমাৰসম্ভৱ' নোৱাৰে যদি অন্য কিবা কবিতাকে আপুনি মন্দাক্ৰান্তা ছন্দত নেলেখে কিয় ? মই ছন্দটোৰ সম্ভাব্যতাৰ কথাহে কৈছোঁ ? ইয়াক আপোনাত বাহিৰে আনে নোৱাৰে, মই জানো। কৰিবনে নকৰে কওক।

—চাওঁচোন বাৰু। আপুনি মোক খং নকৰিব। আপুনি খং কৰিলে মোৰ মনটোৱে বৰ দুখ পাব। মই নিশ্চয় কৰিম।

তাৰ পাছত সাৰ পালোঁ। পিছদিনা 'কুমাৰসম্ভৱ'ত হাত দিব নোৱাৰি চৰাই বা ফুলৰ বিষয়ে কিবা এটা সৰু কবিতাকে লিখোঁচোন বুলি ভাবি ঠিক কৰিলোঁ। মন্দাক্ৰান্তা ছন্দত সৰু কবিতা এটা লিখিম। মনত পৰিল—মহামহোপাধ্যায়ৰ সেই 'ৰাজৰাজেশ্বৰী চম্পা'ৰ কথা। এই কাব্যিক নামটো নিশ্চয় তেওঁৰে সৃষ্টি। সেই ফুলটোৰ কথাকে ভাবি ভাবি তেতিয়া 'ৰাজৰাজেশ্বৰী চম্পা' ৰচনা কৰিলোঁ। মন্দাক্ৰান্তা হ'ল নে নাই নাজানো। পঢ়ি কেনে পালা ?

—মই ক'লোঁ, ভাল ; পিছে ই সেই 'মন্দ মন্দ মকৰন্দ মদগন্ধে—মোদিত মাধৱীকুঞ্জ' গন্ধী হ'ল দেখোন ; তৎসম সংস্কৃত শব্দেৰে ভৰা ! 'অয়ি অনৱগুণ্ঠিতা ফুল্লশিখৰিণী'ৰে ভনীয়েক।

তেওঁ ক'লে—মন্দাক্ৰান্তাই সংস্কৃত আনিবই, গোলাপে আৰবী অনাৰ দৰে। মাতাচোন বাৰু, কিমান মনত আছে চাওঁ।

মই 'অয়ি স্নিগ্ধা, অয়ি চাৰুমুগ্ধা আৰু কিবাকিবি আছিল' বোলাত আতাই হাঁহি ক'লে—ব'বা শুনা, মোৰে মনত আছে—বুলি প্ৰথম ছশাৰী একেৰাহে গাই পেলালে। তাৰ পিছত কবিয়ে ক'লে—অইন নহ'লেও ডঃ কাকতিৰ ধাৰ শুজিলোঁ। নহয় জানো ?

**ঘৰলৈ উভতি আহি কথাখিনি ১৪।১।৬৭ তাৰিখৰ মোৰ দিনলেখাত টুকি থৈছিলোঁ। তাৰে ই একপ্ৰকাৰ প্ৰতিলিপিহে।**

## বিহগী কবিৰ কথা-সাহিত্য আৰু গদ্য শৈলী

'বিহগী কবি' আখ্যা চৌধাৰী আতাক ডঃ বাণীকান্ত কাকতি আৰু হলীৰাম ডেকাই দিছিল। ডেকাই কাকতিৰ লগত আলচ কৰোঁতে এদিন কৈছিল চৌধাৰীক "আজিকালি সকলোৱে 'কবিবৰ' বোলে। ভাল নুশুনি। চৰাই বা ফুলৰ লগত সংশ্ৰৱ থকা নাম এটা দিব পাৰিলে ভাল আছিল।" কাকতিয়ে তপৰাই উত্তৰ দিলে— 'বিহগী কবি' নোবোলা কিয় ? তেতিয়াৰপৰাই কবিবৰ ৰঘুনাথ চৌধাৰী হ'ল— 'বিহগী কবি ৰঘুনাথ চৌধাৰী'।

বিহগী কবি ৰঘুনাথ চৌধাৰী মুখ্যতঃ কবি বুলিহে প্ৰখ্যাত, গদ্য লেখক বা সাংবাদিক বুলি নহয়। লেখাৰ পৰিমাণ আৰু প্ৰমূল্যয়ো তাকে সমৰ্থন কৰে। সেইবুলি গদ্য সাহিত্য সৃষ্টিতো তেওঁ কম অৰিহণা যোগোৱা নাই, জীৱনৰ আগছোৱাত সাংবাদিক হিচাপে আৰু ভাটী বয়সত পুথি ৰচনা আৰু প্ৰবন্ধ সম্ভাৰেৰে। তেওঁৰ কবিতাৰ পুথি লেখত পাঁচখন ঃ সাদৰী (১৯১০), কেতেকী (১৯১৮), কাৰবালা (১৯২৩), দহিকতৰা (১৯৩১) আৰু মনাই বৰাগী (ৰচনাৱলীত অন্তৰ্ভুক্ত)। এই কেইখনিৰ লগত লেছেৰিবোটলা কবিতাৱলীৰ নটা কবিতাৰ গুচ্ছটোকো এখন বুলি ধৰিলে ছখন হয়। অৱশ্যে এই গুচ্ছটোতে ওপৰঞ্চিৰ 'স্নাতক' আৰু অইন কবিতাও যোগ দিয়া যায়। গদ্য পুথি—ৰচনাৱলীত অন্তৰ্ভুক্ত হোৱা মতে—৩ খন ঃ 'নৱমল্লিকা', 'পচতীয়া', আৰু 'বন্দী-জীৱন'। 'পচতীয়া', আৰু 'বন্দী-জীৱন'—এই দুখন হাতেলেখা অৱস্থাতে পাই ৰচনাৱলীত সন্নিবিষ্ট কৰা হৈছে। ইয়াৰ লগত তেওঁৰ ভাষণাৱলী আৰু বিভিন্ন আলোচনীৰ সম্পাদকীয় সহ লেখাবোৰ ধৰিলে সাঙ্গোপাঙ্গে পাঁচখন হয়।

বিষযবস্তুৰ ফালৰপৰা চাই কবি চৌধাৰীৰ গদ্য ৰচনাবোৰ তিনিটা পৰ্য্যায়ত বিভক্ত কৰা যায়—(ক) সংবাদ সাহিত্যৰ সম্পাদকীয় গদ্য (খ) 'নৱমল্লিকা', 'পচতীয়া' আৰু 'বন্দী জীৱন' পুথিৰ বৰ্ণনাত্মক গতিশীল গদ্য। (গ) অভিভাষণৰ গদ্য।

চৌধাৰীৰ প্ৰথম গদ্য পুথি 'নৱমল্লিকা' (১৯৫৮) নখন ৰচনাৰ সমষ্টি। 'নৱমল্লিকা' কোন শ্ৰেণীৰ গদ্য সাহিত্য সেই বিষয়ে নানা পণ্ডিতৰ নানা মত। খেনোৱে সেইবোৰক গদ্য-কবিতা বুলিছে, খেনোৱে বুলিছে কথা-কবিতা, অন্য কোনোৱে গল্প-কবিতা আখ্যা দিছে। ইয়াৰ ঘাই কাৰণ শিল্পীয়ে চিত্ৰ অঁকাৰ দৰে কবি চৌধাৰীয়ে মনৰ একো একোটা বিশেষ অৱস্থাত এই বৰ্ণনা-চিত্ৰসমূহ অঙ্কন কৰিছিল। প্ৰৌঢ় কালৰ ৰচনা কাৰণে তাৰ ভাষা হৈ পৰিছে সংযত, অনাড়ম্বৰ আৰু সহজ-সৰল জীৱনৰ স্বাভাবিক ভাষা। ডঃ সত্যেন্দ্ৰনাথ শৰ্মাই এইবোৰক তেওঁৰ সাহিত্যৰ ইতিহাসত 'গদ্য-কবিতা' বুলিছে। ডঃ নেওগৰ মতে এইবোৰ 'কথা-কবিতা আৰু অনুভূতিশীল ব্যক্তিনিষ্ঠ প্ৰবন্ধৰ (Personal essays) মজামজিৰ ৰচনা' (অসমীয়া সাহিত্যৰ ৰূপৰেখা)। আমিও গদ্য-কবিতা বুলিলোঁ।

'নৱমল্লিকা'ৰ ৰচনাবোৰ পূৰ্ণাঙ্গ কথা-কবিতা নহয় ; কাৰণ 'কথা-কবিতাৰ প্ৰাথমিক উদ্দেশ্য চিত্ৰ ; ধ্বনি নহয়। ধ্বনি ইয়াৰ ব্যঞ্জনা মাত্ৰ' (ডঃ কাকতি)। আকৌ ডঃ কাকতিয়ে কথা-কবিতাৰ লক্ষণ বিশ্লেষণ কৰিবলৈ গৈ কৈছে, 'কথা-কবিতাত এটা মাত্ৰ কেন্দ্ৰস্থ ভাব থাকে আৰু সেই ভাবক ডাঙৰ-সৰু কেতবোৰ তলতীয়া চিত্ৰেৰে সজীৱ কৰি তোলা হয়। কথা-কবিতাত ৰূপৰ সমাবেশ থাকে আৰু ই প্ৰায়েই ৰূপাত্মক। প্ৰত্যেকটো চিত্ৰৰ আঁৰতেই ওৰণি লোৱা ভাব একোটা থাকে।' পৰীক্ষা কৰিলে দেখা যাব যে 'নৱমল্লিকা'ৰ ৰচনাবোৰ ধ্বনিপ্ৰধান, চিত্ৰপ্ৰধান নহয়। 'ইয়াত ৰসধ্বনি, বস্তুধ্বনি আৰু অলঙ্কাৰ ধ্বনি—তিনিও ধ্বনিয়ে বিৰাজ কৰিছে' (ডঃ হৰিচন্দ্ৰ ভট্টাচাৰ্য্য)। পুৰণি আলঙ্কাৰিকসকলৰ মতে ধ্বনিহে কবিতাৰ প্ৰাণ, চিত্ৰ নহয় , কিন্তু কথা-কবিতাৰ ক্ষেত্ৰত চিত্ৰহে কথা-কবিতাৰ প্ৰাথমিক লক্ষ্য, ধ্বনি নহয়। সেযেহে ডঃ নবীন শৰ্মাই 'নৱমল্লিকা' সম্পৰ্কে কৈছে, 'পৰীক্ষা কৰি চালে দেখা যাব 'নৱমল্লিকা' পূৰ্ণাঙ্গ কথা-কবিতা নহয়। জীৱনৰ কৰুণ সত্য কিছুমান কবিয়ে ইযাত চিত্ৰিত কৰিছে মৰ্মন্তুদভাবে ঃ উঁইপৰুৱা, পাত বেং, বামুণী সাপ, জালপহীয়া সাপ আৰু ভকতদাহৰ সহায়ত ইটোৱে সিটোক খাই জীয়াই থকাৰ ছবি জীৱনৰ ইতিহাসত অঙ্কিত হৈছে। তেনেকৈ ত্যাগ আৰু সেৱাৰ ছবি 'গছা আৰু চাকি'ত। 'খদা আৰু জাপিত' স্ৰষ্টাৰ সৃষ্টিত যে সকলোৰে মূল্য আছে এই সত্য প্ৰতিপন্ন হৈছে। 'জোন আৰু জোনাকী পৰুৱা'তো সেয়ে। যোগ্যতা অনুসৰি জীৱনৰ মৰ্য্যাদা বিভিন্ন হয়। প্ৰত্যেকতে মূল ভাব আছে, ৰূপৰ সমাবেশ নাই ঃ ওৰণি লোৱা ভাব নাই ঃ আনুষঙ্গিক চিত্ৰ নাই। কথা-কবিতাত ছন্দ নাথাকিলেও ছান্দিক সৌন্দৰ্য্য আৰু শব্দ প্ৰয়োগৰ কৌশলৰ সহায়ত ফুটি উঠা ছন্দৰ মৃদু নূপুৰধ্বনি অনুৰণিত হোৱা লক্ষ্য কৰা যায়।' উল্লেখযোগ্য এই যে 'তন্ময়তা' বোলা ৰচনাখন প্ৰথম বছৰৰ তৃতীয় সংখ্যা 'আৱাহন'ত পোনতে যেতিয়া প্ৰকাশ হৈছিল তেতিয়া কবিয়ে নিজেও তাক 'গদ্য-কবিতা' আখ্যাৰেহে বিশেষিত কৰিছিল ; কথা-কবিতা বুলি নহয়।

কবি চৌধাৰীৰ 'কেতেকী', 'দহিকতৰা' আদি কাব্যত আৰু আনকি চুটি কবিতাবোৰতো ৰামায়ণ-মহাভাৰতৰ আখ্যানৰ উপৰিও সংস্কৃত কাব্যৰ, বিশেষকৈ কালিদাসৰ 'মেঘদূত', 'কুমাৰসম্ভৱ', 'ঋতুসংহাৰ', 'অভিজ্ঞান শকুন্তলম্' আদি কাব্যৰ ভাব আৰু চিত্ৰৰ উল্লেখ সঘনে পোৱা যায়। 'নৱমল্লিকা'ৰ ৰচনাত সেইবোৰৰ ভাব আৰু ভাষাৰ জিলিঙনিয়ে নহয় মাজে মাজে উদ্ধৃতিয়েও পল্লৱিত ৰূপত দেখা দিছে।

এলাগী বন, তন্ময়তা, প্ৰেমৰ জয়, মৌন বেদনা আদিত কবিৰ ব্যক্তিগত জীৱনৰ দুখ-বেদনাৰ স্বাক্ষৰ ধৰা পৰিছে। অকল সিমানেই নহয়, কোনো কোনো ঠাইত তাক তেওঁৰ নিজৰ ছন্দময় কবিতাৰে গদ্য ৰূপান্তৰ বোলা যায়। উদাহৰণস্বৰূপে—নৱমল্লিকাৰ 'তন্ময়'ত তেওঁ ক'লে—'... অনিৰ্বচনীয় ৰূপসুধা পান কৰি মন মোহ-স্বপ্নত তন্দ্ৰাভিভূত হ'ল। কিমান পৰ সেই মহিমামণ্ডিত চিৰসুন্দৰৰ নীৰৱ ধ্যানত মগ্ন আছিলোঁ ক'ব নোৱাৰোঁ। এনেতে কোনোবাই যেন এখনি ক'লা

আঁৰকাপোৰ চকুৰ আগত দাঙি ধৰিলে। উচাপ খাই উঠিলোঁ। ধীৰে ধীৰে ছায়া-চিত্ৰখনি অনন্তৰ বুকুত অদৃশ্য হ'বলৈ ধৰিলে। চাওঁতে চাওঁতে বিশ্বমণ্ডল গভীৰ অন্ধকাৰৰ সীমাহীন দিগন্তত বিলীন হ'ল। জগত নিস্তব্ধ।' এই ভাব 'দহিকতৰা'ৰ 'নিস্তব্ধতা' কবিতাত এইদৰে প্ৰকাশ হৈছিল—

ধীৰে ধীৰে নিদাঘৰ দহন মূৰতি
ধৰিলে কি ভীষণ আকাৰ,
নন্দনৰ চাৰু খেলা চাওঁতে চাওঁতে
নিমিষতে হ'ল ছাৰখাৰ ॥

সেয়ে 'প্ৰতিধ্বনি' কবিতাত এইদৰে প্ৰতিধ্বনিত হৈছে—

মুহূৰ্ত্তৰ মোহ-স্বপ্ন আশাৰ দীপিতি
মুহূৰ্ত্ততে হ'ল লীন ;
আছিলোঁ যি আন্ধাৰত সেই আন্ধাৰতে
পৰি ৰলোঁ ভাগ্যহীন।

'নৱমল্লিকা'ৰ প্ৰথম ৰচনা 'ফুল'ত আছে—'জোৎস্নাপ্লাৱিত ক্ষুদ্ৰ ক্ষুদ্ৰ পাহিবোৰৰ কোমল বুকুখনিত কেশৰ তুলিকাৰে অতীত যুগৰ কত উত্থান-পতনৰ ইতিহাস, ৰূপকোঁৱৰৰ অলৌকিক আখ্যান, গুপ্ত প্ৰণয়কাহিনী, কত ভগ্ন হিয়াৰ বিৰহ ব্যথা, ব্যৰ্থ প্ৰেমিকৰ আত্মনিবেদন, কত আশা-নিৰাশাৰ মৰ্ম্মবাণী, হঁহা-কন্দাৰ মিলন-বিয়োগৰ স্মৃতি, চিত্ত বিনোদন নাটৰ অভিনয় লীলা-গাঁথা সোণালী আখৰত লিপিবদ্ধ আছে।' ইত্যাদি। কবিৰ 'গোলাপ' কবিতাত তাৰ ছন্দময় ৰূপ—

'কত কাব্যগাঁথা অতীতৰ স্মৃতি
উদাস প্ৰেমৰ মূৰ্ত্ত বিকাশ,
বিজড়িত তোৰ কোমল বুকুত
কত বিৰহীৰ হা-হুতাশ ! ইত্যাদি

সংসাৰৰ প্ৰতি বীতৰাগ আৰু বৈৰাগ্য চৌধাৰী কবিতাৰ অন্য এটা প্ৰধান সুৰ। সেই সুৰ বা ভাব কবিৰ ভিক্ষা, বণিজৰ কথা, বৈৰাগ্যৰ কথা, ফুলশয্যা আদি কবিতাত যিদৰে ফুটি ওলাইছে সেয়ে 'পচতীয়া'ৰ 'আধলি এটা', 'শইকীয়াৰ ঘাট', কালিয়াৰ সচং', 'এয়ে জীৱন' আদিত আৰু সেই একেদৰেই 'নৱমল্লিকা'ৰ 'এলাগী বন', 'মৌন বেদনা', 'জীৱনৰ হাবিয়াস' আদিতো ৰূপান্তৰত ধৰা দিছে।

'নৱমল্লিকা'ৰ ৰচনাসমূহত কবিৰ ডেকা আৰু পৈণত বয়সৰ প্ৰায় ৫০।৬০ বছৰৰ ভিন ভিন সময়ৰ ভাব আৰু প্ৰকাশ ভঙ্গী সন্নিবিষ্ট হৈছে। ডেকা বয়সৰ ভাষাৰ উদ্দাম-উৎসাহ আৰু তাৰ প্ৰয়োগত সতৰ্কতাৱলম্বন আদিয়ে যেনেকৈ পাঠকৰ মন আকৰ্ষণ কৰে পৈণত বয়সৰ যুক্তিনিষ্ঠ অনাড়ম্বৰ বাকভঙ্গী আৰু সহজ-সৰল জতুৱা ঠাঁচৰ যোজোনা-ফকৰা মিশ্ৰিত বচনবোৰেও সমানেই আপ্লুত কৰে।

**পচতীয়া**—নিজে এইদৰে নামকৰণ কৰি থৈ যোৱা চৌধাৰীৰ পাঁচোটা গল্পৰ সংকলন। অৱশ্যে আঙ্গিকৰ ফালেদি তাৰ কোনোটোৱে পূৰ্ণাঙ্গ চুটি গল্পৰ গৌৰৱ দাবী কৰিব নোৱাৰে ঃ প্ৰত্যেকে একো একোটি আবেগময় চিত্ৰ মাত্ৰ। তথাপি স্বীকাৰ কৰিব লাগিব যে 'পচতীয়া'ৰ পাঁচোখন ৰচনাৰ বিষয়বস্তু 'নৱমল্লিকা'ৰ ৰচনাতকৈ অধিক পৰিমাণে চুটি গল্পৰ কাষ চাপিছে। 'এয়ে জীৱন' বোলা গল্প-ৰচনা 'জীয়াতু' শিতানত 'পঞ্চতন্ত্ৰ' নামৰ আলোচনীৰ ১ম বছৰৰ ১ম সংখ্যাত ১৯৫৯ চনত পোনতে প্ৰকাশ হৈছিল। 'এয়ে জীৱন'কে ধৰি 'পচতীয়া'ৰ পাঁচোটি কথিকাই গঞা জীৱনৰ একো একোটি দিশৰ নিপোতল ছবি। 'আধলি এটা'ৰ জামতী আৰু দেহজুৰ গঞা দলিত-শোষিতৰ প্ৰতিনিধি , হাজৰিকা-হাজৰিকানী অত্যাচাৰী মহাজন বা তথাকথিত বৰলোক শ্ৰেণীৰ প্ৰতিভূ। 'নৱমল্লিকা' যদি কবিৰ কাব্যিক ভাবাবেগৰ গদ্য ৰূপায়ণ, 'পচতীযা' তেনেহ'লে কবিৰ গঞা-জীৱনৰ দুখ-সুখভৰা অভিজ্ঞতাৰ নিখুঁত চিত্ৰ। পদ্যত 'মনাই বৰাগী', গদ্যত 'পচতীযা', ভাষাৰ ফালেদি একে শ্ৰেণীৰ সৃষ্টি।

চৌধাৰীৰ গল্প-চিত্ৰ আৰু গদ্য-কবিতাবোৰৰ এটা বিশেষত্ব, এটা আকৰ্ষণ ভাষাৰ অব্যাহত প্ৰবাহ। বৰ্ণনা এনে ধৰণে গৈ থাকে যে মাজতে ক'তো থমকি ৰ'ব নোৱাৰি। প্ৰবহমান নিজৰাৰ সুঁতিযে নৈৰ বুকুত মাৰ গ'লেহে তাৰ গতি লয় পোৱাৰ দৰে চৌধাৰীৰ বৰ্ণনা-চিত্ৰবোৰৰো ওৰ নপৰালৈকে তাক এৰা টান। চৌধাৰীৰ গদ্য শৈলী কাব্যগুণসমৃদ্ধ যদিও তাৰ ভাষাত (ৰবি ঠাকুৰৰ) মসৃণ কাব্যসুৰ নাই। সৰলতা আৰু স্পষ্টতা তেওঁৰ গদ্য ৰচনাৰ ঘাই গুণ। তেওঁৰ গদ্য ৰচনা প্ৰায়বোৰ বৰ্ণনাত্মক। সেই বৰ্ণনা কেতিয়াবা হৈ পৰে তথ্যমূলক, কেতিয়াবা চিন্তা-উন্মেষক আৰু অইন কেতিয়াবা যুক্তিনিষ্ঠ তৰ্কমূলক।

শব্দ-চয়ন আৰু শব্দ-ব্যৱহাৰত চৌধাৰীয়ে জীৱনৰ আগছোৱাত তেওঁৰ মনৰ ভঁৰালত সঞ্চিত থকা সৰ্বসাধাৰণে ব্যৱহাৰ কৰা কামৰূপী শব্দ কৃপণে ধন খৰচ কৰাৰ দৰে অতি সতৰ্কভাৱে ব্যৱহাৰ কৰিছিল ; কিন্তু ভাটি বয়সত তেওঁ সেই সতৰ্কতা অৱলম্বন কৰা দেখা নাযায় , সেই সঞ্চিত ভঁৰালৰ শব্দ বুঢ়া বয়সত তেওঁ নিৰঙ্কুশভাৱে প্ৰয়োগ কৰিছিল। সেয়েহে হিদুক, আঁটকাল, সাজ-বেলিকা, ছানখেৰ, সভাউৰি, খেঁকেৰু, পিয়ানছাৰা, তেলাচ, পচৰা, আটিয়া, তামিতুমা, নাকফুল, আগুৱান, মেল-দোৱান আদি বহুত আঞ্চলিক শব্দৰ লগত জ্যোৎস্নাপ্লাবিত, শ্যামতৰুছায়াবৃত, মধুমদিৰামত্ত, মহতোৰ্মহীয়ান, বলকা-পংক্তি, ইন্দুনিভাননী, বালাৰ্ক, বিটপী, মাকগু, মদালাপী, ললন্তিকা, মৰুৎসখ, তুহিন, পৰভৃত, অভ্ৰংলেহী, দুলালী, দিলবাহাৰা, পিয়াৰা আদি সংস্কৃত আৰু আৰবী শব্দ আৰু আনকি 'তন্বীশ্যামা শিখৰীদশনা', 'কুসুমাভৰণা' আদি সংস্কৃত কাব্যৰ প্ৰদিদ্ধ শব্দ আৰু বচনৰাজিও নিগাৰি ওলাইছিল। 'কাৰবালা' কাব্যত আৰু 'সাদৰী'ৰ 'গোলাপ' কবিতাত তেওঁ আৰবী-ফাৰ্চী মূলীয় শব্দকো স্বাগত সম্ভাষণ জনাইছে। তাৰেই ফলত ইমাম, কুফা, গুলজাৰ গুলবদন, ছোৰাহী, দিলদৰিয়া, দিলবাহাৰা, বুলবুল, মছগুল, ৰচুল আদি শব্দই খাচ

অসমীয়া বা তৎসম শব্দৰ শাৰীত একেলগে বহি অসমীয়া শব্দৰ লগত মিলি ভাব প্ৰকাশত সহায় কৰিছে। পুৰণি কালত বিদ্যা গ্ৰহণৰ সময়ত শিক্ষাৰ্থীয়ে গোনতে শব্দকোষ মুখস্থ কৰি শব্দভঁৰাল চহকী কৰি ল'ব লাগিছিল। বিশেষকৈ সংস্কৃত অধ্যয়নত সেইটো এটা পাঠ্যক্ৰমেই হৈ পৰিছিল। তেনে ধৰণৰ শিক্ষাগ্ৰহণ ব্যৱস্থায়ো চৌধাৰীক নিজৰ তৎসম শব্দৰ ভঁৰাল চহকী কৰাত প্ৰচুৰ পৰিমাণে সহায় কৰিছিল।

কবি চৌধাৰীৰ ৰচনা শৈলীৰ স্পষ্ট ৰূপ এটা প্ৰকাশ পাইছে তেওঁ সম্পাদনা কৰা আলোচনীসমূহৰ সম্পাদকীয় গদ্যত। 'জোনাকী', 'মইনা', 'জয়ন্তী' আৰু 'সুৰভি' এই চাৰিখন আলোচনীৰ সম্পাদনাৰ লগত তেওঁ জড়িত আছিল। তেওঁৰ সম্পাদকীয় গদ্যৰ ৰীতি স্পষ্ট, স্বচ্ছ আৰু জতুৱা ঠাঁচৰ খাচ অসমীয়া। এনে স্পষ্ট, স্বচ্ছ, সবল ৰীতি আৰু সংস্কৃত তৎসম শব্দপূৰ্ণ, সাহিত্য-সৌষ্ঠৱসমৃদ্ধ গুৰুগম্ভীৰ ৰীতি—এই দুয়ো প্ৰকাৰ ৰীতিকে তেওঁ আৱশ্যকমতে ব্যৱহাৰ কৰিছিল। চমুকৈ ক'ব লাগিলে মৃদু-মধুৰ আৰু গুৰু-গম্ভীৰ—দুযোটা আছিল তেওঁৰ একে ৰচনা-ৰীতিৰে দুই পিঠি। কবিতাত মাধুৰী, গিৰিমল্লিকা, ৰাজ-ৰাজেশ্বৰী চম্পাৰ ভাষা আৰু 'মনাই বৰাগী'ৰ ভাষাৰ যি পাৰ্থক্য গদ্যতো তেওঁৰ অসম সাহিত্য সভাৰ সভাপতিৰ অভিভাষণ বা 'নৱমল্লিকা'ৰ তন্ময়তাৰ ভাষা আৰু 'বন্দী-জীৱন' বা 'পচতীয়া'ৰ ভাষা ক'বলৈ গ'লে দুজন পৃথক লেখকৰ ভাষা যেনহে লাগে।

অসম সাহিত্য সভাৰ অভিভাষণখন (৪৮১—৫০৯ পৃঃ) তেওঁ অতি কম সময়ৰ ভিতৰতে লিখি উলিয়াবলগীয়া হৈছিল। সেয়েহে চিন্তাগধুৰ ভাব জোখা জোখা কথাত তেওঁ তাত প্ৰকাশ কৰিছে। একেলগে থকা অন্যখন অভিভাষণৰ ভাষা (৫১০—৫১৫ পৃঃ) কিন্তু ইখনৰপৰা তেনেই পৃথক ধৰণৰ। এখনৰ ভাষা সালঙ্কৃতা, গধুৰ ; আনখনৰ 'নিৰাভৰণা', প্ৰবহমান। সম্পাদকীয় লেখাৰ নিভাঁজ অসমীয়া দুই-এটা বাক্য, বাক্যাংশ বা প্ৰকাশ ভঙ্গীৰ নমুনা, যেনে, 'ছাদুল্লা মন্ত্ৰীসভাৰ বছৰেকীয়া মেৰামতি' ; 'দোহাই মহাৰাণীৰ...' ; 'এনেয়ে কটা ঘা তাতে আকৌ লোণৰ ছিটা' ('চেঙাতেল' বোলা নাই) ; 'কিন্তু জিন্না টেঙৰ মানুহ। তেওঁ কাতিমহীয়াৰ চেঙেলী। খৰ মৰাত বেছ পাকৈত।' ১৯৩৮ চনত গঠিত বৰদলৈ মন্ত্ৰীসভাই যুদ্ধৰ প্ৰশ্নত ইস্তফা দিয়াৰ পিছত দেশত মন্ত্ৰীসভা নথকা কালত ১৯৪১ চনৰ ৩১ ডিচেম্বৰ সংখ্যা 'জয়ন্তী'ত 'অসমত মন্ত্ৰীসভাৰ আৱশ্যক' নামৰ শিতানৰ 'কথা-প্ৰসঙ্গত' তেওঁ লিখিছিল—'সৰ্বগ্ৰাসী মহাসমৰৰ এনে আতঙ্কৰ দিনত অসমত জনপ্ৰিয় মন্ত্ৰীসভা নথকাটো বৰ পৰিতাপৰ বিষয়। যুদ্ধৰ সময়ত স্বদেশৰ প্ৰতিনিধিৰ হাতত শাসনৰ দায়িত্ব থকা দেখিলে অন্ততঃ হৃদয়ত কিছু বল পোৱা যায়। ব্ৰহ্মদেশৰ এনে দুৰ্দিনতো নিজৰ মন্ত্ৰীসভাৰ দ্বাৰা আশ্বাস পাই প্ৰজাসকল কিঞ্চিৎ নিৰ্ভীকভাৱে থাকিব পাৰিছে। অসমত মাননীয় শ্ৰীযুত ৰোহিণী কুমাৰ চৌধুৰীদেৱে সংখ্যাগৰিষ্ঠ 'প্ৰগ্ৰেছিভ নেছনেল পাৰ্টি'ৰ পৃষ্ঠপোষকতা পোৱা সত্বেও গৱৰ্ণৰ বাহাদুৰে তেখেতক শাসনভাৰ নিদিয়া কাৰ্য্যই দুৰ্বোধ্য ৰহস্যৰ গভীৰ ছায়া সকলোৰে মনত উপস্থিত কৰিছে। নিৰপেক্ষতাৰ

নিৰ্ভীক কাৰ্য্য ই যে কেতিয়াও হ'ব নোৱাৰে, সেইটো সকলোৰে মনত বদ্ধমূল হৈছে' ইত্যাদি।

মুঠতে গদ্য-পদ্য দুয়োবিধ ৰচনাতে তেওঁ যিহকে লিখিছিল তাত যুক্তিনিষ্ঠভাৱে প্ৰাণ-প্ৰতিষ্ঠা কৰিবলৈ যত্ন কৰিছিল, অকল ভাষাৰেই নহয়, ভাবৰ পিনেদিও। গছা-চাকি-খদা-জাপি নৈসৰ্গিক বস্তু নহয়, মানুহে সজা সঁজুলি ; নিষ্প্ৰাণ জড় পদাৰ্থ ; কিন্তু কবি চৌধাৰীৰ যাদুকৰী হাতৰ পৰশ পাই সেইবোৰেও মানুহৰ দৰে নিজ নিজ ভাব ব্যক্ত কৰিছে। ফুল, চন্দ্ৰমল্লিকা আদিৰো সেয়ে কথা। কবিয়ে সিবোৰৰ লগত দস্তুৰমতে বন্ধুৰ দৰে কথা পাতিছে। ৰচনাৰ প্ৰত্যেক বস্তুকে চেতনা দি জগাই তুলি সাধুকথাৰ জীৱ-জন্তুৰ দৰে মুখৰ কৰিব খোজা চৌধাৰীৰ প্ৰকৃতি। সিবিলাক প্ৰাণৰ ভাষা তেওঁৰ কবি-প্ৰাণে উপলব্ধি কৰিব পাৰিছিল—

জড় জগতত জীৱ জগতত
পাওঁ সকলোতে দেখা,
মহাবিশ্ব জুৰি বিৰিঙিছে যেন
আনন্দৰ পূৰ্ণ ৰেখা। (বহাগীৰ বিয়া)

**জীৱন-বৃত্তান্ত**—সুন্দৰ গোঁফকোছাৰে কেতেকী-সুৰীয়া মাতৰ দৰদী কবি ৰঘুনাথ চৌধাৰী আতাক যি এবাৰ লগ পাইছিল, পাহৰিব নোৱাৰিছিল। আতাক লগ পোৱা মানেই তেওঁক ভাল পোৱা আৰু অবিস্মৰণীয়ভাৱে চিৰকালৰ কাৰণে ভাল পোৱা। আতা আছিল 'শ্ৰান্ত পথিকৰ পান্থ তৰু'। কেনেকৈ ?—এটা অনুষ্ঠানৰ ইতিবৃত্তেৰে আলোচনাৰ পাতনি মেলা যাওক।

১৯৩৮ চনৰ কথা। কটন কলেজত পঢ়া তদানীন্তন কালৰ সতীৰ্থ বন্ধু জনচেৰেকে দেওবাৰে দেওবাৰে আবেলি গৈ উজানবজাৰৰ তেওঁৰ ঘৰত আতাক লগ ধৰে। নানা ধৰণৰ কথাৰ আলচ হয ; ব্যক্তিগত, সামাজিক, ৰাজনৈতিক, সাহিত্য সম্পৰ্কীয়—বিবিধ। ই গৈ গৈ সকলোৰে অভ্যাসত পৰিণত হ'ল। আতাই পৰামৰ্শ দিলে—এই আলোচনা সভাখনৰ এটা নাম দিব লাগে আৰু ইয়াক নিয়মীয়াকৈ নিৰ্দিষ্ট নীতিত পৰিচালনা কৰিব লাগে। সেই মতেই সৰ্বসম্মতিক্ৰমে সভাখনৰ নাম দিয়া হ'ল 'প্ৰগতি সমিতি' ঃ সম্পাদক, প্ৰফুল্লদত্ত গোস্বামী ; সহকাৰী সম্পাদক, অতুল চন্দ্ৰ বৰুৱা ; সদস্য—চক্ৰেশ্বৰ ভট্টাচাৰ্য্য, ভবানন্দ দত্ত, দুলাল বৰপূজাৰী, মহেশ চন্দ্ৰ দেবগোস্বামী, ভোলানাথ হাজৰিকা, হৰিনাথ শৰ্মা, সুৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য্য, শৰৎ বৰা, সুৰেন্দ্ৰমোহন চৌধুৰী, উপেন্দ্ৰনাথ শইকীয়া, চৈয়দ আব্দুল মালিক প্ৰমুখ্যে আতাৰ প্ৰিয়পাত্ৰ আৰু জনদিয়েক। 'সেই সমিতিৰে কাৰ্য্যাৱলীৰ প্ৰতিনিধি হিচাপে' ১৯৩৯ চনত 'চিন্তাধাৰা' নামৰ পুথি এখন প্ৰকাশ হৈছিল। কলেজীয়া ছাত্ৰসকলৰ এনে উদ্যম আৰু প্ৰেৰণাৰ উৎস আছিল বিহগী কবি ৰঘুনাথ চৌধাৰী 'আতা'।

ল'ৰা-ছোৱালী, ডেকা-আদহীয়া সকলোৰে কবি চৌধাৰী আছিল মৰমৰ 'আতা'। আমি জানো, সত্ৰৰ ধৰ্মগুৰুই 'আতা' আখ্যা পায়, যেনে—গোপালদেৱ

আতা, ঠাকুৰ আতা, মথুৰাদাস বুঢ়া আতা। ককাদেউতাকো নামনি অঞ্চলত 'আতা' বোলা হয়। বিহগী কবি কিন্তু 'আতা' হৈছিল অন্য এটা অৰ্থত। সৰু-বৰ সকলোকে যিজনে আত্মবৎ দেখে তেৱেঁই 'আতা'—এই অৰ্থত, আত্মন্ শব্দৰপৰা উৎপত্তি। ক'বলৈ গ'লে এই আখ্যা কবি চৌধাৰীৰ ক্ষেত্ৰত খাজে-খোপে খাপ খাই পৰিছিল। কাৰণ, সমবয়স্কসকলৰতো কথাই নাই, ল'ৰা-বুঢ়া, শিশু-যুৱা, পুৰুষ-মহিলা, সকলোকে তেওঁ সমানে আপোন কৰি ল'ব পাৰিছিল। যি তেওঁৰ ওচৰলৈ গৈ তেওঁৰ লগত এবাৰ কথা পাতিছিল তেৱেঁ ভাবিছিল আতাই তেওঁকহে আটাইতকৈ অধিক ভাল পায, তেওঁৰ লগতহে হলিগলিকৈ মন খুলি কথা পাতে। আতাৰ আকৰ্ষণী শক্তি আছিল চুম্বকৰ দৰে। 'আতা' বুলি মাতিলে সৰু ল'ৰা-ছোৱালীক তেওঁ কেতিয়াবা ধেমালি কৰি কৈছিল—মই তহঁতৰ জুহাল-কাষৰ আতা নে দোকানত বেচা আতা অ' ? এনেকুৱা মোহনীয আছিল তেওঁৰ ব্যক্তিত্ব, এনে অমাযিক তেওঁৰ ব্যৱহাৰ। কামৰূপ সঞ্জীৱনী সভাই আনুষ্ঠানিকভাৱে দিয়া একমাত্ৰ 'কবিৰত্ন' উপাধিটোত বাহিৰে বিশ্ববিদ্যালয়ৰ কোনো ডিগ্ৰী তেওঁৰ নাছিল, অথচ তেওঁৰ ৰচিত গ্ৰন্থ বিশ্ববিদ্যালয়ৰ শেষ মহল, পৰ্য্যন্ত চলিছিল।

কবি চৌধাৰীৰ জীৱন নানা দুৰ্য্যোগেৰে ভৰা। তেওঁৰ ৰচনাৰ ছত্ৰে ছত্ৰে সেইবোৰৰ প্ৰতিচ্ছবি আৰু প্ৰতিধ্বনি কেতিয়াবা স্পষ্ট, কেতিয়াবা অস্পষ্টভাৱে ফুটি উঠিছে। কথাশিল্পী হলীৰাম ডেকাই 'সাদৰী'ৰ পৰিশিষ্ট লিখোঁতে কবিজনাৰ জীৱনৰ ঘটনাৱলীৰ কিছু আভাস দিছে। (১০৯ পৃঃ)। জীৱনত ক্লেশ-নিৰ্য্যাতনৰ হলাহল পান কৰি তেওঁ তাক জীণ নিয়াই নীলকণ্ঠ হৈ তাৰপৰা অমৃতময় সাহিত্যৰ সৃষ্টি কৰিছিল। ৰূপ-ৰস-শব্দ-গন্ধ-স্পৰ্শভৰা জড়-চেতন প্ৰকৃতি আছিল তেওঁৰ সান্ত্বনা-দাত্ৰী মাতৃ।

১৮০১ শকৰ ৬ মাঘ গণেশ পূজাৰ দিনা (সৰস্বতী পূজাৰ আগদিনা) কামৰূপ জিলাৰ উত্তৰপৰীয়া গাঁও লাউপাৰাত ৰঘুনাথৰ জন্ম হয়। পিতাকৰ নাম আছিল ভোলানাথ, মাকৰ নাম দয়ালতা। ভোলানাথ চৌধাৰী সেই অঞ্চলৰ এজন লেখৰ মানুহ আছিল। ৰঘুনাথৰ কোষ্ঠীৰ নাম আছিল সোমনাথ, গুপ্ত নাম ঘননাথ আৰু পুৰোহিতে দিয়া নাম ৰঘুনাথ। পিছত বাকীকেইটা নাম তল পেলাই পুৰোহিতে দিয়া ৰঘুনাথ নামহে জিলিকি থাকিল।

নিচেই কেঁচুৱা কালতে এদিন পিৰালিত শুৱাই থোৱাৰপৰা কেনেবাকৈ ঔ-বাগৰাদি বাগৰি আহি দুৱাৰমুখৰ ভৰি দিয়া শিলৰ চেপত পৰি ৰঘুনাথৰ ভৰি দুখন বেয়াভাৱে নিশকতীয়া হৈ পৰে আৰু তেওঁ চিৰকাললৈ ঘুণীয়া হয়। দুখৰ উপৰি দুখ ! চাৰি বছৰ বয়সত ওচৰা-উচৰিকৈ কেইমাহমানৰ ভিতৰতে জহনীত তেওঁৰ ককায়েক, বায়েক আৰু মাক তিনিও ঢুকায়। মাতৃ-বিয়োগৰ সেই দাৰুণ শোক তেওঁ পিছত 'মাতৃদেৱী' কবিতাত প্ৰকাশ কৰিছিল—

অকলশৰীয়া কৰি গুচি গলা আই
চোৱা বাৰু অধমৰ কি হ'ল বিলাই—ইত্যাদি।

এনে পৰিস্থিতিত সন্তপ্ত হৈ পিতাক ভোলানাথ তেনেই বলিয়াৰ দৰে হৈছিল। সেই ছেগতে কিছুমান অৰ্থলোভী আত্মীয়স্বজনে ভোলানাথক বলিয়া হোৱা বুলি বান্ধি থৈ তেওঁৰ ঘৰৰ মূল্যবান সা-সম্পত্তি সোপাকে আত্মসাৎ কৰে। এই দুৰ্য্যোগত পৰি ভোলানাথ সঁচা-সচিকৈয়ে বলিয়াৰ দৰে হ'ল আৰু কেউফালে অনাই-বনাই ফুৰিবলৈ ধৰিলে। ভোলানাথক তেতিয়া আশ্ৰয় দিছিল গাঁৱৰে জয়পাল দাস নামৰ এজন সদাশয় লোকে। জয়পাল দাসৰ শিশু-কন্যা সোণপাহী সেই সময়ত হৈ পৰিছিল ৰঘুনাথৰ ধূলি-ধেমালিৰ দৰা-কইনা খেলা লগৰী। সোণপাহী গুৱাহাটীৰ প্ৰখ্যাত ডাঃ জ্যোতিষ দাসৰ মাতৃ।

কিছুদিনৰ অন্তত ভোলানাথে অলপ সুস্থ হৈ পুতেক ৰঘুনাথক নিজৰ ঘৰলৈ আনিলে। এইবাৰ ৰঘুনাথৰ খেলাৰ লগৰী হৈ পৰিছিল জিকাফুলী নামৰ সৰু ছোৱালী এজনী। জিকাফুলী তেওঁলোকৰ ঘৰতে কাম-বন কৰা পৰিচাৰিকা লাউফুলীৰ কন্যা।

ছবছৰ-বয়সত পিতাক ভোলানাথে কাশীনাথ দাস নামৰ গাঁৱৰে শিক্ষক এজনৰ তলত ৰঘুনাথৰ বিদ্যাৰম্ভ কৰায়। বিদ্যাৰম্ভ হ'ল যদিও লাউপাৰা গাঁৱত ৰঘুনাথৰ আৰু সৰহ দিন থকা নহ'ল। একে বংশৰে গৰ্গৰাম চৌধাৰী নামৰ লোক এজনে শিক্ষা-দীক্ষাৰ ভাৰ লৈ ৰঘুনাথক গুৱাহাটীলৈ লৈ আহিল। গৰ্গৰাম চৌধাৰী স্বনামধন্য গীতিকাৰ আৰু কবি উমেশচন্দ্ৰ চৌধাৰীৰ পিতৃ। সেই সময়ত তেওঁ গুৱাহাটী কাছাৰীত নাজিৰ কাম কৰিছিল।

গৰ্গৰাম চৌধাৰীৰ পত্নী স্বৰ্ণময়ী দেৱী তেতিয়ালৈকে নিসন্তান আছিল। শিশু ৰঘুনাথক তেওঁ নিজৰ পুত্ৰৰ দৰে আদৰ-সাদৰকৈ মৰম কৰি ৰাখিলে। গৰ্গ চৌধাৰীয়ে ৰঘুনাথক আঠ বছৰ বয়সত গুৱাহাটীৰ ছাত্ৰবৃত্তি স্কুলৰ তেতিয়াৰ উচ্চ প্ৰাইমাৰী শাখাত নাম লগাই দিলে। ৰঘুনাথৰ পঢ়াশলীয়া শিক্ষা আৰম্ভ হৈছিল মদনমোহন তৰ্কালঙ্কাৰৰ বঙলা 'শিশু-শিক্ষা' পুথিৰ মাধ্যমেৰে। চৈধ্য বছৰ বয়সত ৰঘুনাথে ছাত্ৰবৃত্তি পৰীক্ষাত উত্তীৰ্ণ হৈ সেই একে ঠাইতে থকা কলেজিয়েট হাইস্কুলত ভৰ্তি হয়। তাতে বছৰেকীয়া পৰীক্ষাত এদিন এজন বঙালী শিক্ষকৰ লগত এটা অঙ্কৰ কাৰণে তৰ্কবিতৰ্কৰ মাজেদি মনোমালিন্য হোৱাত, পৰীক্ষাত উত্তীৰ্ণ হোৱা সত্ত্বেও তেওঁ পঢ়াশালি ত্যাগ কৰে। মনৰ সেই সংঘাত আৰু বেজাৰতে তেওঁ এদিন জাহাজত উঠি তেজপুৰ পালেগৈ। কিন্তু তাতো থকা নহ'ল ; উভতি গুৱাহাটীলৈ আহিবলগীয়াত পৰিল। গৰ্গ চৌধাৰীৰ বন্ধু, জাহাজৰ এজেণ্ট এজনে তেওঁক চক্ৰান্ত কৰি জাহাজত তুলি আনি গুৱাহাটী পোৱালেহি।

এইবাৰ ৰঘুনাথে পঢ়িবলৈ নগৈ দুৱাৰ মুখতে থকা টাউন বালিকা বিদ্যালয়ত শিক্ষকতা কৰিবলৈ ল'লে। গাঁৱৰপৰা পিতাকে আহি বহু যত্ন কৰিও পুত্ৰ ৰঘুনাথক পুনঃ পঢ়াত লগাব নোৱাৰি বিৰক্তি আৰু বেজাৰত—'মই আৰু তোৰ মুখ নাচাওঁ' বুলি কৈ উভতি গ'ল। কিছুদিনৰ পিছত ভোলানাথে সঁচাকৈয়ে পুত্ৰমুখ নোচোৱাকৈ সংসাৰৰপৰা বিদায় ল'লে। কবিৰ অন্তৰ ব্যথাত জৰ্জৰিত হ'ল—

হিয়াভগা বিষাদৰ তিতি অশ্রুজলে
পাহৰিছোঁ সংসাৰ মৰম,
ভাৰাক্রান্ত চিত্ত আজি উদ্বেলিত কৰি
কিবা সুখ পালা প্রিয়তম ? (ফুলশয্যা)

সেই সময়ত মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্য্যই শুক্রেশ্বৰৰ এখন সংস্কৃত টোলত অধ্যাপনা কৰি আছিল। উজানবজাৰৰ গৰ্গ চৌধাৰীৰ ঘৰখন তেওঁৰ বৰ আপোন। গতিকে তেওঁ তালৈ সততে অহা-যোৱা কৰিছিল। চৌধাৰীয়ে ছেগ বুজি সময় উলিযাই মহামহোপাধ্যাযৰ তলত সংস্কৃত শিকিছিল। বাল মুকুণ্ড ঝা বোলা মিথিলাৰ সংস্কৃত পণ্ডিত এজনে গৰ্গ চৌধাৰীৰ ঘৰত পুত্রেষ্টি যজ্ঞ কৰিবলৈ আহি ভালেমান দিন মহামহোপাধ্যায়ৰ লগত থাকি সংস্কৃত শাস্ত্র চৰ্চা কৰিছিল। ডেকা ৰঘুনাথে তেওঁলোকৰ আলপৈচান ধৰি দুয়োৰো মাজত সংস্কৃতত হোৱা শাস্ত্ৰালাপ শুনাৰ সুযোগ লভিছিল। এযে তেওঁৰ অন্তৰত সংস্কৃতৰ প্ৰতি প্ৰবল অনুৰাগ জগাই তোলে। আচাৰ্য্যৰ অধীনত ঘৰতে তেওঁ সংস্কৃত শিকে।

সেই সমযত কবি চৌধাৰী নিজে 'সুনীতি সঞ্চাৰিণী সভা' নাম দি এখন আলোচনা সভা পাতি চুৰ্চুৰীয়াকৈ সাহিত্য চৰ্চ্চা আৰম্ভ কৰিছিল। তাতেই তেওঁ লগৰীয়াসকলৰ আগত নিজে লিখা কবিতা-প্ৰবন্ধাদি পাঠ কৰি শুনাইছিল। ক'বলৈ গ'লে 'সুনীতি সঞ্চাৰিণী সভা'ই আছিল কবি চৌধাৰীৰ সাহিত্য-কৃষিৰ প্ৰথম কঠীয়াতলী। সেই সভাত তেওঁ তেওঁৰ শিশু-মনৰ কবিতা (বহুতৰ মতে প্ৰথম কবিতা) 'এটি মনৰ ভাব' প্ৰথমে পঢ়ি শুনাইছিল। তাতো তেওঁ ব্যথাভৰা জীৱনৰ শোকাকুল অৱস্থা এটাৰ ছবি আঁকিছে—

কিন্তু হায় দুৰ্ভাগাৰ ক'লা চিন কলিজাৰ
মচিলে নাযায় মচা ইকি আচৰতি ;
যিপিনে ঘূৰাওঁ চকু সব শূন্যময় দেখোঁ
পুৰিছে চিন্তাৰ জুয়ে কুমলীয়া চিত্ত।—(এটি মনৰ ভাব)

তেওঁৰ প্ৰথম প্ৰকাশিত কবিতা 'মৰমৰ পখী'ও এই সময়ৰে ৰচনা।

১৯০১ চনৰ ১৭ মে' অসমৰ শিক্ষা-জগতৰ এটি অবিস্মৰণীয় দিন। সেই দিনাই কটন কলেজৰ শুভ-উদ্বোধন কৰা হয়। সেই উদ্দেশ্যে অনুষ্ঠিত হোৱা ৰাজহুৱা সভা আৰম্ভ হৈছিল ডেকা ৰঘুনাথ চৌধাৰীয়ে গোৱা এটি স্ব-ৰচিত গীতেৰে ('আবাহন' ?) আৰু সেই গীতৰ লগত হাৰমনিয়াম বজাইছিল কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈয়ে।

এইদৰে কুৰি শতিকাৰ লগে লগে কবি চৌধাৰীৰ সাহিত্য-জীৱন আৰম্ভ হয়। জোনাকী যুগৰ তেওঁ আছিল শেষ বন্তি স্বৰূপ। ১৮৮৯ চনত কলিকতাৰপৰা জোনাকী আলোচনী প্ৰকাশ হৈ ছবছৰমান চলি থাকি বন্ধ হয় আৰু ১৯০২ চনৰপৰা সি পুনঃ গুৱাহাটীৰপৰা প্ৰকাশ হ'বলৈ ধৰে। চন্দ্ৰকুমাৰ আগৰৱালা, হেমচন্দ্ৰ গোস্বামী,

লক্ষ্মীনাথ বেজবৰুৱা, কনকলাল বৰুৱা আৰু ৰমাকান্ত বৰকাকতি প্ৰথম কালছোৱাৰ সম্পাদক আছিল। সত্যনাথ বৰাৰ সম্পাদিত নতুন খণ্ড ১ম ভাগ 'জোনাকী' পুনৰ ১৯০২ চনত গুৱাহাটীৰপৰা প্ৰকাশ হৈ তিনি বছৰ চলে। এই সময়তে কুৰিৰ ডেওনা পাৰ হোৱা সাহিত্যনিষ্ঠ ডেকা ৰঘুনাথক বৰাই 'জোনাকী'ৰ সহকাৰী সম্পাদক নিযুক্ত কৰে। মৰমৰ পখী, এটি মনৰ ভাব, ভেঁটকলি, মিলন-সঙ্গীত, উলাহ-সঙ্গীত, গোৱাহে এবাৰ মোৰ প্ৰিয় বিহঙ্গিনী, ('জোনাকী'ত 'প্ৰিয় বিহঙ্গিনি'।'), 'নিৰাশা', 'বিনবিহাৰিণী', 'বশিষ্ঠাশ্ৰম', 'বিশ্ব', 'যুগলতৰা', 'হৰিণা-পোৱালি' প্ৰভৃতি 'সাদৰী'ৰ প্ৰায় এক তৃতীয়াংশ কবিতাই পোনতে 'জোনাকী'ত প্ৰকাশ হৈছিল। এই মন্ময় কবিতাবোৰৰ প্ৰত্যেকটোৰে একোটাইঁত ইতিহাস বা উৎস আছিল। দৃষ্টান্তস্বৰূপে, 'মিলন-সঙ্গীত' নামৰ জাতীয় ভাবৰ কবিতাটি ৰচিত হৈছিল 'সুনীতি সঞ্চাৰিণী সভা'ৰ প্ৰথম বাৰ্ষিক অধিৱেশনত পাঠ কৰাৰ উদ্দেশ্যে।

'আহা আজি ভাই সকলোৱে মিলি,
জাতীয় প্ৰেমত দিওঁ মন ঢালি,
গাওঁ সমস্বৰে মিলন-সঙ্গীত
পৰ্বতে-সাগৰে হওক ধ্বনিত ... ইত্যাদি (মিলন-সঙ্গীত)।

সেই সময়ত অসমীয়া লোকৰ ইংৰাজ শাসনৰ প্ৰতি থকা সুপ্ৰসন্ন মনোভাব আৰু চীন দেশৰ তৎকালীন হীনবীৰ্য্যতাৰ ইঙ্গিতো কবিতাটোত প্ৰকাশ পাইছে।

১৯০৩ চনত চৌধাৰীৰ জীৱনত অন্য এটি পাৰিবাৰিক দুৰ্যোগ উপস্থিত হয়। এই বছৰতে তেওঁৰ আশ্ৰয়দাতা গৰ্গৰাম চৌধাৰীযে চাৰি বছৰীয়া পুত্ৰ উমেশ চৌধাৰীক সংসাৰত এৰি মৃত্যুৰ মুখত পৰে। তেতিয়া কবি চৌধাৰীৰ মূৰত ঘৰখনৰ সমস্ত ভাৰ পৰিল। খেতি-পথাৰতো তেওঁ মন দিবলগীয়া হ'ল।

১৯১০ চনত চৌধাৰীৰ প্ৰথম পুথি 'সাদৰী' প্ৰকাশ হোৱাৰ লগে লগে তেওঁৰ সাহিত্য-প্ৰতিভাই পাঠকৰ পূৰ্ণ স্বীকৃতি লাভ কৰে। ১৯১২ চনত তেওঁ গুৱাহাটীৰপৰা ৭।৮ মাইল পূবে থকা বোন্দা-বীৰকুছি গাঁৱত কৃষিকৰ্ম আৰম্ভ কৰে। তাত থকা কালছোৱাত সেই গাঁৱৰ মনোমোহা প্ৰাকৃতিক দৃশ্য আৰু চৰাই-চিৰিকটিৰ গীত-মাতে তেওঁৰ মনত 'কেতেকী' আৰু 'দহিকতৰা' কাব্য ৰচনাৰ প্ৰেৰণা যোগায় ('কেতেকীৰ জন্ম' ৫২৫—৫২৭ পৃঃ আৰু 'দহিকতৰাৰ আগকথা' ৫২৮—৫৩১ পৃঃ চাওক)।

কবি চৌধাৰীৰ আগ বয়সৰ ৰচনা 'মনাই বৰাগী'ৰ 'জোন আৰু জোনাকী' কবিতাৰ কথোপকথনটোৱে তেওঁৰ কৰ্মজীৱনৰ দৰ্শন দাঙি ধৰিছে।

ক্ষুদ্ৰ হৈও চিৰকাল স্বাধীন যিজন
দুখতেই থাকে প্ৰাণ ধৰি
ভাবিচোৱা সেইজন কিমান মহৎ
পৰাধীন জীৱনত কৰি।—

এনে ভাবতেই অনুপ্ৰাণিত হৈ তেওঁ ১৯২১ চনত মহাত্মাগান্ধীৰ আহ্বানত আৰম্ভ হোৱা ভাৰতৰ মুক্তিযুদ্ধৰ অসহযোগ আন্দোলনত জঁপিয়াই পৰি কাৰাদণ্ডৰ নিৰ্য্যাতন ভুগিছিল। কাৰাবাসৰ ভিতৰতে হোৱা বিচাৰৰ সময়ত তেওঁ জিলাৰ বৰচাহাবৰ লগত কথাৰ কটাকটি কৰি কেনেকৈ সশস্ত্ৰ চিপাহীকো সচকিত কৰি তুলিছিল তাৰ বৰ্ণনা 'বন্দী-জীৱন'ত (৪০৯—৪২২ পৃঃ) আছে।

'বৰচাহাবে তেতিয়া মোক ক'লে—আপুনি এজন ৰাজদ্ৰোহী ?

মই ক'লোঁ—মই ৰাজদ্ৰোহী নহওঁ ; মই বিদেশী শাসনৰহে বিৰোধী। আপুনি মোক ৰাজদ্ৰোহী বুলি কোৱাটো কিমান সমীচীন হৈছে সেইটো আপুনিয়েই এবাৰ ভাবি চাব। আয়াৰলেণ্ডৰ এজন মেট্ৰচুইনিয়ে ইংৰাজৰ শাসনৰ বিৰুদ্ধে প্ৰতিবাদ কৰি দুমাহ অনশন ব্ৰত ধৰি প্ৰাণ ত্যাগ কৰিছিল—সেই আয়াৰলেণ্ডৰে আৰু এজন মেট্ৰচুইনিয়ে ইংৰাজৰ তলতীয়া কৰ্মচাৰী হিচাপে আহি মোক আজি ৰাজদ্ৰোহী আখ্যা নিদি দিব কোনে ?—এইবুলি কোৱা মাত্ৰকে বিচাৰ কক্ষত থকা সশস্ত্ৰ পুলিচ প্ৰহৰীৰ দল বন্দুক-বেয়নেট খাজি সচকিত হৈ ৰ'ল। মোৰো বুকু চিৰিংকৈ উঠিল। ভাবিলোঁ এতিয়া মোক গুলীয়াই মাৰে নেকি ?'

১৯২০ চনত ৰচনা কৰি ১৯২৩ চনত ছপাই উলিওৱা মহৰম কাব্য 'কাৰবালা' কি পৰিস্থিতিত কেনেকৈ ৰচিত হৈছিল তাৰ বিবৰণ যথাস্থানত দিয়া হৈছে। অসমীয়া শিশু সাহিত্য আৰু শিশু আলোচনীৰ অৱস্থা অতিশয় পুতৌলগা। তাকে দেখি চৌধাৰীয়ে মাহেকীয়া শিশু আলোচনী 'মইনা' প্ৰকাশ কৰিবলৈ লৈছিল ১৮৪৫ শকৰ (ইং ১৯২৩) ভাদ মাহত। সি পাঁচ মাহ চলি থাকি বন্ধ হয়। এইখন অসমৰ তৃতীয় শিশু আলোচনী আছিল। প্ৰথমখন আছিল ১৮৮৬ চনত করুণাভিৰাম বৰুৱাই সম্পাদনা কৰা 'ল'ৰা বন্ধু' আৰু দ্বিতীয়, ১৯১৬ খৃষ্টাব্দত পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ সম্পাদনাত ওলোৱা 'অৰুণ'। 'মইনা' প্ৰকাশৰ বাবে তেওঁ হাতত লোৱা আঁচনিখন 'মইনা-সন্মিলন' শিতানত ৰচনাৱলীৰ ৫৪৪—৫৪৬ পৃষ্ঠাত পোৱা যাব।

১৯৩১ চনত চৌধাৰীৰ 'দহিকতৰা' কবিতাগুচ্ছ প্ৰকাশ হয়। সেই সময়ত শ্ৰীযুত অতুলচন্দ্ৰ হাজৰিকা আছিল অসম ছাত্ৰ সন্মিলনৰ 'মিলন' আলোচনীৰ সম্পাদক। শ্ৰীযুত হাজৰিকাৰ সঘন সকীয়নিত ৰ'ব নোৱাৰি তেওঁ 'মিলনদূত' নামে দীঘলীয়া চৰাই কবিতা এটা লিখি দিছিল আৰু সেয়ে পিছত ডঃ কাকতিৰ পৰামৰ্শমতে 'দহিকতৰা' নাম লৈ বিভিন্ন আলোচনীত প্ৰকাশিত কবিৰ আৰু গোটাচেৰেক কবিতাৰে সৈতে পুথিৰ আকাৰে প্ৰকাশ হয়।

১৯৩৬ চনৰ তেজপুৰ অধিবেশনত চৌধাৰীক অসম সাহিত্য সভাৰ সভাপতিৰ আসনত তোলা হৈছিল। তেওঁৰ ওচৰলৈ ইয়াৰ প্ৰস্তাৱ কঢ়িয়াই আনিছিল বুৰঞ্জীবিদ গুণগোবিন্দ দত্ত, সাহিত্যৰত্ন হৰিনাৰায়ণ দত্তবৰুৱা আৰু দেশনেতা কুলধৰ চলিহাই। চৌধাৰীক লগ ধৰি প্ৰস্তাৱটো দাঙি ধৰোঁতে ক্ষমা মগাৰ সুৰত কুলধৰ চলিহাই কৈছিল—'আপোনাক অৱশ্যে আমি আগতে জনাব লাগিছিল, কিয়নো

অন্ততঃ দুমাহ সময় সভাপতিক দিব লাগে।' তেতিয়া অধিবেশনলৈ মাত্ৰ ওঠৰ দিন আছে। ইফালে তাৰ দহদিন আগতে চৌধাৰীৰ মাতৃস্বৰূপা বৌয়েক ঢুকাইছে ; আদ্যশ্ৰাদ্ধ যোৱাই নাই। নেৰানেপেৰাকৈ ধৰাত অগত্যা চৌধাৰী সন্মত হ'ল। কাৰণ অসম সাহিত্য সভাৰ তেনে এটা দুৰ্য্যোগৰ সময়ত তেওঁ সভাপতিৰ দায়িত্ব ল'বলৈ অস্বীকাৰ কৰিলে সেই বছৰ অধিৱেশন আৰু নবহে। সাতে-পাঁচে তেওঁ এসপ্তাহৰ ভিতৰতে অভিভাষণ লিখি ছপা কৰাই মুকলি সভাত পাঠ কৰিলে। ইতিপূৰ্বে 'জোনাকী' আৰু 'মইনা' আলোচনী সম্পাদনা কৰাৰ অভিজ্ঞতাই তেওঁক খৰতকীয়াকৈ অভিভাষণ লিখি উলিওৱাত বিস্তৰ সহায় কৰিলে। তাৰ ফলত তেওঁ অভিভাষণত সাহিত্য-বিচাৰ আৰু সাহিত্য-বিশ্লেষণৰ লগত সাংবাদিকতাৰ সুন্দৰ সামঞ্জস্য ঘটাব পাৰিছিল। সাহিত্য-বিচাৰত তেওঁ আলঙ্কাৰিক পণ্ডিতসকলৰ তৰ্কজালৰ মাজত প্ৰৱেশ নকৰি এজন কবি-সাধকৰ অনুভূতিৰ মাজেদি উপলব্ধি কৰা বিৰল জ্ঞানহে তাত দাঙি ধৰিছিল। কবিতাৰ সংজ্ঞা দি তেওঁ কৈছিল, 'সাহিত্যৰ সৌন্দৰ্য্যই কবিতা, কল্পনাৰ স্বাভাৱিকতাই কবিতা। জীৱন-প্ৰবাহত অসংযতভাৱে উঠা ভাব তৰঙ্গৰ কৰুণ উচ্ছ্বাসেই কবিতা . অন্তৰৰ এই হ্লাদিনী শক্তিয়েই কবিতা।' ই সম্পূৰ্কে কবি চৌধাৰীৰ উপলব্ধিসম্বল সংজ্ঞা। সাংবাদিকতাৰ ফালৰপৰা শিক্ষাৰ কেৰোণ, পাঠাগাৰৰ আৱশ্যকতা, অসমত পমুৱাৰ সমস্যা, অসমত বিশ্ববিদ্যালয়ৰ প্ৰয়োজনীয়তা আদি সেই সময়ৰ সমস্যাবোৰৰ বিষয়ে তেওঁ নিজৰ সুচিন্তিত মন্তব্য দাঙি ধৰিছিল।

কবিতা সৃষ্টিত বাহিৰে সাহিত্যৰ অন্য ক্ষেত্ৰত চৌধাৰীৰ দক্ষতাৰ কথা বহুতৰে অজ্ঞাত। বিশেষকৈ তেওঁ যে এগৰাকী সুদক্ষ সাহিত্য সাংবাদিকো আছিল সেই কথা মন কৰিবলগীয়া। সি তেওঁৰ কাব্যকৃতিৰ তুলনাত অনুজ্জ্বল হ'লেও উপেক্ষণীয় নহয়। সহকাৰী সম্পাদকৰূপে 'জোনাকী' আৰু সম্পাদক হিচাপে 'মইনা' আলোচনী চলোৱাত বাহিৰেও 'জয়ন্তী' আৰু 'সুৰভি'ৰ সম্পাদনা বিহগী কবি চৌধাৰীৰ জীৱনৰ এটা গৌৰৱময় কীৰ্তি। তেওঁ ১৯৩৭ চনত 'জয়ন্তী' আৰু ১৯৪০ চনত 'সুৰভি' সম্পাদনাৰ ভাৰ লয়।

'জয়ন্তী' পোনতে চাৰি বছৰমান পষেকীয়া আছিল, তাৰ পাছত মাহেকীয়া হয়। তেওঁ 'জয়ন্তী'ত এৰি এৰি দুবাৰো সম্পাদক হৈছিল আৰু মাজতে এৰাপৰা সময়খিনিতে 'সুৰভি'ৰ সম্পাদনা হাতত লৈছিল। চৌধাৰীয়ে আৰম্ভ কৰা 'জয়ন্তী'ত মাজতে তেওঁ নথকা সময়খিনিত এৰাধৰাকৈ চক্ৰেশ্বৰ ভট্টাচাৰ্য্য, পণ্ডিত কমলনাৰায়ণ দেৱ, শুক্ৰেশ্বৰ বৰা আৰু গিৰীশ বৰুৱায়ো সম্পাদকৰ দায়িত্ব বহন কৰিছিল। ই এটা দীঘল কাহিনী। ৰচনাৱলীৰ বিবিধ ৰচনা শিতানত চৌধাৰীৰ সম্পাদকীয় লেখাৰ বৈশিষ্ট্যৰ কিছু আভাস পোৱা যাব (৫৪৯—৫৭৭ পৃঃ)।

কবি চৌধাৰীৰ জীৱনত কল্পনা, পৰিকল্পনা আৰু কাৰ্য্যৰ সুন্দৰ সমন্বয় ঘটিছিল। 'আবাহন', 'মিলন সঙ্গীত', 'উলাহ সঙ্গীত' আদি কবিতাত তেওঁ স্বদেশপ্ৰেমৰ আৱেগ-অনুভূতিৰ যি জোৱাৰ তুলিছিল সেয়ে ১৯০৫ চনৰ স্বদেশী

আন্দোলন, ১৯২১ চনৰ অসহযোগ আন্দোলন, ১৯৬০ চনৰ ৰাজ্যিক ভাষা আন্দোলন আদিত কামৰ মাজেদি স্বৰূপ প্ৰকাশ কৰিবলৈ প্ৰয়াস পাইছিল। চৌধাৰীৰ গাত বুঢ়া বয়সতহে স্বদেশ প্ৰেমৰ ডেকাধনি লাগিছিল। সেয়েহে তেওঁ সত্তৰ ডেওনা পাৰ হৈও ১৯৫২ চনত কলিকতালৈ প্ৰথম বাৰৰ কাৰণে আকাশীযানত গৈ তাত অনুষ্ঠিত হোৱা সৰ্বভাৰতীয় শান্তি সমিতিত অসমৰ প্ৰতিনিধিত্ব কৰিব পাৰিছিল।

ইংৰাজ চৰকাৰে ১৯০৫ চনত শাসনৰ সুবিধাৰ অৰ্থে অসমৰ লগত পূৰ্ববঙ্গ লগ লগালে। সেইদৰে পশ্চিমবঙ্গক উৰিষ্যাৰ লগত যোগ কৰিলে। তেতিয়া অসমৰ ৰাজধানী শ্বিলঙৰপৰা ঢাকালৈ উঠি গ'ল। এই কাৰ্য্যত অকল অসমৰে নহয় বঙ্গদেশৰো সাহিত্য, কৃষ্টি, সভ্যতা আদিৰ বিকাশত বাধা পৰিল। অসমীয়া আৰু বঙালী ৰাইজৰ মাজত এক গভীৰ অসন্তুষ্টিৰ ভাব জাগি উঠিল। ক্ৰমে এই অসন্তুষ্টিয়ে গুৰুতৰ ৰূপ ধাৰণ কৰি আন্দোলনত পৰিণত হয়। এয়ে আছিল 'স্বদেশী আন্দোলন'। বঙ্গদেশত ইয়াক বঙ্গভঙ্গ বিৰোধী আন্দোলন বোলা হৈছিল। বঙ্গদেশত এই আন্দোলনৰ নেতৃত্ব দিছিল—সুৰেন ব্যানাৰ্জী, বাৰীন ঘোষ, অৰবিন্দ ঘোষ, খুদিৰাম বসু প্ৰভৃতি লোকে। অসমত স্বদেশী আন্দোলনৰ গুৰিত আছিল—অম্বিকাগিৰী ৰায়চৌধুৰী, ৰঘুনাথ চৌধাৰী, নিধিৰাম দাস, কালীৰাম বৰ্মণ প্ৰভৃতি লোকসকল। চৌধাৰীয়ে কলেজৰ ছাত্ৰসকলৰ হতুৱাই জাহাজত মাল নমোৱা-উঠোৱা কাম কৰাই তাৰপৰা যি ধন তুলিছিল তাক স্বদেশী আন্দোলনৰ পুঁজিত জমা দিছিল। ১৯০৮ চনত এই আন্দোলনৰ ওৰ পৰে আৰু অসমৰ ৰাজধানী পুনৰ শ্বিলঙলৈ তুলি অনা হয়। সেই সময়ত অসমৰ চীফ কমিচনাৰ আছিল বেমৃফিল্ড ফুলাৰ আৰু কমিচনাৰ বি. চি. এলেন।

১৯২১ চনৰ অসহযোগ আন্দোলনৰ কিছু কথা 'বন্দী-জীৱন'ত (৪০৯—৪২২) পৃঃ) চৌধাৰীয়ে নিজে লিখিছে। ১৯৫৭ চনত স্বাধীন ভাৰতৰ ৰাজ্যবোৰ পুনৰ গঠনৰ বাবে যি আযোগ গঠন হৈছিল তাৰ চেয়াৰমেন আছিল ফজল আলি। সদস্য কে. এম. পানিকৰ আৰু পণ্ডিত হৃদয়নাথ কুঞ্জৰু। সেই সময়ত একালৰ অসমৰ কৃষ্টি সভ্যতাদিৰ কেন্দ্ৰস্থল কোচবিহাৰ, জলপাইগুৰি, দাৰ্জিলিং আৰু গোৱালপাৰা জিলাক আঁতৰাই নিয়াৰ ব্যৱস্থা কৰিবলৈ অসমৰ বাহিৰে-ভিতৰে থকা এদল লোকে উঠিপৰি লাগিছিল। সেই সময়ত চৌধাৰীয়ে 'অসম জাতীয় পৰিষদ' গঠন কৰে। ইয়াৰ সম্পাদক আছিল হৰেন্দ্ৰ নাথ বৰুৱা আৰু সদস্য—মৌলবী হেৰাছুতুল্লা (মহম্মদ তৈয়েবুল্লা চাহাবৰ ককায়েক), শৰৎ চন্দ্ৰ গোস্বামী, কালীৰাম বৰ্মণ, কামাখ্যাৰাম বৰুৱা, প্ৰমথেশ চক্ৰবৰ্তী, ওমৰুদ্দিন আহমদ, প্ৰভৃতি নেতাসকল। আয়োগৰ ওচৰত সাতখন স্মাৰক পত্ৰ দাখিল কৰা হৈছিল। তাৰে ফলত আয়োগে গোৱালপাৰা জিলাখন অসমতে ৰাখিবলৈ মন্তব্য দিয়ে। গুৱাহাটী অ. ভা. উ. সা. সভাৰো আৰম্ভণিৰেপৰা তেওঁ এজন সক্ৰিয় সদস্য আছিল।

১৯৪৫ চনত আমেৰিকাই জাপানৰ হিৰোচিমা আৰু নাগাচাকি নগৰত আনৱিক বোমা পেলাই বাৰ লাখ লোকৰ জীৱন্ত সমাধি ঘটাইছিল। আনৱিক বোমাৰ প্ৰলয়ঙ্কৰী ৰূপৰ কথা অবগত হৈ এদল শান্তিকামী লোকে মহাসমৰৰ অৱসানত ফ্ৰান্সত পোন প্ৰথমে 'বিশ্বশান্তি কমিটি' গঠন কৰে। অসমত তাৰ শাখা চৌধাৰীৰ নেতৃত্বত গঠিত হয়। 'অসম শান্তি-কমিটি'ৰ সভাপতি আছিল কবি ৰঘুনাথ চৌধাৰী আৰু সদস্য নলিনীবালা দেৱী, জে. বৰুৱা, হেমাঙ্গ বিশ্বাস, হেমন্ত গাঙ্গুলী প্ৰভৃতি লোকসকল। ডঃ চাইফুদ্দিন কিছলু আছিল সৰ্বভাৰতীয় শান্তি কমিটিৰ সভাপতি আৰু ডঃ মুলকৰাজ আনন্দ প্ৰধান সম্পাদক। ১৪ খন প্ৰদেশৰ প্ৰতিনিধিয়ে তাত যোগদান কৰিছিল। ১৯৫২ চনৰ ১লা এপ্ৰিলৰপৰা ছদিন ধৰি কলিকতাৰ গড়ৰমাঠত ইয়াৰ সৰ্বভাৰতীয় কৃষ্টি-সভা বহিছিল আৰু অসমৰপৰা কবি চৌধাৰী তালৈ বিশেষভাৱে নিমন্ত্ৰিত হৈ গৈছিল। ৩ এপ্ৰিলত মুলকৰাজ আনন্দৰ সভাপতিত্বত বহা মুকলি অধিৱেশনত ভাৰতৰ শিল্পী, কবি, সাহিত্যিক আৰু শান্তি প্ৰচাৰকসকলক সম্বৰ্দ্ধনা জনোৱা হৈছিল। তাত কবি চৌধাৰীয়ে শ্ৰেষ্ঠ সম্বৰ্দ্ধনাৰ গৌৰৱ অৰ্জন কৰে। সম্বৰ্দ্ধনাৰ উত্তৰত চৌধাৰীয়ে অসমীয়া ভাষাত যি বক্তৃতা দিছিল তাৰ ইংৰাজী তৰ্জমা কৰিছিল চৈয়দ আব্দুল মালিকে। ষষ্ঠ দিনাখনৰ মুকলি সভাত সভাপতিত্ব কৰিছিল কবি ৰঘুনাথ চৌধাৰীদেৱে। তাত প্ৰায় তেৰ লাখ লোকৰ সমাগম হৈছিল। পিছৰ বছৰত তেওঁ কেন্দ্ৰীয় চৰকাৰৰপৰা সাহিত্যিক পেন্সন লাভ কৰে ; কিন্তু এইখিনিতে উল্লেখযোগ্য এই যে কেন্দ্ৰীয় চৰকাৰৰ সাহিত্যিক পেন্সন গ্ৰহণ কৰিছিল যদিও ৰাজ্যিক চৰকাৰে যাচি দিয়া পেন্সন তেওঁ নিজৰ মতৰ লগত নিমিলা হেতুকে প্ৰত্যাহাৰ কৰিছিল।

১৯৬০ চনত হোৱা অসম ৰাজ্যিক ভাষা আন্দোলনৰো গুৰি ধৰিছিল কবি চৌধাৰীয়ে। সেই সময়ত 'অসম ৰাজ্যিক ভাষা পৰিষদ' বুলি যি অনুষ্ঠান গঢ়ি উঠিছিল তাৰ সভাপতি আছিল ৰঘুনাথ চৌধাৰী আৰু সম্পাদক, হৰেন্দ্ৰনাথ বৰুৱা। গুৱাহাটীত ৰাজ্যিক ভাষা পৰিষদৰ এক অভিবৰ্তন অনুষ্ঠিত হৈছিল। অসমত অসমীয়া ভাষাক ৰাজ্যিক ভাষা বুলি স্বীকৃতি দিবলৈ ঘোষণা কৰাত এদল বঙালী লোকে তাৰ বিৰোধিতা কৰিছিল আৰু তাৰে ফলত গঢ়ি উঠা আন্দোলনত ৰঞ্জিত বৰপূজাৰী, সূৰ্য্য বৰা প্ৰভৃতিয়ে অকালতে প্ৰাণ হেৰুৱাবলগীয়া হৈছিল। চৌধাৰীয়ে এই সময়ত নিজে অসমৰ ৰাজধানী শ্বিলঙলৈ গৈ মন্ত্ৰীবৰ্গৰ লগত এই বিষয়ে আলাপ-আলোচনা চলায়। তেওঁ অসমৰ পৰিস্থিতি বুজাবৰ কাৰণে এখন গোহাৰি লিখি প্ৰচাৰ কৰিছিল আৰু তাৰ নাম দিছিল 'অসমৰ ভিতৰফাল' (৬৯৩—৭০২ পৃষ্ঠা)। তাৰ ইংৰাজী অনুবাদ (Inside Assam) দিল্লীৰ লোকসভা আৰু ৰাজ্যসভাৰ সদস্যসকলৰ মাজত বিতৰণ কৰা হৈছিল।

এইদৰে মৃত্যুৰ সময়লৈকে 'নৱগ্ৰহ শ্মশান উন্নয়ন সমিতি'কে ধৰি এশ এবুৰি সৰু-বৰ উন্নয়নমূলক কাম আৰু অনুষ্ঠানৰ চৌধাৰী আছিল গুৰি-ধৰোঁতা। ১৯৬৭ চনৰ ১৮ নৱেম্বৰৰ ৰাতিপুৱা এইজনা মহৎ লোকৰ কৰ্মময় জীৱনৰ অৱসান ঘটে।

ব্যক্তিগত জীৱনত ৰঘুনাথ চৌধাৰী আছিল নামে-কামে কবি। অনাড়ম্বৰ, মিতবাক, চিন্তাশীল, হাস্যৰসিক, নিৰভিমানী আৰু দিলদৰীয়া। ভোজনত যেনেকৈ অসমীয়া খাৰৰ আঞ্জাখন আছিল তেওঁৰ প্ৰিয় ব্যঞ্জন, ৰচনাতো তেওঁ আনক পৰিৱেশন কৰিব বিচাৰিছিল—চিন্তা আৰু প্ৰাণৰ বাঙ্ময় প্ৰতিচ্ছবি, লাগিলে সি সৰ্বসাধাৰণৰ ঘৰুৱা মাত-কথাতে হওক বা আড়ম্বৰপূৰ্ণ মান্য ভাষাৰ বচনভঙ্গীতে হওক। সেয়েহে তেওঁৰ কবিতাৰ পংক্তি পাঠকৰ মুখে মুখে। শিল্প আৰু সংস্কৃতিৰ গুণ তেনেকুৱাই। সি জীপাল ঠাই পালেই ঠন ধৰি গজি ওলায়। তেওঁৰ ৰচনাৰ দুটা-এটা ভক্তক হিতোপদেশৰ বাণীৰ দৰে ; যেনে, 'পৰ কেতিয়াও আপোন নহয় = আশ্ৰয় নিদিবি তাক , শিমলু চন্দন নহয় কদাপি = শুনিবি বুঢাৰ হাক।' (৩৮৪ পৃঃ)। জোনাকীত 'চৌধাৰী'ক 'চৌধুৰী' বুলিহে জনা গৈছিল।

**হেমকোষৰ পৰিশিষ্ট**—বিহগী কবি ৰঘুনাথ চৌধাৰীয়ে যত্নেৰে সংগ্ৰহ কৰি কেইবাটাও বহীত থুপাই থোৱা অসমীয়া শব্দৰ অভিধানখনৰ তেওঁ নাম দিছিল—'হেমকোষৰ পৰিশিষ্ট'। বহীবোৰ জৰাজীৰ্ণ আৰু লিখা টোকাবোৰো জোৰা-টাপলি দিয়া বিধৰ। সম্ভৱ তেখেতে সেইবোৰ শৃঙ্খলাবদ্ধ কৰি লিখি উলিয়াবলৈ আহৰি নাপালে। নতুবা লিখি উলিয়াইছিল যদি সেইবোৰ ইতিমধ্যে কাৰবাৰ হস্তগত হৈ সম্প্ৰতি বিলুপ্ত হৈছে।

'হেমকোষৰ পৰিশিষ্ট'ৰ ১১৭ পৃষ্ঠাজোৰা বহীটোত 'অ'ৰপৰা 'ঢ'লৈ শব্দবোৰ অৰ্থেৰে সৈতে ঠিক আছে ঃ বাকী শব্দৰ বহী একাধিক আৰু সেইবোৰ কাট-কুটেৰে ভৰা। ১নং বহীটোৰ ওপৰত লিখা আছে "শ্ৰীৰঘুনাথ চৌধাৰী সংগৃহীত—গুৱাহাটী; ১৯১৯"। ইয়াৰপৰা বুজা যায় ১৯১৯ চনতে এই শব্দকোষ ৰচনা কৰা হৈছিল আৰু তাত সংগৃহীত শব্দৰ সংখ্যা আছিল কমেও পাঁচ হাজাৰ। এইবোৰ আছিল নামনি অসমত, ঘাইকৈ কামৰূপ জিলাত ব্যৱহৃত হোৱা, 'হেমকোষ'ত অন্তৰ্ভুক্ত নোহোৱা শব্দ। 'চন্দ্ৰকান্ত অভিধান' প্ৰণয়নৰ সময়ত এই বহীবোৰ হেনো পৰীক্ষা-নিৰীক্ষা কৰি চাবলৈ বুলি নিয়া হৈছিল আৰু তাৰ দ্বিতীয় সংস্কৰণৰ সময়তো সেইবোৰ নি পুনঃ পৰীক্ষা কৰি চোৱা হৈছিল। ৰীতিমতে স্বীকৃতি সহ তাত থকা শব্দবোৰৰ সদ্ব্যৱহাৰ কৰাৰো কথা আছিল, কিন্তু মূল্যায়ন স্থিৰ নোহোৱাত আৰু দাম-দৰ নিমিলাত সেইটো নহ'ল। পিছে স্বীকাৰোক্তি সহকাৰে সদ্ব্যৱহাৰ কৰা নহ'ল যদিও সেইবোৰৰ ব্যৱহাৰ একেবাৰে নোহোৱাকৈ নাথাকিল ঃ প্ৰথম বাৰতো, দ্বিতীয় তাণ্ডৱণতো। তাৰে ফলস্বৰূপেই হওক বা যি প্ৰকাৰেই নহওক—সেই শব্দবোৰৰ দুই-তৃতীয়াংশই চন্দ্ৰকান্তত ইতিমধ্যে প্ৰৱেশাধিকাৰ লভিছে। সেয়েহে আমাৰ ৰচনাৱলীৰ অন্তৰ্ভুক্ত 'পৰিশিষ্ট'ৰ শব্দসংখ্যা হিচাবত কবিগৰাকীৰ বহুকষ্টে সংগৃহীত মুঠ শব্দাৱলীৰ এক পঞ্চমাংশৰ অধিক নহয়, অৰ্থাৎ কম-বেছি এহেজাৰ।

অসম সাহিত্য সভাৰ কাৰ্য্যপালিকাই ১৯৭৮ চনতে এটা প্ৰস্তাৱযোগে অধ্যাপক ৰজনীকান্ত দেৱশৰ্মা, অধ্যাপক যোগেশ দাস আৰু এই নিবেদনকাৰী

সম্পাদকৰ ওপৰতে চৌধাৰী-সংগৃহীত শব্দসমূহ চালি-জাৰি চাই সমীচীন বোধ কৰিলে সেইবোৰক ৰচনাৱলীত স্থান দিয়াৰ ব্যৱস্থা কৰিবলৈও দায়িত্ব দিছিল। বৰ্ত্তমান 'হেমকোষৰ পৰিশিষ্ট' তাৰেই ফল। এই শব্দকোষত চৌধাৰীয়ে 'হেমকোষ'ত নথকা শব্দবোৰহে সন্নিৱিষ্ট কৰিছিল ঃ কাজেই 'হেমকোষৰ পৰিশিষ্ট' নাম বঢ়িয়াকৈ খাপ খাই পৰিছিল। যিহেতু সেই পৰিশিষ্টৰ অন্ততঃ দুই-তৃতীয়াংশ শব্দ ইতিমধ্যে 'চন্দ্ৰকান্ত'ত সন্নিৱিষ্ট হ'ল সেইবাবে 'হেমকোষ'ৰ লগত সম্পৰ্ক নৰখাকৈ সংগ্ৰাহক বিহগী কবিৰ নামতে 'ৰঘুনাথ শব্দকোষ' নাম দি আমি তাক ৰচনাৱলীৰ শেষৰ পিনে সংযোজন কৰিব খুজিছিলোঁ , কিন্তু কবিগৰাকীৰ মূল ইচ্ছাৰ প্ৰতি শ্ৰদ্ধাৱান হৈ আৰু অন্যান্য কাৰণতো তেখেতে দিয়া নাম সলনি নকৰিলোঁ।

অসমীয়া অভিধান প্ৰধানকৈ দুখন ঃ 'হেমকোষ' আৰু 'চন্দ্ৰকান্ত'। ক'বলৈ গ'লে 'চন্দ্ৰকান্ত'ও 'হেমকোষ'ৰে কল্পান্তৰ বা বৰ্দ্ধিত কলেৱৰ মাত্ৰ। শব্দৰ অৰ্থ আৰু ব্যৱহাৰৰ উদ্ধাহৰণ আদিত 'চন্দ্ৰকান্ত'ই 'হেমকোষ'কে অনুসৰণ কৰিছে। এই দুয়োখন অভিধানৰ এখনো কিন্তু অসমীয়া ভাষাৰ সম্পূৰ্ণ অভিধান নহয়। বঙলা ভাষাৰ শব্দ বুলি শঙ্কা কৰিযে হওক বা অভিধানৰ কলেৱৰ বৃদ্ধিৰ ভয়তে হওক—নতুবা অন্য যি কাৰণেই নহওক ব্যৱহাৰত থকা তৎসম শব্দাবলীৰ বহুলাংশকে দুয়োখনতে পাৰ্য্যমানে পৰিহাৰ কৰা হৈছে। ইপিনে নামনি অসমৰ সদা-সৰ্বদা ব্যৱহাৰত থকা শব্দবোৰৰো প্ৰায় এক তৃতীযাংশ তাত পোৱা নাযায়। ফলত অসমীয়া শব্দাবলীৰ পূৰ্ণাঙ্গ অভিধান আজিও সম্ভৱ হৈ উঠা নাই—ই অনস্বীকাৰ্য্য নিৰ্মম সত্য। শব্দ-সম্ভাৰৰ স্বল্পতা আৰু তৎসম শব্দৰ ন্যূনতা অসমীয়া অভিধানৰ অমাৰ্জনীয় ক্ৰটী।

১৯৭৯ চনত অসম সাহিত্য সভাৰ সভাপতিৰ ভাষণত আমি জিলা সাহিত্য পৰিষদসমূহৰ জৰিয়তে আঞ্চলিক ভিত্তিত খনচেৰেক শব্দকোষ প্ৰণযন কৰাৰ প্ৰস্তাৱ দাঙি ধৰিছিলোঁ। তাকে কাৰ্য্যনিৰ্বাহকৰ বৈঠকেও সমৰ্থন কৰাত সম্প্ৰতি কামৰূপ, দৰং আদি জিলাত সেই কাম উৎসাহেৰে হাতত লোৱা হৈছে। ই অসমীয়া ভাষাৰ এখন পূৰ্ণাঙ্গ অভিধান ৰচনা কৰাত বিশেষ অৰিহণা যোগাব বুলি আশা কৰা যায়। আমাৰ মতে অসমীয়া ভাষাত পূৰ্ণাঙ্গ অভিধান এখন নথকাটো অসমীয়া শিক্ষিত সমাজৰ এটা ডাঙৰ কলঙ্ক। তাক দূৰ কৰিব লাগিবই।

বিংশ শতিকাৰ আৰম্ভণিতে, বহুকষ্টে আহৰণ কৰা শব্দবোৰৰ সম্পূৰ্ণ 'পৰিশিষ্ট'খন ৰচিত হৈছিল ১৯১৯ চনত ঃ 'চন্দ্ৰকান্ত'ৰ জন্মৰ বহুকাল পূৰ্বে আৰু 'হেমকোষ' প্ৰকাশ হোৱাৰ ১৭।১৮ বছৰৰ ভিতৰতে। তেনেকৈ চালে অসম সাহিত্য সভাৰ বৰ্ত্তমান আঞ্চলিক ভিত্তিৰ শব্দকোষ প্ৰণয়নৰ পৰিকল্পনাক কবি চৌধাৰীৰ পৰিকল্পনাৰে পৰম্পৰাগত প্ৰচেষ্টা বোলা যায়। গোৱালপাৰা, কামৰূপ, দৰং আৰু নগাঁও জিলাৰ, বিশেষকৈ প্ৰথম তিনিখন জিলাৰ অসংখ্য শব্দ 'হেমকোষ' আৰু 'চন্দ্ৰকান্ত'ত আজিও অপাংক্তেয় হৈ আছে। সমগ্ৰ অসমৰ আঞ্চলিক শব্দবোৰৰ সম্যক সংগ্ৰহৰ দ্বাৰা তৈয়াৰ কৰা শব্দকোষকেইখনৰ ওপৰত নিৰ্ভৰ কৰি ইতিমধ্যে ব্যৱহাৰত

প্ৰবেশ কৰি স্বীকৃতি লাভ কৰা তৎসম শব্দবোৰৰ অন্তৰ্ভুক্তিৰে প্ৰণয়ন কৰা অভিধানখনহে সম্পূৰ্ণ অসমীয়া অভিধান হ'ব।

দুখৰ কথা ৰচনাৱলীত সন্নিৱিষ্ট কৰা 'পৰিশিষ্ট'তো বিহগী কবিৰ সংগৃহীত বহুত শব্দকে আমি স্থান দিব নোৱাৰিলোঁ, কাৰণ সেইবোৰৰ অৰ্থ স্পষ্টকৈ লিখা হোৱা নাছিল। চৌধাৰীয়ে সম্ভৱ মনত পৰামতে বা যথাশ্ৰুতভাৱে সেইবোৰ লিপিবদ্ধ কৰি ৰাখিছিল মাত্ৰ, পিছত অৰ্থসহ বহলাই লিখি সম্পূৰ্ণ কৰাৰ মানসেৰে। কিবা কাৰণত সেয়ে হৈ নুঠিল। যেনে, অনেক ঠাইত শব্দবোৰ আছে, অৰ্থ নাই ; অনেকত আছে,—এবিধ গছ, এবিধ লতা, এবিধ চৰাই, এবিধ ধান ইত্যাদি ধৰণে ; কেনেকুৱা গছ, কি শ্ৰেণীৰ কেনে চৰাই ইত্যাদিৰ নিৰাকৰণ নাই। তথাপি তেনে কিছুমান নাম আমি শেষৰ পিনে শ্ৰেণীবদ্ধ কৰি ৰাখিছোঁ। 'শ'ৰ পাছৰ বহী পোৱা নগ'ল, গতিকে 'হেমকোষ-পৰিশিষ্ট' অসম্পূৰ্ণ ৰ'ল।

'পৰিশিষ্ট'ৰ শব্দবোৰ মূল বহীৰপৰা চালি-জাৰি গ্ৰহণ কৰোঁতে আমি প্ৰতিটো শব্দকে 'হেমকোষ' আৰু 'চন্দ্ৰকান্ত'ত আছে নে নাই আৰু আছে যদিও 'পৰিশিষ্ট'ৰ অৰ্থটো তাত আছে নে নাই ইত্যাদি দিশবোৰ যথাসাধ্য পৰীক্ষা কৰি চাইছোঁ। 'হেমকোষ' আৰু 'চন্দ্ৰকান্ত'ত থকা অথচ 'পৰিশিষ্ট'ত দিয়া অৰ্থ নথকা শব্দ কিছুমান উল্লেখ কৰিলে কথাটো বুজাত সহজ হ'ব। উদাহৰণ, 'উৰুলি' শব্দ। 'চন্দ্ৰকান্ত'ই দিয়া মতে ইয়াৰ অৰ্থ—'উৎসৱ বা মঙ্গল কাৰ্য্যত তিৰোতাই জিভা লৰাই কৰা শব্দ (উল্ উল্ শব্দজ)'। আধুনিক অসমীয়া অভিধানৰ মতে 'শুভ কাৰ্য্যত তিৰোতা মানুহে জিভাৰ সহায়েৰে কৰা উলু-লু ধ্বনি।' 'হেমকোষে' কয় 'মুখেৰে কৰা শব্দ বিশেষ ; তিৰোতাই মঙ্গল কাৰ্য্যত জিভা লৰাই কৰা শব্দ।' কিন্তু সেই একেটা শব্দয়ে যে শুভ-আহ্বানৰ সূচনাৰ পৰিবৰ্তে ঠাই বিশেষে অশুভ 'বিতাড়ন' বা দূৰীকৰণ অৰ্থবো সূচনা কৰিব পাৰে—সেইটো 'চন্দ্ৰকান্ত' 'হেমকোষ' 'আধুনিক' আদিৰ এখনেও কোৱা নাই। 'পৰিশিষ্ট'ত থকা অৰ্থ 'গিৰ্জনি'। উদাহৰণ, বক্তৃতা দিবলৈ উঠি মুখ মেলোঁতেই ৰাইজে তেওঁক উৰুলি (হুৰুলি ?) দি খেদিলে। তেনে অনেক শব্দৰ 'হেমকোষ'-'চন্দ্ৰকান্ত'ত নথকা ওপৰঞ্চি অৰ্থ 'পৰিশিষ্ট'ই দিছে, যেনে—

বেহু—কোনো বস্তু খাওঁতে ডিঙিত লগা গাঁঠি।

বাঘিনী—গলৰ এফাল উখহা এটা ৰোগ।

ভাও—দৰ ; মূল্যৰ পৰিমাণ।

মাঠ—ডাঙৰ কলহ।

ৰাম—সমনীয়াক মতা ভদ্ৰ সম্বোধন ; যেনে, ৰাম, ক'লৈ যোৱা হৈছিল?
প্ৰথম সংখ্যা, এক।

ৰূপহী—দুৱাৰৰ ওপৰত দিয়া হেদালি।

লোটনি—কাপোৰৰ আঁচলত দিয়া বৰৈ।

লোৰ—মণিৰ খাপি।

টুপীয়া—পুৰিয়া (তামোল) (ক্ৰিয়া)।

'পৰিশিষ্ট'ৰ বহু শব্দৰ লগত আৰু অনকি চৌধাৰীয়ে দিয়া বহু অৰ্থৰ লগতো আমাৰ এজনৰো সম্যক পৰিচয় নথকাত সেইবোৰ শব্দ বা অৰ্থ আমি প্ৰশ্নসূচক চিনেৰে (?) বিশেষিত কৰি ৰাখিছোঁ। যেনে,

গুল—খাম বা বেৰি। (?)

? গেন্দেৰা পিট—যেৰ পাত।

ঘেৰামি—ফাল্টু মানুহৰ কামচোৰা বিষয়া। (?)

? কাহুৰ—জেদ।

? জাউৰীয়া মাটি—চাহ মাটি।

? ঠেংপি—ভৰিপাথান।

ডিঙা—বাঁহৰ চুঙা। (?)

? তলপেনী—লুকাই খোৱা জলপান।

দাব—ঘোঁৰাৰ নখ। (?)

নামখড়ি—ল'ৰাই পুথি হাতত লৈ জয় জয়তে কৰা স্তুতি। (?)

মিৰি মাহ, গাৰো মাহ, ডফলা মোৰ, ডোম জ্বৰ, মিচিমি তিতা (ভদ্ৰ লতা), ভূজালুক, ফিৰিকাদিনা, ফুলবাঁৰী, বৰেৰ পুৰা, তেলৰ ভাৰ, ফুটিল পুৰা এনেবোৰ শব্দৰ উপৰিও পূবে বগাডাঁৰ (দাঁৰ ?) দিয়া, মৰি মৰজাহ দি, এনে ধৰণৰ বাক্যাংশৰ ব্যৱহাৰ সঘনে পোৱা যায় যদিও আমাৰ অভিধানে সেইবোৰৰ অৰ্থ আজিলৈকে দিয়া নাই। আঞ্চলিক শব্দ কিছুমানত বাহিৰেও ব্যাপকভাৱে চলি থকা অলেখ শব্দ অভিধানত অবহেলিত হৈ আছে ; যেনে, আঁতাৰ, আঁৰাল, আঠাশিঠা, উদগোবেৰি, উৰণটকীয়া, কাঁচি ৰ'দ, কাম-ছায়া, কাঁড়-পাখি, যগা, মামৰীয়া, গোগল, ঘুগুৰীয়া, চৰপতী, চাঁচ (চেঁচুক), জৰীয়া, টোপা, টুলাটেঙা, ঠৰুএগা, ভূঁই আলি, মলুৱাবাৰি ইত্যাদি। শব্দবোৰ যেনেকৈ পোৱা হৈছে ঠিক তেনেকৈয়ে ৰখা হৈছে। অৰ্থও।

বিহগী কবি ৰঘুনাথ চৌধাৰীৰ লেখাত চলিত তৎসম সংস্কৃত শব্দ আৰু গঞা সমাজত চলি থকা খাচ অসমীয়া শব্দ উভয়ৰে মধুৰ সমাবেশ ঘটিছিল। পূৰ্ণাঙ্গ প্ৰকৃত অসমীয়া অভিধান এই দুয়োবিধ শব্দৰ আধাৰ হ'ব লাগিব। আমি বহুকষ্টে ২০।২৫ দিন একেৰাহে ৪।৫ ঘণ্টাকৈ যুটীয়াভাৱে খাটিও শব্দবোৰ বাছি উলিওৱাত বাহিৰে সেইবোৰ অভিধানৰ নিয়মমতে বৰ্ণানুক্ৰমত শৃঙ্খলাবদ্ধভাৱে সজাব নোৱাৰিলোঁ। তাৰ বাবে ক্ষমা বিচাৰিছোঁ।

## উপসংহাৰ

আৰম্ভণিতে উল্লেখ কৰা হৈছে যে 'ৰঘুনাথ চৌধাৰী ৰচনাৱলী' সংকলন আৰু সম্পাদনৰ দায়িত্ব প্ৰায় ডেৰ বছৰ পূৰ্বেই গ্ৰহণ কৰা হৈছিল। পোনতে কামটো দেখাত যিমান সহজ লাগিছিল প্ৰকৃততে তেনে হৈ নুঠিল। প্ৰথম কথা আতাৰ পুথিবোৰৰ দুষ্প্ৰাপ্যতা। প্ৰকাশিতবোৰৰ কথা বহু-তহ হাতেলেখাবোৰৰ কথা আৰু

চাৰ। তেওঁৰ নিজা বাসগৃহতো সেইবোৰ যথাযথৰূপে সংৰক্ষিত হোৱা নাই। তথাপি বহু যত্নে, বহু কষ্টৰ মূৰত, সকলোৰে সহযোগত যিমান পৰা যায় সেইবোৰ সংগ্ৰহ কৰি ৰচনাৱলীত যুগুত কৰা হ'ল। সমল সংগ্ৰহৰ ক্ষেত্ৰত বিদৰে আহুকালৰ সম্মুখীন হ'বলগীয়া হৈছিল ছপাশালত দিয়া কামতো আদিতে অনুৰূপ জোঁট-জেঙাই আগুৰি ধৰিছিল। তাতে সমস্যাসঙ্কুল চলিত বছৰটোত আমাৰ মূৰত সাহিত্য সভাৰ সভাপতিৰ গুৰু ভাৰখন পৰাত সম্পাদনাৰ কামটো আৰু অধিক আহুকলীয়া হৈ পৰিছিল। ইমানেই যে একাধিক প্ৰতিবন্ধকৰ বাবে ছপাশালৰ অগ্ৰগতি নেদেখি এটা অৱস্থাত এই দায়িত্বৰপৰা অব্যাহতি ল'বলৈয়ে বিচৰা হৈছিল। পিছে এই জাতীয় কৰ্তব্যটোৰ গুৰুত্ব আৰু যথাসময়ত ৰচনাৱলী প্ৰকাশৰ প্ৰয়োজনীয়তাৰ কথা চিন্তা কৰি সাহিত্য সভাৰ কাৰ্য্যপালিকাৰ অনুৰোধক্ৰমে পুনঃ তাত প্ৰবৃত্ত হ'বলগীয়া হ'ল।

এইবাৰ মনত সংকল্প লৈ কামত পুনৰ হাত দিয়াৰ লগে লগে আহিল বিদেশী নাগৰিকৰ বহিষ্কৰণ আৰু ভোটাৰ তালিকাৰপৰা সিবিলাকৰ নামৰ্কতন সম্পৰ্কে গঢ়ি উঠা অসমীয়া ৰাইজৰ স্বতঃস্ফূৰ্ত বিৰাট জাতীয় গণ-আন্দোলন। কোনো কামতে কাৰো মন নবহাত পৰিল। তেনে হুলস্থূলৰ মাজত সমাধা কৰা আমাৰ এই মহৎ কৰ্তব্য যে নিখুঁত আৰু মনঃপূত নহ'ল তাক আমি মৰ্মে-মৰ্মে অনুভৱ কৰিছোঁ। পিছে আতা ৰঘুনাথ চৌধাৰীৰ স্মৃতি ৰোমন্থন এই সময়ত একপ্ৰকাৰে আমাৰ কৰ্ম-প্ৰেৰণাৰো উৎসৰ দৰে হৈ পৰিছে। বিদেশী লোকে ভাৰতৰ অঙ্গৰাজ্য অসমত অবৈধভাৱে প্ৰৱেশ কৰি অসমৰ ভাষা, সংস্কৃতি, অৰ্থনৈতিক গাঁথনি আৰু জাতীয় অস্তিত্ব বিনাশ কৰিবলৈ পৰিকল্পিতভাৱে কৰা প্ৰচেষ্টাৰ বিৰুদ্ধে গঢ়ি উঠা বৰ্তমানৰ সৰ্বাত্মক গণতান্ত্ৰিক অহিংস আন্দোলনৰ লগত আতাৰ জন্মশতবাৰ্ষিকী উদ্‌যাপনৰ তাৎপৰ্য্য আৰু সাৰ্থকতা নথকা নহয় ; বৰং বেছিহে হৈছে। এসময়ৰ গণ-আন্দোলনৰ অন্যতম নায়ক চৌধাৰী আতাৰ কাৰ্যাৰ স্মৰণ আৰু মনন বৰ্তমানৰ গণ-আন্দোলনৰো পাথেয় হ'ব। ইংৰাজ কবি ওৱৰ্ডচ্‌ৱৰ্থে দেশৰ এনে দুৰ্দিনতে বিপ্লৱী কবি মিল্টনক স্মৰণ কৰি কৈছিল—"Milton ! thou shouldst be living at this hour : England hath need of thee"

এই প্ৰসঙ্গতে এটা বিশেষ কথা উল্লেখ কৰিব খুজিলোঁ। অধিক সংখ্যক অসমীয়া লেখকৰ দৰে আতাৰো প্ৰায় আটাইবোৰ লেখা প্ৰথমে সাময়িক আলোচনীৰ পাতত প্ৰকাশ হৈছিল। পিছতহে সেইবোৰে একত্ৰিত হৈ বিশেষ নামৰ পুথি-প্ৰস্তুতিত সহায় কৰে। তেওঁৰ প্ৰথম আৰু শেষ লেখালৈকে সেই একে কথা। সেয়েহে বিংশ শতিকাৰ প্ৰথম দশকৰ আৰু মৃত্যুৰ আগৰ দশকৰ (ছয় দশকৰ) অনেক প্ৰবন্ধ আৰু কবিতা এতিয়াও নানা আলোচনীৰ পাততে নিবদ্ধ আছে। ৰচনাৱলীৰ এৰা-ৰোটলা কবিতাৱলী আৰু ওপৰঞ্চিৰ 'সংসাৰী মানব', 'স্নাতক' আদি প্ৰবন্ধ-কবিতা আদিয়ে তাৰ স্বাক্ষৰ বহন কৰিছে। 'সংসাৰী মানৱ' প্ৰবন্ধকে ধৰি ভালেকেইটা প্ৰবন্ধ আৰু দুষ্প্ৰাপ্য কবিতা পুৰণি আলোচনীৰ বুকুৰপৰা উদ্ধাৰ কৰি আমাৰ অনুৰোধত

সেইবোৰৰ প্ৰতিলিপি আমালৈ পঠিয়াই আমাক কৃতাৰ্থ কৰিছে আগন্তুক ৰহা অধিৱেশনৰ কাৰণে নিৰ্বাচিত অসম সাহিত্য সভাৰ সভাপতি শ্ৰীযুত যতীন্দ্ৰনাথ গোস্বামীয়ে। তেখেতৰ দৰেই আৰম্ভণিৰেপৰা আমাক বিবিধ সমলেৰে সহায় কৰি আহিছে সাহিত্য সভাৰ প্ৰাক্তন সভাপতি শ্ৰীযুত অতুলচন্দ্ৰ হাজৰিকা আৰু সোদৰোপম শ্ৰীমান নন্দ তালুকদাৰ—অধ্যাপকদ্বয়ে। এই ছেগতে তিনিওজনালৈ আমাৰ সশ্ৰদ্ধ কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

শ্ৰদ্ধেয় বন্ধু শ্ৰীজিতেন্দ্ৰনাথ বুজৰবৰুৱাই লাগতিয়াল পুথি আৰু আলোচনীৰ সমলেৰে আমাক যি পৰিমাণে সহায় কৰিছে তাৰ যথাযথৰূপে শলাগ ল'বলৈ ভাষাৰে নাটনি। প্ৰথম তাঙৰণৰ 'সাদৰী' এখন বিচাৰি আনি দিয়া শ্ৰীমান তনু বৰুৱাৰ নাম ধন্যবাদ সহকাৰে আমি আৰম্ভণিতে উল্লেখ কৰিছোঁ। বিশেষ উল্লেখযোগ্য এই যে সাহিত্য সভাৰ চলন্ত বছৰৰ উপসভাপতি অধ্যাপক ৰজনীকান্ত দেৱশৰ্মা আৰু অধ্যাপক যোগেশ দাসে ৰঘুনাথ চৌধাৰীৰ সংগৃহীত 'হেমকোষৰ পৰিশিষ্ট'খন চালি-জাৰি উলিয়াই যুগুত কৰাত আমাৰ লগত কুৰি-পঁচিশ দিন যি ধৈৰ্য্য আৰু কষ্ট সহিষ্ণুতাৰে নিস্বাৰ্থভাবে খাটিলে তাৰ পূৰ্ণ স্বীকৃতি ভাষাৰে দিবলৈ আমি অপাৰগ। সাহিত্য সভাৰ প্ৰতি থকা অসীম অনুৰাগ আৰু আতাৰ প্ৰতি থকা অগাধ শ্ৰদ্ধাই এনে হাড়-ভঙা খাটনিৰ একমাত্ৰ পাৰিশ্ৰমিক। তেখেতসকলৰ উপৰিও মাজে-সময়ে দিহা-পৰামৰ্শেৰে এই কামত আমাক সহায় কৰোঁতা নানাজনৰ ভিতৰত ডঃ হেমন্তকুমাৰ শৰ্ম্মা আৰু শ্ৰীনৰেন্দ্ৰনাথ শৰ্মাৰ নামো এই প্ৰসঙ্গত কৃতজ্ঞতা সহকাৰে ল'বই লাগিব।

চৌধাৰী আতাৰ পৌৰোহিত্যত অনুষ্ঠিত অসম সাহিত্য সভাৰ তেজপুৰ (১৯৩৬) অধিৱেশনৰ স্মৃতিবাহক আলোক চিত্ৰখন আৰু ওপৰঞ্চিৰ শেষৰ সমল 'অসমৰ ভিতৰফাল' শিতানৰ পুস্তিকাখনি আমি শ্ৰীযুত খনীন্দ্ৰচন্দ্ৰ বৰুৱাৰপৰা পাই উপকৃত হৈছোঁ ; তেখেতলৈ আমাৰ হিয়াভৰা শলাগ জনালোঁ।

উপৰোক্ত সদাশয় ব্যক্তিসকলৰ উপৰি ডঃ প্ৰফুল্লদত্ত গোস্বামী, অধ্যাপক যোগেন্দ্ৰ নাৰায়ণ ভূঞা, কবি ভৱানন্দ ৰাজখোৱা, হেমৰথ বৰ্মণ, তিলক দাস, ডিম্বেশ্বৰ শইকীয়া, কিশোৰীমোহন পাঠক, হৰিনাথ শৰ্মা, দ্বিপেন শৰ্মা, বিশ্বনাৰায়ণ শাস্ত্ৰী, তফজ্জুল আলী আদিসকলৰপৰাও নানাপ্ৰকাৰৰ সহায় আৰু দিহা-পৰামৰ্শ পোৱা হৈছিল। তেখেতসকল আমাৰ সশ্ৰদ্ধ ধন্যবাদৰ পাত্ৰ।

বিহগী কবিৰ ভতিজাবোৱাৰী (সঙ্গীত-কবি উমেশচন্দ্ৰ চৌধাৰীৰ পত্নী) শ্ৰীযুক্তা বসুন্ধৰা চৌধাৰী আৰু নাতি শ্ৰীমান শান্তৰাম চৌধাৰী প্ৰমুখ্যে সুবৃহৎ চৌধাৰী পৰিয়ালটোৱে সাহিত্য সভাৰ গুৱাহাটী কাৰ্য্যালয় ভগৱতীপ্ৰসাদ বৰুৱা ভৱনলৈ আতাই ব্যৱহাৰ কৰা এক আলমাৰী কিতাপ দান কৰাৰ উপৰি ৰচনাৱলী সংকলনৰ লগত সৰ্বতোভাবে সহযোগ কৰিছে। পৰিয়ালৰ সদৌটিলৈকে আমাৰ হিয়াভৰা কৃতজ্ঞতা যাচিলোঁ।

সত্যৰ খাটিৰত এইখিনিতে উল্লেখ কৰা যাওক যে ৰচনাৱলী সম্পূৰ্ণ কৰি তুলিবৰ কাৰণে প্ৰতিলিপি তৈয়াৰ, গ্ৰন্থ-অন্বেষণ আদি কামত আমাক আমাৰ দুহিতা শ্ৰীমতী শেৱালি বৰুৱা আৰু পুত্ৰ শ্ৰীমান ৰাজীৱ বৰুৱাই অকুণ্ঠ সহায় আগবঢ়াইছিল। উভয়কে আশীৰ্বাদ দিলোঁ।

শেহাম্ভত বাৰ্ষিক অধিবেশনৰ আগে আগে ৰচনাৱলী প্ৰকাশৰ কাম খৰধৰকৈ শেষ কৰি দিয়া বাবে পূৰ্বদেশ মুদ্ৰণৰ মালিক শ্ৰীপ্ৰশান্ত শৰ্মা প্ৰমুখ্যে কৰ্মীবৃন্দক আৰু প্ৰকাশনৰ তৎপৰতাৰ কাৰণে প্ৰধান সম্পাদক শ্ৰীলীলা গগৈক শলাগ জনালোঁ।

ৰঘুনাথ চৌধাৰী ৰচনাৱলী সম্পাদনাত আমাৰ পদে পদে ভুলক্ৰটী হৈছে, তাৰ ছত্ৰে ছত্ৰে অক্ষমতা প্ৰকাশ পাইছে, সেইটো আমি মৰ্মে-মৰ্মে উপলব্ধি কৰিব পাৰিছোঁ। সেই হেতুকে ক্ষমাই সজ্জনসকলৰ ভূষণ বুলি জানি আমি সদৌ শেষত সৰ্বদোষ মৰিষণৰ কাৰণে পাঠকমণ্ডলীৰ ওচৰত ক্ষমা ভিক্ষা কৰিলোঁ। ইতি—

নৱগিৰি ;
চানমাৰী ; গুৱাহাটী - ৩
৩১ জানুৱাৰী ; ১৯৮০

[signature]

# ছিলং মুকুল সংঘৰ ইতিবৃত্ত

ছিলং চহৰ। ১৯৪৫ চনৰ জানুৱাৰী মাহ। বিশ্ব-ব্যাপী দ্বিতীয় মহাসমৰৰ পৰিসমাপ্তি তেতিয়াও হ'বৰ নৌ। নগৰৰ আলিয়ে-পদূলিয়ে ভাৰতীয়, কানাডিয়ান, বৃটিছ, আমেৰিকান, নিগ্ৰো, আফ্ৰিকান আদি নানা দেশৰ নানা তৰহৰ সৈন্যৰ বিপুল সমাৰোহ। নগুলা-পদূলি, ঠেক 'গলি', ৰাজ-আলি, গছৰ তল, মুকলি ময়দান, দোকান-বজাৰ সকলো ঠাইতে সৈন্যই একাকাৰ। এই সকলোবোৰ ঠাই যেন সিহঁতৰ একচেতীয়া সম্পত্তিহে। ইফালে আকাশত যুদ্ধৰ বিমানৰ হো-হোৱনি, তলত বৈ বৈ বজা 'চাইৰেণ'ৰ বিকট আৰাও। দিনত যুদ্ধ-যান আৰু 'চাইৰেণ'ৰ কাণ-ফলা শব্দ, ৰাতি হ'লে 'ব্ৰেকআউট'ৰ ঘিট্‌মিটীয়া আন্ধাৰ—এই সকলোবোৰে জনসাধাৰণৰ শঙ্কিত অন্তৰ আৰু বেছি শঙ্কাতুৰ আৰু সন্ত্ৰস্ত কৰি তোলে। এই হেন পৰিস্থিতিত মানুহৰ মনৰপৰা যেন শান্তি আৰু গভীৰ চিন্তা চিৰকালৰ কাৰণে বিদায় লৈছে। 'দিন-ভিক্ষা, প্ৰাণ ৰক্ষা'ৰ দৰে সকলো যেন খন্তেকৰ চিন্তা আৰু চলন্ত বাস্তৱ লৈয়ে ব্যস্ত। নগৰৰ ঘৰবোৰৰো ভাড়া তেতিয়া তেনেই তাকৰ। ১৯৪২ চনৰপৰা ১৯৪৫ চনলৈ ছিলঙত ভাল মধ্যবিত্ত পৰিয়ালৰ বাসোপযোগী, পানী-বিজুলীবাতিৰ সা-সুবিধা থকা আহল-বহল ঘৰ একোটা ৪০। ৫০ টকা ভাড়াত সহজে পোৱা হৈছিল। লাইট্‌উম্‌খ্ৰাৰ পূব প্ৰান্তত থকা তেনেকুৱা কম-ভাড়াৰ ঘৰ এটাত তেতিয়া ৫।৬ জন শিক্ষিত যুৱক 'মেছ' কৰি একেলগে আছিল। ঘৰটোৰ পূব-পিৰালিত সূৰ্য্যোদয়ৰ ৰ'দ-জিলিঙনি পোনতে পৰিছিল বাবে তাৰ নাম ৰখা হৈছিল 'ছান-ভিউ'। সেই ঘৰৰ একে কম্পাউণ্ডতে অন্য এটা ঘৰত তেতিয়া সপৰিয়ালে বাস কৰিছিল শ্ৰীভদ্ৰকান্ত বৰুৱা, মুখত সদায় হাঁহি নুগুচা এজন সৰবৰহী ভদ্ৰলোক। ছিলঙৰ অন্যান্য সকলো 'মেছ'ৰ দৰে সেই 'মেছ'তো বন্ধৰ দিনত তাচ-পাশাৰ আড্ডা চলিছিল।

'ছান-ভিউ মেছ'ৰ নিচেই ওচৰতে বাস কৰিছিল শ্ৰীদেৱীচৰণ দাস। পৰিয়ালত আছিল যদিও তেওঁ আছিল তেতিয়া অবিবাহিত ডাং-বৰলা। সেই কাৰণে 'ছান-ভিউ মেছ'তেই তেওঁ অৱসৰৰ অধিকখিনি কাল কটাইছিল।

সেইদিনা আছিল ১৯৪৫ চনৰ চৈধ্য জানুৱাৰী। দেওবাৰ। সময় প্ৰায় দুই মান বাজিছে। 'ছান-ভিউ'ৰ এমূৰৰ এটা কোঠালিত ইতিমধ্যে তাচ-খেলা আৰম্ভ হৈছিল। বিছনাত বহি ৫। ৬ জন লোক তাচ-খেলাত মগ্ন। 'মেছ'ৰ বাহিৰৰো ২। ৩ জন ভকত আহি তাত যোগদান কৰিছে, 'মেছ'ৰো দুজনমান আছে। 'মেছ'ৰ বাকীকেইজনৰ কোনোৱে লেপৰ তলত গা সুমাই চেলেউ হুপিছে, কোনোৱে নাটক-উপন্যাস কিবা

এখনকে বা বুকুৰ ওপৰত তুলি লৈ শুই-শুই পঢ়িছে। টোপনি কাৰো অহা নাই। এনে সময়ত তাত শ্ৰীদেৱী দাসৰ আৱিৰ্ভাৱ হ'ল। তেওঁ আহি গল্প আৰম্ভ কৰিলে। তেৰেঁই পোনতে কথাৰ লাচতে উলিয়ালে—'হেৰি বৰুৱা (অতুল বৰুৱা), আমি এনেকৈ শুই-বহিনো আৰু কিমান দিন কটাম? দেওবাৰৰ আজৰি সময়খিনিত কিবা মিটিং-টিটিঙকে নকৰোঁ কিয়? আপুনি কলেজত অধ্যাপকটো হৈ থাকিলেই হ'বনে?'

উত্তৰ আহিল—'কিয় নকৰিম? নিশ্চয় কৰিম। 'ভাবিলে নহয় কাজ উদ্যমত সিজে ; সিংহৰ মুখত মৃগ নপৰেহি নিজে।' মাতক শইকীয়াক, মাতক শৰ্মাক আৰু আমাৰ বয়োবৃদ্ধ বৰুৱাকো মাতক। মিটিং এতিয়াই পাতোঁহঁক।'

যেই কথা, সেই কাম। অন্ততঃ শ্ৰীদেৱী দাসৰ কাৰণে তেনে অৰ্থ। গতিকে তেওঁৰ আহ্বানত শ্ৰীতাৰা শইকীয়া, শ্ৰীসিদ্ধেশ্বৰ শৰ্মা আৰু শ্ৰীভদ্ৰকান্ত বৰুৱা তৎক্ষণাৎ গোট খালেহি। তেওঁলোকৰ আগত তপতে তপতে দাঙি ধৰা হ'ল—'আমি এখন দেওবৰীয়া আলোচনা সভা পাতিব খুজিছোঁ। তাত যাৰ যি ৰুচি সেইমতে আলোচনা কৰিব পাৰিব আৰু বাকীসকলে তাত ভাগ ল'ব বা তাকে শুনিব। দুপৰীয়া খাই-বৈ উঠি সদায় দেওবাৰে আমি যি কৰোঁ তাৰ পৰিবৰ্ত্তে এঘন্টা-দুঘন্টা কাল এইদৰে আলাপ-আলোচনা কৰি চাহ-জলপান খাই ফুৰিবলৈ ওলাম। কেনে দেখে?' অলপ আলোচনা-সমালোচনা কৰাৰ পিছত সকলো সন্মত হ'ল। পাছৰ দেওবাৰে তাক বাস্তৱত ৰূপ দিবলৈ স্থিৰ কৰা হ'ল। এয়ে মুকুল সংঘৰ পোন-পহিলা বৈঠক।

দ্বিতীয় বৈঠক বহিল ২১ জানুৱাৰী, দেওবাৰে। ইতিমধ্যে শ্ৰীদেৱী দাস আৰু শ্ৰীঅতুল বৰুৱা দুয়ো লগ লাগি এদিন স্বৰ্গীয় ভুবন শৰ্মাক লগ ধৰিলে। তেতিয়া শৰ্মাই ঘৰভাড়া কৰি সপৰিয়ালে বাস কৰিছিল লাইট্‌উম্‌খ্ৰাৰে এটি প্ৰান্তত, 'ছান-ভিউ মেছ'ৰপৰা পোনে পোনে প্ৰায় দুই ফাৰ্লঙৰ ভিতৰতে। দুয়ো বন্ধুই জানিছিল যে সভা-সমিতি আৰু সদালাপত শৰ্মা সদায় উৎসাহী আৰু আগৰণুৱা। বিশেষকৈ শৰ্মাৰ লগত সহ-প্ৰতিনিধিৰূপে ইতিপূৰ্ব্বে কেইবাখনো সন্মিলনত যোগদান কৰাৰ অভিজ্ঞতা বৰুৱাৰ আছিল। সিদিনাও শৰ্মাক গৈ দুয়ো উদ্দেশ্যটো ক'বলৈহে পালে, শৰ্মা তেনেই উলাহত জঁপিয়াই উঠিল। তেওঁ তাত যোগদান দিবলৈ সম্মত হ'ল আৰু দ্বিতীয় বৈঠকত সেইমতে ২১ জানুৱাৰীৰ দিনা 'ছান-ভিউ মেছ'ত সবাতোকৈ আগে উপস্থিত হ'লগৈ। অকল সেয়ে নহয়, লগতে তেওঁ লৈ গ'ল তেওঁৰ আত্মীয় আৰু প্ৰতিবাসী শ্ৰীযামিনী গোস্বামীক। যথা সময়ত সভা বহিল। উপস্থিত হ'ল আগৰ পাঁচজন সভ্যৰে সৈতে সৰ্ব্বমুঠ সাতজন লোক। তাতে শ্ৰীভদ্ৰ বৰুৱাই ৰগৰ কৰি ক'লে—'এৰা, ভালেই হ'ল দিয়া। আমি সপ্তৰথী হ'লোঁ। সাহিত্য বা অন্য কিবা গঢ়িব নোৱাৰিলেও অন্ততঃ সপ্তৰথীয়ে বেঢ়ি ধৰি তাহানি অভিমন্যুক বধ কৰাৰ দৰে সময় বধ কৰিবতো পাৰিম!' আমি সকলোৱে হাহিলোঁ।

সকলোৰে প্ৰস্তাৱমতে শ্ৰীভদ্ৰকান্ত বৰুৱাই সেইদিনা সভাপতিৰ আসন গ্ৰহণ কৰিলে। সভাখনৰ নাম-সেইদিনাও ঠিক কৰা নহ'ল, পিছৰ বৈঠকৰ কাৰণে সকলোকে

ভাবি আহিবলৈ কোৱা হ'ল। সভাৰ কাৰ্য্য-বিৱৰণীৰ সূত্ৰ বা আঁত ধৰিবলৈ সম্পাদকৰ ভাৰখন দিয়া হ'ল শ্ৰীঅতুলচন্দ্ৰ বৰুৱাৰ ওপৰত। নানা তৰহৰ গল্প-গুজবৰ অন্তত চাহ-জলপান খাই সেইদিনা সভাভঙ্গ কৰা হ'ল। ইতিমধ্যে সভাৰ কেইবাজনো সভ্য কাজে-কামে নিলগলৈ যাবলগীয়া হোৱাত ২৮ জানুৱাৰীত সভা ঠিকমতে নহ'লেই। চতুৰ্থ বৈঠকখন স্বৰ্গীয় ভুবন শৰ্ম্মাই তেখেতৰ ঘৰলৈ নিমন্ত্ৰণ কৰি গ'ল। শৰ্ম্মাৰ ঘৰত বহা এইখন বৈঠকত ৪। ২। ৪৫ তাৰিখে সভাপতিত্ব কৰিছিল শ্ৰীযামিনী গোস্বামীয়ে। তাতেই পোন প্ৰথমে স্বৰ্গীয় ভুবন শৰ্ম্মাই 'অভ্যাস' শিতানত বিতোপন ৰচনা এখন পাঠ কৰিছিল আৰু মুকুল সংঘৰ ইযে আছিল প্ৰথম লিখিত অৱদান। সেইদিনা, ৰচনাখন সম্পূৰ্ণ কৰি তুলিবলৈ সকলোৱে উপদেশ আগবঢ়াইছিল।

এইখিনিতে আৰু এটা কথা উল্লেখ কৰা বোধহয় অপ্ৰাসঙ্গিক নহ'ব। সংঘৰ নামকৰণ হোৱাৰ পাছতেই নিয়মাৱলী তৈযাৰ কৰিবলৈও প্ৰস্তাৱ কৰা হৈছিল। এই প্ৰসঙ্গত শ্ৰীদেৱীচৰণ দাসে অন্যান্য সভা-সমিতিৰ উদাহৰণ দি ইযাৰো যে দেশ-হিতকৰ মহৎ উদ্দেশ্য আছে আৰু সভ্য-ভৰ্ত্তি আৰু পুঁজি-সংগঠনৰ কাৰণে লিপিবদ্ধ নিয়ম-প্ৰণালী থাকিব লাগে সেই বিষয়ে উত্থাপন কৰিলে। সম্পাদকে সেই বিষয়ে প্ৰস্তাৱকৰ লগত একমত হ'ব নোৱাৰি ক'লে—'অভিজ্ঞতাই ইঙ্গিত দিযে যে সভা-সমিতি আদি সকলো অনুষ্ঠানৰে মৃত্যুৰ কাৰণ সাধাৰণতে তিনিটা বুলি ধৰিব পাৰি, যেনে,—(১) কট্‌কটীয়া কঠোৰ নিয়ম-প্ৰণালী, (২) শকত ধন-ভঁৰাল আৰু (৩) আকাশ-লংঘা আদৰ্শ। আমাৰ মতেৰে এই তিনিটাৰ এটাৰো আমাৰ সম্প্ৰতি প্ৰয়োজন নাই। আমাৰ সংঘৰ কোনো লিখিত নিয়ম থাকিব নালাগে। চলি থাকোঁতে প্ৰয়োজনমতে আমি নিয়ম গঢ়িম আৰু তাৰ পৰিৱৰ্ত্তন কৰিম। দ্বিতীয়তে, গঠনমূলক কোনো বিশেষ কাম হাতত নোলোৱালৈকে আমাৰ শকত পুঁজিৰ দৰকাৰ নাই। সংঘ সম্প্ৰতি বিনা পুঁজিয়ে চলক। ৰৌ-মাছৰ মূৰ পালে আমি তেল-মচলাও যোগাৰ কৰিব পাৰিম। অনেক সময়ত অৰ্থই অনৰ্থনৰ মূল হয়। তৃতীয়তে, আমাৰ উদ্দেশ্যও হ'ব পোনতে আলাপ-আলোচনাৰ মাজেদি আত্মোন্নতি সাধন ; তাৰ পিছতহে দেশ আৰু দহৰ উপকাৰ-চিন্তা।' কোৱা বাহুল্য, বহুত তৰ্ক-বিতৰ্কৰ অন্তত সম্পাদকৰ লগতেই শ্ৰীদাসকে ভিতৰ কৰি সকলোৱে হয়ভৰ দিলে আৰু সংঘ সেইমতেই চলিবলৈ ধৰিলে আৰু আজিও তাৰ মূল নীতিবোৰ একেদৰেই আছে।

পঞ্চম বৈঠক বহে পুনঃ 'ছান-ভিউ মেছ'ত। সেই বৈঠকত সভাপতিত্ব কৰিছিল অধ্যাপক শ্ৰীচন্দ্ৰমল কাকতীয়ে। স্বৰ্গীয় ভুবন শৰ্ম্মাৰ প্ৰস্তাৱমতে সেই বৈঠকতে সভাৰ, পিছত-পৰিবৰ্ত্তন-সাপেক্ষে, নাম ৰখা হয়—মুকুল সংঘ, অৰ্থাৎ মনত বিপুল আশা-ভৰসা লৈ লাজকুৰীয়াভাৱে কামলৈ আগবঢ়া যুৱক গোটাচেৰেকৰ জিৰণি-মেল। তাৰ পিছত মুকুল সংঘলৈ দুই-এজনকৈ ওচৰ-পাঁজৰ আৰু দূৰৰ সাহিত্যানুৰাগী লোকো আহিবলৈ ধৰিলে। এইদৰে শ্ৰীপ্ৰবোধ গোস্বামী, শ্ৰীতৰুণ মজুমদাৰ, শ্ৰীমতী সুপ্ৰভা গোস্বামী, শ্ৰীগোকুল গোস্বামী, স্বৰ্গীয় নীলিম বড়া, শ্ৰীপদ্ম

বৰঠাকুৰ আদি লোকসকলে প্ৰথম দহখন বৈঠকতে আহি পূৰ্ব্বৰ সভ্যসকলৰ লগত যোগদান কৰি সংঘখন ৰঞ্জিত কৰি তুলিছিল। শ্ৰীদেৱী দাসৰ 'ভাৰতবৰ্ষ', 'মোগলসম্ৰাট', 'বজা তোৰ বাঁহী'—এই তিনিটা কবিতা ; শ্ৰীযামিনী গোস্বামীৰ 'মহাকাব্যৰ পাতনি' কবিতা ; আৰু স্বৰ্গীয় ভুবন শৰ্ম্মাৰ 'অভ্যাস' আৰু 'জ্ঞান' ; শ্ৰীঅতুল বৰুৱাৰ 'যুদ্ধোত্তৰ পৰিকল্পনাত স্ত্ৰী শিক্ষা,' 'দৌলোৎসৱ বা বসন্তোৎসৱ' আৰু 'অসমীয়া কবিতাত পাশ্চাত্য প্ৰভাৱ' ; শ্ৰীভদ্ৰকান্ত বৰুৱাৰ 'আধুনিক সভ্যতা বিস্তাৰত বিজ্ঞাপনৰ স্থান' ; শ্ৰীপ্ৰবোধ গোস্বামীৰ 'দৌল পূৰ্ণিমাৰ দিনত' ; শ্ৰীমতী সুপ্ৰভা গোস্বামীৰ 'অসমীযাত অনুবাদ সাহিত্যৰ প্ৰয়োজনীয়তা ; শ্ৰীতৰুণ মজুমদাৰৰ 'গাঁৱলীয়া জীৱন' ; শ্ৰীসিদ্ধেশ্বৰ শৰ্ম্মাৰ 'ভৱিষ্যৎ ভাৰতৰ পৰিকল্পনা' ; শ্ৰীচন্দ্ৰমল কাকতীৰ 'চিকিৎসা জগতত বিজ্ঞান' ; আৰু শ্ৰীদেৱী দাসৰ 'আমাৰ শিক্ষা' শিতানৰ আলোচনাই আছিল প্ৰথম দহোটা বৈঠকৰ সাহিত্য-সম্ভাৰ।

সংঘৰ কাৰ্য্য-বিৱৰণী প্ৰথম বৈঠকৰপৰাই যথাযথভাৱে লিপিবদ্ধ হৈ আহিছে আৰু সংঘৰ সভ্য শ্ৰীযামিনী গোস্বামীৰ তদৰ্থে কৰা পকা-বন্ধা বহী এটাৰ দান সংঘৰ প্ৰথম সম্পদ। আৰম্ভণিৰেপৰা সংঘক লিপিবদ্ধ নিযমাৱলীৰ কৱচৰপৰা মুক্ত ৰখা, সংঘৰ বৈঠকলৈ সাধাৰণতে কাকো যথাৰীতি নিমন্ত্ৰণ নকৰা আৰু সংঘৰ পুঁজি শকত কৰিবলৈ যত্ন নকৰা—বিপৰীত ধৰণৰ এই তিনিটা ঘাই নীতিতে সংঘ পৰিচালিত হৈ আহিছে। আপ্‌লেণ্ডৰ নাৰায়ণপুৰ-গোসাঁই পৰিযালত বহা নবম বৈঠকত ১১ মাৰ্চ তাৰিখে গুৱাহাটীৰপৰা অকস্মাৎ আহি সভাপতিৰ আসনত অধিষ্ঠিত হোৱা স্বৰ্গীয় পণ্ডিত কমলনাৰায়ণৰ উৎসাহ-উদ্দীপনাপূৰ্ণ বক্তৃতাত উদ্বুদ্ধ হৈয়ে শ্ৰীগোকুলচন্দ্ৰ গোস্বামীয়ে তেখেতৰ সুন্দৰ সুসজ্জিত ঘৰৰ এটি কোঠালিত সংঘৰ যাৱতীয় কাৰ্য্যালয় কৰিবলৈ আৰু সংঘৰ বৈঠক ক'লৈকো আমন্ত্ৰিত নহ'লে তাতে পাতিবলৈ অযাচিত দান আগবঢ়াইছিল। সংঘ সেইবাবে গোসাঁই পৰিয়ালৰ ওচৰত কৃতজ্ঞ। এইদৰেই সংঘৰ প্ৰথম বৈঠক বহে লাইট্‌উমখ্ৰাৰ 'ছান-ভিউ মেছ'ত, প্ৰথম সভাপতি হয় শ্ৰীভদ্ৰকান্ত বৰুৱা, প্ৰথম সম্পাদক শ্ৰীঅতুলচন্দ্ৰ বৰুৱা, প্ৰথম বহিৰাগত সভাপতি স্বৰ্গীয় পণ্ডিত কমলনাৰায়ণ আৰু প্ৰথমে সংঘৰ বৈঠক বাহিৰলৈ আমন্ত্ৰণ কৰি নিয়ে স্বৰ্গীয় ভুবন শৰ্ম্মাই। ইয়াৰ প্ৰথম মহিলা-সভ্য শ্ৰীমতী সুপ্ৰভা গোস্বামী আৰু প্ৰথমে নিগাজিকৈ থকা সভানেত্ৰী শ্ৰীমতী নলিনীবালা দেৱী (১৯৪৮ চনত) আৰু প্ৰথম স্থায়ী সভাপতি শ্ৰীহৰিপ্ৰসাদ বৰুৱা (১৯৪৯ চন)। সম্পাদক হিচাপে শ্ৰীঅতুলচন্দ্ৰ বৰুৱা আছিল সংঘৰ জন্মৰেপৰা (১৯৪৫ চন) তাৰ ১১০ বৈঠকলৈ (১৯৪৯ চন) ; শ্ৰীৰমেশচন্দ্ৰ বৰুৱা আছিল ১১১ বৈঠকৰপৰা (১৯৪৯ চন) ১৩৫ বৈঠকলৈ (১৯৫০ চন) ; শ্ৰীগণেশচন্দ্ৰ ফুকন আছিল ১৩৬ বৈঠকৰপৰা (১৫০ চন) ২৫০ বৈঠকলৈ (১৯৫৫ চন) ; শ্ৰীমতী সুপ্ৰভা গোস্বামী আছিল ২০৬ বৈঠকৰপৰা (১৯৫৫ চন) ৩৩৪ বৈঠকলৈ (১৯৫৯ চন) ; আকৌ শ্ৰীঅতুলচন্দ্ৰ বৰুৱা ৩৩৫ বৈঠকৰপৰা (১৯৫৯ চন) আজি পৰ্য্যন্ত (৩৬০ বৈঠকলৈ) আছে। এয়ে হ'ল মুকুল সংঘৰ থূল-মূল জন্মপঞ্জি।

আজিলৈকে এই ষোল বছৰৰো অধিক কালডোখৰত সংঘৰ মুঠ ৩৬০টা বৈঠক হৈ গ'ল। এই বৈঠকবোৰত প্ৰায়ে সদায় ন-ন আলহীয়ে সভাপতিৰ আসন অলঙ্কৃত কৰি আহিছে। স্থায়ী সভাপতি থাকিলেও নতুনৰ পূজাৰী হৈ সংঘই আৰু স্থায়ী সভাপতিয়ে নতুন নতুন সভাপতি পাতিহে আনন্দ পায়—ইও যেন সংঘৰ এটা অলিখিত পদ্ধতি হৈ পৰিছে। এইদৰে ন-ন আলহী, ন-ন সভাপতি, ন-ন সভ্য, ন-ন বিষয়ৰ আলোচনা—এয়ে সংঘৰ বৈঠকবোৰৰ বৈশিষ্ট্য।

সংঘৰ এই সুদীৰ্ঘ ষোল বছৰৰ ভিতৰতে জগতত বহুত পৰিবৰ্ত্তন হ'ল। দ্বিতীয় মহাসমৰৰ অৱসান ঘটিল, ভাৰত স্বাধীন হ'ল, আকাশত স্পুটনিক উৰিল ইত্যাদি। সংঘৰো পৰিবৰ্ত্তন নোহোৱাকৈ থকা নাই। সংঘলৈ অনেক সভ্য নতুনকৈ আহিল আৰু অনেক সভ্যই পুনঃ ছিলং এৰিব লগীয়া হোৱাৰ লগে লগে সংঘও ত্যাগ কৰিলে। আনন্দৰ কথা এয়ে যে সংঘলৈ যি এবাৰো আহিছিল তেওঁ সংঘক আপোন বুলি ভাবিবলৈ আৰু দূৰণিবটীয়া মিতিৰৰ দৰে তাৰ খা-খবৰ লবলৈ এৰা নাই। কবলৈ দুখ লাগে যে সংঘৰ জন্মদাতাসকলৰ এজন স্বৰ্গীয় ভুবন শৰ্ম্মা আজি আমাৰ মাজত নাই। স্বৰ্গীয় নীমিল বড়ায়ো ইতিমধ্যে ইহধাম ত্যাগ কৰিলে। সংঘত সভাপতিত্ব কৰা কেইবাগৰাকী মনীষীও ইতিমধ্যে পৰলোকপ্ৰাপ্ত হ'ল। তেওঁলোকৰ ভিতৰত পণ্ডিত কমলনাৰায়ণ, উৎসাহী নেতা জীৱন ফুকন, কলাবিদ ইন্দ্ৰেশ্বৰ বৰঠাকুৰ, সাহিত্যমোদী বীৰেশ্বৰ শৰ্ম্মা, ডাঃ হেম বৰুৱা, ভবানন্দ দত্ত, হংসনাথ ভট্টাচাৰ্য্য আদিসকলৰ নাম উল্লেখযোগ্য। ছিলঙৰ বাহিৰত থাকিও যিসকল সভ্য আৰু সভাপতিয়ে আজিও সংঘৰ খা-খবৰ লৈ থাকে তেওঁলোকৰ ভিতৰত অধ্যক্ষ শ্ৰীমনোৰঞ্জন শাস্ত্ৰী, ডঃ প্ৰফুল্ল দত্ত গোস্বামী, ডঃ মহেশ্বৰ নেওগ, বিহগী কবি শ্ৰীৰঘুনাথ চৌধাৰী, ডঃ সূৰ্য্যকুমাৰ ভূঞা, শ্ৰীহলীৰাম ডেকা, শ্ৰীডিম্বেশ্বৰ নেওগ, শ্ৰীহৰেন কলিতা, শ্ৰীৰজনীকান্ত গোস্বামী, শ্ৰীকালীৰাম বৈশ্য, শ্ৰীনাৰায়ণ বেজবৰুৱা, শ্ৰীভবানন্দ ৰাজখোৱা, শ্ৰীদেৱেশ দাস, শ্ৰীপ্ৰেমধৰ ৰাজখোৱা, শ্ৰীজীৱন গোস্বামী, শ্ৰীমতী পদ্মা আগৰৱালা, শ্ৰীচন্দ্ৰমল কাকতী, শ্ৰীযামিনী গোস্বামী, ডঃ বিৰিঞ্চিকুমাৰ বৰুৱা, শ্ৰীতৰণীকান্ত শৰ্ম্মা, শ্ৰীপ্ৰদীপ চলিহা, শ্ৰীচক্ৰপাণি দাস, শ্ৰীনৰেন শৰ্ম্মা, শ্ৰীমোহন মহন্ত, অধ্যক্ষ হেম বৰুৱা, শ্ৰীদেৱকান্ত বৰুৱা, শ্ৰীসতীশ কাকতী, শ্ৰীমতী অমলপ্ৰভা দাস, শ্ৰীমতী পুষ্পলতা দাস, শ্ৰীমতী নলিনীবালা দেৱী, শ্ৰীপ্ৰসন্নলাল চৌধুৰী, শ্ৰীযতীন্দ্ৰনাথ গোস্বামী, ডাঃ জীৱকান্ত শইকীয়া, শ্ৰী প্ৰেবোধ গোস্বামী, শ্ৰীৰমা ভূঞা, শ্ৰীপ্ৰবুদ্ধ ৰায়চৌধুৰী, শ্ৰীমহাদেৱ শৰ্ম্মা, শ্ৰীশৈলধৰ ৰাজখোৱা, শ্ৰীদেৱেশ্বৰ শৰ্ম্মা, শ্ৰীনীলমণি ফুকন, শ্ৰীমান প্ৰফুল্ল গোস্বামী, শ্ৰীধৰণীধৰ দাস, শ্ৰীঅম্বিকাগিৰি ৰায়চৌধুৰী, শ্ৰীবিজয়চন্দ্ৰ ভাগৱতী আদিৰ নাম বিশেষ উল্লেখযোগ্য।

মুকুল সংঘই তাৰ দ্বিতীয় বছৰতেই সেই সময়ৰ অসম সাহিত্য সভাক সক্ৰিয় কৰি তুলিবলৈ যি কাম হাতত লৈছিল তাক কাৰ্য্য বিৱৰণীত লিপিবদ্ধ থকা তলৰ কথাখিনিয়ে প্ৰতিপন্ন কৰিব—।

অধ্যাপক শ্ৰীকেশৱনাৰায়ণ দত্তৰ সভাপতিত্বত আৰ্ল ল স্বাস্থ্য নিবাসত বহা ৫৯ সংখ্যক বৈঠকত ২৫। ৮। ৪৬ তাৰিখে সিদ্ধান্ত লোৱা হৈছিল—

'অসম সাহিত্য সভাখন বৰ্ত্তমান নিষ্প্ৰাণ নহ'লেও নিষ্ক্ৰিয়ৰ দৰে হৈ আছে। ইয়াৰ এই অৱস্থাটো গুচাবৰ কাৰণে যত্ন কৰাটো প্ৰত্যেক অসমবাসীৰে কৰ্ত্তব্য, কাৰণ ই অসমীযাৰ উমৈহতীয়া সম্পত্তি আৰু জাতিৰ সাহিত্য বিষয়ৰ একমাত্ৰ অনুষ্ঠান। গতিকে সংঘই সম্পাদক শ্ৰীঅতুলচন্দ্ৰ বৰুৱাক মুকুল-কবি শ্ৰীদেৱী দাস, অধ্যাপক শ্ৰীকেশৱনাৰাযণ দত্ত আৰু শ্ৰীমহেশ্বৰ নেওগৰ লগত আলচ কৰি ছিলঙতে বা অন্য ক'ৰবাত প্ৰতিনিধিমূলক আলোচনা সভা এখন পতাৰ প্ৰযোজনীয়তা সম্পৰ্কে বাতৰি কাকতত এটি গোহাৰি দিবলৈ ভাৰ দিয়ে।'—ইয়াৰে ফলত ১৯৪৬ চনৰ ১৫ আগষ্টৰ (৩০ শাওণ ১৮৩৮ শক) দৈনিক অসমীযাত ওলাল—

## অসম সাহিত্য সভাৰ বিষয়ে ছিলং মুকুল সংঘৰ গোহাৰি

ছিলং মুকুল সংঘৰ যোৱা ২৫। ৮। ৪৬ তাৰিখে আৰ্ল ল স্বাস্থ্য নিবাসত বহা বৈঠকৰ সিদ্ধান্ত মতে অসম সাহিত্য সভা সম্বন্ধে তলৰ গোহাৰিটি ৰাইজৰ আগত দাঙি ধৰা হ'ল—

অসম সাহিত্য সভা অসমীযা সাহিত্যিক সমাজৰ একমাত্ৰ উমৈহতীযা অনুষ্ঠান। কিন্তু কিছুদিনৰপৰা জানিব পৰা গৈছে যে অসম সাহিত্য সভাত কিছুমান বেমেজালি সোমাইছে আৰু তাৰে ফলত এক প্ৰকাৰ এটা অচল অৱস্থাৰ সৃষ্টি হৈছে। ই সঁচাকৈয়ে অত্যন্ত পৰিতাপৰ বিষয। ইযাৰপৰা অসমৰ সাহিত্যিক সমাজৰ আৰু লগতে অসমীয়া সাহিত্যৰো প্ৰভূত ক্ষতি হৈছে বুলি মুকুল সংঘই বিবেচনা কৰে। উক্ত বেমেজালিবিলাক গুচাব নোৱাৰিলে অসম সাহিত্য সভা অচিৰে মৃতকল্প হ'ব বুলি সংঘৰ আশঙ্কা। বিশেষতঃ যোৱা বছৰ সন্মিলন বহুৱাব নোৱৰা হেতুকে সাহিত্য সভাৰ ভিতৰুৱা বেমেজালিবিলাক দকৈ শিপাবৰ সুবিধা হৈছে মাথোন। আগতে নিমন্ত্ৰণ কৰা মতে ডিব্ৰুগড সাহিত্য সভাই অহা পূজাৰ বন্ধত নোৱাৰিলেও বৰদিনৰ বন্ধত সন্মিলন বহুৱাবৰ কাৰণে আৱশ্যকীয় আয়োজন কৰিব বুলি সংঘই আশা আৰু অনুৰোধ কৰে। যদিহে ডিব্ৰুগড সাহিত্য সভাই তেনে আয়োজন কৰিবলৈ অক্ষম হয তেনেহ'লে আন কোনো শাখা বা স্বীকৃত সভাই সেই কাম তুৰন্তে হাতত ল'লে মহৎ উপকাৰ হ'ব। এই বিষয়ে ডিব্ৰুগড সাহিত্য সভা আৰু আন আন স্বীকৃত আৰু শাখা সভাবোৰৰ দৃষ্টি আকৰ্ষণ কৰা হ'ল।

যদি পূজা বা বৰদিনৰ বন্ধত সন্মিলন নিমন্ত্ৰণ কৰা কোনো শাখা-সভাৰ পক্ষে সম্ভৱ নহয় তেতিয়াহ'লেও সাহিত্য সভাৰ বৰ্ত্তমান অৱস্থা বেছি দিন চলি থাকিবলৈ দিয়া কোনো প্ৰকাৰে বাঞ্ছনীয় নহ'ব। তেনেস্থলত ছিলং মুকুল সংঘই তলত দিয়া ধৰণে কাম হাতত ল'বলৈ সাহ কৰিব খোজে।

অহা দুৰ্গাপূজা আৰু লক্ষ্মীপূজাৰ মাজভাগতে সাহিত্য সভাৰ ন-পুৰণি স্বীকৃত আৰু শাখা-সভাবিলাকৰ প্ৰত্যেকৰে একোজনকৈ প্ৰতিনিধি লৈ ছিলং চহৰতে অসমীয়া সাহিত্যানুৰাগী আৰু সাহিত্য সভাৰ কল্যাণকামীসকলৰ এখনি আলোচনা সভা পাতিবলৈ আয়োজন কৰা হওক। ঠিক যেনে ধৰণে কাম হাতত ল'লে সাহিত্য সভাৰ পুনৰুদ্ধাৰ হব সেই কল্পে এই সভাত সিদ্ধান্ত গ্ৰহণ কৰিব পৰা হ'ব।

মুকুল সংঘই অসম সাহিত্য সভাৰ সভ্য আৰু কাৰ্য্যকাৰকসকল, শাখা আৰু স্বীকৃত সভাসমূহ আৰু সকলো অসমীয়া সাহিত্যানুৰাগী লোককে সনিৰ্ব্বন্ধ অনুৰোধ জনায় যেন তেখেতসকলে এই সম্পৰ্কে, বিশেষকৈ ওপৰত কোৱা মতে ছিলঙত আলোচনা পতা সম্বন্ধে মুকলি অভিমত সোনকালে তেওঁলোককৈ লিখি জনায়।

শ্ৰীঅতুলচন্দ্ৰ বৰুৱা,
সম্পাদক, মুকুল সংঘ
লাইট্‌উমখ্ৰা, 'ছান-ভিউ' , ছিলং।

আমাৰ ১৫ আগষ্টৰ এই গোহাৰিৰ উত্তৰত ২০ আগষ্টৰ দৈনিক অসমীয়াত অসম সাহিত্য সভাৰ তদানীন্তন প্ৰধান সম্পাদক শ্ৰীডিম্বেশ্বৰ নেওগ ডাঙৰীয়াই লিখিলে—

## শ্বিলঙত অসম সাহিত্য সভা

'আপোনাৰ ৩০ শাওণৰ (১৮৬৮) কাকতত ওলোৱা 'অসম সাহিত্য সভাৰ বিষয়ে ছিলং মুকুল সংঘৰ গোহাৰি' আৰু সেই সংঘৰ মহৎ লক্ষ্যৰ আমি শলাগ লৈছোঁ। কিন্তু 'অসম সাহিত্য সভাত কিছু বেমেজালি আৰু এক প্ৰকাৰ অচল অৱস্থাৰ সৃষ্টি হৈছে' বোলা অলীক কল্পনাকে গোটেইখিনি কথাৰ ভেটি পতাৰ কাৰণে 'হিতে বিপৰীত' হ'ব পাৰে বুলি আশঙ্কা হয়। মুঠতে আমি সেই সংঘক ঘূৰি আপোনাৰ কাকতৰ যোগেই আশ্বাস দিব খোজোঁ বোলোঁ অসম সাহিত্য সভাৰ বুৰঞ্জীৰ যোৱা প্ৰায় ডেৰকুৰি বছৰৰ প্ৰথম দহ বছৰ বাদ দি বাকী কুৰি বছৰে যি কাম হৈছিল, যোৱা মহাৰণে সৃষ্টি কৰা অৱস্থাৰ বৈষম্যৰ ফলাফলে সৈতে ধৰি বিবেচনা কৰিলে আমি কাৰ্য্যভাৰ হাতত লোৱাৰপৰা তাতকৈ অনেক বিষয়ত সৰহ নহ'লেও তাকৰ আয়োজন একো হোৱা নাই।

ডিব্ৰুগড় সাহিত্য সভাই সন্মিলন পাতিবলৈ নানা অসুবিধাৰ হাত এতিয়ালৈকে এৰাব পৰা নাই বাবে আমি দুখিত আৰু ডিব্ৰুগড়ক অলপ সকাহ ল'বলৈ দি ইয়াৰ ভিতৰতে আন কোনো সভাই ঘাইকৈ, বৰ্ত্তমান মুকুল সংঘই ডিব্ৰুগড়ৰ আগতে এই সন্মিলন পাতিব পাৰিলে বৰ ভাল কথা হ'ব। বিশেষকৈ আগতে তাত যি 'নিখিল অসম বঙ্গভাষা আৰু সাহিত্য সন্মিলন' বহি গৈছে তাৰ সমাধান স্বৰূপে সোনকালে

ছিলঙত অসম সাহিত্য সন্মিলন বহুবাৰ নোৱাৰিলেহে মুকুল সংঘক প্ৰমুখ্য কৰি ছিলংবাসী অসমীয়াৰ অগৌৰৱ হ'ব বুলি আমি ভয় কৰিছোঁ।

যদি মুকুল সংঘই ছিলঙলৈ অসম সাহিত্য সন্মিলন অহা বৰদিনৰ বন্ধতে বা ইষ্টাৰ বন্ধত (দুৰ্গাপূজাত পাতিবলৈ সময় নাই) পাতিব খোজে, তেখেতসকলে অসম সাহিত্য সভালৈ নিয়মিতভাৱে আবেদন কৰক। তেতিয়া কাৰ্য্যকৰী সমিতিয়ে ডিব্ৰুগড়ত সন্মিলন পাছত পাতিবলৈ তাৰ সাহিত্য সভাক অনুৰোধ কৰিব আৰু আমাৰ বিশ্বাস ডিব্ৰুগড়ে ছিলঙকে ৰংমনে বিংশ সন্মিলন পতাৰ দাবী এৰি দিব। এই সম্পৰ্কে আৱশ্যকীয় নিয়মাৱলী আৰু উপবিধি মুকুল সংঘই আমাৰপৰা পাইছে, এতিয়া সেই মতে কাম কৰিলেই হ'ল। এই সম্পৰ্কে কাকতৰ যোগেই মুকুল সংঘক লাগতিয়াল কাৰ্য্যাৰ বাবে আহ্বান জনোৱা হ'ল।'

ইয়াৰ ঠিক পিছদিনাখনেই ৪ ভাদ, ২১ আগষ্ট বুধবাৰৰ কাকতত এই বিষয়ে তলৰ বিবৃতি প্ৰকাশ হ'ল—

## অসম সাহিত্য সভাৰ বছৰেকীয়া অধিৱেশন

'সিদিনা আপোনাৰ 'অসমীয়া'ত অসম সাহিত্য সভাৰ অধিৱেশন সম্পৰ্কে ছিলং মুকুল সংঘৰ প্ৰস্তাৱ পঢ়ি আনন্দ পালোঁ। আজি কেইবা বছৰো সাহিত্য সভাৰ মুকলি অধিৱেশন পাতিব নোৱৰাটো সঁচাকৈয়ে বৰ পৰিতাপৰ কথা। ডিব্ৰুগড়ৰ নিমন্ত্ৰণৰ ম্যাদ কেতিয়াবাই উকলি গ'ল। এনেস্থলত সাহিত্য সভাৰ গুৰিয়াসকলে অলপ গাত লাগি চেষ্টা কৰা হ'লে নিশ্চয় আন কোনো ঠাইত এই অধিৱেশন পাতিব পৰা গ'লহেঁতেন। কিয়নো ছাত্ৰ কংগ্ৰেছ, ছাত্ৰ ফেডাৰেশ্যন, বিশ্ববিদ্যালয় কন্‌ভেঞ্চন্, আনকি অসমৰ ৰাজধানীত বঙ্গ সাহিত্য সন্মিলন সমাৰোহেৰে সম্পন্ন হ'ব পাৰে যেতিয়া অসম সাহিত্য সন্মিলন হ'ব নোৱাৰিব কিয়?

নিতান্ত সেয়ে যদি হৈ নুঠে, তেন্তে সাহিত্য সভাৰ বৰ্ত্তমান কাৰ্য্যকাৰকসকলে কান্ধ সলাওক। যোগ্যজনৰ হাতত পৰিলে সাহিত্য সভা নিশ্চয় ঠন ধৰি উঠিব।—ৰাইজ'

ইয়াৰ পিছত সভাপতিয়ে নিজেও বিবৃতি দিবলৈ বাধ্য হ'ল। ১২ ভাদ (১৯৬৮ শক) বৃহস্পতিবাৰৰ কাকতত তেওঁ দিলে—

## অসম সাহিত্য সভা সম্পৰ্কে এষাৰ কথা

'অসম সাহিত্য সভা সম্পৰ্কে 'দৈনিক অসমীয়া'ত মাজে-সময়ে একো একোজনে আলোচনা কৰা দেখা গৈছে। সেইবিলাক আলোচনা বেছিভাগ ব্যক্তিগত

ৰুচিমূলক আৰু কিছুমান ভুল ধাৰণাজনক বুলি ক'ব লাগিব। তাৰ প্ৰত্যুত্তৰ সাহিত্য সভাৰ সম্পাদক ডাঙৰীয়াই সদায় প্ৰকৃত কাৰ্য্য-প্ৰণালীৰে দি আহিছে। সভাই যিবিলাক কাম কৰিছে তাকো বাতৰি কাকতৰ যোগে সদায় প্ৰকাশ কৰি আহিছে।

অলপতে সাহিত্য সভাৰ বছৰেকীয়া সন্মিলন পতা সম্বন্ধে ছিলঙৰ মুকুল সংঘৰ প্ৰস্তাৱকে সমৰ্থন কৰি সাহিত্য সভাৰ সম্পাদকেও আপোনাৰ কাকতৰ জৰিয়তে সন্মিলন ছিলঙত হ'লেও ভাল হ'ব বুলি ৰাইজক জনাইছে। ডিব্ৰুগড়লৈকো লিখিছে খাতাং উত্তৰ বিচাৰি। সন্মিলন বহা নিতান্ত বাঞ্ছনীয় কথা। কিন্তু কোনো এটা অনুষ্ঠানৰ বছৰেকীয়া সন্মিলনখনেই তাৰ একমাত্ৰ সফলতা প্ৰমাণ নকৰে। সন্মিলনখন কেৱলমাত্ৰ দেখনিযাৰ বস্তু (Spectacular)। তাৰ দ্বাৰাই এটা অনুষ্ঠানৰ প্ৰকৃত কাৰ্য্যকলাপ প্ৰমাণিত নহয়।

সিদ্লিনা ৪ ভাদৰ 'দৈনিক অসমীয়া'ত 'ৰাইজে' 'অসম সাহিত্য সভাৰ বছৰেকীয়া অধিৱেশন' শীৰ্ষক চিঠিত ছিলঙত সন্মিলন হ'ব পৰা আৰু হোৱা বাঞ্ছনীয় বুলি যি ইঙ্গিত দিছে তাক আমি অসম সাহিত্য সভাৰ সম্পাদকৰ বিবৃতিতে পূৰ্ব্বতে সমৰ্থন কৰি আহিছোঁ। 'ৰাইজ'ৰ দুআষাৰ কথাৰ প্ৰত্যুত্তৰ বিবেচনা কৰি আকৌ আমি লিখিব লগাত পৰিলোঁ। তেওঁ লিখিছে, 'ডিব্ৰুগড়ৰ নিমন্ত্ৰণৰ ম্যাদ কেতিয়াবাই উকলি গ'ল।' বানপানীৰ উপদ্ৰবত যিদৰে গোৱালপাৰাত সন্মিলন বহিব নোৱাৰিলে, গুৱাহাটীৰ সন্মিলনৰ পাঁচ-ছ বছৰৰ পাছত যুদ্ধৰ পৰিস্থিতিৰ মাজতো শিৱসাগৰৰ ৰাইজৰ অদম্য চেষ্টাত সাহিত্য সন্মিলনখন কিমান বাধা-বিঘিনি অতিক্ৰম কৰি সমাধা কৰিবলগীয়া হৈছিল, 'ৰাইজে' (নিশ্চয় তাত উপস্থিত আছিল) নিজ চকুৰে দেখিলে। গতিকে ডিব্ৰুগড়ে ঠিক এবছৰৰ মূৰতে বহুৱাব নোৱৰা বাবেই 'ম্যাদ', গিৰমিত আদি প্ৰবচনবিলাক ইয়াত নাখাটে। একোটা বন্ধা সময়ে সময়ে সন্মিলনখন হোৱা নিতান্ত বাঞ্ছনীয়, কিন্তু আহ্বানকাৰীসকলে কোনো বিশেষ কাৰণত সন্মিলনখন সময়ত বহুৱাব নোৱাৰিলেই এই একমাত্ৰ অপৰাধত নিতান্ত 'সেয়ে যদি হৈ নুঠে, তেন্তে সাহিত্য সভাৰ বৰ্ত্তমান কাৰ্য্যকাৰকসকলে কান্ধ সলাওক। যোগ্যজনৰ হাতত পৰিলে সাহিত্য সভা নিশ্চয় ঠন ধৰি উঠিব—' বুলি কোৱা 'ৰাইজ'ৰ যুৱলিখনত কেনে 'বৃষ-স্কন্ধ' কাৰ্য্যকাৰক তেওঁ দিব পাৰে আৰু কেনে যোগ্যজনৰ কান্ধত এনে ভাৰ অৰ্পণ কৰিলে সুৰসুৰকৈ সাহিত্য সভাৰ ৰথখন চলিব পাৰে, তেওঁ তাৰ দিহা কৰক, আমি কান্ধ সলাবলৈ বেয়া পাবলৈ কোনো কাৰণ নাই।

অসম সাহিত্য সভাৰ শিৱসাগৰ অধিৱেশন বহাৰ আগলৈকে ৫০ জন সাধাৰণ সভ্য, ১১ জন আজীৱন সভ্য আৰু নামত থকা ৫। ৬ খন শাখা-সভা আছিল। তাৰ ঠাইত আজি এবছৰৰ ভিতৰতে বৰ্ত্তমান কাৰ্য্যকাৰসকলে প্ৰায় হাজাৰ-বাৰশ সাধাৰণ সভ্য, কুৰিখন কাৰ্য্যকৰী শাখা গঠন কৰি প্ৰায় এশজন অজীৱন সভ্যৰ ন-দহ হাজাৰ টকা আনি বেঙ্কত জমা দিয়াৰ পাছত 'ৰাইজ'ৰ চকুত নপৰাতো আমিনো কাৰ চকুৰ

ছানি কাঢ়িব পাৰোঁ? তদুপৰি ৪। ৫ খন কিতাপ প্ৰকাশৰ কাৰণে যুগুত কৰা হৈছে। ছপাখানা, কাগজ আদিৰ অসুবিধাত প্ৰাণপণে চেষ্টা কৰিও সুবিধা কৰিব পৰা নাই।

কাছাৰত অসমীয়া স্কুলত অৰ্থ সাহায্য দিবলৈ সাহিত্য সন্মিলনৰ কিমানখন অধিৱেশনত গৃহীত হোৱা প্ৰস্তাৱ এইবাৰ কাৰ্য্যকৰী কৰি শিক্ষকৰ বেতন আদি দিয়া হৈছে। এইবিলাক কথাও অসমীয়া ৰাইজে বাতৰি কাকতৰ যোগেদি খবৰ পাই আছে। ২০। ২৫ হাজাৰ টকাৰ ২। ৩ টা ট্ৰাষ্টৰ প্ৰতিশ্ৰুতি ভালদৰে পোৱা গৈছে। এই সামান্য কামখিনিৰ কথা কৈ বৰ্ত্তমান কাৰ্য্যকাৰকসকলে ৰাইজৰ আখ্যাপোৱা 'যোগ্যজন' বুলি ক'ব খোজা নাই। কেৱল দেখুৱা হৈছে, তেওঁলোকেও কান্ধ পেলাই দিয়া নাই, পাৰ্য্যমানে টানিছে।

সিদিনা অলপতে কান্ধ সলোৱা কথা এটা ৰাইজৰ এজনে সাহিত্য সভাৰ কাৰ্য্যকাৰক এজনৰ আগত কৈছিল। বৰ্ত্তমান সাহিত্য সভাৰ সভাপতিৰ কান্ধখন সলালেই সকলো গণ্ডগোল শাম কাটিব বুলি তেওঁ দঢ়াই কয়। সেইজন 'ৰাইজ' যে গলধন ধৰা তাক আমি জানো। তেৱেঁই যদি এতিয়া 'ৰাইজ' আমাক জানিবলৈ দিলেই, বা হাবিত নেকাহি ওলাই আহিলেই, আমি কান্ধ সলাবলৈ সাজু আছোঁ।

অসম সাহিত্য সভাৰ প্ৰকৃত হিতাকাঙ্ক্ষী লোকসকলক আমি খাটিলোঁ— আমাৰ ক্ৰুটীবিলাক আমালৈ লিখি বা নিজ নামত প্ৰকাশ কৰি বাতৰি কাকতৰ যোগে জনালে আমি শ্ৰদ্ধাৰে তাক গ্ৰহণ কৰি যুক্তিমতে কাম কৰিবলৈ আন্তৰিকভাৱে চেষ্টা কৰিম আৰু তেওঁলোকো আমাৰ ধন্যবাদৰ পাত্ৰ হ'ব। ব্যক্তিগত আক্ৰমণে এটা অনুষ্ঠান গঢ়ি তোলাত বিশেষ একো সাহায্য নকৰে বুলি বিশ্বাস।

বিনীত—
শ্ৰীনীলমণি ফুকন
সভাপতি, অসম সাহিত্য সভা।

ইয়াৰ পিছদিনাখনেই ১৩ ভাদ (১৮৬৮ শক) শুকুৰবাৰৰ কাকতত ওলাল—

## ডিব্ৰুগড়ে সাহিত্য সন্মিলনৰ কথা পাহৰে কিয়?

১৯৪৪ চনৰ ছেপ্তেম্বৰ মাহত শিৱসাগৰ অধিৱেশনত ডিব্ৰুগড় সাহিত্য সভাৰ হৈ এগৰাকী সভ্যই পিছৰ বছৰলৈ অসম সাহিত্য সন্মিলন নিমন্ত্ৰণ কৰে। কিন্তু ১৯৪৫ চনৰ দুৰ্গাপূজাৰ বন্ধ সৰকি গৈ আকৌ ১৯৪৬ চনৰ শাৰদীয় পূজা উলাহ-মালহেৰে দেখা দিছেহি। তথাপি ডিব্ৰুগড় সাহিত্য সন্মিলন নিমন্ত্ৰণ কৰা কথা পাহৰি থকা উচিত হৈছেনে?

আমাৰ মনত পৰাত ১৯৪১ চনৰ যোৰহাট অধিৱেশনতো ডিব্ৰুগড় সাহিত্য সভাই পিছৰ বছৰলৈ সন্মিলনক নিমন্ত্ৰণ জনাইছিল। কিন্তু বোধকৰোঁ দ্বিতীয় মহাৰণৰ

লেঠাত পৰি পিছৰ তিনি বছৰেও সন্মিলনৰ কাৰণে কোনো উমঘাম লগাব নোৱাৰিলে। শিৱসাগৰে জানিবা কোনোমতে সিমানতে ৰসতে নাম লৈ থ'লে।

এতিয়া কিন্তু মহাৰণ শাম কাটিলে। তেনেস্থলত ডিব্ৰুগড় সাহিত্য সভাই আগৰ নিমন্ত্ৰণৰ পিছৰ অৱস্থাৰ পুনৰাবৃত্তি কৰাৰ কোনো কাৰণ আমি নেদেখোঁ। দৈনিক অসমীয়াত 'ৰাইজ' বুলি এজনে যে লিখিছে ডিব্ৰুগড় নিমন্ত্ৰণৰ ম্যাদ উকলিল—এই কথা আমি সমৰ্থন কৰিব খোজা নাই। অহা ইষ্টাৰৰ বন্ধত ডিব্ৰুগড়তে সাহিত্য সন্মিলন বহুৱাটো অতি শোভনীয় কাম হ'ব। ডিব্ৰুগড়ৰ দুবাৰ নিমন্ত্ৰণৰ সাৰ্থকতা থাকিব ক'ত?

'ৰাইজ' আৰু সাহিত্য সভাৰ সম্পাদকে লিখাৰ দৰে ছিলঙে যদি ডিব্ৰুগডক চেৰ পেলাই সন্মিলন বহুৱাব খোজে তেনেহ'লে অৱশ্যে হৰিষৰে কথা।

সাহিত্য সভাৰ ভগা সম্পাদকে বোলে লাম-লাকটু কিছুমান এতিযাও মৰমতে এৰিব নোৱাৰি বুকুত বান্ধি লৈ আছে। কথাটো সঁচা নেকি?

—'এজন উজনি ৰংপুৰীয়া'

১৩ ভাদৰ কাকতত এইদৰে উজনিৰ ৰংপুৰীযাই লিখাৰ পিছত ১৪ ভাদৰ কাকতত আমাৰ সংঘৰ উত্তৰ এইদৰে ওলাল—

## অসম সাহিত্য সভা সম্বন্ধে মুকুল সংঘৰ ক'বলগীয়া

ছিলং মুকুল সংঘৰ সম্পাদক শ্ৰীযুত অতুলচন্দ্ৰ বৰুৱাই জনাইছে—যোৱা ৩০ শাওণৰ 'দৈনিক অসমীয়া'ত ছিলঙৰ মুকুল সংঘই এখন প্ৰতিনিধিমূলক আলোচনী সভা অবিলম্বে পাতি অসম সাহিত্য সভাখন সতেজ কৰি তোলাৰ বিষয়ে শাখা-সভা, স্বীকৃত সভা আৰু সাহিত্য সভাৰ হিতাকাঙ্ক্ষীসকলৰ মত বিচাৰিছিল আৰু আৱশ্যক হলে অহা পূজাৰ বন্ধত ছিলঙতে এই সভা পাতিবলৈ সাহ কৰিব খুজিছিল। এই বিষয়ে যোৱা ৩ আৰু ৪ ভাদৰ কাকতত ক্ৰমে অসম সাহিত্য সভাৰ প্ৰধান সম্পাদকৰ নামত ওলোৱা 'ছিলঙত অসম সাহিত্য সভা' আৰু 'ৰাইজ'ৰ নামত ওলোৱা 'অসম সাহিত্য সভাৰ বছৰেকীয়া অধিৱেশন' বোলা বিবৃতি দুটা সংঘত আলোচিত হোৱাৰ পিছত তলত দিয়া মৰ্ম্মে সিদ্ধান্ত গ্ৰহণ কৰা হয়।

উক্ত দুয়োটা বিবৃতিতে ছিলঙত মূলসভা পতাৰ কথালৈহে আঙুলিওৱা হৈছে। মুকুল সংঘৰ মূল উদ্দেশ্য আছিল প্ৰতিনিধিমূলক আলোচনী সভা এখন সৰুকৈ পাতি বৰ্ত্তমান সাহিত্য সভাৰ বেমেজালিবোৰ গুচাই পুনঃ তাক সতেজ কৰি তোলা। সেই বিষয়ে আমি যি অভিমত বিচাৰিছিলোঁ তাৰ যথাযথ উত্তৰ কাৰোপৰা নাপালোঁ। সাহিত্য সভাৰ সম্পাদকে নিজে কৈছে যে—'যোৱা কুৰি বছৰে যি কাম হৈছিল', নতুন সম্পাদকে কাৰ্য্যভাৰ গ্ৰহণ কৰাৰেপৰা (অৰ্থাৎ প্ৰায় দুবছৰৰ ভিতৰতে) তাতকৈ অনেক

বিষয়ত 'সৰহ নহ'লেও তাকৰ আয়োজন হোৱা নাই।' সেয়ে যদি হয়, ই আনন্দৰ কথা। কিন্তু লগতে সম্পাদক ডাঙৰীয়াই তলত দিয়া বিষয়কেইটাৰ সম্পৰ্কেও এটা বহল বিবৃতি দিলে ভাল হ'ব বুলি আমি ভাবোঁ। (১) সভাৰ ভূতপূৰ্ব্ব সম্পাদক শ্ৰীৰামেশ্বৰ বৰুৱাদেৱে সভাৰ পুঁজি, হিচাপ-পত্ৰ আদি সকলো কাৰ্য্যভাৰ যথাবিহিতভাৱে গতাই দিয়া নাই বুলি শুনা কথা সঁচানেকি? যদি সঁচা, তেনেহ'লে তাৰ প্ৰতিকাৰৰ কাৰণে কি কৰা হৈছে? (২) অসম সাহিত্য সভাৰ বছৰি একোখন সন্মিলন পতাৰ নিয়ম আছে। ১৯৪৪ চনৰ শিৱসাগৰ অধিৱেশনত ডিব্ৰুগড় সাহিত্য সভাই পিছৰ বাৰলৈ (১৯৪৫ চন) সন্মিলন নিমন্ত্ৰণ কৰিছিল। প্ৰধান সম্পাদক ডাঙৰীয়াই এতিয়া কয় যে 'ডিব্ৰগড় সাহিত্য সভাই সন্মিলন পাতিবলৈ নানা অসুবিধাৰ হাত এতিয়ালৈকে এৰাব পৰা নাই।' এনেস্থলত ডিব্ৰুগড়ত যথাসময়ত সন্মিলন নবহাত কাৰ্য্যকৰী সমিতিয়ে নিয়মাৱলীৰ ৬ পিঠিৰ ৩৩ বিধিমতে সন্মিলন পতাৰ অন্য ব্যৱস্থা নকৰিলে কিয়? এইদৰে এবছৰলৈ হ'লেও সন্মিলন নপতাকৈ থোৱাটো আৰু সম্পাদকীয় কাৰ্য্যভাৰ সম্পৰ্কে আমি শুনা বেমেজালিৰ কথাটো যদি সঁচা হয় তেন্তে সাহিত্য সভাৰ এনে এটা পৰিস্থিতিক 'একপ্ৰকাৰ অচল অৱস্থা' বোলাতকৈ বেলেগ বুলিবৰ আমাৰ কি কাৰণ থাকিব পাৰে? বছৰি বছৰি সন্মিলন হৈ থাকিলে দেশত সাহিত্যৰ উপযুক্ত বা-বতাহ বলি থাকিব বুলি আমাৰ বিশ্বাস।

প্ৰধান সম্পাদকৰপৰা উপৰোক্ত বিষয়বোৰৰ সমীচীন সমিধান পালে ছিলঙলৈ শীঘ্ৰে সন্মিলন নিমন্ত্ৰণ কৰাৰ যুক্তিযুক্ততাৰ বিষয়ে সংঘই বিবেচনা কৰিব আৰু তাকে কৰিবলৈ হ'লেও সংঘই সমূহ ছিলংবাসী অসমীয়া ৰাইজৰ সহায়, সহানুভূতি আৰু সহযোগ বিচাৰিব লাগিব। অৱশ্যে প্ৰায় দুবছৰৰ পিছতো ডিব্ৰুগড়ে যদি এতিয়া অক্ষমতা প্ৰকাশ কৰে, তেতিয়াহে এই প্ৰশ্ন উঠে। ডিব্ৰুগড়ৰ খাতাং সমিধান পাবলৈও আমি আগ্ৰহেৰে বাট চালোঁ।'

এইদৰে সাহিত্য সভা সম্বন্ধে বাদানুবাদ ভালেমান দিন চলিল। ১১ আহিনৰ (১৮৬৮ শক) দৈনিক অসীময়াত 'অসমীয়া ভাষা'ৰ শিতানত লিখি শ্ৰীযতীন্দ্ৰনাথ গোস্বামীদেৱে আমাৰ কথা এইদৰে উল্লেখ কৰিছিল—'আমাৰ বিশ্ব সাহিত্য নাই সঁচা, কিন্তু যিখন সাহিত্য সভা আছে তাৰো আউল ভগা নাই। ছিলং মুকুল সংঘৰ সম্পাদকে অসম সাহিত্য সভাৰপৰা যিথিনি কথাৰ স্পষ্ট উত্তৰ বিচাৰিছিল সেই উত্তৰ আজিলৈকে 'অসমীয়া'ত প্ৰকাশ হোৱা নাই।' সেই বিষয়ে আলোচনা কৰি তেতিয়াৰ মুখ্য আলোচনী 'সুৰভি'য়ে ভাদ (১৮৬৮ শক) সংখ্যা কাকতত এইদৰে মন্তব্য কৰিছিল— 'অসম সাহিত্য সভাৰ বছৰেকীয়া অধিৱেশন সম্বন্ধে ছিলং মুকুল সংঘৰ যুক্তিযুক্ত প্ৰস্তাৱ, সাহিত্য সভাৰ সম্পাদক আৰু সভাপতিৰ উত্তৰ-প্ৰত্যুত্তৰ আদি আমাৰ চকুত পৰিছে। মুঠতে এনে বগিয়াবগি আৰু সদৌ অসমীয়া সমাজৰ নিষ্ক্ৰিয়তাৰ ফলত এইবাৰো পূজাৰ বন্ধত সাহিত্য সভাৰ বছৰেকীয়া অধিৱেশন সম্ভৱপৰ হৈ নুঠিল।

অদূৰভৱিষ্যততো হোৱাৰ লক্ষণ দেখা নাই। ইয়ে অতি পৰিতাপৰ কথা, সন্দেহ নাই। ডিব্ৰুগড় ৰহস্যজনকভাৱে নিমাত, যোৰহাট অযথাভাৱে বাঙ্মুখৰ, ছিলং অপ্ৰত্যাশিতভাৱে হতাশ! এয়েই হৈছে চমুকৈ সাহিত্য সভাৰ বৰ্ত্তমান শোকলগা পৰিস্থিতি।'

এইদৰে মুকুল সংঘৰপৰা পোনতে উত্থাপিত হোৱা এটি ক্ষুদ্ৰ প্ৰস্তাৱৰ ফলতেই অসম সাহিত্য সভা এসময়ত কৰ্ম্মঠ হ'বলৈ বাধ্য হৈছিল বুলি ক'বলৈ, আৰু ১৯৪৭ চনৰ অসম সাহিত্য সভাৰ ডিব্ৰুগড় অধিৱেশন আৰু ১৯৫৩ চনৰ ছিলং অধিৱেশন তাৰেই পৰোক্ষ ফল বুলি গৌৰৱ কৰিবলৈ আমাৰ যথেষ্ঠ কাৰণ আছে। সেয়েহে অধ্যাপক শ্ৰীকেশৱনাৰায়ণ দত্তৰ সভাপতিত্বত লাবানৰ শ্ৰীমহেশ্বৰ নেওগ আৰু শ্ৰীযতীন গোস্বামীৰ আৱাসত বহা সংঘৰ ৭০ সংখ্যক বৈঠকত ২৩। ৩। ৪৭ তাৰিখে সম্পাদকীয় প্ৰসঙ্গত এইদৰে কোৱা হৈছিল—'আজি সংঘৰ তিনিকুৰি দহ সংখ্যক অধিৱেশন। তাহানিখন আমাৰ এই সংঘৰপৰাই অসম সাহিত্য সভাৰ নিৰল-নিস্তব্ধ পুখুৰীটোত তাৰ নিষ্ক্ৰিয়তালৈ আঙুলিয়াই দি যি ঢৌৰ সৃষ্টি কৰা হৈছিল তাৰ খলকনি পাৰত ভালকৈয়ে লাগিছিল আৰু তাৰে প্ৰতিধ্বনি আজিও বৈ বৈ বাজি আছে। সাহিত্য সভাৰ ৩, ৪, ৫ এপ্ৰিলত বহিব খোজা ডিব্ৰুগড অধিৱেশনো তাৰেই কাৰ্য্যকৰী প্ৰতিধ্বনি বুলিলে ভুল কোৱা নহ'ব।' সাহিত্য সভাৰ সেই অধিবেশনলৈ আমাৰ সংঘৰ প্ৰতিনিধি বিধিমতে মাত্ৰ এজনহে পঠিয়াব পৰা হৈছিল আৰু তেৱেঁই আছিল অধ্যাপক শ্ৰীকেশৱনাৰায়ণ দত্ত। সংঘৰ জীৱন্ত প্ৰেৰণাৰ দৰে কাম কৰা স্বৰ্গীয় ভুবন শৰ্ম্মা তালৈ দৰ্শকৰূপেই নিজৰ গাঁঠিৰ ধন ভাঙি গৈছিল। সংঘৰ ওপৰত থকা আস্থা আৰু অধ্যাপক দত্তৰ যোগ্যতা দুয়োটা কাৰণত সেইবাৰ আমাৰ প্ৰতিনিধি শ্ৰীদত্ত সাহিত্য সভাৰ কাৰ্য্যনিৰ্ব্বাহক সমিতিৰ সভ্য নিৰ্ব্বাচিত হৈছিল, আৰু তাৰ পাছৰ বছৰত অসম সাহিত্য সভাৰ প্ৰধান সম্পাদকৰ পদতে নিযুক্ত হৈছিল।

সংঘৰ প্ৰথমজনা সম্পাদকৰ দিনত ইয়াৰ প্ৰথম পাঁচ বছৰত বিহংগী কবি শ্ৰীৰঘুনাথ চৌধাৰীদেৱক সম্বৰ্দ্ধনা জনোৱা, আড়ম্বৰপূৰ্ণভাৱে পোনতে বিহু-সম্মিলন পতা, লোক-সংস্কৃতিৰ বিষয়ে আলচ কৰিবলৈ সংঘৰ জৰিয়তে ৰাজহুৱা সভা পাতি সেই বিষয়ৰ বিশেষজ্ঞ আৰু বিদেশত অধ্যয়ন কৰি অহা ডাঃ বিৰিঞ্চিকুমাৰ বৰুৱাক অনা, কাকা কালেলকাৰ প্ৰমুখ্যে বহিৰাগত অনেক পণ্ডিতক সংঘৰ বৈঠকত সভাপতিৰূপে অধিষ্ঠিত কৰা, সংঘৰ পৰা কিতাপ এখন প্ৰকাশ কৰিবলৈ যত্ন কৰা আদি কামুবোৰেই বিশেষ উল্লেখযোগ্য। কৰ্ম্ম-জীৱনত কৰ্ত্তব্যৰ আহ্বানত স্থানান্তৰ হৈ (সমাহৰ্ত্তাৰ কাম পাই) ছিলং এৰিবলগীয়া হোৱাত ১৯৪৯ চনৰ মে' মাহৰপৰা তেওঁৰ ঠাইত শ্ৰীৰমেশচন্দ্ৰ বৰুৱা সম্পাদক হয়। তেখেতৰ দিনৰ কাৰ্য্যবিৱৰণী সংঘত সুৰক্ষিত হোৱা নাই। তেখেতৰ পৰবৰ্ত্তী সম্পাদক শ্ৰীগণেশচন্দ্ৰ ফুকনৰ লিখিত কাৰ্য্য-বিৱৰণীৰপৰা বুজা যায় যে শ্ৰীৰমেশচন্দ্ৰ বৰুৱা সম্পাদকৰ দাতিয়ত্বত কম-বেছি প্ৰায়

এবছৰমান কাল আছিল। ১৯৫০ চনৰ মাজভাগত শ্ৰীফুকনে সম্পাদকৰ দায়িত্ব গ্ৰহণ কৰে আৰু ১৯৫৫ চনৰ ২৪ এপ্ৰিল পৰ্য্যন্ত তেখেতে এই দায়িত্ব দক্ষতাৰে বহন কৰি কৰ্ত্তব্যৰ আহ্বানত ডিফুৰ উপাযুক্ত হৈ স্থানান্তৰ হ'বলগীয়া হোৱাত তেখেতৰ ঠাইত শ্ৰীমতী সুপ্ৰভা গোস্বামীয়ে সেই দায়িত্ব গ্ৰহণ কৰে। কৰ্ম্ম-জীৱনত উন্নীত হৈ সুদীৰ্ঘ দহ বছৰৰ অন্তত পুনঃ শ্ৰীঅতুলচন্দ্ৰ বৰুৱা ঘূৰি আহি ছিলং পোৱাত তেওঁৰ ওপৰতে আকৌ সেই ভাৰ ন্যস্ত কৰা হয়, ১৯৬০ চনৰ মে' মাহৰপৰা। এই কথা ৩৪৭ বৈঠকত (১২। ৬। ৬০) এইদৰে লিপিবদ্ধ কৰা আছে—'বহুত দিনৰ মূৰত মিতিৰৰ ঘৰলৈ যাবা ; বোলে, বৰপীৰাখন বহিবলৈ পাবা।' আমাৰ বেলিকাও সেয়ে হ'ল। দহ বছৰ বাহিৰত থাকি পুনঃ ঘৰ ছপাত জন্ম মুহূৰ্ত্তৰপৰা প্ৰায় পাঁচ বছৰ একেৰাহে লালন-পালনৰ দায়িত্ব গাত লৈ থাকি এৰি থৈ যোৱা সম্পাদকক সংঘই পুনঃ চিনি পাই আঁকোৱালি লৈছে। এৰাব নোৱাৰি তেওঁ দায়িত্ব কান্ধ পাতি ল'বলৈ বাধ্য হৈছে, সভ্যসকলে যেন এতিয়া কেৱল—'জনাই নজনাই গায় গীত ; গোসাঁয়ে বোলে মোৰে হিত' বুলি গ্ৰহণ কৰে, এয়ে গোহাৰি।'

শ্ৰীৰমেশচন্দ্ৰ বৰুৱাৰ দিনত মুকুল সংঘত 'ডাঃ দীননাথ শৰ্ম্মা, ডাঃ হেম বৰুৱা, শ্ৰীনীলমণি ফুকন আদি অনেক অসমীয়া প্ৰবীণ সাহিত্যিকে যোগ দি নতুন প্ৰেৰণা যোগাই ছিলং মুকুল সংঘক সজীৱ কৰি তুলিছিল' আৰু সাহিত্য সভাৰ সেই সময়ৰ সভাপতি শ্ৰীঅম্বিকাগিৰী ৰায়চৌধুৰী দেৱক খাছিয়া আৰু অসমীয়াৰ এখন সম্মিলিত চাহ-মেলত অভিনন্দনপত্ৰ দিয়া হৈছিল। এই কালডোখৰতে সংঘৰ উদ্যোগত 'ৰাজ্যভাষা দিন' পোনতে ছিলঙত সমাৰোহেৰে পালন কৰা হয়।

শ্ৰীগণেশচন্দ্ৰ ফুকনৰ দিনত সংঘ 'চহৰৰ এক অন্যতম কৃষ্টি অনুষ্ঠান'ৰূপেও পৰিগণিত হয়। জগৎ-বিখ্যাত বৈজ্ঞানিক পণ্ডিত ডাঃ চি ভি. ৰমণ ছিলঙলৈ আহোঁতে মুকুল সংঘৰ নেতৃত্বত ছিলঙৰ জাতি-বৰ্ণ নিৰ্ব্বিশেষে সকলো কৃষ্টিমূলক অনুষ্ঠানে বিৰাট ৰাজহুৱা সভাত তেখেতক অভিনন্দন জনায়। অসমৰ উজ্জ্বল ৰত্ন ডঃ সূৰ্য্যকুমাৰ ভূঞা দেৱে ডি. লিট উপাধি লাভ কৰাত মুকুল সংঘৰ নেতৃত্বতে ছিলঙৰ সকলো কৃষ্টিমূলক অনুষ্ঠানে তেখেতক ৰাজহুৱাভাৱে সম্বৰ্দ্ধনা আৰু শ্ৰদ্ধা জনায়। কেন্দ্ৰীয় বিত্ত-আয়োগৰ সদস্য হিচাপে ভাৰতৰ কেইবাজনো সুবিখ্যাত নেতা অসমলৈ আহোঁতে মুকুল সংঘই তেখেতসকলৰ সম্মানাৰ্থে এখন ডাঙৰ চাহ-মেলৰ আৰু অসমৰ পৰ্ব্বত-ভৈয়ামৰ সুকীয়া নৃত্য-গীতৰ আয়োজন কৰে। ভাৰতৰ সুপুত্ৰ ডঃ হুমায়ুন কবিৰ ছিলঙলৈ আহোঁতে মুকুল সংঘই তেখেতক অভিনন্দন জনায়।' ১৯৫৩ চনত ছিলঙত বহা অসম সাহিত্য সভাৰ চকুত লগা বছৰেকীয়া অধিৱেশনো মুকুল সংঘৰে যত্ন-চেষ্টাৰ ফল। এই সকলোবোৰ কাৰ্য্যৰ গুৰিয়াল আছিল সেই সময়ৰ মুকুল সংঘৰ সুযোগ্য সম্পাদক শ্ৰীগণেশচন্দ্ৰ ফুকন। তেখেতৰ দিনতেই সংঘৰ পুঁজিও কিছু টনকিয়াল হয়।

শ্ৰীমতী সুপ্ৰভা গোস্বামীৰ কালছোৱাত সংঘই সাহিত্য সভাৰ অধিৱেশনবোৰত যোগদান দিয়াত বাহিৰেও, শঙ্কৰদেৱ-মাধৱদেৱৰ তিথি পালন কৰিছিল আৰু বহিৰাগত পণ্ডিত দুই-চাৰিগৰাকীক লৈ সভা-সমিতি পাতিছিল। ছিলং কৃষ্টি কেন্দ্ৰৰ লগত লগ লাগি মুকুল সংঘৰ স্থায়ী কাৰ্য্যালয় এটি স্থাপন কৰিবলৈও যত্ন কৰা হৈছিল এই কালডোখৰতে।

সংঘৰ আৰম্ভণিৰেপৰা আজিলৈকে অনেক কৃতবিদ্য পণ্ডিত লোকে তাৰ বিভিন্ন অধিৱেশনত সভাপতিত্ব কৰিছে। তেখেতসকলৰ মন্তব্য, বাণী আৰু বক্তৃতাবোৰৰ সাৰাংশ, সংঘৰ অন্ততঃ প্ৰথমছোৱা কালত, যথাৰীতি লিপিবদ্ধ কৰি ৰখা আছে। বিভিন্ন সময়ৰ সম্পাদকীয়ৰ পৰা সেইবোৰ বাছি উলিয়ালেও এখন ক্ষুদ্ৰ পুস্তক গঢ়ি উঠিব। সেইবোৰৰ দুই-একোটা কথা নমুনা স্বৰূপে তলত উদ্ধৃত কৰা হ'ল।

স্বৰ্গীয় পণ্ডিত কমলনাৰায়ণে ১১। ৩। ৪৫ তাৰিখে ৯ম বৈঠকত কৈছিল— 'অসমতো ধনী সম্প্ৰদায় নোহোৱা নহয়। অন্য ঠাইৰ ধনী লোক আৰু অসমীয়া ধনী লোকৰ মাজত মাথোন পাৰ্থক্য এই যে অসমীয়া ধনী সম্প্ৰদায়ৰ কোনো লোক সজ কামত অৰ্থ-ব্যয় কৰিবলৈ আগবাঢ়ি নাহে। গতিকে তেওঁলোকৰ অন্তৰত দেশ-প্ৰেম জগাই তুলি তেওঁলোকৰ সঞ্চিত ধন দেশৰ কামত লগাবলৈ দেশৰ শিক্ষিত লোকসকলে কৃতসঙ্কল্প হৈ কাম কৰিব লাগিব। এই কাৰ্য্যৰ কাৰণে উমৈহতীয়া অনুষ্ঠান বা 'কমন প্লেটফৰ্ম্ম'ৰ (Common Platformৰ ) দৰকাৰ। মুকুল সংঘই বহুক্ষেত্ৰত বহু পৰিমাণে এই কাম কৰিব পাৰিব বুলি মোৰ বিশ্বাস।'

মুকুল সংঘত পঠিত ৰচনা, কবিতা আদিৰ উল্লেখ কৰি তেখেতে কৈছিল— 'আলোচনাবোৰ সদায় তীব্ৰ সমালোচনামূলক আৰু ব্যক্তিগত আক্ৰমণ-বৰ্জ্জিত হ'ব লাগে। গুণ-কীৰ্ত্তনে তাত বিশেষ ঠাই পোৱা উচিত নহয়। গুণ-কীৰ্ত্তন যি থাকে তাক উৎসাহ প্ৰদানৰ কাৰণেহে ৰাখিব লাগে। নহ'লে সমালোচনা নহৈ বন্দনাত পৰিণত হয়।'

বিহগী কবি ৰঘুনাথ চৌধাৰীক সম্বৰ্দ্ধনা জনোৱা হৈছিল সংঘৰ ২৫ বৈঠকত, ইংৰাজী ৮। ৭। ৪৫ তাৰিখে, তেতিয়াৰ বি. টি. হোষ্টেলৰ চুপাৰিণ্টেণ্ডেন্ট অধ্যাপক কেশৱনাৰায়ণ দত্তৰ বাসভৱনত। অভিনন্দনৰ উত্তৰত বিহগী কবিয়ে তেখেতৰ স্বভাৱ-সুলভ সৰলতাৰে কৈছিল যে তেখেতৰ জীৱনৰ অতীত কালডোখৰ বৰ দুখৰ আছিল। সকলো ক্ষেত্ৰতে ব্যৰ্থতাকেই তেখেতে হেনো কৰুণাময় ভগৱানৰ আশীৰ্ব্বাদ বুলি আহিছিল। তেখেতৰ মতে 'কিন্তু চিৰকাল মানুহৰ সমানে নাযায়। মোৰো দুখৰ ৰাতি পুৱাই আহিছে। আজি মই য'লৈকে যাওঁ, তাতেই মোৰ প্ৰিয় শিষ্যবোৰক পাওঁ, আৰু তেতিয়া মোৰ মনত অপাৰ আনন্দ হয়। যোৰহাটলৈ মোৰ নিজৰ কামত মনে মনে গৈছিলোঁ, কিন্তু তাতো মোক ছাত্ৰসকলে বিচাৰি পালে আৰু এদিনৰ ঠাইত মোক

একুৰি দুদিন ৰাখিলে। যোৰহাটৰপৰা উভতি আহোঁতে লগত মই দুটা বস্তু লৈ আহিলোঁ—এটা হ'ল অভিনন্দনৰ টোপোলা এটা আৰু আনটো মেলেৰীয়া জ্বৰ।' ছিলঙৰ বিষয়ে তেওঁৰ এটা বেলেগ ধাৰণা আছিল হেনো। তেওঁ ভাবিছিল—'ইয়াত সকলো মানুহে ঠেঙা পিন্ধি অফিচলৈ যায়, আৰু অফিচৰ বাহিৰৰ সময়খিনিত সদায় খোৱা-পিয়া কামতেই ব্যস্ত থাকে। কিন্তু কুমুল সংঘই মোৰ সেই ধাৰণা দূৰ কৰিলে। সঁচাকৈয়ে অসমৰ কোনো ঠাইতে মই মুকুল সংঘৰ দৰে অনুষ্ঠান এটা দেখা পোৱা নাই।' কবি চৌধাৰীয়ে হেনো সকলো বস্তুতেই এটা বিশেষত্ব দেখে আৰু সেয়ে তেওঁৰ অন্তৰত বৰকৈ আঘাত কৰে। সেই আঘাতৰ তাড়নাত বিশেষত্বখিনি ভালকৈ বুজিবৰ কাৰণে তেওঁৰ অন্তৰত যি আকুল পিয়াহ ওপজে সেয়ে তেওঁৰ কবিতাৰ উৎস। তেওঁক অনেক সময়ত ভাবে বৰকৈ পীড়া দিয়ে, কিন্তু তাক প্ৰকাশ কৰিবলৈ যথোচিত সজুলি নাপাই তেওঁৰ অন্তৰ কান্দি উঠে। কবিতাত যি যি ভাব প্ৰকাশ পায় সি তেওঁৰ পুঞ্জীভূত বেদনাৰাশিৰপৰা নিজৰি ওলোৱা একোটি ক্ষুদ্ৰ জৰণা মাথোন। তেওঁ যি লিখে আত্ম-তুষ্টিৰ কাৰণেহে লিখে , ফৰ্ম্মাচী কবিতা হেনো তেওঁৰ পক্ষে অসম্ভৱ।

ছিয়াল্লিছৰ (১৯৪৬ চনৰ) শ্ৰীপঞ্চমীৰ দিনা সংঘৰ ৪৬ সংখ্যক বৈঠকত ছয় ফেব্ৰুৱাৰী তাৰিখে সংঘৰ তৰফৰপৰা গাল্পিক শ্ৰীহলীৰাম ডেকাক লাইট্‌উমখ্ৰাৰ ছান-ভিউ মেছতেই সম্বৰ্দ্ধনা জনোৱা হৈছিল। সম্বৰ্দ্ধনাৰ উত্তৰত শ্ৰীডেকা ডাঙৰীয়াই সাহিত্যৰ লগত জীৱনৰ সম্বন্ধ বিশ্লেষণ কৰি যি এটি ভাষণ দিছিল তাক সেই সময়ৰ 'দৈনিক অসমীয়া'ই দূৰ-দূৰণিতো নি পৰিৱেশন কৰিছিল। তেখেতে কোৱা মতে—'সাহিত্য চৰ্চ্চা প্ৰথমতে আত্মোন্নতিৰ কাৰণেহে হ'ব লাগে। নিজে পঢ়ি-শুনি আৰু দেখি অনুভূতিৰ মাজেদি বুজি লৈ যি কথা প্ৰকাশ কৰা যায়—সিহে প্ৰকৃত সাহিত্য। হিমালয় পৰ্ব্বতৰ ধ্যানমগ্ন ঋষিসকলে যেনেকৈ ধ্যানৰ দ্বাৰা প্ৰথমে নিজেহে ভগৱৎ প্ৰাপ্তিৰ দ্বাৰা উপকৃত হ'বলৈ বাঞ্ছা কৰে, তাৰ পিছতহে সাধনাত সিদ্ধিলাভ কৰিলে জগতৰ কল্যাণ সাধিবলৈ যত্নপৰ হয়—সাহিত্য-সাধনাৰো উদ্দেশ্য ঠিক তেনেকুৱাই।' শ্ৰীডেকাৰ মতে আধুনিক গল্পৰ মুখ্য উদ্দেশ্য জীৱনৰ বা ঘটনাৰ কোনো এটা বিশেষ অৱস্থা অঙ্কিত কৰা, বিশেষজ্ঞ ডাক্তৰে যেনেকৈ এটোপা তেজৰ পুঙ্খানুপুঙ্খ পৰীক্ষাৰ দ্বাৰা বেমাৰৰ স্বৰূপ নিৰাকৰণ কৰে, আধুনিক গল্প-লেখকেও জীৱনৰ কোনো এটা অৱস্থা লৈ ঠিক একে ধৰণৰ কামকে কৰে। চিত্ৰসেন যখৰীয়াৰ 'ফিলচফি'ৰ কথা উল্লেখ কৰি তেখেতে কয় যে কোনো ব্যক্তি-বিশেষৰ দোষ দেখুৱা যখৰীয়াৰ উদ্দেশ্য নহয়। মানুহক মানুহ হিচাপে চাবলৈ নিশিকা ভেমবৰ ডাঙৰীয়া কিছুমানৰ ভেমৰ অসাৰ্থকতা দেখুৱাটোহে যখৰীয়াৰ হেনো জীৱনৰ লক্ষ্য আছিল।

শ্ৰীবিজয়চন্দ্ৰ ভাগৱতীয়ে সাহিত্যৰ স্বৰূপ সম্বন্ধে সংঘৰ ৫১ বৈঠকত (৩১। ৩। ৪৬) কৈছিল—'প্ৰকৃত সাহিত্য জনসাধাৰণৰ ভাবৰ প্ৰতীক স্বৰূপ। সেই

কাৰণে সাহিত্যিকে জনসাধাৰণৰ সুখ-দুখ, আশা-আকাঙ্ক্ষা সকলোবোৰ বুজিব লাগিব। যি সাহিত্যত জনসাধাৰণৰ অন্তৰৰ ভাব ফুটি উঠিব তেনে সাহিত্যকহে সৰ্ব্ব-সাধাৰণে আদৰ কৰিব। আগৰ দিনৰ সাহিত্যিকে ৰজাকে কেন্দ্ৰ কৰি জনসাধাৰণৰ ভাব প্ৰকাশ কৰিছিল, কাৰণ তেতিয়া ৰজাই আছিল প্ৰজাৰ প্ৰতীক। শ্ৰীৰামচন্দ্ৰই প্ৰজাৰঞ্জনৰ কাৰণে নিজৰ প্ৰিয়তমা পত্নীকো বিসৰ্জ্জন দিছিল। তাৰ পাছৰ যুগৰ সাহিত্যত ডাঙৰীয়া আৰু পুঁজিপতি শ্ৰেণীৰ আবিৰ্ভাৱ হ'ল। আজিৰ যুগত উদীয়মান শক্তি বনুৱা আৰু খেতিয়কৰ। তেওঁলোকৰ প্ৰাণৰ কথাক ভাষা দিব পাৰিলেই প্ৰকৃত সাহিত্য গঢ়ি উঠিব। তেওঁলোকে নজনা কথা বহুত আছে সঁচা, কিন্তু নজনাকৈ জনা কথাও বহুত আছে—তাকেই সাহিত্যিকে ভাষা দিব লাগিব।'

সাতচল্লিছৰ (১৯৪৭ চনৰ) ওঠৰ আগষ্ট তাৰিখে নাৰায়ণপুৰত শ্ৰীহলীৰাম ডেকাৰ সভাপতিত্বত বহা এটা বিশেষ বৈঠকত ভাৰতৰত্ন কাকা কালেলকাৰে এটি ভাষণ দিছিল। অসমৰ ভৌগোলিক পৰিস্থিতিৰ কথা উল্লেখ কৰি তেখেতে কৈছিল—'ব্ৰহ্ম, হিন্দ আৰু চীন—এই তিনি সংস্কৃতিৰ সৌমাজত অৱস্থিত অসম বাস্তৱিকে এনথ্ৰপলজিষ্ট (Anthropologist) সকলৰ ৰম্যস্থান। ইয়াৰ পুৰণি সাহিত্য বাস্তৱিকে জাতিৰ গৌৰৱৰ বস্তু। এনেহেন গৌৰৱময় প্ৰাদেশিক ভাষা এটি আৰু তাৰ সাহিত্য সম্পৰ্কে ভাৰতৰ অন্যান্য ঠাইৰ লোকসকলে সৌ সিদিনালৈকে বিশেষ একো জনা নাছিল।' কাকাজীৰ যত্নতেই হেনো ইয়াৰ বিষয়ে ১ম পুস্তক লিখিত আৰু প্ৰচাৰিত হৈছিল, আৰু এই পুস্তকেই P. E. N গ্ৰন্থাৱলীৰ History of Assamese Literature by Dr B. K. Barua পুথি।

পুৰণি অসমীয়া সাহিত্যৰ কথা উল্লেখ কৰি কাকাজীয়ে কৈছিল—'শঙ্কৰ আৰু মাধৱ, এই দুগৰাকী মহাপুৰুষেই অসমীয়া সাহিত্যৰ অক্ষয় গৌৰৱ-স্তম্ভ নিৰ্ম্মাণ কৰি গৈছে। কিন্তু আমি এইটো ভুলতো ভাবিব নালাগে যে তেওঁলোকে আজিকালিৰ অৰ্থত সাহিত্য ৰচনা কৰিছিল। সেই কাম তেওঁলোকে সমূলি কৰা নাছিল। তেওঁলোকে কৰিছিল দেশসেৱা, ধৰ্ম্মপ্ৰচাৰ আৰু সমাজ-সংস্কাৰ। তাকে কৰিবৰ কাৰণে তেওঁলোকে লেখনীৰ আশ্ৰয় ল'বলগীয়া হোৱাত যি পুস্তক ৰচিত হৈছিল—সেয়ে আজি অসমীয়া সাহিত্যৰ অমূল্য সম্পদ। তেওঁলোক সাহিত্যৰ সেৱক নাছিল, আছিল মানৱতাৰ সেৱক।' কাকাজীয়ে আজিৰ সাহিত্যিকসকলৰ কামক সোণাৰীৰ কামৰ লগত তুলনা কৰি কয় যে আজিকালিৰ সাহিত্যিকসকল সমাজৰ হিতাকাঙ্ক্ষী হ'লেও সমাজৰ প্ৰকৃত সেৱক বৰ বেছি পৰিমাণে নহয়। ই কেতিয়াও আনন্দৰ সেৱা হ'ব নোৱাৰে। কাৰণ সমাজৰ সেৱা নকৰাকৈ সাহিত্যৰ সেৱা হ'ব নোৱাৰে। জনতা-জনাৰ্দ্দনৰ সেৱাইহে প্ৰকৃত সাহিত্য-সেৱা। মূক-জনতাৰ মৰ্ম্মবাণী প্ৰচাৰেই সাহিত্যৰ মুখ্য উদ্দেশ্য। জনতা শক্তিশালী হ'লেই সাহিত্যও শক্তিশালী হ'ব। তেনে জনতাক শক্তিশালী কৰি গঢ়িবলৈ যত্ন নকৰি অকল তাৰ অন্তৰৰ কথাবোৰ ভাবি থাকিলেই বা

তাৰ অৱস্থা অঙ্কন কৰিলেই নচলিব ; তাকে কৰিলে সাহিত্যিকৰ কাম ফটোগ্ৰাফাৰৰ কামত পৰিণত হ'ব।'

আধুনিক অসমীয়া সাহিত্যৰ দৈন্যৰ কথা উল্লেখ কৰি কাকাজীয়ে কয় যে 'অসমত আজি লেখত ল'বলগীয়া নতুন সাহিত্য নোলাব পাৰে, কিন্তু অসমৰ শক্তি নাই বুলিলে মই মানিব নোৱাৰোঁ। দাঁতিকাষৰীয়া পৰ্ব্বতীয়া জাতিবোৰৰ লগত সংঘৰ্ষ আৰু সংস্পৰ্শত আহি আজিৰ অসমীয়া সাহিত্য গঢ়ি উঠিব লাগিব। তেনে সংস্পৰ্শ বা সন্মিলনত অসমীয়া সাহিত্য বা ভাষাৰ ফালৰপৰা ভয় কৰিবলগীয়া কোনো কাৰণ নাই ; কিয়নো অসমীয়া ভাষা সংস্কৃতৰ দুহিতা। ইয়াৰ মৰণ নাই।' এইখিনিতে কাকাজীয়ে উদি বান্ধি নি অন্য গছৰ ওপৰত ৰোৱা একশ্ৰেণীৰ গছৰ উপমা দি কয় যে অসমীয়া কৃষ্টি আৰু পৰ্ব্বতীয়া জাতিবোৰৰ জীৱনীশক্তি (Vitality) ৰ সংমিশ্ৰণত অসমত নব-চৈতন্যৰ উদয় হ'ব। গতিকে পৰ্ব্বতীয়া জাতিবোৰক ঘৃণা নকৰি সিহঁতক আপোন কৰি ল'বলৈহে যত্ন কৰিব লাগে। তাকে কৰিবলৈ হ'লে সিহঁতৰ মাজলৈ শাসকৰ বা সিহঁতকৈ বেছি জনাৰ ভাব লৈ যাব নালাগে। সেৱকৰ ভাব লৈ ওচৰ চাপিলেহে সিহঁতে আদৰেৰে সাবটি ল'ব। কোনো মানুহে নিজক অন্তৰৰপৰা হীন বুলি গ্ৰহণ কৰিবলৈ ভাল নাপায়। গতিকে হীনজ্ঞান কৰি ঘিণ কৰাৰ কথা গম পালে কেৰে তেনে ব্যৱহাৰ কৰা লোকক আপোন বুলি গ্ৰহণ নকৰে। প্ৰেম আৰু দাসভাবৰ সহায়তহে সকলোকে বশ কৰা যায়। সাহিত্য বিষয়তো ৰামচন্দ্ৰ হ'বলৈ যত্ন নকৰি সাহিত্যিকে হনুমান হ'বলৈহে যত্ন কৰিব লাগে।'

অসমত থকা আৰু অসমলৈ নতুনকৈ অহা অনা-অসমীয়া লোকৰ প্ৰতি অসমীয়া লোকে কেনে ব্যৱহাৰ কৰা উচিত বুলি সোধা প্ৰশ্নৰ উত্তৰত কাকাজীয়ে কৈছিল—'যিসকল লোক বাহিৰৰপৰা অসমলৈ আহে তেওঁলোকক নেখেদিবা, কিন্তু তেওঁলোকক প্ৰভু বনাযো নল'বা। তেওঁলোকক আনি অসমৰ আৰু অসমীয়া জাতিৰ সেৱক বনাই ল'বা। তাকে কৰিব পাৰিলেহে জাতিৰ কল্যাণ হ'ব।'

শ্ৰীৰমা দাসৰ সভাপতিত্বত সম্পাদক শ্ৰীঅতুল বৰুৱাৰ বাসভৱনত ৰিলবঙত বহা ৮১ সংখ্যক বৈঠকত ৫। ১০। ৪৭ তাৰিখে বাগ্মীবৰ শ্ৰীনীলমণি ফুকনে সাহিত্যৰ স্বৰূপ নিৰ্দৰ্শন কৰি কয়—'কল্পনা আৰু বাস্তৱৰ সমিল মিলতহে সাহিত্যৰ সৃষ্টি। তাত কল্পনাৰেই মাত্ৰা সৰহ আৰু এই কল্পনাই স্থিৰ মনত প্ৰতিভাত হোৱা সত্যহে ফুটাই তোলে।'

সংঘৰ ৮৬ বৈঠকত ১১। ১। ৪৮ তাৰিখে সভাপতিৰ আসনৰপৰা মথাৰৰ শ্ৰীৰজনীকান্ত গোস্বামীৰ বাসভৱনত ডঃ বিৰিঞ্চিকুমাৰ বৰুৱাই অসমৰ সংস্কৃতি আৰু ঐতিহ্য সম্পৰ্কে বক্তৃতা দি কৈছিল—'আমি আমাৰ অতীতৰ কথা পাহৰি আহিব লাগিছোহঁক। অতীতত আমাৰ দেশৰ সামাজিক অৱস্থা কেনে আছিল, আমাৰ মানুহে কেনেকৈ জীৱিকা নিৰ্ব্বাহ কৰিছিল, কি বস্তু তেওঁলোকৰ খাদ্য আৰু কি সাজ-পাৰ

পৰিধেয় আছিল—ইত্যাদি কথা আমি নাজানো। আমি ভাবি নাচাওঁ যে আমাৰ অতীত সংস্কৃতি এইবোৰৰ মাজতেই নিহিত আছে। সংস্কৃতি অকল এটা গুণবোধক শব্দ নহয় ; ওপৰৰপৰা খহি পৰা নাইবা ক'ৰবাৰপৰা আহি বলেৰে প্ৰৱেশ কৰা বস্তুও নহয় ; আচাৰ-ব্যৱহাৰ, সাজ-পাৰ, ৰুচি, খাদ্য আদিৰ সমষ্টিয়েই সংস্কৃতি। পৰিবৰ্ত্তনৰ প্ৰভাৱ ইয়াৰ ওপৰত যথেষ্ট আছে। আধুনিক ধৰণে বুই উলিওৱা অসমীয়া কাপোৰ এখনৰ কাৰুকাৰ্য্য দেখি আজি হয়তো বাৰাণসীৰ লোক এজনে তৎক্ষণাৎ কৈ উঠিব—'এই কাৰুকাৰ্য্য অসমৰ নহয়, আমাৰহে।' আৰু তেওঁ তাক হয়তো যুক্তিৰে প্ৰমাণো কৰিব। ইয়াত আচৰিত হ'বলগীয়া একো নাই , কাৰণ আমাৰ বয়ন বিদ্যাৰ ওপৰত অন্য ঠাইৰ প্ৰভাৱ নপৰাকৈ থকা নাই।'

শিক্ষাদানৰ মাজেদি জাতীয় সংস্কৃতি ৰক্ষা কেনেকৈ সম্ভৱ হ'ব পাৰে সেই বিষয়ে ডঃ বৰুৱাদেৱে চুইজাৰলেণ্ডৰ বিশ্ববিদ্যালযৰ কাৰ্য্যলৈ আঙুলিয়াই কয়—'তাৰ দৰেই আমাৰ দেশতো উপাধি-পৰীক্ষাবোৰত সদায় পুৰাতত্ত্বমূলক একোখন কাকত থাকিব লাগে। তাত ছাত্ৰই যি বিষয়ে উপাধি পাবলৈ বিচাৰে তাৰবাবে তেওঁলোকে গাঁৱে-ভূঁয়ে গৈ তাৰ উপাদান সংগ্ৰহ কৰি আনি একোখন গৱেষণাপূৰ্ণ কিতাপ লিখিব লাগে। অসমীয়া ভাষা আৰু সংস্কৃতিৰ তেনে গৱেষণাৰ কাৰণে অসমকো কেইটামান অঞ্চলত বিভক্ত কৰি একো একোটা অঞ্চল লৈ আমি একো একোজন ছাত্ৰ পঠোৱা উচিত। সেই অঞ্চলৰ মানুহৰ কথ্য-ভাষা, আচাৰ-ব্যৱহাৰ, গীত-মাত, ঘৰুৱা প্ৰবচন, যোজনা-ফকৰা, সাধুকথা আদি সংগ্ৰহ কৰি আনি অধ্যাপকৰ সহাযত তেওঁ সেই বিষয়ে বৈজ্ঞানিক প্ৰণালীত গৱেষণাপূৰ্ণ কিতাপ লিখিব। এনে কাৰ্য্যৰপৰা আমাৰ সংস্কৃতিৰ লোপ পাই আহিবলৈ ধৰা এটি অৱয়ৱ সংৰক্ষিত হ'ব আৰু চৰকাৰেও তাৰপৰা লাগতিযাল খা-খবৰ পাব। লগতে আমাৰ মাতৃ-ভাষাৰ কিতাপো বাঢ়িব।'

আঠচল্লিছৰ (১৯৪৮ চনৰ) ২২ ফেব্ৰুৱাৰীত অধ্যাপক শ্ৰীকেশৱনাৰায়ণ দত্তৰ ঘৰত বহা বৈঠকত সভাপতিত্ব কৰি অধ্যক্ষ হেম বৰুৱাই সাহিত্যৰ লগত দেশৰ সমস্যাৰ সম্বন্ধ বিশ্লেষণ কৰি কৈছিল—'বৰ্ত্তমান যুগ জনসাধাৰণৰ আৰু গণজাগৰণৰ যুগ। ইযাক বিপ্লৱৰ যুগ বোলা যায়। দেশৰ সংস্কৃতি আৰু সাহিত্যৰ জৰিয়তে বিপ্লৱ জীয়াই থাকে বুলি পৃথিৱীৰ বুৰঞ্জীয়ে কয়। আজি পৃথিৱী ব্যাপি গণজাগৰণৰ বিপ্লৱ উঠিছে আৰু তাৰে ঢল ভাৰততো বাগৰিছে। ভাৰতৰ স্বাধীনতা আহিল মানেই ভাৰতৰ জনসাধাৰণৰ দাবী বা অধিকাৰ মানি লোৱা হ'ল।'

আধুনিক অসমীয়া সাহিত্য কেনেকুৱা হোৱা উচিত সেই বিষয়ে আলোচনা কৰি তেওঁ কয়—'বৈষ্ণৱ সাহিত্যৰ গৌৰৱময় যুগৰ প্ৰভাৱ আজিও অসমীয়া জাতি আৰু সাহিত্যৰ ওপৰত সম্পূৰ্ণ বিৰাজমান। ইয়াৰ কাৰণ সেই যুগৰ সাহিত্যই অসমীয়াৰ প্ৰাণৰ প্ৰতিধ্বনি আৰু কল্পনাৰ কল্পলোক স্পষ্টভাৱে ফুটাই তুলিব পাৰিছিল। আহোম শাসন বা ইংৰাজ শাসনেও তাক সেইবাবে ম্লান কৰিব পৰা নাছিল। আজি

পাশ্চাত্যৰ প্ৰভাৱত পৰি আমি পাশ্চাত্যৰ যিখিনি আদৰ্শ বস্তু পাইছোঁ, তাক আমাৰ জাতীয় জীৱনৰ লগত খাপ খুৱাই সাহিত্যত নতুন গঢ় দিব লাগিব। এই প্ৰসঙ্গত ১৯২১ চনত মহাত্মা গান্ধী আৰু ৰবি ঠাকুৰৰ মাজত হোৱা বাক-বিতণ্ডাৰ কথা তেওঁ উল্লেখ কৰে। সেই সময়ত মহাত্মা গান্ধীয়ে কৈছিল—"মোৰ পঁজাৰ চাৰিও কাষে বিদেশৰ বতাহ আহি বলক, কিন্তু সেই বতাহত মই নিজে লৰি যাব নোখোজোঁ, নাইবা মোৰ পুৰণি পঁজাটিও ভাগি যাবলৈ দিব নোৱাৰোঁ।" এতিয়া আমাক কেনে সাহিত্য লাগে তাকে লৈ আজি নানা মুনিৰ নানা মত। কোনোৱে কয়, আমাৰ সাহিত্য ইংৰাজী প্ৰভাৱৰ আগৰ যুগৰ সাহিত্যৰ সাঁচত গঢ়ি তুলিব লাগিব ; কোনোৱে কয়, ইংৰাজী সাহিত্যৰ প্ৰভাৱত হোৱা পৰিৱৰ্ত্তনত ক্ৰমবৰ্দ্ধমান কৰি নতুন সাঁচত তাক গঢ়ি তুলিব লাগিব। কিন্তু মহাত্মা গান্ধীৰ উপৰোক্ত উপমা এই ক্ষেত্ৰতো সুন্দৰকৈ খাটে।'

মুকুল সংঘৰ বৈশিষ্ট্য সম্পৰ্কে অধ্যক্ষ বৰুৱাদেৱে মন্তব্য দিছিল—'সাহিত্য-চক্ৰই হওক বা অন্য সংঘ-সমিতিযেই হওক, সকলবোৰৰে আধুনিক বিশেষত্ব এটা এই যে এইবোৰ দিনদিয়েক ঠিকমতে চলি থাকে আৰু হঠাৎ পুতুং কৰে এদিন নাইকিয়া হয়। ইয়াৰ ঘাই কাৰণ গুৰিযালসকলৰ অৱহেলা। সকলো অনুষ্ঠানৰ গুৰিতে থাকে কোনো এজন লোকৰ প্ৰাণপাত চেষ্টা আৰু ত্যাগ। মুকুল সংঘতো কাৰবাৰ নিশ্চয় তেনে যত্ন আৰু ত্যাগ আছে। মুকুল সংঘৰ বিশেষত্ব মই দেখাত এই যে ই স্থিৰভাৱে বহুকাল চলি আছে।'

আধুনিক সমাজ আৰু সাহিত্যৰ মাজত থকা সম্বন্ধ বিশ্লেষণ কৰি তেখেতে ক'—'মানিবই লাগিব যে বৰ্ত্তমান যুগ মাৰ্ক্সৰ যুগ, ফ্ৰইডৰ যুগ। পুঁজিপতিসকলে মানুহৰ মন বুজি ধনৰ ব্যৱহাৰ কৰিব নাজানিলে সংঘাত অনিবাৰ্য্য। এজনে বিপুল সম্পত্তিৰ অধীশ্বৰ হৈ সুখৰ উমলগা কোলাত কাল কটাব আৰু তেওঁৰ দৰে অন্যান্য হাজাৰ হাজাৰ লোকে কপালৰ কেঁচা ঘাম মাটিত পেলাযো দুবেলা দুমুঠি পেট-ভৰাই খাবলৈ নাপাব, সি হ'ব নোৱাৰে। দৰিদ্ৰ দেশত চিন্তাৰ উৎকৰ্ষ সাধন অসম্ভৱ। পেটৰ ভোকত মানুহে নিজক উচ্চ চিন্তাত নিমগ্ন ৰাখিব নোৱাৰে। সেইবাবে লিও ট্ৰট্স্কিয়ে কৈছিল—'অৰ্থনীতিৰ জীপ লৈহে সাহিত্য জীযাই থাকে। আকাশৰ নক্ষত্ৰ গণি থাকি থাকি ভাগৰ লাগিলে কবিতা লিখা ওমৰৰ দিন গ'ল। আজি সাহিত্যিকে জীৱনৰ চৰম সত্য উদ্‌ঘাটন কৰিব লাগিব—জনসাধাৰণৰ জীৱনৰ প্ৰকৃত সংঘাত উপলব্ধি কৰি।'

আঠচল্লিছৰ এঘাৰ এপ্ৰিল তাৰিখে নাৰায়ণপুৰত বহা ৯১ সংখ্যক বৈঠকত সভানেত্ৰীত্ব কৰি শ্ৰীনলিনীবালা দেৱীয়ে কবিতা তথা সাহিত্যৰ স্বৰূপ সম্বন্ধে কৈছিল—'কবিতা লিখাত অনুভূতিয়েই মোৰ একমাত্ৰ সম্বল। মোৰ বিশ্বাস পৱিত্ৰ ভাবেৰে অনুভূতিৰ মাজেদি যেতিয়া আমি উপলব্ধি কৰিবলৈ যত্ন কৰিম তেতিয়া দেখিম যে এই পৰিদৃশ্যমান জগতৰ অন্তৰালত আৰু এখন জগৎ আছে যি মহিমাময় ভগৱানৰ জেউতি পৰি সদায় সমুজ্জ্বল হৈ আছে। সেই ৰাজ্যৰ লগত সংযোগ নহ'লে,

মোৰ বিশ্বাস প্ৰকৃত সাহিত্য গঢ়ি উঠিব নোৱাৰে। সাধনাৰ মাজেদিহে সেই ৰাজ্য পাব পাৰি। সাধনাক অৱলম্বন কৰিহে প্ৰকৃত সাহিত্যৰো সৃষ্টি হয়। বাদ্য-যন্ত্ৰৰ দৰেই মানুহৰ সূক্ষ্মানুভূতিৰো কিছুমান কোষ আছে। এই কোষ সাতোটা বুলি শাস্ত্ৰই কয় ; যেনে, প্ৰাণময় কোষ, জ্ঞানময় কোষ, বিজ্ঞানময় কোষ, আনন্দময় কোষ ইত্যাদি। সাধনা আৰু চিন্তাৰ দ্বাৰা সূক্ষ্মানুভূতিৰ নুফুটা কোষবোৰ ফুটাব লাগে। প্ৰকৃতিৰ দৃশ্য যেতিয়া মনৰ মাজেদি গৈ অন্তৰত প্ৰৱেশ কৰে আৰু তাক আমি প্ৰাণময় কোষত পাওঁ তেতিয়াহে সি সাহিত্যৰ সামগ্ৰী হয়। সেইবাবে নিবিড় ধ্যান ভাৰতীয় সংস্কৃতি আৰু সাহিত্যৰ মূল বস্তু আছিল আৰু এতিয়াও হোৱা উচিত।'

পাইন উড্ স্বাস্থ্য-নিবাসত বহা ৩৪৫ সংখ্যক বৈঠকত সভাপতিত্ব কৰি যোৱা ৩১।১।৬১ তাৰিখে শ্ৰীদেৱকান্ত বৰুৱাই কয়—'জনমতক বাদ দি কোনো ৰাষ্ট্ৰ টিকি থাকিব নোৱাৰে। সামৰিক শাসন আৰু জাতীয় চৰকাৰৰ শাসনৰ পাৰ্থক্য ঘাইকৈ এই যে জাতীয় চৰকাৰে ৰাষ্ট্ৰৰ মঙ্গলৰ হকে যাৱতীয ব্যয় বহন কৰে, কিন্তু সামৰিক চৰকাৰে নিজৰ আৱশ্যাকীযখিনিহে কৰে। ভাৰতীয লোকসকলে জাতীয চৰকাৰৰ কল্যাণকামী পৰিকল্পনাসমূহ সমৰ্থন কৰিছে সঁচা, কিন্তু অন্যান্য স্বাধীন দেশৰ নাগৰিকে কৰাৰ দৰে তাত মনে-প্ৰাণে সহযোগিতা কৰা নাই।'

পশু-পক্ষী সংৰক্ষণৰ আৱশ্যকতা সম্পৰ্কে মন্তব্য কৰি শ্ৰীবৰুৱাই কয় যে 'জীৱন-ধাৰণৰ কাৰণে মানুহে যেতিয়া জীৱ-জন্তুৰ লগত প্ৰতিযোগিতা কৰিবলগীয়া হৈছিল আৰু জীৱ-জন্তু যেতিয়া মানুহৰ প্ৰধান খাদ্য হৈ পৰিছিল, তেতিয়া পশু-পক্ষী বধ কৰা সম্পূৰ্ণ বিধেয আছিল। আজিৰ যুগত কিন্তু সেইবোৰৰ প্ৰয়োজন নোহোৱা হ'ল। গতিকে আজিৰ দিনত জন্তু চিকাৰ আইনমতে বন্ধ কৰা উচিত।'

উপৰোক্ত উদ্ধৃতিবোৰ সম্পাদকৰ কাৰ্য্য-বিৱৰণীৰূপ বিৰাট ৰন্ধনস্থালীটোৰ একো একোটি অন্নৰ নমুনাহে। এনে ধৰণৰ উল্লেখযোগ্য বচন আৰু অলেখ আছে। 'নেলেখিলোঁ তাক আৰু বাহুল্যক ডৰে।'

বৈঠকৰ বিভিন্ন সময়ৰ বিভিন্ন সম্পাদকৰ দ্বাৰা লিপিবদ্ধ হোৱা কাৰ্য্যবিৱৰণীবোৰ সংঘৰ সভ্যসকলৰ কাৰণে অতীত মাধুৰীৰ সৌৰভেৰে ভৰপূৰ। এইবোৰত মাজে মাজে সংঘৰ সজ সঙ্কল্পৰ কথা উল্লেখ কৰা আছে। এই বিৱৰণীবোৰ দাঙি ধৰোঁতে যাতে এইবোৰ শ্ৰোতাসকলৰ কাৰণে বিৰক্তিজনক নহয তাৰ বাবে সম্পাদকসকল সদায় সচেষ্ট হৈ আহিছে। আজিৰপৰা পূৰা এযুগ পূৰ্ব্বৰ অৰ্থাৎ বাৰ বছৰতকৈও অধিক কাল আগৰ তেনে এটি কাৰ্য্যবিৱৰণীৰ হুবহু উদ্ধৃতি তলত দিয়া হ'ল।

# শতাধিক পহিলা বৈঠক
## ছিলং মুকুল সংঘ

৫ ডিচেম্বৰ, ১৯৪৮ স্থান আসাম ক্লাব, লাবান।

সমাগত সুধীসকল,

জয়জয়তে অনন্ত শক্তিৰ মূল আধাৰ পৰম কাৰুণিক ভগৱানৰ ওচৰত মূৰ দোঁৱাই আমাৰ আজিৰ বৈঠকৰ কাম আৰম্ভ কৰিবলৈ ওলাইছোঁহক। আজি মুকুল সংঘই এশ বৈঠক শেষ কৰি আকৌ ১লা বৈঠক আৰম্ভ কৰিছে। পুৰোহিতৰ মুখত সদায় আশীৰ্বাদ ওলায—'শত বছৰ পৰমায়ু হওক'। গতিকে মানুহৰ আয়ুসৰ ফালৰপৰা চালে শত বছৰে এটা সীমা নিৰ্দ্দেশ কৰে। এশ বছৰত মানুহ ভালকৈ বুঢ়া হয। সংঘৰ শত বছৰ হোৱা নাই, শততিতম বৈঠকহে হৈ গৈছে। বয়সৰ ফালেদি সংঘৰ চাৰিটি বছৰ মাত্ৰ পূৰ হৈ গৈছে। এই চাৰি বছৰৰ ভিতৰতে কিন্তু ইয়াৰ পাঁচ কুৰি বৈঠক হৈ গ'ল। বৈঠক পাঁচ কুৰি হ'লেও বাৰ্দ্ধক্যৰ কোনো প্ৰকাৰ লক্ষণ এতিয়াও সংঘৰ গাত ফুটি উঠা নাই। বুঢ়া লোকে কৈ থৈছে—বোলে,

'ঘৰ বুঢ়া হয় চুকৰ পৰা ;
নগা বুঢা হয টিকাৰ পৰা।।
নাও বুঢ়া হয টিঙৰ পৰা,
ম'হ বুঢ়া হয শিঙৰ পৰা।।'

ইয়াত কিন্তু সভা-সমিতিৰ নাম নক'লে ; কাৰণ সভা-সমিতি কেতিয়াও বুঢ়া নহয। ইয়াৰ বিষয়ববীয়াসকল অৱশ্যে বুঢ়া নোহোৱাকৈ নাথাকে। বুঢ়া নোহোৱাকৈ থাকিব পৰা হ'লে, অইনৰ কথা নাজানো, আপোনালোকৰ এই নিঃকিন সেৱকে হ'লে সম্পাদকৰ বাবটো 'কম্বল এৰিলেও কম্বলে নেৰা'ৰ দৰে কৰিলেহেঁতেন। সভা-সমিতিক জীৱিত ৰাখিবলৈ সদায় অৱস্থা চাই ব্যৱস্থা কৰা হয় ; অৰ্থাৎ বিষয়-ববীয়াসকল পুৰণি হ'লে অনুষ্ঠানক সতেজ কৰি তুলিবলৈ নতুন বিষয়ববীয়া বাছি লোৱা হয়। ইংৰাজীতো বচন একাকি আছে—বোলে, Old order changeth, yielding place to new. এইদৰেই অনুষ্ঠানবোৰক চিৰ-যৌৱন দান কৰিবলৈ যত্ন কৰা হয়।

সি যিহওক, আজি সংঘৰ শতাধিক ১লা বৈঠক বহিছে। সেইবাবে ইয়াৰ সভ্য-সভ্যাসকলৰতো কথাই নাই, খা-খবৰ লৈ বুধি-ভাৰসা দিয়া হিতাকাঙ্ক্ষী মিতিৰ-কুটুম্বসকলৰো আজি এটি আনন্দৰ দিন। কিন্তু আমি পাহৰিব নোৱাৰোঁ যে মানুহ মানুহেই, দেৱতা নহয়। ভগৱানে মানুহক পূৰ্ণতা দিয়া নাই। সেইবাবে মানুহৰ আনন্দও কোনো প্ৰকাৰে সম্পূৰ্ণ নহয় বা হ'ব নোৱাৰে। ভগৱানে মানুহৰ সুখৰ মুহূৰ্ত্তবোৰতো বিষাদৰ চেঁকা মিহলাই থৈছে। সেইবাবেই তাহানি এগৰাকী ইংৰাজ কবিয়ে আৱেগত কৈ উঠিছিল—

'We look before and after
And pine for what is not ,
Our sincerest laughter,
With some pain is fraught
Our sweetest songs are those
That tell of saddest thought '—Shelley

'আমি যাহা চাই তাহা ভুল কৰে চাই, যাহা পাই তাহা চাই না'—ৰবি ঠাকুৰ। আমি এই আনন্দৰ মাজত আজি এগৰাকী বন্ধুৰ অভাৱ পোনেই বৰকৈ অনুভৱ কৰিছোঁহক। সংঘৰ অন্যতম উদ্যোক্তা উদীয়মান ডেকা সাহিত্যিক স্বৰ্গীয় ভুবন শৰ্ম্মা আজি আমাৰ মাজত নাই। বন্ধুৱে আমাক শোকত থৈ ১৯৪৭ চনৰ নবেম্বৰ মাহৰ ২১ তাৰিখ শুকুৰবাৰে সন্ধিয়া আকস্মিকভাৱে ইহলীলা সম্বৰণ কৰিলে। মৃত্যুৰ ঠিক এসপ্তাহ আগতে তেখেতক আমি আৰ্ল স্বাস্থ্যনিবাসত বহা সংঘৰ এটা বৈঠকত পাইছিলোঁ আৰু সমবায় বিভাগৰ শিক্ষা ল'বৰ কাৰণে চৰকাৰৰ ঘৰৰপৰা জলপানি লৈ বিলাতলৈ যাব ওলোৱাত সম্বৰ্দ্ধনা আৰু শুভেচ্ছা জনাইছিলোঁ ; কিন্তু Inscrutable are the ways of Providence ভগৱানৰ বিধান চিৰ-ৰহস্যাবৃত। 'আলচা কথা নহয় সিদ্ধি, বাটত আছে কণা বিধি'। আৰু 'মানুহে পাঙে, ঈশ্বৰে ভাঙে'। তেওঁৰো ভবা কাৰ্য্য ভবাই থাকিল। সন্ধিয়া ফুৰিচাকি ঘৰমুৱা হওঁতে জীপ্‌কাৰৰূপী নিঠুৰ নিয়তিয়ে বাটতে তেওঁক গ্ৰাস কৰি থ'লে। যুৱতী বধূ আৰু এমাডিমা ল'ৰা-ছোৱালী দুটিয়ে ইফালে ঘৰত সন্ধিয়াৰ শলিতা জ্বলাই ধূপ-ধূনা দি তেওঁৰ কাৰণে আগ্ৰহেৰে বাট চাই থাকিল।

স্বৰ্গীয় শৰ্ম্মাৰ 'ভিনদেউৰ চিঠি' বোলা কিতাপখন আপোনালোকৰ অনেকে নিশ্চয় পঢ়িছে। 'সংস্কৃতি আৰু সাহিত্য' নামৰ আৰু এখন গ্ৰন্থ তেওঁ যন্ত্ৰস্থ অৱস্থাতেই এৰি গ'ল। এই দুয়োখন কিতাপ, দুয়োখন কিতাপ কিয়, তেওঁৰ সমগ্ৰ সাহিত্যিক প্ৰচেষ্টাই আছিল এই ক্ষুদ্ৰ মুকুল সংঘৰে ফলস্বৰূপ। দুয়োখন কিতাপৰে সকলোবোৰ প্ৰবন্ধ সংঘৰ ভিন ভিন বৈঠকত তেওঁ পাঠ কৰিছিল।

এখেতক হেৰুৱাৰ ঠিক এবছৰমান পূৰ্ব্বে, মাথোন ১৯৪৬ চনত সংঘৰ দূৰণিবটীয়া অন্যতম হিতাকাঙ্ক্ষী বন্ধু স্বৰ্গীয় কমলনাৰায়ণে ইহসংসাৰৰপৰা চিৰ-বিদায় লোৱাত সংঘ বাস্তৱিকতে বৰ সন্তপ্ত হৈ পৰিছিল। স্বৰ্গীয় কমলনাৰায়ণে নাৰায়ণপুৰৰ গোসাঁই-পৰিয়ালত বহা সংঘৰ এখন বৈঠকত কিদৰে গঠনমূলকভাৱেৰে ভৰা উদ্দীপনাপূৰ্ণ বক্তৃতাৰে আমাক উৎসাহিত কৰিছিল—তাক আমি আজিও পাহৰিব পৰা নাই। সংঘৰ এই দুইগৰাকী লোকৰ আত্মাৰ সদ্‌গতিৰ কাৰণে আমি করুণাময় ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনাইছোঁহক।

সংঘৰ নাম—'মুকুল সংঘ'—এই নামটোৰ কথা আপোনালোকক অলপ কওঁ বুলি ভাবোঁতেই তাহানিৰ এটা কথা মনলৈ আহিল। এবাৰ লক্ষ্ণৌৰ এটা হোটেলত

আমি কেইজনমান বন্ধুৱে গৈ এদিনৰ কাৰণে থাকিব লগীয়া হৈছিলোঁ। হোটেলত বিছনা-পত্ৰ পাৰি লৈ চাহ-তাহ অলপ খাওঁ বুলি চিঞৰি মাতি পঠালোঁ—'বয়, বয়'। মুহূৰ্ত্তৰ ভিতৰতে দূৰৰপৰা উত্তৰ আহিল—'হজুৰ'। দুৱাৰমুখলৈ চাই দেখো—মস্ত গোঁফাল এটা হিন্দুস্থানী বাবুৰ্চি। বয়স ৪৫। ৫০ বছৰমান হ'ব। দেখিয়েই মোৰ হাঁহি উঠিব খুজিছিল—এনে গোঁফাল 'বয়'টো দেখি। শিষ্টাচাৰৰ খাটিৰত যেনিবা নাহাঁহিলোঁ। মনে, মনে ভাবিলোঁ বোলোঁ—'যি দেশৰ যি ভাও, ভজা মাছৰ চাৰি পাও'। ইয়াত 'বয়' হয়তো এনেকুৱাই। আমাৰ সংঘৰ নামটোও অলপ তেনে বিপৰীতাৰ্থক। মুকুল মানে—আপোনালোকে জানে—ফুলৰ ঢোপা-কলি। গতিকে কলি বা কল-কণ শিশুৰ কিবা সমিতি পাতি তাৰ নাম মুকুল সংঘ দিলে শোভা পায় ; কিন্তু ছিলঙত মুকুল সংঘ পাতিছে ডেকা, আদহীয়াঁ আৰু বুঢ়াসকলেহে। গতিকে হোটেলত 'বয়'ৰ অৰ্থ যেনে, ছিলঙত মুকুল সংঘৰো অৰ্থ তেনে হৈছে। যি ঠাইত ফুলৰ গোন্ধ নাই ; যি ঠাই প্ৰকৃতিৰ নন্দন কানন, অথচ বিহঙ্গ-বৰ্জ্জিত , য'লৈ বসন্ত আহিলেও ভোমোৰা বা কুলি-কেতেকী নাহে, তাত বুঢ়াযো মুকুল নাম লোৱা একো আচৰিত নহয়। বৰঞ্চ ই সম্পূৰ্ণ যুক্তিসঙ্গতহে। আৰু, আপোনালোকে জানে, অসমীয়া মানুহৰ এটা বিশ্বাস—বয়স বেছি হোৱা বুলিলে হেনো যমে লাই পায। সেইবাবে মাক-বাপেকে ল'ৰা-ছোৱালীৰ আচল বয়স ক'বলৈ অলপ হেহো-নেহো কৰে। এনেস্থলত সংঘৰ সভ্যসকলেও যদি মুকুল নাম লৈ যমৰ চকুত ধুলি দিব পাৰে তাতনো হানি কি? তাৰ উপৰি মুকুল বা ঢোপা-কলি বুলিলে যেনেকৈ তাৰ সুদীৰ্ঘ ভৱিষ্যৎ এটা কল্পনা কৰা যায়, কুসুম বা ফুল বুলিলে তাকে কৰা নাযায়। ডঃ কাকতিদেৱৰ কথাৰে ক'বলৈ হ'লে—'অপৰিস্ফুট কুসুম-কলিকা লৈ কল্পনা শক্তিযে যিমান খেলা কৰিব পাৰে বা আনন্দ বা নিৰানন্দ পাব পাৰে পূৰ্ণ-বিকশিত কুসুমত সেই আনন্দ বা নিৰানন্দৰ ভাব অকণো নাথাকে, অন্ততঃ কল্পনা শক্তিয়ে বিচাৰি নাপায়। কিয়নো ইয়াৰ ভৱিষ্যৎ নাই—অথবা যি আছে সি জ্ঞানগম্য।' গতিকে মুকুল সংঘৰ নাম যদি আমি আচলতে 'নুহিকন্ত ইটো ক্ষুদ্ৰ বালক' ভাবত মুকুল সংঘ থৈছোঁ—তেন্তে তাৰবাবে যেন আপোনালোকে আমাৰ দোষ নধৰে।

## সংঘৰ জন্ম, উদ্দেশ্য আৰু স্থান :

এই ক্ষুদ্ৰ সংঘখনি আৰম্ভ হৈছিল লাইট্‌উমখ্ৰাৰ এটি চাকৰিয়ালৰ 'মেছ' বা যৌথ আৱাসগৃহত বিগত ১৯৪৫ চনৰ জানুৱাৰী মাহৰ ১৪ তাৰিখ দেওবাৰে। এই দেওবৰীয়া শিশুটোৰ জন্মৰ সময়ত আছিল—এই নিঃকিন সম্পাদককে ভিতৰ কৰি মেছৰ তিনিজন লোক আৰু বাহিৰৰ দুজন। কথাত কথাই ইয়াৰ জনম আৰু দেওবাৰৰ দুপৰীয়াৰ সময়খিনিৰ সদ্‌ব্যৱহাৰ কৰাই ইয়াৰ উদ্দেশ্য। সাধাৰণতে ছিলঙৰ চাকৰিয়ালে সপ্তাহৰ ছয় দিন যিদৰে একেধৰণৰ কাম কৰে, দেওবাৰেও ঠিক

সেইদৰেই একে ধৰণৰ অৱসৰ ভোগ কৰে। দুপৰীয়া খাই-বৈ উঠি শোৱা নাইবা তাচ-পাশা খেলা এটা গতানুগতিক পদ্ধতি। তাৰে অলপ ব্যতিক্ৰম ঘটাই সেইখিনি সময়ত সাহিত্য, কৃষ্টি আদিৰ বিষয়ে যাতে অলপ চৰ্চ্চা কৰা হয় সেয়ে হ'ল মুকুল সংঘৰ লক্ষ্য। প্ৰথমে কিছু কাল ই সাপ্তাহিক আছিল। এতিয়া দুসপ্তাহৰ মূৰে মূৰে বহে। ইয়াৰ নিৰ্দ্দিষ্ট স্থান নাই। সৰু ল'ৰাক যিয়ে মৰমেৰে মাতে তাৰে ঘৰলৈকে সি যোৱাৰ দৰে মুকুল সংঘও যিয়ে নিমন্ত্ৰণ কৰে তাৰে ঘৰত বহে।

## নিয়মাৱলী ঃ

সংঘৰ এটা মনকৰিবলগীয়া কথা এই যে ইয়াৰ বিশেষ নিয়ম একো নাই বুলিলেই হয়। অন্য কথাত ক'বলৈ গ'লে মুকুল নামৰ এই বুঢ়া-কেঁচুৱাটোৰ আজিলৈ ভালকৈ নামকৰণেই হোৱা নাই। জন্মতে ইয়াক ওচৰ-চুবুৰীয়া আৰু অঙহী-বঙহীসকলে যি এটা নাম দি থ'লে সি সেই নামেৰেই থাকিল। গতিকে উপযুক্ত জন্মপত্ৰিকা ইয়াৰ নাই। পিছে তিনি বছৰ উকলি যোৱাত সিদিনা শ্ৰীৰমা দাসৰ ঘৰত যেনিবা ইয়াক ওপৰে অলপ গণোৱা হ'ল। নাম—আগৰ মতানামেই থাকিল। ভৱিষ্যৎ গ্ৰহকেইটাৰ স্থান মাথোন এইদৰে স্থিৰ কৰা হ'ল। শ্ৰীযুতা নলিনীবালা দেৱী—সভানেত্ৰী ; শ্ৰীহৰিপ্ৰসাদ বৰুৱা, সহকাৰী সভাপতি ; শ্ৰীঅতুলচন্দ্ৰ বৰুৱা, সম্পাদক ; শ্ৰীদেৱীচৰণ দাস, সহকাৰী সম্পাদক ; শ্ৰীকেশৱনাৰায়ণ দত্ত, প্ৰচাৰ বিভাগৰ সম্পাদক ; ডাঃ জীৱকান্ত শইকীয়া, ধনভঁৰালী ; শ্ৰীপদ্ম বৰঠাকুৰ, পুথিভঁৰালী ; আৰু মেজৰ সুৰেন্দ্ৰচন্দ্ৰ দত্ত, শ্ৰীঈশ্বৰপ্ৰসাদ চৌধুৰী আৰু শ্ৰীজিতেন্দ্ৰনাথ দাস সংগঠক।

কেনেকুৱা মানুহ সংঘৰ স্থায়ী সভ্য হ'ব পাৰিব সেই বিষয়ে সেইদিনা এইদৰে নিয়ম কৰা হ'ল—নিজক অসমীয়া বুলি ভবা আৰু অসমীয়া ভাষা-ভাষী সকলো লোকেই ইয়াৰ স্থায়ী সভ্য হ'ব পাৰিব। সংঘৰ আৰু এটা আমোদজনক অলিখিত নিয়ম এই যে ইয়ালৈ সাধাৰণতে কাকো নিমন্ত্ৰণ কৰা নহয় ; কাৰণ নিমন্ত্ৰণৰ লগত আদৰ-অভ্যৰ্থনা সাঙোৰা আছে। আগতে কোৱা হৈছে যে সংঘৰ নিজৰ এটা নিৰ্দ্দিষ্ট স্থানেই নাই ; সি আনক মাতি আনি মান ধৰে কেনেকৈ? ভোলানাথ শিৱ নিজেই শ্মশানবাসী। তেওঁ আন দেৱ-দেৱীক আকৌ নিমন্ত্ৰণ কৰে কেনেকৈ? সেইবুলি কিন্তু ভোলানাথ নিজে সংসাৰী নহ'লেও আনৰ সংসাৰ পতাত তেওঁ ওস্তাদ। 'হৰগৌৰীৰ বসতি হওক'—নুবুলিলে দৰা-কন্যাৰ আশীৰ্ব্বাদেই পূৰ্ণ নহয়। সেইদৰে মুকুলেও নিজে নিমন্ত্ৰণ নকৰে সঁচা, কিন্তু আনৰ নিমন্ত্ৰণ হ'লে সদায় পায় আৰু খায়।

সংঘৰ পুঁজি সম্বন্ধেও এইখিনিতে একাষাৰ কোৱা উচিত হ'ব। ধনৰ পুঁজি সম্বন্ধে সংঘ যেনিবা—'গায়ে জপা, পেটে ভঁৰাল'। অৰ্থাৎ পেটে-ভাতে খোৱা অৱস্থা, 'আকালো নাই, ভঁৰালো নাই'। সেইবুলি গ্ৰহৰ বলত সি দুখীয়াও নহয়, ঋণীও নহয়।

— 'দুখীয়া হ'লেই লেতেৰা, ভাৰ্য্যাই নেদেখে হিত ;
বাটত লগ পালে মিতিৰে নোসোধে,
দিব লাগে বুলি কিবা বিত।'

—এনে অৱস্থা মুকুলৰ নহয়। আকৌ কথাতে কৈছে—

'নিষ্ফল জীৱন পৰক কৰে আশ ;
নিষ্ফল জীৱন খাটে পৰবাস।
নিষ্ফল জীৱন নিতে লোৰে খৰি ;
নিষ্ফল জীৱন যি পৰৰ ধাৰী।'

আমাৰ মুকুল কিন্তু ইয়াৰ এটাতো নপৰে।

সমজুৱাসকল।

পাপীয়ে যমপুৰীত চিত্ৰগুপ্তক যিদৰে ভয কৰে, বাকীখোৱা মানুহে দোকানীক দেখিলে যেনে বিৰক্তি অনুভৱ কৰে, ঠিক কেনেকৈ সভা-সমিতিৰ সম্পাদকৰ নীৰস বিবৃতিকো সমজুৱাই সমানে ভয কৰে। যমপুৰীৰ চিত্ৰগুপ্ত, বৰঙণি তোলা লোক, দোকানৰ হিচাপ-ৰক্ষক, চৰকাৰৰ অৰ্থ-সচিৱ আৰু সভা-সমিতিৰ সম্পাদক—এই সকলো একে শ্ৰেণীৰে বিষয়া। এৰাসকল প্ৰাযে কাৰো প্ৰিয়পাত্ৰ হ'ব নোৱাৰে। গতিকে আমিও আমাৰ আত্ম-বিবৃতি যিমানে চমু কৰোঁ, আপোনালোকে সিমানে ভাল পাব। আৰু অলপ মাত্ৰ কৈয়ে সামৰিম।

মহাকবি টেনিচনৰ নিজৰাই কোৱাৰ দৰে—'Man may come and man may go but I go on forever'। সভা-সমিতিবোৰেও সেই একে ধৰণৰ কথাকেই কব পাৰে। আমাৰ এই ক্ষুদ্ৰ সংঘখনলৈয়ে চাওক। ইয়াত এই চাৰি বছৰৰ ভিতৰত কিমান লোকে যোগ দিলে, কিমান আকৌ ইয়াক এৰি গুচি যাবলগীযাত পৰিল। প্ৰবোধ গোস্বামী, ৰমা ভূঞা, চন্দ্ৰমল কাকতী, বীৰেশ্বৰ শৰ্ম্মা, যামিনী গোস্বামী, নৰেন শৰ্ম্মা, উগ্ৰ কাকতী, মহেশ্বৰ নেওগ আদিত বাহিৰেও গাল্পিক হলী ডেকা, পণ্ডিত তৰণী শৰ্ম্মা আদি লোকসকলো এসময়ত সংঘৰ স্থায়ী সভ্য আছিল। কাৰ্য্যবশতঃ এওঁলোক সকলোৱে ছিলং এৰিছে ; কিন্তু সংঘলৈ হ'লে মৰম এৰা নাই। আজিৰ সভাত উপস্থিত থকা সৌৰা ডেকা ডাঙীয়াই তাৰ প্ৰমাণ।

প্ৰত্যেক বৈঠকৰ সভাপতি সম্বন্ধে আমাৰ নীতি হ'ল—'পাবা চৰাই, ভাঙিবা পাখি'। অৰ্থাৎ নতুন মানুহক সংঘত উপস্থিত পালেই তপতে-তপতে তেওঁক নি সভাপতিৰ আসনত বহুৱা। এনেকৈয়ে প্ৰিন্সিপাল মনোৰঞ্জন শাস্ত্ৰী, স্বদেশপ্ৰাণ অম্বিকাগিৰী, বাগ্মীবৰ ফুকন, সুসাহিত্যিক ডিম্বেশ্বৰ নেওগ, ডাঃ বিৰিঞ্চিকুমাৰ বৰুৱা, প্ৰিঞ্চিপাল হেম বৰুৱা, স্বনামধন্যা অমলপ্ৰভা দাস, বিহগী কবি ৰঘু চৌধাৰী, আৰু আনকি কাকা কালেলকাৰৰ দৰে লোককো আমি বেলেগ বেলেগ বৈঠকত সভাপতিৰূপে পাই আহিছোঁহক। আমাৰ সংঘৰপৰা এসময়ত বিহগী কবি ৰঘু

চৌধাৰীদেৱক এখন মান-পত্ৰও দিয়া হৈছিল। ক'লে আত্ম-প্ৰশংসা বুলি নধৰিব— ১৯৪৭ চনৰ ডিব্ৰগড সাহিত্য-সভাও মুকুল সংঘৰেই লিখালিখিৰ ফল।

আৰু এটা কথা, মাত্ৰ এটা। আমাৰ এই সংঘখনক আপোনালোকে অন্ততঃ এটা বিষয়ত তাহানিৰ শঙ্কৰ-মাধৱ গুৰু-দুজনাই দেখুৱাই যোৱা পথ অনুসৰণ কৰা দেখিবলৈ পাব। সেয়ে হৈছে—ইযাৰ আলাপ-আলোচনাৰ পিছত হোৱা জলযোগ। হৰিনামৰ লগত যেনেকৈ গুৰু-দুজনাই মহাপ্ৰভুৰ মাহ-প্ৰসাদ সাঙুৰি দি তাক যুগমীয়া কৰি গ'ল, আমিও আমাৰ সংঘৰ লগত তেনেকৈ অলপ-অচৰপ জলযোগৰ কাৰবাৰ কৰি ইমান দিনে তাক সঞ্জীৱিত কৰি ৰাখিছোঁহক। কথা এটা আছে, বোলে—'মিষ্টান্নম্ ইতৰেজনাঃ'। আমিও সংঘৰ লোকসকলে নিজক ডাঙৰ বুলি জ্ঞান নকৰি মিষ্টান্নৰ ফালে ভাব ৰাখি ইতৰজনৰ ভিতৰতে পৰি true to the kindred points of heaven and home হৈ চলিবলৈ চাইছোঁহক। সেই আত্মলঘিমা ভাবৰ হেতুকে আমাৰ সংঘত আপানোলোকে ল'ৰা-বুঢ়া, ডেকা-আদহীযা, পুৰুষ-মহিলা, উকিল-মহৰী, শিক্ষক-অধ্যাপক, ডাক্তৰ-ইঞ্জিনিযাৰ আদি হৰেক ৰকমৰ মানুহ দেখিবলৈ পাব।

সময় তাকৰ গতিকে সম্পাদকীয বিবৃতিৰ ইমানতে নিবৃত্তি ঘটাই বঢ়া-টুটা শত দোষৰ কাৰণে আপোনালোকৰ ওচৰত মূৰ দোঁৱালোঁ। ইতি—

গৃহীত হ'ল।

স্বাঃ শ্ৰীপুষ্পলতা দাস — শ্ৰীঅতুলচন্দ্ৰ বৰুৱা
সভানেত্ৰী। — সম্পাদক। ৫। ১২। ৪৮

উমৈহতীযা ঠাইত খোলাভাৱে পতা সংঘৰ নীচেই কমসংখ্যক বৈঠকৰ ভিতৰত এইখনো এখন।

সংঘই প্ৰথম বছৰতেই ৩২ বৈঠকত ২৭। ৮। ৪৫ তাৰিখে মাধৱদেৱৰ তিথি আৰু ৩৪ বৈঠকত ১৬। ৯। ৪৫ তাৰিখে শঙ্কৰদেৱৰ তিথি যথাৰীতি পালন কৰিছিল আৰু তেতিয়াৰেপৰা প্ৰতি বছৰে তাকে কৰি আহিছে। মাধৱদেৱৰ তিথি উপলক্ষে সম্পাদকীয়ত সেইবাৰ এইদৰে উল্লেখ কৰা হৈছে—'আজিৰ অধিৱেশনক সংঘৰ এটা বিশেষ অধিৱেশন বুলিব পাৰি। আজিৰ দিনটো এটা পৱিত্ৰ দিন , অন্ততঃ অসমীয়াৰ কাৰণে আজিৰ দিন অতি পৱিত্ৰ। অকল মহাপুৰুষীয়া বৈষ্ণৱসকলৰ কাৰণেই পৱিত্ৰ নহয়, অসমীয়া মাত মাতি, অসমীয়া কথা কৈ আৰু অসমীয়াক মাতৃ-ভাষা বুলি যিসকলে গৌৰৱ অনুভৱ কৰে, তেখেতসকলৰ কাৰণে আজিৰ দিনটো অতি পৱিত্ৰ।

আজি মাধৱদেৱৰ তিথি। শ্ৰীমন্ত শঙ্কৰদেৱৰ ভাগৱতী ধৰ্ম্ম গ্ৰহণ কৰি ঘোষা-বৰগীতৰ সুৰেৰে যিগৰাকী মহাপুৰুষে অসমভূমি খলক লগালে, অসমীয়া ভাষাক নতুন জীৱন দান কৰি গ'ল, আজি সেই মহাপুৰুষ মাধৱদেৱৰ তিথি। মহাপুৰুষৰ জীৱনটোৱেই আছিল এটা ৰহস্যময় আদৰ্শ। গুৰু শঙ্কৰে শিক্ষা দিছিল—'তিৰীয়ে

পুৰুষে হৈবা এক মতি। তেবেসে সিজিব হৰিত ভকতি।।" কিন্তু তেওঁৰ প্ৰিয় আৰু প্ৰধান শিষ্য মাধৱদেৱে বুজিলে আৰু প্ৰচাৰ কৰিলে—

'বিষয় সম্বন্ধ সুখ সমস্ত যোনীত পায়
হৰিসেৱা একোস্থানে নাই,
হৰিৰ সেৱাৰ যোগ্য কেৱলে মনুষ্য তনু
জানি ফুৰা হৰি-গুণ গাই।'

সেই কাৰণেহে মাধৱ হ'ল চিৰকুমাৰ। আমি সাহিত্যত নানা ফালৰপৰা মাধৱদেৱৰ ৰচনা আলোচনা কৰিব পাৰোঁহক ; যেনে—মাধৱদেৱৰ ঘোষাত মায়াবাদ ; ধৰ্ম্ম আৰু সমাজ-সংস্কাৰত মাধৱদেৱ ; মহাপুৰুষীয়া সাহিত্যত লৌকিকতা ; বৰগীত আৰু লৌকিক গীত ; অসমীয়া জাতি আৰু সমাজৰ সম্বন্ধত মহাপুৰুষদ্বয় ; মহাপুৰুষ মাধৱদেৱ আৰু কেৱলীয়া পন্থ ; অসমীয়া মহাপুৰুষীয়া ধৰ্ম্মত গণতন্ত্ৰ, ইত্যাদি। সময় আৰু সুবিধা বুজি আমি এনেবোৰ আলোচনাত প্ৰবৃত্ত হোৱা যুক্তিসঙ্গত কাম হ'ব।'

শঙ্কৰদেৱ তিথিৰ দিনাও সেই উপলক্ষে দীঘল সম্পাদকীয় লিপিবদ্ধ কৰা আছে। অনেক কথাৰ মাজত তাত কোৱা আছে—'মুকুল সংঘৰ ফালৰপৰা মহাপুৰুষদ্বয়ৰ তিথি পালন কৰিবলৈ হ'লে আমি তেৰাসকলৰ সাহিত্যিক অৱদানৰ বিষয়ে বেছিকৈ মন দিয়া উচিত হ'ব। যি অনুষ্ঠানৰ জৰিয়তে এই তিথি পালন কৰা হয়, তাক সেই অনুষ্ঠানৰ বিশিষ্ট সাঁচ বা গঢ় দিব নোৱাৰিলে তিথি-পালনৰ সম্মান ক্ষুণ্ণ কৰা হয়। অৰ্থাৎ সত্ৰত যেতিয়া এই তিথি পালন কৰা হয় তেতিয়া তাত ধৰ্ম্মৰ ফালটো বেছি স্পষ্ট হৈ উঠিব লাগে ; সাহিত্য-চক্ৰ বা আলোচনা-চক্ৰৰ দ্বাৰা অনুষ্ঠিত হ'লে সাহিত্যৰ ফালটোত বেছি গুৰুত্ব দিব লাগে। অৱশ্যে মহাপুৰুষৰ জীৱনৰ অন্যাবোৰ দিশৰ যে আলোচনা হ'ব নালাগে তেনেও নহয়, হ'ব লাগে, কিন্তু অনুষ্ঠানটোৰ বৈশিষ্ট্য তিথি-পালনত প্ৰতিফলিত হোৱাটো হ'লে নিতান্ত বাঞ্ছনীয়। আমাৰ বোধেৰে নিৰ্দ্দিষ্ট বিষয়ত নিৰ্দ্দিষ্ট বক্তা আৰু লেখক নিযুক্ত থাকিব লাগে ; যেনে, প্ৰাক-শঙ্কৰী যুগৰ লোক-সাহিত্যত বৈষ্ণৱ প্ৰভাৱ , শঙ্কৰী যুগৰ পূৰ্ব্বৰ সমাজত সিঁচৰতি হৈ থকা বৈষ্ণৱ অনুষ্ঠান বা ভাব ; ভাৰতৰ বিভিন্ন ঠাইৰ বৈষ্ণৱ ধৰ্ম্ম আৰু সাহিত্য ; শঙ্কৰদেৱৰ ধৰ্ম্মমত ; বৈষ্ণৱ সাহিত্যৰ বৈশিষ্ট্য আৰু প্ৰভাৱ ; শঙ্কৰী যুগৰ গীত আৰু সঙ্গীত ইত্যাদি। অকল সেয়ে নহয়, মহাপুৰুষৰ জীৱনীও চমুকৈ আলোচনা কৰি তাত থকা দুই-একোটা ৰহস্যময় ঘটনাৰ ওপৰতো বৈজ্ঞানিক বিচাৰৰ চিন্তাৰ পোহৰ পেলাব লাগে ; যেনে, শঙ্কৰদেৱ আছিল গৃহী ; এবাৰ নহয়, দুবাৰো তেওঁ বিয়া কৰাই সংসাৰ কৰিছিল ; কিন্তু তেওঁৰ অভিন্ন-হৃদয় শিষ্য আৰু ধৰ্ম্ম-প্ৰচাৰৰ একমাত্ৰ অৱলম্বন মাধৱদেৱ হ'ল আজীৱন ব্ৰহ্মচাৰী আৰু সংসাৰ-বিৰাগী। অকল সেয়ে নহয়, তেওঁৰ আদৰ্শতে গঢ়ি উঠিল কেৱলীয়া সত্ৰবোৰ। তেনেহ'লে গুৰু-শিষ্য মত আৰু

আদৰ্শৰ ঐক্যয়ে বা থাকিল ক'ত—ইত্যাদি।' এনেবোৰ কথা কাৰ্য্যবিৱৰণীবোৰত লিপিবদ্ধ আছে।

এইদৰে মুকুল সংঘৰ আজি পৰ্য্যন্ত ৩৬০টা বৈঠক গৈ গ'ল। এই বৈঠকবোৰৰ প্ৰত্যেকতে গড়ে প্ৰায় পাঁচটাকৈ প্ৰবন্ধ পঠিত হৈছে। এনে লেখত মুকুল সংঘত পঠিত গল্প, প্ৰবন্ধ, কবিতা আদিৰ মুঠ সংখ্যা প্ৰায় দুহাজাৰমান হ'ব। প্ৰথম বছৰৰ মাজ ভাগতেই এই প্ৰবন্ধবোৰৰ বছা-বছা কিছুমান লৈ কিতাপ এখন প্ৰকাশ কৰিবলৈ যত্ন কৰা হৈছিল। সেই উদ্দেশ্যে নিৰ্দ্দিষ্ট কমিটি এটাই কামো হাতত লৈছিল। কিন্তু নানা কাৰণত সি হৈ নুঠিল। আজি ষোল বছৰৰ মূৰত তাক আকৌ হাতত লোৱা হৈছে।

এইখিনিতে এটা কথা কৈ থোৱা উচিত হ'ব যে মুকুল সংঘৰ পৰা পোনে পোনে আজিকোপতি কোনো কিতাপ প্ৰকাশ কৰা হোৱা নাই যদিও, মুকুল সংঘৰ সভ্যসকলৰ অনেকে ইযাত পঠিত হোৱা প্ৰবন্ধ-পাতিৰে নিজৰ নিজৰ কিতাপ প্ৰকাশ কৰিছে। আগতে উল্লেখ কৰা হৈছে যে স্বৰ্গীয় ভুবন শৰ্ম্মাৰ সাহিত্যিক প্ৰচেষ্টাৰ প্ৰায় সকলোখিনিয়ে আছিল মুকুল সংঘ-প্ৰণোদিত। তেওঁৰ প্ৰকাশিত 'ভিনদেউৰ চিঠি'ৰ সকলো প্ৰবন্ধকে তেওঁ সংঘত পঢ়িছিল আৰু সংঘত পঢ়িবৰ কাৰণেই পোনতে লিখিছিল। তাক তেওঁ মুক্তকণ্ঠে স্বীকাৰ কৰি থৈছে। সাহিত্যত ডাঃ হেম বৰুৱা জাতে-পাঁতে মুকুল সংঘৰ সৃষ্টি। তেওঁ সেই কথা তেওঁৰ নৱগ্ৰহ গ্ৰন্থৰ পাতনিত এইদৰে উল্লেখ কৰিছে—'মোৰ একো জগৰ নাই ; দেওবাৰে আবেলি মাত লগোৱাৰ চলেৰে মাইচানাইঁতৰ (শ্ৰীমতী সুপ্ৰভা গোস্বামীৰ) ঘৰত চাহ এবাটি খাবলৈ গৈছিলোঁ। তাত গৈ দেখোঁ—মুকুল সংঘৰ বিৰাট আয়োজন। প্ৰথা অনুসৰি নতুন অভ্যাগতক আহ্বান জনোৱাত সভাপতিৰ আসন গ্ৰহণ কৰি বহি পৰিলোঁ। কথা শুনিলোঁ, ৰচনা পাঠ শুনিলোঁ, শুনি মোহ গ'লোঁ। এই দুৰ্ব্বল অৱস্থাত সুধি পেলালোঁ—দেউতাসকল, মোৰো সভ্য হ'বৰ মন গৈছে, সভ্য হ'বলৈ কি গুণৰ আৱশ্যক জানিব পাৰোনে?—স্থায়ী সভাপতি ডাঙৰীয়াই বুজাই দিলে—অসমীয়াত প্ৰবন্ধ লিখি পাঠ কৰিব লাগে। —এজনে পেংলাই কৰি উজান দিলে—ইমান দিনে পেস্কৃপচন লেখাৰ পাছত এতিয়া আপুনি কি অসমীয়া লিখিব, আপোনাক বাৰু এনেয়ে সভ্য কৰা যাব।—পেংলাই কৰিয়েই নেৰিলে, মোক কৃপাৰ পাত্ৰও কৰিব খুজিলে। মোৰ্ মন বিদ্ৰোহী হৈ উঠিল। সভ্য হ'লোঁ, সংকল্প কৰিলোঁ— অসমীয়াত তোমাতকৈ ভাল প্ৰবন্ধ লিখি তোমাক শুনাই তোমাৰপৰাই শলাগ লম।' তাৰেই ফলত ডাঃ হেম বৰুৱাৰ 'চপনীয়া' (১৯৫৫), 'নৱগ্ৰহ' (১৯৫৩) আৰু 'মোৰ ঘৰখন' (১৯৫৫) কিতাপৰ জন্ম। সেই একেদৰে শ্ৰীঅতুলচন্দ্ৰ বৰুৱাৰো 'প্ৰজাপতিৰ নিৰ্ব্বন্ধ', 'সমালোচনা সাহিত্য', 'সাহিত্যৰ ৰূপৰেখা', 'ওলট-পালট', 'গল্প-ভাৰতী', 'সাহিত্য-দৃষ্টি' এইকেইখন কিতাপৰ অনেক প্ৰবন্ধ মুকুল সংঘৰ বাবেই লিখা হৈছিল—আৰু সেই কথা তেওঁ উক্ত কিতাপবোৰৰ পাতনিত উল্লেখ কৰিছে। সংঘৰ সভ্যকলৰ দ্বাৰা এই ষোল বছৰৰ ভিতৰত বিবিধ আলোচনীত

লিখা অনেক প্ৰবন্ধই সংঘত পঠিত আৰু সংঘৰ বাবে ৰচিত, যেনে, ডঃ নেওগৰ 'চতাই পৰেবত আৰু ছিৰি লুইত' ; শ্ৰীযতীন্দ্ৰ গোস্বামীৰ 'কবিতাত ৰহস্যবাদ' ; শ্ৰীধৰণী দাসৰ 'স্বগৰ পৰা পৃথিৱীলৈ' কবিতা ; শ্ৰীনাৰায়ণ বেজবৰুৱাৰ 'গীতিকা' কবিতা ; শ্ৰীপ্ৰবোধ গোস্বামীৰ 'চোৰ' গল্প ; শ্ৰীনৰেন্দ্ৰনাথ শৰ্ম্মাৰ 'ছাতি' গল্প ; শ্ৰীৰমা দাশৰ 'ঠেকেৰাৰ ধৰ্ম্মদাহ', গল্প ; অধ্যাপক কেশৱনাৰায়ণ দত্তৰ 'সাহিত্যৰ লঘু বিচাৰ' ইত্যাদি। সংঘৰ বৰ্ত্তমান যুগুত কৰা গ্ৰন্থও তাৰ ন-পুৰণি লেখক-লেখিকাসকলৰ প্ৰবন্ধৰাশিৰপৰা ততাতৈয়াকৈ লোৱা গল্প আৰু প্ৰবন্ধৰ সংকলন মাথোন, শ্ৰেষ্ঠ অৱদান নহয়। সংঘ স্থায়ী হওক আৰু সংঘৰ সজ প্ৰচেষ্টাবোৰে একেৰাহে চলি থাকি দেশৰ আৰু দহৰ কল্যাণ সাধনত সহায় কৰক, এয়ে আমাৰ অভিলাষ। *

ইতি—
শ্ৰীঅতুলচন্দ্ৰ বৰুৱা
সম্পাদক। ৩০। ৭। ৬১

গৃহীত হ'ল
শ্ৰীহৰিপ্ৰসাদ বৰুৱা
সভাপতি।

* ১৯৬১ চনত প্ৰকাশিত 'মুকুল প্ৰকাশ' গ্ৰন্থৰ প্ৰস্তাৱনা।

# ঐতিহ্যপূর্ণ ৰঙিয়া (১)

বুৰঞ্জী, মানৱ-সমাজৰ আপুৰুগীয়া সম্পত্তি। সমাজৰূপী এই মহাবৃক্ষজুপিয়ে অতীতৰ ভেটিত থিয় হৈ, বৰ্ত্তমানৰ বা-বতাহ লৈ ভৱিষ্যতৰ আকাশলৈ মূৰ তুলি বাঢ়িবলৈ ধৰে। মানুহ, সমাজৰ এটি অঙ্গ ; ব্যক্তিক বাদ দি সমাজ নাথাকে আৰু সমাজ ত্যাগ কৰিও ব্যক্তি থাকিব নোৱাৰে।

প্ৰত্যেক লোকৰে একোটি অতীত আছে। স্মৃতিয়ে সেই অতীতৰ ঘটনাৱলীৰ মাধুৰ্য্য মনলৈ আনি তেওঁক ভৱিষ্যতত সাৱধানে জীৱনৰ পিছল বাটত আগবাঢ়িবলৈ শিকায়। বুৰঞ্জীয়েও সমাজ বা জাতিক শ-শ বছৰৰ অভিজ্ঞতাৰ সমল দান কৰি ভৱিষ্যতত আগুৱান হ'বলৈ ইঙ্গিত দিয়ে। যিমানেই ক্ষুদ্ৰ নহওক যিদৰে প্ৰত্যেক মানুহৰে একোটি অতীত ইতিহাস আছে—ঠিক তেনেকৈয়ে ক্ষুদ্ৰ ক্ষুদ্ৰ ঠাইবোৰৰো একোটি ৰহস্যময় ইতিহাস আছেই। সেইবোৰতো এদিন কোনোবা অখ্যাত গদাধৰে জন্ম লাভ কৰি, জোনাকী-পৰুৱাই দেহৰ ক্ষুদ্ৰ পোহৰেৰে পথিকক বাট দেখুৱাৰ দৰে, সমাজ পোহৰ কৰিছিল। সেইবোৰেই বা হিচাপ লয় কোনে ? তাকে আমাৰ দুৰ্বা কবিয়ে কৈছে—

"কতজন সাহে-পিতে গদাধৰ হৈ মূৰ তুলি আছিল গাঁৱত।
নীৰৱে বজাই বীণ কতবা শঙ্কৰে শেষ শান্তি ল'লে শ্মশানত ॥
নিজৰ কপাল-দোষে সীমাৰ বাহিৰে এখোজকে নোৱাৰিলে দিব।
জীৱন বিলাই কোনো মহত কামত নোৱাৰিলে সুনাম লভিব ॥
তথাপি থাকিব নাম নিজৰ গাঁৱত লগৰীয়া সবে নাপাহৰে ॥
আমাৰ লগৰে তেওঁ আছিল এজন জগতক ক'ব উলাহেৰে ॥"

এনেধৰণৰ অখ্যাত বীৰৰ কথা বাদ দিলেও, বুৰঞ্জীয়ে নাম কৈ যোৱা খ্যাতিমন্ত বীৰেই ৰঙিয়াত অনেক উপজিছিল। তেওঁলোকৰ সুখ্যাতিৰাশি আজিও জনসমাজত মুখৰিত হৈ আছে। ৰঙিয়াৰ ওচৰে-পাঁজৰে সিঁচৰতি হৈ থকা মন্দিৰ, পুখুৰী, গড়, আদিৰ ভগ্নাৱশেষবোৰে আজিও উচ্চকণ্ঠে প্ৰচাৰ কৰিছে যে ই অতীতত অৱহেলিত ঠাই নাছিল। ইয়াৰ লোকসকলো তেনেই পৰিমৰা বিধৰ নাছিল। সুদক্ষ কাৰিকৰৰ হাতৰ সু-পৰশ নোপোৱা কাৰণে আজিও ইয়াত থকা ঐতিহাসিক উপাদানবোৰে যথাযোগ্য ৰূপ লৈ বাইজৰ আগত দেখা দিব পৰা নাই। গতিকে আমাৰ এই ক্ষুদ্ৰ প্ৰচেষ্টাৰ মুখ্য উদ্দেশ্য সুধীসকলৰ দৃষ্টি আকৰ্ষণ কৰাটোৱেই। ৰঙিয়াৰ ইতিবৃত্তই অসমৰ অতীত গৌৰৱৰ ইতিহাসত ক্ষুদ্ৰভাৱে হ'লেও ৰেখাপাত কৰিব—এয়ে আমাৰ ধাৰণা।

প্ৰাক্ ঐতিহাসিক বা আদি যুগটোক ইতিহাসত কুঁৱলীময় যুগ বুলিলেও বেয়া নহ'ব। এই যুগটোৰ ইতিহাস এক প্ৰকাৰে তেনেই সহজ আৰু এক প্ৰকাৰে অতিশয় সুকঠিন। সহজ এইভাৱে যে, মাজপথাৰৰ গছৰ দৰে ইয়াক যিফালৰপৰা পোনোৱা যায় সেইফালৰপৰাই পোন যেন লাগে। যিভাৱে চোৱা যায় সেইভাৱেই সঁচা যেন প্ৰতীয়মান হয়। ইয়াৰ জ্ঞান প্ৰায় অন্ধৰ হস্তীদৰ্শনৰ জ্ঞানৰ দৰে ; আংশিকভাৱে সকলোটিয়ে সঁচা, কিন্তু কোনোটিয়ে সম্পূৰ্ণ সঁচা নহয়। তথাপি পণ্ডিতসকলে গৱেষণাৰে ইতিপূৰ্ব্বে স্থিৰ কৰি যোৱা গোটাচেৰেক তথ্যৰ সহায়ত ৰঙিয়াৰ ইতিবৃত্ত চমুকৈ বৰ্ণাবলৈ যত্ন কৰা হ'ব।

**বিভিন্ন ঠাইৰ নাম**—প্ৰায় সকলোবোৰ ঠাইৰে নামৰ লগত সাধাৰণতে পুৰণি কাহিনী একোটা জড়িত থাকে। দুখন হাট একেলগে বহিছিল কাৰণে সেয়ে হ'ল যোৰহাট ; পথৰু নামৰ মানুহে নদীৰ ঘাটত সদায় মানুহ পাৰ কৰিছিল কাৰণে সেই ঠাইডোখৰ হ'ল পথৰুঘাট। শাৰী শাৰী গুৱা বা তামোলেৰে ভৰি থকা ঠাইডোখৰেই হ'ল গুৱাহাটী অথবা গুহাৰে পৰিবেষ্টিত বুলিয়ে হ'ল গুহাহাটী বা গুৱাহাটী। ৰাজকন্যা মঙ্গলাদেৱীৰ বিয়াৰ যৌতুকত যি ঠাই উৎসৰ্গিত হৈছিল সেয়ে আছিল মঙ্গলদৈ। ৰজাৰ মাদৈক তাতে কটা হৈছিল কাৰণে সেয়ে হ'ল মাদৈকটা। বৰকৈ দলনি আৰু দুমুক বা ভুমুক আছিল বাবে সেই ঠাইক বোলা হৈছিল ডোবোক। আকৃতিত ডিম্বাকাৰ আছিল বুলি সেই গাঁও হ'ল ডিমু, ডিম্বু বা ডিমৌ। ইচ্ছা কৰি পোনপ্ৰথমে দহঘৰ লোকে অন্য ঠাইৰপৰা গৈ তাত বহিছিল হেতুকে সেই ঠাইডোখৰ হৈ পৰিল ইচ্ছাদহঘৰীয়া। জয়ন্তী দেৱীৰ বিগ্ৰহ স্থাপন কৰি পূজা আৰম্ভ কৰা হৈছিল বুলি সেযে হ'ল জয়ন্তীপুৰ। খেতিৰ কাৰণে ওখ মাটিৰে ভৰা ঠাইডোখৰৰ নাম হৈছিল বৰিগোগ। হৰগৌৰীৰ বিগ্ৰহক সদায় স্নান কৰাই পুনঃ মন্দিৰত ৰখা হৈছিল কাৰণে সেই ঠাইৰ নাম হ'ল হেনো হৰ-স্নান বা হচ্-চান বা হচাং। পাঁচটা মানুহৰ মূৰ চতুৰ্দ্দিকে ৰাখি শক্তিৰ সাধক পূজাৰী দলৈয়ে উপাসনা কৰি সত্ৰ স্থাপন কৰিছিল কাৰণে সেই ঠাই মূৰৰা নামে প্ৰসিদ্ধ হ'ল। ৰজাই নটা জাতিৰ বা নটা কুলৰ মানুহ আনি বহুৱাই প্ৰথমে গাঁওখন পাতিছিল কাৰণে সি হ'ল নকুল। দীপ্তি-কালী ভগৱতীৰ বিগ্ৰহ স্থাপনৰ দ্বাৰা বসতি আৰম্ভ কৰা ঠাইডোখৰ আজিও দীপ্তেশ্বৰী নামে জনাজাত। মুঠতে, ৰঙিয়াত আজি এনে এখন ঠাই নাই—যাৰ লগত পুৰণি কাহিনী একোটি জড়িত নাই। তেনেকৈয়ে লহকৰপাৰা, বৰুৱাপাৰা, বালিসত্ৰ, পুখুৰীপাৰ, ঘগ্ৰাপাৰ, খৈৰাবাৰী, ভালুকঝাৰ, বামুণপাৰা, কচুবাৰী, তামোলপুৰ, উদিয়ানা, হাঁহকটা, মৰাণজানা, শাহান, নগাঁও, বৰথলা, সোণমাগুৰী, পূৰ্ণকামদেৱ, বাঁহবাৰী আদি নামৰ লগত একো একোটি পুৰণি কাহিনী গাঁথা আছে। ইয়াৰ যিকোনো ঠাইৰে ইতিবৃত্ত সেই ঠাইৰ মানুহক সুধিলে দেখা যায় বুঢ়া-মেথা মানুহে তাৰ ইতিবৃত্ত এটা নহয় এটা দিয়েই। এইবোৰৰ বৈজ্ঞানিক সত্য যিয়েই নাথাকক এইটো কিন্তু ঠিক, যে মানুহৰ মনত সি সদায় ৰমণীয় আৰু বৰণীয় হৈ থাকিব। আজি ভাষাতত্ত্বৰ বিশ্লেষণত

স্থিৰ হৈছে, যে শ্যান বা চান জাতিৰ নামৰপৰা চান বা আসাম হৈছে। কিন্তু সেইবুলি লোকে আজিও ভাবে যে ইয়াৰ ঠাই অসমান বাবে নতুবা এই ঠাইৰ সমকক্ষ লোক অন্য ঠাইত নাছিল বুলিয়ে ইয়াক অসম বোলা হৈছিল। আনকি এই ধাৰণাৰ বশবৰ্ত্তী হৈয়ে অসম সাহিত্য সভাযো ১৯৩৫ চনত আসাম নামৰ ঠাইত অসম হ'ব লাগে বুলি প্ৰস্তাৱ গ্ৰহণ কৰিছিল।

**ৰঙিয়া নামৰ উৎপত্তি**—ৰঙিযা নামৰো বৈজ্ঞানিক বিশ্লেষণ পাছত লাগিলে যিদৰেই নহওক, এতিযা কিন্তু ইয়াৰ লোকে ভাবে, যে ৰণ দিযা শব্দৰপৰাই ৰঙিযা শব্দৰ উৎপত্তি। ইতিহাসেও প্ৰমাণ কৰে যে এই ঠাইডোখৰ অতীজৰেপৰা ৰজাসকলৰ ৰণ-ভূমি আৰু বিবদমানসকলৰ "দন্দৰ কঠীযাতলী" হৈ আহিছে। আহোম, কোচ, মোগল, ভুটীয়া আৰু ইংৰাজ—এই সকলোকেইটা জাতিৰ লোকেই এই ঠাইত নতুবা ইযাৰ আশে-পাশে এবাৰ নহয এবাৰ যুঁজ পাতিছিল। ৰাজমেলৰ সময়ত কৃষক-বিদ্ৰোহো ইয়াতেই হৈছিল। এইদৰে সকলোৰে আহি ৰণ-দিয়া ঠাই আছিল কাৰণেই ইয়াৰ নাম হৈ পৰিছিল ৰণ দিযা বা ৰঙিযা (Common battle-field)। ভৌগোলিক পৰিস্থিতিৰপৰাও স্পষ্টকৈ দেখা যায যে এফালে ভুটীয়া, এফালে আহোম, এফালে দৰঙ্গী ৰজা আৰু এফালে মোগল এই চাৰিওফালৰপৰা হেঁচা-ঠেলাৰ খকাখুন্দাখন ৰঙিয়াই সদায় বুকুপাতি ল'ব লাগিছিল। কিন্তু এইটোও মন কৰিবলগীযা কথা যে বৰিগোগ, বৰখলা, জয়ন্তীপুৰ, সীতাৰা, তৰণি, সোণমাগুৰী, ডিমু আদি ঠাইবোৰৰ নাম যিদৰে ৰঙিযাত থকা তামৰ ফলি, বংশাৱলী আদিত পোৱা যায, ৰঙিযাৰ নাম হ'লে সেইবোৰত ক'তো আজিলৈকে পোৱা হোৱা নাই। গতিকে পৰিস্থিতিৰ প্ৰভাৱত উদ্ভৱ হোৱা ৰঙিয়া নাম অপেক্ষাকৃতভাৱে কিছু নতুন বুলি ধৰিলেও বোধহয় ভুল নহ'ব। বহুতৰ মতে ভুটান যুদ্ধৰ পাছতহে ৰঙিয়া নামৰ উৎপত্তি হয়। বিষ্ণুৰ অৱতাৰ কূৰ্ম্মৰূপী মাধৱ বিৰাজিত কূৰ্ম্মমাধৱ দেৱালয়, বিষ্ণু-বিগ্ৰহ বিৰাজিত বালিসত্ৰ ; শিৱৰ ত্ৰিশূলমণ্ডিত উমানন্দ থান, মহাভৈৰৱ মন্দিৰ ; পূৰ্ব্বোক্ত দীপ্তেশ্বৰী দেৱালয়, মূৰৰা, সীতাৰা সত্ৰ ইত্যাদিবোৰে আকৌ প্ৰমাণ কৰে যে ৰঙিয়া এসময়ত শাক্ত, শৈৱ আৰু বৈষ্ণৱ সম্প্ৰদায়ৰ লোকসকলৰ সুখময় বাসভূমি আছিল। তেনেকৈ ভাবিলে ইয়াক বিভিন্ন জাতি আৰু সম্প্ৰদায়ৰ লোকৰ জন্মভূমি আছিল বুলি, আৰু সেই হেতুকেই ইয়াৰ নাম ৰংৰহইচপূৰ্ণ ৰঙিয়া হৈছিল বুলিও অনুমান কৰা যায়। *

* অসম সাহিত্য সভাৰ ৰঙিয়া অধিৱেশনৰ স্মৃতিগ্ৰন্থৰ আৰম্ভণী প্ৰবন্ধ

# অতীতৰ ৰেঙণি (২)

হনুমানে যেতিয়া সীতাৰ অন্বেষণত সাগৰ পাৰ হৈ লঙ্কালৈ যাবলৈ আদেশ পালে তেতিয়া তেওঁ পোনতে কাৰ্য্যৰ গুৰুত্বলৈ ভ্ৰূক্ষেপ কৰাই নাছিল , কিন্তু যেতিয়া গৈ সাগৰৰ পাৰত থিয় হৈ মহাসাগৰৰ উদ্বেলিত তৰঙ্গমালা দেখিবলৈ পালে তেতিয়াহে তেওঁৰ গা কঁপি উঠিল। ক্ষন্তেকৰ কাৰণে তেওঁ নিজৰ সকলো শক্তি পাহৰি গ'ল। বায়ুপুত্ৰ হনুমানৰ তেনে অৱস্থা দেখি জাম্বুবানে তেওঁক তেওঁৰ পূৰ্বপুৰুষসকলৰ অসীম শক্তিৰ কথা ক'বলৈ ধৰিলে। পিতাক বায়ুদেৱতাৰ শক্তিৰ কথা শুনি তেওঁৰ সিৰত তপত তেজ ববলৈ ধৰিলে আৰু অন্তৰত তেওঁ বিপুল শক্তি লাভ কৰিলে। তাৰে ফলত তেওঁ সাগৰ পাৰ হ'বলৈ সক্ষম হ'ল।

কুৰুক্ষেত্ৰৰ ৰণত প্ৰতিপক্ষ কৌৰৱসকলৰ সাগৰসঙ্কাশ সৈন্যবল দেখি আৰু তাৰ মাজতেই নিজৰ আত্মীয়-স্বজন, বন্ধু-বান্ধৱ আৰু আনকি গুৰু দ্ৰোণাচাৰ্য্য আৰু পিতামহ ভীষ্মৰ দৰে লোকসকলকো দেখিবলৈ পাই গাণ্ডীৱধাৰী অৰ্জ্জুনৰ দৰে মহাবীৰৰো অন্তৰত দুৰ্ব্বলতা উপস্থিত হৈছিল—'গাণ্ডীবং সংশ্ৰতে হস্তাৎ ত্বক্ চৈব পৰিদহ্যতে' হাতৰ মুঠিৰ গাণ্ডীৱ ধনুও আপোনা-আপুনি খহি পৰিছিল আৰু শৰীৰৰো চাল পুৰি নিযা যেন অনুমান হৈছিল। তেনে অৱস্থাতেই ভগৱান কৃষ্ণই তেওঁক কৈছিল—'ক্ষত্ৰিযৰ ই ধৰ্ম্ম নহয।' তুমি ক্ষত্ৰিযৰ সন্তান। যিসকলে তোমাক আজি পৰ্য্যন্ত মহাবীৰ বুলি শ্ৰদ্ধা প্ৰদৰ্শন কৰি আহিছে, তেওঁলোকেও তোমাক নিন্দা কৰিব, তাতকৈনো আৰু দুখৰ কথা কি হ'ব পাৰে। 'নিন্দন্তঃ তব সামৰ্থ্যং ততো দুঃখতৰং নু কিম্ ?' গতিকে

'তস্মাৎ ত্বম্ উত্তিষ্ঠ যশো লভস্ব।
জিত্বা শত্ৰূন্ ভুঙ্ক্ষ্ব ৰাজ্যং সমৃদ্ধং।
ময়ৈবৈতে নিহতাঃ পূৰ্ব্বমেব
নিমিত্তমাত্ৰং ভব সব্যসাচিন্ ॥'

শ্ৰীকৃষ্ণৰ এনে উদ্দীপনাপূৰ্ণ বাণী নোপোৱা হ'লে ম্ৰিযমান অৰ্জ্জুনে হয়তো সেই সময়তেই ৰণক্ষেত্ৰ পৰিত্যাগ কৰি বৈৰাগ্য অৱলম্বন কৰিলেহেঁতেন।

পূৰ্ব্বপুৰুষসকলৰ কীৰ্ত্তি-কাহিনীয়ে আমাক সকলোকে কামত প্ৰবৃত্ত হ'বলৈ মনত বল দিয়ে। সেই বাবেই বিবাহ আদি শুভকাৰ্য্যৰ আৰম্ভণিতে নান্দীমুখ শ্ৰাদ্ধাদিৰ বিধি দিয়া আছে, যাতে পূৰ্ব্বপুৰুষসকলৰ স্মৰণত মন পবিত্ৰ আৰু সবল হয়। দেশৰ

পুৰণি স্মৃতি-চিহ্ন, মঠ-মন্দিৰ, প্ৰাচীৰ-দেৱালয আদিৰ সংৰক্ষণৰ গুৰিতো তেনে এটি ভাব আৰু উদ্দেশ্য নোহোৱা নহয়। সেইবোৰে দেশবাসীৰ মনত অতীতৰ গৌৰৱ জগাই তোলে আৰু কামত প্ৰেৰণা যোগায়। ৰঙিয়া এনে এখন ঠাই য'ত তেনে অতীত গৌৰৱৰ স্মৃতি-চিহ্ন চাৰিওফালে সিঁচৰিত হৈ আছে। আজিৰ ৰঙিয়াই দিনকদিনে শিক্ষা, বাণিজ্য, সভ্যতা, সংস্কৃতি আদিত আগবাঢ়ি যোৱা দেখি মনত উলাহ লাগিছে। কিন্তু আগৰ কালৰ ৰঙিয়াৰ তুলনাত যেন সি আজিও বহুত পিছ পৰা হৈয়ে আছে, যিমান হ'ব লাগিছিল সিমান এতিয়াও হোৱা নাই। কলেজ, বালিকা হাইস্কুল, ইচলামিক শিক্ষাৰ কলেজ, প্ৰশিক্ষণ কেন্দ্ৰ, ৰেজিষ্ট্ৰেচন অফিচ, থানা, চাৰ্কোল অফিচ, পঞ্চায়ত অফিচ, উন্নযন কেন্দ্ৰ, চিনেমা হ'ল, টাউন কমিটি, হস্পিতেল, পশু-চিকিৎসালয ইত্যাদি অনুষ্ঠানবোৰ স্থাপিত হোৱাটো সুখৰ কথা, এইবোৰ আধুনিক সভ্যতাৰ অপৰিহাৰ্য্য সামগ্ৰী। কিন্তু পলি-টেকনিকেল স্কুল, বিজ্ঞান কলেজ, কৃষি কলেজ, সঙ্গীত বিদ্যালয়, আদৰ্শ কৃষ্টি-ফাৰ্ম্ম, কৃষিজাত সামগ্ৰীৰ ভঁৰাল আদি অনুষ্ঠানবোৰৰ প্ৰয়োজন আজিও ইয়াত ভালকৈয়ে অনুভৱ কৰা যায়, আৰু ইয়াত এইবোৰৰ সম্ভাৱনাও প্ৰচুৰ। অতীতৰ ইতিহাসত এবাৰ ভুমুকি মাৰক, দেখিবলৈ পাব বৈদ্যৰাজ, আৰিমত্ত আদি ভুবনবিখ্যাত ৰজাসকলৰো ই এসময়ত ৰাজধানী আৰু ক্ৰীড়াভূমি আছিল। বিদ্ৰোহী গণনেতা হৰদত্ত-বীৰদত্তৰো জন্ম আৰু কৰ্ম্মস্থল আছিল। ৰঙিযাই ক্ষুদ্ৰভাৱে হ'লেও তেওঁলোকৰ স্মৃতি ৰক্ষা কৰিছে আজিৰ এই হৰদত্ত-বীৰদত্ত নিৰ্ম্মাণেৰে। এদিন আছিল—যিদিনা ৰঙিয়াতেই দিগ্বিজয়ী মোগল বাহিনীযেও যুদ্ধত তম্ভিব নোৱাৰি চকুৰে সৰিযহৰ ফুল, বোন্দাৰ টিং দেখিছিল। এই ৰঙিয়াৰে আশে-পাশে আহোম আৰু কোচসজাসকলৰ মাজতো সঘনে যুদ্ধ-বিগ্ৰহ হৈ আছিল। এনেকৈযে ৰঙিয়া এসময়ত হৈ পৰিছিল আহোম, কোচ, মোগল, পাঠান আদি শক্তিসমূহৰ ৰণস্থলী বা দ্বন্দ্বৰ কঠীয়াতলী। ৰণ দিযা ঠাই বা ৰণভূমি বুলিয়েই ঠাইডোখৰৰো নাম হৈ পৰিছিল ৰঙিয়া।

ৰঙিয়াৰ মাজেৰে বৈ যোৱা বৰলীয়া নদীতেই তাহানিৰ বিখ্যাত ৰজা আৰিমত্তই এদিন পত্নীবধ, পিতৃহত্যা আদি মহাপাপৰপৰা মুক্তি পাবৰ কাৰণে বিৰক্তি আৰু বেজাৰত বান-বাৰিষা আপোনঘাতী হৈছিল। ৰঙিয়া চহৰৰ ডেৰমাইল-দুমাইল উত্তৰে আৰিমত্তৰ গড বা বৈদ্যৰ গড়ে মূৰ তুলি থাকি আজিও কালৰ দুৰ্দ্ধৰ্ষ আক্ৰমণ নীৰৱে সহ্য কৰিব লাগিছে। ৰঙিয়াত এনে এখন ঠাই নাই যাৰ লগত পুৰণি কাহিনী এটি জড়িত নাই। আন নালাগে সৌ আৰিমত্তৰ গড়ৰ বিষয়েই আৱৰা এটা প্ৰবাদ আজিও গাঁৱৰ বুঢ়া-মেথা সকলে নাতি-পুতিসকলৰ আগত গল্পৰ ছলেৰে কয়। তাৰে এটা জনপ্ৰবাদ এনেকুৱা—ৰজা আৰিমত্তই বেতনাত ৰাজধানী পাতি লৈ এটা দুৰ্জ্জয় গড় তৈয়াৰ কৰি ল'বলৈ স্থিৰ কৰিলে। গণকে গণনা কৰি গড়ৰ ঠাই বাছি দিলে। দিনে-ৰাতি গড় সজা কামত মানুহ লাগিবলৈ ধৰিলে। দীঘে-পুতলে প্ৰায় চাৰিমাইল চাৰিমাইল কৰি বৰ্গাকাৰ গড এটাৰ আঁচনি হৈ উঠিল। কিন্তু, কি আচৰিত কথা

গড় সম্পূৰ্ণ হ'বলৈ নৌপাওঁতেই সৰু-ডাঙৰ অসংখ্য গুড়িপৰুৱাই গোটেই গড় ঢাকি পেলালে—যেন সেই গড় সিহঁতৰহে। সিহঁতৰ প্ৰকোপত গড়ৰ কাম বন্ধ হ'ল। ৰজাই তেতিয়া উত্তৰৰপৰা বৈদ্য এজন অনালে। বৈদ্যে ৰজাৰ লগত বন্দবস্ত কৰিলে যে পৰুৱাবোৰ তেওঁ মন্ত্ৰশক্তিৰ দ্বাৰা দূৰ কৰিব—কিন্তু তাৰ পৰিবৰ্তে তেওঁ গড়টোৰ নাম দিব লাগিব বৈদ্যৰ গড়। বৈদ্যৰ সতি-সন্ততি নাছিল। সেইবাবে তেওঁ তেনেকৈয়ে নিজৰ নামটো ৰাখি যাবলৈ ভাবিছিল। ৰজা মান্তি হ'ল, কাম সেইমতে আগবাঢ়িল—পৰুৱা পলাল—গড় ওলাল আৰু তাৰ নাম দিয়া হ'ল বৈদ্যৰ গড়।

ই কিংবদন্তিৰ কথা। কিংবদন্তি বুৰঞ্জী নহয়। বুৰঞ্জীৰ মতে এই গড় নিৰ্ম্মাণ কৰা হৈছিল ৰজা বৈদ্যদেৱৰ দিনত, ১১৪২ খৃঃত। প্ৰত্নতাত্ত্বিক ৰাজমোহন নাথ ডাঙৰীয়াৰ মতে ৰজা বৈদ্যদেৱ আছিল গৌড়দেশৰ ৰজা কুমাৰপালৰ সেনাপতি। তেওঁ কামৰূপৰ পশ্চিম অংশ অধিকাৰ কৰি লৈ কমতা নামে ৰাজ্য এখন পাতিছিল আৰু উত্তৰ গুৱাহাটীৰ ওচৰৰ বেতনা নামে কোনোবা ঠাইত তেওঁৰ ৰাজধানী আছিল আৰু তেৱেঁই ৰাজধানীৰ নিকটতে বৈদ্যৰ গড় নিৰ্ম্মাণ কৰাইছিল। উত্তৰ গুৱাহাটীৰ ওচৰত বেতনা নামে কোনো ঠাই নাই আৰু তাৰ ওচৰৰ কোনোবা ঠাইৰ পুৰণি নাম বেতনা আছিল বুলি বলেৰে ক'ব খুজিলেও সেই বেতনা বৈদ্যৰ গড়ৰ যে নিকটত নহয় সেইটো স্বীকাৰ নকৰি উপায় নাই। গতিকে পুৰণি ৰঙিয়া ৰাজহচক্ৰত অন্তৰ্ভুক্ত থকা বেতনাই যে গড়ৰ ওচৰত থকা বেতনা, তাৰ দুনাই প্ৰমাণৰ প্ৰয়োজন নাই। পণ্ডিত কনকলাল বৰুৱা দেৱে সেইদেখি জনশ্ৰুতি আৰু বুৰঞ্জীৰ সাম্ভাব্য সত্য দুযোটা কথাৰ ৰজিতা খুৱাই কৈছে—'হয়তো দ্বাদশ শতিকাৰ মাজভাগতেই (১১৪২ খৃঃ) বৈদ্যদেৱে বেতনাত ৰাজদানী পাতি বৈদ্যৰ গড় সজায় আৰু তাৰে প্ৰায় দুশবছৰ পিছত (১৩৬৫ খৃঃ) ৰজা আৰিমত্তই তাক পুনৰ নিৰ্ম্মাণ কৰায়। এইটো অৱশ্যে বিশ্বাসযোগ্য কথা। It is quite possible that the fort was originally built by Baidyadev and therefore it was named Baidyagarh. Subsequently Arimatta while fighting with Fingua Konor of the line of Durlabh Narayan repaired or rebuilt this fort and occupied it.

গড় তৈয়াৰ হোৱাৰ পিছত ৰজা আৰিমত্তই বেতনাৰপৰাও ৰাজধানী তুলি আনি গড়ৰ ভিতৰত পাতি লৈছিল। তেওঁৰ পানীখোৱা পুখুৰী আৰু বৰঘৰৰ ভিঠাৰ চিন আজিও গড়ৰ ভিতৰত দেখিবলৈ পোৱা যায়। হৰদত্ত-বীৰদত্ত ভৱনৰ সম্মুখতে পৰি থকা সূৰ্য্যৰ মূৰ্ত্তিৰ দৰে দেখা শিলাখণ্ড বা শৈলস্তম্ভৰ টুকুৰাটোও তাৰপৰাই সংগ্ৰহ কৰা হৈছিল।

ৰজা আৰিমত্তৰ কেইবাগৰাকীও পত্নী আছিল। নিচেই নুমলীয়া গৰাকীৰ নাম আছিল মায়াদেৱী। মায়াদেৱীৰ লগত আৰিমত্তৰ সামন্ত বা তলতীয়া ৰজা ফিঙুৱাকোঁৱৰৰ গোপন সম্ভাৱ আছিল। ফিঙুৱাকোঁৱৰ আছিল ৰজা দুৰ্লভনাৰায়ণৰ বংশৰে এজন কোঁৱৰ। গৃহ-বিবাদত জুৰুলা হৈ তেওঁ আহি ৰজা আৰিমত্তৰ

আশ্ৰয়প্ৰাৰ্থী হোৱাত আৰিমত্তই তেওঁক তেওঁৰ গড়ৰ উত্তৰে চাপাতল নামে ঠাইত থাকিবলৈ দি সামন্ত ৰজা পাতিছিল আৰু তাতে সৰুকৈ এটা গড় নিৰ্ম্মাণ কৰাই দিছিল ; তাৰ নাম আছিল ফিঙুৱা গড়। পিছত মায়াদেৱীৰ লগত থকা তেওঁৰ গুপ্ত প্ৰণয়ৰ ৰহস্য বাহিৰ হ'লত আৰিমত্ত ৰজাই বিশ্বাসঘাতকিনী পত্নী মায়াদেৱীক গড়ৰ পূবৰ এটি চুকত শিৰচ্ছেদ কৰায়। মাদৈক তাতে কটা হৈছিল বুলি আজিও সেই ঠাইক মাদৈকটা নামে জনা যায়। এই মাদৈ মায়াদেৱীৰ এজনী কন্যা আছিল— নাম লক্ষতৰা। একলক্ষ তৰাৰ জেউতিৰ দৰে তেওঁৰ ৰূপ আৰু সৌন্দৰ্য্য জিলিকি আছিল বাবেই নাম ৰখা হৈছিল লক্ষতৰা। মাকৰ মৃত্যুত শোকাতুৰা লক্ষতৰাই ৰাজভৱনৰপৰা পলাই গৈ পুঠিমাৰী বা বৰনদীত জাঁপ দি প্ৰাণ বিসৰ্জ্জন দিয়ে। সেই লক্ষতৰা ৰাজকুমাৰীৰ নামেৰেই পুঠিমাৰী নদীৰ এইছোৱাক আজিও মানুহে লখাইতৰা বুলিহে জানে।

ৰাজ্য বিস্তাৰ কৰিবলৈ গৈ ৰজা আৰিমত্তই ইতিপূৰ্ব্বে চিনিব নোৱাৰি ৰণত নিজৰ পিতৃ প্ৰতাপনাৰায়ণক হত্যা কৰিছিল। এইটো তাহানিৰ বব্ৰুবাহনৰ হাতত অৰ্জ্জুন নতুবা ছোহৰাবৰ হাতত ৰুস্তমৰ নিধনৰ দৰে অতিশয় মৰ্ম্মন্তুদ কাহিনী। মাক চন্দ্ৰপ্ৰভাৰপৰা জানিব পাৰি ৰজা আৰিমত্তই পিতৃবধ পাপৰপৰা নিষ্কৃতি পাবৰ কাৰণে বিস্তৰ যাগ-যজ্ঞাদি কৰিছিল ; কিন্তু দুৰ্ভাগ্যবশতঃ তেওঁৰ সেই যাগ-যজ্ঞৰ দান-দক্ষিণা কোনেও গ্ৰহণ নকৰাত তেওঁ সেইবোৰ ব্ৰহ্মপুত্ৰত উটাই দিছিল। ব্ৰহ্মপুত্ৰযো হেনো সেইবোৰ গ্ৰহণ নকৰি ঢৌৰে কোবাই পাৰত তুলি দিছিল। তেতিয়া লাজ আৰু অপমান পাই সেইবোৰ তুলি নি সৰু সৰু নৈবোৰতে অৰ্পণ কৰিছিল। কিন্তু সৰু নৈবোৰেও তাকে কৰিলে আৰু যিবোৰ নদীয়ে তাকে কৰিব নোৱাৰিলে সেইবোৰে নিজৰ গতিকে সলাই অন্য পিনেদি গতি কৰিলে। শিৱসাগৰৰ মৰিদিখৌ হেনো তাৰে এটি প্ৰমাণ।

আৰিমত্ত ৰজাই তেওঁৰ বিশ্বাসঘাতক বন্ধু ফিঙুৱা কোঁৱৰকো শাস্তি নিদিয়াই থকা নাছিল। ফিঙুৱা কোঁৱৰৰ লগত ৰণ কৰি তেওঁ কোঁৱৰক নিৰ্ম্মমভাৱে হত্যা কৰে। কোনো কোনো বুৰঞ্জীৰ মতে এই ৰণত ৰজা আৰিমত্ত নিজে নিহত হয়। কাৰো কাৰো মতে তেওঁ পিতৃহত্যাৰ বেদনা, কন্যা বিয়োগৰ দাৰুণ শোক আৰু পত্নীবধৰ সন্তাপত জুৰুলা হৈ বেদোক্ত বল্লভা নদীৰ বুকুত আত্মসমৰ্পণ কৰে আৰু এই বল্লভা নদীয়েই ৰঙিয়াৰ সোঁমাজেদি বৈ যোৱা বৰলীয়া নদী। অন্য কাৰো কাৰো মতে আৰিমত্ত ৰজাই এনেবোৰ এশ-এটা শোকাবহ ঘটনাত লিপ্ত হৈ সংসাৰৰ প্ৰতি বীতৰাগ হোৱাত অৰণ্যৰ মাজত ধ্যান কৰিবলৈ লৈছিল আৰু তেনেকৈ ধ্যাননিবিষ্ট থকা অৱস্থাতে পূৰ্ব্বৰ পিতৃশাপ মতে পুত্ৰৰ হাতত প্ৰাণ এৰে। পুতেক জোঙাল-বলহুৱে হাবিৰ মাজত চিনিব নোৱাৰি তেওঁক পহু বুলি ভাবি কাঁড়েৰে বধ কৰে। যি ঠাইত আৰিমত্ত ৰজাক হত্যা কৰা হৈছিল তাক আজিও মানুহে আৰিকাটিমুখ বোলে।

আৰিমত্ত ৰজাৰ কথা বৰ্ণনা কৰাৰ লগে লগে হৰদত্ত-বীৰদত্তৰ কথা মনলৈ আহিছে। (আৰিমত্ত ৰজাৰ নামৰ লগত মোৰ মনত আকৌ হৰদত্ত-বীৰদত্তৰ নাম সাঙোৰ খাবলৈ পালে কেনেকৈ সেইটো হৰদত্ত-বীৰদত্ত ভৱনৰ নামকৰণৰ লগত সংশ্লিষ্ট আছে)। ১৯৫১ চনৰ কথা। হৰদত্ত-বীৰদত্ত ভৱনৰ তেতিয়াও নামকৰণ হোৱা নাই, ঘৰটো মাত্ৰ কথমপি সম্পূৰ্ণ হৈছে। ভৱন নিৰ্ম্মাণ কমিটি নামেৰে যিটো কমিটি আছিল এই অভাজনেই আছিল তাৰ সভাপতি। ঘৰটো সম্পূৰ্ণ হ'লত নামকৰণৰ কাৰণে ৰাজহুৱা সভা আহ্বান কৰা হ'ল। সভাঘৰ মানুহেৰে ভৰি পৰিল আৰু যথাসময়ত সভাৰ উদ্দেশ্য দাঙি ধৰা হ'ল। কেইবাটাও নাম প্ৰস্তাৱিত হ'ল। তাৰে ভিতৰত দুটা নাম বিশেষ উল্লেখযোগ্য, কাৰণ এই দুয়োটা সম্পৰ্কে তুমুল তৰ্ক-বিতৰ্ক হৈছিল , এটা হৰদত্ত-বীৰদত্ত ভৱন আৰু আনটো আৰিমত্ত ভৱন। সেই দুটা নামৰো শুধৰণি প্ৰস্তাৱ অনেক আছিল ; যেনে—মূল ঘৰটোৰ নাম হওক হৰদত্ত ভৱন আৰু তাৰ তলত থকা লাইব্ৰেৰী আৰু কলাসংঘ দুটাৰ নাম হওক ক্ৰমে আৰিমত্ত পুথিভঁড়াল আৰু বীৰদত্ত কলা-মন্দিৰ ইত্যাদি। সেই সকলোবোৰ জানিবা তৰ্কৰ মাজত তল পৰিল ; কিন্তু হৰদত্ত-বীৰদত্ত ভৱন আৰু আৰিমত্ত ভৱন এই দুটা নামৰ কোনটো গ্ৰহণ কৰা যায় তাকে লৈ শেষত উপস্থিত সভ্যসকল দেখাদেখিকৈ দুটা স্পষ্ট দলত বিভক্ত হ'ল। দুয়ো দলে নিজৰ নিজৰ যুক্তি দিবলৈ দূৰ অতীতৰ ঐতিহাসক, কাল্পনিক নানা কথা উত্থাপন কৰিলে। কাৰো যুক্তি কম নহয়, কোনেও হাৰ নামানে আৰু সকলোৱে নিজ নিজ বক্তব্য ক'বই। সন্ধ্যাৰপৰা ৰাতি এঘাৰ বজালৈ সভাৰ কাৰ্য্য চলিল, তৰ্কৰ উত্তাপ ক্ৰমাগত বাঢ়িহে গ'ল, কোনো দলকে অকণো ভাগৰা দেখা নগ'ল। দুই-একোজন হিতাকাংক্ষী বন্ধুৱে মোকেই এটা সিদ্ধান্ত দিবলৈ ক'লে। এজনে তাৰ মাজতে কৈ উঠিল 'আজিৰ সভাপতিয়ে অন্যদিনৰ দৰে নিজৰ শক্তি প্ৰয়োগ কৰা নাই। এনেকুৱা হ'লে তৰ্কৰ ওৰ নপৰিব।' এনে ধৰণৰ উত্তাপৰ মাজত সিদ্ধান্ত দিবলৈ গ'লে যে সভাপতিৰো বিপদ আছে, অন্ততঃ তেওঁ অনাহকতে অনেকৰ অপ্ৰীতিভাজন হ'ব—সেইটো তেওঁ নজনা নহয়। সেইদিনা সিদ্ধান্তটো গ্ৰহণ নকৰিলেনো কি নগৰত জগৰ লাগিব, ধীৰে-সুস্থিৰে কিবা এটা কৰাই ভাল—এই ভাবি তেওঁ সেই দিনালৈ সভা স্থগিত ৰাখি বিষয়টো অন্য এখন মিটিঙত স্থিৰ কৰিবলৈ সিদ্ধান্ত কৰিলে।

আকৌ নিৰ্দ্দিষ্ট দিনত সভা বহিল। কোৱা বাহুল্য সেইদিনা দুয়োদলৰ প্ৰত্যেকে যেন আগতকৈও বলবান, অকল যুক্তি-তৰ্কৰেই নহয়, সংখ্যা-গৰিষ্ঠতাৰ ফালেদিও। প্ৰথম দিনাৰ সভাত তামোলপুৰ, কুমাৰীকাটা, ডেফেলী, গোৰেশ্বৰ আদি ঠাইৰ মুখ্য মুখ্য লোকো দুই-চাৰিজন উপস্থিত আছিল, কাৰণ ভৱন নিৰ্ম্মাণত তেওঁলোকৰ অনেকৰে বুজন ধৰণৰ বৰঙণি আছে। তৰ্কত অৱশ্যে তেওঁলোকে অংশ গ্ৰহণ কৰা নাছিল আৰু নামটো লৈ যাতে বিভেদ সৃষ্টি নহয় তাৰ কাৰণেহে যত্ন কৰিবলৈ তেওঁলোকে সভাপতিৰ কাণত ফুচ-ফুচাই কৈ আছিল। দ্বিতীয়দিনাও প্ৰথমদিনাৰ দৰেই তৰ্কৰ কোব চৰি আহিল আৰু নিৰ্দ্দলীয় লোকসকল অতিষ্ঠ হৈ

উঠিল। সভাপতিয়েও আকাৰে-ইঙ্গিতে বিৰক্তি প্ৰকাশ নকৰাকৈ নাথাকিল। তেতিয়া গতি বিষম যেন দেখি আমাৰ সকলোৰে নমস্য বয়োবৃদ্ধ নেতা শ্ৰীশান্তিৰাম লহকৰ থিয় হ'ল। তেখেতেও আগৰপৰাই এটা দল সমৰ্থন কৰি তৰ্ক কৰি আছিল। তৰ্কত নামিলে তেৰোঁ নবীন যুৱক হৈ পৰে। এইবাৰ তেওঁ কিন্তু নিজৰ নামৰ অৰ্থটোও সাৰ্থক কৰিবলৈয়ে নেকি—শান্তিৰ প্ৰস্তাৱ এটাহে দাঙি ধৰিলে। তেওঁ ক'লে—'আমাৰ সভাপতি কেৱল ভৱন নিৰ্ম্মাণ কমিটিৰ সভাপতি নহয়, তেওঁ ৰঙিয়াৰে সভাপতি। পশু চিকিৎসালয, প্ৰশিক্ষণ কেন্দ্ৰ স্থাপন আদিৰ কাৰণে তেওঁ খাটিছে, পাইলট প্ৰজেক্টকো মাটি-বাৰী দেখুৱাই দি তেওঁ সহায কৰিছে, তাৰ উপৰি হস্পিটেল কমিটি, হাইস্কুল, হাইমাদ্ৰাছা এই সকলোৰে তেৱেঁ সভাপতি, এই ভৱন নিৰ্ম্মাণৰো তেৱেঁ গুৰি ধৰি আহিছে আৰু হয যদি তেওঁৰ যত্নতে ৰঙিযাত এটা টাউন কমিটিও হ'ব বুলি আমি গম পাইছোঁ। আমি মন কৰিব লাগিব যে এই সকলোবোৰৰ কোনোটোতে তেওঁৰ নিজৰ স্বাৰ্থ একো নাই, ৰঙিযাৰ স্বাৰ্থই তেওঁৰ স্বাৰ্থ। নহ'লে তেওঁ তামোলপুৰ, কুমাৰীকাটা আদি ঠাইৰপৰা এই ভৱন নিৰ্ম্মাণৰ বাবে অৰ্থ সংগ্ৰহ কৰাব উপৰিও নিজৰ অফিচতেই মোকৰ্দ্দমাৰ বিবদমান লোকসকলৰপৰা মোকৰ্দ্দমা ৰফা কৰি দি ভৱনৰ কাৰণে বৰঙণি দিবলৈ তেওঁলোকক নাখাটিলেহেঁতেন। আমাৰ দুৰ্গাদত্ত আগৰৱালাই এইবোৰ কথা আমাতকৈ ভালকৈ জানে। গতিকে মোৰ প্ৰস্তাৱ এযে যে আজিৰ সভাৰো সভাপতি বৰুৱাদেৱেই মধ্যস্থ লোক হিচাপে আমাক এটা সিদ্ধান্ত দিযক আৰু তাকে আমি দুযোপক্ষই সাগ্ৰহে গ্ৰহণ কৰিম। শ্ৰীকামিনী শৰ্ম্মাই সমৰ্থন কৰাৰ পিছত সভাস্থ সকলোৱে তাতে হযভৰ দিলে। এনে উভয়-সঙ্কটত পৰি সভাপতিয়ে ইযাকে মাথোঁ কৈছিল—এফালে এজন বিশ্ববিখ্যাত পৰাক্ৰমী ৰজা আৰু আনফালে হ'ল এজন (এজন বা দুজন) গণনায়ক, যি যথাসৰ্ব্বস্ব ত্যাগ কৰিছিল জন্মভূমিৰ মুক্তিৰ কাৰণে। দুযোৰো মৃত্যুও দুই ৰকমৰ, এজন মৰিছিল নিজৰ নাম, মান আৰু যশস্যাৰ কাৰণে আৰু অন্যজনক বধ কৰা হৈছিল দেশক আৰু স্বাধীনতাক ভাল পোৱাৰ কাৰণে , এজন বিদ্ৰোহ দমনকাৰী আৰু আনজন নিজেই বিদ্ৰোহী। আজিৰ দিনত চাৰিওফালে যেতিয়া গণতন্ত্ৰৰ জয়ধ্বনিৰে দিক্‌বিদিক্ মুখৰিত হ'ব লাগিছে, তেতিয়া এই দুবিধৰ দুজনা বীৰৰ কোনজন বেছি বৰণীয় হ'ব ? মই নিজে জয়মাল্য দিবলৈ হ'লে কিন্তু দ্বিতীয়জনৰ মূৰতহে দিমহঁক। মই ইয়াত মোৰ ব্যক্তিগত অভিমতটোহে প্ৰকাশ কৰিছোঁ, ভাল পালে আপোনালোকে মোৰ সুৰতে সুৰ মিলাব পাৰে, মই তাকেহে মাত্ৰ কওঁ।

সকলোৱে মোৰ মতে মত দিলে যেন পালোঁ। হৰ্ষধ্বনিৰ মাজত শেষত সেয়ে স্থিৰ হ'ল। তাৰ পিছতেই স্থানীয় যুৱক শ্ৰীমান মদন লহকৰৰ হতুৱাই নামকৰণৰ ফলত ধুনীয়াকৈ বিনা খৰচে লিখোৱা হ'ল। এয়ে হৰদত্ত-বীৰদত্ত ভৱনৰ নামকৰণৰ কাহিনী। এই ভৱন নিৰ্ম্মাণৰ লগত আপোনালোকৰ অনেকৰ দৰে এই নিঃকিনৰো দুখ-দুখৰ অনেক স্মৃতি বিজড়িত আছে। সেইবোৰ প্ৰকাশৰ বাবে ইয়াত ঠাই নহ'ব। মুঠতে ভৱনৰ ইতিবৃত্ত সম্পৰ্কে ইয়াকে চমুকৈ কোৱা যায় যে উপযুক্ত

স্থান বিচাৰি উলিয়াই পাব্লিক হল এটি নিৰ্ম্মাণৰ কাৰণে মোৰ অগ্ৰজপ্ৰতীম সহকৰ্ম্মী বন্ধু শ্ৰীঅভয়চৰণ দাসেই পোন প্ৰথমে এটি নিৰ্দ্দিষ্ট পৰিকল্পনাৰ কাম হাতত লৈছিল, কিছু খুঁটা, কাঠ আৰু টিনপাত সংগ্ৰহ কৰি লৈ কামটো আৰম্ভ কৰিয়ে তেখেত স্থানান্তৰ হ'বলগীয়া হোৱাত সেই কামৰ দায়িত্বটো এই নিচলাৰ মূৰতে সকলোৱে জাপি দিছিল আৰু ময়ো যথাসাধ্যে তাক বহন কৰিছিলোঁ। পৰিকল্পনা বৃহৎ অথচ ইফালে ধন-ভঁৰালৰ তলি উদং। তেতিয়া মৌদাজাৰ, ঠিকাদাৰ, পি ডব্লিউ. ডি.ৰ এচ. ডি. অ' অফিচৰ বৰকেৰাণী, একাউন্টেণ্ট আদি লোকসকলৰ সহায়ত অৰ্থ সংগ্ৰহ কৰাৰ উপৰিও অৰ্দ্ধনিৰ্ম্মিত ভৱনকেই অস্থায়ীভাৱে 'শ্বো' (Show) চিনেমা আদিৰ বাবে ভাৰা দি, ডেপুটী কমিচনাৰৰ দৰে লোকৰপৰাও ইয়াতেই ধৰি মটৰগাড়ীৰ নিয়ম ভঙ্গ কৰা মালিক, ড্ৰাইভাৰ আদিৰ পৰা আদায় কৰা ফাইনৰ টকা মৌখিক দান হিচাপে বাহিৰে বাহিৰে লৈ আৰু অনেক উপায়ে কেনেকৈ এই গৃহনিৰ্ম্মাণৰ কাম আগবঢ়াবলগীয়া হৈছিল সেইবোৰৰ অধিকাংশৰে জীৱন্ত সাক্ষী শ্ৰীদুৰ্গাদত্ত আগৰৱালা। এই কাৰ্য্যত শ্ৰীদুৰ্গাদত্ত আগৰৱালাৰ পৰিশ্ৰম, ত্যাগ স্বীকাৰ আৰু নেৰানেপেৰা যত্ন অন্ততঃ মোৰ স্মৃতিত সদায় নতুন হৈ থাকিব।

হৰদত্ত-বীৰদত্ত ভৱনৰ প্ৰসঙ্গত হৰদত্ত-বীৰদত্ত ভ্ৰাতৃদ্বয়ৰ কাৰ্য্যকলাপ অলপ আলচ নকৰিলে সমীচীন নহ'ব যেন লাগে। ১৭৮৮ চনৰ কথা। সেই সময়ত অসমৰ ৰাজ-সিংহাসনত ৰজা আছিল গৌৰীনাথ সিংহ। বুঢ়াগোহাঁই মহামতি ঘনশ্যাম। গুৱাহাটীত বৰফুকন বদনচন্দ্ৰ। আজিকালিৰ মৌজাৰ দৰে সেই সময়ত উত্তৰ আৰু দক্ষিণ কামৰূপতো বহুত আঞ্চলিক বিভাগ আছিল। এই বিভাগবোৰৰ ওপৰত কিছুমান চৌধাৰী, কিছুমান বৰুৱা নামৰ বিষয়া আছিল। তেওঁলোকে ৰাজ্যৰ কৰ-কাটল তুলি নি বৰফুকনক বহাগৰ সাতবিহুৰ ভিতৰতে শোধাব লাগিছিল। চৌধাৰী হৰদত্তও তেনেকুৱা এগৰাকী বিষয়া আছিল। হৰদত্তৰ ভাই বীৰদত্ত। তেওঁলোকৰ ঘৰ আছিল জিকেৰী বুলি এডোখৰ ঠাইত, আজিকালি তাৰ নাম হৈছে জৰীপী মেপত তিতকুৰি, পূব কছাৰীমহল মৌজাত। ই ৰঙিয়াৰপৰা প্ৰায় পাঁচ মাইল দূৰ— পুঠিমাৰী নদী ইয়াৰ কাষেদি বৈ গৈছে।

পিছত, এই কামৰূপীয়া বিষয়াসকলক বৰফুকনে বৰ তুচ্ছ-তাচ্ছিল্য কৰিছিল আৰু কথাই কথাই সদায় গালিশপনি সোধাই আছিল। কামৰূপীয়া প্ৰজাৰ প্ৰতি ততোধিক তাচ্ছিল্য। আহোম বিষয়াৰ এনে ৰুক্ষ ব্যৱহাৰৰ বিৰুদ্ধে প্ৰতিবাদ কৰিবলৈ হৰদত্তই কমাৰকুচীয়া, চমাৰকুচীয়া, বতাহগিলীয়া, নামবৰভগীয়া, বাহজনীয়া, বড়িগোগীয়া, পাণ্ডুৰীয়া, বজলীয়া, ক্ষেত্ৰীয়া, ভবানীপুৰীয়া আদি বৰুৱা আৰু চৌধাৰীসকলক গোটাই মুঠ বান্ধি ল'লে। হৰদত্তৰ প্ৰধান সহায় হ'ল তেওঁৰ সহোদৰ ভাই বীৰদত্ত। সকলোৱে আলচ কৰি একমত হৈ আহোমৰ শাসন কামৰূপৰপৰা উঠাই দিলে। এই আন্দোলনত নেতৃত্ব কৰিছিল হৰদত্ত চৌধাৰীয়ে। ইংৰাজী ১৭৮৮ খৃষ্টাব্দৰপৰা ১৭৯৫ খৃষ্টাব্দলৈকে এই সুধীৰ্ঘ সাতবছৰ কাল উত্তৰ কামৰূপ আহোমৰ শাসনৰপৰা স্বাধীন হৈ আছিল। উত্তৰ কামৰূপীয়া চৌধাৰীসকলে সৈন্যশিক্ষা দিবৰ

কাৰণে কুমেদান নামে শিখ এজনকো পশ্চিমৰপৰা অনাইছিল। এই সকলোৰে গুৰিত আছিল হৰদত্ত-বীৰদত্ত চৌধাৰী ভ্ৰাতৃদ্বয়।

১৭৯৫ চনত গৌৰীনাথ সিংহৰ পিছত স্বৰ্গদেৱ কমলেশ্বৰ সিংহ ৰজা হয়। ইফালে প্ৰধান মন্ত্ৰী ঘনশ্যাম বুঢ়াগোহাঁইও সেই সময়তে পৰলোকী হয়। পুতেক পূৰ্ণানন্দ বুঢ়াগোহাঞে তেওঁৰ বাব গ্ৰহণ কৰিয়ে বদন চন্দ্ৰৰ অত্যাচাৰৰ সম্ভেদ পাই তেওঁক সলাই তেওঁৰ ঠাইত কলিয়াভোমোৰাক বৰফুকন পাতি উত্তৰ কামৰূপৰ বিদ্ৰোহ দমন কৰিবলৈ দায়িত্ব দিযে।

কলিযাভোমোৰা বৰফুকনে আহি ধন-পইচা দি কুমেদানত হাত কৰি ল'লে আৰু কামৰূপীয়া প্ৰজাৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিলে। এই যুদ্ধতে চেঁচামুখৰ ৰণত বীৰদত্ত নিহত হয। বীৰদত্ত ৰণত পৰাত কামৰূপীযা সৈন্যসকলৰ মন ভাগি পৰিল। সকলোৰে মাজত সৰু সৰু কথা একোটা লৈয়ে মনোবাদ আৰু গৃহকন্দলো উপস্থিত হ'ল। বহুতে অৱস্থা বিষম দেখি আহোমৰ পক্ষ অবলম্বন কৰি নিজক ৰক্ষা কৰিলে। হৰদত্তই নিৰুপায হৈ ৰঙিযাৰ ডেৰমাইলমান দক্ষিণে থকা সন্ধিযাঝাৰৰ ঘোৰ অৰণ্যৰ মাজত সপৰিয়ালে লুকাই থাকিল। এইদৰে খুজি-মাগি খাই হাবিৰ মাজত থাকোঁতে ফাগুন মাহ গ'ল, চ'তো গৈ গৈ বহাগ পালেহি। হৰদত্ত তেতিয়াও ধৰা পৰা নাই। তেওঁৰ পৰিয়ালৰ ভিতৰত আছিল চাৰিটি প্ৰাণী—তেওঁ, তেওঁৰ পত্নী, যুৱতী জীয়াৰী পদুমী আৰু ৰখা ল'ৰা মহিৰাম।

বিপদ অকলে নাহে। এদিন বৰুৱানীয়ে হাবিৰ মাজৰ পিতনিৰ পৰা পানী আনি ঘৰলৈ উভতোঁতে বাটতে দৈৱাৎ এটা চকৰীফেঁটী সাপে তেওঁক ঘাইল কৰিলে। তেওঁ থিতাতে মৰিল। পদুমীয়ে মাকক বিচাৰি গৈ তেনে অৱস্থাত পৰি থকা দেখি ইনাই-বিনাই কান্দিবলৈ ধৰিলে। কান্দি কান্দি তেওঁ তাতে মূৰ্চ্ছা গ'ল। মহিৰামে বেজ বিচাৰি উধাতু খাই ওচৰৰ গাঁৱলৈ দৌৰ দিলে। সেই সময়ত বৰফুকনৰ চোৰাংচোৱাই হৰদত্তক বিচাৰি পিয়া-পি দি ফুৰিছিল। এই ছেগতে পম খেদি গৈ সিহঁতে গহুৰতে সিংহক বন্দী কৰাৰ দৰে হাবিৰ মাজৰ জুপুৰিটিতে হৰদত্তক ধৰিলে। কোৱা বাহুল্য, হৰদত্তও সেই সময়ত ভিক্ষা কৰি অনা খাদ্য অলপ হাতত লৈ কথমপি পঁজাটি পাইছিলহি মাত্ৰ। হৰদত্তক চোৰাংচোৱাহঁতে বান্ধি চোঁচোৰাই টানি লৈ গ'ল। পদুমীয়ে চেতনা পাই এই কথা জানিব পাৰি পিতাকৰ অন্বেষণত পাগলীৰ দৰে গৈ ভৰা ব্ৰহ্মপুত্ৰত জাঁপ দি প্ৰাণ এৰিলে। মহিৰামেও তাকেই অনুসৰণ কৰিলে।

যথাসময়ত হৰদত্তৰ বিচাৰ আৰম্ভ হ'ল। বৰফুকনে হৰদত্তক কামৰূপীয়া প্ৰজাসকলৰ আগত থিয় হৈ প্ৰশ্ন কৰিলে—

হৰদত্ত, তই আজি সাতবছৰৰ ৰাজদ্ৰোহ আচৰণ কৰিলি—নহয় ?

হৰদত্তই উত্তৰ দিলে—মই ৰাজদ্ৰোহ আচৰণ কৰা নাই বৰফুকন। তোমাৰ পূৰ্ব্ববৰ্ত্তী বৰফুকন পাষণ্ড বদন চন্দ্ৰৰ পাশৱিক অত্যাচাৰৰ বিৰুদ্ধে মাত্ৰ থিয় দিছিলোঁ। চিনাকি দিব খুজিছিলোঁ—কামৰূপীয়া প্ৰজাসকলো মানুহ, কামৰূপীয়া প্ৰজাৰ গাতো

মানুহৰ তেজেই আছে। ৰাজশক্তিক উলাই কৰা আমাৰ লক্ষ্য নাছিল। সুশাসন আমি সদায় মানি আহিছোঁ।

—তেনেহ'লে এতিয়া বশ্যতা স্বীকাৰ কৰিবা ?

—কেতিয়াও নকৰোঁ। যেতিয়ালৈকে আহোম বিষয়াৰ অত্যাচাৰ-অবিচাৰ দূৰ নহয় তেতিয়ালৈকে যুঁজিম, প্ৰাণ থাকেমানে যুঁজিম।

—ঠিক আছে। চাওদাং, ইয়াক নি সমবেত ৰাইজৰ আগত সৌ শগুণঠুঁটীৰ বালিচৰত শূলত দি বধ কৰগৈ। তুৰন্তে লৈ যা।

যেনে আদেশ তেনে কাম। হৰদত্তক ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰৰ শগুণঠুঁটীৰ বালিত শূলত দি বধ কৰা হ'ল। কাৰো কাৰো মতে চেঁচামুখৰ ৰণত মহিৰামহে পৰিছিল, হৰদত্ত আৰু বীৰদত্ত দুযাকো বন্দী কৰি নি পিছত শগুণঠুঁটীৰ বালিত শূলত দিয়া হয়।

এযে আছিল হৰদত্ত, এযে আছিল বীৰদত্ত। এই দুগৰাকী বিদ্ৰোহী গণনেতাৰ নামেৰেই ৰঙিয়াৰ এই সুবৃহৎ ৰাজহুৱা ঘৰটোৰ নামকৰণ কৰা হৈছে—"হৰদত্ত-বীৰদত্ত ভৱন"।

হৰদত্ত-বীৰদত্ত ভৱনে আৰু তাত থকা *পুথিভঁৰাল আৰু সঙ্গীত অনুষ্ঠানে* ৰঙিয়াবাসীৰ মনোবল আৰু কৰ্ম্মশক্তিৰ সাক্ষী দিব লাগিছে। ইয়াক চৰকাৰী সাহায্যেৰে নিৰ্ম্মাণ কৰা হোৱা নাই, কোনো বিশিষ্ট দানবীৰৰ দানৰ সহায়তো সি নিৰ্ম্মিত হোৱা নাই—সি ৰাইজৰ ধনেৰে গঢ়ি উঠিছে। ই ৰঙিয়াবাসীৰ কাৰণে কম গৌৰৱৰ কথা নহয়। এই ৰঙিয়াতেই ১৮৯৪ চনৰ কৃষক-বিদ্ৰোহৰ সময়ত যি জন-জাগৰণ হৈছিল তাৰ বিৱৰণো ইতিহাসৰ পাতত জিলিকি থাকিব, আৰু এটা মন কৰিবলগীয়া কথা এই যে প্ৰজা বিদ্ৰোহৰ সমযত হৰদত্ত-বীৰদত্তৰ নেতৃত্বত কামৰূপীয়া সৈন্যই ধনু-কাঁড়েৰেই আহোমৰ হিলৈ আৰু কামানৰ সম্মুখীন হ'বলৈ সাহ কৰিছিল। কৃষক-বিদ্ৰোহৰ সময়ত আকৌ বিদ্ৰোহী কৃষকসকলে হাতত হেঙাৰৰ গোঁজ, কুঁহিয়াৰ পেৰা খৰি আৰু আহুতলীৰ দলি-চপৰাৰেই ৰাইফলধাৰী চিপাহীৰ গুলীৰ সম্মুখীন হৈ প্ৰাণ বিসৰ্জ্জন দিছিল। ইয়াক এফালেদি চাই মূঢ়তাৰ পৰিচায়ক বুলি বহুতে হাঁহিব পাৰে কিন্তু এই কাৰ্য্যৰ অন্তৰালত থকা প্ৰজাৰ সংঘবদ্ধতা বা সংহতি আৰু অজেয় মনোবল স্বীকাৰ নকৰি কোনে থাকিব পাৰিব ?

১৯৫১ চনত এই ভৱনকেই কেন্দ্ৰ কৰি ৰঙিয়া আলোচনী সভাৰ জৰিয়তে এখন বিৰাট কৃষ্টিসভাৰ আযোজন কৰা হৈছিল। তাত যে অকল ৰঙিয়াৰ আশে-পাশে থকা লোকেহে যোগদান কৰিছিল এনে নহয়—নলবাৰী, হাজো, পাতিদৰং, কুমাৰীকাটা, তামোলপুৰ আদি ঠাইৰ লোকেও আহি তাত বিশিষ্ট অংশ গ্ৰহণ কৰিছিল। দুদিন-দুনিশা একেৰাহে চলা এই কৃষ্টিসভাত ভুটান পৰ্ব্বতৰ প্ৰান্তবাসী চাওতালসকলৰ চাওতালী নাচ, তীৰ-খেলা, তামোলপুৰ-ধমধমাৰ বড়োসকলৰ খেৰাই নাচ, চিফুং বাঁহীবাদন, দেওধনী নাচ, ঢুলীয়া নাচ, ওজাপালি গীত আৰু

নাচ, টোকাৰী গীত, বিহুগীত, বৰগীত, নাম-কীৰ্ত্তন, ব্যঙ্গ আবৃত্তি আদি ভৰি পৰিছিল। শত্ৰু আৰু দেবৰ ওজাৰ নাচ, গীত আৰু হাতৰ মুদ্ৰা যেন আজিও মনৰপৰা মাৰ যোৱা নাই। এই হৰদত্ত-বীৰদত্ত ভৱনতে জাকজমকেৰে সজাই পতা অস্ত্ৰ-শস্ত্ৰ, ঢাল-তৰোৱাল, সাঁচিপতীয়া পুথি, বিবিধ আ-অলঙ্কাৰ, সাজপাৰ, ভকতীয়া ভাওনাৰ মুখা আৰু সা-সঁজুলি, চাওতালী ধনু-কাঁড, তাম্ৰলিপি, পেৰাকাকত, মুদ্ৰা, মূৰ্ত্তি আদিৰ প্ৰদৰ্শনীও জানো কম আকৰ্ষণীয় বস্তু হৈছিল ! এই সকলোবোৰ হৰদত্ত-বীৰদত্ত ভৱনৰে দান বুলিব পাৰি।

এই প্ৰসঙ্গতে আৰু এটা কথা মনত পৰিছে—তাকো কৈ থোৱাই ভাল। উপৰোক্ত কৃষ্টিসভাৰ নিৰ্দ্ধাৰিত দিনৰ মাত্ৰ ৫।৬ দিনমান আগতে খবৰ পালোঁ যে তিতকুৰি গাঁৱত জিকেৰীয়া চৌধাৰীৰ পুৰণি ঘৰৰ ভেটিৰ ওচৰতে বহুত শিলামূৰ্ত্তি সিঁচৰতি-বিচৰতি হৈ পৰি আছে। তাৰে কেইটামান আনি ভৱনৰ সম্মুখত প্ৰদৰ্শনি পতাৰ লোভ লাগিল। তিতকুৰিলৈ যাবলৈ তেতিয়া ভাল আলি-পদূলি নাছিল। খা-খবৰ কৰি হাতী এটা যোগাৰ কৰি তেতিয়াৰ হাইস্কুলৰ উৎসাহী ছাত্ৰ শ্ৰীমোহন কলিতাক লগত লৈ এদিন দুইমান বজাত তিতকুৰিলৈ বুলি যাত্ৰা কৰিলোঁ। হাতী নিয়াৰ পিছে দুটা কাৰণ আছিল। বাৰিষাৰ বোকা-পানীৰ বাটত পোনাই গৈ লক্ষ্যস্থান শীঘ্ৰে পোৱাত সুবিধা হ'ব বুলি আৰু দ্বিতীয়তে হাতীৰ পিঠিত মূৰ্ত্তি তুলি আনিবলৈও সুবিধা হ'ব, এই আশাত।

তাত গৈ বহুত কিবাকিবি মূৰ্ত্তি খণ্ড-বিখণ্ড হৈ পৰি থকা দেখিলোঁ। পদুমফুল অঙ্কিত ধুনীয়া মূৰ্ত্তি এটা দেখি সেইটো আনিবলৈ বৰ মন গ'ল। ওচৰৰ অধিবাসী অধিকখিনিয়ে জনজাতীয় লোক। তেওঁলোকৰ অনুমতি বিচৰাত 'ৰজাঘৰে নিব খুজিলে আমাৰ নো কি আপত্তি থাকিব পাৰে' বুলি বৰ বেজাৰেৰে অনুমতি দিয়া যেন লাগিল। এজনে ক'লে—'দেউতা, নিব খুজিছে নিয়ক, পিছে আমি হ'লে গোসাঁইঘৰৰ ওচৰৰ শিল খান্দিবলৈ সাহ কৰিব নোৱাৰোঁ।—মোহনৰ ফালে চোৱাত মোহনে ঘপৰাই ক'লে—'মই পাৰিম।' তেতিয়া বিলম্বৰ কাম নাই ভাবি কোদাল আৰু চিপৰাং অনাই সেৱা এটা কৰি ময়েই পোনতে কোৰেৰে এচাব মাটি পেলাই মোহনক লগালোঁ। মোহনে কিছুপৰ খান্দি থাকি ভাগৰি পৰি ধেমালি কৰি ক'লে—'গাটো দেখোঁ কেনে লাগে একা ! সঁচাকৈয়ে গোসাঁই আছে হ'বলা।' এনেকৈ থাকোঁতে চকা পাটিত বহিল। আমি তেতিয়া সেই শিলৰ আশা সিদিনলৈ পৰি... কৰি অন্যকেইটামান সৰু সৰু শিলামূৰ্ত্তিকে হাতীৰ পিঠিত বস্তাত ভৰাই লৈ উভতিলোঁ।

পিছদিনা মোৰ বন্ধু পণ্ডিত তৰণী শৰ্ম্মাই মোক ক'লেহি—'কালি ক'লৈ গৈছিল ? মোহনৰ ৰাতিয়ে তীৰকঁপে জ্বৰ উঠিছে, কিবাবোৰ বকিছেও বোলে। আপোনাৰ বোধহয় একো হোৱা নাই—আপোনাক নোৱাৰে—ৰজাঘৰীয়া বিষয়া। পিছে, ই কথাই কথা নহয়, মোহনৰ চিকিৎসাৰ ব্যৱস্থা কৰক, নহ'লে এতিয়া আপুনি দোষৰ ভাগী হ'ব, কৃষ্টিসভাও দক্ষৰ যজ্ঞহে হ'ব।' কথা শুনি মই মনে মনে প্ৰমাদ

গণিলোঁ। তথাপি সি যেন একো কথাৰ কথাই নহয়—এনে এটা গহীন ভাব দেখুৱাই তেওঁৰ লগতে চাহ-জলপান খাই উঠি পোনেই ডাঃ বিপিন তালুকদাৰৰ ঘৰ পালোঁগৈ আৰু সকলো কথা তেওঁক ক'লোঁ। ডাঃ তালুকদাৰে দেও-ভূত নামানে। তেওঁ মোক সাহ দিলে। মই ক'লোঁ—'দৰবৰ যি খৰচ লাগে মই দিম—মোহনক আপুনি শীঘ্রে ভাল কৰি দি মোৰ মানটো বচাই দিয়ক।' ডাঃ তালুকদাৰে মোৰ আগতেই চাইকেলত চামৰাৰ বেগটোত আৱশ্যকীয় সা-সঁজুলি লৈ মোহনৰ ঘৰলৈ যাত্রা কৰিলে। ইফালে মোৰো মনে দুৰ্ভাৱনাত তেত্রিশকোটি দেৱতাৰ নাম ল'বলৈ ধৰিলে। কৃষ্টিসভাৰ চিন্তাৰ ঠাইত মোহনক ভাল কৰি তোলাৰ চিন্তাইহে খন্তেকৰ কাৰণে মোৰ মন বৰকৈ ব্যস্ত কৰি তুলিলে। পিছে যিহওক, ডাঃ তালুকদাৰৰ বিশেষ যত্নত মোহনৰ জ্বৰ এৰিল। তেওঁ দুদিনৰ ভিতৰতে আৰোগ্য লাভ কৰিলে আৰু কৃষ্টিসভাতো যোগ দিলে। আশাকৰোঁ আজিকালিও বছৰে-দুবছৰে তেনে ধৰণৰ অনুষ্ঠানৰ আয়োজন কৰা হয়। এনেবোৰ কাৰ্য্যই মনৰ উদ্যম বঢ়োৱাৰ লগে লগে ক্ষুদ্র ক্ষুদ্র বিভেদ আৰু বিশৃঙ্খলাবোৰ দূৰ কৰি ঐক্য আৰু সংহতি স্থাপনত সহায় কৰে।

এসময়ত হৰদত্ত-বীৰদত্ত ভৱন প্রকৃততে কাৰ সম্পত্তি আৰু কাৰ হাতত তাৰ ৰক্ষণাবেক্ষণৰ ভাৰ থাকিব লাগে, সেই বিষয়েও বাৰুকৈয়ে তৰ্ক-বিতৰ্ক চলিছিল। তেতিয়াৰ আত্মগোপনকাৰী বিপ্লৱী কমিউনিষ্ট নেতা শ্রীগৌৰীশঙ্কৰ ভট্টাচাৰ্য্যক আদৰ-সম্ভাষণ জনাবলৈ আযোজন কৰা সভা সম্পৰ্কেই সেই জটিল প্রশ্নৰ উদ্ভব হৈছিল। তেতিয়া আকৌ কমিউনিষ্টৰ লগত কথা-বতৰা পাতিলেও চোৰাংচোৱাৰ চকু থিয় হয়, চৰকাৰী চাকৰিযালে তেনে কৰিলেতো তেওঁক ভূতেই পাব। ইফালে চাৰ্কোলৰ সমাহৰ্ত্তাই আছিল ভৱন-কমিটিৰো সভাপতি। ভট্টাচাৰ্য্যক তেওঁৰ জন্মস্থানতে (ৰঙিয়া-নলবাৰীৰ সীমাতে তেওঁৰ ঘৰ) সন্মান প্রদর্শন কৰাত বাধা ওপজাটো আচৰিত ধৰণৰ কথা হ'ব। ইফালে কংগ্রেছ আৰু চৰকাৰী চাকৰিয়ালে কমিউনিষ্টৰ নামত জুইতো খেৰ নিদিয়ে। এই ঘোৰ সঙ্কটত জনসাধাৰণৰ মাজত কোনো প্রকাৰ মতভেদ হ'ব নিদিয়াকৈ ভৱন-নিৰ্ম্মাণ কমিটিযে কাৰ্য্যসাধন কৰি যোগ্যতাৰ পৰিচয় দিছিল। ভট্টাচাৰ্য্যক এই ভৱনতেই ৰঙিয়াৰ ৰাইজে বিপুল সম্বৰ্দ্ধনা জনালে, ভৱন পৰিচালনা সমিতিৰ নিয়মো অক্ষয় থাকিল, চৰকাৰী চাকৰিয়ালেও পৰ্য্যৱেক্ষণৰ ভাওত সেইবোৰ দেখিলে শুনিলে, আৰু সকলো কাম নিৰ্ব্বিঘ্নে চলি গ'ল। আনকি এই কাৰ্য্য হৈ যোৱাৰ পিছতো চোৰাংচোৱা বিভাগে ভৱন-কমিটিৰ নিয়মাৱলী পৰ্য্যন্ত তদন্ত কৰি তন্নতন্নকৈ পঢ়ি চাই কমিটিৰ বুদ্ধি-মত্তাক বাঃ বাঃ দিয়ে গৈছিল। অকল তেতিযাই নহয়—সকলো সময়তে অতীতত ৰঙিয়াবাসীয়ে নিজৰ যোগ্যতাৰ পৰিচয় দি আহিছে। আজিও মই ৰঙিয়াবাসীক ইয়াকে মাত্র ক'ব খোজোঁ—আপোনালোকে আপোনালোকৰ উঠিঅহা ডেকাসকলক শিক্ষালাভৰ সুবিধা দিয়াৰ উপৰিও দেশ-বিদেশলৈ ওলাই যাবলৈ উৎসাহ উদগনি দিয়ক। দেখিবলৈ পাব, আপোনালোক আপোনা-আপুনিয়ে সভ্যতাৰ পথত আগুৱাব লাগিছে, বিদেশৰ উৎকৃষ্ট ঠাইবোৰ দেখি আৰু সুসভ্য সমাজত মিলা-মিছা কৰি আহি

আপোনালোকৰ পুত্ৰ-কন্যাসকলেও সভ্যতাৰ নতুন পোহৰেৰে জন্মভূমিৰ মুখ উজ্জ্বল কৰিছেহি। 'নানা দেশ ফুৰে যি, নানা কতা শিকে সি'—এই কথা আমি সদায় মনত ৰাখিব লাগিব। তেওঁলোকে অনা নতুন নীতি-নিয়মবোৰ প্ৰথমতে আমাৰ চকুত হয়তো আচহুৱা যেন লাগিব আৰু আমি সেইবোৰ হজম কৰিবলৈ টান পাম, কিন্তু সমাজ গতিশীল আৰু গতিশীলভাৱে সি আগবাঢ়ি যাবই—আমি তাক ভেটা দি ৰাখিব নোৱাৰোঁ। আমি মাত্ৰ ইযাকে চাব লাগে—যাতে নতুনৰ সোঁতত পুৰণি আটাইখিনি উটি-ভাহি নাযায়। ন-পুৰণিৰ সংমিশ্ৰণত এখন আদৰ্শ সমাজ গঢ়ি উঠে।

আজি অসমৰ চুকে-কোণে ঢেৰ হাইস্কুল গঢ়ি উঠিছে আৰু গাঁৱৰ দুখীয়া ল'ৰাবোৰে তাতে পঢ়ি বিদ্যা অৰ্জ্জনৰ হেঁপাহ পলুৱাইছে। তাৰ ফলত কৃষি-কৰ্ম্মত ব্যাঘাত হৈছে বুলি বহুতে আপত্তি তোলে। তেনে আপত্তিৰ একেবাৰে ভিত্তি নোহোৱাও নহয় ; কিযনো আমাৰ অসমৰ কৃষিকৰ্ম্মৰ কাৰণে শিক্ষাৰ প্ৰযোজন নাই বুলিলেও হয় ; কিন্তু এইটো মনত ৰাখিব লাগিব যে কৃষি-কৰ্ম্মৰ ওপৰতে নিৰ্ভৰ কৰি আমি আৰু বেছিদিন চলিব নোৱাৰিম। দেশৰ লোকসংখ্যাৰ এটা বুজন অংশই শিল্পৰ ফালে মন মেলিব লাগিবই। তাকে নকৰিলে আমি দেখাত স্বাধীন হ'লেও কাৰ্য্যত পৰাধীন হৈযে থাকিব লাগিব। শিল্পকাৰ্য্যত শিক্ষা নহ'লে নচলে। খেতিযকৰ মাজত শিক্ষা হয়তো অলঙ্কাৰ স্বৰূপ, অৰ্থাৎ নিত্যপ্ৰযোজনীয সামগ্ৰী নহয, কিন্তু শিল্পৰ কাৰণে শিক্ষা অপৰিহাৰ্য্য উপকৰণ। সেইবাবে বেছি নহ'লেও অন্ততঃ মেট্ৰিকুলেচন পৰ্য্যন্ত সকলোৱে শিক্ষা পোৱাটো নিতান্ত উচিত। দিনে দিনে আমাৰ দেশো শিল্পমুখী হৈ ক্ষীপ্ৰ গতিত আগবাঢ়িব লাগিছে। তেনেস্থলত শিক্ষাবিষয়ত পিছ পৰি থাকিলে আমি আনৰ লগুৱা-চাকৰ হৈযে জীৱিকা-নিৰ্বাহ কৰিব লাগিব। তেলকাৰখানা, চাবোন কাৰখানা, চেনিৰ কাৰখানা, বিদ্যুৎশক্তিৰ কাৰখানা, বিলাতী মাটিৰ কাৰখানা আদিবোৰ চাই থাকোঁতেই আমাৰ অসম দেশতে গঢ়ি উঠিল, আৰু ন-ন কাৰখানাৰ পৰিকল্পনা চলিবই লাগিছে। এই সকলোবোৰতে উপযুক্ত মানুহৰ প্ৰয়োজন হ'ব। উপযুক্ত মানে—বিশেষ বিশেষ বিষয়ৰ জ্ঞান থকা। সেইবোৰলৈ লক্ষ্য কৰি আমি দেশত শিক্ষাদানৰ ব্যৱস্থাও কৰিব লাগিব। হাইস্কুলবোৰ সেইবোৰৰ কাৰণে মানুহ তৈয়াৰ কৰা প্ৰথম অনুষ্ঠান। হাইস্কুলত শিক্ষা পোৱাৰ পিছতহে নানা বিষয়ৰ বিশেষ জ্ঞান ল'বলৈ ছাত্ৰ সমৰ্থ হয়। গতিকে হাইস্কুলৰ বিদ্যালৈ আওকাণ কৰিলে এতিয়া ভুল কৰা হ'ব। টোল, মাদ্ৰাছা আদিৰ প্ৰয়োজন—ছাত্ৰক জ্ঞানমুখী কৰিবলৈ ; শিল্পমুখী কৰিবলৈ নহয়। জ্ঞানৰ আৰু শাস্ত্ৰজ্ঞানৰ প্ৰয়োজন থাকিবই, কিন্তু আধুনিক জগতত উন্নতি কৰিবলৈ হ'লে একমাত্ৰ সঁজুলি হ'ব দক্ষতা বা বিশেষ বিশেষ কামৰ বাবে যোগ্যতা। গতিকে আমাৰ উঠি অহা যুৱক-যুৱতীসকলক যোগ্যতা অৰ্জ্জনৰ সুবিধা দিয়াটোৱে আমাৰ কৰ্ত্তব্য হোৱা উচিত। *

---

* অসম সাহিত্য সভাৰ ৪০ তম বৰ্ত্তিয়া অধিবেশনৰ স্মৃতিগ্ৰন্থ / ৫ ফেব্ৰুৱাৰী, ১৯৭৩



গ্ৰন্থকাৰ পিতৃৰ লগত সম্পাদিকা দুহিতা শ্ৰীমতী শেৱালি বৰা

# পৰিশিষ্ট (১)

University of Gauhati, Guwahati-781014 ; India
Department of English,
Hirendranath Gohain, M.A. Ph.D.
Professor and Head. Phone · 570262
Residence : 18 Professors' qrs. Gauhati University Campus,
Guwahati-781014 Phone . 570035.

শ্ৰীযুত অতুলচন্দ্ৰ বৰুৱাৰ অবদান

ইতিমধ্যে প্ৰকাশিত শ্ৰীযুত অতুলচন্দ্ৰ বৰুৱাদেৱৰ ৰচনাৱলীৰ দুটা খণ্ড আগ্ৰহ আৰু তৃপ্তিৰে পঢ়িছোঁ আৰু মাজে-সময়ে পুনৰ তাৰ ৰস গ্ৰহণ কৰি আছোঁ। বৰুৱা ডাঙৰীয়াৰ ৰচনাৱলী কল্পতৰু সদৃশ—তাত বিবিধ সমল আৰু ৰসৰ সমাৱেশ ঘটিছে। অসমৰ লোককৃষ্টি, অসমীয়া আঞ্চলিক সংস্কৃতি, অসমীয়া ভাষা-সাহিত্য, ভূমি-ব্যৱস্থা, দাম্পত্য-জীৱন, কৃতী লোকৰ জীৱনী, বৈষ্ণৱ সাহিত্য, আধুনিক সাহিত্য, সমালোচনা—এনে বিবিধ বিষয়ে তেখেতৰ অনুসন্ধিৎসা আৰু অধ্যয়ন, তেখেতৰ বিৱৰণ আৰু বিচাৰ, তেখেতৰ উৎসাহ আৰু ৰাপ অতিশয় কৌতূহলোদ্দীপক অথচ মনোগ্ৰাহী ৰূপত প্ৰকাশ পাইছে। বিশেষকৈ জাতীয় সংস্কৃতিৰ বহু অৱহেলিত দিশত তেখেতৰ ৰচনাই পোহৰ পেলাইছে। তথ্যৰ বাহুল্য বা যুক্তিৰ অযথা আৰু ভিত্তিহীন অস্ত্ৰচালনাৰ ঠাইত তেখেতৰ মানসিক ভাৰসাম্য আৰু বিচাৰ ক্ষমতাই সাধাৰণ শিক্ষিত পাঠকক মুগ্ধ কৰে। প্ৰতিটো উক্তি বা মত তেখেতে নিজৰ অভিজ্ঞতা আৰু উপলব্ধিৰে পৰীক্ষা কৰি প্ৰকাশ কৰিছে।

তেখেতৰ গদ্য সাৱলীল অথচ ওজনথকা। সকলো ৰচনাৰ মাজেদি ব্যক্ত হৈছে এটি শিক্ষিত, সংস্কৃত, বিদ্যোৎসাহী আৰু ৰসিক মন। জ্ঞানৰ ভৰত তেখেত কুঁজা হোৱা নাই, চপলতাৰ আধিক্যত পিছল খোৱা নাই। সকলো অনুসন্ধিৎসু আৰু ৰসগ্ৰাহী লোকে তেখেতৰ ৰচনাৱলী পঢ়ি ৰসাপ্লুত হ'ব।

শ্ৰীহীৰেন গোহাঁই
গুৱাহাটী বিশ্ববিদ্যালয়
১৭।৭।৯৮

# পৰিশিষ্ট (২)

[ অতুলচন্দ্ৰ বৰুৱা ৰচনাৱলী, প্ৰথম দুই খণ্ড সম্পৰ্কে ১৮ নৱেম্বৰ, ১৯৯৬ চন তাৰিখে 'দৈনিক অসম' কাকতৰ 'পুথি সমালোচনা' শিতানত প্ৰকাশ হোৱা সমালোচনা ]

প্ৰথিতযশা অসমীয়া গদ্য-সাহিত্যিক বুলি ক'লে আমাৰ মনলৈ সহজে আহে আঙুলি মূৰত লেখিব পৰা কেইগৰাকীমান লেখক। পদ্মনাথ গোহাঞিবৰুৱা, লক্ষ্মীনাথ বেজবৰুৱা, সত্যনাথ বৰা, অতুলচন্দ্ৰ হাজৰিকা, ডঃ বাণীকান্ত কাকতি, ডঃ মহেশ্বৰ নেওগ, ডঃ সত্যেন্দ্ৰ নাথ শৰ্মা আৰু অতুলচন্দ্ৰ বৰুৱা এইসকলৰ ভিতৰত অন্যতম। এম ই স্কুল, হাইস্কুলৰপৰা কলেজ পৰ্যন্ত শিক্ষকতা কৰা এসময়ৰ মেধাবী ছাত্ৰ অতুলচন্দ্ৰ বৰুৱাই স্বাধীনোত্তৰ অসমৰ প্ৰথম এ. চি. এছ. পৰীক্ষাত দ্বিতীয় স্থান অধিকাৰ কৰি প্ৰশাসনীয় সেৱাত মনোনিৱেশ কৰে যদিও সেই ছাত্ৰাৱস্থাৰেপৰা জ্ঞান-অন্বেষণৰ লগতে জ্ঞান-চৰ্চাত একাগ্ৰপতীয়াকৈ লগা অভ্যাস পৰিত্যাগ নকৰাৰ বাবেই অসমীয়া ভাষা-সাহিত্যৰ পুৰোধা বৃক্তিসকলৰ অন্যতম হিচাপে পৰিগণিত হ'ল। আজি অশীতি-বৰ্ষপূৰ্তিৰ সময়ছোৱাত শ্ৰীবৰুৱাই বোধহয় একমাত্ৰ ব্যক্তি যিগৰাকীয়ে নিজৰ ৰচনাৱলীৰ দ্বিতীয় খণ্ডৰ উন্মোচনীৰ সময়ত সৌশৰীৰে উপস্থিত আছে। নিজ ৰচনাৱলীৰ তৃতীয় খণ্ডৰ প্ৰস্তুতিৰ বাবেও মন বান্ধিছে।

ইতিমধ্যে অতুলচন্দ্ৰ বৰুৱাৰ ৰচনাৱলীৰ প্ৰথম খণ্ড ১৯৯৩ চনত প্ৰকাশ পাইছে। এই খণ্ডটো অসমীয়া ভাষা-সাহিত্যৰ ছাত্ৰ-ছাত্ৰী, গৱেষক-পণ্ডিত আৰু জ্ঞান-পিয়াসী ব্যক্তিসকলৰ বাবে গুৰুত্বপূৰ্ণ। সাহিত্যৰ ৰূপৰেখা, সমালোচনা সাহিত্য, সাহিত্য দৃষ্টি, সাহিত্য জীৱন, অসমীয়া লোক-সাহিত্য, অসমীয়া কাব্যত প্ৰেমৰ বোঁৱতী সুঁতি, মনসা কাব্য আৰু ওজাপালি আৰু অসমীয়া অভিধান আৰু ভাষা এই গুৰুত্বপূৰ্ণ গ্ৰন্থকেইখন প্ৰথম খণ্ডত সন্নিৱিষ্ট হৈছে। অতুলচন্দ্ৰ বৰুৱা ৰচনাৱলীৰ দ্বিতীয় খণ্ডত সন্নিৱিষ্ট গ্ৰন্থকেইখন হৈছে—প্ৰজাপতিৰ নিৰ্বন্ধ, ভূমি আৰু জীৱন, মদন আৰু বসন্ত, নবী কথা, লোক দেৱতা শিৱ, বাগ্মীনেতা দেশভক্ত ফুকন, নৱৰত্ন, গল্পভাৰতী, ওলট-পালট আৰু সন্ধিয়াৰ সাধু। এই এঘাৰখন গ্ৰন্থৰ 'প্ৰজাপতিৰ নিৰ্বন্ধ' শীৰ্ষক গ্ৰন্থখনিৰ বিষয়বস্তু আকৰ্ষণীয়। প্ৰজাপতিৰ নিৰ্বন্ধ ঈশ্বৰৰ বিনন্দীয়া সৃষ্টিৰ মূল ৰহস্য। এই নিৰ্বন্ধৰ বাবেই পুৰুষ আৰু নাৰীয়ে বিশেষ এছোৱা কালত পৰস্পৰে পৰস্পৰৰ প্ৰতি প্ৰবলভাৱে আকৰ্ষিত হয়। লেখক বৰুৱাই এই যৌৱন নামৰ বিশেষ সময়ছোৱাত নাৰী-পুৰুষৰ পাৰস্পৰিক প্ৰেমৰ বিভিন্ন বৈশিষ্ট্য প্ৰাচ্য আৰু পাশ্চাত্যৰ

মনোৰম উদাহৰণসহ প্ৰাঞ্জল ভাষাত উপস্থাপন কৰিছে। আমাৰ যোজনা আৰু ডাকৰ বচনত নাৰীৰ স্বৰূপ বিষয়টো আলোচনা কৰিবলৈ লেখকে পাহৰা নাই। নক'লেও হ'ব এই গ্ৰন্থখনিৰ সৰহসংখ্যক প্ৰবন্ধই লেখকৰ যৌৱনপুষ্ট সময়ৰ সৃষ্টি। প্ৰশাসনীয় বিষয়া হিচাপে শ্ৰীবৰুৱাই ভূমি আৰু ৰাজহ বিভাগৰ লগত সততে জড়িত আছিল বাবে অধ্যয়ন আৰু অভিজ্ঞতাৰ সমাহাৰত লিখিছে 'ভূমি আৰু জীৱন'। সৰ্বমুঠ তিনিটা খণ্ডত বিভক্ত এই গ্ৰন্থখনিত লেখকে সমাজ, কৃষি আৰু গাঁৱৰ ইতিবৃত্তৰপৰা পুৰণি কামৰূপৰ আৰু আহোমৰ ভূমিনীতি, আকবৰী ভূমিনীতি, অসমৰ মাটিৰ ইতিবৃত্তাদিৰ বিষয়ে খৰচি মাৰি আলোচনা কৰাৰ উপৰিও ভূমিনীতি সংস্কাৰ, মালিকীস্বত্ব আৰু খাজনাৰ মূল তত্ত্ব, ভূদান, সমবায় খেতি আদিৰ বিষয়ো সন্নিবিষ্ট কৰিছে। ইঞ্জিনীয়াৰিং কলেজৰ স্থান নিৰূপণ আৰু মন্ত্ৰীৰ লগত খেতি পৰিদৰ্শনৰ দৰে অভিজ্ঞতাৰ ভিত্তিত যুগুতোৱা প্ৰবন্ধকেইটিৰ ঐতিহাসিক গুৰুত্ব নুই কৰিব নোৱাৰি। শ্ৰীবৰুৱাৰ প্ৰেম আৰু যৌৱনৰ আলোচনা বিষযক আন এখন পুথি হ'ল 'মদন আৰু বসন্ত'। নাৰীৰ প্ৰেম আৰু সৌন্দৰ্য, বিহুগীতত নাৰী সৌন্দৰ্য, পৰকীয়া প্ৰেম আদি বিষযবস্তু এই গ্ৰন্থখনিৰ মূল আকৰ্ষণ। পবিত্ৰ ইছলাম ধৰ্মৰ উৎপত্তি আৰু হজৰত মহম্মদৰ পূৰ্বসুৰীসকলৰ মনোৰম জীৱন আৰু মহিমা বৰ্ণনাৰে 'নবীকথা'. অতুলচন্দ্ৰ বৰুৱাৰ অন্য এক কৃতি। পৰিশেষত হজৰত মহম্মদৰ জীৱন বৃত্তান্তেৰে গ্ৰন্থখনিৰ সামৰণি মাৰিছে। সহজ-সৰল ভাষাত সাধুকথাৰ কথনভংগীত লিখা 'নবীকথা' অন্য ধৰ্মাৱলম্বী ৰসজ্ঞ পাঠকৰ বাবেও জুতিত লগা গ্ৰন্থ। হিন্দু সমাজত শিৱৰ প্ৰভাৱ অনস্বীকাৰ্য। বিশেষকৈ অসমীয়া সমাজত সেই প্ৰাক্ শংকৰী যুগৰেপৰা এচাম কবিয়ে লৌকিক ৰূপত দাঙি ধৰাৰ বাবে, অসমীযা বিভিন্ন পৰিৱেশৰ কলাসমূহত শিৱক লৈ মনোৰম লৌকিক কাহিনী সন্নিবিষ্ট হোৱাৰ বাবে শিৱৰ জীৱ আৰু জগতৰ সৃষ্টিকৰ্তা, সংহাৰকৰ্তাৰ ৰূপটো পাহৰি যোৱাৰ উপক্ৰম হৈছে। শিব-পাৰ্বতীৰ বিবাহক লৈ, শিৱই কৃষি কৰ্ম কৰাক লৈ মনোৰম কাহিনী পূৰ্ব-কবিসকলে সৃষ্টি কৰি থৈ গৈছে। এনেবোৰ আলমতে শ্ৰীবৰুৱাই লিখিছে 'লোক দেৱতা শিৱ' নামৰ গ্ৰন্থখনি। শ্ৰীবৰুৱাৰ মনোৰম কথনভংগীত এই গ্ৰন্থখনি অধিক উপভোগ্য হৈ উঠিছে। অসমৰ ৰাজনৈতিক আৰু সমাজ জীৱনত দেশভক্ত তৰুণৰাম ফুকনৰ ভূমিকা গুৰুত্বপূৰ্ণ। এনে এগৰাকী কৃতবিদ্য পুৰুষৰ জীৱন বৃত্তান্ত হৈছে 'বাগ্মীনেতা দেশভক্ত ফুকন' নামৰ গ্ৰন্থখনি। অসমীয়া ভাষা আৰু সাহিত্যৰ বিকাশত কেইবাগৰাকী ব্যক্তিৰ অৱদান অনস্বীকাৰ্য। সেইসকলৰ ভিতৰত অম্বিকাগিৰী ৰায় চৌধুৰী, বেণুধৰ শৰ্মা, ডিম্বেশ্বৰ নেওগ, উপেন্দ্ৰচন্দ্ৰ লেখাৰু, হেম বৰুৱা, শৰৎচন্দ্ৰ গোস্বামী, সংগীতাচাৰ্য কীৰ্তিনাথ শৰ্মা বৰদলৈ, ভৱানন্দ দত্ত আৰু কোহিৰাম দাসৰ জীৱন-বৃত্তান্ত সন্নিবিষ্ট কৰি শ্ৰীবৰুৱাই লিখিছে 'নৱৰত্ন' শীৰ্ষক গ্ৰন্থখনি। লেখকৰ ভাষাত এইখন এখন নিৰহ-নিপানী জীৱনী পুথি নহয়। এয়া এই নৱৰত্ন মণ্ডলীয়ে তেখেতৰ মনত থিতাপি লোৱা বিভিন্ন ভাৱৰ খণ্ড-চিত্ৰহে। ফলত 'নৱৰত্ন' তথাকথিত

জীৱনী নহৈ এক মনোৰম কাহিনী জীৱনবৃত্তহে হৈছে। ভাগৱত, হৰিবংশ, উপনিষদ, জাতক, ৰামায়ণ আদিৰ গুৰুত্বপূর্ণ অথচ উপভোগ্য যোলটা কাহিনীৰ সংকলন হৈছে 'গল্প ভাৰতী'। একেদৰে কেৱল আনন্দ দানৰ বাবে চুটি অথচ ধেমেলীয়া আৰু সৰল অথচ কৌতূহলপূর্ণ কেইটামান গল্পৰ সমষ্টি হৈছে 'ওলট-পালট'। শিশুৰপৰা বৃদ্ধলৈকে মনোৰঞ্জনৰ বাবে শ্ৰীবৰুৱাই 'ওলট-পালট'ৰ উপৰিও আঠচল্লিছটা সাধু সন্নিবিষ্ট কৰি লিখিছে 'সন্ধিয়াৰ সাধু'। তিনিটা খণ্ডত বিভক্ত কৰি শ্ৰীবৰুৱাই প্ৰথম খণ্ডত ফকৰা-যোজনা বা প্ৰবচন সন্নিবিষ্ট কৰা সাধুকথা, দ্বিতীয় খণ্ডত কাশ্মীৰী সাধু, কছাৰী সাধু আদি কাহিনীবোৰ আৰু তৃতীয় খণ্ডত বৌদ্ধজাতক, হিতোপদেশ, পঞ্চতন্ত্ৰ আদিত থকা সাধুকথাবোৰৰ দৰে কাহিনীসমূহ সন্নিবিষ্ট কৰি পুথিখন প্ৰস্তুত কৰিছে।

যৌন জীৱনৰপৰা ভূমি সমস্যা, ভূমিৰ প্ৰকৃতি, নাৰীৰ প্ৰেম আৰু সৌন্দৰ্য, হজৰত মহম্মদকে আদি কৰি চন্দ্ৰকান্ত অভিধানৰ প্ৰণেতা কোহিৰাম দাসলৈকে, মহাকাব্য, পুৰাণ, জাতক আদি বিভিন্ন উৎসৰ ৰসগ্ৰাহী কাহিনীৰ মনোৰম কথন-ভংগীৰে অতুলচন্দ্ৰ বৰুৱা ৰচনাৱলীৰ দ্বিতীয় খণ্ড অতুলচন্দ্ৰ বৰুৱাৰ সাহিত্য প্ৰতিভাৰ এক বৈচিত্ৰ্যময় সম্ভাৰ। এই ৰচনাসম্ভাৰৰ মাজেৰে শ্ৰীবৰুৱাৰ পাণ্ডিত্য সাতোৰঙীন ৰামধেনুৰ বৈশিষ্ট্যৰে মহিমামণ্ডিত ৰূপ উদ্ভাসি উঠিছে। অনাড়ম্বৰ অথচ মনোৰম, প্ৰাঞ্জল কথনভংগী শ্ৰীবৰুৱাৰ গদ্যশৈলীৰ অন্যতম বৈশিষ্ট্য। এগৰাকী সমালোচকে ক'বৰ দৰে শ্ৰীবৰুৱাৰ ৰচনাত পাণ্ডিত্য আছে, পণ্ডিতম্মন্যতা নাই ; সৰলতা আছে, দুৰ্বলতাৰ আঁৰকাপোৰ নাই ; সচেতনা আছে, গা দেখুওৱা ৰং-ঢং নাই। প্ৰায় বাৰশ বাৰ পৃষ্ঠাৰ সুবৃহৎ ৰচনাৱলীৰ সম্পাদক হৈছে কনকচন্দ্ৰ ডেকা। অতুলচন্দ্ৰ বৰুৱাৰ উপৰিও জীৱিত কালতে নিজৰ ৰচনাসম্ভাৰ একথূপত দেখিবলৈ পোৱা আন এগৰাকী পণ্ডিত হৈছে ডঃ মহেশ্বৰ নেওগ। তাৎপৰ্যপূৰ্ণভাৱে ডঃ নেওগৰ ৰচনাৱলীত কোনো সম্পাদক নাই। আছে সংকলকহে। পুথি সম্পাদনা দৰাচলতে এক জটিল প্ৰক্ৰিয়া। ই এক বৈজ্ঞানিক প্ৰক্ৰিয়া হিচাপে ইতিমধ্যে পৰিগণিত হৈছে। জীৱিতকালতে কোনো এগৰাকী লেখকৰ ৰচনাসম্ভাৰ একেলগ কৰি ছপাৰ লগত সংশ্লিষ্ট কামখিনি নিয়াৰিকৈ সম্পন্ন কৰিলেই সম্পাদক হ'ব নোৱাৰে। সম্পাদনা কাৰ্যৰ লগত পুথি নিৰ্বাচন, পুথি বিশ্লেষণকে আদি কৰি বহুতো বিষয় জড়িত হৈ থাকে। অতুলচন্দ্ৰ বৰুৱাৰ বৈচিত্ৰ্যময় গদ্যসম্ভাৰসমূহ নিয়াৰিকৈ, পৰিকল্পিত ৰূপত দাঙি ধৰাৰ প্ৰয়াস ৰচনাৱলীত অভাৱ। সাহিত্য-সংস্কৃতি বিষয়, প্ৰেম-যৌন-জীৱন সংশ্লিষ্ট বিষয়, প্ৰশাসনিক অভিজ্ঞতাৰ লগত জড়িত বিষয়, মনোৰঞ্জক কাহিনী বিষয় আদি ভাগত ভাগ কৰি ৰচনাৱলী প্ৰস্তুত কৰিলেহে সম্পাদকৰ কৃতিত্ব প্ৰকাশ পালেহেঁতেন। আটাইতকৈ ডাঙৰ ত্ৰুটী হৈছে সম্পাদকে অতুলচন্দ্ৰ বৰুৱাৰ ৰচনাশৈলী অথবা গদ্যশৈলীৰ বিষয়ে পাণ্ডিত্যপূৰ্ণ আলোচনা এটি সন্নিবিষ্ট নকৰাটো। সম্পাদনাৰ সিংহভাগ জীৱিত লেখকগৰাকীয়ে সম্পন্ন কৰাটো স্বাভাৱিক। এনে অনুকূল দায়িত্ব

পায়ো সম্পাদকে বৰুৱাৰ গদ্যশৈলীৰ বিষয়ে পুংখানুপুংখভাৱে আলোচনা কৰিলে সোণত সুৱগা চৰিলহেঁতেন। ভৱিষ্যতৰ ৰচনাৱলীত নিশ্চয় তেওঁ সেইফেৰা কাম সম্পন্ন কৰিব।

শ্ৰীবৰুৱা আৰু শ্ৰীকনকচন্দ্ৰ ডেকাৰ যুটীয়া উদ্যোগত প্ৰকাশৰ মুখ দেখা এই ৰচনাৱলীখনিয়ে উল্লিখিত ব্যৱধান নাইকিয়া কৰাত সহায় কৰিব ই ধুৰূপ। তদুপৰি অসমীয়া ভাষা, সাহিত্য-সংস্কৃতিৰ ছাত্ৰ-ছাত্ৰী, গৱেষক-পণ্ডিত আৰু তত্ত্বজিজ্ঞাসু পাঠকৰ বাবে এই ৰচনাৱলীখনিয়ে উপকাৰ সাধিব। লগতে শ্ৰীবৰুৱাৰ বৈচিত্ৰ্যময় সাহিত্যকৃতিৰ উচিত মূল্যাংকনতো ৰচনাৱলীখনিয়ে সহায় কৰিব।

শ্ৰীবৰুৱাৰ লেখাভংগীত এখনি আলোকচিত্ৰেৰে সজ্জিত বেটুপাতটিৰ ছপা মনোৰম। বৰুৱা প্ৰকাশনৰ দ্বাৰা প্ৰকাশিত গ্ৰন্থখনিৰ ছপা যথাযথ। এহেজাৰ দুশ বাৰ পৃষ্ঠাৰ এই সুবৃহৎ গ্ৰন্থখনিৰ মূল্য দুশ টকা।

ড° পৰমানন্দ ৰাজবংশী

# পৰিশিষ্ট (৩)

## শ্ৰীঅতুলচন্দ্ৰ বৰুৱা ৰচিত পুথি

১। শৰৎচন্দ্ৰ গোস্বামীৰ চমু জীৱনী—১৯৪৬
২। পুৰণি পুথিৰ সাধু (শিশু সাহিত্য)—১৯৫১
৩। সমাহৰ্তাৰ আত্মকাহিনী—১৯৫৪
৪। সাহিত্যৰ ৰূপৰেখা—১৯৫৭
৫। প্ৰজাপতিৰ নিৰ্বন্ধ—১৯৫৭
৬। ওলট-পালট (শিশু সাহিত্য)—১৯৫৭
৭। সমালোচনা সাহিত্য—১৯৫৮
৮। ভূমি আৰু জীৱন—১৯৫৮
৯। সাহিত্য দৃষ্টি—১৯৬০
১০। মদন আৰু বসন্ত—১৯৬১
১১। নবী-কথা—১৯৬৩
১২। সন্ধিয়াৰ সাধু (শিশু সাহিত্য)—১৯৬৩
১৩। ডাকে বোলে শুনা উপায়—১৯৬৪
১৪। সাহিত্য-জীৱন—১৯৬৫
১৫। লোকদেৱতা শিৱ—১৯৬৭
১৬। গল্পভাৰতী—১৯৬৯
১৭। অসমীয়া কাব্যত প্ৰেমৰ বোঁৱতী সুঁতি—১৯৭০
১৮। মাজ নিশাৰ সাধু—১৯৭২
১৯। স্মৃতিৰ ৰঙিয়া—১৯৭৩
২০। মনসা কাব্য আৰু ওজাপালি—১৯৭৪
২১। বাগ্মীনেতা দেশভক্ত ফুকন—১৯৭৭
২২। অসমীয়া অভিধান আৰু ভাষা—১৯৭৭
২৩। ছন্দশিল্পী ভোলানাথ দাস—১৯৭৮
২৪। খেলি-মেলি (শিশু সাহিত্য)—১৯৭৮
২৫। অসমীয়া লোক-সাহিত্য—১৯৮১

২৬। Ojapali, Its Different Types and Functions—১৯৮২
২৭। সানমিহলি (শিশু সাহিত্য)—১৯৮৬
২৮। শৰৎচন্দ্ৰ গোস্বামী (বৃহৎ জীৱনী)—১৯৮৭
২৯। নৱৰত্ন (ন-জনা কৃতী পুৰুষৰ জীৱন আলোচনা)—১৯৮৮

## ভাঙনি পুথি আৰু সম্পাদনা

৩০। মহাপুৰুষ শঙ্কৰদেৱ (শ্ৰদ্ধাঞ্জলি)—১৯৭৫
৩১। কাব্য-প্ৰভা—১৯৪১
৩২। অতীত আৰু বৰ্তমান—১৯৫২
৩৩। মুকুল-প্ৰকাশ—১৯৬১
৩৪। হিমালয়ৰ আহ্বান—১৯৬২
৩৫। মধ্যবিংশ শতিকাৰ অসমীয়া সাহিত্য—১৯৭৪
৩৬। ভাষা জননীৰ সেৱাত দীননাথ চহৰীয়া—১৯৭৪
৩৭। চক্ৰ-চয়ন—১৯৭৬
৩৮। ভোলানাথ দাস ৰচনাৱলী—১৯৭৭
৩৯। ৰঘুনাথ চৌধাৰী ৰচনাৱলী—১৯৮০
৪০। মোৰ জীৱন যাত্ৰাৰ কথা (কবি ধনাই বৰাৰ আত্মজীৱনী)—১৯৮০
৪১। গুৱাহাটী আলোচনা চক্ৰৰ ৰূপৰেখা—১৯৮৩
৪২। দৰঙী শব্দকোষ (সঙ্কলন আৰু সম্পাদনা)—১৯৮৮
৪৩। অসমীয়া চলন্ত অভিধান (সহকাৰী সম্পাদক)—১৯৮৮-১৯৯৩

* স্বৰচিত আৰু সম্পাদিত পুথি সমূহৰ উপৰিও যোৱা পাঁচোটা দশক ধৰি ৰচনা কৰা অনেক গল্প, প্ৰবন্ধ, সমালোচনা আদি বিভিন্ন সংবাদপত্ৰ, আলোচনী, স্মৃতিগ্ৰন্থ, অভিনন্দন গ্ৰন্থ, পুথিৰ পাতনি আদিত প্ৰকাশ পাইছে।

**কেইটামান বিশেষ বিশেষ অনুষ্ঠানৰ প্ৰতিষ্ঠাপক সম্পাদক / সভাপতি আদি ঃ**

১। ১৯৪৫ চন, ১৪ জানুৱাৰী—ছিলং মুকুল সংঘ ঃ (প্ৰতিষ্ঠাপক সম্পাদক)
২। ১৯৫০ চন, জিৰণি মেল ঃ (প্ৰতিষ্ঠাপক সম্পাদক)
৩। ১৯৫১—৫৩ ৰঙিয়া আলোচনী সভা ঃ (সংস্থাপক সভাপতি)
৪। ১৯৫৫/২৭ ফেব্ৰুৱাৰী—গুৱাহাটী আলোচনা চক্ৰ ঃ (প্ৰতিষ্ঠাতা সম্পাদক)
৫। ১৯৭৪—৮৭ দৰঙী কলা-কৃষ্টি উন্নয়ন সংঘ ঃ প্ৰতিষ্ঠাপক সভাপতি
৬। সৱিতা সভা ঃ সম্পাদক/কাৰ্যকৰী সভাপতি
৭। দৰং জিলা সাহিত্য সভাৰ সভাপতি (১৯৭৭-৭৯)
৮। সুৰভি সাহিত্য সমাজ—২০ ডিচেম্বৰ, ১৯৯২ প্ৰতিষ্ঠা দিনৰ সভাপতি

৯। কামৰূপ একাডেমী পৰিচালনা সমিতিৰ সভাপতি ১৯৮০—১৯৮৩
১০। চৰকাৰী ভাষা-প্ৰয়োগ মূল্যায়ন আৰু পৰামৰ্শ সমিতিৰ সদস্য—১৯৮৭
১১। উক্ত সমিতিৰ অধ্যয়ন সংক্ৰান্ত ভ্ৰমণৰ দলপতি—১৯৮৭
১২। দৰঙী শব্দকোষ প্ৰণয়ন সমিতিৰ সভাপতি—১৯৮২
১৩। (চৰকাৰী) অসমীয়া চলন্ত অভিধান প্ৰণয়ন সমিতিৰ সহকাৰী সম্পাদক—১৯৮৮-১৯৯৩
১৪। গুৱাহাটী মেট্ৰপলিটান ইন্‌ষ্টিটিউচনৰ উপাধ্যক্ষ—১৯৭৭
১৫। কলিকতা আৰু ঢাকা বিশ্ববিদ্যালয়ৰ পৰীক্ষক—(১৯৪৬-৪৮)
১৬। কামৰূপ অনুসন্ধান সমিতিৰ আজীৱন সভ্য
১৭। অসম নাট্য সমাজৰ আজীৱন সদস্য
১৮। অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি (১৯৭৯-৮০)
১৯। গুৱাহাটী আলোচনা চক্ৰৰ সভাপতি (১৯৯৮)
২০। অসম একাডেমীৰ কাৰ্য্যনিৰ্বাহকৰ সদস্য ইত্যাদি

# পৰিশিষ্ট (৪)

## শ্ৰীঅতুলচন্দ্ৰ বৰুৱাৰ জীৱন-পঞ্জী

জন্ম—১৯১৬, ২৯ মে' সোমবাৰ, ১৬ জেঠ ; কৃষ্ণা ত্ৰয়োদশী
জন্মস্থান—মাৰৈ গাঁও (ডুবাহাটী), জিলা—দৰং
পিতৃ ঃ স্বৰ্গীয় ভোগৰাম বৰুৱা
মাতৃ ঃ স্বৰ্গীয়া প্ৰমিলা বৰুৱা
প্ৰাইমাৰী পৰীক্ষা—১৯২৮ মাৰৈ প্ৰাইমাৰী স্কুল ঃ মঙ্গলদৈ মহকুমাৰ ভিতৰত দ্বিতীয় স্থান আৰু বৃত্তি লাভ
এম. ই. পৰীক্ষা—১৯৩২—পাথৰিঘাট এম. ই. স্কুল ঃ অসমৰ ভিতৰত প্ৰথম স্থান অধিকাৰ কৰি খগেন্দ্ৰ নাৰায়ণ স্মৃতি-পদক লাভ
মেট্ৰিক—১৯৩৬ মঙ্গলদৈ চৰকাৰী হাইস্কুল, প্ৰথম বিভাগ, দুটা লেটাৰ সহ বৃত্তিলাভ,
বি. এ.—১৯৪০—কটন কলেজ গুৱাহাটী
১৯৪৪—এম. এ. কলিকতা বিশ্ববিদ্যালয়, দ্বিতীয় শ্ৰেণীৰ প্ৰথম স্থান

**চাকৰি জীৱন ঃ শিক্ষকতা—**

১৯৩৭—৪০—সময়ে সময়ে—ছিপাঝাৰ হাইস্কুল, পাথৰিঘাট এম. ই. স্কুল, মঙ্গলদৈ হাইস্কুল
১৯৪১—৪২—কামৰূপ একাডেমী হাইস্কুল (বৰ্তমান হায়াৰ চেকেণ্ডাৰী স্কুল)
১৯৪৩—৪৯—ছিলং—অসম সচিবালয় আৰু ছিলং ছেণ্ট মেৰিজ এড্‌মাণ্ডছ্ কলেজত অংশকালীন প্ৰবক্তা
১৯৪৭—শ্ৰীমতী হিৰণপ্ৰভা বৰুৱাৰ সৈতে বিবাহ ঃ ২ মে', ১৮ ব'হাগ
১৯৪৪-১৯৪৯—অংশকালীন প্ৰবক্তা (ক) ছেণ্ট মেৰীজ কলেজ, ছিলং ;
(খ) এড্‌মাণ্ডছ্ কলেজ, ছিলং
১৯৪৯—১৯৭৪—এ. চি. এছত ১৯৪৯ চনত স্বৰাজোত্তৰ অসমৰ প্ৰথম এ. চি. এছ. পৰীক্ষাত দ্বিতীয় স্থান লাভ কৰি এছ. ডি. চি. নিযুক্ত হয়। লোকপ্ৰিয় গোপীনাথ বৰদলৈ মন্ত্ৰীসভাই নতুন চৰকাৰী নীতি বান্ধি দি ই. এ. চি. পোনে পোনে নিযুক্ত কৰা পূৰ্বৰ নীতি বন্ধ কৰি সেই বছৰত পৰীক্ষা লৈ ১৬ জন এছ. ডি. চি. নিযুক্ত কৰিছিল ; তাৰে দ্বিতীয়জন

১৯৫০—১৯৫৩—বঙিয়া ঃ এছ. ডি. চি.
১৯৫৩—১৯৫৮—গুৱাহাটী ঃ এছ. ডি. চি. আৰু (এছিষ্টেণ্ট ছেটেলমেণ্ট অফিচাৰ)
১৯৫৮—ছিলং, পি-এ টু কমিচনাৰ ; ছিলং জিলা বিচাৰালয়ত অংশকালীন বিচাৰক
১৯৬৯—১৯৭০—তেজপুৰ, সদৰ এছ. ডি. ও. / এ. ডি. চি.
১৯৭১—১৯৭২—মেনেজিং ডিৰেক্টৰ, এপেক্স মাৰ্কেটিং ছোচাইটি
১৯৭২—১৯৭৪—কামৰূপ জিলাৰ এ. ডি. চি.
১৯৭৪—কামৰূপ জিলাৰ অতিৰিক্ত উপায়ুক্ত হিচাপে অৱসৰ গ্ৰহণ
১৯৭৯-১৯৮০—অসম সাহিত্য সভাৰ সভাপতি ঃ ৪৬ সংখ্যক গুৱালকুছি অধিৱেশন
১৯৮৮—১৯৯৩—অসমীয়া চলন্ত অভিধান প্ৰণয়নত (সহকাৰী সম্পাদক)।

---



'সপ্তসতী', 'সপ্তবীৰ', 'যুগজয়ী মহীয়সী', 'পুৰাণ-মহাভাৰতৰ অনুপম সাধু' আৰু 'শ্ৰীকৃষ্ণৰ শিশুলীলা'ৰ ৰচয়িত্ৰী - গ্ৰন্থকাৰ শ্ৰীযুত অতুলচন্দ্ৰ বৰুৱাৰ ধৰ্ম্মপত্নী - শ্ৰীমতী হিৰণপ্ৰভা বৰুৱা ঃ জন্ম - ১৯২৪ চন, ৪ জুলাই

# পৰিশিষ্ট (৫)

## ওপৰঞ্চিভাবে মোৰ একাষাৰ

সকলো সময়তে মই ভগবানক স্মৰণ কৰাৰ লগতে মা-দেউতাকো স্মৰণ কৰিছিলোঁ। মোৰ মতে পিতৃ-মাতৃৰ আশীৰ্বাদ আমাৰ সন্তানসকলৰ বাবে 'ৰক্ষা-কৱচ'। মাতৃৰ আশীৰ্বাদত মই ভগবানৰ অস্তিত্ব অনুভৱ কৰিছিলোঁ। পঞ্চ-পাণ্ডৱসকলে মাতৃৰ আশীৰ্বাদ লৈহে যুদ্ধ ক্ষেত্ৰত নামিছিল আৰু যুদ্ধ ক্ষেত্ৰত জয়লাভ কৰিছিল। কৌৰৱৰ মাতৃয়ে নিজ চকুৰে পুত্ৰসকলক দেখা নাছিল বাবে তেওঁৰ আশীৰ্বাদ ফলৱতী নহৈছিল। য'তেই ধৰ্ম ত'তেই জয়'—অৰ্থাৎ কৌৰৱসকল যুদ্ধত হাৰিছিল।

মোৰ মা-দেউতাৰ অভাৱটি বৰ্তমান মা (শাহু)-দেউতাই (শহুৰ) পূৰণ কৰিছে। মোৰ মাতৃৰ অকৃত্ৰিম মৰমখিনি মাৰ (শাহুৰ) ওচৰত বিচাৰি পাইছোঁ। সেয়েহে যেতিয়াই সময় পাওঁ তেতিয়াই মা আৰু দেউতাক অলপ সময়ৰ বাবে হ'লেও লগ পাবলৈ ঢাপলি মেলোঁ। মা আৰু দেউতাক লগ পোৱাটো মোৰ বাবে এটা প্ৰয়োজন। এয়া মোৰ অন্তৰৰ আবেদন। কোনো পাৰ্থিৱ প্ৰভাৱ ইয়াত নাই।

সত্তৰৰ দেওনা পাৰ হোৱা মাই (শাহুআই) এতিয়া বেছিভাগ সময় ভগৱানৰ চিন্তা-চৰ্চাতে ব্যস্ত হৈ থাকে। গীতা, ভাগৱত, ৰামায়ণ, পুৰাণ, কীৰ্তন, দশম আদি ঢুকি পোৱা যিমান ধৰ্ম-শাস্ত্ৰ আছে তেওঁ সকলো খৰচি মাৰি পঢ়িছে। মাৰ সকলো চিন্তা-চৰ্চাতে নীতি-কথা, ভগৱানৰ গুণ-গৰিমাৰ কথা বিদ্যমান।

শ্ৰীমতী হিৰণপ্ৰভা বৰুৱা মাৰ (শাহুৰ) জন্ম গুৱাহাটীৰ যোৰপুখুৰীৰ পাৰত। মাৰ দেউতাক প্ৰয়াত লক্ষ্মীনাথ দাস এসময়ত কটন কলেজৰ পদাৰ্থ বিজ্ঞানৰ য প্ৰৱক্তা আছিল। বোধহয় প্ৰথম অসমীয়া পদাৰ্থ বিজ্ঞানৰ প্ৰৱক্তা। মাৰ ককা আছিল স্বৰ্গীয় ভোলানাথ দাস ঃ অমিত্ৰাক্ষৰ ছন্দত কবিতা ৰচনা কৰা প্ৰথম ...য়া কবিসকলৰ অন্যতম। গতিকে মাৰ গাত এই পূৰ্ব-পুৰুষসকলৰ তেজ আৰু শক্তি বিদ্যমান। ইয়াৰ ফলস্বৰূপে মাৰ কলমৰপৰা এই পৰ্য্যন্ত সৃষ্টি হ'ল—সপ্তসতী, সপ্তবীৰ, যুগজয়ী মহীয়সী, পুৰাণ-ভাৰতৰ অনুপম সাধু আৰু শ্ৰীকৃষ্ণৰ শিশুলীলা— এই পাঁচখন পুথি। মাৰ লিখনীবোৰ ভগৱৎ-চিন্তাৰ বহিঃপ্ৰকাশ। ভগৱানৰ আশীৰ্বাদ প্ৰাপ্ত হোৱা বাবে মাই কলম হাতত ল'ব পাৰিছে। দেউতা সু-সাহিত্যিক হ'লেও

মাৰ ওপৰত দেউতাৰ প্ৰভাৱ সিমান পৰা নাই। কিন্তু দেউতাৰ লিখনীবোৰত মাৰ অৰিহণা নুই কৰিব নোৱাৰি। সকলো সাংসাৰিক দুখ-যাতনা মাই মুৰ-পাতি নোলোৱাহেঁতেন দেউতাই অসমীয়া ভাষা-সাহিত্যলৈ ইমান বৰঙণি আগবঢ়াব নোৱাৰিলেহেঁতেন। সেয়েহে মাৰ সান্নিধ্য পোৱাটো দেউতাৰ বাবে পৰম সৌভাগ্যৰ কথা। মা আৰু দেউতাৰ পৰা অসমীয়া সমাজে আৰু বহুত আশা কৰি আছে। ভগবানে মা আৰু দেউতাক নিৰোগ আৰু দীৰ্ঘায়ু কৰক।

সেই কামনাৰে—

শ্ৰীযোগেন্দ্ৰ বৰা (জোঁৱাই)
দিশপুৰ, সৰুমটৰীয়া
২৫।৯।৯৮